# শ্ৰীশঙ্কৰ বাক্যামৃত

[ শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত গ্ৰন্থসমষ্টি ]



প্ৰথম প্ৰকাশ

অসম সাহিত্য সন্মিলন
দ্বাবিংশতি অধিবেশন

চিলং

৭ কাতি, ৫০৫ শঙ্কৰাব্দ
২৪ অক্টোবৰ '৫৩



সম্পাদক—
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা সাহিত্যৰত্ন

# সূচী


| গ্ৰন্থ | পৃষ্ঠা |
|---|---|
| ১। হৰিশ্চন্দ্ৰ উপাখ্যান | ১ |
| ২। ভক্তি প্ৰদীপ | ৫১ |
| ৩। কীৰ্ত্তন ঘোষা | ৭৬ |
| ৪। বৰগীত | ২৬০ |
| ৫। ৰুক্মিণী হৰণ ( কাব্য ) | ২৭৪ |
| ৬। মহাভাগৱত | ৩৩৫ |
| প্ৰথম স্কন্ধ, দ্বিতীয় স্কন্ধ | ৩৭১ |
| তৃতীয় স্কন্ধ ( অনাদি পাতন ) | ৩৯৬ |
| ষষ্ঠ স্কন্ধ ( অজামিল উপাখ্যান ) | ৪১৯ |
| অষ্টম স্কন্ধ ( অমৃত মন্থন আৰু বলিছলন ) | ৪৫৫ |
| দশম স্কন্ধ ( আদ্য ) | ৫৬৩ |
| দশম স্কন্ধ (কুৰুক্ষেত্ৰ ) | ৭৬৫ |
| একাদশ স্কন্ধ | ৮১৩ |
| নিমিনৱ সিদ্ধ সংবাদ | ৮৮১ |
| দ্বাদশ স্কন্ধ | ৯১৫ |
| ৭। গুণমালা | ৯৫৯ |
| ৮। ৰামায়ণ ( উত্তৰাকাণ্ড ) | ৯৭৩ |
| ৯। তোটয়, ভটিমা | ১০৩৩ |
| ১০। ভক্তি ৰত্নাকৰ ( সংস্কৃত ) | ১—২০০ |
| ১১। অঙ্কীয়া নাট | |
| পত্নী প্ৰসাদ | ১—৭ |
| ৰুক্মিণী হৰণ | ১—২৭ |
| কালি দমন | ১—১৪ |
| কেলি গোপাল | ১—১৮ |
| পাৰিজাত হৰণ | ১—২২ |
| ৰামবিজয় নাট | ১—১৮ |

শ্ৰীকৃষ্ণায় নমঃ

# শ্ৰীশঙ্কৰ বাক্যামৃত

# হৰিশ্চন্দ্ৰ উপাখ্যান

### ৰজা হৰিশ্চন্দ্ৰৰ ৰাজসূয় যজ্ঞ

পদ

নমো নাৰায়ণ নিৰঞ্জন জগজীৱ।
পুৰাণ পুৰুষ হৃষীকেশ সদাশিৱ॥
দানৱ দলন দামোদৰ আদি দেৱ।
দণ্ডৱতে পৰি কেশৱক কৰো সেৱ॥১
কৃষ্ণ পাদ-পদ্ম যুগ হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥
মাৰ্কণ্ডেয় পুৰাণৰ কথাতে প্ৰধান।
পয়াৰে ৰচিবো হৰিশ্চন্দ্ৰ উপাখ্যান॥২
জয় জয় হৰিশ্চন্দ্ৰ নৃপতি তিলক।
ৰাজসূয় যজ্ঞ যজি ত্ৰিদশ দেৱক॥
সশৰীৰে স্বৰ্গে গৈলা সমস্ত নগৰে।
কৃষ্ণৰ চৰণে পদ ভণিল শঙ্কৰে॥৩
বিষ্ণু বৈষ্ণৱৰ কথা দুয়ো সমতুল।
শ্ৰৱণ কীৰ্ত্তনে কৰে পাপক নিৰ্ম্মূল॥
চণ্ডাল পৰ্য্যন্তে কৰে সবাকো পৱিত্ৰ।
জানি নিৰন্তৰে শুনা বৈষ্ণৱ চৰিত্ৰ॥৪
জৈমিনি বদতি শুনা ধৰ্ম্মপক্ষীবৰ্গ।
কোন কৰ্ম্ম কৰি হৰিশ্চন্দ্ৰ গৈলা স্বৰ্গ।
কি কাৰণে কদৰ্থিলা বিশ্বামিত্ৰ ঋষি।
কহিয়োক কথা মোত পৰম হৰিষি॥৫
পক্ষীগণ বদতি শুনিয়ো ঋষিবৰ।
পৃথিবীতে সাৰোতৰ অযোধ্যা নগৰ॥
সংসাৰৰ যত গুণগণে অলঙ্কৃত।
সৰ্ব্বক্ষণে যৈত জনাৰ্দ্দন উপস্থিত॥৬
নিৰ্ম্মিলা প্ৰবন্ধে বিধি পুৰী বিতোপন।
স্বৰ্গতো অধিক সুখী যাৰ প্ৰজাগণ॥
নিজধৰ্ম্মশালী শিষ্ট বৈষ্ণৱসকলে।
ঘৰে ঘৰে প্ৰত্যেকে অচলা লক্ষ্মী জলে॥৭
সেহি নগৰত ভৈলা হৰিশ্চন্দ্ৰ ৰাজা।
পুত্ৰতো অধিক দশগুণে পালে প্ৰজা॥
পৰম মহন্ত ক্ষমতাৱন্ত সত্যৱন্ত।
বিষ্ণুতো ভকত মহাধৰ্ম্ম আচৰন্ত॥৮
অস্ত্ৰ শস্ত্ৰ সমস্তে শাস্ত্ৰতে সুশিক্ষিত।
বুদ্ধি বৃহস্পতি সম প্ৰতাপে আদিত্য॥
কন্দৰ্প সদৃশ শোভে সুন্দৰ শৰীৰ।
সৰ্ব্বগুণে গুণান্বিত সাগৰ গম্ভীৰ॥৯
নাহিকে লোকৰ শোক যাহাৰ ৰাজ্যত।
নাহি মাৰি মৰক দুৰ্ভিক্ষ দুখ যত॥
নাহিকে সচল চোৰ ঘোৰ বিম্নি ভয়।
অকালতো কাৰো নাহি মৰণক ভয়॥১০
ধৰ্ম্মপথে থাপিলন্ত পৃথিবী মণ্ডল।
ৰায় ৰাণ্ডী সম কিছু নাহি বলাবল॥
মহাসুখে প্ৰজা যেন বৈকুণ্ঠত বসে।
স্বৰ্গ মৰ্ত্ত্য পাতাল ব্যাপিল যাৰ যশে॥১১
পৃথিবীৰ ৰাজাগণে যাক বলে নাটে।
কৰ দিয়া ৰাজাগণে ভৃত্যৱতে খাটে॥

জল সাগৰক লাগি ভৈল অধিকাৰ।
সাতোদ্বীপা পৃথিবীৰ লৰে কৰ ভাৰ ॥১২
হীৰা মৰকত মণি মাণিক অপাৰ।
পৰ্ব্বত সমান দৌল বান্ধিলা ভণ্ডাৰ ॥
সুৱৰ্ণ ৰজত যত তাক কোনে লেখে।
যেহি ভিতি চক্ষু চাহে ৰত্নময় দেখে ॥১৩
লক্ষ কোটি শকটে শকটে ধন বহে।
ধনভৰে তল যায় অযোধ্যা নসহে ॥
জগতৰ লক্ষ্মী সবে ভৈল একঠাই।
শ্ৰীমন্ত হৰিশ্চন্দ্ৰ ৰাজা ইন্দ্ৰপ্ৰায় ॥১৪
একছত্ৰে ভুঞ্জে অকণ্টকা বসুন্ধৰী।
শৈব্যা নামে ভৈলা তান প্ৰিয়া পটেশ্বৰী ॥
স্ত্ৰীৰত্ন মাজে লেখি গুণৱতী সতী।
ৰূপত পাৰ্ব্বতী পতিব্ৰতা পুণ্যৱতী ॥১৫
পতি প্ৰাণ পতি জ্ঞান পতিকেসে ধ্যান।
পতি বিতিৰেকে * সোপনতো নাহি আন ॥
নৃপতিৰ প্ৰাণতো অধিক আতি স্নেহ।
যেন গৌৰী-শঙ্কৰে অভিন্ন ভৈল দেহ ॥১৬
স্বৰ্গত ক্ৰীড়ন্তে যেন শচী পুৰন্দৰ।
লক্ষ্মী সমন্বিতে যেন কেলি কেশৱৰ ॥
শৈব্যা ভাৰ্য্যা সঙ্গে হৰিশ্চন্দ্ৰ মহাৰথ।
পূৰিলন্ত নৃপতি সমস্তে মনোৰথ ॥১৭
ৰোহিতাশ্ব নামে ভৈল তনয় ৰাজাৰ।
যেন পূৰ্ণিমাৰ শশী শিশু সুকুমাৰ ॥
সৰ্ব্ব সুলক্ষণ একো গুণে নাহি হীন।
নিৰন্তৰে আছে নৃপতিৰ যত চিন ॥১৮
এহিমতে আনন্দতে কতোদিন গৈল।
যজ্ঞ কৰিবাক নৃপতিৰ মন ভৈল ॥
পুৰোহিত বশিষ্ঠক আনিল মতায়।
বোলন্ত বিনতি † কৰি হৰিশ্চন্দ্ৰ ৰায় ॥১৯
তযু আশীৰ্ব্বাদে সুপ্ৰসাদে ভুঞ্জো ৰাজ।
ইন্দ্ৰতো অধিক দেখো আমাৰ সমাজ ॥
উপাৰ্জ্জিত ধনৰ ত্যাগেসে ৰক্ষা হুই।
কৰায়োক মোক মহাযজ্ঞ ৰাজসূয় ॥২০
সুৱৰ্ণ ৰজত ৰত্ন যত ধন ধান।
কৰিয়ো সাফল ব্ৰাহ্মণক দিবো দান ॥
তোহ্মাৰ প্ৰসাদে যজ্ঞ সিজোক সম্প্ৰতি।
ইটো সূৰ্য্যবংশৰ তুমিসি গুৰু গতি ॥২১
শুনি ৰঙ্গে ঋষিৰাজে মাতিলন্ত পাচে।
যত লাগে সম্ভাৰ গৃহতে সবে আছে ॥
ত্ৰৈলোক্যত কোন কৰ্ম্ম তোহ্মাৰ অশক্য।
সত্বৰে অনায়ো বাচি ৰাজা একলক্ষ ॥২২
বশিষ্ঠে কহিলা যত যজ্ঞৰ বিধান।
হাঙ্কাৰে আনিলা ৰাজা লক্ষেক প্ৰমাণ ॥
যেন যোগ্য আনি সমুচিতে কৰ দিল।
হৰিশ্চন্দ্ৰ মহাৰাজা যজ্ঞ আৰম্ভিল ॥২৩
সমস্তে সম্ভাৰ মিলাইলন্ত মহাৰাজ।
অসংখ্যাত ঋষিগণ মিলাইল সমাজ ॥
বশিষ্ঠে মণ্ডল দিয়া আৰম্ভিলা পূজা।
ভাৰ্য্যায়ে সহিতে কুশহস্ত ভৈলা ৰাজা ॥২৪

### যজ্ঞৰ আদিতে হৰি-পূজা

প্ৰথমে বোলন্ত পূজিয়োক গণপতি।
ৰাজায়ে বোলন্ত গুৰু কমন যুগুতি ॥
পৰম পুৰুষ হৰি তাঙ্ক এৰি আগে।
কিবা গুণে গণেশক পূজিবাক লাগে ॥২৫
জগতৰ নাথ সংসাৰৰ আদি মূল।
বিষ্ণুকেসে পূজি প্ৰথমতে দিবো ফুল ॥
বিষ্ণুতে অৰ্পিবো যত পূজা যজ্ঞ দান।
বিষ্ণু বিতিৰেকে দেৱ নজানোহো আন ॥২৬
হৰি তুষ্ট ভৈলে তুষ্ট হোৱে চৰাচৰ।
হেন বিষ্ণু এৰি পূজিবোহো লম্বোদৰ ॥
কাচক যতন যেন পৰিহৰি হীৰা।
শালগ্ৰাম মাটিত নটীক যেন পীৰা ॥২৭

* বিতিৰেকে—ব্যতিৰেক। † বিনতি—মিনতি।

বশিষ্ঠ বদতি শুনা নৃপতি প্ৰধান।
গণেশক কিসক কৰায় এত মান॥
পাৰ্ব্বতীৰ পুত্ৰ যত বিঘ্নিৰ ঈশ্বৰ।
তাহান ক্ৰোধত কাৰ্য্য হৈব আথান্তৰ॥২৮
নৃপতি বোলন্ত গুৰু নুবুলিবা মোক।
মাধৱক আৰাধিলে যেন লাগে হৌক॥
বিঘ্নিক শঙ্কায়ে নুপূজিবো হৃষীকেশ।
ওকণীক ভয়ে কোনে মুণ্ডি কাছে কেশ॥২৯
বশিষ্ঠে লৈলন্ত আনো ঋষিত সম্মতি।
গণেশক এৰি পূজিলন্ত লক্ষ্মীপতি॥
অনেক নৈবেদ্য বলি বস্তু উপহাৰে।
মাধৱক পূজিলন্ত বিবিধ প্ৰকাৰে॥৩০
স্তুতি নতি ভকতি কৰিলা বহুভাৰে।
যাৰত শকতি পূজিলন্ত কৃষ্ণপাৰে॥
অনেক আহুতি কৰি বহ্নি বিসৰ্জ্জিল।
প্ৰণতি পূৰ্ব্বকে আদিত্যক অৰ্ঘ্য দিল॥৩১

দক্ষিণাদান

বশিষ্ঠকো দিলা আনি দক্ষিণা অশেষ।
হয় হস্তী ৰথ দাস-দাসী গ্ৰাম দেশ॥
অসংখ্যাত ৰথ সৰ্বগাৰে অলঙ্কাৰ।
ভাণ্ডাৰে ভাণ্ডাৰে দিলা স্বৰ্ণ আপাৰ॥৩২
আনো ঋষিগণ যত আসন্ত সমাজে।
ভিনে ভিনে সবাকো অৰ্চ্চিলা মহাৰাজে॥
দিলা পুষ্প চন্দন বসন অলঙ্কাৰ।
গাৱে গাৱে স্বৰ্ণৰ একোশত ভাৰ॥৩৩
হৰিশ্চন্দ্ৰ নৃপতিৰ ৰাজসূয় শুনি।
অযোধ্যাক আসি সবে ভৰিলা ব্ৰাহ্মণী॥
আশেষ সেৱকে দেই ভোজন সম্ভৃত।
দধি মধু মোদক ভুঞ্জন্ত পঞ্চামৃত॥৩৪
ঘৃত লাড়ু পৰমান্ন ভুঞ্জি গণ্ডগোল।
ঘন ক্ষীৰ খান্তে পেট যেন ভৈল ঢোল॥
তথাপি বোলন্ত মোক আৰো কিছো লাগে।
নাহা নকৰন্ত পেট পেহ্লাই যেন লাগে॥৩৫
কতো পঞ্চামৃত খুজিলন্ত খাইবো বুলি।
মুখত নযাই চাই থাকে হাত তুলি॥
বিধিক সুমৰি মৰ্ম্ম কৰন্ত ব্ৰাহ্মণ।
এৰিয়ো নেৰন্ত যেন কৃপণৰ ধন॥৩৬
খাহান্তে খাহান্তে কাৰো পাইল টিটু * মান।
বস্তু আনি যাচন্তে নেদন্ত সন্নিধান॥
থিউ হুয়া থাকৈ বাস্তি আসিবাক ডৰে।
যেন মঠ ধৰি যোগীগণে ধ্যান কৰে॥৩৭
এহিমতে ভুঞ্জন্তে ব্ৰাহ্মণ লক্ষ কোটি।
মনত সন্তোষে পঞ্চামৃত নেই যুতি॥
অসংখ্যাত লোকে তাসম্বাৰ ধৰে আল †।
স্বৰ্গতো লাগিল ব্ৰহ্ম ভোজন ঘঞ্চাল॥৩৮
নৃপতি বোলন্ত বৌল ‡ মোৰ বোল কৰা।
সমস্তে ভণ্ডাৰ দিলো নিয়া যত পাৰা॥
শুনি দ্বিজগণে ভৈলা পৰম সন্তোষ।
ভণ্ডাৰ সোমায়া লগাইলন্ত লুড়ি লোস॥৩৯
একো ধন আছে তাৰ লক্ষ কোটি মোল।
আথে বেথে দাম কৰি চপাৰন্ত কোল॥
উপৰত পৰি তাক মোৰ মোৰ বুলি।
আপুন ইচ্ছায়ে পাচে উপচান্ত জুলি॥৪০
বান্ধন্ত বোকোন্দা কতো গুটি স্বৰ্ণৰ।
মুকুতা মাণিক মণি হীৰা বাখৰৰ॥
বোঝা লৈয়া তথাপি কৰন্ত হাঁয়-ফুঁই।
তাকো নিবে নপাৰিয়া যান্ত কুজা হুই॥৪১
মুণ্ডফুটে বলিয়া পেহ্লান্ত কতো বোঝা।
নাকে খৰ উশাস গুণন্ত কতো ওজা॥
হা বিধি কিনো মোৰ দৰিদ্ৰৰ চিন।
ৰাজসূয় যজ্ঞত নগৈল শুজা ঋণ॥৪২
ৰথত তুলিলা কতো আস্কোৰালী ধৰি।
গৃহৰ কৰন্ত বাজ কেকোঁ জেকোঁ কৰি॥

* টিটু—টেটু, গল। † আল—আলপৈচান। ‡ বৌল—আটাহ পাৰি।

তুলি লৈবে নপাৰিয়া লৈযান্ত ঘনাই।
শৰীৰৰ বস্ত্ৰ কাটি ডোলাক লগাই ॥৪৩
গোটে গোটে পেড়া কেহো ধৰন্ত সাবটি।
আনে ওচৰক যান্তে লাগে হতাহতি ॥
পুত্ৰ ভাতৃ যাৰ নাম কাঢ়ি দেন্ত গেড়ি।
আলগাই নেন্ত পাচে সাতে পাঞ্চে বেঢ়ি ॥৪৪
সুৱৰ্ণৰ ঝাৰি খুৰি আছে লক্ষ কোটি।
আক দেখি কতো ব্ৰাহ্মণৰ আতি মুতি ॥
জোট কৰি বান্ধা উপৰৰ বস্ত্ৰ কাঢ়ি।
দুয়ো হাতে লৈযান্ত কান্ধত কতো আৰি ॥৪৫
তথাপি কৰন্তে যান্তে মনত বিকল।
মোৰ কি নভৈল হস্তী গোট মান বল ॥
আজি লৈয়া গৈলো হন্তে ভণ্ডাৰ উলাসি।
শতেক পুৰুষো সুখে খাইলো হন্তে বসি ॥৪৬
কতো দ্বিজগণে কঙ্কালত বস্ত্ৰ কাছি।
ৰথে উপচায়া মাথে লৈয়া যান্ত পাচি ॥
আন্দোল কৰিয়া চলি যান্ত বোঝা শিৰে।
দলদোপ বসুমতী ব্ৰাহ্মণৰ ভিৰে ॥৪৭
জোত জেত আশংসন্তে যান্ত নিৰন্তৰ।
চিৰঞ্জীৱ হৌক হৰিশ্চন্দ্ৰ নৃপবৰ ॥
যাহাৰ যজ্ঞক ত্ৰৈলোক্যতো নাহি সৰি।
অদৰিদ্ৰ ভৈল দুখী ভিক্ষী দেশান্তৰী ॥৪৮
হেন থানে আনে কোনে ব্ৰাহ্মণক দিব।
হৰিশ্চন্দ্ৰ সমদাতা নাহি মুপজিব ॥
থাকিল কীৰিতি যাৱে চন্দ্ৰ দিৱাকৰ।
এহি কথা মাতে সবে চলি যান্ত ঘৰ ॥৪৯
ৰাজাৰ সহস্ৰ কোটি ভাণ্ডৰ অনেক।
নপাৰিলে নিবে শত ভাগৰো ভাগেক ॥
আনো যত প্ৰজা যজ্ঞশালে আছে আসি।
দিলা বস্ত্ৰ অলঙ্কাৰ বহু ধন ৰাশি ॥৫০
ৰাজসূয় যজ্ঞে তুষ্ট ভৈলা চৰাচৰ।
ত্ৰিদশে সহিতে আশ্বাসিলা পুৰন্দৰ ॥
স্বৰ্গতো বসিয়া প্ৰসংশন্ত দেৱগণ।
ধন্য ধন্য হৰিশ্চন্দ্ৰ সাফল জীৱন ॥৫১
পাতালতো যশ বখানন্ত দৈত্য নাগে।
কিনো মহাযজ্ঞ কৰিলন্ত মহাভাগে ॥
নুপজিব নভৈল চৈধ্যয় ভুৱনত।
সাফল জন্মিল ৰাজা মাতৃৰ গৰ্ভত ॥৫২
পক্ষীগণ বদতি জৈমিনি শুনিয়োক।
যজ্ঞত নভৈল তুষ্ট নাহি হেন লোক ॥

### গণেশৰ ছিদ্ৰ অণ্বেষণ

বিঘ্নিৰ ঈশ্বৰ একে গণেশত বাজে।
পূজা নপাই গণপতি অধোমুখে লাজে ॥৫৩
থাক থাক কৈক যাইবি ৰাজা অহঙ্কাৰী।
আৰ মান সাধো বুলি মোচৰন্ত ডাঢ়ি ॥
মান্য খণ্ডি মোক তই নুপূজিলি আগে।
তাৰ প্ৰতিফল দিবো নছাৰিবো লাগে ॥৫৪
এহি গুণি গণেশৰ মনে সুখ নাই।
পাচে পাচে ৰাজাৰ ফুৰন্ত ছিদ্ৰ চাই ॥
নৃপতিও আপোনাৰ পূৰি মনোৰথ।
বিষ্ণুক চিন্তিয়া সুখে ৰহিলা ৰাজ্যত ॥৫৫
শুনিয়োক যত সভাসদ নিৰন্তৰ।
পৰমাৰ্থ কথা মাৰ্কণ্ডেয় পুৰাণৰ ॥
হৰিশ্চন্দ্ৰ চৰিত্ৰ শুনন্তে অনুপাম।
পাপৰ নিৰ্য্যাণ হৌক বোলা ৰাম ৰাম ॥৫৬

---

### হৰিশ্চন্দ্ৰ ৰজাৰ মৃগয়া যাত্ৰা

**ছবি**

ধৰ্ম্মপক্ষীগণে বোলে শুনিয়ো জৈমিনি ঋষি
যেন কথা ভৈলা তাত পাচে।
এহিমতে হৰিশ্চন্দ্ৰ পৃথিবীমণ্ডলে ইন্দ্ৰ
মহাকৃতকৃত্য হুয়া আছে ॥

কৃষ্ণৰ প্ৰসাদে নৃপ ভুঞ্জিলন্ত সাতোদ্বীপ
ধৰ্ম্ম দেহা চুইলে হৰে পাপ।
হেন নাহি একো নৰে পাচত কুচৰ্চ্চা কৰে
সাক্ষাতে প্ৰজাৰ মার বাপ ॥৫৭
লোকৰ একান্ত মতি কৰন্ত ভকতি নতি
ৰাজাৰেসে চিন্তৈ হিতকাৰ্য্য।
দেৱতো মাগন্ত বৰ হৰিশ্চন্দ্ৰ নৰেশ্বৰ
যুগে যুগে কৰন্তোক ৰাজ॥
শৈব্যা পটেশ্বৰী যাৰ স্ত্ৰীৰত্ন মাজে সাৰ
যেন লক্ষ্মী কৃষ্ণৰ ওচৰ।
কৰগত আছে নিধি যেহি বাঞ্ছে সেহি সিদ্ধি
ভোগে যেন দুতি পুৰন্দৰ ॥৫৮
এহিমতে অযোধ্যাত আছা যেনে নৰনাথ
দিনেক মন্ত্ৰীক আদেশিল।
মৃগ মাৰিবাৰ কাজে যাইবো বিজু বন মাজে
সজাউ প্ৰজা নকৰি শিথিল॥
ৰাজাৰ আদেশ পালি উঠি মন্ত্ৰী গাৰ চালি
হাঙ্কাৰি আনাইলা সবৰাজ।
অনন্তৰে নৰেশ্বৰ কৰে ধৰি ধনু শৰ
যাত্ৰা লৈয়া আসি ভৈলা বাজ ॥৫৯
আৰোহিলা দিব্যৰথ ধৰিলা বনৰ পথ
অলেখ নৃপতি সেবা কৰে।
কতোহো চামৰে ঢুলি কতো শ্বেতছত্ৰ তুলি
মাথাৰ উপৰ কৰি ধৰে॥
অসংখ্যাত সেনাগণে অস্ত্ৰে শস্ত্ৰে তেতিক্ষণে
যোগান ধৰিয়া আগে পাচে।
বাৰে নানা বাদ্য ভণ্ড চিম্ন চৌণ্ডা ছত্ৰদণ্ড
তুলি ধৰি যায় দুয়ো কাছে ॥৬০
অসংখ্য সহস্ৰ ৰথ চলি যায় ৰাজপথ
ধ্বজে দণ্ডে গগন বিয়াপি।
চতুৰঙ্গ সেনা বলে জুৰি সবে জলে থলে
চলে একে চপকৰে ব্যাপি॥
লক্ষকোটি গজ বাজী চলি যাই এক লাজ্ঞি
গজ ঘণ্টা শৰদ আস্ফাল।
চিহৰে অসংখ্য ঘোৰে প্ৰচণ্ড প্ৰজাৰ গিৰে
ঘনে ঘনে যায় ভুমি চাল ॥৬১
এহিমতে মহাৰাজে চলি যান্ত বন মাজে
দেখিলন্ত বিমঙ্গল হেতু।
সৰ্প আসি বাজ ভৈলা দক্ষিণে শৃগাল গৈলা
আগতে পৰিল ধুমকেতু॥
ফন্দে বাম কৰ উৰু অনা বাৰে ভাগে তৰু
পৰ্ব্বত শিখৰ পৰে খসি।
সঘনে নিৰ্ঘাত পৰৈ ঘনে ঘনে ভুমি লৰৈ
একে আকাশতে দুই শশী ॥৬২
দেখি মন্দ অভিপ্ৰায় মনত উৎসাহ নাই
তথাপি ,বিপাকে নেই টানি।
এহিমতে মহাভাগ অৰণ্যক পাইলা লাগ
আদেশিলা মৃগ মাৰা হানি॥
শুনি সবে সেনাগণে পশি সেহি ঘোৰ বনে
খেদি মাৰে হৰিণ বৰাহ।
কতে কতো জাল পাতি শাল দাণ্ড দিয়া আতি
কতো কৰৈ অৰণ্যক দাহ ॥৬৩
নৃপতিয়ো ৰথ এৰি একতেজী ঘোৰে চড়ি
পশিলন্ত সেহি বন মাজ।
হাতে ধৰি ধনুৰ্ব্বাণ দেখিলন্ত বিদ্যমান
আগে উপসন্ন মৃগৰাজ॥
দেখি ৰাজা সেহি ছেগে শৰে বিন্ধিলন্ত বেগে
সিয়ো অন্তৰিয়া মৃগবৰ।
জীৱ ভয়ে তেতিক্ষণে বিজুলী চমকে যেনে
বায়ু বেগে দিলেক লৰৰ ॥৬৪
ৰাজায়ো ঘোৰাত উঠি পাচতে দিলন্ত ছুটী
খেদি যান্ত হাতে পাই পাই।
যত্ত ৰথ বাজী গজ কেহো নপাইলেক লাগ
একেশ্বৰে গৈলা মহাৰায়॥

হৰিশ্চন্দ্ৰ নৰেশ্বৰ যান্ত যেৰে বহুদূৰ
মানুষৰ শুনিলা শৰদ ।
ঝিণি ঝিণি ধ্বনি শুনি উনাৰন্ত মনে গুণি
স্ত্ৰীগণে কৰে আৰ্ত্তনাদ ॥৬৫
কিবা মায়া ৰাক্ষসৰ কিবা দৈত্য দানৱৰ
কিবা একো দেৱতাৰ ছল ।
যিহোক সিহোক ভাগে তথাপি যাইবাক লাগে
কোনে কৰে স্ত্ৰীক দুৰ্ব্বল ॥
সমস্ত পৃথিবী মোৰ আত কোন খণ্টা চোৰ
যমত ঘেলাৱে আসি গাৱ ।
এহি বুলি মহাৰায় মৃগ এৰি যান্ত ধাই
যথাতে শুনন্ত আৰ্ত্তৰাৱ ॥৬৬
নমো নমো নাৰায়ণ বিঘিনি খণ্ডন প্ৰভু
ভকত জনক কৰা দায়া ।
হৰিপদ প্ৰসাদত সিদ্ধি হৌক অভিমত
নাশ যাউক সংসাৰৰ মায়া ॥
কৃষ্ণৰ চৰণ সেৱি ৰচিলন্ত পদ ছবি
কেশৱৰ কিঙ্কৰ শঙ্কৰে ।
শুনিয়োক নৰলোক কলিত সদ্গতি হৌক
হৰি হৰি বোলা নিৰন্তৰে ॥৬৭

———

## বিশ্বামিত্ৰৰ ক্ৰোধ

পদ

পক্ষীগণ বদতি শুনিয়ো মহামুনি ।
খেদি যান্ত ৰাজা যেৰে আৰ্ত্তনাদ শুনি ॥
সেহি বেলা মনে আলোচন্ত মিথিৰাজ ।
পাইলো সন্ধি আৰে মোৰ সিদ্ধি ভৈল কাজ ॥৬৮
তপে বিজ্ঞান বিশ্বামিত্ৰ মহা ঋষি ।
ব্ৰহ্মবিদ্যা সাধন্ত নিৰ্জ্জন বনে বসি ॥
ব্ৰহ্মাৰো অসাধ্য ইটো বিদ্যা মনে গমি ।
ধৰিলন্ত মহাব্ৰত ক্ৰোধক নিয়মি ॥৬৯
সহিবে নপাৰি তান তেজৰ প্ৰভাৱ ।
স্ত্ৰীৰূপে বিদ্যাগণে কৰে আৰ্ত্তৰাৱ ॥
নজানিসি খেদি যান্ত নৃপতি অবোধ ।
আৰ নিন্দা বাণী শুনি উঠি গৈল ক্ৰোধ ॥৭০
মোক অপমান লগাই আছে দুৰাচাৰ ।
এহি প্ৰস্তাৱতে আজি সাধো প্ৰতিকাৰ ॥
ঋষিৰ হাতত কৰো ৰাজ্যৰ উচ্ছেদ ।
তেৱেসে খণ্ডিবো মোৰ হৃদয়ৰ খেদ ॥৭১
এহিমতে গুণি পাচে দেৱতা গণেশ ।
নৃপতিৰ শৰীৰত ভৈলন্ত প্ৰবেশ ॥
ৰাজাৰ উঠিলা আতি দশ গুণে কোপ ।
ৰথত কৰন্তে যান্ত অনেক আতোপ ॥৭২
মোহোৰ ৰাজ্যত কোনে চিন্তে অপকাৰ ।
কোন পাপিষ্ঠৰ আৰে কটকটাই ঘাৰ ॥
দুহিবাক লাগি কোনে বাঘিনীক চান্দে ।
মৰিবাৰ আস্থধি গলত তুলি বান্ধে ॥৭৩
হেন মন্দকৰ্ম্ম কৰে কোননো অধমে ।
আমাক জোঙ্কাৰে পাতি মলচিল যমে ॥
গড়ল বিষক ভুঞ্জে মৰিবাক লাই ।
আজি ঘোৰ শৰে যমপুৰে দিবো ঠাই ॥৭৪
স্ত্ৰীক দুৰ্ব্বল কৰে কোননো নিশ্বলে ।
জলন্ত বহ্নিক বান্ধে বস্ত্ৰৰ আঞ্চলে ॥
খানিতেক ৰহ আজি ছেদ কৰো শিৰ ।
ঘোৰ ঘোৰ শৰে পিবে তপত ৰুধিৰ ॥৭৫
অনেক গৰ্জ্জন্তে যান্ত ৰাজা মহাবলী ।
শুনি বিশ্বামিত্ৰ আতি ক্ৰোধে গৈলা জ্বলি ॥
এৰিলন্ত যত মৌন ব্ৰতৰ বিধান ।
ছিদ্ৰ পাই যত বিদ্যা ভৈলা অন্তৰ্দ্ধান ॥৭৬
পাচে বিশ্বামিত্ৰক দেখিলা নৰনাথ ।
দশন কামুৰি ঋষি ধঙ্কাৰন্ত মাথ ॥

মহাক্ৰোধে জ্বলে দেহা যেন অগ্নিপুঞ্জ।
আৰকত চক্ষুক ফুৰান্ত যেন গুঞ্জ ॥৭৭
শৰীৰৰ পৰা গোড়ে বহি যাই ঘৰ্ম্ম।
চাহান নযায় যেন কালান্তক যম ॥
থাক থাক বুলি দিল আঙ্গুলি নিশান।
দেখি নৃপতিৰ ভৈল অন্তৰীক্ষ প্ৰাণ ॥৭৮
আথে বেথে ঘোৰাৰ নামিল নৰোত্তম।
ওঠ কণ্ঠ শুখাইল মুখত নাহি পম ॥
আছাৰিয়া পেহ্লাইলা হাতৰ শৰ ধনু।
মহাভয়ে প্ৰবেশিল থিৰ নুহি তনু ॥৭৯
কাম্পে হাত পাৰ সবে শৰীৰ তৰাসে।
যেন অশ্বত্থৰ পাত পচোৰা বতাসে ॥
দণ্ডৰতে পৰি ৰাজা কৰন্ত কাতৰ।
নজানিসি তোহ্মাক বুলিলো অনুত্তৰ ॥৮০
আৰ্ত্তনাদ শুনিলোহো স্ত্ৰীৰ বনত।
কোনোবা দুৰ্ব্বল কৰে মোহোৰ মনত ॥
সিকাৰণে খেদি আইলো ধৰি শৰ চাপ।
দিয়োক অভয় ক্ষমা কৰা ঋষি বাপ ॥৮১
ৰাজা ভৈলে আহ্মাৰ এহিসে নিজকাম।
কৰে ধনু ধৰি ধৰ্ম্মে কৰিবো সংগ্ৰাম ॥
দিব মহা দান ৰক্ষা কৰিব প্ৰজাক।
এহিসে কাৰণে স্ৰষ্টা স্ৰজিলা আহ্মাক ॥৮২

মহাৰাজ হৰিশ্চন্দ্ৰৰ দান

ঋষিয়ে বোলন্ত ৰাজা শুনিয়ো অবোধ।
কোনে এবে বনত কৰিবি আৰে যুদ্ধ ॥
কাহাক ৰাখিবে লাগে কাক দিবি দান।
জান যেৱে আৰ শীঘ্ৰে দেহ সন্নিধান ॥৮৩
ৰাজা বোলে বুঢ়া ব্ৰাহ্মণক দিবো দান।
ভয়াতুৰ প্ৰাণীক কৰিবো পৰিত্ৰাণ ॥
শত্ৰু সম্বন্ধিতে ন্যায় কৰিবো সংগ্ৰাম।
স্বৰূপ কহিলো ক্ৰোধ কৰা উপশাম ॥৮৪

হেন শুনি বিশ্বামিত্ৰ দিলা সন্নিধান।
স্বৰূপত যেৱে ব্ৰাহ্মণক দেহ দান ॥
মইতো ব্ৰাহ্মণ তেৱে তোৰ জনা চিনা।
জাণ্টে মোক ৰাজসূয়ৰ দিয়োক দক্ষিণা ॥৮৫
হেন শুনি নৃপতিৰ নাম্নি আইল ধাতু।
ৰঙ্গমনে বোলন্ত ৰক্ষাৰ কৈল হেতু ॥
দানেসে মাগন্ত ঋষি আহ্মাক নশপি।
এৰাইলো প্ৰমাদ উপজিলো পুনৰপি ॥৮৬
উলসিয়া যেন স্বৰ্গ পাইলা আনন্দত।
কৰযোৰে বিনাৰন্ত ঋষিৰ আগত ॥
তোমাক দিবাক পাইবো কত পুণ্যভাগে।
সত্বৰে বুলিয়ো মোত কিবা দান লাগে ॥৮৭
কিবা ৰত্ন ৰজতৰ আলেখ্য ভণ্ডাৰ।
কিবা দণ্ডপাট ৰাজলক্ষ্মী অলঙ্কাৰ ॥
কিবা গজ বাজী আৰো অযোধ্যা নগৰ।
কিবা লাগে দেওঁ আপুনাৰে কলেৱৰ ॥৮৮
আছে মহাশান্তী শৈব্যা প্ৰিয়া পটেশ্বৰী।
ৰোহিতাশ্ব পুত্ৰ মোৰ প্ৰাণ এৰে সৰি ॥
যদি ঋষি খোজা মোত তাকো দেওঁ দান।
নুহি তেৱে বোলা দেওঁ আপোনাৰ প্ৰাণ ॥৮৯
পাইল হেন জানি কিছু নাহি আত শঙ্কা।
বিস্তৰ বোলন্তে অৰে কাৰো যোনো টঙ্কা ॥
যেহি মন বাঞ্ছা তাকে খোজা বিশ্বামিত্ৰ।
নিষ্টে নিষ্টে দিবো আত নাহি কিছু চিত্ৰ ॥৯০
হেন শুনি ৰঙ্গ ভৈলা ঋষিৰ মনত।
আউৰ কৈক যাস ৰাজা মোহোৰ হাতত ॥
অনন্তৰে নৃপতিক দিলা সন্নিধান।
যতেক যাচিলি তাক পাইলো হেন জান ॥৯১
কিন্তু ৰাজসূয়ৰ দক্ষিণা দিয়া আগে।
পাচে দান খুজি লৈবো মোক যিবা লাগে ॥
প্ৰথমতে যজ্ঞৰ দক্ষিণা আছো খুজি।
যেন লাগে দিয়োক আপোন মন বুজি ॥৯২

### বিশ্বামিত্ৰৰ দান গ্ৰহণ

নৃপতি বোলন্ত দক্ষিণাক দিবো পাচে।
আগে দান লৈয়ো মনে যেন ইচ্ছা আছে ॥
হেন শুনি ঋষিয়ে বোলন্ত ভাল ভাল।
যেৱে দান দিবা মোক শুনা মহীপাল ॥৯৩
সসাগৰা পৃথ্বী তোৰ যত অধিকাৰ।
গজ বাজী প্ৰজা যত ৰত্নৰ ভণ্ডাৰ ॥
গ্ৰাম দেশ পৰ্ব্বত যতেক বনস্থলি।
সমস্তে দিয়োক মোক প্ৰতিজ্ঞা সাফলি ॥৯৪
বিস্তৰ বাক্যত ৰাজা মোৰ নাহি কাজ।
পুত্ৰ ভাৰ্য্যা সমন্বিতে তুমি মাত্ৰ বাজ ॥
নোখোজোহো পুণ্যক থাকোক তোৰ ভাগে।
আন যত সৰ্ব্বস্ব সকলো মোক লাগে ॥৯৫
ধৰ্ম্মপক্ষীগণে বোলে শুনিয়ো জৈমিনি।
কৰিলন্ত হাস্য হৰিশ্চন্দ্ৰে হেন শুনি ॥
সাৰ্থক আৰ্জ্জিলো ৰাজ্য ভাৰ ধন ধান।
তুমি হেন ঋষিক স্বহস্তে দিবো দান ॥৯৬
অসাৰ সংসাৰ জ্ঞানী মোকে হেন কহে।
যিবা দেই যিবা খায় সেহি মাত্ৰ ৰহে ॥
অথিৰ শৰীৰ ক্ষণিতেকে হোৱে চন।
ইসে সাৰতৰ দান পুণ্য চিৰন্তন ॥৯৭
কহি গৈল দিলীপ সগৰ ভগীৰথ।
কহি গৈল বলী বেণ পৃথু মহাৰথ ॥
মই হেন নৃপতি কতেক ভৈল ঠাই।
অসাৰ পৃথিবী কাৰো লগত নযায় ॥৯৮
আপুনি কৰিবো আজি আক পৰিত্যাগ।
মহাদান পুণ্যে মৰিলেয়ো নেৰৈ লাগ ॥
এহি বুলি হাতে লৈয়া তিল কুশ জল।
দিলো ঋষি সসাগৰা পৃথিবীমণ্ডল ॥৯৯
একেবাৰে বোলো মোৰ যত অধিকাৰ।
আজি ধৰি ভৈল সবে সৰ্ব্বস্ব তোহ্মাৰ ॥
সৰস বদনে ৰাজা বুলি এহি বাণী।
ঋষিৰ হাতত উৎসৰ্গিয়া দিলা পানী ॥১০০
বিশ্বামিত্ৰ বোলন্ত সমস্ত পাইলো দান।
পৃথিবী আহ্মাৰ ভৈল গোখোজ প্ৰমাণ ॥
যেবে তই অকপটে দিলি মহাৰায়।
গুচি মোৰ ৰাজ্যৰ অন্যত্ৰ লৈয়ো ঠাই ॥১০১
তোক লাগ পাইলে মোত নাথাটিবে প্ৰজা।
কৈত শুনিয়াছ এক পাটে দুই ৰাজা ॥
আপুনাৰ পুত্ৰ পত্নী লৈয়া মহাৰাজ।
কেৱল শৰীৰে এতিক্ষণে হোৱা বাজ ॥১০২
নৃপতি বোলন্ত ঋষি যায়োক নগৰ।
তুমি আজি ভৈলা অভিনৱ নৰেশ্বৰ ॥
শিৰত ধৰিবো আজি তোহ্মাৰ আদেশ।
পুত্ৰ ভাৰ্য্যা সহিতে তেজিবো আজি দেশ ॥১০৩
এহি হৌক বুলি ঋষি চালিলন্ত গাৰ।
পাচত নৃপতি চলি যান্ত ভূমি পাৰ ॥
গুচিল প্ৰতাপ ৰাজ্য শ্ৰীভৈল হীন।
বাঘৰ আগত যেন শঙ্কিত হৰিণ ॥১০৪
কতোক্ষণে আসি অৰণ্যৰ ভৈলা বাজ।
নৃপতিক দেখি লাগ লৈলা সামৰাজ ॥
চতুৰ্ভিতি বেঢ়ি আসি ধৰিলা যোগান।
সবাকো মাতিয়া ৰাজা দিলা সম্বিধান ॥১০৫
আজি ধৰি আহ্মাৰ নুহিকা অধিকাৰ।
ত্যজিয়া ঋষিক দিলো যত ৰাজ্যভাৰ ॥
ঋষিত কৰিয়ো সেৱা মোত এৰি আশ।
ৰাজ্যক ছাৰিয়া আজি কৰিবো প্ৰবাস ॥১০৬
কৰ্ম্ম যেন ভৈলা মোক নপাৰিবা গালি।
সৰ্ব্বক্ষণে থাকিবা ঋষিৰ আজ্ঞা পালি ॥
ৰোহিতাশ্ব পুত্ৰ মই শৈব্যা পটেশ্বৰী।
এহি তিনি জনে আজি ভৈলো দেশান্তৰী ॥১০৭

শুনিয়োক পুণ্যকথা যত সভাসদ।
একেতিলে দেখা কেনে ভৈল ৰাজপদ॥
পৰম চঞ্চল ধন জন সবে জানি।
আৰ আশা তেজি ডাকি বোলা ৰামবাণী॥১০৮

---

মহাৰাজ হৰিশ্চন্দ্ৰৰ কথাত প্ৰজাৰ খেদ

**দুলৰী**

এতেক বচন শুনায়া সেনাক
নিশৰদ ভৈলা ৰাজা।
হেন আথান্তৰ কথা শুনি সবে
তবধ ভৈগৈল প্ৰজা॥
আকাশী চৰগ মাথাত পৰিল
মুখৰো মাত হৰিল।
মহা শোকশেল হিয়াত পৰিল
থিয়য়ে যেন মৰিল॥১০৯
হৰি হৰি বিধি কিসত কি ভৈল
হাসিতে হৰাইল ৰাজ।
নৃপতিক চাই কৰৈ হাহাকাৰ
কিনো নিদাৰুণ কাজ॥
অনেক পুৰুষে তোহ্মাৰ সেৱক
তুমিসি আহ্মাৰ দেৱ।
কোন সতে আজি তোহ্মাক তেজিয়া
ঋষিত কৰিবো সেৱ॥১১০
পুত্ৰতো অধিক দশ গুণ কৰি
পালিলা তুমি আহ্মাক।
একোকালে নতো শুনো প্ৰাণ প্ৰভু
তোহ্মাৰ কটুৰ বাক॥
কিবা ৰাজা তুমি কিবা মাৰ বাপ
হেন নতো জানৈ লোকে।
তুমি অবিহনে কি কৰৈ জীৱনে
কান্দে প্ৰজাসবে শোকে॥১১১

কৈৱৰ্ত্তা আসি পৰিলেক ইটো
বিশ্বামিত্ৰ ধূমকেতু।
ইহেন ৰাজ্যত সুখদে বঞ্চিবে
নপাইলো ইহাৰে হেতু॥
বনবাসী ঋষি ৰাজা ভৈল আসি
এৰি যত ধৰ্ম্ম-কৰ্ম্ম।
কেনমতে ইটো পালিবেক ৰাজ
প্ৰজাৰ নজানৈ মৰ্ম্ম॥১১২
তিলৰ কুশৰ ব্ৰাহ্মণ ইহাৰ
ৰাজ্যত কমন ফল।
খাইবে বিধ্বংসিবে একোকে নজানে
বানৰৰ নাৰিকল॥
স্বভাৱে কৃপণ নেদয় নথায়
দ্বিজগণ ধন সঞ্চা।
ভোজনীতে সবে ৰাজ্য ভাঙ্গিবেক
আছোক পালি প্ৰপঞ্চা॥১১৩
ৰাজ্য চৰ্চ্চা যত পৰি থাকিবেক
শ্ৰাদ্ধৰ হুইবে দেৱান।
ইহাৰ নিমিত্তে দিবাক নপাইব
আন ব্ৰাহ্মণক দান॥
অল্পত সন্তুষ্ট সুহিবেক ইটো
ভস্ম কৰিবেক শাপে।
হেন আকৰষি ঋষিৰ ৰাজ্যত
বঞ্চিবে কাহাৰ বাপে॥১১৪
হৰি হৰি হৰি- শ্চন্দ্ৰ মহাৰাজ
কৰিলা কোন বিপাত্ত।
আহ্মাৰ কপালে যিহোক সিহোক
তোহ্মাৰ কি ভৈল গতি॥
তোহ্মাকেসে লাগি দহে কলেৱৰ
কিমতে বৰ্ত্তিবা তুমি।
এহি বুলি সেনা হেঠে মাঠ কৰি
কান্দি যায় ৰুমা ভূমি॥১১৫

হুঙুনিয় ৰোল নাহি মাত বোল
কাংস পৰি গৈল জীণ।
হ্যাটকট মাত্ৰ কৰৈ যত পাত্ৰ
সবাৰো মুখ মলিন॥
মহাশোকে দুখে চলৈ সেনাগণ
আগক নযায় ভৰি।
এহিমতে ঋষি সহিতে নৃপতি
পাইলন্ত নিজ নগৰি॥১১৬
ৰাজা আসিবাৰ শুনি নৰনাৰী
অযোধ্যাৰ ভৈল বাজ।
সেনাৰ বিষাদ দেখি বোলে সবে
কি ভৈল আসজ কাজ॥
আগবাঢ়ি সবে সোধা সুধি কৰে
আকুল সমস্ত প্ৰাণী।
শোকতে কথাক কহিবে নপাৰি
শোকে গদ গদ বাণী॥১১৭
কি কহিবো আৰ সমুলি বুৰিল
কাহাক চাহিবো থাকি।
বিশ্বামিত্ৰে ঋষি সবে ৰাজ্য লৈলে
ৰাজাক দেশৰ ডাকি॥
পুত্ৰ ভাৰ্য্যা লৈয়া গুচিব নৃপতি
ৰাজ্যৰ নিকাল হুই।
হেন শুনি সবে নগৰী লোকৰ
গাৰত লাগিল জুই॥১১৮
মহা শোকশেলে হৃদয় ভেদিল
দিনতে ভৈলা আন্ধাৰ।
হাট বাট ছানি নিৰন্তৰ প্ৰাণী
কৰে সবে হাহাকাৰ॥
ক্ৰন্দনৰ আতি উৰ্ম্মি উথলিল
অযোধ্যা নগৰ জুৰি।
হৃদয়ত মুঠি হানৈ কতো উঠি
মাটিতে স্ফুৰে বাগৰি॥১১৯

ৰজা হৰিশ্চন্দ্ৰৰ ৰাজ্য ত্যাগ
কৰিবলৈ উদ্যোগ

প্ৰজাৰ ক্ৰন্দন শুনি হৰিশ্চন্দ্ৰ
নেদন্ত কাকো সিদ্ধান্ত।
চিত্ত দৃঢ় ধৰি গঞ্জ ভৰিধৰি
ওৰাৰি আসি পাইলন্ত॥
অন্তেষপুৰত ভৈলন্ত প্ৰবেশ
একেশ্বৰে নৰ দেৱ।
শৈব্যা পটেশ্বৰী স্বামীক দেখিয়া
সপটে কৰিলা সেৱ॥১২০
নৃপতি বোলন্ত শুনা মহাদৈ
যেন হুয়া আছে কাজ।
বিশ্বামিত্ৰ ঋষি মোত খুজিলন্ত
দান দিলো সামৰাজ॥
তুমি আমি পুত্ৰ ৰোহিতাশ্ব বাজ
লৈলা যত ধন ধান।
দেশত থাকিবে আম্মাক নেদন্ত
যাইবে লাগে আন স্থান॥১২১
কোপে যম সম বিশ্বামিত্ৰ ঋষি
দ্বাৰত আছন্ত ৰই।
হৈব আথান্তৰ বজায়ো সত্বৰ
কুমৰক কোলে লই॥
যেৰে মোত চিত এৰা সবেৰিত
বস্ত্ৰ লোৰা একেখানি।
ঋষিৰ হাতত ভালে ভালে আজি
এৰাই যাওঁ তিনি প্ৰাণী॥১২২
নমো হৰি পদ পঙ্কজ যুগল
দণ্ডৱতে শিৰে পৰি।
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
বিচিত্ৰ পদ ছুলৰী॥

শুনা সৰ্ব্বজন আহ্মাৰ বচন
চিত্ত সাৱধান কৰি।
পাপ হৌক ক্ষয় পুণ্যৰ উদয়
ডাকি বোলা হৰি হৰি ॥১২৩

---

### মহাৰাণী শৈব্যাৰ সৈতে মহাৰাজ হৰিশ্চন্দ্ৰৰ ৰাজ্যত্যাগ

#### পদ

ধৰ্ম্মপক্ষীগণে বোলে শুনিয়ো জৈমিনি।
নৃপতিৰ হেন বাক্য শৈব্যা আছে শুনি ॥
ৰাজাক বোলন্ত প্ৰভু কৰিলাহা ভাল।
ইটো ৰাজ্যসুখ লৈয়া জীৱা কত কাল ॥১২৪
অথিৰ সংসাৰ আজি কালি যাবো মৰি।
কাৰ ধন জন পৰিবাৰ বসুন্ধৰী ॥
বিশেষ পাত্ৰক দিলা আনন্দ আহ্মাৰ।
দেৱতা পিতৃৰ শুজিলাহা সবে ধাৰ ॥১২৫
এহি বুলি পুত্ৰক মাতন্ত দেৱী হাসি।
বাপ ৰোহিতাশ্ব মোৰ কোলে চাপ আসি ॥
ইসে কষ্ট ভৈল তোক জীৱাওঁ কেন কৰি।
পাঞ্চ বৰিষত বাপ ভৈলি দেশান্তৰী ॥১২৬
এহি বুলি ৰাজ ভৈলা পুত্ৰ কোলে কৰি।
দিব্য ৰত্নময় মন্দিৰক পৰিহৰি ॥
যত ধন বিত্তক কৰিলা পৰিহাৰ।
আগে মহাদৈ পাচে যান্ত মহাৰাজ ॥১২৭
হেন দেখি অন্তেষপুৰৰ যত নাৰী।
শোক শেলে দহে চিত্ত ধৰিতে নপাৰি ॥
মহাদৈক বেঢ়ি সবে কৰে আৰ্ত্তনাৰ।
আহ্মাক অনাথ কৰি কৈক যাস আৰ ॥১২৮
পৃথিবীত পৰি কেহো পাৰে লোটা লুটি।
কেহো দুই হাতে কপালত হানৈ মুঠি ॥

কোন সতে আহ্মাক ঋষিক দিলা দান।
তুমি অবিহনে কেনে ধৰিবোহো প্ৰাণ ॥১২৯
সাতো পৃথিবীৰ ৰাজা তান পটেশ্বৰী।
কোননো বিপাকে মাই ভৈলি দেশান্তৰী ॥
বেহাইবাক নপাইলো ভাগিল ভৰাহাট।
হৰি হৰি কিনো বিধি লেখিলা ললাট ॥১৩০
সুখে শুতি থাকা মাৰ ৰত্নৰ শয্যাত।
কতো নাৰীগণে আসি জান্টে ভৰি হাত ॥
কতোহো চামৰে ধৰি ঢোলে প্ৰতি নিত।
আজি কেনে নিদ্ৰা যাইবা কেৱলে ভূমিত ॥১৩১
ভৰি পাঞ্চ সাত যান্তে দুখায় যাৰ পাৱ।
মহা দীৰ্ঘ পথত চলিবা কেনে মাৱ ॥
কেনমতে একলে ৰাজাৰ লৈবা আল।
কোনে তুলিবেক মাৱ তোহ্মাৰ ছৱাল ॥১৩২
এহি বুলি মকমকি কান্দে নাৰীগণ।
শৈব্যায়ে বোলন্তে যান্তে প্ৰবোধ বচন ॥
ইসব জঞ্জাল আৰে নপাতা আহ্মাক।
কোনে বাধিবাক পাৰে বিধি লিখি তাক ॥১৩৩
ভুঞ্জিলোহো ৰাজ্য গোসাঁই দিলা যত কাল।
কাহাৰো নকয়ো দোষ আহ্মাৰ কপাল ॥
মোক যেৱে দায়া আছে শুনা নাৰীগণ।
উলটিয়া যায়ো সবে এৰিয়া ক্ৰন্দন ॥১৩৪
উলটা উলটা বুলি প্ৰবোধন্তে যান্ত।
তথাপি কান্দিতে যায় নেদয় সিদ্ধান্ত ॥
এহিমতে সাতো দুৱাৰৰ ভৈল বাজ।
টেৰকৰি চাই দেখিলন্ত ঋষিৰাজ ॥১৩৫
কৈক যাস পাপী বুলি উঠি গৈল ৰাগ।
দণ্ডধৰি লৰৰন্তে ভেটিলেক আগ ॥
কোবাইবে লাগিলা আতি দশন কামুৰি।
চৰৰ চৰপত কাকো দেন্ত ঘাপ শুৰি ॥১৩৬
মৰণক ভয়ে নাৰীগণ নিবন্তৰে।
উলটিয়া লৰৰন্তে পশিলেক ঘৰে ॥

ভাৰ্য্যায়ে সহিতে ৰাজা ঋষিক প্ৰণামি।
বোলন্ত থাকিবা হেৰা চলি যাওঁ আমি ॥১৩৭
এহি বুলি নৃপত্তি চিত্তক দৃঢ় কৰি।
চলি যান্ত সৰষে শৈব্যাক আগ কৰি ॥
কিঞ্চিত্তেক নাহিকয় কপট বিমন।
দুইহান্তকো দেখি আতি প্ৰসন্ন বদন ॥১৩৮

বিশ্বামিত্ৰৰ মহাৰাণী আৰু ৰাজকুমাৰৰ অলঙ্কাৰ গ্ৰহণ

কতো দূৰ যান্তে ঋষি ভেটিলন্ত আগ।
জানিলো নৃপতি তোক তই যেন লাগ ॥
অমূল্য যতেক ধন তোৰ অলঙ্কাৰ।
গাৰতে লৈ যাস মোৰ অৰ্দ্ধেক ভাণ্ডাৰ ॥১৩৯
অনেক টঙ্কাৰ বস্তু শৰীৰতে যায়।
কিবা দিলি নুবুজিলো তোৰ অভিপ্ৰায় ॥
নৃপতি বোলন্ত কষ্ট নকৰিবা আত।
মনত নভৈল লৰি আসিলো হঠাত ॥১৪০
লয়োক বুলিয়া ৰাজা দেন্ত আগবাঢ়ি।
তথাপিতো ক্ৰোধত আপুনি লন্ত কাঢ়ি ॥
পৰম আক্ৰোশি ঋষি মনে ক্ষমা নাই।
বাকলি পিন্ধায়া বস্ত্ৰ লৈলা সোলোকাই ॥১৪১
দেখি শৈব্যা আপুনি কাঢ়ন্ত অলঙ্কাৰ।
মুকুট কুণ্ডল শাঙ্খ সাতেসৰি হাৰ ॥
কেয়ূৰ কঙ্কণ ৰঙ্গ নূপুৰ পাৰৰ।
যতেক ভূষণ কাঢ়ি দিলন্ত গাৰৰ ॥১৪২
পুত্ৰক বোলন্ত শৈব্যা দিয়ো অলঙ্কাৰ।
শুনিয়া ক্ৰন্দন কৰে অবোধ কুমাৰ ॥
দেখি ঋষি খঙ্গে খেদি গৈলা আগবাঢ়ি।
ভূমিত পেল্হায়া অলঙ্কাৰ লৈলা কাঢ়ি ॥১৪৩
আই বাপ বুলি পাৰে কুমৰে আটাস।
বিপৰীত দেখি সৰ্ব্বজন মনে ত্ৰাস ॥
নমাত্তি আছন্ত চাই ৰাজা মহাদই।
আপোন ইচ্ছায়ে ঋষি গৈলা কাঢ়ি লই ॥১৪৪

পটেশ্বৰী মাতন্ত পুত্ৰক কোলে ধৰি।
উঠ উঠ পুতাই ক্ৰন্দন পৰিহৰি ॥
দেশান্তৰী ভৈলে কি কৰিবে অলঙ্কাৰ।
তোহোৰেসে দুখ শেল ভৈগেল আহ্মাৰ ॥১৪৫

বিশ্বামিত্ৰৰ দক্ষিণা বিচৰা

এহি বুলি লৰি গৈল কুমৰক লই।
হৰিশ্চন্দ্ৰ পাচত আগত মহাদই ॥
যাহান্তে আছন্ত কতোদূৰ মহাৰায়।
ৰহ ৰহ বুলি ঋষি টঙ্কিলা দুনাই ॥১৪৬
লৰৰন্তে বাট ভেটি আগে ভৈল থিৰ।
দেখি নৃপতিৰ অন্তৰীক্ষ ভৈল জীৰ ॥
দক্ষিণা নেদিয়া মোক কৈক লাগি যাস।
যিবা কিছো দিলি গৈল দানতে আপাস ॥১৪৭
ঋষিক মাতন্ত ৰাজা কৰযোৰ কৰি।
দিলো যত ধন অকণ্টকা বসুন্ধৰী ॥
কেৱল শৰাৰে ৰহি আছে মাত্ৰ তিনি।
দক্ষিণাৰ নিদানে আহ্মাকে লোৱা কিনি ॥১৪৮
শুনি ঋষি বোলন্ত তেবেতো মোৰ ভাল।
পটেশ্বৰী ধৰিবেক ছৰালৰ আল ॥
তঞো বসি খাবি তোক নিলে মোক আন্তে।
কিবা দিবি দক্ষিণা নৃপতি বোল ঝান্টে ॥১৪৯
আগে দেওঁ বুলি যিবা পাচে নেদে দান।
দুৰ্ঘোৰ ৰৌৰব নৰকত হোৱে থান ॥
প্ৰতিশ্ৰুত ব্ৰহ্মস্বে কৰিব সৰ্ব্বনাশ।
দিয়োক দক্ষিণা ৰাজা হুয়োক উদাস ॥১৫০
নৃপতি বোলন্ত ঋষি হুয়োক প্ৰসন্ন।
সম্প্ৰতি আহ্মাত কিছু নাই আন ধন ॥
কতো দিৱসক লাগি দিয়োক মেলানি।
যেন তেন প্ৰকাৰে দক্ষিণা দেওঁ আনি ॥১৫১
বিশ্বামিত্ৰে বোলন্ত স্বৰূপ কহ বাণী।
কত দিনে আহ্মাৰ দক্ষিণা দিবি আনি ॥

মোক ভাণ্ডি এৰাই যাইবে কহিত তোৰ বাপে।
একেতিলে ভস্ম কৰিবোহো চণ্ডশাপে ॥১৫২

ঋষিৰপৰা এমাহৰ খাটি লৈ ৰজাৰ যাত্ৰা

নৃপতি বোলন্ত ঋষি হুয়ো উপশান্তি।
বিস্তৰ নোবোলো মাসেকক দিয়ো খাণ্টি ॥
তথাপি দিবাক নপাৰোহো দক্ষিণাক।
তেবে যেন যুৱাই ঋষি কৰিবা আহ্মাক॥১৫৩
ঋষিয়ে বোলন্ত চলা শুভক্ষণ বেলা।
মোহোৰ দক্ষিণা ৰাজা নকৰিবি হেলা॥
পুত্ৰ ভাৰ্য্যা সহিতে যাউক অপ্ৰমাদে।
চিৰঞ্জীৱ হৰিশ্চন্দ্ৰ মোৰ আশীৰ্ব্বাদে॥১৫৪
তোৰ যত শত্ৰু নিৰন্তৰে হোক ক্ষয়।
পথতো নুহিব সিংহ ব্যাঘ্ৰ সৰ্প ভয়॥
যায়োক কুশলে একো নপাউক বিপাক।
যেন নপাসৰস আহ্মাৰ দক্ষিণাক॥১৫৫
হেন শুনি হৰিশ্চন্দ্ৰ এহি হোক বুলি।
প্ৰদক্ষিণে ঋষিৰ পাৰৰ লৈলা ধূলি॥
ধৈৰ্য্যক আলম্বি একোভিতিক নচাই।
কৃষ্ণক স্মৰি চলি যান্ত মহাৰায়॥১৫৬
নাহিকে সহায় লগে ভাৰ্য্যা পুত্ৰ মাত্ৰ।
বাকলি বসন অলঙ্কাৰ জল পাত্ৰ॥
আজি খাইবে নাই ভৈলা ভিক্ষুকৰ বেশ।
এহিমতে মহাদুখে লৰিলা বিদেশ॥১৫৭
স্বামীৰ পাচত শৈব্যা শান্তী চলি যান্ত।
শিশুকাল হন্তে নতু গৃহৰ বজান্ত॥
লৰনু পুত্তলি যেন সুকোমল কায়।
প্ৰত্যেক ভৰিত ফুটি কধিৰ বজায়॥১৫৮
কতোদূৰ যান্তে ভৈলা পিয়াসে বিকল।
শৰীৰ চাকিয়া বহি যায় ঘৰ্ম্মজল॥
তৰ তবি শুখাই আতি বদন মণ্ডল।
শিশিৰ লাগিয়া যেন সঙ্কোচ কমল॥১৫৯
আগক নচলে আউৰ সুকোমল পাৱ।
পথশ্ৰমে পীড়িলেক মুখে নাসে ৰাৱ॥
ৰাজাক বোলন্ত প্ৰভু কহিয়ো প্ৰমাণ।
আউৰ কত বেলি পাইবো ৰহিবাৰ স্থান॥১৬০
হেন শুনি হৰিশ্চন্দ্ৰ ভৈলা অধোমুখ।
হায় বিধি দুখৰ উপৰি দিলা দুখ॥
পদূলিৰ বাজ নতু হন্তে পুছে কথা।
নজানো হুইবেক আউৰ কমন অৱস্থা॥১৬১
লোতকে চলল অন্তৰ্গতে দহে চিত্ত।
পটেশ্বৰী আকলিল স্বামীৰ ইঙ্গিত॥
চলিয়ো নৃপতি যাইবাক পাৰো আমি।
ৰঙ্গেসে পুছিলো চলিবাক পাৰো স্বামী॥১৬২
নৃপতি বোলন্ত ধীৰে আইস প্ৰাণেশ্বৰী।
নগৈলে আসিব খেদি ঋষি ক্ৰোধ কৰি॥
যেনে তেনে নগৰৰ বাজ হওঁ গই।
বঞ্চিবো ৰজনী আজি এক থানে ৰই॥১৬৩

হৰিশ্চন্দ্ৰৰ অৱস্থা দেখি প্ৰজাসকলৰ শোক

ছবি

এহিবুলি হৰিশ্চন্দ্ৰ ভাৰ্য্যা পুত্ৰ সমন্বিতে
অযোধ্যা পুৰৰ ভৈলা বাজ।
হেন দেখি নৰনাৰী ছৱাল পৰ্য্যন্তে আশি
ৰজাক বেঢ়িলে সামৰাজ॥
হা প্ৰভু কৈক যাহা অযোধ্যাৰ নিজ নাহা
ভকতজনক তুমি এৰি।
আৰে প্ৰাণ দান দিয়া আহ্মাকো সঙ্গত নিয়া
এহি বুলি পাৰে সবে গোঁড়ি॥১৬৪
তুমি জীৱ তুমি প্ৰাণ তুমি বিনা নাহি আন
তুমিসে পৰম ইষ্টদেৱ।
সপোনে সচিতে আমি তোহ্মাকেসে দেখো স্বামী
একচিত্ত মনে কৰো সেৱ॥

হেনয় তোহ্মাক এৰি কোন মতে চিত্ত ধৰি
প্ৰভো দেৱ কৈক লাগি যাহা।
তুমি এৰিলাতে আমি মৰিলোহো হেন জানি
নেত্ৰ বলাই পৰিচ্ছেদা চাহা॥১৬৫
ৰহিয়োক মহাৰায় খানিতেক থাকো চাই
জুৰাওঁ আহ্মাৰ জীউ প্ৰাণ।
দেখন্তে পৰম সুখ তোহ্মাৰ কমল মুখ
নেত্ৰ ভৰি সবে কৰো পান॥
কেসানি দেখিবো আৰ ইটো চন্দ্ৰ বদনক
এহিমানে পৰিচ্ছেদ ভৈলা।
হৰি হৰি দৈৱ বিধি সপোনৰ যেন নিধি
তিলকতে সবে নাশ গৈলা॥১৬৬
কৈক গৈলা ছত্ৰ-দণ্ড কৈক গৈলা বাদ্যভণ্ড
কৈক গৈলা প্ৰচণ্ড প্ৰতাপ।
আপাৰ সাগৰ যেন শুখাই নিশৰদ ভৈলা
হৰি হৰি হৰিশ্চন্দ্ৰ বাপ॥
পৃথিবীৰ ৰাজাজাক বুলনিৰ বেলা যাক
আগে পাচে বেঢ়ি চলি যায়।
আতি শিশুকাল হন্তে মহাশাস্তী পটেশ্বৰী
তান ভৈলা কেৰলে সহায়॥১৬৭
পয়ান কালত আসি অসংখ্য পদাতিজাকে
চতুৰ্ভিতি বেঢ়ি চলি যায়।
সুৱৰ্ণৰ ৰথচয় সুৱৰ্ণ পাখৰি হয়
চলে যত সীমা সংখ্যা নাই॥
অনেক সেৱকসবে আগত যোগান ধৰে
প্ৰমত্ত হস্তীৰ কান্ধে উঠি।
সিটো পৃথিবীৰ পতি হেৰা যান্ত ভূমি গতি
দেখি কেনে প্ৰাণ নযায় ফুটি॥১৬৮
দিব্যবস্ত্ৰ অলঙ্কাৰ সুৱৰ্ণ ভৃঙ্গাৰ যাৰ
লক্ষে লক্ষে লগে যাই চলি।
সিটো নৃপতিৰ ভৈল কৰঙ্গাৰ কমণ্ডলু
পৰিধান গাছৰ বাকলি॥

অমূল্য ৰতন সাৰ অক্ষয় ভাণ্ডাৰ যাৰ
দুখী ভিক্ষী খাই বলে যোগে।
সিটো মহামানী ৰায় ভৈলা ভিক্ষাহাৰী প্ৰায়
আজি খাইবা হেন নাহি লাগে॥১৬৯
চন্দ্ৰ যেন জ্বলৈ মুখ পদ্ম যেন নেত্ৰ যুগ
উন্নত নাসিকা ভ্ৰূৱ ধনু।
দশন মুকুতা পান্তি হাস্য চন্দ্ৰমাৰ কান্তি
সৰ্ব্বগুণে সুকুমাৰ তনু॥
আজি লাগি মাটি ধূলি নজানিব ৰাজাবুলি
দেহা হুইবে মলিন কুবেশ।
নিতে ভিক্ষা কৰি আনি আৱে জীৱা তিনি প্ৰাণী
কেনে বিধি দিলে হেন ক্লেশ॥১৭০
হা মাৰ মহাদই চন্দ্ৰে সূৰ্য্যে নেদেখই
তোৰ মুখ কমল ৰুচিৰ।
সুৱৰ্ণ প্ৰতিমা সম জ্বলে দেহা নিৰুপম
গজ গতি গমন গম্ভীৰ॥
ৰত্নৰ অলকা পান্তি যাৰ অঙ্গুলিৰ কান্তি
মুখচন্দ্ৰ বিজুৰ প্ৰকাশ।
নেট কাণ্ডোৱানে ঢাকি যাক সৰ্ব্বক্ষণে থাকি
হেন মাৰ ভৈলন্ত উদাস॥১৭১
এখনে শুখাইল মুখ কিমতে সহিবে দুখ
দুৰ্ঘোৰ দুঃসহ পথশ্ৰম।
শৰীৰ আসিল ঘামি দেখা কেনে জীওঁ আমি
নভৈল আহ্মাক কেনে যম॥
মহা পতিব্ৰতা শান্তী ভূমি পাৱে চলি যান্তি
তাহাক দেখিয়া সৰ্ব্বলোকে।
সমস্তে মৰ্য্যাদা গৈল হেনসে বিপত্তি ভৈল
শৰীৰ দগধ কৰে শোকে॥১৭২
হৰি হৰি বোহিতাশ্ব পাঞ্চ বৰিষতে বাপ
বঞ্চিলেক অযোধ্যাৰ ভোগে।
কিবা পাপ আছু কৰি হেন দুখী দেশান্তৰী
ভৈলি তই কোন দৈৱযোগে॥

দুগ্ধ পিয়া লাড়ু আনি পথে দিব কোন প্ৰাণী
ক্ষুধাত নপাইবে অন্ন পান।
হৰিশ্চন্দ্ৰ শৈব্যা শাস্তী তোৰ দুখ দেখি আতি
জানিলোহো সঙ্কলিবে প্ৰাণ ॥১৭৩
ৰহ ৰহ মহাৰায় তুমি বিনা প্ৰাণ যায়
হেন জানা সবে আমি মৰা।
বচনে আশ্বাস বুলি খণ্ডায়োক গুলগুলি
হৃদয়ৰ শেলক উদ্ধাৰা॥
এহি বুলি বাট ভেণ্টি পাৰৈ সবে লোটালুটি
নৃপতিক যাইবাক নেদয়।
প্ৰজাৰ সন্তাপ দেখি লোতকে চলল আখি
ৰহিলন্ত ৰাজা মহাদই ॥১৭৪
লোকৰ কাৰুণ্য বাণী শুনি মৰ্ম্ম জানিলেক
অন্তৰ্গতে দহে শৰীৰক।
ধৰিবে নোৰাৰি চিত ভৈল ৰাজা বিমোহিত
দেখিলন্ত শোকৰ জমক॥
প্ৰবোধিলা পটেশ্বৰী নিজধৰ্ম্ম মনে ধৰি
কতো বেলি ভৈলা সন্ধুক্ষণ।
শোকে গদ গদ মাত সবাহাক্কে বুলিলন্ত
শুনা সবে নৰ-নাৰীগণ ॥১৭৫
তুমি সবে হেন কৰা আম্মাৰ বচন ধৰা
দাৰুণ সন্তাপ পৰিহৰা।
সুস্থ হুয়া নৰ-নাৰী যায়ো সবে ঘৰা ঘৰি
ঋষিক নৃপতি বুলি ধৰা॥
যেৱে দায়া আছে মোক ওলটা সমস্তে লোক
কেনেবা ধৰন্ত ঋষি পাক।
নধৰিবা গুণ দোষ এৰা সবে অসন্তোষ
মৰা বুলি সন্তাপ আম্মাক ॥১৭৬
মহা জল বেগে যেন এক থান হোৱে ফেণ
খানিভেক থাকি মিল যাই।
বান্ধৱৰ সমাগম জানিবাহা সেহি সম
অসাৰ সংসাৰ সমুদায়॥

বিচাৰত সবে মিছা তাক কোনে কৰে ইচ্ছা
যাত কিছু জ্ঞান সম্পজিল।
হেন জানি এৰা মৰ্ম্ম পালিয়োক নিজধৰ্ম্ম
এহি বুলি ৰাজা প্ৰবোধিল ॥১৭৭
নমো নমো হৰি পদ- পঙ্কজ যুগল শিৰে
দণ্ডৱতে পৰি শতবাৰ।
হৰিৰ চৰণ সেৱি কৃষ্ণৰ কিঙ্কৰ কবি
ছবিবন্ধে ৰচিল পয়াৰ॥
শুনা সবে বোলো হিত কৃষ্ণত অৰ্পিয়ো চিত
এৰা আন কথা সবে মিছা।
আসনত বসি থাকি হৰি হৰি বোলা ডাকি
যেৱে আছে বৈকুণ্ঠক ইচ্ছা ॥১৭৮

---

বিশ্বামিত্ৰৰ ৰজা-ৰাণীৰ ওপৰত ক্ৰোধ

পদ

পক্ষীগণে বোলন্ত শুনিয়ো ঋষি কথা।
পাচে যেন ভৈলা হৰিশ্চন্দ্ৰৰ অৱস্থা॥
বুজান্ত প্ৰজাক এহিমতে ধৰ্ম্মশালী।
বিদূৰৰ পৰা ঋষি আছন্ত নিহালি॥১৭৯
উণাৰন্ত মাত জুমি জুমি কাঢ়ে ভৰি।
দেখিবাক ডৰে যান্ত চাপৰি চাপৰি॥
প্ৰজাৰ সহিতে কথা কহিবাৰ দেখি।
জ্বলি গৈলা ঋষি পাচে খানিকো নাপেক্ষি ॥১৮০
গুঞ্জ হেন ফুৰৈ আৰকত চক্ষু দুই।
কাম্পে দুই ওষ্ঠ মুখে নিকলয় জুই॥
কক্ষালত কপিন বান্ধন্ত টানি টানি।
ডাক দি বোলন্ত এতো আছ নিয়া জানি ॥১৮১
কৰ কৰ কৰি ঋষি চোবাৰন্ত দান্ত।
দণ্ড তুলি যমে যেন ক্ৰোধে খেদি যান্ত॥

নৃপতি বোলন্ত বৰ ভৈল আথান্তৰ।
জাণ্টে ইঠাৰৰ প্ৰজা হুয়োক অন্তৰ ॥১৮২
এতেক্ষতে বিশ্বামিত্ৰে খেদি পাইল আসি।
কোবাইবে লাগিলা খঙ্গে দণ্ডক উল্লাসি॥
মোক দ্ৰোহ কৰি চলে পাতি আছ কুণ্ডা।
এহি বুলি কাহাৰো মুখত মাৰে খুন্দা॥১৮৩
হুলস্থুল লগাইল প্ৰজাৰ পশি মাজ।
উফৰন্তে ক্ৰোধত ফুৰন্ত ঋষিৰাজ ॥
চৰৰ চৰপত মাৰি কৰৈ তাল ফাল।
পলাইবে লাগিল প্ৰজা যেন গৰুপাল॥১৮৪
পথ এৰি পলাই কতো কেহো টানে বলে।
কতো লৰৰন্তে জুন্তি খাই পৰে খালে॥
এহিমতে পলাই প্ৰজা ঋষিক বিভঙ্গে।
মাৰিবে লাগিলা ঋষি নৃপতিক খঙ্গে॥১৮৫
হাউৰে পাপিষ্ঠ দুষ্ট নষ্ট কুলাঙ্গাৰ।
আগে দান দিয়া মোক যত ৰাজ্যভাৰ॥
এবে কেনে তাক লাগি কৰ অনুশোচ।
প্ৰজাৰ সহিতে তোৰ কিসৰ আলচ॥১৮৬
জানিলো লৈবাক চাস মোৰ ৰাজ্য কাঢ়ি।
ধিক্ ধিক্ ধৰ্ম্মহীন হৰিশ্চন্দ্ৰ হাৰী॥
বচন যতেক তোৰ যেন জল ৰেখা।
মোহোৰ আগত পাপী ৰাজা হেন দেখা॥১৮৭
মোত ঘাঞ্চ লগাই জীয়ে তোৰ হেন সাস।
পুনু ৰাজ্য লৈবে লাগি প্ৰজাৰ চাপ পাশ॥
আজি কোবাই ভাঙ্গিবো তোহোৰ মুণ্ড খুলি।
এহি বুলি ঋষি খেদি যান্ত দণ্ড তুলি॥১৮৮
হেন দেখি নৃপতি কাম্পন্ত তৰতৰি।
যাওঁ যাওঁ বুলি চলি যান্ত শীঘ্ৰ কৰি॥
মহাদৈক হাতত ধৰিয়া লৈয়া যান্ত।
আইস আইস বুলিয়া পাচক লাগি চান্ত॥১৮৯
মহাশান্তী শৈব্যা চাক দেহা সুকোমল।
ভাগৰে পীড়িলা আতি বহে ঘৰ্ম্মজল॥
আউল ভৈল কেশ মুখ শুখাই তৰতৰি।
যাইবে নোৱাৰন্ত ৰাজা লৈলন্ত আজুৰি॥১৯০
দেখি মহাকোপে বিশ্বামিত্ৰে দণ্ড তুলি।
কোবাইবে লাগিল মহাদৈক মন্দ বুলি॥
হাউৰে পাপিষ্ঠী কেনে নকাঢ়স পাৰ।
এভো ৰাজসুখ বুলি ঘেলাৰস গাৰ॥১৯১
এহি বুলি দুনাই কোবায়ন্ত দণ্ড ধৰি।
তথাপিতো মহাশান্তী শৈব্যা পটেশ্বৰী॥
ধৰ্ম্মক চাহন্তে একো নেদন্ত সিদ্ধান্ত।
ত্ৰাহি কৃষ্ণ কৃষ্ণ সুমৰন্তে মাত্ৰ যান্ত॥১৯২
কুমৰে আটাস পাৰে মাৰৰ কোলাত।
নৃপতিক লাগি উঠি মেলৈ দুই হাত॥
ঋষিৰ মূৰ্ত্তিক দেখি কাম্পে তৰতৰি।
চক্ষু মুদি লুকাইল মাৰৰ গলে ধৰি॥১৯৩
নৃপতিয়ো আন একো নোবোলন্ত বাক।
জান্তে আহা বুলি নেন্ত আজুৰি শৈব্যাক॥
আইস প্ৰাণেশ্বৰী বুলি লৈ যান্ত ঘসাই।
ৰোহিতাশ্ব কান্দে নৃপতিৰ মুখ চাই॥১৯৪
হেন দেখি প্ৰজাসবে কৰৈ হাহাকাৰ।
হৰি হৰি মাৰ কিনো বিপত্তি তোহ্মাৰ॥
চন্দ্ৰে সূৰ্য্যে দেখিবাক নপাৰৈ যাহাক।
কৈৰ বনবাসী ঋষি কোবাৰৈ তোহ্মাক॥১৯৫
মহাশান্তী আইৰ আৰে হেনসে বিলাই।
কেনমতে নৃপতি আগতে আছা চাই॥
আৰেসে জানিলো হৰিশ্চন্দ্ৰ তুমি মৰা।
এহি বুলি কান্দে প্ৰজা অন্তৰৰ পৰা॥১৯৬

### ৰাণীৰ দুখ দেখি পঞ্চ বিশ্বদেৱৰ শোক

সেহি বেলা পাঞ্চ বিশ্বদেৱ আসিলন্ত।
মহাদৈক দেখিয়া আশেষ কান্দিলন্ত॥
হৰি হৰি মহাশান্তী শৰীৰ নসহে।
তোহ্মাৰেসে দুখত সকলে দেহা দহে॥১৯৭

হৰিশ্চন্দ্ৰ ৰাজাৰ ভুমিসে পটেশ্বৰী।
কোনসতে পাপিষ্ঠে কোবায়ে দণ্ড ধৰি ॥
আকাশতে থাকিয়া কৰন্ত হাহাকাৰ।
হা হৰিশ্চন্দ্ৰ কিনো অৱস্থা তোম্মাৰ ॥১৯৮
একছত্ৰে ৰাজা ভুমি সাতো পৃথিবীৰ।
কৃষ্ণত ভকত সন্ত সুহৃত শৰীৰ ॥
যাহাৰ যজ্ঞত নদী বহিলেক ঘৃতি।
সমস্ত দেৱতা ভৈল পৰম তৃপিতি ॥১৯৯
হেন মহা বৈষ্ণৱ নৃপতি ধৰ্ম্মশালী।
ইহাঙ্ক খেদাইল ঋষি দেশৰ নিকালি ॥
দেৱ-দ্বিজ পিতৃৰ খণ্ডাইলে সবে আশ।
দুৰ্ঘোৰ নৰকে পাপী তোৰ হৈব বাস ॥২০০
আজিসি আম্মাৰ সবে আশা ভৈল ছেদ।
পাপী বিশ্বামিত্ৰ ঋষি দিলি হৃদি খেদ ॥
ৰাজাক ডকায়া সবে লৈল ৰাজ্যভাৰ।
তথাপিতো মনে ক্ষমা নাই দুৰাচাৰ ॥২০১
আতি অপ্ৰমাদী পতিব্ৰতা বৰ-নাৰী।
কোননো স্বৰ্গক পাইলি আজি আঙ্ক মাৰি ॥
ঋষি হুয়া ভৈলি এতমান মন্দমতি।
ইটো অধৰ্ম্মৰ ফলে যাইবি অধোগতি ॥২০২
এহি বুলি পাঞ্চো বিশ্বদেৱ পাৰে গালি।
ক্ৰোধিলন্ত বিশ্বামিত্ৰ বজ্ৰৰ বটালী ॥

বিশ্বামিত্ৰৰ অভিশাপ

শুন অৰে সঙ্কাৰী পাঞ্চো বিশ্বদেৱ।
তোৰাক মধ্যস্থ কৰি আনি আছে কেৱ ॥২০৩
কিসক ভৰ্ৎসস মোক সুবুজি মহত্ত্ব।
কোনে জান্নু পাৰে আসি পৰৰ প্ৰাক্তত ॥
যেন বাটোৱাল হুয়া শশাৰ দেই শ্বাস।
কালে গ্ৰাসিলেক হুইবে আম্মাক জোঙ্কাস ॥২০৪
দেৱ বোলাই কৰ কথা কেৱলে অহ-মহ।
থানিতেক ৰহ আজি ভাজো সবে গহ ॥
খাইবে পাই ৰাজাৰ মাতস পথা পুৰ।
থাক আজি সবাৰো ভাবনা কৰো চুৰ ॥২০৫
স্বৰূপত ব্ৰহ্ম ঋষি মই হুওঁ যেৱে।
নৰ হুয়া পৃথিবীক যাইয়ো তোৰা সবে ॥
আম্মাক পাৰিলি গালি গ্ৰাসিলেক পাপে।
গৰ্ব্ভবাস নৰক ভুঞ্জিয়ো মোৰ শাপে ॥২০৬
হেন শুনি পাঞ্চো বিশ্বদেৱে মাতিলন্ত।
আম্মিও কৰিবে পাৰো শপি তোৰ অন্ত ॥
তথাপিতো নশাপোহো ক্ষমা ধৰ্ম্ম ধৰি।
দিয়ো শাপ অন্ত ঋষি ক্ৰোধ পৰিহৰি ॥২০৭
ৰাজাৰ অন্তৰে পাৰিলোহো আসি গালি।
ঋষি ভৈলে হৈবে লাগে ক্ষমা ধৰ্ম্মশালী ॥
হেন শুনি বিশ্বামিত্ৰে ভৈলা উপশান্ত।
পাঞ্চ বিশ্বদেৱক সম্বোধি মাতিলন্ত ॥২০৮
একোকালে ব্যৰ্থ নাহি আম্মাৰ বচন।
তথাপিতো সীমা দেওঁ শুনা দেৱগণ ॥
পাণ্ডৱৰ ভাৰ্য্যা হুইবে দ্ৰৌপদী প্ৰখ্যাত।
তাহান গৰ্ব্ভত অংশে হুইবা সবে জাত ॥২০৯
নহৈবে বিবাহ বংশ নথাকিবে ভয়।
অল্পকালে মৰি পাইবা দেৱৰ নিলয় ॥
দুনাই অমৰ হৈবা খণ্ডিবে দুৰ্গতি।
হেন শুনি পাঞ্চ দেৱ গৈলা অন্তাৱতী ॥২১০
পক্ষীগণ বদতি শুনিয়ো মহাশয়।
সেহিসে কাৰণে পাঞ্চো পাঞ্চালী তনয় ॥
অল্পকালে মৰি পাঞ্চ ভৈলা পূৰ্ব্বৱত।
নভৈলা বিবাহ কাৰো ঋষিৰ শাপত ॥২১১
জৈমিনি বোলন্ত পক্ষী কহিয়োক কথা।
পাচে যেন ভৈলা হৰিশ্চন্দ্ৰৰ অৱস্থা ॥
বিশ্বামিত্ৰে খেদিয়া গৈলন্ত কোন দেশ।
মহা কৌতূহলে শুনো কাহিনী নিশেষ ॥২১২
পক্ষীগণে বোলে কথা শুনা আতপৰে।
পাঞ্চ বিশ্বদেৱক শাপন্ত ঋষিবৰে ॥

সেহি সময়ত ৰাজা ঋষিক এৰাই।
ভাৰ্য্যায়ে সহিতে দূৰ গৈলন্ত পলাই ॥২১৩
উলটিয়া নিৰীক্ষি চাহন্তে মহাৰথ।
ঋষিক নেদেখি দৃষ্টি যোজনৰ পথ ॥
লৰি গৈলা বিশ্বামিত্ৰ যেন অনুমানি।
বৃক্ষৰ ছায়াত বসিলন্ত তিনি প্ৰাণী ॥২১৪
পাঞ্চ বৰিষৰ আতি সুখৰ ছৱাল।
ক্ষুধায়ে পীড়িল আতি ভৈল লালকাল ॥
দুইৰো মুখ চাই কান্দে ক্ষুধা লাগে বুলি।
আতেসে নৃপতি আতি মৰন্ত সমূলি ॥২১৫
কিবা দিবো বুলিয়া কান্দন্ত মহাৰায়।
মহাদইক দেখি ভৈলা বিহ্বল পৰায় ॥
ক্ষুধায়ে তৃষ্ণায়ে ৰাজা ভৈলন্ত হতাশ।
ভাগৰে পীড়িলে খৰে কাঢ়য় নিশ্বাস ॥২১৬

---

মহাৰাণী শৈব্যা শাস্তীৰ মূৰ্চ্ছা আৰু চেতনা লাভ

ঝুমুৰী

মহাখেদ পাইলা শাস্তী।
প্ৰয়াসিত ভৈলা আতি ॥
ওষ্ঠ কণ্ঠ শুখাই মুখ।
সহিতে নোৱাৰে দুখ ॥২১৭
পৰিলন্ত পৃথিবীত।
ভৈল আতি বিমোহিত ॥
নাহি একো শ্ৰুতিজ্ঞান।
উৰি গৈলা ধাতু প্ৰাণ ॥২১৮
যেন পাত ভৈল আয়ু।
নাসাত নাসয় বায়ু ॥
মৃতকৰ যেন থান।
দেখি ৰাজা বিদ্যমান ॥২১৯
হা হা মৰে প্ৰাণেশ্বৰী।
আথেবেথে গলে ধৰি ॥
শিৰত সিঞ্চন্ত জল।
দহে দেহা শোকানল ॥২২০
চিয়ান্ত * সাৰটি ধৰি। * চিঞঁৰে
উঠ উঠ প্ৰাণেশ্বৰী ॥
কৰা কেনে অযুগুত।
কান্দে ৰোহিতাশ্ব পুত্ৰ ॥২২১
কৰায়োক তন পান।
কেনে নেদা সন্নিধান ॥
ফুটি যায় মোৰ প্ৰাণ।
আপুনহি সৰ্ব্বজ্ঞান ॥২২২
সৰ্ব্বকালে বুজা মোক।
নমাতা পেটৰ পোক ॥
কিনো ভৈলা নিদাৰুণ।
কতেক বৰ্ণাইবো গুণ ॥২২৩
ৰত্নৰ শয্যাত শোস।
তাতো নাহি পৰিতোষ ॥
আজি পৃথিবীত ঢলি।
পৰি সুখে নিদ্ৰা গৈলি ॥২২৪
অসংখ্যাত নাৰীজাক।
সৰ্ব্বক্ষণে সেৱে তোক ॥
চামৰ ধৰিয়া ঢুলে।
সুৱৰ্ণৰ চতুৰ্দ্দোলে ॥২২৫
অন্তেষপুৰত ফুৰৈ।
নেট কাণ্ডোৱানে ঘূৰৈ ॥
সিটো প্ৰাণ পটেশ্বৰী।
হাষ্টি যাইবে কেন কৰি ॥২২৬
এখনে ভাগিল ৰথ।
কেনে যাইবো দূৰ পথ ॥
হা হা বিধি কিনো দুখ।
শৈব্যাৰ মুখত মুখ ॥২২৭
দিয়া কান্দে মহাৰায়।
ধাৰে লোহ বহি যায় ॥

ফোকাৰে নিশ্বাস আতি।
হা প্ৰিয়া বুলি মাতি ॥২২৮
তোৰে শোকে দেহা দহে।
মোৰ কি হৃদয় সহে ॥
এহি বুলি কৰা মন্যু।
হাতে মাৰ্জ্জিলন্ত তনু ॥২২৯
সিঞ্চিল শিৰত জল।
দেহা ভৈলা অবিকল ॥
কতো বেলি প্ৰাণ আইল।
শৈব্যা চক্ষু মেলি চাইল ॥২৩০
নৃপতি কান্দন্ত ধৰি।
হেন দেখি পটেশ্বৰী ॥
ৰাজাক ধৰিয়া পাৰে।
বুলিলন্ত বহুভাৰে ॥২৩১
সপ্ত পৃথিবীৰ পতি।
তোহ্মাৰ হেনসে গতি ॥
প্ৰসন্ন কৰিয়ো মুখ।
কিছু নহে শোক দুখ ॥২৩২
ক্ষণেকতে হোৱে নষ্ট।
আক লাগি কেনে কষ্ট ॥
জানা সবে শাস্ত্ৰ ধৰ্ম্ম।
কেনে তুমি কৰা মৰ্ম্ম ॥২৩৩
সংসাৰ স্ৰজিলা বিধি।
যেন সপোনৰ নিধি ॥
জাগিলে সমস্তে হৰে।
কোনে মোৰ বুদ্ধি কৰে ॥২৩৪
ধৈৰ্য্যসে আপদ তৰি।
আন চিন্তা পৰিহৰি ॥
কৰিয়োক উপদেশ।
যাইবো আমি কোনদেশ ॥২৩৫
ঋষিৰ দেশৰ ৰাজে।
নাহি ঠাই একো ৰাজে ॥
ইসি চিন্তা আসৰিশ।
কৰিয়োক বিমৰিষ ॥২৩৬
হেন শুনি নৃপবৰ।
গুণিলন্ত নিৰন্তৰ ॥
সাতোদ্বীপা পৃথিবীত।
থানৰ নভৈল থিত ॥২৩৭
নেৰাইলো ঋষিৰ হাত।
চিত্ত কৰে উতপাত ॥
যাইবো আৰে কোন পুৰী।
পাইবে আসি ঘূৰি ঘূৰি ॥২৩৮
এহি বুলি নৰনাথ।
জানুত দিলন্ত মাথ ॥
নুগুচে ঋষিৰ ভয়।
দেখে ৰাজা তমোময় ॥২৩৯
প্ৰবন্ধে গুণন্ত বসি।
মনত পৰিল আসি ॥
আছে পুৰী বাৰাণসী।
স্বস্থ ভৈলা মহাযশী ॥২৪০
প্ৰণামিয়া কৃষ্ণপাৰে।
ঝুমুৰী শঙ্কৰে গাৱে ॥
শুনা একচিত্ত কৰি।
সুখে যোৱা যমতৰি ॥২৪১
বিষয় বৈভৱ যত।
সবে জানা অশাশ্বত ॥
আন চিন্তা পৰিহৰি।
সবে বোলা হৰি হৰি ॥২৪২

**মহাৰাজ হৰিশ্চন্দ্ৰৰ বাৰাণসী যাত্ৰা আৰু বিশ্বামিত্ৰৰ সাক্ষাত**

**পদ**

শৈব্যাক সম্বোধি মাতিলন্ত মহাৰাজে।
আম্নাৰ নেদেখো থান বাৰাণসী বাজে॥
পৃথিৱীত বহিৰ্ভূত সংসাৰতে সাৰ।
তাতেসে নাহিকে মনুষ্যৰ অধিকাৰ॥২৪৩
সৰ্ব্বকালে যাত বিশ্বনাথ অধিকাৰী।
তৈকে লাগি যাওঁ উঠিয়োক বৰনাৰী॥
মই লইয়া যাওঁ আৰে কুমৰক কোলা।
তোমাৰ বোলানে যাওঁ ধীৰে ধীৰে চলা॥২৪৪
পুত্ৰ কোলে ধৰি লৰিলন্ত মহাভাগে।
মহাদেয়ো যান্ত নৃপতিৰ আগে আগে॥
দণ্ডেকৰ পথত দিনেক যাই বহি।
বঞ্চন্ত ৰজনী মঠ মণ্ডপত ৰহি॥২৪৫
কতো গৃহস্থৰ ঘৰে লন্ত গৈয়া বাস।
কতো দিনা নৃপতিৰ পৰৈ উপবাস॥
একোকে নপাই কতো ৰহি থাকা বনে।
শৰীৰ বিবৰ্ণ ভৈল ৰৌদ্ৰ বৰিষণে॥২৪৬
নাহি অন্ন বস্ত্ৰ গাৰে বাকলি বসন।
ভিক্ষায়ে ভোজন ভৈলা ভূমিত শয়ন॥
ধূলায়ে ধূসৰ তনু চিনন নযায়।
হেন মহাদুখে কষ্টে যান্ত মহাশয়॥২৪৭
কতোদিনে পাইলা গৈয়া পুৰি বাৰাণসী।
আগভেটি বিশ্বামিত্ৰ ঋষি আছে বসি॥
দেখি নৃপতিৰ শিহৰিল সৰ্ব্বগাৰ।
প্ৰদক্ষিণে ঋষিৰ নমিলা দুই পাৰ॥২৪৮
ভাৰ্য্যায়ে সহিতে প্ৰণামিলা মহাবলী।
ঋষিক বোলন্ত ৰাজা কৰি কৃতাঞ্জলি॥
পাদ্য অৰ্ঘ্য দিবো হেন নাহি একোধন।
অৰ্ঘ্যৰ আপাসে গুৰু লৈয়ো একজন॥২৪৯
ভাৰ্য্যাক পুত্ৰক লোৱা নুহি মোৰ প্ৰাণ।
বুলিয়োক জাণ্টে যদি কাৰ্য্য থাকে আন॥
ঋষিয়ে বোলন্ত আন নাহি প্ৰয়োজন।
যেন লাগে দিয়ো মোক দক্ষিণাৰ ধন॥২৫০
আপোনাৰ মুখে খাণ্টা কৰি দিলি আশ।
আজিয়েৰে নৃপতি সম্পূৰ্ণ ভৈল মাস॥
দিনা চাৰি ভৈলে আসি আছো বাট চাই।
চাহন্তে চাহন্তে তোক আক্ষিয়ো দুখায়॥২৫১
যেন বুলি আছা আৰে সুমৰা তাহাক।
জাণ্ট কৰি দিয়োক যজ্ঞৰ দক্ষিণাক॥
আজি আউৰ ভাণ্ডিতে নপাস মহাৰাজ।
দক্ষিণাৰ পদে আইলো এৰি ৰাজকাজ॥২৫২
ৰাজা বোলে যদি আজি পূৰ্ণ ভৈল মাস।
আউৰ কিছু বুলিবে মোহোৰ নাহি সাস॥
কিন্তু আছে এভো দেখা দুই পৰ সীমা।
ইয়ো বেলিখানি মোক কৰিয়োক ক্ষমা॥২৫৩
এহি হৌক বুলি ঋষি মাতিলা ৰাজাক।
পাক দিয়া আসো গৈয়া ডঢ়াওঁ আপোনাক॥
ইবেলিয়ো আসিলে পাতস কাপ জাপ।
সৰ্ব্বনাশ কৰো তেৰে দিয়া ব্ৰহ্মশাপ॥২৫৪
হেন বুলি বিশ্বামিত্ৰ পশিলা নগৰ।
নৃপতিক পাইল আসি মহাচিন্তা জ্বৰ॥
যেন ঘোৰ নিৰ্ঘাত পৰিল আসি মাথে।
অধোমুখে বসিয়া গুণন্ত নৰনাথে॥২৫৫
কোন কৰ্ম্ম কৰো আৰে যাইবো কৈক লাগি।
কৈত মিত্ৰ আছে কৈত ধন পাইবো মাগি॥
আপুনাৰ মুখে মই বুলি আছো যাক।
কেনমতে দিবো আজি সিটো দক্ষিণাক॥২৫৬
কত কদৰ্থনা আউৰ সহিবো ঋষিৰ।
এক মনে বোলো এৰো আপোন শৰীৰ॥
তথাপিতো ব্ৰহ্মস্ব থাকিবে মোত ৰহি।
যত বংশ হুইবে তাকো মাৰিবেক দহি॥২৫৭

ব্ৰহ্মস্ব ৰহিলে মোৰ নুহিবে নিস্তাৰ।
কত জন্ম পলু হৈয়া থাকিবো বিষ্ঠাৰ॥
এহি বুলি মনে মনে গুণন্ত নৃপতি।
এৰে কোন উপায়ে নযাইবো অধোগতি ॥২৫৮
আপুনাক বিকি ব্ৰাহ্মণৰ সুজো ধাৰ।
আত পৰে বুদ্ধি আন নাহিকে আম্মাৰ॥
মোৰ ভাগ্যে যেন হৌক পুৰুষ এৰাউক।
এতেক বোলন্তে আসি প্ৰবেশিল শোক ॥২৫৯
মাত বোল হৰিল দেখন্ত অন্ধকাৰ।
হেন দেখি চিত্ত আউৰ নসহে শৈব্যাৰ॥
লোতকে পূৰিল আখি গদ গদ মাত।
ধীৰে ধীৰে সুন্দৰী স্বামীক বুলিলন্ত ॥২৬০
কাৰ্য্য সময়ত কেনে ভৈলা হতবুধি।
আপদ ব্যাধিৰ হোৰৈ ধৈৰ্য্যেসে আসুধি॥
মোৰ বাক্য ধৰা প্ৰভু চিন্তা পৰিহৰা।
অঙ্গীকৃত সত্যক সম্বৰে ৰক্ষা কৰা॥২৬১
যিটো পুৰুষৰ নষ্ট ভৈলা অঙ্গীকাৰ।
লোকৰো বৰ্জ্জন হোৰে জীৱন ধিক্কাৰ॥
নাহি নাহি আন ধৰ্ম্ম জানা সত্য বিনা।
জানি আন নিচিন্তিবা দিয়োক দক্ষিণা ॥২৬২
অগ্নিহোত্ৰ কৰে যিটো পঢ়ে চাৰি বেদ।
যত মহাদান আদি কৰি অবিচ্ছেদ॥
সকলো নিস্ফল যাৰ লৰিল বচন।
হেন জানি সত্য প্ৰভু কৰিয়ো ৰক্ষণ ॥২৬৩
কীৰ্ত্তি নামে এক ৰাজা আছিল পূৰ্ব্বত।
শত অশ্বমেধ আচৰিল বিধিৰত॥
আৰো এক ৰাজসূয় মনে কৰি ইচ্ছা।
স্বৰ্গ হন্তে পৰিল বাৰেক বুলি মিছা ॥২৬৪
সত্যে নেই উৰ্দ্ধক অসত্যে অধোগতি।
হেন জানি সত্যক ৰাখিবে কৰা মতি॥
ইন্দ্ৰতো অধিক সুখ গৈল কত কাল।
আউৰ কেনে অনুশোচ কৰা মহীপাল ॥২৬৫

তোমাৰেসে দুখ দেখি অন্তৰ্গত দহে।
কি কৰে জীৱন আউৰ হৃদয় নসহে॥
শুনা বচনেক বোলো চৰণত ধৰি।
বুলিবাক চাহন্তে লোতক পৰে ঝৰি ॥২৬৬
উভতি ক্ৰন্দন আসে মনত আসুখে।
মাতিবে নুৰাৰি আছিলন্ত অধোমুখে॥
লোতকে ভেণ্টিল গদ গদ কৰৈ মাত।
আঞ্চলে মলছি মুখ দুনাই বুলিলাত ॥২৬৭
উপজিল পুত্ৰ ৰাজা এতেক বোলন্তে।
পৃথিবীত মকমকি পৰিল কান্দন্তে॥
আৰো একো বুলিবাক নপাৰি সুন্দৰী।
কৰন্ত বিলাপ নৃপতিৰ পায়ে ধৰি ॥২৬৮
হেন দেখি নৃপতিৰ মনত আসুখ।
মহাদৈক তুলি বস্ত্ৰে মুছিলন্ত মুখ॥
কিসক কান্দস বান্ধে বুলিয়ো সম্বৰ।
পুত্ৰৰ যে নাম লৈলি আগত কুমাৰ ॥২৬৯
কিবা গুণি পৃথিবীত পাৰ লোটা লুটি।
শীঘ্ৰে প্ৰাণেশ্বৰি কহ প্ৰাণ যাই ফুটি॥
শুনি কতো বেলি ভৈলা শৈব্যা সম্ভুক্ষণ।
অল্প কৰি নৃপতিক বুলিলা বচন ॥২৭০
উপজিল পুত্ৰ ৰাজা তযু যথোচিত।
মহন্তজনৰ হোৰে হেনসে উচিত॥
পুত্ৰ প্ৰয়োজনে বিহা কৰয় ভাৰ্য্যাক।
সিটো সিদ্ধি ভৈল আৰে এৰিয়ো আম্মাক ॥২৭১
আন একো উপায় নেদেখো আত বিনা।
আম্মাক বিক্ৰয় কৰি দিয়োক দক্ষিণা॥
আপোনাৰ সত্য ৰাখি থিৰ কৰি হিয়া।
নেউচনি লৈয়া যাওঁ তুমি মাত্ৰ জীয়া ॥ ২৭২
আম্মাৰ নিমিত্তে তুমি এৰিয়ো বিমন।
মই হেন ভাৰ্য্যা প্ৰভু পাইবা যৈত মন॥
যজ্ঞ হৌক সাম্ফল দক্ষিণা দিয়া শুজি।
মোৰ বাক্য কৰা প্ৰভু পূৰ্ব্বাপৰ বুজি ॥২৭৩

শুনা সভাসদ মহাজনৰ ধৰ্ম্মক।
প্ৰাণান্তিকো দুখ পাইলে নেৰয় সত্যক॥
সাৰ্ব্বভৌম ৰাজপদ পুত্ৰ ভাৰ্য্য যত।
চাণ্ডালত আপোনাক বিকিলা সত্যত॥২৭৪
হেন জানি মহাজনে নেৰিবা সত্যক।
সত্য শাস্ত্ৰ তত্ত্ব জানি ভজিয়ো হৰিক॥
কৃষ্ণৰ ভকতি সত্য ধৰ্ম্ম অনুপাম।
জানি উচ্চকৰি ডাকি বোলা ৰাম ৰাম॥২৭৫

---

দক্ষিণাৰ চিন্তাত ৰজা-ৰাণীৰ চিন্তা আৰু মূৰ্চ্ছা

**ছবি**

হেন শুনি নৃপতিৰ হিয়া যেন দুই ছিৰ
শোকে আতি হিয়া যায় ফুড়ি।
দেখিলন্ত তমোময় শ্ৰুতিহীন মহাশয়
অন্তৰীক্ষে ধাতু গৈল উৰি॥
জানুত দিলন্ত মাথ কতো বেলি নৰনাথ
শোকত ভৈলন্ত অচেতন।
কতো হিয়ে ভুকু মাৰি পৃথিবীত মাথা তাৰি
আতিশোকে কৰন্ত ক্ৰন্দন॥২৭৬
হৰি হৰি প্ৰাণেশ্বৰী তোৰ মুখে কেন কৰি
আসিলেক বজ্ৰ সম বাণী।
বুলিলি বিকিবে তোক আতেসে অধিকে শোক
হৃদয়ত শোক-শেল হানি॥
হেন ভৈলো অধোগামী তোক কি বিকিব আমি
আপোনাৰ জীৱন কাতৰে।
ম্লেচ্ছৰো মুহিকে ধৰ্ম্ম কৰিবে হেন কি কৰ্ম্ম
কোননো অধম পাপী নৰে॥২৭৭
হৰি হৰি প্ৰাণেশ্বৰী আপদৰ সইতৰি
মোহোৰ কণ্ঠৰ হেমহাৰ।
কোন সত্তে তোক এৰি থাকো মই প্ৰাণ ধৰি
মুখ্যপ্ৰাণ ভইসি আম্মাৰ॥

সুন্দৰ সৰস মুখ দেখিলে পাহৰো দুখ
জীয়ো সমুদায় দেখি যাক।
চাণ্ডালতো ভৈলো ধিক প্ৰাণ ফুটি নযাই কিক
বিকিবোহো হেনয় ভাৰ্য্যাক॥২৭৮
এহি বুলি মহাশয় দেখিলন্ত তমোময়
দুসৰিস শোকৰ ঝঞ্জালে।
হৰিলা চেতন জ্ঞান উৰিল সমস্তে প্ৰাণ
পৃথিৱীত পৰিল নিঢালে॥
দেখি শৈব্যা মাথা তুলি বুৰিল বুৰিল বুলি
আঙ্কোৰালি ধৰিলা স্বামীক।
শিৰত সিঞ্চন্ত পানা বোলন্ত মধুৰ বাণী
প্ৰাণ এৰিবাক চাহ কিক॥২৭৯
চক্ষু মেলি চাহা মোকে তোম্মাৰ দাৰুণ শোকে
হিয়াৰ নখেঁণ্ডে ভকভকি।
তযু অত দুখ দেখি কেনে প্ৰাণ আছো ৰাখি
কান্দন্ত সুন্দৰী মকমকি॥
সুৱৰ্ণৰ সিংহাসন ৰত্নময় বিতোপন
নেট তুলি কোমল বিছাই।
তাত থাকা গাৰ এৰি এৱে পৃথিৱীত পৰি
কেনে নিদ্ৰা গৈলা মহাৰায়॥২৮০
পৃথিবীৰ ৰাজাগণে খাটিলেক সৰ্ব্বক্ষণে
নম্ৰভাৱে ভৃত্য হেন মান।
ভাণ্ডাৰ সুৱৰ্ণময় দিলা মহা ৰত্নচয়
কোটি কোটি ব্ৰাহ্মণক দান॥
ৰাজ ব্ৰহ্মভোজ ৰোল লঙ্ঘিলে স্বৰ্গৰ কোল
সঙ্গে বহিলেক পঞ্চামৃত।
সিটো আজি নৰেশ্বৰে দক্ষিণা দিবাক ডৰে
মৰা যেন পৰিলা ভূমিত॥২৮১
যিটো ৰাজা হৰিশ্চন্দ্ৰ শ্ৰীমন্ত যেহেন ইন্দ্ৰ
বুদ্ধি বলে বিষ্ণুৰ সমান।
সসাগৰা বসুমতী তৃণ যেন কৰি মতি
ঋষিক উচৰ্গি দিলা দান॥

আনো যত হস্তী ঘোৰা তাৰ কোনে পাৰে ওৰা
ব্ৰাহ্মণক দিলা মহাৰায়।
সিটো ভৈলা ভিক্ষুপ্ৰায় দক্ষিণা দিবাৰ নাই
ঋষিৰ ডৰত ধাতু যায় ॥২৮২
হৰি হৰি বিধি তোৰ কত অপৰাধ ঘোৰ
চিন্তিলন্ত এন্তে মহামতি।
আক্ক কিবা শত্ৰু বুলি এতেক দুৰ্গতি দিলি
কৰিলাহা হেনসে বিপত্তি ॥
সুগন্ধ চন্দন যাৰ গাৰে ঘসি মল কাঢ়ে
ৰত্ন অলঙ্কাৰ বিৰচিত।
সিটো কাল কৈক গৈল হেনসে বিপত্তি ভৈল
সিটো তনু লোটায় মাটিত ॥২৮৩
উঠা উঠা প্ৰাণনাথ মোক চাৰা তুলি মাথ
মোৰ গাৰে অগনি জ্বলয়।
দিয়ো মোক সমিধান জুৰাওক সমস্তে প্ৰাণ
হেৰা মই মাতো মহাদই ॥
আৰেসে জানিলো আমি মৰিলাহা প্ৰাণস্বামী
তোমাক পাইলেক মহাকালে।
এহি বুলি পটেশ্বৰী ৰাজাৰ গাৰক এৰি
পৃথিবীত পৰিলা নিঢালে ॥২৮৪
ৰাজাই দেখন্ত আতি বিমূৰ্চ্ছিত ভৈল সতী
মুখৰো হৰিল মাত বোল।
ৰোহিতাশ্ব শিশু দেখি ক্ষুধায়ে কান্দিলা আতি
মাৰৰ চাপিলা আসি কোল ॥
আই দিয়া অন্নপান ভোকে হেৰা যায় প্ৰাণ
উঠা বুলি গলত বান্ধয়।
হেৰা চাৰা শুখাই মুখ নুৰাৰো সহিবে দুখ
এহি বুলি কুমাৰ কান্দয় ॥২৮৫
মোক কোলা লোৰা তুলি হেৰা চাৰা পুত্ৰ বুলি
হাতে লকজকাৰে ৰাজাক।
ভোখে গাৱ মুহি থিৰ দিয়া ঘৃত লাড়ু ক্ষীৰ
কোলাত বসিয়া খাইবো তাক ॥
কতেক ঘুমটি পাৰা মোক কেনে ভোখে মাৰা
এহি বুলি নৃপতিনন্দন।
আছাৰয় হাত ভৰি মনত বিকল কৰি
গেড়ি পাৰি কৰয় ক্ৰন্দন ॥২৮৬
সেহি বেলা বিশ্বামিত্ৰ উগুল থুগুল চিত
উঠন্ত বৈসন্ত চান্ত বেলি।
হৃদয়ত এহি ধ্যান আজি মই পাইবো দান
ৰাজা দিবে সূৰ্য্য অস্ত গৈলি ॥
থাকিব নোৱাৰি বসি উঠি লৰিলন্ত ঋষি
যথাত আছন্ত ৰাজা পৰি।
হাতে দণ্ড কান্ধে ছাতি দেখিয়া কুমৰে আতি
আই বাপ বুলি দিলা গেড়ি ॥২৮৭
ঋষিৰ মূৰ্ত্তিক দেখি লুকায়া মুদিলা আখি
নৃপতিৰ বুকুৰ সান্ধিত।
বিশ্বামিত্ৰ দেখে পাচে মূৰ্চ্ছা গৈয়া পৰি আছে
মহাৰাজা ভাৰ্য্যাৰ সহিত ॥
নাহিকে চেতন কুলি দক্ষিণা হৰাইল বুলি
বসিলন্ত থোসমোস কৰি।
সুখ নাহি উঠি যান্ত নিহালি নিহালি চান্ত
যোনে ৰাজা আছে ছল ধৰি ॥২৮৮
কান্ধে ঘট ধৰি আনি মাথাত ঢালন্ত পানী
উঠ উঠ হৰিশ্চন্দ্ৰ ৰায়।
দিয়া ধন দক্ষিণাৰ কান্ধৰ গুচায়ো ভাৰ
ধকৰাৰ কৈতো সুখ নাই ॥
বোলন্ত অনেক বাণী ঢালন্ত শিৰত পানী
নৃপতিয়ে চক্ষু মেলি চাইল।
ঋষিক আগন্তে দেখি আৰকা মুদিলা আখি
দুনাই যেন যমপুৰী পাইল ॥২৮৯
দেখি ক্ৰোধে জ্বলি গৈল ৰাজাক বুলিবে লৈল
তোৰ সবে বুদ্ধি কৰো চুৰি।
দক্ষিণা দিবাক ডৰে পাইল তোক চিন্তা জ্বৰে
মিছাত আছন্ত ভেম জুৰি ॥

উঠা উঠা ধৰ্ম্ম জানি আপোনাৰ সত্য বাণী
ৰাখি মোক জাণ্টে দিয়া দান।
সত্যে সূৰ্য্য আছে ৰহি সত্যতেহে আছে মহী
সত্য সম ধৰ্ম্ম নাহি আন ॥২৯০
শুন অৰে মহাপাপ জানিলো পাতিলি কাপ
বিস্তৰ নেবোলো আৰ বাক।
আজি সূৰ্য্য অস্ত গৈলে জানো ৰসাতলে গৈলে
যেৱে আনি নেদ দক্ষিণাক ॥
নেৰাইবে তোহোৰ বাপে বংশক দহিব শাপে
কৰৈ ঋষি আতি চটি ফটি।
কৰো আৱে কৰ্ণকাত থানিতেক চাহো বাট
এহি বুলি গৈলন্ত উলটি ॥২৯১
টেম্বুৰানি বন্ধে গ্ৰাম বৰদোৱা যাৰ নাম
লোহিত্যৰ জলে অনুকূল।
ভৈলা সেহি গ্ৰামেশ্বৰ যাৰ নাম ৰাজধৰ
দানে মানে যাক নাহি তুল ॥
অতিথি চৰ্চ্চাত পৰে আন চিন্তা নাহি ঘৰে
সৰ্ব্বদায়ে আনন্দ উৎসৱ।
তান পুত্ৰ ভৈলা চাৰি সূৰ্য্যবৰ মুখ্য কৰি
হলায়ুধ জয়ন্ত মাধৱ ॥২৯২
জ্যেষ্ঠ ভৈলা সূৰ্য্যবৰ বহা বড়া দেশধৰ
নয়স্থ কায়স্থ কুলদীপ।
মহাদাতা হেন শুনি ব্ৰাহ্মণ সজ্জন গুণি
চলি যান্ত যাহাৰ সমীপ ॥
তানে ভৈলা গৰ্ভেশ্বৰ মহামানী বংশধৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
ভৌমিকৰ চূড়ামণি দাতাৰ আগত গণি
যাৰ যশে ব্যাপিল সংসাৰ ॥২৯৩
তানে পুত্ৰ অল্পমতি শঙ্কৰে কৰিয়া নতি
কৃষ্ণপাৱে ৰচিল পয়াৰ।
শুনা সবে বুদ্ধজনে সাৱশেষে জানা কোনে
পুৰাণ কথাৰ তত্ত্ব সাৰ ॥

কথাৰ আশয় চাই কাব্যৰস ঠাই ঠাই
নিৰন্ধিলো কঠোৰক ডৰে।
যদি অনুবাদ হুই তাতেসে ব্যঞ্জন হুই
ভুঞ্জিবাক পাৰে কোন নৰে ॥২৯৪
কৰযোৰে বোলো বাক শুনিয়ো পণ্ডিতজাক
যিবা দেখা মৰিষিবা দোষ।
পুণ্যকথা পুৰাণৰ গঙ্গাজল পটন্তৰ
তাক শুনি হুয়ো পৰিতোষ ॥
প্ৰণামিয়া হৰিপাৱে বোলো হেৰা বহুভাৱে
শুনা সমজ্যাৰ যত লোক।
আন চিন্তা দূৰ কৰি ডাকি বোলা হৰি হৰি
মহাসুখে যায়ো বিষ্ণুলোক ॥২৯৫

---

বৃদ্ধ ব্ৰাহ্মণৰ ওচৰত শৈব্যাৰ বিক্ৰয়

পদ

জৈমিনিৰ আগে পক্ষীগণ নিগদতি।
ঋষিক যাইবাৰ দেখি উঠিলা নৃপতি ॥
শৈব্যায়ো বসিল কুমৰক কোলে ধৰি।
চিন্তন্ত বসিয়া ৰাজা ঋষিক সুমৰি ॥২৯৬
আজি ঋষিশাপত সবংশে যাইবো তল।
কৈক যাইবো কি কৰিবো হৃদয় বিকল ॥
গুণি একো কৰিবাক নোৱাৰন্ত থিৰ।
দেখি মহাদই ঢুনাই বোলে ধীৰে ধীৰ ॥২৯৭
এভো হেন কৰা প্ৰভু মোৰ বাক্য ধৰা।
শাপ-অগনিত পৰি বিপাঙ্গে নমৰা ॥
মোক বিকিয়োক হিয়া কৰিয়োক থিৰ।
দক্ষিণাক শুজি হাত এৰায়ো ঋষিৰ ॥২৯৮
হেন শুনি ৰাজা আতি ভৈলন্ত নিতত।
কান্দন্তে লোতক নাসে যেন কাষ্ঠৱত ॥
শৈব্যাক বোলন্ত বান্ধে ধৰা মোৰ বাক।
পৰম নিৰ্দ্দয় হুয়া বিকিব তোহ্মাক ॥২৯৯

মহাক্ৰূৰ পাপীজনো নাচৰে ইহাক।
তাহাতো অধম হৈয়া বিকিবো তোহ্মাক॥
কেনমতে কণ্ঠৰ বজ্ৰাইবো ইটো বাণী।
হেন বুলি তৈৰ উঠিলন্ত তিনি প্ৰাণী॥৩০০
ভাৰ্য্যায়ে সহিতে গৈলা নগৰৰ মাজে।
বেঢ়ি বেঢ়ি তাসম্বাক সোধে সামৰাজে॥
কোন দেশী তোমৰা উত্তম তিনি প্ৰাণী।
কুমৰক দেখি দুধ লাড়ু দেই আনি॥৩০১
নৃপতি বোলন্ত শুন নগৰীয়া লোক।
পৰম ঘাতুক মই সুসুধিবা মোক॥
ৰাক্ষস পিশাচ যত সবাতো অধম।
পৃথিবীত মহাপাপী নাহি মোক সম॥৩০২
ভাৰ্য্যাক বিকিবে আসি আছো আগবাঢ়ি।
আহাৰ নিমিত্তে প্ৰাণ যান্তে আছো ছাৰি॥
দাসীভাৱে লৰা যেৱে আছে প্ৰয়োজন।
জাণ্টে বোলা এভো মোত আছয় চেতন॥৩০৩
এক বৃদ্ধ ব্ৰাহ্মণ আসিল হেন শুনি।
জকমক দশন মাটিত লুটে ভুনি॥
চৰাচৰ জকমক কৰৈ সবে কেশ।
পাচোণ্ডা একুচি কৰি চান্ত লাস বেশ॥৩০৪
গাৰ ভৰি ধৰি হাত আচাবন্তে আসি।
নৃপতিক বোলন্ত বিকস কোন দাসী॥
মই কিনি লইবো দিব যত লাগে ধন।
কিবা পাইলে দিবি কহ স্বৰূপ বচন॥৩০৫
যত নগৰৰ আমি শ্ৰাদ্ধক কৰাওঁ।
নানাবিধ বস্তু যত ঘৰে বসি পাওঁ॥
দুখ পাইবে লাগি কিছু নকৰিবি শঙ্কা।
ঘৰতো পৰিয়া আছে লক্ষকোটি টঙ্কা॥৩০৬
একেখানি ভাৰ্য্যা মোৰ আতি সুকুমাৰী।
প্ৰাণ সম আহ্মাৰ প্ৰথম বিহা নাৰী॥
কৰ্ম্ম কৰিবাক নেদো দুখ পাইবে ভয়ে।
পানী আনি আপুনি বন্ধন কৰো ঘৰে॥৩০৭
তোৰ ভাৰ্য্যা দেখো এই স্বভাৱে সুখিৰ।
কৰ্ম্মত কুশল হৈবে সুদৃঢ় শৰীৰ॥
এহি দাসী পাইলে ভাল পাইবে ব্ৰাহ্মণী।
যেন লাগে লউ ধন মই নিবো কিনি॥৩০৮
ব্ৰাহ্মণৰ শুনি বজ্ৰ সমান বচন।
মহাদুখে নৃপতিৰ বিদাৰিল মন॥
মাতিবাক নপাৰিয়া ৰাজা সেই তালে।
গোৰ কটা গাছ যেন পৰিল নিঢালে॥৩০৯
উঠ কিবা ধন লইবি ব্ৰাহ্মণে মাতন্ত।
অচেতন ভৈল ৰাজা নেদন্ত সিদ্ধান্ত॥
কণ্ঠৰো নোহ্লাই মাত বিহ্বল পৰায়।
তবধ নয়নে ৰাজা থাকিলন্ত চাই॥৩১০
হেন দেখি দ্বিজৰ কুপিত ভৈল মন।
আপোন গাণ্ঠিৰ সোলোকাই আনি ধন॥
ৰাজাৰ গাৰৰ বাকলিত বান্ধি থৈল।
উঠ অৰে দাসী বুলি মাতিবাক লৈল॥৩১১
শৈব্যায়ে বোলন্ত ৰৈয়ো খানিতেক লাগি।
স্বামীক মাতিয়া যাওঁ ইজন্মক লাগি॥
প্ৰাণনাথ এৰে দেখা দেখি আজি যায়।
পৰিচ্ছেদ কৰি খানিতেক থাকো চাই॥৩১২
হেন শুনি খঙ্গাইলে ব্ৰাহ্মণ অহঙ্কাৰী।
কোলাৰ শিশুক ধৰি পেল্লাইলা আছাৰি॥
কৈৰ স্বামী পাইলি বুলি মাৰি এক গুৰি।
বাম হাতে চুল ধৰি লৈযান্ত আজুৰি॥৩১৩
মহাদই বোলে শুক এৰা এৰা মোক।
চক্ষু গোট মেলি চাওঁ বোহিতাশ্ব পোক॥
মাৰৰ পোৱৰ দেখাদেখি আজি যায়।
চাওঁ মই নেত্ৰ ভৰি স্নেহৰ পুতাই॥৩১৪
ভৈলো কুলক্ষণা আজি ব্ৰাহ্মণৰ দাসী।
তই ৰাজকুমাৰ সুচুৰি মোক আসি॥
এহি বুলি আৰ্ত্তবাৰে কৰন্ত ক্ৰন্দন।
মায়ৰ বচন শুনি ৰাজাৰ নন্দন॥৩১৫

মাৰ মাৰ বুলি খেদি গৈলা পুত্ৰখানি।
দেখি বৃদ্ধ ব্ৰাহ্মণে মাৰিলা লাঠি হানি॥
আই বুলি তথাপি লৈলেক আসি পাশ।
মাৰক সাবটি ধৰি পাৰন্ত আটাস॥৩১৬
হেন দেখি মহাদই কৰন্ত কাতৰ।
নমাৰ নমাৰা গুৰু মৰিবে কুমৰ॥
চৰণত ধৰো গুৰু হুয়োক প্ৰসন্ন।
কুমৰকো কিনি লৈয়ো দিয়ো কিছুধন॥৩১৭
কৰ্ম্ম কৰিবাক নোৱাৰিবো পুত্ৰবিনা।
সন্তাপতে মৰিবো মিছাতে মোক কিনা॥
হেন জানি মাৰ পুত্ৰকে লগে নিয়া।
জীয়ক পুতাই মোক প্ৰাণ দান দিয়া॥৩১৮
হেন শুনি ব্ৰাহ্মণৰ পাললটিল মন।
ৰাজাক বোলন্ত লউ পোৰেৰেৰো ধন॥
যাই লগ লাগি পাশ নেৰয় মাৰৰ।
ধৰ্ম্ম ব্যৱহাৰে ধন পাস দুইহান্তৰ॥৩১৯
এহি বুলি দুইৰো বিত্ত কৰি এক ঠাই।
বাকলি বস্ত্ৰত নিয়া বান্ধিলা দড়াই॥
মাৰ পোক লইয়া যায় একে ঠাই বান্ধি।
পাচত কোবান্তে দ্বিজে দুয়োযান্ত কান্দি॥৩২০
কাতি হৈয়া পৰিয়া আছন্ত ৰাজা চাই।
আগতে বান্ধিয়া ভাৰ্য্যা পুত্ৰ লৈয়া যায়॥
কৰন্ত ক্ৰন্দন পৃথিবীত পাৰে লুটি।
কিবা চাই আছো প্ৰাণ নযায় কেনে ফুটি॥৩২১
হা ভাৰ্য্যা পুত্ৰ বুলি হিয়ে হানে মুঠি।
ঢাত ঢাত মাটিত পৰন্ত উঠি উঠি॥
হৃদয়ৰ মাংস কাটি কোনে লৈয়া যায়।
কৰন্ত ক্ৰন্দন তাসম্বাক চাই চাই॥৩২২
হৰি হৰি পুত্ৰ সূৰ্য্যবংশে ভৈলা জাত।
সুকোমল শৰীৰ সুন্দৰ ভৰি হাত॥
তয়ো গৈলি বিক্ৰয় জীৱন ধিক ধিক।
আউৰ কিবা দেখিয়োছো প্ৰাণ নযায় ঝিক॥৩২৩
হা প্ৰাণেশ্বৰী হা হা ৰোতিহাশ্ব পুত্ৰ।
তোমাসাক বান্ধি নেই কৈৰ যমদূত॥
হেনসে অৱস্থা পাইলে মোৰ কৰ্ম্মফলে।
জীৱো কিক লাগি মই যাওঁ ৰসাতলে॥৩২৪
এহিমতে কান্দন্তে আছন্ত ৰাজা চাই।
মহাদৈক পুত্ৰে এবে দ্বিজে লৈয়া যায়॥
বৃক্ষে গৃহে আসম্বাৰ আঁৰ যেৰে ভৈল।
ঢুনাই পৃথিবীত পৰি ৰাজা মূৰ্চ্ছা গৈল॥৩২৫

দক্ষিণা বিচাৰি বিশ্বামিত্ৰৰ উপস্থিত

সেহি সময়ত বিশ্বামিত্ৰ পাইলা আসি।
উঠ উঠ ৰাজা বুলি দিলা উকাকাসি॥
কিবা ধন পায়া আছা দিয়োক সম্প্ৰতি।
শুনি চকমক কৰি উঠিলা নৃপতি॥৩২৬
ভাৰ্য্যা পুত্ৰ বিকি ধন পায়া আছা যত।
টুপলি মেলিয়া দিলা ঋষিৰ হাতত॥
অল্পধন দেখি তান নভৈল সন্তুষ্টি।
বুলিবে লাগিলা নৃপতিক ঋষি উঠি॥৩২৭
শুন অৰে পাপিষ্ঠ অধম কুলাঙ্গাৰ।
এহিমানে অনুৰূপ দক্ষিণা আহ্মাৰ॥
ঋষি হেন বুলি তই আমাক নগণি।
গাওঁ পৰৰয়াক যেন যাচস ভোজণী॥৩২৮
তযো হেন জান বিশ্বামিত্ৰ ঢোণ্ডা সাপ।
কিছোৰো নুহিকে একো নাহিকে প্ৰতাপ॥
এহি বুলি ক্ৰোধে আতি কাম্পে হাত পাৱ।
আজি তোক ভালমতে দেখাইবো প্ৰভাৱ॥৩২ ॥
এহি ধন পাই তোক কৰিবোহো ক্ষমা।
আজি মোৰ দেখ কেন তপৰ মহিমা॥
লৈয়ো তেৱে দেখ ৰাজা মোৰ ব্ৰহ্মবল।
ঘোৰ চণ্ডশাপে সবে বংশ যাইবি তল॥৩৩০
হেন শুনি হৰিশ্চন্দ্ৰ তৰতৰি মান।
ভাৰ্য্যা পুত্ৰ বিকি ধন পালো এহিমান॥

দিবো আৰো কিছু মোৰ নাহিকে সম্পত্তি।
এতিক্ষণে ইটো ধন লৈয়ো মহামতি ॥৩৩১
বিশ্বামিত্ৰে বোলে আৰো নকৰিবি হেলা।
এভো আছে দিবসৰ প্ৰহৰেক বেলা ॥
ইয়োবেলি খানি থাকিবোহো বাট চাই।
আউৰ পুনো বুলিবে নপাস মহাৰায় ॥৩৩২
এহি বুলি কপিঙ্গত বান্ধি লৈল ধন।
কোপমনে বিশ্বামিত্ৰ কৰিলা গমন ॥
চিন্তা ভয়ে ৰাজাৰ দগধ ভৈল মন।
শ্ৰুতি জ্ঞান হৰি গৈল নপান্ত চেতন ॥৩৩৩
দুখৰো উপৰি দুখ পাইলা মহাৰথ।
যেন জুই জলে আৰো পিম্পালিৰ পথ ॥
নেদেখো উপায় ভৈল এৰেসে মৰণ।
বিশ্বামিত্ৰ-সাগৰত নভৈলো তৰণ ॥৩৩৪
গুণি গাণ্ঠি আন একো নেদেখো প্ৰকাৰ।
আপুনাক বিকি শুজো আপুনাৰ ধাৰ ॥
এহিমতে কতোক্ষণ দঢ়াই আপুনাক।
অধোমুখ হৈয়া ৰাজা দিলা দীৰ্ঘ ডাক ॥৩৩৫
আপুনাক বিকো হেৰা যাৰ আছে মন।
ভৃত্য কৰি কিনি লোৱা আনি দিয়া ধন ॥
যাৰে নতু সূৰ্য্য আসি হোৱে অস্তাগত।
সত্বৰে বোলক আসি মোহোৰ আগত ॥৩৩৬
এহি বুলি বাৰে বাৰে ডাকন্ত নৃপাল।
শুনি ভয়ঙ্কৰ এক আসিল চাণ্ডাল ॥
যেন আঙ্গাৰৰ বৰ্ণ জ্বলৈ কলেৱৰ।
অন্ধকূপ যেন জ্বলৈ নাসিকা বিবৰ ॥৩৩৭
ডাঙ্গৰ দুগোটা চক্ষু যেন ঔৰ কড়ি।
বিকট বিদুৰ আতি দান্ত আছে তৰি ॥
ফাগুনীয়া বাব় যেন নাকৰ বতাস।
ওলমিছে পেট যেন বৰ মৌৰ বাস ॥৩৩৮
মেঘৰ গৰ্জ্জন যেন মুখত শুনি মাত।
ভেঙ্গুৰা ভেঙ্গুৰি ধূলন্তৰ ভৰি হাত ॥
তাম্ৰ বৰ্ণ গোফ দাড়ি লোহা অলঙ্কাৰ।
হাতে যাঠী ধৰি যেন ৰাক্ষস আকাৰ ॥৩৩৯
অনেক চাণ্ডালগণে বেঢ়ি আছে তাক।
মই কিনিয়োহো বুলি মাতিলা ৰাজাক ॥
কত ধন লাগে মোত কহ মুল দৰ।
কিবা অল্প লাগে কিবা লাগয় বিস্তৰ ॥৩৪০
ঢলো পৰো কৰে আতি মদ্য আছে লাগি।
অনুত্তৰ কৰি নৃপতিক মাতে ৰাগি ॥
খিল খিল কৰি উন্মত হুয়া হাসে।
ভেল ভেল কৰিয়ামদ্যৰ গন্ধ আসে ॥৩৪১
যেন দেখি ৰাজা দিলা নাকত কাপোৰ।
তোৰা কোন জাতি বুলি সোধে নৃপবৰ ॥
কিবা নাম তোহ্মাৰ সত্বৰে কহিয়োক।
চাণ্ডাল বদতি তই কিবা সোধা মোক ॥৩৪২
জাতিত চাণ্ডাল থাকো প্ৰবীৰ পুৰত।
বধ্যবধক নামে প্ৰখ্যাত লোকত ॥
মৃতকৰ বস্ত্ৰ মানে মোৰ অধিকাৰ।
শুনি নৃপতিৰ ভৈল হৃদয় বিদাৰ ॥ ৩৪৩
ৰাজায়ে বোলন্ত তই উলটিয়া যাস।
প্ৰাণান্তিকো নহো মই চাণ্ডালৰ দাস ॥
শাপ অগনিত মৰো সিয়ো মোৰ ভাল।
কোননো পাপিষ্ঠে হুইবে চিতনি চাণ্ডাল ॥৩৪৪
সেহি সময়ত বিশ্বামিত্ৰ পাইলা আসি।
তবধ নয়নে ক্ৰোধে দণ্ডক উল্লাসি ॥
ৰাজাক বোলন্ত অৰে শুন মহীপাল।
দিবেক বিস্তৰ ধন গৃহস্থ চাণ্ডাল ॥৩৪৫
পাইবো মই বিস্তৰ চাণ্ডালে যেৰে কিনে।
অল্পেসে দিবেক ধন সজ্জনে কুলীনে ॥
হেন জানি চাণ্ডালত যাইয়ো বিক্ৰয়।
মোৰ যেৰে শাপক তোহোৰ আছে ভয় ॥৩৪৬

চাণ্ডালৰ ওচৰত মহাৰাজ হৰিশ্চন্দ্ৰৰ বিক্ৰয়

ছবি

শুনি হৰিশ্চন্দ্ৰ ঋষিক বোলন্ত
শ্ৰৱণ লৈলো তোমাত।
ভুঞ্জিলো পৃথিবী আছিলো নৃপতি
সূৰ্য্যবংশে ভৈলো জাত॥
কোন সতে ভৃত্য হুইবো চাণ্ডালৰ
ইটো সবে গৰিহিত।
কুলীনৰ ঠাই আক্ষাক বিকাই
লৈয়ো দক্ষিণাৰ বিত॥৩৪৭
শুনি বিশ্বামিত্ৰে ক্ৰোধে উথলিল
হা ওৰে পাপী দুৰ্জ্জন।
মোৰ মন পূৰি দক্ষিণ দিবাক
তোহোৰ নাহিকে মন॥
যেয়ে চাণ্ডালত বিক্ৰয় নযাস
যেৱে নেদ ধন তাৰ।
এতিক্ষণে হেৰা শাপি ভস্ম কৰো
নাহিকে দোষ আমাৰ॥৩৪৮
শুনি হৰিশ্চন্দ্ৰ বিহ্বল ভৈলন্ত
সমস্তে প্ৰাণ উৰিল।
ত্ৰাহি ত্ৰাহি বুলি নিঢালে সমুলি
ঋষিৰ পায়ে পৰিল॥
চৰণত ধৰি যৰত কাতৰ
হুয়োক ঋষি প্ৰসন্ন।
শোকে বিমোহিত ভৈলো ভয়ে ভীত
দিয়োক মোক শৰণ॥৩৪৯
চাণ্ডালত মোৰ জাতি ভ্ৰষ্ট নৌক
তোমাৰেসে ভৈলো দাস।
নগাজা বিধিনি ভুৰি লোৱা কিনি
দক্ষিণা যাউক অপাৰ॥

যেহি লাগে সেহি বহন কৰিবো
ফুৰাইবো কান্ধত কৰি।
কাম্পয় হৃদয় দিয়োক নিৰ্ভয়
থাপিয়োক মোত ভৰি॥৩৫০
ৰথাপিতো ঋষি নিষ্ঠুৰ বোলন্ত
ভবিৰ এৰ নিলাজ।
টেণ্টন পালক কি কৰিবো তোক
ধনতেসে মোৰ কাজ॥
তয়ো দাস ভৈলে মোৰ অধিকাৰ
আউৰ তোৰ নাই নিয়া।
নিয়োক চাণ্ডাল আক বিকো আমি
দশ কোটি ধন লৈয়া॥৩৫১
হেন শুনি ভৈল চাণ্ডাল হৰিষ
উলস মালস মন।
ঋষিক বুজায়া খস্তেকতে আনি
দিলে দশ কোটি ধন॥
ঋষিৰ ভৰিৰ পৰা নৃপতিক
আজুৰি আনিলা ধৰি।
পাপিষ্ঠ চাণ্ডাল লগাইল ঘঞ্চাল
বান্ধি পাচ হাত কৰি॥৩৫২
যেন খণ্ট চোৰ পাইলা নৃপতিক
চাণ্ডালে কৰয় দণ্ডা।
যাস যাস বুলি মাৰন্তে লৈ যাই
উলটা যাঠীৰ খুণ্ডা॥
কতো দণ্ড ধৰি পিঠিত কোবায়ে
বিশ্ৰুতি ভৈলা নৃপতি।
একে ভাৰ্য্যা পুত্ৰ বিয়োগ দগধ
আপোনাৰো হেন গতি॥৩৫৩
এহি মতে মাৰি ধৰি নৃপতিক
আপোন গৃহক নিল।
দণ্ডি কৰি পাচে মৰাৰ উপৰে
কাম চাহিবাক দিল॥

মৃতকৰ বস্ত্ৰ দিবি আনি আৰো
যি পাস চিতা সজালি।
মহা কষ্টে দুখে নৃপতি থাকিলা
তাহাৰ আদেশ পালি ॥৩৫৪
আপোনাৰ অন্ন চাণ্ডালে নেদয়
ঘিণে মৰিবেক বুলি।
আঠে চাৰি ভাৰ দণ্ডিত ভুঞ্জন্ত
জুৰিয়া নৱ পাতলি ॥
চাণ্ডালৰ ঘৰে বঞ্চন্তে ৰাজাৰ
দণ্ডে এক যুগ যায়।
ভাৰ্য্যাক পুত্ৰক সুমৰি সদায়
কান্দে হৰিশ্চন্দ্ৰ ৰায় ॥৩৫৫
হৰি হৰি বান্ধে এৰে ভৈলি দুইয়ে
দুখতে মলিন মুখ।
সৰ্ব্বক্ষণে মোক সুমৰি নেৰাৰ
পুত্ৰৰ দেখিয়া দুখ ॥
বুলিবে নৃপতি আসিলন্ত পৰা
আম্মাক নিবে মেলাই।
ইটো আধাস্তৰ একো নজানিলি
যি ভৈল মোৰ বিলাই ॥৩৫৬
ৰাজ্যত্যাগ ভৈল সুহৃদে এৰিল
বিকিলো পুত্ৰ ভাৰ্য্যাক।
আপুনো চাণ্ডাল ভৈলো কত আছে
মোহোৰ কৰ্ম্মবিপাক ॥
আৰৰ কতেক ভুঞ্জিবো ললাট
কোন গতি হোৱে মোৰ।
কষ্টৰো উপৰি কষ্ট বাজে আসি
দুখৰো নেদেখো ওৰ ॥৩৫৭
প্ৰভাত মধ্যাহ্ন গধূলি বেলাত
এহিসে মুখত গীত।
চক্ষুৰ লোতকে পাণ্ডৰি ভিজয়
নিদ্ৰা নাসে ৰজনীত ॥
মৃতকৰ বস্ত্ৰ যি দিনা নপান্ত
চাণ্ডালে ধৰিয়া মাৰে।
এহিমতে ৰাজা চাণ্ডালৰ ঘৰে
বঞ্চিলা দুখ নিকাৰে ॥৩৫৮

মহাদেৰ কষ্ট আৰু ৰাজকুমাৰ ৰোহিতাশ্বৰ মৃত্যু

মহাদেৰো তৈতে দণ্ডে যুগ যায়
বৃদ্ধ ব্ৰাহ্মণৰ ঘৰে।
আঠে চাৰি সতী দিনেক ভুঞ্জন্ত
সিয়ো মাৰণক ডৰে ॥
ভূমিত শয়ন মলিন বসন
ধূলাৰে জটিল কেশ।
মহাদই বুলি চিনন নযায়
ভৈলন্ত মলিন বেশ ॥৩৫৯
খাইবাক নপাই কুমৰ শুখায়
দুখীৰ যেন ছৱাল।
আগত যাহান্তে ব্ৰাহ্মণ কুমৰে
তাতেসে লাগয় মাল ॥
টেৰ কৰি চান্তে সুকৃতি উবায়
লুকাইবাক নাহি সান্ধি।
দেখি পটেশ্বৰী ক্ৰন্দন কৰন্ত
পুত্ৰক গলত বান্ধি ॥৩৬০
মই দুখিনীৰ পেটত পুতাই
উপজিলি কিক লাগি।
তোৰ দুখ দেখি কেনে প্ৰাণ ধৰো
নগৈল হৃদয় ভাগি ॥
হা প্ৰাণনাথ তোমাকেসে লাগি
সৰ্ব্বক্ষণে ধূম পিউ।
আমাক মেলাইবে আসিবাক পাৰা
এহিসে আশাত জীউ ॥৩৬১

পুত্ৰে বোলে মাৰ পিতৃ আসিবন্ত
ওলাই চাই থাকে বাট।
আপদ আন্ধাৰে পোহৰ নেদেখো
কতেক দুখ ললাট॥
হৰি হৰি প্ৰভু ভালে কি আছন্তে
মোৰ দুখ আছা চাই।
নজানো বিধাতা তোহ্মাক কৰিলে
আৰো বা কোন বিলাই॥৩৬২
মহাদুখ ভৰ কতেক সহিবো
আমাক পাইলেক অন্তে।
হা প্ৰভু দেৱ যোনো প্ৰাণ যায়
তোহ্মাক নতু দেখন্তে॥
আউৰ ইটো জন্মে দেখিতে নপাইবো
প্ৰভুৰ দুই চৰণ।
ইসে মহাদুখ মই অবিহনে
পুত্ৰৰ হুইবে মৰণ॥৩৬৩
এহিমতে শান্তী সদায়ে কান্দন্ত
লোতক নাহিকে ছেদ।
শৰীৰত শোক অগ্নি নিনিমায়
হিয়াৰ নুগুচে খেদ॥
হেনয় নিকাৰে আছন্ত সুন্দৰী
ব্ৰাহ্মণৰ হুয়া দাসী।
ৰাজকুমাৰক ফুল পাৰিবাক
বুলিলা এদিন ঋষি॥৩৬৪
ব্ৰাহ্মণ বচনে ৰাজাৰ কুমাৰে
হাতে কুৰ্কীগোট লৈয়া।
ফুলনি বাড়ীতে সোমাই কুমাৰে
ফুল পাৰে ডাৰি নিয়া॥
সেহি ফুলগাছে কালসৰ্প আছে
উপৰক তুলি ফেট।
কুমৰক ক্ৰোধ কৰি মহা সৰ্পে
মাথাত মাৰিলা খোট॥৩৬৫

বিষৰ পৰশে থৰথৰি কম্পে
কুমৰৰ প্ৰাণ গৈল।
বুৰিল বুৰিল বুলি পটেশ্বৰী
পুত্ৰশোকে আউল ভৈল॥
দুইহাতে ধৰিয়া মুঠি হানে হিয়া
হা হা পুত্ৰ পুত্ৰ বুলি।
মোক যাস এৰি শোকে পাৰৈ গেৰি
মৰিলা আৰে সমুলি॥৩৬৬
মোহোৰ পুত্ৰাই কোনে লৈয়া যায়
গৰ্ভত জালিয়া জুই।
হৰি হৰি বিধি কতনো মাৰস
মোক শোকে শেলে খুই॥
ৰোহিতাশ্ব বাপ তোহোৰ সন্তাপ
কৈকনো গৈলে এৰাওঁ।
দয়াৰ কুমৰ আমাক সুমৰ
লগে যমপুৰে যাওঁ॥৩৬৭
কাক গলে বন্ধি শুইবো হাবিয়াসে
কাহাৰ চাহিবো মুখ।
মোক কোনে আসি আই আই বুলি
পাসৰাইবে সবে দুখ॥
এহি বুলি নাৰী পাৰন্ত লোটাৰি
কান্দি আৰ্ত্তনাদ কৰি।
হেন দেখি আসি ব্ৰাহ্মণে বোলয়
হাতত টোকান ধৰি॥৩৬৮
হাওৰে পাপিষ্ঠী কিসক কান্দস
খুন্দাত ভাঙ্গিবো গাল।
ভাল ভৈল তোৰ মৰিল পুতেৰ
গুচিল আল জঞ্জাল॥
আক কোনে আৰে থৰিৰে পুৰিৱে
গঙ্গাত নিয়া ভসাউ।
শুনি মহাদই দান্তে খেৰ লই
কৰিলন্ত কাউ বাউ॥৩৬৯

দেখিয়া ভৰ্চ্ছিয়া মাতিলা ব্ৰাহ্মণে
এৰাইলি এৰাইলি বুলি।
শুনি শৈব্যা পাচে মৃতক পুত্ৰক
লৈযান্ত কোলাত তুলি॥
গঙ্গাৰ তীৰক কান্দন্তে লৰিলা
জ্বলিল পুত্ৰ সন্তাপ।
কুমৰৰ গুণ বিনাই কান্দন্ত
যাহান্তে কৰি বিলাপ॥৩৭০
নমো নমো হৰি গুচায়ো সংহৰি
সংসাৰৰ দুখ ভাৰ।
কৃষ্ণৰ কিঙ্কৰ ৰচিলা শঙ্কৰ
দুলৰী ছন্দে পয়াৰ॥
শুনা সৰ্ব্বলোক হিত চিন্তিয়োক
আসনত সুখে থাকি।
পাপক সংহৰি পুৰুষ উদ্ধাৰি
হৰি হৰি বোলা ডাকি॥৩৭১

———

ভাগীৰথী তীৰত মৃত-পুত্ৰ আৰু ভাৰ্য্যাৰ
লগত মহাৰাজ হৰিশ্চন্দ্ৰৰ সাক্ষাত

পদ

পক্ষীগণ বোলে মুনি শুনি থাকা কথা।
কহো নৃপতিৰ পাচে যি ভৈলা অৱস্থা॥
এহিমতে শৈব্যা মৰা পুত্ৰ কোলে ধৰি।
পথত কান্দন্তে যান্ত আৰ্ত্তনাদ কৰি॥৩৭২
কৈক গৈলি পুতাই দুখিনীক মোক এৰি।
কিমতে ৰহিবো মই ব্ৰাহ্মণৰ চেড়ী॥
কৈত আছা হৰিশ্চন্দ্ৰ মোৰ প্ৰাণপতি।
তুমি অবিহনে ভৈলো অনাথ সঙ্গতি॥৩৭৩
তোমাৰ দয়াৰ কুমৰক খাইলা সাপে।
শুনি কেনে জীয়া মোৰ পুত্ৰৰ সন্তাপে॥
মোক কিয় প্ৰভু আসি নকৰা আশ্বাস।
পুত্ৰৰ লগতে অগনিত কৰো যাস॥৩৭৪
এহি বুলি দীৰ্ঘৰাৱে কৰন্ত ক্ৰন্দন।
সেহি বেলা হৰিশ্চন্দ্ৰ ত্ৰিশঙ্কু নন্দন॥
চাণ্ডালে পঠাইলে মৃতকক ফুৰি চান্ত।
ক্ৰন্দনৰ ৰাৱত দূৰতে নিহালন্ত॥৩৭৫
মৰিল মনুষ্য মানে পুৰিবাক প্ৰতি।
লৰৰন্তে লাগ আসি ধৰিলা নৃপতি॥
কঙ্কালত লাঙ্গতি কান্ধত কোৰ পাৰি।
বিকৃত চাণ্ডাল বেশ চিনিবে মুৰাৰি॥৩৭৬
ধূলায়ে জটিলা ভৈলা আউল সবে কেশ।
মহা কৃষ্ণবৰ্ণ ভৈলা পিশাচৰ বেশ॥
ডাড়ি গোম্ফ ভোবোকাৰ দেখি আসৈ বাস্তি।
স্বামী হেন বুলি তাঙ্ক নিচিনিলা শান্তী॥৩৭৭
চিনিবাক নুৰাৰিলা ৰাজায়ো ভাৰ্য্যাক।
অপেস্বৰাগণো ৰূপে নাটিল যাহাক॥
ৰত্নৰ শলকাগণ আঙ্গুলিৰ পান্তি।
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰৰ কান্তি॥৩৭৮
সিটো তনু শুখাই সবে ভৈল চাৰখাৰ।
পৰিল বিবৰ্ণ যেন বিকৃত আকাৰ॥
শৰীৰৰ বস্ত্ৰ আতি পৰে টোপে মলি।
যেন ভিখাৰীৰ নাৰী ধীৰে যান্ত চলি॥৩৭৯
কতো বেলি পাইলা গৈয়া ভাগীৰথী তীৰ।
দুখে শোকে শান্তীৰ শৰীৰ নোহে থিৰ॥
কুমৰৰ শৰীৰক কানিথানি পাৰি।
মৃতক পুত্ৰক শুৱাইলন্ত বৰনাৰী॥৩৮০
তাৰ মুখে মুখ দিয়া কৰন্ত বিলাপ।
সহিবে নুৰাৰো বাপ তোহোৰ সন্তাপ॥
কিসক নমাতা বাপ মাই মাই বুলি।
তোৰ শোক অগনি মাৰন্তে আছে পুলি॥৩৮১
এবেসে জানিলো পুত্ৰ তই গৈলি মৰি।
এহি বুলি মাটিত পৰিলা ধাত কৰি॥

অচেতন ভৈলা মাতবোল নাহি দেখি।
মৃতক শিশুক ৰাজা চাহন্ত নিৰীক্ষি ॥৩৮২
গাতে সবে আছে নৃপতিৰ যত চিহ্ন।
মহা সুলক্ষণ একো অঙ্গে নুহি হীন ॥
অনুমানে জানো এক ৰাজাৰ ছাৱাল।
কিবা দোষে ইহাৰ অল্পতে ভৈল কাল ॥৩৮৩
আক দেখি মোৰ হৃদয়ত লাগে তাপ।
এহি বয়সৰ মোৰ ৰোহিতাশ্ব বাপ ॥
এহেন আয়ত দুই কমললোচন।
এহি মুখ কৰ্ণ নাসা কপোল দশন ॥৩৮৪
সমান শৰীৰ একে অৱস্থা আকৃতি।
নজানো ব্ৰাহ্মণে কিনি নিলে কোন ভিতি ॥
এবে দুইবে উমলান্তে ফুৰৈ ৰঙ্গ কৰি।
যদি নতু যমে নেই পুতাইক পাসৰি ॥৩৮৫
হৰি হৰি শিশু ইটো কাহাৰ নন্দন।
ইহাকে দেখন্তে আসৈ উভতি ক্ৰন্দন ॥
হা পুত্ৰ শুনো তোৰ কিবা কেতিক্ষণ।
এহি বুলি ৰাজা ভৈলা সজল নয়ন ॥৩৮৬
অধোমুখে থাকিলন্ত পুত্ৰক সুমৰি।
দুনাই চেতন লভি কান্দন্ত সুন্দৰী ॥
হা সুকুমাৰ পুত্ৰ সৰ্ব্ব সুলক্ষণ।
কোনবা কুযোগে আৰ মিলিল মৰণ ॥৩৮৭
সৰ্ব্বাঙ্গে সুন্দৰ যেন সোণাৰ পুতলি।
মোক এৰি পুতাই আৰে কোন থানে গৈলি ॥
জীয়ো মানে পুতাই থৈলি হৃদয়ত শাল।
আপুনি কৰিবো আৰে আপুনাৰে কাল ॥৩৮৮
হা প্ৰাণনাথ হৰিশ্চন্দ্ৰ গৈলা কোই।
তোমাৰ স্নেহৰ হেৰা মৰো মহাদই ॥
কিয়নো আশ্বাস আৰে নকৰাহা মোক।
পৰিচ্ছেদা চাহা আসি ৰোহিতাশ্ব পোক ॥৩৮৯
প্ৰাণ পুত্ৰ কৈক গৈলা ইজন্মক লাগি।
একেশ্বৰী ভৈলো কুলক্ষণী মন্দভাগী ॥

হা বিধি ভৈল আৰে তোৰ মনে সুখ।
নৃপতিক দুখৰ উপৰি দিলি দুখ ॥৩৯০
ৰাজ্যৰ উচ্ছাদ ভৈল এৰিলা সুহৃদে।
ভাৰ্য্যা পুত্ৰ বিকা গৈল দক্ষিণাৰ পদে ॥
মহাৰাজ ঋষি হৰিশ্চন্দ্ৰ মহীপতি।
নকৰিলা বিধাতাই কোননো দুৰ্গতি ॥৩৯১
সিটো প্ৰাণনাথৰ নেদেখো আৰে ভাল।
প্ৰাণে কি জীৱয় নুশুনিলো এতকাল ॥
যোনো প্ৰভু মোৰ শোকে দুখে গৈলা মৰি।
এহি বুলি মূৰ্চ্ছা গৈয়া পৰিলা সুন্দৰী ॥৩৯২
হেন শুনি নৃপতিৰ বিস্ময় মনত।
কিবা সচেতন কিবা আছো সপোনত ॥
কৈৰ নাৰী কান্দে ইটো মোৰ নাম লই।
এহেন্তেসে জানো মোৰ শৈব্যা মহাদই ॥৩৯৩
যোনো প্ৰাণপুত্ৰ ৰোহিতাশ্ব আছে মৰি।
জানিলো নিশ্চয় ৰাজা কাতি চিত কৰি ॥
শোকে ধৰিলেক ভৈল বাতুল স্বভাৱ।
পুত্ৰ পুত্ৰ বুলিয়া ত্যজিলা দীৰ্ঘৰাৱ ॥৩৯৪
দশোদিশ অন্ধকাৰ দেখি সেহিকালে।
পুত্ৰৰ ভৰিত ৰাজা পৰিলা নিঢালে ॥
কতোক্ষণে শৰীৰত আসিল চেতন।
আকুলে ব্যাকুলে ৰাজা কৰন্ত ক্ৰন্দন ॥৩৯৫
মহাশোকে হিয়ে ভুকু মাৰি নৰনাথ।
হা পুত্ৰ বুলি কতো আস্ফালন্ত মাথ ॥
কতো উঠি উঠি ৰাজা পৰন্ত আছাৰে।
কদলি বৃক্ষক যেন বতাসে উপাৰে ॥৩৯৬
পুত্ৰ মুখে মুখ দিয়া কৰন্ত বিলাপ।
কিমতে এৰাইবো আৰে তোহোৰ সন্তাপ ॥
ইটে চক্ষু মুখ নাসা কপোল দেখন্তে।
হিয়া ফুটি নযায় এভো আছোহো জীয়ন্তে ॥৩৯৭
কোনে খেদি আসিবেক পিতা পিতা বুলি।
হৃদয় আনন্দোলে কাক কোলে লৈবো তুলি ॥

কাৰ ধূলি মাটি মোৰ লাগিবে কোলাত।
ভোক লাগে বুলি কোনে লগাইবেক মাত॥৩৯৮
মোহোৰ কোলাত কোনে জুৰিবেক আন্ধি।
কোনেনো মুখত চুমা দিবো গলে বান্ধি॥
প্ৰাণতো অধিক মোৰ স্নেহৰ পুতাই।
কৈক যাস মোক শোক সাগৰে পেল্লাই॥৩৯৯
মৎস্য যেন তোক মই বিকিলো পাপিষ্ঠে।
সেহি কষ্টে মোক জানো এৰি গৈলি নিষ্টে॥
হা বিধি এতেক কৰিয়া ক্ষমা নাই।
সৰ্প হৈয়া খাইলে মোৰ পুত্ৰক দুনাই॥৪০০
যতেক সৰ্ব্বস্ব ৰাজ্যভাৰ মোৰ গৈলা।
একেশ্বৰ ভৈলো পুত্ৰ ভাৰ্য্যায়ো নৰৈলা॥
আপুনি চাণ্ডাল ভৈলো গৈল জাতি কুল।
সবেও নভৈল পুত্ৰ সন্তাপৰ তুল॥৪০১
কোন দৈৱে কুমৰক খাইলে সৰ্প হুই।
মোক খাহা আসি এৰাওঁ পুত্ৰশোক জুই॥
এহি বুলি নৃপতি কান্দন্ত হুকহুকি।
কৈক গৈলে ৰোহিতাশ্ব বুলি দেন্ত উকি॥৪০২
মৃতক পুত্ৰক হৃদয়ত ধৰি তুলি।
নিচালে পৰিলা দুনাই পুত্ৰ পুত্ৰ বুলি॥
সহিবে নোৱাৰি ৰাজা শোকৰ ঝমক।
হৰিল চেতন যেন দেখিলা যমক॥৪০৩
নাহি মাত বোল থাকিলন্ত মূৰ্চ্ছা গই।
হেন দেখি বিস্ময় ভৈলন্ত মহাদই॥
কৈৰ গোটে কান্দে কুমাৰক আঙ্কোৱালি।
বিলাপ এৰিয়া শৈব্যা চাহন্ত নিহালি॥৪০৪
হৰিশ্চন্দ্ৰ নৃপতিৰ শুনো যেন মাত।
তেনয় আকাৰ সুবলিত ভৰি হাত॥
নিশ্চয় জানিলো মোৰ হোৱে প্ৰাণনাথ।
তাহানেসে দেখো ইটো ছত্ৰাকৃত মাথ॥৪০৫
সেহিসে উন্নত নাসা যেন তিল ফুল।
প্ৰভুৰ দশন দেখো কুন্দকড়ি তুল॥
পদ্মসম লোচন কুঞ্চিত নীল কেশ।
বহল হৃদয় সিংহবন্ধ কটিদেশ॥৪০৬
ললিত বলিত সেহি অঙ্গুলিৰ পান্তি।
চন্দ্ৰবিম্ব সম সুহি সেহি নখ কান্তি॥
এহেন্তেসে নৃপতি জানিলো নিষ্ট কৰি।
ভালেতো কান্দন্ত কুমৰৰ গলে ধৰি॥৪০৭
এক মনে বোলো যদি ৰাজা স্বৰূপত।
কিসক ফুৰন্ত ইটো শ্মশান শালত॥
হাতে কোৰখানি নেখো চাণ্ডালৰ নয়।
এহি বুলি শৈব্যা শান্তী ভৈলন্ত বিস্ময়॥৪০৮
কিবা কুলক্ষণ আছে বুলি বিচাৰন্ত।
মস্তকৰপৰা তান চৰণ পৰ্য্যন্ত॥
সকলো অঙ্গক শান্তী চাহন্ত নিৰেক্ষি।
আছন্ত এগোটা ৰেখা ভৰিতলে দেখি॥৪০৯
মহা কৃষ্ণবৰ্ণ আতি নিন্দিত সাক্ষাত।
চাণ্ডাল হুইবেক হেন ৰেখা আছে তাত॥
তাক দেখি শান্তী আতি ভৈলা বিমোহিত।
তমোময় দেখিয়া পৰিলা পৃথিবীত॥৪১০
কতো বেলি সন্ধুকিয়া গদ গদ মাত।
অধোমুখ ভৈলন্ত গালত দিয়া হাত॥
সৰ সৰি পৰৈ লোহ কৰন্ত বিষাদ।
ধিক্ ধিক্ বিধি তোৰ হেনসে মৰ্য্যাদ॥৪১১
দুতি ইন্দ্ৰ যেন হৰিশ্চন্দ্ৰ মহীপাল।
ইহাঙ্ক কৰিলে আনি অধম চাণ্ডাল॥
ধিকাৰ আছোক তোৰ দাৰুণ হৃদয়।
যতেক বিহিত তোৰ সকলে কুনয়॥৪১২
ৰাজ্যৰ খেদাইলে যত এৰিল সুহৃদে।
বিকুৱাইলে ভাৰ্য্যা পুত্ৰ দক্ষিণাৰ পদে॥
এতেক অৱস্থা দিয়ো নেৰিলে ৰাজাক।
চাণ্ডাল কৰিলে নিয়া কোননো বিপাক॥৪১৩
হৰি হৰি কিনো ইটো পৰম অদ্ভুত।
পৰম আশ্চৰ্য্য আৰে মিলিল পাৰত॥

কৃষ্ণৰ কিঙ্কৰে পদ ভণিল শঙ্কৰে।
ডাকি হৰি হৰি বোলা লোক নিৰন্তৰে ॥৪১৪

———

ছবি

স্বামীৰ অৱস্থা দেখি পতিব্ৰতা মহাদৈৰ
শোকানল জ্বলে নিদাৰুণ।
অন্যান্ত চেতন জ্ঞান দহৰৈ সমস্ত প্ৰাণ
পুত্ৰৰ সন্তাপে দশগুণ ॥
বুকু যেন যাই ফুটি ধৰিবে নুৰাৰি উঠি
নৃপতিৰ গলত বান্ধিল।
বৰ্ণাই বৰ্ণাই গুণ অনেক কাৰুণ্য কৰি
মুখ চাই অনেক কান্দিল ॥৪১৫
হৰি হৰি মহাৰাজা প্ৰাণৰ বল্লভ মোৰ
সাতো পৃথিবীৰ অধিপতি।
কিছু নোহে বেদধৰ্ম্ম হেন কি অযোগ্য কৰ্ম্ম
তুমি ভৈলা চাণ্ডাল সঙ্গতি ॥
শোকে দুখে দহে দেহা মাথা তুলি মোক চাহা
তথু মহাদই মৰো কান্দি।
পাসৰিলা মোৰ নেহা এৰিলাহা পূৰ্ব্ব স্নেহা
আশ্বাস নোবোলা গলে বান্ধি ॥৪১৬
সৰ্ব্ব সৌভাগিনী নাৰী পৃথিবীত আছো পৰি
মোক শোক শেলে আছে শালি।
আজি প্ৰভু দেৱ কেনে সুৱৰ্ণৰ সিংহাসনে
নোতোলাহা মোক আঙ্কোৱালি ॥
হৰি হৰি প্ৰভু দেৱ কিসক কেৱল গাৱ
শুতিয়াছা কেৱলে ভূমিত।
নেদেখোহো ছত্ৰদণ্ড নুশুনোহো বাদ্য ভণ্ড
আগত নকৰৈ নৃত্য-গীত ॥৪১৭
পয়ানৰ বেলা যাৰ সেনাৰ নেদেখো পাৰ
হয় হস্তী ৰথ যাই জুৰি।
বাদ্য ভণ্ড কোলাহল কৰ্ণত হানয় তাল
পাতালপুৰতো লাগে হুড়ি ॥
নদীসব উঠে পঙ্ক স্বৰ্গতো লাগয় চঙ্ক
শত্ৰুৰ যাইবাক পুৰী নাই।
সিনো শ্ৰী কৈক গৈল হেনসে বিপত্তি ভৈল
শ্মশানত ফুৰে মহাবায় ॥৪১৮
আগুৱান বেলা যাক মহা মহা ৰাজাজাক
সঘনে ধৰয় সবে আল।
হাতে শেল শূলধৰি ফুৰে সবে দম্ভ কৰি
ৰিপুৰ মধ্যত যেন কাল ॥
কত ছত্ৰ ধৰে মাথে কাহাৰো ভৃঙ্গাৰ হাতে
কেহ কৰে চামৰে বতাস।
কিনো বিধি বিপৰ্য্যয় দেখি কি হৃদয় সয়
হেন ৰাজা চাণ্ডালৰ দাস ॥৪১৯
সিংহাসনে থাকা চৰি মহা পাত্ৰগণে বেঢ়ি
থাকে যেন ইন্দ্ৰক ত্ৰিদশে।
স্বৰ্গ মৰ্ত্ত্য ৰসাতলে যাক সম নাহি বলে
জগত ব্যাপিল যাৰ যশে ॥
বুদ্ধি বৃহস্পতি সম আছিলাহা নৰোত্তম
কোন দৈৱে দিলেক আপদ।
মৃতকক চুইয়া আসি শ্মশানত থাকা বসি
কাক গৃধ্ৰে আৰে সভাসদ ॥৪২০
শৱৰ মাংসক গিলি পিশাচৰ কিলকিলি
যক্ষ ৰক্ষগণে চমৎকাৰ।
নাড়ী মুণ্ড ভণ্ডচয় শুনিতে কৰ্দ্দমময়
চিতা ধূমে দেখি অন্ধকাৰ ॥
শৃগালৰ ঘোৰ ৰাৱ শুনি শিহৰয় গাৱ
শৱদে লাগয় কৰ্ণে ত্ৰাস।
হৰি হৰি হৰিশ্চন্দ্ৰ পৃথিৱী লোকৰ ইন্দ্ৰ
তোহ্মাৰ হেনসে স্থানে বাস ॥৪২১
এহি বুলি পটেশ্বৰী স্বামীৰ গলত ধৰি
কৰিলন্ত বিষাদ আশেষ।
উঠিয়োক মহাৰাজ স্বৰূপ কহিয়ো কাজ
কেনে ভৈলা চাণ্ডালৰ বেশ ॥

তোক্ষাৰ অৱস্থা যিবা   স্বৰূপত দেখো কিবা
কিবা দেখিয়াছো সপোনত।
ইয়ো যেৱে হোৱৈ সঙ্কা তপ জপ সবে মিছা
আউৰ ধৰ্ম্ম নাহি সংসাৰত ॥৪২২
স্বপ্নতো তোমাৰ মতি   পাপত নাহিকে ৰতি
পৰম বৈষ্ণৱ ৰাজ ঋষি।
আত মই মৰো মৰ্ম্মে   মহাযজ্ঞে দান ধৰ্ম্মে
সহায় নভৈল কেহো আসি॥
হেন শুনি নৃপবৰ   শোকে দহে কলেৱৰ
কান্দিল শৈব্যাৰ গলে ধৰি।
গড়াগড়ি পৃথিবীত   কতো বেলি ধৰি চিত
সম্ভুকিলা ৰাজা পটেশ্বৰী ॥৪২৩
যিমতে চাণ্ডাল ভৈলা   ভাৰ্য্যাত সকলে কৈলা
নিশ্বাস তেজিয়া নৃপবৰ।
শৈব্যায়ো কহিলা তাপে   যেনমতে খাইল সাপে
যেনমতে মৰিল কুমাৰ॥
নৃপতি বোলন্ত প্ৰিয়া   নসহে আমাৰ হিয়া
আপদৰ নেদেখেহো পাৰ।
কেৱলেসে আছে প্ৰাণ   নষ্ট ভৈল শ্ৰুতিজ্ঞান
দশোদিশ দেখো অন্ধকাৰ ॥৪২৪
দুখ ভুঞ্জি নপাওঁ ওৰ   মৰণত পৰে মোৰ
উপায় নেদেখো মই আন।
কিন্তু মই পৰাধীন   চাণ্ডালৰ ধাৰো ঋণ
কেনমতে এৰো আৱে প্ৰাণ॥
চাণ্ডালত মুসুধিয়া   যেৱে মই মৰো গৈয়া
জলত বঞ্চিত কৰি যাস।
নৰকত কাল খপি   উপজিয়া পুনৰপি
এহি চাণ্ডালৰ হৈবো দাস ॥৪২৫
অনেক যাতনা পাইবো ঘোৰৰ নৰকে যাইবো
ছেদিবেক অসি পত্ৰ বনে।
হাতে ভৰি বান্ধি দিয়া   মাথাত কৰত দিয়া
ছিৰিবেক যম দূতগণে॥
যতেক নৰক আছে   সবাহাক্কে ভুঞ্জি পাচে
চাণ্ডালৰো হইবো অধিকাৰ।
এৱে কোন বুদ্ধি কৰো   কিবা জীওঁ কিবা মৰো
চিন্তা সাগৰৰ নপাওঁ পাৰ ॥৪২৬
শুনা বান্ধে মহাদই   পুত্ৰৰ সন্তাপে মই
জীৱাক নাহিকে মোৰ মতি।
নৰককো দেওঁ পিঠি   মৰিবোহো নিষ্টে নিষ্ঠি
পাচে যেন লাগে হৌক গতি॥
চৌৰাশী নৰক ঘোৰ   পুত্ৰৰ সন্তাপে জোৰ
কেহো নুহি কহিলো সাক্ষাত।
যাৰ গাৱে ভৈল তাপ   সি কি আৰো চাৱৈ পাপ
যেনেতেনে কৰে আত্মঘাত ॥৪২৭
এখানে সাজিবো চিতা   পুত্ৰক তুলিয়া তথা
জালিবো অগনি যত্ন কৰি।
প্ৰাণকো এৰিবো আশ   বহ্নিত কৰিবো ভাস
পুত্ৰৰো লগতে যাইবো মৰি॥
নবাধিবা বান্ধে মোক   এৰাওঁ ইটো মহাশোক
আপোনাৰ কৰো আজি কাল।
এহি বুলি ৰাজা কান্দি   ভাৰ্য্যাক গলত বান্ধি
অধোমুখ ভৈলা মহীপাল ॥৪২৮
নমো নমো জগন্নাথ   ভূমিত নমায়া মাথ
চৰণত কৰো নমস্কাৰ।
কৃষ্ণপদ প্ৰসাদত   সিদ্ধি হৌক অভিমত
পদ হৌক অশেষ প্ৰচাৰ॥
কায়স্থ শঙ্কৰ কবি   কৃষ্ণৰ চৰণ সেৱি
ছবি পদচয় নিগদতি।
শুনিয়োক সৰ্ব্বলোক   বৈকুণ্ঠক চলিয়োক
হৰি হৰি বুলিয়া সম্প্ৰতি ॥৪২৯

---

### মহাৰাজ হৰিশ্চন্দ্ৰ আৰু মহাৰাণী শৈব্যাৰ কথোপকথন

পদ

পক্ষীগণে বোলে মুনি শুনা আত পৰে।
কতো বেলি সন্ধুকিয়া ৰাজা অনন্তৰে॥
উঠিয়োক প্ৰিয়া আৰে শোক পৰিহৰি।
ব্ৰাহ্মণৰ গৃহক চলিয়ো প্ৰাণেশ্বৰী॥৪৩০
ধন দি কিনিলা দাসী ভৈল মহাদই।
কেনমতে ব্ৰহ্মস্বক শুজিবে বান্ধই॥
ঘোৰ ব্ৰহ্মস্বক সুমৰন্তে লাগে ত্ৰাস।
আছোক আমাক দহিবেক আশ পাশ॥৪৩১
যিবা জনে খায় বিষ তাকে মাত্ৰ মাৰে।
ব্ৰহ্মাস্বে দগধ কৰে পুত্ৰ পৰিবাৰে॥
আছো আন ব্ৰাহ্মণৰ হৰৈ তিল কুশ।
দুৰ্ব্বাৰ ব্ৰহ্মস্বে দহে একৈশ পুৰুষ॥৪৩২
চাণ্ডালৰ অন্নস্বক মোৰ নাহি ডৰ।
ইহাক বৰ্খিলে নষ্ট হুইবো একেশ্বৰ॥
ব্ৰাহ্মণৰ ব্ৰহ্মস্বে সবংশে যাইবো তল।
হেন জানি বান্ধে সত্বৰ কৰি চল॥৪৩৩
কদাচিতো ব্ৰাহ্মণক নুবুলিবা খৰ্ব্ব।
আউৰ ৰাজভাৰ্য্যা হেন নকৰিবা গৰ্ব্ব॥
আঠো অঙ্গ মাৰি দাসীভাৱে নিবা কাল।
দেৱ হেন বুলি লৈবা ব্ৰাহ্মণৰ আল॥৪৩৪
উপদেশ বাণী প্ৰাণেশ্বৰী তই শুন।
মোৰ মুখে কতেক বৰ্ণাইবো তোৰ গুণ॥
তই হেন ভাৰ্য্যা পাইলো কত জন্মভাগে।
তোহোৰ কথাক আৰে কি কৰিবে লাগে॥৪৩৫
কৰ্ম্ম সময়ত তোক মন্ত্ৰী বুলি লেখি।
ৰমণ বেলাত যেন তই প্ৰাণসখী॥
স্নেহৰ প্ৰস্তাৱে তই মাতৃ যেন ঠান।
পালন বেলাত তই দাসীৰ সমান॥৪৩৬
কত তপসাই পাইলো তই হেন ভাৰ্য্যাক।
আতি অল্পকালে বিধি দণ্ডিলে আমাক॥
কৰিবে নপাইলো অযোধ্যাত সুখভোগ।
আজি হন্তে তোৰ মোৰ মিলিল বিয়োগ॥৪৩৭
কেলি কৌতুহলে আছিলিহি মোৰ পাশ।
ক্ৰীড়াত কৰিলো তোক যিবা পৰিহাস॥
যেন ভৈল ৰঙ্গৰ সময় মন ৰোষ।
এহি তোত সাধো তাত নধৰিবি দোষ॥৪৩৮
আজি পৰিচ্ছেদা তোৰ মোৰ দেখাদেখি।
ইজন্মক লাগি মোক মেলি চোৱা আখি॥
থাকিয়োক বান্ধে মাতি যাওঁ যমপুৰ।
পুত্ৰৰ আশাক আজি হন্তে কৰ দূৰ॥৪৩৯
শুনি মহাদইৰ ভৈল অন্তৰীক্ষ প্ৰাণ।
কতো বেলি শৰীৰত নাছিলন্ত জ্ঞান॥
নসহে হৃদয় শোকে পোৰৈ ভকভকি।
স্বামী আগে পৰিয়া কান্দয় মকমকি॥৪৪০
বজ্ৰ হেন বাণী কেনে বুলিলা নুগুণি।
তুমিও জানিলা মই হেন নিদাৰুণী॥
ধৰিবে কি পাৰো প্ৰাণ পতি পুত্ৰশোকে।
এত কদৰ্থনা কেনে কৰিলাহা মোকে॥৪৪১
দণ্ডেকো নেদেখি মোক নাছিল নিবাস।
মৰণ বেলাত কেনে এৰিবাক চাস॥
হেনয় নিষ্ঠুৰ বাণী বোলা কোনমতে।
আজিসে হৃদয়ে বিদাৰিলা কৰৰতে॥৪৪২
স্ত্ৰীজাতি ভৈলে তাৰ স্বামী জীৱ প্ৰাণ।
স্বামীসে দেৱতা ঘত তপ জপ ধ্যান॥
হেন স্বামী মৰিলে যি জনী নমৰয়।
বজ্ৰতো অধিক দেখো তাইৰ হৃদয়॥৪৪৩
দণ্ডেকো নিজীৱো প্ৰভো তুমি অবিহনে।
কুলক্ষণী বিধৱাৰ কি কৰে জীৱনে॥
মই নেযো তথাপিতো প্ৰাণ যায় এৰি।
কোনমতে ৰাখিবোহো ব্ৰাহ্মণৰ চেড়ী॥৪৪৪

সহগামী যাওঁ কৰ্ম্মে যেন যুৰাই হোক।
ধৰিবেক মুৰাৰো দুস্সহ দুখ শোক ॥
হেন জানি প্ৰভো আৰ নকৰা নৈৰাশ।
তোমাৰ লগতে অগনিত কৰো ভ্ৰাস ॥৪৪৫

এখন চিতাত মৃতপুত্ৰৰ শ তুলি ৰজা আৰু ৰাণীৰ আৰোহণ

ৰাজা বোলে বান্ধে তভো এতে বোল বাণী।
অগনিত পৰিয়া মৰিবো তিনি প্ৰাণী ॥
উঠিলন্ত ৰাজা এহি দিয়া সমিধান।
গঙ্গাতীৰে নিৰ্ম্মিলা বহল চিতাখান ॥৪৪৬
কৰন্ত সত্বৰ আতি মৰিবাক লাই।
আনিল শুখান কাষ্ঠচয় মহাবায় ॥
কেতিক্ষণে প্ৰাণ যাইব চিতে উত্তাৰলে।
স্নানিলন্ত গৈয়া দুয়ো নামি গঙ্গাজলে ॥৪৪৭
মৃতক পুত্ৰৰ গাৰ ধুৱাইলন্ত আনি।
গঙ্গাক নমিয়া উঠিলন্ত দুয়ো প্ৰাণী ॥
পুত্ৰক চিতাত তুলি লগাইলন্ত জুই।
কৃষ্ণক নমিলা পাচে কৃতাঞ্জলি হুই ॥৪৪৮
কৰযোৰে অগ্নিকো কৰিলা প্ৰদক্ষিণ।
বিষ্ণুক চিন্তিয়া দুয়ো ভৈল ভয় হীন ॥
প্ৰাণত নিস্নেহ হুয়া কৰি মন সাস।
হৰি হৰি বুলিয়া বহ্নিত দিলা ভ্ৰাস ॥৪৪৯
উথলিয়া গৈল বহ্নি গগন শিখৰ।
নেদেখিয় তিনিয়ো প্ৰাণীৰ কলেৱৰ ॥
দশোদিশে বোল উথলিল হাহাকাৰ।
হা মহাৰাজা পুৰি ভৈল চাৰখাৰ ॥৪৫০
অশেষ প্ৰশংসা কৰে স্বৰ্গৰ দেৱতা।
সাধু হৰিশ্চন্দ্ৰ সাধু শৈব্যা পতিব্ৰতা ॥
বৰষিল অসংখ্যাত কুসুম সুবতি।
অন্তৰীক্ষ ঢাকি বাৰে দেৱৰ দুন্দুভি ॥৪৫১

ৰজা হৰিশ্চন্দ্ৰ আৰু ৰাণীৰ পুত্ৰৰ সৈতে স্বৰ্গগমন

পুণ্যৰ প্ৰভাৱে বহ্নি ভৈলা সুশীতল।
দহিলন্ত মাত্ৰ সবে শৰীৰৰ মল ॥
গুচিল কুবেশ ভাসম্বাৰ কলেৱৰ।
প্ৰকাশয় যেহেন নিৰ্ম্মল শশধৰ ॥ ৪৫২
সেহিবেলা ধৰ্ম্ম ইন্দ্ৰ বিশ্বামিত্ৰ ঋষি।
কৰিলন্ত নৃপতিক প্ৰশংসা হৰিষি ॥
ধন্য ধন্য হৰিশ্চন্দ্ৰ বৰ যশ পাইলি।
আথেবেথে বহ্নিক নিমাইল পানী ঢালি ॥৪৫৩
বাৰে বিদ্যাধৰে অপেস্বৰা কৰে নৃত্য।
ইন্দ্ৰদেৱে শৰীৰত সিঞ্চিল অমৃত ॥
জীলা ৰোহিতাশ্ব তৈত উঠিয়া বসিল।
দেখি ৰাজা আনন্দে পুত্ৰক আলিঙ্গিল ॥৪৫৪
হৃদয়ত সাবটি কৰিল শিৰত্ৰাণ।
আঠ গুণ তেজ দশ গুণে ভৈলা প্ৰাণ ॥
সাবটিলা আনন্দে পুত্ৰক শৈব্যা শান্তী।
মিলিল উৎসৱ সবে খণ্ডিলা দুৰ্গতি ॥৪৫৫
আপুনি পিন্ধাইলা ইন্দ্ৰদেৱে অলঙ্কাৰ।
দেৱাঙ্গ বসন মনুষ্যত অপ্ৰচাৰ ॥
দিব্য পুষ্প চন্দনে ভূষিত কলেৱৰ।
ভৈল হৰিশ্চন্দ্ৰ যেন দুতি পুৰন্দৰ ॥৪৫৬
অপেস্বৰাগণে আসি শৈব্যাক বেঢ়িল।
দিব্যবস্ত্ৰ অলঙ্কাৰে শৰীৰ মণ্ডিল ॥
পাৰিজাত সিঞ্চিল উজ্জ্বল ভৈল কান্তি।
কৰিলা দীপিতি আতি শৈব্যা মহাশান্তী ॥৪৫৭
কুমৰক পিন্ধাইলেক দিব্য অলঙ্কাৰ।
খণ্ডিলা আপদ বুলি দিলন্ত জোকাৰ ॥
গাৱে বাৰে বিদ্যাধৰে নাচে অপেস্বৰা।
সিদ্ধগণে প্ৰশংসন্ত আকাশৰ পৰা ॥৪৫৮
গন্ধৰ্ব্বে কৰিলা আতি দুন্দুভি নিনাদ।
নাৰদ প্ৰমুখে ঋষি দিলা আশীৰ্ব্বাদ ॥

ধন্য হৰিশ্চন্দ্ৰ যশ কৰিলা প্ৰখ্যাত।
এহি বুলি শিৰত সিঞ্চিলা পাৰিজাত ॥৪৫৯
ধৰ্ম্মে আসি বোলন্ত নৃপতি উঠ উঠ।
আমি ধৰ্ম্ম ইন্দ্ৰ তযু কৰ্ম্মে ভৈলো তুষ্ট॥
দিব্য বিমানত আসি চলিয়ো সম্প্ৰতি।
স্বশৰীৰে স্বৰ্গক চলিযো মহামতি ॥৪৬০
বাসৱ বদতি শুনা হৰিশ্চন্দ্ৰ ৰায়।
মোৰ তাপে তোহ্মাৰ নিৰ্ম্মল ভৈল কায় ॥
আগ বঢ়াইবাক আসিয়াছো দেৱবৰ্গ।
ভাৰ্য্যা পুত্ৰ সমন্বিতে চলিয়োক স্বৰ্গ ॥৪৬১
আউৰ পৃথিবীত থাকিবাক নাহি যোগ্য।
দেৱগণ সহিতে ভুঞ্জিয়ো দেৱ ভোগ্য ॥
মনুষ্য দুৰ্ল্লভ দিব্য বিমানত চৰি।
বিলম্ব নকৰি শীঘ্ৰে স্বৰ্গে যাহা লৰি ॥৪৬২
শুনি নৃপতিৰ মনে আনন্দ লাগিল।
এৰাইলন্ত ক্লেশ যেন নিদ্ৰাৰ জাগিল ॥
ভাৰ্য্যাৰ সহিতে ৰঙ্গে চালিলন্ত গাৱ।
ধৰ্ম্ম ইন্দ্ৰ দুইহান্তৰো নমিলন্ত পাৱ ॥৪৬৩
কৰযোৰ কৰিয়া বোলন্ত নৃপবৰ।
হৃদয়ৰ কথা শুনা ধৰ্ম্ম পুৰন্দৰ ॥
ভাৰ্য্যাক বিকিলো মই ব্ৰাহ্মণৰ ঘৰে।
আপুনিয়ো দাস মই ভৈলো চাণ্ডালৰে ॥৪৬৪
যাৱদেকে তাসম্বাৰ নপাওঁ অনুমতি।
কেনমতে আহ্মাৰ হৈবেক স্বৰ্গে গতি ॥
ধৰ্ম্মে বুলিলন্ত ৰাজা জানা নিষ্ট কৰি।
মই সে আছিলো চাণ্ডালৰ ৰূপ ধৰি ॥৪৬৫
পূৰ্ব্ব জন্মৰ কৰ্ম্ম লিখিত কপাল।
তোহ্মাৰ হুইবাক লাগে অৱশ্যে চাণ্ডাল ॥
মায়ায়ে ভুঞ্জাইলো ইটো কৰ্ম্ম ভৈল ক্ষয়।
নকৰিবা কষ্ট ৰাজা এৰিয়ো সংশয় ॥৪৬৬
বাসৱে বোলন্ত মই আছিলো ব্ৰাহ্মণ।
ভাৰ্য্যা পুত্ৰ তোহ্মাৰ কিনিয়া দিলো ধন ॥
পৰীক্ষিলো আপুনি যতেক তপধৰ্ম্ম।
এৰিয়োক চিন্তা ৰাজা নকৰিবা মৰ্ম্ম ॥৪৬৭
শুনি নৃপতিৰ ভৈল হৰিষ অশেষ।
মায়া জানি গুচিল মনৰ যত ক্লেশ ॥
ইন্দ্ৰক বোলন্ত শুনিয়োক দেৱৰাজ।
আৰো এক গোটা মোৰ আছে মুখ্যকাজ ॥৪৬৮
অযোধ্যাৰ প্ৰজা মোৰ যেন পুত্ৰ ভাই।
মই এৰিলাতে সবে মৃতক পৰায় ॥
তাসম্বাক চাহিবে মোৰ মন আছে।
প্ৰবোধিয়া প্ৰজাক স্বৰ্গক যাইবো পাচে ॥৪৬৯
মই সিটো লোকৰ সম্যক জীৱ প্ৰাণ।
তাত পৰে মোহোৰ বান্ধৱ নাহি আন ॥
তাসম্বাক নেদেখি স্বৰ্গত হৈবে দুখ।
দিয়ো অনুমতি মই দেখো প্ৰজা মুখ ॥৪৭০
বাসৱে বোলন্ত এহি হোক নৃপবৰ।
বিমানত চৰি যায়ো অযোধ্যা নগৰ ॥
আপোন ইচ্ছায়ে কৰা প্ৰজাক আশ্বাস।
পাচে মহাৰঙ্গে চলা দেৱৰ নিবাস ॥৪৭১
হেন শুনি নৃপতিৰ হৰিষ মনত।
ভাৰ্য্যা পুত্ৰ সমে আৰোহিলা বিমানত ॥
নানাবিধ দেৱ বাদ্য বাজে আগে পাচে।
গন্ধৰ্ব্বে যোগায় গীত অপেস্বৰা নাচে ॥৪৭২
বায়ে বিদ্যাধৰগণে আগত মৃদঙ্গ।
পুষ্প বৰষিয়া সিদ্ধগণে কৰে ৰঙ্গ ॥
বামে শৈব্যা পটেশ্বৰী কোলাত কুমৰ।
চলি গৈলা হৰিশ্চন্দ্ৰ দুতি পুৰন্দৰ ॥৪৭৩
চৰি বিমানত আতি ছানিয়া আকাশ।
দ্বিতীয় আদিত্য যেন কৰয় প্ৰকাশ ॥
দশোদিশ উথলি দুন্দুভি বাদ্য বাজে।
উৰ্দ্ধ দৃষ্টি সচকিতে চায় সামবাজে ॥৪৭৪
ক্ষণেকে পাইলন্ত গৈয়া অযোধ্যা নগৰী।
স্তম্ভিলা বিমান পাচে আকাশ আবৰি ॥

নানাবিধ দেৱ বাদ্য শৰদ ভুম্বুল।
দেখিয়া লোকৰ ভৈলা মনত আকুল ॥৪৭৫
ঊৰ্দ্ধ দৃষ্টি সচকিতে চাৱে সবে প্ৰজা।
দেখে বিমানত আছে হৰিশ্চন্দ্ৰ ৰাজা ॥
কোলাত কুমৰ বামে শৈব্যা পটেশ্বৰী।
শতগুণে জ্বলে কান্তি এদিনাতো কৰি ॥৪৭৬
ৰাজাক দেখিয়া ভৈলা হৰিষ প্ৰজাৰ।
শুভ শুভ বুলি সবে দিলেক জোকাৰ ॥
লৰবা লৰৰি ৰঙ্গে কৰে হুলথুলি।
নাৰীগণে জুমে জুমে পাৰয় উকলি ॥৪৭৭
আৰেসে আমাৰ সবে খণ্ডিল ললাট।
এহি বুলি প্ৰজাসবে ছানি আসে বাট ॥
ৰাজাক দেখিতে সবে ব্যাকুল স্বভাৱ।
দেখি নৃপতিয়ো নামি ভৈলা ভুমিপাৱ ॥৪৭৮
যেন পিতা পুত্ৰে কতো কালে এক ঠাই।
গুচিল বিয়োগ আনন্দৰ সীমা নাই ॥
সিঞ্চে দূৰ্ব্বাক্ষত সবে ৰাজাক আৱৰি।
হৰিষতে কান্দে কতো হাতে পাৱে ধৰি ॥৪৭৯
আজিসে আমাৰ ভৈল মানস উদ্ধাৰ।
আজি সুপ্ৰসন্ন ভৈল বিধাতা আমাৰ ॥
আজিসে জানিলো বজ্ৰ গুচাইলন্ত বিধি।
দুনাই হাত মেলি পাইলো হাৰাইবাৰ নিধি ॥৪৮০
বাৰ্ত্তাকো নপাইলো প্ৰভু গৈলা কোন থান।
তোমাক নেদেখি যেন ফুটি যায় প্ৰাণ ॥
আজিসি জুৰাইল হিয়া বোলে প্ৰজাগণে।
তোমাৰ কমল মুখ পিয়োহো নয়নে ॥৪৮১
হেন দেখি নৃপতিৰ পালটিল মন।
কোনমতে এৰে এৰি যাইবো প্ৰজাগণ ॥
মনে বিমৰিষি হৰিশ্চন্দ্ৰ নৃপবৰ।
কৰযোৰে বাসৱক দিলন্ত উত্তৰ ॥৪৮২
দেৱৰাজ তোমাক কৰোহো নমস্কাৰ।
হাতযোৰে বোলো শুনা বচন আমাৰ ॥
অযোধ্যাৰ লোকৰ আমিসে সবে প্ৰাণ।
মোক বিনা সপোনতো নিচিন্তয় আন ॥৪৮৩
দেৱতো পিভৃত কৰি আমাত ভকতি।
তাসম্বাক এৰিবাক নাহিকে শকতি ॥
স্বৰ্গ লাগি গৈলে মই পাইবো উপতাপ।
ভকতক পৰিত্যাগ হোৱে মহাপাপ ॥৪৮৪
হেন প্ৰজাগণ এৰি যাইবো স্বৰ্গ লোকে।
প্ৰজায়ে সহিতে মোক নৰকত শোকে ॥
যাহাৰ নিমিত্তে মই বোলাওঁ মহাৰাজ।
হেন প্ৰজা এৰিয়া স্বৰ্গত নাহি কাজ ॥৪৮৫
একবাক্য বোলো ইন্দ্ৰ হোৱা সাৱধান।
যেৱে তপ জপ কৰি আছো কিছো দান ॥
যেৱে মহাযজ্ঞ মোৰ ভৈল স্বৰূপত।
যিবা পুণ্যে চিৰকাল থাকিবো স্বৰ্গত ॥৪৮৬
প্ৰজাৰ নিমিত্তে মই কৰিলো উৎসৰ্গ।
মোৰ পুণ্যে প্ৰজাৰ সহিতে যাইবো স্বৰ্গ ॥
ইন্দ্ৰক শুনায়া ৰাজা বুলি এহি বাণী।
তিল কুশ আনি উৎসৰ্গিয়া দিলা পানী ॥৪৮৭
গুৰুবধ ব্ৰহ্মবধ যিবা জনে কৰে।
গৰু মাৰে ব্ৰাহ্মণৰ সুৱৰ্ণক হৰে ॥
গুৰু দাৰা হৰে আৰো কৰে সুৰাপান।
ভকতক ত্যাগে নোহে তত্তুল্য সমান ॥৪৮৮
পৰম ভক্তক যিটো এৰে দুৰাচাৰ।
ইহ পৰকালে দুখ নুগুচে তাহাৰ ॥
হেন জানি কিঞ্চিত্তেকো নেৰিবো প্ৰজাক।
বায়োক স্বৰ্গক ইন্দ্ৰ এৰিয়ো আম্বাক ॥৪৮৯
মোহোৰ লগতে যেৱে যাইবা প্ৰজাবৰ্গ।
দেৱৰাজ জানিবা তেৱেসে যাইবো স্বৰ্গ ॥
প্ৰজাৰ লগতে নৰকত হোক বাস।
প্ৰজাক এৰিবে মোৰ নাহি অভিলাষ ॥৪৯০
বাসৱে বোলন্ত শুনিয়োক মহাৰাজা।
ভিন্নে ভিন্নে পাপ পুণ্য কৰিয়াছে প্ৰজা ॥

এতেকলগে কিমন্তে কৰিবা উপভোগ।
কেনে হেন বোলা তুমি বচন অযোগ্য ॥৪৯১
তুমি কৰি আছা মহাযজ্ঞ ৰাজসূয়।
চিৰকাল স্বৰ্গত থাকিবা দেৱ হুই ॥
আপোনাৰ কৰ্ম্মকেসে ভুঞ্জিবাক পায়।
কেনমতে প্ৰজাসমে হুইবা একঠাই ॥৪৯২
হৰিশ্চন্দ্ৰ বদতি শুনিয়ো দেৱৰায়।
যেনমত্ত আহ্মাৰ হিয়াৰ অভিপ্ৰায় ॥
যতেক সিজিল কৰ্ম্ম প্ৰজাবেসে বলে।
প্ৰজা যেৱে নাহি কিবা কৰিবো একলে ॥৪৯৩
পুৰাণ কাহিনী শুনা সভাসদ যত।
বৈষ্ণৱৰ দেখা কেনে কৃপাৰ মহত্ত্ব ॥
আপোনাৰ পুণ্য দিয়া প্ৰজাক পালয়।
তপ যপ যজ্ঞ দান যতেক আছয় ॥৪৯৪
জগতৰ পুণ্যমানে জানা নিষ্ঠ কৰি।
প্ৰাণী উপকাৰৰ অল্পকো নুহি সৰি ॥
হেনজানি প্ৰাণীক অভয় দিয়া দান।
বোলা হৰি হৰি পাইবা বৈকুণ্ঠত থান ॥৪৯৫

---

অযোধ্যাৰ প্ৰজাৰ সৈতে মহাৰাজ হৰিশ্চন্দ্ৰৰ স্বৰ্গগমন

ছুলড়ী

এতেক বচন শুনিয়া ৰাজাৰ
আছিল যতেক পুণ্য।
উৎসৰ্গি দিবাৰ ফলে তেতিক্ষণে
ভৈলা সহস্ৰেক গুণ ॥
ধৰ্ম্ম ইন্দ্ৰদেৱে ধন্য ধন্য বুলি
পুষ্প বৰিষিলা মাথে।
আকাশ ছানিয়া দুন্দুভি সম্বাদ
বজাৱন্ত দেৱৰ মাথে ॥৪৯৬
বাৱে বিদ্যাধৰে গন্ধৰ্ব্বে গাৱয়
অপেস্বৰাগণে নাচে।
সিদ্ধ মুনিসবে প্ৰশংসা কৰন্ত
আনো যত দেৱ আছে ॥
সেহি বেলা ইন্দ্ৰ দূত পঠাইলন্ত
গৈলা অয়োধ্যাৱতী থান।
স্বৰ্গ হন্তে আসি গুৰিতে আসিলা
অসংখ্য কোটি বিমান ॥৪৯৭
স্বৰ্গক ছাৰিয়া নামিলা ভূমিত
যেন সূৰ্য্য অসংখ্যাত।
অমৃত সমান যত উপভোগ্য
বাঞ্ছিলে মিলয় তাত ॥
সুৱৰ্ণ কিঙ্কিণী বাজে ৰিণি জিনি
দিব্য ৰত্নে পাৰৈ ঝিকি।
জল থল জুৰি ৰহিল বিমান
অযোধ্যা নগৰ ঢাকি ॥৪৯৮
বাসৱে বোলন্ত ধন্য হৰিশ্চন্দ্ৰ
সূৰ্য্যবংশী মহাৰায়।
যেহি মনে বাঞ্ছা সেহি সিদ্ধি ভৈল
আৰো আছা কেনে চাই ॥
যাক মন আৱে তাকে লগে লয়া
বিমানে চৰোক আসি।
সৃষ্টি থাকে মানে ৰহিল তোহ্মাৰ
ইটো মহা যশৰাশি ॥৪৯৯
এতেক বচন শুনি নৃপতিৰ
হৰিষ ভৈলা আশেষ।
সমস্ত প্ৰাণীক আপুনি মাতিয়া
কৰিলা ৰাজা আদেশ ॥
অযোধ্যা নগৰে যত লোক আছা
সবে বিমানত চৰা।
সপুত্ৰ বান্ধৱে স্বৰ্গক লাগিয়া
আমাৰ লগতে লৰা ॥৫০০

যত গজ বাজী মহিষ মেথন
গৰ্দ্দভ ছাগল গৰু।
কুকুৰ বিড়াল হংস পাৰাৱত
যত তৃণ বন তৰু॥
পতঙ্গ পৰ্য্যন্তে যত জীৱ জন্তু
মোৰ অযোধ্যাত আছে।
বিমানে চৰিয়া আগতে চলোক
মই যাইবো সবাতে পাচে॥৫০১
ৰাজাৰ বচন শুনিয়া লোকৰ
আনন্দৰ নাহি পাৰ।
স্বৰ্গক যাইবাক লাগি উসমিশ
ভৈলেক সবে প্ৰজাৰ॥
লৰবা লৰৰি বিঙ্গাৰাৰ কৰি
গই হোৱৈ একঠাই।
আথেবেথে দিব্য বিমানক বাছি
লৱৈ ভাল ভাল চাই॥৫০২
আপুন গৃহৰ দুৱাৰক লাগি
লৈ যান্ত আপুনি ধৰি।
আশে পাশে সবে সৰ্ব্বস্ব তোলয়
ছাগ গৰু আদি কৰি॥
সবান্ধৱে পাচে বিমানত চৰি
পিন্ধে দিব্য অলঙ্কাৰ।
দেৱাঙ্গ বসন গাৰত চৰাৱৈ
গন্ধে পুষ্পে জাতিস্কাৰ॥৫০৩
দিব্য ৰত্নময় আসনে উঠিয়া
বসয় ইচ্ছা সুখদে।
দিব্য মালা যত পৰিধান কৰে
যোগাৱৈ পঞ্চ শবদে॥
যত দেৱ ভোগ্য ভুঞ্জে সবান্ধৱে
মিলিল কৰ্ম্মৰ ভাগ।
বিমানত চৰি আকাশৰ পথে
নৃপতিৰ লৱে লাগ॥৫০৪

এহিমতে প্ৰজা- গণে বিয়াপিল
অন্যো অন্যে ৰঙ্গে হাসি।
যত জীৱ জন্তু বিমানে চৰিয়া
পিপৰা পৰ্য্যন্তে আসি॥
সবাকো নৃপতি লগতে লৈ যান্ত
যত বৃক্ষ লতা বন।
ভূমিক ছাৰিয়া সবে আলগিল
অযোধ্যা ভৈল উচ্ছন্ন॥৫০৫
সবাৰো মাজত জ্বলন্ত নৃপতি
দিব্য বিমানত বসি।
তাৰাৰ মধ্যত উদিত ভৈলন্ত
যেন পূৰ্ণিমাৰ শশী॥
মনুষ্যৰ চেষ্টা গুচিল সবাৰো
দেৱৰ যেন স্বভাৱ।
জগতে আশ্চৰ্য্য ভৈল নৃপতিৰ
দেখিয়া পুণ্য প্ৰভাৱ॥৫০৬
ইন্দ্ৰৰ আদেশে চৰিল বিমান
গগন মণ্ডলে ঢাকি।
অসংখ্যাত কোটি কিঙ্কিণী বাজয়
দুন্দুভি শবদ জাকি॥
আনো নানাবিধ বাৱে দেৱবাদ্য
কৰে মহানৃত্য গীত।
দেৱতাৰ শ্ৰীক লভিয়া প্ৰজাৰ
আনন্দে নধৰে চিত॥৫০৭
সবাৰে মাজত উজ্জ্বল বিমান
কৈলাস সম মন্দিৰে।
দিব্য সিংহাসনে বসিয়া নৃপতি
চলি যান্ত ধীৰে ধীৰে॥
ইন্দ্ৰৰ যতেক পাৰিষদ আছে
মিলিল ৰাজাতে আসি।
আনন্দিত চিত্তে ভাৰ্য্যায়ে সহিতে
ক্ৰীড়া কৌতুহলে হাসি॥৫০৮

বাজা বীণা বেণু মৃদঙ্গ বজাৱে
গন্ধৰ্ব্বে গাৱয় গীত।
মুখ্য মুখ্য অপে- স্বৰাগণে কাছি
আগত কৰয় নৃত্য॥
কতো যোগাৱয় কৰ্পূৰ তাম্বুল
কতো ঝান্তে হাত ভৰি।
কতো দুয়োপাশে চামৰে ঢুলয়
মাথে শ্বেতছত্ৰ ধৰি॥৫০৯
অমৃত প্ৰভৃতি যত দেৱ ভোগ
আগতে যোগাৱৈ আনি।
সিদ্ধ মুনিগণে উপাসি যাহন্ত
বোলন্ত প্ৰশংসা বাণী॥
হেন মহাৰাজা নভৈল নুহিব
আউৰ পৃথিবীৰ মাজে।
কৈত শুনি আছি মনুষ্য শৰীৰে
স্বৰ্গে যায় সামৰাজে॥৫১০
এহিমতে ৰাজা আনন্দ উৎসৱে
পাইলন্ত স্বৰ্গৰ কোল।
নৃপতিক দেখি স্বৰ্গবাসী লোকে
কৰে জয় হৰি বোল॥
সাধু সাধু হৰি- শ্চন্দ্ৰ নৃপবৰ
জগত ব্যাপিল যশে।
যাৱে চন্দ্ৰসূৰ্য্য থাকিল খিয়াতি
প্ৰশংসে বেঢ়ি ত্ৰিদশে॥৫১১
হৰিশ্চন্দ্ৰ ৰাজা মহা পুণ্য বলে
প্ৰজাক নিলে উদ্ধাৰি।
নগৰ আকাৰ কৰিয়া বিমান
থাপিলন্ত শাৰী শাৰী॥
যাক যেন যোগ্য বসাইলা স্বৰ্গত
বৈলা কত দূৰ জুৰি।
অদ্যাপি স্বৰ্গত দেখিয় প্ৰত্যেক
নামে হৰিশ্চন্দ্ৰ পুৰী॥৫১২

সবাৰো মাজত যেন মেৰুগিৰি
ৰাজাৰ বিমান জলৈ।
ইন্দ্ৰতো অধিক শ্ৰীমন্ত ভৈলন্ত
প্ৰতাপে সূৰ্য্যতো বলৈ॥
পুণ্যৰ প্ৰভাৱে যতেক ত্ৰিদশে
উপাসে ৰাজাক আসি।
এহিমতে হৰি- শ্চন্দ্ৰ থাকি গল
সমস্ত স্বৰ্গ প্ৰকাশি॥৫১৩
ৰাজাৰ পুণ্যৰ সমৃদ্ধি দেখিয়া
শুক্ৰে বুলিলন্ত গুণি।
হেন ক্ষমাধৰ্ম্ম দানৰ মহত্ত্ব
নৈয়ো দেখি নতো শুনি॥
ৰাজাৰ লগত সমস্ত অযোধ্যা
আসি পাইলা স্বৰ্গস্থান।
ধৰ্ম্মৰ প্ৰভাৱে হৰিশ্চন্দ্ৰ পুৰী
ভৈগেল স্বৰ্গ সমান॥৫১৪
নমো হৰি পদ পঙ্কজ যুগল
যাক যোগী কৰে ধ্যান।
শঙ্কৰ বদতি ভৈল সমাপতি
হৰিশ্চন্দ্ৰ উপাখ্যান॥
কৃষ্ণৰ চৰণ সংসাৰ তৰণ
প্ৰণামো সহস্ৰ বাৰ।
কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে
তুলড়ী ছবি পয়াৰ॥৫১৫
শুনা সৰ্ব্বজন কৰি এক মন
মাধৱত দিয়া মতি।
হৰি বিনে আন মায়াময় জানি
কৰিয়ো হৰি ভকতি॥
ইটো কলিযুগে নাহি আন গতি
বিনে মাধৱৰ নাম।
হেলা পৰিহৰি পুৰুষ উদ্ধাৰি
ডাকি বোলা ৰাম ৰাম॥৫১৬

### বশিষ্ঠ-বিশ্বামিত্ৰৰ বক-শৰালিৰূপে যুদ্ধ

পদ

পক্ষীগণ বদতি শুনিয়ো ঋষি সুত।
নৃপতিৰ যত কথা কহিলো প্ৰস্তুত॥
তাত পাচে শুনিয়োক অদ্ভুত চৰিত্ৰ।
যেন মতে যুজিলা বশিষ্ঠ বিশ্বামিত্ৰ ॥৫১৭
যজ্ঞ সাঙ্গ কৰিয়া বশিষ্ঠ ঋষিবৰ।
পশিলন্ত গঙ্গাৰ জলৰ অভ্যন্তৰ॥
একচিত্তে বায়ুক নিৰোধি ধ্যান ধৰি।
বাৰয় বৎসৰ আছিলন্ত তপ কৰি ॥৫১৮
উঠিল জলৰ পাচে সমাধিক ত্যাগি।
লৰিলন্ত ৰঙ্গে ঋষি অযোধ্যাক লাগি॥
হৰিশ্চন্দ্ৰ ৰাজাক দেখিবে অভিলাষে।
তপে দেৱ দীপ্যমান শৰীৰ প্ৰকাশে ॥৫১৯
দিনা কতিপয়ে গৈয়া অযোধ্যাক পাইল।
নেদেখন্ত প্ৰজা নুশুনন্ত মাত বোল॥
চতুৰ্ভিতি চাহি ঋষি যান্ত আগবাঢ়ি।
একো থানে নুশুনন্ত পিম্পৰাৰ সাৰি ॥৫২০
যত পশু পক্ষী বৃক্ষ লতা তৃণ বন।
একো নেদেখিয়া ভৈলা তবধ নয়ন॥
কিবা ভৈলা বুলি তান মনত বিস্ময়।
অযোধ্যাক শূন্য দেখি দগধ হৃদয় ॥৫২১
হা হৰিশ্চন্দ্ৰ ৰাজা তুমি গৈলা কই।
কৈক গৈলা ৰোহিতাশ্ব শৈব্যা মহাদই॥
বুৰি গৈল সমূলি হাৰাইল যজমান।
কোন ভিতি গৈল আৰে যাব কোনথান ॥৫২২
উগুল থুগুল চিত্ত কৰৈ উতপাত।
মাটিত বসিয়া ঋষি গালে দিলা হাত॥
নাহি সুখ শান্তি আন্তি বিহ্বল পৰায়।
যেন ধনী আকুল ধনক হৰুৱাই ॥৫২৩

সেহি বেলা আসিলা অনেক শিষ্যগণ।
চিৰকালে বশিষ্ঠক ভৈলা দৰিশণ॥
প্ৰণাম কৰিয়া আসি আগে ভৈলা থিৰ।
বশিষ্ঠে বোলন্ত সবে হোৱা চিৰঞ্জীৱ ॥৫২৪
তুমি সবে জানা মোত কহিয়োক কথা।
কোনে অযোধ্যাৰ হেন কৰিলা অৱস্থা॥
কিবা ভৈলা হৰিশ্চন্দ্ৰ প্ৰজায়ে সহিতে।
সত্বৰে কহিয়ো মোত নসহয় চিত্তে ॥৫২৫
শিষ্যগণ বদতি শুনিয়ো ঋষিবৰ।
বিশ্বামিত্ৰে কৰিলা যতেক আথন্তৰ॥
নৃপতিক ভয় দেখাই দক্ষিণা মাগিল।
ৰাজ্যভাৰ লৈয়া পাচে দেশৰ ডাকিল ॥৫২৬
তথাপিতো ক্ষমা তান নভৈল মনৰে।
ভাৰ্য্যা পুত্ৰ বিকাইলেক ব্ৰাহ্মণৰ ঘৰে॥
চাণ্ডালত বিকাইলা ৰাজাক ক্ৰূৰমতি।
নৃপতিক নকৰিলা কোননো দুৰ্গতি ॥৫২৭
বিশ্বামিত্ৰ হেতু ৰাজা ভৈলা সৰ্ব্বনাশ।
ভাৰ্য্যায়ে সহিতে অগনিত দিলা জাস॥
দেখি ইন্দ্ৰে নৃপতিৰ চিন্তিলন্ত হিত।
স্বৰ্গক গৈলন্ত ৰাজা অযোধ্যা সহিত ॥৫২৮
হেনয় দাৰুণ দুখ শুনিয়া ৰাজাৰ।
ভূমিত পৰিল ঋষি দেখি অন্ধকাৰ॥
হা হৰিশ্চন্দ্ৰ পোন্তা পিতৃ মহাৰায়।
তোৰ অন্ন আস্বাদনে জীয়ো সৰ্ব্বদায় ॥৫২৯
পৃথিবী অনাথ ভৈলা তুমি অবিহনে।
আউৰ মহাযজ্ঞক কৰিব কোনজনে॥
এৱেসে আমাৰ ভৈল সবে আশা ছেদ।
পাপী বিশ্বামিত্ৰে কিনো দিলে হৃদি খেদ ॥৫৩০
মোৰ শত পুত্ৰক দহিলি একবাৰ।
তাতো এতমান দুখ নাহিকে আমাৰ॥
ৰাজাক খেদাইলি তই মুনিগোট হুই।
বুদ্ধিছেদ কৰি মোৰ গাৱে দিলি জুই ॥৫৩১

এহি বুলি বশিষ্ঠে ক্ৰোধত গৈলা জ্বলি।
প্ৰাণৰ বৈৰক আজি পেহ্লাইবো নিঢালি॥
ঘোৰ ব্ৰহ্মদণ্ড গোট হাতে লৈলা তুলি।
খেদি যান্ত বিশ্বামিত্ৰ আশ্ৰমক বুলি ॥৫৩২
ধূম্ৰে সমন্বিতে যেন দেখি ব্ৰহ্মকুণ্ড।
দশন কামুৰি ঋষি জোঙ্কাৰন্ত মুণ্ড॥
যেন কালান্তক যমে খেদি যান্ত জাম্পি।
প্ৰত্যেক ভৰিতে ভূমি যাই কম্পি কম্পি ॥৫৩৩
কৌশিকৰ আশ্ৰমক পাইলা মহাবেগে।
দেখি বিশ্বামিত্ৰ উঠিলন্ত সেহি ছেগে॥
হাতে ব্ৰহ্মদণ্ড ধৰি ভৈলন্ত সন্ধান।
বশিষ্ঠে দেখিয়া আসি কৰিলা গৰ্জ্জন ॥৫৩৪
শুন অৰে বিশ্বামিত্ৰ অধম দুৰ্জ্জন।
মোৰ যজমানক কৰিলি তই ছন্ন॥
বৃত্তিচ্ছেদ কৰিলি প্ৰাণত দিলি হাত।
থাক ব্ৰহ্মদণ্ডে কৰো তোৰ কন্ধপাত ॥৫৩৫
শুনি বিশ্বামিত্ৰ ক্ৰোধে জাজ্বল্য সমান।
চক্ষু পকাই বশিষ্ঠক দিলা সন্নিধান॥
এভো এদিনাৰ মতে মোক খেদি আইলি।
সেঠৰে নযাইবি আজি আন্ধাকজোঙ্কালি ॥৫৩৬
কাহাৰ আগত আসি কৰ আৰম্ফতি।
খানিতেক থাক আজি ভাঙ্গো আটিমুটি॥
কি মিলাওঁ আজি মোৰ মুনিষাই বুজ।
ত্ৰিদশে দেখক আজি তোৰ মোৰ যুজ ॥৫৩৭
শুনি বশিষ্ঠৰ কোপে নসহয় প্ৰাণে।
লম্বৰন্তে দণ্ডে কোব বৈসাইলা সন্ধানে॥
বিশ্বামিত্ৰে তাক উকৰাইলে দণ্ডপাতি।
অন্যো অন্যে কুবা-কুবি লগাইলেক আতি ॥৫৩৮
আন্দোলে আন্দোলে ঘনে ঘনে ভূমি লৰে।
থাক থিক কৰিয়া দণ্ডত দণ্ড পৰে॥
অগনি কণিকা নিকালয় জাতজাত।
সন্ধ্যাকাৰ শুনিয় বজ্ৰত বজ্ৰপাত ॥৫৩৯

অন্যো অন্যে প্ৰহাৰ কৰন্ত বিপৰীত।
খণ্ড খণ্ড হৈয়া দণ্ড পৰিলা মহীত॥
দুয়ো দুইহান্তক চাই ক্ৰোধ দৃষ্টি কৰি।
দণ্ড ভাগি গৈলা দেখি কমণ্ডলু ধৰি ॥৫৪০
দুয়ো ঋষি তৰ্জ্জি গৰ্জ্জি বোলে শতবাৰ।
হোহ বুলি কমণ্ডলু কৰন্ত প্ৰহাৰ॥
ঠাৎকাৰ শব্দ ভৈল দুই দুইতো লাগি।
ভূমিত পৰিল চূৰ্ণিকৃত হুয়া ভাগি ॥৫৪১
কমণ্ডলু নষ্ট ভৈল ধৰিল চোৰাৰি।
দুয়ো দুইহান্তকো কোব মাৰিল লৰৰি॥
চপ চপ বস্ত্ৰ যেন আছাৰয় ধোবে।
ফৰফৰি লৰৈ আতি পিঠিফৰা কোবে ॥৫৪২
কোবৰ চোটত গৈলা চোৰৰি উফাৰি।
পাচে দুয়ো ঋষি লগাইলন্ত জৰাজৰি॥
আন্দোলা আন্দুলি কৰৈ হাতে হাতে ধৰি।
বাগৰা বাগৰি কতো পৃথিবীত পৰি ॥৫৪৩
আজোৰা আজোৰি কতো বাহু বাহু চান্দি।
কতো থিয় হুয়া থাকে কত ভৰি ফান্দি॥
ধূলায়ে ধূসৰ যেন দুৰ্জ্জয় দুই মাল।
যি ঠাইত পৰে দুয়ো হৰে ভূমি খাল ॥৫৪৪
ফোফাৰন্ত দুয়ো ঋষি পীড়িল ভাগৰ।
দুয়ো দুইকো এৰি পাচে ভৈলন্ত আন্তৰ॥
কতো বেলি দুয়ো ঋষি ভৈল সন্মুক্ষণ।
কোপ অপমানে দহে বশিষ্ঠৰ মন ॥৫৪৫
দশন কামুৰি জেন্ত আঙ্গুলিৰ ঠাৰ।
এৰে চণ্ডশাপে তোৰ কৰো প্ৰতিকাৰ॥
মোৰ যজমানক বিকিলি চাণ্ডালত।
ৰাজ্যৰ নিকালি দুখ দিলি নানামত ॥৫৪৬
অৰে বিশ্বামিত্ৰ কিনো চিন্তিলি অনিষ্ট।
মোৰ শাপে হৈবি বক চতক পাপিষ্ঠ॥
এহি বুলি মৌন হুয়া থাকিলন্ত বসি।
শুনি ক্ৰোধে জ্বলি গৈল বিশ্বামিত্ৰ ঋষি ॥৫৪৭

মোত যেৱে আছে ঘোৰ তপস্যাৰ বল।
শুন অৰে বশিষ্ঠ তোহোক দিওঁ ফল ॥
মোক এৱে শাপি এৰাই যাইবে তোৰ ৰাপে।
শৰালি চতক তই হৈবি মোৰ শাপে ॥৫৪৮
দুই দোহন্তক শাপিলন্ত কোপমনে।
ঘোৰ চণ্ডশাপ আসি মিলিল তেখনে ॥
ঋষি গুচি ভৈলা দুয়ো ভয়ঙ্কৰ পখী।
মেৰু-মণ্ডলৰ সম দুহান্তক লক্ষি ॥৫৪৯
শৰালি বশিষ্ঠ ভৈলা বিশ্বামিত্ৰ বক।
ঠোঁটগোট মেলি ঢুকি পাৰন্ত স্বৰ্গক ॥
হামিতে গৰ্ভক দেখি পাতাল সমান।
দুহান্তৰ শৰীৰৰ শুনিয়ো প্ৰমাণ ॥৫৫০
বশিষ্ঠ শৰালি আতি দেখিয় প্ৰচণ্ড।
পাখীৰ চাতেতে মেঘ হয় খণ্ড খণ্ড ॥
সমুখে ৰহিল দুয়ো যুদ্ধক সমৰ্থ।
শৰীৰে ঢাকিল যোল মাসৰ যে পথ ॥৫৫১
বিশ্বামিত্ৰ বকক দেখন্তে লাগে ত্ৰাস।
ভূমিত থাকিল গলে লঙ্ঘিল আকাশ ॥
ছাব্বিশ মাসৰ পথ জুৰিলা শৰীৰে।
তলবল কৰৈ মহী চতকৰ ভিৰে ॥৫৫২
ভৈলন্ত সমুখ দুয়ো পখী মহাকোপে।
তেজন্ত আটাস আতি পৰম আতোপে ॥
প্ৰলয় কালৰ যেন মেঘৰ সম্বাদ।
স্বৰ্গত শুনিয়া সবো ভৈলা নিশৱদ ॥৫৫৩
পৃথিবীৰ লোকৰ কৰ্ণত দিলা তাল।
চমকিয়া গৈল সবে শৱদ আস্ফাল ॥
কিবা ভৈল বুলিয়া চাহন্ত বিমৰিষি।
দিব্যদৃষ্টি দেখন্ত যুজন্ত দুয়ো ঋষি ॥৫৫৪
যুদ্ধ চাহিবাক আসি ভৈল স্বৰ্গপৰা।
ইন্দ্ৰক আৱৰি আছে যত অপেস্বৰা ॥
ভয়ঙ্কৰ বক শৰালিক দেখি আসি।
সিদ্ধমুনি গন্ধৰ্ব্বসবো ৰিজ্জোত হাসি ॥৫৫৫

সেহি বেলা দুয়ো পখী সমৰে প্ৰবুদ্ধ।
বলাবলী কৰি আসি লগাইন্ত যুদ্ধ ॥
পখা মেলি দুয়ো পখী ফুৰে চক্ৰাকাৰে।
পৃথিবী বিদাৰ কৰে চৰণ প্ৰহাৰে ॥৫৫৬
মহাপাখা মেলি বকে প্ৰথমে তাড়িল।
মূৰ্চ্ছিত শৰালি যেন প্ৰাণক ছাড়িল ॥
ক্ষণেক চেতন লভি ভৈল সন্ধুক্ষণ।
থমৃথাম কৰি ধাইল যুদ্ধকেসে মন ॥৫৫৭
উপৰক ঠোঁট তুলি জাম্পিলা শৰালি।
হৃদয়ৰ মাংস নখে পেলাইলা বখালি ॥
নিদাৰুণ প্ৰহাৰত মূৰ্চ্ছা গৈলা বক।
দশোদিকে অন্ধকাৰ দেখিলা জমক ॥৫৫৮
ক্ষণেকে চেতন পাই শিহৰাইলা জ্বলি।
জঙ্ঘাৰিলা গাৰ দুয়োপখাক বখালি ॥
থাক থাক বুলি ধাইলা বিদ্যুত সঞ্চাৰে।
শৰালিক পীড়িলেক চৰণ প্ৰহাৰে ॥৫৫৯
আঞ্চুৰিল নখে ক্ষতবিক্ষতক কৰি।
শৰীৰৰ বহি যায় শোণিত নিঝৰি ॥
যেন মেৰু পৰ্ব্বতৰ বহে গেৰুধাৰ।
চোট পাই শৰালি দেখিলা অন্ধকাৰ ॥৫৬০
কতো বেলি সুস্থ হুয়া মেলিলন্ত আখি।
ঠোঁট মেলি আপোনাৰ কুৰাইলন্ত পাখি ॥
কোপে অপমানে দেহা নসহয় আৰ।
থাইলো আৱে মুণ্ড কৈক যাইবি দুৰাচাৰ ॥৫৬১
এহিবুলি মহাকোপে শৰালি চতকে।
কৰিলা উৰাউ যেন বিজুলী চমকে ॥
বকৰ পিঠিত পৰিলন্ত ভৰি জাপ্টি।
হামুকুৰি খাই বকে কৰিলন্ত যাষ্টি ॥৫৬২
মাথাত শৰালি কোপে খুটিয়াইল ঠোঁটে।
অসংখ্যাত পাখি উঘালিল গোটে গোটে ॥
ভৈলেক ঝুৰুৰিমুৰা বহে তেজধাৰ।
গিৰি শিখৰত যেন ফুটিল মন্দাৰ ॥৫৬৩

সহিবে নপাৰি বকে বিপৰীত চোট।
দুয়ো পাখা মেলিয়া মাটিত দিলা ঠোঁট ॥
কতো বেলি মানে আছিলন্ত অচেতন।
সন্ধুক্ষণ হুয়া আতি কোপ কৰি মন ॥৫৬৪
এহিমতে খঙ্গে বকে গাৰ জঙ্কাৰিলা।
চোট পায়া শৰালি সহিবে নপাৰিলা ॥
কতো দূৰে উফৰিয়া নিঢালে পৰিলা।
গিৰ গিৰ কৰি সবে পৃথিবী লৰিলা ॥৫৬৫
দেখি খঙ্গে পিঠিত উঠিল সেহি ছেগে।
মাথাত কামোৰ দিয়া ধৰিলন্ত বেগে ॥
দোঙ্গাচুঙ্গি কৰি তাক এৰাইলা শৰালি।
পাচে ঠোঁটে ঠোঁটে দুয়ো ধৰিলে কৰালি ॥৫৬৬
পাখাক উল্লাসি দুয়ো দুইকো দেয় চোট।
ভৰি ভৰি চান্দি দুয়ো ভৈলা এক গোট ॥
কৰে জৰাজৰি দুয়ো পৃথিবীত পৰি।
উপৰা উপৰি দুয়ো বাগৰা বাগৰি ॥৫৬৭
দুগোটা পৰ্ব্বত যেন যুজে অৰগাই।
দুইখান পৰ্ব্বত যেন ভৈল এক ঠাই ॥
পৃথিবী নসহে দুই পখীৰ আজোৰ।
পীড়িল যতেক বৃক্ষ ভৈল মষিমূৰ ॥৫৬৮
পৰ্ব্বততো পৰয় পৰ্ব্বত হোৱে চূৰ।
কৰিল উচ্ছন্ন পৃথিবীৰ কতদূৰ ॥
যেন মহা মেঘসব প্ৰলয় কালৰ।
শুনি মহাভয় ভৈলা যত চৰাচৰ ॥৫৬৯
জোটাজুটি আন্দোলা আন্দোলি কৰে আতি।
ভিৰ পাইয়া পৃথিবী ভৈলেক এক কাতি ॥
কতো আকাশক লাগি কৰয় উৰাৰ।
মহা মহা পৰ্ব্বতত লাগে পখাবাৰ ॥৫৭০
পাত যে উৰাই সবে সৰসৰি ভাগি।
অসংখ্যাত ফুৰয় পথাৰ বাৰ লাগি ॥
আকাশৰ পৰা পৰে পৰ্ব্বত অশেষ।
চুৰ্ণিকৃত কৰিল নগৰ গ্ৰাম দেশ ॥৫৭১

কম্পন্ত পৃথিবী আই নুহিকন্ত থিৰ।
অনন্তৰে লৰি গৈলা সহস্ৰক শিৰ ॥
এহিমতে ৰাজ্য সবে কৰিলা নিৰ্ম্মূল।
আকাশত পক্ষী দুয়ো কৰৈ হুলস্থূল ॥৫৭২
অন্যো অন্যে অশেষ পখাৰ মাৰে চাটি।
স্বৰ্গত দেৱৰো শুনি কৰ্ণ যায় ফাটি ॥
যুদ্ধ চাই যত দেৱ আছন্ত আকাশে।
উৰাইলা বিমান সবে পাখাৰ বাতাসে ॥৫৭৩
চন্দ্ৰ-সূৰ্য্যে নিয়মিতে নপাৰন্ত ৰথ।
শ্ৰুতি এৰি ঘোৰাসবে ধৰিলা বিপথ ॥
নাহিকে ভাগৰ দুইৰো ক্ৰোধ আতি চৰে।
জোটাজুটি কৰি আসি পৃথিবীত পৰে ॥৫৭৪
মহাবেগে ঊৰ্ম্মি কৰি উঠে সবে জল।
পৃথিবী বুৰাৰে সামৰাজে যাই তল ॥
সবে জীৱজন্তু প্ৰজা জাজি যেন উটে।
কুম্ভীৰ মগৰে খেদি খাই গোটে গোটে ॥৫৭৫
মিলিল প্ৰলয় জগতৰে আৰ্ত্তনাদ।
তথাপিতো দুয়ো পক্ষী নেৰয় বিবাদ ॥
সাগৰত পৰি দুই পক্ষীৰ আন্দোল।
পথাৰ চাটিত জল যায় স্বৰ্গকোল ॥৫৭৬
মৰে জীয়া জন্তুসব চৰণ আস্ফালে।
কতো বুৰ দিয়া বেগে পশিলা পাতালে ॥
দুয়ো পক্ষী কৰে দেখি দুৰ্ঘোৰ আস্ফোট।
ভয়ে নাগগণে সবে ভৈলা জোটা জোট ॥৫৭৭
দৈত্য দানৱৰ লাগি গৈল হুলস্থুল।
মিলিল প্ৰলয় বুলি প্ৰজাৰ আকুল ॥
কৰন্ত উৰাৰ কতো দুয়ো মহাবল।
পথাত উঠাৱে যত সাগৰৰ জল ॥৫৭৮
গাৰৰ বেগত জল পৰে পৃথিবীত।
যেন প্ৰলয়ৰ বেলা হুৱে বিপৰীত ॥
উটে বুৰে চৌভে প্ৰজা পৰ্ব্বত শিখৰ।
নিৰন্তৰে সবে যত আছে চৰাচৰ ॥৫৭৯

জগতৰে ধূমকেতু চতক দুতয় ।
সমস্তে লোকক কৰে অকালে প্ৰলয় ॥
তথাপি আক্ৰান্তি দুয়ো সমৰ নেৰয় ।
আকাশৰ পৰা দুয়ো পৰ্ব্বতে পৰয় ॥৫৮০
ভূমি সম হুয়া গিৰি সমূলি লুকায় ।
পৃথিবীৰ হোসকিয়া পাতালক যায় ॥
তলবল বসুমতী ভৈল জল থল ।
থিৰ হুইবে নোৱাৰন্ত দিগ্‌গজসকল ॥৫৮১
সহিবে নপাৰি আতি আন্দোলৰ দুখ ।
পাতালক যাইবে ভৈল পৃথিবী সমুখ ॥
হেন দেখি দুয়ো পক্ষী তেজি ঘোৰ ৰাৰ ।
আকাশক লাগি দুয়ো কৰিলা উৰাৰ ॥৫৮২
কাম্পে বসুমতী সবে খলকে সাগৰে ।
খসি গিৰি শৃঙ্গপৰে ভূমিত বাগৰে ॥
ঘোৰতৰ পখাৰ প্ৰচণ্ড বায় লাগি ।
অসংখ্য পৰ্ব্বত সবে পৰৈ ভাগিভাগি ॥৫৮৩
কতো দূৰ ঊৰ্দ্ধ দুই আকাশত থাকি ।
পৰে আসি গ্ৰাম দেশ নগৰক ঢাকি ॥
এহিমতে পৃথিবী কৰন্তে আছে ছন্ন ।
দশোদিশে হাহাকাৰ কৰৈ প্ৰজাগণ ॥৫৮৪
হা মাৰ বাপ ভাই বুলিয়া লৰবে ।
পলায়োক সত্বৰে পৰ্ব্বত হেৰা পৰে ॥
কতোনাৰী স্বামীক পুত্ৰক গলে বান্ধে ।
এৰে প্ৰাণ যায় বুলি আৰ্ত্তনাদে কান্দে ॥৫৮৫
পলায়ো সত্বৰে বাপু স্নেহ এৰি মোক ।
আমাৰ কৰমে আছে যেহি ঘুৰাই হোক ॥
কতো সবান্ধৱে সবে হোৱে এক ঠাই ।
কৰৈ আতি ক্ৰন্দন আউৰক আউৰে চাই ॥৫৮৬
মিলিল প্ৰলয় পলাইবাৰ নাহি থান ।
পলা পলি কৰে কোন বেলা যায় প্ৰাণ ॥
কৈৰ দাদা পেহা মহা মাতুল খুড়াই ।
পলা পলা জাণ্টে মৰে গৃহৰ বজাই ॥৫৮৭
এহিমতে সবে প্ৰাণী ত্ৰাসত লৰৱে ।
এতেকতে পৰ্ব্বত মাথাত আসি পৰে ॥
এহিমতে জগতৰে চিন্তিলা বিনাশ ।
চৰে দুইৰো ক্ৰোধ আতি নাহিকে প্ৰয়াস ॥৫৮৮
আকাশত ঘোৰ যুদ্ধ কৰিয়া বহুত ।
পৃথিবী নসহে দেখি পৰিলা মেৰুত ॥
দুৰ্ঘোৰ আন্দোলে মেৰু কৰৈ তলবল ।
প্ৰচণ্ড বাতাসে যেন জোক্কাৰয় কল ॥৫৮৯
খসি পৰে শিখৰৰ পৰা বায় লাগি ।
যত মঠ মন্দিৰ উৰিল ছিণ্ডি ভাগি ॥
যত দেৱ আছিল লাগিল উসমিশ ।
মহাবেগে প্ৰজাসব পলাই দশোদিশ ॥৫৯০
বহুবিধ দিব্য তৰু নানা উপবন ।
চৰণ প্ৰহাৰে ভৈলা পটাৰ পিসন ॥
দুয়ো মহা পক্ষীৰ নাহিকে উপশান্তি ।
জালি শিহৰাই দুয়ো দুইকো দেন্ত দান্তি ॥৫৯১
প্ৰলয়ৰ মেঘ যেন গৰ্জ্জে শতবাৰ ।
মাৰে পখা চাটি দুয়ো বিজুলী সঞ্চাৰ ॥
কামোৰা কামুৰি কৰৈ ঠোঁটে ঠোঁটে ভিৰি ।
আম্ভোৰাআম্ভোৰি দুইৰো মাংস যায় ছিৰি ॥৫৯২
শৰীৰৰৰ তেজ নদী যেন বহি যায় ।
তথাপিতো দুইকো দুই এৰাএৰি নাই ॥
আন্দোলা আন্দুলি কৰৈ দুয়ো মহাবল ।
সহিব সুৰাৰি মেৰু যায় ৰসাতল ॥৫৯৩
হেন দেখি দুয়ো উৰাও কৰিলা ঊৰ্দ্ধক ।
একতিলে পাইলা গৈয়া স্বৰ্গ ভুৱনক ॥
স্বৰ্গতো লাগিল দুই পক্ষীৰ ভুমুল ।
আন্দোলা আম্বুলি জোবা জুৰি হুলস্থূল ॥৫৯৪
মাৰে পখাচাট তেজে মহা ঘোৰনাদ ।
পৰন্তে কৰিলা গৈয়া স্বৰ্গক উচ্ছাদ ॥
দিব্য গৃহসব ছিণ্ডি ভাঙ্গি গৈলা উৰি ।
দিব্য বৃক্ষচয় যত সবে ভৈলা গুৰি ॥৫৯৫

দিব্য সৰোবৰ মানে উঠি ভৈল পঙ্ক।
দেখি স্বৰ্গবাসীৰ লাগিল বৰ ঢঙ্ক॥
মিলিল প্ৰলয় বুলি কৰে হাহাকাৰ।
পাপী দুয়ো পক্ষীয়ে চিন্তিল মহামাৰ॥৫৯৬
পলাই দেৱগণ আউৰ নসৰৈ বিপত্তি।
ক্ষণেকে উচ্ছন্ন কৰিলেক অত্ৰাৰতী॥
শুনা সভাসদ পদ কথা অনুপাম।
পোৰক পাপৰ সঞ্চ বোলা ৰাম ৰাম॥৫৯৭

---

দুলড়ী

ইন্দ্ৰক প্ৰমুখ্যে ত্ৰিদশ দেৱতা
সবে ভৈলা এক ঠাই।
ঘোৰ পক্ষী দুইক নিৰৰ্ত্তাইবে লাগি
নপান্ত খুজি উপায়॥
দাৰুণ পক্ষীৰ ওচৰ চাপিবে
কাহাৰো নাহি সাহস।
আতি আথেবেথে দেৱ লোকে সবে
গৈলন্ত ব্ৰহ্মাৰ পাশ॥৫৯৮
দিব্য সভাপাতি আছা প্ৰজাপতি
বেঢ়ি সবে চৰাচৰ।
দেখি দণ্ডৱতে পৰিয়া ত্ৰিদশে
ব্ৰহ্মাত দিলা গোচৰ॥
ভৈলা অথান্তৰ শুনা সৃষ্টিকৰ
ত্ৰিজগতে যাই তল।
বশিষ্ঠ ঋষিৰ বিশ্বামিত্ৰ সমে
লাগিল ঘোৰ কন্দল॥৫৯৯
দুয়ো দুইকো শাপি ভৈলা মহাপক্ষী
মন্দৰ মেৰু নিৰ্য্যাণ।
আতি ক্ৰোধে দুয়ো কৰে ঘোৰ যুদ্ধ
জগতে ভৈলা নিৰ্জ্জান॥

যিসব সৃষ্টিক প্ৰবন্ধে স্ৰজিলা
হেলাত কৰিলা ক্ষয়।
পৃথিবী বিনাশি স্বৰ্গত পশিয়া
কৰন্তে আছে প্ৰলয়॥৬০০
আপদে গ্ৰাসিল উদ্ধাৰা আহ্মাক
আৰে প্ৰভু পিতামহ।
তয়ু পাৰ ছাৰি আনগতি নাই
তোহ্মাতেসে সবে গহ॥
যতেক দুৰ্গতি এৰাউ প্ৰজাপতি
তোহ্মাতে লৈয়া শৰণ।
সৃষ্টি নষ্ট যায় বুলিয়ো উপায়
কিমতে যাইবো ৰক্ষণ॥৬০১
ব্ৰহ্মাই বোলন্ত শুনা দেৱগণ
এৰিয়ো সবে বিষাদ।
চলিয়ো আপোনে ভাঙ্গিবো এখনে
ঋষিৰ ঘোৰ বিবাদ॥
হৰিশ্চন্দ্ৰ ৰাজা কৰিলন্ত মহা
ৰাজসূয় মহাক্ৰতু।
প্ৰজা ক্ষয়ঙ্কৰ আশেষ বিঘিনি
মিলিলা সেহিসে হেতু॥৬০২
এহি বুলি বিধি হংসত চৰিয়া
লৰি যান্ত যাত্ৰা কৰি।
ইন্দ্ৰ আদি কৰি ত্ৰিদশে চলিলা
চৌপাশে যোগান ধৰি॥
নাৰদ প্ৰভৃতি যত দেৱ ঋষি
আগত পৰন্ত দেৱ।
মুখ্য মুখ্য যত গন্ধৰ্ব্বে যোগাৱে
নৃত্য গীত অবিচ্ছেদ॥৬০৩
ইন্দ্ৰে ধৰিলন্ত ধবল ছত্ৰক
বাসুকি ঢোলে চামৰে।
একাদশ ৰুদ্ৰ সপত সমুদ্ৰে
মূৰ্ত্তি ধৰি স্তুতি কৰে॥

আন দেৱগণে জয় ঘোষ কৰৈ
চলি যান্ত একান্তিক।
এহিমতে ব্ৰহ্মা কতোক্ষণে গৈয়া
দেখিল দুয়ো পক্ষীক ॥৬০৪
আকাশক ঢাকি উপৰত থাকি
ব্ৰহ্মা বুলিবাক লৈল।
হা উৰে পাপিষ্ঠ কেনে যুদ্ধ কৰ
সবে সৃষ্টি নষ্ট ভৈল॥
ব্ৰহ্মঋষি হুয়া ভৈলি তামসিক
অধমৰ যেন ক্ৰোধ।
জগতৰে মহা শাৰীত পৰিলি
হেনসে দুয়ো অবোধ ॥৬০৫
শুনৰে বশিষ্ঠ শুন বিশ্বামিত্ৰ
এৰ বিসম্বাদ ঘোৰ।
চিত্তত দাৰুণ উতপাত দিলি
সৃষ্টি নষ্ট ভৈল মোৰ॥
প্ৰতিফল দিবে পাৰো এতিক্ষণে
কিন্তু দিয়া আছো বৰ।
আতেসে ক্ষমিলো এৰিয়ো বিবাদ
আন্তৰা দুয়ো সত্বৰ ॥৬০৬
তথাপিতো আতি কৰৈ ঘোৰ যুদ্ধ
দাৰুণ চত্তক দুই।
ব্ৰহ্মাৰ বচন শুনি নুশুনিল
ক্ৰোধত বিশ্ৰুতি হুই॥
প্ৰাণৰ আশাক এৰি দুই হস্তে
আক্ৰান্তে কৰে প্ৰহাৰ।
হেন ভয়ঙ্কৰ সন্ত্ৰাস দেখিয়া
বিস্ময় ভৈল ব্ৰহ্মাৰ ॥৬০৭
মনে অলোচন্ত ইটো ত্ৰিজগত
কেনমতে ৰক্ষা পৰে।
যেৱে দুয়ো ঋষি যুদ্ধ কৰি মৰে
মোহোৰ বচন নৰে॥

হেন বিষ্ময়বিষ কৰি প্ৰজাপতি
দিব্য কমণ্ডলু আনি।
দুয়ো চত্তকৰ শৰীৰক লাগি
মন্ত্ৰে সিঞ্চিলন্ত পানী ॥৬০৮
ব্ৰহ্মাৰ প্ৰভাৱে পক্ষা গুচি দুয়ো
তাৰক্ষণে ভৈলা ঋষি।
দেখি শুভ শুভ বুলিয়া জোকাৰ
পাৰৈ সবে দশোদিশি॥
আনন্দে দুন্দুভি বাৰৈ দেৱগণে
কৰৈ মহা পুষ্পবৃষ্টি।
ব্ৰহ্মাক বোলন্ত তোহ্মাৰ প্ৰসাদে
দুনাই ৰহিলেক সৃষ্টি ॥৬০৯
পাচে দুয়ো ঋষি ব্ৰহ্মাক দেখিয়া
ভৈলন্ত লজ্জিত ভাৱ।
অধোমুখ হুয়া থাকিল নিচুকি
ব্ৰহ্মাৰ নমিয়া পাৱ॥
কাহাকো নচান্ত ভৈল উপশান্ত
গুচিল প্ৰচণ্ড ক্ৰোধ।
আপোনাক দুয়ো গৰিহা কৰন্ত
আসি ভৈল ব্ৰহ্মবোধ ॥৬১০.
ব্ৰহ্মাই বোলন্ত হৰিশ্চন্দ্ৰ ৰাজা
কৰিল যজ্ঞ বিচিত্ৰ।
তান দান ধৰ্ম্ম পৰীক্ষা কৰিলা
ইটো ঋষি বিশ্বামিত্ৰ॥
নৃপতিৰ ধৰ্ম্ম লক্ষকোটি গুণ
ভৈগৈল ইহান গুণি।
শুনিয়ো বশিষ্ঠ এৰিয়োক কষ্ট
আহ্মাৰ বচন শুনি ॥৬১১
এহি বুলি ব্ৰহ্মা হংসযানে চৰি
গৈলন্ত ব্ৰহ্ম ভুৱন।
আপুন গৃহত থাকিলন্ত সুখে
আমো সিদ্ধ মুনিগণ॥

পৃথিবীও সুস্থ ভৈল পুনৰপি
খণ্ডিল ঘোৰ বিঘিনি।
ব্ৰহ্মাৰ প্ৰসাদে দুনাই বাঢ়ি গৈলা
প্ৰজাগণ অনুদিনি ॥৬১২
পাছে দুয়ো ঋষি ধৈৰ্য্যক আলম্বি
চিত্ত কৰিলন্ত স্থিৰ।
ধ্যানত দেখন্ত কিছু ভেদ নাই
দুইহানো একে শৰীৰ॥
দুয়ো দুইকো চাই হাস্য কৰিলন্ত
প্ৰীতি বাঢ়ি গৈল আতি।
হিয়ে হিয়ে লাগি ধৰিলা সাৰটি
ৰঙ্গে দুয়ো দুইকো মাতি ॥৬১৩
দুয়ো দুইকো পৰি কৰি নমস্কাৰ
দুয়ো দুইৰো ধৰি পাৰ।
বোলে যত দোষ মৰষিয়ো মোৰ
দুয়ো বোলে বহুভাৰ॥
গলে বান্ধি চুমা পাৰৈ অন্যো অন্যে
অনেক আনন্দ কৰি।
তোম্মাৰ আম্মাৰ ভাগিল কন্দল
সত্যে সত্যে আজি ধৰি ॥৬১৪.
এহি বুলি দুয়ো দুইহাস্তো মেলানি
মাগি আশ্ৰমক গৈলা।
ধৰ্ম্ম পক্ষাগণে জৈমিনি ঋষিত
সকল বৃত্তান্ত কৈলা॥
ইটো মহাপুণ্য কথা যিটো পঢ়ে
শুনে যিটো একমনে।
খণ্ডিবে দুৰ্গতি বাঢ়িবে ভকতি
কৃষ্ণৰ দুই চৰণে ॥৬১৫
নমো নাৰায়ণ সংসাৰ কাৰণ
নিৰঞ্জন নিৰাকাৰ।
কৃষ্ণৰ কিঙ্কৰে ৰচিল শঙ্কৰে
বিচিত্ৰ ছন্দে পয়াৰ॥
কৰযোৰে বোলে শুনা বুধজন
আত যিবা দেখা দোষ।
ছাৱালৰ বাণী হেন অনুমানি
মনে হুইবা পৰিতোষ ॥৬১৬
কঠোৰক ভয় কথাৰ আশয়
দিলো কিছো কাব্যৰস।
অবিচাৰি তাক হঠাতে আম্মাক
নিদিবাহা অপযশ॥
বণিয়াসকলে সুবৰ্ণে গঢ়য়
অলঙ্কাৰ ভাল ভাল।
সিয়ো আনি যেবে সুৰগা নেদয়
সুবৰ্ণ নযায় জাল ॥৬১৭
হেন জানি সবে পণ্ডিত মণ্ডলী
মনত হুয়ো সন্তোষ।
হৰিক স্মৰণে খণ্ডোক এথনে
বঢ়া টুটা যত দোষ॥
ঘোৰ আতি যক শৰালিৰ যুদ্ধ
কথা ভৈলা সমাপতি।
সমজ্যায়ে ঢাকি হৰি বোলা ডাকি
সুখে সাধিয়োক গতি ॥৬১৮

**হৰিশ্চন্দ্ৰ উপাখ্যান সমাপ্ত**

শ্রীকৃষ্ণায় নমঃ

# শ্রীশঙ্কৰ বাক্যামৃত

# ভক্তি-প্রদীপ

## শ্লোকঃ

যন্নামধেয়েন ভৱাব্ধিমধ্যা ভর্য্যাঃ সমুত্তীর্য্য নৰঃ পৰম্পদম্ ।
প্রাপ্নোতি পাতক্যপি তং সমাত্তনং সদা সদানন্দমুপাস্মহে হৃদি ॥

বন্দনা

জয় জয় কৃষ্ণ কৃপাময় মহা হৰি ।
অপাৰ সংসাৰ পাৰ পাৱে যাক স্মৰি ॥
হোৱে শুদ্ধ চণ্ডাল উচ্চৰি যাৰ নাম ।
হেনয় কৃষ্ণক কৰো সহস্র প্রণাম ॥১
নমো নমো দৈৱকী-নন্দন দায়াশীল ।
তুমিসে পৰম আত্মা আৰেসে জানিল ॥
প্রভু ভগৱন্ত ভকতৰ নৱনিধি ।
কৃষ্ণক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥২
শুনা সভাসদ পাপ কৰিয়া উচ্ছাদ ।
গৰুৰ পুৰাণ কৃষ্ণ-অর্জ্জুন সম্বাদ ॥
ভকতি প্রদীপ নাম মহন্তৰ গতি ।
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্রতি ॥৩
সংসাৰ ভ্রমিলা যিটো কৃষ্ণক নজানি ।
কৰিলন্ত কৃপা মোক সেহি চক্রপাণি ॥
ঈশ্বৰ কৃষ্ণক মই ভৈলো পৰিচয় ।
হেনয় কৃষ্ণক ভজো তেজি মায়াময় ॥৪
পুত্র পত্নী তনু মিছা আনন্দৰ পুৰী ।
অসন্ত আলাপ যত সকল লহৰী ॥
মায়াময় বিষয়ত তেজি মিছা মতি ।
সদানন্দ ঈশ্বৰ কৃষ্ণক কৰো নতি ॥৫
কৃপাময় মহামুনি ব্যাসসুত শুকে ।
ভকতি প্রদীপ শাস্ত্র কৰিলা উৎসুকে ॥
জগত পৱিত্রকাৰী সাক্ষাতে অমৃত ।
আক শুনি সাধুসব হোৱে কৃতকৃত্য ॥৬
যাৰ ইচ্ছা আছে কৃষ্ণ চৰণ সেৱাক ।
যেৱে ইচ্ছা আছে মনে বৈকুণ্ঠে যাইবাক ॥
ভকতি প্রদীপ নামে ভাগৱত পদ ।
শুনা একচিত্ত মনে সবে সভাসদ ॥৭
মহাপাপচয় আছে যাৰ হৃদয়ত ।
ভকতিৰ কথা তাৰ নপশে কর্ণত ॥
জানি প্রায়শ্চিত্তৰ কৰিয়ো সবে কাম ।
প্রথমে ঘুষিয়ো কৃষ্ণ কৃষ্ণ মহানাম ॥৮
ভকতিৰ চৰিত্র অমৃত সম স্বাদ ।
শুনা সাৱধানে কৃষ্ণ-অর্জ্জুন সম্বাদ ॥

### ৰাজসূয় যজ্ঞত ঋষিসকলৰ আলাপ

মহা দিব্য সভা ময়দানরে নির্ম্মিলা।
যুধিষ্ঠিৰ ৰাজা ৰাজসূয় আৰম্ভিলা॥৯
যত দেৱঋষি ৰাজঋষি ব্ৰহ্মঋষি।
ভৈলন্ত একত্র সেহি সভাত হৰিষি॥
অন্যো অন্যে সম্ভাষন্ত মহামুনি যত।
কৰন্ত সম্বাদ সবে যাৰ যেন মত॥১০
যজ্ঞ দান ব্ৰতে মোক্ষ কাহাৰো যুগুতি।
কেহো বলে মহাযোগ জ্ঞানেসে মুকুতি॥
কেহো বোলে সাধে গতি এহি ৰাজসূয়।
অঙ্গিৰা নাৰদে বুলিলন্ত ইয়ো দুই॥১১
জ্ঞান-কর্ম্মযোগক কৰন্তে মহাকষ্ট।
অল্প ছিদ্রে কৰে যাক ক্ষণেকতে নষ্ট॥
ৰাজসূয় কৰি যেৱে ব্ৰহ্মালোকে চৰে।
পুণ্য ক্ষয় ভৈলে দুনাই সংসাৰত পৰে॥১২
যথঃ ব্ৰহ্মালোকত আচৰি তপ যোগ।
নাহি আত্মসুখ ইন্দ্ৰিয়ৰ মাত্র ভোগ॥
মায়াময় দেৱধর্ম্ম সমস্তে বিনাশী।
আত সুখ আছে বুলি শুনি উঠে হাসি॥১৩
শুনিয়া অঙ্গিৰা নাৰদৰ হেন মত।
অর্জ্জুনৰ ভৈল মহা সংশয় মনত॥

### কৃষ্ণ-অর্জ্জুন সংবাদ

কাছতে আছন্ত কৃষ্ণ তাহাক পুছন্ত।
দেৱ দেৱ পৰব্ৰহ্ম প্ৰভু ভগৱন্ত॥১৪
কৰিবে নপাৰো ঋষি মতক নিশ্চয়।
দুই মুচুযুক্তি মোৰ ছেদিয়ো সংশয়॥
ৰাজসূয় যজ্ঞ যাগ যোগ মহাদানে।
সাধে কিবা গতি বোলা তুলা সম্প্ৰদানে॥১৫
তপ জপ তীর্থ কৰি সাধে কেন গতি।
সুখে যেন বুজো কহিয়োক যদুপতি॥
হেন শুনি কৃষ্ণদেৱে দিলা সম্বিধান।
শুনা সখি কহো বেদবাক্যৰ প্ৰমাণ॥১৬
ৰাজসূয় তুলা দান কৰে যোগ যত।
পৰে পৰিবৰ্ত্তি এহি ঘোৰ সংসাৰত॥
ৰাজসূয় কৰি পাৱে ব্ৰহ্মাৰ ভুৱন।
তুলা দানে কৰৈ তপলোকক গমন॥১৭
আন যজ্ঞ কৰি পাৱৈ ইন্দ্ৰৰেসে লোক।
জ্ঞানৰ যোগৰ কথা সখি শুনিয়োক॥
ভক্তিহীন জ্ঞানযোগ যিজনে আচৰে।
নাহি একো ফল মিছা দুখ কৰি মৰে॥১৮
স্বর্গকো নপাৱে সুধা* জ্ঞানযোগ বলে। কেৱল।
যেন কাষ্ঠ পত্ৰানক বাহানে নিষ্ফলে॥
মৎস্য আশা কৰে যেন বৃষ্টিৰ জলত।
সুধা জ্ঞানযোগ জানা সখি সেহিমত॥১৯
অর্জ্জুনে পুছন্ত প্ৰভু ভৈল মহাকষ্ট।
যজ্ঞ যাগ জ্ঞান যেৱে সবে হোৱে ভ্ৰষ্ট॥
কহিয়োক হোৱে মোক্ষ কমন উপায়।
নাহি পৰিচ্ছেদদাতা তোমাত বিনাই॥২০
মাধৱে বোলন্ত সখি শুনা সবে ভেদ।
মোৰ ভকতিসে কৰে কর্ম্মবন্ধ ছেদ॥
নাহিকে প্ৰয়াস সখি সুখে মোক্ষ সাধে।
হৰিৰ ভকতি একো বিঘিনি নবাধে॥২১
তর্ক বেদ বেদান্তক যদ্যপি জানোক।
কোটি কোটি জন্মে যোগ জ্ঞান অভ্যাসোক॥
তথাপিতো নাহি মোক জানিতে শকতি।
কহো সত্য পাৱে মোক কেৱল ভকতি॥২২
নপাওঁ অন্ত কহি মহা ভকতিৰ গুণ।
হেন জানি ভকতিক ধৰিয়ো অর্জ্জুন॥
ভকতিৰ পৰে গতিদাতা নাহি আন।
বেদ শিৰোমণি মন্ত্র ইহাৰ প্ৰমাণ॥২৩

হেন শুনি ধনঞ্জয় পুছিলা দুনাই।
ভকতিসে ভৈল যেয়ে মোক্ষৰ উপায়॥
কিমত ভকতি তাৰ কিমত লক্ষণ।
কহিয়োক হৌক মোৰ জন্ম নিবাৰণ॥২৪
কোন বুদ্ধি কৰিবোহো ভকতি তোমাত।
কোনবা প্ৰয়াস আছে কহিয়ো সাক্ষাত॥
যিটো জনে কৰে আন দেৱত ভকতি।
তাৰ কেন গতি হৈবে কহিয়ো সম্প্ৰতি॥২৫
মোৰ মহাশঙ্কা দূৰ কৰা দেৱহৰি।
তুমিসি পৰম গুৰু হৈবা আজি ধৰি॥
শৰীৰক সমৰ্পিলো পাৰত তোমাৰ।
গুচায়োক মোৰ মহা অজ্ঞান আন্ধাৰ॥২৬
দিলন্ত উত্তৰ শুনি কৃষ্ণ কৃপাময়।
কহো আয়ে শুনা সাৱধানে ধনঞ্জয়॥
মোৰ কথা শ্ৰৱণ কীৰ্ত্তন বিনে আন।
নাহিকে ভকতি সখি দৃঢ় কৰা জ্ঞান॥২৭
মোৰ জন্ম কৰ্ম্ম মোহোৰেসে গুণনাম।
আকেসে কীৰ্ত্তন কৰিবেক অবিশ্ৰাম॥
মোৰ কথা শ্ৰৱণত কৰিবেক ৰতি।
আকেসে বুলিয় সখি উত্তম ভকতি॥২৮
জগতৰে আত্মা ব্ৰহ্মাদিৰো মই দেৱ।
জানি একচিত্তে মাত্ৰ মোকে কৰা সেৱ॥
মোক এৰি আন একো নভজে দেৱক।
সেহি ভক্তি একৱাৰে সমস্তে কৰ্ম্মক॥২৯
সেহি এক শৰণ ভজন অনুপাম।
নুশুনয় আন একো দেৱতাৰ নাম॥
অব্যভিচাৰিণী তাকে বুলিয় ভকতি।
নাহিকে প্ৰয়াস আত অল্পে সাধে গতি॥৩০
হেন শুনি কৃষ্ণত বিনাস্ত ধনঞ্জয়।
পুনৰপি ভৈল মহা অনন্ত সংশয়॥
তোমাত ভকতি কৰি নেৰৈ কাম ক্ৰোধ।
নিজে পাপ কৰ্ম্ম কৰৈ প্ৰাণীক বিৰোধক॥৩১ হিংসা॥

নেৰৈ হিংসা লৱৈ প্ৰাণ পশু পিম্পৰাৰ।
আন দেৱ কিবা অপৰাধী ভৈল তাৰ॥
হংস ছাগ কাটি পূজিবাৰ কিবা দোষ।
ছেদিয়োক দেৱ হৃদয়ৰ অসন্তোষ॥৩২
বোলন্ত কেশৱে শুনা ইহাৰ উত্তৰ।
হৌক নৰ যদ্যপি পৰম দুৰাচাৰ॥
মোকে মাত্ৰ ভজোক নুপূজি দেৱ আন।
তথাপি পৰম সাধু সেহি মোৰ প্ৰাণ॥৩৩
নৰাধম দোষে তাক তেজিয়ো সংশয়।
সত্যে সত্যে দিবো মোক্ষ সখি ধনঞ্জয়॥
অনাচাৰ কৰি অপৰাধী মোৰ নুহি।
আন দেৱ পূজে যিটো সেহি মোৰ দ্ৰোহী॥৩৪
মহা মোক্ষদাতা মোত পৰে নুহি কেৱ।
তথাপিতো তেজি মোক পূজে আন দেৱ॥
যিটো মহাম্লেচ্ছ খাই কুকুৰক মাৰি।
তাতো কৰি অপৱিত্ৰ সি সি অহঙ্কাৰী॥৩৫
দেখি বুৰ দিবে লাগে নাহি আত ছিদ্ৰ।
চণ্ডালৰো অশোচ্য হেন সে অপৱিত্ৰ॥
মই নিজ পিতৃক কৰিল অপমান।
ব্ৰহ্মাণ্ডতো নাহি পাপী তাহাৰ সমান॥৩৬
সেহিসে ৰাক্ষস সেহি পৰম অসুৰ।
অনেক জন্মৰ আছে পাতেক প্ৰচুৰ॥
তাতেসে অনেক পূজে কৰৈ বলিদান।
মোহোৰ বাক্যৰ সখি লৈয়োক প্ৰমাণ॥৩৭
কৰ্ম্মত বিশ্বাস হুইবে নুপজিব বোধ।
অকাৰণে ভকতক কৰিবে বিৰোধ॥
মোৰ বেদবাক্যক লঙ্ঘিলে দুৰাচাৰ।
নৰকৰপৰা তাৰ নাহিকে নিস্তাৰ॥৩৮
হেন জানি তুমি তেজিয়োক আন দেৱ।
এৰি আন কৰ্ম্ম মোক মাত্ৰ কৰা সেৱ॥
আন দেৱ ধৰ্ম্মমানে মায়াময় দেখা।
মোহোৰ বচন সখি পাষাণৰ ৰেখা॥৩৯

ইটো কৃষ্ণকথা শুনিয়োক সৰ্ব্বজন।
গীতাত কহিলা এহি কথা নাৰায়ণ॥
হেন জানি কৰা তাত সুদৃঢ় বিশ্বাস।
ভাগ্যে আসি ভৈল কৃষ্ণ দেৱতা প্ৰকাশ॥৪০
কৃষ্ণনাম ধৰ্ম্ম ভৈলা কলিত উদয়।
যাৰ ধ্বনি শুনি হোৱে পাপৰ প্ৰলয়॥
আক এৰি আন বিষয়ত কৰে আশ।
অমৃতক তেজিয়া বিষয়ক কৰে গ্ৰাস॥৪১
আপুনে কহিলা কৃষ্ণে বেদান্তৰ তত্ত্ব।
পাপে আৱৰিলে সিয়ো নপশে কাণত॥
হিয়াত নাহিকে বোধ শাস্ত্ৰ মাত্ৰ পঢ়ে।
যেন জ্ঞানহীন শুকসাৰ বাণী ৰড়ে॥৪২
কেতিক্ষণে পৰে প্ৰাণ তাৰ নাহি স্থিত।
হেন জানি কৃষ্ণৰ চৰণে দিয়ো চিত॥
কৰিয়ো যতনে যম তৰিবাৰ কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥৪৩

---

### অৰ্জ্জুনৰ আগত শ্ৰীকৃষ্ণৰ সুশীল ব্ৰাহ্মণ আৰু চণ্ডালিনীৰ সংবাদ কথন

### ছুলড়ী

অৰ্জ্জুনে বোলন্ত প্ৰভু নাৰায়ণ
কহিলা তুমি সাক্ষাত।
তথাপি প্ৰত্যয় কৰিবে নপাৰো
নযায় মনে সঞ্জাত॥
তোমাক নভজি আন দেৱ পূজি
চণ্ডালতোধিক হোৱৈ।
হেন বিপৰীত কৈত নভো শুনি
চণ্ডালে তাক নোছোৱৈ॥৪৪
যদি কোন থানে দেখি শুনি আছা
কহিয়ো হৌক প্ৰত্যয়।
হেন শুনি হৰি হাসিয়া বোলন্ত
শুনা সখি ধনঞ্জয়॥
শুনা সাৱধানে মহা গোপ্যকথা
ইতিহাস পুৰাতন।
আশ্চৰ্য্যতো অতি পৰম আশ্চৰ্য্য
কহন্ত বিস্ময় মন॥৪৫
আছিলা পূৰ্ব্বত অন্ত্যজ চণ্ডালী
যোতেসে কৰি ভকতি।
মই বিনে একো দেৱ নজানয়
মোহোৰ সেৱাত ৰতি॥
দিনেক মনত মোক সুমৰন্তে
আতি মহাপ্ৰীতি ভৈলা।
সখীসব সঙ্গে খেড়ি খেলাৰন্তে
গঙ্গাৰ তীৰক গৈলা॥৪৬
দেখি পুৰুষেক বসি আছা তৈতে
সাজি দিব্য প্ৰতিমাক।
গন্ধে পুষ্পে ধূপে চন্দনে নৈৱেদ্যে
পূজে ইন্দ্ৰ দেৱতাক॥
দূৰ্ব্বাক্ষত ঘৃত তিল মিশ্ৰ কৰি
বহ্নিত দিলা আহুতি।
ভূমিত পৰিয়া কৃতাঞ্জলি হুয়া
কৰিবে লাগিলা স্তুতি॥৪৭
বিষ্ণুতো অধিক ইন্দ্ৰেসে দেৱতা
মানিয়া মনে সুশীল।
মহা স্বৰ্গপদ দিৱন্ত বুলিয়া
তানে স্তুতি আৰম্ভিল॥
পদ আৰম্ভৰ মুনি মনোহৰ
কৰ্ণত অমৃত স্ৰৱৈ।
বৰ্ণায়া ইন্দ্ৰক মহা গুণগণ
সুশীল স্তুতি বিনাৱৈ॥৪৮
নমো জলধৰ সুন্দৰ শৰীৰ
সহস্ৰনয়ন দেৱ।
কেশৱৰ তুমি ঈশ্বৰ জানিয়া
ত্ৰিজগতে কৰে সেৱ॥

উৰ্ব্বশীৰ মহা আনন্দ দায়ক
দিব্য বস্ত্ৰ জ্বলে কায়।
পৰম প্ৰভাৱ তুমি অগনিত
দানৱ পতঙ্গ প্ৰায় ॥৪৯
বিষ্ণু আদি কৰি সমস্তে দেৱতা
তোমাতেসে অনুৰাগ।
চৰণে প্ৰণাম কৰিলোহো দেৱ
দিয়োক স্বৰ্গত ভাগ ॥
জ্ঞানীগণে কৰে তাকেসে প্ৰশংসা
স্বৰ্গ মহাসুখ জানো।
অপেস্বৰাসব সহিতে সম্ভোগ
মোক্ষতো অধিক মানো ॥৫০
তোমাৰেসে মই ভৈলো নিজদাস
তুমি বিনে নাহি আন।
তোমাৰ চৰণে নমো ইন্দ্ৰদেৱ
স্বৰ্গত দিয়োক থান ॥
তুমি বিনে আৰ নাহি সংসাৰত
আন কোন শ্ৰেষ্ঠ দেৱ।
আছন্ত কেশৱ বামন স্বৰূপ
তোমাকেসে কৰি সেৱ ॥৫১
মেঘৰ অধিপ কাশ্যপ নন্দন
ইতিনি লোকৰ নাথ।
বৃত্ৰক মৰ্দ্দন কৰুণা সদন
নমো নমো নমাই মাথ ॥
আনো নানা স্তুতি কৰিয়া ভকতি
সুশীল ব্ৰাহ্মণ পাচে।
কৰি কৃতাঞ্জলি জাহ্নবী তীৰত
বৈঠা বান্ধে বসি আছে ॥৫২
হেন দেখি পাচে ভকত চণ্ডালী
বিস্ময়ে মনত গুণি।
সমীপ চাপিয়া বিপ্ৰক পুছিলা
কাহাক পূজা আপুনি ॥
তোমাক দেখোহো মহা সাধুজন
পণ্ডিত উত্তম মতি।
দাসী হেন মানি কৈয়ো নিষ্টে মোক
কৰিয়ো কাত ভকতি ॥৫৩
চণ্ডালাৰ হেন বচন শুনিয়া
সুশীলে নমাতি আছে।
কতোক্ষণ মানে ঠেস ধৰি ৰহি
মেলিলেক চক্ষু পাচে ॥
মহা মত্তগৰ্ব্বে চণ্ডালীক চাই
বুলিলন্ত তুলি মাথ।
যাক পূজো মই তাক নজানস
তেহো ত্ৰিজগত নাথ ॥৫৪
কেশৱ থাকন্তে অনুসৰি যাক
যিটো দেৱতাৰ দেৱ।
দশদিকপাল ধৰিয়া যোগান
যাক কৰে সদা সেৱ ॥
হেন মহেন্দ্ৰক কৰো আৰাধন
সাৱধানে বিধি চাই।
অন্তকালে মোক নিয়া আপুনাৰ
অৰ্দ্ধাসনে দিবা ঠাই ॥৫৫
গন্ধে পুষ্পে ধুপে দীপে পূজো নিতে
পৰম পৱিত্ৰ হুই।
কিবা সোধা মোত চণ্ডালিনী তাক
কহিবাক যোগ্য নুই ॥
এতেক বুলিয়া আসন ভিৰিয়া
বৈলা দ্বিজ মৌন হুই।
শুনি চণ্ডালিনী বিষ্ণুক স্মৰিলা
বৃদ্ধাঙ্গুষ্ঠে কৰ্ণ চুই ॥৫৬
বিপ্ৰৰ দুৰ্ঘোৰ কৰ্ম্ম দেখি সিটো
চণ্ডালী বিস্ময় ভৈলা।
মোত মহাপাপ সিজিল বুলিয়া
বিষ্ণু বিষ্ণু স্মৰি বৈলা ॥

শুনা সভাসদ কৃষ্ণকথা পদ
নিশবদ হুয়া আতি।
কৃষ্ণক নভজে নবকত মজে
সি সি জন আত্মঘাতী ॥৫৭
জগত জনক যিটো কৃষ্ণ দেৱ
আছন্ত জগত ব্যাপি।
মোহে ভৈল অন্ধ ভজিবে প্ৰবন্ধ
নকৰে তাঙ্ক তথাপি ॥
একো কাৰ্য্যে নষ্ট নাহি কায়কষ্ট
ধনৰ নাহিকে হানি।
কৰ্ণে কৃষ্ণকথা থাকোক আমাৰ
মুখে মাত্ৰ ৰামবাণী ॥৫৮
এতেক বোলন্তে প্ৰভু ভগৱন্তে
ভৈল মোৰ নিজদাস।
সংসাৰ নিকাৰ দূৰ কৰি তাৰ
বৈকুণ্ঠত দেন্ত বাস ॥
জানি হেন কৃষ্ণ ইষ্ট দেৱতাক
ভজা তেজি আন কাম।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥৫৯

---

পদ

অৰ্জ্জুনক সম্বোধি বোলন্ত বনমালী।
শুনা পাচে যেন কৰ্ম্ম কৰিলা চণ্ডালী ॥
দ্বিজৰ দুৰ্ঘোৰ কৰ্ম্ম দেখিয়া সাক্ষাত।
নাকত আঙ্গুলি দিয়া ৰহিলা তথাত ॥৬০
আন দেৱ পূজি ইটো গৈল ছাৰখাৰে।
আৰ দুৰ্ভাগ্যক কোনে বৰ্ণাইবাক পাৰে ॥
কিবা বিষ্ণুমায়া কৰিলেক বুদ্ধিভেদ।
চাহি চাহি চণ্ডালী দ্বিজক কৰে খেদ ॥৬১
সৰ্ব্বদেৱ তুষ্ট হোৱে কৃষ্ণক পূজনে।
কহে হেন উপনিষদৰ মন্ত্ৰগণে ॥
সিয়ো বেদবাক্যক লঙ্ঘিলা দুৰাচাৰ।
কৃষ্ণতো অধিক বোলে ইন্দ্ৰেসে আমাৰ ॥৬২
পৃথকে ঈশ্বৰ মানি পূজে বাসৱক।
অৱহেলা কৰিলেক ঈশ্বৰ কৃষ্ণক ॥
ভাৰতত দ্বিজ জন্ম ধৰি আছা কিক।
ইটো অধমৰ জীৱনতো ধিক ধিক ॥৬৩
আপুনাক সৰ্ব্বনাশ কৰিলা আপুনি।
আশ্চৰ্য্য আশ্চৰ্য্য কিনো দেখো মনে গুণি ॥
ইন্দ্ৰকেসে পূজে অৱহেলি নাৰায়ণ।
মাণিকক তেজি কৰে কাচক যতন ॥৬৪
যেন গঙ্গা তেজিয়া ডোবাক যায় হাণ্ঠি।
তেজি যেন সোণা সনিয়াত মাৰৈ গাণ্ঠি ॥
কৃষ্ণতো অধিক ইন্দ্ৰ বুলিলা নিশ্চল।
হৰিবিমুখৰ তাৰ জীৱন নিষ্ফল ॥৬৫
পুণ্য ক্ষীণ ভৈলে সবে দেৱ যায় নশি।
ব্ৰহ্মাৰ দিনত চৈধ্য ইন্দ্ৰ পৰে খসি ॥
আপুনিয়ো নেৰাই যিটো অন্তকৰ হাত।
হেনয় ইন্দ্ৰক কৰে কিমতে সঞ্জাত ॥৬৬
খেদিলেক বলে বলি দেশৰ নিকালি।
দিলা ৰাজ্য মাগিয়া বামন বনমালী ॥
হেন ইন্দ্ৰ শ্ৰেষ্ঠ ভৈল কেনমতে আসি।
ইটো কথা শুনন্তে মোহোৰ উঠে হাসি ॥৬৭
কিনো দিন মন্দ আজি মিলিল আসুখ।
সাক্ষাতে দেখিলো হৰিবিমুখৰ মুখ ॥
পৰম অধম দ্বিজ ইহাৰ আলাপে।
ভৈলো অপৱিত্ৰ মোক পৰশিল পাপে ॥৬৮
কেনমতে শুদ্ধ হুও মনে কৰি ধ্যান।
সখী সমস্তক বোলো জাণ্টে কৰো স্নান ॥
সঙ্কৰাইলা আমাত পাতক অধোগামী।
এহি বুলি গঙ্গাত মজ্জিলা জলে নামি ॥৬৯

সবস্ত্ৰে কৰিলা স্নান বোলে স্তুতিবাক।
বিষ্ণু পাদোদকে কৰা পৱিত্ৰ আমাক ॥
সমস্তে অঙ্গৰ পাপ গুচায়ো আমাৰ।
দিলা বুৰ অষ্টাধিক একশতবাৰ ॥৭০
তীৰত উঠিয়া পাচে মনে অনুমানে।
শৰীৰৰ পাপ গুচাইলোহো গঙ্গাস্নানে ॥
নুগুচে মোহোৰ মনৰ মহাপাপ।
এহি বুলি কৃষ্ণনাম মন্ত্ৰ কৰে জপ ॥৭১
কৃষ্ণ কৃষ্ণ মহাহৰি পুৰুষ উত্তম।
অনন্ত অচ্যুত সনাতন হৰিৰাম ॥ *
মহাভক্তিভাৱে জপি সহস্ৰেক নাম
কৃষ্ণক থাপিলা † পাচে হেন মনস্কাম ॥৭২
হে কৃষ্ণ কৃষ্ণ লৈলো শৰণ তোমাত।
পাপীৰ আলাপে পাপ সিজিল আমাত ॥
কৰা পৰিত্ৰাণ আৰে বাপ জগন্নাথ।
ভূমিত পৰিয়া প্ৰণামিলা নমাই মাথ ॥৭৩
তোমাক বিমুখ ইটো পাপী অহঙ্কাৰী।
ইহাৰ বিপত্তি যেন কৰিলা মুৰাৰি ॥
কদাচিতো হেন মোৰ নছাৰোক মতি।
জন্মে জন্মে তোমাৰ চৰণে হৌক গতি ॥৭৪
কায়বাক্য মনে মই তোমাৰ কিঙ্কৰী।
নিৰুপায় ভকতি দিয়োক দেৱহৰি ॥
তোমাৰ চৰণে মোৰ নুগুচোক মতি।
তুমিসি সুহৃদ নিজ জানিলো সম্প্ৰতি ॥৭৫
বান্ধৱ মাধৱ আৰে নেৰো তযু পাৱ।
এতেক বোলন্তে উপজিল প্ৰেমভাৱ ॥
আনন্দে দ্ৰৱিল আতি চণ্ডালীৰ চিত্ত।
বহৰে লোতক তনু ভৈল ৰোমাঞ্চিত ॥৭৬

নাৰদ-চণ্ডালিনী সংবাদ

জপে কৃষ্ণ ৰামনাম হুয়া নিশৰদ।
সেহিবেলা তৈতে আসি মিলিলা নাৰদ ॥
তোলন্ত যন্ত্ৰত নাদ অমৃত সুস্বৰ।
আপুনি গাৱন্ত গীত কণ্ঠ কোকিলৰ ॥৭৭
জগত পৱিত্ৰ হোৱে শুনি ৰামবাণী।
কাঠো দ্ৰৱৈ আতিশয় শিলা স্ৰবৈ পানী ॥
বৃক্ষসব মঞ্জৰৈ শৰীৰ পুলকিত।
আনন্দে ঈশ্বৰ হোন্ত হিয়াত বিদিত ॥৭৮
চণ্ডালীৰ দেখি পাচে ভাৱনা কৃষ্ণত।
পৰম বিস্ময় ভৈলা মুনিৰ মনত ॥
পাইলা মহোদয় তৰিলেক বিষ্ণুমায়া।
সাদৰি পুছন্ত শুনা চণ্ডালৰ জায়া ॥৭৯
কিবা জাপ্য জপ মোত কহিয়ো সত্বৰ ‡।
শুনি চণ্ডালিনী দিলা সাদৰে উত্তৰ ॥
দণ্ডৱতে পৰি আগে কৰিলা প্ৰণতি।
উঠি কৰযোৰে নাৰদত নিগদতি ॥৮০
ভাগ্যেসে দেখিলো তযু চৰণ কোমল।
আজিসি আমাৰ ভৈল জনম সাফল ॥
জগত পৱিত্ৰকাৰী তুমি মহামুনি।
শুনিয়োক কহো যেন পুছিলা আপুনি ॥৮১
সিজিল পাতক পাষণ্ডৰ আলাপত।
প্ৰথমে মজিলো মই গঙ্গাৰ জলত ॥
বাহিৰে শৰীৰ শুদ্ধি ভৈল মনে মানো।
অভ্যন্তৰ পাপ নতু গুচে হেন জানো ॥৮২
নহবে মনৰ মল কোটি তীৰ্থস্নানে।
এতেকে কৃষ্ণক চিত্ত দিয়া সাৱধানে ॥
কৃষ্ণ ৰামনাম মহামন্ত্ৰ কৰো জপ।
পাপিনীৰ হৌক মন পৰম নিষ্পাপ ॥৮৩

* হৰিৰাম—ত্ৰিবিক্ৰম। † থাপিলা—"প্ৰাৰ্থনা" পাঠান্তৰ। ‡ "কিবা জপ্য কৰ মোত কহিয়ো সত্বৰ" পাঠান্তৰ।

হেন শুনি নাৰদৰ পৰম বিস্ময়।
চণ্ডালীত পুনৰপি পুছিলা সংশয়॥
যি কথা কহিলি ইটো অদভুত আতি।
পৰম অশুদ্ধ তই চণ্ডালিনী জাতি॥৮৪
অত্যন্ত অন্ত্যজ আউৰ নাহি তোক সম।
তোহোৰ সদৃশ আছে কোননো অধম॥
তোকো অপৰিত্ৰ কৰে কোননো পামৰে।
শুনিবাক ইচ্ছা আছে কহিয়ো সত্বৰে॥৮৫
হেন শুনি চণ্ডালিনী বোলে মনে গুণি।
ভূত ভবিষ্যত তুমি জানাহা আপুনি॥
তথাপি মোহোৰ মুখে কৰাহা বেকত।
শুনা মুনি কহো সৰ্ব্বশাস্ত্ৰৰ সম্মত॥৮৬
কৃষ্ণেসে পৰম দেৱ সংসাৰত সাৰ।
পাতকায়ো তৰে মাত্ৰ নাম লৈলে যাৰ॥
তাঙ্ক এৰি যিটো আন দেৱতাক পূজে।
পশুতো অধম সিটো একোৱে নুবুজে॥৮৭
কুকুৰকো খায় যিটো মহাম্লেচ্ছ জাতি।
তাতো কৰি অপৰিত্ৰ জানা সিটো আতি॥
হেন পাষণ্ডক মই কৰিলো আলাপ।
এতেকে সিজিল মোত অমোচন পাপ॥৮৮
হঠাতে দেখিলো আসি পাতকী দুৰ্ঘোৰ।
ভৈলা মহা অপৰিত্ৰ তনু মন মোৰ॥
তাক শুদ্ধ কৰিবাক কৰো নিজতন্ত্ৰ *। নিজক শাসন
একচিত্তে জপো কৃষ্ণনাম মহামন্ত্ৰ॥৮৯
স্বৰূপ কহিলো মুনি নাহি আন কাম।
পৰম বান্ধৱ মোৰ ৰাম কৃষ্ণনাম॥
সমৰ্পিলো শৰীৰক কৃষ্ণৰ চৰণে।
শুনি মুনি পৰম বিস্ময় ভৈলা মনে॥৯০
কিনো মহাভাগ্য এইৰ বুদ্ধি বিপৰীত।
ঈশ্বৰ কৃষ্ণক কৰিলেক একচিত॥
দঢ়াইল অনন্ত এক শৰণ ভকতি।
কিমতে জানিল কৃষ্ণদেৱক সম্প্ৰতি॥৯১

ধন্য ধন্য চণ্ডালিনী: বুদ্ধিত উত্তম।
নেদেখিলো পৰম ভকত তোক সম॥
নিশ্চয়ে জানিলি তত্ত্ব কৃষ্ণ দেৱতাৰ।
তোক দৰশনে ভৈলো আমিও উদ্ধাৰ॥৯২
চাৰিও বেদৰ তত্ত্ব তই আছা জানি।
তইসি উত্তম জাতি তই মহাজ্ঞানী॥
তীৰ্থক পৰিত্ৰ কৰে ইটো কোন চিত্ৰ।
তোৰ দৰশনে হোৱে জগত পৰিত্ৰ॥৯৩
এতেক বোলন্তে উপজিল প্ৰেমভাৰ।
চণ্ডালীক বোলন্ত শুনিয়ো আৱে মাৰ॥
জগতৰে পূজ্য ভৈলি ইটো কোন কথা।
মোহোৰ বন্দনী তই জানিবি সৰ্ব্বথা॥৯৪
বুলিলা প্ৰশংসা বাণী আনো অসংখ্যাত।
প্ৰদক্ষিণে চণ্ডালীক কৰি প্ৰণিপাত॥
ৰামনাম স্বৰ আতি তুলিয়া বীণাত।
চলি গৈলা ভকতৰ সঙ্গতি যথাত॥৯৫
নাম উচ্চৰন্তে হৰি হোৱন্ত সাক্ষাত।
প্ৰত্যেকে বিদিত হোন্ত ঋষিৰ হিয়াত॥
পৰম আনন্দে হৰিৰসে হুয়া মত্ত।
ফুৰন্ত পৰিত্ৰ কৰি তিনিয়ো জগত॥৯৬

শ্ৰীকৃষ্ণৰ অৰ্জ্জুনক উপদেশ দান

কৰন্ত প্ৰকাশ মোৰ যত নাম গুণ।
চণ্ডালীৰ কথা সখি শুনিয়ো অৰ্জ্জুন॥
গৈলন্ত নাৰদ যেৱে আনন্দে সাদৰি।
চণ্ডালীও গৃহক চলিলা মোক স্মৰি॥৯৭
মোৰ পদ পঙ্কজক ধৰি হৃদয়ত।
সদা ৰাম কৃষ্ণনাম নছাৰে মুখত॥
প্ৰেমে পুলকিত তনু লোতক বজাই।
সখীসব গাৱে গুণ হাততালি বাই॥৯৮
এহিমতে পাইল গৃহ চণ্ডালৰ জায়া।
অপ্ৰয়াসে তৰিলা দুস্তৰ মোৰ মায়া॥

অনুদিনে বাঢ়ি যায় সুদৃঢ় ভকতি।
চণ্ডাল কুলৰ ভৈলা তাইত হন্তে গতি ॥৯৯
এহি জানি স্মৰা মোক বান্ধৱ অৰ্জ্জুন।
কৰিয়ো কীৰ্ত্তন মুখে মোৰ নাম গুণ ॥
এক চিত্তে তুমি মোক মাত্ৰ কৰা সেৱ।
পৰিহৰা দূৰতে যতেক আন দেৱ ॥১০০
নলঙ্ঘিবা মোহোৰ বাক্যক মহাভাগ।
দেৱৰ ধৰ্ম্মক মানে কৰা পৰিত্যাগ ॥
হুয়োক শৰণাপন্ন একে মোতে মাত্ৰ।
মোক ভজি হুইবা মোহ মুকুতিৰ পাত্ৰ ॥১০১
নাম নুশুনিবা তুমি আন দেৱতাৰ।
যেনমতে নুহিকে ভকতি ব্যভিচাৰ ॥
পাইবা মহামোক্ষ সুখে মোহোৰ সেৱাত।
তুমি মহামিত্ৰ জানি কহিলো তোমাত ॥১০২
পৰম আশ্চৰ্য্য হেন মোক মানা মনে।
যদ্যপি সঞ্জাত নাহি মোহোৰ বচনে ॥
যেৱে দৃঢ় কৰিবাক নপাৰাহা সখি।
দেওঁ তেৱে বোলা সুৱৰ্ণৰ পত্ৰ লেখি ॥১০৩
শিৰত বান্ধিয়া তাক বন্ধু ধনঞ্জয়।
কৰা দিগ্‌বিজয় বজায়া বাদ্যচয় ॥
কুতৰ্কী পণ্ডিতে যদি কৰে আত বাদ।
পত্ৰ দেখি তাৰ বাদ কৰিবা উচ্ছাদ ॥১০৪
খণ্ডিবা বচন তাৰ গৰ্ব্বে বাহু তুলি।
পঢ়ি দেখি তোমাক মানিবে গুৰু বুলি ॥
নকৰিবা বাদ দুনাই পাষণ্ড পণ্ডিতে।
ধৰিবে ভকতি সিটো তোমাৰ দণ্ডিতে ॥১০৫
পাষাণৰ ৰেখা মোৰ বচন নিশ্চয়।
হেন জানি ভকতি ধৰিয়ো ধনঞ্জয় ॥
সুহৃদ বুলিয়া দুনাই দুনাই দেওঁ হাক।
মোত বিনে নভজিবা অন্য দেৱতাক ॥১০৬
মাধৱৰ মহা দৃঢ় শুনি ধনঞ্জয়।
গুচিল মনৰ যত আছিল সংশয় ॥

কৃষ্ণক বোলন্ত শুনিয়োক মহাহৰি।
আমাৰ পৰম গুৰু হৈবা আজি ধৰি ॥১০৭
সম্প্ৰতি তোমাত পুছো প্ৰভু নাৰায়ণ।
কহিয়োক ভকতৰ কিমত লক্ষণ ॥
সুখে যেন পাওঁ মই সংসাৰৰ পাৰ।
ভৃত্য হেন জানি মোক কৰিয়ো উদ্ধাৰ ॥১০৮
বুলিবা মনুষ্য মই দৈৱকীনন্দন।
জানিবো কিমতে তেৱে ভকত লক্ষণ ॥
জানিলো সাক্ষাতে তুমি নুহিকা মানুষ।
দেৱৰো দেৱতা যিটো পৰম পুৰুষ ॥১০৯
এহি বুলি কৃষ্ণক ঈশ্বৰ হেন জানি।
জানু পাৰি বুলিবে লাগিলা স্তুতিবাণী ॥
জয় নমো জগতৰ আনন্দদায়ক।
নমো নমো ব্ৰহ্মাদিৰো পৰম নায়ক ॥১১০
তুমি নাৰায়ণ নিৰঞ্জন জগন্নাথ।
তোমাৰ চৰণে নমো নমো নমাই মাথ ॥
ভকত পালন নষ্ট কৰা দুষ্ট দৈত্য।
তুমি হেন দায়ালু দেৱতা পাইবো কৈত ॥১১১
যেন মধুকৰে পুষ্পৰস মানে চুমি।
চাৰিয়ো বেদৰ সাৰ উদ্ধাৰিয়া তুমি ॥
ভৃত্যককৰায়া পান কিনো কৃপাময়।
ভকত জনক সদা আনন্দ হৃদয় ॥১১২
দেৱতাসবৰ যেন হুয়া পৰিপন্থি।
ভুঞ্জাইলা অমৃত ক্ষীৰসাগৰক মথি ॥
সেহিমতে পৰম ভকতি মহাজ্ঞান।
আমি মহামূঢ়ক মাধৱ দিয়া জ্ঞান ॥১১৩
যদুকুল-কমল-প্ৰকাশ দিনকৰ।
ভকত কুমুদ আনন্দ শশধৰ ॥
ৰিপু কুমুদৰ জীৰ্ণকাৰী মহাসূৰ্য্য।
নমো নমো কৃষ্ণদেৱ প্ৰভু চতুৰ্ভুজ ॥১১৪
এতেক বোলন্তে উপজিল প্ৰেমভাৱ।
ভৈলন্ত অৰ্জ্জুন ৰোমাঞ্চিত সৰ্ব্বগাৱ ॥

নয়নে নিগড়ে নীৰ গদ গদ বাণী।
দেখিয়া সখিক প্ৰবোধিলা চক্ৰপাণি ॥১১৫
শুনা সভাসদ পদ যৈতে কৃষ্ণকথা।
ভাৰত ভুমিত জন্ম নকৰিয়ো বৃথা ॥
দেৱৰো বাঞ্ছনি আতি ইটো নৰকায়।
যেন চিন্তামণি হেৰা হাততে হৰায় ॥১১৬
দুৰ্ঘোৰ মৰণ আসি কেতিক্ষণে মিলে।
ঘৰ বাৰী চিন্তা এৰুৱাইবে একেতিলে ॥
যমৰ কিঙ্কৰে নিগ্ৰহিতে লৈবে প্ৰাণ।
কৃষ্ণ বিনে নাহি জানা যাতনাত ত্ৰাণ ॥১১৭
যাহাৰ নামত মৃত্যু কাম্পে তৰতৰি।
সত্বৰে চিন্তিয়ো নৰ হেন মহাহৰি ॥
যাহাক স্মৰণে হোৱে বৈকুণ্ঠত বাস।
হেন কৃষ্ণ দেৱক নভজি হোৱে নাশ ॥১১৮
আপোনাক আপুনি নকৰা আত্মঘাত।
অপ্ৰয়াসে এৰায়োক অন্তকৰ হাত ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥১১৯

---

ভকত লক্ষণ

**দুলড়ী**

গোবিন্দে বোলন্ত মোক ধনঞ্জয়
জানিলা ঈশ্বৰ বুলি।
কমললোচন বুলিলা বচন
হাতে ধৰি তাঙ্ক তুলি ॥
ভকত লক্ষণ পৰম ৰহস্য
নাহিকে জানন্তা তাক।
জ্ঞানী মুনি মানে কেহো নজানন্ত
মই মাত্ৰ জানো আক ॥১২০

মলমতি আক শুনিয়ো সুবুজৈ
মোত নাহি যাৰ বুদ্ধি।
প্ৰথমতে মোক একচিত্ত কৰি
তুমি হৈবা মহাশুদ্ধি ॥
জগত ব্যাপক নিৰ্ম্মল পুৰুষ
মোত আছে যত লোক।
চিদানন্দময় মই নিৰঞ্জন
জানিয়া স্মৰিয়ো মোক ॥১২১
কৃষ্ণৰ আদেশ শুনি ধনঞ্জয়
কৰিলা মহা ভকতি।
কৃষ্ণৰ চৰণ পঙ্কজ হৃদয়
ধৰিলা সুদৃঢ় মতি ॥
ৰাম কৃষ্ণ ৰাম কৃষ্ণক উচ্চাৰি
উচ্চাৰিলা বাৰ শত।
মাধৱে বোলন্ত সখিৰ মনত
গুচিল পাতক যত ॥১২২
সম্বোধি বোলন্ত বন্ধু ধনঞ্জয়
শুদ্ধ ভৈল মোক স্মৰি।
ভকত লক্ষণ মহিমা অদ্ভুত
শুনা সাৱধান কৰি ॥
ভকতৰ ইটো অমূল্য ৰতন
আক শুনিবাক প্ৰতি।
চিত্ত দৃঢ় কৰা চিত্ত দৃঢ় কৰা
নযাউক আনত মতি ॥১২৩
নকৰিবা ভয় নকৰিবা ভয়
পৰম আশ্চৰ্য্য শুনি।
মোৰ প্ৰিয়তম ভকতজনৰ
মহিমা কহো আপুনি ॥
যত তীৰ্থ দেৱ সবাকে পৱিত্ৰ
ভকতে কৰে আমাৰ।
তাৰ পাচ লাগি ফুৰে যত দেৱ
শুনা কহো নাম তাৰ ॥১২৪

ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য কুবেৰ বৰুণ
বায়ু বহ্নি প্ৰজাপতি।
কমলা কাৰ্ত্তিক চণ্ডিকা শঙ্কৰ
গণেশ্বৰ সৰস্বতী॥
অশ্বিনীকুমাৰ ধৰ্ম্ম যমৰাজ
আন যত দেৱ আছে।
শুদ্ধ হওঁ বুলি সদায় ভ্ৰমন্ত
ভকতৰ পাচে পাচে॥১২৫
গঙ্গা বাৰানসী কেদাৰ কাবেৰী
কাশী সিদ্ধ কাঞ্চী সিন্ধু।
লুহিত পুস্কৰ ক্ষেত্ৰ পয়স্বিনী
কপিল সপতসিন্ধু॥
কৌশকী সোণাৰু সৰযূ গণ্ডকী
আন যত তীৰ্থ আছে।
শুদ্ধ কৰিবাক লাগি আপুনাক
ভ্ৰমৈ ভকতৰ পাচে॥১২৬
বোলে তীৰ্থ দেৱে কৃতকৃত্য ভৈলা
ভকতৰ পায়া সঙ্গ।
আজিসে আমাৰ সাফল জনম
বুলি কৰে মহাৰঙ্গ॥
পাঞ্চ বিধ মুক্তি মূৰ্ত্তি ধৰি ফুৰৈ
মোক লৈয়ো বুলি বাপ।
মোৰ ভকতৰ কতেক কহিবো
পৰম পুণ্য প্ৰতাপ॥১২৭
বেদৰ বিহিত কৰ্ম্ম কৰিবাক
ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম্ম ধৰ্ম্ম
ভকতিত ভ্ৰষ্ট হুই॥
যজ্ঞ দান জপ তপ তীৰ্থ ব্ৰত
মহাজ্ঞান যোগবল।
বহু মন্ত্ৰে কহে ভকতজনৰ
সবেও পুণ্য বিফল॥১২৮
তৰ্ক বেদাগম জ্ঞান যোগ শাস্ত্ৰে
পুৰুষক কৰে অন্ধ।
কোটি কোটি জন্মে মোক নজানিবে
ইহাত যাৰ প্ৰৱন্ধ॥
হেন জানি সখি দূৰতে তেজিয়ো
সিসব মন্ত্ৰৰ চিন্তা।
যেনে মোক পাইবা সদায় শুনিবা
মহা ভাগৱত গীতা॥১২৯
হেনবা বুলিবা আনকেসে শ্ৰেষ্ঠ
বাখানা তুমি আপুনি।
উপনিষদৰ মন্ত্ৰে আৰ সাক্ষী
কহো তাক থাকা শুনি॥
আন দেৱ ধৰ্ম্ম সবে মায়াময়
জানিয়া এৰিয়ো আক।
মোকে মাত্ৰ মন্ত্ৰে যেন স্তুতি কৰে
শুনা সখি বেদবাক॥১৩০
যিটো পৰমব্ৰহ্ম পুৰুষ পুৰাণ
সদানন্দ নিৰঞ্জন।
ক্ষণেকে জগত স্ৰজে যিটো দেৱ
ক্ষণেকে কৰে উচ্ছন্ন॥
যিটো একমাত্ৰ জগতৰ স্বামী
তাৰ কৃষ্ণ হেন নাম।
একলে সকল জগত প্ৰকাশে
চৰণে তানে প্ৰণাম॥১৩১
যাহাৰ মায়াত বিমোহিত আতি
জগতৰ যিটো দেৱ।
ভকত বৎসল নিৰ্ম্মল নিশ্চল
যিটো দেৱতাৰ দেৱ॥
ব্ৰহ্মাদিকো যিটো চৈতন্য কৰান্ত
পৰম ঈশ্বৰ দেৱ।
সমস্তে প্ৰাণীক প্ৰকাশন্তে আছে
তাহাকেসে কৰো সেৱ॥১৩২

চাৰু চতুৰ্ভুজ দেখন্তে সন্তোষ
কৰ্ণত কুণ্ডল কান্তি।
কমল নয়ন বয়ন প্ৰসন্ন
দশন মুকুতা পান্তি॥
কন্দৰ্পৰ দৰ্প চূৰ হোৱে দেখি
তনু নৱ ঘনশ্যাম।
যাত পৰে দেৱ নাহি নাহি নাহি
তাকেসে কৰো প্ৰণাম॥১৩৩
আনো নানা স্তুতি মোকে মাত্ৰ বোলে
দিলো বেদমন্ত্ৰে সাক্ষী।
যত দেৱ ধৰ্ম্ম সবাকো উচ্ছাদে
একে মোকে মাত্ৰ ৰাখি॥
বেদবাক্য দেখা পাষাণৰ ৰেখা
জানিয়া দঢ়াইবা চিত্ত।
আন দেৱ তেজি মোকে মাত্ৰ ভজি
তুমি হৈবা কৃতকৃত্য॥১৩৪
শুনা সভাসদ কৃষ্ণকথা পদ
জীৱন জলৰ ৰেখা।
কৈত পৰে প্ৰাণ তাৰ নাহি থান
মৰণ এভো নেদেখা॥
ইহেন মনুষ্য জনম বিফল
ক্ষণে ক্ষণে আয়ু যায়।
ঘোৰ পৰলোক তৈতে কেন হৌক
নিচিন্তা তাৰ উপায়॥১৩৫
সন্বৰে সুহৃদ ঈশ্বৰ কৃষ্ণত
হুয়োক এক শৰণ।
তানে গুণনাম লৱা অবিশ্ৰাম
চিন্তিয়ো তানে চৰণ॥
কৃষ্ণৰ নামক যিজনে সুমৰে
তাহানে পুৰুষ মানে।
নৰকৰ পৰা তেখনে স্বৰ্গত
উঠয় দিব্য বিমানে॥১৩৬
দধি দুগ্ধ মধু ধাৰায়ে বহৱৈ
পিতৃ পিৱৈ পেট ভৰি।
তৰিলো তৰিলো বুলিয়া নাচয়
অনেক আনন্দ কৰি॥
পুত্ৰ সমে পাচে বৈকুণ্ঠক চলে
চতুৰ্ভুজ ৰূপ ধৰি।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা হৰি হৰি॥১৩৭

———

ভাগৱত ধৰ্ম্ম

পদ

কৃষ্ণত পুছন্ত দুনাই অৰ্জ্জুন প্ৰণামি।
তুমি মোৰ গুৰু ভৈলা জগতৰ স্বামী॥
পৰম ৰহস্য ইটো কতো নতু শুনি।
ভকত লক্ষণ যেন কহিলা আপুনি॥১৩৮
কোন ভাগৱত ধৰ্ম্ম কিমত লক্ষণ।
সম্প্ৰতি কহিয়ো মোক বুজাই নাৰায়ণ॥
তুমি বিনে ইহাক জানন্তা নাহি কেৱ।
তোমাতেসে শৰণ পশিলো আমি দেৱ॥১৩৯
হেন শুনি প্ৰত্যুত্তৰ দিলন্ত মাধৱ।
শুনা ভাগৱত ধৰ্ম্ম মধ্যম পাণ্ডৱ॥
হুয়া শোচ কৰা নিত্যে মনক সংযম।
দিয়া দান সমস্তকে বুদ্ধি কৰি সম॥১৪০
পৰম ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভৃত্যক দায়া সকৰুণ চিত্ত॥
হুইবা শান্ত চিত্ত সৰ্ব্ব ধৰ্ম্মত বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল॥১৪১
হেন শুনি অৰ্জ্জুনৰ মনত আসুখ।
বুলিবে লাগিলা হুয়া কৃষ্ণক সম্মুখ॥
যিমত দুষ্কৰ কৰি কহিলা সম্প্ৰতি।
ভাগৱত ধৰ্ম্ম সমে যাইবো অধোগতি॥১৪২

পুত্ৰ দাৰা শৰীৰত আছে যাৰ মতি।
ই কৰ্ম্ম কৰিবে পাৰে কাহাৰ শকতি॥
ভৈলো শিষ্য লৈলো তযু চৰণে শৰণ।
কহিয়ো সুগম পথ নাথ নাৰায়ণ॥১৪৩
বোলন্ত অচ্যুতে অৰ্জ্জুনৰ চিত্ত লক্ষি।
সমস্তে ভূততে সমভাৱ হৱা সখি॥
তাক যেৱে নপাৰা ঈশ্বৰ জ্ঞান ধৰা।
তাক নপাৰাহা যেৱে যোগক আচৰা॥১৪৪
যেৱে যোগ জ্ঞানক সামৰ্থ চিত্ত সুই।
মোত তেৱে অৰ্পিয়া কৰিয়ো ৰাজসূয়॥
তাক কৰিবাক যদি নপাৰা সম্প্ৰতি।
কৰা অশ্বমেধ তেৱে যাৰত শকতি॥১৪৫
তাক যেৱে কৰিবাক নপাৰা অৱগায়।
শুনা সখি কহো তেৱে পৰম উপায়॥
সমস্তে ভূতৰ হৃদয়ত আছো আমি।
পৰম সুন্দৰ মনোহৰ অন্তৰ্য্যামী॥১৪৬
হেন বুদ্ধি কৰি সৰ্ব্বদায়ে ভজা মোক।
এতেকে তৰিবা সংসাৰৰ দুখ শোক॥
হেন শুনি ধনঞ্জয় দিলন্ত উত্তৰ।
জানিলো নভৈল গতি মোৰ অধমৰ॥১৪৭
সকল দুষ্কৰ যত কহিলা আপুনি।
কৰিবে নপাৰো সাস কাকো মনে গুণি॥
তোমাক ঈশ্বৰ বুলি মানিবো সদায়।
তাক নপাৰিবো নিবেদিলো যদুৰায়॥১৪৮
পৰম সুগম পন্থ কৰিয়ো প্ৰকাশ।
জন্মে জন্মে হৈবো তযু চৰণৰ দাস॥
এহি বুলি বীৰ ভৈলা প্ৰেমে সলোতক।
দেখি স্নেহে হৰি বুলিলন্ত অৰ্জ্জুনক॥১৪৯
কৰিয়োক সখি মহা মনত উল্লাস।
ৰহস্য ধৰ্ম্মক কৰো তোমাত প্ৰকাশ॥

## নাম-মাহাত্ম্য

সমস্তে ধৰ্ম্মক বিদূৰতে পৰিহৰি।
স্মৰিয়ো আমাৰ নাম মহা যত্ন কৰি॥১৫০
যিটো গুণনাম মোৰ সংসাৰতে সাৰ।
কৰিলো গোপ্যক সখি তোমাত প্ৰচাৰ॥
ৰহস্যতো ৰহস্য আমাৰ নাম কৰ্ম্ম।
আকেসে বুলিয় মহাভাগৱত ধৰ্ম্ম॥১৫১
মোৰ বাক্য সুদৃঢ় বিশ্বাস সখি কৰি।
আনো দেৱ ধৰ্ম্ম মানে সবাকো নাদৰি॥
মোৰ নাম কৰ্ম্ম কৰা শ্ৰৱণ কীৰ্ত্তন।
হুয়ো মহাসুখে সখি সংসাৰ তাৰণ॥১৫২
শুনি পুনৰপি বিনাৱন্ত ধনঞ্জয়।
কৰিলাহা কৃপা মোক কিনো কৃপাময়॥
মহা ৰহস্যক মোত কৰিলা প্ৰকাশ।
আজি ধৰি ভৈলো তযু চৰণৰ দাস॥১৫৩
যতেক শুনোহো শুনিবাক যায় মতি।
নামৰ মহিমা কেন শুনিবো সম্প্ৰতি॥
তোমাৰ নামৰ আছে প্ৰভাৱ যতেক।
চৰণত ধৰো মোত কহিয়ো প্ৰত্যেক॥১৫৪
মাধৱে বোলন্ত শুনিয়োক কুন্তীসুত।
পৰম অতৰ্ক ইটো কথা অদভুত॥
পৰম গোপ্যক কৰো তোমাতে প্ৰচাৰ।
আক শুনি সুখে সখি তৰিয়ো সংসাৰ॥১৫৫
মোৰ বাক্যে সুদৃঢ় বিশ্বাস সখি কৰি।
আন দেৱ ধৰ্ম্ম মানে সবাকো নাদৰি॥
মোৰ নাম ধৰ্ম্ম কৰা শ্ৰৱণ কীৰ্ত্তন।
তৰিবাহা সুখে সত্যে বুলিলো বচন॥১৫৬
শুনি পুনৰপি ধনঞ্জয় বিনাৱন্ত।
নামৰ মহিমা কহিয়োক ভগৱন্ত॥
কেনয়া প্ৰভাৱ আছে তোমাৰ নামৰ।
হেন শুনি কৃষ্ণদেৱ দিলন্ত উত্তৰ॥১৫৭

সংসাৰত নাহি মোৰ নামৰ উপাম।
সমস্ত ধৰ্ম্মৰ ৰাজা জানা মোৰ নাম॥
মহাযোগ যজ্ঞে যাৰ নুহিকে সমান।
তাহাতো অধিক মোৰ নামেসে প্ৰধান॥১৫৮
যিটো জপ যজ্ঞ সৰ্ব্বধৰ্ম্মত উত্তম।
লক্ষ ভাগো নুহিকে নামৰ মোৰ সম॥
সমস্তে যজ্ঞৰে ৰাজা যিটো ৰাজসূয়।
নামৰ সমান সিয়ো কোটি ভাগে নুই॥১৫৯
অশ্বমেধ যজ্ঞ আৰ কিঙ্কৰ সমান।
ওচৰ নপাৰে তুলাপুৰুষ প্ৰদান॥
মহাযাগ যজ্ঞ যাৰ নথাকে আগত।
কতেক কহিবো সখি নামৰ মহত্ত্ব॥১৬০
গঙ্গা বাৰানসী আদি তীৰ্থ নিৰন্তৰ।
কোটি কোটি ভাগো নুহি সমান নামৰ॥
সিসব কিঙ্কৰ ধৰ্ম্ম নামে ৰাজা তাৰ।
জানিবা নামেসে মোৰ জগত উদ্ধাৰ॥১৬১
যেন ফল পাৰে যাগ যোগ তুলাদানে।
যেন ফল আছে কোটি কোটি তীৰ্থস্নানে॥
পৰম সন্ন্যাসে সাধে যি গতি মৰণে।
পাৰে সবে ফল এক নাম স্মৰণে॥১৬২
মহা ধৰ্ম্ম কৰ্ম্ম যত আছে সংসাৰত।
নাম স্মৰণে সবে উপজে লগত॥
উঠে নৃপতিৰ সঙ্গে যেন মন্ত্ৰী পাত্ৰ।
সেহিমতে সিজে পুণ্য নাম লৈলে মাত্ৰ॥১৬৩
শুনি অৰ্জ্জুনৰ মনে মিলিল সংশয়।
কৃষ্ণত পুছন্ত পুনৰপি ধনঞ্জয়॥
নামৰ লগত যেবে সিজে পুণ্য যত।
তাৰ ফলে বঞ্চিবাক লাগিবে স্বৰ্গত॥১৬৪
নাহিকে স্বৰ্গত সুখ অনেক বিঘাত।
পুণ্য ক্ষীণ ভৈলে পুনৰপি হোৱে হত॥
বিনাশী ধৰ্ম্মক শুনি আকুল হৃদয়।
জিয়ো পৰিচ্ছেদ দেৱ কৃষ্ণ কৃপাময়॥১৬৫

সাদৰে বোলন্ত সখি নকৰিবা ভয়।
নামৰ লগতে সিজে যত পুণ্যচয়॥
মোক্ষকেসে সাধে তাৰ নাহি কৰ্ম্মফল।
নতু কহো তোমাত নামৰ মহাবল॥১৬৬
হেনবা বুলিবা মোক কিনো ভগৱন্ত।
আপুনাৰ নামক আপুনি বখানন্ত॥
অচিন্ত্য মহিমা নাম কহি নাপাওঁ সীমা।
যেবে ইচ্ছা আছে তেবে শুনিয়ো মহিমা॥১৬৭
হুয়া ঊৰ্দ্ধবাহু হেৰা আগতে তোমাৰ।
সত্যে সত্যে সত্যে সখি কৰো অঙ্গীকাৰ॥
মোহোৰেসে নাম জগতক নিস্তাৰোক।
হেন জানি সদা মোৰ শুনিয়ো নামক॥১৬৮
বৈকুণ্ঠপুৰত যেবে কৰিবা নিবাস।
নামত নেৰিবা তেবে সুদৃঢ় বিশ্বাস॥
অপ্ৰয়াসে মহাসিদ্ধি হৈবেক নামত।
কৰিবা বিশ্বাস তেবে মোহোৰ নামত॥১৬৯
যেবে মদগৰ্ব্বে মোৰ নুশুনা বচন।
আন দেৱ ধৰ্ম্মকেসে তোমাৰ যতন॥
মই হেন দেৱতাৰ নপৰিল মতি।
অৱশ্যেকে ধনঞ্জয় যাইবা অধোগতি॥১৭০
পৰম সুদৃঢ় নাৱ নামেসে আমাৰ।
সংসাৰ সাগৰে মই সুজান কাণ্ডাৰ॥
মোক তেজি সংসাৰ সাগৰে যাইবা তল।
নুহিবা উদ্ধাৰ জন্ম কৰিয়া বিফল॥১৭১
সততে ৰুগীয়া যেন সুভুঞ্জি ঔষধি।
বাঢ়ে ৰোগ অনুদিনে হত হোৱে বুদ্ধি॥
হেন জানি মোহোৰ চৰণে দিয়া চিত্ত।
মোৰ নাম মুখত নেৰিবা কদাচিত॥১৭২
শুনি সমিধান হেন দিলন্ত অৰ্জ্জুনে।
নাহি হেন উপদেশ দাতা তুমি বিনে॥
তোমাৰ বাক্যত দৃঢ় কৰিলো বিশ্বাস।
আজি ধৰি ভৈলো তয়ু চৰণৰ দাস॥১৭৩

নামেসে পৰম ধৰ্ম্ম জানিলো নিশ্চয়।
তোমাৰ কতেক নাম আছে কৃপাময়॥
কহিয়ো নিঃশেষ ছুয়ো চৰণত ধৰো।
হেনবা দুখিত মই সংসাৰত তৰো॥১৭৪
মাধৱে বোলন্ত কহো স্বৰূপ তোমাত।
মই নপাওঁ অন্ত মোৰ নাম অসংখ্যাত॥
অল্পে সাধে সিদ্ধি বিস্তৰত কিবা কাম।
জগত নিস্তাৰ মোৰ একে একে নাম॥১৭৫
লোকত প্ৰসিদ্ধ যিটো মোৰ নামচয়।
দেওঁ তাৰ লেখা সখি শুনা ধনঞ্জয়॥
শ্ৰীকৃষ্ণ শঙ্কৰ সদাশিৱ সনাতন।
পীতাম্বৰধৰ হৰি বিষ্ণু জনাৰ্দ্দন॥১৭৬
গোবৰ্দ্ধনধাৰী মধুসূদন ঈশ্বৰ।
বেণু বাদ্য বিশাৰদ দেৱ গদাধৰ॥
যশোদানন্দন নন্দ গোপৰ কুমাৰ।
কেশৱ কমলানাথ প্ৰমথ সংহাৰ॥১৭৭
ভাস্কৰ পুণ্ডৰীকাক্ষ বিভু বিশ্বম্ভৰ।
অনিৰুদ্ধ শুদ্ধ সত্য শুদ্ধ ধৰাধৰ॥
দৈৱকীনন্দন হৰি নিষ্কিঞ্চন ধন।
বৈকুণ্ঠ কমলাকান্ত নাথ নাৰায়ণ॥১৭৮
জগত প্ৰখ্যাত পাৰিজাত অপহাৰী।
বিশ্বমূৰ্ত্তি ৰামচন্দ্ৰ কামদ কংসাৰি॥
অনন্ত অচ্যুত অঘাসুৰ বিমোচক।
কিৰীটি কুণ্ডল হাৰ ত্ৰিপুৰ অন্তক॥১৭৯
শ্ৰীপতি পৰম কৃপা পুৰুষ উত্তম।
ত্ৰৈলোক্য তাৰণ ত্ৰিনয়ন ত্ৰিবিক্ৰম॥
ৰুক্মিণীৰমণ জ্ঞান যজ্ঞেশ্বৰ গুৰু।
সত্যভামাবল্লভ ভকত কল্পতৰু॥১৮০
চিদানন্দ সদানন্দ দৈৱকীনন্দন।
পূতনা জীৱনহৰ বিৰিঞ্চি বন্দন॥
গোবিন্দ গৰুড়ধ্বজ অজন যাদৱ।
মধু মুৰ ৰিপু ৰাধাপ্ৰিয়ৰত্ন মাধৱ॥১৮১ ন্দৰী শ্ৰী

যোগী ধ্যান পদ বলভদ্ৰ প্ৰিয়ানুজ।
চাৰু ঘনশ্যাম চক্ৰপাণি চতুৰ্ভুজ॥
দানৱ গঞ্জন নিৰাকাৰ নিৰঞ্জন।
হৃষীকেশ শিৱ সৌৰি শকট ভঞ্জন॥১৮২
সৰ্ব্বদেৱময় মহা মৃত্যু অন্তকাৰী।
বৃষভ বিধ্বংসী বিষ্ণু বামন বকাৰি॥
সুৰ বৃক্ষ ব্ৰহ্ম বাসুদেৱ বিশ্বম্ভৰ।
কালিয় মৰ্দ্দন দেৱ দেৱ দামোদৰ॥১৮৩
জগত জনক পুণ্য জনক চৰিত্ৰ।
জগত কাৰণ জগন্নাথ জিতামৃত॥
গোবিন্দ আনন্দসিন্ধু উপেন্দ্ৰ গোপাল।
জীৱেৰজীৱন বনমালী মহাকাল॥১৮৪
ভকত বৎসল ক্লেশ কলুষমোচন।
শ্ৰীবৎস লাঞ্ছন কৃষ্ণ কমললোচন॥
পুৰাণ পুৰুষ পুণ্য শ্ৰৱণ কীৰ্ত্তন।
দুৰন্ত দয়ালু দীন দৰিদ্ৰ ভঞ্জন॥১৮৫
পদ্মনাভ শম্ভু বিভু প্ৰভু ভগৱন্ত।
কতেক কহিবো মোৰ নাম অপৰ্য্যন্ত॥
একে একে নামে মোৰ জগত উদ্ধাৰ।
স্মৰণতে কৰে পাপ সমস্তে সংহাৰ॥১৮৬
যেন মত্ত সিংহসবে গৰ্জ্জে মহাৰাগে।
কোন ক্ষুদ্ৰ পতঙ্গ পাতেক তাৰ আগে॥
আছে যত পঞ্চম পাতক মহা ঘোৰ।
নাশিবাক পাৰে সবে এক নামে মোৰ॥১৮৭
ব্ৰাহ্মণৰ সুৱৰ্ণক যিটো চুৰি কৰে।
সুৰাপান ব্ৰহ্মবধ গুৰুপত্নী হৰে॥
স্ত্ৰীবধ ৰাজবধ পিতৃবধ কৰে।
গুৰুবধ মিত্ৰবধ পাতেক আচৰে॥১৮৮
পৰকেসে হিংসে বিষয়ত মহামোহ।
দেৱ দ্বিজ যত জগতক কৰে দ্ৰোহ॥
গিজে পাপ যিটো অধম অবিশ্ৰাম।
সবাকো পবিত্ৰ কৰে মোৰ একে নাম॥১৮৯

যি কথা কহিলো সখি আত কোন চিত্ৰ।
কোটি কোটি তীৰ্থে যাক নকৰে পৱিত্ৰ॥
নাহি শুদ্ধি কোটি প্ৰায়শ্চিত্ত আচৰিলে।
তাকো শুদ্ধ কৰে একে নাম সুমৰিলে॥১৯০
মোৰ নাম জানা যেন বাড়ৱ অগনি।
পাতেক শুখান বন লাগৈ তাক ছানি॥
হুওঁ অনুকূল মই প্ৰচণ্ড বতাস।
তিলেকো নলাগে দহি কৰো সৰ্ব্বনাশ॥১৯১
কহিলো তোমাত সখি তুমি প্ৰিয়তম।
সংসাৰত নাহিকে নামক মোৰ সম॥
কৰা অহম্মম যদি আত নাহি মতি।
মোৰ দোষ নাহি তেৱে যাইবা অধোগতি॥১ ২
শুনা সভাসদ পদ নামৰ মহিমা।
আক মনে ধৰি পাইবা সংসাৰৰ সীমা॥
আপুনি সাক্ষাত কহে জগত ঈশ্বৰ।
আক নমানিবে কোন অধম পামৰ॥১৯৩
ইটো চাৰি বেদ কৃষ্ণৰেসে আজ্ঞাবাণী।
আৰ প্ৰতিপাদ্য সুবুজিলো প্ৰভু জানি॥
ইবাৰ কৰিবো বুলি জগত উদ্ধাৰ।
পূৰ্ণব্ৰহ্ম আপুনি ভৈলাহা অৱতাৰ॥১৯৪
হেন জানি কৃষ্ণৰ চৰণে দিয়া চিত্ত।
তাহানেসে নামে গতি দুৰ্ঘোৰ কলিত॥
কেতিক্ষণে পৰে প্ৰাণ এৰা অহঙ্কাৰ।
দুয়ো চক্ষু মুদিলে দিনতে অন্ধকাৰ॥১৯৫
নাটেক টাটেক পুত্ৰ দাৰা ধন জন।
তিলেকে মিলাৱে যেন লাগিলে সপোন॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥১৯৬

---

## ছবি

কেশৱৰ বাণী শুনি বিনাৱন্ত ধনঞ্জয়
ভৈল মোৰ সুদৃঢ় বিশ্বাস।
পৰম ৰহস্যতম নাম ভাগৱত ধৰ্ম্ম
প্ৰভু কৃষ্ণ কৰিলো প্ৰকাশ॥
যাক নতু শুনে কেৱে তোমাৰ প্ৰসাদে দেৱ
শুনিলোহো নামৰ মহিমা।
কতেক পাতেক প্ৰভু সংহাৰিবে পাৰে নামে
সম্প্ৰতি কহিয়ো তাৰ সীমা॥১৯৭
বোলো চৰণত ধৰি কহিয়ো সুগম কৰি
বুজো যেন মই মন্দমতি।
ভকত ৰঞ্জন এহি অৰুণ চৰণ দুই
জন্মে জন্মে মোৰ হৌক গতি॥
তুমি হেন মহা শান্ত সুহৃদ দেৱতা কৈত
পাইলো কোন জনমৰ ফলে।
এতেক বোলন্তে প্ৰেমে পৰশিল অৰ্জ্জুনৰ
কান্দিলন্ত নয়ন সজলে॥১৯৮
অৰ্জ্জুনৰ প্ৰেমবাণী শুনি পাচে চক্ৰপাণি
হাতে ধৰি বুলিলা আশ্বাস।
তোমাৰ ভকতি দেখি মহাতুষ্ট ভৈলো সখি
ৰহস্যক কৰিবো প্ৰকাশ॥
যত মহাপাতকক সংহাৰ কৰিবে লাগি
আছে একে নামৰ শকতি।
যতেক পাতক কোটি জনমত কৰিবাক
নপাৰিবে পাতকী সম্প্ৰতি॥১৯৯
তথাপি তোমাত কলো শাস্ত্ৰৰ প্ৰসিদ্ধ কথা
যিবা নামে যত পাপ হৰে।
আন দেৱ সেৱা এৰি কেৱল আমাক মাত্ৰ
হুয়া এক শৰণ সুমৰে॥

আমাৰ কমলানাথ নামক সুমৰে যদি
পৰম পাতকী অনিচ্ছাত।
দুই কোটি জনমৰ যতেক পাতেক আছে
হৰৈ তাৰ তেখনে সাক্ষাত ॥২০০
পৰম মঙ্গল নাম যি পুনু শ্ৰদ্ধায়ে লৱৈ
হৰৈ পাপ তাহাৰ দুগুণ।
অনিচ্ছায়ে একগুণ শ্ৰদ্ধাত দুগুণ নাম
এহিমতে জানিবা অৰ্জ্জুন ॥
বাসুদেব নাম মোৰ অকস্মাতে স্মৰে যিটো
নাহি কিছু মনত উল্লাস।
তিনি কোটি জনমৰ যতেক পাতক তাৰ
নামে কৰে তেখনে নিৰ্য্যাণ ॥২০১
সনাতন নাম মোৰ হেলাত উচ্চৰে যিটো
দুৰাচাৰ মহামন্দ বুদ্ধি।
চাৰি কোটি জনমৰ পৰম পাতক হন্তে
তাৰক্ষণে হোৱে মহাশুদ্ধি ॥
সঙ্কৰ্ষণ নাম মোৰ অনিচ্ছায়ে স্মৰে যিটো
অত্যন্ত পৰম ক্ৰূৰমতি।
পঞ্চ কোটি জনমৰ তাহাৰ তেখনে হৰে
মহা মহা পাতক সম্প্ৰতি ॥২০২
আকস্মিতে মোৰ বিভু নামক সুমৰে সিটো
কাম ক্ৰোধ অশুদ্ধ হৃদয়।
ছয় কোটি জনমৰ যতেক পাতক তাৰ
তাৰক্ষণে হোৱে তাৰ ক্ষয় ॥
যিটো মহাপাপী আসি আকস্মিতে স্মৰি মোক
যেখনে পুণ্ডৰীকাক্ষ বুলি।
শত কোটি জনমৰ যতেক পাতক আছে
কৰে ভস্ম মোৰ নামে পুলি ॥২০৩
যেতিক্ষণে অনিচ্ছায়ে পাপমতি যিটো নৰে
সুমৰে ঈশ্বৰ মোক বুলি।
তথাপিতো আঠ কোটি জন্মৰ যতেক পাপ
তাৰ হৰৈ তেখনে সমূলি ॥

যেতিক্ষণে অনিৰুদ্ধ নাম সুমৰিলে মোৰ
অনিচ্ছায়ে মহা দুৰাশয়।
নৱ কোটি জনমৰ পাতক তেখনে তাৰ
হৰৈ তাৰ নাহিকে সংশয় ॥২০৪
যেতিক্ষণে প্ৰভু নাম অনিচ্ছায়ে স্মৰে মোক
অত্যন্ত পাতকী দুৰাচাৰ।
দশ কোটি জনমৰ যতেক পাতক তাৰ
নামে কৰে তেখনে সংহাৰ ॥
অনিচ্ছায়ে যেতিক্ষণে পাপীসবে বিষ্ণু বিষ্ণু
বুলি স্মৰে মোক আন মনে।
তথাপি এঘাৰ কোটি জন্মৰ যতেক পাপ
হৰৈ নামে তাৰ তাৰক্ষণে ॥২০৫
পৰম পাতকী হুয়া ভাস্কৰ নামক মোৰ
যদি সুমৰিলে আন কামে।
তথাপি বাৰয় কোটি জন্মৰ যতেক পাপ
সবাকো সংহাৰে মোৰ নামে ॥
অত্যন্ত পাতকী যিটো আন মনে অনিচ্ছাতো
নাম মধুসূদন উচ্চৰে।
তথাপিতো তেৰ কোটি জন্মৰ যতেক পাপ
তাৰ নামে তেখনে সংহৰে ॥২০৬
বিশ্বম্ভৰ নাম যদি অশ্ৰদ্ধায়ে সুমৰিলে
যিটো মহা পাতকী দুৰ্ঘোৰ।
তথাপিতো চৈধ্য কোটি জন্মৰ যতেক পাপ
সবাকো সংহাৰে নামে মোৰ ॥
সত্যসন্ধ বুলি যিটো বাৰেক উচ্চৰে মোক
যদি হোৱে দুষ্ট শঠ চোৰ।
তথাপি পোন্ধৰ কোটি জন্মৰ যতেক পাপ
কৰে তাক নামে নিৰ্ম্মূৰ ॥২০৭
যিটো হুয়া মহাপাপী পাৰিজাতহৰ নাম
অনিচ্ছাতে কৰে যদি পাপ।
জানিবা সাৰতো সাৰ হৰৈ হৰৈ হৰৈ তাৰ
যোল কোটি জনমৰ পাপ ॥

যেতিক্ষণে পাপীসবে গোৱৰ্দ্ধনধৰ নাম
মুখে মাত্র কৰিলে প্ৰকাশ।
তথাপি সোতৰ কোটি জন্মৰ যতেক পাপ
হোৱে তাৰ তেখনে বিনাশ ॥২০৮
যেখনে কমলাকান্ত নাম মোৰ পাপী স্মৰে
বুলিলেক যদি এক মনে।
তথাপি আঠাৰো কোটি জন্মৰ যতেক পাপ
সবে নষ্ট হোৱে তাৰক্ষণে ॥
যদ্যপি পাতকী মোক মাধৱ বুলিয়া স্মৰে
অশ্ৰদ্ধায়ে আন মন হুই।
তথাপি উনৈশ কোটি জন্মৰ যতেক পাপ
সবাতে তেখনে লাগে জুই ॥২০৯
চাৰিয়ো বেদৰ সাৰ নাৰায়ণ নাম মোৰ
পৰম দুৰ্জ্জনে যদি স্মৰে।
কুৰি কোটি জনমৰ যতেক পাতক তাৰ
মোৰ নামে সমুলি সংহৰে ॥
যেতিক্ষণে জগন্নাথ নাম উচ্চাৰিলে মুখে
হুয়া মহা পাতকী প্ৰধান।
তথাপি একৈশ কোটি জন্মৰ যতেক পাপ
সবে হোৱে তেখনে নিৰ্য্যাণ ॥২১০
পুৰুষোত্তম নাম মোৰ স্মৰে পাতকী হুয়া
যদি কুল-ক্ৰিয়া একো নাই।
তথাপিতো তেইশ লক্ষ কোটি জনমৰ পাপ
সবে তাৰ ভস্ম হুয়া যায় ॥
অত্যন্ত অন্ত্যজো যদি পৰমাত্মা নাম মোৰ
হেলাত উচ্চৰে একবাৰ।
লক্ষ কোটি কোটি জন্মে যত কৰি আছে পাপ
তাৰক্ষণে নষ্ট হোৱৈ তাৰ ॥২১১
মোহোৰ দুগুটি নাম এক হৰি এক ৰাম
স্মৰে আক মহাপাপী হুই।
যাঠি লক্ষ কোটি জন্মে যত পাপ কৰি আছে
সবাৰো মুণ্ডত লাগে জুই ॥২১২

---

**দুলড়ী**

নামৰ মহিমা কহন্তে কেশৱ
আপুনো বিস্ময় ভৈলা।
শৰীৰ ৰোমাঞ্চ বচন নোহ্লাই
নিচুকিয়া তম্ভি ৰৈলা ॥
শুনা সভাসদ সদায় ঈশ্বৰ
কৃষ্ণৰ মুখৰ কথা।
চাৰিয়ো বেদৰ ইসে সাৰোত্তৰ
জানিবা আক সৰ্ব্বদা ॥২১৩
দেৱৰ মধ্যত দৈৱকীনন্দন
ধৰ্ম্মৰ মধ্যত নাম।
দুইত পৰে তিনি নাহি নাহি নাহি
ভকত পূৰণ কাম ॥
জানিয়া কৃষ্ণৰ চিন্তিয়ো চৰণ
মুখত নেৰিবা নাম।
কেতিক্ষণে কৈত মৰণ মিলয়
ডাকি বোলা ৰাম ৰাম ॥২১৪

---

**পদ**

নামৰ মহিমা হেন শুনি ধনঞ্জয়।
মিলিল মনত মহা পৰম বিস্ময় ॥
আশ্চৰ্য্যতো আশ্চৰ্য্য কৈতো নশু শুনি।
পুছন্ত কৃষ্ণত কতোক্ষণে মনে গুণি ॥২১৫
যিটো নাম মহিমা কহিলা কৃপাময়।
শুনি মনে মহা মোৰ মিলিল সংশয় ॥
শ্ৰীকৃষ্ণ শঙ্কৰ সদাশিৱ সনাতন।
কৰিয়ো ঈশ্বৰ মোৰ শঙ্কা নিবাৰণ ॥২১৬
তুমিসি সুহৃদ জগতৰ পিতামাতা।
তুমি বিনা নাহি আউৰ পৰিচ্ছেদ দাতা ॥

ইটো আতি অল্প নাম দুগুটি অক্ষৰ।
কিমতে হৰিবে পাপ অনেক জন্মৰ ॥২১৭
কোটি কোটি তীৰ্থে যাক নপাৰে লাৰিতে।
যাক নাটে কোটি কোটি মহা প্ৰায়শ্চিত্তে ॥
হেন পাপসব সাক্ষি আছে দামে দামে।
তাক সংহাৰিবে কেনমতে একে নামে ॥২১৮
ইটো নাম মহিমা শুনন্তে বিপৰীত।
নমানিবে কুতৰ্কী পণ্ডিতে কদাচিত ॥
দিয়োঁ পৰিচ্ছেদ দেৱ স্থিৰ হোক বুদ্ধি।
শুনি সমিধান দিলা মাধৱে সম্বুধি ॥২১৯
মোৰ নাম ৰাজা যত ধৰ্ম্মৰ উপৰি।
আন ধৰ্ম্ম মুহি আৰ কিঙ্কৰকো সৰি ॥
হেন নামে পাৰে যেন সিদ্ধি সাধিবাক।
কৰিবেক কেনমতে সেৰা কৰ্ম্মে তাক ॥২২০
যি কাৰ্য্য সাধিবে পাৰে আপুনি নৃপতি।
তাক লাগি আছে কিবা ভৃত্যৰ শকতি ॥
মহামত্ত সিংহে কৰে যতেক বিক্ৰম।
তাক কি কৰিবে ক্ষুদ্ৰ মৃগ হুয়া সম ॥২২১
গৰুড়ৰ উৰাক টেপচি মুহি জোৰ।
বাসুকীৰ আগে কোন ক্ষুদ্ৰ জলচৰ ॥
সূৰ্য্য জুই অঙ্গনীৰ যতেক অন্তৰ।
নামৰ কৰ্ম্মৰ সখি তেহ্ন পটন্তৰ ॥২২২
যৈত নাহি মোৰ নাম সূৰ্য্যৰ উদয়।
তৈতেসে প্ৰকাশে তপ জপ যজ্ঞচয় ॥
তথাপি প্ৰত্যয় যদি নাহিকে তোমাৰ।
কৰো তেৱে শুনা হেৰা সত্য অঙ্গীকাৰ ॥২২৩
অযুত সূৰ্য্যৰ জ্যোতি কিৰীট শিৰৰ।
হাত উপৰক তুলিলন্ত দামোদৰ ॥
বুলিলন্ত মহা আড়ম্বৰে নাৰায়ণে।
কৰোহো শপত মই নামৰ কাৰণে ॥২২৪
সত্যে সত্যে সত্যে সত্যে সত্যে নিষ্ঠা মানি।
সত্যে সত্যে সত্যে সত্যে সত্যে বোলো বাণী ॥

কোটি কোটি পাপৰ নামেসে সংহাৰক।
নাম বিনে নাহি সখি সংসাৰ তাৰক ॥২২৫
দশ সত্য কৰি মই দঢ়াইলো তোমাক।
নাশ যাইবা যেৱে আত নকৰা সন্তাত ॥
নামৰ মহিমা শুনি হেন হৈবে মতি।
এহি পাপে যাইবা ধনঞ্জয় অধোগতি ॥২২৬
হেন শুনি অৰ্জ্জুন ভৈলন্ত সচকিত।
ভৈলা সবে শৰীৰ প্ৰেমত ৰোমাঞ্চিত ॥
বহয়ে লোতক দুই নেত্ৰৰ নিগৰি।
কৰিলা কৃষ্ণক নতি দণ্ডৱতে পৰি ॥২২৭
তোমাৰ বাক্যত ভৈল সুদৃঢ় বিশ্বাস।
আজিসে কৰিলা নাথ মোক নিজদাস ॥
কিনো কৃপাময় তযু কহিবো মহত।
ভৃত্যক শিখোৱা কৰি আপুনে শপত ॥২২৮
ইটো উপকাৰক শুজন্তা নাহি কেৱ।
পাইবো কৈত হেনয় সুহৃদ ইষ্টদেৱ ॥
পিতৃ যেন পুত্ৰক চিন্তাহা মহাহিত।
পৰম ৰহস্য মোত কৰিলা বিদিত ॥২২৯
তোমাৰ প্ৰসাদে ভৈলো আনন্দ হৃদয়।
পুছো পুনৰপি প্ৰভু ছেদিয়ো সংশয় ॥
যিটো কৃষ্ণনাম ইটো জগতে প্ৰখ্যাত।
তাহাৰ মহিমা কিছু নকৈলা আমাত ॥২৩০
কিবা পাপ হৰিবাক নাহিকে শকত।
তাতেসে নকৈলা কৃষ্ণনামৰ মহত ॥
মোৰ মনে মহাচিন্তা লাগিল মাধৱ।
কহিয়ো ইহাৰ হেতু ভকত বান্ধৱ ॥২৩১
গোবিন্দে বোলন্ত সখি শুনা স্বৰূপত।
নজানোহো ইটো কৃষ্ণনামৰ মহত ॥
যদি হওঁ এক্ক কোটি কোটি অৱতাৰ।
তভো নপাওঁ অন্ত কৃষ্ণনাম মহিমাৰ ॥২৩২
ইটো কৃষ্ণনামত মহিমা আছে যত।
সবে কহিবাক তাক মুহিকে শকত ॥

কৃষ্ণনাম বলিষ্ঠ বীৰ্য্যৰ নাহি সীমা।
এতেকে নকৈলো কৃষ্ণনামৰ মহিমা ॥২৩৩
কৃষ্ণ কৃষ্ণ উচ্চৰে নভজে দেৱ আন।
শুনা সখি কহো তাক কৰো যেন মান ॥
মনে মনে কৃষ্ণ বোলে যদি বাৰেকত।
তথাপি সদায় ভ্ৰমো তাহাৰ লগত ॥২৩৪
হা কৃষ্ণ কৃষ্ণ বুলি স্মৰে প্ৰেমভাৰে।
তাৰ পাচে ভ্ৰমো চক্ৰ ধৰি ভূমিপাৰে ॥
কৃষ্ণনাম জৰী যেন বান্ধিলে আমাক।
তাৰ নাম স্মৰি ফুৰো মান্য কৰি তাক ॥২৩৫
কৃষ্ণ কৃষ্ণ বোলন্তে শৰীৰ ৰোমাঞ্চিত।
নেত্ৰৰ লোতক ঝৰে দ্ৰৱ হোৱে চিত্ত ॥
ভকতিৰ আনন্দত আনন্দ হৃদয়।
সি জনত গৈলো জানা আপুনি বিক্ৰয় ॥২৩৬
কৃষ্ণনাম সমস্তে নামত শ্ৰেষ্ঠতৰ।
হুয়া এক শৰণ আমাত যিটো নৰ ॥
কৃষ্ণ কৃষ্ণ মহা কৃষ্ণ বুলিয়া স্মৰে।
মহাখৰ্ব্ব কোটি জনমৰ পাপ হৰে ॥২৩৭
হেন শুনি কৃষ্ণক সোধন্ত ধনঞ্জয়।
তোমাৰ বাক্যত প্ৰভু মিলিল সংশয় ॥
বোলাহা নজানো কৃষ্ণনামৰ মহিমা।
কিমতে কহিলা পাপ হৰিবাৰ সীমা ॥২৩৮
বোলা যদি হওঁ কোটি কোটি অৱতাৰ।
তভো নপাওঁ অন্ত কৃষ্ণনাম মহিমাৰ ॥
মহাখৰ্ব্ব কোটি সংখ্যা কৰিলা কিসক।
শুনি কৃষ্ণ উত্তৰ দিলন্ত অৰ্জ্জুনক ॥২৩৯
কহো নিষ্টে শুনা সখি তুমি প্ৰিয়তৰ।
কহিলো প্ৰসিদ্ধ কথা সমস্তে শাস্ত্ৰৰ ॥
ইটো কৃষ্ণ নামত মহিমা আছে যত।
কহিবে নপাৰো সখি মই স্বৰূপত ॥২৪০
যদ্যপি অক্ষৰ দুই দেখা কৃষ্ণনাম।
তথাপি ত্ৰৈলোক্যে নাহি ইহাৰ উপাম ॥

যতেক পাতক আছে ব্ৰহ্মাণ্ড ভিতৰে।
সবাকো কৰিবে পাৰে ভস্ম একেবাৰে ॥২৪১
নামৰ বলৰ সখি নাহি পৰিমিত।
যেন বজ্ৰে কৰে পৰ্ব্বতক চূৰ্ণীকৃত ॥
মৃগৰ উপৰি যেন সিংহৰ বিক্ৰম।
কৃষ্ণনামে পাতকৰ কালান্তক যম ॥২৪২
যাহাৰ বলক মই নজানো নিশ্চয়।
দেওঁ এক শিক্ষা সখি শুনা ধনঞ্জয় ॥
যি হেতু ভকত তুমি পৰম আমাত।
তাতেসে ৰহস্য কথা প্ৰকাশো তোমাত ॥২৪৩
কৈলো যেন যেন কৃষ্ণনামৰ মহত।
আক যিটো জনে জানে সংসাৰ মধ্যত ॥
আমাত অধিক সিটো গুৰু সি সি জন।
শিষ্য হুয়া সেৱা কৰো তাহানে চৰণ ॥২৪৪
সি সি জন প্ৰিয়তম ভকত আমাৰ।
তাৰ নাম লৈলে হুইবে জগত উদ্ধাৰ ॥
দেৱতো তীৰ্থতো কৰি সি সি শ্ৰেষ্ঠতম।
কি কহিবো সখি মই নোহো তাক সম ॥২৪৫
সত্যে সত্যে সত্যে সত্যে সত্যে সত্যে সখি।
কহিলো তোমাত মহা গোপ্যক নৰাখি ॥
ছয় সত্য কৰিয়া কহিলো গোপ্য গুণ।
জানি কৃষ্ণনাম স্মৰা বান্ধৱ অৰ্জ্জুন ॥২৪৬
নাহিকে তাৰন্তা কৃষ্ণনামৰ সমান।
যেৱে ইটো কথাত নপাতা তুমি কাণ ॥
নাহি মোৰ দোষ তেৱে যাইবা অধোগতি।
নতৰিবা যাতনাত মৰণ উতপতি ॥২৪৭
মইসে ঈশ্বৰ কৃষ্ণ জগতৰ স্বামী।
চৰাচৰ জীৱৰ নিয়ন্তা অন্তৰ্য্যামী ॥
যেৱে কৰা মোক হেন বুদ্ধি ধনঞ্জয়।
অল্পতে লভিবা সিদ্ধি নাহিকে সংশয় ॥২৪৮
শুনি অৰ্জ্জুনৰ ভৈলা আনন্দ হৃদয়।
কৰযোৰে আগত বিনাৱে ধনঞ্জয় ॥

তুমি প্ৰভু যদি জীৱ নিয়ন্তা ঈশ্বৰ।
দিয়ো দৰিশন নিজৰূপে দামোদৰ ॥২৪৯
যাক দেখি ভকতৰ আনন্দ হৃদয়।
হেন চতুৰ্ভুৰ্জ ৰূপ কৰিয়ো প্ৰত্যয় ॥
আপুনি জানাহা মই তোমাৰেসে দাস।
নকৰিলা কিয় মোত পূৰ্ব্বতে প্ৰকাশ ॥২৫০
মাধৱে বোলন্ত সখি নজানাহা আক।
নিজৰূপে যিহেতু নেদেখা শুনা তাক ॥
ঈশ্বৰ বুলিয়া যদি জানা মোক মনে।
নলৈবাহা শঙ্কা তুমি শয়নে ভোজনে ॥২৫১
আউৰ সখি বুলি নকৰিবা পৰিহাস।
চিন্তিবা চৰণ মোৰ এৰি গৃহবাস ॥
তাতেসে তোমাক নেদেখাইলো নিজৰূপ।
আত আন হেতু নাহি কহিলো স্বৰূপ ॥২৫২
অৰ্জ্জুনক এহি বুলি প্ৰভু নাৰায়ণে।
ভৈলন্ত ঈশ্বৰ মূৰ্ত্তি তৈতে তাৰক্ষণে ॥
জ্বলে পীতবস্ত্ৰে আতি শ্যামল শৰীৰ।
সজল মেঘত যেন বিজুলী সুথিৰ ॥২৫৩
প্ৰসন্ন বদন পদ্ম দেখন্তে তৃপিতি।
শিৰত কিৰীটি কোটি সূৰুযৰ জ্যোতি ॥
জ্বলে জুটে চূড়ামণি ৰত্নৰ আমোল।
অলকা তিলক শোভে সুসম কপোল ॥২৫৪
সুৱলিত ভ্ৰুৱ যুগ ধনুৰ আশ্বয়।
অৰুণ পঙ্কজ যেন নয়ন দুতয় ॥
উন্নত নাসিকা তিল কুসুম সুন্দৰ।
সুৱৰ্ণতোধিক জ্বলে অৰুণ অধৰ ॥২৫৫
কুন্দকড়ি সদৃশ নিবিড় দন্তপান্তি।
মণিময় মকৰ কুণ্ডলে কৰে কান্তি ॥
সুহসিত মুখত বেকত ঘৰ্ম্মবিন্দু।
হিমকণা সবে যেন জ্বলৈ পূৰ্ণ ইন্দু ॥২৫৬
কণ্ঠত কৌস্তুভ যেন আতি নৱ সূৰ্য্য।
আজানুলম্বিত আতি চাৰু চতুৰ্ভুজ ॥

ৰত্নময় কেয়ুৰ কঙ্কণে কান্তি তাতে
শঙ্খ চক্ৰ গদা পদ্ম চাৰি অস্ত্ৰ হাতে
কৰতল ৰাতুল দেখন্তে মনতুষ্টি।
প্ৰতি আঙ্গুলিত জ্বাম্প সোণাৰ আঙ্গুষ্ঠি ॥
জ্বলৈ নখচয় চাৰু চন্দ্ৰমাৰ কান্তি।
হোৱৈ যাৰ প্ৰকাশন্তে তাপ উপশান্তি ॥২৫৮
শ্ৰীবৎস পংকতি আতি আছে প্ৰকাশন্তে।
গলে বনমালা জ্বলৈ আপাদ পৰ্য্যন্তে ॥
মহা বক্ষস্থলত দিলন্ত লক্ষ্মী দেখা।
জ্বলৈ চাৰু উদৰে অৰুণ তিনি ৰেখা ॥২৫৯
হৃদয়ত হেমহাৰ মণি মুকুতাৰ।
কটিত মেখলা ৰত্নে কৰে জ্বাতিষ্কাৰ ॥
পাট পীতভুনিক দেখন্তে ৰুচিকৰ।
বলিত বৰ্ত্তুল চাৰু উৰু কৰীকৰ ॥২৬০
চৰণ পঙ্কজ যেন নৱ পদ্মকোষ।
ৰত্নৰ নূপুৰ ৰঙ্গে দেখন্তে সন্তোষ ॥
চম্পাৰ পাকৰি নয় আঙ্গুলিৰ পান্তি।
তাতে আৰকত নখচন্দ্ৰে কৰে কান্তি ॥২৬১
ৰত্নৰ উঝাণ্টি জ্বলে প্ৰতি আঙ্গুলিত।
পদতল বৰ্ত্তুল কোমল মনোনীত ॥
ধ্বজ বজ্ৰ যৱ আৰো অঙ্কুশ কমল।
এহি পঞ্চ চিহ্ন জ্বলে দুয়ো পদতল ॥২৬২
পোষ্কৰ ৰবিষ সম সুকুমাৰ অঙ্গ।
হোৱৈ ৰূপ দেখি কন্দৰ্পৰো দৰ্পভঙ্গ ॥
যাক দৰশনে আনন্দিত তনু মন।
ভকতজনৰ যিটো হৃদয় ভূষণ ॥২৬৩
পৰম ঈশ্বৰ মূৰ্ত্তি প্ৰকাশন্ত যসি।
ভৈলন্ত উদিত কোটি কোটি সূৰ্য্য শশী ॥
নিজৰূপে কেশৱে সাক্ষাতে দিলা দেখা।
দেখি অৰ্জ্জুনৰ আনন্দৰ নাহি লেখা ॥২৬৪
প্ৰীতি প্ৰফুল্লিত মুখ ভৈলা ধনঞ্জয়।
পৰম প্ৰেমত আতি দ্ৰৱিল হৃদয় ॥

ঢুনাই ঢুনাই আসি সবে শিহঁৰে শৰীৰ।
সঘনে নিগড়ে ঢুয়ো নয়নৰ নীৰ ॥২৬৫
তৰধ নয়নে চাহি আছন্ত অৰ্জ্জুনে।
গৰিহন্ত আপোনাক পাণ্ডুৰ আপুনে ॥
কাষতে আছন্ত হেন প্ৰভু নাৰায়ণ।
নিচিনিলো ধিক ধিক মোহোৰ জীৱন ॥২৬৬
এহিমতে কৰি আতি গৰিহা মনতে।
প্ৰণামিলা ভূমিত পৰিয়া দণ্ডৱতে ॥
পৰম ঈশ্বৰ প্ৰভু হেনয় আকলি।
আৰম্ভিলা স্তুতি আতি কৰি কৃতাঞ্জলি ॥২৬৭
নমো নমো জগত নিবাস সনাতন।
ভৃত্য ভয়হাৰী হৰি হুয়োক প্ৰসন্ন ॥
পুৰুষ উত্তম সম জগত আধাৰ।
তোমাৰেসে চৰণত কৰো নমস্কাৰ ॥২৬৮
সংসাৰ তাপত আৰে পৰো আতিশয়।
ত্ৰাহি ত্ৰাহি দুখিতক কৃষ্ণ কৃপাময় ॥
জ্বলে যাৰ তনু সূৰ্য্য সহস্ৰ সঙ্কাশ।
তথাপি ভকতে পাৱে শীতল প্ৰকাশ ॥২৬৯
ত্ৰিপুৰ অন্তক প্ৰভু গুণৰ ভাজন।
তোমাকেসে শিৰে কৰো সদায় বন্দন ॥
অনন্ত গোবিন্দ দেৱ মুকুন্দ মাধৱ।
শ্ৰীকৃষ্ণ বিষ্ণু মোৰ তুমিসে বান্ধৱ ॥২৭০
ভকতিসে বশ্য প্ৰভু ভকতৰ গতি।
জগন্নাথ তোমাৰেসে চৰণে প্ৰণতি ॥
যাৰ ৰাম-কৃষ্ণনাম একবাৰ স্মৰে।
এতেকে তেখনে মহা পাতকীয়ো তৰে ॥২৭১
হেন ঈশ্বৰৰ সদা থাকো পাশ চাপি।
কিনো মূঢ়বুদ্ধি মই নিচিনো তথাপি ॥
পৰম কুমতি আতি নাহি মোত বিনে।
ভৈলো মই আত্মঘাতী আপুন আপুনে ॥২৭২
একেলগে কৰো স্নান শয়ন ভোজন।
তভো নজানিলো কিনো অন্ধ ভৈল মন ॥
ধিক ধিক ধিক আৰে জীৱন আমাৰ।
এহি বুলি কান্দিয়া কৰন্ত নমস্কাৰ ॥২৭৩
নমো নাৰায়ণ জগতৰ আদিভূত।
পৰম ঈশ্বৰ ভৈলা দৈৱকীৰ সুত ॥
দেখিয়া অনেক লীলা মনুষ্যৰ ছলে।
লক্ষিতে নপাৰো আমি কুবুদ্ধিসকলে ॥২৭৪
সংসাৰ তাপত মই পৰম আতুৰ।
কৃপাময় মোৰ মোহবন্ধ কৰা দূৰ ॥
তযু পাদপদ্মে সদা নথণ্ডোক ৰতি।
হেনয় কৰুণা কৰিয়োক মোক প্ৰতি ॥২৭৫
নমো নমো ব্ৰহ্মাদিৰ ঈশ্বৰ মুৰাৰি।
লক্ষ্মীৰ নিবাস শত্ৰুচয় ক্ষয়কাৰী ॥
এহি জগতৰ নাথ ত্ৰাহি জনাৰ্দ্দন।
তোমাৰ চৰণে কৰো সদায় বন্দন ॥২৭৬
নমো নমো দৈৱকীনন্দন মাধৱক।
মনুষ্যৰ চেষ্টাক যে দেখাইয়া লোকক ॥
স্বৰূপত নিজানন্দ তুমি কলেৱৰ।
তৰ্কিবে নপাৰে হৰি-বিমুখ পামৰ ॥২৭৭
কৃষ্ণ বিষ্ণু হৃষীকেশ শিৱ সনাতন।
জীৱৰ জীৱন জগন্নাথ নাৰায়ণ ॥
ত্ৰাহি ত্ৰাহি মহাহৰি পশিলো শৰণে।
নুগুচোক মোৰ মন তোমাৰ চৰণে ॥২৭৮
আজিসে জানিলো তুমি পৰম ঈশ্বৰ।
নিচিনি কৰিলো অপৰাধ দামোদৰ ॥
তুমি এবে কৰো একে শয্যাত নিবাস।
ওবা সখি ওবা কৃষ্ণ কৰো পৰিহাস ॥২৭৯
সিসব সুমৰি মোৰ কম্পিত হৃদয়।
অজ্ঞানীৰ দোষ মৰষিও কৃপাময় ॥
নমো দামোদৰ নমো নন্দৰ কুমাৰ।
নমো পৰমাত্মা মোক কৰিয়ো উদ্ধাৰ ॥২৮০
আপোনাৰ মাথ থৈয়া মাধৱৰ পাৱে।
এহি বুলি অৰ্জ্জুন কান্দন্ত প্ৰেমভাৱে ॥

বহি যায় নেত্ৰৰ লোতক সৰসৰি।
আশ্বাসিলা তুলি তাঙ্ক হৰি হাতে ধৰি ॥২৮১
এৰা অনুৰাগ প্ৰাণসখি দেওঁ হাক।
তোমাৰ ভকতি তুষ্ট কৰিলা আমাক ॥
দেখি প্ৰেম ভকতি তোমাত ভৈলো বশ্য।
কৰিলো প্ৰকাশ ইটো পৰম ৰহস্য ॥২৮২
মোৰ প্ৰিয়তম তুমি বান্ধৱ পৰম।
নাহি আন সুহৃদ অৰ্জ্জুন তুমি সম ॥
কহো ৰাজগুহ্য চিত্ত সাৱধান কৰা।
আক জানি দুৰ্গম সংসাৰ সুখে তৰা ॥২৮৩
মোক চাহি থাকিবাহা কৃতাঞ্জলি ধৰি।
যেন কহো ইহাকে মানিবা ব্ৰহ্ম কৰি ॥
এৰি বিধি কিঙ্কৰ ধৰ্ম্মৰ সব কাম।
সুদৃঢ় বিশ্বাসে স্মৰা মোৰ কৃষ্ণনাম ॥২৮৪
মহা যজ্ঞ দান জপ তপ তীৰ্থ ব্ৰত।
পৰম ৰহস্য ধৰ্ম্ম যাগ যোগ যত ॥
অশ্বমেধ ৰাজসূয় সুকৃতি পৰ্য্যন্তে।
সমস্তে উপজে কৃষ্ণ কৃষ্ণ উচ্চৰন্তে ॥২৮৫
কৃষ্ণনামে ধ্যান কৃষ্ণনামে মহা জপ।
কৃষ্ণনামে যোগ কৃষ্ণনামে মহাতপ ॥
পৰম সন্ন্যাস কৃষ্ণনামে মহা জ্ঞান।
মোৰ কৃষ্ণনামে সাধে সমস্তে কল্যাণ ॥২৮৬
ইটো কৃষ্ণনামত সমস্তে আছে গুণ।
হেন জানি কৃষ্ণনাম স্মৰিয়ো অৰ্জ্জুন ॥
কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি কৰিয়ো কীৰ্ত্তন।
এতেকন্তে হৈবেক সংসাৰ নিৱৰ্ত্তন ॥২৮৭
কৃষ্ণ কৃষ্ণ নাম স্মৰি পায়ে যেন গতি।
ব্ৰহ্মা আদি দেৱে তাঙ্ক নপান্ত সম্প্ৰতি ॥
হেন জানি সমস্ত ধৰ্ম্মক পৰিহৰি।
তৰিয়ো সংসাৰ সুখে কৃষ্ণনাম স্মৰি ॥২৮৮
শুনা সভাসদ পদ কৃষ্ণৰ চৰিত্ৰ।
কৰিলন্ত কৃষ্ণে আক আপুনি বিদিত ॥
ভকতজনৰ জানা যেন নৱবিধি।
আতি অপ্ৰয়াসে ইসি ধৰ্ম্মে সাধে সিদ্ধি ॥২৮৯
হেন জানি হুয়ো সবে কৃষ্ণত সন্মুখ।
ঘোৰ সংসাৰত অণুমাত্ৰ নাহি সুখ ॥
ইটো গৃহবাস বন্দীশাল হেন দেখা।
পুত্ৰ দাৰা ধন জন জানা জলৰেখা ॥২৯০
মহামোহ নিহলক ভাঙ্গন নযায়।
কাম ক্ৰোধ পাইবে আত নিত্যে কৰে টাই ॥
নানাবিধ ব্যাধি কটা চেঙ্গি * অপমান।
এহিমতে নিকাৰ ভুঞ্জন্তে যায় প্ৰাণ ॥২৯১
আত শতগুণ দুখ ঘোৰ যমপুৰ।
দূতৰ হাতত সবে বুদ্ধি হোৱে চুৰ ॥
নিচিন্তি নথকা তৰিবাৰ কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥২৯২

---

অৰ্জ্জুনৰ প্ৰশ্নত ভগৱানৰ বৈকুণ্ঠ-বৰ্ণনা

দুলড়ী

কৃষ্ণক সম্বোধি অৰ্জ্জুনে বোলন্ত
মনত কৰি উল্লাস।
তোমাৰ নামেসে জগত তাৰক
কৰিলো দৃঢ় বিশ্বাস ॥
তোমাৰ স্থানৰ কেনৰা প্ৰভাৱ
কিবা নামে তাৰ খ্যাতি।
কহিয়ো তাহাক ব্ৰহ্মায়ো নপান্ত
শুনিলো আশ্চৰ্য্য আতি ॥২৯৩
শুনি দামোদৰ দিলন্ত উত্তৰ
শুনিয়ো সখি অৰ্জ্জুন।
অনন্ত মহিমা আমাৰ থানৰ
কহে তাৰ কিছু গুণ ॥

* পাঠান্তৰ—কটা ছিদে।

নাহি তৈত মায়া কালৰ বিক্ৰম
লোভ মোহ ক্ৰোধ কাম।
সদায় আনন্দ মায়াময় সুখ
প্ৰসিদ্ধ বৈকুণ্ঠধাম ॥২৯৪
ইন্দ্ৰিয়ৰ ভোগ স্বৰ্গসুখ মানে
কুৎসিত আতি বিনাশী।
যিটো নিজসুখ আত্মাৰ আনন্দ
বৈকুণ্ঠত মিলে আসি ॥
মোহোৰ সমান সম্বোধি স্বৰূপ
ভকতে পাৱে তথাত।
নীল তনু পীত বস্ত্ৰে ৰঞ্জে আতি
সমস্তৰে চাৰি হাত ॥২৯৫
শঙ্খ চক্ৰ গদা পদ্ম ধৰি থাকৈ
ৰত্নৰ বিমানে বসি।
অনেক পদ্মিনী বেঢ়ি সেৱা কৰে
জ্বলে যেন কোটি শশী ॥
সদায় আনন্দ মোৰ গুণ নাম
শ্ৰৱণ কীৰ্ত্তন কৰে।
পৰম প্ৰেমত তনু ৰোমাঞ্চিত
নেত্ৰৰ লোতক ঝৰে ॥২৯৬
নাৰীগণে মোৰ গুণ গীত গাৱে
তাল কৰতাল ঠুকি।
বৈকুণ্ঠক ছানি কৃষ্ণ কৃষ্ণ ধ্বনি
ভকতে কৰে উৎসুকি ॥
আন কৰ্ম্ম তথা নাহি আন কথা
অণুক্ষণে মোক্ষ সাঞ্চে।
মোহোৰ প্ৰসাদে পৰম আনন্দে
বৈকুণ্ঠপুৰত বঞ্চে ॥২৯৭
অযুত নিযুত খৰ্ব্ব মহাখৰ্ব্ব
কোটিৰ মধ্য কলিত।
ভকতিৰ বলে বৈকুণ্ঠ লোকক
পাৱৈ গৈয়া কদাচিত ॥

বায়ু শশী সূৰ্য্য কুবেৰ বৰুণ
ব্ৰহ্মা হৰ পুৰন্দৰ।
নতু পাৱে কেৱে নপাইবে নপাইবে
লোকৰ যিটো ওচৰ ॥২৯৮
ভৃগু বিশ্বামিত্ৰ * মিত্ৰনয়নিত
অঙ্গিৰা পুলহ ঋষি।
তীৰ্থস্নান দান তপ জপ যজ্ঞ
আচৰে যিটো হৰিষি ॥
মহা বেদান্তিক যিটো যোগীগণে
জ্ঞানক কৰে প্ৰকট।
নিশ্চয়ে জানিবা সিয়ো বৈকুণ্ঠৰ
নপাৱে গৈয়া নিকট ॥২৯৯
প্ৰহ্লাদ নাৰদ বলি মুখ্য কৰি
আছে যত মোৰ দাস।
মোৰ গুণ নাম লৈয়া মহাসুখে
পাৱৈ গৈয়া মোৰ পাশ ॥
যজ্ঞ জ্ঞান দান সবে গুণ মাত্ৰ
ভকতি মোৰ নিৰ্গুণ।
জানিয়া সদায় স্মৰিয়ো আমাক
সুহৃদ সখি অৰ্জ্জুন ॥৩০০
মহামিত্ৰ পদে তোমাত কহিলো
পৰম ৰহস্য কথা।
যেন্নে পাইবা গতি কৰি দৃঢ়মতি
স্মৰিয়ো মোক সৰ্ব্বথা ॥
এতেক বচন বুলি মৌন ভৈলা
তিনিয়ো লোকৰ নাথ।
পৰম বিস্ময় হুয়া ধনঞ্জয়
প্ৰণামিলা নমাই মাথ ॥৩০১
এহেন্তে পৰম ঈশ্বৰ পুৰুষ
নজানো লগতে থাকি।
সামান্যক যেন কৰো উপালম্ভ
ওবা সখি বুলি ডাকি ॥

পাঠান্তৰ—মৈত্ৰেয় অসিত

সমীপতে পায় নজানো তথাপি
এহেন্তে জগতস্বামী।
ধিক ধিক ধিক মোহোৰ জীৱন
পশুতো অধম আমি ॥৩০২
কৃষ্ণক দেখন্তে শৰীৰ শিহঁৰে
লোতক বহিয়া যায়।
তৰধ নয়নে থাকিলা অৰ্জ্জুনে
কৃষ্ণৰ চৰণ চাই॥
কতো মকমকি কান্দন্ত মায়াত
মাথন্ত পাৰৰ ধূলি।
মাধৱে দেখন্ত মোক ধনঞ্জয়
জানিলা ঈশ্বৰ বুলি ॥৩০৩
মনত বোলন্ত পাঞ্চ পাণ্ডৱৰ
নলাগে ঈশ্বৰ মতি।
যেহি সেহি মতে মোক আৰাধোক
তথাপি পাইবেক গতি॥
পৰম ভকত পাণ্ডৱো নজানে
মই বিনে আন দেৱ।
প্ৰেম ভকতিত কৰিলেক বশ্য
ভৃত্য যেন কৰে সেৱ ॥৩০৪
যাৰদেকে মই নযাওঁ বৈকুণ্ঠক
বংশক কৰি উচ্ছাদ।
তাৱে উপভোগ কৰোক পাণ্ডৱে
মোহোৰ পায়া প্ৰসাদ॥
এহি বুলি কৃষ্ণে কৰিলন্ত মায়া
ঈশ্বৰ জ্ঞানক নাশি।
সখি সখি বুলি আক্কোৱালি ধৰি
অৰ্জ্জুনে তুলিলা হাসি ॥৩০৫
ধৰা ধৰি কৰি বসিলা আপুনি
ভৈল বোধ পূৰ্ব্ববৎ।
ভকতি প্ৰদীপ কহিলন্ত শুকে
সৰ্ব্ব শাস্ত্ৰ সাৰতত্ত্ব॥
যেন শুক পক্ষী মই শুকে মহা
কহিলো জানি নজানি।
তোমাৰ চৰণে কৰো নমস্কাৰ
ক্ষমিয়োক চক্ৰপাণি ॥৩০৬
একান্ত ভকতি তোমাক আৰাধি
দেৱৰো দুৰ্লভ দেৱ।
আন বিষয়ক কোনে বাঞ্ছিবেক
তোমাত তেজিয়া সেৱ॥
যিটো দেৱে দিলা অৰ্জ্জুনক আসি
সমস্ত শাস্ত্ৰৰ সাৰ।
নন্দৰ নন্দন হেন মাধৱক
হেৰা কৰো নমস্কাৰ ॥৩০৭
বেদ শিৰোৰত্ন গৰুড় পুৰাণ
কৃষ্ণৰ নাম মহত্ত।
ভকতি প্ৰদীপ পুস্তকৰ কথা
এহিমানে সমাপত॥
হে কৃষ্ণ কৃষ্ণ তোমাৰ চৰণে
প্ৰণামো হুয়ো সন্তোষ।
মূকখৰ মোৰ মৰষিয়ো সবে
বড়া টুটা যত দোষ ॥৩০৮

ভক্তি-প্ৰদীপ সমাপ্ত

শ্ৰীকৃষ্ণায় নমঃ

# শ্ৰীশঙ্কৰ বাক্যামৃত

# কীৰ্ত্তন

কৃষ্ণায় বাসুদেৱায় দৈৱকীনন্দনায় চ
নন্দগোপকুমাৰায় গোবিন্দায় নমোনমঃ।
নমঃ পঙ্কজনাভায় নমঃ পঙ্কজমালিনে
নমঃ পঙ্কজনেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে ॥
বসুদেৱসুতং কৃষ্ণং কংস-চাণুৰমৰ্দ্দনম্
দৈৱকীপৰমানন্দং কৃষ্ণং বন্দে জগদ্গুৰুম্ ॥ ( হৰি ৰাম ৰাম ) ॥
মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিং।
যৎ কৃপা তমহং বন্দে পৰমানন্দ মাধৱম ॥

## চতুৰ্ব্বিংশতি অৱতাৰ

ঘোষা

জয় হৰি গোবিন্দ, নাৰায়ণ ৰাম কেশৱ হৰি। ৰাম ৰাম কেশৱ হৰি ॥১॥

পদ

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভি-কমলত ব্ৰহ্মা ভৈল জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥১
মৎস্য ৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা বেদ প্ৰভু প্ৰলয় জলত ॥
সত্যব্ৰত ৰাজাক দেখাইলা নিজমায়া।
নধৰিলা সমুদ্ৰে তোমাৰ মৎস্যকায়া ॥২
কূৰ্ম্ম অৱতাৰ ভৈলা ক্ষীৰোদধি তীৰে।
লক্ষ প্ৰহৰৰ পথ জুৰিলা শৰীৰে ॥
কৰিলেক পৰি স্তুতি সুৰাসুৰ নাগে।
ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠভাগে ॥৩
দিব্য যজ্ঞ বৰাহ স্বৰূপে ভৈলা তুমি।
লীলায়ে দন্তৰ অগ্ৰে উদ্ধাৰিলা ভুমি ॥
তোমাক কৰিলে যুদ্ধ হিৰণ্যাক্ষ বীৰি। * বীৰ
অপ্ৰয়াসে দৈত্যক বধিলা দান্তে ছিৰি ॥৪
আদি দৈত্য হিৰণ্যকশিপু বলিয়াৰণ। + বলি
নৰসিংহ ৰূপে হিয়া বিদাৰিলা তাৰ ॥
কৰিলা নিৰ্ভয় পাইলা ত্ৰিদশে উল্লাস।
ভক্ত প্ৰহ্লাদক প্ৰভু কৰিলা আশ্বাস ॥৫
বামন স্বৰূপে অদিতিৰ বাক্য পালি।
ইন্দ্ৰক থাপিলা ছলে বলিক নিকালি ॥ + ছলকৰি
ত্ৰৈলোক্যক আক্ৰমিল চৰণৰ গতি।
তযু পাদোদকে গঙ্গা ভৈল উতপতি ॥৬

ঘোষা

যদুমণি যাদৱ যাদৱ যাদৱানন্দ হৰি ॥২॥

পদ

ভৈলাহা পৰশুৰাম নামে অৱতাৰ।
প্ৰদক্ষিণ কৰি ভূমি তিনি সাতবাৰ ॥
ক্ষত্ৰিয়ক কাটিলা পৰশু কৰে ধৰি।
নিক্ষত্ৰিয় কৰিলা সমস্তে বসুন্ধৰী ॥৭
শ্ৰীৰাম ৰূপে কৌশল্যাত অৱতৰি।
বনবাস খপিলা পিতৃৰ বাক্য ধৰি ॥
বিৰাধ কবন্ধ মাৰিচৰ লৈলা প্ৰাণ।
খৰ-দূষণৰ প্ৰভু কৰিলা নিৰ্য্যাণ* ॥৮ * ধ্বংস
একপাত শৰে বালি সংহৰিলা † জীৱ। † বধ কৰা
তোমাৰ প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ ॥
লঙ্কাত পশিলা সাগৰত বান্ধি সেতু।
ৰাৱণ বধিলা সীতা হৰণৰ হেতু ॥৯
মাৰিলা ৰণত আনো ৰাক্ষস অনেক।
ভক্ত বিভীষণক কৰিলা অভিষেক ॥
অগ্নিত পৰীক্ষা কৰি আনিলা সীতাক।
ব্ৰহ্মাদেৱে স্তুতিবাণী বুলিলা তোমাক ॥১০
সম্বৰিলা সীতা দশৰথৰ বচনে।
অযোধ্যাক আসিলা সভাৰ্য্যে ৰঙ্গমনে ॥
কৰিলাহা ৰাজ্য দশ হাজাৰ বৎসৰ।
লগে স্বৰ্গে নিলা সবে অযোধ্যা নগৰ ॥১১
ৰোহিণীত ভৈলা হলিৰাম অৱতাৰে।
দ্বিবিদৰ প্ৰাণ লৈলা মুষ্টিৰ প্ৰহাৰে ॥
প্ৰলম্ব মুষ্টিক কম্ব দন্তবক্ৰ বীৰ।
লীলায়ে মাৰিয়া ভাৰ হৰিলা ভূমিৰ ॥১২
বোধ ‡ অৱতাৰে বেদ-পন্থ কৰি ছন্ন। ‡ বুদ্ধ
নানাবিধ শাস্ত্ৰে মুহি আছা সৰ্ব্বজন ॥
নিচিন্তে চৰণ নাম নলয়ে তোমাৰ।
সদায়ে প্ৰবৰ্ত্ত লোক পাষণ্ড আচাৰ ॥১৩
কলিৰ শেষত হুইবা কল্কী অৱতাৰ।
কাটি ছিণ্ডি ম্লেচ্ছক কৰিবা বুন্দামাৰ ॥
সবাকো বধিবা বৌধগণ যত আছে।
কলিৰ শেষত সত্য প্ৰৱৰ্ত্তাইবা পাচে ॥১৪

ঘোষা

নৰহৰি গোবিন্দ, গোবিন্দ গোবিন্দ ৰাম ॥৩॥

পদ

সনত কুমাৰ অৱতাৰে তুমি হৰি।
ফুৰিলা দুষ্কৰ ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি ॥
পৃথু ৰাজা তোমাত সুধিলা মহাজ্ঞান।
সমস্ত তত্ত্বক তুমি কৰিলা ব্যাখ্যান ॥১৫
ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।
পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ ॥
যাক আচৰিলে মহা মোক্ষপদ পায়।
হৰিৰ কীৰ্ত্তন কৰি ফুৰা বীণা বায় ॥১৬
ভৈলা আৰো অৱতাৰ নৰ-নাৰায়ণ।
কৰিলা দুষ্কৰ তপ চিত্তৰ শোধন ॥
তোমাক মোহিবে কামদেৱ আইলা সাজি।
দৰ্পচূৰ কৰিলা উলটি গৈলা লাজি* ॥১৭ *লাজপাই
কপিল স্বৰূপে আৰো ভৈলা অৱতাৰ।
লুপ্ত ভৈল জ্ঞান তাক কৰিলা প্ৰচাৰ ॥
তোমাৰ প্ৰসাদে যোগ জানি দেৱহূতি।
তোমাৰ চৰণ চিন্তি লভিলা মুকুতি ॥১৮
দত্তাত্ৰেয় নামে ভৈলা অত্ৰিৰ তনয়।
পুছিলন্ত যোগ যদু অলৰ্ক হৈহয় ॥
তিনিও ৰাজাত কৈলা যোগৰ যুগুতি।
তোমাৰ প্ৰসাদে পাইলা পৰম মুকুতি ॥১৯
যজ্ঞ অৱতাৰে ভৈলা দেৱতাৰ ৰায়।
যাৰ নামে দেৱগণ লগত সহায় ॥

স্বায়ম্ভুৱ মনুৰ দিনত তুমি হৰি।
ইটো ত্ৰিজগতক আছিলা ৰক্ষা কৰি ॥২০
পুত্ৰ ভৈলা নাভিৰ ঋষভ নামে তুমি।
জড় যোগচৰ্য্যা কৰি পৰ্য্যটিলা* ভূমি ॥ * ভ্ৰমিলা
পৰম জ্ঞানৰ পথ দেখাইলা আপুনি।
পৰমপদক পাৱে যাক জানি শুনি ॥২১
অৰাজক ভৈলা নষ্ট হোৱে সবে প্ৰজা।
দেখি তুমি ভৈলা পৃথু নামে আদি ৰাজা ॥
পৃথিবীক ধৰিয়া দুহিলা সৰ্ব্ব ৰস।
জগতকে ব্যাপিলা তোহ্মাৰ মহাযশ ॥২২
সাগৰ মথন্তে অমৃতৰ ঘট ধৰি।
ধন্বন্তৰি ৰূপে অৱতাৰ ভৈলা হৰি ॥
যত বৈদ্যশাস্ত্ৰচয় কৰিলা প্ৰকাশ।
যাহাক জানিলে হোৱে ব্যাধিৰ বিনাশ ॥২৩
ধৰিলাহা সংসাৰ মোহিনী নাৰীবেশ।
দুষ্ট দৈত্যগণক মোহিলা হৃষীকেশ ॥
ভকত দেৱক পান কৰাইলা অমৃত।
তোহ্মাৰ প্ৰসাদে ইন্দ্ৰ ভৈলা কৃতকৃত্য ॥২৪

---

ঘোষা

**মাধৱ ৰাম হৰি হে যাদৱ ৰাম হৰি ॥৪॥**

**পদ**

ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলাহা প্ৰজা ভৈলা আতি অল্পমতি ॥
কৰিলা অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ ॥২৫
গজেন্দ্ৰক গিলে ঘোৰ গ্ৰাহে বলে ধৰি।
তোহ্মাত শৰণ লৈলা আৰ্ত্তনাদ কৰি ॥
শুণ্ডে মেৰাই পদ্মগোট উপৰক তুলি।
কৰিলা অনেক স্তুতি ত্ৰাহি হৰি বুলি ॥২৬
শুনি শীঘ্ৰে চৰি তুমি গৰুড়ৰ স্কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰৱন্ধেণ† ॥ † যত্নে
গৰুড়ৰ নামি তুমি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰত তুলিলা গ্ৰাহে সমে ॥২৭
আথে বেথে চক্ৰে ছিৰিলাহা গ্ৰাহমুখ।
তোহ্মাৰ প্ৰসাদে গজেন্দ্ৰৰ গৈলা দুখ ॥
হস্তী গুচি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা ॥২৮
তোহ্মাক নমিলা গৈয়া দণ্ডৱতে পৰি।
পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা লৰি ॥
তযু পৰশনে গ্ৰাহো শাপক নিস্তৰি।
বিমানে স্বৰ্গক গৈলা দিব্যৰূপ ধৰি ॥২৯
হয়গ্ৰীৱ নামে আৰো ভৈলা অৱতাৰ।
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰ তোহ্মাৰ ॥
তোহ্মাৰ সুন্দৰ সিটো নাসিকাৰ হন্তে।
বাজ ভৈলা চাৰি বেদ নিশ্বাস কাঢ়ন্তে ॥৩০
সপত্নী মাতৃৰ বাক্যে বিদাৰিলা মন।
ধ্ৰুৱে আসি আৰাধিলা তোহ্মাৰ চৰণ ॥
ত্ৰৈলোক্যৰ উপৰে তাহাঙ্ক থৈলা থাপি।
গোধিকাৰ পুচ্ছভাগে দেখিও অদ্যাপি ॥৩১
দেৱে দৈত্যে আনিবাক নোৱাৰে মন্দৰ।
অপ্ৰয়াসে আনি তুমি মথিলা সাগৰ ॥
দানৱক যুজিলা দেৱৰ হুয়া ভীতি‡। ‡ পক্ষ
তোহ্মাৰ প্ৰসাদে ইন্দ্ৰে সাধিলা জয়তি ॥৩২
কৃষ্ণৰ ৰহস্য জন্ম শুনা সৰ্ব্বজনে।
মোক্ষপদ সাধে আৰ শ্ৰৱণ কীৰ্ত্তনে ॥
কৃষ্ণৰ কিঙ্কৰে ভণে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি পাপ যাউক অধোগতি ॥৩৩

**চতুৰ্ব্বিংশতি অৱতাৰ সমাপ্ত**

## নামাপৰাধ

### ঘোষা

**কৰিও হৰিৰ চৰণে ৰতি।**
**কলিত হৰিৰ নামেসে গতি ॥৫॥**

### পদ

পদ্ম পুৰাণৰ স্বৰ্গখণ্ডত।
নিৰূপি আছা কলিধৰ্ম্ম যত॥
তাক শুনা আৰে একান্ত চিত্তে।
যাৰ আছে ইচ্ছা ভৱ তৰিতে ॥৩৪
আছে চাৰি সিদ্ধ জ্ঞানী পৰম।
ব্ৰহ্মাৰ চাৰিও পুত্ৰ প্ৰথম॥
তাসম্বাক পায়া নাৰদ ঋষি।
পুছিলা সংশয় কথা হৰিষি ॥৩৫
ঈশ্বৰ ভগৱন্ত কৃপাময়।
কহিছা যিটো মহাপাপচয়॥
কেনমতে হোৱে বিনাশ তাৰ।
কলিত কোন পুণ্যে পাৰে পাৰ ॥৩৬
কহিয়া ছেদিয়ো সংশয় যত।
চাৰিও তোৰা মহাভাগৱত॥
শুনিয়া সনত কুমাৰ মুনি।
দিলন্ত উত্তৰ মনত গুণি ॥৩৭
গোবিন্দৰ প্ৰিয় নাৰদ শুনা।
ভাগৱত ধৰ্ম্ম আপুনি জানা॥
হৌক মোক্ষ বুলি সবে লোকৰ।
কৰিলা প্ৰশ্ন সংসাৰতে সাৰ ॥৩৮
যেনমতে পাৰে পাপৰ পাৰ।
শুনা সাৱধানে উত্তৰ তাৰ॥
সদায় এৰিলা আত্মাৰ ধৰ্ম্ম।
নভৈল কিছো যাৰ জাতি কৰ্ম্ম ॥৩৯
শঠবুদ্ধি যিটো জগত বঞ্চে।
দম্ভ অহঙ্কাৰ সদা সুগুচৈ॥
সুৰাপায়ী চাতুকাৰ চাণ্ডাল।
নিষ্ঠুৰ বাক্য বোলে সৰ্ব্বকাল ॥৪০
পুত্ৰ দাৰা ধন আতেসে ৰতি।
সবাতো অধম যি পাপমতি॥
সিসবো পাপত হোৱৈ তৰণ।
যদি হৰিপদে লৱৈ শৰণ ॥৪১
ভকতক নিন্দা কৰৈ অধম।
জানিবা নামৰ দ্ৰোহী পৰম॥
যাত হন্তে হৈল নামৰ খ্যাতি।
তাৰ কি নিন্দা নামে সহে আতি ॥৪২
দেৱতো উত্তম করুণাকৰ।
মুকুতি পাৱে যত চৰাচৰ॥
যিটো থাকে তান দ্ৰোহ আচৰি।
ভজিলে তাকো নিস্তাৰন্ত হৰি ॥৪৩
যিটো মন্দমতি অধম নৰে।
হৰিৰ মহা অপৰাধ কৰে॥
নামত শৰণ লৱৈ বাৰেক।
নামে হৰৈ তাৰ সবে পাতেক ॥৪৪
সুহৃদ হৰিনাম সমস্তৰে।
তাৰ অপৰাধ যি নৰে কৰে॥
তাহাৰ ৰক্ষাৰ নাহি উপায়।
অৱশ্যে সিটো অধোগতি যায় ॥৪৫
হৰিও ৰাখিবে নোৱাৰৈ তাক।
শুনিয়া নাৰদে বুলিল বাক॥
নামৰ কোন অপৰাধগণ।
লোকৰ যিটো পুণ্য কৰি ছন্ন ॥৪৬
পাপক সক্তি নেই অধোগতি।
কহিয়ো নামৰ দ্ৰোহ সম্প্ৰতি॥
শুনি মুনি বাক্য বুলিলা তথা।
পুছিলা পৰম ৰহস্য কথা ॥৪৭

পূৰ্ব্বত কহিলা যোত শঙ্কৰে।
প্ৰকাশিবো আক তোমাৰ তৰে॥
শুনা যেন যেন দ্ৰোহ নামৰ।
হৰি হৰি বোলা সমস্ত নৰ॥৪৮

---

ঘোষা

ঘুষিয়ো হৰি হৃদি ৰূপ ধৰি, ঘুষিয়ো হৰি।
নাহি আন পুণ্য নামৰ সৰি, ঘুষিয়ো হৰি॥৬॥

পদ

ভকতক নিন্দা কৰৈ অধম।
জানিবা নামৰ দ্ৰোহী পৰম॥
যাত হন্তে ভৈল নামৰ খ্যাতি।
তাৰ কি নিন্দা নামে সহে আতি॥৪৯
গুণ নাম যত বিষ্ণু শিৱৰ।
তাক ভিন্ন বুদ্ধি কৰৈ যিটো নৰ॥
নামৰ সিয়ো মহা অপৰাধী।
নৰকত পৰৈ দৈৰে নবাধি॥৫০
যিটো পাপী কৰৈ গুৰুক হেলা।
বেদকো নিন্দে যদি কোনো বেলা॥
নামৰ ইযো দুয়ো অপৰাধ।
ভুঞ্জিবে যাতনা নাহিকৈ বাধ॥৫১
হৰিৰ নামে কল্পে অৰ্থবাদ।
নামৰ মহিমা কৰৈ উচ্ছাদ॥
সিজনো নামৰ দ্ৰোহী পৰম।
নৰকে পচে নাহি তাৰ জন্ম॥৫২
নামত বলে কৰৈ পাপ বুদ্ধি।
অষ্টাঙ্গযোগে নাহি তাৰ শুদ্ধি॥
নাম অপৰাধী সিয়ো পৰম।
ভুঞ্জিবে যাতনা অনেক জন্ম॥৫৩
ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান॥
আক এৰৈ কৰে নামক সৰি*। * সমান
কতনো যাতনা ভুঞ্জিবে মৰি॥৫৪
নামৰ কীৰ্ত্তন কৰন্তে আনে।
আন মন কৰি নুশুনে কাণে॥
অধোক যায় সিয়ো হুইবে কলা।
বাহিবেক কাণত তপত শলা॥৫৫
নাহিকৈ শ্ৰদ্ধা নপাতয় কাণ।
তাক যিটো দেয় নামৰ দান॥
নামৰ দ্ৰোহী নাহি তাত পৰে।
ভুঞ্জাইবে যাতনা যমকিঙ্কৰে॥৫৬
শুনিয়া নামৰ মহিমা নীতি।
তথাপি নামত নকৰে প্ৰীতি॥
নামৰ দ্ৰোহী সিয়ো অহঙ্কাৰী।
ভুঞ্জিবেক কাকে জিহ্বা উভাৰি॥৫৭
এহি দশ অপৰাধ নামৰ।
আমাত কৃপায়ে কহিলা হৰ॥
পূৰ্ব্বত সমস্ত মুনিৰ আগে।
তোহ্মাতো আৰে কৈলো অনুৰাগে॥৫৮
নামৰ দ্ৰোহ নেৰে যিটো জানি।
পাপত পচে সিয়ো মন্দ প্ৰাণী॥
মাতৃক ক্ৰোধে ত্যজি যেন অন্ন।
দুখ মাত্ৰ পাৱৈ বালকগণ॥৫৯
এৰিয়া অপৰাধ দেৱ ঋষি।
নামত যতন কৰা হৰিষি॥
নামেসে কৰিবে পৰম সিদ্ধি।
হৰিৰ নাম জগতৰ নিধি +॥৬০ + ধন
পুছিলা নাৰদ মুনি দুনাই।
যাহাৰ বিজ্ঞান বৈৰাগ্য নাই॥
সদায়ে মজি আছে বিষয়ন্তে।
এৰাইবে নামৰ দ্ৰোহ কিমন্তে॥৬১

সনত কুমাৰে দিলা উত্তৰ।
নামৰ দ্ৰোহী যিটো পাপী নৰ॥
সততে ফুৰৈ হৰিনাম গাই।
তেৰেসে নামৰ দ্ৰোহ এৰাই॥৬২
স্বৰূপ শুনা ঋষি উদাসীন।
যিজন নাম অপৰাধহীন॥
হৰিৰ তেৰে একে নামে তৰৈ।
শুনৈ বা ভণৈ বা মনত স্মৰৈ॥৬৩
কহিলা ৰহস্য মোত শঙ্কৰে।
আক যিটো নৰে কীৰ্ত্তন কৰে॥
মুকুতি পাৱৈ এৰাই অপৰাধ।
কহিলো নাৰদ নাহিকৈ বাধ॥৬৪
পৰম বান্ধৱ হৰিৰ নাম।
যিজনে আক লৱৈ অবিশ্ৰাম॥
তাৰ সাত কাৰ্য্য সাধিবে দেখা।
প্ৰতি প্ৰতি লোৱা সাতৰো লেখা॥৬৫
প্ৰথমে দহিবে পাতেকচয়।
কৰিবে মহা পুণ্য অভ্যুদয়॥
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত বঢ়াইবে প্ৰেম ভকতি॥৬৬
উপজাইবে মহা বৈষ্ণৱ জ্ঞান।
মায়াকো কৰিবে দহি নিৰ্য্যাণ॥
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি।
থৈবেক তেন্তেএৰে একে কৰি॥৬৭
তেৰেসে নাম হুইবে উপশান্ত।
কহিলো পৰম তত্ত্ব একান্ত॥
নাম বিনে নাহি কলিত গতি।
কলিৰ লোক হুইবে পাপমতি॥৬৮
অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ।
জানিবা কলিত নামেসে সাৰ॥
কলিত সদা সুস্বৰে হৰি।
হেলাত মৰে আত্মঘাত কৰি॥৬৯

কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
মনুষ্য জন্মক নপায় সেহ্বৰে *॥
আক বৃথা কৰা কিনো অভাগী।
মাণিকক বিকা কাচক লাগি॥৭০
কেতিক্ষণে কিবা পৰে বিঘাত।
তথাপি চেতন নাহিকৈ গাত॥
আজি কালি কিবা মিলৈ মৰণ।
হৰিৰ নামত লৈয়ো শৰণ॥৭১
নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰাণসী হন্তে॥
তাহাক চাই নিবন্ধিলো পদ।
হৰি হৰি বুলি তৰা আপদ॥৭২

নামাপৰাধ সমাপ্ত

---

## পাষণ্ড মৰ্দ্দন

ঘোষা

কলিৰ ধৰ্ম্ম হৰিনাম জ্ঞান।
পাপীৰ নিন্দাত নেদিবা কাণ॥৭॥

পদ

কহিলা শুকে বেদান্তৰ মৰ্ম্ম।
শুনা পৰীক্ষিত কলিৰ ধৰ্ম্ম॥
কলিসে শ্ৰেষ্ঠ চাৰি যুগ মাজে।
প্ৰশংসে কলিক জ্ঞানী সমাজে॥৭৩
অপ্ৰয়াসে সিজৈ কলিত পুণ্য।
কলিৰ শুনা যেন মহা গুণ॥
কৰিয়া কলিত কীৰ্ত্তন আতি।
পাৱৈ বৈকুণ্ঠক চৌত্ৰিশ জাতি॥৭৪
সত্যযুগে কৰি ধ্যান সমাধি।
ত্ৰেতাত সমস্তে যজ্ঞে আৰাধি॥
দ্বাপৰে পূজৈ নানা ভক্তিভাৱে।
কলিত কীৰ্ত্তনে সি গতি পাৱে॥৭৫

* সহজে

সত্যযুগে যত আছিল প্ৰাণী।
কলিত জন্মিবো বোলৈ কৈসানি॥
হৰিনাম ঘুষি কলিযুগত।
নিশ্চয়ে হুইবেক লোক ভকত॥৭৬
দোষৰ নিধি যদি কলি পাপী।
আছে মহা গুণ আত তথাপি॥
কেৱলে কীৰ্ত্তনে সংসাৰ তৰি।
বন্ধ ছিণ্ডি হোৱে আপুনি হৰি॥৭৭
কলিত কীৰ্ত্তনে হোৱৈ ভকত।
আতপৰে লাভ নাহি লোকত॥
আমাৰ বোলে চিত্ত নেদা ঠাৰি।
একাদশ স্কন্ধ চাৱা বিচাৰি॥৭৮
কলিৰ লোক আতি পাপমতি।
নসাধে আন ধৰ্ম্মে আৰ গতি॥
ৰামনাম যিটো সততে গাৱে।
সেহিসে হাতত মুকুতি পাৱে॥৭৯
দুষ্ট চিত্তে যদি হৰি সুমৰৈ।
তথাপিতো তাৰ পাতক হৰৈ॥
অনিচ্ছাতো যিটো অগনি পোলে*। * দগ্ধ কৰে
বিষ্ণু ধৰ্ম্মোত্তৰ আগমে বোলে॥৮০
ঘোৰ সংসাৰৰ মুখ্য আষুধি।
হেন হৰিনাম এৰি বিবুধি॥
লভিবে মুকুতি কোন উপায়।
মিছাত পণ্ডিত ফুৰৈ বোলায়॥৮১
নাৰদে কহন্ত মুনিক মাতি।
আশ্চৰ্য্য আশ্চৰ্য্য দেখিয়ো আতি॥
হৰি হেন নাম আছে বিয়াপি।
সংসাৰ তাপত মৰৈ তথাপি॥৮২
হৰিনামে নামে নামে নিশ্চয়।
মোহোৰ জীৱন নাৰদে কয়॥
কলিৰ কালে আউৰ আতপৰ।
নাহি নাহি নাহি গতি লোকৰ॥৮৩

নাৰদে দিলন্ত তিনি কতপাক। † দঢ়াই কোৱা কথা
আক নমানিবে কোননো লপা॥
নাৰদৰ বাণী শিলাৰ ৰেখা।
বৃহত নাৰদী বিচাৰি দেখা॥৮৪
সমস্ত লোকৰ ধৰ্ম্মক এৰি।
বিষ্ণুৰ নামক সততে ৰড়ি ‡॥ ‡ উচ্চাৰণ কৰি
সিজনে যি গতি লভিবে সুখে।
সমস্তে ধাৰ্ম্মিক নপাৱৈ দুখে॥৮৫
জানিয়া হৰিক সততে স্মৰ।
ক্ষণেকো নপাসৰিবাহা নৰ॥
যত মহাপুণ্য মহাপাতক।
ই দুয়ো কিঙ্কৰ জানা প্ৰত্যেক॥৮৬
তথাপি যদি চিত্ত নেদা ঠাৰি।
পদ্ম পুৰাণত চাৱা বিচাৰি॥
বৃহত সহস্ৰ নামত আছে।
নপাইলে আমাক নিন্দিবা পাচে॥৮৭
কহিলা শুকে পৰমাৰ্থ বাণী।
মহাভাগৱত শাস্ত্ৰ প্ৰমাণি॥
নেৰিবা কীৰ্ত্তন দুষ্টৰ বোলে।
পৱিত্ৰ কৰা হৰি হৰি বোলে॥৮৮

---

ঘোষা

হৰিয়ো হৰি ৰাম মুৰাৰি।
কীৰ্ত্তনৰ নিন্দা সহিব্তে নাৰি॥৮৯॥

পদ

চাণ্ডালে কৰিছে হৰিকীৰ্ত্তন।
কুলিয়া নিন্দে যিটো অজ্ঞজন॥
তাক সম্ভাষণ যিজনে কৰৈ।
আজন্মৰ পুণ্য তেখনে হৰৈ॥৮৯
বিষ্ণুৰ গুণ নামে অলঙ্কৃত।
অন্ত্যজো যিবা কৰি আছে [illegible]॥

তাক নিন্দা কৰৈ যিটো কুমতি।
পুণ্যক নাশি যায় অধোগতি ॥৯০
আহ্মাৰ বোলে পতিয়ান নাই।
দেখিয়ো সুতসংহিতাক চাই ॥
ৰজোগুণে কৰৈ কৰ্ম্মত প্ৰীতি।
কৰ্ম্মীৰ দম্ভ ভাৱ বাঢ়ে নিতি॥৯১
কৰে হিংসা ধৰ্ম্ম নোপোজে বোধ।
নুগুচয় যেন সৰ্পৰ ক্ৰোধ ॥
হাসৈ বৈষ্ণৱক যিটো নিস্খল।
পাচত সমূলঞ্চে যাই তল ॥৯২
শ্ৰী ধন জন যৌৱন মদে।
অন্ধ হোৱৈ বিদ্যা গৰ্ব্বৰ পদে ॥
বিষ্ণু বৈষ্ণৱক অপায়া নিন্দে।
হৰিনামে তাৰ কাণত বিন্ধে ॥৯৩
হৰিভকতক যিজনে হাসৈ।
নুবুজি বেদৰ অৰ্থ বিনাশৈ ॥
জগততে বিষ্ণু আছন্ত ব্যাপি।
শুনিয়ো তাক নুবুজয় পাপী ॥৯৪
স্ত্ৰী মদ্য মাংস সেৱাৰ কথা।
কৈ মৰৈ কৰৈ জন্মক বৃথা ॥
নুবুজে বেদ অভিপ্ৰায় গূঢ়।
কৰ্ম্মকো কৰিবে নজানৈ মূঢ় ॥৯৫
মূৰ্খ হুয়া বোলে মঞি পণ্ডিত।
নষ্ট কৰি ফুৰৈ আনৰো চিত্ত ॥
নিষ্কামে কৰিয়া সকল কৰ্ম্ম।
বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম ॥৯৬
শ্ৰৱণ কীৰ্ত্তন তাহাৰো ফল।
মিছাত নজানি নিন্দে নিস্খল ॥
আহ্মাৰ বোলে অপ্ৰত্যয় যাহা।
একাদশ স্কন্ধে বিচাৰি চাহা ॥৯৭
বিষ্ণু বৈষ্ণৱৰ নিন্দা শুনিয়া।
গুচিবে কাণত আঙ্গুলি দিয়া ॥

সমস্তে পুণ্য নষ্ট হোৱৈ তাৰ।
নৰকত পৰৈ নাহি নিস্তাৰ ॥৯৮
বিষ্ণু বৈষ্ণৱক কৰৈ ধিক্কাৰ।
কাটিবে আৰ্ণ্টিলে জিহ্বাক তাৰ ॥
শাস্তি কৰিবাক যেৱে নপাৰি।
গুচিবে কাণত আঙ্গুলি গাৰি ॥৯৯
নিন্দা শুনি যদি তৈৰ নুগুচৈ।
কল্পেক মানে নৰকত পচৈ ॥
যাইবাক যদি নাহি আন থান।
তথাতে এৰিব আপুন প্ৰাণ ॥১০০
তেৱেঁসে হোৱে প্ৰায়শ্চিত্ত আতি।
দক্ষৰ যজ্ঞত কহিলা সতী ॥
আহ্মাৰ বোলে অপ্ৰত্যয় যাইবা।
চতুৰ্থ স্কন্ধত বিচাৰি পাইবা ॥১০১
যত তপ ধৰ্ম্ম বেদ বেদাঙ্গ।
হৰিনাম বিনে নুহি সসাঙ্গ ॥
হেন হৰিনামে নাহি বিশ্বাস।
কিমতে এৰাইব মৃত্যুৰ ত্ৰাস ॥১০২
দ্বাদশ স্কন্ধৰ তত্ত্ব উদ্ধাৰি।
কহিলন্ত শুকে উপসংহাৰি ॥
জ্ঞানতো কৰ্ম্মতো কৰি সম্প্ৰতি।
হৰি কীৰ্ত্তনেসে পৰম গতি ॥১০৩
উৰেষা বাৰাণসী ঠাৱে ঠাৱে।
কবিৰ গীত শিষ্টসবে গাৱে ॥
তথাপিতো আখি ফুটিল তাৰ।
হৰি কীৰ্ত্তনক কৰৈ ধিক্কাৰ ॥১০৪
শুনা সৰ্ব্বজন কহো সাক্ষাত।
মূঢ়ৰ বোলত নাহি সঞ্জাত ॥
বোলোক আসি ভাগৱত চাই।
তেৱেঁসে জানো তাৰ মুনিযাই ॥১০৫
পুৰাণ সূৰ্য্য মহাভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব ॥

আক সুবুদ্ধি ফুৰৈ নিন্দা কৰি।
তাৰ মুখ দেখি বুলিবা হৰি ॥১০৬

———

ঘোষা

ত্ৰাহি হৰি ৰাম মোৰে।
মই মজিলো সংসাৰ ঘোৰে ॥৯॥

পদ

কীৰ্ত্তন মহিমা শুনা উৎসুকে।
বাৢয় স্কন্ধত যি কৈলা শুকে॥
সকল ধৰ্ম্মতে কৰি বিশিষ্ট।
হৰি কীৰ্ত্তনেসে ধৰ্ম্ম গৰিষ্ঠ॥১০৭
অনাদৰি আন ধৰ্ম্ম সম্প্ৰতি।
দিওঁ উপদেশ হৰি ভকতি॥
ব্যাসৰ শুনি চিত্ত শান্ত ভৈল।
প্ৰথম স্কন্ধত নাৰদে কৈল॥১০৮
চাৰিয়ো বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনিবাৰ প্ৰমাণি॥
এহিমানে মাত্ৰ কৰিলা সাৰ।
হৰি কীৰ্ত্তনেসে তৰৈ সংসাৰ॥১০৯
হেন জানি ৰাজা একান্ত মনে।
কৰিয়ো যতন হৰি কীৰ্ত্তনে॥
ৰাজাত কহন্ত শুকে প্ৰবন্ধে।
বিচাৰি দেখিয়ো দ্বিতীয় স্কন্ধে॥১১০
আতি লৱলেশ* বিষয় সুখ। *সামান্য।
আকে লাগি ভৈলা হৰিবিমুখ॥
নৰকে বতি হৰি কীৰ্ত্তনত।
আপোন কৰ্ম্মে সিয়ো ভৈলা হত॥১১১
সিটো চাণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰিবাণী॥
সমস্তে তীৰ্থত কৰিল স্নান।
কৰিলে সব তপ হোম দান॥১১২
সেহিসে কুলীন বেদক বুজৈ।
যাহাৰ দুখে হৰিনাম সিজৈ॥
পৰম তত্ত্ব জানি দেৱহূতি।
তৃতীয় স্কন্ধত কৰিলা স্তুতি॥১১৩
নলাগৈ লীন মুকুতিকো তথা।
নাহি হৰি পদ পঙ্কজ যথা॥
কৰ্ণৰ অমৃত হৰিচৰিত।
ভকতৰ মুখে শুনিবো নিত॥১১৪
হৰি কথামৃত কণাৰ বাৰে।
ডুনাই আত্মজ্ঞান সুমৰাৰে॥
নলাগয় বৰ নমাগো তাক।
চতুৰ্থ স্কন্ধত পৃথুৰ বাক॥১১৫
জৰা মৰণৰ সময় দুখে।
তযু গুণনাম নেৰোক মুখে॥
মাগন্ত ঋত্বিজে* বৰ প্ৰবন্ধে। *পুৰোহিত
নাভিৰ যজ্ঞত পঞ্চম স্কন্ধে॥১১৬
পঞ্চম মহাপাপী যিটো জন।
তাৰো প্ৰায়শ্চিত্ত হৰি কীৰ্ত্তন॥
তাক লাগি ভৈলা হৰিৰ মতি।
ইটো মোৰ ভৈল ৰাখো সম্প্ৰতি॥১১৭
ব্ৰহ্মবধী গুৰুবধী যতেক।
পিতৃ মাতৃবধী পাপী অনেক॥
কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিয়ো শুদ্ধ হোৱে হৰি কীৰ্ত্তনে॥১১৮
চাণ্ডালো হৰিনাম লয়ে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥
পাপৰ আলু উভবায় নামে।
আক তুচ্ছ কৰি মৰৈ কি কামে॥১১৯
নামৰ মহিমা জানি সমুলি।
জগতৰ মোক্ষ হুইবেক বুলি॥

পূৰ্ব্বত আৰু গোপ্য কৰি থৈলা।
দেখিয়ো ষষ্ঠ স্কন্ধে শুকে কৈলা ॥১২০
নলাগে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সমস্ত শাস্ত্ৰ জানিবে ॥
মিছাত মৰৈ আন কৰ্ম্ম কৰি।
হোৱন্ত ভকতিতে তুষ্ট হৰি ॥১২১
যক্ষ ৰক্ষ দৈত্য ব্ৰজ নিবাসী।
পক্ষী মৃগগণ চাণ্ডালো আসি ॥
একান্তে কৰিয়া হৰি ভকতি।
মহাসুখে পাৱৈ পৰম গতি ॥১২২
সপ্তম স্কন্ধত প্ৰহ্লাদ বাণী।
দেখিয়ো বিচাৰ কৰিয়া আনি ॥
মূৰ্খৰ কথা সবে পৰিহৰি।
সদায়ে ডাকিয়া ঘোষিয়ো হৰি ॥১২৩

———

ঘোষা

ৰামেসে জীৱন ৰামেসে প্ৰাণ।
ৰাম বিনা নাহি বান্ধৱ আন ॥১০॥

পদ

তন্ত্ৰ মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ* যতেক ॥ *দোষ
পূৰ্ণ মুহি যত যজ্ঞৰ অঙ্গ।
হৰিনামে কৰৈ সবে সসাঙ্গ ॥১২৪
বামনৰ আগে শুক্ৰৰ বাক।
অষ্টম স্কন্ধত দেখিয়ো তাক ॥
ভকতজনেসে মোৰ হৃদয়।
ময়ো ভকতৰ হিয়া নিশ্চয় ॥১২৫
মই বিনে ভকতে নিচিন্তে আন।
ভকত বিনে মোৰ নাহি ধ্যান ॥
দুৰ্ব্বাসাৰ আগে কৈলা মুৰাৰি।
নৱম স্কন্ধত দেখা বিচাৰি ॥১২৬
মুকুতি ৰসকো অৱৈ ভকতি।
তাক এৰি কৰৈ জ্ঞানতো ৰতি ॥
দুখ মাত্ৰ পাৱৈ পাচেসে জানৈ।
কাঠ পতানক যেন বাহানৈ ॥১২৭
ব্ৰজৰ তৃণ হৈবো মহাভাগ।
পাইবো গোপিকাৰ ৰেণুক লাগ ॥
যাৰ মিত্ৰ ভৈলা জগতপতি।
ব্ৰহ্মায়ে কৰিয়া কৃষ্ণত স্তুতি ॥১২৮
ব্যভিচাৰী দুষ্টা ব্ৰজ যুৱতী।
তথাপিতো কৃষ্ণক ভৈল ভকতি ॥
জানিলো পাপীয়ো ভজোক মাত্ৰ।
এতেকে ভৈল মুকুতিৰ মাত্ৰ ॥১২৯
কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ লাগে কিক ॥
স্মৰোক মাত্ৰ হৰি দিনে ৰাতি।
নবাছে ভকতি জাতি অজাতি ॥১৩০
নন্দৰ ব্ৰজে যত গোপীজাক।
সদা বন্দো তাৰ পদ ধূলাক ॥
সুগুচৈ হৰিগীত দিনে ৰাতি।
জগতকে কৰৈ পৱিত্ৰ আতি ॥১৩১
উদ্ধৱে বন্দিলা গোপীৰ ধূলি।
আৰে মূঢ়জনে নিন্দে কি বুলি ॥
শৰীৰসবক মই বোলৈ চিত্তে।
মমতা কৰৈ পুত্ৰ ভাৰ্য্যা বিত্তে ॥১৩২
তীৰ্থ বুলি কৰৈ জলত শুদ্ধি।
প্ৰতিমাত কৰৈ দেৱতা বুদ্ধি ॥
বৈষ্ণৱত নাহি ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥১৩৩
একান্তে মৰৈ কৰ্ম্ম মাত্ৰ কৰি।
হৃদয়ে থাকিয়া বিমুখ হৰি ॥

[illegible] কীৰ্ত্তনে যাৰ অভ্যাস।
ন[illegible] হৰি তাহাৰ পাশ ॥১৩৪
মিছা [illegible]কবাদে ভৈলো আন্ধাৰ।
নপা[illegible] কৰি বিচাৰ ॥
মা[illegible]নৰ পৌ[illegible] বুলি।
[illegible] যুকুত [illegible]বো সমুলি ॥১৩৫
[illegible] স্কন্ধত বেদৰ স্তুতি।
আক নমানিবে কোন যুগুতি ॥
পাষণ্ডেসে নিন্দে বেদৰ বাণী।
তাক সম্ভাষণ এৰিবা জানি ॥১৩৬
কৰ্ম্ম তপ জ্ঞানে সাধে যি গতি।
দানে সন্ন্যাসে বা পায়ে সম্প্ৰতি ॥
ভকতে সুখে বসি পাৱে তাক।
উদ্ধৱৰ আগে কৃষ্ণৰ বাক ॥১৩৭
পৰম অহিংসা ধৰ্ম্ম সন্ন্যাসে।
নপায়ে যি মোক জ্ঞান অভ্যাসে ॥
ভকতেসে কৰে আত্মাক বশ্য।
কহিলো উদ্ধৱ ইটো ৰহস্য ॥১৩৮
গৰু গোপিকা পশু বৃক্ষ বন।
নাহি জন্মান্তৰে কিছু সাধন ॥
এহি জন্মে মাত্ৰ কৰি ভকতি।
পাইলেক সকলে মোহোৰ গতি ॥১৩৯
অশুদ্ধ মনৰ কৰ্ম্ম সকল।
স্ৰৱে যেন আৱাঁ ঘটৰ জল ॥
কৃষ্ণৰ বাক্য পাষাণৰ ৰেখা।
একাদশ স্কন্ধে বিচাৰি দেখা ॥১৪০
বোলন্ত শুকে কিনো ভৈলা খেদ।
পাষণ্ডে কৰিবে বুদ্ধিক ভেদ ॥
কলিত হৰিৰ কীৰ্ত্তন এৰি।
ফুৰিবে লোকে আন কৰ্ম্ম কৰি ॥১৪১
পাইবেক [illegible] তপ ব্ৰত কৰি।
একান্তে [illegible] ফুসুৰৈবে হৰি ॥
জ্ঞানতো কৰ্ম্মতো কৰিয়া নৰ।
হৰি কীৰ্ত্তনত কৰা আদৰ ॥১৪২
দ্বাদশ স্কন্ধতো এহিসে কৈল।
তথাপি মূঢ়ৰ বোধ নভৈল ॥
কৰৈ উপালম্ভ হৰি কীৰ্ত্তনে।
আত্মঘাত কৰি মৰৈ আপোনে ॥১৪৩
বিষ্ণু ভকতক দেখিলে হাসে।
আপুনিও নষ্ট আনকো নাশে ॥
কীৰ্ত্তন শুনিয়া সম্যকে মৰৈ।
জানিবা নিতে মহাপাপ কৰৈ ॥১৪৪
হৰিধ্বনি শুনি বিহ্বল হুই।
হিয়াত তাৰ লাগে যেন জুই ॥
সমস্তে শাস্ত্ৰত কৰিয়া সাৰ।
পাষণ্ডমৰ্দ্দন নাম ইহাৰ ॥১৪৫
এহিসে মৰ্দ্দিবে পাষণ্ড মতি।
জানিবা কলিত নামেসে গতি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥১৪৬

পাষণ্ডমৰ্দ্দন সমাপ্ত

---

## ধ্যানবৰ্ণন

ঘোষা

ত্ৰাহি গোপাল কৃপাল স্বামী।
মজিলো ভৱ জলধিত আমি ॥১১॥

পদ

একমনে শুনা হৰিৰ ধ্যান।
বৈকুণ্ঠ নামে আছে মহা থান ॥
শাৰী শাৰী বন্ধে বিষ্যালয়।
বৈদূৰ্য্য হীৰা মৰকতময় ॥১৪৭

চন্দ্ৰ সূৰ্য্য যেন প্ৰকাশে আতি।
নজানি যাত পশি দিন ৰাতি॥
চাৰু সৰোবৰ নিৰ্ম্মল জল।
সুগন্ধ পদ্ম শোভে উতপল॥১৪৮
আছে ৰাজহংস সমূহে ৰঞ্জি।
লীলায়ে মৃণাল ভুঞ্জে উভঞ্জি॥
পাৰে পাৰিজাত মলয়া বাৰ।
চটকে ত্যজে সুললিত ৰাৱ॥১৪৯
ভ্ৰমৰগণে গাৱে হৰিগীত।
বৈষ্ণৱগণ শুনি আনন্দিত॥
হেন বৈকুণ্ঠৰ মধ্যত পাচে।
উচ্ছ্ৰিত* ৰত্ন মন্দিৰেক আছে॥১৫০ * ওখ
বৈদূৰ্য্য স্তম্ভ স্ফটিকৰ বাৰ।
মাণিক্য কপাট হীৰাৰ দ্বাৰ॥
কাটিলা জিঞ্জিৰি সুবৰ্ণাৱলী।
বিচিত্ৰ মণি মৰকত স্থলী॥১৫১
পদ্মৰাগ ৰত্নে লগাইলেক চৌতি।
কোটি সূৰ্য্য সম গৃহৰ জ্যোতি॥
বিচিত্ৰ চন্দ্ৰাতপ আছে টানি।
আৰিছে মুৰাৰি মুকুতামণি॥১৫২
হেন মন্দিৰে ৰত্ন সিংহাসনে।
আছন্ত বসি প্ৰভু নাৰায়ণে॥
চৌপাশে সেৱে পাৰিষদ যত।
মৌক্তিক ছত্ৰ ধৰি উপৰত॥১৫৩
ধৱল চামৰে দুপাশে বিঞ্চে।
সঘনে সুৰভি কুসুম সিঞ্চে॥
চৰণে অনেক ভকতি ভাৱে।
উপাসন্ত লক্ষ্মী জগত মাৱে॥১৫৪
চৈতন্যময় শুদ্ধ ৰূপ ধৰি।
পৰম আনন্দে আছন্ত হৰি॥
অতি চমৎকাৰ ৰূপ বিপুল।
কন্দৰ্প কোটি নাক নোহে তুল॥১৫৫
কোটি ইন্দু সম আছা প্ৰকাশি।
স্মৰণে দহৱৈ পাতক ৰাশি॥
ভকতৰ বন্ধু জগত বাপ।
বোলা হৰি হৰি হুৰোক পাপ॥১৫৬

---

ঘোষা

করুণাসিন্ধু ভকত বন্ধু।
ৰূপে তুল নোহে কোটি ইন্দু॥১২॥

পদ

স্থিৰ বুদ্ধি কৰি ভকতজনে।
প্ৰত্যেক অঙ্গক চিন্তিব মনে॥
চৰণ পদ্ম দেখি সুখী হুই।
অৰুণ আতি পদতল দুই॥১৫৭
অঙ্কুশ পদ্ম ধ্বজ বজ্ৰ যৱ।
দেখি চিহ্ন তাতে মিলৈ উৎসৱ॥
চৰণ পঙ্কজ আছে প্ৰকাশি।
আঙ্গুলি পান্তি তাৰ ভৈল পাসি॥১৫৮
দেখিয় ৰত্নৰ পাকৰি নয়।
প্ৰকাশে তাতে নখচন্দ্ৰচয়॥
ৰতনে উজ্বল উঝণ্টি যত।
নূপুৰ প্ৰকাশে পাদপৃষ্ঠত॥১৫৯
ৰত্নৰ হোড়ৰ জ্বলে জঙ্ঘাত।
উৰু কৰিকৰ সম সাক্ষাত॥
কটিত প্ৰকাশে বসন পীত।
বান্ধিছে মেখলা ৰত্নে ৰঞ্জিত॥১৬০
নাহি সৰোৰুহ কচিৰ কান্তি।
হৃদয়ে প্ৰকাশে শ্ৰীবৎস পান্তি॥
উৰস্থলে* লক্ষ্মী দিলন্ত দেখা। *বক্ষস্থল
কষটিত হেন সোণৰ ৰেখা॥১৬১
পীতবস্ত্ৰে শোভে শ্যামল কায়।
তড়িত জড়িত জলদ প্ৰায়॥

বহুল হৃদয় মুকুতা হাৰ।
প্ৰকাশৈ জিলিমিলি পেচন্দাৰ ॥১৬২
চিকিমিকি কৰৈ ৰত্নৰ জালা।
আপাদলম্বী গলে বনমালা ॥
তাহাৰ মধুগন্ধে হুয়া ভোল।
বেঢ়িয়া মধুকৰে কৰে ৰোল ॥১৬৩
চাৰু চতুৰ্ভুজ শোভে সুঠান।
ললিত বলিত নীল মোলান ॥
কেয়ূৰ কঙ্কণ বলয়া তাত।
প্ৰকাশৈ নব কিশলয় হাত ॥১৬৪
ৰত্নৰ শলাকা আঙ্গুলি পান্তি।
আঙ্গুষ্ঠিচয় তাতে কৰে কান্তি ॥
অৰুণ নখ চন্দ্ৰমাৰ শাৰা।
শঙ্খ চক্ৰ গদা পঙ্কজধাৰী ॥১৬৫
গলত গলপাতা সাতসৰি।
উৰৈ নৰগুণ পীত উত্তৰী ॥
শ্যামল শৰীৰ শোভৈ অধিক।
ময়ূৰ পুচ্ছ যেন চিকিমিক ॥১৬৬
কম্বুকণ্ঠে শোভৈ কৌস্তুভ মণি।
প্ৰভাতে উদিত আদিত্য জিনি ॥
পূৰ্ণচন্দ্ৰ ৰুচি মুখমণ্ডল।
কৰ্ণত মকৰ দোলে কুণ্ডল ॥১৬৭
তাৰ ৰশ্মি জ্বলে গণ্ড পাণ্ডুৰ।
ৰুচিৰ চিবুক চাৰু অধৰ ॥
প্ৰৱাল যত্নে যেন কৰৈ কান্তি।
সুন্দৰ দন্ত মুকুতাৰ পান্তি ॥১৬৮
সদায় নগুচৈ ঈষত হাস।
নাসা তিলফুল সম প্ৰকাশ ॥
অৰুণ লোচন পঙ্কজ পাসি।
ধনু সম আছে ভ্ৰূৰ প্ৰকাশি ॥১৬৯
ৰত্নময় কৰৈ তিলকে কান্তি।
কপালে লম্বিত অলকা পান্তি ॥
ৰঞ্জে শিৰে ৰত্নময় মুকুট।
চূড়ামণি ৰত্নে প্ৰকাশ জুট ॥১৭০
তাৰ মাজে ৰত্ন পঙ্কজ মালা।
উজ্বল মুখ লাগি তাৰ জালা ॥
হেন মনোহৰ ৰূপ নিৰীক্ষি।
থাকিব সমস্ত অঙ্গক দেখি ॥১৭১
মস্তকৰ পৰা পাদ পৰ্য্যন্তে।
নমাইবে মনক দুনাই দেখন্তে ॥
ধ্বজ বজ্ৰ যৱ পঙ্কজ যাৰে।
প্ৰদক্ষিণে নমি পৰিব পাৰে ॥১৭২
এতেকে হুইবেক পৰম সিদ্ধি।
হৰিসে জানা জগতৰ নিধি ॥
হেলায় সংসাৰ তৰিবা পুনু।
নকৰা বিফল মনুষ্য তনু ॥১৭৩
দৃঢ় কৰি ধৰা হৰিৰ পাৱ।
পাপ সাগৰত এহিসে নাৱ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
হৰি হৰি ঘোষা সমস্ত জনে ॥১৭৪

ধ্যানবৰ্ণন সমাপ্ত

---

## অজামিলোপাখ্যান

ঘোষা

**জয় জগন্নাথ অনাথ-বন্ধু**
**মাধৱ মুকুন্দ ৰাম ॥১৩॥**

পদ

হৰিৰ নামৰ গুনিয়ো মহিমা
সাৱধান কৰি চিত্ত।
অজামিল নামে আছিল ব্ৰাহ্মণ
বেশ্যাত ভৈল পতিত ॥

বিপ্ৰৰ ঔৰসে বেশ্যাৰ গৰ্ব্ভত
দশ পুত্ৰ জাত ভৈল।
আতি দয়াতৰে কনিষ্ঠ পুত্ৰৰ
নাৰায়ণ নাম থৈল ॥১৭৫
জাতি কুল ক্ৰিয়া সমস্তে ত্যাগিল
মিলিল কৰ্ম্মবিপাক।
যত মহাপাপ সমস্ত সিজিল
পোষন্তে পুত্ৰ ভাৰ্য্যাক ॥
অনেক অধৰ্ম্ম কৰন্তে বিপ্ৰৰ
আয়ু ভৈলা সমাপত।
ভয়ঙ্কৰ তিনি- গোটা যমদূত
আগে ভৈল উপগত ॥১৭৬
হাতে পাশজৰী চক্ষু টেৰ কৰি
স্থূলন্তৰ তাৰ জাঙ্গ।
কৃষ্ণবৰ্ণ কায় দেখি ধাতু যায়
হাতত লোহাৰ ডাঙ্গ ॥
ব্ৰাহ্মণক ধৰি জীৱ বাজ কৰি
বান্ধিলেক হাত তুলি।
ভয়ে অজামিলে পুত্ৰক ডাকিল
আইস নাৰায়ণ বুলি ॥১৭৭
মৰন্তে বিপ্ৰৰ মুখত শুনিয়া
হৰিৰ কীৰ্ত্তন বাণী।
প্ৰভু নাম লৱে বুলি খেদি আইল
বিষ্ণুদূত চাৰি প্ৰাণী ॥
যমৰ দূতক খেদায়া বিপ্ৰৰ
কাটিল বান্ধ হাতৰ।
কোন তোৰাসৰ বুলিয়া সোধয়
ডৰিয়া যমকিঙ্কৰ ॥১৭৮
সবায়ো সুন্দৰ শ্যাম কলেৱৰ
পীতবস্ত্ৰে আতি ৰঙ্গে।
চাৰিৰো প্ৰসন্ন বদন মণ্ডলে
পূৰ্ণ চন্দ্ৰমাক গঞ্জে ॥

পদ্মপত্ৰ সম আয়ত লোচন
ভ্ৰূৰযুগ কৰৈ কান্তি।
নাসা তিলফুল অধৰ বান্ধুল
দশন মুকুতা পান্তি ॥১৭৯
শিৰত ৰত্নৰ কিৰীটি কৰ্ণত
মকৰ কুণ্ডল জ্বলে।
চাৰিৰো আজানু- লম্বিত পদ্মৰ
মালা শোভা কৰে গলে ॥
হিয়াত বিচিত্ৰ ৰত্ন বিৰচিত
গজ মুকুতাৰ হাৰ।
চাৰু চতুৰ্ভুজ কেয়ূৰ কঙ্কণ
কৰৈ আতি জাতিষ্কাৰ ॥১৮০
শঙ্খ চক্ৰ গদা পদ্ম শাৰ্ঙ্গ ধনু
সবে ধৰি আছে হাতে।
ৰত্নৰ মেখলা কটিমাজে জ্বলৈ
সোণাৰ কিঙ্কিণী তাতে ॥
কৰিকৰ সম উৰু নিৰুপম
পাৰ নৰ পদ্ম-কোষ।
সমান বয়স চাৰিৰো দেখন্তে
মনত মিলৈ সন্তোষ ॥১৮১
সূৰ্য্য সম সবে জ্বলন্তে আছাহা
সমস্ত দিশ প্ৰকাশি।
মহাপাপী ইটো বিপ্ৰক নেহেন্তে
কিসক বাধিলা আসি ॥
হেন শুনি হাসি চাৰি বিষ্ণুদূতে
দিলন্ত পাচে উত্তৰ।
কোন পাপ পুণ্য একো নজানস
শুনৰে যমকিঙ্কৰ ॥১৮২
মৰিবাৰ বেলা ইটো অজামিলে
নাৰায়ণ নাম লৈল।
কোটি জনমৰো যত মহাপাপ
তাৰো প্ৰায়শ্চিত্ত ভৈল ॥

ব্ৰহ্মবধ পিতৃ- বধ সুৰাপান
অগম্যগমন কৰৈ।
গৰু তিৰী মাৰৈ সুবৰ্ণক হৰৈ
মিত্ৰৰ দ্ৰোহ আচৰৈ॥১৮৩
সংসাৰত যত আনো অসংখ্যাত
আছে মহাপাপগণ।
সবাৰো এহিসে মুখ্য প্ৰায়শ্চিত্ত
হৰিৰ নাম কীৰ্ত্তন॥
মাধৱৰ মতি হোৱৈ তাক প্ৰতি
যি ফুৰৈ নাম সুমৰি।
ইটো মোৰ দাস নছাৰন্ত পাশ
ৰাখিয়া ফুৰন্ত হৰি॥১৮৪

———

ঘোষা

তাৰিয়ো নিয়ো নাথ নাৰায়ণ
চৰণে শৰণ লৈলো।
তোমাত ভকতি নকৰি কৃপাল
জনম বিফল কৈলো॥১৪॥

পদ

হৰিৰ কীৰ্ত্তনে মহা পাতকক
যিমতে কৰৈ নিৰ্য্যাণ।
আন প্ৰায়শ্চিত্তে পৱিত্ৰ কৰিবে
নোৱাৰৈ তাৰ সমান॥
যিটো পাতকৰ প্ৰায়শ্চিত্ত কৰৈ
দুনাই তাতে মন মজে।
চিত্তৰ শোধন হৰিৰ কীৰ্ত্তন
পাপৰ আলু উভজে॥১৮৫
পুত্ৰনাম ধৰি উপহাস্য কৰি
হেলাতে যি বোলৈ হৰি।
তাহাৰো সমস্ত পাতক দহৈ
জানা আৰু নিষ্ঠ কৰি॥

পৰৈ বা পিছলৈ সৰ্পে বা দংশয়
জ্বৰ তাপে পীড়া কৰৈ।
এতেকতে যদি হৰিনাম লয়
যম যাতনাক তৰৈ॥১৮৬
হৰিনামে সবে পাতক দহৈ
জ্ঞানে বা অজ্ঞানে বোলৈ।
যেন হুতাশনে শুখান কাষ্ঠক
আতি অপ্ৰয়াসে পোলৈ॥
প্ৰমাদত থাকি যিটো হৰি বোলৈ
সিয়ো সবে দুখ তৰৈ।
যেন মহৌষধি নজানি ভুঞ্জিলে
তাৰো গৰ্ত্তৰোগ হৰৈ॥১৮৭
প্ৰভুৰ নামৰ অনন্ত মহিমা
কতেক কহিবো আমি।
হেন হৰিনাম লৈলেও বান্ধস
কিনো তোৰা অধোগামী॥
ব্ৰাহ্মণক এৰি প্ৰাণ ৰক্ষা কৰি
সত্বৰে ঐৰ অন্তৰ।
শুনি দূতচয় হুয়া মহাভয়
পশিলা যম নগৰ॥১৮৮
নাৰায়ণ নাম বুলিবাৰ ফলে
নিস্তাৰিল অজামিল।
বিষ্ণুক চিন্তিয়া চতুৰ্ভুজ ৰূপে
বৈকুণ্ঠত আৰোহিল॥
পাচে দূতগণে যমৰ আগত
দুখ সাক্ষী দেয় কান্দি।
কৈৰ চাৰি সিদ্ধে কাঢ়িয়া নিলেক
পাপীক আনন্তে বান্ধি॥১৮৯
সিটো অজামিলে বুলিলেক মাত্ৰ
আইস পুত্ৰ নাৰায়ণ।
এতেকতে আসি কাঢ়িয়া লৈলেক
তযু আজ্ঞা কৰি ছন্ন॥

আমাসাৰ পৰা কাঢ়িয়া নিবেক
কৈত অধিকাৰী আছে।
হেন শুনি যমে বিষ্ণুক স্মৰিয়া
দূতক মাতিলা পাচে ॥১৯০
শুনা দূতগণ প্ৰভু নাৰায়ণ
আছন্ত জগতস্বামী।
যাহাৰ আজ্ঞাক শিৰত ধৰিয়া
প্ৰজাক নিয়মো আমি ॥
তানে দূতচয় সদায়ে ভ্ৰময়
বৈষ্ণৱক ৰক্ষা কৰি।
মাধৱৰ বেশ ভূষণে ভূষিত
হাতে চাৰি অস্ত্ৰ ধৰি ॥১৯১
দেৱ ঋষি নৰ সিদ্ধ বিদ্যাধৰ
গন্ধৰ্ব্ব চাৰণগণে।
হৰিৰ নামৰ গোপ্য মহিমাক
তেসম্বো কেহো নজানে ॥
ব্ৰহ্মা মনু হৰ কপিল কুমাৰ
শুক ভীষ্ম বলিৰায়।
প্ৰহ্লাদ নাৰদ জনক আমিসি
বাৰজন সমুদায় ॥১৯২
পৰম গুপুত হৰিনাম ধৰ্ম্ম
জানি আছো শুদ্ধভাৱে।
যাক আচৰিলে ঠাৰতে বসিয়া
দুৰ্লভ মুকুতি পাৱে ॥
হৰিত ভকতি কৰৈ সৰ্ব্বদায়
কৰিয়া কীৰ্ত্তন কৰ্ম্ম।
মনুষ্য লোকৰ এহিমানে মাত্ৰ
পুৰুষৰ শ্ৰেষ্ঠ ধৰ্ম্ম ॥১৯৩
হৰিনাম ধৰ্ম্ম স্মৰণ মহিমা
দেখিয়ো দূত সম্প্ৰতি।
পাপী আজামিলে নাৰায়ণ বুলি
পাইলেক পৰম গতি ॥
হেন বিমৰিষি যিটো জ্ঞানীসবে
ফুৰৈ হৰিনাম গাই।
কুল উদ্ধাৰিল আপোন তৰিল
এৰাইল আত্মাৰ দায় ॥১৯৪

---

ঘোষা

**হৰিবোল হৰিবোল আহে লোকাই**
**হৰি বিনে নাই গতি ॥১৫॥**

পদ

হৰিৰ চৰণ চিন্তিয়া বেড়াৱৈ
হৰিনাম লৱৈ ডাকি।
সিদ্ধ মুনিগণে তাৰ যশ গাৱৈ
প্ৰশংসে স্বৰ্গত থাকি ॥
মাধৱৰ আসি কৌমুদকী গদা
ৰক্ষা কৰি ফুৰৈ তাকে।
তাহাৰ ওচৰ নচাপিবি কেহো
দূতগণ মোৰ হাকে ॥১৯৫
বৈষ্ণৱক দেখি আন্তৰি পলাইবি
ভয়ে চপৰাইবি মুণ্ড।
নুহি মাধৱৰ গদাৰ কোবত
হুইবেক হাৰ খুখুণ্ড ॥
কীৰ্ত্তনৰ ধ্বনি যি থানত শুনি
তাৰো নচাপিবি পাশ।
বিষ্ণু দূতচয় তথাতে থাকয়
কৰিবেক সৰ্ব্বনাশ ॥১৯৬
যাহাৰ জিহ্বায়ে নোবোলৈ বিষ্ণুৰ
গুণ নাম সৰ্ব্বক্ষণ।
যিজনৰ মনে হৃদয় পদ্মত
নিচিন্তে কৃষ্ণ চৰণ ॥

যিজনৰ শিৰে নকৰৈ প্ৰণাম
কৃষ্ণৰ পদ কমলে।
তাতে মোৰ দায় নেৰিবি সদায়
বান্ধি আন হাতে গলে ॥১৯৭
হৰি চৰণত সদায় বিমুখ
নুশুনৈ কৃষ্ণৰ কথা।
মাধৱৰ একো কৃত্য নকৰয়
শ্ৰম কৰি ফুৰৈ বৃথা॥
কৃষ্ণৰ কীৰ্ত্তন নকৰি থাকয়
আনসে কথা চোবাই।
সিটো পাপিষ্ঠক ঝাণ্টে* বান্ধি আন
লোহাৰ ডাঙ্গে কোবাই ॥১৯৮ *বেগেতে
নৰকৰ পথ ইটো গৃহবাস
আতেসে যাহাৰ ৰতি।
ভাৰ্য্যাক পুত্ৰক পুষিবে যতনে
এৰৈ ত্ৰিজগত পতি॥
কৃষ্ণৰ চৰণ নিচিন্তি সদায়
ধনকেসে কৰৈ ধ্যান।
সিটো পাতকীক সুধিবে নলাগে
যাতনাক লাগি আন ॥১৯৯
কৃষ্ণকথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কই থাকে।
অমৃতক ত্যজি যেন বিষ্ঠা ভুঞ্জে
গাড়ি শূকৰৰ জাকে॥
সিটো পাপীসব দৈৰে ভৈল হত
চিন্তে আপোনাৰ মাৰ।
উপজি মৰিবে যাতনা ভুঞ্জিবে
নাহিকৈ তাৰ নিস্তাৰ ॥২০০
বিষ্ণুৰ নামৰ মহিমা শুনিয়া
দূতগণ গৈল ডৰি।
হৰি ভকতক দেখিবাক লাগি
ডৰায় সেহি দিন ধৰি॥

শুক নিগদতি শুনা কুৰুপতি
কহিলো পৰম সাৰ।
হৰিনাম বিনা পাপ সাগৰত
কাহাৰো নাহি নিস্তাৰ ॥২০১
মহা যোগীগণো ব্ৰহ্ম চিন্তে যদি
হৰিৰ নাম নলৱৈ।
সিয়ো ভ্ৰষ্ট হুয়া সংসাৰত পৰৈ
চাৰি বেদে হেন কৱৈ॥
ধৰ্ম্ম অৰ্থ কাম যিটো অভিলাষে
যি চাৱৈ মোক্ষৰ পথ।
সিও হৰিনাম কীৰ্ত্তন কৰিয়া
পাৱৈ সব মনোৰথ ॥২০২
নামৰ মহিমা নজানি ঋষিয়ে
আন প্ৰায়শ্চিত্ত বিয়ৈ।
মৃত সঞ্জীৱনী নজানিয়া বৈদ্যে
আন ঔষধক দিয়ৈ॥
জগতৰ মোক্ষ হৈবেক বুলিয়া
জানিয়া যিটো নকৱৈ।
সংসাৰ দুৰ্লভ হেন হৰিনাম
হেলাতে কতো নলৱৈ ॥২০৩
হৰিৰ নামৰ গোপ্য মহিমাক
পূৰ্বৰ অগস্তি ঋষি।
মলয়া গিৰিত বিষ্ণুক অৰ্চ্চন্তে
কহিলা মোত হৰিষি॥
নাহি কাল দেশ নিয়ম ইহাত
অশৌচত নাহি দোষ।
শয়নে ভোজনে সদা হৰি বোলা
এৰিয়া আন আক্ৰোশ ॥২০৪
হৰি হেন ইটো দুগুটি অক্ষৰ
জিহ্বা অগ্ৰে থাকৈ যাৰ।
গঙ্গা গয়া কাশী প্ৰয়াগ সেতুক
যাইবাক নলাগৈ তাৰ॥

কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
এৰা সবে আন কাম।
আল জাল এৰি পাপক সংহৰি
ডাকি বোলা ৰাম ৰাম ॥২০৫

---

ঘোষা

জয় নিৰঞ্জন পাতক ভঞ্জন
মাধৱ মুকুন্দ ৰাম ॥১৬॥

পদ

পৰম মঙ্গল হৰিনাম ধৰ্ম্ম
যাহাৰ থাকৈ মুখত।
তাৰ তেতিক্ষণে ভস্ম হুয়া যায়
মহাপাপ কোটি শত ॥
তাৰদেকে মহা পাতক হস্তীৰ
থাকৈ মহা গৰ্ব্বমদ।
যাৱে ৰামনাম প্ৰমত্ত সিংহৰ
নুশুনৈ ধ্বনি শৰদ ॥২০৬
ৰাম হেন ইটো দুগুটি অক্ষৰ
সদায় আদৰি গাৱৈ।
সংসাৰ সাগৰ তৰি সিটো নৰে
দুৰ্ল্লভ মুকুতি পাৱৈ ॥
হুইবে মলমতি লোকৰ নিশ্চয়
গুচিবে সবে আচাৰ।
কলিযুগে আৰ অন্যত্ৰ ধৰ্ম্মত
কাৰো নাহি অধিকাৰ ॥২০৭
আনধৰ্ম্ম এৰি হৰিনাম স্মৰি
মুখে পাৱৈ যেন গতি।
অনেক প্ৰবন্ধে সমস্তে ধাৰ্ম্মিকো
নপাৱৈ তাক সম্প্ৰতি ॥

সদায় বিষ্ণুক স্মৰিয়ো ক্ষণেকো
নপাসৰিবাহা নৰ।
যত মহাপাপ যত মহাপুণ্য
ই দুয়ো সবে কিঙ্কৰ ॥২০৮
দোষৰ নিদান কলিযুগ আত
এক মহা গুণ আছে।
কেৱলে কীৰ্ত্তন সংসাৰৰ বন্ধ
এৰাই মোক্ষ পাৱৈ পাচে ॥
হৰিৰ নামেসে নামেসে নামেসে
জীৱন আৰে আম্মাৰ।
কলিযুগে আন গতি নাই নাই
নাই জানা সাৰে সাৰ ॥২০৯
আৰ বেদাগম বিস্তৰ শাস্ত্ৰত
নাহি কিছু প্ৰয়োজন।
ধৰ্ম্মক আশাৰে অনেক তীৰ্থত
কি কাৰ্য্যে কৰা গমন ॥
যদি অভিলাষ কৰা সৰ্ব্বজন
আপোন মোক্ষ কাৰণ।
গোবিন্দ গোবিন্দ বুলিয়া বেকতে
কৰিয়ো হৰি কীৰ্ত্তন ॥২১০
ইটো হৰিনামে লোকৰ যতেক
পাতক নিৰ্য্যাণ কৰে।
ততেক পাতক প্ৰবন্ধে কৰিবে
নোৱাৰৈ পাতকী নৰে ॥
ব্ৰহ্মচাৰী গৃহ- বাসী বনবাসী
সন্ন্যাসী যতেক যতী।
হৰিৰ কীৰ্ত্তন এৰি কেহো নৰে
নপাৱৈ পৰম গতি ॥২১১
সূৰ্য্য গ্ৰহণত এক কোটি ধেনু
ব্ৰাহ্মণক দেই দান।
প্ৰয়াগ গঙ্গাৰ জলত নিবাস
কৰৈ দশ কল্পমান ॥

অযুতেক যজ্ঞ কৰৈ মেৰু সম
সুবৰ্ণক দেই দান।
এক শত ভাগো গোবিন্দ নামৰ
ৰেণুকো নুহি সমান ॥২১২
হৰি হেন ইটো দুগুটি অক্ষৰ
উচ্চৰিলে একবাৰ।
মোক্ষৰ পথক যাইবাক লাগিয়া
সিয়ো ভৈল কাছপাৰ ॥
হৰিৰ নামৰ সমস্তে মহিমা
কহিবে কাৰ শকতি।
যদি চাৰি মুখে ব্ৰহ্মায়ো কহন্ত
তভো নুহি সমাপতি ॥২১৩
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
শুনিয়োক সৰ্ব্বজন।
হেন জানি আন আল জাল এৰি
কৰিয়ো হৰি কীৰ্ত্তন ॥
কোন দিন ইটো শৰীৰ পৰয়
কেতিক্ষণে নেই যম।
আৰ কি সেন্থৰে ভাৰত ভূমিত
হুইবাহা মনুষ্য জন্ম ॥২১৪
কোটি কোটি জন্ম অন্তৰে যাহাৰ
আছে মহাপুণ্য ৰাশি।
সি সি কদাচিত মনুষ্য হোৱয়
ভাৰতবৰিষে আসি ॥
দেৱৰো দুৰ্ল্লভ ইহেন জন্মক
বৃথা কৰা কোন কামে।
গৃহন্তে থাকিয়া হৰিক স্মৰিয়া
মোক্ষ সাধা হৰিনামে ॥২১৫
কোটি এক বাজ- সূয় অশ্বমেধ
যজ্ঞ আক নুহি সৰি।
হেন হৰিনাম হেলাত নলয়ে
মৰৈ আত্মঘাত কৰি ॥
হেন বেদবাণী তত্ত্ব হেন জানি
আসনতে সুখে থাকি।
আপোনাকো তাৰা পুৰুষ উদ্ধাৰা
হৰি হৰি বোলা ডাকি ॥২১৬

অজামিলোপাখ্যান সমাপ্ত

---

## প্ৰহ্লাদ চৰিত্ৰ

ঘোষা

ৰাম মুৰাৰি প্ৰভু ৰঘুনাথ।
কৃষ্ণক প্ৰণামো দমায়া মাথ ॥১৭॥

পদ

বোলন্ত শুকে শুনা পৰীক্ষিত।
ভক্ত প্ৰহ্লাদৰ কহো চৰিত ॥
যুধিষ্ঠিৰ আগে নাৰদে কৈলা।
শুনিয়ো প্ৰহ্লাদৰ যেন ভৈলা ॥২১৭
ব্ৰহ্মাৰ মানস চাৰি তনয়।
ভ্ৰমন্ত আকাশে আনন্দময় ॥
পাঞ্চ বৰিষৰ শিশু সঙ্কাশ।
নাহিকৈ বস্ত্ৰ সবে দিগবাস ॥২১৮
আনন্দে লোকক চাহন্তে ফুৰি।
দিনেক দেখিলা বৈকুণ্ঠপুৰী ॥
আতি আনন্দিত বিষ্ণুৰ স্থানে।
সবে চতুৰ্ভুজ পুৰুষ মানে ॥২১৯
যতেক ৰমণী লক্ষ্মী প্ৰত্যেক।
কল্পতৰু সম বৃক্ষ যতেক ॥
বৈমানিকগণে পৰম ৰঙ্গে।
হাতত তাল নাৰীগণ সঙ্গে ॥২২০
গাৱন্ত কৃষ্ণৰ গুণ চৰিত্ৰ।
আনন্দতে দ্ৰৱৈ সবাৰো চিত্ত ॥

সুগন্ধ বায়ুক কৰৈ ধিক্কাৰ।
সিবেলা মনক মোহে আন্ধাৰ ॥২২১
ভ্ৰমৰৰাজে গাৱৈ হৰিগীত।
যতেক পক্ষী তাতে দেই চিত্ত॥
নকৰে আৱাৱ থাকৈ নিছুকি।
কৃষ্ণৰ চৰিত্ৰ শুনৈ উৎসুকি॥২২২
চৰি ৰত্নময় দিব্য বিমানে।
যতেক সুন্দৰা পদ্মিনী মানে॥
হাস লাস কৰি দৰ্শাৱৈ গাৱ।
বৈষ্ণৱজনৰ মুপজে ভাৱ॥২২৩
হৰিৰ গৃহে মহালক্ষ্মী মাৱে।
হাতে ফুৰাই পদ্ম ভ্ৰমন্ত পাৱে॥
দেখিয়া স্ফটিক বাৰৰ গুণি।
মাৰ্জ্জে গৃহ যেন লক্ষ্মী আপুনি॥২২৪
গোবিন্দৰ গুণ চৰিত্ৰ বাজে।
শুনৈ গ্ৰাম্যকথা যিটো নিলাজে॥
বৈকুণ্ঠে নযায় সিটো ভাগ্য শূন্য।
কুকথায়ে হৰৈ সমস্ত পুণ্য॥২২৫
তমো নৰকে হোৱৈ চিৰবাস।
আপুনি চিন্তে আপোনাৰ নাশ॥
দেৰবো বাঞ্ছনী মনুষ্য জন্ম।
উপজে আত যত জ্ঞান কৰ্ম্ম॥২২৬
নকৰৈ কীৰ্ত্তন ইহাক পায়া।
জানিবা তাক বঞ্চে বিষ্ণুমায়া॥
হেন জানি আন আলাস এৰি।
বোলা হৰি হৰি সমাজে বেঢ়ি॥২২৭

---

ঘোষা

**পুণ্ডৰীকাক্ষ! কৰা কৃপা অ ৰাম**
**কৰা দয়া কমললোচন।**
**নেৰো যেন অৰুণ চৰণ॥১৮॥**

পদ

দূৰতে ধৰ্ম্মক পৰিহৰি।
যিটো চিন্তে হৃদি ৰূপ ধৰি॥
নিতান্তে কীৰ্ত্তন মাত্ৰ কৰে।
বৈকুণ্ঠত থাকে সিটো নৰে॥২২৮
অন্যো অন্যে হৰিকথা গাৱে।
শিহৰে শৰীৰ প্ৰেমভাৱে॥
আনন্দে লোতক পৰে ঝৰি।
গেৰি পাৰি বোলৈ ৰাম হৰি॥২২৯
বৈকুণ্ঠ নগৰী নিৰুপম।
নাহি যাত কালৰ বিক্ৰম॥
তাক পায়া ভকতসকলে।
মজিল আনন্দ সিন্ধু জলে॥২৩০
বৈকুণ্ঠত কেশৱ সাক্ষাত।
শুতি থাকা অনন্ত শয্যাত॥
লক্ষ্মীৰ কোলাত থৈয়া ভৰি।
লক্ষ্মীয়ো জাম্ভন্ত হাতে ধৰি॥২৩১
মূৰ্ত্তি ধৰি বেদ শাস্ত্ৰগণ।
কৰৈ বেঢ়ি মহিলা কীৰ্ত্তন॥
চৈধ্য ভুবনৰ বন্দ্য স্থান।
যাক কৃষ্ণে কৰিলা নিৰ্ম্মাণ॥২৩২
হেন বৈকুণ্ঠত চাৰি মুনি।
ভ্ৰমন্ত কীৰ্ত্তন ধ্বনি শুনি॥
কৃষ্ণৰ আৱাস পাইলা পাচে।
ৰত্নময় দ্বাৰসব আছে॥২৩৩
লগাই আছে হীৰাৰ কপাট।
ৰত্নে বিৰচিত যত বাট॥
হেন দ্বাৰচয় এৰাই পাচে।
দেখন্ত দুগোটা দেৱ আছে॥২৩৪
সপ্তম দ্বাৰৰ দুই পাশে।
দুইৰো শিৰে কিৰীটি প্ৰকাশে॥

পদ্মনেত্ৰ বদন মণ্ডলে।
শোভৈ গণ্ড মকৰ কুণ্ডলে ॥২৩৫
সুন্দৰ নাসিকা অল্পহাস।
চাৰু শ্যাম তনু পীতবাস ॥
যেন কুন্দকবি দন্তপান্তি।
কেয়ূৰ কঙ্কণে কৰৈ কান্তি ॥২৩৬
দুইৰো চতুৰ্ভুজ আতি জ্বলে।
বনমালা শোভৈ বক্ষস্থলে ॥
সেৰৈ তাক ভ্ৰমৰে গুঞ্জৰি।
দুয়ো দিব্য গদা আছা ধৰি ॥২৩৭
দেখি পাচে হেন দুয়ো দ্বাৰী।
বিবস্ত্ৰে আসন্ত সিদ্ধ চাৰি ॥
নুসুধি পৈশন্ত অভ্যন্তৰ।
কোপে দুয়ো কম্পান্ত অধৰ ॥২৩৮
মুখ কৰি ভ্ৰূকুটি কুটিল।
বেতে ঠেলি চাৰিকো খেদিল ॥
কৃষ্ণৰ কিঙ্কৰে এভো ভণে।
হৰি হৰি বোলা সৰ্ব্বজনে ॥২৩৯

———

ঘোষা

ৰাম কৃষ্ণ কহ নিতে।
ভাই ধৰি হৰিপদ চিত্তে ॥১৭॥

পদ

দেখিয়া পাচে হেন চাৰি সিদ্ধ।
দেখন্তে শিশু বয়সতে বৃদ্ধ ॥
কৃষ্ণ দৰশন আশা ভঙ্গে।
কোপে চক্ষু পকাই মাতন্ত খঙ্গে ॥২৪০
বৈকুণ্ঠ বোলা তোৰা দুয়োজন।
বৈকুণ্ঠবাসীৰ নুহি লক্ষণ ॥
প্ৰশান্ত পুৰুষ আনন্দময়।
তাহান্তো তোমৰা কৰা সংশয় ॥২৪১
পাৰিষদ বোলাই কৰস চটি।
নুহিকা বৈষ্ণৱ দুয়ো কপটী ॥
বৈকুণ্ঠৰো আনা দুৰ্যশ বৰ।
ঐৰ পৰা তোৰা দুহান্তো পৰ ॥২৪২
অসুৰ যোনিত উপজ মৰি।
হেন শুনি জয় বিজয় ডৰি ॥
চৰণত ধৰি পৰি ভূমিত।
কাতৰ কৰৈ হুয়া ভয় ভীত ॥২৪৩
তোমাসাক বাধি কৰিলো পাপ।
মিলোক যিবা দিলা চণ্ডশাপ ॥
আপোন কৰ্ম্মে যাওঁ অধোগতি।
প্ৰভুৰ পাৰে নছাৰোক মতি ॥২৪৪
তোমাসাত মাগো এতেক বৰ।
এহি বুলি দুয়ো কৰে কাতৰ ॥
হেন অথান্তৰ শুনিয়া হৰি।
আসন্ত বজাই অভ্যন্তৰ এৰি ॥২৪৫
অনেক পৰিচ্ছদে লক্ষ্মীমাৰে।
পাচত চলি যান্ত ভূমিপাৰে ॥
শুক্ল চামৰে বিঞ্চে দুই কাষে।
উপৰে শ্বেত-ছত্ৰ ধৰি আছে ॥২৪৬
তাতে চন্দ্ৰকান্তে স্ৰৱৈ শিশিৰ।
চলি যান্ত হৰি গতি গম্ভীৰ ॥
লক্ষ্মীৰ ছটা শ্যাম উৰুস্থলে।
আপাদলম্বী বনমালা গলে ॥২৪৭
গুঞ্জৰে মধুকৰে কৰি যত্ন।
শিৰত কিৰীটি অমূল্য ৰত্ন ॥
উন্নত নাসা সুপ্ৰসন্ন মুখ।
কমল নেত্ৰক দেখন্তে সুখ ॥২৪৮
মকৰ কুণ্ডলে প্ৰকাশে গণ্ড।
শ্যামল চাৰু চাৰি ভুজদণ্ড ॥

কেয়ূৰ কঙ্কণে প্ৰকাশৈ তাত।
শ্ৰীবৎস মুকুতা হাৰ হিয়াত ॥২৪৯
পীতবস্ত্ৰে শোভৈ শ্যামল কায়।
মুখুচৈ ঈষত হাস্য সদায় ॥
অমূল্য মেখলা কটিৰ মাজে।
চৰণে ৰত্নৰ নূপুৰ বাজে ॥২৫০
কৌস্তুভ মণি শোভৈ কণ্ঠ মাজে।
দুপাশে নানা দিব্য যন্ত্ৰ বাজে ॥
মিলাৰৈ সমাধি তাৰ শৰদে।
ধৰিছা মূৰ্ত্তি ভকতৰ পদে ॥২৫১
গৰুড়ৰ স্কন্ধে হস্তক থই।
ফুৰাস্ত পদ্ম আৰ হাতে লই ॥
পাৰিষদগণ চলে উপাসি।
আসন্ত বৈকুণ্ঠপুৰ প্ৰকাশি ॥২৫২
অদ্ভুত মূৰ্ত্তি চাৰি সিদ্ধে দেখি।
নাহিকৈ তৃপিতি চান্ত নিৰীক্ষি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥২৫৩

---

ঘোষা

পদ্মপাণি জীৱ-মোহন ৰাম।
সুখে দুখে মুখে যো নোছাৰে
ৰামনাম ॥২০॥

পদ

পৰম আনন্দে চাৰি সিদ্ধে দেখি পাচে।
শিৰে প্ৰণামিয়া পৃথিবীত পৰি আছে ॥
কৃষ্ণ পাদমিশ্ৰ তুলসীৰ পায়া গন্ধ।
ক্ষোভ ভৈল চিত্ত মহা মিলিল আনন্দ ॥২৫৪
প্ৰেমভাৱ উপজি দ্ৰৱিলা আতি চিত্ত।
হৰিষে লোতক ৰবৈ তনু লোমাঞ্চিত ॥

দেখিল কৃষ্ণৰ মুখ শ্যাম পদ্ম-কোষ।
সুন্দৰ অধৰ হাস্যে মিলাৰৈ সন্তোষ ॥২৫৫
তাসম্বাৰ ভৈল মনোবাঞ্ছিত পুৰণ।
চাহিলা কৃষ্ণৰ দুনাই দুখানি চৰণ ॥
আৰক্ত নখ পাস্তি আছে প্ৰকাশন্তে।
চিত্ততো চিন্তিলা দুনাই বাহিৰৰ হন্তে ॥২৫৬
আছিলন্ত ধৰি হৃদয়ত কতো বেলি।
কৃষ্ণক সম্মুখে দেখি পাচে চক্ষু মেলি ॥
কৰযোৰে চাৰি সিদ্ধে আনন্দক পাই।
কৰিতে লাগিলা স্তুতি মাধৱক চাই ॥২৫৭
সমস্ত ভূতৰে যদি তুমি হৃদিগত।
তথাপি কৰ্ম্মীৰ মনে নুহিকা বেকত ॥
ভকতেসে পাৰৈ খুজি তুমি অন্তৰ্য্যামী।
কিনো ভাগ্য তোম্ভাক নয়নে দেখো আমি ॥২৫৮
পিতৃমুখে তযু গুণ শুনিলো যৈসানি।
সেহি দিনা হিয়াত পশিল চক্ৰপাণি ॥
তুমি পৰমাত্মা তত্ত্ব জানিলো সম্প্ৰতি।
সত্য মূৰ্ত্তি ধৰি সাধা ভকতৰ গতি ॥২৫৯
তোমাক নপাই অনুৰাগ বাঢ়ে যাৰ।
সেহিসে ভকতি যোগে ছিণ্ডে অহঙ্কাৰ ॥
তাহাৰেসে গুচে বিষয়ত অনুৰাগ।
হৃদয়ত বিচাৰি তোম্ভাক পাৱৈ লাগ ॥২৬০
তোম্ভাৰ পাৱত লৈলে যিজনে শৰণ।
তযু গুণ নাম কৰৈ শ্ৰৱণ কীৰ্ত্তন ॥
মোক্ষ প্ৰসাদক প্ৰভু তোম্ভাত নমাগে।
ছাৰ স্বৰ্গসুখ কোন তাসম্বাৰ আগে ॥২৬১
তযু গুণ গান যদি কৰ্ণে থাকে ভৰি।
সদায়ে বদনে যেৱে বোলৈ ৰাম হৰি ॥
চৰণকো চিন্তৈ চিত্তে বিস্মিকো নপাণি।
নাৰকী জন্মক তেৱে আম্ভাৰ বাঞ্ছনী ॥২৬২
দেখাই দিব্যৰূপ ইটো আতি চমৎকাৰ।
সাধিলা আনন্দ কিনো লেখৰ আম্ভাৰ ॥

অজ্ঞজনে তোহ্মাৰ নলবৈ গুণ নাম।
আমি হেৰা পৰি প্ৰভু কৰিলো প্ৰণাম ॥২৬৩
তোহ্মাৰ পাৱত হোক একান্ত ভকতি।
এতেক প্ৰসাদ দিয়ো আহ্মাক সম্প্ৰতি ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
ডাকি হৰি হৰি বোলা পাতক ছাৰোক ॥২৬৪

———

ঘোষা

গতি মোৰ গতি মোৰ গোবিন্দ দেৱ।
মাধৱ বিনা বন্ধু নাহি কেৱ ॥২১॥

পদ

কৰিল স্তুতি চাৰি মহামুনি।
চাৰিকো মাধৱে মাতন্ত গুণি ॥
পাৰিষদ জয় বিজয় মোৰ।
কৰিলে অপৰাধ ইহ ঘোৰ ॥২৬৫
বিহিলা উচিত দণ্ড ইহাক।
কদৰ্থিলা দুয়ো আতি আহ্মাক ॥
সেৱকে যদি কৰে অপকাৰ।
পাৱৈ অপযশ স্বামীক তাৰ ॥২৬৬
ক্ষমিয়ো মোক চাৰি মহাশিষ্ট।
ব্ৰাহ্মণগণ মোৰ মহা ইষ্ট ॥
বিপ্ৰ সেৱাতেসে আহ্মাৰ খ্যাতি।
চাণ্ডালকো কৰৈ পৱিত্ৰ আতি ॥২৬৭
তোহ্মাৰ ইন্দ্ৰ কৰৈ অপৰাধ।
কাটিবো ইন্দ্ৰক নাহিকে বাধ ॥
বিপ্ৰৰ মুখে ভুঞ্জো যেন কৰি।
বঞ্চিৰ হোৱে মুহি তাঙ্ক সৰি ॥২৬৮
আহ্মাৰ তনু যত বিপ্ৰগণ।
আনযাৰ দ্ৰোহ চিত্তে বিজন ॥

যমৰ দূতে কৰৈ তাক দণ্ডি।
গৃধ্ৰগণে* খাই মাংসক ছিণ্ডি ॥২৬৯ *শগুন
পাৰন্ত গালি যদি বিপ্ৰে আসি।
প্ৰণাম কৰৈ যিটো তাঙ্ক হাসি ॥
সম্বোধি প্ৰবোধে সাধু বচনে।
কৰিলেক বশ্য মোক সি জনে ॥২৭০
পাৰিষদ জয় বিজয় দুই।
তোমাসাৰ শাপে অসুৰ হুই ॥
দুনাই বৈকুণ্ঠক ঝাণ্টে* আসোক। *শীঘ্ৰে
হেন অনুগ্ৰহ কৰিয়ো মোক ॥২৭১
আছন্ত সবে যদি খেদ চিতি।
কৃষ্ণ বাক্যামৃতে ভৈল তৃপিতি ॥
কৃষ্ণৰ বাক্যক কৰি বিচাৰ।
নুবুজিলা কিছু আশয় তাৰ ॥২৭২
মিলিল আনন্দ দ্ৰৱিল চিত্ত।
লোতকে স্ৰবৈ তনু লোমাঞ্চিত ॥
কৃতাঞ্জলি কৰি কৃষ্ণক চাই।
মাতন্ত চাৰিয়ো মুনি দুনাই ॥২৭৩
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে কহে।
জানা চিৰকাল দেহা নৰহে ॥
কৃষ্ণৰ কীৰ্ত্তনে সাধিয়ো গতি।
বোলা হৰি হৰি একান্ত মতি ॥২৭৪

———

ঘোষা

ৰাম ৰাম মুকুন্দ।
ত্ৰাহি ত্ৰাহি গোবিন্দ ॥২২॥

পদ

তোমাৰ বচন স্বামী।
নুবুজিলো কিছু আমি ॥
আপুনি ঈশ্বৰ হুয়া।
বোলাহা কৰিয়ো দায়া ॥২৭৫

ত্ৰিজগতে কৰৈ সেৱ।
বোলা মোৰ বিপ্ৰে দেৱ ॥
যত দেৱ দ্বিজ তুমি।
সবাৰো দেৱতা তুমি ॥২৭৬
ধৰ্ম্মৰো পৰম গুহ্য।
তুমি জগতৰে পূজ্য ॥
যাৰ ৰূপ হিয়ে ধৰি।
দুস্তৰ মৃত্যুক তৰি ॥২৭৭
তাঙ্ক আনে কৰৈ দায়া।
কোনে বুজিবেক মায়া ॥
মান্য কৰি ব্ৰাহ্মণক।
শিক্ষা দিয়া সামান্যক ॥২৭৮
ধৰ্ম্মপথ ৰক্ষা কৰি।
সৃষ্টি প্ৰৱৰ্ত্তাৱা হৰি ॥
তযু পাৰিষদ দুই।
তাঙ্ক শাপো মুনি হুই ॥২৭৯
কৰিলো দাৰুণ পাপ।
দণ্ডিয়ো জগত বাপ ॥
এহি বুলি মৌন ভৈলা।
মাধৱে বুলিবে লৈলা ॥২৮০
মুনিগণ এৰা তাপ।
আমিসে দিয়াইলো শাপ ॥
বৈৰভাৱে চিন্তি মোক।
দুনাই পাইবা এহিলোক ॥২৮১
বোলো মহা মন তুষ্টি।
শুনি চাৰি সিদ্ধে উঠি ॥
মাধৱক প্ৰদক্ষিণি।
প্ৰণামিলা বাৰ তিনি ॥২৮২
লৈয়া তেন্তে অনুমতি।
আকাশে কৰিলা গতি ॥
বৈকুণ্ঠৰ শ্ৰীক চাই।
মনে প্ৰশংসন্তে যায় ॥২৮৩

কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥
অন্তকে পাইলেক পৰা*। *প্ৰায়
ৰাম হৰি বুলি তৰা ॥২৮৪

---

ঘোষা

পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি
তুমি বিনা নাই আন গতি ॥২৩॥

পদ

পাচে জয় বিজয়ক হৰি।
কৰিলা আশ্বাস দুইকো ধৰি ॥
অসুৰ যোনিক যাহা তুয়।
নকৰিবা মনে কিছু ভয় ॥২৮৫
তোৰা দুইৰো থাকোক কল্যাণ।
মই দুখ কৰিবো নিৰ্য্যাণ ॥
ব্ৰহ্মশাপ নকৰো উছন।
আছে পদে মোৰ প্ৰয়োজন ॥২৮৬
সুমৰিয়ো পুৰণি কথাক।
চিন্তি আছো মই আপোনাক ॥
আমাৰ পাশক আসে লক্ষ্মী।
তাঙ্ক নিবাৰিলা দুয়ো দেখি ॥২৮৭
ক্ৰোধে বুলিলন্ত লক্ষ্মী শাপি।
হুয়োক অসুৰ দুয়ো পাপী ॥
হেন জানি হোৱা দুয়ো দৈত্য।
ভকতৰ ভয় আছে কৈত ॥২৮৮
বৈৰভাৱে চিন্তিবাহা মোক।
অল্পকালে পাইবা এহিলোক ॥
দুখৰো কৰিবো মই অন্ত।
এহি বুলি পাচে ভগৱন্ত ॥২৮৯

লক্ষ্মী সমে গৈলা ধীৰে ধীৰে।
প্ৰবেশিলা ৰত্নৰ মন্দিৰে॥
পাচে দুয়ো মুখ্য পাৰিষদ।
এৰি সবে বৈকুণ্ঠ সম্পদ॥২৯০
শ্ৰীহত হুয়া অধোমুখে।
বিমানৰ পৰা পৰে দুখে॥
হেন দেখি বৈকুণ্ঠক ছানি।
কৰে সবে হাহাকাৰ ধ্বনি॥২৯১
পাচে দুয়ো এৰি নিজ কায়।
কাশ্যপৰ বীৰ্য্যে লৈলা ঠাই॥
স্বামীৰ সংযোগে পাচে দিতি।
অনুক্ৰমে ভৈলা গৰ্ব্ভৱতী॥২৯২
কৃষ্ণৰ কিঙ্কৰে এভু ভণে।
নেৰিবা কীৰ্ত্তন একো জনে॥
কেতিক্ষণে পৰৈ ইটো কায়।
হৰি হৰি বুলিয়ো সদায়॥২৯৩

---

ঘোষা

**হৰি ৰাম হৰি ৰাম এ মুল মন্ত্ৰ।**
**কলিত নাহি তপ যজ্ঞ যন্ত্ৰ॥২৪॥**

**পদ**

দিতিৰ গৰ্ব্ভে দুয়ো ভৈলা জাত।
হিৰণ্যকশিপু নামে প্ৰখ্যাত॥
হিৰণ্যাক্ষ নামে কনিষ্ঠ তাৰ।
যুদ্ধত বৰাহে চিন্তিল মাৰ॥২৯৪
শুনিয়া হিৰণ্যে ভ্ৰাতৃৰ বধ।
ক্ৰোধে আৰক্তঙ* চক্ষু তবধ॥ *ৰঙা
শূলক তুলি গৰ্জ্জি দৈত্যনাথ।
দানব কামুৰি ধৰাৱে মাথ॥২৯৫

দানৱগণক মাতৈ সম্বোধি।
মাৰিবো বৰাহক শূলে বিন্ধি॥
বধিলে আম্মাৰ ভ্ৰাতৃ কনিষ্ঠ।
দেৱ ব্ৰাহ্মণৰ চিন্তা অনিষ্ট॥২৯৬
পৃথিবীক লাগি কৰা গমন।
তপ জপ যজ্ঞ কৰিয়ো ছন॥
বিষ্ণুসে সবাৰো জানা আশ্ৰয়।
গৰু ব্ৰাহ্মণৰ কৰা প্ৰলয়॥২৯৭
হেনয় আজ্ঞা কৰি দৈত্যৰাজ।
ভ্ৰাতৃৰ পাচে কৰি প্ৰেতকাৰ্য্য॥
কথায়ে আশ্বাস কৰি দিতিক।
তপক মনে গৈল মন্দৰক॥২৯৮
আকাশ চাই ঊৰ্দ্ধবাহু হুই।
থাকিলা ভূমিক অঙ্গুষ্ঠে ছুই॥
জটাৰ দীপিতি দেখন্তে ত্ৰাস।
প্ৰলয় সূৰ্য্যৰ যেন প্ৰকাশ॥২৯৯
ব্ৰহ্মাক চিন্তিয়া আছা মনত।
বহি গৈল দিব্য বৰিষ শত॥
ঢাকিল তনু উই মাটি তুলি।
শৰীৰৰ মাংস খাইলে সমুলি॥৩০০
গজিল তাঙ্ক ঢাকি বেৰুঝাৰ।
তথাপি কটাক্ষো নাহিকৈ তাৰ॥
শিৰত বহ্নি বৰাই তমোময়।
তাৰ তাপে ভৈল জগতে ভয়॥৩০১
সঘনে ভূমি কাম্পে নিৰন্তৰ।
খলকিল ত্ৰাসে সাতো সাগৰ॥
সঞ্চৰৈ তাৰা গ্ৰহ অসংখ্যাত।
দশোদিশে ভৈল উল্কাপাত॥৩০২
হেন দেখি ভৈল ত্ৰিদশে ত্ৰাস।
স্বৰ্গ এৰি গৈল ব্ৰহ্মাৰ পাশ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥৩০৩

ঘোষা

কৃষ্ণ যদুপতি ৰামে মোৰ গতি ॥২৫॥

পদ

ব্ৰহ্মাক প্ৰণামি বুলিলন্ত দেৱজ্ঞাক।
সৃষ্টি নষ্ট হৱে কেনে নৰাখা আহ্মাক ॥
দৈত্যেন্দ্ৰৰ দেখি ঘোৰ তপৰ দীপিতি।
স্বৰ্গত থাকিবে কাৰ বাপৰ শকতি ॥৩০৪
ব্ৰহ্মপদ তোহ্মাৰ কৰিবে চাৱৈ ছন।
ভিন্ন সৃষ্টি কৰিবাক দৈত্যৰ যতন ॥
হেন জানি বিধি কৰিয়োক প্ৰতিকাৰ।
যাৱে নতু নষ্ট হোৱৈ সমস্ত সংসাৰ ॥৩০৫
হেন জানি ব্ৰহ্মা লৰি গৈল হংস-যানে।
তপ কৰি আছে দৈত্যপতি যিটো স্থানে ॥
তপৰ মহিমা দেখি ভৈলন্ত বিস্ময়।
বোলন্ত উঠিয়ো আৱে কশ্যপ তনয় ॥৩০৬
শৰীৰৰ মাংসক খাইলেক তোৰ উই।
তথাপি আৰাধ মোক এক চিত্ত হুই ॥
হেন তপ কৰন্তা নাহিকৈ সংসাৰত।
যেহি লাগে বৰ আৱে লৈয়ো অভিমত ॥৩০৭
এহি বুলি ব্ৰহ্মা জলে কৰিলন্ত শান্তি।
ভৈল অঙ্গ পূৰ্ণ তপ্ত সুৱৰ্ণৰ কান্তি ॥
বজ্ৰসম সুদৃঢ় তৰুণ কলেৱৰ।
উঠিল মাটিৰপৰা পাচে দৈত্যেশ্বৰ ॥৩০৮
ব্ৰহ্মাক দেখিল হংস-যানে আছা চৰি।
মিলিল আনন্দ প্ৰণামিলা পাৱে পৰি ॥
হৰিষে লোতক স্ৰৱে ৰোমাঞ্চিত গাৱে।
কৰিলা অনেক স্তুতি নতি নানাভাৱে ॥৩০৯
বিধাতাক বোলে যদি মোক দিবা বৰ।
তুমি সৃজি আছা যত প্ৰাণী নিৰন্তৰ ॥
কাতো হন্তে নুহিবেক মোহোৰ মৰণ।
ত্ৰৈলোক্যৰ লোকে লৌক আহ্মাত শৰণ ॥৩১০
নমৰিবো ৰাত্ৰিত দিনত মৃত্যু নৌক।
অস্ত্ৰে শস্ত্ৰে কাটিবাক নোৱাৰোক মোক ॥
ত্ৰিলোক মহিমা মোত তোহ্মাৰে সমান।
দিয়ো এহি বৰ ব্ৰহ্মা নমাগোহো আন ॥৩১১
ব্ৰহ্মায়ে বোলন্ত হাসি শুনা দৈত্যেশ্বৰ।
যদ্যপি দুৰ্ল্লভ বাপ ইটো মহাবৰ ॥
তথাপিতো দিলো তোক বাঞ্ছা হৌক সিদ্ধি।
এহি বুলি নিজ স্থানে চলি গৈলা বিধি ॥৩১২
হেন বৰ পায়া বল বাঢ়িল অশেষ।
ভ্ৰাতৃ বৈৰী বুলি কৰে মাধৱক দ্বেষ ॥
তিনিয়ো লোকক বশ্য কৰি দৈত্যপতি।
কাঢ়ি লৈল বলে মহেন্দ্ৰৰ অমৰাৱতী ॥৩১৩
ভয়ে দাৰুণক*ত্ৰিজগতে কৰৈ সেৱ। *দুষ্ট
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ বিনে খাটে সবে দেৱ ॥
এহিমতে দিব্য ভোগ ভুঞ্জিয়া অশেষ।
বহি গৈলা অসংখ্যাত সহস্ৰ বৰিষ ॥৩১৪
দেৱতাগণৰ আৰ নাহি সুখ শান্তি।
নপাবন্ত উপায় একো মনে গুণি গান্থি ॥
কৃষ্ণৰ চৰণে সবে লৈলন্ত শৰণ।
হৰি বিনা নাহি আন দুৰ্গতি তাৰণ ॥৩১৫
এহি বুলি বায়ু ভক্ষি নিদ্ৰা পৰিহৰি।
মাধৱত আৰাধন্ত কষ্ট ব্ৰত ধৰি ॥
কহে কৃষ্ণ-কিঙ্কৰ শঙ্কৰে কৃষ্ণকথা।
বোলা হৰি হৰি জন্ম নকৰিয়ো বৃথা ॥৩১৬

———

ঘোষা

এ ৰাম হৰি নিৰঞ্জন ॥২৬॥

পদ

দেৱে যেৱে উপাশন্তে আছে।
পৰিল আকাশীবাণী পাচে॥
দেৱগণ নকৰিবা ভয়।
কৰিবোহো দৈত্যৰ প্ৰলয় ॥৩১৭
ইটো দুখ হুইবে উপশান্তি।
শুনা তাৰ মৰণৰ খ্যান্তি॥
তানে পুত্ৰ বৈষ্ণৱ প্ৰহ্লাদ।
তাঙ্ক কৰৈ যৈসানি বিবাদ ॥৩১৮
তেৰে তাক কৰিবো নিৰ্য্যাণ।
ভকতেসে জানা মোৰ প্ৰাণ॥
তান পীড়া শৰীৰে নসহে।
ভকতৰ দুখে হৃদি দহে ॥৩১৯
নিৰ্ভয়ে থাকিয়ো দেৱগণ।
অল্পতে সিজিবে প্ৰয়োজন॥
দেৱগণ নিৱৰ্ত্তিয়া গৈলা।
দৈত্যেন্দ্ৰৰ চাৰি পুত্ৰ ভৈলা ॥৩২০
প্ৰহ্লাদ বৈষ্ণৱ ভৈলা আতি।
বিষ্ণুক চিন্তন্ত দিনে ৰাতি॥
ইন্দ্ৰিয়ক কৰিয়া নিয়ম।
প্ৰণীক দেখন্ত আত্মা সম ॥৩২১
ৰূপে গুণে বিদ্যাত পাৰ্গত।
নাহি গৰ্ব্ব তথাপি মনত॥
দুখত উদ্বেগ নাহি চিত্ত।
নাহি স্পৃহা সুখতো কিঞ্চিত ॥৩২২
অসুৰ স্বভাৱ এৰিলন্ত।
কাম জিনি ভৈল উপশান্ত॥
মহা বৈৰী হুয়া দেৱজাক।
সাধু বুলি প্ৰশংসন্ত তাক ॥৩২৩
পঞ্চ বৰিষতে মহামতি।
ক্ৰীড়া এৰি কৰন্ত ভকতি॥
নিতান্তে হৰিক কৰি ধ্যান।
হৰি বিনে নেদেখন্ত আন ॥৩২৪
সদায়ে কৃষ্ণৰ গুণ কহে।
চিত্তত ধৰিল কৃষ্ণগ্ৰাহে॥
নৈবৈ মনে গোবিন্দৰ পাৰ।
কৃষ্ণত উপজৈ প্ৰেমভাৰ ॥৩২৫
কৃষ্ণৰ চিন্তায়ে দ্ৰৱে মন।
কেহো বেলা কৰন্ত ক্ৰন্দন॥
কেহো বেলা হাসন্ত আহ্লাদে।
কতো গীত গাহন্ত প্ৰহ্লাদে ॥৩২৬
গোবিন্দক আনন্দে ডাকন্ত।
লাজ এৰি কতোহো নাচন্ত॥
হৰিবুদ্ধি হোৱৈ আপোনাক।
কতো কৰৈ কৃষ্ণৰ চেষ্টাক ॥৩২৭
আনন্দে লোতক যায় বহি।
নমাতি থাকন্ত কতো ৰহি॥
হৰিষতে তনু লোমাঞ্চিত।
কৃষ্ণতে অৰ্পিল প্ৰাণ চিত্ত ॥৩২৮
এহিমানে কৰন্ত ভকতি।
আন বিষয়ত নাহি মতি॥
কৃষ্ণৰ কিঙ্কৰে এভু ভণে।
হৰি হৰি বোলা সৰ্ব্বজনে ॥৩২৯

---

ঘোষা

**ৰাম হৰি ৰাম হৰি গোপাল গোপাল ॥২৭॥**

পদ

ষণ্ডামৰ্ক নামে ছুয়ো শুক্ৰৰ তনয়।
প্ৰহ্লাদক পঢ়াৰন্ত শাস্ত্ৰ ৰাখানয় ॥
পঢ়ে আনো অসংখ্যাত দৈত্যৰ ছৱাল।
মনত প্ৰহ্লাদে তাঙ্ক নমানন্ত ভাল ॥৩৩০
একদিনা দৈত্যেন্দ্ৰে পুত্ৰক কোলে লয়।
কিবা পঢ়ি আছা বুলি আনন্দে সোধয় ॥
কাক ভাল মান বাপ কহিয়ো সত্বৰে।
বুলিলন্ত প্ৰহ্লাদে আত অনন্তৰে ॥৩৩১
শুনা পিতৃ ইটো গৃহ অন্ধকূপ সৰি।
তপোবনে একচিত্তে আৰাধিয়ো হৰি ॥
সংসাৰ সাগৰে ভাল নাহি আত পৰে।
হেন শুনি হাসি পাচে মাতে দৈত্যেশ্বৰে ॥৩৩২
কোনোবা বৈষ্ণৱে আক কৰৈ বুদ্ধিভেদ।
ভালমতে শিশুক পঢ়ায়ো অবিচ্ছেদ ॥
শুনি ষণ্ডামৰ্কে প্ৰহ্লাদক ঘৰে আনি।
হাসিয়া পুছন্ত বাপ কহা সত্যবাণী ॥৩৩৩
কোনে হেন তোক বিপৰ্য্যয় বুদ্ধি দিল।
কিবা তোৰ মনত আপুনি সম্পজিল ॥
শুনিবাক ইচ্ছা কৰ কূলেৰ নন্দন।
প্ৰহ্লাদে কহিলা কৰি কৃষ্ণক বন্দন ॥৩৩৪
ব্ৰহ্মা আদি কৰি যত দেৱতা পণ্ডিত।
যাহাৰ পথত হোন্ত মায়ায়ে মোহিত ॥
যাৰ মায়া বৈভৱৰ নাহি পৰিচ্ছেদ।
হেন হৰি কৰন্ত আম্মাৰ বুদ্ধিভেদ ॥৩৩৫
চুম্বকৰ কাছে লোহা ভ্ৰমৈ যেন ঠানে।
ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে ॥
এহি বুলি গুৰুক প্ৰহ্লাদ মৌন ভৈলা।
শুনি ষণ্ডামৰ্কে তাক গৰ্জ্জিবাক লৈলা ॥৩৩৬
আন বেত কোবাই মাৰো আৰে দুৰাচাৰ।
মন্দবুদ্ধি আমাৰ অনাইলি খিলিঙ্কাৰ ॥
উপজিলি তই দৈত্য কুলেৰ কণ্টক।
ভৈলি বিষ্ণুপক্ষ ক্ষয় কৰিলি কুলক ॥৩৩৭
এহিমতে অনেক উপায়ে দেখাই ভয়।
প্ৰহ্লাদক পঢ়াৰন্ত শাস্ত্ৰ ৰাখানয় ॥
জানিলেক শাস্ত্ৰ গুৰুগণে হেন জানি।
দৈত্যেন্দ্ৰৰ আগে প্ৰহ্লাদক দিল আনি ॥৩৩৮
পিতৃৰ চৰণে পৰি আছে মহামতি।
দুই হাতে তুলি আশ্বাসিলা দৈত্যপতি ॥
কোলাত বৈসাই ঘনে ঘনে ঘ্ৰাণি শিৰ।
হাসি প্ৰহ্লাদত কথা সোধে মহাবীৰ ॥৩৩৯
কিবা সুশোভন পাঠ পঢ়ি আছা তাত।
গুৰুত শিখিলা যিবা কহিয়ো আম্মাত ॥
শুনিয়া প্ৰহ্লাদে পাচে কহন্ত সাদৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥৩৪০

---

ঘোষা

**ও হৰি চৰণে লাগো শৰণ মাগো**
**গোপাল গোবিন্দ।**
**ভৱসিন্ধু মাজে মজিলো মাধৱ**
**সুমৰি নালয় নিন্দ ॥২৮॥**

পদ

**শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ**
**অৰ্চ্চন পদ সেৱন।**
**দাস্য সখিত্ব বন্দন বিষ্ণুৰ**
**কৰিব দেহা অৰ্পণ ॥**

নৱবিধ ভক্তি বিষ্ণুত আচৰৈ
সেহিসে পাঠ উত্তম।
হেন শুনি পাচে হিৰণ্যকশিপু
কোপে কাম্পে যেন যম॥৩৪১
গুৰুৰ পুত্ৰক চাহি দৈত্যপতি
পাৰিবে লাগিলা গালি।
শুনৰে অধম ব্ৰাহ্মণ শিশুক
এহিসে পাঠ শিখাইলি॥
ষণ্ডামৰ্কে বোলৈ আন নিশিকাওঁ
ইটো নপঢ়াওঁ আমি।
তোম্হাৰ তনয় স্বভাৱে বোলয়
কোপ এৰা দৈত্যস্বামী॥৩৪২
শুনিয়া হিৰণ্য- কশিপু দুনাই
সোধয় কথা পুত্ৰত।
গুৰু নিশিখাইলে হেন বিমঙ্গল
বাণী বোল কেনমত॥
প্ৰহ্লাদে বোলন্ত শুনিয়োক তাত
বিষয়ীৰ নাহি গতি।
গুৰু উপদেশে আপোনাত হন্তে
নোপোজে কৃষ্ণত মতি॥৩৪৩
আপুনি বিষয়ী হুয়া যিটো নৰে
বিষয়ীক গুৰু মানৈ।
যেন অন্ধলাক অন্ধে উপদেশে
বিষ্ণুক সিটো নজানৈ॥
বৈষ্ণৱক যেৱে নকৰে উপাসা
মোহে অন্ধ মূঢ়মতি।
শুনা পিতৃ তেৱে কৃষ্ণৰ চৰণ
নোছোৱৈ তাহাৰ মতি॥৩৪৪
হেন শুনি মহা- ক্ৰোধে দৈত্যৰাজ
জ্বলি গৈল অহঙ্কাৰী।
মাটিক লাগিয়া পুত্ৰক পেলাইলা
কোলাৰ পৰা আছাৰি॥
ৰাক্ষসগণক ক্ৰোধে আদেশয়
মাৰ পাপিষ্ঠক বেঢ়ি।
ভ্ৰাতৃ বৈৰী বিষ্ণু তাকেসে সেৱয়
আম্হাত সৌহৃদ্য এৰি॥৩৪৫
প্ৰচণ্ড আদেশ শুনিয়া আশেষ
ৰাক্ষস উঠিল ৰাগি।
হাতে শূল ধৰি খেকত কৰিয়া
ধাইল প্ৰহ্লাদক লাগি॥
কাট মাৰ বুলি বেঢ়িয়া সন্ধানে
দিলেক অস্ত্ৰৰ জাক।
বিষ্ণুক স্মৰি প্ৰহ্লাদ কুমাৰে
কটাক্ষো নকৰে তাক॥৩৪৬
ভোটা হুইয়া শূল উফৰি পৰিল
দেখি আছে সৰ্ব্বজনে।
হেন অদভুত দেখি দৈত্যপতি
পৰম শঙ্কিত মনে॥
দিগ্‌গজগণক আদেশ কৰিল
দিগ্‌গজো ভিৰিলা দান্তে।
জলন্ত বুৰায়া উপৰে পৰ্ব্বত
পেলায়া কতোহো ঝান্তে॥৩৪৭
মহা সৰ্পগণে বেঢ়িয়া দংশয়
তাৰো দান্ত গৈলা ভাগি।
পৰ্ব্বত শিখৰে তুলিয়া কতোহো
পেলাৱৈ মাটিক লাগি॥
গাত খানি কতো পোতে প্ৰহ্লাদক
কৰাৱৈ বিষক পান।
হাতে গলে বান্ধি অগ্নিত পেলাৱৈ
তথাপি নযায় প্ৰাণ॥৩৪৮
বিষ্ণুৰ চৰণ চিন্তিয়া প্ৰহ্লাদে
আছন্ত নিৰ্ভয় ভাৱে।
দেখি দৈত্যপতি মনত চিন্তয়
মৃত্যু নাহি তাৰ গাৱে॥

আচোক মৰিব ভয় নোপোজয়
নেৰয় আত্মাৰ পাশ।
ইহাৰ বিৰুদ্ধে জানিলো অৱশ্যে
মোহোৰ হৈব বিনাশ ॥৩৪৯
দুৰন্ত চিন্তায়ে শ্ৰী হানি ভৈল
নমাইল মলিন মুখ।
পাচে ষণ্ডামৰ্কে বিৰলে বিনাৰৈ
দৈত্যেন্দ্ৰৰ দেখি দুখ ॥
প্ৰহ্লাদ চৰিত্ৰ ৰচিল শঙ্কৰে
কৃষ্ণৰ কিঙ্কৰে আৰে।
বোলা হৰি হৰি সংসাৰক তৰি
বৈকুণ্ঠক যাইবা যেৰে ॥৩৫০

---

ঘোষা

**কেশৱ শিৱ শিৱ ঘুষিয়ো সদায়।**
**ৰামনাম বিনা বান্ধৱ নাই ॥২৭॥**

**পদ**

কিসক দৈত্যেন্দ্ৰ আছা মনত বিকলে।
তিনিয়ো লোকক তুমি জিনিলা একলে ॥
তযু কটাক্ষতে কাম্পে দিকপালগণ।
তোমাৰ চিন্তাৰ কিছু নেদেখো কাৰণ ॥৩৫১
হেন জানি হুয়ো ৰাজা মনত সন্তোষ।
শিশু ছাৱালৰ কিছু নধৰিবা দোষ ॥
বৰুণৰ পাশে বান্ধি থৈয়ো কতকাল।
আপুনি বয়স ভৈলে বুদ্ধি হৈবে ভাল ॥৩৫২
এহি হৌক বুলি পাচে মাতে দৈত্যেশ্বৰ।
শিখায়োক আক ৰাজনীতি নিৰন্তৰ ॥
হেন শুনি শুক্ৰপুত্ৰে আনি প্ৰহ্লাদক।
মহাযত্নে পঢ়াইলন্ত দৈত্যৰ শাস্ত্ৰক ॥৩৫৩
তাক ভাল নমানন্ত প্ৰহ্লাদৰ মনে।
কৰিলা নিবিড় চিত্ত কৃষ্ণৰ চৰণে ॥
পঢ়াই শুনাই গুৰু যেৱে গৃহকামে যান্ত।
দৈত্যশিশুসবক মাতিয়া শিখাৱন্ত ॥৩৫৪
দৈত্যশিশুসবো পাচে আন ক্ৰীড়া এৰি।
প্ৰহ্লাদক গৌৰৱ কৰিয়া বসৈ বেঢ়ি ॥
দয়ায়ে প্ৰহ্লাদে দেন্ত হিত উপদেশ।
শুনিয়োক বাণী দৈত্য দানৱ নিশেষ ॥৩৫৫
অসাৰ সংসাৰ নাহি ইহাত বিশ্বাস।
জানি হৰি ভকতিক কৰিয়ো অভ্যাস ॥
মনুষ্যৰ আয়ু শত বৰিষ সংখ্যাত।
অৰ্দ্ধেক বিফলে যায় জানিবা নিদ্ৰাত ॥৩৫৬
বিংশতি বৰিষ আৰ যায় ওমলন্তে।
নেয় দশ বৰিষ ধনক উপাৰ্জ্জন্তে ॥
বৃদ্ধকালে যায় শেষ বৰিষ বিংশতি।
একো কাৰ্য্য সাধিবাৰ নাহিকৈ শকতি ॥৩৫৭
শৰীৰকো পীড়ে ব্যাধি চক্ষুয়ে নাকলে।
আশা পাশে বান্ধিয়া গৃহত থাকি গলে ॥
হেন জানি শিশুসব এৰা আন কৰ্ম্ম।
ধৰিয়ো কুমাৰ কালে ভাগৱত ধৰ্ম্ম ॥৩৫৮
দুৰ্লভ মনুষ্য জন্ম নকৰা বিফল।
চিন্তা মনে মাধৱৰ চৰণ কমল ॥
হৰিসে সবাৰো আত্মা বান্ধৱ ঈশ্বৰ।
মায়াময় ইটো পুত্ৰ ভাৰ্য্যা কলেৱৰ ॥৩৫৯
আৰ অৰ্থে ব্যৰ্থে কেনে কৰা আয়ুপাত।
সবাৰো হৃদয়ে বিষ্ণু আছন্ত সাক্ষাত ॥
হেন জানি অসুৰ স্বভাৱ সবে এৰি।
সমস্তে প্ৰাণীক পূজা বিষ্ণুবুদ্ধি কৰি ॥৩৬০
তেৱেসে অল্পতে তুষ্ট হৈব নাৰায়ণ।
কোননো দুৰ্লভ আছে হৰি সুপ্ৰসন্ন ॥
হেন জানি বিষয়ত হুয়োক বিমুখ।
পশু শৰীৰতো পায় বিষয়ৰ সুখ ॥৩৬১

বাল্যক্ৰীড়া এৰি কৰা মাধৱক ধ্যান।
নাৰদৰ মুখত শুনিলো ইটো জ্ঞান॥
স্বৰূপ কহিলো নাহি ইহাত সংশয়।
বোলা হৰি হৰি হৌক পাপৰ প্ৰলয়॥৩৬২

———

ঘোষা

নমো মধু-মুৰ-মথন ৰাম।
সংসাৰ তাপ কৰা উপশাম॥৩০॥

পদ

শুনিয়া পাচে দৈত্য শিশুজাক।
প্ৰহ্লাদক হেন বুলিলা বাক॥
অন্তেসপুৰে থাকা মহাভাগ।
কিমতে পাইলা নাৰদক লাগ॥৩৬৩
কহিলা ঋষি কেনে তত্বভেদ।
কৰিয়ো আত্মাৰ সংশয় ছেদ॥
বুলিলা প্ৰহ্লাদে হেন বচন।
শুনা পূৰ্ব্বকথা বালকগণ॥৩৬৪
যৈসানি পিতৃ তপস্যাক গৈলা।
দেখি দেৱগণ সংশয় ভৈলা॥
জানিল পিতৃক খাইলেক উই।
নগৰ বেঢ়িয়া লগাইল জুই॥৩৬৫
দানৱগণ ভয় ভৈল বৰ।
পুত্ৰ ভাৰ্য্যা এৰি দিলা লৰৰ॥
মিলিল দৈত্যৰ আপদ ঘোৰ।
ইন্দ্ৰে ধৰি নিলা মাতৃক মোৰ॥৩৬৬
আপোন স্থানক নেন্ত আজুৰি।
কান্দন্ত সতী মুখে বস্ত্ৰ জুৰি॥
কৰে আৰ্ত্তৰাৱ ৰাজমহিষী।
দেখিয়া বুলিলা নাৰদ ঋষি॥৩৬৭
ইহাক এৰা এৰা সুৰপতি।
এহো পৰস্ত্ৰী আৰো মহাসতী॥
মাতিল ইন্দ্ৰে নাৰদক পাচে।
এইৰ উদৰে শিশু এক আছে॥৩৬৮
তাক মাৰি দিবো এইক মেলানি।
শুনিয়া নাৰদে বুলিলা বাণী॥
নিষ্পাপ পুৰুষ আছে গৰ্ভত।
সাক্ষাত ইটো মহাভাগৱত॥৩৬৯
তোম্হাৰ মাৰিবে নাহি শকতি।
এৰিল হেন শুনি সুৰপতি॥
মাতৃক পাচে প্ৰদক্ষিণ কৰি।
স্বৰ্গত গৈলন্ত মোক সাদৰি॥৩৭০
মাতৃক ঋষি আশ্ৰমত থৈল।
আশ্বাস কৰিয়া বুলিবে লৈল॥
যাদৱেক নাসৈ তোম্হাৰ স্বামী।
নিৰ্ভয়ে থাকিয়ো পালিবো আমি॥৩৭১
শুনিয়া মাৱে ভয় পৰিহৰি।
থাকিল ঋষিক শুশ্ৰূষা কৰি॥
দয়ালু নাৰদ পিতৃ সমান।
মাতৃক দিলন্ত পৰম জ্ঞান॥৩৭২
ভক্তিৰ লক্ষণ সব কহিল।
গৰ্ভতে মোক উপদেশ দিল॥
মাতৃ পাসৰিলা লভিয়া স্বামী।
ঋষিৰ প্ৰসাদে সুমৰো আমি॥৩৭৩
কহিলো তোম্হাত সবে স্বৰূপ।
জানি হিয়ে চিন্তা কৃষ্ণৰ ৰূপ॥
আতপৰে ধৰ্ম্ম লোকত নাই।
কেতিক্ষণে পৰে ক্ষণিক কায়॥৩৭৪
এৰিয়ো আতো অহম্মম ভাৱ।
দৃঢ় কৰি ধৰা কৃষ্ণৰ পাৱ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
হৰি হৰি বোলা সমস্ত নৰে॥৩৭৫

———

ঘোষা

**দুৰাচাৰ মন মোৰ হৰি বোল।**
**ৰাম হৰি বোল ৰাম হৰি বোল ॥৩১॥**

পদ

কৃষ্ণৰ চৰণে হুইবে যিমতে ভকতি।
শুনা সাৱধানে তাক স্থিৰ কৰি মতি॥
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰুমানি শুশ্ৰূষা কৰিব ভালমতে॥৩৭৬
লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃতি মানে কৃষ্ণতে অৰ্পিব॥
কৃষ্ণকথা শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন॥৩৭৭
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত॥
হেন জানি প্ৰাণীক কৰিবা সত্কাৰ।
তেৱেসে কৃষ্ণত ৰতি হৈবেক তোহ্মাৰ॥৩৭৮
হৰিৰ সেৱাত কিছু নাহিকৈ প্ৰয়াস।
আপুনি লৈবন্ত হৰি হৃদয়ত বাস॥
আপুনি জীৱৰ সাক্ষী কৃষ্ণ কৃপাময়।
তাঙ্ক এৰি সামান্যক সেৱৈ দুৰাশয়॥৩৭৯
ধন জন প্ৰাণ পুত্ৰ সবে পৰিবাৰ।
সমস্তে অবস্তু অণুমাত্ৰো নুহি সাৰ॥
হেন অনুমানি মাধৱত কৰা ৰতি।
ইহ পৰলোকে হৰি চৰণেসে গতি॥৩৮০
নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সংস্কৃত শাস্ত্ৰ বিস্তৰ জানিবে॥
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ॥৩৮১
যক্ষ ৰক্ষ স্ত্ৰী শূদ্ৰ যত ব্ৰজবাসী।
পক্ষী মৃগে বিষ্ণু ভৈলা কৃষ্ণক উপাসি॥
জানি দৈত্যশিশুসব হুয়ো একমতি।
হৰিক কৰিয়ো সবে একান্ত ভকতি॥৩৮২
এহিমাত্ৰ মহা পুৰুষাৰ্থ পুৰুষৰ।
শ্ৰৱণ কীৰ্ত্তন কৰিবেক নিৰন্তৰ॥
সমস্ত ভূতত দেখিবেক নাৰায়ণ।
আতপৰে আন ধৰ্ম্ম সবে বিড়ম্বন॥৩৮৩
হেন শুনি নিৰন্তৰে দৈত্যশিশুগণ।
প্ৰহ্লাদৰ উপদেশে ভেদিলেক মন॥
গুৰুৰ শিক্ষাত আৰ কোহো নেদে মতি।
ভাগৱত ধৰ্ম্মত সবাৰ ভৈল ৰতি॥৩৮৪
শুনৈ কৃষ্ণকথাক মনত চিন্তে হৰি।
ৰামনাম গাৱৈ বাৰৈ বজাৱৈ চাপৰি॥
দেখি ক্ৰোধে ষণ্ডামৰ্কে দণ্ড কৰৈ আনি।
তথাপি আটাস পাৰি বোলৈ ৰাম বাণী॥৩৮৫
অদ্ভুত দেখিয়া দুয়ো গুৰু গৈলা ডৰি।
দিলেক লৰৰ প্ৰহ্লাদৰ হাতে ধৰি॥
ৰাজাত বিনাৱে তযু পুত্ৰ ভৈল নষ্ট।
আনোসব শিশুক কৰিলে সবে ভ্ৰষ্ট॥৩৮৬
নপঢ়য় শাস্ত্ৰ আৰো প্ৰভু একো ছাত্ৰ।
মাৰণকো নগণয় ৰাম বোলে মাত্ৰ॥
আহ্মাক দণ্ডিবা পাচে দিলো আসি জান।
বোলা হৰি হৰি হোক পাপৰ নিৰ্য্যাণ॥৩৮৭

---

ঘোষা

**ৰামপদে ভজ ভাই।**
**ঘোষিয়ো ৰাম সদায়॥৩২॥**

পদ

হিৰণ্যকশিপু শুনিয়া হেন।
ক্ৰোধত কাম্পে আতি যম যেন॥
ঝঙ্কাৰে মাথা কৰি আতি দৰ্প।
লাথি পাই যেন ফোকাৰে সৰ্প॥৩৮৮
প্ৰহ্লাদে আছা অৱনত কায়।
কৃতাঞ্জলি কৰি পিতৃক চাই॥

অসুৰে গৰ্জ্জয় কটাক্ষে চাই।
খাইবো আজি তোৰ মুণ্ড পুতাই ॥৩৮৯
শুনৰে অধম নগণ মোক।
দেখাইবো আজি যমপুৰ তোক ॥
ত্রিদশে কাম্পে দেখি মোৰ খঙ্গ।
কৰস কোন তই আজ্ঞা ভঙ্গ ॥৩৯০
শুনিয়া প্রহ্লাদে বুলিলা বাণী।
সবাতো বৰ প্রভু চক্রপাণি ॥
আছোক তুমি আমি কোন জন।
ব্রহ্মা আদি সেৱে যাৰ চৰণ ॥৩৯১
তেহেন্তে পৰম ঈশ্বৰ দেৱ।
বিষ্ণুত পৰে আন নাহি কেৱ ॥
আপোন মায়াৰ বলে অনন্ত।
সৃজন্ত পালন্ত সংহৰি নেন্ত ॥৩৯২
জানি পিতৃ এৰা অসুৰ কাম।
আপোন মন কৰা উপশাম ॥
শত্রু মিত্র সবে কৰিয়ো সম।
এহিসে কৃষ্ণৰ ভক্তি উত্তম ॥৩৯৩
নিজিনি শৰীৰৰ শত্রুচয়।
জিনিলো দশোদিশ বুলি কয় ॥
জানিয়া পিতৃ এৰা অহঙ্কাৰ।
ভজিয়া হৰিক কৰিয়া সাৰ ॥৩৯৪
শুনিয়া হিৰণ্যে বোলৈ বচন।
জানিলো তোৰ মৰিবাক মন ॥
মোক বিকৰ্থস অৰে বৰ্ব্বৰ।
মোত পৰে আছে আন ঈশ্বৰ ॥৩৯৫
পেলাইব কাটি তোক খাণ্ডা ধৰি।
দেখো কেনমতে ৰাখয় হৰি ॥
হোন্ত হৰি যদি জগত ঈশ।
কৈত আছে তান কহ উদ্দেশ ॥৩৯৬
শুনিয়া প্রহ্লাদে বোলয় বাণী।
ব্যাপক বিষ্ণু প্রভু চক্রপাণি ॥
সবাতো আছন্ত জগত স্বামী।
স্ফটিকৰ স্তম্ভে দেখোহো আমি ॥৩৯৭
শুনি দৈত্যপতি দান্ত কামুৰি।
ডাবৰ খড়্গক লৈল আজুৰি ॥
আসনৰ হন্তে আটোপে উঠি।
ভাঙ্গিলা স্তম্ভক হানিয়া মুঠি ॥৩৯৮
স্তম্ভৰ ভিতৰে কৰিলা নাদ।
প্রলয় মেঘৰ যেন শৰদ ॥
ফুটিল কটাহ ভৈল বিস্ময়।
ত্রিজগতে বোলে মিলৈ প্রলয় ॥৩৯৯
যত বৰা দৈত্য আছে চৌপাশে।
কাম্পে পৃথিবীত পৰিয়া ত্রাসে ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে ॥৪০০

———

ঘোষা

**ও হৰি নৰহৰি হৰিয়ো কুমতি।**
**অন্তকালে হৰিৰ চৰণেসে গতি ॥৩৩॥**

পদ

শুনি দৈত্যেন্দ্রৰ অন্তৰীক্ষ ভৈল ধাতু।
কোনে দিলে আটাস নেদেখি তাৰ হেতু
সত্য কৰিবাক লাগি নিজ ভৃত্য বাণী।
স্তম্ভতে বেকত ভৈলা প্রভু চক্রপাণি ॥৪০১
অদ্ভুত দেখিয়া দৈত্যপতি ভৈল চুপ।
সুহিকয় সিংহ সুহি মনুষ্যৰ ৰূপ ॥
ঘোৰ মূৰ্ত্তি ধৰি নৰসিংহ ভৈলা ৰাজ।
মহাত্রাসে কাম্পে দেখি দানব সমাজ ॥৪০২
তপ্ত সুবৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই।
পৰ্ব্বত সমান কায়া আছে স্বৰ্গ চুই ॥
শৰীৰৰ লোম চন্দ্রসম শুক্ল বৰ্ণ।
তুলি আছে উৰ্দ্ধক স্তবধ দুই কৰ্ণ ॥৪০৩

বাইলন্ত মুখ যেন গিৰি গহ্বৰ পৰায়।
প্ৰচণ্ড বাতাস যেন নিশ্বাস বজায়॥
প্ৰকাশে কেশৰ শিৰে ৰবিৰ কিৰণ।
ভ্ৰূকুটি কুটিল মুখ বিকট দশন॥৪০৪
লহ লহ কৰে জিহ্বা যেন ক্ষুৰ ধাৰ।
জ্বলে বাহু শত তীক্ষ্ণ নখে চমৎকাৰ॥
বহল হৃদয় দীৰ্ঘ গ্ৰীৱ কৃশ কটি।
জিহ্বা মেলি আছা দুই দশন প্ৰকটি॥৪০৫
হেন দেখি দৈত্যেন্দ্ৰে মনত গুণে ডৰি।
আস্মাক বধিবে হৰি আইল মায়া কৰি॥
মনে বিমৰষি পাচে গদাক উচ্চাই।
দানৱ মাতঙ্গ গৈলা নৃসিংহক ধাই॥৪০৬
নেদেখিয়া দৈত্যেন্দ্ৰক নৃসিংহৰ পাশে।
লুকাই পতঙ্গ যেন অগনিত জাসে॥
ছিদ্ৰ চাই পাক ফুৰে দৈত্য দুৰাচাৰ।
নৃসিংহক দিলা ঘোৰ গদাৰ প্ৰহাৰ॥৪০৭
এৰাইলন্ত নৰসিংহে কাতি কৰি কায়।
পাজৰত ফুৰে দৈত্য পতঙ্গ পৰায়॥
গদায়ে সহিতে ধৰিলন্ত দিয়া চাম্প।
গৰুড়ৰ হাতত বাজিল যেন সৰ্প॥৪০৮
এৰাইল হাতৰ দৈত্য আৰি মুৰি কৰি।
লীলায়ে এৰিলে তাক আপুনি নৃহৰি॥
দেখি দেৱগণে আতি কৰে হৃদি খেদ।
হৰি হৰি নভৈল দুখৰ পৰিচ্ছেদ॥৪০৯
দৈত্যেশ্বৰে বোলে বল কটালিলো আৰ।
কৈক যাইবি নৰসিংহ কৰিবো দোহাৰ॥
এহিবুলি খাণ্ডা বাক ধৰি সেহি ছেগে।
শ্ৰম কৰি পক্ষী যেন ধাইল মহাবেগে॥৪১০
ঘোৰ নাদ ত্যজি অধো ঊৰ্দ্ধে ফুৰে পাক।
বাকতে লুকায় কায় নাকলিয় আক॥
প্ৰহাৰিবে লাগি ছিদ্ৰ চাহে মহা শূৰ।
ঘোষা হৰি হৰি পাপ হোক মহিমুৰ॥৪১১

ঘোষা

**হৰি ৰাম মুকুন্দ মুৰাৰি মোৰ গতি।**
**কৃষ্ণ কৃপা কৰা প্ৰভু ৰঘুপতি॥৩৪॥**

পদ

দানৱ ফুৰন্তে যেৱে আছে।
দেখি খঙ্গে নৰসিংহে পাচে॥
কম্পাই শিৰ কেশৰ উল্লাসি।
তুলিলা আটাস ঘোৰ হাসি॥৪১২
স্বৰ্গকো ভেদিলা ঘোৰ ৰিঙ্গে।
বেগে চাম্প দিয়া নৰসিংহে॥
আলগতে দৈত্যক ধৰিল।
নাহি মাত চেতন হৰিল॥৪১৩
সৰ্পে যেন ধৰিল ইন্দুৰ।
নিশৰদ দানৱ দন্দুৰ॥
সাধিবাক লাগি দেৱ কাজ।
দ্বাৰৰ কৰিল তাক বাজ॥৪১৪
চিত কৰি উৰুত থাপিলা।
নখে তাৰ হিয়া বিদাৰিলা॥
যেহেন সৰ্পক পায়ে ভিৰি।
গৰুড়ে পেহ্লাইলা টোটে ছিৰি॥৪১৫
চক্ষু পকাই দৈত্য অন্তকাৰী।
চেলেকন্ত জিহ্বায়ে কন্নাৰি॥
ৰুধিৰে দিগিধ দেহা হুই।
শিৰত মেৰাইলা আন্ত দুই॥৪১৬
দেখি দৈত্য কটক কিটাইল।
অস্ত্ৰ শস্ত্ৰ ধৰি ক্ৰোধে ধাইল॥
নৃসিংহে পেলাইল দৈত্যেন্দ্ৰক।
গৈল খেদি দানৱগণক॥৪১৭
কাকো নখে কৰি দুই ছিৰ।
টোকৰে ছিণ্ডিলা কাৰো শিৰ॥
কাকো গোড় মাৰি ধৰাকাতি।
সংহৰিল দানৱ পদাতি॥৪১৮

দৈত্য জিনি ত্যজিলা আটাস।
পলায় দিগ্‌গজ হুয়া ত্ৰাস॥
ঝঙ্কাৰন্ত শিবৰ কেশৰ।
উৰায় সবে বিমান স্বৰ্গৰ॥৪১৯
খলকৈ সাগৰ শ্বাস লাগি।
বেগত পৰ্ব্বত পৰৈ ভাগি॥
নৃসিংহৰ চৰণৰ গতি।
টলমল কৰে বসুমতী॥৪২০
চক্ষুৰ ৰশ্মিত ভৈল ছন্ন।
নিষ্প্ৰভ সমস্তে গ্ৰহগণ॥
দৈত্যেন্দ্ৰৰ দিব্য সিংহাসনে।
বসিল নৃসিংহ কোপমনে॥৪২১
খুজি আৰ নপান্ত যুজাৰ।
ক্ৰোধে মুখ দেখি অন্ধকাৰ॥
দেখি ত্ৰিজগতে ভৈলা ভয়।
আজি জানো মিলয় প্ৰলয়॥৪২২
শুনি পাচে দৈত্যৰ নিৰ্য্যাণ।
ৰঙ্গে আইল দেৱৰ বিমান॥
জোকাৰন্ত আকাশক ছানি।
কৰৈ দেৱে দুন্দুভিৰ ধ্বনি॥৪২৩
দেৱৰ সুন্দৰীগণ আসি।
পুষ্প বৰিষন্ত হাসি হাসি॥
প্ৰধান গন্ধৰ্ব্বে গীত গাৱে।
বিদ্যাধৰে মৃদঙ্গ বজাৱে॥৪২৪
অপ্সৰাগণে কৰৈ নৃত্য।
ভৈলন্ত ত্ৰিদশ কৃতকৃত্য॥
কহে কৃষ্ণ কিঙ্কৰ শঙ্কৰে।
বোলা হৰি হৰি সব নৰে॥৪২৫

---

ঘোষা

**হৰি মাধৱ মধুৰিপু মুৰাৰি ৰাম।**
**কৃষ্ণৰ চৰণে কৰো পৰিয়া প্ৰণাম॥৩৫॥**

পদ

অনন্তৰে শিৱত ধৰিয়া কৃতাঞ্জলি।
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱগণ আইলা চলি॥
বৈকুণ্ঠৰ পৰা পাৰিষদগণ আসি।
থাকি ৰৈলা নৃসিংহৰ চৌপাশে উপাসি॥৪২৬
পৃথকে পৃথকে স্তুতি কৰিবাক লৈলা।
প্ৰথমতে ব্ৰহ্মা কৰযোৰে আগ ভৈলা॥
প্ৰণামো অনন্ত মূৰ্ত্তি দুৰন্ত শকতি।
লীলায়ে সংহৰি প্ৰভু কৰা সৃষ্টি স্থিতি॥৪২৭
কমনে জানিবে তযু বীৰ্য্য পৰাক্ৰম।
এহি বুলি ব্ৰহ্মাদেৱ পৰিল নিজম॥
অনন্তৰে শঙ্কৰে বুলিয়া স্তুতিবাণী।
মাৰিলা অসুৰ ইটো অতি অল্প প্ৰাণী॥৪২৮
তোহ্মাৰ কোপত হোৱে জগত প্ৰলয়।
ভক্ত প্ৰহ্লাদক প্ৰভু পালিবে লাগয়॥
এহি বুলি মহাদেৱে থাকিল নিচুকি।
আগবাঢ়ি ইন্দ্ৰে স্তুতি কৰিলা উৎসুকি॥৪২৯
দৈত্যে আক্ৰমিলে প্ৰভু আমাৰ হৃদয়।
স্বপনে সচিতে আমি দেখো দৈত্যময়॥
দানৱক মাৰি আৱে খণ্ডিলা দুৰ্গতি।
কোননো নসাধে প্ৰভু তোমাৰ ভকতি॥৪৩০
ঋষিগণে বোলৈ নমি ভৈল মহা ৰঙ্গ।
কৰিলে পাতকী আহ্মাৰ তপোভঙ্গ॥
তাক বধি সাধিলা আহ্মাৰ মনোৰথ।
স্থাপিলা দুনাই জগন্নাথ ধৰ্ম্মপথ॥৪৩১
পিতৃগণে বোলৈ নৃসিংহক নমিবাক।
পুত্ৰগণে দেয় পিণ্ড যতেক আহ্মাক॥
দৈত্যেন্দ্ৰে আপুনি ভুঞ্জে বলে কাঢ়ি নিয়া।
কিনো ৰঙ্গ ভৈল তাৰ বিদাৰিলা হিয়া॥৪৩২

নাগগণে বোলৈ নৃসিংহক আগবাঢ়ি।
ভাল ভাল স্ত্ৰীক সবে আনিলেক কাঢ়ি॥
সাধিলা আনন্দ তাৰ হৃদয় বিদাৰি।
প্ৰণামো অনন্ত ভকতৰ ভয়হাৰী॥৪৩৩
বৈতালিকগণে বোলৈ শুনিয়ো গোসাই।
দেৱৰ সভাত ফুৰো তযু গুণ গাই॥
তাকো নিষেধিলে দুষ্ট দানৱ দুৰ্ব্বাৰ।
তাক মাৰি ব্যাধি যেন গুচাইলা আম্মাৰ॥৪৩৪
পাৰিষদগণে বোলৈ চৰণে নমিলো॥
তোম্মাৰ নৃসিংহ ৰূপ আজিসে দেখিলো॥
তযু ভৃত্য ইটো দৈত্য ভৈল শাপ পায়া।
নমাৰিলা আক প্ৰভু কৰিলাহা দায়া॥৪৩৫
এহিমতে আনো দেৱে কৰিলন্ত স্তুতি।
যুধিষ্ঠিৰ ৰাজাত নাৰদ নিগদতি॥
তথাপি নুগুচৈ নৃসিংহৰ মহা ক্ৰোধ।
দেখি দেৱগণে দেন্ত লক্ষ্মীক প্ৰবোধ॥৪৩৬
স্বামীৰ গুচায়ো ক্ৰোধ জগতৰ মাৰ।
শুনি লক্ষ্মীদেৱী উঠি চলিলন্ত গাৰ॥
নৃসিংহৰ মহা ভয়ঙ্কৰ ৰূপ দেখি।
ডৰে উলটিল দেৱী মুদি দুয়ো আখি॥৪৩৭
পাচে প্ৰহ্লাদক ব্ৰহ্মা লগাইলেক মাত।
নৃসিংহৰ কোপ বাপ কৰা উপশান্ত॥
পৰম ভকত তুমি হিৰণ্যতনয়।
বোলা হৰি হৰি হোক পাপৰ প্ৰলয়॥৪৩৮

———

ঘোষা

**ও হৰি ৰাম নাৰায়ণ যাদৱানন্দ**
**দূৰ কৰা মোৰ মায়া।**
**বিষয় ব্যাধিৰ ঔষধ মাগো**
**ভকতি অমিয়া॥৩৬॥**

পদ

ব্ৰহ্মাৰ বচন সাদৰি প্ৰহ্লাদে
ধীৰে ধীৰে গৈলা চলি।
ভূমিত পৰিয়া বিষ্ণুক নমিয়া
শিৰে ধৰি কৃতাঞ্জলি॥
পাৰত পৰিয়া আছয় প্ৰহ্লাদ
দেখি নৰসিংহে হাসি।
স্নেহত স্ৰৱয় নয়নৰ নীৰ
তুলিলা হাতে উল্লাসি॥৪৩৯
হস্ত পদ্মে তাৰ পৰশিলা শিৰ
পৰম নিৰ্ভয় দিয়া।
দেখি প্ৰহ্লাদৰ তনু লোমাঞ্চিত
আনন্দে দ্ৰৱিল হিয়া॥
হৰিষে লোতক ঝৰে প্ৰহ্লাদৰ
চৰণ চিন্তিয়া আছে।
যুৰি দুয়ো হাতে গদ গদ মাতে
স্তুতি কৰিলন্ত পাচে॥৪৪০
ব্ৰহ্মা সিদ্ধ মুনি আদিয়ো নপান্তে
পূজিবে তোমাৰ পায়।
কিবা স্তুতি নতি কৰিবোহো আমি
অসুৰ ক্ৰূৰ স্বভাৱ॥
ধন জন তপ প্ৰভাৱে তোমাক
আৰাধিবে শক্য নাই।
গজেন্দ্ৰে কেৱলে ভকতি কৰিলে
পৰম আপদ পাই॥৪৪১

যিটো চণ্ডালৰ কায় বাক্য মনে
সদায় সুমৰৈ হৰি।
আছে বাহ্রব্রত যিটো ব্ৰাহ্মণৰ
সিসে শ্ৰেষ্ঠ তাত কৰি॥
সিটো মহাগৰ্ব্বা বিপ্ৰে আপোনাক
পৱিত্ৰ কৰিবে নাৰে।
ভকত চণ্ডালে আপোনাক তাৰে
সমস্তে কুল উদ্ধাৰে॥৪৪২
তুমি জগজ্জীৱ তোমাক পূজিলে
মিলৈ আপোনাত যাই।
যেন মুখ শ্ৰীক প্ৰতিবিম্ব মুগ
দেখয় দৰ্পণ চাই॥
হেন জানি মই মতি অনুসাৰে
ত্যজিলো তোহ্মাৰ পাৰ।
ব্ৰহ্মা আদি দেৱ- গণো ডৰে মৰৈ
এৰিয়ো ক্ৰুদ্ধ স্বভাৱ॥৪৪৩
ভয়ঙ্কৰ কোপ দেখিয়া তোহ্মাৰ
প্ৰভু মোৰ ভয় নাই।
সংসাৰ চক্ৰৰ নিকাৰ দেখন্তে
সদায় ধাতু উৰায়॥
তোহ্মাৰ চৰণ ছত্ৰৰ ছায়াক
কৈসানিনো দিবা মোক।
কহিয়ো উপায় কিমতে এৰাওঁ
নিদাৰুণ দুখ শোক॥৪৪৪
তযু হস্ত পদ্ম শিৰে দিলা মোৰ
কি ভৈল মহা আহ্লাদ।
ব্ৰহ্মা হৰ: লক্ষ্মী- দেৱী নতু পান্ত
তেসম্বো হেন প্ৰসাদ॥
সমস্ত ভূতৰে তুমিসে আতমা
হৃদয় পৰম গুৰু।
তথাপি সবাৰ অনুসাৰে কৃপা
কৰা যেন কল্পতৰু॥৪৪৫

কিমতে ভকতি কৰো পঞ্চেন্দ্ৰিয়ে
পাঞ্চদিকে লাগি ধৰৈ।
যেন গৃহস্থক অনেক সপত্নী
সকলে আকুল কৰৈ॥
ভৱ বৈতৰণী মমজিে জোলাহো
নেৰে মোক শোক ভয়।
তোহ্মাৰ চৰণে শৰণ লৈলোহো
কৃপা কৰা কৃপাময়॥৪৪৬
আৰো বহুবিধ স্তুতি কৰি আগে
প্ৰহ্লাদ পৰিয়া আছে।
ভৈলন্ত প্ৰসন্ন ক্ৰোধভাৱ এৰি
হৰি হাসিলেক পাচে॥
প্ৰহ্লাদক চাহি আনন্দে বোলন্ত
তিনিয়ো লোকৰ স্বামী।
বোলা হৰি হৰি সংসাৰক তৰি
হুয়োক বৈকুণ্ঠগামী॥৪৪৭

---

ঘোষা

**স্বামী ৰাম নেৰো আৰ চৰণ তোমাৰ।**
**দূৰ কৰা সংসাৰ নিকাৰ॥৩৭॥**

**পদ**

বোলন্ত প্ৰহ্লাদক উঠ উঠ।
তোৰ ভক্তিত ভৈলো মহা তুষ্ট॥
লৈয়ো বৰ তোৰ যেন মন।
বৃথা নোহে মোৰ দৰিশন॥৪৪৮
মোক দেখিলেক যিটো জন।
নাহি তাৰ পুনৰাগমন॥
ভকতৰ পূৰো মনোৰথ।
দিওঁ কাম মোক্ষ ধৰ্ম্ম অৰ্থ॥৪৪৯

এহি বুলি প্ৰলোভন্ত বৰ।
নবাঞ্ছত প্ৰহ্লাদ কুমাৰ ॥
ভক্তিসে পৰম লাভ জানি।
বিষ্ণুক বোলন্ত হাসি বাণী ॥৪৫০
জানো প্ৰভু পৰীক্ষা আমাক।
সিহেতু বুলিলা হেন বাক ॥
বাঞ্ছে ফল কৰি তযু কৃত্য।
সিটো নোহো বাণিজ্যৰ ভৃত্য ॥৪৫১
তোম্মাৰ অকাম ভৃত্য আমি।
তুমিয়ো নিষ্কাম মোৰ স্বামী ॥
নাহি কাম আম্মাৰ অন্যথা।
নৃহি ৰাজ সেৱকৰ যথা ॥৪৫২
শুনি নৰসিংহে হাসিলন্ত।
জানো তই ভকত একান্ত ॥
তথাপিতো ইটো মন্বন্তৰ।
হুয়া থাক দৈত্যৰ ঈশ্বৰ ॥৪৫৩
সদায়ে শুনিবি মোৰ কথা।
মোৰ ৰূপ চিন্তিবি সৰ্ব্বথা ॥
কীৰ্ত্তনে পলাইবে পাপচয়।
ভোগ ভুঞ্জি পুণ্য কৰা ক্ষয় ॥৪৫৪
তোৰ যশ ব্যাপিবে জগতে।
ৰাত্রি দিনে মোক সুমৰন্তে ॥
সবে কৰ্ম্মবন্ধে হৈব হীন।
অন্তকালে মোতে যাইবি লীন ॥৪৫৫
তোৰ মোৰ কথা যিটো নৰে।
তোক মোক সমস্তত স্মৰে ॥
নিয়োজনে মোক পাইবে আসি।
প্ৰহ্লাদে মাতিলা পাচে হাসি ॥৪৫৬
তভু পাৰে মাগো এক বৰ।
তুমি প্ৰভু জগত ঈশ্বৰ ॥
তোম্মাক নিন্দিলে পিতৃ মোৰ।
সিজিল পাতক মহাঘোৰ ॥৪৫৭

তাত হন্তে পিতৃ নিস্তৰোক
এতেক প্ৰসাদ দিয়ো মোক ॥
তুমি দীন দয়াশীল দেৱ।
তোমাৰ চৰণে কৰো সেৱ ॥৪৫৮
কহে কৃষ্ণ কিঙ্কৰ শঙ্কৰে।
নেৰিবা কীৰ্ত্তন একো নৰে ॥
আজি কালি মিলিবে মৰণ।
হৰি হৰি বোলা সৰ্ব্বজন ॥৪৫৯

———

ঘোষা

**ও হৰি নমো দামোদৰ,**
**যাদৱ দুখ নিবেদিবো কত।**
**নভৈল ভকতি ইহ মনুষ্যজন্মত ॥৩৮॥**

**পদ**

নৃসিংহ বোলন্ত হাসি শুনিয়ো প্ৰহ্লাদ।
দিবেক নলাগে তোক ইসব প্ৰসাদ ॥
পৰম বৈষ্ণৱ তই পুত্ৰ ভৈলি যাৰ।
একৈশ পুৰুষ তাৰ কৰিলি উদ্ধাৰ ॥৪৬০
যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পবিত্ৰ ॥
নকৰে প্ৰাণীক হিংসা নাহি একো স্পৃহা।
আমাত অৰ্পণা কৰৈ আপোনাৰ দেহা ॥৪৬১
ভকততে শ্ৰেষ্ঠ তই পাইলি বাঞ্ছা সিদ্ধি।
কৰিয়ো পিতৃৰ প্ৰেতকাৰ্য্য যেন বিধি ॥
মোত চিত্ত দিয়া কাৰ্য্য কৰিয়ো সন্তোষে।
তেৱে কি কৰিবে আৰ সংসাৰৰ দোষে ॥৪৬২
নৃসিংহৰ আদেশে প্ৰহ্লাদ দৈত্যৰাজ।
কৰিলন্ত পিতৃৰ যতেক প্ৰেতকাৰ্য্য ॥
ব্ৰহ্মায়ে দেখন্ত পাচে নৃসিংহ প্ৰসন্ন।
ত্ৰিদশে সহিতে উঠি বুলিলা বচন ॥৪৬৩

দেৱ দেৱ জগন্নাথ কৰো নমস্কাৰ।
পাপিষ্ঠক মাৰি প্ৰীতি সাধিলা আহ্মাৰ॥
মোৰ বৰ পায়া কাকো কটাক্ষো নকৰে।
আচৰিলে দ্ৰোহ মহা দৈত্যে জগতৰে॥৪৬৪
তাহাৰ তনয় মহা বৈষ্ণৱ প্ৰহ্লাদ।
গুচাইল তোহ্মাৰ ক্ৰোধ মিলিল আহ্লাদ॥
নৃসিংহে বোলন্ত ব্ৰহ্মা শুনিয়ো উত্তৰ।
আৰোবাৰ দৈত্যক নিদিবা হেন বৰ॥৪৬৫
স্বভাৱে দুৰ্জ্জন দৈত্য একোৰে নমানে।
যেন বিষ বাঢ়য় সৰ্পৰ দুগ্ধপানে॥
এহি বুলি নৰসিংহ ভৈলা অন্তৰ্দ্ধান।
প্ৰহ্লাদে কৰিলা ত্ৰিদশক বহুমান॥৪৬৬
প্ৰথমতে ব্ৰহ্মাক নমিলা দৈত্যেশ্বৰ।
শঙ্কৰক প্ৰণামিলা আত অনন্তৰ॥
জানন্ত বিষ্ণুৰ অংশ আন যত দেৱ।
একে থানে সবাকো কৰিলা পৰি সেৱ॥৪৬৭
পাচে শুক্ৰ আদি কৰি মুনিগণ যত।
উঠিলন্ত ব্ৰহ্মা লৈয়া সবাক লগত॥
প্ৰহ্লাদক কৰিলন্ত ৰাজ্য অভিষেক।
দিলা সবে অধিকাৰ পিতৃৰ যতেক॥৪৬৮
দৈত্য দানৱৰ ৰাজা ভৈলন্ত প্ৰহ্লাদ।
স্বৰ্গে গৈলা দেৱগণ দিয়া আশীৰ্ব্বাদ॥
শুকমুনি বোলন্ত শুনিয়ো পৰীক্ষিত।
কহিলো তোহ্মাত সবে প্ৰহ্লাদ চৰিত্ৰ॥৪৬৯
নৃসিংহৰ লীলা ইটো বধ দৈত্যেন্দ্ৰৰ।
প্ৰহ্লাদৰ পুণ্যকথা শুনে যিটো নৰ॥
তাহাৰ মৃত্যুৰ হন্তে নাহি আৰ ত্ৰাস।
অপ্ৰয়াসে ছিণ্ডে সংসাৰৰ কৰ্ম্মপাশ॥৪৭০
শুনা সৰ্ব্বজন কহে কৃষ্ণৰ কিঙ্কৰে।
নাহি আন ধৰ্ম্ম আৰো কীৰ্ত্তনত পৰে॥
বৈকুণ্ঠক যাইবা যেৱে যাতনাক তৰি।
নিৰন্তৰে ডাকিয়া শুনিয়ো ৰাম হৰি॥৪৭১

জয় জয় নাৰায়ণ সংসাৰ কাৰণ।
যোগীগণে সেৱা কৰে যাহাৰ চৰণ॥
যাহাৰ মায়াৰ গতি নজানন্ত কেৱ।
হেন হৰি চৰণে কৰিলো মই সেৱ॥৪৭২
হৰি পদ যুগল ধৰিয়া এক মনে।
কৃষ্ণৰ কীৰ্ত্তন কৰিয়োক সৰ্ব্বজনে॥
হেন জানিয়োক হৰি চৰণেসে গতি।
প্ৰহ্লাদ চৰিত্ৰ এহিমানে সমাপতি॥৪৭৩

প্ৰহ্লাদ চৰিত্ৰ সমাপ্ত

———

## গজেন্দ্ৰোপাখ্যান

ঘোষা

**ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম।।৩৯।।**

পদ

ৰাজাক সাদৰি মুনি বুলিলা বচন।
শুনা পৰীক্ষিত কুৰুকুলেৰ নন্দন॥
পৰম মধুৰ মাধৱৰ গুণচয়।
শুনা সাৱধানে হৌক পাপৰ প্ৰলয়॥৪৭৪
ক্ষীৰ সাগৰৰ মাজে ত্ৰিকুট পৰ্ব্বত।
প্ৰকাশন্তে আছে তিনি লোকত বেকত॥
সুৱৰ্ণ ৰজত লোহা জ্বলৈ তিনি শৃঙ্গ।
চক্ষুত চমক লাগে দেখিতে বিৰিঙ্গ॥৪৭৫
আনো যত শৃঙ্গ ৰত্নে কৰে তিৰিমিৰি।
দশোদিশ প্ৰকাশিয়া শোভে শুক্লগিৰি॥
অযুত যোজন জুৰি জ্বলৈ গিৰিবৰ।
উচ্ছ্ৰিত দেখিয়া দশ হাজাৰ প্ৰহৰ॥৪৭৬
ক্ষীৰ সাগৰৰ ঢউ চৌভিতি উথলে।
পখালে পৰ্ব্বত সুশীতল দুগ্ধজলে॥
থানে থানে আছে ভূমি অনেক উদ্যান।
ফুলে জকমক গন্ধে নাহিকৈ সমান॥৪৭৭

নদী নদ আশেষ বিশেষ সৰোবৰ।
স্ফটিক নিৰ্ম্মল জল দেখি মনোহৰ॥
বিদ্যাধৰীসবে তাতে নামি কৰে স্নান।
পখালি শৰীৰ বৰৈ সুগন্ধিত ঘ্ৰাণ॥৪৭৮
পৰম অমূল্য গন্ধ উথলে সদায়।
দশদিশে জুৰি তাৰ বায়ু বহি যায়॥
দেখি সুশোভন বৰুণৰ উপবনে।
ৰাত নিতে ক্ৰীড়ে দেৱে দিব্য নাৰীগণে॥৪৭৯
শাল তাল তমাল মন্দাৰ পাৰিজাত।
চম্পক অশোক আনো পুষ্প অসংখ্যাত॥
আম জাম লেবু জৰা জামীৰ খাজুৰী।
বিল্ব নাৰিকেল কল তাম্বুল পাকৰি॥৪৮০
অগৰু চন্দন পদ্ম সৰল সোণাৰু।
আনো যত্ত তৰুবন সবে কল্পতৰু॥
ছয়ঋতু এককালে বসন্ত উদয়।
ভ্ৰমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয়॥৪৮১
বহয় মলয় বায়ু আমোদিত মন।
নৃত্য গীত কৰৈ তৈতে অপেস্বৰাগণ॥
হৰি গুণ গীত গাৱৈ গন্ধৰ্ব্ব কিন্নৰে।
পাপ দূৰ হোক হৰি বোলা নিৰন্তৰে॥৪৮২

---

ঘোষা

**ৰাম দামোদৰ হৰে।**
**প্ৰভু, সেৱকে কাতৰ কৰে॥৪০॥**

পদ

বনৰ সিটো বিতোপন নাম।
কহিলো যাহাৰ নাহি উপাম॥
তাহাৰ মাজে সৰোবৰ এক।
সাগৰ সকাশ দেখি প্ৰত্যেক॥৪৮৩

সুবৰ্ণময় পদ্মে আছে জুৰি।
ভ্ৰমৰে মধু পীয়ে তাতে পৰি॥
ৰাজহংস আদি যতেক পক্ষী।
পৰি পৰি থাকৈ নযায় উপেক্ষি॥৪৮৪
কুমুদ সিন্ধি উতপল ফুল।
ফুলি আছে গন্ধে নাহিকৈ ভুল॥
চৌভিতি বেঢ়ি আছে তৰুবনে।
কহিবে নাম তাৰ কোনজনে॥৪৮৫
কদম্ব ৰঘু নাগেশ্বৰ গাছে।
ফুলে জকমক বেঢ়িয়া আছে॥
মালতী মধাই জাই যুতী যত।
পাৰিজাত মুখ্য বৃক্ষ সমস্ত॥৪৮৬
বহৰৈ মলয়া বসন্ত বাৱ।
কোকিলে ত্যজে সুললিত ৰাৱ॥
সেহি বনমাজে গজেন্দ্ৰ আছে।
অনেক হস্তী ফুৰৈ আগে পাচে॥৪৮৭
যতেক বৃক্ষ বেত বাস খৰি।
ফুৰন্তে ভাঙ্গি যায় মৰমৰি॥
যাৰ গন্ধ পাইলে সিংহ পলায়।
যতেক পশু ডৰে জীৱ যায়॥৪৮৮
মদ জল ধাৰা বহিয়া যায়।
ভ্ৰমৰে যাক সেৱৈ সৰ্ব্বদায়॥
চৰন্তে ফুৰন্তে ক্ৰীড়ন্তে যাই।
ৰহিলা গজেন্দ্ৰে ভাগৰ পাই॥৪৮৯
দুগুণে পীড়িলে ৰবি কিৰণে।
লৰিলা দুনাই জলপান মনে॥
পৰ্ব্বতো কাম্পে গজেন্দ্ৰৰ ভীৰি।
পদ্ম গন্ধ পাইল জলৰ তীৰি॥৪৯০
নামিল সৌয়া সৰোবৰ মাজে।
চৌভিতি হস্তীসমে গজৰাজে॥
পদ্মৰ পৰাগে সুগন্ধি জল।
পিলেক তৃষাত হুয়া বিকল॥৪৯১

অগাধ জল অতিশয় জুৰ।
গজেন্দ্ৰে ঘনে ঘনে পাৰৈ বুৰ॥
হস্তিনী সমে কৰৈ জলক্ৰীড়া।
খণ্ডিলা সমস্তে ৰৌদ্ৰৰ পীড়া॥৪৯২
হস্তা-হস্তিনীক কৰাৱৈ স্নান।
পীয়াৱৈ জল গৃহস্থৰ ঠান॥
দায়ায়ে পুত্ৰ ভাৰ্য্যা সমে ৰঙ্গে।
গৰ্ব্বে জলক্ৰীড়া কৰৈ মাতঙ্গে॥৪৯৩
বিষয় সুখত ভৈলেক ভোল।
নেদেখে মৃত্যু আসি পাইলা কোল॥
জলত গজেন্দ্ৰে ক্ৰীড়ে উল্লাসে।
দেখিল তাক পাচে মহা গ্ৰাসে॥৪৯৪
ক্ৰোধে ধাইয়া আসি দিল কামোৰ।
সিবেলা দুইহানো ভৈল আজোৰ॥
গজেন্দ্ৰক গ্ৰাহে আজোৰি টানে।
হস্তীয়ো গ্ৰাহক টানিয়া আনে॥৪৯৫
যতেক বল আছে মানে দিলা।
গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধ মিলিলা॥
দুইৰো অদভুত যুদ্ধ দেখিত।
ত্ৰিদশ দেৱ ভৈলা ভয়ে ভীত॥৪৯৬
দেখিলা আতিশয় অসদৃশ।
যুজন্তে সহস্ৰ গৈল বৰিষ॥
জগতে আছে এক দৃষ্টি কৰি।
শুনা ভাগৱত ঘুষিয়ো হৰি॥৪৯৭

---

ঘোষা

**কৃষ্ণ ৰাম জয় জগবন্ধু জগন্নাথ।**
**কৃষ্ণৰ চৰণে বন্দী ৰৌক মোৰ মাথ ॥৪১॥**

পদ

**শুক নিগদতি ৰাজা শুনা নৃপবৰ।**
**মিলিল অদ্ভুত যুদ্ধ গ্ৰাহ-গজেন্দ্ৰৰ॥**
আকাশত দেৱগণে দেখন্ত বিস্ময়।
গ্ৰাহ-গজেন্দ্ৰৰ কাৰো নাহি ভঙ্গ জয়॥৪৯৮
কতোকালে গজেন্দ্ৰৰ বল ভৈল হানি।
গ্ৰাহৰ বাঢ়িল বল পীয়া তেজ পানী॥
শ্ৰান্ত ভৈল গজৰাজ যুজিতে নপাৰে।
চিহৰৈ হস্তিনীসবে বেঢ়ি চাৰি পাৰে॥৪৯৯
আনো যত দন্তাল স্বামীৰ ঘোৰ দুখে।
ৰাখিতে নপাৰি কাৰো বাক্য নাসে মুখে॥
দেখি গজেন্দ্ৰে আপোনাৰ মৃত্যু ভয়।
ৰাখন্তা নাহিকে আউৰ পুত্ৰ ভাৰ্য্যাচয়॥৫০০
সঙ্কট বেলাত তাৰ সদবুদ্ধি ভৈল।
কি ভৈল কি ভৈল বুলি গুণিবাক লৈল॥
আমি হেন গজেন্দ্ৰ জগতে যাক কহে।
মহাগৰ্ব্বে ভ্ৰমন্তে পাইলেক জলগ্ৰাহে॥৫০১
সহস্ৰ বৎসৰ যিটো যুজে অপ্ৰয়াসে।
জানিলোহো বন্দী ভৈলো বিধাতাৰ পাশে॥
আম্মাক ৰাখিবে আৰে কমন বান্ধৱ।
অন্তকালে গতি মোৰ কেৱলে মাধৱ॥৫০২
মহা বলৱন্ত কাল ভুজঙ্গক ভয়।
যাক সেৱা কৰন্ত সদায় যোগীচয়॥
পলায় জগতৰে মৃত্যু যি প্ৰভুক ডৰে।
যাক ভয়ে চন্দ্ৰ সূৰ্য্য পৱন সঞ্চৰে॥৫০৩
হেন জগন্নাথ অনাথৰ নাথ দেৱ।
হৰি বিনে আৰৰ তাৰন্তা নাহি কেৱ॥
এহি বুলি মৰণত নভৈল বিকল।
শুণ্ডে মেচায় ধৰিলন্ত সুবৰ্ণ কমল॥৫০৪
পৰম আনন্দে মাধৱত দিয়া চিত্ত।
গজেন্দ্ৰে কৰিলা স্তুতি আতি বিপৰীত॥
যাক শুনি তৰে সুখে ঘোৰ নৰকক।
অন্তকালে গতি সেহি মাধৱ বন্ধুক॥৫০৫
শুণ্ডে মেচাই পদ্মগোট উপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈল ত্ৰাহি হৰি বুলি॥

শুনি শীঘ্রে চৰি হৰি গৰুড়ৰ স্কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে ॥৫০৬
গৰুড়ৰ নামি হৰি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে॥
চক্ৰে ধৰি হৰি ছিৰিলাহা গ্ৰাহমুখ।
হৰিৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুখ ॥৫০৭
হস্তী গুচি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা॥
কৰিলা প্ৰণাম পাৰে দণ্ডৱতে পৰি।
পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা লৰি ॥৫০৮
হৰি পৰশনে গ্ৰাহো শাপক নিস্তৰি।
দিব্যৰূপ ধৰিয়া স্বৰ্গক গৈলা লৰি॥
শুনা কৃষ্ণকথা জন্ম নকৰিয়ো বৃথা।
হৰিৰ চৰিত্ৰ আত নাহিকৈ অন্যথা ॥৫০৯
দুৰ্লভ মনুষ্য জন্ম পাইবা কত ভাগে।
সত্বৰে সংসাৰ-সিন্ধু তৰিবাক লাগে॥
যত দেখা ধনজন সবে বিষ্ণুমায়া।
আকাশতে সঞ্চাৰে মেঘৰ যেন ছায়া ॥৫১০
কৃষ্ণকথা শ্ৰৱণে কীৰ্ত্তনে ভৱতৰি।
হেন জানি সদায়ে ঘোষিয়ো হৰি হৰি॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
বোলা হৰি হৰি সবে পাতক ছাৰোক ॥৫১১

গজেন্দ্ৰোপাখ্যান সমাপ্ত

---

## হৰমোহন

ঘোষা

**মুখে বোলা ৰামকৃষ্ণ সনাতন হৰি।**
**হৰিহৰ লীলা কথা শুনা কৰ্ণভৰি ॥৪২॥**

পদ

পৰীক্ষিত ৰাজাত বদন্তি মুনি শুকে।
কহো কৃষ্ণকথা শুনা পৰম উৎসুকে॥
বিপৰীত স্ত্ৰী-মায়া দেখি মাধৱৰ।
শুনা যেন মতে কামাতুৰ ভৈলা হৰ ॥৫১২
শুনিলন্ত হৰে পাচে কথা বিপৰীত।
স্ত্ৰী-ৰূপ ধৰি হৰি হৰিলা অমৃত॥
দেৱকো ভুঞ্জাইলা দানৱৰ আশা ভঙ্গ।
শুনি ত্ৰিনয়নৰ মনত মহাৰঙ্গ ॥৫১৩
নয়নে দেখিবো বিষ্ণু ভৈল কেনে নাৰী।
এহি বুলি বৃষভত চৰি ত্ৰিপুৰাৰি॥
লগ লাগি গৌৰীয়ো বসিলা স্বামী কাছে।
দেখি নন্দী আদি কৰি যত ভৃত্য আছে ॥৫১৪
কৈলাসক ছানি সবে কোবাৱে নিসান।
দণ্ডে ছত্ৰে বাদ্যে ভণ্ডে ধৰিল যোগান॥
আকাশৰ পথে গৌৰীনাথ গৈল লৰি।
বিষ্ণুৰ পুৰীক আণ্টাইলেক দৰ দৰি ॥৫১৫
বৃষভৰ নামি হৰ আৰো গৌৰীমায়।
বিষ্ণুক সাদৰি দুয়ো ভৈলা ভুমিপায়॥
মাধৱৰ মন্দিৰক দূৰতে আকলি।
প্ৰণামিলা শঙ্কৰো কৰিলা কৃতাঞ্জলি ॥৫১৬
ৰত্নৰ মন্দিৰে সুৱৰ্ণৰ সিংহাসনে।
কৰন্ত প্ৰকাশ বসি প্ৰভু নাৰায়ণে॥
সুনন্দ কুমুদনন্দ পাৰিষদগণ।
চতুৰ্ভিতি বেঢ়ি সেৱৈ কৃষ্ণৰ চৰণ ॥৫১৭
জগতজননী লক্ষ্মী আছন্ত উপাসি।
শঙ্কৰক দেখি হৰি তুলিলন্ত হাসি॥
বসিবাক লাগি বঢ়াই দিয়াইল আসন।
সভাৰ্য্যে বসিল তাতে দেৱ ত্ৰিনয়ন ॥৫১৮
আদৰিলা হৰি যেন বিধি ব্যৱহাৰ।
কৰিলা পাৰ্ব্বতী সমে শিৱক সৎকাৰ॥
শঙ্কৰে কৰিল হৃষীকেশক সেৱলি।
আৰম্ভিলা স্তুতি পাচে কৰি কৃতাঞ্জলি ॥৫১৯

---

ঘোষা

**ত্ৰাহি ৰাম নিৰঞ্জন নিৰাকাৰ হৰি।**
**কৰা কৃপা নাথ সেৱকৰ মন পূৰি॥৪৩॥**

পদ

নমো নমো মাধৱ বিধিৰ বিধি দাতা।
তুমি জগতৰ গতিমতি পিতা মাতা॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাৰ ব্যতিৰেক ॥৫২০
তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নুহিকৈ অন্তৰ॥
তুমি পশু পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানত মূঢ়সবে দেখৈ ভিন্ন ভিন ॥৫২১
তোমাৰেসে মায়ায়ে মোহিত সৰ্ব্বক্ষণে।
তুমি আত্মা তোমাক নজানে মূঢ়জনে॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত ॥৫২২
তুমিসে কেৱলে সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰৈ হৃদয়ত ধ্যান॥
নমাগোহো সুখভোগ নলাগৈ মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥৫২৩
মুখে লৌক নাম মোৰ কৰ্ণে তৱ কথা।
হৃদয়ত পাদ-পদ্ম থাকোক সৰ্ব্বথা॥
সজ্জনৰ সঙ্গ নুগুচোক সৰ্ব্বক্ষণে।
এতেক প্ৰসাদ মাগো তোমাৰ চৰণে ॥৫২৪
শুনা যিকাৰণে আইলো গোচৰ আমাৰ।
দেখি আছো বিবিধ তোমাৰ অৱতাৰ॥
সাম্প্ৰতি ধৰিলা প্ৰভু যিটো নাৰীবেশ।
তাক দেখিবাক লাগি আইলো হৃষীকেশ ॥৫২৫
যিটো নাৰীবেশ ধৰি মোহিলা দানৱ।
দেৱবো অমৃত পান সাধিলা মাধৱ॥
সেহি নাৰীবেশ দেখিবাক অভিলাষে।
কুতূহলে সভাৰ্য্যে আসিলো তযু পাশে ॥৫২৬
ভৃত্য হেন জানি যদি কিছু আছে দায়া।
দেখায়ো আমাক কেনমত স্ত্ৰী-মায়া॥
ভকতৰ মনোৰথ কৰিয়ো পূৰণ।
হেন শুনি হাসি মাতিলন্ত নাৰায়ণ ॥৫২৭
দৈত্য নিলা অমৃত দেৱৰ দেখি ক্লেশ।
সিকাৰণে শঙ্কৰ ধৰিলো নাৰীবেশ॥
কামুক জনৰ তাত মহা কুতূহল।
তুমি মহা যোগীৰ দেখিবে কোন ফল ॥৫২৮
ঘোৰ নাৰী মায়া সৰ্ব্ব মায়াতে কুৎসিত।
মহা সিদ্ধ মুনিৰো কটাক্ষে হৰে চিত্ত॥
দৰশনে কৰৈ তপ জপ যোগ ভঙ্গ।
জানি জ্ঞানীগণে কামিনীৰ এৰৈ সঙ্গ ॥৫২৯
সিটো স্ত্ৰীৰূপক দেখিবা কোন কাজে।
তুমি ভোল ভৈলে হাসিবেক সামৰাজে॥
এতেকেসে বোলো ক্ষমা কৰা পশুপতি।
হেন শুনি হাসি হৰে হৰিত বদতি ॥৫৩০
মহাযোগ বলে শুদ্ধ কৰি আছো কায়া।
ব্ৰহ্মময় দেখো কি কৰিবে পাৰৈ মায়া॥
দহি আছো মদনক আৰ শঙ্কা নাই।
মাধৱে মাতন্ত হাসি শঙ্কৰক চাই ॥৫৩১
দেখাইবো তোমাক আজি সেহি স্ত্ৰী-বেশ'
এহিবুলি অন্তৰ্দ্ধান ভৈল হৃষীকেশ॥
আগত নাহিকৈ হৰি গৈল কোন ভিতি।
চতুৰ্ভিতি চান্ত হৰে পাৰ্ব্বতী সহিতি ॥৫৩২
বিদুৰক লাগি চান্ত হুয়া উঠি থিৰ।
চাপৰি চাহন্ত নেত্ৰ বলাই সদাশিৱ॥
উঠন্তে বৈসন্তে মাত্ৰ কৰে উসমিস।
কৈক গৈল কৃষ্ণ একো নপান্ত উদ্দেশ ॥৫৩৩
এহিমতে চান্ত হৰে আকুলিত ভাৱে।
ভণিল শঙ্কৰে মাধৱৰ দুই পাৱে॥

শুনা সৰ্ব্বজনে মহাভাগৱত পদ।
বোলা হৰি হৰি ডাকি ছাৰোক আপদ ॥৫৩৪

———

ঘোষা

**জয় জয় ৰাম জয় শ্ৰীৰাম**
**জয় সনাতন হৰি ॥৪৪॥**

পদ

পাচে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান।
ফলফুল ধৰি জক মক কৰি
আছে যত বৃক্ষগণ॥
শিৰীষ সেউতি তমাল মালতী
লবঙ্গ বাগী গুলাল।
কৰবীৰ বক কাঞ্চন চম্পক
ফুল ভৰে ভাঙ্গে ডাল ॥৫৩৫
শোৰালী নেৰালী পলাশ পাৰলী
পাৰিজাত যুতী জাই।
বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই॥
কনৌৰ কনাৰী কদম্ব বাবৰী
নাগেশ্বৰ সিংহ চম্পা।
অশোক অপাৰ দেৰনা মন্দাৰ
মণিৰাজ ৰাজচম্পা ॥৫৩৬
কুন্দ কুৰুবক কেতকী টগৰ
গন্ধে মোহে বহুদূৰ।
গুটিমালী ভেন্টি ৰঙ্গন ৰেৰতী
মকৰা মধাই সুধুৰ॥
চন্দন অগৰু দিব্য কল্পতৰু
দেবদাৰু পদ্মবচি।
প্ৰতি গাছে গাছে ভিগুা বান্ধি আছে
সুৰ্বণ মাণিকে খচি ॥৫৩৭

মণি মৰকত স্থলী নানামত
দীপ্তি কৰৈ তাৰ কাছে।
মহা মনোহৰ দীঘি সৰোবৰ
তাৰ মাজে মাজে আছে॥
চাৰিও কাষৰে প্ৰবাল বাখৰে
বান্ধিলা বিচিত্ৰ কৰি।
বৈদূৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মৰকত খাট খৰি ॥৫৩৮
সুবৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঞ্জি।
শোভৈ চক্ৰবাক ৰাজহংস জাক
মৃণাল ভুঞ্জে উভঞ্জি॥
কোণ্ডা কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয় ভাৱে।
অমৃত সমান জল কৰি পান
ত্যজৈ সুললিত ৰাৱে ॥৫৩৯
চাৰিয়ো পাৰত দিব্য পুষ্প যত
গন্ধে দশোদিশ বাসে।
অনেক ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে
মধুপান অভিলাষে॥
যত দিব্য পক্ষী ফল ফুল ভক্ষি
ত্যজয় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয়া বাৱ ॥৫৪০

——

ঘোষা

**এ হৰিনাৰায়ণ ॥৪৫॥**

পদ

হেন মহা দিব্যবন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা খেড়ি খেলি ছুৱে৷ হাতে॥

তপ্ত সুবর্ণৰ সম জ্বলৈ দেহা নিৰুপম
ললিত বলিত হাত পাৰ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি
সঘনে দৰশৈ কামভাৰ ॥৫৪১
ঊৰ্দ্ধক ক্ষেপন্ত ভণ্টা কৰন্ত কটাক্ষ ছটা
লীলা গতি দেখাই ফুৰৈ পাক।
সোলকৈ উচ্ছল খোপা খসৈ পাৰিজাত থোপা
বাম হাতে সম্বৰন্ত তাক।
কৰ্ণত কুণ্ডল দোলে স্তন হুল ফল কৰে
গলে ৰত্নমালা ঝিকি পাৰে।
সুবর্ণ কঙ্কণ ধ্বনি কৰৈ কণ ঝুণ শুনি
প্ৰকাশৈ হৃদয় হেমহাৰে ॥৫৪২
কণ্ঠে লৰে সাতসৰি লয়লাসে কাঢ়ে ভৰি
আগবাঢ়ি পাচে গুচি যান্ত।
পিন্ধি শাৰী খোণ্টা জালি যেন মৈৰা কৰৈ চালি.
হৰক কটাক্ষ কৰি চান্ত ॥
দৰশান্ত কাষ পিঠি ক্ষণো হাসে সম দৃষ্টি
চাহি লাজে যান্ত চক্ষু মুদি।
ভ্ৰমন্ত অনেক ভাৰে উৰুমাৰে বস্ত্র বাৰে
উচ্চ কুচ কুম্ভ হোৰে উদি ॥৫৪৩
কঙ্কালে কিঙ্কিণী বাজে চৰণ কমল মাজে
ৰত্নময় নুপুৰ কণ ঝুণ।
হালৈ আতি মধ্যদেশ সংসাৰ মোহিনী বেশ
একো অঙ্গে নাহি খতি খুন ॥
মুখচন্দ্র সম শোভে পদ্মৰ সুৰভি লোভে
বেঢ়ি মধুকৰে কৰৈ বোল।
শৰীৰৰ লাস বেশ নেত্রৰ কটাক্ষ ঠেস
দেখি শম্ভু আতি ভৈলা ভোল ॥৫৪৪
পূৰ্ব্ব শত্রু হেন জানি কামদেৱে বান হানি
মনক মৰ্দ্দিল মহেশৰ।
নাহি শ্ৰুতি বুদ্ধি জ্ঞান কামানলে দহে প্ৰাণ
লাজ কাজ এৰিল শঙ্কৰ ॥

সবে যোগ ধ্যান গৈল কন্যাক মাতিবে লৈল
প্ৰাণেশ্বৰী চাপ মোৰ পাশ।
আবাৰেক মাত মোক জন্মৰ সফল হৌক
দেখি থাক তোৰ লয়লাস ॥৫৪৫
আৰ কি তোহ্মাত বাজ মোক্ষতে নাহিকে কাজ
আন কোন ছাৰ স্বৰ্গসুখ।
তুমি বিনে নাহি আন তুমি মোৰ যোগ ধ্যান
থাকিবো তোহ্মাৰ চাহি মুখ ॥
নকৰা মানিনী মান মদনে দহয় প্ৰাণ
বোল বান্ধে আশ্বাস আহ্মাক।
বোলন্ত অনেক বোল কন্যাতেসে হুয়া ভোল
পাসৰিলে পাশতে উমাক ॥৫৪৬
যত আছে ভূতগণ কাহাতো নাহিকৈ মন
কেৱলে কন্যাত মাত্র হিয়া।
স্বামীৰ দেখিয়া ভাৰ হাসন্ত পাৰ্ব্বতী মাৰ
চাপৰি মুখত বস্ত্র দিয়া ॥
আন যত অনুচৰ বৈলখিল নিৰন্তৰ
শঙ্কৰৰ দেখি হেন কাম।
শুনা সমজ্যাৰ লোক কলিত সদ্গতি হোক
ডাক ছাৰি বোলা ৰাম ৰাম ॥৫৪৭

---

ঘোষা

**দেহু দেখা ৰাম নয়ন ভৰি চাওঁ।**
**অকণ পাৰৰ বালা লৈয়া মৰি যাওঁ ॥৪৬॥**

**পদ**

শুক নিগদতি শুনিয়োক ৰাজা পাচে।
হৰক নমাতি কন্যা এহিমতে আছে ॥
ভণ্টা খেড়ি খেলান্তে হাতৰ পৰা উৰি।
গৈলা গুটি পাচে ৰুভো দূৰক উফৰি ॥৫৪৮

হুয়া কুঞ্জী জুমুৰী অঙ্গক হাতে ঢাকি।
লাজে চকু মুদি কতো অধোমুখে থাকি ॥
আৰ হুইবে লাগি ওচৰত নাহি গাছ।
হাস্ত কৰি কতো টেৰ কৰি চাস্ত পাচ ॥৫৫০
দৰশাস্ত ভাৱ শঙ্কৰৰ মোহ হেতু।
দেখিল কন্যাৰ গুপ্ত অঙ্গ বৃষকেতু ॥
ভৈলন্ত বিমোহ মন মদনে দহয়।
পাৰ্ব্বতীক লাগি এৰিলন্ত লাজ ভয় ॥৫৫১
বহ্নিৰ সংযোগে যেন উথলয় ঘৃত।
দুঃসহ মদন শৰে জৰ্জ্জৰিত চিত ॥
একো নেদেখন্ত কামাতুৰ ভৈলা হৰ।
কন্যাক ধৰিবে মনে দিলন্ত লৰৰ ॥৫৫২
খট মট কৰি বাজে গলে মুণ্ডমাল।
কঙ্কালৰ সোলকি পৰিল বাঘছাল ॥
ভৈল উলঙ্গত তাকো নচান্ত চাপৰি।
দেখি পলাইবাক লৈলা কন্যায়ো লৰৰি ॥৫৫৩
হাসি লাজে আৰ হোন্ত ইগাছে সিগাছে।
ভোল হুয়া শঙ্কৰো খেদন্ত পাচে পাচে ॥
হস্তিনীক যেন মত্ত হস্তী যায় খেদি।
পলান্ত সুন্দৰী শঙ্কৰক লাগ নেদি ॥৫৫৪
প্ৰাণ যায় শঙ্কৰৰ কাম উতপাতে।
মহাবেগে খোপাত ধৰিল বামহাতে ॥
বহ প্ৰাণেশ্বৰী বুলি কৰি আলিঙ্গন।
মহাকাম ভোলে দিল মুখত চুম্বন ॥৫৫৫
আৰি মুৰি কৰৈ কন্যা নথাকৈ থমকি।
বাহুৰ মাজৰ পৰা পৰিল হুসকি ॥
ছুনাই লৰৰ দিলা বিমুকুত্ত কেশে।
পাচত খেদন্ত হৰে উলঙ্গত বেশে ॥৫৫৬
পাকে আন্তৰন্তে যান্ত শৰীৰ দেখায়।
কতো আৰ হোন্ত কন্যা হাসি মুচুকায় ॥
কতো মনস্তৰ ভাৱ ছলে দেখাইযান্ত।
বহ প্ৰাণেশ্বৰী বুলি শঙ্কৰে চেষ্টান্ত ॥৫৫৭
নাহি স্মৃতি বুদ্ধি যেন বাতুল লক্ষণ।
নাৰীময় দেখন্তে সমস্ত বৃক্ষগণ ॥
দাৰুণ মদন বাণে কৰৈ লটি ঘটি।
কন্যা বুলি ধৰিলন্ত বৃক্ষক সাৰটি ॥৫৫৮

---

ঘোষা

**ইবাৰ কৰুণাময় নকৰ নৈৰাশ।**
**ছোড়মায়া কৰু দয়া ভৈলো তুৱা দাস ॥৪৭॥**

পদ

ইবাৰ নেৰস প্ৰাণেশ্বৰী যাইবি কই।
চেষ্টান্ত বিস্মৃতি কামবাণে মূৰ্চ্ছা গই ॥
সৰস বদনে বান্ধে দিয়ো মোক চুমা।
কৰা আলিঙ্গন কি কৰিবে পাৰে উমা ॥৫৫৯
কিয়নো নেদস প্ৰাণেশ্বৰী মোক লাগ।
যেহি লাগে সেহি দিবে পাৰো মোত মাগ ॥
কৈলাসৰো পাত্তিবো তোহ্মাক অধিকাৰী।
সেৱা কৰি থাকিবে যতেক দিব্যনাৰী ॥৫৬০
নকৰিবো দন্দবাদ নপাৰিবো গালি।
ময়ো দাস তোহ্মাৰ থাকিবো আজ্ঞা পালি ॥
তোমাৰেসে কৰি দিবো পাৰ্ব্বতীকো চেটী।
আৰ যোনো প্ৰাণেশ্বৰী যাস মোক এৰি ॥৫৬১
দেখিবে নোৱাৰা যেয়ে আহ্মাৰ কুবেশ।
জটাকো মুণ্ডাও তেবে কৰিয়ো আদেশ ॥
সৰ্প গুচাই পিন্ধো আনি দিব্য অলঙ্কাৰ।
মুণ্ডমালা গুচাই গলে আৰো হেমহাৰ ॥৫৬২
বাঘছাল এৰি পিন্ধো দেৱাঙ্গ বসন।
ভস্ম গুচাই গায়ে ছৰো অগৰু চন্দন ॥
যেহি লাগে বোল বান্ধে তাকে মই কৰো।
মুখ চাই নমাত আজেসে বৰহাবো ॥৫৬৩

কতেকো কৰিলো তোৰ ঘোৰ অপৰাধ।
এতেকে হেন কৰ বান্ধে বচন নবাধ॥
যাহন্ত খেৰ কামোৰ সাৰট হাত মেলি।
তোৰ মোৰ হোক ক্ৰীড়া কৌতুহল কেলি ॥৫৬৪
স্ত্ৰী বুলি বৃক্ষক চুম্বন্ত আঙ্কোৱালি।
দেখিয়া হাসন্ত নাৰীৰূপে বনমালী॥
অনন্তৰে হৰে চক্ষু মেলি চাইলা পাচে।
দেখন্ত দুহিকৈ কন্যা ধৰি আছে গাছে ॥৫৬৫
তাক এৰি সুন্দৰীক খেদন্ত দুনাই।
যেন মত্ত হস্তী হস্তিনীক খেদি যাই॥
লাগ নেদি ৰমণীয়ো পলান্ত লৰৰি।
মহাবেগে শঙ্কৰে খেদন্ত ভৰি ভৰি ॥৫৬৬
নযাই নোপোহায় মদনৰ উতপাতে।
পাইলো পাইলো বুলি চাৰ দেন্ত হাতে॥
আঙ্গুলীৰ আগে যেন চৌৰে উচ্চ কুচ।
অন্তৰন্ত কন্যা হৰ পৰি যান্ত মূৰ্চ্ছ ॥৫৬৭
পুৰাতন শত্ৰু কামদেৱে ছিদ্ৰ পাই।
প্ৰহাৰন্ত পুষ্পবাণ দুনাই দুনাই॥
মদনৰ শৰে হৰে হৃদয়ত ফুটি।
মহাদুখে মাটিত পাৰন্ত লোটালুটি ॥৫৬৮
কতো উঠি কন্যাক কৰন্ত কাওবাও।
আঙুলী মুখত কৰো পালটিয়া চাও॥
তোৰেসে নিমিত্তে কৰে মদনে দগধ।
মই যেৱে মৰো তোত লাগিবেক বধ ॥৫৬৯
মহাপাপ প্ৰাণীবধ তাকো শঙ্কা নাই।
কোননো সাধিবি স্বৰ্গ আত্মাক মৰাই॥
এতু পাশ চাপ আসি কৰো আলিঙ্গন।
তোহোৰ সফল হোক একৰূপ যৌৱন ॥৫৭০
নেদেখয় কেৱে ঐত কিয় কৰ লাজ।
নাহি আন পুৰুষ নিৰ্জ্জন বনমাজ॥
মই যেৱে নাসস আপুনি চাপো কোল।
এহি বুলি লাসে লাসে যান্ত হুয়া ভোল ॥৫৭১

ঘোষা

**প্ৰাণ হৰি নেয় বুলি ডাক ছাড়ে ত্ৰিপুৰাৰি।**
**হৰক মোহিয়া যান্ত মোহন মুৰাৰি ॥৪৮॥**

পদ

দেখি হাসি সুন্দৰী পলান্ত লাগ নেদি।
নযা নযা বুলি বৃষধ্বজে যান্ত খেদি॥
গিৰি গুহা বন নদ নদী সৰোবৰ।
খেদিয়া ফুৰন্ত হৰে দ্বীপ দ্বীপান্তৰ ॥৫৭২
আছে ঋষিগণ আশ্ৰম অসংখ্যাত।
পলান্তে খেদন্ত দুয়ো প্ৰবেশিলা তাত॥
মদনৰ পীড়াত এৰিল হৰে লাজ।
খেদিয়া ফুৰন্ত আশ্ৰমৰ মাজে মাজ ॥৫৭৩
আউল জাউল হুয়া মুখ ঢাকে জাণ্টে।
বিবস্ত্ৰে কন্যাক হৰে খেদে উলঙ্গতে॥
দেখি ঋষি পত্নীগণে হাসে নিৰন্তৰে।
কেহো মুখে বস্ত্ৰ দিয়া পশে অভ্যন্তৰে ॥৫৭৪
উন্মত্ত পাগল কিনো ভৈল মহাদেৱ।
কেনমতে আক্ষ সুৰাসুৰে কৰে সেৱ॥
উলঙ্গতে খেদন্ত কাহাৰ বউ জীউ।
লাজ কাজ মৰ্য্যাদা এৰিল সদাশিৱ ॥৫৭৫
এহি বুলি জুমা-জুমি হাসে সব সখা।
ঋষিগণো শঙ্কৰক কামাতুৰ দেখি॥
বিষ্ণু বিষ্ণু স্মৰি সবে চপৰাইলা মাথ।
কিনো বিপৰ্য্যয় ভোল ভৈল গৌৰীনাথ॥৫৭৬
কেহো বোলে শঙ্কৰৰ কোনে মায়া বুজা।
পাদ্য অৰ্ঘ্যে আসা আগবাঢ়ি কৰো পূজা॥
এহি বুলি উঠি যান্ত কতো ঋষিগণ।
লৰৰন্তে কৰযোৰে বোলন্ত বচন ॥৫৭৭
তুমি চৰাচৰ গুৰু জগতৰ বাপ।
সৰ্ব্বজান হুয়া কেনে কৰা ঘোৰ পাপ॥

ক্ষণেক বিশ্ৰাম কৰা আম্মাৰ থানত।
যতেক বোলন্ত মানে নপশে কাণত ॥৫৭৮
কামিনী হৰিলে চিত্ত কামে ভৈলা ভোল।
সুশুনন্ত শঙ্কৰে ঋষিৰ মাত বোল ॥
ৰমণীৰ পাচে পাচে ফুৰন্ত লৰবি।
গাৰ দেখাই সুন্দৰী অন্তৰে ভৰি ভৰি ॥৫৭৯
নপাৰন্ত লাগ তান নাহি সুখ শান্তি।
খেদন্তে খেদন্তে হৰ ভৈল হাৰাশান্থি ॥
উগুল থুগুল মন মদনে বিকল।
বহিবে লাগিলা শঙ্কৰৰ বিন্দুজল ॥৫৮০
হস্তিনীক খেদন্ত হস্তীৰ যেন প্ৰবৈ।
যেনে গিৰি শিখৰৰ গেৰুধাৰ বৈ ॥
সেহিমতে শঙ্কৰৰ বিন্দু যায় পৰি।
দেখি ঋষিগণে অন্তৰিল তাঙ্ক এৰি ॥৫৮১
পিঠি দিয়া কতো সুমৰন্ত হৰি ৰাম।
মহাযোগী মহেশ্বৰ এন হেন কাম ॥
এহি বুলি সবে ঋষি গৈলা ঘৰাঘৰি।
সুমৰন্ত ৰাম হৃষীকেশ দেৱ হৰি ॥৫৮২

---

ঘোষা

**এ হৰি কি প্ৰাণ হৰি পশিলো শৰণে।**
**কৰা কৃপা নাথ! মোক অৰুণ চৰণে ॥৪৯॥**

**পদ**

যৈত যৈত শঙ্কৰৰ বিন্দু পৰি গৈল।
ভূমি গুচি তেখনে সুবৰ্ণময় ভৈল ॥
যেহি বৃক্ষ লতাক বিন্দুৰ ছিটা ছোৱৈ।
কাষ্ঠ গুচি তেখনে সুবৰ্ণময় হোৱৈ ॥৫৮৩
তথাপি খেদন্তে হৰ হুয়া উলঙ্গট।
পাক ভূমি পাইল গৈয়া বৈকুণ্ঠ নিকট ॥
পৰিয়া আণ্টাইল যেৱে বিন্দু আছে যত।
তেৱেসে চেতন ভৈলা হৰৰ গাৱন্ত ॥৫৮৪
চাপৰি চাহন্তে ছাল নাহিকৈ কটিত।
লাজে অধোমুখ হুয়া বসিলা মাটিত ॥
পাচে ব্ৰহ্মজ্ঞান চিন্তি চিত্ত স্থিৰ কৰি।
নাক কাণ ছুয়া সুমৰন্ত ৰাম হৰি ॥৫৮৫
মদনৰ পীড়াক এৰায়া মহাযোগী।
ব্যাধিৰ সকাশ পাইলা যেন চিৰৰোগী ॥
গ্ৰহ গুচি গৈল যেন স্বচ্ছ ভৈলা বাউল।
মনত গুণন্ত বসি জগতৰ ৰাউল ॥৫৮৬
মোৰ কাৰ্য্যে আজি হস্তৰালো ত্ৰিভুবন।
কেনমতে পাৰ্ব্বতীৰ পতিয়াবো মন ॥
বুলিবন্ত ফুৰিলা কাহাৰ নাৰী সঙ্গে।
গৃহত পশিবে বাঞ্চে নিদিৰন্ত খঙ্গে ॥৫৮৭
লঘু ভৈলো মাধৱৰ সুশুনিলো হাক।
উমাৰ আগত চাটু বুলিলো কন্যাক ॥
এৱে কেনমতে তান আগে হৈবো থিয়।
কৰন্ত অশেষ চিন্তা দেৱ সদাশিৱ ॥৫৮৮
বিচাৰত কিছো দোষ নাহিকৈ আম্মাৰ।
যাৰ মায়া পাশে বন্দী সমস্তে সংসাৰ ॥
হেন হৰি মোহিলে আপুনি নাৰী হুই।
আত অনুশোচ আৰে কৰো কোন মই ॥৫৮৯
কটাক্ষতে সৃজন্ত ব্ৰহ্মাণ্ড কোটি কোটি।
এগোটা ডিম্বৰ মই কদ্ৰ এক গুটি ॥
যাহাৰ অঙ্গত চৰাচৰ ভৈলো বাজ।
হেন হৰি মোহিলে ইহাত কোন লাজ ॥৫৯০
বিষ্ণুৰ আগত মই পৰম অজ্ঞানী।
জিনিলো মায়াক বুলিলোহো গৰ্ব্ববাণী ॥
ইসে অহঙ্কাৰে কৰৈ হৃদয়ত তাপ।
হৰি হৰি স্মৰণে খণ্ডোক মিয়ো পাপ ॥৫৯১
এহি বুলি মৌন ভৈল দেৱতা ঈশান।
কৰিবে লাগিল মনে মাধৱক ধ্যান ॥

শুনা সৰ্ব্বজনে মন কৰা উপশম।
আন কাম এৰি বেঢ়ি বোলা ৰাম ৰাম ॥৫৯২

---

ঘোষা

বান্ধৱ মাধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি ॥৫০॥

পদ

অনন্তৰে দেৱ হৰি দুনাই নিজ ৰূপ ধৰি
শঙ্কৰৰ আগে উপসন।
মুখে কৰি অল্প হাসি হৰক সম্বোধি আসি
বুলিলন্ত প্ৰশংসা বচন ॥
শুনা শুনা শূলপাণি জানো তুমি মহাজ্ঞানী
তৰিলা দুস্তৰ মায়া ঘোৰ।
তুমিসে তত্ত্বক জানা নাহি আৰ তুমি বিনা
আউৰ অপৰ প্ৰিয় মোৰ ॥৫৯৩
শুনা মহা জ্ঞানশালী তোমাৰেসে বাক্য পালি
দেখাইলো দুস্তৰ স্ত্ৰীমায়া।
আত নকৰিবা খেদ কিঞ্চিতেকো নাহি ভেদ
তোহ্মাৰে আমাৰে একে কায়া ॥
শুনা ভূতনাথ হৰ তুষ্ট হুয়া দেওঁ বৰ
হোক মায়া তোহ্মাৰ অধীন।
সুখে থাকি নিজ স্থানে মহাকল্প অৱসানে
মোৰ শৰীৰতে যাইবা লীন ॥৫৯৪
এহি বুলি বনমালী শঙ্কৰক আকোৱালি
সমজ্যাক নিলন্ত সাদৰি।
কৰিলন্ত সত্কাৰ দিব্য বস্ত্ৰ অলঙ্কাৰ
পাৰ্ব্বতীক দিলা মান কৰি ॥
আনো যত ভূতগণ সবাৰো তুষিয়া মন
কৰিলন্ত যথোচিত কাম।
পাচে হৰে মহাতুষ্টি পাৰ্ব্বতী সহিতে উঠি
দণ্ডৱতে কৰিলা প্ৰণাম ॥৫৯৫

বিষ্ণুত মেলানি মাগি লৰিলা গৃহক লাগি
ভাৰ্য্যায়ে সহিতে শূলধৰ।
চৰিয়া বৃষভ ৰথে শীঘ্ৰে আকাশৰ পথে
আৰোহিলা কৈলাস শিখৰ ॥
বসিল সমাজ পাতি বোলন্ত উমাক মাতি
আপুনি দেখিলা প্ৰাণজায়া।
ভৈলোহো বাতুল প্ৰায় মোৰ স্মৃতি জ্ঞান নাই
কিনো নকৰিলে বিষ্ণুমায়া ॥৫৯৬
মই জগতৰ পতি মোৰো হেন ভৈল গতি
আন কোনে থিৰ হৈবে আত।
হেন জানা স্বৰূপত চৰাচৰ আছে যত
সবে বন্দী বিষ্ণুৰ মায়াত ॥
সহস্ৰ বৰিষ মানে আছিলোহো যোগ ধ্যানে
দেখি তুমি পু'ছলা আহ্মাক।
গাৱে ভস্ম জটা ধৰি অনেক তপস্যা কৰি
আৰ তুমি আৰাধাহা কাক ॥৫৯৭
এৰি লোভ ক্ৰোধ কাম কাহাৰ জপাহা নাম
আউৰ আছন্ত কোন দেৱ।
তোহ্মাত কহিলো আমি আছন্ত জগত স্বামী
সুৰাসুৰে যাক কৰে সেৱ ॥
প্ৰত্যক্ষ দেখিলা আজি যাহাৰ মায়াত বাজি
মোহ হুয়া এৰিলোহো লাজ।
কামবাণে ভৈলো আউল চেঞ্চাই ফুৰো যেন বাউল
হস্মৰাইলো বৈকুণ্ঠ সমাজ ॥৫৯৮
কপট যুৱতী বেশে মোহিলন্ত হৃষীকেশে
পাসৰিলো তোহ্মাকে পাশত।
কন্যাক ফুৰিলো খেদি গিৰি গুহা বন নদী
অনেক ঋষিৰ আশ্ৰমত ॥
নেদেখিলে কৈৰ লোক কোনে নহাসিলে মোক
লঘু হুইবে নথাকিল ঠাই।
এতু মোৰ কাম্পে হিয়া হেন জানি প্ৰাণ প্ৰিয়া
হৰিৰ মায়াত বৰ নাই ॥৫৯৯

যত দেখা চৰাচৰ হৰিময় নিৰন্তৰ
হৰিত পৃথক কোনো নোহে।
যিজন ভকতিহীন সি দেখে হৰিক ভিন্ন
হৰিৰ মায়ায়ে তাক মোহে ॥
হৰিসে পৰম দেৱ হৰিকেসে কৰো সেৱ
সৃজন্তা পালন্তা দেৱ হৰি।
হৰিনাম হিয়ে ধৰি হৰিনাম সদা স্মৰি
তৰেসে হৰিৰ মায়া তৰি ॥৬০০
হেন জানি তুমি দেৱী হৰিৰ চৰণ সেৱি
এৰা লোভ মোহ ক্রোধ কাম।
নকৰিয়ো জন্ম বৃথা শুনা সদা হৰিকথা
কৰিয়ো কীৰ্ত্তন হৰিনাম ॥
হৰিৰ চৰণ মনে চিন্তিয়োক সৰ্ব্বক্ষণে
কৰিয়ো ভকতি ভালমতে।
তৰেসে সংসাৰ তৰি হৰিৰ প্ৰসাদে গৌৰী
পাইবা গতি মোহোৰ লগতে ॥৬০১

---

ঘোষা

ৰাম ৰাম ৰঘুনাথ এ।
ৰাম নাম নছাৰোক মুখে ॥৫১॥

পদ

শঙ্কৰৰ হেন বাণী পাৰ্ব্বতী গোসানী শুনি
আনন্দতে শিহৰাইলা গায়।
উঠি কৰযোৰে গৌৰী ফুৰি প্ৰদক্ষিণ কৰি
নমিলা শিৱৰ দুই পায় ॥
তুমি প্ৰভু সৰ্ব্বজ্ঞান দিলা মোক দিব্যজ্ঞান
সাৰ্থক তোমাৰ মই জায়া।
কিনো ভাগ্যৱতী আমি তোমাৰ প্ৰসাদে স্বামী
তৰিবো দুস্তৰ ঘোৰমায়া ॥৬০২
আয়েসে জানিলো যাৰ হৰি ভকতিত পৰ
নিস্তাৰ কৰন্তা আন নাই।
মিছাতেসে মূঢ়জনে খেপে আল জাল মনে
হৰিনামে মোক্ষপদ পাই ॥
আৰ চিন্তা নাহি মোৰ তৰিলো সংসাৰ ঘোৰ
কৌতুহলে হৰিনাম গায়ে।
এহি বুলি পাচে গৌৰী হৰিত ভকতি কৰি
থাকিলন্ত জগতৰ মায়ে ॥৬০৩
শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
কৈলো মই হৰিৰ চৰিত।
কপট যুৱতী বেশে যেনমতে হৃষীকেশে
মোহিলন্ত শঙ্কৰৰ চিত্ত ॥
দৈত্যৰ মোহিয়া মন যেনমতে নাৰায়ণ
ভুঞ্জাইলা অমৃত দেৱতাক।
পুছিলা যতেক মানে কহিলো তোমাৰ স্থানে
সাৱশেষ কৃষ্ণৰ কথাক ॥৬০৪
অকপটে যিটো জনে শুনে ভণে এক মনে
শুনিয়োক তাৰ যেন ফল।
খণ্ডয় চৌষষ্টি ৰোগ মিলৈ আসি দিব্য ভোগ
মনোৰথ পুৰয় সকল ॥
সমস্তে পাপক বাধি আপোনাৰ মোক্ষ সাধি
এক কোটি পুৰুষ উদ্ধাৰে।
কহিলোহো স্বৰূপত নাহি আন সংসাৰত
হৰিকথা শ্ৰৱণত পৰে ॥৬০৫
পৰীক্ষিত হেন জানি চিন্তিয়োক চক্ৰপাণি
হৰিৰ কথাত কৰা ৰতি।
সংহৰিয়ো আন কাম জপিয়ো হৰিৰ নাম
ইহ পৰলোকে হৰি গতি ॥
অশাশ্বত মৰ্ত্ত্যলোক জন্মৰ সাফল্য হৌক
কৰিয়োক হৰিৰ ভকতি।
আৰ যানে যেহি লাগে পুছিয়োক মোৰ আগে
কহো কৃষ্ণকথাক সম্প্ৰতি ॥৬০৬
নমো নমো দামোদৰ সংসাৰৰ বিঘ্নহৰ
ভকত অভয় দাতা দেৱ।

[illegible] পদ ছবি    ৰচিলা শঙ্কৰ কবি
কৃষ্ণৰ চৰণে কৰি সেৱ ॥
শুনিয়োক বুদ্ধলোক    নিন্দা নুবুলিবা মোক
যদি দেখা পদত দূষণ ।
আমি জগতৰে শিষ    জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাসে ভূষণ ॥৬০৭
কৃষ্ণে দিলে যেন মতি    যেন ৰবৈ সৰস্বতী
বিৰচিলো সেহি অভিপ্ৰায় ।
যতেক চটক দেখা    যাৰ যেনমান পাখা
তাৰ অনুৰূপেসে উৰায় ॥
শুনা সৰ্ব্বজনে তত্ত্ব    ইটো মহা ভাগৱত
তিনিয়ো লোকৰ তত্ত্বসাৰ ।
যত মহাযজ্ঞ দান    যত তপ তীৰ্থস্নান
নপাৰে ওচৰ কেহো আৰ ॥৬০৮
কৃষ্ণকথা যিবা ভণে    যিবা শুনে এক মনে
যমৰ যাতনা কৰৈ চুৰি ।
পুৰুষ উদ্ধাৰ কৰি    সংসাৰ সাগৰ তৰি
অন্তকালে যাইব বিষ্ণুপুৰী ॥
শঙ্কৰে ৰচিলা গীত    আপোনাৰ চিন্তা হিত
শুনা সমজ্যাৰ যত জন ।
এৰি আল জাল কাম ডাকি বোলা ৰাম ৰাম
সমাপতি মহেশ মোহন ॥৬০৯

হৰমোহন সমাপ্ত ।

---

বলিছলন
ঘোষা

বোলা ৰাম ৰাম ভাবিও ৰাম ৰাম ।
পৰম মধুৰ বাণী নৈতে অনুপাম ॥৫২॥

পদ

[illegible] বদন্তি শুনিয়ো পৰীক্ষিত ।
[illegible] বাক্যে বলি ভৈল পুৰীত ॥

নিয়মিলা দানৱক বিষ্ণুধৰ্ম্ম কই ।
আপুনি থাকিল পাচে মোক্ষ গৃহ লই ॥৬১০
দিব্যভোগ যতেক আপুনি লৱে লাগ ।
বৈষ্ণৱ বলিৰ তাত নাহি অনুৰাগ ॥
এৰিলা বিষয় ভোগ প্ৰহ্লাদৰ নাতি ।
সদায় থাকন্ত দিব্য সভা এক পাতি ॥৬১১
মাধৱৰ চক্ৰে আসি ভৈল সভাসদ ।
যাহাৰ ভয়ত দৈত্যগণ নিশৱদ ॥
প্ৰহ্লাদে কহন্ত শুনি থাকা কৃষ্ণকথা ।
দ্বাৰত আপুনি হৰি থাকন্ত সৰ্ব্বথা ॥৬১২
শ্যামল শৰীৰ শিৰে কিৰীটি উজ্জ্বল ।
কমল লোচন চাৰু মকৰ কুণ্ডল ॥
কণ্ঠত কৌস্তুভ কৰে কঙ্কণ কেয়ূৰ ।
কটিত মেখলা পদ পঙ্কজে নূপুৰ ॥৬১৩
গাৱে পীতবস্ত্ৰ হেন অগনিৰ জ্বালা ।
আপাদ লম্বিত গলে জ্বলে বনমালা ॥
প্ৰসন্ন বদনে হৰি কৰে ধৰি গদা ।
বলিক সম্মুখ হুয়া থাকন্ত সৰ্ব্বদা ॥৬১৪
হৰি দৰশনত নিৰ্ম্মল ভৈল মতি ।
কৃষ্ণৰ চৰণে অনুক্ষণে বাঢ়ে ৰতি ॥
ভৈলন্ত বিমুখ বলি বিষয় সুখত ।
সদায় কৃষ্ণৰ নাম নুগুচৈ মুখত ॥৬১৫
উঠি কতো কীৰ্ত্তন কৰন্ত তাল ধৰি ।
দৈত্যগণে বেঢ়ি বাৱে চৌপাশে চাপৰি ॥
প্ৰহ্লাদে শিখান্ত গাৱে গোবিন্দৰ গীত ।
পৰম আনন্দে দৈত্যপতি কৰৈ নৃত্য ॥৬১৬
গোবিন্দক দেখিয়া আনন্দে দ্ৰৱে চিত্ত ।
হৰিষে লোতক ঝৰৈ তনু ৰোমাঞ্চিত ॥
হোন্ত নিশৱদ গদ গদ কৰৈ মাত ।
প্ৰেমভাৱ উপজি পৰন্ত চাত চাত ॥৬১৭
ভকতৰ বশ্য হৰি আকলিয়া বলি ।
কতো আতি হৰিষে হাসন্ত খলখলি ॥

কতো হুকহুকি কৰি কৰন্ত ক্রন্দন।
কতো গীত গান্ত বিৰোচনৰ নন্দন ॥৬১৮
কতো হৰি বুলি গেৰিয়ান্ত ইন্দ্রসেন।
উঠি উঠি পৰন্ত নাচন্ত বাউল যেন ॥
কতো মৌন হুয়া পৃথিবীত পৰি থাকে।
কৰয় কীৰ্ত্তন তাক বেৰি দৈত্যজাকে ॥৬১৯
হেন ভক্তিভাৱে দৈত্যেন্দ্রৰ দিন যায়।
বলি সম ভাগ্যৱন্ত ত্রৈলোক্যত নাই ॥
জগতকে পৰিত্র কৰন্ত দৈত্যপতি।
হৰিয়ো বিস্ময়ো দেখি বলিৰ ভকতি ॥৬২০
অন্তৰীক্ষে মহিমা বখানে সিদ্ধ মুনি।
হেনতো বৈষ্ণৱ নতু দেখি নতু শুনি ॥
সদায়ে থাকন্ত দামোদৰ যাৰ কাছে।
বলি সম ভাগ্যৱন্ত আন কোন আছে ॥৬২১
মাধৱৰ পাৰত অৰ্পিলে আপোনাক।
বলিসে জিনিলে ইটো দুৰ্জ্জয় মায়াক ॥
এহি বুলি পুষ্প বৰিষন্ত ঘনে ঘনে।
বোলা হৰি হৰি সবে সভাসদগণে ॥৬২২

———

ঘোষা

ত্রাহি হৰি পৰিলো পাৱ
উপায় পৰমানন্দ দিয়া।
নসহে সংসাৰ তাপে
আৰ মোৰ হিয়া ॥৫৩॥

পদ

শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
বৈষ্ণৱ বলিৰ দেখি কৰ্ম্ম।
যব বব দৈত্যগণ কৰৈ হেন আলোচন
কিনো ভৈল বিপৰীত ধৰ্ম্ম ॥
ইটো মূৰ্খ দৈত্যৰাজ এৰিলেক ৰাজকাজ
শত্রুৰ সদায় লৈবে নাম।
আন নাই হৰি বিনে নাচে গায়ে ৰাত্রি দিনে
কৰৈ কিনো গৰিহিত কাম ॥৬২৩
ছাৰিলে দৈত্যৰ নীতি ভৈল বিষ্ণুৰেসে ভিতি
জানা আক পাইলেক বিবুদ্ধি।
হৰি বুলি মৰৈ মাত্র নভৈল একোৱে পাত্র
যেন ভৈল গোভৰ ঔষধি ॥
আটাসতে গল ফাৰৈ যেন কাণে সুচি জাৰৈ
সৰ্ব্বদায়ে শুনে হৰিকথা।
কিবা কদৰ্থনা চাওঁ আসা উঠি ঘৰে যাওঁ
হৰিনাম নুশুনোহো যথা ॥৬২৪
কুল ধৰ্ম্মে ভৈল হীন যেন বাতুলৰ [illegible]
ইহাৰ সেৱাত নাহি ফল।
হেন কাণাকাণ কৰি উঠি গৈলা যৰাযৰি
কতো কতো দানৱ নিস্খল ॥
শ্রৱণে আনন্দ কৰৈ কীৰ্ত্তনে পাতক হৰৈ
হৰিনাম মুকুতি দায়ক।
পাতকে শুনিবে নেদে যেনে কিলাই কোবাই খেদে
দুষ্ট শঠ অধৰ্ম্মী জনক ॥৬২৫
পৰম মঙ্গল ৰাম নাম ইটো অনুপাম
বৈষ্ণৱৰ যাক শুনি তুষ্টি।
দৈত্যগণ দুৰাচাৰে তাক কি শুনিতে পাৰে
উচপিচ কৰি গৈলা উঠি ॥
বলিৰ সুশুনে হাক দানৱৰ বিচেষ্টাক
মাধৱৰ চক্রে দেখি আছে।
জ্বলে যেন সূৰ্য্য কোটি বিষাদ শৰদে উঠি
ক্রোধে খেদি গৈল পাচে পাচে ॥৬২৬
কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
স্থিৰ বুদ্ধি কৰি শুণা মনে।
আজি কালি কৰি দিন গৈল আয়ু ভৈল ক্ষীণ
যাইবে লাগে যমৰ ৰণে ॥
যতেক সংসাৰ নয় সবে স্বপ্ন মায়াময়
অন্তকে কেশত আছে ধৰি।

তাৰততে জন্ম পাই বিলম্বক মুখুৰাই
সদায় ঘুষিয়ো হৰি হৰি ॥৬২৭

———

ঘোষা

ও হৰি দেহু দৰিশন শিৱ সনাতন
তোমাৰ চৰণে ধৰো ।
তুৱা গুণ নাম ছাৰি আন কাম
কৰিয়া মিছাতে মৰো ॥৫৪॥

পদ

দৈত্যৰ পুৰীত পশিল ত্বৰিত
বাঘে যেন ধৰে খেদি ।
যত দ্ৰোহীয়াৰ ৰক্ষা নাহি তাৰ
পেললাৰে মাথাক ছেদি ॥
কাৰো নাক কাণ কৰে খান খান
কাৰো কঙ্কালত কাটে ।
হাত ভৰি ভাঙ্গি কৰয় চৌৰাঙ্গী
পৰি গৰাগৰি বাটে ॥৬২৮
কাৰো জিহ্বা আনি কাটে টানি টানি
ধৰি দুই চক্ষু কাঢ়ে ।
কাৰো দান্ত সাৰে কদৰ্থিয়া মাৰে
দৈত্যৰ লাগ নছাৰে ॥
কাৰো বুকু চিৰি তপত ৰুধিৰি
ভুঞ্জাৰে গৃধ্ৰ শৃগাল ।
অধৰ্ম্মে গ্ৰাসিল ক্ষণেকে নাশিল
দৈত্য ভৈল বুন্দামাল ॥৬২৯
বিষ্ণুৰ চক্ৰৰ নভৈল ভাগৰ
হস্তী যেন মাৰে মাখি ।
পুত্ৰ ভাৰ্য্যা এৰি মৰো জীয়ো কৰি
কতো পলায় প্ৰাণ ৰাখি ॥
ই তিনি লোকত ভ্ৰময় ভয়ত
চক্ৰে পাচে পাচে ফুৰে ।
হেৰ পাইল বুলি মৰয় সমুলি
দানৱে দান্ত মুখুৰে ॥৬৩০
ব্ৰহ্মাত লাগিল শৰণ মাগিল
হাতে দান্তে খেৰ তুলি ।
চক্ৰক ডৰাই কেহো নেদে ঠাই
বলিৰ দ্ৰোহীয়া বুলি ॥
বুদ্ধি ভৈল চুৰি পলাইবাক পুৰী
কহিতো নপাইল খুজি ।
বলিৰ চৰণে পশিল শৰণে
জুনাই সবে মান্য বুজি ॥৬৩১
ভণিল শঙ্কৰে শুনা সব নৰে
যতেক বিষয় ভোগ ।
পুত্ৰ দাৰা ধন শৰীৰ স্বজন
সবাৰো আছে বিয়োগ ॥
তাৰ চিন্তা এৰি চিন্তিয়োক হৰি
অন্তকে পাইলেক পৰা ।
এৰি আন কাম বোলা ৰাম ৰাম
সুখে ভৱ নদী তৰা ॥৬৩২

———

ঘোষা

ৰাম নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি ।
হৰি হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ॥৫৫॥

পদ

এহিমতে চক্ৰে ধৰি কাটি মাৰি বশ্য কৰি
কতো দানৱক দিলে আনি ।
দৈত্যগণ ত্ৰাস হয়া কাণ মুণ্ড নলাৰিয়া
থাকিল বলিৰ বাক্য মানি ॥
কৃপাময় দৈত্যপতি শিক্ষা দেন্ত প্ৰতি প্ৰতি
শুনিয়োক সমস্ত দানৱ ।
যিটো হৰিকথা কৰে হৰিনাম সদা লয়ে
সি সে মোৰ পৰম বান্ধৱ ॥৬৩৩

কৰযোৰে বোলো হেৰা অন্তুৰ স্বভাৱ এৰা
হৰি ভকতিত দিয়া চিত্ত।
মুখে হৰিনাম স্মৰে হৃদয়ত ৰূপ ধৰে
তাহাৰ ভৃত্যৰো মই ভৃত্য॥
শুনিয়োক জ্ঞাতিলোক সবে কৃপা কৰা মোক
হৰি স্মৰি হুয়ো পৰিত্ৰাণ।
সুহি তেৰে পাইবা ফল এহি বুলি মহাবল
ভকতিৰ পাতিলা দেৱান॥৬৩৪
কোনে হৰিকথা কৰে কোনে কৈত নাম লৱে
নিতে কৰে ওৱাচিল বান্ধি।
যাহাৰ সুপূৰে তাই তাহাৰ জীৱন নাই
চেঙ্গি দিয়া মাৰে প্ৰাণ টান্ধি॥
ফুৰে পাইক ঘৰে ঘৰে সবংশকে বেঢ়ি ধৰে
যাহাৰা নলৱে হৰিনাম।
সৰ্ব্বস্ব আগ্ৰহি লৱে জীৱে মানে সাঙ্কি থৱে
গলত লগাৱে বৰ চাম॥৬৩৫
কীৰ্ত্তনত চিত্ত নেদি গ্ৰাম্যকথা কৰে যদি
তাহাৰ কাণত সূচি তাৰে।
হৰি ভকতিক এৰি হাসে উপহাস্য কৰি
চৰৱতে তাৰো গাল ফাৰে॥
সুমৰিবে নাই ইচ্ছা ডবতে ভটকে মিছা
জানি তাৰ জিহ্বা বিন্ধে টানি।
যিবা থাকে মৌন হুই তাৰ গালে দেই জুই
কেনে নোবোলস হৰি বাণী॥৬৩৬
অয়সব নাই ৰাত্তি প্ৰত্তি ঘৰে ঘৰে যাত্তি
ফুৰে কটোৱালে বাটে বাটে।
কটকে বজাৱে ভেৰী জাগ জাগ নিদ্ৰা এৰি
হৰি বোলা হৰি বোলা কাণ্টে॥
ৰাজাৰ ৰক্ষিত থাকি সুতলপুৰীক চাকি
নিৰন্তৰে কৰে হৰি ঘোষ।
আন কৃষ্ণ কৃত্য এৰি হৰি বুলি পাৰে যেৰি
ভাগি নিৰ্গে বলিৰ সন্তোষ॥৬৩৭

ঘোষা
হৰি ৰাম হৰি ৰাম ঘোষিয়া ভাই
সংসাৰ সাগৰে তৰা।
ৰাম পাৰ নাৱ কাষতে আছয়
মিছাতে ডুবিয়া মৰা॥৬৬॥

পদ
এহিমতে তৈত আছে যত দৈত্য
এৰিলে আন আলাপ।
কৰে হৰি ধ্বনি হৰি কথা শুনি
শৰীৰ ভৈল নিষ্পাপ॥
কৃষ্ণৰ চৰণ সেৱে অনুক্ষণ
অক্ষয় পুণ্যক সাঞ্চে।
বলিৰ প্ৰসাদে আত্তি অপ্ৰমাদে
সুতল পুৰীত বঞ্চে॥৬৩৮
সিটো দৈত্যেশ্বৰে মাধৱত পৰে
নিচিন্তিলে আন কাম।
শয়নে ভোজনে সচিতে সোপনে
নেৰিলে হৰিৰ নাম॥
সুদৃঢ় ভকতি ভাৱে দৈত্যপতি
কৰিলা কৰ্ম্ম নিৰ্ম্মল।
সংসাৰক তৰি পুৰুষ উদ্ধাৰি
নিস্তাৰিল দৈত্য কুল॥৬৩৯
বলিৰ সদৃশ নাহি সুপুৰুষ
বৈষ্ণৱতে সাৰতৰ।
যাৰ যশোৰাশি থাকিল প্ৰকাশি
যাৱে চন্দ্ৰ দিবাকৰ॥
শুক নিগদন্তি কহিলো সম্প্ৰতি
বলিৰ চৰিত্ৰ যত।
যিবা পঢ়ে শুনে তাকো পাপে এৰে
সুখে তৰে সংসাৰত॥৬৪০

নমো নাৰায়ণ জগত কাৰণ
খণ্ডিয়ো সংসাৰ ভয়।
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
ভাগৱত পদচয়॥
শুনা বুধ লোক ক্ষমিয়োক মোক
পদত দূষণ দেখি।
যাৰ জ্ঞান নাই যিমান চেষ্টাই
মূৰ্খৰ দোষ নেলেখি ॥৬৪১
মোৰ পদ বুলি নেৰিবা সমুলি
বিচাৰি দেখিবা পাছে।
মোক্ষৰ নিদান অমৃত সমান
কৃষ্ণ কথা আত আছে॥
হেন অনুমানি কৃষ্ণৰ কাহিনী
শুনিয়া হুয়ো সন্তোষ।
আন কাম এৰি সমজ্যায়ে বেঢ়ি
কৰিয়োক হৰি ঘোষ ॥৬৪২
বলিছলন সমাপ্ত

---

শিশুলীলা
ঘোষা
কৃষ্ণ গোপাল করুণাময় ৰাম ৰাম হৰি ॥৫৭॥
পদ

কৃষ্ণ ৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ॥
পীতবস্ত্ৰে শোভে আতি শ্যাম কলেৱৰ।
কমললোচন চাৰু অৰুণ অধৰ ॥৬৪৩
সুন্দৰ নাসিকা কৰ্ণে মকৰ কুণ্ডল।
কণ্ঠত কৌস্তুভ শিৰে কিৰীটি উজ্বল॥
আপাদ লম্বিত বনমালা জ্বলে গলে।
শোভে আতি শ্ৰীবৎস বৰল বক্ষস্থলে ॥৬৪৪
চাৰু চাৰি ভুজ জ্বলে আজানুলম্বিত।
কৰিকৰ সম ঊৰু বৰ্ত্তুল ৰলিত॥
চৰণ কমল যেন নৱ পদ্মকোষ।
যাক দেখি ভকতৰ পৰম সন্তোষ ॥৬৪৫
প্ৰসন্ন বদনে জ্বলে অলকা তিলক।
বসুদেৱে দেখিলন্ত অদ্ভুত বালক॥
পৰি দুয়ো প্ৰাণী পাচে কৰিলন্ত স্তুতি।
পিতৃত কহিলা প্ৰভু সমস্ত যুগুতি ॥৬৪৬
ভৈলা শিশুৰূপ তৈতে প্ৰভু নাৰায়ণে।
কোলে লৈয়া বসুদেৱ লৰিল তেখনে॥
ভাগিল নিহাল ভৈল মেলান কপাট।
দেখি ভয়ে যমুনা আপুনি দিলা বাট ॥৬৪৭
বৰিষে কণিকা মেঘে ওপৰত গাজে।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে॥
যশোদাৰ তৈতে উপজিলা যোগমায়া।
অতি অচেতন নিদ্ৰা গৈল নন্দজায়া ॥৬৪৮
তাহানে শয্যাত নিয়া থৈলন্ত তোমাক।
বসুদেৱে আনিলন্ত নন্দৰ কন্যাক॥
শিশুভাৱে গোকুলত ক্ৰীড়িলা অপাৰ।
সাধিলা অনেক প্ৰীতি নন্দ যশোদাৰ ॥৬৪৯
অচিন্ত্য মহিমা হৰি পুৰুষ পুৰাণ।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ॥
কংসৰ পাঞ্চনি পাই যত দৈত্য আসে।
ভুমি অগনিত যেন পুৰি মৰে ত্ৰাসে ॥৬৫০
আসিলেক পুতনা মোহিনী নাৰী বেশে।
স্তন দিয়া শিশু মাৰি ফুৰে দেশে দেশে॥
কোলে ধৰি তোমাক দিলেক স্তনদান।
স্তনপানে পুতনাৰ শুষিলাহা প্ৰাণ ॥৬৫১
শকটৰ তলে থৈলা যশোদা শুৱাই।
লাথি হানি শকট পেল্লাইলা ওভোটাই॥
হেন দেখি যশোদা সুন্দৰী মহাদুখে।
আথেবেথে কোলে লৈয়া স্তন দিলা মুখে ॥৬৫২
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
ৰামনাম বিনে নাই কাহাৰো মুকুতি॥

হেন জানি নিৰন্তৰে এৰি আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥৬৫৩

---

ঘোষা
ৰাম পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে ॥৫৮॥
পদ

চক্ৰবাত অসুৰে কৃষ্ণক নিলা হৰি।
আকাশত মাৰিলে গলত চিপি ধৰি ॥
কৃষ্ণক হিয়াত লৈয়া পৰিলা ভূমিত।
জুৰাইল তোহ্মাক পায়া যশোদাৰ চিত্ত ॥৬৫৪
ছলে হামি ভুলি তুমি দেখাইলা মায়ত।
মুখৰ ভিতৰে আছে সমস্তে জগত ॥
কম্পিল শৰীৰ যশোদাৰ হেন দেখি।
পৰম বিস্ময় হুয়া মুদিলন্ত আখি ॥৬৫৫
বসুদেৱে পঠাইলা আসিল গৰ্গ ঋষি।
গোপ্য কৰি জাতকৰ্ম্ম কৰিলা হৰিষি ॥
কহিলা নন্দৰ আগে যত গুণগ্ৰাম।
বিধিমতে তোহ্মাৰ থৈলন্ত কৃষ্ণ নাম ॥৬৫৬
আণ্ঠু কাঢ়ি ৰিঙ্গ পাৰি ফুৰা ব্ৰজ মাজে।
সোণাৰ ঘাঘৰাচয় কঙ্কালত বাজে ॥
বৃষৰ শুনিয়া নাদ চমকি উলটি ॥
আথে বেথে ধৰা গৈয়া মায়ক সাৱটি ॥৬৫৭
থিয়দঙ্গা দিয়া পাচে তুমি দামোদৰে।
অনৰ্থ কৰিয়া ফুৰা গোৱালীৰ ঘৰে ॥
আনন্দতে সমস্ত গোৱালীগণে আসি।
কৃষ্ণৰ অকীৰ্ত্তি যশোদাত দেন্ত হাসি ॥৬৫৮
কি ভৈল তোহ্মাৰ ইটো তনয় দুৰ্জ্জন।
কৃষ্ণৰ নিমিত্তে আৰ নৰহে জীৱন ॥
গাই নদু দোহন্তে দামুৰি মেলে গই।
গৃহ পশি চুৰি কৰি খান্ত দুগ্ধ দই ॥৬৫৯
বানৰকো খুৱাৱৈ গোবিন্দ কিনো চাও।
বানৰে নখায় জানি কোবাই তাক্ষে তাও ॥
চুকি যেবে নপায়ে মনত নাই তুষ্টি।
সিকিয়াৰ পৰা আনে উৰলন্ত উঠি ॥৬৬০
শৰীৰৰ ৰত্নগণে ফুৰে পসৰায়।
আন্ধাৰতো খুজি পান্ত লুকাম নথায় ॥
বস্তুক নপাইলে ধৰি মাৰন্ত ছুৱালী।
গৃহক ভৰ্চ্ছিয়া পলাই যান্ত বনমালী ॥৬৬১
মায়ৰ কোলাত আছা তুমি জগন্নাথ।
সভয় নয়ন হুয়া চপৰাইলা মাথ ॥
হেন শুনি যশোদা কৃষ্ণক নোবোলয়।
আনন্দে ৰহিলা হাসি পুত্ৰমুখ চাই ॥৬৬২
ডৰিবাৰ দেখিয়া পুত্ৰক বৰনাৰী।
বুকত সাৱটি ধৰিলন্ত চুমা পাৰি ॥
মাধৱৰ শিশুলীলা শুনা সৰ্ব্বলোক।
ডাক ৰাম হৰি বোলা পাতক ছাৰোক ॥৬৬৩

---

ঘোষা
কেশৱ কৃষ্ণ করুণাসিন্ধু।
ত্ৰাহি জগন্নাথ অনাথ বন্ধু ॥৫৯॥
পদ

এহিমতে ব্ৰজে আনন্দে হৰি।
কৰন্ত ক্ৰীড়া শিশুৰূপ ধৰি ॥
যত গোপ শিশু বলাই আদি।
সবে ভৈল গৈয়া কৃষ্ণৰ বাদী ॥৬৬৪
যশোদাৰ আগে দিলেক খল।
খাইলেক কৃষ্ণে মাটি এক দল ॥
শুনিয়া যশোদা সুন্দৰী হাসি।
পুত্ৰৰ হাতত ধৰিলা আসি ॥৬৬৫
কেনে মাটি খাইলি অৰে গোপাল।
কোবাই আজি তোৰ ফাৰিবো ছাল ॥
শুনিয়া কৃষ্ণৰ হৰিল মাত।
চক্ষু ধৈৰ কৰি মায়ক চাত ॥৬৬৬

ভয়তে [illegible] কাম্পে হাত ভৰি।
যশোদায়ে দেখে পুত্ৰ গৈলা ভৰি ॥
মুখক চাহন্তে লাগয় বেথা।
কিয় মাটি খাইলি সোধন্ত কথা ॥৬৬৭
নগৰ শিশু বোলে সমুদায়।
বলৰামো বোলৈ তোৰ জ্যেষ্ঠ ভাই ॥
মাতন্ত কৃষ্ণ যশোদাক চাই।
মিছা মাতৈ সবে শুনিয়ো আই ॥৬৬৮
কদাচিতো মই নখাইলো মাটি।
দদা বলভদ্ৰে বোলন্ত ঘাটি ॥
পতিয়ান নাই চোৱা বিচাৰি।
হেন শুনি মাতৈ যশোদা নাৰী ॥৬৬৯
বায়ো মেলা যেৰে মাটি নখাইলি।
শুনিয়া শিশুৰূপী বনমালী ॥
চোৱা মুখ তেৰে মাৰক মাতি।
বাইলন্ত মেলন্ত প্ৰকাশিয়া আতি ॥৬৭০
যশোদা সুন্দৰী দেখন্ত পাচে।
সমস্ত জগত গৰ্ভতে আছে ॥
সাতো খান দ্বীপ সাতো সাগৰ।
গিৰি বন নদী গ্ৰাম্য নগৰ ॥৬৭১
বায়ু সূৰ্য্য শশী দিশ আকাশ।
তাৰাগণো তৈতে কৰৈ প্ৰকাশ ॥
সমস্তে জীৱ জ্যোতিস্তেজ জল।
সত্ত্ব ৰাজতম ইন্দ্ৰিয় বল ॥৬৭২
মন বুদ্ধি কাল কৰ্ম্ম যতেক।
সবাকো গৰ্ভতে দেখৈ প্ৰত্যেক ॥
যতেক [illegible] গোপ গোপীজাক।
যশোদা [illegible]তে দেখে আপোনাক ॥৬৭৩
[illegible]াক পাইলন্ত আতি।
[illegible]থয়া বোলন্ত মাতি ॥
[illegible] ভৈল মোহক পায়া।
[illegible]স্বপ্ন কিবা দেৱমায়া ॥৬৭৪

কিবা জানে মায়া মোৰ তনয়।
কৰিবে নোৱাৰো একো নিশ্চয় ॥
সুহিকন্ত মোৰ পুত্ৰ মানুষ।
এহেন্তেসে বিষ্ণু আদি পুৰুষ ॥৬৭৫
এহি বুলি চিত্ত দঢ়ায়া সতী।
কৰযোৰে কৰৈ কৃষ্ণক স্তুতি ॥
যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ।
নপাৰে বচনে মনে ওচৰ ॥৬৭৬
নাহি উতপতি নাহি মৰণ।
সদায়ে প্ৰণামো তযু চৰণ ॥
মই যশোদা মোৰ পুত্ৰ স্বামী।
ব্ৰজৰ সবে অধিকাৰী আমি ॥৬৭৭
হেন অহম্মম সদায়ে কৰো।
যাহাৰ মায়াত ওপজো মৰো ॥
হেন জগন্নাথ হুয়োক গতি।
খণ্ডিয়োক আৰে মোৰ কুমতি ॥৬৭৮
গুণন্ত শুনি ত্ৰিজগত পতি।
বিষ্ণু হেন মোক জানিলা সতী ॥
কৰিলা বৈষ্ণৱী মায়া বিস্তাৰ।
গুচিল বিষ্ণুজ্ঞান যশোদাৰ ॥৬৭৯
কৃষ্ণত পুত্ৰবুদ্ধি ভৈল জাত।
ধুলা জাৰি তুলি লৈলা কোলাত ॥
পাৰন্ত চুমা মুখে স্তন দিয়া।
মোৰ আয়ু লৈ পুতাই জীয়া ॥৬৮০
ব্ৰহ্মায়ো নজানৈ যাৰ মহিমা।
চাৰি বেদে কহি নপাৰৈ সীমা ॥
হেন মাধৱক তনয় পাইল।
যশোদা মন্দে কিনো তপসাইল ॥৬৮১
সুনন্দ আদি যত যোগীগণ।
চিন্তিয়ো নেদেখৈ যাৰ চৰণ ॥
হেন পৰমব্ৰহ্ম যশোদা সুত।
ভৈলন্ত কিনো আতি অদ্ভুত ॥৬৮২

কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
শুনা শিশুলীলা সমস্ত জনে॥
যেৱে সুখে যাইবা বৈকুণ্ঠপুৰী।
সদায়ে ডাকিয়া ঘুষিয়ো হৰি॥৬৮৩

---

ঘোষা

হে করুণাময়,

ৰাম কৃষ্ণ ও হৰি ৰামকৃষ্ণ, প্রভু ৰঘুপতি॥৬০॥

পদ

দিনেক যশোদা নন্দজায়া।
আপুনি মথন্ত দধি গৈয়া॥
কৃষ্ণৰ শৈশৱ লীলা স্মৰি।
কৃষ্ণগীত গাৱন্ত সুন্দৰী॥৬৮৪
ক্ষৌম বস্ত্র পিন্ধি দিব্য কাছে।
কটিত মেখলা বান্ধি আছে॥
পুত্র স্নেহে স্ৰৱৈ দুয়ো স্তন।
আজোৰন্তে লৰৈ ঘনে ঘন॥৬৮৫
কণ ঝুণ কৰৰ কঙ্কণ।
শ্ৰম জলে উজ্জ্বল বদন॥
কৰ্ণত কুণ্ডল দোলে আতি।
খসি পৰৈ খোপাৰ মালতী॥৬৮৬
এহিমতে মথন্ত প্রয়াসি।
মাৱক ধৰিলা কৃষ্ণে হাসি॥
মথনিত ধৰিয়া নিষেধি।
মথিবাক নেদে আউৰ দধি॥৬৮৭
হাসি কোলে লৈলা নন্দজায়া।
দিলা স্তন পুত্রমুখ চায়া॥
দেখন্তে উথলি দুগ্ধ পৰে।
পুত্র এৰি গৈলন্ত লৰৰে॥৬৮৮
স্তন পিবে নপায়া কৃষ্ণৰ।
কান্দে ক্রোধে অরুণ অধৰ॥

দশন কামুৰি আতি চাণ্ড।
শিলায়ে ভাঙ্গিলা দধি ভাণ্ড॥৬৮৯
মহা কোপে কোঠা পশিলন্ত।
সিকৰাই লৱনু ভুঞ্জন্ত॥
আসিলা যশোদা নমাই ক্ষীৰ।
দেখে হাণ্ডি ভাঙ্গিলা দধিৰ॥৬৯০
জানিলা পুত্রৰ কৰ্ম্ম গোপী।
হাসিয়া দেখিলা পশি খুপি॥
উড়ল উপৰে বসি হৰি।
ভুঞ্জন্ত লৱনু চুৰি কৰি॥৬৯১
শিকিয়াৰ পৰা নমাই আনি।
বানৰকো দেন্ত দলি হানি॥
শঙ্কিত নয়নে নাহি সাৰি।
দেখিয়া যশোদা লৈলা বাৰী॥৬৯২
মাৰিবে আসন্ত জানি ভৱে।
দিলা লৰ নামি উড়লৰে॥
পাচে পাচে যশোদা খেদন্ত।
ভয়ে লাগ মাৱক নেদন্ত॥৬৯৩
যাক যোগী নপায়ে ধ্যানত।
হেন হৰি পলান্ত ভয়ত॥
পুত্রক খেদন্ত মহাসতী।
শ্ৰোণী ভৰে আক্রমিলা গতি॥৬৯৪
বেগত মেলান ভৈলা খোপা।
খসি পৰে মালতীৰ থোপা॥
গোবিন্দে মাৱৰ শ্ৰম দেখি।
ৰহিল কান্দন্তে মুদি আখি॥৬৯৫
সভয় নয়নে চান্ত ভৰে।
যশোদা ধৰিলা আসি কৰে॥
ভাণ্ড ভাঙ্গি আজি যাইবি কোথা।
খাইবো আজি কৃষ্ণ, তোৰ মাথা॥৬৯৬
সকল লৱনু কৈলি নাশ।
শুনি প্রভু ভৈলা মহাত্ৰাস॥

দেখি বাৰী এৰিলন্ত সতী।
কৃষ্ণক বান্ধিবে ভৈলা মতি ॥৬৯৭
নাহি আদি অন্ত পূৰ্ব্বাপৰ।
পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ ॥
তাহাঙ্ক তনয় মানি বলে।
যশোদা বান্ধন্ত উড়ুখলে ॥৬৯৮
বান্ধন্ত কৃষ্ণক আনি ধৰি।
নোযোৰে আঙ্গুল দুই জৰী ॥
আৰো জৰী আনি জোৰা দিল।
সিয়ো দুই আঙ্গুলে নাটিল ॥৬৯৯
হেন দেখি আৰো জৰী আনি।
যশোদা বান্ধন্ত টানি টানি ॥
শৰীৰৰ বল দিয়া আটে।
তথাপি আঙ্গুল দুই নাটে ॥৭০০
গৃহত পাইলেক যত জৰী।
এহিমতে জুৰিয়া সুন্দৰী ॥
উড়ুখলে এৰে বান্ধে চাপি।
নাটে দুই আঙ্গুলে তথাপি ॥৭০১
হেন দেখি হাসে গোপীগণে।
যশোদা বিস্ময় ভৈলা মনে ॥
শৰীৰৰ ঘৰ্ম্ম যায় বহি।
হাসিয়া থাকিলা শ্ৰমে ৰহি ॥৭০২
হেন দেখি প্ৰভু নাৰায়ণ।
স্নেহে লৈলা আপুনি বন্ধন ॥
জগতৰে আপুনি ঈশ্বৰ।
তুমি বশ্য ভৈলা ভকতৰ ॥৭০৩
ব্ৰহ্মা লক্ষ্মী দেৱ মহাদেৱে।
নপাইলা আনন্দ হেন কেৱে ॥
যশোদা প্ৰসাদ যেন পাইল।
ইটো গোপী কিনো তপসাইল ॥৭০৪
ভকতৰ বশ্য তুমি হৰি।
সুখে পাৱৈ গৃহতে গুৰৱি ॥
ভণিলা শঙ্কৰে কৃষ্ণপদে।
হৰি হৰি বোলা সভাসদে ॥৭০৫

---

ঘোষা

ৰাম গোবিন্দ হৰি কৃষ্ণ গোপাল
হৰি ৰাম ॥৬১॥

পদ

কৃষ্ণে দেখিলন্ত মার গৃহকৰ্ম্মে গৈল।
আঠুকাঢ়ি উড়ুখল টানিবাক লৈল ॥
অৰ্জ্জুনত লাগি ভৈল উড়ল পথালি।
কঙ্কাল ফান্দিয়া বল দিলা বনমালী ॥৭০৬
কাম্পে দুয়ো গোটা বৃক্ষ উড়ুখলে লাগি।
উভৰি পৰিল মচ মচ কৰি ভাগি ॥
শাপ এৰাই দুয়ো পাচে কুবেৰ তনয়।
তোমাক নমিয়া গৈল আপোন নিলয় ॥৭০৭
নিৰ্ঘাত শঙ্কিয়া খেদি আইলা গোপজাক।
বন্দী হুয়া আছা নন্দে দেখিলা তোমাক ॥
হাসিলেক কোনে হেন কৰিলেক বুলি।
বান্ধ মেলি কৃষ্ণক কোলাত লৈলা তুলি ॥৭০৮
কিনো আতি নন্দ যশোদাৰ মহাভাগ।
পূৰ্ণব্ৰহ্ম তোমাক গৃহতে পাইল লাগ ॥
ভকতৰ আনন্দ বঢ়ায়া সৰ্ব্বক্ষণে।
শিশু-লীলা অনেক কৰিলা নাৰায়ণে ॥৭০৯
কেহো বেলা গোপীগণে পাছে গাৱৈ গীত।
তাসম্বাৰ প্ৰীতি সাধি কতো কৰা নৃত্য ॥
মালাৰী কৰাহা কতো গোপীৰ বচনে।
ছায়া পুতলাক যেন নচাৱৈ যতনে ॥৭১০
কেহো বেলা গোপীকাৰ শুনি আজ্ঞাবাণী।
পাদুকা পীড়াক প্ৰভু ধৰি থাকা আনি ॥
কোন কৰ্ম্ম নকৰিলা হৰি গোকুলত।
ভকতৰ বশ্য হেন দেখায়া লোকত ॥৭১১

কোনে ফল লবৈ বুলি ডাকিলা পসাৰী ।
ধান্য দিয়া ফল তুমি খুজিলা মুৰাৰি ॥
তোমাৰ হস্তক ভৰি দিলা ফল বাছি ।
সুৱৰ্ণ ৰতনে তাইৰ উপচিল পাছি ॥৭১২
আসিল দানৱ গোট বৎস ৰূপ ধৰি ।
লাঙ্গুলে সহিতে তাৰ ধৰি পাচ ভৰি ॥
আলগতে ফুৰাই মেলি হানিলাহা দলি ।
কপিত্থত পৰি যমপুৰে গৈলা চলি ॥৭১৩

---

ঘোষা

বাম চৰণে ধৰো ।
স্বামী আমি যেন তৰো ॥৬২॥

পদ

বকাসুৰে কৃষ্ণক গিলিলা ঠোটে ধৰি ।
দেখি গোপ শিশুগণ যেন গৈলা মৰি ॥
পাচে তাৰ তালুত লাগিল যেন জুই ।
ছাদিলা কৃষ্ণক বকে বিমূৰ্চ্ছিত হুই ॥৭১৪
দুনাই ঠোটে গিলিবাক আসৈ দেখি তাক ।
ধৰিয়া ছিৰিলা যেন বিৰিণা পাতাক ॥
সবান্ধৱে ধেনুকাকো নিলা ৰসাতল ।
গোপ শিশুগণক ভুঞ্জাইলা তাল ফল ॥৭১৫
ময়ৰ তনয় ব্যোম গোপৰূপ ধৰি ।
গোপ শিশুগণক নিলেক চুৰি কৰি ॥
গহ্বৰত থৈলা নিয়া ঢাকিয়া শিলায় ।
তাক মাৰি শিশুসব আনিলা লীলায় ॥৭১৬
গোপ গৰুজাকক বেঢ়িলা বনজুই ।
তোমাত শৰণ সবে লৈলা ত্ৰাস হুই ॥
চক্ষু মুদাই সবাকো ক্ষণেকে যোগবলে ।
গোকুলক লাগিয়া আনিলা অবিকলে ॥৭১৭
নন্দক গিলন্তে সৰ্পে বাখিলাহা হৰি ।
তোমাৰ পদুমে সৰ্পে বিদ্যাধৰ ধৰি ॥
শাপ এৰাই গৈল বিদ্যাধৰৰ নিলয় ।
দেখি গোপগণ ভৈলা পৰম বিস্ময় ॥৭১৮
শয়ন সময়ে সব গোপগোপীগণ ।
যোগবলে বৈকুণ্ঠক নিলা নাৰায়ণ ॥
বৈকুণ্ঠবাসীৰ সবে মহিমা দেখাই ।
গোকুলক লাগি প্ৰভু আনিলা দুনাই ॥৭১৯
নন্দক নিলেক বৰুণৰ দূতে ধৰি ।
বৰুণৰপৰা তাঙ্ক আনিলা উদ্ধাৰি ॥
তোমাৰ মহিমা নন্দে কহিলা ব্ৰজত ।
শুনিয়া বিস্ময় ভৈলা সবাৰ মনত ॥৭২০
ইন্দ্ৰে কৰিলন্ত সাতদিন বৰিষণ ।
এক হাতে উভাৰি ধৰিলা গোবৰ্দ্ধন ॥
দুৰ্ঘোৰ ভয়ত নিস্তাৰিলা গোপপুৰ ।
লীলায়ে কৰিলা মহেন্দ্ৰৰ দৰ্পচূৰ ॥৭২১
সুৰভি সহিতে ইন্দ্ৰে আসিলা প্ৰত্যেক ।
গোৰ ইন্দ্ৰ পাতিয়া কৰিলে অভিষেক ॥
অনেক ভকতি কৰি দুয়ো স্বৰ্গে গৈলা ।
সেহি দিনা তোমাৰ গোবিন্দ নাম থৈলা॥৭২২
গোপ কুমাৰিকা সবে বস্ত্ৰ থৈয়া তীৰে ।
বিবস্ত্ৰে নামিলা গৈয়া যমুনাৰ নীৰে ॥
বস্ত্ৰ লৈয়া উঠিলাহা কদম্বৰ পাছে ।
নানা উপহাস্য কৰি বস্ত্ৰ দিলা পাচে ॥৭২৩
কৃষ্ণৰ কিঙ্কৰে গীত ভণিলা শঙ্কৰে ।
নাহি আন ধৰ্ম্ম আৰ কীৰ্ত্তনত পৰে ॥
শুনা সৰ্ব্বজন এত কেদিন জীৱন ।
বোলা হৰি হৰি আছে যাৱত চেতন ॥৭২৪

---

ঘোষা

**ওঁ কৃষ্ণ নমো ৰাম নিৰঞ্জন হৰি ॥৬৩॥**

পদ

দুষ্ট অঘে পাতিলেক কাপ।
বাট ভেণ্টি ভৈলা ঘোৰ সাপ ॥
পৰ্ব্বত সমান কলেৱৰ।
ৰাহিল বেস্ত সম্যকে গহ্বৰ ॥৭২৫
তল ওঁঠ মাটিত পাতিল।
উৰ্দ্ধ ওঁঠ মেঘত লাগিল ॥
জিহ্বাখান যেন বাজ আলি।
বৎস লৈয়া আইলা বনমালী ॥৭২৬
গোৰক্ষ দামুৰি নিৰন্তৰ।
নজানিয়া পশিল ভিতৰ ॥
দেখি ভুমি ভক্তৰ স্নেহত।
পশিলাহা অঘৰ গৰ্ত্তত ॥৭২৭
দেখি আটি ধৰিল দশনে।
ভুলিলেক হাসি দৈত্যগণে ॥
দেৱগণে কৰে হাহাকাৰ।
গল চুঙ্গি ভেণ্টি ভৈলা তাৰ ॥৭২৮
পেট ফিঙ্কি বায়ু দিলা টান।
মূৰ্দ্ধা স্ফুটি বাজ ভৈলা প্ৰাণ ॥
তথু পৰশনে কৰ্ম্ম ক্ষীণ।
অসুৰ কৃষ্ণতে গৈল লীন ॥৭২৯
দেখি নিশবদ দৈত্যকুল।
হৰিষে বৰিষে দেৱে ফুল ॥
অমৃত নয়নে চাইলা হৰি।
জীলে সবে গোৰক্ষ দামুৰি ॥৭৩০
বনে বাজ ভৈলা বাশী বাই।
ফুৰে সবে দামুৰি চৰাই ॥
ব্ৰহ্মা আসি কৰিলন্ত চুৰি।
নিলা সবে গোৰক্ষ দামুৰি ॥৭৩১
মায়া কৰি থৈলেক গহ্বৰে।
কাহাকো নেদেখি দামোদৰে ॥
ব্ৰহ্মা নিলা জানিলাহা গুণি।
ভৈলা গৰু গোৰক্ষ আপুনি ॥৭৩২
নিচিনিয়া গোৱালী গোৱালে।
এদিনাত কৰি প্ৰতিপালে ॥
ব্ৰহ্মা আসি দেখিলন্ত পাচে।
গোৰক্ষ দামুৰি সবে আছে ॥৭৩৩
পৰম বিস্ময়ে আছে চায়া।
কৰিলাহা পাচে প্ৰভু মায়া ॥
গোৰক্ষ দামুৰি ৰূপ এৰি।
ভৈল সবে চতুৰ্ভুজ হৰি ॥৭৩৪
সজল জলদ যেন শ্যাম।
সবে পীত বস্ত্ৰে অনুপাম ॥
কেয়ূৰ কঙ্কণে কৰৈ কান্তি।
হৃদয়ত শ্ৰীবৎসৰ পান্তি ॥৭৩৫
কম্বুকণ্ঠ কৌস্তুভে শোভিত।
বনমালা আপাদ লম্বিত ॥
জিলিমিলি জ্বলৈ বক্ষস্থলে।
শোভৈ কৰ্ণ মকৰ কুণ্ডলে ॥৭৩৬
শঙ্খ চক্ৰ গদা পদ্ম ধৰি।
আছা সবে চতুৰ্ভুজ হৰি ॥
গায়ে গায়ে এক সৃষ্টি কৰে।
চৰাচৰ সমে সেৱা কৰে ॥৭৩৭
মোহ হুয়া ব্ৰহ্মা ভৈল চুপ।
দেখন্ত গুচিল সৱে ৰূপ ॥
পূৰ্ব্বমতে আছা মাত্ৰ হৰি।
হংসৰ নামিল ব্ৰহ্মা ভৰি ॥৭৩৮
যেন সুবৰ্ণৰ দণ্ড প্ৰায়।
ভূমিতে পেলায়া নিজ কায় ॥
মাধৱৰ পাদ-পদ্ম দুই।
চাৰি মুকুটৰ আগে ছুই ॥৭৩৯

আনন্দতে নয়নৰ জলে।
সিঞ্চিলন্ত চৰণ কমলে॥
উঠি উঠি দুয়ো পাৰে ধৰি।
প্ৰণামন্ত মহিমা সুমৰি॥৭৪০
মুকুন্দক চাই কথমপি।
মাথা দোঁৰাই কৃষ্ণ কৃষ্ণ জপি॥
প্ৰণামিয়া অনেক ভকতি।
কৰিবে লাগিল ব্ৰহ্মা স্তুতি॥৭৪১
কৃষ্ণকথা শুনিয়ো সমাজে।
জন্ম লভি ভাৰতৰ মাজে॥
আক বৃথা কৰা কোন কামে।
সাধিয়ো মুকুতি হৰিনামে॥৭৪২

---

ঘোষা

**ৰাম নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি।**
**নমো ৰাম নিৰঞ্জন নিৰঞ্জন হৰি॥৬৪॥**

পদ

নমো গোপৰূপী মেঘ সম শ্যাম তনু।
গাৱে পীতবস্ত্ৰ হাতে শিঙ্গা বেত বেণু॥
কৰ্ণত গুঞ্জাৰ থোকা মাথে মৈৰা পাখি।
বন্য পুষ্পমালা পিন্ধি ধেনু আছা ৰাখি॥৭৪৩
এহি শৰীৰতে আছে যতেক মহিমা।
মনেও কৰিতে পাৰৈ কোনে তাৰ সীমা॥
আছোক পৰম ব্ৰহ্ম স্বৰূপ তোমাৰ।
তাক জানিবাক আছে শকতি কাহাৰ॥৭৪৪
জ্ঞানপথ এৰি প্ৰভু তোমাৰ কথাক।
কায়বাক্যমনে সেৱৈ যিটো সাধুজাক॥
যদ্যপি অজিত তুমি তিনিয়ো জগতে।
তথাপি তোমাক জিনৈ সেহিসে ভকতে॥৭৪৫
মুকুতি বসকো স্ৰৱৈ তোমাৰ ভকতি।
তাক এৰি যিটো জ্ঞানপথে কৰে ৰতি॥
ক্লেশ মাত্ৰ পাৱৈ সিটো নিষ্ফল প্ৰয়াসে।
বাহানে পতান যেন তণ্ডুলক আশে॥৭৪৬
যিটোজনে ভুঞ্জৈ নিজ কৰ্ম্মৰ বিপাক।
অপেক্ষিয়া থাকৈ প্ৰভু তোমাৰ কৃপাক॥
কায়বাক্যমনে নমৈ চৰণ তোমাৰ।
সি সি জনে মুকুতি পদৰ অধিকাৰ॥৭৪৭
মই কেন দুৰ্ব্বোধ দেখিয়ো ভগৱন্ত।
মায়াদিৰো ঈশ তুমি অনাদি অনন্ত॥
তোমাক পৰীক্ষো মই মায়াক প্ৰকটি।
অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙ্গটি॥৭৪৮
অন্ধ ভৈল চক্ষু হেলা কৰিলো তোমাক।
মই ভিন্ন ঈশ্বৰ মানিলো আপোনাক॥
অজ্ঞৰ ক্ষমিয়ো দোষ জগত নিবাস।
এহি কৃপা কৰা যেন বোলাওঁ তয়ু দাস॥৭৪৯
গৰ্ভত থাকন্তে উদৰত ঘালে পাৱে।
তাৰ অপৰাধক নধৰৈ যেন মাৱে॥
তোমাৰ কুক্ষিতে আমি আছো চৰাচৰ।
হেন জানি ক্ষমিয়োক দোষ দামোদৰ॥৭৫০
ইটো ব্ৰহ্মপদ প্ৰভু আমাক নলাগে।
কীট পটঙ্গত জন্ম হৌক কৰ্ম্মভাগে॥
তোমাৰ ভক্তৰ মাজে হুয়া এক জন।
সেৱা কৰি থাকো প্ৰভু তোমাৰ চৰণ॥৭৫১
কিনো ধন্য ধেনু গোপী ইটো গোকুলৰ।
যাৰ স্তনপানে তৃপ্ত ভৈল দামোদৰ॥
অশ্বমেধ আদি কৰি মহাযজ্ঞ যত।
তোমাক তুষিবে কেহো নুহিকৈ শকত॥৭৫২
কিনো ভাগ্য কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ।
তুমি পূৰ্ণব্ৰহ্ম হৰি মিত্ৰ ভৈলা যাৰ॥
কিনো পুণ্য কৰি গোকুলৰ বৃক্ষ তৃণে।
তোমাৰ চৰণ ৰেণু পাৱৈ প্ৰতিদিনে॥৭৫৩
দেখা সৰ্ব্বলোক কেনে অজ্ঞানী বৰ্ব্বৰ।
তুমি অন্তৰ্য্যামী তোমাকেসে বোলে পৰ॥

শৰীৰক মই বুলো বুদ্ধি ভৈল হত।
হিয়াত হৰাইলা তুমি খোজো বাহিৰত ॥৭৫৪
বৃন্দাবনে তৃণ হৈবো তেৱে মহাভাগ।
পাইবো ব্ৰজবাসীৰ চৰণ ৰেণু লাগ ॥
আজিয়ো বিচাৰৈ পদৰজ দেৱগণ।
হেন হৰি ভৈল ব্ৰজবাসীৰ জীৱন ॥৭৫৫
মাৰিবাক দিলা স্তন পুতনা পাপিষ্ঠী।
দিলাহা মুকুতি তাইকো পৰিল সুদৃষ্টি ॥
ব্ৰজবাসী তোহ্মাতে অৰ্পিল প্ৰাণ বিত্ত।
আক আবে কিবা দিবো খেদ কৰে চিত্ত ॥৭৫৬
তাৱে ৰাগ লোভ ক্ৰোধ পুৰুষৰ চোৰ।
তাৱে গৃহবাস বন্দীশাল মহাঘোৰ ॥
মোহচয় ভৱিৰ নিহল ভৈল তাৱে।
তোহ্মাক ভকতি নৰে নতু কৰৈ যাৱে ॥৭৫৭
তোহ্মাৰ আগত কিবা বোলো বহুবাক।
যিটো বোলে জানো প্ৰভু জানোক তোহ্মাক ॥
কায়বাক্যমনে মই কৰিলোহো সাৰ।
তথু মায়া বিভৱৰ নপাওঁ কিছু পাৰ ॥৭৫৮
জানিবাহা ভৈলো প্ৰভু তোহ্মাৰ কিঙ্কৰ।
তথু চৰণত সমৰ্পিলো কলেৱৰ ॥
সমস্তৰে বুদ্ধি সাক্ষী সবে তুমি জানা।
আজি ধৰি প্ৰভু মোক দাস বুলি মানা ॥৭৫৯
নমো কৃষ্ণ বৃষ্ণিকুল প্ৰকাশ নায়ক।
দেৱ দ্বিজ পৃথিবীৰ বৃদ্ধি প্ৰদায়ক ॥
দুষ্ট দৈত্য দানৱ ৰাক্ষস ক্ষয়ঙ্কাৰ।
তোহ্মাৰ চৰণে প্ৰভু প্ৰণাম আহ্মাৰ ॥৭৬০
কৰিল অনেক স্তুতি আৰো সৃষ্টিকৰে।
তাক নকহিলো পদ বাহুল্যক ডৰে ॥
এহি বুলি প্ৰজাপতি ভৈল মোহে হীন।
কৃষ্ণক কৰিল তিনিবাৰ প্ৰদক্ষিণ ॥৭৬১
প্ৰণাম কৰিল চৰণত পৰি পৰি।
মেলানি মাগিয়া নিজ স্থানে গৈলা লৰি ॥

ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
পাতক ছাৰোক ডাকি বোলা হৰি হৰি ॥৭৬২

শিশুলীলা সমাপ্ত

———

### কালিয় দমন

ঘোষা

গোপাল ৰাম কৃষ্ণ বনমালী।
মাৰিলা অসুৰ দমিলা কালী ॥৬৫॥

পদ

গোপশিশু সঙ্গে গৈল বজাই।
আগত গোধন বংশী বজাই ॥
চাৰন্তে ফুৰন্তে গৰু গোৰক্ষ।
পাইলা য়মুনাৰ তীৰৰ লক্ষ্য ॥৭৬৩
কালীৰ হ্ৰদক তাক নজানি।
তৃষাতে সবে পীলা বিষ-পানী ॥
দাৰুণ বিষৰ লাগিল জ্বাল।
মৰিল সবে বৎস বৎসপাল ॥৭৬৪
দেখিয়া কৃষ্ণ অসন্তোষ পাইলা।
অমৃত নয়নে চায়া জীয়াইলা ॥
কালীক দমিবে কৰি যতন।
কটিত বান্ধিলা পীতবসন ॥৭৬৫
উঠিলা উচ্চ কদম্বৰ গাছে।
হ্ৰদৰ মধ্যে জাম্প দিলা পাচে ॥
ঢউ উথলিল খলকি হ্ৰদ।
দশোদিশে গৈল তাৰ শবদ ॥৭৬৬
জলক্ৰীড়া কৰা বাহু আস্ফালি।
ক্ৰোধে খেদি আসি দেখিলা কালী ॥
তনু সুকুমাৰ জলদ শ্যাম।
প্ৰকাশে পীতবস্ত্ৰে অনুপাম ॥৭৬৭
কমললোচন মুখ প্ৰসন্ন।
মুকুতাৰ শাৰী সম দশন ॥

উন্নত নাসা মুখে মন্দ হাস।
কণ্ঠত কৌস্তুভে কৰৈ প্ৰকাশ ॥৭৬৮
হিয়াত জিলিমিলি কৰৈ কান্তি।
মধ্যত জ্বলৈ শ্ৰীবৎসৰ পান্তি ॥
আজানুলম্বিত বাহু দুখান।
চাৰু উৰু কৰ কটি সুঠান ॥৭৬৯
জঙ্ঘা দুইক দেখি মিলৈ সন্তোষ।
দুখানি পাৱ নৱ পদ্মকোষ ॥
আনন্দে জলক কৃৰা আস্ফালি।
মৰ্ম্মস্থলে আসি দংশিলা কালী ॥৭৭০
নজানি তোহ্মাৰ বল প্ৰভাৱ।
লাঙ্গে মেৰাইলেক সমস্তে গাৱ ॥
বিষ লাগি তুমি থাকিলা ঘুমি।
মনুষ্য চেষ্টাক দেখায় তুমি ॥৭৭১
দেখি শিশুসব মৰিল প্ৰায়।
ধেনুগণে আউৰ তৃণ নখায় ॥
কৃষ্ণক চাহিয়া থাকিল ৰহি।
চক্ষুৰ লোহ ধাৰে যায় বহি ॥৭৭২
আতি উতপাত দেখি গোকুলে।
গোপ-গোপীজাক সমস্তে বোলে ॥
জ্যেষ্ঠ বলভদ্ৰ লগে নগৈল।
কৃষ্ণৰ আজি দৈতে কিবা ভৈল ॥৭৭৩
নন্দ যশোদা বিয়াকুল মনে।
কৃষ্ণক চাহিবে পশিলা বনে ॥
লগতে চলৈ গোপ-গোপীজাক।
হা কৃষ্ণ বুলি ছাৰন্তে ডাক ॥৭৭৪
ধ্বজ বজ্ৰ যৱ অঙ্কুশ চাই।
কৃষ্ণৰ খোজ নিহালন্তে যায় ॥
পুত্ৰ পুত্ৰ বুলি যশোদা চান্ত।
কৃষ্ণৰ খোজত পৰন্তে যান্ত ॥৭৭৫
বেঢ়িয়া গোপ-গোপী নেয় ধৰি।
দেখিল গাচে পৰি আছা হৰি ॥
জলৰ মধ্যে মৃতকৰ বেশ।
নকৰন্ত আৰ চক্ষু নিমেষ ॥৭৭৬
দেখি গোপ-গোপী সম্যক মৰিল।
প্ৰাণ অন্তৰীক্ষ ধাতু উৰিল ॥
কৃষ্ণ কৃষ্ণ বুলি দিলেক গেৰি।
কান্দে যমুনাৰ তীৰক বেঢ়ি ॥৭৭৭
যশোদা সুন্দৰী নন্দ গোৱালে।
পাৰন্ত লোটাৰি পৰি নিঢালে ॥
কি ভৈল পুত্ৰ বুলি উকি দিয়া।
দুহাতে জৱালে ঢাকুৰে হিয়া ॥৭৭৮
কৃষ্ণৰ সুন্দৰ বদন চাই।
যশোদা কান্দন্ত গুণ বৰ্ণাই ॥
গোধুলি কোনে যাইবে বংশী বাই।
কোনে মোক গৈয়া বুলিবে আই ॥৭৭৯
ধূলা জাৰি কাক কৰাইবো স্নান।
কোনে কৰিবেক গোৰস পান ॥
কাক বিছাই দিবো শীতল তুলী।
ডাকিবো কাক জাগ কৃষ্ণ বুলি ॥৭৮০
সুন্দৰ বদনে বজায়া বেণু।
প্ৰভাতে কোনে চাৰিবেক ধেনু ॥
কি ভৈল আজি মোৰ কৃষ্ণ বাপ।
মৰিয়ো নেৰাইবো তোৰ সন্তাপ ॥৭৮১
এহি বুলি কান্দে কৃষ্ণক চাই।
যশোদা নন্দে জাম্প দিবে যায় ॥
দেখি বলভদ্ৰে বাধিলে হাসি।
এখনে আসিব কালীক নাশি ॥৭৮২
কৃষ্ণক লাগিয়া এবা ক্ৰন্দন।
হেন শুনি সবে জুৰাইল মন ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥৭৮৩

---

ঘোষা

**প্ৰণামো ৰাম দেৱ দয়াশীল।**
**আৰেসে কৃষ্ণৰ কৃপা মিলিল ॥৬৬॥**

পদ

ভকতৰ দুখ দেখি গোপাল।
আস্ফোট কৰি দিলা উকফাল ॥
সৰ্পৰ বন্ধ এৰাই জগন্নাথে।
ভেৰে চৰিলন্ত কালীৰ মাথে ॥৭৮৪
শতেক শিৰত নাচন্ত হৰি।
বাৰৈ বিদ্যাধৰে মৃদঙ্গ ধৰি ॥
গন্ধৰ্ব্বে গীত গায়া বাৰৈ তাল।
পৰম আনন্দে নাচা গোপাল ॥৭৮৫
জগত আধাৰ তোহ্মাৰ ভিৰে।
নাকে মুখে সিটো ছাদে ৰুধিৰে ॥
স্বামী মৰে দেখি নাগিনীলোকে।
শিশু আগ কৰি আসিলা শোকে ॥৭৮৬
পৰিল ভূমিতে কৃষ্ণৰ আগে।
কৰিয়া স্তুতি স্বামীদান মাগে ॥
কৰিলা দোষ স্বামী ইটো চণ্ড।
বিহিলা ইয়াৰ উচিত দণ্ড ॥৭৮৭
দুৰ্জ্জন জনৰ চিন্তিবা মাৰ।
সেহিসে কাৰ্য্যে তযু অৱতাৰ ॥
পাতকী সৰ্পজাতি দুৰাশয়।
তোহ্মাৰ দণ্ডে পাপ ভৈলা ক্ষয় ॥৭৮৮
কৰিলা দয়া দয়াশীল হৰি।
তোহ্মাৰ ক্ৰোধবৰে এবে সৰি ॥
পূৰ্ব্বত কিনো তপ আছে কৰি।
যাহাত তুমি তুষ্ট ভৈলা হৰি ॥৭৮৯
সিহেতু হেন ভৈল ভাগ্যোদয়।
তোহ্মাৰ পাইলে পদধূলাচয় ॥
যাহাক লক্ষ্মীদেৱী বাঞ্ছা কৰি।
আচৰিলা তপ ব্ৰতক ধৰি ॥৭৯০
যিটো পদৰজ ভকতে পাই।
এৰি সাৰ্ব্বভৌম পদতো দাই ॥
স্বৰ্গ ব্ৰহ্মপদ নকৰৈ বাঞ্ছা।
নকৰন্ত যোগ সিদ্ধিকো ইচ্ছা ॥৭৯১
মোক্ষতো অভিলাষ নাহি হৰি।
তোহ্মাৰ চৰণ ৰেণুক এৰি ॥
পৰম ক্ৰোধী হুয়া ক্ৰুৰমতি।
হেন পদধূলা পাইলেক পতি ॥৭৯২
নপান্ত ব্ৰহ্মা আদি দেৱে যাক।
হেন জানি নাথ ৰাখা ইহাক ॥
চৰণে প্ৰণামো হুয়ো সন্তোষ।
বাৰেক আৰ মৰষিয়ো দোষ ॥৭৯৩
কৰিয়ো দায়া প্ৰভু এৰৈ প্ৰাণ।
অনাথ স্ত্ৰীক দিয়ো স্বামী দান ॥
কৰিল অনেক স্তুতি ভকতি।
শুনি তুষ্ট ভৈল জগতপতি ॥৭৯৪
প্ৰাণে নমাৰিলা তাতেসে থাকি।
কালীক খেদাইলা হ্ৰদৰ ডাকি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
হৰি হৰি বোলা সমস্ত জনে ॥৭৯৫

---

ঘোষা

**ৰাম গোবিন্দ মুকুন্দ মুৰাৰি ॥৬৭॥**

পদ

ভৈল হ্ৰদ সিটো নিৰ্ম্মল জল।
দেখিয়া সবে ভৈল কৌতুহল ॥
সপুত্ৰ বান্ধৱে খেদায়া কালী।
তীৰক পাচে গৈলা বনমালী ॥৭৯৬

দেখিয়া যশোদা ধৰিলা গলে।
পুত্ৰ পুত্ৰ বুলি নেত্ৰৰ জলে॥
তিয়াইলা কৃষ্ণৰ সবে শৰীৰ।
নন্দো ধৰি আসি ঘ্ৰাণিল শিৰ॥৭৯৭
কৃষ্ণক আলিঙ্গি আনন্দ পাইল।
নাছিল প্ৰাণ দুনাই যেন আইল॥
বেঢ়ি গোপ গোপী চাৰৈ নিৰেক্ষি।
জুৰাইল শৰীৰ কৃষ্ণক দেখি॥৭৯৮
ভাই বুলি বলো সাবটি আসি।
প্ৰভাৱ জানিয়া তুলিলা হাসি॥
এহিমতে সবে এৰায়া শোক।
ৰজনী ভৈল জানি সবে লোক॥৭৯৯
যমুনা তীৰত বঞ্চিলা ৰাতি।
ক্ষুধায়ে তৃষায়ে পীড়িলে আতি॥
ঘুমুটি গৈল হাৰাশাস্তি হুই।
বেঢ়িয়া বনত লাগিল জুই॥৮০০
অগনিৰ তাপে পাইলেক গাক।
জানিল সবে গোপ গোপীজাক॥
বহ্নিক দেখি ভৈল সবে ত্ৰাস।
ত্ৰাহি কৃষ্ণ বুলি পাৰৈ আটাস॥৮০১
বহ্নিত সবে পুৰি মৰো আমি।
প্ৰাণ দান দিয়া জগতস্বামী॥
তুমি বিনা আন নাই বান্ধৱ।
ভকত জনক ৰাখা মাধৱ॥৮০২
এহি বুলি সবে কৰে কল্লোল।
বান্ধৱৰ দুখ দেখি গোপাল॥
ভয় নাই বুলি আপোন মুখে।
পিলা বনাগ্নিক পৰম সুখে॥৮০৩
এৰাইলা সমস্তে দুৰ্ঘোৰ ভয়।
অনন্তৰে ভৈল সূৰ্য্য উদয়॥
কৃষ্ণৰ কৰ্ম্ম আতি আচৰিত।
বিস্ময় দেখি সমস্তৰে চিত॥৮০৪
নোহন্ত মানুষ নন্দতনয়।
পৰম পুৰুষ জানি নিশ্চয়॥
পাচে গোপ গোপী কৃষ্ণক বেঢ়ি।
গোষ্ঠক লৰিল কৰন্তে খেড়ি॥৮০৫
কৃষ্ণগীত গান্ত বজায়া বেণু।
কৰিলেক আগ যতেক ধেনু॥
গোপীসবে কৃষ্ণ-চৰিত্ৰ গাইল।
পৰম আনন্দে ব্ৰজক পাইল॥৮০৬
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে গায়।
কেতিক্ষণে পৰে ক্ষণিক কায়॥
জানিয়া কৃষ্ণৰ চৰণে ধৰি।
সমস্ত সমাজে ঘুষিয়ো হৰি॥৮০৭

কালিয় দমন সমাপ্ত।

---

## ৰাস-ক্ৰীড়া

ঘোষা

**বোলা হৰি হৰি ৰাম মুকুন্দ মুৰাৰি।**
**বিনা হৰিনামে ভৱ তৰিতে নপাৰি॥৬৮॥**

পদ

শুকমুনি বদতি শুনিয়ো পৰীক্ষিত।
কহো ৰাস-ক্ৰীড়া কথা কৃষ্ণৰ চৰিত॥
শৰত কালৰ ৰাত্ৰি আতি বিতোপন।
ৰাস-ক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন॥৮০৮
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব্ব দিশ হন্তে।
কামাতুৰ স্ত্ৰীৰ যেন সন্তাপ মাৰ্জ্জন্তে॥
অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী মুখপদ্ম সৰি॥৮০৯
বনকো দেখিল চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত।
সু-স্বৰ মধুৰ কৰি হৰি গাইলা গীত॥

শুনি কাম উত্ৰাৱল হুয়া গোপীগণে।
দিলেক লৰৰ গীত ধ্বনি নিৰীক্ষণে ॥৮১০
কৰ্ণত কুণ্ডল দোলে বেগত হাণ্টিতে।
চিত্তত ধৰিলা কৃষ্ণ ছলে অলক্ষিতে ॥
কতো গোপী যায় গাই দোহনক এৰি।
আথাতে থাকিল দুগ্ধ চৰু সৈতে পৰি ॥৮১১
পিয়ন্তে আছিল শিশু তাহাকো নগণি।
পতি শুশ্রূষাকো এৰি যায় কতো জনী ॥
কতো গোপী আছিল স্বামীক পৰিশন্তে।
আধা ভুঞ্জা হুয়া কতো যায় লৰৰন্তে ॥৮১২
কৃষ্ণৰ শ্ৰৱণে যেন হৰিদাসগণে।
এৰৈ কাম্য কৰ্ম্ম সবে তদগত মনে ॥
কৃষ্ণে হৰিলন্ত চিত্ত হৰাইল চেতন।
পিন্ধয় পাৰত নিয়া বস্ত্ৰৰ কঙ্কণ ॥৮১৩
হাতত নুপুৰ আৰৈ কঙ্কালত হাৰ।
কৰি বিপৰ্য্যয় পিন্ধে বস্ত্ৰ অলঙ্কাৰ ॥
তথাপি কৃষ্ণক পাইল গোপিকাসকল।
ভকতৰ কৰ্ম্ম যেন নভৈল বিফল ॥৮১৪
নিবাৰয় পতি পুত্ৰ ভ্ৰাতৃ আগ ভেণ্টে।
গোবিন্দে হৰিল চিত্ত তথাপি নোলটে ॥
বিমোহিত হুয়া সবে লৰড়ে গোপিনী।
হৰি ভকতক যেন নলজ্যে বিঘিনি ॥৮১৫
যাইবে নপাই গৃহমধ্যে কতো গোপীগণ।
মনে ধৰি কৃষ্ণক কৰিল আলিঙ্গন ॥
অনেক জন্মৰ কৰ্ম্মবন্ধ কৰি ক্ষীণ।
এৰি তনু তেখনে কৃষ্ণতে গৈল লীন ॥৮১৬
পুছে পৰীক্ষিতে শুনি মিলিল সংশয়।
জাৰবুদ্ধি মাধৱক সেৱৈ গোপাচয় ॥
তথাপি মোক্ষক পাইলা কিনো বিপৰ্য্যয়।
বোলা হৰি হৰি হোক পাপৰ প্ৰলয় ॥৮১৭

---

ঘোষা

**ভয়হাৰী হৰি তাৰহু মুকুন্দ মুৰাৰি।**
**জনম মৰণ দুখ সহিতে নপাৰি ॥৬৯ ॥**

পদ

শুক নিগদতি ৰাজা শুনা মহাশয়।
গোপিকাৰ মোক্ষ দেখি নুহিবা বিস্ময় ॥
দ্বেষ কৰি শিশুপালে লভিল মুকুতি।
বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি ॥৮১৮
বিষ বুলি অমৃতক পিলে যিটো নৰ।
নুহিবেক হেন জানা অজৰ অমৰ ॥
যেন তেন মতে মাত্ৰ স্মৰোক সতত।
এতেকে মুকুতি পাৰে কহিলো বেকত ॥৮১৯
ব্ৰহ্মাদিৰো ঈশ কৃষ্ণ প্ৰভু ভগৱন্ত।
যাত হন্তে পাৰে মোক্ষ স্থাৱৰ পৰ্য্যন্ত ॥
নিৰপাৰ হৰিৰ ভকতি নুহি বৃথা।
গোপী গোপালৰ আৰে শুনা পাছকথা ॥৮২০
যেৱে সবে সমীপ পাইলেক গোপনাৰী।
তাসম্বাক বাক্যে মোহি বুলিলা মুৰাৰি ॥
কুশলে কি আইলা কয়ো ব্ৰজৰ কল্যাণ।
প্ৰিয় কৰ্ম্ম কৰো কিবা কহিয়ো নিদান ॥৮২১
দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি।
ঐত নাথাকিবা তোৰাসব স্ত্ৰীমতি ॥
তোমাসাক নেদেখিয়া পিতৃ-ভ্ৰাতৃচয়।
তাসম্বাৰ মনে মহা মিলিব সংশয় ॥৮২২
দেখিলাহা ইটো বিকশিত বৃন্দাবন।
শশাঙ্কে ধৱল নৱ পল্লৱে শোভন ॥
উলটি ব্ৰজক যাহা কান্দে শিশুগণ।
তাসম্বাক প্ৰতিপালি পিয়ায়োক স্তন ॥৮২৩
উপপতি সমে ক্ৰীড়া গৰিহিত কৰ্ম্ম।
স্বামীৰ শুশ্ৰূষা কুলস্ত্ৰীৰ মহাধৰ্ম্ম ॥

যদিবা আহ্মাক স্নেহে আইলা গোপীগণ।
মোক আৰে দেখিলা সিজিল প্ৰয়োজন ॥৮২৪
বিদূৰতে থাকি কৰৈ শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱে মন ॥
দেখন্তে শুনন্তে সদা হেলা হোৱে মতি।
জানিয়া গৃহতে থাকি কৰিয়ো ভকতি ॥৮২৫
কৃষ্ণৰ অপ্ৰিয় বাণী শুনি গোপীগণ।
পাইলেক দুৰন্ত চিন্তা বিমৰ্ষ বদন ॥
ওলমাইল মুখ আতি পায়া দুখ বৰ।
সঘনে নিশ্বাস কাঢ়ে শুখাইলা অধৰ ॥৮২৬
কুচৰ কুঙ্কুম মানে লোতকে তিতিল।
থাকিল নিচুকি মুখে বচন হৰিল ॥
চৰণে ভূমিক লেখে দেখে তমোময়।
বোলা হৰি হৰি হৌক পাপৰ প্ৰলয় ॥৮২৭

---

ঘোষা

গোপাল কৃষ্ণ কৰন্তু ত্ৰাণ।
তোহ্মাক নেদেখি নসহে প্ৰাণ ॥৭০॥

পদ

শোকক স্তম্ভায়া গোপীসকলে।
মলচিল মুখ আখি আঞ্চলে ॥
গদ গদ মাত মুখে নোলাই।
বুলিবে লাগিল কৃষ্ণক চাই ॥৮২৮
ভকতবৎসল তোহ্মাক জানি।
কেনে বোলা হেনা ঘাতুক বাণী ॥
সমস্ত বিষয় এৰিয়া স্বামী।
ভজিলো তোহ্মাৰ চৰণে আমি ॥৮২৯
ভজিয়ো আহ্মাক মিলোক ভাগ।
নকৰা নাথ ভকতক ত্যাগ ॥
কহিলা যিটো কুলস্ত্ৰীৰ কৰ্ম্ম।
তোহ্মাতে থাকোক সিসব ধৰ্ম্ম ॥৮৩০
জগতৰে বন্ধু আত্মা তুমি।
সমস্ত ধৰ্ম্মৰ আপুনি ভূমি ॥
তুমি আত্মা হেন জানি সম্প্ৰতি।
তোমাতেসে কৰে ভকতে ৰতি ॥৮৩১
নলাগে পতি পুত্ৰ দুখ হেতু।
হুয়োক প্ৰসন্ন গৰুড়কেতু ॥
কৰিছো আশা যিটো চিৰকাল।
নকৰিয়ো তাক ভঙ্গ গোপাল ॥৮৩২
হৰিলা চিত্ত নথাকয় ঘৰে।
হস্ত দুই গৃহকৃত্য নকৰে ॥
তোহ্মাক এৰিয়া নচলে ভৰি।
ব্ৰজক গৈয়া কি কৰিবো হৰি ॥৮৩৩
জ্বলে কামানল তোহ্মাৰ গীতে।
নুমায়োক তাক অধৰামৃতে ॥
নুহি বিৰহতে দহিয়া তনু।
লভিবো তোহ্মাৰ সমীপ পুনু ॥৮৩৪
হুয়োক প্ৰসন্ন জগন্নিবাস।
সবে ত্যজি কৈলো তোহ্মাতে আশ ॥
নয়াৰা পুৰিয়া ঈষত হাসি।
পুৰুষ ভূষণ কৰিয়ো দাসী ॥৮৩৫
অলকা আবৃত তোহ্মাৰ মুখ।
অধৰ সুধাক দেখন্তে সুখ ॥
ভ্ৰূযুগ তযু ঈষত হাসি।
দেখি তাক প্ৰভু ভৈলোহো দাসী ॥৮৩৬
তোহ্মাৰ শুনিয়া অমৃত গীত।
নুহিবে মোহ কোন স্ত্ৰীৰ চিত্ত ॥
আছোক আন বৃক্ষ পশু-পক্ষী।
প্ৰেমে পুলকিত তোহ্মাক দেখি ॥৮৩৭
দেৱৰ ৰক্ষক যেন মুৰাৰি।
ব্ৰজৰো তুমি দুখ অপহাৰী ॥
জানিয়া জুৰায়ো আহ্মাৰ প্ৰাণ।
শিৰত হস্তপদ দিয়া দান ॥৮৩৮

কামে বশ্য হুয়া গোপী যতেক।
বুলিলা বিহ্বল বাক্য অনেক॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥৮৩৯

———

ঘোষা

**গোবিন্দ দেৱ বিনে নাহি কেৱ।**
**গোবিন্দ দেৱ॥৭১॥**

পদ

গোপাৰ শুনিয়া আকুল বাণী।
ভৈলন্ত সদয় শাৰঙ্গপাণি॥
হাসিয়া বোলন্ত এৰিয়ো তাপ।
গোপীক ক্ৰীড়িলা জগত বাপ॥৮৪০
কৃষ্ণৰ সদয় দৃষ্টিক দেখি।
প্ৰফুল্লমুখী ভৈল সবে সখী॥
দৰশাই লীলা ভাৱ ভ্ৰূভঙ্গে।
কৃষ্ণৰ চৌপাশে বেঢ়িয়া ৰঙ্গে॥৮৪১
গোপীৰ মধ্যে শোভৈ দামোদৰ।
তাৰাৰ মধ্যে যেন শশধৰ॥
গলত অম্লান পঙ্কজ মালা।
বেঢ়িয়া গুণ গাৱে গোপবালা॥৮৪২
আপুনি গাৱন্ত গীত মোহন।
ফুৰন্ত ৰঞ্জি দিব্য বৃন্দাবন॥
যমুনা বালি দেখি সুকোমল।
পদ্মগন্ধী বাত আতি শীতল॥৮৪৩
গোপাগণ লইয়া নামিলা তাত।
কৰিলা ক্ৰীড়া কৃষ্ণে অসংখ্যাত॥
বাহু মেলি কাকো আলিঙ্গি ধৰি।
কাৰো স্তন নখে পৰশৈ হৰি॥৮৪৪
মুখ চায়া কাৰো তোলন্ত হাস।
মাতন্ত কাকো কৰি পৰিহাস॥
লন্ত বস্ত্ৰ কাঢ়ি বঢ়ায়া ৰঙ্গ।
বেকত কৰন্ত গুপুত অঙ্গ॥৮৪৫
ধৰিয়া কাৰো কণ্ঠে বাহু মেলি।
কৰিলা অনেক অনঙ্গ কেলি॥
আনন্দে গোপীৰ বঢ়ায়া কাম।
ৰমিলা গোপীনাথ অবিশ্ৰাম॥৮৪৬
কৃষ্ণত হন্তে মহামান পায়া।
বুলিল গৰ্ব্বে সবে গোপজায়া॥
আমাৰ সম সুভাগিনী নাই।
ভৈলন্ত অধীন যাদৱৰায়॥৮৪৭
গোপীৰ মহা অহম্মম ভাৱ।
দেখি নসহিল কৃষ্ণৰ গাৱ॥
তাসম্বাৰ দৰ্প হৰিবে মনে।
ভৈলা অন্তৰ্দ্ধান তৈতে তেক্ষণে॥৮৪৮
কৃষ্ণক নপাই পাচে গোপীচয়।
মিলিল সন্তাপ ভৈলন্ত ভয়॥
যেন যূথপক নেদেখি বনে।
কান্দে আৰ্ত্তৰাৱে হস্তিনীগণে॥৮৪৯
কৃষ্ণক সদয় কটাক্ষ হাসে।
মোহন আলাপ গতি বিলাসে॥
হৰিল চিত্ত পাসৰিল মৰ্ম্ম।
কৰিবে লাগিলা কৃষ্ণৰ কৰ্ম্ম॥৮৫০
কৃষ্ণৰ স্থানে কৰৈ লীলা গতি।
সদয় হাস্যে চাৱৈ কাকো প্ৰতি॥
মইসে কৃষ্ণ জান গোপীগণ।
অন্যো অন্যে গোপী বোলৈ বচন॥৮৫১
একত্ৰ হুয়া মহা প্ৰেমভাৱে।
গোবিন্দ গুণ আৰ্ত্তৰাৱে গাৱে॥
বিচাৰি ফুৰৈ সিটো বৃন্দাবনে।
কৃষ্ণ কৃষ্ণ বুলি উন্মত্ত মনে॥৮৫২

যিটো হৰি আছা জগত ব্যাপি।
বৃক্ষত তাঙ্ক সোধে পাশ চাপি॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥৮৫৩

---

ঘোষা
কৈত পাইবো প্ৰাণ গোপাল আমি।
হাৰাইলো অৰুণ লোচন স্বামী॥৭২
পদ

উচ্চ বৃক্ষ দেখি সোধে সাদৰি।
শুনিও অশ্বত্থ বট পাকড়ি॥
যাহন্তে দেখিলা নন্দকুমাৰ।
নেন্ত চুৰি কৰি চিত্ত আমাৰ॥৮৫৪
হে কুৰুবক অশোক চম্পা।
কহিয়া কথা কৰ অনুকম্পা॥
মানিনাৰ দৰ্প কৰিয়া চুৰ।
জানাহা কৃষ্ণ যান্ত কতো দূৰ॥৮৫৫
ওবা তুলসী সন্নিধান দিয়া।
তুমি গোবিন্দৰ চৰণ প্ৰিয়া॥
যাহন্তে দেখিলা নন্দকুমাৰ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ॥৮৫৬
হে যাতি যূতি সখি মালতী।
কৃষ্ণ পৰশে কি লভিলা গতি॥
সমস্তে গোপীৰ জীৱন ধন।
দেখিলা যাহন্তে নন্দ নন্দন॥৮৫৭
হে আম জাম বেল বকুল।
নাহি উপকাৰী তোম্বাৰ তুল॥
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ।
কোৰা কৈক গৈল প্ৰাণ আমাৰ॥৮৫৮
কিনো তপ ওবা কৰিলা তুমি।
কৃষ্ণৰ চৰণ পৰশে ভূমি॥
মিলি আছে আতি আনন্দ ভাৱ।
দেখো ৰোমাঞ্চিত তোম্বাৰ গাৱ॥৮৫৯
পূৰ্ব্বতো ৰৰাহে আছে আলিঙ্গি।
তুমি সৰ্ব্বকালে কৃষ্ণৰ সঙ্গী॥
দেখিছো কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আম্মাক্ত হুয়া সদয়॥৮৬০
মৃগ পত্নী সখি দেখিলা হৰি।
তোম্বাৰ নেত্ৰৰ আনন্দকাৰী॥
যান্ত প্ৰিয়া সমে গতি বিলাসে।
হেৰা কুন্দ গন্ধ কুঙ্কুম বাসে॥৮৬১
কতো গোপী বোলে শুনিও বাণী।
লতাত কৃষ্ণৰ পুছা কাহিনী॥
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখো পুলকিত সমস্তে কায়॥৮৬২
বোলে বাক্য সমে উন্মত্ত ভাৱে।
কৃষ্ণক বনত বিচাৰি চাৱে॥
কৃষ্ণগুণ গান্তে প্ৰেম উপজে।
কৃষ্ণতে মন সমুদায় মজে॥৮৬৩
সমস্তে বিহ্বল হুয়া গোপিনী।
কৰৈ কৃষ্ণ লীলা কতো আপুনি॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥৮৬৪

---

ঘোষা
বন্দো মন্দৰধাৰী।
গতি মতি মোৰ মুৰাৰী॥৭৩
পদ

পুতনাৰ বেশে কতোজনী দেয় স্তন।
কতো শিশু কৃষ্ণ হুয়া শোষয় জীৱন॥
কতো গোপী থাকৈ যেন শকট আকাৰে।
কৃষ্ণ হুয়া ওভতায়ে চৰণ প্ৰহাৰে॥৮৬৫

কতো গোপী বসৈ কৃষ্ণ শিশু ৰূপ ধৰি।
তৃণাবৰ্ত্ত হুয়া কতো গোপী নেই হৰি॥
কৃষ্ণ হুয়া কেহোজনী ফুৰৈ আণ্ঠু কাঢ়ি।
কঙ্কালত ঘুঘুৰা ঘাঘৰ কৰৈ শৰী॥৮৬৬
কতো কতো হুই ৰাম কৃষ্ণ দুই ভাই।
কতো বৎস হুই তাকে ফুৰন্ত চৰাই॥
কতো গোপী বক যেন চুপি থাকৈ ভিৰি।
কৃষ্ণ হুয়া কতোজনা তাক মাৰৈ ছিৰি॥৮৬৭
কতোজনী কৃষ্ণ হুয়া যাবৈ বংশী তুলি।
বেঢ়িয়া প্ৰশংসে কতো ধন্য ধন্য বুলি॥
বংশীৰ নিস্বানে গাইক ডাকৈ নাম ধৰি।
কতো গোপাগণ আসৈ হাম্বাৰাব কৰি॥৮৬৮
কতোজনী বাহু থৈয়া গোপীকাৰ গলে।
কৃষ্ণময় হুয়া কতো আনন্দতে চলে॥
জান গোপীগণ মই কৃষ্ণ যদুপতি।
দেখ দেখ ইটো মোৰ কেনে লীলাগতি॥৮৬৯
নকৰিবা ভয় বুলি কতো গোপী মাতে।
মই কৃষ্ণ আছো কি কৰিব বৃষ্টি বাতে॥
গাৰৰ অঞ্চল তুলি থাকৈ একে কৰে।
ধৰিলো মন্দৰ হেৰা চাপ নিৰন্তৰে॥৭৭০
কেহো বোলৈ কালী দমো মই যদুনাথ।
ভৰি দিয়া উঠে কতো গোপাকাৰ মাথে॥
সম্বৰে অসুৰ ঐৰ সৰ্প দুৰাচাৰ।
দুষ্টক দণ্ডিবে লাগি মোৰ অৱতাৰ॥৮৭১
কেহোজনী বোলে অৰে দেখ গোপীচয়।
বন জুই বেঢ়িলেক মিলিল সংশয়॥
চক্ষু মুদি থাকা সবে সাধিবো কল্যাণ।
মই কৃষ্ণে এতিক্ষণে নিবো নিজস্থান॥৮৭২
কেহো বোলে দেখ দেখ দধিৰ বিলাই।
ভাণ্ড ভঙ্গা কৃষ্ণক ধৰিলো খেদি পাই॥
আৰ যেন নখাস লৱনু চুৰি কৰি।
উড়ু খলে বান্ধে কেহো গোপীকাক ধৰি॥৮৭৩

এহি মতে কৃষ্ণ চেষ্টা কৰৈ গোপীগণে।
কৃষ্ণক খোজন্তে ফুৰৈ পশি বৃন্দাবনে॥
দেখিল কৃষ্ণৰ খোজচয় পৃথিবীত।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত॥৮৭৪
পাছে সবে গোপীকা পঞ্জাল নেই গুৰি।
দেখৈ স্ত্ৰীৰ খোজ কৃষ্ণ খোজে আছে পৰি॥
দেখি দুঃখে অধিকে আকুল ভৈল মন।
বোলা হৰি হৰি আছে যাৰত চেতন॥৮৭৫

---

ঘোষা

**আৰ নেদেখিবো ৰে জীৱেৰ জীৱন বনমালী।**
**কোথা গৈল গোপাল হৃদয়ে অগ্নি জ্বালি॥৭৪**

**পদ**

দেখ সখি খোজে কোন জনী যায় সঙ্গে।
কৃষ্ণৰ কান্ধত হাত দিয়া লীলা ৰঙ্গে॥
নিশ্চয়ে জানিলো আৰাধিলে দেৱ হৰি।
তাইক লগে নেন্ত আমি সমস্তকে এৰি॥৮৭৬
দেখা সখিসব ধন্য কৃষ্ণ পদ ধুলি।
ব্ৰহ্মা হৰে শিৰে ধৰৈ শুদ্ধ হওঁ বুলি॥
আসা আমি কৰো এহি ধুলা অভিষেক।
দেখিবো পৱিত্ৰ হুয়া কৃষ্ণক প্ৰত্যেক॥৮৭৭
আউৰজনী বোলৈ কিবা কহ গোপাগণ।
তাইৰ খোজ দেখিয়া আকুল কৰৈ মন॥
কৃষ্ণৰ অধৰামৃত সৰ্ব্বস্ব সবাৰে।
চুৰি কৰি নিয়া তাই ভুঞ্জে একেশ্বৰে॥৮৭৮
আবে এত তাইৰ খোজ নাকলিয়া ভালে।
তৃণে বিন্ধিলেক সুকোমল ভৰি তলে॥
প্ৰাণতো অধিক প্ৰিয়া দুঃখ পাৱৈ বুলি।
কোলাত লৈ যান্ত হুইবে আলগাই তুলি॥৮৭৯

গোপীক বহুস্ত কিনো কামাতুৰ হৰি।
দেখা দেখা ঐত পোত গৈয়া আছে ভৰি॥
ঐত নমাই থৈলন্ত প্ৰিয়াক মহাশয়।
দেখা তাইৰ অৰ্থে আনিলন্ত পুষ্পচয় ॥৮৮০
পাৰিলা গড়ুৱা চৰাই ফুল ভৰি কান্দি।
অৰ্দ্ধেক ভৰিৰ খোজ হেৰা আছে বান্ধি॥
হেৰা দেখা তাইক ঐত উকত বৈসাই।
বান্ধিলন্ত খোপা কামাতুৰ যদুৰায় ॥৮৮১
আৰিল খোপাত তাইৰ ফুল চতুৰ্ভিতি।
দেখা আছিলন্ত বসি গোপীকা সহিতি॥
শুক নিগদতি ৰাজা শুনিয়ো শ্ৰৱণে।
পূৰ্ণ কাম হৰি ক্ৰীড়িলন্ত যি কাৰণে ॥৮৮২
দেখাইলন্ত দুঃখ কামাতুৰ পুৰুষৰ।
স্ত্ৰীৰো দুৰ্জ্জন ভাৰ শুনা আতপৰ॥
চলি যায় যিটো গোপী কৃষ্ণৰ লগত।
মহা গৰ্ব্ব ভাৰ তাইৰ বাঢ়িল মনত ॥৮৮৩
কৃষ্ণক আশায়ে আইলো যত গোপীঝাক।
সবাকো এৰিয়া কৃষ্ণে ভজিলা আম্মাক॥
সমস্তে নাৰীত শ্ৰেষ্ঠ আপোনাক মানি।
মহা দৰ্পে কৃষ্ণক বুলিল হেন বাণী ॥৮৮৪
চলিতে নপাৰো আউৰ মই এক ভৰি।
যৈকে মন নিয়া আবে যেন লাগে কৰি॥
শুনি হেন হৰিয়ো বুলিলা তাইক হাসি।
যাইবে যেবে নোৱাৰা কান্ধত উঠা আসি ॥৮৮৫
শুনি উঠিবাক তাই গৈলা কাছি পাৰি।
দেখি অন্তৰ্দ্ধান ভৈলা আগতে মুৰাৰি॥
কান্দে আৰ্ত্তস্বাৰে গোপী কৃষ্ণক নেদেখি।
হা নাথ! কৈক গৈলা আম্মাক উপেক্ষি ॥৮৮৬
তোমাবেসে দাসী মই জানা নাৰায়ণ।
অনাথৰ নাথ মোক দিয়া দৰিশন॥
গোপীগণে গোবিন্দৰ খোজ নেয় গুৰি।
সখীগণে দেখে স্ত্ৰী কান্দে দুঃখে পৰি ॥৮৮৭
সমস্তে সখীত তাই কহিল বৃত্তান্ত।
যেনমতে তাইক এৰিলন্ত কৃষ্ণকান্ত॥
শুনিয়া বিস্ময় আতি ভৈল যত সখী।
নিবৰ্ত্তিল সবে ঘোৰ অন্ধকাৰ দেখি ॥৮৮৮
কৃষ্ণতে অৰ্পিল মন কৃষ্ণৰে আলাপ।
কৃষ্ণগুণ গায়া কৰে কৃষ্ণৰে বিলাপ॥
পতি পুত্ৰ গৃহ শৰীৰকো সুমৰৈ।
কৃষ্ণময় হুয়া কৃষ্ণ চেষ্টা মাত্ৰ কৰে ॥৮৮৯
কৃষ্ণপদ পঙ্কজে নিবিড় কৰি চিত্ত।
দুনাই যমুনাৰ সবে নামিলা বালিত॥
কৃষ্ণক প্ৰাৰ্থয় গোপী এক ঠাই হুই।
বোলা হৰি লাগোক পাপৰ মুণ্ডে জুই ॥৮৯০

---

ঘোষা

মোহন দেহু দৰিশন গোপাল প্ৰাণ
পেখো মুখ কমল।
সংসাৰ তাৰণ তেৰি চৰণ
নভজি জন্ম বিফল ॥৭৫

পদ

কৃষ্ণতে নৈৰাশা হুয়া গোপীচয়
বালিত নামি দুনাই।
কৃষ্ণ দৰশন মনে গীত গাৱৈ
কৃষ্ণৰ গুণ বৰ্ণাই॥
তোম্মাৰ জনম নিমিত্তে অধিক
গোকুল বাঢ়ে সম্পূৰ্ণে।
লক্ষ্মীয়ো সাক্ষাতে ব্ৰজত বৰুন্ত
সুখে আছে সৰ্ব্বজনে ॥৮৯১
তোম্মাতেসে প্ৰাণ হুস্পি গোপীচয়
চাই ফুৰো দশোদিশ।
গুচোক নিকাৰ প্ৰাণ ৰক্ষাত
দেখা দিয়া জগদীশ॥

শৰত কালৰ বিকাশ পদ্মৰ
উদৰ শ্ৰীক নিন্দে।
হেনয় নেত্ৰৰ কটাক্ষে আহ্মাক
মাৰিছা তুমি গোবিন্দে ॥৮৯২
নিকিনিলা দাসী ভজিলোহো আসি
গীততে হুয়া দগধ।
কটাক্ষ মাৰিলে বধ কি নলাগে
অস্ত্ৰে কাটিলেসে বধ ॥
বিষময় জল অঘ পুতনাত
ৰাখিলা বৃষ্টিৰ হস্তে।
চক্ৰবাত বন বহ্নি আনো ভয়ে
তাৰিলা তুমি অনন্তে ॥৮৯৩
আবে কেনে মন মথৰ হাতত
আহ্মাক মৰোৱা স্বামী।
তোহ্মাৰ চৰণ যেন দেখা পাওঁ
পুনৰপি জীওঁ আমি ॥
নুহিকা যশোদা নন্দন গোবিন্দ
নিশ্চয়ে বুলিলো বাক।
তুমি সমস্তৰে বুদ্ধি সাক্ষী সখি
প্ৰাৰ্থিলা ব্ৰহ্মা তোহ্মাক ॥৮৯৪
জগত ৰাখিবে লাগি যদুকুলে
আপুনি ভৈলা উদিত।
শুনা মহাভাগ ভকতক ত্যাগ
কৰিবে নুহি উচিত ॥
বিনাশৈ সংসাৰ ভয় ভকতৰ
পূৰৈ মনোৰথ যত।
হেন হস্ত পদ আনি প্ৰাণনাথ
দিয়োক আসি শিৰত ॥৮৯৫
হেন ব্ৰজধন দুঃখহাৰী হৰি
আমি কিঙ্কৰীক ভজ।
মোহন হসিতট কাক্ষে সহিত
দেখোৱা মুখ পঙ্কজ ॥

সমস্ত প্ৰাণীৰ পাপ হৰে যিটো
আছিল কালীৰ ফণে।
কামক মৰ্দ্দিয়া হেন পাদ পদ্ম
অৰ্পিয়ো আহ্মাৰ স্তনে ॥৮৯৬
পঙ্কজলোচন নেদেখি তোহ্মাৰ
মৰো সবে হেৰা দাসী।
মধুৰ বচন অধৰ অমৃতে
আহ্মাক জীয়ায়ো আসি ॥
তযু কথামৃত দগ্ধকো জীয়াৱৈ
শ্ৰৱণে দেই মুকুতি।
সকাম কৰ্ম্মক অতি তুচ্ছ কৰৈ
জ্ঞানী কৰৈ তাক স্তুতি ॥৮৯৭
যিটো জনে সদা হেন কথা কৰৈ
সি সি দান দেয় জীৰ।
ভৈলোহুঁ হেনয় সুহৃদে বঞ্চিত
দেখা দিয়া সদাশিৱ ॥
শুনিয়ো কপটী সঙ্কেত আলাপ
নুগুচৈ আৰ হিয়াৰ।
তোহ্মাৰ সদয় হাস্য দৰশনে
মোহিলে মন আমাৰ ॥৮৯৮
তোহ্মাকেসে লাগি মৰো গোপীচয়
স্নেহে বিয়াকুল মতি।
তুমি পুনু প্ৰভু কপট আচৰা
আহ্মাত কোন যুগুতি ॥
ব্ৰজ হস্তে ধেনু চাৰিবাক যাহা
আহ্মাৰ মনে আসুখ।
জানো পাদপদ্মে তৃণ শিলা লাগি
প্ৰাণনাথে পাস্ত দুঃখ ॥৮৯৯
তোহ্মাৰ চিন্তায়ে দিন বহি যায়
গোধূলি গোপাল আসি।
অলকা আবৃত গোৰজে ৰঞ্জিত
দেখোৱা মুখ প্ৰকাশি ॥

পুনু পুনু দেখাই বদন পঙ্কজ
মনত অৰ্পা মদন।
তোহ্মাৰ সঙ্গতি নপাই দুঃখে ৰাতি
জাগিয়া চিন্তো চৰণ ॥৯০০
আহ্মাৰ হৃদয় জানি কৃপাময়
এড়িয়ো কপট মতি।
দিয়া দৰিশন আহ্মাৰ জীৱন
ৰাখিয়োক যদুপতি ॥
কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে
হৰি পাৱে কৰা ৰতি।
শুনা সৰ্ব্বজন এড়া আন মন
ঘোষিয়ো হৰি সম্প্ৰতি ॥৯০১

---

ঘোষা

পদ্মপাণি হামি কাহা যাওঁ কৃষ্ণ কৈত পাওঁ।
গোবিন্দ বিনে বৃথা জনম গৱাওঁ ॥৭৬

পদ

ভকত কামদ পাদপদ্ম মনোৰম।
সেৱা সময়ত যিটো আতি সুখতম ॥
হৰয় বিপদ যাক কৰিলে স্মৰণ।
আহ্মাৰ স্তনত হেন অৰ্পিয়ো চৰণ ॥৯০২
বিনাশে সমস্তে শোক সুকচি বঢ়াৱৈ।
সাৰ্ব্বভৌম সুখৰো ইচ্ছাকো পাসৰাৱৈ ॥
সুললিত বংশী আতি চুম্বি আছে যাক।
হেনয় অধৰামৃত দিয়োক আহ্মাক ॥৯০৩
তোমাৰ সংযোগে মনে মিলৈ মহা সুখ।
ক্ষণেকে নেদেখি পাওঁ আতি চিন্তা দুঃখ ॥
এতেকে সবাকো ত্যজি ভজিলো তোহ্মাক।
এড়িলা কোননো সত্তে তুমি আমাসাক ॥৯০৪
যেৱে দিবসন্ত তুমি ফুৰা বৃন্দাবনে।
তোহ্মাক নেদেখি যুগ অৰ্দ্ধক্ষণে ॥
সন্ধ্যাত তোহ্মাৰ মুখ দেখি এড়াও ক্লেশ।
কিনো মন্দ ব্ৰহ্মা তাতো সৃজিলা নিমেষ ॥৯০৫
তযু গীতে আতি মন মোহিলে আহ্মাৰ।
পতি পুত্ৰ ভ্ৰাতৃকো কৰিলো পৰিহাৰ ॥
আহ্মাৰ সাধিবা গতি মনে হেন মানি।
তোহ্মাৰ সমীপ পাইলো প্ৰভু চক্ৰপাণি ॥৯০৬
তুমি বিনা আছে আৰ ধূৰ্ত্ত কোন জন।
মাতি আনি নিশাত এৰিবে নাৰীগণ ॥
কাহাক চুষিবো ইসি অভাগ্য কপাল।
আহ্মাৰ হৃদয় ৰোগ গুচায়ো গোপাল ॥৯০৭
তোহ্মাৰ সুমৰি ইটো ৰহস্য আলাপ।
কৰৈ কামানলে আতি হৃদয়ত তাপ ॥
লক্ষ্মীৰ নিবাস সিটো দেখি উৰস্থল।
চুনাই চুনাই হোৱে মন আহ্মাৰ বিহ্বল ॥৯০৮
ব্ৰজৰ জনৰ দুঃখ হৰিবাক প্ৰতি।
ভৈলা অৱতাৰ হৰি তোহ্মাৰ সম্প্ৰতি ॥
হেন জানি ক্ষণেকো নেৰিবা যদুৰায়।
তোহ্মাক নেদেখি হেৰা এভু প্ৰাণ যায় ॥৯০৯
হে প্ৰভু তযু পাদ-পদ্ম সুকুমাৰ।
লাসে লাসে ধৰা যাক স্তনত আহ্মাৰ ॥
সিটো পাৱে বিজুবনে ফুৰা কেন কৰি।
শিলা খোলা লাগি পীড়া কৰিবেক ভৰি ॥৯১০
ইহাকেসে সুমৰন্তে প্ৰভু প্ৰাণ যায়।
তুমিসি আহ্মাৰ জীৱ প্ৰাণ সমুদায় ॥
এতেকে বোলন্ত উপজিল প্ৰেমভাৱ।
কান্দে কৃষ্ণ বুলিয়া পাৰয় দীৰ্ঘৰাৱ ॥৯১১
গাৱৈ গীত কতো নয়নৰ ৰবে নীৰ।
হা কৃষ্ণ কৃষ্ণ বুলি চিত্ত নোহে স্থিৰ ॥
কৃষ্ণক নেদেখি গোপী সমস্তে বিহ্বল।
বোলা হৰি হৰি পাপ যাওক ৰসাতল ॥৯১২

---

ঘোষা

**হেৰ পাইলো পাইলো ৰে প্ৰাণধন মুকুন্দ মুৰাৰি**
**দিলা দেখা দামোদৰ জীৱন হামাৰি ॥৭৭**

পদ

গোপীকাৰ দেখি প্ৰেমভাৰ বিপৰীত।
ভৈলন্ত গোপালো আতি ব্যাকুলিত চিত্ত ॥
আনন্দ বঢ়ায়া গোপীগণৰ মধ্যত।
পৰম মধুৰ মুৰ্ত্তি ভৈলন্ত বেকত ॥৯১৩
হাসো হাসো কৰৈ আতি বদন কমল।
শ্যাম তনু পিতবস্ত্রে দেখিতে উজ্জ্বল ॥
চিকিমিকি কৰৈ অলঙ্কাৰৰ দীপিতি।
গলত পদ্মৰ মালা দেখন্তে তৃপিতি ॥৯১৪
দেখি ৰূপ মদনৰো মোহন সাক্ষাত।
উঠিল আনন্দে সবে গোপা অসংখ্যাত ॥
গুচিল বিৰহ দুঃখ দ্ৰৱ ভৈল চিত্ত।
প্ৰাণক দেখিয়া তনু উল্লাসিত ॥৯১৫
কতো গোপীগণ গৈয়া কৃতাঞ্জলি কৰি।
থাকিল কৃষ্ণৰ হস্ত পঙ্কজত ধৰি ॥
কতো আথেবেথে গৈয়া ধৰৈ বাহু কান্ধে।
কত গোপী গৈয়া মোহ হুয়া গলে বান্ধে ॥৯১৬
আগ হুয়া কেহো চোবা লবৈ হাত পাতি।
চক্ষু পকাই চাৱৈ কতো কৰি মুখ কাতি ॥
মদনে মৰ্দ্দয় কতো গোপীকাৰ মন।
স্তনত অৰ্পয় নিয়া কৃষ্ণৰ চৰণ ॥৯১৭
এক দৃষ্টি কৰি কতো কতো গোপীগণে।
মুখ পঙ্কজক পিয়ে ভৱধ নয়নে ॥
নাহিকে তৃপিতি যদি পিয়ন্তে সততে।
কৃষ্ণৰ চৰণ যেন চিন্তন্ত ভকতে ॥৯১৮
নেত্ৰে চাই কেহো জনী নেয় হৃদয়ক।
কৃষ্ণক আলিঙ্গি ভৈল সৰ্ব্বাঙ্গে পুলক ॥
বহুৱে আনন্দে নয়নৰ নীৰ ঝৰি।
মহাযোগীগণে যেন থাকে ধ্যান কৰি ॥৯১৯
এহিমতে কৃষ্ণক চাহন্তে গোপীগণ।
মিলি গৈল উৎসব শীতল তনু মন ॥
এৰাইল বিৰহ তাপ আনন্দে ভৰিল।
ভকতক পাই যেন সংসাৰী তৰিল ॥৯২০
শোক এৰি গোপীগণে বেঢ়িলে চৌভিতি।
মধ্যত কৰন্ত কৃষ্ণে অধিকে দীপিতি ॥
পাছে সবে গোপীকাক লৈয়া বনমালী।
আনন্দে নামিলা গৈয়া যমুনাৰ বালি ॥৯২১
পুষ্পিত মন্দাৰ কুন্দ গন্ধে হুয়া ভোল।
মধুমত্ত অনেক ভ্ৰমৰে কৰৈ ৰোল ॥
শৰত চন্দ্ৰৰ কান্তি অতি সুকোমল।
দেখি মহা সন্তোষিত গোপীকাসকল ॥৯২২
তথাতে বসিয়া মাধৱক মধ্য কৰি।
তৈল পূৰ্ণকাম সবে সন্তাপ পাসৰি ॥
প্ৰাণবন্ধু মাধৱক কৰিয়া সন্মান।
আঞ্চল পাতিয়া দিল বসিবাৰ স্থান ॥৯২৩
বসিলন্ত তাতে অন্তৰ্য্যামী দেৱ হৰি।
ত্ৰিভুবন মোহন মধুৰ ৰূপ ধৰি ॥
কৰিল শুশ্ৰূষা গোপীগণে মান্য কৰি।
কতো লৈয়া কোলাত কৃষ্ণৰ জান্তে ভৰি ॥৯২৪
কান্ধত বাহুক থৈয়া কতোজেনী ঘষে।
কতো লীলা কটাক্ষে চাহৱে প্ৰেমৰসে ॥
কতোহো প্ৰণয় কোপে দেয় সন্নিধান।
বোলা হৰি হৰি হোক পাপৰ নিৰ্য্যাণ ॥৯২৫

———

ঘোষা

**সাৰঙ্গপাণি প্ৰভু ভগৱন্ত।**
**নজানো তোমাৰ মায়াৰ অন্ত ॥৭৮**

পদ

পাছে গোপীগণে আতি সাদৰি।
কৃষ্ণৰ ৰঙ্গে জান্তে হাত ভৰি॥
ছলে পৰিহাস কৰিয়া তথা।
প্ৰণয় কোপে সোধে সবে কথা ॥৯২৬
কতো মনুষ্যে ভজে ভজন্তাক।
নভজে যিবা কেহো ভজে তাক॥
ভজন্তা নভজন্তা দুইকো আসি।
নভজয় কোনে কয়ো প্ৰকাশি ॥৯২৭
গোপীৰ শুনি গূঢ় অভিপ্ৰায়।
দিলন্ত উত্তৰ যাদৰৰায়॥
শুনা সখী সব আহ্মাৰ বাক।
যিজনে মাত্ৰ ভজে ভজন্তাক ॥৯২৮
সুহৃদ সুহি নাহি তাৰ ধৰ্ম্ম।
আপোন অৰ্থে মাত্ৰ কৰে কৰ্ম্ম॥
যিজনে ভজে নাচাই উপকাৰ।
সুহৃদ সেহি ধৰ্ম্ম সিজে তাৰ ॥৯২৯
ভজে নভজে দুইতো নেদে মন।
আছে চাৰি বিধ শুনা লক্ষণ॥
যিটো ব্ৰহ্মজ্ঞানী দেখে সবে মিছা।
যিজন পূৰ্ণ ভোগে নাহি ইচ্ছা ॥৯৩০
গুৰুদ্ৰোহী যিটো একো নমানে।
যিটো মহামূৰ্খ কিছু নজানে॥
নভজে দুইকো এহি চাৰি জন।
কহিলো নিষ্ঠে মই গোপাগণ ॥৯৩১
কৃষ্ণৰ বাক্য শুনি সব সখী।
কৰে হাস্য অন্যো অন্যে নিৰিখি॥
বোলন্ত দুনাই কৃষ্ণে বুজি কাজ।
সখী সব আসি চাৰিতো বাজ ॥৯৩২
ভকতেসে মোৰ সুহৃদ প্ৰাণ।
যিহেতু নভজো শুনা নিদান॥
সদায় চিন্তোক মোক নপাই।
বিহ্বল যেন ধন হেৰুৱাই ॥৯৩৩
তোমৰা সবে মোৰ অৰ্থে আতি।
এৰিলা বেদ ধৰ্ম্ম যত জাতি॥
বাঢ়োক তোৰাৰ প্ৰেম ভকতি।
ভৈলো অন্তৰ্দ্ধান এহি যুগুতি ॥৯৩৪
নকৰা অসূয়া স্বৰূপ জানি।
আছোক ইটো শুনা সত্য বাণী॥
দুস্ত্যজ গৃহৰো এৰিলা আশ।
ভজিলা মোক কৰি অভিলাষ ॥৯৩৫
ভৈলোহো বশ্য মই তোমাসাৰ।
চিৰকালে শুজা নাযায় ধাৰ॥
যেবে সবে এবা আপুন দায়।
তেবেসে মোৰ ঋণ শুজা যায় ॥৯৩৬
অমৃত বৰিষে কৃষ্ণৰ বাক।
জুৰাইল শুনি সবে গোপীজাক॥
এড়াইল সমস্তে বিৰহ তাপ।
বোলা হৰি হৰি হৰোক পাপ ॥৯৩৭

---

ঘোষা

**ৰাম কৰে ৰাসকেলি গোপাল গোপী সঙ্গে।**
**হৰি বোল হৰি বোল নিৰন্তৰে ৰঙ্গে ॥৭৯**

পদ

শুক নিগদতি পাছে গোবিন্দ তদ্ভিতে।
আৰম্ভিলা ৰাস-ক্ৰীড়া গোপীকা সহিতে॥
দুহোঁ গোপী মাজে এক ভৈলন্ত মাধৱ।
প্ৰৱৰ্ত্তিল তথা ৰাস-ক্ৰীড়া মহোৎসৱ ॥৯৩৮

ভৈলন্ত মণ্ডলাকাৰ হাতে গলে ধৰি।
সবে বোলৈ মোকেসে আলিঙ্গি আছে হৰি ॥
আসিল সভাৰ্য্যে যত দেৱগণ মানে।
জুৰিয়া আকাশ আসি অসংখ্য বিমানে ॥৯৩৯
মাধৱৰ ৰাস-ক্ৰীড়া চাৱে এক দৃষ্টি।
বাৱৈ দেৱে দুন্দুভি কৰিয়া পুষ্প বৃষ্টি ॥
প্ৰধান গন্ধৰ্ব্বে অপ্সৰায়ে সহিত।
মহা ৰঙ্গে গাৱৈ গোবিন্দৰ গুণগীত ॥৯৪০
কৃষ্ণ সমে নাচে সবে সন্তোষে গোপিনী।
বলয়া নূপুৰ বাজে ঝণকে কিঙ্কিণী।
প্ৰকাশ কৰন্ত কৃষ্ণ গোপীৰ মধ্যত।
সুবৰ্ণ মণিৰ মাজে যেন মৰকত ॥৯৪১
কৃষ্ণেসমে ৰঙ্গে আতি নাচে গোপীজাক।
নানা ভঙ্গি চলায়া ফুৰৈ পাক ॥
হস্তকো নচাৱৈ তুলি কৰি লয়লাস।
ভ্ৰুৱ যুগ ক্ষেপিয়া কটাক্ষে কৰৈ হাস ॥৯৪২
ঝলমল কুণ্ডল গলতে আসি পড়ে।
হালৈ কৃশ কঙ্কাল স্তনৰো বস্ত্ৰ লৰে ॥
শিথিল মেখলা খোপা মুখে ঘৰ্ম্ম জল।
গাৱৈ কৃষ্ণ গুণগীত গোপীকা সকল ॥৯৪৩
কৃষ্ণৰ অসংখ্য মূৰ্ত্তি জ্বলৈ মেঘ নয়।
প্ৰকাশৈ বিজুলী যেন তাতে গোপচয় ॥
ঘৰ্ম্মজলে কণিকা গৰ্জ্জনে ভৈল গীত।
আকাশৰ পৰা দেৱে দেখৈ বিপৰীত ॥৯৪৪
কৃষ্ণ আলিঙ্গন পাই আশেষ হৰিষ।
কৃষ্ণ গুণগীতে পূৰিলেক দশোদিশ ॥
এহিমতে নৃত্যগীতে কৃষ্ণক তুষিল।
সাধু সাধু বুলিয়া মাধৱো প্ৰশংসিল ॥৯৪৫
তাসম্বাক বহুমানে দিলন্ত মাধৱ।
আনন্দে আকুল ভৈলৈ মনে মহোৎসৱ ॥
গোপাৰ বৃত্তান্ত কথা শুনা আতপৰ।
বোলা হৰি হৰি সামাজিক নিৰন্তৰ ॥৯৪৬

ঘোষা

**পদ্মপাণি গোপীৰঞ্জন দুঃখ ভঞ্জন দেৱ।**
**তোহ্মাৰ চৰণ বিনে গতি নাহি কেৱ ॥৮০**

পদ

কতো গোপী ভৈল আতি ভাগৰে আকুল।
সোলকায় বলয়া খোপাৰ খসৈ ফুল ॥
কৃষ্ণতে আউজি জিৰাৱয় কৰি কেলি।
আতি প্ৰীতি স্কন্ধত ধৰিয়া বাহু মেলি ॥৯৪৭
উৎপল সুগন্ধি কৃষ্ণে বাহু স্কন্ধে লই।
ঘনে ঘনে কতো গোপ ৰমণী সুঙয় ॥
ৰোমাঞ্চিত তনু আনন্দিত আতি মন।
ভোল হুয়া দেয় কৃষ্ণ বাহুত চুম্বন ॥৯৪৮
নাচন্তে চলন্তে লৰৈ মকৰ কুণ্ডল।
তাৰে ৰশ্মি শোভিত পাণ্ডুৰ গণ্ডস্থল ॥
তাতে লগাই কতো গোপা পাতৈ মুখ আনি।
নৃত্যৰ ভঙ্গিত চোবা দেন্ত চক্ৰপাণি ॥৯৪৯
নাচন্তে শবদ কৰে নূপুৰ মেখলা।
মহা শ্ৰান্ত হুয়া কতো কতো গোপবালা ॥
কৃষ্ণ হস্ত পঙ্কজ পৰশ সুখকৰ।
তাক ধৰি থোৱে নিয়া স্তনৰ উপৰ ॥৯৫০
লক্ষ্মীৰ ৰমণ যিটো ঈশ্বৰ মুৰাৰি।
তাহাঙ্ক বল্লভ পাইলে যত গোপনাৰী ॥
কৃষ্ণে ধৰি আছে কণ্ঠে দুয়ো বাহু মেলি।
পৰম উৎসৱে আতি কৰে ৰাসকেলি ॥৯৫১
অলকা পঙক্তি চাৰু কৰ্ণ উতপলে।
শোভে সবে বদন পঙ্কজ ঘৰ্ম্মজলে ॥
কৃষ্ণে সমে নাচে আতি উৎসৱে গোপিনী।
বাজয় বলয়া বাহু নূপুৰ কিঙ্কিণী ॥৯৫২
গোপীৰ নৃত্যত ভৈল ভৰি কৰতাল।
বেড়িয়া গুঞ্জৰে হেন ভ্ৰমৰে গীতাল ॥
শিৰক কম্পাৱৈ খসে খোপাও আউল।
ভ্ৰষ্ট হুয়া কেশে বৰিষয় যেন ফুল ॥৯৫৩

এহিমতে গোবিন্দে নৃত্যৰ দেন্ত ভঙ্গি।
কতো গোপীকাক গৈয়া ধৰন্ত আলিঙ্গি॥
কতো গোপীকাৰ কৰে পৰশন্ত স্তন।
কটাক্ষে নিৰীক্ষি কাকো কৰন্ত চুম্বন॥৯৫৪
আপোন লাবণ্য কলা কৌশল সুগন্ধি।
সমস্তে গোপীত অৰ্পি ক্ৰীড়িলা প্ৰবন্ধি॥
নপাৰিলে গোপীগণে মোহিবে কৃষ্ণক।
ছায়ায়ে সহিতে যেন ভ্ৰমলে বালক॥৯৫৫
কৃষ্ণৰ ক্ৰীড়াত বিমোহিত গোপবালা।
খসে অলঙ্কাৰ কাৰো ছিণ্ডি পড়ে মালা॥
সোলকয় খোপা নবান্ধয় তাক ভুলি।
নসম্বৰে বস্ত্ৰ কতো কতো কুচৰো কাঞ্চুলি॥৯৫৬
দেৱ নাৰীগণে দেখি কেশৱৰ কেলি।
মোহ হুয়া পড়ে বিমানতে ঢলি ঢলি॥
ক্ৰীড়া দেখি চন্দ্ৰ কামে বিমোহিত আতি।
গুস্তাইলন্ত ৰথ নুপুহায় সিটো ৰাতি॥৯৫৭
যত গোপী তত কৃষ্ণ হুয়া কৰি ক্ৰীড়া।
সমস্তে গুচাইল গোপীকাৰ কাম পীড়া॥
পূৰ্ণকাম হৰি ভৈল ভকতৰ বশ্য।
হৰি হৰি বুলি তৰা কহিলো ৰহস্য॥৯৫৮

---

ঘোষা

যাদৱ জগজ্জীৱন ৰাম।
আপুনি গোপীৰ পূৰিলা কাম॥৮১

পদ

ৰতি শ্ৰান্ত ভৈল যত গোপিনী।
দেখি হস্ত-পদ্ম হৰি আপুনি॥
কৃপায়ে সবাৰো মাজিলা মুখ।
মিলিল মনে মহোৎসৱ সুখ॥৯৫৯
কৃষ্ণকো বেঢ়ি আসে সবে সখী।
অমৃত সমান হাস্য নিৰীক্ষি॥
কৰি পূজা ৰঙ্গে ৰঞ্জিয়া চিত্ত।
গাইলন্ত গোবিন্দৰ গুণ গীত॥৯৬০
তাসম্বাৰ শ্ৰম গুচাইবে প্ৰতি।
সঙ্গে লৈয়া সব ব্ৰজ যুৱতী॥
যমুনা জলত নামিলা হৰি।
চৌভিতি ভ্ৰমৰে সেৱে গুঞ্জৰি॥৯৬১
শ্ৰান্ত হুয়া যেন মাতঙ্গৰাজে।
হস্তিনী সমে ক্ৰীড়ে জল মাজে॥
গোপালো লোক মৰ্য্যাদাক এড়ি।
কৰন্ত গোপী সমে জল খেড়ি॥৯৬২
কৃষ্ণক আৱৰি গোপীসকল।
হাসিয়া সিঞ্চে যমুনাৰ জল॥
বদন-পদ্ম চায়া প্ৰেম দৃষ্টি।
কৰিলা দেৱে দেখি পুষ্পবৃষ্টি॥৯৬৩
জলত গোপীক কৃষ্ণে ক্ৰীড়িলা।
ভ্ৰমন্ত যেন গজেন্দ্ৰৰ লীলা॥
গোপীগণ লৈয়া উঠিলা পাছে।
ভ্ৰমন্ত বনে যমুনাৰ কাছে॥৯৬৪
জল স্থল পুষ্প সুৰভি বাসে।
চৌপাশে গোপী চলে লয়লাসে॥
ভ্ৰমৰে যোগান ধৰে গুঞ্জৰি।
কৰিলা ৰাসক্ৰীড়া দেৱ হৰি॥৯৬৫
এহিমতে যত শৰত ৰাতি।
শশাঙ্কে ধৱল শীতল আতি॥
সবাতো ক্ৰীড়িলা গোপী সহিতে।
বিস্ময় হুয়া পুছে পৰীক্ষিতে॥৯৬৬
ধৰ্ম্মক ৰাখিবা অধৰ্ম্মক নাশি।
ইকাৰ্য্যে ভৈল অৱতাৰ আসি॥
ধৰ্ম্মৰ ৰক্ষক হুয়া মুৰাৰি।
ক্ৰীড়িলা কেনে পৰ গোপনাৰী॥৯৬৭

হোৱন্ত হৰি যদি পূৰ্ণকাম।
কৰিলা কেনে গৰিহিত কাম॥
ছেদিয়ো সংশয় কৈয়া বৃত্তান্ত।
দিলন্ত শুনিয়া শুকে সিদ্ধান্ত॥৯৬৮
শুনিয়ো সৰ্ব্বজন ৰাস-ক্ৰীড়া।
বঞ্চিবা যেবে সংসাৰৰ পীড়া॥
কৃষ্ণৰ কিঙ্কৰে কহে সম্প্ৰতি।
বোলা হৰি হৰি একান্ত মতি॥৯৬৯

---

ঘোষা

**ৰাম ৰাম বুলি তৰা।**
**ভাই অন্তকে পাইলেক পৰা॥৮২**

পদ

পৰম ঈশ্বৰে কৰৈ অকৰ্ম্ম।
তেজস্বীত কিছু নাহি অধৰ্ম্ম॥
সৰ্ব্বভক্ষ বহ্নি সবাকো শোষে।
তথাপিতো কিছু নোছোৱৈ দোষে॥৯৭০
ঈশ্বৰ সুহি যিটো মূঢ়মতি।
ইকৰ্ম্ম কৰি যাইবে অধোগতি॥
হৰক দেখি বিষ খায় আনে।
সিজন জানা মৰি যায় প্ৰাণে॥৯৭১
দেহত যাৰ নাহি অহঙ্কাৰ।
তাৰেসে কৰ্ম্মত গুচৈ বিচাৰ॥
জগতৰে হৰি পৰম ঈশ।
ইকৰ্ম্মে তাঙ্ক কৰিবেক কিস॥৯৭২
যাৰ পাদ-পদ্ম চিন্তি সাম্প্ৰতে।
ছিণ্ডে কৰ্ম্মবন্ধ হেলে ভকতে॥
ধৰিছা লীলা তনু হেন হৰি।
শুনা কথা তাত সংশয় এড়ি॥৯৭৩
জগত অন্তৰ্য্যামী নাৰায়ণ।
তান কোন পৰদাৰ গমন॥
যাহাৰ স্মৰণে পাতক মোষে।
তাঙ্ক কি কৰিবে ইসব দোষে॥৯৭৪
শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আকে শুনি হৌক নিৰ্ম্মল মতি॥
ভকতৰ পদে আপুনি হৰি।
ক্ৰীড়িলা ৰঙ্গে নৰ দেহা ধৰি॥৯৭৫
মোহিলা গোপক কৃষ্ণক মায়া।
কাছতে আছে দেখে নিজ জায়া॥
নকৰৈ কৃষ্ণক অসূয়া কেৰ।
জগত ঈশ হেন কৃষ্ণ দেৱ॥৯৭৬
যেৱে হৈবে খোজে প্ৰভাত ৰাতি।
বোলন্ত যায়োক গোপীক মাতি॥
কৃষ্ণক এৰিবে নাহিকৈ মন।
অসুখ গৃহক কৰৈ গমন॥৯৭৭
ইটো ৰাস-ক্ৰীড়া কথা কৃষ্ণৰে।
একান্ত চিত্তে শুনৈ যিটো নৰে॥
কৃষ্ণত ভকতি বাঢ়িবে তাৰ।
কাম সাগৰে সুখে হৈবে পাৰ॥৯৭৮
ইটো কামজয় কৃষ্ণৰ কথা।
শুনা নৰদেহা নকৰা বৃথা॥
কৃষ্ণৰ কিঙ্কৰে কহে প্ৰলাপ।
বোলা হৰি হৰি হৰোক পাপ॥৯৭৯

---

ঘোষা

**এ যাদৱ যাদৱ দীন দয়াল।**
**তুমিসি আক্ষাৰ গতি মুকুতি গোপাল ॥৮৩**

পদ

এহিমতে ক্রীড়াতে ৰজনী যায় ক্ষয়।
দিন ভৈলে বিৰহে আকুল গোপীচয় ॥
কৃষ্ণ যান্ত বনে তাঙ্ক নেদেখি আসুখে।
কৃষ্ণ গুণ গায়া দিন বঞ্চে মহা দুখে ॥৯৮০
নিস্তাৰ কাৰক নাহি হৰিনাম বিনা।
কতো গোপী বোলে সখী কৃষ্ণ কথা শুনা ॥
বাম বাহুত বাম কপোল থাপিয়া।
মধুৰ বেণুক আনি অধৰে অৰ্পিয়া ॥৯৮১
ৰন্ধ্র মধ্যে কোমল আঙ্গুলীচয় চালি।
যেতিক্ষণে বংশীডাক দেন্ত বনমালী ॥
তাক শুনি দেৱ নাৰী সমস্তে মূৰ্চ্ছিত।
কামবাণে চিত্ত আতি হুয়া জৰ্জ্জৰিত ॥৯৮২
বস্ত্র নসম্বৰে মহা মোহ হুয়া পড়ে।
স্বামীৰ কাছতে পাছে লজ্জা হোৱে বড়ে ॥
হেন হৰি বিৰহ সহিবো কেন মতে।
আউৰ গোপী বোলে সবে সখীৰ আগতে ॥৯৮৩
যাৰ উৰুস্থলে ছটা দেখিয়া লক্ষ্মীৰ।
শ্যামল মেঘত যেন বিজুলী সুস্থিৰ ॥
হেন হৰি যেখন বংশীক নাদ কৰৈ।
গৰু মৃগতৃণবো তেখনে চিত্ত হৰৈ ॥৯৮৪
দান্তে তৃণ ধৰি কৰ্ণ উপৰক তুলি।
চক্ষু মুদি থাকৈ যেন চিত্ৰৰ পুত্তলী ॥
আমি কেনে জীবো হেন কৃষ্ণক নেদেখি।
আউৰ গোপী বোলে শুন শুন সবে সখী ॥৯৮৫
মাথাত ময়ূৰ পুচ্ছ পল্লৱ কৰ্ণত।
মল্লবেশে হৰি গেৰু ঘষিয়া গাৱত ॥
নাম ধৰি ধেনুক ডাকন্ত বংশী ৰাৱে।"
নদী সবো শুনি স্তম্ভি থাকৈ প্ৰেম ভাৱে ॥৯৮৬
আমি যেন নপায়া কৃষ্ণৰ পদ ৰেণু।
কম্পাৱৈ তৰঙ্গ হস্ত প্ৰেমে পুনু পুনু ॥
কতো গোপী বোলে সখী সব শুন শুন।
গোপগণে যখনে বৰ্ণাৱৈ কৃষ্ণ গুণ ॥৯৮৭
বংশীৰ নিস্বান হৰি ডাকি আনা ধেনু।
শুনি তৰু লতা প্ৰেমে পুলকিত তনু ॥
ফল ফুল ভৰে নম্ৰ হুয়া মধু স্ৰৱৈ।
ভৈল আত্মা সাক্ষাতে বৃক্ষৰ ভাৱে কৰৈ ॥৯৮৮
কিমতে বৰ্ত্তিবো হেনয় কৃষ্ণক নেদেখি।
আউৰ গোপী বোলে মোৰ কথা শুনা সখী ॥
দিব্য গন্ধ তুলসীৰ কৰি মধু পান।
ভ্ৰমৰে গুঞ্জৰি ধৰৈ কৃষ্ণৰ যোগান ॥৯৮৯
সুন্দৰ অধৰে যেৱে কৰে বংশী ধ্বনি।
মোহ হুয়া কমল বনৰো পক্ষী শুনি ॥
হৰিক উপাসৈ আসি স্থিৰ কৰি চিত্ত।
চক্ষু মুদি আনন্দতে মৌনে শুনৈ গীত ॥৯৯০
পক্ষীয়ো মোহক যায় যাৰ বংশী শুনি।
কিমতে ধৰিবো প্ৰাণ হেন হৰি বিনি ॥
কেহো গোপী বোলে সখী শুনিয়ো কাহিনী।
ৰামে সমে পৰ্ব্বতত চড়ি চক্ৰপাণি ॥৯৯১
সবাকো হৰিষ কৰি পূৰি বংশীনাদ।
মিত্ৰ বুলি কৰৈ মেঘে মধুৰ সম্বাদ ॥
ছত্ৰ ধৰি উপৰে বৰিষে দিব্য ফুল।
হেন হৰি বিয়োগ কি সুহিবো আকুল ॥৯৯২
কতো গোপী যশোদাত কহৱৈ অদ্ভুত।
বেণু বাদ্যে কুশল তোক্ষাৰ প্ৰিয় সুত ॥
যেখনে বংশীক চুম্বি তোলৈ স্বৰজাতি।
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱো মোহ হোৱৈ আতি ॥৯৯৩

শুনি থাকে একচিত্তে নমায়া কন্ধৰ।
নিশ্চয় কৰিবে নোৱাৰন্ত তাল স্বৰ॥
হেন হৰি বিয়োগে কিমতে ধৰো প্ৰাণ।
বোলা হৰি হৰি হৌক পাপৰ নিৰ্য্যান॥৯৯৪

---

ঘোষা

ত্ৰাহি হৰি কি এ কৃষ্ণ!
গোপাল কৃপাল পাৱে ধৰো।
কৰা হৰি কৰুণা ইবাৰ যেন তৰো॥৮৪

পদ

কেহো বোলৈ সখি মোৰ বাক্য কৰা মতি।
ব্ৰজতে ফুৰন্তে হৰি লীলা গজ গতি॥
ধ্বজ বজ্ৰ পঙ্কজ খোজতে বান্ধি যায়।
কৰন্ত ভঙ্গিক যেবে আমাসাক চাই॥৯৯৫
কৃষ্ণৰ কটাক্ষে কামে মনক মৰ্দ্দয়।
থাকো থিয় হুয়া আমি যেন বৃক্ষচয়॥
খসে খোপা সম্বৰিবে বস্ত্ৰকো নোৱাৰি।
শুনা সখি বুলি মাতৈ আউৰ গোপনাৰী॥৯৯৬
এক প্ৰিয় গোপৰ কন্ধত হস্ত থই।
গৰুক গণন্ত কদাচিত মণি লই॥
পিন্ধিয়া গলত গন্ধ তুলসী মালাক।
যেৱে সেহি বেলাত বংশীৰ দেন্ত ডাক॥৯৯৭
শুনি কৃষ্ণসাৰ হৰিণৰ ভাৰ্য্যাগণে।
কৃষ্ণৰ সমীপ চাপৈ উত্ৰাৰল মনে॥
শুণ সমুদ্ৰক পায়া নযায় পুনৰপি।
এড়িলো গৃহৰো আশ যেন আমি গোপী॥৯৯৮
হেন হৰি বিয়োগে কিমতে প্ৰাণ ৰৱৈ।
যশোদাক চাই কতো গোপী কথা কৱৈ॥
কুন্দ পুষ্পে ভূষি তনু মলয় চন্দনে।
গোধনে আবৃত হুয়া তোহ্মাৰ নন্দনে॥৯৯৯
হৰিষ বঢ়ায়া যেবে ক্ৰীড়ৈ যমুনাত।
গাৱৈ গীত গন্ধৰ্ব্বে মলয়া বহে বাত॥
পুষ্পচয় সিঞ্চে শিৰে কৰিয়া সন্মান।
হেন হৰি বিৰহে কিমতে ধৰোঁ প্ৰাণ॥১০০০
আনন্দে কহয় কৃষ্ণ আসিবাক দেখি।
আহ্মাৰ সুহৃদ হৰি হেৰ আসে সখী॥
গোধূলি গোধন সবে কৰি এক ঠাই।
আইল প্ৰাণ গোবিন্দ বংশীত গীত গাই॥১০০১
পথত প্ৰণামৈ ব্ৰহ্মা আদি দেৱজাক।
আহ্মাক হিংসায় নেদে শীঘ্ৰে আসিবাক॥
জুকুৰাইবে আসি পাছে আহ্মাৰ হৃদয়।
দৈৱকী নন্দন চন্দ্ৰ ভৈলন্ত উদয়॥১০০২
কতো আথেবেথে বোলৈ গোপীকা বচন।
দেখ গোবিন্দৰ মদে চঞ্চল লোচন॥
কুণ্ডলৰ কান্তি জ্বলে বদন পাণ্ডুৰ।
যেন সন্ধ্যা সময়ে উদিত শশধৰ॥১০০৩
আহ্মাৰ দিনৰ তাপ হৰিবাক প্ৰতি।
আইল বনমালী গজৰাজ লীলা গতি॥
এহিমতে ব্ৰজৰ যুৱতী প্ৰতি নিত।
একান্তে অৰ্পিলে গোপালতে প্ৰাণ চিত্ত॥১০০৪
দিন সব বঞ্চে গোবিন্দৰ গুণ গাই।
তাসম্বাৰ সম ভাগ্যৱতী আৰ নাই॥
পাইলে মহোদয় কৰ্ম্ম বন্ধ ছেদ ভৈল।
মহামুনি শুক শুকে নৃপতিত কৈল॥১০০৫
ইটো ৰাস-ক্ৰীড়া কেলি নামে কাম জয়।
কৰিলা ভৃত্যৰ পদে কৃষ্ণ কৃপাময়॥
আক শুনৈ ভণৈ যিটোজনে অবিশ্ৰাম।
বাঢ়িবে ভকতি আতি জিনিবেক কাম॥১০০৬
কৃষ্ণৰ কিঙ্কৰে কহে শুনা নিৰন্তৰ।
কলিযুগে ভাগ্যে ভাৰতত ভৈলা নৰ॥
হৰি ভকতিত যেবে কৰা দৃঢ়মতি।
ইজন্মত নিশ্চয়ে পৰম পাইবা গতি॥১০০৭

ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।
চাৰিয়ো বেদৰ জানা এহি সাৰ তত্ত্ব॥
ৰাম নাম অমৃত সততে কৰা পান।
বোলা হৰি হৰি কেতিক্ষণে পৰৈ প্ৰাণ॥১০০৮

---

ঘোষা

যাদৱ জগ মোহন ৰাম।
ভকত বৎসল তোহ্মাৰ নাম॥৮৫

পদ

শৰতকালে চন্দ্ৰাৱলী ৰাতি।
দিব্য ৰাস-ক্ৰীড়া কৰিলা আতি॥
পঞ্চম ৰাগে গাইলা গীত হৰি।
শুনি মোহ ভৈল গোপ সুন্দৰী॥১০০৯
ঘৰ বাৰী এড়ি লৰড়ে ভোলে।
স্তন হল ফল কুণ্ডল দোলে॥
বাইলাহা বংশী পশি বৃন্দাবনে।
চৌপাশে বেঢ়ি নাচে গোপীগণে॥১০১০
জয় কৃষ্ণ বুলি বাৰে চাপৰি।
গোপীৰ মধ্যে প্ৰকাশন্ত হৰি॥
যেহেন সুবৰ্ণমণি মাজত।
প্ৰকাশি আছে মহা মৰকত॥১০১১
দুই গোপী মাজে এক গোপাল।
নূপুৰ বাদ্য ভৰি কৰতাল॥
হাতত হাতে ধৰি গোপনাৰী।
নাচিল অনঙ্গ ৰঙ্গে মুৰাৰি॥১০১২
সজল মেঘ মাধৱৰ কায়।
গোপীগণ ভৈল বিজুলি প্ৰায়॥
অলঙ্কাৰে কৰৈ মধুৰ ঘোষ।
শুনিয়া অনন্ত মিলৈ সন্তোষ॥১০১৩
গোপীৰ গলে ধৰি বাহু মেলি।
কৰিলা অনেক অনঙ্গ কেলি॥
শ্ৰম দেখি কতো অঞ্চলে বিঞ্চে।
যমুনা জলে নামি জল সিঞ্চে॥১০১৪
পূৰিল গোপীগণ মনোৰথ।
ক্ৰীড়া দেখি চন্দ্ৰো ৰাখিলা ৰথ॥
মোহিত ভৈল যত দিব্য নাৰী।
ৰাখিলা গোপীক যক্ষক মাৰি॥১০১৫
ধায়া আসিলেক অৰিষ্ট বীৰ।
মেদিনী নসহে খুৰাৰ ভিৰ॥
দেখি আস্ফালিলা শিঙ্গত ধৰি।
তাৰো প্ৰাণ নৈলা ঘাৰমুচৰি॥১০১৬
খেদি আসিলেক কেশী অসুৰ।
হেষনি শুনি কাম্পে গোপপুৰ॥
লাঙ্গুৰ ছাটিত মেঘ উড়ায়।
দেখিয়া প্ৰভু তাক গৈলা ধাই॥১০১৭
পাছে চণ্ড বেগে অসুৰ আসি।
হানিলেক লাঠি ভৰি উল্লাসি॥
এড়াইলা তাঙ্ক শ্ৰম কৰি হৰি।
আছাৰি পেলাইলা পাৰত ধৰি॥১০১৮
আসিল কেশী দুনাই বেগু বাই।
বাম বাহু তাৰ মুখে ভৰাই॥
বঢ়াইলা প্ৰভু আতি বৰ বেগে।
ভেদিল গল যেন গৰ্ভৰোগে॥১০১৯
ভূমিত পৰিল চেতন হৰি।
চক্ষু ওলটাই আছাৰৈ ভৰি॥
মৰিল অসুৰ ছাড়ি কধিৰ।
বাজ ভৈল বাহু ফাটি শৰীৰ॥১০২০
কেশীবধ দেখি হাসি হৰিষে।
ব্ৰহ্মা আদি দেৱে পুষ্প বৰিষে॥
কংসৰ বোলে যত দৈত্য আসে।
মৰৈ জুইত যেন পতঙ্গ নাসে॥১০২১

এহিমতে সবে অসুৰ মাৰি।
ফুৰিলা বৃন্দাবনে গৰু চাৰি॥
গোধূলি পৰি ৰঞ্জে মুখ আসি।
মাথাত পিন্ধিলা মৈৰাৰ পাখী॥১০২২
গুঞ্জাৰ খোকাক কৰ্ণত আড়ি।
কক্ষত লৈলা শিঙ্গা বেত বাড়ি॥
মোহন বংশী বেৰটিত থই।
ব্যঞ্জন ভাত বাম হাতে লই॥১০২৩
ভোজন কৰা তুমি যদুৰাজে।
বসিয়া ৰঙ্গে গোপ শিশু মাজে॥
কোনে বুজিবেক তোম্মাৰ লীলা।
কটাক্ষে ভূমিৰ ভাৰ হৰিলা॥১০২৪
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
গোপাল কেলি শুনা সৰ্ব্বজনে॥
মোক্ষ পাইবা যেবে সংসাৰ তৰি।
সঘনে ডাকি বোলা হৰি হৰি॥১০২৫

ৰাস-ক্ৰীড়া সমাপ্ত

---

## কংস-বধ

ঘোষা

**হৰিসে আতমা হৰিসে বন্ধু।**
**তৰি হৰিনামে সংসাৰ সিন্ধু॥৮৬**

**পদ**

কেশীক বধিয়া আছন্ত হৰি।
বৰিষৈ পুষ্প দেৱে স্তুতি কৰি॥
সেহি বেলা আসি নাৰদ ঋষি।
কৃষ্ণক বুলিল স্তুতি হৰিষি॥১০২৬
হে কৃষ্ণ কৃষ্ণ প্ৰণামো আমি।
সমস্তে ভূতৰ আতমা তুমি॥
পুৰাণ পুৰুষ ঈশ্বৰ সাক্ষী।
সমস্তে সৃষ্টিক আছাহা ৰাখি॥১০২৭
ভকত জনৰ ৰক্ষাৰ হেতু।
দুষ্টক নাশিবা গৰুড়কেতু॥
কেশী বধ শুনি মিলিল ৰঙ্গ।
হেষনি শুনি দেৱে দেয় ভঙ্গ॥১০২৮
স্বৰ্গত থাকিবে নোৱাৰৈ কেৱ।
কেশীক বধিয়া তাৰিলা দেৱ॥
প্ৰভাতে কালি মথুৰাক যাইবা।
ধোবাক মাৰিয়া ধনু ভাঙ্গিবা॥১০২৯
চানুৰ মুষ্টিক প্ৰমুখ্যে মাল।
কুবলয় পীড় হস্তী বিশাল॥
কংসক বধিবা জগত স্বামী।
পৰশুই দিনা দেখিবো আমি॥১০৩০
কালযবনক নৰকাসুৰ।
মাৰিবাহা পাঞ্চজন্য অসুৰ॥
কৰিবা বিহা কন্যা ভগবন্ত।
নৃগৰ শাপক কৰিবা অন্ত॥১০৩১

সত্যভামা সমে স্যমন্ত মণি।
পাইবাহা প্ৰভু জাম্বৱন্ত জিনি॥
মৃতক পুত্ৰক দিয়া বিপ্ৰক।
লীলায়ে বধিবা নৃপ পৌণ্ড্ৰক॥১০৩২
কেশীক বধি কৰি বৃন্দামাৰ।
মৰাইবা দন্তবক্ৰ শিশুপাল॥
পাণ্ডৱৰ হাতে সমৰ জিনি।
মৰাইবা অষ্টাদশ অক্ষৌহিণী॥১০৩৩
কৰিবা কৰ্ম্ম যত দ্বাৰকাত।
দেখিবো আনন্দে থাকি তথাত॥
কেৱল জ্ঞান মূৰ্ত্তি তুমি স্বামী।
তোমাত শৰণ পশিলো আমি॥১০৩৪
পৰম পুৰুষ সন্তৰ গতি।
যদুশ্ৰেষ্ঠ হেৰা কৰো প্ৰণতি॥
আনন্দে নাৰদে এতেক কই।
গৈলন্ত কৃষ্ণত মেলানি লই॥১০৩৫
গোবিন্দো কেশী অসুৰক মাৰি।
ব্ৰজৰ আনন্দ বঢ়ায়া হৰি॥
থাকিলা কৃষ্ণে নানা লীলা কৰি।
সমস্ত সমাজে ঘুষিয়ো হৰি॥১০৩৬

---

ঘোষা

**ৰাম বনমালী গোপাল বনমালী॥৮৭**

**পদ**

গৈলন্ত নাৰদ ঋষি কংসৰ সমাজ।
নিচিন্তি আছস কেনে এভু ভোজৰাজ॥
তোক মাৰিবাক লাগি দেৱৰ যতন।
দৈৱকীৰ গৰ্ভে উপজিলা নাৰায়ণ॥১০৩৭
বসুদেৱে গোকুলত থৈলা চুৰি কৰি।
নন্দঘৰে বাঢ়ন্ত তোমাৰ প্ৰাণ বৈৰী॥
ছল কৰি আনি দিলা নন্দৰ কন্যাক।
কহিয়ো সম্ভেদ কথা ভড়াও আপোনাক॥১০৩৮
শুনি কংসে খাণ্ডা তুলি উঠি গৈল ৰাগি।
বসুদেৱ মহন্তক কাটিবাক লাগি॥
উঠি দেৱঋষি তাঙ্ক আনিলা নিবাৰি।
আঙ্ক নকাটিবি তই কৃষ্ণক মাৰি॥১০৩৯
পিতৃ হত শুনি লাগ নিদিব তোমাকে।
উলটি বসিল কংস নাৰদৰ হাকে॥
বসুদেৱ দৈৱকীক বান্ধিয়া নিহলে।
কৰিলেক বন্দী উগ্ৰসেনক নিশ্বলে॥১০৪০
পাছে দেৱঋষি গোকুলক গৈলা বহি।
বুলিলা কৃষ্ণক স্তুতি আকাশত ৰহি॥
ভাৰ সংহাৰন্তা আউৰ নাহি তুমি বিনা।
কংসক বধিবা প্ৰভু পৰশুই দিনা॥১০৪১
দিবা উগ্ৰসেনক কংসৰ ৰাজ্যভাৰ।
বসুদেৱ দৈৱকীৰ খণ্ডিবা নিকাৰ॥
তোমাৰ মনুষ্য লীলা দেখিবো হৰিষি।
এহি বুলি স্বৰ্গক গৈলেক দেৱঋষি॥১০৪২
অক্ৰুৰক পাঞ্চিলা ভোজৰ নিজ নাহা।
কৃষ্ণক আনিবে তুমি গোকুলক যাহা॥
শিশু ধৰি তোমাৰে আমাৰে মিত্ৰ আতি।
ইটো কাৰ্য্য সাধি মোক দিয়ো দানপতি॥১০৪৩
শুনি দানপতিৰ আনন্দ ভৈল আতি।
প্ৰভাতে লড়িলা মথুৰাত বঞ্চি ৰাতি॥
কৃষ্ণক দেখিবো আজি কিনো সুপ্ৰভাত।
জানিলা প্ৰসন্ন ভৈল বিধাতা আমাত॥১০৪৪
নয়নে দেখিবো মই চৰণ কমল।
আজিসে জন্মৰ মোৰ হৈবেক সাফল॥
দণ্ডৱতে পৰিবোহো কৃষ্ণৰ চৰণে।
কৃষ্ণে মোক আশ্বাসিবে মধুৰ বচনে॥১০৪৫

খুড়া বুলি কৃষ্ণে মোক কৰিবে আহ্লাদ।
ব্ৰহ্মাৰ দুৰ্ল্লভ তেবে লভিবো প্ৰসাদ॥
হেন মনে গুণি ৰথে লৰিল অক্ৰূৰ।
গোধূলিকা বেলাত পশিল গোপ-পুৰ॥১০৪৬
মাধৱৰ খোজচয় দেখিলা ভূমিত।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে সুশোভিত॥
ৰথৰ নামিয়া বেগে কৃষ্ণ কৃষ্ণ বুলি।
শিৰে আনি ঘষিল খোজৰ যত ধূলি॥১০৪৭
পাছে গৈয়া কৃষ্ণক দেখিল আনন্দতে।
কৃষ্ণ কৃষ্ণ বুলিয়া পৰিল দণ্ডৱতে॥
কৃষ্ণে ধৰিলন্ত তাঙ্ক আঙ্কোৱালি তুলি।
সৎকাৰ কৰিলা অক্ৰূৰক খুৰা বুলি॥১০৪৮
অক্ৰূৰে ভকতি পথে যতেক বাঞ্ছিলা।
কৃষ্ণো তান সবে মনোৰথক পূৰিলা॥
কহিলন্ত অক্ৰূৰে কংসৰ বিচেষ্টাক।
মথুৰাক যাইবাক সাজিল গোপজাক॥১০৪৯
শকটে উঠিয়া লৰি নন্দ গোপৰাজ।
ৰজনী প্ৰভাতে ৰাম কৃষ্ণ ভৈল বাজ॥
কৃষ্ণৰ যাইবাৰ শুনি গোপী নিৰন্তৰ।
মিলিল বিষাদ সবে বজাইল গৃহৰ॥১০৫০
সলোতক নয়ন মনত মহা দুঃখে।
জুমা জুমি কৃষ্ণক চাহয় উৰ্দ্ধ মুখে॥
কৃষ্ণৰ বিজয় কথা শুনা সাৱধানে।
বোলা হৰি হৰি যাবে প্ৰাণ থাকে মানে॥১০৫১

---

ঘোষা

**জয় হৰি জয় ৰাম॥৮৮**

**পদ**

গোপ ৰূপে নন্দৰ তনয়।
শুভক্ষণে কৰিলা বিজয়॥
বাজৈ শিঙ্গা বংশীৰ নিস্বান।
কংসবধে কৰিলা প্ৰয়াণ॥১০৫২
ৰথে চড়ি লৰিলা মুৰাৰি।
পড়ি পড়ি কান্দে গোপনাৰী॥
হৰিৰ বিৰহে দেহা তাৰে।
যেন ভৈল বাতুল স্বভাৱে॥১০৫৩
কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয়।
আমাৰ প্ৰাণক কোনে নেয়॥
ক্ৰূৰ অক্ৰূৰ ভৈল বৈৰী।
জীৱ কাঢ়ি নেয় কেন কৰি॥১০৫৪
কিনো হৰি নিদাৰুণ ভৈলা।
গোকুল অনাথ কৰি গৈলা॥
কৃষ্ণ বিনে কি কৰৈ জীৱন।
আউৰ কোনে যাইব বৃন্দাবন॥১০৫৫
প্ৰভাতে ৰাখিবে কোনে ধেনু।
কোনে বাইবে সুললিত বেণু॥
কোনে চাইবে কটাক্ষে নিৰেক্ষি।
জুৰাইব হৃদয় কাক দেখি॥১০৫৬
কোনে দিবে বংশীৰ নিস্বান।
কি দেখি ৰাখিব আৰে প্ৰাণ॥
আম্মাৰ জীৱনে নাই সুখ।
আউৰ নেদেখিবো কৃষ্ণ মুখ॥১০৫৭
নীল আকুঞ্চিত যাৰ কেশ।
শিৰে বন্ধ কিৰীটি সুবেশ॥
ভ্ৰুৱ যুগ মদনৰ চাপ।
দৰশনে হৰৈ হৃদি তাপ॥১০৫৮

কটিকৰ কমললোচন।
সুধা সম মধুৰ বচন॥
সুসম ললাট গণ্ডস্থল।
চাৰুকৰ্ণে মকৰ কুণ্ডল॥১০৫৯
নাসা তিল কুসুম সুন্দৰ।
শোভৈ আতি অৰুণ অধৰ॥
দশন দাড়িম্ব বীজ পান্তি।
হাস্যে নিন্দে চন্দ্ৰমাৰ কান্তি॥১০৬০
কম্বু কণ্ঠে কৌস্তুভ প্ৰকাশে।
সূৰ্য্য যেন উদিত আকাশে॥
সিংহবক্ষ স্কন্ধ সুপ্ৰসন্ন।
ভুজ যুগ ৰত্নৰ যোলান॥১০৬১
কেয়ূৰ কঙ্কণ তাতে জ্বলে।
ৰত্নৰ গুলিয়া শোভৈ গলে॥
হিয়াত শ্ৰীবৎস কৰৈ কান্তি।
যেন মেঘে বলাকাৰ পান্তি॥১০৬২
পীতবস্ত্ৰে শোভৈ তনু কালা।
আপাদ লম্বিত বনমালা॥
তাতে পড়ি অনেক ভ্ৰমৰে।
মধুলোভে বেড়িয়া গুঞ্জৰে॥১০৬৩
বক্ষঃস্থলে মুকুতাৰ হাৰ।
আকাশী গঙ্গাৰ যেন ধাৰ॥
ৰত্নৰ মেখলা কটি মাজে।
সোণাৰ কিঙ্কিণী তাতে বাজে॥১০৬৪
কৰিকৰ উৰু নিৰুপম।
চৰণ পঙ্কজ মনোৰম॥
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত।
ৰত্নময় নূপুৰে ৰঞ্জিত॥১০৬৫
ভকতৰ হৃদয় ৰঞ্জন।
নেদেখিবো সি হেন চৰণ॥
কন্দৰ্প কোটিকো ৰূপে জিনি।
গোকুলে প্ৰকাশৈ যদুমনি॥১০৬৬
কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে।
নাহি গতি কীৰ্ত্তনত পৰে॥
জানিয়া কৰিয়ো একচিত্তে।
হৰি হৰি ঘোষ প্ৰতি নিতে॥১০৬৭

---

ঘোষা

এ প্ৰাণ হৰি গৈল এৰি॥৮৯॥

পদ

হেন হৰি ভৈলোহো বঞ্চিত।
কিমতে ধৰিবো আৰে চিত্ত॥
সুপ্ৰভাত মথুৰা পুৰীৰ।
মুখ-পদ্ম দেখিবে স্বামীৰ॥১০৬৮
জীৱৰ জীৱন প্ৰাণপতি।
আজি পাইবে কোন ভাগ্যৱতী॥
কিনো সুপ্ৰসন্ন ভৈল বিধি।
হাতে পাইলে গোকুলৰ নিধি॥১০৬৯
মুখ-পদ্ম চন্দ্ৰ নোহে সৰি।
আনন্দে দেখিবে নেত্ৰ ভৰি॥
পাইব গৈয়া নাগৰী সুন্দৰী।
আউৰ চুনাই নাসিবস্ত হৰি॥১০৭০
সৌহৃদ্য ভাঙ্গিল ক্ষণেকতে।
উপাসন্ত লক্ষ্মী কেন মতে॥
কিনো নিদাৰুণ নাৰায়ণ।
সুবুলিলা প্ৰবোধ বচন॥১০৭১
পতি পুত্ৰ এৰি ভৈলো চেড়ী।
কোন মতে গৈলা তুমি এৰি॥
কিনো বজ্ৰে বান্ধিলেক হিয়া।
ভকতৰ গৈলা দুঃখ দিয়া॥১০৭২
আমি মৰো তোমাৰ বিৰহে।
জানি কেন মতে হৃদি সহে॥

এহি বুলি কান্দে গোপনাৰী।
ৰাম কৃষ্ণ বুলি গেড়ি পাৰি ॥১০৭৩
নেত্ৰৰ লোতক পৰৈ ধাৰে।
ঘনে ঘনে নিশ্বাস ফোকাৰে ॥
হৰি বিনা নভাষে বচনে।
নপাসৰে সচিতে সপনে ॥১০৭৪
ৰাত্ৰি দিনে গাৱৈ হৰি গীত।
কৃষ্ণতে অৰ্পিল প্ৰাণ চিত্ত ॥
কায়স্থ শঙ্কৰে এভু ভণে।
হৰি কথা শুনা সৰ্ব্বজনে ॥১০৭৫
হৰিৰ কীৰ্ত্তন মুখে কৰা।
মাধৱৰ ৰূপ হিয়ে ধৰা ॥
অল্প পুণ্যে নপাই আক জানি।
সদা নচাৰিবা ৰাম বাণী ॥১০৭৬
পাপী জনে হৰি সুমৰে।
পাতকে মুখত চাপি ধৰে ॥
আনে সুমৰন্তে শুনি মৰৈ।
পাপে চিত্ত উচপিচ কৰৈ ॥১০৭৭
হৰি ধ্বনি শুনি কাণ ফাটে।
নিন্দা কৰি ফুৰে হাটে বাটে ॥
হেন জানি পাপক সংহৰি।
সদায় ঘোষিয়ো হৰি হৰি ॥১০৭৮

---

ঘোষা

**হৰিবোল হৰিবোল মাধৱ ৰাম ॥৯০॥**

**পদ**

ৰথে তুলি ৰাম কৃষ্ণ দোভাই।
অক্ৰূৰে লই যান্ত ঘোৰা ডকাই ॥
বায়ুৰ বেগে তাক নোহে তুল।
পাইল গৈয়া পাছে যমুনাৰ কূল ॥১০৭৯
মধ্যাহ্ন সন্ধ্যা কৰিবাক প্ৰতি।
ৰাখিল ৰথ পাছে দানপতি ॥
দোভাইকো ৰথে থৈয়া তৰু-তলে।
নামিল গৈয়া যমুনাৰ জলে ॥১০৮০
বুড় দিয়া মন্ত্ৰ জপিলা পাছে।
দেখন্ত ৰাম কৃষ্ণ ঐতে আছে ॥
ৰথত নাহিকা বুলি উঠিলা।
দোভাইক ৰথতে দুনাই দেখিলা ॥১০৮১
পূৰ্ব্বৱতে বসি আছন্ত দুই।
দুনাই বুড় দিলা বিস্ময় হুই ॥
জলৰ মাজত দেখন্ত পাছে।
সহস্ৰেক ফণে অনন্ত আছে ॥১০৮২
মৃণাল ধৱল যেন শৰীৰ।
নীল বস্ত্ৰে দেখি আতি ৰুচিৰ ॥
ফণাৰ মণি কৰে তিৰি মিৰি।
শৃঙ্গে সমে যেন কৈলাস গিৰি ॥১০৮৩
চৌপাশে সৰ্পগণে বেঢ়ি আছে।
তাহান কোলাত দেখন্ত পাছে ॥
পৰম পুৰুষ আছন্ত বসি।
প্ৰকাশৈ মুখ যেন পূৰ্ণশশী ॥১০৮৪
মেঘ সম শ্যাম বসন পীত।
ৰত্নৰ কিৰীটি শিৰে শোভিত ॥
কৰ্ণত মকৰ দোলে কুণ্ডল।
ধনু সম শোভৈ ভ্ৰুৰ যুগল ॥১০৮৫
অৰুণ নেত্ৰ কমলৰ পাসি।
মুগুচৈ মুখে সদা অল্প হাসি ॥
নাসা তিল ফুল সম সুন্দৰ।
বৰ্ত্তুল বান্ধুল চাৰু অধৰ ॥১০৮৬
প্ৰবাল ৰত্নে যেন আছে গঢ়ি।
প্ৰকাশে দন্ত যেন কুণ্ডকৰি ॥
কম্বু কণ্ঠে শোভৈ কৌস্তুভ মণি।
প্ৰকাশৈ প্ৰভাতৰ সূৰ্য্য জিনি ॥১০৮৭

আজানুলম্বী স্থূল ভুজ চাৰি।
শঙ্খ চক্র গদা পঙ্কজ ধাৰী॥
কৰয় কেয়ূৰ কঙ্কণে কান্তি।
বক্ষস্থলে শোভে শ্ৰীবৎস পান্তি॥১০৮৮
আপাদলম্বী বনমালা গলে।
মুকুতাৰ হাৰ হিয়াত জ্বলে॥
ৰত্নৰ মেখলা কটিৰ মাজে।
তাতে সুবৰ্ণৰ কিঙ্কিণী বাজে॥১০৮৯
চাৰু উৰু জানু জঙ্ঘা যুগল।
দুখানি চৰণ যেন কমল॥
আঙ্গুলি পান্তি তাৰ ভৈল পাসি।
আৰকত নখে আছে প্ৰকাশি॥১০৯০
ৰত্নৰ নূপুৰে আতি ৰঞ্জিত।
যাত ভকতৰ সদায় চিত্ত॥
সুনন্দ নন্দ আদি কৰি পাছে।
চৌপাশে পৰিষদে বেঢ়ি আছে॥১০৯১
শঙ্কৰ ব্ৰহ্মা যত প্ৰজাপতি।
কৰযোৰে সবে কৰয় স্তুতি॥
আপুনি লক্ষ্মী আৰাধন্ত পাৱ।
অক্ৰূৰে দেখি শিহৰাইল গাৱ॥১০৯২
আনন্দতে পৰৈ নেত্ৰৰ পানী।
কণ্ঠৰো নোলায় গদগদ বাণী॥
পৰম ভক্তি কৰি মহাভাগে।
কৃতাঞ্জলি কৰি পৰিল আগে॥১০৯৩

———

ঘোষা
**মাধৱ ৰাম মুকুন্দ মুৰাৰি॥৯১॥**
পদ

শিৰে প্ৰণামি পাছে দানপতি।
কৰিবে লাগিলা কৃষ্ণক স্তুতি॥
নমো নাৰায়ণ কৰোহো সেৱ।
স্ৰষ্টাৰো তুমি আদি দেৱ॥১০৯৪
তোহ্মাৰ নাভিত ভৈলন্ত বিধি।
যাত হস্তে ভৈল কাৰ্য্যৰ সিদ্ধি॥
যত পঞ্চভূত ইন্দ্ৰিয় দেৱ।
তোহ্মাৰ ৰূপক নজানে কেৱ॥১০৯৫
নজানি লোকে আন দেৱ পূজে।
সিয়ো বিধিহীনে তোমাকে যজে॥
যেহেন নদ নদী সমুদায়।
অনেক পথে সাগৰক যায়॥১০৯৬
মায়ায়ে মোহিত সবাৰো মন।
তোহ্মাক নিচিন্তে কেৱে চৰণ॥
যাৰ নষ্ট হুইবে সংসাৰ বন্ধ।
তোমাৰ ভক্তিত তাৰ প্ৰবন্ধ॥১০৯৭
ৰূপ দেখাই কিনো কৰিলা দায়া।
জানিলো এৰাইলো সংসাৰ মায়া॥
নমো হৃষিকেশ জগতপতি।
তুমি বিনে নাই আহ্মাৰ গতি॥১০৯৮
কৰিলা অনেক স্তুতি বিনয়ে।
নকৈলো পদ বিস্তৰক ভয়ে॥
জলত পাছে দেখা দিয়া হৰি।
ভৈলা অন্তৰ্দ্ধান ৰূপ সংহৰি॥১০৯৯
বিষ্ণুক নেদেখি পাছে অক্ৰূৰে।
জলৰ উঠিলা অতি সত্বৰে॥
মধ্যাহ্ন সন্ধ্যা কৰি মহাশয়।
গৈলন্ত ৰথক হুয়া বিস্ময়॥১১০০
অক্ৰূৰত হৰি সোধন্ত হাসি।
বিস্ময় ভৈলা কেনে তুমি আসি॥
দেখিলা কিবা কৈত অদভুত।
সত্বৰে কহিয়ো গান্দিনী সুত॥১১০১
অক্ৰূৰে কৃষ্ণক মাতিলা পাছে।
সমস্তে অদ্ভুত তোহ্মাতে আছে॥
বিজনে নজানে তত্ত্ব তোহ্মাৰ।
সমস্ত জগত অদ্ভুত তাৰ॥১১০২

এহি বুলি ধীৰে ৰথ ডকাইল।
দিনান্তে গৈয়া মথুৰাক পাইল॥
পথত যাহন্তে পথিকে দেখি।
আনন্দে কৃষ্ণক চাহে নিৰীক্ষি॥১১০৩
পাছে মথুৰাৰ সমীপ পাই।
নামিল ৰাম কৃষ্ণ দুই ভাই॥
অক্ৰূৰৰ হাতে ধৰিয়া হৰি।
বুলিলা হেন বাণী হাস্য কৰি॥১১০৪
ৰথ লৈয়া আগে চলিয়ো ঘৰ।
পাছে সে পশিবো আমি নগৰ॥
ইঠাইতে জিৰাও আমি গোপঝাক।
শুনিয়া অক্ৰূৰে বুলিলা বাক॥১১০৫
তোমৰা দুভাইক এৰিয়া স্বামী।
নযাইবো নযাইবো গৃহক আমি॥
নকৰা প্ৰভু ভকতক ত্যাগ।
কোটি পুৰুষৰ মিলোক ভাগ॥১১০৬
গৃহক মোৰ চলা দুয়ো ভাই।
পবিত্ৰ কৰিয়ো পদ ধুলাই॥
শিৰত ধৰি তয়ু পাদোদক।
লভিলো বুলি মহা ঐশ্বৰ্য্যক॥১১০৭
পাইলেক পৰম জ্ঞানীৰ গতি।
ভকতক দায়া কৰা সম্প্ৰতি॥
আমাক বিমুখ নকৰা স্বামী।
তোমাক এৰিবে নোৱাৰো আমি॥১১০৮
মাধৱে বোলন্ত শুনা অক্ৰূৰ।
তুমি আগে যায়ো মথুৰাপুৰ॥
জগতৰে বৈৰী মাৰি কংসক।
অৱশ্যে তোমাৰ যাইবো গৃহক॥১১০৯
হেন শুনি পাছে অক্ৰূৰ বীৰে।
বিতুষ্ট মনে গৈল ধীৰে ধীৰে॥
কৃষ্ণ আসিবাৰ কংসত কৈল।
মেলানি মাগিয়া গৃহক গৈল॥১১১০
এক মনে শুনা কৃষ্ণৰ কথা।
মনুষ্য জন্মক নকৰা বৃথা॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥১১১১

---

ঘোষা

গোবিন্দ যদুদেৱ দীন দয়াশীল।
তুমিসে বান্ধৱ কৃষ্ণ আৱেসে জানিল॥৯২॥

পদ

অক্ৰূৰক পঠায়া গৃহক আগ কৰি।
লৈয়া গোপগণ সঙ্গে ৰঙ্গে ৰাম হৰি॥
পৰম উৎসুকে প্ৰবেশিলা মথুৰাত।
সিটো বিতোপন পুৰী দেখিল সাক্ষাত॥১১১২
স্ফটিকে গঠিত পুৰ দ্বাৰ নুহি খাট।
লগাই আছে সুবৰ্ণ বৃহত কপাত॥
হেমময় তোৰণ চিড়লে অলঙ্কৃত।
চতুৰ্ভিতি গড়খাই দেখি ভয় ভীত॥১১১৩
বহুবিধ উদ্যান শোভি কাছে কাছে।
শাৰী শাৰী গৃহ সব প্ৰকাশন্তে আছে॥
হীৰা মৰকত ৰত্নে ৰঞ্জে ঠাৰে ঠাৰে।
শোভা কৰৈ পাৱায়ত ময়ুৰৰ ধাৰে॥১১১৪
ৰাজপথে চৌপন্থাক সাজ্ঞি মাজ্ঞি আতি।
পদুলি পদুলি দীপ ঘট আছে পাতি॥
হেন নগৰত পশি গোপগণ সঙ্গে।
ৰাজপথে চলি যান্ত ৰাম কৃষ্ণ ৰঙ্গে॥১১১৫
মিলিল উৎসৱ শুনি নাৰীগণ যত।
চাহিবাক লাগি সবে চৰিলা গৃহত॥
কৃষ্ণক দেখিতে কাৰো উত্ৰাৱল চিত্ত।
পিন্ধে বস্ত্ৰ অলঙ্কাৰ কৰি বিপৰীত॥১১১৬
এক কৰ্ণে কুণ্ডল কঙ্কণ এক কৰে।
বিমোহিত হুয়া আসৈ বস্ত্ৰো নসম্বৰে॥

অঞ্জনে ৰঞ্জিল মাত্র এগোটা লোচন।
কতো কতো নাৰীগণে এৰিলে ভোজন ॥১১১৭
পিয়ন্তে আছিল স্তন শিশুকো এৰিল।
কৃষ্ণক দেখিবে মনে গৃহত চৰিল ॥
ৰাজপথে চলি যান্ত লীলায়ে মাধৱ।
তাসম্বাৰ নয়নৰ বঢ়ায়া উৎসৱ ॥১১১৮
কমললোচন হাসি কটাক্ষে চাহন্তে।
সমস্ত নাৰীৰ মন হৰিলা একান্তে ॥
যাৰ গুণ কথাক শ্ৰৱণে আছো শুনি।
নেত্ৰ ভৰি দেখো হেন কৃষ্ণক আপুনি ॥১১১৯
কৃষ্ণৰ কটাক্ষে হাস্যে বৰিষে অমৃত।
পূৰি মনোৰথ সবে ভৈল কৃতকৃত্য ॥
নয়নৰ পথে নিয়া কৰি অভ্যন্তৰ।
আনন্দ মূৰ্ত্তিক আলিঙ্গিয়া নিৰন্তৰ ॥১১২০
মনৰ এৰাইল পীড়া আনন্দে ভৰিল।
তনু লোমাঞ্চিত নেত্ৰে লোতক ঝৰিল ॥
প্ৰীতি প্ৰফুল্লিত মুখ-পদ্ম যত নাৰী।
গৃহৰ উপৰে চৰি হুয়া দুই শাৰী ॥১১২১
ৰাম মাধৱৰ শিৰে পুষ্প বৰিষন্ত।
মুখ কমলক যেন নয়নে পিয়ন্ত ॥
দধি দুৰ্ব্বাক্ষত উপায়ন পুষ্প গন্ধে।
পদূলি পদূলি দ্বিজে পূজিলা প্ৰবন্ধে ॥১১২২
অন্যো অন্যে নাৰীগণে সম্বোধি কহয়।
কিনো তপ কৰিলে ব্ৰজৰ গোপীচয় ॥
দেখিয়ো আনন্দে যেন আছে মূৰ্ত্তি ধৰি।
হেন ৰাম মাধৱক দেখৈ নেত্ৰ ভৰি ॥১১২৩
গোপীসব সম ভাগ্যৱতী আউৰ নাই।
কহে সবে অন্যো অন্যে নাৰীগণে চাই ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজন।
বোলা হৰি হৰি আছে যাৱত চেতন ॥১১২৪

---

ঘোষা

**প্ৰাণ বান্ধৱ মাধৱ ৰাম।**
**দেহু দেখা হৰি কৰো প্ৰণাম ॥৯৩॥**

পদ

পথত ৰাম কৃষ্ণ মহাভাগ।
যাহন্তে ধোবাক পাইলন্ত লাগ ॥
খুজিলন্ত বস্ত্ৰ মাতি ধোবাক।
দিয়ো ভাল বাছি বস্ত্ৰ আন্ধাক ॥১১২৫
আজি যেৱে বস্ত্ৰ কৰস দান।
হৈবেক পৰম তোৰ কল্যাণ ॥
এহি বুলি বস্ত্ৰ খোজন্ত হৰি।
দুৰ্ম্মুখ ধোবা মাতে ক্ৰোধ কৰি ॥১১২৬
কিনো মহামূঢ় তোৰা গোৱাল।
পৰ্ব্বত বনত থপস কাল ॥
মৰিবাক লাগি নাহিকৈ ত্ৰাস।
ৰাজাৰ বস্ত্ৰক পিন্ধিবে চাস ॥১১২৭
প্ৰাণ লৈয়া পলা ঐৰ অন্তৰি।
ৰাজদূতে পাইলে দণ্ডিবে ধৰি ॥
দৈৱকী সুতে শুনি হেন বাণী।
মাৰিলা ধোবাক চৰণ টানি ॥১১২৮
ছিগিল মুণ্ড চৰণতে তাৰ।
যতেক ধোবা লগৰীয়া আৰ ॥
বস্ত্ৰ পেলাই সবে দিলে লৰড়।
দেখিয়া কৃষ্ণে ৰঙ্গ ভৈল বড় ॥১১২৯
ভাল বাছি বস্ত্ৰ লৈল দোভাই।
গোৱালগণক দিলে পেলাই ॥
বেশকাৰে আসি পিন্ধাই বস্ত্ৰক।
কছাইল ৰঙ্গে ৰাম মাধৱক ॥১১৩০

তাত তুষ্ট কৃষ্ণ ভৈল অধিক।
দিলন্ত পৰম ঐশ্বৰ্য্য শ্ৰীক॥
সাৰূপ্য মুকুতিকো দিলা তাক।
বুলিলা অনেক আশ্বাস বাক॥১১৩১
সুদাম নামে মালাকাৰ আছে।
তাহাৰ বাৰীত পশিলা পাছে॥
দূৰতে দেখৈ আসে কৃষ্ণ ৰাম।
কৰিলা সুদামে পৰি প্ৰণাম॥১১৩২
আসন আনি দিলা আথে বেথে।
বসিল তাত ৰঙ্গে জগন্নাথে॥
পাদ্য অৰ্ঘ্য গন্ধ ধূপ লগাই।
কৰিল পূজা লৈলা দুয়ো ভাই॥১১৩৩
ভূমিত পৰি বোলে মালাকাৰ।
পিতৃ দেৱ ঋষি তুষ্ট আম্ভাৰ॥
আজিসে জন্ম সাফলিলো আমি।
কুলকো পবিত্ৰ কৰিলা স্বামী॥১১৩৪
জগতৰে মুখ্য কাৰণ দুই।
ভৈলা অৱতাৰ তোমৰা দুই॥
ভকতজনৰ ৰক্ষাৰ হেতু।
দুষ্টক নাশাহা গৰুড়কেতু॥১১৩৫
জগতৰে আত্মা সুহৃদ দেৱ।
তোম্ভাৰ শত্ৰু মিত্ৰ নাহি কেৱ॥
সমস্ত ভূততে আছা বিয়াপি।
ভজন্তাক প্ৰভু ভজা তথাপি॥১১৩৬
কৰিয়ো আজ্ঞা আমি তযু ভৃত্য।
তোমৰা দুইৰো কৰো কিবা কৃত্য॥
যাক পাঞ্ছা তুমি কাৰ্য্যক লাগি।
প্ৰসাদ পাইলে সেহি মহাভাগী॥১১৩৭
এহি বুলি বুজি কৃষ্ণ ইঙ্গিত।
আনিয়া সৌৰভী পুষ্পে ৰচিত॥
পিন্ধাইলা দুইৰো অঙ্গে মুণ্ডমাল।
পুষ্পে ভূষিলেক যত গোৱাল॥১১৩৮
ভকতি দেখি তাৰ কৃষ্ণ ৰাম।
বোলন্ত লৈয়োক বৰ সুদাম॥
শুনিয়া মালী বোলৈ যুৰি হাত।
থাকোক অচলা ভক্তি তোম্ভাত॥১১৩৯
বিষ্ণু ভকতেসে হৈবা বান্ধৱ।
ভূত দয়া যোনো ছাড় মাধৱ॥
এহি বুলি মৌন ভৈল সুদাম।
দিলন্ত বৰ সবে কৃষ্ণ ৰাম॥১১৪০
বুলিলা আৰো তাৰ ভক্তি দেখি।
নেবোক তোম্ভাক অচলা লক্ষ্মী॥
বল আয়ু যশ দিলো সমৃদ্ধি।
সৰ্ব্বকালে হৌক বংশৰ বৃদ্ধি॥১১৪১
সুদামক দিয়া এতেক বৰ।
বজাইল তৈৰ ৰাম দামোদৰ॥
আনন্দে বেঢ়ি যায় গোপগণে।
হৰি হৰি বোলা সমস্ত জনে॥১১৪২

---

ঘোষা

সেৱক বুলিয়া পালিয়ো ৰাম
চৰণে শৰণ লৈলো।
তোম্ভাত ভকতি নকৰি কৃপালু
জনম বিফল কৈলো॥৭৪॥

পদ

সুদামক বৰ দিয়া দামোদৰ
মনে ৰাজ চলি যান্ত।
চন্দনৰ পাত্ৰ সহিতে যুবতী
কুব্জাক দেখিলন্ত॥

ওচৰ চাপিয়া পুছন্ত হাসিয়া
সৰ্ব্বসুখ দাতা হৰি।
তই কোন কাৰ চন্দন লৈ যাহ
কৈয়ো কথা শীঘ্ৰ কৰি ॥১১৪৩
দুভাইক চন্দন দিয়ো আজি তোৰ
হৈবেক কল্যাণ আসি।
সৈৰিন্ধ্ৰী বোলয় শুনিও সুন্দৰ
মই কংস ৰায়ৰ দাসী॥
ভোজ নৃপতিৰ আতি প্ৰীতিকৰ
মোৰেসে চন্দন মাত্ৰ।
তোৰা দুই বিনে ইটো চন্দনৰ
আছে আন কোন পাত্ৰ ॥১১৪৪
সুকুমাৰ ৰূপ দেখি মোহ ভৈলা
কৃষ্ণৰ সুৰস মাতে।
দুভাইৰো শৰীৰ চন্দনে ৰঞ্জিলা
যুবতী আপোন হাতে॥
এতেকে প্ৰসন্ন ভৈল ভগৱন্ত
যিটো ভকতৰ গতি।
কৰিলন্ত মতি সিটো কুবুজাক
ঋজু কৰিবাক প্ৰতি ॥১১৪৫
তাইৰ দুই ভৰি দুপাৱে জাপিয়া
চিবুকত ধৰি হাতে।
উপৰক তুলি চমু কৰিলন্ত
তিনিও লোকৰ নাথে॥
কৃষ্ণ পৰশনে তেতিক্ষণে তাই
ভৈগৈল দিব্য সুন্দৰী।
কামাতুৰা হুয়া হাসিয়া মাতয়
কৃষ্ণৰ বস্ত্ৰত ধৰি ॥১১৪৬
তুমি চিত্ত মোৰ মথিলা মাধৱ
এবিবে নপাৰো আমি।
আসা গৃহে যাওঁ হুয়োক প্ৰসন্ন
তিনিও লোকৰ স্বামী॥

ৰামৰ আগত কৃষ্ণৰ বস্ত্ৰত
ধৰিয়া প্ৰাৰ্থন্তে আছে।
সমস্তে গোপৰ মুখ চায়া হৰি
হাসি মাতিলন্ত পাছে ॥১১৪৭
আমি পথিকৰ ভুমিসে আশ্ৰয়
যায়োক আজি গৃহক।
তোমাৰ থানক অৱশ্যে আসিবো
বধিয়া দুষ্ট কংসক॥
এহি বুলি তাইক মধুৰ বচনে
আশ্বাসি পঠাইলা হৰি।
বাণিজাৰ গণে দুভাইকো পূজিলা
অনেক দ্ৰব্যে সাদৰি ॥১১৪৮
কৃষ্ণ দৰশনে কামে বিমোহিত
সমস্তে পুৰ যুবতী।
বসন বলয় সোলকিল খোপা
তাত নাহি কাৰো ৰতি॥
চিত্ৰৰ পুতলী আছে যেন হৰি
কৃষ্ণত অৰ্পিয়া মন।
আন কাম এৰি বোলা হৰি হৰি
সমস্ত্যাৰ যত জন ॥১১৪৯

---

ঘোষা

জগন্নাথ! অনাথক থাপিও চৰণে।
তোমাক বান্ধৱ মানি পশিলো শৰণে ॥৯৫॥

পদ

এহিমতে ৰামকৃষ্ণ ভ্ৰমন্তে পথত।
ধনুৰ্যাগ-শালা পাইলা পুছিয়া লোকত॥
দেখিলা কংসৰ দিব্য ধনু কৃষ্ণে পাছে।
যেন ইন্দ্ৰ ধনুখণ্ড প্ৰকাশন্তে আছে ॥১১৫০

আনন্দে গোবিন্দে ধৰিবাক মাত্ৰ তাক।
দেখিয়া ৰখিয়া সেনাগণে দেয় হাক॥
তথাপি লীলায়ে বাম হাতে তুলি ধৰি।
নিমিষেকে ধনুত লগাইলা গুণ হৰি॥১১৫১
অপ্ৰয়াসে টানিয়া ভাঙ্গিলা ধনুখণ্ড।
যেন মত্ত মাতঙ্গে ভাঙ্গিলে ইক্ষুদণ্ড॥
তাৰ ঘোৰ শৰদে পূৰিল দিশ পাশ।
শুনি কংসৰায়ে অদভুতে ভৈল ত্ৰাস॥১১৫২
দেখিয়া ৰখিয়া সব কটক কিটাইল।
অস্ত্ৰ-শস্ত্ৰ ধৰি ক্ৰোধে মাধৱক ধাইল॥
বেঢ়িলেক চতুৰ্ভিত ধৰ মাৰ বুলি।
খণ্ডে ভাঙ্গা ধনু ৰামকৃষ্ণে লৈলা তুলি॥১১৫৩
সমস্তে সেনাক মানে মাৰিলা দুভাই।
কংসে পঠাইলেক তাকো মাৰিল কোবাই॥
ধনুৰ শালৰ হন্তে বাজ হুয়া দুই।
নগৰ চাহন্তে ফুৰে মহা হৃষ্ট হুই॥১১৫৪
প্ৰভাৱ প্ৰগলভ ৰূপ দেখি নি[illegible]ম।
সবে বোলৈ ইটো দুই দেৱতো উত্তম॥
অনন্তৰে সূৰ্য্য পাইলা অস্তগিৰি গৈ।
নিবৰ্ত্তিলা ৰাম কৃষ্ণ গোপগণ লই॥১১৫৫
নগৰৰ বাজত ৰহিলা বাসা কৰি।
ৰঙ্গে ৰাম কৃষ্ণ দুই পক্ষালিলা ভৰি॥
গোপগণ সঙ্গে লৈয়া ভুঞ্জি দধিভাত।
বঞ্চিলা ৰজনী সুখে শুতিয়া শয্যাত॥১১৫৬
ধনুৰ্ভঙ্গ ৰখিয়া সেনাৰ শুনি বধ।
নাশৈ নিদ্ৰা কংস ভৈলা ভয়তে তবধ॥
দেখৈ নানা বিমঙ্গল বিত্ত নোহৈ স্থিৰ।
ছায়াত নেদেখৈ সিটো আপোনাৰ শিৰ॥১১৫৭
ধূলি কৰ্দ্দমতো নিজ খোজক নাকলৈ।
আকাশত দেখৈ কতো দুই চন্দ্ৰ জ্বলৈ॥
স্বপ্নত মৃতকে আসি কৰৈ আলিঙ্গন।
গৰ্দ্দভত চৰি কৰৈ বিষক ভোজন॥১১৫৮
ওৰ ফুল মালা পিন্ধি হিয়া দিগম্বৰ।
তৈল ঘষি দক্ষিণক যায় একেশ্বৰ॥
আনো নানা বিমঙ্গল দেখৈ সিটো আতি।
ভয়তে নপাইলে নিদ্ৰা কংসে সিটো ৰাতি॥১১৫৯
অনন্তৰে কংসৰায় উঠি প্ৰভাতত।
কৰাইলন্ত মল্ল মহোৎসৱ ক্ৰীড়া যত॥
সজাইলেক উচ্চ মঞ্চ ৰঙ্গশালা বেঢ়ি।
বাৰৈ ঢাক ঢোল ভেৰী কৰে নানা খেড়ি॥১১৬০
মঞ্চে চৰি বসিল যতেক পুৰবাসী।
থান লৈয়া বসিলা নৃপতিগণো আসি॥
মন্ত্ৰীগণ সমে কংস চৰিয়া মঞ্চত।
নুগুচয় ভয় তাৰ ক্ষণেকো মনত॥১১৬১
মল্ল বাদ্য শুনি কাছি পাৰি যত মাল।
মাল গুৰু সমে প্ৰবেশিলা ৰঙ্গশাল॥
চানুৰ মুষ্টিক কুট তোষল অপৰ।
শল্লনামে আইল আৰো মল্ল ভয়ঙ্কৰ॥১১৬২
কৰ দিয়া নন্দো গোপগণ সমন্বিত।
মঞ্চে চৰি বসিলন্ত হুয়া একভিতি॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি সবে হোক সদগতি॥১১৬৩

---

ঘোষা

**গোপাল কৃপাল করুণাময়।**
**হৰিয়ো হৰি ভকতৰ ভয়॥৯৬॥**

**পদ**

কহন্ত নৃপতিত শুকমুনি।
ৰাম কৃষ্ণে মল্ল দুন্দুভি শুনি॥
কৰিয়া শৌচ ভৈল কাছপাৰ।
শুনিয়ো আৰে কেন অৰ্থ তাৰ॥১১৬৪

ধনু ভাঙ্গি সেনা মাৰিলো তাৰ।
দেখাইলো নিজ বীৰ্য্য আপোনাৰ॥
তথাপি পিতৃৰ নোছোৰে বন্ধ।
আম্মাকো মাৰিবে কৰৈ প্ৰবন্ধ॥১১৬৫
মমাৰ বধে আউৰ দোষ নাই।
এহি বুলি লড়ি গৈলা দুভাই॥
ৰঙ্গৰ দ্বাৰ পাইলা গৈয়া পাছে।
কুবলয় পীড় বাটতে আছে॥১১৬৬
অম্বষ্ঠ হাতিয়াৰে আছে খুম্পি।
বহি আছে সিটো কৃষ্ণক চুম্পি॥
দেখি কৃষ্ণে তাৰ বুঝি ইঙ্গিত।
মেৰাইলন্ত পীত বস্ত্ৰ কটিত॥১১৬৭
কুটিল অলকা বান্ধিল তুলি।
মাতিলা শুনৰে অম্বষ্ঠ বুলি॥
যাইবো ৰঙ্গশাল সত্তৰ কৰি।
পথ ছাৰি দেস ঐৰ অসুৰি॥১১৬৮
বাট নেদ যেবে শুনা দ্বন্দুৰ।
কুঞ্জৰ সমে নিবো যমপুৰ॥
হেন শুনি পাছে অম্বষ্ঠ ৰাগি।
খুম্পিল হস্তীক কৃষ্ণক লাগি॥১১৬৯
ধাই গৈল হস্তী কালান্ত প্ৰায়।
ধৰিলে কৃষ্ণক শুণ্ডে মেৰাই॥
এৰাইল আস্ফোত কৰিয়া উঠি।
মাতঙ্গক কৃষ্ণে মাৰিলা মুঠি॥১১৭০
ভৰিৰ মাজত লুকাইল তাৰ।
ক্ৰোধিল কুঞ্জৰ পায়া প্ৰহাৰ॥
নেদেখি সিটো ফোপায় যেন নাগ।
শুঙ্গি শুঙ্গি পাইলা কৃষ্ণক লাগ॥১১৭১
ধৰিলে শুণ্ডে কৃষ্ণক মেৰাই।
বাজ ভৈল কৃষ্ণে বলে এৰাই॥
লাঙ্গুত ধৰি তাৰ চক্ৰপাণি।
একশত হাত নিলন্ত টানি॥১১৭২
সৰ্পক আকোৰৈ যেন গৰুড়ে।
কৃষ্ণক ধৰিবে চাহয় শুড়ে॥
ইকাতি সিকাতি কৰন্তে যাই।
টানি নেন্ত কৃষ্ণে শ্ৰমে এড়াই॥১১৭৩
নপাৰে ধৰিতে সিটো কৃষ্ণক।
যেন দামুৰিক টানে বালক॥
অনন্তৰে তাৰ লাঙ্গুৰ এড়ি।
ভৈলন্ত সম্মুখ হস্তীক হৰি॥১১৭৪
চাপৰ মাৰিয়া যান্ত লৰৰে।
খেদি নেন্ত হস্তী গোড়ত গোড়ে॥
লীলায়ে পড়িয়া উঠিল হৰি।
পৰিল বুলি হস্তী ক্ৰোধ কৰি॥১১৭৫
পৃথিৱীত সিটো ভিৰিল দান্তে।
গাৰৰ সব বল দিয়া ঝান্তে॥
নাহিকা কৃষ্ণ দেখি হস্তী কোপে।
ধাইলেক কৃষ্ণক দুনাই আটোপে॥১১৭৬
উপৰে হাতীয়াৰে খুম্পি যাই।
ধৰিলে শুণ্ডত মাধৱে পাই॥
প্ৰমত্ত সিংহে যেন লীলা কৰি।
পাড়িলা হস্তীক ভূমিত হৰি॥১১৭৭
পাৱে ভিৰি তাক কৰি আক্ৰান্ত।
লৈলন্ত উপাধি হস্তীৰ দান্ত॥
হস্তী হস্তীয়াৰ দুইকো জপাই।
মাৰিলন্ত গজদন্তে কোবাই॥১১৭৮
মৰা কুবলয় পীড়ক এৰি।
পশিলা ৰঙ্গশাল ৰাম হৰি॥
চৌপাশে গোপগণে বেঢ়ি যান্ত।
দুভাইৰো কান্ধত হস্তীৰ দান্ত॥১১৭৯
প্ৰকাশে কৃষ্ণৰ মুখ কমল।
দেখি তাতে ঘৰ্ম্মবিন্দুৰ জল॥
ৰুধিৰ ছিটা তাৰ মাঝে মাঝে।
পদ-পঙ্কজত নুপুৰ বাজে॥১১৮০

শ্যামল তনু তাতে পীত বাস।
কমল লোচন মুগুছে হাস॥
ভুলিল সমাজে কৃষ্ণক চাই।
বোলা হৰি হৰি হৰি সদায়॥১১৮১

---

ঘোষা

**হে কৃষ্ণ কৰা কৃপা পৰমানন্দ।**
**নজানো ভকতি মই মলমতি মন্দ ॥৯৭॥**

**পদ**

কৰিলা প্ৰকাশ ৰামে সমে সমাজত।
দেখৈ দশ প্ৰকাৰে কৃষ্ণক সিবেলাত॥
মালে বোলে কিনো বজ্ৰ-ময় কলেবৰ।
অন্য জনে বোলৈ এহেন্তেসে নৰবৰ॥১১৮২
নাৰীগণে বোলৈ মূৰ্ত্তি ধৰিলা মদনে।
আমাৰেসে বন্ধু বুলি মানে গোপগণে॥
আমাৰেসে শাস্তা বোলৈ দুষ্ট ৰাজাচয়।
বসুদেৱ দৈৱকীয়ো বোলয় তনয়॥১১৮৩
কংসে বোলৈ এহি কৃষ্ণ অন্তক আম্মাৰ।
অজ্ঞানীসকলে বোলৈ নন্দৰ কুমাৰ॥
যোগীগণে বোলৈ এহেন্তেসে ব্ৰহ্মতত্ত্ব।
বৃষ্ণিবংশে বোলৈ এন্তে কুলৰ দৈৱত॥১১৮৪
ধৰি মল্ল বেশ পিন্ধি বস্ত্ৰ আভৰণ।
ৰঙ্গ মধ্যে প্ৰকাশন্ত ৰাম নাৰায়ণ॥
কাছিয়া আছন্ত যেন নট দুই প্ৰায়।
নভৈলা তৃপিতি লোক দুইবো ৰূপ চাই॥১১৮৫
নয়নে পীৱয় যেন চেলেকে জিহ্বায়।
বাহুৱে আলিঙ্গি নাসিকায় শুঙ্গে প্ৰায়॥
অন্যো অন্যে বোলে যেন কথা আছো শুনি।
সেহিতো কৃষ্ণক দেখো নয়নে আপুনি॥১১৮৬
নাৰায়ণ অংশ দুয়ো জানিবা সাক্ষাত।
বসুদেৱ গৃহে দৈৱকীত ভৈলা জাত॥
গোকুলত থৈলন্ত বাঢ়িল নন্দঘৰে।
পুতনাক বধিলা এহেন্তে দামোদৰে॥১১৮৭
চক্ৰবাত দৈত্যক মাৰিলা চিপি গল।
ভাঙ্গিলা অৰ্জ্জুন মাজ টানি উড়ুখল॥
অঘ বক ধেনুক কেশীৰ লৈলা প্ৰাণ।
গোপ গৰু বনাগ্নিত কৰিলাহা ত্ৰাণ॥১১৮৮
কালিক দমিলা গৰ্ব্ব গুচাইলা ইন্দ্ৰৰ।
সাত দিন একে হাতে ধৰিলা মন্দৰ॥
ৰাখিলা গোকুল মহাবাত বৃষ্টি হন্তে।
বঢ়াইবা যাদৱ বংশ এন্তে ভগৱন্তে॥১১৮৯
এহিতো হৰিষত মুখ দেখি অনুক্ষণে।
এড়াইলা বিৰহ তাপ সুখে গোপীগণে॥
আনে শ্ৰেষ্ঠ এন্তে ৰাম কমল লোচন।
প্ৰলম্ব প্ৰমুখ্যে মাৰিলন্ত দৈত্যগণ॥১১৯০
এহিমতে লোকে যেবে কৰে গলাৰাৰ।
বাৰন্তে আছন্ত বাদ্য বঢ়ায়া উৎসৱ॥
শুনি নসহিল তাক চানুৰ বিবুদ্ধি।
বুলিবে লাগিলা ৰাম কৃষ্ণক সম্বোধি॥১১৯১
শুনি বাহু যুদ্ধত কুশল দুই ভাই।
দেখিবাক লাগি ৰাজা আনিলা মতাই॥
মহা হৰষিত মনে সবে গোপগণে।
মল্লযুদ্ধ কৰি গৰু চাৰি ফুৰা বনে॥১১৯২
হেন জানি তুমি আমি আসা বন্ধ ধৰো।
নৃপতিৰ প্ৰীতি সাধি মল্লযুদ্ধ কৰো॥
সৰ্ব্ব ভূতময় ৰাজা শাস্ত্ৰত কহয়।
ৰাজা তুষ্ট ভৈলে সৰ্ব্বজন তুষ্ট হয়॥১১৯৩
শুনি কৃষ্ণে দিলা তাক উচিত উত্তৰ।
ভোজ নৃপতিৰ আমি প্ৰজা বনচৰ॥
তুল্যবল সহিতে ক্ৰীড়িবো যথোচিতে।
সাধিবো ৰাজাৰ যেন প্ৰীতি মনোনীতে॥১১৯৪

কৰিবাহো বাহু যুদ্ধ সমুচিত কৰ্ম্মে।
তেৱেসে নপাইব সভাসদক অধৰ্ম্মে॥
কৃষ্ণৰ কিঙ্কৰে কহে ছাড়া আন কাম।
পলাওক পাতক ডাকি বোলা ৰাম ৰাম॥১১৯৫

---

ঘোষা

ৰাম পাৱে কৰা ৰতি।
ভাই! ৰাম নামেসে গতি॥৯৮॥

পদ

শুনিয়া চানূৰে বোলে কৃষ্ণক।
তুহিকা গোপাল তুমি বালক॥
গজ সহস্ৰৰ বলে অধিক।
মাৰিলা লীলায়ে হেন হস্তীক॥১১৯৬
এহেন্তে ৰাম মহা বলীয়াৰ।
মই সমে তুমি কৰা প্ৰহাৰ॥
মুষ্টিক সহিতে যুজোক বল।
অন্যায় নুহি দুয়ো মহামল্ল॥১১৯৭
শুনি কৃষ্ণে কৰি নিশ্চিত মতি।
সমুখ ভৈলা চানূৰক প্ৰতি॥
মুষ্টিককো ধাইল ৰোহিণী সুত।
মিলিল মল্ল যুদ্ধ অদভুত॥১১৯৮
হাতক হাতে মাল বন্ধে বান্ধি।
দুই পাৱে দুই পাৱক ছান্দি॥
আজোৰে অন্যো অন্যে বলে ধৰি।
মুষ্টিক মুষ্টি মাৰে দৃঢ় কৰি॥১১৯৯
শ্ৰমে দুয়ো দুই জানুত হানে।
মুণ্ডত মুণ্ড ঠেকা মাৰে টানে॥
হিয়াত হিয়া মাৰে ঠাট কৰি।
আজুৰি যেন কতো হাতে ধৰি॥১২০০
মাৰিয়া গলদঙ্গা হুঁহু বুলি।
বাহুৱে আটিয়া আচাৰে তুলি॥
ছান্দিয়া হাতে পাৱে পড়ি দুই।
বাগৰ পাৰে এক শিশু হুই॥১২০১
বাহুৰ চোটে ভাঙ্গে কলেৱৰ।
এবায়া কতোহো হোৱয় অন্তৰ॥
ক্ৰোধে চক্ষু পকাই সঘনে চান্ত।
তৰ্জ্জন্ত গৰ্জ্জন্ত কামুৰি দান্ত॥১২০২
বলী নিৰ্ব্বলীৰ যুদ্ধ দেখিয়া।
পুৰবাসী স্ত্ৰীৰ নসহে হিয়া॥
অন্যো অন্যে বোলৈ ইটো অকৰ্ম্মে।
ৰাজ সমাজক পাৱৈ অধৰ্ম্মে॥১২০৩
ৰাজা যে কৰাৱৈ অন্যায় যুদ্ধ।
তাকো চাই আছে সবে অবোধ॥
ইটো দুই মাল বজ্ৰৰ সাৰ।
মাধৱ ৰাম আতি সুকুমাৰ॥১২০৪
নভু প্ৰবেশন্ত যৌৱন কালে।
আসম্বাক যুজে দুৰ্জ্জয় মালে॥
সভাৰো ধিক্কাৰ থাকোক আতি।
কহয় কথা অন্যো অন্যে মাতি॥১২০৫
দেখিয়ো কৃষ্ণৰ বদন ইন্দু।
ব্যাপিয়া আছে ঘৰ্ম্মজল বিন্দু॥
জলে সমে যেন পঙ্কজ কোষ।
যুজন্ত শত্ৰুক কৰি আক্ৰোশ॥১২০৬
কেহো জনী বোলৈ কিনো অসুখ।
কিয়নো নোচোৱা ৰামৰ মুখ॥
অৰুণ নেত্ৰ পঙ্কজৰ জ্যোতি।
কৰিছা ক্ৰোধ মুষ্টিকক প্ৰতি॥১২০৭
কেহো বোলৈ সখী দেখিয়ো তুমি।
ধন্য ধন্য ধন্য ব্ৰজৰ ভূমি॥
পুৰাণ পুৰুষ এহেন্তে হৰি।
ফুৰন্ত যাত নানা ক্ৰীড়া কৰি॥১২০৮

অৱতৰি বিষ্ণু আছা মহীত।
ইহাঙ্কো মৰাৱে মাল সহিত॥
ইটো সমাজক আছে ধিকাৰ।
বোলা হৰি হৰি তৰা সংসাৰ॥১২০৯

———

ঘোষা

**ৰামেসে গতি ভজ মোৰ মতি,**
**ৰামেসে গতি ॥৯৯॥**

পদ

অভাগী কিনো আমি সবে সখী।
যুদ্ধ সময়ত কৃষ্ণক দেখি॥
কি পুণ্য কৰিলে ব্ৰজৰ নাৰী।
অনুক্ষণে দেখৈ হেন মুৰাৰি ॥১২১০
যাহাৰ ৰূপৰ নাহি সমান।
অনুদিনে কৰৈ নয়নে পান॥
মথন্তে দধিক দোহন্তে গাই।
কৰন্তে গৃহৰ কৃত্য সদায়॥১২১১
কৃষ্ণৰ গাৱৈ গুণ নাম গীত।
সততে কৃষ্ণত অৰ্পিয়া চিত্ত॥
পড়ে প্ৰেমভাৱে লোতক ঝৰি।
ধন্য ধন্য কিনো ব্ৰজ সুন্দৰী॥১২১২
প্ৰভাতে মহন্তে ব্ৰজৰ হন্তে।
গৰু সমে সন্ধ্যা বেলা আসন্তে॥
কৃষ্ণৰ বংশীৰ শুনন্তে ৰাৱ।
বজায় গোপী সব আকুল ভাৱ॥১২১৩
কৃষ্ণক দেখি মিলৈ মহাসুখ।
চাহয় ঈষৎ হসিত মুখ॥
সদয় দৃষ্টি চান্ত বনমালী।
কতমো কৰিলে পুণ্য গোৱালী॥১২১৪

শুনিয়া সবে পুৰস্ত্ৰীৰ বাণী।
দৈৱকী বসুদেৱ দুয়ো প্ৰাণী॥
নজানি দুয়ো তনয়ৰ বল।
পুত্ৰ শোকে দুয়ো ভৈল বিহ্বল॥১২১৫
ঝৰিয়া পড়ে নয়নৰ নীৰ।
যমক দেখি চিত্ত নোহে স্থিৰ॥
পুত্ৰক চাই কৰৈ হাহাকাৰ।
দেখৈ দুয়ো দশোদিশ আন্ধাৰ॥১২১৬
দেখিয়া ভকতৰ ভয়হাৰী।
শত্ৰু বধিবাক মনে মুৰাৰি॥
কৰিল নিষ্ঠুৰ প্ৰহাৰ ধাই।
মূৰ্চ্ছিত চাণাৰ চেতন নাই॥১২১৭
সন্ধুকি যেন সেন গোট উঠি।
মাৰিলা কৃষ্ণক যাওঁলে মুঠি॥
নচলিলা হৰি পায়া প্ৰহাৰ।
ধৰিলন্ত দুয়ো বাহুত তাৰ॥১২১৮
তুলি উপৰতে ফুৰাইল পাক।
আস্ফালিলা বলে মাটিত তাক॥
মুকুত কেশ হাৰ বিহৰিল।
ইন্দ্ৰধ্বজ যেন চানুৰ পৰিল॥১২১৯
মুষ্টিককো ৰামে দিলা চাপৰ।
ৰুধিৰ ছাদি পীড়া পাইল বৰ॥
ভূমিত পৰিল প্ৰাণক ছাড়ি।
পৰৈ বৃক্ষ যেন বায়ু উভাড়ি॥১২২০
আসিল খেদি আউৰ কূট নামে।
বাম মুষ্ঠি হানি মাৰিল ৰামে॥
তোসল্ল মল্ল ধাইল ক্ৰোধ কৰি।
লাথি হানি দুইকো বধিলা হৰি॥১২২১
চানুৰ মুষ্টিক কূট তোসল্ল।
মাৰিলা সল্লকো দেখি বিহ্বল॥
আৰৰ মল্ল ভয় হুয়া বৰ।
প্ৰাণ ৰাখি সবে দিলা লৰড়॥১২২২

দেখিয়া পাছে ৰাম কৃষ্ণ ৰঙ্গে।
আনিয়া গোপগণ লইয়া সঙ্গে ॥
দেখায়া মল্ল যুদ্ধ বিপৰীত।
নাচন্ত লোকৰ ৰঞ্জিয়া চিত ॥১২২৩
কণ-ঝুণ কৰি নূপুৰ পাৱে।
উৎসৱ কৰি মল্ল বাদ্য বায়ে ॥
অঙ্গী ভঙ্গী কৰি তাহাৰ চেৰে।
কৰন্ত নৃত্য আতি আদি দেৰে ॥১২২৪
দেখিয়া সমাজে তুলিল হাসি।
কৰে সাধুবাদ দান্ত প্ৰকাশি ॥
সবে ৰঙ্গ ভৈল কংসত বাজে।
হৰি চৰিত্ৰক শুনা সমাজে ॥১২২৫
কেতিক্ষণ পৰা ধৰিলে কালে।
মনুষ্য জন্ম নেনা আলে জালে ॥
শঙ্কৰে কহে এড়া আন কাম।
ঘুষিও ঘনে ঘনে ৰাম ৰাম ॥১২২৬

———

ঘোষা

এ হৰি ৰাম নিৰঞ্জন যদুপতি।
তুমিসে মাধৱ মোৰ অগতিৰ গতি ॥১০০॥

পদ

মাৰিলন্ত কৃষ্ণে যেবে ৰব ৰব মাল।
মল্ল বাদ্য বাইবে নিষেধিলা কংস কাল ॥
বল্কিবে লাগিল মহাক্ৰোধে অন্ধ হুই।
কিনো অসজ্জন বসুদেৱ সুত দুই ॥১২২৭
নগৰৰ বাজ কৰি খেদায়ো আজ্ঞাৰ।
দুষ্ট বসুদেৱক সত্বৰ কৰি মাৰ ॥
গোৱালৰ ধনক আগ্ৰহি সবে লৈয়ো।
দুৰ্ম্মতি নন্দক লোহা লগাই বান্ধি থৈয়ো ॥১২২৮
পিতৃ উগ্ৰসেনক সত্বৰে মাৰ নিয়া।
নবাখিবি যত আৰ আছে লগৰীয়া ॥
শুনি কদৰ্থনা বাণী কৃষ্ণ কৃপাময়।
জ্বলি গৈল ক্ৰোধে আতি নসহে হৃদয় ॥১২২৯
লঙ্ঘিয়া গুণক আশ্ৰয়ে কৃষ্ণ দেৱে।
কংসৰ উচ্ছ্রিত চাঙে উঠিলন্ত দেৱে ॥
দেখি কংস আসনৰ উঠি তৎক্ষণে।
ধৰিলেক খাণ্ডা বাৰু যুজিবাক মনে ॥১২৩০
বাৰুত জঙ্কাৰে লুম্ফি ফুৰাবৈ খাণ্ডাক।
যেন সেন গোটে আকাশত ফুৰে পাক ॥
অচিন্ত্য মহিমা হৰি লীলায়ে হাসিয়া।
আলগতে কংসক ধৰিলে চাম্প দিয়া ॥১২৩১
গুচিল প্ৰভাৱ তাৰ হত ভৈল দৰ্প।
গৰুড়ৰ হাতে যেন বন্দি ভৈল সৰ্প ॥
কিৰীটি সহিতে তাৰ ধৰিয়া চুলত।
ভূমিত পাড়িয়া পৰিলাহা উপৰত ॥১২৩২
জগতৰ ভকত মৰিল কংস ৰায়।
চুলে ধৰি সমাজত ফুৰাইল ঘসাই ॥
হস্তীক আজোৰে যেন মতে সিংহৰাজে।
দেখি হাহাকাৰ কৰৈ সকল সমাজে ॥১২৩৩
পিয়ন্তে বোলন্তে সিটো পথত ভ্ৰমন্তে।
নিশ্বাস কাঢ়ন্তে নিশা শয়ন কৰন্তে ॥
ভয়তে আগতে দেখে কৃষ্ণক সদায়।
সিহেতু কৃষ্ণৰ ৰূপ পাইলে কংসৰায় ॥১২৩৪
কঙ্ক আদি কৰিয়া কংসৰ আঠ ভাই।
ভাইৰ মান সাধো বুলি ক্ৰোধে গৈলা ধাই ॥
পৰিঘে মাৰিলা কোবাই ৰঙ্গে হলধৰে।
পূৰ্ব্বত পশুক যেন মাৰিলা শঙ্কৰে ॥১২৩৫
আকাশক ছানি বাৱে দেৱৰ দুন্দুভি।
ব্ৰহ্মা আদি দেৱে পুষ্প সিঞ্চিলা স্তুৱতি ॥
বুলিলা প্ৰশংসা বাণী আকাশৰ পৰা।
উৎসৱে নাচিবে লৈল যত অপেস্বৰা ॥১২৩৬

ৰাজনাৰী নিৰন্তৰে বঞ্চাইল কান্দন্তে।
হা স্বামী! বুলি আতি হিয়া ধাকুৰন্তে॥
স্বকি স্বকি স্বামীক আলিঙ্গি কান্দে ধৰি।
নয়নৰ লোতক ধাৰায়ে পৰৈ ঝৰি ॥১২৩৭
তাসম্বাক কৃষ্ণে আশ্বাসিয়া পঠাই ঘৰে।
কৰাইল কংসৰ প্ৰেত কাৰ্য্য নিৰন্তৰে॥
অনন্তৰে ভগৱন্ত ভকতৰ গতি।
পাতিলন্ত নিয়া উগ্ৰসেনক নৃপতি॥ ১২৩৮
ছাড়িল বন্ধন হৰি পিতৃৰ মাতৃৰ।
কৰিলা বন্দন দুইকো পাৱে ছুইয়া শিৰ॥
ভকত বৎসল হেন লোকক দেখাই।
বোলা হৰি হৰি তৰা পাতক খেদাই ॥১২৩৯

কংস বধ সমাপ্ত

---

## গোপী-উদ্ধৱ সংবাদ

ঘোষা

**মাধৱ মধুসূদন ৰাম।**
**ভকত বৎসল কৰো প্ৰণাম ॥১০১॥**

**পদ**

বিৰহে আকুল গোপীক জানি।
উদ্ধৱক মাতি বুলিলা বাণী॥
আম্বাৰ পৰম ভূমি ভকত।
যায়ো গোকুলক চৰি ৰথত ॥১২৪০
বচন সন্দেশ গোপীক কই।
প্ৰবোধ দিবা কতো দিন ৰই॥
গৈলন্ত উদ্ধৱ গোপ নগৰী।
আদৰিলা আতি সাদৰি ধৰি ॥১২৪১

যশোদা কান্দন্ত কৃষ্ণক স্মৰি।
চক্ষুৰ লোহ পৰে সৰসৰি॥
শোধন্ত ৰাম মাধৱৰ কথা।
এড়িলন্ত কৃষ্ণে আমাৰ বেথা ॥১২৪২
মাৰ বাপ পাই নাইলা দুনাই।
আম্বাক কৰিল অনাথ প্ৰায়॥
এহি বুলি দুয়ো কান্দন্ত আতি।
উদ্ধৱে প্ৰবোধ দিলন্ত মাতি ॥১২৪৩
দেখিয়া কৃষ্ণক নকৰা খেদ।
কৰিব হৰি দুঃখ পৰিচ্ছেদ ॥
উদ্ধৱৰ বোলে দুয়ো জুড়াইল।
কৃষ্ণৰ কথাতে ৰাতি পুহাইল ॥১২৪৪
গোপীগণো আতি ব্যাকুল চিত্ত।
গাৱে উজাগৰে কৃষ্ণৰ গীত ॥
কাহাৰো হৰি বিনা নাহি স্বস্থ।
ওলায়া দেখৈ সুবৰ্ণৰ ৰথ ॥১২৪৫
কোন আসিয়াছে নন্দৰ পুৰ।
যোনো কংস দূত আইল অক্ৰূৰ॥
নিলেক কমললোচন স্বামী।
যাহাৰ বিৰহে মৰোহো আমি ॥১২৪৬
ইবাৰ কিবা মাংস নেয় কাটি।
মৰিল কংস দিবে পিণ্ড বাটি॥
ডকিয়া পাৰৈ অক্ৰূৰক গালি।
হা হৰি বুলি! কান্দে গোৱালী ॥১২৪৭
দেখিলা সবে উদ্ধৱক পাছে।
ৰূপে মনোহৰ জ্বলন্তে আছে॥
আজানুলম্বিত বাহু দুখান।
নৱ পদ্ম যেন জ্বলে লোচন ॥১২৪৮
গাৱে পীতবস্ত্ৰ কৰ্ণে কুণ্ডল।
পদ্ম সম শোভে মুখ মণ্ডল॥
গলত জ্বলে নৱ পদ্ম মালা।
বিস্ময় ভৈলা যত গোপবালা ॥১২৪৯

ইটো কোনজন হৰিৰ যেশ।
যোনো আনিয়াছে কৃষ্ণ সন্দেশ ॥
বিৰলে নিয়া উদ্ধৱক মাতি।
বেঢ়িয়া বসিল সমাজ পাতি ॥১২৫০
জানিলো তুমি মুখ্য হৰিদাস।
পঠাইল পিতৃ মাতৃৰ পাশ ॥
মুনিৰো দুস্তজ্য বন্ধুৰ স্নেহ।
আনি আছা জানো কৃষ্ণ সন্দেশ ॥১২৫১
নুহি গোকুলক স্মৰিবা কেনে।
পুষ্প চুম্পি এৰৈ ভ্ৰমৰে যেনে ॥
স্ত্ৰীহেতু তেনে পুৰুষৰ চিত্ত।
বুজিলো কৃষ্ণৰ আমি ইঙ্গিত ॥১২৫২
এৰিলা স্নেহ প্ৰভু সমুদাই।
মথুৰা নগৰী সুন্দৰী পাই ॥
এহি বুলি সবে লজ্জাক এৰি।
কান্দন্ত কৃষ্ণৰ গুণ সুমৰি ॥১২৫৩
কৃষ্ণক লাগি আতি প্ৰেমভাৱে।
কৃষ্ণৰ সবে গুণ গীত গাৱে ॥
কৃষ্ণতে সবে নিমজাইল মন।
কাহাৰো গাৱত নাহি চেতন ॥১২৫৪
উদ্ধৱে গোপীৰ দেখিয়া ভাৱ।
বিস্ময় হুয়া শিহৰাইল গাৱ ॥
নন্দৰ ব্ৰজে যত গোপীজাক।
শিৰে বন্দো তান পদ ধূলাক ॥১২৫৫
ৰাত্ৰি দিনে গাৱে হৰি চৰিত্ৰ।
তিনিয়ো লোকক কৰৈ পৱিত্ৰ ॥
বোলন্ত অনেক প্ৰবোধ বাক।
ক্ৰন্দন আৰে এৰা গোপীজাক ॥১২৫৬
কিনো তোৰা সবে কৰিলা পুণ্য।
সদায়ে গোৱা গোবিন্দৰ গুণ ॥
হৰিত মজিল আতি হৃদয়।
কিনো তোজ্ঞাসাৰ ভাগ্য উদয় ॥১২৫৭
হৰিৰ অৰ্থে পতি পুত্ৰ এৰি।
কৰিলা পূজা যেন সবে চেৰী ॥
জানিলো সংসাৰ তৰিলা সুখে।
বৰ্ণাইবো আৰ কত মোৰ মুখে ॥১২৫৮
কহিলা কৃষ্ণৰ সন্দেশ বাক।
জুৰাইল শুনি সবে গোপীজাক ॥
উদ্ধৱত কথা শোধে দুনাই।
সুখে কি আছন্ত কৃষ্ণ গোসাই ॥১২৫৯
আমাৰ কথা কি পৰৈ মনত।
যেন ক্ৰীড়া ৰাত্ৰি ভৈল বনত ॥
আৰ কি আসিব নন্দৰ পুৰ।
কৈসানি দেখিবো মুখ প্ৰভুৰ ॥১২৬০
পৰে নকান্দতে চক্ষুৰ পানী।
উদ্ধৱে প্ৰবোধি বুলিলা বাণী ॥
এৰা অশুশোচ দেখিবা হৰি।
ৰাম বুলি যায়ো সংসাৰ তৰি ॥১২৬১
শুনা সৰ্ব্বজন কৃষ্ণৰ বাণী।
ভক্তক স্নেহ কৰা চক্ৰপাণি ॥
কামাতুৰ ভাৱে ভজিয়া হৰি।
এতেকে তৰিল গোপৰ নাৰী ॥১২৬২
তাহাঙ্ক সান্ত্বনা কৰাইলা পাছে।
ভক্তৰ ইষ্ট কোন দেৱ আছে ॥
আলাস ত্যজিয়া ভজিয়ো হৰি।
সমস্ত নৰে ডাকি বোলা হৰি ॥১২৬৩

গোপী-উদ্ধৱ সংবাদ সমাপ্ত

---

### কুব্জীৰ বাঞ্ছা পূৰণ

ঘোষা

ভকত বান্ধৱ, মাধৱ ৰাম
তুমি অগতিৰ গতি।
ছাড়ে যোনো মোৰ, মনে নাৰায়ণ
তোমাৰ চৰণে ৰতি ॥১০২॥

পদ

শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ মনুষ্য লীলা।
গোপীকাক শান্ত কৰি মথুৰাক
উদ্ধৱ যেবে আসিলা ॥
মদনে দগধ সৈৰিন্ধ্ৰীক জানি
পাছে হৰি অন্তৰ্য্যামী।
উদ্ধৱ সহিতে তাইৰ মন্দিৰক
লড়িলা জগত স্বামী ॥১২৬৪
সৈৰিন্ধ্ৰীৰ সিটো বিচিত্ৰ মন্দিৰ
সূৰ্য্য যেন কৰৈ কান্তি।
সুবৰ্ণ আসনে ৰঞ্জিত ভাজনে
প্ৰকাশে প্ৰদীপ পান্তি ॥
সুবৰ্ণ খাটত বিছাই হংস তুলি
পুষ্প সিঞ্চি আছে ছানি ॥
মুকুতা মুৰালি থোপা আড়ি চাক
চন্দ্ৰতাপ আছে টানি ॥১২৬৫
মলয়া চন্দন সুগন্ধিত ঘ্ৰাণ
মালতী চম্পা শিৰীষ।
অগৰু ধূপৰ ধূম্ৰে আমোদিত
বাসয় দিশ বিদিশ ॥

চৌপাশে পুত্তলা লেখিছে বাৰত
কৰন্তে আছে সুৰত।
যাক দেখি হোৱৈ কামী পুৰুষৰ
কামে চিত্ত উনমত্ত ॥১২৬৬
হেন মন্দিৰৰ মধ্যত সুন্দৰী
বসিয়া আছে আসনে।
চৌপাশে বেঢ়িয়া সেৱা কৰি আছে
সালঙ্কৃতা দাসীগণে ॥
কৃষ্ণেকেসে মনে চিন্তি আছে আতি
কেতিক্ষণে পাইবো বুলি।
সেহি বেলা আসি মাধৱো মিলিলা
দেখিলেক মাথা তুলি ॥১২৬৭
উল্লাসি উৎসৱে আগবাঢ়ি গৈলা
সখীগণ লইয়া সঙ্গে।
আসনে বৈসাই সাদৰে কৃষ্ণক
পূজিলা যুবতী ৰঙ্গে ॥
উদ্ধৱক আতি সতকাৰ কৰি
আসন দিলা বঢ়াই।
আসনক মান্য কৰি হাত দিয়া
বসিলা মাটিতে যাই ॥১২৬৮
মনুষ্য চেষ্টাক দেখাই কৃষ্ণে পাছে
শয্যাত ভৈল প্ৰবেশ।
সৈৰিন্ধ্ৰীয়ো আনি দিব্য অলঙ্কাৰ
পিন্ধিল বস্ত্ৰ বিশেষ ॥
মধুপীয়া গন্ধে চন্দনে কুঙ্কুমে
ভূষিত কৰিয়া লাস।
কৰ্পূৰ তাম্বুলে ভুঞ্জি অনুৰাগে
চাপিলা কৃষ্ণৰ পাশ ॥১২৬৯
কটাক্ষ ছটায়ে কৃষ্ণক চাহিয়া
হাসিয়া লাজে নামাতে।
আইস বুলি কৃষ্ণে কঙ্কণে ভূষিত
কৰত ধৰিল হাতে ॥

শয্যাক আনিয়া অশেষ ক্রীড়িলা
কৃষ্ণে পূৰি তাইৰ মতি।
চন্দন অৰ্পণ পুণ্যলেশে পাইলে
ঈশ্বৰ কৃষ্ণক পতি ॥১২৭০
কৃষ্ণৰ চৰণ ধৰি ঘনে ঘন
শুঙয় এৰিয়া ব্ৰীড়া।
হৃদয় স্তনক চক্ষুত ঘষিয়া
এড়াইলা মদন পীড়া ॥
আনন্দ মূৰ্ত্তিক দুইহাতে হিয়াত
আলিঙ্গি ভৈল নিষ্পাপ।
মোক্ষতো অধিক আনন্দ মিলিল
তৰিল সংসাৰ তাপ ॥১২৭১
দুৰ্লভ কৃষ্ণক পতি পাই তাই
আগত কৰৈ গোচৰ।
দিনা কতিপয় থাকা নাথ আত
চৰণে কৰো কাতৰ ॥
তযু অঙ্গ সঙ্গ এৰিবে নপাৰে
আপুনি মোহিলা চিত্ত।
কৃষ্ণে তাইক পাছে সম্মান কৰিয়া
পূৰিয়া মন বাঞ্ছিত ॥ ১২৭২
বস্ত্ৰ অলঙ্কাৰে দিয়া মন ভুষি
সৈৰিন্ধ্ৰীক হৰি ৰঙ্গে।
আপোন গৃহক চলি গৈলা পাছে
উদ্ধৱক লৈয়া সঙ্গে ॥
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
শুনিয়োক সবে নৰ।
আতি অল্প সেৱা যাত্ৰকে সন্তোষ
হোৱয় কৃষ্ণ ঈশ্বৰ ॥১২৭৩
চন্দন অৰ্পণ বিনে কুব্জাৰ
আন কিছু পুণ্য নাই।
এতেকতে হেন দেখিয়ো পৰম
প্ৰসাদ পাইলেক তাই ॥

যিটো অনুক্ষণে শ্ৰৱণে কীৰ্ত্তনে
ভজে এক চিত্ত কৰি।
তাহাৰ ভাগ্যক কহন নযায়
ডাকি বোলা হৰি হৰি ॥১২৭৪

কুব্জীৰ বাঞ্ছা পূৰণ সমাপ্ত

---

অক্ৰূৰৰ বাঞ্ছা পূৰণ

ঘোষা

গোপাল কৃপাল পালিয়ো বাপ
পাপ পয়োধিত মৰো।
ইন্দ্ৰিয়তো নাথ নভৈল ভকতি
পাতকী কিমতে তৰো ॥১০৩॥

পদ

আত অনন্তৰে ৰাম উদ্ধৱক
কৃষ্ণে দুইকো লৈয়া সঙ্গে।
অক্ৰূৰৰ প্ৰীতি সাধিবাক প্ৰতি
লৰিলা মনত ৰঙ্গে ॥
তিনি নৰোত্তম বান্ধৱ উত্তম
আসন্ত দেখি অক্ৰূৰে।
পৰম আনন্দে আলিঙ্গিয়া আগ
বাঢ়িয়া আতি সাদৰে ॥১২৭৫
ৰামক কৃষ্ণক পৰি প্ৰণামিলা
তাকো প্ৰণামিলা দুই।
আসনে বৈসাই তিনিকো অৰ্চ্চিলা
অক্ৰূৰে বিস্ময় হুই ॥
ধুৱাইবো পাৱক পখালি শিৰত
লৈয়া পাদোদক জল।
গন্ধে পুষ্পে ধূপে বসনে পূজিয়া
কৰিলা জন্ম সাফল ॥১২৭৬

পৰম সাদৰে কৃষ্ণৰ চৰণে
কোলাত লৈয়া ঝাণ্টিল।
প্ৰণতি পূৰ্ব্বকে স্তুতি কৰিবাক
অক্ৰূৰে পাছে লাগিল॥
সাধিলা আনন্দ কিনো নাৰায়ণ
সবান্ধৱে বধি কংস।
দুখৰ উদ্ধাৰ কৰি পুনৰপি
বঢ়াইলাহা যদুবংশ॥১২৭৭
তোহ্মাৰ ভকতি পথক পাষণ্ডে
কৰয় যেৱে উচ্ছন।
সন্তৰ ৰক্ষাৰ হেতু অৱতাৰ
হোৱা তেৱে নাৰায়ণ॥
সম্প্ৰতি আপুনি বসুদেৱ গৃহে
ৰাম সমে অৱতৰি।
দুৰ্জ্জন ৰাজাক বধিয়া মাধৱ
উদ্ধাৰিলা বসুন্ধৰী॥১২৭৮
আজি মোৰ গৃহ তীৰ্থতো অধিক
পৱিত্ৰ ভৈল অশেষ।
যিহেতু সাক্ষাতে জগতৰ গুৰু
আপুনি ভৈলা প্ৰবেশ॥
কোননো পণ্ডিতে এড়িয়া তোহ্মাক
আনক ভজিবে যায়।
ভকত জনক আপোনাক দিয়া
জানো ইটো অভিপ্ৰায়॥১২৭৯
ভকতেসে প্ৰভু তোহ্মাৰ বান্ধৱ
দিয়া মনোৰথ সিদ্ধি।
ব্ৰহ্মাৰ দুৰ্লভ তোহ্মাক দেখিলো
কিনো সুপ্ৰসন্ন বিধি॥
সুত বিত্ত দাৰা বিষয় জঞ্জাল
ছিণ্ডা মোৰ মোহ জৰী।
তোহ্মাৰ চৰণে নিতান্তে চিন্তিয়া
যুৰো কৃপা কৰা হৰি॥১২৮০

অনেক ভকতি কৰিলন্ত স্তুতি
নয়নৰ পৰৈ পানী।
অক্ৰূৰৰ মন মোহি হৰি পাছে
হাসিয়া বুলিলা বাণী॥
তুমি গুৰু পিতৃ সুহৃদ আহ্মাৰ
আমি তযু পুত্ৰচয়।
ৰক্ষণ পোষণ কৰিবা সদায়
আহ্মাত হুয়া সদয়॥১২৮১
যত নদী নদ সিয়ো তীৰ্থ হয়
শীলাৰ প্ৰতিমা দেৱ।
তেসম্বে পৱিত্ৰ কৰৈ যেৱে পুনু
বহুকাল কৰে সেৱ॥
দেখিল মাত্ৰকে ভকতে পৱিত্ৰ
কৰৈ লোক নিৰন্তৰ।
দেৱে তীৰ্থে জানা ভকত জনৰ
অনেক মহদন্তৰ॥১২৮২
হেনয় পৰম বন্ধু জন তুমি
সুহৃদতে সাৰতৰ।
হস্তিনাপুৰৰ পৰা পাণ্ডৱৰ
বাৰ্ত্তাক আনা সত্বৰ॥
মৰিলন্ত পাণ্ডু পাঞ্চ পুত্ৰ সমে
কুন্তী ভৈলা দুঃখভাগী।
ধৃতৰাষ্ট্ৰে বোলে অনিলে শুনিলো
হস্তিনাপুৰক লাগি॥১২৮৩
পাণ্ডৱক পুনু হিংসা কৰৈ ৰাজা
আপোন পুত্ৰ নিদান।
যেন ভাল মন্দ জানি আসা খুড়া
সাধিবো মই কল্যাণ॥
অক্ৰূৰক হেন প্ৰবোধ বুলিয়া
প্ৰণয়ে বন্ধিয়া চিত্ত।
আপোন গৃহক চলি গৈলা পাছে
উদ্ধৱ ৰাম সহিত॥১২৮৪

তাহাৰ চৰণে ভকতি কৰিলে
সিজিবে সমস্তে কাম।
হৰিসে পৰম বান্ধৱ জানিয়া
লৈয়ো তান সদা নাম॥
শুনা সৰ্ব্বজনে কেদিন জীৱন
তথাপি মুগুণা মনে।
হেন জানি কৃষ্ণ চৰণে শৰণ
লৈয়ো অকপট মনে॥১২৮৫
তান্ত বিনে আন ব্ৰহ্মাণ্ড মধ্যত
তাৰন্তা নাহিকৈ কেৱ।
জানি তান সদা গুণ নাম গায়া
কৃষ্ণক কৰিয়ো সেৱ॥
কৃষ্ণৰ কিঙ্কৰে কহয় শঙ্কৰে
নেৰিবা মুখত নাম।
আলাসক এৰি সমজ্যায়ে বেঢ়ি
ডাকি বোলা ৰাম ৰাম॥১২৮৬

অক্ৰূৰৰ বাঞ্ছা পূৰণ সমাপ্ত

---

### জৰাসন্ধৰ যুদ্ধ

ঘোষা

নমো দামোদৰ হৰি।
নিয়োক দাস উদ্ধাৰি॥১০৪

পদ

বোলন্ত শুকে শুনা পৰীক্ষিত।
কহিবো কৃষ্ণৰ আৰো চৰিত॥
মৰিল কংস তাৰ ভাৰ্য্যা দুই।
পিতৃ গৃহে গৈল বিধৱা হুই॥১২৮৭
শুনিয়ো পিতৃ কি কহিবো আমি।
মাৰিলন্ত কৃষ্ণে আন্ধাৰ স্বামি॥
শুনি জৰাসন্ধে ক্ৰোধিল আতি।
তেইশ অক্ষৌহিনী সাজি পদাতি॥১২৮৮
বেঢ়িল চতুৰ্ভিতি মধুৰাক।
দেখি ভয় ভৈল যাদৱজাক॥
নৰ-নাৰীগণো আসি লৰড়ি।
সেনাক চায়ে ৰণ চাঙ্গে চড়ি॥১২৮৯
সাগৰ সঙ্কাশ দেখি পদাতি।
ত্ৰাসতে কম্পিল হৃদয় আতি॥
বুলিলা মাধৱে নিৰ্ভয় বাণী।
কৰিলা আলোচ স্বাভিক আনি॥১২৯০
কৃষ্ণৰ বাক্যে সবে ভৈল স্বস্থ।
বৈকুণ্ঠৰপৰা নামিল ৰথ॥
আইল অস্ত্ৰচয় চক্ৰ প্ৰমুখ্যে।
কৃষ্ণক নামিলা আসি দাৰুকে॥১২৯১
পৰিল লাঙ্গল মূষল বাণ।
কৰিলা দুভায়ো পাছে প্ৰয়াণ॥
ৰথে চড়ি কৃষ্ণে বেগে বজাইল।
শৰ কৰি শত্ৰুসেনা ভঙ্গাইল॥১২৯২
কাটিলা ৰথ হস্তীপত্তিচয়।
শোণিতে নদী প্ৰবহাইলা তয়॥
পৰম লীলায়ে শত্ৰু সংহৰি।
ফুকিল পাঞ্চজন্য কৰে ধৰি॥১২৯৩
পাছে বলো ঘোৰ সমৰ কৰি।
মাগধ ৰাজাক জীৱন্তে ধৰি॥
মাৰিবাক চান্ত কোবাই সমূলি।
বাধিলে কৃষ্ণে আক ৰাখা বুলি॥১২৯৪
কৃষ্ণৰ বচনে বাধিল কন্ধ।
দেশক পাছে গৈল জৰাসন্ধ॥
নযায় সুপুৰুষ কৃষ্ণত হাৰি।
আনিলেক ৰাজা সব হাকাৰি॥১২৯৫

ডড়াই আপোনাক মাস তিনি।
লৰিল সাজি তেইশ অক্ষৌহিনী॥
বেড়িলে গৈয়া দুনাই মথুৰাক।
যমুনা তীৰে ৰৈল ৰাজাজাক॥১২৯৬
কাঠগড়া বান্ধি ৰক্ষিল ৰাতি।
নাচে গাৱে ৰঙ্গে যত পদাতি॥
মাধৱে পাছে সবে বাৰ্ত্তা পাইল।
দুনাই যুজিবাক মাগধ আইল॥১২৯৭
যদু বীৰগণ আনিল মাতি।
আলোচন্ত কৃষ্ণে সমস্তে ৰাতি॥
আপোন সেনা তিনিভাগ কৰি।
নিয়োজিলা সবে বীৰক হৰি॥১২৯৮
সাৰণ গদক বলো দদাক।
পঠাইলা বাম পাশে যুজিবাক॥
উদ্ধৱ সাত্যকি অনেক ৰথে।
বেড়িলে সেনাক দক্ষিণ পথে॥১২৯৯
কতো সেনা লৈয়া কৃষ্ণে আটোপে।
সমুখে মাগধক ধাইলন্ত কোপে॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥১৩০০

———

ঘোষা

**এ হৰি নাৰায়ণ মাধৱে গতি।**
**কৃষ্ণৰ চৰণে মোৰ নছাড়োক মতি॥১০৫॥**

**পদ**

**মাগধ ৰাজাৰ সেনা সাগৰ সঙ্কাশ।**
**সুখে ৰহি আছে পায়া পথত প্ৰয়াস॥**
**কতো হাসে মাতে কতো আছে নিদ্ৰাপৰি।**
**হয় হস্তী ৰথ বান্ধি আছে শাৰী শাৰী॥১৩০১**

নাহি যুদ্ধ সাজ হয়-হস্তীৰ পিঠিত।
নতু আনি যোড়ে ঘোড়া ৰথ ঘুঁৰলিত॥
শুদা হাতে বসি আছে যত ৰাজাচয়।
সিবেলাত নতু হোন্ত আদিত্য উদয়॥১৩০২
হেন ঊষা সময়ত পাছে যদুৰাই।
পশিলা সেনাৰ মাজে নিশান কোবাই॥
সিংহনাদ কৰি হৰি ধনুক টঙ্কাৰি।
বৰষিলা দিব্য অস্ত্ৰ অসংখ্য মুৰাৰি॥১৩০৩
কালান্তক সম দেখি কৃষ্ণক প্ৰত্যেক।
থকবক কৰে সবে নৃপতি যতেক॥
নাহি স্মৃতি বুদ্ধি চাৱে উলটি পালটি।
মাধৱৰ শৰে আসি ফুটে চট চটি॥১৩০৪
বাম পাশে খেদি আসি বলো মহাবলী।
শত্ৰুৰ সেনাক সবে লইযান্ত নিডলি॥
সাত্যকি দক্ষিণ পথে আসি দিলে ধাৱ।
কৰিবাক লাগিলা শত্ৰুক বুন্দামাৰ॥১৩০৫
কৰন্ত ক্ৰন্দল ঘোৰ তিনিভিতি বেড়ি।
মহাভয়ে কতো সেনা পলায় ৰণ এৰি॥
কতো প্ৰাণ ছাড়ি পৰে পৃথিবীত ঢলি।
শত্ৰুক সম্মুখ হুয়া ধাৱে কতো বলী॥১৩০৬
ৰাজাগণে দেখে সেনা বিভঙ্গে ভাগিল।
অনাযুজ কাছে ৰণ কৰিবে লাগিল॥
কতো বাসা এৰি পলাই পশিল বনত।
ত্ৰাহি বুলি পড়ে কতো কৃষ্ণৰ আগত॥১৩০৭
যিটো ৰাজাগণে আগবাঢ়ি দিলে ৰণ।
তাৰ স্কন্ধ ছেদ কৰিলন্ত নাৰায়ণ॥
মাগধৰ সেনাগণ সাগৰ সঙ্কাশ।
ক্ষণেকে ভাঙ্গিল সবে হুয়া মহাত্ৰাস॥১৩০৮
বলভদ্ৰ সাত্যকি মাধৱ মহাৰথ।
খেদিল পাছত পঞ্চ প্ৰহৰৰ পথ॥
হয় হস্তী ৰথ বস্ত্ৰ লাগে যানে পাইল।
মথুৰাত নিয়া মহাৰাজত যোগাইল॥১৩০৯

মাধৰত যুদ্ধ হাৰি জৰাসন্ধ নৃপ।
ৰাজাগণ সমে গৈল বানৰ সমীপ॥
প্ৰাণমিত্ৰ বুলি বাণে কৰিলা সৎকাৰ।
জৰাসন্ধে নিবেদিল দুঃখ আপোনাৰ॥১৩১০
শুনা দৈত্যপতি কিনো ভৈলা বিসঙ্গতি।
ৰাত্ৰি চুৰি কৰি আসি গোপাল দুৰ্ম্মতি॥
জিনিয়া খেদিলা মোক বহু দূৰ পথ।
নিলেক মোহোৰ সবে হয় হস্তী ৰথ॥১৩১১
তোহ্মাৰ পাশক আইলো শুনা দৈত্যৰায়।
কৃষ্ণক যুজিবো মোৰ হুয়োক সহায়॥
তুমি সম প্ৰাণমিত্ৰ নাহিকৈ আহ্মাৰ।
কৃষ্ণ শক্ৰ সাগৰত কৰা মোক পাৰ॥১৩১২
কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
নাহি আন ধৰ্ম্ম আৰ কীৰ্ত্তনত পৰে॥
শুনা সৰ্ব্বজন আৰ কেদিন জীৱন।
বোলা হৰি হৰি আছে যাৰত চেতন॥১৩১৩

---

ঘোষা

**ৰাম হৰি ৰাম হৰি ৰাম হৰি ৰাম।**
**নমো ৰাম এ হৃষীকেশ হৃষীকেশ হৰি॥১০৬॥**

পদ

পাছে বলি সুত বাণ।
দিলা হেন সন্নিধান॥
মোৰ যত ৰাজ্যভাৰ।
তোহ্মাৰেসে অধিকাৰ॥১৩১৪
এহি বুলি দৈত্যপতি।
অসংখ্যাত হয় হস্তী॥
দিলে দৈত্য সেনা ৰথ।
পূৰি তান মনোৰথ॥১৩১৫
সিটো সেনা লৈয়া সঙ্গে।
মাগধ চলিলা ৰঙ্গে॥
ৰথ ধ্বজ গজ বাজী।
পৰম প্ৰাৰম্ভে সাজি॥১৩১৬
লগে গৈয়া সেনাজাক।
বেঢ়িলেক মথুৰাক॥
ধৰ মাৰ কৰৈ বোল।
বাৰে বেঢ়ি ঢাক ঢোল॥১৩১৭
মথুৰাবাসীৰ ভয়।
দেখি কৃষ্ণ কৃপাময়॥
বীৰগণ কৰি সাজ।
নগৰৰ ভৈল বাজ॥১৩১৮
বলভদ্ৰ ক্ৰোধে ৰাগি।
ধাইল মাগধক লাগি॥
কৰিলা দুৰ্ঘোৰ ৰণ।
সংহৰিলা বৈৰগণ॥১৩১৯
যত আইল ৰাজাজাক।
একলে গোপালে তাক॥
মাৰিলা সমৰ মাজে।
হত ভৈলা সাম্বৰাজে॥১৩২০
বলভদ্ৰে জৰাসন্ধে।
যুজিলন্ত মাল বান্ধে॥
প্ৰহাৰে অনেক ভাৱে।
চান্দি ধৰি পায়ে পায়ে॥১৩২১
পাছে বলো সঙ্কুকিয়া।
মাগধক আস্ফালিয়া॥
এৰাইলা উলটা বান্ধে।
লাঙ্গল ভেজাইল কান্ধে॥১৩২২
আজুৰি আনিয়া কাছে।
মুষল উচ্চায়া পাছে॥
মুণ্ড ভাঙ্গিবাক চান্ত।
সেহি বেলা শুনিলন্ত॥১৩২৩

পৰিল আকাশী বাক।
নামাৰা নামাৰা আক॥
শুনি বলো সৰ্ব্বজান।
ৰাখি মাগধৰ প্ৰাণ॥১৩২৪
এৰিলা দাৰুণ যুদ্ধ।
ৰথে চৰি হলায়ুধ॥
কৃষ্ণে সমে লৰি গৈলা।
মথুৰাত প্ৰবেশিলা॥১৩২৫
এহিমতে ৰাম হৰি।
বিপক্ষক ক্ষয় কৰি॥
যত পাইলা অলঙ্কাৰ।
কিৰীটি কুণ্ডল হাৰ॥১৩২৬
যাদৱ ৰাজাক দিলা।
মনুষ্যৰ দেখাই লীলা॥
কৰিলন্ত ক্ৰীড়া হৰি।
ভকতৰ প্ৰিয়কাৰী॥১৩২৭
পাছে জৰাসন্ধ ৰাজা।
যুদ্ধ হাৰি হুয়া লজ্জা॥
দেশে গৈলা অধোমুখে।
নযায় মুপুহায় দুঃখে॥১৩২৮
দুনাই দুনাই দেয় ধাৰ।
হাৰিলা সতেৰ বাৰ॥
তথাপি নভৈল লজ্জা।
আৰকা যোৰাৰে প্ৰজা॥১৩২৯
সাধিবো ইবাৰ জয়।
এহি বুলি দুৰাশয়॥
সাজে চতুৰঙ্গ দল।
নজানে কৃষ্ণৰ বল॥১৩৩০
কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে॥
মাধৱৰ জন্ম কৰ্ম্ম।
আতপৰে নাহি ধৰ্ম্ম॥১৩৩১
অদ্যাপি নোপজৈ বুদ্ধি।
কলিযুগে মহৌষধী॥
কৃষ্ণ ৰাম নাম বাণী।
কেনে হেলা কৰা জানি॥ ১৩৩২
যত মহা যজ্ঞ দান।
যত জপ তীৰ্থ-স্নান॥
কেহো নোহে আক সাৰি।
ডাকি বোলা হৰি হৰি॥১৩৩৩

জৰাসন্ধৰ যুদ্ধ সমাপ্ত

---

### কালযৱন বধ

ঘোষা

ৰঘুপতি কি হোক গতি,
তোহ্মাৰ চৰণে নাৰায়ণ।
দাস বুলি দামোদৰ দিয়োক শৰণ॥১০৭॥

পদ

সেহি সময়ত যৱনৰ মহাৰাজা।
লগে লৈয়া সাজি ম্লেচ্ছ তিনি কোটি প্ৰজা॥
নামে কালযৱন ৰণত অনিবাৰ।
নাৰদে পঠাইলে মাধৱক দিলে ধাৰ॥১৩৩৪
তিনি কোটি ম্লেচ্ছে বেঢ়িলেক মথুৰাক।
দেখি সচকিত ভৈল যত যদুজাক॥
দেখি বলো সমে আলোচন্ত দামোদৰ।
মিলিল প্ৰমাদ দাদা যাদৱ বংশৰ॥১৩৩৫
বেঢ়িলে আহ্মাক দেখা যৱন দুৰ্ব্বাৰ।
কিবা আজি কালি জৰাসন্ধে দেয় ধাৰ॥
যৱনক যুজন্তে মাগধ বেবে আসৈ।
নেয় চোপে যাসে জোনো বংশক বিনাশৈ॥১৩৩৬

হেন জানি সাজিবোহো দুৰ্গ দ্বাৰকাক।
মনুষ্য নপাৰে যেন তাক লঙ্ঘিবাক॥
এহি বুলি সাগৰ মধ্যত দামোদৰ।
বাৰ প্ৰহৰৰ পথ নিৰ্ম্মিলা নগৰ॥১৩৩৭
বিশ্বকৰ্ম্মে শিল্পি কৰ্ম্ম জানৈ যত মানে।
দ্বাৰকাত সবাকো দেখিয়ো বিদ্যমানে॥
বিবিধ উদ্যানে কল্পতৰু উপবন।
দিব্য সাৰোবৰ দীঘি দেখি বিতোপন॥১৩৩৮
আকাশ লঙ্ঘিয়া আছে গড়ৰ দুৱাৰ।
স্ফটিক কপাট তাৰ পাশত সোণাৰ॥
সুৱৰ্ণ ৰজত জ্বলৈ গৃহৰ আৰম্ভ।
স্ফটিক আটাল মৰকত দিল স্তম্ভ॥১৩৩৯
সুৱৰ্ণৰ ঘটচয় উপৰে প্ৰকাশৈ।
বিচিত্ৰ পতকাচয় বতাসে উল্লাসৈ॥
সুধৰ্ম্মা সভাক পঠাই দিল পুৰন্দৰ।
যাত আৰোহিলে হোৱে অজৰ অমৰ॥১৩৪০
বৰুণে পঠাইল হয়চয় শুক্লবৰ্ণ।
মানোজয় বেগ সবে শ্যাম এক কৰ্ণ॥
কুবেৰ পঠাইলা অষ্ট নিধিৰ ভাণ্ডাৰ।
কি কহিবো মহিমা কৃষ্ণৰ দ্বাৰকাৰ॥১৩৪১
দশ দিগপালৰ বিভৱ আছে যত।
সিবেলা সমস্ত আনি অৰ্পিলা কৃষ্ণত॥
সেহি দ্বাৰকাক লাগি কৃষ্ণ অবিকলে।
মথুৰাৰ প্ৰজাক নিলন্ত যোগবলে॥১৩৪২
মথুৰাক আসি ৰামে সমে আলোচিলা।
সুগন্ধ পুষ্পৰ মালা গলত পিন্ধিলা॥
শুদা হাতে নগৰ দ্বাৰৰ ভৈল বাজ।
যৱনক দেখাই চলিযান্ত যদুৰাজ॥১৩৪৩
মাধৱৰ জন্ম কৰ্ম্ম শুনা সৱে নৰে।
কলি যুগে নাহি গতি কীৰ্ত্তনত পৰে॥
দুৰ্লভ মনুষ্য জন্ম নকৰিয়ো বৃথা।
কৰা হৰি কীৰ্ত্তন এৰিয়া গ্ৰাম্য কথা॥১৩৪৪
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
ইহ পৰলোকে হৰি চৰণেসে গতি॥
গৈল প্ৰায় প্ৰাণ জানা যেন আছা মৰি।
আন চিন্তা এৰি ডাকি বোলা হৰি হৰি॥১৩৪৫

---

ঘোষা

মাধৱ মধু সুদন দেৱে
দাস উদ্ধাৰিয়া নিয়ো।
তুমিসি পৰম গুৰু ভকতৰ
মোক উপদেশ দিয়ো॥১০৮॥

পদ

কাল যৱনৰ আগে লীলা কৰি
চলি যান্ত হৃষীকেশ।
দেখিলা যৱনে পাছে মাধৱৰ
পৰম সুন্দৰ বেশ॥
শৰত কালত ভৈলন্ত উদিত
যেন পুৰ্ণিমাৰ চান্দ।
সুকুমাৰ শ্যাম তনু পীতবস্ত্ৰে
দেখিতে আতি সুচান্দ॥১৩৪৬
সদায় ঈষত হাসি সুশুভ্ৰ
প্ৰফুল্ল মুখ কমলে।
নৱ পদ্ম সম আয়ত অৰুণ
লোচন যুগল জ্বলে॥
শিৰত কিৰীটি প্ৰকাশে অমূল্য
ৰত্নগণে আছে গঢ়ি।
নাসা তিল ফুল অধৰ বান্ধুল
দন্ত পান্তি কুন্দকৰি॥১৩৪৭

কৰ্ণত মকৰ কুণ্ডল দোলয়
কপালে অলকা পান্তি।
কম্বুকণ্ঠ মাজে কৌস্তুভে শোভয়
নৱ আদিত্যৰ কান্তি॥
প্ৰলম্ব বৰ্ত্তুল স্থূল ভুজ চাৰি
কেয়ুৰ কঙ্কণে শোভে।
গলে বনমালা আপাদ লম্বিত
ভ্ৰমৰে নছাৰে লোভে॥১৩৪৮
সুন্দৰ হৃদয়ে প্ৰকাশে শ্ৰীবৎস
কঙ্কালে মেখলা জ্বলে।
কৰীকৰ সম উৰু নিৰুপম
নূপুৰ পদ কমলে॥
সংসাৰ মোহন হেন ৰূপ দেখি
বোলয় কালযৱন।
এহি গোট কৃষ্ণ জানিলো নাৰদে
কহিলে যেন লক্ষণ॥১৩৪৯
শুদা হাত ভৰি গতি চলি যায়
ময়ো যাওঁ অস্ত্ৰ এৰি।
এহি বুলি উঠি ধাইলেক যৱনে
ৰহ বুলি পাৰৈ গেৰি॥
যোগীগণে যাক ধ্যানতো নেদেখৈ
খেদৈ হেন মাধৱক।
হাতে পাৱে হেন দেখাই আপোনাক
নিলন্ত তাক দূৰক॥১৩৫০
পাছত যৱনে আক্ষেপ কৰয়
যদুকুলে ভৈলি জাত।
পলায়ন ধৰ্ম্ম সুহিকে উচিত
পালটি আন্ধাক মাত॥
এভেক বোলন্ত গিৰি গহ্বৰত
পশিলন্ত নাৰায়ণ।
পাছন্ত যৱনে পশিয়া দেখয়
শুতি আছে একজন॥১৩৫১
আন্ধাক দূৰক আনিয়া শয়ন
কৰিলি যেন সজ্জনে।
কৃষ্ণ হেন মানি মাৰিলেক লাথি
দুৰ্জ্জন কালযৱনে॥
চিৰকালে শুতি আছে মুচুকুন্দ
উঠিয়া বসিল জাগি।
কিছু কিছু কৰি চক্ষু মেলি চাইল
চাৰিয়ো দিশক লাগি॥১৩৫২
যৱনক পাছে আগতে দেখিয়া
ক্ৰোধ দৃষ্টি কৰি চাইল।
তেতিক্ষণে তাৰ শৰীৰত লাগি
অগনি কুণ্ড উধাইল॥
ক্ষণেকতে ভস্ম ভৈ গৈল যৱন
আপোন গাৰৱ জুই।
পৰীক্ষিত ৰাজা শুকত সোধন্ত
আতি অদভুত হুই॥১৩৫৩
সিটো কোন জন যৱনক যিটো
ভস্ম কৰিলেক তথা।
কিহেতু শুতিয়া আছে কিবা নাম
কহিয়ো আন্ধাত কথা॥
কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে
শুনা সবে সভাসদে।
আন চিন্তা এড়ি ডাকি বোলা হৰি
বৈকুণ্ঠে যাইবাৰ পদে॥১৩৫৪

**কালযৱন বধ সমাপ্ত**

---

## মুচুকুন্দ স্তুতি

ঘোষা

**ৰামক নাম আতি অনুপাম।**
**ৰামক নাম ॥১০৭॥**

পদ

ৰাজাত কহন্ত শুকে কথাক।
মান্ধাতাৰ পুত্ৰ জানিবা তাক ॥
ইক্ষ্বাকু বংশত ভৈলন্ত জাত।
মুচুকুন্দ নামে জগতে খ্যাত ॥১৩৫৫
অসুৰত ভয়ে দেৱতা জাক।
ৰাজাক বোলন্ত ৰাখা আহ্মাক ॥
নৃপতি পাছে ভৈল স্বৰ্গপাল।
ৰাখিলা ত্ৰিদশক চিৰকাল ॥১৩৫৬
যেবে সেনাপতি কাৰ্ত্তিক ভৈলা।
ৰাজাক দেৱে বুলিবাক লৈলা ॥
এবে মুচুকুন্দ কৰা বিশ্ৰাম।
কৰিলা আহ্মাৰ তুহ্মৰ কাম ॥১৩৫৭
সমস্ত ৰাজ্যভোগ পৰিহৰি।
ৰাখিলা আহ্মাক নিদ্ৰাক এৰি ॥
তোহ্মাৰ আৰে পুত্ৰ পৌত্ৰগণ।
জ্ঞাতি মিত্ৰ আৰ সেৱক জন ॥১৩৫৮
পৃথিবীত কেহো নাহিকৈ ভালে।
সবাকো সংহৰি নিলেক কালে ॥
মোক্ষ ব্যতিৰেকে লৈয়োক বৰ।
বিষ্ণুসে মোক্ষৰ হোন্ত ঈশ্বৰ ॥১৩৫৯
বুলিলা দেৱক ৰাজা প্ৰণামি।
নালাগে আন নিদ্ৰা কৰো আমি ॥
বোলন্ত এহি হোক দেৱগণে।
নিদ্ৰাত জগাৱৈ আসি যি জনে ॥১৩৬০
হুইবেক ভস্ম তনু দৰশনে।
মৰিল যৱন এহি কাৰণে ॥
পাছে মাধৱে কৰি অল্প হাসি।
নৃপতিক দেখা দিলন্ত আসি ॥১৩৬১
ৰাজা মুচুকুন্দে কৃষ্ণক দেখি।
পৰম বিস্ময়ে চান্ত নিৰেখি ॥
উদিত চন্দ্ৰৰ যেন প্ৰকাশ।
শ্যামল দেহে শোভে পীত বাস ॥১৩৬২
শ্ৰীবৎস পান্তি শোভৈ বক্ষঃস্থলে।
সূৰ্য্য সম জ্বলে কৌস্তুভ গলে ॥
কৰ্ণত মকৰ দোলৈ কুণ্ডল।
পদ্ম সম শোভৈ মুখ মণ্ডল ॥১৩৬৩
অৰুণ লোচনে পঙ্কজ পাসি।
মুগুচৈ সদা মুখে অল্প হাসি ॥
দশন পান্তি মুকুতাৰ শাৰী।
প্ৰলম্ব স্থূল জ্বলে ভুজ চাৰি ॥১৩৬৪
প্ৰকাশৈ কণ্ঠত পদ্মৰ মালা।
কটিত বস্ত্ৰৰ শোভৈ মেখলা ॥
পদ যুগ যেন পঙ্কজ কোষ।
শুনি সুৱৰ্ণৰ নূপুৰ ঘোষ ॥১৩৬৫
ত্ৰৈলোক্যত ৰূপে নাহিকৈ সম।
মৃগেন্দ্ৰৰ যেন লীলা বিক্ৰম ॥
শৰীৰৰ জ্যোতি লাগি আখিত।
দেখি মুচুকুন্দ ভৈলা শঙ্কিত ॥১৩৬৬
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৃষ্ণ কথা শুনা সমস্ত জনে ॥
কৰিয়ো কীৰ্ত্তন আলাস এৰি।
বোলা হৰি হৰি সমাজে বেঢ়ি ॥১৩৬৭

ঘোষা

**ৰাম কৃষ্ণ গোবিন্দ।**
**ত্ৰাহি হৰি মুকুন্দ ॥১১০॥**

পদ

পাছে মুচুকুন্দ ৰায়।
সোধে মাধৱক চাই ॥
কোন তুমি থাকা কৈত।
কি কাৰ্য্যে ভ্ৰমিয়া ঐত ॥১৩৬৮
পদ্ম পত্ৰ সম ভৰি।
কণ্টকত কেন কৰি ॥
ফুৰা গিৰি গহ্বৰত।
সুবুজো তোমাৰ মত ॥১৩৬৯
কিবা ইন্দ্ৰ সূৰ্য্য শশী।
মূৰ্ত্তি ধৰি আছা আসি ॥
ব্ৰহ্মা বিষ্ণু ত্ৰিনয়ন।
তাসম্বাৰ এক জন ॥১৩৭০
আসি আছা তুমি স্বামী।
মূৰ্ত্তি দেখি বোলো আমি ॥
জন্ম কৰ্ম্ম গোত্ৰ নাম।
কয়ো যদি আছে কাম ॥১৩৭১
আম্মাৰ শুনিয়ো কথা।
ইক্ষ্বাকু বংশত তথা ॥
মান্ধাতাত ভৈলে জাত।
মুচুকুন্দ নামে খ্যাত ॥১৩৭২
উজাগৰে শ্ৰান্ত হুয়া।
গহ্বৰত আছো শুয়া ॥
মোক জগাই কোন জনে।
ভস্ম ভৈল তাৱক্ষণে ॥১৩৭৩
তোম্মাক দেখিলো পাছে।
দেহা প্ৰকাশন্তে আছে ॥
তোম্মাৰ দুঃসহ জ্যোতি।
নিষ্প্ৰভ কৰিলে আতি ॥১৩৭৪
দেখি মহা চমৎকাৰ।
সুধিবে নোৱাৰো আৰ ॥
এহি বুলি মৌন ভৈলা।
মাধৱে কহিবে লৈলা ॥১৩৭৫
মোৰ জন্ম কৰ্ম্ম যত।
কোনে কহি পাৰে অন্ত ॥
তথাপিতো নৃপবৰ।
শুনা কথা ইজন্মৰ ॥১৩৭৬
প্ৰাৰ্থিলন্ত প্ৰজাপতি।
ধৰ্ম্মক ৰাখিবে প্ৰতি ॥
যদুকুলে ভৈলো যাত।
বসুদেৱ মোৰ তাত ॥১৩৭৭
আতেসে পণ্ডিত লোকে।
বাসুদেৱ বোলে মোকে ॥
কালনেমি দৈত্যবংশ।
ভৈল আসি ৰাজা কংশ ॥১৩৭৮
লীলায়ে মাৰিলো তাক।
আনো যত দৈত্য জাক ॥
বধিলো সমৰে সবে।
দুৰ্জ্জন যৱন আবে ॥১৩৭৯
তযু তেজে ভস্ম ভৈল।
মহা ভাৰ দূৰ গৈল ॥
তোম্মাকেসে দয়াতৰে।
আইলো ঐকে একেশ্বৰে ॥১৩৮০
তুমি মোৰ প্ৰিয়তৰ।
যেহি লাগে লৈয়ো বৰ ॥
কহিয়োক অভিপ্ৰায়।
ভক্তৰ দুৰ্লভ নাই ॥১৩৮১
কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥

সমস্ত সমাজে ঢাকি।
হৰি হৰি বোলা ডাকি ॥১৩৮২

———

ঘোষা

ও হৰি নমো নাৰায়ণ চৰণে
মাগো তৰণ উপায়।
তোম্মাৰ ভকতি বিনে ৰাসুদেৱ
ৱৃথা আয়ু বহি যায় ॥১১১॥

পদ

পাছে মুচুকুন্দে কৃষ্ণক জানিলা
গৰ্গৰ বাক্য সুমৰি।
পৰি স্তুতি আতি কৰিবে লাগিলা
চৰণে প্ৰণাম কৰি ॥
মায়ায়ে মোহিত হুয়া যিটো জন
নভজে প্ৰভু তোম্মাক।
সুখক আশায়ে গৃহবাসে থাকৈ
দৈৱে বঞ্চিলেক তাক ॥১৩৮৩
ভাৰতে দুৰ্লভ নৰ দেহা পায়া
নভজে তোম্মাৰ পাৱ।
গৃহ অন্ধকূপে পৰিয়া থাকয়
পশুৰ যেন স্বভাৱ ॥
ৰাজ্য শ্ৰীমদে ভৈলোহো প্ৰমত্ত
দেহে আত্মা বুদ্ধি ভৈল।
পুত্ৰ দাৰা ধন আহান চিন্তায়ে
বিফলে জনম গৈল ॥১৩৮৪
গৃহ ঘট সম দেহত নৃপতি
বোলাও কৰি চটি মতি।
তোম্মাক নগনি হয় হস্তী ৰথে
পৃথিবী ফুৰো পৰ্য্যটি ॥

বিষয় চিন্তায়ে পৰম প্ৰমত্ত
ফুৰে মহা মোহ দৰ্পে।
তুমি অপ্ৰমত্ত হেলে মাৰা তাক
ইন্দুৰক যেন সৰ্পে ॥১৩৮৫
সুৱৰ্ণৰ ৰথে যিটো হস্তী স্কন্ধে
ফুৰয় ৰাজা বোলাই।
কালে প্ৰাণ গৈলে সেহিটো শৰীৰ
হোৱৈ বিষ্ঠা পলু ছাই ॥
যিটো সাৰ্ব্বভৌম সিংহাসনে থাকৈ
সামৰাজে সেৱা কৰৈ।
স্ত্ৰীৰ অধীন হুয়া প্ৰভু সিটো
গৃহতে থাকিয়া মৰৈ ॥১৩৮৬
দুনাই ইন্দ্ৰ হৈবো বুলি তপ ধৰ্ম্ম
কৰৈ কায় ক্লেশ দুখ।
সিটো অভিলাষ বৃথা হয় তাৰ
কহিতো নাহিকৈ সুখ ॥
যাহাৰ সংসাৰ গুচিবেক তাৰ
মিলয় সাধু সঙ্গতি।
যেবে সাধু সঙ্গ ভৈল প্ৰভু তেবে
তোম্মাত উপজে মতি ॥১৩৮৭
কিনো অনুগ্ৰহ কৰিলা মাধৱ
গুচাই মোৰ ৰাজ্যভাৰ।
মহা জ্ঞানীগণে আকেসে ৰাঞ্চয়
মনত বিবেক যাৰ ॥
নবাঞ্ছোহো মাধৱ তোম্মাত
চৰণ সেৱাত পৰে।
মুকুতি দাতাক আৰাধি খুজিবে
আন বৰ কোন নৰে ॥১৩৮৮
হেন জানি প্ৰভু যত সুখ ভোগ
দূৰতে ত্যজিয়া থৈলো।
পৰম পুৰুষ তোম্মাৰ চৰণে
সদায় শৰণ লৈলো ॥

সংসাৰ চক্ৰত চিৰকাল ভ্ৰমো
তোহ্মাত নভৈল বোধ।
একোয়ে প্ৰকাৰে সুখ শান্তি নাই
নিজিনিলো কাম ক্ৰোধ॥১৩৮৯
প্ৰণত পালক তোহ্মাৰ চৰণে
লৈলোহো আৰে শৰণ।
ভয়- শোক মৃত্যু গুচয় যিমতে
ৰক্ষা কৰা নাৰায়ণ॥
হেন স্তুতি কৰি মুচুকুন্দ ৰাজা
কৃষ্ণক প্ৰণামি আছে।
প্ৰণত পালক দেৱ সনাতন
ৰাজাক মাতিলা পাছে॥১৩৯০
ভণিল শঙ্কৰে শুনা সৰ্ব্ব নৰে
নকৰিয়ো জন্ম বৃথা।
শ্ৰৱণতে সুখে মোক্ষপদ পায়
শুনা হেন কৃষ্ণ কথা॥
হৰিৰ কীৰ্ত্তন কৰিয়া পাপৰ
মুণ্ডত মাৰিয়ো বাড়ি।
আন কাম এৰি বোলা হৰি হৰি
পলাওক পাতক ছাড়ি॥১৩৯১

---

ঘোষা

মন ৰাম বোল ৰাম বোল ৰাম বোল ৰাম।
চিন্ত চিত্ত চতুৰ্ভুৰ্জ চতুৰ্ভুৰ্জ হৰি॥১১২॥

পদ

মাধৱে বোলন্ত শুনা সাৰ্ব্বভৌম ৰায়।
তোহ্মাৰ নিৰ্ম্মল মতি ভৈল সমুদায়॥
প্ৰলোভিলো বৰ লোয়া বুলি বাৰম্বাৰ।
তথাপিতো কিছু বাঞ্ছা নভৈল তোহ্মাৰ॥১৩৯২
বৰ দিবে চাহিলো তোহ্মাক দয়া পদে।
ভকতৰ লঙ্ঘিবাক নপাৰৈ শ্ৰীমদে॥
যোগক অভ্যাসে যিটো ভকতক এৰে।
তাহাৰেসে মন ঢুনাই বিষয়ত পৰে॥১৩৯৩
মোত চিত্ত দিয়া পৰ্য্যটিয়ো বসুমতী।
তোহ্মাৰ আহ্মাত আছে একান্ত ভকতি॥
ক্ষেত্ৰিয়ৰ ধৰ্ম্মত থাকিয়া নৃপবৰ।
কৰিয়াছা বধ তুমি জন্তু বহুতৰ॥১৩৯৪
শ্ৰৱণে কীৰ্ত্তনে মোক কৰিয়া আশ্ৰয়।
তপ কৰি এবে সিটো পাপ কৰা ক্ষয়॥
আউৰ জনমত তুমি হুইবা দ্বিজবৰ।
মোক পাইবা আসি ৰাজা ত্যজি কলেৱৰ॥১৩৯৫
পূৰ্ব্বত অনেক যজ্ঞে যজি আছা মোক।
মই ৰক্ষা কৰিবো নিৰ্ভয়ে চলিয়োক॥
হেন অনুগ্ৰহ আজ্ঞা পায়া মাধৱৰ।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ নৃপবৰ॥১৩৯৬
চৰণে প্ৰণামি ৰাজ ভৈলা গহ্বৰৰ।
দেখে ক্ষুদ্ৰ ভৈল সবে বৃক্ষ পশু নৰ॥
পাইলে কলিযুগে আসি মানি মহাৰথ।
ধৰিলন্ত উত্তৰ দিশক লাগি পথ॥১৩৯৭
ভৈলন্ত নিঃশঙ্ক তপ আচৰিবে মনে।
কৰিলা একান্ত চিত্ত কৃষ্ণৰ চৰণে॥
বদৰিকাশ্ৰমে গৈয়া ধৰিয়া সমাধি।
থাকিলন্ত মুচুকুন্দ কৃষ্ণক আৰাধি॥১৩৯৮
পাছে ঢুনাই আসিয়া মাধৱ মথুৰাক।
মাৰিলন্ত তিনিকোটি যৱন সেনাক॥
তাৰ ধন মানে সবে বলধি যোড়াইল।
দ্বাৰকাত নিয়া যদু ৰাজাত যোগাইল॥১৩৯৯
তেইশ অক্ষৌহিণী সেনা সাজিয়া প্ৰবন্ধে।
সেহি সময়তে খেদি আইল জৰাসন্ধে॥
পৰম আটোপে মহা কোপে আসে ধাই।
দেখি লৰ দিলা ৰাম কৃষ্ণ দুয়ো ভাই॥১৪০০

মনুষ্য চেষ্টাক দেখাই যেন ভয়াতুৰ।
ভৰি গতি দুভায় পলায় বহু দূৰ॥
হেন দেখি ৰঙ্গে হাসি মাগধ নিস্বলে।
ধৰ বুলি পাছে পাছে খেদে সমদলে॥১৪০১
পলাইবে নোৱাৰি যেন ৰাম দামোদৰে।
আৰোহিলা পৰ্ব্বতৰ উচ্ছিত শিখৰে॥
পৰ্ব্বতক বেঢ়িয়া সসৈন্যে জৰাসন্ধে।
লগাইলেক জুই তাত অনেক প্ৰবন্ধে॥১৪০২
এঘাৰ যোজন সিটো পৰ্ব্বত উচ্ছ্ৰিত।
তাৰ পৰা ডেৰে দুয়ো নামিল ভূমিত॥
নলক্ষিলে কেৰে শত্ৰুসেনা তাসম্বাক।
ৰঙ্গে ৰাম কৃষ্ণ দুয়ো গৈল দ্বাৰকাক॥১৪০৩
দগ্ধ ভৈলা ৰাম কৃষ্ণ মানি মহাবলী।
জৰাসন্ধে সসৈন্যে দেশক গৈলা চলি॥
নজানিয়া ঈশ্বৰৰ বলৰ প্ৰমাণ।
শত্ৰু বুদ্ধি খেদে সিটো পৰম অজ্ঞান॥১৪০৪
কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
কৃষ্ণৰ কীৰ্ত্তন নছাৰিবা একো নৰে॥
পাপ সাগৰত ইসে কৰিবে নিস্তাৰ।
বোলো হৰি হৰি হোক পুৰুষ উদ্ধাৰ॥১৪০৫

মুচুকুন্দ স্তুতি সমাপ্ত

---

**দ্বাৰকা লীলা স্যমন্তক হৰণ**

ঘোষা

**তাই মুখে ৰাম বোল হৃদয়ে ধৰা ৰূপ।**
**এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥১১৩॥**

**পদ**

**শুকমুনি বোলন্ত শুনিয়ো পৰীক্ষিত।**
**কৃষ্ণক কলঙ্ক দিয়া ভৈবি সত্ৰাজিত॥**
আপোনাৰ কন্যা আনি দিলেক কৃষ্ণক।
স্যমন্তক মণি দিলা জগত যৌতুক॥১৪০৬
শুকত শোধন্ত পুনাই ৰাজা পৰীক্ষিত।
দিলে কিবা কলঙ্ক কৃষ্ণক সত্ৰাজিত॥
কৈত পাইলে স্যমন্তক মণি মহা ৰত্ন।
কিহেতু কৃষ্ণক কন্যা দিলে কৰি যত্ন॥১৪০৭
শুক নিগদতি শুনিয়োক পৰীক্ষিত।
সূৰ্য্যৰ পৰম ভক্ত সখা সত্ৰাজিত॥
তুষ্ট হৈয়া সূৰ্য্যে স্যমন্তক তাঙ্ক দিলা।
সত্ৰাজিতে মহামণি কণ্ঠত পিন্ধিলা॥১৪০৮
সূৰ্য্যে যেন প্ৰকাশিয়া আসে দ্বাৰকাক।
ৰশ্মিয়ে চক্ষুক পীড়ে দেখি প্ৰজাজাক॥
আসন্ত আদিত্য বুলি মনত শঙ্কিয়া।
কৃষ্ণৰ পাশক সৰে যায় লৰিয়া॥১৪০৯
সভাত খেলন্ত পাশা প্ৰভু পীতাম্বৰ।
আথ বেথে দেয় জ্ঞান প্ৰজা নিৰন্তৰ॥
নমো নাৰায়ণ শঙ্খ চক্ৰ গদাধৰ।
অৰবিন্দ লোচন গোবিন্দ দামোদৰ॥১৪১০
তোমাক দেখিবে লাগি ত্ৰিজগত পতি।
আসন্ত আদিত্য হেৰা দেখিয়ো সম্প্ৰতি॥
সবাৰ চক্ষুক পীড়ি আসৈ ৰশ্মিজালে।
তোমাক অন্বেষ কৰে দশ দিগপালে॥১৪১১
পুৰাণ পুৰুষ তুমি সনাতন হৰি।
যদুকুলে অৱতৰি আছা ছদ্ম কৰি॥
তাতেসে আসন্ত সূৰ্য্যে দেখিবে তোমাক।
বোলা হৰি হৰি উদ্ধাৰিয়ো আপোনাক॥১৪১২

---

ঘোষা

**গোপাল গোবিন্দ যদুনন্দন।**
**কৃষ্ণৰ চৰণে লৈলো শৰণ ॥১১৪॥**

পদ

শুনিয়া হাসি চাহি চক্ৰপাণি।
নোহন্ত আদিত্য বুলিলা বাণী ॥
মণিৰ ৰশ্মি হুয়া প্ৰকাশিত।
গৃহক লাগি আসে সত্ৰাজিত ॥১৪১৩
সত্ৰাজিত পাছে গৃহক পাইল।
অনেক মাঙ্গল্য বাদ্য বজাইল ॥
দেৱৰ গৃহে পশি প্ৰণিপাতে।
নিবেদিলা মণি বিপ্ৰৰ হাতে ॥১৪১৪
মণিৰ মহিমা কি কৈবো আৰ।
সুৱৰ্ণ নিতে স্ৰবৈ অষ্ট ভাৰ ॥
যি থানে থাকৈ সিটো স্যমন্তক।
নাহিকে দুৰ্ভিক্ষ্য মাৰি মৰক ॥১৪১৫
নাহিকৈ ব্যাধি ব্যাঘ্ৰ সৰ্প ভয়।
একো উপসৰ্গ নোপজৈ তয় ॥
দিনেক মণি খুজিলন্ত হৰি।
নিদিলা সত্ৰাজিতে গহ কৰি ॥১৪১৬
প্ৰসেন নামে তাৰ ভাতৃ আছে।
কণ্ঠত মণিক পিন্ধিলা পাছে ॥
ঘোড়াত চড়ি মহা ৰঙ্গমনে।
মৃগক মাৰি ফুৰা বিজুবনে ॥১৪১৭
দেখি সিংহে তাক নখে বিদাৰি।
ঘোড়ায়ে সহিতে পেল্লাইলা মাৰি ॥
কণ্ঠৰ মণিক ছিঙিয়া লই।
চড়িলা গিৰি শৃঙ্গে সিংহ গই ॥১৪১৮
দেখি জাম্বৱন্ত বীৰ বীড়িঙ্গ।
লৈলন্ত মণিক মাৰিয়া সিংহ ॥
স্যমন্ত মণিক গৰ্ত্তক নিলা।
ওমলাইবে লাগি শিশুক দিলা ॥১৪১৯
বিচিত্ৰ মণিগোট ধৰি ধাই।
বাটত ফুৰে শিশু ওমলাই ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥১৪২০

---

ঘোষা

**বনমালী জগমোহন ৰাম।**
**সুখে দুখে মুখে যোনো ছাৰে ৰাম নাম ॥১১৫॥**

পদ

ভাতৃক নেদেখি অনন্তৰে সত্ৰাজিত।
মহা শোকে ক্ৰন্দন কৰিল বিপৰীত ॥
স্যমন্তক পিন্ধি গৈলা বনক ভয়াই।
জানিলো মাৰিলে কৃষ্ণে নিৰ্জ্জনত পাই ॥১৪২১
খুজি নপাই ভাইক মাৰি কৃষ্ণে নিলা মণি।
শুনি সৰ্ব্বলোকে আক কৰে কাণাকাণি ॥
বেকত নকৰৈ কেহো মাধৱক ডৰে।
পাইলেক কলঙ্ক মোক জানি দামোদৰে ॥১৪২২
কিমতে দুৰ্যশ গুচাও গুণি ভগৱন্ত।
লগে লৈয়া নগৰীয়া সেনা অপৰ্য্যন্ত ॥
প্ৰসেনৰ পথে চলি যান্ত বনমালী।
প্ৰৱন্ধে ঘোড়াৰ সিটো খোজক নিহালি ॥১৪২৩
কত দূৰ গৈয়া পাছে দেখিলন্ত মহীত।
প্ৰসেন পৰিয়া আছে ঘোড়ায়ে সহিত ॥
সিংহে মাৰি মণি নিলা জানি বনমালী।
উঠিলা পৰ্ব্বতে তাৰ খোজক নিহালি ॥১৪২৪
মৰি পৰি আছে সিংহ দেখিলা মুৰাৰি।
জানিল ভালুকে মণি নিলা আক মাৰি ॥
দেখি সৰ্ব্বজন ভৈল মনত নিঃশঙ্ক।
মিছাত পাইলন্ত কৃষ্ণে দাৰুণ কলঙ্ক ॥১৪২৫

খোজ গুড়ি ভালুকৰ গৰ্ত্ত পাইলা হৰি।
ঘোৰ অন্ধকাৰে আছে গৰ্ত্তক আবৰি ॥
দেখি সেনাগণ সবে বাহিৰত থই।
একেশ্বৰে গৰ্ত্তে কৃষ্ণে প্ৰবেশিলা গই ॥১৪২৬
তথাত মণিক কৃষ্ণে দেখিলন্ত পাছে।
হাতে লৈয়া ধাই শিশু ওমলান্তে আছে ॥
কাঢ়ি লৈবে লাগি হৰি সমীপ চাপিলা।
হেন দেখি ভয়ে ধাই ধাউগেড়ি দিলা ॥১৪২৭
কোথাৰ মনুষ্য গোটে মণি নেয় হৰি।
আবে ঋক্ষৰাজ লাগ লোৰা ঝাণ্ট কৰি ॥
এহি বুলি ধাই আতি কৰে আৰ্ত্তনাদ।
বোলা হৰি হৰি ছাড়া বিষয় বিষাদ ॥১৪২৮

---

ঘোষা

ৰাম কৃষ্ণ কৃপাল।
ত্ৰাহি ত্ৰাহি গোপাল ॥১১৬॥

পদ

হেন শুনি জাম্বৱন্ত।
ধাইলা মহা বলৱন্ত ॥
নিচিনি স্বামীক পাছে।
ধৰিলন্ত যুদ্ধ কাচে ॥১৪২৯
সামান্য মনুষ্য বুলি।
মহাক্ৰোধে গৈলা জ্বলি ॥
নজানি প্ৰভাৱ আতি।
গাইলেক হাতাহাতি ॥১৪৩০
দুয়ো হুয়া মহা ক্ৰুদ্ধ।
লগাইলেক ঘোৰ যুদ্ধ ॥
দুয়ো মাতঙ্গৰ লীলা।
বৰিষে পৰ্ব্বত শিলা ॥১৪৩১
কতো বেলি হানে গাছ।
কতো কোপে চাপে কাছ ॥
যুজিলন্ত মাল বন্ধে।
ধৰি ভৰি ভৰি ছান্দে ॥১৪৩২
দুইকো দুই নাহি তুষ্টি।
হানৈ বজ্ৰ সম মুষ্টি ॥
মাংসৰ কাৰণে যেন।
যুজন্ত দুগোটা সেন ॥১৪৩৩
কেহো যোলে মুহি ক্ষীণ।
যুজন্ত আঠাইশ দিন ॥
কৃষ্ণৰ প্ৰহাৰ পাই।
পাছে মহা ঋক্ষৰায় ॥১৪৩৪
শ্ৰান্ত ভৈলা মহাদুখে।
নিশ্বাস বজাইলা মুখে ॥
ভাগে যেন কটি স্কন্ধ।
শৰীৰৰ ছিণ্ডে বন্ধ ॥১৪৩৫
গোড়ে ঘাম যাই বহি।
ক্ষণেক স্তম্ভিলা ৰহি ॥
সমস্ত সমাজে ঢাকি।
হৰি হৰি বোলা ডাকি ॥১৪৩৬

---

ঘোষা

ত্ৰাহি দেৱ দামোদৰ যাদৱানন্দ
দীন দয়াশীল স্বামী।
কৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণে পশিলো আমি ॥১১৭॥

পদ

কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ
পৰম বিস্ময় মনে।
স্বামী হেন জানি বুলিবে লাগিলা
প্ৰণামি কৃষ্ণ চৰণে ॥

জানিলো তোহ্মাক জগত ঈশ্বৰ
তুমি সনাতন হৰি।
সমস্ত ভূতৰ তুমি প্ৰাণৰল
জগতকে আছা ধৰি ॥১৪৩৭
স্ৰষ্টাৰো স্ৰষ্টা তুমি সৰ্ব্ব দ্ৰষ্টা
উদ্ধাৰি ধৰিলা তুমি।
জীৱৰ নিয়ন্তা পৰম আত্মা
মৃত্যুৰো অন্তক তুমি ॥
জানিলো তোহ্মাক সেহি ৰঘুনাথ
যিটো ইষ্টদেৱ মোৰ।
সীতাৰ সন্তাপে জগতৰ বাপে
কৰিলা প্ৰয়াণ ঘোৰ ॥১৪৩৮
যাৰ মহাক্ৰোধে কটাক্ষতে গ্ৰাহে
সাগৰে কল্লোল কৰে।
লঙ্কাক লাগিয়া মাজে বাট দিলা
ডৰিয়া অতি সাগৰে ॥
জানকীৰ হেতু বান্ধিলাহা সেতু
দহিলা লঙ্কা নগৰী।
ৰাৱণৰ মাথ কাটিলাহা নাথ
আনিলা সীতা উদ্ধাৰি ॥১৪৩৯
আগে নিচিনিলে আৰেসে জানিলো
তেন্তে তুমি শ্ৰীৰাম।
অজ্ঞানীক মোক প্ৰভু ক্ষমিয়োক
চৰণে কৰো প্ৰণাম ॥
এতেক বুলিয়া নমি জাম্বৱন্ত
আছে কৃতাঞ্জলি কৰি।
শুনা সৰ্ব্বজন নেৰিবা কীৰ্ত্তন
ডাকি বোলা হৰি হৰি ॥১৪৪০

---

ঘোষা

**হৰিৰ চৰণ চিন্তিয়ো চিত্ত হৃদয়ে সৰ্ব্বথ।**
**মুখে ৰাম বোলা কৰ্ণে শুনা কৃষ্ণ কথা ॥১১৮॥**

পদ

হেন স্তুতি বাণী শুনি দৈৱকী তনয়।
চাইলা দয়া দৃষ্টি ভকতক কৃপাময় ॥
মাৰ্জ্জিলা অমৃত হাতে সমস্ত শৰীৰ।
ভৈলন্ত নিৰুজ জাম্বৱন্ত মহাবীৰ ॥১৪৪১
মেঘৰ গম্ভীৰ ধ্বনি দিল সমিধান।
মণি হেতু ঋক্ষৰাজ আইলো তযু স্থান ॥
তুমি আনি আছা মহামণি স্যমন্তক।
মিছাতে সমস্তে দেয় আহ্মাক কলঙ্ক ॥১৪৪২
পৰম ভকত তুমি জানোহো তোহ্মাক।
দিয়া মণি মোক মই নেও দ্বাৰকাক ॥
গুচোক দুৰ্যশ দেখাও লোকত প্ৰত্যয়।
শুনি আনন্দিত জাম্বৱন্ত মহাশয় ॥১৪৪৩
তানে কন্যা ৰত্ন আছে নামে জাম্বৱতী।
কৃষ্ণক বিবাহ দিলা ৰঙ্গে ঋক্ষপতি ॥
লগত যৌতুক আনি দিলন্ত স্যমন্ত।
পৰম আনন্দ দেখি ভৈল ভগৱন্ত ॥১৪৪৪
গৰ্ত্তৰ বাজত যত প্ৰজা আছে ৰহি।
কৃষ্ণক চাহন্তে বাৰ দিন গৈল বহি ॥
নাসিবাৰ দেখি ভৈলা পৰম দুখিত।
নিবৰ্ত্তিয়া জান দিলা দ্বাৰকাপুৰিত ॥১৪৪৫
গৰ্ত্তত পশিলা মণি হেতু যদুৰায়।
বাৰ দিন তথাতে আছিলো বাট চাই ॥
উলটি নাসিল কৃষ্ণ কিবা অদ্ভুত।
বোলা হৰি হৰি তৰা সংসাৰ সাগৰ ॥১৪৪৬

---

ঘোষা

ত্ৰাহি যদুনন্দন দেৱ।
পাৱে পৰি কৰো সেৱ ॥১১৯॥

পদ

বসুদেৱে হেন শুনি।
স্তৰধ ভৈলন্ত গুণি ॥
ৰুক্মিণী মূৰ্চ্ছিতা আতি।
কান্দন্ত দৈৱকী সতী ॥১৪৪৭
শোকে যায় প্ৰাণ ফুটি।
ভূমিত পাড়ন্ত লুটি ॥
পুত্ৰ হৰুৱাও যোনো।
শ্যামল সুন্দৰ তনু ॥১৪৪৮
পীতবস্ত্ৰে শোভে কায়।
মেঘত বিজুলী প্ৰায় ॥
মুখ চন্দ্ৰো সুহি সৰি।
কমললোচন হৰি ॥১৪৪৯
কৰ্ণত কুণ্ডল দোলে।
বনমালা শোভে গলে ॥
ভ্ৰমৰে নছাড়ে লোভে।
শিৰত কিৰীটি শোভে ॥১৪৫০
কণ্ঠত কৌস্তুভ মণি।
প্ৰভাতৰ সূৰ্য্য যেনি ॥
একো অঙ্গে সুহি কঞ্জ।
আজানুলম্বিত ভুজ ॥১৪৫১
কেয়ূৰ কঙ্কণে ৰঞ্জে।
পাদ-পঙ্কজক গঞ্জে ॥
ৰত্নৰ নূপুৰ বাজে।
মেখলা কটিৰ মাজে ॥১৪৫২
কোটি কন্দৰ্পক জিনি।
প্ৰকাশন্ত যদুমণি ॥
হেন কৃষ্ণ মোৰ বাপ।
এবাও কৈত তান তাপ ॥১৪৫৩
যতেক বান্ধৱ জ্ঞাতি।
কৰন্ত বিলাপ আতি ॥
সমস্ত নগৰী লোকে।
কৰন্ত বিলাপ শোকে ॥১৪৫৪
সত্ৰাজিত ধূমকেতু।
তইসে নাশৰ হেতু ॥
নাৰীগণে পাৰে গালি।
সত্ৰাজিত পুত্ৰ খালি ॥১৪৫৫
কৃষ্ণক কলঙ্ক দিয়া।
এভু পাপী আছে জীয়া ॥
দ্বাৰকাপুৰক ছানি।
কৰে হাহাকাৰ ধ্বনি ॥১৪৫৬
কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥
কৃষ্ণৰ কীৰ্ত্তন কৰি।
ডাকি বোলা হৰি হৰি ॥১৪৫৭

---

ঘোষা

ও হৰি হৰি দীন দয়াল।
গোপাল পালিয়ো নিয়ো ॥
তোম্মাৰ নাম মুখে স্ফুৰো গায়া।
তোম্মাৰ চৰণ চিন্তোক হিয়া ॥১২০॥

পদ

পাছে যদুবংশ যতেক আছে।
কৃষ্ণ আসন্তোক মনত বাছে ॥
যাৰ যেন শক্য পাৰিল মানে।
পূজিলা দুৰ্গাক বলি বিধানে ॥১৪৫৮
মায়াক আৰাধি সাধন্ত যৰ।
সৱৰে আসন্তোক দামোদৰ ॥

পঢ়ি স্তুতি স্তোত্ৰ কৰে মঙ্গল।
সিটো আশীৰ্ব্বাদ ভৈল সাফল॥১৪৫৯
ভাৰ্য্যায়ে সহিতে আসিলা হৰি।
গ্ৰাৱাত স্যমন্ত মণিক ধৰি॥
দেখন্ত সৱে আইল যদুৰায়।
মৰি উপজিল যেন ডুনাই॥১৪৬০
লগতে কন্যাক আসিলা লই।
সমস্ত সুহৃদে বেঢ়িলে গই॥
পৰম ৰঙ্গে কৰে শুভ শুভ।
শিৰত সিঞ্চিলে অক্ষত দুব॥১৪৬১
পাছে দিব্য সভা মাধৱে পাতি।
আনিলন্ত সত্ৰাজিতক মাতি॥
যিমতে মণিক পাইলন্ত তথা।
ৰাজ সমাজত কহিলা কথা॥১৪৬২
সাক্ষী কৰি হৰি সবে সভাতে।
দিলা মণি সত্ৰাজিতৰ হাতে॥
হাতত মণি লৈয়া সত্ৰাজিত।
ভৈলন্ত লাজ আতি বিপৰীত॥১৪৬৩
কৰে অনুতাপ মন অসুখে।
গৃহক চলি গৈল অধোমুখে॥
আপুনি কৃষ্ণক বিৰোধ কৰি।
ৰাত্ৰি দিনে চিন্তে নিদ্ৰাক এৰি॥১৪৬৪
মই মহা মূঢ় পাপী নিশঙ্ক।
মিছাত কৃষ্ণক দিলো কলঙ্ক॥
কিমতে এৰাইবো লোকৰ শাপ।
কেনে তুষ্ট হোন্ত জগত বাপ॥১৪৬৫
কিমতে কৃষ্ণৰ ৰঞ্জিবো চিত্ত।
গুণন্ত এহি বুলি সত্ৰাজিত॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
হৰি হৰি বোলা সমস্ত নৰে॥১৪৬৬

---

ঘোষা

**হৰি ৰাম ৰাম ৰাম ৰাম ৰাম হৰি।**
**ডাকিয়া ঘোষিয়ো শীঘ্ৰ কৰি॥১২১॥**

পদ

দেওঁ কন্যা বিবাহ কৃষ্ণক।
দিবো মণি স্যমন্ত যৌতুক॥
তেৱেসে সন্তুষ্ট হোন্ত হৰি।
নেদেখো উপায় আত কৰি॥১৪৬৭
হেন মনে নিয়ম কৰিয়া।
মণি সমে কন্যা দিলে নিয়া॥
পায়া সত্যভামাক অচ্যুতে।
কৰিলা বিবাহ বিধৰতে॥১৪৬৮
ৰূপে গুণে জগততে ধন্যা।
খুজিলে অনেকে সিটো কন্যা॥
কাহাকো নিদিলে সত্ৰাজিত।
কৃষ্ণে পাই ভৈল কৃতকৃত্য॥১৪৬৯
শশুৰক বুলিলা বচন।
নাহিকে মণিত প্ৰয়োজন॥
তোহ্মাত থাকোক স্যমন্তক।
তুমি সত্ৰাজিত অপুত্ৰক॥১৪৭০
তোহ্মাৰ সৰ্ব্বস্ব সৱে মোৰ।
নয়া মণি এৰা চিন্তা ঘোৰ॥
শুনি সত্ৰাজিত ৰঙ্গ ভৈল।
স্যমন্তক লৈয়া ঘৰে গৈল॥১৪৭১
অনন্তৰে জগতৰে নাহ।
কৰি সত্যভামাক বিবাহ॥
ক্ৰীড়িলা আনন্দে নাৰায়ণ।
যিটো শুনে স্যমন্ত হৰণ॥১৪৭২
এড়ায় কলঙ্ক মহা পাপ।
দূৰে যায় সংসাৰ তাপ॥

হোৱে সিদ্ধি মনৰ বাঞ্ছিত।
জানি শুনা কৃষ্ণৰ চৰিত ॥১৪৭৩
কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে।
কীৰ্ত্তন নেৰিবা একো নৰে ॥
আতপৰে নাহিকে উপায়।
বেদৰ এহিসে অভিপ্ৰায় ॥১৪৭৪
মায়াময় পুত্ৰ দাৰা গেহ।
কেতিক্ষণে পৰৈ ইটো দেহ ॥
আক নেদেখয় কিনো অন্ধ।
বিষয়ত তথাপি প্ৰবন্ধ ॥১৪৭৫
আন চিন্তা সবে পৰিহৰা।
মিছা মোৰ মোৰ কৰি মৰা ॥
অন্তকে কেশত আছে ধৰি।
জানি ডাকি বোলা হৰি হৰি ॥১৪৭৬

স্যমন্ত হৰণ সমাপ্ত

---

**নাৰদৰ কৃষ্ণ দৰ্শন**

ঘোষা

**কমললোচন কৃষ্ণ ৰাম ৰঘুপতি।**
**কি ৰাম হৰি গতি কি ৰাম ৰঘুপতি ॥১২২॥**

পদ

শিশুপাল প্ৰমুখ্যে নৃপতিগণ জিনি।
ভীষ্মক দুহিতা হৰি আনিলা ৰুক্মিণী ॥
ৰুক্মক মুণ্ডিলা হৰি পৰম বিক্ৰমে।
অষ্ট মহিষীক বিহা কৰিলা প্ৰথমে ॥১৪৭৭
গৰুড়ত চড়ি নৰকক দিলা ধাৰ।
তাক মাৰি পাইলা কন্যা ষোড়শ হাজাৰ ॥
সবাকো পঠাইল প্ৰভু দ্বাৰকাক প্ৰতি।
সত্যভামা সমে পাছে গৈলা অমৰাৱতী ॥১৪৭৮
অদিতীক দিলা নিয়া অমৃত কুণ্ডল।
তোমাক অৰ্চ্চিল আসি দেৱ আখণ্ডল ॥
বাসৱে সহিতে হৰি কহি কথা মাত্ৰ।
খুজিলে ভাৰ্য্যাৰ পদে প্ৰভু পাৰিজাত ॥১৪৭৯
ইন্দ্ৰে নিদিলন্ত তাক জানিল মুৰাৰি।
আনিলন্ত বলে পাৰিজাতক উপাৰি ॥
দেখি খেদি আসি ইন্দ্ৰে কৰিলা সমৰ।
বাসৱক লীলায়ে ভঙ্গাইলা দামোদৰ ॥১৪৮০
উলটি পলাইল ইন্দ্ৰ তোমাৰ প্ৰহাৰে।
কইলা পাৰিজাত সত্যভামাৰ দুৱাৰে ॥
ষোড়শ হাজাৰ কন্যা আনি ভিন্নে ভিন্নে।
দ্বাৰকাত বিবাহ কৰিলা একে দিনে ॥১৪৮১
সিটো দিব্য পতনী যতেক ৰমনাৰী।
ততেক শৰীৰ ধৰি ক্ৰীড়িলা মুৰাৰি ॥
চৌবাণী অধিক তেৰ হাজাৰ প্ৰমাণ।
সালঙ্কৃতা কৰি নিতে কৰন্ত গোদান ॥১৪৮২
ইন্দ্ৰ দেৱে পুৰষ্কাৰ কৰিয়া তোমাক।
দ্বাৰকাক পঠাই দিল সুধৰ্ম্মা সভাক ॥
তাত চড়িবাক যাহা প্ৰত্যহে উৎসুকে।
আগত যোগান্ত আনি ৰথক দাৰুকে ॥১৪৮৩
ৰথত চড়িয়া দাৰুকৰ ধৰি হাতে।
সাত্যকী উদ্ধৱ সমে বসন্ত সভাতে ॥
গুৰু শুক্ৰ সমে যেন আকাশত শশী।
সভাক ৰঞ্জিয়া প্ৰভু ৰঙ্গে থাকা বসি ॥১৪৮৪
দেখিয়া প্ৰণামে যিটো সুধৰ্ম্মা সভাক।
যদুগণে আনন্দে চটকি ফুৰৈ তাক ॥
তোমাৰ প্ৰসাদে সুভুঞ্জিলে কোন ভোগ।
মিলৈ দ্বাৰকাত যত বস্তু দেৱ যোগ ॥১৪৮৫
পৰাইলা যাদৱ বংশে যতেক কুমাৰ।
তাক সংখ্যা কৰিবেক শকতি কাহাৰ ॥
তাসবাৰ গুনিয়ো পঢ়ুৱা ওজ যত।
তিনি কোটি চৌবাণী হাজাৰ একশত ॥১৪৮৬

ভণিল শঙ্কৰে শুনিয়োক সৰ্ব্বজন।
এক চিত্তে কৰা সৱে হৰিৰ কীৰ্ত্তন॥
আত্তপৰে ধৰ্ম্ম আৰ নাহি সংসাৰত।
ৰাম ৰাম ঘুষিয়োক বসি আসনত॥১৪৮৭

---

ঘোষা

**কেশৱ কৃষ্ণ বিষ্ণু বনমালী॥১২৩॥**

পদ

ষোড়শ হাজাৰ কন্যাক ভিন্নে।
কৰিলা বিহা হৰি একে দিনে॥
কৃষ্ণৰ আশ্চৰ্য্য মহিমা শুনি।
দ্বাৰকাক গৈলা নাৰদ মুনি॥১৪৮৮
দেখিলা ঋষি দিব্য পুৰি পাছে।
সুৱৰ্ণময় গড়ে বেঢ়ি আছে॥
সাগৰ বেঢ়ি ভৈল গড়খাই।
দেখি বিপক্ষৰ ধাতু উড়াই॥১৪৮৯
দিব্য সৰোবৰ পুষ্পিত বনে।
পড়িয়া নাদ ত্যজে পক্ষীগণে॥
চম্পা পৰিজাত সুৰভি বাসে।
নব লক্ষ দেৱ গৃহ প্ৰকাশে॥১৪৯০
কতো স্ফটিকৰ কতো ৰজত।
সুৱৰ্ণময় কতো মৰকত॥
সূৰ্য্য সম জ্বলে গৃহৰ কান্তি।
ৰঙ্গে আতি ধ্বজা পতাকা পান্তি॥১৪৯১
তাৰ অন্তঃপুৰ দেখিলা পাছে।
প্ৰযত্নে বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে॥
ষোড়শ হাজাৰ দিব্য আবাস।
সূৰ্য্য সম জ্বলে লঙ্ঘি আকাশ॥১৪৯২
তাহাৰ মধ্যে এক গৃহ পশি।
ৰত্নৰ দীপিতি দেখন্ত ঋষি॥
প্ৰবালৰ স্তম্ভ বৈদূৰ্য্য ফলি।
সুৱৰ্ণৰ কাঠি কামি মাগুলী॥১৪৯৩
ইন্দ্ৰনীল ৰত্নে লগাইল বাৰ।
মাণিক কপাট হীৰাৰ দ্বাৰ॥
ৰত্নৰ চাৰু কুণ্ডকখ জালে।
ধূপ ধূম্ৰচয় বজাই বোম্বালে॥১৪৯৪
মেঘ বুলি তাত ময়ূৰগণে।
গৃহত চড়িয়া নাচে সঘনে॥
প্ৰকাশে চন্দ্ৰতাপ অসংখ্যাত।
আৰিছে মুকুতা মুৰাৰি তাত॥১৪৯৫
তলত ৰত্নময় সিংহাসন।
বিছাই হংসতুলি বিতোপন॥
তাতে শুতি আছা জগত পতি।
উপাসি আছন্ত ৰুক্মিণী সতী॥১৪৯৬
ৰত্নময় দণ্ড চামৰ ধৰি।
স্বামীক বিঞ্চন্ত লাসে সুন্দৰী॥
সমান বয়সী সহস্ৰ দাসী।
লগত যোগানে আছে উপাসী॥১৪৯৭

---

ঘোষা

**মাধৱ মুকুন্দ দীন দয়াল।**
**প্ৰণত পালক তুমি গোপাল॥১২৪॥**

পদ

চৌপাশে প্ৰকাশে ৰত্ন প্ৰদীপ।
চাপিলা হৰিবে ঋষি সমীপ॥
নাৰদক দেখি উঠিলা হৰি।
প্ৰণামিলা পাছে শিৰে সাদৰি॥১৪৯৮
কৃতাঞ্জলি স্তুতি বুলিলা বাণী।
আপুনি আসনে বৈসাইলা আনি॥
লক্ষ্মী পানী দেন্ত ভৃঙ্গাৰ ধৰি।
ধুৱাইলা ঋষিৰ চৰণ হৰি॥১৪৯৯

লৈলা পাদোদক শিৰত আনি।
বুলিলা অমৃত মধুৰ বাণী ॥
পৱিত্ৰ আজি ভৈলো ঋষিৰাজ।
কৰিয়ো আজ্ঞা সাধো কোন কাজ ॥১৫০০
শুনিয়া নাৰদে মাতিলা হাসি।
তোহ্মাৰ চৰণ দেখিলো আসি ॥
ব্ৰহ্মা আদি যত পৰম জ্ঞানী।
চিন্তে হিয়ে যাক প্ৰবন্ধে আনি ॥১৫০১
সংসাৰ কূপে পৰৈ যিটো জন।
তাবো অবলম্ব তযু চৰণ ॥
হেন পাদ-পদ্ম চিন্তো সদায়।
তোহ্মাৰ গুণ মুখে ফুৰো গাই ॥১৫০২
তোহ্মাৰ পাৱে নছাৰোক মতি।
দিয়ো এহি বৰ জগতপতি ॥
এহি বুলি তৈৰ উঠিলা ঋষি।
দেখিলা পাছে আৰো গৃহ পশি ॥১৫০৩
কৰিয়া কৃষ্ণে হাস পৰিহাস।
ভাৰ্য্যায়ে সহিতে খেলান্ত পাশ ॥
কাষতে উদ্ধৱ আছে নিৰেখি।
উঠিলা কৃষ্ণে নাৰদক দেখি ॥১৫০৪
আসনে বসাই ধুৱাইলা ভৰি।
কেতিক্ষণে আইলা পুছন্ত হৰি ॥
তুমি সৰ্ব্ব পূৰ্ণ কাম সন্ন্যাসী।
অপূৰ্ণ কাম আমি গৃহবাসী ॥১৫০৫
তথাপি বোলা কি কৰিবো আমি।
জন্মক মোৰ সাফলিয়ো স্বামী ॥
শুনিয়া নাৰদ বিস্ময় ভৈলা।
তৈৰ উঠি আউৰ গৃহক গৈলা ॥১৫০৬
দেখন্তে ঋষি তৈত যদুৰায়।
আছন্ত বসি শিশু গুৱলাই ॥
দেখিলা পাছে আৰ গৃহ পশি।
স্নানক উদ্যমে আছন্ত বসি ॥১৫০৭

ঘোষা

ত্ৰাহি সদাশিৱ শাৰঙ্গপাণি ॥১২৫॥

পদ

আউৰ ঘৰে গৈয়া দেখন্ত ঋষি।
কৰন্ত গোবিন্দে হোম হৰিষি ॥
ব্ৰহ্ম-ভোজ দেন্ত কতো গৃহত।
ভুঞ্জন্ত আনি অৱশেষ যত ॥১৫০৮
কতো গৃহে আছা সন্ধ্যা উপাসি।
গায়ত্ৰী জপা মৌন হুয়া বসি ॥
ছাৰন্ত খাণ্ডা যাক কতো ঘৰে।
কতোহো ফুৰন্ত ৰথ উপৰে ॥১৫০৯
ঘোড়া লৰড়ান্ত কতো প্ৰবন্ধে।
ফুৰন্ত কৃষ্ণ কতো হস্তী স্কন্ধে ॥
কতো ঘৰে আছা খাটত শুতি।
চপয় পৰি ভাটে কৰৈ স্তুতি ॥১৫১০
উদ্ধৱ প্ৰমুখ্যে মন্ত্ৰী সহিতে।
কৰন্ত মন্ত্ৰণা কতো গৃহতে ॥
সহস্ৰ সংখ্যাত ৰমণী সঙ্গে।
কৰন্ত কতো জল-ক্ৰীড়া ৰঙ্গে ॥১৫১১
অনেক বিপ্ৰ অনাই দামোদৰে।
কৰন্ত ধেনু-দান কতো ঘৰে ॥
ভাৰ্য্যাক মাতি পৰিহাস কৰি।
কতো ঘৰে ৰঙ্গে হাসন্ত হৰি ॥১৫১২
শুনন্তে আছন্ত কৈতো পুৰাণ।
কৰন্ত কৈতো অৰ্থ উপাদান ॥
কতো ঘৰে বসি আসন ধৰি।
আত্মাক চিন্তিয়া আছন্ত হৰি ॥১৫১৩
কৰন্ত যুদ্ধ কৈতো লক্ষ্মীপতি।
কৰন্ত কৃষ্ণ কৈতো মিত্ৰে অতি ॥
কৈতো আলোচন্ত ৰমো সহিতে।
চিন্তন্তে আছন্ত সন্তৰ হিত ॥১৫১৪

কতো ঘৰে আতি উৎসৱ কৰি।
কৰন্ত পুত্ৰৰ বিবাহ হৰি॥
বিহা দেন্ত কন্যা কৈতো মুৰাৰি।
ছুনাই আনন্ত কৈতো বহাৰি॥১৫১৫
কৈতো শ্বাশুৰীক পঠাই জীয়।
কান্দন্ত বসি দেৱ সদাশিৱ॥
কৰন্ত কতো গৃহে যজ্ঞ কাম।
প্ৰতিষ্ঠন্ত কৈতো কূপ আৰাম॥১৫১৬
ঘোটকত চড়ি কৈতো মুৰাৰি।
ফুৰন্ত পৱিত্ৰ মৃগক মাৰি॥
ধৰিয়া বেশ কৈতো ভৰি খুম্পি।
যজ্ঞ কাৰ্য্য বুজি ফুৰন্ত চুম্পি॥১৫১৭

---

ঘোষা

গোবিন্দ গোপাল গৰুড়কেতু।
ভকতৰ ভয় ভঞ্জন হেতু॥১২৬॥

পদ

দেখিয়া নাৰদে ভুলিলা হাসি।
আম্মাকো প্ৰভু ভুককুৰা আসি॥
তোম্মাৰ চৰণ সেৱাৰ বলে।
তথু যোগমায়া জানো সকলে॥১৫১৮
জানিয়ো প্ৰভু মই মুখ্য দাস।
কৰিয়া তোম্মাৰ যশ প্ৰকাশ॥
তিনিয়ো লোকে ফুৰো বীণা বাই।
তোম্মাৰ পৱিত্ৰ চৰিত্ৰ গাই॥১৫১৯
আধৰে বোলন্ত শুনিয়ো মুনি।
যেন ভক্ত তুমি জানো আপুনি॥
লোকক শিখাও ইধৰ্ম্ম ভেদ।
নকৰা মুনি আত কিছু খেদ॥১৫২০

বোলন্ত শুকে শুনা পৰীক্ষিত।
মুনিৰ আধৰে মুহিলা চিত্ত॥
দেখিয়া কৃষ্ণৰ গৃহ সম্পদ।
পৰম বিস্ময় ভৈলা নাৰদ॥১৫২১
কৃষ্ণত আতি সতকাৰ পাই।
লৰিলা তৈৰ পৰা বীণা বাই॥
কৃষ্ণৰ চৰণ চিন্তন্তে যান্ত।
গোবিন্দৰ গুণ সদায় গান্ত॥১৫২২
কৃষ্ণৰ মনুষ্য লীলা চৰিত্ৰ।
জগতকে ইটো কৰৈ পৱিত্ৰ॥
যিটো শুনৈ ভণৈ আক সঘনে।
তাৰ ভক্তি হৈবে কৃষ্ণ চৰণে॥১৫২৩
শুনা সৰ্ব্বজন শঙ্কৰে কহে।
চিৰকাল ইটো দেহা নৰহে॥
হাটে বাটে কৈত মিলৈ মৰণ।
সদায় নেৰিবা হৰি চৰণ॥১৫২৪
নাৰদত বিষ্ণু আছন্ত কই।
বৈকুণ্ঠত মই নাথাকো ৰই॥
যোগীৰো হিয়া এৰি সমুদায়।
থাকো ভকতৰ কীৰ্ত্তন চাই॥১৫২৫
জানিয়া এৰা সৰে ভাষ ভুষ।
ভাগ্যেসে ভাৰত ভৈলা মানুষ॥
আক বৃথা কৰা বিষয় ভোলে।
মাণিকক বিকা কাচৰ মোলে॥১৫২৬
মিছাত পুত্ৰ দাৰা বুলি মৰা।
আপুনি শুণা আইলা কৈৰ পৰা॥
সবে মায়াময় স্বপ্নৰ সৰি।
জন্ম সাফলি বোলা হৰি হৰি॥১৫২৭

নাৰদৰ কৃষ্ণ-দৰ্শন সমাপ্ত

---

### বিপ্র-পুত্ৰ আনয়ন

ঘোষা

**মন বোল ৰাম শ্ৰীৰাম জয় জয় ৰাম ॥১২৭॥**

পদ

শুকমুনি বদতি শুনিয়ো পৰীক্ষিত।
এক দিনা যেনে ভৈল দ্বাৰকাপুৰিত ॥
এক বিপ্ৰ পত্নীৰ উপজি পুত্ৰ গুটি।
ভূমিক চুইলেক মাত্ৰ প্ৰাণ গৈল ছুটি ॥১৫২৮
মৃতক পুত্ৰক বিপ্ৰে গৈল কোলে লই।
কান্দিল অনেক ৰাজ-দুৱাৰত থই ॥
ৰাজাকো ভৎ‍সন্ত আতি কৰি অহঙ্কাৰ।
ইটো দুষ্ট দুৰ্জ্জন ক্ষত্ৰিয় কুলাঙ্গাৰ ॥১৫২৯
কোথেৰ পাপীষ্ঠ ব্ৰহ্মদ্বেষী মন্দকৰ্ম্ম।
শঠ বুদ্ধি কৰৈ ইটো অনেক অধৰ্ম্ম ॥
পৰম লুভীয়া ৰাজা জগতকে মোষে।
মৰিল তনয় মোৰ ইহাৰেসে দোষে ॥১৫৩০
এহি বুলি গৈল দ্বিজ গৃহক উলটি।
এহিমতে উপজি মৰিল আৰ গুটি ॥
তাকো আনি পেল্লাইলন্ত ৰাজাৰ দুৱাৰে।
পূৰ্ব্বমতে নিন্দিলন্ত বচন প্ৰহাৰে ॥১৫৩১
এহিমতে বিপ্ৰৰ মৰিল পুত্ৰ নয়।
ভৎ‍সন্ত ব্ৰাহ্মণে দুৱাৰত পেলাই শব ॥
আছন্ত অৰ্জ্জুন বসি কেশৱৰ কাছে।
হেন শুনি ব্ৰাহ্মণক মাতিলন্ত পাছে ॥১৫৩২
কি কাৰণে পুত্ৰ শোকে কান্দা দ্বিজবৰ।
তোম্মাৰ ৰাজ্যত জেৱে নাহি ধনুৰ্দ্ধৰ ॥
যাহাৰ ৰাজ্যত শোকে কান্দে দ্বিজগণ।
বুলিকে ক্ষত্ৰিয় সিটো নটৰ লক্ষণ ॥১৫৩৩
বুজিয়োক বিপ্ৰ আৱে মোৰ কেনে কক্ষা।
তোম্মাৰ পুত্ৰক মই কৰিবোহো ৰক্ষা ॥
ৰাখিবে নোৱাৰো যেৱে শুনা মহাভাগ।
অগনিত প্ৰবেশি কৰিবো তনুত্যাগ ॥১৫৩৪
শুনি বিপ্ৰে অৰ্জ্জুনক বুলিলা বচন।
যাক ৰাখিবাক নোৱাৰিল নাৰায়ণ ॥
ৰাম কামদেৱ অনিৰুদ্ধে নাটে যাক।
তাত যত্ন কৰা ইটো মিছা গৰ্ব্ববাক ॥১৫৩৫
অৰ্জ্জুনে বোলন্ত মই নোহো হলায়ুধ।
নোহে বাসুদেৱ কামদেৱ অনিৰুদ্ধ ॥
আম্মাৰ অৰ্জ্জুন নাম দশোদিশে জানে।
গাণ্ডীৱ ধনুক মোৰ জগতে বাখানে ॥১৫৩৬
শঙ্কৰকো জুমি আছো মোৰ পৰাক্ৰমে।
যদি কোপে আটোপে সাজিয়া আসৈ যমে ॥
তাকো জিনি তোম্মাৰপুত্ৰক দিবো আনি।
গৈলন্ত সন্তাত দ্বিজে শুনি হেন বাণী ॥১৫৩৭
অৰ্জ্জুনৰ বচনত হুয়া ভয় হীন।
প্ৰীত হুয়া গৃহত আছন্ত কতো দিন ॥
প্ৰসৱৰ কাল আসি মিলিল চুনাই।
ত্ৰাহি ধনঞ্জয় বুলি ব্ৰাহ্মণে চেঞ্চাই ॥১৫৩৮

---

ঘোষা

**ৰাখা কি দয়াময় মোক যদুৰায়।**
**তোম্মাৰ ভকতি বিনা বৃথা আয়ু যায় ॥১২৮॥**

পদ

শুনি পাৰ্থে আবেবেথে গৈল জল ছুই।
কৰিলন্ত আচান্ত পৱিত্ৰ জল ছুই ॥
ইষ্টদেৱ শঙ্কৰক নমিলা অৰ্জ্জুনে।
দিব্য অস্ত্ৰ স্মৰি গাণ্ডীৱত দিলা গুণে ॥১৫৩৯

টঙ্কাৰিয়া দিব্য অস্ত্ৰচয়ক জাকিল।
অধো ঊৰ্দ্ধে সিটো সূতি গৃহক ঢাকিল॥
নাথাকিল সন্ধি চাইল আণ্ডৰ পাণ্ডৰ।
গৃহক ঢাকিলা সবে সাজিলা পিঞ্জৰ॥১৫৪০
সেহি বেলা উপজিল বিপ্ৰৰ কুমাৰ।
পৃথিবীত পড়িয়া কান্দিলা বাৰম্বাৰ॥
তেৎখনে অদৃশ্য ভৈল শৰীৰ সহিতে।
নাকলিলা কেৱে তাক আগতে তহিতে॥১৫৪১
দেখি পাছে বিপ্ৰে পুত্ৰ শোকৰ জমক।
কেশৱৰ আগত ভৰ্ৎসিলা অৰ্জ্জুনক॥
মই কেন মূঢ় দেখিয়োক সৰ্ব্বজনে।
কৰিলো সন্তাপ নপুংসকৰ বচনে॥১৫৪২
সবংশে কেশৱে নোৱাৰিলে ৰাখিবাক।
আৰ কোনে পৰিত্ৰাণ কৰিবেক তাক॥
বিধিৰ বিপাকে যিটো দৈবে ভৈল নাশ।
কিনো মূৰ্খ তই তাক ৰাখিবাক চাস॥১৫৪৩
ধিক ধনঞ্জয় ধিক গাণ্ডীৱ তোমাৰ।
মিছা কাৰ্য্যে কিসক কৰিলি অঙ্গীকাৰ॥
বিকৰ্থনা অনেক বুলিলা দ্বিজবৰ।
শুনি নসহিল অৰ্জ্জুনৰ কলেৱৰ॥১৫৪৪
ধনু তুলি ধৰি পাছে মহাবিদ্যা কৰি।
তেখেনে আটাইল গৈয়া যমৰ নগৰী॥
পাত পাত কৰি বিচাৰিলা মহাভাগ।
বিপ্ৰৰ পুত্ৰক তৈতো নপাইলন্ত লাগ॥১৫৪৫
ইন্দ্ৰৰ নগৰে গৈয়া বিচাৰিলা পশি।
তৈতো বিপ্ৰ পুত্ৰক নপাইল মহাযশী॥
অগনি বৰুণ বায়ু চন্দ্ৰ নৈঋতিৰ।
সবাৰো থানক বিচাৰিলা মহাবীৰ॥১৫৪৬
বিস্ত বিস্ত কৰিলন্ত সাতো পাতালক।
তৈতো বুজি নপাইলন্ত বিপ্ৰৰ পুত্ৰক॥
একো স্থানে বিচাৰিবে নথাকিল ঠাই।
উলটিয়া দ্বাৰকাক আসিলা গুনাই॥১৫৪৭
ভ্ৰষ্ট ভৈল অঙ্গীকাৰ জানিয়া নিশ্চয়।
অগণিত জাম্প দিবে যান্ত ধনঞ্জয়॥
হেন দেখি সখিক ধৰিলা হৰি আসি।
মৰিবাক নিদিয়া বুলিলা পাছে হাসি॥১৫৪৮
দেখাইবো দ্বিজৰ সবে পুত্ৰক তোমাক।
নকৰিবা জাস সখি ৰাখা আপোনাক॥
তোমাৰ বিপুল কীৰ্ত্তি থাকিবে লোকত।
মোহোৰ বচনে নকৰিবা প্ৰাণ হত॥১৫৪৯
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
হৰি নাম বিনা আৰ নাহি কাৰো গতি॥
বেদৰ প্ৰমাণ বাণী জানি সৰ্ব্বজন।
বোলো হৰি হৰি কৰি অনেক যতন॥১৫৫০

---

ঘোষা

শ্ৰীৰাম মাধৱ ৰঘুপতি ॥১২৯॥

পদ

অৰ্জ্জুনক ধুলি হেন বাণী।
দিব্য ৰথে চড়ি চক্ৰপাণি॥
ধৰিল উত্তৰ দিশ পথ।
অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ॥১৫৫১
সাতোখান পৃথিবী এড়াইল।
গৈয়া সাতো সাগৰ জড়াইল॥
ধৰি মহা মনোজয় গতি।
ভৈলা লোকালোকৰ সিভিতি॥১৫৫২
প্ৰবেশিলা ঘোৰ অন্ধকাৰে।
ঘোড়া আৰ যাইবাক নপাৰে॥
হেন দেখি যোগেশ্বৰ হৰি।
আগক হানিলা চক্ৰ ধৰি॥১৫৫৩
মহা ৰশ্মিপুঞ্জে পসৰাই।
আগত আন্ধাৰ কাড়ি যায়॥

যেন বাঘৰৰ শৰজাকে।
বিদাৰয় ৰাক্ষস সেনাকে ॥১৫৫৪
হাজাৰেক সূৰ্য্য যেন জ্বলৈ।
তাহাৰ পাছত ঘোড়া চলৈ ॥
ঘোৰ তম তৰিয়া সত্বৰে।
জ্যোতিপুঞ্জ পাইলা তাত পৰে ॥১৫৫৫
ৰশ্মি লাগি চক্ষু ফুটে দেখি।
মুদিলা অৰ্জ্জুনে দুই আখি॥
তাক এৰাই জল পাইলা গই।
ঘোৰ ঊৰ্ম্মি বায়ু উথলয় ॥১৫৫৬
পাছে ধনঞ্জয় যদুৰাজে।
প্ৰবেশিলা সেহি জল মাজে ॥
দুয়ো গৈয়া দেখিলা প্ৰত্যেক।
স্ফটিকৰ স্তম্ভ হাজাৰেক ॥১৫৫৭
দিব্য গৃহ প্ৰকাশন্তে আছে।
পশিলা ভিতৰ তাৰ পাছে ॥
অনন্তক গৈয়া ভৈল ভেট।
তুলি আছে হাজাৰেক ফেট ॥১৫৫৮
ফণা মণি কৰৈ তিৰি মিৰি।
প্ৰকাশন্ত যেন শুক্ল গিৰি ॥
তান শৰীৰত সুখাসনে।
প্ৰকাশন্ত বসি নাৰায়ণে ॥১৫৫৯
সুন্দৰ শৰাৰ মেঘ শ্যাম ।
পীত বস্ত্ৰে আতি অনুপাম।
প্ৰসন্ন বদন মনোহৰ।
আয়ত লোচন ৰুচিকৰ ॥১৫৬০
শিৰত কিৰীটি ৰত্নময়।
তাৰ ৰশ্মি শোভৈ কেশচয় ॥
জ্বলৈ গণ্ড মকৰ কুণ্ডলে।
প্ৰকাশৈ শ্ৰীবৎস বক্ষঃস্থলে ॥১৫৬১
কণ্ঠত কৌস্তুভ নৱ সূৰ্য্য।
প্ৰলম্ব বৰ্ত্তুল অষ্ট ভুজ ॥
কেয়ূৰ কঙ্কণে সুশোভিত।
বনমালা আপাদলম্বিত ॥১৫৬২
পদ দুই পঙ্কজৰ কান্তি।
পাসি ভৈল আঙ্গুলিৰ পান্তি ॥
জ্বলৈ আতি নখ চন্দ্ৰচয়।
ভকতৰ প্ৰকাশৈ হৃদয় ॥১৫৬৩
সুনন্দ প্ৰমুখ্যে পাৰিষদে।
চৌপাশে উপাসৈ নিশবদে ॥
চক্ৰ আদি অস্ত্ৰে মূৰ্ত্তি ধৰি।
সেৱা কৰে বিষ্ণুক আৱৰি ॥১৫৬৪
পুষ্টি আদি দেৱগণ কাছে।
মাধৱক আৰাধন্তে আছে ॥
ভণিল শঙ্কৰে কৃষ্ণপদে।
হৰি হৰি বোলা সভাসদে ॥১৫৬৫

---

ঘোষা

ৰাম বোলা ৰাম বোলা লোকাই।
ৰাম নাম বিনা বান্ধৱ নাই ॥১৩০॥

পদ

অদ্ভুদ ৰূপ দেখি ধনঞ্জয়।
কম্পিল শৰীৰ ভৈলন্ত ভয় ॥
আত্মাক কৃষ্ণে দৰশন পাই।
পড়ি প্ৰণামিল মাথা দোৱাই ॥১৫৬৬
অৰ্জ্জুনো দণ্ডৱতে পড়ি আগে।
নমিল গৈয়া আতি অনুৰাগে ॥
বিষ্ণুৰ পৰম মহিমা দেখি।
কৰিলা কৰযোৰ দুয়ো সখি ॥১৫৬৭
দেখিয়া পাছে দুইকো চক্ৰপাণি।
হাসিয়া হেন বুলিলন্ত বাণী ॥
তোমৰা নৰ নাৰায়ণ দুই।
ভৈলা অৱতাৰ মনুষ্য হুই ॥১৫৬৮

ধৰ্ম্মক দ্বিজক ৰাখিবে লাগি।
ব্ৰহ্মা দেৱে আসি নিলন্ত মাগি॥
পৃথিবীৰ সবে ভাৰ সংহৰি।
আসা মোৰ ঠাইক সত্বৰ কৰি॥১৫৬৯
তোহ্মৰা দুইক দেখিবাক মন।
আনিলো সৱে দ্বিজপুত্ৰগণ॥
ভৈলো দেখা দেখি এ চিৰকালে।
পৃথিবীক এড়ি আসা সকালে॥১৫৭০
যদি পূৰ্ণকাম দুয়ো তোমৰা।
সৃষ্টিৰ অৰ্থে আসি তপ কৰা॥
হাসিয়া এহি বুলি চক্ৰপাণি।
ব্ৰাহ্মণৰ দশ ছৱালি আনি॥১৫৭১
দিলন্ত কৃষ্ণ অৰ্জ্জুনৰ হাতে।
নমিলা পাছে দুয়ো প্ৰণিপাতে॥
তোহ্মাৰ আজ্ঞাক পালিবো স্বামী।
থাকিয়ো গৃহক লড়িলো আমি॥১৫৭২
এহি বুলি কৃষ্ণ অৰ্জ্জুন দুই।
উঠিলা ৰথত আনন্দ হুই॥
ব্ৰাহ্মণৰ সৱে পুত্ৰক লৈলা।
পুৰাণী পথে দ্বাৰকাক গৈলা॥১৫৭৩
পাছে ধনঞ্জয় প্ৰতিজ্ঞা পালি।
দিলন্ত দ্বিজৰ দশো ছৱালি॥
মৰা পুত্ৰগণ পায়া ব্ৰাহ্মণে।
পৰম আনন্দ মিলিল মনে॥১৫৭৪
সভাৰ্য্যে ওলায়া যেন নাচন্ত।
অৰ্জ্জুন ধন্য বুলি প্ৰশংসন্ত॥
কৃষ্ণৰ প্ৰসাদে বীৰ বিজয়।
এড়াইল দাৰুণ মৰণ ভয়॥১৫৭৫
বিষ্ণুৰ তেজ দেখি ধনঞ্জয়।
ভৈলন্ত মনত আতি বিস্ময়॥
পৌৰুষ পুৰুষক কিছু নুই।
কৃষ্ণৰ প্ৰসাদে সমস্তে হুই॥১৫৭৬
এহি বুলি বীৰে দঢ়াইয়া মতি।
একান্তে কৰিলা হৰি ভকতি॥
এহিমতে হৰি জগত গুৰু।
সম্যকে ভকতৰ কল্পতৰু॥১৫৭৭
দুৰ্জ্জন জনৰ চিন্তিয়া মাৰ।
লীলায়ে হৰিলা ভূমিৰ ভাৰ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে॥১৫৭৮
আতপৰে ধৰ্ম্ম নাহিকৈ আন।
ব্যাসৰ বচন বেদ প্ৰমাণ॥
হেন শুনি সুখে গৃহতে থাকি।
হৰি হৰি বোলা সমাজে ডাকি॥১৫৭৯

বিপ্ৰ-পুত্ৰ আনয়ন সমাপ্ত।

---

## দামোদৰ বিপ্ৰোপাখ্যান।

ঘোষা

ৰাম হৰি গোপাল গোবিন্দ।
যদুমণি মুকুন্দ গোবিন্দ॥১৩১॥

পদ

শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ আৰো চৰিত্ৰ।
আছিল দৰিদ্ৰে বিপ্ৰ দামোদৰ
বৈষ্ণৱ আতি পৱিত্ৰ॥
কৃষ্ণে এৰে তান মহা মিত্ৰৱন্তি
পঢ়ন্তে গুৰু গৃহত।
খাইবে খুজিবাক একোৱে নাহিকৈ
বস্ত্ৰহীন শৰীৰত॥১৫৮০
আতি পতিব্ৰতা তাহান ব্ৰাহ্মণী
দুখে দণ্ডে যুগ যায়।
কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোহ্লায়॥

শুনিয়োক স্বামী মন্দভাগী আমি
সহিবো কত নিকাৰ।
দ্বাৰকাত আছে প্ৰভু দামোদৰ
পৰম মিত্ৰ তোম্মাৰ ॥১৫৮১
দীন দায়াকাৰ জগত ঈশ্বৰ
সাক্ষাতে লক্ষ্মীৰ পতি।
তোম্মাৰ নিকাৰ দেখিয়া দিবন্ত
অনেক ধন সম্পত্তি ॥
তাহান চৰণ চিন্তে যিটো জন
আপোনাক দেন্ত তাক।
নকৰা বিমন পাইবা বহু ধন
নবাধিবা মোৰ বাক ॥১৫৮২
ভাৰ্য্যাৰ বচন শুনিয়া ব্ৰাহ্মণে
দৃঢ় কৰিলন্ত মতি।
কৃষ্ণ দৰশনে মোৰ মহা লাভ
যাইবো দ্বাৰকাক প্ৰতি ॥
ভাৰ্য্যাক বোলন্ত যি পাৰা সন্দেশ
আনি দিয়ো ঝাণ্টে উঠি।
শুনিয়া ব্ৰাহ্মণী মাগি অনিলন্ত
চাউল ছিৰা চাৰি মুঠি ॥১৫৮৩
কানিৰ টুপুলি বান্ধি আনি দিলা
ব্ৰাহ্মণে কাষত লৈলা।
কৃষ্ণৰ চৰণ দেখিবাক প্ৰতি
দ্বাৰকাক লাগি গৈলা ॥
কৃষ্ণক দেখিবে কত বেলি পাওঁ
মনে গুণি দ্বিজবৰ।
সোনাৰ বাজুক ছড়াই তিনি দ্বাৰ
পাইলা গৈয়া অভ্যন্তৰ ॥ ১৫৮৪
ষোড়শ হাজাৰ আবাস প্ৰকাশে
বৈকুণ্ঠপুৰ সমান।
যদুগণ যাত পশিবে নপাৰৈ
কৃষ্ণৰ বহন্ত স্থান ॥

তাৰ এক গৃহ পশিলা ব্ৰাহ্মণ
কেহোৱে বাধন্তা নাই।
সত্যা ভাৰ্য্যা সমে সোণাৰ খাটত
শুতি আছা যদুৰায় ॥১৫৮৫
মিত্ৰক দেখিয়া ভাৰ্য্যাক এৰিয়া
উঠি আসি আথে বেথে।
দুহাতে সাবটি ধৰিলা আনন্দে
তিনিয়ো লোকৰ নাথে ॥
সখিক আলিঙ্গি আতি প্ৰীতি পাইল
আনন্দে লোতক ঝৰে।
সোণাৰ খাটত বসুৱাইলা নিয়া
ধৰিয়া আতি সাদৰে ॥১৫৮৬
আপুনি চৰণ ধুৱাইলা বিপ্ৰৰ
পাদোদক লৈলা শিৰে।
সুগন্ধি চন্দন কুঙ্কুমে সখিৰ
ঘষিলা সব শৰীৰে ॥
দীপ ধূপ লগাই পূজিলা বিপ্ৰক
কৰ্পূৰ তাম্বুল দিয়া।
সাদৰে চামৰে বিঞ্চন্ত বিপ্ৰক
সত্যা মাধৱৰ প্ৰিয়া ॥১৫৮৬
দেখিয়া অন্তেষ পুৰৰ লোকৰ
বিস্ময় ভৈগৈল পাছে।
ইটো মহা দুখী ভিক্ষুক ব্ৰাহ্মণে
কত পুণ্য কৰি আছে ॥
ত্ৰৈলোক্যৰ গুৰু লক্ষ্মীৰ নিবাস
আপুনি সেৱন্ত যাক।
ভাৰ্য্যাক এড়িয়া তাঙ্ক আলিঙ্গন্ত
যেহেন শ্ৰেষ্ঠ দাদাক ॥১৫৮৭

ঘোষা

যাদৱানন্দ দয়াশীল ৰাম।
হৰি হৰি দয়াশীল কেশৱ গোপাল ॥১৩২॥

পদ

পাছে হৰি হাস্য কৰি সখীৰ হাতত ধৰি
সুধিলন্ত কৰি সতকাৰ।
গুৰুৰ গৃহৰ তথা সুমৰা পুৰণি কথা
যেন ভৈল আহ্মাৰ নিকাৰ ॥
গুৰুপত্নীগণে আসি আহ্মাক বুলিলা হাসি
খড়ি লুড়ি দিয়ো শিষ্যগণে।
আম্মি সবো হেন শুনি কটিত বান্ধিয়া ভুনি
আনন্দে লড়িলো ৰঙ্গমনে ॥১৫৮৮

অৰণ্যৰ পশি সান্ধি খড়ি লুড়ি বোজা বান্ধি
গৃহক চলিলো ৰঙ্গমনে।
যাওঁ কথা মাতে হাসি আকস্মিতে তৈতে আসি
পাইলে মহা বাত বৰিষণে ॥
গৰ্জ্জনতে ভূমি লড়ে ঘনে ঘনে বজ্ৰ পড়ে
খাল বাম সৰি ভৈল আতি।
নাকলিয়া একো পথ সূৰ্য্য পাছে গৈল অস্ত
ভৈল ঘোৰ অন্ধকাৰ ৰাতি ॥১৫৮৯

পাছে আমি সবে শিষ্য নাকলোহো একো দিশ
বাত বৃষ্টি পীড়িলে আহ্মাক।
কাম্পে তনু তৰ তৰি অন্যো অন্যে হাত ধৰি
বাট নপাই তৈতে ফুৰো পাক ॥
মাথাত খড়িৰ বোজা যান নাযায় একো খোজা
ফুৰন্তে ৰজনী গৈল ক্ষয়।
নযাওঁ কেহো কাকো এড়ি কিৰণে আন্ধাৰ কাড়ি
ভৈল আসি আদিত্য উদয় ॥১৫৯০

সান্দীপনি দ্বিজৰাজে বিচাৰিয়া বন মাজে
ভৈল আসি আহ্মাক প্ৰত্যেক।
জাৰে কাম্পে শিষ্য যত শৰীৰত নাহি তত
দেখি খেদ কৰিলা অনেক ॥
আহ্মাক বোলন্ত বাক শুনা সবে শিষ্যজাক
মোৰ পদে কিনো দুঃখ ভৈল।
প্ৰাণতো এড়িলা আশ খপিলাহা বনবাস
গুৰুঋণ সবে সুজা গৈল ॥১৫৯১

শুনা শিষ্য নিৰন্তৰ তুষ্ট হুয়া দিওঁ বৰ
জানা সব শাস্ত্ৰ এতিক্ষণে।
পূৰ্ণ ভৈল মনোৰথ গৃহৰ ধৰিলো পথ
পাছে আম্মি সবে শিষ্যগণে ॥
আনো দুখ নানা মত গুৰু গৃহে পাইলো যত
প্ৰাণ সখি সুমৰাহা তাক।
হেন শুনি দ্বিজবৰে কাৰযোড়ে অনন্তৰে
কৃষ্ণক বুলিলা মৃদু বাক ॥১৫৯২

শুনিয়োক পৰম ব্ৰহ্ম আহ্মাৰ সফল জন্ম
সমস্ত পাতক ভৈল নাশ।
যি হেতু জগত স্বামী তোহ্মাৰ লগত আম্মি
গুৰু গৃহে কৰিলো নিবাস ॥
কাম মোক্ষ ধৰ্ম্ম অৰ্থ পাৰৈ আন মনোৰথ
যিটো চিন্তে তোহ্মাৰ চৰণ।
আপুনি নিৰ্ম্মিলা শাস্ত্ৰ তাকো পঢ়া হুয়া ছাত্ৰ
ইটো কিনো ভৈল বিড়ম্বন ॥১৫৯৩

---

ঘোষা

**যদুৰায় চৰণে শৰণ দিয়ো।**
**জগজীৱ সেৱক পালিয়া নিয়ো ॥১৩৩॥**

পদ

হেন শুনি হাসি বিপ্ৰত পুছন্ত
সৰ্ব্বজ্ঞান হৃষীকেশ।
আম্মাক লাগিয়া আনি আছা যিবা
দিয়োক সখি সন্দেশ॥
ভকত সকলে পূজে ফুলে জলে
তুষ্ট হওঁ তাকে পাই।
অভকতে যদি নানা দ্ৰব্য দেয়
তাতো মোৰ স্পৃহা নাই॥১৫৯৪
হেন জানি মিত্ৰ দিয়োক আম্মাক
যিবা দ্ৰব্য আছা আনি।
পৰম সঙ্কোচ ভৈল দ্বিজবৰ
কৃষ্ণৰ শুনিয়া বাণী॥
চাউল ছিৰা মুঠি নেদন্ত কৃষ্ণক
লাজে চপৰায়া মাথ।
হেন দেখি পাছে মনত গুণয়
তিনিয়ো লোকৰ নাথ॥১৫৯৫
ইটো দ্বিজবৰে পূৰ্ব্বতে আম্মাক
লক্ষ্মী কামে নাৰাধিলা।
ভাৰ্য্যাৰ বেসে প্ৰীতি সাধিবাক প্ৰতি
আম্মাৰ ঠাইক আসিলা॥
মনুষ্য দুৰ্লভ পৰম সম্পদ
দিবো আজি আক আনি।
কানিৰ টুপলি বিচাৰি আনিলা
আপুনি জগতস্বামী॥১৫৯৬
ইটো কি বুলিয়া টুপলি মেলিয়া
সখিক বুলিলা বাক।
ইটো চাউল ছিৰা জগতে সহিতে
তৃপিতি কৰৈ আম্মাক॥
এহি বুলি হৰি এক মুঠি ধৰি
ভুঞ্জিলন্ত আনন্দতে।
আউৰ মুঠি ধৰি খাইবাক খোজন্তে
ধৰিলা লক্ষ্মী হাততে॥১৫৯৭
যত লাগে মানে সবে সম্পত্তিক
এহি মুঠি দিবে পাৰে।
নাখায়োক আৰ বুলি লক্ষ্মী মাৱে
স্বামীক বুজাইলা ঠাৰে॥
হেন শুনি হৰি চাউল ছিৰা এৰি
থাকিলা হাসি নমাতি।
দিব্য ভোগ ভুঞ্জি কৃষ্ণৰ গৃহতে
ব্ৰাহ্মণে৷ বঞ্চিলা ৰাতি॥১৫৯৮
শয়নক লাগি সুবৰ্ণ খাটত
বিচাই দিলা হংস তুলি।
মহা সুখে তাতে শুতিয়া আছিল
আজি স্বৰ্গ পাইলো বুলি॥
প্ৰভাততে উঠি লড়িলা ব্ৰাহ্মণ
কৃষ্ণত মাগি মেলানি।
সখিক ধৰিয়া মাধৱে অনেক
বুলিলা বিনয় বাণী॥১৫৯৯
আগ বঢ়াই নিয়া গৃহক পঠাইল
ব্ৰাহ্মণ চলিলা সুখে।
কৃষ্ণো নিদিলন্ত সুখুজিলা ধন
ব্ৰাহ্মণো আপোন মুখে॥
মনত গুণন্ত দ্বিজত ভকত
কিনো দেৱ বনমালী।
কোথেৰ দৰিদ্ৰ মই পাপী মোক
ধৰিলন্ত আকোৱালি॥১৬০০

আপোনাৰ খাটে নিয়া বসুৱাইলা
ঘষি ধুৱাইলন্ত ভৰি।
শ্ৰম দেখি লক্ষ্মী আহ্মাক বিঞ্চিলা
চামৰক কৰে ধৰি ॥
তিনিয়ো লোকৰ ঐশ্বৰ্য্যক পাৱৈ
অৰ্চ্চিয়া যাৰ চৰণ।
আহ্মাৰ কুৎসিত সন্দেশকো খাইলে
হেন প্ৰভু নাৰায়ণ ॥১৬০১
দৰিদ্ৰ ব্ৰাহ্মণে ধন পাইলে মোক
পাসৰিবে সমুদায়।
এহি বুলি ধন নিদিলে আহ্মাক
জানিলো কৃষ্ণ গোঁসাই ॥
হেন গুণি গান্থি যাহন্তে গৃহৰ
সমীপ পাইলন্ত পাছে।
চন্দ্ৰ সূৰ্য্য সম অনেক বিমান
দেখন্ত তহিতে আছে ॥১৬০২
দিব্য উপবনে পড়ি পক্ষীগণে
সুললিত ৰাৱ ত্যজে।
দীঘি সৰোবৰ পুষ্পিত উৎপল
প্ৰফুল্ল পঙ্কজে ৰঞ্জে ॥
দিব্য নৰ-নাৰী গণ ফুৰৈ তৈতে
পিন্ধি বস্ত্ৰ অলঙ্কাৰ।
দেখিয়া ব্ৰাহ্মণে বিস্ময় ভৈলন্ত
ইটো দিব্য পুৰী কাৰ ॥১৬০৩
মুহি মোৰ গৃহ কৈক আইলো বুলি
থমকি আছন্ত চাই।
নৰ-নাৰীগণো বিপ্ৰক বেঢ়িল
দিব্য বাদ্য ভণ্ড বাই ॥
স্বামী আসিবাৰ শুনিয়া ব্ৰাহ্মণী
গৃহৰ বজাইল ৰঙ্গে।
অলঙ্কৃতা দাসী সহস্ৰেক বেঢ়ি
যোগাৱে লৰিলা সঙ্গে ॥১৬০৪

দিব্য আভৰণে ভূষিতা সুন্দৰী
যাহন্ত যেন নাচন্তে।
ৰূপ ধৰি লক্ষ্মী যেন বাজ ভৈল
আপোন থানৰ হন্তে ॥
দিব্য পৰিচ্ছদে আগ বাঢ়ি আসি
স্বামীক দেখিলা গই।
আনন্দে লোতক বজাই আখি মুচি
থাকিলা থমকি ৰই ॥১৬০৫
পতিক বুদ্ধিয়ে নমিলা ব্ৰাহ্মণী
মনে ধৰি আলিঙ্গিলা।
কন্যাগণ মধ্যে প্ৰকাশন্ত সতী
ভাৰ্য্যাকো দ্বিজে দেখিলা ॥
ভৈল মহা প্ৰীতি ভাৰ্য্যায়ে সহিতি
এক ঠাই হুয়া আছে।
পৰম আনন্দে পশিলা মন্দিৰে
দ্বিজবৰ দিব্য কাছে ॥১৬০৬

---

ঘোষা

ত্ৰাহি ৰাম নিৰঞ্জন জীৱৰ জীৱন
মুকুন্দ মুৰাৰি।
তোহ্মাৰ চৰণে, পশিলো শৰণ,
নিয়োক মোক উদ্ধাৰি ॥১৩৪॥

পদ

সুৱৰ্ণ কৰলী মৰকত স্থলি
স্ফটিকৰ দ্বাৰ বাৰ।
ৰত্নময় স্তম্ভ গৃহৰ আৰম্ভ
দেখি ভৈলা চমৎকাৰ ॥
দুগ্ধফেণ সম শয্যা সব আছে
সোণৰ খাট বিছাই।
সুৱৰ্ণ আসন ভাজন যতেক
তাৰ সীমা সংখ্যা নাই ॥১৬০৭

চন্দ্ৰতাপ সব টানিয়া আছয়
মুকুতাৰ মালা আৰি।
দিব্য কন্যাগণে যাতায়াত কৰৈ
শুনি নূপুৰৰ সাৰি॥
বস্তুৰ অনেক প্ৰদীপ প্ৰকাশৈ
নজানয় ৰাত্ৰি দিন।
ইন্দ্ৰতো অধিক পাইলা সমৃদ্ধিক
গুচিল দৰিদ্ৰ চিন॥১৬০৮
কৃষ্ণৰেসে কৃপা বোলন্ত ব্ৰাহ্মণে
আত নাহি আন হেতু।
ভকতৰ অল্প বস্তুক বিস্তৰ
কৰন্ত গৰুড়কেতু॥
আহ্মাৰ সন্দেশ খাইলা হৃষীকেশ
চাউল ছিৰা একমুঠি।
এতেকতে মোক মহা সম্পত্তিক
দিলন্ত পৰম তুষ্টি॥১৬০৯
তাহান চৰণে সৌহৃদ্য সখিত্ব
মিত্ৰ ভাব সুগুচোক।
জন্মে জন্মে মই তান দাস হৈবো
মোক মোহে নলজ্জোক॥
এহি বুলি দ্বিজে ভুঞ্জিলা পৰম
ভোগ্যক পত্নী সহিত।
কিছু কিছু কৰি বিষয় এড়ন্ত
কৃষ্ণত অৰ্পিয়া চিত্ত॥১৬১০
অজিত বিষ্ণুক ভকতেসে জিনৈ
জানি দ্বিজ দামোদৰ।
এক চিত্ত মনে কৃষ্ণৰ চৰণে
ভৈলন্ত ধ্যান তৎপৰ॥
দৃঢ় ভক্তি কৰি ছিণ্ডি মোহ জৰী
কৰ্ম্মবন্ধে ভৈলা হীন।
পায়া মহোদয় দেখি ব্ৰহ্মময়
বিষ্ণুত্তে ভৈলন্ত লীন॥১৬১১

পৰম পুৰুষ প্ৰভু নাৰায়ণ
ভকতৰ যেন নিধি।
তাহান চৰণে ভকতি কৰিলে
অৰণ্যে হুইবেক সিদ্ধি॥
মাধৱৰ ইটো পৱিত্ৰ কথাক
শুনিবে যাৰ প্ৰবন্ধ।
কৃষ্ণৰ চৰণে তাৰ ভক্তি বাঢ়ে
এড়াই সিটো কৰ্ম্ম বন্ধ॥১৬১২
ভণিল শঙ্কৰে কৃষ্ণৰ কীৰ্ত্তন
কৰিয়ো সবে সমাজে।
ইটো কলি যুগে আন গতি নাই
হৰিৰ নামত বাজে॥
বৃথা যায়ু আয় কৰিয়ো লোকাই
বৈকুণ্ঠ যাইবাৰ কাম।
মায়াময় ইটো বিষয় এড়িয়া
ডাকি বোলা ৰাম ৰাম॥১৬১৩
দামোদৰ বিপ্ৰোপাখ্যান সমাপ্ত।

---

দৈৱকী-পুত্ৰ আনয়ন।

ঘোষা

ৰাম মাধৱ মুৰাৰি।
কৃষ্ণ মুকুন্দ দৈত্যাৰি॥১৩৫॥

পদ

শুক মুনি বোলন্ত শুনিয়ো পৰীক্ষিত।
পাপৰ অন্তক ইটো কৃষ্ণৰ চৰিত্ত॥
অনন্তৰে দৈৱকী শুনিলা হেন বাণী।
গুৰুৰ মৃতক পুত্ৰ কৃষ্ণে দিলা আনি॥১৬১৪
হুয়া মহা বিস্ময় গুণন্ত বৰ নাৰী।
মোৰ ছয় তনয়ক কংসে আছে মাৰি॥
হৃদয় ব্যাকুল কৰৈ তাসম্বাক স্মৰি।
চকুৰ লোতক আতি পৰৈ সৰসৰি॥১৬১৫

মুখৰো নোহ্লাই মাত গদ গদ বাণী।
বুলিলা বচন ৰাম গোবিন্দক আনি ॥
শুনিয়োক ৰাম শুনিয়োক দামোদৰ।
জানিলো তোম্হাৰা দুই জগত ঈশ্বৰ ॥১৬১৬
প্ৰজন্তাৰো প্ৰস্তা তুমি পৰম পুৰুষ।
কাৰ্য্যতে লক্ষিলো দুয়ো মুহিকা মানুষ ॥
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।
মোহোৰ গৰ্ভত আসি ভৈলা অৱতাৰ ॥১৬১৭
জগত নিৰ্ম্মাণ কৰে তোম্হাৰেসে মায়া।
জানিয়া শৰণ লৈলো কৰিয়োক দায়া ॥
মৰা পুত্ৰ গুৰুক যমৰপৰা আনি।
দিলাহা দক্ষিণা যেনমতে চক্ৰপাণি ॥১৬১৮
হেনমতে মোৰো মনোৰথ কৰা সিদ্ধি।
পৰম ঈশ্বৰ দুয়ো বিধাতাৰো বিধি ॥
কংসে মাৰিলেক মোৰ পুত্ৰ ছয়গুটি।
তাসম্বাক স্মৰি মোৰ প্ৰাণ যায় ফুটি ॥১৬১৯
তোমাসাৰ প্ৰসাদে দেখিবে যেবে পাওঁ।
তেবেসে দাৰুণ শোক সন্তাপ এৰাওঁ ॥
মাৱক মাতিলা ৰাম কৃষ্ণ দুই ভাই।
আনি দিবো পুত্ৰগণ চিন্তা এড়া আই ॥১৬২০
এহি বুলি ৰাম কৃষ্ণে যোগমায়া বলে।
একে নিমিষেকে গৈয়া পশিল সুতলে ॥
ত্ৰৈলোক্য মোহন দিব্য ৰূপ হৃষীকেশ।
বলিৰ সভাত গৈয়া ভৈলন্ত প্ৰবেশ ॥১৬২১
দেখে দৈত্যপতি আসিলন্ত বনমালী।
আথেবেথে সমাজে উঠিলা গাৱ চালি ॥
আনন্দে আকুল ভৈলা কৃষ্ণ দৰশনে।
সবংশে পড়িলা গৈয়া কৃষ্ণৰ চৰণে ॥১৬২২
জগতৰে আত্মা মোৰ পৰম দৈৱত।
কিনো মহা ভাগ্য আসি ভৈলা উপগত ॥
পৰম হৰিষে নয়নৰ পৰে পানী।
মাথাত কৰিয়া সিংহাসন দিলা আনি ॥১৬২৩

বলভদ্ৰ সহিতে বসিলা তাতে হৰি।
দুইৰো পাৱ পখালিলা বলি হাতে ধৰি ॥
সবংশে শিৰত আনি লৈলা পাদোদক।
দিব্য বস্ত্ৰে ভূষণে অৰ্চ্চিলা মাধৱক ॥১৬২৪
বহুবিধ সন্দেশ অমৃত ভক্ষ দিলা।
সবান্ধৱে আপোনাক কৃষ্ণতে অৰ্পিলা ॥
ভণিল শঙ্কৰে ধৰি কৃষ্ণৰ চৰণে।
ৰাম ৰাম ঘোষিয়োক সভাসদগণে ॥১৬২৫

---

ঘোষা

স্বামী মোক পাৰ কৰা করুণাসিন্ধু
সংসাৰ সাগৰে।
আউৰ আন গতি নাহিকৈ মাধৱ
বান্ধৱ তোম্হাত পৰে ॥১৩৬॥

পদ

পাছে গোবিন্দক দেখি দৈত্যেন্দ্ৰৰ
আনন্দে চিত্ত নধৰে।
উপজিল ভাৱ সিহঁৰিল গাৱ
নেত্ৰৰ লোতক ঝৰে ॥
দুইহাতে কৃষ্ণৰ চৰণে ধৰিয়া
তাতে মাথা থাপি থৈলা।
গদ গদ বাণী মুখৰ নোহ্লায়
স্তুতি কৰিবাক লৈলা ॥১৬২৬
প্ৰণামো অনন্ত মহন্ত বিধাতা
প্ৰণামো কৃষ্ণ চৰণে।
সাংখ্য যোগ যিটো কৰিলা বিস্তাৰ
ব্ৰহ্মৰূপী নাৰায়ণে ॥
তযু দৰশন যদ্যপি দুৰ্ল্লভ
সুবুদ্ধি তোম্হাৰ লীলা।
আমি তামসিক অসুৰ জাতিৰ
গৃহতে আসি মিলিলা ॥১৬২৭

ৰাক্ষস দানৱ দৈত্য ভূতচয়
পিশাচ প্ৰমথপতি।
তোম্মাক বিৰোধ কৰি অপ্ৰয়াসে
পাইলেক পৰম গতি ॥
দ্বেষত ভয়ত যিটো সিদ্ধি পাইলে
তামসিক দৈত্যজাক।
তোম্মাৰ লগত থাকিয়া সাত্ত্বিক
দেৱে নপাৱন্ত তাক ॥১৬২৮
আম্মাৰ পৰোক্ষ বান্ধৱ তুমিসি
মাধৱ জানিলো আমি।
হেন জানি মোত হুয়োক সন্তোষ
তিনিয়ো লোকৰ স্বামী ॥
গৃহ অন্ধ-কূপে পড়ি আছো নাথ
কিমতে আক এড়াওঁ।
ফল মূল ভুঞ্জি তোম্মাৰ চৰণ
চিন্তিয়া যেন বেড়াওঁ ॥১৬২৯
তযু নাম মোৰ মুখে নছাড়োক
নেড়োক চিত্তে চৰণ।
হেন মনোৰথ সাধিয়ো মাধৱ
তোম্মাত লৈলো শৰণ ॥
ঐশ্বৰ্য্য জঞ্জাল নলাগৈ আম্মাক
ছিণ্ডা মোৰ মোহ পাশ।
কৰা প্ৰভু দায়া জন্মে জন্মে হৈবো
তোম্মাৰ দাসৰো দাস ॥১৬৩০
আজ্ঞা কৰিয়োক জীৱন ঈশ্বৰ
সম্প্ৰতি কি কৰো আমি।
হেন শুনি হাসি বলিক মাতিলা
তিনিয়ো লোকৰ স্বামী ॥
মৰীচিৰ ছয় আছিল তনয়
প্ৰথম মনুৰ দিনে।
ভৈলা সবে দেৱ তাসম্বাৰ আয়ে
বাম গুনা জিয়ে জিয়ে ॥১৬৩১

স্মৰ পৰিম্বঙ্গ উদ্গীথ পতঙ্গ
ক্ষুদ্ৰভৃক্ আৰো ঘৃণী।
এহি ছয় জন পৰম পৱিত্ৰ
আছে কাম ক্ৰোধ জিনি ॥
যৈসানি ব্ৰহ্মায়ে নিজ দুহিতাক
ক্ৰীড়া কৰিবাক চান্ত।
দেখি ছয়ো জনে ব্ৰহ্মাক নিন্দিয়া
উপহাস্য কৰিলন্ত ॥১৬৩২
অসুৰ যোনিক যাহা বুলি ব্ৰহ্মা
শাপ দিলা কোপ মনে।
হিৰণ্যকশিপু দৈত্যৰ তনয়
ভৈলা আসি ছয়োজনে ॥
পাছে দৈৱকীৰ গৰ্ভতে ছয়োক
ওপজায়া যোগমায়া।
ধৰি কংস ৰায় সবাকো বধিলা
অধৰ্ম্ম একো নচায়া ॥১৬৩৩
সম্প্ৰতি তোম্মাৰ কাষতে আছন্ত
ছয়ো মোৰ শ্ৰেষ্ঠ ভাই।
আসম্বাক লাগি সদায় ক্ৰন্দন
কৰন্ত দৈৱকী আই ॥
সবাহাঙ্কে আজি বাৰকাক নিবো
গুচাইবো মাৱৰ শোক।
মোহোৰ প্ৰসাদে শাপ এড়াই আজি
ছয়ো যাইবে স্বৰ্গলোক ॥১৬৩৪
এহিসে কাৰণে তোম্মাৰ পাশক
আসি আছো দৈত্যপতি।
শুনি বলি উঠি ছয়োক আগতে
যোগাইলা কৰি ভকতি ॥
কৃষ্ণৰ চৰণ দুহাতে ধৰিয়া
শিৰতে অৰ্চিলা তুলি।
আজিসে সমস্ত পাপ দূৰ ভৈল
জন্ম সাফলিলো বুলি ॥১৬৩৫

শুনা সৰ্ব্বজন এড়ি আন মন
স্থিৰ কৰি এক মতি।
কৃষ্ণ নাম বিনা ইটো কলিযুগে
নাহি নাহি আন গতি ॥
জানিয়া কৃষ্ণৰ চৰণে শৰণ
পশিয়ো সুদৃঢ় মতি।
বোলা ৰাম ৰাম ছাৰি আন কাম
লভিবা পৰম গতি ॥১৬৩৬

---

ঘোষা
কমললোচন কল্মুষ মোচন ॥১৩৭॥
পদ

পাছে বলিৰায়ক আশ্বাস কৰি।
সবাহাক্কে লৈয়া উঠিলা হৰি ॥
দ্বাৰকাপুৰ পশি মহাভাগে।
ছয়ো ভাইক দিলা মাতৃৰ আগে ॥১৬৩৭
ছয়ো ছৱালক দৈৱকী দেখি।
পৰম আনন্দে চাস্ত নিৰীক্ষি ॥
নিশ্চয়ে সবে মোৰ পুত্ৰ বুলি।
লৈলন্ত সবাকো কোলাত তুলি ॥১৬৩৮
পুত্ৰৰ স্নেহে স্ৰৱে দুয়ো স্তন।
কৰন্ত পুত্ৰৰ মুখ চুম্বন ॥
উৎসুকে পুত্ৰক পিয়াস্ত ক্ষীৰ।
আ্ৰাণন্ত ঘনে ঘনে পুত্ৰ শিৰ ॥১৬৩৯
আনন্দে দৈৱকী যেন নাচন্ত।
ইগুটি খৈয়া আৰ গুটি লন্ত ॥
বিষ্ণুৰ মায়ায়ে মোহিত চিত্ত।
ভৈলন্ত দেৱী আতি আনন্দিত ॥১৬৪০
এন্তে দৈৱকীৰ স্তন বিশেষ।
কৃষ্ণৰ আবো পীত্ত অৱশেষ ॥
সন্তোষে তাক পিলা ছয়োজনে।
কৃষ্ণৰ আবো অঙ্গ পৰশনে ॥১৬৪১
ঘোৰ ব্ৰহ্মশাপ তাকো তৰিল।
আমি দেৱ হেন ইটো স্মৰিল ॥
পিতৃক মাতৃক কৰি বন্দন।
পড়ি প্ৰণামিলা কৃষ্ণ চৰণ ॥১৬৪২
বলিৰ চৰণে কৰিয়া সেৱ।
স্বৰ্গক পাছে যান্ত ছয়ো দেৱ ॥
চাহি আছে লোকে নিজম পড়ি।
ছয়ো জনে যায় বিমানে চড়ি ॥১৬৪৩
দেখিয়া দৈৱকী ভৈল বিস্ময়।
আসিল মোৰ মৰা পুত্ৰচয় ॥
স্বৰ্গক গৈল মোৰ স্তন খায়া।
জানিলো সকলে কৃষ্ণৰ মায়া ॥১৬৪৪
বোলন্ত শুকে শুনা পৰীক্ষিত।
কৃষ্ণৰ অদ্ভুত লালা চৰিত ॥
অনন্ত বীৰ্য্যৰ যত মহিমা।
কোনে কহি পাৰে তাহাৰ সীমা ॥১৬৪৫
পৰম মঙ্গল হৰি চৰিত্ৰ।
জগতৰে ইটো হবৈ দূৰিত ॥
যিবা জনে আক শুনে শুনাৰে।
কৃষ্ণৰ প্ৰসাদে মোক্ষক পাৰে ॥১৬৪৬
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে ॥
কলিযুগে ইটো মহা উপায়।
হৰিনাম লৈলে মুকুতি পায় ॥১৬৪৭
বেদান্তৰো তত্ত্ব শুকৰ বাণী।
জানি হেলা এৰা সমস্তে প্ৰাণী ॥
যেবে সুখে যাইবা বৈকুণ্ঠ পুৰী।
সদায় ডাকিয়া ঘোষিয়ো হৰি ॥১৬৪৮
দৈৱকীৰ পুত্ৰ আনয়ন সমাপ্ত।

---

### বেদ স্তুতি

ঘোষা

**এ হৰি ৰাম হৰি অনন্ত মুৰাৰি।**
**ভকত বৎসল নিয়ো সেৱক উদ্ধাৰি ॥১৩৮॥**

পদ

জগত সংহৰি শুতি আছা নাৰায়ণ।
প্ৰথম নিশ্বাসে বাজ ভৈলা বেদগণ॥
জগাইল বিষ্ণুক স্তুতি কৰি ভক্তি ভাৱে।
যেন নট ভাটে চক্ৰৱৰ্ত্তীক জগাৱে॥১৬৪৯
জয় জয় হোক হৰি আনন্দ প্ৰকাশ।
সমস্তে জীৱৰ কৰা মায়াক বিনাশ॥
তুমিসি সবাকে দিয়া চৈতন্য শকতি।
আমি বেদগণ আত প্ৰমাণ সম্প্ৰতি॥১৬৫০
দশ দিগপাল সমে জগত সমস্ত।
তোম্মাতেসে উপজে তোম্মাতে যায় অস্ত॥
আতেসে সমস্ত ব্ৰহ্ম মন্ত্ৰগণে বঢ়ে।
যেনে যৈতো ভৰি দিলে পৃথিবীত পড়ে॥১৬৫১
তুমিসি পৰম তত্ত্ব জানি জ্ঞানীগণে।
ছাড়ে পাপ তযু গুণ শ্ৰৱণ কীৰ্ত্তনে॥
আনন্দ ব্ৰহ্মক যিটোজনে ভজে স্বামী।
তাহাৰ মহিমা আৰ কি কহিবো আমি॥১৬৫২
মনুষ্য শৰীৰ পায়া যিটো নৰগণ।
নকৰৈ তোম্মাৰ যদি শ্ৰৱণ কীৰ্ত্তন॥
বিফলে জনম গৈল ভৈল সৰ্ব্বনাশ।
জীৱন্ততে মৰা যেন ভাতিৰ নিশ্বাস॥১৬৫৩
শৰীৰৰ ছয় চক্ৰ চিন্তে যিটোজন।
তাহাৰ গুচোৱা মৃত্যুভয় নাৰায়ণ॥
হৃদিগত কৰি হৰি সম্প্ৰতি তোম্মাক।
কৰোহো উপাসা আমি সবে বেদজাক॥১৬৫৪
আপুনি স্ৰজিলা চৰাচৰ দেহা যত।
সমস্তে ঐশ্বৰ্য্য ভাৱে আছা সমতত॥
জীৱ অংশে তুমি প্ৰবেশিলা গাৱে গাৱে।
আৱে আমি তোম্মাক ভজোহো সৰ্ব্বভাৱে॥১৬৫৫
তোম্মাৰেসে অংশ আমি যত জীৱ জাক।
তোম্মাৰ মায়ায়ে প্ৰভু বান্ধিলে আম্মাক॥
দিয়ো উপদেশ ভজো তোম্মাৰ চৰণে।
মায়াৰ বন্ধন ছিণ্ডো শ্ৰৱণ কীৰ্ত্তনে॥১৬৫৬
জ্ঞান অভ্যাসকো কেহো নেদেখৈ বিশেষ।
শ্ৰৱণ কীৰ্ত্তনে তৰে সংসাৰৰ ক্লেশ॥
তোম্মাৰ ভক্তৰ সঙ্গ পায়া অনুপম।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰৈ তৃণ সম॥১৬৫৭
তুমিসি পৰম প্ৰিয় আত্মা নাৰায়ণ।
তযু পদ পঙ্কজে মজোক মোৰ মন॥
ভাৰতে মনুষ্য জন্ম নুহিকে সম্ভৱে।
তোম্মাক নভজি আত্মাঘাত কৰি মৰে॥১৬৫৮
প্ৰেমভাৱে সুদুৰ্ল্লভ তোম্মাক স্মৰণ।
যেন তেন মতে কৰো শ্ৰৱণ কীৰ্ত্তন॥
সদায় থাকোক মোৰ মন তযু পাৱে।
বোলা হৰি হৰি আৰে প্ৰাণ থাকে যাৱে॥১৬৫৯

---

ঘোষা

**হৰি হৰিয়ো ক্লেশ হে হৃষীকেশ**
**করুণাসাগৰ।**
**মায়া মহোদধি মাজে মজিলোহো মাধৱ,**
**মোক উদ্ধাৰা ॥১৩৯॥**

পদ

বুদ্ধি অহঙ্কাৰে আৱৰিলে আতি
মহা মূঢ় ভৈলো স্বামী।
তোম্মাৰ অখণ্ড আনন্দ স্বৰূপক
কিমতে জানিবো আমি॥
দান দয়াশীল দিয়ো উপদেশ
তোম্মাৰ চৰণে ধৰো।
শ্ৰৱণ কীৰ্ত্তন স্মৰণ ভক্তিক
সদায়ে কিমতে কৰো॥১৬৬০

মিছা তৰ্কবাদে ভৈলো অন্ধকাৰ
তাতে ভ্ৰমো মন্দমতি।
তযু জ্ঞান পন্থ খুজিয়া নপাওঁ
কৰা হৰি মোৰ গতি॥
তযু নাম গুণ মুখে নছাড়োক
কৃপা কৰা চক্ৰপাণি।
মাধৱ বামন গোবিন্দ বোলন্তে
মুকুত হৈবো কৈসানি॥১৬৬১
তুমি সত্যব্ৰহ্ম তোহ্মাত প্ৰকাশে
জগত ইটো অনন্ত।
জগততো সদা তুমিয়ো প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত॥
এতেকেসে জ্ঞানী- গণে অৱশেষি
জগতকে বোলে হৰি।
আয়ে জগজীৱ তোহ্মাৰ চৰণে
ভজো হৃদয়ত ধৰি॥১৬৬২
যত তপ আছে সমস্তে কৰোক
পড়োক পৰ্ব্বতে উঠি।
সমস্তে তীৰ্থত স্নানিয়া ফুৰোক
বেদক পঢ়োক তুষ্টি॥
যত যজ্ঞ আছে সমস্তে যজোক
কৰোক যোগ অভ্যাস।
হৰিৰ কীৰ্ত্তন নকৰি তথাপি
নেড়য় মৃত্যুৰ ত্ৰাস॥১৬৬৩
নাহি দেহেন্দ্ৰিয় সমস্ত কৰ্ত্তাৰ
শক্তিক ধৰা অকলে।
তুমিসি সৰ্ব্বজ্ঞ তুমি সৰ্ব্বকৰ্ত্তা
তোহ্মাক সেৱৈ সকলে॥
যেন চক্ৰৱৰ্ত্তী ৰাজাক যোগাৱৈ
সামৰাজ্যে কৰ ভাৰ।
ব্ৰহ্মা আদি কৰি দেৱৰ ঈশ্বৰ
তযু পাৱে নমস্কাৰ॥১৬৬৪

তোহ্মাৰেসে মায়া কৰ্ম্মে বন্দী হুয়া
সংসাৰে ওপজো মৰো।
দুখ সাগৰত ত্ৰাণ কৰা হৰি
তোহ্মাৰ চৰণে ধৰো॥
তুমি অন্তৰ্য্যামী সমস্ত লোকৰ
তুমি মহেশ্বৰ দেৱ।
তুমিসি সৰ্ব্বজ্ঞ নৃসিংহ তোহ্মাক
মনে কৰো আমি সেৱ॥১৬৬৫
সংসাৰ চক্ৰক কৰৱতে ছিণ্ডি
নেৰৈ মোক শোক ভয়।
তোহ্মাৰ চৰণে পশিলো শৰণে
ৰক্ষা কৰা কৃপাময়॥
তুমি মহা গুৰু তোহ্মাৰ চৰণে
মন যদি লৱৈ বাস।
তোহ্মাৰ কৃপায় সবে সিদ্ধি হৈব
নলাগৈ জ্ঞান অভ্যাস॥১৬৬৬
তুমি আত্মা হেন জানিয়া তোহ্মাত
চিত্তে ভজে যিটো জন।
তুচ্ছ পুত্ৰ দাৰা বিষয় ভোগক
নাহি তাৰ প্ৰয়োজন॥
তোহ্মাৰ নামক মুখে ফুৰো গাই
হিয়ে তযু ৰূপ ধৰি।
শুনৈ মানে ধ্বনি পলায় পাতক
ডাকি বোলা হৰি হৰি॥১৬৬৭

---

ঘোষা

**ৰাম হাৰ করুণাময়, তোহ্মাৰ চৰণে মনে ভজো,**
**স্বামী দুনাই যেন সংসাৰে নমজো ॥১৪০ ॥**

পদ

তোহ্মাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থস্থান ।
তোহ্মাৰ অমৃত কথা ধাৰায়ে বহয়ে যথা
তাক যিটো জনে কৰৈ পান ॥
এড়ায় সংসাৰ ক্লেশ কুৎসিত বিষয় সুখে
তাসম্বাৰ নুহি অভিলাষ ।
একবাৰ মাত্র তযু চৰণ চিন্তিলে যিটো
তাৰ সুখ নুহি গৃহবাস ॥১৬৬৮
অসন্ত জগতখান তোহ্মাত উন্তৰ ভৈল
সন্ত হেন প্রকাশে সদায় ।
কৰ্ম্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্রায় ॥
তোহ্মাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত ।
ভৈলোহো দাসৰ দাস জানি আৰে নৰহৰি
আহ্মাক নেড়িবা কদাচিত ॥১৬৬৯
মুকুট কুণ্ডল যেন সুৱৰ্ণৰে ভিন্ন নুহি
মিছা মাত্র নাম ৰূপ যত ।
অহঙ্কাৰ পঞ্চ ভূত তোহ্মাত্ত পৃথক নুহি
প্রভু পৰমাৰ্থ বিচাৰত ॥
তোহ্মাৰ কটাক্ষ দৃষ্টি পায়া নৃত্য কৰৈ মায়া
ভৰি ভুলি মৰ্দ্দে মোৰ মাথ ।
পৰম আতুৰ হুয়া তোহ্মাত শৰণ লৈলো
মায়াক নিবাৰা জগন্নাথ ॥১৬৭০
সন্ন্যাসীৰ বেশ ধৰি লোকক বঞ্চিলো ছলে
ভৈলো ভোগ্য চিন্তায়ে ব্যাকুল ।
ৰাত্রি দিনে মোহ মোৰ মনত সুগুচে আতি
নানাবিধ উদ্যমে আকুল ॥

অজ্ঞানী লোকৰ মান্য পায়া গৰ্ব্ব বাঢ়ি গৈল
লঙ্ঘিলোহো তোহ্মাৰ আজ্ঞাক ।
দীন অনাথক কৃপা কৰাহা পৰমানন্দ
প্রভু আৰে ৰাখিয়ো আহ্মাক ॥১৬৭১
তোহ্মাৰ পৰম জ্ঞান মাধৱ দিয়োক মোক
যিটো খণ্ডে সুখে দুখে হীন ।
মুহি নাৰায়ণ দিয়া শ্রৱণ কীৰ্ত্তন ভক্তি
নোহো যেন বেদৰ অধীন ॥
ব্রহ্মায়ো নপান্ত অন্ত তোহ্মাক নজানৈ বেদে
আপুনিয়ো নজানা সমূলি ।
এতেকে কেৱলে আমি তোহ্মাৰ চৰণে স্বামী
ভজিলোহো জয় জয় বুলি ॥১৬৭২
চাৰি বেদ অষ্টাদশ পুৰাণ যতেক শাস্ত্র
পৰম বেদান্ত ভাগৱত ।
সনক সনন্দ মুনি যোগ জ্ঞান বিচাৰিয়া
উদ্ধাৰিলা তাৰ সাৰ তত্ত্ব ॥
আগম পুৰাণ যত বেদান্তৰ তাৎপৰ্য্য
জানি কৰা ভকতিক সাৰ ।
শ্রৱণ কীৰ্ত্তন বিনা আন পুণ্যে নপায় জানা
ইটো ঘোৰ সংসাৰৰ পাৰ ॥১৬৭৩
শুনিয়োক বুদ্ধ জন জনম মৰণ দুখ
তৰিবাৰ যাৰ ইচ্ছা আছে ।
গোবিন্দৰ নাম গুণ শ্রৱণ কীৰ্ত্তন কৰা
অন্তকে কেশত ধৰি আছে ॥
ইহেন মনুষ্য জন্ম সেহ্মৰে নাপাইবা আউৰ
চাৰি বেদে কহে নিষ্ঠ কৰি ।
মাধৱৰ চৰণৰ কিঙ্কৰে শঙ্কৰে কহে
সদা ডাকি বোলা হৰি হৰি ॥১৬৭৪

বেদ-স্তুতি সমাপ্ত ।

---

### লীলামালা

ঘোষা

**বন্ধু ! মাধৱ হে,**
**তুৱা বিনে আছে আৰ তাৰক কে ।**
**বন্ধু ! মাধৱ হে ॥১৪১॥**

**পদ**

শুক মুনি ৰাজাত কহন্ত বিদ্যমানে ।
কৃষ্ণ লীলামালা আৰে শুনা সাৱধানে ॥
শ্ৰৱণে কীৰ্ত্তনে আৰ বৈকুণ্ঠক যায় ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ আত সবে পায় ॥১৬৭৫
ব্ৰহ্মায়ে প্ৰাৰ্থিলা দেখি পৃথিবীৰ ত্ৰাস ।
লৈলা দৈৱকীৰ উদৰত হৰি বাস ॥
গৰ্ভতে বিধাতা স্তুতি বুলিলন্ত আসি ।
দৈৱকী দেৱীক বাক্য বুলিলা আশ্বাসি ॥১৬৭৬
পাছে উপজিলা নিজ ৰূপে দামোদৰ ।
দেখি পিতৃ মাতৃ স্তুতি কৰিলা বিস্তৰ ॥
উপৰি জন্মৰ কথা নাৰায়ণে কৈলা ।
কংস ভয়ে বসুদেৱে গোকুলত থৈলা ॥১৬৭৭
দেখি পুত্ৰ মুখ নন্দে আনন্দে বিহ্বল ।
তনয়ৰ জাত কৰ্ম্ম কৰাইলা সকল ॥
দৈত্যক বধিবে আৰম্ভিলা গোকুলত ।
পূতনাৰ চেতন শুষিলা প্ৰথমত ॥১৬৭৮
শকটৰ তলে থৈলা যশোদা শুৱাই ।
পেহ্লাইলাহা পাৱে শকটক ওভটাই ॥
ভুলিলাহা হাস্মি যশোদাৰ পিয়া স্তন ।
গৰ্ভতে দেখিলা দেৱী চৌদ্ধয় ভুৱন ॥১৬৭৯
বিস্ময় দেখিয়া আখি মুদিলা সুন্দৰী ।
তাত পাছে চক্ৰৱাতে নিলা চুৰি কৰি ॥
গলত চেপিয়া ধৰি পেহ্লাইলা শিলাত ।
মৰি গৈল দুষ্ট দৈত্য তোহ্মাৰ লীলাত ॥১৬৮০
জাতকৰ্ম্ম কৰি গৰ্গঋষি থৈলা নাম ।
গোকুলত ক্ৰীড়ন্তে ফুৰন্তে কৃষ্ণ ৰাম ॥
নাচা বুলি পাঞ্চে গোপী বজায়া চাপৰি ।
কৰিলন্ত নৃত্য ভঙ্গী ভাৱে দেৱহৰি ॥১৬৮১
যশোদা সুধিলা ধৰি কিয় মাটি খাইলি ।
নখাইলো বুলিয়া বেন্ত বাইলা বনমালী ॥
গৰ্ভতে দেখিলা দেৱী ভুৱন চৌদ্ধয় ।
কৰিলন্ত স্তুতি আতি পৰম বিস্ময় ॥১৬৮২
স্তন পীৱে নপাই কোপে কৃষ্ণ বৰ চণ্ড ।
শিলা হানি দধিৰ ভাঙ্গিলা সৱে ভাণ্ড ॥
সেহি অপৰাধে ধৰি বান্ধিলা সুন্দৰী ।
লাসে লাসে উড়ুখল টানি নিলা হৰি ॥১৬৮৩
বৃক্ষত লাগিয়া ভৈলা উড়ল পথালি ।
অৰ্জ্জুনক উভঞ্জি পেহ্লাইলা বনমালী ॥
বুলিলেক স্তুতি দুয়ো কুৱেৰ নন্দন ।
নিজ স্থানে চলি গৈলা কৃষ্ণক বন্দন ॥১৬৮৪
কোনে ফল লৈবেক পসাৰী দিলে ডাক ।
ধান্য লৈয়া যান্ত কৃষ্ণ ফল কিনিবাক ॥
কৃষ্ণৰ হস্তক ভৰি দেই ফল বাছি ।
সুৱৰ্ণ ৰতনে তাইৰ উপচিল পাছি ॥১৬৮৫
অনন্তৰে ৰাম-কৃষ্ণ গৈলা বৃন্দাবন ।
শিশুসব সহিতে চাৰিলা বৎসগণ ॥
বহুবিধ শিশু-লীলা আচৰি প্ৰচুৰ ।
লীলায়ে বধিলা তৈত বৎস বকাসুৰ ॥১৬৮৬
ঘোৰ সৰ্পৰূপে অঘ আছে বেন্ত বাই ।
বৎস বৎসপালক গিলিলা লাগে পাই ॥
তাৰ গল ভেশ্চিয়া বঢ়াইলা দেহা হৰি ।
কৃষ্ণৰ সাৰূপ্য পাইলা অঘাসুৰ মৰি ॥১৬৮৭
তাত পাছে ব্ৰহ্মা আসি কৰিলন্ত চুৰি ।
মায়া কৰি নিলা সবে গোৰক্ষ দামুৰি ॥
হুয়া গৰু গোৰক্ষ আপুনি পৰতেক ।
সৰ্ব্বৰূপে ব্ৰজত বঞ্চিলা অবিবেক ॥১৬৮৮

অনন্তৰে ব্ৰহ্মা আসি ভৈলা বিমোহিত।
সবে দিব্য চতুৰ্ভুজ ৰূপে বিপৰীত॥
হৰিল চেতন একো নাহি হৃদি সিদ্ধি।
পাছে পাৱে পড়ি স্তুতি কৰিলন্ত বিধি॥১৬৮৯
গৈল তালবন সবে গোৱাল সহিতে।
সবান্ধৱে ধেনুকাক বধিলা তহিতে॥
গোপগণে তালক ভুঞ্জিলা কণ্ঠ ভৰি।
শঙ্কৰে ৰচিলা ডাকি বোলা হৰি হৰি॥১৬৯০

---

ঘোষা

ত্ৰাহি গোবিন্দ অন্তকে গ্ৰাসৈ।
নাসৈ নাথ নিন্দ ত্ৰাহি গোবিন্দ॥১৪২॥

পদ

বিষময় হ্ৰদ তাক নজানি।
মৰিল গৰু গোপ পিয়া পানী॥
কটাক্ষে জীয়ায়া দমিলা কালী।
হ্ৰদৰ খেদাইলা তাক নিকালি॥১৬৯১
ব্ৰজৰ প্ৰজা বন-জুইত মৰে।
ত্ৰাহি কৃষ্ণ বুলি আৰাৱ কৰে॥
নাহি ভয় বুলি অগ্নিক পিলা।
ব্ৰজক গৈলা গজেন্দ্ৰৰ লীলা॥১৬৯২
হৰি কৰি ক্ৰীড়া গোপ সভাতে।
মৰাইলা প্ৰলম্ব বলোৰ হাতে॥
মুঞ্জবনে গৰু গোপ পোৰন্তে।
আনিলা কৃষ্ণে তাৰি তৈৰ হস্তে॥১৬৯৩
বসন্ত সমে গ্ৰাষ্ম কাল গৈল।
বাৰিষা আসি উপস্থিত ভৈল॥
বলো সমে সবে গোপক লই।
ক্ৰীড়িলা কৃষ্ণে বৃন্দাবনে গই॥১৬৯৪

আসিলা শৰত হৰিষ কৰি।
বৃন্দাবনে বেণু বজায়া হৰি॥
গোপ সুন্দৰীৰ বস্ত্ৰক লই।
চড়িলা গোবিন্দ কদম্বে গই॥১৬৯৫
পাইলেক বৰ যত গোপবালা।
গোবিন্দো গৈলা যৈত যজ্ঞশালা॥
গোৱালসকলে খুজিলা অন্ন।
নিদিলা অহঙ্কাৰী বিপ্ৰগণ॥১৬৯৬
পত্নীৰ ভকতি দেখিয়া সৰ্ব্ব।
ভাঙ্গিলা তাসম্বাৰ কৰ্ম্ম গৰ্ব্ব॥
ভাঙ্গিলা কৃষ্ণে মখ মহেন্দ্ৰৰ।
পূজিলা গোবৰ্দ্ধন গিৰিবৰ॥১৬৯৭
কৰিলা বৃষ্টি ইন্দ্ৰে ক্ৰোধ কৰি।
ৰাখিলা ব্ৰজ গোবৰ্দ্ধন ধৰি॥
কৃষ্ণৰ মহিমা দেখিয়া ভয়।
ভৈলা গোপ গোপী মহা বিস্ময়॥১৬৯৮
গৰ্গৰ বাক্যক সুমৰি নন্দে।
বৰ্ণাইল কৃষ্ণৰ গুণৰ আনন্দে॥
কৃষ্ণৰ অদ্ভুত মহিমা দেখি।
সুৰভি ইন্দ্ৰে আসি অভিষেকি॥১৬৯৯
গোৰ ইন্দ্ৰ পাতি কৰি প্ৰণাম।
থৈলন্ত কৃষ্ণৰ গোবিন্দ নাম॥
বৰুণৰ দূতে নিলেক হৰি।
আনিলা নন্দক কৃষ্ণে উদ্ধাৰি॥১৭০০
বিষ্ণু বুদ্ধি কৰি নন্দৰ পোকে।
দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোকে॥
চন্দ্ৰাৱলী ৰাত্ৰি শৰত কাল।
আৰম্ভিলা ৰাসক্ৰীড়া গোপাল॥১৭০১
বাঢ়িল গৰ্ব্ব দেখি গোপিকাৰ।
ভৈলা অন্তৰ্দ্ধান জগন্নাথাৰ॥
কান্দিলা কৃষ্ণৰ গুণ বৰ্ণাই।
তনু পুলকিত চেতন নাই॥১৭০২

গোপীৰ আতি প্ৰেম ভকতিত।
সবাৰে মধ্যত ভৈল বিদিত ॥
গোপীক আশ্বাসি কৰিলা ক্ৰীড়া।
এড়াইলা গোপীগণে কামপীড়া ॥১৭০৩
শঙ্খচুৰ নামে যক্ষক মাৰি।
ৰাখি আনিলন্ত গোপৰ নাৰী ॥
খেদি আসিলেক অৰিষ্টে ধাই।
লীলায়ে মাৰিলা মাধৱে পাই ॥১৭০৪
কংসত নাৰদে কহিলা পাছে ॥
তোৰ প্ৰাণ-বৈৰী ব্ৰজত আছে ॥
শুনিয়া কেশীক কংসে পাঞ্চিলা।
তাকো মাৰি কৃষ্ণে যমক দিলা ॥১৭০৫
বুলিলা কংসে অক্ৰূৰক আনি।
ব্ৰজক যাহা তুমি মহামানী ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
হৰি হৰি বোলা সমস্ত জনে ॥১৭০৬

---

ঘোষা

**ভাৱক ভাই ভজ ভগৱন্ত।**
**কৰিবে হৰিসে দুখৰ অন্ত ॥১৪৩॥**

পদ

নাৰদ পাছে গোকুলক আসি।
নমিলা কৃষ্ণৰ গুণ প্ৰকাশি ॥
কংসে পাঞ্চিলেক আসি অক্ৰূৰ।
সন্ধ্যা সময়ে পশি গোপপুৰ ॥১৭০৭
আকুল হুয়া আতি প্ৰেম-ভাৱে।
কৃষ্ণ কৃষ্ণ বুলি পৰিলা পাৱে ॥
খুড়া বুলি কৃষ্ণে সাবটি ধৰি।
কৰিলা সৎকাৰ আতি সাদৰি ॥১৭০৮
কংসৰ শুনিয়া নন্দে আদেশ।
লড়িলা শকটে গোপ নিশেষ ॥
গোপিকাক ৰাম-কৃষ্ণে আশ্বাসি।
স্বৰ্ণৰ ৰথে চড়িলা আসি ॥১৭০৯
অক্ৰূৰে সত্বৰে ডাকিলা ৰথ।
কান্দে গোপী চাই কৃষ্ণৰ পথ ॥
মধ্যাহ্ন সন্ধ্যা কৰিবাক প্ৰতি।
মজিলা যমুনাত দানপতি ॥১৭১০
দেখিলা অনন্ত সহস্ৰ ফেট।
কোলাত কৃষ্ণক পাইলন্ত ভেট ॥
কৰিলন্ত স্তুতি পৰি অক্ৰূৰে।
প্ৰৱেশিলা পাছে মথুৰা পুৰে ॥১৭১১
গোপগণ সঙ্গে ৰঙ্গে মুৰাৰি।
ভ্ৰমন্তে দেখিলা মথুৰা নাৰী ॥
কন্দৰ্প কোটি যাক নুহি তুল।
শাৰী শাৰী নাৰী বৰিষে ফুল ॥১৭১২
বধিলা ধোবাক চৰৰ অস্ত্ৰে।
বেশকাৰে আসি ভূষিলা বস্ত্ৰে ॥
পিন্ধাইলা চন্দন কুঁজী সাদৰি।
তাইৰ কুঁজ সম কৰিলা হৰি ॥১৭১৩
পিন্ধাইলা মালী অঙ্গে মুঞ্জমাল।
দিলা সুদামাক বৰ গোপাল ॥
ভাঙ্গিলা কংসৰ ধনুক ধৰি।
ৰথীয়া সেনাক বধিলা হৰি ॥১৭১৪
বঞ্চিলা ৰাতি নগৰৰ মাজে।
প্ৰভাতে শুনন্ত দুন্দুভি বাজে ॥
গৈলন্ত খেদিয়া নন্দ কুমাৰ।
কুৱলয় পীড়ে ভেণ্টিলে দ্বাৰ ॥১৭১৫
ভূমিত পাৰি কাঢ়ি লৈলা দান্ত।
কৰিলা কোবাই হস্তীৰ অন্ত ॥
স্কন্ধত গজদন্ত অনুপাম।
পশিলা ৰঙ্গশালা কৃষ্ণ ৰাম ॥১৭১৬

চৌপাশে উপাসে গোপ কুমাৰে।
দেখিলা কৃষ্ণক দশ প্ৰকাৰে॥
বলো মুষ্টিকক কৃষ্ণে চাণুৰ।
মাৰি মাল দুইকো কৰিলা চুৰ॥১৭১৭
আসিলা খেদি আৰো যত মাল।
কৰিলা ৰাম-কৃষ্ণে তাৰো কাল॥
নাচিলা কৃষ্ণে সমাজৰ মাজে।
পায়ে কণ ঝুণ নূপুৰ বাজে॥১৭১৮
দেখিয়া গৰজে কংস বিশাল।
উচ্ছ্ৰিত মঞ্চত চড়ি গোপাল॥
কেশত ধৰি তাৰ ঘণ্টা লাড়ি।
পাড়িলা ভূমিত উপৰে পড়ি॥১৭১৯
মৰিলা কংস জগতৰ ভৰে।
পাইলেক সাৰূপ্য সিটো কৃষ্ণৰে॥
পিতৃ মাতৃ দুইৰো বন্ধন ছোড়ি।
কৰিলা স্তুতি দুইকো কৰযোড়ি॥১৭২০
আনি উগ্ৰসেনক পাতিলা ৰাজা।
পাছে আশ্বাসিলা যাদৱ প্ৰজা॥
নন্দকো সৎকাৰ কৰিলা আতি।
পঠাইলা প্ৰবোধিয়া বুলি মাতি॥১৭২১
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৃষ্ণ কথা শুনা সমস্ত জনে॥
কৃষ্ণ লীলামালা ইহাৰ নাম।
সংসাৰ তৰা বুলি ৰাম ৰাম॥১৭২২

---

ঘোষা

**ৰাম স্বামী মাগোহো শৰণ হেৰা আমি।**
**তোমাক নভজি প্ৰভু! ভৈলো অধোগামী॥**

পদ

পাছে উগ্ৰসেনক নৃপতি পাতি হৰি।
নন্দকো কৰিলা শান্ত বচনে সাৰৰি॥

যেনমতে মানো বসুদেৱ দৈৱকীক।
ভূমিপোষ্টা পিতৃক দেখো তাহাতো অধিক॥১৭২৩
অনন্তৰে নবগুণ দিলা গৰ্গ ঋষি।
পাছে গুৰুগৃহে বাসা কৰিলা হৰিষি॥
জানিলা চৌষষ্টি কলা পাছে চক্ৰপাণি।
দিলা গুৰু দক্ষিণা মৃতক পুত্ৰ আনি॥১৭২৪
মথুৰাক আসি কৃষ্ণে পঠাই উদ্ধৱক।
কৰাইলা আশ্বাস পাছে যশোদা নন্দক॥
গোপী সমস্তক বাক্য সন্দেশ পঠাই।
সান্ত্বনা কৰাইলা কৃপাময় যদুৰায়॥১৭২৫
কুবুজাক ক্ৰীড়ি কৃষ্ণে জগত ঈশ্বৰ।
প্ৰবেশিলা গোবিন্দো গৃহত অক্ৰূৰৰ॥
অৰ্চ্চিলন্ত দানপতি পায়া মাধৱক।
পাণ্ডৱৰ পাশক পঠাই অক্ৰূৰক॥১৭২৬
জৰাসন্ধ ভয়ে পাছে প্ৰভু যদুৰাজে।
নিৰ্ম্মিলা দ্বাৰকাপুৰী পয়োনিধি মাজে॥
নিলা তৈকে মথুৰাৰ প্ৰজা যোগবলে।
মাৰিলাহা জৰাসন্ধ সেনাক সকলে॥১৭২৭
বধিলা যবন মুচুকুন্দক দেখাই।
কৰিলন্ত স্তুতি পাছে মুচুকুন্দ ৰায়॥
দিলন্ত প্ৰসাদ তাঙ্ক পৰম ভকতি।
মুচুকুন্দে লভিলন্ত ভগৱন্ত গতি॥১৭২৮
জৰাসন্ধ ভয়ে নৰ চেষ্টাক দেখাই।
পশিলা পলাই দ্বাৰকাত দুয়ো ভাই॥
ৰুক্মিণী পঠাইলা গোপ্য প্ৰেমপত্ৰ লিখি।
আতি সকৰুণ ভৈলা কৃষ্ণে তাঙ্ক দেখি॥১৭২৯
বিপক্ষ নৃপতিসকলক জিনি ৰণে।
ৰুক্মীকো মুণ্ডিলা চক্ৰ ধৰি নাৰায়ণে॥
দ্বাৰকাত পাতি সভা দেৱতো অধিক।
কৰিলা বিবাহ মহোৎসৱে ৰুক্মিণীক॥১৭৩০
ভৈলা কামদেৱ ৰুক্মিণীৰ গৰ্ভে জাত।
হৰিলা শম্বৰে তাক কৰিলা নিপাত॥

ভাৰ্য্যায়ে সহিতে তুনাই দ্বাৰকাক আইল।
পুত্ৰ দেখি ৰুক্মিণীৰ শৰীৰ জুৰাইল ॥১৭৩১
মণি হেতু জাম্বৱন্ত জিনি যদুপতি।
স্যমন্তক সমে পাইলা কন্যা জাম্ববতী ॥
সত্ৰাজিতো দিলে সত্যভামাক ভয়ত।
মণিক যৌতুক দিলা কন্যাৰ লগত ॥১৭৩২
থৈলা সত্ৰাজিততে মাধৱে মণি পুনু।
তাক কাটি মণি পাছে নিলা শতধনু ॥
অক্ৰূৰত মণি থৈয়া ঘোড়ায়ে পলাইল।
আকো চক্ৰে কাটি কৃষ্ণে মণিক নপাইল॥১৭৩৩
দ্বাৰকা এৰিয়া পাছে পলাইল অক্ৰূৰ।
আনিলন্ত কৃষ্ণে তাঙ্ক তুনাই যদুপুৰ ॥
স্যমন্তক মণি লৈয়া দেখায়া জ্ঞাতিত।
এড়াইলা দুৰ্যশ পাছে প্ৰভু বিপৰীত ॥১৭৩৪
মিত্ৰবৃন্দা কালিন্দীক পাছে যদুনাহ।
ভদ্ৰা সত্যা লক্ষ্মণাক কৰিলা বিবাহ ॥
এহি অষ্ট মহিষী কৃষ্ণৰ প্ৰিয় জায়া।
যোলা হৰি হৰি তৰা সংসাৰৰ মায়া ॥১৭৩৫

---

ঘোষা

**হেৰা হেলায় গৱাইলো হৰি ইহেন জনম।**
**নভৈল ভকতি মই পাতকী পৰম ॥১৪৫॥**

পদ

নৰকক মাৰি ৰূপে গুণে মহা ধন্যা।
ষোড়শ হাজাৰ প্ৰভু পাইলা দিব্য কন্যা ॥
স্বৰ্গৰো আনিলা হৰি পুষ্প পাৰিজাত।
দ্বাৰত ৰুৱাইলা সত্যভামাৰ সাক্ষাত ॥১৭৩৬
ৰুক্মিণীক কৰিলাহা প্ৰেমে পৰিহাস।
ভৈলন্ত ভয়তে দেৱী প্ৰাণতো নৈৰাশ ॥
চতুৰ্ভুজ হুয়া হৰি তুলি আকোৱালি।
ৰুক্মিণীক আশ্বাস কৰিলা বনমালী ॥১৭৩৭
বুলিলন্ত কৃষ্ণে যত নিন্দা আপোনাক।
ওলটায়া ৰুক্মিণী কৰিলা স্তুতি তাক ॥
ভৈলা অনুৰাগ প্ৰভু চৰণত আতি।
ভৰিল দ্বাৰকা কেশৱৰ পুত্ৰ নাতি ॥১৭৩৮
কৃষ্ণৰ সমান ৰূপ একৈক ভাৰ্য্যাত।
দশ দশ পুত্ৰ এক জীউ ভৈলা জাত ॥
বহুবিধ কৰি লীলা জগতৰে নাহে।
ৰুক্মক মৰাইলা অনিৰুদ্ধৰ বিবাহে ॥১৭৩৯
ঊষাক ক্ৰীড়িলা কৃষ্ণনাতি অনিৰুদ্ধ।
বাণক ৰাখিবে লাগি ৰুদ্ৰে দিলা যুদ্ধ ॥
লীলায়ে ভঙ্গাইলা শঙ্কৰক ঘোৰ ৰণে।
চক্ৰে বাণে বাহুক ছেদিলা নাৰায়ণে ॥১৭৪০
যুদ্ধত নোৱাৰি স্তুতি কৰিলন্ত হৰে।
নৃগ নৃপতিক উদ্ধাৰিলা তাত পৰে ॥
ক্ৰীড়িলন্ত বলভদ্ৰে গোকুলক যাই।
যমুনাকো আজুৰিলা লাঙ্গল ভেজাই ॥১৭৪১
চক্ৰে ধৰি খেদি গৈলা বাৰাণসী থান।
সুদক্ষিণ পৌণ্ড্ৰকৰো কৃষ্ণে লৈলা প্ৰাণ ॥
ৰৈৱত গিৰিত ক্ৰীড়া কৰি হলধৰ।
সমৰে মাৰিলা দুষ্ট দ্বিবিদ বানৰ ॥১৭৪২
ধৰিলা শাম্বক কুৰুবীৰগণে চাপি।
খুজিলেক ৰামে গৈয়া নিদিলা তথাপি ॥
হস্তিনাপুৰক কোপে ওভটাও বুলি।
লাঙ্গল ভেজায়া বলো ধৰিলন্ত তুলি ॥১৭৪৩
কৃষ্ণৰ গৃহস্থ ধৰ্ম্ম দেখি ঘৰে ঘৰ।
পৰম বিস্ময় মন ভৈলা নাৰদৰ ॥
কেৱল ঈশ্বৰ মাত্ৰ দেখি দেৱঋষি।
কৃষ্ণগুণ গায়া চলি গৈলন্ত হৰিষি ॥১৭৪৪
নিশাত কৰন্ত কৃষ্ণে শয্যাত শয়ন।
কণ্ঠক আলিঙ্গি শুতি থাকে পত্নীগণ ॥
ৰজনীৰ শেষ জানি বাৱে পক্ষীচয়।
নাৰীগণো হোৱৈ কৃষ্ণ বিৰহত ভয় ॥১৭৪৫

কুকুৰা আবাৰ কৰৈ তাকো পাৰে গালি।
উঠি নিত্যকৃত্য পাছে কৰি বনমালী॥
চৌৰাশী অধিক তেৰ হাজাৰ প্ৰমাণ।
ঘৰে ঘৰে প্ৰতিদিনে কৰন্ত গো-দান॥১৭৪৬
দাৰুকে যোগান্ত ৰথ চড়ি গৈয়া তাত।
সাত্যকি উদ্ধৱ সমে বসন্ত সভাত॥
চতুৰ্ভিতি বেঢ়ি পাত্ৰ মন্ত্ৰী সভাসদ।
দেৱকাৰ্য্য সাধিবাক আসিলা নাৰদ॥১৭৪৭
জৰাসন্ধে বান্ধি আছে নৃপতি বহুত।
কৃষ্ণত শৰণ মাগি পঠাই দিলা দূত॥
সেহিবেলা যুধিষ্ঠিৰে পঠাইলন্ত মাতি।
মন্ত্ৰীগণে সমে কৃষ্ণে আলচিলা আতি॥১৭৪৮
উদ্ধৱ সহিতে কৃষ্ণো গৈলা ইন্দ্ৰপ্ৰস্থ।
পূৰিলাহা পাঞ্চো পাণ্ডৱৰ মনোৰথ॥
কৃষ্ণৰ কিঙ্কৰে কহে সুখে তেৱে তৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি॥১৭৪৯

---

ঘোষা

পিয়ো পিয়ো ৰাম নাম অমৃত।
বৃথা কথা কই নমৰা চিত্ত॥১৪৬॥

পদ

যুধিষ্ঠিৰ ৰাজা কৃষ্ণক পাই।
অৰ্চ্চিলন্ত আতি ভুনাই ভুনাই॥
ৰাজাক কৃষ্ণে নমি প্ৰণিপাতে।
মৰাইলা মাগধ ভীমৰ হাতে॥১৭৫০
মেলায়া ভকত নৃপতিচয়।
দেখাইলা নিজ ৰূপ কৃপাময়॥
প্ৰসন্ন মুখ পঙ্কজৰ জ্যোতি।
কৌস্তুভ কণ্ঠে গলে গজমতি॥১৭৫১
মকৰ কুণ্ডলে উজ্জ্বল গণ্ড।
প্ৰকাশে চাৰু চাৰি ভুজ দণ্ড॥
কিৰীটি ৰত্নে শিৰে কৰৈ কান্তি।
উৰঃস্থলে জ্বলে শ্ৰীবৎস পান্তি॥১৭৫২
শ্যাম তনু তাতে পীত বসনে।
বিজুলী ৰঞ্জে যেন নৱ ঘনে॥
কটিতটে কাঞ্চি ৰত্নৰ জ্বালা।
আপাদলম্বী গলে বনমালা॥১৭৫৩
চৰণ পঙ্কজে মঞ্জিৰ ঘোষ।
মিলাৱৈ ভৃত্যৰ মনে সন্তোষ॥
সম্মুখে দেখি হেন হৃষীকেশ।
সমস্তে এৰাইলা বন্ধন ক্লেশ॥১৭৫৪
আনন্দে দ্ৰৱিল সবাৰো চিত্ত।
লোতক ঝৰৈ তনু ৰোমাঞ্চিত॥
আছিল মৰি ভুনাই যেন জীল।
আলিঙ্গিয়া যেন নয়নে পিল॥১৭৫৫
চাহন্তে গৈল অনুৰাগ চৰি।
প্ৰণাম কৰিলা চৰণে পৰি॥
হৰিষতে যেন পাইলা মুকুতি।
কৰিলা কৃষ্ণক অনেক স্তুতি॥১৭৫৬
মাগিলা পৰম ভকতি দান।
সবাকো কৰিলা কৃষ্ণে সম্মান॥
ভুষিয়া পঠাই দিলা নিৰন্তৰ।
ৰাজসূয় আসি যোগাইলা কৰ॥১৭৫৭
কৰি ৰাজসূয় যজ্ঞ নৃপতি।
অৰ্চ্চিলা কৃষ্ণক মহা ভকতি॥
নিন্দিলা দেখি শিশুপাল বীৰ।
কাটিলা কৃষ্ণে চক্ৰ হানি শিৰ॥১৭৫৮
তাৰ তেজপুঞ্জ আসিল জৰি।
মিলিল কৃষ্ণৰ চৰণে পৰি॥
সাৰূপ্য পায়া ভৈলা পাৰিষদ।
বিস্ময় দেখি লোক নিশবদ॥১৭৫৯

পৰম মানী দুৰ্য্যোধন ৰায়।
ভ্ৰমিলা সভাৰ সম্পত্তি চাই॥
তুলিলা বস্ত্ৰ পানী বুলি স্থলে।
স্থল হেন মানি পৰিলা জলে॥১৭৬০
দ্ৰৌপদী সমে নাৰীগণে আসি।
চাপৰি বজায়া তুলিলা হাসি॥
ভীমৰ উপহাস্যে কুৰুৰাজ।
মৰণ সমান ভৈ গৈল লাজ॥১৭৬১
মৃতক যেন ভৈল কুৰুপতি।
কৃষ্ণৰ কটাক্ষে ভ্ৰমিলা মতি॥
তোলাই ইটো কোপ কুৰু ৰাজাৰ।
হৰিবো সমস্ত ভূমিৰ ভাৰ॥১৭৬২
লাগোক বিবাদ কুৰু পাণ্ডুৱে।
নমাতি থাকিলা বসি মাধৱে॥
পাণ্ডৱৰ হাতে সমৰ জিনি।
মৰাইলা অষ্টাদশ অক্ষৌহিণী॥১৭৬৩
হৰত বৰ পায়া শাল্ব ৰাজা।
মাৰিবাক গৈলা যাদৱ প্ৰজা॥
আকাশতে চলে শৌভ নগৰ।
যদুবীৰগণে দিলা সমৰ॥১৭৬৪
হস্তিনাপুৰ হস্তে আসি পাই।
কাটিলা শাল্বক যাদৱৰায়॥
ভাঙ্গিলা শৌভক ক্ষেপিয়া চক্ৰ।
বধিলা বিদুৰথ দন্তবক্ৰ॥১৭৬৫
তীৰ্থত স্নানিয়া ফুৰন্তে ৰাম।
সূতক বধি কৰি মন্দ কাম॥
বল্লল দৈত্যক মাৰি তহিত।
কৰিলা সূত বধ প্ৰায়শ্চিত্ত॥১৭৬৬
দেখিয়া তুষ্ট ভৈলা ঋষিগণ।
উগ্ৰশ্ৰৱা পাইবা ব্ৰহ্ম আসন॥
কহিলা মহাভাগৱত কথা।
বোলা হৰি হৰি নমৰা বৃথা॥১৭৬৭

ঘোষা

**গোপীনাথ! তুৱা পাৱে নভৈল ভকতি।**
**ইজন্মতো মাধৱ গৈলোহো অধোগতি॥১৪৭॥**

পদ

দ্বাৰকাক গৈলন্ত দৰিদ্ৰ দামোদৰ।
অৰ্চ্চিলন্ত কৰি কৃষ্ণে পৰম সাদৰ॥
গুৰু-গৃহে বাস কথা কহি মন তুষ্টি।
খাইলা তান লৈয়া চাউল ছিৰা একমুঠি॥১৭৬৮
এতেকে ঐশ্বৰ্য্য পাইলা ইন্দ্ৰৰ দুৰ্ল্লভ।
হেনসে ঈশ্বৰ কৃষ্ণ ভৃত্যৰ সুলভ॥
সৰ্ব্বগ্ৰাহ সূৰ্য্যৰ গ্ৰহণ আসি ভৈল।
সমস্তে নৃপতিগণ কুৰুক্ষেত্ৰে গৈল॥১৭৬৯
সপুত্ৰে বান্ধৱে যদুগণ গৈলা তথা।
কৈলা ৰাজাগণ অন্যো অন্যে কৃষ্ণকথা॥
কৃষ্ণৰ যতেক পত্নী দ্ৰৌপদী সহিতি।
কহিলন্ত কৃষ্ণকথা পৰম পীৰিতি॥১৭৭০
নাৰদ প্ৰমুখ্যে মুনিগণ আইলা তয়।
অৰ্চ্চিলন্ত তাসম্বাক কৃষ্ণ কৃপাময়॥
পিতৃৰ কৰাইলা মহা যজ্ঞ মহোৎসৱ।
বান্ধৱক তুষি তুষি পঠাইলা মাধৱ॥১৭৭১
নন্দ যশোদাক মান্য কৰিলা একান্ত।
জ্ঞানদানে গোপীক কৰিলা উপশান্ত॥
কহিল পিতৃত পাছে কৃষ্ণে মহাজ্ঞান।
মৃতক পুত্ৰক দৈৱকীক দিলা দান॥১৭৭২
অৰ্জ্জুনক আনি বিহা দিলা সুভদ্ৰাক।
ভক্তক দেখিবে লাগি গৈলা মিথিলাক॥
শ্ৰুতদেৱ জনকৰ পূৰি মনোৰথ।
কৈলা উপদেশি প্ৰেম ভকতিৰ পথ॥১৭৭৩
ভকতি পুছিলা নাৰদে মাধৱত।
নাৰায়ণে কহিলা বেদৰ সাৰ তত্ত্ব॥
সংসাৰক তাৰৈ ভকতিসি জানি মনে।
কৈলা স্তুতি বেদ শিৰোৱত্ন মন্ত্ৰগণে॥১৭৭৪

হৰিত ভকতি পাই পৰম মুকুতি।
দিবে মাত্র পাবে আন দেৱতা ভুকুতি॥
ভৃগু ঋষি আসি কৰি পৰীক্ষা পূৰ্ব্বত।
কৈলা কৃষ্ণগুণ মুনিগণৰ আগত॥১৭৭৫
মহাকালপুৰ পশি কৃষ্ণ কৃপাময়।
আনি দিলা বিপ্ৰৰ মৃতক পুত্ৰচয়॥
অৰ্জ্জুনৰ অঙ্গীকাৰ কৰিলা সফল।
হেন নাৰায়ণ দেৱ ভকত বৎসল॥১৭৭৬
ষোড়শ সহস্ৰ অষ্টাধিক একশত।
কৃষ্ণৰ মহিষী সবে পৰম ভকত॥
শুনিয়োক কৃষ্ণৰ যতেক পুত্ৰৰাশি।
একষষ্ঠি হাজাৰ লক্ষেক আৰো আশী॥১৭৭৭
তাসম্বাৰ পুত্ৰ নাতি ভৈল অপৰ্য্যন্ত।
তাক কহি কোনে আৰে কৰিবেক অন্ত॥
যদুকুলে কেশৱে আপুনি অৱতৰি।
গঙ্গাক কৰিলা অল্প কীৰ্ত্তনত কৰি॥১৭৭৮
শত্ৰু মিত্ৰ উদাসীন দিলা নিজ পদ।
ভাৰ হৰি মহন্তৰ খণ্ডিলা আপদ॥
নুহিকে আশ্চৰ্য্য ইটো কৰ্ম্ম মাধৱৰ।
সিকালত বেকত আছিলা দামোদৰ॥১৭৭৯
আকেসে আশ্চৰ্য্য মানো শুনা পৰীক্ষিত।
নাম মাত্ৰ লৈলে তৰৈ দুৰ্ঘোৰ কলিত॥
আৰো যাইবে নলাগৈ নৃপতি তপোবন।
গৃহে গতি পায়ে কৰি শ্ৰৱণ-কীৰ্ত্তন॥১৭৮০
এহি মানে দশম স্কন্ধৰ কৃষ্ণলীলা।
শুকমুনি ৰাজা পৰীক্ষিতত কহিলা॥
শঙ্কৰে ৰচিলা ধৰি কৃষ্ণৰ চৰণ।
লীলামালা নাম ইটো কৃষ্ণৰ কীৰ্ত্তন॥১৭৮১
শুনা বুধজন কেনে সুখে আছ বসি।
কালে আসি পাইল চোৰা মনে বিমৰিষি॥
ইহেন মনুষ্য জন্ম বৃথা যায় আয়ু।
কেতিক্ষণে ছুটে জানা ইটো প্ৰাণবায়ু॥১৭৮২
জানি হৰি ভকতিত সবে দিয়া মতি।
হৰি কথা শ্ৰৱণত দৃঢ় কৰা ৰতি॥
কলিত কীৰ্ত্তন বিনে গতি নাহি আৰ।
ডাকি হৰি হৰি বোলা তেবেসে নিস্তাৰ॥১৭৮৩

ইতি লীলামালা সমাপ্ত

---

## শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ

—॥—

ঘোষা

মাধৱ পদ্মনাভ ভগৱন্ত।
নাৰায়ণ নৰসিংহ অনন্ত॥১৪৮॥

পদ

বোলন্ত শুকে শুনা পৰীক্ষিত।
এহিমতে কৃষ্ণে বলো সহিত॥
সমস্তে দৈত্যৰ চিন্তিয়া মাৰ।
লীলায়ে হৰিলা ভূমিৰ ভাৰ॥১৭৮৪
গুণন্ত জগতৰ পতি পাছে।
দুঃসহ মহা যদুবংশ আছে॥
ত্ৰৈলোক্য বিজয়ী একৈক বীৰ।
সুগুচিল কিছু ভাৰ ভূমিৰ॥১৭৮৫
যিহেতু সবাবো আমি আশ্ৰয়।
কাহাতো হন্তে নাহি পৰাজয়॥
কন্দল লগাই তাসম্বাৰ মেলে।
পৃথিৱীৰ ভাৰ হৰিবো হেলে॥১৭৮৬
এহি গুণি পাছে যাদৱ কুলে।
দিয়াইলা প্ৰভু বিপ্ৰশাপ ছলে॥
মিলিল বিজ্জল আৰকাত।
সবাবো মনে কৰৈ উত্তপাত॥১৭৮৭

ব্ৰহ্মাক আৰৰি ত্ৰিদশ জাক।
আসিল পাছে সবে দ্বাৰকাক॥
কৃষ্ণৰ দৰশন অভিলাষে।
ৰহিলা বিমান যুড়ি আকাশে॥১৭৮৮
মহা সমৃদ্ধি দেখি দ্বাৰকাৰ।
বিস্ময় ভৈল আতি দেৱতাৰ॥
কৃষ্ণক পাছে দৰশন পাই।
অদ্ভুত ৰূপক আছিলা চাই॥১৭৮৯
তৃপিতি নাহি চান্ত একদৃষ্টি।
কৰন্ত শিৰে পাৰিজাত বৃষ্টি॥
কৃতাঞ্জলি কৰি এক যুগুতি।
তৈৰেপৰা সবে কৰন্ত স্তুতি॥১৭৯০
নমো নমো কৃষ্ণ তযু চৰণে।
যাহাক পৰম ভকত জনে॥
হৃদয়ত চিন্তে কৰি প্ৰৱন্ধ।
অপ্ৰয়াসে তৰে সংসাৰ বন্ধ॥১৭৯১
ত্ৰিগুণা মায়াক কৰি আশ্ৰয়।
আত্মাত স্ৰজা যত জীৱচয়॥
সৃজন পালন কৰা আপুনে।
নোচোৱে তাৰ একো দোষ গুণে॥১৭৯২
তোমাৰ শুনিয়া গুণ চৰিত্ৰ।
যিমতে হোৱয় লোক পৱিত্ৰ॥
জ্ঞান দান তপ বেদ আচাৰে।
সিমতে শুদ্ধি কৰিবাক নাৰে॥১৭৯৩
তোমাৰ ইসব লীলা চৰিত।
আক শুনৈ ভণৈ যিটো কলিত॥
অনেক পুৰুষ কৰি উদ্ধাৰ।
সংসাৰৰ সুখে হোৱয় পাৰ॥১৭৯৪
ষোড়শ সহস্ৰ পত্নীসকলে।
অনেক ভাৱ দৰশিয়া চলে॥
মনক মথিৱে নোৱাৰৈ যাৰ।
হেন কৃষ্ণ পাৱে নতি আমাৰ॥১৭৯৫
কৃষ্ণক আগত দেখি প্ৰত্যেক।
কৰিলন্ত আনো স্তুতি অনেক॥
নকৈলো পদ বিস্তৰক ডৰে।
বোলা হৰি হৰি সমস্ত নৰে॥১৭৯৬

---

ঘোষা

**শিৱ শাৰঙ্গধাৰী মধুসূদন দৈত্যাৰি॥১৪৯॥**

**পদ**

আকাশত থাকি ব্ৰহ্মা বোলৈ স্তুতি বাণী।
মাতন্ত কৃষ্ণক শুনা প্ৰভু চক্ৰপাণি॥
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।
দেৱকীৰ গৰ্ভে আসি ভৈলা অৱতাৰ॥১৭৯৭
দুষ্ট ৰাজাগণক মাৰিলা কৰি লীলা।
সন্তক ৰাখিলা প্ৰভু ধৰ্ম্মক স্থাপিলা॥
সমস্ত লোকৰ কৰি পাপৰ প্ৰলয়।
দশোদিশে প্ৰকাশৈ তোমাৰ যশচয়॥১৭৯৮
যদুকুলে অৱতৰি আছা দামোদৰ।
পঞ্চিশ অধিক ভৈল শতেক বৎসৰ॥
দেৱ কাৰ্য্য লাগে মানে সাধিলা সকলে।
কুলক নাশিলা প্ৰায় বিপ্ৰশাপ ছলে॥১৭৯৯
পৃথিবীক এড়ি আৱে আসা নিজ স্থান।
আমি সব কিঙ্কৰক কৰা পৰিত্ৰাণ॥
মাধৱে বোলন্ত শুনিয়োক প্ৰজাপতি।
পৃথিবীক এড়িবে আমাৰো আছে মতি॥১৮০০
কিন্তু যেবে যাওঁ যদুকুল নসংহৰি।
আৰ ভৰে দুনাই তল যাইবে বসুন্ধৰী॥
আগে আমি ইটো যদুকুল কৰি ক্ষয়।
তেবেসে চলিবো ব্ৰহ্মা তোমাৰ নিলয়॥১৮০১
শুনি ব্ৰহ্মা প্ৰণামিয়া কৰি কৃতাঞ্জলি।
ত্ৰিদশে সহিতে নিজ স্থানে গৈলা চলি॥
দ্বাৰকাত অনেক মিলাৱে উতপাত।
প্ৰত্যক্ষে দেখাৱে যেন প্ৰজাৰ বিঘাত॥১৮০২

বুলিলন্ত বাণী কৃষ্ণে বংশক শুনাই।
প্ৰভাসক যাইবো আমি এৰি ইটো ঠাই ॥
আহ্মাৰ বংশত হুয়া আছে ঋষিশাপ।
ঘোৰ উতপাত দেখি মিলে হৃদি তাপ ॥১৮০৩
আজি যাইবো প্ৰভাসক কৰিয়ো উদ্যোগ।
তৈতে স্নানি চন্দ্ৰে এড়াইলন্ত যক্ষ্মাৰোগ ॥
দক্ষ শাপ গুচিল পাইলন্ত পূৰ্ণকলা।
হেন জানি যদুগণ তৈকে লাগি চলা ॥১৮০৪
সবংশে আমিয়ো গৈয়া তৈতে কৰি স্নান।
বিপ্ৰক ভোজন কৰাই দেওঁ মহাদান ॥
দানে পুণ্যে হুই ঘোৰ দুৰ্গতি নিস্তাৰ।
যেন মহা নাৱে সাগৰত কৰৈ পাৰ ॥১৮০৫
কৃষ্ণৰ বচন শুনি যত যদুগণ।
তীৰ্থক যাইবাক সবে উত্ৰাৰল মন ॥
লৰবা লৰবি কৰি ভৈল কাছপাৰ।
ৰথত তুলিল আনি সমস্তে সম্ভাৰ ॥১৮০৬
নিশান কোবাই সবে একস্থান ভৈল।
বাল্য-বৃদ্ধ-স্ত্ৰী মাত্ৰ নগৰত ৰৈল ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥১৮০৭

---

ঘোষা

**পৰমানন্দ ৰাম ষোনো ছাড়ন্তু মোক।**
**হৰি ষোনো তেজি যাহা মোক ॥১৫০॥**

পদ

যাইবে যদুগণ কাছে ভক্ত উদ্ধৱৰ পাছে
বিমৰ্জল দেখি কাম্পে কায়।
কৃষ্ণৰ বচন শুনি মনে বিমৰিষি গুণি
বুজিলন্ত সবে অভিপ্ৰায় ॥
বিবলন্ত হৰিদাস কৃষ্ণৰ চাপিয়া পাস
শিৰে প্ৰণামিলা পায় ছুই।
অন্তৰ্গত তত্ত্ব ভাৱে মাধৱক নম্ৰভাৱে
বুলিলন্ত কৃতাঞ্জলি হুই ॥১৮০৮
যাদৱ বংশক তুমি সংহৰি এড়িবা তুমি
অৱশ্যে জানিলো আক আমি ॥
সিকাৰণে ঋষিশাপ ব্যৰ্থ নকৰিলা বাপ
তুমি হুয়া জগতৰ স্বামী ॥
তোহ্মাৰ চৰণ এড়ি নিমিষেক প্ৰভু হৰি
থাকিবে নপাৰো একো স্থান।
তুমি এড়িলাত মোৰ মিলিবে সন্তাপ ঘোৰ
অৱশ্যে ছাড়িবে মোৰ প্ৰাণ ॥১৮০৯
তুমি জপ তপ পুণ্য তুমি বিনা দেখো শূন্য
দিনতে আন্ধাৰ ত্ৰিজগত।
অনেক কাৰ্পণ্য কৰো দুয়ো চৰণত ধৰো
লৈয়া যায়ো আহ্মাক লগত ॥
সম্যকে অমৃতময় তোহ্মাৰ চৰিত্ৰচয়
তাক মাত্ৰ শুনৈ যিটো নৰে।
তাহাৰ উপজে ভাৱ নছাড়ে তোহ্মাৰ পাৱ
আন বিষয়কো পৰিহৰে ॥১৮১০
শয়ন ভোজন স্নানে তোহ্মাৰ ৰহস্য স্থানে
সদা সেৱা কৰি থাকো আমি।
তুমি জীৱ তুমি প্ৰাণ তুমি বিনা নাহি আন
কিমতে বৰ্ত্তিবো এড়ি স্বামী ॥
অৱশেষ উপহাৰ ছাড় বস্ত্ৰ অলঙ্কাৰ
তোহ্মাৰেসে পিন্ধো সৰ্ব্বদায়।
তোহ্মাৰ উচ্ছিষ্ট খায়া তৰিবো তুষ্টৰ মায়া
হেনসে আছিল অভিপ্ৰায় ॥১৮১১
যোগীগণে শ্ৰম কৰি প্ৰযত্নে সমাধি ধৰি
সবে কৰ্ম্মবন্ধ কৰি ক্ষীণ।
তেজিয়া সংসাৰ নয় দেখে সবে ব্ৰহ্মময়
তেবেসে তোহ্মাত যায় লীন ॥

আমি যত গৃহবাসী কৰ্ম্মপথে ভ্ৰমো আসি
ভজিলোহো চৰণে তোমাৰ ।
তোমাক হিয়াত স্মৰি তোমাৰ কীৰ্ত্তন কৰি
তোমাৰ কথায় হুইবো পাৰ ॥১৮১২
চৰণ-ছত্ৰক ইটো উপাসিয়া থাকৈ যিটো
সিটো এড়াই সংসাৰৰ তাপ ।
হেন পাদ-পদ্ম এৰি ক্ষণেকো নিজীৰো হৰি
নিয়ো লগে জগতৰ বাপ ॥
অনেক কাপুৰ্ণ্য কৰি কৃষ্ণৰ আগত পড়ি
যুৰিলন্ত উদ্ধৱে ক্ৰন্দন ।
দেখি দুখ ভকতৰ আশ্বাসিয়া দামোদৰ
উদ্ধৱক বুলিলা বচন ॥১৮১৩
স্বৰূপ জানিলা তুমি এড়িবাক চাওঁ ভূমি
সংহৰিলো পৃথিবীৰ ভাৰ ।
দেৱৰো সাধিলো কাজ তোমাত নাহিকৈ বাজ
কুলৰো চিন্তিবো মহামাৰ ॥
সাত দিন অৱসানে সমস্তে দ্বাৰকা মানে
সাগৰৰ জলে যাইব তল ।
আমি এড়িলাত ভূমি ঐত নাথাকিবা তুমি
লোকত মিলিবে বিমঙ্গল ॥১৮১৪
পীড়িবে দুৰ্জ্জন কলি সত্বৰে যায়োক চলি
এড়া বন্ধু বান্ধৱৰ স্নেহ ।
মই আত্মা হেন জানি আক্মাক বান্ধৱ মানি
দেখা ভিন্ন আপোনাৰ দেহ ॥
যত দেখা যত শুনা যতেক মনত গুণা
সবে মায়াময় স্বপ্ন সম ।
সমস্তে জগতে হৰি জানিবা নিশ্চয় কৰি
গুচায়ো বুদ্ধিৰ ইটো ভ্ৰম ॥১৮১৫
জ্ঞানযোগ কৰ্ম্মযোগ পৰম ভকতি যোগ
সমস্তে কহিলা উদ্ধৱত ।
সাংখ্যতত্ত্ব যত আছে উদ্ধৱে জানিলা পাছে
মাধৱৰ পাদ প্ৰসাদত ॥

দুনাই পুতাঞ্জলি ধৰি কৃষ্ণক প্ৰণাম কৰি
বুলিলন্ত হুয়া নম্ৰ কায়া ॥
জানিলো তুমিসি সচা আন যত সবে মিছা
তথাপি দুস্ত্যজ মোহমায়া ॥১৮১৬
বিষয়ৰ দুখ জানি তথাপিতো একোপ্ৰাণী
নেৰৈ দুনাই তাকে ভুঞ্জি মৰৈ ।
গলত বান্ধিয়া পাঘে কাটিবাক নেন্ত ছাগে
যেন নিলৰ্জ্জতা আতি কৰৈ ॥
অনেক ভৎৰ্সনি পাই উচ্ছিষ্ট ভুঞ্জিবে যাই
যেন অতি কুকুৰ নিৰ্গতে ।
কহিয়োক স্বৰূপত ইটো ঘোৰ বিষয়ত
বিৰকতি হোৱৈ কেনমতে ॥১৮১৭

—✻—

ঘোষা

নৰহৰি কি এ ৰাম, নিস্তাৰিয়া নিয়ো নাৰায়ণ
মাথাত ধৰিবো তুলি দুখানি চৰণ ॥১৫১

পদ

উদ্ধৱক সম্বোধি মাতন্ত কৃষ্ণ পাছে ।
কৰ্ম্মবন্ধ এড়াইবে প্ৰৱন্ধ যাৰ আছে ॥
বৈষ্ণৱৰ সঙ্গ সিটো লৈব প্ৰথমত ।
মোহোৰ চৰিত্ৰ শুনিবেক ভকতত ॥১৮১৮
মোৰ নাম কীৰ্ত্তন কৰিব সৰ্ব্বক্ষণে ।
হৃদয়ত মোৰ ৰূপ চিন্তিব যতনে ॥
মোৰ যশ গায়া যিটো কৰৈ গীত নৃত্য ।
নাহি তাৰ চিন্তা সিটো ভৈল কৃতকৃত্য ॥১৮১৯
শুনিয়ো উদ্ধৱে আৰো ৰহস্য ভকতি ।
কৰিবা অভ্যাস তুমি স্থিৰ কৰি মতি ॥
সমস্তে ভূতত্তে ব্যাপি আছো মই হৰি ।
সবাকো জানিবা তুমি বিষ্ণুবুদ্ধি কৰি ॥১৮২০

ব্ৰাহ্মণৰ চাণ্ডলৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ এক দৃষ্টি ভুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেহে পণ্ডিত বুলিয় সৰ্ব্বজ্ঞান॥১৮২১
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু বুদ্ধি ভাৱে সৰ্ব্বদায়ে মান্য কৰে॥
ঈৰষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ।
সবে নষ্ট হৈবে তেৰে তাৰক্ষণে তাৰ॥১৮২২
দেখি সখিগণে যোনো হাসৈ আসি বেঢ়ি।
মই সাধু ইটো চোৰ হেন লজ্জা এৰি॥
কুকুৰ শৃগাল গৰ্দ্দভৰে আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম॥১৮২৩
সমস্তে ভূততে বিষ্ণু বুদ্ধি নোহে যাৰে।
কায়-বাক্য-মনে অভ্যাসিবা এহি ভাৱে॥
বিষ্ণুময় দেখৈ যিটো সমস্তে জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥১৮২৪
সকলে প্ৰাণীক দেখিবেক আত্মা সম।
উপায় মধ্যত ইটো আতি মুখ্যতম॥
মোৰ ইটো ধৰ্ম্মৰ অল্পৰো নাহি হানি।
যিহেতু সাক্ষাতে মই কৈলো তত্ত্ববাণী॥১৮২৫
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত॥
স্ত্ৰী শূদ্ৰে কৰৈ যদি আত্মাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহামতি॥১৮২৬
আক ভক্তি কৰি পঢ়ে যিটো জ্ঞানীলোক।
মহা শুদ্ধ হুয়া জ্ঞানোদ্দীপে দেখৈ মোক॥
জানিলা উদ্ধৱ যেন দিল উপদেশ।
তোম্ভাৰ কি শোক মোহ গুচিল নিঃশেষ॥১৮২৭
ব্ৰহ্মা হৰ হলায়ুধ লক্ষ্মী প্ৰিয়জায়া।
পৰম সুন্দৰ মোৰ দেখা ইটো কায়া॥
সবাতো অধিক মোৰ তুমি প্ৰিয়তম।
নাহি আন বান্ধৱ উদ্ধৱ তুমি সম॥১৮২৮
ভকততেসে মোৰ হৃদি জানিবা নিশ্চয়।
ভকত জনৰ জানা আমিসে হৃদয়॥
মই বিনা ভকতে নিচিন্তে কিছু আন।
ভকতত পৰে মই নিচিন্তোহো আন॥১৮২৯

ঘোষা

কমলাপতি হোক গতি ৰাম।
মোৰ মতি তোম্ভাৰ চৰণে॥১৫২॥

পদ

উদ্ধৱে কৃষ্ণৰ শুনি বাণী।
কৃতাঞ্জলি ভৈল মহামানী॥
মাতিবে নোৱাৰি আছা ৰহি।
চক্ষুৰ লোতক পৰৈ বহি॥১৮৩০
স্নেহত ব্যাকুল ভৈল মন।
ধৈৰ্য্য ধৰি ভৈলা সন্মুক্ষণ॥
আগবাঢ়ি গৈলা ধীৰে ধীৰে।
কৃষ্ণৰ চৰণ দুই শিৰে॥১৮৩১
বুলিলা কৰিয়া নমস্কাৰ।
গুচাইলা মোহ অন্ধকাৰ॥
সূৰ্য্যৰ কাষত যিটো থাকে।
তাক কি আন্ধাৰে আৰ ঢাকে॥১৮৩২
কিনো কৃপা ভৃত্যক কৰিলা।
বিজ্ঞান প্ৰদীপ মোক দিলা॥
প্ৰভু এৰি তোম্ভাৰ পাৱক।
কোন জনে ভজিবে আনক॥১৮৩৩
ছিণ্ডিলা সুদৃঢ় মোহ পাশ।
বিসয়তো কৰিলা উদাস॥
দূৰ ভৈল বান্ধৱৰ স্নেহ।
দেখো ভিন্ন আপোনাৰ দেহ॥১৮৩৪

নমো নমো যোগেশ্বৰ হৰি।
ভৃত্যক শিখায়ো ভাল কৰি॥
মুক্ত অৱস্থাতে মোৰ মন।
নেৰৈ যেন তোহ্মাৰ চৰণ ॥১৮৩৫
মাধৱে বোলন্ত এহি হোক।
বদৰিকাশ্ৰমক যায়োক॥
অলকানন্দাক দৰশনে।
এৰিবে সমস্তে পাপগণে ॥১৮৩৬
পিন্ধিবাহা বাকলি বসন।
বন্যফল কৰিবা ভোজন॥
থাকিবাহা ইন্দ্ৰিক দমি।
হৈবা শান্ত মনক নিয়মি ॥১৮৩৭
আহ্মাক স্মৰিবা বাক্য মনে।
মোৰ ৰূপ চিন্তিবা যতনে॥*
সংসাৰৰ বন্ধে হৈবা হীন।
তেবে চিত্ত মোতে যাইবা লীন ॥১৮৩৮
যিটো জ্ঞান শিখাইলো তোহ্মাক।
বিচাৰিয়া অভ্যাসিবা তাক॥
পাইবা তাৰ অল্পতে প্ৰমাণ।
এতিক্ষণে এৰা ইটো স্থান ॥১৮৩৯
তৰিবাহা সংসাৰৰ ক্লেশ।
দিবাহা আনকো উপদেশ॥
ভণিল শঙ্কৰে কৃষ্ণ পদে।
হৰি হৰি বোলা সভাসদে ॥১৮৪০

---

ঘোষা

**এ ত্ৰাহি হৰি জগন্নাথ ॥১৫৩॥**

পদ

হেন যেবে বুলিলা মাধৱে।
কৰযোৰে উঠিলা উদ্ধৱে॥
বান্ধৱৰ স্নেহে ভৈলা হীন।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ ॥১৮৪১
পৰি প্ৰণামিলা মহাবীৰে।
কৃষ্ণৰ চৰণ চুইয়া শিৰে॥
স্নেহে ভৈল আকুল স্বভাৱ।
লোতকে তিয়াইলা দুয়ো পাৱ ॥১৮৪২
আজি এৰো প্ৰভুৰ চৰণ।
এহি বুলি যুৰিলা ক্ৰন্দন॥
যদ্যাপি জনিলা মহাজ্ঞান।
তথাপিতো ছাড়ে যেন প্ৰাণ ॥১৮৪৩
ভৈলন্ত বিহ্বল আতি স্নেহে।
যাইবাক খোজন্তে হৃদি দহে॥
কৃষ্ণক এৰিবে নপাৰন্ত।
চৰণত পৰিয়া কান্দন্ত ॥১৮৪৪
হৃদি তাপ কৰন্ত উদ্ধৱ।
চলা চলা বোলান্ত মাধৱ॥
কৃষ্ণৰ সুদৃঢ় আজ্ঞা জানি।
উঠি আখি মুচি মহামানী ॥১৮৪৫
প্ৰভুৰ পাদুকা শিৰে বান্ধি।
প্ৰণামি লৰিলা কান্দি কান্দি॥
আগক নবাঢ়ে আৰ ভৰি।
কৰন্ত প্ৰণাম দুনাই পৰি ॥১৮৪৬
উঠি যান্ত ভৰি পাঞ্চ ছয়।
আৰকা পৰন্ত মহাশয়॥
কৃষ্ণৰ বচনে উঠি যান্ত।
নযায় ভৰি উলটি চাহন্ত ॥১৮৪৭

ধৰিবাক নোৱাৰন্ত চিত্ত।
দণ্ডৱতে পৰন্ত ভূমিত ॥
দুনাই উঠি কৰন্ত গমন।
কৃষ্ণৰ বিয়োগে দহে মন ॥১৮৪৮
কৃষ্ণে যিটো শিখাইলন্ত জ্ঞান।
কৰিলা হৃদয়ে তাক ধ্যান ॥
কৃষ্ণৰ খবৰ মাথে লৈয়া।
দ্বাৰকাৰ ৰাজ ভৈলা গৈয়া ॥১৮৪৯
যাদৱ বংশক কৃষ্ণে আনি।
বুলিলা মাধৱে হেন বাণী ॥
দেখা কেন ঘোৰ উতপাত।
দ্বাৰকাত মিলিবে বিঘাত ॥১৮৫০
স্ত্ৰী-বাল-বৃদ্ধ আছে যত।
থাকোক ৰহিয়া দ্বাৰকাত ॥
প্ৰভাসক চলি যাও আমি।
স্নান দান কৰো জলে নামি ॥১৮৫১
দানেসে দুৰ্গতি সবে হৰে।
আসা ঐৰ অনুৰো সত্বৰে ॥
শুনি বাল্য-বৃদ্ধ-তিৰী যত।
সবেও ৰহিল দ্বাৰকাত ॥১৮৫২
যতেক পুৰুষ বলীয়াৰ।
নাৱে ভৈলা সাগৰৰ পাৰ ॥
ৰথে চৰি গৈলা প্ৰভাসক।
অৰ্চ্চিলন্ত দেৱ ব্ৰাহ্মণক ॥১৮৫৩
কৃষ্ণকথা শুনা সৰ্ব্বজনে।
উদ্ধাৰিবে কৃষ্ণৰ কীৰ্ত্তনে ॥
মোক্ষ পাইবা গৃহবাসে থাকি।
জানি হৰি হৰি বোলা ডাকি ॥১৮৫৪

---

ঘোষা

**মন শ্ৰীৰাম কৃষ্ণ হৰি বুলিয়ো যতনে।**
**ধৰিয়ো একান্ত চিত্তে কৃষ্ণৰ চৰণে ॥১৫৪॥**

পদ

ভৈল কালগ্ৰস্ত সবে যত যদুজাক।
গণ্ডগোল কৰি পিলে বাৰুণী সুৰাক ॥
মাধৱৰ মায়ায়ে কৰিলা বুদ্ধিহত।
মদ্য লাগি ভৈল সবে পৰম উন্মত্ত ॥১৮৫৫
উঠিল দুস্সহ ক্ৰোধ হৰিল চেতন।
অন্যো অন্যে কৰৈ সবে অনেক তৰ্জ্জন ॥
অস্ত্ৰ শস্ত্ৰ ধৰি সবে ৰণত প্ৰবুদ্ধ।
আপোনাৰ মাজত লগাইল ঘোৰ যুদ্ধ ॥১৮৫৬
টঙ্কাৰিয়া ধনুক বৰিষৈ শৰ ধাৰে।
গদা মুদ্গৰ অসি পৰশু প্ৰহাৰে ॥
সাম্ব কামদেৱৰ লাগিল ঘোৰ যুদ্ধ।
কৰৈ ঘোৰ সমৰ সাত্যকি অনিৰুদ্ধ ॥১৮৫৭
সুভদ্ৰ সংগ্ৰামজিতে কৰে হুলস্থুল।
সুমিত্ৰ সুৰথে দুয়ো কৰন্ত তুমুল ॥
উল্মুকে নিশঠে ভৈল দুৰ্ঘোৰ কন্দল।
শতজিত সমে যুজে ভানু মহাবল ॥১৮৫৮
অক্ৰূৰে সহিতে কৃতবৰ্ম্মা মহাবীৰ।
কৰন্ত সমৰ কোপে কম্পিত শৰীৰ ॥
ভৈল সবে উন্মত্ত চেতন নাহি গাত।
বৰিষন্ত নিশিত শায়ক অসংখ্যাত ॥১৮৫৯
পৰিঘ পট্টিশ অসি কৰন্ত প্ৰহাৰ।
অন্যো অন্যে শত্ৰু বুদ্ধি চিন্তে মহামাৰ ॥
তৰ্জ্জয় গৰ্জ্জয় কতো কৰৈ হাতাহাতি।
মাধৱৰ মায়ায়ে মোহিত ভৈলা জাতি ॥১৮৬০

ভোজ বৃষ্ণি অন্ধক সাত্বত যদুবংশ।
বিষ্ণুৰ মায়ায়ে সবে ভৈল বুদ্ধি ভ্ৰংশ॥
হুয়া আতি বিস্মৃতি পিতৃক পুত্ৰে মাৰে।
শ্বশুৰে জামাইক ভাই ভ্ৰাতৃক প্ৰহাৰে॥১৮৬১
শ্যালক ভিনীসি মাৰে আজোকক নাতি।
খুড়াতে ভাতিজে কাটাকাটি কৰৈ আতি॥
মিত্ৰমিত্ৰে কৰৈ যুদ্ধ ভাগিনে মাতুলে।
সুহৃদ সোদৰ যেন নচাবৈ বাতুলে॥১৮৬২
ঢকুৰাইলা অস্ত্ৰ ধনু ভাঙ্গিল কোবত।
প্ৰহাবৈ মাচুৰি ধৰি পৰম ক্ৰোধত॥
শৰীৰত পৰৈ যেন বজ্ৰৰ সন্ধান।
বিমুৰ্চ্ছিত হুইয়া যদুগণে চাড়ৈ প্ৰাণ॥১৮৬৩
পাছে ৰাম-কৃষ্ণে উঠি হাতক উচ্চাই।
মাজ পশি সবাকো বাধন্ত দুয়ো ভাই॥
দেখি যদুবীৰগণে ক্ৰোধে জ্বলি গৈল।
শত্ৰু বুদ্ধি তাসম্বাক মাৰিবাক লৈল॥১৮৬৪
খঙ্গি ৰাম মাধৱো মাচুৰি লৈলা তুলি।
অনেক যাদবী সেনা মাৰিলা সমূলি॥
বিপ্ৰশাপ জন্যে সব বংশ ভৈল ছন্ন।
বংশৰ অগনি যেন পোৰৈ বংশ বন॥১৮৬৫
সাগৰৰ তীৰক ঢাকিল মৰাশৰে।
এৱেসে গুচিল ভাৰ জানিল মাধৱে॥
পাছে বলোভদ্ৰ গৈল সাগৰৰ তীৰ।
যোগচিন্তি এৰিলন্ত মনুষ্য শৰীৰ॥১৮৬৬
কৃষ্ণৰ অদ্ভুত লীলা শুনা সৰ্ব্বজন।
প্ৰাণ থাকৈ মানে কেহো নেৰিবা কীৰ্ত্তন॥
হেন জানা অন্তকে কেশত আছে ধৰি।
এৰাইয়ো যমৰ দায় ডাকি বোলা হৰি॥১৮৬৭

---

ঘোষা

**ৰাম হৰি বোলো মুখে।**
**সংসাৰ তৰিয়ো সুখে॥১৫৫॥**

**পদ**

দেখিলা কৃষ্ণে ৰাম মহাভাগ।
কৰিলা যোগবলে তনু ত্যাগ॥
মাধৱে পাছে প্ৰভাসৰ জলে।
স্নান কৰি গৈলা অশ্বত্থ তলে॥১৮৬৮
মাটিত বসিয়া ভৈলন্ত চুপ।
ধৰিলা দিব্য চতুৰ্ভুজ ৰূপ॥
দেহৰে জ্যোতি জ্বলে দিয়পাশ।
বিধুম বহ্নিৰ যেন প্ৰকাশ॥১৮৬৯
নব মেঘ যেন শ্যাম আকৃতি।
তাতে পীতবস্ত্ৰে কৰৈ দীপিতি॥
বদন পঙ্কজ আছে প্ৰকাশি।
মুখে সদায় ঈষত হাসি॥১৮৭০
প্ৰকাশৈ কপোলে অলকা পান্তি।
পদ্মক নিন্দে নয়নৰ কান্তি॥
কিৰীটি শিৰে সম নাহি মোলে।
কৰ্ণত মকৰ কুণ্ডল দোলে॥১৮৭১
আজানুলম্বী চাৰু চাৰি হাত।
কেয়ুৰ কঙ্কণে প্ৰকাশৈ তাত॥
আঙ্গুলীগণকো দেখন্তে তুষ্টি।
ৰত্নময় পিন্ধি আছে আঙ্গুষ্টি॥১৮৭২
কম্বুকণ্ঠে আতি কৌস্তুভ জ্বলে।
মুকুতাৰ হাৰ শোভে বক্ষস্থলে॥
গলত বনমালা কৰৈ কান্তি।
হিয়াত প্ৰকাশৈ শ্ৰীবৎস পান্তি॥১৮৭৩

কান্ধে নৰগুণ উত্তৰী পীত।
ৰত্নৰ মেখলা জ্বলৈ কটিত॥
নূপুৰে ৰঞ্জে পাদ-পদ্ম দুই।
ভকতে যাক দেখি সুখী হুই॥১৮৭৪
যতেক অস্ত্র চক্র আদি কৰি।
চৌপাশে উপাশন্ত মূৰ্ত্তি ধৰি॥
দক্ষিণ উৰুত থৈয়া চৰণ।
বসি আছা হৰি ধৰি আসন॥১৮৭৫
মৃগ মুখাকাৰ দেখিয়া ভৰি।
মাৰিলা ব্যাধ শৰ লক্ষ্য কৰি॥
সন্ধানে কৃষ্ণৰ পাৰক ভেদি।
পৰিল বুলি ব্যাধ গৈলা খেদি॥১৮৭৬
দেখে বসি আছা জগনিবাস।
পেহ্লাইলা ধনু হুয়া মহাত্রাস॥
ডৰিল জীৱ ভৈলা যেন মৰা।
কৃষ্ণৰ আগত পৰিল জৰা॥১৮৭৭
শুনা সৰ্ব্বজনে হৰি চৰিত।
আত পৰে ধৰ্ম্ম নাহি কলিত॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে॥১৮৭৮

———

ঘোষা

**প্ৰণাম ৰাম প্ৰভু পদ্মপাণি॥১৫৬॥**

পদ

অনেক বিনয় কৰিলা ব্যাধ।
ক্ষমিয়ো হৰি মোৰ অপৰাধ॥
অধম পাপী মই দামোদৰ।
নজানি তোমাক কৰিলো শৰ॥১৮৭৯
মনুষ্য লোকৰ যত অজ্ঞান।
যাহাক স্মৰণে কৰৈ নিৰ্য্যাণ॥
হেন মাধৱৰ দ্ৰোহ আচৰি।
কেনে জীওঁ এভো নযাও মৰি॥১৮৮০
চাহিবে নলাগে কাটিয়ো মোক।
পাপীৰ মোৰ প্ৰায়শ্চিত্ত হোক॥
আউৰ যেন মই অধম পাপ।
নকৰো মহন্তক উপতাপ॥১৮৮১
শঙ্কৰ ব্ৰহ্মা আদি দেৱগণ।
যাহাৰ মায়ায়ে মোহিত মন॥
নজানন্ত যাৰ মহিমা আতি।
জানিবো কিবা আমি অন্ত্যজাতি॥১৮৮২
মাধৱে বোলন্ত শুনিয়ো জৰা।
উঠিয়ে সত্বৰে ভয় নকৰা॥
কৰিলি আত্মাৰ বাঞ্ছা সফল।
মোৰ বোলে আৰে স্বৰ্গক চল॥১৮৮৩
শুনিয়া মাধৱক ভয়ে হীন।
কৰিলা তিনিবাৰ প্ৰদক্ষিণ॥
প্ৰণামিয়া পাছে বিমানে চৰি।
সশৰীৰে গৈলা স্বৰ্গক লৰি॥১৮৮৪
কৃষ্ণৰ সাৰথী পাছে দাৰুকে।
ৰথে চৰি চাই ফুৰে নিচুকে॥
কৃষ্ণক বিচাৰ কৰি প্ৰবন্ধে।
পাইলন্ত গৈয়া তুলসীৰ গন্ধে॥১৮৮৫
সম্মুখ হুয়া দেখিলন্ত পাছে।
মূৰ্ত্তি ধৰি অস্ত্ৰ চৌপাশে আছে॥
প্ৰকাশৈ দেহা যেন পূৰ্ণ শশী।
অশ্বত্থ তলত আছন্ত বসি॥১৮৮৬
বজাইল লোতক আকুল ভাৱে।
পৰিলা দাৰুক কৃষ্ণৰ পাৱে॥
কান্দিলা হুমাহুৰি অধোমুখে।
মাতিলা পাছে মহা মনোদুখে॥১৮৮৭

তোহ্মাৰ চৰণ নেদেখি স্বামী।
গুচিল চক্ষু অন্ধ ভৈলো আমি
নজানোহো একো বিদিশ দিশ।
নাহি সুখ শান্তি জগত ঈশ ॥১৮৮৮
যেন চন্দ্ৰ বিনা ৰাতি আন্ধাৰ।
তুমি মুখ্য প্ৰভু প্ৰাণ আহ্মাৰ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে ॥১৮৮৯

---

ঘোষা

হৰি গোবিন্দ জয় কৃষ্ণ গোপাল ৰাম ॥১৫৭॥

পদ

এহিমতে দাৰুকে বোলন্ত পাছে ৰথ।
আকাশে ধৰিলা বেগে বৈকুণ্ঠৰ পথ ॥
পাছতে লৰিলা চক্ৰ আদিচয়।
দেখিয়া দাৰুকে ভৈলা পৰম বিস্ময় ॥১৮৯০
স্তবধ নয়নে চাই আছে ওপৰক।
মাধৱে বুলিলা বাক্য পাছে দাৰুকক ॥
চলিয়োক দাৰুক সত্বৰে দাৰকাক।
বান্ধৱত কহ গৈয়া আহ্মাৰ বাৰ্ত্তাক ॥১৮৯১
অন্যো অন্যে জ্ঞাতিগণ মৰিল সমস্ত।
প্ৰত্যেক্ষে দেখিলা বলভদ্ৰো গৈল অস্ত ॥
শৰঘাৰে ভৈলো আমি মৃতক সমান।
পিতৃত-মাতৃত গৈয়া তুমি দিয়া জ্ঞান ॥১৮৯২
দ্বাৰকাত আউৰ নথাকিবা একো নৰে।
মই এৰিলাত আসি বুৰাইবে সাগৰে ॥
সবন্ধু বান্ধৱে সাগৰৰ হৈবা পাৰ।
নেৰিবাহা বৃদ্ধ পিতৃ-মাতৃক আহ্মাৰ ॥১৮৯৩

আসিব অৰ্জ্জুন সখি দেখিবাক মোক।
তান লগে যাইবা দ্বাৰকাৰ যত লোক ॥
ৰাখি নিবা পথে ধনঞ্জয় মহাৰথ।
বঞ্চিবাহা তুমি সবে গৈয়া ইন্দ্ৰপ্ৰস্থ ॥১৮৯৪
তুমি আচৰিবা ভাগৱত ধৰ্ম্মচয়।
জ্ঞাননিষ্ঠ হুয়া সবে এৰিবা বিষয় ॥
মায়াৰ ইটো জগতক জানি।
পাছে মোক পাইবা তুমি কৈলো সত্যবাণী ॥১৮৯৫
শুনিলা দাৰুকে পাছে কৃষ্ণৰ আদেশ।
কৰযোৰে উঠিলা মনত কৰি ক্লেশ ॥
প্ৰদক্ষিণ প্ৰভুৰ কৰিলা সাতবাৰ।
ভূনাই ভূনাই পৰিযা কৰন্ত নমস্কাৰ ॥১৮৯৬
শিৰত আছিলা ধৰি দুখানি চৰণ।
লোতক সলিল আখি কৰন্ত ক্ৰন্দন ॥
চলিলোহো মই প্ৰাণ-প্ৰভুক উপেক্ষি।
ইজন্মত ভৈলো পৰিচ্ছেদ দেখা দেখি ॥১৮৯৭
এহি বুলি লৰিলা কৃষ্ণৰ পাৰ এৰি।
হা কৃষ্ণ বুলিয়া পাৰন্তে নায় গেৰি ॥
অনন্তৰে যতেক আছিল দেৱজাক।
তহিতে মিলিল আসি আৰবি ব্ৰহ্মাক ॥১৮৯৮
সিদ্ধ মুনি বিদ্যাধৰ কিন্নৰ চাৰণ।
পাৰ্ব্বতী সহিতে আসিলন্ত ত্ৰিনয়ন ॥
কৃষ্ণৰ নিৰ্য্যাণ দেখিবাক অভিলাষে।
বিমানে বেঢ়িয়া আসি ৰহিলা আকাশে ॥১৮৯৯
মাধৱৰ চৰিত্ৰ শুনিয়ো সৰ্ব্বজন।
নেৰিবা সদায় কেহো কৃষ্ণৰ কীৰ্ত্তন ॥
কলিযুগে আন ধৰ্ম্ম নাহি আত পৰে।
হেন জানি হৰি হৰি বোলা নিৰন্তৰে ॥১৯০০

---

ঘোষা

**কৃষ্ণ নাম যাদৱ মাধৱ মধুৰিপু ॥১৫৮॥**

পদ

মাধৱক চাই দেৱগণে।
কৰিলা প্ৰণাম ৰঙ্গমনে ॥
ৰূপ দেখি চান্ত এক দৃষ্টি।
কৰন্ত আনন্দে পুষ্প বৃষ্টি ॥১৯০১
কৰযোৰে আতি ভক্তি ভাৱে।
জুমা জুমি কৃষ্ণগুণ গাৱে ॥
কতো হৰি কীৰ্ত্তন কৰন্ত।
তাৰ চেৱে কতোহো নাচন্ত ॥১৯০২
বাজে যন্ত্ৰ আকাশক ছানি।
কৰৈ দেৱে ডুন্দুভিৰ ধ্বনি ॥
ঘনে ঘনে পুষ্প বৰিষন্ত।
জয় কৃষ্ণ বুলি জোকাৰন্ত ॥১৯০৩
শুনি হৰি ওপৰক চাইল।
ব্ৰহ্মাক আগতে ভেট পাইল ॥
আনো সব দেবতাক দেখি।
মুদিলন্ত কৃষ্ণে দুয়ো আখি ॥১৯০৪
পাছে যোগ ধাৰণা ধৰিলা।
আপোনাক আত্মাতে থাপিলা ॥
নিমিষেকে নৰ চেষ্টা এৰি।
বৈকুণ্ঠত প্ৰবেশিলা হৰি ॥১৯০৫
যেন মেঘে বিজুলী ছটাক।
নোৱাৰিলা কেৱে লক্ষিবাক ॥
কৃষ্ণৰ গতিক সব দেৱে।
সেহিমতে নলক্ষিল কেৱে ॥১৯০৬
যিটো দেহা ধ্যানৰ আলয়।
দেখি হোন্ত আপুনি বিস্ময় ॥
হেন তনু ভৈল অন্তৰ্দ্ধান।
বিজুলী ছটাক যেন ঠান ॥১৯০৭
শ্ৰী ধৰ্ম্ম সত্য ধৃতি যত।
সবে গৈল কৃষ্ণৰ লগত ॥
হেন দেখি যত দেৱগণে।
সবাৰো বিস্ময় ভৈল মনে ॥১৯০৮
কৃষ্ণৰ অদ্ভুত যোগ গতি।
দেখি সবে প্ৰশংসিয়া আতি ॥
স্বকী স্বকী স্থানে চলি গৈলা।
শুক মুনি নৃপতিত কৈলা ॥১৯০৯
ৰাজা আত বিস্ময় নকৰা।
মৰা পুত্ৰ অন্তকৰো পৰা ॥
গুৰুক দক্ষিণা আনি দিলা।
স্বদেহে ব্যাধকো স্বৰ্গে নিলা ॥১৯১০
ব্ৰহ্ম অস্ত্ৰে দহিলে তোহ্মাক।
ৰাখিলন্ত ধৰিয়া গদাক ॥
হেন হৰি দেৱ আদি মুল।
নৰাখিলা ইটো যদুকুল ॥১৯১১
মনুষ্যত নাই স্বতঃ গতি।
অন্তকালে সবে বিসঙ্গতি ॥
হেন দেখাই দেৱ শ্ৰীহৰি।
গৈলা লৰি কুলক সংহৰিবে ॥১৯১২
ইটো লীলা কৃষ্ণৰ চৰিত্ৰ।
কৰয় কীৰ্ত্তন যিটো নিত ॥
তাৰ হুইবে বৈকুণ্ঠত বাস।
হেন জানি এৰিয়ো আলাস ॥১৯১৩
হৰিৰ কীৰ্ত্তন সদা কৰা।
বৃথা কথা কহিয়া নমৰা ॥
কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে।
হৰি হৰি বোলা সবে নৰে ॥১৯১৪

ঘোষা

**মন মাধৱ ৰাম ৰাম জপ অবিশ্ৰাম ।।১৫৭।।**

পদ

শুকমুনি বদতি শুনিয়ো পৰীক্ষিত।
পাপৰ অন্তক ইটো কৃষ্ণৰ চৰিত্ৰ ॥
এহিমতে মৰিল যতেক যদুজাক।
অনন্তৰে দাৰুক পাইলন্ত দ্বাৰকাক ॥১৯১৫
গোবিন্দৰ বিয়োগে বিহ্বল আতি দুখে।
চাই আছে নৰনাৰী কৰি ঊৰ্দ্ধ মুখে ॥
বসুদেৱ উগ্ৰসেনো আছে দুখ ভাৰে।
পৰিল দাৰুক গৈয়া দুহাতুৰো পাৰে ॥১৯১৬
চকুৰ লোতকে তিয়াইলন্ত দুইৰো ভৰি।
কান্দিলা অনেক ৰাম-কৃষ্ণ সুমৰি ॥
দাৰুকক বেঢ়িয়া সোধন্ত নাৰী নৰে।
কি ভৈল সাৰথি কথা কহিয়ো সত্বৰে ॥১৯১৭
মুচিলন্ত আথি আতি গদ গদ মাত।
কহিলা দাৰুকে পাছে সকলে বৃত্তান্ত ॥
কি কহিবো কথা মোৰ দহয়ে হৃদয়।
অন্যো অন্যে যদুগণ গৈলা যমালয় ॥১৯১৮
নৰৈল জনেক সমূলঞ্চে ভৈল হত।
হেন শুনি অগ্নি যেন লাগিল গাৱত ॥
ক্ৰন্দনৰ উৰ্ম্মি উথলিল আতি ৰব।
প্ৰভাসক লাগি সবে দিলেক লৰৰ ॥১৯১৯
গালন্ত চাপৰ মাৰৈ শোকে স্মৃতি নাই।
হা পতি পুত্ৰ বুলি গোৱিয়াস্তে যায় ॥
এহিমতে গৈয়া সবে দেখিলেক পাছে।
প্ৰভাসৰ তীৰক মৃতকে বেঢ়ি আছে ॥১৯২০
মৰা পতি পুত্ৰ সোদৰৰ গলে ধৰি।
কান্দে নাৰীগণে আতি আৰ্ত্তৰায় কৰি ॥
মহাশোকে বসুদেৱ দৈৱকী ৰোহিণী।
বলভদ্ৰ কৃষ্ণক চাহন্তে ফুৰে তিনি ॥১৯২১
নপাইলন্ত লাগ খুজি কৰিয়া বিচাৰ।
হৰাইল চেতন শোকে দেখৈ অন্ধকাৰ ॥
তিনিয়ো ত্যাজিলা প্ৰাণ হা কৃষ্ণ বুলি।
মাটিতে উফৰি পৰি মৰিল সমূলি ॥১৯২২
ক্ৰন্দন এৰিয়া নাৰীগণ অসংখ্যাত।
স্বামীক আলিঙ্গি আৰোহিলন্ত চিতাত ॥
ৰেৱতী প্ৰমুখ্যে যত আছে নাৰীগণ।
ৰামক আলিঙ্গি প্ৰবেশিলা হুতাশন ॥১৯২৩
কৃষ্ণ মাতৃগণে বসুদেৱক আবৰি।
চিতাত উঠিয়া লগে গৈলন্ত সৈতাৰী ॥
ৰতি আদি মাধৱৰ পুত্ৰবধূ যত।
গৈলা সবে স্বকী স্বকী স্বামীৰ লগত ॥১৯২৪
ৰুক্মিণী প্ৰমুখ্যে অষ্ট মহিষী কৃষ্ণৰ।
নপাইলা বিচাৰি মাধৱৰ কলেৱৰ ॥
প্ৰবেশিলা বহ্নিত স্বামীক কৰি ধ্যান।
কৃষ্ণক চিন্তিয়া সবে এৰিলন্ত প্ৰাণ ॥১৯২৫
এহিমতে এৰি যেৱে গৈলা দামোদৰে।
ক্ষণেকতে দ্বাৰকাক বুৰাইলা সাগৰে ॥
নৰহিল কিছু তল গৈলা সামৰাজে।
ৰুক্মিণী দেৱীৰ মুখ্য মন্দিৰত বাজে ॥১৯২৬
নেৰন্ত যাহাক মধুসূদনে ক্ষণেক।
অদ্যাপিও সাগৰত দেখিয়ো প্ৰত্যেক ॥
সূৰ্য্য সম জ্বলে সিটো কৃষ্ণৰ আলয়।
যাক দৰশনে কৰৈ পাপৰ প্ৰলয় ॥১৯২৭
কৃষ্ণৰ নিৰ্য্যাণ শুনিয়োক সৰ্ব্বজনে।
তৰিবা সংসাৰ আৰ শ্ৰৱণ কীৰ্ত্তনে ॥
গৃহতে থাকিয়া সুখে মহা পুণ্য সাঞ্চা।
বোলা হৰি হৰি যম যাতনাক বঞ্চা ॥১৯২৮

ঘোষা

**ৰামে হোক মতি ৰাম চৰণে গতি ॥১৬০॥**

পদ

অৰ্জ্জুন শুনিলা হেন কৃষ্ণৰ প্ৰয়াণ।
ভৈলন্ত বিহ্বল শোকে নাই স্মৃতি জ্ঞান ॥
মহা মৰ্ম্মে কৃষ্ণক সুমৰি কুন্তীসুত।
হা প্ৰাণ-কৃষ্ণ বুলি কান্দিলা বহুত ॥১৯২৯
কহিয়াছে মাধৱে গীতাত যিটো জ্ঞান।
প্ৰবন্ধে হিয়াত তাক কৰিলন্ত ধ্যান ॥
চিৰকালে চিত্তক কৰিয়া ধীৰে স্বস্থ।
প্ৰেতকাৰ্য্য জ্ঞাতিৰ কৰাইলা মহাৰথ ॥১৯৩০
অনুক্ৰমে দিয়াইলন্ত পিণ্ড জলাঞ্জলি।
কৃষ্ণৰ আদেশ পাছে শুনি মহাবলী ॥
স্ত্ৰী-বাল্য-বৃদ্ধক কৰিয়া ধীৰে স্বস্থ।
সবাকো লগতে লৈয়া গৈলা ইন্দ্ৰপ্ৰস্থ ॥১৯৩১
তহিতে থৈলন্ত নিয়া যত যদুচয়।
পাছে যুধিষ্ঠিৰক দেখিলা ধনঞ্জয় ॥
চৰণত নিঢালে পৰিলা অধোমুখে।
সন্নিধান নেদন্ত কান্দন্ত মহা দুখে ॥১৯৩২
আকুল হৃদয় ভৈলা দেখি যুধিষ্ঠিৰ।
ভ্ৰাতৃত পুছন্ত পাছে কৰি চিত্ত স্থিৰ ॥
বান্ধৱৰ বাৰ্ত্তাক অৰ্জ্জুন মোত কহ।
কুশলে কি আছে সিটো সুৰ মাতামহ ॥১৯৩৩
মমা বসুদেৱ কিবা আছন্ত কল্যাণে।
ভালে কি আছন্ত তান পত্নীগণ মানে ॥
সাম্ব কাম অনিৰুদ্ধ ভালে কি আছন্ত।
সময়ত তান্বে কি মোক সুমৰন্ত ॥১৯৩৪
গোবিন্দৰো বাৰ্ত্তা বাপ কহিয়ো আন্মাত।
সুখে কি আছন্ত কৃষ্ণ দেৱ দ্বাৰকাত ॥
যদুবীৰগণ যাৰ বাহুক আশ্ৰয়ী।
পৰম আনন্দে সবে নিৰ্ভয়ে ক্ৰীড়ই ॥১৯৩৫
সত্যভামা সতী যাৰ চৰণ সেৱাত।
দ্বাৰতে কৰাইলা শচীৰ পাৰিজাত ॥
হেন প্ৰাণ-কৃষ্ণৰ সম্বন্ধে কহ কথা।
কিয় হেন ভৈল বাপ তোহ্মাৰ অৱস্থা ॥১৯৩৬
চিৰকাল প্ৰবাসত কিবা পাইলি দুখ।
তনু তোৰ নিস্তেজ মলিন দেখো মুখ ॥
প্ৰাৰ্থকক নিদিলাহা প্ৰতিশ্ৰুতি দান।
নকৰিলা প্ৰাণীক ভয়ত পৰিত্ৰাণ ॥১৯৩৭
অতিথিক নিদি কিবা কৰিলা ভোজন।
সিজিল পাতক কিবা অগম্যাগমন ॥
অধমে জিনিলা কিবা আসন্তে পথত।
কিসক মিলিল বাপ দুখ হেন মত ॥১৯৩৮
কহিয়োক বাপু এবে দুখৰ কাৰণ।
বুলিবে খোজন্তে নেহ্লায় মুখত বচন ॥
চক্ষুকমলছি পাছে শোকক সুস্থাই।
কাঢ়িলা নিশ্বাস ধীৰে নৃপতিক চাই ॥১৯৩৯
সৌহৃদ্য সখিত্ব সুমৰিয়া মাধৱৰ।
বোলন্ত অৰ্জ্জুনে ৰাজা শুনা অথন্তৰ ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥১৯৪০

---

ঘোষা

**গোপাল হৰি কৰো প্ৰণাম।**
**নেড়োক মুখে ৰাম কৃষ্ণ নাম ॥১৬১॥**

পদ

কিবা সোধা ৰাজা মোৰ অৱস্থা।
সৰ্ব্বনাশ ভৈলো কি কৈবো কথা ॥
বন্ধু কৰী হৰি ভৈলো বঞ্চিত।
কিমতে আবে সম্বৰিবো চিত্ত ॥১৯৪১

যাহাক আশ্ৰয়ে দ্ৰুপদ ঘৰে।
জিনিলো ৰাজাগণ একেশ্বৰে ॥
মৎস্য ভেদি পাইলো দ্ৰৌপদীক।
হেন কৃষ্ণ বিনে জীৱন ধিক ॥১৯৪২
দহিলো খাণ্ডৱ যাৰ সহায়।
ভঙ্গাইলো বাসৱক সমুদায় ॥
অদ্ভুত সভা সাজি দিলে ময়।
কৰিলা ৰাজসূয় যাত গয় ॥১৯৪৩
এৰিয়া গৈলা হেন কৃষ্ণে মোক।
কিসক জীও নগৈ যমলোক ॥
হৰক যুজিলো যাহাত গয়।
দিলা অস্ত্ৰ হৰে হুয়া বিস্ময় ॥১৯৪৪
যাহাৰ প্ৰসাদে ভৈলো স্বৰ্গগামী।
ইন্দ্ৰৰো অৰ্দ্ধাসন পাইলো আমি ॥
এৰিয়া গৈল হেন যদুৰায়।
কেনে জীও এভু প্ৰাণ নযায় ॥১৯৪৫
যাহাৰ তেজে বৃকোদৰ বীৰে।
দুঃশাসন হিয়া কুঠাৰে চিৰে ॥
প্ৰতিজ্ঞা সাম্ফলি পিলা ৰুধিৰ।
ভাঙ্গিলা উৰু কুৰু নৃপতিৰ ॥১৯৪৬
বান্ধৱ বুলি ত্ৰিজগত পতি।
কৰিলো সাৰথি মই কুমতি ॥
ব্ৰহ্মা আদি যত ত্ৰিদশগণে।
সদায় সেৱন্ত যাৰ চৰণে ॥১৯৪৭
দেৱৰো দেৱ হেন প্ৰভু হৰি।
মাতন্ত মোক পৰিহাস কৰি ॥
ওবা পাৰ্থ ওবা সখি অৰ্জ্জুন।
কতেক কহিবো প্ৰভুৰ গুণ ॥১৯৪৮
ভ্ৰমন্তে ভুঞ্জন্তে কৃষ্ণৰ সঙ্গে।
নানা উপালম্ভ কৰিলো ৰঙ্গে ॥
সহিলন্ত তাক যেন বান্ধৱে।
বঞ্চিত ভৈলোহো হেন মাধৱে ॥১৯৪৯

কিবা সোধা ৰাজা আম্মাৰ কথা।
কোননো নভৈল মোৰ অৱস্থা ॥
ৰাখিয়া আনো কৃষ্ণ পত্নীজাক।
গোৱালে কাঢ়ি নিলে তাসম্বাক ॥১৯৫০
স্ত্ৰাক যেন জিনিলেক মোকে।
প্ৰাণ ফুটি যায় এহিসে শোকে ॥
কৃষ্ণৰ বিয়োগে দগধ মন।
মাতিবে নোৱাৰো হবায় চেতন ॥১৯৫১
অৰ্জ্জুন এহি বুলি মৌন ভৈলা।
কৃষ্ণৰ চৰণ চিন্তিবে লৈলা ॥
বিষয় বিসে ভৈল বিৰকতি।
কৃষ্ণ পাদ-পদ্মে নছাড়ে মতি ॥১৯৫২
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৃষ্ণ কথা শুনা সমস্ত জনে ॥
যেৰে সুখে যাইবা সংসাৰ তৰি।
সদায় ডাকি বোলা হৰি হৰি ॥১৯৫৩

---

ঘোষা

গোপাল গোবিন্দ ৰাম কৃষ্ণ হৰি গতি।
কি ৰাম হৰি গতি কি ৰাম হৰি গতি ॥১৬২॥

পদ

এহিমতে কৃষ্ণক চিন্তন্তে মহাবীৰ।
বাঢ়িল ভকতি মল গুচিল বুদ্ধিৰ ॥
পাসৰি আছিল যিটো শিখিবাৰ তত্ত্ব।
তুনাই ভৈল অৰ্জ্জুনৰ মনত বেকত ॥১৯৫৪
ভৈল ব্ৰহ্ম সম্পত্তি এৰাইলা শোকচয়।
মনত আছিল মানে গুচিল সংশয় ॥
মায়ায়ে এৰিল লিঙ্গ শৰীৰ ভাগিল।
আপোনাৰ আত্মা পৰমাত্মাতে থাপিল ॥১৯৫৫

ভকতিৰ বলে জ্ঞান লভিলা নিৰ্গুণ।
জীৱন্তে মুকুত হুই ৰহিলা অৰ্জ্জুন॥
কুন্তী শুনিলন্ত পাছে কৃষ্ণৰ নিৰ্য্যাণ।
কৃষ্ণতে অৰ্পিয়া চিত্ত ছাড়িলন্ত প্ৰাণ॥১৯৫৬
কৃষ্ণৰ নিৰ্য্যাণ শুনি ৰাজা যুধিষ্ঠিৰ।
শোক মোহ এৰি চিত্ত কৰিলন্ত স্থিৰ॥
হৰি এৰিলাত কলি প্ৰবেশিলা জানি।
পৰীক্ষিত তোহ্মাক পাতিল ৰাজা আনি॥১৯৫৭
এৰিলা বিচিত্ৰ বস্ত্ৰ ৰত্ন অলঙ্কাৰ।
পিন্ধিলা বাকলি ৰাজা ভৈলা নিৰাহৰ॥
মৌন ব্ৰত ধৰিয়া মুকুত কৰি কেশ।
ভৈলা যেন জড় আতি পিশাচৰ বেশ॥১৯৫৮
কৃষ্ণ পদ-পঙ্কজক ধৰি হৃদয়ত।
হৰি ভক্তি দহিলে মনৰ মল যত॥
বিষ্ণুৰ ধ্যানত পৰে আন গতি নাই।
পাইলন্ত পৰম গতি পাছে পাঞ্চো ভাই॥১৯৫৯
কৃষ্ণ পদ-পঙ্কজ হৃদয়ে কৰি স্থিৰ।
ধৰিলা উত্তৰ পথ ৰাজা যুধিষ্ঠিৰ॥
দ্ৰৌপদী দেখিল এৰিলন্ত পঞ্চ পতি।
কৃষ্ণৰ চৰণে পাছে স্থিৰ কৰি মতি॥১৯৬০
কৃষ্ণকেসে স্মৰে কৃষ্ণক কৰে ধ্যান।
হা প্ৰাণকৃষ্ণ বুলি ছাড়িলন্ত প্ৰাণ॥
পাছে পৰীক্ষিত তুমি পালিলাহা মহী।
ধৰ্ম্মক ৰাখিলা বলে কলিক নিগ্ৰহি॥১৯৬১
তোহ্মাৰ ৰাজ্যত ভৈল সত্যৰ ব্যৱস্থা।
দশো দিশে কহয় তোহ্মাৰ গুণ কথা॥
কৃষ্ণৰ নিৰ্য্যাণ শুনিয়োক সৰ্ব্বজনে।
তৰিবা সংসাৰ ঘোৰ শ্ৰৱণ কীৰ্ত্তনে॥১৯৬২
ইহ পৰলোকে হৰি চৰণেসে গতি।
হেন জানি কৰা সবে হৰিত ভকতি॥
হেন জানা অন্তকে কেশত আছে ধৰি।
এবাৰো মুখৰ দায় ডাকি বোলা হৰি॥১৯৬৩

ঘোষা

**ৰাম গোপাল কৃপাময় নিৰঞ্জন হৰি।**
**ভকতৰ নিয়া নাথ দুখক সংহৰি॥১৬৩॥**

পদ

নৃপতিত শুকে পাছে কহন্ত কাহিনী।
গৈলন্ত উদ্ধৱ পায়া কৃষ্ণত মেলানি॥
বিদুৰে সহিতে যেন কৰিলা আলাপ।
শুনিয়ো নৃপতি দুনাই উদ্ধৱ বিলাপ॥১৯৬৪
তীৰ্থ কৰি ফুৰন্তে বিদুৰ মহাভাগ।
যমুনা তীৰত উদ্ধৱক পাইলা লাগ॥
পূৰ্ব্ব শিষ্য গুৰুৰ কৃষ্ণৰ অনুচৰ।
দেখি তাঙ্ক আতি প্ৰীতি ভৈলা বিদুৰৰ॥১৯৬৫
আলিঙ্গি ধৰিলা নয়নৰ বহে জল।
পুছিলন্ত যদু কুৰু কুলৰ কুশল॥
পুৰাণ পুৰুষ ৰাম কৃষ্ণ অৱতৰি।
সুখে কি আছন্ত পৃথিৱীৰ ভাৰ হৰি॥১৯৬৬
বসুদেৱ ভিনীসিৰ কহিয়ো কল্যাণ।
আহ্মাৰ সুহৃদ নাহি তাহান সমান॥
প্ৰদ্যুম্নৰ বাৰ্ত্তা বাপ কহিয়ো সম্প্ৰতি।
সুখে কি আছন্ত উগ্ৰসেন নৰপতি॥১৯৬৭
সাম্ব কাম অনিৰুদ্ধ আছন্ত কুশলে।
বৈষ্ণৱ অক্ৰূৰ কিবা আছে অবিকলে॥
আনন্দে কি আছন্ত সাত্যকি মহাবল।
দৈৱকী দেৱীৰ আৰে কহিয়ো কুশল॥১৯৬৮
চাৰু গদ আদি কৰি কৃষ্ণৰ তনয়।
আছে যদুগণ কিবা পূৰ্ব্ব অভ্যুদয়॥
কৃষ্ণ ধনঞ্জয় দুইকো কৰিয়া আশ্ৰয়।
সুখে কি আছন্ত যুধিষ্ঠিৰ মহাশয়॥১৯৬৯
ভীম ধনঞ্জয় সহদেৱ নকুলৰ।
সবাৰো বাৰ্ত্তাক বাপ কহিয়ো সত্বৰ॥

কৰো অনুশোচ ধৃতৰাষ্ট্ৰক সম্প্ৰতি।
নিজ পাপে গৈল জীৱন্ততে আধোগতি ॥১৯৭০
দেশক ডাকিলা মোক পুত্ৰৰ বিবাদে।
তীৰ্থ কৰি ফুৰো মই কৃষ্ণৰ প্ৰসাদে ॥
যাৰ যশ কীৰ্ত্তনে জগত আতি তৰে।
বাৰ্ত্তা কহা সহি হেন কৃষ্ণৰ সত্বৰে ॥১৯৭১
পুছিলা বিদুৰ যেৱে কৃষ্ণৰ কুশল।
মাধৱক স্মৰি ভৈলা উদ্ধৱ বিহ্বল ॥
পঞ্চ বৰিষতে যিটো ভোজনক এৰি।
শিশু লীলা কৰিয়া পূজন্ত মাত্ৰ হৰি ॥১৯৭২
কৃষ্ণৰ সেৱাতে আৱে বৃদ্ধ আসি ভৈলা।
কহিবে নপাৰি কথা মৌন হুয়া ৰৈলা ॥
দুই দণ্ড চিন্তিলন্ত কৃষ্ণৰ চৰণ।
হৰি ভক্তি অমৃতত মগ্ন ভৈল মন ॥১৯৭৩
শিহৰি শৰীৰ ভৈল সৰ্ব্বাঙ্গ পুলক।
চক্ষু মুদি আছে স্ৰৱে আনন্দে লোতক ॥
মাধৱৰ স্নেহ ৰসে মগ্ন ভৈলা মন।
বোলা হৰি হৰি সমজ্যাৰ যত জন ॥১৯৭৪

———

ঘোষা

**বনমালী ৰাম মোৰ প্ৰাণ গৈল কোন স্থান।**
**জীৱৰ জীৱন কৃষ্ণ বিনে নাই আন ॥১৬৪॥**

পদ

কথমপি কৃষ্ণৰ চৰণ এৰি মন।
ৰজাইলা উদ্ধৱে পাইলা গাৱত চেতন ॥
হাতে মলছিয়া চক্ষু চিত্ত স্থিৰ কৰি।
ত্যজিলন্ত নিশ্বাস কৃষ্ণৰ লীলা স্মৰি ॥১৯৭৫
কৃষ্ণৰ বিৰহে অগ্নি দগ্ধ কৰৈ মন।
কান্দন্তে দিলন্ত বিদুৰক সন্নিধান ॥
কিবা কথা শোধা সখি দেখো অন্ধকাৰ।
কৃষ্ণ-সূৰ্য্য অস্ত গৈল প্ৰাণ যে আহ্মাৰ ॥১৯৭৬
কাল সৰ্পে দংশিলেক সুহৃদসকল।
কি কহিবো সখি আৰ আহ্মাৰ কুশল ॥
যাদৱ বংশৰ কিনো মিলিল অভাগ।
নজানিলো কৃষ্ণক লগতে পায়া লাগ ॥১৯৭৭
ক্ষীৰ সাগৰত আছিলন্ত শশধৰ।
মাছে যেন বোলে ইয়ো এক জলচৰ ॥
সেহিমতে ঈশ্বৰক পায়া যদুগণ।
মনে মানিলন্ত এন্তে জ্ঞাতি একজন ॥১৯৭৮
ভূষণৰো ভূষণ পৰম অঙ্গচয়।
যাক দেখি হোন্ত হৰি আপুনি বিস্ময় ॥
অপুণ্য প্ৰাণীক দিয়া অল্প দৰিশন।
লগতে নিলন্ত হৰি লোকৰ লোচন ॥১৯৭৯
দেখিয়ো কৃষ্ণৰ কেন কৰ্ম্ম বিড়ম্বন।
বসুদেৱ গৃহত অজৱ উপজন ॥
যাৰ কটাক্ষতে হোৱে জগত বিনাশ।
কংসভয়ে লন্ত তেৱে গোকুলত বাস ॥১৯৮০
বসুদেৱ দৈৱকীক বুলিবা প্ৰণামি।
কংসভয়ে ব্ৰজত বঞ্চিলো গৈয়া আমি ॥
হে পিতৃ-মাতৃ মোৰ মৰসিয়ো দোষ।
ইহাক সুমৰি মনে মিলৈ অসন্তোষ ॥১৯৮১
হেনয় কৃষ্ণৰ যিটো গাইলা নাম-গুণ।
দুনাই পাসৰিবে আৰ কোননো দাৰুণ ॥
ৰাজসূয় যজ্ঞত দেখিলো নেত্ৰ ভৰি।
যেন সিদ্ধি পাইলে শিশুপালে দ্বেষ কৰি ॥১৯৮২
কৃষ্ণ মুখ পদ্মক কৰন্তে নেত্ৰে পান।
অৰ্জ্জুনৰ শৰে কাটে ছাড়ে সুখে প্ৰাণ ॥
পাৱৈ পৰমপদ ব্ৰহ্মাদিয়ো যাত গহ।
হেনয় প্ৰভুৰ কোনে সহিবে বিৰহ ॥১৯৮৩
উগ্ৰসেন ৰাজাক বৈসায়া সিংহাসনে।
কৰযোৰে আগত থিনাৱে নাৰায়ণে ॥

আদেশিয়ো মহাৰাজা কোন কৰ্ম্ম কৰো।
ইহাক সুমৰি সখি আতিশয় মৰো ॥১৯৮৪
কৃষ্ণ গুণ সুমৰন্তে হৰাই চেতনা।
মৰিবাক লাগি স্তন দিলেক পূতনা ॥
তথাপি পাইলেক তাই জননীৰ গতি।
কিনো কৃপাময় নাৰায়ণ প্ৰাণ পতি ॥১৯৮৫
হেননো স্বামীক এৰি কিনো মহাঅন্ধ।
আনক ভজিবে লাগি কৰিবে প্ৰবন্ধ ॥
যত দৈত্য আসে মাধৱক ক্ৰোধ কৰি।
তাহাকো উত্তম গতি দেন্ত শ্ৰীহৰি ॥১৯৮৬
যিটো প্ৰেমভাৱে ভজে হেন ভগৱন্ত।
তাহাৰ মহিমা কহি কোনে পাৰে অন্ত ॥
হেন পূৰ্ণ ব্ৰহ্মক হাততে পায়া লাগ।
হৰুৱাইলো দেখা সখি মোহোৰ অভাগ ॥১৯৮৭
সুমৰি সুমৰি সিটো স্বামীৰ চৰণ।
কহিবে নোৱাৰো কথা দগ্ধ কৰে মন ॥
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
হৰি হৰি বোলা সদা পাতক ছাড়োক ॥১৯৮৮

---

ঘোষা

গোপাল প্ৰাণ গৈলা কোন স্থান।
গোপাল প্ৰাণ ॥১৬৫॥

পদ

শুনা সখি যেন ভৈলা অৱস্থা।
পূৰ্ব্বাপৰ কহো কৃষ্ণৰ কথা ॥
খণ্ডিবাক লাগি ভূমিৰ ভাৰ।
দৈৱকী গৰ্ভে ভৈলা অৱতাৰ ॥১৯৮৯
বসুদেৱে ভয়ে গোকুলে থৈলা।
কৰিলা কৃষ্ণে তৈতে শিশু-লীলা ॥
গোপশিশু সমে বাছুৰি চাৰি।
ভ্ৰমন্ত যমুনা তীৰে মুৰাৰি ॥১৯৯০
কংসে পাঠে যত আসে দানৱ।
লীলায়ে মাৰন্ত তাক মাধৱ ॥
ইন্দ্ৰৰ মখকো কৰিলা ভঙ্গ।
বৰষিলে ইন্দ্ৰে কৰিয়া খঙ্গ ॥১৯৯১
মন্দৰ তুলি পাছে ভগৱন্তে।
ৰাখিলা ব্ৰজক বৃষ্টিত হন্তে ॥
শৰত কালে চন্দ্ৰাৱলী পাই।
কৰিলা ৰাস-ক্ৰীড়া যদুৰায় ॥১৯৯২
বলো সমে আসি মথুৰাপুৰ।
মাৰিলা তৈতে দুষ্ট কংসাসুৰ ॥
পঢ়িবে লাগি গৈলা হুয়া ছাত্ৰ।
সান্দিপনি গুৰু পঢ়াইলা শাস্ত্ৰ ॥১৯৯৩
মৃতক পুত্ৰক দক্ষিণা দিলা।
অষ্ট মহিষীক বিহা কৰিলা ॥
নৰকক মাৰি ৰূপে গুণে ধন্যা।
পাইলা আৰ ষোল হাজাৰ কন্যা ॥১৯৯৪
সবাতো দশদশ পুত্ৰ জাত।
ভৈল বল বীৰ্য্যে জগতে খ্যাত ॥
দ্বিবিদ মাগধ সম্বৰ বাণ।
শাল পৌণ্ড্ৰকৰ লৈলন্ত প্ৰাণ ॥১৯৯৫
পাণ্ডৱৰ হাতে সমৰে জিনি।
মৰাইলা অষ্টদশ অক্ষৌহিণী ॥
উত্তৰা গৰ্ভে ভৈলা উতপতি।
পৰীক্ষিত পাণ্ডুবংশে সন্ততি ॥১৯৯৬
দ্ৰোণীৰ অস্ত্ৰে দহিলেক গাক।
ৰাখিলন্ত কৃষ্ণে ধৰি গদাক ॥
কৃষ্ণৰ মহা অনুগ্ৰহ পাই।
ভুঞ্জিল ৰাজ্য যুধিষ্ঠিৰ ৰায় ॥১৯৯৭
অনেক বৎসৰ আছা মাধৱ।
যাদৱগণৰ বঢ়াই উৎসৱ ॥

গৃহত পাছে ভৈলা বিৰকতি।
গুণন্তু মনত জগতপতি ॥১৯৯৮
আছৈ যদুগণ দুঃসহ বীৰ।
সুগুচিল কিছু ভাৰ ভূমিৰ ॥
দিয়াইলা বিপ্ৰ শাপ প্ৰভু চলে।
সবাকো নিলা প্ৰভাসৰ জলে ॥১৯৯৯
স্নান কৰি সবে দিলেক দান।
কৰিলে বাৰুণী সুৰাক পান ॥
কৃষ্ণৰ মায়ায় চেতন হৰিল।
অন্যো অন্যে যজি সবে মৰিল ॥২০০০
মাধৱো পাছে স্নান কৰি জলে।
বসিলা আসনে অশ্বত্থ তলে ॥
মোক আদেশিলা জগতনাহা।
তুমি বদৰিকাশ্ৰমক যাহা ॥২০০১
তথাপি এৰিবে নোৱাৰো স্বামী।
আৰ হুয়া গৈলো পাচতে আমি ॥
কৃষ্ণৰ বিৰহ সহিবে কোনে।
বোলা হৰি হৰি সমস্ত জনে ॥২০০২

---

ঘোষা

কাঁহা গৈলা মোৰ গোপাল স্বামী।
কৃষ্ণ বিনে জীৱো কিমতে আমি ॥১৬৬॥

পদ

কৃষ্ণক নেদেখি আকুল মতি।
বিচাৰি পাছে পাইলো প্ৰাণপতি ॥
নিৰ্ম্মল শ্যাম তনু সুকুমাৰ।
কণ্ঠত কৌস্তুভ মুকুতা হাড় ॥২০০৩
চাৰিখান ভুজ ভূষণে জ্বলে।
আপাদলম্বী বনমালা গলে ॥
অৰুণ লোচন মুখ প্ৰসন্ন।
প্ৰকাশন্তে আছে পীত বসন ॥২০০৪
কুণ্ডল কৰ্ণে কৰৈ জলমল।
কিৰীটি ৰত্নৰ শিৰে উজ্জ্বল ॥
নূপুৰে ৰঞ্জে পাদ-পদ্ম কোষ।
যাক দেখি মিলৈ মনে সন্তোষ ॥২০০৫
দাহিন পদে বাম উৰু থাপি।
আসনে বসিয়া জগত ব্যাপি ॥
শিশু অশ্বত্থক আউজি গাব।
দেখিলো প্ৰভু পূৰ্ণানন্দ ভাব ॥২০০৬
তহিতে মৈত্ৰেয় মিলিল আসি।
মোক দেখি কৃষ্ণে তুলিলে হাসি ॥
কান্দিবে লাগিলো প্ৰভুক চাই।
প্ৰবোধিলা মোক যাদব ৰায় ॥২০০৭
জানিলো উদ্ধৱ তোহ্মাৰ চিত্ত।
পূৰিবো তোহ্মাৰ মন বাঞ্ছিত ॥
আছিলা বসু পূৰ্ব্ব জনমতে।
পূজিলা মোক তুমি ভালমতে ॥২০০৮
মোহোৰ কৃপায়ে লভিলা পাৰ।
আউৰ জন্ম দুনাই নাহি তোহ্মাৰ ॥
সুদৃঢ় ভকতি জ্ঞান বৈৰাগ।
ইজন্মত আসি লৈলেক লাগ ॥২০০৯
হেন কৃপা বাক্য শুনি স্বামীৰ।
স্নেহে শিহৰিল সব শৰীৰ ॥
বহয় লোতক নেত্ৰৰ ঝৰি।
বুলিলো পাছে কৃতাঞ্জলি কৰি ॥২০১০
চিন্তে যিটো জনে তযু চৰণ।
নিসিজৈ তাৰ কোন প্ৰয়োজন ॥
তথাপি একো বাঞ্ছা নাই মোৰ।
তোমাৰ চৰণ সেৱাত পৰ ॥২০১১
তুমি পূৰ্ণ-কাম জগতে খ্যাত।
তথাপি মোক মাতা মন্ত্ৰণাত ॥

সোধা কথা যেন সামান্য জন।
ইহাক স্মৰি মোহ হোৱৈ মন ॥২০১২
ব্ৰহ্মাক দিলা যিটো জ্ঞান স্বামী।
জানিবে যেৱে যোগ্য হুও আমি ॥
কহিয়ো তেৱে তাক ভগৱন্ত।
পাও প্ৰভু যেন দুখৰ অন্ত ॥২০১৩
হেন শুনি হৰি কৃপায়ে হাসি।
কহিলা ৰহস্য জ্ঞান প্ৰকাশি ॥
পৰম প্ৰসাদ দিলন্ত স্বামী।
নামিলো পাছে প্ৰদক্ষিণে আমি ॥২০১৪
আসিলো ঐক হুয়া কৃতকৃত্য।
কৃষ্ণৰ বিৰহে আকুল চিত্ত ॥
তোহ্মাক এৰিয়া মই অভাগী।
যাইবো বদৰিকাশ্ৰমক লাগি ॥২০১৫
তোহ্মাত জ্ঞান কহিবাক প্ৰতি।
বুলিলা মৈত্ৰেয়ক যদুপতি ॥
বিদুৰে সমে হেন কথা কই।
আনন্দে তীৰত আছিলা ৰই ॥২০১৬
কথাতে পোহাইলা সমস্তে ৰাতি।
বিদুৰো ভৈলা আনন্দিত আতি ॥
কৃষ্ণৰ কীৰ্ত্তি শুনা সৰ্ব্বলোক।
তৰিবা যেৱে ইটো দুঃখ শোক ॥২০১৭
অন্তকে আসি ধৰিলেক পৰা।
জানিয়া আন আল জাল এৰা ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
হৰি হৰি বোলা সমস্ত নৰে ॥২০১৮

কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ সমাপ্ত

---

## উৰেষা বৰ্ণন

জয় জয় জগন্নাথ প্ৰণামো ৰাম ॥১৬৭॥

পদ

নমো নমো জগন্নাথ ভকতৰ নিধি।
হৰিক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥
উৰেষাৰ কীৰ্ত্তনক শুনিয়ো লোকাই।
শঙ্কৰে ৰচিলা ব্ৰহ্মপুৰাণক চাই ॥২০১৯
মুনিগণে ব্ৰহ্মাত পুছিলা প্ৰণিপাতে।
ক্ষেত্ৰৰ মহিমা আৱে কহিয়ো আহ্মাতে ॥
কিবা হেতু ইন্দ্ৰদ্যুম্ন ৰাজা শুদ্ধ চিত্তে।
কৰিলন্ত অশ্বমেধ উৰেষা পুৰিতে ॥২০২০
বন্ধাইল অদ্ভুত দৌল আচৰ্য্য মহিমা।
ৰাম-কৃষ্ণ সুভদ্ৰাৰ সজাইলা প্ৰতিমা ॥
কিবা হেতু দৌলত থাপিলা নৰেশ্বৰ।
সমস্তে বৃত্তান্ত কহিয়োক সৃষ্টিকৰ ॥২০২১
ব্ৰহ্মায়ে বোলন্ত শুনা মুনিগণ যত।
আছিল অবন্তী পুৰি মালৱ দেশত ॥
তাহাৰ মহিমা মই কি কৈবো সম্প্ৰতি।
ইন্দ্ৰৰ নগৰ যেন দ্বিতীয় অমৰাৱতী ॥২০২২
সেহি নগৰত ইন্দ্ৰদ্যুম্ন মহাৰাজা।
ধৰ্ম্মপথে স্থাপিলন্ত পৃথিবীৰ প্ৰজা ॥
দানী মানী সত্যবাদী সৰ্ব্ব গুণাকৰ।
প্ৰতাপে আদিত্য যেন ভোগে পুৰন্দৰ ॥২০২৩
পৃথিবীত নাহি ৰাজা তাহান সমান।
যজিলে বিবিধ যজ্ঞ দিলা বহু দান ॥
সুবৰ্ণ মাণিক্য গ্ৰাম গজ বাজী ৰথ।
নিৰন্তৰে বিপ্ৰৰ পূৰিলা মনোৰথ ॥২০২৪
এহি মতে পৃথিবীক পালন্ত নৃপতি।
দিনেক তাহাৰ হেন উপজিলা মতি ॥

কোন কৰ্ম্মে এৰে আৰাধিবো জগন্নাথ।
এহি বুলি শাস্ত্ৰ বিচাৰিলা নৰনাথ ॥২০২৫
আগম পুৰাণ বেদ বেদান্ত যতেক।
গুৰু মুখে জানিলন্ত তত্ত্বক প্ৰত্যেক ॥
মুকুতি ইচ্ছায়ে এৰিলন্ত ভ্ৰান্তি জ্ঞান।
কিমতে আৰাধো হৰি মনে কৰি ধ্যান ॥২০২৬
নাহিকে নিস্তাৰ আউৰ মাধৱত পৰে।
শঙ্খ চক্ৰ গদা পদ্ম যাৰ চাৰি কৰে ॥
পদ্ম-পত্ৰ সম চাৰু লোচন আয়ত।
গলে বনমালা শোভৈ কৌস্তুভ কণ্ঠত॥২০২৭
শিৰত কিৰীটি কৰে কঙ্কণ কেয়ুৰ।
মকৰ কুণ্ডল কৰ্ণে পাৱত নূপুৰ ॥
শ্যামল শৰীৰ পীত বস্ত্ৰে কৰৈ কান্তি।
হিয়াত প্ৰকাশৈ আতি শ্ৰীবৎসৰ পান্তি ॥২০২৮
হেন মাধৱক আৰে আৰাধো কিমতে।
এহি বুলি ৰাজ ভৈলা নগৰৰ হন্তে ॥
ভণিল শঙ্কৰে কৃষ্ণে চৰণত ধৰি।
সমজ্যাৰ সৰ্ব্বজনে বোলা হৰি হৰি ॥২০২৯

———

ঘোষা

ত্ৰাহি ত্ৰাহি জগন্নাথ আমি অজ্ঞানী অনাথ ॥১৬৮॥

পদ

ৰাজা যান্ত যত মন্ত্ৰী পাত্ৰ পুৰোহিত।
চতুৰঙ্গ দলে লাগ লৈলেক ত্বৰিত ॥
অসংখ্যাত ৰথ যুথে যুথে যায় চলি।
ৰাক খাণ্ডা ধৰি যায় যত মহাবলী ॥২০৩০
সীমা সংখ্যা নাই লগে লৰৈ যত ঘোৰা।
প্ৰমত্ত হস্তীৰ কোনে কহিবেক ওৰা ॥
কৰ্ণে তাল মাৰে শুনি ঘণ্টাৰ আস্ফাল।
প্ৰজাৰ ভিৰত যেন যায় ভুমিচাল ॥২০৩১
অন্তেষপুৰত যত নাৰীগণ মানে।
ৰাজাৰ লগত যায় বহুবিধ যানে ॥
দিব্য বস্ত্ৰ ভূষণে ভূষিত কৰি তনু।
বীৰগণ যায় সবে কৰে ধৰি ধনু ॥২০৩২
বাজে বাদ্য বিবিধ টবল ঢমকিল।
যতেক বৃত্তিয়া মানে পাছতে চলিল ॥
তেলি মালা শিলাকুটি বণিয়া সূতাৰ।
চৰ্ম্মকাৰ চড়াল কমাৰ কুম্ভকাৰ ॥২০৩৩
চিত্ৰকৰ কঁহাৰ কুণ্ডাৰ বৈদ্য যত।
অনেক কায়স্থ যায় ৰাজাৰ লগত ॥
নট ভাট নৰ্ত্তকী গায়ন অপৰ্য্যন্ত।
বিপ্ৰগণ নৃপতিৰ লগত চলন্ত ॥২০৩৪
পৃথিবীৰ যতেক বৃত্তিয়াগণ আছে।
চৌত্ৰিশ জাতিয়ো যায় নৃপতিৰ কাছে ॥
পিতৃ আগ কৰি যেন চলৈ পুত্ৰচয়।
এহিমতে গৈলা ইন্দ্ৰদ্যুম্ন মহাশয় ॥২০৩৫
পাইলন্ত দক্ষিণ সাগৰৰ গৈয়া তীৰ।
ঢউগণ নাচে যেন অগাধ গম্ভীৰ ॥
হৰিৰ শয়ন স্থান নদনদী পতি।
যাক দৰশনে পাৱৈ পৰম মুকুতি ॥২০৩৬
আছে ভয়ঙ্কৰ মৎস্য কচ্ছপ বহুল।
কুম্ভীৰ মগৰ মৎস্যে কৰৈ হুলস্থুল ॥
সৰ্ব্বপাপ হৰ ৰম্যকৰ তীৰ্থৰাজ।
দেখিয়া বোলান্ত ৰাজা ঐত মোৰ কাজ ॥২০৩৭
কৰিলা নিবাস পাই মনোহৰ স্থানে।
দেখৈ যত কৃত পৃথিবীৰ গুণ মানে ॥
বহুবিধ বৃক্ষ ফলে ফুলে সুশোভিত।
নানাবিধ পক্ষি ৰাৱ তেজে সুললিত ॥২০৩৮
বিচিত্ৰ বিবিধ মৃগগণে চৰৈ তাতে।
অনেক হন্তাল আছে নন্দন বনতে ॥
চাৰু সৰোবৰক পঙ্কজে আছে বন্ধি।
ৰাজহংসে ভুঞ্জৈ তাতে মৃণালে উভন্ধি ॥২০৩৯

পৰ্ব্বত যতেক আছে দেখি মনোহৰ।
উচ্চ শিখৰৰ পৰা বহয় নিৰ্ঝৰ॥
তেজৈ নাদ কোকিলে ময়ূৰে কাঢ়ে ৰাৱ।
বৃক্ষে পথিকক যেন দেই হাত বাৱ॥২০৪০
দীৰ্ঘে দশ যোজন পথালি পঞ্চ সীমা।
কি কহিবো সিটো মহা ক্ষেত্ৰৰ মহিমা॥
পৰম আশ্চৰ্য্যময় মনোহৰ স্থান।
ইন্দ্ৰদ্যুম্ন নৃপতি দেখিলা বিদ্যমান॥২০৪১
তুনাই মুনিগণে পুছিলা ব্ৰহ্মাত।
পূৰ্ব্বত প্ৰতিমা কিয় নাছিলা তথাত॥
কৰিয়ো সংশয় ছেদ প্ৰভু প্ৰজাপতি।
বোলা হৰি হৰি পাপ যাওক অধোগতি॥২০৪২

---

ঘোষা

বাম বাম বোলা তাৱে।
নতু যমে ধৰে যাৱে ॥১৬৯॥

পদ

ব্ৰহ্মায়ে বোলন্ত শুনিয়ো কথা।
যি কাৰ্য্যে প্ৰতিমা নাছিল তথা॥
পূৰ্ব্বত মেৰুৰ শিখৰে হৰি।
বসিয়া আছন্ত আনন্দ কৰি॥২০৪৩
প্ৰণামি জানু শিৰে লক্ষ্মী মায়ে।
কৰিলন্ত প্ৰশ্ন স্বামীৰ পাৱে॥
কোন কৰ্ম্মভূমি মনুষ্য লোকে।
সদায়ে আক নেৰৈ দুঃখ-শোকে॥২০৪৪
কোন কৰ্ম্মে পাৱে সংসাৰ পাৰ।
কহিয়ো মোত কিবা ধৰ্ম্ম সাৰ॥
কৰুণা আছে দাসী বুলি যদি।
তচায়ো আম্মাৰ সংশয় ছেদি॥২০৪৫

মাধৱে বোলন্ত শুনিয়ো প্ৰিয়া।
আম্মাৰ কথাত কৰিয়ো হিয়া॥
আছে মহাক্ষেত্ৰ কৈলো তোম্মাত।
পুৰুষোত্তম নামে প্ৰখ্যাত॥২০৪৬
সংসাৰত তৰৈ তাত নিবাসে।
হোৱয় সিদ্ধি আতি অপ্ৰয়াসে॥
কীৰ্ত্তনতে যাৱ পাপ পলায়।
তিনিয়ো লোকে তাৰ সম নাই॥২০৪৭
নজানৈ তাক দেৱ দ্বিজ মুনি।
গুপুত কৰিয়া আছো আপুনি॥
আজিসে তোম্মাত কৰো বেকত।
শুনা সাৱধানে তাৰ মহত্ত॥২০৪৮
ব্ৰহ্মাক মহা প্ৰলয়ৰ অন্তে।
স্ৰজিলো নাভি-কমল হন্তে॥
উপজি পাছে মোন্তে সৃষ্টিকৰে।
স্ৰজলি চৰাচৰ নিৰন্তৰে॥২০৪৯
জগত নিৰ্ম্মিয়া কৰিলে ধ্যান।
তেখনে তান ভৈলো বিদ্যমান॥
সজল মেঘ শৰীৰৰ কান্তি।
হিয়াত প্ৰকাশে শ্ৰীবৎস পান্তি॥২০৫০
তনুক বঞ্জে আতি পীতবস্ত্ৰে।
হাতত চক্ৰ ধৰি আছে অস্ত্ৰে॥
কমল লোচন মুখ প্ৰসন্ন।
দেখি ব্ৰহ্মা উঠি দিলা আসন॥২০৫১
অক্ষতে অৰ্ঘ্যে পূজি প্ৰজাপতি।
কৰিলা আম্মাক অনেক স্তুতি॥
ব্ৰহ্মাক পাছে দিলো সন্নিধান।
কি কাৰ্য্যে আম্মাক কৰিলা ধ্যান॥২০৫২
হেন শুনি ব্ৰহ্মা মাতিলা পাছে।
কোন মুখ্য সাধ্য লোকৰ আছে॥
বিনা যজ্ঞ যোগ ব্ৰত নিয়ম।
নকৰি তপ তীৰ্থ পৰিশ্ৰম॥২০৫৩

পাইবেক মহা সিদ্ধি অপ্ৰয়াসে।
কহিয়ো আহ্মাত জগনিবাসে ॥
কোনবা উত্তম ক্ষেত্ৰ তোহ্মাৰ।
বোলা হৰি হৰি তৰা সংসাৰ ॥২০৫৪

---

ঘোষা

গোপাল গৰুড়-কেতু প্ৰণামো চৰণে।
নিয়োক নিস্তাৰি হৰি পশিলো শৰণে ॥১৭০॥

পদ

হেন শুনি দিলো পাছে ব্ৰহ্মাৰ উত্তৰ।
মোহোৰ ক্ষেত্ৰৰ কথা শুনা সৃষ্টিকৰ ॥
জগতত কৰি মই যিহেতু উত্তম।
সি কাৰণে নাম মোৰ পুৰুষোত্তম ॥২০৫৫
ভৈলো সিটো ক্ষেত্ৰে মই আপুনি সাক্ষাত।
পুৰুষোত্তম নামে ক্ষেত্ৰ তাতেসে প্ৰখ্যাত ॥
বিনা যজ্ঞ দান তপ যোগৰ যুগুতি।
চাৰিয়ো বৰ্ণক দেয় ভুকুতি মুকুতি ॥২০৫৬
সিটো মহা ক্ষেত্ৰ দশ যোজন প্ৰকট।
দক্ষিণ সাগৰ তীৰে আছে সিদ্ধবট ॥
যাৰ ছায়া পৰশনে হোৱৈ মহোদয়।
দৰশন মাত্ৰে ব্ৰহ্মহত্যা হোৱৈ ক্ষয় ॥২০৫৭
প্ৰদক্ষিণ কৰি যিটো কৰৈ নমস্কাৰ।
মোৰ থান পাৱৈ কৰি পুৰুষ উদ্ধাৰ ॥
প্ৰলয়তো নাহি সিটো বটৰ বিনাশে।
সেই থানে বটৰ উত্তৰ কিছু পাশে ॥২০৫৮
দিব্য দৌল আছে তাৰ কি কৈবো মহিমা।
বৈদুৰ্য্যৰ আছে তাত আহ্মাৰ প্ৰতিমা ॥
অপ্ৰয়াসে তাকে চাই পাৱৈ মহোদয়।
পাপী সবো চলি যায় বিষ্ণুৰ নিলয় ॥২০৫৯
হেন দেখি যমৰাজা কৰিলা গমন।
বটৰ কিটে মোক পাইলা দৰশন ॥
প্ৰণামিয়া শিৰে বুলিলন্ত স্তুতি বাণী।
নমো নমো জগন্নাথ দেৱ চক্ৰপাণি ॥২০৬০
নমো নমো জ্যোতিঃফল দেৱ সনাতন।
সৰ্ব্বব্যাপী প্ৰকৃতিৰ পৰ নিৰঞ্জন ॥
বহুবিধ স্তুতি কৰি কৰন্ত প্ৰণাম।
মই বোলো যম কহ সাধো কোন কাম ॥২০৬১
যমৰাজা বোলে ইটো ক্ষেত্ৰ মাজে সাৰ।
ইন্দ্ৰনীলময় আছে প্ৰতিমা তোহ্মাৰ ॥
পাপী অপাপী তাক অপ্ৰয়াসে চাৱৈ।
তোহ্মাৰ প্ৰসাদে স্থান শ্বেতদ্বীপে পাৱৈ ॥২০৬২
মোৰ অধিকাৰ ভৈল সকলে লুপুত।
হেন জানি প্ৰতিমাক কৰিয়ো গুপুত ॥
পাছে ময়ো যমৰায়ৰ বচনত থাকি।
পুতি থৈলো প্ৰতিমাক বালুকায়ে ঢাকি ॥২০৬৩
পাছে ইন্দ্ৰদ্যুম্ন তৈতে অশ্বমেধ যজ্ঞি।
কৃষ্ণ বলভদ্ৰ সুভদ্ৰাৰ মূৰ্ত্তি সাজি ॥
দিব্য দৌল বান্ধি যেন মতে পূজিলন্ত।
লক্ষ্মীত কহিলা হৰি সকল বৃত্তান্ত ॥২০৬৪
আহ্মাত পুছিলা মুনিসকলে দুনাই।
ক্ষেত্ৰে গৈয়া কি কৰিলা ইন্দ্ৰদ্যুম্ন ৰায় ॥
কহিয়ো হৰিষে শুনুহো পাছ কথা।
বোলা ৰাম ৰাম জন্ম নকৰিয়ো বৃথা ॥২০৬৫

---

ঘোষা

**হৰি ৰাম হৰি ৰাম ঘোষিয়ো ভাই।**
**পাপ সাগৰে আন গতি নাই॥১৭১॥**

পদ

বোলন্ত ব্ৰহ্মা শুনা সমুদায়।
ক্ষেত্ৰক পাইল ইন্দ্ৰদ্যুম্ন ৰায়॥
দেখিলা স্থান অতি অনুপাম।
আচন্ত তীৰ্থ মহানদী নাম॥২০৬৬
লোকৰ কৰিয়া পাপ উপান্ত।
দক্ষিণ সাগৰক বহি যান্ত॥
গঙ্গাৰ সমান তীৰ্থ বিশেষ।
দুয়ো কূলে আছে অনেক দেশ॥২০৬৭
হৃষ্ট পুষ্ট লোক তাত সদায়।
বসনে ভূষণে ভূষিত কায়॥
বেদবিদ বিপ্ৰ আছে অপাৰ।
প্ৰত্যহে অগ্নিহোত্ৰ সিজে যাৰ॥২০৬৮
সদায় সুশুছে শাস্ত্ৰ আলাপ।
বেদধ্বনি শুনি পলায় পাপ॥
ক্ষেত্ৰত আছে যত নাৰীগণ।
সবাৰো গাৱে শোভৈ আভৰণ॥২০৬৯
আয়ত লোচন পদ্মৰ পাসি।
সুশুছে মুখত ঈষত হাসি॥
ৰূপে বিদ্যাধৰী সম সাক্ষাত।
কৰন্ত নম্ৰ-লাসে আয়াযাত॥২০৭০
অনেক তপস্বী তপ আচৰৈ।
সন্ন্যাসী সবে বসি ধ্যান কৰৈ॥
ব্ৰহ্মচাৰী সবো ভ্ৰমন্ত তথা।
ক্ষেত্ৰৰ কহিবো কত ব্যৱস্থা॥২০৭১

পৰম দুৰ্লভ ক্ষেত্ৰক পাই।
গুণন্ত পাছে ইন্দ্ৰদ্যুম্ন ৰায়॥
ঐত আৰাধিবো বিষ্ণুক আমি।
পৰম পুৰুষ জগত স্বামী॥২০৭২
তাহান পৰম ক্ষেত্ৰ প্ৰকট।
ঐহিতে আছে কল্প বৃক্ষ বট॥
যাক পূজি পাৱৈ জন্মৰ সীমা।
নাহিকৈ বিষ্ণুৰ আত প্ৰতিমা॥২০৭৩
বান্ধিবো দৌল কৰি মহাযত্ন।
এক স্থান কৰি সুবৰ্ণ ৰত্ন॥
যজিবো যজ্ঞ দিয়ো মহাদান।
হোৱন্ত হৰি যেন বিদ্যমান॥২০৭৪
থাপিবো দৌল তাঙ্ক আমি আনি।
এহিমতে ৰাজা মনত গুণি॥
আনিয়া দৈবজ্ঞ বিপ্ৰ প্ৰধান।
নিৰ্ণয় কৰিলা যজ্ঞৰ স্থান॥২০৭৫
শুভ দিন শুভ যোগ বিচাৰি।
থৈলন্ত পূৰ্ণ কুম্ভ শাৰী শাৰী॥
বজাই মাঙ্গল্য বাদ্য অনেক।
বেদকো ঘোষন্ত বিপ্ৰ যতেক॥২০৭৬
পূজিয়া পবিত্ৰ কৰিয়া স্থান।
দিলন্ত ৰাজা পাছে অৰ্ঘ্য দান॥
মিলিল উৎসৱ ক্ষেত্ৰক ভৰি।
পলাওক পাপ বোলা হৰি হৰি॥২০৭৭

---

ঘোষা

**জয় গোবিন্দ দয়াশীল জয় জগন্নাথ।**
**মাধৱক প্ৰণামো ভূমিত থৈয়া মাথ ॥১৭২॥**

পদ

অনন্তৰে ইন্দ্ৰদ্যুম্ন ৰাজা ৰাজ্যেশ্বৰ।
কলিঙ্গ পতিক মাতি দিলন্ত উত্তৰ॥
বিন্ধ্য পৰ্ব্বতক যাহা ৰাজাগণ লই।
ভদ্ৰতৰ শিলাক শকটে আনাগই ॥২০৭৮
দৌল সাজি দেৱতাক থাপিবো সম্প্ৰতি।
হেন শুনি চলি গৈলা কলিঙ্গ নৃপতি॥
মন্ত্ৰীক মাতিয়া পাছে ৰাজা আদেশয়।
চাৰিয়ো দিশক লাগি পাঞ্চা দূতচয় ॥২০৭৯
আনোক হাঙ্কাৰি ৰাজাগণ নিৰন্তৰ।
চতুৰঙ্গ সেনা লৈয়া আসোক সত্বৰ॥
ৰাজাৰ আদেশ কহি পৰ্য্যটিলা দূত।
চাৰিয়ো দিশৰ ৰাজা আহিলা বহুত ॥২০৮০
হেন দেখি ইন্দ্ৰদ্যুম্ন মহা তুষ্ট মন।
সবে নৃপতিক চাহি বুলিলা বচন॥
ইটো মহা ক্ষেত্ৰ ভূমি মুকুতি কাৰণ।
আতে অশ্বমেধ যজিবোহো নাৰায়ণ ॥২০৮১
বান্ধি দৌল দেৱ থাপিবোহো যেন বিধি।
কেনমতে মোৰ ইটো কাৰ্য্য হোৱৈ সিদ্ধি॥
তোমা সব হোৱা আৰে সহায় আম্ভাৰ।
হৈবো বুলি সবেয়ো কৰিলা অঙ্গীকাৰ ॥২০৮২
সুবৰ্ণ মাণিক মণি মুকুতা অপাৰ।
গজ বাজী ৰথ বস্ত্ৰ যতেক সম্ভাৰ॥
ভক্ষ্য ভোজ্য যজ্ঞত লাগিবে যত যত।
দিলা ৰাজাগণে ইন্দ্ৰদ্যুম্ন আগত ॥২০৮৩
দেখি ৰাজা বহুময় যজ্ঞৰ সম্ভাৰ।
আনিলন্ত বিপ্ৰ ঋষি তপস্বী অপাৰ॥
উপাধ্যায় আচাৰ্য্য সদস্য পাত্ৰ জাক।
দেখি পুৰোহিতক বুলিলা ৰাজা বাক ॥২০৮৪
বিপ্ৰ ঋষিগণ সমে চলিয়োক ভূমি।
নিৰ্ম্মিয়োক সবে গৈয়া মহাযজ্ঞ ভূমি॥
শুনি পুৰোহিতে গৈয়া অনেক যতনে।
সাজিলন্ত বেদি খণ্ড সুবৰ্ণ ৰতনে ॥২০৮৫
ৰত্নময় প্ৰাসাদ সজাইলা একশত।
সুবৰ্ণে ৰচিত স্তম্ভ লগাইলা গৃহত॥
ঠাই ঠাই পোতাইলন্ত বৃহত তোৰণ।
মণি মুকুতাৰ হাৰ কৰি আভৰণ ॥২০৮৬
ব্ৰাহ্মণক লাগি গৃহ সজাইলা অপাৰ।
ভক্ষ্য ভোজ্য পঞ্চামৃত মিলাইলা সম্ভাৰ॥
অনেক নৃপতি ব্ৰাহ্মণৰ ধৰৈ আল।
স্বৰ্গক লঙ্ঘিল গৈয়া বাদ্যৰ ঘঞ্চাল ॥২০৮৭
সুবৰ্ণ বিনাই আন নাহিকৈ ভাজন।
দেখি ইন্দ্ৰদ্যুম্নৰ আনন্দ ভৈলা মন॥
আৰম্ভিল যজ্ঞ যেন বিধি ব্যৱহাৰ।
হৰি হৰি বুলি তৰা দুৰ্ঘোৰ সংসাৰ ॥২০৮৮

---

ঘোষা

**হৰি গোবিন্দ কৃষ্ণ জয় জগন্নাথ ॥১৭৩॥**

পদ

যজ্ঞস্ত বেঢ়ি যত ব্ৰহ্ম ঋষি।
কৃষ্ণক অৰ্চ্চন্ত ৰাজা হবিষি॥
কৰিলন্ত হোম কোটি প্ৰমাণ।
ৰথ গজ বাজী দিলন্ত দান ॥২০৮৯
কোটি কোটি বস্ত্ৰ গ্ৰাম নগৰ।
দাসী দাস ধেনু বৃষ বিস্তৰ॥
যেহি লাগে খোজে যতেক প্ৰজা।
নাহিকৈ নেদো নোবোলন্ত ৰাজা ॥২০৯০

পূৰিলা মনোৰথ সমস্তৰ।
হৃষ্ট পুষ্ট ভৈলা সমস্তে নৰ॥
সকলে ঋষিক বোলন্ত বাণী।
প্ৰত্যক্ষ যাৰে নোস্ত চক্ৰপাণি॥২০৯১
প্ৰবৰ্ত্তোৱা তাৰে যজ্ঞ আন্ধাৰ।
এহি বুলি দান দেন্ত অপাৰ॥
কোনে কৰিবেক দানৰ সীমা।
যজ্ঞৰ পৰম দেখি মহিমা॥২০৯২
বিস্ময় ভৈলা সুৰাসুৰ নাগে।
উৎসৰ্গি ঘোৰা পাছে মহাভাগে॥
পুত্ৰগণ মাতি দিলা আদেশ।
যজ্ঞৰ হয় ৰাখা দেশে দেশ॥২০৯৩
স্থানে স্থানে ৰচি সুবৰ্ণ ৰত্নে।
বিষ্ণুৰ দৌলত সজাইলা যত্নে॥
কৰিল কৰ্ম্ম যত ৰাজ সুত।
বান্ধিলা দৌল অতি অদভুত॥২০৯৪
ৰাজায়ে দৌলক সুসাঙ্গ কৰি।
চিন্তন্ত সদায়ে নিদ্ৰাক এৰি॥
কিমতে দেখো দেখো সাক্ষাত।
বিষ্ণুৰ প্ৰতিমা পাইবো কোথাত॥২০৯৫
কিমতে আৰে আবাধিবো হৰি।
প্ৰতিমা থাপো দৌলে কেন কৰি॥
একোমতে তুষ্ট নাহিকৈ মন।
নকৰৈ নৃপতি স্নান ভোজন॥২০৯৬
পৰম চিন্তায়ে আকুল ভৈলা।
বিষ্ণুক পাছে অৰ্চ্চিবাক লৈলা॥
পঞ্চৰাত্ৰ বিধি কৰিয়া পূজা।
কৰন্ত স্তুতি ইন্দ্ৰদ্যুম্ন ৰাজা॥২০৯৭
নমো বাসুদেৱ মুখ্য কাৰণ।
সংসাৰত মোক কৰা তাৰণ॥
নমো মাধৱক দয়ায়া মাথ।
ত্ৰাহি ত্ৰাহি বিষ্ণু জগত নাথ॥২০৯৮
ত্ৰাহি নৰসিংহ দৈত্য সংহাৰি।
যিমতে আনিলা তুমি উদ্ধাৰি॥
সেহি মতে মোক কৰা উদ্ধাৰ।
বৰাহ বিষ্ণুক নতি আন্ধাৰ॥২০৯৯
বলদেব আদি মূৰ্ত্তি যতেক।
গৰুড় প্ৰমুখ্যে অংশ অনেক॥
সবাকো কৰো মই নমস্কাৰ।
হৰি হৰি বুলি হুয়ো নিস্তাৰ॥২১০০

---

ঘোষা

হৰি ত্ৰাহি কৰুণাসিন্ধু গোবিন্দ জগতবন্ধু॥১৭৪॥

পদ

মায়াতেসে দেখয় বিবিধ পৰিশ্চেছদ।
স্বৰূপত তোমাৰ নাহিকৈ কিছু ভেদ॥
চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন॥২১০১
নিশ্চল নিৰ্ম্মল সূক্ষ্ম ৰূপ যিটো স্বামী।
দেৱে নজানন্ত তাক কেনে জানো আমি॥
অপৰ তোমাৰ ৰূপ যাত ভুজ চাৰি।
পীতবস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী॥২১০২
পিন্ধি আছা ৰত্নৰ মুকুতাৰ হাড়।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ॥
সেহিসে মূৰ্ত্তিকে আবাধন্ত দেৱগণে।
তাকেসে ভকতজনে চিন্তে সৰ্ব্বক্ষণে॥২১০৩
বিষয় সাগৰে মজো কমললোচন।
ভকত অভয় দাতা কৰিয়ো মোচন॥
তুমি ব্যাতিৰেকে আন নেদেখো কাৰণ।
শ্ৰীমধুসূদন প্ৰভু হুয়োক প্ৰসন্ন॥২১০৪
নানাবিধ ব্যাধি জৰা দুঃখে শোকে পীড়ে।
কৰ্ম্মপাশে বন্ধ ভৈলো লোভ মোহে নেৰৈ॥

সংসাৰ সাগৰে জন্ম বিষয়ৰ ক্লেশ।
ইন্দ্ৰিয় আৱৰ্ত্ত গ্ৰাহ ভৈল ৰাগ দ্বেষ ॥২১০৫
শোক তৃষ্ণা উৰ্ম্মিক দেখন্তে চমৎকাৰ।
অত্যন্ত চঞ্চল অনুমাত্ৰো নুহি সাৰ ॥
মায়ায়ে মোহিলে হেন সংসাৰত আতি।
চিৰকালে ভ্ৰমো প্ৰভু হুয়া নানা জাতি ॥২১০৬
লভিলোহো জন্ম প্ৰভু অসংখ্য প্ৰমাণ।
পঢ়িলোহো বেদ শাস্ত্ৰ অনেক পুৰাণ ॥
অসন্তোষ সন্তোষকো লভিলো অপাৰ।
ক্ষয় বৃদ্ধি উদয়কো পাইলো বাৰেবাৰ ॥২১০৭
সংযোগ বিয়োগ শত্ৰু-মিত্ৰ বান্ধৱৰ।
দেখিলো সংসাৰে পিতৃ মাতৃক বিস্তৰ ॥
সুখ দুখ অনুভৱ ভৈল অসংখ্যাত।
পাইলো পুত্ৰ ভ্ৰাতৃ জ্ঞাতি অনেক ইহাত ॥২১০৮
বিষ্ঠা মুত্ৰে পচিলো নাৰীৰ উদৰত।
গৰ্ভবাস দুঃখ প্ৰভু পাইলো নানা মত ॥
জানিলোহো দুঃখ শিশু যুবা বৃদ্ধকালে।
মৰণ পীড়াক জানিলোহো ভালে ॥২১০৯
যমপুৰে যেন দুঃখ পাইলো সমস্তকে।
জানিলো যাতনা যেন চৌৰাশী নৰকে ॥
কৃমি কীট হস্তী ঘোৰা মৃগ বৃক্ষ পক্ষী।
গৰু উট মহিষ পশুক যত দেখি ॥২১১০
দ্বিজ শূদ্ৰ ধনী দুখী তপস্বী যতেক।
ৰাজ ৰাজভৃত্য আনো মনুষ্য অনেক ॥
সবাৰো গৃহ বাৰে বাৰে ভৈলো জাত।
অনেকৰ ভৈলো প্ৰভু ভৃত্য অসংখ্যাত ॥২১১১
হুও কতো দৰিদ্ৰ ঈশ্বৰ অধিকাৰী।
কতো মোক মাৰৈ কতো ময়ো আছো মাৰি ॥
মই আনি কাটো কতো মোক ধৰি কাটে।
ভণিয় শঙ্কৰে ৰাম ৰাম বোলা ৰাস্তে ॥২১১২

---

ঘোষা

**ও হৰি প্ৰভু জগন্নাথ!**
**নিস্তাৰ কৰা দাৰুণ সংসাৰে।**
**কৃষ্ণৰ চৰণ ছাড়ি আন গতি**
**নেদেখো আহ্মাৰে ॥১৭৫॥**

পদ

পিতৃ মাতৃ ভ্ৰাতৃ ভাৰ্য্যাৰ সংযোগে
কতোহো মিলৈ সন্তোষ।
তাহাৰ বিয়োগে কতো শোকে কান্দো
পায়া মহা অসন্তোষ ॥
দেৱ মনুষ্যত পশু পতঙ্গত
জগত মধ্যত স্বামী।
চৈধয় ভুবনে হেন থান নাহি
যৈকে নতু যাও আমি ॥২১১৩
কতো নৰকত থাকো কদাচিত
কৰোহো স্বৰ্গক গতি।
মনুষ্য লোকত থাকো কতো বেলা
পশুৰো হুও সঙ্গতি ॥
জল যন্ত্ৰ চক্ৰে জৰী বন্ধ হুয়া
খণ্ড ঘট যেন মতে।
কতো উৰ্দ্ধগতি কতো অধোগতি
কতোহো থাকে মধ্যতে ॥২১১৪
কৰ্ম্মে বন্ধ হুয়া সংসাৰ চক্ৰত
এহি মতে ভগৱন্ত।
ভ্ৰমো চিৰকাল কদাচিত মই
দুখৰ নেদেখো অন্ত ॥
শোক মোহ তৃষ্ণা আকুল কৰয়
ভৈলো অতি অচেতন।
কিবা কৰো আয়ে একোকে নজানো
তোমাত লৈলো শৰণ ॥২১১৫

তোহ্মাৰ ভকত মই হুও যেৱে
জগন্নাথ কৃপা কৰা।
সংসাৰ সাগৰে মজিলো মাধৱ
আহ্মাক প্ৰভু উদ্ধাৰা॥
তুমি ব্যতিৰেকে নাহি বন্ধু আন
যি মোৰ চিন্তা কৰয়।
তুমি হেন যদি নাথ পাও প্ৰভু
কহিতে নাহিকৈ ভয় ॥২১১৬
তুমি জগধাতা তোহ্মাৰ চৰণে
ভকতি নভৈল যাৰ।
তাৰ কুল ক্ৰিয়া বিদ্যা বৃথা সবে
কি কৰৈ জীৱন ছাৰ॥
যিটো মূঢ় হুয়া তোহ্মাক নিন্দয়
অসুৰ জনম পাই।
উপজি উপজি নৰকত পৰৈ
তাহাৰ নিস্তাৰ নাই॥২১১৭
যৈতে যৈতে গৈয়া জন্ম লভো মই
আপোন কৰ্ম্মৰ গতি।
তৈতে তৈতে হৰি তোহ্মাৰ চৰণে
থাকোক দৃঢ় ভকতি॥
দেবাসুৰ নৰে তোহ্মাক আৰাধি
পাইলেক পৰম সিদ্ধি।
জানিয়া তোহ্মাক সুপূজিবে কোনে
তুমি ভকতৰ নিধি॥২১১৮
স্তুতি কৰিবাক নোৱাৰ তোহ্মাক
ব্ৰহ্মা আদি দেৱজাক।
মনুষ্য বুদ্ধিৰে কেনমতে মই
কৰিবো স্তুতি তোহ্মাক॥
যিটো মূঢ় ভাৱে কৰিলোহো স্তুতি
তাক ক্ষমিয়োক মোক।
যদি অপৰাধ হোৱে তথাপিতো
ক্ষমা কৰৈ সাধু লোক॥২১১৯

হেন জানি প্ৰভু হুয়োক প্ৰসন্ন
তোহ্মাৰ ভকত আমি।
ভক্তিভাৱে যিটো কৰিলোহো স্তুতি
সাঙ্গ হোক সবে স্বামী॥
প্ৰভু বাসুদেৱ তোহ্মাৰ চৰণে
কৰো মই নমস্কাৰ।
আন কাম এৰি বোলা হৰি হৰি
পুৰুষ হোক উদ্ধাৰ॥২১২০

---

ঘোষা

হৰি গোবিন্দ দয়াময় মুৰাৰি ৰাম।
মুখে মোৰ নছাড়োক ৰাম কৃষ্ণ নাম॥১৭৬॥

পদ

ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
ভৈলন্ত গৰুড়ধ্বজ স্তোত্ৰত প্ৰসন্ন॥
দিলন্ত ৰাজাক মন বাঞ্ছিত সকল।
কাৰুণ্য স্তোত্ৰৰ আৰে শুনা যেন ফল॥২১২১
হৰিক পূজিয়া যিটো নিতে কৰৈ স্তুতি।
তাহাৰ হৈবেক অৱশ্য মুকুতি॥
ত্ৰিসন্ধ্যাত পৰে যিটো স্তোত্ৰ শ্ৰেষ্ঠতৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পাৱৈ নিৰন্তৰ॥২১২২
যিবা পঢ়ে যিবা শুনে শুনাৱৈ আনক।
পাপ ছাড়ি সিয়ো যায় বিষ্ণুৰ স্থানক॥
যিটো দুষ্টে শঠে কৰে বেদক লুপুত।
তাত নকহিবা স্তোত্ৰ পৰম গুপুত॥২১২৩
বিষ্ণু ভকতক দিবা উপদেশ।
কহিলো কাৰুণ্য স্তৱ তোহ্মাত নিঃশেষ॥
দেৱ মাধৱক ধ্যান কৰৈ যিটো নিত।
বিষ্ণুত প্ৰৱেশে যেন অগণিত ভূত॥২১২৪

মহা যজ্ঞ বিদ্যা দানে কোন কাৰ্য্য কৰৈ।
মহা উগ্ৰ তপ কৰি মিছাতেসে মৰৈ ॥
জগতৰ গুৰু মোক্ষ দাতা নাৰায়ণ।
তাহান নকৰৈ যিটো শ্ৰৱণ কীৰ্ত্তন ॥২১২৫
সি সি ধন্য সি সি শুদ্ধ সহিসে পণ্ডিত।
যজ্ঞ তপে ব্ৰতে সি সি শ্ৰেষ্ঠ অখণ্ডিত ॥
সি সি সত্যবাদী দাতা জ্ঞাতা জগতত।
যাহাৰ ভকতি আছে কৃষ্ণ চৰণত ॥২১২৬
হেন স্তুতি কৰি ইন্দ্ৰদ্যুম্ন মহাৰায়।
ভুমিত পৰিলা বস্ত্ৰ কুশক বিচাই ॥
মহা চিন্তাবিষ্ট হুয়া কৰিলা শয়ন।
কেনমতে হৈবে মোৰ কৃষ্ণ দৰশন ॥২১২৭
হেনমতে চিন্তি নিদ্ৰা গৈলা নৃপবৰ।
স্বপ্নত ৰাজাক দেখা দিলা দামোদৰ ॥
জগত গুৰুক ৰাজা দেখিলা সাক্ষাতে।
আঠ অস্ত্ৰ ধৰি আছা আঠখান হাতে ॥২১২৮
শঙ্খ চক্ৰ গদা পদ্ম চাৰু বাৰু অসি।
সাৰঙ্গ বাণ ধৰি আছা গৰুড়ত বসি ॥
যেন নান বৈদুৰ্য্য শৰীৰ কৰৈ কান্তি।
হৃদয় মধ্যত জ্বলে শুক্ল লোম পান্তি ॥২১২৯
পীতবস্ত্ৰে বেষ্টে তনু কটিত মেখলা।
কণ্ঠত কৌস্তুভ শোভে গলে বনমালা ॥
কিৰীটি কুণ্ডল হাৰ কেয়ূৰ কঙ্কণ।
সৰ্ব্বাঙ্গ প্ৰকাশে মহা ৰত্নৰ ভূষণ ॥২১৩০
নুপুৰে ৰঞ্জিয়া আছে পাদ-পদ্ম দুই।
যাক দেখি ধ্যানত ভকত সুখি হুই ॥
প্ৰসন্ন বদন জ্বলে কমললোচন।
যাক দৰশনে হোৱৈ পাতক মোচন ॥২১৩১
যুগান্তৰ সূৰ্য্য যেন আছন্ত প্ৰকাশি।
ৰাজাক বুলিলা হেন বাণী হৰি হাসি ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি পাপ যাউক অধগতি ॥২১৩২

ঘোষা

জয় হৰি গোপালো জগন্নাথ কৃপালো ॥১৭৭॥

পদ

সাধু সাধু মহাৰাজ।
সাৰ্থক তোহ্মাৰ কাজ ॥
যজ্ঞ দানে ভক্তি ভাৱে।
তুষিলা আহ্মাৰ পাৱে ॥২১৩৩
কৰা অনুশোচ বৃথা।
জানিলো তোহ্মাৰ কথা ॥
প্ৰতিমা থাপিবা ঐত।
শুনা তাক পাইবা যৈত ॥২১৩৪
ৰজনী প্ৰভাতে বীৰ।
যাইবা সাগৰৰ তীৰ ॥
বৃক্ষক দেখিবা পাছে।
জল স্থল মধ্যে আছে ॥২১৩৫
ঢেউ লাগি সাগৰৰ।
নকম্পন্ত তৰুবৰ ॥
হাতত পৰশু লই।
একলে দেখিবা গই ॥২১৩৬
ছেদিবা নিঃশঙ্ক মতি।
প্ৰতিমা সাজিবা তৈতি ॥
নিচিন্তিবা মহাৰথ।
হৈব সিদ্ধি মনোৰথ ॥২১৩৭
ৰাজাক প্ৰবোধ কৰি।
অন্তৰ্দ্ধান ভৈলা হৰি ॥
দেখি স্বপ্ন বিপৰীত।
ভৈলা ৰাজা সচকিত ॥২১৩৮
বিষ্ণু মন্ত্ৰ জপ্য কৰি।
হৰিক মনত ধৰি ॥
ৰজনী কৰিয়া ক্ষয়।
উঠি পাছে মহাশয় ॥২১৩৯

সাগৰত কৰি স্নান।
দিলন্ত বিবিধ দান॥
নিত্য কৰ্ম্ম সাঙ্গ কৰি।
হাতত পৰশু ধৰি॥২১৪০
হৰিক স্মৰিয়া বীৰ।
লৰি গৈলা ধীৰে ধীৰ॥
নাহিকৈ সাৰথি ৰথ।
একেশ্বৰে মহাৰথ॥২১৪১
পাইলা তীৰ সাগৰৰ।
দেখিলন্ত তৰুবৰ॥
নাহি তাৰ নাম জাতি।
থূলন্তৰ উচ্চ আতি॥২১৪২
মজাঠিৰ বৰ্ণ সম।
দেখি আতি মনোৰম॥
পৰিয়া জলৰ কাছে।
যেন মুখে শুতি আছে॥২১৪৩
বিষ্ণুৰ বৃক্ষক পাই।
আনন্দিত মহাৰায়॥
কৃষ্ণৰ কিঙ্কৰে ভণে।
হৰি বোলা সৰ্ব্বজনে॥২১৪৪

— — —

ঘোষা

**ভাই ৰাম কহ ৰাম কহ ৰাম মন্ত্ৰ সাৰ।**
**তপ জপ যজ্ঞ যোগে সিদ্ধি নাই আৰ॥১৭৮॥**

**পদ**

তীক্ষ্ণতৰ পৰশু উচ্চায়া হাত তুৰি।
ছেদিলন্ত আনন্দে বৃক্ষৰ আগ গুৰি॥
দুইকাল কৰিবাক চাহান্ত নৃপতি।
আসিলন্ত হৰি বিশ্বকৰ্ম্মায়ে সহিতি॥২১৪৫
দিব্য গন্ধমালা পিন্ধি ধৰি বিপ্ৰৰূপ।
ৰাজাক বোলান্ত ঐত কি কৰিছা ভূপ॥
কি কাৰ্য্যে ছেদিলা ইটো মহা তৰুবৰ।
নিৰ্জ্জন স্থানত কেনে আছা একেশ্বৰ॥২১৪৬
শুনিয়া নৃপতি তাসম্বাক চাইলা পাছে।
যেন চন্দ্ৰ সূৰ্য্য দুয়ো প্ৰকাশন্তে আছে॥
নমস্কাৰ কৰি ৰাজা বুলিলা বচন।
শুনিয়োক দুয়ো গুৰু মোৰ প্ৰয়োজন॥২১৪৭
মাধৱক আৰাধিবে মোৰ ভৈল মতি।
সাজিবোহো দাৰুময়ী প্ৰতিমা সম্প্ৰতি॥
স্বপ্নত আদেশ মোক দিলা নাৰায়ণ।
কহিলো তোমাৰ আগে স্বৰূপ বচন॥২১৪৮
হেন শুনি বিপ্ৰৰূপ-ধাৰী চক্ৰপাণি।
তুষ্ট হুয়া নৃপতিক বুলিলন্ত বাণী॥
ধন্য ধন্য ৰাজা বুদ্ধি উত্তম তোমাৰ।
সংসাৰ-সাগৰে আত কিছু নাহি সাৰ॥২১৪৯
যেন জল বুদবুদ তিলে হোৱৈ ছন্ন।
বিষ্ণু আৰাধিবে তযু সম্পজিল মন॥
কিনো ভাগ্যৱতী সসাগৰা বসুমতী।
যাহাৰ পালক ভৈলা আপুনি নৃপতি॥২১৫০
আসিয়োক ঐক এৰি সাগৰৰ তীৰ।
তৰুতলে আমি সবে থাকো মহাবীৰ॥
এহেন্তে ব্ৰাহ্মণ বিশ্বকৰ্ম্মা সম গুণী।
এখনে দিবন্ত সাজি প্ৰতিমা আপুনি॥২১৫১
হেন শুনি এৰি ৰাজা সাগৰৰ তট।
তৰুতলে বৈলা চাপি বিষ্ণুৰ নিকট॥
পাছে বিশ্বকৰ্ম্মাক বুলিলা হৰি বাণী।
সাজি তিনি প্ৰতিমা এখনে দিয়ো আনি॥২১৫২
কৃষ্ণ বলোভদ্ৰ আৰ সুভদ্ৰা ভগিনী।
যাৰ যেনে লক্ষণ নিৰ্ম্মিয়ো ভিন্নি ভিন্নি॥
শুনি বিপ্ৰৰূপী বিশ্বকৰ্ম্মা গৈলা লৰি।
তিনিৰো প্ৰতিমা তেতিক্ষণে দিলা গঢ়ি॥২১৫৩

প্ৰথমে নিৰ্ম্মিলা বলোভদ্ৰ শুক্ল কায়।
আৰকত আখি ফণা শিৰত শোভয়॥
গাৱে নীল বস্ত্ৰ কৰ্ণে এগোটা কুণ্ডল।
এক হাতে গদা আউৰ হাতত মুষল ॥২১৫৪
কৃষ্ণক নিৰ্ম্মিলা তনু মেঘসম জ্বলে।
পদ্মসম লোচন শ্ৰীবৎস বক্ষঃস্থলে॥
গাৱে পীতবস্ত্ৰ অস্ত্ৰ চক্ৰ আছে কৰে।
যাক দৰশনে জগতৰে পাপ হৰে ॥২১৫৫
সাজিলা সুভদ্ৰা তনু সুবৰ্ণ গৌৰাঙ্গ।
ৰত্নময় অলঙ্কাৰে প্ৰকাশে সৰ্ব্বাঙ্গ॥
দিব্য বস্ত্ৰে আবৃত উন্নত স্তন দুই।
বোলা হৰি লাগোক পাপৰ মুণ্ডে জুই ॥২১৫৬

---

ঘোষা

**কমলাকান্ত কৰা কৃপা কমল লোচন ॥১৭৯॥**

**পদ**

ক্ষণেকতে সাজিলা প্ৰতিমা।
দেখি ৰাজা পৰম মহিমা॥
বুলিলন্ত বিস্ময়ে বচন।
নোহা নৰ তোৰা দুয়োজন ॥২১৫৭
কিবা তোৰা দুয়ো সূৰ্য্য শশী।
ব্ৰহ্মা ৰুদ্ৰ কিবা আছা আসি॥
নজানোহো স্বৰূপ সাক্ষাত।
কৈয়ো সত্য শৰণ তোহ্মাত ॥২১৫৮
শুনি হৰি বুলিলা বচন।
নোহো ব্ৰহ্মা ৰুদ্ৰ আন জন॥
মই হৰি জগত ঈশ্বৰ।
মোতে আছে যত চৰাচৰ ॥২১৫৯
বেদান্ততো মোকেসে কহয়ে।
মোক স্মৰি পাতক দহয়ে॥
তুষ্ট হুয়া দেখা দিলো আগে।
লৈয়ো বৰ ৰাজা যেহি লাগে ॥২১৬০
স্বপ্নতো নেদেখে পাপী মোক।
তুমি মোৰ মহা ভক্ত লোক॥
যতেক পূজিলা নাহি লেখা।
তাতেসে তোহ্মাক দিলো দেখা ॥২১৬১
শুনি ৰাজা তনু ৰোমাঞ্চিত।
কৰৈ স্তুতি পৰিয়া ভূমিত॥
লক্ষ্মীকান্ত তোহ্মাক প্ৰণাম।
তনু যাৰ জ্বলৈ মেঘ শ্যাম ॥২১৬২
কৰে শঙ্খ চক্ৰ পদ্ম গদা।
তুমি শ্ৰীৰ নিবাস সৰ্ব্বদা॥
শুতি থাকা ভুজঙ্গ শয্যাত।
তুমি ব্ৰহ্ম ব্যাপক সাক্ষাত ॥২১৬৩
তুমি সূক্ষ্ম নিৰ্ম্মল নিৰ্গুণ।
সৃষ্টি স্থিতি লয়ত নিপুণ॥
মোক্ষ পদ জগত ঈশ্বৰ।
কৰো পৰি প্ৰণাম বিস্তৰ ॥২১৬৪
দুনাই দুনাই কৰে নমস্কাৰ।
কৰা প্ৰভু আহ্মাক উদ্ধাৰ॥
তুমি দিয়া ভুকুতি মুকুতি।
কৰো সেৱা সেহিসে যুগুতি ॥২১৬৫
দুনাই ৰাজা পৃথিবীত পৰি।
বিষ্ণুক বোলন্ত কৰযুৰি॥
ঋষিগণ দেৱাসুৰ বল।
যত যোগী সন্ন্যাসীসকল ॥২১৬৬
যিটো পদে সদা কৰৈ ধ্যান।
ইচ্ছা মাত্ৰ তৈন্তে দিয়া স্থান॥
মাথৰে বোলন্ত এহি হোক।
অন্তকালে পাইবা গৈয়া মোক ॥২১৬৭

নকৰিবা সংশয় ইহাত।
নিষ্ঠ কৰি বুলিলো তোথাত॥
কৃষ্ণৰ কিঙ্কৰে এভু ভণে।
হৰি হৰি বোলা সৰ্ব্বজনে॥২১৬৮

---

ঘোষা

**কৃষ্ণ মুৰাৰি ৰাম কৰো পৰিয়া প্ৰণাম।**
**মোৰ মুখে নছাড়োক হৰি হেন নাম॥১৮০॥**

পদ

নব শতাধিক দশ হাজাৰ বৎসৰ।
অখণ্ডে ভুঞ্জিয়ো ইটো ৰাজ্য নৃপবৰ॥
পাছে মোৰ পৰম পদক পাইবা তুমি।
থাকিব তোহ্মাৰ কীৰ্ত্তি যাৱে থাকে ভুমি॥২১৬৯
যাৱে চন্দ্ৰ সূৰ্য্য থাকে সপত সাগৰ।
ভ্ৰমিব তোহ্মাৰ যশ ত্ৰৈলোক্য ভিতৰ॥
যজ্ঞ অৱশেষ যত জল অনুপাম।
হুইবে তীৰ্থ ইন্দ্ৰদ্যুম্ন সৰোবৰ নাম॥২১৭০
আত স্নান কৰিয়া যাইবেক ইন্দ্ৰ স্থানে।
একৈশ পুৰুষ উদ্ধাৰিবে পিণ্ডদানে॥
অপেস্বৰা গন্ধৰ্ব্বে কৰিবে নৃত্য গীত।
চৈধ্য ইন্দ্ৰ পৰিমাণে থাকিবে তহিত॥২১৭১
হ্ৰদৰ নৈঋত কোণে আছে সিদ্ধ বট।
দিব্য মণ্ডপেক আছে তাহাৰ নিকট॥
বহুবিধ পুষ্পবনে সদায় আবৃত।
পতাকা তোৰণ ধ্বজদণ্ডে অলঙ্কৃত॥২১৭২
আষাৰৰ শুক্লা পঞ্চমীত আমাসাক।
সেহি মণ্ডপতে ৰথ থৈয়া বেশ্যাজাক॥
উৎসৱে বিস্কিবে চামৰক কৰে ধৰি।
যতী সিদ্ধ সন্ন্যাসী থাকিবে স্তুতি কৰি॥২১৭৩
আম্হাক দেখিয়া যিটো প্ৰণামৈ তহিত।
মহাৰঙ্গে মৰিবেক বিষ্ণুৰ পুৰীত॥
দিব্য দশ হাজাৰ বৎসৰ থাকি তৈত।
চতুৰ্ব্বেদী ব্ৰাহ্মণ হৈবেক আসি ঐত॥২১৭৪
হৈবেক শ্ৰীমন্ত কোটি ধনৰ ঈশ্বৰ।
ৰাজাক সম্বোধি এহিমতে দিয়া বৰ॥
বিশ্বকৰ্ম্মে সহিতে ভৈলন্ত অন্তৰ্হিত।
দেখি নৃপতিৰ তনু ভৈলা ৰোমাঞ্চিত॥২১৭৫
কৃতকৃত্য ভৈল দেখি কৃষ্ণৰ মহিমা।
ৰথে তুলি লৈয়া গৈলা তিনিৰো প্ৰতিমা॥
অনেক মাঙ্গল্য বাদ্যভাণ্ড কৰে ছানি।
বিপ্ৰগণে আগত কৰন্ত বেদধ্বনি॥২১৭৬
বিচিত্ৰ পৱিত্ৰ স্থানে প্ৰতিমা থোৱাইলা।
শুভ তিথি শুভক্ষণে প্ৰতিষ্ঠা কৰাইলা॥
দিলা দান দক্ষিণা ঋত্বিজ আচাৰ্য্যক।
বস্তুধন দান দিলা আনো ব্ৰাহ্মণক॥২১৭৭
এহিমতে প্ৰতিষ্ঠা কৰিয়া বিধিৰতে।
থাপিলা প্ৰতিমা নিয়া বিচিত্ৰ দৌলতে॥
উত্তৰত কৃষ্ণ বলোভদ্ৰ দক্ষিণত।
সুভদ্ৰাক লৈলা নিয়া দুহানো মধ্যত॥২১৭৮
পূজিলন্ত গন্ধ ধূপে নানা উপহাৰে।
সুবৰ্ণ মুকুতা মণি বস্ত্ৰ অলঙ্কাৰে॥
দিলন্ত আসন গ্ৰাম্য নগৰ আশেষ।
দাস উৎসৰ্গিয়া দিলন্ত বিশেষ॥২১৭৯
জগন্নাথ থাপি ৰাজা পূৰি মনোৰথ।
ভুঞ্জিলন্ত অকণ্টকা ৰাজ্য মহাৰথ॥
অন্তকালে এৰি ইটো উত্তৰ সম্পদ।
সুখে পাইলা বিষ্ণুৰ পৰম সিটো পদ॥২১৮০
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
কহিলো ক্ষেত্ৰৰ ইটো যতেক লক্ষণ॥
বুলিয়োক আৰ কিবা শুনিবাক বাঞ্ছা।
বোলা হৰি হৰি যাব বৈকুণ্ঠক ইচ্ছা॥২১৮১

ঘোষা

**ও ভাই, ভাবিয়ো ৰাম চিন্তিয়ো ৰাম**
**ৰাম নাম যোনো ছাড়া।**
**ৰাম কৃষ্ণ নাম, অস্ত্ৰক ধৰিয়া**
**পাপ ৰিপক্ষক তাড়া ॥১৮১॥**

পদ

শুনাই মুনিগণে ব্ৰহ্মাত পুছন্ত
কহিয়ো ক্ষেত্ৰৰ বিধি।
কোন সময়ত ক্ষেত্ৰৰ যাত্ৰাক
কৰিলে হৈবেক সিদ্ধি ॥
কৃষ্ণ দৰশনে যেন ফল পাৱৈ
তাকো কহিবাক লাগে।
হেন শুনি ব্ৰহ্মা কহিবে লাগিলা
ঋষি সমূহৰ আগে ॥২১৮২
কুৰুক্ষেত্ৰে গৈয়া নিৰাহাৰ হুয়া
পৰম তপে যুগুত।
ইন্দ্ৰিয়ক জিনি একপদে থাকৈ
বৰিষ সাত অযুত ॥
যিটো জ্যৈষ্ঠ মাসে শুক্ল দ্বাদশীত
কৃষ্ণৰ মুখ কমল।
দেখে উপবাসে সিটো নৰে পাৱৈ
তাহাতো অধিক ফল ॥২১৮৩
পঞ্চতীৰ্থ কৰি যিটো দ্বাদশীত
কৃষ্ণমুখ দেখৈ যাই।
অপ্ৰয়াসে সিটো বিষ্ণু-পুৰী পাৱৈ
তাহাৰ পতন নাই ॥

হেন জানি যত্নে জ্যৈষ্ঠত যাত্ৰাক
কৰিবা সমস্ত নৰে।
পঞ্চতীৰ্থ কৰি বিষ্ণুক দেখিয়া
ধৰ্ম্ম নাহি আত পৰে ॥২১৮৪
বিদূৰতে থাকি যিটো প্ৰতিদিনে
কৃষ্ণৰ কীৰ্ত্তন কৰে।
আতি অপ্ৰয়াসে বিষ্ণু-পুৰী পাৱৈ
শুদ্ধ হুয়া সিটো নৰে ॥
কৃষ্ণৰ যাত্ৰাক কৰৈ যিটো নৰে
পৰম ভকতি ভাৱে।
সমস্তে পাতক দূৰ কৰি সিয়ো
বিষ্ণুৰ পুৰীক পাৱে ॥২১৮৫
মাধৱৰ ধ্বজ দণ্ডক যি নৰে
দেখিয়া দোল উপৰে।
ভূমিত পৰিয়া প্ৰণাম কৰিয়া
পাপ সাগৰত তৰে ॥
আত পৰে শুনা পঞ্চ তীৰ্থ বিধি
যেন ফল স্নান দানে।
ভণিল শঙ্কৰে শুনা সবে নৰে
হৰি বোলা সাৱধানে ॥২১৮৬

---

ঘোষা

**হৰি ৰাম নাম ৰঘুনাথ হে।**
**ৰাম নাম নছাড়োক মুখে নাহে ॥১৮২॥**

পদ

**মাৰ্কণ্ডেয় হ্ৰদে গৈয়া উত্তৰক মুখ দিয়া**
**হেন মন্ত্ৰ কৰিবে উচ্চাৰ।**
**শুদ্ধ হুয়া ক্ৰোধ জিনি বুৰ দিয়া বাৰ তিনি**
**শুনিয়োক যেন মন্ত্ৰ তাৰ ॥**

সংসাৰ সাগৰে মগ্ন   পাপগ্ৰস্ত অচেতন
মোত পৰে নাহি দুৰাচাৰ।
প্ৰভু ভগনেত্ৰহাৰী   ত্ৰাহি ত্ৰাহি ত্ৰিপুৰাৰি
তোমাৰ চৰণে নমস্কাৰ ॥২১৮৭
নমো শিৱ মহাশান্ত   সমস্ত পাপৰ অন্ত
স্নান কৰে মাৰ্কণ্ডেয় হ্ৰদে।
মোৰ যত পাপচয়   নিৰন্তৰে হৌক ক্ষয়
প্ৰণাম কৰোহো তযু পদে ॥
নাভি মাত্ৰ জলে নামি   বিধিমতে দেৱঋষি
তিলোদকে কৰিবে তৰ্পণ।
স্নান অৱসানে পাছে   শিৱৰ দৌলেক আছে
তাক লাগি কৰিবে গমন ॥২১৮৮
তিনি প্ৰদক্ষিণ কৰি   পূজি মূল মন্ত্ৰ পঢ়ি
শিৱৰ লিঙ্গক একমতি।
পৰিয়া প্ৰণাম কৰি   উঠি পুতাঞ্জলি ধৰি
কৰিব হৰক হেন স্তুতি ॥
নমো নমো ত্ৰিনয়ন   শিৰে শশী বিভূষণ
প্ৰভু বিৰূপাক্ষ মহাদেৱ।
তুমি বিনা নাহি আন   কৰা মোক পৰিত্ৰাণ
তোমাৰ চৰণে কৰো সেৱ ॥২১৮৯
কহিলো তহিৰ কথা   হেন কৰ্ম্ম কৰি তথা
দশ অশ্বমেধ ফল পাইব।
শিৱলোকে ভোগ ভুঞ্জি   পাছে শিৱযোগ যজি
শিৱৰ শৰীৰে লীন যাইব ॥
অনন্তৰে কল্প বৃক্ষ   বটৰ মূলক গৈয়া
প্ৰদক্ষিণ কৰি তিনিবাৰ।
পৰম ভকতি ভাৱে   পূজিব বটৰ পাৱে
হেন মন্ত্ৰ কৰিব উচ্চাৰ ॥২১৯০

---

ঘোষা

প্ৰণামো পৰম পুৰুষ ৰাম।
নুগুচোক মুখে মাধৱ নাম ॥১৮৩॥

পদ

নমো ব্ৰহ্মৰূপী প্ৰলয়গামী।
আছো মহীন্দ্ৰৰ উপৰে ভ্ৰমি ॥
প্ৰণাম কৰো বট তৰুবৰ।
প্ৰলয় কালত তুমি অমৰ ॥২১৯১
তুমিসি হৰিৰ মুখ্য আশ্ৰয়।
প্ৰণামো বট পাপ কৰা ক্ষয় ॥
প্ৰণামিয়া হেন মন্ত্ৰ উচ্চাৰি।
বটক নৰে প্ৰদক্ষিণ কৰি ॥২১৯২
তেতিক্ষণে ছাড়ে সমস্তে পাপ।
যিমতে জীৰ্ণ চোক্ষ এৰৈ সাপ ॥
বটৰ সিটো ছায়া পৰশনে।
ব্ৰহ্মহত্যা নষ্ট হোৱৈ তেখনে ॥২১৯৩
আন পাতকৰ কি কৈবো কথা।
স্বৰূপ বচন নাহি অন্যথা ॥
ৰাজসূয় অশ্বমেধৰ ফল।
বট দৰশনে পাৱৈ সকল ॥২১৯৪
উদ্ধাৰি বংশ ব্ৰহ্মলোকে যাই।
এক কল্পমানে পতন নাই ॥
গৰুড় আছন্ত কৃষ্ণ সন্মুখে।
তাঙ্ক নমস্কাৰ কৰিব সুখে ॥২১৯৫
সমস্তে পাপক কৰিয়া দূৰ।
অপ্ৰয়াসে পাৱৈ বিষ্ণুৰ পুৰ ॥
দেখিয়া বট গৰুড়ক আগে।
দৌলত পাছে প্ৰৱেশিবে লাগে ॥২১৯৬

ৰামক তিনি প্ৰদক্ষিণ কৰি।
প্ৰণামিব হেন মন্ত্ৰ উচ্চাৰি॥
নমো হলধৰ ৰেৱতীপতি।
ভকত বৎসল কৰো প্ৰণতি॥২১৯৭
নমো মহীধৰ বলীতে শ্ৰেষ্ঠ।
প্ৰলম্ব বৈৰী নমো কৃষ্ণ জ্যেষ্ঠ॥
বলোক এহিমতে স্তুতি কৰি।
বিষ্ণুপুৰী পাৱৈ পাতক তৰি॥২১৯৮
কল্পেক মানে যেন ভুঞ্জি তৈত।
বেদবিদ হুয়া উপজৈ ঐত॥
মহাসুখে জানি জ্ঞান যুগুতি।
পৰম দুৰ্ল্লভ লভে মুকুতি॥২১৯৯
কৃষ্ণক পূজিবে পাছে সাদৰি।
দ্বাদশ অক্ষৰ মন্ত্ৰ উচ্চাৰি॥
সিটো মন্ত্ৰে পাৱৈ যিমতে গতি।
নপাই যোগ যজ্ঞে তাক সম্প্ৰতি॥২২০০
জানিয়া হেন মন্ত্ৰ উচ্চাৰিয়া।
গন্ধ পুষ্প ধূপ নৈবেদ্য দিয়া॥
কৃষ্ণক অৰ্চ্চিয়া কৰিবে স্তুতি।
বোলা হৰি হৰি হৌক মুকুতি॥২২০১

———

ঘোষা

**ৰাম ৰাম নিৰঞ্জন ৰাম নিৰঞ্জন।**
**ৰাম নিৰঞ্জন হৰি ৰাম নিৰঞ্জন**
**নিৰঞ্জন হৰি॥১৮৪॥**

পদ

জয় কৃষ্ণ জয় জয় জগন্নাথ
সৰ্ব্ব পাপ বিনাশন।
জয়তি চানূৰ কেশীৰ অন্তক
জয় কংস নিসূদন॥
জয় পদ্ম পত্ৰ সদৃশ লোচন
ধৰি আছা চক্ৰ গদা।
জয় নীল মেঘ সম শ্যাম তনু
সৰ্ব্ব সুখদাতা সদা॥২২০২
জয় জগতৰ পূজ্য জয় ভৱ
নাশন সন্তৰ গতি।
জয় ভকতৰ বাঞ্ছা ফল দাতা
জয় নাথ লোক পতি॥
দুৰ্ঘোৰ সংসাৰ আত নাহি সাৰ
অপাৰ সাগৰ যেন।
কাম ক্ৰোধ গ্ৰাহে সদায়ে আকুল
দুঃখচয় ভৈল ফেন॥২২০৩
বিষয় উদকে পলম্পি আছয়
মহামোহে আত পাক।
লোভে ভৈল ঢৌ ইহাতে মজিলো
উদ্ধাৰা প্ৰভু আম্মাক॥
এহিমতে স্তুতি কৰিয়া কৃষ্ণক
দেৱৰো ঈশ্বৰ হৰি।
মহাবাহু মহা বক্ষঃস্থলে আছা
শঙ্খ চক্ৰ গদা ধৰি॥২২০৪
ভূষণে ভূষিত গলে বনমালা
পদ্ম পত্ৰ সম আখি।
দণ্ডৱতে পৰি প্ৰণাম কৰিবে
হেনয় কৃষ্ণক দেখি॥
এহিমতে পৰি কৃষ্ণক প্ৰণাম
কৰৈ যিটো ভক্তিভাৱে।
অশ্বমেধ যজ্ঞ সহস্ৰৰ ফল
তাৰক্ষণে সিটো পাৱে॥২২০৫
সমস্তে তীৰ্থত যজ্ঞত দানত
ব্ৰতত যি ফল পাৱৈ।
ব্ৰহ্মচাৰী গৃহী বাণপ্ৰস্থ সন্ন্যাসী
চাৰিয়ো যি ফল পাৱৈ॥

কৃষ্ণ দৰশনে সেহি ফল পাৱৈ
কি কৈবো আউৰ বিস্তৰ।
কৃষ্ণক দেখিয়া প্ৰণাম কৰিলে
হৈবেক মোক্ষ লোকৰ ॥২২০৬
কোটি কল্পে যত পাপ আছে কৰি
সিয়ো তেতিক্ষণে এৰৈ।
একৈশ পুৰুষ উদ্ধাৰি বিমানে
বিষ্ণুৰ পুৰিক লৱৈ ॥
তিনি শত কল্প ভোগ ভুঞ্জি তৈতে
যেন চতুৰ্ভুজ হৰি।
দুনাই শ্ৰেষ্ঠ দ্বিজ কুলত উপজৈ
গুণে সুহি তাক সৰি ॥২২০৭
সৰ্ব্বভূত হিত ৰত শান্ত দাতা
সত্যবাদী সৰ্ব্বজ্ঞান।
অন্তকালে সিয়ো মুকুতিক পাৱৈ
লভিয়া বৈষ্ণৱ জ্ঞান ॥
তাত পাছে মন্ত্ৰে সুভদ্ৰাক পূজি
প্ৰণামি কৰি স্তুতি।
নমো ব্ৰহ্মগামী দেবীক প্ৰণামো
দিয়োক মুখ্য মুকুতি ॥২২০৮
কমললোচনী নমো কাত্যায়নী
কৰা মোক পৰিত্ৰাণ।
বলোৰ ভগিনী সুভদ্ৰাক নমি
পাৱৈ বিষ্ণুলোকে স্থান ॥
এক কল্পমানে দেৱ যেন ক্ৰীড়ে
পাছে বিপ্ৰ হোৱৈ আসি।
অন্তকালে সিয়ো মুকুতিক পাৱৈ
বৈষ্ণৱ যোগ অভ্যাসি ॥২২০৯

---

ঘোষা

**ৰাম গোপাল ত্ৰাহি প্ৰভু পশিলো শৰণে।**
**কত নিবেদিবো দুখ তোহ্মাৰ চৰণে ॥১৮৫॥**

পদ

বলো কৃষ্ণ সুভদ্ৰাক নমি ভক্তিভাৱে।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সমস্তকে পাৱে ॥
কৃতকৃত্য হুয়া পাছে দৌলৰ বজাইব।
বিষ্ণুৰ থানক নমি আউৰ স্থানে যাইব ॥২২১০
যৈত আছে ইন্দ্ৰনীলময় বনমালী।
গুপুত কৰিয়া তাঙ্ক ঢাকি আছে বালি ॥
সেহি ঠাইতো গৈয়া তাঙ্ক নমস্কাৰ কৰি।
বিষ্ণুপুৰী পাৱৈ নৰে পুৰুষ উদ্ধাৰি ॥২২১১
তহিতে আছন্ত নৰসিংহ ৰূপ হৰি।
মহা ভক্তিভাৱে তাঙ্ক নমস্কাৰ কৰি ॥
নাহিকৈ সংশয় এৰাই পাতকসকল।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ পাৱৈ চাৰি ফল ॥২২১২
অনন্তক নমে গৈয়া মহা ভক্তি ভাৱে।
পাপ ছাড়ি পৰম পদক সিয়ো পাৱে ॥
মই ইন্দ্ৰে পূজিলোহো ৰাম বিভীষণে।
হেন অনন্তক আৰ সুপূজিবে কোনে ॥২২১৩
শ্বেত গঙ্গাজলে বিধিৰন্তে স্নান কৰে।
পাছে শ্বেতমাধৱক দেখৈ থিটো নৰে ॥
মৎস্য মাধৱক গৈয়া হোৱৈ দৰিশন।
অন্তকালে কৰৈ শ্বেত দ্বীপক গমন ॥২২১৪
পাছে চলি যাইব যৈতে আছে স্বৰ্গ দ্বাৰ।
আলিঙ্গিয়া কাষ্ঠক কৰিব নমস্কাৰ ॥
দেখি উগ্ৰসেন গৈয়া সাগৰৰ তীৰ।
বিষ্ণুক চিন্তিব তৈতে চিত্ত কৰি স্থিৰ ॥২২১৫

জলত নামিব পাছে অঙ্গন্যাস কৰি।
পঢ়িব কবচ মনে নাৰায়ণ স্মৰি॥
তুমি নাৰায়ণ শঙ্খ চক্ৰ গদাপাণি।
হেন চিন্তি উচ্চাৰিব ইটো মন্ত্ৰ বাণী॥২২১৬
তুমি অগ্নি সমস্ত ভূততে শ্ৰেষ্ঠ তুমি।
জীৱৰো ঈশ্বৰ অমৃতৰো জন্মভূমি॥
নাথ তীৰ্থৰাজ কৰো তোমাক প্ৰণাম।
হৰিয়ো পাতক দিয়া অভিমত কাম॥২২১৭
হেন উচ্চাৰিয়া বিধিৰতে স্নান কৰে।
তেৱেসে স্নানৰ সবে ফল পাৱৈ নৰে॥
অন্তৰ্জলে নামি কৰি অৰ্ঘ বৰিষণ।
তীৰত উঠিয়া পাছে পিন্ধিব বসন॥২২১৮
সন্ধ্যা আচৰিব কৰি সূৰ্য্যক বন্দন।
তিলে জলে বিধিৰতে কৰিব তৰ্পণ॥
শৰীৰত থৈয়া তিল পিতৃক তৰ্পয়।
ৰুধিৰ মাংসক সবে পিতৃত অৰ্পয়॥২২১৯
জলে থাকি জলাঞ্জলি নিদিব ভূমিত।
থলে থাকি জলত নিদিব কদাচিত॥
জলত থাকিয়া কৰে থলত তৰ্পণ।
ব্যৰ্থ হুই তাৰ নপাৱন্ত পিতৃগণ॥২২২০
দিব জলাঞ্জলি পৃথিবীত পাৰি কুশ।
মহা তুষ্ট হোন্ত তেবে যতেক পুৰুষ॥
ক্ষেত্ৰৰ মহিমা কহে কৃষ্ণৰ কিঙ্কৰে।
বোলা হৰি ভস্ম হোক পাপ নিৰন্তৰে॥২২২১

---

ঘোষা

**ৰঙ্গে ফাগু খেলে চৈতন্য বনমালী।**
**দুহাতে ফল্গুৰ গুণ্ডা সিঞ্চন্ত মুৰাৰি॥১৮৬॥**

পদ

আছে যত নদী নদ তীৰ্থ পৃথিবীত।
জ্যৈষ্ঠ মাসে আসে শুক্লা দশমী তিথিত॥
প্ৰত্যেকে থাকন্ত তৈতে আসি দিন সাত।
স্নান দান কৰিলে অক্ষয় হোৱৈ তাত॥২২২২
দশ পাপ হৰৈ পদে দশহৰা নাম।
তাত দেখৈ যি জনে সুভদ্ৰা কৃষ্ণ ৰাম॥
সমস্তে পাতক তাৰ হৰে মধিমুৰ।
অন্তকালে মহাসুখে পাৱৈ বিষ্ণুপুৰ॥২২২৩
উত্তৰাৰ্ক দক্ষিণাৰ্ক দিনা যিটো নৰে।
ৰাম-কৃষ্ণ সুভদ্ৰাক দেখন্ত সাদৰে॥
প্ৰণাম কৰন্ত পৰি হুয়া শুদ্ধ মতি।
সিয়ো বিষ্ণুলোকক আনন্দে কৰৈ গতি॥২২২৪
ফাল্গুনীত গোবিন্দক তুলিয়া দোলত।
দোলযাত্ৰা কৰৈ মহোৎসৱ সিবেলাত॥
তাত গোবিন্দক যত্নে দেখৈ যিটো জনে।
গোবিন্দৰপুৰে সিয়ো বঞ্চে ৰঙ্গ মনে॥২২২৫
বিষুদিনা বিধিমতে পঞ্চ তীৰ্থ কৰি।
শুদ্ধমনে দেখয় সুভদ্ৰা ৰাম হৰি॥
সিয়ো জনে সমস্ত যজ্ঞৰ ফল পাইব।
পাতক নিস্তৰি বিষ্ণু ভুবনক যাইব॥২২২৬
বৈশাখ মাসৰ শুক্লা তৃতীয়া তিথিত।
কৰাৱৈ চন্দন যাত্ৰা আতি বিপৰীত॥
চন্দনে ভূষিত কৰি কৃষ্ণৰ শৰীৰ।
তাক দেখি যাইব নৰ বিষ্ণুৰ মন্দিৰ॥২২২৭

মিলৈ জ্যৈষ্ঠ মাস জ্যেষ্ঠবাসী ঋক্ষযোগে।
ক্ষেত্ৰক আসিবে নৰ পৰম উদ্যোগে॥
উদ্ধাৰি একৈশ কুল তাসম্বে সহিতে।
মহা ৰঙ্গে বৰ্ঞ্চে সিটো বিষ্ণুৰ পুৰীতে॥২২২৮
যেৱে মহাজ্যৈষ্ঠী মিলৈ নক্ষত্ৰ সংযোগে।
ক্ষেত্ৰক যাইবেক নৰ পৰম উদ্যোগে॥
ৰাম-কৃষ্ণ সুভদ্ৰাক দেখিবে যতনে।
দ্বাদশ যাত্ৰাৰ ফল লভিব তেখনে॥২২২৯
প্ৰয়াগ প্ৰমুখ্যে তীৰ্থ আছে যতমানে।
যেন ফল পাৱে তাসম্বাত স্নানদানে॥
সূৰ্য্য গ্ৰহণতো যত পুণ্য নিৰন্তৰে।
পাৱে মহাজ্যৈষ্ঠীত কৃষ্ণক দেখি নৰে॥২২৩০
মহাসুখে একশত পুৰুষ উদ্ধাৰি।
বিষ্ণুলোকে ভুঞ্জে ভোগ্য কল্প সংখ্যা কৰি॥
তুনাই দ্বিজ হুয়া কৰৈ বিষ্ণুত ভকতি।
বিষ্ণু যোগ লভি সাধে পৰম মুকুতি॥২২৩১
ব্ৰহ্মায়ে বোলন্ত শুনিয়োক মুনিগণ।
কহিলো তোহ্মাত সবে ক্ষেত্ৰৰ লক্ষণ॥
বুলিয়োক আৰ কিবা শুনিবাক বাঞ্ছা।
বোলা হৰি হৰি যাৰ বৈকুণ্ঠক ইচ্ছা॥২২৩২

---

ঘোষা

জয় জগন্নাথ জগন্নাথ জগন্নাথ হৰি।
নমো ৰাম জগন্নাথ জগন্নাথ হৰি॥১৮৭॥

পদ

ব্ৰহ্মায়ে বোলন্ত ইন্দ্ৰদ্যুম্ন নৃপতিক।
জানিবা উৰেষা সৰ্ব্বতীৰ্থতো অধিক॥
ক্ষেত্ৰৰ মহিমা মানে কহিলো সকল।
শুনা জগন্নাথ নাম কীৰ্ত্তনৰ ফল॥২২৩৩
জগন্নাথ নাম ইটো পৰম ৰহস্য।
যাক সদা লৱে যিটো কৰি মন বশ্য॥
সিটো জনে অপ্ৰয়াসে ছিণ্ডে কৰ্ম্মবন্ধ।
হাততে মুকুতি তাৰ নলাগে প্ৰবন্ধ॥২২৩৪
শিৰত সাক্ষাতে কহি আছন্ত শ্ৰীহৰি।
নাহি আন ধৰ্ম্ম জগন্নাথ নাম সৰি॥
জগন্নাথ নাম যিটো স্মৰৰে সতত।
ক্ষমিবো তাহাৰ নিতে অপৰাধ শত॥২২৩৫
জগন্নাথ নাম যিটো হেলায়ে উচ্চৰে।
ব্ৰহ্মহত্যা আদি পাপ পলাই তাক ডৰে॥
এৰিলে আছাৰ যিটো খাইলে জ্ঞান পুলি।
বিষ্ণুত প্ৰবেশে সিয়ো জগন্নাথ বুলি॥২২৩৬
জগন্নাথ নামৰ মহিমা কৈবো কত।
মহা প্ৰসাদৰ আৱে শুনিয়ো মহত্ত্ব॥
যত ফল পায়ে যজ্ঞ হোম তপ দানে।
যেন ফল পাৱে তুলা পুৰুষ প্ৰদানে॥২২৩৭
যেন ফল লভে ভুঞ্জাই ব্ৰাহ্মণ কোটিক।
পাৱে মহাপ্ৰসাদ ভক্ষণে ততোধিক॥
পিতৃশ্ৰাদ্ধ দিনা আনি বিষ্ণুৰ অন্নক।
ভক্তিভাৱে দেয় যিটো পিতৃ দেৱতাক॥২২৩৮
অন্নে পিণ্ডে দেয় যিটো তিল মিসলাই।
কোটি কল্পমানে তৃপ্তি হোন্ত পিতৃ খাই॥
মহা প্ৰসাদত যন্নে এৰিব বিচাৰ।
নাহি কিঞ্চিতেকো যেন ব্ৰহ্মাত বিকাৰ॥২২৩৯
বিষ্ণুৰ নৈবেদ্য যত অন্ন পিঠা পনা।
ভক্ষ্যাভক্ষ তাহাৰ বিচাৰে যিটো জনা॥
হোৱৈ মন্দৰোগী তাক ভাৰ্য্যা পুত্ৰে এৰৈ।
নাহিকৈ নিস্তাৰ ঘোৰ নৰকত পৰৈ॥২২৪০
অন্ত্যবৰ্ণে হীনবৰ্ণে যিটো অন্ন ছোৱৈ।
তাক ভুঞ্জি সমস্ত পাতকে মুক্ত হোৱৈ॥
ছোৱা গঙ্গা বুলি যিটো অন্ন নখাই মোৰ।
বিপদক পাৱৈ তাক কৰো দণ্ড ঘোৰ॥২২৪১
নাহি কাল নিয়ম ব্ৰতত দোষ নাই।
পাইলে মাত্ৰ খাইবে অন্ন তেৱে মোক্ষ পায়॥

হৃদয়ন্তে জপ হৰিনাম যাৰ মুখে।
বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে ॥২২৪২
পাদোদক নিৰ্ম্মাল্য সমস্তে থাকে যাৰ।
বোলা হৰি হৰি সেই বিষ্ণু অৱতাৰ ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥২২৪৩

উৰেষা বৰ্ণনা সমাপ্ত

---

## তাৎপৰ্য্য

ঘোষা

কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নামধৰ্ম্ম কৰিলা বিদিত ॥১৮৮॥

পদ

সত্য যুগে প্ৰথমত ব্ৰহ্মা আদি দেৱ যত
হৰিনাম কৰিলে গুপুত।
কিনো দায়াময় হৰি নামক বেকত কৰি
কলি পাপ কৰিলা লুপুত ॥
যিটো মহা ম্লেচ্ছ জাতি সিয়ো শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰিনাম লয়।
কলিৰ ভয়ত গৈয়া নামত শৰণ লৈয়া
ৰহিল সমস্তে ধৰ্ম্মচয় ॥২২৪৪
ইটো কলিকাল ঘোৰ পাপৰ নাহিকে ওৰ
আত হিত চিন্তিল প্ৰজাৰ।
জগতৰ পাপ হৰে স্মৰণে নিস্তাৰ কৰে
হেন নাম কৰিলা প্ৰচাৰ ॥
দোষৰ সাগৰ কলি আত হৰিনাম লৈলি
ধৰ্ম্ম অৰ্থ পাৱে মোক্ষ কাম।
সমস্তকে দয়াভৰে আৰে দেৱ দামোদৰে
বিদিত কৰিলা হৰিনাম ॥২২৪৫

মন্ত্ৰ তন্ত্ৰ যজ্ঞ যত তপ তীৰ্থ কোটি শত
হৰিনাম অধিক সবাতে।
কিনো ভাগ্য কিনো ভাগ্য হেন হৰিনাম লাগ
পাইলা লোক মুখত সাক্ষাতে ॥
যিটো নাম নেৰৈ মুখে পাইলে মোক্ষ মহাসুখে
জানা কৃষ্ণ তুষ্ট ভৈলা তাৰ।
গুৰু ভৈল জগতৰে কৰিলেক সিটো নৰে
কোটি কোটি পুৰুষ উদ্ধাৰ ॥২২৪৬
পাতক শুকান বন হৰিনাম হুতাশন
ক্ষণেকতে দহি কৰৈ ছন্ন।
হেন নাম প্ৰচাৰিলা পাতকীক নিস্তাৰিলা
পৰম কৃপালু নাৰায়ণ ॥
দেৱৰো ঈশ্বৰ হৰি তাস্ত মহা যত্ন কৰি
লৱৈ এক শৰণ সাক্ষাত।
যাৰ ইচ্ছা মোক্ষ পাইবে নলাগৈ দূৰক যাইবে
আছা হৰি সবাৰো হিয়াত ॥২২৪৭
কৃষ্ণৰ কিঙ্কৰে কহে হৰিনামে পাপ দহে
ৰামনাম সবাতো অধিক।
যিটো জনে নাম স্মৰৈ সকল পাতক হৰৈ
অনায়াসে পাৱৈ মুকুতিক ॥
জগত নিস্তাৰ হেতু কৰিলা গৰুড়কেতু
ইবাৰ বিদিত হৰি নাম।
আয়ু যায় আলে জালে কেতিক্ষণে ধৰে কালে
নিৰন্তৰে বোলা ৰাম ৰাম ॥২২৪৮

ঘোষা

মাধৱ বান্ধৱ উদ্ধাৰা বাপ।
কতনো সহিবো সংসাৰ তাপ ॥১৮৯॥

পদ

বোলন্ত শুকে শুনা নৃপবৰ্য্য।
বাচ্য কৃষ্ণৰ যি তাৎপৰ্য্য ॥

কৃষ্ণ বিনে নাই অপৰ দেৱ।
জানিয়া কৃষ্ণক কৰিয়ো সেৱ ॥২২৪৯
যাহাৰ আছে পুণ্য অসংখ্যাত।
সিসে পাতে কাণ কৃষ্ণ কথাত॥
সেহিসে কৃষ্ণক বোলে আপোন।
শুনিয়ো কৃষ্ণ দেৱতাৰ গুণ ॥২২৫০
ভকতে যত লৱে গুণ নাম।
তাহাৰ মালা গান্থি অনুপাম॥
পিন্ধন্ত কণ্ঠত কৰি উৎসৱ।
হেনসে ভকত বন্ধু মাধৱ ॥২২৫১
যি জনে যায় হৰিনাম সেৰি।
পাচত ফুৰৈ যত দেৱ দেৱী॥
সমস্ত তীৰ্থ তাক স্তুতি কৰৈ।
তাৰ বায়ু পাপ সমস্তে হৰৈ ॥২২৫২
যিটো জনে ফুৰৈ নাম উচ্চৰি।
তাৰ পাচে পাচে ভ্ৰমন্ত হৰি॥
বৎসক স্নেহে যেন ধেনু ধায়।
ভজিয়ো জানি হেন হৰি পায় ॥২২৫৩
এক জনে যদি নাম সুমৰৈ।
শুনে মানে পাপ সবাৰো হৰৈ॥
হেনসে আশ্চৰ্য্য দেৱতা হৰি।
যাহাৰ নাম লৈলে মাত্ৰ তৰি ॥২২৫৪
অনিচ্ছাতো যিটো বিষ্ণুক কহে।
তাহাৰো সমস্তে পাতক দহে॥
প্ৰেমে ভজে যিটো কৃষ্ণৰ পাৱ।
কহিবো তাহাৰ কত প্ৰভাৱ ॥২২৫৫
সংসাৰ গৰ্ত্তে পৰি আছে লোক।
মোহন্তে অন্ধ নেবায় দুখ শোক॥
কাল ভুজঙ্গে দংশি লৱৈ প্ৰাণ।
কৃষ্ণ বিনে কোনে কৰিবে ত্ৰাণ ॥২২৫৬
যজ্ঞেক যেখো খোজ সমুদায়।
হস্তীৰ খোজত সৱে লুকায়॥

এহিমতে যত বিশ্ব সমস্ত।
কৃষ্ণন্তে জানা সবে যায় অস্ত ॥২২৫৭
অতি পাতকীয়ো কৰি হৰিষ।
ধিয়ায়ৈ কৃষ্ণক এক নিমিষ॥
ভৈল পুণ্যশালী সিয়ো বিচিত্ৰ।
বিচিত্ৰকাৰীকো কৰৈ পৱিত্ৰ ॥২২৫৮
সম্পদকো জানা নুহি সম্পদ।
জানা আপদকো নুহি আপদ॥
পৰম সম্পদ হৰি ভকতি।
আপদ জানা হৰি বিৰকতি ॥২২৫৯
মহাপাপী অতি অধম জাতি।
তাকো নামে কৰৈ পৱিত্ৰ আতি॥
হেনসে নামধৰ্ম্ম শিৰোমণি।
পাপ-অৰণ্যৰ যেন অগনি ॥২২৬০
কলিত পৰম উপায় নাম।
একেদায়ে সিজে ত্ৰিতয় কাম॥
ওপজে পুণ্য পাপ হোৱৈ দূৰ।
মিলৈ মহা মোক্ষ সুখ প্ৰচুৰ ॥২২৬১
কলিত লোকৰ মলিন মতি।
নোপজয় আন পুণ্য সম্প্ৰতি॥
নামেসে পৰম ধৰ্ম্ম কলিত।
নামেসে মৰণ সম্বল বিত্ত ॥২২৬২
হেন জানি তেজি বিষয় ধান্ধা।
হৰিৰ নামক গলত বান্ধা॥
কত পুণ্যে পাই মনুষ্য তনু।
ইহাক বিফল নকৰা পুনু ॥২২৬৩
মোহ-নিদ্ৰা এৰি লোৱা চেতন।
হৰিৰ নামত কৰা যতন॥
সম্বৰে কৰা পৰলোক কাজ।
সুঁৱিয়ো মনে মনে ৰাম ৰাম ॥২২৬৪

দ্বাদশ স্কন্ধ ভাগৱত সাৰ কীৰ্ত্তন সমাপ্ত

শ্রীকৃষ্ণায় নমঃ

# শ্রীশঙ্কৰ বাক্যামৃত

# বৰগীত

১

ৰাগ—আশোৱাৰী

ধ্রুং—জয় জয় যাদব জলনিধিজাধব ধাতা;
শ্রুতমাত্রাখিলত্রাতা, স্মৰণে কৰয় সিদ্ধি।
দীন দায়ালনিধি, ভকত মুকুতিপদদাতা॥

পদ

জগজনজীৱন, অজনজনাৰ্দ্দন,
দনুজদমন দুখহাৰী।
মহদানন্দ, কন্দ পৰমানন্দ,
নন্দ নন্দনবনচাৰী॥
বিবিধবিহাৰ, বিশাৰদ শাৰদ,
ইন্দুনিন্দি পৰকাশী।
শেষ শয়ন শিৰ, কেশীবিনাশন,
পীতবসন অবিনাশী॥
জগতবন্ধুবিধু, মাধৱ মধুৰিপু,
মধুৰমূৰুতি মুৰনাশী।
কেশৱ চৰণ, সবোৰুহ কিঙ্কৰ,
শঙ্কৰ এহু অভিলাষী॥১॥

---

২

ৰাগ—নাট মল্লাৰ

ধ্রুং—মধুৰ মুৰুতি মুৰাৰু।
মন দেখো হৃদয়ে হামাৰু॥
ৰূপে অনঙ্গ সঙ্গ তুলনা তনু।
কোটি সূৰুয উজিয়াৰু॥

পদ

মকৰ কুণ্ডল গণ্ড, মণ্ডিত খণ্ডিত,
চান্দৰুচিস্মিতহাসা।
কনক কিৰীটি, জড়িত ৰতনা নৱ,
নীৰুজ নয়ন বিকাশা।
চতুৰ উজ্জ্বল কৰ, কঙ্কণ কেয়ূৰ ভুজ
মহমতিম হাৰু।
লীলা বিনোদী, কম্বুকৌমুদী,
চক্রকেৰিকঞ্জ ধাৰু॥
শ্যাম শৰীৰ, ৰচিত পীত অম্বৰ
উৰে বনমালা লুলে।
কৌস্তুভ শোভিত, কণ্ঠকটি কাঞ্চি,
কিঙ্কিণী কনয়া দোলে॥
অৰবিন্দ নিন্দি, পাৱ নৱপল্লৱ,
ৰতন নূপুৰ পৰকাশা।
ভকত পৰম ধন, তাহে মজোক মন,
শঙ্কৰ এহু অভিলাষা॥২॥

---

৩

ৰাগ—আশোৱাৰী

ধ্রুং—শুন শুনৰে, সুৰ বৈৰী প্ৰমাণা,
নিশাচৰ নাশ নিদানা।
ৰাম নাম যম, সমৰক সাজিযে
সমদলে কয়লি পয়াণা॥

পদ

ঠাট প্ৰকট পটু, কোটি কোটি কপি,
গিৰি গড়গড় পদঘাৰে।
বাৰিধি তীৰ তৰি, কৰে গুৰুতৰ গিৰি,
ধৰি ধৰি সমৰক ধাৰে॥
হাট ঘাট বহু, বাট বিয়াপি,
চৌগড় বেঢ়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ, ঘৰিষণ গৰ্জ্জন,
শ্ৰৱণে জনময় শঙ্কা॥
ধীৰ বাৰ সুৰ, শেখৰ ৰাঘৱ,
বাৰণ ভুৱা পৰি জাম্পে।
সুৰ নৰ কিন্নৰ, ফণধৰ তৰতৰ,
মহীধৰ তৰসি প্ৰকাম্পে॥
অন্ধ মুগুধ দশ- কন্ধ পাপ বুধ,
জানকী শিৰত চড়াই।
ৰঘুপতি পদ বৰ, ধৰ ৰজনীচৰ,
শঙ্কৰ কহতু উপায়ী॥৩॥

৪

ৰাগ—ধনশ্ৰী

ধ্রুং—নাৰায়ণ, কাহে ভকতি কৰো তেৰা।
মেৰি পামৰু মন, মাধৱ ঘনে ঘন
ৰাভুক পাপ মচোৰা॥

পদ

যত জীৱ জঙ্গম কীট পতঙ্গম
অগ নগ জগ তেৰি কায়া।
সবকছু মাৰি পুৰত ওহি উদৰ
নাহি কৰতু ভূতদায়া॥
ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈচন গগন বিয়াপি।
নিন্দাবাদ পিশুন হিংসা হৰি
তেৰি কৰোহো হামু পাপী॥
কাকু শঙ্কৰ কৰ কৰ কৰুণানাথ
যো নো ছাৰহো ৰামবাণী।
সব অপৰাধক বাধক তুৱা নাম
তাহে শৰণ লেহু জানি॥৪॥

৫

ৰাগ—ধনশ্ৰী

ধ্রুং—নাৰায়ণ চৰণে কৰোহো গোহাৰি।
বিষয় বিলাস পাশ ছাৰি ইন্দ্ৰিয়
মোহি ওহি লুটে বাটোৱাৰী॥

পদ

নাসাগন্ধ মধুৰ ৰস ৰসনা
শ্ৰৱণ বিবিধ ধ্বনি ধায়।
নয়না ৰূপ পৰশ ত্বচ চাহে
কাহে ভজোহো পহু পায়॥
কাম ক্ৰোধ মদ মান মোহ মেৰি
ঐসব বৈৰী বিশাল।
শঙ্কৰ কহ পহু তুহু বিনে নাই আন
সেৱকপাল গোপাল॥৫॥

৬

ৰাগ—ধনশ্ৰী

ধ্রুং—শাৰঙ্গপাণি পাহে পামৰমতি হামি।
নিৰয় নিবাৰ আৱৰি নাহি হেৰহু
বিনে চৰণ তযু স্বামী॥

পদ

জৰা মৰণ ঘেৰি নিকটহি আয়া
কায়া পৰ কেতি বেৰি।
কৰতহোঁ পাপ সমাপল আৰি
ভাবি চৰণ না তেৰি॥
দেখহু খীণ দিন দিন দেহা
আধি ব্যাধি বিঘাত।
অন্তকালে গতি, মোৰ কমলাপতি
শঙ্কৰ কৰ প্ৰণিপাত॥৬॥

৭

ৰাগ—ধনশ্ৰী

ধ্রুং—নাৰায়ণ লীলা জানব কই।
সনক সনাতন চিন্তি চতুৰমুহ
অধিকহি বিমোহিত হোই॥

পদ

কোটি কোটি অণ্ড আৱত যাৱত
ব্যোম বক্ত্ৰ সহ যাৰা।
সোহি ভূমি ভাৰ হৰসি শূৰ শূকৰ
নৰসিংহ অৱতাৰা॥

যত দেখু কায়া সুত বিত্ত জায়া
মায়াকো সৱ ধন্ধ।
হামু যত জীৱ শিৱ তেৰি অংশা
কাহে ওহি মোহ বন্ধ॥
শঙ্কৰ কহ পহু পয়ৰহি লাগোঁ
মাগো নাহি আন কামা।
ওহি কৃপা কৰু ৰূপ হৃদয়ে ৰহু
ৰহু মুহ ভৰি তেৰি নামা॥৭॥

৮

ৰাগ—ধনশ্ৰী

ধ্রুং—বোলহু ৰাম নামেসে মুকুতি নিদানা।
ভৱ বৈতৰণী, তৰণি সুখ সৰণী
নাহি নাহি নাম সমানা॥

পদ

নাম পঞ্চানন নাদে পলায়ত
পাপদন্তী ভয় ভীত।
বোলিতে এক শুনিতে শত নিতৰে
নাম ধৰম বিপৰীত॥
বচনে বুলি ৰাম ধৰম অৰথ কাম
মুকুতি সুখ সুখে পায়।
সৱকহো পৰম সুহৃদ হৰিনাম
চুটে অন্তকেৰি দায়॥
নাৰদ শুকমুনি ৰাম নাম বিনি
নাহি কহল গতি আৰ।
কৃষ্ণ কিঙ্কৰে কয় ছোৰ মায়াময়
ৰাম পৰম তত্ত্বসাৰ॥৮॥

৯

ৰাগ—গৌৰী

ধ্রুং—নাহি নাহি ৰময়া বিনে
তাপ তাৰক কোই।
পৰমানন্দ পদ মকৰন্দ
সেৱহু মন মোই॥

পদ

তীৰিথ ৰৰত তপ জপ
যাগ যোগ যুগুতি।
মন্ত্র পৰম ধৰম কৰম
কৰত নাহি মুকুতি॥
মাতু পিতু পতনী তনয়
জনয় সব মৰণা।
ছাৰহু ধন্ধ মানস অন্ধ
ধৰভু হৰি চৰণা॥
কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ
বিছুৰি বিষয় কামা।
ৰাম চৰণে লেহু শৰণ
জপ গোবিন্দক নামা॥৯॥

---

১০

ৰাগ—গৌৰী

ধ্রুং—সোই সোই ঠাকুৰ মোই
যো হৰি পৰকাশা।
নাম স্মৰত ৰূপ ধৰত
তাকেৰি হামু দাসা॥

পদ

পণ্ডিতে পঢ়ে শাস্ত্র মাত্র
সাৰ ভকতে লিয়ে।
অম্বুৰজল চুটয় কমল
মধু মধুকৰ পিয়ে॥
যাহে ভকতি তাহে মুকুতি
ভকতে এ তত্ত্ব জানা।
যৈছে বণিক চিন্তামণিক
জানি গুণ যথানা॥
কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ
ভজ গোবিন্দক পায়।
সোহি পণ্ডিত সোহি মণ্ডিত
যো হৰি গুণ গায়॥১০॥

---

১১

ৰাগ—গৌৰী

ধ্রুং—কমল নয়ন চিন্ত চিত্ত চেতন লাই।
বিনে হৰি ভকতি মুকুতি কতি পায়॥

পদ

নৰ ভয়ো ভাই ভাৰতে কতি ভাগা।
নকহসি ৰাম মৰসি কতি লাগা॥
ছোৰি ৰামনাম অমিয়া উপযোগা।
যৈছে পুৰীষ শূকৰ কয়ো ভোগা॥
অথীৰ জীৱন ধন যৌৱন জায়া।
ভকতি বিৰোধী বিষয় সব মায়া॥
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ ভাণা।
বিনে হৰি ভকতি তৰণি নাহি আনা॥১১॥

১২

ৰাগ—গৌৰী

ধ্ৰুং—কমনে ৰময়া মন বিছুৰি ৰহু
বৃথা মোহে ভুলায়।
ৰাম চৰণ চিন্তু চিত্তকু
মৃত্যু তৰণ উপায়॥

পদ

সফল জীৱন যো জন্তু নিত্য জল্পতু ৰামা।
কেশৱ নেসেৱি যো জীৱয় কীট কীট উপমা॥
যাকেৰি চাকেৰি কৰতহেঁ। গতি পাতকী পায়ী।
শঙ্কৰ কহ সোহি হৰিকো কতি ভকতি নাকায়ী॥১২

১৩

ৰাগ—ধনশ্ৰী

ধ্ৰুং—ওজা সোজা পন্থ নাহেৰি।
কোটি কৰম কায়ী, হৰিকো নাহি পায়ী
পৰল ভৱ ৰেৰি ৰেৰি॥

পদ

যত্ত তপ তীৰিথ করসি গয়া কাশী
বসি বয়স গোৱাই।
জানি যোগ যুগুতি মতি মোহিত
বিনে ভকতি গতি নাই॥
ৰামনাম মহ নিখিল পুণ্য বহ
ওহি নিগম তত্ত্ববাণী।
কলিকো পৰম ধৰম হৰিনাম
পঢ়ি পুনু মৰম নজানি॥
কৃষ্ণ কিঙ্কৰ কহ ক্ষণিক দেহ বহ
নৰতনু পুনুহেঁ৷ নপাই।
কৰম গৰব সব দূৰ কৰি হৰি
চৰণ চিন্তু চিত্ত লই॥১৩॥

১৪

ৰাগ—সুহাই

ধ্ৰুং—ছিৰি ৰাম; মঞি হৰি পাপী পামৰু;
তেৰি ভাৱনা নাই।
জনম চিন্তামণি কাহে গৈয়ো;
যব কাচকু লাই॥

পদ

দিবসে বিষয় বিয়াকুল নিশি শয়নে গোৱাই।
মনে ধন খোজি বিমোহিত তেৰি আৰতি নপায়॥
হৃদয় কমলে হৰি বৈঠহ চিন্তো চৰণ না তেৰি।
কৰল গৰল যৈছে ভোজন হামু আমিয়া হেৰি॥
পৰম মূৰুখ হামু মাধৱ একু ভকতি নজানা।
দাস দাস বুলি তাৰহু এহু শঙ্কৰ ভাণা॥১৪॥

১৫

ৰাগ—বসন্ত

ধ্ৰুং—কৈছে নৰহৰি তৰণ উপায়।
নাশ সকল কৈলো বিষয় লোভাই॥

পদ

অথিৰ জীৱন ধন যৌৱন দেহ।
সুহৃদ সোদৰ সুত কিছো নোহে কেৱ॥
পেখিতে অমিয়া ৰস বিষ পৰিণাম।
তথিয়ে মজাইলো মন মেৰি ৰাম॥

নিবন্ধিল বিষ বিন্দু কামিনী লোহ।
তাসু পৰল মেৰি এমন মোহ॥
তাকৰ ছোড়াইতে সথ নাহি থিক।
গকয়া মনোৰথ বাঢ়লি থিক॥
জনমে জনমে হামু দাসকু দাস।
কেশৱ সবহু ছোড়হু মোহ পাশ॥
শমনক লাই জীৱ বড় ডোৰ।
শঙ্কৰ কহ হৰি সেৱক তোৰ॥১৫॥

১৬

ৰাগ—শ্ৰী

ধ্ৰুং—গোপালে কি গতি কৈলে
গোবিন্দ কিমতি দিলে;
নাথ বিকলে বয়স সব গেলিৰে।

পদ

এভৱ গহন বন আতি মোহ পাশে ছন্ন
তাতে হামু হৰিণা বেড়াই।
কান্দিলো মায়াৰ পাশে কাল ব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খাই॥
হৰাইল চেতন হৰি নজানো কিমতে তৰি
গুণিতে দগধ ভৈল জীৱ।
লোভ মোহ দুহো বাৰ সততে নছাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ॥
পলাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলো মন্দ মনেৰ যুগুতি।
তুৱা হৰি লাগো গোড় মোৰ মায়াপাশ ছোড়
শঙ্কৰ কৰয় কাকুতি॥১৬॥

১৭

ৰাগ—কেদাৰ

ধ্ৰুং—পায়ে পৰি হৰি কৰোহোঁ কাতৰি
প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ বিষে জড় জড়
জীৱন নাৰহে থোৰ॥

পদ

অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবো কাহেৰি সাৰ॥
কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয়ো ভয় ভোগে হৰি হৰি
পৰম পদ পৰতেক॥
কহতু শঙ্কৰ এ দুখ সাগৰ
পাৰ কৰ। হৃষীকেশ।
তুহোঁ গতি মতি দেহু ছিৰিপতি
তত্ত্ব পন্থ উপদেশ॥১৭॥

১৮

ৰাগ—ধনশ্ৰী

ধ্ৰুং—মন মেৰি ৰাম চৰণহি লাগু
তই দেখনা অন্তক আগু॥

পদ

মন আয়ু ক্ষেণে ক্ষেণে টুটে।
দেখো প্ৰাণ কোন দিন চুটে॥
মন কাল অজগৰে গিলে।
জান তিলেকে মৰণ মিলে॥
মন নিচয় পতন কায়া।
ভজি ৰাম তজ তেজি মায়া॥

ৰে মন ই সব বিষয় ধান্ধা।
কেনে দেখি নেদেখস আন্ধা॥
মন সুখে পাৰ কৈছে নিন্দ।
তুসি চেতিয়া চিন্ত গোবিন্দ॥
মন জানিয়া শঙ্কৰে কহে।
দেখো ৰাম বিনে গতি নহে॥১৮॥

---

১৯

ৰাগ—ধনশ্ৰী

ধ্ৰুং—পামৰু মন ৰাম চৰণে চিত্ত দেহু।
অথিৰ জীৱন ৰাম;
মাধৱকেৰি নাম; মৰণক সম্ব লেহু॥

পদ

ৰজনী দিৱসে দূৰ আৰি যাৱত
আৱত অন্তক গৰজি।
কথি তনু পাত মিলত মতিমানি
ৰাম ভজহু সব বৰজি॥
আশ পাশা পৰশি মানস পশু
পৰিল বন্দী বেৰি বেৰি।
ভৱ কাৰাগাৰ তাৰক নাহি আৰ
বিনে ভকতি ৰতি-তেৰি॥
অহনিশি সেৱহু ৰাম পৰম পহু
বহু হৃদ পঙ্কজ মেৰা।
কৃষ্ণ কিঙ্কৰে ভণ ৰাম পৰম ধন
মৰণহি সঙ্গ নাছাড়া॥১৯॥

---

২০

ৰাগ গৌৰী

ধ্ৰুং—ওৰে সখি পেখোৰে
কঞ্জলোচন চললি নন্দ কুমাৰ।
ইন্দুৰ বদন, কোটি মদন
ৰূপে তুল নুহি যাৰ॥

পদ

মকৰ কুণ্ডল মণ্ডিত গণ্ড গলে গজমতি লুলে।
তড়িতাম্বৰ শ্যামসুন্দৰ শিৰে শিখণ্ডক ডুলে॥
কৰকঙ্কণ কিঙ্কিণী কনক ঝনকে চলে গোপালা।
পঞ্চম পূৰে লম্বিত উৰে কেলি কদম্ব মালা॥
পদ পঙ্কজ মঞ্জীৰে ঝুৰে হৰয় চিত্ত হামাক।
শঙ্কৰ কহ ছাড় বিৰহ ওহি জগ আধাক॥২০॥

---

২১

ৰাগ—মাউৰ ধনশ্ৰী

ধ্ৰুং—গোপিনী প্ৰাণ,কাহানু গেয়োৰে গোবিন্দ
হামু পাপিনী পুনু, পেখব নাহি আৰ,
সোহি বদন অৰবিন্দ॥

পদ

কমন ভাগ্যবতী ভয়োৰে সুপৰভাত
আজু ভেটব মুখ চান্দা।
উগত সুৰ দূৰ গোয়োৰে গোবিন্দ
ভয়ো গোপবধূ আন্ধা॥
আজু মথুৰাপুৰে মিলব মহোৎসৱ
মাধৱ সাধৱ মান।
গোকুলক মঙ্গল দূৰ গেয়ো নাহি
বজাৱত বেণু বিষান।

আজু যত নাগেৰি　　কৰত নয়ন　ভৰি
　　মুখ পঙ্কজ মধুপানা।
হামাৰি বঙ্ক বিধি　　হাতে হৰল নিধি
　　কৃষ্ণ কিঙ্কৰ ৰস ভাগা॥ ২১॥

---

২২

ৰাগ—ধনশ্ৰী

ধ্ৰুং—হেৰহু মাই চললি বিপিন মধাই।
　বেণু বিষান নিশান আৰত
　হৰসে হৰসে ধেনু ধায়ী॥

পদ

এহি জগ মোদন　　কন্ধে দধি ওদন
　　গোধন আগু বুলাই।
বঙ্কিম নয়ন　　সৰোৰুহ হাসি
　　হেৰাইতে ভুবন ভুলাই॥
মদন দমন ৰূপ　　পেখিয়ে পুনু পুনু
　　মূৰুচি পৰয় ঘুৰ নাৰী।
সোহি জগ জীৱ　　বিয়োগ অব সহবি
　　কৈচন চিত্ত হামাৰি॥
হৰি বিৰহানল　　আকুল গোপিনী
　　দৰশন দিৱসে নাপাই।
হৰি গুণ কহি ৰহি　　প্ৰেমে ঝুৰয় নীৰ
　　শঙ্কৰ এহু ৰস গাই॥ ২২॥

---

২৩

ৰাগ—ধনশ্ৰী

ধ্ৰুং—দেখু সখি মধুৰ মুৰতি হৰি
　ধৰি অধৰে পুৰে মুৰুৰী॥

পদ

তনু অভিনৱ ঘনকালা।
উৰে লুলে কদম্বক মালা॥
পীত অম্বৰ তড়িত জ্যোতি।
জলে কম্বুগলে গজমতি॥
মণি কৌস্তভ কণ্ঠত লুলে।
চাৰু শিৰে শিখণ্ডক ডুলে॥
নীল অলক লোল কপোলে।
কৰ্ণত মকৰ কুণ্ডল ডোলে॥
ভুজ কঙ্কণ ৰঞ্জে কেয়ূৰে।
কটিত কনক কিঙ্কিণী ঝুৰে॥
পদ পঙ্কজ মঞ্জীৰ ৰোলে।
কৃষ্ণ কিঙ্কৰ শঙ্কৰে বোলে॥২৩॥

---

২৪

ৰাগ—আশোৱাৰী

ধ্ৰুং—আনন্দে গোবিন্দে ৰায় বৃন্দাবনে বেণু।
　ৰূপে ভুৱন ভুলে ৰহিয়া কদম্ব মূলে
　কালিন্দী তীৰে ৰাখে ধেনু॥

পদ

গোপ শিশু সঙ্গে চলে　　শিৰে শিখণ্ডক ডুলে
　　কৰ্ণে কুণ্ডল গণ্ড লোলে।
কেয়ূৰ কঙ্কণ কৰে,　　উৰে বনমালা লুলে
　　মধুৰ মধুপ মধু তোলে॥

কটি কাঞ্চি কিঙ্কিণী বাজত ঝিণি ঝিণি
শ্যাম তনু শোভে পীতবাসে।
বাম কাখে শিঙ্গা বেত অৰুণ পঙ্কজ নেত্ৰ
কণ্ঠে কৌস্তুভ পৰকাশে ॥
ত্ৰিভঙ্গ ললিত হাস কৰু হৰি ভ্ৰুৰ ভাস
দৰশিয়া লীলা বিলাসে।
চৰণে মঞ্জীৰ ঝুৰে, উচ্চায়া পঞ্চম পূৰে
শঙ্কৰ কহ অভিলাষে ॥২৪॥

---

২৫

ৰাগ—আশোৱাৰী

ধ্ৰুং—বালেক গোপালে কৰতৰে কেলি
উচ্চয়া পাঞ্চনি নাচে হাসে গোপ মেলি॥

পদ

নীল তনু পীতপট ধুতি-লটি লোৰ।
নব ঘন ঘন যৈচে বিযুৰি উজোৰ ॥
শিৰে শিখণ্ডক ডোলে গলে গজমতি।
কোটি মদন মন মোহন মুকতি ॥
চৰণে মঞ্জীৰ ঝুৰে, উৰে হেমহাৰ।
শঙ্কৰ কহ ওহি হৰিক বিহাৰ ॥২৫॥

২৬

ৰাগ—শ্ৰী

ধ্ৰুং—উদ্ধৱ চলন্তু গোকুলে লাই।
হামু বিনে গোপীৰ তিলেকে যুগ যায় ॥

পদ

হামু চিত্ত বিত্ত নিত হামাকু ধিয়ানা।
ধৱল বিয়োগে গোপী কথমপি প্ৰাণা ॥
হামাকেসে আসে গোপী জীৱে সমুদায়।
বাহুৰি আৰব কৃষ্ণ ভেটব ঢুনাই ॥
কহ কৃষ্ণ কিঙ্কৰ হৰিক ভজ ভজ লোই।
হৰি বিনে সুহৃদ বান্ধৱ নাহি কোই ॥২৬॥

---

২৭

ৰাগ—তুৰ বসন্ত

ধ্ৰুং—কহৰে উদ্ধৱ কহ প্ৰাণেৰ বান্ধৱৰে
প্ৰাণকৃষ্ণ কবে আৱে।
পুছয়ে গোপী প্ৰেম আকুল ভাৱে
নাহি চেতন গাৱে ॥

পদ

বাছুৰি ধ্বনি শুনি গো-বৎস পেখি।
লাগে আগি গাৱে উদ্ধৱ সখি ॥
কালিন্দী দেখি সখি ফুটয় বুক।
এথায়ে খেলাইছিলো সে চান্দ মুখ
হৰি নয়ন সুখ ॥
বিৰিন্দা বন বৈৰী হামাৰি ভেলি।
পেখিতে নাবিচুক গোপাল কেলি ॥
ধ্বজ বজ্ৰ যৱ পঙ্কজ চাই।
তথায়ে কান্দো হামো লোটায়া কায়
গুণ গোবিন্দ গায় ॥

কৃষ্ণ সূৰ্য্য বিনে ব্ৰজ আন্ধাৰ।
নেদেখো এ দুখ অৱধি পাৰ ॥
আৰ কি পেখবো গোপাল প্ৰাণ।
কৃষ্ণ কিঙ্কৰ শঙ্কৰ ভাণ হৰিক হৃদয়ে জানা ॥২৭॥

---

২৮

ৰাগ—কল্যাণ

ধ্ৰুং—উদ্ধৱ বন্ধু মধুপুৰি ৰহল যুৱাৰু।
কাহে নাহেৰি ৰহব অব জীৱন,
বন ভয়ো ভৱন হামাৰু ॥

পদ

যাহে বিয়োগে আগি অঙ্গ তাৰয়
তিল একু ৰহয়ে নপাৰি।
সোহি ব্ৰজ-সুৰ দূৰ গয়ো গোবিন্দ
দিশ দশ দিবসে আন্ধাৰি ॥
হয়ো মৰণ ওহি সোহি হৰি চৰণকু
বিচুৰি ৰহয়ে নপায়।
দেখত কালিন্দী গিৰি বিৰিন্দা বন
তনু মনু দহয়ে সদায় ॥
ব্ৰজজন জীৱন বহুৰি নাহি আৱত
হামাকু কৰত অনাথা।
গোপিনা প্ৰেম পৰশি নীৰ ঝুৰয়
শঙ্কৰ কহ গুণ গাথা ॥২৮॥

---

২৯

ৰাগ—ধনশ্ৰী

ধ্ৰুং—ৰাম মেৰি হৃদয় পঙ্কজে বৈছে।
ভাই চিন্তনা চিন্ত কৈছে ॥

পদ

জগ তাৰেক যাকেৰি নাম।
দেখো সো পুনু আপুন ঠাম ॥
ৰাম সুহৃদ সোদৰ মাতা।
জান ৰামেসে অভয় দাতা ॥
ৰাম ভকত পৰম নিধি।
ৰাম বিনে নাহি একো সিদ্ধি ॥
ৰাম ইহ পৰলোক গতি।
তাহে দেখো নাহি মন্দমতি
কৃষ্ণ কিঙ্কৰ শঙ্কৰ ভাণ।
ৰাম বিনে নাহি গতি আন ॥২৯॥

---

৩০

ৰাগ—ধনশ্ৰী (মাউৰ ধনশ্ৰী)

ধ্ৰুং—হৰিক বয়ন হেৰি মাই।
কোকাৰে নিশ্বাস নীৰ নয়ন ঝুৰাই ॥

পদ

আজু জননী সুত চল পৰদেশ।
কতনো লিখিল বিহি অভাগীক ক্লেশ।
বিনে তুহু ৰহব জীৱন নাহি মোই।
কহ শঙ্কৰ কৃষ্ণ বোল সব লোই ॥৩০॥

৩১

ৰাগ—গৌৰী

ধ্ৰুং—জীৱত জয় যশোৱা নন্দন
আনন্দপদ পাই।
নাচতু ছুনি গোপ গোপিনী
হাতে তালি বজাই ॥

পদ

যোহি জগত জীৱ জনক
যাহে ন সমকৈই।
সোহি পৰম পুৰুষোত্তম
ৰাখ তনু তৈই ॥

বামন পঙ্গু বাহিৰে ৰহু
কৰতু বিঘিনি নাশা।
অনস্তৰে তেৰি ৰাখতু হৰি
কহতু কৃষ্ণক দাসা ॥৩১॥

---

৩২

ষড়ছন্দ—গীত
ৰাগ—ভুপালি

ধ্ৰুং—বিৰহে আকুল গোপী হামাকু নিমিত্ত।
ঝুৰে নয়নক নীৰ থিৰ নোহে চিত্ত ॥

পদ

মাধৱ কহই উদ্ধৱ ধৰি হাত।
কহ মোহে গোপিনীক সন্দেশ বাত ॥
জানয় নাহি গোপী মোহি বিনে আন।
দেহু বোধ উদ্ধৱ গোপী ৰহ প্ৰাণ ॥

তাল—চুটা

নাহি সুহৃদ মোহে গোপিনী সমান।
তাহেৰ দুখ শুনি চুটে মেৰি প্ৰাণ ॥

পদ

এ উদ্ধৱ চল গোকুলক লাই।
সুমৰিতে মোহে গোপিনীক জীৱ যায় ॥
হামাকু শপত সান্ত কৰু ব্ৰজনাৰী।
বোলিতে কমল নয়নে ঝুৰে বাৰি ॥

তাল—খৰমান

মাৰে নয়নে নিন্দ নাহি অন্নপান।
হা হাৰ বুলিতে তেজয় যৈছে প্ৰাণ ॥

পদ

মোহে চৰণ মনে ধৰি ঝুৰে নীৰ।
তাহেৰ দুখ শুনি চিত্ত নোহে থিৰ ॥
এ উদ্ধৱ শুন গোপিনীক দুখ।
তনু মন ঝামৰ মলিন ভেলি মুখ ॥
কহবি বিনয় বাণী গোপিনীক আগে।
কয়লহ বশ্য মোহে প্ৰেম অনুৰাগে ॥
নাহি ছাড়হো সখি তাহেৰ সম্বিত।
তাপ তেজহু অব থিৰ কৰু চিত্ত ॥৩২॥

৩৩

ৰাগ—ধনশ্ৰী

( ১ )

ধ্ৰুং—কি কহব উদ্ধৱ কি কহব প্ৰাণ।
গোবিন্দ বিনে ভয়ো গোকুলে উছান ॥

পদ

শূন্য ভেল অঙ্গিনা বিৰিন্দা বিপিন।
না শোভে ৰজনী যৈচে চান্দ বিহীন ॥
নাহি চাৰব ধেনু কালিন্দী কূল।
আৰ না শুনবো বেণু কদম্বক মূল ॥
মথুৰা ৰহল সব গোপিনীক পিউ।
কেশব বিনে কৈছে ধৰবহো জীউ ॥

পৰিতাল

( ২ )

ধ্ৰুং—ৰে সই গোপাল পিয়াক।
মেৰি প্ৰাণ আধাক
মধুপুৰি ৰহে দহে জীউ হামাক ॥

পদ

গোকুলক মানিক কানু নৱনিধি।
হাতে হৰল নিকৰুণ বন্ধু বিধি ॥
চান্দ বিনে ৰজনী সজনি কিছো নোহে।
হৰি বিনে বিৰিন্দাবন নাহি শোহে ॥

একতালি

( ৩ )

ধ্রুং—মাই মাধৱ বিৰহে।
হৃদয় চেতন তনু জীৱন নাৰহে॥

পদ

চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে॥
ঘন ঘন হানয় মদন পঞ্চবাণ।
কোকিল কুহু কুহু লেহু মেৰি প্রাণ॥
পঙ্কজ পাত অহিত হিম বাৰি।
মধুকৰ নিকৰ কৰয় মহামাৰী॥
ঐচন সময়ে মধুপুৰি পিউ প্রাণ।
কৃষ্ণ কিঙ্কৰ ৰস শঙ্কৰে ভাণ॥৩৩॥

৩৪

( ১ )

ৰাগ—অহিৰ

ধ্রুং—গোবিন্দ গুণ মন লাগি।
সুমৰিতে তনু দহে আগি॥

পদ

মধুপুৰি মাধৱ পিউ, কৈছে ধৰবো অব জীউ।
নিশি সব বঞ্চোহু জাগি, ভেলি মাধৱ বধভাগী॥

( ২ )

মান যতি

ধ্রুং—উদ্ধৱ বন্ধু মধুৰিপু প্রাণ হামাৰি
জীৱন হামাৰি যদুপুৰি পাৱত,
পুনু নাৱত ভকত সহবি বিৰহ কুমাৰী॥

পদ

কৈছে কেশৱ পুনু পায়।
দুখ মেৰি মোচন ৰাজীব লোচন
চৰণ নাহেৰি জীৱ যায়।
কহ মোহে কানুক বাতে
নন্দ নন্দন পুনু পাৱব গোপপুৰী
পৰশি জীৱাৱব হাতে॥

( ৩ )

মানচোক

ধ্রুং—কহ উদ্ধৱ জীউ।
কৈছন ছাৰল গোষ্ঠে কৃষ্ণ প্রাণ পিউ॥

পদ

পতি সুত সবহু অভিলাষ।
ছোৰি কয়লোঁ কৃষ্ণ চৰণক আশ॥
তবহু ৰহল মোৰ বন্ধু মধুপুৰী।
নিকৰুণ কানু নাৱে অবহু বহুৰি॥
ব্রজক জীৱন ধনৰে নন্দকুমাৰ।
বিচুৰল পুৰুবক সুনেহা হামাৰ॥
কৈছে ধৰবো অব ব্রজবধূ প্রাণে।
কৃষ্ণ কিঙ্কৰ ৰস শঙ্কৰে ভাণে॥৩৪॥

বৰগীত সমাপ্ত

---

শ্ৰীকৃষ্ণায় নমঃ

# শ্ৰীশঙ্কৰ বাক্যামৃত

# ৰুক্মিণী-হৰণ

বন্দনা

জয় জয় জগন্নাথ জগতৰ জীৱ।
ত্ৰৈলোক্য-মোহন সনাতন সদাশিৱ॥
জয় জয় জয় মুনিজন পৰিত্ৰাণ।
প্ৰণামো সংসাৰ-সাৰ পুৰুষ প্ৰধান॥১
নমো নমো নাৰায়ণ নৰসিংহ হৰি।
সাধিলা দেৱৰ কাৰ্য্য অসুৰ সংহৰি॥
দৈৱকী-নন্দন মথুৰাত অৱতৰি।
খণ্ডিলা ভূমিৰ ভাৰ অসুৰ সংহৰি॥২
জয়তি জগতপতি প্ৰভু পীতাম্বৰ।
ভকত বৎসল বাসুদেৱ দামোদৰ॥
যাৰ নাম স্মৰি তৰে পাপ পয়োনিধি।
হৰিক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি॥৩
কৃষ্ণ পদ পঙ্কজ যুগল মনে ধৰি।
শুকৰ চৰণে মনে শিৰোগত কৰি॥
হৰিবংশ কথা কৰি শঙ্কৰে সম্প্ৰতি।
ৰুক্মিণী হৰণ পদবন্ধে নিগদতি॥৪
একে হৰিবংশ কথা অমৃত সাক্ষাত।
আৰো ভাগৱত কথা মিশ্ৰ দিলো তাত॥
দুয়ো কথা পদবন্ধে কৰো মিশ্ৰলাই।
যেন [illegible] দুগ্ধ স্বাদ আতি পায়॥৫

কৃষ্ণৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজনে।
জীৱন্তে নেৰিবে বহুমান ধনে জনে॥
মৰিলেও থিতি হৈবে বিষ্ণুৰ পুৰীত।
ইহলোকে পৰলোকে দুয়ো লোকে হিত॥৬

কুণ্ডিনাধিপতি ভীষ্মক আৰু পুত্ৰ-কন্যাবিলাক।

জয় নমো মাধৱ অব্যক্ত চক্ৰপাণি।
কৰিলা বিবাহ ৰুক্মিণীক হৰি আনি॥
মহাৰাজাসৱক জিনিয়া ঘোৰ ৰণে।
শঙ্কৰে ৰচিলা পদ কৃষ্ণৰ চৰণে॥৭
শুক মহামুনিক বুলিলা পৰীক্ষিত।
শুনিলো কৃষ্ণৰ কথা পৰম অমৃত॥
তথাপিতো তৃষ্ণা মোৰ নুগুচে মনৰ।
পুনাই কহিয়োক কৃষ্ণকথা মুনিবৰ॥৮
কেনমতে কৃষ্ণে মহাৰাজাগণ জিনি।
ভীষ্মক-দুহিতা হৰি আনিলা ৰুক্মিণী॥
ৰাক্ষস-বিবাহ তাঙ্কে কৰিলা বিবাহ।
ইটো কথা শুনিবাক পৰম উৎসাহ॥৯
কৃষ্ণৰ চৰিত্ৰ মুনি শুনো তয়ু মুখে।
নাহি ক্ষুধা তৃষ্ণা নৰাধম একো দুখে॥
যতেক শুনোহো শুনিবাক বাঢ়ে মতি।
অমৃত পিয়ন্তে যেন নধৰে তৃপিতি॥১০

শুক মুনি বোলন্ত শুনিয়ো নৃপবৰ।
বিদৰ্ভ ৰাজ্যত ভৈলা কুণ্ডিল নগৰ॥
সকলে সম্পূৰ্ণ একো গুণে নাহি ক্ষতি।
ইন্দ্ৰৰ নগৰ যেন দ্ব্যুতি * অমৰাৱতী॥১১
সেহি নগৰত ভৈলা ভীষ্মক নৃপতি।
পৰম ধাৰ্ম্মিক ৰাজা যেন সুৰপতি॥
নৃপকুলতিলক কামিনী মনোহৰ।
ত্ৰৈলোক্যত সমান নাহিকে ধনুৰ্দ্ধৰ॥১২
পুত্ৰৱতে কৰে ৰাজা প্ৰজাক পালন।
আগত পাচত সত্য একেসে বচন॥
মটুৰাৰ চাটুত নাপাতে ৰাজা কাণ।
ব্যৰ্থ নাহি মাগিলে অৱশ্যে পাই দান॥১৩
ভুঞ্জন্ত পৃথিবী যেন ধৰ্ম্ম ব্যৱহাৰ।
অশুচিতে পিম্পৰাৰো নিচিন্তন্ত মাৰ।
যেন জলময় ৰাজা নাহি কোপ তাপ।
দণ্ড বন্ধ নাহিকে প্ৰজাৰ মাৰ বাপ॥ ১৪
চুইলে পাপ হৰে আতি শুদ্ধ হৱে কায়।
উচিততে পৰে কিছু নজানে অন্যায়॥
সৰ্ব্ব গুণান্বিত আতিশয় শুদ্ধমতি।
কৃষ্ণৰ চৰণে কৰে একান্ত ভকতি॥১৫
শশীপ্ৰভা নামে তান ভৈলা মহাদেই।
আতি মহা সুন্দৰী মুনিৰো মন যায়॥
নৃপতিৰ মনোময় সুৰগা † সুন্দৰী।
ৰূপে গুণে অনিন্দিতা যেন বিদ্যাধৰী॥ ১৬
ভীষ্মকত হন্তে পাঞ্চ পুত্ৰ ভৈলা জাত।
জ্যেষ্ঠ ভৈলা ৰুক্মী নামে জগত প্ৰখ্যাত॥
ৰুক্মৰথ ৰুক্মবাহু তান অনন্তৰ।
ৰুক্মকেশ ৰুক্মমালী পাঞ্চো সহোদৰ॥১৭

* দ্ব্যুতি—দ্বিতীয়।
† সুৰগা—স্বৰ্গৰ অপ্সৰাৰ সদৃশ।

ৰুক্মিণীৰ ৰূপ বৰ্ণনা।

সবাৰ কনিষ্ঠ ভৈলা নামত ৰুক্মিণী।
পাঞ্চো ভাইৰ মাজে আতি দায়াৰ ভগিনী॥
পিতৃৰ মাতৃৰ স্নেহ প্ৰাণতো অধিক।
ত্ৰৈলোক্যত সমৰূপ নাহি ৰুক্মিণীক॥১৮
চন্দ্ৰতো অধিক জলে বদনৰ কান্তি।
দশন নিবিৰ যেন মুকুতাৰ পান্তি॥
আয়ত লোচন সম নোহয় কমলে।
মদনৰ ধনু সম ভ্ৰূৱযুগ জলে॥১৯
সুৱৰ্ণৰ পতা সম সুসম কপোল।
যাক দেখি সিদ্ধ মুনিগণ হোৱে ভোল॥
কেশ বেশ বিচিত্ৰ চামৰে সুহি ভুল।
নিৰুপম নাসাক নোজোৰে তিল ফুল॥২০
কচিকৰ কৰ্ণ উপমাক নাহি ভুল।
অধৰ ৰাতুল যেন বন্দুলিৰ * ফুল॥
অমৃত সুৰস বাণী কোকিলৰ স্বৰ।
চাৰু কম্বু † কণ্ঠক দেখন্তে মনোহৰ॥২১
বাহুযুগ জলে যেন কোমল মোলান।
আৰকত কৰ কিশলয় যেন থান ‡॥
বলিত § অঙ্গুলিচয় চম্পাৰ পাকৰি।
অৰুণ নখক চন্দ্ৰবিম্ব সুহি সৰি॥২২
প্ৰথম বয়সী নাৰী পদ্মিনী প্ৰধান।
হৃদয়ত বাঢ়ে স্তন বদৰী প্ৰমাণ॥
বহল জঘনী** কটিদেশ আতি সৰু।
মুঠিতে লুকায় যেন হৰৰ ডম্বৰু॥২৩

* বন্দুলি—একবিধ ফুল।
† কম্বু—শঙ্খ।
‡ থান—সদৃশ।
§ বলিত—মাচত চাকি কৰাৰ দৰে পুষ্ট দীঘল সুবলীয়া।
** জঘনী—জঙ্ঘাযুক্ত; দীঘলীয়া, তিৰাযুক্ত।

ললিত বলিত উৰু যেন ৰামকল ।
দেখন্তে সন্তোষ দুই চৰণ কমল ॥
চন্দ্ৰ সম জ্বলে আতি চাৰু নখ পান্তি ।
যাক দেখি মদনৰ চিত্ত উদভ্ৰান্তি ॥ ২৪
সৰ্ব্বাঙ্গে সুন্দৰী যেন সুবৰ্ণ প্ৰতিমা ।
ৰুক্মিণীৰ ৰূপক কৰিবে কোনে সীমা ॥
আতি সুকুমলী নৃপতিৰ বৰ বালা ।
অনুদিনে বাঢ়ে যেন নৱ চন্দ্ৰকলা ॥ ২৫
মাধৱৰ ৰূপ গুণ চৰিত্ৰ কাহিনী ।
দেশ দেশান্তৰী মুখে শুনিলা ৰুক্মিণী ॥
জগততো নাহি ৰূপ কৃষ্ণৰ সমান ।
কামিনী মোহন ৰূপ পুৰুষ প্ৰধান ॥ ২৬
সাক্ষাতে ভৈলন্ত আসি বিষ্ণু অৱতাৰ ।
তেহেন্তেসে স্বামী যেবে হোৱয় তোমাৰ ॥
তেবেসে সাফল হোৱৈ এৰূপ যৌৱন ।
শুনিলে তোমাক নেৰিবন্ত নাৰায়ণ ॥ ২৭
হেন কথা শুনিলন্ত ভীষ্মক নন্দিনী ।
মাধৱক চিন্তন্ত মনত ৰাত্ৰি দিনি ॥
কৃষ্ণক কৰিলা দৃঢ় কৰি মহামতী ।
জন্মে জন্মে কৃষ্ণেসে হৈবন্ত মোৰ পতি ॥ ২৮
দ্বাৰকাক যাই কুণ্ডিলৰ দেশান্তৰী ।
কৃষ্ণক কহন্ত কথা শুনা দেৱহৰি ॥
দিব্য কন্যা ৰত্ন আছে ভীষ্মকৰ ঘৰে ।
ৰূপে গুণে সম নাহি ত্ৰৈলোক্য ভিতৰে ॥ ২৯
নামত ৰুক্মিণী আতি শান্তি সুচৰিতা ।
ৰূপত পাৰ্ব্বতী সৰ্ব্ব গুণে অনিন্দিতা ॥
তুমি এবে সদৃশ কন্যাৰ নাহি মোল ।
কি কহিবো তুমিয়ো দেখিলে হৈবা ভোল ॥ ৩০
তাহাকেসে ভাৰ্য্যা যেবে কৰা অভিলাষ ।
তেবেসে সাফল হোৱে তনু গৃহবাস ॥
তোমাকেসে উপযোগ ভীষ্মক দুহিতা ।
হৰৰ পাৰ্ব্বতী যেন ৰাঘৱৰ সীতা ॥ ৩১

শুনিলা কন্যাৰ হেন কথা নাৰায়ণ ।
কেতিক্ষণে পাইবো উত্ৰাৱল কৰে মন ॥
হৃদয়ন্ত পীড়ে মদনৰ পঞ্চ বাণ ।
ৰাত্ৰি দিনে ৰুক্মিণীৰ কৰে মাত্ৰ ধ্যান ॥ ৩২
তেহেন্তেসে ভাৰ্য্যা মোৰ হৈবে প্ৰাণেশ্বৰী ।
কোন বুধি পাইবো আবে ৰুক্মিণী সুন্দৰী ॥
নাহি সুখ শান্তি তান সুৰুচয় ভাত ।
উগুল থুগুল নিদ্ৰা নাসয় শয্যাত ॥ ৩৩
প্ৰথম বিবাহ তান নভৈ হোৱে কাজে ।
বন্ধু-বান্ধৱত কথা নকহন্ত লাজে ॥
কালক উপেখি কৃষ্ণে ধৈৰ্য্যক আশ্ৰয় ।
ৰুক্মিণী বিয়োগ দুখে আছিলন্ত সই * ॥ ৩৪

ৰুক্মিণীৰ বিবাহ উদ্যোগ ।

বৈশম্পায়ন বদতি শুনিয়ো ৰাজা কথা ।
পাছে যেন মত ভৈল ৰুক্মিণীৰ তথা ॥
এক দিনা শশীপ্ৰভা ৰাজমহাদেই ।
ভীষ্মক স্বামীক হেন বুলিলন্ত গই ॥ ৩৫
ৰুক্মিণী জীয়াইৰ আসি ভৈল বোধমান † ।
যুড়িয়োক ‡ বৰ ৰাজা কৰা কন্যাদান ॥
সাত পাঞ্চ নাহিকে জীয়াই একগুটি ।
কেনমতে আসে প্ৰভু নিশ্চিন্ত মুঠি ॥ ৩৬
ৰুক্মিণী সদৃশ বৰ যুড়িয়ো সকাল § ।
ৰূপে গুণে চাই যেবে সবে বোলে ভাল ॥
ভাল চাই দিলে দৈৱে যেহি লাগে হোক ।
হেন শুনি নৃপতি অনাইলা আতি লোক ॥ ৩৭
কন্যা আদি কৰি পাঞ্চ তনয়ক আনি ।
সবাকো সম্বোধি হেন বুলিলন্ত বাণী ॥
ৰুক্মিণীৰ আসি আবে ভৈল কন্যাকাল ।
জিজ্ঞাসিয়ো কৈত কেনে বৰ আছে ভাল ॥ ৩৮

* সই—সহ্যকৰি ।
† বোধমান—বুজাপৰ্ত্তি, জ্ঞান, লায়ক, কন্যাকাল ।
‡ যুড়িয়ো—সংগ্ৰহ কৰা । § সকাল—শীঘ্ৰে ।

গোটে গোটে চিনো পৃথিবীৰ ৰাজাগণে।
জীয়াইৰ সদৃশ বৰ নাহি একো স্থানে ॥
দৈৱকী নন্দন একে মাধৱত পৰে।
ৰুক্মিণীক বিহা কৰিবেক কোন নৰে ॥ ৩৯
জ্ঞাতি পুত্ৰগণ মোক দিয়ো অনুমতি।
কৃষ্ণক সম্বন্ধ কৰো মিলোক যুকুতি ॥
জগততে সাৰ প্ৰভু পুৰুষ প্ৰধান।
সঞ্ৰিহাতে* মাধৱক কৰো কন্যা দান ॥ ৪০
ত্ৰিজগত পতি যেবে হোৱন্ত জামাই।
আচোক মনুষ্য দেৱতাকো শঙ্কা নাই ॥
ইহ পৰলোকে হৰি দুয়ো লোকে গতি।
হেন জানি বিবাহক দিয়ো অনুমতি ॥ ৪১
জ্ঞাতিলোকে বোলে আৰো প্ৰভু কিবা শুদ্ধি।
সাধু সাধু ধন্য ৰাজা সম্পজিল বুদ্ধি ॥
মাধৱত পৰে ত্ৰিজগতে নাহি আন।
পুৰুষ উদ্ধাৰ হোক কৰা কন্যাদান ॥ ৪২
অনন্তৰে মহাদে মাতিলা স্বামীক।
শুধিবে নলাগে বিহা দিয়োক কৃষ্ণক ॥
কতো ভাগ্যে পাইবো আমি কৃষ্ণক জামাই।
সুখেসে থাকিবে মোৰ ৰুক্মিণী জীয়াই ॥ ৪৩
নিশ্চয় কৰিলে সবে কৃষ্ণক বিবাহ।
শুনি ৰুক্মিণীৰ ভৈল মনত উৎসাহ ॥
মনত কৰন্ত কন্যা কৌতুহলে কেলি।
বসিয়া স্বৰ্গক যেন পাইলা হাত মেলি ॥ ৪৪
এবেসে জানিলো মোৰ সুপ্ৰসন্ন বিধি।
সকলে সম্পূৰ্ণ মনোৰথ ভৈলা সিদ্ধি ॥
কৃষ্ণ হেন স্বামী পাইবো কত পুণ্য ভাগে।
মোহোৰ ভাগ্যক আৰ কি কহিবে লাগে ॥ ৪৫
পাছে ভীষ্মকৰ জ্যেষ্ঠ পুত্ৰ ৰুক্মী নামে।
যাৰ সম যাৰ নাহি অস্ত্ৰ পৰাক্ৰমে ॥

মহা বলীয়াৰ দুষ্ট দাৰুণ দৰ্পিষ্ঠ।
ৰাত্ৰি দিনে চিন্তে সিটো কৃষ্ণৰ অনিষ্ট ॥ ৪৬
শিশুপাল সমে তান মহা মৈত্ৰৱতী।
পিতৃৰ মাতৃৰ বোল নুশুনে দুৰ্ম্মতি ॥
যত গোত্ৰ কুটুম্ব সমস্তে তাৰ চেৰ*।
মাধৱৰ নামে সিটো জুইত নেদে খেৰ† ॥ ৪৭
শুনিলেক ৰুক্মিণীৰ কৃষ্ণ সমে বিয়া।
মহাকোপে ৰুক্মবীৰ মাতে কান্দি হিয়া ॥
আমাৰ ভগিনী কোনে দিবে মাধৱক।
ৰাজা নোহে সিটো উগ্ৰসেনৰ সেৱক ॥ ৪৮
নোহে ৰাজবংশী যদুকুল অনাচাৰী।
বিশেষত কৃষ্ণে গৰু তিৰী আছে মাৰি ॥
সঞি হাতে বধি আছে সোদৰ মমাই।
হেনয় কৃষ্ণক কন্যা দিবে সুযুৱাই ॥ ৪৯
যাক বুলি মহাৰাজা বীৰ শিশুপাল।
অনেক পুৰুষে ৰাজ্য ভুঞ্জে চিৰকাল ॥
এক শত গুণে যাক কৃষ্ণ নোহে সম।
সমৰত দেখি যাৰ পৰম বিক্ৰম ॥ ৫০
হেন শিশুপালকেসে মঞি দিবো বিয়া।
কাহাৰ শকতি আছে মাধৱক দিয়া ॥
শিশুপাল ৰাজা ৰুক্মিণীৰ হৈব স্বামী।
নিশ্চয় কহিলো অঙ্গীকাৰ কৰি আমি ॥ ৫১
একোৱে নমানে ৰুক্মী পৰম দন্দুৰ।
বিস্তৰ বক্তিল আৰো বচন নিষ্ঠুৰ ॥
ভয় হুয়া ৰাৱ নকাঢ়িলা একো প্ৰাণী।
তাহাৰ বাক্যৰ সবে ভৈলা অনুমানি ॥ ৫২
জানিয়া ভীষ্মকে তনয়ৰ অভিপ্ৰায়।
ৰুক্মীৰ বাক্যক বাধিবাক শক্য নাই ॥

* সঞিহাতে—পোহাতে।

* চেৰ—নিজৰ।
† জুইত নেদে খেৰ—অতি শাৰাত জ্বলো হয়বে।

আগ পাছ চিনাই ৰাজা বুলিলা বিস্তৰ।
মাধৱক ৰাপু তই বিৰোধ নকৰ ॥ ৫৩
ব্ৰহ্মা আদি দেৱে সেৱে যাহাৰ চৰণ।
হেন নাৰায়ণক নিন্দস কি কাৰণ ॥
চৰাচৰ গুৰু হৰি জগতৰ বাপ।
তাহাঙ্ক নিন্দিয়া কেনে চপাৱস পাপ ॥ ৫৪
কৃষ্ণক বিৰোধ কৰি নপাবি কল্যাণ।
মোহোৰ বাক্যক বেদবাক্য হেন মান ॥
যাক কাটিলেক কেশী কংশ বকাসুৰে।
মিছা বাদ দ্বেষ নকৰস নাকে খুৰে ॥ ৫৫
দিয়ো অনুমতি পুত্ৰ বংশতে প্ৰধান।
বিধিৱতে মাধৱক কৰো কন্যা দান ॥
কৃষ্ণ হেন স্বামী পাউক জীয়াই ৰুক্মিণী।
মঙ্গল কাৰ্য্যত বাপ নপাত বিঘিনি ॥ ৫৬
হেন শুনি ৰুক্মীৰ উঠিলা মহা ক্ৰোধ।
বৃদ্ধ বয়সত তুমি এমুৰা অবোধ ॥
আন কি নভৈলা তুমি পিতৃ নামে খাইলা।
যাদৱ গোটক বাচি জামাই খুজি পাইলা ॥ ৫৭
জৰাসন্ধ ৰাজাত পলাইলা যুদ্ধ কৰি।
পাছে পাছে খেদিলেক লগুাটিকা* পাৰি ॥
পলাইবে নপাৰি পাছে ৰাম দামোদৰে।
আৰোহিলা পৰ্ব্বতৰ উচ্ছ্ৰিত† শিখৰে ॥ ৫৮
লগাইলেক জুই তাতে পৰ্ব্বতক বেঢ়ি।
ভাগ্যেসে এৰাইলা কৃষ্ণ সাগৰত পৰি ॥
ৰণ ভঙ্গ যাৰ যশ ৰখানাহা কিক।
প্ৰাণান্তিকো কৃষ্ণক নেদিবো ৰুক্মিণীক ॥ ৫৯
শিশুপাল ৰাজাকেসে দিবো সাৰে সাৰ।
একোকালে নলাঙ্ঘিবো পূৰ্ব্ব অঙ্গীকাৰ ॥
পুত্ৰৰ বাক্যক পাছে শুনি ভীষ্মকায়।
অসন্তোষে আছিলন্ত মাথা চপৰাই ॥ ৬০

* লগুাটিকা পাৰি—পাজি-পগনি পাৰি; চপিবা উদং কৰি।
† উচ্ছ্ৰিত—ওখ।

মনত বোলন্ত যোনো আৰো পাবে গালি।
মাতন্ত নৃপতি কুমাৰৰ আশাপালি ॥
হিয়াত আছিল মানে কহিলোঁহো তোক।
যেন যুৱাই মানে সবে বুলিলাহা মোক ॥ ৬১
ৰুক্মিণীৰ এবে উকলয় কন্যা কাল।
বিহা দিবো জান্তে* মতাই আন শিশুপাল ॥
বিহাৰ সম্ভাৰ মানে অনায়ো বহুত।
নৃপতিগণক লাগি পাঠি দিয়ো দূত ॥ ৬২
দেশে দেশে ৰুক্মিণীৰ বিবাহ ঘোষোক।
ৰঙ্গ চাহিবাক সবে নৃপতি আসোক ॥
কুণ্ডিল নগৰী মোৰ হৌক জাতিষ্কাৰ।
পিন্ধন্তোক নৰ-নাৰী বস্ত্ৰ অলঙ্কাৰ ॥ ৬৩
ৰাজাগণ ৰহিবাৰ সজাৱ বাসৰ।
কৰিয়ো নিয়োজ কিবা বুলিবো বিস্তৰ ॥
হেন শুনি ৰুক্মীৰ হৰিষ ভৈলা মন।
দেশে দেশে পাঠিলা কুশল দূতগণ ॥ ৬৪
কুণ্ডিলক আতিশয় কৰি জাতিষ্কাৰ।
ধ্বজ দণ্ড পতাকা দেখন্তে চমৎকাৰ ॥
সাজি মাজি পদুলি পদুলি কইলা কল।
সুবৰ্ণৰ ঘটৰ উপৰে থৈলা ফল ॥ ৬৫
গন্ধ পুষ্প চন্দনে ভূষিত হাটে বাটে।
নাচয় গায়য় কতুহলে নটে ভাটে ॥
কুণ্ডিলৰ নৰ-নাৰী ভৈল জাতিষ্কাৰ।
পিন্ধিল বিবিধ পাট-বস্ত্ৰ অলঙ্কাৰ ॥ ৬৬
কতুহলে জুমা জুমি ফুৰে কিনি বিকি।
যেহি দিশে চাহি তাৰা যেন পাবে জিকি ॥
শাৰী শাৰী নাৰী ফুৰে মাঙ্গল্যক গাই।
চেৰে চেৰে বাযে সবে আনন্দ বঢ়াই ॥ ৬৭
পদুলি পদুলি শুনি উৰুলি আৱাৰ।
কুণ্ডিলত ভৈলা আতি বিবাহ উৎসৱ ॥

* জান্তে—বেগাই।

পাছে ৰুক্মিণীৰ বিবাহৰ কাৰ্য্য সাধি।
শিশুপাল নৃপতিক পঠাইলা সম্মুখি ॥ ৬৮
ৰুক্মিণীক তাঙ্কে বিহা দিবো বিধিমতে।
আপোনাক ডাটি * আসন্তোক ভালমতে ॥
জানিবাহা মিত্র নহবাই দৃঢ় কাৰ্য্যে।
লগতে আসোক সবে সাজি সামবাজে ॥ ৬৯
শত্রু যাক নিচিন্তে আপুনি চিন্তে তাক।
চতুৰঙ্গ দলে আসন্তোক ৰাজা জাক ॥
দূত মুখে শুনি হেন বচন অমৃত।
শিশুপাল নৃপতিৰ উল্লসিল চিত ॥ ৭০
ৰুক্মিণীৰ নাম শুনি যেন পাইলা স্বৰ্গ।
কৃষ্ণক নসহে আতি যত ৰাজা বৰ্গ ॥
জৰাসন্ধ দন্তবক্র বিদূৰথ ৰায়।
শাল্ব পৌণ্ড্ৰকাদি ৰাজা ভৈলা এক ঠাই ॥ ৭১
কৃষ্ণক নসহে ৰাজাগণ যত যত।
শিশুপাল এৰে সবে ভৈল একমত ॥
কৰিয়ো বিবাহ আমি তোমাৰ সহায়।
একো একো ৰাজা আমি মহেন্দ্ৰ পৰায় ॥ ৭২
কি কৰিতে পাৰে কাৰ বাপৰ শকতি।
এহি বুলি গৰ্জ্জে শত সহস্ৰ নৃপতি ॥
হেন শুনি আতি সাস পাইলা শিশুপালে।
চতুৰঙ্গ দলে লৰি গৈলা তৎকালে ॥ ৭৩
লগতে লৰিলা সাজি মহা মহা ৰাজা।
আগে পাছে লৰে যাৰ লক্ষ কোটি প্ৰজা ॥
ঘোৰায়ে চলিয়া যাই গিৰি বন পথ।
সীমা সংখ্যা নাহিকে যতেক যাই ৰথ ॥৭৪
ধ্বজ দণ্ড ছত্ৰ মাত্ৰ দেখি আকাশত।
হস্তীসব চলে যেন সচল পৰ্ব্বত ॥
পৃথিবী নসহে আৰ সেনাৰ আস্ফাল।
জলজোপ কৰে যেন যাই ভূমিচাল ॥ ৭৫

* ডাটি—ডাঠৈকৈ, বলেৰে, সাজি-কাচি।

হেন চমৎকাৰে শিশুপাল নৃপবৰ।
অনন্তৰে পাইলা গই কুণ্ডিল নগৰ ॥
তাক শুনিলন্ত পাছে ভীষ্মক ভূপাল।
বিহা কৰিবাক আইলা ৰাজা শিশুপাল ॥ ৭৬
আপুনি গৈলন্ত পাত্ৰ-পুত্ৰগণে বেঢ়ি।
পৰম সাদৰে আনিলন্ত আগবাঢ়ি ॥
যাক যেন যোগ্য পাছে দিলা বাসা ঘৰ।
পঞ্চামৃতে ভোজন কৰাইলা নৃপবৰ ॥ ৭৭
ৰঙ্গে ঢঙ্গে ৰাজাগণ থাকি ভৈলা সুখী।
ৰুক্মিণী দেৱীৰ সিটো বিবাহ উপেখি ॥
এহিমতে পৃথিবীৰ ৰাজা নিৰন্তৰে।
বিহা চাহিবাক আইলা কুণ্ডিল নগৰে ॥ ৭৮
সবাকো তুষিলা নৃপতিয়ে অন্নে পানে।
থাকিলা আনন্দে সবে ভীষ্মকৰ থানে ॥

শ্ৰীকৃষ্ণৰ ওচৰলৈ ৰুক্মিণীৰ দূত প্ৰেৰণ।

ৰুক্মিণীৰ ধাই সুমালিনী বাৰ্ত্তা পাইলা।
শিশুপাল ৰাজা বিহা কৰিবাক আইলা ॥ ৭৯
হৰস ফৰস কৰি কথা কৰৈ তাই।
অথন্তৰ কথা আবে নতু শুন আই ॥
মাধৱ স্বামীক লাগি তই আশা এৰ।
মাধৱক নেদে বিয়া ৰুক্মী যে ভায়েৰ ॥ ৮০
শিশুপাল ৰাজাকেসে আনি আছে বৰ।
স্বৰূপ কহিলো আবে যেহি লাগে কৰ ॥
শুনিলা ৰুক্মিণী হেন বচন নিৰ্ঘাত।
থিয়ায়ে শুখাইলা কিছু নাহি বোল মাত ॥ ৮১
নাহি শ্ৰুতি জ্ঞান যেন ধাতু গৈলা উৰি।
অচেতন হুয়া পৃথিবীত ঢৈলা পৰি ॥
আকোৱালি তুলি লৈলা সুমালিনী ধাই।
কি কাৰণে বিকল হোৱস তই আই ॥ ৮২
হৰি হৰি কিনো তোক চলিলেক বিধি।
তোহোৰ বাঞ্ছিত নভৈলেক কিছু সিদ্ধি ॥

ৰুক্মিণীয়ো সন্মুক্ষণ ভৈলা কতোক্ষণ।
কৃষ্ণৰ বিয়োগে দেহা দহে সৰ্ব্বক্ষণ ॥ ৮৩
মুখত নোহলায় বাণী গদ গদ মাত।
মকমকি কান্দন্ত গালত দিয়া হাত ॥
শিশুকাল হন্তে স্বামী বুলি আছো মনে।
মোক বিহা কৰিবন্ত প্ৰভু নাৰায়ণে ॥ ৮৪
হা দৈব বিধি আৰে ভৈল আশা ছেদ।
পাপিষ্ঠ ভয়াই দিলে কিনো হৃদি খেদ ॥
ভাই নোহি ইটো পাপী পৰম চাণ্ডাল।
উপজি নমৰি কিয় জীয়ে এতকাল ॥ ৮৫
কোন মতে বঞ্চে মোৰ কৃষ্ণ হেন স্বামী।
কিনো নিদাৰুণ তই ভৈলি অধোগামী ॥
কৃষ্ণক চিন্তোহো মঞি বৰ হাবিয়াসে।
কৃষ্ণে মোক বিহা কৰিবন্ত অভিলাষে ॥ ৮৬
হেন মনোৰথ মোৰ কৰাইলে বিফল।
জ্যেষ্ঠ ভাই মুহি সাত শত্ৰুতো আগল ॥
মোহোৰ কৰ্ম্মেসে উপজিলা ধূমকেতু।
কৃষ্ণক সেবিবে নপাইলোহো তোৰ হেতু ॥ ৮৭
তথাপি কৃষ্ণক চিন্তি এৰিবোহো প্ৰাণ।
কদাচিতো মই স্বামী নবৰিবো আন ॥
মোক বিহা কৰিবাক আইলা শিশুপাল।
মোৰ মনে তেবেতো জীৱন ভৈল ভাল ॥ ৮৮
তাহাৰ কি মুখে মোক বিহাইবাক পাৰে।
সিংহৰ ভাৰ্য্যাক যেন শৃগালে আহাৰে ॥
হাত মেলে চন্দ্ৰক ছুৱালে যেন বঙ্গে।
অমৃতক ইচ্ছা কৰে চুকৰ কোণা বেঙ্গে ॥ ৮৯
সেহিমতে আশা শিশুপালৰ আমাক।
যেন যজ্ঞ ভাগক ভুঞ্জিবে চাৱে কাক ॥
মহাদান খোজে যেন পণ্ডিত ব্ৰাহ্মণ।
বিশিষ্ট বৰ্ণক বাঞ্ছে ব্ৰহ্মবধী জন ॥ ৯০
সেহিমতে আশা শিশুপাল নৃপতিৰ।
তাৰ মুখে স্বামী হুইবে পাইবে ৰুক্মিণীৰ ॥

ত্ৰৈলোক্যৰ নাথ মাধৱক এৰি যাই।
কোনে শিশুপালক বৰিবে চক্ষু খাই ॥ ৯১
সিংহ এৰি শূকৰক খোজে কোন প্ৰাণী।
দুগ্ধ এৰি কোনজনে পিয়ে মাচো পানী ॥
কোন কাৰ্য্য কৰো আৰে কৈক লাগি যাওঁ।
কৃষ্ণৰ পাশক লাগি কাহাক পঠাওঁ ॥ ৯২
মোৰ দুখ কথা কোনে কহিবে কৃষ্ণতে।
নজানিলে কৃষ্ণ আসিবন্ত কেনমতে ॥
উতপাত কৰে চিত্ত অসুখ অশান্তি।
পাছে মিত্ৰ ব্ৰাহ্মণক পঠাইলা গুণি গান্থি ॥ ৯৩
বেদনিধি নামে বিপ্ৰ জগতে জানি।
পৰম বৈষ্ণৱ সৰ্ব্ব জনতে বখানি ॥
সদ কৰ্ম্মশালী সুচলিত আতি শিষ্ট।
শিশুকাল হন্তে ৰুক্মিণীৰ মহা ইষ্ট ॥ ৯৪
সুমালিনী ধাইৰ হাতে অনাইলা মতাই।
ব্ৰাহ্মণে বোলন্ত কিক ডাক দিলি আই ॥
বিবৰ্ণ বদন দেখো সজল নয়ন।
মুখ ওলমাই কিয় কৰস ক্ৰন্দন ॥ ৯৫
এদিনাৰ থানে কিয় নাহি হাসি ৰস।
মোহোৰ শপত যেবে কথা নকহস ॥
তোৰ দুখ দেখি হৃদি নসহয় মোৰ।
কিবা ভৈল কহ সাধো প্ৰতিকাৰ তোৰ ॥ ৯৬
সামান্য ব্ৰাহ্মণ হেন নামানিবি মোক।
প্ৰজটি আসিতে পাৰো এহি তিনি লোক ॥
ৰুক্মিণী বোলন্ত তুমি মোক আছা তুলি।
পিতৃতো মাতৃতো কৰি তোমাতেসে লুলি* ॥ ৯৭
সৰ্ব্বকালে হিতকাৰী তুমি গুৰু বাপ।
খণ্ডায়োক মোৰ আৰে মোৰ হৃদি তাপ ॥
নাশিলন্ত কৃষ্ণ মোত এৰিলন্ত প্ৰাণ।
যাবকাৰ বাঢ়ো গুৰু মাধৱৰ পাপ ॥ ৯৮

* লুলি—জলধি পৰ ; লেৰ হ।

আগে মোৰ নমস্কাৰ জনাইবা আশেষ।
পাছেসে কহিবা মোৰ বচন সন্দেশ ॥
শুনা সভাসদ একচিত্ত কৰি মন।
কৃষ্ণৰ চৰিত্ৰ লীলা ৰুক্মিণী হৰণ ॥
ইহাৰ শ্ৰৱণে মোৰ সংসাৰক তৰি।
শঙ্কৰে ৰচিলা ডাকি বোলা হৰি হৰি ॥ ৯৯

ৰুক্মিণীৰ সন্দেশ

ছবি

কৃষ্ণৰ চৰণে মোৰ হেন কথা কহিবাহা
ৰুক্মিণী বুলিলা হেন ৰাক।
তোমাৰ চৰিত্ৰ গুণ দেশান্তৰী মুখে শুনি
স্বামী ভাৱে বৰিলো তোমাক ॥
ইঠাৰৰ পৰা হেৰ সহস্ৰ প্ৰণাম কৰো
জানু শিৰে চপৰাই মাথ।
সোপোনে সচিত্তে মঞি তোমাকেসে চিন্তি আছোঁ
তুমি মোৰ হৈবা প্ৰাণনাথ ॥ ১০০

কায়বাক্য মনে মঞি তোমাৰেসে ভাৰ্য্যা হৈবো
মোহোক নেনোক শিশুপালে।
প্ৰমত্ত সিংহৰ আগে বণ্টা* থৈয়া আছে যেন
নহয়োক অধম শৃগালে ॥
জৰাসন্ধ মুখ্য কৰি নৃপতিগণক দেখো
তোমাৰ আগত যেন তৃণ।
প্ৰচণ্ড সিংহৰ আগে যেন গাৰ মেলায়য়
আতিশয় ক্ষুদ্ৰ যে হৰিণ ॥ ১০১
ত্ৰৈলোক্য ঈশ্বৰ হৰি পৰম পুৰুষ তুমি
তোমাকনো কোন জনে আণ্টে†।

কেনে আছা বাট চাই দিনে এক যুগ যায়
মোক কিয় নেনা আসি জাণ্টে ॥
ব্ৰহ্মা হৰ পুৰন্দৰে ৰাত্ৰি দিনে বাঞ্ছা কৰে
তোমাৰেসে চৰণ ধূলাক।
কতবা জন্মৰ ভাগ্য কৰ্ম্মবশে পাইবো আমি
তুমি হেন স্বামী সেৱিবাক ॥ ১০২

সুন্দৰ তৰুণ তনু ত্ৰৈলোক্য মোহন মুৰ্ত্তি
প্ৰথম বয়স অভিমত।
তযু ৰূপে গুণে ভুলি নবৰিবে স্বামী বুলি
কোন তিৰী আছে সংসাৰত ॥
হেনবা বুলিবা কন্যা অন্তেষ পুৰত থাকে
কেন মতে লাগ পাইবো যাই।
বন্ধু বান্ধৱক মোৰ মাৰিবাক নলাগয়
শুনা কহোঁ পঠাও উপায় ॥ ১০৩

বিবাহৰ পূৰ্ব্বদিনে অন্তেষ পুৰৰ হন্তে
যাইবো ভবানীক পূজিবাক।
তোমাৰেসে বাঞ্ছা যেবে আছে যেবে প্ৰভুদেৱ
সেহি বেলা হৰিবা আমাক ॥
মোক যেবে হেলা কৰি নেনা আসি প্ৰভু হৰি
থাকিবোহো এহিমতে পৰি।
প্ৰাণান্তিকো একো কালে শিশুপাল নৃপতিৰ
ছাঞ্চাতে নেদিবো মঞি তৰি ॥ ১০৪

তযু চৰণক যেবে নেদেখোহো প্ৰভু দেৱ
দিলো পৰিচ্ছেদা এহিমান।
নিৰাহাৰ ধৰি ব্ৰত তোমাতেসে তিৰী বধ
দিয়া স্নেহে এৰিবোহো প্ৰাণ ॥
এহি বুলি বেদনিধি ব্ৰাহ্মণক সম্বুধিয়া
মাতন্ত ৰুক্মিণী মহাসতী।
খণ্ডায়োক হৃদি তাপ চলি যায়ো শুক্ৰ বাপ
যথাত আছন্ত যদুপতি ॥ ১০৫

* বণ্টা—ভগাই দিয়া অংশ, মৰোৱা বস্তু।
† আণ্টে—সমান হয়।

যতেক বুলিলো মই তাতো শতগুণে কৰি
আপুনি কহিবা তুমি কথা।
মাধৱক মাতি বুলি যেনে তেনে আনিবাহা
তোম্মাৰ যে মোক আছে ব্যথা॥
হেৰা দেখা শিশুপাল নৃপতি পাপিষ্ঠ ইটো
আসি ৰহি আছে মোক চুম্পি।
বিস্তৰ বিলম্ব ভৈলে আসিয়া নপাইবা মোক
মৰিবো কৃষ্ণতে প্ৰাণ সুম্পি॥ ১০৬
এহি বুলি আৰ কিছু বুলিবাক নপাৰিলা
লোতকে চলল ভৈলা আখি।
অনন্তৰে বেদনিধি ব্ৰাহ্মণে বুলিবে লৈল
কক্মিণী হেন দুখ দেখি॥
ই কাৰ্য্যক লাগি আই চিন্তা দুখ পৰিহৰ
চক্ষুৰ মলচ তই পানী।
আছন্তোক* কৃষ্ণদেৱ আকাশৰ চন্দ্ৰমাকো
হাততে দিবাক পাৰো আনি॥ ১০৭
মোহোত লাগিল তোৰ সাধিবো সকলো কাৰ্য্য
স্থিৰ কৰি থাক দৃঢ় চিতে।
বচন শিলৰ ৰেখা মোৰ মুনিসায় দেখা
আনিবো কৃষ্ণক তিলেকতেং†॥
চলি ভৈলো দ্বাৰকাক মোৰ যেবে শুন হাক
কদাচিতো নকৰিবা চিন্তা।
হেন শুনি বৰ নাৰী আঞ্চলে মুচিলা মুখ
তুষ্ট ভৈল ভীষ্মক দুহিতা॥ ১০৮
আতিশয় ৰঙ্গমনে ব্ৰাহ্মণক প্ৰদক্ষিণে
কক্মিণী কৰিল নমস্কাৰ।
আনে যেন নজানয় গোপ্য কৰি যাইবা গুরু
কথা যেন নুহিকা প্ৰচাৰ॥
ব্ৰাহ্মণে বোলন্ত মোক শিখাইবাক নলাগয়
ইকাৰ্য্যে আপুনি মঞি ডাঠ।

* আছন্তোক—থাকোক, সত্তৰ হওক হাবি।
† তিলেকতে—অতি অলপ সময়তে।

এহি বুলি বেদনিধি কক্মিণীক প্ৰবোধিয়া
ধৰিলন্ত দ্বাৰকাৰ বাট॥ ১০৯
ছাৰিলন্ত* নদী নদ অনেক দুৰ্গম পথ
পৰ্ব্বত নগৰ গ্ৰাম দেশ।
দিন কতিপয়ে গৈয়া সাগৰ তৰিয়া দ্বিজ
দ্বাৰকাত ভৈলন্ত প্ৰবেশ॥
নমো নমো হৰিপদ পঙ্কজ যুগল শিৰে
দণ্ডৱতে পৰি শতবাৰ।
কৃষ্ণৰ কিঙ্কৰে কৰি শঙ্কৰে ৰচিলা ছবি
পদ হৰিবংশ কথা সাৰ॥ ১১০
শুনিয়োক সৰ্ব্বজন কৃষ্ণ পায়ে দিয়া মন
কক্মিণী হৰণ কথা সাৰ।
নপাইবেক একোদুখে সংসাৰ তৰিবা সুখে
পুৰুষকো কৰিবা উদ্ধাৰ॥
শুনিবাকো মনোৰম শৰীৰতো নাহি শ্ৰম
অৰ্থৰো নাহিকে একো হানি।
নাশ হুইবে যত ভয় মিলিবেক মহোদয়
ডাকি হৰি বোলা সবে প্ৰাণী॥১১১

দূতমুখে কক্মিণীৰ বাৰ্ত্তা শ্ৰবণ আৰু শ্ৰীকৃষ্ণৰ কুণ্ডিল যাত্ৰা।

পদ

বৈশম্পায়ন বদতি শুনিয়ো নৃপবৰ।
বেদনিধি দেখিলন্ত দ্বাৰকা নগৰ॥
ৰত্নময় গৃহসব কৰে জাতিষ্কাৰ।
নাহি খেৰ বেত বাঁস কাঠৰ সঞ্চাৰ॥ ১১২
একো একো গৃহ মেৰু সমান উচ্ছ্ৰিত।
হীৰা মণি মৰকত মাণিকে গঠিত॥
কত ৰজতৰ কতো শুদ্ধ সুবৰ্ণৰ।
চিকিমিকি কৰে যেন কান্তি আদিত্যৰ॥ ১১৩

* ছাৰিলন্ত—এৰিল

সৰোবৰচয় চাৰু জলে আছে ভৰি।
চাৰিয়ো কাখৰে সুবৰ্ণৰ থাটথৰি ॥
ফুলি আছে সুগন্ধি কমল উতপল।
মধুলোভে ভ্ৰমৰে কৰয় কোলাহল ॥ ১১৪
জলচৰ পক্ষী তেজে সুললিত নাদ।
তাক দেখি ৰাত্রি দিনে চিত্ত উনমাদ ॥
বহুতৰ পুষ্প পাৰে পাৰে আছে ফুলি।
পাৰিজাত সুগন্ধিকা মালতী বকুলি ॥ ১১৫
তাতে নানা জাতি পক্ষী কৰয় আৱাৱ।
সর্ব্বক্ষণে শীতল মলয়া বহে বায় ॥
দিব্য উপবন সবে আছে অপর্য্যন্ত।
বাৰয় মাসত যাক নেৰন্ত বসন্ত ॥ ১১৬
সুবৰ্ণৰ ঘৰ বাৰী পদুলি চৌপন্থা।
ঝুমা ঝুমি বসি ৰঙ্গে কহে কৃষ্ণ কথা ॥
কতো যদুবীৰগণে কৰে আয়াযাত।
হস্তী ঘোৰে চৰি যেন মহেন্দ্ৰ সাক্ষাত ॥ ১১৭
লয়লাসে ফুৰে সবে নাগেৰী সুন্দৰা।
ৰূপে গুণে যেহেন ইন্দ্ৰৰ অপেশ্বৰী ॥
সুবৰ্ণৰ ঘটে জল বহে শাৰী শাৰী।
মত্ত গজ গামিনী সুন্দৰী বৰ নাৰী ॥ ১১৮
আনো নানা কৌতুহলে চক্ষু মেলি চাইল।
পাছে মাধৱৰ সিংহদুৱাৰক পাইল ॥
দ্বাৰীক বোলন্ত জান্তে জান দেহ গই।
কুণ্ডিলৰ হন্তে আসি আছে বাৰ্ত্তা লই ॥ ১১৯
হেন শুনি দ্বাৰপাল কৰিলা গমন।
কৃষ্ণক প্রণামি হেন বুলিলা বচন ॥
কুণ্ডিলৰ হন্তে আসি আছে বাৰ্ত্তা লই।
ব্ৰাহ্মণ এগুটি দুৱাৰত আছে ৰই ॥ ১২০
হেন শুনি কৃষ্ণৰ হৰিষ ভৈলা মন।
ৰুক্মিণীসে পঠাইলা জানিলা নাৰায়ণ ॥
আপুনি আসিল হৰি আসনক ছাৰি।
কৌতুহলে ব্ৰাহ্মণক নিলা আগ বাঢ়ি ॥ ১২১

বিদুৰতে দেখি হাস্য কৰিলন্ত হৰি।
পুছিলা কুশল বাৰ্ত্তা আলিঙ্গিয়া ধৰি ॥
পৰম সাদৰে ব্ৰাহ্মণক বনমালী।
অন্তেষপুৰক লাগি নিলা আঙ্কোৱালি ॥ ১২২
সুবৰ্ণৰ খাটত বৈসাইলা নিয়া ধৰি।
আপুনি ধুৱাইলা কৃষ্ণ ব্ৰাহ্মণৰ ভৰি ॥
দিব্য পঞ্চামৃতে অন্ন কৰাইল ভোজন।
পৰম সন্তোষ ভৈল ব্ৰাহ্মণৰ মন ॥ ১২৩
সুবৰ্ণৰ খাটত ঘেলাইলা পাছে গাৱ।
তৈল লৈয়া গোবিন্দে জান্তিলা হাত পাৱ ॥
পথৰ আয়াস যেবে এৰাইল ব্ৰাহ্মণ।
হাসি নাৰায়ণে হেন বুলিলা বচন ॥ ১২৪
আপোনাৰ কুশল কহিয়ো দ্বিজবৰ।
সুখে কি আছন্ত সিটো কুণ্ডিল নগৰ ॥
তোহ্মাৰ ভীষ্মক নৃপতিৰ বাৰ্ত্তা ভাল।
ৰাজ ধৰ্ম্মে কৰন্ত প্ৰজাক প্ৰতিপাল ॥ ১২৫
আমাৰ থানক আইলা কিবা প্ৰয়োজন।
ভাগ্যে ভেট পাইলো তুমি হেনয় ব্ৰাহ্মণ ॥
তযু আগমনত পৱিত্ৰ ভৈল থান।
যেহি লাগে বোলা গুৰু তাক দিবো দান ॥ ১২৬
হেন শুনি বেদনিধি তুলিলন্ত হাস।
আপুনি সকলে জানা মোৰ যেন আশ ॥
সমস্তে প্ৰাণীৰ তুমি হৃদয়ত থিত।
ত্ৰৈলোক্যত নাহিকে তোমাৰ অবিদিত ॥ ১২৭
মোহোৰ ভাগ্যক গোসাঁই কি কহিবে লাগে।
প্ৰত্যক্ষতে ব্ৰহ্ম শৰীৰক দেখোঁ আগে ॥
যাক ভেট নভুপান্ত সিদ্ধ মুনিগণ।
আমাক শুশ্ৰূষা কৰা হেন নাৰায়ণ ॥ ১২৮
ভাগ্যৰ মহিমা মই কি কহিবো আৰ।
সাক্ষাতে ধৰিছা তুমি বিষ্ণু অৱতাৰ ॥
মায়ায়ে মনুষ্যৰূপ তুমি আছা ধৰি।
সাধিলা দেৱৰ কাৰ্য্য অসুৰ সংহৰি ॥ ১২৯

তোম্মাৰেসে ভাৰ্য্যা ভীষ্মকৰ জীৱ সতী।
কক্মিণী স্বৰূপে লক্ষ্মী ভৈলা উতপতি ॥
তুমি স্বামী হৈবা ৰাত্ৰি দিনে হেন মন।
এক চিত্তে ধিয়াই আছে তোমাৰ চৰণ ॥ ১৩০
ভীষ্মক নৃপতি বৰ তোমাত ভকত।
তোমাকেসে বিহা দিবে তাহান সম্মত ॥
কক্মিণীৰ ভাই কক্মী নামে কুলাঙ্গাৰ।
তোম্মাক দিবাক বাধা কৰে দুৰাচাৰ ॥ ১৩১
শিশুপাল ৰাজাকেসে আনি আছে বৰ।
দেখি কক্মিণীৰ আতিশয় ভৈল ডৰ ॥
তোম্মাত নৈৰাশা দেখি ভৈলা হৃদি খেদ।
ৰাত্ৰি দিনে চক্ষুৰ লোতক নুহি ছেদ ॥ ১৩২
স্বভাৱতে তিৰী জাতি নুহি স্বতন্তৰী।
লাজে পিতৃ-মাতৃতো নোবোলে মুখ ফেৰি ॥
তোম্মাৰ বিয়োগে অন্তৰ্গত দহে প্ৰাণ।
দিন গোট যাই তান যুগৰ সমান ॥ ১৩৩
কক্মিণীৰ অৱস্থাক কি কহিবো হৰি।
দুখ দেখি লুকায় পেটতে হাত ভৰি ॥
তোম্মাক পাইবাৰ একো নপাস্ত উপায়।
তেবেসে আমাক মাতি দিলন্ত পঠায় ॥ ১৩৪
তোম্মাকেসে হেন বুলি পঠাইলা সম্বোধি।
এক চিত্তে আছে স্বামী তোম্মাক আৰাধি ॥
তথাপিতো তুমি যেবে নকৰাহা বিয়া।
মৰিবো তোম্মাত তেবে তিৰী বধ দিয়া ॥ ১৩৫
হেৰা মোক চুম্পি আছে ৰাজা শিশুপাল।
সিংহৰ ভাৰ্য্যাক যেন ধাৱয় শৃগাল ॥
হেন জানি প্ৰভুদেৱ কেনে চিত্ত সথা।
আপোন ভাৰ্য্যাক তুমি কিসক নাৰাখা ॥ ১৩৬
বিস্তৰ বিলম্ব ভৈলে নপাইবাহা মোক।
কতদিন পাইবো দাৰুণ দুখ শোক ॥
হেন জানি জাস্তে আসি নিয়া প্ৰাণনাথ।
নোহে জেবে ভৈলা মোৰ মৰণেসে নাথ ॥ ১৩৭

বিস্তৰ বুলিল আৰো চিনাই আগ পাছ।
কৃষ্ণৰ আগত মোৰ দিবা খেৰ গাছ ॥
হেন কৰন্তোক মোক নেহান্তোক আসি।
সেৱা কৰি থাকো চৰণৰ হুয়া দাসী ॥ ১৩৮
দিন চাপে বিবাহৰ আতে মোৰ বুৰে।
শিশুপাল পাপীক দেখন্তে ধাতু উৰে ॥
দিন চাৰিকতে আসি হৰি নেনা মোক।
হেন জানিবাহা মই গৈলো পৰলোক ॥ ১৩৯
হাকুতি কাকুতি কৰি পঠাইলা অশেষ।
হেন জানি যেন যোগ্য কৰা হৃষীকেশ ॥
কক্মিণী যতেক বুলি পঠাইলা কাকণ।
কহিলন্ত বেদনিধি তাতো দশগুণ ॥ ১৪০
কক্মিণীৰ হেন দুখ শুনি জগন্নাথ।
দীৰ্ঘ নিশ্বাসক তেজি চপৰাইলা মাথ ॥
দুই ধাৰে লোতক চক্ষুৰ পৰে বই।
হা প্ৰাণেশ্বৰী যোনো তোক নপাওঁ গই ॥ ১৪১
যত দুখ বান্ধে সহিলিহি মোক লাগি।
তই যেবে মৰস মইসে বন্ধভাগী ॥
মই নতুপাস্তে যোনো প্ৰাণ যাই আগে।
তোৰ মোৰ দেখা দেখি হৈব কত ভাগে ॥ ১৪২
মনত অসুখ হৰি গালে দিয়া হাত।
মুখ ওলমাই আতি গদ গদ মাত ॥
কহিবে লাগিলা পাছে দ্বিজক সম্বোধি।
মোহোৰ চিত্তৰ কথা শুনা বেদনিধি ॥ ১৪৩
যৈসানি শুনিলো ৰূপ-গুণ কক্মিণীৰ।
সেহি দিন হন্তে মোৰ চিত্ত নুহি থিৰ ॥
নাহি সুখ শান্তি মোৰ নুকচয় ভাত।
উগুল থুগুল নিদ্ৰা নাসয় শয্যাত ॥ ১৪৪
কক্মিণীৰ যত দুখ কহিলা বিপুল।
তাতো দশ গুণে আন্তি আছিসে আকুল ॥
প্ৰাণ সম মিত্ৰ মোৰ কহিবাৰ ঠাই।
বান্ধৈৰ বিয়োগ আৰ সহন নযায় ॥ ১৪৫

জাস্তে যায়ো তৈত যোনো মিলে অথস্তৰ।
এহি বুলি দাৰুকক দিলন্ত উত্তৰ॥
ৰথখান সাজি মোৰ আতি শীঘ্ৰে আন।
কুণ্ডিলক লাগি মঞি কৰিবো গমন॥ ১৪৬
হেন শুনি সাৰথি উথিলা আথে বেথে।
চাৰিগোট ঘোৰা আনি জুৰিলন্ত ৰথে॥
শৈব্য, সুগ্ৰীৱ, মেঘপুষ্প, বলাহক।
চল বল কৰে ঘোৰা লঙ্ঘে আকাশক॥ ১৪৭
গৰুড়ৰ ধ্বজ ৰথ আগে আৰোপিল।
থানে থানে সুৱৰ্ণৰ কিঙ্কিণী আৰিল॥
বাচি বাচি লৈলা যত যুদ্ধৰ সম্ভৃত*।
ভক্ষ্য ভোজ্য ষড় ৰস লৈলা পঞ্চামৃত॥ ১৪৮
দিব্য ৰথখান সাজি পৰম উৎসুকে।
কৃষ্ণৰ আগত আনি যোগাইলা দাৰুকে॥
ৰথ আনিবাৰ দেখি ৰঙ্গে বনমালী।
সাৰঙ্গক ধৰি উঠিলন্ত গাৱ চালি॥ ১৪৯
ব্ৰাহ্মণকো ৰথত তুলিলা ধৰি কৰে।
আপুনিয়ো উঠিলা সেহি ৰথৰ উপৰে॥
সাৰথিক বোলন্ত সত্বৰে ডাক ৰথ।
যথা চমু কৰি ধৰ কুণ্ডিলৰ পথ॥ ১৫০
হেন শুনি ঘোটকক তাৰিলা চাবুকে।
বিদ্যুত্ত সঞ্চাৰে ৰথ বাহিলা দাৰুকে॥
উথলিল চাৰি ঘোৰা আলগাইল ৰথ।
ভূমি এৰি ধৰিলেক আকাশৰ পথ॥ ১৫১
মন পৱনৰ বেগে চলে ৰথ বৰ।
ছুটিল নৰাচ† যেন আতি শীঘ্ৰতৰ॥
প্ৰলয়ৰ মেঘে যেন শোসাই বায়ু লাগি।
আকাশৰ পলায় পক্ষী দশোদিশে ভাগি॥ ১৫২
স্মৃতি ভঙ্গ ভৈলা বেদনিধি হেন দেখি।
দুই হাতে ধৰি মুদিলন্ত দুই আখি॥
পৰম বিহ্বল ভাৱ হুয়া দ্বিজৰাজে।
ফুৰণি লাগিয়া প'ৰিলন্ত ৰথ মাজে॥ ১৫৩
আলোল্য* ব্ৰাহ্মণ জাতি কোমল শৰীৰ।
বিষ্ণুৰ ৰথৰ বেগে কেনে হৈবে থিৰ॥
নকাঢ়ে উশাস অচেতন বেদনিধি।
উসলিল পেট একো নাহি হৃদি সিদ্ধি॥ ১৫৪
মূৰ্চ্ছা গৈলা ব্ৰাহ্মণ দেখিয়া বনমালী।
আথেবেথে সাৰটি ধৰিলা আঙ্কোৱালি॥
দেখিয়া দাৰুকে বাঘজৰীক আজুৰি।
ৰাখিলন্ত ৰথক ঘোৰাৰ মুখ মুৰি॥ ১৫৫
নলৰয় পেট হৰি হাত বুলাই চাইল।
ফুঙ্কতে ফুঙ্কতে কথমপি ধাতু আইল॥
ব্ৰাহ্মণৰ শিৰে হৰি ঢালিলন্ত পানী।
টিমিকি টিমিকি মাত্ৰ লৰে ধাতুখানি॥ ১৫৬
থিৰ হোৱা বেদনিধি দৃঢ় কৰা চিত।
কিসক বিহ্বল ভৈলা হেন বিপৰীত॥
অনেক আশ্বাস কৰি মাধৱে চিয়াস্ত†।
তথাপিতো চক্ষু মেলি ব্ৰাহ্মণে নচান্ত॥ ১৫৭
নিচিনোহো তোহ্মাক তোমৰা কোন জন।
কৈৰ হন্তে আসি আছা কোথেৰ ব্ৰাহ্মণ॥
কোন থানে পৰি আছো কিবা কাজে আসি।
হেন শুনি মাধৱে মাতন্ত হাসি হাসি॥ ১৫৮
দ্বাৰকাৰ কৃষ্ণ মই চাৱা চক্ষু মেলি।
একে ৰথে চৰি কুণ্ডিলক যাওঁ চলি॥
ৰুক্মিণীৰ কাজে তুমি আইলা বেদনিধি।
ৰথৰ বেগত হেৰুৱাইলা শ্ৰুতি বুদ্ধি॥ ১৫৯

* সম্ভৃত—সম্ভাৰ, বস্তু।
† নৰাচ—নাৰাচ, এবাণতে অনেক মানুহ বধ কৰা এবিধ ডোকা শৰ।

* আলোল্য—আলসুৱা।
† চিয়াস্ত—চিঞৰি কলে।

হেন শুনি বেদনিধি কিছু স্মৃতি পাইল।
ধীৰে ধীৰে মাধৱক চক্ষু মেলি চাইল ॥
কৃষ্ণক বোলন্ত গোসাই উঠিল ঝমক।
আৰ ক্ষণিকতে মঞি দেখোহো যমক ॥ ১৬০
ৰথৰ এমুৱা বেগ কতো নতু শুনি ।
এৰাইলো প্ৰমাদ আজি তোমাৰেসে গুণি ॥
আউৰ যোনো হেন বেগ ধৰন্ত দাৰুক।
অদ্যাপিয়ো তৰতৰি কাম্পে মোৰ বুক ॥ ১৬১
হেন শুনি ৰথক ডাকিলে লাসে লাসে।
দ্বিতীয় আদিত্য যেন আকাশে প্ৰকাশে ॥
স্বৰ্ণ কিঙ্কিণীচয় কণ ঝুণ বাজে।
উৰ্দ্ধমুখে সচকিতে চায়ে সামবাজে ॥ ১৬২
কোনে কহিবেক বিষ্ণু ৰথৰ মহিমা।
একেদিনে পাইলা গৈয়া বিদৰ্ভৰ সামা ॥
কৌশম্বিক নামে এক দেখিলা নগৰী।
ৰাখিয়োক ৰথ বুলি আদেশিলা হৰি ॥ ১৬৩
হেন শুনি দাৰুকেয়ো ৰখাইলেক ৰথ।
এতেকতে সূৰ্য্যে আসি ভৈল অস্তগত ॥
বিশ্বকেতু নামে ৰাজা কৌশম্বিৰ পতি।
ৰাত্ৰি দিনে কৰে ৰাজা কৃষ্ণত ভকতি ॥ ১৬৪
মাধৱেসে জাৱ তান মাধৱেসে প্ৰাণ।
মাধৱত পৰে কিছু নিচিন্তন্ত আন ॥
শুনিলেক ৰাজা আসিলন্ত দেৱ হৰি।
গলা গোপা কৰি সোধে কৌশম্বি নগৰী ॥ ১৬৫
নিশ্চয়ে জানিলো আসিলন্ত শ্ৰীহৰি।
পৰম আনন্দে লৰ দিলা শীঘ্ৰ কৰি ॥
কৈৰা হৰি কৈৰা হৰি বুলিয়া চেঞাই।
নৃপতিৰ ভকতি আছন্ত হৰি চাই ॥ ১৬৬
কৃষ্ণৰ ৰথক ৰাজা দেখি বিদূৰতে।
কৃষ্ণ কৃষ্ণ বুলি পৰিলন্ত দণ্ডৱতে ॥
পুনৰপি উঠি কৃতাঞ্জলি হুয়া লৰে।
তৰি চাৰি গৈয়া পুনু দণ্ডৱতে পৰে ॥ ১৬৭

এহিমতে ৰথৰ পাইলন্ত সন্নিহিত।
কৃষ্ণৰ আগত গৈয়া পৰিল ভূমিত ॥
কৃষ্ণ কৃষ্ণ বুলি পৰি আছে কতো বেলি।
দেখি নাৰায়ণে ধৰিলন্ত আকোৱালি ॥ ১৬৮
মাধৱে বোলন্ত বিশ্বকেতু উঠ উঠ।
তোহোৰ ভকতি দেখি ভৈলো মহাতুষ্ট ॥
এক চিত্ত মনে তই আৰাধস মোক।
ৰাজশ্ৰী ভুঞ্জন্তে তোহোৰ মোক্ষ হোক ॥ ১৬৯
নয়নৰ হন্তে ঝৰে হৰিষে লোতক।
কৃষ্ণ দৰশনে ৰাজা পাইলা আনন্দক ॥
আতি ৰঙ্গমনে উঠি বিশ্বকেতু ৰাজা।
পাদ্য অৰ্ঘ্যে মাধৱক কৰিলন্ত পূজা ॥ ১৭০
কৃষ্ণৰ চৰণে ধৰি কৰয় কাতৰ।
কৰিয়ো মুকুতি মোৰ কোটি পুৰুষৰ ॥
ৰাত্ৰি গোট ৰঞ্চা আজি প্ৰভু দামোদৰ।
পৰম পৱিত্ৰ হোক কৌশম্বি নগৰ ॥ ১৭১
আমাৰ গৃহত গোসাই হুয়া অভ্যাগত।
তুমি তুষ্ট ভৈলে তুষ্ট হৈবে ত্ৰিজগত ॥
কৃষ্ণে অনুমানি সেহি বাক্য নৃপতিৰ।
প্ৰবেশিলা গৈয়া বিশ্বকেতুৰ মন্দিৰ ॥ ১৭২
দেখি নৃপতিৰ আনন্দৰ সীমা নাই।
ৰত্নময় আসনক দিলন্ত বঢ়াই ॥
সুখে বসিলন্ত তাত ত্ৰিজগত পতি।
পঞ্চামৃতে ভোজন কৰাইলা মহামতি ॥ ১৭৩
বেদনিধি বিপ্ৰ আৰো সাৰথি দাৰুকে।
কৰিলা ভোজন দুয়ো পৰম উৎসুকে ॥
গন্ধে পুষ্পে তুষ্ট কৰাই মাধৱৰ মন।
কৰযোৰে ৰাজা হেন বুলিলা বচন ॥ ১৭৪
কুণ্ডিলৰ হন্তে যোৰ আসিল চৰিয়া।
আলোচিল ৰাজাসৱে বিৰলে বসিয়া ॥
যেবেসে মাধৱ আসে আম্বাৰ সমাজ।
সিংহাসন নেদিবোহো পাউক বৰ লাজ ॥ ১৭৫

সিংহাসন আসন ৰাজাৰ অধিকাৰ।
ৰাজবংশী নোহে যদুকুল অনাচাৰ ॥
পূর্ব্বতো যযাতি ৰাজা দিয়া আছে শাপ।
লঘু কৰি গোবিন্দৰ ভাঙ্গো কাপ-জাপ* ॥১৭৬
লাজ হুইয়া মাধৱ আপুনি যাইব উঠি।
শিশুপালে বিহা কৰন্তোক মনতুষ্টি ॥
তথাপিতো হৰি যদি পাতন্ত বিঘিনি।
সবে মিলি কৃষ্ণক বধিয়ো ৰণে জিনি ॥ ১৭৭
জৰাসন্ধ আদি কৰি যত ৰাজাগণ।
এক গোষ্ঠি হুয়া সবে কৰে আলোচন ॥
শিশুপাল ৰাজায়েসে কৰিবেক বিয়া।
সম্ভেদ জানিয়া মোৰ আসিল চৰিয়া† ॥ ১৭৮
হেন শুনি প্রভু মোৰ নসহয় প্রাণ।
মোৰ ৰাজ্য যতেক উচর্গি দিবো দান ॥
কৌশম্বিৰ ৰাজা তুমি হুয়ো দেৱহৰি।
তেবে দেখো সিংহাসন নেদে কেন কৰি ॥ ১৭৯
সপুত্র বান্ধৱে মঞি তোহ্মাৰ কিঙ্কৰ।
এহি দণ্ড পাটে ৰাজা হুয়ো দামোদৰ ॥
সঞি হাতে তোহ্মাক সমর্পো ৰাজ্য ভাৰ।
নৃপতিগণৰ মুখে পৰোক চুণখাৰ ॥ ১৮০
তোহ্মাৰ চৰণে হৰি মাগো এহি বৰ।
হেন শুনি হাসি হৰি দিলন্ত উত্তৰ ॥
যেহি মনে বাঞ্ছা তাকে কৰিয়ো নৃপতি।
শুনি উল্লসিল বিশ্বকেতু মহামতি ॥১৮১
আতি কতুহলে ৰাজা তিল-কুশ আনি।
মাধৱৰ হাতে উচর্গিয়া দিলা পানী ॥
যত ধন ধান্য মোৰ আছে ৰাজ্য ভাৰ।
আজি হন্তে তোহ্মাৰেসে ভৈল অধিকাৰ ॥ ১৮২
এহি বুলি বহুৱাইলা সিংহাসন খাটে।
কৃষ্ণক কৰিলা ৰাজা সেহি দণ্ডপাটে ॥

ধৱল ছত্রেক ৰাজা ধৰিলন্ত তুলি।
প্রজায়ে জোকাৰ পাৰে জয় কৃষ্ণ বুলি ॥১৮৩
দ্বাৰকাৰ কৃষ্ণ কৌশম্বিত ভৈলা ৰাজা।
হেন কথা দশোদিশে ঘোষে ৰঙ্গে প্রজা ॥
বাৱে বাদ্য ভণ্ড ৰাজা ভৈলন্ত মাধৱ।
শুনিয়া স্বর্গত বৰ মিলিল উৎসৱ ॥ ১৮৪
দেৱতা সহিতে ইন্দ্র আসিল প্রত্যেক।
আপুনি কৰিলা মাধৱক অভিষেক ॥
সমস্তে দেৱৰ যত সম্পত্তি আছিল।
সেহি বেলা মাধৱত সমস্তে অর্পিল ॥ ১৮৫
দিব্য সিংহাসন আনি দিল নিৰন্তৰ।
মাধৱক পাতিলন্ত ত্রৈলোক্য ঈশ্বৰ ॥
আজি ধৰি গোবিন্দ অধিৰাজ ভৈলা।
এহি বুলি পুৰন্দৰ নিজ থানে গৈলা ॥ ১৮৬
বিদ্যাধৰে বাৱে অপেশ্বৰায়ে নাচয়।
কৃষ্ণৰ শিৰত পাৰিজাত সিঞ্চাৱয় ॥
বিশ্বকেতু নৃপতিক প্রশংসিলা আতি।
কতুহলে মাধৱে বঞ্চিলা তৈতে ৰাতি ॥ ১৮৭
ৰজনী প্রভাত ভৈল হেন মনে জানি।
প্রভাতৰ কার্য্য সঙ্কলিলা চক্রপাণি ॥
বেদনিধি সমন্বিতে আৰোহিলা ৰথ।
দাৰুকে ধৰিলা পাছে কুণ্ডিলৰ পথ ॥ ১৮৮
বিশ্বকেতু নৃপতিয়ো মহা কতুহলে।
আতি আৰম্বৰে সাজি চতুৰঙ্গ দলে ॥
আগে পাছে মাধৱক ধৰিলা যোগান।
বাৱৈ ঢাক ঢোল ভেৰি তবল নিসান ॥ ১৮৯
চিহ্ন চৌড়া ছত্র দণ্ড ধৰিলেক তুলি।
আকাশে চানিলে গৈয়া কটকৰ ধূলি ॥
হস্তীচয় চিহঁৰয় মেঘ যেন গাজে।
ভয়ঙ্কৰ নাদে গজ ঘণ্টা সব বাজে ॥ ১৯০
চতুর্ভিতি শুনি আতি ঘোঁৰাৰ হেসনি।
দলদোপ পদাতি সকলে যাই চানি ॥

* কাপ-জাপ—গর্ব্ব, দম্ভ।
† চৰিয়া—ভওচৰ।

আগে পাছে অসংখ্যাত ৰথ যাই চলি।
এক ভিত্তি কৰি তক বন নেই দলি॥ ১৯১
অল্প নদী যতেক নামন্তে উঠে পঙ্ক।
প্ৰজাৰ হিৰতঞ্চ* দশোদিশে লাগে চঙ্ক॥
হেন চমৎকাৰে চলি যান্ত দামোদৰ।
অনন্তৰে দেখিলন্ত কুণ্ডিল নগৰ॥ ১৯২
পাছে বেদনিধিক পাঞ্চিলা দেৱ হৰি।
আপুনি ৰ ৰ নামিয়োক শীঘ্ৰ কৰি॥
আমি আসিবাৰ কক্মিণীত দিয়া জান।
নৈৰাশা দেখিয়া যোনো বান্ধে তেজে প্ৰাণ॥১৯৩
কিছু চিন্তা নাহি বুলিবাহা বেদনিধি।
তান মনোৰথ মানে সবে হৈব সিদ্ধি॥
হেন শুনি ৰথৰ নামিলা দ্বিজবৰ।
আগ হুয়া বেদনিধি পশিলা নগৰ॥ ১৯৪
সাধিলোহো কাৰ্য্য বুলি যান্ত ৰঙ্গ কৰি।
হৰিষতে মাটিত নেদন্ত যেন ভৰি॥
ব্ৰাহ্মণক আগ কৰি পঠাই হৃষীকেশ।
কুণ্ডিল নগৰে পাছে ভৈলন্ত প্ৰবেশ॥ ১৯৫
শুনা ভাগৱত সভাসদ নিৰন্তৰ।
কক্মিণী হৰণ কৃষ্ণলীলা মনোহৰ॥
শুনন্তে সংসাৰ দুখ হোৱে উপশাম।
কৃষ্ণক সুহৃদ পাই বোলা ৰাম ৰাম॥ ১৯৬

---

শ্ৰীকৃষ্ণৰ কুণ্ডিল প্ৰবেশ

ছবি

কুণ্ডিল নগৰ আতি মনোহৰ
দেখিলা শ্ৰীগোপাল।
নানা বিধ ঘৰ অতি উচ্চতৰ
পৰম চাৰু চৌছাল॥

কতো গৃহ আছে সাজি শুদ্ধ কাচে
উপৰে ঢাকিলা খোঁ।
যেন শুক্ল গিৰি আছে শাৰী শাৰী
ভিতৰে ঢালিলা জোঁ॥ ১৯৭
বিচিত্ৰ কৰটি কাটি শিলাকুটি
গৃহৰ বান্ধিলা কান্ধি।
তাতে নানা পট ঘট নট ভাট
প্ৰকটি গঢ়িল হাথী॥
বাঘ ঘোঙ্গ সিংহ নানা বিহঙ্গম
শাৰী শাৰী সাজি আছে।
অনেক পুতলি যেন হাত তুলি
অঙ্গি ভঙ্গি কৰি নাচে॥ ১৯৮
দৰ্পণ আকাৰ সাজি দিল বাৰ
জিঞ্জিৰি কাটিল তাতে।
ফটিক কপাট পোৱালৰ খয়া
লগাই আছে হস্তী তাতে॥
সুৱৰ্ণৰ ঘট কৰে ফট ফট
নিশেষ গৃহ উপৰে।
বজ্ৰ সম দৃঢ় চৌপাশৰ গড়
দেৱৰ দুৰ্গম ডৰে॥ ১৯৯
বিচিত্ৰ বাখৰ বিকে নিৰন্তৰ
বণিয়া লোকে প্ৰবন্ধে।
অগৰু চন্দন লক্ষি সৰ্ব্বক্ষণে
আমোদ কৰয় গন্ধে॥
এলা জাইফল ভাব নাৰিকল
ভাঙ্গি বিকে কতো জনা।
চিনি কৰপূৰ বিকয় প্ৰচুৰ
গন্ধে গন্ধ ধূপ ধুনা॥ ২০০
হাট বাট বেড়ি কৰে নানা খেৰি
নগৰি যত ছাৱাল।
অনেক ৰমণী পিন্ধে কিনি কিনি
মুকুতা হীৰা পোৱাল॥

* হিৰত—দুখ, সমষ্টি।

অসংখ্য পুখুৰী চপ চপ কৰি
চাৰু জলে আছে ভৰি।
চাৰিও কাথৰে বান্ধিল পাথৰে
ঘাটে ঘাটে থাট খৰি ॥ ২০১
পাৰে পাৰে তাৰ ফুলে জাতিস্কাৰ
চম্পক বক বন্ধুলি।
জলত কমল ভেট উতপল
পদ্ম আছে ফুলি ফুলি ॥
কোৰা কঙ্ক বক অনেক চটক
জলে পৰি থাকে ৰঞ্জি।
প্ৰমত্ত নির্ভয় ৰাজ হংসচয়
মৃণাল ভুঞ্জে উভঞ্জি ॥ ২০২
অনেক নাগেৰী ৰূপে বিদ্যাধৰী
মনক মোহয় হাসি।
স্নান কৰিবাক যাই জাকে জাক
গাৱে তৈল কুৰ ঘসি ॥
সবে শশীমুখী সম্ভোগত সুখী
সুবলিত হাত পাৱ।
পুৰুষৰ চিত মোহয় ত্বৰিত
দৰশিয়া কাম ভাৱ ॥ ২০৩
ৰাজ ৰাজেশ্বৰ অনেক কুমাৰ
হস্তী স্কন্ধে যাই চৰি।
পিতৃক অর্চিয়া কর্ম্ম সমর্পিয়া
পুনৰপি যাই লৰি ॥
অনেক ব্ৰাহ্মণ কৰন্ত তর্পণ
নির্ম্মল জলত পশি।
স্নান দান কৰি সুমবস্ত্ৰ হৰি
কতো কাথৰত বসি ॥ ২০৪
যত্ত কৌতুহল দেখিল সকল
কুণ্ডিল নগৰে গৈয়া।
কাব্য কোষ শাস্ত্ৰ পঢ়ে নানা ছাত্ৰ
গুৰু উপদেশ লৈয়া ॥

ব্ৰাহ্মণৰ বেদ শুনি অবিচ্ছেদ
সততে নিৰত পূজা।
কেহো নোহে দুখী সবে মহা সুখী
ভীষ্মক ৰজাৰ প্ৰজা ॥ ২০৫
দৈৱকী তনয় আতি ৰঙ্গময়
দেখিল কুণ্ডিল পশি।
নেত্ৰক বলাই চৌভিতিক চাই
চলি যান্ত ৰথে বসি ॥
দিব্যৰথে বসি যেন পূর্ণশশী
চলি যান্ত চপকৰে।
প্ৰজাৰ গিৰত মহী দলদোপ
সাজি যান্ত আৰম্ভৰে ॥ ২০৬
অনেক ৰাহুতে ঘোৰাৰ পিঠিত
মাৰে চাবুকৰ বাৰি।
বিদ্যুৎ সঞ্চাৰে ৰথ গতি কৰে
বায়ু বেগে যায় লৰি ॥
অসংখ্যাত ৰথ জুৰি ৰাজপথ
সবে চলে লীলা কৰি।
পদাতি যতেক ধাৱে আতিৰেক
কৃষ্ণক যোগান ধৰি ॥ ২০৭
বাৱে বাদ্য ভাণ্ড চিহ্ন চৌৰা দণ্ড
তুলি নচুৱাৱে জোপে।
মহা মহা বীৰে ধনুক আজুৰি
টঙ্কাৰ কৰে আটোপে ॥
হেন চমৎকাৰে দেৱ দামোদৰে
চলি যান্ত ৰথ ৰৰে।
কটকৰ হুসি শুনি উসমিসি
লাগিল সবে নগৰে ॥২০৮
ভৈলা জানা শুনা পাইল নিষ্টে জানা
আসিলা দেৱ মুৰাৰি।
চাহিবাক প্ৰতি আসিল উভতি
কুণ্ডিলৰ নৰনাৰী ॥

কতো বৃক্ষ ডালে কতো উঠে চালে
কৃষ্ণক চায়ে হৰিষে।
দূৰ্ব্বাক্ষত ফুলে ভৰিয়া আঞ্জলি
কৃষ্ণৰ শিৰে বৰিষে ॥২০৯
জয় কৃষ্ণ বুলি দুয়ো হাতে তুলি
প্ৰজায়ে পাৰে জোকাৰ।
কৃষ্ণক দেখিলো জন্ম সাফলিলো
পুৰুষ ভৈল উদ্ধাৰ ॥
সংসাৰ মোহন দৈৱকী নন্দন
উপমাক নাহি ঠাই।
আচোক যুৱতী পুৰুষৰ মতি
ৰূপ দেখি মোহ যায় ॥ ২১০
নাগৰী লোকত শুনিয়া বেকত
অন্যো অন্যে বোলে বাণী।
ৰুক্মিণীক প্ৰতি এহেন্তেসে পতি
দৈৱে নিয়োজিলা আনি ॥
জানিলো নিশ্চয় দৈৱকী তনয়
স্বামী হৈবে ৰুক্মিণীৰ।
হেন গলা ৰৱ শুনিয়া মাধৱ
চলি যান্ত ধীৰে ধীৰ ॥ ২১১
নমো যদুকুল কমল প্ৰকাশ
দিনকৰ দামোদৰ।
কৃষ্ণৰ চৰণে পদচয় ভণে
শঙ্কৰ কৃষ্ণ-কিঙ্কৰ ॥
শুনা বুদ্ধজন কৰি এক মন
হৰিবংশ কথা সাৰ।
পাপক বিনাশে পুণ্যক প্ৰকাশে
পুৰুষ হোৱে উদ্ধাৰ ॥ ২১২
হেন জানি সবে আলাস তেজিয়া
ধৰা মাধৱৰ নাম।
তেবেসে সংসাৰ তৰিবাহা সুখে
মুখে বোলা ৰাম ৰাম ॥ ২১৩

পদ

বৈশম্পায়ন বদন্তি শুনিয়োে জন্মেজয়।
এহিমতে যান্ত যেবে দৈৱকী তনয় ॥
নাৰীগণো শুনিলেক কৃষ্ণ আসিবাৰ।
উকক-মুকক * কৰি পিন্ধে অলঙ্কাৰ ॥ ২১৪
আই মাই আসা পদূলিক লাগি যাওঁ।
মাধৱ গোসাইক গৈয়া নেত্ৰ ভৰি চাওঁ ॥
কৃষ্ণক দেখিবে লাগি ব্যাকুল স্বভাৱে।
লৰৰা-লৰৰি কৰি গৃহৰ বজাৱে ॥ ২১৫
পিন্ধিল অঞ্জন মাত্ৰ এক নয়নত।
কেহোজনী এক পাৱে দিলেক আলন্ত ॥
এতেকতে কৃষ্ণ আসিবাৰ বাৰ্ত্তা পাই।
সেহিমতে উঠি কতো লৰৰ ভেজায় ॥ ২১৬
বিপৰ্য্যয় কৰি পিন্ধে বস্ত্ৰ অলঙ্কাৰ।
মাৰ্গত আৱয় নিয়া সাতসৰি হাৰ ॥
ভৰিত মুকুট আৰৈ নূপুৰক মাথে।
কৃষ্ণক চাহিবে লাগি চলে আথে বেথে ॥ ২১৭
কেহোজনী উভোতাই পিন্ধিলে কাপোৰ।
আঞ্চলক তল কৰি খুম্পাছিন† উপৰ ॥
এতেকতে শুনৈ হেৰা আসি পাইলা হৰি।
দিলেক লৰৰ খুঞ্চনিত‡ হাতে ধৰি ॥ ২১৮
পিন্ধিবাক বস্ত্ৰ কতো নৈলা ভাল:চাই।
গাৱৰ কাপোৰ পেলাইলেক সোলোকাই ॥
এতেকতে শুনে হৰি যান্ত ৰাজবাটে।
বিমোহিত হুয়া কতো যায় উলঙ্গতে ॥ ২১৯
কেহোজনী সুখে গৈয়া আছিল সুমটি।
দিলেক লৰৰ চকমক কৰি উঠি ॥
হল কল কৰে স্তন কেশ আউল জাউল।
কৈবা হৰি বুলি সবে চলে যেন বাউল ॥ ২২০

---

* উকক-মুকক — উলহ-মালহ, অতি লৰালৰি।
† খুম্পাছি—খুঁচি, খোচামাৰি। ‡ খুঞ্চনি—খোচনি।

কেহোজনী দেখাৱে আঙ্গুলি উপদেশি।
এহেন্তেসে কৃষ্ণ গোসাই যান্ত ৰথে বসি॥
দেখিয়োক ৰূপ কেন নয়নৰ সুখ।
সুকুমাৰ তনু হাসো হাসো কৰে মুখ॥ ২২১
ভালেতো মোহিলে গোকুলৰ গোপীগণ।
আহাঙ্ক দেখিয়া কোনে তাপৰিবে মন॥
স্বেহুয় দেখিলো যেন শুনি আছো কাণে।
এহি বুলি জৰ্জ্জৰিত ভৈল কামবাণে॥ ২২২
কাহাৰো লাগিল যেন মাধৱত ধ্যান।
বাহুয়ে আলিঙ্গি যেন নেত্ৰে কৰে পান॥
এক দৃষ্টি কৰি কেহোজনী চাই থাকে।
চক্ষু বলাই কৃষ্ণে যোনো চাহিবা আমাকে॥২২৩
আতিশয় ভোল হুয়া কেহোজনী উঠি।
আন চলে কৃষ্ণক দেখাৱে কাষ পিঠি॥
স্তনক দেখায়া হাস্য কৰি মুখ ঢাকে।
বস্ত্ৰ কাতি কৰি টেৰ চক্ষু চাহি থাকে॥ ২২৪
বিমোহিত ভৈল কতো মাধৱক দেখি।
চিত্ৰৰ পুতলি যেন নভাসয় আখি॥
মদনে পীড়িল আতি সহিতে নপাৰে।
গলে বান্ধি যেন আলগতে চুমা পাৰে॥ ২২৫
এহিমন্তে বিমোহিত ভৈল যত নাৰী।
এক্কো ভিতি নচাই ৰঙ্গে চলন্ত মুৰাৰি॥
অনন্তৰে ভীষ্মক নৃপতি বাৰ্ত্তা পাইলা।
দ্বাৰকাৰ কৃষ্ণ বিহা চাহিবাক আইলা॥ ২২৬
আগ বাঢ়ি আসি ৰাজা নিলন্ত গৌৰৱে।
ৰথ হন্তে দেৱ দিয়া নামিলা মাধৱে॥
পাদ্য অৰ্ঘ্য দিয়া আতি ভীষ্মক পূজিলা।
ৰাজ সমাজত কৃষ্ণে আনন্দে বসিলা॥ ২২৭
এক লক্ষ ৰাজা বসি আছে চতুৰ্ভিতি।
ম্লান ভৈল মুখ দেখি কৃষ্ণৰ দীপিতি॥
মাধৱৰ তেজে সবাহাকে ধৰসিলা।
শব্দ মিত্ৰে এক্কো বুলিবাক নপাৰিলা॥ ২২৮

গোবিন্দক দেখি ভীষ্মকৰ ৰঙ্গ মন।
মাথাত কৰিয়া আনি দিলা সিংহাসন॥
তাতে আতি সুখে বসিলন্ত শ্ৰীহৰি।
মৃগৰ মধ্যত যেন প্ৰমত্ত কেশৰী॥ ২২৯
নিৰ্ম্মল গগন যেন ভৈল সভাখান।
লক্ষেক নৃপতি তাতে ভৈলা তাৰাগণ॥
সবাৰো মধ্যত কৃষ্ণ প্ৰকাশন্ত বসি।
শৰত কালৰ যেন পুৰ্ণিমাৰ শশী॥ ২৩০
হেন দেখি ৰাজাগণ কৰে কাণাকাণি।
দেখা কেনে প্ৰতাপ মুখত লাগে বাণী॥
ইহাঙ্ক জিনিবে শিশুপালে কৰে সাস।
আহানে লগতে হৈব সবাৰে বিনাশ॥ ২৩১
বিহা কৰিবাক নপাৰিব শিশুপালে।
ৰুক্মিণীক হৰি নিব অৰণ্যে গোপালে॥
যুদ্ধ নতু হন্তে আসা দেশে যাওঁ আগে।
পৰৰ শ্ৰাদ্ধত কেনে জান দিবে লাগে॥ ২৩২
কাণাকাণি কৰি বোলে উঠিয়ো সকলে।
ইটো নগৰৰ বাজ হুয়ো ভালে ভালে॥
মাটি খাই মৰো কেনে উদঙ্গীয়া যাগু।
নাজানাহা কিসক ছায়াতো পৰে কাগু॥ ২৩৩
জৰাসন্ধ প্ৰমুখ্যে নৃপতি চাহি আছে।
আনা যুদ্ধে কতো ৰাজাগণ পাছ গুচে॥
হাতক নিশান দিয়া দান্ত মুখ খাই।
লোকে হাসিবাক তোমাসাৰ শঙ্কা নাই॥ ২৩৪
সাজু হুয়া সবেও আসিলো আলচিয়া।
কিছু নতুহন্তে মুণ্ড হোসকাক* দিয়া॥
কিবা দেখিলাহা কাক ডৰে কাম্পে বুক।
ক্ষেত্ৰি জাতি হুয়া ভৈলা এমুৰা ডকক॥ ২৩৫
আমি বিদ্যমানে কাক ভয় আছে গুণ।
শুনি যেন জোকৰ মুখত দিলা চুণ॥

* মুণ্ড হোসকাক দিয়া—মূৰ্জ্জহকি, মূৰপিচলাই।

নমাত্তি থাকিলা মৌন হুয়া এক দণ্ড।
লাজ ভয়ে আউৰ নলাৰিলা কাণ মুণ্ড ॥ ২৩৬

শ্ৰীকৃষ্ণৰ আগমনত ৰুক্মিণীৰ উল্লাস।

ঋষিয়ে বোলন্ত জন্মেজয় শুনা কথা।
ৰুক্মিণীৰ তৈন্ত ভৈল যিমত অৱস্থা ॥
ব্ৰাহ্মণক দূত পঠাই মাধৱৰ ঠাই।
আৰিসন্ত পৰা বুলি আছা বাট চাই ॥ ২৩৭
দিন চাৰি পাঞ্চ ভৈল নাসন্ত ব্ৰাহ্মণ।
ৰুক্মিণীৰ পৰম বিচাট কৰে মন ॥
কালি বিবাহৰ দিন আজি অধিবাস।
নাসিলন্ত কৃষ্ণ মোত এৰিলন্ত আশ ॥ ২৩৮
নিসিজিল কাৰ্য্য মোৰ হৰি হৰি বিধি।
নাসিলন্ত কৃষ্ণ নাসিলন্ত বেদনিধি ॥
এবেসে জানিলো ভৈল বিধিৰ কপট।
চপাই ৰহিল যেন আম ফৰপত ॥ ২৩৯
সৰ্ব্ব গুণান্বিত হৰি শৰীৰ তৰুণ।
সম্পূৰ্ণ চন্দ্ৰত যেন নাহি ক্ষতি খুণ ॥
মঞি পাপিষ্ঠীত কিবা দেখি কুলক্ষণ।
মোত হুইবে আশা এৰিলন্ত নাৰায়ণ ॥ ২৪০
মাধৱ নাসন্ত দেখি ব্ৰাহ্মণ নাসিল।
মাত্তি বুলি কৃষ্ণক আনিবে নপাৰিল ॥
মোক লাগি কিয় হৰি আসিবন্ত লৰি।
কুলক্ষণী দুৰ্ভাগা থাকিলো মই পৰি ॥ ২৪১
বিবাহক লাগি ৰাত্ৰি গোট মাত্ৰে আছে।
ব্ৰাহ্মণ ৰহিল গৈয়া মাধৱৰ কাছে ॥
একো সাৰ নিসাৰ নপাইলো বাৰ্ত্তা ভাল।
জানিলোহো শিশুপাল ভৈল যমকাল ॥ ২৪২
ইজন্মে নেদেখো আৰু প্ৰভু মাধৱক।
দুৰাচাৰ ভাই মোক ভাকিলে যমক ॥
হেনয় কাৰুণ্য কৰি কান্দন্ত সুন্দৰী।
নয়নৰ লুহে লোহ পৰে সৰসৰি ॥ ২৪৩
এহিমতে ৰুক্মিণী আছন্ত যেবে কান্দি।
পাছে বাম উৰু বাহু আখি গৈল কান্দি ॥
ফন্দন ইচাৰে * শুভ-বাৰ্ত্তা আসি কৰে।
সিজিবেক কাৰ্য্য হেন মোৰ মনে লয়ে ॥ ২৪৪
আসিবন্ত কৃষ্ণ দেৱ হেন অনুমানি।
কিঞ্চিত হৰিষ চিত্তে আছন্ত গোসানী ॥
সেহি সময়ত দেৱী মাথা তুলি চাইলা।
ব্ৰাহ্মণক পাছে বিদূৰতে ভেন্ট পাইলা ॥ ২৪৫
উলস মালস কৰি আসে গায় ভৰি।
হাত্ত আচাৰন্তে বস্ত্ৰ এক কুঞ্চি কৰি ॥
দেখিলন্ত হৰষ বদন ব্ৰাহ্মণৰ।
ইঙ্গিতে জানিলা আসিলন্ত দামোদৰ ॥ ২৪৬
আঞ্চলে মুচিলা মুখ আথে বেথে উঠি।
ভৰি চাৰি পাঞ্চ আগবাঢ়ি গৈলা ভুষ্টি ॥
সপটে নমিলা গৈয়া ব্ৰাহ্মণৰ পায়।
বেদনিধি বোলন্ত উঠিয়ো আবে মায় ॥ ২৪৭
পশিলন্ত হৰি আসি কুণ্ডিল নগৰ।
আপোনাক এবে দৃঢ় হুয়োক সম্বৰ ॥
যেন লাগে কাৰ্য্য সাজ জাণ্ট কৰি চাউ।
তাতো দশগুণে মাধৱৰ তাউ তাউ † ॥ ২৪৮
হেন শুনি ৰুক্মিণী কৰন্ত যেন নৃত্য।
মৰাৰ মুখত যেন পড়িল অমৃত ॥
উল্লসি স্বৰ্গক যেন পাইল হাত মেলি।
ৰঙ্গে বেদনিধিক মাতন্ত কৃতাঞ্জলি ॥ ২৪৯
ভূমি প্ৰাণ দিলা বাপে উপজিলা মাত্ৰ।
তোহ্মাক প্ৰসাদ মঞি কি দিবাৰ পাত্ৰ ॥
স্বামী দান দিলা হেন জীয়াইলা আপুন।
সাক্ষোহয়া সুজিবে নপাৰো তযু গুণ ॥ ২৫০
ব্ৰাহ্মণে বোলন্ত মঞি কৰো আশীৰ্বাদ।
তোৰ ভাল ভৈল মোৰ সকলে প্ৰসাদ ॥

* ইচাৰ—ইচাৰা ; ইঙ্গিত।
† তাউ তাউ—আকুল ভাব।

গৃহক চলিলো মায় কৰিলো মেলানি ।
যায়ো গুৰু বাপ হেন বুলিলা গোসানী ॥ ২৫১
আপোন গৃহক যেবে বেদনিধি গৈলা ।
দৈবজ্ঞ জনাইলা আসি শুভ-যাত্রা ভৈলা ॥
হেন শুনি শশীপ্রভা ৰাজ মহাদই ।
সেৱকিনী লোকক আনিয়া আদেশয় ॥ ২৫২
ৰুক্মিণীক সকালে কৰায়ো নিয়া স্নান ।
হেন শুনি যত নাৰী সুন্দৰী প্ৰধান ॥
ৰুক্মিণীৰ গায়ত ঘসিল তৈল কুৰ ।
আনিল পঞ্চাশ ঘট জল আতি জুৰ ॥ ২৫৩
সুৱৰ্ণ ভৃঙ্গাৰ ধৰি সধৰা সকলে ।
ৰুক্মিণীক নৱাইলন্ত আতি কতুহলে ॥
গায় মুচি দিব্য নেট বস্ত্ৰ দিলা আনি ।
প্ৰবন্ধে পিন্ধিলা তাক আপুনি গোসানী ॥ ২৫৪
ৰত্নৰ মেখলা টানি বান্ধিলা কঙ্কালে ।
মুঠিতে লুকাই ৰতাসতে যেন হালে ॥
প্ৰবন্ধে বান্ধিলা খোপা উচ্চ কৰি খোপা ।
মালতী ফুলৰ ভিতৰত দিলা থোপা ॥ ২৫৫
শিখত সিন্দুৰ আগৰৰ দিলা ফোট ।
কৰ্ণে খঞ্জখিলি শিৰে পিন্ধিল মুকুট ॥
চাৰু চাকিশলাই * জ্বলে উপৰ কৰ্ণত ।
ৰত্নময় গলপতা গুলিয়া গলত ॥ ২৫৬
সুৱৰ্ণে খচিত গলে সাতে সৰি হাৰ ।
হৃদয়ত জ্বলৈ জিলিমিলি পেচন্দাৰ ॥
বাহুত সুৱৰ্ণ টাৰ † কৰত কঙ্কণ ।
দুয়ো হাতে দেখি শাখ দেৱাঙ্গ ভূষণ ॥ ২৫৭
কপালত জ্বলৈ আতি সুৱৰ্ণৰ জেঠি ।
দশো আঙ্গুলিত জাম্প সোণাৰ আঙ্গুঠি ॥
ৰত্নৰ নুপুৰ পায়ে কণ জুন বাজে ।
পয়ানক লাগি যেন কামদেৱ সাজে ॥ ২৫৮

কাচি পাৰি আটাইলা ৰুক্মিণী মহাসতী ।
শঙ্কৰৰ ভাৰ্য্যা যেন দেখিয় পাৰ্ব্বতী ॥
এতেকতে মাতে আসি ৰুক্মী মহাবীৰ ।
কহিলা ভগিনী যায়ো দুৰ্গাৰ মন্দিৰ ॥ ২৫৯
আগত মঙ্গল গাউক ব্ৰাহ্মণী যতেক ।
চতুৰ্ভিতি বেঢ়ি যাউক কন্যা সহস্ৰেক ॥
মহা মহা বীৰগণে শৰ ধনু ধৰি ।
চলোক দুইপাশে ৰুক্মিণীক ৰক্ষা কৰি ॥ ২৬০
বাজনীয়া লোকে আসি বাউক বাদ্য ভণ্ড ।
কুমাৰৰ শুনি হেন আদেশ প্ৰচণ্ড ॥
কূৰ্ম্মস্থলি * কৰি সবে কোবায়ে নিশান ।
বীৰ সবে দুয়ো পাশে ধৰিলা যোগান ॥২৬১
ৰুক্মিণীয়ো পাছে চলি গৈলা ভূমি পায়ে ।
ব্ৰাহ্মণী সকলে আগে সুমঙ্গল গায়ে ॥
কন্যাসবে বেঢ়ি যায় পাৰয় উৰুলি ।
কটকে জোকাৰ দিল দণ্ডছত্ৰ তুলি ॥ ২৬২
ডেৰা ডেই কৰে কতো বাছি মল্ল কাছে ।
পঞ্চ বিধ শবদ বজায়ে আগে পাছে ॥
উপৰীয়া বস্ত্ৰে শৰীৰক ঢাকি ঘূৰি ।
ধীৰে ধীৰে চলি যান্ত ৰুক্মিণী সুন্দৰী ॥ ২৬৩
ওৰাৰি এৰায়া মধ্য পাইলন্ত নগৰী ।
কৃষ্ণক বাঞ্ছন্ত স্বামী দুৰ্গাক সুমৰী ॥
এহিমতে যান্ত মৌনব্ৰত ধৰি কষ্ট ।
কতো বেলি পাইলা গৈয়া ভবানীৰ মঠ ॥ ২৬৪
ভৃঙ্গাৰৰ জল লৈয়া পখালিলা ভৰি ।
দেৱগৃহ পশিলা ভকতি ভাৱ কৰি ॥
অনেক নৈবেদ্য দিয়া কৰিলন্ত পূজা ।
প্ৰণামি বোলন্ত তুষ্ট হুয়ো দশভুজা ॥ ২৬৫
সুপ্ৰসন্ন হুয়া মায় মোক দিয়া বৰ ।
যেন মতে স্বামী মোৰ হোন্ত দামোদৰ ॥

* চাকিশলাই—চাইখালে । † টাৰ—বলয়া, খাৰু ।

* কূৰ্ম্মস্থলি—ঢুমধ্বনি, ঢুমতাল যবা শব্দ ।

মোক কৃষ্ণে হৰি নেহেন্তোক অবিঘিনি ।
দণ্ডৱতে পৰি বৰ মাগন্ত ৰুক্মিণী ॥ ২৬৬
পৰিল পুষ্পৰ মালা দুৰ্গাৰ গাৱৰ ।
পাইলন্ত ৰুক্মিণী দেবী মনোনীত বৰ ॥
ব্ৰাহ্মণী সকলে শিৰে পিন্ধাইলন্ত মালা ।
এদিনাতো কৰি দশগুণে জ্বলে কালা ॥ ২৬৭
ৰুক্মিণীৰ মন বুজি বাঞ্ছে সবে হিত ।
কৃষ্ণয়েৰে সুবসতি হৌক নিতে নিত ॥
হেন শুনি মুচুকাই হাসিলা সুন্দৰী ।
সবাকো তাম্বুল দেবী দিলা মুঠি ভৰি ॥ ২৬৮
আপুনো ভুঞ্জিলা পাছে কৰ্পূৰ তাম্বুল ।
কৃষ্ণক দেখিতে আতি মনত আকুল ॥
উঠিলন্ত ৰুক্মিণী সখীৰ হাতে ধৰি ।
বাজ ভৈলা ভবানাক নমস্কাৰ কৰি ॥ ২৬৯
আতি দিব্য কাছে ধৰি ত্ৰৈলোক্য মোহন ।
লয়লাসে দেবী আতি কৰন্ত গমন ॥
লয়নু পুতলি যেন সুকোমল কায় ।
প্ৰত্যেক ভৰিত যেন ৰুধিৰ বজায় ॥ ২৭০
যত জীৱজন্তু মোহ যাই ৰূপ দেখি ।
এক সাজু হুয়া ৰঙ্গে যান্ত সবে সখী ॥
যেন অভিনৱ ৰাজহংসৰ গমনী ।
চলিযান্ত চৰণে নুপুৰে কৰে ধ্বনি ॥ ২৭১
ইটো কৃষ্ণ কথা শুনা সমাজিক জনে ।
হুইবে মনোৰথ সিদ্ধি ইহাৰ শ্ৰৱণে ॥
মনুষ্য হুইবাৰ জানা ইসে মুক্ত কাম ।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ২৭২

---

ৰুক্মিণী হৰণ

ছুলড়ী

ৰুক্মিণী ৰমণী কৃষ্ণৰ গমনী
লালাগতি চলি যান্ত ।
হসিত বয়নে গৈয়া কতোক্ষণে
ৰাজ সভা দেখিলন্ত ॥
কৃষ্ণকেসে চিন্তি ইভিতি সিভিতি
বলাই যান্ত নেত্ৰ গুটি ।
কটাক্ষ নয়নে যাত পৰে দৃষ্টি
মৰে কাম বাণে ফুটি ॥ ২৭৩
আঞ্চলে আৱৰি দেখায়ে সুন্দৰী
থনো কৰি মুখ কান্তি ।
চৰণে নূপুৰ বাজে ৰুণ ঝুন
উন্মাদ কৰায়ে আতি ॥
ৰূপ দেখি বৃক্ষো মঞ্জৰিলা সবে
বসন্তো নেৰন্ত কোল ।
পুষ্পৰো সুৰভি গন্ধে লোভে আতি
ভ্ৰমৰে কৰয় ৰোল ॥ ২৭৪
সুগন্ধি শীতল মলয় পৱন
বহে সমস্তকে ঢাকি ।
অল্প অল্প কৰি অমৃত সিঞ্চিল
মেঘে আকাশত থাকি ॥
দেৱগণে তুষ্টি কৰে পুষ্প বৃষ্টি
দুন্দুভি কৰে সম্বাদ ।
বসন্ত মিলিল কোকিলে তেজিল
আতি সুললিত নাদ ॥ ২৭৫

কামদেৱে লৰি আসি ধনু ভিৰি
হানিলন্ত পুষ্প বাণ।
থিৰ নুহি চিত ভৈল জৰ্জ্জৰিত
যতেক ৰাজা প্ৰধান॥
হস্তী ঘোৰে চৰি সিংহাসনে বসি
আছে মহা মহা বলী।
ৰুক্মিণাক দেখি হুয়া বিয়ামোহ
ভূমিত পৰিল ঢলি॥ ২৭৬
হৰিল চেতন বাতুল লক্ষণ
শ্ৰুতি বুদ্ধি কাৰো নাই।
মদন আকুল চিত বিয়াকুল
ৰুক্মিণীৰ ভিতি চাই॥
কাম সাগৰত তল যাই চিত
মোক চপাও হাত মেলি।
ভৈলো তোৰ দাস চাপ মোৰ পাশ
প্ৰাণ ৰাথ একবেলি॥ ২৭৭
চৰণত ধৰি তোক সেৱা কৰি
দশাঙ্গুলি মুখে লওঁ।
হাস্য মুখে মোক মাত আষাৰেক
তোহোৰ হুয়া মৰও॥
কামাতুৰ ভৈলে জীৱকো উচৰ্গে
এৰৈ যত ভয় লজ্জা।
আস প্ৰাণেশ্বৰী হাত বাৰ দিয়া
মাতে কতো কতো ৰাজা॥ ২৭৮
দেহ প্ৰাণ দান চল মোৰ থান
তোক পাতো মহাদই।
হেন শুনি কেহো মহাক্ৰোধে উঠি
নৃপতি খঙ্গে মাতই॥
মোহোৰ ভাৰ্য্যাক কেনে দেস ডাক
খাইবো আজি তোৰ মুণ্ডা।
ইয়ো বোলৈ মোৰ সিয়ো বোলৈ মোৰ
হুয়ো কৰে থকা খুন্দা॥ ২৭৯

কৰচা কৰচি * কৰে হুলস্থুলি
সমজ্যাৰে আউল ভৈলা।
ৰুক্মিণাৰ সিটো দিব্য ৰূপ দেখি
নাৰায়ণো মোহ কৈলা॥
কথমপি হৰি আতি ধৈৰ্য্য ধৰি
থিৰ কৰিলন্ত চিত।
হৰিবাক প্ৰতি মাধৱৰ প্ৰতি
কৰৈ আতি পিত পিত॥ ২৮০
মনে গুণি আছি উঠিলন্ত কাছি
তৈৰ পৰা দিলা জ্হাম্প।
যেন অপ্ৰয়াসে হৰিণক লাগি
মত্ত সিংহ দিলা জাম্প॥
দুই হাতে ধৰি তুলি ৰুক্মিণীক
থৈলন্ত ৰথ উপৰে।
হেন দেখি যত ৰথায়া কটক
ফাট দি পলাইলা ডৰে॥ ২৮১
ৰথে চৰি হৰি সাৰঙ্গক ধৰি
টঙ্কাৰিলা সেহি চেগে।
কৃষ্ণৰ আদেশে সাৰথি দাৰুকে
ৰথ বাহিলন্ত বেগে॥
নাহিকে ভ্ৰুভঙ্গ প্ৰমত্ত মাতঙ্গ
যেন যান্ত লীলা কৰি।
কৃষ্ণৰ শিৰত ধৰল ছত্ৰেক
বিশ্বকেতু যান্ত ধৰি॥ ২৮২
হস্তী ঘোৰে যত পদাতি সমস্ত
বেঢ়ি যাই আগে পাছে।
বাৱে ঢাক ঢোল উথলিল বোল
ৰাজাগণে চাহি আছে॥

* কৰচা কৰচি—খণ্ডত হুয়ো পাৰি দাঁত লগাই কৰা খন্দ।

কক্মিণীক হৰি আগতে লৈ যান্ত
কেহোৱে বাধন্তা নাই।
লক্ষেক নৃপতি থোস মোস* কৰি
ভধাদি থাকিলা চাই ॥ ২৮৩
সুদীৰ্ঘ নিশ্বাস তেজে কতো ৰাজা
কেহো বোলে যাওঁ ঘৰ।
দেখি শিশুপাল ৰাজাৰ মনত
বিষাদ লাগিল বৰ ॥
কোপে অপমানে অধোমুখ ভৈল
কি কৰৈ জীৱন মোৰ।
আৰকত দুই চক্ষুক ফুৰাৱৈ
বাহুত মাৰে কামোৰ ॥ ২৮৪
নৃপতিগণক বচনে গৰিছে
শুনা সবে বৰ চোটে।
সবাৰে আগত মোহোৰ কন্যাক
লৈ যাই গোৱাল গোটে ॥
ধিক্কাৰ আচোক বল পৰাক্রম
সবেও ভৈলো শিয়াল।
সি বাপৰ পো তেবে হওঁ আজি
মাধৱৰ কৰো কাল ॥ ২৮৫
জৰাসন্ধ আদি ৰাজাগণে বোলে
নপাইলো সাৱধানক।
যাইব কত দূৰ আসা এভো সাজি
খেদা দেও মাধৱক ॥
বিহাৰ কন্যাক আগতে লৈ যাই
আৰকি জীৱাক লাগে।
প্ৰাণক টাঙ্গিয়া সবে দেওঁ যুদ্ধ
যেন আছে হোক ভাগে ॥২৮৬

এহি বুলি সবে কাছিয়া উঠিল
তেখনে আসন চাৰি।
সাজ সাজ বুলি দিল খৰ সাৰি
তবলতো দিলা বাৰি ॥
উসমিস কৰি পৰিল পদাতি
কঙ্কালত বান্ধি যন্ত্ৰ।
ধৰ মাৰ বুলি পাবে ডেও ডাস্কি*
হাতত ধৰিয়া অস্ত্ৰ ॥ ২৮৭
মহা ৰাজাগণে পয়ানে চলয়
ৰথে চৰি মহাকোপে।
যেন মেঘদল এক চাপ হুয়া
চলি যাই একে জোপে ॥
জৰাসন্ধ শিশু- পাল বিদূৰথ
পৌণ্ড্ৰক পনস কলি।
শাল্ব দন্তবক্ৰ কুশিল কুচক্ৰ
চন্দ্ৰকেতু মহাবলী ॥ ২৮৮
প্ৰজজ্ঘা ঘণ্ডাল হেতি মহাকাল
কূৰ্ম্মচক্ৰ নক্ৰকেতু।
ভীষ্ম ভীমসেন মেঘবৰ্ণ কৰ্ণ
চলে সবে যুদ্ধ হেতু ॥
সুভ চল ভাস বল ভোজকট
কৰ্ণাটিৰ অধিপতি।
দুৰ্মুখ দুৰ্জয় জন্ত মহাশয়
ধায়ে মাধৱক প্ৰতি ॥ ২৮৯
আনো যত ৰাজা গণ কোনে তাৰ
কহিবাক পাৰে নাম।
কাটো মাৰো কৰি খঙ্গে খেদি যাই
ক্ৰোধে নিকলয় ধাম ॥

*থোস মোস—থাহ মোহ; লাজ বা ভয়ত নিমাত হোৱা।

* ডেও ডাস্কি—জাপ।

কতো কতো ৰাজা ঘোৰাত চৰিল
কতো মত্ত গজ কন্ধে ।
শৰীৰ ঢাকিয়া কবচ পিন্ধিয়া
তূণক পিঠিত বান্ধে ॥ ২৯০
বাম হাতে ধনু ধৰি টঙ্কাৰিয়া
যমে দিল যেন ধাৰি ।
মাধৱক লাগি গৰ্জ্জন্তে চলয়
ক্রোধে মোচৰয় দাৰি ॥
আতি আৰম্ভৰে চলে চপকৰে*
চতুৰঙ্গ দলে সাজি ।
প্রমত্ত হস্তীৰ লাঞ্জি নিছিঙ্গয়
ৰথ চলে এক লাঞ্জি ॥ ২৯১
ঠক ঠক কৰি ঘোৰা-দাৰৱাৰেণ†
ৰাহুতে দেখাৱে ‡ গতি ।
প্রজাৰ ভিৰত যায় ভূমি কাম্প্য
দল দোপ বসুমতী ॥
কটকৰ ধুলি ঢাকিল আকাশ
দিনতে ভৈল আন্ধাৰ ।
এহিমতে ৰাজা- গণ সমদলে
মাধৱক দিলা ধাৰ ॥২৯২
কৃষ্ণৰ কিঙ্কৰ ভণিলা শঙ্কৰ
ৰুক্মিণী হৰণ পদ ।
হৰি বংশ কথা শুনে ভণে যথা
সবাৰো খণ্ডে আপদ ॥
ইহলোকে ভোগ্য মুকুতি ভুঞ্জিয়া
বিষ্ণুপুৰি যাই মৰি ।
অপাৰ সংসাৰ সুখে হোৱা পাৰ
ডাকি বোলা হৰি হৰি ॥ ২৯৩

শ্রীকৃষ্ণৰ লগত বিপক্ষীয় ৰজাসকলৰ যুদ্ধ ।

পদ

ঋষিয়ে বোলন্ত ৰাজা শুনা মন কৰি ।
ৰুক্মিণীক লৈয়া যেবে সঙ্গে যান্ত হৰি ॥
মাধৱক স্বামী পাই ভীষ্মক নন্দিনী ।
পৰম আনন্দে প্রণামিলা প্রদক্ষিণি ॥ ২৯৪
এক পাশে ৰথত বসিলা বৰবালা ।
মেৰুত উদিত যেন চন্দ্রমাৰ কালা ॥
লাজে মুখ নচাৰন্ত মাধৱৰ আগে ।
মনত বোলন্ত স্বামী পাইলো কত ভাগে ॥২৯৫
ৰুক্মিণীৰ আনন্দক শৰীৰে নধৰে ।
কৃষ্ণো চলি যাহন্ত সাৰঙ্গ ধৰি কৰে ॥
দাৰুকে ডাকন্ত ৰথ চলে সাতো আগ* ।
সেহি বেলা সেনাগণে খেদি পাইলা লাগ ॥২৯৬
ৰহ ৰহ বুলি সবে তেজন্ত আটাস ।
আমি পাইলো লাগ আসি আউৰ কৈক যাস ॥
এহি বুলি আসি সবে ববিষয় শৰ ।
কাল মেঘদল যেন আতি ভয়ঙ্কৰ ॥ ২৯৭
হেন দেখি বিশ্বকেতু ধনুক টঙ্কাৰি ।
থাক দিয়া সেনাৰে ৰাখিলা পাটোৱাৰি † ॥
মাধৱৰ আদেশে দাৰুকে এৰি পথ ।
পাক ফুৰাই সমুখ কৰিলা পাছে ৰথ ॥ ২৯৮
তিনি ভিতি হুয়া যেন আসে গিলিবাক ।
আঙ্গুলিৰ ঠাৱ দিয়া বোলে থাক থাক ॥
বিহাৰ কন্যাক আসি নেস চুৰি কৰি ।
হেন শুনি ৰুক্মিণী সুন্দৰী গৈলা ডৰি ॥ ২৯৯

* চপকৰে—বেগেতে ।
† দাৰৱাৰে—দৌৱাৰ । ‡ দেখাৱে—দেখুৱায় ।

* সাতো আগ—সকলোৰে আগত ।
† পটোৱাৰি—থিয় হৈ থকা সৈন্যৰ শাৰী ।

নজানন্ত মাধৱৰ অচিন্ত্য প্ৰভাৱ।
নৃপতিগণক লাগি কাম্পে হাত পাৱ ॥
মনে মনে গুণে দেৱী কৰি মাথা হেট।
যাক ভৱে পলাওঁ ছুনাই তাকে ভৈলোভেট॥৩০০
ৰাজাগণ আসে দেখো আমাকেসে ধাই।
স্বামীৰ লগত নাই বিস্তৰ সহায় ॥
কেনমতে বিস্তৰক যুজিবে একলে।
হৰি হৰি বিধাতা নজানো কিবা কলে ॥ ৩০১
কিনো কুলক্ষণী চাৰি মই অভাগিনী।
যতেক ততেক মানে মোতেসে বিষিনি ॥
আমাক স্ৰজিয়া যত দুখক স্ৰজিল।
জানিলোহো দৈৱে মোক দেখাই বঞ্চিল ॥৩০২
আচম্বিতে পাইলো যেন হাতে নৱনিধি।
তাকো কাঢ়ি নেই যেন কপটীয়া বিধি ॥
যদি দৈৱ কৰে হেন মোৰ বিৰম্বন।
স্বামী আগে হোক তেবে মোহোৰ মৰণ ॥ ৩০৩
দূত পঠাই অনাইলেহো বৰ পতি আসে।
চাহিবাক নজু পাওঁ আতি হাবিয়াসে ॥
এতেকতে কোন বিধাতায়ে মোক ছলে।
মোৰ কেন গতি হৈৱ স্বামীৰ বিকলে ॥ ৩০৪
মোহোৰ কাৰণে প্ৰাণনাথ আইলা চলি।
আজি যেন্ৰো হৰাও সোণাৰ পুতলি ॥
পাপিষ্ঠীক লাগি কেনে আসিলা গোসাই।
কাচক চাহন্তে যেনো মাণিক হৰায় ॥ ৩০৫
এহি বুলি অধোমুখে কান্দন্ত ৰুক্মিণী।
নয়নৰ হন্তে ধৰ ধৰি পৰে পানী ॥
মাধৱে দেখন্ত তেবে ৰুক্মিণী ভৰিলা।
দুই হাতে কোলে কৰি সাবটি ধৰিলা ॥ ৩০৬
আশ্বাসি বোলন্ত ইটো কোন ব্যৱহাৰ।
হৰিৰ কান্দন্ত কেনে বিষাদ তোমাৰ ॥
কৰিবেসে আয়ে আজি আনন্দ উৎসৱ।
তিনিও লোকক মাৰি মোৰ পৰাভৱ ॥ ৩০৭

মোক লাগি বাটে বুকৰিবা চিন্তা ভয়।
কৈত শুনি আছা মোৰ ভৈল পৰাজয় ॥
নৃপতিগণক মই জানি আছো ভালে।
সিংহক কৰিবে কিবা শৃগালৰ পালে ॥ ৩০৮
হেন লক্ষ কোটিক কটাক্ষ মোৰ নাই।
সাবু হুয়া আসি কাৰ উকবাইবে ছাই ॥
পলাইবে শৃগালগণ যেন লাঞ্জ মাৰি।
ৰঙ্গ দেখা খেদাইবোহো লগাটিকা পাৰি ॥ ৩০৯
হেন জানি প্ৰাণেশ্বৰী এৰা মন দুখ।
বস্ত্ৰৰ আকোলে হৰি মলচিলা মুখ ॥
কৃষ্ণৰ আশ্বাসে সুস্থ ভৈলন্ত সুন্দৰী।
দুই দুইহন্তক চাহিলন্ত নেত্ৰ ভৰি ॥ ৩১০
আতি হাবিয়াসে চক্ষু নভাগন্ত আৰ।
নিমিষ কাঢ়ন্তে আতি হোৱে মোৰ পাৰ ॥
চাহন্তে চাহন্তে দুইৰো নগণ্ডে তৃপিতি।
বাঢ়ন্তেসে যাই স্নেহ আতিশয় প্ৰাপ্তি ॥ ৩১১
ঋষিয়ে বোলন্ত ৰাজা শুনা পাছ কথা।
যেন কাৰ্য্য ভৈলা পাছে মাধকান্ত তথা ॥
একেশ্বৰে লৰি যেবে গৈলন্ত গোবিন্দ।
শুনি দেৱকীৰ নয়নন্ত নাসে নিন্দ ॥ ৩১২
পুত্ৰে বলভদ্ৰ গদ সাত্যকিক আদি।
সবাকো সম্বোধি হেন বুলিলন্ত বাণী ॥
একেশ্বৰে কুণ্ডিনক গৈল গোবিন্দাই।
লগত নলৈল পুত্ৰে কাহাকো সহায় ॥ ৩১৩
শুনি আছো ৰাজাগণে আছে গোটি কৰি।
বিস্তৰক একেশ্বৰে কি কৰিবে হৰি ॥
সকল শত্ৰুৰ মেল মিত্ৰ কেহো নাই।
জানিলো কন্যাৰ লোভে গৈলা গোবিন্দাই ॥ ৩১৪
ৰাজাগণ এবে নগণ্ডৰ কিমবাৰে।
কিবা কূট মাট কৰি মিলাৱে প্ৰমাদ ॥
ভনিলো সাত্যকি গদ ভনিলো বলাই।
তাৰেৰৰ দল কাটে নযোক খেদাই ॥ ৩১৫

একেশৰে মাত্ৰ বলাই গৈলেক পুতাই।
কেতিক্ষণে কিবা শুনো ভৱে থাতু যায় ॥
গোবিন্দে সহিতে আৰে ঝাণ্টে হোৱা ভেট।
নলহে পৰাণ আতি পোৰে মোৰ পেট ॥ ৩১৬
হেন শুনি দৈৱকীক মাতন্ত বলাই।
গোবিন্দক লাগি আই কিছু চিন্তা নাই ॥
একলে ত্ৰৈলোক্য কৃষ্ণে জিনিবাক পাৰে।
জিটো চাৰ ৰাজাগণে কি কৰিবে পাৰে ॥ ৩১৭
তথাপিতো যাইবো আজি তোমাৰ বচনে।
থাকিয়োক মাৰ চিন্তা নকৰিবা মনে ॥
এহি বুলি বলভদ্ৰে কৰিলা আদেশ।
সাজি যদুবীৰগণে আসিল বিশেষ ॥ ৩১৮
হয় হস্তী ৰথ ৰথী ভৈল এক থান।
লৰিল যাদৱ সেনা সাগৰ সমান ॥
হাতত লাঙ্গল বাণ আসি ভৈল বল।
শৃঙ্গে সম্বলিতে যেন পৰ্ব্বত সচল ॥ ৩১৯
গদ সাত্যকিয়ো হাতে শৰ ধনু ধৰি।
ৰথ বেগে মাত্ত আতি আৰম্বৰ কৰি ॥
ঐৰাৱত সম হস্তী চলে যূথে যূথ।
ধ্বজ দণ্ডে আকাশ চালিয়া যায় ৰথ ॥ ৩২০
অসংখ্যাত কোটি লৰি যায় তেজি ঘোৰা।
কোনে কহিবাক পাৰে পদাতিৰ যোৰা ॥
কটকৰ পিচ্ছে আতি যায় ভূমিচাল।
স্বৰ্গত লাগিল চাকঙ্ক কম্পিল পাতাল ॥ ৩২১
ধূলাবায় কৰি যায় তুলি ছত্ৰদণ্ড।
আকাশ পৃথিৱী যেন ভৈল একখণ্ড ॥
মহাবেগে চলে সেনা কাহাকো নাপেখি।
[illegible] ৰথক পাছে ভৈলা দেখা দেখি ॥ ৩২২
ৰুক্মিণী আছন্ত বসি মাধৱৰ কাষে।
দেখন্ত কাহাৰ সেনা পাছ ভেটি আসে ॥

পৃথিৱীক চালি আতি ধূলাধাৰা কৰি।
সচকিত হুয়া আতি ভবিল সুন্দৰী ॥ ৩২৩
কৃষ্ণক বোলন্ত স্বামী মিলিল বিপাক।
বৈৰ ৰাজাগণে পাছ ভেটিলা আমাক ॥
হেন জানা প্ৰভু আৰে কৰিও উপায়।
যেন তেন কৰি মোক নিয়ো একলাই ॥ ৩২৪
ভয় নাই বুলি হৰি মাতিলন্ত হাসি।
আমাৰেসে যদুৰা কটক পাইলে আসি ॥
যাৰকাৰ হস্তে আসে আমাৰেসে প্ৰজা।
সদা সাজি আসে দেখো নোহে আন ৰাজা ॥ ৩২৫
হেন শুনি ৰুক্মিণী ভৈলন্ত কৃত কৃত্য।
যদুবীৰগণে আসি চাপিল সম্বিত ॥
মাধৱে বোলন্ত আৰে কিবা চাহা আৰ।
নৃপতিগণৰ কটকক বেঢ়ি মাৰ ॥ ৩২৬
হেন শুনি সেনাগণে ভুলিলেক হুসি।
যমে যেন ধাইল যমদণ্ড ধৰি ৰোষী ॥
নৃপতিগণৰো সেনা প্ৰচণ্ড দুৰ্ব্বাৰ।
আতি আৰম্বৰে সাজি ভৈলা পটোৱাৰ ॥ ৩২৭
তোল তোল বুলি যদু সেনা পাৰে ডাক।
শৰীৰ সন্ধানে পেলৰ দিলা জাক ॥
নৃপতিৰ কটকে থাকিলা বাক পাতি।
খাণ্ডায়ে লাগিলা কোনা কোৰি হাতাহাতি ॥ ৩২৮
হস্তীয়ে হস্তীক যুজে ঘোৰায়ে ঘোৰাক।
ৰথী ৰথী সমৰে প্ৰহাৰে শৰজাক ॥
কাটি মাৰ কৰি [illegible] কৰি হুলস্থুল।
উভয় সেনাত যুদ্ধ লাগিল তুমুল ॥ ৩২৯
মাধৱৰ সেনাগণ [illegible] যে সাকাতে।
বাক এৰি খাণ্ডাৰে কোবাৰে ধুয়ো হাতে ॥
বাহু পাতিবাক নপাৰিয়া সেনা ভঙ্গি।
অস্ত্ৰ শস্ত্ৰ এৰিলা [illegible] দিলা ভিৰি ॥ ৩৩০

[illegible]

ধনুৰ্দ্ধৰে ধনুৰ্দ্ধৰ ভজাইলা ৰাজাৰ ।
ভজাইলেক হস্তীয়ে হস্তীৰ পটোৱাৰ ॥
ৰথীয়ে ভজাইলা ৰথী ঘোৰায়ে ঘোৰাক ।
বিজুলী চটক যেন পলায় সেনাজাক ॥ ৩৩১
সেনা ভঙ্গ হৈবাৰ দেখি পাছে ৰাজাগণ ।
ধনু ধৰি ধাইলা সবে যুদ্ধকেলে মন ॥
কটকক পাছ কৰি আগুৱাইলা কোপে ।
খৰতৰ শৰ বৰষিলা একে জোপে ॥ ৩৩২
সাত্যকি দেখন্ত ৰাজাগণ ভৈল আগ ।
ধনু ধৰি আগুৱাইলা যেনমত্ত নাগ ॥
অনন্ত নৰাশ খুৰমন্ত শিলিমুখ ।
দেখি দশৰাজা ভৈলা তাহান্ত সন্মুখ ॥ ৩৩৩
প্ৰজঙ্ঘ মহাকাল মেঘবৰ্ণ শুকৰলী ।
দুৰ্ম্মুখ দুৰ্জ্জয় জয় গদা জয় বলি ॥
এহি দশগোটা ৰাজা উঠি আসি কাছি ।
সমৰত সাত্যকি বীৰক লৈল বাচি ॥ ৩৩৪
হেন দেখি তাক নসহিলা বীৰ গদে ।
ধাইলন্ত টঙ্কাৰ কৰি আকৰ্ণ শৰদে ॥
বৰিষন্ত শৰ আতি উঠি গৈল ৰাগ ।
দেখি দান্তো ৰাজা তান ভেটিলন্ত আগ ॥ ৩৩৫
চন্দ্ৰকেতু মহাকাল হেতি মহাবল ।
কুশিল কুচক্ৰ নক্ৰ আৰো সুৰৎসল ॥
এহি সাত ৰাজা ভৈল গদক সন্মুখ ।
বৰিষন্ত শৰ আতি সুবৰ্ণৰ পুখ ॥ ৩৩৬
দেখি বলভদ্ৰ আতি কোপে গৈল জ্বলি ।
ধনু ধৰি বীৰে আতি কৰিলা মণ্ডলী ॥
মেঘে যেন গৰ্জ্জিলা ধাইলন্ত ৰথ বেগে ।
দেখি আঠ গোট ৰাজা ধাইল সেহি বেগে ॥ ৩৩৭
শাল্ব [illegible] [illegible] কূৰ্ম্মক ।
পৌণ্ড্ৰক [illegible] [illegible] ॥
আঠো [illegible] ।
ৰোহিণী [illegible] ॥ ৩৩৮

অন্তো অন্তে সমৰে প্ৰহাৰে শৰজাল ।
মেঘে যেন মেঘে অন্তো অন্তক তৰ্জ্জন ॥
কম্পি গৈলা পৃথিবী সমাৰো পয়োভৰে ।
ঝিলিল ধুন্ধুল যুদ্ধ যেন দেৱাসুৰে ॥ ৩৩৯
এহিমতে আৰো ৰাজাগণে আছে যুজি ।
কৃষ্ণকেসে শিশুপাল ৰাজা ফুৰে খুজি ॥
কৈত আছে হৰি কোনে কহিবেক ঠিক ।
মাধৱক পাইলে এভো পাওঁ ৰুক্মিণীক ॥ ৩৪০
সাৰথিক বোলে মোৰ ভাক ৰথখান ।
আজিৰ সমৰে কৰো কৃষ্ণক নিৰ্ব্যাণ ॥
অনুমানে জানো আছে ৰথতে ৰুক্মিণী ।
এখনে আনিবো কাঢ়ি মাধৱক জিনি ॥ ৩৪১
হেন শুনি সাৰথি ঘোৰাত দিলা বাৰি ।
পৱন সমানে ৰথ গৈলা আগ বাঢ়ি ॥
কৃষ্ণক সন্মুখ হুয়া ৰৈলা শিশুপাল ।
দেখি দাৰুকক কৃষ্ণে মাতিলা সকাল ॥ ৩৪২
আম্মাক আসিল খেদি শিশুপাল নৃপ ।
মোৰ ৰথ বাপ্তে তাৰ চপাউ সমীপ ॥
প্ৰাণক টঙ্কিয়া আজি কৰো লটি ঘটি ।
মাউৰ যেন এন্দুৰা মকৰে চটি মটি ॥ ৩৪৩
এহিবুলি নাৰায়ণে কৰিলা টঙ্কাৰ ।
দাৰুকো ৰথক ঘুৰাইলন্ত চক্ৰাকাৰ ॥
চাৰিও ঘোৰাক দিলা চাবুকৰ বাড়ি ।
শীঘ্ৰ বেগে গৈল ৰথ কতো দূৰ বাঢ়ি ॥ ৩৪৪
দেখি শিশুপাল ৰাজা ধনুক টঙ্কাৰি ।
মাধৱক গালি পাৰি মাতে নিন্দাকৰি ॥
শুনৰে যাদৱা কালকূট অনাচাৰী ।
চুৰি কৰি নেস মোৰ বিবাহৰ নাৰী ॥ ৩৪৫
কতাৰতে যদুবংশ প্ৰীত লম্পট ।
সবাকো উপৰি কৃষ্ণ তই ভৈলি [illegible] ॥
এবো [illegible] ।
[illegible] ॥ ৩৪৬

বাৰে বাৰে মোক্ত তই লগাৱস খাটি * ।
হেৰকি জানস তোক নোৱাৰোহো আটি † ॥
আগতে কন্যাক মেস এতমান সাস ।
কালে গ্ৰাসিলেক আজি সেহেৰে নেবাস ॥ ৩৪৭
শুনা কৃষ্ণকথা সভাসদ নিৰন্তৰে ।
নাহিকে উত্তম দেৱ মাধৱত পৰে ॥
ধৰ্ম্মতো নাহিকে শ্ৰেষ্ঠ যিনে হৰিনাম ।
জানি কৃষ্ণ পাৱে ধৰি বোলা ৰাম ৰাম ॥৩৪৮

---

শ্ৰীকৃষ্ণৰ শিশুপালৰ লগত ৰণ ।

ছবি ।

হেন শুনি হাসি মাধৱে বোলন্ত
শুন ওৰে শিশুপাল ।
কৈত শুনি আছ কুকুৰৰ মুখে
ফাৰিবাক পাৰে জাল ॥
তোৰ কি নিন্দাত আমি অল্প হওঁ
এৰ পাপী গৰ্ববোল ।
হেৰকি জানস কাক ভৰচিলে
অপবিত্ৰ হোৱে দোল ॥ ৩৪৯
তোৰ মদগৰ্ব্ব আজি কৰো চুৰ
খানিতেক থাক থাক ।
শুনি শিশুপালে ধনুক আকৰ্ষি
বৰষিল শৰজাক ॥
দেখি নাৰায়ণে অসংখ্যাত বাণে
উকৰাইলা শৰচয় ।
আতি দৃঢ়তৰে ভল্ল দশ শৰে
ভেদিলা তাৰ হৃদয় ॥ ৩৫০
শৰ ঘাৱ পাই ছুণ্ডণে কিটাইল
শিশুপাল বীৰ সাৰ ।
মাধৱক লাগি কুৰিপাট শৰ
মাৰিলা দুনাই প্ৰহাৰ ॥

শৰ আসে দেখি মাধৱ মাপেখি
প্ৰহাৰিলা শৰ ভাটি ।
অলক্ষিত ভাৱে ৰাজাৰ শৰক
পথতে পেলাইলা কাটি ॥ ৩৫১
শৰ ছন্ন দেখি বীৰ শিশুপাল
কোপে কম্পমান তনু ।
আৰক্ত দুই চক্ষু ঘুৰায়য়
আচাৰি পেলাইলা ধনু ॥
হাতে তুলি আনি হানিল শকতি
জ্বলে যেন যম দণ্ড ।
দশ শৰ হানি নাৰায়ণে তাক
কৰিলন্ত খণ্ড খণ্ড ॥ ৩৫২
ব্যৰ্থ হুয়া যেবে শকতি পৰিল
শিশুপাল দেখি আছে ।
ক্ৰোধে অচেতন নানা অস্ত্ৰগণ
দুইহাতে মাৰন্ত পাছে ॥
গদা মুগদৰ পৰশু মুষল
যথেক পাইল ৰথত ।
দেখি নাৰায়ণে অস্ত্ৰ আসে তাক
পেলাইলা কাটি পথত ॥ ৩৫৩
যুদ্ধ চাহিবাক আইলা দেৱজাক
আতি কতুহলে লড়ি ।
যত অপেস্বৰী ইন্দ্ৰক আগৰি
আইলা বিমানত চৰি ॥
বাৱে দেৱ বাদ্য দুন্দুভি সম্বাদ
কৰে জয় [illegible] বুলি ।
দেখি শিশুপাল শৰীৰ নলহে
দুনাই ধনু লৈলা তুলি ॥ ৩৫৪
আকৰ্ণ পূৰিয়া মন্ত্ৰক ভনায়া
সন্ধানে পঠাইলা হানি ॥

---

* খাটি—[illegible] । † আটি—বলত সমান হোৱা ।

* তাটি—[illegible], দূৰ অৱস্থা ।

চাৰি শৰে চাৰি — ঘোৰাক ভেদিল
সাৰথিকো এক শৰে।
গৰুৰ ধ্বজক — আঠৰ শৰে বিন্ধি
ভাই-ভাণ্ডিক আৰ্ত্তি কৰে॥ ৩৫৫

হাতৰ চাবুক — এৰিল দাৰুক
শৰ চোটে মূৰ্চ্ছা গৈলা।
ৰথ সম্মুখিতে — চাৰিও ঘোটক
পাক ফুৰিবাক লৈলা॥
হেন দেখি হৰি — ধৰি বাঘ জৰী
কৰিলা থিৰ ৰথক।
সাৰথিয়ো পাছে — সুস্থ মন হুয়া
নিয়মিলা ঘোটকক॥ ৩৫৬

হেন পৰাভৱ — দেখিয়া মাধৱ
ক্ৰোধে নসহিলা তাক।
চাৰি অৰ্দ্ধ চন্দ্ৰে — শিশু যে পালৰ
কাটিলা চাৰি ঘোৰাক॥
আঠৰ খুৰ শৰে — দেৱ দামোদৰে
সাৰথিৰ লৈলা প্ৰাণ।
মাঠি শৰ হানি — ৰাজাৰ ৰথক
কৰিলন্ত খান খান॥ ৩৫৭

ৰথ ভঙ্গে ৰাজা — ভূমিত নামিল
চৰিলা আঠৰ ৰথত।
জাজ্বল্য সমান — ঘোৰ ব্ৰহ্ম বাণ
যুৰিলা আনি গুণত॥
শৰৰ প্ৰতাপে — কম্পিল জগতে
দেৱগণো গৈলা ভৰি।
বোলো শিশুপালে — কৃষ্ণক নপাৰি
আমাক নেই সংহৰি॥ ৩৫৮

এহি বুলি দেৱে — আকাশক চাৰি
বাট দি পলাইলা ভয়ে।
শিশুপালে বোলে — থিটো ইষ্ট দেৱ
সুমৰ কৃষ্ণ সদয়ে॥
এহি বুলি বীৰে — দগ্ধন কামুখি
প্ৰহাৰিলা ব্ৰহ্মশৰ।
জাস্ত জাস্ত কৰি — অগনি কণিকা
নিকলি গৈল বিস্তৰ॥ ৩৫৯

হেন দেখি পাছে — যাদৱী সেনাৰ
লাগিল ভয় চমক।
দশো দিশে ভাগি — পলাইবে লাগিল
বাট চাই মাধৱক॥
কতো পাইল বুলি — বগুৱা লাগিল
পৰিল মাটি কামুখি।
কাকো নেই ধৰি — বদাই যায় ভৰি
কতো যায় হাবাথুৰি॥ ৩৬০

প্ৰলয়ৰ যেন — বহ্নি ব্ৰহ্ম অস্ত্ৰ
আসে আকাশক চানি।
হেন দেখি হৰি — কৰে চক্ৰ ধৰি
পঠাইলন্ত মেলি হানি॥
বিষাদ শবদে — মাধৱৰ চক্ৰে
ব্ৰহ্ম অস্ত্ৰ খেদি পাইলা।
নিমিষেকে তাক — ছাই ভস্ম কৰি
কৃষ্ণৰ হাতক আইল॥ ৩৬১

ঘোৰ ব্ৰহ্মবাণ — কৰিলা নিৰ্ব্বাণ
দেৱ দেৱ জগন্নাথে।
বিমানত থাকি — দেৱগণে চাকি
পুষ্প বৰষিলা মাথে॥
নাচে অপেশ্বৰা — আকাশৰ পৰা
গন্ধৰ্ব্ব যোগাৰে গীত।
যাৱে বিভাবৰে — শুনি মাধৱৰ
উল্লাসিত ভৈল চিত॥ ৩৬২

ভাই-ভাণ্ডিক—[illegible]
কোৱা [illegible]

নমো হৰি পদ পঙ্কজ যুগল
জানু শিৰে শতবাৰ ।
কৃষ্ণৰ কিঙ্কৰে কায়স্থ শঙ্কৰে
ৰচিলা ইটো পয়াৰ ॥
পৰম অমৃত কৃষ্ণৰ চৰিত্ৰে
শুনা সবে সভাসদ ।
কৃষ্ণৰ গুণক শ্ৰৱণে গুচয়
সংসাৰ ঘোৰ আপদ ॥ ৩৬৩
ভাৰত ভুঞ্জিত লভি নৰতনু
আৰু ব্যৰ্থ কৰা কিক ।
মূঢ় জনে যেন নজানি বিক্ৰয়
কাচৰ মোলে মাণিক ॥
হেন অনুমানি চিন্তা চক্ৰপাণি
অনাদৰি আন কাম ।
হেলেবেসে ইবাৰ তৰিবা সংসাৰ
ডাকি বোলা ৰাম ৰাম ॥ ৩৬৪

---

পদ ।

ঋষিয়ে বোলন্ত জন্মিজয় শুনা কথা ।
পাছে যেন ভৈল শিশুপালৰ অৱস্থা ॥
ঘোৰ ব্ৰহ্ম অস্ত্ৰ গোট মাধৱে সংহৰি ।
বিপৰীত টঙ্কাৰ কৰিলা ধনু ধৰি ॥ ৩৬৫
আউৰ শৰ মাৰিবে নেদিলা চক্ৰপাণি ।
মুঠিতে কাটিলা ধনু অৰ্দ্ধ চন্দ্ৰ হানি ॥
একশৰে সাৰথিৰ মুণ্ড খৈলা শালি ।
চুৰি শৰে ৰথখান পেলাইলা ৰথালি ॥ ৩৬৬
বিৰথা বিধনু হৈয়া ৰাজা অতি ৰাগে ।
[illegible] ধৰি ধাইলা যেন মত্ত নাগে ॥
[illegible] পলকতে তাৰ যায় [illegible] ।
মাধৱে [illegible] খেদি আসে শিশুপাল ॥ ৩৬৭

আগে যেখে চাৰি শৰ প্ৰহাৰিলা হৰি ।
হাতেতে কাটিলা গদা খণ্ড খণ্ড কৰি ॥
বাঠি শৰে মুকুতৰে ভেদিলা হৃদয় ।
শৰ চোটে নৃপতি দেখিলা তমোময় ॥ ৩৬৮
আতি আসবিষ নিদাৰুণ শৰ মাৰে ।
মূৰ্চ্ছিত পৰিল ৰাজা বিকল স্বভাৱে ॥
হেন দেখি যদুসেনা পাৰয় জোকাৰ ।
পৰিল পৰিল শিশুপাল দুৰাচাৰ ॥ ৩৬৯
জয় বাদ্যে দেৱগণে পূজিলা কৃষ্ণক ।
জানন্তে বধিয়োক শিশুপাল পাপিষ্ঠক ॥
হেন দেখি পৰম উৎসাহে নাৰায়ণ ।
শিশুপাল ৰাজাক কাটিবে ভৈলা মন ॥ ৩৭০
দিব্য অৰ্দ্ধ চন্দ্ৰ বাণ গুণত জুৰিলা ।
লক্ষ্য কৰি হৰি সাৰঙ্গ ধনুক ধৰিলা ॥
বধ মনে কৰিবাক চাহন্তে প্ৰহাৰ ।
সেহি বেলা সুমৰিলা পূৰ্ব্ব অঙ্গীকাৰ ॥ ৩৭১
যি কালত শিশুপাল ভৈল উতপন্ন ।
তিনি চক্ষু আছিলেক বাহু চাৰিখান ॥
দেখি পেসা পেসীৰ মনত উতপাত ।
আকাশী বচন হেন ভৈল সিবেলাত ॥ ৩৭২
যাহাৰ কোলাত দিলে দুই বাহু খসে ।
একগোটা চক্ষু লুকাই কপালত পশে ॥
তাহাৰ হাতত বধ হৈব শিশুপাল ।
হেন দেখি পেসা আলোচিলা সেহিকাল ॥ ৩৭৩
পৰীক্ষা কৰিলা আনি [illegible] অসংখ্যাত ।
নখসয় বাহু চক্ষু কাহাৰ [illegible]লাত ॥
বাৰকাৰ পৰা পাছে মোক মতাই নিলা ।
ইটো শিশুপালক কোলাত মোৰ দিলা ॥ ৩৭৪
দুই বাহু খসিল লুকাইল এক আখি ।
মোৰ হাতে বধ আছিলন্ত হেন দেখি ॥
অনেক প্ৰাৰ্থিলা পিসি মাগিলন্ত বৰ ।
[illegible] শ দোষ মোৰ ক্ষমিবা [illegible] ॥ ৩৭৫

কার্মুকত শেলীৰ কৰিলো অঙ্গীকাৰ।
দিলো একশত দোষ ক্ষমিবো ইহাৰ॥
আজি যেবে কাটো অঙ্গীকাৰ হোৱে ভঙ্গ।
এহি বুলি মনত গুণন্ত নাৰায়ণ॥ ৩৭৬

ভাঙিবো আজি আৰ খণ্ডাও অহঙ্কাৰ।
কিৰীটি সহিতে কাটি পেলাও কেশ তাৰ॥
কঙ্কক এৰিয়া তাৰ কেশ লক্ষ্য কৰি।
হেন দেখি শিশুপাল ৰাজা গৈলা ডৰি॥ ৩৭৭

এহি শৰ পাটে আজি মোৰ প্ৰাণ যায়।
দিলেক লম্বৰ ৰাজা পাছক নচাই॥
পলায় পলায় বুলি কৰিলা প্ৰহাৰ।
কিৰীটি সহিতে কাটিলন্ত কেশ তাৰ॥ ৩৭৮

গুচিল মহত্ত কিছু নাহি দম্ভ ৰাগ।
শিশুপাল ভৈল যেন লাঙ্গ কাটা বাঘ॥
মৰণ সঙ্কট ৰাজা এৰায়া ৰণত।
আপোনাৰ কটকৰ পশিলা মধ্যত॥ ৩৭৯

হাত ফুৰাই চাহে মুণ্ডে আছে নাহি কেশ।
ভৈল শিশুপাল যেন মুণ্ডকৰ বেশ॥
শৰীৰ দগধ ভৈল আতি মন দুখে।
কাহাকো নমাতি থাকি গৈলা অধোমুখে॥ ৩৮০

আকাশত দেৱতাৰ বিলকাশি* হাসি।
মাধৱক প্ৰশংসন্ত বদন প্ৰকাশি॥
সাধু সাধু বাক্যৰাশি কৰিলা প্ৰখ্যাত।
এহি বুলি শিৰত সিঞ্চিলা পাৰিজাত॥ ৩৮১

শক্ৰক খেদায়া বজ্ৰ লঙ্ঘিয়া আশেষ।
পাকজন্য শঙ্খ ফুকিলন্ত হৃষীকেশ॥
কৰে [illegible] সেনাগণে চাৰি।
বৰ্গক [illegible] গৈলা [illegible] ফুকি বাবি॥ ৩৮২

পদ, সাত্যকি আদিৰ সমস্ত প্ৰজন্ম আদি কুমাৰ বধ।

শুনিয়ো যোদ্ধন্ত জনিজন্ম গুনা কথা।
যেন যুদ্ধ ভৈল পাছে সাত্যকিৰ তথা॥
প্ৰদ্যুম্ন প্ৰমুখ্যে ৰাজা সম্মুখে জাকি।
ৰবৰিল শৰ সবে সাত্যকিক চাকি॥ ৩৮৩

নৰাশ তোমৰ ভুকণ্টিকা কনিয়াল।
পৰশু মুষল শেল ভল্ল ভিণ্ডিপাল॥
পৰিঘ পট্টিশ আনো অস্ত্ৰ একেবাৰে।
বাৰিধাৰ মেঘে যেন বৰষিল ধাৰে॥ ৩৮৪

দেখি তাক নসহিলা বীৰ যুযুধান।
প্ৰহাৰিলা অসংখ্যাত দিব্য বাণগণ॥
উকমাইলা শৰ নলাগিলা একতিল।
নৃপতিগণক চাই আশেষ গৰ্জিল॥ ৩৮৫

যেন ক্ষুদ্ৰ হৰিণে সিংহক দেই ঠেক।
থাকিতেক থাক আজি যমৰ দেও সেক॥
এহি বুলি ধনু ধৰি কৰিলা প্ৰহাৰ।
ৰবৰিলা শৰচয় যেন পুৰে ধাৰ॥ ৩৮৬

দশো নৃপতিৰ ধ্বজ ধনু তুণ বাণ।
ঘোৰা ৰথ সাৰথিক কৰিলা নিৰ্ব্যাণ॥
কৱচ কুণ্ডল কাটি পেলাইলা কিৰীটি।
কাৰো একশৰে প্ৰহাৰিলা পেট পিঠি॥ ৩৮৭

তোৰতে হানন্তে তান বখানিয় হাত।
তেহেসে উঠান পাৰে যেবে পৰে পাত॥
উভকোলা† কৰি কাকো খেদিলন্ত বিন্ধি।
যোৰ শৰে দশোৰাজা ফুটিল নিবন্ধি॥ ৩৮৮

সাত্যকিৰ শৰে শৰে বৰ্ম ভেদ ভৈল।
পৃথিবীত পৰি দশোৰাজা মূৰ্চ্ছা গৈল॥
নাহি একতি ফুৰি যেন বৃক্ষক ঠাৱ।
দেখি দশজন বল পাইলা যুযুধান॥ ৩৮৯

---

* [illegible]—[illegible]

* [illegible]—[illegible] বা [illegible]।

† উভকোলা—[illegible]।

তুনাই ৰথ মনে ধৰিলন্ত দশ শৰ ।
দশকুণ্ডা অগ্নি যেন যুগান্ত কালৰ ॥
আচোক সহিবে দেখন্তেই প্ৰাণ ডৰে ।
ভেৰ কৰি চাহি বোলে যোনো আৰেচুৰে ॥ ৩৯০
মৰণক ভয়ে দশো জন ৰাজা উঠি ।
দিলেক লৰৰ সাত্যকিক দিয়া পিঠি ॥
আপোনাৰ সেনাৰ নপাইল যেবে কাছ ।
একো ৰাজা উলটি নচাইল আৰ পাছ ॥ ৩৯১
প্ৰজন্ম প্ৰভৃতি দশো ৰাজা দিলা ভঙ্গ ।
সাত্যকিৰ দেখিয়া মনত ৰৰ ৰঙ্গ ॥
কৌতুহলে যদুসেনা কৰে সিংহনাদ ।
দেৱগণে কৰিলন্ত দুন্দুভি সম্বাদ ॥ ৩৯২
সাত্যকিৰ শিৰে পুষ্প ৰৰষিলা ধাৰে ।
ধন্য ধন্য বুলি প্ৰশংসিলা বাৰে বাৰে ॥
বাজে জয় ঢোল বোল উথলিল চানি ।
স্বৰ্গকো লঙ্ঘিলা গৈয়া জয়ঘোষ ধ্বনি ॥ ৩৯৩
অনন্তৰে কৃষ্ণৰ কনিষ্ঠ গদ বীৰি ।
বিপৰীত টঙ্কৰ কৰিলা ধনু ভিৰি ॥
চন্দ্ৰকেতু আদি সাতো নৃপতিক ঢাকি ।
সহস্ৰে সহস্ৰে শৰ ৰৰষিলা জাকি ॥ ৩৯৪
সাতো নৃপতিক কৰিলেক অস্থি ভেদ ।
তূণ বাণ ধনু নিৰন্তৰে ভৈল ছেদ ॥
ঠাৱতে মৰিল সবে ৰথৰ ঘোটক ।
শৰচোটে সাতো ৰাজা দেখিলা যমক ॥৩৯৫
কাম্পে হাত্ত পাৱ ঘিৰে নকৰে চেতন ।
কত্তোবেলি সন্থুকিয়া উঠি ৰাজাগণ ॥
গদৰ বিক্ৰম দেখি আতি দুখে হাৰি ।
লৰৰ দিলেক টানি ৰহিতে নাপাৰি ॥ ৩৯৬
পাছক নচায়া সবে পলায় বিশৰদে ।
শত্ৰুক খেদায়া শৰ বুজিলন্ত গদে ॥
পলায় পলায় বুলি সেনা মিল দিল ।
গদৰ শিৰত দেৱে পুষ্প ৰৰষিল ॥ ৩৯৭
ঋষিয়ে বোলন্ত ৰাজা শুনা সাৱধানে ।
সাত্যকি গদৰ যুদ্ধ ভৈল এহিমানে ॥
পাছে বলভদ্ৰে যেন কৰিলা সমৰ ।
সম্প্ৰতি কহিবো তাক শুনা নৃপবৰ ॥ ৩৯৮
যুজে আঠৰাজা হেন দেখি বলদেৱ ।
উঠি গৈল ৰাগ ৰথহস্তে দিলা ভেৱ ॥
ভয়ঙ্কৰ মুষলক তুলি আলগাইল ।
শাল্ব আদি কৰি আঠ নৃপতিক ধাইল ॥ ৩৯৯
ক্ৰোধে দুয়ো চক্ষু ওৰ কৰি যেন ভৈল ।
আইস বুলি একেশৰে কোবাইবাক লৈল ॥
ঘোটক সবক কোবাই মাৰিলন্ত আগে ।
এক কোবে ৰথ সব চূৰ্ণ হুয়া ভাগে ॥ ৪০০
আঠোখান ৰথ যেবে চূৰ্ণীকৃত ভৈল ।
নৃপতিগণক পাছে কোবাইবাক লৈল ॥
কান্ধত লাঙ্গল দিয়া কাকো চপৰাই ।
মাৰন্ত নিৰ্ঘাস* কোব মুষল উচ্চাই ॥ ৪০১
যেন বস্ত্ৰ তুলি পাটে আচাৰয় ধোবে ।
হাৰ মুণ্ড গুণ্ডি হৱে মুষলৰ কোবে ॥
কাহাকো লাঙ্গল দিয়া আজোৰন্ত ৰাম ।
আঙ্কুশি † লগায়া যেন জঙ্কাৰন্ত আম ॥ ৪০২
ভাগিল কঙ্কাল কাৰো হাৰ মাৰ শিৰ ।
সকল শৰীৰ ঢাকি বোৱালে ৰুধিৰ ॥
কোৰত্ত পিঠিৰ কাৰো নিকলিল কুজ ।
ভঙ্গ দিয়া আঠো ৰাজা এৰিলেক যুজ ॥ ৪০৩

বলভদ্ৰ আৰু জৰাসন্ধৰ ৰণ ।

আঠো ৰাজা লাজ কাল ভৈলা সমুদায় ।
খলো-পলো কৰি পলায় পাছক নচাই ॥
ৰণুৱা লাগিল কাৰো বায় আণ্ঠু কাঢ়ি ।
পাছত্ত ৰাৰম্ভে ৰায় কিল ধুলা বাৰি ॥ ৪০৪

---

* নিৰ্ঘাস—দৃঢ়, সৰুত, টান ।

† আঙ্কুশি—আকুহী, হাউঠী বা হাকুটী

আতি ৰাগে বলভদ্রে নচাৰন্ত লাগ।
ছাগলক খেদি নেই যেন মত্ত ৰাঘ॥
মহাৰাজা জৰাসন্ধে তাক দেখি আছে।
আঠো নৃপতিক খেদি নেই পাছে পাছে॥ ৪০৫
গুৰুতৰ গদা গোট কৰে ধৰি তুলি।
ক্রোধে জৰাসন্ধ ধাইল ৰহ ৰহ বুলি॥
যেন মুণ্ড তুলি খেদি যায় মত্ত নাগ।
বলভদ্রে খেদি আসি পাইল তাৰ লাগ॥ ৪০৬
মুষলক তুলিয়া সমুখ হুয়া ৰৈল।
দেখি জৰাসন্ধে খঙ্গে মাতিবাক লৈল॥
পাসৰিলি হুইবে বলভদ্র মোৰ কথা।
দুয়ো ভায়েৰৰ যেন কৰিল অৱস্থা॥ ৪০৭
একবাৰ খেদিলো দেখিলে সামৰাজে।
দুভায়েৰে জাম্প দিলি সাগৰৰ মাজে॥
তাতেসে এৰাইলি শুহি মৰ সেহিবাৰে।
তোৰ লাজ নাহিকে আৰকা আস ধাৰে॥ ৪০৮
বলভদ্রে বোলন্ত পাপিষ্ঠ দম্ভ এৰ।
হেন জ্ঞান তঞি মোৰ খাণ্ডাৰেসে ছেৰ॥
সপ্তদশ বাৰ মঞি জিনি আছো যুজ।
কি মিলাও আজি মোৰ মুনিসাই বুজ॥ ৪০৯
এহি বুলি মুষলেক হানিলেক আতি।
উৰাইলেক তাক জৰাসন্ধে গদা পাতি॥
হানিলা গদাৰ কোব ৰাজায়ো আক্রমি।
উৰাইলন্ত তাক বলভদ্র মহাশ্রমী॥ ৪১০
লগাইলেক কোবাকুবি গদায়ে মুষলে।
দুইকো দুই কোবায়ন্ত জৰাসন্ধ বলে॥
শুনি যেন নির্ঘাত বজ্রত বজ্র পৰে।
ঝাত ঝাত অগনিৰ কণিকা উফৰে॥ ৪১১
দুইকো দুই তর্জ্জিয়া গৰ্জ্জিয়া বাৰম্বাৰ।
দুইকো দুই ছিদ্র চাই কৰন্ত প্রহাৰ॥
দুই মত্ত নাগে যেন কৰে হুলস্থূল।
বলি বাসৱৰ যেন মিলিল তুমুল॥ ৪১২

হৰি হিৰণ্যাক্ষে যেন যুজন্ত সমৰে।
কৰন্ত আস্ফোল যেন ত্রিপুৰ শঙ্কৰে॥
অন্যো অন্যে জিনিবাক কৰয় প্রবন্ধ।
মহাবলী বলভদ্র ৰাজা জৰাসন্ধ॥ ৪১৩

---

ঝুমুৰি

দুয়ো বীৰ মহামাল।
যেন যুজে যমকাল॥
কৰে আতি তালফাল।
যাই যেন ভূমিচাল॥ ৪১৪
দুইকো দুয়ো ছিদ্র চাৱে।
খেদে দুয়ো পায়ে পায়ে॥
নাহি কিছু ভয় ভিত।
দুয়ো কৰে পিত পিত॥ ৪১৫
দুয়ো বীৰ ৰণ ৰঙ্গী।
কৰে দুয়ো অঙ্গি ভঙ্গি॥
দুয়ো দুহাতুক খঙ্গি।
খেদি যায় টঙ্গি টঙ্গি *॥ ৪১৬
খনো দুয়ো নেদে লাগ।
খনো আসি ভেটে আগ॥
দুইবো আতি উঠি ৰাগ।
দুয়ো যেন মত্ত নাগ॥ ৪১৭
দুয়ো ঘোৰ ডাক ছাৰে।
যেন মেদিনীক নৰে॥
খনে † দুয়ো আগবাঢ়ে।
দুয়ো দুহাতুক তাৰে॥ ৪১৮
খনো ৰহ ৰহ বুলি।
গুৰুতৰ গদা তুলি॥

---

* টঙ্গি টঙ্গি—তাণ্ডৱ নাচোনৰ ভঙ্গি দি।
† খনো—কেতিয়াবা।

অন্ধয়াৰে শিৰ খুলি।
মাৰয় নিয়াৰ তুলি ॥ ৪১৯
খনো মাৰে বাহু টালি।
দুয়ো দুইকো পাৰে গালি ॥
দুয়ো পৃথিৱীত পৰি।
মাটি লৰে গিৰ গিৰি ॥ ৪২০
বাগৰা বাগৰি কৰি।
চান্দি থাকে ভৰি ভৰি ॥
হাৰ যায় ছিৰি হিৰি।
থাকে মাল বান্ধে ভিৰি ॥ ৪২১
বলভদ্রে জৰাসন্ধে।
যুঞ্জে আতি ছন্দে বন্ধে ॥
পাছে বলে ছিদ্র পাই।
মাগধক আলগাই ॥ ৪২২
উপৰতে ফুৰাই পাক।
ভুমিত পেলায়া তাক ॥
পিসিলন্ত হাতে ঝাস্তি* ।
ৰুধিৰে কৰিলা বাস্তি ॥ ৪২৩
নাহি শ্রুতি বুদ্ধি জ্ঞান।
মৃতকৰ যেন ঠান ॥
নকৰে চেতন ৰাজা।
দেখি আছে সবে প্রজা ॥ ৪২৪
যতেক নৃপতিগণ।
থিৰ নোহে কাৰো মন ॥
মাগধৰ অধিপতি।
তোৰ হেন ভৈল গতি ॥ ৪২৫
অনুশোচ কৰে চাই।
ৰাখিবাক গহ নাই ॥
পাছে জৰাসন্ধ ৰায়।
কিছু কিছু শ্রুতি পাই ॥ ৪২৬

চাহিলেক মেলি আখি।
বলোক আগতে দেখি ॥
পুনৰপি চক্ষু মুদি।
মনে মনে গুণে বুদ্ধি ॥ ৪২৭
আৰ এক চোটে মৰো।
আবে কোন বুদ্ধি কৰো ॥
আমাক ৰাখন্তা নাই।
বুজিলোহো অভিপ্রায় ॥ ৪২৮
এবে যেবে নপলাও।
তেবে প্রাণ হেৰুৱাও ॥
এহি বুলি সেহি চেগে।
উঠি লৰ দিলা বেগে ॥ ৪২৯
ঝুমুৰি শঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥
যেবে যাইবা মায়া তৰি।
ডাকি বোলা হৰি হৰি ॥ ৪৩০

---

বিপক্ষ ৰজাসকলৰ ৰণ-ভঙ্গ।

পদ

ব্যূহ ভঙ্গে যেবে জৰাসন্ধ পলায় যায়।
আউৰ একো ৰাজা নপাতিলা আগুৱাই ॥
তাৰ ভঙ্গে ভঙ্গ পৰি গৈলা সবাহাৰে।
দিলেক লৰৰ সেনা তুলি পটোৱাৰে ॥ ৪৩১
বলভদ্র মাধৱ সাত্যকি গদ চাৰি।
পাছত খেদন্তে যান্ত লগুটিকা পাৰি ॥
ধৰ মাৰ বুলি আদেশন্ত কটকক।
খেদে যদুসেনাগণে যেন হৰিণক ॥ ৪৩২
পলায় শূকৰজাক যেন দেখি সিংহ।
পলায় পলায় বুলি যদুসেনা পাৰে ৰিঙ্গ ॥
লাগি গৈল ভৰ কতো থাকে পাছ চাই।
পলাইৰে নপাৰি কতো পৰে ভুটি খাই ॥ ৪৩৩

---

* ঝাস্তি—টাঙ্গৈৰে সাৱটি ধৰি।

দান্তে খেৰ ধৰি কতো কৰে কাউ বাউ।
নাহি অস্ত্ৰ শস্ত্ৰ মোৰ বিচাৰিয়া চাউ॥
মুহিকো যুজাক আসি আছো যুজ চাই।
বনে বাটে মুণ্ড ঘসুৰাৰে কতো গই॥ ৪৩৪
কতো কতো নৃপতিক খেদি পাইলা লাগ।
গলে জৰী দিয়া যেন আজোৰয় ছাগ॥
অনেক লাঞ্ছনা কৰি হাসে ৰিঙ্গ পাৰি।
কাকো কদৰ্থনা কৰি এবে কিলাই মাৰি॥ ৪৩৫
কাকো পেলাই গুৰিয়ারে বস্ত্ৰ যেন খচে।
কাপোৰে চোপৰে কতো বস্ত্ৰতে ভৰচ্ছে *॥
কতো চুলে ধৰি পাঞ্চ ছিবলাক ‡ কৰে।
মুযুজিবি বুলিয়া কুকৰী পাখি আৰে॥ ৪৩৬
ভঙ্গোৰা ৰাজাক আনি কৰে ৰণ্ড ভণ্ড।
কৰে উপালম্ভ যদু কটক প্ৰচণ্ড॥
হাজাৰে হাজাৰে বেঢ়ি বায়য় চাপৰি।
চেৱ লৈয়া নাচে কতো চাপৰি চাপৰি॥ ৪৩৭
সহস্ৰে সহস্ৰে বায়ে জয় বাদ্য ভণ্ড।
যূথে যূথে নচুৱাৰে চিন্ন চিণ্ডা দণ্ড॥
কুম্বৰ্থলি কৰি কেহো কৰে সিংহনাদ।
এবেসে কৰিলো আমি বৈৰক উচ্ছাদ॥ ৪৩৮
এহিমতে কৃষ্ণে কতো দূৰ খেদি গুৰি।
উলট উলট আদেশিলা হাত উৰি॥
হেন শুনি উলটিলা কৃষ্ণৰ পদাতি।
বহিৰে লাগিলা যেন সাগৰ উভতি॥ ৪৩৯
ভাতৃগণ সমে কৃষ্ণ উলটাইলা ৰথ।
কৌতুহলে হৰিলন্ত দ্বাৰকাৰ পথ॥
আতি কৌতুহলে ধীৰে ধীৰে বান্ত হৰি।
ৰুক্মিণী সহিতে হাস পৰিহাস কৰি॥ ৪৪০

---

ছবি।

জৰাসন্ধ শিশুপাল প্ৰভৃতি যতেক ৰাজা
মৰো জীও কৰি পলাই যায়।
আতি লৰবয় ত্ৰাসে মুখে কাঢ়ে খৰশ্বাসে
পায়ে যোনো বুলি ধাতু নাই॥
সবে আপোনাক ৰাখে ধান দিলে হোৱে আখে
মুখ আতি শুখায় তৰতৰি।
কতো দুৰ গৈয়া পাছে উলটিয়া চাহি আছে
নিৰন্তিয়া গৈল দেৱ হৰি॥ ৪৪১
হাবাসান্তি হুয়া আতি বসিল সমাজ পান্তি
ৰাজাগণ কতো দুৰ জুৰি।
হাতে পায়ে মানে সাৰি শৰীৰৰ শৰ কাঢ়ি
পেহ্লায় আজুৰি পিজুৰি॥
লাজে অপমানে দুখে বসিলন্ত অধোমুখে
কাৰো নাহি কথা মাত হাসি।
গুচিল প্ৰচণ্ড তাপ যেন দান্ত ভগা সাপ
কাঢ়ে মাত্ৰ হুম যে নিশ্বাসি॥ ৪৪২
সবাবো মাজত বসি মহামানী শিশুপাল
কৃষ্ণে কৰিলন্ত তাক শান্তি।
মহাদুখে অপমানে সবাহাতো দশগুণে
শৰীৰ দগধ কৰে আতি॥
সজল নয়নে আতি নৃপতিগণক মাতি
বোলে দেশে যাও সাম্বৰাজে।
এতমান লঘু হুই মই আৰ কোন মুই
গৃহত পশিবো কোন লাজে॥ ৪৪৩
আগতে দেখিলা মোৰ কন্যাক নিলেক হৰি
কৰিলে কিৰীটি কেশ ছেদ।
আৰবি জীৱাক আশ অগনিত দিবো ঝাপ
হেনৰা এৰাও ইটো খেদ॥

---

* ভৰচ্ছে—গোঁজ কৰে। ‡ ছিবলা—খণ্ড।

শত্ৰুৰ হাতত মোৰ এমুৰা বিলায় ভৈল
কোনবা জন্মৰ পাপ ফলে।
আত মই মৰো আতি ভৈল বৰ কুখিয়াতি
কৃষ্ণে কন্যা কাঢ়ি নিলা বলে॥ ৪৪৪
শুনিয়োক ৰাজাগণ মহামিত্ৰ বন্ধুজন
কৰিবে নথৈলা কিছু বাক্য।
মোহোৰ নিমিত্তে আতি জীৱনতো আশা এৰি
যুজিলা প্ৰাণকো সবে টাক্ষি॥
পাইলা বৰ মহাদুখ দেখা ভাৰ্য্যা পুত্ৰ মুখ
মোত আবে এৰিয়োক আশ।
হেন জানা মৰা মই ভাৰ্য্যা পুত্ৰে আশা নাই
ৰাজ্যতো ভাগিল মোৰ ভাষ॥ ৪৪৫
মৰণতো দশ গুণে লাজ অপমানে দুখ
শৰীৰৰ নাপাও মই আণ্টা।
হৃকৰাইলো যশ মান জাণ্টে আবে যাউক প্ৰাণ
কোন ৰাজা পাৰা মোক কাণ্টা॥
এহি বুলি মহামানী শিশুপাল নৃপবৰ
কান্দিবে লাগিলা হুমহুমি।
দেখি জৰাসন্ধে ধৰি অনেক প্ৰবোধ বোলে
কিসক কান্দাহা ৰাজা তুমি॥ ৪৪৬
ইটো চাৰ সংসাৰত নাহি কিছু সাৰ তত্ত্ব
মহাজ্ঞানী লোকে হেন কয়।
হাৰিয়া জিনয় কেহো জিনিয়া হাৰয় আতি
কৈতো সৰ্ব্বকালে নাহি জয়॥
ক্ষেত্ৰী জাতি ভৈলে যুদ্ধ হাৰিবে জিনিবে কতো
আত কিবা অপমান লাজ।
ইন্দ্ৰদেৱে বাৰে বাৰে অসুৰত যুদ্ধ হাৰে
তেবেকি সুভুঞ্জে স্বৰ্গ ৰাজ॥ ৪৪৭
এহি বাৰ মাধৱক বিস্তৰ কৰিলো যুদ্ধ
হাৰিলোহো সপ্তদশ বাৰ।
মৰাইলো পদাতিগণ তথাপি নেৰিলো ৰণ
পুনৰপি সাজি দিলো থাৰ॥

সিবেলি সমূলি জিনি বলভদ্ৰ মাধৱক
খেদাইলোহো লগুটিকা পাৰি।
একোমতে নেৰাই যেবে সাগৰত জাম্প দিয়া
পলাই গৈলা মোত যুদ্ধ হাৰি॥ ৪৪৮
যৈসানি সুদিন হুই আৰকি জিনিবো আমি
হেন জানি নকৰিবা মৰ্ম্ম।
হুয়োক প্ৰসন্ন মুখ এৰা চিন্তা মহা দুখ
ক্ষত্ৰিয়ৰ নোহে ইটো ধৰ্ম্ম॥
যিবা কন্যা মোৰ বোল মাধৱে নিলেক বলে
তাক লাগি খেদ সুযুৰাই।
পূৰ্ব্ব জনমৰ ভাৰ্য্যা যাৰ যেই পায়ে আসি
আত কিছু দৈৱে বাধা নাই॥ ৪৪৯
আপুনি পণ্ডিত তুমি জানা ৰাজা নয় সবে
বুজাহা সকলে দোষাদোষ।
কিয় কৰা হেন শোক মোৰ বোল শুনিয়োক
এৰা ইটো ঘোৰ মন ৰোষ॥
জৰাসন্ধ নৃপবৰে বিস্তৰ বুঝাইলা আৰো
মুণ্ড দমাই গুণে শিশুপাল।
নিচুকি থাকিলা বসি নখগুয় ঘসঘসি
হিয়াৰ সুগুচৈ তাৰ শাল॥ ৪৫০
অনেক পুৰাণ শাস্ত্ৰ আগম চিনায়া তাক
আনো ৰাজাগণে প্ৰবোধিল।
মাতি বুলি ৰথে তুলি শিশুপাল নৃপতিক
সবেও দেশক লাগি নিল॥
যতেক কৰিল দম্ভ দৰ্প গৰ্ব্বভাৱ সবে
কৃষ্ণৰ হাতত ভৈল চুৰি।
যত আছে পৰিজন কাকো নাই সম্ভাষণ
সৰ্ব্বক্ষণে থাকে মাথা থুৰি॥ ৪৫১
সুগুচয় গুল গুলি নচায়য় মাথা তুলি
কাক কিছু নেদয় সিদ্ধান্ত।
ভাত পানী অৰুচয় হাত কোত সুগুচয়
কেহোঁয়েবে নাহি বোল মাত্ত॥

শিশুপাল মহাৰাজ আতিবৰ হুয়া লাজ
মহাদুখে এহিমতে ৰৈল ।
আনো যত ৰাজাগণ কৃষ্ণত হাৰিয়া ৰণ
নিৰন্তৰে ঘৰাঘৰি গৈল ॥ ৪৫২
নমো নমো কৃষ্ণ দেৱ ত্রিজগতে কৰে সেৱ
যাৰ নিত্য আনন্দ উৎসাহ ।
মহাৰাজাগণ জিনি কক্মিণীক হৰি আনি
দ্বাৰকাত কৰিলা বিবাহ ॥
কৃষ্ণৰ চৰণ সেৱি হৰিবংশ কথা ছৰি
কাৰলন্ত শঙ্কৰে প্ৰচাৰ ।
শুনা একচিত কৰি ডাকি বোলা হৰি হৰি
হৌক কোটি পুৰুষ উদ্ধাৰ ॥ ৪৫৩

---

কক্মী-কুমৰৰ পুনৰ ৰণ যাত্ৰা ।

পদ

ঋষিয়ে বোলন্ত কথা শুনা মহাৰাজ ।
পাছে কক্মী-কুমৰে কৰিলা যেন কাজ ।
যুদ্ধ-হাৰি ৰাজাগণ যেবে দেশে গৈল ।
শুনি কক্মী-কুমৰৰ মহাক্ৰোধ ভৈল ॥ ৪৫৪
ৰঙ্গা দুই চক্ষুক ফুৰাৱে যেন কুণ্ড ।
ঘৃত পাই অগ্নি উথলিল বহ্নি পুঞ্জ ॥
মাধৱক গৰ্জ্জে মুণ্ড জকাৰি জকাৰি ।
দেখা দেখা কৃষ্ণ কেনমত অহঙ্কাৰী ॥ ৪৫৫
আমাতো লগাইল ঘাঞ্চ পাইল বৰ লাই ।
আন্তি গৰ্ব্বমদে ফুৰে ৰণ কণ্ডুৰাই ॥
যেবে হও মই আজি কৰো প্ৰতিকাৰ ।
কৃষ্ণক নিভলি কৰো শল্যক উদ্ধাৰ ॥ ৪৫৬
সুখুজিলে কন্যা মোত নোহে যোৱনৰ ।
আমাৰাও গৈয়া তাক নচাহিলো বৰ ॥
দেখি আছো কক্মিণীও নবৰিল বাঢ়ি ।
তথাপি দ্ৰোহিয়া কৃষ্ণে কন্যা নেই কাঢ়ি ॥ ৪৫৭
জানো ৰাজাগণে গাৱ লগাই সুযুজিল ।
তাতেহে মাধৱে কক্মিণীক হৰি নিল ॥
মোবেসে ভগিনী নেই কাৰো নাই হানি ।
আনৰ স্বৰত কোনে আনে পয়ে পানী ॥ ৪৫৮
পৰে পৰ কাৰ্য্যক নসাধে দেখো হেন ।
যাহাৰ গাৱত যেন সিসে দেই ছেন ॥
কৃষ্ণক যুজিবে মঞি নোখোজো সহায় ।
ধিক ধিক আচোক মোহোৰ মুনিসায় ॥ ৪৫৯
শুনা ভাতৃ মন্ত্রী পাত্রগণ সমজ্যাৰ ।
ঊৰ্দ্ধবাহু কৰি হেৰা কৰো অঙ্গীকাৰ ॥
কৃষ্ণক নবধি কক্মিণীক নেমেলাই ।
নপসিবো কুণ্ডিলক পালটি দুনাই ॥ ৪৬০
আমাক যাইবাৰ শুনি যেবে এবে ৰণ ।
ভয় হস্ত লয়ে যেবে ইন্দ্ৰত শৰণ ॥
বজ্র ধৰি ইন্দ্ৰে যেবে তাৰ হোৱে সখা ।
তথাপিতো মাধৱক নকৰিবো ৰক্ষা ॥ ৪৬১
সাগৰত বুৰ দিয়া পাতালে লুকায় ।
শৰণ পশয় গৈয়া বাসুকিৰ ঠায় ॥
বাসুকিক খেদি মই প্ৰতিজ্ঞা সাফলি ।
সমৰে শত্ৰুক আজি পেলাইবো নিভলি ॥ ৪৬২
কৈৰ সেনাপতি মোৰ জাণ্টে আগুৱাও ।
নিশানত বাৰি দিয়া কটক জবাও ॥
মোৰ হেন আদেশ জানোক সামৰাজ ।
লাখুটি ধৰিবে পাৰেমানে হোক বাজ ॥ ৪৬৩
কত দূৰ যাইব খেদি ধৰিবো এখনে ।
যেন ক্ষুদ্ৰ চটকক জাম্প দিলে শেনে ॥
সেহি মাৰে লুহি তাক মই মাৰো বেঢ়ি ।
ভেবেসে তাহাৰ মোৰ হোৱে এৰা এৰি ॥ ৪৬৪
কুমৰৰ শুনি হেন আদেশ প্ৰচণ্ড ।
চতুৰ্ভিতি উথলিয়া বাজে বাদ্য ভণ্ড ॥
সেনাপতি লোকে নিশানত দিলা বাঢ়ি ।
সাজ সাজ বুলিয়া দিয়াইলা ধৰসাৰি ॥ ৪৬৫

হেন শুনি সাজিল তেখনে সামবাজ।
হাতে অস্ত্র ধৰি সেনাগণ ভৈল বাজ॥
বাক চাটিমাৰি খাণ্ডা আকাশত ধৰে।
আজি ৰণচণ্ডীক পূজিব সাৰে সাৰে॥ ৪৬৬
ধৰ মাৰ বুলি কলি দিয়া যায় আতি।
চাৰিয়ো দুৱাৰে চানি বজাৰে পদাতি॥
ৰথী ৰথ হস্তী ঘোৰা ভৈল একস্থান।
পদাতিৰ গিৰত পৃথিৱী কম্পমান॥ ৪৬৭
এহিমতে কটক সাজন্তে যেবে আছে।
দেখি কল্কী-কুমৰে কাছিলা বীৰ কাছে॥
কিৰীটি চৰাইলা মাথে ৰত্নে পাৰে জিকি।
পিন্ধিল কৱচ খান শৰীৰক ঢাকি॥ ৪৬৮
পিঠিত বান্ধিল তূণ দিব্য শৰে ভৰি।
উঠিল ৰথত কল্কী শৰ ধনু ধৰি॥
যাত্ৰা লৈয়া কল্কী বীৰে কৰিল গমন।
আগত দেখয় নানা বিমঙ্গল গণ॥ ৪৬৯
কেশমেলি নাককাটী অমঙ্গলী নাৰী।
কুমৰৰ আগে নাচে হাসে বিঙ্গ পাৰি॥
বামে সৰ্প গৈল ডাহিনত শৃগালিনী।
কোনে তৈল লৈবে বুলি ডাকিলা তেলিনী॥৪৭০
থালপাতি বিকত যোগিনী ফুৰে মাগি।
অনা যাৱে আগতে পৰয় বৃক্ষ ভাগি॥
আকাশত শগুণ বিনাৱৈ জাকে জাক।
মুখ চাই চাই তাক বটে ঢোণ্ডা কাক॥ ৪৭১
বাধে হাঞ্চি জেঠি ফন্দে উৰু বাম কৰ।
আনো বিমঙ্গল বীৰে দেখিলা বিস্তৰ॥
একোৱে নমানে কল্কী-কুমৰ উথট *।
ক্ৰুদ্ধকেসে লাগি বীৰে কৰে চটমট॥ ৪৭২
সাৰথি ডাকয় ৰথ বায়ু বেগে চলে।
ৰত্নে বিৰচিত ৰথ সূৰ্য্যসম জ্বলে॥
ৰুণজুন কৰি বাজে সুবৰ্ণ কিঙ্কিণী।
লগে সেনা চলি যায় এক অক্ষৌহিণী॥ ৪৭৩
সুবিচিত্ৰ সিন্দুৰে মণ্ডিত গণ্ডস্থল।
সদায়ে প্ৰমত্ত বহি যায় মদ জল॥
পৰদল * পাইলে তাক নকৰয় ৰাখ।
যেন মত্ত হস্তী চলি যায় একলাখ॥ ৪৭৪
উৰো উৰো কৰে ঘোৰা দেখি ভয় ভীত।
চল বল কৰে পাৰ নেদয় ভূমিত॥
বায়ু বেগে সঞ্চৰে বাহুতে দেই চুটি।
লগে চলি যায় হেন ঘোৰা এককোটি॥ ৪৭৫
আগে পাছে জুৰি যায় অযুতেক ৰথ।
হিলে দলে ভাঙ্গি ৰথ চক্ৰে কৰে পথ॥
ধ্বজ দণ্ড চলি যায় গগন মণ্ডল।
চিম্ন চৌণ্ডা ধৰি যায় চতুৰঙ্গ দল॥ ৪৭৬
ধৰমাৰ বুলি সেনা কৰে কোলাহল।
ঘোৰায়ে হ্ৰেসনি পাৰে চিহৰে দন্তাল॥
বাদ্য ভণ্ড আন্দোলে কৰ্ণত হানে তাল।
নসহে পৃথিবী ঘনে যায় ভূমিচাল॥ ৪৭৭
হেন চমৎকাৰে কল্কী-বীৰ খেদি যায়।
চতুৰ্ভিতি বেঢ়িয়া কটকে দেই হাই॥
খাণ্ডাক ফিঙ্কাৰে ধৰি মাৰে বাহু চাট।
নিৰ্ঘাত পতনে যেন ভূমি মেলে ফাট॥ ৪৭৮
নৃপতিগণক জিনি দেৱ হৃষীকেশ।
ৰুক্মিণী সহিতে ৰঙ্গ লভিয়া অশেষ॥
দ্বাৰকাক চলিযান্ত প্ৰভু মহাভাগ।
সেহিবেলা কল্কবীৰে খেদি পাইল লাগ॥ ৪৭৯
কুমৰৰ সেনা যাই ৰহ ৰহ বুলি।
আউৰ কৈক যাস আজি মাৰিবো সমূলি॥
কালে পাইলে আসি তাৰ নপাস উদ্ধাৰ।
এহি বুলি আথে বেথে বৰিষয় বাণ॥ ৪৮০

* উথট—উদ্ধত, দুষ্ট।

* পৰদল—পৰকীয় সৈন্য, শত্ৰু সৈন্য।

যদুসেনা দেখে শত্ৰু কৰে পাঁচ কণ্ডি।
উলট উলট বুলি দিলা থাক বান্ধি ॥
মাতা বোলা কৰি সবে এক সাজু ভৈলা।
মুণ্ডে বাজু দিয়া পাছে বাজু দিয়া বৈলা ॥ ৪৮১
হয় হস্তী ৰথে সবে দিলা পটোৱাৰ।
হেন দেখি কুমৰৰ কটক দুৰ্ব্বাৰ ॥
সাম্বৰ সাম্বৰ বুলি দিলা অস্ত্ৰ জাক।
যদু সেনাগণে সহি থাকিলেক তাক ॥ ৪৮২
প্ৰমত্ত বাঘৰ যেন নাহি কিছু কাম্প।
কুমৰৰ সেনাৰ মাজুত † দিলা জাম্প ॥
কপোতক লাগি যেন সবল চটক *।
সেহিমতে কোপে ধাইল কৃষ্ণৰ কটক ॥ ৪৮৩
আউৰ কিবা চাস অন্যো অন্যে বোলে বাণী।
পদাতিক পদাতি মাৰিল শিৰে হানি ॥
খাণ্ডাৰ কোবত মাথা পেলাৱয় ছেদি।
শেলেয়েৰে পলায় কতো তাকে নেই খেদি ॥ ৪৮৪
ঘোৰাক ঘোৰায়ে গৈয়া মাৰয় কামুৰি।
কতো পাছ ভৰি তুলি মাৰে জাম্প গুৰি ॥
ডব ডব কৰি পৰি মৰে হিয়া ফাটি।
বাহুতক বাহুতে পেলাৰে পাছে কাটি ॥ ৪৮৫
মাহুতক মাহুতে অঙ্কুশে খুচি মাৰে।
হস্তী গৈয়া হস্তীৰ কোষত দান্ত গাৰে ॥
চিহৰণি দিয়া পাছে পৃথিবীত পৰে।
গিৰ গিৰ কৰি কতো দুৰ মাটি লৰে ॥ ৪৮৬
ৰথাক চাকিয়া ৰথী শৰ বৰষিল।
অস্ত্ৰৰ জাকতে কেহো ৰথতে পৰিল ॥
সাৰথি ঘোটক পাছে গৈলা যমপুৰ।
ভৈলা যুদ্ধ জয় যদুসেনা যসিমুৰ ॥ ৪৮৭
কুমৰৰ কটক পলায় ব্যূহ ভঙ্গে।
পাছে পাছে যদুসেনা খেদি নেই খঙ্গে ॥

হাতে খোকা কোৰে মাৰে কাকো ছেদি ভেদি।
ৰুক্মীৰ আগত নিয়া পেলাইলেক খেদি ॥ ৪৮৮
হেন দেখি ৰুক্মী বীৰ কোপে কম্পমান।
বামহাতে তুলিয়া ধৰিয়া ধনুখান ॥
কৰ্ণমানে ধনু টানি কৰিলা প্ৰহাৰ।
বৰষিল শৰজাক যেন খুৰ ধাৰ ॥ ৪৮৯
বাৰিষা কালৰ যেন মহা মেঘ খণ্ড।
সেহি ভাৱ ৰুক্মীবীৰ পৰম প্ৰচণ্ড ॥
কাটন কুটন বৰষিল দৃঢ়বাণ।
বৰ চোটে ফুটি কটকৰ যায় প্ৰাণ ॥ ৪৯০
কাৰো ওঠ কণ্ঠ কাটি নাকটি কাটিল।
গোৰ মুণ্ড গাণ্ডি শৰ চোট বিছাৰিল ॥
কাৰো উৰু কৰ কাটি শৰে বিন্ধি থৈল।
যেন যমে প্ৰজাগণ সংহৰিবে লৈল। ৪৯১
ৰুক্মীৰ বিক্ৰম দেখি ভৈল মহাত্ৰাস।
ত্ৰাহি কৃষ্ণ বুলি পাৰে কটকে আতাস ॥
শত্ৰুৰ হাতত গোসাঁই মাৰায়া আমাক।
পাছে কি কৰিবা গৈয়া শূন্য দ্বাৰকাক ॥ ৪৯২
কটকৰ শুনি হেন ঘোৰ আৰ্ত্তনাদ।
মাধৱৰ মনে বৰ মিলিল বিষাদ ॥
আমি বিদ্যমানে হেন কটকৰ দুখ।
কৰিয়ো দাৰুক ৰথ ৰুক্মীক সম্মুখ ॥ ৪৯৩
হেন শুনি দাৰুকে ডাকিলা ৰথ বৰ।
সাৰঙ্গ ধনুক টঙ্কাৰিলা দামোদৰ ॥
দশো দিশ পুৰি শব্দ গৈল চমৎকাৰ।
চমকিলা শত্ৰুসেনা শুনিয়া টঙ্কাৰ ॥ ৪৯৪
অনন্তৰে ধনু ধৰি বিশ্বকেতু ৰায়।
কৃষ্ণৰ লগতে ধনু ধৰি গৈলা ধাই ॥
কৰযোৰে বিশ্বকেতু বিনাৱে কৃষ্ণক।
ৰুক্মীক যুজিবে দিয়ো মোহোক সমস্ত ॥ ৪৯৫
সেৱক থাকন্তে কেনে যুজিবাহা স্বামী।
থাকিয়োক ৰুক্মী-কুমৰক মাৰো আমি ॥

* চটক—ঘৰচিৰিকা।
† মাজুত—অগ্ৰগামী সৈন্য।

সেৱককন্ত হুন্তে যেবে সিজে প্ৰয়োজন।
সিকাৰ্য্যক লাগি কেনে স্বামীৰ গমন ॥ ৪৯৬
মাধৱে বোলন্ত শুনা ৰাজা বিশ্বকেতু।
জানো তুমি প্ৰাণ দিতে পাৰা মোৰ হেতু ॥
তুমি মহা মিত্ৰ মোৰ প্ৰাণতো অধিক।
প্ৰবন্ধে যুজিবা ইটো দুৰ্জ্জয় ৰুক্মীক ॥ ৪৯৭
কৃষ্ণৰ আদেশ ৰাজা শিৰোগত কৰি।
পৰম আটোপে ধাইলা আতি শীঘ্ৰ কৰি ॥
প্ৰথমতে কুমৰক পাঞ্চশৰে তাৰি।
শুন ৰুক্মী বুলি ৰাজা মাতে আগবাঢ়ি ॥ ৪৯৮
কিনো দুৰাচাৰ তই অধম দুৰ্জ্জন।
কি কাৰণে মাৰস কৃষ্ণৰ সেনাগণ ॥
মোক যুদ্ধ কৰ তই থাকে যদি গহ।
আৰ প্ৰতিকাৰ কৰো খানিতেক ৰহ ॥ ৪৯৯
আমাৰ বংশত তই ভৈলি ধূমকেতু।
গোত্ৰ কুটুম্বৰ সুখ নাহি তোৰ হেতু ॥
ত্ৰৈলোক্যৰ নাথ হৰি তাঙ্ক কৰ দন্দ।
হেন জান তোৰ আজি পৰিবেক কন্ধ ॥ ৫০০
হেন শুনি ৰুক্মা বীৰে মাতে হাসি হাসি।
এহি বুলি তুমি মোক ডকৰসা আসি ॥
মোৰ আগে কৃষ্ণক দেখাৱ মুনিসাই।
হেন লক্ষ কৃষ্ণক কটাক্ষ মোৰ নাই ॥ ৫০১
পিতৃৰ কনিষ্ঠ তুমি সম্বন্ধে খুৰাই।
শত্ৰুবেসে চিন্তা হিত আমাক বুৰাই ॥
মোক যুজিবাক আসা কিন্তু আতাইতাই *।
তোমাক মাৰিবে আবে কিছু দোষ নাই ॥ ৫০২
এহি বুলি তূণৰ কাঢ়িলা দশ শৰ।
গাৱৰ সন্ধানে হানি পঠাইলা কুমৰ ॥
দেখি নৃপতিয়ো প্ৰহাৰিলা দশ বাণ।
ৰুক্মীৰ শৰক কৰিলন্ত কুৰিখান ॥ ৫০৩
নয় শৰে কুমৰৰ ভেদিল হৃদয়।
বৰ চোট পাইল পাছে ভীষ্মক তনয় ॥
আউৰ দুই শৰে কাটিলন্ত ধনুখান।
চাৰি শৰে চাৰি ঘোটকৰ লৈলা প্ৰাণ ॥ ৫০৪
এক শৰে সাৰথিক নিল যম পথ।
ষাঠি শৰে কাটি ছিণ্ডি পেলাইলন্ত ৰথ ॥
সেনাগণে কুমৰৰ ৰথ ভঙ্গ দেখি।
যোগাইলন্ত আন ৰথ খানিকো নাপেখি ॥ ৫০৫
সেহি ৰথে চৰি পাছে ৰুক্মী মহাবীৰ।
ক্ৰোধে কম্পমান আউৰ নসহে শৰীৰ ॥
আন ধনু ধৰি বীৰে কৰিলা মণ্ডলী।
দশ গোটা নৰাচ যুৰিলা মহাবলী ॥ ৫০৬
মহা ভয়ঙ্কৰ যেন দশ গোটা সৰ্প।
ৰুক্মা বোলে নৃপতিৰ ভাঙ্গো আজি দৰ্প ॥
কৰ্ণমানে ডাটি প্ৰহাৰিলা মন্ত্ৰ পঢ়ি।
পিঠিত বজাইলা শৰ হৃদয়ত পৰি ॥ ৫০৭
নিদাৰুণ শৰ চোট পায়া মহাৰাজে।
ফুৰি ফুৰি নিঢালে পৰিলা ৰথ মাজে ॥
বিমুকুত কেশ বেশ মৃতকৰ নয়।
দেখি বাক খাণ্ডা লৈলা ভীষ্মক তনয় ॥ ৫০৮
কাটিবাক লাগি আতি কৰে পিত পিত।
বাঘ যেন জাম্প দিয়া নামিলা ভূমিত ॥
বিশ্বকেতু নৃপতিক বধিবাক মনে।
খাণ্ডা ধৰি ধাৱে ক্ৰোধে ভীষ্মক নন্দনে ॥ ৫০৯
হেন দেখি হাহাকাৰ কৰে সবে প্ৰজা।
আৰে কাটা যায় বিশ্বকেতু মহাৰাজা ॥
বৈষ্ণৱক লাগি সবে কৰে মহাধৰ্ম্ম।
দেখি কৃষ্ণে হাতত্তে কাটিলা খড়্গ চৰ্ম্ম ॥ ৫১০
মিলিল সংশয় পাছে ৰুক্মীৰ মনত।
আথে বেথে আপোনাৰ উঠিলা ৰথত ॥
কৃষ্ণেসে ৰাখিলা জানি বিশ্বকেতু ৰায়।
পাছু গুচি সাৰথি নিলেক পদুৱায় ॥ ৫১১

* আতাইতাই—উপায়হীন অৱস্থা।

ছুনাই ধনু ধৰিলন্ত ভীষ্মক কুমাৰ।
কৰ্ণমানে ধনু ভানি কৰিলা প্ৰহাৰ ॥
আন্তি তাক্ষ্ণতৰ ভয়ঙ্কৰ তিনি শৰ।
ভেদিলা সন্ধানে মাধৱৰ কলেবৰ ॥ ৫১২
নজানয় বলৰ প্ৰমাণ ঈশ্বৰৰ।
মাধৱক কদৰ্থিয়া মাতয় কুমাৰ ॥
শুন অৰে যদুবংশ কৃষ্ণ দুৰাচাৰ।
কেনে চুৰি কৰি নেস ভগিনী আক্ষাৰ ॥ ৫১৩
ঘুঘুৰিলি * কন্যা তই মোতো মুখুজিলি।
আগে কোন লাজে চাম্প দেস যেন চলি ॥
যেন চোৰা কাকে লৈয়া যায় সোন্দা কল।
খানিতেক ৰহ আৰ দিবো প্ৰতিফল ॥ ৫১৪
আন নৃপতিৰ মতে আমাক জঙ্কাস।
ৰুক্মী কুমৰৰ তেবে আতা নতু পাস ॥
প্ৰমত্ত বাৰৰ আগে খেলাৱস গাৱ।
কাৰশলা সৰ্পৰ যেন লেঞ্জে দেস পাৱ ॥ ৫১৫
মৰিবাক লাগিয়া যমত কৰ খেৰি।
আজি তোক নমাৰি সেম্বৰে নযাও এৰি ॥
ৰুক্মিণীকো নেমেলা যেবে নকৰো উদ্ধাৰ।
নপশিবো কুণ্ডিলত মোৰ অঙ্গীকাৰ ॥ ৫১৬
শুনা সভাসদ ইটো লীলা মাধৱৰ।
আতপৰে ধৰ্ম্ম আৰ নাহি শ্ৰেষ্ঠতৰ ॥
শ্ৰৱণে কীৰ্ত্তনে আৰ তৰিবা সংসাৰ।
ডাকি বাম কৃষ্ণ হৰি বোলা বাৰম্বাৰ ॥ ৫১৭

---

ৰণস্থলীত শ্ৰীকৃষ্ণ আৰু ৰুক্মীৰ বোলা-বুলি।

দুলড়ী

যেন শুনি হৰি হাসিয়া বোলন্ত
শুন অৰে ৰুক্মী চাও।
গুৰু গৌৰৱক একো নজানস
তই উদয়াৰ যাণ্ড * ॥
পিতৃত মাতৃত তোৰ মাত্ত নাই
কাহাক মানিবি আউৰ।
মুখ চাই চাই বটন্তে আছস
ঠোট কাটা যেন কাউৰ ॥ ৫১৮
তোৰ নিন্দা বাণী আমাক নপাৱে
শুন অনাচাৰ বাম †।
যতেক কুকুৰে কামোৰ মাৰয়
সয়েও আণ্ঠৰ নাম ॥
মোক গালি পাৰি কত যশ পাইলি
দেখ গুণি চাও চিত্তে।
মাত্তেসে আগল যুদ্ধত পাগল
জানিলো তোক ইঙ্গিতে ॥ ৫১৯
যিটো মহাবীৰ সি হয় গম্ভীৰ
ইতৰে চপল পাৱে।
কৈত্ত শুনি আছ শৃগালৰ স্থানে
সিংহে ঘনে ঘনে বাৱে ॥
যতেক শকতি আছয় সম্প্ৰতি
মোক তই তেৰে যুজ।
তোৰ ইটো টাই ‡ সবে কৰো ঠাই
মোৰ মুনিসাই বুজ ॥ ৫২০
এহি বুলি হৰি সাৰঙ্গ টঙ্কাৰি
বৰষিল শৰ আন্তি।
ঢাকিল আকাশ সূৰ্য্যৰ প্ৰকাশ
নাহি যেন তৈল বাত্তি ॥
দেখিল কুমৰে মাধৱৰ শৰে
জিনত্তে তৈল আন্ধাৰ।

---

*ঘুঘুৰিলি—বৰ জকাৰ্য্য যাস্তিৰ মিল পৰি যাগিলি।

* উদয়া—উদং ; যাণ্ড—ষাড়।

† বাম—বিকদ্ধ, শত্ৰু।

‡ টাই—নিজক বৰ কৰি কোৱা কথা।

ক্ৰোধে ধনু ভিৰি বায়ু বাণ জুৰি
কৰিল দ্ৰুতে প্ৰহাৰ ॥ ৫২১
মাধৱৰ বাণ তুলা যেন ঠান
উৰুৱাইল বায়ু বেগে।
সাৰথি ৰথক ঘোটক ধ্বজক
বিন্ধিলেক সেহি ছেগে ॥
দেখিল যমক চাৰিয়ো ঘোটক
দাৰুকো বিশ্ৰুতি ভৈলা।
ৰুক্মীৰ বিক্ৰম দেখি নাৰায়ণ
আতি ক্ৰোধে জ্বলি গৈলা ॥ ৫২২
বজ্ৰ সম ভাট শৰ দশ পাত
গুণত চৰাইলা আনি।
টানি কৰ্ণমানে সুদৃঢ় সন্ধানে
প্ৰহাৰিলা চক্ৰপাণি ॥
দশো শৰ ছুটি শৰীৰত ফুটি
পিঠিত বজাইল গোটে।
ভৈল অচেতন ভীষ্মক নন্দন
মাধৱৰ শৰ চোটে ॥ ৫২৩
ক্ষণেকে সাষ্টম হুয়া যম সম
ক্ৰোধে ৰুক্মী বীৰ ৰাগি।
আতি তীক্ষ্ণতৰ কুৰি পাত শৰ
হানিলা কৃষ্ণক লাগি ॥
তাকো নাৰায়ণে অসংখ্যাত বাণে
কাটিলন্ত তিল চোটে।
আতি দৃঢ় ভাঠে ভল্ল তিনি পাতে
বিন্ধিল তাৰ ললাটে ॥ ৫২৪
কপাল ফুটিয়া বোম্বাৱালে আতি
ৰহি যায় তেজ ধাৰ।
প্ৰকাশে কুমৰ বসন্ত কালৰ
পুষ্পিত যেন মন্দাৰ ॥
পুন বাৰে আতি দুগুণে কিটাইল
কৰিয়া ৰুক্মী আস্ফোট।

ধনু এৰি পাছে তুলি আলগাইল
ভয়ঙ্কৰ গদাগোট ॥ ৫২৫
মাথাৰ উপৰে ফুৰাই সাতপাক
হানিলা গাৰৱ বলে।
ভয়ঙ্কৰ গদা কৃষ্ণক লাগিয়া
বিশ্বাস শৰদে চলে ॥
হৰিয়ো হানিলা কৌমুদকী গদা
আকাশ চানি লৰিল।
ৰুক্মীৰ গদাক চূৰ্ণীকৃত কৰি
কৃষ্ণৰ হাতে চৰিল ॥ ৫২৬
দেখিয়া কুমৰ শক্তি ভয়ঙ্কৰ
দুনাই পঠাইলেক হানি।
দেখি দিব্য মান অগ্নি যেন ঠান
চলিল গগন চানি ॥
তাকো খুৰ শৰে দেৱ দামোদৰে
পেহ্লাইলা পথতে কাটি।
আতি তীক্ষ্ণতৰ ষাঠি পাত শৰ
প্ৰহাৰি পঠাইলা ডাটি ॥ ৫২৭
ৰুক্মীৰ হিয়াত পৰি সবে শৰ
পুংস মানে ভৈল তল।
নাহি শ্ৰুতি জ্ঞান মৃতক সমান
কুমৰ ভৈল বিহ্বল ॥
ফুৰি ফুৰি ৰথে পৰি মূৰ্চ্ছা গৈল
সাৰথি আকলি তাক।
আতি মহা দ্ৰুতে ৰথখান টানি
ডাকিল চাৰি ঘোটক ॥ ৫২৮
কতো দূৰ মানে নিল পলুৱাই
কুমৰক ৰক্ষা কৰি।
আকাশত দেৱ- গণে বিন্দ দিল
ৰুক্মী বীৰ যায় মৰি ॥
মৃদঙ্গ দুন্দুভি পটহ গোমুখ
বিপক্ষি বাৰে দোভোৰা।

ধন্য কৃষ্ণ বুলি পুষ্প বৰষিল
দেৱে আকাশৰ পৰা ॥ ৫২৯
টেম্বুৱানি বন্ধে বৈসাইলা প্ৰবন্ধে
ববদোৱা নামে গ্ৰাম ।
দুৰ্ল্লভ নাৰায়ণে যাক বহু মানে
দিলা দেবাদাস নাম ॥
তাহানে সন্ততি মহা ধৰ্ম্ম মতি
ৰাজধৰ নাম যাৰ ।
তানে গৰ্ব্বেশ্বৰ ভৈলা সূৰ্য্যবৰ
কায়স্থ কুল উদ্ধাৰ ॥ ৫৩০
ব্ৰাহ্মণ সজ্জনে প্ৰাপ্তি আশা মনে
থাকন্তে যাক উপাসি ।
দিলা কীৰ্ত্তি থই আজিয়ো ভ্ৰময়
যাৰ মহা যশ ৰাশি ॥
তাহানে তনয় ভৈলা শুভ নয়
প্ৰসিদ্ধ কুসুম নাম ।
সত্ত কৰ্ম্ম যত সকলে পাৰ্গত
গুণতো নাহি উপাম ॥ ৫৩১
বংশতে প্ৰখ্যাত গন্ধৰ্ব্ব সাক্ষাত
জগতে বখানে যাক ।
ভৌমিকতে চূৰা- মণি মহা বৰা
দশো দিশ যাৰ ডাক ॥
তাহানে সন্ততি আতি শিশুমতি
শঙ্কৰে ভণে পয়াৰ ।
পণ্ডিত লোকক কৰযোৰ কৰো
ক্ষমিবা দোষ আমাৰ ॥ ৫৩২
যোত পদচয় যিহোক সিহোক
নধৰিবা গুণ দোষ ।
কৃষ্ণৰ কাহিনি একমনে শুনি
চিত্তক কৰা সন্তোষ ॥
নমো মাধৱৰ চৰণ যুগল
মনে শিৰোগত কৰি ।
পাপ হৌক নষ্ট এবাৰোক কষ্ট
সৰ্ব্বজনে বোলা হৰি ॥ ৫৩৩

---

শ্ৰীকৃষ্ণৰ লগত ৰুক্মীৰ ৰণ।

পদ

ঋষিয়ে বোলন্ত শুনা জন্মেজয় ৰায় ।
নিলা যেবে ৰুক্মীক সাৰথি পলুৱাই ॥
কতো দূৰ গৈয়া পাছে বথাইলেক ৰথ ।
চেতনা লভিয়া পাছে ৰুক্মী ভৈল সুস্থ ॥ ৫৩৪
আথে বেথে ধনু ধৰি টঙ্কাৰিয়া টানি ।
গুণত চৰাইলা খৰতৰ শৰ আনি ॥
প্ৰহাৰিবে খোজে যেবে আতি মন ৰাগে ।
মুণ্ড তুলি দেখে হৰি নাহিকন্ত আগে ॥ ৫৩৫
সাৰথিক বোলে কিনো ভৈল বিপৰ্য্যয় ।
এখনে পলাইল হৰি দৈৱকী তনয় ॥
মিলিল প্ৰমাদ ৰুক্মিণীক লৈয়া গৈল ।
কহ কথা সাৰথি স্বৰূপ যেন ভৈল ॥ ৫৩৬
সাৰথি বদতি নপলায় নাৰায়ণ ।
তুমিসে কৃষ্ণৰ শৰে ভৈলা অচেতন ॥
নাহি স্ফুৰ্ত্তি বুদ্ধি আতি বিহ্বল পৰায় ।
হেন দেখি তেখনে আনিলো পলুৱাই ॥ ৫৩৭
আৰ ক্ষণিকতে আজি মিলাৱে প্ৰমাদ ।
মাধৱে সহিতে আৰে এৰা বিসম্বাদ ॥
যাক নাটিলেক যুজে মহাৰাজা জাক ।
ধান গুড় লৈয়া তুমি প্ৰহাৰিলা তাক ॥ ৫৩৮
বন্ধু বান্ধৱৰ তুমি নুশুনিলা বাণী ।
স্বতন্ত্ৰবী বোগী আৰ কি কৰে পিয়াণী ॥
ত্ৰৈলোক্য বিজয় কৃষ্ণ জগন্তক্ত সাৰ ।
তাহাকো জিনিবে তুমি কৰা অঙ্গীকাৰ ॥ ৫৩৯
একো নিজিজ্ঞাসি বোলা শৰীৰৰ বলে ।
অগ্নিক বান্ধিবে চাৱা বস্ত্ৰৰ আঞ্চলে ॥

সাগৰ তৰিতে চাৰা গলে বান্ধি শিল।
কৈন্ত শুনি আছা কোনে কৃষ্ণক জিনিল ॥ ৫৪০
কৃষ্ণে স্বামী ভৈলা আসি ৰুক্মিণীৰ ভাগে।
কন্যা ভৈলে অৰণ্যে পৰক দিবে লাগে ॥
কোন কাজে তুমি আসি পাতিলা বিৰোধ।
একোকালে তোমাৰ নভৈল ভাল বোধ ॥ ৫৪১
এভো হেন কৰা তুমি মোৰ বাক্য ধৰা।
যুদ্ধ পৰিহৰা তুমি বিপাওে নমৰা ॥
মাধৱে সহিতে তুমি কৰা কুটুম্বিতা।
তিনিয়ো লোকত তেবে কাক আছে চিন্তা ॥ ৫৪২
হেন শুনি মহাখঙ্গে মাতিলা কুমৰ।
শুন ওৰে কোনে তোক পাতিলে পাতৰ ॥
অপুছক মন্ত্ৰী তই নতো পাস চোট।
মোৰ আগে শত্ৰুক দেখস বৰ গোট ॥ ৫৪৩
তই সাৰথিক যোগ্য ভয়াতুৰ চাৰ।
পলুৱাই আমাৰ অনাইলি খিলিঙ্কাৰ ॥
জগতে জানিল ৰুক্মীবীৰ পলায় যায়।
মিত্ৰক বিষাদ দিলে শত্ৰু পাইলে লাই ॥ ৫৪৪
কাৰ বোলে ৰণ স্থলি এৰি দিলি ভঙ্গ।
ভালে মোৰ আপুনি তোলস্তে আছে খঙ্গ ॥
সাৰথি নচাই তোক কাটিসে পেলাওঁ।
জীয়ি যেবে ডাক ৰথ যুজিবাক যাওঁ ॥ ৫৪৫
শুনিয়া সাৰথি আৰ নেদিলে উত্তৰ।
ওলগতে পাঙ্কিল সেহি পটন্তৰ ॥
জীয়াৰ আসুখি নলাগয় মৰন্তাক।
এহি বুলি উলটায়া ডাকিলা ঘোৰাক ॥ ৫৪৬
আতি বেগ ধৰি ৰথ খান যায় চলি।
ছুনাই প্ৰবেশ গই ভৈলা ৰণস্থলি ॥
সাৰথিও আতিশয় মনত আসুখে।
ৰাখিলেক ৰথ খান কৃষ্ণক সমুখে ॥ ৫৪৭
ৰুক্মীও সমুখ ভৈলা ধনু ধৰি কাছি।
মুৰি পাত শৰ জুলহন্তে লৈলা বাছি ॥

আকৰ্ণ পূৰিয়া শৰ পঠাইলেক খেপি।
দেখি কৃষ্ণে পথতে কাটিলা অৱলেপি * ॥৫৪৮
সেহি ছেগে প্ৰহাৰিলা অৰ্দ্ধচন্দ্ৰ শৰ।
হাততে কাটিলা ধনু ভীষ্মক পুত্ৰৰ ॥
ছয় শৰে কৰচক পেলাইলেক কাটি।
দেখি ৰুক্মী আন ধনু ধৰিলেক ডাটি ॥ ৫৪৯
ক্ৰোধে জ্বলি গৈল যেন অগ্নি প্ৰলয়ৰ।
বৰচোটে প্ৰহাৰিলা একনবৈব শৰ ॥
ঘোৰাক সালিল নিয়া দশ দশ শৰে।
কুৰি পাতে ভেদিলেক ধ্বজৰ উপৰে ॥ ৫৫০
মাধৱক একাদশ সাৰথিক কুৰি।
মূৰ্চ্ছা গৈলা দাৰুকৰ ধাতু গৈল উৰি ॥
এৰিলন্ত বাঘজৰী ৰথ ফুৰে পাক।
দেখি হৰি নিয়মিলা চাৰিও ঘোৰাক ॥ ৫৫১
সাৰথিকো আশ্বাসিয়া কৰিলন্ত থিৰ।
ঢুনাই দাৰুক ভৈলা নিৰুজ শৰীৰ ॥
ঘোৰাৰ কাঢ়িয়া শৰ মাৰ্জ্জিলন্ত গাৱ।
গুণন্ত মাধৱে দেখি ৰুক্মীৰ প্ৰভাৱ ॥ ৫৫২
কিনো ইটো দাৰুণ অশক্য বীৰগোট।
মোক হেন আনে কোনে সহিবেক চোট ॥
ভালেতো ইহাৰ ডৰে কাম্পে সুৰাসুৰ।
জগত কণ্টক ৰুক্মা কুমৰ দন্দুৰ ॥ ৫৫৩
আক মাৰি পৃথিৱীৰ খণ্ডাও মহাভাৰ।
এহিসে কাৰ্য্যক লাগি মোৰ অৱতাৰ ॥
হেন বুলি ধনু ধৰি কৰিলা টঙ্কাৰ।
ৰুক্মীক বোলন্ত অৰে শুন দুৰাচাৰ ॥ ৫৫৪
হেলাভেসে এতবেলি যুজস আমাক।
হেৰ জান তোক এবে ভৈল যমডাক ॥
আজি তোৰ সকলে ভাৱনা কৰো চুৰ।
যতেক শকতি তোৰ সবে কৰ পূৰ ॥ ৫৫৫

* অৱলেপি—দৰ্পেৰে।

এহি বুলি হৰি প্ৰহাৰিলা বাণগণ ।
সূৰ্য্যৰ উদয়ে যেন প্ৰচণ্ড কিৰণ ॥
বিদ্যুৎ সঞ্চাৰে গৈয়া কুমৰক পাইল ।
হৃদয়ত পৰি শৰ পিঠিত বজাইল ॥ ৫৫৬
বাণ ঘাৱে কল্মী আতি ব্যথিত শৰীৰ ।
চোট পাই কম্পে তাৰ উৰু কৰ শিৰ ॥
গাৱৰ ৰুধিৰ বহি যাই যোম্বানলে ।
দুনাই হানিলা হৰি শৰ সেহি তালে ॥ ৫৫৭
দুই বাণে হাতত কাটিলা ধনুখান ।
আঠ শৰে চাৰি ঘোটকৰ লৈলা প্ৰাণ ॥
ত্ৰৈলোক্য অজয় বীৰ দেৱ বনমালী ।
ষাঠি শৰ হানি ৰথ পেহ্লাইলা ৰথালি ॥ ৫৫৮
হেন দেখি সাৰথিৰ ধাতু গৈলা উৰি ।
মাধৱক স্তুতি কৰে দুয়ো হাত যুৰি ॥
নমো আদি দেৱ নমো সংসাৰ কাৰণ ।
দুষ্ট বিনাশন সন্ত জনক পালন ॥ ৫৫৯
ত্ৰাহি ত্ৰাহি জগন্নাথ জগতৰ সাক্ষী ।
যিটো ভালমন্দ তুমি সবে আছা দেখি ॥
পশিলো শৰণ মই মহা ভয় ভীত ।
ত্ৰাহি ত্ৰাহি কৃষ্ণ বুলি পৰিলা ভূমিত ॥ ৫৬০
হেন দেখি প্যাছে কৃপাময় চক্ৰপাণি ।
সাৰথিক ৰাখিলা বৈষ্ণৱ হেন জানি ॥
নকাটিলা কৃষ্ণে সাৰথিয়ো আস্টা পাই ।
মৃতক যোৰাৰ আৰে থাকিলা লুকাই ॥ ৫৬১
সুস্থ হুয়া দেখে কল্মী ৰথ ভৈল ভঙ্গ ।
মাধৱক লাগি আতি তাৰ ভৈল খঙ্গ ॥
ৰথ হন্তে জাম্প দিয়া নামিলা কুমৰ ।
মুণ্ড লৰাবিয়া বীৰে গৰ্জ্জিলা বিস্তৰ ॥ ৫৬২
ভয়ঙ্কৰ গদা ধৰি বোলে থাক থাক ।
মাথাৰ উপৰে ঘুৰাইলেক সাত পাক ॥
হোঁ বুলি হানিলেক মাধৱক প্ৰতি ।
তাকো কাটিলন্ত শৰে ত্ৰিজগত পতি ॥ ৫৬৩

গদা চয় ভৈল দেখি হানিল মুদগৰ ।
ছেদিলন্ত শৰে তাকো দেৱ দামোদৰ ॥
যেহি অস্ত্ৰ লয়ে কাটে দেৱ নাৰায়ণ ।
ক্ৰোধে কি কৰিব কল্মী নপান্ত চেতন ॥ ৫৬৪
যত অস্ত্ৰ শস্ত্ৰ পাৱে মানে কোঙ্কাই আনে ।
মাধৱক লাগি দুইহাতে মেলি হানে ॥
একো দিকি নচাই খৰ্জ্জে হানে মহাকোপে ।
তাক কৃষ্ণে পথতে কাটন্ত অল্পলেপে ॥ ৫৬৫
একো অস্ত্ৰ শস্ত্ৰ যেবে নপায়ন্ত খুজি ।
খাণ্ডা ৰাক ধৰি বোলে মাৰো আক যুজি ॥
ভাৱ ভঙ্গি কৰিয়া ৰাকত দিলা পাক ।
উপৰক তুলি ধৰি ফিঙ্কাৱে খাণ্ডাক ॥ ৫৬৬
থাক থাক বুলি খেদি যায় ৰাক পাতি ।
সুৱৰ্ণৰ চান্দচয় ঝিকি পাৰে আতি ॥
তাতে গুণ্ডি লগাই আছে হালয় চামৰ ।
বাঘে যেন মাধৱক কচিল কুমৰ ॥ ৫৬৭
মাধৱে দেখন্ত কল্মী বীৰ আসে খেদি ।
খাণ্ডা ৰাক হাতত পেহ্লাইলা তাৰ ছেদি ॥
হৃদয়ত দশ শৰে ভেদিলন্ত হৰি ।
তথাপিতো দাৰুণে নকৰে পাছ ভৰি ॥ ৫৬৮
ৰজ্ৰ মুষ্টি ধৰি ধাইল দশন কামুৰি ।
গাৱৰ বেগত ভূমি লৰে প্ৰতি ভৰি ॥
বিদ্যুৎ সঞ্চাৰে গই ৰথ মাজে উঠি ।
কৃষ্ণৰ হিয়াত বৈসাইলেক ৰজ্ৰ মুষ্টি ॥ ৫৬৯
কিটাইলন্ত নাৰায়ণে মুঠিৰ প্ৰহাৰে ।
চাম্প দিয়া চুলত ধৰিয়া বাম কৰে ॥
সিংহৰ হাতত যেন বন্দী ভৈল হাথী ।
হুঁ বুলি হিয়াত বসাইলা একলাঠি ॥ ৫৭০
মূৰ্চ্ছা গৈল কল্মীবীৰ পায়া মহাদুখ ।
দুই চক্ষু মুদি বীৰ ভৈল অধোমুখ ॥
হেন দেখি মহাকোপে দশন কামুৰি ।
তাৰৰ খাণ্ডাক কৃষ্ণে কাঢ়িয়া আজুৰি ॥ ৫৭১

কাটিবাক লাগি চেগ চান্ত যদুৰায় ।
ৰুক্মিণী দেখন্ত মোৰ ভাতৃ কাটা যায় ॥
আথে বেথে মাধৱৰ চৰণত ধৰি ।
অনেক কাতৰ কৰি মাতন্ত সুন্দৰী ॥ ৫৭২
ৰাখা ৰাখা প্ৰভু আৰ নলৈয়োক প্ৰাণ ।
আঞ্চল পাতিয়া মাগো দিয়ো ভাতৃ দান ॥
তোহ্মাৰ আগত ইটো যেন ক্ষুদ্ৰ মস ।
ইহাক মাৰিলে প্ৰভু পাইবা কোন যশ ॥ ৫৭৩
তোমাক বিৰোধ কৰি খাইলেক দুই আখি ।
মাৰিবাক লাগিয়া হাথীক যুজে মাথি ॥
সিংহক জোহ্মাৰে যেন ক্ষুদ্ৰ মৃগ হুই ।
দোষক চাহন্তে কাটিবাক যোগ্য হুই ॥ ৫৭৪
তথাপিতো মোক হন্তে কৰিয়োক ৰক্ষা ।
যত লাগে আপুনিয়ো পূৰিয়োক কক্ষা ॥
যিহোক সিহোক মোৰ হোৱে জ্যেষ্ঠ ভাই ।
ইহাক কাটন্তে কোন সতে থাকো চাই ॥ ৫৭৫
শশীপ্ৰভা আই মৰিবন্ত পুত্ৰ শোকে ।
আমাকেসে গৰিহা কৰিবে সবে লোকে ॥
ভাতৃ বধ কৰিলেক স্বামীক অনাই ।
ৰুক্মিণীত পৰে দুৰাচাৰী আন নাই ॥ ৫৭৬
ক্ষমা কৰা মোৰ নধাকোক কুখিয়াতি ।
পাপিষ্ঠৰ মুখক দেখন্তে মৰো আতি ॥
মৰি আছিলেক দেখো নাহি মাত বোল ।
তোহ্মাৰ হাতত আৰ ঠাই ভৈল টোল * ॥ ৫৭৭
জীয়োক ভয়াই এবে দান্তে লওঁ খেৰ ।
হেন জানা তোহ্মাৰ খাণ্ডাৰ ভৈল চেৰ † ॥
আপোনাৰ কুবুদ্ধিয়ে গৈল ৰসাতল ।
মৃতক প্ৰাণীক কাটিবাক কোন ফল ॥ ৫৭৮
তথাপিতো ক্ষমা যেবে নাহিকে তোহ্মাৰ ।
ভাই বহিনীক কাটিয়োক একেবাৰ ॥

এই বুলি মকমকি কান্দন্ত সুন্দৰী ।
তিতিল লোতকে মাধৱৰ দুই ভৰি ॥ ৫৭৯
হেন শুনি হাসিয়া বদতি নাৰায়ণ ।
আক লাগি বান্ধৈ কেনে কৰাহা ক্ৰন্দন ॥
হেন অপৰাধী ইটো জানিবা আপুনি ।
শত্ৰুক কাটন্তে বাধা কৰা কিবা গুণি ॥ ৫৮০
কৰি আছে দুৰাচাৰে কাটিবাৰ দোষ ।
ক্ষমিলো তোমাক চান্তে এৰা অসন্তোষ ॥
কিন্তু একগোটা আৰ থৈবো কুখিয়াতি ।
নকাটিবো তথাপি কৰিবো বদ্ধ শাস্তি ॥ ৫৮১
এহি বুলি কেশৱ এৰিলা যদুৰায় ।
গলত কাপোৰ দিয়া ধৰিলা মেৰায় ॥
চক্ৰধৰি মাথাৰ মুণ্ডিলা সবে কেশ ।
দাৰি গোম্ফ চাঞ্চি সচে কৰিলা কুবেশ ॥ ৫৮২
চক্ষুৰ ভ্ৰুৱক চাঞ্চিলন্ত জগন্নাথে ।
হাসি হাসি ঘোল আনি ঢালিলন্ত মাথে ॥
ভৈলা ৰুক্মী কুমৰ কুমুণ্ডা যেন পুণ্ডা ।
চিনিবাক নপাৰি বিকৃত মুণ্ডা লণ্ডা ॥ ৫৮৩
মাধৱে বোলন্ত দন্ফ কৰ এহি মুই ।
ঘসিলা মাথাত আনি কালি চুণ দুই ॥
কপালতো ৰেখা দিয়া পিন্ধাইলন্ত ফোট ।
ৰুক্মীক দেখয় যেন হুলু পশু গোট ॥ ৫৮৪
বিস্তৰ বিগুতি আৰো কৰিলা মুৰাৰি ।
ৰথ হন্তে ৰুক্মীক পেহলাইলা ঢক্কা মাৰি ॥
নিঢালে পৰিলা আতি হামুখুৰি খাই ।
নাহি শ্ৰুতি বুদ্ধি আতি মৃতক পৰায় ॥ ৫৮৫
লাজে অপমানে আতি দেখে তমোময় ।
জীলো কি মৰিলো আপোনাকে নজানয় ॥
নিশ্ৰীক শৰীৰ আতি খণ্ডিল প্ৰতাপ ।
পৰি আছে যেন দান্ত ভগা ঢোণ্ডা সাপ ॥ ৫৮৬
ৰুক্মীক দেখিয়া দেৱ ভুলিলেক হাসি ।
তই মাধৱক যুজিবাক চাস আসি ॥

* টোল—গৰ্ত্তা ।   † চেৰ—নিলুই ।

যি মুখে গোসাইক পাপী পাৰিলিহি গালি।
ৰৰ ৰঙ্গ ভৈলো তাতে কালি চুণ পাইলি ॥ ৫৮৭
মহন্তক নিন্দিয়া অল্পতে পাইলি ফল।
ৰুক্মিণী নভৈলে আজি যাস ৰসাতল ॥
কুমৰক চাহি এহি বুলি দেৱগণ।
কৰিলন্ত হাস্য বৰ প্ৰকটি দশন ॥ ৫৮৮
মাধৱক চাহি পাছে কৰিয়া হৰিষ।
ৰৰষিলা পুষ্প আতি সুৰভি শিৰিষ ॥
বায়ে বিদ্যাধৰে ৰঙ্গে নাচে অপেস্বৰা।
গন্ধৰ্ব্বে জোগায়ে গীত আকাশৰ পৰা ॥ ৫৮৯
ঋষিয়ে বোলন্ত ৰাজা শুনা জন্মেজয়।
ৰুক্মীৰ সেনাৰ যেন মিলিল প্ৰলয় ॥
যেতিক্ষণে মাধৱে ধৰিল কুমৰক।
যদুসেনা দেখিয়া ধাইলা কটকক ॥ ৫৯০
বলভদ্ৰ আদি কৰি যত বীৰৰাজ।
চৌভিতি বেঢ়িল গৈয়া শত্ৰুৰ সেনাক ॥
বেৰাস্তে এৰাইবাক নপাৰিলা একো প্ৰাণী।
জালৰ মাছক যেন মাৰে শেলে হানি ॥ ৫৯১
যেন অল্পায়াসে মৃগ মাৰে মত্ত সিংহ।
মৰন্তে কটকে পাৰে আৰবাৰ ৰিঙ্গ ॥
জনেকো নৰৈল সবে পেলাইল নিডলি।
ক্ষণেকতে নিশব্দ ভৈল ৰণস্থলি ॥ ৫৯২
অনেক বহল যেন পদ্মবন খান।
হস্তী মুখে পাই যেন কৰিলে উচন্ন ॥
সেহিমতে ৰুক্মীৰ কটক ক্ষয় ভৈল।
সেনাৰ ৰুধিৰে এক নদী বহি গৈল ॥ ৫৯৩
কৃষ্ণৰ কটক আতি প্ৰচণ্ড প্ৰভাৱ।
শত্ৰুসেনা ৰুধিৰে লেপিত ভৈলা গাৱ ॥
অস্ত্ৰ শস্ত্ৰ বস্ত্ৰ তেজে তিতিল সবাৰ।
মহা ভয়ঙ্কৰ দেখি ৰাক্ষস আকাৰ ॥ ৫৯৪
শত্ৰুক সংহৰি যদুসেনা উনমাদ।
পৰম উৎসাহে সবে কৰে সিংহনাদ ॥
এবে নাচে গাৱে অন্তো অন্যে বোলে মাত্তি।
বায়ে জয়ঢোল বোল উঠলিল আতি ॥ ৫৯৫
ভেৰা দাম্ফি দিয়া কৰে লৰৰা লৰৰি।
বাক খাণ্ডা খৈয়া কেহো বজাৱে চাপৰি ॥
বস্ত্ৰ তুলি বান্ধি কতো কতুহলে আছে।
থিয় ডঙ্গা দিয়া অঙ্গি ভঙ্গি কৰি নাচে ॥ ৫৯৬
তাক চাই হাসে কতো দশন প্ৰকটি।
জিনিলো জিনিলো বুলি কৰে চটি মাটি ॥
চতুৰ্ভিতি বেঢ়ি বায়ে নানা বাদ্য ভণ্ড।
তুলি তুলি নচুৱায়ে চিন্ন চৌণ্ডা দণ্ড ॥ ৫৯৭
কৰে ৰঙ্গ ঢঙ্গ সেনা মাটি ভেৰা ভেৰে।
এহিমতে শত্ৰু সংহাৰিলা বলদেৱে ॥
গদ যুযুধানে সমে চতুৰঙ্গ দলে।
কৃষ্ণৰ পাশক গৈলা মহা কতুহলে ॥ ৫৯৮
ৰুক্মীক দেখিলা গৈয়া বিকৃত কুবেশ।
গোবিন্দে বিগুটি চাঞ্চিলন্ত গুম্ফ কেশ ॥
কৰিলা লাঞ্চনা কৃষ্ণে কালি চুণ চুই।
পৰি আছে ৰুক্মীবীৰ অধোমুখ হুই ॥ ৫৯৯
পৰম বিকৃত ভৈল চিনন নযায়।
নাহি মাত বোল যেন মৃতক পৰায় ॥
তাকো লাগি মহা মৰ্ম্মে গালে হাত দিয়া।
কান্দন্তে আছন্ত সতী ভীষ্মকৰ জীয়া ॥ ৬০০
সৰসৰি নয়নৰ পৰয় লোতক।
নৈলন্ত ওৰণি পাছে দেখিয়া জ্যেষ্ঠক ॥
ৰুক্মিণীৰ দুখ দেখি বলাইৰ কাৰুণ।
কৃষ্ণক বোলন্ত তুমি কিনো নিদাৰুণ ॥ ৬০১
কিসক কৰিলা কুটুম্বৰ মৰ্ম্মভেদ।
কোন কাৰ্য্যে দিলা বোৱাৰীক হৃদি খেদ ॥
আনে পিন্ধাৱয় আনি চন্দন কুঙ্কুম।
তুমি চুণে চুইলা নৱ সম্বন্ধি কুটুম ॥ ৬০২
ইহাৰ অৱস্থা দেখি মনে লাগে দুখ।
কোন মতে বোৱাৰীৰ চাহিবাহা মুখ ॥

ৰুক্মীক কৰিলা এতমান বদ্ধ শাস্তি।
হেনসে নিৰ্দ্দয় ভৈলা থৈলা কুখিয়াতি॥ ৬০৩
ৰুক্মিণীক বলভদ্রে প্ৰবোধিলা মাতি।
এবা মাত্র কষ্ট শোক নকৰিবা আতি॥
ক্ষত্ৰি জাতি ভৈলে হোয়ে হেন ব্যৱহাৰ।
বিবাদ লাগিলে ভাই ভাই চিন্তে মাৰ॥ ৬০৪
দাৰুণ ক্ষত্ৰিয় জাতি হেনয় অবুদ্ধ।
সংগ্ৰাম লাগিলে পিতা পুত্ৰে কৰে যুদ্ধ॥
ব্ৰহ্মায়ে নিৰ্ম্মিলা আমাসাৰ জাতি ধৰ্ম্ম।
হেন জানি মাত্র তুমি নকৰিবা মৰ্ম্ম॥ ৬০৫
দুৰ্জ্জন ৰুক্মীয়ো নেৰে কন্দলৰ আশ।
কোনে কাৰ্য্যে উফৰি আপুনি হোৱে নাশ॥
আৰ কোন হানি হুই কিয় আসে ধাই।
উদয়াৰ ষাণ্ড যেন মুৰে মাটি খাই॥ ৬০৬
ইহাৰ নকাঢ়ো দোষ বিধিৰ বিপাক।
কোনে এৰাইবাক পাৰে কৰ্ম্মলিপি তাক॥
হেনয় লাঞ্চনা হৈবে কৃষ্ণৰ হাতত।
লিখিলা বিধাতা হেন আৰ কপালত॥ ৬০৭
বলৰ প্ৰবোধে সুস্থ ভৈলন্ত ৰুক্মিণী।
কৃষ্ণো লৰি গৈলা পাছে ৰিপুগণ জিনি॥
প্ৰচণ্ড যাদৱী সেনা সাগৰ শঙ্কাস।
দ্বাৰকাক চলিলা চানিয়া দিশ পাশ॥ ৬০৮
বলভদ্ৰ যুযুধান গদ শ্ৰীহৰি।
লৰি গৈলা পদাতি চাৰিকো মধ্য কৰি॥
আতি আৰম্বৰে কৰে জয় ঘোষ ধ্বনি।
চিহ্নবে দন্তালে কাঢ়ে ঘোবায়ে হ্ৰেসণি॥ ৬০৯
যান্তৰ চোটত চুটে স্বৰ্গৰ কপাট।
ৰথ চক্ৰ ঘাৱে যেন ভূমি মেলে ফাট॥
প্ৰজাৰ আন্দোলে বোলে কৰ্ণে হানে তাল।
দলদোপ বসুমতী কাম্পিল পাতাল॥ ৬১০
কৃষ্ণৰ কিঙ্কৰ কবি ৰচিল শঙ্কৰে।
শুনা কৃষ্ণ কথা সভাসদ নিৰন্তৰে॥
লভিবা মুকুতি যেবে সংসাৰ নিস্তৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি॥ ৬১১

---

ৰজা ভীষ্মক আৰু মহাদেৱৰ বিলাপ।

ছবি

ঋষিয়ে বোলন্ত শুনা মহাৰাজা জন্মেজয়
যেন ভৈলা ৰুক্মীৰ অৱস্থা।
ৰণ জিনি নাৰায়ণ ৰঙ্গে চলি গৈল যেবে
তাত পৰে কহো পাছ কথা॥
সামৰাজে ভৈলা হত যেবে ঘোৰ সমৰত
সাৰথি কুমৰ মাত্ৰ জীল।
আতি আথে বেথে ধৰা নগৰত পশি গৈয়া
ৰাজাৰ আগত জান দিল॥ ৬১২
শুনিয়োক নৃপবৰ কাৰ্য্য ভৈল অধন্তৰ
কি কহিব ধাতু গৈল উৰি।
চতুৰঙ্গ সেনা যত সামৰাজে ভৈল হত
তোহ্মাৰ সমুলে গৈল বুৰি॥
কুমৰকো চুলে ধৰি কাটিবে খোজন্তে হৰি
এতেকতে আসিলো লৰৰি।
কিবা ভৈল তাৰ তথা নজানোহো পাছ কথা
জানন্তে প্ৰভু যাহা তুমি লৰি॥ ৬১৩
হেন শুনি নৰনাথ জাঙ্ক দিলন্ত মাথ
দশো দিশি দেখি অন্ধকাৰ।
হা পুত্ৰ কি কৰিলি আপুনি মৰিলি তই
প্ৰজাৰ চিন্তিলি মহামাৰী॥
সৰ্ব্ব কালে ক্ৰুৰ চিত হিতক দেখিলে তিতি*
নুশুনিলি মোৰ হাক ডাক।
কৃষ্ণক বিৰোধ কৰি সামৰাজে গৈলি মৰি
একেশ্বৰ কৰিলি আহ্মাক। ৬১৪
কৃষ্ণক যুজিয়া বলে পুত্ৰ গৈলি ৰসাতলে
তাক্ত যেদি নাহিকে আহ্মাৰ।

* তিত—তিতা।

মৰাইলি পদাতিগণ তাজেসে লগৰ মন
কি লৈয়া চৰ্চ্চিবো ৰাজ্যভাৰ ॥
কিনো ভৈল হৃদি খেদ বিধাতা চলিল মোক
এহি বুলি কান্দে নৃপবৰ ।
ধাবায়ে জনালে গই শুনিলন্ত মহাদই
সমবত পৰিল কুমৰ ॥ ৬১৫
অন্তৰীক্ষ ভৈল প্ৰাণ নাহি শ্ৰুতি বুদ্ধি জ্ঞান
তমোময় দেখি সেহি তালে ।
জ্বলি গৈল শোকানল যেন গোৰ কটা কল
পৃথিৱীত পৰিল নিঢালে ॥
সেৰকিনীবৰ্গে আনি আথে বেথে ঢালে পানী
বুৰিল মৰন্তে পটেশ্বৰী ।
কুমৰৰ ভাৰ্য্যা যত স্বামীৰ শুনিয়া হত
কান্দে সবে আৰ্ত্তনাদ কৰি ॥ ৬১৬
হা স্বামী বুলি গেৰি পাৰৈ মহাদৈক বেঢ়ি
শোকে যেন যাই প্ৰাণ ফুটি ।
আম্মাক অনাথ কৰি প্ৰাণনাথ গৈলা মৰি
এহি বুলি কৰে লোটালুটি ॥
কান্দে আৰো নৰনাৰী অন্তেষপুৰক চানি
ক্ৰন্দনৰ উৰ্ম্মি উথলিল ।
অনন্তৰে মহাদই ক্ষণেকে চেতন পাই
দীৰ্ঘৰাৱে অনেক কান্দিল ॥ ৬১৭
পুত্ৰ শোকে দহে গায় হিয়ে হানে মুঠি ঘায়
হা মোৰ হাৰিয়াস পুতাই ।
কৃষ্ণ জমাই যমদূত হুয়া তোক নিলে কুত
মোক শোকসাগৰে পেল্লাই ॥
সন্মুখে দিলো হাক তোক দন্দ কৰিবাক
দুশুনিলি কিনো স্বতন্তৰ ।
অল্লাই গৈলি নাচি বাগি পুতাই ইজনক লাগি
উলটিয়া নপশিলি ঘৰ ॥ ৬১৮
পাছো পুত্ৰ ভৈল দুখী আছিলো অচ্যুত সখি
শিয়ো নাম খণ্ডালে কুমৰ ।
কিনো ভৈল হৃদি শোক বিধাতা দণ্ডিলে মোক
যমপুৰে আম্মাক দুমৰ ॥
ৰাজাৰ কুমাৰীগণে তোক সেৱে সৰ্ব্বক্ষণে
শীতল শয্যাত থাক শুই ।
আজি বাপু স্থান এৰি কোন স্থানে আছ পৰি
কাক শৃগালৰ ভক্ষ্য হুই ॥ ৬১৯
তোহোক কাটন্তে চাই থাকিব ৰুক্মিণী আই
প্ৰাণক ধৰিবে কোন মতে ।
ভাতৃশোক পায়া মোৰ সি কি জীয়াই জীয়ে মোৰ
জানিলোহো মৰিল লগতে ॥
পুত্ৰ জীয়া * হেকৰাই থাকিবো কাহাক চাই
জীও কিয় কুলক্ষণী চাৰী ।
এহি বুলি পটেশ্বৰী কান্দে আৰ্ত্তনাদ কৰি
পৃথিৱীত লোটালুটি পাৰি ॥ ৬২০
নাৰীগণে প্ৰবোধয় শুনা আই মহাদই
সবাকো আকুল কেনে কৰা ॥
জীৱন মৰণ তাৰ বাৰ্ত্তা নতু পাই সাৰ
দাৰুণ সন্তাপ পৰিহৰা ॥
সুস্থ হুয়া চালি গায় বাৰ্ত্তা লয়া যায়
কন্যী নতু মৰন্ত সমুলি ।
আমিয়ো শুনিলো পাছে কুমৰ জীৱন্তে আছে
ৰুক্মিণী ৰাখিলা তাই বুলি ॥ ৬২১
শশীপ্ৰভা হেন শুনি মাতিলন্ত মনে গুণি
তোমাসাৰ সিদ্ধি হৌক বাক ।
মোৰ দুই পুত্ৰ জীউ হোক আজি চিৰজীৱি
আম্মাৰ খণ্ডোক গৰ্ব্ব তাক ॥
এহি বুলি পটেশ্বৰী লৰি গৈলা শীঘ্ৰ কৰি
ৰথাত আছয় ৰণস্থলী ।
সহস্ৰ সাকাতে চেৰী আগে পাছে যায় বেঢ়ি
আৰো নাৰীগণ যায় চলি ॥ ৬২২

* জীয়া—জী ।

ব্ৰাহ্মণগো নৰিলা পাছে যত পাত্ৰ মন্ত্ৰী আছে
ভীষ্মকক বেড়িয়া চৌপাশ।
শোকানলে মাৰৈ পুলি * হা ভাতৃ পুত্ৰ বুলি
ঘনে ঘনে তেজয় নিশ্বাস॥
কতো কতো শোকে কান্দে চক্ষুৰ লোতক চান্দে
একোৱে নাকলৈ পথ বাট।
ইষ্টে মিত্ৰে নেই ধৰি কতো বোলে হৰি হৰি
কিনো বিধি লিখিলা ললাট॥ ৬২৩
কতো নৰ-নাৰী লোকে বন্ধু বান্ধৱৰ শোকে
ৰুক্মীক পাৰন্তে যায় গালি।
জগতে নাটিলে যাক তাঙ্কো নৈলি যুঝিবাক
দিন দুপৰতে আখি খাইলি॥
তোহোৰ কাৰণে আমি হৰুৱাইলো পুত্ৰ স্বামী
সবে ভৈলো নিমাখিতী ৰাণ্ডী †।
কেনে যাইব দিন কাল হৃদয়ত দিলে শাল
ৰুক্মীময় ভৈলে তলগাণ্ডি॥ ৬২৪
এহিমতে কান্দি-কাতি শৰীৰত ধুলা মাটি
মহামৰ্ম্মে প্ৰজা যায় চলি।
ব্ৰাহ্মি কথা মাত বোল কৰে হাহাকাৰ ৰোল
পাছে গৈয়া পাইল ৰণস্থলী॥
কুটা হয় হস্তী ৰথ মৃতকে ঢাকিল পথ
শোণিতে কৰ্দ্দম সমুদায়।
দেখি কান্দিবাক লৈল বোলেক উথলি গৈল
মৰা বন্ধু বান্ধৱক চাই॥ ৬২৫
প্ৰণামিয়া হৰি পায়ে কায়স্থ শঙ্কৰে গায়ে
হৰিবংশ কথাৰ পয়াৰ।
তুমি পদ প্ৰসাদত সিদ্ধ হোক অভিমত
পদ হোক আশেষ প্ৰচাৰ॥
শুনিয়োক সৰ্ব্বজন পুণ্য হোক সঞ্চয়ন
এৰি আন কথা ভাব ভুষ।
সমস্তে সমাজে চাকি হৰি হৰি বোলা ডাকি
উদ্ধাৰিয়ো আপোন পুৰুষ॥ ৬২৬

মৰৰ ক্ষেত্ৰত মৃত সৈন্যসমূহক দেখি স্ত্ৰী-পুত্ৰৰ ক্ৰন্দন আৰু সমৰ ভূমিত ভোজকূট নগৰ পাতি ৰুক্মীৰীৰৰ থাকিবলৈ অনুমতি লাভ।

**পদ**

ঋষিয়ে বোলন্ত শুনা জন্মেজয় ৰাজা।
মৰা বান্ধৱক গৈয়া দেখিলন্ত প্ৰজা॥
পুত্ৰ পুত্ৰ বুলি গৈয়া কেহো ধৰে গলে।
আশেষ ক্ৰন্দন কৰে হাকলে বিকলে॥ ৬২৭
মৰা ভাইক ধৰি কেহো ভাতৃগণে কান্দে।
মৃতক স্বামীক কতো নাৰীগণে বান্ধে॥
মুখ দেই মুখত আখিত দেই আখি।
ই জন্মক লাগি গোঁসাই ভৈলো দেখা দেখি॥ ৬২৮
শ্ৰুতিহত হুয়া কতো সুকোমলী নাৰী।
মৃতক স্বামীক তৈতে আঙ্কোৱালি ধৰি॥
উঠিয়োক গোঁসাই গৃহক যায়ো চলি।
পৰি আছা কিসক দুৰ্গম ৰণস্থলী॥ ৬২৯
নিচুকি থাকিলে চিত কৰে উতপাত।
জুৰাওক শৰীৰ প্ৰভু আষাৰেক মাত॥
মোত হাবিয়াস আতি নাহি কি কাৰণ।
এহি বুলি আৰ্ত্তৰাৱে কৰয় ক্ৰন্দন॥ ৬৩০
এহি মতে নৰনাৰী সমস্তে কান্দই।
কুমৰক বিচাৰি ফুৰন্ত মহাদই॥
পাত্ৰ পুত্ৰ সহিতে ভীষ্মকে চান্ত ফুৰি।
দেখন্ত কুমৰ পৰি আছে চক্ষু মুৰি॥ ৬৩১
বিবৰ্ণ বদন দেখো মৃতকৰ ঠান।
গমিতে নপাৰি কিবা আছে নাই প্ৰাণ॥
নাহি দাৰি গোম্ফ আছে কালী চুলী চুই।
চিনিতে নপাৰি ৰুক্মী বীৰ হুই দুই॥ ৬৩২
কেহো বোলে এহি গোট হুই ৰুক্মী বীৰ।
মৃতকৰ ঠান দেখি নিশ্চল শৰীৰ॥
কেহো বোলে জীয়া কেহো জনে বোলে মৰা।
কেহো বোলে উলটায়া হাতে পাৰে ধৰা॥ ৬৩৩

* পুলি—পুৰি। † ৰাণ্ডী—বিধৱা।

হেন শুনি কুমৰৰ মনত অসুখ।
মৰণতো দশগুণে লাজ বৰ দুখ॥
মৰাবেশে থাকো দেখি সম্ভালোক চিনি।
আমাক মাৰোক বুলি প্ৰচণ্ড অগনি॥ ৬৩৪
এহি বুলি কল্পীবীৰে পাৰ্ত্তিলন্ত বুদ্ধি।
উসাইল পেট গোট বায়ুক নিৰোধি॥
চক্ষু উলটাইল থিৰ ভৈল হাত ভৰি।
মৃতকৰ বেশে থাকি গৈল দান্ত তৰি॥ ৬৩৫
পাছে তাক চিত কৰি চাহে মন্ত্ৰীগণ।
নাসাত নেখেলে বায়ু নিষ্পান দশন॥
ৎৰ মৰ হাত পাৰ মৃতকৰ ঠান।
দেখি সবে বোলে এতিক্ষণে গৈল প্ৰাণ॥ ৬৩৬
ইকাতি সিকাতি কৰি চাহে বগৰাই।
মৰিল ৰাজাৰ পুত্ৰ আৰ ধাতু নাই॥
যেহি মতে থৰে তাক থাকে সেহি ভাৱে।
হেন দেখি শোকে প্ৰজা কান্দে আৰ্ত্তৰাৱে॥ ৬৩৭
কুমৰৰ ভাৰ্য্যা যত ৰাজাৰ কুমাৰী।
ক্ৰন্দন এৰিয়া বোলে যায়ো সইতৰী॥
হাতে আম ডালি লৈয়া মাতে কতোজনী।
হেন দেখি মন্ত্ৰীগণে বান্ধে পাৰঙ্গনি॥ ৬৩৮
সেহিবেলা কল্পীৰ সাৰথি পলাই আছে।
আপোন সেনাৰ মাত বুজিলেক পাছে॥
মুণ্ড তুলি চাহে পৰ ঠাইৰ কেহো নুই।
ঘোৰাৰ সাদ্ধিৰপৰা আইল ৰাজ হুই॥ ৬৩৯
কৰযোৰ কৰি বোলে ৰাজাক প্ৰণামি।
এৰিয়ো ক্ৰন্দন সবে কথা জানো আমি॥
মাধৱৰ হাতন্ত ভাৱনা ভৈল চুৰি।
জীৱন্ত কুলৰ লাজে আছে ভেস জুৰি॥ ৬৪০
কৃষ্ণে কৰিলন্ত আক প্ৰাণান্তিক শাস্তি।
সি কাৰণে অপমানে আছন্ত নমাস্তি॥
যুদ্ধ হাৰি পৰি আছে মৃতকৰ নয়।
সৰ্ব্বকালে ক্ৰুৰ বুদ্ধি তোহ্মাৰ তনয়॥ ৬৪১

শুনিয়োক ৰাজা কথা কহো পূৰ্ব্বাপৰে।
মূৰ্চ্ছা গৈল তযু পুত্ৰ মাধৱৰ শৰে॥
হেন দেখি মই পলুৱাইলো সেহি চেপে।
কুমৰ চেতন পাছে পাইলা সেহি বেগে॥ ৬৪২
আশেষ গৰ্জ্জিয়া মোক চাইলে কাটিবাক।
কেনে পলুৱাইলি পুনৰপি ৰথ ভাক॥
হেন শুনি ৰথক ভাকিলো পূৰ্ব্বমন্ত।
পতঙ্গ পৰাই কল্পী কৃষ্ণৰ আগত॥ ৬৪৩
নিমিষেক অস্ত্ৰ শস্ত্ৰ ধনু তুণ বাণ।
ৰথকো কাটিয়া কৰিলন্ত খান খান॥
দেখি মই কৰযোৰে কৰিলোহো স্তুতি।
আহ্মাক ৰাখিল কৃষ্ণে সেহিসে যুগুতি॥ ৬৪৪
হেন দেখি তযু পুত্ৰে চুগুণে কিটাইল।
শুধা হাতে ক্ৰোধ কৰি মাধৱক ধাইল॥
বায়ু সম বেগে গোবিন্দৰ ৰথে উঠি।
হুঁ বুলি হিয়াত বৈসাইল বজ্ৰ মুষ্টি॥ ৬৪৫
মুঠিৰ প্ৰহাৰে নকম্পিলা দামোদৰ।
জাম্প দিয়া চুলত ধৰিলা বাম্বকৰ॥
কাটিবাক চাহন্তে ভাৰৰ খাণ্ডা কাঢ়ি।
চৰণত ধৰিলা কল্পিনী আগ বাঢ়ি॥ ৬৪৬
বিনয় বচনে মাগিলন্ত ভাতৃ দান।
কল্পিণীৰ নিমিত্তেসে ৰক্ষা ভৈল প্ৰাণ॥
মুণ্ডিলন্ত কেশ চাঞ্চিলন্ত গুম্ফ ডাৰি।
কালি চুণ চুই গেলাইলন্ত চক্ৰা মাৰি॥ ৬৪৭
কৃষ্ণক কৰিবে কিছু নভৈলেক ক্ষম।
লাজে অপমানে আৰে জুৰি আছে তেম॥
স্বৰূপ কহিলো প্ৰভু যেন লাগে কৰা।
জীৱন্ত তোমাৰ পুত্ৰ নুহিকন্ত মৰা॥ ৬৪৮
হেন শুনি কুমৰৰ উমি গৈল ধাতু।
মৰিবে নপাইলো দুষ্ট সাৰথিৰ হেতু॥
অধোমুখ হুয়া মুদিলেক দুই আখি।
পুত্ৰক মাতন্ত পাছে ৰাজা হেন দেখি॥ ৬৪৯

উঠ উঠ পুত্ৰ তই এৰ ইটো মৰ্ম্ম।
লাজ অপমান ক্ষত্রিয়ৰ কোন ধৰ্ম্ম॥
হাৰিয়া জিনয় কেহো জিনিয়া হাৰয়।
সৰ্ব্বকালে সংসাৰত কাৰো নাহি জয়॥ ৬৫০
কোন কাঠে চেপে কিয় যুজস কৃষ্ণক।
অকাৰ্য্যে মৰাইলি আনি সমস্তে কটক॥
লঘু ভৈলি আপুনি নুশুনি মোৰ বুদ্ধি।
স্বতন্তৰী কণীয়াক কি কৰে আসুধি॥ ৬৫১
অনেক প্ৰবোধি ৰাজা বুজাইল বিস্তৰ।
অনন্তৰে মহাদই দিলন্ত উত্তৰ॥
উঠ উঠ বাপু তই লাজ পৰিহৰি।
তোহোৰ সন্তাপে খানিতেকে যাও মৰি॥ ৬৫২
নথগুয় মোৰ হৃদয়ৰ শুল গুলি।
এতো মোক কিসক নমাত মাথা তুলি।
কতনো বুজাবো নুশুনহ হাক ডাক।
তোহোৰ আগত নপাইলোহো মৰিবাক॥ ৬৫৩
জন্মায়েৰে কিসক যুজিবে তোৰ লাগে॥
এৰাইলো প্ৰমাদ আজি কত পুণ্য ভাগে॥
সমুলি বুৰিল হন্তে মনে গুণি চাৱ।
কক্মিণী জীয়াইৰ বাবে আবে তোক পাওঁ॥ ৬৫৪
বোলন্ত প্ৰবুদ্ধ শশীপ্ৰভা মহামতি।
পাত্ৰ সকলক আদেশিলা নৰপতি॥
কুমৰক সকলে কৰায়ো নিয়া স্নান।
হেন শুনি গৈল যত পাত্ৰতে প্ৰধান॥ ৬৫৫
প্ৰবন্ধে নয়াইলা শৰীৰক ঘসি পিসি॥
পিন্ধাইল উত্তম বস্ত্ৰ গাৱত হৰিষি।
নানাবিধ অলঙ্কাৰে শৰীৰক মণ্ডি।
পাত্ৰগণে বোলন্ত দুৰ্গতি গৈল খণ্ডি॥ ৬৫৬
নৃপতি বোলন্ত পুত্ৰ চলিয়ো নগৰ।
হেন শুনি অন্ন কৰি মাতিলা কুমৰ॥
নযাইবো নগৰ মই বুলিলো বুজাই।
কোন লাজে নগৰক যাইবোহো দুনাই॥ ৬৫৭
শুনিয়োক পিতৃদেৱ বচন আমাৰ।
পূৰ্ব্বে কৰি আছো যেন সত্য অঙ্গীকাৰ॥
কক্মিণীক নেমেলাই নিজিনি কৃষ্ণক।
কদাচিতো আমি নপশিবো কুণ্ডিলক॥ ৬৫৮
সত্য কৰি সমাজত বুলিলো বচন।
এবে যেবে যাও অঙ্গীকাৰ হৱে চন্ন॥
ইঠাইতে ৰহো পিতৃ আজ্ঞা দিয়ো মোক।
হেন শুনি নৃপতি বোলন্ত এহি হোক॥ ৬৫৯
ৰাজাৰ আদেশ পাই হৰিষে কুমৰ।
গৃহস্থক আনি তৈতে পাতিলা নগৰ॥
সাজিলেক গড় পাঞ্চি দুৰ্গম সঙ্কট।
যিটো নগৰৰ নাম থৈলা ভোজকুট॥ ৬৬০
নিৰ্ম্মল আবাস ৰত্নময় মনোহৰ।
কুণ্ডিলক নগই তৈতে ৰহিলা কুমৰ॥
ভাৰ্য্যায়ে সহিতে পাছে ভীষ্মক নৃপতি।
কুমৰক থৈয়া গৈলা কুণ্ডিলক প্ৰতি॥ ৬৬১

শ্রীকৃষ্ণ-কক্মিণীৰ বিবাহ-উৎসৱ।

ঋষি ৰাজ বদতি কহিলো যত কথা।
কৃষ্ণৰ বিবাহ শুনা দ্বাৰকাত তথা॥
ৰণ জিনি যেবে চলি গৈলা হৃষিকেশ।
শুনি দ্বাৰকাত ৰঙ্গ মিলিলা অশেষ॥ ৬৬২
যুদ্ধ জিনি কৃষ্ণ গোসাই আসন্ত আজ্ঞাৰ।
শুভ শুভ বুলি পাৰে উৰুলি জোকাৰ॥
কন্যাক আনন্দে হৰি কৃষ্ণ যদুপতি।
আগ বাঢ়িবাক লাগি আসিলা উগ্ৰতি॥ ৬৬৩
নাচে গায়ে বায়ে বিদ্যাধৰে কতুহলে।
ৰঙ্গমণে নাৰীগণে কৰে সুমঙ্গলে॥
অনন্তৰে দ্বাৰকাত প্ৰবেশে মাধৱ।
দেখি দৈৱকীৰ মনে মিলিল উৎসৱ॥ ৬৬৪
সাধবা সুন্দৰী নাৰীগণ লৈয়া সঙ্গে।
পুত্ৰ বোৱাৰীক আগবাঢ়ি গৈলা ৰঙ্গে॥

মাতৃক দেখিয়া হৰি যান্ত ধীৰে ধীৰে ।
ৰুক্মিণী সহিতে প্ৰণামিলা জানুশিৰে ॥ ৬৬৫
চিৰঞ্জীৱ হোৱা বুলি আশংসিলা সতী ।
ৰুক্মিণী বোহাৰী এৱে হৌক সুৰসতি ॥
ৰুক্মিণীক দেখি কৰে দৈৱকী হৰিষ ।
সাফল বোহাৰী পাইলো পুত্ৰৰ সদৃশ ॥ ৬৬৬
দুই হস্তৰো হস্তক কৰিয়া এক ঠাই ।
গৃহে প্ৰৱেশাইলা নিয়া আনন্দ বঢ়াই ॥
সিঞ্চে কন্যাগণে হাতে দীপ ঘট তুলি ।
আনন্দে সুন্দৰীগণে পাৰন্ত উকলি ॥ ৬৬৭
ৰময়াইলা দুইকো নিয়া দেৱৰ আগত ।
দিলা দুৰ্ব্বাক্ষত বৰ কন্যাৰ শিৰত ॥
কৰিলা অনেক আৰো মঙ্গল উৎসৱ ।
পৰম সন্তোষ মন ভৈলন্ত মাধৱ ॥ ৬৬৮
পিতৃ আদি কৰি যত আছে বন্ধু জন ।
সবাৰো মনক ৰঞ্জিলন্ত নাৰায়ণ ॥
উগ্ৰসেন নৃপতিক বুলিলন্ত পাছে ।
জম্বুদ্বীপ মানে ৰাজাগণ যত আছে ॥ ৬৬৯
সবাৰো পাশক দূত পঠায়ো সত্বৰ ।
বিহা চাহিবাক আসন্তোক নিৰন্তৰ ॥
আনো এক বচন শুনিয়ো নৃপবৰ ।
ৰাজাগণ ৰহিবাৰ সজায়ো বাসৰ ॥ ৬৭০
কুণ্ডিলক লাগি মোৰ শ্বশুৰৰ ঠাই ।
পণ্ডিত ব্ৰাহ্মণ চাই দিয়োক পঠাই ॥
কুটুম্বিতা কৰিবাক বাঞ্ছা আছে তান ।
বিধিমতে আসি কৰন্তোক কন্যা দান ॥ ৬৭১
বিবাহক লাগি জানে সজায়ো বাসৰ ।
দ্বাৰকাত হৈব বৰ সমাজ ডাঙ্গৰ ॥
মিলায়োক ৰাজা আনি বিস্তৰ সম্ভাৰ ।
হাট ঘাট নগৰ কৰায়ো জাতিষ্কাৰ ॥ ৬৭২
শুনি উগ্ৰসেন ৰাজা আনন্দ অপাৰ ।
দ্বাৰকা নগৰে যত মিলাইলা সম্ভাৰ ॥

শকত ভকত দূতচয় পাঞ্চিলন্ত ।
প্ৰজটিল দূতগণ পৃথিৱীৰ অন্ত ॥ ৬৭৩
কহিলেক কথা গৈয়া সকলে ৰাজাত ।
মাধৱ গোসাইৰ বিহা হৈৰ দ্বাৰকাত ॥
চলিয়োক বিহা চাহিবাক ৰাজা ষাৰ ।
যাইবো বুলি ৰাজাগণ ভৈল কাচ পাৰ ॥ ৬৭৪
যৌতুক দিবাক লাগি লৈলা বহুধন ।
হীৰা মৰকত বস্ত্ৰ মাণিক ভূষণ ॥
ৰথ ধ্বজ গজ ৰাজী সাজি নিৰন্তৰে ।
লক্ষে লক্ষে প্ৰজা চলে দ্বাৰকা নগৰে ॥ ৬৭৫
জৰাসন্ধ প্ৰমুখ্যে বিপক্ষ ৰাজা যত ।
বিহা চাহিবাক ভৈল সবাৰো সম্মত ॥
অনেক যৌতুক বস্ত্ৰ লৈয়া সাময়াজে ।
দ্বাৰকাক গৈলা সবে শিশুপাল ৰাজে ॥ ৬৭৬
তাসম্বাক আগবাঢ়ি নিলন্ত মাধৱ ।
যাক যেনমত লাগে কৰিলা গৌৰৱ ॥
ৰত্নময় মন্দিৰে সবাকো বাসা দিলা ।
দিব্য পঞ্চামৃত দিয়া মন সন্তোষিলা ॥ ৬৭৭
যত ৰাজা আছে জম্বুদ্বীপৰ ভিতৰে ।
শত্ৰু মিত্ৰ সবাকো অনাইলা নিৰন্তৰে ॥
দ্বাৰকাত আসি সবে ভৈলা একস্থান ।
সবাকো সন্তোষি হৰি দিলা অন্নপান ॥ ৬৭৮
সিবেলা যতেক প্ৰজা আইলা দ্বাৰকাক ।
আছো আনলোক কোনে লেখিবে ৰাজাক ॥
ৰাচিলাত ৰাচিল আসিলা যত ঘোৰা ।
শতেক বৎসৰে কোনে লেখি পাইবে ওৰা* ॥ ৬৭৯
ময়মত্ত হস্তী যত আইল অপৰ্য্যন্ত ।
হেন প্ৰাণী নাহি তাৰ লেখি পাইব অন্ত ॥
সুবৰ্ণৰ পাহু যাত নৰাধম্ম পান্থ ।
হস্তীমদ † জলে সিও ভৈলা সবে পান্থ ॥ ৬৮০

* ওৰা—ওৰ, অন্ত । † মদ—হাতীৰ মদজল ।

দ্বাৰকাৰ হাট বাট বিস্তৰ প্ৰকট।
মনুষ্যে কৰিলে হন্তা ঘোৰাৰ শকট॥
একোস্থানে পক্ষী পৰিবাবো নাহি ঠাই।
নিৰ্ব্বিষ প্ৰজা ঠেলি পেসন নযায়॥ ৬৮১
হেন বিপৰীত সভা ভৈল এক ঠাই।
ৰাজাগণে বিস্ময় লভিল সভা চাই॥
অনন্তৰে বাৰ্ত্তা পাইল ভীষ্মক নৃপতি।
দ্বাৰকাক গৈলা পুত্ৰ ভাৰ্য্যায়ে সহিতি॥ ৬৮২
হয় হস্তী ৰথ পাত্ৰ পুত্ৰ সামবাজে।
সবে গৈল কেৱলে নগৈল ৰুক্মী লাজে॥
আসিলন্ত শ্বশুৰ পাইলন্ত কৃষ্ণে সাৰি।
পৰম কৌতুকে তান্ক নিলা আগবাঢ়ি॥ ৬৮৩
সিংহাসনে বৈসায়া কৰিলা নমস্কাৰ।
অন্তেষপুৰত শশীপ্ৰভা পয়োসাৰ *॥
বিহানীক দেখিয়া দৈৱকী গাৱ চালি।
অনেক সাদৰে ধৰিলন্ত আক্কোৱালি॥ ৬৮৪
মহাদেৱে দৈৱকীক সাৱটিলা ৰঙ্গে।
দুয়োজনে আসনে বসিলা একে সঙ্গে॥
মাৱক দেখিয়া ৰুক্মিণীৰ ৰঙ্গ চিত॥
উকক মুকক † কৰি গৈলা সন্নিহিত। ৬৮৫
শাশুক প্ৰণামি পাছে নমিল মাৱক।
মহাদেৱে গলে বান্ধি ধৰিলা জীৱক॥
মোহোৰ কেশৱ আয়ু লৈয়া তুমি জীয়া।
দেখিবাৰ পৰাসে জুৰাইল মোৰ হিয়া॥ ৬৮৬
হেন জানি তোক আৰ নেদেখিবো আই।
নয়নৰ দুহন্তে নীৰ ধাৰে বহি যায়॥
ৰুক্মিণীয়ো ভৈলা পাছে সজল নয়ন।
দৈৱকী বোলন্ত দুইকো প্ৰবোধ বচন॥ ৬৮৭
বস্ত্ৰৰ আঞ্চলে দুইবো মলচিলা মুখ।
কি কাৰণে বিহানা কৰিয়ো মন দুখ॥

তোহ্মাৰেসে জী জমাই তোহ্মাৰেসে ঘৰ।
তোমৰা আপোন হুইবা আমি হুইবো পৰ॥ ৬৮৮
জমাই পাইলা কৃষ্ণক কতেক পুণ্য ভাগে।
আনন্দ উৎসৱ আতি কৰিবাক লাগে॥
দৈৱকীৰ বাক্যে সুস্থ ভৈলা শশীপ্ৰভা।
অনন্তৰে মাধৱে নিৰ্ম্মিলা দিব্য সভা॥ ৬৮৯
অনেক প্ৰৱন্ধে কৰি গৃহৰ আৰম্ভ।
তাতে সাতলক্ষ দিলা ফটিকৰ স্তম্ভ॥
সুবৰ্ণৰ কাঠি কামি পদূলি মাগুলি।
সুবৰ্ণে সগুাসে চান্দি বান্ধিল কৰলি॥ ৬৯০
গুন্থিলা পতনি সুবৰ্ণৰ গুণা টানি।
চিত্ৰ নেত্ৰ বস্ত্ৰে তাত পাতিল পাতনি॥
ধৱল চামৰে ধাইলা কৰে ফট ফট।
উপৰতে দিলা সুবৰ্ণৰ পঞ্চ ঘট॥ ৬৯১
আৱিল পতকা হালে অল্প বতাসতে।
থানে থানে লগাই আচে হীৰা মৰকতে॥
নাহি হেন কাম দেৱ দৈত্যৰ সভাত।
সুবৰ্ণৰ কাষ্ঠি মনুষ্যৰ আগ হাত॥ ৬৯২
দিব্য ৰত্ন যতেক প্ৰকাশ কৰে আতি।
গৃহৰ প্ৰকাশে নজানিয় দিন ৰাতি॥
যথাযোগ্য কৰি বসুৱাইলা ৰাজাগণ।
শাৰি শাৰি পাৰিল চৌপাসে সিংহাসন॥ ৬৯৩
স্বৰ্গত পাতিল যেন ত্ৰিদশে সমাজ।
কৰিলন্ত বিহাৰ উৎসৱ যত কাজ॥
সেহিবেলা সৰ্ব্বজনে দেখি অদ্ভুত।
আকাশ চানিয়া আসে বিমান বহুত॥ ৬৯৪
ৰথৰ জ্যোতিয়ে আতি কৰে চিকমিক।
অসংখ্যাত সূৰ্য্য যেন নামৈ পৃথিৱীক॥
শুনি কোলাহল একো শৰীৰ নাকলি।
অসংখ্যাত ৰশ্মিপুঞ্জ যেন আসে জ্বলি॥ ৬৯৫
কতো সমীপত কতো দেখি বিণিবিণি।
কণঝুণ কৰি বাজে বস্তুৰ কিঙ্কিণী॥

---

* পয়োসাৰ—প্ৰবেশ।
† উকক মুকক—উলহ মালহ।

নানা বাদ্য বায়ৈ গায়ৈ মনোহৰ গীত ।
মৃদঙ্গ গোমুখ শঙ্খ শুনি সুললিত ॥ ৬৯৬
গগনক ঢাকিয়া দুন্দুভি বাদ্য বায়ে ।
উৰ্দ্ধ মুখে সচকিতে চায়ে সামৰাজে ॥
এভেকতে সমীপ পাইলেক সবে যান ।
আলগতে ৰহি সবে ভৈলা এক থান ॥ ৬৯৭
ত্ৰিদশ সহিতে আসিলন্ত দেৱ ৰাজা ।
দেখিয়া বিস্ময় ভৈলা দ্বাৰকাৰ প্ৰজা ॥
কেহো কাকো দেখায়ে আঙ্গুলি তৰি তৰি ।
অসংখ্যাত ঋষিগণে আছয় আৱৰি ॥ ৬৯৮
পদ্মাসনে বসিয়া আছন্ত হংসযানে ।
চতুৰ্ম্মুখে ব্ৰহ্মাক দেখিয়া বিদ্যমানে ॥
আসিল শঙ্কৰ হুৰা* বলধত চৰি ।
হাতে শূল ডম্বৰু কটিত বাঘজৰী ॥ ৬৯৯
মৈৰাত কাৰ্ত্তিক দেখা দেৱ সেনাপতি ।
মূষত আসন্ত লম্বোদৰ গণপতি ॥
চন্দ্ৰ সম শ্বেতছত্ৰ শিৰে আছে ধৰি ।
যাক সেৱা কৰে অসংখ্যাত অপেশ্বৰী ॥ ৭০০
এহেন্তেসে ইন্দ্ৰদেৱ দেখিয়ো প্ৰৱন্ধে ।
প্ৰত্যক্ষে আসিলা লৰি ঐৰাৱত কন্ধে ॥
ছাগলৰ পিঠিত দেখিয়ো অগনিক ।
দেৱ দিব্যমান তনু সবাতো অধিক ॥ ৭০১
ললিত বলিত বাহু জগতৰ আয়ু ।
হৰিণ বাহন্তে দেখা আসিলন্ত বায়ু ॥
কুবেৰ আসিল দেখা মনুষ্যত চৰি ।
মহিষত চৰি যম আসিলন্ত লৰি ॥ ৭০২
আশেষ ভূষণ শোভে শৰীৰ তৰুণ ।
মগৰত চৰি আসে দেৱতা বৰুণ ॥
দিব্যৰথে চৰি লৰি আসিলন্ত শশী ।
আসিলন্ত আদিত্য সপ্ত ঘোটকত বসি ॥ ৭০৩

একাদশ ৰুদ্ৰ অষ্টবসু বসুমতী ।
নৱগ্ৰহ সমে আসিলন্ত বৃহস্পতি ॥
গায়ৈ বায়ৈ যতেক গন্ধৰ্ব্ব বিদ্যাধৰ ।
সিদ্ধমুনি কিন্নৰ চাৰণ নিৰন্তৰ ॥ ৭০৪
কৃষ্ণৰ বিবাহ চাহিবাক অভিলাষে ।
দেখিয়ো ত্ৰিদশে আসি ৰহিল আকাশে ॥
অনেক পুৰুষে যাক কৰ্ণে আছো শুনি ।
কৃষ্ণৰ প্ৰসাদে দেখো চক্ষুয়ে আপুনি ॥ ৭০৫
এহি বুলি প্ৰজাগণে চায়ে উৰ্দ্ধ দৃষ্টি ।
দেৱগণে আকাশে কৰিলা পুষ্পবৃষ্টি ॥
দেৱতাক আসিবাৰ কৃষ্ণে পাইল সাৰি ।
ভাতৃগণে সহিতে আসিলা আগবাঢ়ি ॥ ৭০৬
মাধৱক দেখি দেৱগণে হৰিষিত ।
আকাশক এৰি সবে নামিলা ভূমিত ॥
হেন দেখি কৃষ্ণে লোক মৰ্য্যাদাক পালি ।
প্ৰথমতে ব্ৰহ্মাক নমিলা বনমালী ॥ ৭০৭
হৰক প্ৰণামি নমিলন্ত বাসৱক ।
কৰিলা প্ৰণতি আনো সকলে দেৱক ॥
কাকো হাতযোৰ কাকো চান্ত হাস্য কৰি ।
কাকো অৱনত ভাৱে ভূষিলন্ত হৰি ॥ ৭০৮
সভাৰ মধ্যক পাছে সবে গৈলা লৰি ।
ভূমিত নপৰে একো দেৱতাৰ ভৰি ॥
আলগতে চলি যান্ত দেৱতা নিশেষ ।
নাহি শৰীৰৰ ছায়া নকৰে নিমিষ ॥ ৭০৯
দেৱৰ প্ৰভাৱ হেন দেখিয় প্ৰত্যেক ।
পৰম বিস্ময় ভৈল সমজ্যা যতেক ॥
নাকত আঙ্গুলি দিয়া সবে চাহি আছে ।
ত্ৰিদশ দেৱক হৰি অৰ্চ্চিলন্ত পাছে ॥ ৭১০
যাক যেন যোগ্য সিংহাসন দিলা পাৰি ॥
বসিলা দেৱতাগণ আপোনাৰ শাৰি ॥
গন্ধ পুষ্প দিয়া পাদ্য অৰ্ঘ আচৰবি ।
নিৰন্তৰ দেৱক অৰ্চ্চিলা তিনি তিনি ॥ ৭১১

* হুৰা—ভস্মধাৰী ।

কৃষ্ণক দেখিয়া নেৰে নভাসন্ত আসি।
কৃষ্ণো হৰিষিত ভৈলা দেৱতাক দেখি ॥
কৰযোৰ কৰি হৰি বুলিলা বচন।
তোমাসাক কোন পুণ্যে পাইলো দৰশন ॥ ৭১২
আম্মাৰ থানক আইলা মোৰ বৰ ভাগ।
কত পুণ্যে মনুষ্যে দেৱক পাইলো লাগ ॥
যাক ভেট নপাৱে অনেক তপসাই।
হেন দেৱ আসিলা আপুনি মোৰ ঠাই ॥ ৭১৩
আজিসি পৱিত্ৰ ভৈল ঘৰকা আম্মাৰ।
কৰিলো আজিসে সবে পুৰুষ উদ্ধাৰ।
হেন শুনি হাসিয়া বুলিলা দেৱলোক।
যতেক বুলিলা এহি পৰিৰৰ্ত্তি হোক ॥ ৭১৪
সৰ্ব্বকালে তোম্মাৰ পালক দেৱজাক।
এতেক বুলিবে কৃষ্ণে নলাগে আম্মাক ॥
তুমিসে উদ্ধাৰ কৰ্ত্তা কুলৰ প্ৰদীপ।
সদায়ে আসিবে লাগে তোমাৰ সমীপ ॥ ৭১৫
সুমৰণে পাপ হৰে দেখিলে মুকুতি।
হেন হৰি স্তুতি কৰা কমন যুগুতি ॥
বোলন্ত দেৱতাগণ কৃষ্ণে আছা শুনি।
অনন্তৰে নাৰদ প্ৰমুখ্যে দেৱ মুনি ॥ ৭১৬
আগবাঢ়ি হাতে দিলা আশীৰ্ব্বাদ ফল।
শিৰত সিঞ্চিলা আনি নানা তীৰ্থ জল ॥
সাদৰে লৈলন্ত কৃষ্ণে চপৰায়া মাথ।
জানু শিৰে সবাকো নমিলা জগন্নাথ ॥ ৭১৭
বসিবাক আসন আপুনি দিলা পাৰি।
বসিলন্ত ঋষিলোক আপোনাৰ শাৰী ॥
ঋষিয়ে বোলন্ত শুনিয়োক জন্মেজয়।
সেহিবেলা আসিলা অনেক সৰ্পচয় ॥ ৭১৮
কৃষ্ণৰ বিবাহ শুনি পৰম উৎসুকি ॥
পাতাল পুৰৰ পৰা আসিলা বাসুকি ॥
ধৱল পৰ্ব্বত সম সুন্দৰ শৰীৰ।
আকাশ চানিয়া আসে সহস্ৰেক শিৰ ॥ ৭১৯

সূৰ্য্য সম জ্বলে হাজাৰেক ফণা মণি।
চাহন নথায় চিকিমিকি কৰে ধ্বনি ॥
চতুৰ্দ্দিশে বেঢ়ি যায় মহা সৰ্পচয়।
অনন্ত তক্ষক কৰ্কট ধনঞ্জয় ॥ ৭২০
নীল মেঘবৰ্ণ বজ্ৰ বিহ্বা যুগন্ধৰ।
ধূম্ৰধ্বজ ধৃতৰাষ্ট্ৰ শৃঙ্গি ভয়ঙ্কৰ ॥
সুভগা সুষেন শতশিৰ শক্ৰপাত।
ইসব প্ৰমুখ্যে আনো সৰ্প অসংখ্যাত ॥ ৭২১
কৃষ্ণৰ বিবাহ চাহিবাক অভিলাষে।
বাসুকিক আগকৰি ৰঙ্গে চলি আসে ॥
লহ লহ জিহ্বা ফেট তুলিয়া ফোকাৰে।
খণ্ড খণ্ড হোৱে মেঘ লাঙ্গুৰ প্ৰহাৰে ॥ ৭২২
আৰকত চক্ষু যেন মুখে পৰে বিষ।
হেন দেখি প্ৰজাৰ লাগিল উস মিস ॥
দশোদিশে পলায় সবে কালে পাইলে বুলি।
কেহো খালে খোপে পশে কেহো পশে খুলি ॥৭২৩
গিৰ গিৰ শবদ উঠিল বৰ বোল।
কতো কতো পলাই যায় মাধৱৰ কোল ॥
কৃষ্ণে উঠি দেখিলন্ত পলায় সবে প্ৰজা।
বিমৰিষি জানিলা আসিল সৰ্পৰাজা ॥ ৭২৪
নকৰিবা ভয় বুলিলন্ত ডাক চাৰি।
পাদ্য অৰ্ঘ লৈয়া ৰঙ্গে গৈলা আগবাঢ়ি ॥
কতুহলে বাসুকিক পূজিলা মাধৱ।
বাসুকিয়ো মাধৱক কৰিলা গৌৰৱ ॥ ৭২৫
আনো সৰ্পগণে মাধৱক পায়া ভেট।
ঔষধক দেখি যেন নামাইলেক ফেট ॥
তাসবাক গৌৰৱ কৰিলা দামোদৰে।
সমজ্যাক লাগি দিলা পৰম সাদৰে ॥ ৭২৬
ৰত্নময় আসন আপুনি দিলা পাৰি।
আধাৰি পকায়া সৰ্পে বসিলন্ত শাৰী ॥
তিনিও ত্ৰৈলোক্য যাৰকাত এক ঠাই।
বিপক্ষ ৰাজাৰ দেখি নথায় মুখুহাৰ ॥ ৭২৭

অন্যো অন্যে চাহি সবে কৰে কাণা কাণি ।
হেনতো অদ্ভুত নতো দেখি নভু শুনি ॥
সুৰ নৰ নাগক দেখিয় এক ঠায় ।
কিনো বিপৰীত ইটো কৃষ্ণৰ প্ৰভাৱ ॥ ৭২৮
থাকিল খিয়াতি যাৱে চন্দ্ৰ দিবাকৰ ।
এহি বলি গলাগোপ কৰে নিৰন্তৰ ॥
সেহিবেলা ব্ৰহ্মাদের কৃষ্ণত বদন্তি ।
কিসক অপেক্ষা কৰা ত্ৰিজগত পতি ॥ ৭২৯
বিলম্বক মুযুৰাই বোলে দেৱগণ ।
সুভক্ষণে যোগ বিহা কৰা নাৰায়ণ ॥
হেন শুনি যাদবৰ গৰ্গ পুৰোহিত ।
তখনে মিলাইলা আনি বিহাৰ সম্ভৃত ॥ ৭৩০
সুগন্ধ চন্দনে লেপিলন্ত কতো দূৰ ।
উপৰে সিঞ্চিলা আনি অনেক সিন্দুৰ ॥
দিব্য নেত বস্ত্ৰ আনি পাৰিলন্ত হৰি ।
সুৱৰ্ণৰ ঘটে থৈলা জলে ফুলে ভৰি ॥ ৭৩১
লগাইল প্ৰদীপ ধুপ মিলাইল সমস্ত ।
দেখিয়া ভীষ্মক ৰাজা ভৈল কুশ হস্ত ॥
কৃষ্ণে পিন্ধিলন্ত পাছে দেবাঙ্গ বসন ।
শৰীৰে ভূষিল আনি দিব্য আভৰণ ॥ ৭৩২
কুশ পিন্ধি আচান্ত ভৈলন্ত যদুৰায় ।
বসিলা আসনে পাছে শ্বশুৰ জমাই ॥
ব্ৰহ্মাৰ বচনে পাছে আৰম্ভিলা পূজা ।
ঘাৰকাক ঢাকি বাদ্য ভগু বায়ে প্ৰজা ॥ ৭৩৩
গায়ে বায়ে গন্ধৰ্বৰ মুখ্য বাছি ।
নাচিবে লাগিলা অপেশ্বৰাগণ কাছি ॥
স্বৰ্গ মৰ্ত্ত্য পাতালত যত বাদ্য আছে ।
একে থানে বায়ে বিহা মণ্ডপৰ কাছে ॥ ৭৩৪
শবদৰ খমদম দুণ্ডুবিয়া মাত ।
মহা মহোৎসৱ বৰ ভৈল সিবেলাত ॥
দিব্য পৰিমাণ পিঁকে দেৱ পাৰিজাত ।
পৰম আমোদ গন্ধ ভৈল সিবেলাত ॥ ৭৩৫

মহামুনিগণে মন্ত্ৰ পঢ়ে অবিচ্ছেদ ।
চতুৰ্মুখ ব্ৰহ্মা উচ্চাৰন্ত চাৰি বেদ ॥
পূজা অৱসানে পাছে নৃপতি ভীষ্মক ।
প্ৰথমতে মাধৱক দিলা হস্তোদক ॥ ৭৩৬
উকলেপ দিয়া মুখ চন্দ্ৰিকা কৰাইলা ।
দেৱকন্যাগণে বেঢ়ি সুমঙ্গল গাইলা ॥
বিস্তৰ বৰণ পাদ্য অৰ্ঘ আচমনি ।
সাদৰে দিলন্ত ৰাজা মাধৱক আনি ॥ ৭৩৭
দুই হাত পাতি হৰি লৈলিলা সবাক ।
আপুনি বসিয়া ব্ৰহ্মা উচ্চাৰন্ত বাক ॥
চন্দনে কুসুমে পাছে বেদী খণ্ড মণ্ডি ।
কৰিলন্ত ব্ৰহ্মাদেয়ে কুশৰ কুশণ্ডি ॥ ৭৩৮
প্ৰজ্বলিত অগনিত দিলন্ত আহুতি ।
সম্প্ৰদান কৰিয়া বোলন্ত প্ৰজাপতি ॥
ব্ৰহ্মাৰ আদেশ শুনি নৃপতি ভীষ্মক ।
মনত হৰিষে কন্মৰথ কুমৰক ॥ ৭৩৯
বোলন্ত যৌতুক যত কৰা এক থাম ।
ৰুক্মিণীক সালঙ্কৃতা কৰি আন্তে আন ॥
শুনি কন্মৰথ অভ্যন্তৰে পয়োসাৰ ।
লৈলেক যৌতুক দিব্য বস্ত্ৰ অলঙ্কাৰ ॥ ৭৪০
ৰুক্মিণীক বোলে আৰে আসিয়ো ৰুক্মিণী ।
হেন শুনি কান্দিবাক লাগিয়া ভগিনী ॥
সেহিবেলা পঠাই ইন্দ্ৰে দিলা অলঙ্কাৰ ।
দেৱাঙ্গ ভূষণ মনুষ্যত অপ্ৰচাৰ ॥ ৭৪১
তাক পাই ভীষ্মক নন্দিনী মহাৰঙ্গে ।
দিব্য আভৰণ আনি চৰাইলন্ত অঙ্গে ॥
দেৱাঙ্গ ভূষণ দেৱী পিন্ধিলা প্ৰবন্ধে ।
ভূষিত শৰীৰ পুষ্প চন্দনৰ গন্ধে ॥ ৭৪২
বিবাহৰ ঠাইক চলি যান্ত দিব্য কাছে ।
কন্যা সহস্ৰেক বেঢ়ি যায় আগে পাছে ॥

* কুশণ্ডি—হোমৰ অগ্নি সংস্কাৰৰ প্ৰাৰম্ভিক ক্ৰিয়া ।

সভাৰ মধ্যত বসিলন্ত মহাসতী।
কৈলাস শিখৰে যেন উঠিলা পাৰ্ব্বতী ॥ ৭৪৩
দিব্য আভৰণে আতি জ্বলে বৰবালা।
মেৰুত উদিত যেন নব চন্দ্র কালা ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
বোলা হৰি হৰি পাইবা হাততে মুকতি ॥ ৭৪৪

---

শ্রীকৃষ্ণ-রুক্মিণীৰ বিবাহ আৰু দেৱভাসকলৰ দান।

ঝুমুৰি

দেৱতা মনুষ্য নাগে।
রুক্মিণীক দেখি আগে ॥
ধৰিবে নপাৰে চিত্ত।
কামে ভৈল জৰ্জ্জৰিত ॥ ৭৪৫
যেন উথলিল ঘৃত।
ঢলি পৰে পৃথিৱীত ॥
সুদীৰ্ঘ নিশ্বাস ছাড়ে *।
অন্যো অন্যে হেন ৰবৈ ॥ ৭৪৬
কিনো কন্যা ৰূপৱতী।
একো অঙ্গে নাহি ক্ষতি ॥
পূৰ্ণ চন্দ্র যেন মুখ।
দেখন্তে নয়ন সুখ ॥ ৭৪৭
কালি আজুলিৰ শৰী।
তুহি একো অপেশ্বৰী ॥
আমাৰেসে প্ৰাণ হৰৈ।
ভালে শিশুপাল মৰৈ ॥ ৭৪৮
কৃষ্ণে কিবা তপসাইল।
রুক্মিণীক ভাৰ্য্যা পাইল ॥
হেন ভাৰ্য্যা ভৈল যাৰ।
সাফল জীৱন তাৰ ॥ ৭৪৯
সাৰ্থক দেৱতা পূজে।
ই ঠাৱতে স্বৰ্গ ভুঞ্জে ॥
কিনো বিপৰীত ৰূপ।
এহি বুলি ভৈলা চুপ ॥ ৭৫০
ব্ৰহ্মায়ো ভৈলন্ত ভোল।
নাহি একো মাত বোল ॥
এৰিলন্ত স্ৰুৱ স্ৰুচ্।
কামবাণে ভৈল মূৰ্চ্ছ ॥ ৭৫১
নাহি একো শ্ৰুতি বুদ্ধি।
অচেতনে চক্ষু মুদি ॥
শৰীৰ তিতিল ঘামি।
আইল পাছে ধাতু নামি ॥ ৭৫২
কথমপি ধৈৰ্য্য ধৰি।
স্ৰুৱ লৈলা বিষ্ণু স্মৰি ॥
তথাপি শিহৰে নোম।
বহ্নিত কৰন্ত হোম ॥ ৭৫৩
ঝুমুৰি শঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে ॥
একান্ত নিবিৰ মনে।
হৰি হৰি বোলা ঘনে ॥ ৭৫৪

---

পদ

রুক্মিণীৰ আগে কিছু নোহে অপেশ্বৰা।
চন্দ্ৰৰ আগত যেন নক্ষত্ৰয় তাৰা ॥
সূৰ্য্যৰ আগত যেন প্ৰকাশে প্ৰদীপ।
পাছে চাপিলন্ত যেৱী পিতৃৰ সমীপ ॥ ৭৫৫
দেখি হাতমেলি ৰাজা লৈলন্ত কোলাত।
কৃষ্ণৰ হাতত দিলা রুক্মিণীৰ হাত ॥
তিল কুশ লৈলা তুলি নৃপতি ভীষ্মক।
পাৰিলেক মানে ৰাজা দিলন্ত যৌতুক ॥ ৭৫৬

* ছাড়ৈ—দূৰ কৰা, ত্যাগ কৰা।

গজ বাজী প্ৰজা যত অৰ্দ্ধ ৰাজ্যভাৰ।
দাসী দাস ধন ধান্য সুৱৰ্ণ ভাণ্ডাৰ ॥
যনন্ত পৰিলা যানে সেহি সময়ত।
উচৰ্গি দিলন্ত ৰাজা কন্যাৰ লগত ॥ ৭৫৭
কৃষ্ণৰ আসনে পাছে থৈলা ৰুক্মিণীক।
বৰৰ কন্যাৰ এক ঠাই কৰি টিক ॥
সুৱৰ্ণ ভৃঙ্গাৰে ৰাজা ঢালিলন্ত পানী।
ব্ৰহ্মাদেৱে উচ্চাৰন্ত বেদমন্ত্ৰ ধ্বনি ॥ ৭৫৮
দিব্য কন্যাগণে পাছে দিলন্ত উৰুলি।
দেৱগণে বৰিষন্ত পাৰিজাত তুলি ॥
সিঞ্চন্ত কৰ্পূৰ ধূলি কৰি মহাৰঙ্গ।
গন্ধৰ্ব্বৰ ৰাজা বায়ে আপুনি মৃদঙ্গ ॥ ৭৫৯
উৰ্ব্বশী প্ৰমুখ্যে আছিলন্ত অপেশ্বৰী।
গন্ধৰ্ব্বে গায়য় গীত সুললিত কৰি ॥
ভ্ৰুৱ ধৰি ব্ৰহ্মায়ে হুমন্ত বহ্নি জ্বালি।
এৰিল নৃপতি মাধৱৰ আজ্ঞা পালি ॥ ৭৬০
কন্যা দান কৰি পূৰিলন্ত মনোৰথ।
মেলিলন্ত লগ্নগাণ্ঠি পাছে কন্যৰথ ॥
বিবাহৰ কাৰ্য্য যত কৰি নিৰন্তৰে।
সেহি বেলা উচৰ্গি দিলন্ত পুৰন্দৰে ॥ ৭৬১
অমূল্য যতেক বস্ত্ৰ আছিল স্বৰ্গত।
ঐৰাৱত * উচৰ্গি দিলন্ত অষ্ট শত ॥
দেখন্তে অদ্ভুত কাৰো ডিমৰি † প্ৰমাণ।
দিলন্ত মুকুতা ফল দশলক্ষ মান ॥ ৭৬২
আৰো একশত অপেশ্বৰা দিলে এৰি।
যনন্ত হৰিষে ৰুক্মিণীৰ কৰি চেৰী ‡ ॥
এতেক উচৰ্গি ইন্দ্ৰে থাকিলা নিচুকি।
তান্ত পাছে উঠি উচৰ্গিলন্ত বাসুকি ॥ ৭৬৩
প্ৰথমতে দশযোটা মণি দিলা আনি।
এক মণি আছে জ্বলাবিলে পৰে পানী ॥
এক মণি আছে তাত নলাগে অগণি।
মাগিলে সুৱৰ্ণ বৰিষয় আউৰ মণি ॥ ৭৬৪
আউৰ মণি আছয় ৰাত্ৰিক দিন কৰে।
আউৰ মণি আছয় পিয়াস ক্ষুধা হৰে ॥
আউৰ মণি আছয় চৌষষ্টি হৰে ৰোগ।
আউৰ মণি আছে ঐত পাই যত ভোগ ॥ ৭৬৫
এক মণি আছে সংগ্ৰামত কৰে জয়।
আউৰ মণি হৰৈ যত জৰা মৃত্যু ভয় ॥
আউৰ মণি আছে যৈকে মন তৈকে নেই।
উচৰ্গিলা সৰ্পৰাজা দশ মণি এই ॥ ৭৬৬
যৌৱন সম্পূৰ্ণা ৰূপ আতি গুণে ধন্যা।
উচৰ্গিলা সৰ্পৰাজা হাজাৰেক কন্যা ॥
আনো সৰ্পগণে গায়ে গায়ে উচৰ্গিল।
অনেক মাণিক মণি যত্নে বৰষিল ॥ ৭৬৭
কুবেৰ বৰুণ অষ্টবসু বসুমতী।
চন্দ্ৰ সূৰ্য্য অন্তক কাৰ্ত্তিক গণপতি ॥
আনো অসংখ্যাত উচৰ্গিলা দেৱবৰ্গ।
হীৰা মৰকত বস্ত্ৰ কৰিলা উৎসৰ্গ ॥ ৭৬৮
মনুষ্যত দুৰ্লভ অমূল্য মহাধন।
উচৰ্গিলা দেৱগণে দিব্য আভৰণ ॥
শক্তি অনুৰূপে কেহো ত্ৰুটী নকৰিল।
একআণ্ঠু কৰি সবে বস্ত্ৰ বৰষিল ॥ ৭৬৯
পূৰ্ণাহুতি কৰি ব্ৰহ্মা অগ্নি বিসৰ্জ্জিলা।
আশী লক্ষ মানে ধেনু তাহিতে সৃজিলা ॥
হৃষ্ট পুষ্ট বৎস তাৰ দেখন্তে উৎসাহ।
পিঠিত কলহ বহে হাণ্ডি যেন বাহ ॥ ৭৭০
প্ৰতিধেনু দুহি দুগ্ধ পাই পাক ঘট।
তাত্ৰে পিঠি বান্ধি কাংস্যে বান্ধিলন্ত পেট ॥
সুৱৰ্ণৰ শৃঙ্গ ৰজতৰ খুৰা চাৰি।
উচৰ্গিলা যজ্ঞে ব্ৰহ্মা মেলিলা মুৰাৰি ॥ ৭৭১

---

* ঐৰাৱত—ঐৰাৱত নাম হস্তী।
† ডিমৰি—ডিমৰু, জলৰ ফল। ‡ চেৰী—দাসী।

ঝুনা

ঘোষা—এ হৰি নমো, নমো মহাদেৱ।
শিৱাই শঙ্কৰ, নমো গোসাঁই এ॥

পদ

সবে দেৱগণে উচৰ্গি আছে।
মনে মনে হৰে গুণন্ত পাছে॥
কি দিবো আৰে কৰো কোন কৰ্ম্ম।
গাৱৰ বস্ত্ৰ পিন্ধো বাঘ চৰ্ম্ম॥ ৭৭২
হাতে লৈয়া গুহ্লায় শূল ডম্বৰু।
ঘৰবাহিৰে এক গুটি গৰু॥
সৰ্পৰ কিঙ্কিণী * সৰ্পৰ হাৰ।
সকল গাৱে সৰ্প অলঙ্কাৰ॥ ৭৭৩
শিৰত আছে অৰ্দ্ধ চন্দ্ৰ কালা।
মনুষ্য মুণ্ডে গান্থিছো মালা॥
যোকণ্ডিত আছে ভস্মৰ ধূলি।
আক দিলি হৈবো লঘু সমুলি॥ ৭৭৪
হেঠ মাথ কৰি নপান্ত খুজি।
কৰজোৰে কৃষ্ণ মাগন্ত বুজি॥
দায়াসে লাগে নলাগয় আন।
হুয়ো সুপ্ৰসন্ন দেৱ ঈশান॥ ৭৭৫
হেন শুনি হৰে দুগুণে লাজিল।
বুজিলন্ত কৃষ্ণে আসন্ন বাজিল॥
ভৈলোহো লঘু ত্ৰিদশৰ মাজে।
ভৈলা অন্তৰ্দ্ধান শিৱ সমাজে॥ ৭৭৬
শঙ্কৰে ভণিলা শিৱৰ ঝুনা।
সবে সমাজে কাণ পাতি শুনা॥
স্নেহে সুখে যাইবা সংসাৰ তৰি।
সঘনে ডাকিয়ো ঘুষিয়ো হৰি॥ ৭৭৭

* কিঙ্কিণী—ঘুণুৰা।

দুলড়ী

দেৱগণে যেবে উচৰ্গি আটাইল
উঠিলন্ত ৰাজাগণ।
হয় হস্তী ৰথ সৰ্ব্বস্ব উৎসৰ্গি
কৃষ্ণ আগে বৰিষণ॥
যত দান কৰে সভায়ো নধৰে
দ্বাৰকা ৰত্নে ভৰিল।
ত্ৰৈলোক্যৰ প্ৰজা যত আসি আছে
উচৰ্গা সবে কৰিল॥ ৭৭৮
যৈত মন তৈতে নাম গোত্ৰ লই
উচৰ্গিলা ভিনি ভিনি।
পৰি আছে ৰত্ন নাহি তাক যত্ন
কেহো নোকোঞ্চাৰে ঘিণি॥
গজ বাজী ৰথ চানিলেক পথ
চপান তাক নযায়।
আপোন মেলান হুয়া জুমা জুমে
ফুৰয় উদয়া * খাই॥ ৭৭৯
বস্ত্ৰ অলঙ্কাৰ কস্তুৰী চামৰ
যেন ভৈল খেৰ খৰি।
যৈতে যৈতে থৰে যাচন্তে নলৱে
দোল দৌলি থাকে পৰি॥
হেন দেখি পাছে ত্ৰৈলোক্য বিস্ময়
অন্যো অন্যে কহে কথা।
পৰশাৱে হাত দেখা দ্বাৰকাত
বস্তুৰ কেন অৱস্থা॥ ৭৮০
দেৱ মনুষ্যত অসুৰ নাগত
নশুনি হেন বিয়া।
কিনো কীৰ্ত্তি থৈলা কহিবাক লৈলা
ঘিৱা মৰা ঘিৱা জীয়া॥

* উদয়া—উদং, নিজ ইচ্ছামতে।

পাছে নাৰায়ণে বিহা অৱসানে
কৰিণী সহিতে উঠি।
ব্ৰহ্মা পুৰন্দৰে প্ৰমুখ্যে দেৱক
নজিলন্ত মন তুষ্টি ॥ ৭৮১
গায়ে পাৰে দিল তাম্বুল বসন
পিন্ধাইলা পুষ্প চন্দন।
কৃষ্ণৰ আদৰ পায়া নিৰন্তৰ
স্বৰ্গে গৈলা দেৱগণ ॥
বাসুকি প্ৰমুখ্যে নাগকো ভুষিলা
গন্ধ পুষ্প বস্ত্ৰ দানে।
পাছে সৰ্প স্বৰ্গ পাইল যেন স্বৰ্গ
কৃষ্ণৰ আতি সম্মানে ॥ ৭৮২
ইটো পৃথিবীৰ যত ৰাজাগণ
সমজ্যাক আসি আছে।
তাকো কৃষ্ণে গন্ধ চন্দন কুঙ্কুমে
বসনে ভুষিলা পাছে ॥
ত্ৰৈলোক্যৰ যত আইল প্ৰজাগণ
বিহা চাহিবাক প্ৰতি।
তাকো ভক্তিভাৱে ভুষিলা মাধৱে
পুষ্প গুৱা দিয়া মাতি ॥ ৭৮৩
মহা হৰিষিত সমস্তৰে চিত্ত
কৃষ্ণৰ পায়া সম্মান।
চলা বুলি কৃষ্ণে সভা বিসৰ্জ্জিলা
গৈলা যাকি যাকি স্থান ॥
ভীষ্মকো নবিলা কুণ্ডিনক প্ৰতি
জমাইত মেলানি লই।
দৈৱকীৰ হাতে ধৰিয়া বোলন্ত
শশীপ্ৰভা মহাদেই ॥ ৭৮৪
পাঞ্চ পুত্ৰ মাজে জীউ একখানি
সম্যকে মোহোৰ জীউ।
কাৰো কৰো সেৱা পালিবা বিহানী
তোমাৰেসে দৈল জীউ ॥

সুৱাগতে * মোৰ বাঢ়িল ৰুক্মিণী
দিনে ৰবে শত দোষ।
বাকিবাকি † তুমি আপুনি বাহিবা ‡
মৰষিবা দশ দোষ ॥ ৭৮৫
তোমাৰ হাতত সুম্পিলো জীয়াইক
কৰিলো হেৰা মেলানি।
মাধৱ যাইবাৰ দেখি ৰুক্মিণীক
নয়নৰ পৰে পানী ॥
মকমকি কৰি কান্দিলা সুন্দৰী
মাতৃৰ গলত ধৰি।
ৰুক্মিণীকো গলে বান্ধি কান্দিলন্ত
শশীপ্ৰভা পাটেশ্বৰী ॥ ৭৮৬
অনেক প্ৰকাৰে প্ৰবোধি ৰুক্মিণীক
উলটাই পঠাইলা ঘৰ।
পাছে সুমালিনী ধাই মাধৱক
বোলয় কৰি কাতৰ ॥
কত তপসাই পাইলে তোমাক
ইহ পৰলোকে গতি।
দিনে দশ দোষ ক্ষমিবা আপুনি
ৰুক্মিণীও শিশুমতি ॥ ৭৮৭
কোলায়ে বোকায়ে তুলিলোহো সুখে
সুখ দিয়া মোৰ আই।
চৰণত ধৰো কৰোহো কাতৰ
পালিবা তুমি গোসাই ॥
মাধৱে বোলন্ত শুনা সুমালিনী
বুলিবে মোক মনাগে।
প্ৰাণতো অধিক দেখো ৰুক্মিণীক
ভাৰ্য্যা পাইলো কত ভাগে ॥ ৭৮৮
এহিবুলি হৰি ধাইৰ মন পূৰি
দিলা বহু অলঙ্কাৰ।

* সুৱাগ—আদৰ। † বাকিবাকি—তিৰস্কাৰ কৰি।
‡ বাহিবা—ৰাখা।

সমুদ্ৰৰ পাছে ভীষ্মক নৃপতি
কুণ্ডিলক্ত পয়োসাৰ ॥
ৰুক্মিণীক পাই পাছে যদুৰায়
এৰাইলা মদন পীড়া।
বিচিত্ৰ মন্দিৰে সৰোবৰ তীৰে
কৰিল অনেক ক্ৰীড়া ॥ ৭৮৯
নানা উপবনে বিবিধ উদ্যানে
ক্ৰীড়িলা ৰুক্মিণী সঙ্গে।
যেন কৈলাসন্তে পাৰ্ব্বতী সহিতে
শঙ্কৰে ক্ৰীড়ন্ত ৰঙ্গে ॥
কৃষ্ণ মনোৰথ পূৰিলা সমস্ত
ৰুক্মিণীক ধৰি কোলে।
দৃঢ় আলিঙ্গনে বদন চুম্বনে
কৰিলা সুৰত * ভোলে ॥ ৭৯০
সুন্দৰীৰ সৱে প্ৰীতি অনুক্ষণ
বাঢ়ন্তেসে যায় আতি।
হাস পৰিহাসে কাম অভিলাষে
নজানিল দিন ৰাতি ॥
ৰুক্মিণীয়ো যত বাঞ্ছিলা মনত
সবেও ভৈলা পূৰণ।
গোপনে সচিত্তে একচিত্ত মনে
সেৱন্ত কৃষ্ণ চৰণ ॥ ৭৯১
স্বৰ্গতো অধিক দ্বাৰকা নগৰ
ইন্দ্ৰতো অধিক কৰি।
শচীতো অধিক হোৱন্ত ৰুক্মিণী
ভৈলা ৰঙ্গে ক্ৰীড়া কৰি ॥
অল্প মতি প্ৰাণী জানিবা নজানি
ৰচিলো ইটো পয়াৰ।
মোলো মোকহাতে সবে সমজ্যাতে
ক্ষমিবা দোষ আমাৰ ॥ ৭৯২

যেন জ্ঞান শূন্য পোকৰ চটক
যেই সেই বাম কাবে।
যেহেন ছয়ালে যেহি মন মোৱলে
তাক কোনে দোষ ধৰে ॥
হেন জানি মোৰ অপৰাধচয়
ক্ষমিয়োক বুধজনে।
কহন্তা শুনন্তা জনৰ দুৰ্গতি
খণ্ডন্তোক নাৰায়ণে ॥ ৭৯৩
কৃষ্ণৰ চৰিত্ৰ সম্যকে অমৃত
শুনিয়া হুয়ো সন্তোষ।
হৰিক স্মৰণে খণ্ডোক ভেখনে
বঢ়া টুটা যত দোষ ॥
নমো হৰি পদ পঙ্কজ যুগল
দণ্ডৱত্তে শতবাৰ।
হৰিবংশ পদ ৰচিলা শঙ্কৰে
আশেষ হৌক প্ৰচাৰ ॥ ৭৯৪
পাতেক তৰণ ৰুক্মিণী হৰণ
এহিস্থানে সমাপতি।
ইহাৰ শ্ৰৱণে কীৰ্ত্তনে সাক্ষাত
সাধয় পৰম গতি ॥
কৃষ্ণৰ কথাত পৰে মহত্তৰ
নাহি আন পুৰুষাৰ্থ।
সকলে শাস্ত্ৰৰ গূঢ় তাত্পৰ্য্য
জানি কহা পৰমাৰ্থ ॥ ৭৯৫
ঈশ্বৰ কৃষ্ণৰ চৰণ সেৱাক
প্ৰতি প্ৰতি আছে কাম।
কৃষ্ণৰ চৰণ হৃদিত ধৰিয়া
ডাকি বোলা ৰাম ৰাম ॥ ৭৯৬

---

ইতি ৰুক্মিণী-হৰণ সমাপ্ত।

---

* সুৰত—ৰতি, মৈথুন।

# শ্ৰীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

—·—:❀:—·—

## [ প্ৰথম স্কন্ধ ]

### প্ৰথম অধ্যায়

ওঁ নমো ভগৱতে বাসুদেৱায়

জন্মাদ্যস্য যতোঽন্বয়াদিতৰতশ্চাৰ্থেষ্বভিজ্ঞঃ স্বৰাট্
তেনে ব্ৰহ্ম হৃদা য আদিকৱয়ে মুহ্যন্তি যৎ সূৰয়ঃ।
তেজোবাৰিমৃদাং যথা বিনিময়ো যত্ৰ ত্ৰিসৰ্গোঽমৃষা
ধাম্না স্বেন সদা নিৰস্তকুহকং সত্যং পৰং ধীমহি ॥ ১
ধৰ্ম্মঃ প্ৰোজ্ঝিতকৈতৱোঽত্ৰ পৰমো নিৰ্ম্মৎসৰাণাং সতাং
বেদ্যং বাস্তৱমত্ৰ বস্তু শিৱদং তাপত্ৰয়োন্মূলনম্।
শ্ৰীমদ্ভাগৱতে মহামুনিকৃতে কিং বা পৰৈৰীশ্বৰঃ
সদ্যো হৃদ্যৱৰুধ্যতেঽত্ৰ কৃতিভিঃ শুশ্ৰূষুভিস্তৎক্ষণাৎ ॥ ২
নিগমকল্পতৰোৰ্গলিতং ফলং শুকমুখাদমৃতদ্ৰৱসংযুতম্
পিবত ভাগৱতং ৰসমালয়ং মুহুৰহো ৰসিকা ভুবি ভাবুকাঃ ॥ ৩

মঙ্গলাচৰণ আৰু ঋষি প্ৰশ্ন।

পদ

জয় জয় কৃষ্ণ কৃপাময় মহেশ্বৰ।
যাৰ আজ্ঞা শিৰে বহে ব্ৰহ্মা হৰি হৰ॥
মৎস্য কূৰ্ম্ম আদি অংশ অৱতাৰ যাৰ।
ঈশ্বৰ কৃষ্ণক কোটি কোটি নমস্কাৰ॥ ৭৯৭
নমো নমো মধু মুৰ ৰিপু মহাহৰি।
অন্তৰে উদয় আসি হোৱে যাক স্মৰি॥
সমস্তে জগত উদ্ধাৰক যাৰ নাম।
তেনয় কৃষ্ণক কৰোঁ সহস্ৰ প্ৰণাম॥ ৭৯৮
প্ৰভু ভগৱন্ত ভকতক নৱবিধি।
হৰিক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি॥
পৰীক্ষিত মোক্ষ কথা দ্বাদশ স্কন্ধৰ।
কৃষ্ণৰ চৰণে ভণে কিঙ্কৰ কৃষ্ণৰ॥ ৭৯৯
প্ৰথম স্কন্ধৰপৰা দ্বাদশ পৰ্য্যন্তে।
কহিলা ৰাজাক মহা মুনীন্দ্ৰ মহন্তে॥
সংক্ষেপ কৰিয়া উদ্ধাৰিয়া তাৰ সাৰ।
শঙ্কৰে ৰচিলা কৃষ্ণ চৰিত্ৰ পয়াৰ॥ ৮০০
আঠাইশ সহস্ৰ ঋষি বেদত প্ৰবাৰ।
বিসুৰ নৈমিষ ক্ষেত্ৰে মহা পুণ্য ঠাৰ॥

মান্য কৰি সূতক পাতিলা সত্ৰ তথা ।
শৌনক প্ৰমুখ্যে শুনে ভাগৱত কথা ॥ ৮০১
শৌনক বদতি শুনা সূত মহামানী ।
পৰম পাতকী কলি পাইলে হেন জানি ॥
আৰম্ভিলো যজ্ঞ আসি সহস্ৰ বৎসৰ ।
হোম-ধূমে ধূম্ৰবৰ্ণ ভৈল কলেৱৰ ॥ ৮০২
যিটো কৰ্ম্ম কৰো আত নাহিকে বিশ্বাস ।
আপোনাৰ আয়ুক কৰিলো ব্যৰ্থে নাশ ॥
সম্প্ৰতি তুমিসি চিন্তিয়োক মহাহিত ।
কৰায়োক পান কৃষ্ণ চৰিত্ৰ অমৃত ॥ ৮০৩
পৰম ঈশ্বৰ কৃষ্ণ দেৱ নাৰায়ণ ।
তান মহা ভক্তি ইটো শ্ৰৱণ কীৰ্ত্তন ॥
ইহাক নজানি আন কৰ্ম্ম কৰি মৰো ।
কৈয়ো কৃষ্ণ কথা সূত যেনমতে তৰো ॥ ৮০৪
ইহাতেসে আমাৰ মিলিল মহাভাগ ।
তুমি হেন মহন্তক পাইলো ভাগ্যে লাগ ॥
যত স্বৰ্গ সুখ যিটো মোক্ষ সুখ মূল ।
ভকতৰ সঙ্গৰ অল্পকো নুহি তুল ॥ ৮০৫
আকাশে সঞ্চৰে ৰবি ৰথ যেন বায়ু ।
সূৰ্য্যৰ লগত হৰৈ জগতৰ আয়ু ॥
এককণ মানে যিটো শুনৈ কৃষ্ণ কথা ।
তাৰ বিনে আনৰ জীৱন যায় বৃথা ॥ ৮০৬
কৃষ্ণত অৰ্পিয়া আমি কৰো কৰ্ম্ম যত ।
তাতো নানা বিঘ্নি আছে জানিলো মনত ॥
এতেকে পিয়ায়ো কৃষ্ণ চৰিত্ৰ অমৃত ।
শ্ৰৱণ মাত্ৰকে যেন হওঁ কৃতকৃত্য ॥ ৮০৭
যাগ যোগ যজ্ঞ কৰি দুঃখ পাইলো মাত্ৰ ।
আবে কহিয়োক মহাভাগৱত শাস্ত্ৰ ॥

মহাভাগৱত শাস্ত্ৰ ।

কৃষ্ণ কথা ইটো অমৃততো কৰি সাৰ ।
শুনা সূত শুক পৰীক্ষিতৰ সম্বাদ ॥ ৮০৮
যাৰ ঘোৰা চলে আতি আকাশৰ পথে ।
সসাগৰা পৃথিবী জিনিলা একে ৰথে ॥
জম্বুদ্বীপপতি পৰীক্ষিত মহাবীৰ ।
তৰুণ কালতে কেনে তেজিলা শৰীৰ ॥ ৮০৯
ভৃত্য যেন খাটে পৃথিবীৰ ৰাজা যত ।
কৃষ্ণত ভকত তেন্তে মহাভাগৱত ॥
হৰি স্মৰি যিমতে কৰিলা তনু ত্যাগ ।
কহিয়ো তাহানে জন্ম সূত মহাভাগ ॥ ৮১০
বিষ্ণু বৈষ্ণৱৰ কিঞ্চিতেকো নাহি ভেদ ।
দুইৰো কথা কৰে পাতকৰ কন্ধ ছেদ ॥
এতেকে শুনিবো আমি কৃষ্ণৰ চৰিত্ৰ ।
এহিসে তাৰিবে আৰে দুৰ্ঘোৰ কলিত ॥ ৮১১
দেৱৰো দুৰ্ল্লভ শুক মুনি মহাভাগ ।
কিমতে পাইলন্ত পৰীক্ষিতে তাঙ্ক লাগ ॥
বৈকুণ্ঠৰ শাস্ত্ৰ যিটো বেদান্তৰো তত্ত্ব ।
সাত দিনে কৈলা সিটো মহাভাগৱত ॥ ৮১২
কি হেতু ৰাজাক আসি দংশিলে তক্ষকে ।
পাইলা গতি ভাগৱত শ্ৰৱণ মাত্ৰকে ॥
বৈষ্ণৱৰ বৃত্তান্ত শুনিবে ইচ্ছা আছে ।
কহিয়োক সূত আন কথা শুনো পাছে ॥ ৮১৩
হেন শুনি সূতে বিনায়ন্ত অৱনত ।
আমি অকুলীন হেন আছিল মনত ॥
তোমাসাৰ প্ৰশ্নে ভৈলো আজিসি পৱিত্ৰ ।
শুনা যেন জানো কহো কৃষ্ণৰ চৰিত্ৰ ॥ ৮১৪
সাৰশেষে কথা কোনে কহিবে স্বৰূপে ।
যেন পক্ষী উৰয় পাখাৰ অনুৰূপে ॥
সেহিমতে যত্মান লৰে মোৰ মতি ।
বৰ্ণাইবো কৃষ্ণৰ লীলা তোমাৰ সম্প্ৰতি ॥ ৮১৫
গ্ৰাম্য কথা কথনে মলিন হৈছে বাণী ।
তাক শুদ্ধ কৰো কৃষ্ণ কথাক বখানি ॥
কৃষ্ণ চৰিত্ৰত মোৰ মহালাভ আছে ।
কৃষ্ণৰ কীৰ্ত্তনে জাতি অজাতি নবাছে ॥ ৮১৬

বৈকুণ্ঠৰ শাস্ত্র ইটো মহাভাগৱত।
যেনমতে পৃথিৱীত ভৈলন্ত বেকত॥
যিমতে কৰিলা শাস্ত্র ব্যাস সৰ্ব্বজ্ঞানে।
প্ৰথমে হৰিক স্মৰি শুনা সাৱধানে॥ ৮১৭

নাৰদৰ আগমন।

দিনেক পূৰ্ব্বত পৰাশৰ সুত ঋষি।
বদৰিকাশ্ৰমত আছন্ত ব্যাস বসি॥
উগুল থুগুল মন নাহি সুখ শান্তি।
নপান্ত উপায় একো মনে গুণি গান্থি॥ ৮১৮
ব্ৰহ্মজ্ঞান চিন্তন্ত মনত নাহি সুখ।
নজানন্ত কিসক মনত মিলে দুঃখ॥
অধোমুখে আছে বসি হুয়া নিশবদ।
সেহি বেলা তৈতে আসি মিলিল নাৰদ॥ ৮১৯

ব্যাস-নাৰদ সংবাদ।

হাতে দিব্য বীণা যন্ত্র মুখে ৰাম নাম।
হৃদয়ত কৃষ্ণ মূৰ্ত্তি স্ফূৰ্ত্তি অবিশ্ৰাম॥
প্ৰেমে দ্ৰৱৈ চিত্ত আতি ৰোমাঞ্চ শৰীৰ।
ধাৰায়ে শ্ৰৱন্তে আছে নয়নৰ নীৰ॥ ৮২০
তোলন্ত যন্ত্ৰত মহা হৰিৰ চৰিত্ৰ।
নাৰদক দেখি ব্যাসঋষি সচকিত॥
আথে বেথে উঠিলা ধৰিয়া কৃতাঞ্জলি।
পৰম গৌৰৱে ঋষি কৰিয়া সেৱলি॥ ৮২১
দিলন্ত আসন আনি বসিবাৰ তৰে।
পাদ্য অৰ্ঘে গন্ধে ধূপে পূজিলা সাদৰে॥
প্ৰণিপাতে পুছিলা কুশল আগমন।
নাৰদে পুছিলা পাছে ব্যাসত বচন॥ ৮২২
হাসিয়া বোলন্ত ঋষি কহিয়ো বৃত্তান্ত।
কিবা হেতু নাহিকে তোমাৰ চিত্ত শান্ত॥
মহা উচপিচ কিয় থিৰ নুহি চিত্ত।
মহন্তৰো মোহ ইটো কিনো বিপৰীত॥ ৮২৩
চাৰিও বেদৰ কৰিলাহা শাখা ভেদ।
যাৰ যেনে জাতি ধৰ্ম্ম দিলা পৰিচ্ছেদ॥
কৰিলাহা ভাৰত পুৰাণ অষ্টাদশ।
জগতত ব্যাপিলে তোমাৰ মহাযশ॥ ৮২৪
ব্ৰহ্মকো সাক্ষাত কৰি কৰা সমাধিত।
তথাপি তোমাৰ কেনে অসন্তুষ্ট চিত্ত॥
কহিয়োক ঋষি মোত ইহাৰ কাৰণ।
শুনি প্ৰণিপাতে ব্যাসে বুলিলা বচন॥ ৮২৫
হওঁ যদি আমি বেদ শাস্ত্ৰত পাৰ্গত।
কৰো নিতে ঈশ্বৰ অৰ্পণা কৰ্ম্ম যত॥
মহাজ্ঞান পূৰ্ণ আমি জগতে প্ৰখ্যাত।
হোন্ত সমাধিতে ব্ৰহ্ম আপুনি সাক্ষাত॥ ৮২৬
তথাপি নুগুচে মোৰ মনে অসন্তোষ।
নপাওঁ বিমৰিষি কিবা কৰি আছো দোষ॥
আপুনি অগাধ বুদ্ধি অংশ অৱতাৰ।
পুচোহো তোমাত কৈয়ো কাৰণ ইহাৰ॥ ৮২৭
নাৰদ বদন্তি শুনা মহামুনিব্যাস।
তুমিসে কৰিলা সবে জগতকে নাশ॥
নিৰন্তৰে পশুৰ লৱাইলা তুমি প্ৰাণ।
নাহি মন্দ কৰ্ম্ম আৰ ইহাৰ সমান॥ ৮২৮
আকস্মিতে লোকক কৰাইলা হিংসা ধৰ্ম্ম।
নুবুজিলা তুমিয়ো বেদৰ তত্ত্ব মৰ্ম্ম॥
গৰিহিত কৰ্ম্মকো কহিলা ধৰ্ম্ম বুলি।
তোমাৰ বচনে লোক নাশিল সমূলি॥ ৮২৯
স্বভাৱে লম্পট বিষয়ত অনুৰাগ।
স্বৰ্গ পাইবো বুলি যজ্ঞে কাটে হংস ছাগ॥
কৰৈ নানা হিংসা ধৰ্ম্ম নানা দেৱ পূজে।
পুণ্য ক্ষয় ভৈলে তুনাই নৰকত মজে॥ ৮৩০
যদি জ্ঞানীগণে তাক কৰে নিবাৰণ।
আউৰ তাৰ বাক্যক নমানে একোজন॥
বোলৈ উপালম্ভ কৰি বচন খণ্ডিত।
ব্যাসতো অধিক ভৈল একেজে পণ্ডিত॥ ৮৩১

প্ৰকটি কহিলা তুমি আনসে ধৰ্ম্মক ।
নকৈলা প্ৰখ্যাত কৰি কৃষ্ণ কীৰ্ত্তনক ॥
সিজিল তোমাত ঋষি পৰম অন্যায় ।
নাহি সুস্থ চিত্ত তব সেহি অভিপ্ৰায় ॥ ৮৩২
মোৰ উপদেশে কৰা ভাগৱত শাস্ত্ৰ ।
প্ৰচাৰোক গোবিন্দৰ গুণ-নাম মাত্ৰ ॥
শ্ৰৱণ-কীৰ্ত্তন মাত্ৰ কৰোক নিশেষ ।
দূৰ হৌক তোমাৰ মনৰ মহা ক্লেশ ॥ ৮৩৩
যদ্যপি ভকতি নৱবিধ মাধৱৰ ।
শ্ৰৱণ কীৰ্ত্তন তাতো মহা শ্ৰেষ্ঠতৰ ॥
অৰ্চ্চন বন্দন ধ্যান সমস্ততে কৰি ।
যশ কীৰ্ত্তনত আতি তুষ্ট হোন্ত হৰি ॥ ৮৩৪
ভকতে যতেক গাৱৈ গুণ নামচয় ।
তাৰ মালা গান্থিয়া পিন্ধন্ত কৃপাময় ॥
হেন জানি ব্যাস ঋষি তুমি সৰ্ব্বজ্ঞন ।
নিৰ্ম্মিয়োক শাস্ত্ৰ কৃষ্ণ চৰিত্ৰ প্ৰধান ॥ ৮৩৫
যিটো বাক্যে নাই নাম কৃষ্ণৰ চৰিত্ৰ ।
উচ্ছিষ্ট গৰ্ত্তত কৰি সিটো অপৱিত্ৰ ॥
কাক তুল্য কামী পুৰুষৰ তাত ৰতি ।
ভকতৰ নাই তাত অভিলাষ মতি ॥৮৩৬
যিটো বাক্যে আছে গুণ নাম মাধৱৰ ।
সিটো বাক্যে হৰে পাপ জন সমূহৰ ॥
ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ ॥ ৮৩৭
আবে অনাদৰি জ্ঞান স্বধৰ্ম্ম নিশেষ ।
কেৱলে দিয়োক ভকতিৰ উপদেশ ॥
ভকতিসি কৰে সংসাৰৰ বন্ধ নাশ ।
ভকতিৰ প্ৰভাৱ শুনিয়ো ঋষি ব্যাস ॥ ৮৩৮
স্বধৰ্ম্মক তেজি ভজে কৃষ্ণক সম্প্ৰতি ।
তাত প্ৰেমপূৰ্ণ যেবে নভৈল ভকতি ॥
ভৈল ভ্ৰষ্ট যদি বা অন্তৰে গৈল প্ৰাণ ।
জানা নাহি তথাপি তাহাৰ অকল্যাণ ॥৮৩৯
উৰ্দ্ধবাহু কৰি হেৰা কৰো অঙ্গীকাৰ ।
অধম জাতিতো যদি জন্ম ভৈল তাৰ ॥
জ্ঞানীতো কৰ্ম্মীতো কৰি তথাপি অধিক ।
দেৱৰো বন্দনি যিটো ভকতি ৰসিক ॥ ৮৪০
হেন জানি মহা বুদ্ধিমন্ত যিটোজন ।
ভকতিৰ অৰ্থে মাত্ৰ কৰোক যতন ॥
কালে কৰ্ম্ম মিলাইবেক বিষয়ৰ সুখ ।
উপদেশী লোক হৌক কৃষ্ণক সমুখ ॥ ৮৪১

নাৰদৰ পূৰ্ব্বজন্ম কথন ।

উপৰি জন্মৰ কথা শুনিয়ো আম্মাৰ ।
আছিলোহো আমি দ্বিজদাসীৰ কুমাৰ ॥
কৃষ্ণৰ ভকত চাৰি পৰম সন্ন্যাসী ।
বঞ্চিলা বাৰিষা ব্ৰাহ্মণৰ ঘৰে আসি ॥ ৮৪২
পাঞ্চ বৰিষৰ আমি অবোধ চাৱাল ।
পাঞ্চিলেসে ধৰো নিতে তাসম্বাৰ আল ॥
শুনো কৃষ্ণ কথা নিতে কৰন্ত কীৰ্ত্তন ।
তাসম্বাৰ কৰো আৰো উচ্ছিষ্ট ভোজন ॥ ৮৪৩
গুচাইলে মনৰ মল সন্তৰ সঙ্গতি ।
কৃষ্ণ হেন দেৱত পৰিল মোৰ মতি ॥
ৰাত্ৰি দিনে গাইলো কেশৱৰ গুণ যশ ।
মনত উপজি আসে কৃষ্ণ কথা ৰস ॥ ৮৪৪
নয়নৰ ঝৰে নীৰ তনু লোমাঞ্চিত ।
ভকতৰ সঙ্গত পৱিত্ৰ ভৈল চিত্ত ॥
বাৰিষা বঞ্চিয়া চাৰি কৰিলা গমন ।
হেন দেখি মোৰ উত্ৰাৱল কৰে মন ॥ ৮৪৫
পাছে পাছে যাওঁ কৰি কাতৰ অশেষ ।
গুৰু সব কিছু দিয়ো মোক উপদেশ ॥
হেন বা পাতকী সংসাৰক তৰো আসি
শুনিয়া সদয় ভৈলা চাৰিও সন্ন্যাসী ॥ ৮৪৬
উলটি ধৰিয়া মোক কৰিলা আশ্বাস ।
পৰম ৰহস্য কথা কৰিল প্ৰকাশ ॥

কৰিলন্ত ঈশ্বৰ ভকতি মহাজ্ঞান।
যেন অন্ধলোক দিলা দিব্য চক্ষুদান ॥ ৮৪৭
বান্ধৱ কৃষ্ণক মই ভৈলো পৰিচয়।
আন দেৱ-ধৰ্ম্মক দেখিলো মায়াময় ॥
আছিলন্ত বৃদ্ধ মাতৃ প্ৰতিপালি মোক।
দংশিলেক সৰ্পে তেহো গৈল পৰলোক ॥ ৮৪৮
হেন দেখি আমাৰ উদাস ভৈল মন।
উত্তৰ দিশক লাগি কৰিলো গমন ॥
এৰাইলো নগৰ গ্ৰাম নদী নদ দেশ।
ঘোৰ অৰণ্যত ভৈলো আপুনি প্ৰবেশ ॥ ৮ ৯
বন মধ্যে দেখিলো বিচিত্ৰ সৰোবৰ।
স্নান পান কৰি ভৈলো সুস্থ কলেৱৰ ॥
আসনে বসিলো শিশু-অশ্বত্থৰ তলে।
কৃষ্ণক চিন্তিবে লৈলো হৃদয়-কমলে ॥ ৮৫০
উপজিল প্ৰেম আতি দ্ৰৱ ভৈল চিত্ত।
ঝৰে নয়নৰ নীৰ তনু ৰোমাঞ্চিত ॥
দেখিলো সাক্ষাতে মই ঈশ্বৰ মূৰ্ত্তিক।
কৰন্ত প্ৰকাশ কোটি চন্দ্ৰতো অধিক ॥ ৮৫১
আনন্দ সিন্ধুত মন মজিল আত্মাৰ।
গুচিল মনৰ মোৰ মোহ অহঙ্কাৰ ॥
কতোক্ষণে প্ৰভু আছে ভৈল অন্তৰ্দ্ধান।
কৃষ্ণক নেদেখি দুনাই ধৰো ধ্যান ॥ ৮৫২
তথাপি নাপাওঁ লাগ মাধৱ বন্ধুক।
কান্দিলো অনেক শোক শেলে ফুটে বুক ॥
এখনে আছিলা হৃদয়ত দেখা দিয়া।
কৈক গৈলা বন্ধু বুলি ধাকুৰিলো হিয়া ॥ ৮৫৩
অনন্তৰে আকাশত শুনিলো বচন।
এৰিয়োক মোক লাগি বালেক ক্ৰন্দন ॥
নছু গুচে সম্যকে মনৰ মল যত।
নপাইবা মোহোক দেখা আউৰ ই জন্মত ॥ ৮৫৪
মোৰ নাম গুণ মাত্ৰ কৰিয়ো কীৰ্ত্তন।
পাইবা আউৰ জনমত সদা দৰিশন ॥

হেন শুনি ভৈল মোৰ মন উপশম।
লাজ এৰি ফুৰো গাই কৃষ্ণ গুণ নাম ॥ ৮৫৫
কৃষ্ণৰ চৰিত্ৰচয় সুমৰো মনত।
অনন্তৰে কাল আসি ভৈলা উপগত ॥
পৰিল শৰীৰ কৰ্ম্ম ছিণ্ডিলে সকলে।
পাইলো পাৰিষদী তনু ভকতিৰ বলে ॥ ৮৫৬
সেহি সময়ত আসি মিলিল প্ৰলয়।
প্ৰবেশিলো গৈয়া মই ব্ৰহ্মাৰ হৃদয় ॥
তাহানে মানস পুত্ৰ হুয়া ভৈলো জাত।
দেখা ভকতিৰ কিনো মহিমা সাক্ষাত ॥ ৮৫৭
ভকতিৰ প্ৰভাৱ কহন্তে অদভুত।
ভৈলো অৱতাৰ মই হুয়া দাসী-সুত ॥
মহা হৰি প্ৰসাদে তৰিলো ঘোৰ মায়া।
হেন জানি ব্যাস জগতকে কৰা দায়া ॥ ৮৫৮
কৃষ্ণ গুণ নাম ধৰ্ম্ম কৰিয়ো বেকত।
শ্ৰৱণ কীৰ্ত্তন কৰি তৰোক জগত ॥
এহি বুলি ভৈলা মুনি স্বৰ্গত প্ৰবেশ।
ব্যাসো শান্ত চিত্ত ভৈল পায়া উপদেশ ॥ ৮৫৯
কৃষ্ণৰ মূৰ্ত্তিক পাছে কৰিলন্ত ধ্যান।
হৃদয়তে কৃষ্ণক দেখিলা বিদ্যমান ॥
বামপাশে মায়া দক্ষিণত ভক্তিমায়।
দেখি ব্যাস ঋষিৰ ৰোমাঞ্চ ভৈল গায় ॥ ৮৬০
মায়ায়ে বান্ধন্ত ভক্তি মাতৃ মেলাৱন্ত।
দুহানো মধ্যস্থ ভাৱে আছা ভগৱন্ত ॥
বন্ধৰ মোক্ষৰ হেতু দেখি ব্যাস ঋষি।
ভাগৱত শাস্ত্ৰ পাছে কৰিলা হৰিষি ॥ ৮৬১
পৰম ৰহস্য মহা ভকতিৰ পন্থ।
শুকক পঢ়াইলা ইটো ভাগৱত গ্ৰন্থ ॥
প্ৰথম স্কন্ধৰ ছয় অধ্যায়ৰ তথা।
গৈল ব্যাস-নাৰদ সম্বাদ ইটো কথা ॥ ৮৬২
শুনা সভাসদ পদ মহাভাগৱত।
পুৰাণৰ সূৰ্য্য শাস্ত্ৰ শুনিয়ো মহত্ত ॥

হুয়া এক শৰণ যি জনে শুনে আক।
পাৱৈ পৰম্পদ সুখে নিস্তৰে মায়াক ॥ ৮৬৩
বৈকুণ্ঠৰ শাস্ত্ৰ আনি পৰম উৎসুকে।
সংসাৰীক কৰি কৃপা প্ৰচাৰিলা শুকে ॥
জানি এক চিত্তে নিতে শুনা কৃষ্ণ কথা।
ইহেন্ মনুষ্য জন্ম নকৰিয়ো বৃথা ॥ ৮৬৪
বিজুলী চমক যেন জীৱন অথিৰ।
কৈত কেতিক্ষণে পৰে ইহেন শৰীৰ ॥
প্ৰাণবন্ধু কৃষ্ণৰ চৰণে দিয়া চিত্ত।
কৃষ্ণগুণ নাম ইসে পৰলোক বিত্ত ॥ ৮৬৫
জানি হৰি ভকতিত তেজিয়ো আলাস।
আউৰ কি মনুষ্য হুইবা এৰা ইটো আশ ॥
সত্বৰে লগত বান্ধা মাধৱৰ নাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥ ৮৬৬

---

অশ্বত্থামাৰ শিৰোমণি কটা।

### ছুলড়ী

নিগদতি সুত শুনিয়ো শৌনক
প্ৰমুখ্যে ঋষি যতেক।
আবে পৰীক্ষিত নৃপতিৰ জন্ম
তোক্সাত কহো প্ৰত্যেক ॥
যৈসানি ভাৰতে সমৰ কৰিল
মৰিল বীৰ সমস্ত।
অষ্টাদশ সিটো অক্ষৌহিণী সেনা
অন্যো অন্যে গৈল অস্ত ॥ ৮৬৭
অযুত প্ৰমত্ত হস্তীৰ বিক্ৰম
বৃকোদৰ মহাবীৰ।
ভাঙ্গিল গদাৰ দুস্সহ প্ৰহাৰে
উৰু কুৰু নৃপতিৰ ॥
কৌৰৱ ৰাজাৰ প্ৰীতি সাধো বুলি
অশ্বত্থামা মহামানী।
পাঞ্চালীৰ পঞ্চ পুত্ৰৰ শিৰক
কাটিয়া যোগাইলা আনি ॥ ৮৬৮
বংশ ছেদ দেখি দুঃখে দুৰ্য্যোধন
দ্ৰোণীক পাৰিলা গালি।
কদৰ্থি মাৰিবে মোকে ভীমে বুলি
মৰিলা মাথা আফালি ॥
শুনিয়া দ্ৰৌপদী পুত্ৰ পাঞ্চ গুটী
কাটিলা দ্ৰোণী নিদ্ৰাত।
শোকে মুহি থিৰ হিয়া দুই ছিৰ
ভৈলা যেন বজ্ৰপাত ॥ ৮৬৯
কৰিলা বিপুল বিলাপ পৰিয়া
মুষ্টি হৃদয়ত হানি।
ধৰি ধনঞ্জয় প্ৰবোধিলা তাঙ্ক
শোকে গদ গদ বাণী ॥
দুৰ্জ্জন দ্বিজৰ মাথাক কাটিয়া
যাৱে আনি নেদো তোক।
মুগুচাইবো তাৱে মহা সতী তোৰ
দুস্সহ পুত্ৰৰ শোক ॥ ৮৭০
এহি বুলি ক্ৰোধে কৃষ্ণ ধনঞ্জয়
একে ৰথে গৈলা খেদি।
পলাই প্ৰাণ ৰাখি ৰথে অশ্বত্থামা
ভাসন্বাক লাগ নেদি ॥
সঙ্কটত ৰাজি যাইবাক নপাৰি
প্ৰহাৰিলা ব্ৰহ্ম শৰ।
দশো দিশে চানি জ্বলিল অগনি
যেন মহা প্ৰলয়ৰ ॥ ৮৭১
দেখি ধনঞ্জয় পায়া মহাভয়
সখিক বুলিলা বাণী।
হে কৃষ্ণ কৃষ্ণ প্ৰভু ভগৱন্ত
কিবা বহ্নি আসে চানি ॥

সঙ্কট সময়ে বাৰে বাৰে ৰাখা
ভকতৰ ভয়হাৰী ।
তোহ্মাৰ চৰণ বিনে নাহি গতি
সম্প্ৰতি মোৰ মুৰাৰি ॥ ৮৭২
হেন বা বুলিবা আমিও মানুষ
কিসক কৰা গোচৰ ।
জানিলো তুমিসি পৰম পুৰুষ
জগতৰে মহেশ্বৰ ॥
নিজ ব্ৰহ্মৰূপে ভৈলাহা বেকত
মনত কৰি যুগুতি ।
মহা সুখে এক শৰণ ভকতে
লভোক ভক্তি মুকুতি ॥ ৮৭৩
হেনয় ভকত বান্ধৱ মাধৱ
তোহ্মাৰ তেজিয়া সেৱ ।
হুয়া অন্ধমতি কোনেনো সম্প্ৰতি
ভজিবেক আন দেৱ ॥
জানিয়া চৰণে পশিলো শৰণে
তোহ্মাৰ মই কিঙ্কৰ ।
আকাশক চানি আসে কিবা বহ্নি
কহিয়ো মোত সত্বৰ ॥ ৮৭৪
মাধৱে বোলন্ত শুনা প্ৰাণ সখি
নাহি আন অদভুত ।
প্ৰাণৰ কাতৰ হুয়া ব্ৰহ্ম শৰ
প্ৰহাৰিলা দ্ৰোণ সুত ॥
দশো দিশ দেখা দহিয়া আসয়
সেহি মহা বহ্নিবৰ ।
ব্ৰহ্মাস্ত্ৰক ব্ৰহ্ম শায়কে সংহাৰ
কৰিয়ো সখি সত্বৰ ॥ ৮৭৫
শুনি সব্যসাচী আচাম্ভ ভৈলন্ত
উল্লাসিত অতি জীৱ ।
মাধৱ বন্ধুক প্ৰদক্ষিণ কৰি
ধৰিলা ধনু গাণ্ডীৱ ॥
মহা বলে ৰাগি ব্ৰহ্মাস্ত্ৰক লাগি
ক্ষেপিলন্ত ব্ৰহ্মবাণ ।
ব্ৰহ্মাণ্ডো লৰিল পৰিল ব্ৰজত
বজ্ৰৰ যেন সন্ধান ॥ ৮৭৬
দুয়ো ব্ৰহ্মবাণ ভৈল একথান
যেন সূৰ্য্য বহ্নি দুই ।
তিনিও জগত জুৰি পুৰি যায়
যেন প্ৰলয়ৰ জুই ॥
মাধৱে বোলন্ত দেখিয়োক সখি
মিলিল ক্ষয় প্ৰজাৰ ।
কৃষ্ণৰ বচনে অস্ত্ৰক তেখনে
কৰিলা বীৰে সংহাৰ ॥ ৮৭৭
দ্ৰোণীক দেখিয়া খেদিয়া ধৰিল
যেন হৰিণক বাঘে ।
আলাগতে আনি ৰথত পেলাইল
বিপক্ষক মহাৰাগে ॥
চাৰি হাত ভৰি একঠাই কৰি
বান্ধিলন্ত টানি টানি ।
নকাটি দ্বিজক লৈ যান্ত টানিয়া
কোপিলন্ত চক্ৰপাণি ॥ ৮৭৮
কেনে অঙ্গীকাৰ কৰা নষ্ট ভ্ৰষ্ট
হুয়া তুমি মহাবীৰ ।
ইটো পুত্ৰ-বধী অধম দ্বিজক
কিসক নকাটা শিৰ ॥
ক্ৰোধে আৰকত আখি অৰ্জ্জুনৰ
নেদিলা একো সিদ্ধান্ত ।
দ্ৰৌপদীৰ আগে দুৰ্জ্জন দ্বিজক
ধোকোচাই পেল্লাইলন্ত ॥ ৮৭৯
লাজে অশ্বত্থামা মাথা নোতোলন্ত
পশু যেন আছে পৰি ।
দেখে অন্ধকাৰ বান্ধৱ চোটন্ত
ভাঙ্গি যায় হাত ভৰি ॥

মৃতক পুত্ৰক সুমৰি কান্দন্তে
আছন্ত দ্ৰুপদ জীৰ।
গৌতমী পুত্ৰৰ অৱস্থা দেখিয়া
অন্তৰীক্ষ ভৈলা জীৰ ॥ ৮৮০
হাহাকাৰ কৰি গুৰুৰ পুত্ৰক
প্ৰণামিলা পাৰ চুই।
মেলা মেলা বান্ধ আহান দুখেসে
অধিকে উধাই জুই ॥
মই যেন মৰো পুৰি পুত্ৰ শোকে
অগনি হিয়া দহয়।
আহান অৱস্থা শুনি সেহি মতে
গৌতমী তেজিব জীৰ ॥ ৮৮১
দ্ৰৌপদীৰ হেন সদয় হৃদয়
দেখিয়া যত মহন্ত।
সাধু সাধু সতী ধন্য ধন্য মতি
বুলি সবে প্ৰশংসন্ত ॥
পুত্ৰ-বধী দ্বিজ আহাঙ্কো ক্ষমিলা
নমিলাহা তুমি মাৰ।
তোমাৰ সমান শান্তি নেদেখিবো
কৰিলা হেন আবাৰ ॥ ৮৮২

---

## ছবি

শুনা সামাজিক জন যথা জগন্নাথ কথা
তথা পুণ্য তীৰ্থৰ নিবাস।
সেহিসে নিৰ্গুণ স্থান তৈতে সিজে যজ্ঞদান
হৰি হোন্ত তথাতে প্ৰকাশ ॥
জানি শুনা কৃষ্ণ কথা জন্মক নকৰা বৃথা
সমস্ত শাস্ত্ৰৰ ইসে সাৰ।
কৃষ্ণ কথা পৰিহৰি মুৰে আন কৰ্ম্ম কৰি
সিটো চিন্তে আপোনাৰ মাৰ ॥ ৮৮৩
যাৰ নামে মাত্ৰে তৰি হেনয় বান্ধৱ হৰি
কৰি আছা হিয়াত নিবাস।
তাঙ্ক কৰি অনাদৰ অধম অবোধ নৰ
কৰৈ আন কৰ্ম্মত বিশ্বাস ॥
সনিয়াত মাৰৈ গাণ্ঠি পিন্ধে গলে কাচ কাণ্ঠি
কোচতে আছন্তে হেমহাৰ।
হাতৰ অমৃত তেজি মৰৈ যেন বিষ ভুঞ্জি
ভৈল সেহি পটন্তৰ তাৰ ॥ ৮৮৪
সাধৈ মহা সৰ্ব্ব সিদ্ধি ভকতৰ নৱ নিধি
মাধৱৰ অৰুণ চৰণ।
শৰণ লৈয়োক তাত নিতে হোৱে আয়ুপাত
অদ্যাপিয়ো নেদেখা মৰণ ॥
আন যত সবে ধান্ধা নামক গলত বান্ধা
মৰণ সম্বল হৰি নাম।
নমৰা বিষয় ভোলে কৃষ্ণৰ কিঙ্কৰে বোলে
ঘুষিয়ো সদায়ে ৰাম ৰাম ॥ ৮৮৫

---

## পদ

নিগদতি সূত শুনিয়োক ঋষি যত।
ক্ৰোধে ভীমসেন আসি সেহি সময়ত ॥
দশন চোবায়া কোপে কম্পায়া শৰীৰ।
ঝণ্টে কাটা কাটা দুষ্ট ব্ৰাহ্মণৰ শিৰ ॥ ৮৮৬
দ্ৰৌপদী বোলন্ত ৰাখা ৰাখা আন প্ৰাণ।
কাটা কাটা বুলি ভীমে পাইলা সন্নিধান ॥
দেখি কৃষ্ণে বেকত কৰিলা চাৰি হাত।
ভাঙ্গন্ত কন্দল দুয়ো এৰা উতপাত ॥ ৮৮৭
দুয়ো হাতে দুইকো নিবৰ্ত্তাইলা যদুৰায়।
বুলিলা বচন পাছে অৰ্জ্জুনক চাই ॥
দ্ৰৌপদীৰ বচন কিমতে পৰে ৰক্ষা।
কোন বুদ্ধি ৰাখিবা ভীমৰ মহা কক্ষা ॥ ৮৮৮

বুলিলা আপুনি শিৱ কাটিবো পূৰ্ব্বতে।
তিনি কথা আৱে ৰক্ষা পৰে কেনমতে॥
মিলিল সঙ্কট সখি শুনিয়ো উপায়।
যুধিষ্ঠিৰ ৰাজাৰ বুজিও অভিপ্ৰায়। ৮৮৯
মনে গুণি ধনঞ্জয়ে পাইল উপদেশ।
চূড়ামণি সহিতে কাটিলা তাৰ কেশ॥
বান্ধ কাটি দেশৰ খেদাইলা ঢক্কা মাৰি।
অৰ্জ্জুনক সাধুবাদ বুলিলা মুৰাৰি॥ ৮৯০
মুণ্ড মুণ্ডি সৰ্ব্বস্বক কৰিবো আগ্ৰহ।
নিকালিবো দেশৰ ভাঙ্গিবো তাৰ গহ॥
দুষ্ট ব্ৰাহ্মণৰ দণ্ড এহিসে বিহিত।
জানিলা ধৰ্ম্মৰ তত্ত্ব ভৈল কৃতকৃত্য॥৮৯১
সাধু সাধু বুলি প্ৰশংসিল যুধিষ্ঠিৰ।
সাফলিলা প্ৰতিজ্ঞা অৰ্জ্জুন মহাবীৰ॥
এহিমতে অৰ্জ্জুনক প্ৰশংসিতে হিত।
যুদ্ধ জিনি পাঞ্চো ভাই ভৈল কৃতকৃত্য॥ ৮৯২
পৰম আনন্দ আতি ভৈলন্ত তহিত।
গোবিন্দ পূৰিলে পাণ্ডৱৰ মনোনীত॥
মৃতকৰ কৰি পাছে পিণ্ড জলাঞ্জলি।
থাকিলা হস্তিনাপুৰে পাঞ্চো মহাবলী॥ ৮৯৩
পাছৰ বৃত্তান্ত শুনিয়োক সবে ঋষি।
ভাৰত যুদ্ধক সাঙ্গ কৰিয়া হৰিষি॥
দ্বাৰকাক যাইবে লাগি চিন্তি চক্ৰপাণি।
যুধিষ্ঠিৰ নৃপতিত লৈলন্ত মেলানি॥ ৮৯৪
দ্ৰৌপদী সুভদ্ৰা কুন্তী সবাকো সম্মুখি।
চৰিলা ৰথত ভীম অৰ্জ্জুনত সুখি॥
কৃষ্ণৰ বিয়োগ দুখ নসহয় মনে।
পাঞ্চো ভাই সঙ্গে যান্ত সজল নয়নে॥ ৮৯৫
দ্ৰৌণীক এৰিলা লাঞ্জকাটা বাঘ।
দুৰ্জ্জন দ্বিজৰ আতি উঠি গৈলা ৰাগ॥
পাঞ্চো ভাইক লাগি পাঞ্চেগোটা ব্ৰহ্মবাণ।
অৰণ্যৰ পৰা বীৰে কৰিলা সন্ধান॥ ৮৯৬
উত্তৰাৰ গৰ্ভে আছে পাণ্ডুৰ সন্ততি।
হানিলা গোটেক ব্ৰহ্ম অস্ত্ৰ তাঙ্ক প্ৰতি॥
অপাণ্ডৱা পৃথিৱী কৰিবো আজি বুলি।
আকস্মিকে পাঞ্চো ভাই দেখে মাথা তুলি॥ ৮৯৭
অগ্নি সম লোহা পাঞ্চ গোটা খেদি আসে।
ধৰিলন্ত ধনুৰ্ব্বাণ পাঞ্চো মহাত্ৰাসে॥
দেখি ক্ষেপিলন্ত চক্ৰ হৰি আতি ৰাগি।
ভস্ম ভৈল ব্ৰহ্মাস্ত্ৰ চক্ৰৰ তেজ লাগি॥ ৮৯৮
উত্তৰা দেখন্ত অস্ত্ৰ আসে লোহাময়।
গৰ্ভৰ বিনাশ হেতু ভৈলা মহাভয়॥
দিলন্ত লৰৰ আতি বিহ্বল ভাৱে।
ত্ৰাহি ত্ৰাহি কৃষ্ণ বুলি পৰিলন্ত পায়ে॥ ৮৯৯
খেদি আসে কিবা অস্ত্ৰগোটা মোক প্ৰতি।
কৰা পৰিত্ৰাণ বন্ধু মাধৱ সম্প্ৰতি॥
হেৰা আসি পাইলে মোক দুৰন্ত মৰণে।
অভয় চৰণে প্ৰভু পশিলো শৰণে॥ ৯০০
অগতিৰ গতি মোক কৰা পৰিত্ৰাণ।
তুমি বিনে ৰাখন্তা নেদেখো নাথ আন॥
নাহি চিন্তা মৰো মই এহি শৰে ফুটি।
কৰিয়োক ৰক্ষা মাত্ৰ মোৰ গৰ্ভ গুটি॥ ৯০১
এহি বুলি কান্দন্ত কৃষ্ণৰ পায় ছুই।
গৰ্ভত লাগিল আসি ব্ৰহ্মাস্ত্ৰৰ জুই॥
দেখি আথে বেথে তাক নাথ হৃষীকেশ।
গদা ধৰি উদৰত ভৈলন্ত প্ৰবেশ॥ ৯০২
ভাঙ্গিলন্ত ব্ৰহ্মাস্ত্ৰক গদায়ে কোবাই।
জীয়ালন্ত শিশুক অমৃত দৃষ্টি চাই॥
পূৰ্ণ দশমাস শিশু লভিলা চেতন।
মহা পুৰুষক তৈতে ভৈলা দৰশন॥ ৯০৩
অঙ্গুষ্ঠ প্ৰমাণ তনু মহা সুকুমাৰ।
শ্যাম তনু মহা পীত বস্ত্ৰে আতি জাতিকাৰ॥
তড়িত জড়িত যেন নৱ ঘন খণ্ড।
মকৰকুণ্ডল কান্তি প্ৰকাশিত গণ্ড॥ ৯০৪

কণ্ঠত কৌস্তুভ মণি যেন নৱ সূৰ্য্য ।
আজানুলম্বিত মহা চাৰু চাৰি ভুজ ॥
শঙ্খ চক্ৰ গদা পদ্ম আছে চাৰি হাতে ।
ৰত্নৰ কিৰীটি চিকিমিকি কৰে মাথে ॥ ৯০৫
তৰুণ অৰুণ চাৰু পঙ্কজ লোচন ।
প্ৰকাশে উন্নত নাসা প্ৰসন্ন বদন ॥
কুণ্ড কৰি দশন ঈষত তাতে হাস ।
কৰৈ ৰত্নময় হাৰ হিয়াত প্ৰকাশ ॥ ৯০৬
কেয়ুৰ কঙ্কণ তাতে ৰিণি জিনি ধ্বনি ।
কটিত কনক কাঞ্চি জ্বলকে কিঙ্কিণী ॥
লোটে পাট পীত ভূনি পাৰত প্ৰভুৰ ।
চৰণ পঙ্কজে ৰঞ্জে ৰত্নৰ নূপুৰ ॥ ৯০৭
কোটি এক শশীৰ সম শৰীৰ প্ৰকাশে ।
ফুৰন্তে আছন্ত গদা ধৰি চাৰি পাশে ॥
গদায়ে অস্ত্ৰৰ তেজ নিবাৰন্তে আছে ।
দেখে ঈশ্বৰক শিশু আপোনাৰ কাছে ॥ ৯০৮
দেখন্ত অমৃত সিঞ্চে যেন শৰীৰত ।
কোন ইটো বুলি শিশু গুণন্ত মনত ॥
আছিলন্ত কতোক্ষণ চাই নেত্ৰ ভৰি ।
ভৈল অন্তৰ্দ্ধান পাছে আগতে শ্ৰীহৰি ॥ ৯০৯
শিশু জীৱৈ জানি সতী ভৈলা ভয়হীন ।
গৈল গৃহে মাধৱক কৰি প্ৰদক্ষিণ ॥

কুন্তীৰ শ্ৰীকৃষ্ণ স্তব ।

চলিবাক চান্ত কৃষ্ণ কুন্তী হেন জানি ।
সলোতক মুখে দুঃখে বুলিলন্ত বাণী ॥ ৯১০
হে কৃষ্ণ কৃষ্ণ বাপ কৰো প্ৰণিপাত ।
পৰম ঈশ্বৰ তুমি জানিলো সাক্ষাত ॥
দৈৱকী নন্দন নন্দকুমাৰ গোবিন্দ ।
নমো নমো মুকুন্দ চৰণ অৰবিন্দ ॥ ৯১১
নমো নাভি পঙ্কজ পঙ্কজ মালাধাৰ ।
নমো নেত্ৰ পঙ্কজ পজ পাৱ যাৰ ॥
নমো ভকতৰ চিত্ত বিত্ত অধিষ্ঠাতা ।
দুৰ্গতি তাৰক মোৰ তুমি পিতা মাতা ॥ ৯১২
বিষ বহ্নি ৰাক্ষস দুৰ্ঘোৰ বনবাস ।
আজি অশ্বত্থামাৰ অস্ত্ৰত যাওঁ নাশ ॥
নানা বিপদত পুত্ৰ সমে আছা ৰাখি ।
চটকে শিশুক যেন ঢাকি থাকে পাখী ॥ ৯১৩
কেৱলে ৰাখিলা মাত্ৰ সিটো দৈৱকীক ।
জানিলো মোতেসে স্নেহ মাতৃতো অধিক ॥
সেহি সেহি আপদ আমাৰ অভিমত ।
তোমাক দেখিবে পাওঁ যিটো আপদত ॥ ৯১৪
শ্ৰী ভৈলে ভুলে মন কৰে নানা কাম ।
সম্পদত নপাৰে লৈবাক তৱ নাম ॥
জগতৰে আত্মা অন্তৰ্য্যামী মহা হৰি ।
নিজ ৰূপে আছাহা সাক্ষাত অৱতৰি ॥ ৯১৫
কেহো বোলে বংশ বিস্তাৰিবা যাদৱৰ ।
কেহো বোলে কীৰ্ত্তি বঢ়াইবাহা পাণ্ডৱৰ ॥
কেহো বোলে ভূমি ভাৰ হৰিবাক প্ৰতি ।
কৰৈ নানা হেতু যাৰ যেন লৱৈ মতি ॥ ৯১৬
কাম্য কৰ্ম্ম কৰি মৰে যত মূঢ়মতি ।
ভৈলাহা বেকত তাক নিস্তৰিবে প্ৰতি ॥
অনন্ত চৰিত্ৰ কথা কৰিব প্ৰচাৰ ।
শ্ৰৱণ-কীৰ্ত্তন কৰি তৰোক সংসাৰ ॥ ৯১৭
মহা জ্ঞানীগণে বোলে হেনসে যুগুতি ।
জানো জগতকে দিবা ইবাৰ মুকুতি ॥
ভৈলাহা বিদিত আসি আপুনি ঈশ্বৰে ।
তোমাকেসে নজানি কুমতি নৰ মৰে ॥ ৯১৮
শুনৈ গাৱৈ স্মৰে যিটো তোমাৰ কথাক ।
আনে কৰে কীৰ্ত্তন প্ৰশংসে তাসম্বাক ॥
অচিৰ কালতে পাৱৈ তোমাৰ চৰণ ।
আউৰ চুনাই নাহি তাৰ জনম মৰণ ॥ ৯১৯
তুমি এবিলাত আমি মৃতক পৰায় ।
নগৈলে যাদৱ বংশ মৰে সমুদয় ॥

একো বুলিবাক মই নপাৰো সম্প্ৰতি।
যেন লাগে কৰা দেৱ অগতিৰ গতি ॥ ৯২০
তোমাক দেখিবে নপাওঁ ইসে মোৰ খেদ।
যাদৱ পাণ্ডৱ বংশ কৰা স্নেহ ছেদ ॥
আন দেৱ ধৰ্ম্মত নযাওক মোৰ মতি।
তোমাত কৰোঁহো মাত্ৰ নিৰন্তৰে ৰতি ॥ ৯২১
যেন জাহ্নি গঙ্গাক নিৰোধ কৰে যদি।
সাগৰত পৰয় তথাপি দেৱ নদী ॥
সেহিমতে বিষ্মিকো নগণি মোৰ মন।
সদায়ে স্মৰোক মাত্ৰ তোমাৰ চৰণ ॥ ৯২২
এহিমতে কৰন্তে অনেক স্তুতি নতি।
মনে উপজিল আসি সপ্ৰেম ভকতি ॥
সিহৰি শৰীৰ নীৰ বহে অবিশ্ৰান্ত।
কৃষ্ণৰ আগত পৰি কুন্তী কান্দিলন্ত ॥ ৯২৩
পৰম ভকতি দেখি জগত নিবাস।
এহি হৌক বুলি হাসি কৰিলা আশ্বাস ॥
নাযাইবো দ্বাৰকা বুলি পালটিলা হৰি।
ডুনাই গৃহ পশিলা কুন্তীক আগ কৰি ॥ ৯২৪
ডুনাই যাইবে চান্ত স্ত্ৰীসবক প্ৰবোধি।
কাতৰ কৰিয়া ৰাজা ৰাখিলা নিৰোধি ॥
সাত আঠ দুই অধ্যায়ৰ কথা গৈল।
ভীষ্ম মোক্ষ উৎসৱ কহিবে সূতে লৈল ॥ ৯২৫

যুধিষ্ঠিৰৰ ৰাজ্যলাভ আৰু ভীষ্মৰ মোক্ষ উৎসৱ।

গোত্ৰ হত্যা পাতক কৰিয়া যুধিষ্ঠিৰ।
মাধৱৰ প্ৰবোধে নভৈল মন স্থিৰ ॥
অধিক বোলন্ত কৰি কৃষ্ণক বিচাটি।
বুজিলোহো সমস্তে তোমাৰ কূটনাট ॥ ৯২৬
কান্দন্ত কৰিলো বুলি সুহৃদ বিঘাত।
ব্যাসৰ বাক্যত নাহি ৰাজাৰ সন্তাত ॥
কহন্ত যতেক যজ্ঞ যোগ প্ৰায়শ্চিত্ত।
নাহি শান্ত তথাপিতো নৃপতিৰ চিত্ত ॥ ৯২৭

ঈশ্বৰ ইচ্ছাক কোনে কৰিবে নিৰোধ।
ভীষ্মৰ মুখেসে আক্ষ কৰাইবো প্ৰবোধ ॥
হেন মনে মানিলন্ত ঈশ্বৰ মাধৱে।
গৈলা কুৰুক্ষেত্ৰক পাণ্ডৱ সবান্ধৱে ॥ ৯২৮
কুন্তী আদি কৰি নাৰী সবে গৈলা লৰি।
মহাভাগৱত ভীষ্ম যথা আছে পৰি ॥
দেখিলা ভীষ্মক শৰ-শয্যাত আছন্তে।
যেন পুৰন্দৰ পাত ভৈলা স্বৰ্গ হন্তে ॥ ৯২৯
যত দেৱঋষি ৰাজঋষি ব্ৰহ্মঋষি।
নাৰদ প্ৰমুখ্যে তৈতে মিলিলা হৰিষি ॥
ব্যাস শুক বশিষ্ঠ প্ৰমুখ্যে ঋষি ৰাজ।
ভীষ্মৰ আগত বসি পাতিলা সমাজ ॥ ৯৩০
সবাকো কৰিলা পূজা যাক যেন বিধি।
কৃষ্ণক দেখিয়া যেন পাইলা নৱনিধি ॥
সাদৰে আগত আনি বৈসাইলা আসনে।
পাদ্য অৰ্ঘ ধূপ দীপ দিলা সবে মানে ॥ ৯৩১
ভীষ্মৰ অৱস্থা দেখি সলোতক মুখে।
কাষতে আছন্ত পাঞ্চো ভাই মহা দুখে ॥
কুন্তী সত্যৱতী আদি কান্দে নাৰীগণে।
দেখিয়া ভীষ্মৰ মৰ্ম্ম চৰি গৈল মনে ॥ ৯৩২
লোতকে চঞ্চল আসি অতি অনুৰাগে।
বুলিলা সবাকো বাক্য ভীষ্ম মহাভাগে ॥
পৰম ধৰ্ম্মিষ্ঠ পাঞ্চো কৃষ্ণত সমুখ।
ইসে মহা কষ্ট তোৰা সবে পাইলা দুখ ॥ ৯৩৩
হা মাৰ কুন্তী তোমাকে সে কৰো খেদ।
পাণ্ডুৰ মৰণে দুখ পাইলো অবিচ্ছেদ ॥
এহি পাঞ্চ পুত্ৰ গৈয়া কৰিলা বিদেশ।
দুষ্ট ধৃতৰাষ্ট্ৰে দেদিলেক কোন ক্লেশ ॥ ৯৩৪
জানো নাই ইটো দুখ লিখিত তোমাৰ।
কালে ঘটালেক আসি ইসব বিকাৰ ॥
ঈশ্বৰ কালেসে হুৱে জগতৰে আয়ু।
সংসাৰত ভ্ৰমাৰৈ মেঘক যেন বায়ু ॥ ৯৩৫

ধন জন জীৱন তিলেকে কৰে ছন্ন ।
কালক তৰ্কিবে হেন নাহি একোজন ॥
অতি অঘটনকো ঘটাৱে কালে আনি ।
পৰম আশ্চৰ্য্য ই যে শুনা সবে প্ৰাণী ॥ ৯৩৬
যৈত ধৰ্ম্ম ৰাজা গদাপাণি বৃকোদৰ ।
ধনঞ্জয় যথাত গাণ্ডীৱ ধনুৰ্দ্ধৰ ॥
পৰম সুহৃদ কৃষ্ণ যৈত সভাসদ ।
দেখিয়ো আশ্চৰ্য্য কিনো তথাতো আপদ ॥ ৯৩৭
ধৰ্ম্মিষ্ঠ বলিষ্ঠ ধনুৰ্দ্ধৰ কিছু নুই ।
যেহি কৰে ঈশ্বৰে সেহিসে সত্য হুই ॥
ঈশ্বৰ চেষ্টাক জানে কেমন মহন্তে ।
ব্ৰহ্মা হৰো মোহ যায় যাক বিচাৰন্তে ॥ ৯৩৮
চিনাইবে লাগিলা ভীষ্মে মেলিয়া আঙ্গুলি ।
এহেন্তে ঈশ্বৰ কৃষ্ণ কালো আঙ্ক বুলি ॥
সম্প্ৰতি আছন্ত হুয়া দৈৱকী তনয় ।
আন্তে হুই জগতৰে সৃষ্টি স্থিতি লয় ॥ ৯৩৯
কোটি ব্ৰহ্মাণ্ডৰ নাথ এন্তে মহা হৰি ।
মায়ায়ে লোকক মোহি আছে ছদ্ম কৰি ॥
কিনো পাণ্ডুপুত্ৰে তোমাসাৰ মহাভাগ ।
পাইলাহা গৃহতে হেন ঈশ্বৰক লাগ ॥ ৯৪০
পাঞ্চা দূত কৰা কতো সাৰথি ৰথৰ ।
মন্ত্ৰী হুয়া বুজান্ত সামান্য যেন নৰ ॥
আহান চৰণে আবে চিত্ত কৰি স্থিৰ ।
কৰা প্ৰতিপাল প্ৰজা ৰাজা যুধিষ্ঠিৰ ॥ ৯৪১
দান-ধৰ্ম্ম ৰাজ ধৰ্ম্ম মোক্ষ ধৰ্ম্মচয় ।
কহিয়া ছেদিলা তান মনৰ সংশয় ॥
নাহি ভাগৱত ধৰ্ম্ম সমান নামৰ ।
কৃষ্ণকো চিনাইলা এন্তে পৰম ঈশ্বৰ ॥ ৯৪২
ভকত বৎসল কৃপাময় মহা হৰি ।
আহান পাৱত বাপ থাকা সেৱা কৰি ॥
যদ্যপি সবাতে সম এন্তে ভগৱন্ত ।
ভকতৰ পক্ষপাত তথাপি কৰন্ত ॥৯৪৩
মই প্ৰাণ এৰো দেখা হেন সময়ত ।
আপুনি ভৈলন্ত আসি আগে উপগত ॥
কিনো কৃপাময় মহা স্নেহ ভকতক ।
এতেক বোলন্তে প্ৰেমে ঝৰিল লোতক ॥৯৪৪
হে কৃষ্ণ কৃষ্ণ আবে মোহোৰ আগত ।
যিটো চতুৰ্ভুজৰূপ কৰিছা বেকত ॥
অৰুণ চৰণ চাৰু সুপ্ৰসন্ন মুখ ।
পাসৰিলো শৰৰ বেদনা যত দুখ ॥ ৯৪৫
তুমিসে সুহৃদ আত্মা প্ৰভু ভকতৰ ।
তোমাৰ চৰণে কৰো এতেক গোচৰ ॥
যাৰদেকে এৰো ঐত মই কলেৱৰ ।
তাৱে মোক অপেক্ষিবা বাপ গদাধৰ ॥ ৯৪৬
এতেক বোলন্তে প্ৰেমে পীড়িল ভীষ্মক ।
ধাৰে বহি যায় দুই নেত্ৰৰ লোতক ॥
থাকিলন্ত তম্ভি ভীষ্মে কৃষ্ণক নিৰেখি ।
কৃষ্ণো ভৈল আকুল ভকতি তান দেখি ॥ ৯৪৭
শুনা সভাসদ পদ মহাভাগৱত ।
হৃদয়ত বিচাৰি কথাৰ লৈবা তত্ত্ব ।
ই শাস্ত্ৰত কহে দেৱ এক নাৰায়ণ ।
তাহান ভকতি যশ শ্ৰৱণ কীৰ্ত্তন ॥ ৯৪৮
আক এক শৰণ নিশ্চয় চিত্ত কৰি ।
আতি অপ্ৰয়াসেতে যাতনা তাপ তৰি ॥
কৃষ্ণৰ সেৱাত কিছু নাহিকে ভাগৰ ।
নাম মাত্ৰ লৈলে তৰি সংসাৰ সাগৰ ॥ ৯৪৯
কৃষ্ণ মোৰ বন্ধু কৃষ্ণ সুহৃদ নিশ্চয় ।
কৃষ্ণকেসে পাইলে অনুমাত্ৰ নাহি ভয় ॥
এহি তত্ত্ব জানে যিটো সেহি মহাজ্ঞানী ।
সেহি মহা গুৰু সেহি জন চক্ৰপাণি ॥ ৯৫০
হেন জানি ভকতিত কৰিয়ো বিশ্বাস ।
অথিৰ জীৱন ধন জন গৃহবাস ॥
ক্ষণিকতো নাথাকে মেঘৰ যেন ছন্ন ।
আৱ অৰ্থে নেৰিবা কৃষ্ণৰ পাদপদ্ম ॥ ৯৫১

কাল অজগৰে গিলে তিলেকে মৰণ।
কৃষ্ণৰ চৰণে লৈয়ো সত্বৰে শৰণ ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে তত্ত্ব সাৰ।
বোলা ৰাম ৰাম হৌক পুৰুষ উদ্ধাৰ ॥ ৯৫২

---

দুলড়ী

নিগদতি সূত শুনিয়ো শৌনক
ভীষ্মৰ মোক্ষ উৎসৱ।
দেখাই নিজ ৰূপ প্ৰত্যেকে আছন্ত
আগত বসি মাধৱ ॥
চক্ষু মেলি সেহি কৃষ্ণৰ ৰূপতে
থাপিয়া নিষ্কাম মন।
মহা ফল প্ৰেম ৰতিক প্ৰাৰ্থন্তে
কৰন্ত গুণ বৰ্ণন ॥ ৯৫৩
ত্ৰিভুৱন মধ্যে সুন্দৰ শৰীৰ
নীল তমালৰ বৰ্ণ।
ৰবিকৰ গৌৰ বসনে প্ৰকাশে
মকৰ কুণ্ডলে কৰ্ণ ॥
অলকা আবৃত মুখ পঙ্কজক
দেখন্তো উল্লসে মতি।
হেনয় ঈশ্বৰ বিজয় সখিত
থাকোক নিষ্কাম ৰতি ॥ ৯৫৪
সখিৰ বচনে উভয় সেনাৰ
মধ্যত ৰথ থাপিয়া।
এহি কৰ্ণ দ্ৰোণ দেখন্তে চক্ষুয়ে
আনিলা আয়ু হৰিয়া ॥
অৰ্জ্জুনৰ জয় সাধিয়া মাধৱ
ভকতৰ তুমি গতি।
দেৱৰো দেৱতা ঈশ্বৰ কৃষ্ণৰ
চৰণে থাকোক ৰতি ॥ ৯৫৫

যুদ্ধত ৰথৰ ঘোটকৰ ধূলি
ধূসৰ অলকা পান্তি।
ঘৰ্ম্মবিন্দু লাগি লৰন্তে চৰন্তে
মুখ-পদ্ম কৰে কান্তি ॥
ঘোৰ তীক্ষ্ণ শৰে ফুটিয়া কৱচ
কৰৈ আতি জাতিকাৰ।
হেনয় কৃষ্ণৰ চৰণত মিতে
থাকোক ৰতি আম্মাৰ ॥ ৯৫৬
ভকতৰ বন্ধু করুণাৰ সিন্ধু
তুমি অনাথৰ নাথ।
তোম্মাৰ চৰণ নেৰো মোৰ মন
নমো নমো নমাই মাথ ॥
বন্ধু বধ দুখে পৰিলা ৰথত
হাতৰো এৰিলা চাপ।
মহা জ্ঞান দানে হৰিলা কুমতি
অৰ্জ্জুনৰ কৃষ্ণ বাপ ॥৯৫৭
ভকত বৎসল করুণা সাগৰ
কৰা অগতিৰ গতি।
হে প্ৰাণ কৃষ্ণ তোমাৰ চৰণে
সততে থাকোক ৰতি ॥
কোন অনুগ্ৰহ নকৰিলা মোক
ভকত বৎসল তুমি।
কৃষ্ণৰ পৰম উপকাৰ স্মৰি
কান্দিলন্ত হুম হুমি ॥৯৫৮
তিক্ষুতৰ শৰে কৱচ ভেদিলা
কোপে আতি তনু কাম্পে।
মোক ক্ৰোধ কৰি কৰে চক্ৰ ধৰি
ৰথৰ নামিলা জাম্পে ॥
মোক কাটিবাক বেগে বাস্ত খেদি
পৃথিবীখণ্ড লৰাই।
অৰ্জ্জুনে পাছত ধৰন্ত ক্ৰোধত
চলন্ত তাক্‌তো চেৰাই ॥ ৯৫৯

গাৱৰ পচোৱা পৰিল ৰথত
নেদস্ত তাহাতো মতি।
সখিৰ কাতৰে পালটিল পাছে
তিনিও লোকৰ পতি॥
অস্ত্ৰ নধৰিবো বুলিলা আপুনি
ধৰাইবো বুলিলো আমি।
নিজ অঙ্গীকাৰ ছন্ন কৰি মোৰ
প্ৰতিজ্ঞা ৰাখিলা স্বামী॥৯৬০
আপোনাতো কৰি ভকতক স্নেহ
জানিলো তাক সম্প্ৰতি।
আন নবাঞ্ছোহো ঐ বন্ধু মাধৱ
তুমি হৈবা মোৰ গতি॥
এক হাতে চাট বাৰি আউৰ হাতে
ধৰি আছা বাঘজৰী।
অযোগ্য কৰ্ম্মকো কৰি অৰ্জ্জুনৰ
আছা ৰথ ৰক্ষা কৰি॥৯৬১
সেহি সময়ত বীৰ সব যত
যুদ্ধত হোৱে সম্মুখ।
তোহ্মাৰ বদন পদ্মক দেখিয়া
পাসৰৈ সংসাৰ দুখ॥
অৰ্জ্জুনৰ শৰে আসি কাটে শিৰ
এৰাৱে কৰ্ম্ম বন্ধক।
চতুৰ্ভুজ ৰূপে বিমানত চৰি
লৰি যায় বৈকুণ্ঠক॥ ৯৬২
ভকতিৰ বলে দিব্য দৃষ্টি দেখো
নেদেখে আনে সাক্ষাত।
মৰণ সময়ে শৰণ পশিলো
ৰহোক ৰতি তোমাত॥
গোপী সব মহা গৰ্ব্বে অন্ধ ভৈল
তোমাৰ পায়া সম্মান।
মহা অহঙ্কাৰ দেখি তাসম্বাৰ
তৈতে ভৈলা অন্তৰ্দ্ধান॥৯৬৩

তোহ্মাক নপাই প্ৰেম চৰি যায়
কৰিলা তোহ্মাৰ লীলা।
এতেকতে মহা গতি লক্ষ্মীপতি
অজ্ঞানী গোপাক দিলা॥
নাৰী অনাচাৰী সিয়ো নিস্তৰিল
তোহ্মাক মানি বল্লভ।
আতি অপ্ৰয়াসে পাইলা পৰম্পদ
দেৱৰো যিটো দুৰ্ল্লভ॥ ৯৬৪
জাতি কুল ক্ৰিয়া একোৱে নবাচে
তোহ্মাৰ ইটো ভকতি।
হেন প্ৰাণ বন্ধু তোহ্মাতেসে মাত্ৰ
থাকোক আহ্মাৰ ৰতি॥
তুমিসি জগত পূজ্য জগজীৱ
প্ৰত্যক্ষে দেখিলো আমি।
ৰাজসূয় যজ্ঞে যত দেৱ ঋষি
অৰ্চ্চিলা সবে প্ৰণামি॥ ৯৬৫
তোহ্মাৰ মহিমা ৰূপ বখানন্তে
চৰি গৈলা অনুৰাগ।
কিনো মোৰ ভাগ হেন ঈশ্বৰক
অন্তকালে পাইলো লাগ।
ভৈলোহো কৃতাৰ্থ হে প্ৰাণনাথ
তোহ্মাক দেখি সাক্ষাত॥
দূৰ ভৈল ভেদ মোৰ হেৰা মোহ
এৰাইলো মায়াৰ হাত॥ ৯৬৬
এহি বাক্য বুলি মন দৃষ্টি দিয়া
কৃষ্ণক কৰিয়া ধ্যান।
অৰুণ চৰণ মনে আলিঙ্গিয়া
ভীষ্মে এৰিলন্ত প্ৰাণ॥
পাইলা পাৰিষদী তনু তাৰক্ষণে
মিলিল ব্ৰহ্ম সম্প্ৰতি।
দেৱ সিদ্ধ ঋষি সবেও দেখিলো
ভীষ্মে পাইলা মহাগতি॥ ৯৬৭

ভৈলন্ত সমস্ত সমাজে তবধ
নাহি কাবো মাত বোল।
আকাশব পবা পবে পুষ্প বৃষ্টি
দুন্দুভি শবদ বোল ॥
ধন্য ধন্য ভীষ্ম প্রশংসা কবিল
যতেক সাধু সমাজ।
কৃষ্ণবো পবম মহিমা দেখিয়া
আশ্চর্য্য সমস্তে ৰাজ ॥ ৯৬৮
নিজ আশ্রমক চলি গৈলা সবে
দেখিয়া আশ্চর্য্য তথা।
প্রথম স্কন্ধৰ নৱ অধ্যায়ৰ
এহিমানে গৈল কথা ॥৯৬৯

ছবি

শুনা সমাজিক জন মহা ভাগৱত কথা
আক শুনৈ যিটো একমতি।
যদি বা মনত স্মৰৈ শ্রদ্ধায়ে কীৰ্ত্তন কৰৈ
পাৱৈ সেহি নৰে ভীষ্ম-গতি ॥
জপ তপ তীৰ্থ স্নান নলাগে ধাৰণা ধ্যান
কেৱলে ভকতি গতি সাধে।
কৰন্তে নাহিকৈ কষ্ট অল্পবো নাহিকৈ নষ্ট
আক একো বিঘিনি নবাধে ॥ ৯৭০
তিনিও লোকত সাৰ ভকতিত পৰে আৰ
নাহি নাহি আক জানা নিষ্ঠ।
হৃদয়ত জপ ধৰৈ তাহান নামক স্মৰৈ
সি সি জন মহন্ত বিশিষ্ট ॥
আচোক মনুষ্য আন দেৱে তীৰ্থ কৰি স্নান
ভকতৰ ক্ষুবৈ পাছে পাছে।
ত্রৈলোক্যতনাহি সবি জ্ঞানীতো কৰ্ম্মীতো কবি
ভকতেসে শ্রেষ্ঠ হুয়া আছে ॥ ৯৭১

হেন জানি চিন্তা হিত কৃষ্ণত অৰ্পিয়া চিত্ত
কৃষ্ণসে কৰিবে ভয়ে ত্ৰাণ।
জীৱন বিজুলী প্ৰায় অথিৰ মনুষ্য কায়
কৈত কেতিক্ষণে পৰৈ প্ৰাণ ॥
কৃষ্ণ হেন দেৱ জানি কোননো অধম প্ৰাণী
কৰৈ আন দেৱতা বিশ্বাস।
যেন ভ্ৰমৰৰ বধু পিয়ৈ পাৰিজাত মধু
আন পুষ্পে নকৰে নিবাস ॥ ৯৭২
কৃষ্ণে সে মুকুতি বীজ কৃষ্ণেসে সুহৃদ নিজ
কৃষ্ণৰ পাৱত কৰা ৰতি।
নেনা আয়ু জালে ইটো ঘোৰ কলিকালে
কৃষ্ণ নাম বিনে নাহি গতি ॥
দেখা যুগ ধৰ্ম্ম চাই বিলম্বত কাৰ্য্য নাই
সম্বৰে গলত বান্ধা নাম।
নমৰা বিষয় ভোলে কৃষ্ণৰ কিঙ্কৰে বোলে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৯৭৩

---

শ্ৰীকৃষ্ণৰ দ্বাৰকা গমন।

পদ

শৌনক বদতি তুমি শুনিয়োক সূত।
শুনিলো তোম্মাত কৃষ্ণ কথা অদ্ভুত ॥
কৃষ্ণে কি কৰিলা যুদ্ধ সমৰ্পিয়া পাছে।
ইটো কথা শুনিতে আমাৰ ইচ্ছা আছে ॥৯৭৪
সূত নিগদতি ঋষিসব শুনা কথা।
ভাৰত যুদ্ধক সাজ কৰি হৰি তথা ॥
যুধিষ্ঠিৰ নৃপতিৰ বঢ়ায়া উৎসৱ।
তাসাম্বাৰ প্ৰীতি আতি সাধিলা মাধৱ ॥ ৯৭৫
কৃষ্ণৰ প্ৰসাদে পাছে যুধিষ্ঠিৰ নৃপ।
সাগৰ পৰ্য্যন্তে পাইলা ৰাজ্য জম্বুদ্বীপ ॥
কৃষ্ণ পাৱে চিত্ত দিয়া ৰঞ্চিলন্ত কাল।
পুত্ৰৱতে কৰিলা প্ৰজাক প্ৰতিপাল ॥ ৯৭৬

কোটি কন্দৰ্পতো কৰি ৰূপৰ সম্প্ৰতি ।
দেখি কতো নাৰীৰ বিস্ময় ভৈল মতি ॥
তুতি পুৰন্দৰ যেন থাকিলা নৃপতি ।
দ্বাৰকাক যাইবাক কৃষ্ণৰ ভৈল মতি ॥ ৯৭৭
সুহৃদ সবক কৰাই আনন্দ উদয় ।
হস্তিনাপুৰত বঞ্চি মাস কতিপয় ॥
যুধিষ্ঠিৰ নৃপতিত মাগিয়া মেলানি ।
কুন্তীকো কৰিলা শান্ত বুলি প্ৰিয় বাণী ॥ ৯৭৮
দ্ৰৌপদী প্ৰমুখ্যে পাণ্ডৱৰ যত নাৰী ।
বুলিলা আশ্বাস বাক্য সবাকো মুৰাৰি ॥
ৰথত চৰিলা পাছে পৰম মঙ্গলে ।
কৃষ্ণৰ বিয়োগ দুখে পাণ্ডৱসকলে ॥ ৯৭৯
কহিবাক খোজন্তে নেত্ৰৰ বহে নীৰ ।
প্ৰৱন্ধে কৰিলা তাক কথমপি থিৰ ॥
কতো আলিঙ্গন্ত কতো প্ৰণামন্ত মাথে ।
মহোৎসৱে কৰিলন্ত যাত্ৰা জগন্নাথে ॥ ৯৮০
মৃদঙ্গ গোমুখ শঙ্খ বজাৱে কাহাল ।
দিণ্ডিম ডগৰ ঢোল ৰোল কৰতাল ॥
চিহ্ন চৌণ্ডা দণ্ড ছত্ৰ গাউল বোম্বালে ।
চলি যায় সেনাসব মহা কৌতুহলে ॥ ৯৮১
অৰ্জ্জুনে ধৰিলা ছত্ৰ মাথাতে সাদৰে ।
উদ্ধৱ সাত্যকি বিঞ্চে ধৰল চামৰে ॥
চৰিয়া গৃহত যত নগৰস্থ নাৰী ।
শিৰত বৰিষে পুষ্প হুয়া দুই শাৰী ॥ ৯৮২
কৃষ্ণৰ চৰণ চিন্তি লোতক নিবোধি ।
কতো প্ৰেমে কহে কথা সখিক সম্বোধি ॥
নকৰিবা প্ৰাণ সখি কৃষ্ণত বিস্ময় ।
সাক্ষাতে ঈশ্বৰ এন্তে জানিবা নিশ্চয় ॥ ৯৮৩
মহা প্ৰলয়ত যত জগত সংহৰি ।
কেৱলে থাকন্ত সনাতন মহা হৰি ॥
তেহেন্তেসে এন্তে কৃষ্ণ জানিবা নিশ্চয় ।
জগত কাৰণ হেতু ভৈলন্ত উদয় ॥ ৯৮৪

মায়াৰ হাতত পাছে প্ৰলয়ৰ অন্তে ।
জগতকে স্ৰজন্ত এহেন্তে ভগৱন্তে ॥
বেদক নিৰ্ম্মিলা কৰ্ম্ম কৰাইবাক প্ৰতি ।
পুৰাণ পুৰুষ এহেন্তেসে লক্ষ্মীপতি ॥৯৮৫
জ্ঞান পথে নপাই আক্ষ মহাযোগীজন ।
আনে নাম গুণ কৰৈ শ্ৰৱণ কীৰ্ত্তন ॥
তেবেসে প্ৰেমত ৰূপ দেখন্ত হিয়াত ।
হোৱে চিত্ত শুদ্ধি এহি চৰণ সেৱাত ॥৯৮৬
সৃষ্টি স্থিতি লয় অন্তে সাধন্ত আপুনে ।
জগত পৱিত্ৰ কৰে আনে নাম গুণে ॥
কৰি আছা সমস্তৰে হৃদয়ত বাস ।
আহাক্ষ নজানি জীৱ হোৱে সৰ্ব্বনাশ ॥৯৮৭
পীড়ে প্ৰজা যৈসানি দুৰ্জ্জন ৰাজাগণ ।
হোন্ত অৱতাৰ তেৱে এন্তে নাৰায়ণ ॥
পৰম কৃপায়ে মোক্ষ দেন্ত ভকতক ।
হৰি বিমুখৰ জানা এন্তেসে অন্তক ॥৯৮৮
কিনু পুণ্যৱন্ত ভাগ্যৱন্ত যদুকুল ।
যাহাত জন্মিল জগতৰ অদি মূল ॥
কিনু পুণ্য কৰি আছে মথুৰা নগৰি ।
চৰণে ভ্ৰমিলা যাত এন্তে মহাহৰি ॥৯৮৯
দেখিয়ো আশ্চৰ্য্য ভাগ্য সিটো দ্বাৰকাৰ ।
যাৰ যশে স্বৰ্গকো কৰিলা তিৰস্কাৰ ॥
যাৰ প্ৰজা অনুদিনে দেখে কৃষ্ণ মুখ ।
স্বৰ্গতো নাহিকে জানো ব্ৰহ্মানন্দ সুখ ॥ ৯৯০
বিবাহিতা যতেক কৃষ্ণৰ পত্নীগণ ।
জন্মান্তৰে অৰ্চ্চিয়াছে তাহান চৰণ ॥
তাতেসে অধৰামৃত পিয়ে অনুক্ষণে ।
যাহাক আশায়ে মোহ যান্ত নাৰীগণে ॥৯৯১
ৰুক্মিণী প্ৰমুখ্যে নাৰী কিনো ভাগ্যৱতী ।
যাহাৰ গৃহক কৃষ্ণে ক্ষণেকো নেৰন্তি ॥
কমল-লোচন স্বামী পায়া অনুক্ষণে ।
সেৱা কৰি থাকৈ এহি অৰুণ চৰণে ॥৯৯২

নাহিকে দুৰ্ল্লভ দ্ৰব্য কৃষ্ণৰ সেৰাত।
দুৱাৰতে বোৱাইলা শচীৰ পাৰিজাত।
এহিমতে কৃষ্ণক ঈশ্বৰ হেন জানি ॥
কহিলন্ত বেদান্তৰো ৰহস্য কাহিনী।৯৯৩
উপনিষদৰ মন্ত্ৰগণে মূৰ্ত্তি ধৰি।
শুনে কৃষ্ণ কাহিনী পৰম ৰঙ্গ কৰি ॥
আমাৰো ৰহস্য কথা কিমতে জানিল।
ইসে নাৰীগণে সংসাৰক নিস্তাৰিল ॥৯৯৪
তাসম্বাৰ প্ৰেম বাণী শুনি নাৰায়ণে।
হাসিয়া সবাকো চাই কটাক্ষ নয়নে ॥
সদয় দৃষ্টিত যেন বৰিষে অমৃত।
মিলিল আনন্দ ভৈল হিয়াত বিদিত ॥ ৯৯৫

শ্ৰীকৃষ্ণৰ দ্বাৰকাপুৰী প্ৰবেশ।

এহিমতে যান্ত হৰি আনন্দ বঢ়াই।
সবান্ধৱে পাণ্ডৱ লগতে চলি যায় ॥
এৰিবে খোজন্তে আসে ক্ৰন্দন উভতি।
ধৰিয়া সবাৰো নিৱৰ্ত্তাইলা লক্ষ্মীপতি ॥ ৯৯৬
তাসম্বাৰ প্ৰেমত বিকল ভৈলা হৰি।
কমল নেত্ৰৰ নীৰ বহে সৰসৰি ॥
নিৱৰ্ত্তিয়া পাঞ্চোভাই ধাকিয়া কান্দন্তে।
তাসম্বাক চাই চলি যান্ত ভগৱন্তে ॥ ৯৯৭
চৰাইলন্ত নদ নদী নগৰ অশেষ।
পাইলন্ত আনৰ্ত্ত নামে আপোনাৰ দেশ ॥
সুহৃদসবৰ মহা দুখ দূৰ কৰি।
ফুঙ্কিলন্ত পাঞ্চজন্য শঙ্খ করে ধৰি ॥ ৯৯৮
বসুদেৱ আদি কৰি যত যদুগণ।
ধ্বনিতে জানিল ভৈল প্ৰিয় দৰশন ॥
আগ কৰি পাট হস্তী বাদ্য সুমঙ্গলে।
গৈলা সবে আগ বাঢ়ি মহা কৌতুহলে ॥ ৯৯৯
মৃদঙ্গ গোমুখ শঙ্খ শৰদ আন্দোল।
কৃষ্ণ গুণ নাম গায়া প্ৰজা কৰে বোল ॥
নাচে নট নৰ্ত্তকী চপয় পঢ়ে ভাটে।
সুহৃদ কৃষ্ণক ভেট পাইল ৰাজবাটে ॥ ১০০০
দেখি বসুদেৱক নমিলা বনমালী।
পায়া প্ৰাণপুত্ৰক ধৰিলা আঙ্কোৱালি ॥
তিয়াইলা নেত্ৰৰ নীৰে শৰীৰ কৃষ্ণৰ।
সাদৰিলে কৃষ্ণে বান্ধৱক নিৰন্তৰ ॥ ১০০১
কাহাকো সাৱটি কাকো হাস্য কৰি চাই।
চলি যান্ত ৰথে পথে মহেন্দ্ৰ পৰায় ॥
কৃষ্ণ আসিবাৰ শুনি দ্বাৰকাৰ নাৰী।
গৃহে চঢ়ি সিঞ্চে শিৰে পুষ্প শাৰী শাৰী ॥ ১০০২
হোৱৈ যেবে নৱ নীল মহা মেঘখণ্ড।
উপৰে প্ৰকাশে তাৰ আদিত্য প্ৰচণ্ড ॥
দুই পূৰ্ণচন্দ্ৰ তাৰ থাকে দুই পাশে।
তাতে ইন্দ্ৰধনু থিৰ বিজুলী প্ৰকাশে ॥ ১০০৩
জিলিমিলি কৰে তাৰা তাৰ ঠাই ঠাই।
তেবে তাৰ শৰীৰৰ উপমাক পায় ॥
কোটি কন্দৰ্পৰ দৰ্প চূৰ হোৱে দেখি।
হেনৰূপে যান্ত কৃষ্ণ সবাকো নিৰীক্ষি ॥ ১০০৪
অনন্তৰে পিতৃৰ গৃহত প্ৰবেশিলা।
দৈৱকী প্ৰমুখ্যে সাতো মাতৃক নমিলা ॥
চিৰকালে প্ৰিয় পুত্ৰ পায়া সাতো মাৱ।
হৰিষে বিহ্বল আতি ভৈলা প্ৰেমভাৱ ॥ ১০০৫
কোলে লৈয়া মহাস্নেহে চুম্বিলন্ত শিৰ।
নয়নৰ জলে তান তিয়াইলা শৰীৰ ॥
তাসম্বাক আশ্বাসিয়া বিনয় বচনে।
নিজ মন্দিৰত প্ৰৱেশিলা নাৰায়ণে ॥ ১০০৬
ষোড়শ হাজাৰ ভাৰ্য্যা আৰো একশত।
একেবাৰে প্ৰবেশিলা সবাৰো গৃহত ॥
চিৰকালে স্ত্ৰী সবে দেখি স্বামী মুখ।
মিলিল হৰিষ মনে দূৰ গেল দুখ ॥ ১০০৭
পৰম সাদৰে আসনৰপৰা উঠি।
বাঢ়ি লৈয়া প্ৰণাম কৰিলা মনতুষ্টি ॥

মহা প্রেমে নেত্রৰ লোতক ভৈলা বাজ।
আঞ্চলে মুছিলা মুখ হুয়া মহা লাজ ॥ ১০০৮
যদ্যপি কাষতে থাকা ঈশ্বৰ মাধৱ।
তথাপি দেখন্তে প্ৰীতি বাঢ়ে নৱ নৱ ॥
যদ্যপি চঞ্চলা লক্ষ্মী জগতে বিদিত।
তথাপি নেৰন্ত পদ যাৰ কদাচিত ॥ ১০০৯
হেনয় ঈশ্বৰ কৃষ্ণ হুয়া পৰতেক।
স্ত্রীৰত্ন মধ্যে ক্রীড়া কৰিলা অনেক ॥
পৰম পদ্মিনী সব লীলা গজপতি।
কৃষ্ণক মুহিবে কাৰো নভৈল শকতি ॥ ১০১০
জগতৰে অন্তৰ্য্যামী ঈশ্বৰ মুৰাৰি।
তাহান মহিমা নজানিল একো নাৰী ॥
মনে মানিলেক কৃষ্ণ কিনো কামাতুৰ।
তাতেসে আমাক ত্যজি নজান্ত বিদুৰ ॥ ১০১১
এহিমতে জগতৰ নাথ নাৰায়ণ।
সাধন্তে সমস্তে ভকতৰ প্ৰয়োজন ॥
মনুষ্য-চেষ্টাক দেখাই থাকিলন্ত তথা।
গৈল দশ একাদশ অধ্যায়ৰ কথা ॥ ১০১২

পৰীক্ষিতৰ জন্ম কথা।

বদন্তি শৌনক সূত কহিয়ো সাম্প্ৰত।
পৰীক্ষিত নৃপতিৰ জন্ম-কৰ্ম্ম যত ॥
কিমতে মিলিল তান মৰণ বিঘাত।
মৰি কোন গতি পাইলা কহিয়ো সাক্ষাত ॥ ১০১৩
গৰ্ভতে দিলন্ত দেখা যাক দামোদৰ।
কোননো মহন্ত আউৰ আছে তান্ত পৰ ॥
যাক মহা জ্ঞান দান দিলা আসি শুকে।
কৈয়ো আন কথা শুনো পৰম উৎসুকে ॥১০১৪
নিগদন্তি সূত শুনা শৌনক উত্তৰ।
দেখিলা কৃষ্ণক শিশু গৰ্ভৰ ভিতৰ ॥
ভৈলা অন্তৰ্দ্ধান ৰূপ কৰিয়া প্ৰকাশ।
ভৈলা গৰ্ভ আসি পাছে পূৰ্ণ দশমাস ॥ ১০১৫

অনন্তৰে আসি শুভ মঙ্গল বেলাত।
পাণ্ডুৱৰ বংশধৰ পুত্ৰ ভৈল যাত ॥
দেখি যুধিষ্ঠিৰ নৃপ পৰম হৰিষে।
জাতকৰ্ম্ম কৰিলা ব্যাসৰ উপদেশে ॥ ১০১৬
সুৱৰ্ণ বসন ধেনু অনেক ঘোটক।
লক্ষে লক্ষে দিলা দান বিশিষ্ট বিপ্ৰক ॥
তুষ্ট হুয়া ঋষিগণ গণি কৰি স্থিৰ।
বোলন্ত শিশুৰ কথা শুনা যুধিষ্ঠিৰ ॥ ১০১৭
যিহেতু ৰাখিলা শিশু গৰ্ভতে সাক্ষাত।
এতেকে ইহান নাম হৈবে বিষ্ণুৰাত ॥
কৃষ্ণৰ চৰণে হৈব একান্ত ভকত।
নকৰিবা ৰাজা কিছু সংশয় মনত ॥১০১৮
ঈক্ষ্বাকু নৃপতি যেন পালিবেক প্ৰজা।
দেৱ দ্বিজ পূজনে যেহেন ৰাম ৰাজা ॥
হুইবেক শৰণ দাতা যেন উশীনৰ।
বাঢ়িবেক যশ যেন ৰাজা ভৰতৰ ॥ ১০১৯
দুই অৰ্জ্জুনৰ তুল্য হৈবে ধনুৰ্দ্ধৰ।
প্ৰতাপে আদিত্য যেন গম্ভীৰে সাগৰ ॥
যেন ব্ৰহ্মা সকল লোকত তুল্যমতি।
তেখনে প্ৰসন্ন যেন হৈব পশুপতি ॥ ১০২০
ৰন্তিদেৱ সমান উদাৰ হৈবে মতি।
পৰম ধাৰ্ম্মিক যেন নৃপতি যযাতি ॥
যেন বলি ৰাজা এন্তে পৰম ধৈৰ্য্যত।
প্ৰহ্লাদ সদৃশ হৈব কৃষ্ণৰ ভকত ॥ ১০২১
এহেন্তে কৰিব তিনি যজ্ঞ অশ্বমেধ।
পাষণ্ডক দণ্ডি সবে কৰিবে নিষেধ ॥
একে ৰথে জম্বুদ্বীপ পাইব মহাবলী।
ধৰ্ম্ম পৃথিৱীৰ পদে নিগ্ৰহিবে কলি ॥ ১০২২
তক্ষকত হন্তে পাছে শুনিয়ো মৰণ।
কৃষ্ণৰ চৰণে লইবে একান্তে শৰণ ॥
শুকে আসি দিবন্ত ইহাঙ্ক মহাজ্ঞান।
কৃষ্ণৰ অভয় পদ পাইব তেজি প্ৰাণ ॥ ১০২৩

এহিমতে অৰিষ্টে কৰিয়া গণতি ।
ৰাজপূজা পাই গৈল আশ্ৰমক প্ৰতি ॥
অনন্তৰে ভৈলা শিশু স্বভাৱে মহন্ত ।
গৰ্ভতে দেখিলা যাক পৰীক্ষা কৰন্ত ॥ ১০২৪
এতেকে ভৈলন্ত তান পৰীক্ষিত নাম ।
শুক্লপক্ষ চন্দ্ৰ যেন বাঢ়ে অনুক্ৰম ॥
শিশুকাল হন্তে ভৈল ভকত কৃষ্ণৰ ।
প্ৰীতি বাঢ়ি যায় তান্তে সমস্তে লোকৰ ॥ ১০২৫

---

ধৃতৰাষ্ট্ৰৰ সংসাৰ ত্যাগ, যুধিষ্ঠিৰৰ প্ৰশ্ন আৰু
পাণ্ডৱৰ স্বৰ্গাৰোহণ ।

নিগদন্তি সূত শুনা কথা বিপৰীত ।
নিগ্ৰহিলা যিমতে কলিক পৰীক্ষিত ॥
মৈত্ৰেয়ন্ত হন্তে পাছে পায়া মহাজ্ঞান ।
আসিল বিদুৰ চুনাই পাণ্ডৱৰ থান ॥ ১০২৬
সবান্ধৱে নৃপতি পূজিলা অনুৰাগে ।
লৈয়া ধৃতৰাষ্ট্ৰক পলাইলা নিশাভাগে ॥
নপাই বৃদ্ধ পিতৃক নৃপতি কান্দিলন্ত ।
নাৰদে কহিলা পাছে সকলে বৃত্তান্ত ॥ ১০২৭
আসিলা অৰ্জ্জুন মহা দুখে মুখ ম্লান ।
কহিলা কৃষ্ণৰ সিটো বৈকুণ্ঠ প্ৰয়াণ ॥
শুনি নৃপতিৰ ভৈলা মনত বিচাট ।
পৰীক্ষিত নাতিক দিলন্ত দণ্ড পাট ॥ ১০২৮
মথুৰাত নিয়া ৰাজা পাতিল বজ্ৰক ।
পাছে পাকো ভাই গৈলা উত্তৰ দিশক ॥
জড় পিশাচৰ যেন বিকৃত সুবেশ ।
কৃষ্ণতে অৰ্পিয়া প্ৰাণ কৰিলা বিদেশ ॥ ১০২৯
কৃষ্ণৰ শোকত দ্ৰুপদী ত্যজিলন্ত জীৱ ।
কৃষ্ণ স্মৰি [illegible] জগতৰ জীৱ ॥
পাইলন্ত কৃষ্ণৰ পদ দুয়ো মহাসতী ।
ভৈল [illegible] নৃপতি ॥ ১০৩০

সকাহে ৰাজাৰ যোৱা আকাশৰ পথে ।
জিনিলন্ত জম্বুদ্বীপ ৰাজা একৰথে ॥
যাত্ৰ তেন্তু চৈধ্য পকাদশ অধ্যায়ৰ ।
এহিমানে গৈল কথা প্ৰথম স্কন্ধৰ ॥ ১০৩১
শুনা সভাসদ পদ কৃষ্ণৰ চৰিত্ৰ ।
আত পৰে আন ধৰ্ম্ম নাহিকে কলিত ॥
যদ্যপি চণ্ডাল কলি পাপৰ ভাণ্ডাৰ ।
তথাপিতো আছে আত মহাগুণ সাৰ ॥ ১০৩২
কৃষ্ণৰ কীৰ্ত্তন মাত্ৰে কৰোক প্ৰবন্ধ ।
ছিণ্ডি যায় এতেকে সকলে কৰ্ম্মবন্ধ ॥
কৃষ্ণত উপজে প্ৰেম পৰম ভকতি ।
কৃষ্ণমূৰ্ত্তি স্ফূৰ্ত্তি হোৱে হিয়াত সম্প্ৰতি ॥ ১০৩৩
ভৈলা শ্ৰেষ্ঠ কলিসি চাৰিও যুগ মাজে ।
প্ৰশংসে কলিক মহা মহন্ত সমাজে ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কীৰ্ত্তনতে পায় ।
কলি সম শ্ৰেষ্ঠ ধৰ্ম্ম নাই নাই নাই ॥ ১০৩৪
শাস্ত্ৰৰ পৰম তত্ত্ব জানি সৰ্ব্বজন ।
কৰিয়ো কৃষ্ণৰ নিতে শ্ৰৱণ কীৰ্ত্তন ॥
অপ্ৰয়াসে সাধে সিদ্ধি মহা হৰিনাম ।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ১০৩৫

পৃথিৱী আৰু ধৰ্ম্মৰ কথোপকথন ।

ছবি

শৌনক বদতি সূত কহিবা সেহিসে কথা
যাত আছে কৃষ্ণৰ চৰিত ।
তাহাৰে কহিবা কথা কৃষ্ণপাদ পঙ্কজৰ
যিটো মধু পিয়ে প্ৰতিনিত ॥
অনন্ত আলাপ ব্যৰ্থ আয়ুক হৰে মাত্ৰ
তোমাক মাগিলো এহি জানি ।
তুমি মহা ভাগৱত কৃষ্ণ কথা অমৃতৰ
পিয়াযো আমাক অনুদিনী ॥ ১০৩৬

পৰীক্ষিত নৃপতিৰ কহিয়ো চৰিত্ৰ যত
নাহিকে ভকত তাৰ তুল।
আতসে শুনিবে বাঞ্ছা বিষ্ণু বৈষ্ণৱৰ কথা
কৰৈ তুয়ো পাতেক নিৰ্ম্মূল॥
সিটো পৰীক্ষিত নৃপ জিনিলন্ত জম্বুদ্বীপ
একলে কৰিয়া মহা গহ।
বান্ধিলন্ত ধৰ্ম্ম-সেতু মহাৰাজা কিবা হেতু
কৰিলন্ত কলিক নিগ্ৰহ॥ ১০৩৭
তুয়া মহা শিষ্ট-শাস্ত কিবা হেতু তেজিলন্ত
তৰুণ কালতে প্ৰাণ তথা।
পাইলা ৰাজা যেন গতি কহিয়োক মহামতি
আমাৰ সমস্তে তান কথা॥
কহিবাক লৈলা তথা শুনিয়ো শৌনক কথা
অভিমন্যু পুত্ৰৰ চৰিত্ৰ।
উত্তৰাৰ জীৱ ধন্যা ইৰাৱতী নামে কন্যা
বিবাহ কৰিলা পৰীক্ষিত॥ ১০৩৮
জন্মেজয় আদি কৰি উপজিল পুত্ৰ চাৰি
কৰিলন্ত অশ্বমেধ তিনি।
যাহাৰ যজ্ঞত আসি প্ৰত্যেক দেৱতা ৰাশি
লৈলা ভাগ পূজা ভিন্নে ভিন্নি॥
কৃষ্ণৰ চৰণে চিত্ত নাৰেসে মুখত গীত
সদায়ে নছাৰে হৰি ৰসে।
সন্তৰ সঙ্গতি নিতি বাঢ়ে ভকতিত প্ৰীতি
জগত ব্যাপিল যাৰ যশে॥ ১০৩৯
পুত্ৰৱতে পালি প্ৰজা এহিমতে মহাৰাজা
আছা যেবে হস্তিনাপুৰত।
প্ৰৱেশিলা ঘোৰ কলি হেন শুনি মহাবলী
শৰ ধনু ধৰিলা ক্ৰোধত॥
[illegible] পৰাক্ৰম [illegible] চাৰি [illegible]
[illegible] ৰথে চলিলন্ত তাতে।
[illegible]
[illegible] ১০৪০

ধৰিলা যতেক নৃপ জিনিলন্ত জম্বুদ্বীপ
লৈলা সাধি সবে কৰভাৰ।
কৃষ্ণ অৰ্জ্জুনৰ কীৰ্ত্তি গায়ে শুনি বাঢ়ে প্ৰীতি
দেন্ত তাক বস্ত্ৰ অলঙ্কাৰ॥
তুয়া দেৱতাৰ দেৱ পাণ্ডৱক কৰা সেৱ
সুহৃদ সাৰথি তুয়া সখি।
কতো বীৰাসন কৰি হাতত খড়্গ ধৰি
নিদ্ৰা এৰি থাকা ৰাতি ৰখি॥ ১০৪১
কৃষ্ণৰ বৰ্ণায়ে যশ বাঢ়ি যায় প্ৰেমৰস
পুলকে শৰীৰ ঝৰে নীৰ।
নাই ৰতি বিষয়ত কৃষ্ণপাদ পঙ্কজত
কৰন্ত ভকতি মহাবীৰ॥
শুনিয়ো শৌনক পাছে একভৰি মাত্ৰ আছে
বৃষৰূপী ধৰ্ম্ম মহাভাগ।
মাৰে কলি দণ্ড লৈয়া অনন্তৰে পাইল গৈয়া
ধেনুৰূপী পৃথিৱীক লাগ॥ ১০৪২
মনত পৰম দুখ লোতকে তিতিল মুখ
দেখি ধৰ্ম্মে পুছন্ত ভূমিক।
কিসক মনত ক্লেশ ভৈলাহা বিবৰ্ণ বেশ
কৰিছা ক্ৰন্দন দেৱী কিক॥
একে ভৰি ফুৰা ভ্ৰমি মোকে লাগি কান্দা তুমি
খেদ কৰা কিবা আপোনাক।
শূদ্ৰসবে হুইবে ৰাজা পীড়িবে অনাথ প্ৰজা
মিলিবেক লোকত বিপাক॥ ১০৪৩
হে মাৰ বসুমতী ঈশ্বৰ কৃষ্ণক প্ৰতি
কিবা অনুশোচ কৰা তুমি।
ধৰি যিটো অৱতাৰ হৰিলা তোমাৰ ভাৰ
তানে কৰ্ম্ম স্মৰি কান্দা তুমি॥
যাহাৰ চৰিত্ৰচয় [illegible] বিস্ময়
হেন কৃষ্ণে ভৈলাহা ৰহিত।
হৰিৰ বিৰহে তুমি ভৈলা [illegible] তুমি
কিবা তাতে দুখ বুঝি চিত্ত॥ ১০৪৪

তোমাৰ সৌভাগ্য কিবা কালে হৰিলেক কিবা
কহিয়োক দুখৰ বৃত্তান্ত ।
ধৰ্ম্মৰ বচন শুনি বসুমতী মনে গুণি
কান্দি কান্দি তাক বুলিলন্ত ॥
আপুনি জানাহা বাপ কি কহিবো হৃদিতাপ
গোবিন্দে বঞ্চিত ভৈল লোক ।
কৰি মোত নানা খেৰি প্ৰাণকৃষ্ণ গৈল এৰি
সি হেতু নখণ্ডে মোৰ শোক ॥ ১০৪৫
ব্ৰহ্মা আদি দেৱ লোক কৰে তপ চাহান্তোক
আমাক কটাক্ষে লক্ষ্মী মাৰে ।
হেন লক্ষ্মী সব এৰি হুয়া চৰণৰ চেৰী
নিতান্তে পূজন্তে যাৰ পাৱে ॥
অৰুণ পঙ্কজ পাৱ পৰশে উল্লসে গাৱ
স্বৰ্গতো অধিক মিলৈ সুখ ।
হেন বন্ধু কৃষ্ণে মোক গৈল তেজি নিজলোক
কি কহিবো বিৰহৰ দুখ ॥ ১০৪৬
পদ্ম যৱ বজ্ৰ ধ্বজে অঙ্কুশ অঙ্কিত খোজে
ভৈলো মই অতি অলঙ্কৃত ॥
স্বৰ্গতো অধিক আতি মোহোৰেসে ভৈল খ্যাতি
ভৈলো মই মহা কৃতকৃত্য ॥
ৰোমাঞ্চিত ভৈল গাৱ বাঢ়ি গৈল গৰ্ব্ব ভাৱ
প্ৰভুক্ত লভিলো মহামান ।
নসহিল অহঙ্কাৰ কৰি মোক পৰিহাৰ
ভৈলন্ত বান্ধৱ অন্তৰ্দ্ধান ॥ ১০৪৭
অনেক দুৰ্জ্জন ৰাজা সাজিয়া প্ৰাৰন্তে প্ৰজা
মুহুৰ্ত্তক কৰে অপকাৰ ।
অসংখ্যাত অক্ষৌহিণী সংহাৰিলা ৰণে জিনি
গুচিলেক আমাৰ মহাভাৰ ॥
কিবেহু নিৰ্ভয় মনে থাপ্য তুমি ত্ৰিভুবনে
চাৰি ভৰি ৰখিলা আপুনে ।
হেন মহা উপকাৰী প্ৰভু গৈল এৰে মৰি
ৰহিলো [illegible] কোন গুণে ॥ ১০৪৮

সত্যভামা আদি কৰি যতেক সুন্দৰী নাৰী
কটাক্ষতে গৰ্ব্বক হোৱে হত ।
কোন স্ত্ৰী আছে হেন সহিব বিৰহ তান
হেন বন্ধু দেখো ত্ৰৈলোক্যত ॥
যাৰ পদচিহ্ন পাই ৰোমাঞ্চিত ভৈল কায়
ক্ষণেকে নেদেখি হৃদি দহে ।
হেন প্ৰভু গৈলা তেজি শোক সাগৰত মজি
মৰো হেৰা প্ৰভুৰ বিৰহে ॥ ১০৪৯
পৰম সুন্দৰ বেশ দৰশনে হৰে ক্লেশ
মোক্ষতো অধিক মিলৈ সুখ ।
নয়ন পঙ্কজ পাসি সুনাসা ঈষত হাসি
পুনাই নেদেখিবো সিটো মুখ ॥
লোকৰ অনৰ্থ হেতু পাপী কলি ধূমকেতু
তোমাৰ ভাঙ্গিল তিনি পাদ ।
আত আনি অনুশোচ তপ দুৰ শান্তি শৌচ
সমস্তক কৰিলা উন্মাদ ॥ ১০৫০
তোমাকেসে চিন্তো মনে সিটো প্ৰভু অবিহনে
কোনো মতে ৰক্ষিবা সম্প্ৰতি ।
এহি বুলি সমাই মাথ হা কৃষ্ণ প্ৰাণনাথ
ডাকিয়া কান্দিলা বসুমতী ॥
ধাৰায়ে লোতক বহে দৰ্শনো হৃদয় দহে
কৰিলন্ত বিলাপ জগতে ।
কৃষ্ণগুণ সুমৰন্তে কান্দি কান্দি দুয়ো হন্তে
থাকিলা তথাতে এহিমতে ॥ ১০৫১

---

## দুলড়ী

শুনা সামাজিক কৃষ্ণৰ চৰিত্ৰ
অমৃত ইসে প্ৰধান ।
ধন জন মত পুত্ৰ পৰিবাৰ
ইসৱ বিষ সমান ॥

এহিক্ষণে আছে এহিক্ষণে নাই
টাটেক নাটেক মায়া ।
পদ্ম-পত্র জল জীৱন চঞ্চল
অথিৰ মনুষ্য কায়া ॥ ১০৫২
কেতিক্ষণে আসি ধৰিবেক পন্থা
বিষম অন্তক বাঘে ।
জানিয়া সত্বৰে ধৰিয়ো কৃষ্ণৰ
চৰণত অনুৰাগে ॥
কৃষ্ণ হেন দেৱ আউৰ নপাইবাহা
উপকাৰী কৃপাময় ।
নাম মাত্ৰ লৈলে এতেকে কৰন্ত
সমস্তে পাতক ক্ষয় ॥১০৫৩
সুকৃতি মুকুতি পদকো সাধন্ত
শ্ৰৱণ যশ কীৰ্ত্তনে ।
হেনয় বান্ধৱ দেৱক নভজে
কোননো অধম জনে ॥
আন দেৱ ত্যজি মোকে মাত্ৰ ভজি
ভৈলেক এক শৰণ ।
সাধু সেহি জন অৰ্জ্জুনৰ আগে
বুলিলা কৃষ্ণে বচন ॥ ১০৫৪
ঈশ্বৰৰ বোলে নাযাহা সম্ভ্ৰান্ত
কিনো লোক হতবুদ্ধি ।
আনসে কহয় মৰন্তে নলয়ে
জাবাৰ মহা ঔষধি ॥
ভৈলা কৃষ্ণদেৱ আবেসে উদিত
বিদিত কৰিলা নাম ।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ১০৫৫

---

পৰীক্ষিতৰ কলি নিগ্ৰহ ।

পদ

শুনিয়ো শৌনক ঋষি বুলিলন্ত সূত ।
তহিতে আশ্চৰ্য্য যেন ভৈল অদ্ভুত ॥
কৰি দিগ্‌বিজয় অজয় পৰীক্ষিত ।
পাইলা পাছে ৰথে কুৰুক্ষেত্ৰৰ সন্নিত ॥ ১০৫৬
দেখিলা নৃপতি তৈতে বিচাৰি ফুৰন্তে ।
আছে ধেনু বৃষ দুয়ো দুখত কান্দন্তে ॥
মৃণাল ধৱল বৃষ কাম্পে তৰতৰি ।
চৰণত তাড়ৈ শূদ্ৰ গোটে দণ্ড ধৰি ॥ ১০৫৭
ভয়তে তেজিলা যেন মল মূত্ৰ আতি ।
চৰণৰ প্ৰহাৰে ধেনুক কৰে শাস্তি ॥
কান্দন্তে আছন্ত বহে লোতক নয়নে ।
অনাথ কমাৰে যেন দুৰ্জ্জন টেণ্টোনে ॥ ১০৫৮
হেন দেখি খেদি গৈলা ৰাজা আথে বেথে ।
হাতে শৰ ধনু ধৰি সুৱৰ্ণৰ ৰথে ॥
মেঘৰ গম্ভীৰ ধ্বনি বুলিলা বচন ।
কোন তই কহ অৰে অধম দুৰ্জ্জন ॥ ১০৫৯
মোহোৰ ৰাজ্যত কৰ ইমত দুৰ্ব্বল ।
মৰিবাক শঙ্কা নাই কহিব নিশ্চল ॥
নৃপতিৰ বেশ তই কৰ্ম্মত চাণ্ডাল ।
হেন জানা পাইলো আসি তোৰ যমকাল ॥১০৬০
গৈলন্ত বিদুৰ মাত্ৰ কৃষ্ণ ধনঞ্জয় ।
এতেকেসে অন্যায় কৰস দুৰাশয় ॥
মই বিদ্যমানে তোৰ এত মান গহ ।
কৰো শিৰচ্ছেদ দুষ্ট থানিতেক ৰহ ॥ ১০৬১
মহন্তক পীড়া কৰ মোহোৰ আগত ।
ৰহ ৰহ ভাঙো আজি তোহোৰ মহত্ব ॥
এহি বুলি পৰীক্ষিত পৰম মহন্ত ॥
যেহু বৃষক দুইকো সম্বোধি বোলন্ত ॥ ১০৬২
কোন তুমি [illegible] তঙ্ক বৃষৰূপ [illegible]
কোনেবা তোমাৰ তাড়িলেক [illegible] ॥

কিসক ভ্ৰমাহা এক পাৱে মহাশয় ।
মই আসি পাইলো আৰ নকৰিবা ভয় ॥ ১০৬৩
বৈভ ৰাখে কৌৰৱ ৰাজাৰ বাহু দণ্ডে ।
শোকে সিটো লোকৰ লোতক নভু পৰে ॥
নাকান্দা নাকান্দা মাৱ ধেনু এৰা খেদ ।
কৰে আজি তোমাৰ শত্ৰুৰ স্কন্ধ ছেদ ॥ ১০৬৪
কৃষ্ণৰ সেৱক ইটো ৰাজাৰ ৰাজ্যত ।
কেহো নভু কৰে আসি দ্ৰোহ হেন মত ॥
যদি দেৱে কৰে তোমাসাক হেন দণ্ড ।
তাহাৰো কাটিবো সালঙ্কৃত বাহু খণ্ড ॥ ১০৬৫
হেন শুনি ধৰ্ম্মে তাক দিলন্ত উত্তৰ ।
কি কহিবো কথা মই তোহ্মাৰ বংশৰ ॥
যাৰ গুণে তুষ্ট হুয়া বাসুদেৱ সুত ।
হোৱন্ত সাৰথি কতো সভাসদদূত ॥ ১০৬৬
কৰন্ত মন্ত্ৰণা কতো মন্ত্ৰী হুয়া আতি ।
নিদ্ৰা এৰি খাণ্ডা ধৰি ৰাখি থাকা ৰাতি ॥
ধ্যানতো নেদেখৈ যিটো বেদৰো ৰহস্য ।
কৰিলন্ত তাহাঙ্ক পাণ্ডৱ বংশে বশ্য ॥ ১০৬৭
কি কহিবো পাণ্ডৱৰ মহা গুণগাণ ।
যাক সেৱা কৰন্ত আপুনি নাৰায়ণ ॥
তাসম্বাৰ বংশ তুমি পৰম পৱিত্ৰ ।
দিবাহা অভয় দান আত কোন চিত্ৰ ॥ ১০৬৮
কোনে দুখ দেয় যিটো পুছিলা সংশয় ।
কহিবে নপাৰো তাক নৃপতি নিশ্চয় ॥
জ্ঞানী বোলে দেয় দুখ আত্মায়ে আত্মাক ।
কুতৰ্কী পণ্ডিতে বোলে নানা দেৱতাক ॥ ১০৬৯
গ্ৰহে পীড়ে দৈৱজ্ঞৰ জ্যোতিষ প্ৰমাণ ।
মীমাংসকে বোলৈ সবে কৰ্ম্মেসে প্ৰধান ॥
লোকাৰ্যত্তি শাস্ত্ৰত স্বভাৱে সবে কয় ।
যাৰ যেন মতি কহে ৰাজানে নিশ্চয় ॥ ১০৭০
একান্ত ভকত সবে কহে যেন তাৰ ।
বিনে দুখ দুখ আনি ঈশ্বৰ ইচ্ছায় ॥

তত্ত্ব নপাই কহয়ে যাহাৰ যেন মতি ।
কৰিয়োক বিমৰিষ আপুনি নৃপতি ॥ ১০৭১
হেন শুনি পাইল ৰাজা মনত বিচাৰি ।
জানিলো এহেন্তে ধৰ্ম্ম বৃষ ৰূপধাৰী ॥
এতেকেসে পৰ পাপ নকৰা বিদিত ।
কৰে যিটো হোৱে সিটো তেহ্নে পাপ চিত্ত ॥ ১০৭২
হে ধৰ্ম্ম কিনো ভৈল তোমাৰ বিকাৰ ।
ভাঙ্গিলেক তপ শোচ দয়া তিনি পাদ ॥
কেৱলে আছয় মাত্ৰে সত্য নাম ভবি ।
তাকো ভাঙ্গিবাক চাহে কলি দণ্ড ধৰি ॥ ১০৭৩
ধেনু ৰূপে জানিলো এহেন্তে বসুমতী ।
কৃষ্ণৰ বিৰহ তাপে ক্ষীণ ভৈল আতি ॥
ধ্বজ বজ্ৰ পঙ্কজ গুচিল অলঙ্কাৰ ।
তাক স্মৰি কান্দন্ত খেদৰ নাহি পাৰ ॥ ১০৭৪
হে মাৱ ধৰণী শুনিয়োক ধৰ্ম্ম বাপ ।
নকৰা কলিক ভয় তেজিয়ো সন্তাপ ॥
পৃথিৱী প্ৰভৃতি মই তুমো আকে চাই ।
পাপী কলি আউৰ মোৰ হাতৰ নেৰাই ॥ ১০৭৫
ধৰণীক ধৰ্ম্মক আশ্বাসি এহি বুলি ।
ডাৱৰ আজুৰি খাণ্ডা ধৰিলন্ত তুলি ॥
মোহোৰ ৰাজ্যত আসি কৰা অপকাৰ ।
জানিলো পাতকী তোৰ কটকটাই যাৰ ॥ ১০৭৬
হেন দেখি কলিৰ ভয়ত ধাতু যায় ।
ৰাজচিহ্ন মানে সবে পেলাইলা খসাই ॥
দণ্ডৱতে পৰি হাতে ধৰিয়া চৰণ ।
ত্ৰাহি ত্ৰাহি বুলি তাঙ্কে পশিলা শৰণ ॥ ১০৭৭
আউৰ নকৰিবো দ্ৰোহ দিয়ো জীৱ দান ।
ভৈলোহো ভৃত্যযো ভৃত্য ৰাখা মোৰ প্ৰাণ ॥
এতেকে কাতৰ কৰে চৰণত ধৰি ।
মহা ত্ৰাসে থৰথৰি কাম্পে হাত কৰি ॥ ১০৭৮
কতো যেন কাকোৱে আপুনি লবে মুখে ।
পৰিত্ৰাণ কৰা বাপ বুলি কান্দে দুখে ॥

হৰি বিমুখক খাবৈ ব্যাঘ্ৰৰ সমান।
বৈষ্ণৱৰ আগে কলি মূষক প্ৰমাণ ॥ ১০৭৯
মাৰিলন্ত খাণ্ড বুলি সচকিত কায়া।
কলিৰ কাৰুণ্য শুনি সম্পজিল দায়া ॥
মনন্ত বোলন্ত আত আছে মহাগুণ।
ইচ্ছা মাত্ৰে উপজে কলিত যত পুণ্য ॥১০৮০
মনত আলোচে নতু হৰি বোলে আসি।
এতেকে উপজে মহা মহাপুণ্য ৰাশি ॥
কৰিলেসে সিজে পাপ হেন গুণ জানি।
প্ৰাণে নমাৰিলন্ত কলিক মহামানি ॥ ১০৮১
হাসি হাসি বোলন্ত কলিক কৃপাময়।
এৰ এৰ চৰণৰ দিলোহো নির্ভয় ॥
আউৰ শঙ্কা মকৰ ৰাখিলো প্ৰাণ তোৰ।
আৰে পাপী কলি নতু কথা শুন মোৰ ॥ ১০৮২
বীৰ অৰ্জুনৰ যশধৰ আমি নাতি।
কৰে কৃতাঞ্জলি যিটো আহ্মাক সম্প্ৰতি ॥
আউৰ নাহি তোৰ মোত হন্তে কিছু ভয়।
কিন্তু মোৰ দেশত নৰৈবি দুৰাশয় ॥ ১০৮৩
অধৰ্ম্মৰ বন্ধু তই পাপৰ প্ৰাৰম্ভ।
তোৰ সঙ্গী সদায়ে কলহ লোভ দম্ভ ॥
দুষ্ট শঠ কপটী টেণ্টোন খট চোৰ।
জিহ্বা মোহ কুলক্ষী অসতী কলি তোৰ ॥ ১০৮৪
তই যেবে থাকহ অধৰ্ম্মে লৈবে ৰাজ।
জীবি যেবে এখনে ৰাজ্যৰ হুও বাজ।
প্ৰচণ্ড আদেশ শুনি দুনাই কাম্পে কলি।
প্ৰণামিয়া বোলে বাক্য কৰি কৃতাঞ্জলি ॥ ১০৮৫
সসাগৰা পৃথিৱী তোমাৰ সবে ৰাজ।
নাই এঠো পুৰি মোৰ প্ৰভু তাত বাজ ॥
কৈকে যাইবো কৈত্তে সবে তোমাৰেসে লোক।
দেহ ঠাই যেবে এতিক্ষণে বাজিয়োক ॥ ১০৮৬
কৰা কৃপা দিয়া স্থান থাকো আজ্ঞা পালি।
অনুপে নাৰাখা মোক দেশৰ নিকালি ॥

সাগৰত থাকে যেন মহা বক্ষচয়।
তেবেকি শামুকে তাত নকৰে আশ্ৰয় ॥ ১০৮৭
কোনো গ্ৰাম নগৰত অন্ত্য জাতি নাই।
চণ্ডালতোধিক ভৈলো নেদা মোক ঠাই ॥
শৰণাগতক ত্যাগ নকৰিয়ো বাপ।
এহি বুলি কান্দে কলি কৰিয়া বিলাপ ॥ ১০৮৮
নৃপতি বোলন্ত কলি তাক দিলো স্থান।
যৈত খেলে জুৱা পাশা কৰে মদ্য পান ॥
স্ত্ৰী পঞ্চসূনা গৃহস্থৰ থাকে যৈত।
এহি চাৰি ঠাই দিলো ৰক্ষ গৈয়া তৈত ॥ ১০৮৯
জলকুম্ভ চুলিয়া বাঢ়নী ঢেকী পটা।
গৃহস্থৰ ঘৰে এহি সূনা পঞ্চ গোটা ॥
বলি বিশ্বদেৱ পঞ্চ যজ্ঞ যাৰ নাই।
তাৰ পঞ্চ স্থানত থাকিবি সৰ্ব্বদাই ॥ ১০৯০
যৈত কৰৈ শ্ৰৱণ কীৰ্ত্তন কেশৱৰ।
নাচপিবি পাপী সিটো গৃহস্থ ওচৰ ॥
হুয়া এক শৰণ কৃষ্ণৰ লয়ে নাম।
মোহোৰ আদেশে নপশিবি সিটো গ্ৰাম ॥ ১০৯১
মোৰ আজ্ঞা ভাঙ্গি যেবে কৰস অন্যায়।
তোৰ মাথা কাটো তেবে মোৰ দোষ নাই ॥
শুনিয়া মনত নাহি সন্তোষ কৰিল।
কৰে কাউ বাউ বাপ শুনা মহাবীৰ ॥ ১০৯২
পৰিবাৰ বিস্তৰ নোজোৰে ইটো স্থান।
আৰো কিছু দিয়োক হেনবা বৰ্ত্তো প্ৰাণ ॥
যেবে দোষ দেখাহা কৰিবা উগ্ৰ শাস্তি।
শুনি নৃপতিৰ কৃপা উপজিল আতি ॥ ১০৯৩
দিলো সুবৰ্ণক তাত যাদা কৰ কলি।
অধৰ্ম্মৰ গোষ্ঠি সমে থাক যাহা চলি ॥
হেন শুনি কলি পাছে শৰীৰ সঙ্কোচি।
নৃপতিক নমিয়া চলিলা পাছ ঘুচি ॥ ১০৯৪
যৈত মদ স্ত্ৰী সূনা সুবৰ্ণক পায়।
নৃপতিৰ আদেশে থাকোঁহো সেহি ঠাই ॥

হেন জানি দ্বিজন উত্তম মহামতি।
স্ত্রী সুবৰ্ণত নকৰিবা আশকতি ॥ ১০৯৫
নিগ্ৰাহিয়া কলিক ধৰ্ম্মক ৰক্ষা কৰি ॥
যোৰাইলন্ত তপ শৌচ দয়া তিনি ভৰি ॥
পৃথিবীক কৰিলন্ত আশ্বাস নৃপতি।
নকৰিবা ভয় তুমি মায় বসুমতী ॥ ১০৯৬
যাৱে থাকো মই মহা দুষ্টৰ অন্তক।
নাহি কিছু ভয় বুলি মিলিল ধৰ্ম্মক ॥
পৃথিবীক নমস্কাৰ কৰিলা নৃপতি।
চলি গৈলা পাছে নিজ মন্দিৰক প্ৰতি ॥ ১০৯০
কি কহিবো কৌৰৱ ৰাজাৰ মহিমাক।
দ্ৰৌণীৰ ব্ৰহ্মাস্ত্ৰ বহ্নি নদহিলে যাক ॥
ৰাখিলন্ত গৰ্ভত প্ৰবেশি ভগৱন্ত।
পৰীক্ষিত সমান নাহিক ভাগ্যৱন্ত ॥ ১০৯৮
কৃষ্ণত অৰ্পিয়া চিত্ত সিটো মহাশয়।
তক্ষকে দংশন্তে যাৰ নুপুজিলা ভয় ॥
কৃষ্ণ মুৰ্ত্তি শ্ৰুতি আতি ধৰিয়া হিয়াত।
তেজিলন্ত শুক শিষ্যে শৰীৰ গঙ্গাত ॥ ১০৯৯
ইটো আতি আশ্চৰ্য্য নুহিকে ঋষিগণ।
কৰে যিটো কৃষ্ণ কথা শ্ৰৱণ কীৰ্ত্তন ॥
স্মৰে কৃষ্ণপদ পঙ্কজক হৃদয়ত।
নুপুজে সন্ত্ৰম তাৰ মৰণ কালত ॥ ১১০০
পুছিলাহা যেন পৰীক্ষিতৰ চৰিত্ৰ।
কহিলো সকলে কৃষ্ণ কথায়ে সহিত ॥
আউৰ আত কিবা মই কহিবো বিস্তৰ।
এহিমাত্ৰ কৰ্ত্তব্য জানিবা মনুষ্যৰ ॥ ১১০১
কহো আৰে শুনিয়ো শাস্ত্ৰৰ সৰে সাৰ।
কৃষ্ণ চৰণক পাইবে ইচ্ছা আছে যাৰ ॥
কৃষ্ণ গুণ নাম মাত্ৰ কৰোক কীৰ্ত্তন।
আউৰ আন কৰ্ম্মত কমন প্ৰয়োজন ॥ ১১০২
যেনমতে [illegible] কথা কহিলো নিশ্চয়।
নকৰিবা আৰ কিছু [illegible] সংশয় ॥

সূত ঋষি সম্বাদ সমস্ত যেন ভৈল।
বোল সপ্তদশ অধ্যায়ৰ কথা গৈল ॥ ১১০৩
শুনা সমাজিক লোক কৃষ্ণৰ চৰিত্ৰ।
আত পৰে আন ধৰ্ম্ম নাহিকে কলিত ॥
জানিবাহা সমস্তে শাস্ত্ৰৰ ইসে সাৰ।
আত পৰে নাহি গতি কলিৰ প্ৰজাৰ ॥ ১১০৪
ভৈল মলমতি লোক তেজিলে আচাৰ।
পাতকীৰ নাহিকে কৰ্ম্মত অধিকাৰ ॥
আৰে ৰামে নামক সততে যিটো গাৱে।
সেহি সাধু মনুষ্যে হাততে মোক্ষ পাৱে ॥ ১১০৫
শুনা যেন গুণ আছে ৰামৰ নামত।
উচ্চাৰন্তে উপজে পৰম পুণ্য যত ॥
মৰাকো জীয়াৱে ইটো অমৃত ঔষধ।
হেন নাম নধৰি আপুনি যায় অধ ॥ ১১০৬
কেন্তিক্ষণে ধৰে কালে তাৰো নাহি স্থিতি।
অদ্যাপি নুপুজে ঘোৰ নৰকৰ ভীতি ॥
কৃষ্ণৰ কিঙ্কৰে কহে গতি হৰি নাম।
ঘুষিয়ো সঘনে নিৰন্তৰে ৰাম ৰাম ॥ ১১০৭

---

## দুলড়ী

শুনি ঋষিসৱে সূতক প্ৰশংসে
চিৰজীৱ হোৱা বাপ।
কৃষ্ণৰ চৰিত্ৰ অমৃত পিয়ায়া
খণ্ডায়ো সংসাৰ তাপ ॥
কৰ্ম্মত আধাৰ ভাগিল বিবাদ
বিধিবি আত্ৰ আদেৰ।
হোৰ-দুখে দুত্ৰ কৰিলো শৰীৰ
পাইলো মাত্ৰ মহাক্লেশ ॥ ১১০৮
পিয়ায়ো কৃষ্ণৰ পাদ পঙ্কজু
পাতক ক্লেশ নিৰ্মূল ॥

স্বৰ্গ মোক্ষ সুখে ভকত সঙ্গৰ
অল্পকো নুহিকে তুল ॥
কোননো ৰসজ্ঞে কৃষ্ণৰ কথাত
বুলিবে ভৈলো তৃপিতি।
ব্ৰহ্মা পশুপতি নপাৱন্ত অন্ত
যাৰ গুণ গায়া নিতি ॥ ১১০৯
হেন জানি সুত কৃষ্ণত একান্ত
ভকত তুমি সাক্ষাত।
কৃষ্ণৰ নিৰ্ম্মল চৰিত্ৰ সকল
কহিয়ো আৰে আমাত ॥
যিটো পৰীক্ষিত নৃপতি শুকত
শুনিয়া যি মহাজ্ঞান।
কৃষ্ণৰ চৰণ পঙ্কজক পাইলা
এৰিয়া আনন্দে প্ৰাণ ॥ ১০১০
সিটো শুক-নৃপ সংবাদ অদ্ভুত
শ্ৰীভাগৱত নাম।
পুৰাণৰ সূৰ্য্য যত ভকতৰ
সাধে আতি প্ৰীতিকাম ॥
কৃষ্ণৰ চৰিত্ৰ আনন্দে আপ্লুত
সৰ্ব্ব বেদান্তৰো সাৰ।
কহিয়ো সমস্ত দুঃখ হোক অস্ত
শ্ৰৱণে আৰে আমাৰ ॥ ১১১১
ঋষি সমস্তৰ আদৰ দেখিয়া
পৰম হৰিষ ভৈল।
আপোনাক পাছে প্ৰশংসা কৰিয়া
সূতে কহিবাক লৈল ॥
যদি [illegible] জাতি আমি অকুলীন
একোৰে নুহিকো কাজী।
তুমিসব মহা জ্ঞানীৰ আদৰে
সাদৰিলো [illegible] আজি ॥ ১১১২
[illegible] তেন সম মূৰ্খ
[illegible]।

তুমি সব মহা জনে কৃষ্ণকথা
যি হেতু মোত পুছিলা ॥
একান্ত ভকতে কৰে সম্ভাষণ
যদিবা গ্ৰাম্য আলাপে।
তথাপি সমস্তে পুৰুষক এৰে
অনেক জন্মৰ পাপে ॥ ১১১৩
মহা ভকতৰ পৰম আশ্ৰয়
ভগৱন্ত আত্মাৰাম।
যিটো জনে এক শ্ৰৱণ ধৰিয়া
সুমৰৈ তাহানে নাম ॥
সেহি ভকতৰ যদি নাম লৱে
চাণ্ডালো হোৱৈ পবিত্ৰ।
হৰি নামে শুদ্ধ কৰিবে ইহাত
আছে কোন আৰে চিত্ৰ ॥ ১১১৪
হেন ভগৱন্ত অনন্ত শকতি
গুণে সম নাহি যাক।
হেন জন নাই ত্ৰৈলোক্য ভিতৰে
জানৈ তান মহিমাক ॥
ব্ৰহ্মা আদি দেৱে প্ৰাৰ্থনা কৰন্ত
তাকো এৰি লক্ষ্মীদেৱী।
নযাচন্ত কৃষ্ণ তথাপি থাকন্ত
চৰণ-ৰেণুক সেৱি। ১১১৫
যাৰ পদ নখে ব্ৰহ্মাণ্ড ফুটাইলা
পৰৈ জলধাৰা বই।
দিলা অৰ্ঘ্য পাৱে সেহি জলে বিধি
কমণ্ডলু পাতি লই ॥
সেহি অৰ্ঘ্য জলে গঙ্গা হুয়া জাত
জগত পবিত্ৰ কৰে।
প্ৰভু পাদোদক তুমি আমা পাক
ধৰিলন্ত মস্তকে ॥ ১১১৬

দেৱতাৰো দেৱ পৰম ঈশ্বৰ
হেনয় কৃষ্ণক তেজি।
গুৰু দ্ৰোহ কৰি কোননো পাময়ে
মৰিবে আনক ভৰি ॥
কৃষ্ণেসে পৰম সুহৃদ ঈশ্বৰ
কৃষ্ণেসে পৰম দেৱ ॥
সৃষ্টি স্থিতি লয় কৃষ্ণেসে কৰয়
কৃষ্ণক কৰোহো সেৱ ॥ ১১১৭
কৃষ্ণৰ চৰিত্ৰ পুছিলা আমাত
কৈবো যেন লৰৈ মতি।
প্ৰভুৰ পৰম লীলাক সমস্তে
কহিবে কাৰ শকতি ॥
পথা অনুৰূপে উড়া কৰৈ পক্ষী
নপাই আকাশৰ অন্ত।
সেহি মতে কৃষ্ণ লীলা গুণ গায়ৈ
যতেক মহা মহন্ত ॥ ১১১৮
কিনো মহাভাগ তোমাসাৰ আগে
কহিবো কৃষ্ণৰ লীলা।
বান্ধৱৰ কথা পুছিলা সম্যকে
মোক জীৱ দান দিলা ॥
এতেক বোলন্ত প্ৰেম উপজিল
তনু পুলকিত ভৈল।
নেত্ৰৰ লোতক দুয়ো হাতে মুছি
নমাতি স্তম্ভিয়া ৰৈল ॥ ১১১৯
নমো নমো নমো জগত জনক
কৃষ্ণ ইষ্টদেৱ মোৰ।
যাহাৰ স্মৰণে হৰয় তেখনে
পৰম আপদ ঘোৰ ॥
কায় বাক্য মনে এহিসে বাঞ্চোহো
তোমাত থাকোক মতি।
জন্মে জন্মে মোৰ মনে নছাৰোক
তোমাৰ চৰণে ৰতি ॥ ১১২০

অৰুণ চৰণ চিত্তত থাকোক
দুষ্মহ মৰণ দুখে।
সংসাৰতে সাৰ ৰাম কৃষ্ণ নাম
সুগুচোক মোৰ মুখে ॥
কৃষ্ণ-কথা কৰ্ণে থাকোক সদায়ে
এতেক পাৰ্থো তোমাত।
হৌক সাধু সঙ্গ নৌক মনভঙ্গ
তোমাৰ প্ৰভু সেৱাত ॥ ১১২১
মই মহা অন্ধ দেখিয়ো নেদেখো
দুৰ্ঘোৰ ঘোৰ মৰণ।
হে যদুপতি তুমি মোৰ গতি
তোমাত লৈলো শৰণ ॥
চৰণে বিক্ৰয় গৈলো কৃপাময়
নকৰিবা বাপ ছন্ন।
যৈতে তৈতে মৰো যেন নপাসৰো
অৰুণ চৰণ পদ্ম ॥ ১১২২
কত কোটি জন্ম সংসাৰত ভ্ৰমো
নেৰাইলো যাতনা তাপ।
লোভে মোহে অন্ধ ভৈলো প্ৰাণ কৃষ্ণ
তোমাক নজানি বাপ ॥
মই মহা দীন তুমি দয়াশীল
কৰিয়ো উচিত কাম।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ১১২৩

---

পৰীক্ষিতৰ ওপৰত ব্ৰহ্মশাপ।

পদ

নিগদন্তি সূত শুনা শৌনক সম্প্ৰতি।
যেন মহাশাপ ভৈল নৃপতিক প্ৰতি ॥
এহি মতে আছা পৰীক্ষিত নৃপবৰ।
মহা পৰিচ্ছেদ যেন দুতিঙ্গ পুৰন্দৰ ॥ ১১২৪

ভৃত্য যেন খাটে পৃথিবীৰ যত ৰাজা।
পুত্ৰতো অধিক কৰি পালিলন্ত প্ৰজা॥
ভকতৰ সঙ্গে ৰঙ্গে জম্বুদ্বীপপতি।
লগাইলা লোকত মহা হৰিত ভকতি॥ ১১২৫
নিগ্ৰহিল কলি ভৈল সত্যৰ ব্যৱস্থা।
জগন্ত ব্যাপিল নৃপতিৰ যশ কথা॥
দিনেক ধনুক ধৰি সসৈন্যে নৃপতি।
বনক গৈলন্ত মৃগ মাৰিবাক প্ৰতি॥ ১১২৬
পলাই মহা মৃগ গোট বিজুলী চটকে।
তাৰ পাছ লাগি যায় নৃপতি ঘোটকে॥
পীড়িল ভাগৰে খেদি গৈল কতো দূৰ।
ভৈলন্ত নৃপতি ক্ষুধা-তৃষ্ণাত আতুৰ॥ ১১২৭
বিচাৰ নপান্ত জল হুয়া মহাশ্ৰান্ত।
আছে আশ্ৰমেক পাছে তাতে পশিলন্ত॥
দেখন্ত শমীক ঋষি পদ্মাসন কৰি।
বায়ু মন নিৰোধিয়া আছে ধ্যান ধৰি॥ ১১২৮
মহাশান্ত চিত্ত আউল জাউল জটাভাৰ।
মিলি গৈল সমাধি চিণ্ডিল অহঙ্কাৰ॥
ভৈল ব্ৰহ্মময় নাহি গাৱত চেতন।
ক্ষুধাতুৰ হৈয়া ৰাজা বুলিলা বচন॥ ১১২৯
শুকাই ওঠ কণ্ঠ মোক কৰা জলদান।
ছুনাই ছুনাই মাতন্ত নেদন্ত সমিধান॥
তৃষ্ণায়ে পীড়িত নৃপ খুজি নপাই পানী।
কৰিলন্ত কোপ শমীকক মহামানী॥ ১১৩০
জানো মোক বোলে কোন ক্ষত্ৰিয় অধম।
কিসক পশিল আসি মোহোৰ আশ্ৰম॥
আজ্ঞেসে অৱজ্ঞা মোক কৰে এতমান।
আখি মুদি বসি ধৰি আছে মিছা ধ্যান॥ ১১৩১
এহি বুলি মৰা সাপ আনি ধনু আগে।
শমীকৰ গলত আৰিলা মহাভাগে॥
হেন মহাভক্তি নষ্ট মিলে একোকাল।
হস্তিনাপুৰক পাছে গৈলা মহীপাল॥ ১১৩২

শমীকৰ তনয় তেজস্বী শৃঙ্গী পাছে।
ঋষি-পুত্ৰ সমে খেড়ি খেলাৱন্তে আছে॥
শুনিলন্ত ধ্যানত আছন্তে মোৰ বাপ।
পৰীক্ষিত ৰাজা গলে আৰিলেক সাপ॥ ১১৩৩
অধৰ কম্পায়া কোপে জাজ্বল্য সমান।
ঋষি-সুত মধ্যে ক্ৰোধে দিলা সমিধান॥
দেখা দেখা কেন নৃপতিৰ অহঙ্কাৰ।
আমাতো লগাইলে হাত ইটো দুৰাচাৰ॥১১৩৪
সমীপতে জানিলো মিলিল তাৰ কাল।
ব্ৰাহ্মণেসে পাতে ক্ষত্ৰিয়ক দ্বাৰপাল॥
দাস হুয়া স্বামীতে আচৰৈ দ্ৰোহ ঘোৰ।
গৃহস্থকে মাৰে কুকুৰে কামোৰ॥ ১১৩৫
দুজনৰ শাস্তা কৃষ্ণ গৈলা মাত্ৰ এৰি।
এতেকে আমাতে দুষ্টে লগাইলেক খেড়ি॥
দেখা তপোবলে আজি আক কৰো দণ্ড।
ত্ৰিহ বুলি উঠিলা ঋষিৰ সুত চণ্ড॥ ১১৩৬
কোপে আৰকত আখি দশন চোবান্ত।
কৌশিকৰ জল চুৱা কৰিলা আচান্ত॥
দিবাক লাগিল নৃপতিক চণ্ডশাপ।
পিতৃক কৰিলি দ্ৰোহ পৰীক্ষিত পাপ। ১১৩৭
সপ্তম দিনতে তোক তক্ষকে দংশোক।
বিষ-বহ্নি লাগিয়া শৰীৰ ভস্ম হোক॥
আউৰ যেন আনে দ্ৰোহ নকৰে ঋষিক।
এহি বুলি লাৰ গৈয়া দেখিলা পিতৃক॥ ১১৩৮
মৰা সাপ গোট আছে গলত মেৰাই।
পিতৃৰ অৱস্থা দেখি অগনি উধাই॥
মৰিলন্ত বাপ বুলি শিশুৰ বিষাদ।
কান্দন্তে লোটাৰি পাৰি কৰি আৰ্ত্তনাদ॥ ১১৩৯
পুত্ৰৰ বিলাপ আতি আৰ্ত্তনাদ শুনি।
কিছো কিছো কৰি আখি মেলিলন্ত মুনি॥
গলৰ পেলাইলা পাছে মৃতক সৰ্পক।
পুত্ৰক বোলন্ত বাপু কান্দস কিসক॥ ১১৪০

কৰিলে অপ্ৰিয় কোনে কেন হেন দুখ।
কহিলা বৃত্তান্ত শৃঙ্গী বস্ত্ৰে মুছি মুখ॥
গলে শাপ দিল জল নপাই নৃপপাপ।
তক্ষকে দংশোক বুলি ময়ো দিলো শাপ॥ ১১৪১
শুনি শমীকৰ খেদ মিলিল আপাৰ।
গৰিহিলা পুত্ৰক কৰিয়া তিৰস্কাৰ॥
কিনো তই অধম দুৰ্ব্বোধ শিশু চণ্ড।
অল্প অপৰাধে কৰ প্ৰাণান্তিক দণ্ড॥ ১১৪২
সিজিল পাতক তোত ইসি মহাকষ্ট।
হইবেক অনাথ প্ৰজা ৰাজা ভৈলে নষ্ট॥
খাট চোৰ ডাকাইতে লুটিবে গ্ৰামদেশ।
নুহিবে ৰক্ষক লোকে পাইবে অসন্তোষ॥ ১১৪৩
অন্যো অন্যে মৰিবেক কাটাকাটি কৰি।
স্ত্ৰীধন সৰ্ব্বস্বক নিবে অপহৰি॥
হৈবেক সঙ্গম যেন কুকুৰ বানৰে।
গুচিবে আচাৰ ধৰ্ম্ম সকল লোকৰে॥ ১১৪৪
তোহোৰ নিমিত্তে যত মিলিবে বিপাক।
সি সব পাতকে আসি পাইবে আমাক॥
মহা ভাগৱত ৰাজা পৰম নিষ্পাপ।
কিনো মন্দমতি তই তাঙ্ক দিলি শাপ॥ ১১৪৫
উলটি আমাকো যদি শাপে পৰীক্ষিত।
তেবেসে আমাৰ হোৱে পাপ প্ৰায়শ্চিত্ত॥
জানো কৃষ্ণদাসে হেন নকৰে বিঘাত।
আমোচন পাপ ইটো ৰহিল আমাত॥ ১১৪৬
কৰৈ উপালম্ভ দন্ত বোলে নিন্দা বাণী।
যদি কদাচিতো আসি মাৰৈ হাতে হানি॥
তথাপিতো নকৰে ভকতে প্ৰতিকাৰ।
তাতেসে নভৈল ভস্ম সবংশে আমাৰ॥ ১১৪৭
নমো নমো হে প্ৰভু কৃষ্ণ কৃপাময়।
ভকতক তোমাৰ শাপিলে দুৰাশয়॥
অজ্ঞানীৰ দোষ আবে মৰষিয়ো বাপ।
এহি বুলি শমীকে কৰন্ত অনুতাপ॥ ১১৪৮
ৰাজাৰ পাশক লাগি পাঠিলা শিষ্যক।
শৃঙ্গী শাপিলেক তাঙ্ক দংশিবে তক্ষক॥
যেন লাগে আবে হোৱন্তোক সাৱধান।
এহি বুলি শমীকে ধৰিলে দুনাই ধ্যান॥ ১১৪৯
ওঠৰ অধ্যায় কথা এহিমানে গৈল।
ৰাজাৰ বৃত্তান্ত সূতে কহিবাক লৈল॥
ঋষিৰ গলত আৰি সাপ পৰীক্ষিত।
গৃহে গৈয়া পাইলা ৰাজা খেদ বিপৰীত॥ ১১৫০
কৰি গৰিহিত কৰ্ম্ম পায়া চিন্তা দুখ।
মনত গুণন্ত ৰাজা বসি অধোমুখ॥
কোননো দুৰ্দ্দৈবে হেন কৰাইলে কুমতি।
জানিলো পাইলেক মোক দাৰুণ দুৰ্গতি॥ ১১৫১
কৃষ্ণক ধিয়ান্ত মুনি পৰম নিষ্পাপ।
তাহান কান্ধত দিলো মই মৰা সাপ॥
ঈশ্বৰকো অৱহেলা কৰিলো জগতে।
হৈবেক আপদ জানো অচিৰ কালতে॥ ১১৫২
এতেক বোলন্তে ভৈল মহা অনুতাপ।
ধিক ধিক মোক বুলি কৰন্ত বিলাপ॥
যেন লাগে এখনে ফলোক পাপ মোৰ।
আউৰ যেন নকৰো ইমত পাপ ঘোৰ॥ ১১৫৩
ধন জন শৰীৰ যতেক ৰাজ্যভাৰ।
ঋষি-শাপবহ্নি সবে দহোক আমাৰ॥
তেবেসে পাপীৰ মোৰ হৈব প্ৰায়শ্চিত্ত।
নিচিন্তিবো দুনাই দেৱ দ্বিজৰ অহিত॥ ১১৫৪
হৃদি খেদে দহৈ ৰাজাৰ যেন প্ৰাণ।
শমীকৰ শিষ্যে সেহি বেলা দিলে জান॥
সপ্তম দিবসে আসি তোমাক নৃপতি।
শৃঙ্গী-শাপে দংশিবেক তক্ষকে সম্প্ৰতি॥ ১১৫৫
যেন লাগে চিন্তিয়োক পৰলোক হিত।
হেন শুনি কৃতকৃত্য ভৈল পৰীক্ষিত॥
মই মহাপাপীৰ উচিত ভৈল দণ্ড।
মনতে এৰিলা ৰাজা জম্বুদ্বীপ খণ্ড॥ ১১৫৬

পুত্ৰ দাৰা বিষয়ত ভৈল বিৰকতি।
কৃষ্ণৰেসে কৃপা ইটো মানিল নৃপতি ॥
ইহ পৰলোক মানে সবে মায়াময়।
বিমৰিষি কৰিলন্ত মনত নিশ্চয় ॥ ১১৫৭
কৃষ্ণৰ চৰণে সেৱা মোক্ষতো অধিক।
চিত্তত দঢ়াইলা আতি হৰি ভকতিক ॥
জন্মেজয় পুত্ৰক কৰিলা অভিষেক।
দিলা ৰাজ্যভাৰ তেজি আছিল যতেক ॥ ১১৫৮
চিন্তিল কিমতে মিলে বিশিষ্ট মৰণ।
কৃষ্ণৰ চৰণে লৈল একান্তে শৰণ ॥
জানি ৰাজা কৃষ্ণ পাদোদকৰ মহত।
বসিলন্ত কুশ পাৰি গঙ্গাৰ তীৰত ॥ ১১৫৯
কৃষ্ণৰ চৰণ-ৰেণু মিশ্ৰিত তুলসী।
ভৈলা সৰ্ব্বোত্তম জল যাহাক পৰশি ॥
জগত পৱিত্ৰকাৰী হেনয় গঙ্গাক।
মৰন্তা মনুষ্যে কোনে নেসেৱিবে তাক ॥ ১১৬০
মনক নিশ্চয় কৰি গঙ্গাৰ তীৰত।
মুকুন্দৰ পাদ-পদ্ম হৰি হৃদয়ত।
ভৈলন্ত নিশঙ্ক শান্তচিত্ত সৰ্ব্বজান।
কৃষ্ণৰ চৰণ ছাৰি নিচিন্তয় আন ॥ ১১৬১
ৰাজা পৰীক্ষিতক তক্ষকে খাইবে শুনি।
তহিতে আসিলা যত অসংখ্যাত মুনি ॥
জগত পৱিত্ৰকাৰী সবে মহামূৰ্ত্তি।
শুনা তাসম্বাক লেখা দেওঁ প্ৰতি প্ৰতি ॥ ১১৬২
অগস্তি, অঙ্গিৰা, ভৃগু, গৌতম, সগৰ।
বশিষ্ঠ, অৰিষ্টনেমি, ৰাম, পৰাশৰ ॥
পিপ্পলাদ, দেৱল, কৱষ, কনিলাষ।
বিশ্বামিত্ৰ, মৈত্ৰেয়,উতথ্য, ঔৰ্ব্ব, ব্যাস ॥ ১১৬৩
অত্ৰি, ইন্দ্ৰপ্ৰমদ, নাৰদ ঋষিৰাজ।
গাধি, মেধাতিথি, ইধ্যাবাহ, ভৰদ্বাজ ॥
পুলহ, পুলস্তি, পুণ্য প্ৰভু ভগৱন্ত।
চ্যৱন, সৱন, আৰ্ষ্টিষেণ, সৰৱন্ত ॥১১৬৪
উতঙ্ক, নিশঙ্ক, শঙ্খ, দুৰ্ব্বাসা দুৰ্ম্মতি।
কণ্ব, কালকঞ্জ, ক্ৰতু, কুশীল, সুমতি।
দেৱঋষি ৰাজঋষি ব্ৰহ্মঋষি যত।
অৰুণ প্ৰমুখ্যে আসি ভৈলা উপগত ॥ ১১৬৫
দেখি পৰীক্ষিত গাৱ চালি সচকিতে।
সাদৰে আসন আনি বৈসাইলা তহিতে ॥
পাদ্য অৰ্ঘে ধূপে পূজি পূৰি মনস্কাম।
সবাকো কৰিলা শিৰে নৃপতি প্ৰণাম ॥১১৬৬
গঙ্গাৰ তীৰত পাতি বহল সমাজ।
সুখে বসিলন্ত সবে মহা ঋষিৰাজ ॥
দেখি দুনাই নমস্কাৰ কৰি পৰীক্ষিতে।
কৰযোৰে ভৈলন্ত আগতে উপস্থিত ॥ ১১৬৭
বুলিলা বিনয় আতি সাদৰি বচনে।
ভৈলো ধন্যতম তোমাসাৰ আগমনে ॥
ভৰিধোৱা পানী থাকৈ যথাত বিপ্ৰৰ।
তাতো থাকিবাক যোগ্য নাহি ক্ষত্ৰিয়ৰ॥ ১১৬৮
কৰো গৰিহিত কৰ্ম্ম হিংসা আমি পাপী।
মহা অনুগ্ৰহ মোক কৰিলা তথাপি ॥
দেৱৰ দুৰ্ল্লভ তুমিসব মহামুনি।
দেখিবে আসিলা সবে মোৰ মৃত্যু শুনি ॥ ১১৬৯
গৃহ অন্ধকূপত পৰিলো মই পাপ।
কৃষ্ণৰেসে প্ৰসাদত পাইলো ঋশি-শাপ ॥
জানন্ত বিফলে মৰে ভৃত্যৰ সন্ততি।
শাপ দিয়াই উপজাইলা মোৰ বিৰকতি॥ ১১৭০
ভয় যেবে সুপুজে বৈৰাগ্য দুহি তাৰে।
বিৰকতি নভৈলে নভজে হৰিপাৰে ॥
হেন জানি প্ৰভু কৃষ্ণ ইষ্টদেৱ মোৰ।
শাপ ছলে ছেদিলন্ত সংসাৰ দুৰ্ঘোৰ ॥ ১১৭১
তোমা ঋষি সমস্তে সাক্ষাতে সৃষ্টিকৰ।
সবাৰো চৰণে কৰো এতেক গোচৰ ॥
ভৈলোহো শৰণাগত শুনা সবে বাপ।
নকৰিবা ব্যৰ্থ আউৰ ইটো ঋষি-শাপ ॥ ১১৭২

মুহি শাপ ইটো মোৰ পৰম প্ৰসাদ।
গৃহ শৰীৰক মোৰ কৰিলে উচ্ছাদ॥
আন বিষয়ক মনে দেখো বিষ্ঠা ভুল।
নেৰো আউৰ বান্ধৱ কৃষ্ণৰ পদমূল॥ ১১৭৩
ঋষি শাপে আসি মোক তক্ষকে দংশোক।
আক লাগি কিছু চিন্তা নকৰিবা মোক॥
যেন মতে হোৱৈ মোৰ হৰিক স্মৰণ।
কৈয়ো কৃষ্ণকথা লৈলো সবাতে শৰণ॥ ১১৭৪
এহিমাত্ৰ আশীৰ্ব্বাদ দিয়া ঋষিলোক।
নিজ কৰ্ম্মে জন্ম মোৰ যৈতে তৈতে হোক॥
সততে থাকোক কৃষ্ণ-চৰণত ৰতি।
নছাৰোক চিত্তে সদা সন্তৰ সঙ্গতি॥ ১১৭৫
যেন নপাসৰো আমি ঈশ্বৰ মাধৱ।
জন্মে জন্মে হোক মোৰ বৈষ্ণৱে বান্ধৱ॥
শুশুচোক সমস্ততে মৈত্ৰতা আমাৰ।
মাগো এহি বৰ হেবা কৰো নমস্কাৰ॥ ১১৭৬
জানা ঋষিসব সাক্ষী হৈবা গঙ্গামাৱ।
হুয়া এক শৰণ ধৰিলো কৃষ্ণপাৱ॥
কৃষ্ণ বিনে মোৰ ইষ্টদেৱ নাহি আন।
ৰাখিলা গৰ্ভতে পশি প্ৰভু মোৰ প্ৰাণ॥ ১১৭৭
উপজিল প্ৰেম আৰ্তি এতেক বোলন্তে।
ধাৱায়ে বহয় নীৰ নয়নৰ হন্তে॥
আছিলন্ত তন্তি কৃষ্ণ-চৰণত ধৰি।
পাৰিলন্ত কুশক পূৰ্ব্বক আগ কৰি॥ ১১৭৮
বসিলন্ত তাতে ৰাজা উত্তৰক মুখে।
কৃষ্ণৰ চৰণ চিন্তিবাক লৈলা সুখে॥
প্ৰশংসিয়া দেৱগণে চায়া একদৃষ্টি।
কৰিলন্ত শিৰত বিপুল পুষ্পাবৃষ্টি॥ ১১৭৯
কৰিল দুন্দুভি ধ্বনি পৰম হৰিষি।
সাধু সাধু বুলি প্ৰশংসিলা সবে ঋষি॥
সম্মুখি বোলন্ত শুনা ৰাজঋষিবৰ্য্য।
পাণ্ডুৰ বংশৰ ইটো নুহিকে আশ্চৰ্য্য॥ ১১৮০
একান্ত ভকত তাৰা কৃষ্ণৰ চৰণে।
পাঞ্চ পাণ্ডৱৰ গুণ বৰ্ণাইবেক মনে॥
কৃষ্ণৰ বিয়োগ মাত্ৰ শুনিলা শ্ৰৱণে।
এৰিলন্ত মহাৰাজ লক্ষ্মী তাৱক্ষণে॥ ১১৮১
যাক সেৱা কৰে লক্ষ লক্ষ ৰাজাগণ।
কিৰীটিৰ অগ্ৰে মাত্ৰ চোৱৈ সিংহাসন॥
দেৱৰো দুৰ্লভ জম্বুদ্বীপ হেন ৰাজ।
সমস্তকে তেজি পাঞ্চো ভাই ভৈলা ৰাজ॥ ১১৮২
ধৰিলা হিয়াত আনি কৃষ্ণৰ চৰণ।
ৰামকৃষ্ণ নাম মাত্ৰ মুখত বচন॥
অৱধূত বেশে গৈলা উত্তৰ দিশক।
কতেক বৰ্ণাইবো আমি পাঞ্চ পাণ্ডৱক॥ ১১৮৩
তাহান সন্ততি তুমি নৃপ পৰীক্ষিত।
কৃষ্ণ হেন দেৱত নিশ্চয় ভৈল চিত্ত॥
ঋষিৰ শাপক তুমি কৰিলা প্ৰসাদ।
তিলেকে কৰিলা মোহ বিষয় উচ্ছাদ॥ ১১৮৪
কৃষ্ণৰ চৰণ ৰসে মগ্ন ভৈল চিত্ত।
কিনো মহাসাধু ধন্য ধন্য পৰীক্ষিত॥
নিশ্চয় জানিলো পাইলা সংসাৰৰ সীমা।
বৰ্ণাইবাক পাৰে কোনে তোমাৰ মহিমা॥ ১১৮৫
ৰাজাক এতেক বুলি মহাঋষিগণ।
কৰিলন্ত পাছে অন্যো অন্যে সম্ভাষণ॥
যাৱে গতি পাৱে ৰাজা শৰীৰক এৰি।
তাৱদেকে থাকো আমি নৃপতিক বেঢ়ি॥ ১১৮৬
ঋষি সমস্তৰ সিটো উদাৰ বচনে।
সম্যকে অমৃত সিঞ্চে নৃপতিৰ মনে॥
কৃষ্ণৰ চৰিত্ৰচয় শুনিবে ইচ্ছায়।
বুলিলন্ত পুনাই ৰাজা অনন্ত কায়॥ ১১৮৭
সাক্ষাতে তোমাৰা মূৰ্তিমন্ত দেৱগণ।
ভৈলা আসি মোৰ উপকাৰে উপসন্ন॥
এতেকে তোৰাত পুছো কোনো মহাধৰ্ম্ম।
কহিয়োক লোকৰ কৰ্ত্তব্য কোন কৰ্ম্ম॥ ১১৮৮

কেনমতে হোৱে সৰ্ব্ব পাপত উদ্ধাৰ।
কোন কৰ্ম্মে পাৰৈ লোক সংসাৰৰ পাৰ॥
বিশেষত কি কৰিবে ম্ৰিয়মান লোকে।
বিমৰিষি কহিয়োক মোত ঋষিলোকে॥ ১১৮৯
শুনি মুনিসবে বোলে যাৰ যেন মতি।
কেহো বোলে তপতে পৰম পাই গতি॥
কেহো বোলে মহাসিদ্ধি সাধে যজ্ঞদানে।
কেহো বোলে পৰম মুকুতি তীৰ্থ-স্নানে॥ ১১৯০
কেহো বোলে মহাযজ্ঞে তৰৈ সংসাৰক।
কেহো বোলে এৰাই মহাজ্ঞানেসে নৰক॥
সবে হন্তে কহে আপোনাৰ নানা মত।
হেন শুনি স্বস্থ নাহি ৰাজাৰ মনত॥ ১১৯১
উচপিচ কৰন্তে নাহিকে একমতি।
পৰম দুষ্কৰ পথ সবাৰো সম্মতি॥
হেন শুনি নৃপতিৰ নাহি চিত্ত শান্ত।
পৰম সুগম একো উপায় নপান্ত॥ ১১৯২
কৃষ্ণৰ চৰণ চিন্তি থাকিলন্ত ৰহি।
ঋষিসবো নিশৱদ ভৈলা কথা কহি॥
যেবে সবে সমাজ নিজম পৰি আছে।
আত পৰে যেন ভৈল শুনিয়োক পাছে॥ ১১৯৩
শুনা সমাজিক জন মহাভাগৱত।
আত পৰে আউৰ ধৰ্ম্মনাহি সংসাৰত॥
দুৰ্ঘোৰ কলিত আন ধৰ্ম্মে নপাই গতি।
হেন জানি কৃষ্ণৰ কথাত কৰা ৰতি॥ ১১৯৪
দিনে দিনে আয়ু হৰে মৃত্যু চাপে পাশ।
একে তিলে কালে কৰিবেক সৰ্ব্বনাশ॥
থাকিবে শৰীৰ সবে পৰি দাণ্ড তৰি।
পুত্ৰ-ভাৰ্য্যা এৰি যাইবে যাতনাক লাৰ॥ ১১৯৫
কিঙ্কৰে কৰিবে শাস্তি ঘোৰ যমপুৰ।
মহা অহম্মম গৰ্ব্ব সবে হৈবে চুৰ॥
হেন জানি লৈবে যান্তে কৃষ্ণত শৰণ।
যাৱে নভু মিলে আসি দুৰ্ঘোৰ মৰণ॥ ১১৯৬
কৃষ্ণ বিনে নাহি আন যাতনাত ত্ৰাণ।
কৃষ্ণেসে সুহৃদ নিজ আত্মা প্ৰিয় প্ৰাণ॥
কাম্পে তৰতৰি মৃত্যু শুনি যাৰ নাম।
হেন জানি বোলা নিৰন্তৰে ৰাম ৰাম॥ ১১৯৭

———

পৰীক্ষিতৰ ওচৰলৈ শুকদেৱৰ আগমন।

দুলড়ী

এহিমতে তৈত আছন্ত নৃপতি
ঋষিসব সমন্বিতে।
ফুৰন্তে ভ্ৰমন্তে ব্যাস সুত শুকে
মিলিল আসি তহিতে॥
সদায়ে ষোড়শ বৰিষ প্ৰমাণ
সুকুমাৰ মহাবেশ।
শ্যামল শৰীৰ শিৰ ছত্ৰাকৃত
নীল আকুঞ্চিত কেশ॥ ১১৯৮
ভ্ৰুৱ সুৱলিত আয়ত লোচন
যেন পঙ্কজৰ পাসি।
উন্নত নাসিকা সুন্দৰ বদন
দশন ঈষত হাসি॥
সম ৰুচিকৰ কৰ্ণ কম্বু কণ্ঠ
দেখন্তে চিত্ত সন্তুষ্ট।
আজানুলম্বিত বাহু বক্ষঃস্থল
বহল পৰম পুষ্ট॥ ১১৯৯
কৰ কিশলয় সুদৃঢ় সুদীৰ্ঘ
বৰ্ত্তুল আঙ্গুলি পান্তি।
দেখন্তে সন্তোষ তাতে কৰে আতি
নখ চন্দ্ৰচয় কান্তি॥
সিংহবন্ধ স্কন্ধ সুচন্দ উদৰ
দেখন্তে মিলে সন্তোষ।
সুগম্ভীৰ নাভি চাৰু জানু জঙ্ঘা
চৰণ পঙ্কজ কোষ॥ ১২০০

বজ্ৰৰ শলকা সদৃশ আঙ্গুলি
নখৰ জ্যোতি উজ্জ্বল।
মহা মনোহৰ বাতুল কোমল
দেখি দুয়ো পদতল॥
কৃষ্ণৰ শৰীৰ সদৃশ সাক্ষাত
কৰন্তে আছে প্ৰকাশ।
কুটিল কুন্তল চৌভিতি লম্বিত
বস্ত্ৰহীন দিগবাস॥ ১২০১
অত্যন্ত উত্তম অঙ্গ-লাৱণ্যক
নোজোৰে কোটি মদনে।
হসিত বদন দেখি মোহ হুই
বেঢ়ি ফুৰৈ নাৰীগণে॥
বাতুল বুলিয়া ছৱালসকলে
নছাড়ে শুকৰ কোল।
মহা ঋষিগণে শুকক চিনিয়া
কৰিলন্ত হৰিবোল॥ ১২০২
আসনৰপৰা উঠি তাৱক্ষণে
কৰিলা সবে সাদৰ।
মাথাত কৰিয়া স্বৰ্ণ আসন
আনি দিলা নৃপবৰ॥
স্ত্ৰী শিশু সবে এৰি আস্তৰিলা
দেখি হেন অদভুত।
কৃষ্ণন্তেসে মনে বসিলা আসনে
মহামুনি ব্যাসসুত॥ ১২০৩
স্বৰ্ণ ভৃঙ্গাৰে পখালিলা ভৰি
পাদোদক লৈলা মাথে।
গন্ধে পুষ্পে ধূপে দীপে উপহাৰে
পূজিলা পৃথিৱীনাথে॥
চৰণত ধৰি বুলিলন্ত স্তুতি
মিনতি অনেক ভাৱে।
পৰম সাদৰে আপোনাক নৃপে
অৰ্পিলা মুনিৰ পাৱে॥ ১২০৪

মহা ঋষিসবে চৌপাসে উপাসে
প্ৰকাশন্ত শুকে বসি।
তাৰা-গ্ৰহগণে যেন বেঢ়ি আছে
আকাশত পূৰ্ণশশী॥
প্ৰসন্ন বদন বসিয়া আছন্ত
কৃষ্ণৰ চিন্তি চৰণ।
দেখি নৃপতিৰ প্ৰেম উপজিল
আনন্দে আকুল মন॥ ১২০৫
মুনিৰ চৰণ শিৰে পৰশিয়া
কৰিলা পাৱে প্ৰণাম।
লোতক ঝৰিল তনু সিহঁৰিল
উচ্চাৰিল কৃষ্ণ-নাম॥
হা কৃষ্ণ কৃষ্ণ বুলিয়া পৰিয়া
আছিলা মুনিৰ পাৱে।
কৰি কৃতাঞ্জলি বুলিলা বচন
বসিয়া বিনয় ভাৱে॥ ১২০৬
অধম ক্ষত্ৰিয় আমাৰ গৃহন্ত
মিলিলা আসি আপুনি।
আজি সি আমাক পৰম পৱিত্ৰ
কৰিলাহা মহামুনি॥
গৃহ সব শুদ্ধি হোৱৈ তাৱক্ষণে
যাহাৰ মাত্ৰ স্মৰণে।
কি কহিবো ভাগ্যে হেনয় মুনিক
সাক্ষাতে দেখো নয়নে॥ ১২০৭
তোমাৰ চৰণ পৰসে আজিসি
জীৱন-জন্ম সাফল।
নিশ্চয় জানিলো আজি দূৰ ভৈল
মোৰ যত অমঙ্গল॥
যাহাৰ সমীপ চাপিল মাত্ৰকে
পাপসব হোৱে অন্ত।
কম্পি পলাই যেন বিষ্ণু দৰশনে
অসুৰ সেনা সমস্ত॥ ১২০৮

পাঞ্চো পাণ্ডুৱৰ পৰম সুহৃদ
মোৰ নিজ দেৱ ইষ্ট ।
ভকত বৎসল কৃষ্ণেসে তোমাক
পঠাইলা জানিলো নিষ্ট ॥
ভৃত্যৰ সন্ততি মৰো মোক মোৰ
বুলি ত্ৰিজগত পতি ।
তোমাক দেখিয়া দিবন্ত জানিলো
অধমক মোক গতি ॥ ১২০৯
দেৱৰো দুৰ্লভ তযু দৰশন
অন্তকালে পাইলো আমি ।
আন হেতু নাই কৃষ্ণৰেসে কৃপা
কিনো ভৃত্যপ্ৰিয় স্বামী ॥
তোমাৰ চৰণে মৰণ সময়ে
পূছোহো প্ৰভু সাম্প্ৰত ।
ম্ৰিয়মান নৰে সদায়ে কি কৰ্ম্ম
কৰিবে ইটো লোকত ॥ ১২১০
কাহাক শুনিবে কাহাক জপিবে
কাহাক স্মৰিবে নৰে ।
ভজিবাক যোগ্য কোননো দেৱতা
কহিয়ো মোক সম্বৰে ॥
শ্ৰৱণ-কীৰ্ত্তন স্মৰণক যোগ্য
সুহি যত যত কথা ॥
তুমিসি পৰম শুক মহামুনি
কহিয়ো মোত সৰ্ব্বথা ॥ ১২১১
জগত পৱিত্ৰ কৰিয়া ভ্ৰমাহা
তুমি মুনি নিৰন্তৰে ।
ধেনু দোহনৰ কাল মাত্ৰ তুমি
থাকা গৃহস্থৰ ঘৰে ॥
পৰম দুৰ্লভ তোমাৰ আলাপ
পাইবো কত মহাভাগে ।
এহি বুলি ৰাজা প্ৰেমে সলোতক
ভৈলন্ত শুকৰ আগে ॥ ১২১২

নৃপতিৰ প্ৰেম ভক্তিক দেখিয়া
তুষ্ট ভৈল মুনিবৰ ।
সাধু সাধু বুলি প্ৰশংসা কৰিয়া
দিলন্ত পাছে উত্তৰ ॥
শৌনক প্ৰভৃতি ঋষিক সম্মুখি
কহন্ত সূতে সম্প্ৰতি ।
প্ৰথম স্কন্ধৰ উনৈশ অধ্যায়
এহিমানে সমাপতি ॥ ১২১৩

---

ছবি

শুনিয়োক সভাসদ মহাভাগৱত পদ
কৃষ্ণকথা পৰম অমৃত ।
ভুকুতি মুকুতি যত সবে হোৱে উপগত
ইহ পৰলোক মহা হিত ॥
পূৰ্ব্বত নজানে কেৱে পৃথিবীত শুকদেৱে
কলিযুগে কৰিলা প্ৰচাৰ ।
বিচাৰি নিশ্চয় কৰি পিয়া আক কৰ্ণ ভৰি
মহা মহা ভাগ্য আছে যাৰ ॥ ১২১৪
সমস্তে শাস্ত্ৰৰ মত বেদ বেদান্তৰ তত্ত্ব
কৃষ্ণসে পৰম ইষ্টদেৱ ।
পূজে যাক ব্ৰহ্মা হৰে কোননো পামৰ নৰে
তাঙ্ক আসি নকৰিবে সেৱ ॥
যাৰ নাম লৈলে মাত্ৰ যজ্ঞ কৰিবাৰ পাত্ৰ
হোৱৈ আতি ম্লেচ্ছ অন্ত্যজাতি ।
নভজিয়া হেন দেৱ আনকেসে কৰৈ সেৱ
সি সি জন জানা আত্মঘাতী ॥ ১২১৫
দুৰ্লভ মনুষ্য জন্ম পায়া সিটো। নৰোত্তম
হোৱৈ এক শৰণ কৃষ্ণত ।
স্মৰৈ ৰাম নাম মুখে সংসাৰক তৰি সুখে
স সি পাইলে বেদান্তৰো তত্ত্ব ॥

সি সি মহাকৰ্ম্মী নিষ্ঠ  সি সি মহাজ্ঞানী শিষ্ট
দেৱসবো বখানন্ত তাক।
হেন জানি স্থিৰ মতি  কৃষ্ণত কৰিয়ো ৰতি
তেবে নিস্তাৰিবা আপোনাক ॥ ১২১৬

নেনা আয়ু আলে জালে  কেতিক্ষণে ধৰে কালে
ইটো কথা নপশে কাণত।
বন্ধু মাধৱক এৰি  খেলাৱে মায়াৰ খেড়ি
কিনো মোহে ভৈল বুদ্ধি হত ॥
কৃষ্ণে পৰলোক হিত  কৃষ্ণেসে সুহৃদ চিত
জানি তান নছাৰিবা নাম।
যত দেখা কিছু নোহে  কৃষ্ণৰ কিঙ্কৰে কহে
নিৰন্তৰে বোলো ৰাম ৰাম ॥ ১২১৭

---

# শ্ৰীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

——:※:——

## [ দ্বিতীয় স্কন্ধ ]

শ্ৰীকৃষ্ণায় নমঃ

ভাগৱত মহাধৰ্ম্ম

পদ

জয় জয় কৃষ্ণ যাৰ স্মৰণ মঙ্গল।
যাগ যোগাদিৰো হৰিনাম মহাফল ॥
হেনয় পৰমানন্দ মাধৱক নিত।
সুমৰিয়ো নৰ নিৰন্তৰে একচিত্ত ॥ ১২১৮
কৃষ্ণকথা অমৃতক পিয়ো সাৱধানে।
কৰিয়ো যতন যাৱে প্ৰাণ থাকে মানে ॥
ঘোৰ কলিযুগে মন্দমতি মনুষ্যৰ।
নাহি আন ধৰ্ম্ম হৰি কীৰ্ত্তনত পৰ ॥ ১২১৯
শৰীৰত আছে কলিকৃত যত দোষ।
গুচোক প্ৰথমে কৰা হৰি হৰি ঘোষ ॥
কৃষ্ণৰ চৰণে কৰি অশেষ প্ৰণতি।
অচ্যুতৰ কিঙ্কৰ শঙ্কৰ নিগদতি ॥ ১২২০
দ্বিতীয় স্কন্ধৰ কথা শুনিয়ো উৎসুকে।
নৃপতিৰ প্ৰশ্ন পাচে শুনি মুনি শুকে ॥
কৃষ্ণ পদ পঙ্কজক হৃদয়ত ধৰি।
দিলন্ত সিদ্ধান্ত তাঙ্ক সাধুৰ্ব্বাদ কৰি ॥ ১২২১
ধন্য নৰপতি মতি উত্তম তোম্ভাৰ।
পুছিলাহা যিটো কথা সংসাৰতে সাৰ ॥
মোক্ষৰো সাধন ইটো জগতৰে হিত।
লভিলা মুকুতি যিটো তাহাৰো বাঞ্ছিত ॥১২২২
নাহি জ্ঞান যাৰ জাতি ধৰ্ম্ম মাত্ৰ কৰে।
নিতে বলি বিশ্ব পাঙ্ক যজ্ঞক আচৰে ॥
তাহাৰ শ্ৰোতব্য কথা আছে অসংখ্যাত।
হৰি বিমুখৰ হোৱে ব্যৰ্থে আয়ু পাত ॥ ১২২৩
দিন ভৈলে ধন কুটুম্বৰ চিন্তা কৰে।
নিদ্ৰা-স্ত্ৰী-আলাপনে ৰাত্ৰি আয়ু হৰে ॥
মিছা বিষয়ক মাত্ৰ কৰে অভিলাষ।
সিহেতু নেদেখে নৰে আপোন বিনাশ ॥ ১২২৪
হেন জানি যাৰ ইচ্ছা মোক্ষক সৰ্ব্বথা।
পৰীক্ষিত তেবে শুনিয়োক কৃষ্ণ-কথা ॥
দিবে চিত্তে কৃষ্ণ-গুণ নাম কীৰ্ত্তনত।
কৃষ্ণৰেসে পাদপদ্ম স্মৰিবে মনত ॥ ১২২৫
নাৰায়ণ স্মৰণেসে পৰম মঙ্গল।
এহিমানে জীৱনৰ জন্মৰ সাফল ॥
অন্তকালে হৰি স্মৰে যিটো ভাগ্যৱন্ত।
তাহাৰ মহিমা কহি কোনে পাৱে অন্ত ॥ ১২২৬
যিটো ব্ৰহ্মময় দেখে জগত নিখিল।
যত পাপ পুণ্য সমস্তত নিবৰ্ত্তিল ॥
হৰিৰ কথাত তাৰ ৰতি অবিশ্ৰাম।
সদায়ে মুখত নেৰৈ ৰাম-কৃষ্ণ নাম ॥ ১২২৭
বুলিবা অপূৰ্ব্ব কিনো কহিলাহা মুনি।
ইটো কথা একো পুৰুষতো নচু শুনি ॥

শুনা সাৱধানে আৰ নৃপতি উত্তৰ।
ইটো মহাভাগৱত শাস্ত্ৰ বৈকুণ্ঠৰ ॥ ১২২৮
আত মহাধৰ্ম্ম একে নামেসে প্ৰখ্যাত।
শ্ৰৱণ মাত্ৰকে কৰে কৃষ্ণক সাক্ষাত ॥
পূজা নমস্কাৰ ধ্যান সমস্তে দুষ্কৰ।
হৰি গুণ নাম ধৰ্ম্ম মহা সুখকৰ ॥ ১২২৯
স্ত্ৰী বাল্য বৃদ্ধ সমস্তৰে অধিকাৰ।
চাণ্ডালকো কৰে নামে তেখনে উদ্ধাৰ ॥
কলিৰ সন্ধ্যাত মই পাৰিলো পিতৃত।
তুমি মহা বৈষ্ণৱত কৰিবো বিদিত ॥ ১২৩০
প্ৰশ্নৰ উত্তৰ দেওঁ শুন সাৱধান।
কৃষ্ণৰ নামেসে জানা পৰম কল্যাণ ॥
নামে সাধে যাৰ যেনমত অভিলাষ।
যিবা মোক্ষ চাহে বৈকুণ্ঠত দেন্ত বাস ॥ ১২৩১
জ্ঞানৰো জানিবা হৰি নামে মোক্ষ ফল।
নাহিকে নামত পৰে পৰম মঙ্গল ॥
চাৰিয়ো বেদৰ সাৰ এহিসে নিশ্চয়।
জানি পৰীক্ষিত তুমি তেজিয়ো সংশয় ॥ ১২৩২
অল্পকালে সাধে সিদ্ধি কৃষ্ণৰ ভকতি।
দুই দণ্ডে পাইলা গতি খট্বাঙ্গ নৃপতি ॥
দানৱগণক জিনি নৃপতি পূৰ্ব্বত।
দেৱতাক ৰক্ষা কৰি আছিলা স্বৰ্গত ॥ ১২৩৩
দেৱসবে বোলে বৰ লোৱা মহীপাল।
ৰাজা বোলে কৈয়ো আগে জীৱো কতকাল ॥
দেৱে কহে জীৱা আৰু দুই দণ্ডমানে।
শুনি শীঘ্ৰে পৃথিবীক আসিলা বিমানে ॥ ১২৩৪
সমস্তকে ত্যাজি ৰাজা স্থিৰ কৰি মন।
কৃষ্ণৰ অভয় পদে পশিল শৰণ ॥
মুহূৰ্ত্তে খট্বাঙ্গে পাইলা পৰম গতিক।
জীৱা সাত দিন তুমি চিন্তা কৰা কিক ॥ ১২৩৫
এহি বুলি কহিলা ধাৰণা যোগ মুনি।
যাক কহি আছে হৰি ব্ৰহ্মাত আপুনি ॥
সংসাৰ তৰণ পথ আছে অসংখ্যাত।
অনেক বিধিনি তাতো দুষ্কৰ সাক্ষাত ॥ ১২৩৬
শ্ৰৱণ-কীৰ্ত্তন কৰি কৃষ্ণক আৰাধে।
মহামোক্ষ সাধে একো বিধিনি নবাধে ॥
যাত হন্তে হোৱে ৰতি কৃষ্ণৰ চৰণে।
নাহিকে সুগম আত পৰে ত্ৰিভুবনে ॥ ১২৩৭
পূৰ্ব্বত ব্ৰহ্মায়ে এক চিত্তে তিনিবাৰ।
বেদত বিচাৰি এহিমানে পাইলা সাৰ ॥
শ্ৰৱণ-কীৰ্ত্তন মাত্ৰ সুগম ভকতি।
অল্পতে উপজে গোবিন্দত প্ৰেমৰতি ॥ ১২৩৮
হেন জানি মহাযত্নে কৃষ্ণক সৰ্বথা।
শ্ৰৱণ-কীৰ্ত্তন কৰা ত্যাজি আন কথা ॥
শুদ্ধ হুইবা এতেক ত্যাজিব মায়াজালে।
কৃষ্ণৰ পৰম পদ পাইবা অল্পকালে ॥ ১২৩৯
দুই অধ্যায়ৰ কথা গৈল এহিমানে।
শুকমুনি কহন্ত ৰাজাত বিদ্যমানে ॥
জ্ঞানী মনুষ্যৰ এহিমানে প্ৰয়োজন।
কৰিব কৃষ্ণৰ মাত্ৰ শ্ৰৱণ কীৰ্ত্তন ॥ ১২৪০
যেন ফল পাৱৈ সবে দেৱতাক যজি।
লভে সৰ্ব্বে সিদ্ধি প্ৰভু মাধৱক ভজি ॥
অজ্ঞানীসে সেৱৈ আন দেৱতাসকল।
যেন পুত্ৰ-ভাৰ্য্যাৰ ভজনে তুচ্ছ ফল ॥ ১২৪১
ভকত জনৰ সঙ্গে ৰঙ্গে সৰ্ব্বক্ষণ।
কৃষ্ণক আৰাধি কৰে শ্ৰৱণ-কীৰ্ত্তন ॥
এহিমানে মাত্ৰ পুৰুষাৰ্থ পুৰুষৰ।
আন কৰ্ম্ম সবে ব্যৰ্থ হৰি বিমুখৰ ॥ ১২৪২
শুনন্তে উপজে জ্ঞান শুদ্ধ হোৱে মতি।
ইহ পৰলোকত সুখত বিৰকতি ॥
মোক্ষতো অধিক সুখ সপ্ৰেম ভকতি।
হেন হৰি কথাত নকৰে কোনে ৰতি ॥ ১২৪৩

———

অভীষ্ট লাভৰ উপায়।

হেন শুনি সূতত শৌনকে বিনাৰন্ত।
আউৰ কিবা শুকত নৃপতি পুছিলন্ত ॥
শুনিতে উৎসুক আছে তুয়ো বৈষ্ণৱৰ।
যেন ভৈল সংবাদ কহিয়ো নিৰন্তৰ ॥ ১২৪৪
ক্ষণিকো নুশুনে কৃষ্ণকথা যিটো নৰ।
ব্যৰ্থে আয়ু হৰে সূৰ্য্য সিটো মনুষ্যৰ ॥
হেন জানি কৃষ্ণকথা সংসাৰতে সাৰ।
কহিয়োক হৌক আয়ু সাফল আমাৰ ॥ ১২৪৫
যাৰ কৰ্ণ পথক নগৈল দামোদৰ।
কুকুৰ সদৃশ সিটো নিৰ্দ্দয় পামৰ ॥
বিষ্ঠা মূত্ৰ ভুঞ্জে যেন অধম শূকৰে।
উটে যেন কণ্টকক চোবাই আতি মৰে ॥ ১২৪৬
যেন গাধে ব্যৰ্থ মাত্ৰ বহি মৰে ভাৰ।
এহি চাৰি গোটা পশু পটন্তৰ তাৰ ॥
নপাতয় কাণ সিটো কৃষ্ণৰ কথাত।
ভৈলা দুই কৰ্ণ তাৰ দুই ভিতি গাত ॥ ১২৪৭
হৰি গুণ নগাই কৰে আনসে ব্যাখ্যান।
জানা জিহ্বা ভৈল তাৰ বেঙ্গৰ সমান ॥
যাৰ শিৰে নকৰে কৃষ্ণক নমস্কাৰ।
কিৰীটি বুগুত মাথা ভাৰ ভৈল তাৰ ॥ ১২৪৮
কৃষ্ণৰ নকৰে কৰ্ম্ম সিটো হস্ত দুই।
কঙ্কণ সহিতে সিটো শৱ সম হুই ॥
কৃষ্ণৰ মূৰ্ত্তিক যিটো নেদেখে অধম।
তাৰ চক্ষু সম্যকে মৈৰাৰ চকা সম ॥ ১২৪৯
কৃষ্ণৰ থানক যিটো নকৰে গমন।
বৃক্ষ শিপা সম তাৰ দুখানি চৰণ ॥
ভকতৰ পদৰেণু নলয়ে যি জন।
জীৱন্তে শৱ সিটো মৃতক সমান ॥ ১২৫০
কৃষ্ণপদ তুলসীৰ নলৈলেক ঘ্ৰাণ।
কাচন্ত নিশ্বাস সিটো ভাথিৰ সমান ॥

হৰি হৰি বোলন্তে নুহিকা ৰোমাঞ্চিত।
বজ্ৰ শিলা সদৃশ জানিবা তাৰ চিত্ত ॥ ১২৫১
হেন জানি সূত পুৰিয়োক অভিমত।
যি কথা কহিলা শুকে ৰাজাৰ আগত ॥
কহিয়োক সমস্তে শুনোহা সাৱধানে।
তৃতীয় আধ্যাৰ কথা গৈল এহিমানে ॥ ১২৫২

---

সৃষ্টি বৰ্ণনাৰ আৰম্ভৰ মঙ্গলাচৰণ

শুনা সামাজিক জন ভাগৱত কথা।
মনুষ্য জন্মক ইটো নকৰিয়ো বৃথা ॥
পুৰাণৰ সূৰ্য্য ইটো মহাভাগৱত।
ব্যাস মহাঋষি আৰ কহিছা মহত্ত্ব ॥ ১২৫৩
আৰ অন্তৰ্গত পৰমাৰ্থ কথা যত।
মই মাত্ৰ জানো নাৰদৰ প্ৰসাদত ॥
মোত হন্তে মহামুনি শুকে জানিলন্ত।
বিদুৰে ইহাক জানন্ত কি নজানন্ত ॥ ১২৫৪
টীকা-ভাষ্য চাই মহা বুদ্ধিৰ প্ৰভাৱে।
কেহো জানে আৰ তত্ত্ব অৰ্থক নপাৱে ॥
বৈকুণ্ঠৰ শাস্ত্ৰ কৃষ্ণ মুখৰ বচন।
আৰ কি তত্ত্বক জানে যেই সেইজন ॥ ১২৫৫
শুদ্ধভাৱে লৈলে যিটো কৃষ্ণত শৰণ।
ভকতিৰ প্ৰসাদে নিৰ্ম্মল হোৱে মন ॥
সি সি মহাজনে আৰ তত্ত্বক জানয়।
ভাগৱত পুৰাণৰ কহিলো নিৰ্ণয় ॥ ১২৫৬
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
কলিযুগে কৃষ্ণ নাম কীৰ্ত্তনেসে গতি ॥
বিশ্বামিত্ৰ পৰাশৰ আদি মুনিগণ।
জল বায়ু পত্ৰ মাত্ৰ কৰন্ত ভোজন ॥ ১২৫৭
কামিনী জনৰ মুখ পদ্ম সুললিত।
দেখি তাৰাসবো ভৈলা কামে বিমোহিত ॥
দধি দুগ্ধ ঘৃত মিশ্ৰ কৰি শালি অন্ন।
প্ৰৱক্ষিয়া প্ৰতি নিতে ভুঞ্জে যিটোজন ॥ ১২৫৮

সিয়ো জনে পাৰে যদি ইন্দ্রিয় জিনিত।
বিন্ধ্যগিৰি পাৰে তেবে সাগৰ তৰিত ॥
ইন্দ্রিয়ক জিনিবাৰ আছে যাৰ মতি।
সন্ততে কৰিবে যত্ন সন্তৰ সঙ্গতি ॥ ১২৫৯
শ্রৱণ কীর্ত্তন মাত্র কৰিবে কৃষ্ণৰ।
ইন্দ্রিয়ক জিনি হৈবে কৃতার্থ সি নৰ ॥
হেন জানি যতনে ত্যজিয়ো আন কাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ১২৬০

———

স্মৃষ্টি বর্ণনা

**ছুলড়ী**

ঋষি শৌনকৰ প্রশ্ন মনোহৰ
শুনি সূতে কৈবে লৈল।
শুনা মুনিগণ হুয়া একমন
তাত পাচে যেন ভৈল ॥
শুক দেৱতাৰ বাক্য সাৰোদ্ধাৰ
শুনি ৰাজা পৰীক্ষিত।
কৃষ্ণৰ চৰণে একান্ত যতনে
নিষ্কামে ধৰিলা চিত্ত ॥ ১২৬১
ভার্য্যা পুত্র ধন শৰীৰ স্বজন
ৰাজ্য আদি আনো যত।
সবাৰো মমত এৰিয়া শুকত
পুছিলা ঈশ্বৰ তত্ত্ব ॥
কৃষ্ণ গুণ গান কৰিবে শ্রৱণ
ভৈ গৈলা শ্রদ্ধা উদয়।
মৰণ সময় জানি মহাশয়
ধর্ম্ম অর্থ কামচয় ॥ ১২৬২
সবে পৰিহৰি মনে কৃষ্ণ স্মৰি
শুকৰ চৰণ চাই।
কৃতাঞ্জলি ধৰি আতি মৃদু কৰি
বিনাৱন্ত মহাৰায় ॥

ধন্য মুনিবৰ তোমাৰ উত্তৰ
সাক্ষাতে পালো প্রমাণ।
মোৰ মোহজাল তাকো তত্তকাল
কৰিলে সবে নির্য্যাণ ॥ ১২৬৩
গুৰু কৃপাময় আৰো অর্থচয়
জানিবাক মোৰ মন।
ইটো বিশ্বখান প্রভু নাৰায়ণ
যিমতে কৰা স্রজন ॥
যিমতে পালন্ত পুনু সংহাৰন্ত
যিসব শক্তিক ধৰি।
সিসব সংশয় ছেদিবে লাগয়
গুৰু মোক কৃপা কৰি ॥ ১২৬৪
ভাগ্য আছে যাতো মৰণ বেলাত
পাইলোহো তোমাক লাগ।
বুলিতে বচন জুৰয় নয়ন
মৌনে ৰৈলা মহাভাগ ॥
সূতে শৌনকত কন্ত হৰিষত
ৰাজাৰ কাকূতি শুনি।
নমি কৃষ্ণ পাৱ হুয়া প্রেমভাৱ
কৈবে লৈলা শুকমুনি ॥ ১২৬৫
নমো নমো কৃষ্ণ ভকতৰ ইষ্ট
পৰম ঈশ্বৰ ৰাম।
সৃষ্টি স্থিতি অন্ত কৰন্ত ধৰন্ত
যিটো ব্রহ্মা আদি নাম ॥
জাৱৰ হৃদিত থাকি প্রতিনিত
এতেকে নেদেখে কেৱ।
একান্ত ভকতে দেখন্তে সন্ততে
নমো হেন কৃষ্ণদেৱ ॥ ১২৬৬
স্বধর্ম্মী জনৰ দুখ ভয় হৰ
অধর্ম্মীক বিনাশন্ত।
জ্ঞানীৰো জ্ঞানক যিটো বিধায়ক
নমো হেন ভগৱন্ত ॥

নমো দামোদৰ ভকত জনৰ
পালক কৃপাসাগৰ।
যাহাৰ পদক স্বপ্নতো নেদেখে
ভকতি ৰহিত নৰ ॥ ১২৬৭

শ্রৱণ-কীৰ্ত্তন অৰ্চ্চন বন্দন
আদি ভকতিয়ে যাৰ।
সমস্তে লোকৰ সদ্যে পাপ হৰে
তান পায়ে নমস্কাৰ ॥

যাহাৰ চৰণে সেৱে অনুক্ষণে
যত বিচক্ষণ জন।
পায়া ব্রহ্মগতি তৰিয়া দুৰ্গতি
তাহাঙ্ক কৰো বন্দন ॥ ১২৬৮

ভক্তিহীন নৰে যত কৰ্ম্ম কৰে
সকলে বিফল হয়।
তপ জপ গণ যাত সমৰ্পণ
বিনে ফল নধৰয় ॥

হেন কৃষ্ণ দেৱ পৰি কৰো সেৱ
সুমঙ্গল কীৰ্ত্তি যাৰ।
পূজা আদি যত ভক্তিৰ মধ্যত
শ্রৱণ-কীৰ্ত্তন সাৰ ॥ ১২৬৯

কথা শ্রৱণৰ নাম-কীৰ্ত্তনৰ
সমান নাহিকে আন।
ভক্তিসে পৰম শুদ্ধ নিৰুপম
প্ৰকটি দেখাওঁ প্ৰমাণ ॥

কিৰাত কছাৰি খাচি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম মলুক ধুবা যে তুৰুক
কুবাচ ম্লেচ্ছ চণ্ডাল ॥ ১২৭০

আনো পাপী নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয় ॥

হেন অদভুত মহিমা যুগুত
পৰম ঈশ্বৰ দেৱ।
কপটক এৰি যাৰ পায়ে পৰি
ব্ৰহ্মা হৰে কৰে সেৱ ॥ ১২৭১

লক্ষ্মীৰ নায়ক যজ্ঞৰ পালক
যিটো পৃথিৱীৰ পতি।
যাদৱগণৰ ভক্ত পাণ্ডৱৰ
পালক পৰম গতি ॥

হেন ভগৱন্ত মহিমা অনন্ত
ভকতে কৰে বৰ্ণন।
হে কৃষ্ণ নাথ নমো দমাই মাথ
হুয়োক মোত প্ৰসন্ন ॥ ১২৭২

পাঞ্চ ভূতে নানা শৰীৰ প্ৰক্ৰিয়া
প্ৰবেশি তাত লীলায়।
কৰন্ত শোভন যিটো নাৰায়ণ
প্ৰণামো তাঙ্ক সদায় ॥

সেহি কৃপাময় মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে বাজ হৌক
আনন্দে লোকে শুনোক ॥ ১২৭৩

যাৰ মুখ পদ্ম মকৰন্দ মধু
হৰি কথা ৰসময়।
ভকত ভ্ৰমৰে পৰম সাদৰে
আনন্দে নিতে পিৱয় ॥

হেন কৃপাময় শুক পিতৃ ব্যাস
নতি তান চৰণত।
তাহান কৃপাত পঢ়িলো সাক্ষাত
ইটো মহাভাগৱত ॥ ১২৭৪

এহি মতে হৰি ভকক নমিয়া
শুক মহা মুনিবৰ।
কৰিয়া সাদৰ ৰাজাৰ প্ৰশ্নৰ
দিবাক লৈলা উত্তৰ ॥

নৃপ যোগেন্দ্ৰৰ সম্বাদ সুন্দৰ
যেন মত ভৈল তথা।
দ্বিতীয় স্কন্ধৰ চাৰি অধ্যায়ৰ
এহি মানে গৈলা কথা॥ ১২৭৫

---

ছবি

শুনিয়োক সভাসদ মহাভাগৰত পদ
সমস্তে শাস্ত্ৰৰ এহি সাৰ।
কলি পাপ সাগৰত বিনে কৃষ্ণ কীৰ্ত্তনত
আনমতে নাহিকে নিস্তাৰ॥
শুকদেৱ মহাজ্ঞানী তান বাক্য সত্য মানি
হৰিৰ চৰণে দিয়া চিত্ত।
আন ধৰ্ম্ম কৰ্ম্ম যত তেজি সাধু প্ৰসঙ্গত
কৃষ্ণকথা পিয়া প্ৰতিনিত॥ ১২৭৬
নমো নমো কৃষ্ণ দেৱ তযু পাৱে কৰো সেৱ
মোক আসি পাইলে অন্তকাল।
কেশচয় পকি গৈল দন্তসব জীৰ্ণ ভৈল
সোটোৰা সোটোৰি ভৈল ছাল॥
নয়নে বহয় নীৰ শৰীৰ নুহিকে থিৰ
বাক্য আৰ নবজাই ভাল।
জীৱন-ধনৰ আশ তথাপি নুহিকে নাশ
নিছিণ্ডয় মহামায়া জাল॥ ১২৭৭
আৱে কেনে হৈবে মোৰ কেতিক্ষণে কালচোৰে
পৰমায়ু হৰি লৈয়া যায়।
জানি কৃষ্ণ কৃপা কৰা নিজ দাস বুলি ধৰা
মোৰ বন্ধু আন নাই নাই॥
তোমাৰ ভকতৰ সঙ্গে তযু কথা শুনো ৰঙ্গে
মুখে লৈবো তযু গুণ নাম।
এহি বাঞ্ছা সিদ্ধি হৌক যত সমাজিক লোক
নিৰন্তৰে বোলা ৰাম ৰাম॥ ১২৭৮

---

বিৰাট পুৰুষৰ বিভূতি বৰ্ণনা

পদ

শুক নিগদতি ৰাজা শুনা মহাশয়।
তুমি যিবা পুছিলা আহ্মাত অৰ্থচয়॥
তাতো পূৰ্ব্বকথা এক কহিবো তোহ্মাত।
ব্ৰহ্মা নাৰদৰ যিটো সম্বাদ সাক্ষাত॥ ১২৭৯
একদিনা প্ৰজাপতি চিত্ত থিৰ কৰি।
শুদ্ধ থানে বসি যম-নিয়মক ধৰি॥
প্ৰজাৰ কুশল চিন্তি কৰি যজ্ঞচয়।
কৃষ্ণৰ চৰণ চিন্তি আছা কৃপাময়॥ ১২৮০
পাচে কৃষ্ণ দেৱৰ সেৱক মনোৰম।
ব্ৰহ্মাৰ তনয় ঋষি নাৰদ উত্তম॥
জানিবাক মহামুনি কৃষ্ণৰ মায়াক।
সেৱা কৰি সন্তোষ কৰিলা বিধাতাক॥ ১২৮১
তুষ্ট ভৈলা পিতামহ দেখি মুনিৰাজ।
সেহি বেলা তান্ত পুছিলন্ত এহি কাজ॥
জগতকে কৃপা কৰি পৰম মহন্ত।
কৰযোৰে বিধাতাৰ আগে বিনাৱন্ত॥ ১২৮২
নাৰদ বদতি নমো দেৱ সৃষ্টিকৰ।
বুজায়োক মোক জ্ঞান সাধন সুন্দৰ॥
জগত প্ৰকাশে কোনে কাহাত আশ্ৰয়।
কোনে স্ৰজে কোনে পালে কাহাত থাকয়॥ ১২৮৩
কাহাৰ অধীন স্বৰূপত কিবা হয়।
ইসব সংশয় মোৰ ছেদিবে লাগয়॥
আছোক ইসব কথা আপোনাকো কহ।
কোন জ্ঞানদাতা গুৰু তযু পিতামহ॥ ১২৮৪
তযু সেব্য দেৱ কোন অধীন কাহাৰ।
স্বৰূপত কিবা তুমি কহা কৰি সাৰ॥
মোৰ মনে তোহ্মাকে ঈশ্বৰ বুলি লয়।
তযু তপ দেখি তাতো সংশয় লাগয়॥ ১২৮৫

এতেকে তোম্মাতো কৰি আছে শ্ৰেষ্ঠ দেৱ।
তাতেসে ভকতি ভাৱে কৰা নিতে সেৱ॥
মোৰ মহা সংশয় ছেদিয়ো কৃপাময়।
যিমতে বুজিবো তেনে বুজাইবে লাগয়॥ ১২৮৬
নাৰদৰ বাণী শুনি বিধি নিগদতি।
ধন্য ধন্য কৃপালু নাৰদ মহামতি॥
মোক পুনু আসি তুমি কৃপাসে কৰিলা।
যাতো গোবিন্দৰ গুণ কহিবে বুলিলা॥ ১২৮৭
মহাধৰ্ম্ম কৃষ্ণকথা শ্ৰৱণ-কীৰ্ত্তন।
এতেকে বৰ্ণাওঁ শুনা হুয়া একমন॥
ঈশ্বৰ বুলিয়া যিবা মানাহা আমাক।
ইয়ো সাঙ্গে মিছা নুহিকয় তযু বাক॥ ১২৮৮
যাতো ঈশ্বৰৰ কৰ্ম্ম আমাত আছয়।
কৃষ্ণ সেৱাতেসে মোৰ ইটো মহোদয়॥
কৃষ্ণ পাদ পদ্ম মই কৰিছো আশ্ৰয়।
তাতেসে আম্মাক লোকে ঈশ্বৰ বোলয়॥১২৮৯
মোৰ ইষ্টদেৱ দেৱ দৈৱকী তনয়।
কৃষ্ণ বিনে সেৱ্য আন দেৱ নাহিকয়॥
যাৰ প্ৰকাশিত ইটো সমস্তে জগত।
নিমিত্ত মাত্ৰকে মই কৰোহো বেকত॥ ১২৯০
নমো নমো হেন ভগৱন্ত বাসুদেৱ।
কায় বাক্য মনে তান পাৱে কৰো সেৱ॥
যাহাৰ আগত মায়া ৰৈবে নপাৰিয়া।
লাজে ভয়ে দূৰ হুয়া থাকে আস্তৰিয়া॥ ১২৯১
তুমিসবে সেহি মহা মায়ায়ে ভুলিলা।
তাতেসে জগত গুৰু আমাক বুলিলা॥
যি কথা পুছিলা তাৰ লৈয়ো পৰিচ্ছেদ।
সবে কৃষ্ণময় ইটো কৈলো সত্য ভেদ॥ ১২৯২
চাৰি বেদে চৌদ্ধ শাস্ত্ৰে কৃষ্ণকে কহয়।
কৃষ্ণৰেসে অংশ সবে জগত নিশ্চয়॥
কৃষ্ণক পাইবাক লাগি কৰে যত যাগ।
তপ জপ কৰিয়া কৃষ্ণক পাৱে লাগে॥ ১২৯৩

জ্ঞান পথে কৃষ্ণকেসে সেৱে জ্ঞানীগণ।
কৈলো সেহি সেৱ্য মোৰ নন্দৰ নন্দন॥
লীলা কৰি হেহো পূৰ্ব্বে প্ৰকৃতি স্ৰজিলা।
মায়া গুণ দ্বাৰে ইটো ব্ৰহ্মাণ্ড কৰাইলা॥ ১২৯৪
তাহাৰ ভিতৰে ভৈলা বিৰাট শৰীৰ।
ঊৰ্দ্ধে সাতলোক তাতে বুজা মহাবীৰ॥
অধত অতল আৰু বিতল সুতল।
তলাতল আদি সাতো পৰম বহল॥ ১২৯৫
দেৱ দৈত্য মনুষ্য বিভাগি তাতে বৈল।
চাৰি বৰ্ণ কৃষ্ণৰ দেহত হন্তে ভৈল॥
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম চাৰিয়ো বৰ্ণৰ।
নিজ পিতৃ কৃষ্ণ মাত্ৰ সেৱ্য জগতৰ॥ ১২৯৬
হেন কৃষ্ণ সেৱা এৰি যিটো মন্দমতি।
অৱশ্যেক মৰি সিটো যাইবে অধোগতি॥
মায়াৰ স্ৰজনা ইটো ব্ৰহ্মাণ্ড যতেক।
সমস্তে বিনাশী মই কহিলো প্ৰত্যেক॥ ১২৯৭
ব্ৰহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ।
কদাচিতো নুহি নাশ জানা মুনিবৰ॥
প্ৰপঞ্চৰ ভিতৰ নুহিকে সিটো থান।
ভক্তৰ নিমিত্তে কৃষ্ণে কৰিছা নিৰ্ম্মাণ॥ ১২৯৮
জ্ঞান কৰ্ম্ম যোগ যাগ তপস্যা আচৰে।
কদাচিতো বৈকুণ্ঠক নযায় সিটো নৰে॥
শ্ৰৱণে কীৰ্ত্তনে সুখ বৈষ্ণৱে পাৱয়।
আৰু কৃষ্ণকথা কহো শুনা মহাশয়॥ ১২৯৯
এহি মতে কৃষ্ণত উপজে লোক যত।
ঈশ্বৰত কৰি ভিন্ন নুহি বিচাৰত॥
যেন সুৱৰ্ণত হন্তে জনমে কুণ্ডল।
বিচাৰত নাম মাত্ৰে সুৱৰ্ণ কেৱল॥ ১৩০০
এতেকে কৃষ্ণেসে মাত্ৰ নিয়ন্তা কৃষ্ণৰ।
কৃষ্ণতে প্ৰকাশে চৰাচৰ নিৰন্তৰ॥
ভজনীয় দেৱ কৃষ্ণ বিনে নাহি আৰ।
বেদ শিৰোমণি মন্ত্ৰে কহে বিস্তাৰ॥ ১৩০১

এহি বুলি ব্ৰহ্মা ভুলি বেদ মন্ত্ৰচয় ।
নাৰদত সমস্তে বুজাইলা মহাশয় ॥
হেন শুনি মুনি পুনু পুছন্ত সাদৰি ।
সবে যদি কৃষ্ণময় পূজা কেন কৰি ॥ ১৩০২
কিবা দ্ৰ:ব্য যজ্ঞ কৰা সংশয় মিলিল ।
শুনি ব্ৰহ্মা হৰিষতে কহিবে লাগিল ॥
ধন্য মোৰ পুত্ৰ শুনা সিদ্ধান্ত ইহাৰ ।
ময়ো পূৰ্ব্বে এহি কথা কৰিছো বিচাৰ ॥ ১৩০৩
যদি কৃষ্ণ বিনে বস্তু জগততে নাই ।
কৃষ্ণময় দ্ৰব্য যজো কৃষ্ণক সদায় ॥
মোক দেখি মনু আদি যত মহাজন ।
হৰি ৰূপ দ্ৰব্যে কৰৈ তাঙ্ক আৰাধন ॥ ১৩০৪
সমস্তে কহিলো মই তোমাত বুজাই ।
মোৰ ইষ্টদেৱ কৃষ্ণ বিনে আন নাই ॥
কৃষ্ণৰেসে আজ্ঞা মই ধৰিয়া শিৰত ।
নানা মতে স্ৰজো ইটো সমস্তে জগত ॥ ১৩০৫
হৰিৰ অধীন হুয়া হৰে সংহৰন্ত ।
জগতকে ভগৱন্তে আপুনি পালন্ত ॥
সেহি কৃষ্ণ দেৱ মাত্ৰ সেৱ্য জগতৰ ।
কৃষ্ণ বিনে ভজনীয় নাহিকে অপৰ ॥ ১৩০৬
কৃষ্ণ বিনে আন মুহি চৰাচৰ যত ।
কৃষ্ণৰ সেৱাৰ কিছু শুনিয়ো মহত্ব ॥
মোৰ বাক্য মন ইন্দ্ৰিয়ৰ বৃত্তিচয় ।
কদাচিতো মিছা নহে জানা মহাশয় ॥ ১৩০৭
মোৰ ইটো বল মুহি কহিলো নিশ্চিত ।
প্ৰেম ভাৱে হৰিপদ ধৰিছো হৃদিত ॥
তাতেসে আত্মাৰ দেখা মহাগুণগণ ।
কৃষ্ণ সেৱা বল ভুমি জানা তপোধন ॥ ১৩০৮
কিছু অৰ্থ সিদ্ধি নোহে কৃষ্ণকথা বিনে ।
মই লভি আছো আৰ প্ৰমাণ আপুনে ॥
বেদময় তপোময় মই শ্ৰেষ্ঠ জন ।
প্ৰজাপতিসবো মোক সেৱে অনুক্ষণ ॥ ১৩০৯

উত্তম যোগক ধৰি হুয়া সাৱধান ।
তভো নজানিলো কৃষ্ণ দেৱৰ প্ৰমাণ ॥
হেন গোৱিন্দৰ পাৱে পৰি কৰো সেৱ ।
তান কৃপা বিনে তাঙ্ক নজানয় কেৱ ॥ ১৩১০
আপোনাৰ অন্ত নজানন্ত কৃপাময় ।
আনে নজানিবে তাঙ্ক কিকৈবে লাগয় ॥
তুমি আমি সনকাদি আৰু মহেশ্বৰ ।
দেৱাসুৰ পিতৃ নাগ চান্নুৰ কিন্নৰ ॥ ১৩১১
কৃষ্ণৰ মায়ায়ে সবে হুয়া বিমোহিত ।
কৃষ্ণৰ গুণৰ অন্ত নপাৰে কহিত ॥
কিন্তু সবে আপোনাৰ মতি অনুসাৰ ।
অৱতাৰ লীলা গাৱে কৃষ্ণ দেৱতাৰ ॥ ১৩১২
এতেকে প্ৰণামো মাত্ৰ কৃষ্ণক সদাই ।
কহো কৃষ্ণ অৱতাৰ শুনা মহাবায় ॥
প্ৰকৃতিক কটাক্ষতে কৰে সচেতন ।
যাৰ লীলাতনু জলশায়ী নাৰায়ণ ॥ ১৩১৩
তাঙ্ক বুলি পৰম পুৰুষ মুনিবৰ ।
আদ্য অৱতাৰ কৈলো বৈকুণ্ঠনাথৰ ॥
কাল মায়া মন প্ৰাণ ইন্দ্ৰি চৰাচৰ ।
মই তুমি সনকাদি প্ৰজাপতি হৰ ॥ ১৩১৪
দেৱাসুৰ গন্ধৰ্ব্ব চাৰণ নৰেশ্বৰ ।
যক্ষ ৰাক্ষস পিতৃ সিদ্ধ বিদ্যাধৰ ॥
ভূত প্ৰেত পিশাচাদি মুখ্য আসম্বাৰ ।
সমস্তে জানিবা কৃষ্ণৰেসে অৱতাৰ ॥ ১৩১৫
কিন্তু আতে বুজা ভুমি কৰিয়া বিচাৰ ।
বিভূতি শকতি কাৰ্য্য কতো অৱতাৰ ॥
আৰে শুনা শুদ্ধ সত্য অৱতাৰচয় ।
শ্ৰৱণতে মহা-সুখে মুকুতি পাৱয় ॥ ১৩১৬
অনাদি জনমে জীৱে কুকথা শুনয় ।
তাৰ মলে কৰ্ণ পথ বান্ধিয়া আছয় ॥
অৱতাৰ চৰিত্ৰে তাহাক বিনাশয় ।
মিলে মহোদয় কৃষ্ণ পাৱে ৰতি হয় ॥ ১৩১৭

শুনা কিছু কহো মুখ্য মুখ্য অৱতাৰ।
জগতৰ লোকে শুনি তৰোক সংসাৰ॥
এহি বুলি প্ৰেমে বিধি কহিবাক লৈলা।
পাঞ্চ ছয় দুই অধ্যায়ৰ কথা কৈলা॥ ১৩১৮
নমো নমো কৃষ্ণ প্ৰভু কৰুণা সাগৰ।
মোক নিজ দাস বুলি ধৰা দামোদৰ॥
মোৰ সম মহাপাপী সংসাৰতে নাই।
তুমি সম পাপহৰ কহিতে নপায়॥ ১৩১৯
এতেকে শৰণ লৈলো তযু চৰণত।
পতিত পাৱন তুমি শুনো জগতত॥
যেহি লাগে তাকে কৰা তুমি পূৰ্ণকাম।
সমাজিক লোকে ডাকি বোলা ৰাম ৰাম॥ ১৩২০

---

ভগৱানৰ লীলা অৱতাৰ

ছবি

নিগদতি প্ৰজাপতি শুনা মুনি মহামতি
কৃষ্ণৰ নিৰ্ম্মল অৱতাৰ।
লোকৰ নিস্তাৰ হেতু কৃপায়ে গৰুড়কেতু
যেন যেন কৰন্ত বিহাৰ॥
লীলা কৰি মহাহৰি বৰাহ স্বৰূপ ধৰি
পৃথিবীক কৰিলা উদ্ধাৰ।
দান্তে ছিৰি সেহিবেলা হিৰণ্যাক্ষ নিপাতিলা
আতি প্ৰীতি সাধি দেৱতাৰ॥ ১৩২১
ৰুচিৰ তনয় ভৈলা দেৱগণ উপজাইলা
স্বায়ম্ভূ মনুৰ হৰি দুখ।
আপুনিয়ো যজ্ঞ কৰি ইন্দ্ৰ হুয়া কৃপা কৰি
জগতৰে সাধিলন্ত সুখ॥
কৰ্দ্দমৰ গৃহে জাত হুয়া কৃষ্ণ জগন্নাথ
সাংখ্য কহি মাতৃক তাৰিলা।
দত্তাত্ৰেয় নাম হুয়া যদু আদি নিস্তাৰিয়া
কৃপা কৰি লোকত ভ্ৰমিলা॥ ১৩২২
মোৰ তপে তুষ্ট হৰি সনকাদি ৰূপ ধৰি
জ্ঞানযোগ পৃথুত কহিলা।
ধৰ্ম্ম ঘৰে সনাতন ভৈল নৰ-নাৰায়ণ
মহা তপ ব্ৰত আচৰিলা॥
তানে তপে ইন্দ্ৰ ডৰি পাঠাইলেক অপেশ্বৰী
কামদেৱ আদি সবে যাই।
মোহিবাক যত্ন কৰি নানা ভঙ্গী ভাৱ ধৰি
নপাৰিয়া গৈলেক পলাই॥ ১৩২৩
ধ্ৰুৱৰ তপস্যা জানি দেখা দিয়া চক্ৰপাণি
দিলা বৰ পৃশ্নি অৱতাৰে।
বেণক নিস্তাৰ কৰি পৃথুৰূপে দেৱ হৰি
নিজ বৃত্তি দিলন্ত সবাৰে॥
আতিশয় দুখতৰ পথ জ্ঞান সমস্তৰ
ঋষভ স্বৰূপে দেখাইলন্ত।
ধৰি হয়গ্ৰীৱ নাম মোৰ যজ্ঞে পূৰ্ণকাম
বেকত ভৈলন্ত ভগৱন্ত॥ ১৩২৪
ধৰি মহা মৎস্যকায় ভক্ত সত্যব্ৰত ৰায়
ৰাখিলন্ত মায়া প্ৰলয়ত।
দেৱতাৰ প্ৰীতি সাধি কূৰ্ম্মৰূপে পৃষ্ঠি পাতি
ধৰিলন্ত মন্দৰ পৰ্ব্বত॥
হুয়া হৰি নৰসিংহ দিয়া মহা ঘোৰ বিক্ৰ
হাস্ফুলিয়া হিৰণ্যক ধৰি।
উৰুত স্থাপিয়া ৰাগে বজ্ৰ সম নখ আগে
ছিৰি মাৰিলন্ত লীলা কৰি॥১৩২৫
গ্ৰাহে ধৰি আছে পাৱে গজপতি আৰ্ত্তৰাৱে
ত্ৰাহি কৃষ্ণ বুলি ডাকিলন্ত।
হাতে চক্ৰ ধৰি হৰি তান দুখ দূৰ কৰি
নিস্তাৰ কৰিলা ভগৱন্ত॥
ধৰিয়া বামন কায় বলিৰ যজ্ঞক যায়
দান মাগি বলিক ছলিলা।
পাছে কৰি নিজ দাস সুতলত দিয়া বাস
দ্বাৰী হুয়া আপুনি ৰহিলা॥ ১৩২৬

হংসৰূপে কৰি লীলা জ্ঞান ভক্তি প্ৰকাশিলা
আমাৰ আগত কৃপাময় ।
প্ৰতি প্ৰতি মন্বন্তৰে তনু ধৰি দামোদৰে
প্ৰকাশন্ত নিজ কীৰ্ত্তিচয় ॥
ধন্বন্তৰি ৰূপে হৰি অমৃতৰ ঘট ধৰি
সমুদ্ৰৰ পৰা ভৈলা বাজ ।
কপটে যুৱতী হুয়া দেৱক অমৃত দিয়া
বঞ্চিলন্ত দানৱ সমাজ ॥ ১৩২৭
হুয়া ভৃগুপতি ৰাম কৰিয়া দুৰ্ঘোৰ কাম
হাতে ধৰি পৰশু কুঠাৰ ।
অধম ক্ষত্ৰিয় যত সমস্তে কৰিলা হত
বিচাৰিয়া তিনি সাত বাৰ ॥
কৈলো মই নিষ্ট কৰি পৰশুৰাম ধন্বন্তৰি
দুয়ো বৰ্ত্তমানে অৱতাৰ ।
আবে শুনা মুনিবৰ ভবিষ্যত মাধৱৰ
লীলাচয় কৰোহো প্ৰচাৰ ॥ ১৩২৮
উপজিয়া নৈকেষীত ৰাৱণ অধম চিত্ত
কৰিবেক লোকক দলন ।
তাত হন্তে হুয়া ভয় ইন্দ্ৰ আদি দেৱচয়
হৰি পদে লৈবেক শৰণ ॥
আমাক প্ৰসাদ দিত ভূমি ভাৰ সংহৰিত
কৃপাময় জগত আধাৰ ।
ৰামচন্দ্ৰ লক্ষ্মণ ভৰত আৰ শত্ৰুঘ্ন
চাৰি ৰূপে হৈবে অৱতাৰ ॥ ১৩২৯
জগতক কৃপা কৰি মনুষ্যৰ ৰূপ ধৰি
ভকত পিতৃৰ আজ্ঞা পালি ।
জানকী লক্ষ্মণ সঙ্গে বনক চলিবা ৰঙ্গে
মাথে জটা ধৰি বনমালী ॥
অগস্তিক লাগ পায় অনন্তৰে ৰাম ৰায়
দণ্ডক বনত বৈবা যায় ।
শূৰ্পণখা ৰূপ ধৰি আসিবেক ছদ্ম ধৰি
নাক কাণ কাটিবে লখায় ॥ ১৩৩০

মহা লাজ পায়া তাই খৰ দুষণৰ ঠাই
গোচৰ দিবেক দুখে যাই ।
চৌদ্ধ কোটি নিশাচৰ একেশ্বৰে ৰঘুবৰ
সমৰত বধিবা লীলায় ॥
নভৈলক প্ৰতিকাৰ শূৰ্পণখী আবোবাৰ
ৰাৱণত কৈবে সবে কাজ ।
শুনিয়া ৰাৱণ ৰাগে মাৰীচক লৈয়া আগ
পশিবেক অৰণ্যৰ মাজ ॥ ১৩৩১
সুবৰ্ণ হৰিণ ৰূপে ৰামক দূৰ কৰি নিবে
মাৰীচ ৰাক্ষসে মায়া কৰি ।
লক্ষ্মণ গৈলেক যেবে ৰাৱণ কপটী তেবে
আসিবে সন্ন্যাসী ৰূপ ধৰি ॥
চাপ চুপ কথা কই চাব দি সীতাক লই
লঙ্কাক যাইবেক লঙ্কেশ্বৰ ।
জানকীক নপাই তাপ কৰিবন্ত ৰাম বাপ
দুখ দেখাই ভাৰ্য্যা অধীনৰ ॥ ১৩৩২
জটায়ুক লাগ পাই দহি পাচে ৰাম ৰায়
কৃপা গুণ কৰিবে বিদিত ।
লগে লৈয়া হনুমন্ত মিত্ৰবন্তী কৰিবন্ত
নিজ দাস সুগ্ৰীৱ সহিত ॥
হেনয় কৃপালু দেৱ ৰাম বিনে নাহি কেৱ
দেখা পশু পক্ষীক ভজন্ত ।
জানি ভজা ৰাম পাৱ ইসে ভৱ সিন্ধু নাৱ
তাত পাচে ৰাম ভগৱন্ত ॥ ১৩৩৩
সুগ্ৰীৱ ভক্তৰ কাজ সাধি ৰঙ্গে ৰঘুৰাজ
ভালুক বানৰ লগে লই ।
দক্ষিণ সাগৰ তীৰে ভক্ত সমে ৰঘুবৰে
অনন্তৰে ৰহিবন্ত যাই ॥
তিনি দিন ব্ৰত ধৰি থাকিবন্ত লীলা কৰি
ভভো যেবে সমুদ্ৰ নাসন্ত ।
ভকত সীতাৰ তাপে পাচে জগন্তৰ বাপে
ঈষত কটাক্ষে চাহিবন্ত ॥ ১৩৩৪

ক্ৰোধ দৃষ্টি তাপ লাগি তাপিত সাগৰ পানী
উথল পাথল হুইবে যেবে।
মৎস্য গুহ ঘৰিয়াল হৈবে সবে লালকাল
সাগৰ তবসি যাইবে ভেবে॥
নানা দ্ৰব্য সমৰ্পিয়া চৰণে শৰণ লৈয়া
স্তুতি কৰিবন্ত সিন্ধুৰাজ।
হৃদি কম্প যাইবে লৰি মাজে পথ দিবে এৰি
পাচে কিছু গুচৰিবে কাজ॥ ১৩৩৫
ভকতৰ বাক্য ধৰি নিজ কীৰ্ত্তি ব্যক্ত কৰি
অনাইবাহা গিৰিবৰচয়।
বন্ধাই মহা শিলা সেতু লোকৰ নিস্তাৰ হেতু
কীৰ্ত্তি বিস্তাৰিবে কৃপাময়॥
পাচে ভৰি গতি কৰি সসৈন্যে সমুদ্ৰে তৰি
সুবেলে ৰহিবা ৰামদেৱ।
ভালুক বানৰ যত প্ৰেমে হুয়া উনমত
ৰাম পায়ে কৰিবন্ত সেৱ॥ ১৩৩৬

---

ছুলড়ী

আসিলন্ত ৰাম ভৈলা মন্দ কাম
মানি নিশাচৰগণ।
যুদ্ধক প্ৰবন্ধে চৰি হস্তী স্কন্ধে
আসিবে কৰি যতন॥
সুগ্ৰীৱ লক্ষ্মণে আদি বীৰগণে
সবাবো চিন্তিলা মাৰ।
সৈন্যৰ মৰণ শুনিয়া ৰাৱণ
যুদ্ধে হৈবা পয়োসাৰ॥ ১৩৩৭
পূৰ্ব্বে সমৰত ৰাৱণে ক্ৰোধত
ইন্দ্ৰক বুলিলা চাই।
হেৰ আখণ্ডল বুজো তোৰ বল
হস্তীক দেস জপাই॥
শুনি ইন্দ্ৰে ৰাগি ৰাৱণক লাগি
খুন্দিলেক ঐৰাৱত।
হুয়া ক্ৰোধ মন ভিৰিলা দশন
ৰাৱণৰ হৃদয়ত॥ ১৩৩৮
বজ্ৰ অঙ্গ লাগি দাম্ভ গৈলা ভাগি
চিটিকি দিশে পৰিল।
ইন্দ্ৰ ভয় মন হৰিষ ৰাৱণ
লোকৰ হৃদি কাম্পিল॥
হেনয় দুৰ্জ্জয় নৈকেষী তনয়
তাক ৰামে লাগ পায়।
মানি ভাৰ্য্যা চোৰ কৰি যুদ্ধ ঘোৰ
ভেদিবন্ত বজ্ৰ কায়॥ ১৩৩৯
পাচে ৰঘুবীৰ তাৰ দশ শিৰ
ছেদিবন্ত শৰধাৰে।
ৰাম জয় জয় হুইবে মহোদয়
সমস্ত দেৱৰ ঠায়ে॥
অনন্তৰে ৰামে চৰি দিব্য যানে
সীতা সমে দেশে আসি।
হুয়া মহাৰাজা পালিবন্ত প্ৰজা
প্ৰকাশিয়া যশৰাশি॥ ১৩৪০
ওবা নৰলোক হৰি ভজিয়োক
ধৰা ইটো উপদেশ।
এৰা আল জাল জীয়া কত কাল
জৰা ভৈল পৰবেশ॥
অন্য দেৱী দেৱ নকৰিবা সেৱ
নখাইবা প্ৰসাদ তাৰ।
মূৰ্ত্তিকো নচাইবা গৃহো নপশিবা
ভক্তি হৈব ব্যভিচাৰ॥ ১৩৪১
একে কৃষ্ণ দেৱ কৰিয়োক সেৱ
ধৰিয়ো তাহান নাম।
কৃষ্ণ দাস হুয়া প্ৰসাদ ভুঞ্জিয়া
হন্তে কৰা তান কাম॥

কৃষ্ণৰ স্থানক যত্নে চলিয়োক
সাঞ্চিয়ো পুণ্যৰ দাম।
কৃষ্ণৰে কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ১৩৪২

---

পদ

ব্ৰহ্মায়ে বোলন্ত শুনা মুনি মহাশয়।
ইষ্টদেৱ কৃষ্ণৰ কহো লীলাচয় ॥
মহাভাৰ সহিবে নপাৰি বসুমতী।
কান্দি দুখ নিবেদিবে আমাত সম্প্ৰতি ॥ ১৩৪৩
তেহো সমে যাইবো মই ক্ষীৰোদধি তীৰ।
কৃষ্ণক চিন্তিবো তথা কৰি চিত্ত স্থিৰ ॥
আকাশী বচন শুনি কৈবো দেৱতাত।
তাৰা সবো অংশে আসি জন্মিবে সাক্ষাত ॥ ১৩৪৪
পাচে লীলা কৰি দেৱ দেৱ ভগবন্ত।
দৈৱকীৰ গৰ্ভে আসি বেকত হৈৱন্ত ॥
ভকতৰ বাক্য পালি নৰৰূপ ধৰি।
নন্দ ঘৰে গোকুলে বাঢ়িবে ছদ্ম কৰি ॥ ১৩৪৫
ঈশ্বৰ বুলিয়া নজানিবে অজ্ঞ যত।
কৰ্ম্ম দ্বাৰে নিজগুণ হৈবেক বেকত ॥
আতি শিশু কালত কৃপালু ভগৱন্ত।
স্তন পানে পূতনাৰ প্ৰাণ শুষিৱন্ত ॥ ১৩৪৬
তৃতীয় মাসত আতি কৃষ্ণ মহাভাগে।
শকটক ওভোটাইবা চৰণৰ আগে ॥
ইকি মনুষ্যৰ কৰ্ম্ম শুনা মুনিবৰ।
এতেকে জানিবা কৃষ্ণ পৰম ঈশ্বৰ ॥ ১৩৪৭
চক্ৰবাত নিপাতিবা গলে চিপি ধৰি।
নন্দৰ ব্ৰজত ফুৰিৱন্ত লীলা কৰি ॥
হামি তুলিবাৰ ছলে যশোদা নন্দন।
মুখৰ ভিতৰে দেখাইৱন্ত ত্ৰিভুবন ॥ ১৩৪৮
পৰম বিস্ময় হুয়া যশোদা সুন্দৰী।
মনে বিমৰিষি থাকিৱন্ত হৰি স্মৰি ॥
পাচে গৰ্গ ঋষি আসি থৈবা কৃষ্ণ নাম।
গোকুলত আনন্দে ক্ৰীড়িবা কৃষ্ণ ৰাম ॥ ১৩৪৯
গোপ শিশু সমে গোৱালৰ ঘৰে যায়।
চুৰি কৰি লৱনু খাইৱন্ত যদুৰায় ॥
গোপীগণে খল দিবে যশোদাত আসি।
কৃষ্ণ মুখ চাই সতী থাকিৱন্ত হাসি ॥ ১৩৫০
কেনে মাটি খাইলি বুলি যশোদা সোধন্ত।
নখাওঁ বুলি মুখ মেলিৱন্ত ভগৱন্ত ॥
মুখৰ ভিতৰে দেৱী দেখিবে জগত।
স্তুতি নতি কৰিৱন্ত কৃষ্ণৰ আগত ॥ ১৩৫১
পাচে দধি মথিৱন্ত যশোদা সুন্দৰী।
স্তন পিবে নপাই ক্ৰোধিৱন্ত দেৱ হৰি ॥
পটাপুত্ৰে হানি ভাঙ্গি দধিৰ কলসি।
লৱনু খাইৱন্ত কৃষ্ণে খুম্পি মাজে পশি ॥ ১৩৫২
তাত অনন্তৰে আসি গোপালৰ মাৱে।
লৱনু খাইবাৰ দেখি নসৱন্ত গাৱে ॥
অনন্ত কৃষ্ণৰ গোপী মহিমা নজানি।
বান্ধি থৈবো বুলিয়া হাতত ধৰি আনি ॥ ১৩৫৩
যত জৰী জোৰাই বান্ধে তথাপি নাটয়।
এতেকে জানিবা কৃষ্ণ মনুষ্য নোহয় ॥
বন্ধন লৈৱন্ত ভক্ত বৎসল দেখাই।
অৰ্জ্জুনক উভঙ্গিব উৰল ঘসাই ॥ ১৩৫৪
নন্দে বান্ধ মেলি আসি কোলে তুলি লৈব।
গোপগণ সঙ্গে ৰঙ্গে আনন্দে ক্ৰীড়িব ॥
কতো নৃত্য কৰিৱন্ত গোপৰ বচনে।
লৱনু দিৱন্ত গোপী আনন্দিত মনে ॥ ১৩৫৫
ভকতৰ বস্তু মানি খাইবা যদুৰায়।
বৃন্দাবনে ফুৰিৱন্ত বাচক চৰাই ॥
বৎস বক অঘ মাৰি সাধিৱন্ত গতি।
যমুনা পুলিনে অন্ন খাইবা লক্ষ্মীপতি ॥ ১৩৫৬

সেহি বেলা বৎস বৎসপাল লৈয়া যাইবো।
পাচে গোবিন্দক নিজ ৰূপে দেখা পাইবো ॥
ৰূপ ঢাকিৰন্ত কৃষ্ণে কৃপাকৰি ম্লোক।
স্তুতি নতি কৰি মই যাইবো সত্যলোক ॥ ১৩৫৭
ধেনুক ৰাখন্তে ৰামকৃষ্ণ বনচাৰী।
গোপক ভুঞ্জাইবা তাল ধেনুকাক মাৰি ॥
বিষ পানী খাই মৰিবেক গৰু গাই।
সবাকে জীয়াইবা কৃষ্ণে কৃপা দৃষ্টি চাই ॥ ১৩৫৮
কালিন্দীক শুদ্ধ কৰি দেৱ বনমালী।
ফণাত চৰিয়া কালি খেদাইবা নিকালি ॥
বন জুইত গোপ গোপী হোৱয় নির্য্যাণ।
সবাকো ৰাখিবা বন বহ্নি কৰি পান ॥ ১৩৫৯
মুঞ্জবনে পশিবেক গোগ গোপীচয়।
তাতো বহ্নি পিয়া ৰাখিৰন্ত কৃপাময় ॥
প্রলম্বক মৰাইৰন্ত বলোৰ হাতত।
বৃন্দাবনে ক্রীড়া কৰিৰন্ত নানামত ॥ ১৩৬০
গোপিকাৰ বস্ত্র হৰি পৰিহাস কৰি।
অশোক বনক চলি যাইবা ৰাম হৰি ॥
বিপ্র-পত্নী সবক প্রসাদ দিয়া দান।
ব্রাহ্মণৰ কৰ্ম্ম গৰ্ব্ব কৰিবা নির্য্যাণ ॥ ১৩৬১
গোপ সমস্তক নানা যুগুতি দেখাই।
ইন্দ্রমখ ভঙ্গ কৰিৰন্ত যদুৰায় ॥
পূজা খাইবে নপাই ইন্দ্র মহা ক্রোধ কৰি।
ভক্তক দিবেক দুখ বাত বৃষ্টি কৰি ॥ ১৩৬২
পাচে সাত বৎসৰীয়া দেৱ দামোদৰে।
ৰাখিবে গোকুল গোবৰ্দ্ধন ধৰি কৰে ॥
মহা ভয়ে ইন্দ্রে আসি কৰি স্তুতি নতি।
গোৰ ইন্দ্র পাতি চলি যাইব শচীপতি ॥ ১৩৬৩
বৰুণৰ পাশে বেলাই আনিব নন্দক।
গোকুলবাসীক কৃষ্ণে দেখাই বৈকুণ্ঠক ॥
শৰতত বৃন্দাবনে বেণু বজাই হৰি।
ধ্বনি শুনি গোপীসব যাইবা শীঘ্র কৰি ॥ ১৩৬৪
নানা পৰিহাস কৰি ধৰ্ম্মক দেখাই।
গোপীক ৰমিবা কৃষ্ণে মদন বঢ়াই ॥
গৰ্ব্ব দেখি অন্তৰ্দ্ধান হৈবা যদুৰায়।
বিকল হৈৰন্ত গোপী কৃষ্ণ হুকৰাই ॥ ১৩৬৫
বৃক্ষ পশু পক্ষীত পুছিয়া নপাইবেক।
কৃষ্ণ গুণ গায়া দৰশন প্রার্থিবেক ॥
নিজ যশ প্রিয় দেৱ প্রভু ভগৱন্ত।
প্রেমে আকুলিত হৈয়া বেকত হৈৰন্ত ॥ ১৩৬৬
কৃষ্ণক দেখিয়া গোপীগণ আনন্দিত।
কৰিবে ভকতি হুয়া প্রেমে আকুলিত ॥
পাচে কৃষ্ণে গোপী মণ্ডলীত হুয়া স্থিত।
পাতিৰন্ত মহাৰাসক্রীড়া বিপৰীত ॥ ১৩৬৭
ভঙ্গী ভাৱে নৃত্য গীতে কৃষ্ণে ক্রীড়িৰন্ত।
দেখি দেৱ দেৱীসবো মোহিত হৈৰন্ত ॥
একদিনা বলোৰাম দেৱ দামোদৰ।
গোপীসব ফুৰিৰন্ত বনৰ ভিতৰ ॥ ১৩৬৮
সেহি বেলা শঙ্খচূড় অধম পামৰ।
গোপীকাক লৈয়া যাইব বনৰ ভিতৰ ॥
মুষ্টি মাৰি শিৰ ভাঙ্গি আনি মণিবৰ।
বলোক দিৰন্ত কৃষ্ণ জগত ঈশ্বৰ ॥ ১৩৬৯
নন্দক ৰাখিবে শাপ গুচাই গন্ধৰ্ব্বৰ।
গোপী গীত গাইবে গুণ বর্ণাই গোবিন্দৰ ॥
অৰিষ্ট কেশীৰ প্রাণ হৰি ভগৱান।
তযু স্তুতি শুনি ব্যোম কৰিবা নির্য্যাণ ॥ ১৩৭০
কংসে পাঠিয়াবেক পাচে আসিবা অক্রূৰ।
কৃষ্ণ খোজ দেখি পাচে দুখ যাইবে দূৰ ॥
ৰথে তুলি লৈয়া যাইবে ৰাম দামোদৰ।
স্তুতি নতি কৰিবন্ত জলৰ ভিতৰ ॥ ১৩৭১
পাচে মথুৰাত কৃষ্ণ হৈব উপগত।
ধোবা বধি মালা পিন্ধি সুৰিবা পুৰত ॥
কুঁজীৰ চন্দন পিন্ধি তাইক কৰি ভাল।
কুবলয় মাৰি পশিবন্ত ৰঙ্গশাল ॥ ১৩৭২

যুদ্ধ কৰি সম্বৰত নিপাতিবা মাল ।
ভ্ৰাতৃ সমে কংসক কৰিবা কৃষ্ণে কাল ॥
দিবা উগ্ৰসেনক নৃপতি পদবীক ।
উদ্ধৱক পঠাই শান্ত কৰাইবা গোপীক ॥ ১৩৭৩
কুঁজিকাৰ মন পূৰি দেৱ দামোদৰ ।
অক্ৰূৰক পঠাই বাৰ্ত্তা লৈবা পাণ্ডৱৰ ॥
সংহৰিবা হৰি জৰাসন্ধ কটকক ।
মুচুকুন্দ পাশে পঠাইৱন্ত যৱনক ॥ ১৩৭৪
ৰুক্মিণীক বিহা কৰাইৱন্ত কৃপাময় ।
সম্বৰক বধিৱন্ত কৃষ্ণৰ তনয় ॥
মণি হেতু পাইবা সত্যভামা জাম্বৱতী ।
মিত্ৰাবৃন্দা কালীন্দিক লভিবা শ্ৰীপতি ॥ ১৩৭৫
বৃষ জিনি সত্যাক নিৱন্ত হৰি আসি ।
ভদ্ৰা লক্ষ্মণাক কৰি লৈবা নিজ দাসী ॥
নৰকক বধি পাইবা বিস্তৰ সুন্দৰী ।
ৰুক্মিণীক ৰমিৱন্ত পৰিহাস কৰি ॥ ১৩৭৬
ৰুক্মীক বধিবা বলদেৱ বলশালী ।
যুদ্ধে বাণে বাহু ছেদিৱন্ত বনমালী ॥
কাশীৰাজা পৌণ্ড্ৰকৰো নিপাতিবা স্কন্ধ ।
ভীমৰ হাতত মৰাইৱন্ত জৰাসন্ধ ॥ ১৩৭৭
পাণ্ডৱৰ ৰাজসূয় কৰাইবা গোপাল ।
চক্ৰে শিৰ কাটি বধিবাহা শিশুপাল ॥
কৰিয়া নিমিত্ত কৃষ্ণে ভীম অৰ্জ্জুনক ।
অষ্টাদশ অক্ষৌহিণী বধিবা সৈন্যক ॥ ১৩৭৮
শাল্ব দন্তবক্ৰ বিদুৰথ আদি কৰি ।
সবাহাকো মাৰি নিবা বৈকুণ্ঠ নগৰী ॥
প্ৰদ্যুম্ন ৰামাদি যাৱে যিবা বিনাশিবা ।
তাকো কৃপা কৰি কৃষ্ণে বৈকুণ্ঠক নিবা ॥ ১৩৭৯
নিজ ৰূপে অৱতৰি প্ৰভু ভগৱন্ত ।
জগতক নিস্তাৰ হেতু যশস্যা থৈৱন্ত ॥
কৃষ্ণ লীলা কহি বিধি মন নোহে ভঙ্গ ।
নাৰদৰ উঠি গৈলা প্ৰেমৰ তৰঙ্গ ॥ ১৩৮০
সৰ্ব্বাঙ্গে পুলক ভৈলা আনন্দ হৃদয় ।
প্ৰেম জল দুয়ো নয়নৰ পৰা বয় ॥
পাচে ব্ৰহ্মা পুনৰপি হুয়া কিছু শান্ত ।
শুনা মুনিবৰ বুলি কহিবে লৈলন্ত ॥ ১৩৮১
কালে জগতৰ বুদ্ধি কৰিৱন্ত হানি ।
বেদৰ অৰ্থক নপাইবেক একো প্ৰাণী ॥
হেন দেখি ব্যাস ৰূপ হুয়া কৃপাময় ।
শাখা ৰূপে বিভাগ কৰিবে বেদচয় ॥ ১৩৮২
দেৱক দিবেক দুখ দৈত্য যজ্ঞ কৰি ।
তাক মুহিৱন্ত হৰি বুদ্ধৰূপ ধৰি ॥
বৈষ্ণৱৰ পাশত মুহিবে হৰি কথা ।
হৈবেক ব্ৰাহ্মণ সব পাষণ্ড সৰ্ব্বথা ॥ ১৩৮৩
হৈবে শূদ্ৰসব ৰাজা সমস্ত প্ৰজাৰ ।
শ্ৰাদ্ধ হোম বেদ মন্ত্ৰ গুচিবে আচাৰ ॥
তেবে কলিযুগ অন্তে প্ৰভু ভগৱন্ত ।
কল্কীৰূপ ধৰি জগতকে শিখাইৱন্ত ॥ ১৩৮৪
দেৱদত্ত ঘোটকত চৰিয়া মুৰাৰি ।
অধৰ্ম্মীক কাটিৱন্ত বিচাৰি বিচাৰি ॥
এহিমতে ধৰি হৰি বহু অৱতাৰ ।
লোকক নিস্তাৰি কীৰ্ত্তি কৰিবা প্ৰচাৰ ॥ ১৩৮৫
কহিলো সঙ্ক্ষেপে কিছু কৃষ্ণ গুণচয় ।
বিস্তাৰি কহিবে মোৰ শক্য নাহিকয় ॥
নপাওঁ অন্ত কহি মই হৰিৰ চৰিত ।
সনকাদি হৰো আৰ নপাই পৰিমিত ॥ ১৩৮৬
অনন্তে হাজাৰ মুখে অদ্যাপিয়ো গান্ত ।
তভো কৃষ্ণ চৰিত্ৰৰ নপাৱন্ত অন্ত ॥
এতেকে যিমান লয়ে আপোনাৰ মন ।
সেহিমানে কৃষ্ণ গুণ কৰোহো কীৰ্ত্তন ॥ ১৩৮৭
শুনা সভাসদ সব হুয়া একমন ।
হৰি গুণ নাম কৰা শ্ৰৱণ কীৰ্ত্তন ॥
কৃষ্ণ গুণ বিনে নাহি আনন্দৰ স্থান ।
পৰম মধুৰ ৰস জানি কৰা পান ॥ ১৩৮৮

সাধু সঙ্গে কৃষ্ণ গুণ যি জনে শুনয়।
কৃতার্থ হোৱয় আতি বাহিকে সংশয় ॥
নমো নমো কৃষ্ণ মোৰ পুৰা মনস্কাম।
কৰ্ণে মুখে বিচ্ছেদ নহোক তযু নাম ॥ ১৩৮৯
বাহুল চৰণ দুই হৃদয়ে বহোক।
জনমে জনমে সাধু সঙ্গ মোৰ হোক ॥
এহি কৃপা মোক কৃষ্ণ বাপ কৰিয়োক।
ৰাম ৰাম বোলা সবে দুৰ্গতি গুচোক ॥ ১৩৯০

---

দুলড়ী

কৃষ্ণ কথা শুনি আনন্দিত মুনি
কিঞ্চিত শঙ্কিত মনে।
যদি গোবিন্দৰ লীলা চৰিত্ৰৰ
অন্ত নপাই একোজনে ॥
তেবে অজ্ঞজনে তৰিবে কেমনে
সংসাৰ দুঃখ নিকাৰ।
হৰি হৰি বিধি নভৈলেক সিদ্ধি
পাতকীৰ ইয়ো বাৰ ॥ ১৩৯১
হাসিয়া ব্ৰহ্মাই বোলে মুনিৰায়
নকৰিবা মনে দুখ।
কৃষ্ণৰ কৃপাত মিলিবে সাক্ষাত
লোকৰ সমস্তে সুখ ॥
কপট এৰিয়া সাধু সঙ্গ লৈয়া
সাৱধান কৰি মন।
আন যেন ছাৰি যিটো নৰনাৰী
কৃষ্ণক লয়ে শৰণ ॥ ১৩৯২
তেবে তাসৱাত মিলয় সাক্ষাত
কৃষ্ণৰ কৃপা অপাৰ।
মায়া দূৰ হয় মিলে মহোদয়
দুখতে তৰে সংসাৰ ॥

কৈযো কিবা আৰ মায়া তৰিবাৰ
প্ৰত্যক্ষে পাইবা প্ৰমাণ।
কুকুৰ শৃগালে খাইবে যিটো দেহ
তাত গুচে অভিমান ॥ ১৩৯৩
ভাৰ্য্যা পুত্ৰচয় যত্তেক আছয়
তাক মোৰ নোবোলয় ॥
মায়া ভৈল নাশ মিলিল উল্লাস
ভকতি ভৈলা উদয় ॥
যি সবে সাক্ষাত কৃষ্ণৰ কৃপাত
মায়াক আছয় তৰি।
কহো তযু আগে শুনা অনুৰাগে
মনে মাধৱক ধৰি ॥ ১৩৯৪
মই মহেশ্বৰ প্ৰহ্লাদ কুমাৰ
তুমি সনকাদি চাৰি।
শতৰূপা সতী আহুতি প্ৰসূতি
দেৱহুতি বৰনাৰী ॥
মনু স্বায়ম্ভুৱ প্ৰিয়ব্ৰত ভূপ
উত্তানপাদ আৰৰ।
প্ৰাচীনবৰ্হিষী ঋভু অঙ্গ বশী
ৰাজা ধ্ৰুৱ হৰিবৰ ॥ ১৩৯৫
ইক্ষ্বাকু সগৰ গাধি নৃপবৰ
মুচুকুন্দ বসু গয়।
খট্বাঙ্গ ভৰত অম্বৰীষ বথ
অজ পুৰুৰবা জয় ॥
মান্ধাতা যযাতি অলৰ্ক শৰ্য্যাতি
শতধনু অণু এক।
ৰন্তিদেৱ বীৰ ভীষ্ম বলিবীৰ
বিভীষণ আদি অনেক ॥ ১৩৯৬
সৌভৰি উত্তঙ্ক ঋষি শিবি সঙ্গ
বশিষ্ঠ গুৰু গাসয়।
মৈত্ৰেয় অৰ্থতি পৰাশৰ শক্তি
গৌতম কুন্ত উদয় ॥

ভীম হনুমান গৃধ্র* জাম্বুবান
বিভীষণ আৰ্ষ্টিসেন।
অৰ্জ্জুন বিদুৰ দ্রুপদ অক্রূৰ
শ্রুতদেৱ উগ্রসেন ॥ ১৩৯৭

এসম্বাক আদি কৰি আন লোক
মায়াক তৰি আছয়।
কৃষ্ণক কৃপায় সংসাৰ এৰাই
লভি আছে মহোদয় ॥

স্ত্রী শূদ্রগণ অধম যৱন
আনো জাতি পাপী নৰে।
হুয়া তত্ত্বপৰ বৈষ্ণৱ জনৰ
যদি শীল শিক্ষা ধৰে ॥ ১৩৯৮

ইসবো মায়াক তৰি অনায়াসে
পাৱয় হৰি ভকতি।
বৈষ্ণৱসবৰ মহিমা বিস্তৰ
কি কৈবো তান্ত সম্প্রতি ॥

পশু পক্ষীচয় সৎ সঙ্গে তৰয়
মনুষ্যৰ কোন লেখা।
সাধুসে সমস্তে লোকৰ সুহৃদ
আপোনাতো তুমি দেখা ॥ ১৩৯৯

মোত যিবা মুনি পুছিলা আপুনি
কহিলো সমস্তে তাক।
কৃষ্ণ বিনে আৰ নাহি কিছু সাৰ
এহি কহো বেদবাক ॥

কৈলো ভাগৱত তোমাৰ আগত
কৃষ্ণ নাম মাত্র সাৰ।
মোত ভগৱন্ত পূৰ্ব্বে কহিছন্ত
মহিমাৰ নাহি পাৰ ॥ ১৪০০

তুমি সৰ্ব্বজ্ঞান ইটো শাস্ত্রখান
প্রচাৰ কৰা লোকত।

অজ্ঞান গুচোক জগত তৰোক
মিলোক ভক্তি কৃষ্ণত ॥
কিন্তু মুনিবৰ ভকতি ৰসৰ
বিঘাত যেন নোহয়।

চাৰি জ্ঞান কৰ্ম্ম কৃষ্ণ সেৱা ধৰ্ম্ম
কৰিবা মাত্র উদয় ॥ ১৪০১
মায়াক আশ্রয় কৰি কৃপাময়
কৰা নানা লীলাচয়।

তাহাৰ শ্রৱণ কৰিতে কীৰ্ত্তন
কৃষ্ণ পদে ৰতি হয় ॥
এতেকে তোমাত কহিলো সাক্ষাত
কিছু কৃষ্ণ লীলা যশ।

তেৱেসে লোকৰ হৈবেক কৃষ্ণৰ
চৰণত প্রেম ৰস ॥ ১৪০২
এতেকে বোলন্তে নয়নৰ হন্তে
বহিবেক গৈলা জল।

হৰি পদ হৃদি ধৰি মৌনে বিধি
ভৈলন্ত প্রেমে বিহ্বল ॥
ব্রহ্মাৰ মুখত কৃষ্ণ লীলা যত
শুনি মুনি কৃপাময়।

উপজিল তান্ত পুলকিত গাৱ
নেত্রৰ নীৰ ঝুৰয় ॥ ১৪০৩
দিয়া কৃষ্ণ ডাক উঠি বিধাতাক
অষ্টাঙ্গে কৰিলা নতি।

চৰণৰ ধূলি শিৰে লৈলা তুলি
কৰিলা স্তুতি ভকতি ॥
বীণাক বজাই কৃষ্ণ গুণ গাই
আনন্দে বহিলা তথা।

কৃষ্ণ প্রসাদত ভৈলা সমাপত
সপ্তম অধ্যাৰ কথা ॥ ১৪০৪

* গৃধ্র—জটায়ু।

ভাগৱত বিষয়ে পৰীক্ষিতৰ প্ৰশ্ন আৰু শুকদেৱৰ
ভাগৱত কথন

আত অনন্তৰে পুছে নৃপবৰে
শুকৰ চৰণ চাই।
শুনা মহামুনি কৃষ্ণকথা শুনি
মোৰ তৃষ্ণা বাঢ়ি যাই ॥
বিধাতাৰ বাণী মনে অনুমানি
নাৰদ মহা মহন্ত।
ভক্তি কহে মাত্র ভাগৱত শাস্ত্র
যৈত তৈত কাহিলন্ত ॥ ১৪০৫
সিসব কথাক চাওঁ জানিবাক
কৈয়ো গুৰু কৃপা কৰি।
এৰিবো দেহক কৃষ্ণ চৰণক
যিমতে মনত ধৰি ॥
শ্ৰৱণ কীৰ্ত্তন কৰে যিটোজন
তাৰ হৃদি কমলত।
আতি অল্পকালে ভকত বৎসলে
হৈৱন্ত আসি বেকত ॥ ১৪০৬
ভক্তৰ হিয়াত থাকিয়া সাক্ষাত
হৰন্ত সমস্তে মল।
যেন জলচৰ শৰতে কৰয়
নিৰ্ম্মল আতি উজ্জ্বল ॥
কৃষ্ণ সেৱা ধৰি মন শুদ্ধ কৰি
নেৰে কৃষ্ণপদ আৰ।
যেন পৰবাসী বৈল গৃহে আসি
এৰায়া দুখ নিকাৰ ॥ ১৪০৭
এতেকে আমাৰ কুল দেৱতাৰ
কহিয়ো চৰিত্ৰচয়।
কৃষ্ণকথা শুনি থাকো মই মুনি
হেনেযু ভাগ্য বিলয় ॥
সূতে শৌনকত কন্ত হৰিষত
এহিমতে নৃপবৰ।
সভাৰ মধ্যত সাদৰে শুকত
কৰিলা প্ৰশ্ন বিস্তৰ ॥ ১৪০৮
প্ৰশ্নচয় শুনি শুক মহামুনি
আতি আনন্দিত ভৈলা।
কৃষ্ণৰ চৰণ স্মৰি একমন
ভাগৱত কৈবে লৈলা ॥
পদ্ম কলপত ব্ৰহ্মাৰ আগত
কৃষ্ণে কহিলন্ত যত।
সিসব কাহিনী শুক মহামুনি
ৰাজাত কৰা বেকত ॥ ১৪০৯
শুনা নৰনাৰী একমন কৰি
গোবিন্দৰ গুণচয়।
পতিতক ত্ৰাণ কৃষ্ণ বিনে আন
একোমন্তে নাহিকয় ॥
সংসাৰ নিকাৰ তৰা এহিবাৰ
মুখে লৈয়া হৰিনাম।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥ ১৪১০

---

পদ

শুক নিগদতি শুনিয়োক বিষ্ণুৰাত।
প্ৰশ্নৰ উত্তৰচয় কহিবো তোমাত ॥
কৃষ্ণ সেৱা বিনে আন ধৰ্ম্ম নাহিকয়।
কৃষ্ণ ভকতিত মাত্র জ্ঞান উপজয় ॥ ১৪১১
কৃষ্ণবেসে কৃপাত ব্ৰহ্মাৰ ভৈল জ্ঞান।
কৃষ্ণ কৃপা বিনে কাৰ্য্য সাধিবাক টান ॥
আতে পূৰ্ব্বে ইতিহাস শুনা মহাশয়।
কৃষ্ণ কৃপা বিনে পুৰুষাৰ্থ কিছু নয় ॥ ১৪১২

পদ্মত উপজি ব্ৰহ্মা তাতে বসিছয় ।
মই কোন ইটো কিবা একো নজানয় ॥
কৃষ্ণৰ কৃপাত বিধি পাচেসে জানিলা ।
পদ্মৰ তন্তুত বজাই ভিতৰ পশিলা ॥ ১৪১৩
পুৰুষাৰ্থ বলে বিধি একোৱে নপাই ।
পদ্মৰ চকাত আসি বসিলা ঢুনাই ॥
পাচে কৃষ্ণদেৱৰ কৃপাত মহামানা ।
সমীপত শুনিলন্ত তপ তপ বাণী ॥ ১৪১৪
মনে বিমৰিষি তাত পাচে সৃষ্টিকৰ ।
কৰিলন্ত তপ দিব্য হাজাৰ বৎসৰ ॥
তপস্যাত তুষ্ট হুয়া প্ৰভু ভগৱন্ত ।
কৃপা কৰি তৈত্তে বৈকুণ্ঠক দেখাইলন্ত ॥ ১৪১৫
বৈকুণ্ঠ নগৰ যেন শুনা পৰীক্ষিত ।
যাত কৰি শ্ৰেষ্ঠ লোক নাহি কদাচিত ॥
নাহি তাত কাম ক্ৰোধ শোক মোহ ভয় ।
আত্মজ্ঞানী সবেও স্তুতিসে কৰয় ॥ ১৪১৬
কালৰ বিক্ৰম প্ৰকৃতিৰ গুণচয় ।
বৈকুণ্ঠপুৰত কদাচিতো নাহিকয় ॥
সৰ্ব্বক্ষণে অখণ্ড আনন্দ জয় জয় ।
কেৱলে ভকতে তাতে নিবাস কৰয় ॥ ১৪১৭
সবে শ্যাম কলেৱৰ কমল লোচন ।
উত্তম অঙ্গত পীত সুৰঙ্গ বসন ॥
সৰ্ব্বাঙ্গে লাৱণ্য সুকুমাৰ আতিশয় ।
সমস্তৰে কৰ্ণ তলে কুণ্ডল দোলয় ॥ ১৪১৮
বৈকুণ্ঠপুৰত যত পুৰুষ আছয় ।
সবে চতুৰ্ভুজ মূৰ্ত্তি নাহিকে সংশয় ॥
মণিময় মুকুট মস্তকে কৰে কান্তি ।
তিলক উপৰে জ্বলে অলকাৰ পান্তি ॥ ১৪১৯
মুখ চন্দ্ৰবিম্ব কণ্ঠে পদক জ্বলয় ।
হিয়ে হেম মুকুতাৰ মালা বিৰাজয় ॥
অঙ্গদ কঙ্কণ আদি নানা অলঙ্কাৰ ।
সবাৰো অঙ্গত আতি কৰে জ্যোতিকাৰ ॥ ১৪২০

মহাৰশ্মি পুঞ্জ যেন জ্বলে কলেৱৰ ।
প্ৰৱাল মৃণাল সম সুৱৰ্ণ শৰীৰ ॥
শাৰী শাৰী হুয়া সবে বিমানত থাকি ।
হাতে তাল ধৰি হৰিনাম গাৱে ডাকি ॥ ১৪২১
কতো স্থানে ভক্তসবে কৃষ্ণকথা কয় ।
লক্ষে লক্ষে লোক বসি তাহাক শুনয় ॥
কতো প্ৰেম ভাৱে উঠি কীৰ্ত্তন কৰয় ।
চাপৰি বজাৱে কতো কৰে জয় জয় ॥ ১৪২২
কতো কৃষ্ণ বুলিয়া প্ৰেমত দেই ডাক ।
কতো ঠাইত কৰে ভক্তে কৃষ্ণৰ চেষ্টাক ॥
বিমানত আছে লক্ষ্মী সম দিব্য নাৰী ।
তাৰাসবো কৃষ্ণগুণ গাৱে শাৰী শাৰী ॥ ১৪২৩
যাত লক্ষ্মী মনোহৰ মূৰতিক ধৰি ।
কৃষ্ণৰ উৎসৱ যাত্ৰা কৰন্ত সাদৰি ॥
কৃষ্ণক দোলত কতো দোলাসনে তুলি ।
মুখে কৃষ্ণ গুণ গান্ত আনন্দতে ভুলি ॥ ১৪২৪
দণ্ড ছত্ৰ চামৰ ধৰিয়া ভক্তচয় ।
জয় জয় কৃষ্ণ বুলি ফাল্গু সিঞ্চৰয় ॥
হেন মহা মহোদয়ে বৈকুণ্ঠ নগৰে ।
শ্ৰীকৃষ্ণদেৱক দেখিলাহা সৃষ্টিকৰে ॥ ১৪২৫
ভকতৰ পতি যজ্ঞপতি লক্ষ্মীপতি ।
ত্ৰৈলোক্য মোহন মূৰ্ত্তি পণ্ডিতৰ গতি ॥
মাথে শ্বেত ছত্ৰ যেন চন্দ্ৰৰ মণ্ডল ।
মুকুতা মুবালি তাৰ স্ৰৱে অমৃত জল ॥ ১৪২৬
শিৰত প্ৰকাশে বত্ন কিৰীটি উজ্জ্বল ।
কপালে ললিত চাৰু অলকাসকল ॥
মৃগমদে অঙ্কিত তিলকে কৰে কান্তি ।
কাম শৰাসন পঙ্ক্তি শোভে ভ্ৰূৱ পান্তি ॥ ১৪২৭
মুখপূৰ্ণচন্দ্ৰ কোটি সমান নোহয় ।
তাতে দুই খঞ্জন নয়ন প্ৰকাশয় ॥
মকৰ কুণ্ডল দুই কৰ্ণত দোলয় ।
যেন সুধাংশুক সমে আদিত্য উদয় ॥ ১৪২৮

ওষ্ঠ দুই বন্ধুলী মুকুতা দন্তচয় ।
অৰুণ কটাক্ষ হাসি ভুৱন ভুলয় ॥
প্ৰভাতৰ সূৰ্য্য যেন কৌস্তুভ কণ্ঠত ।
গজ মুকুতাৰ মালা দোলে হৃদয়ত ॥ ১৪২৯
বাম ভাগে লক্ষ্মীদেৱী দিয়া আছে দেখা ।
উত্তম কষত যেন সুৱৰ্ণৰ ৰেখা ॥
দক্ষিণে শ্ৰীবৎস পাস্তি আতি কান্তি কৰে ।
সজল মেঘত যেন বিজুলী সঞ্চৰে ॥ ১৪৩০
আজানুলম্বিত বনমালা প্ৰকাশয় ।
তাতে পৰি মত্ত মধুকৰে গুঞ্জৰয় ॥
চাৰি খানি ভুজ শোভে চন্দনে চৰ্চ্চিত ।
অঙ্গদ বলয়া আৰু ভূষণে ভূষিত ॥ ১৪৩১
কটি তটে প্যাট ভুনি মেখলা বস্ত্ৰৰ ।
উৰু কৰীকৰ জানু জঙ্ঘা মনোহৰ ॥
চৰণ কমল ৰত্ন মঞ্জীৰ জুৰয় ।
উন্নত আঙ্গুলি নখচন্দ্ৰ বিৰাজয় ॥ ১৪৩২
পদতল ৰকত ভকত মনোনীত ।
ধ্বজ বজ্ৰ পদ্ম যৱ অঙ্কুশে অঙ্কিত ॥
হেন মনোহৰ ৰূপ লাৱণ্য প্ৰচুৰ ।
দেখি দৰ্প হৰে আতি কন্দৰ্প কোটিৰ ॥ ১৪৩৩
দিব্য সিংহাসনে বসি আছা ভগৱন্ত ।
ভৃত্যক প্ৰসাদ দিবে সম্মুখে আছন্ত ॥
মূৰ্ত্তিমন্ত তত্ত্বগণে চৌভিতি উপাসে ।
কতো ভক্তে চামৰে বিকস্ত লাসে লাসে ॥ ১৪৩৪
অখণ্ড ঐশ্বৰ্য্যযুক্ত দেৱ সনাতন ।
উপাসন্তে আছে সুনন্দাদি ভক্তগণ ॥
মৃদঙ্গ মন্দিৰা ধৰি হৰি গুণ গায়ে ।
কদ্ৰুকবিলাস কতো বিপঞ্চি বজায়ে ॥ ১৪৩৫
কতো ভক্তী ভাবে নাচে কৃষ্ণৰ আগত ।
কতো গীত গায়ে স্তুতি পাকয় প্ৰেমত ॥
কতো স্তুতি কৰে কতো পুষ্প বৰিষয় ।
কতো নমস্কাৰ কৰি কৰে জয় জয় ॥ ১৪৩৬

হেন পৰিচ্ছেদে বসি আছা ভগৱন্ত ।
দেখি ব্ৰহ্মা প্ৰেমে আতি বিহ্বল হৈলন্ত ॥
আনন্দৰ ভৰে তান হৃদয় দ্ৰৱিল ।
সৰ্ব্বাঙ্গে পুলক নেত্ৰে লোতক বৰিষল ॥ ১৪৩৭
ৰাম কৃষ্ণ বুলি দণ্ডৱতে পৰিলন্ত ।
উঠা বিধি বুলি হৰি ধৰি তুলিলন্ত ॥
পৰমহংসৰ পদ্মে চিন্তন্ত সদায় ।
হেন পাদ-পদ্ম বিধি প্ৰেমে আছা চাই ॥ ১৪৩৮
পাচে কৃষ্ণে বিধাতাৰ হাতত ধৰিয়া ।
বুলিবে লাগিলা বাক্য ঈষত হাসিয়া ॥
ভগৱন্ত বদতি শুনিয়ো সৃষ্টিকৰ ।
আমাক সন্তোষ তুমি কৰাইলা বিস্তৰ ॥ ১৪৩৯
লৈয়ো অভিমত বৰ যেহেন যুৱাই ।
মোক দেখিলাত সবে দুখ দূৰে যাই ॥
মোৰ কৃপাতেসে সবে কাৰ্য্য হৈবো সিদ্ধি ।
জানি অভিমান ভুলি এৰিবাহা বিধি ॥ ১৪৪০
কৰিলা তপস্যা যিবা দেখিলাহা মোক ।
সমস্তে মোহোৰ কৃপা আৰু জানিয়োক ॥
ব্ৰহ্মায়ে বোলন্ত মোৰ হৃদয়ৰ কথা ।
অন্তৰ্য্যামী প্ৰভু তুমি জানাহা সৰ্ব্বথা ॥ ১৪৪১
তথাপিতো নাথ মই এহি বৰ পাওঁ ।
তযু স্থূল সূক্ষ্ম ৰূপ জানিবাক চাওঁ ॥
যিমতে জগত প্ৰজা পালাহা সংহাৰা ।
যিসৱ শক্তিয়ে নানা অৱতাৰ ধৰা ॥ ১৪৪২
সিসৱ জানক মোক দিয়োক মাধৱ ।
জগত স্ৰজিবো যেবে কৰিয়া উৎসৱ ॥
আৰ মোক এহি কৃপা কৰা ভগৱান ।
জগত স্ৰজন্তে যেন নোহে অভিমান ॥ ১৪৪৩
ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি কৃষ্ণ নিৰ্ব্বাতি ।
চতুঃ শ্লোকে ভাগৱত বোলা প্ৰজাপতি ॥
জগতৰ পূৰ্ব্বে মই মাত্ৰ থাকো আৰ ।
কাৰ্য্য-কাৰণৰ কিছু নাছিলেক আন ॥ ১৪৪৪

মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মানে সবে মঞিঃ বিচাৰত ॥
মঞিঃ মাত্ৰ অৱশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত ॥ ১৪৪৫
অবস্তুক দেখায়য় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি ॥
নথাকিতো দেখি যেন চন্দ্ৰমা দুতয়।
থাকিতো ৰাহুক যেন কেহো নেদেখয় ॥ ১৪৪৬
এহিমতে মায়া আৱ কৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখায়ে জীৱক ॥
যেন মহা পঞ্চভূতে কৰিয়া নিবাস।
স্থাৱৰ জঙ্গম সদা কৰয় প্ৰকাশ ॥ ১৪৪৭
ময়ো সেহিমতে আছো জগতকে ব্যাপি।
তাৰ দোষ গুণে মোক নোছোয়ে তথাপি ॥
হেন মোক বিচাৰিবে সাধুৰ সঙ্গত।
জ্ঞান-বিজ্ঞান তেবে হৈবেক বেকত ॥ ১৪৪৮
শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকাশে কৰিবা মাত্ৰ বিবক্ষ্যা সম্প্ৰতি ॥
যিটো তনু তয়ু আগে কৰিছো বেকত।
এহি মোৰ নিজৰূপ কৈলো স্বৰূপত ॥ ১৪৪৯
সৃষ্টি স্থিতি আদি মোৰ লীলা অনুপাম।
ব্ৰহ্মণ্য শৰণ্য আদি গুণ আৰো নাম ॥
তয়ু আগে চাৰি শ্লোক কৈলো ভাগৱত।
মোৰ আশীৰ্ব্বাদে সবে হৈবে কণ্ঠাগত ॥ ১৪৫০
সাৱধানে মনে মোৰ ধৰা এহিমত।
শ্ৰৱণ-কীৰ্ত্তন কৰা লোকত বেকত ॥
কৰিয়ো প্ৰচাৰ এহি ভাগৱত গ্ৰন্থ।
লোকত বিদিত হৌক মোৰ ভক্তি পন্থ ॥ ১৪৫১
কৰায়ো ভকতি মোৰ আজ্ঞা শিৰে ধৰি।
অনায়াসে যাইবে তেবে সংসাৰক তৰি ॥
মোৰ বাক্য ধৰা মাত্ৰ কৰি এক চিত্ত।
প্ৰজা প্ৰজন্তেয়ো তেবে সুহিৰা মোহিত ॥ ১৪৫২

এহি কথা ৰাজাত কহন্ত মুনি শুকে।
ব্ৰহ্মাক আদেশ কৃষ্ণে কৰিলা উৎসুকে ॥
প্ৰেমভাৱে বিধি ৰহি আছা সিটো স্থান।
লোক সমে কৃষ্ণে তৈতে ভৈলা অন্তৰ্দ্ধান ॥ ১৪৫৩
কৃষ্ণক নেদেখি ব্ৰহ্মা ভৈলা প্ৰেমে আউল।
কৃষ্ণ কৃষ্ণ বুলি গেৰিয়ান্ত যেন বাউল ॥
এখনে আছিলা দেখা দিয়া মোক স্বামী।
কৈক গৈল ঐ বন্ধু হেৰা মৰো আমি ॥ ১৪৫৪
আউৰ নেদেখিবো সিটো চন্দ্ৰমা বদন।
হৰি হকৰাইলো মোৰ ধিক্ তো জীৱন ॥
হে কৃষ্ণ স্বামী মোক দিয়ো দৰিশন।
এহি বুলি শোকে ব্ৰহ্মা কৰন্ত ক্ৰন্দন ॥ ১৪৫৫
পাচে কতো বেলি ধৈৰ্য্য কৰিলন্ত মন।
অদৃশ্য মূৰ্ত্তিক ধৰি কৰিলা বন্দন ॥
কৃষ্ণ আজ্ঞা শিৰে ধৰি কৰিয়া যতন।
অনন্তৰে স্ৰজিলন্ত নানা প্ৰজাগণ ॥ ১৪৫৬
পদ্ম কলপত পায়া মহাভাগৱত।
কৰিলা বেকত আক ভকতি লোকত ॥
এহিমতে আনন্দতে সি:টা কল্প গৈল।
বৰাহ কলপ আসি উপসন্ন ভৈল ॥ ১৪৫৭
লোকক কৃপায়ে আসি নাৰদ মহন্ত।
প্ৰশ্ন কৰি ভাগৱত ব্যক্ত কৰিলন্ত ॥
দশোটা লক্ষণ কহে মহাভাগৱতে।
হৰিষে লভিলা মুনি ব্ৰহ্মাৰ মুখতে ॥ ১৪৫৮
পৰম কৃপালু মুনি ভাগৱত পাই।
হৰি গুণ গাই আসিলন্ত পিতৃ-ঠাই ॥
বীণা ধ্বনি শুনি ব্যাস আনন্দিত ভৈলা।
নাৰদ আসিল দেখি আগ বাঢ়ি গৈলা ॥ ১৪৫৯
প্ৰণামি আনন্দে নিজ স্থানক আনিলা।
আসনে বৈলাই বজে ষড়ৰ্ঘে পূজিলা ॥
তুষ্ট হৈয়া আগে ঋষি কুশল পুছিলা।
পৰম কৃপায়ে পাচে ভাগৱত কৈলা ॥ ১৪৬০

নাৰদৰ বাক্যে পিতৃ মনত ধৰিলা।
বাব্ৰু স্কন্ধ ভাগৱত প্ৰেমে নিৰখিলা॥
শ্লোক পত্ৰামন্ত মই কহিবো তোমাত।
মহাপুৰুষৰ তুমি কিঙ্কৰ সাক্ষাত॥ ১৪৬১
এহি বুলি শুকে ভাগৱত কৈবে লৈলা।
আঠ নৱ দুই অধ্যায়ৰ কথা গৈলা॥
নমো নমো কৃষ্ণ তযু অভয় চৰণে।
কায় মনে বাক্যে মই পশিলো শৰণে॥ ১৪৬২
তোমাৰ মায়ায়ে আমি নিজ কৰ্ম্ম গতি।
ভ্ৰমোহো যাৱত ইটো সংসাৰ সম্প্ৰতি॥
জন্মে জন্মে তাৱে তযু নিজ ভকতৰ।
মিলোক প্ৰসঙ্গ প্ৰভু দিয়া এহি বৰ॥ ১৪৬৩
ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেৱগণে।
যিটো পদপঙ্ক চিন্তি নপাৱে যতনে॥
হেন তযু পদে অখণ্ডিত ৰতি হৌক।
শ্ৰৱণ কীৰ্ত্তন ৰসে কদাপি নেৰোক॥ ১৪৬৪
শুনা সভাসদ পদ দ্বিতীয় স্কন্ধৰ।
এক চিত্তে চৰণ চিন্তিয়ো গোবিন্দৰ॥
আন ধৰ্ম্ম এৰি লোৱা হৰি গুণ নাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম॥ ১৪৬৫

---

ভাগৱত ব্যাখ্যা সম্বন্ধে শুকদেৱৰ ৰাজ প্ৰশ্নোত্তৰ

### ছবি

শুক মুনি নিগদতি শুনা ৰাজা মহামতি
কহো ভাগৱতৰ লক্ষণ।
পুৰুষৰ পায়া দৃষ্টি উপজে কাৰণ সৃষ্টি
তাকে সৰ্গ বোলে সাধুজন।
ব্ৰহ্মা আদি নানা ভূত ব্ৰজে চৰাচৰ যত
ইহাকে বিসৰ্গ বুলি জান।
ৰাজা দেৱ দৈত্যজাক পাইলে মহা মহিমাক
ইটো লক্ষণৰ নাম স্থান॥ ১৪৬৬
মহাপাপী ভক্ত হয় তাকো কৃষ্ণে নিস্তাৰয়
জানা ৰাজা এইটো পোষণ।
মহন্তৰ কোপে আসি হৰে দুৰ্ব্বাসনা ৰাশি
উতি বুলি কৰিল বৰ্ণন॥
যিটো হোৱে পুণ্য ভাগী সাধুৰ কৃপাক লাগি
কায় বাক্যে কৰোক যতন।
তেবে কৃষ্ণ পায়ে ৰতি বাঢ়িবে সপ্ৰেম মতি
তৰিবেক দুৰ্ঘোৰ মৰণ॥ ১৪৬৭
মনু মনু-পুত্ৰচয় তেসম্বাৰ ধৰ্ম্ম হয়
মন্বন্তৰ ইহাকে বোলয়।
বিষ্ণু বৈষ্ণৱৰ কথা প্ৰকটি কহয় যথা
এহিতো ঈশান কথা হয়॥
জগত উদৰে ধৰি শয়ন কৰন্ত হৰি
নিৰোধন কহিলো স্বৰূপ।
ছাৰি মিছা মায়াময় নিজ ব্ৰহ্ম ৰূপ হয়
মুকুতি বুলিয়া আকে ভূপ॥ ১৪৬৮
কোটি কোটি ব্ৰহ্মাণ্ডৰ যত জীৱ সমস্তৰ
একে মাত্ৰ আশ্ৰয়ৰ স্থান।
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু যিটো মহেশ্বৰ
আশ্ৰয় কহিলো ভগৱান॥
শ্ৰীভাগৱতে এহি দশোটা লক্ষণ কহে
এতেকেসে মহন্ত পুৰাণ।
আন পুৰাণত পাঞ্চ লক্ষণ কহয়ে সাঞ্চ
এতেকেসে অল্প কৰি জান॥ ১৪৬৯
শুকদেৱ এহি বুলি আন নানা কথা তুলি
আশ্ৰয়ক বুজাইলা ৰাজাত।
নৃপতিক কৰি দায়া কত্ত কথা সংক্ষেপিয়া
শুনিয়োক ৰাজা বিদুৰাত॥
যেন যেন মতে বিধি লভিলা সমস্তে সিদ্ধি
তাক মই কৈলো তযু আগে।

ভাগৱত পুৰাণৰ লক্ষণকো নৃপবৰ
ভুমিয়ো শুনিলা অনুৰাগে ॥ ১৪৭০
সৃষ্টিৰ প্ৰকাৰ যত কাল জানি যেন মত
তাকে কহো তৃতীয় স্কন্ধত ।
পদ্ম কলপৰ কথা সংক্ষেপিয়া কৈলো এথা
আৰ কৈবো ব্যৱস্থা যিমত ॥
এহিমতে মহাশয় কহি কৃষ্ণ কথাচয়
স্তুতি ৰহিলন্ত প্ৰেমভাৱে ।
আত পাছে মহাযশী কহন্ত শৌনক ঋষি
সূত মহা মহন্তৰ ঠাৱে ॥ ১৪৭১
প্ৰথম স্কন্ধৰ কথা কহিছা যিসব তথা
ব্যাসসূত বিদুৰ মহন্ত ।
গৃহ বাড়ী সবে ছাড়ি বন্ধু বান্ধৱক এৰি
তীৰ্থ ক্ষেত্ৰ কৰিবে লৈলন্ত ॥
মৈত্ৰেয় সহিতে তান সঙ্গ ভৈলা কোন স্থান
কিবা পুছিলন্ত পায়া লাগ ।
মৈত্ৰেয়েৰো কিবা কৈল পুনু কিবা আসি ভৈল
হস্তিনাপুৰক মহাভাগ ॥ ১৪৭২
ভূত্যজ বান্ধৱ যত কিবা হেতু এৰিলন্ত
কহিয়োক তাহাৰ কাৰণ ।
বৈষ্ণৱৰ কথাচয় শুনিবাক যোগ্য হয়
ইসে আমাসাৰ মহাধন ॥
আছয় আমাৰ ভাগ তোমাক পাইলোহো লাগ
কৃষ্ণকথা কহিয়ো বান্ধৱ ।
সংসাৰৰ যত তাপ এৰায়া থাকোহো বাপ
শুনি হৰি চৰিত্ৰ উৎসৱ ॥ ১৪৭৩
শৌনকৰ প্ৰশ্নচয় শুনি সূত মহাশয়
প্ৰশংসিয়া বুলিলা বচন ।
কৃষ্ণকথা মহাৰস শুনিবে এতেক যশ
ধন্য ধন্য তোমাৰ জীৱন ॥
তুমি পুছিলাহা যত পৰীক্ষিতো সেহিমত
শুক আগে পুছিলা সংশয় ।
শুকো স্মৰি হৰিপায় হয়া আন্তি প্ৰেম তায়
প্ৰশ্ন কথা কহিলা নিশ্চয় ॥ ১৪৭৪
পৰীক্ষিত মহাভাগে যেনমতে অনুৰাগে
কৃষ্ণকথা কৰিলা শ্ৰৱণ ।
তুমিসবো সেহিমতে শুনিয়োক একচিত্তে
কৃষ্ণকথা পৰম গহন ॥
এহি বুলি সূত সন্ত প্ৰেমে স্তুতি ৰহিলন্ত
কৃষ্ণৰ চৰণে দিয়া মতি ।
দ্বিতীয় স্কন্ধৰ কথা দশ অধ্যায়ৰ এথা
এহিমানে ভৈল সমাপতি ॥ ১৪৭৫

---

তুলড়ী

হে কৃষ্ণ দেৱ পৰি কৰো সেৱ
তুমি মোৰ নিজ স্বামী ।
থাকি হৃদয়ত শিখাইলা যিমত
তাহাকো ৰচিলো আমি ॥
মই অতি জড় ইটো কথা বৰ
তুমিসি চৈতন্য হৰি ।
নচুৱা যিমতে নাচো সেহিমতে
তযু আজ্ঞা শিৰে ধৰি ॥ ১৪৭৬
কৃষ্ণ লীলাচয় যি কিছু উদয়
কৰিলো তযু কৃপাত ।
তাকো সমৰ্পিলো নিজ দাস ভৈলো
কৰা কৃপা জগন্নাথ ॥
ভৃত্য বুলি ধৰা দোষ পৰিহৰা
অধম মই অভাগী ।
তোমাৰ চৰণে পশিলো শৰণে
প্ৰেম ভকতিক লাগি ॥ ১৪৭৭

নকৰিবা ছদ্ম মনে পাদপদ্ম
মুখত ৰহোক নাম।
বৈষ্ণৱৰ সঙ্গে থাকোক মহা ৰঙ্গে
পূৰা কৃষ্ণ এহি কাম॥
শুনা সভাসদ হুয়া নিশবদ
দ্বিতীয় স্কন্ধ পয়াৰ।
জানি সাধু লোক ক্ষমিয়োক মোক
সাধুৰ ক্ষমাসে সাৰ॥ ১৪৭৮

যিজনে নজানি বোলে নিন্দা বাণী
সিয়ো মোৰ উপকাৰী।
নক্ষেমিবে যেবে মোত পৰ ভেবে
আছে কোন অহঙ্কাৰী॥
ই কথা থাকোক শুনা সৰ্ব্বলোক
তৰিবাৰ কৰা কাম।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম॥ ১৪৭৯

———

# শ্ৰীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

## তৃতীয় স্কন্ধ

# অনাদি-পাতন

## পদ

মঙ্গলা

জয় জগন্নাথ জগতৰ আদি মূল।
যাহাৰ স্মৰণে হোৱে পাতক নিৰ্ম্মূল ॥
যাৰ নাম-নাৱে কৰে সংসাৰৰ পাৰ।
হেনয় কৃষ্ণক কৰো কোটি নমস্কাৰ ॥ ১
জয় জয় দৈৱকীনন্দন আদি দেৱ।
ব্ৰহ্মা মহেশ্বৰে যাক সদা কৰে সেৱ ॥
মূৰুখ পণ্ডিত হোৱে লৈলে যাৰ নাম।
হেনয় কৃষ্ণক কৰো পৰিয়া প্ৰণাম ॥ ২
জয় জয় ঈশ্বৰ কেশৱ সদাশিৱ।
যাৰ মায়াপাশে বন্দী জগতৰ জীৱ ॥
মিলে মোক্ষ যাৰ নাম শ্ৰৱণ-কীৰ্ত্তনে।
কৰো প্ৰণিপাত হেন কৃষ্ণৰ চৰণে ॥ ৩
নমো দামোদৰ দেৱ দৈৱকীনন্দন।
ভকত অভয় দাতা সত্য সনাতন ॥
যাহাৰ মায়াত হোৱে সৃষ্টি স্থিতি লয়।
হেন কৃষ্ণ চৰণে ৰচিবো পদচয় ॥ ৪
কৃষ্ণ পদ পঙ্কজক ধৰি হৃদয়ত।
গুৰুৰ চৰণে মনে কৰি শিৰোগত ॥
সৃষ্টি স্থিতি লয় মাধৱৰ মোক্ষ লীলা।
কৃষ্ণৰ কিঙ্কৰে পদ শঙ্কৰে ৰচিলা ॥ ৫

পৃথিৱীৰ বিভিন্ন ৰূপ

মহা ভাগৱত কথা অমৃত সাক্ষাত।
যাৱন পুৰাণ কিছু মিশ্ৰ দিলো তাত ॥
দুয়ো কথা নিবন্ধিলো একত্ৰ মিসলে।
মধু সমে দুগ্ধ যেন অতি স্বাদ বোলে ॥ ৬
শুনা সাৱধান মনে সবে সভাসদ।
তৃতীয় স্কন্ধৰ মহা ভাগৱত পদ ॥
যেনমতে ভৈল ইটো অনাদি পাতন।
শুনিয়োক আছে যাৰ মুকুতিক মন ॥ ৭
শুকক পুছন্ত পৰীক্ষিত নৃপবৰ।
শুনিলো অমৃত কথা তোমাৰ মুখৰ ॥
যতেক শুনোহো শুনিবাক যায় মতি।
অমৃত পিয়ন্তে যেন নখণ্ডে তৃপিতি ॥ ৮
সম্প্ৰতি ছেদিয়ো ঋষি সংশয় মনৰ।
সৃষ্টিৰ মধ্যত এক পুৰুষ ঈশ্বৰ ॥
কেৱলে থাকয় হৰি এক ব্ৰহ্মতত্ত্ব।
কিমতে প্ৰকৃত হৰি ইটো ত্ৰিজগত ॥ ৯
এহি কথা শুনিবাক মোৰ যায় চিত্ত।
কহিয়োক মুনি তুমি কৃষ্ণৰ চৰিত্ৰ ॥
যেনমতে জগত প্ৰকৃত নাৰায়ণ।
যিমতে প্ৰজিলা ব্ৰহ্মা আদি দেৱগণ ॥ ১০
যেনমতে সাতো স্বৰ্গ কৰন্ত নিৰ্ম্মাণ।
যেনমতে প্ৰজিলা পাতাল সাতোখান ॥
সপ্ত দ্বীপ বসুমতী সপত সাগৰ।
যিমতে প্ৰজিলা নদ-নদী সৰোবৰ ॥ ১১
পশু-পক্ষী বৃক্ষলতা চৰাচৰ যত।
যিমতে প্ৰজন্ত মেৰু মন্দৰ পৰ্ব্বত ॥

যেনমতে ব্ৰহ্মাণ্ডক কৰন্ত নিৰ্ম্মাণ।
কহিয়ো আমাত তুমি ঋষি সৰ্ব্বজ্ঞান॥ ১২
কোনে ধৰি আছে সসাগৰা বসুমতী।
কি কাৰণে পৃথিৱী নযায় অধোগতি॥
কিবা হেতু লৰে ইটো পৃথিৱী মণ্ডল।
ছেদিয়োক ঋষি তুমি সংশয় সকল॥ ১৩
শুকমুনি বোলন্ত শুনিয়ো পৰীক্ষিত।
কহো সৃষ্টি কথা তুমি থিৰ কৰা চিত॥
সৃষ্টি স্থিতি লয় মাধৱৰ মোক্ষ লীলা।
আপুনি তৰিলা তুমি আনকো তাৰিলা॥ ১৪
কৃষ্ণৰ চৰণে তুমি পৰম ভকত।
যদ্যপি জানিতে হোৱা আপুনি শকত॥
তথাপি পুছিলা তুমি লোক উপকাৰে।
ইটো কথা শুনি ভৱি তৰোক সংসাৰে॥ ১৫
নৃপতিক প্ৰশংসিয়া স্থিৰ কৰি মন।
হৃদয়ত চিন্তিলন্ত কৃষ্ণৰ চৰণ॥
জয় কৃষ্ণ জয় কৃষ্ণ মুখে উচ্চাৰিলা।
পুৰাতন কথা কহিবাক আৰম্ভিলা॥ ১৬
কহিবো নৃপতি সৃষ্টি-লীলা কথা পাচে।
শুনা যেনমতে বসুমতী ৰহি আছে॥
পৃথিৱীৰ অধে সাত পাতালৰ তলে।
ব্ৰহ্মাণ্ডক বেঢ়িয়া কেৱলে আছে জলে॥ ১৭
কূৰ্ম্মৰূপে হৰি আছা জলৰ উপৰে।
পঞ্চাশ কোটি প্ৰহৰ বহল কলেৱৰে॥
কূৰ্ম্মৰ উপৰে সৰ্পৰূপে ভগৱন্ত।
হাজাৰেক ফণা সমে আছন্ত অনন্ত॥ ১৮
সূৰ্য্য সম জ্বলে সৰ্প ফণী মণি যত।
পৃষ্ঠে সমস্তিতে যেন ধৱল পৰ্ব্বত॥
তাৰ আঠ ফণা আঠ দিশে শৈল বহি।
আছে আঠ দিগ্‌গজ উপৰে তাৰ ৰহি॥ ১৯
যাজন হাজাৰ প্ৰহৰৰ পাহ কায়।
দেৱাসুৰে মৰে যাক দৈৱে সৰ্ব্বদায়॥

বলৰ দৰ্পত আতি মহালীলা কৰি।
আঠো আঠ পৰ্ব্বত পিঠিত আছে ধৰি॥ ২০
পৰ্ব্বতৰ উপৰত সসাগৰা মহী।
যেন চাঙ্গখান আলগতে আছে ৰহি॥
যি দিশৰ দিগ্‌গজে লৰাৱে নিজ কায়।
সি দিশৰ পৰা জানা ভূমিকম্প যায়॥ ২১
যেতিক্ষণে তোলে হামি কচ্ছপ অনন্তে।
সাতোখান মেৰু মহা মন্দৰ পৰ্য্যন্তে॥
সাগৰ সহিতে সবে কৰে টলবল।
দেখিয়ো কৃষ্ণৰ ইটো যোগমায়াবল॥ ২২

প্ৰলয়ৰ কথা

কহিলো তোমাত পৃথিৱীৰ স্থিতি কথা।
মহা প্ৰলয়ৰ আবে শুনিয়ো ব্যৱস্থা॥
যেবে গৈল এক শত বৰিষ ব্ৰহ্মাৰ।
ৰুদ্ৰৰূপে কৰে হৰে জগত সংহাৰ॥ ২৩
অধে উৰ্দ্ধে শৰীৰৰ নেদেখি প্ৰমাণ।
ভ্ৰূকুটি কুটিল মুখ দেখি হৰে প্ৰাণ॥
আউল জাউল জটা হাতত ত্ৰিশূল।
ঘোৰ মূৰ্ত্তি ধৰি কৰে প্ৰজাক নিৰ্ম্মূল॥ ২৪
কিলকিল কৰি হাসে নৰ মুণ্ডমালী।
পৰ্ব্বতৰ শৃঙ্গ যেন দন্ত দুই পালি॥
সহস্ৰ সহস্ৰ প্ৰজা মুখে ধৰি ডাটি।
মৰমৰি মুণ্ড চোবাৱন্ত দান্তে আতি॥ ২৫
জঙ্ঘাৰন্ত মাথা স্বৰ্গবাসী যম দূৰ।
চৰণৰ প্ৰহাৰে পৰ্ব্বত হোৱে চূৰ॥
ঘোৰ বিক্ৰম দিয়া দিগ্‌গজক থোকা মাৰি।
উপৰক তুলি নচুৱান্ত ত্ৰিপুৰাৰি॥ ২৬
কৰিবে দিশিধ দেহা কৰি ঘোৰ ধ্বনি।
তিনি গোটা চক্ষু যেন জ্বলন্ত অগনি॥
তেজে ঘোৰ আটাস নিৰ্ঘাত বজ্ৰ পৰে।
স্বৰ্গ-মৰ্ত্ত্য পাতাল একত্ৰ হুয়া লৰে॥ ২৭

জগত সংহৰে হৰে পৰম বিক্ৰম ।
অন্তকৰো অন্তক যমৰো মহাযম ॥
এহিমতে ৰুদ্ৰে যেৱে প্ৰজা সংহাৰয় ।
শুনা আৰো যেনমতে মিলিলা প্ৰলয় ॥ ২৮
বাৰ্ৰয় বৰিষ মানে ভৈলা অনাবৃষ্টি ।
নোপজয় শস্য প্ৰজা নষ্ট হোৱে সৃষ্টি ॥
বাৰ্হ গোটা সূৰ্য্যে তাপ কৰে একেবাৰে ।
বহয় শোষক বায়ু হৃদয় বিদাৰে ॥ ২৯
সাগৰকো শুষিলা সূৰ্য্যৰ ৰশ্মিজালে ।
জগত প্ৰলয় যায় গ্ৰসি আসে কালে ॥
বায়ু সূৰ্য্যে নিশক্ত কৰিলা যেৱে ৰাজ ।
অনন্তৰ মুখৰ অগনি হোৱে বাজ ॥ ৩০
হাজাৰেক মুখে বিষ বহ্নি বাজ হুই ।
পাতালকো দহিয়া ঊৰ্দ্ধক উধাই জুই ॥
সাতো পৃথিবীত বহ্নি লাগিলেক চানি ।
পোৰে সাতো স্বৰ্গ যেন তুলাত অগনি ॥৩১
ব্ৰহ্মাণ্ডক দহিলেক বাহিৰে ভিতৰে ।
তপত লোহাৰ যেন দেখি নিৰন্তৰে ॥
ৰক্তবৰ্ণ ব্ৰহ্মাণ্ড বহ্নিৰ পায়া চোট ।
দেখি যেন দগধ গোময় পিণ্ড গোট ॥ ৩২
জগতক দহি যেৱে বহ্নি ভৈল শান্ত ।
বাৰ্হ বৰিষ মেঘে বৰিষে একান্ত ॥
ঘোৰ্ঘোৰ শবদে পৰে চৌপাশে নিৰ্ঘাত ।
মেঘৰ গৰ্জ্জনে ঘনে ঘনে বজ্ৰপাত ॥ ৩৩
বৰিষয় শিলা সব পৰ্ব্বত আকাৰ ।
কৰে মহা প্ৰলয় প্ৰাণীৰ ক্ষয়কাৰ ॥
প্ৰমত্ত হস্তীৰ শুণ্ডে যেন ধাৰা জল ।
অবিচ্ছেদে পৰি চৰাচৰে গৈলা তল ॥ ৩ ;
দশোদিশ পূৰি জল ঊৰ্দ্ধক উঠাইল ।
ব্ৰহ্মাণ্ড গোটক লৈয়া জলেকে বুৰাইল ॥
অগনিৰ তাপে চূৰ্ণীভূত ভৈল খণ্ড ।
জলতে মিলাইলা ইটো ব্ৰহ্মাণ্ডগোলও ॥ ৩৫
অগনিক পৰি জল সমস্তে শুখাইল ।
বায়ুত পশিয়া পাচে বহ্নিয়ো লুকাইল ॥
মহা বায়ু লীন গৈল মহা আকাশত ।
আকাশো পশিল অহঙ্কাৰৰ গৰ্ভত ॥ ৩৬
মহত্তত লীন গৈল মহা অহঙ্কাৰ ।
মহত্ত পশিলা প্ৰকৃতিত পুনৰ্ব্বাৰ ॥
মহা প্ৰকৃতিয়ো পুৰুষতে গৈল লীন ।
নথাকিল আন একো পুৰুষতো ভিন ॥ ৩৭
নাহি জল নাহি স্থল নাহিকে আকাশ ।
নাহি মহা বায়ু সূৰ্য্যৰ প্ৰকাশ ॥
নাহি শীত উষ্ণ ঋতু নাহি ৰাত্ৰি দিন ।
সমস্তে সংসাৰ গৈল ঈশ্বৰতে লীন ॥ ৩৮
প্ৰকৃতিৰো ঈশ্বৰ পুৰুষ স্বতন্ত্ৰ ।
নাহি ব্ৰহ্মাণ্ডৰ আৰ বাহিৰ ভিতৰ ॥
জগতৰ জীৱ উদৰতে দিয়া বাস ।
কেৱলে ঈশ্বৰ কৃষ্ণ কৰন্ত প্ৰকাশ ॥ ৩৯
অনাদি ঈশ্বৰ যিটো ব্ৰহ্ম নিৰঞ্জন ।
জ্ঞানময় আনন্দ যে সত্য সনাতন ॥
নয়ন কমল মুদি যোগ নিদ্ৰা ছলে ।
আপুনাকে চিন্তি মাত্ৰ আছন্ত কেৱলে॥ ৪০

ঈশ্বৰৰ ইচ্ছাত প্ৰকৃতিৰ সৃষ্টি বৰ্ণনা

অনেক সহস্ৰ যুগ এহিমতে গৈল ।
পুনাই ঈশ্বৰৰ সৃষ্টিক ইচ্ছা ভৈল ॥
একেশ্বৰে আছো আমি আদি নিৰঞ্জন ।
সৃষ্টি যে নাহিকে মোক মৰমে পোছন ॥ ৪১
চৈধ্যয় ভুৱন মোৰ উদৰতে দিলো ঠাই ।
প্ৰকৃতি দেৱীও আছা গৰ্ভতে লুকাই ॥
জড় হুয়া আছে তাৰ নাহিকে চেতন ।
আমি মহা চৈতন্য পুৰুষ নিৰঞ্জন ॥ ৪২
একেশ্বৰে থাকি আমি কৰো কোন কাৰ ।
শৰীৰৰূপা হৰে জীৱ হৌক বাৰ ॥

মায়াৰ হাতত কৰাওঁ জগত প্ৰকাশ ।
কৰো সৃষ্টি-লীলা আবে বিনোদ বিলাস ॥ ৪৩
এহি বুলি মেলি পদ্ম-নয়ন অনন্তে ।
মায়াক কটাক্ষে চাহিলন্ত ভগৱন্তে ॥
জড় প্ৰকৃতিতো কৰিলন্ত জীৱ দান ।
অষ্ট গুণ তেজ ষোহল গুণ ভৈল প্ৰাণ ॥ ৪৪
সৃষ্টি কৰিবাক ঈশ্বৰৰ ইচ্ছা কায ।
পুৰুষৰ পৰা মহামায়া ভৈল বাজ ॥
অনাদি ৰূপিনী ঈশ্বৰৰ অৰ্দ্ধ কায় ।
ব্যক্ত ভৈলা মহামায়া সৃষ্টিক ইচ্ছায় ॥ ৪৫
পৰমা সুন্দৰী দেবী দিব্য নাৰীবেশ ।
কটাক্ষতে মোহ যায় জগত নিশেষ ॥
কেয়ূৰ কঙ্কণ ৰত্নময় হেমহাৰ ।
কিৰীটি কুণ্ডলে আতি কৰে জাতিস্কাৰ ॥ ৪৬
ৰুণ ঝুণ কৰি বাজে পাৱত নূপুৰ ।
ৰূপ দেখি মদনৰ দৰ্প হোৱে চুৰ ॥
চাহন নযায় যে দেবীৰ মহা জ্যোতি ।
কোটি এক শশী সম প্ৰকাশে প্ৰকৃতি ॥ ৪৭
প্ৰণিপাতে পুৰুষক কৰিয়া সেৱলি ।
আগতে থিনাৱে মায়া কৰি কৃতাঞ্জলি ॥
কোন কৰ্ম্ম কৰো আবে কৰিয়ো আদেশ ।
হেন শুনি হাসি বুলিলন্ত হৃষীকেশ ॥ ৪৮
শুনিয়ো প্ৰকৃতি একো গুণে নাহি হীন ।
তোমাবে আমাৰ কিঞ্চিতেকো নাহি ভিন ॥
মোৰ নিজ শকতি সাক্ষাতে দেখো প্ৰাণ ।
সম্প্ৰতে কৰিয়ো মায়া জগত নিৰ্ম্মাণ ॥ ৪৯
তোমাত চেতাইলো আজি এহি অভিপ্ৰায় ।
জানিয়োক ভালে তুমি মোৰ অৰ্দ্ধ কায় ॥
তোমাবে আমাবে কিছো নাহি ভিন্নাভিন্ন ।
মোতে যাতো জীৱ যাহা এহি মাত্ৰ চিন ॥ ৫০
সম্প্ৰতে কৰিয়ো মায়া জগত প্ৰকাশ ।
আমিও কৰিবো তাতে বিনোদ বিলাস ॥
হেন শুনি প্ৰকৃতি জুৰিলা যোৰহাত ।
সৃষ্টিৰ কাৰ্য্যক দাই লাগিল তোমাত ॥ ৫১
ঈশ্বৰ কটাক্ষে দেবী ভৈলা গৰ্ভৱতী ।
প্ৰকৃতিৰ পুত্ৰ ভৈলা মহত্ত্ব উৎপত্তি ॥
মহত্ত্বৰো তিনি পুত্ৰ ভৈলা অনুপাম ।
শুনিয়ো তিনিৰো কহো যাৰ যিবা নাম ॥ ৫২
তিনি গুণে তিনি তত্ত্ব ভৈলা অৱতাৰ ।
তামসিক ৰাজস সাত্ত্বিকী অহঙ্কাৰ ॥
এহি তিনি পুত্ৰ তান জগতে প্ৰখ্যাত ।
শুনা যাত হন্তে যিবা সৃষ্টি ভৈলা জাত ॥ ৫৩
তামসত হন্তে মহা গুণৰ প্ৰকাশ ।
শব্দৰো পুত্ৰ ভৈলা নামত আকাশ ॥
আকাশত হন্তে পৰশৰ উতপতি ।
পৰশৰ পুত্ৰ ভৈলা বায়ু মহামতি ॥ ৫৪
বায়ু হন্তে ৰূপ নামে পুত্ৰ অৱতাৰ ।
ৰূপৰ তনয় ভৈলা অগ্নি চমৎকাৰ ॥
অগনিৰ পুত্ৰ ভৈলা ৰস মহামতি ।
ৰস গুণ হন্তে পাচে জল উতপতি ॥ ৫৫
জলে উতপতি ভৈলা গন্ধ গুণ নাম ।
গন্ধ গুণ হন্তে বসুমতী অনুপাম ॥
পঞ্চভূত পঞ্চ গুণ কহিলো ব্যৱস্থা ।
আবে শুনা ৰাজসিক সাত্ত্বিকৰ কথা ॥ ৫৬
ৰাজসত হন্তে দশেন্দ্ৰিয় ভৈলা জাত ।
দশবিধ নাম তাৰ কহিবো তোমাত ॥
চক্ষু কৰ্ণ নাসা মুখ চৰ্ম্ম জিহ্বা হাত ।
পদ গুহ্য লিঙ্গ এহি দশৰো প্ৰখ্যাত ॥ ৫৭
এবে কহো শুনিয়োক সাত্ত্বিকৰ কথা ।
যি দিশত ভৈলা যিটো দেব অধিষ্ঠাতা ॥
সৃষ্টি কথা কহো নকৰিবা আন চিত্ত ।
ভিন্ন ভিন্ন কৰি কহো শুনা পৰীক্ষিত ॥ ৫৮
সাত্ত্বিকত হন্তে দশ দেৱ উতপতি ।
বায়ু বহ্নি বিষ্ণু ইন্দ্ৰ মিত্ৰ প্ৰজাপতি ॥

অশ্বিনীকুমাৰ মিত্ৰ আদিত্য বৰুণ।
এহি অধিষ্ঠাতা দেৱ দশ সত্ত্ব গুণ ॥ ৫৯
চক্ষু অধিষ্ঠাতা যে আদিত্য জ্যোতির্ম্ময়।
কৰ্ণ অধিষ্ঠাতা দিশ জানিবা নিশ্চয় ॥
নাসিকাৰ অধিষ্ঠাতা অশ্বিনীকুমাৰ।
বাক্য অধিষ্ঠাতা ভৈলা বহ্নি নাম যাৰ ॥ ৬০
চৰ্ম্ম অধিষ্ঠাতা বায়ু ভৈলা সত্ত্বগুণ।
জিহ্বা অধিষ্ঠাতা যেবে ভৈলন্ত বৰুণ ॥
হস্ত অধিষ্ঠাতা ভৈলা ইন্দ্ৰ সুৰপতি।
পদে বিষ্ণু গুহ্যে মিত্ৰ লিঙ্গে প্ৰজাপতি ॥ ৬১
হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
একে মন চাৰি ৰূপ শুনা তাৰ নাম ॥
মন বুদ্ধি অহঙ্কাৰ আৰো জানা চিত্ত।
এহি চাৰি নাম শুনা ভৈলন্ত বিদিত ॥ ৬২

ইতি শ্ৰীভাগৱতে মহাপুৰাণে
তৃতীয় স্কন্ধে প্ৰথমোঽধ্যায়ঃ।

## পদ

মনৰ কথা।

শুক নিগদতি ৰাজা শুনিয়ো ব্যৱস্থা।
যি বেলাৰ যিবা নাম তাৰ কহো কথা ॥
নানা কৰ্ম্ম কৰিবাক কৰে আলোচন।
একো কৰ্ম্ম স্থিৰ নোহে তাক বুলি মন ॥ ৬৩
সংকল্প বিকল্প কৰ্ম্ম কৰে আলোচন।
বুদ্ধিনাম বুলি তাক জানিবা লক্ষণ ॥
সমস্ত কাৰ্য্যক মই কৰো বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে ॥ ৬৪
নানা সদ্ কৰ্ম্মক কৰয় নিত্তে নিত্ত।
নিশ্চয়ে জানিবা ৰাজা তাৰ নাম চিত্ত ॥
আৰো যে মনৰ কথা শুনিয়ো আপেক্ষি।
কাচিলে নটক যেন ভিন্নৰূপ দেখি ॥ ৬৫
মনৰ কল্পনা ইটো সমস্তে সংসাৰ।
জাগন স্বপন নিদ্ৰা তিনি বৃত্তি সাৰ ॥
আছে মন সমস্তে প্ৰাণীৰ হৃদয়ত।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত ॥ ৬৬
তাকে বুলি জীৱ মন এবে ভিন্ন দুই।
এক পিণ্ড ভৈলা যেন লোহা অগ্নি দুই ॥
মনে দুখ পাইলে জীৱে বোলে মই পাওঁ।
মনে যৈক যাওঁ জীৱে বোলে মই যাওঁ ॥ ৬৭
মনে যিবা কৰে জীৱে বোলে মই কৰো।
মনৰ মৰণে জীৱ বোলো মই মৰো ॥
যেন সূৰ্য্য-বিম্ব লৰে জলৰ লগত।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্ববত ॥ ৬৮
মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে।
কৰ্ম্মপাশে বন্দী জীৱ এহিসে নিদানে ॥
আত্মাৰ প্ৰসঙ্গে মন ভৈল অচেতন।
মনতেসে আছে জানা চৈধ্যয় ভুৱন ॥ ৬৯
মনে পাপ পুণ্য স্বৰ্গ মনেসে নৰক।
মনেসে কৰিছে ভেদ আপোন পৰক ॥
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন।
মনবেগে আজ্ঞা পালি থাকে ৰাত্ৰি দিন ॥ ৭০
মনে উপজয় জানা মনেসে মৰণ।
মনুষ্যৰ মনে মোক্ষ বন্ধৰ কাৰণ ॥
জানা সবে দেৱ ধৰ্ম মনৰ প্ৰবন্ধ।
তাতে বন্দী থাকে জীৱ নেপাই কৰ্ম্মবন্ধ ॥ ৭১
আৰো কহো শুনিয়ো মনৰ কিছু কথা।
প্ৰচাৰিবো ভৈলা কোন দেৱ অধিষ্ঠাতা ॥

মন অধিষ্ঠাতা চন্দ্ৰ শুনা নৃপবৰ।
বুদ্ধি অধিষ্ঠাতা ভৈলা ব্ৰহ্মা সৃষ্টিকৰ ॥ ৭২
অহঙ্কাৰ অধিষ্ঠাতা ৰুদ্ৰ যাৰ নাম।
চিত্ত অধিষ্ঠাতা বাসুদেৱ অনুপাম ॥
যাৰ মনে লৈল এক শৰণ কৃষ্ণত।
অপ্ৰয়াসে পাৱে মোক্ষ সি সি সংসাৰত ॥ ৭৩
আন ধৰ্ম্ম নাহি আউৰ জানা নিষ্ঠ কৰি।
কৃষ্ণ কৃষ্ণ বুলিলেসে সংসাৰক তৰি ॥
কৰিও মনক বশ্য বিদুৰ সম্প্ৰতি।
কৃষ্ণৰ চৰণ চিন্তি সুখে সাধা গতি ॥ ৭৪

প্ৰকৃতিৰ চৈধ্যভূবন সৃষ্টি

পাকোক মনৰ কথা আবে এহিমানে।
শুনা সৃষ্টি হৰিৰ বিনোদ বিদ্যমানে ॥
গন্ধ গুণ পৰশ শবদ ৰূপ ৰস।
এঘাৰ ইন্দ্ৰিয় সমে বিকাৰ ষোড়শ ॥ ৭৫
পঞ্চভূত প্ৰকৃতি মহত্ত্ব অহঙ্কাৰ।
চৌবিশ তত্ত্বৰ কথা কৰিবো প্ৰচাৰ ॥
এহি ক্ৰমে স্ৰজিলা চৌবিশ মহা তত্ত্ব।
ব্ৰহ্মাণ্ড স্ৰজিতে কেহো নুহিকে শকত ॥ ৭৬
কৃষ্ণক কৰিলা স্তুতি পাচে তত্ত্বগণ।
জীৱৰূপে সবাতো পশিলা নাৰায়ণ ॥
জগতৰ কাৰণ চৌবিশ মহা তত্ত্ব।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত ॥ ৭৭
সবে মিলি ব্ৰহ্মাণ্ডক কৰিলা নিৰ্ম্মাণ।
বহলে পঞ্চাশ কোটি প্ৰহৰ প্ৰমাণ ॥
এক কোটি সূৰ্য্যে যেন সম্যকে প্ৰকাশি।
সুৱৰ্ণৰ ব্ৰহ্মাণ্ড জলতে বুৰে ভাসি ॥ ৭৮
ব্ৰহ্মাণ্ডক বেৰিছে পৃথিবী আৱৰণে।
তাক বেঢ়ি আছে জলে জানা বিদ্যমানে ॥
মহা জ্যোতি আৱৰিয়া আছয় সকল।
জ্যোতিক আৱাৰ আছে বায়ু মহাবল ॥ ৭৯
আৱৰিয়া বায়ুকো আকাশ অনিৰ্ব্বাৰ।
আকাশকো আৱৰিয়া মহা অহঙ্কাৰ ॥
বেঢ়ি অহঙ্কাৰকো মহত্ত্ব ৰৈলা পাচে।
মহত্ত্বকো আৱৰি প্ৰকৃতি দেৱী আছে ॥ ৮০
এহিমতে বেঢ়ি আছে সাতো আৱৰণে।
পশিলা ভিতৰে তাৰ দেৱ নাৰায়ণে ॥
সৰ্ব্ব শূন্য ব্ৰহ্মাণ্ড নাহিকে চৰাচৰ।
দেখিয়া কটাক্ষে চাইলা মায়াক ঈশ্বৰ ॥ ৮১
ছন্নক কৰিলি তই মোৰ আজ্ঞা বাণী।
ব্ৰহ্মাণ্ডত নাহি একো সুৰাসুৰ প্ৰাণী ॥
মই লীলা কৰিবো তোহোৰ নাহি ইচ্ছা।
যতেক বুলিলো বাক্য সবে দেখো মিছা ॥ ৮২
ঈশ্বৰৰ কটাক্ষে প্ৰকৃতি মনে ভীত।
সাত খণ্ড স্বৰ্গ তৈতে নিৰ্ম্মিলা ত্বৰিত ॥
সাত দিব্য পুৰী ইটো আতি অনুপাম।
যৈত যিবা বঞ্চিব সবাৰো শুনা নাম ॥ ৮৩
কহিবোহো নৃপতি সমস্তে শুনিয়োক।
কিন্নৰ নৰৰ বাসা হৈবেক ভূলোক ॥
গন্ধৰ্ব্ব লোকৰ ভূব লোকে হুইব স্থিতি।
স্বৰ্লোকত ইন্দ্ৰ দশ দিগপাল পতি ॥ ৮৪
মহৰ্লোকে ক্ৰম আৰো ছদি নাৰায়ণ।
জনলোকে থাকিবন্ত মহামুনিগণ ॥
তপলোকে মহা মহা সিদ্ধৰ প্ৰকাশ।
সত্যলোকে হুইব ব্ৰহ্মাদেৱৰ নিবাস ॥ ৮৫
ব্ৰহ্মাৰো উপৰে হুইব শিৱৰ নিলয়।
হৰৰ উপৰে বিষ্ণুলোক বস্তুময় ॥
তৈল পৃহ সহস্ৰ যোজন পথ জুৰি।
একে সত্যলোকে তিনি দেৱতাৰ পুৰী ॥ ৮৬
সবাৰো উপৰে কৰে বৈকুণ্ঠ প্ৰকাশ।
চৈধ্য ভূবনৰ মাজ কৃষ্ণৰ নিবাস ॥
বস্তুময় চিদানন্দ পৰম নিকল্প।
শাৰী শাৰী প্ৰকাশে অনন্ত চতুৰ্ভুজ ॥ ৮৭

ৰঙ্গে সঙ্গে লৈয়া লক্ষ্মীসম নাৰীগণ ।
মহাপ্ৰেম ভাৱে কৰে কৃষ্ণৰ কীৰ্ত্তন ॥
যিটো স্থানে নাহি মহা কালৰ বিক্ৰম ।
ভকতজনে পাৱে সিটো দেৱৰ দুৰ্গম ॥ ৮৮
সীমা সংখ্যা নাহি যতদুৰ আছে জুৰি ।
নাহি তাৰ মায়া মোহ ব্ৰহ্মময় পুৰী ॥
জ্ঞানী কৰ্ম্মী কদাচিত নপাৱন্ত গই ।
ভকতৰ নিমিত্তে মাধৱে আছে থই ॥ ৮৯
যদি খসি পৰে কোটি কোটি ব্ৰহ্মাগণ ।
বৈকুণ্ঠবাসীৰ নাহি তথাপি পতন ॥

### সাত পাতালৰ কথা

ৰাজাত মহন্ত শুক মহা মুনিবৰে ।
পাতালৰ সৃষ্টি শুনা আত অনন্তৰে ॥ ৯০
দ্বাদশ হাজাৰ পৰ মাজতে আকাশ ।
তাক কহো যৈত যিবা কৰিয় প্ৰকাশ ॥
অতলত ময়ৰ তনয় মহাবল ।
পাৰ্ব্বতী সহিতে হৰে লৈলন্ত বিতল ॥ ৯১
সুতলক পাইলে বলি হৰি ভক্তি কৰি ।
দ্বাৰতে আছন্ত বিষ্ণু কৰে গদা ধৰি ॥
বলিসে চলিলা মাধৱক ভক্তি ভাৱে ।
সদায়ে কৰিলা সেৱা গোবিন্দৰ পাৱে ॥ ৯২
তলাতলে ৰক্ষিলন্ত বিশ্বকৰ্ম্মা ময় ।
মহাতলে তক্ষক প্ৰভৃতি সৰ্পচয় ॥
ৰসাতলে হুইবে দৈত্য দানৱৰ ভাগ ।
পাতালত বাসুকী প্ৰমুখ্যে যত নাগ ॥ ৯৩
ত্ৰিংশ হাজাৰ পৰ তাহাৰ অধত ।
আছন্ত অনন্ত কদ্ৰুপৰ উপৰত ॥
চৈতন্য ভুৱনে যাৰ নপাৱন্ত অন্ত ।
এহিসে কাৰণে তাকে বোলন্ত অনন্ত ॥ ৯৪
সুৰাসুৰ নাগে সেৱা কৰে নিৰন্তৰ ।
সহস্ৰেক ফণা ধৰি দেখি ভয়ঙ্কৰ ॥

সাতো পৃথিবীক ধৰি একোটা ফণাত ।
শ্বেত সৰ্ষপক যেন দেখিয় সাক্ষাত ॥ ৯৫

### সাত পৃথিবীৰ বিৱৰণ

এহি সাতো পাতালক অনুক্ৰমে লেখা ।
সাত খণ্ড পৃথিবীৰ আৰে লৈয়ো লেখা ॥
জম্বু প্লক্ষ কুশ ক্ৰৌঞ্চ শাক যাৰ নাম ।
শাল্মলী পুষ্কৰ দ্বীপ আতি অনুপাম ॥ ৯৬
আছে সাতো দ্বীপ সাগৰৰ চাৰি কাষে ।
সাত খান সাগৰে সাতকো বেঢ়ি আছে ॥
লোণ গুড় সুৰা ঘৃত দধি দুগ্ধ জল ।
সাতকো লাগিয়া সবে দুগুণ বহল ॥ ৯৭
জম্বুদ্বীপ মধ্যে আছে মেৰু পৰ্ব্বতেক ।
তাহাৰ মহিমা ৰাজা কহিবো কতেক ॥
কৰে কান্তি পদ্মৰ কৰ্ণিকা যেন স্থাম ।
অধে ঊৰ্দ্ধে এক লক্ষ প্ৰহৰ প্ৰমাণ ॥ ৯৮
চৌৰাশী হাজাৰ উপৰক আছে উঠি ।
ষোড়শ হাজাৰ পোট গৈলা আছে গুড়ি ॥
চৌত্ৰিশ হাজাৰ পৰ বেঢ় উপৰত ।
সোতৰ হাজাৰ বেঢ় তাহাৰ তলত ॥ ৯৯
মেৰুৰ মূলক বেঢ়ি পৰ্ব্বত যতেক ।
আছে তাৰ নাম কহো শুনিয়ো প্ৰত্যেক ॥
বৈকুণ্ঠ কুমুদ শৃঙ্গ কুৰু ৰক ৰঙ্গ ।
ত্ৰিকূট শিশিৰ শঙ্খ কপিল পতঙ্গ ॥ ১০০
বৈদূৰ্য্য জাৰুধি নাগ কৃপত অপৰ ।
শিশিৰা সনিধা চাৰু কালকূট বৰ ॥
আছে আৰো নাৰদ নাৰদ গিৰিবৰ ।
পদ্মৰ কৰ্ণিকা যেন চৌপাশে কেশৰ ॥ ১০১
মেৰুৰ চৌপাশে আছে চাৰিটা পৰ্ব্বত ।
তাৰ নাম কহো শুনা তোমাৰ আগত ॥
চাৰি পাশে চাৰি খোকা পৰ্ব্বত সুন্দৰ ।
সুপাৰ্শ্ব কুমুদ মেৰু মন্দাৰ মন্দৰ ॥ ১০২

চাৰিবো উপৰে চাৰি বৃক্ষ অনুপাম ।
শুনিয়োক নৃপতি চাৰিবো কহো নাম ॥
সুপার্শ্বক শোভা কৰে কদম্বৰ গাছে ।
কুমুদ গিৰিত মহা বটবৃক্ষ আছে ॥ ১০৩
মন্দৰ পর্ব্বতে আছে মহা বৃক্ষ আম ।
মেৰু মন্দাৰত আছে জম্বু যাৰ নাম ॥
শুক নিগদন্তি ৰাজা কহো সপ্রমাণ ।
মেৰু মন্দাৰৰ জম্বু বৃক্ষ যেন ঠান ॥ ১০৪
শতেক যোজন পিটো উচ্ছ্রিত বহল ।
প্রমত্ত হস্তীৰ সম একো গোটা ফল ॥
পকা ফল খসিয়া শিলাত পৰে গই ।
তাৰ ৰসে মহা নদী এক যায় বই ॥ ১০৫
গভীৰ নির্ম্মল জল আতি অনুপাম ।
জম্বু ৰসে নদী বহে জম্বু নদী নাম ॥
দেৱ ঋষি গন্ধর্ব্ব স্নানন্ত নিৰন্তৰ ।
জম্বু নদী সম আন নাহি সমসৰ ॥ ১০৬
তাহাৰ ভিতৰে মাটি আছে যত মান ।
বহ্নিত ফুন্দিলে সোণা হুৱে যোহ্নবান ॥
দেৱৰ ভূষণ তাক নপাৰয় আন ।
কহে শুক মুনি নৃপতিত বিদ্যমান ॥ ১০৭
ভাগ ভাগ কৰিয়া বৰিষ নৱ খণ্ড ।
আছে আঠ পর্ব্বত তাহাৰ সীমাদণ্ড ॥
হেমৱন্ত হেমকূট নিষেধ দক্ষিণে ।
নীল শ্বেত শৃঙ্গ আছে উত্তৰত ভিন্নে ॥ ১০৮
পশ্চিমে গন্ধমাদন পুবে মাল্যৱন্ত ।
শুকমুনি ৰাজা পৰীক্ষিতত কহন্ত ॥
এহি আঠ পর্ব্বত যে আতি অনুপাম ।
বিমান উচ্ছ্রিত ৰাজা তাৰ কহো নাম ॥ ১০৯
দ্বাদশ হাজাৰ উপৰক আছে উড়ি ।
দ্বীপে দ্রোণ পশ্চিমে সাগৰে আছে যুৰি ॥
কহলো ৰাজাৰ দুই প্রহৰৰ পথ ।
নৱ বৰিষৰ বাৰ শুনিয়োক সকল ॥ ১১০

দক্ষিণে ভাৰত কিম্পুৰুষ তাত পৰে ।
আছে হৰি বৰিষ তাহাত অনন্তৰে ॥
কেতুমাল্য ভদ্রাশ্ব মধ্যত ইলাবৃত্ত ।
আছে মেৰু মূলত বৰিষ বিপৰীত ॥ ১১১
উত্তৰত ৰম্যক হিৰণ্ময় আছে ।
প্রকাশে উত্তৰা কুৰু আনা তাৰ কাছে ॥
সবাতো অধিক ইটো ভাৰত বৰিষ ।
যাত জন্ম লভিবাক দেৱবো হৰিষ ॥ ১১২
নলাগে আমাক স্বর্গ কল্পসীমা বাস ।
ভাৰতত জন্মিলে অল্পতে হৈবো নাশ ॥
ভাৰতত জন্মি যেন পাৱে নৰনিধি ।
দুই দণ্ড ভকতি কৰিলে হোৱে সিদ্ধি ॥ ১১৩
ভাৰতৰ নৰে আছে কিনো পুণ্য কৰি ।
তাসম্বাত কেনমতে ভুষ্ট ভৈলা হৰি ॥
ৰাত্রি দিনে আমি বাঞ্ছা কৰো যাক লাগি ।
হেন ভাৰতক পাইলে কিনো পুণ্য ভাগি ॥ ১১৪
ছাৰ স্বর্গ সুখ আমি খুজিলো নজানি ।
কদাচিতো মুখে নাসে ৰাম কৃষ্ণ বাণী ॥
হা হৰি কৈসানিনো লভিবো ভাৰত ।
কৰিবো ভকতি মাত্র কৃষ্ণ চৰণত ॥ ১১৫
এহি বুলি দেৱে ক্ষেণে ক্ষেণে বাঞ্ছা কৰে ।
তাক নকহিলো পদ বাহুল্যক ডৰে ॥
এহি নৱ বৰিষ কহিলো সবে সীমা ।
শুনা ভাৰতৰ যেন পৰম মহিমা ॥ ১১৬
ৰাজাক কহন্ত শুক মহামুনিবৰে ।
নাহি পুণ্যভূমি আৰ ভাৰতত পৰে ॥
ভাৰতৰ নৰে অপ্রয়াসে লভয়ে গতি ।
যদি এক চিত্তে কৰে হৰিত ভকতি ॥ ১১৭
ভাৰতত জন্ম আতি কঠিন অধিক ।
যেন কেনমতে পায় অলোক হৰিক ॥
এতেকে পৰম গতি দেন্ত নাৰায়ণ ।
নোবোলয় ভাৰতক চৈতন্য ভুবন ॥ ১১৮

হেন জম্বুদ্বীপ নৱ বৰিষে সহিত।
ঈশ্বৰৰ ইচ্ছা কাৰ্য্য প্ৰকৃতি নিৰ্ম্মিত ॥
যাত নৱ মূৰ্ত্তি হৰি কৰিছা নিবাস।
সবাতো অধিক জম্বুদ্বীপৰ প্ৰকাশ ॥ ১১৯
দীৰ্ঘে প্ৰস্থে এক লক্ষ প্ৰহৰ প্ৰমাণ।
স্বৰ্গতো অধিক জম্বুদ্বীপ মহাস্থান ॥
বেঢ়ি আছে চতুৰ্দ্দিতে লৱণ সাগৰে।
প্লক্ষ নামে দুনাই দ্বীপ আছে তাত পৰে ॥১২০
তাক বেঢ়ি আছে গুড় সাগৰৰ জলে।
তাত পৰে কুশ নামে দ্বীপ দুনাই বলে ॥
তাক বেঢ়ি আছে মহা সুৰাৰ সাগৰে।
আছে ক্ৰৌঞ্চ নামে দ্বীপ তাত অনন্তৰে ॥ ১২১
ঘৃতৰ সাগৰে তাক বেঢ়িছে চৌপাশে।
শাক নামে দ্বীপ আৰো সিপাৰে প্ৰকাশে ॥
দধিৰ সাগৰে তাক বেঢ়িছে চৌভিতি।
আছোক ভুঞ্জিবে তাক দেখন্তে তৃপিতি ॥ ১২২
শাল্মলী দ্বীপক আৰো আছে তাত পৰে।
তাকো বেঢ়ি আছে মহা দুগ্ধৰ সাগৰে ॥
প্ৰকাশে পুষ্কৰ দ্বীপ তাৰো চাৰি কাষে।
তাক জল সাগৰে চৌভিতি বেঢ়ি আছে ॥ ১২৩
সাত দ্বীপ সাতো সাগৰৰ এহি স্থিতি।
দুগুণে কাঞ্চন ভূমি আছে চতুৰ্ভিতি ॥
তাক বেঢ়ি আছয় পৰ্ব্বত লোকালোক।
তাৰ সিভিতিৰ কথা সবে শুনিয়োক ॥ ১২৪
পৰ্ব্বতৰ বাহিৰত ঘোৰ অন্ধকাৰ।
নাহি একো আৰ তাত প্ৰাণীৰ সঞ্চাৰ ॥
ভিতৰত লোক তাৰ বাহিৰে আলোক।
পৰ্ব্বতক সিহেতু বোলয় লোকালোক ॥ ১২৫
অধে ঊৰ্দ্ধে বাহিৰত ঘোৰ অন্ধকাৰ।
নাহি একো চন্দ্ৰ সূৰ্য্য প্ৰাণীৰ সঞ্চাৰ ॥
মহাজ্যোতিপুঞ্জ আছে আৱৰ সিভিতি।
দেৱে দেখিবাক যায় ঐপাৰে দীপিতি ॥ ১২৬
তাক বেঢ়ি আছে মহাজলে বহুদূৰ।
তাহাৰ ভিতৰে আছে মহাকালপুৰ ॥
মহাৰত্নময় তাতে আছে গৃহ এক।
লগাই আছে স্ফটিকৰ স্তম্ভ হাজাৰেক ॥ ১২৭
গৃহৰ মধ্যত মহা অনন্ত শয্যাত।
একৰূপে ঈশ্বৰ পুৰুষ আছে তাত ॥
জলৰো সিভিত বেঢ়ি আছয় ব্ৰহ্মাণ্ড।
বহলে পঞ্চাশ কোটি পৰ মহীখণ্ড ॥ ১২৮
কহিলো প্ৰমাণ পৃথিবীৰ হেন স্থান।
আৰে ব্ৰহ্ম সৃষ্টি কৰো শুনা বিদ্যমান ॥
এহি মতে ত্ৰিজগত কৰিলা নিৰ্ম্মাণ।
নকৰে প্ৰকাশ কিছু যেন শূন্য স্থান ॥ ১২৯

তিনি গুণৰ তিনি মূৰ্ত্তি

হেন দেখি চিন্তিলন্ত ঈশ্বৰে আপোনে।
ভৈল তাৰৰূপে তিনি মূৰ্ত্তি তিনি গুণে ॥
ৰবি শশী সম সবে প্ৰকাশে শৰীৰ।
মহা জ্ঞানৱন্ত ধীৰ স্বভাৱে গম্ভীৰ ॥ ১৩০
তমোগুণে ভৈলা ৰুদ্ৰৰূপ মনোহৰ।
স্ফটিকতো অধিক ধৱল কলেৱৰ ॥
প্ৰকাশন্তে আছে পঞ্চ বদন সুন্দৰ।
প্ৰতি মুখে ত্ৰিতয় লোচন ৰুচিকৰ ॥ ১৩১
ৰূপে সুৱলিত মহাবাহু যে বাতুল।
নানা অস্ত্ৰ আছে তাত ডম্বৰু ত্ৰিশূল ॥
কটিত বাঘৰ ছাল গলে মুণ্ডমালা।
ললাটত জটা অতি ৰূপে চন্দ্ৰকলা ॥ ১৩২
বিকট পিঙ্গল জটাজুটে ৰূপে বাখে।
সৰ্ব্বাঙ্গত শোভে সৰ্প অলঙ্কাৰ নাখে ॥
ডুব ডুব ডম্বৰু বজাৱে সৰ্ব্বক্ষণ।
হৃদয়ে বিৰাজে সদাদেৱ নিৰঞ্জন ॥ ১৩৩
ৰজোগুণে ভৈলা ব্ৰহ্মা বিটো সৃষ্টিকৰ।
সুৱৰ্ণ গৌৰাঙ্গ যেন ৰূপে কলেৱৰ ॥

গলত উত্তৰি নৱগুণে শোভে তাতে।
কৰে কমণ্ডলু জাপ্যমালা আউৰ হাতে ॥ ১৩৪
হৃদয়ত ধিয়ান্ত ব্ৰহ্মক অবিচ্ছেদ।
মুখে উচ্চাৰন্ত উচ্চ কৰি চাৰি বেদ ॥
আছন্ত গভীৰ ভাৱে পাচে সৃষ্টিকৰে।
শুনা বিষ্ণু অৱতাৰ আত অনন্তৰে ॥ ১৩৫
সত্বগুণে ভৈলা বিষ্ণুৰূপ ৰুচিকৰ।
নীল উতপল সম শ্যাম কলেৱৰ ॥
শোভে পীতবস্ত্ৰ যেন মেঘত বিজুলী।
চাৰি ভুজে চাৰি অস্ত্ৰ ধৰি আছে তুলি ॥ ১৩৬
ঈষত হসিত মুখ শ্যাম পদ্মকোষ।
নয়ন পঙ্কজ যুগ দেখন্তে সন্তোষ ॥
কিৰীটি কুণ্ডলে আতি কৰে জ্যোতিষ্কাৰ।
জ্বলে হৃদয়ত মণিময় হেমহাৰ ॥ ১৩৭
অৰুণ অধৰ চাৰু দশনৰ শাৰী।
কঙ্কণ কেয়ুৰ বঞ্জে মহাভুজ চাৰি ॥
আপাদলম্বিত পঞ্চবৰ্ণ বনমালা।
কটিতটে পঞ্চবস্ত্ৰ প্ৰকাশে মেখলা ॥ ১৩৮
পদপঙ্কজত জ্বলে বত্নৰ নূপুৰ।
যাক দৰশনে হৰে মহাদুখ দূৰ ॥
হৰে ভকতৰ দুখ বিষ্ণু দৰশনে।
পাতকায়ো তৰে যাৰ শ্ৰৱণ কীৰ্ত্তনে ॥ ১৩৯
যাৰ ক্ৰীড়া বস্তু ইটো তিনিয়ো জগত।
হেন হৰি সত্বগুণে ভৈলন্ত বেকত ॥

এহিমতে ভৈলা তিনি গুণে তিনি দেৱ।
নকৰন্ত একো সম্ভাষণা কাকো কেৱ ॥ ১৪০
মই বৰ তিনিয়ো আছন্ত বহি তথা।
কাৰো কেৱে কাণপাতি নুশুনন্ত কথা ॥
মই বৰ বুলিয়া তিনিয়ো দৰ্প কৰে।
তিনিৰো দেখিয়া ভাৱ হাসন্ত ঈশ্বৰে ॥ ১৪১
মহাভাগৱত কথা শুনা সৰ্ব্বজন।
জল বুদবুদ যেন অস্থিৰ জীৱন ॥
কেতিক্ষণে পৰে দেহা তাৰ নাই স্থিতি।
যদ্যপি নোপজে ঘোৰ মৰণক ভীতি ॥ ১৪২
আগতে নেদেখা কিয় দুঃসহ মৰণ।
সত্বৰে কৃষ্ণৰ পাৱে পশিয়ো শৰণ ॥
কৃষ্ণেসে সুহৃদ ইহ পৰলোকে গতি।
জানিয়া কৃষ্ণক কৰা একান্ত ভকতি ॥ ১৪৩
ইটো নৰ শৰীৰক নেদেখিবা অল্প।
মনুষ্য হুইবাক নপাই কোটি কোটি কল্প ॥
হৰিনাম বিনে জানা ব্যৰ্থে আয়ু যায়।
জন্ম চিন্তামণি হেৰা হাতত হেৰায় ॥ ১৪৪
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
ইটো কলিযুগে নাম বিনে নাহি গতি ॥
অধমে যুবিলা বাজ্য ভৈল একাকাৰ।
নাহি মনবক্তিৰ কৰ্ম্মত অধিকাৰ ॥
শুনা সমাজিক নৰ এৰা আন কাম।
বচিল শঙ্কৰে ডাকি বোলা ৰাম ৰাম ॥ ১৪৫

---

## বনমালীৰ প্ৰকাশ

মৈত্ৰেয় বদতি বিদুৰ শুনিয়ো
আত অনন্তৰে কথা।
এহিমতে তৈত অন্যা অনি কৰি
আছন্ত তিনি দেৱতা॥
তিনিৰো বচন তিনি সুশুনন্ত
একমতি কাৰো নাই।
যিটো নিজ হৰি পুৰুষ অনাদি
আনন্দে আছন্ত চাই॥ ১৪৬
সৃষ্টি নিসিজিল বুলি বনমালী
তথাতে ভৈলা প্ৰকাশ।
নীল মেঘ যেন বিজুলী সঞ্চাৰ
শৰীৰত পীতবাস॥
মহা মনোহৰ ব্ৰহ্ম কলেৱৰ
ভুৱন মোহন বেশ।
শিৰত বন্ধুৰ কিৰীটি অমূল্য
নীল আকুঞ্চিত কেশ॥ ১৪৭
বন্ধুৰ তিলক ললাটত শোভে
অলকা পংকতি কান্তি।
প্ৰফুল্ল পঙ্কজ যেন পড়ি আছে
উত্তম ভ্ৰমৰা পান্তি॥
কচিকৰ কৰ্ণ মকৰ কুণ্ডল
ৰত্নে কৰে জলমল।
তাহাৰ জেউতি প্ৰকাশিত আন্তি
সুশোভন গণ্ডস্থল॥ ১৪৮
আছে অমৰ বন্ধুক নিন্দন্তে
প্ৰফুল্ল ক্ৰম প্ৰকাশি।
ঈষৎ হাসিত কাম মন
অৰ্ক পাৱক পাশি॥
নাসা তিল ফুল অধৰ বান্ধুল
দন্ত মুকুতাৰ পান্তি।
কচিৰ চিবুক কণ্ঠত কৌস্তুভ
নৱ আদিত্যৰ কান্তি॥ ১৪৯
চাৰি মহাবাহু ললিত বলিত
কৰতল কিশলয়।
বন্ধুৰ কেয়ুৰ কঙ্কণ বলয়া
শোভা কৰে অতিশয়॥
শঙ্খ চক্ৰ গদা পদ্ম চাৰি হাতে
কৰে অতি অতিকাৰ।
বহল হৃদয় তাতে বন্ধময়
মণি মুকুতাৰ হাৰ॥ ১৫০
বক্ষস্থলে শোভে শ্ৰীবৎস পংকতি
কটিত বস্ত্ৰ মেখলা।
আপাদলম্বিত সুবৰ্ণ পদ্মৰ
গলে বৈজয়ন্তী মালা॥
কৰীবৰ সম উৰু নিৰুপম
শোভে পীত পাট তুলি।
অৰুণ চৰণে বন্ধুৰ নূপুৰে
কণঝুণ কৰে ধ্বনি॥ ১৫১
প্ৰকাশে অঙ্গুলি সুবলীত নীল
চম্পাৰ পাকৰি নয়।
প্ৰতি আঙুলিত বন্ধুৰ উৰ্ম্মিকা
জ্বলে নখ চন্দ্ৰচয়॥
আৰক্ত দুই পদ পঙ্কজক
নেখন্তে অদ্ভুত ৰূপে।
ধ্বজ বজ্ৰ যব অঙ্কুশ পঙ্কজ
চিহ্ন সবে শোভা কৰে॥ ১৫২
প্ৰফুল্ল পাৱৰ আগতে যে জ্বলে
অৰুণ পঙ্কজ কোষ।

যাক দৰশনে ভকতৰ মনে
পৰম মিলে সন্তোষ ॥
অমূল্য বস্তুৰ ইসে মহাধন
জানিয়া হৃদয়ে ধৰি ।
দুৰ্ঘোৰ সংসাৰ সাগৰক পাৰ
অপ্ৰয়াসে যাবে তৰি ॥ ১৫৩
হেৰ মনোহৰ মুকুতি ঈশ্বৰ
ৰহিলা জুৰি আকাশ ।
কোটি এক ৰবি শশী সম জ্বলে
শৰীৰ কৰে প্ৰকাশ ॥
মহাজ্যোতিপুঞ্জ জগত জুৰিল
তিনি দেৱতাক চাই ।
তিৰিমিৰি দেখি মুদিলন্ত আখি
চেতন জ্ঞান নাই ॥ ১৫৪

তিনি মূৰ্ত্তিৰ স্তুতি

বিষ্ণুৰ দয়াত ভৈলা শান্তমতি
চেতন পাইলন্ত গাত ।
পৰম ঈশ্বৰ জানি সচকিত
জুৰিলন্ত যোৰ হাত ॥
দণ্ডৱতে পাচে পৰিয়া ভূমিত
উঠি উঠি কৰে সেৱ ।
নমো নমো কৃষ্ণ অনাদি ঈশ্বৰ
তুমি দেৱতাৰ দেৱ ॥ ১৫৫
তোমাক নজানি পূজে আন দেৱ
যত মহা মূঢ় লোক ।
যাৰ নাম মাত্ৰ স্মৰণে হৰয়
জগতৰ ভয় শোক ॥
এহি ৰূপে প্ৰভু বিয়াপি আছাহা
অনন্ত কোটি ব্ৰহ্মাণ্ড ।
তুমি ব্ৰহ্মতত্ত্ব জগত ব্যাপক
তোমাৰেসে ক্ৰীড়া ভাণ্ড ॥ ১৫৬

নানা শাস্ত্ৰসবে কৰে বুদ্ধি ভেদ
সুযুক্তি তত্ত্ব তোমাৰ ।
তাকে সত্য মানি মূঢ় যত প্ৰাণী
বোলে ব্ৰহ্ম নিৰাকাৰ ॥
জানিলো সম্প্ৰতি ব্ৰহ্মময় মূৰ্ত্তি
তুমি নিৰঞ্জন দেৱ ।
পশিলো শৰণে অৰুণ চৰণে
কৰো লক্ষ কোটি সেৱ ॥ ১৫৭
আত পৰে আৰ নাহি নিজ ৰূপ
জানিলো আমি নিশ্চয় ।
এহিতো ৰূপক নজানে যিজনে
নতৰে সংসাৰ ভয় ॥
প্ৰকৃতিৰো তুমি নিয়ন্তা ঈশ্বৰ
তুমি সনাতন স্বামী ।
কৰিয়োক গতি ত্ৰিজগত পতি
শৰণে পশিলো আমি ॥ ১৫৮
তিনি গুণে তিনি দেৱক স্ৰজিলা
কৰো আমি কোন কৃত্য ।
কৰিয়ো আদেশ দেৱ হৃষীকেশ
তোমাৰেসে আমি ভৃত্য ॥
এতেক বোলন্তে লোতক বৰ্ষাইল
প্ৰেমে গদ গদ মাত ।
মৌন হুয়া ৰৈলা তিনিও দেৱতা
পুতাঞ্জলি কৰি হাত ॥ ১৫৯
শুনা নৰলোক মুকুতি বিলোক
কৃষ্ণৰ লীলা চৰিত্ত ।
ইটো নৰ তনু নকৰা বিফল
ঈশ্বৰত দিয়া চিত্ত ॥
দেৱৰ দুৰ্লভ তাকত ভূমিত
আছু যাৰ আগে জাগে ।
হাটে বাটে কৈত সকল [illegible]
কেতিক্ষণে ধৰে কাণে ॥ ১৬০

ঘোৰ পৰলোক — যমৰ যাতনা
শুনন্তে ধাতু উৰাই ।
হৰি বিমুখৰ — নাহি পাৰকূল
যেন ভৰা নাৱ বুৰই ॥
আয়ু স্বৰ্গে যায় — জানা যমৰায়
কেতিক্ষণে ধৰে তয় ।
উপজি মৰিব — যাতনা ভুঞ্জিব
কত কোটি কোটি কল্প ॥ ১৬১

যত আছে বুদ্ধি — মনক নিৰুধি
ধৰিও কৃষ্ণৰ পাৱ ।
সংসাৰ সাগৰে — ইসে পাৰ কৰে
এবাৰে মনৰ দায় ॥
কৃষ্ণ গুণ নাম, — ধৰ্ম্ম অনুপাম
পুৰিয়ো সমস্তে কাম ।
কৃষ্ণৰ কিঙ্কৰে — ৰচিলা শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥ ১৬২

## পদ

ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ প্ৰতি ভগৱানৰ আদেশ

শুক নিগদন্তি শুনিয়োক নৃপবৰ ।
আছে কৃতাঞ্জলি হুয়া ব্ৰহ্মা বিষ্ণু হৰ ॥
আকাশৰ পৰা পাচে পুৰুষ ঈশ্বৰ ।
মেঘৰ গম্ভীৰ ধ্বনি দিলন্ত ঈশ্বৰ ॥ ১৬৩
হে ব্ৰহ্মা হে বিষ্ণু হে ত্ৰিপুৰাৰি ।
আজি ধৰি তিনিকো পাতিলো অধিকাৰী ॥
জগতৰ ঈশ্বৰ তিনিৰো থৈলো নাম ।
সৃষ্টি স্থিতি প্ৰলয় তিনিৰো তিনি কাম ॥ ১৬৪
শুনিয়োক ব্ৰহ্মা তুমি স্ৰজিয়ো জগত ।
সুৰাসুৰ নাগ নৰ পশু পক্ষী যত ॥
ইটো ব্ৰহ্মাণ্ডৰ স্ৰষ্টা ভৈলা ৰজগুণে ।
ভাল মতে দিলা দৃষ্টি সৃষ্টিত আপুনে ॥ ১৬৫
মোৰ নিজ অংশ তুমি বিষ্ণু বনমালী ।
থাকিবা সততে তুমি জগতক পালি ॥
নিৰ্ব্বলীক অজায় নৰকৰ যেন বলী ।
সন্তক ৰাখিবা তুমি দুষ্টক নিবাৰি ॥ ১৬৬
শুনিয়ো শঙ্কৰ ধাৰে আদেশ আমাৰ ।
জগতৰে প্ৰলয় তোমাৰ অধিকাৰ ॥
কালান্তক ৰুদ্ৰৰূপ ধৰিয়া আপুনে ।
সংহাৰিবা ত্ৰিজগত তুমি তমোগুণে ॥ ১৬৭
শুনিয়ো শঙ্কৰ কহো প্ৰলয়ৰ সীমা ।
দেখা কেনে ঘোৰ কলি মূৰ্ত্তিৰ মহিমা ॥
হোৱে দণ্ড ষাঠি নিশ্বাসন্তে মনুষ্যৰ ।
আঠ আঠ দণ্ডে হোৱে একৈক প্ৰহৰ ॥ ১৬৮
তেন আঠ প্ৰহৰে বুলিয় ৰাতি দিন ।
মেৰুক কৰন্ত যাৱে সূৰ্য্যে প্ৰদক্ষিণ ॥
হেন ত্ৰিশ দিনে আসি হোৱে এক মাস ।
হোৱে দো দো মাসে এক ঋতুৰ প্ৰকাশ ॥ ১৬৯
তিনি ঋতুৰে হোৱে অয়ন সূৰ্য্যৰ ।
অয়ন দুভয়ে হোৱে মনুষ্য বৎসৰ ॥
বৎসৰ ত্যাল্লিশ লক্ষ হাজাৰ বিশেষতি ।
সত্য ত্ৰেতা দ্বাপৰ কলিৰ পৰিমিতি ॥ ১৭০
এহি চাৰি যুগে এক যুগ দেৱতাৰ ।
দিব্য সহস্ৰেক যুগে দিনেক ব্ৰহ্মাৰ ॥
তেন হাজাৰেক যুগে ৰজনীৰো সীমা ।
ব্ৰহ্মাৰ দিনৰ আৰে শুনিয়ো মহিমা ॥ ১৭১
একো দিনে চৈধ্য ইন্দ্ৰ চৈধ্য মনু খসে ।
দিনমানে জানা ইটো ত্ৰিজগত নসে ॥

দিন অৱসানে হোৱে প্ৰলয় সন্ধ্যাত।
কৰিবা সংহাৰ ভুমি শঙ্কৰ তথাত ॥ ১৭২
ৰাত্ৰি অৱসানে ব্ৰহ্মা সৃজিবা নিঃশেষ।
চৈধ্য ইন্দ্ৰ চৈধ্য মনু প্ৰত্যেক দিবস ॥
হুইব অৱতাৰ চৈধ্য মনুৰ লগত।
ইন্দ্ৰৰ সহায় হুয়া পালিব জগত ॥ ১৭৩
মৎস্য কূৰ্ম্ম নৰসিংহ বৰাহ বিৰীঙ্গ।
হংস পৃথু কপিল বামন নৰসিংহ ॥
জামদগ্নি ৰাম যে শ্ৰীৰাম হলিৰাম।
বুদ্ধ কল্কী আৰু অৱতাৰ অনুপাম ॥ ১৭৪
ইসব প্ৰমুখ্যে ধৰিবোহো অৱতাৰ।
কৰিবোহো মই ইটো ভুমিক উদ্ধাৰ ॥
তিনি শত ষাঠি দিন তেহ্ন্য় দিনৰ।
জানিবাহা হুইব এক বৰিষ ব্ৰহ্মাৰ ॥ ১৭৫
তেহ্ন শত বৎসৰ ব্ৰহ্মাৰ যেবে গৈলা।
জানা তেবে মহা প্ৰলয়ৰ কাল ভৈলা ॥
কাল মুৰ্ত্তি ধৰি ব্ৰহ্মাণ্ডকে কৰি নাশ।
জগত সংহৰি উদৰতে দিবো বাস ॥ ১৭৬
প্ৰকৃতিকে লীন কৰি থাকিবো একলে।
ৰাত্ৰি অৱসানে ব্ৰহ্মা সৃজিও সকলে ॥
কহিলো কালৰ মান তোমাত নিঃশেষে।
কৰা তিনে তিনি কৰ্ম্ম আমাৰ আদেশে ॥ ১৭৭
শুনা ব্ৰহ্মা তোমাত কহিলো তত্ত্ব ভেদ।
মোৰ বৰে এতিক্ষণে জানা চাৰি বেদ ॥
আঠাৰ পুৰাণ শ্ৰুতি আঠাৰ ভাৰত।
মোৰ বৰে তোমাৰ হুইবেক কণ্ঠাগত ॥ ১৭৮
দিলো তোমাসাক বৰ জানিবা নিশ্চয়।
নকৰিবা হেলা যেবে মোক আছে ভয় ॥
এহি বুলি অন্তৰ্দ্ধান ভৈলা মহা হৰি।
সৃজিবে লাগিলা ব্ৰহ্মা আজ্ঞা শিৰে ধৰি ॥ ১৭৯
চাৰি বেদ চৈধ্য শাস্ত্ৰ ভৈল কণ্ঠাগত।
বেদতে দেখিলা ব্ৰহ্মা সৃষ্টি ত্ৰিজগত ॥

দৰ্পণত দেখে যেনে আপুন প্ৰকাশ।
দেখি সৃজিবাক পাচে ব্ৰহ্মা পাইলা সাস ॥ ১৮০
লৈলন্ত গৰুড়ে বিষ্ণু বিষ্ণুলোকে বাস।
বৃষভ পাইলন্ত হৰে পৰ্ব্বত কৈলাস ॥
হংসে লৰিলন্ত ব্ৰহ্মা ব্ৰহ্মলোকে থান।
কৰিবে লাগিলা পাচে জগত নিৰ্ম্মাণ ॥ ১৮১
হৰিসে পৰম গুৰু জানি প্ৰজাপতি।
কৃষ্ণক কৰিলা মনে সহস্ৰ প্ৰণতি ॥
সৃজিবাক আৰম্ভিলা পাচে সৃষ্টিকৰে।
যাৰ যেনে সৃষ্টি শুনিয়োক তাত পৰে ॥ ১৮২
প্ৰথমে সৃজিলা সনকাদি সিদ্ধ চাৰি।
তাৰাসবে বোলে সৃষ্টি কৰিতে নপাৰি ॥
কৃষ্ণৰ চৰণ চিন্তি ফুৰয় জগত।
নাৰদৰ জন্ম পাচে ব্ৰহ্মাৰ মনত ॥ ১৮৩
বাজ ভৈল দেৱঋষি হাতে বীণা ধৰি।
ৰামকৃষ্ণ নাম মুখে উচ্চাৰণ কৰি ॥
বীণাত তোলন্ত যত কৃষ্ণৰ চৰিত্ৰ।
আনন্দে ফুৰন্ত কৰি জগত পৱিত্ৰ ॥ ১৮৪
মৰীচি প্ৰভৃতি যত নৱ প্ৰজাপতি।
ভৈলা পাচে ব্ৰহ্মাত দক্ষৰ উতপতি ॥
মৰীচিত জন্মিলা কাশ্যপ ঋষিৰাজ।
যাহাৰ বৈৰংশে জুৰিলেক সামৰাজ ॥ ১৮৫
ৰূপে গুণে ধন্যা আতি পৰম পণ্ডিতা।
সতৰয় জনা ভৈলা দক্ষৰ দুহিতা ॥
সবাকো কৰিলা বিহা ঋষি একেদিনে।
যাত যেনে সৃষ্টি ভৈলা শুনা ভিন্নে ভিন্নে ॥ ১৮৬
অদিতিত হন্তে যাত্ৰু সূৰ্য্য অৱতাৰ।
বিবস্বান জ্যেষ্ঠা পুৰা ভগ নাম যাৰ ॥
অৰ্য্যমা সবিতা শক্ৰ আৰো মিত্ৰ ধাতা।
নামে উৰুক্ৰম আৰো বৰুণ বিধাতা ॥ ১৮৭
বায়ুগণ বৰুণ দিতিত ভৈলা জাত।
দনুজ দানবগণ যোটক কাণ্ডাত ॥

অৰিষ্টাত গন্ধৰ্ব্ব ৰাক্ষস ভৈলা জাত।
পুৰঞ্জত হন্তে ভৈলা অপেসৰা জাত॥
সেনা গৃধ্ৰ তাম্ৰাত ইলাৰ পুত্ৰ তৰু।
ক্ৰোধৱসা হন্তে সৰ্প সুৰভীত গৰু॥ ১৮৮
সৰমাত কুকুৰ তিমিত জলচৰ।
পতঙ্গীত হন্তে ভৈল চতক বিস্তৰ॥
যামিনীত হন্তে যিছা ফৰিঙ্গ বহুত।
অৰুণ গৰুড় দুই বৈনতাৰ সুত॥ ১৮৯
কদ্ৰুৰ ভৈলেক কালী আদি সৰ্প যত।
কাশ্যপৰ এত বংশ সতেৰ ভাৰ্য্যাত॥
এবে আঠ বসুৰ শুনিয়ো আৰে নাম।
দ্ৰোণ প্ৰাণ ধ্ৰুৱ অৰ্ক অগ্নি অনুপাম॥ ১৯০
দোষ বাস্তু বিভাবসু এহি আঠ জন।
ব্ৰহ্মাৰ তনুৰ পৰা ভৈলা উতপন্ন॥
নিগদন্তি শুক শুনিয়োক নৃপবৰ।
কৰিলন্ত সৃষ্টি পাছে চৈধ্যয় শাস্ত্ৰৰ॥ ১৯১
ভিন্নে ভিন্নে সবাৰো শুনিয়ো আৰে নাম।
প্ৰথমে অথৰ্ব্ব বেদ ঋগ যজু সাম॥
শিক্ষা কল্প জ্যোতিষ মীমাংসা ন্যায় নীতি।
ব্যাকৰণ পুৰাণ নিৰুক্ত ছন্দ স্মৃতি॥ ১৯২
এহি চৈধ্য শাস্ত্ৰ থানে থানে লেখি দেখা।
অষ্টাদশ পুৰাণৰ আৰে লৈয়ো লেখা॥
যাৰ যেন নাম শুনিয়োক অনুক্ৰম।
ব্ৰহ্ম পদ্ম শিৱ মৎস্য বৈষ্ণৱ পৰম॥ ১৯৩
স্কন্দ কূৰ্ম্ম গৰুড় মাৰ্কণ্ড ভাগৱত।
বামন বৰাহ অগ্নি লিঙ্গ ভৱিষ্যত॥
ব্ৰহ্মাণ্ড নাৰদী ব্ৰহ্মবৈৱৰ্ত্ত অপাৰ।
দিলো লেখা দেখা অষ্টাদশ পুৰাণৰ॥ ১৯৪
অষ্টাদশ ভাৰতৰ শুনা যেন যোগ।
আদি সভা বন পৰা বিৰাট উদ্যোগ॥
ভীষ্ম, দ্ৰোণ, কৰ্ণ, শৈল্য, সৌপ্তিক পৰম।
স্ত্ৰীপৰ্ব্ব, শান্তি, অনুশাসন, ব্যাসাশ্ৰম॥ ১৯৫
স্বৰ্গাৰোহণ আৰু ঐষিক মূষল।
ভাৰত পদ্মৰ এহি অষ্টাদশ দল॥
শুক নিগদন্তি শুনিয়োক নৃপবৰ।
আন্তি প্ৰিয়ন্তম নৰতনু ঈশ্বৰ॥ ১৯৬
যাক সৃজিবাক মাত্ৰ ইচ্ছা ভৈলা জাত।
মুখত ব্ৰাহ্মণ জন্ম ভৈলন্ত সাক্ষাত॥
বাহুত ক্ষত্ৰিয় বৈশ্য উৰুত জন্মিলা।
পদ-পঙ্কজত শূদ্ৰ সব উপজিলা॥ ১৯৭
এহি চাৰি বৰ্ণ পুৰুষত হন্তে জন্ম।
জানা ইহাৰেসে ধৰ্ম্ম চাৰিয়ো আশ্ৰম॥
জপ যজ্ঞ দান তীৰ্থ ব্ৰত সদাচাৰ।
জ্ঞান ভকতিতে সমস্তৰে অধিকাৰ॥ ১৯৮
মনুষ্য হৈবাক দেৱতাৰো অভিলাষ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সিদ্ধে অপ্ৰয়াস॥
দেহৰ মহিমা আৰে শুনিয়ো যেকতে।
ব্ৰহ্মাণ্ডৰ গুণ মানে আছে শৰীৰতে॥ ১৯৯
সমস্তে চৌবিশ তত্ত্ব কৰিলা নিৰ্ম্মাণ।
আপোনাৰ ছয়াসবে অতুল প্ৰমাণ॥
পিঠিৰ মধ্যত মেৰু মণ্ডল প্ৰকাশ।
ঊৰ্দ্ধে সূৰ্য্য অধে চন্দ্ৰ বায়ুৰ নিবাস॥ ২০০
যোল যোল গোটা অস্থি পাঞ্জৰত তাৰ।
অধে ঊৰ্দ্ধে আছে তাৰ নৱখান দ্বাৰ॥
দুই কাণ দুই নাক দুই চক্ষু লেখা।
মুখে এবে উপৰত সাত খান দেখা॥ ২০১
অধে গুহ্য লিঙ্গ এহি নৱখান দ্বাৰ।
আছে আৰো নাড়ী তাতে সত্তৰি হাজাৰ॥
তাহাতে সকৰি ফুৰে প্ৰাণ বায়ু দশ।
নখ কেশ পৰ্য্যন্তে চলাৱে অন্ন ৰস॥ ২০২
পৱন তৃপিতি হোৱে ইন্দ্ৰিয় সকল।
বাঢ়ি যাই শৰীৰত আতি তেজ বল॥
নাড়ীৰ মধ্যত তিনি নাড়ী অনুপাম।
সুষুম্না পিঙ্গলা ইড়া নাড়ী যাৰ নাম॥ ২০৩

সুষুম্না উত্তম আতি তিনিৰো মধ্যত।
যিটো ব্যাপি আছে গৈয়া সূৰ্য্য মণ্ডলত ॥
ছয় খান চক্ৰ আছে বেঢ়ি শৰীৰত।
গুহ্য লিঙ্গ নাভি হৃদি তালু ললাটত ॥ ২০৪
চাৰি দল ছয় দল নাভি দশ দল।
আছে অষ্টাদশ পদ্ম হৃদয় কমল ॥
তালুত ষোড়শ ললাটত দল দুই।
যোগশাস্ত্ৰ মতে ছয় চক্ৰ এহি হুই ॥ ২০৫
আপুনি ঈশ্বৰ আছা হৃদয় কমলে।
শুভাশুভ ভুঞ্জাস্ত জীৱক কৰ্ম্মফলে ॥
শুনিয়োক আৰে মধ্য দেহ যিটো স্থান।
শৰীৰত বিচাৰিয়া লৈয়োক প্ৰমাণ ॥ ২০৬
গুহ্য স্থান হন্তে দুই আঙ্গুল উপৰে।
অণ্ডকোষ হন্তে দুই আঙ্গুলত পৰে ॥
তাকে বুলি দেহ মধ্যে অগ্নিৰ নিবাস।
তপ্ত জম্বু নদী যেন সোণাৰ প্ৰকাশ ॥ ২০৭
কোন কোন দশ বায়ু আছে শৰীৰত।
তাহাৰ শুনিয়ো নাম কৰিবো ৰেকত ॥
অধে উৰ্দ্ধে সঞ্চৰিয়া ফুৰে স্থানে স্থান।
পান অপান ব্যান সমান উদান ॥ ২০৮
নাগ কূৰ্ম্ম কৃকৰ বায়ুত অনুপাম।
দেৱদত্ত ধনঞ্জয় এহি দশ নাম ॥
সুষুম্না আছয় মেৰু মজ্জাৰ ভিতৰ।
যাত বায়ু পশিলে অজৰ হোৱে নৰ ॥ ২০৯
তাহাৰ মুখত ঢাকি আছে কুণ্ডলিনী।
মায়াৰ শকতি যেন দেখিয়া সৰ্পিণী ॥
অপান বায়ুক সিটো বলে যোগবলে।
অগ্নিৰ তাপত বায়ু উপৰক চলে ॥ ২১০
সুষুম্নাত তেৱে গৈয়া প্ৰৱেশি পৱন।
শুনা শৰীৰত আছে যত দেৱগণ ॥
মন আদি চৈধ্য ইন্দ্ৰিয়ৰ অধিষ্ঠাতা।
থানে থানে আছে তাতে চৈধ্য দেৱতা ॥ ২১১

আখিত আদিত্য নাকে অশ্বিনীকুমাৰ।
জিহ্বাত বৰুণ বাক্য বহ্নিৰ সঞ্চাৰ ॥
কৰ্ণে দিশ চৰ্ম্মে বায়ু ভুজে ইন্দ্ৰ স্থিতি।
পদে বিষ্ণু গুহ্যে মিত্ৰ লিঙ্গে প্ৰজাপতি ॥ ২১২
চিত্তে বাসুদেৱ অহঙ্কাৰে ৰুদ্ৰ স্থিত।
মনত চন্দ্ৰমা বিধি আছন্ত বুদ্ধিত ॥
এহি চৈধ্য জন পুণ্য পাতেকৰ সাক্ষী।
ঈশ্বৰ পুৰুষ হৃদয়ত আছা দেখি ॥ ২১৩
মূঢ়জনে বোলে মোক নেদেখিলে কেৱে।
শৰীৰতে আছে দেখা পঞ্চদশ দেৱে ॥
হেন নৰ শৰীৰক পায়া মন্দমতি।
আয়ুবৃথা কৰে মিছা বিষয়ক প্ৰতি ॥ ২১৪
হৃদয় কমলে কৃষ্ণ আছন্ত সাক্ষাত।
তাহাঙ্ক নভজি নৰে কৰে আত্মঘাত ॥
কেশৱৰ লীলা ইটো শুনা সভাসদ।
পাপৰ অন্তক মহা ভাগৱত পদ ॥ ২১৫
যত মহা ধৰ্ম্ম সবে আৰে অনুচৰ।
আত পৰে নাহি গতি কলিৰ লোকৰ ॥
হেন জানি কৃষ্ণৰ কথাত দিয়া চিত্ত।
তেৱে সুখ পাইবা মোক্ষ দুৰ্ব্বোৰ কলিত ॥ ২১৬
ভকত জনৰ নিজ সুহৃদ মাধৱ।
জানিবা হৰিসে পৰলোকৰ বান্ধৱ ॥
ইহেন মনুষ্য জন্ম ব্যৰ্থে যায় আয়ু।
কৈত কেতিক্ষণে পৰে ইটো প্ৰাণ বায়ু ॥ ২১৭
যত দেখা ভাৰ্য্যা পুত্ৰ সবে অকাৰণ।
মিছা মোৰ মোৰ কৰি মৰে নৰগণ ॥
যম যাতনাক তৰিবাক কৰা কাম।
শঙ্কৰে বুলিলা ডাকি বোলা ৰাম ৰাম ॥ ২১৮

ইতি শ্ৰীভাগৱতে মহাপুৰাণে চতুৰ্থ স্কন্ধে তৃতীয়োধ্যায়ঃ।

জ্যোতি-চক্ৰৰ কথা

ৰাজা পৰীক্ষিত, সোধন্ত তুনাই,
শুনা শুক মহামতি।
তোমাৰ প্ৰসাদে, তিনিয়ো লোকৰ,
শুনিলো সৃষ্টি সম্প্ৰতি ॥
সূৰ্য্য মণ্ডলৰ, গ্ৰহ নক্ষত্ৰৰ,
কহিলা স্থিতি সাক্ষাত।
দশ দিগপাল, যাৰ যিবা কাম,
কহিয়ো আৰে আমাত ॥ ২১৯
কৃষ্ণৰ চৰিত্ৰ, পৰম অমৃত,
কহিয়ো মোত উৎসুকে।
হেন শুনি পাছে, কহিবে লাগিলা,
ব্যাস সুত মুনি শুকে ॥
শুনিয়ো নৃপতি, কহিবো সম্প্ৰতি,
জ্যোতিষ চক্ৰৰ কথা।
শুনা সাৱধানে, ঈশ্বৰ কেশৱে,
কৰিলা যেন ব্যৱস্থা ॥ ২২০
দেৱতা সবক, আদেশিলা হৰি,
শুনা দিগপালচয়।
ক্ৰমে দশোদিশে, পালিও প্ৰযত্নে,
যেবে মোক আছে ভয় ॥
কৃষ্ণৰ আদেশ, ইন্দ্ৰ পূৰ্ব্ব দিশে,
তৈলন্ত ৰাজা প্ৰখ্যাত।
অগ্নিকোণে অগ্নি, তৈলন্ত পালক
ৰাজা যম দক্ষিণত ॥ ২২১
নৈঋত কোণত, নিঋত দেৱতা,
পশ্চিমে বৰুণ তৈলা।
বায়ু যে কোণত, বায়ু অধিপতি,
উত্তৰে কুবেৰ হৈলা ॥
ঐশান কোণত, পালন্ত আপুনি,
পাৰ্ব্বতী পতি মহেশ।
ঊৰ্দ্ধত বিধাতা, অধত অনন্ত,
ৰাখন্ত কৃষ্ণ আদেশ ॥ ২২২
এহি দশ দেৱ, পালে দশো দিশ
কৈলা পূৰ্ব্বাপৰ কথা।
সূৰ্য্য মণ্ডলৰ, গ্ৰহ নক্ষত্ৰৰ,
শুনিয়ো আৰে ব্যৱস্থা ॥
লক্ষ প্ৰহৰৰ, উপৰে সূৰ্য্যৰ,
মণ্ডল ফুৰে প্ৰকাশি।
প্ৰতি প্ৰতি মাসে, ক্ৰমে সঞ্চৰন্ত,
মেষ আদি যাৰ ৰাশি ॥ ২২৩
মেষ বৃষ সিংহ, মিথুন কৰ্কট,
কন্যা তুলা বিছা দেখা।
ধনু যে মকৰ, কুম্ভ মীন এহি,
বাৰুয় ৰাশিৰ লেখা ॥
মেৰু পৰ্ব্বতক, প্ৰদক্ষিণ কৰি,
সূৰ্য্যৰ মণ্ডল ফুৰে।
অযুত যোজন, সূৰ্য্যৰ ঊৰ্দ্ধত,
ভ্ৰমন্ত ৰাহু অসুৰে ॥ ২২৪
দুইলক্ষ যোজন, উপৰত গৈয়া,
চন্দ্ৰ মণ্ডলৰ স্থিতি।
পাঁচ লক্ষ পৰ, উপৰত ৰবে,
নক্ষত্ৰ মণ্ডলে গতি ॥
শুক্ৰে সাত লক্ষ, বুধে নৱ লক্ষ,
যোজনত ৰবে স্থিতি।
যোজন এগাৰ, লক্ষৰ উপৰে,
মঙ্গল গ্ৰহৰ গতি ॥ ২২৫
তেৰ লক্ষৰ, উপৰে আছন্ত,
দেৱগুৰু বৃহস্পতি।

পঞ্চদশ লক্ষ, যোজন উপৰে,
শনৈশ্বৰ ক্ৰূৰমতি ॥
ত্ৰিংশ লক্ষ পৰ, উপৰত গৈয়া,
ঋষি মণ্ডলৰ স্থিতি।
প্ৰদক্ষিণ কৰি, ধ্ৰুৱক সবেও,
বিমানে কৰে দীপিতি ॥ ২২৬
ত্যাল্লিশ লক্ষৰ, যোজন উপৰে,
আছন্ত ধ্ৰুৱ মহন্ত।
তাঙ্ক মান্য কৰি, গ্ৰহ ঋষি তাৰা,
বিমানে সবে ভ্ৰমন্ত ॥
ৰাহুৰ লগত, কেতুৰ নিবাস,
এহি নৱগ্ৰহ লেখা।
জ্যোতিষ চক্ৰৰ, কহিলো প্ৰমাণ,
নৃপতি প্ৰত্যেকে দেখা ॥ ২২৭
চৈধ্য ভুৱনত, জানিবা সমস্তে,
কৃষ্ণৰ মূকতি স্থূল।
আহনে শ্ৰৱণে, কীৰ্ত্তনে সমস্তে,
পাতেক কৰে নিৰ্ম্মূল ॥

জগত জনক, জানিবা কৃষ্ণক,
তিনিও লোকৰ পতি।
যাহাৰ ভয়ত, দিগপাল যত,
চন্দ্ৰ সূৰ্য্য কৰে গতি ॥ ২২৮
হেনয় ঈশ্বৰ কৃষ্ণক এড়িয়া,
আন দেৱতাক ভজে।
যেন নাৱ এড়ি, আপুনি অন্ধকে
সাগৰ জলত মজে ॥
কৃষ্ণৰ চৰিত্ৰ, পৰম অমৃত,
আতপৰে নাহি আন।
কোটি কোটি তীৰ্থ, যজ্ঞ জপ তপ,
সবেয়ো নুহি সমান ॥ ২২৯
কৃষ্ণ গুণনাম, ধৰ্ম্ম অনুপাম,
আক সাৰ কৰি ধৰা।
যত দেৱ ধৰ্ম্ম, দূৰতে তেজিয়া,
কৃষ্ণতে ভকতি কৰা ॥
হেন তত্ত্ব জানি, চিন্তা চক্ৰপাণি,
অনাদৰি আন কাম।
কৃষ্ণৰ কিঙ্কৰে, ৰচিলা শঙ্কৰে,
ডাকি বোলা ৰাম ৰাম ॥ ২৩০

## পদ

চন্দ্ৰ, নক্ষত্ৰ আদিৰ বিৱৰণ আৰু পদ্মকল্পৰ কথা

শুকত পুচন্ত পাছে ৰাজা পৰীক্ষিত।
কেশৱৰ সৃষ্টি লীলা কৰিলা বিদিত ॥
সম্প্ৰতি ছেদিয়ো ঋষি অপৰ সংশয়।
নিশাকৰ চন্দ্ৰ ভৈল কাহাৰ তনয় ॥ ২৩১
কতেক নক্ষত্ৰ তান ভাৰ্য্যা ভৈল আসি।
আছে কত যোগ তাক কহিয়ো প্ৰকাশি ॥
পদ্মকল্প শুনিবাক মোহোৰ আছে মতি।
যেনমতে চতুৰ্ম্মুখ ভৈলা প্ৰজাপতি ॥ ২৩২
মেৰুৰ উপৰে কোন দেৱৰ নিবাস।
কি কাৰণে নাশে চড়াই সূৰ্য্যৰ প্ৰকাশ ॥
ইহাক শুনিতে মোৰ পৰম উৎসুক।
ছেদিয়ো সংশয় মোৰ মহামুনি শুক ॥ ২৩৩
শুকমুনি বোলন্ত শুনিয়ো মহাশয়।
ভৈলন্ত চন্দ্ৰমা অত্ৰি ঋষিৰ তনয় ॥

আতি শান্তমতি আতি কৰিয়া উৎসাহ ।
দক্ষৰ সাতাইশ কন্যা কৰিলা বিবাহ ॥ ২৩৪
তাসম্বাৰ নাম কহো শুনা ভিন্নি ভিন্নি ।
অশ্বিনী ভৰণী আৰ্দ্ৰা কৃত্তিকা ৰোহিণী ॥
মৃগশিৰা মঘা পুষ্যা পূৰ্ব্ব যে ফাল্গুনী ।
পুনৰ্ব্বসু অনুৰাধা উত্তৰ ফাল্গুনী ॥ ২৩৫
হস্তা চিত্ৰা স্বাতী আৰো বিশাখা অশ্লেষা ।
শ্ৰৱণা ধনিষ্ঠা আৰো মূলা শতভিষা ॥
অপৰ উত্তৰষাঢ়া পূৰ্ব্বভাদ্ৰপদ ।
পূৰ্ব্বষাঢ়া ৰেৱতী উত্তৰভাদ্ৰপদ ॥ ২৩৬
সাতাইশ নক্ষত্ৰ এহি দক্ষৰ নন্দিনী ।
শুনিয়ো যোগৰ আৰো নাম ভিন্নি ভিন্নি ॥
বিষ্কুম্ভ অস্হক আয়ুষ্মান শূল প্ৰীতি ।
সৌভাগ্য শোভন অতিগণ্ড গণ্ড ধৃতি ॥ ২৩৭
হৰষণ বৃদ্ধি ধ্ৰুৱ পৰিঘ ব্যাঘাত ।
সিদ্ধ সাধ্য বজ্ৰ বৰিয়াণ ব্যতিপাত ॥
শিৱ শুক্ৰ শুভ সুকৰ্ণ ব্ৰহ্ম ইন্দ্ৰ নাম ।
বৈধৃতি সাতাইশ যোগ কৈলো অনুপাম ॥ ২৩৮
শুনিয়োক আৰে দশ দেৱতাৰ স্থান ।
পূৰ্ব্ব দিশে ইন্দ্ৰপুৰী কৰিলা নিৰ্ম্মাণ ॥
অগ্নিকোণে অগ্নি যে দক্ষিণ দিশে যম ।
নিঋতি নৈঋত কোণে বৰুণ পশ্চিম ॥ ২৩৯
বায়ব্য কোণত বায়ু উত্তৰে কুবেৰ ।
ঐশান কোণত স্থান লৈলা মহেশ্বৰ ॥
ব্ৰহ্মাৰ নগৰ ভৈলা সবাৰো মধ্যত ।
সত্যলোক স্থান বুলি মেৰুৰ মূৰ্দ্ধত ॥ ২৪০
সাত কুণ্ডী নামে সভা মহা জ্যোতিৰ্ম্ময় ।
হাজাৰ দশেক প্ৰহৰৰ পথ হয় ॥
স্বৰ্গ লক্ষি আছে ব্ৰহ্মা সভাৰ কেউতি ।
এতেকে সূৰ্য্যক সেই নিবাৰে সম্প্ৰতি ॥ ২৪১
এতেকে মেৰুৰ ছায়া কৰে অন্ধকাৰ ।
কহিলো তোমাক যেন নিশাৰ প্ৰকাৰ ॥

নৱ পদ্মকল্প কথা শুনা নৃপবৰ ।
ব্ৰহ্মাৰ ভৈলেকে যেবে পঞ্চাশ বৎসৰ ॥২৪২
মিলিল প্ৰলয় আসি সেহি সময়ত ।
জগতকে বাসা কৃষ্ণ দিলা উদৰত ॥
ব্ৰহ্মায়ো পশিয়া পাছে উদৰত ৰৈলা ।
দিব্য হাজাৰেক যুগ যেবে বহি গৈলা ॥ ২৪৩
ভৈলা ব্ৰহ্ম আসি নাভি পঙ্কজত জাত ।
ঘোৰ প্ৰলয়ৰ জল দেখিলা সাক্ষাত ॥
প্ৰলয়ৰ জলে কৰে পৰম আন্দোল ।
বিমোহিত ভৈলা ব্ৰহ্মা নাহি মাত বোল ॥২৪৪
মিলিল মনত জ্ঞান হৰিল চেতন ।
আপোনাক নজানন্ত মই কোন জন ॥
পদ্মৰ চকাত ব্ৰহ্মা বসিয়া আছন্ত ।
ভৈল চাৰি মুখ চাৰি দিশ নিহালন্ত ॥ ২৪৫
সেহি দিনা হন্তে নাম ভৈলা চতুৰ্ম্মুখ ।
কৈৰ হন্তে আইল পদ্ম মনত আমুখ ॥
বিচাৰ কৰিয়া আৰে আৰ লৈবো অন্ত ।
নলাত ধৰিয়া বুৰ ব্ৰহ্মায়ে দিলন্ত ॥ ২৪৬
এক শত বৰিষ অধিক লাগি চাইলা ।
পদ্মৰ মূলক ব্ৰহ্মা বিচাৰি নপাইলা ॥
পদ্মস্তে বসিলা ব্ৰহ্মা অসন্তোষ মনে ।
তপ তপ বাণী পাছে শুনিলা গগনে ॥ ২৪৭
তপ কৰি আছিলন্ত সহস্ৰ বৎসৰ ।
ভৈলন্ত বেকত তেন্তে পুৰুষ ঈশ্বৰ ॥
কৰিলন্ত প্ৰজাপতি স্তুতি অসংখ্যাত ।
তুষ্ট হুয়া বৈকুণ্ঠক দেখাইল সাক্ষাত ॥ ২৪৮
হৃদয়ন্তে পঢ়াইলন্ত বেদ সমস্তৰ ।
সেহি দিনা ভৈলন্ত ঈশ্বৰ পৰিচয় ॥
কৃষ্ণৰ চৰণ ব্ৰহ্মা ধৰিয়া মনত ।
স্ৰজিবাক লাগে মোৰ তিনিয়ো জগত ॥২৪৯
এহি বুলি আলোচন্ত ব্ৰহ্মা প্ৰজাপতি ।
কোন অঙ্গে কোন দেৱ ভৈলা উতপতি ॥

কৃষ্ণ উপদেশে ব্ৰহ্মা স্ৰজিলা জগত।
ভৈলা চাৰি সিদ্ধ জাত প্ৰথমে মনত ॥ ২৫০
ব্ৰহ্মায়ে বোলন্ত সৃষ্টি কৰা পুত্ৰগণ।
চাৰি মহা মুনিৰ নাহিকে তাত মন ॥
কৰিলন্ত ব্ৰহ্মা ক্ৰোধে ভ্ৰুকুটি কুটিল।
ললাটত হন্তে পাছে ৰুদ্ৰ উপজিল ॥ ২৫১
পিতৃৰ আদেশে স্ৰজিলন্ত ভূতগণ।
ব্ৰহ্মায়ে স্ৰজিলা পাছে পুত্ৰ দশ জন ॥
কোলাত নাৰদ ভৈলা দক্ষ আঙ্গুলীত।
প্ৰাণত বশিষ্ঠ জাত পুলহ নাভিত ॥ ২৫২
ছালত ভৈলন্ত ভৃগু পুলস্তি কৰ্ণত।
হস্তত জন্মিল ক্ৰতু অঙ্গিৰা মুখত ॥
আথিত ভৈলন্ত অত্ৰি মৰীচি মনত।
ধৰ্ম্ম উপজিলা আসি দক্ষিণ স্তনত ॥ ২৫৩
পিঠিত অধৰ্ম্ম হৃদয়ত ভৈলা কাম।
ভ্ৰুৰ মধ্যে উপজিলা ক্ৰোধ যাৰ নাম ॥
অধৰত লোভ জন্ম মুখত বাক্যৰ।
অণ্ডকোষে উপজিল সপত সাগৰ ॥ ২৫৪
গুহ্যত নিঋতি ভৈল কৰ্দ্দম ছায়াত।
শৰীৰত সমস্ত জগত ভৈল জাত ॥
স্বায়ম্ভুৱ মনু পাছে ব্ৰহ্মাত জন্মিলা।
কৰিয়ো মনুষ্য সৃষ্টি ব্ৰহ্মা আদেশিলা ॥ ২৫৫
মাগিলন্ত স্থান মনু পিতৃৰ আগত।
ব্ৰহ্মায়ো দেখন্ত মহী মজিল জলত ॥
পৰম অগাধ জল সাগৰ অপাৰ।
কোনে কৰিবেক আৰে পৃথিবী উদ্ধাৰ ॥ ২৫৬
একোমতে ব্ৰহ্মা গুণি নপান্ত উপায়।
আছন্ত বিধাতা বসি কৃষ্ণক ধিয়ায় ॥
যাজ ভৈলা বৰা শিশু নাসিকাৰ হন্তে।
ইটো কিবা বুলি ব্ৰহ্মা বিস্ময়ে চাহন্তে ॥ ২৫৭
ভৈলা মহা কায়া মেৰু পৰ্ব্বত সমান।
বিষ্ণু অৱতাৰ ভৈলা পাইলন্ত প্ৰমাণ ॥
কৰিলন্ত স্তুতি ব্ৰহ্মা সঙ্গে সুৰ ঋষি।
দিলা সাগৰত জাম্প বৰাহে হৰিষি ॥ ২৫৮
প্ৰলয়ৰ জল লোম-গুৰিত লুকাইল।
ক্ষণেকে তলক গৈয়া পৃথিবীক পাইল ॥
দন্তৰ অগ্ৰত ভূমি আনিলা উদ্ধাৰি।
হিৰণ্যাক্ষে ধাইলা পাছে কৰে গদা ধৰি ॥ ২৫৯
মেৰু সম সব দেখি তাৰ কলেৱৰ।
পতঙ্গ সদৃশ দেখি আগে বৰাহৰ ॥
গদায়ে কোবাইবে তাঙ্ক চুকি নপাৰন্ত।
পৃথিবী দন্তক লৈয়া বৰাহে যুজন্ত ॥ ২৬০
কৰিলা অনেক যুদ্ধ দুয়ো বান্ধ ভিড়ি।
ঘোৰ অসুৰক মাৰিলন্ত দান্তে ছিৰি ॥
আনন্দে কৰিলা দেৱে মহা পুষ্প বৃষ্টি।
পৃথিবীত ভৈলা পাছে মনুষ্যৰ সৃষ্টি ॥ ২৬১
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
পশু পক্ষী বৃক্ষ মহী ভৰিলেক আতি ॥
ব্ৰহ্মায়ে স্ৰজন্ত বিষ্ণু পালন্ত সাক্ষাত।
পদ্মৰ কল্পৰ কথা কহিলো তোমাত ॥ ২৬২
আৰে নৰকৰ কথা শুনিয়ো সম্প্ৰতি।
যেন পাপে যাক পাৱে কহো প্ৰতি প্ৰতি ॥
সাতো পাতালৰ তল জলৰ উপৰ।
সংযমনি নামে সিটো যমৰ নগৰ ॥ ২৬৩
অসংখ্যাত নৰক কহিয়া নপাওঁ ওৰ।
তাতে বোলো চৌৰাশী নৰক মহা ঘোৰ ॥
ৰৌৰৱ মহা ৰৌৰৱ তামিস্ৰ।
কুম্ভীপাক কালসূত্ৰ অন্ধতামিস্ৰ ॥ ২৬৪
অসিপত্ৰ অন্ধকূপ শুকৰৰ মুখ।
কৃমি ভোজনত পৰে নাহি মহা দুখ ॥
তপ্তসূচী বজ্ৰকূট শাল্মলী অসংখ্য।
বৈতৰণী প্ৰাণ নিৰোধন লাল ভক্ষ ॥ ২৬৫
পূঁয মল অবিচি পূঁয়ৰহ দুৰ্দ্দম।
আয়ুষ্মান বিহ্বল আৰ যে কৰ্দ্দম ॥

ৰক্তোদ্গাৰ ভোজন অভৰ্ব নিৰোধত ।
শূলপ্ৰোত দন্দশূক প্ৰাণপৰিবৰ্ত্ত ॥ ২৬৬
সুচীমুখ নামে তাৰ নাহি পটন্তৰ ।
আঠাইশ নৰক এহি লেখ নৃপবৰ ॥
পৰম যাতনা এহি পাতকীৰ স্থান ।
যাক যেন পাপে পাৱে কহো বিদ্যমান ॥ ২৬৭
পৰ ধন পৰ পুত্ৰ ভাৰ্য্যা যিটো হৰে ।
তামিস্ৰ নৰকে দুখ ভুঞ্জি সিটো মৰে ॥
নিজ ভাৰ্য্যা পুত্ৰক বঞ্চিয়া যিটো নৰে ।
কৰে অন্ন ব্যঞ্জন ভোজন একেশ্বৰে ॥ ২৬৮
পৰে অন্ধ তামিস্ৰত ভুঞ্জয়ে যাতনা ।
যমদূতে কৰে শাস্তি হৰাইবে চেতনা ॥
আনক হিংসিয়া সিটো কুটুম্বক পোষে ।
ৰৌৰৱ নৰকে গৈয়া পৰে সেহি দোষে ॥ ২৬৯
সৰ্পতো অধিক ক্ৰুৰ ঘোৰ পশু জাতি ।
কামুৰি কামুৰি গাৰ মাংস খায় আতি ॥
ৰঙ্গে পশু মাৰি যিটো পৰম নিস্থলে ।
নিজ পুত্ৰ ভাৰ্য্যা সমে ভুঞ্জে কৌতুহলে ॥ ২৭০
মহা ৰৌৰৱত পৰে নাহিকে নিস্তাৰ ।
ক্ৰুৰ পক্ষী আঞ্জুৰিয়া মাংস খায় গাৰ ॥
পোষণ পশুক যিটো মাৰি খাই ৰান্ধি ।
ৰাক্ষসতোধিক যমদূতে তাক বান্ধি ॥ ২৭১
কুম্ভীপাক নৰকত অনেক বৎসৰ ।
তপত তৈলত পেলাই ভাজে নিৰন্তৰ ॥
কৰে ব্ৰহ্ম বধ যিটো অধম পামৰ ।
কালসূত্ৰ নৰকত পৰে সিটো নৰ ॥ ২৭২
অযুত যোজন তপ্ত তাম্ৰময় স্থলে ।
মৰে পুৰি সেই মহা পাতকক জলে ॥
নিজ বেদ পথ এৰে বিনা আপদত ।
যিটো আনে কৰে ৰতি পাষণ্ড পথত ॥ ২৭৩
পৰে সিটো অসিপত্ৰ বনৰ ভিতৰে ।
চাবুকে কোবায়া দূতে দাৰুণ কিঙ্কৰে ॥

ব্ৰাহ্মণক মাৰে ধৰি যিটো মহাপাপী ।
শূকৰ মুখত পেলাইমাৰে তাক চেপি ॥ ২৭৪
যেন ইক্ষু দণ্ড পেৰে কলুত ভেজাই ।
কৰে আৰ্ত্তৰায় মৰো মৰো ধাতু যায় ॥
ডাঁশে মশে জোকে পোকে ৰুধিৰ পিয়ন্তে ।
তাক মাৰি খেদে যিটো শৰীৰৰ হন্তে ॥ ২৭৫
পৰে অন্ধকূপ নৰকত সিটো ধৰি ।
সৰ্প জোকে পোকে ভৈতে খায়ে তাক ধৰি ॥
দৈৱে ভক্ষ্য বস্তু আসি হৰৈ উতপন্ন ।
কাহাকো নিদিয়া কৰে আপুনি ভোজন ॥ ২৭৬
পৰে সিটো পাপী কৃমি ভোজনত যায় ।
নৰকৰ পলু তাক বেঢ়ি বেঢ়ি খায় ॥
চুৰি কৰে বলে বা বিপ্ৰৰ হৰে ধন ।
নৰকে সবংশে গৈয়া পৰৈ সিটো জন ॥ ২৭৭
যমৰ কিঙ্কৰে তাক ধৰিয়া বিনাশে ।
ছিণ্ডে গাৰ মাংস তাৰ তপত সাণ্ডাসে ॥
অগম্যাগমন কৰে যিটো মন্দমতি ।
যিটো নাৰী কৰে পৰ পুৰুষত ৰতি ॥ ২৭৮
লোহাৰ প্ৰতিমা তাৰে অগ্নি বৰ্ণ কৰি ।
তাক সাৱটায়ে দূতে দুইকো দণ্ড কৰি ॥
একোৱে নৰাচে যিটো মহা কামাতুৰ ।
চাবুকে কোবাই দূতে নেই যমপুৰ ॥ ২৭৯
আজোবৰ বান্ধি কূট বজ্ৰশিমলুত ।
ছিণ্ডে গাৰ মাংস দুখে ভুঞ্জে বিপৰীত ॥
যিটো মন্দমতি বেদপথ ভঙ্গ কৰে ।
বৈতৰণী নদীত যাতনা ভুঞ্জি মৰে ॥ ২৮০
খাই জল জন্তু মাংস ছিণ্ডি শৰীৰৰ ।
বিষ্ঠা মল মূত্ৰ জলে ভাসে নিৰন্তৰ ॥
আচাৰ লঙ্ঘাক তাজে যিটো দ্বিজগণ ।
পশু বুদ্ধি কৰে পাপী শূদ্ৰাক ভজন ॥ ২৮১
পূঁযবাদি নৰকে পৰে নাহিকে নিস্তাৰ ।
পূঁয বিষ্ঠা মূত্ৰ ৰক্ত ভক্ষ্য হোৱে তাৰ ॥

যিটোজনে ক্ষুৰে যাঠী কান্ধে পশু মাৰি।
প্ৰাণ নিৰোধত পৰে সিটো অহঙ্কাৰী ॥ ২৮২
হাতে শৰ ধনু ধৰি দাৰুণ কিঙ্কৰ।
কঁৰিয়াই মাৰে তাক অনেক বৎসৰ ॥
যিজনৰ আছে বিষয়ত অনুৰাগ।
তামসিক কৰ্ম্ম কৰি কাটে হংস ছাগ ॥ ২৮৩
বিষম নৰকে পৰে দূতে কৰে দণ্ড।
তিল সম কৰে তাৰ তনু খণ্ড খণ্ড ॥
ক্ষত্ৰিয় ব্ৰাহ্মণে সুৰা পিয়ে প্ৰমাদত।
পৰে সিটো পাপী অৱস্পান নৰকত ॥ ২৮৪
হিয়াত জাপিয়া তাৰ দূতে চিত কৰি।
অগ্নি বৰ্ণ লোহাক পিয়াৱে মুখ ভৰি ॥
কামাতুৰ হুয়া যিটো পাপী দ্বিজগণ।
পৰৰ ভাৰ্য্যাক কৰে মুখত চুম্বন ॥ ২৮৫
হোৱে তাৰ লাল ভক্ষ নৰকত স্থান।
যমদূতে ৰেতস কৰাৱে তাক পান ॥
চুৰি কৰি নেই যিটো সৰ্ব্বস্ব নিশেষ।
গৃহ দাহ কৰে যিটো লুটে গ্ৰাম দেশ ॥ ২৮৬
ঘোৰ নৰকত সিটো পৰি মূৰ্চ্ছা যায়।
বজ্ৰদন্ত কুকুৰে বায়সে বেঢ়ি খায় ॥
অবিচি নৰকে পৰে মিছা সাক্ষী বুলি।
শতেক যোজন উপৰক নেই তুলি ॥ ২৮৭
তল মুণ্ডে শিলাত পেলায়া কৰে দণ্ড।
তিল মান হোৱে তাৰ তনু খণ্ড খণ্ড ॥
বিদ্যাতপে ব্ৰতে যিটো কৰে অহঙ্কাৰ।
জীৱন্তে জানা সিটো মৃতক আকাৰ ॥ ২৮৮
বিষম যাতনা ক্ষাৰ কৰ্দ্দমৰ কুণ্ডে।
তাতে পৈয়া পৰৈ সিটো পাপী তল মুণ্ডে ॥
ভৈৰৱক পূজে দিয়া মনুষ্য বলিক।
জ্ঞানী হুইয়া যিটো মৰে হিংসয় প্ৰাণীক ॥ ২৮৯
জ্ঞানীগণে ভোজ মাৰে নৰকে পৰে যায়।
ৰাক্ষসে বিদাৰি তাৰ ভেজ মাংস খায় ॥

লোভ দিয়া মাৰে যিটো পক্ষী ফান্দ পাতি।
শূলপুট নৰকত কৰে তাক শাস্তি ॥ ২৯০
ঘোৰ ত্ৰিশূলত তাক থৈয়া জাপ্তি জাপ্তি।
ঠোটে মালে পক্ষী মাৰে কৰিয়া আক্ৰান্তি ॥
যিটো মহা দুৰ্জ্জন প্ৰাণীক দেয় ভয়।
দণ্ডশূক নৰকত পৰে দুৰাশয় ॥ ২৯১
ঘোৰ সৰ্পগণে তাত ধৰি গোটে গিলে।
মৰি মৰি উপজে যাতনা আতি মিলে ॥
প্ৰাণীক নিৰোধে যিটো খান্দি পোটে গাঁত।
পৰে সিটো অৱশ্যে নিৰোধ নৰকত ॥ ২৯২
যমৰ কিঙ্কৰে গাঁত খানি পোটে তাক।
কল যেন পকাৱৈ ধুমৰ দিয়া যাগ ॥
অতিথিক দেখি যিটো চক্ষু পকাই চায়ে।
ঠাই নাই বুলি হুলহুলি কৰি ধায়ে ॥ ২৯৩
কঙ্ক বক কাকে তাৰ ঠোটে চক্ষু কাঢ়ে।
মৰো মৰো বুলিয়া সঘনে ৰাৱ ছাড়ে ॥
নেদয় নাথায় ধনী হুয়া মন্দ চিত্ত।
যক্ষে যেন ব্যয় ভয়ে পুতি ৰাখে বিত্ত ॥ ২৯৪
সূচীপত্ৰ নৰকে পেলায় দূতে ধৰি।
চোল যেন চায়ে হাত্তে গলে লগাই জৰী ॥
হেনয় নৰক শত সহস্ৰ সংখ্যাত।
আছে যমপুৰী ভৰি জানিবা সাক্ষাত ॥ ২৯৫
শুনা সভাসদ ইটো মহা ভাগৱত।
পুৰাণৰ সূৰ্য্য ইটো কি কৈবো মহত ॥
হুয়া এক শৰণ যিজনে শুনে আক।
পাপ সাগৰত সুখে নিস্তৰে মায়াক ॥ ২৯৬
বৈকুণ্ঠৰ শাস্ত্ৰ আনি পৰম উৎসুকে।
সংসাৰীক কৰি কৃপা প্ৰচাৰিলা শুকে ॥
জানি এক চিত্তে নিত্তে শুনা কৃষ্ণ কথা।
ইহেন মনুষ্য জন্ম নকৰিবা বৃথা ॥ ২৯৭
বিজুলী চমক যেন জীৱন অস্থিৰ।
কৈত কেতিক্ষণে পৰে ইহেন শৰীৰ ॥

প্রাণ বন্ধু কৃষ্ণব চবণে দিয়া চিত্ত ।
কৃষ্ণ গুণ নাম ইটো পবলোক বিত্ত ॥ ২৯৮
জানি হবি ভকতিত তেজিয়া আলাস ।
আউব কি মনুষ্য হুইবা এড়া ইটো আশ ॥
সম্বরে পলত বান্ধা মাধবব নাম ।
শঙ্কবে বচিলা ডাকি বোলা বাম বাম ॥ ২৯৯

সমাপ্ত

## শ্ৰীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

### ষষ্ঠ স্কন্ধ

—•:•:•—

# অজামিল উপাখ্যান

### দুলড়ী

মঙ্গলাচৰণ

জয় জয় জয় জগত জনক
জয় জগন্নাথ ৰাম ।
পতিত পাতকী অন্ত্যজে নিস্তৰে
স্মৰণে যাহাৰ নাম ॥
যাহাৰ আজ্ঞাক শিৰে ধৰে আতি
হৰি হৰ প্ৰজাপতি ।
হেনয় ঈশ্বৰ কৃষ্ণক কৰোহো
সহস্ৰ কোটি প্ৰণতি ॥ ১
নমো ভগৱন্ত সন্ততে কৰন্ত
থিটো জগতক মায়া ।
সৃষ্টি স্থিতি লয় কৰন্তে আছয়
কটাক্ষে যাহাৰ মায়া ॥
যত অৱতাৰ বিভূতি যাহাৰ
যাৰ মধ্য হৰি নাম ।
হেনয় ঈশ্বৰ কৃষ্ণক কৰোহো
সহস্ৰ কোটি প্ৰণাম ॥ ২
পৰম পাতকী দ্বিজ অজামিল
মলিন আছন্ত বুদ্ধি ।
নাৰায়ণ বুলি পুত্ৰক ডাকন্তে
পিছো ভৈলা মহা শুদ্ধি ॥
পাপত নিস্তৰি সংসাৰক তৰি
পাইলা বৈকুণ্ঠত স্থান ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
অজামিল উপাখ্যান ॥ ৩

মথক বৰ্ণনা

শুনা সভাসদ ভাগৱত পদ
নিশবদ হয়া আতি ।
কৃষ্ণৰ শ্ৰৱণ কীৰ্ত্তনে কৰয়
প্ৰথমে পাপক শান্তি ॥
যত মহা পুণ্য আপুনি উপজে
মিলাৱে মহা সুকৃতি ।
একে দায়ে তিনি কাৰ্য্য সাধে যিটি
হেনসে হৰি ভকতি ॥ ৪
পৰীক্ষিত নৃপে পুছন্ত শুকক
শুনা মুনি মহামতি ।
কৃষ্ণৰ কহিব চৰিত্ৰ শুনিলো
তোমাৰ মুখে সম্প্ৰতি ॥
সূৰ্য্য মণ্ডলৰ নক্ষত্ৰ এৰৰ
কহিলা সমস্তে স্থিতি ।

পৃথিবী পৰ্ব্বত সবাৰে প্ৰমাণ
শুনিয়া হৈলো তৃপিতি ॥ ৫
আবে মুনিবৰ কহিয়ো দুষ্টৰ
নৰকৰ কেনে স্থিতি।
কোন পাপে কোন নৰকত পৰৈ
শুনিয়া উপজৈ ভিতি ॥
কতেক নৰক কাৰ কিবা নাম
কৰিয়ো সবে বিদিত।
শুনি মুনিবৰ দিলন্ত উত্তৰ
শুনা নৃপ পৰীক্ষিত ॥ ৬
সাতো পাতালৰ তলৰ জলৰ
উপৰে যমৰ পুৰ।
অসংখ্যাত তাত দুষ্টৰ নৰক
জুৰি আছে বহু দূৰ ॥
তাতে মুখ্য মহা দুষ্টৰ নৰক
চৌৰাশী লক্ষ হাজাৰ।
তাৰ গুণ নাম বৰ্ণাইবাক লাগি
শকতি আছে কাহাৰ ॥ ৭
দুৰ্ঘোৰ নৰক দেখন্তে চমক
সাগৰ যেন কল্লোল।
শুনিয়া অপাৰ পাতকী প্ৰজাৰ
আতি আৰ্ত্তনাদ ৰোল ॥
তাতে মহাঘোৰ আঠাইশ নৰক
শুনিয়ো নাম তাহাৰ।
ৰৌৰব তামিস্র অন্ধতামিস্র
পৰম দুখ নিকাৰ ॥ ৮
কুম্ভীপাক কাল সূত্ৰ অসিপত্ৰ
তপ্তশূৰ্মি মহা দুখ।
লালাভক্ষ আৰ কৰ্দ্দম ৰাক্ষস
ভোজন শূকৰমুখ ॥

সূচীমুখ মহা ৰৌৰব সদংশ
দন্দশূক বিশসন।
অয়ঃ পান প্ৰাণ ৰোধ শূলপোত
অবিচি কৃমিভোজন ॥ ৯
বৈতৰণী অন্ধ কূপ পূয়োদক
বজ্ৰ-কণ্টক-শাল্মলী।
পৰ্য্যাবৰ্ত্তন সাৰমেয়াদন
পৰম যাতনা স্থলি ॥
অৱটনিৰোধ সহিতে আঠাইশ
নৰক আতি দুৰ্ঘোৰ।
আনো আছে যত যাতনা তাহাৰ
কোনে কহি পাৰে ওৰ ॥ ১০
পাতকী প্ৰজাৰ পৰম নিকাৰ
কৰন্ত কিঙ্কৰে শাস্তি।
যত পুৰ চানি শুনিয়া সদায়ে
ঘোৰ অৰ্ত্তনাদ আতি ॥
অপ্ৰয়াসে পাপ কৰে নৰে ঐত
ভোগ কালে মহাদুখ।
পুণ্য কৰি জীৱ স্বৰ্গত বঞ্চয়
তহিতো নাহিকে সুখ ॥ ১১
তৈৰ পৰা দেখে পাপীৰ যাতনা
শুনৈ আৰ্ত্তনাদ যত।
কেতিক্ষণে খসি পৰে ইটো ভয়
সুগুচে সদা মনত ॥
দিব্য স্বৰ্গ ভোগ ভুঞ্জে তথাপিতো
চিন্তাতে ধাতু উবায়।
যেন কাটিবাৰ বন্দীক পিন্ধন্তে
খাহন্তে সন্তোষ নাই ॥ ১২
যত জপ তীৰ্থ যজ্ঞ যোগ দান
কৰি মহাপুণ্য সকে।
তথাপি কালৰ হাতৰ নেৰাই
ব্ৰহ্ম ভুৱনন্ত ৰকে ॥

কেতিক্ষণে কালে ধৰৈ ইটো ভয়
ব্ৰহ্মাকো নেৰৈ সৰ্ব্বথা।
কহিলো পৰম তথ্য নৃপবৰ
আৰে শুনা পাছ কথা ॥ ১৩

---

ছবি

ইটো মহাভাগৱত শুনিলাহা সভাসদ
দাৰুণ দুৰ্ঘোৰ যমলোক।
আয়ু যায় আলে জালে কেতিক্ষণে ধৰৈ কালে
যমপুৰে আৰে কেন হৌক ॥
যি কাৰ্য্যে আকুল মন ইটো ভাৰ্য্যা পুত্ৰ ধন
নাতেক তাতেক সবে মায়া।
তিলেকে সম্ভোগ হুই তিলেকতে কিছু নুই
চঞ্চল মেঘৰ যেন ছায়া ॥ ১৪
বিষয়ক কৰি ভোগ্য কৃষ্ণৰ সেৱাৰ যোগ্য
ভাৰতত নৰ কলেৱৰ।
আক পাই হেলাকৰি সদা সুস্থৰে হৰি
কিনো নৰ অধম পামৰ ॥
শাস্ত্ৰবো বুজিয়া মজ্জা সদায়ে কৃষ্ণক ভজা
হৈয়ো এক শৰণ কৃষ্ণত।
কৃষ্ণক কৰিয়ো সেৱ কৃষ্ণসে পৰম দেৱ
চিন্তা তান চৰণ মনত ॥ ১৫
মায়াৰো ভাঙ্গিৰ কাপ তৰিবা যাতনা তাপ
যমৰো গুচিব সবে দায়।
যাৰ নাম লৈয়ে তৰি হেলসে যাক্ৰা হৰি
ইহ পৰ লোকৰ সহায় ॥
তানে শুনা গুণনাম হন্তে কৰা তানে কাম
মুখত নেৰিবা হৰিনাম।
এতেকে পাপক বৰ্জা অক্ষয় পুণ্যক সজা
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১৬

বিভিন্ন পাপৰ বিভিন্ন নৰক

পদ

শুক নিগদতি শুনিয়োক নৃপবৰ।
যিবা পাপে যিবা নৰকত পৰে নৰ ॥
শুনা সাৱধানে যেন নৰকৰ নয়।
ইহাক শুনিলে হোৱে পাতেকৰ ভয় ॥ ১৭
ধৰ্ম্ম আচৰোক পাপ নকৰোক প্ৰাণী।
ঈশ্বৰৰ আজ্ঞা ইটো জানি বেদ বাণী ॥
সিজে মহাপাপ মাধৱৰ আজ্ঞাভঙ্গে।
ভুঞ্জায়ে যাতনা তাক যমে সেহি ৰঙ্গে ॥ ১৮
পৰ বিত্ত পৰ পুত্ৰ ভাৰ্য্যা যিটো হৰৈ।
অন্তকালে আসি দূতে পাসে বান্ধি ধৰৈ ॥
মহাভয় দেখাই তৰ্জ্জি গৰ্জ্জি দণ্ডে তাৰৈ।
বলে নিয়া তামিস্ৰ নৰকে তাক পাৰৈ ॥ ১৯
দূতৰ মূৰ্ত্তিক দেখি কাম্পে সৰ্ব্ব গায়।
ক্ষুধায়ে তৃষায়ে আতি কৰে আৰ্ত্তৰায় ॥
মহা পীড়া পাই মূৰ্চ্ছা যায় মন্দভাগী।
মৰি মৰি জীয়ে পুনাই যাতনাক লাগি ॥ ২০
ভাৰ্য্যাপুত্ৰ এৰি সুখে যিটো অহঙ্কাৰী।
স্বামীক বঞ্চিয়া খায় যিটো দুষ্টা নাৰী ॥
হাতে গলে বান্ধি বিষ্ঠা মূত্ৰে মুখ ভৰি।
ভয়ঙ্কৰ বলী দূতে দণ্ডে দুইকো ধৰি ॥ ২১
বিমুখে খাইলেক চৰায়ে সেহি পালে।
ঘোৰ অন্ধতামিস্ৰত পেলায়ে নিকালে ॥
গোৰ কাটা গাছ যেন পৰি থাকে আতি।
হোৱে অচেতন তাতে দূতে কৰে শাস্তি ॥ ২২
যিটো জনমতি আতি জগতকে মোসে।
নিজদেহ নিজ ভাৰ্য্যাপুত্ৰ মাত্ৰ পোষে ॥
সেহি পাপে ৰৌৰৱ নৰকে পৰে যাই।
ৰুৰু বল পশু বেঢ়ি মাংস ছিড়ি খায় ॥ ২৩

যিটো মন্দমতি আতি একোৱে নুবুজে।
ব্যৰ্থে পশু পক্ষা মাৰি সকুটুম্বে ভুঞ্জে ॥
মহা ৰৌৰৱত পৰে নাহিকে নিস্তাৰ।
কঙ্ক পশুগণে বেঢ়ি মাংস খাই গাৰ ॥ ২৪
যিটো জীয়া পশু পক্ষী ধৰি আনি বান্ধে।
নাকাটা নামাৰা কৰি জীৱন্ততে ৰান্ধে ॥
ধৰি যমদূতে তাক মেঘে যেন গৰ্জ্জে।
কুম্ভীপাকে তপত তেলত তাক ভাজে ॥ ২৫
পৰম অধম যিটো কৰে ব্ৰহ্মবধ।
কালসূত্ৰে পৰি হোৱে শৰীৰ দগধ ॥
অযুত যোজন মান মণ্ডল আকাৰ।
তপত তাম্ৰৰ খোলা দেখি চমৎকাৰ ॥ ২৬
তলত অগনি উপৰত সূৰ্য্যতাপে।
তাতে পৰি পোৰে ব্ৰহ্মবধী মহাপাপে ॥
উঠে পৰে শোৱে কতো ত্ৰাসতে লৰৰে।
ক্ষুধায়ে তৃষায়ে দেহা মূৰ্চ্ছা যাই পৰে ॥ ২৭
আঠ কোটি হাজাৰ বৎসৰ তাতে পোৰে।
তেবে ব্ৰহ্মবধ সিটো পুৰুষক ছাড়ে ॥
ভুঞ্জিয়া যাতনা জীৱে পাতেকত তবে।
জন্মান্তৰে আসি ক্ষয়ৰোগী হুয়া মৰে ॥ ২৮
বিনা আপদত যিটো নিজ ধৰ্ম্ম ছাড়ে।
যমদূতে ধৰি তাক অসিপত্ৰে পাৰে ॥
চাবুকে কোবায়ে আতি ত্ৰাসতে লৰৰে।
ছেদে অঙ্গ অসিপত্ৰে মূৰ্চ্ছা গৈয়া পৰে ॥ ২৯
ঘোৰ তাল বনপত্ৰ খুৰতৰ ধাৰ।
স্বধৰ্ম্ম ত্যাগীক কাটি কৰে খুন্দাখাৰ ॥
তেজি নিজ ধৰ্ম্ম পাষণ্ডৰ পাৰে গতি।
শুকৰ মুখৰ কথা শুনিয়ো সম্প্ৰতি ॥ ৩০
বিনা অপৰাধে দণ্ডে যিটো ৰাজা চণ্ড।
ব্ৰাহ্মণ সৱৰ শৰীৰত কৰে দণ্ড ॥
শূকৰ মুখত চেপি খুন্দাৱে সিকাৰ।
কলত আখিয়া যেন পেৰে কুশিয়াৰ ॥ ৩১
ডাঁস মস মাখি জোক পোক পকৰাৰ।
ঈশ্বৰে নিৰ্ম্মিল বৃত্তি কৰিবে আহাৰ ॥
পিৰস্তে গাৱৰ তেজ তাক যিটো মাৰে।
পৰে সিটো নৰ অন্ধকূপ অন্ধকাৰে ॥ ৩২
ডাঁসে মসে সৰ্পে তৈতে খায় তাক বেঢ়ি।
নাহি নিদ্ৰা আতি আৰ্ত্তৰাৱে পাৰে গেৰি ॥
কেঞ্চুঁক পিম্পৰা যেনমতে বেঢ়ি খায়।
ভুঞ্জে মহা যাতনা চেতন তাৰ নাই ॥ ৩৩
বলি বিশ্বদেৱ পঞ্চ যজ্ঞ ধৰ্ম্ম নিজ।
তাকে নিতে নকৰিয়া ভুঞ্জে যিবা দ্বিজ ॥
কাক সম সিটো সৰ্ব্বভক্ষ অনাচাৰ।
পৰে কৃমিভোজন নৰকে কুলাঙ্গাৰ ॥ ৩৪
ঘোৰ কৃমিকুণ্ড গোট লক্ষেক প্ৰহৰ।
ভুঞ্জে তাতে দুখ শত সহস্ৰ বৎসৰ ॥
কোটি কোটি পলু শৰীৰক বেঢ়ি খায়।
পলুবিনে তাহাৰ ভক্ষণ আন নাই ॥ ৩৫
ব্ৰাহ্মণৰ সুৱৰ্ণক যিটো চুৰি কৰে।
বিনা আপদত সামান্যৰ ধন হৰে ॥
সন্দংশ নৰকে যমদূতে পেলাই আনি।
ছিণ্ডে মাংস তপত সণ্ডাসে টানি টানি ॥ ৩৬
অগম্য গমন পাপ যি জনে আচৰে।
যিটো স্ত্ৰী অগম্য নৰে ৰতি কৰে ॥
লোহাৰ প্ৰতিমা অগ্নিবৰ্ণ কৰি তাৰে।
চাবুকে কোবাই নিয়া তাকে সাৱটাৱে ॥ ৩৭
জাতি অন্ত্যজাতিকো নবাছে মন্দমতি।
পৰ দাৰা পাপত সততে কৰে ৰতি ॥
পৰম লম্পট পাপী একোৱে নবাছে।
বান্ধে তাক বজ্ৰকূট শিমলিৰ গাছে ॥ ৩৮
গলত লগায়া জোল উপৰক টানে।
বাঢ়ি পাৱে আজুৰি তলক লাগি আনে ॥
শৰীৰৰ মাংস ছিণ্ডে নথাকে চেতনা।
কতবা বৰিষ ভুঞ্জে পাতকী যাতনা ॥ ৩৯

লাজ কাজ এৰি পশু যেন স্বেচ্ছাচাৰী।
যিটো মন্দমতি দ্বিজে হৰে পৰনাৰী॥
পৰে তেজ পুঁজ বিষ্ঠা মূত্ৰৰ সাগৰে।
সহস্ৰ বৎসৰ মানে তাকে ভুঞ্জি মৰে॥ ৪০
বেদৰ বিহিত বিনে মাৰে পশু হানি।
অন্তকালে যমদূতে তাকো পোতে আনি॥
বেঢ়ি কুঢ়ি খাই মাৰে নাহিকে নিস্তাৰ।
প্ৰাণনিবোধত ভুঞ্জে অনেক নিকাৰ॥ ৪১
ভূত প্ৰেত পূজি যিটো কাটে হংস ছাগ।
বৈশ্মহ নৰকে পৰৈ দূতে নেবৈ লাগ॥
কৰে খণ্ড খণ্ড তাক হাতে খাণ্ডা ধৰি।
দুখ ভুঞ্জিবাক লাগি জীয়ে মৰি মৰি॥ ৪২
যিটো নিজ ভাৰ্য্যাক ব্ৰাহ্মণ অনাচাৰ।
ক'মে মোহ হৈয়া কৰে মুখত শৃঙ্গাৰ॥
লালভক্ষ নৰকত পৰে পাপ কৰি।
পিয়ায়ে ৰেতস তাক যমদূতে ধৰি॥৪৩
গৃহদাহ কৰে যিটো বিষ দিয়া মাৰে।
লোৰে গ্ৰাম দেশ যিটো দুষ্ট দুৰাচাৰে॥
অসংখ্য কুকুৰে বেঢ়ি বজ্ৰ যেন দান্ত।
অন্তকালে কামুৰি আজুৰি ছিণ্ডে আন্ত॥ ৪৪
সাক্ষী হৈয়া সভাত অসত্য বোলে বাণী।
ক্ৰয় বিক্ৰয়তো মিছা মাতে যিটো প্ৰাণী॥
শতেক যোজন উপৰক নেই ধৰি।
শিলাত পেলায়ে দূতে হেঠ মুণ্ড কৰি॥ ৪৫
অবিচি নৰকে সিটো শুক্ল শিলাখণ্ড।
চূৰ্ণ হুয়ন্তে হোৱে পৰি পাপে কৰে দণ্ড॥
দুলাই দুলাই তুলিয়া পেলাৱে অধোমুখে।
নযাই প্ৰাণ তথাপি দুঃসহ মহাদুখে॥ ৪৬
বিপ্ৰ বিপ্ৰপত্নী যিটো কৰে সুৰাপান।
অন্তকালে যমদূতে ছুইবো লয়ে প্ৰাণ॥
চিতকৰি পেলাই জ্বলন্ত ধাতু তৰি।
পিয়ায়ে তপত লোহা জলময় কৰি॥ ৪৭
জন্ম কৰ্ম্ম গৰ্ব্বে যাৰ বাঢ়ে অহংকাৰ ঘোৰ।
বোলে মোত কৰি কোন বৰ আছে আৰ॥
সেহি পাপে ক্ষাৰকৰ্দ্দমত পৰে আতি।
ধৰি যমদূতে হেঠ মুণ্ডে কৰে শাস্তি॥ ৪৮
ভৈৰৱক পূজে যিটো মনুষ্যক মাৰি।
ডাইনী হৈয়া মনুষ্যক খাই যিটো নাৰী॥
অন্তকালে ৰাক্ষসে ৰুধিৰ পিয়ে তাৰ।
কৰে কিল কিল বুকে হানিয়া কুঠাৰ॥ ৪৯
বৃক্ষত বগাৱে পক্ষী মাৰে বিন্ধি কোলে।
তাকো যমদূতে ধৰি বসায়ে ত্ৰিশূলে॥
ক্ষুধায়ে তৃষ্ণায়ে আতি তাত প্ৰাণ যায়।
বজ্ৰদন্ত বকে কাকে তাৰ মাংস খায়॥ ৫০
লোকক লগায়ে ভয় যিটো মন্দমতি।
দণ্ডশূক নৰকত তাৰ হোৱে স্থিতি॥
পঞ্চম মুখায়া সৰ্পে তাক বেঢ়ি খায়।
এন্দুৰক যেনে চোবায়য় সৰ্পে পাই॥ ৫১
প্ৰাণীক নিবোধে যিটো গাঁত গহ্বৰত।
তাকো যমদূতে পোতে যমৰ পুৰত॥
বিষ-বহ্নি বিষৰ অনেক দেই যাক।
কল যেন পকায়ে নিগ্ৰহ কৰে তাক॥ ৫২
অতিথিক দেখি যিটো চক্ষু পকাই চায়।
ঠাই নাই বুলি চল চল কৰি ধায়॥
বজ্ৰদন্ত কাকে ভুঞ্জে চক্ষুক উভাৰি।
কঙ্ক বক গৃধ্ৰ উদৰৰ দোৱে নাড়ী॥ ৫৩
'মই ধনৱন্ত' কৰে অহংকাৰ ঘোৰ।
গৌৰৱত শঙ্কা যোৱো ধন নেই মোৰ॥
নেদে নাখায় বকে যেন পুতি ৰাখে বিত্ত।
কৰে যমদূতে তাক শাস্তি বিপৰীত॥ ৫৪
হাতে গলে তৰিত লগাৱে তাৰ জৰী।
ঢোল যেন চাৱে তাক জৰপুৰ কৰি॥
লাথি মাৰি কিঙ্কৰে ঘুৰায়ে বৰবাই।
পাৱে আৰ্ত্তবাৰ যেন দামুৰি হৰাই॥ ৫৫

যিটো জনে মনুষ্যৰ ভেদ কৰে মতি।
কৰিবাক নেদে যিটো হৰিত ভকতি॥
বৈতৰণী নদীত পেলাৱে দূতে ধৰি।
মল মুত্ৰ জল মাত্ৰ পিয়ে পেট ভৰি॥ ৫৬
হংস ছাগ পাৰ পক্ষী পোষে বিপ্ৰ হুই।
পূঁজ ময়া নদীত পেলাৱে অধো মুখী॥
পূঁজ বিনে নাহি আৰ তাহাৰ আহাৰ।
তাতে যমদূতে দেই ডাঙ্গৰ প্ৰহাৰ॥ ৫৭
ঘৰ পোষা পশু যিটো কৰে বলিদান।
পৰম অজ্ঞানী সিটো ৰাক্ষস সমান॥
যিকাৰ্য্যে কাটিলে বলি তাতো নাহি আশ।
চিৰকাল তম নৰকত কৰে বাস॥ ৫৮
পাচে পৰলোকে তাক সেহি পশু পাই।
কাটি কাটি শৰীৰৰ মাংস ছিণ্ডি খাই॥
মহা দুখে মূৰ্চ্ছা যাই শ্ৰুতি জ্ঞান হৰে।
চিৰকাল পাতকী যাতনা ভুঞ্জি মৰে॥ ৫৯
কু-কথা কহয় যিটো ত্যাজি হৰি কথা।
যত পুণ্য কৰি আছে সিয়ো হোৱে বৃথা॥
তম নৰকত পৰে দূতে ধৰি আনি।
জিহ্বাক উভাৰে কাকবজ্ৰ দণ্ডে হানি॥ ৬০
হেনয় নৰক আছে সহস্ৰ সংখ্যাত।
মুখ্য মুখ্য বাছি কিছু কহিলো তোমাত॥
সকলে নৰক পাপী ভুঞ্জে অনুক্ৰমে।
মহাভয়ঙ্কৰ ৰূপে দণ্ডি কৰে যমে॥ ৬১
সমস্তে যাতনা পাপী ভুঞ্জে মন্দভাগী।
লৈয়া শেষ পাপ আসে পৃথিবীক লাগি॥
হোৱে তৃণ-বন-কীট কতোহো বিতাৰ।
ভুঞ্জে পাপী জনে ইটো পৰম নিকাৰ॥ ৬২
পুণ্য কৰি প্ৰাৱে স্বৰ্গ তৈতো অন্ত নাই।
কেতিক্ষণে পৰো পৰো ভয়ে ধাতু যাই॥
পুণ্য ক্ষয় তৈলে পৰে বিমানৰ হন্তে।
লাগ ধৰি আনে বলি পথতে কাটন্তে॥ ৬৩
নাৰকী স্বৰ্গৰো কাৰো কৈতো নাহি স্বস্থ।
ঘোৰ তাপময় ইটো পাপ পুণ্য পথ॥
শতকোটি জন্ম জীৱে কৰে আয়াযাত।
একোমতে দুষ্টৰ কাৰণ নেৰাই হাত॥ ৬৪
সংসাৰ চক্ৰৰ জানিবাহা এহি গতি।
কহিলো সমস্তে ইটো তোমাত নৃপতি॥
আউৰ কিবা শুনিতে তোমাৰ আছে মতি।
আৱে পৰীক্ষিত তুমি পুচিও সম্প্ৰতি॥ ৬৫
শুনা সভাসদ পদ মহাভাগৱত।
নিকটতে আছে ঘোৰ মৰণ আপদ॥
নৰকৰ নিকাৰ শুনন্তে ধাতু যায়।
কেনে সুখে নিদ্ৰা আসে নিচিন্তা উপায়॥ ৬৬
দিনে দিনে টুটে আয়ু কৈত যাই প্ৰাণ।
কোন দিনে দূতে ধৰে নাহি তাৰ ঠান॥
পিতৃ মাতৃ তনয় আগতে মৰি যায়।
কিনো অন্ধ তথাপি চেতন জ্ঞান নাই॥ ৬৭
উমান নপাৱে কাল অজগৰে গিলে।
ধন জন জীৱন যাইবেক এক তিলে॥
মৰিবাক লাগে যাৰ তাৰ আন কায।
মোৰ মোৰ বোলে কিনো নিঃশঙ্ক নিলাজ॥৬৮
নিচিন্তি নাথাকা কালে ধৰিলেক পৰা।
কৃষ্ণত বিমুখ যিটো জীৱন্তে মৰা॥
জানি পাপ সাগৰ তৰিতে কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ৬৯

---

পাপৰ প্ৰায়শ্চিত্ত

ছবি

পৰীক্ষিত নৃপে পাছে পুছন্ত শুকত কথা
শুনা ব্যাসসুত মহামুনি।
শুনন্তে যমৰ লোক মহা ভয় পাইলে মোক
ঘোৰ নৰকৰ কথা শুনি॥

যতেক সুধিলো মানে কহিলা সকলে কথা
শুনিলো পৰম অনুৰাগে।
শুনন্তে যমৰ পুৰী কম্পে হিয়া ভৰভৰি
মনে মোৰ মহা চিন্তা লাগে॥ ৭০
কিমতে নপৰে সিটো ঘোৰ নৰকত নৰে
কহিয়োক তাহাৰ উপায়।
হেনবা বুলিবা আগে কৰিবেক প্ৰায়শ্চিত্ত
তেবে সিটো যাতনা এৰাই॥
তাকো নেদেখোহো হিত যদি কৰে প্ৰায়শ্চিত্ত
তথাপি ওপজে সেহি পাপ।
এতেকে জানিলো মিছা প্ৰায়শ্চিত্ত কৰি মৰে
নতৰয় যাতনাৰ তাপ॥ ৭১
জানিলো ৰাজায়ে দণ্ডে মৰিলে নৰকে পৰে
আক জানি পাতক আচৰে।
তৰি প্ৰায়শ্চিত্তধিক হেন জানা পাতকীক
কোন প্ৰায়শ্চিত্তে শুদ্ধি কৰে॥
যেন ধুৱাই তোলে হাথী ছুনাই লয়ে কুটামাটি
শৰীৰত বান্ধে পাপ মল।
কেহো বেলা এৰে পাপ কেহো বেলা কৰে তাপ
প্ৰায়শ্চিত্ত এতেকে নিস্ফল॥ ৭২
জানিলোহোঁ অৱগাই পাপৰ চিকিৎসা নাই
নৰকত পৰিবে নিশ্চয়।
একো পাৰ নপাওঁ গুণি ছেদিও আপুনি মুনি
মোৰ মহা মনৰ সংশয়॥
জাতি অন্ত্যজাতি আতি সবাকো পৱিত্ৰ কৰে
সমস্তে প্ৰাণীৰ মনোনীত।
আতি অপ্ৰয়াসে তৰে সকল পাতক হৰে
কহিও হেনসে প্ৰায়শ্চিত্ত॥ ৭৩

---

ছবি

শুক নিগদতি শুনা কুৰুপতি
পৰম তুমি মহন্ত।
নপশি ক্ষুধাকো কৃষ্ণৰ কথাত
কৰিলা চিত্ত একান্ত॥
যি কথা পুচিলা তাহাৰ সিদ্ধান্ত
শুনা সাৱধান চিত্তে।
পাপক সমূলি গুচাইবে নপাৰে
জানা কৰ্ম্ম প্ৰায়শ্চিত্তে॥ ৭৪
অজ্ঞানী যতেক প্ৰায়শ্চিত্ত কৰৈ
শাস্ত্ৰৰ সম্মত চাই।
পাপক মোহয় বীজ সুগুচয়
উপজে পাপ ছুনাই॥
জ্ঞানেসে জানিবা মুক্ত প্ৰায়শ্চিত্ত
ছুক্কৰ জ্ঞানৰ পথ।
পৰম সুলভ যিটো প্ৰায়শ্চিত্ত
শুনা আৰে মহাৰথ॥ ৭৫
লয়ে মাত্ৰ এক শৰণ কৃষ্ণত
আন জেৱে নাহি মতি।
তপ ধৰ্ম্ম সৱে এৰিয়া কৃষ্ণত
কেৱলে কৰে ভকতি॥
হেনয় বিৰল ভকত সকলে
সমস্ত পাপক মোহে।
প্ৰচণ্ড আদিত্যে যেন জগতৰ
তিমিৰ নিশেষে শোহে॥ ৭৬
জাতি অন্ত্যজাতি পাতকীয়ো তৰে
হেনসে হৰি ভকতি।
কোটি প্ৰায়শ্চিত্ত কৰিয়া কৰ্ম্মীৰ
তৰিবে নাহি শকতি॥
আচন্তোক কৃষ্ণ ভকতৰ সেৱা
কৰি যেন শুদ্ধ হুই।

পৰম জ্ঞানৰ পথ পায়া যৱে
সিমন্ত পৱিত্ৰ মুই ॥ ৭৭
জ্ঞানৰ পথত নাহিকে সহায়
কৰ্ম্মত বিঘিনি ভয় ।
ভকতি পথত ঈশ্বৰ ৰক্ষক
জানিবা ৰাজা নিশ্চয় ॥
জ্ঞান কৰ্ম্ম একো অপেক্ষা নকৰি
কেৱলে ভকতি তাৰে ।
ভকতি সহায় নলৈ জ্ঞান কৰ্ম্মে
কৰিবে কিছু নুৱাৰে ॥ ৭৮
হৰিত ভকতি যি জনে নকৰে
পৰম মলিন বুদ্ধি ।
কৰৈ প্ৰায়শ্চিত্ত কোটি শত যদি
তথাপি নুহিকে শুদ্ধি ॥
যেন সুৰা ভাণ্ড সমস্তে তীৰ্থত
পখালিসে পাৱে দুখ ।
নাহিকে কিঞ্চিতো পৱিত্ৰ তথাপি
হেনয় হৰি বিমুখ ॥ ৭৯
একবাৰ মাত্ৰ কৃষ্ণ চৰণত
কৰিলে মন নিবেশ ।
এতেকে সকলে ভৈল প্ৰায়শ্চিত্ত
গুচিল পাপ নিঃশেষ ॥
যমৰ দূতক স্বপ্নতো নেদেখৈ
এৰাইলে কালৰ হাত ।
হৰি ভকতিৰ অপ্ৰয়ে নিস্তাৰে
কহিলো সবে সাক্ষাত ॥ ৮০
পৰম জ্ঞানৰ কৰ্ম্মত কৰিয়া
ভকতিসে শ্ৰেষ্ঠ আতি ।
ভকতি কৰিলে পৰম পৱিত্ৰ
হোৱে মহা অন্ত্যজাতি ॥
ভকতিত যত মহা গুণ আছে
কোনে কহি পাৱে সীমা ।
শুমা পুৰাতন কথা পৰীক্ষিত
আশ্চৰ্য্য আৰো মহিমা ॥ ৮১

---

ছবি

শুনিয়োক সৰ্ব্বজন ভকতিসে মহাধন
আন জপ যজ্ঞ ধৰ্ম্ম ধান্দা ।
ভকতিসে নিজমাতা ভকতিসে গতি দাতা
জানি ভকতিক গলে বান্ধা ॥
ভকতিত দিয়া মতি ভকতিত কৰা ৰতি
ভকতিসে পৰলোক হিত ।
কৰিও ভকতি নিত হেনসে ভকতি হিত
মৰণতো নেৰৈ কদাচিত ॥ ৮২
কৃষ্ণেসে পৰম দেৱ কৃষ্ণক কৰিয়ো সেৱ
কৃষ্ণত সৰ্ব্বদা দিয়া মতি ।
আছে হৃদি পদ্ম মাজে ঈশ্বৰ কৃষ্ণত বাজে
আন কোন দেৱে দিব গতি ॥
কৃষ্ণৰেসে সবে মায়া ইটো ধন জন জায়া
আক তেজি ভজিয়ো কৃষ্ণত ।
কৃষ্ণত ভকতি বিনে আন কৰ্ম্মে কোন জনে
তৰিবেক দুৰ্ঘোৰ কলিত ॥ ৮৩
শুনিয়োক সাধুজন কৰা সাৱধান মন
সমীপ পাইলেক কালসৰ্প ।
ইটো আয়ু ব্যৰ্থ নিলে ভাঙ্গিবেক একেতিলে
ইসব বিষয় মহা দৰ্প ॥
ঠৰ হুইৰ হাত ভৰি থাকিবাহা দাত্ত ভৰি
যাব জীৱ দূতৰ হাতত ।
ইসব অৱস্থা কেনে সদায়ে নপৰে মনে
এতো নাহি চেতনা শাৰত ॥ ৮৪
পৈলে ঘোৰ যমপুৰ সবে বুদ্ধি হৈবে চুৰ
লোহাৰ ডাঙ্গৰ কোৰ পাই ।

দূতে জড়পুৰ কৰি বান্ধিবে চাৰৰ জৰী
বাধ বোলন্তাও তৈত নাই ॥
জানি এৰা আন মতি ভকতিত কৰা ৰতি
মুখত নেৰিবা হৰি নাম।
কেনে আছা বাট চাই ইটো আয়ু ব্যৰ্থে যায়
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৮৫

---

অজামিলৰ পূৰ্ব কথা

পদ

শুক নিগদতি ৰাজা চিত্ত কৰা স্থিৰ।
আচৰ্য্য মহিমা কিনো হৰি ভকতিৰ ॥
আছে যত যত যজ্ঞ ধৰ্ম্ম সংসাৰৰ।
জানিবাহা সবে হৰি নামৰ কিঙ্কৰ ॥ ৮৬
পুণ্য অৰণ্যত হৰি নাম মহা সিংহ।
পলাই পাপ হস্তী যেন শুনি তাৰ বিঙ্গ ॥
হৰি নামে খেদাৱে পাপৰ পুৰি নাই।
কৃষ্ণ বিমুখত সবে হৱে এক ঠাই ॥ ৮৭
পৰম পাতকী যিটো আতি অনাচাৰী।
সিয়ো ভকতক ৰক্ষা কৰন্ত মুৰাৰি ॥
চতুৰ্ভুজ ৰূপে পাৱে বৈকুণ্ঠ নগৰ।
আচৰ্য্য মহিমা কিনো হৰিৰ নামৰ ॥ ৮৮
নাহি প্ৰায়শ্চিত্ত হৰি নামৰ সমান।
শুনা পূৰ্ব্ব কথা অজামিল উপাখ্যান ॥
নামৰ আভাসে কৰে পাপক উৎসাদ।
শুনা বিষ্ণুদূত যমদূতৰ সম্বাদ ॥ ৮৯
কণৌজ পুৰত এক ব্ৰাহ্মণ আছিল।
আতি অনাচাৰ দ্বিজ নাম অজামিল ॥
পৰম বেশ্যাৰ সঙ্গ পণ্ডিত পাপিষ্ঠ।
কৰিলেক মহন্তক অনেক অনিষ্ট ॥ ৯০

বৃদ্ধ পিতৃ মাতৃ যত তেজিলে ভাৰ্য্যাক।
সকল সৰ্ব্বস্ব দিয়া ভজিলে বেশ্যাক ॥
জাতিকুল কৰ্ম্ম মানে সমস্তে ত্যাজিল।
বেশ্যাৰ গৰ্ভত দশ পুত্ৰ উপজিল ॥ ৯১
কনিষ্ঠ পুত্ৰৰ থৈলা নাৰায়ণ নাম।
ভাৰ্য্যা পুত্ৰ পুসিবাৰ মাত্ৰ কৰে কাম ॥
খেলে জুৱা পাশা মিছা মাতে অহঙ্কাৰী।
চুৰি কৰি দেই ডকা মনুষ্যক মাৰি ॥ ৯২
স্ত্ৰীবধ ৰাজবধ একোয়ে নছাড়ে।
তাইক মাত্ৰ পোষে আনি যত বিত্ত পাৱে ॥
যি দিনা নপাৱে ধন বেশ্যা পাৱে গালি।
থাকে সৰ্ব্বদায়ে দ্বিজ তাইৰ আশা পালি ॥ ৯৩
তাই ভৈল তপ জপ যজ্ঞ ধৰ্ম্ম ধ্যান।
সপোনতো বেশ্যা বিনে নিচিন্তয় আন ॥
হেন পাপ নাছিল দ্বিজত নিসিজিল।
দুষ্টৰ প্ৰসঙ্গে নষ্ট ভৈল অজামিল ॥ ৯৪
জাতিত ব্ৰাহ্মণ সিটো কৰ্ম্মত চাণ্ডাল।
ভাৰ্য্যা পুত্ৰ পোষন্তে অনেক গৈল কাল ॥
ভৈল অষ্টাধিক আশী বৰিষ প্ৰমাণ।
বৃদ্ধ বয়সত তাৰ সুপুজিল জ্ঞান ॥ ৯৫
আউৰ একো কৰ্ম্ম কৰিবেক সাধ্য নাই।
কনিষ্ঠ পুত্ৰক মাত্ৰ থাকে উমলাই ॥
প্ৰাণতো অধিক সিটো পুত্ৰ নাৰায়ণ।
মিলে সুখ শুনি তাৰ মধুৰ বচন ॥ ৯৬
তাতে মন মজিল দ্বিজৰ সমুদায়।
পৰম কৌতুকে তাৰ লীলা থাকে চায় ॥
খুৱায়ে খুৱাৱে মহা স্নেহে নিতে তাকে।
আসা নাৰায়ণ বুলি ৰাত্ৰি দিনে ডাকে ॥ ৯৭
উঠা নাৰায়ণ হেৰা বৈসা নাৰায়ণ।
ভুঞ্জা নাৰায়ণ বুলি তাকে সৰ্ব্বক্ষণ ॥
প্ৰাণ পশি আছে সিটো কনিষ্ঠ পুত্ৰত।
নাৰায়ণ বিনে নাহি আন মুখত ॥ ৯৮

সৰ্ব্বদায়ে থাকে মন পুত্ৰত সমূলি।
সপোনতো মাতে সিটো নাৰায়ণ বুলি॥
ক্ষণে ক্ষণে মন তাৰ তনয়তে পৰে।
সপোনে সচিতে নাৰায়ণ নাম স্মৰে॥ ৯৯
ভৈল সিটো পুত্ৰত বিপ্ৰৰ আসকতি।
নাজানিলা আয়ু আসি ভৈলা সমাপতি॥
নিলেক বয়স পুত্ৰ স্নেহে আলে জালে।
বিফলে জনম গৈল পাইলে অন্ত কালে॥ ১০০

বিষ্ণুদূতৰ প্ৰশ্নত যমদূতৰ ধৰ্মলক্ষণ আৰু অজামিলৰ পাপ কথন

ভৈলা আসি বিপ্ৰৰ মৰণ সন্নিহিত।
তিনি গোটা যমদূত আগে উপস্থিত॥
ভয়ঙ্কৰ দেহা যেন আঙ্গাৰৰ পুঞ্জ।
ৰঙ্গা দুই চক্ষুক পকাৱে যেন গুঞ্জ॥ ১০১
যেন পোৱা শিৰিষ ভয়ঙ্কৰ বাহু।
খেদি আসি আছে যেন তিনি গোটা ৰাহু॥
এক হাতে ডাঙ্গ আউৰ হাতে পাশ জৰী।
শৰীৰৰ ৰোম আছে স্বভাৱে সিহৰি॥ ১০২
বিকট পিঙ্গট দেহা কুৰূপ সৰ্ব্বাঙ্গ।
ভেঙ্গুৰা ভেঙ্গুৰী ভৰি থূলস্তৰ জঙ্ঘা॥
প্ৰচণ্ড বতাস যেন নাকৰ উসাস।
গুলমিলে পেট যেন বৰ মৌৰ বাস॥ ১০৩
বক্ৰাকাৰ মুখ অতি বিকৃত কুৰূপ।
নাক দন্ত সাক্ষাতে দেখি অন্ধকূপ॥
উচ্চল দশনে আছে অধৰ কামুৰি।
দেখিয়া দ্বিজৰ যেন ধাতু গৈল উৰি॥ ১০৪
মোক নিবে আইল ইটো তিনি যমদূত।
পাইলে অন্তকালে ভয় ভৈল অদভুত॥
কাম্পে তনু দ্বিজে তেজিলেক মলমূত্ৰ।
হা কৈক গৈলা মোৰ নাৰায়ণ পুত্ৰ॥ ১০৫
এতেক বোলন্তে দূতে ধৰিল বিপ্ৰক॥
জৰদৰ পৰা আনে আজুৰি জীৱক॥
মহা পীড়া পায়া বিপ্ৰ ভৈলা অচেতন।
দিলা আৰ্ত্তবাৰে ৰিং আস নাৰায়ণ॥ ১০৬
জীৱ বাজ কৰি ভৰাই যাতনা দেহাত।
দিলে পিঠি ফটা বান্ধ কৰি পাছ হাত॥
লগাই দোল গলত চামৰ জৰী আনি।
নৰকত আজুৰি নেই পেলাইবে টানি॥ ১০৭
সেহি বেলা চাৰি বিষ্ণু দূত ভ্ৰমে সুখে।
কৃষ্ণৰ কীৰ্ত্তন শুনে মৰন্তাৰ মুখে॥
তাক পীড়া কৰে কোন অধম পামৰে।
এহি বুলি খেদি গৈলা চাৰি সিদ্ধবৰে॥ ১০৮
মৰন্তে লৈলেক নাম তাকো কৰে দণ্ড।
ৰহ ৰহ চক্ৰে কাটি কৰো খণ্ড খণ্ড॥
আমাৰ প্ৰভুৰ নাম লৈলে হুয়া ত্ৰাস।
নাহি ভয় বুলি সবে তেজিলা আটাস॥ ১০৯
ভকতক পীড়া পাইলে পৰম আপদে।
পৰন সঞ্চাৰে পাইলে চাৰি পাৰিষদে॥
ছাড় ছাড় বিপ্ৰক পাৰন্তে আসে গেৰি।
কোবাবে লাগিলা দূত সমস্তক বেঢ়ি॥ ১১০
চাপৰ চুলাৰি ঘৰাকাতিৰ প্ৰহাৰ।
চৰৰতে দুই গাল ভৈলা ভিণ্ডাকাৰ॥
কেহো কিল মুকুতি লাঠিৰ দিলা চোট।
গদাৰ কোৰত পিঠি ভৈলা গোটাগোট॥ ১১১
অনেক কাতৰ কৰে দূতে গেৰি পাৰি।
কৌতুকে হাসন্ত তাক দেখি সিদ্ধচাৰি॥
নমাৰি এৰিলা প্ৰাণে ভয় দেখাই বৰ।
হাতৰ এৰাই তিনি দূতে দিলা লৰ॥ ১১২
মাৰণৰ ত্ৰাসে তিনি যমৰ কিঙ্কৰ।
দ্বিজক এৰিয়া ভৈলা তেখনে অন্তৰ॥
পলাই গৈলা কতো দূৰ পাছুক চাহন্তে।
মাটিত পৰিয়া পাছে থাকিলা কেকান্তে॥ ১১৩
কাঢ়ে খৰ উসাস ত্ৰাসেন্তে নিশবদে।
পাছে কৃপাময় সিটো চাৰি পাৰিষদে॥

দেখায়া দ্বিজক মহা ৰূপ মনোহৰ।
চক্রে কাটিলেক বান্ধ হাতৰ পাৰৰ ॥ ১১৪
যমৰ দূতৰ হাত এৰাই অজামিল।
পুনৰপি সেহি শৰীৰতে প্রবেশিল ॥
দেখে আতি আশ্চৰ্য্য বিস্ময় হৈয়া আছে।
যমৰ দূতৰ কথা শুনিওক পাছে ॥ ১১৫ ॥
পায়া পীড়া দূত গৈলা দূৰক অন্তৰি।
মহাভয়ে কম্পয় দূতৰ হাত ভৰি ॥
কতো বেলি সুস্থ হৈয়া ভয়ে নমাই মাথ।
কোন তুমি সব বুলি পুছে জুৰি হাত ॥ ১১৬
তুমি সব কোন কৈৰ পৰা আছা আসি।
তোমাৰ ঈশ্বৰ কোন কহিয়ো প্রকাশি ॥
কেনে ভঙ্গ কৰা ধৰ্ম্ম ৰাজাৰ আজ্ঞাক।
কোন অপৰাধে ক্রোধ কৰিলা আমাক ॥ ১১৭
দেৱ বিদ্যাধৰ হেন বুলিতে নপাৰি।
সিদ্ধতো উত্তম দেখো তুমি সব চাৰি ॥
নজানিসে পুচো কোপ ক্ষেমিয়ো আপুনি।
হেন ৰূপৱন্ত নতো দেখি নতো শুনি ॥ ১১৮
সবে শ্যাম তনু তাতে শোভে পীতবাস।
নৱীন মেঘত যেন বিজুলী প্রকাশ ॥
উজ্জ্বল নয়ন যেন চন্দ্রৰ মণ্ডল।
শিৰত কিৰীটি কর্ণে মকৰ কুণ্ডল ॥ ১১৯
পদ্ম পত্র সম সবে আয়ত লোচন।
অমৃত অধিক শ্রৱে মধুৰ বচন ॥
ললাতত অলকা তিলকে কৰে কান্তি।
সুন্দৰ দশন শোভে মুকুতাৰ পান্তি ॥ ১২০
উন্নত নাসিকা যেন জ্বলে তিল ফুল।
বন্ধুলিতোধিক যেন অধৰ বাতুল ॥
সবে নৱ বয়স সর্ব্বাঙ্গ সুকুমাৰ।
বহল হৃদয়ে শোভে হাৰ মুকুতাৰ ॥ ১২১
জ্বলে ঝিলি মিলি যেন অগনিৰ জালা।
আপাদ লম্বিত গলে জ্বলে বনমালা ॥
চৰণ পদ্মত জ্বলে ৰত্নৰ নুপূৰ।
চাৰি চতুৰ্ভুজ জ্বলে কঙ্কণ কেয়ূৰ ॥ ১২২
শৰীৰৰ কান্তি অতি জ্বলে দিগপাশ।
কতবা সূৰ্য্যৰ যেন জ্যোতিৰ প্রকাশ ॥
জানিলোহোঁ তুমি সব পুৰুষ মহন্ত।
আমি তোমাসাৰ ৰূপ বৰ্ণাই নপাওঁ অন্ত ॥ ১২৩
জানা ধৰ্ম্ম ৰাজাৰ কিঙ্কৰ আমি আতি।
তাহান আদেশে অধৰ্ম্মীক কৰো শাস্তি ॥
পৰম পাতকী ইটো বিপ্র মন্দ ভাগী।
বান্ধি নেও নৰকত পেলাইবাক লাগি ॥ ১২৪
কি কাৰণে বান্ধ কাটি ৰাখিলা ইহাক।
কৰিলাহা কোপ হেন কিসক আমাক ॥
একো নাজানিলো তুমি সবে বুজায়োক।
ৰাজাৰ আগত গৈয়া কহিবাৰ হৌক ॥ ১২৫
এতেক বুলিয়া যমদূত নিশবদ।
অন্যে অন্যে আলোচন্ত চাৰি পাৰিষদ ॥
কোনবা অধৰ্ম্মী মহাধৰ্ম্মী কোনজন।
একো নজানই পাপ পুণ্যৰ লক্ষণ ॥ ১২৬
জানিলোহোঁ ইটো তিনি চৌৰ ভয়ঙ্কৰ।
ভয়তে বোলয় ধৰ্ম্ম ৰাজাৰ কিঙ্কৰ ॥
ভকতক ধৰৈ কিনো পৰম অজ্ঞান।
দিলা এহি বুলি চাৰি সিদ্ধে সম্বিধান ॥ ১২৭
শুন অৰে যমদূত আমাৰ উত্তৰ।
যদি সত্যে হোস ধৰ্ম্ম ৰাজাৰ কিঙ্কৰ ॥
কোন পৰমাৰ্থ ধৰ্ম্ম শাস্ত্রত বিহিত।
কোন মহাধৰ্ম্ম কহিয়োক যথোচিত ॥ ১২৮
মনুষ্য লোকত তোৰ কাত অধিকাৰ।
কিবা কৰ্ম্মীমানে সৱে পৰায়া তোমাৰ ॥
কোনবা পাপীক নেস যমৰ পুৰীক।
কেনবা প্রকাৰে দণ্ড কৰা পাতকীক ॥ ১২৯
জানা যেৱে যমদূত দিয়োক সিদ্ধান্ত।
এহি বুলি মৌন ভৈলা চাৰিও মহন্ত ॥

হেন শুনি মনে গুণি যমৰ কিঙ্কৰ।
যেন জানে দিবে লৈলা তাহাৰ উত্তৰ ॥ ১৩০
শুনা সভাসদ মহাভাগৱত কথা ॥
ইহেন মনুষ্য জন্ম নকৰিবা বৃথা ॥
কেন্তিক্ষণে ধৰে কালে তাৰো নাহি থিত।
আৰকি মনুষ্য হৈবা ভাৰত ভূমিত ॥ ১৩১
দেৱৰ বাঞ্ছিত ভাৰতৰ নৰ কায়া।
পুণ্য বলে পাইলা ঈশ্বৰৰো ভৈল দায়া ॥
আক বৃথা কৰা কেনে বিষয়ৰ ভোলে।
বেচা চিন্তামণি জন্ম ছাৰ কাঞ্চ মোলে ॥ ১৩২
চোৰাতক লৱে এৰি মলয়া চন্দন।
আন দেৱ সেৱে এৰি দৈৱকী নন্দন ॥
স্মৰণ মাত্ৰকে যাক তৰয়ে সংসাৰ।
হেনয় সুহৃদ দেৱ কৈত পাইবা আৰ ॥ ১৩৩
পৰম ঈশ্বৰ আত্মা বান্ধৱ সাক্ষাত।
প্ৰত্যেকে আছয় হৰি সবাৰ হিয়াত ॥
এক চিত্তে চিন্তা তান চৰণ কমল।
লৱা ৰাম নাম মহা মৰণ সমল ॥ ১৩৪
ঘোৰ পৰলোকে আন নাহিকে সহায়।
পৰম সুহৃদ একে নামত বিনায় ॥
জানিয়া যতনে তৰিবাৰ কৰা কাম।
পাতেক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ১৩৫

---

লুলড়ী

অনন্তৰে তিনি যমদূত বোলে
শুনিয়ো সবে মহন্ত।
আমি মহা মূঢ় তোমাসাৰ আগে
দিবোহো কিবা সিদ্ধান্ত ॥
তথাপি যচন্ন পাৰি যেন জানো
কহো শুনা বিজ্ঞমান।
জানা জগতৰ যত মহা পুণ্য
সবাৰো বেদে প্ৰমাণ ॥ ১৩৬
বেদে বিহে যাক তাক বুলি ধৰ্ম্ম
তপ জপ যজ্ঞ যাগ।
বেদৰ নিষিদ্ধ যত কৰ্ম্ম মানে
জানা সেহি মহা পাপ ॥
বেদৰ বিহিত সততে আচৰে
সেহিজন পুণ্যৱন্ত।
বেদৰ নিষিদ্ধ কৰে যিটো নৰে
সেহিটো পাপী অত্যন্ত ॥ ১৩৭
চাৰিও জাতিৰ যেন ধৰ্ম্ম তাৰ
বেদে দিয়া আছে সীমা।
যিহেতু বেদেসে প্ৰমাণ ধৰ্ম্মৰ
বেদৰ শুনা মহিমা ॥
যিটো নাৰায়ণ পৰম ঈশ্বৰ
পুৰুষ মহা মহন্ত।
ব্ৰহ্মাদিকো যিটো স্ৰজন্ত পালন্ত
প্ৰলয়ত সংহৰন্ত ॥ ১৩৮
তাহান পৰম নিশ্বাসতে আসি
আপুনি ওপজে বেদ।
এতেকে পৰম প্ৰমাণ বেদেসে
দিয়া আছে পৰিচ্ছেদ ॥
বেদে বিহে যাক জানিবা সকলে
কৃষ্ণৰেসে আজ্ঞা বাণী।
তাক ভঙ্গ কৰে যিটো মহা পাপী
তাকে কৰো দণ্ড আমি ॥ ১৩৯
হেনৰা বুলিয়া ইটো বিপ্ৰে পাপ
কৰিলে কিমতে দেখা।
আছে চৈধ্য জন সাক্ষী মনুষ্যৰ
শুনা দেও তাৰ লেখা ॥
দিণ শশী সূৰ্য্য আকাশ অৱনি
স্বৰ্গ মৰ্ত্ত্য দিন ৰাতি ॥

কাল জল বায়ু ধৰ্ম্ম মহী এহি
চৈধ্য সাখী দেখে আতি ॥ ১৪০
মহা গোপ্য পাপ কৰি বোলে মোক
নেদেখিলে একোজনে।
আপোন থানত থাকি ধৰ্ম্ম ৰাজা
সকলো জানন্ত মনে ॥
আমাক পাঞ্চন্ত পাপ অনুসাৰে
কৰো দণ্ড ধৰি আনি।
অনুক্ৰমে সবে ভুঞ্জান্ত যাতনা
আছে কৰ্ম্মী যত প্ৰাণী ॥ ১৪১
পুণ্য আচৰণে পাতক ওপজে
যিহেতু নাহিকে দান।
নিচিনি আমাক সদায়ে জীৱৰ
দেহত কৰে সন্ধান ॥
আপোনাৰ কৰ্ম্মে আপোনাক বান্ধে
নাজানে মোক্ষ উপায়।
কোটি কোটি জন্ম সংসাৰত ভ্ৰমে
যাতনা ভুঞ্জে সদায় ॥ ১৪২
প্ৰকৃতিৰ সঙ্গে সকলো জীৱৰ
ভৈল বিপৰ্য্যয় বুদ্ধি।
কৰে যজ্ঞ জপ তপ তীৰ্থ স্নান
তথাপি নাহিকে শুদ্ধি ॥
ইসবৰ সঙ্গ নৈলে ক্ষণেকতে
সকলে পাতক খণ্ডে।
পৰম যাতনা নিকাৰক তবে
অক্ষয় পুণ্যক সাধে ॥ ১৪৩
দেৱৰ দেৱতা পৰম ঈশ্বৰ
ভকতিত নাহি দুখ।
কিনো অল্প লোক যাতনাত মৰে
হৰিত হুয়া বিমুখ ॥
এতেকে পাপীক দণ্ড কৰিবাক
পাঞ্চন্ত সবে আমাক।

ইটো অজামিল যিটো মহা পাপ
কৰি আছে শুনা তাক ॥ ১৪৪

---

হৰি

ইটো দ্বিজ অজামিল মহা পুণ্য কৰ্ম্মশীল
আছিলে পূৰ্ব্বত ধৰ্ম্ম মতি।
সমস্তে প্ৰাণীৰ হিত গুৰু অগ্নি অথিতিত
কৰিলেক অনেক ভকতি ॥
সৰ্ব্ব গুণে অলঙ্কৃত পৰম করুণাচিত্ত
বৃদ্ধ পিতৃ মাতৃত ভকত।
নিত্য পাঠ নাহি আৰ নেৰিলেক সদাচাৰ
বেদ শাস্ত্ৰ সবাতে পাৰ্গত ॥ ১৪৫
দিনেক দ্বিজক আনি পিতৃ বুলিলেক বাণী
অজামিল অৰণ্যক চল।
পূজিবো দেৱতা হৰি আনিও যতন কৰি
যজ্ঞ কাষ্ঠ পুষ্প পত্ৰ ফল ॥
পিতৃ বাক্য শিৰে লৈয়া অৰণ্যে চলিলা গৈয়া
পাইলা সবে পূজাৰ সম্ভাৰ।
উলটি আসন্তে পাছে দেখন্তে পথতে আছে
মনোহৰ মন্দিৰ বেশ্যাৰ ॥ ১৪৬
চাইলা পাছে চক্ষু মেলি পুৰুষে কৰয় কেলি
বেশ্যা সমস্তিতে মহাৰঙ্গে।
মদ্যপানে হুয়া মত্ত শৃঙ্গাৰৰ ভাব যত
দৰশে সুন্দৰী ৰূপ অঙ্গে ॥
শিথিল কৰিলা বস্ত্ৰ প্ৰহাৰে কটাক্ষ অস্ত্ৰ
হাসি সুললিত গাৱে গীত।
ৰমণী এৰিলা ব্ৰীড়া কৰে কতো কাম ক্ৰীড়া
সিটো পুৰুষৰ ৰঞ্জি চিত্ত ॥ ১৪৭
ভোল হুয়া কাম সুখে সিটো কামিনীৰ মুখে
দেই ধৰি পুৰুষে চুম্বন।

কুঙ্কুমে লিপিত দুই বান্ধ মেলি মোহ হুই
ঘনে ঘনে দেই আলিঙ্গন ॥
দোঁখ দ্বিজে সচকিত কাম বাণে জৰ্জ্জৰিত
তেখনে মিলিল ভিন্ন ভাব।
পাসৰিল নিজ কৃত্য ৰমণী মুহিল চিত্ত
মদনে কম্পিত সৰ্ব্ব গাৱ ॥ ১৪৮
কৰিলে অনেক যন্ত্ৰ উচ্চৰিয়া বেদ মন্ত্ৰ
তথাপিতো থিৰ নুহি মন।
ধৰিলা মদন গ্ৰাহে কামানলে হৃদি দহে
ভৈলা সিটো বিপ্ৰ অচেতন ॥
ধৈৰ্য্য ধৰি ধৰে ধ্যান তথাপি নেদেখে আন
বেশ্যা বিনে সিটো অজামিল।
নিজ কৰ্ম্ম এৰি পাছে পিতৃ বিত্ত যত আছে
সবে দিয়া বেশ্যাক ভজিল ॥ ১৪৯
তাইৰ যেন অভিলাস তাকে দিয়া পূৰে আশ
দিনে দিনে বাঢ়ে অনুৰাগ।
বৃদ্ধ পিতৃ মাতৃ আতি নিজ ভাৰ্য্যা সমন্বিতি
সবাকো কৰিলে পৰিত্যাগ ॥
বেশ্যাত মজিল মন চুৰি কৰি আনি ধন
সবে দিয়া বেশ্যাক পুষিল।
কাক নেদিলেক তাপ নকৰিলে কোন পাপ
দেৱ দ্বিজ সবাকো বঞ্চিল ॥ ১৫০
জাতি কুল কৰি চন্ন বেশ্যাৰ ভুঞ্জিলে অন্ন
অপবিত্ৰ যেন মূত্ৰ মল ॥
সিজে পাপ প্ৰতিনিত নকৰিল প্ৰায়শ্চিত্ত
কাৰো দণ্ড পাতকৰ ফল ॥
আৰু ৰাখা কি কাৰণে তুমি সব মহাজনে
হেন কাম কৰা অনুচিত।
বেদ পথ লোপ গৈলা এহি বুলি মৌন ভৈলা
সিটো গোটা তিনি যমদূত ॥ ১৫১

---

দুলড়ী

শুনা সভাসদ ভাগৱত পদ
নিশবদ হুয়া আতি।
যাৰ কৰ্ণে কৃষ্ণ কথা নুশুনয়
সিসে নিজ আত্মঘাতী ॥
সেহিসে অসুৰ সেহিসে ৰাক্ষস
নুশুনে কৃষ্ণৰ কথা।
কৃষ্ণত বিমুখ পশুতো অধম
তাৰ জন্ম সবে বৃথা ॥ ১৫২
পদ্ম পত্ৰ জল জীৱন চঞ্চল
কৈত কেতিক্ষণে যায়।
ইটো দুঃখ শোক ঘোৰ পৰলোক
নিচিন্তা তাৰ উপায় ॥
কেতিক্ষণে পৰা ধৰিলেক আসি
দুৰ্ঘোৰ অন্তক বাঘে।
যাবে নৈতো মিলে জানিয়া মৰণ
শৰণ লৈয়োক আগে ॥ ১৫৩
কৃষ্ণে পিতা মাতা উপদেশ দাতা
কৃষ্ণেসে সুহৃদ নিজ।
কৃষ্ণে তপ জপ কৃষ্ণে যজ্ঞ যাগ
কৃষ্ণেসে মোক্ষৰ বীজ ॥
কৃষ্ণত বিনায় নাহিকে সহায়
কৃষ্ণেসে পৰম গতি।
জানিয়া সম্প্ৰতি কৰি দৃঢ় মতি
কৃষ্ণত ধৰা ভকতি ॥ ১৫৪
যত দেখা শুনা যত মনে গুণা
ইহাৰ সকলে ধান্দা।
পৰম বান্ধৱ মাধৱৰ নাম
প্ৰবন্ধে গলত বান্ধা ॥
নামৰ স্মৰণ সংসাৰ তৰণ
মৰণ সমান নাম।

বচিলা শঙ্কৰে নিৰন্তৰে নৰে
ডাকি বোলা ৰাম ৰাম ॥ ১৫৫

---

বিষ্ণুদূতৰ ভগবানৰ নামৰ মাহাত্ম্য কথন

পদ

নিগদন্তি শুক শুনা নৃপ নিশবদে।
দূতৰ বচন শুনি চাৰি পাৰিষদে ॥
ডাকিয়া বোলয় অৰে যমৰ কিঙ্কৰ।
জানো নজানস একো মহিমা নামৰ ॥ ১৫৬
যতেক কহিলা মানে সবে মায়াময়।
কোন পৰমাৰ্থ ধৰ্ম্ম নাজানা নিশ্চয় ॥
এহিমতে কৰা পাপী জগতকে নাশ।
ৰাজা ভাল ভৈলে তাৰ ভাল হৱে দাস ॥ ১৫৭
কিছু নাজানস দণ্ডিবাক লাগে যাক।
পাইলেক অধৰ্ম্মে ধৰ্ম্ম ৰাজাৰ সভাক ॥
নিষ্পাপীক কৰে দণ্ড কিনো মহা কষ্ট।
জানিলোহোঁ এবেসে জগত ভৈল নষ্ট ॥ ১৫৮
সিসে মহা সাধু পুত্ৰৱতে পালে প্ৰজা।
কৰে সমুচিত শাস্তি সিসে ধৰ্ম্ম ৰাজা ॥
অনা দোষে দণ্ড মুহি ৰাজাৰ লক্ষণ।
ভৈলে নষ্ট লৈবে লোকে কাহাত শৰণ ॥ ১৫৯
শ্ৰেষ্ঠ জনে কৰে যদি গৰহিত কৰ্ম্ম।
দেখা দেখি অন্ত অন্যে আকে বোলে ধৰ্ম্ম ॥
পাচক লাগিয়া সেই প্ৰবৰ্ত্তিয়া যায়।
সেহি মত ভৈলা ধৰ্ম্ম ৰাজাৰ অন্যায় ॥ ১৬০
মহা জ্ঞানী জানি কৃষ্ণে থৈলা ৰাজা পাতি।
কৰিবেক পাতকীক সমুচিত শাস্তি ॥
সেহি যমে কৰে যেবে ধৰ্ম্মত বিঘাত।
ভৈল নষ্ট লৈবে লোকে কাহাত সম্প্ৰাত ॥ ১৬১
যেন সাধু দেখিয়া সৰ্ব্বস্ব থাপি থৈল।
কোলাত শিতান দিয়া সুখে নিদ্ৰা গৈল ॥
তাক মাৰি তাহাৰ সৰ্ব্বস্ব লৈয়া যায়।
সেহি মতে ভৈল ধৰ্ম্ম ৰাজাৰ অন্যায় ॥ ১৬২
হেনবা বুলিয়া বিপ্ৰ ধৰ্ম্ম ভৈল ভ্ৰষ্ট।
ইহাৰ দণ্ডত তোমাসাৰ কিয় কষ্ট ॥
শুনা সাৱধান হৈয়া ইহাৰ উত্তৰ।
জানো নজানস একো মহিমা নামৰ ॥ ১৬৩
তোৰা সবে ধৰিলি বিপ্ৰৰ প্ৰকৃতি নাই।
নাৰায়ণ নাম উচ্চৰিলে অনিচ্ছাই ॥
এতেকে কৰিলে ইটো বিপ্ৰে যথোচিত।
কোটি জনমৰ পাতকৰ প্ৰায়শ্চিত্ত ॥ ১৬৪
মোক্ষক পাইলেক হুয়া ধৰ্ম্মত মুকুত।
ইহাত অদ্ভুত নেদেখিবি যমদূত ॥
হৰি হেন নাম যিটো কৰে একবাৰ।
মোক্ষক যাইবাৰ সিটো ভৈলে কাচপাৰ ॥ ১৬৫
হেনবা বুলিয়া বিপ্ৰ কৰ্ম্মবেসে অন্ধ।
উচ্চাৰিলে কৰ্ম্মকেসে কৰয় সসান্ধ ॥
স্বতন্ত্ৰে সাধিবে শক্তি কিমতে লোকৰ।
ইটো শঙ্কা নকৰিবি যমৰ কিঙ্কৰ ॥ ১৬৬
দ্ৰব্য সবে কৰে যেন জলক ভোজন।
স্নান পানে কেৱলে সাধয়ে প্ৰয়োজন ॥
সেহিমতে হৰে পাপ নাম কৰ্ম্ম সঙ্গে।
কেৱলে স্মৰন্তে পলাই পাতক বিভ্ৰঙ্গে ॥ ১৬৭
নাই চিত্তে অনিচ্ছাতো যদি বোলে হৰি।
তথাপি পলাই পাপ কম্পি থৰথৰি ॥
যেন ক্ষুদ্ৰ মৃগে নাদ শুনিয়া সিংহৰ।
জীৱ ৰাখি হৈবে ভৈৰ তেখনে অন্তৰ ॥ ১৬৮
নাৰায়ণ আস বুলিলেক ইটো পাপী।
ভৈলে প্ৰায়শ্চিত্ত সবে পাপৰ ব্যাপি ॥
অৰ্দ্ধনামে কৰে মহা প্ৰলয় পাপৰ।
ইটো দ্বিজে উচ্চৰিলে চাৰিও অক্ষৰ ॥ ১৬৯
হেন জাগা আৰু আন্ত পাপ আছে বই।
নপাও অন্ত নামৰ মহিমা আমি কই ॥

যত যজ্ঞ জপ তপ তীৰ্থ ব্ৰত দান।
লক্ষ কোটি গুণে নোহে নামৰ সমান ॥ ১৭০
হেনবা বুলিয়া দ্বিজ দুষ্ট দুৰাশয়।
দিনে কৰি আছে মহা মহা পাপচয় ॥
লক্ষ কোটি প্ৰায়শ্চিত্তে নাহিকে নিস্তাৰ।
এক নাম মাত্ৰে কৰে নিষ্কৃতি ইহাৰ ॥ ১৭১
দেও আৰ উত্তৰ শুনিবি তিনি দূত।
হৰি নাম মহিমা কহন্তে অদভুত ॥
ব্ৰহ্মবধ সুৰাপান অগম্যাগমন।
মহাপাপ ব্ৰাহ্মণৰ সুবৰ্ণ হৰণ ॥ ১৭২
মিত্ৰ দ্ৰোহ কৰে মঠ মণ্ডপ দগধ।
পিতৃ মাতৃ স্ত্ৰী নৃপতিৰ লৱে বধ ॥
আছে আনো আনো যত মহা পাপগণ।
সবাৰো নিষ্কৃতি হৰি নাম সংকীৰ্ত্তন ॥ ১৭৩
হৰি হৰি বুলি যিটো উচ্চৰে সম্প্ৰতি।
তাকে লাগি যাই সবে মাধৱৰ মতি ॥
ইটো মোৰ ভৈল বুলি কৰে গদাধৰি।
পাপক খেদায়া ৰক্ষা কৰি ফুৰে হৰি ॥ ১৭৪
নাম লৈলে মাধৱে নেৰন্ত তাৰ কাচ।
যেন ধেনু স্নেহত বৎসক নেৰে পাছ ॥
নাম ধৰ্ম্ম হেনসে হৰিক কৰে বশ্য।
নামৰ মহিমা ইটো বেদৰো ৰহস্য ॥ ১৭৫
ঋষি সবে বিহি আছে প্ৰায়শ্চিত্ত যত।
যাগ যোগ যজ্ঞ জপ তপ তীৰ্থ ব্ৰত।
কৰিবে নপাৰে সবে সিমত শুদ্ধিক।
হৰি নামে কৰে যেন পবিত্ৰ বুদ্ধিক ॥ ১৭৬
যদি শত কোটি বাৰ কৰে প্ৰায়শ্চিত্ত।
তথাপিতো পাপৰ পথত পৰে চিত্ত ॥
মনৰ মলক কৰ্ম্মে গুচাইবে নপাৰে।
হৰিৰ নামেসে পাপ সমূলে উভাৰে ॥ ১৭৭
আন ধৰ্ম্ম কৰ্ম্ম মানে কৰে মন কল্ক।
হৰে হৰি গুণসংকীৰ্ত্তনে চিত্ত শুদ্ধ ॥

এতেকে মহন্ত জনে এৰি কৰ্ম্ম আন।
ফুৰে গলে বান্ধি বন্ধু মাধৱৰ নাম ॥ ১৭৮
নামে অকলেসে কৰে পাপক উচ্ছন্ন।
লৈলেক সমগ্ৰে নাম দ্বিজৰ নন্দন ॥
কোটি জনমৰো পাপ সবে ভৈলা নষ্ট।
ইহাক ধৰস আসি ইসে ভৈল কষ্ট ॥ ১৭৯
মৰন্তে লৈলেক নাম ইটো অজামিল।
পুনৰপি পাতেক ইহাতে মুপজিল ॥
চিত্ত আতি নিৰ্ম্মল পবিত্ৰ ভৈল কায়।
আউৰ ইটো বিপ্ৰত যমৰ আছে দায় ॥ ১৮০
তপ জপ তীৰ্থ ব্ৰত বিধিৰ কিঙ্কৰ।
নাম সংকীৰ্ত্তন ইটো বিধিৰ ঈশ্বৰ।
নাহি কাল নিয়ম নামত একো বিধি।
যেই সেই মতে লৈলে নামে কৰে শুদ্ধি ॥ ১৮১
হেনবা বুলিয়া হৰি নাম মুচ্চৰিলে।
পুত্ৰকেসে ডাক দিলে ইটো অজামিলে ॥
কিমত পাপত ভৈল শুদ্ধি অধমৰ।
শুনা যমদূত তই ইহাৰ উত্তৰ ॥ ১৮২
পুত্ৰ নাম ধৰি যিটো উপহাস্য কৰি।
উচ্চৰে হেলাত যিটো কৃষ্ণ ৰাম হৰি ॥
তথাপি সমস্তে তাৰ পাপ হৱে ক্ষয়।
নকৰিবি দূত পুনু ইহাত সংশয় ॥ ১৮৩
বুলিবে নাহিকে ইটো ব্ৰাহ্মণৰ চিত্ত।
লও হৰি নাম মোৰ হৌক প্ৰায়শ্চিত্ত ॥
তথাপি কিমতে ভৈল ইটো দ্বিজ শুদ্ধ।
ইহাৰ উত্তৰ শুন কিঙ্কৰ অবোধ ॥ ১৮৪
পৰে বা পিছলে জৰে তাপ পীড়া কৰে।
সৰ্পে বা দংশন্তে মাধৱৰ নাম ধৰে ॥
অনিচ্ছায়ে বোলে হৰি নাহিকে চেতনা।
আউৰ তাৰ আছে জানা যমৰ যাতনা ॥ ১৮৫
বুলিবি ব্ৰাহ্মণ ইটো পাপ মন্দ বুদ্ধি।
অল্প নাম মাত্ৰে কেনমতে হৱে শুদ্ধি ॥

আন প্ৰায়শ্চিত্তৰেসে ইমত অৱস্থা ।
শুন অৱে হৰিৰ নামৰ যেন কথা ॥ ১৮৬
উচ্চৰিলে যিটো হৰি নাম একবাৰ ।
এৰিয়া সমস্তে পাপ পাতক তাহাৰ ॥
সিংহৰ ত্ৰাসত যেন হৰিণাৰ যূথে ।
দূৰতে বিদূৰ যাই নথাকয় সুস্থে ॥ ১৮৭
যি পাপৰ বিহি আছে যেন প্ৰায়শ্চিত্ত ।
সেহি পাপ হৰে তপে জপে কদাচিত ॥
হৰিৰ নামত নাই সি সব নিয়ম ।
সমস্তে পাপৰ নামে কালান্তক যম ॥ ১৮৮
শৰাক মাত্ৰ প্ৰায়শ্চিত্তে শুদ্ধি কৰে ।
নামৰ কীৰ্ত্তনে পাপ সমূলি উভাৰে ॥
নাথাকে পাপৰ বীজ শুদ্ধ হয়ে চিত্ত ।
পুনৰপি পাতক নুগুচে কদাচিত ॥ ১৮৯
বুজিবি নামৰ ইটো হেনসে আশয় ।
পূৰ্ব্বে পূৰ্ব্বে কৰি আছে যত পাপচয় ॥
সি সব পাতক একে তিলে হয়ে নাশ ।
বাৰেক কৰিলে মাত্ৰ নামক প্ৰকাশ ॥ ১৯০
শুনিয়োক যমদূত আমাৰ বচন ।
যেন মতে হৰিনাম দুৰ্গতি নাশন ॥
যেন চিৰকাল আছে ঘোৰ অন্ধকাৰ ।
নাশ হয়ে প্ৰদীপ জ্বালিলে অন্ধকাৰ ॥ ১৯১
প্ৰদীপ নুমাইলে যেন তুনাই আসি বেঢ়ে ।
এতেকে মহন্ত সবে ৰাম নাম নেৰে ॥
নলভে পাতক তুনাই নামৰ প্ৰভাৱে ।
নাশে অন্ধকাৰ যেন দীপ থাকে যাৱে ॥ ১৯২
তেৱেসে বাসনা গুচে চিত্ত হয়ে শুদ্ধি ।
সিহেতু সদায়ে স্মৰে যাত আছে বুদ্ধি ॥
নাম উচ্চৰন্তে নাহি মুখত আয়াস ।
সমস্তে পাতক হয়ে তেখনে বিনাশ ॥ ১৯৩
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে ।
জানি সাধু সবে নাম স্মৰে অহৰ্নিশে ॥

সামান্য লোকৰ ইটো কহিলো ব্যৱস্থা ।
শুন ইটো পণ্ডিত দ্বিজৰ যেন কথা ॥ ১৯৪
পূৰ্ব্বে পূৰ্ব্বে যিটো পাপ আছয় আচৰি ।
সবাকো এৰাইলে নাৰায়ণ নাম স্মৰি ॥
মৰন্তে লৈলেক নাম ইটো অজামিল ।
ইহাৰ পাতক পুনৰপি নুপজিল ॥ ১৯৫
আমাৰ মুখত শুনে বিষ্ণু ধৰ্ম্ম নিজ ।
ভৈল মন নিৰ্ম্মল গুচিল পাপ বীজ ॥
সিহেতু পৰম গতি পাইলে ই জন্মতে ।
ইটো অজামিলক ধৰস কেন মতে ॥ ১৯৬
বুলিবি অজ্ঞানে লৈলে নাম মাধৱৰ ।
মুহিবেক শুদ্ধ মন ইহাৰ উত্তৰ ॥
জানি বা নজানি কৰে নামৰ কীৰ্ত্তন ।
তথাপি পাপক দহি নামে কৰে চন্ন ॥ ১৯৭
অজ্ঞান বালকে যেন পেহ্লাইলেক জুই ।
সেই বহ্নি দহি তৃণ কাষ্ঠ ভস্ম হুই ॥
নজানি নামৰ গুণ নলয়ে শ্ৰদ্ধায় ।
কিমতে বিপ্ৰৰ ইটো পাপ নাশ যায় ॥ ১৯৮
হেন শঙ্কা মনত নানিবি যমদূত ।
শুন কহো নামৰ দৃষ্টান্ত অদভুত ॥
গুণকো নজানে ৰোগী যাৰ ইচ্ছা নাই ।
যেই সেই মতে পিয়ে মহৌষধি পাই ॥ ১৯৯
তথাপি গৰ্ভৰ ব্যাধি হৰে সমস্তয় ।
তেনয় মহিমা জানা নামৰ নিশ্চয় ॥
নজানে নামৰ গুণ শ্ৰদ্ধা নাহি যাত ।
হৰি হেন নাম উচ্চৰিলে অকস্মাত ॥ ২০০
তথাপিতো নামে দহে পাপ নিৰন্তৰ ।
শুনিবি নামৰো আউৰ যেন পটন্তৰ ॥
কহো জনে নজানি বিষক কৰে পান ।
হেনকি জানস বিষে নলৈবেক প্ৰাণ ॥ ২০১
অমৃতক পিলেক নজানি যিটো নৰ ।
সি কি নুহিবেক জান অজৰ অমৰ ॥

হৰিক স্মৰৰে দুষ্ট চিত্ত যিটো জনে ।
তাহাৰ হৰন্ত মহা পাপ নাৰায়ণে ॥ ২০২
নাজানিয়া অগনিত যিটো দেই হাত ।
তাক দহিবেক বহ্নি কহিলো সাক্ষাত ॥
সমস্ত পাপক কৰে নামেসে নির্ম্মূল ।
অগনিৰ আগে যেন শিমলুৰ তুল ॥ ২০৩
অচিন্ত্য মহিমা নাম ধৰ্ম্ম বিপৰীত ।
আৰ শঙ্কা কৰস নামত যমদুত ॥
কোটি কোটি জন্মে যত পাতেক সাঞ্চিল ।
নাৰায়ণ বুলি বিপ্রে সবাকো বঞ্চিল ॥ ২০৪
হেন ভকতক বান্ধ সাস এত মান ।
গদাই কোবাই কিয় নলৈলোহোঁ প্রাণ ॥
এখনো আছস ৰহি বিপ্রৰ কাষত ।
ধৰি নিবে লাগি চাস আমাৰ পাছত ॥ ২০৫
বৈষ্ণৱক জোক্কা আসি এতমান গহ ।
দেও শিক্ষা আজি থনিতেক ৰহ ৰহ ॥
হাত নাক কাণ কাটি কৰো সৰ্ব্বনাশ ।
পুনৰপি যেন ভকতক নোজোঙ্কাস ॥ ২০৬
ঠুঠা হৈয়া যাস যম নৃপতিৰ কাষ ।
যেন আন খনো আন ৰাণ্ডি নখাই মাছ ॥
এহি বুলি গদা ডকাই যান্ত ক্রোধে বৰ ।
দেখি তিনি দুতে ভিৰি দিলেক লৰৰ ॥ ২০৭
মহাভয়ে দুতৰ শৰীৰ সবে কাম্পে ।
মৰো জীওঁ কৰি পলাইলা কাম্পে জাম্পে ॥
পাছক নচাই লৰ দিলা বহু দুৰ ।
হাবাহাম্বি হৈয়া পাছে পাইলা যমপুৰ ॥২০৮
বিবৰ্ণ বদন আতি তিনিও কিঙ্কৰ ।
যমৰ আগত পৰি দিলেক গোচৰ ॥
শুনা সভাসদ পদ মহাভাগৱত ।
পাইলা নৰদেহা মহা ভাগ্যে ভাৰতত ॥ ২০৯
দেৱৰ দুৰ্লভ আক নেদেখিবা অল্প ।
মনুষ্য হইবাক নপাই কোটি কোটি কল্প ॥
কহিলন্ত উদ্ধৱত আপুনি ঈশ্বৰ ।
পৰম দুৰ্লভ ইটো নৰ কলেৱৰ ॥ ২১০
সংসাৰ সাগৰ নৌকা সুদৃঢ় সংসাৰ ।
ভকত গুৰুক আৰ কৰিবা কাণ্ডাৰ ॥
হও অনুকুল বায়ু মোক স্মৰন্তে ।
বৈকুণ্ঠ চপাও নিয়া সংসাৰৰ হন্তে ॥ ২১১
তথাপি নাতৰে ঘোৰ যাতনাক আতি ।
মোহোৰ সম্মতে সিসি জন আত্মাঘাতী ॥
কৃষ্ণৰ বচন ইটো পাষাণৰ ৰেখা ।
ঘোৰ মৰণক ইটো দেখিও নেদেখা ॥ ২১২
শাস্ত্ৰতো সুশুনা কিয় যাতনাৰ দুখ ।
সত্বৰে হৈয়োক বন্ধু কৃষ্ণত সমুখ ॥
ধন জন জীৱন তিলেকে হৈব নাশ ।
আউৰ ইটো চাৰ জীৱনত কৰা আশ ॥ ২১৩
হৈয়ো সচেতন তেজিয়োক আন কাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ২১৪

---

অজামিলৰ মুক্তি লাভ

ছবি

শুক নিগদিত ৰাজা    যমৰ দুতৰ যেন
মিলিল সম্বাদ তাক থও ।
সিটো অজামিল দ্বিজে পাইলে পাছে যেন গতি
সম্প্রতি তোমাৰ আগে কও ॥
দুত যেবে পলাই গৈলা    বান্ধৱো মুকুত ভৈলা
দেখিলে দুখৰ পাইলা পাৰ ।
বাঢ়ি গৈল অনুৰাগ    চাৰি সিদ্ধ পায়ে পৰি
কৰিলেক শিৰে নমস্কাৰ ॥ ২১৫
সবে চাক চতুৰ্ভুজ    যেন চাৰি গোটা সূৰ্য্য
প্রকাশন্ত আতি জাতিস্কাৰ ।
দেখি দ্বিজ আনন্দিত    তনু ভৈলা ৰোমাঞ্চিত
নেত্ৰৰ লোতক পৰে ধাৰ ॥

মোৰ নিজ উপকাৰী কোননো বান্ধৱ চাৰি
সাক্ষাতে দিলন্ত প্ৰাণদান।
সুধিবে খোজন্তে কথা তেখনে ভৈলন্ত তথা
চাৰি পাৰিষদ অন্তৰ্দ্ধান ॥ ২১৬
তাসম্বাক নেদেখিয়া দ্বিজৰ দহয়ে হিয়া
শৰীৰত গেল মৰ্ম্ম চড়ি।
মোক নৰকত তাৰি কৈ গৈলা বান্ধৱ চাৰি
এহি বুলি কান্দে পৰি পৰি ॥
অমৃত বৰিষে বাণী দেখাই দিব্য ৰূপ আনি
আমাক বঞ্চিলে কোন বিধি।
শুধিবে নপাইলো ভালে এতেকতে সেহি তালে
হাততে হৰাইল নৱনিধি ॥ ২১৭
মোৰ মহা উপকাৰী হা হা বন্ধু সিদ্ধ চাৰি
কৈক গৈলা এৰি পাতকীক।
তুমি সব অবিহনে ধৰো প্ৰাণ কি কাৰণে
মোৰ জীৱনতো ধিক ধিক ॥
এহি মতে অনুক্ষণ কান্দি ভৈলা সজ্ঞক্ষণ
কৰে দ্বিজ মনে বিমৰিষ।
সপোন দেখিলো কিবা ঘোৰ যমদূত যিবা
পলাই সিও গৈল কোন দিশ ॥ ২১৮
মোক ৰাখিলন্ত যিবা চাক চাৰি সিদ্ধ কিবা
গৈল এতিক্ষণ কোন ভিতি।
বিমৰিষ অজামিল অনুতাপ উপজিল
পৰম বৈৰাগ্য গুণে মতি ॥
চাৰি মহা বিষ্ণুদূত কৈল যিটো অদভুত
নামৰ মহিমা তাক গুনি।
বোলে কিনো মহাপুণ্য মাধৱৰ নাম গুণ
আজি পাইলো প্ৰমাণ আপুনি ॥২১৯
কিনো মই মন্দ ভাগী পাপিনী বেশ্যাক লাগি
কৰিলো ব্ৰাহ্মণ জন্ম নষ্ট।
এইতে উপাৰ্জ্জি পুত্ৰ পিবো আৰে মলমূত্ৰ
ইসে মোৰ ভৈলা মহা কষ্ট ॥
যিটো মহা বিবাহিতা পতিব্ৰতা সুচৰিতা
তাহাকো কৰিলো পৰিত্যাগ।
সুৰাপী অসতী আতি ইটো দুষ্টা অন্ত্যজাতি
আতেসে বঢ়াইলো অনুৰাগ ॥ ২২০
পিতৃ মাতৃ মহা বৃদ্ধ অনাথ পৰম বৃদ্ধ
মই বিনে নাহিকে সন্ততি।
তাসম্বাক তাপ দিয়া হেনসে দাৰুণ হিয়া
এৰি আইলো কিনো মন্দমতি ॥
এতেকে জানিলো মোৰ সিজিলা পাতক ঘোৰ
অৱশ্যে পৰিবো নৰকত।
হাতে গলে বান্ধি আতি কিঙ্কৰে কৰিবে শাস্তি
মহা মহা পাপীৰ লগত ॥ ২২১
কৰিলো পৰম পাপ মহন্তক দিলো তাপ
ধন লোভে পীড়িলো পৰক।
এতেকে জানিলো যমে ভুঞ্জাইবেক অনুক্ৰমে
মোৰ মহা দাৰুণ নৰক ॥
যমৰ কিঙ্কৰে মোক গলত লগায়া জোল
পেলাইবেক মল মূত্ৰ কুণ্ডে।
অনেক বিষ্ঠাৰ পোকে বেঢ়িয়া খাইবেক মোক
থাকিবো উভতি পৰি মুণ্ডে ॥ ২২২
নকৰিলো পাপ অল্প ভুঞ্জিবো অনেক কল্প
নপাইবোহো যাতনাৰ ওৰ।
চিন্তি চিন্তি মুহি থিৰ হৰি হৰি পাতকীৰ
কিনো গতি হৱে আৰে মোৰ ॥
গুণি গুণি নপাও ওৰ দেখো অন্ধকাৰ ঘোৰ
মোৰ মনে নাহি শান্তি সুখ।
কিনো ভৈলো আত্মঘাতী এহিবুলি কান্দি আতি
লোতকে তিতিল আখি মুখ ॥ ২২৩
সুমৰি সুমৰি পাপ কৰে মহা হৃদিতাপ
সিটো মন্দমতি অজামিল।
মহন্তৰ সঙ্গ পায়া ক্ষণে ভৈলা শুদ্ধকায়া
বিৰকতি মনত মিলিল ॥

ইটো সুত বিত্ত জায়া জানিলো সকলে মায়া
হৰিসে সুহৃদ বন্ধু নিজ।
মোৰ গতি হৰিনাম কৰো আবে কোন কাম
এহিবুলি বসি গুণে দ্বিজ ॥ ২২৪

---

ছুলড়ী

শুনা সভাসদ ভাগৱত পদ
সমস্ত শাস্ত্ৰৰ সাৰ।
আপুনি বেদক মথি নাৰায়ণে।
কৰিলা শাস্ত্ৰ উদ্ধাৰ ॥
পুৰাণৰ মূল ইহাক বুলিয়
ইসে বেদান্তৰ মজ্জা।
প্ৰকাশিল ইসে ঈশ্বৰ কৃষ্ণক
জানি একমনে ভজা ॥ ২২৫
শ্ৰৱণ কীৰ্ত্তন ইহাক শুনিয়
ইসে প্ৰকাশিল নাম।
হেন জানি শুনা সদা ভাগৱত
যাব বৈকুণ্ঠত কাম ॥
এবা আল জাল জীৱা কত কাল
ধৰিবলেক পৰ কালে।
ইহেন মনুষ্য জন্ম ব্যৰ্থে নিলা
বিষয় মিছা জঞ্জালে ॥ ২২৬
যেন মধু মিশ্ৰ বিষক ভুঞ্জন্তে
মুখন্তেসে লাগে স্বাদ।
সেহি বিষে পাছে পেটত পশিলে
প্ৰাণক কৰে উচ্ছাদ ॥
সেহিমতে ইটো পাতেক কৰন্তে
মনে মনে মহাসুখ।
পৰলোকে যান্তে সেহি পাপে পাছে
ভুঞ্জন্ত যাতনা দুখ ॥ ২২৭

কলিযুগে ঘোৰ পাপেসে প্ৰচুৰ
পুণ্যৰ নাহি সঞ্চাৰ।
দেখা বিষৰিষি কৰিলেক কলি
সমস্তকে একাকাৰ ॥
তপ সত্য শৌচ দায়া দূৰ ভৈলা
ধৰ্ম্মৰ চাৰি চৰণ।
কলিৰ ভয়ত হৰিৰ নামত
পশিলা ধৰ্ম্মে শৰণ ॥ ২২৮
নিশ্চয়ে জানিবা ধৰ্ম্মক দেখায়া
অধৰ্ম্মে জুৰিলে ৰাজ।
পাপ সাগৰত তল গৈয়া শিলা
আউৰ চিন্তা আন কাজ ॥
যাৰে নতু মিলে মৰণ শৰণ
সত্বৰে লৈও কৃষ্ণত।
মৃত্যু তৰিবাৰ কৰিওক কাম
ধৰিও নাম মুখত ॥ ২২৯
নাৰদে কহন্ত মোহোৰ জীৱন
হৰিৰ নামে সম্প্ৰতি।
নাহি নাহি নাহি হৰি নাম বিনে
কলিত কাহাৰো গতি ॥
কিবা সাহসত নিচিন্তি আছাহা
হৰিৰ নলৈয়া নাম।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ২৩০

---

পদ

নিগদতি শুক শুনা নৃপতি প্ৰস্তুত।
পাইলে অজামিলে গতি যেন অদভুত ॥
চাৰি সিদ্ধ সঙ্গে ক্ষণেকতে ভৈল শুদ্ধি।
কৃষ্ণ চৰণত তাৰ প্ৰবেশিল বুদ্ধি ॥ ২৩১

মনে মনে গুণে পাছে দ্বিজ অজামিল।
কেনে হৰি নাম মোৰ মুখত আসিল॥
মই কুলাঙ্গাৰ পাতকীৰ আন্ত লেখা।
মোক কিয় চাৰি পাৰিষদে দিলে দেখা॥ ২৩২
যদ্যপি অধম ইজন্মত ভাগ্য শূন্য।
আছে তথাপিতো জানো জন্মান্তৰে পুণ্য
দেৱতো উত্তম যিটো সিদ্ধ চাৰিজন।
মুহি তাসম্বাক কিয় হৈবো দৰিশন॥ ২৩৩
কৈৰ মই জাতিভ্ৰষ্ট নষ্ট দুৰাচাৰ।
পৰম মঙ্গল কৈত নামৰ উচ্চাৰ॥
এতেকে জানিলো পূৰ্ব্ব পুণ্য ফল আছে।
তাতেসে আসিল সিদ্ধ সব মোৰ কাছে॥ ২৩৪
নাৰায়ণ হেন নাম আসিল জিহ্বাত।
তেবেসে এৰাইলো ঘোৰ যাতনাৰ হাত॥
যেবে মোৰ পূৰ্ব্ব পুণ্য নাছিলেক হস্তে।
জিহ্বাত আসিল নাম কিহেতু মৰন্তে॥ ২৩৫
অসতী বেশ্যাৰ পতি পৰম পতিত।
মোকে ৰাখিলে নামে কিনো বিপৰীত॥
নাহি সংসাৰত পাপী মোহোৰ সমান।
আজি প্ৰত্যক্ষতে পাইলো আপুনি প্ৰমাণ॥ ২৩৬
চাম জৰী বান্ধি যমদূত তিনি প্ৰাণী।
মৰণ বেলাত আজুৰিয়া নেয় টানি॥
নাৰায়ণ নাম মাত্ৰ লৈলো ডাক ছাড়ি।
এতেকতে চাৰি পাৰিষদে লৈলে কাঢ়ি॥ ২৩৭
চাৰিবো প্ৰসন্ন মুখ দেখিলো প্ৰত্যেক।
যমৰ দূতক দুখ দিলেক অনেক॥
পলাইল তেখনে তিনি দাৰুণ কিঙ্কৰ।
পৰম মহিমা কিনো কৃষ্ণৰ নামৰ॥ ২৩৮
সাক্ষাতে শুনিলো সিদ্ধ সবৰ বচন।
নাম বিনে নাই আন সংসাৰ তৰণ॥
অধৰ্ম্ম অৰণ্যে হৰি নাম হুতাশন।
তুলাত অগনি যেন দহি কৰে চন॥ ২৩৯
সিদ্ধৰ বচনে আজি সম্পজিল বুদ্ধি।
আজিসে জানিলো হৰি নামে মহৌষধি॥
পৰিহৰি বিষ্ঠা তুল্য ইটো বিষয়ক।
ফুৰিবা গলত বান্ধি কৃষ্ণৰ নামক॥ ২৪০
কিনো কৃপাময় কৃষ্ণ দেৱতাৰো দেৱ।
ব্ৰহ্মা মহেশ্বৰে যাৰ পদে কৰে সেৱ॥
যাৰ নাম মাত্ৰ লৈলে পাপীও উদ্ধাৰ।
হেনয় কৃষ্ণক কোটি কোটি নমস্কাৰ॥ ২৪১
কৃষ্ণে পিতা মাতা গতি মতি পতি প্ৰাণ।
কৃষ্ণৰ চৰণ বিনে নিচিন্তিবো আন॥
আজি ধৰি মনে মই কৰিলো নিশ্চয়॥
গৈলো কৃষ্ণ চৰণত আপুনি বিক্ৰয়॥ ২৪২
ভৈলোহো কৃষ্ণত এক শৰণ সাক্ষাত।
পুনৰপি যেন নপৰোহো যাতনাত॥
কৃষ্ণৰেসে চৰণক চিন্তিবো চিত্তত।
কৃষ্ণৰেসে নাম মই ৰাখিবো মুখত॥ ২৪৩
শুনিয়ো সদায়ে কৰ্ণে কৃষ্ণৰেসে কথা।
হৰি ভকতক নেত্ৰে দেখিবো সৰ্ব্বথা॥
হস্ত দুয়ে কৰিবোহো কৃষ্ণৰেসে কাম।
সদা শিৰে কৰিবোহো কৃষ্ণক প্ৰণাম॥ ২৪৪
ভকতৰ সঙ্গ লৈবো কৰিয়া প্ৰবন্ধ।
আপুনি চিন্তিবো আপোনাৰ কৰ্ম্ম বন্ধ॥
কৰিবোহো উদ্ধাৰ আপুনি আপোনাক।
পুনৰপি যেন মই নযাও যাতনাক॥ ২৪৫
স্ত্ৰীময় মায়া মহা গ্ৰাহে মোক ধৰি।
বানৰক নচুৱাইল যেন বশ্য কৰি॥
ভৈলোহো বেশ্যাৰ চাৰ দাসতো অধিক।
মই অধমৰ জীৱনতো ধিক ধিক॥ ২৪৬
মহা অনৰ্থত অৰ্থ বুদ্ধি ভৈলা মোৰ।
নিসিজিল কোন মোত পাতেক দুৰ্ঘোৰ॥
সেহি পাপে পৰম মলিন ভৈল বুদ্ধি।
এবে কৃষ্ণ কীৰ্ত্তনে কৰিবো চিত্ত শুদ্ধি॥ ২৪৭

নিশ্চল নিৰ্ম্মল চিত্তে মই সৰ্ব্বক্ষণে।
পশিলো শৰণে বন্ধু কৃষ্ণৰ চৰণে ॥
প্ৰাণান্তিকো কৃষ্ণ বিনে নিচিন্তিবো আন।
হে কৃষ্ণ কৃষ্ণ বাপ কৰা পৰিত্ৰাণ ॥ ২৪৮
মহা প্ৰেমে পৃথিবীত পৰি অজামিলে।
হা কৃষ্ণ কৃষ্ণ বুলি অনেক কান্দিলে ॥
ইটো দ্বিজ জন্ম যদুনাথ ব্যৰ্থে নিলো।
তুমিসে সুহৃদ আত্মা আবেসে জানিলো ॥ ২৪৯
পতিত পাৱন প্ৰভু পশিলো শৰণে।
কৰা গতি পাতকীক আপুনি চৰণে ॥
লোতকে তিতিল মুখ সুখ শান্তি নাই।
নিজ পাপ সুমৰন্তে মৰ্ম্ম চড়ি যায় ॥ ২৫০
নাহি মন তুষ্টি উঠি দ্বিজ অজামিল।
কৃষ্ণ কৃষ্ণ বুলি গঙ্গা দ্বাৰক চলিল ॥
গৃহ পুত্ৰ ভাৰ্য্যাক কৰিয়া পৰিত্যাগ।
কৃষ্ণ চৰণত আতি ভৈলা অনুৰাগ ॥ ২৫১
সাধু সঙ্গে অনেক মিলিল বিৰকতি।
ভৈলা ভাগ্যোদয় দ্বিজ মহা শুদ্ধ মতি ॥
দিন কতিপয়ে পাইলে গিৰি হেমৱন্ত।
আকাশৰ পৰা গঙ্গা যথাত পৰন্ত ॥ ২৫২
পৰম পৱিত্ৰ স্থান বহে গঙ্গা নীৰ।
তৈতে দেখে আছে দিব্য দেৱৰ মন্দিৰ ॥
বহু বিধ বৃক্ষ জাতিকাৰ ফল ফুলে।
বিবিধ বিহঙ্গ ৰঙ্গে ৰাৱৈ কুতুহলে ॥ ২৫৩
বহে গঙ্গা জল যেন স্ফটিক সঙ্কাশ ॥
পুষ্পৰ সুৰভি গন্ধে মোহে দিশ পাশ ॥
পৰম আমোদ মহা সুশীতল বাতে।
দেখি দ্বিজ অজামিল ৰহিলা তথাতে ॥ ২৫৪
জাহ্নবী জলত ৰঙ্গে কৰিলন্ত স্নান।
বসি দেৱ মন্দিৰত কৰিলন্ত ধ্যান।
পুত্ৰ পত্নী স্নেহকো ছিণ্ডিলা অজামিল।
কৰ্ণ মন বাক্য নয়নকো নিৰোধিল ॥ ২৫৫

গুচিল মনৰ মহা বিষয়ৰ ক্লেশ।
কৃষ্ণৰ চৰণে মন কৰিলা প্ৰবেশ ॥
হৃদয়ত ৰূপ নাম সুগুচে মুখত।
সিহৰিলা প্ৰেম মহা ভকতি মুখত ॥ ২৫৬
দ্ৰৱিল দ্বিজৰ আতি আনন্দে হৃদয়।
দুই নয়নৰ নীৰ ধাৰায়ে বহয় ॥
দেহা ভোগে ইটো আতি ভৈলা বিৰকতি।
কৃষ্ণৰ ৰূপতে মাত্ৰ প্ৰবেশিল মতি ॥ ২৫৭
যেতিক্ষণ নাৰায়ণ নাম উচ্চৰিল।
কৰ্ম্মৰ বন্ধন মানে তেখনে ছিণ্ডিল ॥
কৰিল নিৰ্ম্মল নামে শুদ্ধ ভৈল কায়।
আউৰ কৃষ্ণ চৰণক নছাড়ো সদায় ॥ ২৫৮
কৃষ্ণেসে পৰম মোৰ সুহৃদ নিশ্চয়।
কৃষ্ণক স্মৰন্তে আতি দ্ৰৱিল হৃদয় ॥
কৃষ্ণ কৃষ্ণ স্মৰন্তে ওপজে প্ৰেম ৰতি।
কৃষ্ণক নিশ্চয় চিত্তে কৰিলা ভকতি ॥ ২৫৯
কৃষ্ণৰ ৰূপত যেবে মগ্ন ভৈলা মন।
দিলা চাৰি পাৰিষদে পুনু দৰিশন ॥
বৈকুণ্ঠৰ পৰা দিব্য বিমানক লই।
এক কোটি সূৰ্য্য যেন জ্বলন্তে আসয় ॥ ২৬০
শাৰী শাৰী সুবৰ্ণৰ জলকে কিঙ্কিনী।
চক্ষু মেলি দ্বিজে দেখিলেক ৰিণি ৰিণি ॥
কিবা আসে বুলি ঊৰ্দ্ধে দৃষ্টি কৰি চাইল।
ক্ষণেকতে ৰথ আসি সমীপ চাপিল ॥ ২৬১
বিমানত দেখে সেহি পাৰিষদ চাৰি।
পৰম সুহৃদ মোৰ মহা উপকাৰী ॥
এসম্বে কৰিলা যম যাতনাত ত্ৰাণ।
আনন্দে দ্বিজৰ মহা উল্লসিল প্ৰাণ ॥ ২৬২
মিলিল সন্তোষ মনে শৰীৰ শিহৰে।
দুয়ো নয়নৰ নীৰ ধাৰে বৈয়া পৰে ॥
ডাক ছাড়ি উচ্চৰিলা ৰাম কৃষ্ণ নাম।
চাৰিকো কৰিলা শিৰে পৰিয়া প্ৰণাম ॥ ২৬৩

শুনাই দ্বিজ অজামিল কৃতাঞ্জলি উঠি।
চাৰি পাৰিষদক নিৰীখি মন তুষ্টি ॥
তাসম্বাৰ ৰূপত লাগিলা যেন ধ্যান।
তেখনে ছাড়িলা বিপ্ৰে কৃষ্ণ বুলি প্ৰাণ ॥ ২৬৪
গঙ্গাত পৰিল সিটো পূৰ্ব্ব কলেৱৰ।
কৃষ্ণৰ সাৰূপ্য ৰূপ পাইলা দ্বিজবৰ ॥
চাৰু শ্যাম তনু তাতে শোভে পীত বাস।
নবীন মেঘত যেন বিজুলী প্ৰকাশ ॥ ২৬৫
শিৰত কিৰীটি কৰ্ণে মকৰ কুণ্ডল।
নয়ন কমল মুখ চন্দ্ৰৰ মণ্ডল ॥
উন্নত নাসিকা কুন্দকলি দন্ত পান্তি।
ৰাতুল অধৰ বিম্বফল সম কান্তি ॥ ২৬৬
ৰুচিৰ চিবুক কম্বুকণ্ঠ ৰুচিকৰ।
গলে গজ মুকুতাৰ হাৰ মনোহৰ ॥
জ্বলে ঝিলিমিলি যেন অগনিৰ জ্বালা।
আপাদ লম্বিত হৃদয়ত বনমালা ॥ ২৬৭
কঙ্কণ কেয়ুৰে বাজে বাহু চাৰিখান।
ললিত বলিত নীল ৰত্নৰ মোলান ॥
নৱ কিশলয় সম আৰক্ত হাত।
শঙ্খ, চক্ৰ, গদা, পদ্ম চাৰি অস্ত্ৰ তাত ॥ ২৬৮
পাট পীত পচৰা প্ৰকাশ কৰে কন্ধ।
ৰত্নময় মেখলা·ৰচিত কটি বন্ধ ॥
বাজে ৰুণ ঝুন যেন কনক কিঙ্কিনী।
মাটিত লোটন্তে আছে পাট পীত তুনি ॥ ২৬৯
চাৰু উৰু জঙ্ঘা জানু যেন ৰাম কল।
ৰত্নৰ নূপুৰে বাজে চৰণ কমল ॥
প্ৰকাশে শৰীৰ, শশী সূৰ্য্যৰ জ্যোতি।
ৰহি আছে দ্বিজ অতি আনন্দিত মতি ॥ ২৭০
কৃষ্ণৰ সাৰূপ্য ৰূপ পাইলা অজামিল।
নামি চাৰি পাৰিষদে আসি আলিঙ্গিল ॥
ৰথত তুলিলা নিয়া কৰি বহুমান।
ওপৰক লাগি পাছে চলিলা বিমান ॥ ২৭১

বৈকুণ্ঠৰ শ্ৰী দেখি পৰম বিস্ময়।
কৰে স্বৰ্গবাসী আসি বেঢ়ি জয় জয় ॥
শিৰত বৰিষে চাকি কুসুম সুৰতি।
বায়ে নানা যন্ত্ৰ যত আনন্দে দুন্দুভি ॥ ২৭২
এহিমতে দ্বিজে আনন্দত চলি যায়।
বৈকুণ্ঠক পাইলা সাতো স্বৰ্গক এৰাই ॥
সাক্ষাতে আছন্ত যৈত প্ৰভু লক্ষ্মীপতি।
কৰিলন্ত হৰিসতে ভৈকে লাগি গতি ॥ ২৭৩
সেৱা কৰি ৰৈল হুয়া এক পাৰিষদ।
ভকতি বিকাইলে নিয়া মুকুতি সম্পদ ॥
তৰিল দুস্তৰ যম যাতনাৰ ভিতি।
দিব্য বিমানতে বাস কৰি লই চিতি ॥ ২৭৪
লক্ষ্মী সম ৰূপৱতী ৰমণী অনেক।
হাতে তাল বেণুবায়ে বিপঞ্চি যতেক ॥
কৃষ্ণ গুণ গায়ে সবে প্ৰেমে দ্ৰৱে চিত্ত।
বহুৱে লোতক অতি তনু ৰোমাঞ্চিত ॥ ২৭৫
সদায়ে আনন্দময় বৈকুণ্ঠ নগৰ।
ভুকুতি মুকুতি বিপ্ৰে পাইলা নিৰন্তৰ ॥
কৃষ্ণৰ সমান ৰূপ চিনন নযায়।
শ্ৰীবৎস কৌস্তুভ মাত্ৰ দুই চিহ্ন নাই ॥ ২৭৬
অনিচ্ছায়ে সুমৰিলে মৰন্তে নামক।
তথাপি পাইলেক অজামিল বৈকুণ্ঠক ॥
ভৈল চতুৰ্ভুজ আনন্দৰ নাই সীমা।
কি কহিবো নাৰায়ণ নামৰ মহিমা ॥ ২৭৭
শুনা সভাসদ পদ মহা ভাগৱত।
কেদিন থাকিবা ইটো মনুষ্য লোকত ॥
অথিৰ জীৱন যেন বিজুলী চমক।
কেতিক্ষণে ধৰি দূতে দেখায়ে যমক ॥ ২৭৮
একেতিলে ইটো তব গৰ্ব্ব হৈব চুৰ।
দুৰ্ঘোৰ নৰকময় মহা যমপুৰ ॥
তুঞ্জাইবে যাতনা যমে গাড়ত নিৰোধি।
খিচিকি আহাহা যেন কৈল হত বুদ্ধি ॥ ২৭৯

স্বৰ্গে গৈলে আছে জানা নিশ্চয়ে পতন।
পুত্ৰ পত্নী ধন জন সম্যকে সপোন॥
যিটো শৰীৰৰ পদে হৰি চিন্তা নাই।
অৰণ্যে হইবেক ইটো বিষ্ঠা পলু ছাই॥ ২৮০
হেন জানি হৰিৰ চৰণে দিয়া চিত্ত।
জানা হৰি ভকতিসে পৰলোক বিত্ত॥
হৰিনাম বিনা নাহি পৰম বান্ধৱ।
নাম উচ্চৰন্তে ৰাখি ফুৰন্ত মাধৱ॥ ২৮১
পৰম পতিত নাম লৈলে অনিচ্ছায়।
পাপত মুকুত সিটো ভৈল সমুদায়॥
যমৰ কিঙ্কৰ আউৰ তাহাঙ্ক নঝাম্পে।
নামৰ ভয়ত মৃত্যু তৰতৰি কাম্পে॥ ২৮২
প্ৰথম কন্ধত আছে দেখিয়ো বিচাৰি।
নামেসে ধৰ্ম্মৰ ৰাজা মহা হিতকাৰী॥
জগতৰে নিস্তাৰক মহা হৰিনাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২৮৩

---

### দুলড়ী

নিগদতি শুক শুনিলা নৃপতি
নামৰ যেন প্ৰভাৱ।
অপাৰ সংসাৰ সাগৰ তৰিতে
কৃষ্ণেসে সুদৃঢ় নাৱ॥
হৰিনাম বিনে জপ যজ্ঞ দানে
সাধিবে নপাৰে গতি।
নামৰ সমান নাহি পুণ্য আন
জানিবা তুমি নৃপতি॥ ২৮৪
পাপী অজামিল জাতিকুল হীন
পিচৰি বেশ্যাৰ পতি।
গলে লগাই ৰশী যমদূতে ধৰি
নেই নৰকক প্ৰতি॥
নাৰায়ণ বুলি ডাকিল ভকত
অধম বিপ্ৰ পামৰ।
এতেকতে শুদ্ধ হৈয়া মোক্ষ পাইল
মহিমা দেখা নামৰ॥ ২৮৫
নাম কীৰ্ত্তনত পৰে মনুষ্যৰ
মুহি কৰ্ম্ম-বন্ধ ছেদ।
সমস্তে সংসাৰ নামেসে উদ্ধাৰে
কহিলো পৰম বেদ॥
ইহাৰ প্ৰমাণ সুলভে জানিবা
যি জনে নামক বঢ়ে।
তাৰ আউৰ তীৰ্থ ব্ৰত তপ জপ
কৰ্ম্মতো মন নপৰে॥ ২৮৬
ভকতিকে মাত্ৰ কৰিবে নিশ্চয়
জীৱন তাৰ সাফল।
নামক নধৰি মৰে কৰ্ম্ম কৰি
নুগুচে মনৰ মল॥
স্বৰ্গ নৰকক কৰে আয়াযাত
পৰম মলিন মতি।
নাহি নাহি জানা ইটো সংসাৰত
নাম বিনে আন গতি॥ ২৮৭
পৰম গোপনী কথা ইটো যিটো
শুনৈ ভনৈ ভক্তি ভাৱে।
নাপাই যাতনাক যমদূতে তাক
চক্ষুয়ো মেলি নচাৱে॥
যদ্যপি অধম মহা মন্দ বুদ্ধি
অধৰ্ম্ম কৰ্ম্মক সকে।
তথাপি ইকথা শুনন্তে জগতে
বিষ্ণু ভুৱনত থকে॥ ২৮৮
আৰু অদ্ভুত নেদেখিবা ৰাজা
নামৰ মহা মহিমা।
পাপৰ অন্তক কি কৈবো নাৰক
নামেসে মোক্ষৰ সীমা॥

যাত সম নাই পাতকী লোকৰ
মন্দ দ্বিজ অজামিল।
অশ্ৰদ্ধায়ে নাম মৰন্তে স্মৰন্তে
তাকো বৈকুণ্ঠক নিল ॥ ২৮৯
সুদৃঢ় বিশ্বাসে যি জনে লৈলেক
কৃষ্ণত এক শৰণ।
জানি নিজ ধৰ্ম্ম সততে মুখত
নামৰ নেৰে কীৰ্ত্তন ॥
তাহাৰ মহিমা কহি নপাও অন্ত
কহিলো স্বৰূপ নৃপ।
কৰিলেক যত্ন অৰণ্যে কৃষ্ণক
নেৰন্ত তাৰ সমাপ ॥ ২৯০
সিটো ভকতৰ মৰিবে নলাগে
জীয়ন্তে পাইলে মুকুতি।
সমস্তে শাস্ত্ৰৰ চাৰিও বেদৰ
কহিলো তত্ত্ব যুগুতি ॥
জ্ঞানী কৰ্ম্মী জনে নজানে নামক
ভকতৰ নয় নিধি।
পৰম ঈশ্বৰ আচন্তকো কৃষ্ণ
নামতে সমস্তে সিদ্ধি ॥ ২৯১

———

যমদূতে আৰু যমৰ সংবাদ

ছবি

শুনি নৃপ পৰীক্ষিত বিস্মিত পুচন্ত পাছে
কৰি কৃতাঞ্জলি অৱহিত।
নামৰ মহিমা যত তোমাৰ মুখত শুনি
শুনি ভৈলো পৰম হৰ্ষিত ॥
যমৰ আগত গৈয়া গোচৰ দিলেক যেবে
তিনি দূতে মহা পীড়া পাই।
কেনবা প্ৰবোধ বাক্য বুলিলন্ত তাক পাছে
শুনিবাক মোৰ ইচ্ছা যায় ॥ ২৯২
পাতকী লোকক আতি : কৰে যিটো উগ্ৰ শাস্তি
যাৰ বশ্য জগতৰে প্ৰজা।
তাহাৰ আদেশ চয় নতু কৰে একোজন
পৰম মহিমা যম ৰাজা ॥
পৰাক্ৰম নাহি সম জগত অন্তক যম
তান নতু শুনি আজ্ঞা ভঙ্গ।
কহিয়োক মোত মুনি দূতৰ বচন শুনি
পাছে কেনে কৰিলন্ত খঙ্গ ॥ ২৯৩
পাৰিষদে মাৰি বাড়ি লৈলন্ত দ্বিজক কাড়ি
দূতৰো ৰাখিল মাত্ৰ প্ৰাণ।
কিঙ্কৰে দিলেক সাখী তাসম্বাৰ দুঃখ দেখি
যমে কিবা দিলা সম্বিধান ॥
আৰু শুনিবাৰ মোৰ পৰম কৌতুক আছে
ছেদিয়োক মনৰ সংশয়।
তোমাৰ মুখৰ কথা শুনি নিস্তৰোক লোক
তুমি মুনি মহা কৃপাময় ॥ ২৯৪
কতবা জন্মৰ পুণ্যে তোমাত পুচিবে পাইলো
কিনো মোৰ আছে মহাভাগ।
দেৱে নেদেখন্ত যাক হেনয় মুনিক মই
মৰণ সময়ে পাইলো লাগ ॥
মোৰ পিতা মহাশয় আছিল কৃষ্ণৰ দাস
জানিলো তাতেসে চক্ৰপাণি।
ভকতৰ বংশ সবে হেনবা সংসাৰ তৰে
তোমাক দিয়াইলা দেখা আনি ॥২৯৫
এতেক বোলন্তে ৰাজা লোতকে তিতিল মুখ
মিলিলা ককণা ৰস আতি।
তনু ভৈল পুলকিত কৃষ্ণৰ চৰণে চিত্ত
দিয়া তুষ্টি থাকিল নৃপতি ॥
দেখি শুক মুনি পাছে নৃপতিক প্ৰশংসিল
ধন্য ধন্য পাণ্ডুৰ সন্ততি।
দূতৰ যমৰ আৰে শুনিও সম্বাদ কথা
কহো আৰে তোমাত সম্প্ৰতি ॥ ২৯৬

### দুলড়ী

শুনা সভাসদ ভাগৱত পদ
আত নকৰিবা শঙ্কা।
নামত ভকতি কৰি একমতি
বানৰে মাৰিলা লঙ্কা॥
অনেক ভালুক বানৰ ৰাক্ষস
লগতে পাইলে মুকুতি।
ভকতি কৰিলে নপাইবে মনুষ্যে
মুকুতি কোন যুগুতি॥ ২৯৭
অনেক অসুৰ পিশাচ পশুৰ
ভকতি সাধিলে গতি।
কিনো লোক অন্ধ যাতনাত মৰে
মাধৱত নেদে মতি॥
গকুলৰ গরু যত তৃণ তরু
সবে পৰম্পদ পাইলা।
মিছাতেসে মৰে কৃষ্ণক নভজে
দিনতে দুই চক্ষু খাইলা॥ ২৯৮
বাল্মীকি দুৰ্ঘোৰ আছিলেক চোৰ
ৰাম বুলি ভৈলা ঋষি।
পাপী অজামিল বৈকুণ্ঠে চলিল
নাৰায়ণ নাম ঘুষি॥
দাসীৰ কুমাৰ ভৈলা অৱতাৰ
নাৰদ নামৰ বলে।
আক শুনি নৰে নামক নধৰে
কোননো বিধাতা চলে॥ ২৯৯
নাহি তপ ব্ৰত কলিৰ যুগত
নামেসে পৰম ধৰ্ম্ম।
বেদৰ সাৰক নধৰে নামক
শাস্ত্ৰৰ সুযুক্তি মৰ্ম্ম॥
যাত আছে বুদ্ধি ধৰি মহৌষধি
সংসাৰ ব্যাধিৰ নাম।
ভণিল শঙ্কৰে নিৰন্তৰে নৰে
ডাকি বোলা ৰাম ৰাম॥ ৩০০

---

### পদ

নিগদতি শুক শুনা নৃপ পৰীক্ষিত।
নামৰ মহিমা আৰে মহা বিপৰীত॥
ধন্য ৰাজা কৃষ্ণৰ কথাত ভৈল স্বাদ।
যমৰ দূতৰ যেন মিলিল সম্বাদ॥ ৩০১
সমাজক পাতিয়া আছন্ত ৰাজা যম।
মহা পৰিচ্ছদে বসি বিপুল বিক্ৰম॥
ধৰিয়া আছন্ত বিষ্ণুদূত যমদণ্ড।
সমস্ত ভূতৰ প্ৰভু প্ৰভাব প্ৰচণ্ড॥ ৩০২
দু পাশে চামৰ দোলে শিৰে শ্বেত ছত্ৰ।
লিখে চিত্ৰগুপুতে হাতত পাঞ্জি পত্ৰ॥
ঋষি পাৰিষদ সবে আছন্ত আৱৰি।
নটে ভাটে ৰতে গুণ-গীত তাল ধৰি॥ ৩০৩
হাতত লোহাৰ ডাঙ্গ কাচি মালকাচে।
দাৰুণ কিঙ্কৰ সবে উপাসিয়া আছে॥
দুই চক্ষু ৰঙ্গা আঙ্গাৰৰ বৰ্ণ কায়।
বিকট দশন ঘোৰ ৰাক্ষস পৰায়॥ ৩০৪
ঠাই ঠাই পাতকীক কৰৈ উগ্ৰ শাস্তি।
চতুৰ্দ্দিশে শুনি মহা আৰ্ত্তনাদ আস্তি॥
যমৰ ৰাজ্যত হেন বহল সমাজ।
মহা পৰিচ্ছদে বসি আছে ধৰ্ম্মৰাজ॥ ৩০৫
সেহি বেলা তিনি দূতে মহা পীড়া পাই।
কাছে খৰ উশাস মুখত মাত নাই॥
বিবৰ্ণ বদন দেখি মনে মহা ক্লেশ।
ভৈলা দূত পাছে সেহি সভাত প্ৰৱেশ॥ ৩০৬
ৰাজাক দেখিয়া আতি মৰ্ম্ম দৈলা চৰি।
কান্দে হুৱা হুমি তিনি দূতে আগে পৰি॥

সমস্ত সমাজে নিশব্দ হুয়া আছে।
কি ভৈল বুলিয়া যমে পুছিলন্ত পাছে ॥ ৩০৭
শুনি সঙ্কুকিয়া হাতে মুচি মুখ আখি।
কান্দি কান্দি যমক দিলেক দুখ সাখী ॥
পৰেও কাঢ়িয়া নৈলে আমাসাক মাৰি।
লোকৰ কতনো আৰে আছে অধিকাৰী ॥ ৩০৮
তুমিসে ঈশ্বৰ আমি জানো সমুদায়।
নাহি দণ্ডধৰ আউৰ তোমাত বিনায় ॥
তুমি ধৰ্ম্মৰাজা পাঞ্চি পঠায়া আমাক।
বান্ধি আনো পাতকীজনক যাতনাক ॥ ৩০৯
পাপ পুণ্য বিচাৰি আপুনি দিয়া ফল।
কৈত নতু শুনি যম দূতক দুৰ্ব্বল ॥
কাম্পে সুৰাসুৰ সবে যাৰ দেখি খঙ্গ।
নতু দেখি কহিতো তোমাৰ আজ্ঞা ভঙ্গ ॥ ৩১০
তোমাৰেসে আদেশে পাপীক আনো ধৰি।
হাতে গলে বান্ধিয়া চামৰ লগাই জৰী ॥
নাৰায়ণ আইস বুলি ডিজে দিলে ডাক।
কৈৰ চাৰি সিদ্ধে আসি শুনিলেক তাক ॥ ৩১১
নাহি ভয় বুলি আকাশত বাৰ পাৰে।
খেদি আসি পাইল যেন বিজুলী সঞ্চাৰে ॥
মুপুচি আমাত একো জুৰিলেক কিল।
বেতৰ বাড়িত জীউ আমাৰ উৰিল ॥ ৩১২
চৰৰৰ চোটে গাল ভিণ্ডাকাৰ ভৈল।
গদাৰ কোবত কলাধাতু মাত্ৰ ৰৈল ॥
সমূলে মাৰিলে প্ৰাণ কিবা সোধা কথা।
কতেক কহিবো ৰাজা আমাৰ অৱস্থা ॥ ৩১৩
সিটো চাৰি কোন কহিয়োক কাৰ দূত।
নতু দেখি বেন মহা ৰূপ অদ্ভুত ॥
চাক চতুৰ্ভুজ শ্যাম তনু পীতবাস।
অন্ধকাৰে শোভে যেন সূৰ্য্যৰ প্ৰকাশ ॥ ৩১৪
দেৱতো উত্তম মহা মনুষ্যৰ বেশ।
পাপীক নৈলেক কাঢ়ি ভাঙ্গিয়া আদেশ ॥
তোমাকো বুলিলা বাক্য গৰিহা যতেক।
মোৰ মুখে প্ৰভু তাক কহিবো কতেক ॥ ৩১৫
কাৰ দূত সিটো কহিয়োক ভাল কৰি।
তাহাৰ হাতত নাজানিলে যাইবো মৰি ॥
নিচিনিলে নষ্ট হৈবো ইবাৰ সমূলি।
আচোক আমাৰ আপোনাৰো হুইব উলি ॥ ৩১৬
সিদ্ধৰো দেখিলো যেন মহা পৰাক্ৰম।
জানো কোটি এক ইন্দ্ৰে নুহিবেক সম ॥
তেসমে সহিতে যেবে লগায়া বিবাদ।
অৱশ্যে তুমিও হুইবা ভিঠিবো উচ্ছাদ ॥ ৩১৭
আমাৰ প্ৰাণক যেন্নে ৰাখিবা নিশ্চয়।
কাৰ সিটো দূত কৰায়োক পৰিচয় ॥
আমি যেবে মৰো তেবে তোমাৰে কুখ্যাতি।
শুনিয়া যমৰ প্ৰেম উপজিল আতি ॥ ৩১৮
কৃষ্ণপদ পঙ্কজক মনত স্মৰিল।
তনু ভৈল পুলকিত লোতক ৰবিল ॥
মনত মিলিল মহা আনন্দ একান্ত।
মুখ মুচি দিলা পাছে দূতক সিদ্ধান্ত ॥ ৩১৯
যি কথা পুছিলি শুন সমস্তে কিঙ্কৰ।
আছন্ত পৰম দেৱ কৃষ্ণ মহেশ্বৰ ॥
যাৰ কথা শুনন্তে মনত মিলে ৰঙ্গ।
তাহান আগত মই ক্ষুদ্ৰ যে পতঙ্গ ॥ ৩২০
কৃষ্ণেসে ঈশ্বৰ চৰাচৰ জগতৰ।
যাৰ আজ্ঞা পালি ব্ৰহ্মা ইন্দ্ৰ মহেশ্বৰ ॥
সৃষ্টি স্থিতি প্ৰলয় কৰন্ত ভিন্নে ভিন্নে।
অনাদি অনন্ত কোন আছে তান্ত বিনে ॥ ৩২১
যাৰ বেদ বাক্যত জগত ভৈল বন্দী।
যেন নাক বিন্ধি বলধিক আছৈ ছান্দি ॥
জাতি ধৰ্ম্ম কৰি কৰৈ তাহাকেসে সেৱ।
তাহানেসে অধীন সমস্তে আমি দেৱ ॥ ৩২২
নাজানিসে মোক তোৰা বোলস ঈশ্বৰ।
মোৰ যাত অধিকাৰ শুনিও কিঙ্কৰ ॥

সংসাৰত আছে জীৱ জন্তু যতমানে ।
নকৰো সবাকে শাস্তি জানা বিদ্যমানে ॥ ৩২৩
মনুষ্য লোকত যিটো পাতকী নিস্খল ।
তাকেসে যাতনা ভুঞ্জাই কৰো দণ্ডফল ॥
পাতকী জনত মাত্ৰ মোৰ অধিকাৰ ।
কৃষ্ণৰ কিঙ্কৰ মই জানা সাৰেসাৰ ॥ ৩২৪
কৃষ্ণবেসে আজ্ঞা শিৰে ধৰি প্ৰতিনিত ।
কৰো যেন পাপীক উচিত প্ৰায়শ্চিত্ত ॥
ঈশ্বৰৰো ঈশ্বৰ হেনসে কৃষ্ণ দেৱ ।
ব্ৰহ্মময় মূৰ্ত্তি যাত পৰে নাহি কেৱ ॥ ৩২৫
ইন্দ্ৰ চন্দ্ৰ ব্ৰহ্মা বহ্নি শিৱ সূৰ্য্য কাল ।
কুবেৰ বৰুণ যমু বায়ু দিগপাল ॥
যত প্ৰজাপতি মই আদি যত দেৱ ।
তাহান লীলাক আমি নজানোহো কেৱ ॥ ৩২৬
মহা ঋষি সবে যাৰ মায়ায়ে মোহিত ।
নজানন্ত ঈশ্বৰ কৃষ্ণত যাৰ চিত্ত ॥
তাঙ্ক জানিবাক পাৰে আন কোন নৰে ।
একে এক শৰণীয়া ভকতত পৰে ॥ ৩২৭
জন্মে জন্মে কৰি আছে পাপৰ পৰ্ব্বত ।
হিয়াত থাকন্তে যিটো নুহিকে বেকত ॥
তাহান মায়ায়ে তাৰ কৰে বুদ্ধি অন্ধ ।
যাক জানিবাক নৰে নকৰে প্ৰৱন্ধ ॥ ৩২৮
পূৰ্ব্ব জনমৰ যিটো জন পুণ্যৱন্ত ।
মায়াকে তৰিলে সিটো পুৰুষ মহন্ত ॥
সি সি জনে ধৰে কৃষ্ণ চৰণত চাপি ।
এহিসে প্ৰকাৰে চিনি পুণ্যৱন্ত পাপী ॥ ৩২৯
হেনয় ঈশ্বৰ আছা জগতকে ব্যাপি ।
মহা মূঢ় জনে যেন নজানে তথাপি ॥
ব্ৰহ্মা আদি তৃণ পৰ্য্যন্তৰো অন্তৰ্য্যামী ।
সেহি কৃষ্ণ দেৱেসে মোহোৰ নিজ স্বামী ॥ ৩৩০
হেনবা বুলিবি ব্ৰহ্মাদিতো কৰি পৰ ।
জানিলো আছন্ত কৃষ্ণ জগত ঈশ্বৰ ॥
পাপীক বাখিলে যিটো আমাসাক মাৰি ।
বিপৰীত ৰূপ সিটো কোন সিদ্ধ চাৰি ॥ ৩৩১
তাৰ কথা শুনা সাৱধানে দূতগণ ।
স্বতন্ত্ৰ ঈশ্বৰ যিটো প্ৰভু নাৰায়ণ ॥
তানে পাৰিষদ সবে মনোহৰ বেশে ।
ভকতক ৰাখি ফুৰে তাহান আদেশে ॥ ৩৩২
কৃষ্ণৰ সদৃশ সবে ৰূপে সুকুমাৰ ।
মেঘ সম শ্যাম পীত বস্ত্ৰে জাতিষ্কাৰ ॥
সবে চাৰু চতুৰ্ভুজ ৰূপ আৰকত ।
শঙ্খ চক্ৰ গদা পদ্ম সবাৰো হাতত ॥ ৩৩৩
কেয়ুৰ কঙ্কণ হাৰ কটিত মেখলা ।
আজানুলম্বিত গলে জ্বলে বনমালা ॥
নূপুৰে ৰঞ্জিত চাৰু চৰণ কমল ।
কৃষ্ণৰ সদৃশ সবে ভকত বৎসল ॥ ৩৩৪
লক্ষ কোটি দিগ্‌গজৰ বল আছে গাৱে ।
বিষ্ণুৰ সদৃশ সবে অচিন্ত্য স্বভাৱে ॥
সূৰ্য্যৰ জ্যোতিক যেন চাহন নযায় ।
ব্ৰহ্মা আদি দেৱগণে পূজে যাৰ পায় ॥ ৩৩৫
বিষ্ণু ভকতক যেন ঢাকি থাকৈ পক্ষী ।
শত্ৰু সৰ্প অগ্নি মোতো হন্তে ফুৰৈ ৰাখি ॥
আনো যেৱে কৰৈ ভকতক অপকাৰ ।
গদায়ে কোবায়া কৰৈ তাক বুন্দামাৰ ॥ ৩৩৬
হেনবা বুলিবি যদি হৰৈ বিষ্ণুদূত ।
কিসক কৰিলে যেন মহা অযুগুত ॥
পাতকীকো ৰাখিয়া আমাক মাৰৈ প্ৰাণে ।
তাহাৰ সিদ্ধান্ত দূত শুনা সাৱধানে ॥ ৩৩৭
যিটো ধৰ্ম্ম কৃষ্ণে কহিলন্ত নিজ মুখে ।
যাক জানি নৰে তৰৈ সংসাৰক সুখে ॥
ভৃগু আদি ঋষি যত জগত প্ৰখ্যাত ।
মহা সিদ্ধ সবো যাক নজানে সাক্ষাত ॥ ৩৩৮
দশো দিগপাল আনো সুৰাসুৰ সবে ।
নজানন্ত বিদ্যাধৰ কিন্নৰ চাৰণে ॥

পৰম ৰহস্য নাম নাজানে জগতে।
মনুষ্যে জানিব আৰে তাক কেনমতে ॥ ৩৩৯
পৰম গোপনী নাম ইসে ধৰ্ম্ম নিজ।
অনিচ্ছায়ে উচ্চাৰিলে অজামিল দ্বিজ ॥
ভৈলা তথাপিতো সিটো পাপত মুকুত।
ৰাখিল তাতেসে তাক চাৰি বিষ্ণুদূত ॥ ৩৪০
সমস্তে দেৱৰো ৰাজা জানা নিষ্টে হৰি।
তান নামে ৰাজা যত ধৰ্ম্ম উপদৰি ॥
সমস্তে পাপক উচ্চাৰণে কৰে ক্ষয়।
নকৰিবি দূত দুনাই নামত সংশয় ॥ ৩৪১
শুনা সভাসদ সব মহা ভাগৱত।
স্বৰ্গ মৰ্ত্ত্য পাতালতো নাছিল পূৰ্ব্বত ॥
বৈকুণ্ঠ শাস্ত্ৰ আক নতু শুনৈ কেৰে।
জানিলন্ত অৰ্দ্ধ বয়সত ব্ৰহ্মাদেৰে ॥ ৩৪২
কিনো মহা ভাগ্যোদয় লোকৰ কলিত।
নামে সমে কৃষ্ণ সূৰ্য্য ভৈলন্ত বিদিত ॥
ইহেন কলিত যিটো নভৈল উদ্ধাৰ।
কোটি জনমতো তাৰ নাহিকে নিস্তাৰ ॥ ৩৪৩
হেন জানি সম্বৰে হুয়োক সাৱধান।
অথিৰ জীৱন যায় কেতিক্ষণে প্ৰাণ ॥
ভাৰতত নৰজন্ম নপাইবা সেহৰে।
ৰাম নাম ৰাদ্ধৱক ধৰা নিৰন্তৰে ॥ ৩৪৪
ভকতক কৃপায় কলিত দেৱ হৰি।
যশ বিস্তাৰিলা দৈৱকীত অৱতৰি ॥
এহি যশ গুণ নাম গাইব মাত্ৰ মুখে।
এতেকে মুকুতি পদ পাইব মহা সুখে ॥ ৩৪৫
কৃষ্ণৰ বাক্যত আৰে কৰিয়ো প্ৰত্যয়।
মবিবেক লাগে আক জানিবা নিশ্চয় ॥
মৰণ সমন নাহি বিনে হৰি নাম।
জানি নিৰন্তৰে ৰবে বোলা ৰাম ৰাম ॥ ৩৪৬

দুলড়ী

নিগদতি শুক শুনা সাৱধানে
পৰীক্ষিত নৃপবৰ।
সম্মুখি দূতক দুনাই যমৰাজ
মহিমা কহে মাধৱ ॥
পৰম দুৰ্ল্লভ মাধৱৰ নাম
সংসাৰ সাগৰে নাৱ।
তিনিও লোকত নাহি হেন জন
জানিবি আৰ প্ৰভাৱ ॥ ৩৪৭
হেনযা বুলিবি নামৰ মহিমা
যদি জানন্তাও নাই।
আছে ইটো ধৰ্ম্ম কিমতে জানিব
শুনা তাৰ অভিপ্ৰায় ॥
দেৱৰ নিমিত্তে নামক পূৰ্ব্বত
গুপুত কৰিয়া থৈলা।
পদ্মৰ কল্পত ব্ৰহ্মা আৰাধন্তে
নাৰায়ণে ব্যক্ত কৈলা ॥ ৩৪৮
কিছু কিছু কৰি প্ৰচাৰিল নাম
কেন ধৰ্ম্ম ইটো দেখা।
নামৰ মহিমা জানে যত লোক
শুনা দেও তাৰ লেখা ॥
ব্ৰহ্মা মহেশ্বৰ প্ৰহ্লাদ নাৰদ
কপিল কুমাৰ মুনি।
ভীষ্ম স্বায়ম্ভুৱ ব্যাস সুত শুক
জনক জানা আপুনি ॥ ৩৪৯
দৈত্য পুৰ বলী মই জনবায়
মোৰ কিনো ভাগ্যোদয়।
এহি বাৰ জনে জানো ইটো ধৰ্ম্ম
জানিবা দূত নিশ্চয় ॥
কোটি শত তীৰ্থ ব্ৰতো কৰিয়া
নামেসে পৱিত্ৰ কৰে।

যতেক শুনোক তথাপি নামত
বিশ্বাস কেৰে নকৰে ॥ ৩৫০
নামৰ মহিমা জানিল মাত্ৰকে
সংসাৰৰ হৰৈ পাৰ ।
দুৰ্লভ মুকুতি বৈকুণ্ঠে স্থকুতি
অপ্ৰয়াসে মিলৈ তাৰ ॥
মনুষ্য লোকত এহিমানে মাত্ৰ
পৰম ধৰ্ম্ম সম্প্ৰতি ।
শ্ৰৱণ কীৰ্ত্তন কৰিয়া নামক
কৃষ্ণত কৰা ভকতি ॥ ৩৫১
ইহাৰ প্ৰমাণ শুনুযধিবি দূত
এহি সত্য বেদ বাণী ।
যাতনা তাপত মৰৈ প্ৰাণী যত
এহিটো ধৰ্ম্ম নজানি ॥
সাক্ষাতে দেখিলি দ্বিজ অজামিল
পৰম পাপী প্ৰখ্যাত ।
নাৰায়ণ নাম উচ্চৰি মৰন্তে
মৃত্যুৰো এৰাইলা হাত ॥ ৩৫২
দেখ দেখ দূত হৰিৰ নামৰ
অচিন্ত্য কেন প্ৰভাৱ ।
দুৰ্ঘোৰ সংসাৰ সাগৰ তৰণ
এহিসে সুদৃঢ় নাৱ ॥
নাম এৰি আন মতে মোক্ষ চাৱৈ
দুহিকে সিটো পণ্ডিত ।
জানিবা মূৰ্খতো অধিক সেহিসে
তাহাৰ মত খণ্ডিত ॥ ৩৫৩
আচৰ্য্য আচৰ্য্য তাৱতৰ নৰ
কিনো মন্দ কৰ্ম্ম কৰৈ ।
হৰি হেন নাম আছন্তে তথাপি
যাতনা তাপত মৰৈ ॥
ঈশ্বৰ কৃষ্ণক নভজি আমাক
ইষ্টদেৱ বুলি ধৰৈ ।
কিনো হতবুদ্ধি কোচতে আমুখি
আছন্তে নিচিন্তি মৰৈ ॥ ৩৫৪

---

গ্ৰন্থকাৰৰ পৰিচয়

ছবি

টেম্বুৱানিবদ্ধে গ্ৰাম বটদ্ৰৱা যাৰ নাম
লোহিত্যৰ আতি অনুকূল ।
ভৈলা সেই গ্ৰামেশ্বৰ যাৰ নাম ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তানে সুত সূৰ্য্যবৰ মহা দাতা যশধৰ
দেৱ দ্বিজ আৰাধনে নিষ্ঠ ।
যাৰ যশ এভো জ্বলে জয়ন্ত মাধৱ দলে
দুই ভাই যাহাৰ কনিষ্ঠ ॥ ৩৫৫
তানে পুত্ৰ অনুপাম প্ৰসিদ্ধ কুসুম নাম
মহন্তৰ যিটো অগ্ৰগণী ।
পুণ্যৰ নাহিকে পাৰ ভৌমিক মধ্যত সাৰ
যাৰ যশে ঢাকিল ধৰণী ॥
তাহান সন্ততি আতি অজ্ঞ মহা মূঢ়মতি
শঙ্কৰে ৰচিলা পদ বন্ধে ।
কথাৰ আশয় চাই নিৰিন্ধিলো ঠাই ঠাই
নানাবিধ হ্ৰস্বদীৰ্ঘ ছন্দে ॥ ৩৫৬
কৰযোৰে বুদ্ধলোক বোলো ক্ষমিয়োক মোক
মহন্তৰ ক্ষমাসে ভূষণ ।
আবেসে টীকাত চাই যেবে দেখা কথা নাই
তেবে দিবা পদত দূষণ ॥
যিটো জনে অভিজ্ঞানী হঠাতে নিন্দন্ত আসি
তাকো কিছু বুলিতে নপাৰি ।
এবৈ নিজ পুণ্যচয় কৰৈ মোৰ পাপক্ষয়
দেখা সিটো কেৱে উপকাৰী ॥ ৩৫৭
তাকো নেকেখিলো যেবে মোত্ত পৰে আছে তেবে
আন কোন কৃতঘ্ন সাক্ষাত ।

ইটো কথা পবিহৰি চিন্তিয়োক মহা হৰি
কৰা বতি কৃষ্ণৰ কথাত ॥
কৃষ্ণ কথা বিনে আৰ নাহিকে শাস্ত্ৰৰ সাৰ
চাৰিবেদে কৰৈ আক মাত্ৰ।
এক চিত্তে যিটো নৰে শ্ৰৱণ কীৰ্ত্তন কৰে
সিসি মহা সুকৃতিৰ পাত্ৰ ॥ ৩৫৮
মাধৱৰ নাম যশ যিটো তাতে পাৰৈ ৰস
সিসি মহা মহন্ত উত্তম।
মহাতীৰ্থ স্নান দান যতেক পৰম জ্ঞান
কোটি ভাগো তাক নুহি সম ॥
হৰি হৰি উচ্চৰন্তে যাৰ নয়নৰ হন্তে
ঝৰৈ নীৰ শৰীৰ পুলক।
ভৈলা সংসাৰৰ পাৰ মৰিবে নলাগে তাৰ
জীৱন্তে পাইলেক কৃষ্ণক ॥ ৩৫৯
হেন জানি সভাসদ চিন্তিয়ো কৃষ্ণৰ পদ
কৰা কৃষ্ণ চৰিত্ৰ কীৰ্ত্তন।
মহা কাল সৰ্পে গিলে যাইব জিউ একতিলে
মিলে কৈত দুৰ্ব্বোৰ মৰণ ॥
কৃষ্ণেসে সুহৃদ নিজ নামেসে মুকুতি বীজ
প্ৰবন্ধে ধৰিও হৰি নাম।
সমস্ত সমাজে ঢাকি বোলা উচ্চ কৰি ডাকি
নিৰন্তৰে নৰে ৰাম ৰাম ॥ ৩৬০

---

পদ

নিগদতি শুক শুনিয়োক নৃপবৰ।
যমত পুছিলা পুনাই দাৰুণ কিঙ্কৰ ॥
একবাৰ উচ্চাৰিলে নামৰ আভাস।
কিমতে সমস্তে পাপ তাৰ ভৈলা নাশ ॥ ৩৬১
প্ৰস্তাৱে সঙ্কেতে ভক্তি ভাৱে নাম ধৰে।
তাহাৰেসে সমস্তে পাতেক নাশ হৰে ॥
অনুদিনে আদৰে হৰিৰ নাম লয়ে।
তাৰেসে পাতেক শুচে আনো শাস্ত্ৰে কয়ে ॥ ৩৬২
অহৰ্নিশে সুমৰিলে হয়ে পাপ ক্ষয়।
আনো পুৰাণত আছে হেনসে নিৰ্ণয় ॥
ভাগৱত শাস্ত্ৰক শুনিব ঠাই ঠাই।
সেহিসে পবিত্ৰ নাম সুমৰে সদায় ॥ ৩৬৩
হয়ে শুদ্ধ যেবে এক নাম লৈলে মাত্ৰ।
পূৰ্ব্বত কৰিল কিয় প্ৰায়শ্চিত্ত শাস্ত্ৰ ॥
ব্যৰ্থেসে বিহিল জপ তপ তীৰ্থচয়।
ছেদিয়োক প্ৰভু ইটো মনৰ সংশয় ॥ ৩৬৪
শুনি যমৰাজা দিলা দূতক উত্তৰ।
একো নুবুজস তোৰা অধম পামৰ ॥
নামৰ মহিমা শুনি নসহিলে গায়।
হৰিতো অধিক মহা নামৰ প্ৰভাৱ ॥ ৩৬৫
নামৰ দ্ৰোহীক হৰি নকৰন্ত ৰক্ষা।
ৰাখে হৰি দ্ৰোহীক নামৰ হেন কক্ষা ॥
অচিন্ত্য মহিমা নাম এৰ আত খেদ।
শুন তোৰ সংশয়ৰ দেও পৰিচ্ছেদ ॥ ৩৬৬
মহা মহা পাতেকৰ ক্ষয়ৰ নিমিত্তে।
নালাগে হৰিৰ নাম সততে স্মৰিতে ॥
ৰাম কৃষ্ণ নাম যিটো লয়ে একবাৰ।
কোটি জনমৰো পাপ ভস্ম হোৱে তাৰ ॥ ৩৬৭
আপুনি আগতে পাইলি শাস্ত্ৰৰ প্ৰমাণ।
দ্বিজ অজামিল যেন পাতকী প্ৰধান ॥
লাজ কাজ মৰ্য্যাদা এৰিলে যেন নষ্ট।
মিলে ছাগলিতো সিটো পৰম লম্পট ॥ ৩৬৮
অত্যন্ত অশুদ্ধ চিত্ত নজানে কৃষ্ণক।
নাৰায়ণ আইস বুলি ডাকিল পুত্ৰক ॥
এতেকে তৰিল পাপ যমৰ হন্তে।
পাইলেক মুকুতি নাম স্মৰি মৰন্তে ॥ ৩৬৯
কহিলো যেনবো তত্ত্ব জানিবি নিশ্চয়।
নামৰ আভাসে মাত্ৰ পাপ কৰৈ ক্ষয় ॥

পাতেকৰ বাসনাৰ ক্ষয়ৰ নিমিত্তে।
সন্ততে নামক সুমৰিবে লাগে নিত্তে॥ ৩৭০
এতেকেসে শাস্ত্ৰ কৰৈ সদায়ে স্মৰণ।
তেবেসে বাসনা গুচে শুদ্ধ হোৱে মন॥
তেবেসে নছাড়ে কৃষ্ণ চৰণত ৰতি।
ইহাৰ প্ৰমাণ জানা সপ্ৰেম ভকতি॥ ৩৭১
বুলিবি নামেসে যেবে সাধে সবে অৰ্থ।
স্মৃতি শাস্ত্ৰ মানে তেবে ভৈল সবে ব্যৰ্থ॥
হৰিৰ নামেসে পাৱে পাতক খণ্ডিত।
কয় ঋষি সবে বিহে আন প্ৰায়শ্চিত্ত॥ ৩৭২
ইহাৰ উত্তৰ দিও শুন দুতগণ।
বড়া জনিয়াত পৰে যত মহাজন॥
পৰম ৰহস্য হৰি নামক নজানে।
বিহে আন প্ৰায়শ্চিত্ত কৰ্ম্মক বখানে॥ ৩৭৩*
যেন মৃত্যু-সঞ্জীৱনী ঔষধতে সাৰ।
মৰাকো জীয়াৱে হেন প্ৰভাৱ তাহাৰ॥
মন্দমতি বৈদ্য সবে তাহাক নজানি।
আনসে ঔষধ দেয় ৰুগীয়াক আনি॥ ৩৭৪
মায়ায়ে মুহিলে নুবুজিলে বেদবাণী।
কৰ্ম্ম কৰি অক্ষয় স্বৰ্গক সাধে প্ৰাণী॥
কৰ্ম্মকাণ্ড বেদতেসে মাতি ভৈল জড়।
ব্ৰত জপ যজ্ঞকেসে দেখে কৰ্ম্ম বৰ॥ ৩৭৫
মিলায়ে সম্ভাৰ কৰি অনেক প্ৰাৰম্ভে।
উচ্চৰিয়া মন্ত্ৰ পঢ়ি যজে মহা দম্ভে॥
মোক্ষ পৰে কোন আছে বুলি পাৱে ৰঙ্গ।
বৈষ্ণৱক বোলে কোন ক্ষুদ্ৰ যে পতঙ্গ॥ ৩৭৬
বেদকৰ্ম্ম নজানে কিছুৱো নাহি পাত্ৰ।
এবিলেক কৰ্ম্ম ৰাম বুলি মৰে মাত্ৰ॥
ভকতিকো কৰি কুৰে অনেক ধিক্কাৰ।
কৰ্ম্মীৰ নুগুচে সদা ক্ৰোধ অহঙ্কাৰ॥ ৩৭৭
কৰ্ম্ম কৰি নেৰাই যাতনা মহা ক্লেশ।
সিহেতু জ্ঞানস্থা সৱে নেদে উপদেশ॥
তাহাৰ নিদান কহো শুন দুতগণ।
কৰ্ম্ম-মলে চন্ন কৰে অজ্ঞানীৰ মন॥ ৩৭৮
কৃষ্ণ হেন ঈশ্বৰকো কিঞ্চিতো নজানে।
মন্ত্ৰ তন্ত্ৰ কৰ্ম্মক ডাঙ্গৰ বুলি মানে॥
অস্ফুট কঠিন মন্ত্ৰ দুষ্কৰ কৰ্ম্মত।
সদায় তাহাৰ শ্ৰদ্ধা নুগুচে মনত॥ ৩৭৯
কোমল অক্ষৰ স্পষ্ট ৰাম কৃষ্ণ নাম।
অল্প বুলি এৰে বোলে আত কোন কাম॥
কণেও নুশুনে আৰ কথাক কহন্তে।
নাম উপদেশ নেদে এতেকে মহন্তে॥ ৩৮০
নাম নকৈবাৰ আৰো অভিপ্ৰায় আছে।
থাকে যেন যদ্যপি পোষণ সিংহ কাছে॥
যদি চাৰ শৃগালে আৰাও কৰে চাপি।
তাক খেদাইবাক নেদৈ সিংহক তথাপি॥ ৩৮১
সেহিমতে হৰিনাম পৰম মঙ্গল।
যাক উচ্চাৰণে পাৱে মহা মোক্ষ ফল॥
পাপ প্ৰায়শ্চিত্ত ইটো কোন চাৰ কাম।
এহি বুলি জ্ঞানন্তেও নকহিলা ৰাম॥ ৩৮২
আৰো এক অভিপ্ৰায় কহো শুন দুত।
পৰম ৰহস্য নামধৰ্ম্ম অদভুত॥
ইহাৰ মহিমা মাত্ৰ জানে যিটো প্ৰাণী।
এতেকে মুকুতি পাৱে কৈলো সত্য বাণী॥ ৩৮৩
যেবে জানে জগতে নামৰ তত্ত্ব ভেদ।
পাইবে সবে মোক্ষ হুইবে সংসাৰ উচ্ছেদ॥
এহিবুলি নাম ধৰ্ম্ম নকৰি বিদিত।
জানিও আনসে বিহিলন্ত প্ৰায়শ্চিত্ত॥ ৩৮৪
আক কিছু হেতু আত বুলিবাক পাৰি।
জানিল নামক যিটো বেদক বিচাৰি॥

* এই পদটো প্ৰক্ষিপ্ত বুলি মনে ধৰে

নকহিল তথাপি নামৰ তত্ত্ব মৰ্ম্ম।
উচ্চাৰিল ইটো প্ৰায়শ্চিত্ত ধৰ্ম্ম কৰ্ম্ম ॥ ৩৮৫
যেন মহা ব্ৰহ্মজ্ঞান ৰাখন দুষ্কৰ।
তেনয় দুষ্কৰ নাম কৰ্ম্মী মনুষ্যৰ ॥
আগে আন বচন মুখত সৰসৰি।
ওঠক কপালে যেন যেবে বোলে হৰি ॥ ৩৮৬
নাসিবে জিহ্বাত নাম নুহিবে বিশ্বাস।
কৰ্ম্মকো দেখিবে মিছা ব্যৰ্থসে প্ৰয়াস ॥
নাম ধৰ্ম্ম এৰি হুইবে পাষণ্ড পৰায়।
নখণ্ডিল প্ৰায়শ্চিত্ত এহি অভিপ্ৰায় ॥ ৩৮৭
ৰাখিলন্ত কৰ্ম্ম-কাণ্ড অজ্ঞানীৰ পদে।
কৰ্ম্মীক নেৰিব ঘোৰ পৰম আপদে ॥
উপজি মৰিবে মহা ভুঞ্জিয়া নিকাৰ।
কোটি কোটি কল্পে নাহি কৰ্ম্মীৰ নিস্তাৰ ॥ ৩৮৮
জন্মে জন্মে কৰি আছে পাপৰ পৰ্ব্বত।
আজোৰন্তে নাসে নাম তাহাৰ মুখত ॥
নলয়ে সন্তৰ সঙ্গ সিকাৰণে ৰণ্ড।
জানিবি সেহিসে নিজ পৰম পাষণ্ড ॥ ৩৮৯
জন্মে জন্মে যিটো আৰাধিয়া আছে হৰি।
তাহাৰ জিহ্বাত নাম আসে সৰসৰি ॥
তাৰ কৃষ্ণ কথাতে উপজে আতি ৰস।
সিসে ভাগ্যৱন্ত গাৱে হৰিগুণ যশ ॥ ৩৯০
সি সি জনে আন একো পুণ্যক নেলেখে।
হৰি ভকতক পাইলে প্ৰাণ হেন দেখে ॥
ওপজে কৃষ্ণত প্ৰেম চিত্তে ধৰে ৰূপ।
জীৱন্তে কৃষ্ণক পাৱে কহিলো স্বৰূপ ॥ ৩৯১
হেন বিমৰিষি যিটো মহা বুদ্ধিমন্ত।
পৰম শ্ৰদ্ধায়ে ভজে নিতে ভগৱন্ত ॥
শ্ৰৱণ কীৰ্ত্তন নাম নছাড়ে মুখৰ।
মোৰ দণ্ডযোগ্য আউৰ নুহি সিটো নৰ ॥ ৩৯২
নকৰিব পাপ সিটো চিত্তত আহ্লাদ।
যদিবা তাহাৰো লিজে পাতেক প্ৰমাদ ॥

হৰিনাম কীৰ্ত্তনে তেখনে হোৱে নাশ।
পাপী হেন বুলি তাৰ নাচাপিবি পাশ ॥ ৩৯৩
শুন দূতগণ কহো হিতসে বচন।
কৃষ্ণত একান্ত চিত্তে পশিও শৰণ ॥
ঐৰাপৰা ময়ো মানা কৰো প্ৰতিনিত।
দেৱ সিদ্ধে তাহাৰেসে গাৱে গুণ গীত ॥ ৩৯৪
তাসম্বাৰ নাচাপিবি সমীপ কিঙ্কৰ।
লগে ফুৰে কৌমোদকী গদা গোবিন্দৰ ॥
পাইলে হাড় মুণ্ড গুণ্ডি কৰিবে কোৰাই।
কহিলো স্বৰূপে পাছে মোত দোষ নাই ॥ ৩৯৫
কাকো কিছু কৰিবে নুৱাৰে অপকাৰ।
সিটো ভকতত মোৰ নাই অধিকাৰ ॥
হেন জানি তাহান্ক দূৰতে পৰিহৰি।
আপোনাৰ প্ৰাণ ৰাখি ফুৰিবি অন্তৰি ॥ ৩৯৬
যিটো জনে ফুৰৈ ৰাম নামক উচ্চৰি।
পাছে পাছে যান্ত কৃষ্ণ চক্ৰ কৰে ধৰি ॥
যেন ধেনু স্নেহে ৰাচকৰ পাছ লাগে।
ৰক্ষা কৰি ভৃত্যক ফুৰন্ত অনুৰাগে ॥ ৩৯৭
বিষ্ণুৰ পৰমপ্ৰিয় ভকত বান্ধৱ।
ভকত জনৰ মহা সুহৃদ মাধৱ ॥
তাহাৰ কাছক গৈলে হুইবি ৰণ্ড ভণ্ড।
চক্ৰে কাটি তেখনে কৰিব খণ্ড খণ্ড ॥ ৩৯৮
সন্তৰে ফুৰিবি দূত আপোনাক জানি।
যথাতে নুশুন কৰ্ণে হৰিনাম ধ্বনি ॥
শ্ৰৱণ কীৰ্ত্তন যৈত নাহিকে প্ৰচাৰ।
সেহিসে থানত দূত কৰিবি সঞ্চাৰ ॥ ৩৯৯
কহিলোহোঁ হিত আত এৰিবি সংশয়।
আপোনাক ৰাখিয়া ফুৰিবি দূতচয় ॥
কদাচিতো নচাপিবি বৈষ্ণৱৰ পাশ।
মোৰ বাক্য নধৰিলে হুইবি সৰ্ব্বনাশ ॥ ৪০০
মই তোমাসাক দেও ডুনাই ডুনাই হাক।
আপুনি বৰ্ত্তিবি যেবে ৰাখিবি আমাক ॥

বৈষ্ণৱৰ ঠাইক লাগি নকৰিবি গতি।
এহিবুলি দূতক শিখাইলা প্ৰতিপ্ৰতি ॥ ৪০১
শুনা সভাসদ পদ মহা ভাগৱত।
অনুমাত্ৰ সাৰ নাই ইটো সংসাৰত ॥
মায়াময় বিষয়ত মৰিলোহোঁ মজি।
মিছাত যাইলো দিন কৃষ্ণক নভজি ॥ ৪০২
হৰি ভকতিক লাগি কৰিও প্ৰবন্ধ।
কৃষ্ণত নুপুজে মতি কিনো লোক অন্ধ ॥
যাৰ নাম মাত্ৰ লৈলে সংসাৰক তৰি।
হিয়াত আছন্ত হেন কৃপাময় হৰি ॥ ৪০৩
যাৰে নভু মিলে মহা দুৰ্ঘোৰ মৰণ।
সত্বৰে লৈওক প্ৰভু কৃষ্ণত শৰণ ॥
কৃষ্ণৰ চৰিত্ৰ শুনিয়োক অবিশ্ৰাম।
সুখে দুখে মুখে নাছাড়িবা কৃষ্ণ নাম ॥ ৪০৪
কৰিলন্ত পঞ্চ সত্য কেশৱে পূৰ্ব্বত।
মহা নিষ্ঠ কৰি ধনঞ্জয়ৰ আগত ॥
নাম বিনে অৰ্জ্জুন তাৰন্তা আন নাই।
নিৰন্তৰে বেদৰ এহিসে অভিপ্ৰায় ॥ ৪০৫
হেন জানি কৃষ্ণৰ চৰণ চিন্তা চিত্তে।
কৃষ্ণ কথা অমৃতক পিয়া প্ৰতি নিতে ॥
দুৰ্ঘোৰ যাতনা তৰিবাৰ কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৪০৬

---

### ছুলড়ী

নিগদতি শুক শুনা পৰীক্ষিত
কৃষ্ণ কথা অদভুত।
যমৰ বচন শুনি পুনৰপি
পুচিলা সমস্তে দূত ॥
বিষ্ণু ভকতৰ নচাপিবো পাশ
তোমাৰ আজ্ঞাক লৈয়া।
ভালমতে আৰে চিনায়োক প্ৰভু
আমাৰ যিটো পৰৈয়া ॥ ৪০৭
মনুষ্য মধ্যত কোন মহা পাপী
তাকো জানিবাক লাগে।
চাৰি মহা সিটো সিদ্ধৰ হাতত
ইবাৰ বৰ্ত্তিলো ভাগ্যে ॥
কাক আনি ঐত যাতনা ভুঞ্জাইবো
কাত কোন দায় আছে।
ভাল মতে মোত কহিবা ইবাৰ
সমূলে মৰিবো পাছে ॥ ৪০৮
দূতৰ বচন শুনি বুলিলন্ত
যমে থিৰ কৰি মতি।
যাত অধিকাৰ আমাৰ কহিবো
শুনিবি দূত সম্প্ৰতি ॥
ব্ৰহ্মা মহাদেৱ যাক কৰে সেৱ
আছন্ত কৃষ্ণ ঈশ্বৰ।
তান্ত পৰে আৰ দেৱ কেহো নাহি
আমিও যাৰ কিঙ্কৰ ॥ ৪০৯
সনক সনন্দ সিদ্ধে আৰাধন্ত
যাহাৰ পদ কমল।
হেন মাধৱৰ চৰণ সেৱাত
বিমুখ যিটো নিস্খল ॥
নৰকৰ পথ ইটো গৃহবাস
আতেসে ৰতি সদায়।
তাক ধৰি আন পাতকী প্ৰধান
তাতে আছে মোৰ দায় ॥ ৪১০
ধৰ্ম্ম অনুপাম কৃষ্ণ গুণ নাম
নাথাকৈ যাৰ জিহ্বাত।
জগত তাৰণ কৃষ্ণৰ চৰণ
নিচিন্তৈ যিটো হিয়াত ॥
ঈশ্বৰ কৃষ্ণক যাবেকো নকৰে
পৰম সিটো নিস্খলে।

তাক ধৰ চাপি সেহি মহা পাপী
বান্ধি আন হাতে গলে ॥ ৪১১
বৈষ্ণৱক দেখি কৰে উপহাস
ভকতি পথক নিন্দে।
সিটো দুৰ্জ্জনৰ যেন হৰিনামে
সম্যকে কাণত বিন্ধে ॥
সংসাৰ মধ্যত তাত পৰে পাপী
আউৰ একোজন নাই।
মুহুখিৰি তাক আন যাতনাক
লোহাৰ ডাঙ্গে কোবাই ॥ ৪১২
কৃষ্ণৰ কীৰ্ত্তন নকৰি যি নৰে
আনসে কৰ্ম্ম আচৰে।
কৃষ্ণৰ কথাত কাণ নপাতই
অধম যিটো পামৰে ॥
ভকতৰ যত পাতেক পলাই
কাঢ়ন্তে দুমনিশ্বাস।
পলাইবাৰ পুৰি নপাই খুজি লুৰি
গৈয়া তাত কৰৈ বাস ॥ ৪১৩
সিটো দুৰাচাৰ পাপৰ ভাণ্ডাৰ
ছাড়িবে নলাগে তাক।
ধৰিবিহি বলে বান্ধি হাতে গলে
ঝাণ্টে আন যাতনাক ॥
সেহি মহাবণ্ড পৰম পাষণ্ড
ডাঙ্গে কোবাই কৰ চুৰ।
চিনাইলো পৰয়া মোৰ আজ্ঞা লৈয়া
মনুষ্য মধ্যত ফুৰ ॥ ৪১৪
দূতক এতেক কহি যমে পাছে
কৃষ্ণৰ দিশক চাই।
কৰি কৃতাঞ্জলি বুলিলা বিনয়
হুয়া অৱনত কায় ॥
তোমাৰ নামৰ মহিমা নজানি
দূতে কৰিলেক দোষ।
সেৱকৰ দায় পাইয প্ৰভুকো
ইসে ভৈল অসন্তোষ ॥ ৪১৫
ক্ষমিয়োক স্বামী জানিবা আমিসি
কৰিলো ইটো অকৰ্ম্ম।
হুয়োক সদয় কৃষ্ণ কৃপাময়
ক্ষমাসে মহন্ত ধৰ্ম্ম ॥
এহি বুলি যমে মৌন হুয়া ৰৈল
কৃষ্ণৰ চিন্তি চৰণ।
প্ৰেম পৰশিল লোতক ঝৰিল
নেৰিলা হৰি স্মৰণ ॥ ৪১৬

---

## ছবি

বৈষ্ণৱৰ মহিমাক যমৰ মুখত শুনি
হিয়াত পশিল মহাভয়।
সেহি দিন ধৰি পাছে ভকতক দেখিলেও
তৰ তৰি কাম্পে দূত চয় ॥
ডৰে থাকে চকু চিপি কতো যাই পাছু শুচি
চাইবে নোৱাৰে মাথা তুলি।
প্ৰভাৱে দেখিয়া বোলে বৈষ্ণৱৰ যিটো তেজে
যোনো মাৰৈ আমাক সমূলি ॥ ৪১৭
কীৰ্ত্তনৰ ধ্বনি যথা যৈতে শুনে হৰি কথা
তাক ভৰি অন্তৰি পলাই।
নামৰ শুনন্তে বোল হৰৈ মুখে মাত্ৰ বোল
লৰৰয় পাছক নচাই ॥
নাহি শ্ৰুতি যেন মৰা চক্ৰে কাটিলেক পৰা
মোৰ মান যোনো আজি বুৰৈ।
যিবা আন কথা কৰৈ তাকো বোলে নাম লৱৈ
ভবত দূতৰ থাকু উবৈ ॥ ৪১৮
কৰৈ আনে কাণাকাণি যদি শুনৈ বিণি বিণি
থমকি অন্ধাৰে কাণ পাতি।

অন্যা অন্যে বোলে শুন যোনো গাৱে হৰি গুণ
পলাইবাক লাগি বান্ধে গাতি ॥
মহা ত্রাস হুয়া আতি স্বপ্নতো চেঞ্চাৱে ৰাতি
পলা পলা চক্রে পাইলে খেদি ।
এহিমতে দূতগণে অসুখ অশান্তি মনে
পলায় বৈষ্ণৱক লাগ নেদি ॥ ৪১৯
কহিলো নৃপতি মৰ্ম্ম কৃষ্ণৰ কীৰ্ত্তন ধৰ্ম্ম
জগত মঙ্গল ইসে নিজ ।
মহা মহা পাপৰাশি এহিসে বিনাশে আসি
উভাৰে পাপৰ যত বীজ ॥
কৃষ্ণ গুণ নাম স্মৰি শ্রৱণ কীৰ্ত্তন কৰি
যেন মতে শুদ্ধ হৈয়া মৰে ।
কোটি তীৰ্থ ব্রত তপে কোটি যাগ যোগ জপে
সেহি মত পৱিত্র নকৰে ॥ ৪২০
কৃষ্ণ পদ-পঙ্কজৰ মধু পিৱে যিটো নৰ
তাৰ মন নপৰৈ কৰ্ম্মত ।
কৃষ্ণতেসে কৰৈ ৰতি মিলৈ মহা বিৰকতি
ঘোৰ দুখময় বিষয়ত ॥
ভকতি নাদৰি যিটো প্রায়শ্চিত্ত কৰে সিটো
তাৰ কৰ্ম্ম সকলে বিফল ।
যেন ধুৱাই নেই হাথী ঢুনাই লবে কুটা মাটি
গাৱত বন্ধাৱে আতি মল ॥ ৪২১
পূৰ্ব্বত অগস্ত্য ঋষি মলয়া পৰ্ব্বতে বসি
আছন্তে হৰিক কৰি ধ্যান ।
কহিলন্ত মোত তথা ইটো ইতিহাস কথা
নাম বিনে ধৰ্ম্ম নাহি আন ॥
জানিলাহা পৰীক্ষিত নাম ধৰ্ম্ম বিপৰীত
কহিলো তোমাত দয়াতৰে ।
ইহাত বিশ্বাস কৰি যিটো জুৰে নাম ধৰি
সিটো সুখে সংসাৰক তৰে ॥ ৪২২
শুনিয়োক সভাসদ মহা ভাগৱত পদ
তিনিও লোকত ইটো সাৰ ।
কৰিও বিশ্বাস আত এবায়ো যমৰ হাত
নাম বিনে নাহিকে নিস্তাৰ ॥
বুজিবা শাস্ত্রৰ মজ্জা কৃষ্ণেসে দেৱৰ ৰাজা
হৰিনাম ধৰ্ম্মৰ ঈশ্বৰ ।
যত তপ তীৰ্থ স্নান যাগ যোগ মহা জ্ঞান
জানা সবে নামৰ কিঙ্কৰ ॥ ৪২৩
নাহি আত অন্যৰথা বিচাৰিলো কৃষ্ণ কথা
আক শুনি হুয়োক সন্তোষ ।
নিন্দা নুবুলিবা মোক কৃষ্ণে সবে খণ্ডায়োক
আছে বড়া টুটা যত দোষ ॥
হৰি হৰি নাম স্মৰে সমস্তে ছিদ্রক হৰে
মহন্তৰ হেনসে সম্মত ।
নাম বিনে নাহি আন অজামিল উপাখ্যান
এহিমানে ভৈলা সমাপত ॥ ৪২৪
হে কৃষ্ণ কৰো সেৱ হেন কৃপা কৰা দেৱ
তোমাতেসে থাকে যেন মতি ।
চৰণে বিক্রয় গৈলো তোমাৰেসে ভৃত্য ভৈলো
জন্মে জন্মে তুমি মোৰ গতি ॥
মই মহা মন্দমতি তোমাত নকৰি ৰতি
ইটো আয়ু নিলো আলেজালে ।
হুয়ো দেৱ উপসাম তোমাৰ স্মৰণ নাম
নছাড়োক মোৰ অন্তকালে ॥ ৪২৫
নামেসে মোক্ষৰ বীজ কৃষ্ণেসে সুহৃদ নিজ
ভৈল তয়ু প্রসাদে বিদিত ।
তুমিসে পৰম গুৰু ভকতৰ কল্পতৰু
জানা তুমি যাৰ যেন চিত্ত ॥
কৰো কৃষ্ণ কৃতাঞ্জলি ধৰো চৰণৰ ধূলি
হেৰা কৰো সহস্র প্রণাম ।
কৃষ্ণৰ ভৃত্যৰো ভৃত্য শঙ্কৰে ৰচিলা গীত
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৪২৬

———

# শ্ৰীশঙ্কৰ বাক্যামৃত

## মহাভাগৱত—৮ম স্কন্ধ

### ১ অমৃত মথন

বিপ্ৰশাপত লক্ষ্মী পৰিত্যাগ আৰু দেৱতাসকলৰ
হৰি স্তৱ

পদ

জয় জয় নিৰঞ্জন জগতৰ জীৱ ।
প্ৰধান পুৰুষ হৃষীকেশ সদাশিৱ ॥
সদানন্দ দৈত্যাৰি দেৱৰ আদি দেৱ ।
কৃষ্ণৰ চৰণে মনে মই কৰো সেৱ ॥ ১
নমো নমো মধু মুৰ অসুৰ দাৰণ ।
প্ৰণত পালক সৃষ্টি সংহাৰ কাৰণ ॥
যাক আৰাধন্ত হৰ পুৰন্দৰ বিধি ।
হৰিক স্মৰণে হৌক আৰম্ভৰ সিদ্ধি ॥ ২
মাধৱৰ পাদ-পদ্ম ধৰি হৃদয়ত ।
গুৰুৰ চৰণ মনে কৰি শিৰোগত ॥
মহা ভাগৱত কথা অমৃত মথন ।
ভণিল শঙ্কৰে ধৰি কৃষ্ণৰ চৰণ ॥ ৩
জয় মহামুনি শুক ব্যাসৰ তনয় ।
সদায় আনন্দ যাৰ সমাধি হৃদয় ॥
যিটো যোগবলে পৰীক্ষিতৰ আগত ।
সাত দিনে কৈলা বাৰ স্কন্ধ ভাগৱত ॥ ৪
জয় ত্ৰিদশ দেৱ অদিতিৰ সুত ।
হৰিক সহায় কৰি মথিলা অমৃত ॥
দানৱগণক জিনিলন্ত ঘোৰ ৰণে ।
শঙ্কৰে ৰচিলা পদ কৃষ্ণৰ চৰণে ॥ ৫
পৰীক্ষিত ৰাজা শুকমুনিত পুছিলা ।
যেনমতে হৰি ক্ষীৰসাগৰ মথিলা ॥
অমৃতক পাইলা যেনমতে দেৱগণে ।
কহিয়োক কথা মই শুনো ৰঙ্গমনে ॥ ৬
তোমাৰ মুখৰ কথা সাক্ষাতে অমৃত ।
আৰো গোবিন্দৰ গুণ কথা অলঙ্কৃত ॥
যতেক শুনোহো শুনিবাক যায় মতি ।
অমৃত পিয়ন্তে যেন নথণ্ডে তৃপিতি ॥ ৭
হেন শুনি মুনি পৰীক্ষিতক বদন্তি ।
কৃষ্ণৰ কথাত ধন্য সম্পাজিল মতি ॥
ধন্য ধন্য নৃপবৰ কৌৰৱ নন্দন ।
শুনা সাৱধানে কথা অমৃত মথন ॥ ৮
পূৰ্বত দুৰ্বাসা বাসৱক দিলা শাপ ।
শ্ৰীহত ভৈলা ইন্দ্ৰ ঘুচিল প্ৰতাপ ॥
এৰিলন্ত মহালক্ষ্মী তিনিও লোকক ।
পৰিল দুৰ্ভিক্ষ ভৈল প্ৰজাত মৰক ॥ ৯
এৰিলন্ত ব্ৰত বিধি যত যজ্ঞ যাগ ।
ভুঞ্জিবে নপান্ত দেৱগণে যজ্ঞভাগ ॥
ভৈলন্ত দুৰ্বল সবে শুকাইল শৰীৰ ।
পৰত ভ্ৰমন্তে কাৰো ভৰি নৰায় থিৰ ॥ ১০

লক্ষ্মী এৰিলাত সবে ভৈলা নিৰাহাৰ ।
ছিদ্ৰ পাই দানৱে দেৱক দিলা ধাৰ ॥
চতুৰঙ্গে সেনাগণ সাজি বলিৰায় ।
মহাকোপে আটোপে স্বৰ্গক গৈলা ধাই ॥ ১১
দেখি ইন্দ্ৰ ত্ৰিদশ সহিতে যুদ্ধ দিল ।
দেৱ দানৱৰ ঘোৰ সংগ্ৰাম মিলিল ॥
ভৈল যেন প্ৰলয় প্ৰজাৰ ক্ষয়ঙ্কাৰ ।
পৰিল অনেক সেনা দৈত্য দেৱতাৰ ॥ ১২
দেৱৰ শৰত যিটো দৈত্য যায় মৰি ।
শুক্ৰে জীয়াৱন্ত তাক সঞ্জীৱনী কৰি ॥
স্মৰণ মাত্ৰকে যেন উঠি বসে জাগি ।
অস্ত্ৰ ধৰি ধায় চুনাই দেৱতাক লাগি ॥ ১৩
দানৱৰ শৰত পৰন্ত যত দেৱ ।
সমুলি মৰন্ত আৰ নিৰ্জীৱন্ত কেৱ ॥
স্বভাৱে নিৰ্বল দেৱ দুৰ্বাসাৰ শাপে ।
পৰিয়া সুঠন্ত দেৱতাৰ একোলোকে ॥ ১৪
এক দিক্কি কৰি দেৱতাক নেই মাৰি ।
পলাইল ত্ৰিদশ দানৱত ৰণ হাৰি ॥
দাৰুণ দানৱগণে দেৱক ভঙ্গাইল ।
কৰিলা উচ্ছন্ন অত্ৰাৱতী লুৰি খাইল ॥ ১৫
দেৱৰ সৰ্ব্বস্ব কাঢ়ি লয়ে ঘৰ খুই ।
মহা বৈৰ ভাৱত ধৰত দেয় জুই ॥
লুৰি পুৰি ছাৰখাৰ কৰি সুৰপুৰ ।
চুনাই পাতালক গৈল যতেক অসুৰ ॥ ১৬
পলাই ত্ৰিদশ দেৱ ভৈলা একস্থান ।
কৰন্ত আলোচ যত দেৱতা প্ৰধান ॥
ইন্দ্ৰ চন্দ্ৰ বায়ু সূৰ্য্য কুবেৰ বৰুণ ।
নাই সুস্থ মন সবে ভৈলা চেৰ ৰণ ॥ ১৭
শুনি পাছি মুৰাৰি কৰিবে কিছো খিৰ ।
ব্ৰহ্মাৰ পাশক চলি গৈলা ধীৰে ধীৰ ॥
মেৰুৰ শিখৰে আছে ব্ৰহ্মাৰ ভুৱন ।
কতোক্ষণে গৈয়া তাক পাইলা দেৱগণ ॥ ১৮
বসিয়া আছন্ত ব্ৰহ্মা পদ্মাসন ভিৰি ।
নিবিৰ মানসে মাধৱক ধ্যান কৰি ॥
চৰ্তুৰ্ভিতি বেঢ়ি সিদ্ধ মুনি স্তুতি কৰে ।
মূৰ্ত্তি ধৰি উপাসন্ত যত চৰাচৰে ॥ ১৯
সেহি ব্ৰহ্মা সভাত ত্ৰিদশ উপসন ।
দণ্ডৱতে পৰি নমি ব্ৰহ্মাৰ চৰণ ॥
কান্দি কান্দি দেৱসবে দিল দুখে সাখী ।
অসুৰত হস্তে আউৰ কিবা আছো ৰাখি ॥ ২০
কৰিলা উচ্ছন্ন অত্ৰাৱতী লুৰি পুৰি ।
যতেক সৰ্ব্বস্ব মানে নিলা খানি কুৰি ॥
সুধা হাতে ঠাই নাই যাইবো কোন পুৰি ।
দৈত্যৰ হাতত সবে বুধি ভৈল চুৰি ॥ ২১
শুনা প্ৰজাপতি আৰো কেন দিন ঘাটি ।
বোঝাৰ উপৰে হেন দিলা শাক আটি ॥
পাপীষ্ঠ দুৰ্ব্বাসা ঋষি আসি দিলা শাপ ।
শ্ৰীহত ভৈলা ইটো হেন হৃদি তাপ ॥ ২২
পাইলেক কুলক্ষী আসি তিনিও লোকক ।
পৰিল দুৰ্ভিক্ষে প্ৰজা এৰিলা ধৰ্ম্মক ॥
নকৰয় লোকে আৰ একো যজ্ঞ দান ।
খাইবাক নপাই নিৰাহাৰে যায় প্ৰাণ ॥ ২৩
শৰীৰ দুৰ্ব্বল ভৈল দুৰ্ব্বাসাৰ হেতু ।
আচোক যুজিবো নিৰাহাৰে যায় ধাতু ॥
তুমি বিনা বিধি দেৱতাৰ ত্ৰাণ নাই ॥
চিন্তিয়ো উপায় সবে সৃষ্টি নষ্ট যায় ॥ ২৪
দেখি প্ৰজাপতি চক্ষু মেলি চাইল পাছে ।
দেখন্ত ত্ৰিদশে দণ্ডৱতে পৰি আছে ॥
নিঃশ্ৰীক নিষ্প্ৰভা আতি দানৱক ডৰে ।
দুৰ্ব্বাসাৰ শাপে আৰো নিৰাহাৰে মৰে ॥ ২৫
শৰীৰ দুৰ্ব্বল ভৈলা শুখাই ভৈল চৰ্ম্ম ।
হেন দেখি ব্ৰহ্মাৰ মনত মহা মৰ্ম্ম ॥
হা দেৱতাৰ ভৈল হেনসে বিপত্তি ।
উঠা উঠা দেৱগণ উঠা সুৰপতি ॥ ২৬

সাধিবাক পাৰো মই সবে প্ৰতিকাৰ ।
কিন্তু সুৰাসুৰ সবে স্ৰজন আমাৰ ॥
এখনে কৰিবে পাৰো দৈত্যৰ নাসুই ।
ভৰি উভাৰিবো কেনমতে হাতে কই ॥ ২৭
তুমি আমি কীট পক্ষী যত তৰু তৃণ ।
বিষ্ণুৰেসে অংশ সবে অজ্ঞে ৰাতি দিন ॥
যত চৰাচৰ কৰি বিষ্ণুসে আছা ৰাখি ।
তাহান্ত শৰণ পশি দেওঁ দুখ সাখী ॥ ২৮
তথাপিতো ইটো কাম লাগিল আমাতে ।
যাক নামাৰিয়া হাতে তাক মাৰিম ভাতে ॥
উঠিয়োক দেৱগণ বৈকুণ্ঠক যাই ।
দৈত্যৰ বিচেষ্টা সবে বিষ্ণুত জনাই ॥ ২৯
মাধৱত পৰে গতি নাহিকে আমাৰ ।
মাধৱেসে সাধিব ইহাৰ প্ৰতিকাৰ ॥
এহি বুলি প্ৰজাপতি হংস যানে চড়ি ।
ত্ৰিদশ সহিতে বৈকুণ্ঠক গৈল লৰি ॥ ৩০
আছে বিষ্ণুপুৰি সত্যলোকৰ উপৰে ।
ত্ৰিদশে সহিতে প্ৰবেশিলা স্বৃষ্টিকৰে ॥
হংস এৰি ব্ৰহ্মা পাছে হুয়া ভূমি পাৰ ।
আচম্ভ কৰিয়া ভৈল পৱিত্ৰ স্বভাৱ ॥ ৩১
ধুতি বস্ত্ৰ পিন্ধি দেৱগণ একশাৰী ॥
আগ কৰি ব্ৰহ্মাক বসিলা জানু পাৰি ॥
বিষ্ণু দৰশন অভিলাষে প্ৰজাপতি ।
ত্ৰিদশ সহিতে পাছে আৰম্ভিলা স্তুতি ॥ ৩২
নমো নমো নাৰায়ণ অনাদি অনন্ত ।
জগত কাৰণ অন্তৰ্যামী ভগৱন্ত ॥
যাৰ মায়াময় ইটো সংসাৰ নিৰ্ম্মাণ ।
ত্ৰাহি ত্ৰাহি মহাহৰি পুৰুষ প্ৰধান ॥ ৩৩
যাৰ শিৰ ভাগ ভৈল গগন মণ্ডল ।
অগ্নি যাৰ মুখ ভৈল পাদ ৰসাতল ॥
চক্ষু ভৈলা দিবাকৰ চন্দ্ৰ ভৈলা মন ।
নমো ব্ৰহ্মৰূপ হৰি হৱোক প্ৰসন্ন ॥ ৩৪

চাৰি বেদে চাৰি ভুজ সমুদ্ৰে উদৰ ।
জঠৰত ভৰি আছো যত চৰাচৰ ॥
অংশে অৱতৰি কৰা সৃষ্টিক ৰক্ষণ ।
ত্ৰাহি ত্ৰাহি হুয়ো হৰি আমাত প্ৰসন্ন ॥ ৩৫
যাহাৰ মুখত হন্তে ভৈলন্ত ব্ৰাহ্মণ ।
বাহুত ক্ষত্ৰিয় জাতি ভৈল উতপন্ন ॥
উৰুত পাৰত বৈশ্য শূদ্ৰ ভৈলা জাত ।
ত্ৰাহি ত্ৰাহি হৰি হুয়ো প্ৰসন্ন আমাত ॥ ৩৬
মহা ভয় ভীত হুয়া আমি দেৱগণ ।
তোমাৰ চৰণে আসি পশিলো শৰণ ॥
তুমি বিনা আন গতি নাহি নাৰায়ণ ।
ভকত জনক নাথ দিয়া দৰিশন ॥ ৩৭
তুমিসে সমস্তে দেৱতাৰ জীৱ প্ৰাণ ।
শঙ্কট বেলাত বাৰে বাৰে কৰা ত্ৰাণ ॥
যত দুখ পাওঁ ইবাৰৰ নাই লেখা ।
খণ্ডোক দুৰ্গতি দামোদৰ দিয়া দেখা ॥ ৩৮
বিস্তৰ কৰিলা স্তুতি আৰো সৃষ্টিকৰে ।
তাক নকহিলো পদ বাহুল্যক ডৰে ॥
শুনিয়োক সৰ্ব্বজন মন থিৰ কৰি ।
পাতেক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ৩৯

ছবি

দেৱতাৰ স্তুতি বাণী শুনি পাছে চক্ৰপাণি
গৰুড় কান্ধত আৰোহিলা ।
শঙ্খ চক্ৰ গদা পদ্ম ধৰি নকৰিলা ভুজ
প্ৰত্যেক দেৱক দেখা দিলা ।
সহস্ৰ সূৰ্য্যৰ জ্যোতি ৰূপে যেন দেহা কান্তি
চকুত লাগিল ভ্ৰান্তি ধৰি ।
তিৰি বিৰি দেখি দেৱে নাকাজন্ত কাক কেৱে
দিলা পাপ সমনে ধৰণী ॥ ৪০

আতি চমৎকাৰ দেখি মুদিলন্ত দুয়ো আখি
কতোক্ষণে চিত্ত ভৈলা থিৰ।
মাধৱৰ দয়াতৱে দেৱ সমে সৃষ্টি কৰে
দেখিলন্ত বিষ্ণুৰ শৰীৰ ॥
মৰকত শ্যাম তনু ভ্ৰুৰ যুগ যেন ধনু
ৰুচিকৰ কমল লোচন।
অৰুণ অধৰ কান্তি দশন মুকুতা পান্তি
নাসা তিল কুসুম সুৱৰ্ণ ॥ ৪১
নীল আকুঞ্চিত কেশ ত্ৰৈলোক্য মোহন বেশ
মাথে ৰত্ন কিৰীটি উজ্জ্বল।
সুন্দৰ কৰ্ণৰ তলে মকৰ কুণ্ডল জ্বলে
যেন দুই ৰবিৰ মণ্ডল ॥
ভুজঙ্গৰ অঙ্গ প্ৰায় সুবলিত চাৰি বাহু
কেয়ূৰ কঙ্কণে কৰে কান্তি।
কৰ নৱ কিশলয় সুদীৰ্ঘ আঙ্গুলিচয়
নখ চাৰু চন্দ্ৰমাৰ পান্তি ॥ ৪২
ধৰি আছা চাৰি অস্ত্ৰ শৰীৰত পীত বস্ত্ৰ
মেঘে যেন বিজুলী প্ৰকাশে।
কণ্ঠত কৌস্তুভ মণি অভিনৱ সূৰ্য্য যেনি
প্ৰভাতে উদিত হুয়া আসে ॥
সুবিপুল বক্ষস্থলে বিচিত্ৰ শ্ৰীৱৎস জ্বলে
মেঘে যেন বলুকাৰ পান্তি।
হিয়ে লক্ষ্মী দিলা দেখা যেন সুৱৰ্ণৰ ৰেখা
হৃদয় মধ্যত কৰে কান্তি ॥ ৪৩
কটিদেশে দেখি সৰু কৰি কৰ সম উৰু
পাৱ নব পঙ্কজ সমান।
পৰম নিবিষ্ট মনে হৃদয়ত সৰ্ব্বক্ষণে
যাক যোগীজনে কৰে ধ্যান ॥
দিব্য গজ-মুকুতাৰ হৃদয়ত ডোলে হাৰ
কটিতলত ৰত্নৰ মেখলা।
চৰণ কমল-মাজে ৰত্নৰ নূপুৰ বাজে
আজানুলম্বিত বনমালা ॥ ৪৪

ইন্দ্ৰধনু সম শোভে তাতে মধু গন্ধে লোভে
অনেক ভ্ৰমৰা কৰে কান্তি।
চক্ৰ গদা আদি কৰি অস্ত্ৰ সবে মূৰ্ত্তি ধৰি
সেৱা কৰি আছে চতুৰ্ভিতি ॥
মাধৱৰ দেখি ভাৱ সবে শিহৰাইল গাৱ
বাঢ়ি গৈলা কতিপয় ভৰি।
ব্ৰহ্মা সমে দেৱগণে পৰম সন্তুষ্ট মনে
প্ৰণামিলা দণ্ডৱতে পৰি ॥ ৪৫
কৃতাঞ্জলি হুয়া উঠি ত্ৰিদশে সহিতে তুষ্টি
দুনাই স্তুতি বোলে সৃষ্টিকৰ।
নমো নমো নাৰায়ণ নিৰাকাৰ নিৰঞ্জন
শঙ্খ চক্ৰ গদা পদ্মধৰ ॥
তুমি জগতৰ আখি তুমি আছা সৃষ্টি ৰাখি
ব্যাপি আছা তুমিসে সংসাৰ।
দানৱৰ নাশ হেতু তুমিসে গৰুড়কেতু
বাৰে বাৰে ধৰা অৱতাৰ ॥ ৪৬
ব্যাপি আছা তুমি দেৱ তোমাক নাজানে কেৱ
মায়ায়ে মোহিত সৰ্ব্বক্ষণ।
চৰাচৰ ব্ৰহ্মময় তভু কেহো নজানয়
বিচাৰত পাৱে যোগীজন ॥
মই ব্ৰহ্মা তেন্তে হৰ সুৰপতি পুৰন্দৰ
আনো যত ত্ৰিদশ সমাজ।
তয়ু অঙ্গে ভৈলো জাত যেন ধূম্ৰ নানামত
অগনিত হস্তে হোৱে বাজ ॥ ৪৭
দেখিলো তোমাৰ পাৱ এৰাইলে সন্তাপ ভাৱ
আৱেসে শৰীৰ ভৈল জুৰ।
যেন বন হস্তীচয় এৰায়া দাবাগ্নি ভয়
গঙ্গাৰ জলত দিয়া বুৰ ॥
আমি সবে দেৱবাশি তোমাৰ চৰণে আসি
যি কাৰণে পশিলো শৰণে।
ইটো কি তোমাত বাজ চায়া হৃদয়ৰ মাজ
আপুনি জানাহা তুমি মনে ॥ ৪৮

ভকুতক কৰা দায়া কটাক্ষ নয়নে চায়া
পুৰিয়োক মনৰ বাঞ্ছিত ।
বুলিয়ো উপায় আবে চুনাই আসি দেৱসবে
যেন মতে বসন্ত পুৰিত ॥
ব্ৰহ্মাৰ মিনতি শুনি মেঘৰ গম্ভীৰ ধ্বনি
মাতিলন্ত ত্ৰিজগত পতি ।
শুনা ব্ৰহ্মা শুনা হৰ শুনা দেৱ নিৰন্তৰ
মোৰ বচনক কৰা মতি ॥ ৪৯
পৰ কৰ্ম্মে কিবা ফল বুদ্ধিসে পৰম বল
জ্ঞানী সবে হেনসে কহন্তি ।
তুমি সব বল ক্ষীণ যুদ্ধৰ নুহিকে দিন
দৈত্য এবে হুয়ো সন্ধবন্তি ॥
আপদৰ বুজি ভাই ছাগৰূপ থাকি পায়
আত কিছু নকৰিবা লাজ ।
থাকিয়া দুখক সহি শত্ৰুক কান্ধত বহি
সাধিয়োক আপোনাৰ কাজ ॥ ৫০
মোৰ বাক্য শিৰে ধৰি চাকষ্ট চোকষ্ট কৰি
দৈত্য এবে হুয়ো একথান ।
মই হুইবো পৰিপন্থি ক্ষীৰ সাগৰক মথি
দুর্ল্লভ অমৃত কৰা পান ॥
দুৰ্ব্বাসাৰ জানি কষ্ট যিবা লক্ষ্মী ভৈল নষ্ট
চুনাই তেনে হুইবা হেন জানি ।
মোৰ বাক্য সবে লই চলিয়োক সাজু হুই
তেবে দুখ গুচিব সমূলি ॥ ৫১
যেবে দৈত্যে লগ হুই সাগৰ মথিবা দুই
অমৃতক পাইবা শঙ্কা নাই ।
দৈত্যে দুখ পাইবা মাত্ৰ অমৃতৰ ছুয়া পাত্ৰ
তুমি সবো মোহোৰ উপায় ॥
শুনা আবো আসৰিব কালকূট নামে বিষ
প্ৰথমতে উঠিব সচলে ।
তাক নভৰাইবা কেৰে পান কৰি মহাদেৱে
তাৰিবন্ত তাক যোগ বলে ॥ ৫২

যিবা উঠে বস্তু যত মোহন কৰিব জাত
দৈত্যৰে নলগাইবা দন্দ ।
প্ৰীতি কৰি সাধা কৰ্ম্ম প্ৰীতি বশ্য হুয়ে কাজ
কন্দলত পৰে নাই মন্দ ॥
লোভ মোহ ক্ৰোধ কাম আক কৰি উপসম
তেৱেসে সিজিবে সবে কাজ ।
শুনিবা আমাৰ বুদ্ধি হুইবো মনোৰথ সিদ্ধি
কৰিয়োক অমৃত মথন ॥ ৫৩
নমো নমো দামোদৰ জগতৰ বিঘ্নিহৰ
ভকত অভয় দাতা দেৱ ।
কৃষ্ণৰ কিঙ্কৰ কৰি শঙ্কৰে বঞ্চিলা হৰি
হৰিৰ চৰণে কৰি সেৱ ॥
শুনিয়োক সৰ্ব্বজন মোক্ষক যাহাৰ মন
মহাভাগৱত কথা সাৰ ।
আন চিন্তা পৰিহৰি ডাকি বোলা হৰি হৰি
হৌক কোটি পুৰুষ উদ্ধাৰ ॥ ৫৪

---

পদ

মাধৱে বোলন্ত শুনা ত্ৰিদশ সমাজ ।
প্ৰীতি কৰি দৈত্যক সাধিয়ো নিজ কাজ ॥
মিত্ৰ ভাৱে যেনমতে শত্ৰু কৰি জয় ।
কন্দলে নোৱাৰি তাক জানিবা নিশ্চয় ॥ ৫৫
হেন জানি যায়ো সবে দানৱৰ পাশ ।
ছিদ্ৰ পাই দৈত্যক কৰিবা সবে নাশ ॥
আবো কহো শুনা এক পুৰাতন কথা ।
সৰ্পে কৰিলন্ত যেন মুষৰ অৱস্থা ॥ ৫৬
এক বৃদ্ধ সোমক ধৰিয়া লোকে চান্দি ।
আতি বন্ধ কৰিয়া ক্ষেটীত আছে বান্ধি ॥
শোকে দুখে পীড়িলে দুৰ্ব্বল নিৰাহাৰে ।
নেদেখে প্ৰসন্ন সিটো আপন আহাৰে ॥ ৫৭

অসুখ অশান্তি চিত্ত কৰে উতপাত।
পাছে বৃদ্ধ ইন্দুৰৰ শুনিলেক মাত ॥
পুত্ৰে নাতি সহিতে তহিতে ফুৰে চড়ি।
মাতিবে লাগিলা পাছে সৰ্পে বুদ্ধি কৰি ॥ ৫৮
শুনিয়ো ইন্দুৰ ককাই বচন আমাৰ।
কুশলে কি আছা তুমি পুত্ৰ পৰিবাৰ ॥
মোত্ত কৰি জানিলো বয়সে তুমি বৰ।
ইঠাইৰ পৰা হেৰা কৰো নমস্কাৰ ॥ ৫৯
সৰ্প হেন জানি নিঘিণাইবা মহামতি।
তুমি আমি কৰো তেবে মহা মিত্ৰৰতি ॥
হেন শুনি গুণি মুষে মাতিলেক পাছে।
ভক্ষ্য ভক্ষকৰ কৈত মিত্ৰৰতি আছে ॥ ৬০
তুমি সৰ্পজাতি আতি স্বভাৱে দন্দুৰ।
তোৰ আগে কোন আমি দুৰ্ব্বল ইন্দুৰ ॥
যিটো দুইৰ হোৱে তুল্য বুদ্ধি বল বিত্ত।
তাহেসে উচিত মিত্ৰৰতি বিবাদত ॥ ৬১
তুমি আমি বৈৰ ভাব অনেক পুৰুষি।
কৈত শুনি কুটুম্বিতা কৰে সৰ্পে মুষি ॥
কিসক তোমাত আমি কৰিবো বিশ্বাস।
আপুনি কৰিবো আপোনাৰ সৰ্ব্বনাশ ॥ ৬২
হেন শুনি সৰ্পে বোলে বিষ্ণু বিষ্ণু স্মৰি।
অনেক বছৰ ব্ৰহ্মচৰ্য্য আছোঁ ধৰি ॥
পৰ জীৱ হত্ত কৰি মহাপাপ সাঞ্চে।
এক কোটি যুগ সিটো নৰকত বঞ্চে ॥ ৬৩
অসাৰ সংসাৰ আত জীয়ো কতকাল।
মিত্ৰ দ্ৰোহ কৰিয়া তেবেতো মোৰ ভাল ॥
নাহিকে সংশয় সখি চিত্ত কৰা থিৰ।
নবাহা সম্মাত যেবে খবো পুত্ৰ শিৰ ॥ ৬৪
সৰ্পৰ বচনে ভৈলা মুষৰ সম্মাত।
ভৈলো মহামিত্ৰ বুলি লগাইলেক মাত ॥
কথাতে জানিলো তুমি পবিত্ৰ স্বভাৱ ॥
তুমি আমি কেনমতে হও এক ঠাৱ ॥ ৬৫

হেন শুনি সৰ্পে বোলে সুপ্ৰসন্ন বিধি।
এবেসে জানিলো মনোৰথ হৈব সিদ্ধি ॥
আউৰ কৈক যাস বুঢ়া মুষ মোৰ হাতে।
মহাৰঙ্গে গোমে পাছে ইন্দুৰক মাতে ॥ ৬৬
ঝাপ্টে কাটা ফেটী বাজ হও প্ৰাণ মিত্ৰ।
তোমাক দেখিবে আতি উত্ৰায়ল চিত্ত ॥
কত তপস্যাই পাইলো তুমি হেন সখি।
বিলম্ব নকৰা দুয়ো হওঁ দেখাদেখি ॥ ৬৭
শুনি মুষে ফেটীক পেলাইল দান্তে কাটি।
বাজ হুয়া গোমে লগাইলেক সাটিসুটি ॥
দুয়ো দুইক বাৰে বাৰে কৰিলা সেৰলি।
ৰঙ্গে মুষে গোমে লগাইলেক গলাগলি ॥ ৬৮
মুষে বোলে গৰ্ত্তক চলিয়ো সখি সাজি।
সৰ্পে মনে গুণে কিনো সুপ্ৰভাত আজি ॥
আগ ভৈলা মুষ সৰ্প পাছ ভৈলা জানি।
লট পট কৰয় জিভাৰ পৰে পানী ॥ ৬৯
অনাহাৰে সৰ্পৰ উদৰে অগ্নি জ্বলে।
ছিদ্ৰ চাই মুষৰ কামৰ দিলা গলে ॥
মুষে বোলে কিয় পৰিহাস কৰা সখি।
ন মিত্ৰ বন্ধাইলো হাসিবে সবে দেখি ॥ ৭০
তোমাৰ আমাৰ উমলিবে কোন কল।
এতেক বোলন্তে সৰ্পে ছিণ্ডিলেক গল ॥
ভুঞ্জিলেক মাংস তাৰ পিলেক শোণিত।
বুদ্ধি কৰি বৃদ্ধ গোমে ভৈলা কৃতকৃত্য ॥ ৭১
আনো যত মুষ আছে তাকো খেদি খাইল।
সেহি গৰ্ত্তে পশি পাছে লীলাই পলাইল ॥
হেন জানি দেৱগণ মোৰ বাক্য ধৰা।
মিত্ৰ কৰি দৈত্যক সৰ্পৰ বুদ্ধি কৰা ॥ ৭২
বৈৰক মাৰিলে দোষ নাহিকে সিদ্ধান্ত।
ছলে বলে শত্ৰুক কৰিয়ো কন্ধপাত ॥
এহি বুদ্ধি হুইবে সিদ্ধি দেখা বিদ্যমান।
এহি বুলি হৰি তেতে ভৈলা অন্তৰ্দ্ধান ॥ ৭৩

শুনি দেৱগণ ভৈলা মহাৰঙ্গ মন।
কৃষ্ণৰ চৰণ মনে কৰিলা বন্দন॥
ত্ৰিদশ দেৱক পাছে দিয়া সজ মতি।
গৈলা নিজ গৃহে চতুৰ্ম্মুখ প্ৰজাপতি॥ ৭৪
শুনা ভাগৱত কি কৰিব যমদূতি।
মৰিলে ভুকুতি পৰলোকত মুকুতি॥
আন আল জাল এৰি এক চিত্ত কৰি।
বোলা হৰি হৰি সংসাৰক যায়ো এৰি॥ ৭৫

---

ঝুমুৰি

বিষ্ণুৰ আদেশ বাণী
ইন্দ্ৰে শিৰে ধৰি আনি॥
দেৱে সমে গৈলা চলি।
যৈত আছে দৈত্য বলি॥ ৭৬
এৰিলা হাতোৰ অস্ত্ৰ।
গাৱত কুৎসিত বস্ত্ৰ॥
চাৰিলাহা গৰ্ব্ব ভাৱ।
সবে দেৱে ভুমি পাৱ॥ ৭৭
নিৰন্তৰে দেৱজাক।
কুটুম্বিতা কৰিবাক॥
পশিলা পাতালপুৰ।
হিয়া কৰে দুৰ দুৰ॥ ৭৮
ভয়ে যায় গৰ্ত্ত পশি।
শুধা হাতে যান্ত চলি॥
একো নাই বুক কাচ।
সঘনে চাহন্ত পাছ॥ ৭৯
যোলো দৈত্যে ধৰে আসি।
নাহি কথা মাত্ৰ হাসি॥
কাৰো ক্ৰোধে নেৰে লাগ।
আতো আক্ৰোশে আগ॥ ৮০
পৰম সভয় মনে।
এহিমতে দেৱগণে॥
যুথ হুয়া চলি যান্ত।
নোলায় মুখৰ মাত॥ ৮১
দৈত্যৰ যন্তক নাৰী।
ঘেঢ়ি চায়ে শাৰী শাৰী॥
এহিগোটা দেৱৰাজ।
আমাসাৰ মাৰে বাজ॥ ৮২
আমাৰ ৰাজাক যুজে।
এবে কোন মান্য বুজে॥
নোৱাৰিল দেখে আতি।
থাকিব দৈত্যত থাটি॥ ৮৩
ভাগিল সমস্তে টোল।
দেখা নাই মাত বোল॥
যেন পাই পুত্ৰ শোক।
চলি যাই দেৱ দেৱলোক॥ ৮৪
কদৰ্থয় এহি বুলি।
নাচায়য় মাথা তুলি॥
বলিৰ পাইলন্ত দ্বাৰ।
ত্ৰিদশক দিয়া থাৰ॥ ৮৫
এক ঠাই হুয়া বৈলা।
দ্বাৰীক মাতিবে লৈলা॥
শুনিয়োক দ্বাৰপাল।
যত দেৱ ভাল ভাল॥ ৮৬
আহিছো আপোন কাজে।
নাহি কিছো মন্দ বাজে॥
দেখ তই বিস্তাৰ।
ৰাজাত দিয়োক জান॥ ৮৭
ঝুমুৰি শঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্বজনে॥
বৈকুণ্ঠক ইচ্ছা যাব।
ভাগৱত কথা সাৰ॥ ৮৮

শুনিয়োক সাৱধানে।
যত মহা পাপমানে ॥
ত্বৰিতে যাইবেক ক্ষয়।
পুণ্য হইব আতিশয় ॥ ৮৯
খণ্ডিবে চৌৰাশি ৰোগ।
মিলিবে সমস্তে ভোগ ॥
যমৰ এৰাইবা দাই।
হিয়ে বিষ্ণু লৱে ঠাই ॥ ৯০
জানি এৰা আন কাম।
চিত কৰা উপসাম ॥
গুচোক পাতেক দাম।
নিৰন্তৰে বোলা ৰাম ॥ ৯১

---

পদ

শুনি দ্বাৰপালে আণ্টাইলেক দৰদৰি।
ৰাজাৰ আগত বিনাৱন্ত কৰ যুৰি ॥
শুনাহা দেৱাধিদেৱ প্ৰভু দৈতৰাজ।
আসিয়া আছন্ত সবে দেৱতা সমাজ ॥ ৯২
নাহি অস্ত্ৰ শস্ত্ৰ মাত্ৰ বস্ত্ৰ শৰীৰত।
শুধা হাতে ইন্দ্ৰ ৰহি আছন্ত দ্বাৰত ॥
লগত আছন্ত আসি গুৰু বৃহস্পতি।
শ্ৰেষ্টিয়া চাহিলো কাৰো নাই ভিন্নমতি ॥ ৯৩
জানিলো তোমাত আসি পশিবো শৰণ।
যেন বুঝাই আদেশিয়ো দেৱৰ কৰণ ॥
হেন শুনি বিমৰিষ কৰে দৈত্যেশ্বৰ।
ৰৰ ৰৰ দৈত্য উঠি যোগাইলা উত্তৰ ॥ ৯৪
ত্ৰিদশৰ সমস্তে ভাৱনা ভৈলা চুৰি।
তোমাতে পৰিল পলাইবাৰ নাই পুৰি ॥
অপ্ৰয়াসে আমাৰ সাধিল বিধি কাজ।
আজি অকণ্টকা সুখে ভৈল স্বৰ্গৰাজ ॥ ৯৫
কেহো বোলে দেৱগণ কপটৰ ঘৰ।
কূটনাট কৰিয়া দৈত্য মাৰিল বিস্তৰ ॥
কিবা মায়া পাতি আছে ইন্দ্ৰ মহা ঘাগি।
বুজিসে আনিবা প্ৰভু সমজ্যাক লাগি ॥ ৯৬
কেহো বোলে অনেক পুৰুষে দেৱে দন্দি।
আজ্ঞা কৰা ত্ৰিদশক বেঢ়ি কৰো বন্দী ॥
দশকলা জিঞ্জিৰি লগাওঁ গলে হাতে।
আন শাস্তি নলাগে মাৰিবো সবে ভাতে ॥ ৯৭
কেহো বোলে দেৱতাৰ ভাঙ্গো সবে টোল।
আজ্ঞা কৰা বেঢ়ি সবে গলে লগাওঁ ডোল ॥
বানৰক যেন নচুৱায়ে ঘৰে ঘৰে।
চাউল মাগি খাউক সবে প্ৰাণৰ কাতৰে ॥ ৯৮
হেন শুনি পাছে দৈত্যেশ্বৰ মহামানী।
সবাকো নিষেধি হেন বুলিলন্ত বাণী ॥
মোৰ গৃহাগত আসি ভৈলা দেৱগণ।
কিসক অযোগ্য হেন বোলাহা বচন ॥ ৯৯
যদি মহাশত্ৰু আসি হোৱন্ত অতিথি।
দেৱ হেন মানি তাক কৰিবা ভকতি ॥
পূৰ্ব্ব দোষ গুণ কিছু নকৰি বিচাৰ।
হেনসে শাস্ত্ৰৰ নয় ধৰ্ম্ম ব্যৱহাৰ ॥ ১০০
দেৱতাৰ কোপত মোৰ শঙ্কা নাই।
কপট কৰিয়া কাৰ উকৰাইবে ছাই ॥
হেৰ দ্বাৰপাল ঝাস্তে দ্বাৰ দেহ ছাৰি।
আসোক দেৱতাগণ সমজ্যাক লৰি ॥ ১০১
শুনি দ্বাৰপালে দ্বাৰ দিলা তাৱক্ষণে।
ইন্দ্ৰক আৰবি চলিলন্ত দেৱগণে ॥
নাহি কথা মাত আতি শঙ্কিত স্বভাৱ।
ইন্দ্ৰক দেখিয়া বলি চালিলন্ত গাৱ ॥ ১০২
ভৰি পাঞ্চ ছয় বাঢ়ি গৈলা বৰমনে।
আকোৱালি ইন্দ্ৰক বসাইলা সিংহাসনে ॥
নমস্কাৰ কৰি দৈত্যৰাজ হৈল ঠিয়।
কপটে বোলন্ত ইন্দ্ৰে হুয়ো চিৰজীৱ ॥ ১০৩

সেহি সিংহাসনে আছে বসি মহাবল।
ইন্দ্ৰক সাদৰ কৰি পুছিল কুশল ॥
অন্য দেৱতাক বলি দিলা অনুমতি।
শুক্ৰৰ আসনে বসিলন্ত বৃহস্পতি ॥ ১০৪
বসিলা জয়ন্তে পাছে বাণৰ আসনে।
তাৰকে সহিতে গৈয়া বসিলা পৱনে ॥
জম্ভে সমন্বিতে বসিলন্ত যমৰায়।
বৰুণে সম্বৰে বসিলন্ত এক ঠাই ॥ ১০৫
নৰকৰ আসনক সূৰ্য্য গৈলা চলি।
ৰাহুৰে চন্দ্ৰেৰে লাগিলেক গলাগলি ॥
ময়ে বিশ্বকৰ্ম্মা হাস্য কৰিল প্ৰকটি।
ত্ৰিপুৰে কুবেৰে ভৈলা সাৰটা সাৰটি ॥ ১০৬
অশ্বিনীকুমাৰ মহিষৰ সমীপত।
বসিলন্ত ৰুদ্ৰগণ জম্ভৰ লগত ॥
সমজ্যাক গৈলা আনো যত দেৱগণ।
সবাকো দিলন্ত দৈত্যে অৰ্দ্ধেক আসন ॥ ১০৭
যেন অশ্ব মহিষে ভৈলন্ত এক ঠাৱ।
হস্তী সিংহে ভৈলা যেন মিত্ৰৱতী ভাৱ ॥
অন্যো অন্যে কথা কহি কৰন্ত উৎসুক।
সবাকো সম্বোধি ইন্দ্ৰে কৰিলা নিচুক ॥ ১০৮
বলিক সম্মুখি পাছে দিলন্ত উত্তৰ।
আছিলন্ত হিৰণ্যকশিপু দৈত্যেশ্বৰ ॥
সম্বন্ধত তেহন্তে সপত্নী মোৰ ভাই।
ৰাজ্য ভাৰ কাঢ়ি লৈলা আমাক খেদাই ॥ ১০৯
অনেক নিকাৰ দুখ দিলা মহা কষ্ট।
গোত্ৰ বিৰোধত পাছে তেহো ভৈলা নষ্ট ॥
তানে পুত্ৰ আছিলন্ত বৈষ্ণৱ প্ৰহ্লাদ।
সুখে কাল গৈল যাত্তো নাছিল বিবাদ ॥ ১১০
তাহান তনয় বিৰোচণ তযু তাত।
এবে কশ্যপত হন্তে সবে ভৈলো জাত ॥
কাল বিধি আমাক কৰাৱে লটি ঘটি।
কেনে যেবাসুৰে মৰো কৰি কাটা কাটি ॥ ১১১
ইটো ৰাজ্যভাৱে কাকো নাহিকে গুণা।
হওঁ সমৰস্তি মোৰ যেবে বাক্য শুনা ॥
দেৱে দৈত্যে আমি যেবে থাকো একেন্তৰে।
কাক ভয় আছে তেৱে ব্ৰহ্মাণ্ড ভিতৰে ॥ ১১২
আপুনি পণ্ডিত তুমি পৰম সুবোধ।
ভাঙ্গিয়োক এবে দেৱ দৈত্যৰ বিৰোধ ॥
এহিসে কাৰণে ভৈলো তযু গৃহাগত।
আন চিন্ত হোৱে যেবে তোমাৰ শপত ॥ ১১৩
হেন শুনি সন্নিধান দিলা দৈত্যেশ্বৰ।
অকাৰণে দন্দ কৰে কোন নো বৰ্ব্বৰ ॥
তুমি আমি যেবে সমৰস্তি হওঁ দুই।
খণ্ডে উতপাত ত্ৰিজগতে সুখী হুই ॥ ১১৪
সম্বন্ধত গৰিষ্ঠ আমাৰ তুমি জেঠা।
স্বৰূপত চাহিলে তোমাৰ আমি বেটা ॥
পুত্ৰ নিদাৰুণ যদি হোৱে কদাচিত।
সুহিব দাৰুণ পিতৃ হেনসে উচিত ॥ ১১৫
হেন জানি মোৰ পূৰ্ব্ব দোষক মৰষি।
হুয়োক প্ৰসন্ন দেৱৰাজ মহাযশী ॥
মোৰ গৃহাগত আসি ভৈলা দেৱগণ।
ভৈলো সমৰস্তি মই বুলিলো বচন ॥ ১১৬
এহি বুলি বলিৰায় দিলা হাত বাৰ।
কৈন্ত সেনাপতি লোক কাণ্টে আগুমাৰ ॥
লুৰি আনি আছা দৈৱতাৰ ধন যত।
আমাৰ আদেশে আনি দিয়োক সমস্ত ॥ ১১৭
আজি ধৰি দিলো সবে দেৱক নিৰ্ভয় ॥
এহি শুনি ত্ৰিদশে কৰয় জয় জয় ॥
দৈত্যগণে ৰাজাৰ আজ্ঞাক শিৰে ধৰি।
দেৱৰ সৰ্ব্বস্ব আনে দিলা বাজ কৰি ॥ ১১৮
দেখিয়া ইন্দ্ৰৰ হৈল হৰষিত মন।
সাৰ্থক বুলিলা বাক্য প্ৰভু নাৰায়ণ ॥
আয়েসে জানিলো মনোৰথ হৈৱে সিদ্ধি।
দুনাই মাতিলা ইন্দ্ৰে বলিক সম্বোধি ॥ ১১৯

আৰো হিত কাৰ্য্য কহোঁ শুনা মহাৰথা।
অমৃতক পাই ক্ষীৰ সাগৰক মথি ॥
কহিলা সন্তেদ মোত প্ৰভু চক্ৰপাণি।
কৰিবা মথনি দাণ্ডি মন্দৰক আনি ॥ ১২০
মথিয়ো অমৃত বাসুকিক জৰী কৰি।
মই অনুকূল হুইবো বুলিলন্ত হৰি ॥
দেৱগণে অকলে নপাৰি তাক আটি।
আসা অমৃতক খাওঁ দুয়ো ঘৰে বাটি ॥ ১২১
অমৃতক পিলে হৈবো অজৰ অমৰ।
হেন জানি হেলা নকৰিবা দৈত্যেশ্বৰ ॥
দেৱে দৈত্যে আমি যদি হওঁ একমত।
কোনবা অসাধ্য আছে ইতিনি লোকত ॥ ১২২
হেন শুনি বলি মাত্তিলন্ত মনে গুণি।
অমৃতৰ কথাক আমিও আছো শুনি ॥
পৰম দুৰ্ল্লভ অমৃতক যেবে পাওঁ।
আউৰ কিবা চাওঁ আসা এতিক্ষণে যাওঁ ॥১২৩
ৰব ৰব দৈত্যক বুলিলা দৈত্যৰায়।
হুয়ো একথান সবে নিশান কোবাই ॥
সত্বৰে চলহ সবে মহা মহাৰথী।
অমৃতক খাওঁ ক্ষীৰ সাগৰক মথি ॥ ১২৪
ৰাজাৰ আদেশে নিশানত দিলা ৰাৱি।
কাচি পাৰি আইল দৈত্যসেনা বাসা ছাৰি ॥
কাল পিম্পৰাৰ দল ওহলাই যেন চানি।
অমৃতৰ কথাত জিহ্বাৰ পৰে পানী ॥ ১২৫
ইন্দ্ৰক বোলন্ত জেঠা যায়ো আগ হুই।
মেৰুৰ মূলত এক ঠাই হুইবো দুই ॥
দেৱসেনাগণক কৰিয়ো এক ঠাই।
এহি বুলি সম্বিধান দিলা বলিৰায় ॥ ১২৬
হেন শুনি ইন্দ্ৰে সমে গৈলা দেৱবৰ্গ।
বায়ুবেগে বাসৱ ৰবিতে গৈলা স্বৰ্গ ॥
নিশান কোবায়া আদেশিল দেৱৰাজ।
তিনিখিক ত্ৰিংশ কোটি দেৱ ভৈলা সাজ ॥ ১২৭

আপোনাৰ দলে চলি যান্ত বজ্ৰধৰ।
কাচি পাৰি যান্ত দিগপাল নিৰন্তৰ ॥
মৃদঙ্গ গোমুক শঙ্খ শৰদ তাম্ৰোলে।
নামিলা তেখনে মেৰু পৰ্ব্বতৰ মূলে ॥ ১২৮
বলিয়ো চলিলা চমৎকাৰে বীৰ কাচে।
পঞ্চত্ৰিংশ কোটি যুথে চলে আছে পাছে ॥
সীমা সংখ্যা নাই যত গজ বাজী ৰথ।
চূৰ্ণাকৃত কৰি যায় গিৰি বন পথ ॥ ১২৯
ক্ষণেকে পৃথিবী পাইলা পাতালক ছাৰি।
ঢাক ঢোল মাদাল তবল বাজে ভেৰী ॥
স্বৰ্গত লাগিল গৈয়া শৰদ তাম্ৰোল।
আৰম্বৰে চপকৰে পাইলা মেৰু মূল ॥ ১৩০
দেৱত মিসিল সবে সেনা দানৱৰ।
একত্ৰিত ভৈলা যেন দুখান সাগৰ ॥
মন্দৰক পাইলা মেৰু পৰ্ব্বতৰ ঢোক্কা।
দেৱে দৈত্যে বেঢ়িলা বৃক্ষক যেন কোক্কা ॥ ১৩১
বেবে দশ হাজাৰ প্ৰহৰ পাইলা ওৰা।
পচিশ হাজাৰ প্ৰহৰৰ পদ্ম চৰা ॥
হেন মন্দৰক ধৰি দেৱাসুৰ বল।
পচলাক লাগি যেন জাঙ্কৰন্ত কল ॥ ১৩২
তোল তোল বুলি ৰিঙ্গ পাৰে শাৰী শাৰী।
দোঙ্গা দিয়া পৰ্বতক তুলিলা উৎপাৰি ॥
দিলেক জোকাৰ দেৱ দৈত্যৰ কটক।
বোলেক উথলি ভেদিলেক ব্ৰহ্মাণ্ডক ॥ ১৩৩
বলিৰায় বাসৱে বান্ধিলা এক সাজি।
ভৈল বুলি প্ৰথমে দুইহন্তে লৈলা দাজি ॥
বৰুণে সত্বৰে দুয়ো ভৈলা জুলি বাটি।
কুবেৰে নিকুম্ভে লৈয়া যান্ত পৰিপাটি ॥ ১৩৪
একাদশ ৰুদ্ৰসমে লৈ যান্ত ত্ৰিপুৰে।
পৱনে তাৰকে লৈল যম কালাসুৰে ॥
জয়ন্তকুমাৰে বাণে ভৈলা এক জুলি।
সূৰ্য্যে সম্বাসুৰে সাজি বান্ধি লৈলা তুলি ॥ ১৩৫

অশ্বিনীকুমাৰ সমে হয়গ্ৰীৱ বীৰে।
নমুচি দানৱে চন্দ্ৰে যান্ত ধীৰে ধীৰে ॥
আনো দেৱাসুৰে হাতকি যান্ত ধৰি।
পলায় বাঘ সিংহ ঘোঙ দেৱাদেই কৰি ॥ ১৩৬
হস্তীগণ চিহৰে ফোম্পায় সৰ্পচয়।
উৰি পৰে পক্ষীসব দেখি বিপৰ্য্যয় ॥
কাম্পন্ত পৃথিৱী মহা পৰ্ব্বতৰ ভৰে।
দেৱ দানৱৰ ভিৰে দলদপ কৰে ॥ ১৩৭
এহিমন্তে মন্দৰক নেন্ত দেৱাসুৰে।
পীড়িলেক ভাগৰে যাহন্তে কতো দূৰে ॥
থিৰ নহে ভৰি ঘৰ্ম্ম বহি যায় গোটে।
ফুটি যায় কন্ধ যেন মহাভাৰ চোটে ॥ ১৩৮
দেৱ দানৱৰ ভাঙ্গি গৈল আটি মুটি।
পাৰে গেৰি মৰো মৰো প্ৰাণ যায় ফুটি ॥
চাপৰন্তে যাই কেহো কেহো হোৱে কুজা।
কতো চণ্ডী সুমৰয় কতো দশভূজা ॥ ১৩৯
পৰ্ব্বতৰ গুৰু ভাৰে প্ৰাণ যাই ছাৰি।
বলি ইন্দ্ৰে প্ৰথমে পেলাইলা সাঙ্গিবাৰি ॥
আনো আনো সাঙ্গিয়াৰ যত দেবাসুৰ।
পৰ্ব্বতক পেহ্লাই পলায় কতো দূৰ ॥ ১৪০
পৰিল মন্দৰ গিৰিগোটা গিৰিসাই।
সসাগৰা ভূমি কম্পি কম্পি লৈলা ঠাই ॥
অনেক পৰ্ব্বত বন ভৈলা মষিমুৰ।
চূৰ্ণাকৃত ভৈলা যাঠি লক্ষ দেৱাসুৰ ॥ ১৪১
কাহাৰো ভাঙ্গিলা ভৰি উৰু কৰ কটি।
কাৰো শিৰ কৰ্ণ চক্ষু ফুটিলা নাকটি ॥
আঁঠু ঠেঙ্গ ভাঙ্গি কাৰো বাজ ভৈলা খিলা।
কাৰো হাৰ খাৰ বিহৰিলা পৰি শিলা ॥ ১৪২
কাৰো এক ভৰি ভৈল পৰ্ব্বতৰ হেট।
দোঙ্গা দোঙ্গি পৰয় মাটিত জ্বাই পেট ॥
কাৰো দুই হাতক পৰ্ব্বতে আছে আন্তি।
এৰাইবাক লাগি কৰে অনেক আক্ৰান্তি ॥ ১৪৩
হাত ভৰি ভাঙ্গা সেৱে কৰে আৰ্ত্তনাদ।
হৰি হৰি কৃষ্ণে কিনো মিলাইলা আপদ ॥
তোমাৰেসে বুদ্ধি আনো পৰ্বত উভাৰি।
বঙ্গ চাই আছা প্ৰভু আমাসাক মাৰি ॥ ১৪৪
দুৰ্গতি এৰাইবে লাগি গৈলো তযু পাশ।
তোমাৰ উপায়ে আমি ভৈলো সৰ্ব্বনাশ ॥
কোন শত্ৰু আমি কিয় কৰিলা কপট।
খুজি লুৰি খাইবাৰো ভাঙ্গিলা সবে পট ॥ ১৪৫
তযু পদ সেৱাত হেনতে গতি ভৈল।
চোতাল মেলন্তে মজিয়ায়ো বন্ধ গৈল ॥
তুমিসে আমাৰ গতি মতি জীৱ প্ৰাণ।
শঙ্কট বেলাত বাৰে বাৰে কৰা ত্ৰাণ ॥ ১৪৬
এহিমতে দেৱগণে কৰে আৰ্ত্তৰাৱ।
নাহি শ্ৰুতি বুদ্ধি জ্ঞান বাতুল স্বভাৱ ॥
ভণিলা শঙ্কৰে কৃষ্ণ পদ শিৰে ধৰি।
সমস্তে সমাজে ডাকি বোলা হৰি হৰি ॥ ১৪৭

---

হৰিৰ আবিৰ্ভাৱ আৰু গৰুড় কৰ্ত্তৃক মন্দৰ বহন

ত্ৰিপদী

দেৱৰ দুৰ্গতি দেখি লক্ষ্মীপতি
আৰোহিলা গৰুড়ত।
নিজ ৰূপ ধৰি তৈতে শ্ৰীহৰি
তেখনে ভৈলা বেকত ॥
মৰকত শ্যাম তনু অনুপাম
দীৰ্ঘ চাৰি ভুজ তুলি।
ধৰি আছা অস্ত্ৰ গাৱে পীত বস্ত্ৰ
মেঘত যেন বিজুলী ॥ ১৪৮
কমল নয়ন প্ৰসন্ন বদন
চন্দ্ৰতো অধিক জ্বলে।

জগত দুৰ্ল্লভ কণ্ঠত কৌস্তুভ
নৱ সূৰ্য্য সম গলে॥
দিব্য অলঙ্কাৰে দেহা দীপ্তি কৰে
গলে বনমালা শোভে।
অনেক ভ্ৰমৰে তাতে ৰোল কৰে
দিব্য মধু গন্ধ লোভে॥ ১৪৯
ৰতনে খচিত নূপুৰে ৰঞ্জিত
পাদ-পদ্ম দুই খানি।
যাক যোগীগণে চিন্তে সৰ্বক্ষণে
জগততে সাৰ জানি॥
হৰিৰ দীপিতি দেখন্তে তৃপিতি
ত্ৰৈলোক্য মোহন বেশ।
কোটি কামদেৱে ওচৰ নপাৱে
প্ৰকাশন্ত হৃষীকেশ॥ ১৫০
মাধৱক পাইল যেন ধাতু আইল
খোৰা কোঙ্গা দেৱ জাকে।
ত্ৰাহি হৰি বুলি দুয়ো হাত তুলি
চৌভিতিৰ পৰা ডাকে॥
দেৱৰ বিভৎস দেখিয়া শ্ৰীবৎস
কৰিলা কষ্ট অনেক।
চক্ষু ফুৰাই চাইলা তেখনে জীয়াইলা
মৃতক দেৱ যতেক॥ ১৫১
যত দৈত্যমানে মৰি আছে প্ৰাণে
সবে সেহিমতে ভৈলা।
কৃষ্ণ প্ৰসাদত দেৱগণ যত
দুনাই পূৰ্বৱত ভৈলা॥
ছিন্না হাত ভৰি ভাঙ্গি আছে পৰি
সবে ভাল ভৈলা পাছে।
কৃষ্ণৰ চৰণ সেৱে ত্ৰিচৌজন
তাৰ কৈত মন্দ আছে॥ ১৫২
অনন্তৰে হৰি বামহাতে ধৰি
মন্দৰক তুলি আনি।
আতি অপ্ৰবন্ধে গৰুড়ৰ স্কন্ধে
থৈলা দেৱ চক্ৰপাণি॥
বিনতা নন্দন কৃষ্ণৰ বাহন
পীড়া নজানিল তাত।
মহামত্ত লীলা কৰি উল্লসিলা
হাজাৰ দশেক হাত॥ ১৫৩
ৰঙ্গে বিষ্ণুৰথ ধৰিলন্ত পথ
ক্ষীৰ সাগৰক লাগি।
পাখিৰ ছাণ্টিত পৰিল মাটিত
শাল তাল বৃক্ষ ভাগি॥
আনো পৰ্ব্বতৰ খসিয়া শিখৰ
পৰে গৰাগৰি বাটি।
চৰণৰ ঝাম্পে আতি ভূমি কাম্পে
জল পলায় মাটি ফাটি॥ ১৫৪
দেৱ দৈত্যচয় ভৈলন্ত বিস্ময়
অদভুত দেখি আতি।
মুখ্য মুখ্য মানে ধৰিলা যোগানে
বান্ধিয়া ঘাগৰি পাতি॥
মাধৱক বেঢ়ি যায় হাত যুৰি
দেৱে দৈত্যে ঊৰ্দ্ধ দৃষ্টি।
কৃষ্ণৰ শিৰত সিদ্ধ মুনি যত
কৰি যান্ত পুষ্প বৃষ্টি॥ ১৫৫
ব্ৰহ্মা প্ৰজাপতি কৰি স্তুতি নতি
বোলন্ত প্ৰশংসা বাণী।
ক্ষীৰ সাগৰৰ পাইলন্ত কাষৰ
এহিমতে চক্ৰপাণি॥
পাছে নাৰায়ণে নামি তাৰক্ষণে
তীৰত পৰ্ব্বত থৈলা।
আশ্বাসিয়া আনি দিলন্ত মেলানি
গৰুড়ো ঘৰক গৈলা॥ ১৫৬
পাছে নাৰায়ণ বুলিলা বচন
দেৱ দানৱক চাই।

হেলা কৰা কিক আনা বাসুকিক
পাতাল পুৰক যাই ॥
শুনি ইন্দ্ৰ বলি ছুয়ো গৈলা চলি
বাসুকিক পাইলা লাগ ।
বোল মাত কৰি আনিলা সাদৰি
অমৃতৰ সমভোগ ॥ ১৫৭
দেখি চক্ৰপাণি মন্দৰক আনি
কৰিলা মথন দাণ্ডি ।
বাসুকিক ধৰি কৰিলন্ত জৰী
পৰ্ব্বতে মেৰায়া গাণ্ডি ॥
দেৱগণ সমে ধৰিলা প্ৰথমে
মাথৰে শিৰৰ ভিতি ।
দৈত্যক বোলন্ত ধৰ লাঙ্গুলত
টানিয়োক অৰহিতি ॥ ১৫৮

---

সমুদ্ৰ মন্থনৰ উদ্যোগ
ছবি

হেন শুনি দৈত্যজাক নমানি কৃষ্ণৰ বাক
ৰোষ কৰি ঠেহ জুৰি ৰৈল ।
দেৱে আগে মুণ্ড লৈল আমাক লাঙ্গুল দিল
এবেসে সকলে মান্য ভৈল ॥
আমি বৰ বৰ দৈত্য আমাক নজানে কৈত
কৰো মহা যজ্ঞ দান ব্ৰত ।
আসিয়া সৰ্পৰ লাজ্জে ধৰিবোহো কোন লাজে
লাদ মূত্ৰ লাগিব হাতত ॥ ১৫৯
অমৃততো দায় নাই কষ্টে উঠি চলি যাই
দেখি জগতৰে আদি মূলে ।
বাসুকিৰ মুণ্ড এৰি হাসিয়া সঙ্কেত কৰি
দেৱ সমে ধৰিলা লাঙ্গুলে ॥
দৈত্যক বোলন্ত হেৰা তোবায়ে শিৰত ধৰা
নজানিয়া ধৰিলোহো আগে ।
হেন বাক্য শুনি আসি ৰঙ্গে দৈত্যে যন্ত্ৰ কাটি
ধৰিলা সৰ্পৰ শিৰ ভাগে ॥ ১৬০
পৰম কৌতুক ভৈলা সাগৰ মথিবে লৈলা
দেৱাসুৰ সবে মিলি জুলি ।
অগাধ সাগৰ জল বহিবাৰ নাহি থল
তল গৈল মন্দৰ সমূলি ॥
হাতোতে বাসুকি ৰৈল পৰ্ব্বত হোহৰি গৈল
দেখি সবে ঠিয়ায়ে ৰহিলা ।
একো কথা মাত নই চিত্ৰৰ পুতলি প্ৰায়
যেন মুণ্ডে স্মৰণ পৰিলা ॥ ১৬১
বিবৰ্ণ সবাৰো মুখ কৰে চিন্তা মহা দুখ
কিনো চাৰ কপাল আমাৰ ।
অমৃতৰো গৈল আশ আমাৰ গুচিল সাস
মিছাত বহিলো মহা ভাৰ ॥
আমি দেৱাসুৰ জাক স্থলতে নাটিলা যাক
জল হন্তে আনিবো কমনে ।
হৰি হৰি দেৱ বিধি নভৈল কাৰ্য্যৰ সিদ্ধি
কান্দে বসি দেৱাসুৰগণে ॥ ১৬২
নমো নমো জগন্নাথ চৰণে নমায়া মাথ
দণ্ডৱত কৰি শতবাৰ ।
কৃষ্ণৰ কিঙ্কৰ কবি শঙ্কৰে ৰচিলা ছবি
অমৃত মথন কথা সাৰ ॥
শুনিয়োক সবে হিত কৃষ্ণত অৰ্পিয়া চিত্ত
সংসাৰ তৰিবা তেবে সুখে ।
মিছাতেসে নিয়া কাল এৰা আন আলজাল
হৰি হৰি বোলা কান্দে সুখে ॥ ১৬৩

---

পদ

শুক নিগদতি ৰাজা শুনিয়ো প্ৰস্তুত ।
ভাগৱত কথা পাতকৰ যমদূত ॥

একচিত্তে শুনিলে মুকুতি পদ পায় ।
গুচে গৰ্ভবাস গুচে যমবায় দায় ॥ ১৬৪
এহিমতে দেৱাসুৰে কৰন্ত বিষাদ ।
মাধৱে বোলন্ত দেখো মিলিল প্ৰমাদ ॥
অগাধ সাগৰ জল নমনিয় পাৰ ।
কেনমতে মন্দৰক কৰিবো উদ্ধাৰ ॥ ১৬৫
হেন শুনি নাৰায়ণে মনে কৰি জপ ।
এক ৰূপে তেতিক্ষণে ভৈলন্ত কচ্ছপ ॥
বহলে দীঘলে একোমতে মুহি খাট ।
শৰীৰে জুৰিলা লক্ষ প্ৰহৰৰ বাট ॥ ১৬৬
স্থূলতৰ অঙ্গ জাঙ্গ দেখন্তে সুঠান ।
পৰম সুন্দৰ অতি পৰ্বত সমান ॥
পাতাল সদৃশ মুখ ভয়ঙ্কৰ ওঠ ।
গলগোট মেলিল স্বৰ্গত লাগে ঠোঁঠ ॥ ১৬৭
দেখি মহাভয় ভৈলা যত দেৱাসুৰ ।
নাকৰ নিশ্বাস উৰাই গৈল কতো দুৰ ॥
গাৱ মুৰি দিয়া মহা কূৰ্ম্মে তুলি হামি ।
দিলা বুৰ তেবে সাগৰৰ জলে নামি ॥ ১৬৮
কম্পি গৈলা পৃথিৱী সাগৰ খলকিল ।
কাখৰ প্ৰলম্পি দেশ অনেক বুৰিল ॥
মগৰ কুম্ভীৰ ভয়ে পশিল পাতাল ।
মিলিল প্ৰলয় বুলি প্ৰজাৰ ঘঞ্চাল ॥ ১৬৯
মন্দৰক কচ্ছপে ক্ষণেকে পাইলা ভেট ।
কাত্তিকুতা কৰি পাছে ভৈলা তাৰ হেট ॥
তৰি তুলি কচ্ছপে উৰ্দ্ধক দোঙ্গা দিলা ।
মন্দৰ পৰ্ব্বত পুজা যেন উপাঙ্গিলা ॥ ১৭০
পাছে দেৱাসুৰগণে দেখি গিৰি শৃঙ্গ ।
খণ্ডিলা বিষাদ সবে ৰঙ্গে দিলা বিঙ্গ ॥
আথে ঘেথে বাসুকিক ধৰি সাজু ভৈলা ।
পূৰ্ব্বমতে মেৰাই পুনু মথিবাক লৈলা ॥ ১৭১
টানে দেৱ দানৱে আক্ৰান্তি আতি কৰি ।
তলত কচ্ছপে পিঠি পাতি আছে ধৰি ॥

মহাচোটে পৰ্বতত লাগে ঘৰিষণ ।
কিবা সুৰ সুৰাই হেন কচ্ছপৰ মন ॥ ১৭২
পাকৰ বেকত গিৰি উঠে আৰো পৰে ।
পিঠি খুজাৱয় বুলি আতি নিদ্ৰা চৰে ॥
ঘুজু ৰি বঝান্তে শ্বাস বহয় নাকৰ ।
উথল পাথল কৰে দুগ্ধৰ সাগৰ ॥ ১৭৩
আজোৰন্তে দেৱাসুৰে বাসুকিক ধৰি ।
ছিঙি যান্ত নাগৰাজ আকলিলা হৰি ॥
একৰূপে পশিল তাহান অভ্যন্তৰ ।
বজ্ৰসম ভৈল বাসুকিৰ কলেৱৰ ॥ ১৭৪
দেৱতাৰ লগত তানন্ত দেৱহৰি ।
অসুৰৰ লগত অসুৰ ৰূপ ধৰি ॥
উভয় দলৰ বল বীৰ্য্যক বঢ়ান্ত ।
বিষ্ণুৰ মায়াৰ কেহো উমান নপান্ত ॥ ১৭৫
মন্দৰৰ উপৰত চড়ি জগন্নাথে ।
মেত্ৰায়া ধৰিলা সিটো হাজাৰেক হাতে ॥
ব্ৰহ্মায়ে দেখন্ত তাক নেদেখন্ত কেৰ ।
অন্তৰীক্ষে স্তুতি কৰে ব্ৰহ্মা মহাদেৱ ॥ ১৭৬
বৰিষন্ত পুষ্প যত মহা সিদ্ধমুনি ।
আকাশ ছানিয়া দেৱবাদ্য মাত্ৰ শুনি ॥
মাধৱে বঢ়ান্ত তেজ দেৱদানৱৰ ।
পৰম উৎসুকে সবে মথন্ত সাগৰ ॥ ১৭৭
আজোৰয় দেৱাসুৰে বাসুকিক ধৰি ।
মন্দৰ পৰ্বত যেন ফুৰয় টাকুৰি ॥
পৰ্বতৰ পাকত সাগৰে পাক লৈল ।
হুৰ হুৰ শবদে আন্দোল উঠি গৈল ॥ ১৭৮
প্ৰলয় মেঘৰ যেন শবদ ভমৃবোল ।
উজবিল জলজন্তু কৰে হুলস্থুল ॥
মগৰ কুম্ভীৰ মৎস্য কচ্ছপৰ পাল ।
জীৱ ভয়ে বুড় দিয়া পশয় পাতাল ॥ ১৭৯
মথে দেৱাসুৰগণে পাৰয় জোকাৰ ।
চোট পায়া বাসুকিয়ো তেজন্ত ফোকাৰ ॥

যুগান্ত কালৰ যেন বতাস শোষয় ।
হাজাৰেক মুখে বিষ অগনি বজায় ॥ ১৮০
যত দৈত্যগণে ধৰি আছে শিৰ ভাগে ।
ভমক ভমক বহ্নি শৰীৰত লাগে ॥
ভৈলা চেঙ্কা পোড়া দৈত্যগণ নিৰন্তৰ ।
তাৰক নৰক ৰাহু ত্ৰিপুৰ সম্বৰ ॥ ১৮১
কালকুঞ্জ জম্ভ শুম্ভ নিশুম্ভ দন্দুৰ ।
কালনেমি নমুচি মহিষ ময় মুৰ ॥
বলি বাণ বৃত্ৰ বিৰোচন চাৰকৰ্ণ ।
যেন পোৰা শিৰি সব পৰিল বিবৰ্ণ ॥ ১৮২
যেন আতি উচ্ছ্ৰিত সৰল বৃক্ষচয় ।
বনজুইত পুৰিল দেখিয় সেহি নয় ॥
তথাপিতো দানৱে নকৰে পাছ ভৰি ।
লাজত থাকিয়া টানে মৰো জীও কৰি ॥ ১৮৩
লাই পাই দেৱগণে হাসিবে আমাক ।
এৰিবাক খোজে যিটো তাকো দেই হাক ॥
নেৰিবা নেৰিবা যাৱে প্ৰাণ থাকে মানে ।
এহি বুলি দাৰুণ দানৱগণে টানে ॥ ১৮৪
দেৱতো লাগয় আসি বহ্নিৰ হাপাস ।
তাকো সহিবাক লাগি নকৰন্ত সাস ॥
ধূম্ৰে বিয়াপিত মুখ বসন ভূষণ ।
অধোমুখ নিকৎসাহ ভৈলা দেৱগণ ॥ ১৮৫
এৰিবাক লাগিয়া সবাৰো ভৈল মন ।
হেন দেখি পাছে কৃপাময় নাৰায়ণ ॥
আদেশিলা মেঘক দেৱক দাৱান্তৰে ।
কৰিলা কণিকা বৃষ্টি দেৱৰ উপৰে ॥ ১৮৬
বতাসে যোগাৱে সাগৰৰ ছিটাজল ।
জুৰাইল শৰীৰ দেৱতাৰ বাঢ়ে বল ॥
কৃষ্ণৰ প্ৰসাদে সবে এড়াইলন্ত পীড়া ।
মথন্ত সাগৰ দেৱে কৰি মহা ক্ৰীড়া ॥ ১৮৭
এহিমতে দেৱাসুৰে মথন্ত সাগৰ ।
উথলিল বোল আতিশয় ভয়ঙ্কৰ ॥

মহাভয়ে জলজন্তু পলাই দশোদিশ ।
প্ৰথমে উঠিলা আসি হলাহল বিষ ॥ ১৮৮
অযুতেক সূৰ্য্য যেন প্ৰকাশ তাহাৰ ।
প্ৰলয়ৰ বহ্নি যেন দেখি চমৎকাৰ ॥
বিষৰ প্ৰতাপে বিয়াপিল দশোদিশ ।
দেখি দেৱদৈত্যৰ লাগিল উষমিষ ॥ ১৮৯
মিলিল প্ৰলয় বুলি ভয় ভৈলা বৰ ।
বাসুকিক এৰি সবে দিলেক লৰৰ ॥
কালে পাইলে বুলি চতুৰ্ভিতি দেই গেড়ি ।
পলাই প্ৰজাপতিগণো আকাশক এৰি ॥ ১৯০
বিষৰ জ্বালায়ে জগতকে নেই দহি ।
সহিবে নপাৰি ৰসাতলে যায় মহী ॥
দশোদিশে কৰে প্ৰজা হাহাকাৰ বোল ।
ভয় হুয়া ব্ৰহ্মা গৈলা শঙ্কৰৰ কোল ॥ ১৯১
পাৰ্ব্বতী সহিতে হৰ আছন্ত কৈলাসে ।
তাহান্তে শৰণ সবে লৈলা মহাত্ৰাসে ॥
সুৰাসুৰ সহিতে কৰন্ত ব্ৰহ্মা স্তুতি ।
ত্ৰাহি ত্ৰাহি পাৰ্ব্বতীবল্লভ পশুপতি ॥ ১৯২
ত্ৰৈলোক্য দহয় বিষে কৰা পৰিত্ৰাণ ।
তুমি বিনে আমাক ৰাখন্তা নাহি আন ॥
তুমি স্ৰজা তুমি পালা তুমিসে সংহৰা ।
নানা অৱতাৰে তুমি তুমিক উদ্ধৰা ॥ ১৯৩
তুমি চৰাচৰময় পুৰুষ অনাদি ।
জগত স্বৰূপে আছা তুমি ব্ৰহ্মবাদী ॥
স্বৰ্গে শিৰ ভৈলা তয়ু ক্ষিতি পদতল ।
নাভি ভৈলা গগন ৰেতসে বৃষ্টি জল ॥ ১৯৪
পঞ্চ উপনিষদে বদন পাঞ্চ দেখি ।
জিহ্বা ভৈল অনল সাগৰ ভৈল কুক্ষি ॥
সূৰ্য্য ভৈল চক্ষু তয়ু চন্দ্ৰে ভৈল মন ।
কৰ্ণ ভৈল দশোদিশ পৱনে বদন ॥ ১৯৫
বৃক্ষে ৰোম ভৈলেক পৰ্ব্বতে অস্থিচয় ।
নদী সব নাড়ী ধৰ্ম্ম ভৈলেক হৃদয় ॥

মহামন্ত্ৰগণ ভৈলা দশন পঙ্কতি।
নমো নমো চৰাচৰ প্ৰভু পশুপতি ॥ ১৯৬
প্ৰণামো কন্দৰ্প দিব্যনাৰী মনোহাৰী।
ভকত নিস্তাৰী অৰি অসুৰ সংহাৰী ॥
বৃষভ সঞ্চাৰী অৰ্দ্ধনাৰী প্ৰিয়কাৰী।
নমো নাগধাৰী ত্ৰিপুৰাৰী শূলধাৰী ॥ ১৯৭
দুষ্টক নিকালি সন্তক প্ৰতিপালি।
নৰমুণ্ডমালী নমো নমো বলশালী ॥
দুৰ্গতিতাৰক নমো নমো ত্ৰিপুৰাৰি।
ভকত জনৰ তুমি মহা প্ৰিয়কাৰী ॥ ১৯৮
বিঘ্নবিনায়ক ব্ৰহ্মজ্ঞানবিধায়ক।
সৃষ্টিবিধায়ক নমো বেদান্তগায়ক ॥
ডম্বৰুবায়ক নমো জগতনায়ক।
খট্টাঙ্গশায়ক নমো মুকুতিদায়ক ॥ ১৯৯
যিটো জনে সংখ্যা কৰে গগনৰ তাৰা।
যিটো লেখে যতেক বৃষ্টিৰ জলধাৰা ॥
গণিবাক পাৰে যিটো পৃথিবীৰ ধূলি।
তোমাৰ গুণক সিটো নজানে সমুলি ॥ ২০০
অচিন্ত্য মহিমা তুমি পুৰুষপুৰাণ।
শঙ্কট বেলাত বাৰে বাৰে কৰা ত্ৰাণ ॥
মহাভয় হুয়া আমি সুৰাসুৰগণ।
শৰণ পশিলো তযু অভয় চৰণ ॥ ২০১
অনাথৰ নাথ দেৱ পশিলো শৰণ।
ঘোৰ বিষে কৰে হেৰা জগত মাৰণ ॥
ইটো মহা বিষক আপুনি কৰা পান।
তেবেসে হৈবেক আসি আমাৰ কল্যাণ ॥ ২০২
বিষৰ প্ৰতাপে সৃষ্টি নষ্ট হোৱে জানি।
কৰিয়োক ৰক্ষা কৃপাময় শূলপাণি ॥
আনো নানাবিধ কৰিলন্ত স্তুতিচয়।
তাক নকহিলো পদ বাহুল্যক ভয় ॥ ২০৩
হেন শুনি পাছে কৃপাময় ত্ৰিলোচন।
স্নেহে আকুলিত হুয়া বুলিলা বচন ॥
হুয়োক নিৰ্ভয় মই কৰো পৰিত্ৰাণ।
এহি বুলি পাৰ্বতীক দিলা সম্বিধান ॥ ২০৪
দেখা প্ৰিয়া কেন কালকূট বিস ত্ৰাসে।
সুৰাসুৰে শৰণ পশিল মোৰ পাশে ॥
ঈশ্বৰ হুইবাৰ এহিমানে প্ৰয়োজন।
প্ৰাণী ভয় ভীত ভৈলে কৰিবে ৰক্ষণ ॥ ২০৫
বিশেষত মহন্তৰ এহি ব্যৱহাৰ।
পৰজীৱ ৰাখে জীৱ দিয়া আপোনাৰ ॥
অভয় দানত পৰে ধৰ্ম্ম নাহি আন।
কোটি অশ্বমেধো তাৰ নুহিকে সমান ॥ ২০৬
পলু পিম্পৰাক যিটো ৰাখে যত্ন কৰি।
ছয়মাস মানে তাত তুষ্ট হোন্ত হৰি ॥
হৰি তুষ্ট ভৈলে ত্ৰিজগত তুষ্ট আমি।
এক কোটি কল্পমানে হোৱে স্বৰ্গগামী ॥ ২০৭
হেন জানি মই ক্ষীৰ সাগৰক যাওঁ।
তিনিও লোকৰ আজি দুৰ্গতি খণ্ডাওঁ ॥
ঘোৰ কালকূটক গিলিবো কৌতূহলে।
দেখিয়োক মই জীৰ্ণ কৰো যোগবলে ॥ ২০৮
এহি বুলি শীঘ্ৰে চলি গৈলা ত্ৰিনয়ন।
চতুৰ্ভিতি বেঢ়ি যান্ত দেৱাসুৰগণ ॥
দেখিলেক বিষ গৈয়া সমুদ্ৰৰ পাৰে।
প্ৰলয়ৰ বহ্নি যেন জ্বলে চমৎকাৰে ॥ ২০৯
অযুতেক সূৰ্য্য যেন কৰয় প্ৰকাশ।
বিষ জ্বালে আতি বিয়পিল দিশপাশ ॥
দেখি ভয়ে চমকিল সুৰাসুৰ নাগ।
পৰম আনন্দে ত্ৰিপুৰাৰি ভৈলা আগ ॥ ২১০
খটমট কৰি বাজে গলে মুণ্ড মাল।
কঙ্কালত টানিয়া বান্ধিলা বাঘছাল ॥
সৰ্পে মেৰ্‌হাই বান্ধিলা মাথাৰ জটাজুট।
লৰৱন্তে হাতে তুলি লৈলা কালকূট ॥ ২১১
চাম্পদিয়া গৰুড়ে ধৰিলা যেন সৰ্প।
গিলিবাক লাগি হৰে কৰে মহা দৰ্প ॥

জিলন্ত গলত হৰে বেন্ত গোট বাই।
যেন সোন্ধাকলক গিলিলা লটবাই ॥ ২১২
ঘোৰ হলাহলক জাৰিয়া যোগবলে।
কিছু অৱশেষ বিষ ৰাখিলন্ত গলে ॥
হৰৰ কণ্ঠত প্ৰকাশয় কালকূট।
স্ফটিক পৰ্বতে যেন অঞ্জনৰ কূট ॥ ২১৩
বিষৰ নিৰ্য্যাণ দেখি দেৱাসুৰচয়।
চতুৰ্দ্দিশে হৰক ঘোষক জয় জয় ॥
কৰিলা প্ৰশংসা আসি ব্ৰহ্মা নাৰায়ণে।
পৰি প্ৰণামিলা পাছে দেৱাসুৰগণে ॥ ২১৪
কৰিলন্ত শঙ্কৰে দুষ্কৰ মহাকাম।
সেহি দিনা ধৰি ভৈল নীলকণ্ঠ নাম ॥
হাতৰ পৰিল বিষ যি কিছু চিটিকি।
কোস্কাবিছা সৰ্পে তাক খাইলেক চেলেকি ॥ ২১৫
পাছে দেৱাসুৰে ঘোৰ সঙ্কট এৰাই।
সাগৰ মথিবে ৰঙ্গে লাগিলা দুনাই ॥
বাসুকিক ধৰি সবে টানে অৰহিতে।
উঠিলন্ত কামধেনু বাচক সহিতে ॥ ২১৬
দেখি ঋষিসকলে ব্ৰহ্মাত গৈয়া লাগি।
অগ্নিহোত্ৰ কৰিবাক ধেনু লৈলা মাগি ॥
তাত পাছে বাজ ভৈলা উচ্চৈঃশ্ৰবা হয়।
চন্দ্ৰ সম শুক্ল বেশ বায়ু নোজোৰয় ॥ ২১৭
দেখি দৈত্য নৃপতি ধৰিলা সাতো আগে।
দেৱতাক বোলে ঘোড়া ভৈল মোৰ ভাগে ॥
কেশৱৰ শিক্ষা সুমৰিয়া শতক্ৰতু।
নকৰিলা দ্বন্দ্ব বাদ ঘোটকৰ হেতু ॥ ২১৮
অনন্তৰে দেৱাসুৰে কাৰ্য্য সিদ্ধ বুলি।
বাসুকিক টানে ৰঙ্গে মিলয় উকলি ॥
মন্দৰ পিৰিত লগাইলেক ঘোৰপাক।
ভ্ৰময় পৰ্ব্বত যেন কুম্ভাৰৰ চাক ॥ ২১৯
তেখনে উঠিলা দিব্য হস্তী ঐৰাৱত।
অতি শ্বেতবৰ্ণ যেন কৈলাস পৰ্ব্বত ॥
চাৰি গোটা দান্ত যেন পৰ্ব্বতৰ শৃঙ্গ।
বজ্ৰৰ পাথৰ যেন দেখিতে বিড়িঙ্গ ॥ ২২০
তাত পাছে পাৰিজাত ভৈল উতপন্ন।
ত্ৰিদশ দেৱৰ যিটো পৰম ভূষণ ॥
মাগন্তাজনক দেই মনৰ বাঞ্ছিত।
সাক্ষাতে ভূমিত যেন ভুৰি পৰীক্ষিত ॥ ২২১
অনন্তৰে উঠিল কৌস্তুভ মণিবৰ।
মোৰ ভাগ বুলিয়া লৈলন্ত দামোদৰ ॥
তাত পাছে উপজিল অপেস্বৰাগণ।
জাতিত পদ্মিনী অঙ্গে দিব্য আভৰণ ॥ ২২২
গাৱৰ সুৰভি গন্ধ যায় বহুদুৰ।
দেখি লোভাবিষ্ট ভৈল যত দেৱাসুৰ ॥
মদনে পীড়িল সবে লাজক এৰিল।
মোৰ মোৰ বুলি অপেস্বৰীক বেঢ়িল ॥ ২২৩
দেৱে বোলে আমাৰ দানৱে বোলে মোৰ।
অন্যো অন্যে হুলস্থুল লাগিল দুৰ্ঘোৰ ॥
ব্ৰহ্মা যে বোলন্ত বিবাদক এৰিয়োক।
পাছে বাণ্টি দিবো উভ ভাগতে থাকোক ॥২২৪
হেন শুনি সবে দেৱ দানৱ সকল।
দুনাই মথিবে লৈল এৰিয়া কন্দল ॥
কৃষ্ণৰ চৰণে কৰি অশেষ প্ৰণতি।
কেশৱৰ কিঙ্কৰ শঙ্কৰ নিগদতি ॥
শুনা সৰ্ব্বজনে মন সাৱধান কৰি।
পাতেক ছাবোক ডাকি বোলা হৰি হৰি ॥ ২২৫

---

লক্ষ্মীৰ উৎপত্তি

ছবি

শুক নিগদতি ৰাজা শুনা দেৱ দৈত্য প্ৰজা
সাগৰ মথন্তে যেবে আছে।
ভকত অভয় দাতা যিটো জগতৰ মাতা
উপজিল লক্ষ্মী দেৱী পাছে ॥

চন্দ্ৰৰ উপমা মুখ দেখন্তে নয়ন সুখ
কেশে আছে চামৰক জিনি।
ৰুচিকৰ কৰ্ণ তলে ৰত্নৰ কুণ্ডল জ্বলে
কমল লোচনী মধ্যক্ষীণী ॥ ২২৬
সুৱৰ্ণ প্ৰতিমা তনু ভ্ৰূৰ যুগ সম ধনু
দশন দাড়িম্ব বীজ পান্তি।
নাসা যেন তিল ফুল বিম্ব ফল মুহি ভুল
অৰুণ অধৰে কৰে কান্তি ॥
কোকিলৰ ধ্বনি মাত নব কিশলয় হাত
ভুজ যুগ কমল মোলান।
ৰত্নৰ শলকা পান্তি যেন আঙ্গুলিৰ কান্তি
নখচয় চন্দ্ৰৰ সমান ॥ ২২৭
সুঠান কঠিন ঘন বিম্বফল সম স্তন
ভৈল নব যৌবন প্ৰবেশ।
বহল জঘন স্থল উৰু যেন ৰামকল
পাদ-পদ্ম দেখন্তে সুবেশ ॥
চম্পাৰ পাকৰি নয় প্ৰকাশে আঙ্গুলিচয়
আছে নখপান্তি কান্তি কৰি।
যেন দেখি চন্দ্ৰগণে ভুতি আৰম্ভিবে মনে
পৰি আছে চৰণত ধৰি ॥ ২২৮
একো অঙ্গে নাহি খুন তাহান জগতে গুণ
বৰ্ণায়া কৰিবে কোনে সীমা।
ত্ৰৈলোক্যৰ ৰূপমান কৰি থৈলা একথান
সাজি বিধি মোহিনী প্ৰতিমা ॥
ৰূপে প্ৰকাশন্ত শান্তি যেন বিজুলীৰ পান্তি
দশোদিশে কৰন্ত প্ৰসন্ন।
ত্ৰৈলোক্যৰ মহালক্ষ্মী তাহাঙ্ক আগতে দেখি
ভৈলা সবে তবধ নয়ন ॥ ২২৯
লক্ষ্মী মুখ দৰশনে মহা সিদ্ধ মুনিগণে
তিয়াগিল যত যোগ ধ্যান।
নিৰন্তৰে দেৱাসুৰ ভৈলা সবে কামাতুৰ
হৰাইল সবে প্ৰকৃতি জ্ঞান ॥

দেখি চাৰু উচ্চ কুচ কামবাণে যায় গুচ
যেন আতি বাতুলে চেষ্টায়।
কেহো বোলে মই নিবো সৰ্ব্বস্ব তোমাক দিবো
ময়ো দাস হৈবো সমুদায় ॥ ২৩০
কাম সাগৰত মৰো হেৰা চৰণত ধৰো
আসি মোক কৰা পৰিত্ৰাণ।
শুনি আউৰ গোটে উঠি হিয়াত বৈসাৰে মুঠি
মোৰ দিকি দেস সমিধান ॥
দেখো আউৰ চাওমাতি আউৰগোটে উঠি আতি
সিয়ো পাছে তাৰ গান গোৰে।
ধৰাধৰি বস্ত্ৰ ফাৰে দেৱে দেৱতাক মাৰে
দানৱে দৈত্যক কিল যোৰে ॥ ২৩১
কেহো কৰে কোচা কুচি মোৰ বোলা কাত পুছি
কোনে তোক দিলে স্ত্ৰীৰ বটা।
কিসক লগাস মাত চৰৱে সাৰিবো দাত
নতু পাস বাপেৰৰ আটা ॥
কেহো কৰে চুলাচুলি লগাই মহা হুলস্থুলি
নচাৱে আপোন পৰ কেৰে।
চেতন নাহিক গাৱে লক্ষ্মীক ধৰিবে চাৱে
দেখি মাত্তিলন্ত ব্ৰহ্মাদেৱে ॥ ২৩২
শুনা দেৱ-দৈত্যমুখ চিত্তক কৰিয়ো সুস্থ
মিছাতেসে মৰা দন্দ কৰি।
আপুনি বৰন্ত যাক সিজনেসে পাৱে আক
ইটো কন্যা ইচ্ছা স্বয়ম্বৰী ॥
কৰি সবে মাতামাতি বসিয়ো সমাজ পাতি
যত দেৱ সুৰাসুৰ নাগ।
হাতত পদ্মৰ মালা আপোন ইচ্ছায়ে বালা
বৰন্তোক যাৰ আছে ভাগ ॥ ২৩৩
ব্ৰহ্মাৰ আদেশ বাণী শুনি সবে অনুমানি
দেৱাসুৰে এৰিল কন্দল।
বস্ত্ৰ অলঙ্কাৰ কাচে মোক বোলো বৰ বাছে
কৰে কতো মনত বিকল ॥

নাহি মনে শান্তি সুখ দৰ্পণত চাহে মুখ
দশন প্ৰকটি আতি পাছে।
সুন্দৰ নেদেখি তাত মাৰে গোৰ দৰ্পণত
কোথেৰ কদৰ্য্যে গঢ়ি আছে ॥ ২৩৪
কেহো পিন্ধি দিব্য কাচ উঠি চাৰে আগ পাছ
আউৰ ভাল নাহি মোক সবি।
জানিলো মিলিল ভাগ পায়া আসি মোক লাগ
বৰিবেক অৱশ্যে সুন্দৰী ॥
কেহো কৰে লাস বেশ নাকৰ চাহাৰে শ্বাস
দুৰ্গা দুৰ্গা বুলি হোৱে বাজ।
সাগৰ তীৰক আসি যত দেৱাসুৰ ৰাশি
পাতিলেক বহল সমাজ ॥ ২৩৫
মাধৱক কৰি আগ যত দেৱ মহাভাগ
এক শাৰী বসিলা আসনে।
বলিৰাজা সমন্বিতি বসিলন্ত একভিতি
যত মহা মহা দৈত্যগণে ॥
সিদ্ধ মুনি বিদ্যাধৰ বসিলা কিন্নৰ নৰ
সমাজ কুণ্ডলাকাৰ পাতি।
নানা দেৱ বাদ্য বাৰে গন্ধৰ্ব্ব কিন্নৰে গায়ে
ভৈল মহা মহোৎসৱ আতি ॥ ২৩৬
ইন্দ্ৰে লক্ষ্মী হেন জানি দিলা সিংহাসন আনি
তাতে বসিলন্ত জগন্নাথ।
বসুমতী মূৰ্ত্তি ধৰি সুবৰ্ণ ভৃঙ্গাৰ ধৰি
ধুৱাইলা লক্ষ্মীৰ দুই পাৱ ॥
বিচিত্ৰ সুগন্ধ তৈলে মৰ্দ্দিলন্ত কৌতূহলে
কুড় কৰাই ঘসিলা গাৱত।
গঙ্গাদেৱী আদি কৰি সুবৰ্ণৰ ঘট ধৰি
আসিলন্ত পুণ্য নদী যত ॥ ২৩৭
দেৱীৰ স্নানৰ হেতু বসন্ত মলয় ঋতু
গন্ধ পুষ্প ধৰিয়া সম্ভৃত।
বিদ্যাধৰে গায়ে গীত অপেশ্বৰা কৰে নৃত্য
সুৰভী যোগায়ে পঞ্চামৃত ॥
বাজে নানাবিধ যন্ত্ৰ উচ্চাৰন্ত বেদমন্ত্ৰ
ঋষিগণে মহা কৌতূহলে।
সুবৰ্ণৰ ঘট ভৰি শুণ্ডে মেৱ্ৰাই তুলি ধৰি
ঢালে জল দিগ্‌গজ সকলে ॥ ২৩৮
অসংখ্যাত দিব্য নাৰী বেঢ়ি আসি শাৰী শাৰী
ফল পুষ্প দীপ হাতে তুলি।
গায়ে সুমঙ্গল গীত দেৱীৰ ৰঞ্জিয়া চিত্ত
ঘনে ঘনে পাৰয় উৰুলি ॥
মেঘগণে আকাশত কৰে বাদ্য নানামত
মৃদঙ্গ গোমুখ শঙ্খ ভেৰী।
ডিণ্ডিম দগড় ঢোল শুনিয়া তত্ৰোল বোল
চাৰে প্ৰজা আন কৰ্ম্ম এৰি ॥ ২৩৯
মেঘৰ এসুৰা ধ্বনি একো কালে নতু শুনি
বোলে সবে দেখি বিপৰ্য্যয়।
যক্ষে সিদ্ধ মুনিগণে বৰিষন্ত ঘনে ঘনে
সুৰভি শিৰীষ পুষ্পচয় ॥
জয় মহালক্ষ্মী বুলি সিঞ্চন্ত কৰ্পূৰ ধূলি
কৰে মহা উৎসৱ প্ৰধান।
ভিনিয়ো লোকৰ মায় হুয়া আতি শুদ্ধ ভায়
এহিমতে কৰিলন্ত স্নান ॥ ২৪০
নমো নমো দামোদৰ জগতৰ বিশ্বম্ভৰ
ভকত বৎসল লক্ষ্মীপতি।
খণ্ডে পাতকীৰ ভয় ভাগৱত পদচয়
কায়ন্থ শঙ্কৰ নিগদতি ॥
শুনিয়োক সৰ্ব্বলোক কলিত মুকুতি হৌক
কৃষ্ণৰ চৰণে দিয়া মন।
আন ভাৱভূম এৰি ডাকি বোলা হৰি হৰি
চলি যাইবা বৈকুণ্ঠ ভুৱন ॥ ২৪১

---

লক্ষ্মীৰ স্বয়ম্বৰ

পদ

শুক নিগদতি শুনিয়োক পৰীক্ষিত।
তাত পাছে যেন কথা ভৈল বিপৰীত ॥

অনন্তৰে লক্ষ্মীৰ শুনিয়া অভিষেক।
মূৰ্ত্তি ধৰি আসি ভৈলা সাগৰ প্ৰত্যেক ॥ ২৪২
অগ্নি শৌচ নামে পীত বস্ত্ৰ দুই খানি।
দিলন্ত সাগৰে ৰঙ্গে লৈলন্ত গোসানী ॥
স্নান অৱসানে তাক প্ৰবন্ধে পিন্ধিলা।
কঙ্কালত ৰত্নময় মেখলা বান্ধিলা ॥ ২৪৩
কেশ তুলি বান্ধিলা উচ্চল কৰি খোপা।
উপৰত দিলা তাত পাৰিজাত থোপা ॥
নাগৰাজে আনি দিলা সুৱৰ্ণ কুণ্ডল।
প্ৰকাশে উজ্জ্বল আতি বদন মণ্ডল ॥ ২৪৪
তুনাই সমুদ্ৰে ৰত্নমালা দিলা গলে।
সপ্ত দ্বীপা পৃথিৱীত সম নোহে মোলে ॥
কুঙ্কুমে চন্দনে দেহা বিভূষিত কৰি।
সৰস্বতী আপুনি পিন্ধাইলা সাতেসৰি ॥ ২৪৫
বিশ্বকৰ্ম্মে পিন্ধাইলা বত্ৰিশ অলঙ্কাৰ।
কেয়ূৰ কঙ্কণ চাকিশালে হেমহাৰ ॥
ৰত্নৰ গুলিয়া গলপতা জেঠি মুঠি।
দশো আঙ্গুলিত জাপ সোণাৰ আঙ্গুঠি ॥ ২৪৬
শিৰত মুকুট শিখে প্ৰকাশে সিন্দুৰ।
কণ ঝুণ বাজে পাৱে ৰত্নৰ নুপুৰ ॥
অলে আঙ্গুলিত ৰত্ন উজ্জ্বণ্টিৰ পান্তি।
ত্ৰৈলোক্য মোহন পদ-পঙ্কজৰ কান্তি ॥ ২৪৭
ৱৰুণে দিলন্ত আনি মালা বৈজয়ন্তি।
পৰম আনন্দে তাক লক্ষ্মী পিন্ধিলন্তি ॥
দিব্য পদ্মগোট হাতে দিলা প্ৰজাপতি।
দশোদিশ প্ৰকাশি শৰীৰ কৰে জ্যোতি ॥ ২৪৮
সাগৰে বুলিলা পাছে লক্ষ্মীক বুজাই।
উঠিয়োক গাৱ চালি আবে লক্ষ্মী আই ॥
শুভক্ষণে আৰহিয়ো স্বয়ম্বৰ শালা।
এহি বুলি হাতে দিল উৎপলৰ মালা ॥ ২৪৯
পুষ্পৰ সুৰভি গন্ধে হুয়া আতি ভোল।
ভ্ৰমৰা গুঞ্জৰে বেড়ি বেড়ি কৰে ৰোল ॥

হেন মালা হাতে ধৰি জগতৰ মাৱ।
পিতৃৰ বচনে পাছে চালিলন্ত গাৱ ॥ ২৫০
আগ ভৈলা সাগৰ গোসানী ভৈলা পাছে।
বেঢ়ি অপেস্বৰীগণ যায় দুই কাছে ॥
পাৰয় উকলি শিৰে দুৰ্ব্বাক্ষত সিঞ্চে।
কতো দুই পাশ্বৰে চামৰ ধৰি বিঞ্চে ॥ ২৫১
কেহো অপেশ্বৰী দেই কৰ্পূৰ তাম্বুল।
বৰিষন্তে যাই কতো পাৰিজাত ফুল ॥
কাৰো হাতে ধূপ দীপ সুৱৰ্ণৰ ঝাৰি।
লক্ষ্মীৰ আগত নেই নেত ভুলী পাৰি ॥ ২৫২
বাৱে বীণা বেণু বাদ্য শুনি সুললিত।
কতো অপেশ্বৰী তাল ধৰি গাৱে গীত ॥
ত্ৰৈলোক্য মোহিনী হেন ধৰি দিব্য কাচে।
সভাৰ মধ্যত গৈয়া প্ৰবেশিলা পাছে ॥ ২৫৩
লক্ষ্মীৰ ৰূপত প্ৰকাশিলা সভাখান।
চন্দ্ৰৰ উদয়ে যেন নিৰ্ম্মল গগন ॥
যত সুৰাসুৰগণ দেখি মোহ ভৈলা।
লক্ষ্মীৰ সমুখে এক দৃষ্টি চায়া ৰৈলা ॥ ২৫৪
আশ্চৰ্য্য দেখিয়া ৰোমাঞ্চিত ভৈল গাৱ।
উনমত্ত চিত্ত বিপৰীত আতি ভাৱ ॥
গোসানীৰ মুখক নয়নে পান কৰে।
এক কমলক যেন অনেক ভ্ৰমৰে ॥ ২৫৫
লক্ষ্মী মুখ দেখি আখি নভাৱয় আন।
নিশ্চল স্বৰূপে যেন যোগী কৰে ধ্যান ॥
দেখি উচ্চ কুচ মূচ যাই কতো কামে।
ঘনে উঠে হাস্নি তোলবোল হোৱে ঘামে ॥ ২৫৬
এৰিলেক ঢাক ঢোল তবলৰ বোল।
সুশুনি শব্দ একো সবে ভৈলা ভোল ॥
কাণে কাণে কহে কথা যত সিদ্ধ মুনি।
হেন ৰূপৱতী কন্যা নতু দেখি শুনি ॥ ২৫৭
কাক ভজে আজি নজানিয় অভিপ্ৰায়।
কোনে গজা সাগৰত আছে তপসায় ॥

চাই থাকিবাক যেবে পায় আন মুখ ।
মোক্ষকো নলাগে কোন চাৰ স্বৰ্গ সুখ ॥ ২৫৮
হেন সম্বাদক সমুদ্ৰে শুনি আসি ।
লক্ষ্মীক চিনাইবে লৈলা মুখ্য মুখ্য বাচি ॥
দেখিয়োক মাৰ হংসযানত সম্প্ৰতি ।
ইহাঙ্কে বুলিয় চতুৰ্ম্মুখ প্ৰজাপতি ॥ ২৫৯
গৰুড়ৰ স্কন্ধত দেখিয়ো বিদ্যমান ।
ললিত বলিত যাৰ বাহু চাৰিখান ॥
মেঘ সম শ্যাম তনু কমল লোচন ।
তিনিয়ো লোকৰ এন্তে নাথ নাৰায়ণ ॥ ২৬০
শঙ্কৰক দেখা মাৰ বৃষভৰ চুটে ।
প্ৰকাশন্ত বিকট পিঙ্গট জটাজুটে ॥
সৰ্পে বান্ধি আছে কঙ্কালত বাঘছাল ।
ভস্মে বিভূষিত তনু গলে মুণ্ডমাল ॥ ২৬১
ইন্দ্ৰক দেখিয়ো দেৱী দিব্য সিংহাসনে ।
প্ৰকাশন্তে আছে বসি সহস্ৰ লোচনে ॥
কুবেৰ বৰুণ বায়ু ৰবি শশী কাল ।
তোমাৰ সমুখে আছে দশদিগপাল ॥ ২৬২
দেখা দানৱৰ ইন্দ্ৰ বলি মহাৰাজ ।
সিংহাসনে বসি আছে পাতিয়া সমাজ ॥
আনো বৰ বৰ দৈত্য দেখা আছে চাই ।
ৰণত দাৰুণ দৰ্পে দিগ্‌গজ পৰায় ॥ ২৬৩
গন্ধৰ্ব্ব কিন্নৰ সিদ্ধ মুনি বিদ্যাধৰ ।
পিশাচ চাৰণ যক্ষ ৰক্ষো নিৰন্তৰ ॥
আসি আছে সমস্তে তোমাক অভিলাষে ।
দৃষ্টি মেলাই আপুনি চাহিয়ো চতুষ্পাশে ॥ ২৬৪
এতেকৰ মধ্যত যাহাত পৰে মন ।
ৰূপে গুণে কুলে যাক দেখা বিত্তোপন ॥
তাহাৰ মাথাত দিয়া উৎপলৰ মালা ।
স্বামী বুলি চৰণে নমিয়ো বৰবালা ॥ ২৬৫
সাগৰ বলিলা এহি উপদেশ বুলি ।
সবাকো চাহিলা পাছে লক্ষ্মী মাথা তুলি ॥

আপোনাৰ অনুৰূপী সৰ্ব্ব গুণাকৰ ।
দেৱাসুৰ মধ্যত চাহিলা নিজ বৰ ॥ ২৬৬
আছন্ত দুৰ্বাসা ঋষি তপৰ ভাণ্ডাৰ ।
সদায়ে সুগুছে আন ক্ৰোধ অহঙ্কাৰ ॥
আঙ্ক বৰি ভাল বোলাইবেক কাৰ বাপে ।
অকাৰ্য্যতে নষ্ট কৰিবেক চণ্ড শাপে ॥ ২৬৭
জানো দৈত্যগুৰু শুক্ৰ হোন্ত মহাজ্ঞানী ।
তথাপি নেৰন্ত সঙ্গ লোভাবিষ্ট প্ৰাণী ॥
লুভীয়াত পৰে নাই সংসাৰত মন্দ ।
যুক্তি থাইবে নপাইলে লগাইবে ঘোৰ দন্দ ॥ ২৬৮
আছন্ত পৰশুৰাম মহা ধৰ্ম্মমতি ।
একোৱে প্ৰাণীত তান নাহি মিত্ৰৰতি ॥
ইহাঙ্ক বৰিলে মোৰ নৰৈবে অৱস্থা ।
নিৰ্দ্দয় পুৰুষ নজানয় দুখ বেথা ॥ ২৬৯
আছন্ত বিধাতা আঙ্ক সেৱে সুৰাসুৰ ।
আতপৰে পৃথিবীত নাহি কামাতুৰ ॥
ভোল হুয়া যিটো নিজ দুহিতা হৰিলে ।
নিতে কোলাহলে যাইবে ইহাঙ্ক বৰিলে ॥ ২৭০
ইন্দ্ৰক বৰিবো এন্তে হোন্ত দেৱৰাজ ।
তথনে পলায় দৈত্যে কাঢ়িলন্ত ৰাজ ॥
বাৰে বাৰে নাৰায়ণে থাপন্ত স্বৰ্গত ।
কতেক পলাইবো মই ইহান লগত ॥ ২৭১
আছন্ত শঙ্কৰ আন কোনে পাৱে আশ ।
দিব্য গৃহ বাড়ী এৰি শ্মশানত বাস ॥
বস্ত্ৰ এৰি মুণ্ডৰ মালাক পিন্ধে পাছি ।
ইহাঙ্ক বৰিলে একো নাহি সুখ শান্তি ॥ ২৭২
আছন্ত সনক আদি মহা যোগচাৰী ।
ব্ৰহ্মময় দেখন্ত সমস্ত নৰনাৰী ॥
কাম ক্ৰোধ জিনিয়া মুকুত হৈল পাতি ।
ইহাঙ্ক বৰিলে [illegible] জীৱন্তে ৰাণ্ডি ॥ ২৭৩
শ্ৰীমন্তক দৈ[illegible] পূৰ্ণ কৰি ।
কৰ্ম্মৰ অধীন কাহে নিবেক [illegible]

চিৰকাল আসন্বাৰ নাহি উপভোগ।
আতি অনাচাৰী বৰিবাক নোহে যোগ ॥ ২৭৪
কতো লোভ কতো মোহ কতো অসন্তোষ।
বিচাৰে সবাতো আছে কিছু কিছু দোষ ॥
দোষীত প্ৰাণীত মোৰ নলৰয় মন।
মিছাত বাঞ্ছয় মোক সুৰাসুৰগণ ॥ ২৭৫
যিটো সৰ্ব্ব গুণান্বিত দেৱ নাৰায়ণ।
যাত আছে সবে মহা পুৰুষ লক্ষণ ॥
কিন্তু মোক লাগি তান কিছু বাঞ্ছা নাই।
এহিমতে আলোচন্ত জগতৰ আই ॥ ২৭৬
ভালমতে বুজো চিত্ত চাপো গৈয়া কোল।
হেনবা আমাক দেখি হৰি হোন্ত ভোল ॥
সাগৰ নন্দিনী হেন মনে অনুমানি।
আতি লয়লাস কৰি চলিলা গোসানী ॥ ২৭৭
যোগানে চলিলা অসংখ্যাত অপেশ্বৰী।
বায়ে বীণা গায়ে গীত সুললিত কৰি ॥
সবাৰো মাজত প্ৰকাশন্ত বৰবালা।
তাৰায়ে বেষ্টিত যেন চন্দ্ৰমাৰ কলা ॥ ২৭৮
মাতঙ্গ গামিনী গতি কৰে নানা ভাৱে।
ৰুণ ঝুন শবদে নূপুৰ বাজে পাৱে ॥
শৰীৰৰ কান্তি আতি দশোদিশ শোভে।
ভ্ৰমৰে গুঞ্জৰে বেঢ়ি মধুগন্ধ লোভে ॥ ২৭৯
মলয় পৱন বহে বসন্ত মিলিল।
আতি সুললিত বায় কোকিলে তেজিল ॥
বাৱে নানা বিধ বাদ্য মেঘৰ সম্বাদ।
ভৈল সুৰাসুৰ মহা মদনে উন্মাদ ॥ ২৮০
কাহাকো চাহিলা দেৱী কটাক্ষ নয়নে।
কাকো মাথা তুলি চান্ত প্ৰসন্ন বদনে ॥
কাকো টৈৰকৰি চায়া কাঢ়ি যান্ত ভৰি।
আকলে চাকিয়া মুখ অল্প হাস্য কৰি ॥ ২৮১
ত্ৰৈলোক্য মোহন ৰূপ দেখি গোসানীৰ।
হেন প্ৰাণী নাহি চিত্ত কৰিবেক থিৰ ॥
কামে বিয়ামোহ ভৈলা জৰ্জ্জৰিত বৰে।
মূৰ্চ্ছা যাই ঢলি ঢলি আসনতে পৰে ॥ ২৮২
সুকোমল লাৱণ্য লক্ষ্মীৰ দেখি অঙ্গ।
মহাসিদ্ধ মুনিৰো সমাধি ভৈল ভঙ্গ ॥
যত জপ যাগ এৰিলন্ত ব্ৰহ্মজ্ঞান।
মোহ হুয়া লক্ষ্মীক কৰন্ত মাত্ৰ ধ্যান ॥ ২৮৩
লক্ষ্মী মুখ দেখিয়া ব্ৰহ্মাও ভৈলা ভোল।
শিহৰাইলা লোম আতি নাহি মাত বোল ॥
ভৈলন্ত বিহ্বল বৰ মদনৰ দুখে।
মূৰ্চ্ছা গৈয়া হংসতে পৰিল অধোমুখে ॥ ২৮৪
ৰূপ দেখি লক্ষ্মীৰ ব্ৰহ্মাৰ হংসযান।
সিয়ো বিমোহিত ভৈল নাহি শ্ৰুতি জ্ঞান ॥
দহে দেহা আতি বিপৰীত কাম জুই।
ব্ৰহ্মাএৰে জম্পায়া পৰিল কাতি হুই ॥ ২৮৫
তুলিলেক হাসি অপেশ্বৰীগণে দেখি।
লক্ষ্মীয়ো কটাক্ষে চান্ত সঘনে নিৰেখি ॥
ভণিলা শঙ্কৰে কৃষ্ণপদ অনুসৰি।
সমস্ত সমাজে ডাকি বোলা হৰি হৰি ॥ ২৮৬

---

ঐ এ নমো নমো মহাদেৱ শিৱাই
শঙ্কৰ, নমো গোসাই এ ॥

ঝুনা

শিৱত লাগিল কটাক্ষ ছুটা।
কামে জৰ্জ্জৰিত কাম্পয় জটা ॥
হাতৰ পৰিল ডম্বৰু শূল।
গাৱৰ সৰ্প সিয়ো বিয়াকুল ॥ ২৮৭
সৰ্পৰ মেখলা গৈল হুসকি।
কটিৰো পৰিল ছাল সুলকি ॥
ভৈলন্ত উলঙ্গট ভোলানাথ।
হাতে অঙ্গ চাকি চপৰাই মাথ ॥ ২৮৮
লক্ষ্মী মুখ দেখি শিৱ বলথ।
ভৈল মন তাৰো কামে দগধ ॥

আতি বিস্ময়মোহ হৰক লই।
পৰিল পাছে সিয়ো মূৰ্চ্ছা গই ॥ ২৮৯
ভৈলন্ত ভোলাৰ তনু উদাস।
অপেশ্বৰাগণে ভুলিল হাস ॥
আঁঠু সাৰটি হাতে ঢাকি ঘূৰি।
লাজে হৰ হন্ত কুজি ঝুমুৰি ॥ ২৯০
নচান্ত কাকো লাজে চক্ষু মুদি।
আগ ঢাকন্তে পাছ হোৱে উদি ॥
হাত মেলি ঢুকি নপান্ত ছাল।
বোলন্ত ভৈল মৰণৰ কাল ॥ ২৯১
নপাৰন্ত একো উপায় খুজি।
উঠিল শঙ্কৰ আসন্ন বুজি ॥
দুই হাতে অঙ্গ ধৰি চাপৰি।
উঠি পলাইলন্ত ভিৰে লৰৰি ॥ ২৯২
কায়স্থ শঙ্কৰে ভণিলা ঝুনা।
বোলো হিত কায সমাজে শুনা ॥
মোক্ষ পাইবা যেবে সংসাৰৰ তৰি।
সঘনে ডাকি বোলা হৰি হৰি ॥ ২৯৩

---

ছবি

এহিমতে লক্ষ্মী সমজ্যাক মোহি
যান্ত গোবিন্দৰ পাশে।
মোৰ ৰূপ দেখি ভুলিবন্ত হৰি
মনত আতি উল্লাসে ॥
কৃষ্ণৰ আগত চলন্ত গোসানী
পৰম মোহন ভাৱে।
আতি মনোহৰ ৰত্নৰ নুপুৰ
ৰুণ ঝুণ বাজে পাৱে ॥ ২৯৪
কুঙ্কুমে ৰচিত্ত ঘন স্তন ভাৰে
দেখি কিছু অৱনতা।
কৃশ মধ্য দেহে বাতাসে হালয়
যেন সুৱৰ্ণৰ লতা ॥
কটাক্ষ নয়নে চান্ত ঘনে ঘনে
কৃষ্ণক নানান ছলে।
বদন প্ৰকাশি খনো অল্প হাসি
ঢাকন্ত মুখ অঞ্চলে ॥ ২৯৫
দেখাই অনুৰাগ খনো বাঢ়ে আগ
খনো যান্ত গুচি পাছ।
হালয় কঙ্কাল যেন মৈৰা চালি
কৰে ধৰি দিব্য কাচ ॥
কৃষ্ণকেসে মনে কৃষ্ণৰ গমনে
কৰে গতি লয়লাসে।
আতি মনোহৰ শৰীৰ সুৰভি
গন্ধে দশোদিশ ভাসে ॥ ২৯৬
কতো অপেশ্বৰী হাতে তাল ধৰি
সুললিত গীত গায়ে।
মনৰ উন্মাদ কতো ধৰি ৰাগ
কন্দ্ৰকবিলাস বায়ে ॥
হাসে লাসে লক্ষ্মী ভাৱ ধৰি যান্ত
কৃষ্ণক মোহিবে প্ৰতি।
কটাক্ষে নাচায়ে গম্ভীৰ স্বভাৱে
আছন্ত জগতপতি ॥ ২৯৭
মৰকত শ্যাম তনু অনুপাম
তাতে শোভে পীতবস্ত্ৰ।
আজানুলম্বিত চাৰু চাৰি ভুজ
ধৰি আছা চাৰি অস্ত্ৰ ॥
গলে বনমালা কটিত মেখলা
কণ্ঠত কৌস্তুভ জ্বলে।
দিব্য ৰত্নময় ৰচিত মকৰ
কুণ্ডল কৰ্ণৰ তলে ॥ ২৯৮
কঙ্কণ কেয়ূৰ পায়ত নুপুৰ
কিৰীটি উজ্জ্বল মাথে।
মুখে অল্প হাস কৰন্ত প্ৰকাশ
তিনিয়ো লোকৰ নাথে ॥

প্ৰসন্ন বদন ৰূপত মদন
কোটি সম নোহে যাক।
কমল লোচন পাপ বিমোচন
আছন্ত ৰঞ্জি সভাক ॥ ২৯৯
সংসাৰ মোহন দেৱ নাৰায়ণ
তান ৰূপ গুণ দেখি।
আছোক মোহিবে আপুনি বিভোল
ভৈলন্ত বিশ্ৰুতি লক্ষ্মী ॥
হৰিল বচন তবধ নয়ন
চিত্ৰৰ যেন পুতলি।
মন নোহে স্থিৰ লক্ষ্মী গোসানীৰ
সমীপক গৈলা চলি ॥ ৩০০
আতি আথে বেথে মাধৱৰ মাথে
দিলা উৎপলৰ মালা।
স্বামী ভাৱে বৰি চৰণত পৰি
প্ৰণামিলা বৰবালা ॥
চৰণৰ ধূলি লৈলা শিৰে তুলি
অনেক শুশ্ৰূষা কৰি।
লক্ষ্মীৰ ভকতি দেখিয়া প্ৰণতি
তুষ্ট ভৈলা দেৱহৰি ॥ ৩০১
উঠিয়োক প্ৰিয়া কোলে আৰোহিয়া
থাকিয়োক মোক চাই।
এহি বুলি হৰি হাতে তুলি ধৰি
হৃদয়ত দিলা ঠাই ॥
হৰিৰ হিয়াত শোভে লক্ষ্মী যেন
কসতি সোণাৰ ৰেখা।
সজল মেঘত বিজুলী চমক
যেন দিয়া আছে দেখা ॥ ৩০২
কৃষ্ণৰ সঙ্গত লক্ষ্মীক দেখিয়া
সমস্তে ভৈল তবধ।
আকাশক চালি মেঘে কৰে ধ্বনি
শুনিয় পাক শবদ ॥

আনো নানাবিধ বাজে দেৱ বাদ্য
গোমুখ শঙ্খ মৃদঙ্গ।
গাৱে বিদ্যাধৰী নাচে অপেশ্বৰী
কৰি আতি অঙ্গভঙ্গ ॥ ৩০৩
সিদ্ধ মুনিগণে পুষ্প বৰিষন্ত
আকাশত হুয়া শাৰী।
ব্ৰহ্মা ৰুদ্ৰ আদি যত দেৱগণে
প্ৰণামিলা জানু পাৰি ॥
হৰিৰ হিয়াত থাকি লক্ষ্মী মাৱে
চাহিলন্ত দয়া দৃষ্টি।
ত্ৰিদশ দেৱক জীয়াইলন্ত হেন
কৰিয়া অমৃত বৃষ্টি ॥ ৩০৪
লক্ষ্মী দৰশনে সবে দেৱগণে
এৰাইলা দুখ নিকাৰ।
দুৰ্ব্বাসাৰ শাপ অস্ত ভৈলা তাপ
লক্ষ্মী ভৈলা অৱতাৰ ॥
হেন দেখি যেন দৈত্যৰ শিৰত
স্বৰগ পতিত ভৈলা।
হাত ফোত কৰি বাসুকিক ধৰি
সাগৰ মথিবে লৈলা ॥ ৩০৫
গিৰিসিত কৰি সমাজ ভাগিল
দেৱ সবে পাছে উঠি।
সাগৰ মথিবে লাগিলা দুনাই
মনত পৰম তুষ্টি ॥
অনন্তৰে আসি উঠিলা বাৰুণী
কমললোচনী কন্যা।
শৰীৰৰ গন্ধ মত্ত যেন বাসে
ৰূপে জগতত্তে ধন্যা ॥ ৩০৬
দেখি দৈত্যগণে ধৰিলা তেখনে
মদ্যৰ গন্ধক পাই।
দৈত্যে নিঊক বুলি হৰি হাত তুলি
ঠাৰিলা দেৱক চাই ॥

হৰিৰ ইঙ্গিত বুজি বজ্রপাণি
নেদিলা কিছু উত্তৰ।
দেৱাসুৰগণে এক চিত্ত মনে
মথন্ত ছুনাই সাগৰ ॥ ৩০৭
ৰবদোৱা নামে আছিলেক গ্রাম
ভৌমিক মধ্যন্ত সাৰ।
কাষতে লোহিত্য সর্ব্ব গুণান্বিত
স্বর্গে যে উপমা যাৰ ॥
সেহি গ্রামেশ্বৰ ভৈলা ৰাজেশ্বৰ
কায়স্থ কুলে প্রধান।
নিতে যাৰ ঘৰে অথিতিত পৰে
চর্চ্চা নাছিলেক আন ॥ ৩০৮
তাতে গৰ্ভেশ্বৰ ভৈল সূর্য্যবৰ
কায়স্থ কুল প্রদীপ।
ব্রাহ্মণ সজ্জন প্রাপ্তি আশা মন
চলন্ত যাৰ সমীপ ॥
আতি দানী মানী জগতে বখানি
যাৰ মহা গুণগ্রাম।
তাহানে তনয় ভৈল শুভনয়
প্রসিদ্ধ কুসুম নাম ॥ ৩০৯
সদ কৰ্ম্ম যত সবাতো পাৰ্গত
দাতাৰো মধ্যন্ত গণি।
পিতৃত্ত ভকত বৈৰত শকত
ভৌমিকৰ চূৰামণি ॥
তাহানে সন্ততি আতি শিশুমতি
ভাগবত অনুসৰি।
কৃষ্ণৰ কিঙ্কৰে কায়স্থ শঙ্কৰে
ৰচিলা পদ ছুন্দড়ী ॥ ৩১০
মহা ভাগৱত তাৰ কোনে তত্ত্ব
বুজিবেক সমুদায়।
দৈল যেন মতি ৰচিলো সম্প্রতি
পদ আৰ্জ্জক চাই ॥
বুজি অভিপ্রায় দিলো ঠায় ঠায়
কিছু কাব্যৰস যিবা।
অবিচাৰি তাক হঠাতে আমাক
নিন্দাবাণী নুবুলিবা ॥ ৩১১
বৰ কৰ্ম্মীলোক ভাল সুবৰ্ণক
গঢ়ে সুমগায়ে জালি।
দিব্য পুষ্প আনি চম্পক মালতী
তাকো জৰী গান্থে মালী ॥
গঙ্গাত মিসল হোৱে বৃষ্টি জল
তাক কোন জনে বাছে।
কৃষ্ণৰ কথাত যিবা বড়া টুটা
তাতো মহাফল আছে ॥ ৩১২
নমো নমো হৰি গুচায়ো সংহৰি
সংসাৰৰ দুখ শোক।
হৰি গতি মতি হৰিত ভকতি
জন্মে জন্মে মোৰ হোক ॥
শুনা সৰ্ব্বজনে এক চিত্ত মনে
অষ্টম স্কন্ধৰ কথা।
আল জাল এৰি ডাকি বোলা হৰি
চলিয়ো বৈকুণ্ঠ যথা ॥ ৩১৩

---

অমৃত উৎপত্তি আৰু শ্রীকৃষ্ণৰ মোহিনী বেশে
অমৃত বিতৰণ

পদ

শুক মুনি বদতি শুনিয়ো পৰীক্ষিত।
অনন্তৰে যেনমতে উঠিলা অমৃত ॥
এহিমতে সাগৰ মথন্তে যেবে আছে।
পুৰুষেক উঠিলা অদ্ভুত দিব্য কাচে ॥ ৩১৪
শ্যাম কলেবৰ পীত বস্ত্র পৰিধান।
আজানুলম্বিত মহা বাহু দুই খান ॥

কৰ নৱ কিশলয় নয়ন কমল।
কম্বুকণ্ঠ বিপুল বহল বক্ষস্থল ॥ ৩১৫
ত্ৰিবলি বলিত সিংহবন্ধ কটিদেশ।
ছত্ৰাকৃতি শিৰ নীল আকুঞ্চিত কেশ ॥
উন্নত নাসিকা চাৰু অৰুণ অধৰ।
প্ৰসন্ন বদন চন্দ্ৰো নোহে পটন্তৰ ॥ ৩১৬
কিৰীটি কুণ্ডল মণি জ্বলে হেমহাৰ।
কেয়ুৰ কঙ্কণে কৰে আতি জাতিষ্কাৰ ॥
ধন্বন্তৰী নাম যিটো জগতে প্ৰখ্যাত।
কেশৱৰ অংশে সাগৰত ভৈলা জাত ॥ ৩১৭
অমৃতৰ পূৰ্ণ ঘট দুই হাতে ধৰি।
উঠিলন্ত আসি মহা বৈদ্য ধন্বন্তৰী ॥
পৰম আনন্দ দেখি দৈত্য দেৱতাৰ।
শুভ শুভ বুলি সবে দিলেক জোকাৰ ॥ ৩১৮
অনন্তৰে বৰ বৰ যত দৈত্যগণ।
অমৃতৰ গন্ধে লোভে নতো পৰে মন ॥
দাৰুণ দৰ্পিষ্ঠ লোভাবিষ্ট দৈত্যবৰ।
অমৃতৰ ঘট লৈয়া দিলেক লৰৰ ॥ ৩১৯
চাম্প দিয়া আগতে অমৃত লৈয়া যায়।
তব্ধদিয়া দেৱগণে আছে বেস্ত বায় ॥
বিবৰ্ণ বদন সবে হৰিলেক মাত।
অধোমুখে ৰহিলা গালত দিয়া হাত ॥ ৩২০
কান্দন্ত ভূমিত পৰি দশদিগপাল।
কিসক মন্দৰ বহি ভৈলো লালকাল ॥
আগতে অমৃত নেই দৈত্য দুৰাচাৰ।
হৰি হৰি বিধি কিনো অভাগ্য আমাৰ ॥ ৩২১
আৱেসে আমাৰ ভৈল সবে আশা ছেদ।
হা দৈৱ বিধি কিনো দিলা হৃদি খেদ ॥
যেহি ডালে ধৰো আমি ভাগে সেহি ডাল।
ত্ৰিদশ দেৱৰ ভৈল অভাগ্য কপাল ॥ ৩২২
আৰ কোনে দানৱক কৰিবে বিবাদ।
জানিলো আমাৰ ভৈল ভিক্ষিবো উন্মাদ ॥
স্বভাৱতে অসুৰক নাটো আমি বলে।
আৰো অমৃতক পাইলে অসুৰ নিশ্চলে ॥ ৩২৩
কতনো ফুৰিবো পৃথিবীত ভিক্ষা মাগি।
উপজিলো আমি এহি নিকাৰক লাগি ॥
আৰোবা কতেক আছে আমাৰ লালাট।
লুকাও আমি বসুমতী দেৱী দিয়া ফাট ॥ ৩২৪
কৈত আছা প্ৰভু আবে দেৱ দামোদৰ।
তোমাৰেসে বোলে আমি মথিলো সাগৰ ॥
ত্ৰিদশে অমৃত পাইবা বুলিলাহা দঢ়ে।
আমাৰেসে কৰ্ম্মে মহন্তৰ বাক্য লৰে ॥ ৩২৫
অনাথৰ নাথ আবে কৰা পৰিত্ৰাণ।
তোমাৰ চৰণ বিনে গতি নাহি আন ॥
আপদৰ বান্ধৱ তুমিসে পিতা মাতা।
তোমাৰেসে আয়ু জীৱে যতেক দেৱতা ॥ ৩২৬
বিপাঙ্কে পৰিলো বাপ কৰিয়ো মুকুতি।
এহি বুলি কান্দিয়া কৰন্ত দেৱে স্তুতি ॥
ত্ৰিদশৰ শুনি হেন সকৰুণ বাণী।
তেখনে বেকত ভৈলা প্ৰভু চক্ৰপাণি ॥ ৩২৭
ভকতৰ দেখি দুখ নসহে হৃদয়।
ধৰিয়া দেৱক নিচুকান্ত কৃপাময় ॥
চাৰি হাত মেলিয়া ফুৰন্ত লোহো মুচি।
হেন ঘোৰ বিষাদ কৰাহা কাত পুছি ॥ ৩২৮
পৰম নিৰ্ভয়ে থাকা শঙ্কা পৰিহৰি।
আনিবো অমৃত এতিক্ষণে মায়া কৰি ॥
দেৱৰ উদয় দৈত্য হুইবেক নিৰ্ম্মূল।
ভকতৰ অৰ্থে মই আপুনি আকুল ॥ ৩২৯
আনো নানা আশ্বাস কৰিলা নাৰায়ণ।
শুনিয়া ত্ৰিদশ সবে এৰিলা ক্ৰন্দন ॥
কৃষ্ণক নমিলা চৰণত পৰি পৰি।
প্ৰবোধিয়া দেৱক মাধৱ গৈলা লৰি ॥ ৩৩০
দৈত্যত লাগিল দ্বন্দ্ব আপোনাৰ মাজে।
আগে মই পাইবো তই খোজ কোন লাজে ॥

সিয়ো আগে পাইবো বুলি কৰে চটি মটি।
কেহো কাকো এৰি নেদে লাগে হাতাহাতি ॥ ৩৩১
তাহাৰ হাতৰপৰা কেহো লয়ে কাঢ়ি।
কতো দন্দ কৰে কতো দৈত্য আগ বাঢ়ি ॥
আমাক নেদিব ভাগ কাৰ গহ আছে।
এহি বুলি খঙ্গে বস্ত্র কঙ্কালত কাচে ॥ ৩৩২
কেহো বোলে কেনে আৰে কৰস অন্যায়।
ইটো অমৃতত দেৱতাৰো আছে দায় ॥
সাগৰ মথিলো দেৱ দৈত্যে সাজু হুই।
তাসম্বাক বঞ্চি তই খাইবি কোন মুই ॥ ৩৩৩
কতো বলৱন্ত দৈত্যে সবাকো নিবাৰি।
অমৃতক কাঢ়ি নেই নির্ব্বলীক মাৰি ॥
তাক আগ ভেণ্টি আসি ধৰে দশ কুৰি।
লগায়ে কন্দল কিলাকিলি হুড়াহুড়ি ॥ ৩৩৪
কেহো মৰামৰি আতি কৰে হুলস্থুল।
আজোৰতে প্রাণ যায় হোৱয় নির্ম্মূল ॥
বৰা বৰা দৈত্য অমৃতত হৈয়ে আউল।
সুহৃদ সোদৰ নবাছয় যেন বাউল ॥ ৩৩৫
বাপে পোৱে ধৰাধৰি কৰে আসৰিশ।
দেখি মাধৱৰ ভৈল পৰম হৰিষ ॥
সিজিল দেৱৰ কার্য্য বুলি হৃষীকেশ।
মায়া কৰি তেখনে ধৰিলা নাৰী বেশ ॥ ৩৩৬
ভৈল নৱ তৰুণী ষোড়শ বৰিষৰ।
নীল উৎপলৰ কান্তি প্রকাশে গাৱৰ ॥
বান্ধিলা উচ্ছল কৰি খোপা কেশ তুলি।
তাত প্রকাশয় শাৰী শাৰী দিব্য ফুলি ॥ ৩৩৭
জলমল কৰে দুই কর্ণৰ কুণ্ডল।
আৰকত অধৰ বর্ত্তুল বিম্বফল ॥
সুন্দৰ নাসিকা আতি দেখি মনোহৰ।
মুখ কমলক আতি দেখি কচিকৰ ॥ ৩৩৮
দশন মুকুতা শাৰী মুখে অল্প হাসি।
ভ্রু সুৱলিত চক্ষু কমলৰ পাসি ॥
সম্পূর্ণ চন্দ্রমা বদনক সম দুই।
মোলানৰ পাৱ সুৱলিত বাহু দুই ॥ ৩৩৯
কেয়ূৰ কঙ্কণে আতি কৰে জাতিকাৰ।
তাল ফল সম উন্নত স্তন তাৰ ॥
সুৰভি কুঙ্কুমে তাত আছে চিত্র কৰি।
কণ্ঠে কণ্ঠাভৰণ গলত সাতসৰি ॥ ৩৪০
দিব্য নেট শাৰী পিন্ধি আছা ৰৰধালা।
ডম্বক কঙ্কালে জ্বলে ৰত্নৰ মেখলা ॥
বহল জঘন চাৰু উৰু ৰাম্ভকল।
থল কমলক গঞ্জে চৰণ কমল ॥ ৩৪১
ৰত্নৰ নুপুৰ তাতে ৰুম্মুঝুম্মু বাজে।
পয়াণক লাগি যেন কামদেৱ সাজে ॥
দৈত্যৰ ভিতিক যান্ত কৰি লয়লাস।
গাৱৰ সুৰভি গন্ধে মোহে দিশপাশ ॥ ৩৪২
অন্যো অন্যে সোধে দৈত্যে কিবা বস্তু বাসে।
পালটায়া দেখে দিব্য কন্যা এক আসে ॥
ৰূপে লক্ষ্মী পার্ব্বতীয়ো যাক সম নোহে।
স্বর্গ মর্ত্ত্য পাতালক কটাক্ষতে মোহে ॥ ৩৪৩
বায়ু বস্ত্র উলাসে বেকত হোৱে মুখ।
দেখন্তে সন্তোষ আতি নয়নৰ সুখ ॥
খনো গুৰুতৰ স্তনভাৰ হোৱে উদি।
আঞ্চলে ঢাকন্তে যান্ত লাজে চক্ষু মুদি ॥ ৩৪৪
কটাক্ষ নয়নে কাকো চান্ত টৈৰ কৰি।
কাকোবা নয়ন ভঙ্গি দেখান্ত সুন্দৰী ॥
কতো দৈত্যগণত সন্মুখে পৰে দৃষ্টি।
আচলে কাহাকো দেখাৱয় কাষ পিঠি ॥ ৩৪৫
হেনয় মোহন ভাবে চাপিলন্ত কোল।
দেখি দৈত্যগণ নিৰন্তৰে ভৈল ভোল ॥
আন নতাবর আতি কমল কর্ষ।
নসহে হৃদয় মন মদনে দর্প ॥ ৩৪৬
বহ্নিৰ সংযোগে যেন উঠিলন্ত ঘৃত।
কন্যাক দেখিয়া সবে এৰিলা অমৃত ॥

উগুল থুগুল চিত্ত কৰে উতপাত।
বৰা বৰা দৈত্য উঠি লগাইলেক মাত॥ ৩৪৭
কোন তুমি কমল লোচনী বৰনাৰী।
কিবা প্ৰয়োজনে ফুৰা কাহাৰ জীয়াৰী॥
চৈধ্যয় ভুৱনে আমি কৰি আছো গতি।
চক্ষু নতু দেখো তুমি সম ৰূপৱতী॥ ৩৪৮
জানিলো তোমাক মহা যত্নে সৃষ্টিকৰে।
ইঠাৱক পঠাইলা আমাক দয়াতৰে॥
তুমি হেন স্ত্ৰীৰ যিটো দেখে লয়লাস।
সাৰ্থক জীৱন তাৰ ঐতে স্বৰ্গবাস॥ ৩৪৯
অনেক জনমে আমি আছো তপ কৰি।
সিকাৰণে আসি ভৈলা আপুনি সুন্দৰী॥
তযু আগমনে ভৈল অমৃতো সাফল।
ভাঙ্গিয়োক সবে দেৱ দৈত্যৰ কন্দল॥ ৩৫০
একে কাশ্যপতে আমি সবে ভৈলো জাত।
কেনে দেৱাসুৰে মৰো কৰি উতপাত॥
যথোচিত সবাকো অমৃত দিয়া বাণ্টি।
তুমি বিভঞ্জিলে একো নথাকিবে ঘাটি॥ ৩৫১
হেন শুনি সুন্দৰী হাসিলা মুচুকাই।
কতোক্ষণ আছিলেক মাথা চপৰাই॥
লাজে পিঠি দিয়া পাছে বুলিলা বচন।
তুমি সব বৰা বৰা কাশ্যপ নন্দন॥ ৩৫২
কিসক আমাক হেন কৰা উপহাস।
কৈত শুনি আছা কৰে বেশ্যাত বিশ্বাস॥
কৈৰ কোন আমি নিচিনয় মাৱ বাপ।
কিসৰ সঙ্গাতে থোৱা অমৃতৰ থাপ॥ ৩৫৩
পাইলেক দানৱগণে কথাতে সৰস।
সুন্দৰীক দেখি সবে উলস মালস॥
চিত্ততো নানিবা হেন নিদাৰুণ মাত।
আচোক অমৃত প্ৰাণ অৰ্পিলো তোমাত॥ ৩৫৪
তোমাৰ অধীন যত দানৱ প্ৰধান।
হুয়োক প্ৰসন্ন প্ৰাণেশ্বৰী এবা মান॥

কৰিবো শপত যেবে আছয় কপট।
এহি বুলি দিলে আনি অমৃতৰ ঘট॥ ৩৫৫
হাসিয়া মাতিলা কন্যা অমৃতক দেখি।
দানৱগণক চাই কটাক্ষে নিৰেখি॥
মোৰ বাণ্টিবাক যদি লাগে স্বৰূপত।
শুনা আবে কহো মোৰ মনৰ সন্মত॥ ৩৫৬
আপোন ইচ্ছায়ে দিবো যাক মন তাক।
তাত যেন কেহোজনে নেদিবাহা হাক॥
তেবে এতিক্ষণে সবে কৰা বোল মাত।
নুহি কিয় কৰিবোহো লোক হাসিয়াত॥ ৩৫৭
হেন শুনি দৈত্যগণে মাতে সত্য কৰি।
নিষ্ট কৰি বোলো হেৰা আমি খাণ্ডা ধৰি॥
নেদিবোহো হাক তুমি যাক লাগে দিয়া।
এভো প্ৰাণেশ্বৰী তেবে নতাপয়ো হিয়া॥ ৩৫৮
হেন শুনি ভৈল কন্যা আনন্দ হৃদয়।
গুচিল মনত যিবা আছিল সংশয়॥
দেৱতাক চাই পাছে দিলা হাত বাৱ।
দৈত্যক বোলন্ত হুয়ো পৱিত্ৰ স্বভাৱ॥ ৩৫৯
ইটো দিব্য অমৃতক ভুঞ্জিয়ো নিয়মে।
শাৰী হুয়া বসা সবে দেও অনুক্ৰমে॥
শুনি দেৱ দানৱে কন্যাৰ সম্বিধান।
সাগৰত নামিয়া কৰিলা স্নান দান॥ ৩৬০
নিত্য সমাপিয়া পাছে পিন্ধিলেক ধুতি।
দেৱক অৰ্চ্চিয়া দিলা বহ্নিত আহুতি॥
লিপি মুচি পৱিত্ৰ কৰিলা কতো দূৰ।
বসিলা সমাজ পাতি যত দেৱাসুৰ॥ ৩৬১
লগাইলেক ধূপ দীপ আতি আমোদত।
পৰম আনন্দে সবে হুয়া সালঙ্কৃত॥
আচান্ত কৰিয়া পৃথিৱীত কুশ পাৰি।
বসিলন্ত দেৱ দৈত্য হুয়া দুই শাৰী॥ ৩৬২
এক ভিতি দৈত্য আউৰ ভিতি ভৈলা দেৱ।
উসল মিসল হুইবে নপাৱন্ত কেৱ॥

দেৱৰ মধ্যত বসিলন্ত শ্ৰীহৰি।
একৰূপে আছন্ত মোহিনী বেশ ধৰি ॥ ৩৬৩
অমৃতৰ ঘটক কাষত তুলি লৈলা।
আতি লয়লাসে সমজ্যাক লাগি গৈলা ॥
কুচ কুম্ভ ভৰে আতি শিথিল গমনে।
ৰুণু ঝুণু কৰি বাজে নূপুৰ চৰণে ॥ ৩৬৪
বায়ু বস্ত্ৰ উল্লাসে বেকত হোৱে স্তন।
দেখি দেৱে দৈত্যে আৰ নতো পৰে মন ॥
মুখ কমলক যেন পিয়ে নেত্ৰ ভৰি।
মনে আলোচন্ত হেন কন্যাৰূপী হৰি ॥ ৩৬৫
দুৰ্জ্জন দানৱ মুহি অমৃতৰ পাত্ৰ।
সৰ্পে দুগ্ধ পিলে যেন বিষ বাঢ়ে মাত্ৰ ॥
এহি বুলি অসুৰক বঞ্চি বনমালী।
শাৰী কৰি দেৱৰ মুখত দেন্ত ঢালি ॥ ৩৬৬
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ আদি যত দেৱগণ।
পিলেক অমৃত আপোনাৰ পূৰি মন ॥
কতো দেৱগণ ক্ষুধা তৃষ্ণায়ে নিজীয়ে।
দিব্য অমৃতক পায়া ঢোকা ঢোকে পিয়ে ॥ ৩৬৭
গল চুঙ্গি পাৰে যেবে তভো বাৰে বেন্ত।
খোজে মানে অমৃতক নাৰায়ণে দেন্ত ॥
নধৰয় নাকে মুখে পৰয় বিয়পি।
বৰ খঙ্গে পাইলা না নোবোলে তথাপি ॥ ৩৬৮
খাহন্তে খাহন্তে কতো ভৈলা গণ্ডগোল।
উসদিল পেট আতি ভৈল যেন ঢোল ॥
মুখত অমৃত লৈয়া ঊৰ্দ্ধ দৃষ্টি আছে।
পেটে নধৰয় মাথা চপৰাইলা পাছে ॥ ৩৬৯
নপান্ত উশাস তথাপিতো হাই ফুই।
বাজ হোৱে মাতন্তে থাকন্ত ঠৰ হুই ॥
এহিমতে দেৱগণে ভুঞ্জিলা অমৃত।
কৃষ্ণৰ প্ৰসাদে আতি হুয়া কৃতকৃত্য ॥ ৩৭০
অজৰ অমৰ তেতিক্ষণে দেহাখান।
আঠ গুণে তেজ বোলে গুণ ভৈলা প্ৰাণ ॥

এহিমতে দেৱগণে পিলন্ত অমৃত।
দেখি অসুৰৰ আৰ নসহয় চিত্ত ॥ ৩৭১
পিয়ে দেৱগণে দৈত্যগণে আছে চাই।
শপতৰ নিদানে বুলিবে কিছু নাই ॥
মনে গুণে বুৰে জোনো অমৃত হৰায়।
মাতিলে নবৰে জোনো কন্যাক নপায় ॥ ৩৭২
স্ত্ৰী লোভে দৈত্যগণ থাকিলা নিচুকি।
ৰাহু গৈয়া দেৱৰ মাজত দিলা লুকি ॥
দেৱৰূপ ধৰি অমৃতক কৰে পান।
দেখি চন্দ্ৰ সূৰ্য্যে মাধৱত দিলা জান ॥ ৩৭৩
হেন দেখি তেতিক্ষণে দেৱ চক্ৰপাণি।
কাটিলা ৰাহুৰ গল শীঘ্ৰে চক্ৰ হানি ॥
অমৃত পিলেক তাৰ নভৈল মৰণ।
মুণ্ডগোটে লৈলা গৈয়া ব্ৰহ্মাত শৰণ ॥ ৩৭৪
হেন দেখি মহা কৃপাময় পিতামহ।
দিলা বৰ ৰাহুক থাকিলা হুয়া গ্ৰহ ॥
ভৈল ৰবি শশী শত্ৰু সেহি দিনা ধৰি।
প্ৰতি পৰ্ব্বে ধাৰে বৈৰ ভাৱক সুমৰি ॥ ৩৭৫
এহিমতে দেৱতাক পিয়াইলা অমৃত।
সাধিলা মাধৱে ভকতৰ মনোনীত ॥
সবাৰো মধ্যত পাছে স্ত্ৰীবেশক এৰি।
গৰুড়ত চড়ি বৈকুণ্ঠক গৈলা লৰি ॥ ৩৭৬
অমৃতৰ ঘটক লৈযান্ত দেৱগণে।
সঙ্কেত কৰিয়া উঠিলন্ত তাৰক্ষণে ॥
যত অপেশ্বৰী ঐৰাৱত পাৰিজাত।
কৰিলন্ত ইন্দ্ৰে গৈয়া আপোনাৰ হাত ॥ ৩৭৭
অস্ত্ৰ শস্ত্ৰ ধৰি দেৱ থিত পটোৱাৰ।
দৈত্যক সমুখে থাকিলন্ত চাহংকাৰ ॥
ভণিলা শঙ্কৰে কৃষ্ণপদ অনুসৰি।
পাতক ছাড়োক ডাকি বোলা হৰি ॥ ৩৭৮

---

দানৱদকলৰ যুদ্ধযাত্ৰা

ঝুমুৰি

দেখিয়া দৈত্য মৰিল ।
মুখতো মাত হৰিল ॥
আকাশী স্বৰ্গ পৰিল ।
শৰীৰে মৰ্ম্ম চড়িল ॥ ৩৭৯
গৰ্জ্জে কোপে বলিৰায় ।
দশন কামুৰি খায় ॥
বোলে দানৱক চাই ।
দেখা দেৱে পাইলা লাই ॥ ৩৮০
আমাতে আছিল খাটি ।
ঘিণে নেপালাইলো কাটি ॥
হেন দেৱে দ্ৰোহ কৰে ।
গাৰৱ গৰ্ব্বত মৰে ॥ ৩৮১
অমৃতক খাইলা নেদি ।
পেলাইবো কন্ধক ছেদি ॥
ৰুধিৰে বহাইবো নদী ।
হৰি হস্ত সখা যদি ॥ ৩৮২
তথাপি নকৰো ৰক্ষা ।
বুজোক আমাৰ কক্ষা ॥
সবাকো কাটিবো বেঢ়ি ।
আৰ কাল গাইলে খেড়ি ॥ ৩৮৩
শুনা যত দৈত্য আছা ।
ঝাণ্টে অস্ত্ৰ শস্ত্ৰ কাচা ॥
অমৃতৰ খতি সাৰো ।
দেৱক[illegible] মাৰো ॥ ৩৮৪
আমাসাক হিংসি যায় ।
আপুতে অমৃত খায় ॥
আত কি জীৱাক লাগে ।
যেন আছে যোৰ ভাগে ॥ ৩৮৫
আজি নকৰিবো বাকী ।
যুজিবো প্ৰাণক টাকি ॥
নকৰিবো পাছ ভৰি ।
সাজিয়ো সত্বৰ কৰি ॥ ৩৮৬
ৰাজাৰ আদেশ পাই ।
দৈত্য উঠি গিৰিসাই ॥
আথে বেথে কাচি বস্ত্ৰ ।
ধৰিলা তেখনে অস্ত্ৰ ॥ ৩৮৭
কতো হস্তী কন্ধে উঠে ।
গয় গৰ্দ্দভত চুটে ॥
বাঘ ঘোঙ ঘোড়ে চড়ি ।
বৰাহ মহিষে লৰি ॥ ৩৮৮
শৰভ ভালুকে উঠি ।
শৃগালত দেই চুটি ॥
মগৰ কুম্ভীৰে চড়ি ।
কতো কঙ্কলাসে লৰি ॥ ৩৮৯
কতো গৃধ্ৰ হংস যানে ।
পশু পক্ষী আছে মানে ॥
তাতে উঠি দৈত্যজাক ।
সাজু ভৈলা যুজিবাক ॥ ৩৯০
অনন্তৰে বলিৰায় ।
মাতিলা ময়ক চাই ॥
মায়া ৰথ আন সাজি ।
আকাশে সঞ্চাৰে বাজী ॥ ৩৯১
তুমি সবে জানা মৰ্ম্ম ।
হেন শুনি বিশ্বকৰ্ম্ম ॥
সাজিলা মায়াৰ বলে ।
ৰথ আকাশত চলে ॥ ৩৯২
খনো পৃথিবীক চোৱে ।
তেখনে অদৃশ্য হোৱে ॥
নানা ৰত্নে কৰি সাজ ।
আৰোপিলা সিংহধ্বজ ॥ ৩৯৩

থৈলা অস্ত্র থানে থানে ।
যুদ্ধত লাগিবে মানে ॥
বৈদুর্য্য সন্নাহ যাৰ ।
দেখি বৈৰ চমৎকাৰ ॥ ৩৯৪
সাজি ময় মহাভাগে ।
যোগাইলা ৰাজাৰ আগে ॥
দেখি বলি মহাবীৰে ।
কিৰীটি চড়াইলা শিৰে ॥ ৩৯৫
কৰচে ঢাকিলা তনু ।
কৰে ধৰি শৰধনু ॥
ডেৰ দিয়া দৈত্যৰাজে ।
চড়িলা ৰথৰ মাজে ॥ ৩৯৬
বৰা বৰা দৈত্যমানে ।
উঠি স্বকী স্বকী যানে ॥
দৈত্যেন্দ্ৰক মধ্য কৰি ।
শিৰে শ্বেত ছত্ৰ ধৰি ॥ ৩৯৭
ধৰল চামৰে ঢুলি ।
যায় দণ্ড ছত্ৰ তুলি ॥
যেন পূৰ্ণচন্দ্ৰ যাৰে ।
বাদ্যে ভণ্ডে স্বৰ্গ চোৰে ॥ ৩৯৮
কটকৰ গিৰে আতি ।
দলদোপ বসুমতী ॥
হেন মহা চমৎকাৰে ।
লৰিলা দেৱক ধাৰে ॥ ৩৯৯
নমিয়া কৃষ্ণৰ পাৰে ।
জুমুৰি শঙ্কৰে গাৰে ॥
আক একচিত্ত কৰি ।
হৰিক মনত ধৰি ॥ ৪০০
যি যাইবা সংসাৰ তৰি ।
আন কৰ্ম্ম পৰিহৰি ॥
শুনা আক সৰ্ব্বজনে ।
হৰি হৰি বোলা ঘনে ॥ ৪০১

দেৱ-দানৱৰ যুদ্ধ

পদ

বাসৱে দেখন্ত বলি আসে চমৎকাৰে ।
ৰত্নময় সন্নাহ পিন্ধিলা জাতিক্ষাৰে ॥
শিৰত কিৰীটি ধনু ধৰি বাম কৰে ।
কাচিলা ছত্ৰিশ অস্ত্ৰে আগুৰে পাগুৰে ॥ ৪০২
আউৰ হাতে বজ্ৰগোট ধৰিয়া প্ৰৱন্ধে ।
ডেৰ দিয়া চড়িলন্ত ঐৰাৱত স্কন্ধে ॥
উদয় গিৰিত যেন সূৰ্য্য ভৈলা বাজ ।
চাহন নযাই প্ৰকাশন্ত দেৱৰাজ ॥ ৪০৩
দেখি দেৱ সেনাগণে দণ্ড ছত্ৰ তুলি ।
বাৰে বাদ্য ভণ্ড বেঢ়ি জয় ইন্দ্ৰ বুলি ॥
স্বকী স্বকী যানে চড়ি দশ দিগপাল ।
কাচিয়া ইন্দ্ৰৰ লগে গৈলা সেহি তাল ॥ ৪০৪
অমৃতৰ পানে বৰ বাঢ়িল প্ৰভাব ।
বলিষ্ঠ দৰ্পিষ্ট হৃষ্ট পুষ্ট ভৈল গাৱ ॥
দানৱক লাগিয়া কটাক্ষো নাহি আতি ।
থাকিলা নিৰ্ভয়ে অৰ্দ্ধচন্দ্ৰ বেহ পাতি ॥ ৪০৫
দানৱৰ প্ৰচণ্ড কটকে যায় খেদি ।
বাদ্য ভণ্ড ৰোলে বায়ু মণ্ডলক ভেদি ॥
খাইবো আজি মুণ্ড দেৱগণ থাক থাক ।
এহি বুলি দৈত্যে গিয়া দিলা অস্ত্ৰ জাক ॥ ৪০৬
পৰশু মুষল শেল শকতি তোমৰ ।
পৰিঘ পট্টিশ অসি গদা মুদ্গৰ ॥
ভল্ল ভিন্দিপাল প্ৰাস ক্ষুৰ যে প্ৰহাৰে ।
বাৰিধাৰ মেঘে যেন বৰি[illegible] ॥ ৪০৭
পৰম নিশঙ্কে দেৱতাৰ সেনামানে ।
বাঢ়ি আছে তেজ বল অমৃতৰ পানে ॥
সবে ৰণ পণ্ডিত বুদ্ধিত ৰথাটন্ত ।
দানৱৰ শৰ বাণে পাছতে কাটন্ত ॥ ৪০৮

দৈত্যক চানিয়া দেৱে বৰিষন্ত বাণ।
দেৱকো দানৱে কৰে অস্ত্ৰৰ সন্ধান॥
অন্যো অন্যে শৰে ফুটি সবে চটচটি।
নুহি পাছ ভৰি বীৰে কৰে আৰম্ফটি॥ ৪০৯
ৰথী ৰথী যুদ্ধে দুই দুইৰ ছিদ্ৰ চাৱে।
বিমোহিত হোৱে দুই দুইৰ শৰ ঘাৱে॥
সাৰথিক মাৰি ৰথ পেহ্লাৱে বখালি।
জিনিলো জিনিলো বুলি মাৰে বাহুতালি॥ ৪১০
হস্তী হস্তী কৰে যুদ্ধ চণ্ড দান্তে ভিৰি।
ধৰাধৰি আজোৰত মুণ্ড যাই চিৰি॥
পৃথিবী কম্পাৱে চিহৰয় ঘোৰ ৰাৱে।
মাহুতে মাহুতে যুজে অঙ্কুশৰ ঘাৱে॥ ৪১১
ঘোড়ায়ে ঘোড়াক বৈসাৱয় জাম্পগুৰি।
কতো বেন্ত বায়া কৰে কামোৰা কামুৰি॥
কাঢ়য় হেসনী ধ্বনি শুনি কাণ ফাটে।
ৰাহুতে ৰাহুতে কোবা কোবি কৰে চোটে॥ ৪১২
পদাতি পদাতি লাগিলেক ধুমাজয়।
কাট মাৰ বুলি খাণ্ডা তুলিয়া গৰ্জ্জয়॥
বাৰুতে কোবায়া কেহ কাৰ মাথা ছেদে।
কতো মাথা ভাঙ্গে মুষ্টি হানি হৃদি ভেদে॥ ৪১৩
অস্ত্ৰ হত ভৈল কতো যুজে মালবান্ধে।
হাতে ধৰাধৰি কৰি ভৰি ভৰি চান্দে॥
পৃথিবীত পৰি কৰে বাগৰা বাগৰি।
কতো হাত ভৰি মুণ্ড ভাঙ্গে মৰমৰি॥ ৪১৪
আণ্ঠুৱে ঠোঙ্গোনা মাৰে গোৰ ঘৰাকাতি।
চৰৰ চপট কিল ভুকু মাৰে আতি॥
মুষ্টিৰ চোটত ভাঙ্গি নাক মুখ শিৰ।
শৰীৰ ঢাকিয়া বহে বোম্বালে ৰুধিৰ॥ ৪১৫
উভয় সৈন্যত বাজে নানা বাদ্য ভণ্ড।
দুয়ো ভিতি নচুৰাৱৈ চিহ্ন ছত্ৰ দণ্ড॥
চানি চলি যায় আকাশত বাণগণ।
চিকি মিকি কৰে যেন ৰবিৰ কিৰণ॥ ৪১৬

দুয়ো সেনা কৰে মহা সিংহনাদ ৰোল।
স্বৰ্গক লঙ্ঘিয়া গৈল ব্ৰহ্মাণ্ডৰ কোল॥
ক্ষীৰ সাগৰৰ তীৰ জুৰি নিৰন্তৰ।
লাগিল দুৰ্ঘোৰ দেৱাসুৰৰ সমৰ॥ ৪১৭
এক থান ভৈল যেন দুখান সাগৰ।
হুলস্থুল কৰে বহু কুম্ভীৰ মগৰ॥
ধৰ মাৰ কাট কেহো বোলে তোল তোল।
নসহে পৃথিবী দেৱাসুৰৰ আন্দোল॥ ৪১৮
কৰিলা ত্ৰিদশে দিব্য অমৃতক পান।
চড়ন্তেসে যায় বল বীৰ্য্য তেজ প্ৰাণ॥
পৰম নিৰ্ভয়ে দানৱক যুদ্ধ কৰে।
কৃষ্ণৰ প্ৰসাদে দেৱ গোটেকো নমৰে॥ ৪১৯
দেৱতাৰ প্ৰহাৰত দৈত্য যায় মৰি।
হেন দেখি দানৱ নিশেষে গৈলা ডৰি॥
কহিতো নমৰে ত্ৰিদশৰ এক গুটি।
বিপৰ্য্যয় দেখিয়া ভাগিল আটি মুটি॥ ৪২০
দেৱৰ প্ৰহাৰে জৰ্জ্জৰিত ভৈল অঙ্গ।
তেতিক্ষণে অসুৰৰ সেনা দিলা ভঙ্গ॥
দেখি দেৱগণে পাছে পাছে নেই খেদি।
নৰাখে দৈত্যক পাৰেমানে নেই ছেদি॥ ৪২১
মাৰে হান গলে কতো ছিণ্ডে কাৰো খাণ্ডে।
পলাই কতো গাৱে তেজ বহে ধাৰা দাণ্ডে॥
অস্ত্ৰ শস্ত্ৰ বস্ত্ৰ সবে এৰি নিৰন্তৰে।
বলিত শৰণ লৈলা প্ৰাণৰ কাতৰে॥ ৪২২
হেন দেখি খঙ্গিলা বলিষ্ঠ বলিৰায়।
সেনাৰ সন্তাপে মহা ক্ৰোধে গৈলা ধায়॥
বৰা বৰা দৈত্যমানে লগতে জাম্পিলা।
দল দোপ পয়োভৰে পৃথিবী কম্পিলা॥ ৪২৩
তৰ্জ্জিয়া গৰ্জ্জিয়া কতো চাৱে ক্ৰোধ দৃষ্টি।
কৰিলেক আথাকে বিপুল শৰ বৃষ্টি॥
ঢাকিলেক দিশ পাশ নমনি আকাশ।
বাৰিবাৰ মেঘ যেন নাহিকে প্ৰকাশ॥ ৪২৪

মিলিল দুৰ্যোৰ যুদ্ধ দেৱ দানৱৰ ।
বসি আকলিলা কৈলাসত শূলধৰ ॥
টানি টানি বাঘছাল বান্ধিলা কটিত ।
অস্ত্র ধৰি আৰোহিলা বৃষৰ পিঠিত ॥ ৪২৫
কি কৰা কাৰ্ত্তিক কৈত আছা গণপতি ।
ত্রিদশ দেৱৰ আমৰাসে সেনাপতি ॥
আসম্বাৰ ভঙ্গ গৈলে আমাৰেসে লাজ ।
হেন জানি যুদ্ধক সত্বৰে হুয়ো সাজ ॥ ৪২৬
এহি বুলি তেখনে লৰিলা বৃষকেতু ।
সপুত্রে বান্ধৱে ঘোৰ সমৰক হেতু ॥
দেখি দেৱতাৰ ভৈল দশগুণে সাস ।
জিনিলো দৈত্যক বুলি পাৰয় আটাস ॥ ৪২৭
দেখি ক্রোধে জ্বলিল দৈত্যেন্দ্র মহাবীৰ ।
শত্রুৰ উৎসাহে আতি নসহে শৰীৰ ॥
বিদ্যুত সঞ্চাৰে যাই ধনুক টঙ্কাৰি ।
চাইলা দিশপাশ অসংখ্যাত শৰ মাৰি ॥ ৪২৮
তিখাল চোখাল শৰ মাৰিবে লাগিল ।
চমকিল দেৱ সেনা বিভঙ্গে ভাগিল ॥
হেন দেখি ইন্দ্ৰৰ উঠিল মহা ৰাগ ।
হস্তী স্কন্ধে বলিৰ ভেটিল গৈয়া আগ ॥ ৪২৯
সম্বুধি বোলন্ত ইন্দ্রে শুন অৰে বলি ।
তিনিয়ো লোকত লগাই আছে থলমলি ॥
সিসব কৰ্ম্মৰ আজি দিবো প্ৰতিফল ।
এহি বুলি ধনু ধৰি দেৱ আখণ্ডল ॥ ৪৩০
এক শত তীক্ষ্ণ বাণ পঠাইলা প্ৰহাৰি ।
বাজ ভৈল দৈত্যেন্দ্ৰৰ হৃদয় বিদাৰি ॥
বৰ চোটে চমক দেখিলা বলিৰায় ।
সহস্তম হুয়া বোলে বাসৱক চাই ॥ ৪৩১
একবাৰ খেদি কাঢ়ি লৈলো স্বৰ্গৰাজ ।
দুনাই দ্ৰোহ চিত্ত তোৰ নাহি কিছু লাজ ॥
নপঠাইবো জীৱন্তে ইবাৰ লৈবো প্ৰাণ ।
এহি বুলি প্ৰহাৰিল হাজাৰেক বাণ ॥ ৪৩২
বিস্বাদ শবদে আকাশক চানি যায় ।
দেখি ইন্দ্রে তেখনে কাটিলা শৰ ঘায় ॥
ছন্ন ভৈল শৰ নপাইলেক অৰ্দ্ধ পথ ।
যেন মিছা ভৈল দৰিদ্ৰৰ মনোৰথ ॥ ৪৩৩
হেন দেখি বলিৰায় খঙ্গি গৈল তদা ।
ৰহ বুলি তুলি লৈল ভয়ঙ্কৰ গদা ॥
ৰথ হন্তে জাম্প দিয়া নামিলা ভূমিত ।
দেখ নেদেখ বেগে চলিলা ত্বৰিত ॥ ৪৩৪
হস্তীৰ মুণ্ডত কোব দিলা মহাৰাগী ।
বোম্বালে বহয় তেজ কুম্ভস্থল ভাগি ॥
পৰ্ব্বতৰ হন্তে যেন বহে গেৰু ধাৰ ।
পাক ফুৰে ঐৰাৱতে দেখি অন্ধকাৰ ॥ ৪৩৫
পাছ গুচি পাছে বলি আৰোহিলা ৰথ ।
লুণ্ডি ঘুণ্ডি হস্তী ইন্দ্রে কৰিলন্ত স্বস্থ ॥
বলিৰ ঘোৰাক তাৰি পাঞ্চ পাঞ্চ বাণে ।
সাৰথিক দশ বাণে ভেদিল সন্ধানে ॥ ৪৩৬
তীক্ষ্ণতৰ বিচিত্র নৰাচ কুৰিপাটে ।
বৰ চোটে বিন্ধিলন্ত ৰাজাৰ ললাটে ॥
বাহুকো বিন্ধিলা আঠ আঠ শৰ মাৰি ।
ষাঠি শৰে হৃদয়ক পেলাইলা বিদাৰি ॥ ৪৩৭
ৰথ সমন্বিতে বলি ফুৰে তৈতে পাক ।
মাৰিলো মাৰিলো বুলি ইন্দ্রে দিলা ডাক ॥
ফুঙ্কিলন্ত শঙ্খ ৰঙ্গ কৰিয়া বাসৱ ।
চাহি আছে তাৰকে বলিৰ পৰাভৱ ॥ ৪৩৮
মহা ক্ৰোধে ধাইল মত্ত গজ কন্ধে উঠি ।
বাম হাতে ধনু ধৰি স্বৰ্ণৰ মুঠি ॥
বৰিষিলা শৰ বেগে বিপক্ষি বিপাট ।
কাৰ্ত্তিকে দেখিয়া তাৰ ভেটিলন্ত বাট ॥ ৪৩৯
ময়ূৰত চঢ়ি কৰি ধনুক টঙ্কাৰ ।
ডাকিয়া বোলন্ত অৰে দৈত্য দুৰাচাৰ ॥
বৰ ভাল ভৈল তোক ভেট পাইলো আজি ।
এহি বুলি কাৰ্ত্তিকে ধনুৰ গুণ মাজি ॥ ৪৪০

একশত শৰক হানিলা মহাবলী।
বাটতে কাটিলা তাক তাৰকে আকলি ॥
শৰ ছন্ন দেখিয়া খঙ্গিল গৌৰী সুতে।
বৰিষিলা বাণগণ অযুতে নিযুতে ॥ ৪৪১
কাটিলন্ত কোটি কোটি হয় হস্তী ৰথ।
অসংখ্যাত দৈত্যক পঠাইলা যমপথ ॥
হেন দেখি কিটাইল তাৰক সেনাপতি।
কাৰ্ত্তিকক বোলে শুন শিৱৰ সন্ততি ॥ ৪৪২
হস্তী এৰি কৰস মক্ষীত মুনিসাই।
সমুখ সমৰে আজি তোক লগাও ঠাই ॥
এহি বুলি হানিলন্ত একশত বাণে।
দেৱ সেনাপতিক ফুটিল বৰ টানে ॥ ৪৪৩
অনন্তৰে বীৰে কোপে দশন কামুৰি।
শৰ সব গাৰৰ পেলাইলা ভাঙ্গি মুৰি ॥
ধনু এৰি বিপুল শকতি লৈলা তুলি।
খেদি যান্ত দানৱক থাক থাক বুলি ॥ ৪৪৪
বিদ্যুত সঞ্চাৰে তাৰকক লাগ পাইল।
শূলে খোঞ্চা মাৰি হস্তী সমে সৰকাইল ॥
উপৰক তুলিলন্ত ভুমি আলগাই।
কৌতুকে ফুৰান্ত যেন পাৰ নচুৰাই ॥ ৪৪৫
দেখি দেৱতাৰ আতি ৰিঙ্গ জোট হাসি।
প্ৰশংসন্ত কাৰ্ত্তিকক দশন প্ৰকাশি ॥
কূৰ্ম্মস্থলি কৰি আতি বাৰে বাদ্য-ভণ্ড।
তুলি তুলি নচুৱাৰে ছিন্ন ছত্ৰ দণ্ড ॥ ৪৪৬
যতেক দানৱমানে পৰিল নিলাৰি।
মৰা তাৰকক পাছে পেলাইলা আচাৰি ॥
ফুঙ্কিলন্ত মহাশঙ্খ দৈত্যক নিদলি।
দেখি বৰা বৰা দৈত্য ক্ৰোধে গৈলা জ্বলি ॥ ৪৪৭
অন্যো অন্যে বোলে আৰে কিবা আছো চাই।
আমি বিদ্যমানে সেনাপতিৰ বিলাই ॥
এহি বুলি মহা কোপে অস্ত্ৰ শস্ত্ৰ ধৰি।
ত্ৰিদশক ধাইলা কোপে জয় জয় কৰি ॥ ৪৪৮
খাইবো মুণ্ড বুলিয়া বাহুত মাৰে ডাক্ষি।
হেন দেখি মুখ্য মুখ্য দেৱে গৈলা হাক্ষি ॥
ৰহ ৰহ বুলি সবে প্ৰহাৰন্ত চোটে।
গাৰে গাৰে দৈত্যক ভেদিলা গোটে গোটে ॥ ৪৪৯
প্ৰথমতে শঙ্কৰ দেৱৰ আদি মূল।
জম্ভক গৈলন্ত ধাই ধৰিয়া ত্ৰিশূল ॥
মূষত চড়িয়া লম্বোদৰ গণপতি।
আইস বুলি খেদি গৈলা নৰকক প্ৰতি ॥ ৪৫০
শুম্ভ নিশুম্ভৰ ভদ্ৰকালী লৈলা লাগ।
বৰুণে ভেণ্টিলা গৈয়া সম্বৰৰ আগ ॥
ময় দানৱক বিশ্বকৰ্ম্মে গৈলা ধায়।
কাল দানৱক হাম্ফুলিলা যমবায় ॥ ৪৫১
মহিষৰে অগ্নিৰে লাগিল তোলপাৰ।
বৃষপৰ্ব্বা সমন্বিতে অশ্বিনী কুমাৰ ॥
পুলুমজ দানৱক পৱনে ৰাগিল।
চন্দ্ৰৰ ৰাহুৰ বৰ তত্ৰোল লাগিল ॥ ৪৫২
মিত্ৰঘন, দৈত্যক কুবেৰে দিলা ধাৰ।
দুৰ্ম্মদক কামদেৱে কৰন্ত প্ৰহাৰ ॥
বলিৰ শতেক পুত্ৰ বাণ আদি কৰি।
সবাকো যুজন্ত সূৰ্য্যে কৰে ধনু ধৰি ॥ ৪৫৩
নিপাতকবচ সমে যুজে বিশ্বগণ।
অষ্টবসু আদি কৰি সবে দিলা ৰণ।
ত্ৰিপুৰক ৰুদ্ৰগণে ধাইলা কোপ কৰি ॥
শুক্ৰ বৃহস্পতিৰ লাগিলা ধৰাধৰি ॥ ৪৫৪
আনো যত যোদ্ধা আছে দেৱাসুৰগণ।
দুধো দুধো জনে জুলি কাটি কৰে ৰণ ॥
জয়ক আশায়ে অন্যে অন্যক প্ৰহাৰে।
দশোদিশ ঢাকি বৰিষয় শৰধাৰে ॥ ৪৫৫
পৰিঘ পট্টিশ শূল মুষল তোমৰ।
পৰশু ত্ৰিশূল শেল গদা মুদ্গৰ ॥
ভুষণ্ডিক ক্ষুৰ ত্ৰিকণ্টিক কানিয়াল।
অৰ্দ্ধচন্দ্ৰ প্ৰাশ চক্ৰ আৰ ভিণ্ডীপাল ॥ ৪৫৬

ৰবিষয় অন্যো অন্যে কৰে মৰ্ম্মভেদ।
প্ৰলয় মেঘৰ যেন নাহি ধাৰা ছেদ॥
কাটে হয় হস্তী ৰথ ধ্বজ ছত্ৰ দণ্ড।
কাৰো উৰু কৰ শিৰ কৰে খণ্ড খণ্ড॥ ৪৫৭
কাৰো আণ্ঠু কণ্ঠ ওষ্ঠ কাটি ছিণ্ডে মুণ্ড।
কাৰো কাণ্ড খণ্ড পৰি ভসাৱয় তুণ্ড॥
কাৰো হাড় ঘাড় বিহৰাৰে বৰ টানে।
কৱচ কুণ্ডল কিৰীটিয়ো কাটে বাণে॥ ৪৫৮
বিপুল পদাতি আতি পৰিল অপাৰ।
লক্ষ কোটী কাটা হস্তী দেখি ভিণ্ডাকাৰ॥
বাহুত মাহুত হয় মৰিল অনেক।
ৰুধিৰে বহিল ভয়ঙ্কৰ নদী এক॥ ৪৫৯
কিৰীটি কুণ্ডলে আছে মুণ্ডমালা পৰি।
তেজে তোল বোল হুয়া দশন কামুৰি॥
পৰি আছে অসংখ্যাত কাটা বাহুচয়।
চিকিমিকি কৰে যেন ৰবিৰ উদয়॥ ৪৬০
সেহি বেলা উঠি গৈল অনেক কবন্ধে।
অস্ত্ৰ শস্ত্ৰ ধৰি ধাৱে যুদ্ধক প্ৰবন্ধে॥
যক্ষ ৰক্ষ পিশাচ ৰাক্ষসে মাংস গিলি।
ঘোৰ ভয়ঙ্কৰ নাদ কৰে কিলা কিলি॥ ৪৬১
যুজয় দানৱগণে পৰাণক টাকি।
নথৈলা ত্ৰিদশে আৰ যুজিবাক বাকি॥
মহা বৈৰভাৱে লাগ নেৰে কাৰো কেৱে।
হেন ঘোৰ সমৰ কৰন্ত দৈত্যদেৱে॥ ৪৬২
দেৱাসুৰ যুদ্ধ কথা অষ্টম স্কন্ধৰ।
একচিত্তে শুনি তৰা পাতক সাগৰ॥
ভণিলা শঙ্কৰে কৃষ্ণ চৰণত ধৰি।
সবে সভাসদে যোষিয়োক হৰি হৰি॥ ৪৬৩

ছবি

শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
তাত পাছে যেন ভৈলা যুদ্ধ।
শৰ ধনু ধৰি জম্ভে শঙ্কৰক মাতে দম্ভে
আজি হৰ মোৰ বল বুজ॥
এহি বুলি তীক্ষ্ণতৰ হানিলা অসংখ্য শৰ
বিস্বাদ শবদে চলি গৈলা।
দেখি দেৱ ভোলানাথ কটাক্ষো নাহিকে তাত
আগ বাঢ়ি হিয়া পাতি লৈল॥ ৪৬৪
দেখি জম্ভে ধনু এৰি ধাইল মুদ্গৰ ধৰি
দিলা কোব বলধো ডৰাইল।
পাছে থিৰ কৰি হিয়া জম্ভক বৈসাইলা দিয়া
শ্ৰম কৰি দানৱে এৰাইল॥
দুনাই ৰথত উঠি ধনু ধৰি দৃঢ় মুঠি
বাণগণ অনেক প্ৰহাৰে।
দেখি হৰে হুহু বুলি ঘোৰ ত্ৰিশূলক তুলি
পাইলা তাক বিদ্যুত সঞ্চাৰে॥ ৪৬৫
তাক শূলে খোঞ্চা মাৰি ধৰিলন্ত ত্ৰিপুৰাৰি
ভয়ে জম্ভে কৰিলা কাতৰ।
মৰো মৰো যায় জীৱ ত্ৰাহি ত্ৰাহি সদাশিৱ
শুনি তাতে তুষ্ট ভৈলা হৰ॥
তাহাৰ ব্যৱস্থা দেখি নমাৰিয়া প্ৰাণ ৰাখি
ত্ৰিশূল পেহ্লাইলা উফৰাই।
জম্ভে দেখি ধুৰাকুৰা ৰুধিৰে দিগন্ধ হুয়া
পৰিলেক সাগৰ চেৰাই॥ ৪৬৬
শুম্ভ নিশুম্ভক পাছে অনেক যুজন্তে আছে
ভদ্ৰকালী কৰিয়া হুঙ্কাৰ।
সিংহৰ পিঠিত উঠি ধৰি খাণ্ডা দৃঢ় মুঠি
দুইৰো হিয়া কৰিলা বিদাৰ॥
দুয়ো পৰি ৰণঙ্গে ৰুধিৰ চাদিয়া বেঙ্গে
যেন ভৈল যুদ্ধক স্বভাৱ।

পৰশু উচ্চায়া কৰে খেদি গৈলা লম্বোদৰে
নৰকক মাৰিলন্ত ঘাৰ ॥ ৪৬৭
পাছ ভৰি ডেৰ কৰি নৰক ভূমিত পৰি
আয়ু অধিকৰ কাজে জীল।
ঘোটক সহিতে ৰথ পশিলন্ত যমপথ
সাৰথিকো যমক ডাকিলা ॥
নৰক পলাইল প্ৰাণে তাহাৰ সেনাক মানে
কৰিলন্ত কুঠাৰে দোহাৰ।
লগাইলন্ত খলমলি শক্ৰক সমৰে দলি
নিবৰ্ত্তিলা গৌৰীৰ কুমাৰ ॥ ৪৬৮
বৰুণে তোমৰ লৈয়া হেতিক হাম্ফলি গৈয়া
হৃদয়ত কোবেক বৈসাইলা।
পৰম দাৰুণ চোটে ফুৰি ফুৰি দৈত্য গোটে
কতোক্ষণে চেতন পাইলা ॥
পৱন সঞ্চাৰ বেগে ধাই গৈলা সেহি চেগে
বৰুণৰ হিয়ে দিলা মুঠি।
বৰুণ থমকি থাকি সাহস্তম হুয়া কাচি
ধৰিলা হেতিক ৰথে উঠি ॥ ৪৬৯
দানৱক অপ্ৰয়াসে বান্ধিলন্ত নাগপাশে
ভয়ে ভঙ্গ দিলা সেনা তাৰ।
গলত লগায়া জৰী হেতিক আনিলা ধৰি
দেখি দেৱে দিলন্ত জোকাৰ ॥
পৰিঘ উল্লাসি হাতে বৈসাইলা যমৰ মাথে
কালনাভ দুৰ্জ্জয় অসুৰ।
পৰিলন্ত মূৰ্চ্ছা গই মহিষে পিঠিত লই
পাছে গুচি গৈলা কতো দূৰ ॥ ৪৭০
সম্ভুকিলি কতোক্ষণে দণ্ড ধৰি ক্ৰোধ মনে
চাপিলা দৈত্যৰ সন্নিধান।
দুয়ো হাতে তুলি দাড়ি কাক দণ্ডে মুণ্ড ভাঙ্গি
কালনাভৰ লৈলা প্ৰাণ ॥
সেনাত লগাইলা ছুৰি পাইল মানে খেদি ফুৰি
সৱাকো ধৰিলা যমৰায়।
কোপে বায়ু খাণ্ডা ধৰি অনেক তৰ্জ্জন কৰি
পুলুমাক প্ৰতি গৈলা ধাই ॥ ৪৭১
ৰথৰ ঘোটক চাৰি প্ৰথমতে তাক মাৰি
সাৰথিৰ ছেদিলন্ত শিৰ।
পুলুমা দেখিয়া খঙ্গে অসংখ্যাত শৰ সঙ্গে
ভেদিলেক বায়ুৰ শৰীৰ ॥
বাণক নগণি তাৰ বায়ু মহা বলাধাৰ
চাম্প দিয়া ধৰিলা চুলত।
ঘণ্টা লাৰি পাক ফুৰি খাণ্ডাক উচ্চায়া ধৰি
ছেদিলন্ত উত্তৰীৰ মত ॥ ৪৭২
যাক পাইল মানে খেদি পেহলাইলা কন্ধক ছেদি
পুলুমাৰ যতেক পদাতি।
বায়ুৰ দেখিয়া জয় দেৱগণে প্ৰশংসয়
বাৰে জয় বাদ্য ভগু আতি ॥
অগ্নি পাছে গৈলা চলি ধম ধম কৰি জ্বলি
দানৱৰ সেনাত লাগিল।
অস্ত্ৰ বস্ত্ৰ পোৰে জুই আতি চেঙ্কাপোৰা হুই
দৈত্য সব বিভঙ্গে ভাগিল ॥ ৪৭৩
কেহো আমি ঘৰে মাটি কেহো পাকে চেঙ্গাফুটি
মৰো মৰো কৰে আৰ্ত্তনাদ।
পোৰে নাক মুখ আখি সেনাৰ বিপত্তি দেখি
মহিষৰ মনত বিষাদ ॥
আথে ব্যথে ধনু টানি বৰুণৰ বাণহানি
নিমাইল বহ্নিক জলধাৰে।
দেখি অগ্নি মূৰ্ত্তি ধৰি ধাইলা আটোপ কৰি
মহিষক আতি চমৎকাৰে ॥ ৪৭৪
ছাগৰ পিঠিত উঠি শূঙ্গ থকি দৃঢ় মুঠি
দান্ত চোমাই অসেৰ গৰ্জ্জন্ত।
মহিষে দেখিয়া পাছে হাম্ফ লিয়া যুদ্ধ কাচে
প্ৰহাৰিলা শৰ অপৰ্য্যন্ত ॥
ভয়ঙ্কৰ লোহাময় তীক্ষ্ণতৰ শৰচয়
চলি যায় বিদ্যুত সঞ্চাৰে।

অগ্নিয়ো নগণি তাক দানৱৰ অস্ত্ৰজাক
উকৰাইলা শূলৰ প্ৰহাৰে ॥ ৪৭৫
দুনাই নৰাচ আনি মন্ধানে পঠাইলা হানি
দৈত্য বল ৰণত পাৰ্শ্বত ।
বিস্বাদ শবদে মানে ছাপৰ মুণ্ডত টানে
ফুটি গৈয়া বজাইলা মাৰ্গত ॥
বাহনৰ শ্ৰুতি ভঙ্গ দেখি অগনিৰ খঙ্গ
জাম্প দিয়া ভূমিত নামিলা ।
বজ্ৰ সম তীক্ষ্ণতৰ হানিলেক অগ্নি শৰ
মহিষৰ হিয়াত পৰিলা ॥ ৪৭৬
নিদাৰুণ শৰ চোটে ফুৰি ফুৰি দৈত্য গোটে
ৰথ হন্তে ভূমিত পৰিল ।
যেন গৈলা ভূমিচাল কতো দুৰ ভৈল খাল
দলদোপ পৃথিবী লৰিল ॥
মহিষ মৰিল প্ৰাণে তাহাৰ কটক মানে
জীৱ ৰাখি ভয়ে দিল ভঙ্গ ।
বাৰে আতি ঢাক ঢোল জয় জয় কৰে ৰোল
দেৱৰ সেনাৰ মহাৰঙ্গ ॥ ৪৭৭
নমো নমো দামোদৰ জগতৰ বিঘ্নিহৰ
ভকত অভয় দাতা দেৱ ।
কৃষ্ণৰ কিঙ্কৰ কবি ৰচিলা শঙ্কৰে ছবি
কৃষ্ণৰ চৰণে কৰি সেৱ ॥
হুয়া আতি নিশবদ অমৃত মথন পদ
শুনিয়োক সাৱধান কৰি ।
খণ্ডোক পাতকচয় ছুটোক যমৰ ভয়
ডাকি সৱে বোলা হৰি হৰি ॥ ৪৭৮

---

পদ

বলিবায় দেখে [illegible] জয় ।
দানৱৰ সেনা [illegible] ॥
নসহে শৰীৰ [illegible] ।
ৰণে [illegible] ॥ ৪৭৯

বলিৰ আন্দোলে পৃথিৱীয়ো নোহে থিৰ ।
লগতে ধাইলেক ছয়গোটা মহাবীৰ ॥
দুৰ্ম্মুখ কালনেমি জম্ভ অসুপায় ।
মালী সুমালী আৰু মাল্যৱন্ত নাম ॥ ৪৮০
দৈত্যৰ মাজত ছয়ো অতি মহা শূৰ ।
ভৈলা অস্ত্ৰ ধৰিয়া বলিৰ পক্ষপুৰ ॥
পাছে দৈত্যৰাজ কৰি ধনুৰ টঙ্কাৰ ।
হাজাৰেক শৰ ৰাচি কৰিলা প্ৰহাৰ ॥ ৪৮১
অমৃতৰ পানে হৃষ্ট পুষ্ট আখণ্ডল ।
বিষ্ণুৰ প্ৰসাদে বাঢ়ি আছে তেজ বল ॥
কটাক্ষো নকৰি আতি নিৰ্ভয় স্বভাৱে ।
আকাশতে কাটিলা শৰক শৰ ঘাৱে ॥ ৪৮২
দেখি দৈত্যপতি আতি ক্ৰোধে গৈলা জ্বলি ।
দুনাই অষ্টাদশ শৰ প্ৰহাৰিলা বলি ॥
বাসৱক লাগি দশ দুতয় গজক ।
চাৰি ঘোটকক চাৰি এক মাহুতক ॥ ৪৮৩
বায়ুবেগে আসে শৰ আকাশে প্ৰকাশি ।
দেখি তাক বাটতে কাটিলা ইন্দ্ৰে হাসি ॥
ছন্ন ভৈল বাণগণ নপাইল ওচৰ ।
ধনু টানি টঙ্কাৰ কৰন্ত পুৰন্দৰ ॥ ৪৮৪
বলিক বোলন্ত আৰে লৈয়ো তোৰ প্ৰাণ ।
আকৰ্ণ পূৰিয়া প্ৰহাৰিলা যাঠি বাণ ॥
পৱন সঞ্চাৰে গৈয়া দৈত্যেন্দ্ৰক পাইলা ।
অঙ্গত পশি বাণ পিঠিত ৰজাইলা ॥ ৪৮৫
বৰ চোট পায়া মূৰ্চ্ছা গৈলা বীৰ বলি ।
ক্ষণেকে সন্তিৎ হুয়া ক্ৰোধে গৈলা জ্বলি ॥
ধনু এৰি ভয়ঙ্কৰ শকতি উঠাই ।
মেঘে যেন গৰ্জ্জে কোপে বাসৱক চাই ॥ ৪৮৬
থাক থাক ইন্দ্ৰ আজি পাইলো তোৰ মুণ্ড ।
এহি শকতিক হানি কাটিবো মুণ্ড ॥
তোক প্ৰাণে বধি পাছে জিনিলক মাৰো ।
যত দৈত্য বাকিলি সবাকে মাৰ সাৰো ॥ ৪৮৭

বাসয়ে বোলন্ত অৰে লটক অসুৰ ।
ক্ষণিতেক বহ তোৰ দৰ্প কৰো চুৰ ॥
এহি বুলি অৰ্দ্ধচন্দ্ৰ হানি সুৰপতি ।
হাততে কাটিলা তাৰ দাৰুণ শকতি ॥ ৪৮৮
সেহি দৈত্যপতি হাতে শূল লৈলা আনি ।
তাকো কাটিলন্ত ইন্দ্ৰে ভাল শৰ হানি ॥
শূলঁ ছেদ দেখি বলি ধৰিলা তোমৰ ।
ক্ষুৰ শৰে তাকো নিপাতিল পুৰন্দৰ ॥ ৪৮৯
দেখি খঙ্গে পুনৰপি তুলি লৈলা প্ৰাশ ।
সঞ্জলিক বাণে তাকো কৰিলা বিনাশ ॥
লয়ে মানে শৰ বলি হানিবে নপাৰে ।
হাততে কাটন্ত ইন্দ্ৰে অলক্ষিত ভাৱে ॥ ৪৯০
বাসৱৰ দেখি হেন অদ্ভুত প্ৰভাৱ ।
মনে বিমৰিষ বলি আকুল স্বভাৱ ॥
সমুখ সমৰে আক নাটো হেন জানি ।
ভৈল অন্তৰ্দ্ধান দৈত্যপতি মহামানী ॥ ৪৯১
মেঘ হুয়া আকাশত অনেক গৰ্জিলা ।
অসুৰৰ মায়ামানে স্ৰজিবে লাগিলা ॥
বৰিষে পৰ্ব্বত শিলা দেৱতাক লাগি ।
অসংখ্যাত পৰ্ব্বত শিখৰ পৰে ভাগি ॥ ৪৯২
অগ্নি সমন্বিতে খসি পৰে বৃক্ষচয় ।
শিলায়ে শিখৰে কৰে দেৱক প্ৰলয় ॥
পৰ্ব্বত সমান সৰ্পগণ আসি মিলে ।
খোট মাৰি দেৱতাক গোটে গোটে গিলে ॥৪৯৩
বাঘ ঘোঙ সিংহ অসংখ্যাত পশুৰাজ ।
চতুৰ্ভিতি ধায় সবে দেৱৰ সেনাক ॥
লহ লহ জিহ্বা ঘোৰ দশন প্ৰকট ।
মেঘ যেন গৰ্জি আসি চাপিলা নিকট ॥ ৪৯৪
আক্ৰান্ত কৰিয়া ধৰি মোৰে মাৰ শিৰ ।
নেগু ছিণ্ডি পিয়ে কতো তপত ৰুধিৰ ॥
অসংখ্য ভালুক বেঢ়ি লৰাইল দাদৰি ।
বাৰত কাৰুৰি হাড় ভাঙ্গে মৰমৰি ॥ ৪৯৫

বৰাহ সমূহে দান্তে পেহ্লাৱে উচতি ।
যূথে যূথে হস্তী ফুৰে সেনাক খচটি ॥
দান্তে চিৰি মাৰে কতো হৃদয়ক ফুলি ।
ভূমিত আচাৰে কতো শুণ্ডে মেৰাই তুলি ॥৪৯৬
যক্ষ ৰক্ষ অসংখ্য পিশাচে শূল তুলি ।
চতুৰ্ভিতি বেঢ়িলেক কাট মাৰ বুলি ॥
ডাকিনী যোগিনী আউল জাউল কেশে ।
খেট খেট কৰি ধায়ে উলঙ্গট বেশে ॥ ৪৯৭
কামুৰিয়া টেটু ছিণ্ডে ঝঙ্কাৰি ঝঙ্কাৰি ।
একদিকি কৰি নেই কটকক মাৰি ॥
দেৱতাৰ সেনাৰ শোণিত মাংস গিলি ।
বাহু তুলি উৎসুকে পাৰয় কিলকিলি ॥ ৪৯৮
আকাশ ঢাকিয়া মেঘে গৰ্জ্জয় অপাৰ ।
নমনি বিদিশ দিশ দেখি অন্ধকাৰ ॥
বিজুলী চমক মাৰে বজ্ৰৰ প্ৰহাৰ ।
ত্ৰিদশ সেনাক সবে কৰে মসিমুৰ ॥ ৪৯৯
দশোদিশে শুনিয় প্ৰজাৰ হাহাকাৰ ।
মৰো মৰো আমাৰ মিলিল মহামাৰ ॥
কিসেবা আমাক খাই নৰাখয় কেৱ ।
কৈত আছা ত্ৰিজগতপতি মহাদেৱ ॥ ৫০০
কৈক গৈলা কাৰ্ত্তিক গণেশ সেনাপতি ।
দশদিগপাল কৈত আছা সুৰপতি ॥
আপদত পৰিলো বিপাক্কে যায় প্ৰাণ ।
শঙ্কট সময়ে সবে কৰা পৰিত্ৰাণ ॥ ৫০১
আমাক মাৰায় ইটো শত্ৰুৰ হাতত ।
একলে থাকিবা কিবা সুখে যে স্বৰ্গত ॥
কৈৰ বাপ ভাই আসা পৰিচ্ছেদা চাও ।
ৰাখন্তা নাহিকে ইজন্মক লাগি যাও ॥ ৫০২
এহিমতে সেনাগণে কৰে আৰ্ত্তনাদ ।
ইন্দ্ৰ আদি দেৱতাৰ পৰম বিষাদ ॥
দশদিগপাল সবে হুয়া এক থান ।
কৰন্ত প্ৰহাৰ অসংখ্যাত দিব্য বাণ ॥ ৫০৩

স্রজি আছে দৈত্যেশ্বৰে ঘোৰতৰ মায়া।
দেৱতাৰ শৰে গৈয়া নোছোৱয় কায়া॥
নিষ্ফল যে হুয়া পৰে উলটি মাটিত।
দেখি দেৱগণ ভৈল ভয়ে সচকিত॥ ৫০৪
নাহি শ্ৰুতি বুদ্ধি জ্ঞান বিহ্বল পৰায়।
কিবা কৰিবন্ত খুজি নপান্ত উপায়॥
পৰিলো দৈত্যৰ হাতে জানিলো নিশ্চয়।
পলানো নযায় আজি মিলিল সংশয়॥ ৫০৫
হত বুদ্ধি হুয়া পাছে সবে দেৱগণে।
মাধৱৰ চৰণত পশিলা শৰণে॥
প্ৰাণৰ শঙ্কট ভৈল ইবাৰ আমাৰ।
অনাথৰ নাথ হৰি কৰিয়ো উদ্ধাৰ॥ ৫০৬
তুমিসে সুহৃদ দেৱতাৰ পিতামাতা।
বিপদৰ বান্ধৱ তুমিসে প্ৰাণদাতা॥
তোমাৰেসে গহে কৰো দানৱক ৰণ।
পৰিলো বিপাঙ্গে প্ৰভু মিলিল মৰণ॥ ৫০৭
তুমি বিনে নিস্তাৰ কৰন্তা নাহি আন।
ত্ৰাহি ত্ৰাহি হৰি কৰিয়োক পৰিত্ৰাণ॥
এহি বুলি দেৱগণে কৰন্ত ক্ৰন্দন।
হৰি সুমৰন্ত মাত্ৰ নাহি কিছু আন॥ ৫০৮
হেন শুনি নাৰায়ণ প্ৰভু কৃপাময়।
ভকতৰ দেখি দুখ নসহে হৃদয়॥
কৰে চক্ৰ ধৰি হৰি চড়ি গৰুড়ত।
আথেবেথে আসি ভৈলা তহিতে বেকত॥ ৫০৯
কমললোচন চাৰু বদন মণ্ডল।
শিৰত কিৰীটি কৰ্ণে মকৰ কুণ্ডল॥
পীত বস্ত্ৰে শোভে আতি শ্যামল শৰীৰ।
সজল জলদে যেন বিজুলী সুথিৰ॥ ৫১০
কণ্ঠত কৌস্তুভ মণি নৱসূৰ্য্য জ্বালা।
আজানুলম্বিত গলে দোলে বনমালা॥
হৃদয়ত শোভে দিব্য মুকুতাৰ হাৰ।
আঠখান বাহু অলঙ্কাৰে আভিকাৰ॥ ৫১১

শঙ্খ চক্ৰ গদা পদ্ম অসি চৰ্ম্ম বাণ।
সাৰঙ্গ ধনুক ধৰি ভৈল বিদ্যমান॥
প্ৰকাশ কৰন্ত হৰি গৰুড়ত উঠি।
মেৰুত উদিত যেন সূৰ্য্য এক কোটি॥ ৫১২
দেৱ বিদ্যমানে দেখি মাধৱৰ কায়া।
তেখনে অদৃশ্য ভৈলা অসুৰৰ মায়া॥
ফেৰিল আন্ধাৰ যেন সূৰ্য্যৰ কিৰণে।
দশো দিশ প্ৰসন্ন দেখিল দেৱগণে॥ ৫১৩
লভিল চেতন যেন নিদ্ৰাহন্তে জাগি।
দুনাই সমৰ্থ ভৈলা দানৱক লাগি॥
মাধৱক দেখিয়া আনন্দ দেৱতাৰ।
পৰি পৰি ভূমিত কৰন্ত নমস্কাৰ॥ ৫১৪
সৰ্ব্বনাশ ভৈলো হন্তে আজিৰ প্ৰমাদে।
এৰাইলো দুৰ্গতি প্ৰভু তোমাৰ প্ৰসাদে॥
ত্ৰৈলোক্য ঈশ্বৰ পাইলো তোমাক সহায়।
আচোক দানৱ মৰণকো নাই ভয়॥ ৫১৫
এহি বুলি ৰঙ্গে দেৱে কৰি সিংহনাদ।
বাৱে ঢাকঢোল ভেৰী দুন্দুভি শবদ॥
মৃদঙ্গ গোমুখ শঙ্খ তবল কোবাৱে।
অনেক তৰ্জ্জন কৰি দানৱক ধাৱে॥ ৫১৬
হৰিক স্মৰণে নিস্তৰিল দেৱগণ।
হৰি সুমৰণে সৰ্ব্ব বিপদ মোচন॥
হৰিৰ কীৰ্ত্তনে ঘোৰ সংসাৰক তৰি।
হেন জানি সৰ্ব্বজনে বোলা হৰি হৰি॥ ৫১৭
দেৱৰ উৎসাহ আতি দৈত্যৰ বিষাদ।
দেখি কালনেমি তেজিলেক সিংহনাদ॥
সিংহত চড়িয়া শূল ধৰি মহাকোপে।
মাধৱক ধাইল বীৰে পৰম আটোপে॥ ৫১৮
কৃষ্ণক গৰ্জ্জন্তে যায় কালনেমি বাণি।
তুমিসে গোবিন্দ সব দেৱতাৰ থানি॥
দানৱ কুলৰ তুমি অনৰ্থৰ মূল।
আজি মান সাৰো মুখি প্ৰহাৰিলা শূল॥ ৫১৯

মাধৱে দেখন্ত পৰে গৰুড়ৰ স্কন্ধে।
চাম্প দিয়া শূল গোট ধৰিল প্ৰবন্ধে ॥
ওলোটাই শূল হানিলন্ত বনমালী।
বাহনে সহিতে গৈলা অসুৰক শালি ॥ ৫২০
মৰিলেক কালনেমি আপোনাৰ শূলি।
জোকাৰ দিলন্ত দেৱে জয় জয় বুলি ॥
বাৱে বাদ্য ভণ্ড দেৱে কম্পে কূৰ্ম্মস্থলি।
শুনি মালী সুমালী ক্ৰোধত গৈলা জ্বলি ॥ ৫২১
ভয়ঙ্কৰ সৰ্প বাহনত দুয়ো চড়ি।
ধনু ধৰি মাধৱক ধাইলা দৰাদৰি ॥
অসংখ্যাত ক্ষুৰশৰ প্ৰহাৰিলা চোটে।
গৰুড় ছিণ্ডিল তৃণসম কৰি ঠোটে ॥ ৫২২
চাম্প দিয়া গিলিল বাহন মহাসৰ্প।
ভূমিত পৰিল দুয়ো দৈত্য হত দৰ্প ॥
ধনু এৰি মুদগৰ ধৰি দুয়ো বীৰ।
মাধৱক ধাইলা কোপে কম্পিত শৰীৰ ॥ ৫২৩
গোবিন্দে দেখন্ত দুই দৈত্য আসে খেদি।
চক্ৰ হানি পথতে পেলাইলা শিৰ ছেদি ॥
মালী সুমালী দুয়ো গৈল যমপুৰ।
দেখি নিশবদ ভৈল যতেক অসুৰ ॥ ৫২৪
মহা ৰঙ্গে দেৱগণে জয় বাদ্য বাইল।
গদা ধৰি ক্ৰোধে আস্তি মাল্যৱন্তে ধাইল ॥
পৱন সঞ্চাৰে গৈয়া পাইল সেহি বেগে।
গৰুড়ৰ মুণ্ডে কোব দিলা মহা বেগে ॥ ৫২৫
নিদাৰুণ কোৱে পক্ষী শৰীৰ সঙ্কোচি।
কৃষ্ণক পিঠিত লৈয়া যান্ত পাছ গুচি ॥
হেন দেখি দাৰুণ দানৱে পাইলা লাই।
পুনু প্ৰহাৰিবে যায় গদাক উচ্চাই ॥ ৫২৬
নাইস বুলি গৰুড়ক আশ্বাসিলা হৰি।
মাৰিলন্ত চক্ৰ দানৱক লক্ষ্য কৰি ॥
মুণ্ড ছিণ্ডি পাণ্ডি কৰিলন্ত খণ্ড খণ্ড।
গুণ্ড গুণ্ড কৰি যেন মাৰে মাৰ্ত্তণ্ড ॥ ৫২৭

এহিমতে চাৰি গোটা অসুৰক মাৰি।
ভৈলা অন্তৰ্দ্ধাৰ তৈতে প্ৰভু দামোদৰি ॥
কৃষ্ণৰ প্ৰসাদে বল বাঢ়িল দেৱৰ।
কৰন্ত দৈত্যক মহা উৎসাহে সমৰ ॥ ৫২৮
নিদাৰুণ দানৱে একৰে পাছ ভৰি।
দুনাই লাগিল ঘোৰ যুদ্ধ ধৰাধৰি ॥
তৰ্জ্জয় গৰ্জ্জয় মহা কৰে হুলস্থুল।
সাগৰত ভৈল যেন তৰঙ্গ তুমুল ॥ ৫২৯
পাছে ঐৰাৱতে চড়ি দেৱপুৰন্দৰে।
বলিক ধাইলেক কোপে ধনু ধৰি কৰে ॥
বলিয়ো ইন্দ্ৰক ধাইল মহাক্ৰোধ দৃষ্টি।
অন্যো অন্যে আকাশত কৰে শৰ বৃষ্টি ॥ ৫৩০

---

ইন্দ্ৰ-বলিৰ যুদ্ধ

ঝুমক

ফুৰে চক্ৰাকাৰে।
দুয়ো বিদ্যুত সঞ্চাৰে ॥
কৰন্ত টঙ্কাৰ।
শুনি মহা চমৎকাৰ ॥ ৫৩১
উঠে আস্তি খণ্ড।
বৰিষন্ত শৰ খণ্ড ॥
নাই [illegible]তঙ্গ।
[illegible] ঘোৰ [illegible] ॥ ৫৩২
কৰন্ত প্ৰকাশ।
যেন পুষ্পিত পলাশ ॥
[illegible]তাস।
শুনি লাগে সৰ্ব্বত্ৰাস ॥ ৫৩৩
এৰি [illegible] শৰ।
খসে [illegible] পুৰন্দৰ ॥
কাতৰে [illegible]
[illegible] ॥ ৫৩৪

যুজে মাল থান্ধে।
ধৰি বাহু বাহু চান্দে ॥
চেপি নেই কান্ধে।
কজে ভৰি ভৰি চান্দে ॥ ৫৩৫
পৃথিবীত পাৰি।
খনো কৰে জৰা জৰি ॥
বাগৰা বাগৰি।
কতো চান্দি থাকে ভৰি ॥ ৫৩৬
নাই মন তুষ্টি।
খনো বায়ু বেগে উঠি ॥
হিয়া হানে মুঠি।
যেন যায় প্ৰাণ ফুটি ॥ ৫৩৭
দুয়ো মহা মাল।
ঘোৰ সমৰে বিশাল ॥
কৰে ভাল ফাল।
যেন যাই ভূমি চাল ॥ ৫৩৮
উঠে মহা ৰাগ।
দুইকো দুই নেৰে লাগ ॥
কতো হুয়া আগ।
ফোফাই যেন মত্ত নাগ ॥ ৫৩৯
মহা বলশালী।
দুয়ো দুইকো পাৰে গালি ॥
মাৰে বাহু টালি।
ইন্দ্ৰে আৰো বীৰ বলি ॥ ৫৪০
কৰন্ত সমৰ।
যেন মহা ভয়ঙ্কৰ ॥
নাহি পটন্তৰ।
আতুৰ কৰি বাসৱক ॥ ৫৪১
বৃন্দাৰক কিঙ্কৰে।
পদ ভাঙিলা শঙ্কৰে ॥
বোলা হৰি হৰি।
এৰিবো অমৰ পুৰি ॥ ৫৪২

---

দুলড়ী

পাছে ইন্দ্ৰ বলি বাহু যুদ্ধ এৰি
ভৈলন্ত দুয়ো অন্তৰ।
ৰথে গজে চড়ি ধনু ধৰি ভিৰি
লগাইলা দুনাই সমৰ ॥
বৰিষন্ত বাণ অসংখ্য প্ৰমাণ
গগন মণ্ডল ঢাকি।
খনো পৃথিবীত যুজন্ত ক্ৰোধন্ত
খনো আকাশত থাকি ॥ ৫৪৩
অনন্তৰে বলি ছিদ্ৰক আকলি
প্ৰহাৰিলা যাঠি বাণ।
ইন্দ্ৰৰ হিয়াত সন্ধানে ফুটিল
তল গৈল পুংখ মান ॥
মহা চোট পাই ত্ৰিদশৰ ৰায়
দেখিলন্ত তমোময়।
বলিৰ বিক্ৰম দেখি দেৱ যত
সবাৰো মনে বিস্ময় ॥ ৫৪৪

---

ছবি

কতোক্ষণে ইন্দ্ৰদেৱে চেতন লভিয়া তেবে
আছোক ধিকাৰ মোৰ বুলি।
নিশ্বাস তেজিয়া ঘনে বলিক বধিবে মনে
কৰে ঘোৰ বজ্ৰ লৈলা তুলি ॥
দেখি দৈত্য সেনাগণে ভয়ে চমকিল মনে
কৰে সবে আৰ্ত্তি হাহাকাৰ।
মহাক্ৰোধে দেৱৰায় মাতন্ত বলিক চাই
শুন ওৰে দৈত্য দুৰাচাৰ ॥ ৫৪৫
মায়াত কৰিয়া আশ আমাক জিনিবে চাস
কি কৰিবা তোহোক আজি।
যেন চক্ষু অন্ধ কৰি হৰোঁ তব মুণ্ড হৰি
নিবে পোকে টাটকীয়া নটে ॥

দেখ হেৰ বজ্ৰ মোৰ শিৰ ছেদ কৰো তোৰ
বুজ আজি তই মোৰ কক্ষা।
যত তোৰ আছে জ্ঞাতি এক থান কৰ মাতি
যি পাৰে কৰোক তোক ৰক্ষা॥ ৫৪৬

---

ছুলড়ী

হেন শুনি হাসি শ্ৰীমন্ত মহন্ত
মাতিলন্ত বলিৰায়।
এতেক উত্তৰ আছে পুৰন্দৰ
মাধৱ যাতো সহায়॥
আমিসি কপটী তুমিসে উদাৰ
ই কথা আনত সোধা।
আপোনাৰ ভৰি থয়ে আৰ কৰি
পৰকেসে বোলে গোধা॥ ৫৪৭
বোল মাত কৰি সাগৰ মথিলো
দেৱে দৈত্যে সাজু হুই।
আমাক বঞ্চিলা আপুনি ভুঞ্জিলা
অমৃতক কোন মুই॥
দুৰ্জ্জন জনৰ হেনয় চৰিত্ৰ
পায়ে ধৰি উঠে কান্ধে।
চলা ঝাৰি চাউল চোবায়ে সিভিতি
গলত ধৰিয়া কান্ধে॥ ৫৪৮
শুনিয়ো কপটী মিছা চটি মটি
কৰাহা অজ্ঞান হুই।
দৈৱৰ অধীন জয় পৰাজয়
কাহাৰো শাশ্বত নুই॥
যদি প্ৰাণ যায় তাতো শঙ্কা নাই
বুলিলো নিশ্চয় কৰি।
অথিৰ জীৱন পৰয় যি ঠাই
ই জান মুক্ত কৰি॥ ৫৪৯

---

ছবি

এহি বুলি মহামানী আকৰ্ণ পুৰিয়া টানি
হাজাৰেক হানিল নৰাচ।
বায়ুবেগে গৈল ছুটি ইন্দ্ৰৰ হিয়াত ফুটি
বাজ হুয়া গৈল পিঠি পাছ॥
মহামত্ত ঐৰাৱত তাকো লাগি একশত
তীক্ষ্ণ ভল্ল কৰিলা প্ৰহাৰ।
বিদাৰিয়া কুম্ভস্থল পুঙ্খমানে গৈল তল
হস্তীয়ো দেখিল অন্ধকাৰ॥ ৫৫০
ইন্দ্ৰক পিঠিত লৈয়া পাছক হুসকি গৈয়া
শুণ্ড মুণ্ড ঝঙ্কাৰয় কাণ।
নিদাৰুণ চোট পাই চিহৰিলা গজৰায়
শৰদে লজ্যিল স্বৰ্গমান॥
পাছে ত্ৰিদশৰ স্বামী বাহনক চুমি চামি
লুণ্ডি ঘুণ্ডি কৰিলন্ত স্থিৰ।
মাতন্ত বলিক চাই মহা পৰাভৱ পাই
কোপে কাম্পে সমস্তে শৰীৰ॥ ৫৫১

---

বলি বধ

ছুলড়ী

শুনৰে বৰ্ব্বৰ সম্বৰে সুমৰ
যিটো তোৰ ইষ্টদেৱ।
হেৰ কৰো হত ই তিনি লোকত
ৰাখন্তা নাহিকে কেৱ॥
ইন্দ্ৰে এহি বুলি কৰে বজ্ৰ তুলি
হানিলা গাৱৰ বলে।
ঝাত ঝাত কৰি অগনি কণিকা
বিদ্যুত আকাৰে চলে॥ ৫৫২
দেখি দৈত্যপতি মুষল শকতি
হানিলা বজ্ৰক লাগি।
অমোঘ বজ্ৰত পৰি অস্ত্ৰ যত
চূৰ্ণীকৃত ভৈল ভাগি॥

বেগে বজ্রে গৈয়া বলিৰ হিয়াত
নির্ঘাত্ত যেন পৰিল ।
উভকোল কৰি শৰীৰ বিদাৰি
ইন্দ্ৰৰ হাতে চড়িল ॥ ৫৫৩
প্ৰাণ গৈল ছাড়ি ধনু শৰ এৰি
শৰীৰ পৰিল ঢলি ।
টলবল কৰি কম্পিল ধৰণী
জীৱ সঙ্কলিল বলি ॥
কিৰীটি কুণ্ডলে জ্বলে কলেৱৰ
মুখ চন্দ্ৰ যেন হাসে ।
যেন ইন্দ্ৰ যাঠী পৃথিৱীত পৰি
ধৰণীখণ্ড প্ৰকাশে ॥ ৫৫৪
যেন পৰ্ব্বতক পেলাইলা ভূমিত
পখা ছেদ কৰি চোৰে ।
শকতি হানিয়া ক্ৰৌঞ্চক ভেদিল
যেন শঙ্কৰৰ পোৱে ॥
বলি পৰিবাৰ দেখি দেৱসেনা
বাৰে বেঢ়ি ঢাক ঢোল ।
নাচে গাৱে চানি জয় ইন্দ্ৰ বাণী
লঙ্ঘিল স্বৰ্গৰ কোল ॥ ৫৫৫

---

ছবি

দেখে পাছে দৈত্য প্ৰজা যুদ্ধত পৰিল ৰাজা
হাহাকাৰ কৰে সবে বেঢ়ি ।
আমাক অনাথ কৰি মহাৰাজা কৈক গৈলা
এহি বুলি পাৰে ৰাও গেৰি ॥
বিৰোচনে কান্দি কান্দি পুত্ৰক গলত বান্ধি
মূৰ্চ্ছা গৈল বিহ্বল স্বভাৱে ।
ক্ষণেকে চেতন পাই বলিৰ মুখক চাই
বিলাপ কৰন্ত আৰ্ত্তৰাৱে ॥ ৫৫৬
হা পুত্ৰৰত্ন বলি মোক এৰি কৈক গৈলি
তোৰ শোকানলে মাৰে পুৰি ।
হকৰাইলো পুত্ৰবৰ কাক লৈয়া যাইবো ঘৰ
মোহোৰ সমুলে গৈল বুৰি ॥
বিপৰীত কৰ্ম্মগতি ৰণচেৰ সুৰপতি
সিয়ো ৰণে দৈত্যেন্দ্ৰক মাৰে ।
কুপতিয়ে ঝাম্পে শেন মহামত্ত হস্তী যেন
ক্ষুদ্ৰ হৰিণত যুদ্ধ হাৰে ॥ ৫৫৭
পুত্ৰে অবিহনে আৰ কিকৰে জীৱন ছাৰ
কোনে পাৰা দিয়া বিষ খাও ।
কতনো সহিবো শোক বাপ সুমৰিয়ো মোক
একলগে যমপুৰে যাও ॥
শোকবহ্নি কিনো টান দহৱে সমস্তে প্ৰাণ
সহিবে নপাৰো আৰ হিয়া ।
এহি বুলি বিৰোচন ভৈল আতি অচেতন
বলিৰ মুখত মুখ দিয়া ॥ ৫৫৮
মহা পাত্ৰ মন্ত্ৰীচয় ভুলি ধৰি প্ৰবোধয়
এৰিয়ো ক্ৰন্দন বৃদ্ধৰায় ।
কাৰ পুত্ৰ ধন জন নিমিষেকে হোৱে ছন
শৰীৰ ক্ষণিক সমুদায় ॥
জলৰ পাকত বাজি একস্থানে হোৱে জাজি
কতোক্ষণ এৰা এৰি হুই ।
বান্ধৱৰ সমাগম জানিবাহা সেহি সম
অসাৰ সংসাৰ কিছু নুই ॥ ৫৫৯
কিন্তু আগ পাছ কৰি আমিসবো যাইবো মৰি
হেন জানি এৰা সবে মৰ্ম্ম ।
পুণ্যৱন্ত দৈত্যপতি ভৈল তান সদগতি
গৈলা অনুসৰি বীৰধৰ্ম্ম ॥
বিৰোচন হেন শুনি থাকিলা মনত গুণি
অধোমুখে জানু শিৰ কৰি ।
শুনা সভাসদলোক পাপৰ প্ৰলয় হোক
সঘনে ঘুষিয়ো হৰি হৰি ॥ ৫৬০

---

পদ

শুক স্নিগদতি শুনিয়োক পৰীক্ষিত।
প্ৰাণহত ভৈল বলি পৰিল ভূমিত ॥
জম্ভ নামে দানৱ বলিৰ প্ৰিয় সখি।
সিংহত চড়িয়া ধাইল ক্ষণিকো নাপেখি ॥ ৫৬১
ভয়ঙ্কৰ গদা তুলি বায়ু বেগে ধাইলা।
বাসৱৰ বাহুমূলে কোবেক বৈসাইলা ॥
চোট পায়া পুৰন্দৰে কাম্পে তৰতৰি।
হাতৰ মুঠিৰ বজ্ৰ পৰিল উফৰি ॥ ৫৬২
হেন দেখি জম্ভাসুৰে শৰীৰৰ বলে।
দিলা কোব গদায়ে হস্তীৰ কুম্ভস্থলে ॥
মহাচোটে ঐৰাৱতে ৰুধিৰ উদ্গাৰি।
মূৰ্চ্ছা গৈয়া ভূমিত পৰিলা জানুপাৰি ॥ ৫৬৩
হেন দেখি সাৰথি মাতলি আনি বেগে।
ইন্দ্ৰক যোগাইল দিব্য ৰথ সেহি ছেগে ॥
হাজাৰেক ঘোড়ায়ে বহয়ে যাক বেঢ়ি।
তাত চড়িলন্ত ইন্দ্ৰ ঐৰাৱত এৰি ॥ ৫৬৪
দেখি জম্ভে মাতলিক মাতি প্ৰশংসিল।
তোহোৰ প্ৰসাদে ইন্দ্ৰ দুনাই উপজিল ॥
এহি বুলি সাৰথিক চাইলা ক্ৰোধ দৃষ্টি।
শূল হানি তাহাঙ্ক শালিলা বুক পিঠি ॥ ৫৬৫
চোট পায়া চেতন হৰিল মাতলিৰ।
ধৈৰ্য্যক আলম্বি ভৈল সস্তম্ভ শৰীৰ ॥
আজুৰিয়া পেলাইল গাৰৱ শূল কাঢ়ি।
মাতে পাছে বাসৱক জম্ভে আগ বাঢ়ি ॥ ৫৬৬
প্ৰাণসখি বলিক বধিলি দুৰাচাৰ।
সন্মুখ সমৰে তোৰ সাধো প্ৰতিকাৰ ॥
এহি বুলি অসিপাত খাণ্ডাক উচ্চাই।
থাক থাক বুলি বাসৱক খেদি যায় ॥ ৫৬৭
হেন দেখি আথে বেথে দেৱ পুৰন্দৰে।
হাতৰ খাণ্ডাক কাটিলন্ত ক্ষুৰ শৰে ॥
মাথা বঙ্কাৰিয়া ইন্দ্ৰে থাক থাক বুলি।
জম্ভক বধিবে মনে বজ্ৰ লৈলা তুলি ॥ ৫৬৮
গাৰৱ সন্ধানে হানিলেক দেৱৰাজে।
মহাবেগে দৈত্যৰ পৰিল হিয়া মাজে ॥
জম্ভক ভেদিল বজ্ৰে বাহন সহিতে।
প্ৰাণ ছাৰি দৈত্য পাছে পৰিল ভূমিতে ॥ ৫৬৯
মহা চোটে ভূমি কম্পি কম্পি লৈলা ঠাই।
দেখি দৈত্য কটকৰ নযায় সুপুহায় ॥
মহা শোক ভয়ত দেখন্ত অন্ধকাৰ।
মনে বিমৰিষি বোলে নাহিকে নিস্তাৰ ॥ ৫৭০
দেখি ভৈল পৰম উৎসুক দেৱতাৰ।
শুভ শুভ বুলি সবে পাৰয় জোকাৰ ॥
বাৰে বাদ্য ভণ্ড দণ্ড নুচুৰাৰে তুলি।
ইন্দ্ৰক প্ৰশংসে ধন্য দেৱৰাজ বুলি ॥ ৫৭১
পাছে আৰু তিনি বীৰ দৈত্য মাজে সাৰ।
বল পাক নমুচি প্ৰসিদ্ধ নাম যাৰ ॥
জম্ভ পৰিবাৰ তিনি দেখিলন্ত আগে।
বাসৱক ধাই গৈল মহা মন ৰাগে ॥ ৫৭২
ৰথে চড়ি দৰ্প কৰি ধনুক টঙ্কাৰি।
ইন্দ্ৰক গৰ্জ্জিয়া সবে মাতে গালি পাৰি ॥
কৈক যাইবি দেৱৰাজ আজি মুণ্ড খাইলো।
তোহোৰ প্ৰাণৰ বৈৰী হেৰ আসি ভৈলো ॥ ৫৭৩
জম্ভৰ লগতে তোকো দিলো সয়তৰি।
এহি বুলি ইন্দ্ৰক ঢাকিলে শৰ কৰি ॥
মেঘে যেন বৰিষিলা পৰ্ব্বতক চানি।
দেখি ইন্দ্ৰে উকৰাইলা বায়ু শৰ হানি ॥ ৫৭৪
হেন দেখি কিটাইল দানৱ বীৰ তিনি।
দুনাই বাণ হানিল ইন্দ্ৰক ভিন্নে ভিন্নি ॥
ইন্দ্ৰৰ ৰথৰ ঘোড়া আছে হাজাৰেক।
তাক লাগি মনে বাণ হানিলা ভতেক ॥ ৫৭৫
মুৰ্চ্ছিল ঘোটক শৰ চোটে উঠে বিষ।
ভয়তে এৰিলা সবে যুদ্ধ যে পুৰীষ ॥

পাছে প্ৰহাৰিলা শৰ চাৰি শত মান ।
দুই শতে ইন্দ্ৰৰ ভেদিলা ৰথখান ॥ ৫৭৬
আউৰ দুই শতে সাৰথিক থৈলা শালি ।
বীৰ নাদ কৰয় বাহুত মাৰি তালি ॥
নুমুচিয়ো ধনু ধৰি মাজি গুণগাছি ।
পঞ্চদশ নৰাচ যুৰিলা বাচি বাচি ॥ ৫৭৭
সুৱৰ্ণৰ পুঙ্খ কঙ্ক পাত্ৰে চায়া আছে ।
আকৰ্ণ পূৰিয়া টানি প্ৰহাৰিলা পাছে ॥
বায়ু বেগে বাণ পাছে বাসৱক পাইল ।
হৃদয়ত ফুটি বাণ পিঠিত বজাইল ॥ ৫৭৮
ৰথতে বসিলা ইন্দ্ৰে দেখি তমোময় ।
হেন আকলিয়া তিনি দানৱ দুৰ্জ্জয় ॥
দশোদিশ চানি আতি বৰিষিলা শৰ ।
বাসৱক ঢাকি যেন সাজিলা পঞ্জৰ ॥ ৫৭৯
ভৈলন্ত অদৃশ্য ইন্দ্ৰ ৰথে সমন্বিতে ।
মেঘত লুকাইল যেন প্ৰচণ্ড আদিত্যে ।
পৰম আনন্দ দেখি দৈত্যৰ সেনাৰ ।
পৰিল বাসৱ বুলি দিলেক জোকাৰ ॥ ৫৮০
ত্ৰিদশ দেৱৰ দেখি নযায় নুপুহায় ।
হা ইন্দ্ৰ ভৈল তযু হেনসে বিলায় ॥
সমুদায় জীলো আমি তোমাৰ প্ৰৱন্ধে ।
চক্ষুহীন ভৈলে কি কৰিবে পাৰে অন্ধে ॥ ৫৮১
তুমি অবিহনে আমি সবে মৃতবত ।
আউৰ কোনে ৰাখিবেক দৈত্যৰ হাতত ॥
এহি বুলি কান্দে সবে বিহ্বল স্বভাৱ ।
যেন সাগৰত বাণিজ্যৰ বুৰাই নাৱ ॥ ৫৮২
বিহ্বল দেৱতাগণে নেদেখে উপায় ।
বোলন্ত ইবাৰ ৰাখা গোবিন্দ গোসাই ॥
তোমাৰেসে শৰণীয়া যত দেৱমানে ।
আহি হৰি হেৰা ইন্দ্ৰ মৰি যায় প্ৰাণে ॥ ৫৮৩
ইন্দ্ৰে শ্ৰুতি পাইলা পাছে মাধৱক স্মৰি ।
আটোপে উঠিলা কৰে ঘোৰ বজ্ৰ ধৰি ॥

কাটি ছিণ্ডি দানৱৰ শৰীৰ পাঞ্জৰ ।
ৰথে সমন্বিতে বাজ ভৈলা পুৰন্দৰ ॥ ৫৮৪
অন্ধকাৰ ফেৰি যেন সূৰ্য্য ভৈলা বাজ ।
দশোদিশ প্ৰকাশ কৰন্ত দেৱৰাজ ॥
পৰম আনন্দ দেখি ভৈলা দেৱগণ ।
মৃতক জনৰ যেন আসিল জীৱন ॥ ৫৮৫
ইন্দ্ৰদেৱে দেখন্ত দৈত্যৰ কুলিমালি ।
ডাক দি বোলন্ত অৰে বৰ লাই পাইলি ॥
কাহাৰ আগত আসি কৰ মহ মহ ।
খানিতেক ৰহ আজি ভাঙ্গো তোৰ গহ ॥ ৫৮৬
এহি বুলি ইন্দ্ৰে উপৰক বজ্ৰ তুলি ।
শৰীৰৰ বলে প্ৰহাৰিলা হুউ বুলি ॥
বহি গৈল বজ্ৰ দশো দিশক উচাটি ।
বলৰ পাকৰ শিৰ পেলাইলেক কাটি ॥ ৫৮৭
এক বাৰে মাৰিলা দানৱ দুই বীৰ ।
পৃথিৱী কম্পিয়া পাছে পৰিল শৰীৰ ॥
দেখি দেৱ সেনা ভৈলা পৰম উৎসুক ।
যতেক দানৱ মানে পৰিল নিচুক ॥ ৫৮৮
জ্ঞাতি বধ দেখিয়া নুমুচি মহা বীৰ ।
শোকে অপমানে তাৰ দগধ শৰীৰ ॥
ইন্দ্ৰক বধিবে মনে কৰিয়া যতন ।
শূল ধৰি ধাইল কালান্তক যম সম ॥ ৫৮৯
মহা ভয়ঙ্কৰ শূল বজ্ৰ লোহাময় ।
তাতে আৰি আছে স্বৰ্ণৰ ঘণ্টাচয় ॥
মৰিলি বাসৱ বুলি সম্বৰিয়া টানে ।
হানিল নুমুচি শূল গাৱৰ সন্ধানে ॥ ৫৯০
হেন দেখি নকম্পিল বাসৱ প্ৰচণ্ড ॥
কৰিলা শূলক শৰে হাজাৰেক খণ্ড ॥
থাক থাক বুলি দিয়া আষুলিব ঠাৱ ।
নুমুচিক লাগি বজ্ৰ কৰিলা প্ৰহাৰ ॥ ৫৯১
ঘোৰতৰ বজ্ৰ পৰি নুমুচিৰ স্কন্ধে ।
ফুটাইবাক নপাৰিলা অনেক প্ৰবন্ধে ॥

নিষ্ফল হইয়া আসি পৰিল উফৰি ।
দেখি সুৰপতি আতিশয় গৈল ডৰি ॥ ৫৯২
বিৰস বদনে মনে কৰন্ত বিকল ।
কিনো অসদৃশ বজ্ৰ ভৈলেক বিফল ॥
অমোঘ বজ্ৰক যিটো কৰি মই সখা ।
পৰ্ব্বতৰ পূৰ্ব্বত ছেদিলো সবে পখা ॥ ৫৯৩
মহা বলৱন্ত বৃত্ৰে বৰ দিলে খেদ ।
এহি বজ্ৰে তাহাৰো কৰিলো শিৰশ্ছেদ ॥
সম্প্ৰতি আজিয়ো এহি বজ্ৰগোট ধৰি ।
মাৰিলো অনেক দৈত্য বলি আদি কৰি ॥ ৫৯৪
অমোঘ বজ্ৰৰ নাম শুনি লাগে চঙ্ক ।
সুমুচিক পায়া আজি যেন ভৈল পঙ্ক ॥
আছোক মাৰিবো ছাল নিবিন্ধিল তাৰ ।
নিস্তেজ বজ্ৰৰ আৰ আছোক ধিকাৰ ॥ ৫৯৫
যত যত বৰ মানে মাৰিলো অসুৰ ।
ক্ষুদ্ৰ সুমুচিত আজি বুদ্ধি ভৈল চুৰ ॥
সাগৰক তৰিলো গোখোজে যাও তল ।
এহি বুলি ইন্দ্ৰে মনে কৰন্ত বিকল ॥ ৫৯৬
কৃষ্ণত শৰণ মনে লৈলা শতক্ৰতু ।
ভৈলো নিৰুপায় প্ৰভু সুমুচিৰ হেতু ॥
আপদৰ বান্ধৱ কৰিয়ো পৰিত্ৰাণ ।
তুমি পিতা মাতা দেৱতাৰ জীৱ প্ৰাণ ॥ ৫৯৭
কহিয়ো উপায় প্ৰভু কোন কৰ্ম্ম কৰো ।
সুমুচি সাগৰে আবে কেনমতে তৰো ॥
এহি বুলি মৌন ভৈল সহস্ৰ লোচন ।
সেহি বেলা শুনিলেক আকাশী বচন ॥ ৫৯৮
ব্ৰহ্মাত পাইলন্ত বৰ সুমুচি পূৰ্ব্বত ।
নাহিকে মৰণ আৰ অস্ত্ৰত শস্ত্ৰত ॥
শুখানতো নমৰে তিতাতো মৃত্যু নাই ।
ইহাৰ মৰণ আবে চিন্তিয়ো উপায় ॥ ৫৯৯
হেন শুনি বাসৱৰ ধাতু নাৰি আইলা ।
তুহি তিতা শুখাৰ বস্তুক খুজি পাইলা ॥
পৰম উৎসুকে পাছে ইন্দ্ৰ মহাজন ।
মুঠি কৰি ধৰিলন্ত সাগৰৰ ফেণ ॥ ৬০০
সুমুচিক লাগি প্ৰহাৰিলা মন্ত্ৰ পঢ়ি ।
ভেদিলেক দৈত্যৰ হৃদয় ফেণ পৰি ॥
পৃথিবীত পৰিল আছাৰে হাত ভৰি ।
মৰিল সুমুচি থাকিলন্ত দান্ত তৰি ॥ ৬০১
লোমো নললৰিল যাৰ বজ্ৰৰ সন্ধানে ।
বৰৰ ছিদ্ৰত ফেণ মুঠি গৈল প্ৰাণে ॥
দেখি দেৱগণে ৰঙ্গে কৰে শুভ শুভ ।
বাসৱক প্ৰশংসিয়া শিৰে সিঞ্চে দুৰ্ব্ব ॥ ৬০২
বাৰে বাদ্য ভণ্ড সুশুনিয় মাত বোল ।
জয় ইন্দ্ৰ বুলি চতুৰ্ভিতি কৰে ৰোল ॥
নাচে অপেশ্বৰা গাৱে বাৱে বিদ্যাধৰে ।
বৰিষিলা পুষ্প সিদ্ধ মুনি নিৰন্তৰে ॥ ৬০৩
হেন দেখি পৰম উৎসাহ দেৱগণ ।
কুবেৰ বৰুণ অগ্নি আদিত্য পৱন ॥
দশ দিগপাল আনো সেনা আছে যত ।
একেবাৰে ধাইল আসি সেহি সময়ত ॥ ৬০৪
দানৱগণত লগাইলেক ধসমসি ।
ছেদে ভেদে খেদে অস্ত্ৰ ধৰি মাজ পশি ॥
মাৰে হানে ঘোৰ শৰ ছিণ্ডে কাৰো গাণ্ডী ।
অস্ত্ৰ ধৰি পেট পিঠি শালে কাৰো কাণ্ডি ॥ ৬০৫
কাহাৰ মাথাত খাণ্ডা তুলি কোব মাৰে ।
দুই ছিৰা কৰি যেন ভিম্বকেসে ফাৰে ॥
প্ৰমত্ত হস্তীক গাণ্ডী মুণ্ড বেলগাৰে ।
পদাতিক মানে মূলা হেন চকলাৰে ॥ ৬০৬
বিষ্ণুৰ প্ৰসাদে দেৱ পৰম নিৰ্ভয় ।
দানৱগণক বেঢ়ি কৰন্ত প্ৰলয় ॥
এৰাইবে নাপাৰি যতেক দৈত্য সঙ্ক ।
বিহ্বল স্বভাৱে মহাভয়ে দিলে ভঙ্গ ॥ ৬০৭
অস্ত্ৰ শস্ত্ৰ যন্ত্ৰ এৰি ৰণত হতাশে ।
মৰো জাও কৰি সবে পলাই মহা ত্ৰাসে ॥

নিদাৰুণ দেৱগণে নছাৰন্ত লাগ।
হৰিণক দেখি যেন যায় খেদি বাঘ॥ ৬০৮
ভুগ্ণা ৰণচণ্ডী বুলি কতো মাথা ছেদে।
হাতৰ এৰাৰে যিটো তাকো কতো খেদে॥
বনত লুকারে কতো আনন্ত বিচাৰি।
খাসিক মাৰন্ত যেন ঘাৰক মুচৰি॥ ৬০৯
এহিমতে দানৱ পৰিল নাহি সংখ্যা।
খেদিয়া মাৰন্ত কাকো নকৰয় ৰক্ষা॥
পিঠি পায়া অসুৰৰ নছাৰন্ত পাছ।
লীলায়ে মাৰন্ত যেন উজানৰ মাছ॥ ৬১০
ব্ৰহ্মায়ে দেখন্ত দৈত্য সৃষ্টি হোৱে নষ্ট।
নাৰদক মাতিলা মনত কৰি কষ্ট॥
চলিয়োক পুত্ৰ ঝাণ্টে বোলা দেৱতাক।
ৰাখোক দৈত্যক যেবে মোৰ শুনে হাক॥ ৬১১
হেন শুনি নাৰদ আসিলা তাৰক্ষণে।
নিবাৰিলা ত্ৰিদশক ব্ৰহ্মাৰ বচনে॥
নামাৰা দৈত্যক যিবা আছে অৱশেষ।
তুমি সবে মানা যেবে ব্ৰহ্মাৰ আদেশ॥ ৬১২
ভুঞ্জিলা অমৃত সাধিলাহা নিজ কাজ।
বিষ্ণুৰ প্ৰসাদে অব্যাহতে পাইলা ৰাজ॥
লাগেমানে দানৱৰ সাধিলাহা মান।
যুদ্ধ এৰি যায়ো আৰে আপোনাৰ থান॥ ৬১৩
নাৰদৰ বচন ত্ৰিদশে শুনিলন্ত।
দানৱক এৰি সবে ভৈলা উপশান্ত॥
পৰম উৎসুকে সবে ভৈলা এক ঠাই।
জয়ক সাধিলা সবে কৃষ্ণৰ কৃপায়॥ ৬১৪
অনন্তৰে বাসৱে অমৃত বৃষ্টি কৰি।
জীৱাইলা যতেক দেৱ সেনা আছে মৰি॥
তেতিক্ষণে জোৱা গৈল গাণ্ডী মুণ্ডে লাগি।
উঠি উঠি বসে যেন মুৰুটিৰ জাগি॥ ৬১৫
ঐৰাৱতে চড়ি ইন্দ্ৰে দেৱতাৰ নাহে।
স্বৰ্গক চলিলা গৈলা পৰম উৎসাহে॥
দিব্য শ্বেত ছত্ৰ শিৰে ধৰিলন্ত তুলি।
ধৱল চামৰে দুই পাশে যাই ঢুলি॥ ৬১৬
সিদ্ধ মুনিগণে পঢ়ে সুমঙ্গল মন্ত্ৰ।
কিন্নৰে বজায় নানাবিধ দিব্য যন্ত্ৰ॥
চতুৰ্ভিতি বেঢ়ি দেৱে তুলি ছত্ৰ দণ্ড।
আগে পাছে অসংখ্যাত বাৱে বাদ্য ভণ্ড॥ ৬১৭
মুখ্য মুখ্য গন্ধৰ্ব্বে আগত গাৱে গীত।
বাচি বাচি লগে অপেশ্বৰা কৰে নৃত্য॥
বৰ বৰ বিদ্যাধৰে বজাৱে মৃদঙ্গ।
ত্ৰিদশ সেনাত গৈয়া ভৈলা মহাৰঙ্গ॥ ৬১৮
পৰম আনন্দে ইন্দ্ৰে পাইলা অমৰাৱতী।
মঙ্গল আচাৰ কৰাইলন্ত বৃহস্পতি॥
শচী সমন্বিতে পাছে প্ৰবেশিলা ঘৰ।
ভৈলা কৃতকৃত্য পাছে দেৱ পুৰন্দৰ॥ ৬১৯
বাসৱৰ অনুমতি পায়া দেৱমানে।
দশ দিকপাল গৈল স্বকি স্বকি স্থানে॥
পৰম উৎসুকে কেৰে কৰে গীত নাট।
কৃষ্ণৰ প্ৰসাদে সবে খণ্ডিলা লালাট॥ ৬২০
একচিত্তে কৰে যিটো হৰিত ভকতি।
হেন জানা কৈতো নাহি তাহাৰ দুৰ্গতি॥
হৰি হৰি বুলি যিটো সদা পাৰে ডাক।
মাধৱৰ চক্ৰে আসি ৰক্ষা কৰে তাক॥ ৬২১
হেন জানি হৰি চিন্তা যাৰ আছে বুদ্ধি।
সংসাৰ ব্যাধিত জানা হৰিসে আসুধি॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
বোলা হৰি হৰি হোক সবাৰো মুকুতি॥ ৬২২

---

ছবি

শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
যেবে দেৱগণ স্বৰ্গে গৈলা।
হতশেষ দৈত্য মানে এগুটি দুগুটি কৰি
সবে আসি এক স্থান ভৈলা॥

দেৱতাসবক ভৰে কথা কহে ঠাৰে ঠাৰে
সবাকো বিচাৰি ফুৰি ফুৰি।
নিৰেখি নিৰেখি চায়ে গাণ্ডী মুণ্ড হাড় পায়ে
তাক তুলি লয়ে সাঙ্গি কৰি ॥ ৬২৩
বলিক পাইলেক চিনি ৰথত তুলিলা আনি
পশ্চিম দিশক লৈয়া যায়।
পিম্পৰাৰো নাহি সাৰি শোকে প্ৰাণ যায় ছাৰি
কান্দে মৃতকক চাই চাই ॥
হা বিধি কিনো ভৈল একেবাৰে অস্ত গৈল
যত বৰ বৰ দৈত্যজাক।
ৰিবা জীয়া সিয়ো মৰা দেৱৰ হাতৰ পৰা
আউৰ কোনে ৰাখিবে আমাক ॥ ৬২৪
পলাইবাৰো নাহি পুৰি আবেসে ভাৱনা চুৰি
ভৈল আসি দানৱ প্ৰজাৰ।
গৈল সবে দিন কাল আৰ নেদেখিবো ভাল
এহি বুলি কৰে হাহাকাৰ ॥
মৰা বান্ধৱক দেখি লোতকে পূৰিল আখি
শোক ভয়ে দেখে তিৰিমিৰি।
হিয়া পোৰে ভকভকি কান্দি যায় মকমকি
কতো বেলি পাইলা অস্তগিৰি ॥ ৬২৫
মৃতকসবক মানে থৈলা সবে থানে থানে
অসুৰপুৰত জান দিল।
শুনি দানৱৰ নাৰী কান্দে হিয়ে ভুকুয়াৰি
ক্ৰন্দনৰ উৰ্ম্মি উথলিল ॥
যুদ্ধত পৰিল বলি কান্দে পাছে বিন্ধ্যাৱলী
দশোদিশে দেখে অন্ধকাৰ।
নিচালে ভূমিত পৰি মূৰ্চ্ছা গৈলা পটেশ্বৰী
নাৰীগণে কৰে হাহাকাৰ ॥ ৬২৬
শিৰত শিতল পানী বিচনী চামৰ আনি
কতোক্ষণে আছিলা নিচুকি।
[illegible] শোক শেলে মাৰে খুই
আপোনাৰ বুলি দেই উকি ॥

হৃদয়ত মাৰে মুঠি ঢাত ঢাত পৰে উঠি
যেন ভৈল বিহ্বল স্বভাৱ।
মোক কৰি নিমাখিতী কৈক গৈলা প্ৰাণপতি
এহি বুলি কৰে আৰ্ত্তৰাৱ ॥ ৬২৭
হৰি হৰি প্ৰভুদেৱ ত্ৰিজগতে কৰে সেৱ
দিব্য সিংহাসনে থাকা বসি।
শিৰে শ্বেত ছত্ৰ তোলে ধৱল চামৰে ঢোলে
দানৱৰ ইন্দ্ৰ মহাযশী ॥
যতেক দেৱতাৰাশি ঘৰতে খাটিল আসি
ভয়তে কাম্পয় তৰতৰি।
হেন প্ৰভু হৰুৱাই কাহাক থ্যাকিবো চাই
স্বামী সঙ্গে যাইবো সয়তৰি ॥ ৬২৮
এহি বুলি পটেশ্বৰী লৰিলা ক্ৰন্দন এৰি
লগত যাইবাক সবে সাজে।
সহস্ৰ সংখ্যাক চেৰী আগে পাছে যাই বেঢ়ি
লগত লৰিল সামৰাজে ॥
দাৰুণ সন্তাপ পাই সমস্তে কান্দন্তে যাই
মহাশোক শেলে আছে শালি।
কাৰো গাৱে মৰ্ম্ম চড়ে যাহন্তে পথত পৰে
কতো তুলি নেই আঙ্কোৱালি ॥ ৬২৯
কাহাৰো জমক উঠে শোকে যেন হিয়া ফুটে
পুত্তি পুত্ৰ বুলি দেই উকি।
বহয়ে নেত্ৰৰ জল কান্দিতে ভাগিল গল
অধোমুখে চলয় ঢাকুৰি ॥
কাহাৰো চেতন হৰে আতি চলো পলো কৰে
শোকে দুখে দেখে তিৰিমিৰি।
এহিমতে কান্দিকাটি গাৱে লাগে ধূলি মাটি
পাইলা গৈয়া সবে অস্তগিৰি ॥ ৬৩০
প্ৰাণ এৰি দৈত্যৰাজ পৰি আছা ৰণ মাজ
দেখিলা প্ৰত্যক্ষে বিন্ধ্যাৱলী।
মৃতকক ভেট ভৈল দুনাই কান্দিবাক লৈল
গৈলা আন্তি ৰোলেক উথলি ॥

স্বামীৰ গলত ধৰি মুখত চুম্বন কৰি
গুণ বৰ্ণাই কান্দিলা অশেষ।
আপোনাক দঢ়াই পাছে যত পাত্ৰ মন্ত্ৰী আছে
কৰিলন্ত সবাকো আদেশ ॥ ৬৩১
অগৰু চন্দন কাষ্ঠে চিতা সাজিয়োক ঝাণ্টে
স্বামীৰ লগতে এৰো প্ৰাণ।
হেন শুনি পাত্ৰ লোক এৰিয়া ক্ৰন্দন শোক
নিৰ্ম্মিলা তেখনে চিতাখান ॥
হাতে আম ডাল ধৰি সুমৰন্ত দেৱ হৰি
সিঞ্চিলন্ত কনক অঞ্জলি।
অনেক মাঙ্গল্য কৰি স্বামীক সাৰটি ধৰি
চিতাত উঠিলা বিন্ধ্যাৱলী ॥ ৬৩২
সেহি বেলা শুক্ৰ ঋষি আছিলা বনত পশি
মহাত্ৰাস হুয়া ঘোৰ ৰণে।
দেৱতাৰ নাহি সাৰি ধীৰে ধীৰে কাঢ়ে ভৰি
বনৰ বজাইলা তাৰক্ষণে ॥
আসি পাইলা আথে বেথে কথা শুনিলন্ত পথে
বিন্ধ্যাৱলী যাবে স্বামীলগে।
আবেসে বুৰিল বুলি ভুনি উপৰক তুলি
দিলন্ত লৱৰ আতি বেগে ॥ ৬৩৩
বিদুৰতে দিলা ৰাৱ ৰহা মহা দৈত্য মাৱ
জীয়াইবো এখনে স্বামী তোৰ।
হেন কি তোমাৰ বুদ্ধি মৰাহা কাহাত সুধি
ক্ষণেকে সমুলি বুৰে মোৰ ॥
দৈত্যগুৰু এহি বুলি বলিক অনাইলা ভুলি
শয্যা পাৰি থৈলা মহীতলে।
শুদ্ধ হুয়া বিষ্ণু স্মৰি শুক্ৰে সঞ্জীৱনী কৰি
তেখনে জীয়াইলা মন্ত্ৰ বলে ॥ ৬৩৪
শৰীৰত প্ৰাণ আইল বলিয়ো চেতন পাইল
বসিলা নিদ্ৰাৰ যেন জাগি।
দেখি ৰঙ্গে বিন্ধ্যাৱলী আথে বেথে গৈলা চলি
পৰিলা গুৰুৰ পাৱে লাগি ॥

দিলা বাপ স্বামী দান আৰ কিবা সাধো আন
দুনাই উপজিলা দৈত্যেশ্বৰ।
হেন জানো পাইলো প্ৰাণ শুজিবে নোৱাৰো গুণ
সঙ্গে হুয়া সহস্ৰ বৎসৰ ॥ ৬৩৫
বলিয়ো বিনয় ভাবে নমিলা শুক্ৰৰ পাৱে
থাকিলন্ত মহা কৌতুহলে।
আনো যত মৰা দৈত্য পৰি পৰি আছে তৈত
সবাকো জীয়াইলা মন্ত্ৰবলে ॥
শৰীৰত আইল প্ৰাণ উঠি দেই সমিধান
পৰ্ব্বতত পৰি আছো কিক।
উঠিয়োক দৈত্যপতি যাবো গৈয়া অমৰাৱতী
দেৱতে হাৰিবো ধিক ধিক ॥ ৬৩৬
হেন শুনি দৈত্যপতি মহন্ত পুৰুষ আতি
সবাকো বুলিলা হেন বাক।
অশাশ্বত জয় ভঙ্গ আত নকৰিবা খঙ্গ
কালক্ৰমে জিনিলে আমাক ॥
যুদ্ধৰ সময় হুই যৈসানি সুদিন হুই
আৰকা জিনিবো হেন জানা।
দেৱগণ যাইব কই আসা থাকো ঘৰে গই
আমাৰ আদেশ যেবে মানা ॥ ৬৩৭
শুক্ৰে বোলে হেন হুই যুদ্ধৰ সময় হুই
নিৰন্তৰে যায়োক গৃহক।
আপেক্ষিয়ো কতো কাল যেবে দিন হোৱে ভাল
দুনাই সবে জিনিবা দেৱক ॥
ৰাজাৰ শুক্ৰৰ বাণী শুনি সবে অনুমানি
উঠি সবে দুইকো প্ৰশংসিলা।
ভাৰ্গৱক আগ কৰি দৈত্যেন্দ্ৰক অনুসৰি
পাতাল পুৰত প্ৰবেশিলা ॥ ৬৩৮
গৈলা সবে ঘৰাঘৰি ত্ৰিদশৰ যুদ্ধ এৰি
হাত কোট কৰে দৈত্যলোক।
নাহি একো সুখ শান্তি থাকে সবে ভাবি গাঁথি
কৈসানি জিনিবো দেৱতাক ॥

সৰ্ব্বজন বলিবায় মহাপৰাভৱ পাই
নকৰিলা কিছু নিৰুৎসাহ।
ধৰ্ম্ম পথ অনুসৰি থাকিলন্ত ধৈৰ্য্য ধৰি
দানৱ কুলৰ নিজ নাহ॥ ৬৩৯
নমো দামোদৰ দেৱ চৰণত কৰো সেৱ
দণ্ডৱতে পৰি শতবাৰ।
অষ্টম স্কন্ধৰ তথা অমৃত মথন কথা
পদবন্ধে কৰিলো প্ৰচাৰ॥
শুনিয়োক সৰ্ব্বলোক কলিত মুকুতি হোক
কৰিয়োক কৃষ্ণত ভকতি।
এৰা আল জাল কাম ডাকি বোলা ৰাম ৰাম
খণ্ডি যাউক সবাৰো দুৰ্গতি॥ ৬৪০

---

শ্ৰীকৃষ্ণৰ মোহিনী ৰূপ ধাৰণ আৰু
হৰৰ মোহ প্ৰাপ্তি

পদ

পৰীক্ষিত ৰাজাত বদন্তি মুনি শুকে।
কৃষ্ণ কথা কহো শুনা পৰম উৎসুকে॥
বিপৰীত শ্ৰীমায়া দেখি মাধৱৰ।
শুনা যেনমতে কামাতুৰ ভৈলা হৰ॥ ৬৪১
শুনিলন্ত হৰে পাছে কথা বিপৰীত।
স্ত্ৰী ৰূপ ধৰি হৰি হৰিলা অমৃত॥
দেৱক ভুঞ্জাইলা দানৱৰ আশা ভঙ্গ।
শুনি ত্ৰিনয়নৰ মনত মহা ৰঙ্গ॥ ৬৪২
আনন্দে দেখিবো বিষ্ণু যেন ভৈল নাৰী।
এহি বুলি বৃষভত চড়ি ত্ৰিপুৰাৰি॥
লগ লাগি গৌৰীয়ো বসিলা স্বামী কাছে।
দেখি নন্দি আদি কৰি যত ভৃত্য আছে॥ ৬৪৩
কৈলাসক চাকি সবে বজাৱে নিশান।
দণ্ড ছত্ৰে বাদ্যে ভণ্ডে ধৰিলা যোগান॥
আকাশৰ পথে গৌৰীনাথ গৈলা লৰি।
বিষ্ণুৰ পুৰক আন্টাইলেক বৰদৰি॥ ৬৪৪
বৃষভৰ নামি হৰ আৰো গৌৰী মাৰ।
বিষ্ণুক সাদৰি দুয়ো ভৈলা ভূমি পাৰ॥
মাধৱৰ মন্দিৰক দূৰতে আকলি।
প্ৰণামিয়া শঙ্কৰে কৰিলা কৃতাঞ্জলি॥ ৬৪৫
ৰত্নৰ মন্দিৰে সুৱৰ্ণৰ সিংহাসনে।
কৰন্ত প্ৰকাশ বসি প্ৰভু নাৰায়ণে॥
সুনন্দ কুমুদ নন্দ পাৰিষদগণে।
চতুৰ্ভিতি বেঢ়ি সেৱে কৃষ্ণৰ চৰণে॥ ৬৪৬
জগত জননী লক্ষ্মী আছন্ত উপাসি।
শঙ্কৰক দেখি হৰি তুলিলন্ত হাসি॥
বসিবাক লাগি দিলা বঢ়ায়া আসন।
সভাৰ্য্যে বসিলা পাছে দেৱ ত্ৰিনয়ন॥ ৬৪৭
আদৰিলা হৰি যেন বিধি ব্যৱহাৰ।
কৰিলা পাৰ্ব্বতী সমে শিৱক সৎকাৰ॥
শঙ্কৰে কৰিলা হৃষীকেশক সেৱলি।
আৰম্ভিলা স্তুতি পাছে কৰি কৃতাঞ্জলি॥ ৬৪৮
নমো নমো মাধৱ বিধিৰ বিধি দাতা।
তুমি জগতৰ পতি তুমি পিতামাতা॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক॥ ৬৪৯
তুমি কাৰ্য্য কাৰণ সমস্তে চৰাচৰ।
সুৱৰ্ণে কুণ্ডলে যেন নাহিকে অন্তৰ॥
তুমি পশু-পক্ষী সুৰাসুৰ তৰুতৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিন্ন ভিন্ন॥ ৬৫০
তোমাৰেসে মায়ায়ে মোহিত সৰ্ব্বক্ষণে।
তুমি আত্মা তোমাক নজানে অজ্ঞজনে॥
সমস্তে ভূতৰ তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত॥ ৬৫১
তুমিসে কেৱলে সত্য মিছা সবে আন।
জানি জ্ঞানীজনে কৰে হৃদয়ত ধ্যান॥
নবাঞ্ছোহো সুখ ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি॥ ৬৫২

মুখে লউক নাম মোৰ কৰ্ণে তব কথা ।
হৃদয়ত পাদ-পদ্ম থাকোক সৰ্ব্বথা ॥
বৈষ্ণৱৰ সঙ্গ সুগুচোক সৰ্ব্বক্ষণ ।
এতেক প্ৰসাদ মাগো তোমাৰ চৰণ ॥ ৬৫৩
যি কাৰ্য্যে আসিলো শুনা গোচৰ আমাৰ ।
দেখি আছো তোমাৰ বিস্তৰ অৱতাৰ ॥
সম্প্ৰতি ধৰিলা প্ৰভু যিটো নাৰীবেশ ।
তাহাক দেখিবে লাগি আইলো হৃষীকেশ ॥ ৬৫৪
যিটো নাৰীবেশে সবে মুহিলা দানৱ ।
দেৱবো অমৃত পান সাধিলা মাধৱ ॥
সিটো নাৰীবেশক দেখিবে অভিলাষে ।
কৌতুহলে সভাৰ্য্যে আসিলো তযু পাশে ॥ ৬৫৫
ভৃত্য হেন বুলি প্ৰভু যেবে আছে দায়া ।
দেখায়ো আমাক কেনমত নাৰীমায়া ॥
ভকতৰ মনোৰথ কৰিয়ো পূৰণ ।
হেন শুনি হাসি মাতিলন্ত নাৰায়ণ ॥ ৬৫৬
দৈত্যে নিলে অমৃত দেৱৰ দেখি ক্লেশ ।
সি কাৰণে শঙ্কৰ ধৰিলো নাৰীবেশ ॥
কামুক জনৰ তাত মহা কৌতুহল ।
তুমি মহা যোগীৰ দেখিবে কোন ফল ॥ ৬৫৭
মোৰ নাৰীমায়া সৰ্ব্ব মায়াত কুৎচিত ।
মহা সিদ্ধ মুনিৰো কটাক্ষে মোহে চিত্ত ॥
দৰশনে কৰে সবে তপ জপ ভঙ্গ ।
হেন জানি কামিনীৰ ত্যজা এবে সঙ্গ ॥ ৬৫৮
ইটো স্ত্ৰী মায়াক দেখিবে কোন কাৰ্য্য ।
তুমি লাজ ভৈলে হাসিবেক সামৰাজ ॥
এতেকেসে বোলো বাক্য শুনা পশুপতি ।
হেন শুনি হাসি বোলে ৰবিত জগতি ॥ ৬৫৯
মহা যোগবলে নিজ কৰি আছো কায়া ।
ব্ৰহ্মময় দেখো কি কৰিবেক পাৰে মায়া ॥
যদি আমাৰ তোমাৰ আৰ শঙ্কা নাই ।
মাধবে মাতন্ত পাছে শঙ্কৰক চাই ॥ ৬৬০

দেখাইবো তোমাক আজি মায়া স্ত্ৰীৰূপ ॥
এহি বুলি অন্তৰ্দ্ধান ভৈলা হৃষীকেশ ॥
আগতে নাহিকে হৰি গৈল কোন ভিতি ॥
চৌভিতিক চান্ত হৰে পাৰ্ব্বতী সহিতি ॥ ৬৬১
কতো বিদুৰক নিহালন্ত জগজীৱ ।
চাপৰি চাহন্ত কতো দেৱ সদাশিৱ ॥
উঠন্ত বৈসন্ত মাত্ৰ কৰে উসমিস ।
কৈক গৈলা হৰি একো নপান্ত উদ্দিশ ॥ ৬৬২
এহিমতে চান্ত হৰে আকুল স্বভাৱে ।
ভণিলা শঙ্কৰে মাধৱৰ দুই পাৱে ॥
শুনা সৰ্ব্বজনে ইটো ভাগৱত পদ ।
বোলা হৰি হৰি ডাকি গুচোক আপদ ॥ ৬৬৩

---

উপবন বৰ্ণনা

দুলড়ী

পাছে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান ।
ফল ফুল ধৰি জকমক কৰি
আছে যত বৃক্ষমান ॥
শিৰীষ সেউতী তমাল মালতী
পাৰিজাত যূথি জাই ।
বকুল বন্ধুলী আছে ফুলি ফুলি
তাৰ সীমা সংখ্যা নাই ॥ ৬৬৪
শেফালী নেৱালা পলাশ পাৰুলী
লবঙ্গ বাগী গুৱাল ।
কৰবীৰ বক কাঞ্চন চম্পক
ফুল ভৰে প্ৰায় ডাল ॥
কন্দোৰ কৰবী কদম বাকুলী
নাগেশ্বৰ সূৰ্য্যকলা ।
অশোক আদাৰ চেনা কদম্ব
[illegible] ॥ ৬৬৫

কুন্দ কুৰুবক কেতকী টগৰ
গন্ধে মোহে বহু দূৰ।
গুটিমালী ভেশ্টি ৰঙ্গীন বেৰ্‌তী
মকুয়া মাধৈ ধুস্তুৰ ॥
চন্দন অগৰু দিব্য কল্পতৰু
দেৱদাৰু পদ্মবাসি।
প্ৰতি গাছে গাছে ভিগুৱা বান্ধি আছে
সুৱৰ্ণ মাণিকে খচি ॥ ৬৬৬
মণি মৰকত স্থলী নানামত
দীপ্তি কৰে তাৰ কাছে।
মহা মনোহৰ দিব্য সৰোবৰ
তাৰ মাজে মাজে আছে ॥
চাৰিয়ো কাষৰে প্ৰৱাল বাথৰে
বান্ধিলা বিচিত্ৰ কৰি।
বৈদূৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মৰকত থাট খৰি ॥ ৬৬৭
সুৱৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঙ্গি।
শোভে চক্ৰবাক ৰাজহংসজাক
মৃণাল ভুঞ্জে উভঙ্গি ॥
কোঙা কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয় ভাবে।
অমৃত সমান জল কৰি পান
তেজে সুললিত ৰাৱে ॥ ৬৬৮
চাৰিও পাৰত দিব্য পুষ্প যত
গন্ধে দশোদিশ বাসে।
অনেক ভ্ৰমৰে বেড়িয়া গুঞ্জৰে
মধুপান অভিলাষে ॥
যত দিব্য পক্ষী কল ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
কামে কলা যায় ॥ ৬৬৯

ছবি

হেন মহা উপবন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষ্মী সম নোহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা খেৰি খেলে দুয়ো হাতে ॥
তপ্ত সুৱৰ্ণৰ সম জ্বলে দেহ নিৰুপম
ললিত বলিত হাত পাৰ।
চক্ষু কমলৰ পাসি মুখে দেখি অল্প হাসি
সঘনে দৰশে কাম ভাৰ ॥ ৬৭০
ঊৰ্দ্ধক ক্ষেপন্ত ভণ্টা কৰন্ত কটাক্ষ ছটা
লীলা গতি দেখাই ফুৰে পাক।
সোলকে উচ্চল খোপা খসে পাৰিজাত থোপা
বাম হাতে সম্বৰন্ত তাক ॥
কৰ্ণৰ কুণ্ডল দোলে স্তন হলফল কৰে
গলে ৰত্নমালা ঝিকি পাৰে।
সুৱৰ্ণ কঙ্কণ ধ্বনি কৰে কণঝুনু শুনি
প্ৰকাশে হৃদয় হেমহাৰে ॥ ৬৭১
কণ্ঠে লৰে সাতসৰি লয়লাসে কাঢ়ে ভৰি
আগবাঢ়ি পাছে গুচি যান্ত।
পিন্ধি শাৰী খোণ্টাজালি যেন মৈৰা কৰে চালি
হৰক কটাক্ষ কৰি চান্ত ॥
দৰশান্ত কাষপিঠি খনো হাসে সম দৃষ্টি
চাহি লাজে চান্ত চক্ষু মুদি।
ভ্ৰমন্ত অনেক ভাৱে উৰুৱায়ে বস্ত্ৰ বায়ে
উচ্চ কুচ কুম্ভ হোৱে উদি ॥ ৬৭২
কঙ্কালে কিঙ্কিণী বাজে চৰণ কমল মাজে
ৰত্নৰ নূপুৰ কণ ঝুন।
হালে কৃশ মধ্যদেহ সংসাৰ মোহিনী বেশ
একো অঙ্গে নাহি খতি গুন ॥
মুখ চন্দ্ৰ সম শোভে পদ্মৰ সুৰভি লোভে
বেঢ়ি মধুকৰে কৰে ৰোল ॥

শৰীৰৰ লাস বেশ নেত্ৰৰ কটাক্ষ ঠেস
দেখি শম্ভু আতি ভৈলা ভোল ॥ ৬৭৩
পূৰ্ব্ব শত্ৰু হেন জানি কামদেৱে বাণ হানি
মনক মৰ্দ্দিল মহেশ্বৰ ।
নাহি শ্ৰুতি বুদ্ধি জ্ঞান কামানলে দহে প্ৰাণ
লাজ কাজ এৰিলা শঙ্কৰ ॥
সবে জ্ঞান যোগ গৈল কন্যাক মাতিবে লৈল
প্ৰাণেশ্বৰী চাপ মোৰ কাষ ।
আযাৰেক মাত মোক জন্মৰ সফল হোক
দেখি থাকো তোৰ লয়লাস ॥ ৬৭৪
আৰ কি তোমাত বাজ মোক্ষতো নাহিকে কাজ
আৰ কোন ছাৰ স্বৰ্গ সুখ ।
তুমি বিনা নাহি আন তুমি মোৰ যোগ ধ্যান
থাকিবো তোমাৰ চাহি মুখ ।
পাশ চাপ দেও চুমা কি কৰিবে পাৰে উমা
শুনা প্ৰাণেশ্বৰী মোৰ বাক ।
মদনে তাপিত মন নাহি কিছু শ্ৰুতি জ্ঞান
পাসৰিলা কাষতে উমাক ॥ ৬৭৫
যত আছে ভূতগণ কাহাতো নেদন্ত মন
কেৱলে কন্যাতে মাত্ৰ হিয়া ।
স্বামীৰ দেখিয়া ভাব হাসন্ত পাৰ্ব্বতী মাব
চাপৰি মুখত বস্ত্ৰ দিয়া ॥
আনো যত অনুচৰ লাজে ভৈলা নিৰন্তৰ
শঙ্কৰৰ দেখি হেন কাম ।
শুনা সভাসদ লোক কলিত সুমতি হোক
ডাকি সবে বোলা ৰাম ৰাম ॥ ৬৭৬

---

পদ

শুক নিগদতি শুনিয়োক ৰাজা পাছে ।
হৰক মুহিয়া কন্যা এহিমতে আছে ॥
ভণ্টাখেলি খেলাওন্তে হাতৰ পৰা পৰি ।
গৈলা গুটি পাছে ধাওন্তে লুবুব উকৰি ॥ ৬৭৭
তাক লাগি খেদি কন্যা বেগ ধৰি যায় ।
কটিৰ বসন বায়ু নিলা উৰুৱায় ।
ভৈল তনু উদাস বেকত গুপ্ত অঙ্গ ।
লাজে আঁঠু সাৰটি কৰন্ত অঙ্গ ভঙ্গ ॥ ৬৭৮
হুয়া কুজী জুমুৰি অঙ্গক হাতে ঢাকে ।
লাজে চক্ষু মুদি কতো অধোমুখে থাকে ॥
আৰ হুইবে লাগি ওচৰত নাই গাছ ।
হাস্য কৰি কতো টৈৰ কৰি চান্ত পাছ ॥ ৬৭৯
দৰশান্ত ভাব শঙ্কৰৰ মোহ হেতু ।
দেখিল কন্যাৰ গুপ্ত অঙ্গ বৃষকেতু ॥
ভৈলন্ত বিমোহ মন মদনে দহয় ।
পাৰ্ব্বতীক লাগি এৰিলন্ত লাজ ভয় ॥ ৬৮০
অগ্নিৰ সংযোগে যেন উতলিলা ঘৃত ।
দুস্সহ মদন বাণে তনু জৰ্জ্জৰিত ॥
একো নেদেখন্ত কামাতুৰ ভৈলা হৰ ।
কন্যাক ধৰিবে মনে দিলেক লৰৰ ॥ ৬৮১
খট মট কৰি বাজে গলে মুণ্ডমাল ।
কঙ্কালৰ সুলকি পৰিল বাঘ ছাল ॥
ভৈল উলঙ্গট তাক নচাৰে চাপৰি ।
দেখি পলাইবাক লৈলা কন্যায়ো লৰৰি ॥ ৬৮২
হাসি লাজে আৰ হন্ত ইগাছে সিগাছে ।
ভোল হুয়া শঙ্কৰে খেদন্ত পাছে পাছে ॥
হস্তিনীক যেন মত্ত হস্তী যায় খেদি ।
পলান্ত সুন্দৰী শঙ্কৰক লাগ নেদি ॥ ৬৮৩
প্ৰাণ যায় শঙ্কৰৰ কাম উত্তপাতে ।
মহাবেগে খোপাত ধৰিলা বাম হাতে ॥
বহ প্ৰাণেশ্বৰী বুলি কৰি আলিঙ্গন ।
মহা কাম ভোলে দিলা মুখত চুম্বন ॥ ৬৮৪
আৰি মুৰি কৰে কন্যা নাথাকে থমকি ।
বাহুৰ মাজৰপৰা পৰিলা হুসকি ॥
ঢুনাই লৰৰ দিলা বিমুক্ত কেশে ।
পাছত খেদন্ত হৰে উলঙ্গট বেশে ॥ ৬৮৫

পাকে ঘূৰৰন্তে যান্ত শৰীৰ দেখাই ।
খনো আৰ হন্ত কন্যা হাসি মুচুকাই ॥
খনো ঘন স্তন ভাৰ ছলে দেখাই যান্ত ।
বহ বহ বান্ধৈ বুলি শঙ্কৰে চেঞ্চান্ত ॥ ৬৮৬
নাহি শ্রুতি বুদ্ধি যেন বাতুল লক্ষণ ।
নাৰীময় দেখন্ত সমস্ত বৃক্ষগণ ॥
দাৰুণ মদন বাণে কৰে লটি ঘটি ।
কন্যা বুলি ধৰিলন্ত বৃক্ষক সাৱটি ॥ ৬৮৭
ইবাৰ নেৰস প্ৰাণেশ্বৰী যাইবি কৈ ।
চেঞ্চান্ত বিশ্রুতি কামবাণে মূৰ্চ্চা গই ॥
ষোড়শ বদনে বান্ধৈ মোক দিয়ো চুমা ।
কৰ আলিঙ্গন কি কৰিবে পাৰে উমা ॥ ৬৮৮
কিসক নেদস প্ৰাণেশ্বৰী মোক লাগ ।
যেহি লাগে তাকো দিব পাৰো মোত মাগ ॥
কৈলাসৰ পাতিবোহো তোক অধিকাৰী ।
সেৱা কৰি থাকিবে যতেক দিব্যনাৰী ॥ ৬৮৯
নকৰিবো দন্দ বাদ নপাৰিবো গালি ।
ময়ো দাস তোমাৰ থাকিবো আজ্ঞা পালি ॥
পাৰ্ব্বতীকো তোমাৰেসে কৰি দিবো চেৰী ।
আৰো যোনো প্ৰাণেশ্বৰী মোক যাস এৰি ॥ ৬৯০
দেখিবে নোৱাৰা যেবে আমাৰ কুবেশ ।
জটাক মুণ্ডাও তেবে দিয়োক আদেশ ॥
সৰ্প গুচাই পিন্ধিবোহো দিব্য অলঙ্কাৰ ।
মুণ্ডমালা গুচাহি গলে আমো হেমহাৰ ॥ ৬৯১
বাঘ ছাল এৰি পিন্ধি দেৱাঙ্গ ভূষণ ।
ভস্ম গুচাই গাৱে মোসো অগৰু চন্দন ॥
যেহি লাগে সেহি বোলা কান্তে মই কৰো ।
মুখ চাই নাআজ্ঞা আজ্ঞেসে মই মৰো ॥ ৬৯২
কত্তনো কৰিলো তোৰ মোৰ অপৰাধ ।
এভু যেন কৰ নাহি মচন নবাধ ॥
দাক্তে মোৰ কৰাহোহো সাৱটি হাত মেলি ।
তোৰ মোৰ মোক ক্রীড়া কৌতূহলে কেলি ॥ ৬৯৩
স্ত্রী বুলি বৃক্ষক ধৰন্ত আঙ্কোৱালি ।
দেখিয়া হাসন্ত নাৰী বেশে বনমালী ॥
অনন্তৰে চক্ষু মেলি হৰে চাইলা পাছে ।
দেখন্ত মুহিকা কন্যা ধৰি আছে গাছে ॥ ৬৯৪
তাক এৰি সুন্দৰীক খেদন্ত ঢুনাই ।
যেন মত্ত হস্তী হস্তিনীক খেদি যায় ॥
লাগ নেদে ৰমণীয়ো পলান্ত লৰৰি ।
মহাবেগে শঙ্কৰে খেদন্ত ভৰি ভৰি ॥ ৬৯৫
নযায় নুপুহায় মদনৰ উতপাতে ।
পাইলো পাইলো বুলি চাম্প দেন্তহাতে ॥
আঙ্গুলিৰ আগে যেন চোৱে উচ্চ কুচ ।
অস্তৰন্ত কন্যা হৰ পৰি যান্ত মুচ্চ ॥ ৬৯৬
পুৰাতন শত্রু কামদেৱে ছিদ্র পাই ।
প্ৰহাৰন্ত পুষ্পবাণ ঢুনাই ঢুনাই ॥
মদনৰ শৰে হৰ হৃদয়ত ফুটি ।
মহা দুখে মাটিত পাৰন্ত লোটা লুটি ॥ ৬৯৭
কতো উঠি কন্যাক কৰন্ত কাও বাও ।
আঙ্গুলি মুখত কৰো পালটিয়া চাও ॥
তোৰেসে কাৰণে কৰে মদনে দগধ ।
মই যদি মৰো তোত লাগিবেক বধ ॥ ৬৯৮
মহাপাপ প্ৰাণীবধ তাকো শঙ্কা নাই ।
কোনবা সাধিবা সুখ আমাক মৰাই ॥
এভো পাশ চাপা আসি কৰো আলিঙ্গন ।
তোহোৰ সাফল হৌক এৰূপ যৌৱন ॥ ৬৯৯
নেদেখয় কেৱে কি কাৰণে কৰা লাজ ।
নাহি আন পুৰুষ নিৰ্জ্জন বনমাজ ॥
তই যেবে নাহস আপুনি চাপি কোল ।
এহি বুলি লাসে লাসে হুয়া যান্ত ভোল ॥ ৭০০
দেখি হাসি সুন্দৰী পলান্ত লাগ নেদি ।
নৰা নাৰা বুলি বৃষকেতু যায় খেদি ॥
গিৰি গুহা বন নদ নদী সৰোবৰ ।
খেদিয়া ফুৰন্ত হৰ দ্বীপ দ্বীপান্তৰ ॥ ৭০১

আছে ঋষিগণৰ আশ্ৰম যত্ত যত ।
পলাস্তে খেদন্তে ছুয়ো প্ৰবেশিলা তাত ॥
মদনৰ পীড়াত এৰিলা হৰে লাজ ।
খেদিয়া ফুৰন্ত আশ্ৰমৰ মাজে মাজ ॥ ৭০২
আন্তৌল জাউল হুয়া চক্ষু ঢাকে জটে ।
বিকলে খেদন্ত হৰে হুয়া উলঙ্গতে ॥
দেখি ঋষি পত্নীগণ হাসে নিৰন্তৰ ।
কতো মুখে বস্ত্ৰ দিয়া পশে অভ্যন্তৰ ॥ ৭০৩
উন্মত্ত পাগল কিনো ভৈলা মহাদেৱ ।
কেনমতে আক্ষ সুৰাসুৰে কৰে সেৱ ॥
উলঙ্গটে খেদন্তে কাহাৰ বউ জীৰ ।
লাজ কাজ মৰ্য্যদা এৰিলা সদাশিৱ ॥ ৭০৪
এহিমতে জুমাজুমি হাসে সবে সখী ।
ঋষিগণে শঙ্কৰক কামাতুৰ দেখি ॥
বিষ্ণু বিষ্ণু স্মৰি সবে চপৰাইল মাথ ।
কিনো বিপৰ্য্যয় ভোল ভৈলা ভোলানাথ ॥ ৭০৫
কেহো বোলে শঙ্কৰৰ কোনে মায়া বুজা ।
পাদ্যে অৰ্ঘ্যে আসা আগ বাঢ়ি কৰো পূজা ॥
এহি বুলি উঠি যান্ত কতো মুনিগণ ।
লৰৱন্তে কৰযোৰে বুলিলা বচন ॥ ৭০৬
তুমি চৰাচৰ গুৰু জগতৰে বাপ ।
সৰ্ব্বজ্ঞান হুয়া কেনে কৰা মহাপাপ ॥
ক্ষণেক বিশ্ৰাম কৰা আমাৰ থানত ।
যতেক বোলন্ত মানে নশশে কাণত ॥ ৭০৭
ৰমণী হৰিলা চিত্ত কামে হুয়া ভোল ।
হুগুনন্ত হৰে ঋষি সমস্তৰ বোল ॥
কামিনীৰ পাছে পাছে ফুৰন্ত লৰৰি ।
গায় দেখাই সুন্দৰী পলান্ত ভৰি ভৰি ॥ ৭০৮
নপাৱন্ত লাগ মোহিকয় সুখ শান্তি ।
খেদন্তে খেদন্তে হৰ ভৈলা হাবাসান্তি ॥
উত্তম পুৰুষ চিত্ত মদনে বিকল ।
বহিৰে লাগিলা শঙ্কৰৰ বিন্দু জল ॥ ৭০৯

হস্তিনীক খেদন্তে হস্তীৰ যেন আৰে ।
যেন গিৰি শিখৰৰ গেৰু ধাৰা বহে ॥
সেহিমতে শঙ্কৰৰ বিন্দু যায় পৰি ।
দেখি ঋষিগণে আস্তৰিলা তাক এৰি ॥ ৭১০
পিঠি দিয়া কতো সুমৰন্ত ৰাম ৰাম ।
মহা যোগী শঙ্কৰৰ এনে ভৈল কাম ॥
ত্ৰাহি বুলি ঋষিগণ যান্ত ধৰাধৰি ।
সুমৰন্ত হৃষীকেশ ৰাম কৃষ্ণ হৰি ॥ ৭১১
যৈতে যৈতে শঙ্কৰৰ বিন্দু পৰি গৈলা ।
ভূমি গুচি তেখনে স্বৰ্ণময় ভৈলা ॥
যত যত বৃক্ষলতা বিন্দুচটা চোৱে ।
কাষ্ঠ গুচি তেখনে সুৱৰ্ণময় হোৱে ॥ ৭১২
তথাপি খেদন্ত হৰ হুয়া উলঙ্গট ।
পাক ফুৰি পাইলা গৈয়া বৈকুণ্ঠ নিকট ॥
পৰিয়া আণ্টাইলা যেবে বিষ্ণু আছে যত্ৰ ।
তেৱেসে চেতন ভৈলা হৰৰ গাৰত ॥ ৭১৩
চাপৰি চাহন্ত ছাল নাহিকে কটিত ।
লাজে অধোমুখ হুয়া বসিলা মাটিত ॥
পাছে ব্ৰহ্মজ্ঞান চিন্তি চিত্ত স্থিৰ কৰি ।
নাক কাণ চুয়া সুমৰন্ত ৰাম হৰি ॥ ৭১৪
মদনৰ পীড়াক এৰায়া মহাযোগী ।
ব্যাধিৰ সকাস পাইল যেন চিৰৰোগী ॥
গ্ৰহ গুচি গৈলে যেন স্বস্ত হোৱে বাউল ।
মনত গুণন্ত বৰি জগতৰ বাউল ॥ ৭১৫
মোক কাৰ্য্যে আজি হুৰৰাইলো ত্ৰিভুৱন ।
কেনমতে পাৰ্ব্বতীৰ [illegible] মন ॥
মুনিবেৰ ভুৰিলো কাহাৰ নাৰী [illegible] ।
গৃহত পশিবে বাইক [illegible] ॥ ৭১৬
লঘু ভৈলো [illegible] শুনিলো হাক ।
উমাৰ আগতে আৰু বুলিবো কতাক ॥
এবে কেনমতে তাৰ আগে হৈবো স্থিৰ ।
কৰন্ত অশেষ চিন্তা [illegible] সদাশিৱ ॥ ৭১৭

বিচাৰত কিছু দোষ নাহিকে আমাৰ।
যাৰ মায়াপাশে বদ্ধ সকলে সংসাৰ॥
হেন হৰি মুহিলে আপুনি নাৰী হুই।
আত অনুশোচ আৱে কৰো কোন মুই॥ ৭১৮
কটাক্ষে স্ৰজন্ত ব্ৰহ্মাণ্ড কোটি কোটি।
এগোটা ডিম্বৰ মই ৰুদ্ৰ এক গুটি॥
যাহাৰ অঙ্গত চৰাচৰ ভৈল বাজ।
হেন হৰি মুহিলে ইহাত কোন লাজ॥ ৭১৯
বিষ্ণুৰ আগত মই পৰম অজ্ঞানী।
জিনিলো মায়াক বুলিলোহো গৰ্ব্ববাণী॥
এহি অহঙ্কাৰে কৰে হৃদয়ত তাপ।
হৰি হৰি স্মৰণে খণ্ডোক সিয়ো পাপ॥ ৭২০
এহি বুলি মৌন ভৈলা দেৱতা ঈশান।
কৰিবে লাগিলা মনে মাধৱৰ ধ্যান॥
শুনা সৰ্ব্বজনে মন কৰা উপশাম।
আন কাম এৰি ডাকি বোলা ৰাম ৰাম॥ ৭২১

---

ছবি

অনন্তৰে দেৱ হৰি তুনাই নিজ ৰূপ ধৰি
শঙ্কৰৰ আগে উপসন।
মুখে কৰি অল্প হাসি হৰক সম্মুখি আসি
বুলিলন্ত প্ৰশংসা বচন॥
শুনা শুনা শূলপাণি জানো তুমি মহাজ্ঞানী
তৰিলা তুমুত্তৰ মায়া ঘোৰ।
তুমিসে তত্ত্বক জানা নাহি আৰ তুমি বিনা
আউৰ পৰম প্ৰিয় মোৰ॥ ৭২২
শুনা মহা জ্ঞানশালী তোমাৰেসে বাক্য পালি
দেখাইলো দুস্তৰ স্ত্ৰী মায়া।
আত নকৰিবা খেদ কিঞ্চিতো নাহিকে ভেদ
তোমাৰে আমাৰে একে কায়া॥
শুনা ভূতনাথ হৰ তুষ্ট হুয়া দেও বৰ
থৌক মায়া তোমাৰ অধীন।
সুখে থাকি নিজ থানে মহা কল্প অৱসানে
মোৰ শৰীৰতে যাইবা লীন॥ ৭২৩
এহি বুলি বনমালী শঙ্কৰক আকোৱালি
সমজ্যাক নিলন্ত সাদৰি।
কৰিলন্ত সতকাৰ দিব্য বস্ত্ৰ অলঙ্কাৰ
পাৰ্ব্বতীক দিলা মান্য কৰি॥
আনো যত ভূতগণ সবাৰো তুষিলা মন
কৰিলন্ত যথোচিত কাম।
পাছে হৰে মহাতুষ্টি পাৰ্ব্বতী সহিতে উঠি
দণ্ডৱতে কৰিলা প্ৰণাম॥ ৭২৪
বিষ্ণুত মেলানি মাগি লৰিলা গৃহক লাগি
ভাৰ্য্যায়ে সহিতে শূলধৰ।
চড়িলা বৃষভ ৰথে শীঘ্ৰে আকাশৰ পথে
আৰোহিলা কৈলাশ শিখৰ॥
বসিলা সমাজ পাতি বোলন্ত উমাক মাতি
দেখিলা আপুনি প্ৰাণজায়া।
ভৈলোহো বাতুল প্ৰায় মোৰ শ্ৰুতি জ্ঞান নাই
কিনো নকৰিলে বিষ্ণুমায়া॥ ৭২৫
মই জগতৰ পতি মোৰ ভৈল হেন গতি
আন কোনে থিৰ হুইবে আত।
হেন জানা স্বৰূপত চৰাচৰ আছে যত
সবে বন্দী বিষ্ণুৰ মায়াত॥
সহস্ৰ বৎসৰ মানে আছিলোহো যোগধ্যানে
দেখি তুমি পুছিলা আমাক।
গাৱে ভস্ম জটাধৰি অনেক তপস্যা কৰি
আৰ তুমি আৰাধা কাহাক॥ ৭২৬
এৰি মোহ ক্ৰোধ কাম কাৰ তুমি জপা নাম
আউৰ আছন্ত কোন দেৱ।
তোমাত কহিলো আমি আছন্ত জগত স্বামী
সুৰাসুৰে যাক কৰে সেৱ॥
প্ৰত্যক্ষে দেখিলা আজি যাহাৰ মায়াত বাজি
মোহ হুয়া এৰিলোহো লাজ।

চেঞ্চাই যেন ফুৰো বাইল  কামবাণে হুয়া আউল
হমুৱালো বৈকুণ্ঠ সমাজ ॥ ৭২৭

কপট যুৱতী বেশ  মুহিলন্ত হৃষীকেশ
পাসৰিলো পাসন্তে তোমাক।

কন্যাক ফুৰিলো খেদি  গিৰি গুহা বন নদী
অনেক ঋষিৰ আশ্ৰমক ॥

নেদেখিলে কৈৰ লোকে  কোনে নহাসিলে মোকে
লঘু হুইবে নথাকিল ঠাই।

এভু মোৰ কাম্পে হিয়া  হেন জানা প্ৰাণ প্ৰিয়া
কৃষ্ণৰ মায়াত বৰ নাই ॥ ৭২৮

যত দেখা চৰাচৰ  হৰিময় নিৰন্তৰ
হৰিত পৃথক কেহো নোহে।

যিজন ভকতি হীন  সি দেখে হৰিক ভিন
হৰিৰ মায়াই তাক মোহে ॥

হৰিসে পৰম দেৱ  হৰিকেসে কৰো সেৱ
স্ৰজন্তা পালন্তা সবে হৰি।

হৰি পাৱ শিৰে ধৰি  শ্ৰৱণ কীৰ্ত্তন কৰি
তেবেসে হৰিৰ মায়া তৰি ॥ ৭২৯

হেন জানি তুমি দেৱী  হৰিৰ চৰণ সেৱি
এৰা মোহ লোভ ক্ৰোধ কাম।

নকৰিয়ো জন্ম বৃথা  শুনা সদা হৰি কথা
কৰিয়ো কীৰ্ত্তন হৰি নাম ॥

হৰিৰ চৰণ মনে  চিন্তিয়োক সৰ্ব্বক্ষণে
কৰিয়ো ভকতি ভালমতে।

তেবেসে সংসাৰ তৰি  হৰিৰ প্ৰসাদে গৌৰী
পাইবা মোক্ষ মোহোৰ লগতে ॥ ৭৩০

শঙ্কৰৰ হেন বাণী  পাৰ্ব্বতী গোসানী শুনি
আনন্দতে শিৰবাইলা পাৱ।

উঠি কৰযোৰে গৌৰী  ফুৰি প্ৰদক্ষিণ কৰি
নমিলা শিৱৰ দুই পাৱ ॥

তুমি প্ৰভু সৰ্ব্বজ্ঞান  দিলা মোক দিব্য জ্ঞান
সাৰ্থক তোমাৰ আমি জায়া।

কিনো ভাগ্যৱতী আমি  তোমাৰ প্ৰসাদে স্বামী
তৰিলো দুস্তৰ ঘোৰ মায়া ॥ ৭৩১

এবেসে জানিলো সাৰে  হৰি ভকতিত পাৰে
নিস্তাৰ কৰন্তা কেৱ নাই।

মিছাতেসে মূঢ়জনে  খপে আল জাল মনে
হৰিৰ নামেসে মোক্ষ পায় ॥

আউৰ চিন্তা নাই মোৰ  তৰিলো সংসাৰ ঘোৰ
কৌতূহলে হৰি নাম লৱে।

এহি বুলি পাছে গৌৰী  হৰিত ভকতি কৰি
থাকিলন্ত জগতৰ মাৱে ॥ ৭৩২

শুক মুনি নিগদতি  শুনিলাহা কুৰুপতি
কহিলোহো হৰিৰ চৰিত্ৰ।

কপট যুৱতী বেশে  যেনমতে হৃষীকেশে
মুহিলন্ত শঙ্কৰৰ চিত্ত ॥

দৈত্যৰ মুহিয়া মন  যেনমতে নাৰায়ণ
অমৃতক পিয়াইলা দেৱক।

পুছিলা যতেক মানে  কহিলোহো সাৱধানে
সবিশেষে কৃষ্ণৰ কথাক ॥ ৭৩৩

অকপটে যিবাজনে  শুনে ভণে একমনে
শুনিয়ো তাহাৰ ফল বৰে।

সমস্ত পাপক বাধি  আপোনাৰ মোক্ষ সাধি
এক কোটি পুৰুষ উদ্ধাৰে ॥

খণ্ডয় চৌষষ্টি ৰোগ  মিলয় পৰম ভোগ
কৰে মনোৰথক সাফল।

কহো মই স্বৰূপত  নাহি আন সংসাৰত
হৰি কথা শ্ৰৱণ মঙ্গল ॥ ৭৩৪

পৰীক্ষিত হেন জানি  চিন্তিয়োক চক্ৰপাণি
হৰিৰ কথাত কৰা ৰতি।

এৰিয়োক আন কাম  জপিয়োক হৰি নাম
ইহ পৰলোকৰ হৰি গতি ॥

[illegible] মৰ্ত্তলোক জন্মৰ সাফল হৌক
কৰিয়োক হৰিত ভকতি ।
আউক যেন মনে লাগে পুছিয়োক মোৰ আগে
কহো কৃষ্ণ কথাক সম্প্ৰতি ॥ ৭৩৫
নমো নমো দামোদৰ সংসাৰৰ বিষহৰ
ভকত অভয় দাতা দেৱ ।
ভাগৱত পদ ছবি ৰচিলা শঙ্কৰ কবি
কৃষ্ণৰ চৰণ কৰি সেৱ ॥
শুনিয়োক বুধলোক নিন্দা নকৰিবা মোক
যদি দেখা পদত দূষণ ।
আমি সমস্তৰে শিষ্য জানি কৰা কিমধিক
মহন্তৰ ক্ষমাসে ভূষণ ॥ ৭৩৬
শুনা সৰ্ব্বজন তত্ত্ব ইটো মহা ভাগৱত
তিনিয়ো লোকত সাৰতৰ ।
যত মহা যজ্ঞ দান কোটি কোটি তীৰ্থস্নান
কেহো আৰ নপাৱে শুচৰ ॥
কৃষ্ণকথা যিবা ভণে যিবা শুনে একমনে
সংসাৰ তৰয় সেহিজন ।
হেন জানি নৰলোক ৰামহৰি ঘুষিয়োক
সম্প্ৰতি অমৃত মথন ॥ ৭৩৭

---

## ২ বলি ছলন

দৈত্যসকলৰ যুদ্ধ-যাত্ৰা

পদ

জয় জয় জগত জনক জনাৰ্দ্দন ।
জয় দামোদৰ দুষ্ট দানৱ মৰ্দ্দন ॥
সজ্জন ৰঞ্জন নাৰায়ণ নিৰাকাৰ ।
[illegible] চৰণে মনে মোৰ নমস্কাৰ ॥ ৭৩৮
নমো নমো মধুসূদন দৈত্যাৰি ।
প্ৰণত পালক নমো পাতক সংহাৰী ॥
সদানন্দ আনন্দ গোবিন্দ পয়োনিধি ।
হৰিক স্মৰণে আৰন্তৰ হৌক সিদ্ধি ॥ ৭৩৯
জয় জয় কপট বামন বনমালী ।
বলিক ছলিলা অদিতিৰ বাক্য পালি ॥
ত্ৰৈলোক্য [illegible] পুনু পাইলা পুৰন্দৰে ।
কৃষ্ণৰ কিঙ্কৰে ভণে কামৰ শঙ্কৰে ॥ ৭৪০
[illegible] কথা শুনা সৰ্ব্বজন ।
[illegible] ॥
যাৰ তৈল কোটি শত পাতেক নিৰ্য্যাণ ।
সি সি জনে কৃষ্ণৰ কথাত পাতে কাণ ॥ ৭৪১
ভাগৱত কথা ইটো অমৃত সাক্ষাত ।
বামন পুৰাণ কিছু মিশ্ৰ দিলো তাত ॥
দুয়ো কথা নিবন্ধিলো কৰি এক ঠাই ।
যেন মধু মিশ্ৰ দুগ্ধ স্বাদ বাঢ়ি যায় ॥ ৭৪২
কৰযোৰে বোলো শুনা সবে সভাসদ ।
মহা মূঢ় হুয়া কৰো ভাগৱত পদ ॥
মোৰ ইটো পদত নচাই গুণ দোষ ।
কৃষ্ণ কথা শুনি কৰা চিত্তক সন্তোষ ॥ ৭৪৩
কৰ্দ্দমে মিশ্ৰিত যদি হোৱে গঙ্গাজল ।
তাতো নিমজ্জিলে আছে মহা মোক্ষ ফল ॥
মোৰ পদ [illegible] কৰ্দ্দম সমসৰ ।
ইটো কৃষ্ণকথা গঙ্গাজল পবিত্ৰ ॥ ৭৪৪
[illegible] ৰৰতি শুনিয়ো মহামুনি ॥
নখণ্ডে তৃপিতি আমি কৃষ্ণ কথা শুনি ॥

শুনো কৌতূহলে কহিয়োক সমুদায়।
ৰণ হাৰি পাছে কি কৰিলা বলিৰায় ॥ ৭৪৫
পূৰ্ণকাম হৰি হেন কহি আছা তুমি।
বলিত খুজিলা কেনে তিন পদ ভূমি ॥
বিনা দোষে বলিক বান্ধিলা কি কাৰণে।
কহিয়ো ইসব কথা শুনো ৰঙ্গ মনে ॥ ৭৪৬
শুক নিৰ্গদন্তি ধন্য ধন্য পৰীক্ষিত।
কৃষ্ণ কথা শ্ৰৱণে একান্ত যাৰ চিত্ত ॥
কৰিলা নিবাস হৰি হিয়াত তোমাৰ।
জানিলো তৰিলা তুমি দুস্তৰ সংসাৰ ॥ ৭৪৭
শুনিয়ো বামন অৱতাৰ মাধৱৰ।
ৰণ হাৰি পাছে কি কৰিলা দৈত্যেশ্বৰ ॥
বলিক ছলিলা যেনমতে নাৰায়ণ।
কহো সাৰশেষ কথা শুনা একমন ॥ ৭৪৮
কালক অপেক্ষি বলিৰায় ভয়হীন।
যুদ্ধ হাৰি পাতালে আছন্ত কতো দিন ॥
উগুল থুগুল মনে নাহি সুখ শান্তি।
একোমতে উপায় নপান্ত গুণি গান্থি ॥ ৭৪৯
নিদ্ৰা নাসে ৰাত্ৰিৰ নুৰুচে অন্ন পান।
দিন গোট যায় এক যুগৰ সমান ॥
অধোমুখে ঘনে ঘনে তেজন্ত নিশ্বাস।
ত্ৰিদশত হাৰিলো ভাগিল মোৰ ভাষ ॥ ৭৫০
কোন কৰ্ম্ম কৰো আৰে যাওঁ কোন ৰাজ।
কহিতে এবাও ৰণ হাৰিবাৰ লাজ ॥
একোৰে প্ৰকাৰে সুস্থ নাহিকে মনন্ত।
ভৈলা গৈয়া দৈত্যেন্দ্ৰ শুক্ৰৰ গৃহাগত ॥ ৭৫১
ৰাজা আহিবাৰ শুনি শুক্ৰ মহা ঋষি।
সপুত্ৰে বাহুৰে আগ বাঢ়িলা হৰিষি ॥
প্ৰণামিলা বলিৰায় গুৰু পাৱে ধৰি।
শুক্ৰে আশ্বাসিলা পাছে তাহাক সাদৰি ॥ ৭৫২
পাছে দুয়ো বসিলন্ত বিচিত্ৰ আসনে।
তেজিলা নিশ্বাস দৈত্যপতি দুখ মনে ॥
ৰণ হাৰিবাৰ পাছে নাযায় মুখুহায়।
কতো বেলি আছিলন্ত মাথা চপৰাই ॥ ৭৫৩
শুক্ৰক সম্বোধি পাছে বুলিলন্ত বাক।
কোন কৰ্ম্ম কৰো গুৰু বুলিয়ো আমাক ॥
আপদৰ বন্ধু তুমি কহিবাৰ পাত্ৰ।
তুমি প্ৰাণ দিলা বাপে উপজিলো মাত্ৰ ॥ ৭৫৪
সমৰত মোক নিপাতিলা শতক্ৰতু।
দুনাই উপজিলো মই তোমাৰেসে হেতু ॥
মৰণতো কৰি লাজ জিনিলা ত্ৰিদশে।
জগত ব্যাপিল আৰে মোহোৰ কুযশে ॥ ৭৫৫
বলিক বধিলা সমৰত পুৰন্দৰে।
ইটো কুখিয়াতি থৈলা চন্দ্ৰ দিবাকৰে ॥
ইন্দ্ৰত হাৰন্তা নাই বংশত আমাৰ।
পিতৃ পিতামহৰো অনাইলো খেলিঙ্কাৰ ॥ ৭৫৬
দানৱ কুলৰ তুমি বিনে গতি নাই।
তুমি প্ৰাণদাতা পিতা মাতা সমুদায় ॥
হেন জানি চিন্তা গুৰু উপায় সম্প্ৰতি।
যেনমতে পুনৰপি পাওঁ অমৰাৱতী ॥ ৭৫৭
ৰণে জিনো দুনাই যদি দশ দিগপাল।
তেবেসে গুচয় মোৰ হৃদয়ৰ শাল ॥
জগততে তোমাৰ অসাধ্য নাহি কাজ।
তুমি চিত্ত দিলে দুনাই পাওঁ স্বৰ্গ ৰাজ ॥ ৭৫৮
হেন শুনি হাসি শুক্ৰে বলিত বদন্তি।
ইকাৰ্য্যক চিন্তা নকৰিবা দৈত্যপতি ॥
হেন জানা পাইলা স্বৰ্গ নাহিকে অন্যথা।
যাঠি গোটা লেচেঙ্গাৰ জুই শালত কথা ॥ ৭৫৯
যেবে হৰু দৈত্যগুৰু দেখিয়ো প্ৰত্যেক।
স্বৰ্গত তোমাক কালি কৰো অভিষেক ॥
হেন জানা সাধিলা দৈৱৰ প্ৰতিকাৰ।
কৰাও বিশ্বজিত যজ্ঞ মিলাবো সম্ভাৰ ॥ ৭৬০
এহি বুলি উপদেশ দিলা বিধি চাই।
কৰিলন্ত বলিয়ো সকলো এক ঠাই ॥

যজ্ঞশালা সাজিলন্ত নিৰঞ্জন থানে ।
নিৰ্ম্মিলা হোমৰ কুণ্ড চৌহস্ত প্ৰমাণে ॥ ৭৬১
আপোনাৰ মন্ত্ৰে শুক্ৰে যজ্ঞ আৰম্ভিলা ।
অভিচাৰ মন্ত্ৰ পঢ়ি অগ্নিত হুনিলা ॥
কৰাইলন্ত যাগ যেন বিধিৰ বিধান ।
অগ্নিত উঠিলা পাছে দিব্য ৰথখান ॥ ৭৬২
শুদ্ধ সুৱৰ্ণৰ কান্তি কৰে চিকিমিকি ।
সূৰ্য্যৰ কিৰণে যেন কৰে ঝিকিমিকি ॥
তাহাৰ মহিমা কহি কোনে পাৰে ওৰা ।
আকাশে সঞ্চাৰে দিব্য হাজাৰেক ঘোড়া ॥ ৭৬৩
সিন্দুৰ সদৃশ বৰ্ণ সুৱৰ্ণ বাথৰ ।
জ্বলে সিংহধ্বজ সিটো শুদ্ধ সুৱৰ্ণৰ ॥
ৰত্ন বিৰচিত বাজ ভৈলা ধনুখান ।
তূণ দুই উঠিলা অক্ষয় যত বাণ ॥ ৭৬৪
উঠিলা অভেদ দিব্য কৱচ বহ্নিত ।
পিন্ধিলন্ত বলি তাক শুক্ৰৰ ইঙ্গিত ॥
শিৰত কিৰীটি কৰ্ণে মকৰ কুণ্ডল ।
হেমহাৰ প্ৰকাশে বহল বক্ষস্থল ॥ ৭৬৫
কেয়ূৰ কঙ্কণে জাতিষ্কাৰ কৰে তনু ।
বামহাতে লৈলা অগ্নিদত্ত দিব্য ধনু ॥
বান্ধিলা অক্ষয় দুই তূণ পিঠি ভাগে ।
শুক্ৰে বুলিলন্ত আউৰ চাহিবে নলাগে ॥ ৭৬৬
ইটো দিব্য ৰথত চড়িয়ো মহাশয় ।
এহি শুভক্ষণে কৰা স্বৰ্গক বিজয় ॥
লগত চলোক মহা মহা দৈত্য সঙ্গ ।
আচোক যুজিবে ইন্দ্ৰ দেখি দিবে ভঙ্গ ॥ ৭৬৭
এহি বুলি শুক্ৰে পঢ়ি ৰক্ষা মন্ত্ৰ বাণী ।
দিব্য শঙ্খগোট দৈত্যেন্দ্ৰক দিলা আনি ॥
পিন্ধাইলা পদ্মৰ মালা বৈষ্ণৱ প্ৰহ্লাদ ।
হয়োক বিজয় বুলি দিলা আশীৰ্ব্বাদ ॥ ৭৬৮
অনন্তৰে মহাবীৰ বলি ভয়হীন ।
নমিলা শুক্ৰৰ পদে কৰি প্ৰদক্ষিণ ॥

প্ৰহ্লাদৰ পদৰজ লৈলা আনি শিৰে ।
লৰিলা দেৱৰ অৰি পৰম গম্ভীৰে ॥ ৭৬৯
দেৱদত্ত ৰথত প্ৰকাশে দৈত্যৰাজ ।
জ্বলন্তে আছয়ে যেন বহ্নিকুণ্ড মাজ ॥
প্ৰচণ্ড সূৰ্য্যক যেন চাহন নযায় ।
লৰিলা দেৱক ধাৰে পৃথিবী কম্পাই ॥ ৭৭০
বৰ বৰ দৈত্য লগে কৰিলা প্ৰয়াণ ।
বলে বীৰ্য্যে ধৈৰ্য্যে সবে ৰাজাৰ সমান ॥
নাহি ভ্ৰূভঙ্গ খঙ্গে যাই একে জোপে ।
মত্ত সিংহযূথে যেন পৰম আটোপে ॥ ৭৭১
চতুৰঙ্গ দলে যায় বলিৰায়ক বেঢ়ি ।
আলগিল দৈত্যসেনা পৃথিবীক এৰি ॥
অলেখ পদাতি আতি হয় হস্তী ৰথে ।
মহা চমৎকাৰে চলে আকাশৰ পথে ॥ ৭৭২
পৰম সন্ধানে ধনু ভিৰি অস্ত্ৰ যুৰি ।
মাথাক জঙ্কাৰে খঙ্গে দশন কামুৰি ॥
কেহো ডাড়ি মুছৰি আঙ্গুলি ঠাৰ দেই ।
থাক থাক দেৱগণ আজি যাইবি কই ॥ ৭৭৩
আজি মোৰ সমৰে সবাৰে লৈবো প্ৰাণ ।
কদৰ্থিলি যতেক সবাৰো সাৰো মান ॥
এহি বুলি দেৱক গৰ্জ্জন্তে যাই আতি ।
পৰম আটোপ কৰি দানৱ পদাতি ॥ ৭৭৪
নাহি ঢাক ঢোল আতি পৰিল নিজম ।
সমৰক লাগি সবে কৰে ৰম ৰম ॥
সূৰ্য্য কিৰণকো ঢাকিলা দৈত্য বলে ।
কালমেঘ দল যেন গগন মণ্ডলে ॥ ৭৭৫
বিষাদ শৰদে যেন বাতাস শোষায় ।
ভয়ে পশু পক্ষী দশোদিশক পলায় ॥
আকাশক গ্ৰাসি যায় দানৱ কটক ।
উৰ্দ্ধক উৰয় যেন অনেক চটক ॥ ৭৭৬
মহা বেগে পৈলা বায়ু মণ্ডলক এৰি ।
স্বৰ্গৰ নিকট আনাইলেক দব দবি ॥

মনে মনে গৈয়া পাছে সমস্তে অসুৰ।
বেঢ়িলেক অম্রাৱতী দেৱতাৰ পুৰ ॥ ৭৭৭
ভণিল শঙ্কৰে ধৰি কৃষ্ণৰ চৰণে।
জগতৰ বিস্মি খণ্ডন্তোক নাৰায়ণে ॥
শুনা আৰে সামাজিক কৃষ্ণ কথা সাৰ।
বোলা হৰি হৰি পোৰা পাপৰ ভাণ্ডাৰ ॥ ৭৭৮

———

অম্রাৱতী বৰ্ণনা

**দুলড়ী**

শুক নিগদতি শুনা কুৰুপতি
যেন থান অম্রাৱতী।
নাহিকে উপমা তাহাৰ মহিমা
কহিবে কাৰ শকতি ॥
নানা ৰত্নময় যত গৃহচয়
শাৰী শাৰী কৰে কান্তি।
নাহি দিন ৰাতি যেন জ্বলে আতি
চন্দ্ৰ আদিত্যৰ পান্তি ॥ ৭৭৯
প্ৰবাল বাখৰ স্ফটিকৰ ঘৰ
মৰকতে কাম্নি তাৰ।
বিশ্বকৰ্ম্মা হৰি কাটিলা জিঞ্জিৰি
পদ্মৰাগে দিলা বাৰ ॥
মাণিক কপাট বৈদুৰ্য্যৰ বাট
বান্ধিলে সুবৰ্ণে কান্থি।
আগে চালি চালি আৰিলা মুৰালি
মুকুতাৰ মালা গান্থি ॥ ৭৮০
সুবৰ্ণৰ ঘট কৰে কট কট
বিশেষ গৃহ উপৰে।
ৰত্নময় দৃঢ় সুবৰ্ণৰ গড়
চৌপাশে প্ৰকাশ কৰে।
দিব্য অট্টালয় বজ চাননয়
সাজি আছে আন্ত বেঢ়ি।

গড় খাই খাই আকাশী গঙ্গাই
বহে অম্রাৱতী বেঢ়ি ॥ ৭৮১
দিব্য উপবন ইন্দ্ৰৰ নন্দন
প্ৰকাশে তাহাৰ কাছে।
নানা বৃক্ষ জাতি পুষ্প গন্ধে আতি
আমোদ কৰন্তে আছে ॥
প্ৰমত্ত ভ্ৰমৰে বেঢ়িয়া গুঞ্জৰে
বহে সুবাসিত বায়।
যত দিব্য পক্ষী পুষ্প মধু ভক্ষি
তেজে সুললিত ৰায় ॥ ৭৮২
কোকিলৰ নাদ শুনন্তে উন্মাদ
মত্ত ময়ূৰৰ বোল।
দিব্য সৰোবৰ নিৰ্ম্মিলা বিস্তৰ
নন্দন বনৰ কোল ॥
চাৰিয়ো কাখৰে বান্ধিলা বাখৰে
ঘাটে ঘাটে খাট খৰি।
দিব্য পুষ্প যত প্ৰকাশে পাৰন্ত
ফুলি জকমক কৰি ॥ ৭৮৩
দেৱ বিদ্যাধৰে জল ক্ৰীড়া কৰে
অশেষ সুৰ সুন্দৰী।
ৰঙ্গে জুলি বাটি খেলে জল ছাটি
অসংখ্যাত অপেশ্বৰী।
কতো ঘসি কুড় জলে দেই বুড়
সান্থোৰে কতো কৌতুকে।
কতো দেৱজাক বসি চায়ে তাক
হাসন্ত আতি উৎসুকে ॥ ৭৮৪
গৃহ উপৰন্ত মৈৰা পাৰাৱন্ত
দেখি পক্ষী চায়ে চায়ে।
হাটিৰ মধ্যত মাজপথ যত
জলে সুবৰ্ণৰ কায়ে ॥
দুই শাৰী তাত কইলা পাৰিজাত
গন্ধে মোহে সৰ্ব্বজনে।

প্ৰস্তি গাছে গাছে ভিণ্ডি বান্ধি আছে
অমূল্য নানা ৰতনে ॥ ৭৮৫
চন্দ্ৰতাপচয় আতি প্ৰকাশয়
মুকুতা মূৰালি থোপা ।
অনেক যুৱতা কৰে লীলা গতি
বান্ধিয়া উচ্চল থোপা ॥
দিব্য অলঙ্কাৰে দেহা জ্যোতি কৰে
অগ্নি শিখা যেন জ্বলে ।
হাস পৰিহাস দেখি লয়লাস
মুনিৰ মনক টলে ॥ ৭৮৬
কুন্দ্ৰাক্ষৰ জালে বজাৰে বোম্বালে
অগৰু ধূপৰ ধূম ।
দেখি কুঁৰা কুঁয়ি তাতে আৰ দুই
ভ্ৰমে নাৰী জুমাজুম ॥
ৰঙ্গে গায়ে গীত আতি সুললিত
ধৰা ধৰি কৰি হাতে ।
নূপুৰৰ ধ্বনি ৰুণু ঝুনু শুনি
যেন মদনক মাতে ॥ ৭৮৭
লৰন্তে ফুৰন্তে কেশ মধ্য হন্তে
ফুল খসি খসি পৰে ।
তাহাৰ সুবাসে সুগন্ধ বতাসে
পথকো আমোদ কৰে ॥
দেৱৰ কুমাৰ- গণ নিৰন্তৰ
অলঙ্কাৰে মণ্ডিকায় ।
মদনে উন্মাদ আনন্দে আহ্লাদ
কন্দুক বিলাস বায় ॥ ৭৮৮
দশ কোটি মান প্ৰকাশে বিমান
শাৰী শাৰী একলাজ্জি ।
অনেক ৰতনে সুবৰ্ণ ৰতনে
বিশ্বকৰ্ম্মে আছে বান্ধি ॥
তাতে দিব্য বন কীৰি সৰোবৰ
শাৰি শাৰী কৰে আন ।

দিব্য পুষ্প বন ঘ্ৰাণে সৰ্ব্বক্ষণ
চিত্তক কৰে উন্মাদ ॥ ৭৮৯
যত স্বৰ্গবাসী তাতে ৰঙ্গে আসি
ভুঞ্জন্ত স্বৰ্গৰ ভোগ ।
দেৱকন্যাগণে সেৱে সৰ্ব্বক্ষণে
কৰন্ত ৰতি সম্ভোগ ॥
বিমানত বসি অনেক ৰূপসী
গায়ে সুললিত গীত ।
কতো বীণা বাসী বায়ে ৰঙ্গে হাসি
পুৰুষৰ ৰঞ্জি চিত্ত ॥ ৭৯০
শুনি ঠায়ে ঠায়ে দুন্দুভি বজায়ে
তবল মাদল ঢোল ।
কাহাৰি মহৰি কৰতাল ভেৰি
গোমুখ শঙ্খৰ ৰোল ॥
কৰি মহাৰঙ্গ বিচিত্ৰ মৃদঙ্গ
বিদ্যাধৰে ধৰি বায়ে ।
নাচে অপেশ্বৰী হাতে তাল ধৰি
গন্ধৰ্ব্বে গীত যোগায়ে ॥ ৭৯১
উকলি আৰাৱ শুনি মহোৎসৱ
জাত জাত প্ৰতি ঘৰে ।
নাহি কাৰো মন্দ সদায়ে আনন্দ
ইন্দ্ৰৰ সিটো নগৰে ॥
যত পাপী নৰে পৰ নাৰী হৰে
প্ৰাণীৰ হিংসাত ৰতি ।
চটুৰা টেটন দুষ্ট শঠ জন
নপায় সিটো অমৰাৱতী ॥ ৭৯২
হেন মনোহৰ ইন্দ্ৰৰ নগৰ
প্ৰকাশন্তে আছে আতি ।
পাছে দৈত্যজাক মনে মনে তাক
চৌপাশে বেড়িলা ৰাতি ॥
পাছে দৈত্যৰায় সেনাক জন্তায়
ফুৰিলা শথক বলি ।

সেনা দিলে কলি দৈত্যে পাইলে বুলি
ভয়ে গর্ত্ত গৈলা গলি ॥ ৭৯৩
প্রচণ্ড দানৱে বাজন বজাৱে
ধৰ মাৰ বিঙ্গপাৰি।
হুয়া মহাত্রাস পাৰন্ত আটাস
দেৱতাৰ যত নাৰা ॥
কৰে বিঙ্গাৰাৰ ঝাণ্টে লাগ লোৱা
প্রচণ্ড দানৱে পাইলে।
বান্ধে বোজা বীড়া কটকৰ গিড়া
শুনি শ্রুতি মুণ্ড খাইলে ॥ ৭৯৪
নমো নাৰায়ণ বিঘিনি খণ্ডন
দণ্ডৱতে পাৰে পৰি।
কৃষ্ণৰ কিঙ্কৰে কায়স্থ শঙ্কৰে
ৰচিলা ছন্দ দুলড়ী ॥
শুনা সভাসদ ভাগৱত পদ
যত দেখা সবে মিছা।
এৰি আন কাম বোলা ৰাম ৰাম
বৈকুণ্ঠক যাৰ ইচ্ছা ॥ ৭৯৫

---

বলিৰ স্বৰ্গ জয়

আৰু

দেৱতাৰ বিলাই শুনি দেৱমাৱৰ শোক

পদ

শুকমুনি বদতি শুনিয়ো পৰীক্ষিত।
উঠিল অদ্ভুত বোল ইন্দ্ৰৰ পুৰিত ॥
বাসৱৰ ভাৰ্য্যা যত শচী আদি কৰি।
দানৱৰ ভয়ত কাম্পয় তৰতৰি ॥ ৭৯৬
শঙ্খধ্বনি শুনিয়া কাম্পয় দেৱৰাজ।
আচম্বিতে পাইলা বলি মিলিল অকাজ ॥
আথে ৱেথে ৱেদুত চড়িয়া হৰিহয়।
বলিৰ প্ৰতাপ দেখি কম্পিল হৃদয় ॥ ৭৯৭
প্ৰলয়ৰ বহ্নি যেন চাহন নযায়।
দশদিকপাল সবে ভৈলা এক ঠাই ॥
নপান্ত উপায় একো প্ৰবেশিল ভয়।
গুৰুৰ গৃহক লাগি গৈলা দেৱচয় ॥ ৭৯৮
অতি শীঘ্ৰে পাইলা বৃহস্পতিৰ নিকট।
প্ৰণামি বোলন্ত বৰ মিলিল সঙ্কট ॥
আচম্বিতে বলি বেঢ়িলেক অম্ৰাৱতী।
কহিয়োক গুৰু আবে হুইবে কোন গতি ॥ ৭৯৯
দেখো বৰ প্ৰভাৱ বলিৰ বিপৰীত।
আচোক যুজিব যাইবে নপাৰো সন্মিত ॥
বাড়ৱ বহ্নিক যেন দেখি লাগে ত্ৰাস।
ভয়ঙ্কৰ তেজে যেন গ্ৰাসে দিশপাশ ॥ ৮০০
আক নিবাৰিবে হেন আছে কোন বীৰ।
কাম্পয় শৰীৰ তেজ দেখিয়া বলিৰ ॥
কিসক বাঢ়িল এতমান তেজ বল।
কহিয়ো কাৰণ মোৰ হৃদয় বিকল ॥ ৮০১
গুৰুক প্ৰণামি খেদ কৰন্ত বাসৱে।
বলি সাগৰত তল যাওঁ সবান্ধৱে ॥
আবে বুদ্ধি নাৰে মোক কৰিয়ো উদ্ধাৰ।
তুমি বিনে গতি আৰ নাহিকে আমাৰ ॥ ৮০২
হেন শুনি গুণি মাতিলন্ত বৃহস্পতি।
শুনিয়োক ইন্দ্ৰ কৰ্য্য ভৈল বিসঙ্গতি ॥
শুক্ৰে কৰাইলন্ত মহা যজ্ঞ বিশ্বজিত।
সিকাৰণে আৰ তেজ ভৈল বিপৰীত ॥ ৮০৩
আচোক যুজিবে কোনে আগে হৈব থিয়।
যেন যম দেখন্তে জনৰ হৰৈ জীয় ॥
আজি আক আনে নাটে মাধৱত পৰে।
হেন জানি স্বৰ্গ ছাড়ি পলায়ো সত্বৰে ॥ ৮০৪
বৰ্ণলোপ কৰি ছুখ খপা পৃথিবীত।
কালক অপেক্ষা কৰি থাকা ধৈৰ্য্য চিত্ত ॥
যৈসানি ছুদিন হোৱে পাইবা অম্ৰাৱতী।
বিষ্ণুৰ প্ৰভাৱে বলি নাইবে অধোগতি ॥ ৮০৫

গুৰুৰ মন্ত্ৰণা শুনি ত্ৰিদশৰ ৰায় ।
উঠিলন্ত সমাজ ভাঙ্গিলা গিৰিসাই ॥
থাকিয়োক গুৰু বুলি নমস্কাৰ কৰি ।
পলাইবাক লাগিল শচীক হাতে ধৰি ॥ ৮০৬
দিব্য বস্ত্ৰ থৈয়া পিন্ধিলা ফটাকানি ।
গাত্ৰে মুখে ঘষিলন্ত ভস্ম ধূলা আনি ॥
সহস্ৰ নেত্ৰক ঢাকিলন্ত কন্থা উৰি ।
মহাভয়ে পলাইল সভাৰ্য্যে ভেশ ঘুৰি ॥ ৮০৭
দানৱত ভয়ে আন দেৱতা নিঃশেষ ।
বস্ত্ৰ অলঙ্কাৰ এৰি ভৈলন্ত কুবেশ ॥
মেৰাইলন্ত কানিকন্থা যেন ভিক্ষাহাৰী ।
পলাইল স্বৰ্গক ছাড়ি লগে নিজ নাৰী ॥ ৮০৮
ঘৰত থাকিল পৰি সকলে সৰ্ব্বস্ব ।
সুধা হাতে প্ৰাণ ৰাখি পলাইল ত্ৰিদশ ॥
শ্ৰীহানি ইন্দ্ৰৰ মলিন ভৈল মুখ ।
ত্ৰৈলোক্যৰ লক্ষ্মী ভৈল বলিক সমুখ ॥ ৮০৯
ত্ৰিদশৰ নপাই শাৰি পাছে দৈত্যপতি ।
দুৱাৰ ভাঙ্গিয়া প্ৰবেশিলা অমৰাৱতী ॥
দেখন্তে পলাইল ইন্দ্ৰ তেজি নিজ স্থান ।
সাৰ্থক বুলিলা শুক্ৰগুৰু সৰ্ব্বজ্ঞান ॥ ৮১০
অনাযুদ্ধে ভঙ্গ দিলে ত্ৰিদশৰ ৰায় ।
কৌতুকে ফুৰন্ত বলি অমৰাৱতী চাই ॥
তুলি ছত্ৰদণ্ড বাৰে জয় বাদ্য ভণ্ড ।
সেনাৰ ভিতৰ দল দোপ মহীখণ্ড ॥ ৮১১
নগৰত ফুৰাইলা তেজৰ মহাশয় ।
ভৈল মোৰ ৰাজ্য সবে হুয়োক নিৰ্ভয় ॥
এহি বুলি প্ৰবেশিলা বাসৱৰ পাটে ।
বসিলন্ত বলি গৈয়া সিংহাসন খাটে ॥ ৮১২
শুক্ৰে আসি কৰিলন্ত ৰাজ্য অভিষেক ।
শ্বেত ছত্ৰ তুলি বাদ্য বজাইলা অনেক ॥
ভৈল নৱ ইন্দ্ৰ এহি বুলি শুক্ৰ ঋষি ।
দিলা দুৰ্ব্বাক্ষত শিৰে পৰম হৰিষি ॥ ৮১৩
প্ৰধান গন্ধৰ্ব্ব সবে যোগাৱে সুগীত ।
বাছি বাছি কাচি অপেশ্বৰা কৰে নৃত ॥
বৰা বৰা বিদ্যাধৰে বজাৱে মৃদঙ্গ ।
মিলিল উৎসৱ বলি ভৈলা মহাৰঙ্গ ॥ ৮১৪
জানুশিৰে গুৰুক কৰিলা নমস্কাৰ ।
দিলা দিব্য ৰত্ন তাঙ্ক ভাণ্ডাৰে ভাণ্ডাৰ ॥
অনেক আসন লক্ষ কোটি দাস দাসী ।
মহামন তুষ্টে শুক্ৰে ঘেলিলন্ত আসি ॥ ৮১৫
দেৱক কৰিলা বলি স্বৰ্গৰ নিকাল ।
মুখ্য মুখ্য দৈত্যক কৰিলা দিগপাল ॥
আপুনি ভৈলন্ত ইন্দ্ৰ সেহি দণ্ডপাটে ।
চাৰণ কিন্নৰগণ ভৃত্য যেন খাটে ॥ ৮১৬
ত্ৰৈলোক্যক কৰি বশ্য থাকিয়া স্বৰ্গত ।
যজিলন্ত অশ্বমেধ যজ্ঞ এক শত ॥
ত্ৰৈলোক্যৰ কৰ ভাৰ পান্ত যতমান ।
সৰ্ব্বক্ষণে দীন দৰিদ্ৰক কৰে দান ॥ ৮১৭
নাহিকে সঞ্চয় কিছু দান পুণ্য বিনে ।
পিতৃ যেন পুত্ৰক পালয় ৰাত্ৰি দিনে ॥
পুণ্যৰ প্ৰভাৱে তেজ বাঢ়ি যায় আতি ।
জগত ব্যাপিল বলি ৰাজাৰ খিয়াতি ॥ ৮১৮
দেৱ দ্বিজ গুৰুত ভকতি তৎপৰ ।
নিৰ্ম্মল শৰীৰ যেন জ্বলে শশধৰ ॥
স্বৰ্গসুখ ভুঞ্জি মনোৰথক সাফলি ।
আতি কৃতকৃত্য হুয়া থাকিলন্ত বলি ॥ ৮১৯
এহি মানে থণ্ড মহা দৈত্যেন্দ্ৰৰ কথা ।
শুনা যেনমত ভৈল দেৱৰ অৱস্থা ॥
দানৱৰ ভয়ে ভৈল পৰম শঙ্কিত ।
বিকৃত কুবেশ ৰূপে ভ্ৰমন্ত দুখিত ॥ ৮২০
কৰিলো দৈত্যৰ আমি অনেক বিলাই ।
বলি পাইলে ইবাৰ আমাৰ ৰক্ষা নাই ॥
দৈত্যৰ চড়িয়া ফুৰিবেক সামৰাজে ।
অমাকোটি পশিলা গৈয়া বিভুৱন মাজে ॥ ৮২১

কণ্টকে সঙ্কটে আতি বেত্তবাকময় ।
হেন অৰণ্যত থাকি নখণ্ডয় ভয় ॥
এত জোনো পাই আসি দানৱ অশিষ্টি ।
একো থানে নুলুকায় দেৱতাৰ পিঠি ॥ ৮২২
আচম্বিতে যদিবা দেখয় মুঢ়া গাছ ।
দৈত্য বুলি পলান্ত নচান্ত আগ পাছ ॥
পক্ষী যেবে উৰয় তথাপি শ্ৰুতি হৰে ।
সপোনতো সুখ নাই দৈত্যে খেদি ধৰে ॥ ৮২৩
নমাতন্ত ডৰে কথা কহে ঠাৱে ঠাৱে ।
ৰাত্ৰি ভৈলে বঝাই ফুৰন্ত যেন চোৰে ॥
হন্ত ব্ৰহ্মচাৰী কতো সন্ন্যাসী তপস্বী ।
ভিক্ষা মাগি ফুৰন্ত নগৰ গ্ৰামে পশি ॥ ৮২৪
তৈতো সুখ নেদেখন্ত নথাকন্ত থিৰে ।
কোন তুমি বোলন্তে লৰৰ দেই ভিৰে ॥
চোৰ চোৰ বুলি নগৰীয়া পাৰে গেৰি ।
পলান্ত ত্ৰাসত ঝুলি বোকণ্ডিক এৰি ॥ ৮২৫
যেন হৰিণৰ পলাইবাৰ ঠাই নাই ।
খাৰতো নখাই আৰ দেৱৰ বিলাই ॥
মাসেকতো কাৰো অন্নয়েৰে নাহি ভেদ ।
শুখাই গৈলা শৰীৰ আস্তত লাগে পেট ॥ ৮২৬
জঙ্কাৰন্ত মাথা কথমপি আছে প্ৰাণ ।
দিন গোট যায় এক যুগৰ সমান ॥
ধূলি ধূসৰিত তনু প্ৰেতৰ আকাৰ ।
কহন নযায় আৰ দেৱৰ নিকাৰ ॥ ৮২৭
দেৱৰ অৱস্থা পাছে শুনিলা অদিতি ।
ত্ৰিদশ দেৱৰ মাৱ স্থিৰ নাহি মতি ॥
পুত্ৰশোকে মনক দেখন্ত দেৱ মাৱ ।
কৰন্ত ক্ৰন্দন দেৱী আতি দীৰ্ঘৰাৱ ॥ ৮২৮
হা পুত্ৰগণৰ ভৈল হেনসে অৱস্থা ।
প্ৰাণ ফুটে তোমাসাৰ শুনি দুখ কথা ॥
উপজিলা সবে এহি নিকাৰক লাগি ।
কতনো ফুৰিবা পৃথিৱীত ভিক্ষা মাগি ॥ ৮২৯

পাপিষ্ঠীৰ কিনো মোৰ অভাগ্য কপাল ।
ত্ৰিদশ দেৱৰ আৰ নেদেখিলোঁ ভাল ॥
দশ দিগপাল একেলগে অস্ত গৈল ।
আৰে দিতি সতিনীৰ মন ৰঙ্গ ভৈল ॥ ৮৩০
হৰি হৰি ইন্দ্ৰ হাবিয়াসৰ পুত্ৰাই ।
কোন বিধি তোৰ হেন কৰিল বিলাই ॥
তোৰ নিদ্ৰা নাসে ভুলি স্বৰ্ণ খাটত ।
কেনে শুতি থাকা আবে কেৱলে মাটিত ॥ ৮৩১
অসংখ্যাত অপেশ্বৰীগণে ধৰে আল ।
তোক বেঢ়ি সেৱা কৰে দশ দিগপাল ॥
অত্ৰাৱতী ৰঞ্জি বসি থাকা সিংহাসনে ।
আবে লগ ভৈল অৰণ্যৰ পশুগণে ॥ ৮৩২
যাহাৰ মুখত আতি অমৃত নুৰুচে ।
আবে ফল মূলে কেনমতে ক্ষুধা গুচে ॥
ভিক্ষা মাগি ফুৰা আবে তপস্বীৰ বেশে ।
দানৱৰ ভয়ত ফুৰাহা দেশে দেশে ॥ ৮৩৩
তোমাৰ ডৰত দৈত্য তৰতে কাম্পয় ।
প্ৰমত্ত সিংহক যেন শৃগালে ঝাম্পয় ॥
স্বৰ্গ সুখ বঞ্চিল খণ্ডিল দণ্ডপাট ।
কতনো লিখিলা বিধি তোহোৰ ললাট ॥ ৮৩৪
কিনো আতি নিকাৰ ভুঞ্জন্ত শচী আই ।
জানিলো দুখতে তোৰ দণ্ডে যুগ যায় ॥
সৰ্ব্ব সৌভাগিনী বাসৱৰ পটেশ্বৰী ।
পুতাইৰ লগতে তয়ো ভৈলি দেশান্তৰী ॥ ৮৩৫
যাৰ নেত ভুলিত ফুৰন্তে দুখাই ভৰি ।
আবে ঘোৰ বনত ফুৰস কেন কৰি ॥
হা বিধি তোক বঞ্চিলেক স্বৰ্গ সুখে ।
প্ৰাণ ফুটে আতি মোৰ তোহোৰেসে দুখে ॥ ৮৩৬
হা পুত্ৰগণ মোৰ বংশৰ উদ্ধাৰ ।
বিপদ নদীত পৰি নপাইলাহা পাৰ ॥
তোমাৰ এতেক দুখ দেখি কেনে জীও ।
হেন মনে কৰে কালকূট বিষ পিও ॥ ৮৩৭

এহি বুলি অদিতি কৰন্ত হৃদি খেদ।
ৰাত্ৰি দিনে নেত্ৰৰ লোতক নাহি ছেদ ॥
অন্ন পান মুকুচে মুগুচে হাত ফোত।
সুমৰন্তে দেৱক কান্দন্ত জোত জোত ॥ ৮৩৮
আছিলা কাশ্যপ ঋষি মাধৱক ধ্যানে।
গঙ্গাৰ জলত পশি নিৰজন স্থানে ॥
সহস্ৰ বৎসৰে তান ভাঙ্গিল সমাধি।
স্বৰ্গক গৈলন্ত পাছে বিষ্ণুক আৰাধি ॥ ৮৩৯
অদিতিৰ আবাস পশিলা দ্বাৰ ছাড়ি।
দেখি দেৱমাতা উঠি গৈল আগ বাঢ়ি ॥
স্বামীক প্ৰণাম কৰি অনেক সাদৰে।
পৰম গৌৰৱে আনি প্ৰবেশাইলা ঘৰে ॥ ৮৪০
ভৃঙ্গাৰৰ জলে পখালিলা দুয়ো ভৰি।
ৰত্নৰ আসন যোগাইলেক শীঘ্ৰ কৰি ॥
পঞ্চামৃত ভুঞ্জাইলা শুশ্ৰূষা কৰি আতি।
দুখমনে একপাশে থাকিলা নমাতি ॥ ৮৪১
কাশ্যপে দেখন্ত অদিতিৰ মুখ ম্লান।
সজল নয়ন শোকে মৃতক সমান ॥
নাহিকে আনন্দ কিছু উৎসৱ মনত।
দেখিয়া বিস্ময় ভৈল ঋষিৰ মনত ॥ ৮৪২
অদিতিক সম্মুখি মাতন্ত ঋষিৰাজ।
সত্বৰে কহিয়ো বাদ্ধে কি ভৈল অকাজ ॥
সলোতক নয়ন বিৱৰ্ণ দেখো মুখ।
কি কাৰণে তোমাৰ মিলিল হেন দুখ ॥ ৮৪৩
অগ্নিক শুশ্ৰূষা নকৰিলা সময়ত।
কিবা ভঙ্গ ভৈল তনু সঙ্কল্প ব্ৰতত ॥
নিৰুৎসাহ ভৈল কিবা মোহোৰ বিৰহে।
সত্বৰে কহিয়ো বাদ্ধে হৃদয় নসহে ॥ ৮৪৪
কল্যাণে কি আছন্ত তোমাৰ পুত্ৰচয়।
আৰ কিবা নকৰন্ত দানৱক ভয় ॥
সুখে কি আছন্ত ইন্দ্ৰ তোমাৰ নন্দন।
হেন শুনি দেৱমাতা তুলিলা ক্ৰন্দন ॥ ৮৪৫

দেৱতাগণক স্মৰি কৰিলা বিলাপ।
কতোবেলি সুস্থ হুয়া তেজিলা সন্তাপ ॥
শুনা সৰ্ব্বজন মহাভাগৱত কথা।
ইহেন মনুষ্য জন্ম নকৰিয়ো বৃথা ॥ ৮৪৬
হেন জানি নিৰন্তৰে এৰি আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৮৪৭

---

অদিতিৰ দুখ নিবেদন আৰু কাশ্যপৰ পয়োব্ৰত
আচৰণৰ উপদেশ

ছবি

অনন্তৰে দেৱমাৰ সন্নুক্ষণ হুয়া গাৰ
বস্ত্ৰে মলচিলা মুখ আখি।
গৈয়া কতিপয় ভৰি স্বামীৰ আগত পৰি
কান্দি কান্দি দেই দুখ সাক্ষী ॥
কিবা মোত সোধা স্বামী কি কথা কহিবো আমি
মোক শোক শেলে আছে শালি।
দৈত্যগণ দুৰাচাৰ কাঢ়ি লৈল ৰাজ্যভাৰ
ত্ৰিদশক স্বৰ্গৰ নিকালি ॥ ৮৪৮
দশ দিগপাল মানে পলাই গৈল নানা থানে
পৃথিবীত ফুৰে ভিক্ষা মাগি।
ভৈলন্ত প্ৰেতৰ বেশ তাসম্বাৰ শুনি ক্লেশ
অভাগিনী জীও কিক লাগি ॥
অস্ত্ৰাৱতী দণ্ডপাট ৰত্ন সিংহাসন খাট
কাঢ়ি লৈলা বলি থান গুড়ি।
সতিনীৰ পুত্ৰচয় আছে সবে অভ্যুদয়
মোৰ জানা সবে গৈল বুৰি ॥ ৮৪৯
যি ভৈল দেৱৰ গতি কি কহিবো প্ৰাণপতি
হেন জানি চিন্তিয়োক হিত।
বুলিয়ো উপায় আবে যেনমতে দেৱসবে
দুনাই আসি বৰয় পুৰিত ॥
যদ্যপি পুৰুষোত্তম সমস্ত প্ৰাণীত সম
তথাপি ভক্তক কৰা দায়া।

এৰাও দাৰুণ শোক  চাহিবাক লাগে মোক
মইসে তোমাৰ নিজ জায়া ॥ ৮৫০
হেন শুনি মহাঋষি  মাতিলন্ত বিমৰিষি
কিনো বিষ্ণু মায়াৰ প্ৰভাৱ।
কৈৰ দেহা কৈৰ জীৱ  কৈত পাইলা পুত্ৰ জীৱ
কাক কোনে বোলে বাপ মাৱ ॥
সংসাৰ সকলে মিছা  তথাপি তাহাত ইচ্ছা
মোহ-জৰী বান্ধি আছে টান।
কোন বুদ্ধি কৰো আবে  দেৱ দৈত্য যত সবে
হুয়া আছে মোহোৰ সন্তান ॥ ৮৫১
এক দিকে হস্তী যায়  আৰ দিকে মাল খায়
আবে মই হও কোন ভিতি।
যি হৌক সি হৌক ভাগে  ভক্তক চাহিবে লাগে
শুনা কহো উপায় অদিতি ॥
ঝাণ্টে পয়োব্ৰত ধৰি  আৰাধিয়ো দেৱ হৰি
তেবে হৈব দুৰ্গতি নিস্তাৰ।
একচিত্তে কৰা সেৱ  ভকত বৎসল দেৱ
মাধৱে সাধিবে প্ৰতিকাৰ ॥ ৮৫২
হেন শুনি দেৱমাৱে  কহন্ত বিনয় ভাৱে
জানিলো কাৰ্য্যৰ হৈব সিদ্ধি।
কিন্তু মই স্ত্ৰী মতি  নজানো ভকতি নতি
কহিয়ো কৃষ্ণৰ ব্ৰত বিধি ॥
কাশ্যপে বোলন্ত প্ৰিয়া  বচনক কৰা হিয়া
কহো পয়োব্ৰতৰ বিধান।
প্ৰজা স্ৰজিবাৰ তৰে  কৈলা মোত স্থষ্টিকৰে
পাইলো ইটো ব্ৰতৰ প্ৰমাণ ॥ ৮৫৩
ফাল্গুন মাসত আসি  যেবে ভৈলা আমাবাসী
কৰিবা সংযম অবিকলে।
বৰাহ দন্তৰ মাটি  শৰীৰত ঘসি আতি
স্নানিবা বিচিত্ৰ স্ৰোত জলে ॥
প্ৰতিপদ দিন ভৈলে  বিধিমতে স্নানি জলে
এৰি লোভ ক্ৰোধ মোহ দম্ভ।
বহুবিধ বাদ্য বাই  বিষ্ণুক দুগ্ধে নোৱাই
পয়োব্ৰত কৰিয়া আৰম্ভ ॥ ৮৫৪
অগ্নিত সূৰ্য্যত জলে  অথবা বিচিত্ৰ স্থলে
সম্ভৃতে পূজিবা হৃষীকেশ।
ইক্ষু চিৰা আখৈ কল  দিবা বহুবিধ ফল
দধি দুগ্ধ ঘৃতৰ সন্দেশ ॥
পিঠা পৰমান্ন চেনি  পাদ্য অৰ্ঘ্য আচমনি
গন্ধ পুষ্প বস্ত্ৰ অলঙ্কাৰ।
বিত্তশাঠ্য নকৰিবা  বহ্নিত আহুতি দিবা
মুল মন্ত্ৰ কৰিবা উচ্চাৰ ॥ ৮৫৫
বিষ্ণুক কৰিবা নতি  দণ্ডৱতে পৰি স্তুতি
জপিবা মন্ত্ৰক বাৰ শত।
নিৰ্ম্মাল্য নৈবেদ্যমান  বৈষ্ণৱক দিবা দান
মাধৱক ধৰি হৃদয়ত ॥
দ্বাদশ ব্ৰাহ্মণ আনি  পৰমান্ন দিবা আনি
দিবা বস্ত্ৰ আঞ্জলি সন্দেশ।
তাসম্বাৰ অনুমতি  লৈয়া পাছে মহাসতী
আপুনি ভুঞ্জিবা অৱশেষ ॥ ৮৫৬
প্ৰাণী হিংসা পৰিহৰি  ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি
বিষয় আলাপে হৈবা হীন।
কৃষ্ণক হৃদয়ে ধৰি  কৃষ্ণৰ কীৰ্ত্তন কৰি
কৃষ্ণৰ কথায়ে নিবা দিন ॥
মাধৱক বিধিৰতে  পূজিবাহা এহিমতে
বাঢ় দিন মান মন তুষ্টি।
যেবে ভৈল ত্ৰয়োদশী  অগ্নি বিসৰ্জ্জিবা বসি
আদিত্যক অৰ্ঘ্য দিবা উঠি ॥ ৮৫৭
স্বৰ্ণ ৰজত বস্ত্ৰ  দক্ষিণা কৰিবা দান
ব্ৰাহ্মণৰ সন্তোষিয়া মন।
তোমাৰ বিপদচয়  যতেক শত্ৰুৰ ভয়
সকলে খণ্ডিবে নাৰায়ণ ॥
কৃষ্ণপদ প্ৰসাদত  তুনাই হুইব পূৰ্ব্বমত
দেৱগণে এৰাইবে দুৰ্গতি।

কৈলো পয়োব্ৰত বিধি মনোৰথ হৈব সিদ্ধি
আত শঙ্কা নকৰিবা সতী ॥ ৮৫৮
নমো নমো নাৰায়ণ তোমাৰ চৰণে মন
নিমজোক মোৰ সৰ্ব্বক্ষণে ।
ভাগৱত পদ ছবি কায়স্থ শঙ্কৰ কবি
বিৰচিলা কৃষ্ণৰ চৰণে ॥
শুনা সভাসদগণ মোক্ষক যাহাৰ মন
কৃষ্ণৰ কথাত কৰা ৰতি ।
ডাকি বোলা ৰাম হৰি সংসাৰ সাগৰ তৰি
বৈকুণ্ঠ লোকক কৰা গতি ॥ ৮৫৯

---

অদিতিৰ পয়োব্ৰত—নাৰায়ণৰ আৱিৰ্ভাৱ

পদ

শুক নিগদতি ৰাজা শুনা পৰীক্ষিত ।
হেন শুনি অদিতিৰ তুষ্ট ভৈলা চিত্ত ॥
মিলাইলন্ত সম্ভাৰ আনিয়া যত যত ।
কাশ্যপৰ উপদেশে আৰম্ভিলা ব্ৰত ॥ ৮৬০
মহা কায়কষ্ট কৰি মনক নিয়মি ।
ব্ৰহ্মচৰ্য্য ধৰি দশো ইন্দ্ৰিয়ক দমি ॥
কৰন্ত কৃষ্ণক পূজা বিবিধ সম্ভাৰে ।
গন্ধে পুষ্পে ধূপে দীপে বস্ত্ৰ অলঙ্কাৰে ॥ ৮৬১
পায়স পিষ্টক মধু দধি দুগ্ধ ঘৃত ।
নানাবিধ উপহাৰ দেন্ত পঞ্চামৃত ॥
বাঢ় দিনমানে কৰি অগ্নিত আহুতি ।
কাশ্যপৰ উপদেশে আৰম্ভিলা স্তুতি ॥ ৮৬২
নমো ভগৱন্ত আদি পুৰুষ কেশৱ ।
সৰ্ব্বজন নিবাস অব্যক্ত বাসুদেৱ ॥
নমো সৰ্ব্বস্বামী মুখ্য পুৰুষ প্ৰধান ।
কপিল স্বৰূপে কৰা সাংখ্যক ব্যাখ্যান ॥ ৮৬৩
নমো দুই পদ বৃষ নমো ব্ৰহ্মচাৰী ।
মহা অষ্টবাহু যজ্ঞ পুৰুষ মুৰাৰি ॥

নমো ৰুদ্ৰ শিৱ শক্তিধৰ বিদ্যাপতি ।
প্ৰণামো হিৰণ্যগৰ্ভ্ভ ভকতৰ গতি ॥ ৮৬৪
নমো জগন্নাথ জগতৰ জীৱ প্ৰাণ ।
নমো যোগেশ্বৰ সৃষ্টি স্থিতিৰ নিদান ॥
নমো নমো আদি দেৱ ব্ৰহ্ম নাৰায়ণ ।
নমো নমো ঋষি হৰি সংসাৰ কাৰণ ॥ ৮৬৫
নমো মৰকত শ্যাম তনু অনুপাম ।
নমো পূৰ্ণকাম সৰ্ব্বলোক অভিৰাম ॥
নমো মূলমন্ত্ৰ শিৰে শোভে শ্বেতছত্ৰ ।
গাৱে পীতবস্ত্ৰ ধৰি আছা চাৰি অস্ত্ৰ ॥ ৮৬৬
বৰদৰো বৰদ তুমিসে চক্ৰপাণি ।
হেন জানি যতেক আছয় মহাজ্ঞানী ॥
ব্ৰহ্মা ইন্দ্ৰ আদি কৰি মোক্ষ অভিলাষী ।
তয়ু পাদপদ্মৰেণু থাকন্ত উপাসি ॥ ৮৬৭
হেন নাৰায়ণ মোত হুয়োক প্ৰসন্ন ।
সৰ্ব্বভাৱে লৈলো মই তোমাত শৰণ ॥
তুমি ব্যতিৰেকে মোৰ নাহি আন গতি ।
হুয়োক প্ৰসন্ন হৰি খণ্ডায়ো দুৰ্গতি ॥ ৮৬৮
এহি বুলি কৰে দেৱী মাধৱক ধ্যান ।
কায় বাক্য মনে কিছু নিচিন্তয় আন ॥
অদিতিৰ দেখি হেন ভক্ত বিপৰীত ।
ভৈলা জগন্নাথ আসি আগতে বিদিত ॥ ৮৬৯
পীত বস্ত্ৰে শোভে আতি শ্যামল শৰীৰ ।
সজল মেঘত যেন বিজুলী সুথিৰ ॥
কিৰীটি কুণ্ডলে মুখপদ্ম কৰে কান্তি ।
ললাটে অলকা যেন ভ্ৰমৰাৰ পান্তি ॥ ৮৭০
দশন মুকুতা পান্তি মুখে অল্পহাস ।
কণ্ঠত কৌস্তুভ নৱ সূৰ্য্যৰ প্ৰকাশ ॥
বলিত বৰ্ত্তুল চাৰি ভুজ চমৎকাৰ ।
কেয়ূৰ কঙ্কণে আতি কৰে জ্যোতিষ্কাৰ ॥ ৮৭১
আপাদলম্বিত গলে জ্বলে বনমালা ।
কটিমধ্যে নিবন্ধিলা সুৱৰ্ণ মেখলা ॥

ৰত্নৰ নূপুৰে পাদপঙ্কজত জ্বলে।
যাক যোগীগণে চিন্তে হৃদয় কমলে ॥ ৮৭২
ধৰিয়া আছন্ত শঙ্খ চক্র গদা পদ্ম।
প্রত্যক্ষে দিলন্ত দেখা নকৰিয়া ছদ্ম ॥
প্রকাশ কৰন্ত আতি গৰুড় স্কন্ধত।
কোটি চন্দ্র জ্বলে যেন মেৰু পর্ব্বতত ॥ ৮৭৩
গোবিন্দক দেখিয়া আনন্দে দেৱমাৰ।
সজল নয়ন হুয়া শিহৰাইল গাৰ ॥
গদ গদ ভাষে আতি কৃষ্ণ কৃষ্ণ ৰড়ি।
কতো বেলি আছিলন্ত দণ্ডৱতে পৰি ॥ ৮৭৪
কৃষ্ণক দেখিয়া দেৱী ভৈলা মন তুষ্টি।
কিছু কিছু কৰি কৃতাঞ্জলি হুয়া উঠি ॥
মাতিবাক নপাৰন্ত দেখি মাধৱক।
ৰোমাঞ্চিত তনু ঝৰে হৰিষে লোতক ॥ ৮৭৫
কাম্পয় শৰীৰ দেখি বিষ্ণুৰ দীপিতি।
পাছে ধীৰে ধীৰে স্তুতি কৰিলা অদিতি ॥
নমো জগন্নাথ জগতৰ তুমি বাপ।
ভকত জনৰ দৰশনে হৰে তাপ ॥ ৮৭৬
নমো নমো পূর্ণজ্ঞান নিৰঞ্জন হৰি।
দুর্লভ মোক্ষক পাৱে যাৰ নাম স্মৰি ॥
হেন মাধৱক মোৰ কোটি নমস্কাৰ।
আপদে মজিলো হৰি কৰিয়ো উদ্ধাৰ ॥ ৮৭৭
কৃষ্ণৰ আগত কান্দি কান্দি মহাসতী।
আৰো অসংখ্যাত কৰিলন্ত স্তুতি নতি ॥
হেন শুনি মহা কৃপাময় চক্রপাণি।
অদিতিক প্রবোধি বুলিলা হেন বাণী ॥ ৮৭৮
এবে দেৱমাতা তুমি এৰিয়োক কষ্ট।
পুত্রগণ তোমাৰ স্বর্গৰ ভৈল ভ্রষ্ট ॥
ত্রৈলোক্যৰ লক্ষ্মী কাঢ়ি লৈলা বলিৰায়।
কহিবে নলাগে জানো সবে অভিপ্রায় ॥ ৮৭৯
দৈত্যক বধিবে ইন্দ্র তোমাৰ নন্দন।
দেখি দৈত্য নাৰীগণে কৰিবে ক্রন্দন ॥
দেৱগণে ক্রীড়িৱন্ত স্বর্গত সম্প্রতি।
তাক দেখিবাক বাঞ্ছা কৰা মহাসতী ॥ ৮৮০
কিন্তু বিশ্বজিত কৰি আছে বলিৰায়।
ত্রৈলোক্যত অজেয় অভেদ্য ভৈল কায় ॥
উপায়েসে পাৰি তাঙ্ক নালাগে সংগ্রাম।
মোৰ বাক্য অদিতি কৰিয়ো হেন কাম ॥ ৮৮১
কাশ্যপ স্বামীক তুমি থাকিয়ো উপাসি।
তোমাৰ গর্ভত মই উপজিবো আসি ॥
বলিক ছলিয়া কাঢ়ি লৈবো ৰাজ্যভাৰ।
উপায়ে কৰিবো মই ইন্দ্রক উদ্ধাৰ ॥ ৮৮২
কাতো নকহিবা তুমি হেন গোপ্য কথা।
মোৰ আৰাধন একোকালে নোহে বৃথা ॥
পুত্র হুয়া তোমাৰ পূৰিবো মনোৰথ।
হেন জানি দেৱমাৰ থাকা হুয়া স্বস্থ ॥ ৮৮৩
এহি বুলি অন্তর্দ্ধান ভৈলন্ত শ্রীহৰি।
শুনি কৃতকৃত্য ভৈলা অদিতি সুন্দৰী ॥
মোহোৰ গর্ভত জাত হৈৱন্ত মাধৱ।
উলস মালস চিত্ত কৰে মহোৎসৱ ॥ ৮৮৪
একোকালে ব্যর্থ নহে কৃষ্ণৰ বচন।
আবেসে জানিলো নিস্তৰিল পুত্রগণ ॥
মাধৱৰ প্রসাদে আপদ হইবে দূৰ।
মোৰ ইন্দ্র পুতাই আবে পাইব স্বর্গপুৰ ॥ ৮৮৫
এহি বুলি স্বামীৰ পাশক গৈলা চলি।
চৰণত পৰিলন্ত হুয়া কৃতাঞ্জলি ॥
কাশ্যপে ধৰিলা তুলি অনেক আশ্বাসে।
বসিলন্ত অদিতি স্বামীৰ একপাশে ॥ ৮৮৬
মাধৱৰ আদেশ শুনান্ত যথা তথা।
গোপ্য কৰি ঋষিত কহিলা সবে কথা ॥
শুনি কাশ্যপৰ আনন্দৰ সীমা নাই।
কৰিলা প্রশংসা আতি অদিতিক চাই ॥ ৮৮৭
ধন্য ধন্য দক্ষৰ দুহিতা মহাসতী।
কৃষ্ণক তুষিলা তুমি একান্ত ভকতি ॥

জানিলো তৰিলা তুমি দুস্তৰ যে মায়া ।
ময়ো ভাগ্যৱন্ত তুমি হেন পাইলো জায়া ॥ ৮৮৮
এহি বুলি যোগবলে জানিলন্ত ঋষি ।
প্ৰবেশিল মনত বিষ্ণুৰ অংশ আসি ॥
সভাৰ্য্যে শয্যাক পাছে গৈলা মহাশয় ।
অদিতিৰ গৰ্ভত থাপিলা বিন্দুচয় ॥ ৮৮৯
ত্ৰিজগত পতি উদৰত লৈলা বাস ।
দেৱৰ জননী আতি কৰন্ত প্ৰকাশ ॥
শৰীৰৰ কান্তি সুৱৰ্ণতো কৰি বলে ।
তান তেজে যতেক ওৱাৰিখান জ্বলে ॥ ৮৯০
গৰ্ভত আছন্ত হৰি নজানন্ত কেৱ ।
সমাধিত জানি আসিলন্ত ব্ৰহ্মাদেৱ ॥
অদিতিৰ গৰ্ভক প্ৰণাম কৰি সুখে ।
মাধৱক স্তুতি আৰম্ভিলা চাৰি মুখে ॥ ৮৯১
জয় জয় বিপুল বিক্ৰম ভগৱন্ত ।
জয় জয় সংসাৰৰ আদি মধ্য অন্ত ॥
জীৱ ৰূপে আছা তুমি সমস্তে শৰীৰে ।
জয় পৃষ্ণিগৰ্ভ বেদগৰ্ভ নমো শিৰে ॥ ৮৯২
তুমি কাল নদীত জগত ভাসি যায় ।
যেন জল বেগে নেই জাজিক উটাই ॥
যত চৰাচৰ আমি আছো প্ৰজাপতি ।
তোমাৰ কটাক্ষে সবে হওঁ উতপতি ॥ ৮৯৩
স্বৰ্গ ছাড়ি পলায়া ফুৰন্ত দেৱগণ ।
তাসম্বাৰ দুখ কি কহিবো নাৰায়ণ ॥
ত্ৰিদশগণৰ সিটো খণ্ডোক নিকাৰ ।
হেন জানি হৰি ধৰিয়োক অৱতাৰ ॥ ৮৯৪
এহিমতে ব্ৰহ্মায়ে আছন্ত স্তুতি কৰি ।
অভিজিত মুহূৰ্ত্তত উপজিলা হৰি ॥
ভাদ্ৰমাস শ্ৰৱণা দ্বাদশী মধ্য দিন ।
কৰিলা জন্মক তাৰাগণে প্ৰদক্ষিণ ॥ ৮৯৫
দশোদিশ স্বচ্ছ ভৈল নিৰ্ম্মল আকাশ ।
শান্ত ৰশ্মি কৰে সবে নক্ষত্ৰে প্ৰকাশ ॥
সুগন্ধ শীতল বলে মলয় পৱন ।
ছয়ঋতু ধৰ্ম্ম আসি ভৈল উতপন্ন ॥ ৮৯৬
সমস্ত প্ৰাণীৰ মনে মিলিল সন্তুষ্ট ।
যত পশুপক্ষীগণ ভৈল হৃষ্ট পুষ্ট ॥
আতি শান্ত তেজ হুয়া জলন্ত অগনি ।
বাজৈ দেৱ বাদ্যসব দশোদিশ চানি ॥ ৮৯৭
মৃদঙ্গ গোমুখ শঙ্খ দুন্দুভিৰ ৰোল ।
তবল মাদল ভেৰী ঘণ্টা ঢাক ঢোল ॥
বীণা বেণু বিপঞ্চি কাহাল কৰতাল ।
স্বৰ্গক লঙ্ঘিল সবে শবদ আস্ফাল ॥ ৮৯৮
আতি প্ৰীতি হুয়া নৃত্য কৰে অপেশ্বৰী ।
গন্ধৰ্ব্বে যোগাৱে গীত সুললিত কৰি ॥
সিদ্ধমুনি স্তুতি কৰে আকাশত থাকি ।
বৰিষন্ত পুষ্প অদিতিৰ গৃহ ঢাকি ॥ ৮৯৯
মাধৱৰ জন্ম কথা শুনা সৰ্ব্বলোক ।
এক কোটি পুৰুষ উদ্ধাৰ সবে হোক ॥
জানিয়া যতনে শুনিয়োক কৃষ্ণ কথা ।
মনুষ্য জন্মৰ ইটো নকৰিবা বৃথা ॥ ৯০০
আপোনাৰো আছে যেবে বৈকুণ্ঠক কাম ।
আন চিন্তা এৰি ডাকি বোলা ৰাম ৰাম ॥

---

অদিতিৰ গৰ্ভত ভগৱানৰ জন্ম

**দুলড়ী**

পাছে নাৰায়ণে হেন শুভক্ষণে
অদিতিত ভৈলা জাত ।
প্ৰকাশন্ত বসি যেন পূৰ্ণশশী
যেন সূৰ্য্য অসংখ্যাত ॥ ৯০১
অদ্ভুত বালক অলকা তিলক
ললাটত আতি জ্বলে ।
কুটিল কুন্তল বদন মণ্ডল
চন্দ্ৰতো অধিক বলে ॥

মেঘ সম শ্যাম তনু অনুপাম
পীত বস্ত্রে আছে ৰঞ্জি।
পাপ বিমোচন আয়ত লোচন
শোভে কমলক গঞ্জি ॥ ৯০২
নাসা তিল ফুল অধৰ ৰাতুল
ৰত্নে যেন আছে গঢ়ি।
সংসাৰ মোহন হাস্য দৰশন
দন্ত পান্তি কুন্দকড়ি ॥
মকৰ কুণ্ডল শোভে গণ্ডস্থল
কিৰীটি উজ্বল মাথে।
শঙ্খ চক্র গদা পদ্ম ধৰি সদা
আছন্ত ত্রৈলোক্যনাথে ॥ ৯০৩
পঙ্কজ মোলান বাহু চাৰিখান
জ্যোতি কৰে অলঙ্কাৰ।
উন্নত বহল চাৰু বক্ষস্থল
দিব্য মুকুতাৰ হাৰ ॥
কঙ্কালে মেখলা গলে বনমালা
আজানুলম্বিত শোভে।
অনেক ভ্রমৰে বেঢ়িয়া গুঞ্জৰে
তাত মধুগন্ধ লোভে ॥ ৯০৪
হৃদয় প্রদেশে শ্রীবৎস প্রকাশে
যেন জলে পদ্ম পান্তি।
কম্বুকণ্ঠ মাজে কৌস্তুভ বিৰাজে
নব আদিত্যৰ কান্তি ॥
কৰাকৰ সম উৰু নিৰুপম
দেখন্তে মিলে সন্তোষ।
চৰণ কমল আতি সুকোমল
জলে যেন পদ্মকোষ ॥ ৯০৫
আঙ্গুলিৰ পান্তি কৰে আতি কান্তি
ৰত্নৰ যেন পাকৰি।
নখচন্দ্রচয় জলন্তে আছয়
মুখ যেন পদ্ম সৰি ॥

কৃষ্ণৰ চৰণ ভকত তাৰণ
সংসাৰৰ ভয় ভঞ্জে।
মহা মনোহৰ ৰত্নৰ হোড়ৰ
কনক নুপুৰে ৰঞ্জে ॥ ৯০৬
আছে ধ্বজ বজ্র অঙ্কুশ পঙ্কজ
চিহ্ন তাতে শোভা কৰি।
যাক যোগীগণে চিন্তে অনুক্ষণে
একচিত্তে ধ্যান কৰি ॥
হেন নাৰায়ণ ভৈল উপসন্ন
জগত মোহন বেশ।
মহা জ্যোতি কৰে দৰশনে হৰে
সংসাৰৰ যত ক্লেশ ॥ ৯০৭
শৰীৰৰ কান্তি প্রকাশয় আতি
কাশ্যপৰ গৃহখান।
পুত্র উতপতি দেখি প্রজাপতি
সপটে কৰিলা স্নান ॥
ৰত্ন ধন ধান ধেনু দিলা দান
বিশিষ্ট ব্রাহ্মণ আনি।
খণ্ডি গৈল দুখ মাধৱৰ মুখ
দেখিলন্ত দুয়ো প্রাণী ॥ ৯০৮
তনু ৰোমাঞ্চিত নধৰয় চিত্ত
আনন্দে লোতক ঝৰে।
গদ গদ মাতে কৰযোৰ হাতে
পৰি দুয়ো স্তুতি কৰে ॥
জয় ব্রহ্মবাদী জগতৰ আদি
নাহি যাৰ আদি অন্ত।
সৃষ্টি স্থিতি লয় হোৱন্তে আছয়
তুমি হেতু ভগৱন্ত ॥ ৯০৯
তুমি নিৰঙ্কুশ পৰম পুৰুষ
পদ্মনায়কৰ পান্তি।
কনক কমল লোচন যুগল
ভুজঙ্গ সদৃশ আতি ॥

যাহাৰ চৰণ চিন্তি যোগীগণ
মহা মনোৰথ পূৰে ।
কোটি অসংখ্যাত ব্ৰহ্মাণ্ড সাক্ষাত
ৰোমৰ গুৰিত ফুৰে ॥ ৯১০
ব্ৰহ্মা মহাদেৱ নপাৰন্ত কেৱ
যাহাৰ মায়াৰ পাৰ ।
কিনো বিড়ম্বণ তুমি নাৰায়ণ
তনয় ভৈল আমাৰ ॥
হেন স্তুতি বাণী শুনি চক্ৰপাণি
সিটো ৰূপ কৰি ছন্ন ।
অলক্ষিত মত পিতৃৰ আগত
ভৈলন্ত দিব্য বামন ॥ ৯১১
যেন নাচি আছি ডুনাই নটে কাচি
তৈতে ধৰে আন ৰূপ ।
কাশ্যপ অদিতি অদভুত আতি
দেখি ভৈলা দুয়ো চুপ ॥
পাছে পাইলে মায়া সম্পজিলা দায়া
মুহিলা দুইকো মুৰাৰি ।
পুত্ৰ পুত্ৰ বুলি কোলে লৈলা তুলি
গলে বান্ধি চুমাপাৰি ॥ ৯১২
নিৰেখি বদন মুখে দেন্ত স্তন
আনন্দে দেৱৰ মাতা ।
থুপুৰান্ত দান্ত কতো স্তন খান্ত
তিনি ত্ৰৈলোক্যৰ ধাতা ॥
সুন্দৰ বদন যোৰন্ত ক্ৰন্দন
কৰন্ত কতো আখটি ।
দেখিয়া কাশ্যপ এৰি ধ্যান জপ
ধৰন্ত স্নেহে সাৱটি ॥ ৯১৩
মোৰ বাপু বুলি কোকাৰন্ত ধূলি
নছুৱান্ত দিনে ৰাতি ।
কৰি শিশুলীলা মায়ায়ে মুহিলা
দুহান্তৰো চিত্ত আতি ॥

নমো জগন্নাথ চপৰায়া মাথ
দণ্ডৱতে শতবাৰ ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
বিষ্ণুৰ জন্ম পয়াৰ ॥ ৯১৪
শুনা সভাসদ ভাগৱত পদ
পাপক কৰা নিৰ্য্যাণ ।
এৰি আন কাম বোলা ৰাম ৰাম
যি যাইবা বৈকুণ্ঠ স্থান ॥

---

বামনৰূপী ভগৱানৰ জাতকৰ্ম্ম সমাপন
আৰু বলিৰ যজ্ঞলৈ যাত্ৰা

পদ

শুক নিগদতি শুনিয়োক নৃপবৰ ।
ঋষিগণ সমে আসিলন্ত সৃষ্টিকৰ ॥ ৯১৫
নিযোজিলা ব্ৰাহ্মণৰ যত জাতি ধৰ্ম্ম ।
কাশ্যপে কৰিলা তনয়ৰ জাতকৰ্ম্ম ॥
বিধি চাই ব্ৰহ্মায়ো কৰন্ত অনুষ্ঠান ।
সূৰ্য্যে আসি আপুনি গায়ত্ৰী দিলা দান ॥ ৯১৬
নৱগুণ দিলা দেৱগুৰু বৃহস্পতি ।
অৰ্জ্জীন উত্তৰী যোগাইলন্ত সৰস্বতী ॥
পিন্ধাইলন্ত কৌপীন দেৱৰ মাতা আনি ।
কাশ্যপে মেখলা তাতে বান্ধিলন্ত টানি ॥ ৯১৭
স্বৰ্গে আনি যোগাইল বিচিত্ৰ ছত্ৰখণ্ড ।
সাদৰে দিলন্ত আনি চন্দ্ৰে ব্ৰহ্মদণ্ড ॥
দিব্য কমণ্ডলু গোট ব্ৰহ্মা দিলা উঠি ।
সপ্ত ঋষিগণে আনি দিলা কুশ মুঠি ॥ ৯১৮
গৌৰৱে যোগাইলা অক্ষমালা ভগৱতী ।
ভিক্ষা পাত্ৰ দিলন্ত কুবেৰ যক্ষপতি ॥
ভিক্ষা আনি যোগাইলা অম্বিকা বৰনাৰী ।
ভৈলন্ত বামন বটু দিব্য ব্ৰহ্মচাৰী ॥ ৯১৯
প্ৰকাশন্ত বসি ব্ৰহ্ম ঋষিৰ সমাজে ।
সূৰ্য্যৰ বশ্মিক চাকি শৰীৰ বিৰাজে ॥

পূৰ্ণচন্দ্ৰ সম শোভে সুন্দৰ বদন।
কনক কমল দল আয়ত লোচন ॥ ৯২০
উন্নত নাসিকা দন্ত মুকুতাৰ শাৰী।
হাস্যতে মোহিত হোৱে যত দিব্য নাৰী ॥
চাৰু কৰ্ণ কম্বুকণ্ঠ বহল হৃদয়।
নাভি সুগম্ভীৰ কৰ নব কিশলয় ॥ ৯২১
আজানুলম্বিত আতি বাহু দুই খান।
মোলানৰ সম যেন বলিত সুঠান ॥
বিচিত্ৰ বৰ্ত্তুল চাৰু উৰু ৰামকল।
দেখি সুখী হুই দুই চৰণ কমল ॥ ৯২২
প্ৰকাশন্তে আছে তাত নখ চন্দ্ৰচয়।
দৰশনে নষ্ট হোৱে ভকতৰ ভয় ॥
শুদ্ধ সুৱৰ্ণৰ বৰ্ণ প্ৰকাশে শৰীৰ।
মহা বিদ্যাৱন্ত ধীৰ স্বভাৱে গম্ভীৰ ॥ ৯২৩
নিত্য নিৰঞ্জন সৰ্ব্বব্যাপক স্বৰূপ।
ধৰিলন্ত কপট বামন দিব্য ৰূপ ॥
অদিতিয়ো বামন পুত্ৰৰ দেখি মুখ।
পাসৰিলা দেৱতাগণৰ যত দুখ ॥ ৯২৪
ব্ৰহ্ম ঋষিগণে থাকে চৌপাশে উপাসি।
তাৰাৰ মধ্যত যেন পূৰ্ণিমাৰ শশী ॥
সেহি বেলা বলি যজ্ঞ কৰে সমাপত।
নৰ্ম্মদা নদীৰ আসি উত্তৰ তীৰত ॥ ৯২৫
ত্ৰৈলোক্যৰ সম্ভাৰ কৰিয়া এক থান।
পৰম আনন্দে দৈত্যপতি কৰে দান ॥
অশাশ্বত ধন জন অসাৰ সংসাৰ।
এহি বুলি ৰাজা আৰ নাৰাখে ভাণ্ডাৰ ॥ ৯২৬
জগতকে সন্তোষিলা মহা দান কৰি।
অদৰিদ্ৰ ভৈল দুখী ভিক্ষু দেশান্তৰী ॥
মহা জ্ঞানৱন্ত বলি পৰম পণ্ডিত।
সুৱৰ্ণ ৰজত ভূমি কৰিয়া মণ্ডিত ॥ ৯২৭
সবাতুৰে হৰিষে যজন্ত শুক্ৰ ঋষি।
বলিৰ নিৰ্ম্মল যশ ভ্ৰমে দশোদিশি ॥
নটে ভাটে কীৰ্ত্তি কহি ফুৰে ঠাই ঠাই।
বলিৰ সমান দাতা ত্ৰৈলোক্যত নাই ॥ ৯২৮
সমস্ত প্ৰজাক ধৰ্ম্মপথত থাপিল।
পৃথিবী পাতাল যশে স্বৰ্গক ব্যাপিল ॥
যজ্ঞৰ কথাক পাছে শুনিলা বামন।
ঋষিগণ সহিতে কৰিলা আলোচন ॥ ৯২৯
যেহি যিবা খোজে বলি তাকে দেয় দান।
আসা আমি সবে গৈয়া দেখো যজ্ঞস্থান ॥
বামনৰ বাক্যক মানিলা সবে ঋষি।
দেখি নাৰায়ণে গাৱ চালিলা হৰিষি ॥ ৯৩০
মেলানি মাগিয়া পাছে মাতৃক প্ৰণামি।
বলিৰ যজ্ঞক দেখিবাক যাওঁ আমি ॥
দেখি অদিতিৰ মনে মিলিল বিষাদ।
ৰাত্ৰি দিনে দৈত্যে মোক নেৰয় বিবাদ ॥ ৯৩১
কেনমতে যাইবা পুতাই শত্ৰুৰ সমাজ।
জানো কূটনাট কৰি মাৰে দৈত্যৰাজ ॥
সৰ্ব্ব গাৱ মৰি কৰঙ্গনে জলে বাতি।
ত্ৰিদশৰ শোকে মোক পোৰে দিনে ৰাতি ॥ ৯৩২
দানৱৰ ভয়ত গৃহতে ধাতু উৰে।
তোকো হৰুৱাও যোনো মোৰ মান বুৰে ॥
এহি বুলি দেৱমাতা কৰন্ত ক্ৰন্দন।
কৈক গৈলা ইন্দ্ৰ পুতাই কুলৰ নন্দন ॥ ৯৩৩
কোন স্থানে আছা আৰে ভিক্ষা মাগি খাই।
খাৰতো নখাইবে হইল তোহোৰ বিলাই ॥
হৰি হৰি শচী আই পচিলি দুখতে।
ইটো ঘোৰ নিকাৰত জীৱি কেনমতে ॥ ৯৩৪
ইটো চক্ষু আৰ তোৰ নেদেখিলো ভাল।
কিনো বিধি লিখিলেক মোহোৰ কপাল ॥
কৰন্ত বিলাপ এহিমতে মহাসতী।
বামনে প্ৰবোধ দেন্ত অনেক যুগুতি ॥ ৯৩৫
এৰিয়ো সন্তাপ মাৱ মলচিয়ো মুখ।
চক্ৰাকাৰে ফুৰে সংসাৰৰ সুখ দুখ ॥

আপদ সম্পদ আসি মিলে কৰ্ম্ম গতি।
দৈৱক বাধিবে পাৰে কাহাৰ শকতি ॥ ৯৩৬
হেন জানি মাৰ মন কৰিয়োক স্বস্থ।
গুচিলা বিপদ সবে পাইবা মনোৰথ ॥
কত দেখি থাকিবো তোমাৰ হৃদি খেদ।
কৰো আজি সমস্তে দুখৰ পৰিছেদ ॥ ৯৩৭
হেন জানি ত্রিদশৰ খণ্ডিল দুৰ্গতি।
এহিসে কাৰণে জানা মোৰ উতপতি ॥
মই অগনিক কি কৰিবে দৈত্য তৃণে।
সিংহক জোঙ্কাইতে পাৰে ক্ষুদ্ৰ যে হৰিণে ॥ ৯৩৮
যাওঁ যজ্ঞশালা মই দিয়ো অনুমতি।
হেন শুনি পাছে তুষ্ট ভৈলন্ত অদিতি ॥
কৰাইলা পুত্ৰৰ যাত্ৰা দীপ ঘট পাতি।
দিয়াইলা উৰুলি কন্যাগণ আনাই মাতি ॥ ৯৩৯
শিৰে দুৰ্ব্বাক্ষত দিলা আশীৰ্ব্বাদ পঢ়ি।
শুভক্ষণ বেলাত বামন যান্ত লৰি ॥
মধ্যাহ্নৰ সূৰ্য্য যেন দেহা কৰে জ্যোতি।
হাতে দিব্য কমণ্ডলু কান্ধে নৱ ছাতি ॥ ৯৪০
কটিত কৌপীন উৰে অজিন উত্তৰী।
ব্ৰহ্মঋষিগণ যান্ত চৌপাশে আৱৰি ॥
সিদ্ধগণে স্তুতি বোলে আকাশত থাকি।
বৰিষন্ত পুষ্প বামনৰ কায় ঢাকি ॥ ৯৪১
মন্দ সুগভীৰ মেঘে আকাশত গাজে।
দেৱ-বাদ্য যতেক আপুনি সবে বাজে ॥
হেন সুমঙ্গলে চলি যান্ত হৃষীকেশ।
ধৰি আতি অদ্ভুত বালক বটু বেশ ॥ ৯৪২
স্বৰ্গ এৰি পৃথিবীক পাইলা কতক্ষণে।
বোলা ৰাম ৰাম সমজ্যাৰ যত জনে ॥

ঝুমুৰি

কপট বামনে পাছে।
চলি যান্ত দিব্য কাছে ॥ ৯৪৩
পৰম গম্ভীৰ ভাৱে।
কাম্পে ভূমি পাৱে পাৱে ॥
অগনিৰ শিখা প্ৰায়।
শৰীৰ জলন্তে যায় ॥ ৯৪৪
ঋষিগণে বেদ পঢ়ি।
চতুৰ্ভিতি যান্ত বেঢ়ি ॥
মেঘে আকাশত থাকি।
ছায়া কৰি যান্ত ঢাকি ॥ ৯৪৫
সমস্তে দেৱতাচয়ে।
মেঘত লুকাৰে ভয়ে ॥
বামনৰ লগে যান্ত।
ভুমুকি পাৰিয়া চান্ত ॥ ৯৪৬
হুয়োক বামন জয়।
খণ্ডোক আমাৰ ভয় ॥
দেখি যত ৰূপ নাৰী।
চাই থাকে শাৰী শাৰী ॥ ৯৪৭
পৰম সুন্দৰ মুখ।
দৰশনে হৰে দুখ ॥
আনন্দে লোতক ঝৰে।
নেত্ৰে যেন পান কৰে ॥ ৯৪৮
দেখি ৰূপ বিপৰীত।
তাহান্ত মজিল চিত্ত ॥
আন নভাসয় আখি।
বামনৰ ৰূপ দেখি ॥ ৯৪৯
চলি যান্ত ধীৰে ধীৰে।
নৰ্ম্মদা নদীৰ তীৰে ॥
দিব্য বটু ৰূপ ধৰি।
জ্বলন্ত বামন হৰি ॥ ৯৫০
যেন অগনিৰ জ্বালা।
পাইলা গৈয়া যজ্ঞশালা ॥
অনন্তৰে বলি ৰাজা।
যত আছে দৈত্য প্ৰজা ॥ ৯৫১

বামনক দেখিলন্ত।
উঠি সবে নিহালন্ত॥
যত পুৰোহিত ঋষি।
বামনৰ ৰশ্মি আসি॥ ৯৫২
নিষ্প্রভ কৰিল আতি।
সূৰ্য্য আগে যেন বাতি॥
সমস্তে নিস্তেজ প্ৰায়।
অন্যো অন্যে বোলে চাই॥ ৯৫৩
দেখা আসে কোন ঋষি।
জানিলোহো বিমৰিষি॥
আসন্ত আদিত্য চলি।
চাহিবাক যজ্ঞ স্থলি॥ ৯৫৪
কেহো বোলে হুতাশন।
আসি ভৈল উপসন্ন॥
যজ্ঞ দান অভিলাষে।
সনত কুমাৰ আসে॥ ৯৫৫
কৰিব নপাৰো স্থিৰ।
বামনৰ পয়োভৰ॥
প্ৰতিপাৰে কাম্পে ভূমি।
উৰ্দ্ধমুখে ঝুমাঝুমি॥ ৯৫৬
উঠি চাৰে সামৰাজ।
যজ্ঞৰ এৰিয়া কাজ॥
নমো হৰি কৰা দায়া।
গুচোক সংসাৰ মায়া॥ ৯৫৭
কৃষ্ণ কথা সৰ্ব্বজনে।
শুনিয়োক এক মনে॥
অমুৰি শঙ্কৰে ভণে।
থৈলো আৰে এহিমানে॥ ৯৫৮
তেজা সবে আন কাম।
ডাকি বোলা ৰাম ৰাম॥

---

বলিৰ ওচৰত বামনৰ তিনিপদ ভূমি প্ৰাৰ্থনা
আৰু
শুক্ৰৰ বাধা-দান

পদ

শুক নিগদতি ৰাজা শুনিয়োক পাছে।
এহিমতে সমস্তে ৰিস্ময় হুয়া আছে॥ ৯৫৯
অনন্তৰে কপট বামন বনমালী।
ঋষিগণ সমে প্ৰবেশিলা যজ্ঞশালী॥
কৌপীনৰ ভুনি আতি লোটয় মাটিত।
কুশৰ মেখলা বান্ধি আছয় কটিত॥ ৯৬০
অজিন উত্তৰী নৰগুণ যেন উৰে।
বিচিত্ৰ পিঙ্গল জটাজুট শোভে শিৰে॥
এক হাতে আছে কমণ্ডলু ব্ৰহ্মদণ্ড।
আৰ হাতে ধৰিয়া আছন্ত ছত্ৰদণ্ড॥ ৯৬১
ললিত বলিত অঙ্গ সৰ্ব্ব সুকুমাৰ।
শৰীৰৰ জ্যোতিক দেখন্তে চমৎকাৰ॥
যেন অগ্নি খণ্ড বাজ ভৈলা মূৰ্ত্তি ধৰি।
ঋত্বিজ আচাৰ্য্যে আগ বাঢ়িল সাদৰি॥ ৯৬২
বামনক দেখি বলি উত্ৰাৰল মন।
মাথাত কৰিয়া দিলা সুবৰ্ণ আসন॥
ৰাজাক আশংসি তাতে বসিলা মুৰাৰি।
আনো ঋষিগণক আসন দিলা পাৰি॥ ৯৬৩
বসিয়া পাতিলা সবে বহল সমাজ।
বামনক দেখিয়া সানন্দ দৈত্যৰাজ॥
কৰযোৰে প্ৰদক্ষিণ কৰি সাত বাৰ।
দণ্ডৱতে পৰিয়া কৰিলা নমস্কাৰ॥ ৯৬৪
উঠিয়া আনন্দে আপোনাৰ মেলি চুলি।
বামনৰ চৰণৰ মলচিলা ধূলি॥
সুবৰ্ণৰ পাত্ৰ যোগাইলন্ত বিন্ধ্যাৱলী।
বামনৰ পাদপদ্ম পখালিলা বলি॥ ৯৬৫
ভৃঙ্গাৰ ধৰিয়া পটেশ্বৰী দেন্ত পানী।
পৰম আনন্দে অৰ্চিলন্ত ভুয়ো প্ৰাণী॥

কৰিলন্ত দৈত্যেশ্বৰে পাদোদক পান।
শিৰত ঢালিলা ৰঙ্গে কৰিলন্ত স্নান॥ ৯৬৬
যিটো পাদোদক হৰে ধৰি আছে শিৰে।
সিটো জলে দৈত্যেন্দ্ৰে তিয়াইলা সশৰীৰে॥
কৃতকৃত্য হুয়া পাছে মহাৰাজ বলি।
বামনক মাতিলন্ত কৰি কৃতাঞ্জলি॥ ৯৬৭
কুশলে কি ভৈল যজ্ঞশালাত প্ৰবেশ।
কোন কৰ্ম্ম কৰো মোক কৰিয়ো আদেশ॥
কিমতে হাঠিলা পথ সুকোমল ভৰি।
কিবা আসি আছা সবে তপে মূৰ্ত্তি ধৰি॥ ৯৬৮
অল্প বয়সতে ভৈল অদ্ভুত প্ৰভাৱ।
কিবা তপ কৰিলা তোমাৰ বাপ মাৱ॥
তযু আগমনে ভৈল সাফল যজ্ঞৰ।
জানিলো সন্তুষ্ট মোত ভৈলা চৰাচৰ॥৯৬৯
ভৈলন্ত তৃপিতি পিতৃ যতেক আমাৰ।
দানৱ কুলক সবে কৰিলা উদ্ধাৰ॥
যেন পুণ্য পাইলো পাদোদকে কৰি স্নান।
কোটি অশ্বমেধ যাক নুহিকে সমান॥ ৯৭০
পৃথিবীক আসি আছা জানিলো ইঙ্গিত।
যিবা লাগে বটু আবে খোজা ধন বিত॥
সুৱৰ্ণ ৰজত আনো অমুল্য ৰত্তন।
মাগা দেওঁ বিশিষ্ট বিপ্ৰৰ কন্যাগণ॥ ৯৭১
দাসী দাস গ্ৰাম্য দেশ ৰথ গজ বাজী।
খোজামানে দিবো মোৰ অঙ্গীকাৰ আজি॥
হেন শুনি কপট বামনে পাছে হাসি।
মাতন্ত বলিক চাই দশন প্ৰকাশি॥ ৯৭২
ধন্য ধন্য কুলৰ প্ৰদীপ দৈত্যৰাজ।
ভৈলো মহা সন্তুষ্ট তোমাৰ দেখি কাষ॥
যাৰ পিতামহ ভৈল বৈষ্ণৱ প্ৰহ্লাদ।
একোকালে নাহি জানা তাহাৰ প্ৰমাদ॥ ৯৭৩
মহাজ্ঞানী শুক্ৰ ঋষি যাৰ পুৰোহিত।
তাৰ কি হুইবেক আৰ নিন্দিবাৰ চিত॥

তোমাৰ বংশত নভৈলেক একোজন।
নিৰ্দ্দয় কুদাতা দুখী দৰিদ্ৰ কৃপণ॥ ৯৭৪
সবে মহাবৰা সৰ্ব্বকালে যাৰ সুখ।
কদাচিতো মাগন্তাক নকৰে বিমুখ॥
উপৰি বংশৰ কথা শুনা বলিৰায়।
হিৰণ্যাক্ষ হিৰণ্যকশিপু দুই ভাই॥ ৯৭৫
স্বৰ্গত ভৈলন্ত ৰাজা ইন্দ্ৰক খেদাই।
হিৰণ্যাক্ষে ফুৰে পাছে পৃথিবী কম্পাই॥
কৰে গদা ধৰি যেন দিগ্‌গজ প্ৰবুধ।
সকলে পৃথিবী খুজি নপাইলেক যুদ্ধ॥ ৯৭৬
পাছে সাগৰত মাগিলেক যুদ্ধ দান।
দেখিয়া সাগৰ ভয়ে তৰতবিমান॥
দৈত্যক বোলন্ত তোক বলে নোহো সম।
বৰাহ স্বৰূপে হৰি তোৰ হৈবে যম॥ ৯৭৭
অনন্ত জলৰ হন্তে পৃথিবী উদ্ধাৰি।
যুদ্ধ লাগে যেবে তাঙ্ক ধাৱ শীঘ্ৰকৰি॥
হেন শুনি হিৰণ্যাক্ষে গদা গোট তুলি।
সাগৰক এৰি ধাইল বৰাহক বুলি॥ ৯৭৮
বৰাহে ধাইলেক পাছে পৃথিবীক থই।
দেখি দৈত্য কোবেক বৈসালে গদা লই॥
বৰাহো দিলন্ত পাছে লাঠিৰ প্ৰহাৰ।
চৰৰতে গাল কৰিলেক ভিণ্ডাকাৰ॥ ৯৭৯
দুইকো দুই পাছে ধৰিলেক মাল বান্ধে।
কৰে জৰাজৰি কৰি ভৰি ভৰি চান্দে॥
হাৰ ঘাব মাৰে কতো গোৰ ঘৰাকাতি।
প্ৰাণৰ শঙ্কট কতো দুইৰো মিলে আতি॥ ৯৮০
আচাৰন্ত বৰাহে দৈত্যক হঞো বুলি।
দানৱে আচাৰে মহা বৰাহক তুলি॥
অনেক হাজাৰ যুগ নাহি ভঙ্গজয়।
দুই হানো যুদ্ধতে যায় জগতে প্ৰলয়॥ ৯৮১
মহা ছোটে বৰাহে দেখন্ত ঘোৰাকুঁই।
সন্মুখে নোৱাৰে ধৰিলন্ত পাছ হুই॥

কঙ্কালত ধৰি তুলি পেলাইলা আক্রান্তে।
উপৰত উঠি ছিৰি পেলাইলন্ত দান্তে ॥ ৯৮২
হিৰণ্যাক্ষ বীৰক মাৰিয়া কথমপি।
জিনিলোহো নোবোলয় বৰাহে তথাপি ॥
হিৰণ্যাক্ষ বীৰৰ মহিমা কি কহিবো।
যাহাৰ প্ৰহাৰে হৰি বোলন্ত নিজীবো ॥ ৯৮৩
আজিয়ো দুখাই গাৰ মহা পীড়া পাই।
শুনা যেন কৰিলে তাহাৰ জ্যেষ্ঠ ভাই ॥
ভ্ৰাতৃ বধ শুনি পাছে হিৰণ্যকশিপু।
মাধৱত বিনে মোৰ আন নাহি ৰিপু ॥ ৯৮৪
ক্ৰোধে শূল ধৰিয়া অসুৰ মহা ৰাগি।
দিলেক লৰৰ ভিৰি বৈকুণ্ঠক লাগি ॥
যুগান্তৰ যম যেন ক্ৰোধে খেদি যায়।
অশেষ গৰ্জ্জন কৰি স্বৰ্গক কম্পায় ॥ ৯৮৫
হেন দেখি হৰি পাছে চিন্তন্ত উপায়।
ইটো ঘোৰ দৈত্যে পাইলে মোৰ ৰক্ষা নাই ॥
যৈকে যৈকে যাইবো তৈকে তৈকে যাইবো খেদি।
ইহাৰ হাতৰ নেৰাওঁ ব্ৰহ্মাণ্ডক ভেদি ॥ ৯৮৬
প্ৰাণীগণে নেৰাই যেন যমৰায় দায়।
দৈত্যৰ হাতত মোৰ ভৈল সেহি প্ৰায় ॥
একোৱে প্ৰকাৰে তাক নাটো মই যুজি।
পলাইবাক লাগি মই ঠায়ো নাপাওঁ খুজি ॥ ৯৮৭
পৰিলোহো আজি মই দৈত্যৰ হাতত।
এহি বুলি নাৰায়ণে গুণন্ত মনত ॥
কতো বেলি গুণন্তে উপায় পাইলা পাছে।
পলাইবাৰ ঠাই মোৰ ওচৰতে আছে ॥ ৯৮৮
মায়া কৰি অসুৰৰ হিয়াত লুকাওঁ।
ইটো দাৰুণৰ হাত তেবেসে এৰাওঁ ॥
হেন বিমৰষি পাছে আথে বেথে হৰি।
ভৈল অণু প্ৰমাণ তেখনে মায়া কৰি ॥ ৯৮৯
নাসিকাৰ পথে পৈয়া বায়ুৰ লগত।
লুকায়া থাকিলা হিৰণ্যৰ উদৰত ॥

হিৰণ্যকশিপু পাছে হাতে শূল ধৰি।
বিচাৰিলা বৈকুণ্ঠত ভিটাভিট কৰি ॥ ৯৯০
বিষ্ণুক নাপায়া লাগ তেজিলা আটাস।
স্বৰ্গ মৰ্ত্ত্য পাতালত লাগিল তৰাস ॥
ভূমিত পৰিল গৰ্ভিণীৰ গৰ্ভ খসি।
বিচাৰিলা পাছে সাতোখান স্বৰ্গ পশি ॥ ৯৯১
তৈতো যেবে মাধৱক নপাইলেক লাগ।
সাতো পৃথিবীক বিচাৰিলা মহাভাগ ॥
বিষ্ণুক নাপায়া পাছে দৈত্য বলীয়াৰ।
সাতো পাতালক পাছে কৰিলা বিচাৰ ॥ ৯৯২
পাতালত বিষ্ণুক নপাই যেবে ভেট।
হিৰণ্যকশিপু গুণে মাথা কৰি হেঠ ॥
জল স্থল আকাশত বিচাৰিলো ফুৰি।
নপাইলোহো লাগ কৈক গৈল ভাতৃ বৈৰী ॥ ৯৯৩
কৈতো ঠাই নাপাই কইবে মাধৱ ডৰিল।
নিশ্চয়ে জানিলো মোৰ ভয়তে মৰিল ॥
যেবে জীৱহন্তে কেনে নপাইলোহো লাগ।
মৰা মাধৱক লাগি এৰিলোহো ৰাগ ॥ ৯৯৪
যাৰে জীৱেমানে তাৰে কৰিব কন্দল।
মৃতকক হিংসা কৰিবাৰ কোন ফল ॥
এহি বুলি দৈত্যেশ্বৰ নিবৰ্ত্তিলা পাছে।
হিৰণ্যকশিপু সম কোন বীৰ আছে ॥ ৯৯৫
কতেক কহিবো তাৰ মহিমা সম্বাদ।
যাৰ পুত্ৰ ভৈলা মহা বৈষ্ণৱ প্ৰহ্লাদ ॥
কি কহিবো প্ৰহ্লাদৰ মহা যশৰাশি।
যাক ৰক্ষা কৰিল আপুনি হৰি আসি ॥ ৯৯৬
বাপঋলে মাৰিলেক অনেক বিগুতি।
প্ৰাণান্তিকো নেৰিলেক হৰিত ভকতি ॥
যাহাৰ নিৰ্ম্মল কীৰ্ত্তি দশোদিশ ব্যাপ্ত।
তসু পিতা বিৰোচন তাত্তে ভৈলা জাত ॥ ৯৯৭
মহাজ্ঞানী দেৱ দ্বিজ বিষ্ণুক ভকত।
যম সম পৰাক্ৰম বৈৰতো শকত ॥

যুদ্ধে নপাৰিয়া তাঙ্ক পাছে দেৱগণ।
ব্ৰাহ্মণৰ বেশে গৈয়া ভৈলা উপসন্ন ॥ ৯৯৮
ছলে সত্যে কৰাই পাছে মাগিলন্ত প্ৰাণ।
বিৰোচনে সত্যত প্ৰাণক দিলে দান ॥
তাহান তনয় তুমি ধৰ্ম্মত নিপুণ।
মোৰ মুখে তোমাৰ বৰ্ণাইবো কত গুণ ॥ ৯৯৯
যাৰ দান ধৰ্ম্মে সবে ব্যাপিল সংসাৰ।
কুলৰ কমল ফুল বংশৰ উদ্ধাৰ ॥
তোমাত বিমুখ নভৈলেক এই প্ৰাণী।
দাতা বুলি তোমাকেসে জগতে বখানি ॥ ১০০০
দশোদিশে যশৰাশি কৰিলা প্ৰকট।
দৌলৰ উপৰে যেন তুমি ভৈলা ঘট ॥
মোৰ প্ৰয়োজন আবে শুনা ৰাজা তুমি।
মাগো মই দিয়া মোক তিনি পদ ভুমি ॥ ১০০১
মোহোৰ ভৰিৰ জোখা কৰি দিয়া দান।
এহিসে প্ৰাৰ্থনা কৰো নমাগোহো আন ॥
হেন শুনি হাসি বলি বুলিলা বচন।
কিনো অল্প বুদ্ধি তুমি ব্ৰাহ্মণ নন্দন ॥ ১০০২
যতেক কহিলা মানে পণ্ডিতৰ মত।
আপোন কাৰ্য্যত কেনে বুদ্ধি ভৈল হত ॥
মইসে ঈশ্বৰ মোত পৰে নাহি আন।
সাতো দ্বীপা পৃথিবী দিবাক পাৰো দান ॥ ১০০৩
প্ৰশংসা বচনে মোক আৰাধিলা তুমি।
কিসক মাগিলা মোত তিনি পদ ভুমি ॥
যেন মহা দুখিত দৰিদ্ৰ কোন জন।
কুবেৰক পায়া সিটো খোজে অন্নকণ ॥ ১০০৪
বস্ত্ৰ দ্বীপো পায়া হেন পাইলেক বিবুধি।
বালিক নাৰত তোলে বস্তুক সুসুধি ॥
সেহিমতে মোত তিনি পদ ভুমি খোজা।
যিবা দিয়ে যিবা লয়ে দুইৰো মহা লজ্জা ॥ ১০০৫
একবাৰ মাগে মোক যিবা লাগে পাই।
কৰো অদৰিদ্ৰ আউৰ নমাগে দুবাই ॥

আশা কৰি আইলা বটু মোহোৰ সমীপ।
প্ৰাৰ্থিয়োক মোত মই দেওঁ সাতদ্বীপ ॥ ১০০৬
হেন শুনি হাস্য কৰি বদতি বামন।
অজিজ্ঞাসি বালকে নোবোলস বচন ॥
ত্ৰিলোকত যত যত আছে ধন ধান।
দিব্য নাৰী আছে যত সুন্দৰী প্ৰধান ॥ ১০০৭
যত দিব্য ঘৰ বাৰী বস্ত্ৰ অলঙ্কাৰ।
সবেয়ো নুপূৰে মন এক লুভীয়াৰ ॥
পৃথু, গয় আদি কৰি ৰাজা অপৰ্য্যন্ত।
অৰ্থৰ তৃষ্ণাৰ কেহো নপাইলেক অন্ত ॥ ১০০৮
সপ্ত দ্বীপা পৃথিবী কৰিলা অধিকাৰ।
তথাপি বাঞ্ছাৰ কেহো নপাইলেক পাৰ ॥
ইন্দ্ৰিয়ক জিনি যিবা এৰিলে আক্ৰোশ।
সি সি মহা সুখী যিটো অল্পতে সন্তোষ ॥ ১০০৯
অসন্তুষ্ট প্ৰাণীৰ নখণ্ডে মন দুখ।
ত্ৰৈলোক্যৰ লক্ষ্মী পাইলে নাহি তাৰ সুখ ॥
যেহি পাৱে তাতে মহা তুষ্ট হোৱে মন।
তেৱেসে বিপ্ৰৰ তেজ বাঢ়ে অনুক্ষণ ॥ ১০১০
অসন্তোষে সমস্তে তেজক কৰে ছাই।
যেন জল পৰি অগ্নি নিৰ্ব্বাণক পায় ॥
হেন জানি ৰাজা মই এৰিলো আক্ৰোশ।
তিনি পদ ভুমি পাইলে মোহোৰ সন্তোষ ॥ ১০১১
এতেকে কৃতাৰ্থ মোক নলাগয় আন।
প্ৰতিজ্ঞাক সাম্ফলি সত্বৰে দিয়া আন ॥
হেন শুনি হাসি বলি দিলন্ত উত্তৰ।
দৰিদ্ৰৰ মুখে কিবা আসিবে বিস্তৰ ॥ ১০১২
সংসাৰৰ সুখত বঞ্চিত ভৈলা তুমি।
লৈয়োক বামন বটু তিনি পদ ভুমি ॥
মহাদইক বোলন্ত ভৃঙ্গাৰ জল আন।
সোণহাতে উচাগ বটুক দেওঁ দান ॥ ১০১৩
শুনিকন্ত ব্ৰাহ্মণ সাক্ষাতে দেৱ হৰি।
বামন স্বৰূপে আসি আছে ছদ্ম কৰি ॥

এহি বুলি বলি তিল কুশ লৈলা তুলি ।
শুক্রে নিষেধিলা অৰে ৰহ ৰহ বুলি ॥ ১০১৪
কাক দান দিবে চাস ভৈলি সৰ্ব্বনাশ ।
কপটী বটুৰ বলি আত নতু পাস ॥
কশ্যপত হন্তে অদিতিত ভৈলা আসি ।
দেৱৰ সাধিবে কাৰ্য্য দৈত্যক বিনাশি ॥ ১০১৫
নজানিসি পূৰ্বত কৰিলি অঙ্গীকাৰ ।
আপুনি চিন্তিলি আপোনাৰ মহামাৰ ॥
তোমাৰ ঐশ্বৰ্য্য যশ আয়ু শ্ৰীমান ।
আজি কাঢ়ি বামনে ইন্দ্ৰক দিবে দান ॥ ১০১৬
ত্ৰৈলোক্য লৈৰন্ত কাঢ়ি তিনি পদ ছলে ।
হেন জানি বলি তই গৈলি ৰসাতলে ॥
দানৱ কুলকো দিলি বিপদ দুৰ্ঘোৰ ।
খাইবে খুণ্টিবাক কিছু নথাকিবে তোৰ ॥ ১০১৭
সকলে সৰ্ব্বস্ব দিয়া বিষ্ণুক সম্প্ৰতি ।
জীৱি কেনমতে তই শুন মূঢ়মতি ॥
তথাপিতো বোলো ৰাজা শুনিয়ো বচন ।
তিনি পদ ভূমি তই নেদিবিহি দান ॥ ১০১৮
তিনি পদ দান তোৰ নহৈবে সাফল ।
এক ভৰি জুৰিবে পৃথিবী ৰসাতল ॥
আউৰ পাদ স্বৰ্গক লঙ্ঘিবে লক্ষ্মীপতি ।
তৃতীয় পদৰ আৰে কেন হৈব গতি ॥ ১০১৯
বুলিয়া নেদস যেবে প্ৰতিশ্ৰুত দান ।
নিশ্চয়ে কহিলো নৰকত তোৰ স্থান ॥
মিছা দিবি তাহাযো নপাইবি একো পুণ্য ।
কি কৰ্ম্ম কৰস বলিৰাজা মনে গুণ ॥ ১০২০
যিটো দান কৰন্তে বৃত্তিৰ হুইবে ছেদ ।
কিছু পুণ্য নাহি মিছা মাত্ৰ পাৱে খেদ ॥
জীৱিকা থাকিলে পাই সবে সদ কৰ্ম্ম ।
প্ৰতিদিনে দিজে দান তপ যজ্ঞ ধৰ্ম্ম ॥ ১০২১
শুনিয়োক বলি যেন শাস্ত্ৰৰ বিহিত ।
পাঞ্চ ভাগ কৰি দিয়াগিযে নিজ বিত্ত ॥

ধৰ্ম্ম অৰ্থ কাম যশ পুত্ৰৰ নিদানে ।
তেবেসে থাকিবে পাই সুখে সৰ্বক্ষণে ॥ ১০২২
স্বৰতি বিবাহ প্ৰাণ শঙ্কটৰ ত্ৰাসে ।
গো ব্ৰাহ্মণৰ অৰ্থে সৰ্ব্বস্ব বিনাশে ॥
এতেকতে মিছা মাতিলেও নাহি পাপ ।
হেন জানি অঙ্গীকাৰ এৰা বলি বাপ ॥ ১০২৩
আসিয়া আছন্ত হৰি ছলিবাক লাগি ।
ত্ৰৈলোক্যক লৈৰন্ত কপট কৰি মাগি ॥
নেদিবি বিষ্ণুক দান বলি হেন জানি ।
কপটীক কপট কৰিলে নাহি হানি ॥ ১০২৪
তই যেবে জীৱে লাগে উপায় হেন গুণ ।
আত্মাঘাত নকৰ মোহোৰ বুদ্ধি শুন ॥
নষ্ট নৌক দৈত্যকুল নেদ হৃদিখেদ ।
আমাসাক নামাৰ নকৰ আশাছেদ ॥ ১০২৫
আগ্ন পাছ চিনাই আনো বুলিলা বিস্তৰ ।
চক্ষু পকাই শুক্ৰক চাহান্ত দামোদৰ ॥
নাহি শ্ৰুতি শুক্ৰৰ নচান্ত মাথা তুলি ।
যজমান নষ্ট ভৈল বুৰিল সমুলি ॥ ১০২৬
শুনিয়োক এক মনে সবে সভাসদ ।
পাতকৰ যমদূত ভাগৱত পদ ॥
ভণিলা শঙ্কৰে যাৰ বৈকুণ্ঠত কাম ।
আন কথা এৰি সবে বোলা ৰাম ৰাম ॥ ১০২৭

---

**শুক্ৰৰ আখিৰ ভিতৰত প্ৰবেশ আৰু**
**বামন কৰ্তৃক শুক্ৰৰ এক চক্ষু অন্ধ কৰণ**

**ছবি**

শুক মুনি নিগদন্তি অনন্তৰে দৈত্যপতি
শুক্ৰৰ বচনচয় শুনি ।
কৰি আতি হেঠ মাথ নমাতি দানবনাথ
আছিলন্ত কতো বেলি গুণি ॥
পাছে চিত্ত কৰি থিৰ মাতিলন্ত মহাবীৰ
শুনিয়োক শুক্ৰ পুৰোহিত ।

গৃহস্থীৰ ধৰ্ম্মচয় কহিছা শাস্ত্ৰৰ নয়
তুমি গুৰু পৰম পণ্ডিত ॥ ১০২৮
কিন্তু দান দিবো বুলি তিল কুশ লৈলো তুলি
সভাতে কৰিলো অঙ্গীকাৰ।
বিত্তৰ লোভত থাকি বিমুখে পঠাইবো ডাকি
ব্ৰাহ্মণক কোন ব্যৱহাৰ ॥
মই প্ৰহ্লাদৰ নাতি হুয়া জীৱে মিছা মাতি
তেবেতো উচিত হৈবে মোৰ।
অনাইবো বংশৰ নাম কৰি গৰিহিত কাম
টেটন নিৰ্দ্ধিত যেন চোৰ ॥ ১০২৯
অসত্যত পৰে বাপ নাহি আউৰ মহা পাপ
আপুনি কহিলা বসুমতী।
সবাকো সহিবে পাৰো অসত্যবাদীত হাৰো
তাৰ ভৰে যাওঁ অধোগতি ॥
নৰকত হৌক বাস মৃত্যুক নকৰো ত্ৰাস
ৰাজ্যশ্ৰী সবে হৌক নষ্ট।
ইসে মোৰ হৃদি খেদ যেন দেখি আশাছেদ
ব্ৰাহ্মণৰ হুই মন কষ্ট ॥ ১০৩০
সন্তৰ হেনসে হিয়া ছুস্ত্যজ প্ৰাণক দিয়া
পৰকেসে কৰে উপকাৰ।
পূৰ্ব্ব কথা আছো শুনি জীৱ দি দধীচি মুনি
কাৰ্য্য সাধিলন্ত দেৱতাৰ ॥
যতেক দৈত্যেন্দ্ৰজাক জগতে মাতিলে তাক
তেসম্বেও কালে নষ্ট ভৈলা।
যশ মাত্ৰ আছে ৰহি ইটো অশাশ্বত মহী
দেখা কাৰো লগত নগৈল ॥ ১০৩১
এবে গুৰু হেন জানি নোবোলা নিষেধ বাণী
বটুক অৱশ্যে দিবো দান।
কৈলো মই সাৰে সাৰ নালাৰিবো অঙ্গীকাৰ
যদ্যপি মোহোৰ যায় প্ৰাণ ॥
যেবে আসি আছা হৰি আমাক কপট কৰি
তথাপি মোহোৰ মহাভাগ।
যাহাৰ প্ৰতিমা সাজো তেবেসে যজ্ঞক যজো
তাহাঙ্ক সাক্ষাতে পাইলো লাগ ॥ ১০৩২
স্বহস্তে পৃথিবীখান বিষ্ণুক কৰিবো দান
অৰ্চ্চিবোহো বিষ্ণুৰ চৰণে।
কৰন্তোক যেহি লাগে যেন মোৰ হৌক ভাগে
মৃত্যুকো নকৰো গণাগণ ॥
যদ্যপি কপট কৰি আমাক বান্ধন্ত হৰি
বিনা অপৰাধে হৃষীকেশ।
তথাপি ধৰ্ম্মক চাই হিংসিবাক নুযুৱাই
ভয়ে ভৈল ব্ৰাহ্মণৰ বেশ ॥ ১০৩৩
যেবে মুনিসাই কৰি আসিলন্ত হস্তে ধৰি
তেবে যুদ্ধ দিলো হন্তে সাজি।
তাহান হাততে মৰো নুহিবা তাহাক মাৰো
তেবেসে এৰিলো হন্তে আজি ॥
কোটি ব্ৰহ্মাণ্ডৰ স্বামী জানি দান দেওঁ আমি
তথাপি দণ্ডন্ত যদি মোক।
মোৰ কোন হানি ভৈল বিষ্ণুৰ কুযশ ৰৈল
তাহাঙ্ক হাসিবে সৰ্বলোক ॥ ১০৩৪
এতেক বচন শুনি ক্ৰোধিলন্ত শুক্ৰ মুনি
বলিক মাতন্ত মহা ৰাগে।
হাঁয়ৰে দাৰুণ পাপ মূঢ় হুয়া আপোনাক
পণ্ডিত বখান কাৰ আগে ॥
তোৰ ত্ৰাণ নাহি আৰ কিনো ভৈলি দুৰাচাৰ
দানৱ কুলৰ ধূমকেতু।
আপুনিয়ো ভৈলি ধ্বংস দিতিৰ যতেক বংশ
সবাৰো নাশৰ তই হেতু ॥ ১০৩৫
আতাৰে জেঠৰে তোৰ বচন শুনিলে মোৰ
বাক্য নবাধিল তোৰ বাপে।
কালিৰ ছৱাল হুই মোহোক বোলস দুই
হতশ্ৰী হৌ মোৰ শাপে ॥
হেন চণ্ড শাপ পাই নকম্পিলা বলিৰায়
নেৰিলা সত্যক ধৈৰ্য্য ধৰি।

বটুক কৰিয়া মান বোলন্ত লৈয়োক দান
শুনি হাত পাতিলন্ত হৰি ॥ ১০৩৬
তিল কুশ লৈলা তুলি দেখি পাছে বিন্ধ্যাৱলী
সুৱৰ্ণ ভৃঙ্গাৰ তুলি লৈলা।
দেখি মৰ্ম্মে শুক্ৰঋষি ঝাৰিৰ ভিতৰে পশি
নালিৰ বাটক ভেণ্টি ৰৈলা ॥
জোঙ্কাৰন্ত মহাদই টোপে পানী নপৰয়
বলিৰ অসুখ দেখি চিত্ত।
কিয় নপৰয় পানী চাওঁ বুলি চক্ৰপাণি
থাপ দিয়া ধৰিলা নালিত ॥ ১০৩৭
মায়া কৰি শুক্ৰ ঋষি ঝাৰিৰ ভিতৰে পশি
বাট ভেণ্টি নালিত আছয়।
চক্ষু পকাই টেৰ কৰি বোলন্ত বামন হৰি
হাতত কুশৰ জোণ্টা লই ॥
হুয়া ভৃগু বংশী ঋষি ভৈলি কিনো আকৰিষি
শুনৰে অধম মহাপাপী।
সমস্ত সভাৰ আগে কদৰ্থিলি যত লাগে
তোৰ ক্ষমা নভৈল তথাপি ॥ ১০৩৮
ওহিতো নেৰস চোঞ্চা মাৰিলা কুশৰ খোঞ্চা
শুক্ৰৰ চক্ষুক লক্ষ্য কৰি।
এক চক্ষু ভৈল কাণ মৰো মৰো যায় প্ৰাণ
বাজ হুয়া পৰিল উফৰি ॥
অকাৰ্য্যত দিলে শাপ সিহেতু পাইলেক তাপ
কি কহিবো শুক্ৰৰ বিলাই।
হেন জানি নৰলোক পৰ হিংসা এৰিয়োক
আপোনাতে অবিলম্বে হুয় ॥ ১০৩৯
যত দেখা ভূত প্ৰাণী সবে বিষ্ণু হেন জানি
হিংসা এৰি কৰা উপকাৰ।
বিষ্ণুক মনত ধৰা শ্ৰৱণ কীৰ্ত্তন কৰা
নিস্তৰিবা তেবেসে সংসাৰ ॥
শুনিয়োক সভাসদ কৃষ্ণৰ কিঙ্কৰে পদ
বিৰচিলা শঙ্কৰে সম্প্ৰতি।
পৰিহৰা আন কাম ডাকি বোলা ৰাম ৰাম
যেবে যাইবা বৈকুণ্ঠক প্ৰতি ॥ ১০৪০

---

বামনক তিনিপদ ভূমি দান
আৰু বলি ছলনা
পদ

স্বামীৰ হাতত জল দেন্ত বিন্ধ্যাৱলী।
তিনি পদ ভূমি পাছে উৎসৰ্গিলা বলি ॥
সোও হাতে দিলা জল মাধৱৰ কৰে।
পাইলো বুলি নাৰায়ণে লৈলন্ত সাদৰে ॥ ১০৪১
দান দিয়া দুনাই সুৱৰ্ণৰ পাত্ৰ ধৰি।
প্ৰৱন্ধে ধুৱাইলা মাধৱৰ দুয়ো ভৰি ॥
সুৱৰ্ণ ভৃঙ্গাৰে পটেশ্বৰী দেন্ত জল।
ৰাজা বোলে ভৈল মোৰ জন্মৰ সাফল ॥ ১০৪২
প্ৰদক্ষিণ কৰি প্ৰণামিলা দণ্ডৱতে।
পাদোদক জল সবে ঢালিলন্ত মাথে ॥
বলিৰ ভকতি হৰি দেখিয়া আছন্ত।
কৃতকৃত্য হুয়া বলি আনন্দে নাচন্ত ॥ ১০৪৩
সহস্ৰ দুন্দুভি বাজে অসংখ্যাত ভেৰী।
বিদ্যাধৰে গাৱে বাৱে নাচে অপেশ্বৰী ॥
দ্বিজ কন্যাগণে পাৱে সুস্বৰে উৰুলি।
কৰন্ত প্ৰকাশ সবে সাধু সাধু বুলি ॥ ১০৪৪
বলিৰ মহিমা দেখি গন্ধৰ্ব্ব চাৰণ।
সিদ্ধমুনি কিন্নৰ যতেক তাৰাগণ ॥
আকাশৰপৰা পুষ্প বৰিষয় মাথে।
কিনো কৰ্ম্ম দুষ্কৰ কৰিলা দৈত্যনাথে ॥ ১০৪৫
পৰম বিপক্ষ হেন মাধৱক জানি।
তথাপিতো সত্য নলাঙ্ঘিলা মহাজ্ঞানী ॥
তিনিয়ো লোকক মাধৱক দিলা দান।
নাহি সুপুৰুষ আউৰ বলিৰ সমান ॥ ১০৪৬
এহি বুলি প্ৰশংসন্ত দৈত্যেন্দ্ৰক চাই।
বাঢ়িবে লাগিল পাছে বামনৰ কায় ॥

পৃথিবী আকাশ দশোদিশ নিৰন্তৰ।
সমস্তকে ঢাকিল অদ্ভুত কলেৱৰ ॥ ১০৪৭
সাগৰ নগৰ গিৰি গ্ৰাম ভূমি স্বৰ্গ।
তৃণ বন পশু পক্ষী নৰ দেৱবৰ্গ ॥
বামনৰ শৰীৰত নিৰন্তৰে আছে।
আচাৰ্য্য ঋত্বিজ সমে বলি দেখে পাছে ॥ ১০৪৮
বামনৰ কায় গোট জগত জুৰিল।
বিপৰীত দেখি জীউ সবাৰে উৰিল ॥
পাতালক পদতলে দেখে দৈত্যপতি।
পদ দুইত আছে সপ্ত দ্বীপা বসুমতী ॥ ১০৪৯
জঙ্ঘাত পৰ্ব্বত শালা চটক জানুত।
দেখন্ত মৰুতগণ বহয় উৰুত ॥
কটিত দেখন্ত যত প্ৰজাপতিগণ।
নাভিত আকাশ আছে সন্ধ্যায়ে বসন ॥ ১০৫০
কুক্ষিত সমুদ্ৰ তাৰাগণ উৰুস্থলে।
হৃদয়ত ধৰ্ম্ম তান মধ্যে সত্য জলে ॥
বাহুত দিগপাল চাৰিবেদ কণ্ঠ মাজে।
দিশ সব গ্ৰীৱাত দেখন্ত দৈত্যৰাজে ॥ ১০৫১
স্বৰ্গ আছে মূৰ্দ্ধাত কেশত মেঘচয়।
পিঠিত অধৰ্ম্ম লোম বৃক্ষ সমস্তয় ॥
ললাটত ক্ৰোধ অধৰত শোভে লোভে।
চক্ষু পিৰিঠিত দিন ৰাত্ৰি আতি শোভে ॥ ১০৫২
নদী সব নাড়ীত নখত শিলাচয়।
নাসিকাত বায়ু সূৰ্য্য চক্ষুত জ্বলয় ॥
মৃত্যু আছে ছায়াত হাসিত মহামায়া।
জগতৰে আধাৰ বিষ্ণুৰ দিব্য কায়া ॥ ১০৫৩
পুৰোহিতগণে সচকিতে আছে চাই।
আৰো বিপৰীত তৈতে দেখে বলিৰায় ॥
দশ দিগপাল যত ইন্দ্ৰ আদি কৰি।
অস্ত্ৰ শস্ত্ৰ ধৰি আছে বিষ্ণুক আৱৰি ॥ ১০৫৪
সুদৰ্শন চক্ৰ শাৰ্ঙ্গ ধনু অনুপাম।
পাঞ্চজন্য শঙ্খ গদা কৌমুদকী নাম ॥

বিদ্যাচৰ্ম্ম খড়্গ অক্ষয় টোন দুই।
মূৰ্ত্তি ধৰি বিষ্ণুক উপাসে ঊৰ্দ্ধ মুই ॥ ১০৫৫
সুনন্দ প্ৰমুখ্য কৰি পাৰিষদ যত।
অস্ত্ৰ শস্ত্ৰ ধৰি আছে বিষ্ণুৰ লগত ॥
প্ৰকাশন্ত বামন অদ্ভুত মহাবল।
শিৰত কিৰীটি কৰ্ণে মকৰ কুণ্ডল ॥ ১০৫৬
অঙ্গদ কঙ্কণ কৰে গলে বনমালা।
কটিত উত্তম ৰত্ন ৰঞ্জিত মেখলা ॥
হৃদয় মধ্যত জ্বলে শ্ৰীবৎসৰ পান্তি।
কোটি সূৰ্য্য সম জ্বলে বামনৰ কান্তি ॥ ১০৫৭
একে ভৰি জুৰিলা পৃথিবী নিৰন্তৰে।
আকাশক ব্যাপিল অদ্ভুত কলেৱৰে ॥
বাহু মেলি দশোদিশ জুৰিল সমূলি।
বঢ়াইলন্ত আউৰ পাৰ ওপৰক তুলি ॥ ১০৫৮
ভয়হুয়া বলি চাহিলন্ত তেৰ কৰি।
সমস্তে স্বৰ্গক চানি বাঢ়ি যাই ভৰি ॥
ভূৰ্লোক ভুৱলোক স্বৰ্লোক পাইলা পাছে।
মহল্লোক পাইলা যৈত সপ্তঋষি আছে ॥ ১০৫৯
জন তপ লোক আণ্টাইলেক দৰাদৰি।
পাছে সত্যলোক যাইয়া প্ৰবেশিলা ভৰি ॥
এহিমতে ক্ৰমে ক্ৰমে দিলা সাতো স্বৰ্গ।
পৰম উৎসৱ কৰে দেখি দেৱবৰ্গ ॥ ১০৬০
যেই যৈতে পাৱে তৈতে পূজে অনুক্ৰমে।
গন্ধে পুষ্পে ধূপে দীপে চন্দনে কুঙ্কুমে ॥
পৰি পৰি নমি চৰণৰ লন্ত ধূলি।
পাৰন্ত জোকাৰ সবে শুভ শুভ বুলি ॥ ১০৬১
নাচে গাৱে ৰাৱে সবে ৰঙ্গে দেৱৰাজ।
পাছে ভৰি পাইলা গৈয়া ব্ৰহ্মাৰ সভাক ॥
নখচন্দ্ৰগণে কৰে অত্যন্তে দীপিতি।
দেখি প্ৰজাপতি উঠিলন্ত সচকিতি ॥ ১০৬২
মৰীচি প্ৰমুখ্যে যত দেৱ ঋষিগণ।
সুনন্দ প্ৰমুখ্য কৰি মহাযোগী জন ॥

চাৰিবেদ চৌধ্য শাস্ত্র আঠৰ পুৰাণ।
বিষ্ণুৰ পাৰক সবে কৰিয়া সন্মান ॥ ১০৬৩
স্রষ্টায়ে সহিত প্ৰণামিলা পৰি পৰি।
ব্ৰহ্মাণ্ডক পাইল গৈয়া বামনৰ ভৰি ॥
ফুটিল কটাহ চৰণৰ নখ লাগি।
ভিতৰ পশিল জল ব্ৰহ্মডিম্ব ভাগি ॥ ১০৬৪
স্ফটিক নিৰ্ম্মল জলধাৰা পৰে আতি।
দেখি ব্ৰহ্মা ধৰিলন্ত কমণ্ডলু পাতি ॥
পাছে প্ৰজাপতি বৰ আনন্দক পাইল।
সেহি জলে বামনৰ চৰণ ধুৱাইল ॥ ১০৬৫
সাদৰে দিলন্ত অৰ্ঘ্য অনেক ভকতি।
বিষ্ণু পাদোদকে গঙ্গা ভৈলা উতপতি ॥
ত্ৰৈলোক্যক পৱিত্ৰ কৰিয়া দেৱনদী।
বহিবে লাগিলা পাছে আকাশক ভেদি ॥ ১০৬৬
বিষ্ণুপদ ভৈল ধ্বজ দণ্ড সমসৰ।
গঙ্গা ভৈলা কিৰীটি পতাকা পটন্তৰ ॥
বহি যান্ত জগতৰ পাপক বিনাশি।
দেখি মহাদেৱে শিৰে ধৰিলন্ত আসি ॥ ১০৬৭
বিষ্ণু পাদোদকে ব্ৰহ্মা কৰিলন্ত স্নান।
বামনৰ পাৰক কৰিলা বহুমান ॥
বিবিধ নৈবেদ্যে পূজিলন্ত বিধিৰতে।
দিব্য গন্ধ ধূপ দীপ চন্দন অক্ষতে ॥ ১০৬৮
কৰন্ত অনেক স্তুতি ব্ৰহ্মজয় ঘোষে।
বিষ্ণুৰ কীৰ্ত্তন কৰি নাচন্ত সন্তোষে ॥
নৃত্য গীত অনেক দুন্দুভি বাদ্য বাজে।
মহা মহোৎসৱ ভৈলা ব্ৰহ্মাৰ সমাজে ॥ ১০৬৯
সেহি বেলা জাম্বৱন্ত বীৰে দেখিলন্ত।
ত্ৰৈলোক্যক ভৰি পুৰি বামন উজান্ত ॥
মনোজয় বেগ ধৰি প্ৰদক্ষিণ কৰি।
মহানাদে ফুকিতে ফুৰন্ত মহা ভেৰী ॥ ১০৭০
দশোদিশে ঘোষন্ত বিষ্ণুৰ যশৰাশি।
চৰণত প্ৰণামন্ত ফুৰি ফুৰি আসি ॥

পৰম বৈষ্ণৱ এহিমতে দানপতি।
কৰিলন্ত মাধৱক অনেক ভকতি ॥ ১০৭১
এহিমতে আক্ৰমিলা ত্ৰৈলোক্যক বলে।
বলিৰ সৰ্ব্বস্ব মানে লৈলা ভিক্ষাছলে ॥
ক্ষণেকতে দৈতেন্দ্ৰক নিস্প্ৰভ কৰিলা।
মহাৰাজলক্ষ্মী গৈয়া ইন্দ্ৰক বৰিলা ॥ ১০৭২
দানৱ-গণত ভৈল কুলক্ষ্মা প্ৰৱেশ।
দেখি ত্ৰিদশৰ মনে আনন্দ অশেষ ॥
জানিলো খণ্ডিলা হৰি আমাৰ নিকাৰ।
পৰি পৰি বিষ্ণুক কৰন্ত নমস্কাৰ ॥ ১০৭৩
মাধৱৰ মায়াৰ কমনে পাৱে অন্ত।
ঐশ্বৰ্য্যে দৰিদ্ৰ হোৱে দুখী ধনৱন্ত ॥
স্বৰ্গীয়ো নৰকী নৰকীয়ো স্বৰ্গে যায়।
সৰ্ব্বকালে সুখ দুখ একো স্থানে নাই ॥ ১০৭৪
সংসাৰৰ সুখ দুখ জানা সবে মায়া।
তিলেকতে অন্তৰে মেঘৰ যেন ছায়া ॥
হেন জানি বুদ্ধলোক এৰিয়ো কুমতি।
একচিত্তে মাধৱক কৰিয়ো ভকতি ॥ ১০৭৫
কোন দিনে যমে ধৰে তাৰ নাহি থিত।
আৰো কি মনুষ্য হুইবা ভাৰত ভূমিত ॥
শঙ্কৰ বদতি এৰিয়োক আন কাম।
জন্মৰ সফল হোক বোলা ৰাম ৰাম ॥ ১০৭৬

---

বামনৰ কাৰ্য্যত দৈত্যসকলৰ কোপ
আৰু যুদ্ধৰ সজ্জা

ছবি

শুক নিগদতি শুনা কুৰুপতি
যেন কথা ভৈল পাছে।
বলিৰ ত্ৰৈলোক্য বামনে লৈলন্ত
দৈত্যগণে দেখি আছে ॥
পৰম বিষাদে দৈত্যেন্দ্ৰক বোলে
যতেক দৈত্য সমাজ।

হা হা বলিৰায় কি ভৈল বিলাই
হাসিতে হৰাইল ৰাজ ॥ ১০৭৭
পাইলেক বিবুদ্ধি আমাত নুশুধি
বামনক দিলা দান।
হৰাইলা ত্ৰৈলোক্য আৰে কেন হৌক
বঞ্চিবাক নাহি স্থান ॥
শুক্র পুৰোহিত বুলিলন্ত হিত
তাকো নুশুনিলা ৰাজা।
আপদে গ্ৰাসিল আমাকো নাশিল
যতেক দানৱ প্ৰজা ॥ ১০৭৮
তোমাৰ কুমতি ভৈল বিসঙ্গতি
বেঢ়ি কৰে অনুশোচ।
ৰৰা দৈত্যমান হুয়া একস্থান
বিৰলে কৰে আলোচ ॥
নোহন্ত ব্ৰাহ্মণ কপট বামন
এহেন্তে দেৱৰ যাগী।
সাধি দেৱ কাজ মাগি লৈলা ৰাজ
ইন্দ্ৰক দিবাক লাগি ॥ ১০৭৯
বিষ্ণু বিনে আৰ নাহিকে আমাৰ
পৰম প্ৰাণৰ বৈৰী।
তিনি পদ ছলে সৰ্ব্বস্ব সকলে
দৈত্যেন্দ্ৰৰ লৈলা হৰি ॥
থাইবে খুণ্টিবাকো নথাকিলা একো
নষ্ট ভৈলা বলিৰায়।
কৰিয়ো সম্মত বটুৰ বধত
আত কিছু দোষ নাই ॥ ১০৮০
টৈটোন বটুৰ বুদ্ধি কৰো চুৰ
আসা বেঢ়ি প্ৰাণে মাৰো।
ভাণ্ডোহো কপট গুচোক বুৰ্বত
সবে ৰাজ কাজ সাধো ॥
এতেক আলোচি ৰাজাত কাপচি
বোলে প্ৰভু হেন কৰো।

দিয়োক আদেশ খণ্ডি যাওক ক্লেশ
বামনক বেঢ়ি ধৰো ॥ ১০৮১
দেখিয়ো কৌতুক কপট বটুক
ধৰি সবে মান সাৰো।
পাছে ত্ৰিদশক ডাকায়া যমক
তোমাৰ সত্য উদ্ধাৰো ॥
বিষ্ণু একেশ্বৰ আমৰা বিস্তৰ
ধাইযো হেন যম কালে।
আমাসাক সবে কি কহিবে পাৰে
বামন টৈটন পালে ॥ ১০৮২

---

দৈত্যসকলৰ সঙ্কল্পত বলিৰ বাধাদান

ছবি

বলিৰায় হেন শুনি হেঁঠ মাথ কৰি গুণি
বিমৰিষি দিলন্ত উত্তৰ।
নতু তোৰা আণ্টা পাস বিষ্ণুক যুজিবে চাস
তুমি সব অধম বৰ্ব্বৰ ॥
কোটি কোটি ব্ৰহ্মাণ্ডৰ নাথ দেৱ দামোদৰ
ব্ৰহ্মা হৰে আৰাধন্ত পাৱ।
গৰ্ব্ব কৰা কোন মুই যেন ক্ষুদ্ৰ মৃগ দুই
বাঘত খেলাইবে খোজা গাৱ ॥ ১০৮৩
নেদেখাহা দিব্য মায়া জগত জুৰিল কায়া
শৰীৰন্তে আছে চৰাচৰ।
অচিন্ত্য মহিমা হৰি যাৰ নাম লৈলে তৰি
তাঙ্ক কেমে খোলা অনুত্তৰ ॥
বোলো হেৰা দৈত্যজাক শুশুনি আমাৰ হাক
যেবে কৰা যুদ্ধক প্ৰবন্ধ।
আছোক বামন হৰি পাৰিষদগণে ধৰি
তোমাসাৰ নিপাতিবে কন্ধ ॥ ১০৮৪
গৰুড়ৰ পাখাচোটে যাবে মুণ্ড শিৰি কাটে
নখে নষ্ট বিদাৰন্ত ক্ৰিয়া।

তাৰে শুনা মোৰ বোল এৰা ইটো মিছা টোল
ঝাণ্টে পলাই প্ৰাণ লৈয়া জীয়া ॥
নকৰা ফৰিঙ্গা জাস আমাত প্ৰৱিয়ো আশ
যেন ভৈল মোহোৰ কপালে ।
আপোনাৰ জীৱ ৰাখা ভাৰ্য্যা পুত্ৰ মুখ দেখা
সম্প্ৰদলে পশিয়ো পাতালে ॥ ১০৮৫
হেন শুনি দৈত্যজাক কষ্ট মনে বোলে যাক
মৰন্তাক নলাগে আয়ুধি ।
ভৈলাহা আপদগ্ৰস্ত মেদেখো নিস্তাৰ পথ
তোমাত নোশোধো আৰ বুদ্ধি ॥
থাকিয়োক দৈত্যনাথ বুলি সবে দমাই মাথ
গিৰিসাই ভাঙ্গিলা সমাজ ।
তবলত দিয়া বাৰি কাচি পাৰি দৈত্য ঝাড়ি
যুদ্ধক প্ৰৱন্ধে ভৈলা সাজ ॥ ১০৮৬

দৈত্যসকলৰ যুদ্ধযাত্ৰা

**ছুলড়ী**

কতো ৰথে চড়ে কতো হস্তী ঘোৰে
মহিষত কতো চড়ে ।
ঘোঙ্গ সিংহ বাঘ মৃগ গণ্ড ছাগ
উট যানে কতো লৰে ॥
ভালুক সৰভ গৱয় গৰ্দ্দভ
সৰ্পৰ পিঠিত চড়ি ।
বৰাহ বানৰ কুম্ভীৰ মগৰ
যানে যাই কতো লৰি ॥ ১০৮৭
কঙ্কলাস কঙ্ক গৃধ্ৰ যাড় চঙ্ক
কতো চৰে বিহঙ্গমে ।
কতোহো অসুৰে শৃগাল কুকুৰে
উঠি ধাৱে যেন যমে ॥
বাহু ভাঙ্গি মাৰি ধনুক টঙ্কাৰি
ব্যাঘ্ৰগণে যেন জাম্পে ।
হয় হস্তী সিবে কটকৰ ভিৰে
ঘনে ঘনে ভূমিকাম্পে ॥ ১০৮৮

অসংখ্য পদাতি হাতে ঢাল কাটি
ধৰি ভুমি পাৱে ধাৱে ।
ঢাক ঢোল ভেৰী তবল মহৰি
অসংখ্য হাজাৰ বাৱে ॥
হেন চমৎকাৰে খেদি গৈয়া ত্বৰে
দিলে দৈত্যগণে বেৰি ।
অসংখ্য প্ৰমাণ মৰিষিলা বাণ
বামন বিষ্ণুক বেড়ি ॥ ১০৮৯
পৰশু মুষল অসি ভল্ল শূল
অশেষ অস্ত্ৰে ঝাকিল ।
দামৰৰ শৰে নিসন্ধিলা কৰে
গগনক বিয়াপিল ॥
মহা মেঘচয় যেন বৰিষয়
বেড়ি মেৰু পৰ্ব্বতক ।
ধৰ মাৰ বুলি কৰে হুল স্থুলি
দুৰ্জ্জয় দৈত্য কটক ॥ ১০৯০

গ্ৰন্থকাৰৰ চমু পৰিচয়

**ছবি**

টেমোনীয়া বন্ধে গ্ৰাম বটদ্ৰৱা যাৰ নাম
লোহিতৰ জলে অনুকুল ।
ভৈলা সেহি গ্ৰামেশ্বৰ যাৰ নাম ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তানে পুত্ৰ সূৰ্য্যবৰ মহা বৰা বংশধৰ
আতি গুণৱন্ত সন্ত শিষ্ট ।
যাৰ যশ এভো স্থলে জয়ন্ত মাধৱ দলৈ
দুয়ো ভাই যাহাৰ কনিষ্ঠ ॥ ১০৯১
তাত হন্তে ভৈলা জাত সমস্তে দেশতে খ্যাত
প্ৰসিদ্ধ কুসুম নাম যাৰ ।
গুণৱন্ত মহামানী দাতাৰ অগ্ৰন্ত গণি
শিৰোমণি সমস্তে ভুঞাৰ ॥
তাহান তনয় কবি কৃষ্ণৰ চৰণ সেৱি
শঙ্কৰে ৰচিলা ইটো গীত ।

শুনিয়োক বুধ লোক মোৰ পদ যেন হোক
কৃষ্ণ কথা শুনি ৰঞ্জা চিত্ত ॥ ১০৯২
অশেষ তীৰ্থৰ পানী বৃষ্টি জলে মিশ্ৰ জানি
তাক কোনে পৰিত্যাগ কৰে।
যেন মহৌষধি পাই যেই সেই মতে খাইলে
সমস্তে ব্যাধিক যেন হৰে ॥
কৃষ্ণ কথা সেহিমত হৰে পাপ তৃণবৎ
তাক শুনি হুয়োক সন্তোষ।
জানিয়া মূৰ্খৰ পদ নিনিন্দিবা সভাসদ
অজ্ঞানীৰ কোনে ধৰে দোষ ॥ ১০৯৩
নমো নমো দামোদৰ জগতৰ বিঘ্নি হৰ
প্ৰণত জনক কৰা দায়া।
তুমি বিনে নাহি গতি তযু পদে হৌক ৰতি
নাশ যাউক সংসাৰৰ মায়া ॥
শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়ো মন
পুৰিয়োক পাতকৰ দাম।
মনুষ্য জন্মক পাই কেনে আছা বাট চাই
ঝাণ্টে ডাকি বোলা ৰাম ৰাম ॥ ১০৯৪

———

দৈত্য আৰু বিষ্ণু-পাৰিষদসকলৰ যুদ্ধ

পদ

শুকমুনি বোলন্ত শুনিয়ো পৰীক্ষিত।
কৰিলেক দৈত্যে যেন হেন বিপৰীত ॥
তাক দেখি মাধৱৰ পাৰিষদগণে।
প্ৰহাৰিলা দিব্য বাণগণ তাৰক্ষণে ॥ ১০৯৫
দৈত্যৰ শৰক উকৰাইলা অপ্ৰয়াসে।
শিমলু তুলাক যেন প্ৰচণ্ড বতাসে ॥
আশেষ গৰ্জ্জন কৰি দানৱক মাতে।
বিষ্ণুক খোজাস আন দেৱতাৰ হাতে ॥ ১০৯৬
খাইবো আজি মুণ্ড দৈত্যগণ কৈক যাস।
যমক পথতে আজি যদি নপলাস ॥
হাসিয়া হানিলা দুনাই অনেক শায়ক।
ফুটিলা নিসন্ধি সবে দৈত্যৰ নায়ক ॥ ১০৯৭
বৈষ্ণৱৰ অস্ত্ৰ তেজে দহৰে সমূলি।
বিভঙ্গে ভাগিল দৈত্য পটোৱাৰ তুলি ॥
কতো বেলি পাছগুছি হুয়া এক সাজু।
দাৰুণ দানৱগণে দুনাই লৈলা বাজু ॥ ১০৯৮
বিপ্ৰচিতি তাৰক নৰক দীৰ্ঘবাহু।
গুহহেতি প্ৰহেতি সম্বৰ বীৰবাহু ॥
তালজঙ্ঘ প্ৰজঙ্গ সুঘোষ মেঘবৰ্ণ।
মধু মুৰ ময় মন্দমতি মহাকৰ্ণ ॥ ১০৯৯
ইসব প্ৰমুখ্যে যত দৈত্যযূথপতি।
সমৰ ভূমিত যম সম কৰে গতি ॥
গাৰত সন্নাহা শৰ ধনু ধৰি কৰে।
যুদ্ধক প্ৰবন্ধে বৈল আতি আড়ম্বৰে ॥ ১১০০
অৰ্দ্ধচন্দ্ৰ বেহু পাতি জণ্টাইয়া সেনাক।
কোবায়ে তবল কতো বাৰে ধীৰ ঢাক ॥
আইস পাৰিষদ বুলি মাতে ৰিঙ্গ পাৰি।
বাহু দাম্ফি মাৰি কতো মোচৰয় ডাৰি ॥ ১১০১
হেন দেখি পাৰিষদ মুখ্য চৌধ্য জন।
যুদ্ধ পাইলো বুলি ভৈলা প্ৰসন্ন বদন ॥
ৰঙ্গে সবে আগুৰাইলা কৰে ধনু ধৰি।
তাসম্বাৰ নাম শুনা সাৱধান কৰি ॥ ১১০২
কুমুদ সুনন্দ নন্দ আৰু পুষ্পদন্ত।
প্ৰবল উদ্বল জয় বিজয় জয়ন্ত ॥
বিশ্বক্সেন কুমুদাক্ষ আৰু শ্ৰুতদেৱ।
গৰুড় সত্বত বলে সম নোহে কেৱ ॥ ১১০৩
মাধৱৰ মূৰ্ত্তি যেন দেখি নিৰন্তৰ।
ষোড়শ বৰিষ সবে শ্যাম কলেৱৰ ॥
সবে চতুৰ্ভুজ শৰীৰত পীত বস্ত্ৰ।
শঙ্খ চক্ৰ গদা পদ্ম হাতে চাৰি অস্ত্ৰ ॥ ১১০৪
শিৰত কিৰীটি কৰ্ণে মকৰ কুণ্ডল।
পূৰ্ণচন্দ্ৰ সম শোভে বদন মণ্ডল ॥

দশন ডাড়িম্ব বীজ মধুৰ বচন ।
উন্নত নাসিকা সবে কমল লোচন ॥ ১১০৫
গলে বনমালা জ্বলে আজানুলম্বিত ।
কেয়ূৰ কঙ্কণ কৰে মেখলা কটিত ॥
চৰণে নূপুৰ বাজে ৰুণ ঝুণ ঘোষ ।
সৱে দিব্য মূৰ্ত্তি আতি দেখন্তে সন্তোষ ॥ ১১০৬
বিষ্ণুৰ শৰীৰ এবে চিনন নযায় ।
শ্ৰীবৎস কৌস্তুভ মাত্ৰ দুই চিহ্ন নাই ॥
দ্বাদশ হাজাৰ দিগ্‌গজৰ বল গাৱে ।
কম্পি কম্পি যাই বসুমতী পাৱে পাৱে ॥ ১১০৭
হেন চৈধ্যজন পাৰিষদ আগুৱাইল ।
লগতে অলেখ চতুৰ্ভুজ সেনা ধাইল ॥
পৰক আটোপে কোপে সবে খেদি গৈল ।
দানৱগণক চাই গৰ্জ্জিবাক লৈল ॥ ১১০৮
আজি ঠাই কৰো টোল লোটক অসুৰ ।
খানিতেক ৰহ দৈত্য দৰ্প কৰো চুৰ ॥
এহি বুলি বৰিষিলা শৰ অসংখ্যাত ।
লাগিল চমক সবে দানৱ সেনাত ॥ ১১০৯
কাটন ফুটন টান বৈষ্ণৱৰ বাণ ।
খেদি খেদি দৈত্য দানৱৰ লৱে প্ৰাণ ॥
কাৰো উৰু শিৰ গল শৰে আসি কাটে ।
কাৰো ওষ্ঠ কণ্ঠ কাটি নাকটি বিপাটে ॥ ১১১০
কাৰো উৰু ঘাৰ বিহৰাৱে গোড়া শিৰ ।
কুম্ভস্থল ভাগি বহে বোম্বালে ৰুধিৰ ॥
মাধৱৰ বাহন গৰুড় পক্ষীৰাজ ।
মহা কোপে প্ৰবেশিলা দানৱৰ মাজ ॥ ১১১১
বিদাৰন্ত দৈত্য দানৱক ঠোটে ঘালি ।
চৰণৰ নখে মাংস পেলায়ে বখালি ॥
শৰীৰৰ সন্ধানে মাৰন্ত পখা চাট ।
মৰি উড়ি যাই দৈত্য মাস ছয় বাট ॥ ১১১২
হৰিণযুথক যেন মত্ত সিংহে পাই ।
কৌতুকে ক্ৰন্দন কৰে কিছু ভয় নাই ॥

সেহিমতে দানৱী সেনাক কাটি মাৰি ।
ৰঙ্গে পাৰিষদগণে হাসে কিঙ্ক পাৰি ॥ ১১১৩
বাৱে দেৱে দুন্দুভি আনন্দে বাৱে ভেৰী ।
দৈত্যক দেখাৱে কতো ৰঙ্গে মাৰ্গ কেৰি ॥
ঝাণ্টে আস আমাৰ মাৰ্গৰ তলে যাস ।
এহি বুলি দানৱক কৰে উপহাস ॥ ১১১৪
সেনাৰ বিপত্তি দেখি হেতি মহাবীৰ ।
অধৰ কামুৰি কোপে কম্পাৱে শৰীৰ ॥
মহা কোপে বাণ বৰিষন্তে খেদি গৈল ।
দেখি নন্দ পাৰিষদে আগ ভেণ্টি ৰৈল ॥ ১১১৫
আইস অৰে অসুৰ শকতি আছে যত ।
শুনি হেতি হানিলেক শৰ অসংখ্যাত ॥
দেখি নন্দে বাটতে কাটিলা তাৰ শৰ ।
যাঠী ভল্লে ভেদিলা দৈত্যৰ কলেৱৰ ॥ ১১১৬
তমোময় দেখি হেতি বীৰ সেহি তালে ।
পাক ফুৰি পৃথিবীত পৰিল নিচালে ॥
ঘোৰ নাদ তেজি তাৰ প্ৰাণ গৈল ছাড়ি ।
দেখিয়া প্ৰজঙ্ঘে খেদি গৈলা আগবাঢ়ি ॥ ১১১৭
ধনুক টঙ্কাৰি বৰিষিলা শৰজাক ।
গদা গোট ধৰি জয় হাম্ফলিলা তাক ॥
কৈক যাস দুৰাচাৰ আশা নতু পাস ।
এহি বুলি গদা ধৰি তেজিলা আটাস ॥ ১১১৮
লৰৰন্তে কুম্ভস্থলে কোবেক বৈসাইলা ।
সেহি চোটে দৈত্যগোট যমপুৰ পাইলা ॥
বৈৰ মাৰি জয় বীৰ কৰে সিংহনাদ ।
দেখি দৈত্য দানৱৰ মিলিলা বিষাদ ॥ ১১১৯
পাছে দীৰ্ঘকৰ্ণ দৈত্যে কম্পায়া অধৰ ।
খেদি গৈয়া হানিলেক অসংখ্যাত শৰ ॥
হাসি হাসি সুনন্দে ভেণ্টিলা তাৰ আগ ।
হাতে লৈয়া শকতি জ্বৰিতে পাইলা লাগ ॥১১২০
হৃদয়ত বিন্ধি তাৰ হাত খোঞ্চা মাৰি ।
তুলি আলগায়া ধজে পেলাইলা আছাৰি ॥

বেগে গৈয়া কতো দূৰে উৰুৰি পৰিল।
দানৱে ছাড়িল প্ৰাণ পৃথিবী লৰিল॥ ১১২১
দেখি দীৰ্ঘবাহুৰ নসহে আতি প্ৰাণ।
ধনু ধৰি মহা ক্ৰোধে বৰিষিলা বাণ॥
নসহিলা বিজয় গৰ্জিয়া তাক ৰাগে।
খেদি গৈয়া ধৰিলা মৃগক যেন বাঘে॥ ১১২২
ক্ৰোধত দৈত্যৰ দান্তশাৰী চৰৰাই।
ঘাৰক মুচৰি মুণ্ড ছিণ্ডিলা পকাই॥
বিজয়ৰ হাতত পৰিল দীৰ্ঘবাহু।
দেখি তাক বায়ু বেগে খেদি গৈলা ৰাহু॥ ১১২৩
পুষ্পদন্ত পাৰিষদ আগুৰাইলা তাক।
মুখগোট ঢাকিয়া মাৰিলা শৰজাক॥
চোট পায়া উলটিল ৰুধিৰ ছাদন্তে।
লীলায়ে ৰাহুক ভঙ্গাইলন্ত পুষ্পদন্তে॥ ১১২৪
ক্ৰোধ কৰি শূল ধৰি ধাইল তালজঙ্ঘে।
ভৈলন্ত সম্মুখ কুমুদাক্ষ তাক খঙ্গে॥
ৰহ বুলি খাণ্ডা তুলি ঘাৱ দিলা খেদি।
অপ্ৰয়াসে দৈত্যৰ পেলাইলা শিৰ ছেদি॥ ১১২৫
তালজঙ্ঘ পৰিল প্ৰজঙ্ঘে দিলা ধাৰ।
দিলন্ত কুমুদে তাক মুদগৰ প্ৰহাৰ॥
দৈত্যৰ হৃদয় ভাগি ভৈল মযিমুৰ।
চোট পায়া প্ৰাণ ছাৰি পৰিল অসুৰ॥ ১১২৬
দেখিয়া সুঘোষ দৈত্য আসিল কিটাই।
বাহু দাপ্তিমাৰি সিটো মুদগৰ উচ্চাই॥
তাক আগ ভেণ্টিল জয়ন্তে ৰহ বুলি।
দেখ নেদেখ বেগে পাইলা খাণ্ডা তুলি॥ ১১২৭
ঘণ্টা লাৰি দৈত্যৰ কান্ধত দিলা ঘাৱ।
মৰন্তে অসুৰে কাটিলেক দীৰ্ঘবাৱ॥
পৰিল নিচালে বীৰ ৰুধিৰ ছাদন্তে।
বৈৰিক জিনিয়া শঙ্খ ফুৰিল জয়ন্তে॥ ১১২৮
এহিমতে যত যত দৈত্য আসে খেদি।
সবাকো পেলাৱে পাৰিষদে ছেদি ছেদি॥

বৈষ্ণৱ দেৱৰ আগে ক্ষুদ্ৰ দৈত্য সঙ্গ।
নাহাৰি নসহে যেন অগ্নিত পতঙ্গ॥ ১১২৯
দেখি দৈত্যগণে হাহাকাৰ কৰে শোকে।
পাৰন্ত জোকাৰ যত পাৰিষদ লোকে॥
নানা বাদ্যভণ্ড বজাৱয় জয়ঘোষ।
পাৰে ডেৱ ডাম্ফি কতো চিত্তত সন্তোষ॥ ১১৩০
দানৱগণক কদৰ্থনা কৰি যাতে।
বিষ্ণুকো ঝঙ্কাস আন দেৱতাৰ হাতে॥
পাপে আসি গ্ৰাসিলে এৰাইবি কেন কৰি।
গোটে গোটে কাটিবো ছাগক যেন ধৰি॥ ১১৩১
হেন শুনি কিটাইল দাৰুণ দৈত্যচয়।
যুজিবাক লাগি সবে কৰিলা নিশ্চয়॥
সাজু হুয়া সমদলে ধাইল এক ঝোপে।
আতি আৰম্বৰ কৰি পৰম আটোপে॥ ১১৩২
এৰিলা প্ৰাণকো শঙ্কা দুষ্ট দৈত্যজাক।
ঠাকঠিক কৰি বৰিষিলা শৰজাক॥
তোল তোল বুলি কৰে ধৰ মাৰ ৰোল।
হাসে বিষ্ণু সেনা দেখি দানৱৰ টোল॥ ১১৩৩
শাৰঙ্গ ধনুক ধৰি বৰিষিলা বাণে।
যেন কপোতক কোপে ধাই গৈলা শেনে॥
ছেদি ভেদি খেদি দানৱৰ লয়ে প্ৰাণ।
কাড়ে ভুণ্ড ভোসাৰে পেটত হানি হান॥ ১১৩৪
মাজ পশি পাৰিষদে খাণ্ডাই কোবাৱে।
কাৰো উৰু কৰ কটি কাটিযে লেগাৱে॥
গদাৰ কোবত হাড় মূৰ হোৱে চুৰ।
ঢাকিল সমৰ ভূমি মৃতক অসুৰ॥ ১১৩৫
কাটন্তে খেদন্তে নবহয় হাত জাঙ্ঘ।
দানৱৰ ৰুধিৰে বহাৱে তৈতে গাঙ্গ॥
দৈত্যক সংহৰে ধৰি পাৰিষদগণে।
দেখি দৈত্যপতি সন্তাপ আতি মনে॥ ১১৩৬
এবেসে মিলিল আসি মোত শুক্ৰ শাপ।
হা বিধি কতনো কৰিলো মোৰ পাপ॥

দুষ্ট দৈত্যগণে শুশুনয় মোৰ বাক্য।
এহি বুলি বলি উঠি গৈয়া দেন্ত হাক ॥ ১১৩৭
এৰ এৰ যুদ্ধ এভো দুষ্ট দৈত্যজাক।
সমৰ নকৰ শুনিয়োক মোৰ বাক্য ॥
হে বিপ্রচিত্ত ৰাখা আপোনাৰ প্ৰাণ।
আজিৰ যুদ্ধত নাহি কাহাৰো কল্যাণ ॥ ১১৩৮
জগত ঈশ্বৰ বক্র ভৈলন্ত আমাৰ।
সম্প্রতি বঢ়ান্ত বল বীৰ্য্য দেৱতাৰ ॥
বিধাতাক বিবাদ কৰিবে কোনে পাৰে।
হাৰি কতো জিনয় জিনিয়া কতো হাৰে ॥ ১১৩৯
বাৰে বাৰে এই পাৰিষদে আছে হাৰি।
আজি দৰ্প কৰে দেখা তোমাসাক মাৰি ॥
আসম্বাৰ উদয় প্ৰসন্ন ভৈল বিধি।
আমাক বিপাকে পাইলে নাহি একো সিদ্ধি ॥ ১১৪০
হেন জানি যুদ্ধ এৰি যাওক সকলে।
যেন ভৈল ইবাৰ আমাৰ কৰ্ম্মফলে ॥
যৈসানি সুদিন হোৱে জিনিবো ফুনাই।
ধৈৰ্য্য ধৰি স্বচ্ছে থাকিয়োক বাট চাই ॥ ১১৪১
বুলিয়া অনেক আৰু প্ৰবোধ বচন।
ভাগৱত কথা শুনিয়োক সৰ্ব্বজন ॥
পাতক সাগৰে দৃঢ় নাৱ হৰি নাম।
হেন জানি সমস্তে ঘুষিয়ো ৰাম ৰাম ॥ ১১৪২

---

### ছবি

বলিৰ শুনিয়া বাণী ঘাপিষ্টবা পাৱয় জানি
দৈত্য ভঙ্গ দিলা ৰণ এৰি।
পাৰিষদে পিঠি পাই পাছতে হানন্তে যাই
কাকো আগ ভেণ্টি ধৰে বেঢ়ি ॥
কাৰো খাণ্ডে ছিণ্ডে মুণ্ড কাৰো তোলাৱয় তুণ্ড
মাজ কঙ্কালত কাৰো কাটে।
কাৰো কাটে হাত ভৰি যাৱৰ বিষত পৰি
পৃথিবীত পঢ়াপঢ়ি বাটে ॥ ১১৪৩
কাকো চিত কৰি আনি পৰন্ত কুঠাৰ হানি
পেট ছিৰি বিচাৰন্ত আন্ত।
জাম্প দিয়া চুলে ধৰি ঘণ্টা লাৰি পাশ কৰি
চৰৰায়া কাকো সাৰে দান্ত ॥
কাটন্তে সাৰটি ধৰে কতো কাণ্ড বাণ্ড কৰে
হাতে দান্তে তুলি লৱে খেৰ।
বোলৈ চৰণত ধৰি ফুৰিবো কান্ধত কৰি
প্ৰাণদান দিয়া মোক এৰ ॥ ১১৪৪
হেন বিকৰ্থনা কৰি দানৱগণক ধৰি
মাৰে পাৰিষদ সেনাজাক।
কতোহো হাতৰ এৰাই মৰো জীওঁ কৰি পলাই
উলটি নচাৱে কেহো কাক ॥
ঘাৱ আছে কাণ্ডে খাণ্ডে তেজ বহে ধাৰা দণ্ডে
কধিৰে হোৱয় পথ পঙ্ক।
উশাস বজাই মুখে পাৰিষদময় দেখে
পাইলে বুলি শুণ্ডচয় চঙ্ক ॥ ১১৪৫
পেলায়ে হাতৰো অস্ত্র শৰীৰত নাই বস্ত্র
পলাই যেন বাতুলৰ ঠান।
কাহাতো বগুৰা লাগে ছায়াতো শৰণ মাগে
নকাট নকাট ৰাখ প্ৰাণ ॥
এহিমতে দৈত্যচয় হুয়া আতি মহাভয়
পশিল পাতালপুৰ মাজে।
বৰা বৰা দৈত্যগণে যুদ্ধ হাৰি কষ্ট মনে
নোলায় নপশয় আউৰ লাজে ॥ ১১৪৬

---

### দুলড়ী

এহিমতে ৰণে পাৰিষদগণে
দানৱক জিনি পাছে।
বাৱে বাহুদণ্ড তুলি ছত্ৰ দণ্ড
লবিলা বিষ্ণুৰ কাছে।
বিষ্ণুৰ প্ৰসাদে আতি অপ্ৰমাদে
আনন্দে নাচিলা জয়।

দুন্দুভি কোবাই আকাশে উৰাই
চতুৰ্ভুজ সেনাচয় ॥ ১১৪৭
আকাশে উথলি বায়ে হাত তালি
বিষ্ণুৰ কীৰ্ত্তন কৰি ।
হুয়া কৃতকৃত্য কতো কৰে নৃত্য
মাধৱক মনে ধৰি ॥
নানা ভক্তি ভাৱে যূথে যূথে গাৱে
গোবিন্দৰ গুণ গীত ।
উপজয় ভাৱ সিহবায় গাৱ
আনন্দে নধৰে চিত্ত ॥ ১১৪৮
বিষ্ণুৰ সম্মিত চাপিলা ত্বৰিত
অষ্টাঙ্গে কৰিয়া সেৱ ।
দুনাই সাৱধানে ৰহিলা যোগানে
চতুৰ্ভুজ যত দেৱ ॥
ৰত্ন সিংহাসনে বসিয়া বামনে
কৰন্ত আতি দীপিতি ।
মুখ্য পাৰিষদে দিব্য পৰিচ্ছদে
সেৱা কৰে চতুৰ্ভিতি ॥ ১১৪৯
কায় বাক্য মনে বিষ্ণুৰ চৰণে
চিত্ত সাৱধান কৰি ।
কতো অনুচৰে মাথাৰ উপৰে
শ্বেত ছত্ৰ তুলি ধৰি ॥
বিষ্ণুৰ দুই পাশে কতো লয়লাসে
ধৱল চামৰ ঢুলে ।
যত দেৱ ঋষি পৰম হৰিষি
কৰযোৰে স্তুতি বোলে ॥ ১১৫০
হাতে তাল ধৰি সুললিত কৰি
গন্ধৰ্ব্বে গীত যোগাৱে ।
যত বিদ্যাধৰ মহা মনোহৰ
কুত্ৰকবিলাস বাৱে ॥
কৰ্পূৰ ধূপৰ গন্ধে নিৰন্তৰ
সবাকে সুৰতি কৰে ।
দিব্য পুষ্পচয় সিদ্ধে বৰিষয়
বিষ্ণুৰ ছত্ৰ উপৰে ॥ ১১৫১
আছন্ত তহিতে ত্ৰিদশ সহিতে
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ দেৱ ।
বিষ্ণুৰ দীপিতি দেখি সচকিতি
পৰি পৰি কৰে সেৱ ॥
হেন চমৎকাৰ জগত আধাৰ
আছন্ত গুণি উপায় ।
মনে কৰি সাৰ দিলা চক্ষু ঠাৰ
গৰুড় পক্ষীক চাই ॥ ১১৫২

———

ছবি

প্ৰভুৰ ইঙ্গিত জানি উঠি পক্ষী মহামানী
বামনক নমিলন্ত মাথে ।
লৈয়া নাগপাশ জৰী দৈত্যৰ ৰাজাক ধৰি
বান্ধিবে লাগিলা পাছ হাতে ॥
কচালি কচালি দাটি শৰীৰৰ বলে আটি
পিঠি ফৰা বান্ধ দিলা ভিৰি ।
বৰুণৰ পাশ জৰী বান্ধি জৰপুৰ কৰি
ভৰি-গলে লগাইলা জিঞ্জিৰী ॥১১৫৩
আপুনি গৰুড় পক্ষী দানৱ ৰাজাক ৰাখি
থাকিলন্ত সাৱধান হুই ।
ধৈৰ্য্য ধৰি বলিৰায় ধৰ্ম্মৰ পথক চাই
ৰহিলা বন্ধন দুখ সই ॥
লৰিবে চড়িবে গাৱ নোৱাৰন্ত হাত পাৱ
বন্ধনৰ চোটে হিয়া ভাগে ।
তথাপিতো মহামানী নোবোলে কাৰ্পণ্য বাণী
কিঞ্চিতেকো বামনৰ আগে ॥ ১১৫৪
দেখি দৈত্যেন্দ্ৰৰ শাস্তি হাহাকাৰ কৰে আতি
পৃথিৱী স্বৰ্গৰ প্ৰজা মানে ।
হা দৈত্যপতি শিষ্ট মহাদাতা জ্ঞান নিষ্ঠ
হেনসে অৱস্থা দিলা দানে ॥

শুক্ৰৰ শুনিয়া বাণী           বামনক শত্ৰু জানি
তথাপিতো নলাৰিলা মতি ।
উৎসৰ্গি সমস্তে ভূমি           দিয়া বন্দী ভৈলা তুমি
সুবুদ্ধি ধৰ্ম্মৰ সূক্ষ্ম গতি ॥ ১১৫৫
আপুনি জগত পতি           কৰন্ত অন্যায় আতি
জগততে দুৰ্যশ থাকিল ।
কহিবাক লাগে ডৰ           আছে আৰ পটন্তৰ
যেন ওলগতে পাঞ্চ কিল ॥
যত সুৰাসুৰ নৰ           সিদ্ধ মুনি নিৰন্তৰ
ঠাই ঠাই কহে এহি কথা ।
চাই চাই কৰে মৰ্ম্ম           কি ভৈল কালৰ ধৰ্ম্ম
মহন্তৰো হেনসে অৱস্থা ॥ ১১৫৬
নমো নমো দামোদৰ           জগতৰ বিস্মিহৰ
ভকত অভয় দাতা দেৱ ।
ভাগৱত পদ ছবি           ৰচিলা শঙ্কৰ কবি
কৃষ্ণৰ চৰণে কৰি সেৱ ॥
শুনা সৰ্ব্বজন যত           জন্ম লভি ভাৰতত
তাক ব্যৰ্থ কৰা কোন কাজে ।
যি যাইবা যাতনা তৰি           ডাকি বোলা হৰি হৰি
নাহি ধৰ্ম্ম হৰি নাম বাজে ॥ ১১৫৭

———

পদ

শুকমুনি বদন্তি শুনিয়ো ৰাজা পাছে ।
এহিমতে বলি যেবে বন্দি হুয়া আছে ॥
নষ্ট ভৈল প্ৰতাপ গুচিল স্বৰ্গ সুখে ।
শৰীৰকো পীড়ে আতি বন্ধনৰ দুখে ॥ ১১৫৮
নাহি বন্ধু বান্ধৱ এৰিলা নিৰন্তৰে ।
শত্ৰুৰ হাতত বন্দি ভৈলা একেশ্বৰে ॥
ভাৰ্য্যা ব্যতিৰেকে আন নাহিকে সহায় ।
ভৈল দীন দৰিদ্ৰ দৈত্যেন্দ্ৰ সমুদায় ॥ ১১৫৯
সকলে সৰ্ব্বস্ব হৰি কাঢ়ি লৈলা ছলে ।
নাগপাশে অঙ্গায়ে বান্ধিলা হাতে গলে ॥
হৈবাক নবৈল আউৰ বলিৰ দুৰ্গতি ।
আপদ-সিন্ধুত নিমজিলা দৈত্যপতি ॥ ১১৬০
গৰুড়ে গৰ্জ্জন্ত আতি থাক থাক বুলি ।
তথাপি নাচান্ত দৈত্যপতি মাথা তুলি ॥
মহন্ত পুৰুষ ধৈৰ্য্যশালী বলিৰায় ।
আছন্ত দুখক সহি ধৰ্ম্মপথ চাই ॥ ১১৬১
হেন দেখি বামনৰ ক্ৰোধ ভৈলা জ্বলি ।
ডাকিয়া বোলন্ত গুৰে দুৰাচাৰ বলি ॥
তিনি পদ ভূমিক উৎসৰ্গি দিলি দান ।
দুই পদ পাইলো দেখ প্ৰত্যক্ষ প্ৰমাণ ॥ ১১৬২
যে দূৰ প্ৰকাশে চন্দ্ৰ সূৰ্য্যৰ জ্যোতি ।
পাতাল পৰ্য্যন্তে সসাগৰা বসুমতী ॥
তোৰ সবে অধিকাৰ জানোহো সকলে ।
সবাকে জুৰিল মোৰ এক ভৰি তলে ॥ ১১৬৩
দশোদিশ আকাশ জুৰিল মোৰ গাৱে ।
সমস্ত স্বৰ্গক আক্ৰমিলো এক পাৱে ॥
তৃতীয় পদৰ আৰে কৈত দিবি ঠাই ।
সত্য ৰাখি দিয়ো দান আমাক বুজাই ॥ ১১৬৪
আগে দিবো বুলি যিবা পাছে নেদে দান ।
দুৰ্ঘোৰ ৰৌৰৱ নৰকত হোৱে স্থান ॥
হেন জানি দিয়ো দান সত্যক সাৰুলি ।
নুহি তেবে সবান্ধৱে অধোগতি পলি ॥ ১১৬৫
লৱা দান বুলিয়া কৰিলি সত্য বাণী ।
তিনি পদ ভূমিক উৎসৰ্গি দিলি পানী ॥
তিনিয়ো ত্ৰৈলোক্য দুই পদকেসে আটে ।
তৃতীয় চৰণ কৈত দিবো বোল বাটে ॥ ১১৬৬
আজি যেবে নেদ পাপী প্ৰতিশ্ৰুত দান ।
গৰুড়ৰ হাতত নবৈব তোৰ প্ৰাণ ॥
জান যেবে দিবে [illegible] দুৰাচাৰ ।
আগে দিবো বুলি কেনে কৈলি অঙ্গীকাৰ ॥ ১১৬৭
অসত্যবাদীৰ তোৰ [illegible] ।
আপুনিয়ো [illegible] সবংশে [illegible] ॥

হেন জানি তোক আজি গ্ৰাসিলেক পাপে।
মোক দান নেদি এবাই যাইবে কাৰ বাপে॥ ১১৬৮
জীয় মানে ভুঞ্জিবিহি যাতনা অহিত।
মৰিলেয়ো হৈবে তোৰ নৰকত স্থিত॥
নমাতি আছস কেনে লটক অসুৰ।
আজি তোৰ সকলে ভাৱনা কৰো চূৰ॥ ১১৬৯
অনেক নিষ্ঠুৰ বুলি গৰ্জ্জন্ত বামনে।
শুনিয়া আছন্ত দৈত্যপতি ধৈৰ্য্যমনে॥
মহন্ত পুৰুষ বীৰ গম্ভীৰ সাগৰ।
বিষ্ণুক সাদৰি হেন দিলন্ত উত্তৰ॥ ১১৭০
ত্ৰৈলোক্যৰ লক্ষ্মী মোৰ কাঢ়ি লৈলা ছলে।
গৰুড়ৰ পাশে বান্ধি থৈলা হাতে গলে॥
নগণহো ইসব দুখক গাৱে সহে।
বুলিলা অসত্যবাদী ইসে দুখে দহে॥ ১১৭১
ধন জন বিভৱ সকলে ভৈল নষ্ট।
ইটো ঘোৰ নিগ্ৰহত কিছু নাহি কষ্ট॥
যম যাতনাকো লাগি নকম্পে হৃদয়।
লোক অপবাদতেসে মোৰ মহা ভয়॥ ১১৭২
তুমি যেবে জানা মোৰ সত্য ভৈল ছন্ন।
মাথা পাতি দেওঁ তাতে থাপিও চৰণ॥
থোৱা পাৱ শিৰত সাফলো অঙ্গীকাৰ।
শৰীৰকো সমৰ্পিলো পাৱত তোমাৰ॥ ১১৭৩
জন্মে জন্মে তোমাৰ দাসৰো ভৈলো দাস।
তযু চৰণত মোৰ মুগুচোক আশ॥
ভাল ভৈল গুচিল বিষয় মহা বিষ।
নিষ্কিঞ্চন ভৈল মোৰ অধিকে হৰিষ॥ ১১৭৪
শ্ৰী দূৰ কৰি কিনো কৰিলা আহ্লাদ।
বান্ধ নোহে ইটো মোৰ পৰম প্ৰসাদ॥
আজিসে তোমাৰ পাৱে সম্পজিল জ্ঞান।
যেন অন্ধলাক দিলা দুই চক্ষু দান॥ ১১৭৫
তুমিসি পৰম গুৰু দৈত্য দানৱৰ।
মাৰি মাৰি মোক লাখি আছা অনেকৰ॥
যিটো গতি মহা মহা যোগীও নপাৱে।
দৈত্যগণে লভিল তোমাত বৈৰ ভাৱে॥ ১১৭৬
হেন ইষ্টদেৱ মোৰ পৰম বান্ধৱ।
তুমি বান্ধি আছা আত কোন পৰাভৱ॥
যতেক বোলাহা মোৰ নলৱে মতিক।
তোমাৰ ক্ৰোধক দেখো বৰতো অধিক॥ ১১৭৭
জগততে প্ৰখ্যাত প্ৰহ্লাদ পিতামহ।
নগণিলা মৃত্যুকো তোমাত কৰি গহ॥
বাপে খলে দিলা দুখ অনেক নিকাৰ।
নকৰিলা তথাপি তোমাক পৰিহাৰ॥ ১১৭৮
ধন জন পুত্ৰ পৰিবাৰ মায়াময়।
সংসাৰত বিচাৰিয়া কৰিলা নিশ্চয়॥
কেৱল নিৰ্ভয় স্থান তোমাৰ চৰণ।
জানি পিতামহে তাতে পশিল শৰণ॥ ১১৭৯
কুমাৰ কালৰেপৰা তোমাত ভকত।
তান গুণগণ তযু চৰণে বেকত॥
তুমি বিনে আন নিচিন্তন্ত পিতামহ।
দাস বংশ বুলি মোক কৰা অনুগ্ৰহ॥ ১১৮০
যদ্যপি অজ্ঞানী মই নজানো ভকতি।
তথাপি তোমাৰ প্ৰভু ভৃত্যৰ সন্ততি॥
হেন জানি চক্ৰপাণি কৰা পৰিত্ৰাণ।
বিস্তৰ কহিবো কিবা তুমি সৰ্ব্বজান॥ ১১৮১
অনেক বোলন্ত বলি বচন প্ৰবোধ।
কিঞ্চিতেকো নপাতলে বামনৰ ক্ৰোধ॥
ভ্ৰুকুটি কুটিল মুখ আখি আৰকত।
কাম্পে উৰু শিৰ কৰ অধৰ ক্ৰোধত॥ ১১৮২
বলিক কটাক্ষে চান্ত অধৰ কামুৰি।
মূৰ্ত্তিক দেখন্তে যেন ধাতু যাই উৰি॥
হেন দেখি বলি মৌন হুয়া বসি আছে।
শুক নিগদতি পৰীক্ষিত শুনা পাছে॥ ১১৮৩
সেহি বেলা প্ৰহ্লাদ তহিতে উপস্থিত।
ভূষিত ভৈলন্ত যেন চন্দ্ৰমা উদিত॥

পীতবস্ত্রে শোভে আতি শ্যামল শৰীৰ ।
বিজুলী সুথিৰ যেন নব জলধৰ ॥ ১১৮৪
কমল লোচন চাৰু বদন মণ্ডল ।
সুন্দৰ কর্ণত জ্বলে মকৰ কুণ্ডল ॥
শিৰ ছত্ৰাকৃত কেশ নীল আকুঞ্চিত ।
সুবলিত ভুজ দুই অজানু লম্বিত ॥ ১১৮৫
সুদীর্ঘ অঙ্গুলি আৰকত কৰতল ।
কম্বুকণ্ঠ ৰুচিৰ বহল বক্ষস্থল ॥
নাসা তিলকুসুম দশন কুন্দ কড়ি ।
অৰুণ অধৰ যেন ৰত্নে আছে গঢ়ি ॥ ১১৮৬
কৰীকৰ সম সুবলিত উৰু দুই ।
সুকোমল পদক দেখন্তে সুখী হুই ॥
পৰম মধুৰ মূৰ্ত্তি ৰূপ আসৰিশ ।
সৰ্ব্বকালে দেখি যেন বিংশতি বৰিষ ॥ ১১৮৭
স্থানকো প্ৰকাশ কৰে শৰীৰৰ জ্যোতি ।
মাধৱৰ মুখ্য পাৰিষদ মহামতি ॥
দেখন্তে সন্তোষ মহা মনোহৰ বেশ ।
ভৈলন্ত প্ৰহ্লাদ সেহি সভাত প্ৰবেশ ॥ ১১৮৮
পিতামহ আসিল দেখিল বলিৰায় ।
পাদ্য অৰ্ঘ্য দিবে একো নাহিকে উপায় ॥
লৰিবে চৰিবে নোৱাৰন্ত দৈত্যনাথ ।
তৈৰ পৰা সাদৰে নমাইলা কিছু মাথ ॥ ১১৮৯
পাছ হাত বান্ধত হৃদয় ভাগি যায় ।
নোবোলন্ত বলি কিছো প্ৰহ্লাদক চাই ॥
নয়নৰ হন্তে লোহ ধাৰে যায় বহি ।
লাজে দুখে অধোমুখে থাকিলন্ত ৰহি ॥ ১১৯০
বলিৰ নিগ্ৰহ দেখি প্ৰহ্লাদ তৱধ ।
অন্তৰ্গতে দহে শোকে হৃদয় দগধ ॥
অৱস্থা দেখন্তে আসে উথলি ক্ৰন্দন ।
ক্ষণেক ৰহিলা স্তম্ভি হিৰণ্য নন্দন ॥ ১১৯১
মহা মৰ্ম্মে চক্ষুৰ পৰিবে খোজে পানী ।
জ্ঞানধৈৰ্য্য-অঙ্কুশে ধৰন্ত চিত্ত টানি ॥
বলিক সুবুলি কিছু বচন আশ্বাস ।
ধীৰে ধীৰে বামনৰ চাপিলন্ত পাশ ॥ ১১৯২
সুনন্দ প্ৰমুখ্যে পাৰিষদ নিৰন্তৰে ।
দণ্ড ছত্ৰ বিচিত্ৰ চামৰ ধৰি কৰে ॥
ভক্তি ভাৱে সেৱে সবে বিষ্ণুক আৱৰি ।
দেৱে সমে ব্ৰহ্মায়ো আছন্ত স্তুতি কৰি ॥ ১১৯৩
নানাবিধ যন্ত্ৰ বায়ে গায়ে বিদ্যাধৰে ।
চপয় পঢ়য় সিদ্ধ চাৰণ কিন্নৰে ॥
সভাৰ মধ্যত দিলা ৰত্ন সিংহাসনে ।
চমৎকাৰে আছন্ত বামন-ৰঙ্গ মনে ॥ ১১৯৪
প্ৰভুক প্ৰত্যক্ষ দেখি বৈষ্ণৱ প্ৰহ্লাদ ।
সিহৰিল লোম মহা মিলিল আহ্লাদ ॥
নয়নৰ পৰা পৰে হৰিষ লোতক ।
দণ্ডৱতে পৰি প্ৰণমিলা মাধৱক ॥ ১১৯৫
উঠি প্ৰণামিলা পৃথিবীত থৈয়া মাথ ।
কৰন্ত প্ৰণতি বুলি ত্ৰাহি জগন্নাথ ॥
তুমি শুদ্ধ বুদ্ধ সৰ্ব্ব সাক্ষী সদাশিৱ ।
তুমি নিৰঞ্জন যত জগতৰ জীৱ ॥ ১১৯৬
তুমিসে পৰম গুৰু পুৰুষ প্ৰধান ।
সবাৰো চিত্তৰ পোৱা আপুনি প্ৰমাণ ॥
অসন্তক বিনাশি সন্তৰ কৰা গতি ।
তোমাৰ চৰণে মোৰ নছাড়োক মতি ॥ ১১৯৭
তুমি দিলা বলিক ত্ৰৈলোক্যৰ মহাভাৰ ।
কাঢ়ি লৈলা আত বৰ আনন্দ আমাৰ ॥
গৰ্ব্ব গুচাই বলিক কৰিলা কিনো দায়া ।
আতি অন্ধ কৰে পুৰুষক শ্ৰীমায়া ॥ ১১৯৮
শ্ৰী যাক পাইলে সিটো জীৱন্ততে মৰা ।
মাতন্তে নমাতে যেন আতুৰ নাপৰা ॥
শুনিয়ো নুশুনে যেন বসি থাকে কলা ।
দেখিয়ো নেদেখে যেন দিনত্ৰে অন্ধলা ॥ ১১৯৯
কোনবো অৱস্থা নকৰয় শ্ৰীমদে ।
শ্ৰীমন্ত ভৈলে পাৱে পৰম আপদে ॥

তুমি হেন স্বামীক পাসৰে হতবুদ্ধি।
আজি যজি পাইলা তৱ ব্যাধিৰ ঔষধি ॥ ১২০০
এবেসে তোমাক স্মৰি হৈবেক সুকৃত।
আউৰ দুখ দিতে প্ৰভু নুহিকে যুগুত॥
আতি ধৰ্ম্মৱন্ত সত্যৱন্ত বলিবায়।
এতেক নিগ্ৰহ দিবে আক নুযুৱায় ॥ ১২০১
শুক্ৰৰ বচনে যিটো নলাৰিল মতি।
শুদ্ধ ভাৱে কৰিলেক তোমাত ভকতি ॥
হেন মহা দানী মানী মোৰ ইটো নাতি।
কোন অপৰাধে আক কৰা উগ্ৰশাস্তি ॥ ১২০২
ক্ষমিয়োক তোমাৰ দাসৰ হৈব দাস।
আজ্ঞা কৰা গৰুড়ে মেলোক নাগপাশ ॥
বান্ধৰ ছোটত বলি ফুটি যায় প্ৰাণ।
তোমাতআগোহো গোসাই দিয়ো নাতিদান॥ ১২০৩
কৰন্ত পাৰন্ত পৰি প্ৰহ্লাদে কাতৰ।
তথাপি বামনে কিছু নেদন্ত উত্তৰ ॥
বলিক কটাক্ষে চাই দশন চোৱান্ত।
দেখি আগ বাঢ়ি ব্ৰহ্মা বুলিবাক চান্ত ॥ ১২০৪
সেহি সময়ত বিন্ধ্যাৱলী উঠিলন্ত।
দেখি ব্ৰহ্মাদেৱ পাছগুচি বহিলন্ত ॥
ইটো মহা ভাগৱত জগতত সাৰ।
শ্ৰৱণ মাত্ৰকে কৰে সংসাৰৰ পাৰ ॥ ১২০৫
ভুকুতি মুকুতি পদ হাততে মিলাৱে।
পৰম ভকতি হোৱে মাধৱৰ পাৱে ॥
হেন জানি শুনা সবে সাৱধান কৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ১২০৬

বামনৰ ওচৰত বিন্ধ্যাৱলীৰ স্তুতি

ছবি

বিন্ধ্যাৱলী মহাসতী দেখি হেন বিসঙ্গতি
শোক শেলে হৃদয় বিদাৰে।
স্বামীৰ দেখিয়া শাস্তি যেন প্ৰাণ ফুটে আন্তি
নেত্ৰৰ লোতক পৰে ধাৰে ॥
উপায় নপান্ত খুজি মনে গুণি কাৰ্য্য বুজি
আপুনি উঠিলা ধৈৰ্য্য ধৰি।
লৰি গৈলা মহাসতী বিষ্ণুৰ পাশক প্ৰতি
দৈত্যেন্দ্ৰৰ প্ৰিয় পটেশ্বৰী ॥ ১২০৭
মাথাত ওৰণি লই অধোমুখে মহাদই
লাজে ভয়ে যান্ত ধীৰে ধীৰে।
গৈয়া কতিপায় ভৰি বিষ্ণুৰ আগত পৰি
প্ৰণাম কৰিল জানু শিৰে ॥
নমো নাৰায়ণ দেৱ তুমি বিনে নাহি কেৱ
সৃষ্টি স্থিতি সংহাৰ কাৰণ।
যুগে যুগে অৱতৰি নানাবিধ মূৰ্ত্তি ধৰি
তুমি কৰা সমস্তক পালন ॥ ১২০৮
তুমিসি গৰুড়কেতু আপোনাৰ ক্ৰীড়া হেতু
ত্ৰৈলোক্য নিৰ্ম্মিলা নিৰন্তৰ।
মূঢ় জনে এৰি লাজ বোলে সবে মোৰ ৰাজ
মই আৰ স্বতন্ত্ৰ ঈশ্বৰ ॥
আতি উৰ্দ্ধ পদ পাই কাহাকো কটাক্ষ নাই
তোমাক নকৰে গণাগণ।
ক্ৰীড়ি ফুৰে মত্ত ভাৱে আপদে নপাৱে যাৱে
সুস্মৰে তোমাৰ চৰণ ॥ ১২০৯
মোৰ স্বামী দৈত্যপতি দেখা কেনে মূঢ়মতি
আহান নাহিকে কিছু জ্ঞান।
বৈষ্ণৱৰ নাতি হুই বুলিলন্ত কোন মুই
বিষ্ণুক ত্ৰৈলোক্য কৰো দান॥
তুমিসে জগত ভৰ্ত্তা এন্তে কি দিবাৰ কৰ্ত্তা
আন বাপঘৰীয়া ত্ৰৈলোক্য।
আন ইটো অহঙ্কাৰে যেন মাথে চুলিভাৰে
আতি বৰ পীড়া কৰে মোক ॥ ১২১০
নজানন্ত মোৰ স্বামী অচিন্ত্য মহিমা তুমি
কোটি কোটি ব্ৰহ্মাণ্ডৰ পতি।
অন্ধ ভৈল শ্ৰীমদে পাইলেক সেহিসে পদে
হেন মহা দুৰ্ব্বোধ দুৰ্গতি ॥

আঙ্ক মহা মূঢ় জানি কৃপা কৰা চক্রপাণি
সহস্রেকবাৰ কৰো সেৱ।
হুয়োক প্ৰসন্ন মুখ খণ্ডিয়ো দাৰুণ দুখ
তুমি দীন দয়াশীল দেৱ ॥ ১২১১
অনেক কাৰ্পণ্য কৰো দান্তে তৃণ তুলি ধৰো
আৰে মোৰ মেলিয়ো স্বামীক।
বান্ধৰ চোটত আন হেৰা ফুটি যাই প্ৰাণ
দেখি মই চেৰী জীও কিক ॥
তোমাৰ ক্ৰোধত আতি লাগে মানে ভৈল শাস্তি
নকৰিলা কোন লটি ঘটি।
তভো যেবে আছে কোপ আঙ্ক এৰি বান্ধা মোক
মই মৰো স্বামীৰ পালটি ॥ ১২১২
এহি বুলি বিন্ধ্যাৱলী পৃথিবীত পৰি ঢলি
মকমকি কান্দন্ত সুন্দৰী।
যত দেৱ পাৰিষদ শোকে সবে নিশৱদ
সবাৰো লোতক পৰে ঝৰি ॥
কৰৈ কথা কাণাকাণি এতেক কাৰুণ্য শুনি
বিষ্ণুৰ নুগুচে এভো ৰাগ।
কৃপাময় নাৰায়ণ নভৈল সদয় মন
কিনো দৈত্য ৰাজাৰ অভাগ ॥১২১৩
বলিৰ দেখিয়া শাস্তি হাহাকাৰ কৰে আতি
স্বৰ্গ মৰ্ত্ত্য পাতালৰ প্ৰজা।
আমাৰেসে কৰ্ম্ম ফলে তোমাক বিধাতা ছলে
কৈত পাইবো তুমি হেন ৰাজা ॥
নেদেখিলো কোপ তাপ কি ৰাজা কিবা বাপ
পালিলাহা পুত্ৰতো অধিক।
তোমাৰ অৱস্থা দেখি কেনে আছো প্ৰাণ ৰাখি
এভো জীৱ ছাড়ি নাযায় কিক ॥১২১৪

---

ছুলড়ী

হেন গলাৰৱ শুনিয়া মাধৱ
নেৰন্ত কোপ কদাপি।
দেখি প্ৰজাপতি বোলন্ত মিনতি
বিষ্ণুৰ সমীপ চাপি ॥
শুনা নাৰায়ণ জগত কাৰণ
তুমি চৰাচৰময়।
মোৰ বাক্য ধৰা ক্ৰোধ পৰিহৰা
বলিক হুয়া সদয় ॥ ১২১৫
সৰ্ব্বস্ব সকল পৃথিবী মণ্ডল
তোমাক উৎসৰ্গি দিল।
আতি তুষ্ট মনে তোমাৰ চৰণে
আপোনাকো সমৰ্পিল ॥
পুণ্যৱন্ত সন্ত পুৰুষ মহন্ত
মহাজন বলিবায়।
মিত্ৰ জগতৰে মেলিয়ো সত্বৰে
নিগ্ৰহক মুখুৰায় ॥ ১২১৬
তোমাৰ পাৰত পূজে দূৰ্ব্বাক্ষত
জল দিয়া কৰে নতি।
ভজে শুদ্ধভাৱে সিয়ো জন পাৱে
তোমাৰ উত্তম গতি ॥
ইটো দৈত্য পতি দিলে শুদ্ধমতি
তোমাক ত্ৰৈলোক্য ৰাজ।
তথাপি ইহাৰ এমন নিকাৰ
কিনো অযুগুত কাজ ॥ ১২১৭
বলিৰ নিগ্ৰহে শৰীৰ নসহে
জগতে ক্ৰন্দন কৰে।
বিন্ধ্যাৱলী সতী স্বামীৰ বিপত্তি
দেখিয়া চিত্ত নধৰে ॥
বৈষ্ণৱ প্ৰহ্লাদ তাহানো বিষাদ
নাতিৰ দেখি বন্ধন।
নকৰিও হেলা দৈত্যেন্দ্ৰক মেলা
সবাৰো জুৰাওক মন ॥ ১২১৮
হুয়োক প্ৰসন্ন প্ৰভু নাৰায়ণ
সম্বৰিয়ো ইটো ক্ৰোধ।

ধৰ্ম্মেসে আচৰে নতো বলি কৰে
তোমাৰ কিছু বিৰোধ ॥
শুক্ৰে নিষেধিল তথাপিতো দিল
তোমাক সমস্ত ভূমি ।
হেন ভকতৰ এভো দামোদৰ
দুখ দেখি আছা ভুমি ॥ ১২১৯

---

বলিৰ মুক্তি

ছবি

ব্ৰহ্মাৰ বচন শুনি নাৰায়ণে মনে গুণি
অল্পকৰি তুলিলন্ত হাসি ।
এৰিলন্ত ক্ৰোধ দৃষ্টি কৰিয়া অমৃত বৃষ্টি
মুখচন্দ্ৰবিম্বক প্ৰকাশি ॥
সদয় নয়নে হৰি চাহিলন্ত হাস্য কৰি
সমস্ত লোকক মাথা তুলি ।
এৰাই সবে মহাভয় কৰে আতি জয় জয়
ত্ৰাহি ত্ৰাহি নাৰায়ণ বুলি ॥ ১২২০
মাধৱৰ জয় ঘুষি দশোদিশে কৰৈ হুসি
নানাবিধ দেৱ বাদ্য বাই ।
সেহিবেলা দামোদৰে দৈত্যেন্দ্ৰক দয়াতৰে
সঙ্কেতিলা গৰুড়ক চাই ॥
স্বামীৰ বুজিয়া কাজ তাৰক্ষণে পক্ষীৰাজ
জট জট ছিণ্ডিলন্ত পাশ ।
গুচাইলা সমস্তে বন্ধ হাত ভৰি কটি কন্ধ
ভৈলা সবে শৰীৰ উদাস ॥ ১২২১
মুক্ত ভৈলা দৈত্যৰাজা শুভ শুভ কৰে প্ৰজা
পাৰে দশোদিশত জোকাৰ ।
হাসৈ সবে থল খলি আজি উপজিল বলি
আযে দিন পুহাইল আমাৰ ॥
আনন্দৰ সীমা নাই অনন্তৰে বলিৰায়
এৰাই হেন দুৰ্ঘোৰ দুৰ্গতি ।
কাঢ়ি কতিপয় ভৰি আগে দণ্ডৱতে পৰি
বামনক কৰিলা প্ৰণতি ॥ ১২২২
বিষ্ণুৰ দেখিয়া পাৱ সিহৰাইলা সৰ্ব্ব গাৱ
আনন্দে লোতক বহি যায় ।
ত্ৰাহি ত্ৰাহি বুলি পাছে দণ্ডৱতে পৰি আছে
মাধৱৰ পাদপদ্ম চাই ॥
বিষ্ণুৰ আগত বলি কৰি পাছে কৃতাঞ্জলি
এক পাশ হুয়া বসি ৰৈল ।
বিন্ধ্যাৱলী এৰাই দুখ স্বামীৰ দেখিয়া মুখ
আনন্দতে কৃতকৃত্য ভৈল ॥ ১২২৩
প্ৰহ্লাদৰ ৰঙ্গ আতি মুকুত ভৈলেক নাতি
ব্ৰহ্মাৰো আনন্দ আসৰিশ ।
বিষ্ণুৰ সভাৰ কাছে যত সিদ্ধ মুনি আছে
সবে ভৈল পৰম হৰিষ ॥
শুনিয়োক সভাসদ মহা ভাগৱত পদ
পুণ্য কথা বলিৰ মোক্ষণ ।
ছাড়া ভাষ ভুষ কাম ডাকি বোলা ৰাম ৰাম
যাবা যেবে বৈকুণ্ঠ ভুৱন ॥ ১২২৪

---

পদ

শুক নিগদতি শুনিয়োক মহাৰাজ ।
ৰঙ্গে বসি আছা যেবে সমস্ত সমাজ ॥
ব্ৰহ্মাক বোলন্ত হৰি শুনা পিতামহ ।
যিকাৰ্য্যে কৰিলো মই বলিক নিগ্ৰহ ॥ ১২২৫
মোৰ মহা অনুগ্ৰহ ভৈল যাক প্ৰতি ।
সি জনৰ হৰো মই বিভৱ সম্পত্তি ॥
পৰম প্ৰমত্ত হোৱে ধনৰ গৰ্ব্বিত ।
লোককো নমানে মোক নলয়ে মনত ॥ ১২২৬
শত কোটি জন্মান্তৰে হোৱে মহাভাগ ।
নৰ শৰীৰক জীৱে তেবে পাৱে লাগ ॥
তাত যেবে মোৰ দায়া ভৈল যাক প্ৰতি ।
সেহিসে কৰিবা পাৰে আমাত ভকতি ॥ ১২২৭

কিনো সত্যবাদী বলি দেখিয়ো প্রত্যেক।
দৈত্যৰ মধ্যত ইটো মহা পুরুষেক ॥
সবাতো অধিক আতি স্নেহ মোৰ আক।
জিনিলেক বলি ইটো দুর্জ্জয় মায়াক ॥ ১২২৮
ত্রৈলোক্য কাঢ়িলো ছলে লৈলো ধন বিত।
হাতে গলে বান্ধি দুখ দিলো বিপৰীত ॥
একেশ্বৰ ভৈল সবে জ্ঞাতিয়ে এৰিল।
শুক্রৰ বাক্যত ইটো সত্যক নেৰিল ॥ ১২২৯
শত্রুৰ হাতত পৰি নিশঙ্ক হৃদয়।
অনেক ভৎসিলো দৰশাইলো মহাভয় ॥
ছল বাদে নিন্দিয়া জ্বালিলো মহামৰ্ম্ম।
তথাপিতো বলি নেৰিলন্ত সত্যধর্ম্ম ॥ ১২৩০
নাহি বলি সমদাতা ব্রহ্মাণ্ড ভিতৰ।
থাকিল কীৰিতি যাবে চন্দ্র দিবাকৰ ॥
ইটো দৈত্য ৰাজাৰ গুণৰ নাহি সীমা।
মোৰ মুখে কত আৰ বর্ণাইবো মহিমা ॥ ১২৩১
ব্রহ্মা সমে হৰি যেন কৰিয়া আলাপ।
বলিক বোলন্ত শুন ইন্দ্রসেন বাপ ॥
তোৰ সেনা যিহেতু একৈক ইন্দ্র যেন।
সিকাৰণে তোৰ নাম থৈল ইন্দ্রসেন ॥ ১২৩২
তোহোৰ ভকতি মোক কৰিলি অধীন।
মোক যেবে দেও তভু শুজা নযাই ঋণ ॥
তথাপি বচন বোলো শুনা দৈত্যনাহা।
জ্ঞাতিবর্গ সমে সুতলক চলি যাহা ॥ ১২৩৩
বৈকুণ্ঠতো অধিক মোহোৰ প্রিয় থান।
আতি বিতোপন বিশ্বকর্ম্মাৰ নির্ম্মাণ ॥
দিন ৰাত্রি নজানিয় ৰত্নৰ প্রকাশে।
সদায়ে আমোদ কৰে সুৰভি বতাসে ॥ ১২৩৪
নাহি আধি ব্যাধি উপসর্গ পীড়াচয়।
নাহি শোক মোহ জড়া মৰণক ভয় ॥
যেহি মনে বাঞ্ছা কৰে সেহি মিলে তাত।
হেন মহা স্থান সিটো জগতে প্রখ্যাত ॥ ১২৩৫

ব্রহ্মা রুদ্র ইন্দ্র চন্দ্র পবন প্রার্থ্যন্তে।
তথাপিতো নেদিলোহো ইসবে খোজন্তে ॥
তাক দিলো সপুত্র বান্ধৱে যায়ো চলি।
মহা সুখে কতো কাল বঞ্চ তাত বলি ॥ ১২৩৬
মোৰ চক্র থাকিবেক তোহোৰ সভাত।
যিটো দৈত্য নমানে কৰিবেক স্কন্ধপাত ॥
দশদিগপালো নলঙ্ঘিবে তোৰ পাশ।
আজি ধৰি ভৈলি তই মোৰ নিজ দাস ॥ ১২৩৭
তোৰ সঙ্গ লৈয়া থাকে যতেক দানৱ।
অসুৰ স্বভাৱ এৰি হৈবেক বৈষ্ণৱ ॥
মোকেসে চিন্তিবে আচৰিবে মোৰ কাম।
বৃথা কথা এৰিয়া স্মৰিবে ৰাম নাম ॥ ১২৩৮
দ্বাৰতে থাকিবো তোৰ কৰে ধৰি গদা।
আগতে প্রত্যক্ষে মোক দেখিবি সর্ব্বদা ॥
মই যেবে তুষ্ট ভাৱে ভৈলো সন্নিধান।
মহা প্রলয়তো তোৰ নাহি অকল্যাণ ॥ ১২৩৯
হেনমতে সুতলত বঞ্চ কতো দিন।
যৈসানি পৰন্ত ইন্দ্র হুয়া পুণ্যক্ষীণ ॥
সাবর্ণি মনুত তই ইন্দ্র হৈবি পাছে।
সিকালতো সদায়ে থাকিবো তোৰ কাছে ॥ ১২৪
তোৰ মোৰ এবা এৰি নাহি আজি ধৰি।
মোৰ ৰূপ চিন্তিবি চিত্তত ধ্যান কৰি ॥
বৈষ্ণৱৰ সঙ্গত শুনিবি মোৰ কথা।
মোৰ নাম কীর্ত্তনক কৰিবি সর্ব্বথা ॥ ১২৪১
গুচোক অজ্ঞান তোৰ মোৰ বৰদানে।
সপুত্রে বান্ধৱে থাক পৰম কল্যাণে ॥
ত্রৈলোক্যত ঘুষিবে তোহোৰ যশ বৰ।
এহি শুভক্ষণে বলি সুতলক লৰ ॥ ১২৪২
পৰীক্ষিত ৰাজাত কহন্ত শুক মুনি।
মাধৱৰ অমৃত বচন বলি শুনি ॥
ৰোমাঞ্চিত ভৈল তনু দ্রৱিল হৃদয়।
আনন্দে লোতক বৰে বচন নাসয় ॥ ১২৪৩

বিষ্ণুৰ চৰণ মনে আলিঙ্গিয়া ধৰি।
কতোক্ষণে স্থিৰ ভৈল ৰাম কৃষ্ণ স্মৰি ॥
শিৰৰ উপৰে পাছে কৰি কৃতাঞ্জলি।
ভক্তি ভাৱে মাধৱক কৰিলা সেৱলি ॥ ১২৪৪
অধম অসুৰ ভকতিৰো নোহো পাত্ৰ।
প্ৰণামকো উদ্যোগ কৰিলো মই মাত্ৰ ॥
এতেকতে দিলা মহা প্ৰসাদ আমাক।
দেৱগণে প্ৰবন্ধিয়া নতু পাৱে যাক ॥ ১২৪৫
আমি দৈত্য জাতি আতিশয় পাপ দেহ।
তথাপি কৰিলা মোক এতমান স্নেহ ॥
মাৰিবাক লাগে যাক তাকে সতকাৰ।
কোনে বুজিবেক প্ৰভু প্ৰভাৱ তোমাৰ ॥ ১২৪৬
অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান।
শত্ৰু মিত্ৰ উদাসীন সবাতে সমান ॥
ভকত বৎসল দীন দয়াশীল দেৱ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ ॥ ১২৪৭
কিন্তু গোসাই কৰো মই এখানি গোচৰ।
তুমি জানা মোহোৰ হৃদয় দামোদৰ ॥
তুনাই ইন্দ্ৰ হুইবি হেন বুলিলা বচন।
ইহাতেসে আতি উতপাত কৰে মন ॥ ১২৪৮
ইটো শ্ৰীমদে অন্ধ কৰিলেক মন।
নিচিন্তিলো তুমি হেন স্বামীৰ চৰণ ॥
হেন চাৰ ইন্দ্ৰৰ পদত নাহি মতি।
ইন্দ্ৰ ভৈলে পাসৰিবো তোমাত ভকতি ॥ ১২৪৯
তযু চৰণত স্থিৰ কৰিলো বুদ্ধিক।
ত্ৰৈলোক্য সম্পত্তি দেখো তৃণতো অধিক ॥
ব্যৰ্থে জন্ম গৈল মোৰ যিটো শ্ৰীমদে।
আবকা মজিবো মই সেহিসে আপদে ॥ ১২৫০
সুবুজিলো প্ৰভু দেৱ ইটো কোন বুদ্ধা।
বান্ধ গুচাই যেন মোক দিবে চাহ কুন্দা ॥
ই কাৰ্য্যক লাগি গোসাই তোমাতে শৰণ।
মাগি খাই চিন্তিবোহো তোমাৰ চৰণ ॥ ১২৫১

কানি কাম্বা উৰিয়া তোমাৰ লৈবো নাম।
আউৰ ইন্দ্ৰ পদতো মোহোৰ নাহি কাম ॥
তোমাৰ চৰণে মোৰ নখণ্ডোক আশ।
সেহি দিয়া তুনাই নকৰিয়ো সৰ্ব্বনাশ ॥ ১২৫২
শুনি বিষ্ণু বোলন্ত নোবোল বলিৰায়।
আউৰ ইন্দ্ৰ পদে তোৰ উকৰাইবে ছাই ॥
মোৰ চৰণত ভৈল আতি দৃঢ় মতি।
স্বৰ্গ ভোগ ভুঞ্জিতেও লভিবি মুকুতি ॥ ১২৫৩
যিটো পুণ্য কৰি আছ ভুঞ্জিলেসে ক্ষয়।
সুতলক চল বাপ এৰিয়া সংশয় ॥
কৈত শুনি আছ ভকতৰ ভয় আছে।
কৰে গদা ধৰি ৰাখি ফুৰো পাছে পাছে ॥ ১২৫৪
একো কালে নেৰে যেন শৰীৰক ছায়া।
আপোনাতো কৰি মোৰ ভকতক দায়া ॥
ভকতেসে প্ৰাণ মোৰ বলি হেন জান।
যৈতে তৈতে থাক তোৰ নাহি অকল্যান ॥১২৫৫
হেন শুনি বলি উল্লাসিলা আনন্দত।
দণ্ডৱতে পৰিলন্ত বিষ্ণুৰ পাৱত ॥
উঠি উঠি পুনৰপি কৰিলা প্ৰণাম।
প্ৰহ্লাদে বোলন্ত সিদ্ধি ভৈল মনস্কাম ॥ ১২৫৬
এৰাইলা বন্ধন মোৰ চেনেহৰ নাতি।
ভৈলা বিষ্ণু ভকত আনন্দ কৰে আতি ॥
নাসে গদ গদ মাত মনত আহ্লাদ।
বিষ্ণুক প্ৰণামি হেন বুলিলা প্ৰহ্লাদ ॥ ১২৫৭
ব্ৰহ্মা আদি কৰি যত দেৱতা প্ৰত্যেক।
তোমাৰ সেৱাত পাৱে মহা সম্পত্তিক ॥
আমি দৈত্য পাপমতি আতি অনাচাৰ।
আমাত পৰিল কেনে সুদৃষ্টি তোমাৰ ॥ ১২৫৮
ইটো কাৰ্য্য দেখন্তে আকুল কৰে মতি।
ক্ৰুৰ অসুৰৰ হোৱে তোমাত ভকতি ॥
ব্ৰহ্মা লক্ষ্মী মহাদেৱে নপাৱন্ত যাক।
হেনয় প্ৰসাদ দিলা দৈত্যক আমাক ॥ ১২৫৯

যদ্যপি সবাতে সম তুমি দামোদৰ ।
তথাপিতো ভকতত করুণা বিস্তৰ ॥
যেন কল্পতরু জগতত্তে তুল্য হিত ।
মাগন্তাসে পাৱে ফল মনৰ বাঞ্ছিত ॥ ১২৬০
কৰিলা করুণা কিনো বলিক সম্প্রতি ।
তোমাৰ পাৰত পাইলে পৰম ভকতি ॥
জ্ঞানীয়ো নপাৰে যাক কোটি জন্মে সীমা ।
কি কহিবো দৈত্যেন্দ্রৰ ভাগ্যৰ মহিমা ॥ ১২৬১
আৰ কাক আমাৰ বংশত নাহি তুল ।
তোমাৰ ভক্তিত নিস্তাৰিল দৈত্য কুল ॥
যাহাৰ বংশত হোৱে বৈষ্ণৱ এগুটি ।
হোৱে তাৰ পুৰুষ উদ্ধাৰ কোটি কোটি ॥ ১২৬২
আমাক উদ্ধাৰি নিস্তাৰিল দৈত্যপতি ।
কোননো নসাধে কৰ্ম্ম তোমাৰ ভকতি ॥
যাক লাগি ভৈল প্ৰভু তোমাৰ প্রবন্ধ ।
ছিণ্ডে অপ্ৰয়াসে সিটো সংসাৰৰ বন্ধ ॥ ১২৬৩
হেন শুনি নাৰায়ণে দিলন্ত উত্তৰ ।
শুনা পুত্র প্রহ্লাদ দিতিৰ বংশধৰ ॥
নাতি সমে সুতলক চলা মহামতি ।
শিখায়ো বৈষ্ণৱ ধৰ্ম্ম বলিক সম্প্রতি ॥ ১২৬৪
আনো দানৱক শিক্ষা দিবা তুমি ৰঙ্গে ।
এৰোক আসুৰী ভাব তোমাৰ প্রসঙ্গে ॥
শুনাইবাহা সবাকে মোহোৰ যশ কথা ।
মোৰ গুণ কীৰ্ত্তনক কৰিয়ো সৰ্ব্বথা ॥ ১২৬৫
মহা মনোহৰ ৰূপে কৰে ধৰি গদা ।
সভাত থাকিবো মই দেখিবা সৰ্ব্বদা ॥
মোৰ দৰশনে পাইবা পৰমে আহ্লাদ ।
কৰ্ম্ম বন্ধ এৰাই মোক্ষ লভিবা প্রহ্লাদ ॥ ১২৬৬
মোৰ মহা প্রিয় তুমি বৈষ্ণৱতে বৰা ।
নকৰা বিলম্ব সুতলক লাগি লৰা ॥
মোত লীন যাইবা সুখে সংসাৰক তৰি ।
নকৰ সংশয় মই বোলো নিষ্ট কৰি ॥ ১২৬৭
কৃষ্ণৰ কিঙ্কৰে কহে দুখ তেৰে তৰি ।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥

---

বলি আৰু প্রহ্লাদৰ সুতল যাত্রা

দুলড়ী

শুক নিগদতি শুনা কুৰুপতি
তাত পাছে যেন ভৈল ।
কহিবো নিশেষ বিষ্ণুৰ আদেশ
প্রহ্লাদে শিৰত লৈল ॥ ১২৬৮
বলি সমন্বিতে উঠিলা ত্বৰিতে
বোলন্ত কিনো সুদিন ।
কৃতাঞ্জলি কৰি বিষ্ণুক সাদৰি
কৰিলন্ত প্রদক্ষিণ ॥
দুয়ো দণ্ডৱতে পৰিয়া আগতে
বহু বিধ স্তুতি বুলি ।
প্রণাম কৰিলা শিৰত ধৰিলা
বিষ্ণুৰ পাৰৰ ধূলি ॥ ১২৬৯
কৰযোৰে উঠি ভক্তি ভাৱে তুষ্টি
পাছ ভৰি যান্ত লৰি ।
কতোক্ষণে গৈয়া দুয়োজনে ৰৈয়া
দুনাই প্রণামিলা পৰি ॥
বিষ্ণুৰ চৰণ ছাড়ি নযাই মন
আনন্দে আকুল কৰে ।
উপজয় ভাৱ সিহৰয় গাৱ
নেত্ৰৰ লোতক ঝৰে ॥ ১২৭০
উঠন্ত পৰন্ত হৰি সুমৰন্ত
দুয়ো মহা পুণ্যশালী ।
হয়া উপশান্ত দুয়ো চলি যান্ত
বিষ্ণুৰ আদেশ পালি ॥
যত দৈত্যচয় প্রাণৰ সংশয়
আছিল পলাই নিচুকি ।

ভয় দূৰ ভৈল আসি লাগ লৈল
কৰিয়া উকিয়া উকি ॥ ১২৭১
দৈত্যেন্দ্ৰক পাইল দুনাই ধাতু আইল
আনন্দৰ নাহি পাৰ।
দুয়ো হাত তুলি শুভ শুভ বুলি
চৌপাশে পাৰে জোকাৰ ॥
ৰাজাৰ আৰৰি স্তুতি নতি কৰি
কতো দৈত্য যাই চলি।
ৰঙ্গে যেন নাচে এহিমতে পাছে
সুতলক পাইলা বলি ॥ ১২৭২
শুনা পৰীক্ষিত বলিৰ চৰিত্ৰ
আক এতিক্ষণে থওঁ।
বামনৰ তথা ভৈলা যেন কথা
তাঙ্ক সাৱধানে কওঁ ॥

---

ছবি

সবান্ধৱে যেবে বলি সুতলক গৈল চলি
শুক্ৰক বোলন্ত হৰি হাসি।
এবে দৈত্য পুৰোহিত শিষ্যৰ চিন্তিয়ো হিত
ঝাণ্টে যজ্ঞ সাঙ্গ কৰা আসি ॥ ১২৭৩
কেনে কষ্ট এতমান নহবাৰে যজমান
এৰা ইটো মনৰ বিকল।
পঢ়ি বেদ মন্ত্ৰ স্তুতি কৰিয়োক পূৰ্ণাহুতি
হোক ইটো যজ্ঞৰ সাফল ॥
হেন শুনি শুক্ৰ ঋষি কৰযোৰে বিমৰিষি
বামন বিষ্ণুক মাতিলন্ত।
শুনা প্ৰভু নাৰায়ণ হেন নাহি একোজন
তোমাৰ মায়াৰ পাৱে অন্ত ॥ ১২৭৪
যাৰ নাম সুমৰণে সাঙ্গ হোৱে তাৎক্ষণে
মহাতপ জপ কৰ্ম্ম যত।
হেন হৰি আছা আগে আৰো সাঙ্গ হুইবে লাগে
ভৈল পূৰ্ণ যজ্ঞ বিধিমত ॥
খুজিলা ত্ৰিপদ ভূমি উৎসৰ্গি সমস্তে ভূমি
স্বহস্তে তোমাক দিলা বলি।
ভকতক দায়া আতি লৈলা দান হাত পাতি
দৈত্যেন্দ্ৰৰ যজ্ঞক সাফলি ॥ ১২৭৫
প্ৰবেশিলা যজ্ঞস্থলি তয়ু পাদোদকে বলি
পৱিত্ৰ কৰিলা সবে আঙ্গ।
আপুনি যেখনে আইলা সদয় নয়নে চাইলা
ভৈল যজ্ঞ তেখনে সসাঙ্গ ॥
তোমাৰ আদেশ হৰি তথাপি শিৰত ধৰি
পূৰিবো যজ্ঞৰ সবে মান।
এহি বুলি পুৰোহিত বহ্নিত ঢালিয়া ঘৃত
দিলা পূৰ্ণাহুতি অৰ্ঘ্য দান ॥ ১২৭৬
নমো হৰি নমো হৰি বাৰ তিনি চাৰি স্মৰি
যজ্ঞ সমাপিলা শুক্ৰঋষি।
ত্ৰিদশে সহিতে হৰি চাহি আছা ৰঙ্গ কৰি
হৰি নাম ঘোষে দশোদিশি ॥

---

দুলড়ী

যজ্ঞ সমাপতি কৰি লক্ষ্মীপতি
ইন্দ্ৰক দিলা উত্তৰ।
আমাৰ বচন কৰি একমন
শুনা দাদা পুৰন্দৰ ॥ ১২৭৭
তোমাৰ কনিষ্ঠ জানা মোক নিষ্ঠ
অদিতিত জাত ভৈলো।
মাতৃ বাক্য পালি বলিক নিকালি
ত্ৰৈলোক্য কাঢ়িয়া লৈলো ॥
তোমাৰ অন্তৰে অদিতি মাৰৰে
নথণ্ডে হৃদয় খেদ।
দিবস নযায় ৰাত্ৰি সুপুহায়
লোতকৰ নাহি ছেদ ॥ ১২৭৮
এবে দেৱৰাজ লৈয়ো নিজ ৰাজ
শুনা সবে দিগপাল।

খণ্ডিল দুৰ্গতি লোৰা অত্ৰাৰতী
উদয়ৰ ভৈল কাল ॥
বামনৰ বাণী শুনি বজ্ৰপাণি
ভৈলন্ত পৰম তুষ্টি ।
ত্ৰিদশে সহিতি আলচি তহিতি
বিষ্ণুক বুলিলা উঠি ॥ ১২৭৯
শুনিয়ো গোসাই তুমি মোৰ ভাই
ভৈলা যদি স্বৰূপত ।
হুয়া যুৱৰাজ চৰ্চ্চা কৰা ৰাজ
পালা মোৰ ত্ৰিজগত ॥
তোমাৰ আশ্ৰয়ে আনন্দ হৃদয়ে
থাকো কতোকাল সুখে ।
ভুঞ্জিলো নিকাৰ অৱস্থা আমাৰ
কি কৈবো আপোনা মুখে ॥ ১২৮০
নপালো আহাৰ নাছিল আমাৰ
পলাইবাৰ কৈতো পুৰি ।
ভয়ে শ্ৰুতি হৰে হেন নতু কৰে
আমাক আন আসুৰি ॥
তুমি বিনে মোৰ হেনয় দুৰ্ঘোৰ
দুৰ্গতি তাৰন্তা নাই ।
কুলৰ প্ৰদীপ নেৰিবা সমীপ
লগে থাকে দুয়ো ভাই ॥ ১২৮১
কৃপা কৰা মোক পালিয়ো ত্ৰৈলোক্য
নকৰিবা মোক ভিন্ন ।
তোমাৰ প্ৰসাদে আতি অপ্ৰমাদে
নিদ্ৰা কৰো কত দিন ॥

---

বামনৰ ৰাজ্যাভিষেক

ছবি

ব্ৰহ্মায়ে বুলিলা পাছে মোৰ অভিপ্ৰায় আছে
সবে সিদ্ধ মুনিৰ সম্মত ।
যেবে যুৱৰাজ হুই ইন্দ্ৰ সমে থাকা দুই
তেবে সুখে থাকে ত্ৰিজগত ॥ ১২৮২
হেন শুনি চক্ৰপাণি হাসি বুলিলন্ত বাণী
সবাকে সম্বুধি অনুৰাগে ।
যেবে ভাল দেখে সবে কৰা ইন্দ্ৰ দাদা তেবে
তযু আজ্ঞা পালিবাক লাগে ॥
হেন শুনি মহা তুষ্টি ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ উঠি
লাগে মানে মিলাইলা সম্ভাৰ ।
কৰ্পূৰ কুঙ্কুমময় লগাইলা প্ৰদীপচয়
পূৰ্ণ কুম্ভ যত উপহাৰ ॥ ১২৮৩
দুৰ্ব্বাক্ষত দধি ফল চাৰি সাগৰৰ জল
অনাইলা স্বৰ্ণ ঘট ভৰি ।
ইন্দ্ৰ ৰুদ্ৰ দুই পাছে ঢুলি যান্ত লাসে লাসে
ধৱল চামৰ কৰে ধৰি ॥
সৰ্পৰাজে প্ৰণামিলা মাথাৰ উপৰে নিয়া
ধৰিলন্ত ধৱল ছত্ৰক ।
বাজে মহা দিব্য যন্ত্ৰ ঋষিগণে পঢ়ে মন্ত্ৰ
ব্ৰহ্মায়ে কৰন্ত অভিষেক ॥ ১২৮৪
ভৈলা ৰাজা ত্ৰৈলোক্যৰ এহি বুলি সৃষ্টিকৰ
থৈলন্ত উপেন্দ্ৰ তান নাম ।
দেখি দিগপালগণে পৰম আনন্দ মনে
পৰি পৰি কৰন্ত প্ৰণাম ॥
গন্ধৰ্ব্বে যোগাৰে গীত অপেস্বৰা কৰে নৃত্য
বিদ্যাধৰ বজায়ে মৃদঙ্গ ।
বাৰে নানা বাদ্যচয় মেঘে পুষ্প বৰিষয়
কিন্নৰ চাৰণে কৰে ৰঙ্গ ॥ ১২৮৫
বামন ভৈলন্ত ৰাজা শুনি ত্ৰৈলোক্যৰ প্ৰজা
মহা মহোৎসৱ আতি কৰে ।
শুনা সমজ্যাৰ লোক হৰি ধ্বনি কৰিয়োক
হৰি নামে পাতেক সংহাৰে ॥

---

### ইন্দ্ৰ সহিতে বামনৰ স্বৰ্গাৰোহণ আৰু বলিৰ সুতলত প্ৰবেশ

পদ

ত্ৰৈলোক্যৰ ৰাজা যেবে ভৈলন্ত বামন।
পৰম মঙ্গল আসি মিলিল তেখন॥ ১২৮৬
গুচিল দুৰ্ভিক্ষ দুখ শোক উতপাত।
সদায়ে সুৰভি সুমঙ্গল বহে বাত॥
এৰিলা প্ৰচণ্ড তাপ সহস্ৰ কিৰণ।
অকালত নাহি কৈতো প্ৰজাৰ মৰণ॥ ১২৮৭
পাপ পথ এৰি সবে পুণ্যকেসে ভজে।
বুবাক নলাগে শস্য আপুনি উপজে॥
বৰিষয় মেঘে যেতিক্ষণ যৈত লাগে।
সমস্তে সম্পূৰ্ণ কেহো কাহাতো নমাগে॥ ১২৮৮
ঘটস্ৰবা ধেনুৰ আপুনি দুগ্ধ স্ৰৱে।
পঞ্চামৃতে প্ৰলম্পি আপুনি নদী বৱে॥
বামনৰ প্ৰসাদে প্ৰত্যেক ঘৰে নিধি।
যেহি মনে বাঞ্ছা কৰে সেহি হোৱে সিদ্ধি॥ ১২৮৯
হৃষ্ট পুষ্ট ভৈল প্ৰজা পৰম সন্তোষে।
বামন বিষ্ণুৰ যশ দশোদিশে ঘোষে॥
অনন্তৰে হৰ সৰ্পৰাজ প্ৰজাপতি।
উপেন্দ্ৰক কৰিলন্ত অনেক ভকতি॥ ১২৯০
বামনো কৰিলা তাসম্বাক বহুমান।
মেলানি মাগিয়া গৈলা যাহাৰ যি স্থান॥
আনো যত সমজ্যাৰ সিদ্ধ মুনিগণ।
চাহি অভিষেক সবে মহা ৰঙ্গমন॥ ১২৯১
স্বকি স্বকি স্থানে লৰি গৈলা দিব্য যানে।
অন্যো অন্যে বামনৰ মহিমা বখানে॥
এহিমতে উপেন্দ্ৰে বিসৰ্জ্জি সমজ্যাক।
বাসৱক সম্মুখি বুলিলা হেন বাক॥ ১২৯২
উঠা দাদা আজিও স্বৰ্গক লাগি যাও।
মাৱৰ পাৱত নিয়া তোমাক ভেটাও॥
শুনি পুৰন্দৰ আৰোহিলা বিমানত।
লৰিলা যোগানে দেৱগণ কোটি শত॥ ১২৯৩
চলিলা বামন বাসৱক আগ কৰি।
দিগপালগণে যান্ত দোভাইক আৱৰি॥
বহুবিধ জয় বাদ্য বাৱে আগে পাছে।
উপৰত ধৱল ছত্ৰক ধৰি আছে॥ ১২৯৪
ঢোলে শ্বেত চামৰ মিলিল মহা সুখ।
ভৈলা মহা লক্ষ্মী দুনাই ইন্দ্ৰক সমুখ॥
মহা চমৎকাৰে চলে ইন্দ্ৰৰ বিমান।
পাছে অম্ৰাৱতীত ৰহিলা গৈয়া যান॥ ১২৯৫
আসন্ত বাসৱ দুনাই দুৰ্গতি নিস্তৰি।
উলস মালস কৰে সমস্তে নগৰি॥
শাৰী শাৰী দুৱাৰত ৰোৱে যাত্ৰা কল।
জল ভৰি ঘটৰ উপৰে থৈৰে ফল॥ ১২৯৬
লগাৰৈ প্ৰদীপ ধূপ সিঞ্চে দূৰ্ব্বাক্ষত।
পথে পথে পাৰিলা বিচিত্ৰ পাট নেত॥
দিব্য বস্ত্ৰ ভুষণে ভুষিত সবে নাৰী।
অন্যো অন্যে মাতা মাতি কৰে ৰিঙ্গ পাৰি॥ ১২৯৭
আগ বাঢ়ি যান্ত ৰঙ্গে হাতে পুষ্প ফল।
কতো নাৰীগণে গাৱে যাত্ৰাৰ মঙ্গল॥
অদিতি শুনিল আসে পুত্ৰ পুৰন্দৰ।
আনন্দতে লোতক নিগৰে নয়নৰ॥ ১২৯৮
আগবাঢ়ি যান্ত মন উৎসুক অনেক।
আৱৰি লৰিল দিব্য নাৰী সহস্ৰেক॥
আগত গন্ধৰ্ব্বগণে যায় গীত গাই।
বিদ্যাধৰে বাৱে খোল আনন্দ বঢ়াই॥ ১২৯৯
দিব্য কাছে কাছি নাচি যায় অপেশ্বৰা।
লৰিলা উভটি প্ৰজা নগৰৰ পৰা॥
এহিমতে ইন্দ্ৰে আসি পাইলা অম্ৰাৱতী।
বিমানৰ হন্তে নামিলন্ত সুৰপতি॥ ১৩০০
মাৱক প্ৰণাম কৰিলন্ত দুয়ো ভাই।
ধৰিল ইন্দ্ৰক দেবী চিৰকালে পাই॥

আনন্দতে কান্দিলন্ত সারটিয়া গলে।
তিয়াইলা শৰীৰ তান নয়নৰ জলে॥ ১৩০১
কিনো কষ্ট পাইলা পুতাই দানৱে বুৰাইল।
পূৰিল হৃদয় পুতাই আজিসে জুৰাইল॥
হেন জানো তোক আৰ নেদেখিবো আখি।
বামন পুতাই আনিলন্ত প্ৰাণ ৰাখি॥ ১৩০২
উপেন্দ্ৰক ভাই পাইলে কত তপসাই।
মহা কৌতুহলে আবে থাকা দুয়ো ভাই॥
পাছে বামনক আনি কোলাত বৈসাইলা।
গলত বান্ধিয়া দেৱমাতা চুমা খাইলা॥ ১৩০৩
সাৰ্থক তনয় মোৰ কুলৰ উদ্ধাৰ।
মোক শোক সাগৰত কৰিলাহা পাৰ॥
মহা ঘোৰ আপদত ত্ৰিদশ মজিল।
তোমাৰেসে প্ৰসাদে দুনাই উপজিল॥ ১৩০৪
যতেক বুলিলা পুত্ৰ পাইলো সবে দান।
এবে দিতি সতিনীৰ সুজিলোহো মান॥
বামনক বুলি আনো অনেক বচন।
গৃহক গৈলন্ত লগে লৈয়া পুত্ৰগণ॥ ১৩০৫
বজ্জাৰে দুন্দুভি ভেৰী কাহাল কৰ্ত্তাল।
মাত নুশুনিয় আৰ প্ৰজাৰ ঘঞ্চাল॥
শচী সমে পুৰন্দৰ পশিলা ওৰাৰি।
বেঢ়িলেক সুন্দৰী অনেক দিব্য নাৰী॥ ১৩০৬
আগে অপেস্বৰা পাতিলেক দিব্য নাট।
যেনমতে ইন্দ্ৰে দুনাই পাইলা দণ্ডপাট॥
শুক নিগদতি ৰাজা শুনা কুৰুপতি।
কহিলো ইন্দ্ৰৰ কথা তোমাত সম্প্ৰতি॥ ১৩০৭
ত্ৰৈলোক্য লৈলন্ত হৰি যেবে ভিক্ষা ছলে।
শুনা যেনমতে বলি পশিলা সুতলে॥
বামনৰ আজ্ঞা বলি শিৰত চড়াই।
সবন্ধু বান্ধৱে সবে হুয়া এক ঠাই॥ ১৩০৮
সুতল পুৰত গৈয়া প্ৰবেশিলা পাছে।
দেখিলন্ত দিব্য পুৰী প্ৰকাশন্তে আছে॥
দিব্য ৰত্ন জ্যোতিয়ে স্বৰ্গতো কৰি বলে।
নানাবিধ গৃহ চন্দ্ৰ সূৰ্য্য সম জ্বলে॥ ১৩০৯
সুৱৰ্ণৰ কাঠি কামি ৰজত কৰলি।
চিকিমিকি কৰে শুদ্ধ সুৱৰ্ণ মাৰলী॥
স্ফটিকৰ স্তম্ভ বৈদুৰ্য্যৰ দিৰ্ঘা বাৰ।
পদ্মৰাগে গান্থি আছে কপাট দুৱাৰ॥ ১৩১০
হীৰাৰ জিঞ্জিৰী মাণিকৰ কুণ্ডৰুখ।
আগচালিচয়ক দেখন্তে মহা সুখ॥
আশী হাতমান তাৰ সুৱৰ্ণৰ কান্থি।
আৰিল মূৰাৰি মুকুতাৰ মালা গান্থি॥ ১৩১১
প্ৰৱালৰ বাট মৰকত খাতখৰি।
শুদ্ধ সুৱৰ্ণৰ পাতে আছে গৃহ ভৰি॥
দিব্য শয্যা সব হেন মেঘত বিজুলী।
বিচাই আছে তাত মনোহৰ হংস তুলী॥ ১৩১২
সুকোমল ধৱল দুগ্ধ ফেনময়।
উপৰত দিব্য চন্দ্ৰ তাৰ প্ৰকাশয়॥
অনেক পদ্মিনী নাৰী ভ্ৰমৈ লয়লাসে।
গাৱৰ সুৰভি গন্ধে পদ্ম যেন বাসে॥ ১৩১৩
ৰুণঝুণ কৰি বাজে পাৰত নূপুৰ।
দৰশনে কৰে মদনৰো দৰ্পচুৰ॥
তাৰ কাছে আছে দিব্য দিৰ্ঘী সৰোবৰ।
চাৰিয়ো কাথৰে খাটখৰি সুৱৰ্ণৰ॥ ১৩১৪
পাৰে পাৰে দিব্য পুষ্পগণ অসংখ্যাত।
মন্দাৰ মল্লিকা কল্পতৰু পাৰিজাত॥
বলয় আকাৰ কৰি প্ৰতি গাছে গাছে।
সুৱৰ্ণ মাণিকে খচি ভিত্তি বান্ধি আছে॥ ১৩১৫
পুষ্পৰ সুৰভি আমোদিত আতি কৰে।
মধুপানে মত্ত হুয়া ভ্ৰমৰে গুঞ্জৰে॥
দিব্য পক্ষীগণে ডেজে সুললিত ৰাৱ।
সৰ্ব্বকালে বসন্ত মলয় ৱহে ৰাৱ॥ ১৩১৬
নাহি তাত ক্ষুধা তৃষ্ণা ক্ৰোধ অহঙ্কাৰ।
নাহি জৰা মৃত্যু ৰোগ শোকৰ সঞ্চাৰ॥

যেহিমতে অভিলাস কৰে সেহি পাৱে।
সদায় আনন্দময় বিষ্ণুৰ প্ৰভাৱে ॥ ১৩১৭
দ্বিতীয় বৈকুণ্ঠ যেন মাধৱৰ পুৰ ।
দেখি সচকিত ভৈল যতেক অসুৰ ॥
সংসাৰৰ দুখ মানে এৰাইলা সবাকে।
বৃদ্ধ সবো যুবা ভৈল প্ৰবেশ মাত্ৰকে ॥ ১৩১৮
মিলিল মনত আসি পৰম আহ্লাদ।
জানিলন্ত বলি পাইলা বিষ্ণুৰ প্ৰসাদ ॥
প্ৰত্যেক দেখিলা আসি মাধৱৰ স্থান।
বিষ্ণুৰ চৰণ মনে কৰিলা সন্মান ॥ ১৩১৯
গৃহক সমুখ হুয়া ৰাম কৃষ্ণ লৰি।
সবাঙ্করে প্ৰণামিলা দণ্ডৱতে পৰি ॥
হেন দেখি নাৰীগণে গৃহৰ বজাইলা।
শুভক্ষণে দৈত্যেন্দ্ৰক গৃহ প্ৰবেশাইলা ॥ ১৩২০
অভ্যন্তৰে পশিয়া ফুৰন্ত বলিৰায়।
আছে অষ্ট নিধিৰ ভাণ্ডাৰ ঠাই ঠাই ॥
ৰত্নময় পাত্ৰ দিব্য বস্ত্ৰ অলঙ্কাৰ।
শয্যা সব আছয় দেখন্তে চমৎকাৰ ॥ ১৩২১
ভৈলন্ত আশ্চৰ্য্য দেখি গৃহৰ জেউতি।
ওচৰো নপাৰে কোটি কোটি অভ্ৰাৱতী ॥
বিষ্ণুৰেসে কৃপা ইটো দেখি দৈত্যেশ্বৰ।
যাৰ যেন যোগ্য প্ৰবেশাইলা ঘৰে ঘৰ ॥ ১৩২২
নিয়মিলা দানৱক বিষ্ণুধৰ্ম্ম কই।
আপুনি থাকিলা এক মুখ্য গৃহ লই ॥
দিব্য ভোগ যতেক আপুনি লৱে লাগ।
বৈষ্ণৱ বলিৰ তাত নাহি অনুৰাগ ॥ ১৩২৩
এৰিলা বিষয় ভোগ প্ৰহ্লাদৰ নাতি।
সদায়ে থাকন্ত দিব্য সভা এক পাতি ॥
মাধৱৰ চক্ৰে আসি ভৈলা সভাসদ।
যাহাৰ ভয়ন্ত দৈত্যগণ নিশৱদ ॥ ১৩২৪
প্ৰহ্লাদে কহন্ত শুনি থাকে কৃষ্ণ কথা।
দ্বাৰতে আপুনি হৰি থাকন্ত সৰ্ব্বথা ॥
শ্যামল শৰীৰ শিৰে কিৰীটি উজ্জ্বল।
কমললোচন চাৰু মকৰ কুণ্ডল ॥ ১৩২৫
কণ্ঠত কৌস্তুভ কৰে কঙ্কণ কেয়ূৰ।
কটিত মেখলা পাদ পঙ্কজে নূপুৰ ॥
গাৱে পীতবস্ত্ৰ যেন অগনিৰ জ্বালা।
আপাদলম্বিত জ্বলে গলে বনমালা ॥ ১৩২৬
প্ৰসন্ন বদনে হৰি কৰে ধৰি গদা।
বলিৰ সমুখ হুয়া থাকন্ত সৰ্ব্বদা ॥
হৰি দৰশনত নিৰ্ম্মল ভৈল মতি।
বিষ্ণুৰ চৰণে অনুক্ষণে বাঢ়ে ৰতি ॥ ১৩২৭
ভৈলন্ত বিমুখ বলি বিষয় সুখত।
সদায়ে কৃষ্ণৰ নাম নুগুচে মুখত ॥
উঠি কতো কীৰ্ত্তন কৰন্ত তাল ধৰি।
দৈত্যগণে বেঢ়ি বাৰে চৌপাসে চাপৰি ॥ ১৩২৮
প্ৰহ্লাদে শিখান্ত গাৱে গোবিন্দৰ গীত।
পৰম আনন্দে দৈত্যপতি কৰে নৃত্য ॥
গোবিন্দক সুমৰিয়া আনন্দে দ্ৰৱে চিত্ত।
হৰিষে লোতক ঝৰে তনু ৰোমাঞ্চিত ॥ ১৩২৯
হন্ত নিশৱদ গদ গদ কৰে মাত।
প্ৰেমভাৱ উপজি পৰন্ত ঢাত ঢাত ॥
ভকতৰ বশ্য বিষ্ণু আকলিয়া বলি।
কতো আতি হৰিষে হাসন্ত খলখলি ॥ ১৩৩০
কতো হুকহুকি কৰি কৰন্ত ক্ৰন্দন।
কতো গীত গান্ত বিৰোচনৰ নন্দন ॥
কতো হৰি বুলি গেৰিয়ান্ত উগ্ৰসেন।
উঠি উঠি পৰন্ত নাচন্ত বাউল যেন ॥ ১৩৩১
কতো মৌন হুয়া পৃথিবীত পৰি থাকে।
কৰয় কীৰ্ত্তন সবে বেঢ়ি দৈত্যজাকে ॥
হেন ভক্তি ভাৱে দৈত্যেন্দ্ৰৰ দিন যায়।
বলি সম ভাগ্যৱন্ত ত্ৰৈলোক্যত নাই ॥ ১৩৩২
জগতকে পৱিত্ৰ কৰন্ত দৈত্যপতি।
হৰিয়ো বিস্ময় দেখি বলিৰ ভকতি ॥

অন্তৰীক্ষে মহিমা বখানে সিদ্ধ মুনি।
হেনতো বৈষ্ণৱ নতু দেখি নতু শুনি ॥ ১৩৩৩
সদায়ে থাকন্ত দামোদৰ যাৰ কাছে।
বলি সম ভাগ্যৱন্ত আন কোন আছে ॥
মাধৱৰ পাৰত অৰ্পিলা আপোনাক।
বলিসে জিনিল ইটো দুৰ্জ্জয় মায়াক ॥ ১৩৩৪
এহি বুলি পুষ্প বৰিষন্ত ঘনে ঘন।
বোলা হৰি হৰি সবে সভাসদগণ ॥

---

ছবি

শুক মুনি নিগদতি শুনিয়োক কুৰুপতি
বৈষ্ণৱ বলিৰ দেখি কৰ্ম্ম।
বৰ বৰ দৈত্যগণ কৰৈ হেন আলোচন
দেখা কিনো বিপৰীত ধৰ্ম্ম ॥ ১৩৩৫
ইটো দৈত্য মুৰ্খৰাজ এৰিলেক ৰাজ কাজ
শত্ৰুৰ সদায় লৱে নাম।
আন নাই হৰি বিনে নাচে গাৱৈ ৰাত্ৰি দিনে
কৰে কিনো গৰহিত কাম ॥
ছাড়িলে দৈত্যৰ নীতি ভৈল বিষ্ণুৰেসে ভিতি
জানা আক পাইলেক বিবুদ্ধি।
হৰি বুলি মৰৈ মাত্ৰ নভৈল একোৰো পাত্ৰ
যেন ভৈল শোবৰ ঔষধি ॥ ১৩৩৬
আটাসতে গল ফাৰৈ যেন কাণে সূচী তাৰৈ
সৰ্ব্বদায়ে শুনৈ হৰি কথা।
কিবা কদৰ্থনা চাওঁ আসা উঠি ঘৰে যাওঁ
হৰি নাম নুশুনোহো যথা ॥
কুল ধৰ্ম্মে ভৈল হীন যেন বাতুলৰ চিন
ইহাৰ সেৱাত নাহি ফল।
হেন কাণাকাণি কৰি উঠি গৈলা ঘৰা ঘৰি
কতো কতো দানৱ নিৰ্খল ॥ ১৩৩৭
শ্ৰৱণে আনন্দ কৰৈ কীৰ্ত্তনে পাতক হৰৈ
হৰি নাম মুকুতি দায়ক।
পাতকে শুনিবে নেদে যেন কিলাই কোবাই খেদে
দুষ্ট শঠ অধৰ্ম্মী জনক ॥
পৰম মঙ্গল ৰাম নাম ইটো অনুপাম
বৈষ্ণৱৰ যাক শুনি তুষ্টি।
দৈত্যগণ দুৰাচাৰে তাক কি শুনিবে পাৰে
উচ্ পিচ্ কৰি গৈল উঠি ॥ ১৩৩৮
বলিৰো নুশুনৈ হাক দানৱৰ বিচেষ্টাক
মাধৱৰ চক্ৰে দেখি আছে।
জ্বলে যেন সূৰ্য্য-কোটি বিষাদ শবদে উঠি
ক্ৰোধে খেদি গৈলা পাছে পাছে ॥ ১৩৩৯

---

দুলড়ী

দৈত্যৰ পুৰীত পশিল ত্বৰিত
বাঘে যেন ধৰে খেদি।
যত দ্ৰোহীয়াৰ ৰক্ষা নাহি তাৰ
পেলাৱে মাথাক ছেদি ॥ ১৩৪০
কাৰো নাক কাণ কৰে খান খান
কাৰো কঙ্কালত কাটে।
হাত ভৰি টাঙ্গি কৰয় চৌৰাঙ্গী
পৰি গড়াগড়ি বাটে ॥
কাৰো জিহ্বা আনি কাটে টানি টানি
ধৰি দুয়ো চক্ষু কাঢ়ে।
কাৰো দান্ত সাৰে কদৰ্থিয়া মোৰে
দৈত্যৰ লাগ নাছাৰে ॥ ১৩৪১
কাৰো বুক ছিৰি তপত ৰুধিৰি
ভুঞ্জাৱে গৃধ্ৰ শৃগাল।
অধৰ্ম্মে নাশিল ক্ষণেকে মৰিল
দৈত্য ভৈল বুগুামাল ॥
বিষ্ণুৰ চক্ৰৰ নলাগে ভাগৰ
হস্তী যেন মাৰৈ মাখি।
পুত্ৰ ভাৰ্য্যা এৰি মৰো জীও কৰি
কতো পলাই প্ৰাণ ৰাখি ॥ ১৩৪২

ইতিনি লোকত ভ্ৰময় ভয়ত
চক্ৰো পাছে পাছে ফুৰৈ ।
হেৰ পাইলে বুলি মাৰয় সমূলি
দানৱে দান্তে সুঘুৰৈ ॥
ব্ৰহ্মাত লাগিল শৰণ মাগিল
হাতে দান্তে খেৰ তুলি ।
চক্ৰক ডৰাই কেহো নেদে ঠাই
বলিৰ দ্ৰোহীয়া বুলি ॥ ১৩৪৩
বুদ্ধি ভৈল চুৰি পলাইবাৰ পুৰি
কহিতো নপাইল খুজি ।
বলিৰ চৰণে পশিলো শৰণে
ছুনাই সবে মান বুজি ॥

---

ছবি

এহিমতে চক্ৰে ধৰি কাটি মাৰি বশ্য কৰি
কতো দানৱক দিলা আনি ।
দৈত্যগণে ত্ৰাস হুয়া কাণ মুণ্ড নলাৰিয়া
থাকিলা বলিৰ আজ্ঞা মানি ॥ ১৩৪৪
কৃপাময় দৈত্যপতি শিক্ষা দেন্ত প্ৰতি প্ৰতি
শুনিয়োক সমস্তে দানৱ ।
যিটো হৰি কথা কৰৈ হৰি নাম সদা লৱৈ
সি সি মোৰ পৰম বান্ধৱ ॥
কৰযোৰে বোলো হেৰা অসুৰ স্বভাৱ এৰা
হৰি ভকতিত দিয়া চিত্ত ।
মুখে হৰি নাম স্মৰৈ হৃদয়ত ৰূপ ধৰৈ
তাহাৰ ভৃত্যৰো মই ভৃত্য ॥ ১৩৪৫
শুনিয়োক জ্ঞাতি লোক সবে কৃপা কৰা মোক
হৰি স্মৰি হুয়ো পৰিত্ৰাণ ।
তুহি ভবে পাইবা ফল এহি বুলি মহাবল
ভকতিৰ পাতিলা দেৱান ॥
কোনে হৰি নাম লৱৈ কোনে কৈত কিবা কৰৈ
নিজে ৰূপে ওৱাচিল বাকী ।
যাহাৰ মুপুৰে তাই তাহাৰ জীৱন নাই
চেঙ্গি দিয়া মাৰে প্ৰাণ টাঙ্কি ॥ ১৩৪৬
ফুৰে পাইক ঘৰে ঘৰে সবংশকে বেঢ়ি ধৰে
যাহাৰা নলৱে হৰি নাম ।
সৰ্ব্বস্ব আগ্ৰসি লৱে জীৱে মানে সাঙ্কি থৱে
গলত লগাৱে বৰ সাম ॥
কীৰ্ত্তনত চিত্ত নেদি গ্ৰাম্য কথা কহে যদি
তাহাৰো কাণত সূচী তাৰৈ ।
হৰি ভকতক দেখি হাসৈ উপহাস্য কৰি
চৰৰতে তাৰো গাল ফাৰৈ ॥ ১৩৪৭
সুমৰিবে নাহি ইচ্ছা ডৰতে ভকচে মিছা
জানি তাৰো জিহ্বা কাটে টানি ।
যিবা থাকে মৌন হুই তাৰো মুখে দেই জুই
কেনে নোবোলস হৰি বাণী ॥
অৰজৰ নাহি ৰাতি প্ৰতি ঘৰে ঘৰে মাতি
ফুৰে কটোৱাল বাটে বাটে ।
কটকে বজাৱে ভেৰী জাগ জাগ নিদ্ৰা এৰি
হৰি বোল হৰি বোল ঝাণ্টে ॥ ১৩৪৮
ৰাজাৰ দণ্ডিত থাকি সুতলপুৰক ঢাকি
নিৰন্তৰে কৰৈ হৰি ঘোষ ।
আন গৃহ কৃত্য এৰি হৰি বুলি পাৰে গেৰি
শুনি মিলে বলিৰ সন্তোষ ॥

---

দুলড়ী

এহিমতে তৈত আছে যত দৈত্য
এৰিলা আন আলাপ ।
কৰৈ হৰিধ্বনি হৰি কথা শুনি
শৰীৰ ভৈল নিষ্পাপ ॥ ১৩৪৯
কৃষ্ণৰ চৰণ সেৱৈ অনুক্ষণ
অক্ষয় পুণ্যক সঞ্চে ।

বলিৰ প্ৰসাদে আতি অপ্ৰমাদে
সুতলপুৰত বঞ্চৈ ॥
সিটো দৈত্যেশ্বৰে মাধৱত পৰে
নিচিন্তিলে আন কাম।
শয়নে ভোজনে সচিতে সপোনে
নেৰিলে হৰিৰ নাম ॥ ১৩৫০
সুদৃঢ় ভকতি ভাৱে দৈত্যপতি
কৰিলে কৰ্ম্ম নিৰ্ম্মূল।
সংসাৰক তৰি পুৰুষ উদ্ধাৰি
নিস্তাৰিলা দৈত্যকূল ॥
বলিৰ সদৃশ নাহি সুপুৰুষ
বৈষ্ণৱতে সাৰতৰ।
যাৰ যশ ৰাশি থাকিল প্ৰকাশি
যাবে চন্দ্ৰ দিবাকৰ ॥ ১৩৫১
শুক নিগদতি কহিলো সম্প্ৰতি
বলিৰ চৰিত্ৰ যত।
যিবা শুনে পঢ়ে তাকো পাপে এৰে
সুখে বঞ্চে বৈকুণ্ঠত ॥

নমো নাৰায়ণ জগত কাৰণ
খণ্ডিয়ো সংসাৰ ভয়।
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে
ভাগৱত পদচয় ॥ ১৩৫২
শুনা বুধ লোক ক্ষমিয়োক মোক
পদত দূষণ দেখি।
যাৰ জ্ঞান নাই সিয়ান চেষ্টাই
মূৰ্খৰ দোষ নেলেখি ॥
মোৰ পদ বুলি নেৰিবা সমূলি
বিচাৰি দেখিবা পাছে।
মোক্ষৰ নিদান অমৃত সমান
কৃষ্ণ কথা আতে আছে ॥ ১৩৫৩
হেন অনুমানি কৃষ্ণৰ কাহিনী
শুনিয়া হুয়ো সন্তোষ।
আন কাম এৰি সমজ্যায়ে বেঢ়ি
কৰিয়োক হৰি ঘোষ ॥

---

# শ্রীশঙ্কর বাক্যামৃত

# মহাভাগবত

## দশম স্কন্ধ

—০:*:০—

ওঁ শ্রীকৃষ্ণায় নমঃ।

শ্লোক—মূকং করোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিরিং।
যৎ কৃপা তমহং বন্দে পরমানন্দ মাধবম্ ॥

### পরীক্ষিত রজার শ্রীকৃষ্ণ জন্ম বিষয়ক প্রশ্ন

জয় নমো যাদব মাধব জনার্দ্দন ।
জয় হৃষীকেশ সদাশিব সনাতন ॥
প্রণত তারণ নারায়ণ নিরাকার ।
কৃষ্ণর চরণে কোটি কোটি নমস্কার ॥ ১
নমো নমো ভগবন্ত ভকতর নিধি ।
হরিক স্মরণে আবন্তর হোক সিদ্ধি ॥
মহাভাগবত কথা দশম স্কন্ধর ।
বিরচিলা পদ কৃষ্ণ কিঙ্কর শঙ্কর ॥ ২
করযোরে বোলো শুনা সবে সভাসদ ।
মূঢ় হুয়া করো মহাভাগবত পদ ॥
আমার পদত কেহো নধরিবা দোষ ।
কৃষ্ণ কথা শুনি করা চিত্তক সন্তোষ ॥ ৩
শত কোটি জন্মর মহাপাপচয় ।
ছিটো মনুষ্যর শিরস্তরে তৈল জয় ॥
সি সি জনে কৃষ্ণ কথা শুনিবাক পাবে ।
পাপীর কাণত পাপে সূচী হেন ভাবে ॥ ৪
হেন জানি সাবধানে শুনা সবে নরে ।
নাহি ধর্ম্ম কৃষ্ণ কথা শ্রবণত পরে ॥
তপ জপ যজ্ঞ মহা দান তীর্থ স্নান ।
কোটি ভাগ নুহি কৃষ্ণ কথার সমান ॥ ৫
পরীক্ষিত নৃপে পাছে পুছন্ত শুকত ।
চন্দ্র সূর্য্য বংশর কহিলা কথা যত ॥
পাছে নারায়ণে যদু বংশে অবতরি ।
কহিয়োক কেন কর্ম্ম করিলন্ত হরি ॥ ৬
মহাজ্ঞানীগণে যাক গাবে অবিশ্রাম ।
সংসারর ঔষধ কর্ণরো অভিরাম ॥
হেন কৃষ্ণ কথা সুশুনিব কোন নরে ।
একে মহাপাপী আত্মঘাতকীর্ত্ত পরে ॥ ৭
দুর্ব্বার সাগর সেনা বল কৌরবর ।
দ্রোণ ভীষ্ম কর্ণ আর দুর্য্যোধন সকল ॥

মোৰ পিতামহবৰ্গে কৃষ্ণ নৌকা পাই ।
লীলায়ে তৰিলা তাক গোখোজ পৰাই ॥ ৮
মোৰ দেহা দহিলে দ্ৰোণীৰ ব্ৰহ্ম শৰে ।
ৰাখিল মাধৱ পশি গৰ্ভৰ ভিতৰে ॥
হেন ইষ্টদেৱ মোৰ প্ৰভু দামোদৰ ।
কহিয়ো শুনিবো তান চৰিত্ৰ বিস্তৰ ॥ ৯
কিহেতু বধিলা কৃষ্ণে কংস মাতুলক্ ।
পিতৃগৃহ এৰি কেনে গৈলা গোকুলক ॥
মনুষ্য শৰীৰ আছিলন্ত কতমানে ।
বৃষ্ণি বংশ সহিতে বঞ্চিলা কোন থানে ॥ ১০
কতেক ভাৰ্য্যাক বিহাইলন্ত যদুৰায় ।
কহিয়োক মুনি শুনিবাক শ্ৰদ্ধা যায় ॥
হৰি কথা অমৃত পিয়ন্তে তযু মুখে ।
নাই ক্ষুধা তৃষ্ণা নবাধয় একো দুখে ॥ ১১
শুনি মুনি বুলিলন্ত ধন্য পৰীক্ষিত ।
মাধৱৰ কথাত একান্ত ভৈল চিত ॥
কৃষ্ণৰ চৰিত্ৰ আবে শুনিয়ো উৎসুকে ।
এহিবুলি কহিবাক আৰম্ভিলা শুকে ॥ ১২
উপজিলা ৰাজা হুয়া দৈত্য অসংখ্যাত ।
বলৰ দৰ্পত কৰে সন্তক বিঘাত ॥
তাৰ ভাৰ সহিবে নপাৰি বসুন্ধৰী ।
ব্ৰহ্মাত শৰণ লৈলা ধেনুৰূপ ধৰি ॥ ১৩
তনু ভৈল ক্ষীণ পীড়িলেক গুৰু ভাৰে ।
তিতি আছে মুখ আতি লোতকৰ ধাৰে ॥
হুমহুমি কান্দিলা মনত মহা ৰাগে ।
নিবেদিলা দুখ সবে বিধাতাৰ আগে ॥ ১৪
পাছে ব্ৰহ্মাদেৱে দুখ দেখি পৃথিবীৰ ।
ত্ৰিদশে সহিতে গৈলা ক্ষীৰোদধি তীৰ ॥
লাগিলাহা মাধৱক মন্ত্ৰে আৰাধিত ।
শুনিলা আকাশী বাণী ব্ৰহ্মা সমাধিত ॥ ১৫
পাছে ত্ৰিদশক ব্ৰহ্মা বুলিলা বচন ।
বিষ্ণুৰ আদেশ শুনিয়োক দেৱগণ ॥

সংহৰিবা হৰি পৃথিবীৰ মহাভাৰ ।
ভূমি সবো হোৱা যদুকুলে অৱতাৰ ॥ ১৬
বসুদেব গৃহত সাক্ষাতে নাৰায়ণ ।
উপজিবা অৱশ্যে শুনিয়ো দেৱগণ ॥
তানে অৰ্থে দিব্য নাৰীগণ হোক জাত ।
আগে উপজিবা গৈয়া অনন্ত সাক্ষাত ॥ ১৭
বিষ্ণুৰ আদেশে যোগমায়া ভগৱতী ।
কাৰ্য্য সাধিবাক প্ৰতি হৈব্ৰা উতপতি ॥
এহি বুলি ব্ৰহ্মা দিয়া দেৱক আদেশ ।
ভূমিক আশ্বাস বাণী বুলিলা আশেষ ॥ ১৮
খণ্ডিবা তোমাৰ মহা দুখ দেৱহৰি ।
খেদ পৰিহৰি সুস্থ হুয়ো বসুন্ধৰী ॥
এহি বুলি নিজ থানে গৈলা সৃষ্টিকৰে ।
শুনিয়োক যেন কথা ভৈল আত পৰে ॥ ১৯

দৈৱকীৰ লগত বসুদেৱৰ বিবাহ । দৈৱবাণী শুনি কংসে দৈৱকীক বধ কৰিবলৈ উদ্যত ।

স্বৰ্গতো অধিক থান মথুৰা নগৰী ।
একো কালে যাক নছাৰন্ত দেৱহৰি ॥
পৃথিবীৰ মধ্যত উপমা নাহি যাৰ ।
মুখ্য পাট ভৈল সবে যাদৱ প্ৰজাৰ ॥ ২০
সেহি মথুৰাতে আছা সুৰ যদুপতি ।
তাহানে তনয় বসুদেৱ মহামতি ॥
অনেক সাদৰে তাঙ্ক আনিয়া গৃহক ।
দৈৱকীক বিহা ৰঙ্গে দিলন্ত দৈৱক ॥ ২১
ৰঙ্গে জাতিকাৰ ৰথ দুই নৱশত ।
উছৰ্গি যৌতুক দিলা কন্যাৰ লগত ॥
পোন্ধৰ হাজাৰ ঘোড়া হস্তী শত চাৰি ।
দিলা দুই শত দাসী আতি সুকুমাৰী ॥ ২২
বিহা কৰি বসুদেৱে গৃহ যাইবে ইচ্ছে ।
ৰথত চড়িলা গৈয়া দৈৱকী সহিতে ॥

দেখি কংস ৰাজা ভগিনীৰ প্ৰীতি কৰি।
ৰথে চড়ি ঘোৰাক ধৰিলা বাঘ জৰী ॥ ২৩
বেড়ি যায় সুৱৰ্ণৰ ৰথ এক শত।
মৃদঙ্গ গোমুখ শঙ্খ বাৱে নানা মত ॥
ঘোৰা ডকাই যায় কংস চড়িয়া ৰথত।
শুনিলা আকাশী বাণী যাহান্তে পথত ॥ ২৪
যাক লৈয়া যাস কংস শুনৰে অজ্ঞান।
এহিৰ অষ্টম পুত্ৰে তোৰ লৈবে প্ৰাণ ॥
শুনিয়া নিস্খল কংসে খাণ্ডা লৈলা তুলি।
দৈৱকীৰ কেশত ধৰিলা কাটো বুলি ॥ ২৫
অধম আচাৰ কংস ক্ৰুৰ কুলাঙ্গাৰ।
বসুদেৱে দেখে দৈৱকীৰ চিন্তে মাৰ ॥
উপশান্ত কৰি তাঙ্ক বুলিলা বচন।
শুনা মহাৰাজা ঘোষ কুলৰ নন্দন ॥ ২৬
তুমি যেন ৰাজা তাক ত্ৰিজগতে জানে।
তোমাৰ গুণক বীৰসকলে বখানে ॥
কোনমতে ইহান চিন্তিবে খোজা মাৰ।
একে স্ত্ৰী জাতি আৰো ভগিনী তোমাৰ ॥ ২৭
কমনে আচৰৈ পাপ মৰণ ভয়তে।
জন্তুৰ উপজে মৃত্যু দেহাৰ লগতে ॥
আজি মৃত্যু হোক হুহি শতেক অন্তৰে।
অৱশ্যে মৰণ আছে সবে জগতৰে ॥ ২৮
কৰ্ম্মৰ অধীন জীৱ যেতিক্ষণ যায়।
এবে পূৰ্ব্ব দেহা আউৰ শৰীৰক পাই ॥
যেন জোকে তৃণ পাইলে এবে আউৰ তৃণ।
জীৱন-মৰণ স্বপ্নে এবে মুহি জিন ॥ ২৯
যিটো জনে কুশলক চিন্তে আপোনাৰ।
হেন জানি দ্ৰোহ নিচিন্তিবা কেৱে কাৰ ॥
ইহ পৰলোকে নাহি দ্ৰোহীৰ কল্যাণ।
বিস্তৰ কহিবো কিবা তুমি সৰ্ব্বজান ॥ ৩০
তোমাৰেলে কনিষ্ঠ ভগিনী জীউপ্ৰায়।
হেন জানি আজ্ঞা কাটিবাক নুযুৱাই ॥
কেমিমোক ৰাজা তুমি দীন দয়াশীল।
আগ পাছ চিন্তাই আৰো বিস্তৰ বুলিলা ॥ ৩১
কৰিলা কাকুতি তাঙ্ক অনেক কাৰণে।
তথাপিতো দৈৱকীক নেৰিল দাৰুণে ॥
পৰম দাৰুণ কংস ঘাতুক পৰায়।
দেখি বসুদেৱে তুলাই চিন্তিলা উপায় ॥ ৩২
যাৰে বল বুদ্ধি থাকে থিৰ কৰি মন।
মৃত্যুক তৰিবে লাগি কৰিক যতন ॥
পুত্ৰক অৰ্পিবো বুলি কংস নৃপতিক।
ইহাৰ হাতৰ এৰয়াওঁ দৈৱকীক ॥ ৩৩
কিবা দৈৱকীৰ গৰ্ভে পুত্ৰ নুপজয়।
কিবা কংস মৰি আগে যায় যমালয় ॥
কংস যেবে নমৰয় পুত্ৰ হোৱে জাত।
তাৰে হাতে হোৱৈ কিবা আৰে কঙ্কপাত ॥ ৩৪
কোনে বুজিবেক বিপৰীত দৈৱগতি।
হেন পৰামৰিশ কৰিয়া মহামতি ॥
দহে অন্তৰ্গতে মন মুখত হাসন্ত।
ঘাতুক কংসক হেন শুনাই বুলিলন্ত ॥ ৩৫
শুনিলাহা ৰাজা যেন আকাশী বচন।
দৈৱকীত হন্তে নাহি তোমাৰ মৰণ ॥
আহান পুত্ৰত যেবে ভৈল মৃত্যুভয়।
সুম্পিবো তোমাতে উপজিলে পুত্ৰচয় ॥ ৩৬
হেন শুনি দৈৱকীক এৰি মহাবলী।
পৰিবৰ্ত্তি আপুন গৃহক গৈলা চলি ॥
দেখি বসুদেৱ মনে মহা তুষ্ট ভৈলা।
ভাৰ্য্যায়ে সহিতে নিজ মন্দিৰক গৈলা ॥ ৩৭
কতো দিন অন্তৰে দৈৱকী মহা ধন্যা।
জন্মিলন্ত অষ্ট পুত্ৰ আৰো এক কন্যা ॥
কীৰ্ত্তিমন্ত নামে পুত্ৰ ভৈল প্ৰথমত।
বসুদেৱে দিলা নিয়া কংসৰ হাতত ॥ ৩৮
এৰিলন্ত পুত্ৰ [illegible] [illegible] মনে।
কোন নো [illegible] [illegible] ধৰি [illegible] ॥

যিজনৰ মন মগ্ন ভৈল কৃষ্ণ পাৱে।
আন কোন বস্তু সিটো মোক্ষকে নাচাৱে ॥ ৩৯
মায়াৰ ৰচনা পুত্ৰ ভাৰ্য্যা ধন জন।
জানি সবে তেজি ভজা কৃষ্ণৰ চৰণ ॥
কংস বোলৈ বসুদেৱ কিনো পুণ্যশালী।
এৰি দিলা পুত্ৰক সত্যক প্ৰতিপালি ॥ ৪০
হাসি বোলৈ নিয়ো ইটো ছৱাল তোমাৰ।
আত হন্তে কিছু ভয় নাহিকে আমাৰ ॥
তোমাৰ অষ্টম পুত্ৰ ভৈলে দিবা আনি।
সেহিসে মোহোৰ মৃত্যু শুনি আছো বাণী ॥ ৪১
হেন শুনি বসুদেৱ পুত্ৰ কোলে ধৰি।
আপুন গৃহক গৈলা মন্যু পৰিহৰি ॥
নগৈলা সপ্তাত ক্ৰূৰ কংসৰ বচনে।
আন বুলি আন কৰৈ অসতি দুৰ্জ্জনে ॥ ৪২
শুনিয়োক সৰ্ব্বজনে কৃষ্ণৰ চৰিত।
আত পৰে আন পুণ্য নাহিকে কলিত ॥
লভি আছা জন্ম যিটো ব্ৰহ্মাৰ বাঞ্ছিত।
জানি যত্নে কৰা পান কৃষ্ণ কথামৃত ॥ ৪৩
ক্ষণিক সংসাৰ বিলম্বত কাৰ্য্য নাই।
চিন্তামণি জন্ম হেৰা হাততে হৰাই ॥
নাহিকে চেতন কাল-অজগৰে গিলে।
ধনজন জীৱন যাইবেক একে তিলে ॥ ৪৪
যত দেখা ভাৰ্য্যাপুত্ৰ সবে অকাৰণ।
চাই মাত্ৰ থাকে কালে ধৰে যেতিক্ষণ ॥
বিষয়ৰ সুখ একেতিলে কৰি চুৰ।
যমৰ কিঙ্কৰে ধৰি নিবে যমপুৰ ॥ ৪৫
যমৰ মূৰ্ত্তিক দেখি হৰাইবে চেতনা।
দুৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইবে যাতনা ॥
হেন জানি কৃষ্ণৰ চৰিত্ৰ কৰা সাৰ।
তেবেসে তৰিবা ঘোৰ সংসাৰ নিকাৰ ॥ ৪৬
বিচাৰি শাস্ত্ৰৰো পাইবা এহিসে যুকুতি।
কৃষ্ণৰ নামেসে সাৰে ভুকুতি মুকুতি ॥

কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৪৭

---

নাৰদৰ উপদেশ ; দৈৱকী-বসুদেৱৰ কাৰাগাৰত
আবদ্ধ ; আৰু তেওঁলোকৰ পুত্ৰবধ।

**দুলড়ী**

অনন্তৰে আসি নাৰদে বোলন্ত
শুনৰে অবোধ কংস।
বসুদেৱ আদি কৰিয়া যতেক
দেখস যাদৱ বংশ ॥
নন্দ আদি কৰি যতেক গুৱাল
আছে মনুষ্যৰ ৰূপে।
ইটো সবে দেৱ জানিবি নিশ্চয়
কহিলো তোত স্বৰূপে ॥ ৪৮
দৈৱকী যশোদা আদি কৰি যত
সবে দেৱতাৰ নাৰী।
তই কালনেমি আছিলি পূৰ্ব্বত
মাৰিলা তোক মুৰাৰি ॥
দৈৱকীৰ গৰ্ভে উপজি দুনাই
তোক মাৰিবন্ত হৰি।
যাক জ্ঞাতি বুলি আপুনি মানস
সবেয়ো তোহোৰ বৈৰী ॥ ৪৯
তোক মাৰিবাক সবাৰে যতন
সদ্বৰে চিন্ত উপায়।
এহি বুলি উঠি লৰিলা নাৰদ
হাতে দিব্য বীণা বায় ॥
নাৰদৰ বাণী শুনিয়া কংসৰ
মহা ক্ৰোধ জ্বলি ভৈল।
বসুদেৱ দৈৱ- কীক আনি ধৰে
লোহা লগাই বান্ধি থৈল ॥ ৫০

তাসম্বাৰ পুত্ৰ উপজৈল মাত্ৰকে
ধৰি মাৰে তৎক্ষণে।
পিতৃ মাতৃ ভ্ৰাতৃ একোৱে নামানে
নিদাৰুণ ৰাজা মনে॥
যাদৱ বংশক হিংসা কৰিবাক
লাগিল কংস নিলাজ।
উগ্ৰসেন পিতৃ তাহাকো নিগ্ৰহি
আপুনি ভুঞ্জয় ৰাজ॥ ৫১
অৰিষ্ট মুষ্টিক ধেনুক পূতনা
প্ৰলম্ব বক চাণুৰ।
বাণ জৰাসন্ধ এক ঠাই হুয়া
যতেক আনো অসুৰ॥
যাদৱগণক মাৰিবে লাগিল
ক্ৰোধ কৰি আসবিস।
যদুগণো পাছে মহা পীড়া পাই
পলাই গৈল দশোদিশ॥ ৫২
কংসৰ ভয়ত সৰ্ব্বস্ব ত্যাগিয়া
প্ৰাণ ৰাখি গৈল ভাগি।
বিদৰ্ভ নৈষেধ কৈকেয় কোশল
কুৰু পাঞ্চালক লাগি॥
পলাইবে নপাৰি কতো জ্ঞাতিগণে
কংসতে লৈল শৰণ।
যদু ভোজ বৃষ্ণি বংশক দাৰুণে
কৰিলে সবে উছন্ন॥ ৫৩

---

দৈৱকীৰ গৰ্ভত বিষ্ণুৰ আবিৰ্ভাৱ দেখি কংসৰ
চিন্তা আৰু দেৱতাসকলৰ দ্বাৰা বিষ্ণুৰ স্তুতি।

হৰি

পাছে ছয় পুত্ৰ যেবে ক্ৰূৰ কংসে মাৰিলেক
ছুনাই দৈৱকীৰ গৰ্ভ ভৈল।
পৰম বৈষ্ণৱ তেজ যাহাৰ অনন্ত নাম
সপ্তমে উদৰত বাস কৈল॥
হেন দেখি নাৰায়ণে আদেশ কৰিলা পাছে
মহামায়া গোকুলক যাহা।
দৈৱকীৰ গৰ্ভ হৰি ৰোহিণীত থৈয়ো নিয়া
যশোদাত তুমি উপজাহা॥ ৫৪
আমিয়ো সাক্ষাতে গৈয়া দৈৱকীত উপজিবো
বসুদেৱে আনিব পলায়।
দুৰ্গা ভদ্ৰা কালী আদি হুইবেক তোমাৰ নাম
থাকিবা লোকৰ পূজা খাই॥
হেন শুনি মহামায়া দৈৱকীৰ গৰ্ভে নিয়া
ৰোহিণীৰ গৰ্ভে দিলা ঠাই।
পাছে নগৰীয়া লোকে অন্যো অন্যে কহে কথা
দৈৱকীৰ গৰ্ভ ভৈল স্ৰাৱ॥ ৫৫
অনন্তৰে দেৱহৰি ভকতৰ ভয়হাৰী
বসুদেৱ মনে লৈলা বাস।
পৰম বৈষ্ণৱ তেজ মনে লৈয়া বসুদেৱ
সূৰ্য্য যেন কৰন্ত প্ৰকাশ॥
দৈৱকীৰ গৰ্ভে পাছে অৰ্পিলন্ত বসুদেৱে
লৈলা বাস বিষ্ণু উদৰতে।
যেনমতে পূৰ্ব্বদিশে আনন্দ চন্দ্ৰক ধৰৈ
দেৱীয়ো ধৰিলা সেহিমতে॥ ৫৬
হৰিক গৰ্ভত ধৰি প্ৰকাশ নকৰা সতী
বন্দী কৰি আছে কংস নৃপে।
যেন আন থানে আউৰ প্ৰকাশিবে নপাৰয়
কুম্ভৰ ভিতৰ হুয়া দীপে॥
দিনেক দেখিলে কংসে দৈৱকীৰ দিব্য ৰূপ
কৰৈ বন্দী গৃহক প্ৰকাশ।
বোলৈ মোৰ প্ৰাণবৈৰী জানিলো নিশ্চয় কৰি
এইৰ উদৰত লৈলা বাস॥ ৫৭

---

### তুলড়ী

আমাক বধিতে আইলা নাৰায়ণ
কৰিবো কোন উপায়।
দৈৱকীক মাৰি যদি ৰক্ষা যাওঁ
সিহেতু বৰ অন্যায় ॥
সোদৰ ভগিনী আৰো গৰ্ভৱতী
কিমতে মাৰিবো প্ৰাণে।
এহিৰ বিৰোধে সবে নষ্ট হুইবে
শ্ৰী যশ আয়ু মানে ॥ ৫৮
হেন ক্ৰূৰ কৰ্ম্ম কৰি যিটো প্ৰাণী
জীৱন্তে মৰা সিজনা।
জীয়ে মানে তাক লোকে শপিবেক
ভুঞ্জিবে মৰি যাতনা ॥
উপজোক হৰি মাৰিবোহো ধৰি
থাকোহো অপেক্ষা কৰি।
হেন মনে গুণি ৰহিলা গৃহত
ভয়ে নিদ্ৰা পৰিহৰি ॥ ৫৯
বৈসন্তে শোৱন্তে ভুঞ্জন্তে ভ্ৰমন্তে
হৰিক চিন্তে সদায়।
সকলে জগত হৰিময় দেখে
সুখ শান্তি তাৰ নাই ॥
পাছে ব্ৰহ্মা হৰ ত্ৰিদশে সহিতে
নাৰদ প্ৰমুখ্যে ঋষি।
স্তুতি কৰিবাক লাগিলা বিষ্ণুক
সেহি বন্দীশাল পশি ॥ ৬০
তুমি সত্যব্ৰত মোক্ষৰ সাধন
প্ৰভু, সৰ্ব্বকালে থাকা স্বামী।
তুমি ... তোমাত উপজৈ
অন্তৰ্য্যামী ॥

সৃষ্টিৰ অন্তত তুমি মাত্ৰ থাকা
সমস্তাক প্ৰবৰ্ত্তাই।
তোমাৰ চৰণে পশিলো শৰণে
তুমি বিনা গতি নাই ॥ ৬১
প্ৰকৃতি আশ্ৰয় আছে আদি বৃক্ষ
সুখ দুখ দুই ফল।
তিনি গুণে মূল অৰ্থ চাৰি ৰস
শিপায়ে ইন্দ্ৰিয় বল ॥
ছয় ঊৰ্ম্মি আত্মা সাত ধাতু চাল
শাখায়ে অষ্ট প্ৰকৃতি।
দশ বায়ু পাত ঈশ জীৱ দুই
পক্ষী থাকৈ আত নিতি ॥ ৬২

---

### ছবি

হেনয় সংসাৰ বৃক্ষ তোমাত্তেসে উপজয়
মহাজ্ঞানীগণে আক জানে।
মায়ায়ে মোহিত মন যিতো অপণ্ডিতগণ
তোমাক বিবিধ কৰি মানে ॥
সন্তৰ ৰক্ষাৰ হেতু বহুবিধ ধৰা ৰূপ
দুৰ্জ্জনক বিনাশিবা বলে।
তোমাৰ চৰণ পাৰে গো-খোজ সমান কৰে
সংসাৰক ভকতসকলে ॥ ৬৩
আপুনি ভকতে তৰি ইঠাৰতে গৈল এৰি
তযু পাদ-পদ্ম নৌকা দুই।
মুক্ত ভৈলো বুলি যিটো তোমাৰ চৰণ এৰে
ছুনাই সিটো পৰে ভ্ৰষ্ট হুই ॥
তযু নাম মুখে লবৈ জলন্ত কণ যবে
সি সি জনে নিস্তৰে সংসাৰ ॥
কৰিবাহা অৱতাৰ হৰিব ভূমিৰ ভাৰ
কিনো ভৈলা আনন্দ আমাৰ ॥ ৬৪

তোমাৰ পাৰৰ খোজে অলঙ্কৃত হুইবে ভূমি
ধ্বজ বজ্র দেখিবো অঙ্কুশ।
তোমাৰ চৰণে আমি পৰিয়া প্ৰণাম কৰো
ৰক্ষা কৰা পৰম পুৰুষ ॥
এহিমতে মাধৱক কৰিলা অনেক স্তুতি
ত্ৰিদশে সহিতে সৃষ্টিকৰে।
শুনিয়োক সভাসদ মহাভাগৱত পদ
কহে কৃষ্ণ কিঙ্কৰ শঙ্কৰে ॥ ৬৫
দেৱৰো দেৱতা হৰি জানিয়া যতন কৰি
লৈয়ো এক শৰণ কৃষ্ণত।
গাৱা নাম গুণ গীত কৰিয়া একান্ত চিত
তেবে থান পাইবা বৈকুণ্ঠত ॥
শুনিয়োক অভিপ্ৰায় আত পৰে পুণ্য নাই
হোৱৈ শুদ্ধ মহা অন্ত্যজাতি।
পৰম বান্ধৱ নাম যিটো লৱে অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সাধে আতি ॥ ৬৬
দহৱৈ পাতকগণ পুণ্য কৰৈ উপাৰ্জ্জন
বিৰকতি মিলৈ বিষয়ত।
কৃষ্ণৰ চৰণে প্ৰেম ভকতিক উপজাৱে
পাৱৈ বিষ্ণু জ্ঞান মহাতত্ত্ব ॥
মায়াকো দহৱৈ তাৰ কৰৈ মহা উপকাৰ
দেখা কেন ধৰম একান্ত।
যিটো পূৰ্ণানন্দ হৰি তেন্তে এৰে এক কৰি
থৈয়া নাম হৰৈ উপশান্ত ॥ ৬৭
হেন নাম আছে কাছে গাৱে গাৱে মুখ আছে
তথাপিতো পৰৈ যাতনাত।
কিনো মহামূঢ় মতি তাৰ আৰ নাহি গতি
কৰিলে আপুনি আত্মঘাত ॥
জানি এৰা আন মতি ভকতিত কৰা ৰতি
নেৰিবা মুখত ৰাম নাম।
তৰিবা সংসাৰ দুখ লভিবা মুকুতি সুখ
সঘনে সুমিৰো ৰাম ৰাম ॥ ৬৮

শ্ৰীকৃষ্ণৰ জন্ম

পদ

পাচে দৈৱকীক মাতিলন্ত দেৱগণে।
থাকিয়োক মাৱ ভয় নকৰিবা মনে ॥
বিষ্ণু বাসা লৈলা আসি গৰ্ভত তোমাৰ।
হেন দেখি ভৈল বৰ আনন্দ আমাৰ ॥ ৬৯
মাৰিৱন্ত কংস আক নকৰিবা ভয়।
ৰাখিবন্ত যদুবংশ তোমাৰ তনয় ॥
দৈৱকীক বুলি হেন আশ্বাস বচন।
আপুন থানক লৰি গৈলা দেৱগণ ॥ ৭০
শুক নিগদতি শুনিয়োক পৰীক্ষিত।
ৰোহিণী নক্ষত্ৰ যেবে ভৈল উপস্থিত ॥
পৰম শোভন কাল ভৈল সিবেলাত।
সুৰভি শীতল সুমঙ্গল বহে বাত ॥ ৭১
দশোদিশ প্ৰসন্ন নিৰ্ম্মল তাৰাগণ।
মধুকৰে গুঞ্জৰে পুষ্পিত দেখি বন ॥
পৃথিবীত সুমঙ্গল মিলিল অপাৰ।
নদী নদ প্ৰসন্ন পঙ্কজে জাতিষ্কাৰ ॥ ৭২
ভৈল মহা স্বস্থ আতি সজ্জনৰ মন।
আকাশত স্তুতি কৰৈ সিদ্ধ মুনিগণ ॥
অসংখ্যাত দুন্দুভি স্বৰ্গক ছানি বাৱে।
অপেশ্বৰা নাচে বিদ্যাধৰে গীত গাৱে ॥ ৭৩
বৰিষন্ত পুষ্প দেৱ শুনি নিৰন্তৰ।
সাগৰৰ লগত গৰ্জ্জন্ত জলধৰ ॥
মধ্যৰাত্তি আতি অন্ধকাৰ ভৈল ছন্ন।
সেহি সময়ত উপজিলা নাৰায়ণ ॥ ৭৪
দৈৱকীৰ গৰ্ভে আসি ভৈলন্ত বেকত।
চন্দ্ৰ যেন প্ৰকাশন্ত পূৰ্ব্বৰ দিশত ॥
কমল লোচন চাৰি ভুজে চাৰি অস্ত্ৰ।
কণ্ঠত কৌস্তুভ শোভে পাৰে পীত বস্ত্ৰ ॥ ৭৫

অমূল্য কিৰীটি ৰত্ন গলে পাৰে জিকি।
তাৰে ৰশ্মি কেশচয় দেখি চিকিমিকি ॥
মকৰ কুণ্ডলে সুমণ্ডিত দুই কৰ্ণ।
সুন্দৰ শৰীৰ মেঘ সম শ্যাম বৰ্ণ ॥ ৭৬
হিয়াত শ্ৰীবৎস পান্তি গলে বনমালা।
কটিত প্ৰকাশ কৰৈ ৰত্নৰ মেখলা ॥
কেয়ুৰ কঙ্কণে কৰে কৰত দীপিতি।
পাদ-পদ্ম দুখানিক দেখন্তে তৃপিতি ॥ ৭৭
ৰত্নময় নূপুৰে কৰন্তে আছে ঘোষ।
যাক মনে ধৰি পাৱে ভকতে সন্তোষ ॥
শৰীৰৰ জ্যোতি সূতিগৃহ প্ৰকাশন্ত।
অদ্ভুত বালক বসুদেৱে দেখিলন্ত ॥ ৭৮
মোহোৰ গৃহত উপজিলা নাৰায়ণ।
পৰম বিস্ময় ভৈল তবধ নয়ন ॥
মিলিল সম্ভ্ৰম আতি উল্লসিল প্ৰাণ।
আথে বেথে সপটে কৰিলা মনে স্নান ॥ ৭৯
কৃষ্ণৰ জন্মত পাইলা মহা আনন্দক।
অযুতেক ধেনু মনে দিলা ব্ৰাহ্মণক ॥

---

বসুদেৱ আৰু দৈৱকীৰ কৃষ্ণস্তুতি

বিষ্ণুৰ প্ৰভাৱ জানি ভয় পৰিহৰি।
কৰিবে লাগিলা স্তুতি কৃতাঞ্জলি কৰি ॥ ৮০
জানিলো সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজ্ঞান ॥
তুমিসে কেৱলে সাক্ষী সবে মায়াময়।
তোমাতেসে হন্তে হৱে সৃষ্টি স্থিতি লয় ॥ ৮১
ব্ৰহ্মৰূপে স্ৰজা পালা বিষ্ণুৰূপ ধৰি।
ৰুদ্ৰৰূপে নিয়া সবে জগত সংহৰি ॥
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাৰ।
মোহোৰ গৃহত আসি ভৈলা অৱতাৰ ॥ ৮২

ৰাজা বোলাই ফুৰৈ দৈত্যগণ কোটি কোটি।
সিটো দৈত্য সেনা মাৰি কৰিবা নিগুটি ॥
দুষ্টক সংহৰি থাপিবাহা পুণ্যপথ।
পূৰিবাহা প্ৰভু ভকতৰ মনোৰথ ॥ ৮৩
তোমাৰেসে ভকতিত ভুকুতি মুকুতি।
কৰিলন্ত বসুদেৱে আনো নানা স্তুতি ॥
কংসৰায়ক ডৰে তান থিৰ নুহি কায়।
কৃষ্ণক বোলন্ত প্ৰভু শুনা অভিপ্ৰায় ॥ ৮৪
তুমি উপজিবা শুনি আকাশী বচন।
পাপী কংসে মাৰিল তোমাৰ ভাতৃগণ ॥
তোমাৰ কথাক এতিক্ষণ পাইব জান।
খাণ্ডা ধৰি ধাইব কংস অন্তক সমান ॥ ৮৫
সাৱধানে থাকা প্ৰভু হুয়া সচকিত।
পাপিষ্ঠক ডৰে মোৰ থিৰ নুহি চিত ॥
এহি বুলি বসুদেৱ মৌন হুয়া আছে।
দৈৱকীয়ো পুত্ৰ মুখ দেখিলন্ত পাছে ॥ ৮৬
মহাপুৰুষৰ চিহ্ন জানি মহাসতী।
পৰি স্তুতি কৰন্ত বিস্ময় হুয়া আতি ॥
যিটো ব্ৰহ্ম ৰূপ নিৰাকাৰ নিৰঞ্জন।
তেন্তে তুমি জানিলো সাক্ষাতে নাৰায়ণ ॥ ৮৭
একো কালে মনুষ্যে মৃত্যুৰ নেৰাই হাত।
নকৰে ভকতি যাৱে মাধৱ তোমাত ॥
তোমাৰ পাৱত যেবে কৰিলে আশ্ৰয়।
তেবে সুস্থ হুয়া থাকে পৰম নিৰ্ভয় ॥ ৮৮
যেবে নষ্ট ভৈল লোক মহা প্ৰলয়ত।
তুমি মাত্ৰ অৱশেষ থাকাহা অনন্ত ॥
দুনাই কালৰূপ হুয়া স্ৰজা নাৰায়ণ।
তোমাৰ চৰণে আবে পশিলো শৰণ ॥ ৮৯
দুৰ্যোৰ কংসক ভয়ে তনু কম্পমান।
ভকতৰ ভয়হাৰী কৰা পৰিত্ৰাণ ॥
তোমাক নজানৈ যেনমতে কংস পাপ।
ইটো দিব্যৰূপ আবে সম্বৰিয়ো বাপ ॥ ৯০

তোমাকেসে লাগি উদবেগ কৰে মন।
শঙ্খ চক্র গদা পদ্ম ঢাকা নাৰায়ণ ॥
কংস ভয়ে কাম্পে অজ্ঞানীৰ মোৰ বুক।
এতেক বুলিয়া ভৈলা দৈৱকী নিছুক ॥ ৯১

---

শ্রীকৃষ্ণৰ কথাত বসুদেৱ-দৈৱকীৰ সন্দেহভঞ্জন

হেন শুনি হাসি মাতিলন্ত চক্রপাণি।
উপৰি জন্মৰ কথা শুনা দুয়ো প্রাণী ॥
পূৰ্ব্বত আছিলা তুমি পৃষ্ণি নামে সতী।
বসুদেৱ আছিলা সুতপা প্রজাপতি ॥ ৯২
সৃষ্টি কৰিবাক ব্রহ্মা দুইকো আদেশিলা।
শুনি দুয়ো প্রাণী ঘোৰ তপ আচৰিলা ॥
সহিলাহা হিম মহা ৰৌদ্র বৃষ্টি বাত।
বায়ু ভক্ষি থাকা কতো ভুঞ্জি পকাপাত ॥ ৯৩
আৰাধিলা মোক তপ কৰি আসৰিস।
বহি গৈল দিব্য বাৰ হাজাৰ বৰিষ ॥
এহিৰূপে দেখা দিয়া বোলো লৱা বৰ।
বোলাহা পুত্রেক হৌক তুমি সমসৰ ॥ ৯৪
এহি হৌক বুলি মই গৈলো বৰ দিয়া।
নুখুজিলা মোক্ষ মোত মুহিলেক মায়া ॥
লোকত নেদেখি মোৰ সম ৰূপে গুণে।
পৃষ্ণিগৰ্ভ নামে পুত্র ভৈলোহো আপুনে ॥ ৯৫
অদিতি কশ্যপ পাছে ভৈলা তোৰা দুই।
সিজন্মতো উপজিলো বামন ৰূপ হুই ॥
তৃতীয় জন্মত আবে নিজ ৰূপ ধৰি।
উপজিলো তোমাতে সত্যক ৰক্ষা কৰি ॥ ৯৬
ব্রহ্মৰূপে চিন্তা মুহি কৰা পুত্র স্নেহ।
ইজন্মে অৱশ্যে মোক্ষ পাইবা এৰি দেহ ॥
কংসক শঙ্কিয়া যেবে শুনিয়ো উপায়।
থৈয়ো নিয়া মোক গোকুলত পলুৱাই ॥ ৯৭

উপজিব যোগমায়া যশোদাৰ ঘৰে।
মোক থৈয়া তাঙ্ক লৈয়া আসিয়ো সত্বৰে ॥
এহিবুলি তাসম্বাক বিষ্ণু ভৈলা চুপ।
দুইহন্তৰ আগতে ভৈলন্ত শিশুৰূপ ॥ ৯৮

বসুদেৱৰ নন্দ ভৱনলৈ গমন আৰু নিজ পুত্ৰক
থৈ যশোদাৰ কন্যাহৰণ।

কৃষ্ণৰ আদেশ পাছে বসুদেৱ শুনি।
ভাগিল নিহল তান পাৰৰ আপুনি ॥
পুত্ৰক কোলাত লৈয়া বঝাইবে খোজন্তে।
উপজিল যোগমায়া যশোদাত হন্তে ॥ ৯৯
পালি পহৰীয়া নগৰীয়া দ্বাৰীজন।
দেৱীৰ প্ৰভাৱে সবে ভৈলা অচেতন ॥
নিদ্ৰা গৈয়া পৰিল যতেক আছে ৰাখি।
জাগি যিবা আছে সিয়ো নেদেখিল আখি ॥১০০
বৃহত কপাট আতি আটোপ টঙ্কাৰে।
দ্বাৰ সব বান্ধি আছে লোহাৰ হাঙ্কাৰে ॥
দেখি বসুদেৱক আপুনি ছুটে দ্বাৰ।
সূৰ্য্য দৰশনে যেন গুচৈ অন্ধকাৰ ॥ ১০১
পালি পহৰীয়া সবো নাজানিল কেৱ।
কৃষ্ণক কোলাত লৈয়া যান্ত বসুদেৱ ॥
বৰিষে কণিকা মেঘে উপৰত গাজে।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে ॥ ১০২
বাৰিষা যমুনা নদী ফেনে ফোটকাৰ।
ঢৌ দেখি লাগে ভয় ভাগে * বজোৱাৰ ॥
কৃষ্ণক দেখিয়া ভয় বাট দিলা মাজে।
ৰামক দিলন্ত যেন পন্থ সিন্ধুৰাজে ॥ ১০৩
অপ্ৰয়াসে বসুদেৱে যমুনা ছড়াইল।
একে নিমিষেকে গৈয়া গোকুলক পাইল ॥
নিদ্ৰা গৈয়া গোৱালসকল শুতি আছে।
অচেতন যশোদাক দেখিলন্ত পাছে ॥ ১০৪

---

* বজোৱাৰ—বজুৱা, পালতুৱা ডাঙৰ নাও।

কৃষ্ণক থৈলন্ত তান শয্যাত শুৱাই।
তাহানে কন্যাক লৈয়া আসিলা তুনাই ॥
দৈৱকীৰ লগে শুৱাই থৈলা মহাবল।
পূৰ্ব্বৱতে পিন্ধিলন্ত আপুনি নিহল ॥ ১০৫
তুনাই তুৱাৰত সবে কপাট লাগিল।
শিশুৰ ক্ৰন্দন শুনি প্ৰহৰী জাগিল ॥
লৰড়ন্তে ৰখিয়া কংসত জান দিল।
শুনা প্ৰভু দৈৱকীৰ পুত্ৰ উপজিল ॥ ১০৬
শুনি কংস উঠিল বিহ্বল হুয়া বৰ।
এহি মোৰ মৃত্যু বুলি দিলেক লৰৰ ॥
পথত পৰন্তে যাই আউল জাউল কেশ।
যম যেন ভৈল সূতি গৃহত প্ৰবেশ ॥ ১০৭
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজনে।
তৰিবা সংসাৰ হৰি কথাৰ শ্ৰৱণে ॥
হেন জানি এক চিত্তে শুনা সাৱধানে।
নেৰিবা কীৰ্ত্তন যাৰে প্ৰাণ থাকৈ মানে ॥ ১০৮
ঘোৰ কলিযুগে জন্ম লভৈ যত প্ৰাণী।
পাপ সাগৰত তল গৈল হেন জানি ॥
তাক উদ্ধাৰিবে মনে কৃষ্ণ কৃপাময়।
কৰিলা বিস্তাৰ নিজ পুণ্য কীৰ্ত্তিচয় ॥ ১০৯
ভকত জনৰ অনুগ্ৰহৰ কাৰণে।
কৰিলা অনেক লীলা প্ৰভু নাৰায়ণে ॥
আৰু এক চিত্ত মনে যিটো কৰে পান।
দূৰ হোৱে দুখ শোক যতেক অজ্ঞান ॥ ১১০
হেন জানি বুদ্ধ জন যত আছে মতি।
কৰা সাৱধান চিত্তে কৃষ্ণত ভকতি ॥
তেবেসে তৰিবা ঘোৰ সংসাৰ সাগৰে।
কলিযুগে ধৰ্ম্ম আৰ নাহি আত পৰে ॥ ১১১
কলিৰ ভয়ত ত্ৰাস হুয়া ধৰ্ম্ম যত।
এক স্থান হুয়া ৰৈল হৰিৰ নামত ॥
জানি এক চিত্তে কৰা ৰাম নাম গাই।
সমস্তে ধৰ্ম্মক লাগ পাইবা একে ঠাই ॥ ১১২
ইসে পৰমাৰ্থ তত্ত্ব চাৰিয়ো বেদৰ।
সমস্ত দেৱৰ ৰাজা কৃষ্ণেসে ঈশ্বৰ ॥
সমস্ত ধৰ্ম্মৰ ৰাজা মাধৱৰ নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ১১৩

---

কংসৰ দ্বাৰা যোগমায়া বধ ; আৰু যোগমায়াৰ ৰূপ দৰ্শন।

ছবি

কোপে কাম্পে কংসৰায় সম্যকে ৰাক্ষস প্ৰায়
দেখি ভয় ভৈলন্ত দৈৱকী।
হৃদি কম্প গৈল লৰি কংসৰ আগত পৰি
কান্দিলন্ত শোকে মকমকি ॥
দান্তে খেৰ তুলি ধৰি অনেক কাৰ্পুণ্য কৰি
মাগন্ত সুন্দৰী জীউদান।
একে স্ত্ৰী জাতি আই আৰো তোৰ ভগিনাই
কোনমতে দাদা লৈবি প্ৰাণ ॥ ১১৪
মাৰিলি অনেক পোক কন্যা খানি দিয়ো মোক
হেনবা মই সন্তাপ পাসৰো।
একে আছো দগ্ধ হুই তুনাই নাজ্বালিবা জুই
দাদা তোৰ চৰণত ধৰো ॥
কনিষ্ঠ ভগিনি মই সন্তাপতে পৰো জুঁই
পৰিত্ৰাণ কৰা হেন জানি।
নাৰাখিবি কুখিয়াতি মাগোহো আঞ্চল পাতি
দিয়ো* আস্ত পোচা জীউখানি ॥ ১১৫
এহিবুলি বৰনাৰী কন্যাক সাৱটি ধৰি
কান্দন্তে আছন্ত আৰ্ত্তৰাৱে।
ক্ৰোধে আতি কংসৰায় দশন কামুৰি খাই
দৈৱকীক চক্ষু পকাই চায়ে ॥
হাওৰে পাপিষ্ঠী ছাৰী কুলক্ষিণী কুলাঙ্গাৰী
কত ভই বুজাস আমাক।

---

* আস্ত—ইয়াত। পোচা—পচা, গেলা। পোচাজীউ—সামান্য প্ৰাণী।

এহি বুলি * ভৰছন্তে　　আজুৰি কোলাৰ হন্তে
দুৰাচাৰে আনিলা কন্যাক ॥ ১১৬
এক হাতে মুঠি কৰি　　দুয়ো চৰণত ধৰি
আফালিলা শিলাত নিস্থলে।
হাতৰ এড়ায়া তাৰ　　ধৰি ৰূপ চমৎকাৰ
গৈলা দেৱী গগন মণ্ডলে ॥
তনু জ্বলে নৱ সূৰ্য্য　　আঠ অস্ত্ৰ আঠ ভুজ
দিব্য অলঙ্কাৰে জ্যোতি কৰে।
অসংখ্যাত বিদ্যাধৰী　　সেৱে নৃত্য গীত কৰি
স্তুতি কৰৈ চাৰণ কিন্নৰে ॥ ১১৭

---

যোগমায়াৰপৰা কংসৰ বধকাৰীৰ জন্ম শ্ৰৱণ আৰু
বসুদেৱ-দৈৱকীৰ ওচৰত ক্ষমা ভিক্ষা।

### দুলড়ী

পাছে যোগমায়া　　হাসিয়া বোলন্ত
শুনৰে কংস নিস্থল।
আমাক মাৰিয়া　　কোন ফল পাইবি
যাইবি পাপী ৰসাতল ॥
যিঠাইত সিঠাইত　　উপজিল গৈয়া
তোৰ পূৰ্ব্ব প্ৰাণবৈৰী।
দুখা দৈৱকীক　　ব্যৰ্থে হিংসা কৰ
অধোগতি যাইবি মৰি ॥ ১১৮
এতেক বচন　　বুলি ভগৱতা
কংসৰ আগে শুনাই।
অনেক থানত　　থাকিলন্ত পাছে
নানা পূজা বলি খাই ॥
হেন শুনি কংসে　　বিস্ময়ে গুণয়
কিনো অদভুত কৰ্ম্ম।
আছোক মনুষ্য　　দেৱে মিছা মাতৈ
কিভৈল কালৰ ধৰ্ম্ম ॥ ১১৯

আকাশী বচন　　শুনিয়া ভাগিন-
গণক মাৰিলো আমি।
ব্ৰহ্মবধী যেন　　জীয়ন্তে মৰিলো
ভৈলো কিনো অধোগামী ॥
বসুদেৱ দৈৱ-　　কীক মাতৈ পাছে
জনিল মনত তাপ।
শুনিয়ো বহিনী　　শুনা বহিনাই
কৰিলোহো ঘোৰ পাপ ॥ ১২০
তোমাসাৰ ছয়　　তনয় মাৰিলো
অধৰ্ম্ম একো নাচাই।
যেহেন ৰাক্ষসে　　একোৱে নচাৰে
আপুন পৰক খায় ॥
তুমি সবো আউৰ　　অনুতাপ এৰা
মৃতক পুত্ৰক প্ৰতি।
চিৰকাল প্ৰাণী　　একত্ৰে নাথাকৈ
বিষম দৈৱৰ গতি ॥ ১২১
পঞ্চভূত দেহ　　ইসে নষ্ট হুই
আত্মাৰ মৰণ নাই।
হেন বিমৰিষ　　কৰৈ যিটো প্ৰাণী
নথাকৈ শোকৰ ঠাই ॥
হেন জানি সবে　　খেদ পৰিহৰা
মৰা ভাগিনক লাগি।
তাসম্বাৰ হুইবে　　এহিসে লিখিত
মই ভৈলো বধভাগী ॥ ১২২

---

### ছবি

এহি বুলি কংসৰায়　　কান্দিয়া কাম্পুণ্য কৰে
হাতে ধৰি দুইহন্তৰ পাৱ।
মোৰ ঘোৰ অপৰাধ　　মৰষিয়ো দুয়ো প্ৰাণী
সজ্জনৰ ক্ষমাসে স্বভাৱ ॥

---

* ভৰছন্তে—ভৎসনা কৰি।

জানিলো কন্সাৰ বোলে তোমাসাৰ নাহি দোষ
দিলো দুখ তথাপি নিস্খল।
অনেক বিনয় বোলে সৌহৃদ্য দেখায়া কংসে
ভাঙ্গিলেক দুহানো নিহল ॥ ১২৩
ভাইৰ হৃদি তাপ দেখি দৈৱকী ক্ৰন্দন এৰি
আঞ্চলে মুচিলা আখি মুখ।
বসুদেৱ হাস্য কৰি কংসক বুলিবে লৈল
মহাৰাজা তেজিয়োক দুখ ॥
আপুনি কহিলা যেন এহিসে পৰম তত্ত্ব
কিছো নোহে শোক মোহ ভয়।
অজ্ঞানত থাকি নৰে মিছাত বিৰোধ কৰে
বিচাৰত সবে মায়াময় ॥ ১২৪
এহিমতে দুয়ো প্ৰাণী বুলিলা আশ্বাস বাণী
কংসো নিজ মন্দিৰক গৈলা।
গুণন্তে গাম্বন্তে তাৰ উঠন্তে বৈসন্তে আতি
ৰজনী প্ৰভাত আসি ভৈলা ॥

দৈত্যসকলৰ লগত কংসৰ মন্ত্ৰনা

মন্ত্ৰীগণ আনি পাছে কংসে কহিলেক কথা
যোগমায়া কহিলা যতেক।
শুনি দৈত্যগণে উঠি ত্ৰিদশক ক্ৰোধ কৰি
কংসৰায়ত বিনাৰৈ অনেক ॥ ১২৫
তোমাৰ পুৰণি শত্ৰু উপজিল প্ৰভু যেবে
আজ্ঞা কৰা পৃথিবী বিচাৰো।
সাম্প্ৰতে যতেক শিশু উপজিয়া আছে মানে
মায়া কৰি সমস্তকে মাৰো ॥
তোমাৰ আসুখ দেখি কি কৰৈ জীৱন আৰে
থাকি আমি কাযো কোন কাজ।
কৃষ্ণৰ ভৃত্যৰ ভৃত্য শঙ্কৰে ৰচিলা গীত
শুনিয়োক সমস্তে সমাজ ॥ ১২৬
সংসাৰ সাগৰ ঘোৰ দুখৰ নাহিকৈ ওৰ
কেৱলে তাপন্তে মাত্ৰ বৰ্জি।
জানি এৰা আন ৰতি কৰিয়া একান্ত মতি
দুয়ো পাৰ মাধৱক ভজি ॥
যি লক্ষ্মীত আশা কৰি সদায়ে আকুল মন
তেহো মহা চঞ্চল সৰ্ব্বথা।
বিষয়ৰ যত সুখ অন্তত সমস্তে দুখ
তাক যত্ন কৰি মৰি বৃথা ॥ ১২৭
যিটো শৰীৰৰ অৰ্থে অনেক প্ৰবন্ধ কৰি
ইয়ো মহা আপদৰ ঘৰ।
যতেক বাঢ়য় ধন ততেক মৃত্যুসে বাঢ়ে
আপদ নাহিকে আতপৰ ॥
যতেক আছয় লোক সবাৰো আগত শোক
দুখময় সকলে সংসাৰ।
যতেক সুন্দৰী নাৰী পৰম অনৰ্থকাৰী
আত পৰে নাহিকৈ নিকাৰ ॥ ১২৮
আনো যত মনোৰথ পৰম দুৰ্ঘোৰ পথ
তথাপিতো তাতে মাত্ৰ ৰতি।
যিটো আত্মা প্ৰিয়তম সুখৰ সাগৰ দেৱ
কদাচিতো তান্ত নাহি মতি ॥
পুণ্য কৰি পাৱৈ স্বৰ্গ তহিতে নাহিকে সুখ
ইন্দ্ৰৰো পতন আছে যাত।
অনেক তপস্যা কৰি যদি ব্ৰহ্মলোক পাৱৈ
তহিতো কালৰ নেৰাই হাত ॥ ১২৯
ইসে আতি মহাকষ্ট নিজ কৰ্ম্মে হোৱৈ নষ্ট
কৃষ্ণকথা নপশে কৰ্ণত।
কৃষ্ণৰ ভকতি এৰি আনত বিশ্বাস কৰি
মৰৈ ঘোৰ যাতনা তাপত ॥
চাৰি বেদ চৈধ্য শাস্ত্ৰ সবাৰো এহিসে তত্ত্ব
মোক্ষ ধৰ্ম্ম হৰি গুণ নাম।
হেন তত্ত্ব কথা জানি সমস্তাৰ যত প্ৰাণী
ডাকি সবে বোলা ৰাম ৰাম ॥ ১৩০

### পদ

দৰ্পে দৈত্যে বোলে * ৰণচেৰ দেৱজাক ।
উদ্যম কৰিয়া কিবা কৰিব আমাক ॥
তোমাৰ ধনুৰ শুনি আটোপ টঙ্কাৰ ।
কৈতবা লুকাইব ভয়ে দেখে অন্ধকাৰ ॥ ১৩১
তোমাক সমৰে শৰ মাৰিবাক দেখি ।
জীৱ ৰাখি পলাই দেৱে সমৰ উপেখি ॥
পলাইবে নোৱাৰি কতো অস্ত্ৰ-শস্ত্ৰ এৰি ।
তোমাতে শৰণ লৱৈ কৃতাঞ্জলি কৰি ॥ ১৩২
ঘিণেসে নামাৰা তুমি ধৰ্ম্ম পথ চাই ।
যাৰে যুদ্ধ নেদেখে দেৱৰ তাৱে * টাই ॥
নুযুজয় * ভাথৰ গৃহত থাকি নাদে ।
কি কৰিব ৰণচেৰ দেৱতাৰ বাদে ॥ ১৩৩
কি কৰিব হৰি আছা হৃদয়ত পশি ।
কি কৰিব ব্ৰহ্মা তেন্তে আপুনি তপসী ॥
কি কৰিব শঙ্কৰ আপুনি বনবাসী ।
অল্পবীৰ্য্য ইন্দ্ৰক দেখন্তে উঠে হাসি ॥ ১৩৪
তথাপি আমাৰ মহা বৈৰী দেৱৰাজ ।
ইহাক নিৰ্ম্মূল কৰো পাঞ্চিয়ো আমাক ॥
প্ৰথম ব্যাধিত যেনে নেদিয়া অসুধি ।
পাছে পীড়া কৰন্তে হৰয় সবে বুদ্ধি ॥ ১৩৫
দেৱতা সবৰ মাধৱেসে আদি মূল ।
যজুৰ্ব্বেদী বিপ্ৰেসে বিষ্ণুৰ অনুকূল ॥
হেন জানি তপসী ঋষিক সবে বধো ।
ধেনু মানে মাৰো যত যজ্ঞক নিষেধো ॥ ১৩৬
আপুনি মৰিব হৰি খাইবাক নপাই ।
বিষ্ণুৰ বধৰ ইসে পৰম উপায় ॥
হেন শুনি কংস কালে বিমোহিত চিত্ত ।
ব্ৰাহ্মণ হিংসাকে মানিলেক মহাহিত ॥ ১৩৭

এহি হৌক বুলি আদেশিল কংসৰাজ ।
গৃহত পশিল পাছে ভাঙ্গিয়া সমাজ ॥
দুষ্ট দৈত্যগণো পাছে নানা দেশ পশি ।
মাৰিবে লাগিলা গৰু ব্ৰাহ্মণ তপসী ॥ ১৩৮
আয়ু শ্ৰী যশ ধৰ্ম্ম যতেক কল্যাণ ।
বৈষ্ণৱ বিৰোধে কৰৈ সকলে নিৰ্ব্যাণ ॥
হেন জানি সমস্তে শুনিয়ো হিত বোধ ।
বৈষ্ণৱক নকৰিবা কিঞ্চিতো বিৰোধ ॥ ১৩৯

---

### নন্দোৎসব

শুকে এহিমানে দানৱৰ কথা থৈলা ।
গোবিন্দৰ শিশু লীলা কহিবাক লৈলা ॥
উপজিলা পুত্ৰ পাছে দেখি গোপ নন্দে ।
কৰিলা সপটে স্নান পৰম আনন্দে ॥ ১৪০
দৈৱজ্ঞ ব্ৰাহ্মণগণ অনাইলা অনেক ।
জাতকৰ্ম্ম কৰাইলন্ত পুত্ৰৰ যতেক ॥
দেৱ পিতৃগণক অৰ্চিলা যেন শক্য ।
ব্ৰাহ্মণক দিলা দান ধেনু দুই লক্ষ ॥ ১৪১
নিৰ্ম্মিলন্ত তিলৰ পৰ্ব্বত গোটা সাত ।
থানে থানে থৈলা তাত ৰত্ন অসংখ্যাত ॥
সুৱৰ্ণ ৰজত বস্ত্ৰে কৰিয়া আবৃত ।
তাকো নন্দে দিলা দান হুয়া কৃতকৃত্য ॥ ১৪২
কৰন্ত মঙ্গল বেঢ়ি বহু বিপ্ৰচয় ।
নটে ভাটে কৰৈ স্তুতি পঢ়িয়া চপয় ॥
গাৱৈ গীত গীতালে হাতন্ত তাল ধৰি ।
আনন্দে দুন্দুভি বাৱে ফুকে শঙ্খ ভেৰী ॥ ১৪৩
গোৱালগণন্ত ৰব আনন্দ মিলিল ।
ধেনু বৎস বৃষক হালধি তৈল দিল ॥
সাঞ্চি মাঞ্চি গোষ্ঠক সিঞ্চিল গন্ধ জলে ।
বিচিত্ৰ পতকা ধ্বজ ৰচিল ছিৰলে ॥ ১৪৪

* ৰণচেৰ—ৰণভহাৰা। টাই—শক্তি। ভাথৰ—ভটুৱা বুকুৰে।

উৎসুকে কাছিবে লৈল যত গোপগণ।
পিন্ধিলা বিচিত্র বস্ত্র ভাল আভৰণ॥
মাথাত মৈৰাৰ পাখি * ফালি ফোটে ছলে।
আঙ্গুতে লোটয় সুৱৰ্ণৰ মালা গলে॥ ১৪৫
দধি দুগ্ধ ঘৃতৰ সন্দেহ ধৰি আটি।
নন্দৰ গৃহক লাগি যাই ধাৰি বাটি॥
গোপীগণো শুনৈ পুত্ৰ ভৈল যশোদাৰ।
* উৰুক মুৰুক কৰি পিন্ধে অলঙ্কাৰ॥ ১৪৬
বান্ধিল * উচ্চল খোপা পুষ্পে ভৰি কেশ।
আখিত অঞ্জন শিখে সিন্দুৰ বিশেষ॥
মুখ পঙ্কজক আতি ৰঞ্জিল কুঙ্কুমে।
হাতত সন্দেশ ছলি যাই জুমা জুমে॥ ১৪৭
চলৈ উচ্চ কুচ লৰৈ কুণ্ডল কৰ্ণৰ।
বাজে ৰুণ ঝুণ কৰি নূপুৰ পাৱৰ॥
বাহুত বলয়া শাঙ্খ গলপতা গলে।
পিন্ধি * নেত খোণ্টা জালি লয়লাসে চলে॥ ১৪৮
পৰৈ পুষ্প পথত খোপাৰ পৰা খসি।
পাৰিল উৰুলি সবে নন্দ ঘৰে পসি॥
যশোদাক বেঢ়ি ৰঙ্গে হুয়া গৈয়া থিৰ।
দেই আশীৰ্ব্বাদ শিশু হৌক চিৰঞ্জীৱ॥ ১৪৯
হালধিৰ গুণ্ডি তৈল পানী মিসলাই।
অন্যো অন্যে সিঞ্চে গোবিন্দৰ গুণ গাই॥
বাইল বাদ্য বিচিত্র মিলল মহোৎসৱ।
নন্দৰ ব্ৰজত যেবে জন্মিলা মাধৱ॥ ১৫০
হৃষ্ট পুষ্ট গোপগণে খেলৈ ৰঙ্গে খেড়ি।
সিঞ্চে দধি দুগ্ধক আউৰক আউৰে বেঢ়ি॥
গাৱে মুখে ঘষে ঘৃত ঘোলে মাৰৈ চাটি।
খেলে দলি যুদ্ধ লৱনুৰ পিণ্ড বাটি॥ ১৫১
দধি দুধে ঘৃতে ঘোলে বহাইলেক গাঙ্গ।
এহিমতে মহোৎসৱ কৰিলেক সাঙ্গ॥
বস্ত্ৰ অলঙ্কাৰে নন্দে সবাকো তুষিলা।
মিলন্ত তাম্বুলে পুষ্প চন্দনে তুষিলা॥ ১৫২
নট ভাট প্ৰাৰ্থকৰ পূৰিলন্ত মন।
সেহিদিনা ধৰি ভৈল গোকুল সম্পন্ন॥
হৰিৰ নিবাসে দশগুণে গৈল জলি।
সাক্ষাতে লক্ষ্মীৰ সিটো ভৈল ক্ৰীড়াস্থলি॥ ১৫৩

---

বসুদেৱ-নন্দৰ সাক্ষাৎ আৰু আলাপ

শুনা পাছ কথা শুকে বোলন্ত ৰাজাক।
কৰ দিবে লাগি নন্দ গৈলা মথুৰাক॥
গোৱালগণক গোকুলৰ ৰক্ষা দিয়া।
বুজাইলা বৎসৰি কৰ কংসৰায়ত নিয়া॥ ১৫৪
নন্দ আসিবাৰ বসুদেৱে শুনি পাছে।
গৈল ৰঙ্গে গোপ নন্দ যৈত ৰহি আছে॥
দূৰতে দেখিয়া নন্দে উঠি গাৱ চালি।
প্ৰাণ মিত্ৰ বুলিয়া ধৰিলা আঙ্কোৱালি॥ ১৫৫
আনন্দে নন্দৰ নয়নৰ নীৰ ঝৰে।
আপুন আসনে নিয়া বৈসাইলা সাদৰে॥
পুছিলা কুশল কথা কৰি সতকাৰ।
বসুদেৱো কুশল কহিলা আপুনাৰ॥ ১৫৬
নন্দতো পুছিলা পাছে গৃহৰ কাহিনী।
উপজিল শুনিলো তোমাৰ পুত্ৰখানি॥
কিনো মোৰ আনন্দ মিলিল মহাসুখ।
বৃদ্ধকালে সখি দেখিলাহা পুত্ৰমুখ॥ ১৫৭
আউৰ পুত্ৰ হুইবে আশা মনতো নাছিল।
আচম্বিতে নিধি যেন হাততে মিলিল॥
কিনো ভাগ্য আজি দৰশন ভৈলো ইষ্ট।
প্ৰিয় আলাপত পৰে নাহি মহা মিষ্ট॥ ১৫৮
কিন্তু সুহৃদৰ নাহি এক ঠাই থিতি।
বিহড়াৱে জগেক বিষম দৈৱ গতি॥
সোন্তৰ বেগত যেন উটি যায় জাজি।
নিমিষেকে অন্তৰে পানীৰ বেগ বাজি॥ ১৫৯

---

* ফালি—চাদৰ। নেত খোণ্টাজালি—সুৰীয়দৰে পিন্ধা পাটৰ শাৰী। উৰুক-মুৰুক—আনন্দত অধীৰ। গাঙ্গ—গঙ্গা।

সেহি নয় জানা বান্ধৱৰ সমাগমে।
কুশলে কি আছে পুত্ৰ ৰাম মাৰে সমে॥
কিবা বলাই বোলে বাপ তোমাক নাজানি।
পুত্ৰ বুলি তোলা কিবা তোৰা দুয়ো প্ৰাণী॥ ১৬০
পুত্ৰ ভাৰ্য্যা বিষয়ক মিছা মানি সুখ।
তাসম্বাৰ বিয়োগে অধিক মিলৈ দুখ॥
কংসে মাৰিলেক মোৰ পুত্ৰ ছয় গুটি।
সুমৰন্তে তাসম্বাক প্ৰাণ যায় ফুটি॥ ১৬১
এতেক বোলন্তে শোকে গদ গদ মাত।
ময়নৰ পৰৈ পানী গালে দিলা হাত॥
হেন শুনি নন্দে পাছে দিলা সমিধান।
যতেক পুছিলা সখি সকলে কল্যাণ॥ ১৬২
ইহাতেসে কৰে আতি দগধ হৃদয়।
কংসৰায় মাৰিলে তোমাৰ পুত্ৰচয়॥
যিবা আস্তপোচা পাছে জীৱ খানি ভৈল।
কংসে আফালন্তে সিয়ো আকাশত গৈল॥ ১৬৩
দৈৱেসে লোকৰ সুখ দুখৰ কাৰণ।
ক্ষেণেকে উপজৈ জীৱ ক্ষেণেকে মৰণ॥
সবে মিছা দেখে যেন সোপনৰ জাগি।
জানি এৰা মনুষ্য মিত্ৰ মৃতকক লাগি॥ ১৬৪
সান্ত হুয়া বসুদেৱে বুলিলন্ত বাক।
ৰাজাক জোগাইলা কৰ দেখিলা আমাক॥
বহুদিন ইঠাৰত নাথাকিবা ৰই।
গোকুলত উতপাত অনেক আছই॥ ১৬৫
শুনি গোপৰাজ চলিবাক ভৈলা সাজ।
সাৰটিলা সখিক লোটক ভৈল ৰাজ॥
স্নেহে বসুদেৱৰ চকুৰ পৰৈ পানী।
লৰি গৈলা নন্দো পাছে মাগিয়া মেলানি॥ ১৬৬
পথত শুণন্ত গোপৰাজ সচকিত।
বসুদেৱ বাক্য বৃথা নুহি কদাচিত॥

পূতনা বধ

উতপাত শঙ্কায়ে লৈলা হৰিত শৰণ।
শীঘ্ৰে শকটত চৰি কৰিলা গমন॥ ১৬৭
গোকুলৰ কথা আবে শুনা আতপৰে।
পাঞ্চিলেক পূতনাক কংস নৃপবৰে॥
শিশু মাৰি ফুৰৈ গ্ৰাম নগৰত পশি।
বালেক ঘাতিনী তাই দাৰুণী ৰাক্ষসী॥ ১৬৮
শ্ৰৱণ কীৰ্ত্তন যৈত কৃষ্ণৰ নকৰে।
তৈতেসে ৰাক্ষসীগণে বিঘিনী আচৰে॥
গোকুলত সাক্ষাতে আচন্ত দেৱ হৰি।
কি কৰিতে পাৰৈ তাত চাৰি নিশাচৰী॥ ১৬৯
ফুৰন্তে ভ্ৰমন্তে পাছে পূতনা পিশাচী।
গোকুলক পাইল দিব্য নাৰী বেশে কাছি॥
মালতী ফুলৰ ভিতৰত দিল খোপা।
বান্ধি আছে সুন্দৰী উচ্চল কৰি খোপা॥ ১৭০
উচ্চ কুচ বৃহত নিতম্ব কৃশ কটি।
পিন্ধি নেট শাৰী ফুৰৈ ব্ৰজত প্ৰকটি॥
কুণ্ডলৰ কান্তি চিকিমিকি কৰৈ কেশ।
সেহি ৰঞ্জি আছে মুখ পঙ্কজ বিশেষ॥ ১৭১
হাতত ফুৰাৱে পদ্ম বদন হাসিত।
আসিলন্ত লক্ষ্মী যেন স্বামীক দেখিত॥
হাস্য লাস্য কটাক্ষে মুহিলা গোপ-গোপী।
নবাধয় কেৱে ৰূপ দেখি আছে চুপি॥ ১৭২
পছুলি পছুলি ফুৰৈ ছবালক চাই।
পশিল নন্দৰ ঘৰে নিবাৰন্তা নাই॥
দেখিলেক শিশুক শয্যাত আছে শুতি।
নজলয় বহ্নি যেন ছাই আছে পুতি॥ ১৭৩

জগতৰ আত্মা হৰি জানি পূতনাক।
আখি মুদি ৰহিলা নুবুলি কিছো বাক ॥
যাক খুজি ফুৰিবো হাতত পাইলো তাক।
দেখাৱন্ত আতিশয় শিশুৰ চেষ্টাক ॥ ১৭৪
আচাৰন্ত ভৰি ভোখে কান্দন্ত শয্যাত।
দেখি নিশাচৰী হাসি মেলিলন্ত হাত ॥
কৃষ্ণক নাজানি গুৱালৰ শিশু বুলি।
দুই হাতে সাৱটি কোলাত লৈলা তুলি ॥ ১৭৫
যেন মূঢ়ে জৰী বুলি ধৰিলেক সাপ।
নুবুজিলা একোজনে ৰাক্ষসীৰ কাপ ॥
যশোদা ৰোহিণী পূতনাৰ ৰূপ চাই।
বাধিবে মুৰাৰি ভৈলা তবধ পৰাই ॥ ১৭৬
শিশুক মাৰিবে নিশাচৰীৰ যতন।
কৃষ্ণৰ মুখত দিল বিষময় তন ॥
আটি ধৰি মুখে হৰি কোপে হুপিলন্ত।
তনে সমন্বিতে তাইৰ প্ৰাণ শুষিলন্ত ॥ ১৭৭
হাতে হেম্পচয় মৰ্ম্ম ছেদ পীড়া পাই।
এড় এড় বুলি আতি পিশাচী ছেঞ্চাই ॥
ঘামিল শৰীৰ আচাৰয় হাতভৰি।
চক্ষু উলটাই কান্দে ঘোৰ নিশাচৰী ॥ ১৭৮
মৰো মৰো বুলি ঘোৰ তেজিল আটাস।
ত্ৰৈলোক্যৰ লোকত লাগিল মহাত্ৰাস ॥
স্বৰ্গ মৰ্ত্ত্য পাতাল একত্ৰ হুয়া লৰে।
ভুই গৈল সৰ্ব্বলোকে বোলে বজ্ৰপৰে ॥ ১৭৯
তনৰ পীড়াত তাইৰ হৰাইল চেতনা।
যেন্ত বাই নিজ ৰূপে পৰিল পূতনা ॥
যেন বজ্ৰপাতে নিপাতিলা বৃত্ৰাসুৰ।
টলবল কৰিয়া কম্পিল গোপপুৰ ॥ ১৮০
ডেৰ প্ৰহৰৰ পথ যুৰি কলেৱৰ।
চূৰ্ণীকৃত কৰিলেক বৃক্ষ নিৰন্তৰ ॥
ঘোৰ ৰূপ দেখি প্ৰজা কৰৈ উসৰিস।
ভৰি আছে দান্ত যেন লাঙ্গলৰ ইস ॥ ১৮১
নাকৰ ভিতৰ যেন পৰ্ব্বত গহ্বৰ।
ভয়ঙ্কৰ শিলাসম তনু থুলন্তৰ ॥
আতি কুৰকুটা কেশ বিকৃত কুৰূপ।
চক্ষুৰ কোটৰ যেন দুই অন্ধকূপ ॥ ১৮২
হাত ভৰি তৰি আছে যেন ৰাজআলি।
শুখান পুখুৰি যেন পেট আছে খালি ॥
ঘোৰ ৰূপ দেখি গোপ গোপী ভৈলা ত্ৰাস।
নিহালি চাহাৰে পিশাচীৰ চাপি পাশ ॥ ১৮৩
তাইৰ হৃদয়ত পাছে কৃষ্ণক দেখিলা।
ক্ৰীড়ন্তে আছন্ত ৰঙ্গে কৰি মহালীলা ॥

### ৰোহিণী-যশোদা আৰু গোপীসকলৰ দ্বাৰা শ্ৰীকৃষ্ণৰ অভিষেক আৰু ৰক্ষাবিধান।

দেখি গোপগণে ধৰিলেক আথে বেথে।
ৰাখিলো ৰাখিলো বুলি থুপুৰাৰৈ মাথে ॥ ১৮৪
ৰোহিণী যশোদা আসি ধৰিলা সাৱটি।
ৰক্ষামন্ত্ৰ বান্ধি কৰৈ আসটি কুসটি ॥
গাৰত মেহ্লাইল নিয়া গৰুৰ লাঙ্গুলি।
গো-মূত্ৰে নৰাইল গৰুৰ ঘসি ধূলি ॥ ১৮৫
পুত্ৰ দেৰাই ভৈল বুলি যশোদাৰ ভয়।
কৃষ্ণৰ গাৰত নিয়া লিপিল গোময় ॥
নকৰিলে গোপীগণে আছান্ত প্ৰথমে।
বাহ্ৰ অঙ্গে ৰক্ষা বান্ধিলন্ত বাহ্ৰ নামে ॥ ১৮৬
শ্ৰুতি পাই বিষ্ণু স্মৰি পাছে শুদ্ধ হুই।
কৃষ্ণৰ অঙ্গক চুনাই জাপে জল ছুই ॥
ৰাখন্তোক অজে তমু চৰণ পৰ্য্যন্তে।
উৰু জানু জঙ্ঘা ৰাখন্তোক মণিমন্ত্ৰে ॥ ১৮৭
কটিত অচ্যুত উদৰত হয়গ্ৰীৱে।
ৰাখন্তোক হৃদয় কেশৱ সদাশিৱে ॥
ঈশে উৰস্থলক কণ্ঠক বিষ্ণু ভুজে।
উৰুক্ৰমে ৰাখন্তোক মুখক নিকজে ॥ ১৮৮

থাকন্তোক শিৱত ঈশ্বৰে ৰক্ষা কৰি।
চক্ৰধৰি ৰাখন্তোক আগত শ্ৰীহৰি ॥
ধনুধৰি মধুহা অঞ্জনে খড়্গ ধৰি।
দুই পাশে তোমাক থাকন্তো ৰক্ষা কৰি ॥ ১৮৯
হৃষীকেশে ইন্দ্ৰিয় প্ৰাণক নাৰায়ণে।
শ্বেতাদ্বীপপতি চিত ৰাখন্তো যতনে ॥
পৃশ্নিগৰ্ভে বুদ্ধিক মনক যোগেশ্বৰে।
ভগৱন্তে অহঙ্কাৰে ৰাখন্তো সত্বৰে ॥ ১৯০
তোমাক ৰাখন্তো দেৱ গোবিন্দে ক্ৰীড়াত।
ৰাখন্তোক সদা মধুসূদনে নিদ্ৰাত ॥
চলি যান্তে বৈকুণ্ঠে বৈসন্তে শ্ৰীপতি।
যজ্ঞভোক্তা ভুঞ্জন্তে ৰাখন্তো প্ৰতিনিতি ॥ ১৯১
ডাকিনী যোগিনী প্ৰেত পিশাচী অনেক।
যক্ষ ৰক্ষ ভূত মহা উৎপাত যতেক ॥
যিবা গ্ৰহে দেখাৱে শিশুক আসি ত্ৰাস।
বিষ্ণুনাম কীৰ্ত্তনে সমস্তে যাউক নাশ ॥ ১৯২
এহিমতে ৰক্ষা বান্ধিলেক গোপীগণ।
যশোদায়ো পুত্ৰক পিয়াইলা পাছে তন ॥
লুণ্ডি ঘুণ্ডি দুনাই নিয়া শয্যাত শুৱাইল।
গোপগণ সমে নন্দ গোকুলক পাইল ॥ ১৯৩
পূতনাৰ দেহা দেখি বিস্ময় মিলিল।
বসুদেৱ মহন্তক মনে প্ৰসংশিল ॥
তান্ত পৰে আন আৰ নাহি মহাজ্ঞানী।
কহিলন্ত আমাত সাক্ষাতে যেন জানি ॥ ১৯৪
পাছে গোপগণে ধৰি পৰশু কুঠাৰ।
খণ্ড খণ্ড কৰিলেক অঙ্গ পূতনাৰ ॥
দূৰত লৈলায়া কাষ্ঠ পেলাই জুই দিল।
অগৰু সুৰভি গন্ধ দেহাৰ উঠিল ॥ ১৯৫
মাৰিবাক মনে নিশাচৰী দিলা তন।
তথাপি সদগতি তাইক দিলা নাৰায়ণ ॥
যিটোজনে মাধৱক ভজে ভক্তিভাৱে।
তাহাৰ মহিমা কহি কোনে অন্ত পাৱে ॥ ১৯৬

যিটো পদ দুই থাকে ভক্তৰ হিয়াত।
সেহি ভৰি পূতনাৰ আছিল কোলাত ॥
যদ্যপি পিশাচী তাই আতি পাপমতি।
তথাপি পাইলেক কৃষ্ণ জননীৰ গতি ॥ ১৯৭
যিটো ধেনু গোপীৰ পিবন্তে কৃষ্ণে তন।
পুত্ৰ স্নেহে মাধৱক তোলে অনুক্ষণ ॥
তাসম্বাৰ মহিমাক কি কহিব আৰ।
জানো সুখে নিস্তাৰিল দুৰ্ঘোৰ সংসাৰ ॥ ১৯৮
নন্দে শুনিলন্ত পাছে পূতনাৰ বধ।
পৰম বিস্ময় ভৈলা নয়ন তৰধ ॥
হৰি নাৰাখিলে আজি সমূলি বুৰাই।
স্নেহে শিৰ সুঙ্গন্তে কৃষ্ণক কোলে লই ॥ ১৯৯
কেশৱৰ শিশু লীলা মোক্ষ পূতনাৰ।
আক শুনি গোবিন্দত ৰতি বাঢ়ে যাৰ ॥
দুনাই নাই তাহাৰ মৰণ উতপতি।
কৃষ্ণৰ চৰণে বাঢ়ে অচলা ভকতি ॥ ২০০
শুনা সভাসদ পদ মহাভাগৱত।
কমনে তৰ্কিবে পাৰি কৃষ্ণৰ মহত ॥
পৰম পাতকী মহা পিশাচী পৰ্য্যন্তে।
পাৱে মহা উত্তম গতিক যাত হন্তে ॥ ২০১
মাৰিবাক দিল তন ঘোৰ নিশাচৰী।
তাইকো জননীৰ গতি দিলা দেৱহৰি ॥
হেনয় কৃষ্ণক যিটো ভজে ভক্তিভাৱে।
তাহাৰ ভাগ্যক কোনে কহি অন্ত পাৱে ॥ ২০২
জানিয়া কৃষ্ণত কৰা কেৱল ভকতি।
কলিযুগে কৃষ্ণনাম কীৰ্ত্তনৰ গতি ॥
নাই সিকা টাকা হানি কৃষ্ণৰ সেৱাত।
শৰীৰতো নাহি শ্ৰম জানিবা ইহাত ॥ ২০৩
শুনন্তো কৰ্ণত যেন বৰিষৈ অমৃত।
যত মহাপাপগণ হৃদয় জৰিত ॥
অপ্ৰয়াসে সিজে সংসাৰৰ ধৰ্ম্ম যত।
জানি অহৰ্নিশে নাম নেৰিবা মুখত ॥ ২০৪

যাহাৰ মুখত থাকে হৰি হেন ৰাম ।
গঙ্গা গয়া কাশী পুষ্কৰতো নাই কাম ॥
সমস্ত শাস্ত্ৰৰ ইসে পৰম যুগুতি ।
বোলা ৰাম ৰাম পাইবা হাততে মুকুতি ॥ ২০৫

---

শকট ভঞ্জন আৰু চক্ৰবাত অসুৰৰ মায়া

ছবি

শুক মিশদতি ৰাজা শুনিয়োক পৰীক্ষিত
হেন হৰি পৰম পুৰুষ ।
দৈত্য কুল ভুঞ্জিবাক মনে পূতনাৰ প্ৰাণ
প্ৰথমতে লৈলন্ত গণ্ডুষ ॥
বাঢ়ন্ত নন্দৰ ঘৰে এহিমতে দামোদৰে
গোকুলৰ আনন্দ বঢ়াই ।
হেন শুনি মহাৰাজা কৰযোৰে নম্ৰ ভাৱে
বুলিলন্ত শুকক ছুনাই ॥ ২০৬
যেন যেন কৰ্ম্ম হৰি কৰিলন্ত অৱতৰি
শুনন্তো কৰ্ণৰ ৰুচিকৰ ।
যাহাৰ স্মৰণে গুচৈ মনৰ পাতক তৃষ্ণা
হোৱৈ মহা শুদ্ধ কলেৱৰ ॥
অচিৰ কালতে আতি হৰিত ভকতি বাঢ়ে
হৰি ভকতক পাৱে মিত্ৰ ।
হেন কৃষ্ণ কথা আৱে কহিয়োক সাৰশেষে
শুনো ৰঙ্গে বালক চৰিত্ৰ ॥ ২০৭

---

ছুজড়ী

হেন শুনি পাছে ৰাজাক সম্মুখি
কথা কহিবাক লৈল ।
দিনেক শিশুৰ অঙ্গ পৰিবৰ্ত্ত
নামে মহোৎসৱ ভৈল ॥

যত গোপ নাৰী নন্দ ঘৰে পশি
অনেক বাদ্য বজাইল ।
দ্বিজে পঢ়ে মন্ত্ৰ যশোদা আনন্দে
পুত্ৰক আনি নৱাইল ॥ ২০৮
দ্বিজগণে দিল আশীষ মাঙ্গল্য
গাইলেক গোপীসকলে ।
পুত্ৰ নিদ্ৰা যাই দেখিলা যশোদা
শুৱাইল শকট তলে ॥
যত ব্ৰজ বাসী আসি আছে তাক
ভুঞ্জান্ত একান্ত মতি ।
তন পিবে মনে মাধৱে কান্দন্ত
নুশুনন্ত তাক সতী ॥ ২০৯
কান্দন্তে কৃষ্ণৰ চৰণ আঘাতে
উলটি শকট পৰিল ।
উফৰিল চক্ৰ সলকা ঘুৰালি
মাটিয়ো আতি লৰিল ॥
দধি দুগ্ধ ঘৃত ঘোলৰ কলস
পৰিয়া উফৰি গৈল ।
দেখিয়া যশোদা আদি গোপীগণ
নন্দো অদভুত ভৈল ॥ ২১০
কেন মতে ইটো উলটি শকট
আপুনি পৰিল ভাগি ।
শুনি শিশুগণে কহৱৈ পৰিল
কৃষ্ণৰ চৰণ লাগি ॥
হেন শুনি সবে ছৱালৰ বাক্য
বুলিয়া কেহো নমানে ।
অনন্ত বীৰ্য্যৰ বল পৰাক্ৰম
তেসম্বে কেহো নজানে ॥ ২১১

---

### ছবি

কান্দন্তে আছন্ত কৃষ্ণ দেখি আথ বেথ কৰি
যশোদা কোলাত লৈলা তুলি ।
ব্ৰাহ্মণৰ মুখে ৰক্ষা মন্ত্ৰ উচ্চৰিয়া তন
পিয়াইলন্ত পুত্ৰ পুত্ৰ বুলি ॥
বলবন্ত গোপগণে শকটক উভটাই
পূৰ্ব্বৰতে ভাণ্ড থৈলা তুলি ।
ব্ৰাহ্মণৰ হাতে হোম পূজা কৰাইলন্ত নন্দে
পুত্ৰৰ কল্যাণ হৌক বুলি ॥ ২১২
বিপ্ৰক পঢ়ায়া চণ্ডী বস্ত্ৰ অলঙ্কাৰে মণ্ডি
অসংখ্যাত ধেনু দিলা দান ।
দ্বিজগণে * ঋচ পঢ়ি আসংশিলা উচ্চ কৰি
থাকা নন্দ সপুত্ৰে কল্যাণ ॥
বেদবিদ বিপ্ৰগণে যতেক বুলিলা মানে
বিফল নভৈলা কদাচিত ।
পাছে নন্দে উঠি সবে সমজ্যাক বিসৰ্জ্জিয়া
সাদৰিলা যাক যথোচিত ॥ ২১৩

---

পৰীক্ষিত ৰজাৰ শ্ৰীকৃষ্ণৰ বাল্যলীলা বিষয়ক প্ৰশ্ন ;
তৃণাবৰ্ত্ত বধ ।

### দুলড়ী

শুকমুনি মাতি ৰাজাক সম্মুখি
শুনিয়োঁ অদ্ভুত পাছে ।
দিনেক যশোদা কৃষ্ণক কোলাত
উৰলান্তে যেবে আছে ॥
গিৰি শৃঙ্গ যেন গধুৰ লাগয়
ভাৰে পীড়িলেক আতি ।
কোলাৰ নমাই মাটিত থৈলন্ত
বিস্ময় ভৈলন্ত সতী ॥ ২১৪
উৎপাত শঙ্কায়ে ব্ৰহ্মা পুৰুষক
যশোদা চিন্তিবে লৈল ।
কংসে পাঠিলেক তৃণাবৰ্ত্ত নামে
দৈত্য গোট আসি ভৈল ॥
বাত মাত্ৰলিৰ স্বৰূপে শিশুক
তেখনে নিলেক হৰি ।
সকলে গোকুল ঢাকিলে ধূলায়
ঘোৰ অন্ধকাৰ কৰি ॥ ২১৫
দুৰ্ঘোৰ শবদে দশোদিশে ঘুৰি
বৰিষৈ খোলা খাপৰ ।
মুহূৰ্ত্তেক মানে ধূলায়ে আন্ধাৰ
সুগুচিল গোকুলৰ ॥
আপুন পৰক একোৱে নাজানি
সমস্তে বিহ্বল প্ৰায় ।
যৈত নমাই থৈলা পুত্ৰক নাপান্ত
যশোদা হাত বুলাই ॥ ২১৬
কতোক্ষণে ঠাই লাগিল বতাস
গুচিল ধূলা আন্ধাৰি ।
চক্ষু ফুৰাই চাই কৃষ্ণক নেদেখি
বিশ্ৰুতি যশোদা নাৰী ॥
কৃষ্ণৰ কিঙ্কৰ ৰচিলা শঙ্কৰে
শুনিয়োঁ সবে সমাজ ।
কৃষ্ণৰ চৰণে পশিয়োঁ শৰণে
নকৰিবা আত লাজ ॥ ২১৭
নিতে টুটে আয়ু ইটো প্ৰাণ বায়ু
কৈত কেতিক্ষণ যায় ।
নিশ্চয় শৰণ কৃষ্ণৰ চৰণ
বিনে আন গতি নাই ॥
জীৱন চঞ্চল পদ্ম পত্ৰ জল
পৰি যেন থিৰ নুই ।
তিলেকে সংযোগ তিলেকে বিয়োগ
যেন আখা মুড়ি দুই ॥ ২১৮

* ঋচ—ঋচা, মন্ত্ৰ ।

কৃষ্ণ তপসাই নৰতনু পাই
তাকো নিলা আলে জালে।
অৱশ্যে পতন নাহিকে চেতন
গিলি আসিলেক কালে॥
জানি বুদ্ধজন তেজি আন মন
ভকতিক কৰা সাৰ।
কৃষ্ণৰ ভকতি বিনে কৰো গতি
কালত নাহিকে আৰ॥ ২১৯
ভকতিসে মাতা ভকতিসে পিতা
ভকতিসে বন্ধু জন।
ভকতি সুহৃদ সোদৰ বিধাতা
ভকতিসে মহাধন॥
ভকতিসে মতি ভকতিসে গতি
ভকতিসে দেৱ দ্বিজ।
ভকতিসে চিত্ত ভকতিসে বিত্ত
ভকতি মোক্ষৰ বীজ॥ ২২০
ভকতি সদায় সহায় ভকতি
জীৱন যৌৱন প্ৰাণ।
ইহ পৰলোকে ভকতি বিনায়
নাহি নাহি গতি আন॥
জানি সৰ্ব্বজন ভকতিত মন
দিয়া তেজি আন কাম।
জনম সাফলি নিৰন্তৰে নৰে
ডাকি বোলা ৰাম ৰাম॥ ২২১

---

পদ

প্ৰবন্ধে যশোদা খুজি পুত্ৰক নাপাই।
পুত্ৰ পুত্ৰ বুলিয়া কান্দন্ত পেৰিয়াই॥
দামুৰি হেৰালে যেন ধেনু হাম্বলায়ে।
পৃথিবীত পৰি শোকে কান্দে দীৰ্ঘৰাৱে॥ ২২২
এখনে আছিলি মাত্ৰ মোৰ তন খাই।
কেৰনো লৰৰা যমে নিলেক পুতাই॥
হা বাপ কমললোচন তনু শ্যাম।
আইস কৃষ্ণ কৃষ্ণ বুলি কাৰ লৈবো নাম॥ ২২৩
আই আই বোলন্তে অমৃত যেন পিওঁ।
সিটো চন্দ্ৰ বদন নেদেখি কেনে জীওঁ॥
পাইলো তোক অনেক জনমে তপসাই।
গৃহ শুৱৰিনি মোৰ কৈ গৈলি পুতাই॥ ২২৪
তোৰ ঘোৰ শোক-শেলে মোক মাৰৈ খুই।
সহিবে নপাৰো হৃদয়ৰ আউৰ জুই॥
কি দেখে আছয় এভো জীৱ নাযায় ছাড়ি।
* একুতিৰ পুত্ৰ মোৰ কোনে নিলে কাড়ি॥ ২২৫
এহি বুলি পাৰন্ত মাটিত লোটা লুটি।
জাঁৰলে দুইহাতে হৃদয়ত হানৈ মুঠি॥
পুত্ৰ পুত্ৰ বুলিয়া পাৰন্ত আতি উকি।
জমক দেখিয়া কতো থাকন্ত নিচুকি॥ ২২৬
গোপীগণে যশোদাৰ দেখিয়া সন্তাপ।
কৃষ্ণক নেদেখি আতি কৰন্ত বিলাপ॥
লোতকে পূৰিল মুখ সুখ শান্তি নাই।
হা কৃষ্ণ বুলি কান্দে যশোদাক চাই॥ ২২৭
এহিমানে থওঁ আবে বিলাপৰ কথা।
শুনা যেন ভৈল সিটো দৈত্যৰ অৱস্থা॥
কৃষ্ণক লৈ যান্তে পীড়িলেক গুৰু ভাবে।
আকাশত তম্ভি ৰৈল চলিতে নপাৰে॥ ২২৮
যেন পৰ্ব্বতেক তাৰ কান্ধে আছে জান্তি।
পেহ্লাইবে নপাৰি কৰে অনেক আক্ৰান্তি॥
কৃষ্ণে হাতে আটিলা গলত ছিপি ধৰি।
নিকলিল † চেল আছাড়য় হাত ভৰি॥ ২২৯
‡ নিচেষ্ট অসুৰ আউৰ মুখে নাই মাত।
প্ৰাণ ছাড়ি ব্ৰজত পড়িল চক্ৰবাত॥
শিলাত পৰিয়া অঙ্গ ভৈল চূৰ্ণীকৃত।
ত্ৰিপুৰক ৰুদ্ৰে যেন পাৰিলা ভূমিত॥ ২৩০

---

* একুতিৰ পুত্ৰ = এটাপুত্ৰ থকা। † চেল = চকুৰ ওলোটা পিঠি। ‡ নিচেষ্ট = নিস্চেষ্ট।

পৃথিবী লবিল যেন নির্ঘাত পতনে ।
ক্রন্দন এৰিয়া পাছে দেখে গোপীগণে ॥
কৃষ্ণ ৰহি আছা তাৰ হিয়াত ওলমি ।
আথে বেথে সাৰটিয়া ধৰিলা আক্ৰমি ॥ ২৩১
নাকান্দা মাৰ গোপীগণে বোলে ।
লৰৱি কৃষ্ণক দিলা যশোদাৰ কোলে ॥
পুত্ৰ মুখ দেখি তাপ গুচিল সকলে ।
বনৰ নিমাইলা জুই যেন বৃষ্টিজলে ॥ ২৩২
সঘনে সুঙ্কন্ত শিৰ বুকত সাৰটি ।
যমৰ পুৰৰপৰা আসিল উলটি ॥
সমূলি মৰিলো দুই তোক হেকৰাই ।
কিনো ভালে ভালে আজি ৰাখিলে গোসাই ॥ ২৩৩
পাছে গোপ গোপীগণ সমন্বিতে নন্দ ।
কৃষ্ণ দৰশনে পাইলা পৰম আনন্দ ॥
দেখিয়ো আছয় অন্যো অন্যে বোলে চাই ।
ৰাক্ষসে মাৰন্তে শিশু আসিল এৰাই ॥ ২৩৪
আপুনাৰ পাপে যায় হিংসক প্ৰলয় ।
সম ভাৱে সাধুজনে এড়াই মহা ভয় ॥
তপ জপ যজ্ঞে কিবা যজি আছো হৰি ।
সেহিসে কাৰণে শিশু আসিল নিস্তৰি ॥ ২৩৫
অনেক অদ্ভুত নন্দে দেখিয়া ব্ৰজত ।
বসুদেৱ বাক্য আসি পৰিল মনত ॥
কিনো সৰ্ব্বজ্ঞান সাধু বসুদেৱ সখি ।
গোকুলৰ উৎপাত কহিলা যেন দেখি ॥ ২৩৬

---

### শ্ৰীকৃষ্ণৰ মুখৰ ভিতৰত যশোদাৰ বিশ্ব-দৰ্শন

অনন্তৰে যশোদা নন্দৰ মহাদেই ।
পুত্ৰক পিয়ান্ত স্তন স্নেহে কোলে লই ॥
দুধ খাই আটাই কৃষ্ণে হাত জুপুৰান্ত ।
খুতি খুতি সুন্দৰীয়ো পুত্ৰ মুখ চান্ত ॥ ২৩৭
মাৰৰ কোলাত পাছে জগতৰ স্বামী ।
বদন প্ৰকাশি হাসি তুলিলন্ত হামি ॥
যশোদা দেখন্তে পাছে গৰ্ভতে জগত ।
দশোদিশ আকাশ নক্ষত্ৰ গ্ৰহ যত ॥ ২৩৮
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি পৰ্ব্বত সাগৰ ।
সমস্তে পৃথিবী আছে গৰ্ভৰ ভিতৰ ॥
হেন দেখি যশোদাৰ তনু কাম্পে ভয় ।
চক্ষু মুদি থাকিলন্ত পৰম বিস্ময় ॥ ২৩৯

---

### শ্ৰীকৃষ্ণৰ জাতসংস্কাৰ আৰু নামকৰণ ।

শুকমুনি বোলন্ত শুনিয়ো পৰীক্ষিত ।
গৰ্গঋষি নামে যাদৱৰ পুৰোহিত ॥
বসুদেৱে পঠাইলা নন্দৰ গৃহে আইল ।
দেখি নন্দে আনন্দে পৰম প্ৰীতি পাইল ॥ ২৪০
বিষ্ণু বুদ্ধি পূজি পৰি কৰিলা প্ৰণাম ।
কিবা কাৰ্য্য সাধো শুক তুমি পূৰ্ণকাম ॥
জ্যোতিষকো জানা তুমি বেদতো পাৰ্গত ।
কৰায়োক পুত্ৰ দুইৰ জাতকৰ্ম্ম যত ॥ ২৪১
নন্দক বোলন্ত গৰ্গে নুহিকৈ উচিত ।
সবে জানে মই যাদৱৰ পুৰোহিত ॥
মই কৰো তোমাৰ পুত্ৰৰ কৰ্ম্ম যেৱে ।
দৈৱকীৰ পুত্ৰ বুলি মানিবেক তেবে ॥ ২৪২
তুমি বসুদেৱে আছা মহা মিত্ৰৰতি ।
আপুনি সাক্ষাতে জানে কংস ক্ৰূৰ মতি ॥
গুচিবেক শঙ্কা শুনি লোকৰ প্ৰবাদ ।
শিশুক মাৰিবে আসি মিলিবে প্ৰমাদ ॥ ২৪৩
নন্দে বোলে নাজানিব মোৰো বন্ধু যত ।
গোপ্য কৰি কৰায়োক অন্তেৰ পুৰত ॥
শুনি গৰ্গে অলক্ষিতে পশি অভ্যন্তৰ ।
কৰাইলন্ত যত জাতকৰ্ম্ম দুইবেৰ ॥ ২৪৪

বোলন্ত ৰোহিণী পুত্রে জ্ঞাতিক ৰঞ্জিব।
সিহেতু ইহাঙ্ক ৰাম সবেয়ো বুলিব॥
বলত অধিক পদে বুলিবেক বল।
মুখ্য অস্ত্র হুইব আন লাঙ্গল মুষল॥ ২৪৫
তিনি বর্ণ আছিলেক তোমাৰ পুত্রৰ।
প্রথমে সত্যত ভৈল শুক্ল কলেৱৰ॥
ত্রেতাত ৰাতুল ভৈলা দ্বাপৰত শ্যাম।
আবে কৃষ্ণ ভৈলা পদে ভৈল কৃষ্ণনাম॥ ২৪৬
পূর্ব্বত আছিলা বসুদেৱৰ তনয়।
সিকাৰণে বাসুদেৱ হৈবেক অন্বয়॥
বহু নাম আছে গুণ কর্ম্ম অনুসাৰে।
তোমাসাৰ কল্যাণ সাধিবা বাৰম্বাৰে॥ ২৪৭
গুণে নাৰায়ণ সম তোমাৰ সন্ততি।
আনে পদে নিস্তৰিবা অনেক দুর্গতি॥
যত্নে ৰক্ষা কৰা আঙ্ক হৈবেক কল্যাণ।
এহি বুলি গর্গো পাছে গৈলা নিজ স্থান॥ ২৪৮
পাইলা প্রীতি নন্দে আতি গর্গ বাক্য শুনি।
পৰীক্ষিত ৰাজাত কহন্ত শুক মুনি॥

কৃষ্ণৰ বাল্য-লীলা

পাছে ৰাম কৃষ্ণে ৰঙ্গে অঙ্গিনাক যাই।
আঠু কাঢ়ি ক্রীড়ন্তে ফুৰন্ত দুয়ো ভাই॥ ২৪৯
শীঘ্রে চলি যাহান্তে ঘাঘাৰ কৰে ধ্বনি।
পৰম আনন্দ দুয়ো হোন্ত তাক শুনি॥
লোককো খেদিয়া যান্ত তিনি চাৰি ভৰি।
মুখ চাই নিচিনি থাকন্ত যেন ডৰি॥ ২৫০
কর্দ্দমে লেপিত হুয়া আসন্ত উলটি।
দেখি দুইকো দুই মাৱে ধৰন্ত সাৰটি॥
স্নেহে পিয়াৱন্ত স্তন পুত্রে মুখ চান্ত।
মিলয় আনন্দ দেখি গাজি আসে দান্ত॥ ২৫১
অনেক শিশুৰ লীলা কৰন্ত ব্রজত।
দামুৰিক পাইলে তাৰ ধৰন্ত লাঞ্জত॥
দামুৰি অজুৰি নেই নেৰন্ত তথাপি।
গৃহকর্ম্ম এৰি বেঢ়ি চাৱৈ সবে গোপী॥ ২৫২
অগ্নি সর্পবিষকো ধৰিবে যান্ত খেদি।
কণ্টকতো পলান্ত মাৰক লাগ নেদি॥
তাসম্বাক আউৰ নিষেধিবে নপাৰন্ত।
ৰোহিণী যশোদা মুণ্ড কপাল হানন্ত॥ ২৫৩
ছৱাল নভৈল ইটো ভৈল যম কাল।
কৰন্ত ধৰিয়া আনি আফাল সিফাল॥
গৃহকর্ম্ম আৰ একো কৰিবে নাপান্ত।
চক্ষু পচাৰন্তে দুয়ো দুনাই বজান্ত॥ ২৫৪
পাছে অল্প কালে ৰাম কৃষ্ণ কতূহলে।
আঠু এৰি থিয় হুয়া ফুৰন্ত গোকুলে॥
সমান বয়স গোপ শিশুগণ সঙ্গে।
গোপীৰ আনন্দ কৰাই ক্রীড়ি ফুৰা ৰঙ্গে॥ ২৫৫
কৃষ্ণৰ চঞ্চল ভাব গোপীগণে দেখি।
হাসিয়া আনন্দে যশোদাত দেই সাক্ষী॥
শুনিয়োক কর্ম্ম মাৰ পুত্রৰ তোমাৰ।
কৰন্ত মাধৱে যেন যেন অপকাৰ॥ ২৫৬
শুনা সর্ব্বজনে শিশু-লীলা মাধৱৰ।
মনুষ্যৰ শ্রেষ্ঠ ধর্ম্ম নাহি আত পৰ॥
সমস্তে ধর্ম্মৰ হৰি নামেসে ঈশ্বৰ।
আশ্চর্য্য মহিমা শুনা কৃষ্ণৰ নামৰ॥ ২৫৭
যায় মহাজনে মাধৱৰ নাম গাই।
পৰম আনন্দে যিটো তাকে থাকে চাই॥
সমস্তে পাতক তাৰ হৰয় গুৰিত।
পৰম আনন্দে বঞ্চে বিষ্ণুৰ পুৰীত॥ ২৫৮
বিষ্ণু ভকতক দেখি কৰৈ নমস্কাৰ।
হৰৈ কোটি জনমৰ পাতক তাহাৰ॥
সেহি পুণ্যে বঞ্চে সুখে বিষ্ণুৰ পুৰীত।
পৰম আনন্দে থাকে মাধৱ সহিত॥ ২৫৯
আতি মহাপাতকী ব্রাহ্মণ অজামিল।
নামৰ আভাস মাত্রে সংসাৰ তৰিল॥

ঘোৰ ব্যাধ বাল্মিকী নাৰদ দাসীসুত।
নামৰ প্ৰসাদে ভৈল জীৱন্তে মুকুত ॥ ২৬০
কোনে কহিবাক পাৰৈ নামৰ মহিমা।
চাৰি মুখে ব্ৰহ্মায়ো নপান্ত যাৰ সীমা ॥
হেন নাম এৰি কৰৈ আনত বিশ্বাস।
কিমতে এৰাইবা ঘোৰ সংসাৰৰ ত্ৰাস ॥ ২৬১
আছে মাধৱৰ নামে জগত বিয়াপি।
সংসাৰ তাপত মৰৈ চিতনি তথাপি ॥
কিনো চিত্ৰ কিনো চিত্ৰ কিনো চিত্ৰ দেখা।
জানিবাহা তাহাৰ পাপৰ নাহি লেখা ॥ ২৬২
জানিয়া সমস্তে নৰে এৰা আন কাম।
ফুৰা গলে বান্ধি বন্ধু মাধৱৰ নাম ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে তত্ত্ব সাৰ।
বোলা ৰাম ৰাম * পোলা পাপৰ ভণ্ডাৰ ॥ ২৬৩

---

## ছবি

গাই নতু দুহিবাৰ সময় হোৱন্তে গৈয়া
দামুৰিক মেলন্ত মুৰাৰী।
নেমেল নেমেল বুলি আমি সবে মাতো যেবে
অধিকে হাসন্ত ৰিঙ্গ পাৰি ॥
আমি গৃহ কামে আউল দুইবাৰ দেখিয়া কৃষ্ণে
বানৰগণক লগে লই।
চোৰ যেন দামোদৰ ছেগ চাই পশি ঘৰ
চুৰি কৰি খান্ত দুগ্ধ দই ॥ ২৬৪
সিকিয়াত থওঁ তুলি পিৰা উদুখলে উঠি
তাকো নমাৱন্ত কিনো চাণ্ড।
বানৰক দেন্ত আনি বানৰো নাখাই জানি
কোবাই ভাঙ্গন্ত সবে ভাণ্ড ॥
লুকান নাথাই আন্ত আন্ধাৰতো খুজি পান্ত
শৰীৰৰ ৰত্নে পসৰায়।
যিদিনা নাপান্ত দই আঙুৰি কামুৰি মাৰি
ছৱালক যান্ত কন্দুৱাই ॥ ২৬৫
গোৱালে আনন্দে বেঢ়ি চোৰ বুলি পাৰে গেৰি
কৈক যাইবা কৃষ্ণ নিবো ধৰি।
মাতন্ত ধ্ৰুতালি বাক * ডৱাস আসি কাক
তই চোৰ মই সদগিৰি* ॥
ঘৰ থওঁ লিপি পুচি তাতো ভৰ্চ্চি পলাই যান্ত
আমি হাসি মৰো বুকু ফুটি।
তোমাৰ কোলাত আবে নামাতি আছন্ত কৃষ্ণে
যেন সুবিনীত শিশুগুটি ॥ ২৬৬
কৃষ্ণৰ মুখক চাই হাসি হাসি ৰঙ্গ পাই
গোপীগণে কহে এহি কথা।
তৰতৰ কৰি কৃষ্ণে মাৰৰ মুখক চান্ত
দেখি যশোদাৰ ভৈল বেথা ॥
নাহি ভয় বুলি বাণী বুকত সাবটি আনি
মহা স্নেহে মুখে চুমা দিলা।
এহিমতে নাৰায়ণ ক্ৰীড়িলন্ত অনুক্ষণ
শুনা কহো আৰো শিশুলীলা ॥ ২৬৭

---

## মুখত ব্ৰহ্মাণ্ড

এহিমতে কৃষ্ণে ক্ৰীড়িয়া আছন্তে
পাছে গোপ শিশু জাকে।
কৃষ্ণে মাটি খান্ত বুলি গেৰি পাৰৈ
যশোদা শুনিলা তাকে ॥
খাইবো মুণ্ড বুলি পুত্ৰৰ হাতত
ধৰিলা খেদি গুৱালী।
কেনে মাটি খালি বলাই আদি কৰি
কহৈ সবে ছৱালি ॥ ২৬৮

---

* পোলা—পোৰা ; ধ্ৰুতকথা। ডৱাস—ভয়দেখুৱা। সদগিৰি = সাধু গৃহস্থ।

শুনি ডৰি হৰি মাৰক মাতন্ত
সবে মিছা মাতৈ আই।
খাইলো মাটি যেবে মুখ চায়া তেবে
দেখাৱন্ত বেন্ত বাই॥
পুত্ৰৰ গৰ্ভত সমস্তে জগত
যশোদা দেখন্ত পাছে।
সসাগৰা মহী বায়ু শশি সূৰ্য্য
তাৰাগণো তৈতে আছে॥ ২৬৯
গোকুলে সহিতে আপুনাক তৈতে
দেখিয়া শঙ্কিত সতী।
কিবা স্বপ্ন দেখো কিবা দেৱমায়া
কিবা ভ্ৰম ভৈল মতি॥
নোহন্ত মানুষ পৰম পুৰুষ
জানিয়া লৈলো শৰণ।
বাক্যে মনে যাক তৰ্কিবে নপাৰি
প্ৰণামো তানে চৰণ॥ ২৭০
এন্তে মোৰ পতি যত গোপ গোপী
মই ব্ৰজেশ্বৰী সতী।
যাৰে মায়া হেন কুমতি কৰাৱৈ
তেন্তে আৱে মোৰ গতি॥
যশোদা জানিলা দেখি তুনাই কৃষ্ণে
কৰিলা বৈষ্ণৱী মায়া।
পুত্ৰ বুলি তুলি কোলাত লৈলন্ত
কৃষ্ণক নন্দৰ জায়া॥ ২৭১

---

নন্দ-যশোদাৰ পূৰ্ব্ব বৃত্তান্ত

নৃপতি শুকত পুছন্ত কি তপ
কৰিলা যশোদা নন্দে।
জগন্ত ঈশ্বৰ যাৰ তন পান
কৰিলা আতি আনন্দে॥
মুনিয়ো কহন্ত দ্ৰোণ নামে বসু
আছিলা নন্দে পূৰ্ব্বত।
ধাৰা ভাৰ্য্যা সমে গোকুলক গৈলা
বিধাতাৰ আদেশত॥ ২৭২
সেহি কালে দুইকো ব্ৰহ্মা বৰ দিলা
কৃষ্ণত হৈব ভকতি।
দ্ৰোণে নন্দ ভৈলা ধাৰায়ে যশোদা
দুয়ো ভৈলা উতপতি॥
পুত্ৰ হুয়া কৃষ্ণে সাধিলন্ত প্ৰীতি
ব্ৰহ্মাৰ পালি বচন।
নন্দ যশোদাৰ পৰম ভকতি
বঢ়াইলন্ত নাৰায়ণ॥ ২৭৩

---

ছবি

শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
ভকতিৰ দেখিও মহত।
ব্ৰহ্মা হৰ আদি দেৱ যাক সদা কৰৈ সেৱ
তাঙ্ক গোপী পাইলেক গৃহত॥
যোগীগণে ধ্যান কৰি প্ৰৱন্ধে সমাধি ধৰি
সদায়ে চৰণ চিন্তে যাৰ।
বুদ্ধিৰ গোচৰ নুই ভকতিতে বশ্য হুই
তেন্তে পুত্ৰ ভৈলা যশোদাৰ॥ ২৭৪
যিটো দেৱ ভগৱন্ত নাই যাৰ আদি অন্ত
বেদেয়ো নপান্ত যাৰ সীমা।
তেন্তে বশ্য ভকতিত হেনসে ভকতি হিত
ভকতিৰ কি কৈব মহিমা॥
জানি এৰা আন মতি ভকতিত কৰা ৰতি
ভকতিসে সাধিবে কল্যাণ।
ভকতিত দিয়া মন ভকতিসে মহাধন
নাহি আন ভকতি সমান॥ ২৭৫

চাৰিয়ো বেদৰ মাজে কৃষ্ণৰ নামত বাজে
নাহি গতিদাতা সংসাৰত।
আপুনি ঈশ্বৰ হৰি অৰ্জ্জুনত নিষ্ঠ কৰি
কহিলন্ত কৰি পঞ্চসত্য ॥
নাম সুমৰণে আতি তবে মহা অন্ত্যজাতি
জানি নাম স্মৰিয়ো সৰ্ব্বথা।
মুখে লৰা ৰাম নাম হস্তে কৰা তান কাম
কৰ্ণে শুনা মাধৱৰ কথা ॥ ২৭৬
কেনে আছা বাট চাই বিলম্বক নুযুৰাই
কালে আসি ধৰিল গৰাসি।
নিতে হোৱৈ আয়ুপাত এৰায়ো কালৰ হাত
মাধৱৰ চৰণ উপাসি ॥
ছাৰিয়ো বিষয় ধান্দা ৰাম নাম গলে বান্ধা
জানি সব শাস্ত্ৰৰ যুগুতি।
কৃষ্ণৰ কিঙ্কৰে ভণে ৰাম নাম ঘোষা ঘনে
তেবে পাইবা হাততে মুকুতি ॥ ২৭৭

---

যশোদাৰ দ্বাৰা শ্ৰীকৃষ্ণৰ বন্ধন আৰু যমলাৰ্জ্জুন ভঞ্জন

পদ

পৰীক্ষিত ৰাজাত বদতি শুকমুনি।
দিনেক যশোদা নাৰী নন্দৰ ঘৰিণী ॥
ভিন ভিন কাৰ্য্যে নিযোজিলা সবে দাসী।
মথিবাক লাগিলেক আপুনি দধি আসি ॥ ২৭৮
সুমৰি কৃষ্ণৰ সবে বালক চৰিত্ৰ।
দধিক মথন্তে যশোদায়ে গায়ে গীত ॥
* ক্ষোণী বস্ত্ৰে প্ৰকাশে নিতম্ব কৃশ কটি।
সোণৰ † মেখলা তাতে বান্ধি আছা আটি ॥ ২৭৯
আন্দোলন্তে লৰৈ আতি কুণ্ডল কঙ্কণ।
পুত্ৰৰ স্নেহত স্ৰবৈ কম্পে দুয়ো স্তন ॥
খসি খসি পৰৈ সবে খোপাৰ মালতী।
ঘামিল বদন ভাগৰিলা মহাসতী ॥ ২৮০
কৃষ্ণে সেহিবেলা জননীৰ প্ৰীতি সাধি।
মথনিত ধৰি মথিবাক নেদে দধি ॥
দেখি কোলে লৈয়ো সতী পিয়ালন্ত স্তন।
আনন্দে পুত্ৰৰ চান্ত প্ৰসন্ন বদন ॥ ২৮১
অনন্তৰে দেখন্ত উতলি দুধ পৰে।
পুত্ৰক এৰিয়া সতী গৈলন্ত লৰৰে ॥
স্তন পিবে নাপাই কুপিলন্ত দামোদৰ।
কামোৰন্তে দান্ত আতি অৰুণ অধৰ ॥ ২৮২
কপটে কান্দন্ত নয়নৰ বহে পানী।
ভাঙিলা মথনি হাণ্ডি ‡ পটাপোক হানি ॥
ভুঞ্জন্ত লৱনু কৃষ্ণে কোপে পশি খুপি।
দুধ নমাই আসিয়া দেখন্তে পাছে গোপী ॥ ২৮৩
ভাঙ্গি আছে দৈইৰ হাণ্ডি নলৱৈ বিপত্তি।
পুত্ৰৰ জানিয়া কৰ্ম্ম হাসিলন্ত সতী ॥
কৃষ্ণক নেদেখি তৈত চাহি ফুৰা পাছে।
দেখন্ত ৷ খুপিত উৰলত বসি আছে ॥ ২৮৪
শঙ্কিত নয়নে লৱনুক চুৰি কৰে।
পেহলাই দেই খাই সবে পোষণ বানৰে ॥
হেন দেখি যশোদা হাতত লৈয়া বাৰি।
জুম্পি জুম্পি যান্ত পিম্পৰাৱো নাই সাৰি ॥ ২৮৫
মাৰিবে আসন্ত মাৱ দেখি কৃষ্ণে ডৰে।
দিলন্ত লৰৰ ভিৰে নামি উৰলৰে ॥
পাছে পাছে যশোদা পুত্ৰক নেন্ত খেদি।
ভয়ে যেন পলান্ত মাৰক লাগ নেদি ॥ ২৮৬
যোগী যাক নপায়ে নিৰ্ম্মল মনে সদা।
হেন মাধৱক খেদি ফুৰন্ত যশোদা ॥
শ্ৰোণী ভৰে শিথিল কৰিলে তান গতি।
সুসকিল খোপা খসি পৰল মালতী ॥ ২৮৭
পলাইবে নপাৰি যেন কৃষ্ণে আদাৰই।
কান্দন্ত কপটে দুয়ো হাতে চক্ষু মুই ॥

---

* ক্ষোণী = ক্ষৌম, পাট। † মেখলা = ৰকাল বান্ধা। ‡ পটাপো = পটাগুটি। পাটকু। খুপি = পোদি, কোঠালি। শ্ৰোণী = ডাঙিবা।

ক্ৰোধ নয়নে চান্ত মাৰক ভয়ত ।
লাগ পাই আসি সতী ধৰিলা হাতত ॥ ২৮৮
খাইবো তোৰ মুণ্ড পুতাই আজি যাইবি কই ।
হাণ্ডি ভাঙ্গি সমস্তে কৰিলি নাশ দৈই ॥
ভয়ত কৃষ্ণৰ যেন তনু তৰতৰ ।
দেখিয়া যশোদা বাৰি এৰিলা হাতৰ ॥ ২৮৯
আনিলন্ত আজুৰি ভৰ্চ্ছিয়া বাৰে বাৰ ।
কৃষ্ণক বান্ধিবে মতি ভৈল যশোদাৰ ॥
নজানন্ত গোপী কেন প্ৰভাৱ কৃষ্ণৰ ।
নাহি পূৰ্ব্বাপৰ যাৰ বাহিৰ ভিতৰ ॥ ২৯০
হেন মাধৱক গোপী পুত্ৰ মানি বলে ।
সামান্য শিশুক যেন বান্ধে উড়ুখলে ॥
কৃষ্ণক বান্ধত আতি যশোদা সুন্দৰী ।
নুযুৰিল দেখন্ত আঙ্গুল দুই জৰী ॥ ২৯১
আনি আৰো জৰী সতী তাতে জোৰা দিল ।
বান্ধি চাৰৈঃসিয়ে৷ দুই আঙ্গুল নাটিল ॥
দুনাই জৰী যুৰিয়া গাৰৰ বলে আটে ।
দেখে গোপী তথাপি আঙ্গুল দুই নাটে ॥ ২৯২
এহিমতে গৃহত পাইলন্ত যত জৰী ।
আনি আনি জোৰা দিয়া বান্ধন্ত সুন্দৰী ॥
তথাপিতো নোজোৰৈ আঙ্গুল দুই আসি ।
দেখি সবে গুৱালীৰ বিঙ্গজোত হাসি ॥ ২৯৩
যশোদায়ো হাসন্ত বিস্ময় দেখি কৰ্ম্ম ।
পীড়িলেক ভাগৰে শৰীৰে বহে ঘৰ্ম্ম ॥
মাতৃৰ দেখিয়া শ্ৰম পাছে মনে গুণি ।
কৃপাময় কৃষ্ণে বান্ধ লৈলন্ত আপুনি ॥ ২৯৪
মোহোৰ অধীন ইটো যত ত্ৰিজগত ।
ময়ো ভকতৰ বশ্য দেখায়া লোকত ॥
ব্ৰহ্মা লক্ষ্মী হৰে হেন নপাইলা আহ্লাদ ।
পাইলন্ত কৃষ্ণত যেন যশোদা প্ৰসাদ ॥ ২৯৫
ধন জন পুত্ৰ ভাৰ্য্যা বুলি বিটো মৰে ।
নপাৱে কৃষ্ণক কোটি জন্মৰ অন্তৰে ॥

মহাজ্ঞানীগণে যাক নপাৰন্ত দুখে ।
শ্ৰৱণ কীৰ্ত্তন কৰি পাৱৈ মহাসুখে ॥ ২৯৬
যশোদা গৃহৰ কামে ব্যগ্ৰ হুয়া আছে ।
যমল অৰ্জ্জুন কৃষ্ণে দেখিলন্ত পাছে ॥
কুবেৰৰ পুত্ৰ দুয়ো আপুনাৰ পাপে ।
ভৈল বৃক্ষ জন্ম আসি নাৰদৰ শাপে ॥ ২৯৭
হেন শুনি শুকত সোধন্ত পৰীক্ষিত ।
নাৰদৰো ক্ৰোধ ভৈল কিনো বিপৰীত ॥
কেহেতু শপিলা কহা শুনিবো উৎসুকে ।
শুনা বুলি কহিবাক আৰম্ভিলা শুকে ॥ ২৯৮
নামে মণিগ্ৰীৱ নল কুবেৰ অপৰ ।
মদ্যে মত্ত হুয়া দুয়ো ৰুদ্ৰ অনুচৰ ॥
স্ত্ৰীগণ লৈয়া সঙ্গে কৈলাশ শিখৰে ।
বিবস্ত্ৰে জলত নামি জলক্ৰীড়া কৰে ॥ ২৯৯
হস্তিনী সহিতে যেন দুই মত্ত নাগ ।
আচম্বিতে দুহাঙ্কো নাৰদে পাইলা লাগ ॥
পৰম লজ্জিত হুয়া দেখি নাৰীগণে ।
আথে বেথে বসন পিন্ধিলা তাৰক্ষণে ॥ ৩০০
শ্ৰীমদে অন্ধকাৰ আৰো মদ্যে অচেতন ।
থাকিলা বিবস্ত্ৰে দুয়ো কুবেৰ নন্দন ॥
তাসম্বাক অনুগ্ৰহ কৰিবাক প্ৰতি ।
শাপ দিবে লাগি হেন নাৰদ বদতি ॥ ৩০১
শ্ৰীমদে অন্ধ কৰি যেনমতে মাৰে ।
আন গৰ্ব্বে কৰিবাক তদূৰ নপাৰে ॥
শ্ৰীভৈলে লাগে স্ত্ৰী কৰৈ মদ্যপান ।
অন্ধ হুয়া অনেক পশুৰ লৱে প্ৰাণ ॥ ৩০২
কেতিক্ষণ পড়য় ক্ষণিক ইটো কায় ।
অন্ত কালে হৱৈ গিটো বিষ্ঠা পলু চাই ॥
তাৰ অৰ্থে বৃথা কেনে প্ৰাণী হিংসা কৰে ।
একে নিদাৰুণ স্ত্ৰী মদান্ধত পৰে ॥ ৩০৩
শ্ৰীব্যাধি কৰৈ পুৰুষক হতবুদ্ধি ।
হৱৈ স্বস্থ পাৱৈ যেবে আপদ ঔষধি ॥

সমস্তৰে একে দুখ জানৈ আণ্টা পাই।
নকৰৈ পৰক পীড়া দৰিদ্ৰে দুনাই ॥ ৩০৪
ক্ষুধাত নপাৰৈ অন্ন সুখাই আন্ত মুখ।
এৰৈ অহঙ্কাৰ গৰ্ব্ব মিলৈ মহাসুখ ॥
স্বভাৱে তপস্যা সিজৈ শুদ্ধ হৱৈ মতি।
তেবেসে দৰিদ্ৰে লৱৈ সন্তৰ সঙ্গতি ॥ ৩০৫
বৈষ্ণৱৰ আলাপে নিৰ্ম্মল হৱৈ মন।
তেবেসে কৃষ্ণৰ কৰৈ শ্ৰৱণ কীৰ্ত্তন ॥
হেন জানি দুইৰো আজি গুচাও শ্ৰীমদ।
বৃক্ষ হুয়া থাক দুয়ো লভিয়া আপদ ॥ ৩০৬
মোহোৰ প্ৰসাদে তাতো হৈবি জাতিস্মৰ।
বহি গৈল যেবে দিব্য শতেক বৎসৰ ॥
ভেট পাই কৃষ্ণক নমিবি ভক্তি কৰি।
যাইবি দুনাই স্বৰ্গে দুয়ো দিব্যৰূপ ধৰি ॥ ৩০৭
এহি বুলি দেৱঋষি লৰি গৈলা হাসি।
ভৈল দুয়ো গুহ্যক যমলাৰ্জ্জুন আসি ॥
সত্য কৰিবাক লাগি নাৰদৰ বাণী।
লাসে লাসে নেন্ত কৃষ্ণে উড়ূখল টানি ॥ ৩০৮
মাৱৰ ভিতিক লাগি চান্ত টেৰ কৰি।
দেখিলে আৰবা জোনো নেন্ত মাৰি ধৰি ॥৩
জুম্পি জুম্পি যান্ত আতি সঙ্কোচিত কায়।
মাজ ভৈলা অৰ্জ্জুনৰ উৰল ঘষাই ॥ ৩০৯
অৰ্জ্জুনত লাগি ভৈল উৰল পথালি।
কঙ্কাল ফন্দিয়া টান দিলা বনমালী ॥
আজোড়ে লাগিয়া দুয়ো বৃক্ষ সেহি তালে।
উভৰি পৰিল চণ্ড শবদ আস্ফালে ॥ ৩১০
তাৰে হন্তে দুয়ো দেৱ বাজ ভৈলা পাছে।
মূৰ্ত্তিমন্ত অগ্নি যেন প্ৰকাশন্তে আছে ॥
কৃষ্ণক নমিল আসি শিৰে পাৱ চুই।
কৰিবে লাগিলা স্তুতি কৃতাঞ্জলি হুই ॥ ৩১১
হে কৃষ্ণ অচিন্ত্য প্ৰভাৱ দামোদৰ।
তোমাৰেসে ৰূপ স্থূল সূক্ষ্ম চৰাচৰ ॥
সকলে প্ৰাণীৰে প্ৰভু তুমি অন্তৰ্য্যামী।
তুমি কাল প্ৰকৃতি ঈশ্বৰ তুমি স্বামী ॥ ৩১২
নমো ভগৱন্ত প্ৰভাৱৰ নাহি সীমা।
আপুনাৰ গুণে ছন্ন কৰিছা মহিমা ॥
অৱতৰি সাধিবা দেৱৰ প্ৰয়োজন।
সাধুৰ কল্যাণ সাধি বধিবা দুৰ্জ্জন ॥ ৩১৩
নমো নমো পৰম মঙ্গল বাসুদেৱ।
নমো যদুপতি কৃষ্ণ পৰি কৰো সেৱ ॥
তোমাৰ ভৃত্যৰ ভৃত্য জানিবা আমাক।
নাৰদৰ প্ৰসাদেসে দেখিলো তোমাক ॥ ৩১৪
বাক্য মোৰ নেৰোক তোমাৰ গুণনাম।
তোমাৰ কথাত কৰ্ণে কৰোক বিশ্ৰাম ॥
হস্তে মোৰ থাকোক তোমাৰ কৰ্ম্ম কৰি।
মন মোৰ ৰহোক তোমাৰ পাৱ স্মৰি ॥ ৩১৫
সমস্তে ভূততে তুমি আছা জগন্নাথ।
তাসম্বাক প্ৰণামি থাকোক মোৰ মাথ ॥
তোমাৰ ভক্তক চক্ষু চাউক অনুক্ষণ।
শুনি হৰি হাসি দুইকো বুলিলা বচন ॥ ৩১৬
জানিলো কৰিলা কৃপা দয়ালু নাৰদ।
শ্ৰীগুচাই তোৰা দুইৰো গুচাইলা আপদ ॥
মোৰ ভকতৰ দৰশনে ছিণ্ডে বন্ধ।
যেন সূৰ্য্য উদয়ে চক্ষুৰ গুচৈ অন্ধ ॥ ৩১৭
আমাত ভকতি দুইৰো হৈব অনুক্ষণ।
নিজ থানে যাহা দুয়ো দেৱতা নন্দন ॥
শুনি প্ৰদক্ষিণে প্ৰণামিয়া বাৰম্বাৰ।
গৈলা কৈলাসক দুয়ো কুবেৰ কুমাৰ ॥ ৩১৮
নন্দ আদি গোপগণে শব্দ শুনি ৰব।
পৰিল নিৰ্ঘাত বুলি দিলেক লৰৱ ॥
দেখৈ পৰি আছে দুয়ো অৰ্জ্জুন উভৰি।
বিপৰীত দেখি সবে চাৱৈ পাক ফুৰি ॥ ৩১৯
উড়ূখল টানন্তে আছন্ত নন্দসুত।
অন্যো অন্যে বোলৈ কিবা আশ্চৰ্য্য অদ্ভুত।

ৰাক্ষসে পেহ্লাইলা কিবা বৃক্ষক উভাৰি ॥
কিবা উতপাত ভৈল লক্ষিতে নপাৰি ॥ ৩২০
গোপ শিশুগণে বোলৈ শুনিয়োক বাণী ।
কৃষ্ণ ভাঙ্গিলন্ত মাজে উড়ুখল টানি ॥
দোগোটা পুৰুষ গৈল বৃক্ষৰ বজাই ।
কৃষ্ণয়েৰে কিবা কৈলা আছিলোহো চাই ॥ ৩২১
শিশুৰ বচন বুলি কেহো নামানিল ।
বন্দী হুয়া আছা নন্দে কৃষ্ণক দেখিল ॥
হাসিলন্ত কোনে হেন কৰিলন্ত বুলি ।
বান্ধ মেলি কৃষ্ণক কোলাত লৈল তুলি ॥ ৩২২
এহিমতে জগতৰ গুৰু ভগৱন্ত ।
গোকুলক আনন্দিত কৰিয়া ক্ৰীড়ন্ত ॥
নাচ বুলি বাৰৈ কতো গোৱালে চাপৰি ।
নাচিবে লাগন্ত কৃষ্ণে অঙ্গিভঙ্গি কৰি ॥ ৩২৩
কতো গীত গান্ত কৃষ্ণে গোপীৰ বচনে ।
ছায়া পুতলাক যেন নচাৱৈ যতনে ॥
কেহো বেলা গোপীকাৰ শুনি আজ্ঞা বাণী ।
থাকন্ত চাপৰি ধৰি পানৈ পিৰা খানি ॥ ৩২৪
ভকতৰ বশ্য মই দেখায়া লোকত ।
খেলাৱন্ত মালড়ি গোপগণৰ আগত ॥
নানা বিধ শিশুলীলা কৰি হৃষীকেশ ।
ব্ৰজৰ বঢ়ান্ত হৰি হৰিষ আশেষ ॥ ৩২৫
কোনে ফল লৱৈ বুলি ডাকিল পসাৰি ।
ধান্য দিয়া হাত পাতি থাকন্ত মুৰাৰি ॥
কৃষ্ণৰ হস্তক ভৰি দেই ফল বাছি ।
সুৱৰ্ণ ৰজতে তাইৰ উপচিল পাছি ॥ ৩২৬
কতো দিন ৰাম কৃষ্ণ শিশুগণে বেঢ়ি ।
যমুনা তীৰত ৰঙ্গে খেলাৱন্ত খেড়ি ॥
ডাকিলা ৰোহিণী দুয়ো তনয়ক চাই ।
নাসে ৰাম কৃষ্ণ খেড়ি খেলাইবাক পাই ॥ ৩২৭
হেন দেখি যশোদাক পঠাইলা ৰোহিণী ।
ঘোৰ ৰোলে নাসৈ শিশু চলিয়ো আপুনি ॥
যশোদা সুন্দৰী গৈয়া দেখিলন্ত পাছে ।
প্ৰভাতৰেপৰা কৃষ্ণে খেলাৱন্তে আছে ॥ ৩২৮
পুত্ৰ স্নেহে ডাক ছাড়ি বোলন্ত বচন ।
কৃষ্ণ কৃষ্ণ বাপ পুত্ৰ কমল লোচন ॥
ক্ষুধায়ে পীড়িলে বাপ আছস প্ৰয়াসি ।
ক্ৰীড়া এৰি কোলে চড়ি তন পিউ আসি ॥ ৩২৯
হে ৰাম আইস বাপ কুলেৰ নন্দন ।
ক্ৰীড়াশ্ৰান্ত ভৈলে কৈলে প্ৰভাত ভোজন ॥
গোপৰাজে তোমাক আছন্ত বাট চাই ।
দুইহন্তৰ প্ৰীতি আতি সাধিয়ো পুতাই ॥ ৩৩০
ধূলা লাগি আছে গাৰে কৰা আসি স্নান ।
তোৰ জন্ম নক্ষত্ৰ বিপ্ৰক দেহ দান ॥
দেখ দেখ আনো যত গোপৰ কুমাৰ ।
খায়া দায়া ফুৰৈ ৰঙ্গে পিন্ধি অলঙ্কাৰ ॥ ৩৩১
হেন জানি পুত্ৰ আসি হুয়ো সালঙ্কত ।
পাছে ক্ৰীড়া কৰ বাপ ভুঞ্জি পঞ্চামৃত ॥
জগতৰ চূড়ামণি যিটো দেৱহৰি ।
তাঙ্কে পুত্ৰ বুলি সতী নেন্ত হাতে ধৰি ॥ ৩৩২
ধুৱাই খুৱাই পুত্ৰক পিন্ধায়া অলঙ্কাৰ ।
মিলৈ মহা উৎসৱ ৰোহিণী যশোদাৰ ॥
এহিমতে ভকতৰ গতি নাৰায়ণ ।
গোকুলৰ আনন্দ বঢ়ায়া অনুক্ষণ ॥ ৩৩৩
শুনা সভাসদ পদ মহাভাগৱত ।
হৰি ভকতিৰ দেখা পৰম মহত ॥
দেৱৰ দেৱতা যিটো ব্ৰহ্মাৰো নমস্য ।
ভৈলা ভকতিতে আসি গুৱালীৰ বশ্য ॥ ৩৩৪
মহাজ্ঞানীগণো যাক ধ্যানতো নপান্ত ।
অনন্তৰে সহস্ৰ মুখে যাৰ গুণ গান্ত ॥
হেন হৰি ভৈলা গোপ গোপীৰ সঙ্গতি ।
কোননো নাসাধে বন্ধু কৃষ্ণৰ ভকতি ॥ ৩৩৫
আশা নামে নদী ঘোৰ জল মহাধন ।
নানা বিধ তৃষ্ণা আন্ত ঢৌউ সৰ্ব্বক্ষণ ॥

কাম ক্রোধ ভৈল আত কুম্ভীৰ মগৰ।
নানা তর্ক বিতর্কে গহন ভয়ঙ্কৰ ॥ ৩৩৬
মোহচয় মহাপাক চিন্তায়ে কাখৰ।
দিন ৰাত্রি ভৈল আত বেগ খৰন্তৰ ॥
ক্ষেণে ক্ষেণে নেই ধৈর্য্য বৃক্ষক খসাই।
যত জীৱৰাশি অতে জাজি উটি যায় ॥ ৩৩৭
কৃষ্ণপদ নৌকা বিনে নাযায় তৰণ।
হেন জানি লৈয়ো জান্টে কৃষ্ণত শৰণ ॥
ভকতৰ সঙ্গত শুনিয়ো কৃষ্ণ কথা।
মুখে মাধৱৰ নাম লৈয়োক সর্ব্বথা ॥ ৩৩৮
মাধৱৰ পাদ-পদ্ম নৌকা কৰি সাৰ।
অপ্রয়াসে তৰা আশা নদীৰ নিকাৰ ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে যুগুতি।
বোলা ৰাম ৰাম পাইবা হাততে মুকুতি ॥ ৩৩৯

---

গোপ-গোপীসকলৰ বৃন্দাবনলৈ গমন

**তুলড়ী**

দিনেক আসিয়া বৃদ্ধ বৃদ্ধ গোপে
পাতিলা বসি সমাজ।
নন্দ আদি কৰি চিন্তিবে লাগিলা
গোকুলৰ হিত কায ॥
পাছে উপনন্দ নামে একজন
বৃদ্ধ গোৱালৰ থাগি।
সবাকো সম্মুখি বোলৈ এতিক্ষণে
আস ঐৰ গুচো ভাগি ॥ ৩৪০
অনেক উৎপাত মিলান্তে আছয়
পাইলেক ঐত আপদে।
পূতনাৰ হাতে এৰাইলন্ত কৃষ্ণে
দৈৱে ৰাখিলেক পদে ॥
হৰিৰ কৃপাত উলটি শকট
নপৰিল তান গাত।
আকাশক লাগি শিশুক নিলেক
ঘোৰ দৈত্য চক্রবাত ॥ ৩৪১
শিলাত পৰিল আপুনি মৰিল
কৃষ্ণক ৰাখিলা হৰি।
মহা ভাগ্যে শিশু ইবাৰো এৰাইল
পৰন্তে বৃক্ষ উভৰি ॥
হেন জানি ঐৰ অসুৰো সম্ভৱে
যদি শুনা সবে হিত।
বৃন্দাবন নামে মহাস্থান আছে
সবেয়ো বঞ্চো তহিত ॥ ৩৪২
হেন শুনি সবে এক মতি হুয়া
প্রশংসি বৃদ্ধ গোপক।
সব পৰিৰাৰে শকটত চৰি
লৰিলা বৃন্দাবনক ॥
মহা যত্নে হাতে শৰ ধনু ধৰি
আগ কৰি ডাকে ধেনু।
শিঙ্গা নাদে দিশ বিদিশ পূৰিলা
কতো যায় বায় বেণু ॥ ৩৪৩

---

শ্রীকৃষ্ণৰ বৎসাসুৰ আৰু বকাসুৰ বধ

**ছবি**

শকটত চড়ি লড়ি গোপীগণ যায় সুখে
শোভে তন নতুন কুঙ্কুমে।
কৃষ্ণৰ বালক লীলা সুমৰি সুমৰি ৰঙ্গে
গাৱৈ গীত বসি জুমা জুমে ॥
যশোদা ৰোহিণী যায় একে শকটত চৰি
কৃষ্ণক বামক কোলে লই।
পুত্র দুইৰ কথা মাত উৎসুকে শুনন্ত যান্ত
পাছে পাইলা বৃন্দাবন গই ॥ ৩৪৪

গোপগণ সমে নন্দ অৰ্দ্ধ চন্দ্ৰকাৰ কৰি
গোপপুৰা নিৰ্ম্মিলা তহিত ।
বৃন্দাবন গোবৰ্দ্ধন দেখি যমুনাৰ বালি
ৰামকৃষ্ণ ভৈলা আনন্দিত ॥
নানা শিশু লীলা দেখাই ৰাম কৃষ্ণ দুয়ো ভাই
ভৈলা পাছে বৎসপাল ৰঙ্গে ।
ব্ৰজৰ কাচতে মেলি চাৰন্ত দামুৰি দুয়ো
আনো গোপ শিশুগণ সঙ্গে ॥ ৩৪৫
কুমাৰ কালৰ লীলা দেখায়া বাৰন্ত বেণু
কতো গোৰাগুৰি কৰে ভৰি ।
বেল আমলখা ফলে কতো দলি যুদ্ধ খেলে
গৰু যেন ফুৰন্ত হাণ্ঠুৰি * ॥
মৈৰা কোকিলক চাই সিহাৰন্ত দুয়ো ভাই
যেহেন অজ্ঞান শিশু দুই ।
দিনেক এগোটা দৈত্যে কৃষ্ণক বধিবে মনে
আসিলেক বৎসৰূপ হুই ॥ ৩৪৬

---

**দুলড়ী**

দামুৰিৰ যাক পশি লুকা দিল
কৃষ্ণে দেখিলন্ত পাছে ।
বলাইত ইঙ্গিতে দেখাই আন চলে
গৈলা হৰি আৰ কাছে ॥
লাঙ্গুৰে সহিতে পাছে দুয়ো ভৰি
ধৰি তাক চক্ৰপাণি ।
পাক ফুৰাই আনি কপিত্থক লাগি
পঠাইলন্ত মেলি হানি ॥ ৩৪৭
দৈত্যে প্ৰাণ চাৰি কপিত্থক পাৰি
পৰিল আসি মাটিত ।
গোপ শিশুগণে কৃষ্ণক প্ৰশংসে
মনত হুয়া বিস্মিত ॥
এহিমতে তৈত কৃষ্ণ আদি দেৱে
বৎস অসুৰক মাৰি ।
মুখ্য বৎসপাল হুয়া দুয়ো ভাই
ফুৰন্ত দামুৰি চাৰি ॥ ৩৪৮
সমস্তে বৎসক পিয়াইলন্ত পানী
নমায়া নদীত পাছে ।
গোপ শিশুগণে দেখে গৈয়া তৈত
মহাজন্তু এক আছে ॥
বজ্ৰৰ সন্ধানে পৰ্ব্বত শিখৰ
যেন পৰি আছে খসি ।
বকৰূপ ধৰি দুৰ্ব্বাৰ দানৱে
চুম্পি আছে তৈতে বসি ॥ ৩৪৯
তীক্ষ্ণতৰ ঠোঁঠ দেখি শিশুগণে
ভয়ে কাম্পে তৰতৰি ।
বকে খেদি আসি কৃষ্ণক গিলিলে
চাম্প দিয়া ঠোঁঠে ধৰি ॥
হেন দেখি পাছে গোপ শিশুগণে
যেন গৈল সবে মৰি ।
প্ৰাণ বিনে যেন তনু কিছো নোহে
তাসম্বাৰো তেনে হৰি ॥ ৩৫০

---

**ছবি**

শুনিয়োক সভাসদ কৃষ্ণৰ চৰিত্ৰ ইটো
পাতকৰ সম্যকে অন্তক ।
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে ধাৰে
স্ৰবৈ মহা মুকুতি ৰসক ॥
যত আছে সদ কৰ্ম্ম যাৰ যেন জাতি ধৰ্ম্ম
সবে অপ্ৰয়াসে আন্তে সিজৈ ।
তপ জপ যজ্ঞ যাগ যোগ তীৰ্থ ব্ৰত দান
ইহাতে সমস্তে পুণ্য বীজৈ ॥ ৩৫১

---

* বৎসপাল = গৰখীয়া। † হাণ্ঠুৰি—আঁঠুৰি



বিষয়ৰ যত ভোগ সম্বে কৰৈ উপভোগ
থাকৈ পুত্ৰ দাৰা সম্বন্বিতে ।
নকৰৈ বেদৰ কৰ্ম্ম এৰিলেক নিজধৰ্ম্ম
পৰহিংসা কৰৈ নিতে নিতে ॥
নজানয় জ্ঞান তত্ত্ব ব্ৰহ্মচৰ্য্য তীৰ্থ ব্ৰত
নাহি বিৰকতি বিষয়ত ।
চিতক নিৰ্ম্মল কৰৈ যেন ধৰ্ম্মে পৰিহৰৈ
এৰৈ আন তন্ত্ৰমন্ত্ৰ যত ॥ ৩৫২
কায়বাক্য মনে দৃঢ় কৰিয়া একান্ত চিতে
হৰি নাম লৰৈ মাত্ৰ মুখে ।
সমস্ত ধাৰ্ম্মিকো দুখে যিটো গতি নপাৱয়
সিটো গতি পাৱৈ মহা সুখে ॥
এৰি হেন হৰি নাম কৰি মৰৈ আন কাম
কিনো নৰ ভৈল হতবুদ্ধি ।
সমস্ত ব্যাধিক হৰৈ তথাপি চিতনি মৰৈ
যেন ৰুগী কোচতে অসুধি ॥ ৩৫৩
ক্ষেণে ক্ষেণে আয়ু যায় তথাপি চেতন নাই
কিনো বিপৰীত ভৈল মায়া ।
একে তিলে মৰি যায় এই আছে এই নাই
সম্যকে মেঘৰ যেন ছায়া ॥
জানিয়া একান্ত মতি ভকতিত কৰা ৰতি
ছাড়া চাৰ ভাষ ভুষ কাম ।
সমস্তে দুখক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৩৫৪

---

### পদ

হৰি তাৰ তালুত লাগিলা যেন জুই ।
পেল্লাইলেক ছাদি বকে বিমূৰ্চ্ছিত হুই ॥
কংস সখা বক ৰূপী দানৱ দুৰ্জ্জনে ।
দুনাই ঠোঠে ধাইল কোপে প্ৰহাৰিবে মনে ॥ ৩৫৫

দেখিয়া তেখনে কৃষ্ণে উঠিয়া আচোটে ।
চাম্প দিয়া দুই হাতে ধৰি দুই ঠোঠে ॥
গোপ শিশুগণে ৰঙ্গে চাহি আছে তাক ।
লীলায়ে ছিৰিলা যেন বিৰিণা পাখাক ॥ ৩৫৬
দেখি দেৱতাৰ বৰ আনন্দ মিলিল ।
কৃষ্ণৰ শিৰত দিব্য পুষ্প বৰষিল ॥
বাইল শঙ্খ ভেৰী ৰঙ্গে বুলি স্তুতি বাক ।
পৰম বিস্ময় ভৈলা গোপ শিশুজাক ॥ ৩৫৭
কৃষ্ণক সাৱটি সবে তুলিলন্ত হাস ।
প্ৰাণ পাইলে হৰৈ যেন তনুৰ উল্লাস ॥
বৎস লৈয়া আইলা সবে ব্ৰজক উলটি ।
বকৰ বধক কৈলা ব্ৰজত প্ৰকটি ॥ ৩৫৮
শুনি গোপগণ ভৈলা পৰম বিস্ময় ।
মৰি উপজিলা আজি নন্দৰ তনয় ॥
বেঢ়ি বেঢ়ি কৃষ্ণক চাহাৰে ৰঙ্গমনে ।
পৰম অমৃত যেন পিয়ন্ত নয়নে ॥ ৩৫৯
অন্যো অন্যে বোলৈ শুবা দেখিয়ো অদ্ভুত ।
শিশুৰ মৃত্যুৰ দশা গৈলয় বহুত ॥
আঙ্ক হিংসিবাক আসে যত দৈত্য সঙ্গ ।
আপুনিসে মৰৈ যেন অগ্নিত পতঙ্গ ॥ ৩৬০
গৰ্গে গণি কহিলেক সাৰ্থক বচন ।
ইটো শিশু দুয়ো গুণে যেন নাৰায়ণ ॥
এহিমতে গোপ-গোপী কহি কৃষ্ণ কথা ।
নাজানিলা সংসাৰৰ বেদনাক তথা ॥ ৩৬১
এহিমতে ৰাম-কৃষ্ণ ক্ৰীড়ন্তে আশেষ ।
পাঞ্চ গুচি ভৈল ছয় বৰিষ প্ৰবেশ ॥

---

### শ্ৰীকৃষ্ণৰ বনভোজনলৈ গমন

শুক মুনি বদন্তি শুনিয়ো পৰীক্ষিত ।
শুনা সুখে কহো আৰো কৃষ্ণৰ চৰিত্ৰ ॥ ৩৬২

কদাচিত বনত ভুঞ্জিবে ইচ্ছা কৰি।
প্ৰভাতে উঠিয়া শিঙ্গা ডাক দিলা হৰি॥
নিসান বুজিয়া গোপ শিশু অসংখ্যাত।
লৈলা সিকিয়াত বান্ধি কান্ধে দধি ভাত॥ ৩৬৩
গাৱে গাৱে অসংখ্যাত দামুৰি আগ কৰি।
লৰি গৈলা হাতে শিঙ্গা বেত বাঁশী ধৰি॥
কৃষ্ণৰ অসংখ্য বৎস তাকো বাটি লই।
চৰাৱৈ বনত ৰঙ্গে আপুনো ক্ৰীড়ই॥ ৩৬৪
পিন্ধে মৈৰা পাখি গুঞ্জ থোকা কিশলয়।
কৃষ্ণক আৰৰি বৃন্দাবনে উমলয়॥
কেহো কাৰ সিকিয়াক চুৰি কৰি আনি।
জানৈ যেবে দূৰক পেলাৱৈ মিলি হানি॥ ৩৬৫
আউৰ গোটে তহিৰো * পেলাৱৈ অন্তৰায়।
হাসি হাসি দেই পাছে আনিয়া দুনাই॥
যেবে দূৰহন্ত কৃষ্ণ চাহান্তে বৎসক।
প্ৰতিজ্ঞা কৰিয়া চোৱৈ লৰৰি কৃষ্ণক॥ ৩৬৬
ভ্ৰমন্ত আনন্দে কতো শিঙ্গা বাঁশী বায়।
পক্ষীৰ ছায়াৰ লগে কতো ফুৰৈ ধাই॥
কুলিক শিহাৰি কতো কুহু কুহু কৰে।
ভ্ৰমৰৰ লগে কতো কৌতুকে গুঞ্জৰে॥ ৩৬৭
হংসৰ লগত কতো ফুৰৈ ভৰি খুম্পি।
বকৰ লগত কতো বসি থাকৈ চুম্পি॥
মৈৰাৰ লগত কতো ৰঙ্গে কৰৈ চালি।
চাম্প দিয়া ধৰৈ বানৰৰ লাঞ্জ পালি॥ ৩৬৮
কতো বৃক্ষে চৰি বানৰক লগাই মাত।
কৰৈ আতি ভ্ৰূকুটি খেকট কৰি † দান্ত॥
বেঙ্গৰ লগত কতো ফুৰৈ ডের পাৰি।
কতো খলখলি হাসৈ ছায়াক সিয়াৰি॥ ৩৬৯
মহাভকতৰ যিটো পৰম দৈৱত ‡।
মহাযোগীগণে যাক নেদেখৈ ধ্যানত॥
হেন ব্ৰহ্ম চক্ষুৰ গোচৰ ভৈল যাৰ।
কতনো বৰ্ণাইবো ভাগ্য ব্ৰজৰ প্ৰজাৰ॥ ৩৭০
শিশুগণে মহাপুণ্য কৰি আছে কত।
অনুক্ষণে ক্ৰীড়ে ৰঙ্গে কৃষ্ণৰ লগত॥

---

অঘাসুৰ বধ

আত অনন্তৰে কথা শুনিয়োক পাছে।
অঘ নাম অসুৰ তথাতে চুম্পি আছে॥ ৩৭১
বক পূতনাৰ সিটো সোদৰ কনিষ্ঠ।
কংসে পাঞ্চিলেক চিন্তে কৃষ্ণৰ অনিষ্ট॥
কৃষ্ণ সমে ক্ৰীড়ে দেখি গোপশিশুচয়।
কটকটাই আখি মনে গুণৈ দুৰাশয়॥ ৩৭২
এহি কৃষ্ণে বধি আছে ভাতৃ ভগিনীক।
আক আজি মাৰিয়া তৰ্পিবো সিটো দুইক॥
হেন মনে গুণি দুষ্ট দৈত্য পাতি কাপ।
আগ ভেণ্টি ভৈল ঘোৰ অজগৰ সাপ॥ ৩৭৩
দীৰ্ঘে এক যোজন যুৰিল কলেৱৰ।
বাইল বেন্ত গোট যেন গিৰি গহ্বৰ॥
তল ওঠ গোট নমাই মাটিত থাপিল।
ওপৰৰ ওঠ গৈয়া মেঘত লাগিল॥ ৩৭৪
পৰ্ব্বতৰ শৃঙ্গ যেন দান্ত দুই পালি।
মেলিলেক জিহ্বাখান যেন বাজআলি॥
প্ৰচণ্ড বতাস যেন নিশ্বাস ফোকাৰে।
ৰঙ্গী দুই চক্ষু মই আঙ্গনি আকাৰে॥ ৩৭৫
বৎস লৈয়া আসি দেখিলেক শিশুজাক।
সিটো বৃন্দাবনৰ প্ৰদেশ মানি তাক॥
অন্যো অন্যে বোলে ওবা যেন সৰ্প পাই।
আমাক গিলিবে লাগি আছে বেন্ত বাই॥ ৩৭৬
ৰঙ্গা মেঘ খণ্ড যেন ওপৰ ওঠ লেখি।
মেঘৰ ছায়াক তল ওঠ হেন দেখি॥
গিৰি শৃঙ্গ ভৈল যেন দান্ত দুই পালি।
জিহ্বা যেন প্ৰকাশে বহল বাজ আলি॥ ৩৭৭

* তহিৰো—তাৰপৰাও। † খেকটকৰি—দাঁতনিকতাই। ‡ দৈৱত—দেৱতা।

আমাক গিলিবে লাগি কৰিছৈ প্ৰবন্ধ।
কৃষ্ণৰ হাতত আৰ পৰিবেক কন্ধ॥
এহি বুলি থমকিলা গোপ শিশুগণ।
উলটি কৃষ্ণৰ দেখৈ প্ৰসন্ন বদন॥ ৩৭৮
নাহি ভয় বুলি সবে বজায়া চাপৰি।
অঘৰ গৰ্ভত সবে পশিলা ৰঙ্গ কৰি।
কৃষ্ণে জানিলন্ত পাছে মিলিল অন্যায়।
গিলিবাক লাগি আছে সৰ্পে বেন্ত বাই॥ ৩৭৯
বাধিবে খোজন্তে গৈয়া পশিল গৰ্ভত।
ভকত অভয়দাতা গুণন্ত মনত॥
হা নষ্ট ভৈল মোৰ গোৰক্ষ দামুৰি।
এতিক্ষণে কৰিবে জীৰ্ণ ডুৰ্ব্বাৰ অসুৰি॥ ৩৮০
কেনমতে ৰাখো অসুৰক কৰো হত।
হেন চিন্তি পশিলন্ত অঘৰ গৰ্ভত॥
মেঘত লুকায়া দেৱে কৰে হাহাকাৰ।
ইবাৰ বুৰিল আৰে সমুলি আমাৰ॥ ৩৮১
অঘৰ বান্ধৱ যত দৈত্য মহাবলী।
জোকাৰ পাৰিয়া হাসিলেক খল খলি॥
জীৰ্ণ কৰিবাক চাৰৈ অসুৰ নিস্খল।
বাঢ়িবে লাগিলা বেগে কৃষ্ণে ভেণ্টি গল॥ ৩৮২
নিৰোধিলা কণ্ঠ তাৰ নিশ্বাস নোহ্লাই।
পাৰৈ মোৰামূৰি ডুয়ো চক্ষু উলটাই॥
পেট ফিঙ্কি ভিতৰত বায়ু দিলে টান।
মূৰ্দ্ধা ফুটি অসুৰৰ বাজ ভৈল প্ৰাণ॥ ৩৮৩
মৰিল গোৰক্ষ গৰু কৃষ্ণে আণ্টা * পাইল।
অমৃত নয়নে চাই ভেখনে জীয়াইল॥
আগ কৰি সবাকো সাধিয়া দেৱকাজ।
অঘৰ গৰ্ভৰপৰা ৰঙ্গে ভৈলা বাজ॥ ৩৮৪
অঘৰ অদ্ভুত তেজপুঞ্জ জ্বলি আসি।
কৃষ্ণত পশিল দশো দিশক প্ৰকাশি॥
দেখি ত্ৰিদশৰ বৰ কৌতুক মিলিল।
কৃষ্ণৰ শিৰত দিব্য পুষ্প বৰিষিল॥ ৩৮৫
অপেস্বৰা নাচে গাৱৈ গন্ধৰ্ব্বে মৃদঙ্গ।
জয়ধ্বনি কৰৈ দেৱে অনেক পায়া ৰঙ্গ॥
শুনি ব্ৰহ্মা তাৰক্ষণে মিলিলন্ত ভয়।
কৃষ্ণৰ মহিমা দেখি ভৈলন্ত বিস্ময়॥ ৩৮৬
সিটো অজগৰৰ শুখাল যেবে চাল।
গোপগণে তাত ক্ৰীড়িলেক বহু কাল॥
অঘৰ বধক সবে গোপৰ কুমাৰে।
কহিলেক গৈয়া এক বৰিষ অন্তৰে॥ ৩৮৭
ইটো কৰ্ম্ম কৃষ্ণৰ অদ্ভুত কিছো নুই।
অঘো মহা মোক্ষক পাইলেক যাক চুই॥
মনে কল্পি হৃদয়ত প্ৰতিমা যাহাৰ।
যিটো জনে প্ৰৱন্ধিয়া চিন্তে একবাৰ॥ ৩৮৮
সিয়ো পাৱৈ উত্তম ভক্তৰ যিটো গতি।
সাক্ষাতে আছিলা আত কি কৈবো সম্প্ৰতি

---

### গোপবালকৰ সৈতে শ্ৰীকৃষ্ণৰ বন ভোজন

শুনি কুৰু নৃপতিৰ মিলিল সংশয়।
পুছিলন্ত কথা ডুনাই শুকত বিনয়॥ ৩৮৯
কি কাৰণে গোপ শিশুগণ নিৰন্তৰে।
অঘ বধ কৈলা এক বৰিষ অন্তৰে॥
কহিয়োক শুক গুৰু ধন্য ধন্য জীও।
কৃষ্ণৰ অমৃত কথা তয়ু মুখে পিও॥ ৩৯০
নৃপতি পুছিলা শুকে কৃষ্ণক স্মৰিল।
লাগিল সমাধি মন আনন্দে মজিল॥
কথমপি তৈৰপৰা চিত কৰি বাজ।
বোলন্ত শুনিয়ো ভাগৱত মহাৰাজ॥ ৩৯১
সাৰ্থক পুছিলা ধন্য কৌৰৱ নন্দন।
কৃষ্ণৰ কথাত শ্ৰদ্ধা বাঢ়ে অনুক্ষণ॥
বিষ্ণু ভকতৰ সিটো সহজ লক্ষণ।
সদা মাধৱৰ কৰৈ শ্ৰৱণ কীৰ্ত্তন॥ ৩৯২

---

* আণ্টা—আটা; গম।

কৃষ্ণৰ কথাত ক্ষেণে ক্ষেণে প্ৰীতি বাঢ়ে।
যেন কামাতুৰে স্ত্ৰীৰ আলাপ নাছাৰে ॥
মহা গোপ্য কথা ইটো যদ্যপি নৃপতি।
তথাপি তোমাত কহো শুনা একমতি ॥ ৩৯৩
মৃত্যুত ৰাখিয়া কৃষ্ণে বৎস শিশুগণ।
যমুনাৰ বালি নমাই বুলিলা বচন।
দেখিয়ো কোমল বালি কেন ৰম্য থান।
পদ্ম গন্ধে ভ্ৰমৰক কৰয় আহ্বান ॥ ৩৯৪
বেঢ়ি বেঢ়ি পদ্মক গুঞ্জৰৈ হুয়া মত্ত।
দেখা বৃক্ষো মাতৈ যেন ইহাৰ লগত ॥
বেলা গৈল আসা ঐতে কৰিয়ো ভোজন।
পানী পিয়া কাছতে চৰোক বৎসগণ ॥ ৩৯৫
গোপ শিশুসকলে কৃষ্ণৰ শুনি বাণী।
গাৰে গাৰে বৎসক পিয়াইলা নিয়া পানী ॥
থৈলা দধি ভাত সিকিয়াৰ পৰা মেলি।
কৃষ্ণে সমে ভুঞ্জিবে লাগিলা কৰি কেলি ॥ ৩৯৬
কৃষ্ণৰ চৌভিতি সবে গোপৰ কুমাৰে।
বসিলা অনেক শাৰী মণ্ডল আকাৰে ॥
কৃষ্ণক সমুখে চাই প্ৰফুল্ল লোচন।
কৰন্ত প্ৰকাশ সবে গোপ শিশুগণ ॥ ৩৯৭
মাধৱক মধ্য কৰি কৰে সবে খেৰি।
পদ্মৰ চকাক যেন পত্ৰে আছে বেঢ়ি ॥
পদ্মৰ কৰ্ণিকা ভৈলা নন্দৰ তনয়।
গোপ শিশুগণ পদ্ম পত্ৰৰ আম্বয়া ॥ ৩৯৮
কেহো পুষ্প পত্ৰন্ত থৈলন্ত দধি ভাত।
ফল পল্লৱত কতো থৈলা সিকিয়াত ॥
শিলাচয় পাৰি কতো কতো থৈলা অন্ন।
কৰন্ত হৰিষে শিশু সমস্তে ভোজন ॥ ৩৯৯
অন্যো অন্যে দেখান্ত কতো হাত তুলি।
সবাতো অধিক মোৰ অন্ন স্বাদ বুলি ॥
চাম্প দিয়া নিয়া আউৰ জনে ভুঞ্জে আসি।
তাক দেখি সৱস্তবে বিজবোত্ত হাসি ॥ ৪০০

চুৰি কৰি দধি দুগ্ধ কেহো নেই লুটি।
হাসৈ হসুৱাৰৈ কতো কৰিয়া ভ্ৰুকুটি ॥
এহিমতে কৃষ্ণে সমে ভুঞ্জে শিশুগণ।
শুনিয়ো ভুঞ্জন্ত যেনমতে নাৰায়ণ ॥ ৪০১
পৰম ঈশ্বৰ হুয়া দধি ভাত মেলি।
ভুজন্ত কৰিয়া কৃষ্ণে বালকৰ কেলি ॥
বাম কাষে শিঙ্গা বেতৰিত † আটি লই।
মোহন বংশীক আনি বেৰটিত ‡ থই ॥ ৪০২
অঙ্গুলিত ফল বাম হাতে লৈয়া গ্ৰাস।
সুহৃদ শিশুক চাই কৰি পৰিহাস ॥
হসুৱাই সবাকো ভুঞ্জন্ত যদুৰায়।
দেৱগণে আনন্দে আকাশে আছে চায় ॥ ৪০৩
এহিমতে ৰঙ্গ ঢঙ্গ কৰি বিপৰীত।
ভুঞ্জে শিশুগণে গোবিন্দত দিয়া চিত ॥
অনন্তৰে বৎসচয় চৰি তৈৰ হন্তে।
তৃণলোভে বনমাজে পশিল চৰন্তে ॥ ৪০৪
বৎসক নেদেখি পাছে গোপ শিশুচয়।
চকিত নয়নে চাৰৈ হুয়া মহাভয় ॥
পেলাইবাক চাহাৰৈ মুখৰ দধি ভাত।
দেখিয়া মাধৱে নিষেধিলা তুলি হাত ॥ ৪০৫
নাহি ভয় সখি সব নেৰিবা ভোজন।
এতিক্ষণে আনিবো বিচাৰি বৎসগণ ॥
সমস্তে শিশুক চাই বুলিয়া আশ্বাস।
লৰি গৈলা গোবিন্দো হাতত লৈয়া গ্ৰাস ॥ ৪০৬
দামুৰিৰ খোজগুড়ি যান্ত একেশ্বৰে।
অনেক সঙ্কট স্থান পৰ্বত গহ্বৰে ॥
লতাৰ সান্ধিত § পশি নিহালি v পজাল †।
বৎসক বিচাৰি বনে ভ্ৰমন্ত গোপাল ॥ ৪০৭
শুনা সভাসদ ভাগৱত নিৰন্তৰ।
সেৱক বৎসল নাহি মাধৱত পৰ ॥
ভকতৰ পদে কৃষ্ণ আকুল আপুনি।
হেনয় হৰিক নভজয় কোন গুণী ॥ ৪০৮

---

* আম্বয় = সদৃশ। বেতৰি—কাবলতি। ‡ বেৰটি—বেৰপেটি। § সান্ধি (সন্ধি)—জোঁট; বহুত লতা জোপোহা হৈ থকা।
v নিহালি—দেখি। † পজাল = ভৰিৰ খোজ।

দেখা কেন বিপৰীত লীলা মাধৱৰ।
যিটো ব্ৰহ্ম নুহিকন্ত জ্ঞানৰ গোচৰ॥
যিটো অন্তৰ্য্যামী যজ্ঞভোক্তা ভগৱন্ত।
হেন হৰি গোপ শিশু লগত ভুঞ্জন্ত॥ ৪০৯
হেন কৃপাময় দেৱ কৈত পাইবা আৰ।
জানিয়া কৃষ্ণৰ চৰণক কৰা সাৰ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ ভকতিতে পাই।
হেন চিন্তামণি জন্ম হাততে হৰায়॥ ৪১০
ভৈল একাকাৰ লোক কলিত সম্প্ৰতি।
হৰি নাম বিনা কাৰো নাহি আন গতি॥
কলিৰ লোকৰ মন মলিন অপাৰ।
অন্যত্ৰ ধৰ্ম্মত কাৰো নাহি অধিকাৰ॥ ৪১১
ৰাম হেন দুগুটি অক্ষৰ যিটো নৰে।
পৰম শ্ৰদ্ধায়ে আৰু সৰ্ব্বদায়ে স্মৰে॥
সিসে নৰে তৰে ঘোৰ সংসাৰ আপদ।
অনায়াসে পাৱে সুখে মুকুতি সম্পদ॥ ৪১২
সত্য যুগে যেন ফল পাৱে ধ্যান কৰি।
মহা মহা যজ্ঞে ত্ৰেতা যুগে যজি হৰি॥
যেন ফল পাৱে পূজা কৰি দ্বাপৰত।
পাৱে সবে ফল কলিযুগে কীৰ্ত্তনত॥ ৪১৩
হেন জানি কৃষ্ণত ভজিয়ো সবে নৰে।
নাহি আন দেৱ বন্ধু মাধৱত পৰে॥
দুৰ্ঘোৰ সংসাৰ যাৰ নাম লৈলে তৰি।
শঙ্কৰে ৰচিল ডাকি বোলা হৰি হৰি॥ ৪১৪

**ব্ৰহ্মাই গোপবালক, গৰু, দামুৰি আদি চুৰ কৰি নি লুকাই ৰাখে।**

**ছবি**

অনন্তৰে ব্ৰহ্মা আসি অঘ অসুৰৰ মোক্ষ
দেখি হুয়া পৰম বিস্মিত।
বালক কৃষ্ণৰ আৰো মহিমা দেখিবো বুলি
সেহি বেলা মিলিলা তহিত॥
গোৰক্ষ দামুৰিচয় চুৰি কৰি যোগবলে
প্ৰৱন্ধ কৰিয়া লুকাই থৈল।
চাও আবে কেনমতে কৃষ্ণে খুজি পান্ত বুলি
ব্ৰহ্মা নিজ থানে চলি গৈল॥ ৪১৫
বনত বিচাৰি যেবে দামুৰি নাপাইলা কৃষ্ণে
দুনাই আসি নামিলা ৱালিত।
নিহালন্ত যদুৰায় গোৰক্ষ গোটেকো নাই
চক্ষু বলাই দেখন্ত তহিত॥
পুনৰপি পশি বনে বিচাৰন্ত নাৰায়ণে
নেদেখিয়া গোৰক্ষ দামুৰি।
হৃদয়ত ধ্যান কৰি তেখনে জানিলা হৰি
ব্ৰহ্মা আসি নিলা চুৰ কৰি॥ ৪১৬

**শ্ৰীকৃষ্ণৰ গৰু, দামুৰি আৰু গোপবালক ৰূপ ধাৰণ**

গুণিলন্ত চক্ৰপাণি গোৰক্ষ দামুৰি নেনি
যদি যাও ব্ৰজক উপেক্ষি।
তাসম্বাৰ মাতৃলোকে মৰিবেক কান্দি শোকে
নিজ পুত্ৰচয়ক নেদেখি॥
ব্ৰহ্মা যিবা আছা থই যাও যদি তাকে লই
নাপাইবা আনন্দ সৃষ্টিকৰে।
হেন বিমৰিষ কৰি আপুনি ভৈলন্ত হৰি
গোৰক্ষ দামুৰি নিৰন্তৰে॥ ৪১৭
যাৰ যেতমান তনু যাৰ যেন বেত বেণু
বসন সিকিয়া অলঙ্কাৰ।
যাৰ যেন ঠান মাত নাক মুখ ভৰি হাত
ভৈলা হৰি সকলে আকাৰ॥
যাৰ যেন গুণ গতি বয়স আকৃতি প্ৰতি
ভৈলা সবে জগত নিবাস।
সবে বিষ্ণুময় যিটো বেদবাক্য আছে সিটো
ভৈলা যেন সাক্ষাতে প্ৰকাশ॥ ৪১৮

অনন্তৰে দেৱ হৰি সমস্তৰে ৰূপ ধৰি
মহাৰঙ্গে লৰিলা ব্ৰজক ।
শিশুগণে যায় বেঢ়ি কৰিয়া বিবিধ খেৰি
আগ কৰি সমস্তে বৎসক ॥
বেলগায়া দামুৰিক ঘৰে ঘৰে লগাই ঠিক
থৈলা নিয়া গোবিন্দে আপুনি ।
প্ৰবেশিলা ঘৰে ঘৰে মাতৃগণো অনন্তৰে
পুত্ৰৰ বংশীৰ ধ্বনি শুনি ॥ ৪১৯
আথে বেথে উঠি গই সাৰট্টি কোলাত লই
কৰে সবে পুত্ৰ শিৰ ঘ্ৰাণ ।
স্নেহে স্ৰৱে তন আসি ব্ৰহ্মক তনয় মানি
কৰাইলা আনন্দে সবে পান ॥
পাছে নমাই থৈয়া মাৰে কুড় কষাই ঘসি গাৱে
ধুৱাই খুৱাই পিন্ধাই অলঙ্কাৰ ।
চায়া থাকৈ পুত্ৰ মুখ এড়াইল সংসাৰ দুখ
মিলৈ মহোৎসৱ তাসম্বাৰ ॥ ৪২০
পূৰ্ণানন্দ দেৱ হৰি সমস্তে গোকুল ভৰি
লীলাভাৱে কৰন্ত বিহাৰ ।
যোগীজনে চিন্তে যাক গৃহতে পাইলেক তাক
কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ ॥
কৃষ্ণে শিশুৰূপে আতি অঙ্গি ভঙ্গি কৰি মাতি
সমস্তে মাতৃক হস্তুৰাস্ত ।
সন্ধ্যা হৱৈ উপস্থিত শুনা পাছে পৰীক্ষিত
যেন ধেনুগণৰ বৃত্তান্ত ॥ ৪২১
যত ধেনুগণ আসি আথে বেথে গোষ্ঠ পশি
কৰিয়া হুঙ্কাৰ মহা ঘোষ ।
বৎসগণো আসৈ ধাই ব্ৰহ্মক তনয় পাই
মিলৈ মহা মনত সন্তোষ ॥
ওসাবৰ দুগ্ধ স্ৰৱৈ বৎসক পিয়াইবে লৱৈ
চেলেকন্তে অঙ্গ যেন গিলৈ ।
স্নেহত তীয়াৱে গাৱ উপজয় প্ৰেমভাৱ
পৰম আনন্দ মনে মিলৈ ॥ ৪২২

কৃষ্ণক তনয় পাই স্নেহলতা বাঢ়ি যায়
ব্ৰজৰ প্ৰজাৰ অনুক্ষণ ।
তাক ঢাকিবাক হৰি নপাৰিলা যত্ন কৰি
প্ৰেমে প্ৰলম্পিয়া বৱৈ যেন ॥
আপুনি গোৰক্ষ হৰি আপুনাকে বৎস কৰি
বৰিষেক ফুৰন্ত চৰায় ।
বৃন্দাবন প্ৰদেশত কৰি ক্ৰীড়া নানামত
এহিমতে আছা যদুৰায় ॥ ৪২৩
বলভদ্ৰো থাকি তথা নাজানিলা ইটো কথা
তাহাঙ্কো মুহিলা দামোদৰে ।
বৰিষেক ভৈল অন্ত যেন মতে জানিলন্ত
শুনা কথা আত অনন্তৰে ॥
নমো নমো নাৰায়ণ নিৰাকাৰ নিৰঞ্জন
নাহি পূৰ্ব্বাপৰ অন্ত যাৰ ।
হেনয় কৃষ্ণক সেৱি ৰচিলা শঙ্কৰ কবি
মহাভাগৱতৰ পয়াৰ ॥ ৪২৪
শুনিয়োক সৰ্ব্বজন কৃষ্ণত অৰ্পিয়ো মন
মহাভাগৱত কথা সাৰ ।
ইসে পুৰাণৰ সূৰ্য্য ভকতিৰ প্ৰকাশক
সমস্তে বেদৰ সাৰোদ্ধাৰ ॥
শুনা আৰ তত্ত্ব ভেদ কল্পতৰু ভৈলা বেদ
তাৰ ফল মহাভাগৱত ।
নাহি সাৰ সিঠা চাল নাছিলেক এতকাল
স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত ॥ ৪২৫
স্বাদত অমৃতময় কেৱলে আনন্দ ৰস
আছিল পূৰ্ব্বত বৈকুণ্ঠত ।
কৃষ্ণৰ কৃপাত পাছে অৰ্দ্ধেক বয়স গৈলে
পাইলা ব্ৰহ্মা পদ্ম কলপত ॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক
নাৰদো ব্যাসক আনি দিলা ।
নগৈল জিলেকো ভাগি ইডালে সিডালে লাগি
শুকমুখে আটিত নামিল ॥ ৪২৬

কৰা পান ফল ইটো যাৰ আছে ভাগ্য যিটো
ৰসবিভাবনত * চতুৰ।
সাধু সঙ্গে যত্ন কৰি কৃষ্ণ কথা কৰ্ণে ভৰি
সমস্তে আপদ কৰা দূৰ॥
গিলৈ কাল সৰ্পে পাই তিলে তিলে আয়ু যায়
জানি লৰা পথৰ সম্বল।
পদ্মৰ পত্ৰৰ নীৰ পৰি যেন নুহি থিৰ
সেহিমত জীৱন চঞ্চল॥ ৪২৭
মাধৱেসে পিতা মাতা ভকত অভয় দাতা
মাধৱত বিনে আন নাই।
হেন জানি যত্ন কৰি ডাকি বোলা হৰি হৰি
হৰি বিনে ব্যৰ্থে আয়ু যায়॥

---

বলভদ্ৰৰ মোহ

পদ

শুনা কৃষ্ণ কথা পৰীক্ষিত মহাশয়।
বৰিষৰ আছে যেবে দিনা পাঞ্চ ছয়॥
এক দিনা বৎসক চাৰন্তে নাৰায়ণ।
শ্ৰেষ্ঠ ৰামে সমে প্ৰবেশিলা বৃন্দাবন॥ ৪২৮
সেহি সময়ত ধেনুগণ নিৰন্তৰে।
চৰাবৈ গোৱালে গোবৰ্দ্ধনৰ শিখৰে॥
বিদূৰৰেপৰা পাছে বৎসক দেখিল।
মিলিলা আনন্দ মনে চেতন হৰিল॥ ৪২৯
আনন্দতে আপুনাকো পাসৰি লৰড়ে।
বেগে জাম্প দিয়া পৰ্ব্বতৰপৰা পৰে॥
ওসাৰৰ দুগ্ধ স্ৰৱে লৰৰয় পালে।
দেখি ডাঙ্গ তুলি আগে ভেটিলা গোৱালে॥ ৪৩০
লাম্ফ দিয়া গোৱালকো ডেৰৈ হুঁহ বুলি।
সঙ্কোচিত লাঙ্গ গল উপৰক তুলি॥
বৎসক সম্মুখে ধাবৈ তেজি হাম্বাৰাৱ।
বেগত সবাৰো যেন দেখি দোধো † পাৱ॥ ৪৩১
বায়ু বেগে বৎসক স্থৰিতে পায়া লাগ।
পিয়াইবে লাগিলা তন আতি অনুৰাগ॥
গিলৈ যেন অঙ্গক ছেলেকে সৰ্ব্বগাৱ।
পুলকিত তনু উপজিল প্ৰেম ভাৱ॥ ৪৩২
আনন্দ সাগৰে মন মজিল একান্ত।
গোৱালৰ শুনা আবে যি ভৈলা বৃতান্ত॥
ধেনুক ৰাখিবে নপাৰিয়া গোপগণ।
কোপে অপমানে সবে চোবাবৈ দশন॥ ৪৩৩
দুৰ্গম পথত সবে পায়া মহা দুখ।
কাম্পে ওঠ ভ্ৰূকুটি কুটিল আতি মুখ॥
ক্ৰোধে খেদি যায় ডাঙ্গ উপৰক তুলি।
কৈক যাইবে আজি কোবাই মাৰিবো সমুলি॥ ৪৩৪
এহিমতে খেদে গৈয়া দেখিলেক পাছে।
গোবৎস সহিতে নিজ পুত্ৰগণ আছে॥
দৰশনে পুত্ৰক যুৰাই গোপগণ।
স্নেহ ৰস সাগৰত নিমজিল মন॥ ৪৩৫
ক্ৰোধ দুখ গুচিল পুত্ৰক পায়া লাগ।
হৃদয়ত আতি উপজিল অনুৰাগ॥
আছাৰি পেলাইল সবে হাতৰ লাখুটি।
বাহু মেলি তনয়ক ধৰিলা সাৱটি॥ ৪৩৬
আনন্দে আলিঙ্গি কৰিলেক শিৰ ত্ৰাণ।
পাইল মহা হৰিষ শীতল তনু প্ৰাণ॥
সিহৰিল লোম নয়নৰ ঝৰে নীৰ।
তিয়াইলা লোতক সবে পুত্ৰৰ শৰীৰ॥ ৪৩৭
মিলৈ ব্ৰহ্মানন্দ বলভদ্ৰে আছা চায়।
ভৈলন্ত বিস্ময় নুবুজিয়া অভিপ্ৰায়॥
গৰুৰ গোপৰ স্নেহ বুজি অতিৰেক।
অনন্ত গুণন্ত ৰামে দেখিয়া প্ৰত্যেক॥ ৪৩৮
কি ভৈল অদ্ভুত ইটো যত ধেনুগণ।
নব বৎসক এৰি থোকাণ্ডাক ‡ দেই স্তন॥

---

* বিভাৱন—অনুভৱ ; ৰসবিভাৱণ—ৰস অনুভৱ, ৰসৰ আস্বাদ। † দোধো—দুই। ‡ থোকোণ্ডা—যথেষ্ট।

আনন্দে চেলেকে যেন অঙ্গক গিলয়।
পুত্ৰক আলিঙ্গে বৃদ্ধ বৃদ্ধ গোপচয় ॥ ৪৩৯
ঝৰে নীৰ হৰিষতে তনু ৰোমাঞ্চিত।
মিলৈ ব্ৰহ্মানন্দ দেখা কিনো বিপৰীত ॥
জগতৰে আত্মা কৃষ্ণ তান্ত যেনমতে।
অনুক্ষণে যিটো স্নেহ আছিল পূৰ্ব্বতে ॥ ৪৪০
সেহিমতে নিজ তনয়ত বাঢ়ে স্নেহ।
আসম্বাৰ দেখো আজি পৰম সন্দেহ ॥
মোৰো কিয় আসম্বাক আতিৰেক দায়া।
দেৱে বা অসুৰে কিবা পাতি আছে মায়া ॥ ৪৪১
এহিমতে গুণি পাছে বুলিলন্ত ৰাম।
জানো মোৰ স্বামী কৃষ্ণৰেসে ইটো কাম ॥
আনৰ কি মায়া মোক মুহিবাক পাৰে।
এহি বুলি চিন্তিলন্ত ৰোহিণী কুমাৰে ॥ ৪৪২
ৰামে পাছে চাইলা জ্ঞান চক্ষুয়ে নিহালি।
সবে চতুৰ্ভুজ পীত বস্ত্ৰ বনমালী ॥
গোৰক্ষ দামুৰি নোহে সবে কৃষ্ণ মূৰ্ত্তি।
অদ্ভুত দেখিয়া বলো ভৈলন্ত বিশ্ৰুতি ॥ ৪৪৩
সমীপ চাপিয়া পাছে পুছন্ত কৃষ্ণত।
গোৰক্ষ দামুৰি আজি দেখো কেনমত ॥
মই জানো গোপশিশু সবে দেৱ অংশ।
বৎসগণ যতেক সকলে ঋষি বংশ ॥ ৪৪৪
সমস্তে তুমিসে আবে দেখো বিপৰীত।
কহিয়ো সত্বৰে নাথ থিৰ নুহি চিত ॥
হেন শুনি হাসি হৰি দিলন্ত সিদ্ধান্ত।
নাজানাহা দাদা তুমি ইসব বৃত্তান্ত ॥ ৪৪৫
পৰীক্ষা কৰিবে লাগি আমাৰ মহিমা।
গোৰক্ষ দামুৰি চুৰি কৰি নিলা ব্ৰহ্মা ॥
মায়া কৰি থৈয়া গৈয়া আপুনাৰ পুৰী।
তাতেসে আপুনি ভৈলো গোৰক্ষ দামুৰি ॥ ৪৪৬
কৃষ্ণৰ বচনে জানিলন্ত হলধৰে।
শুনিয়োক কথা আবে আন্ত অনন্তৰে ॥

ব্ৰহ্মাৰ মোহ

ব্ৰহ্মাৰ ক্ষণেকে গৈল ঐত বৰিষেক।
পুনৰপি ব্ৰহ্মা আসি দেখিলা প্ৰত্যেক ॥ ৪৪৭
পূৰ্ব্বৰতে শিশুসবে আছে ক্ৰীড়া কৰি।
বৎসচয় চাৰন্তে আছন্ত দেৱহৰি ॥
মিলিল মনত আসি বিধিৰ বিস্ময়।
যোনে আনিলন্ত সেহি বৎস শিশুচয় ॥ ৪৪৮
এহি বুলি ব্ৰহ্মা পাছে গৈলা দড়দড়ি।
দেখন্ত সমস্তে আছে শয়নত পৰি ॥
আৰে জানো কতো নিল বুলি গণি চাইলা।
যত থৈলা মানে গোটে গোটে লেখা পাইলা ॥ ৪৪৯
ঢুনাই দেখন্ত বিধি আসি তৈৰ হন্তে।
অহিতো ততেক শিশু আছে উমলন্তে ॥
কৃষ্ণে ইটো গোৰক্ষ দামুৰি কৈত পাইল।
এহি বুলি ব্ৰহ্মা চিৰকাল চিন্তি চাইল ॥ ৪৫০
কোন সচা কোন মিছা নপাৰন্ত তত্ত্ব।
মিলিল পৰম মোহ ব্ৰহ্মাৰ মনত ॥
একো সাৰ † নিকাৰ নপাৰন্ত গুণি গুণি।
কৃষ্ণক মোহন্তে মোহ ভৈলন্ত আপুনি ॥ ৪৫১
নিশৰদ বিধি জ্ঞান স্ফুৰ্কতি টুটিল।
আপুনাৰ শৰে যেন আপুনি ফুটিল ॥
মহন্তক মায়া কৰি আপুনাক নাশে।
সূৰ্য্য আগে যেন জুই অঙ্গনি প্ৰকাশে ॥ ৪৫২
সাগৰৰ আগে ক্ষুদ্ৰ নদী কৰে চটি ‡।
বাঢ়ৰ বহ্নিৰ আগে যেন ফিৰিঙ্গটি ॥
প্ৰচণ্ড বায়ুক জোৰে শিমলুৰ তুলা।
মেৰু পৰ্ব্বতৰ আগে যেন উই চুলা ॥ ৪৫৩
মাসৌলৰ আগে ডণ্ডিকাৰ উৰু ফালি।
সিংহৰ আগত যেন মুসে § মেলে টালি ॥
সেহিমতে ব্ৰহ্মামায়া কৰিয়া কৃষ্ণত।
ভৈলন্ত আপুনি পাছে শ্ৰুতি বুদ্ধি হত ॥ ৪৫৪

---

* দড়দড়ি—লৰালৰি, শীঘ্ৰে। † সাৰ নিকাৰ—আতিগুৰি, তত্ত্ব। ‡ চটি=গৰ্ব। § মুস (মূষিক) ইন্দুৰ।

শুনিয়ো আশ্চৰ্য্য আৰো আত অনন্তৰে।
তথা দিয়া চাই যেবে আছা সৃষ্টিকৰে ॥
ব্ৰহ্মাৰ আগতে পাছে প্ৰভু নাৰায়ণ।
এৰিলন্ত সিটো সবে মূৰ্ত্তিক তেখন ॥ ৪৫৫
ধৰিলন্ত নিজ ৰূপ পৰম ঈশ্বৰে।
নিৰেখি আছন্ত তাক চাই সৃষ্টিকৰে ॥
শিঙ্গা বাণী বেত যত বৎস বৎসপাল।
ভৈলা কৃষ্ণ মূৰ্ত্তি সবে তৈতে তত্ত কাল ॥ ৪৫৬
সবে ঘন শ্যাম তনু পৰম নিৰুজ।
শোভৈ পীত বস্ত্ৰে আতি সবে চতুৰ্ভুজ ॥
শঙ্খ চক্ৰ গদা পদ্ম সবাৰো হাতত।
মকৰ কুণ্ডল কৰ্ণে কিৰীটি শিৰত ॥ ৪৫৭
সবাৰো হাতত তিনিশিৰীয়া কঙ্কণ।
নূপুৰে প্ৰকাশৈ আতি অৰুণ চৰণ ॥
মস্তকৰেপৰা পাদ পঙ্কজ পৰ্য্যন্তে।
তুলসীৰ মালা অৰ্পি আছে পুণ্যৱন্তে ॥ ৪৫৮
কমল নয়ন চাৰু হসিত বয়ন।
কৰিছন্ত অৰুণ কটাক্ষ নিৰীক্ষণ ॥
ভকতৰ মনোৰথ পূৰিবাক আশে।
কোটি ইন্দু সম সবে শৰীৰ প্ৰকাশে ॥ ৪৫৯
একো ব্ৰহ্মাণ্ডৰ চৰাচৰ লৈয়া আসি।
গাৱে গাৱে একো ব্ৰহ্মা আছন্ত উপাসি ॥
অৰ্চ্চন্ত অনেক নিয়া নৈবেদ্য বিশেষ।
নৃত্য গীত বাদ্য বেঢ়ি কৰন্ত আশেষ ॥ ৪৬০
মহামায়া প্ৰমুখ্যে বিভূতি ভুতি কৰি।
বেঢ়ি আঠ ঐশ্বৰ্য্যে প্ৰণামে মূৰ্ত্তি ধৰি ॥
চব্বিশ তত্ত্ব তিনি গুণ বেদ শাস্ত্ৰ যত।
মূৰ্ত্তিমন্ত ছয় তৰ্ক পুৰাণ ভাৰত ॥ ৪৬১
নিষ্প্ৰভ ভৈলেক দেখি কৃষ্ণৰ মহিমা।
বোলৈ স্তুতি নতি যত তাৰো নাহি সীমা ॥
বেঢ়ি বেঢ়ি কৰৈ সবে মহিমা কীৰ্ত্তন।
মাজে মাজে প্ৰকাশন্ত প্ৰভু নাৰায়ণ ॥ ৪৬২

পৰব্ৰহ্ম আত্মা যিটো নিত্য নিৰন্তৰ।
যাহাৰ প্ৰকাশে প্ৰকাশয় চৰাচৰ ॥
মহাজ্ঞানীগণো যাক প্ৰবন্ধে ধিয়াই।
যাহাৰ মহিমা পৰশিবে শক্য নাই ॥ ৪৬৩
অনন্ত আনন্দ ৰস মাত্ৰ সবে মূৰ্ত্তি।
কোটি সূৰ্য্য শশীৰ প্ৰকাশ সম জ্যোতি ॥
একেদায়ে* সবাকো দেখিলা সৃষ্টিকৰে।
হেন চমৎকাৰ ৰূপচয় নিৰন্তৰে ॥ ৪৬৪
চমকি উঠিলা আতি ইটো কি কি বুলি।
সিহড়াইলা গাৰ লোম উপৰক তুলি ॥
ব্ৰহ্মাৰ জ্যোতিৰ আসি লাগি চমৎকাৰ।
কাম্পে তৰতৰি সবে শৰীৰ ব্ৰহ্মাৰ ॥ ৪৬৫
ভৈলা মহা মোহিত চেতন জ্ঞান নাই।
হংসতে পৰিলা আঠো আখি উলটাই ॥
ঠৰ ভৈলা হাত ভৰি নিস্পন্দ-বদন †।
নাসাত নকৰৈ বায়ু আগমনাগমন ॥ ৪৬৬
মৃতকৰ পৰায় সম্যকে ভৈলা বিধি।
উসসিল পেট একো নাহি হৃদি সিদ্ধি ॥
গ্ৰাম্য দেৱতাৰ আগে যেন আছে পৰি।
চাৰি মুখে মৃতক পুতলি দান্ত তৰি ॥ ৪৬৭
যিটো প্ৰকৃতিত পৰ প্ৰভু ভগৱন্ত।
বেদান্তৰো মুখ্য ভাগে যাক প্ৰকাশন্ত ॥
নিজ ব্ৰহ্মৰূপ আতি অতৰ্ক্ক মহিমা।
তাঙ্ক কি চক্ষুয়ে চাহিবাক পাৰে ব্ৰহ্মা ॥ ৪৬৮
ঢিমিকি ঢিমিকি মাত্ৰ লৰৈ ধাতু খানি।
দেখন্ত মৰন্ত ব্ৰহ্মা জানি চক্ৰপাণি ॥
কথমপি আছে প্ৰাণ নাহিকে চেতন।
ব্ৰহ্মাৰ অৱস্থা দেখি হাসি নাৰায়ণ ॥ ৪৬৯
বিধাতাক দেখি পাছে সম্পাজিল দায়া।
কৰিলা সঙ্কোচ পাছে আপুনাৰ মায়া ॥
ঢাকিলা যতেক আন ৰূপ আপুনাৰ।
কৰিলা ব্ৰহ্মাক মোহ-সাগৰে উদ্ধাৰ ॥ ৪৭০

* একেদায়ে—একেলগে। † নিস্পন্দ—স্থিৰ।

কৃষ্ণৰ কৃপাত শ্ৰুতি পাইলা কথমপি।
পিৰিকান্ত আখি অল্প অল্প পুনৰপি ॥
ভিৰ দিয়া হাত আতি মৃতক পৰায়।
কিছো কিছো কৰি উঠি বসিলা কেস্কাই ॥ ৪৭১
তন্তি আপুনাক পাছে দঢ়াই কতো বেলি।
আতি দুখে কতো ক্ষণে আঠো আখি মেলি ॥
চাস্ত চতুৰ্ভিতি ভয়ে চকিত নয়ন।
আগতে দেখিলা পাছে দিব্য বৃন্দাবন ॥ ৪৭২
আছে বৃক্ষচয় ফলফুলে জাতিস্কাৰ।
যাক দেখি প্ৰীতি আতি উপজে প্ৰজাৰ ॥
সিংহ বাঘ ছাগ গৰু ফুৰৈ একে পালে।
কৃষ্ণৰ প্ৰভাৱে কেহো কাহাকো নাঘালে ॥ ৪৭৩
মিত্ৰ ভাৱে বঞ্চে যেন পৰম সুবোধ।
নাহি ক্ষুধা তৃষা যাত একো কাম ক্ৰোধ ॥
হেন বৃন্দাবন মধ্যে পাছে সৃষ্টিকৰে।
দেখন্ত আছন্ত মাত্ৰ কৃষ্ণ একশ্বৰে ॥ ৪৭৪
কাষে শিঙ্গা বেত বেৰটিত বংশী থই।
বাম হাতে ভাত আউৰ হাত গ্ৰাস লই ॥
গোৰখ দামুৰি চাই ফুৰন্ত একলে।
ধৰিলন্ত আউৰ নাট নন্দ শিশু চলে ॥ ৪৭৫
দেখি দুনাই বিধাতাৰ উপজিল কাম্প।
পৰিল হংসৰেপৰা বেগে দিয়া জাম্প ॥
কৃষ্ণৰ আগত পাছে হুয়া লোট সোট।
পৰি আছে যেন সুবৰ্ণৰ দণ্ড গোট ॥ ৪৭৬
কৰন্ত প্ৰণাম আতি অৱনত হুই।
চৰণক চাৰি মুকুটৰ আগে ছুই ॥
আনন্দ-লোতক পৰে আঠো নয়নৰ।
তিয়াইলন্ত দুয়ো পাদ-পদ্ম গোবিন্দৰ ॥ ৪৭৭
উঠি পুনৰপি সিটো সুমৰি মহিমা।
চিৰকাল থাকন্ত পাৰত পৰি ব্ৰহ্মা ॥
লোতকে বেঢ়িলে কণ্ঠ মুখে নাসৈ মাত।
দুনাই দুনাই উঠিয়া পৰন্ত চাত চাত ॥ ৪৭৮

কতো বেলি আছিলা কৃষ্ণৰ পাৱে ধৰি।
উঠিলন্ত বিধি পাছে কিছো কিছো কৰি ॥
চাৰি হাত তালে মলছিলা আঠো আখি।
নমাইলন্ত মাথ গোবিন্দক আগে দেখি ॥ ৪৭৯
কাম্পে তৰতৰি তনু কৃতাঞ্জলি হুই।
কৰিবে লাগিল পাছে স্তুতি চাৰি মুই ॥
ভয়তে নপান্ত খুজি কৃষ্ণৰ মহিমা।
গোপ শিশু ৰূপকে বৰ্ণাইবে লৈলা ব্ৰহ্মা ॥ ৪৮০
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজন।
জল বুদ বুদ যেন অথিৰ জীৱন ॥
ধন জন বন্ধু যত সবে অকাৰণ।
এই আছে এই নাই সম্যকে সোপন ॥ ৪৮১
আৰ অৰ্থে নৰতনু নকৰিয়ো বৃথা।
এক চিত মনে শুনা মাধৱৰ কথা ॥
লভি আছা জন্ম যিটো ব্ৰহ্মাৰ বাঞ্চনি।
নিবিকা কাচৰ মোলে মৃত্যু সঞ্জীৱনী ॥ ৪৮২
উদ্ধৱত আপুনি কহিলা ভগৱন্ত।
পৰম চতুৰ সি সি মনুষ্য মহন্ত ॥
তেজি নিজ ধৰ্ম্ম যিটো মোকে ভজে মাত্ৰ।
অনিত্য শৰীৰে ভৈল মুকুতিৰ পাত্ৰ ॥ ৪৮৩
শুনা সাৱধানে আৰো কহিলো সাক্ষাত।
ব্ৰহ্ম ভুৱনতো নেৰাই মৰণৰ হাত ॥
যদি ব্ৰহ্মলোক পাৱৈ মহা যত্ন কৰি।
ব্ৰহ্মাৰ ঘৰৰ হন্তেঁ কালে আনে ধৰি ॥ ৪৮৪
দুৰন্ত কালৰ হাত নেৰাই একো মতে।
তনু উপজন্তে মৃত্যু উপজে লগতে ॥
একে তিলে যমদূতে লগায়া চমক।
বান্ধি জৰপুৰ কৰি দেখাইব যমক ॥ ৪৮৫
যমৰ মূৰ্ত্তিক দেখি হৰাইবে চেতনা।
দুৰ্ঘোৰ নৰকে পেলাই ভুঞ্জাইবে যাতনা ॥
জানি দুখ-সাগৰ তৰিতে কৰা কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৪৮৬

ব্ৰহ্মাৰ কৃষ্ণ-স্তুতি

### দুলড়ী

নমো নন্দ সুত তনু ঘনশ্যাম
শোভে আতি পীতবাস।
কাষে শিঙ্গা বেত বংশী বেৰটিত
হাতত ভাতৰ গ্ৰাস॥
কৰ্ণে গুঞ্জা মণি মাথে মৈৰা পাখি
প্ৰফুল্ল মুখ কমল।
বন্য পুষ্প মালা গলে জলে যাৰ
পদ যুগ সুকোমল॥ ৪৮৭
এহি শুদ্ধ সত্য চৈতন্য তনুত
যতেক আছে মহিমা।
আচোক সামান্য ব্ৰহ্মা আমি তাৰ
মনেয়ো নপাওঁ সীমা॥
হেনবা বুলিবা আমাৰ মহিমা
যদি জানন্তাৰো নাই।
অজ্ঞানী কিমতে তৰিবে সংসাৰ
শুনিয়ো তাৰ উপায়॥ ৪৮৮
অণুমাত্ৰো জ্ঞান প্ৰথম প্ৰয়াস
নকৰি মহা যতনে।
মহন্তে কহন্তে তোমাৰ কথাক
নমৈ কায়-বাক্য মনে॥
আপুন থানতে থাকি একমনে
কথাকেসে মাত্ৰ শুনে।
জগতৰ পতি তোমাক সিজনে
অযত্নে পাৰে আপুনে॥ ৪৮৯
মুকুতিকো স্ৰৱৈ তোমাৰ ভকতি
তাক এৰি হোৱে নাশ।
জ্ঞানতেসে মোক্ষ পাইবো বুলি কৰৈ
বিবিধ যোগ অভ্যাস॥
দুখ মাত্ৰ পাৱৈ পাছতেসে জানে
পৰম সিটো অজ্ঞান।
অল্প বুলি যেন তেজিয়া ধানক
বাহানে কাষ্ঠ পতান॥ ৪৯০
পূৰ্ব্বতো অনেক জ্ঞান যোগ পথে
নেদেখি মোক্ষ যতনে।
ভকতিসে পাছে তোমাক পাইলেক
শ্ৰৱণ কৰি কীৰ্ত্তনে॥
আছা অৰতৰি সাধিবাক প্ৰতি
জগতৰে হিত অৰ্থ।
তোমাৰ অচিন্ত্য গুণগণ তাক
গণিবে কোন সমৰ্থ॥ ৪৯১
হিমৰ কণিকা গণে যিটো জনে
পৃথিবীৰ লেখে ধূলি।
অনেক জনমে নাজানিবে সিয়ো
তোমাৰ গুণ সমুলি॥
যিটো ভুঞ্জি নিজ কৰ্ম্মৰ বিপাক
তোমাৰ কৃপাক চাৱৈ।
কায়-বাক্য মনে তোমাকেসে সেৱৈ
সেহিসে মোক্ষক পাৱৈ॥ ৪৯২
মই কেন দুৰ্ব্বল দেখা নাৰায়ণ
মৰিবাকো নভৰাওঁ।
মায়াবীৰো তুমি পৰম ঈশ্বৰ
তোমাক মুহিবে চাওঁ॥
তযু মহিমাক মই পৰীক্ষোহো
আপুন মায়া প্ৰকটি।
অগনিৰ আগে প্ৰকাশিবে চাৱৈ
যেন ক্ষুদ্ৰ ফিৰিঙ্গটি॥ ৪৯৩

———

ছবি

জগতকে স্ৰজো মই ব্ৰহ্মা বুলি অৱগৰ্বে
ভৈলো অন্ধ মাধৱ সমূলি।
পৰম অজ্ঞান আমি জানি ক্ষেমিয়োক স্বামী
কৰা কৃপা ধৰা ভৃত্য বুলি ॥
গৰ্ভত থাকন্তে যেন ছৱালে আছাৰে ভৰি
তাত কি মাতৃৰ অসন্তোষ।
তোমাৰ কুক্ষিত ইটো আছো চৰাচৰ সবে
হেন জানি মৰষিয়ো দোষ ॥ ৪৯৪
বিশেষত শুনা স্বামী তযু নিজ ভৃত্য আমি
নাভি পদ্মে হুয়া আছো জাত।
তুমি মোৰ নিজ পিতৃ জানিয়া জগত বীজ
দোষ মোৰ ক্ষমিয়ো সাক্ষাত ॥
ইটো ব্ৰহ্মপদ আউৰ আমাক নালাগৈ প্ৰভু
হওঁ গৈয়া কীট পতঙ্গ।
তোমাৰ চৰণ চিন্তি নিতান্তে থাকিবো নাথ
তযু ভকতৰ লৈয়া সঙ্গ ॥ ৪৯৫
কিনো ধন্য কিনো ধন্য ইটো ধেনু গোপীগণ
সাফল জন্মিলা পৃথিবীত।
দেৱবো ঈশ্বৰ হৰি যাৰ তন পান কৰি
ভৈলা তুমি পৰম তৃপিত ॥
আজিয়ো তোমাক নাথ তুষিবাক নতু পাৰে
মহা মহা যত যজ্ঞচয়।
দেৱতা জন্মতো কৰি অজাতি ভকত শ্ৰেষ্ঠ
আক ভালে জানিলো নিশ্চয় ॥ ৪৯৬
কিনো ভাগ্য কিনো ভাগ্য ব্ৰজৰ প্ৰজাৰ ইটো
আচৰিলে কি পুণ্য বিচিত্ৰ।
তুমি ব্ৰহ্ম সনাতন পূৰ্ণ পৰমানন্দ
ভৈলা আসি যাৰ মহা মিত্ৰ ॥

ইটো বৃন্দাবনে মই তৃণ হুয়া থাকো যেবে
তেবেতো মোহোৰ মিলৈ ভাগ।
ফুৰন্তে চৰন্তে ইটো গৰু গোপ গোপীকাৰ
চৰণ ৰেণুক পাইবো লাগ ॥ ৪৯৭
আজিয়ো বিচাৰি চাৰি বেদে নৈয়ো পাৱৈ প্ৰভু
তযু পদ-পঙ্কজ ধূলিক।
হেন তুমি হৰি ব্ৰজ- বাসীৰ জীৱন ভৈল
ইহাৰ মহিমা কৈবো কিক ॥
গোপীকাৰ বেশে আসি তোমাক কোলাত লৈ
দিলে তন পূতনা পাপিষ্ঠী।
সবান্ধৱে পিশাচীক এতেকে মুকুতি দিলা
তাইতো প্ৰভু পৰিল সুদৃষ্টি ॥ ৪৯৮
পৰম ভকত ইটো ব্ৰজৰ প্ৰজাক আবে
তাইতোধিক কি দিবা প্ৰসাদ।
জানিলোহো আসম্বাৰ তোমাত থাকিল ধাৰ
ইসে ভৈল পৰম বিষাদ ॥
তাৱে ৰাগ লোভ চোৰ গৃহ বন্দাশাল ঘোৰ
তাৱে মোহ নিহল সম্প্ৰতি।
তাৱে সংসাৰত মৰৈ যাৱে নৰে নতু কৰৈ
তযু পাদ-পদ্মত ভকতি ॥ ৪৯৯
তুমি সমস্তৰে চিত জানাহা জগত নাথ
তোমাতে অৰ্পিলো কলেৱৰ।
ছিণ্ডিয়োক মোহ-পাশ আজি ধৰি ভৈলা দাস
কৰা কৃপা জগত আধাৰ ॥
নমো কৃষ্ণ বৃষ্ণি কুল কমল প্ৰকাশ সূৰ্য্য
দেৱ দ্বিজ বৃদ্ধিৰ কাৰণ।
দুষ্ট দৈত্য দানৱৰ ক্ষয়ঙ্কাৰ নাৰায়ণ
প্ৰণামোহো তোমাৰ চৰণ ॥ ৫০০
এহিমতে প্ৰজাপতি কৰি আনো নানা স্তুতি
পৰি আছা চৰণত ধৰি।
ব্ৰহ্মাৰ দেখিয়া ভয় পাছে কৃষ্ণ কৃপাময়
তুলি আশ্বাসিলা হাস্য কৰি ॥

হুয়া বিধি ভয়হীন কৰি তিনি প্ৰদক্ষিণ
ছুনাই প্ৰণামিলা পাৱে পৰি।
কৃষ্ণত মেলানি মাগি আপুন থানক লাগি
গৈলা পাছে হংসযানে চড়ি ॥ ৫০১

---

দুলড়ী

অনন্তৰে কৃষ্ণে ব্ৰহ্মাক পঠাই
চিন্তন্ত ভৈতে উপায়।
যত গোপ শিশু ব্ৰহ্মা থৈলা নিয়া
বালিক আনি ছুনাই ॥
পূৰ্ব্বৰতে বসি মণ্ডল আকাৰে
কৃষ্ণক আছে উপেখি।
বৎস লৈয়া কৃষ্ণে তথাতে মিলিলা
ভৈলা সবে দেখা দেখি ॥ ৫০২
প্ৰাণ মাধৱক পায়া উল্লসিল
পুছন্ত শিশুসকলে।
কিনো বেগে কৃষ্ণ এখনে ঠেকিলা
আসিলা সখি কুশলে ॥
দেখিয়ো আসিয়া তোমাক এৰিয়া
ভুঞ্জো নৈয়ো * এক গ্ৰাস।
যেবে কৃপাময় নাযাহা প্ৰত্যয়
শপতকো আছে সাস ॥ ৫০৩
বসিয়া মাজত অন্ন ব্যঞ্জনক
ভুঞ্জিয়ো প্ৰভু উৎসুকে।
তাসম্বাৰ বাণী শুনি পদ্মপাণি
হাসিলা আতি কৌতুকে ॥
গোপ শিশু সঙ্গে ভুঞ্জি ৰঙ্গে চঙ্গে
লৰিল কৃষ্ণ ছুনাই।
অঘ অসুৰৰ শুখান চালক
শিশুক সৱে দেখাই ॥ ৫০৪
বৎস সব আগ কৰি শিশু সবে
কৰৈ নানা বিধ খেলি।
বাৱৈ বংশী শিঙ্গা কতো বাৱৈ পেম্পা
উৎসুকে কৃষ্ণক বেঢ়ি ॥
মাথে মৈৰা পাখি পিন্ধি বন্য পুষ্প
গাৱে ঘসি গেৰুশিলা।
মাজত মোহন বংশীক বজাই
যান্ত কৃষ্ণে কৰি লালা ॥ ৫০৫
গোপগণে বেঢ়ি গুণ গীত গাৱৈ
পৱিত্ৰ কৰি আশেষ।
গোপীৰ নেত্ৰৰ উৎসৱ বঢ়ান্তে
গোষ্ঠত ভৈলা প্ৰবেশ ॥
শিশুগণে গৈয়া ব্ৰজত কহয়ৈ
নন্দৰ আজি তনয়।
পৰ্ব্বত আকৰে সৰ্পেক মাৰিল
খণ্ডাইলা আমাৰ ভয় ॥ ৫০৬
শুক নিগদতি কৈলো কুৰুপতি
পুছিলা যত সংশয়।
পাপৰ দাহক হৰিৰ চৰিত্ৰ
সম্যকে অমৃত নয় ॥
অঘৰ মোক্ষন কৃষ্ণৰ ভোজন
ব্ৰহ্মাৰ মোহন স্তুতি।
এক মনে যিটো আকে শুনৈ ভণৈ
ভুকুতি পাৱে মুকুতি ॥ ৫০৭
মাধৱৰ পাদ- পদ্মৰ নৌকাত
আশ্ৰয় কৰৈ যি নৰ।
সংসাৰ সাগৰ সুথাই হৰৈ তাৰ
বৎস খোজ সমসৰ ॥
অন্ত কালে গৈয়া পৰম লীলায়
বৈকুণ্ঠে ৰহৈ বিমানে।
সেটো ভকতৰ পৰম গতিক
দেখিতো কপাৱৈ আনে ॥ ৫০৮

---

* নৈয়ো—নাই।

কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
মহাভাগৱত পদ।
হৰিৰ চৰিত্ৰ সম্যকে অমৃত
শুনা সবে সভাসদ॥
ক্ষণিক জীৱন মিলিবে মৰণ
গিলিবেক ধৰি কালে।
ইটো নৰতনু নেনা আলে জালে
বিষয় মিছা জঞ্জালে॥ ৫০৯
যেন বিষলতা- চয় ফলে ফুলে
আছে জকমক কৰি।
প্ৰথমে সুন্দৰ দেখন্তে পাছত
পৰশিলে যায় মৰি॥
সেহিমত ইটো পুত্ৰ দাৰা ধন
বিষয়ৰ যত সুখ।
প্ৰথমে আনন্দ মিলয় পাছত
গুচন্তে পৰম দুখ॥ ৫১০
যত দেখা ধন শৰীৰ সজ্জন
মৰিলে লগে নাযায়।
হৰিৰ ভকতি পৰম সম্পত্তি
ইহ পৰলোকে পায়॥
পৰলোক ধন মাধৱৰ নাম
ধৰা আক গলে বান্ধি।
এতিক্ষণ ঐত কৰা আলজাল
পাছে মৰিবাহা কান্দি॥ ৫১১
ব্যাধিয়ে দুৰ্ব্বল ইন্দ্ৰিয় বিকল
তনু নতু হবে যাৱে।
যাৰ মনে ইচ্ছা আছে মুকুতিক
ভকতিক ধৰা তাৱে॥
কলি যুগে গতি নাই নাই নাই
বিনে মাধৱৰ নাম।
আপুনিয়ো তৰা পুৰুষ উদ্ধৰা
ডাকি বোলা ৰাম ৰাম॥ ৫১২

### গৰখীয়া বেশে শ্ৰীকৃষ্ণৰ বন গমন

**পদ**

শুক নিগদতি পাছে শুনা মহীপাল।
ভৈলা ৰাম কৃষ্ণ দুয়ো প্ৰধান গুৱাল।
বৎসক এৰিয়া চৰাই ফুৰা ধেনুগণ।
পৱিত্ৰ কৰিলা পাছে সিটো বৃন্দাবন॥ ৫১৩
এক দিনা ৰামে সমে পশিল বনত।
পৰম আনন্দে আগ কৰি ধেনু যত॥
গোপগণে বেঢ়ি যাই কৃষ্ণ গুণ গাই।
ভ্ৰমন্ত আনন্দে কৃষ্ণ বৃন্দাবন চাই॥ ৫১৪
বহু বিধ পশুগণ ঠাই ঠাই চৰে।
পক্ষীগণে তেজে ৰাব গুঞ্জৰৈ ভ্ৰমৰে॥
শীতল সুগন্ধি বায়ু বহে সৰ্ব্বক্ষণ।
দেখি ক্ৰীড়িবাক মাধৱৰ ভৈলা মন॥ ৫১৫
অৰুণ পল্লৱ লৈয়া কৃষ্ণ নিৰন্তৰে।
ওলমাইল শিখা আতি ফল ফুল ভৰে॥
কৃষ্ণৰ ৰামৰ চৰণক ছোঁৱৈ আসি।
দেখি কৃষ্ণে ৰামক বুলিলা পাছে হাসি॥ ৫১৬
দেখিয়ো আশ্চৰ্য্য দাদা ইটো বৃক্ষগণ।
ফল ফুল লৈয়া ছোঁৱেই তোমাৰ চৰণ॥
আউৰ যেন বৃক্ষ জন্ম নোহয় আমাৰ।
পাপ ক্ষয় হোক বুলি কৰৈ নমস্কাৰ॥ ৫১৭
জানো মুনিগণ ইটো ভ্ৰমৰ যতেক।
গাৱৈ তযু যশ দাদা দেখিয়ো প্ৰত্যেক॥
গোপ্য হুয়া আছা বনে তুমি আত্মা দেৱ।
তথাপি তোমাক নেৰৈ কৰি ফুৰৈ সেৱ॥ ৫১৮
তোমাক দেখিয়া দেখা ময়ৰা কৰৈ নৃত্য।
কুহু কুহু কৰিয়া কোকিলে গাৱৈ গীত॥
চাহাবৈ হৰিণীগণে কটাক্ষ নয়নে।
মহন্তক পায়া যেন অৰ্চ্চন্ত সজ্জনে॥ ৫১৯

ধন্য ইটো ধৰণীৰ সাফল জীৱন ।
যাৰ তৃণ লতা চোৱৈ তোমাৰ চৰণ ॥
তুমি নখে চোৱা চাৱা সদয় নয়নে ।
ধন্য পশু পক্ষী যিটো বৈঞ্চে বৃন্দাবনে ॥ ৫২০
এহিমতে কৃষ্ণে বৃন্দাবনক বৰ্ণান্ত ।
সখি সমে ক্রীড়ি ধেনুগণক ৰাখন্ত ॥
ভ্ৰমৰৰ লগে কতো ফুৰন্ত গুঞ্জৰি ।
কোকিলকো সিহাৰন্ত কুহু কুহু কৰি ॥ ৫২১
হংস যেন কতোহো মাতন্ত বনমালী ।
মৈৰাৰ লগত কতো ধৰি থাকা চালি ॥
চকোৱা কোৰঞ্চ কৈৰ মৈৰাক সিহাৰি ।
হমুৱান্ত আতি সবে সখিক মুৰাৰি ॥ ৫২২
কেহো বেলা ধেনুক ডাকন্ত নাম ধৰি ।
আসৈ ধাই ধেনুগণ হাম্বাৰাৱ কৰি ॥
সিংহ বাঘ দেখি কতো ভয় হোন্ত বৰ ।
পলা পলা বুলি কতো ভিৰি দেন্ত লড় ॥ ৫২৩
ক্রীড়া শ্রান্ত দেখি কতো শ্রেষ্ঠ ৰামৰ ।
আপুনি জাতন্ত * হাত ভৰি দামোদৰ ॥
নাচে গাৱৈ গোপগণ হাসৈ কতো চাই ।
তাসম্বাক চাই প্ৰসংশন্ত দুয়ো ভাই ॥ ৫২৪
কেহো বেলা বাহু যুদ্ধ কৰি শ্ৰান্ত পাই ।
বৃক্ষৰ ছায়াত প্ৰভু শয্যাক বিচাই ॥
শোৱন্ত সিঠান দিয়া গোপৰ কোলাত ।
কতো গোপগণে ধৰি জান্তে ভৰি হাত ॥ ৫২৫
পুণ্যৱন্তে কতোহো শীতল জল সিঞ্চে ।
কতো গোপে বৃক্ষৰ পল্লৱ লৈয়া বিঞ্চে ॥
মনোহৰ কৃষ্ণ-গুণ গাৱৈ কতো লাসে ।
আনন্দতে দ্ৰৱৈ হিয়া মুখে মাত নাসে ॥ ৫২৬
প্ৰেমে পুলকিত তনু লোতক বৰাই ।
তম্ভি থাকে কতো কৃষ্ণ চৰণক চাই ॥
অনুক্ষণে বাঢ়ে গোপগণৰ ভকতি ।
কিনো পুণ্য কৰি পাইলে কৃষ্ণৰ সঙ্গতি ॥ ৫২৭
লক্ষ্মীসে সেৱিবে পান্ত যাহাৰ চৰণ ।
শিশু সঙ্গে কৰে ক্রীড়া হেন নাৰায়ণ ॥

---

### ধেনুকাসুৰ বধ

মাজে মাজে দেখাৱন্ত ঈশ্বৰ চেষ্টাক ।
শুনা পৰীক্ষিত বাপ সাৱধানে তাক ॥ ৫২৮
লীলায়ে আছন্ত শুতি যেবে কৃষ্ণ দেৱ ।
গোপগণে উঠি আসি কৰিলেক সেৱ ॥
শ্রীদাম নামে গোৱালক আগ কৰি ।
কৰন্ত গোচৰ সবে হাতক মুচৰি ॥ ৫২৯
হে ৰাম হে কৃষ্ণ দুষ্ট বিনাশন ।
ওচৰতে আছে প্ৰভু মহা তালবন ॥
সৰি পৰি আছে ফল সুপক্ক প্ৰচুৰ ।
সবান্ধৱে কৰে ৰক্ষা ধেনুক অসুৰ ॥ ৫৩০
সিটো দুৰাচাৰে মনুষ্যক পাইলে খাই ।
তাৰ ডৰে একো নৰে কাচকো নযায় ॥
কেহো নভু ভুঞ্জে ইটো তাল অসদৃশ ।
ফলৰ সুৰভি গন্ধে মোহে দশোদিশ ॥ ৫৩১
বৰ বাঞ্চা যাই আক ভুঞ্জিবাক লাগি ।
চৰণত তোমাৰ এতেক দান মাগি ॥
উমলন্তে শ্ৰান্ত ভৈলো পীড়িলে প্ৰয়াসে ।
ওঠ কণ্ঠ শুখাই মুখ দেখিয়ো পিয়াসে ॥ ৫৩২
তালৰ সুৰভি ঘ্ৰাণ হেৰা আসৈ চানি ।
পুৰিবে নপাৰি জিহ্বাৰ পৰে পানী ॥
উঠা বন্ধু মাধৱ কান্ধত লৈয়া যাওঁ ।
তোমাৰ প্ৰসাদে প্ৰভু ক্ষুধা পলুৱাওঁ ॥ ৫৩৩
সুহৃদসবৰ বাক্য শুনি দুয়ো ভাই ।
হাসিলা কৌতুকে আতি তাসম্বাক চাই ॥
ভকত গোপৰ প্ৰীতি সাধিবাক মনে ।
সখিগণ সঙ্গে লৈয়া লৰিলা তেখনে ॥ ৫৩৪

---

* জাতন্ত—মোকাৱে । মেলা—চলোৱা ।

দেখিলন্ত গৈয়া তাল ফল অনুপাম।
বস্ত্র কাছি পাৰে তাত প্ৰবেশিলা ৰাম ॥
দুই হাতে তাল ধৰি জঙ্কাৰি আচোটে।
সাৰিয়া * ফুৰন্ত তাল যেনে হস্তী গোটে ॥ ৫৩৫
তালৰ শুনিয়া চণ্ড শবদ আস্ফাল।
ধেনুক গৰ্দ্দভ ক্ৰোধে ধাইল যমকাল ॥
প্ৰত্যেক জাম্পতে কাম্পে পৃথিবী মণ্ডল।
ত্বৰিতে ৰামক লাগ পাইলেক নিশ্চল ॥ ৫৩৬
সেহি ছেগে পাছ দুই চৰণ উল্লাসি।
ৰামৰ হিয়াতে লাথি বৈসালেক আসি ॥
চিহৰণি দিয়া ভৈল তথাতে অন্তৰ।
তাহাৰ প্ৰহাৰে নকম্পিলা হলধৰ ॥ ৫৩৭
দৈত্যে দেখি খঙ্গে আখি আৰকত বৰ্ণ।
উভিলেক † লাঞ্জ উপৰক তুলি কৰ্ণ ॥
বলোক পাইলেক খেদি বিজুলি সঞ্চাৰে।
দুনাই দিলে দুয়ো পাছ ভৰিৰ প্ৰহাৰে ॥ ৫৩৮
শ্ৰমে চাম্প দিয়া ৰামে তাৰ পাৰে ধৰি।
দুয়ো চৰণক একে হাতে মুঠি কৰি ॥
তুলি উপৰক পাক ফুৰাই কৌতুকে।
পাকতে তেজিল জীৱ দানৱ ধেনুকে ॥ ৫৩৯
মৰিল অসুৰ ৰামে হাততে আকলি ‡।
তালৰ আগক লাগি হানিলন্ত দলি ॥
ধেনুকৰ পৰি সিটো ভয়ঙ্কৰ কায়।
ভাগি গৈল তাল আউৰ তালক কম্পাই ॥ ৫৪০
অন্যো অন্যে ঠেলাত হিন্দোলে যত তাল।
প্ৰচণ্ড বায়ুৰ যেন বাজিল আস্ফাল ॥
যতেক সৰিল ফল তাৰ নাহি সীমা।
প্ৰশংসিলা দেৱে দেখি ৰামৰ মহিমা ॥ ৫৪১
অনন্তৰে ধেনুকৰ গিয়াতি যতেক।
বান্ধৱৰ বধে দুখ লভিল অনেক ॥
পৰম সন্তাপ পায়া কাম্পে তনু কোপে।
চিহৰণি দিয়া ধাই আইল একেজোপে ॥ ৫৪২

দেখি ৰাম কৃষ্ণে বস্ত্র কাছি কঙ্কালত।
চাম্প দিয়া ধৰি ধৰি পাছ চৰণত ॥
উপৰক ফুৰাই পাক মৰা হেন জানি।
মাৰন্ত তালকে তাক পৰমত্ত § হানি ॥ ৫৪৩
সবান্ধৱে ধেনুকক মাৰিয়া দোভাই।
তালফল নিৰন্তৰে সৰিল ওচাই v ॥
শোভৈ তাল ফলে দৈত্যদেহে মহীতল।
মেঘে ঢাকিলেক যেন গগন মণ্ডল ॥ ৫৪৪
কৃষ্ণৰ ৰামৰ দেখি প্ৰভাৱ অদ্ভুত।
আকাশত দেৱে স্তুতি কৰিলা বহুত ॥
পুষ্প বৰিষন্ত শিৰে কেশৱক চাই।
নাচন্ত গাৱন্ত ৰঙ্গে দুন্দুভি বজাই ॥ ৫৪৫
দেখি গোপগণে অতি পৰম কৌতুকে।
ৰামক কৃষ্ণক আসি নামিলা উৎসুকে ॥
তাসম্বাক অনুমতি দিলা ৰাম হৰি।
লগাইলেক গৈয়া তালফলক দাদৰি ॥ ৫৪৬
পৰি আছে ফল পৃথিবীক ভৰি পূৰি।
তথাপি লোভত কৰৈ আজোৰা আজুৰি ॥
নাহিকে লোহান্তি x কামুৰিয়া দান্তে খাই।
দুই হাতে আটি ধৰি বানৰ পৰায় ॥ ৫৪৭
চোবাৰে জামিৰ দান্তে সম্যকে ৰাক্ষস।
কতো খেতেলায় তাৰ হুম্পি পিয়ে ৰস ॥
কতোহো থকুৰা গোপ পিয়াসে নিৰ্জ্জীয়ে।
ঝুলুসি ঝুলুসি ৰস ঢোকা ঢোকে পিয়ে ॥ ৫৪৮
যিটো তাল নভু খাই অনেক পুৰুষি।
আধা খোৰা কৰি তাক এবে চুসি চুসি ॥
অমৃত মধুৰ তাল ৰাজ উপযোগ।
কৃষ্ণৰ প্ৰসাদে পায়া গোপে কৰে ভোগ ॥ ৫৪৯
ভুঞ্জিলেক লাগে মানে কৰি গণ্ডগোল।
ঠিস ঠিস ভৈল পেট যেন চাইল ঢোল ॥
থিউ দিয়া থাকয় মাজন্তে আসৈ বান্তি।
তথাপি খাইবাক লাগি অনেক আক্ৰান্তি ॥ ৫৫০

* সাৰিয়া—সবাই ; † উভিলেক—ওপৰলৈ তুলি ; ‡ আকলি—মেৰি ;
§ পৰমত্ত—অতিজোৰে ; v ওচাই—অপাৰ, ভলভলি ; x লোহান্তি—অন্ন।

মুখত নাযাই দান্তে তথাপি কৰছৈ * ।
ছাদৈ হকহকি কেহো বস্ত্ৰতে বৰছৈ † ॥
তোলন্ত উগাৰ কতো দশন প্ৰকটি ।
তথাপি তালক থাকৈ বুকুত সাৰটি ॥ ৫৫১
ভুঞ্জিবে নুৰাৰি তেজৈ হুমনিয়া শ্বাস ।
দেখি ৰাম মাধৱে তোলন্ত আতি হাস ॥
দিব্য তাল বন পশি গোপৰ ইচিতি ।
ভুঞ্জি খাই ভৈলা সবে পৰম তৃপিতি ॥ ৫৫২
কৃষ্ণৰ প্ৰসাদে পাইল মনৰ বাঞ্ছিত ।
ভকতৰ দুৰ্ল্লভ নাহিকৈ কদাচিত ॥
হৰি চৰণত আছে যাহাৰ ভকতি ।
ইটো কোন ভোগ্য তাৰ হাততে মুকুতি ॥ ৫৫৩
সবান্ধৱে ধেনুকক লীলায়ে সংহৰি ।
কৰিল ‡ সচন্দ বৃন্দাবন দেৱহৰি ॥
সেহি দিনা ধৰি তাত ফুৰৈ সবে নৰে ।
পৰম নিৰ্ভয়ে পশি ধেনু সবো চৰে ॥ ৫৫৪
এহিমতে আনন্দে গোপক ভুঞ্জাই তাল ।
লৰিলা ব্ৰজক ৰঙ্গে আগ কৰি পাল ॥
হৃষ্ট পুষ্ট হুয়া গোপগণো চলি যাই ।
বাৰৈ বংশী শিঙ্গা গোবিন্দৰ গুণ গাই ॥ ৫৫৫
সবাৰো মাজত প্ৰকাশন্ত যদুমণি ।
গোপবেশে মোহন বংশীক কৰি ধ্বনি ॥
গোধুলি ধূষৰ কেশ মাথে মৈৰা পাখি ।
ঈষত হাসিত চান্ত কটাক্ষে নিৰেখি ॥ ৫৫৬
গোপগণে কৰি যাই পৱিত্ৰ কীৰ্ত্তন ।
উত্ৰাৱল হৃদয়ে বজাইল গোপীগণ ॥
সিটো মহামোহন মূৰ্ত্তিক ভেট পাই ।
ধ্যান যেন কৰি থাকৈ এক দৃষ্টি চাই ॥ ৫৫৭
গোবিন্দৰ মুখ পদ্ম মধু দেখি জীয়ে ।
নয়ন ভ্ৰমৰে গোপী নিৰন্তৰে পিয়ে ॥
বিৰহৰ এৰাই তাপ জুড়াই তনু মন ।
লজ্জায়ে হাসিয়া কৰৈ কটাক্ষ ঈক্ষণ ॥ ৫৫৮

এহিমতে হৰি হোন্ত ব্ৰজত প্ৰবেশ ।
ৰোহিণীৰ যশোদাৰ হৰিষ অশেষ ॥
দুয়ো দুই পুত্ৰক কোলাত লন্ত তুলি ।
আঞ্চলে মলচি যত শৰীৰৰ ধূলি ॥ ৫৫৯
কুড় কষাই ঘষি নৰাই ধুৱাই যথোচিত ।
বস্ত্ৰ অলঙ্কাৰে কৰি শৰীৰ মণ্ডিত ॥
পাছে পঞ্চামৃতে আনি পৰশন্ত অন্ন ।
আনন্দে ভুঞ্জন্ত বসি ৰাম নাৰায়ণ ॥ ৫৬০
কৰি মুখ শুদ্ধ পাছে কৰ্পূৰ তাম্বুলে ।
পিন্ধি গন্ধ চন্দন ভূষিত তনু ফুলে ॥
কৰন্ত শয়ন সুখে শীতল শয্যাত ।
আনন্দতে হৰৈ দুইৰো ৰজনী প্ৰভাত ॥ ৫৬১
শুনা সৰ্ব্বজন ইটো কৃষ্ণৰ চৰিত্ৰ ।
আত পৰে পুণ্য আন নাহিকে কলিত ॥
আন ধৰ্ম্ম কৃষ্ণৰ লগতে গুচি গৈল ।
এক স্থান হুয়া হৰি নাম মাজে ৰৈল ॥ ৫৬২
এতেকেসে নামতে সমস্তে পুণ্য পাই ।
জানিয়া যতনে ফুৰা হৰিনাম গাই ॥
নামেসে সাধিবে সবে মনোৰথ সিদ্ধি ।
জানিবাহা হৰিৰ নামেসে নৱনিধি ॥ ৫৬৩
নামে তপ জপ যজ্ঞ নামে যোগ ধ্যান ।
নামে দান পুণ্য নামে কোটি তীৰ্থ স্নান ॥
নামে ধন জন বন্ধু নামে পিতা মাতা ।
নামে নিজ সুহৃদ নামেসে গতি দাতা ॥ ৫৬৪
ইহ পৰলোক নাম বিনে আন নাই ।
চাৰিয়ো বেদৰ ইসে মোক্ষ অভিপ্ৰায় ॥
হেন জানি নামৰ চৰণে চাপি ধৰা ।
গৃহতে থাকিয়া সুখে সংসাৰক তৰা ॥ ৫৬৫
কৃষ্ণৰ নামেসে ৰাজা সমস্তে ধৰ্ম্মৰ ।
সুমৰন্তে নাম সিজৈ ধৰ্ম্ম নিৰন্তৰ ॥
কৃষ্ণৰ কিঙ্কৰে কহে ভাগৱত মত ।
বোলা হৰি হৰি জুই লাগোক পাপত ॥ ৫৬৬

*কৰছৈ=চোবায় । †বৰছৈ=বতিয়াই । ‡সচন্দ=সছন্দ

কালীয় দমন

ছবি

দিনেক গোবিন্দ দেৱ বলোক লগত নলৈ
আপুনি মেলিলা সবে গাই।
গোপশিশু সব সমে যমুনাৰ তীৰে তীৰে
ধেনুগণ ফুৰন্ত চৰাই॥
জ্যেষ্ঠ মাসৰ ঘোৰ ৰৌদ্রে পীড়িলেক আতি
একো আৰ তৃষাত নাজানি।
কালীৰ হ্রদত নামি নিৰন্তৰে গৰু গোপ
পাৰৈ মানে পিলে বিষ পানী॥ ৫৬৭
দুর্ঘোৰ বিষৰ জালে মৰিলেক তত্ত কালে
বচন চেতন গৈল হৰি।
কাম্পি তনু তৰতৰি যতেক গোৱাল গৰু
তীৰতে পৰিল প্রাণে মৰি॥
গোবিন্দে দেখন্তে পাছে গৰু গোপ মৰি আছে
সর্পৰ হ্রদৰ পানী খাই।
মাথা নমাই নাৰায়ণে খেদ কৰিলন্ত মনে
ভকতৰ হেনসে বিলাই॥ ৫৬৮
এহি বুলি যদুৰায় অমৃত নয়নে চাই
সমস্তকে তেখনে জীয়াইল।
শৰীৰক আইল জীৱ উঠি সবে ভৈল থিৰ
নিদ্রাৰ চেতন যেন পাইল॥
অন্যো অন্যে বোলে চাই এহি বিষ পানী খাই
এখনে আছিলে সবে মৰি।
পুনৰপি জীলো আমি জানিলোহো কৃষ্ণ স্বামী
জীয়াইলা আমাক কৃপাকৰি॥ ৫৬৯
কৃষ্ণৰ মহিমা দেখি নিৰন্তৰে গোপ সখি
পৰম বিস্ময় হুয়া আছে।
যমুনা জলক কৃষ্ণে নির্ম্মল কৰিবে মনে
কালীক খেদাইলা তৈৱ পাছে॥
ৰাজা পৰীক্ষিত শুনি শুকত সোধন্ত কথা
সাৰশেষে কৈয়ো মুনিবৰ।
কিহেতু অনেক যুগ যমুনা জলত বঞ্চে
সিটো কালী মহাথলচৰ॥ ৫৭০
একে সর্প মহাবল হ্রদৰো অগাধ জল
খেদাইলা কিমতে পায়া লাগ।
কৃষ্ণৰ অমৃত কথা পিয়ন্তে তৃপিতি নাই
কৈয়া শুনো মুনি মহাভাগ॥
শুনিয়োক সর্ব্বজনে কৃষ্ণ কথা পিয়া কর্ণে
মুখ কিয় থাকৈ অৰজৰে।
কলি যুগে ৰাম নাম নলৈ কৰৈ আন কাম
নাহি আৰ সুখ তাত পৰে॥ ৫৭১
নাজানে শাস্ত্রৰ মর্ম্ম কলিত কীর্ত্তন ধর্ম্ম
এৰি আন কর্ম্মসে বখানে।
নামত নকৰৈ ইচ্ছা পণ্ডিত বোলাৱৈ মিছা
জানা সিটো একোৱে নাজানে॥
চাৰি বেদ ৰামায়ণ পুৰাণ ভাৰত যত
সবাহাতে কহৱৈ হৰিক।
ইহাক নাজানি আন অর্থ কৰৈ ব্যাখ্যান
জানা সিটো মূর্খতো অধিক॥ ৫৭২
কলি পাপ সাগৰত গৈল তল লোক যত
তথাপি চেতন নাহি গাত।
কিনো আতি মূঢ়মতি পাপীৰো কর্ম্মত ৰতি
কৰৈ শুনি হাসি উঠৈ আত॥
মহা পাপ বিমোচন মাধৱৰ গুণ গণ
এৰি মৰৈ কিনো হত বুদ্ধি।
যেন আতি চিৰৰোগী আপুনি চিতনি মৰৈ
কোছতে আছন্তে মহৌষধি॥ ৫৭৩
ইসে আতি ভৈল কষ্ট নিজ কর্ম্মে হোৱে নষ্ট
নধৰিয়া কৃষ্ণৰ নামক।

হাতৰ অমৃত এবে চিতনি আপুনি মৰৈ
যেন খায়া গৰল বিষক ॥
জানি এৰা আন মতি নামক কৰিয়ো ৰতি
ছাৰি ছাৰ ভাষভুষ কাম।
কৃষ্ণৰ কিঙ্কৰে কহে হৰি নামে পাপ দহে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৫৭৪

---

পদ

শুক নিগদতি ৰাজা শুনিয়ো সৰ্ব্বথা।
কালীৰ হ্রদৰ সিটো কি কহিবো কথা ॥
দুৰ্ঘোৰ অগাধ জল ব্যাপি আছে সাপে।
উথলয় জল বিষ বহ্নিৰ প্রতাপে ॥ ৫৭৫
উপৰে উৰান্তে পক্ষী পৰে মৰি মৰি।
খলকত যায় জল যে দূৰ উফৰি ॥
মৰয় তীৰৰ তৰু নলাগে বিলম্ব।
জীয়ে একে গাছ মাত্র তীৰত কদম্ব ॥ ৫৭৬
পূৰ্ব্বত গৰুড়ে হৰি আনন্তে অমৃত।
সেহি কদম্বত পৰি আছিলা কিঞ্চিত ॥
অমৃতৰ পৰশ পাইলেক ইটো গাছে।
সিহেতুসে কদম্ব জীয়ন্তে ৰহি আছে ॥ ৫৭৭
কৃষ্ণে পৰশিব হেন তাহাৰো লিখিত।
তান্তেসে নমৰি বৃক্ষ ৰহিল তহিত ॥
পাছে বিষময় সিটো দেখি হ্রদখণ্ড।
জানিলা কালীকো প্রভু পৰম প্রচণ্ড ॥ ৫৭৮
শুণন্ত মনত সৰ্প দুষ্ট দুৰাচাৰ।
দুষ্টক দণ্ডিবে লাগি মোৰ অৱতাৰ ॥
এহি বুলি মাধৱে মথিবে প্রৱন্ধিল।
পীত বস্ত্র আটি তুলি কটিত বান্ধিল ॥ ৫৭৯
আস্ফোট কৰিয়া বাহু ডাস্ফি মাৰি পাছে।
উঠিলন্ত গৈয়া উচ্চ কদম্বৰ গাছে ॥
টলবল গাছ যেন যাই ভূমি কাম্প।
দিলা কৃষ্ণে আটোপে হ্রদৰ মাজে ঝাম্প ॥ ৫৮০
জগতৰ গুৰু ভৰে পৰিলা প্ৰকাশি।
প্রচণ্ড শৰদে উথলিল জলৰাশি ॥
উৰ্ম্মিৰ আন্দোলে জল পলম্পিল পুনু।
চতুৰ্ভিতি গৈল জল একশত ধনু ॥ ৫৮১
অনন্ত বীৰ্য্যৰ সিটো কোন অদভুত।
পাছে আড়ম্বৰে কৃষ্ণে ক্রীড়িলা বহুত ॥
দুই বাহু দণ্ডে ডাস্ফ মাৰি মহাৰঙ্গে।
উথলন্ত জল যেন প্রমত্ত মাতঙ্গে ॥ ৫৮২
চোটত আটাস পাৰৈ যেন হ্রদ খণ্ড।
যায় দশো দিশে তাৰ শবদ প্রচণ্ড ॥
শুনিলেক কালী সিটো শবদ কল্লোল।
গাৰত লাগিল গৈয়া জলৰ আন্দোল ॥ ৫৮৩
নসহিলা পৰাভৱ ভয়ঙ্কৰ সৰ্পে।
সসৈন্যে আসিলা ক্রোধে খেদি মহাদৰ্পে ॥
ফোফাই আতি ভুলি সিটো সহস্রেক ফেট।
নির্ভয়ে ক্রীড়ন্ত কৃষ্ণে ভৈলা আসি ভেট ॥ ৫৮৪
পৰম সুন্দৰ ৰূপ লাৱণ্য প্রচুৰ।
দেখি কোটি কন্দৰ্পৰো দৰ্প হয়ে চুৰ ॥
কায় কান্তি আতি সিটো হ্রদক সুহাই।
এক দৃষ্টি কালীয়ো নিহালি আছে চাই ॥ ৫৮৫
নৱমেঘ সম শ্যাম তনু সুকুমাৰ।
তাতে পীত বস্ত্রে আতি কৰে জাতিকাৰ ॥
কমল লোচন চান্দ বদন সুন্দৰ।
দশন কুন্দৰ কলি অৰুণ অধৰ ॥ ৫৮৬
কুটিল অলকা পান্তি জলে কপালত।
সুৱলিত বস্তুৰ তিলক ললাটত ॥
উন্নত নাসিকা দেখি মুখ মন্দহাস।
মনক আহ্লাদে কোটি ইন্দুৰ প্ৰকাশ ॥ ৫৮৭

শিৰত কিৰীটি জলে ৰতনে উজ্জ্বল ।
কৰ্ণত জ্বলন্তে আছে মকৰ কুণ্ডল ॥
কণ্ঠত কৌস্তুভ ৰত্ন শ্ৰীবৎস হিয়াত ।
উৰুস্থলে চটা দেখি লক্ষ্মীৰ সাক্ষাত ॥ ৫৮৮
ললিত বলিত ভুজ ভুজঙ্গৰ কায় ।
নখ আৰকত কৰ কিশলয় প্ৰায় ॥
কনক কঙ্কণ জলে কেয়ূৰ বলয় ।
আঙ্গুলিত আঙ্গঠি গাঙ্ঠিত ৰত্নময় ॥ ৫৮৯
গলে বনমালা জলে আপাদ পৰ্য্যন্তে ।
আছে মধুকৰে মধু লোভে গুঞ্জৰন্তে ॥
ৰতনে ৰচিত কাঞ্চি কিঙ্কিণি কটিত ।
চাৰু উৰু জঙ্ঘা জানু দেখি সুৰলিত ॥ ৫৯০
অৰুণ চৰণ চাৰু নৱ পদ্মকোষ ।
ৰত্নৰ নূপুৰে কৰে ৰুণঝুণ ঘোষ ॥
উঝণ্টি উজ্জ্বল পদ অঙ্গুলিৰ পান্তি ।
আৰকত নখ চন্দ্ৰচয় কৰৈ কান্তি ॥ ৫৯১
পদতল ৰাতুল ভকত মনোনীত ।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত ॥
হেন চমৎকাৰ ৰূপে বিপুল প্ৰভাৱে ।
কৰন্তে আছন্ত ক্ৰীড়া কৃষ্ণে লীলা ভাৱে ॥ ৫৯২
আউভালন্ত * বাহু যুগ আফালিয়া থাকে ।
দেখি খঙ্গে ভুজঙ্গমে নসহিলা তাকে ॥
মেলি হাজাৰেক ফণা ফোফাই মহাৰাগে ।
জিহ্বা মেলি কোৰাৰি চেলেকে ক্ৰুৰ নাগে ॥৫৯৩
আখি মুখে বজাই বিষ বহ্নি জ্বালা চনি ।
দুতয় হাজাৰ জ্বলে চক্ষুত ৰাঙ্গনি ॥
চমৎকাৰে পাছে ফোকাৰয় সৰ্প গোট ।
মৰ্ম্ম স্থানে মাৰিল কৃষ্ণক খেদি খোট ॥ ৫৯৪
নজানে পাতকী সৰ্পে প্ৰভুৰ প্ৰভাৱ ।
লাঞ্জে মেৱাই ধৰিল কৃষ্ণৰ সৰ্ব্ব গাৱ ॥
কৰিলেক বন্দী গোবিন্দক ক্ৰুৰ কালী ।
বিষৰ জ্বালাত অচেতন বনমালী ॥ ৫৯৫

দ্ৰেসন নিস্পান † প্ৰাণ নেখেলৈ নাসাত ।
নেমেলন্ত নেত্ৰ আতি মৃতক সাক্ষাত ॥
একো চেষ্টা নাহি নলাৰন্ত হাত ভৰি ।
বিষ লাগি হ্ৰদতে থাকিলা প্ৰভু পৰি ॥ ৫৯৬
দেখি সখি গোপগণে কৃষ্ণৰ বিলাই ।
অন্তৰীক্ষ ধাতু তথা দিয়া আছে চাই ॥
হা নাথ কৃষ্ণ কিনো মিলিল বিপাক ।
মৰিলা আপুনি প্ৰভু জীয়ায়া আমাক ॥ ৫৯৭
তোমাতে অৰ্পিলো পত্নী পুত্ৰ অৰ্থ স্বামী ।
তুমি অবিহনে কেনে এভো জীওঁ আমি ॥
এহি বুলি গোপচয় অচেতন ভৈল ।
পৃথিবীত পৰি মহা মৰ্ম্মে মূৰ্চ্ছা গৈল ॥ ৫৯৮
নিচেষ্ট কৃষ্ণক দেখি যত গৰু গাই ।
প্ৰবেশিল ভয় শোকে তৃণক নখাই ॥
কৃষ্ণ মুখ নিৰেখি থাকিলা কান্দি ৰহি ।
চক্ষুৰ লোতক ধাৰা দণ্ডে যাই বহি ॥ ৫৯৯
গোকুলত মিলিল মহন্ত উতপাত ।
ঘনে ভুমি লৰৈ পৰৈ সঘনে নিৰ্ঘাত ॥
অনাবাৰে উভৰি উভৰি পৰৈ তৰু ।
বাটে বাটে আতাস পাৰন্তে ফুৰৈ ফেৰু ॥ ৬০
সঘনে বৰিষে মেঘে হালধি ৰুধিৰ ।
কাম্পয় হৃদয় তনু মন নুহি থিৰ ॥
নেত্ৰৰ লোতক আতি বহে অবিশ্ৰাম ।
যশোদাৰ দক্ষিণ নন্দৰ ফন্দে বাম ॥ ৬০১
দেখি বিমঙ্গল গোপ গোপী ধাতু নাই ।
ভৈলা দ্ৰুতে নন্দৰ মন্দিৰে এক ঠাই ॥
সবে বোলৈ বলাই আজি লগত নগৈল ।
কৃষ্ণৰ তথাত কথা অথান্তৰ ভৈল ॥ ৬০২
ঘোৰ ইটো উৎপাতে সাক্ষাতে যেন কৰৈ ।
প্ৰাণ বন্ধু মাধৱ মৰিল মনে লৰৈ ॥
এহি বুলি শোকে ৰূতো দুখে অচেতন ।
কৃষ্ণক দেখিতে প্ৰবেশিলা বৃন্দাবন ॥ ৬০৩

* আউভালন্ত—মেলি দিয়ে । † নিস্পান—নিস্পন্দ ।

গোবিন্দেসে সবাৰে জীৱন মন প্ৰাণ ।
আবাল পৰ্য্যন্তে যায় তেজি নিজ থান ॥
হা কৃষ্ণ কৃষ্ণ বুলি পাছে উচ্চাৰে বচন ।
নন্দ যশোদাৰ আতি হৰিল চেতন ॥ ৬০৪
হা বাপ কৃষ্ণ পুত্ৰ কি দেখো বিলায় ।
গোবিন্দৰ খোজতে পৰন্তে দুয়ো যায় ॥
লগতে চলন্ত বলো মনত হাসন্ত ।
জানি কৃষ্ণ প্ৰভাৱক একো নভাসন্ত ॥ ৬০৫
মহা অসন্তোষে চলে গোৱাল গোৱালী ।
কৃষ্ণৰ খোজক যায় পজাল নিহালি ॥
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশ চিন চাই ।
খোজতে পৰান্তে যায় শোকে ধাতু যায় ॥ ৬০৬
গোপী সবে আৰৰি ধৰন্তে নেই তুলি ।
নন্দো চলি যান্ত যেন মৃতক পুতলি ॥
এহিমতে যমুনাৰ তীৰক আণ্টাইল ।
কান্দে গোপ গৰু পৰি গৈয়া ভেট পাইল ॥ ৬০৭
দেখে হ্ৰদ মাজে পাছে পৰি আছা হৰি ।
বন্দী কৰি আছে সৰ্পে শৰীৰে আৰৰি ॥
চেতন নাহিকৈ কৃষ্ণ মাৰলন্ত প্ৰাণে ।
ধাতু উৰি গৈল গৈয়া দেখি বিদ্যমানে ॥ ৬০৮
ক্ৰন্দনৰ ঊৰ্ম্মি উথলিল মহাৰোল ।
প্ৰচণ্ড বতাসে যেন সাগৰ কল্লোল ॥
হা প্ৰাণনাথ কৃষ্ণ কৈক যাহা এৰি ।
কান্দে পৰি পৰি যমুনাৰ তীৰ বেঢ়ি ॥ ৬০৯
গোপী সমস্তৰ নাই সন্তাপৰ পাৰ ।
কৃষ্ণ বিনে শূন্য দেখে দিনতে আন্ধাৰ ॥
কৃষ্ণৰ কটাক্ষ হাস্য সৌহৃদ্য সুমৰি ।
বিলাপ কৰন্ত আতি আৰ্ত্তৰাৱ কৰি ॥ ৬১০
হা কৈক যাহা প্ৰভু বান্ধৱ মধাই ।
গোপী সমস্তক শোক সাগৰে পেলাই ॥
সব তেজি তযু চৰণক কৈলো আশ ।
তুমি অবিহনে প্ৰভু ভৈলো সৰ্ব্বনাশ ॥ ৬১১

গোধূলি প্ৰভাতে যাক নেত্ৰে কৰো পান ।
সিটো মুখ নেদেখি ক্ষণেকে ফুটে প্ৰাণ ॥
হেন বন্ধু বিনে জীওঁ দাৰুণ হৃদয় ।
এহি বুলি দেখে সন্তাপতে তমোময় ॥ ৬১২
কৃষ্ণৰ বদন-পদ্ম নয়নে নিৰেখি ।
কান্দে যশোদাক আৱৰিয়া সবে সখি ॥
নেত্ৰৰ লোতক আতি বহি যায় ধাৰে ।
মহাশোক শালে পশি হৃদয় বিদাৰে ॥ ৬১৩
কৃষ্ণৰ অৱস্থা দেখি নন্দ যশোদাৰ ।
পুত্ৰশোকে জমকে চৌভিতি অন্ধকাৰ ॥
মহামৰ্ম্মে মূৰ্চ্ছা গৈলা ভৈলা অচেতন ।
কতো বেলি আছি সন্ধুকিল দুয়োজন ॥ ৬১৪
পাৰন্ত লোটাৰি পৰি মাটিত নিঢালে ।
হা কৃষ্ণ বুলি তুলি মাথাক আফালে ॥
কতো পুত্ৰ পুত্ৰ বুলি ডাকে উকি দিয়া ।
*জাঞঁলে মুষ্টিক ধৰি ধাকুৰন্ত হিয়া ॥ ৬১৫
হৰৈ শ্ৰুতি কতো তথা দিয়া থাকে চাই ।
নেত্ৰৰ লোতক আতি ধাৰে বহি যায় ॥
কৃষ্ণৰ সুন্দৰ বদনক চাই চাই ।
কান্দন্ত যশোদা গুণ বৰ্ণাই বৰ্ণাই ॥ ৬১৬
গোধূলি যাইবেক কোনে বংশীক বজাই ।
কোনে গৈয়া মোক আবে বুলিবেক আই ॥
ধূলা জাৰি কাক নিয়া কৰাইবোহো স্নান ।
কোনে কৰিবেক মোৰ গোৰথক পান ॥ ৬১৭
বিচায়া শুৱাইবো কাক সুকোমল তুলি ।
কাহাক ডাকিবো আজি জাগা কৃষ্ণ বুলি ॥
সুন্দৰ বদনে কোনে বজাইবেক বেণু ।
প্ৰভাতে মেলিয়া কোনে চাৰিবেক ধেনু ॥ ৬১৮
কতেক জনমে তপসাই পাইলো তোক ।
অল্পতে তেজিলি অনাথিতি কৰি মোক ॥
কি ভৈল পুতাই আজি কৃষ্ণ মোৰ বাপ ।
তোৰ যমকাল ভৈল কৈৰ ইটো সাপ ॥ ৬১৯

*জাঞঁলে—যমল, দুই ।

পুতাইৰ লগতে পাপী মোৰ মাৰ খাই।
ইটো আৰ চাৰ জীৱনত কাৰ্য্য নাই॥
কৃষ্ণ অবিহনে এভো কেনে প্ৰাণ ধৰো।
এহি যমুনাৰ জলে জাম্প দিয়া মৰো॥ ৬২০
এহিমতে আতি মহা শোকে কান্দি কান্দি।
নিৰন্তৰে গোপগোপীগণ নন্দ আদি॥
নপাৰি ধৰিবে চিত গোবিন্দক চাই।
কালীৰ হ্ৰদত দুখে জাম্প দিয়া যায়॥ ৬২১
দেখন্ত অকাৰ্য্য মিলৈ ৰাম মহাভাগ।
নাযা নাযা বুলি বলো ভেণ্টিলন্ত আগ॥
সৰ্পক দৰ্পক একে তিলে চুৰ কৰি।
নাহি চিন্তা এতিক্ষণে আসিৱন্ত হৰি॥ ৬২২
কৃষ্ণৰ আগত সৰ্প পতঙ্গ পৰায়।
খেদাইৰন্ত দমি আক থাকা ৰঙ্গ চাই॥
বলোৰ বচনে ব্ৰজবাসী শান্ত ভৈল।
কৃষ্ণক অপেক্ষি কাখৰতে সবে ৰৈল॥ ৬২৩
কৃষ্ণমুখ নিৰেখি নিজম পৰি আছে।
আত অনন্তৰে কথা শুনিয়োক পাছে॥
দেখা সৰ্ব্বলোকে কেন মহন্তৰ দুখ।
অনিত্য সংসাৰ আত কিছো নাহি সুখ॥ ৬২৪
অণুমাত্ৰে নাহি সুখ ইটো সংসাৰত।
সোপনৰ নিধি সম ধন জন যত॥
ক্ষণিকতে অন্তৰে মেঘৰ যেন ছায়া।
তেনয় অথিৰ যত সুত বিত জায়া॥ ৬২৫
হেন বিষয়ত কৰা কিমতে বিশ্বাস।
অমৃতক তেজি কালকূটে কৰা গ্ৰাস॥
কৃষ্ণৰ ভকতি সুখ সাগৰ সঙ্কাশ।
অমৃততোধিক স্বাদ নাহিকৈ প্ৰয়াস॥ ৬২৬
দুই গুটি অক্ষৰ ইটো হৰি হেন নাম।
সাধৈ তথাপিতো ইটো দেখা কেন কাম॥
সংসাৰ ব্যাধিৰ ইসে ঔষধ সুসাৰ।
অনায়াসে কৰৈ দুখ সাগৰত পাৰ॥ ৬২৭
পৰম অক্ষয় ইটো পৰলোক বিত।
হেন জানি হৰিৰ নামত দিয়া চিত॥
কৃষ্ণৰ কিঙ্কৰে কহে নাহি আন গতি।
বোলা ৰাম ৰাম সবে থিৰ কৰি মতি॥ ৬২৮

---

দুলড়ী

পাছে কৃষ্ণ দুই দণ্ডপৰি আছে
মনুষ্য চেষ্টা দেখাই।
দীন দয়ানিধি দেখন্ত দুখত
গোপ গোপী মৰি যায়॥
ভকত কৃপাল দিলা উড়ুফাল
লীলায়ে কৰি আছোট।
কৃষ্ণক এৰিয়া উফৰিল কালী
সৰ্পে পায়া মহাচোট॥ ৬২৯
নমাই হাজাৰেক ফণা ফোফাই আতি
কৃষ্ণক চাহিয়া থাকে।
আৰকত আখি মুখে যায় বহি
বিষ বৰিষয় নাকে॥
জিহ্বা মেলি মেলি চেলেকৈ কৰাৰি
লাঙ্গ উপৰক উৰে।
দেখি কালীনায়ক হৰি হাম্ফু লীলা
লীলায়ে যেন গৰুড়ে॥ ৬৩০
বেঢ়ি তাক পাক ফুৰাইবে লাগিলা
চক্ৰাকাৰে চমৎকাৰে।
কালীয়ো কৃষ্ণক সমুখে ভ্ৰময়
তুলি ফেট কটকাৰে॥
ফুৰন্তে ফুৰন্তে হাৰহাদ্বি ভৈল
জানি জগতৰ নাথে।

উচ্চল কন্ধত ডেৰাই আড়ম্বৰে
চৰিলা কালীৰ মাথে ॥ ৬৩১
প্ৰচণ্ড উদণ্ড হাজাৰেক মুণ্ড
ছত্ৰ যেন ভুলি আছে ।
তাক ভিৰি পাৱে নানা ভঙ্গি ভাৱে
নাচিবে লাগিলা পাছে ॥
তাৰ শিৰৰত্ন লাগি আতি ৰঙ্গা
ভৈলা পাদ-পদ্ম দুই ।
অখিল কলাৰ গুৰু নাৰায়ণ
নাচন্ত আনন্দ হুই ॥ ৬৩২
সিদ্ধ বিদ্যাধৰ গন্ধৰ্ব চাৰণ
দেখিয়া নাচে উৎসুকি ।
দুন্দুভি মৃদঙ্গ ৰঙ্গে বজাৱন্ত
তাল কৰতাল ঠুকি ॥
কৃষ্ণ গুণ গীত গাৱৈ ৰঞ্জি চিত
সুৰভি পুষ্প বৰিষে ।
দেৱ মুনি যত থাকি আকাশত
বোলন্ত স্তুতি হৰিষে ॥ ৬৩৩
দেৱ শ্ৰীহৰি অঙ্গি ভঙ্গি কৰি
নাচা মৃদঙ্গৰ চেৱে ।
ইফণাৰ পৰা সিফণাক লাগি
লাম্ফ দিয়া যান্ত ডেৱে ॥
হাজাৰেক শিৰ ভৈল চিৰাচিৰ
কৃষ্ণৰ ভৰিৰ গিৰি ।
দুষ্মহ ভৰক সহিবে নপাৰৈ
যেন পৰৈ ঘাৰ চিৰি ॥ ৬৩৪
যিটো যিটো সিটো ননমাৰৈ মুণ্ড
প্ৰচণ্ড কালী নিশ্বাসে ।
তাতে তাতে চৰি ভৰিয়ে মৰ্দ্দন্ত
নৃত্যৰ ভঙ্গিৰ চলে ॥
কৃষ্ণৰ ভৰত চলো পলো কৰৈ
সঙ্কুচি আকুল ভাৱে ।
নাকে মুখে দুখে ছাদিলে ৰুধিৰ
চেতন নাহিকৈ গাৱে ॥ ৬৩৫

---

ছবি

তুনাই সন্ধুকিয়া সিটো যিটো যিটো তোলৈ শিৰ
আশেষ ফোকাৰে ক্ৰোধ কৰি ।
নৃত্যৰ ভঙ্গিত ভৰি দিয়া তাতে তাতে চৰি
মৰ্দ্দন্ত ডেৰাই দেৱ হৰি ॥
প্ৰচণ্ড নৃত্যৰ তাৰ ভাগিল সহস্ৰ ফণা
হাৰ ঘাৰ বিহৰিল ছোটে ।
হাজাৰেক মুখে মুখে ছাদিল ৰুধিৰ সিটো
তমোময় দেখি সৰ্প গোটে ॥ ৬৩৬
যত মদগৰ্ব্ব তাৰ দম্ভ দৰ্প অহঙ্কাৰ
গুচাই চিন্তিলা হৰি হিত ।
মহা ক্ৰূৰ কালীৰায় আপদ ঔষধ পাই
তাহাৰো নিৰ্ম্মল ভৈল চিত ॥
যিটো চৰাচৰ গুৰু পৰম পুৰুষ হৰি
তাঙ্ক পাছে কৰিলা সন্মান ।
গতি আৰে বনমালী বিমৰিষ কৰি কালী
লেলা মনে কৃষ্ণতে শৰণ ॥ ৬৩৭
কৃষ্ণৰ দুস্মহ* ভৰে ভাগি হাৰ ঘাৰ পৰে
প্ৰহাৰে ফুটিল ফণা যত ।
মৰি যায় কালীৰায় চেতন গিয়ান নাই
ভৈল আতি শৰীৰ নিতন্ত ॥
দেখি নাগ পত্নীলোকে পৰম বিহ্বল শোকে
সোলকৈ বসন কেশ পাশ ।
শৰীৰ আসিল ঘামি হা মৰিলন্ত স্বামী
আম্মি সবে ভৈলো সৰ্ব্বনাশ ॥ ৬৩৮
এহি বুলি অসন্তুষ্টি হিয়াত হানিয়া মুষ্টি
যায় লৰি চাবিয়া ওৱাৰি † ।

---

*দুস্মহ=দুঃসহ । † ওৱাৰি=টোল ; দব ।

কালীৰ অৱস্থা দেখি কান্দে শোকে মকমকি
যত পতিব্ৰতা নাগনাৰী ॥
নেত্ৰৰ লোতক ঝৰি পৰি যায় সৰসৰি
হাটফোট ফোকাৰে নিশ্বাস।
হা মোৰ প্ৰাণপতি হেনসে লভিলা গতি
কতো পাবৈ সন্তাপে আটাস ॥ ৬৩৯
হৃদয়ত জলে আগি * কৃষ্ণৰ পাশক লাগি
শিশু আগ কৰি যায় চলি।
আথে বেথে গৈয়া লৰি আগে দণ্ডৱতে পৰি
প্ৰণামিলা কৰি কৃতাঞ্জলি ॥
পাছে নাগ পত্নীগণে স্বামীৰ মোক্ষক মনে
লৈল সবে কৃষ্ণত শৰণ।
শুনিয়োক সৰ্ব্বজনে হৰি হৰি বোলা ঘনে
যাৰে আছে গাৰত চেতন ॥ ৬৪০

---

কালীয় পত্নীসকলৰ কৃষ্ণস্তুতি

পদ

কৰাইবাক লাগি সবে স্বামীক মুকুতি।
নাগপত্নীসকলে কৃষ্ণক কৰৈ স্তুতি ॥
মোৰ অপৰাধ কৰিলেক স্বামী চণ্ড।
বিহিলা ইহাৰ প্ৰভু সমুচিত দণ্ড ॥ ৬৪১
পুৰাণ পুৰুষ সনাতন তুমি হৰি।
দুষ্টক দণ্ডিবে লাগি আছা অৱতৰি ॥
যদ্যপি তোমাৰ শত্ৰু-মিত্ৰ নাহি কেৱ।
দুষ্টকেসে দণ্ডা তথাপিতো তুমি দেৱ ॥ ৬৪২
কিনো অনুগ্ৰহ আঙ্ক কৰিলাহা হৰি।
ভৈল সৰ্প জাতি ইটো যিটো পাপ কৰি ॥
ইটো দণ্ডে সিয়ো সবে নাশিল পাতক।
বৰতো অধিক দেখো তোমাৰ ক্ৰোধক ॥ ৬৪৩
এৰি দম্ভ মান মদ ধৰি কষ্ট ব্ৰত।
ইটো সৰ্পে তপ কিনো কৰিলে পূৰ্ব্বত ॥
কিবা ইটো ভূতদায়া আছিল আচৰি।
যিহেতু ইহাত তুমি তুষ্ট ভৈলা হৰি ॥ ৬৪৪
তোমাৰ পাইলেক প্ৰভু পদ ধূলাচয়।
কিহেতু ইহাৰ হেন ভৈল ভাগ্যোদয় ॥
যাক অভিলাষে লক্ষ্মী কায় ক্লেশকৰি।
আচৰিল চিৰ তপ কষ্ট ব্ৰত ধৰি ॥ ৬৪৫
যিটো পদ ধূলাক ভকতে প্ৰভু পাই।
সাৰ্ব্বভৌম ৰাজাৰ পদকো এৰৈ যায় ॥
স্বৰ্গ ব্ৰহ্মপদকো নাহিকৈ হৰি বাঞ্চা।
নকৰন্ত যোগৰ সিদ্ধিক লাগি ইচ্ছা ॥ ৬৪৬
নোখোজন্ত হুইবে পাতালৰ অধিপতি।
মোক্ষৰ সুখত নাহি ভকতৰ ৰতি ॥
চৰণৰ তোমাৰ ৰেণুক অভিলাষি।
পদ-পঙ্কজক মাত্ৰ থাকন্ত উপাসি ॥ ৬৪৭
লক্ষ্মী ব্ৰহ্মা মহেশ প্ৰভৃতি দেৱগণে।
যিটো পদ ৰজ খুজি নপান্ত যতনে ॥
তামসিক ক্ৰূৰ ক্ৰোধি কালী সৰ্প জাতি।
ইটো পদ ধূলাক কিমতে পাইল আতি ॥ ৬৪৮
নমো নমো অচিন্ত্য শকতি নাৰায়ণ।
কাৰণৰো কাৰণ তুমিসে অকাৰণ ॥
নাহি আদি অন্ত মধ্য পৰিছিন্ন যাৰ।
পূৰ্ণানন্দ প্ৰভু হেৰা কৰো নমস্কাৰ ॥ ৬৪৯
নমো নমো অতৰ্ক মহিমা দেৱ হৰি।
জগতকে ব্যাপিয়া আপুনি আছা ধৰি ॥
তুমি সৰ্ব সাক্ষি ৰাখি আছা প্ৰাণীচয়।
তোমাতেসে হন্তে হৱৈ উৎপতি প্ৰলয় ॥ ৬৫০
যাৰ চাৰি মহা মোক্ষ মূৰ্ত্তি অনুপাম।
ৰাম কাম অনিৰুদ্ধ বাসুদেৱ নাম ॥
হেন ভগৱন্ত কৃষ্ণ দেৱতাৰো দেৱ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ ॥ ৬৫১
বিস্তৰ কৰিল স্তুতি নাগনাৰীজাক।
পদ বাহুল্যক ডৰে নকহিলো তাক ॥

* আগি—অগ্নি

ভুতি এৰি কৃষ্ণক কাৰ্পণ্য কৰৈ পাছে।
ক্ষমিয়োক মাধৱ মৰন্তে স্বামী আছে ॥ ৬৫২
তোমাক নজানি আসি দংশিলে দুৰ্জ্জন।
বাৰেকৰ দোষ মৰষিয়ো নাৰায়ণ ॥
তোমাৰ আগত ইটো যেন ক্ষুদ্ৰ মস।
ইহাক মাৰিলে হৰি হুইব কোন যশ ॥ ৬৫৩
কৰিয়ো করুণা আহ্ম কৃষ্ণ কৃপাময়।
ধাতু প্ৰাণ নাহি নাথ স্বামী মৰিলয় ॥
ঘাৰ ভাগি ওলমি মুখৰ পৰৈ লাল।
আউৰ পৰিবেদনে * ইহাৰ মিলৈ কাল ॥ ৬৫৪
লাগে মানে ভৈল শাস্তি ভুঞ্জাইলা ইহাক।
নকৰিয়ো কৃপাময় অনাথ আমাক ॥
পতিব্ৰতা নাৰীৰ স্বামীসে মোক্ষ প্ৰাণ।
আঞ্চল পাতিয়া আমি মাগো স্বামীদান ॥ ৬৫৫
এহি বুলি কান্দয় কৃষ্ণৰ পাৱে পৰি।
নয়নৰ পৰৈ আতি লোতক নিগড়ি ॥
পতিৰ সন্তাপে প্ৰাণ ফুটি যেন পৰে।
স্ত্ৰীৰ কারুণ্যে কৃপা সম্পজিল বৰে ॥ ৬৫৬
বিমূৰ্চ্ছিত কালীকো দেখিয়া কৃষ্ণ দেৱে।
সৰ্পৰ শিৰৰপৰা নামিলন্ত ডেৰে ॥
ধাতু নামি আইল জালে কথং কথমপি।
যমৰ পুৰৰপৰা আইল পুনৰপি ॥ ৬৫৭
পাছে কিছো কিছো কৰি কেস্কাই শ্ৰুতি পাই।
মেলিলেক আখি আতি হাতাসে ফোকাই ॥
জানিলেক কৃষ্ণ এন্তে জগতৰ নাথ।
কৰিলে প্ৰণাম নমাই হাজাৰেক মাথ ॥ ৬৫৮
মহা বেদনাত তাৰ মুখে নাসৈ মাত।
লাসে লাসে বোলৈ কৃতাঞ্জলি কৰি হাত ॥
সহজে দুৰ্জ্জন আমি ক্ৰুৰ সৰ্প জাতি।
সৰ্ব্বক্ষণে দুগুচৈ আমাৰ ক্ৰোধ আতি ॥ ৬৫৯
স্বভাৱ দুস্ত্যজ দেৱ কি কহিবো আমি।
নানাবিধ জন্তুক তুমিসে স্ৰজা স্বামী ॥
সবাতো অধিক ক্ৰোধি ভৈলো আমি প্ৰায়।
নাহি আন ক্ৰুৰ আৰ আমাত বিনায় ॥ ৬৬০
দেখিয়োক প্ৰভু কেন মোৰ অহঙ্কাৰ।
গৰ্ব্বমদে চিন্তিলো তোমাৰ অপকাৰ ॥
দৰ্পচূৰ কৰি কিনো কৰিলাহা ভাল।
গুচিল আজিসে মোৰ চক্ষুৰ পটাল † ॥ ৬৬১
আবেসে জানিলে তুমি পৰম ঈশ্বৰ।
মৰষিয়ো দোষ আমি তোমাৰ কিঙ্কৰ ॥
নুগুচোক মোৰ তয়ু চৰণত ৰতি।
আজ্ঞা কৰা কি কৰিবো ত্ৰিজগত পতি ॥ ৬৬২
হেন শুনি হাসি হৰি দিলন্ত উত্তৰ।
চল সাগৰক ঐৰ সত্বৰে অন্তৰ ॥
লগতে লবোক পুত্ৰ পত্নী নিৰন্তৰ।
হ্ৰদৰ ভুঞ্জোক জল পশু পক্ষী নৰ ॥ ৬৬৩
তোৰ মোৰ কথাক স্মৰৈ যিটো জন।
প্ৰভাত সন্ধ্যাত কৰৈ কৌতুকে কীৰ্ত্তন ॥
নপাইবেক পৰাভৱ সৰ্পৰ সাক্ষাত।
আজি ধৰি হোক হ্ৰদ পৰম প্ৰখ্যাত ॥ ৬৬৪
পিতৃক তৰ্পন্ত যিটো আতে কৰি স্নান।
আমাৰ স্মৰণে হুইবে পাতক নিৰ্য্যাণ ॥
ৰমণকদ্বীপক সত্বৰে যাত্ৰা কৰ।
তই নকৰিবি আৰ গৰুড়ক ডৰ ॥ ৬৬৫
ধ্বজ বজ্ৰ পঙ্কজ পাৱৰ চিহ্ন যত।
আছে সাঞ্চ বান্ধি দেখ সাক্ষাতে শিৰত ॥
তাক দেখি নখাইবে গৰুড়ে মোক ডৰে।
শুনি উল্লসিল কালী পৰম সাদৰে ॥ ৬৬৬
কৃষ্ণক পূজিল বস্ত্ৰে বস্তুৰ সম্ভাৰে।
গন্ধে পুষ্পে ধূপে দীপে বস্ত্ৰ অলঙ্কাৰে ॥

* পৰিবেদনে—পাঠান্তৰ। † পটাল—চক্ষুৰ মণিৰ ওপৰত পৰা জাল।

চৰণত পৰি পুত্ৰে পত্নী সমন্বিতে ।
শিৰে পদ ধূলি তুলি লৈল একচিতে ॥ ৬৬৭
প্ৰদক্ষিণে প্ৰণাম কৰিলা বাৰ সাত ।
পাছ ভৰি লড়িল যুৰিয়া যোৰ হাত ॥
আনন্দতে কালীৰ নেত্ৰৰ নীৰ ঝৰে ।
ৰমণক দ্বীপক লৰিল সবান্ধৱে ॥ ৬৬৮
সেহি দিন ধৰি হ্ৰদ কৃষ্ণৰ প্ৰসাদে ।
ভৈল জল নিৰ্ম্মল অমৃতময় স্বাদে ॥
পুছে পৰীক্ষিতে শুনি মিলিল সংশয় ।
ৰমণক দ্বীপ সবে সৰ্পৰ আলয় ॥ ৬৬৯
এৰি কিয় তাক কালী আইল হ্ৰদ জলে ।
গৰুড়ৰ দ্ৰোহ কিবা কৰিল একলে ॥
কৈয়ো কৃষ্ণ কথা নাথ শুনো কৰ্ণ ভৰি ।
থাকো সংসাৰৰ সবে সন্তাপ পাসৰি ॥ ৬৭০
শুক নিগদতি সিয়ো কথা শুনা ৰাজা ।
মাসে মাসে গৰুড়ক পূজে সৰ্প প্ৰজা ॥
অনেক নৈবেদ্য দ্ৰব্য বলি বস্তু যত ।
বৃক্ষৰ মূলত থয়ে প্ৰতি পূৰ্ণিমাত ॥ ৬৭১
ঘৰে ঘৰে ডৰ দেই ৰক্ষাৰ কাৰণে ।
গৰুড়ে ভুঞ্জন্ত তাক আতি ৰঙ্গমনে ॥
ইটো কালী পৰম দৰ্পিষ্ঠ দুৰাশয় ।
বিষ বীৰ্য্য গৰ্ব্বে গৰুড়কো নগণয় ॥ ৬৭২
দুৰ্ব্বিনয় কদ্ৰুৰ তনয় মহানাগ ।
আপুনিয়ো নেদৈ একো বলি বটা ভাগ ॥
আনেবা বঢ়াৱৈ যৈত তৈকে যায় চলি ।
গৰুড়ক কদৰ্থি দুৰ্জ্জনে ভুঞ্জে বলি ॥ ৬৭৩
হেন শুনি গোবিন্দৰ প্ৰিয় পক্ষীৰাজ ।
কালীক গৰ্জ্জিয়া যুজিবাক ভৈলা সাজ ॥
মহাকোপে আটোপে বধিবে আসা ধাই ।
পৰ্ব্বত শিখৰ খসি লগন্তে উড়াই ॥ ৬৭৪
খলকিল্লা সাগৰ কাথৰ পলম্পিল * ।
যেন অকালন্তে মহাপ্ৰলয় মিলিল ॥

গৰুড় আসন্ত দেখি খেদি কালী বীৰ ।
উপৰক তুলি সিটো সহস্ৰেক শিৰ ॥ ৬৭৫
চেলেকৈ কৰাৰি মুখ আখি আৰকত ।
বতাস সোসাই যেন ফোফাই ক্ৰোধত ॥
খণ্ড খণ্ড কৰে মেঘ লাঞ্জৰ আচাৰে ।
গৰুড়ক ধাইলে সৰ্পে দৰ্পে চমৎকাৰে ॥ ৬৭৬
দুইকো দুই খেদিয়া ধৰিল খঙ্গে পাই ।
যেন মেৰু অঞ্জন পৰ্ব্বত একে ঠাই ॥
লগাইলেক কোলাৰ † ঘাড়মোড়ে বান্ধ ভিড়ি ।
আন্দোলা আন্দুলি কৰে দুয়ো দুইক পিৰি ॥৬৭৭
কৰন্ত আক্ৰান্ত আতি দুয়ো মহাবল ।
দলদোপ পৃথিবী আটোপে টলবল ॥
গৰুড়ক ধৰি পাছে সৰ্প মহা ঘোৰ ।
হাজাৰেক মুখে খঙ্গে ভেজাইলে কামোৰ ॥৬৭৮
একৈ একৈ দন্ত যেন লাঙ্গলৰ ইস ।
গৰুড়ৰ সৰ্ব্ব গাৱে লগাইলেক বিষ ॥
বিষ্ণুৰ বাহন বীৰ বিষক নগনি ।
কোপে জ্বলিলন্ত যেন তুলাত অগনি ॥ ৬৭৯
চাম্প দিয়া কালীকো ধৰিল ঠোটে ঘালি ।
শৰীৰৰ মাংস নখে পেলাইলা বখালি ॥
বাম ডউখা ‡ উল্লাসি বৈসাইলা পখা চাট ।
কালীৰ মিলিল আসি মৰণৰ ঘাট ॥ ৬৮০
গৰুড়ৰ দুস্সহ পখাৰ পায়া চোট ।
জিহ্বা মেলি দান্ত তৰি পৰি সৰ্পগোট ॥
নকৰে চেতন বীৰ বিহ্বল পৰাই ।
ক্ষণেক সন্ধুকি মনে গুণৈ অৰগাই ॥ ৬৮১
নোহো লক্ষ ভাগো পক্ষীৰাজৰ সমান ।
ইহাৰ হাতত কেনমতে ৰাখো প্ৰাণ ॥
হেন গুণি বেগে আসি হ্ৰদে দিলা বুৰ ।
খেদি গুৰি নপাই গৈলা পালটি গৰুড় ॥ ৬৮২
হ্ৰদক নাসিলা যিবা হেতু পক্ষীৰায় ।
শুনা পৰীক্ষিত তুমি তাৰো অভিপ্ৰায় ॥

* পলম্পিল = ৰুলিল ; † কোলাৰ—কোলাহল । ‡ ডউখা—ডেউকা, ডেনা

পূৰ্ব্বত হ্ৰদত ঋষি আছিলা সৌভৰি ।
মহা মৎস্য গোট সকুটুম্বে ফুৰে চৰি ॥ ৬৮৩
গৰুড়ে ধৰিবে চাহন্তে বাধিলা সৌভৰি ।
ঋষিবাক্য নগণি ক্ষুধাত খাইলা ধৰি ॥
পৰম অনাথ ভৈলা আন মৎস্যগণ ।
দেখিয়া দায়ায়ে ঋষি বুলিলা বচন ॥ ৬৮৪
যদি হুনাই খান্ত ঐত মৎস্য এক প্ৰাণী ।
মৰিবন্ত গৰুড় বুলিলো সত্য বাণী ॥
কালী মাত্ৰ জানৈ আক নতু শুনৈ আনে ।
গৰুড়ৰ ভয়ত বঞ্চিলা সেহি স্থানে ॥ ৬৮৫
কৃষ্ণে উচ্চাদিলা * হুনাই দ্বীপতে বঞ্চিল ।
শুনি নৃপতিৰ মনে সংশয় গুচিল ॥
শুনা সাৱধানে কেশৱৰ গুণ কৰ্ম্ম ।
কলি যুগে আতপৰে নাহি আন ধৰ্ম্ম ॥ ৬৮৬
পৰম দুৰ্জ্জন কলি পাপৰ সাগৰ ।
কৰিলে মলিন মতি সমস্তে লোকৰ ॥
কলিসৰ্পে দংশিলেক হৰিল চেতন ।
ৰাম নাম অমৃতক কৰিয়ো যতন ॥ ৬৮৭
তেবেসে এৰাইবা কলি ভুজঙ্গৰ হাত ।
নাহিকে উপায় আন দেখিয়ো সাক্ষাত ॥
জানিয়া যতনে তেজিয়োক আন কাম ।
বোলা সৰ্ব্বজনে ঘনে ঘনে ৰাম ৰাম ॥ ৬৮৮

———

ছবি

শুক নিগদতি ৰাজ পাচে পৰীক্ষিত নৃপ
কালীক লালায়ে কৃষ্ণ দণ্ডি ।
তীৰক পাইলন্ত আসি মুখত ঈষত হাসি
দিব্য অলঙ্কাৰে দেহ মণ্ডি ॥
দেখি গোপগোপী সঙ্গে আতি উলসিল ৰঙ্গে
প্ৰাণ পাইলে যেন তনুগণ ।
জীলো জীলো বুলি ধৰি লগাইলেক গলাগলি
আনন্দে ভৰিল সবে মন ॥ ৬৮৯
ৰোহিণী যশোদানন্দে আনন্দে কান্দন্ত ধৰি
গোপীগণো সন্তাপ নিস্তৰি ।
মিলিল মনত সুখ কৃষ্ণৰ কমল মুখ
মধু পিৱৈ নেত্ৰ ভৃঙ্গ ভৰি ॥
প্ৰভাৱ জানিয়া হাসি ৰামে সাৰটিলা আসি
বিপ্ৰগণে বোলৈ শুন নন্দ ।
গ্ৰহিলেক কালী কালে আইলা কৃষ্ণ ভালে ভালে
কিনো ভৈল পৰম আনন্দ ॥ ৬৯০
যশোদা কৃষ্ণক লই সাৰটি কোলাত লই
স্নেহে ভৈলা বিহ্বল স্বভাৱ ।
ঘনে ঘনে ঘ্ৰাণৈ শিৰ ঝৰয় নয়নে নীৰ
তিতিল কৃষ্ণৰ সৰ্ব্ব গাৱ ॥
জুৰাইল হৃদয় আতি কৃষ্ণক বোলন্ত মাতি
কিয় কালীহ্ৰদে দিলা জাম্প ।
গোসাঞি ৰাখিলে তোকে ক্ষনিতেকে মৰো শোকে
অদ্যাপি সুগুচে হৃদি কাম্প ॥ ৬৯১
কৃষ্ণৰ দেখিয়া মুখ পাসৰিলা সবে দুখ
উলসিল † যত গাই গৰু ।
কৃষ্ণৰ সন্তাপে তঞি ‡ আছিলেক জিবা জঞি §
পিঙ্গৰি § মঞ্জৰৈ v সবে তৰু ॥
এহিমতে ব্ৰজবাসী নেত্ৰে যেন পিৱৈ আসি
হৰিপদ পঙ্কজৰ ৰস ।
দুৰন্ত চিন্তাক তৰি আনন্দে হৃদয় ভৰি
কৰৈ আতি উলস মালস ॥ ৬৯২

———

* উচ্চাদিলা—উচ্ছেদিলা=খেদিলা । † তঞি=তহিঁ । উলসিল—উলসিল । ‡ তঞি (তয়)=তাত । § পিঙ্গৰি—পিন্ধিৰি ; v মঞ্জৰৈ=পাতৰৰে ।

বনাগ্নি পান

### দুলড়ী

অনন্তৰে তৈতে আনন্দে আছন্ত
বাত্ৰি অন্ধকাৰ ভৈলা।
কৃষ্ণৰ লগত গোপ গোপী যত
যমুনা তীৰতে ৰৈলা॥
ক্ষুধায় তৃষায় হাৰাসাম্থি হুয়া
পৰি নিদ্ৰা গৈল আতি।
বেঢ়িয়া বনত বিপুল অগনি
লাগিল দোভাগ ৰাতি॥ ৬৯৩
গিৰ গিৰ ৰোলে বায়ুৰ অন্দোল
ছিণ্ডি ছিণ্ডি আসৈ জুই।
হাপাস লাগিল ঘুমটি ভাগিল
জাগিল বিশ্ৰুতি হুই॥
বহ্নিৰ প্ৰভাৱ দেখি কাম্পৈ গাৱ
নিশ্চয় মিলৈ মৰণ।
পায়া মহাভয় গোপ গোপীচয়
কৃষ্ণতে লৈলে শৰণ॥ ৬৯৪
ত্ৰাহি হে কৃষ্ণ প্ৰভু কৃপাময়
ভয়ে ধাতু গৈল উৰি।
পৰিলো বিপাকে ৰাখিয়ো আমাক
স্বামী আম্মি মৰো পুৰি॥
তুম্মিসি মাধৱ বিপদ বান্ধৱ
সুহৃদ নাহিকৈ আন।
তোমাৰ চৰণে পশিলো শৰণে
দিয়া নাথ প্ৰাণ দান॥ ৬৯৫
নাহি মৃত্যু ভয় ইটো শৰীৰৰ
অৱশ্যে আছে বিচ্ছেদ।
নেদেখিবো আৰ চৰণ তোমাৰ
ইলে মৰ হৃদি খেদ॥
ভকতৰ ধন আমাৰো জীৱন
ইসে সংসাৰতে সাৰ।
জানি ভয়হাৰী তেজিতে নপাৰি
চৰণ আৰ তোমাৰ॥ ৬৯৬

---

### ছবি

এহিমতে ব্ৰজবাসী কৃষ্ণক আৰৰি আসি
মহা ত্ৰাস হুয়া বোলৈ বাক।
ভকতৰ দেখি ভয় পাছে কৃষ্ণ কৃপাময়
নাহি চিন্তা বুলি দিলা ডাক॥
বায়া মুখ মহাসুখে পিলা বনাগ্নিক মুখে
সমস্তে সুমৰৈ ধৰ্ম্ম ধৰ্ম্ম।
অনন্ত শকতিধৰ মহেশ্বৰ মাধৱৰ
নুহি অদভুত ইটো কৰ্ম্ম॥ ৬৯৭
দেখি গোপ গোপীগণে কহৱৈ বিস্ময় মনে
নন্দসুত নোহন্ত মানুষ।
সাক্ষাতে লক্ষ্মীৰ পতি যিটো ভকতৰ গতি
এন্তে সেহি পৰম পুৰুষ॥
ধৰিলন্ত অৱতাৰ খণ্ডিৱন্ত মহাভাৰ
আত কিছো নাহি অন্যৱথা।
মাধৱক প্ৰসংশিয়া আনন্দে নধৰৈ হিয়া
জুমা জুমি কৰৈ এহি কথা॥ ৬৯৮
অনন্তৰে দেৱহৰি মোহন বংশীক ধৰি
দিলা তাক যাইবাৰ নিশান।
আগকৰি গৰু গাই কৃষ্ণক আৱৰি যায়
যত লৱৰিয়া গোপগণ॥
কতো শিঙ্গা বংশী বায়ে তাতে হৰি গুণ গায়ে
কতো কৰৈ মহিমা কীৰ্ত্তন।
অধৰে অৰ্পিয়া বংশী ঈষত কটাক্ষ হাসি
চায়া যান্ত নন্দৰ নন্দন॥ ৬৯৯

গোপীগণো চলি যায় কৃষ্ণৰ চৰিত্ৰ গাই
মনে ধৰি কৃষ্ণৰ চৰণ।
প্ৰেমৰসে দ্ৰৱৈ চিত তনু আতি ৰোমাঞ্চিত
হৰিষতে সিথিল গমন ॥
এহিমতে দেৱহৰি পৰম আনন্দ কৰি
ভৈলা গৈয়া ব্ৰজত প্ৰবেশ।
মহাভাগৱত পদ শুনিয়োক সভাসদ
হৌক নাশ সংসাৰৰ ক্লেশ ॥ ৭০০
জন্মৰ এহিসে হেতু ৰাম নামে বান্ধি সেতু
সংসাৰ সাগৰে হোৱা পাৰ।
শুনা সবে অভিপ্ৰায় নাম বিনে গতি নাই
চাৰিয়ো বেদত নাম সাৰ ॥
জানি আন পৰিহৰি সুদৃঢ় বিশ্বাস কৰি
লৱা নাম তেজি আন কাম।
চলিবা বৈকুণ্ঠ লোক পুৰুষ উদ্ধাৰ হৌক
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৭০১

---

বৃন্দাবনত গোপসকলৰ লগত ৰাম-কৃষ্ণৰ খেলা
আৰু বলভদ্ৰৰ প্ৰলম্বাসুৰ বধ।

পদ

নিগদতি মুনি শুক শুনা পৰীক্ষিত।
কালীৰ ফণাতে নাৰায়ণে কৰি নৃত্য ॥
বলোক ভুলিবে লাগি দৈত্যৰ কান্ধত।
আউৰ দিনা কৃষ্ণে ক্ৰীড়া কৰিলা বনত ॥ ৭০২
এহিমতে তহিতে ক্ৰীড়ন্তে ৰাম হৰি।
চৰান্ত বৎসক ছদ্মে গোপ ৰূপ ধৰি ॥
গ্ৰীষ্ম নামে ঋতু আসি মিলিল তহিতি।
প্ৰাণীৰ সুপৰ্জে যাত অতিশয় প্ৰাতি ॥ ৭০৩
নাষায় চাহান চণ্ড ৰবিৰশ্মি জাল।
কৰৈ শঙ্কৰক দাহ ঘোৰ গ্ৰীষ্ম কাল ॥
সাক্ষাতে বঞ্চন্ত যাত ভগৱন্ত হৰি।
বৃন্দাবন ভৈল আসি বসন্তৰ সৰি ॥ ৭০৪
শুনি অসংখ্যাত তাত নিৰ্ঝৰৰ নাদ।
সেহি ছদ্ম ভৈল আতি জীয়াৰ সম্বাদ ॥
দশো দিশ উফৰি নিঝৰি জল যায়।
বাঢ়ে বন বৃক্ষলতা তাৰ চিটা পাই ॥ ৭০৫
বহৰে শীতল বায়ু বৃন্দাবন জুৰি।
লগতে উৎপল পদ্ম ৰেণু আসে উৰি ॥
নদীৰ উৰ্ম্মিত জল চিটিকিয়া পৰে।
হলফল কৰি বন নিতে নিতে চৰে ॥ ৭০৬
মেলি নৱ পল্লৱ লতাই দিলা জাপ।
নাহি বন বহ্নি চণ্ড আদিত্যৰ তাপ ॥
ফল পুষ্পে কৃষ্ণৰ ওলমি পৰৈ ডাল।
চৰৈ মহাসুখে পক্ষী পশু পালে পাল ॥ ৭০৭
আগাধ হ্ৰদৰ উৰ্ম্মি দেখি ভয় ভিতি।
কাখৰ পলম্পি জল যায় চতুৰ্ভিতি ॥
ভৈলা ভুমি সমস্ত কৰ্দ্দম বৃন্দাবন।
শুষিতে নপাৰে আউৰ ৰবিৰ কিৰণ ॥ ৭০৮
পুষ্পে জকমক সবে দেখন্তে আহ্লাদ।
বহুবিধ চিত্ৰ মৃগগণে কৰৈ নাদ ॥
হৃষ্ট পুষ্ট পক্ষীসব ভক্ষি ফল-ফুল।
আনন্দতে তেজৈ নাদ শুনিয়া তুমুল ॥ ৭০৯
সঞ্চৰে ভ্ৰমৰে পুষ্পৰসে হুয়া ভোল।
সদায় শুনিয় মত্ত ময়ুৰৰ বোল ॥
কোকিলৰ কুহুঁ কুহুঁ নাদে মিলৈ ভাৱ।
জলচৰ পক্ষী সৰ্ব্বক্ষণে তেজৈ ৰাৱ ॥ ৭১০
হেন বিতোপন সিটো বৃন্দাবন স্থলি।
গোপগণ সমে ৰাম কেশৱে আকলি ॥
আগ কৰি গোধন অধৰে বায়া বাঁশী।
কৌতুকে ক্ৰীড়ন্তে তাতে প্ৰবেশিলা আসি ॥ ৭১১
মাথাত ময়ুৰ পুচ্ছ পল্লৱ কৰ্ণত।
বন্য পুষ্প গলে লেক ধৰিলা পৃষ্ঠত ॥

ৰাম কৃষ্ণ আদি যত গোপৰ প্ৰবুদ্ধ * ।
কতো নাচৈ গায়ৈ কতো কৰৈ বাহু যুদ্ধ ॥ ৭১২
আপুনি কৰন্ত ৰঙ্গে নাৰায়ণে নৃত্য ।
দেখি গোপগণে কতো গায়ৈ গুণ গীত ॥
বায়ৈ বেণু শিঙ্গা কতো বজায়ৈ চাপৰি ।
তাৰ চেৱে আদিদেৱে নাচন্ত চাপৰি ॥ ৭১৩
সাধু সাধু বুলি কতো নাচন্ত চৌপাসে ।
দেখি অঙ্গি ভঙ্গি ৰঙ্গে কতো কতো হাসে ॥
ধ্যানত নেদেখৈ যাক মহা যোগীজনে ।
শিশু সঙ্গে কৰা ক্ৰীড়া হেন নাৰায়ণে ॥ ৭১৪
যেন নটে নটক প্ৰসংশে চাই নাচ ।
সেহিমতে দেৱগণে ধৰি গোপ কাছ ॥
গোপৰূপী ৰাম-মাধৱক স্তুতি কৰি ।
সদায়ে আনন্দে ভ্ৰমৈ দোভাইকো আৱৰি ॥ ৭১৫
বহুবিধ কৰৈ ক্ৰীড়া মহাকতুহলে ।
কাহাকো সাৰটি ছটিকৰি ধৰে গলে ॥
কাহাকো ফুৰায়ৈ পাক উপৰক তুলি ।
কাকো কেৱে গলদঙ্গা মাৰৈ হু বুলি ॥ ৭১৬
ডেৱৈ কাকো কেৱে হেলে লাম্ফ দিয়া আনি ।
কেহো কাকো আজুড়ি টানিয়া আনৈ হানি ॥
খেলৈ নানা খেৰি ৰাম মাধৱৰ সঙ্গে ।
কতো কতো বাহু যুদ্ধ কৰৈ মহা ৰঙ্গে ॥ ৭১৭
নাচৈ গোপগণে গীত গান্ত দুয়ো ভাই ।
কতো বেণু বায়ৈ প্ৰসংশন্ত তাকে চাই ॥
কতো কোঙ্কাই আনি কল আমলখা বেলে ।
দুয়ো দুই ভিতি কতো দলি যুদ্ধ খেলে ॥ ৭১৮
আমাক ঢুচুৰি বুলি কতো লৰ দেই ।
ছুইবো ছুইবো বুলি কতো খেদি নেই ॥
কতো খেদি ফুৰৈ আপুনাৰ চক্ষু বান্ধি ।
কতো থাকৈ আন্তৰি বৃক্ষৰ পশি সান্ধি ॥ ৭১৯
বেঙে যেন ডেৱ দিয়া ফুৰৈ লাফে লাফে ।
লৰড়িয়া ফুৰৈ কতো ফুৰে যেন সাপে ॥
কতো কতো থাকৈ বসি বকে যেন চুম্পি ।
কতো লাসে লাসে শিশু ফুৰৈ ভৰি খুম্পি ॥ ৭২০
তাকে চাই চাই কতো হাসে মুণ্ড তুলি ।
কৰন্ত কৌতুকে কতো হেন্দোলা হেন্দুলি ॥
কতো ৰাজা হৱৈ কতো ছত্ৰ ধৰি তোলে ।
কতো কতো দোপাশে চামৰ ধৰি ঢোলে ॥ ৭২১
বোলায়ে আদেশ সিংহাসনে থাকে বসি ।
নদী সৰোবৰ বন গহ্বৰত পশি ॥
কৰন্ত বিবিধ ক্ৰীড়া আতি অনুপাম ।
গোপগণ সঙ্গে ৰঙ্গে লৈয়া কৃষ্ণ ৰাম ॥ ৭২২
সেহি সময়ত দৈত্য প্ৰলম্ব নিলাজ ।
গোপৰূপ ধৰিয়া পশিল আসি মাজ ॥
ৰামক কৃষ্ণক হৰি নিবাক প্ৰৱন্ধে ।
লৈয়া লগ গোপৰ উমলে মহাৰঙ্গে ॥ ৭২৩
জানি তাক কটাক্ষ কৰিলা কৃষ্ণে হাসি ।
ভাল ভৈল হাততে মিলিল দৈত্য আসি ॥
তাহাৰ বধক পাছে চিন্তি চক্ৰপাণি ।
মাতি গোপগণক বুলিলা হেন বাণী ॥ ৭২৪
হে গোপগণ শুনা আমাৰ সম্মতি ।
আশা যুলিবাটি ক্ৰীড়া কৰিয়ো সম্প্ৰতি ॥
যেই যাত হাৰহো বহিবো কান্ধে তুলি ।
ভৈলা দুই ভিতি শিশু এহি হৌক বুলি ॥ ৭২৫
ভৈলন্ত নায়ক ৰাম কৃষ্ণ মহাশয় ।
যুলিবাটি খেলৈ খেৰি গোপ শিশুচয় ॥
ভাণ্ডিৰক নাম বট বৃক্ষৰ মূলত ।
কৰে ক্ৰীড়া শিশুসব মহা আনন্দত ॥ ৭২৬
শ্ৰীদাম বৃষভ প্ৰমুখ্য গোপগণে ।
ভৈলা সবে ৰামৰ সঙ্গতি ৰঙ্গমনে ॥
ভদ্ৰসেন প্ৰলম্ব প্ৰমুখ্য গোপ যত ।
পৰম নিৰ্ভয়ে ক্ৰীড়ৈ কৃষ্ণৰ সঙ্গত ॥ ৭২৭
এহিমতে কতো বেলি ক্ৰীড়ন্তে আছয় ।
পাছে ৰাম সবে গোপগণ ভৈলা জয় ॥

* প্ৰবুদ্ধ—পণ্ডিত, জ্ঞানী ।

কৃষ্ণৰ ভিতিৰ ভঙ্গ মিলিল সমূলি ।
বহিবাক লাগিলা কান্ধত লৈয়া তুলি ॥ ৭২৮
শ্ৰীদাম গোপক লহন্ত কৃষ্ণে কন্ধে ।
ভদ্ৰসেনে বৃষভক বহৰৈ প্ৰৱন্ধে ॥
ৰামক কান্ধত লৈয়া প্ৰলম্বে প্ৰত্যেক ।
এহিমতে বৰৈ আনো গুৱাল যতেক ॥ ৭২৯
আন গোপগণে থৈলা সীমাতে নমাই ।
প্ৰলম্বে বলোক নেই সীমাকো চড়াই ॥
কৃষ্ণৰ পাশৰ আন্তৰাইলা সেহি চেগে ।
তাঙ্ক বিদূৰক লাগি নিল মহাবেগে ॥ ৭৩০
দৈত্যৰ কান্ধত বলভদ্ৰ যান্ত ভিৰি ।
পৰম গম্ভীৰ যেন হিমৱন্ত গিৰি ॥
বহিবে নাপাৰৈ আৰ বেগ ভৈল থিৰ ।
ধৰিলেক দুষ্টে নিজ আসুৰি শৰীৰ ॥ ৭৩১
জলৈ দৈত্য দেহা ঘোৰ কালমেঘ নয় ।
বিজুলীৰ চিকি যেন অলঙ্কাৰচয় ॥
উপৰত ৰাম প্ৰকাশন্ত চন্দ্ৰ সম ।
ভয়ঙ্কৰ মূৰ্ত্তিক দেখিয় যেন যম ॥ ৭৩২
অঞ্জন পৰ্ব্বত যেন থূলন্তৰ কায় ।
দুই চক্ষু ৰঙ্গা জুই অঙ্গনি পৰায় ॥
নাসা দন্ত দুই তাৰ যেন অন্ধকূপ ।
মৌবাস যেন ওষ্ঠ বিকৃতি কুৰূপ ॥ ৭৩৩
ভ্ৰূকুটি কুটিল মুখ গিৰিৰ গহ্বৰ ।
বিকট পিঙ্গট গোম্ফ দাৰি ভয়ঙ্কৰ ॥
কৰ্ণ দুই হালে যেন কুলাৰ বাতাস ।
থূলন্তৰ শিৰ আছে লঙ্ঘিয়া আকাশ ॥ ৭৩৪
যেন কাল সৰ্পগোট ফোফাই মহাৰাগি ।
উচ্চল দশন ললাটত আছে লাগি ॥
লহ লহ জিহ্বা মেলি কৰৈ কিল কিল ।
বাহু দণ্ড দুই তাৰ যেন পোৰা শিল ॥ ৭৩৫
হাতৰ পাৱৰ নখ আছে ফুৰি ফুৰি ।
খালী আছে পেট যেন গুখান খুপুৰী ॥
স্থূল জাঙ্গ ভাপুৰি ভেজুৰা ভল্লি তাৰ ।
যাই ভূমিকম্প পায়া পাৱৰ প্ৰহাৰ ॥ ৭৩৬
নাকৰ নিশ্বাস যেন বতাস সোণাই ।
কালান্তক মূৰ্ত্তিক দেখন্তে ধাতু যায় ॥
প্ৰলয়ৰ মেঘে যেন তেজিলে আটাস ।
দেখি বলভদ্ৰৰ ঈষত ভৈল ত্ৰাস ॥ ৭৩৭
উলটি দেখন্ত কৃষ্ণ নাহিকে লগত ।
নাহিকে সহায় আন গোপগণো যত ॥
একেশ্বৰে ৰামক দুৰক নিলা হৰি ।
নিমিষেক আছিলা মনত শঙ্কা কৰি ॥ ৭৩৮
ক্ষণেক দঢ়ায়া আপুনাক বলৰাম ।
জাজ্বল্য সমান কোপে নিকালিল ঘাম ॥
অধৰ কামুৰি কান্ধতে তাৰ উঠি ।
মাৰিলা শিৰত তাৰ দৃঢ়তৰ মুঠি ॥ ৭৩৯
বজ্ৰে যেন বিদাৰিলা গিৰিৰ শিখৰ ।
ভৈল দুই চিৰ শিৰ বীৰ প্ৰলম্বৰ ॥
নিকলিল * ঢেল মুখে ৰুধিৰ ছাদিল ।
আটাসেক দিয়া দৈত্যে প্ৰাণক চাড়িল ॥ ৭৪০
নামিলা কান্ধৰ ভেৰ দিয়া হলধৰ ।
কতো দুৰ ঘূড়িয়া পৰিল কলেৱৰ ॥
গিৰ গিৰ শৱদে লৰিল বসুমতী ।
যেন পৰ্ব্বতেক নিপাতিলা সুৰপতি ॥ ৭৪১
প্ৰলম্বৰ বধক দেখিয়া গোপগণে ।
ভৈলন্ত বিস্ময় ঘোৰ মূৰ্ত্তি দৰশনে ॥
বলোক প্ৰশংসে চাই চিত্ত সুহি থিৰ ।
কৰিলা দুষ্কৰ কৰ্ম্ম ধন্য ধন্য বীৰ ॥ ৭৪২
মৰি উপজিল বুলি নয়ন জুৰাৱে ।
চতুৰ্ভিতি বলোক সাৱটে প্ৰেমভাৱে ॥
ভাল ভৈল মাৰিলাহা অসুৰ লটক ।
কৃষ্ণে আসি আলিঙ্গিয়া ধৰিলা জ্যেষ্ঠক ॥ ৭৪৩
মৰিল প্ৰলম্ব পাপী দেখি দেৱগণে ।
মিলি গৈল পৰম আনন্দ বৰষণে ॥

* নিকলিল—ওলাল ।

ধৰ্ম্ম ধন্য হলিৰাম বুলি প্ৰশংসিল।
সুৰভি কুসুম মাল্য শিৰে বৰষিল ॥ ৭৪৪
মিলিল স্বৰ্গত আতি অনেক উৎসৱ।
সাধু সাধু ৰাম কিনো মাৰিলা দানৱ ॥
নাচে অপেশ্বৰী গাৱে গন্ধৰ্ব্ব যতেক।
দুন্দুভি মৃদঙ্গ জয় ঘুষিল অনেক ॥ ৭৪৫
শুনা নিৰন্তৰে ইটো কৃষ্ণৰ চৰিত্ৰ।
আপুনি ঈশ্বৰ আসি ভৈলন্ত বিদিত ॥
আন কালে হোন্ত যিটো অংশ অৱতাৰ।
আসিলন্ত ভগৱন্ত আপুনি ইবাৰ ॥ ৭৪৬
সমস্তে লোকক মুক্তি দিবাৰ কাৰণে।
কৰন্ত বিবিধ লীলা নাথ নাৰায়ণে ॥
আক যিটো জনে কৰে শ্ৰৱণ কীৰ্ত্তন।
একেবাৰে আত তিনি সাধে প্ৰয়োজন ॥ ৭৪৭
কলিৰ পৰম পাপ সাগৰ সঙ্কাশ।
প্ৰথমতে দহি তাক কৰে সৰ্ব্বনাশ ॥
সমস্তে পুণ্যৰ কীৰ্ত্তনতে পাই ফল।
হাততে মিলাৱে মহা মুকুতি মঙ্গল ॥ ৭৪৮
হেন হৰি গুণ নাম ধৰ্ম্ম অনুপাম।
আক এৰি কেনে কৰি ফুৰা আন কাম ॥
জানিয়া যতনে সেৱা কৰিয়ো কৃষ্ণক।
পাই পশু-পক্ষী শৰীৰতো বিষয়ক ॥ ৭৪৯
দেৱৰ দুৰ্ল্লভ ভাৰতত নৰ তনু।
কোটি কোটি কল্প অৱসানে পাই পুনু ॥
কৃষ্ণক ভজিয়ো তেজি বিষয় যতন।
ছাইৰ অৰ্থে সুপুৰিবা মলয় চন্দন ॥ ৭৫০
কেতিক্ষণ অন্তকে কৰিবে আসি গ্ৰাস।
আপুনাক আপুনি নকৰা সৰ্ব্বনাশ ॥
কৃষ্ণৰ ভকতি বিনে নাহি ৰক্ষা হেতু।
সংসাৰ সাগৰে ৰামনাম বান্ধা সেতু ॥ ৭৫১
চিত্তত চিন্তিয়ো নিতে কৃষ্ণৰ চৰণ।
নাহি আন গতি লৈয়ো কৃষ্ণতে শৰণ ॥
কৃষ্ণৰ কিঙ্কৰে কহে সুখে তেবে তৰি।
আন কাম এৰি বেঢ়ি বোলা হৰি হৰি ॥ ৭৫২

---

শ্ৰীকৃষ্ণৰদ্বাৰা গোপগণক দাবাগ্নিৰপৰা উদ্ধাৰ

**দুলড়ী**

নিগদতি শুক শুনা কৃষ্ণ কথা
পুনু পৰীক্ষিত ৰায়।
শ্ৰীদাম নাম গোপৰ হৰিষ
মিলিল কান্ধ বগাই ॥
জিনিলো কৃষ্ণকো কৰৈ কুলি মালি
দেখি অৱগৰ্ব্ব হৰি।
নিজ ঐশ্বৰ্য্যক কৰিলা প্ৰকট
বন-বহ্নি পান কৰি ॥ ৭৫৩
ৰামক সৎকাৰ কৰি অনন্তৰে
মৰা প্ৰলম্বক এৰি।
ভাণ্ডিৰ বটৰ মূলত সবেয়ো
কৰিবে লাগিলা খেড়ি ॥
গোৱালক বাটি লৈয়া ৰাম কৃষ্ণ
দুই ভিতি ভৈলা দুনাই।
যাক যিটো জিনো তাহাতে চৰিয়া
ফুৰিবো কান্ধ বগাই ॥ ৭৫৪
এহিমতে ক্ৰীড়া কৰৈ একমনে
আনন্দে যত গোৱাল।
আপুনি চৰন্তে গৈল বিদুৰক
যত গাই গৰু পাল ॥
তাৰ পাছে পাছে চৰন্তে ফুৰই
মেঠন ছাগ মহিষ।
তৃণ লোভে সবে পশিল গহ্বৰ
মুঞ্জবন আসবিষ ॥ ৭৫৫

উচ্চ নির্ঝবিস  যোৰ মুঞ্জবন
পশি ভৈল ভয়ভীত।
কান্দে বন জুইৰ  তাপ পায়া আতি
হাম্বাবাৰে বিপৰীত॥
মহিষ ভেড়াই  ছাগল বেবাই
পলাইবে পথ নাপাই।
পাছে গোপগণ  ভৈলা মহাভয়
নেদেখিয়া গৰু গাই॥ ৭৫৬
আতি অনুতাপে  পশিয়া বনত
বিচাৰি ফুৰন্ত চাই।
গুচিল জীৱন  হৰিল চেতন
গৰুৰ লাগ নাপাই॥
হাটফোট কৰি  ফুৰি কতো বেলি
পাইলেক পাছে পজাল।
খোজ গুড়ি গুড়ি  গৈয়া মুঞ্জবনে
পশিল সবে গোৱাল॥ ৭৫৭
দেখৈ গৰু গাই  পথক নাপাই
অৰণ্যত ফুৰৈ পাক।
চতুৰ্ভিতি ধাৱে  কান্দে হাম্বাৰাৱে
ভৈল ভেট গৈয়া তাক॥
ক্ষুধায়ে তৃষায়ে  হাৰাসাম্থি হুয়া
নিৰৰ্ত্তিল গৰু লই।
অত্যন্ত উচ্ছ্ৰিত  বৃক্ষৰ উপৰে
কৃষ্ণো চৰিলন্ত গই॥ ৭৫৮
মনন্ত বিকলে  ভকত বৎসলে
দৰশিয়া আপুনাক।
সাৱলী ধাৱলী  কাজলী পিঙ্গলী
বুলি দিলা দীৰ্ঘ ডাক॥
কৃষ্ণৰ বচন  বুজিয়া গৰুৰ
মিলিল আনন্দ ভাৱ।

দূৰন্তে কৃষ্ণক  চাহি একেবাৰে
কৰিলেক হাম্বাবাৱ॥ ৭৫৯
মধুৰ মূৰ্ত্তিক  দেখি আতিশয়
প্ৰেমত দ্ৰৱিল চিত্ত।
নয়নৰ নীৰ  ধাৱায়ে বহয়ে
তনু ভৈল পুলকিত॥
ক্ষুধাতৃষা পীড়া  এৰাইলা সকলে
সিঞ্চিল যেন অমৃতী।
এক দৃষ্টি কৰি  কৃষ্ণ মুখ চাই
ভৈলন্ত আতি তৃপিতি॥ ৭৬০
যত গোপগৰু  এক যুথে চাই
চাৰৈ সবে ঊৰ্দ্ধমুই।
পাছে সেহিবেলা  সবাকো বেঢ়িয়া
লাগিল বনত জুই॥
প্ৰচণ্ড বায়ুৰ  সংযোগ জলিয়া
লঙ্ঘিল গৈয়া আকাশ।
যত গোপগৰু  ভৈল মহাভয়
বহ্নিৰ পয়া হাপাস॥ ৭৬১
গিৰ গিৰ ৰোল  উঠিল চৌপাশে
বনসব দহি আসে।
পলাইবাৰ পথ  নাপাই গোপগৰু
কাম্পে তৰতৰি ত্ৰাসে॥
ত্ৰাহি হে হৰি  বুলি চাৰৈ ডাকি
ভয়াতুৰ গোপগণে।
যেন মৃত্যু ভয়ে  ভকত সকলে
কৃষ্ণত পশে শৰণে॥ ৭৬২
বিদুৰবে পৰা  কৃষ্ণক নিবেদৈ
কৰৈ গৰু হাম্বাবাৰ।
নাহি আনগতি  জানিয়া সম্প্ৰতি
গোৱালে কৰৈ আবাৰ॥

হে কৃষ্ণ কৃষ্ণ পৰম বিক্ৰম
হেৰা মৰি যাওঁ প্ৰাণে ।
বন জুইত পুৰি মৰি যাওঁ আমি
স্বামী কৰা পৰিত্ৰাণে ॥ ৭৬৩
তুমিসি আমাৰ পৰম সুহৃদ
গতি নাহি আৰ আন ।
কৰিয়ো উদ্ধাৰ বান্ধৱ মাধৱ
বনজুইত যায় প্ৰাণ ॥
আমি নিজ ভৃত্য জানিবাহা নাথ
চিন্তিয়ো আৰ উপায় ।
বোলো সাঙ্গে সাঙ্গে পৰম বিপাঙ্গে
গতি তুমি বিনে নাই ॥ ৭৬৪
শুনিয়া মাধৱ গোপৰ বান্ধৱ
পৰম কৰুণা বাক ।
নাই নাই ভয় বুলি হাত তুলি
দিলা প্ৰভু দীৰ্ঘডাক ॥
তুমি সব মোৰ পৰম ভকত
থাকিয়ো নিৰ্ভয় হুই ।
আমি বিদ্যমানে কি কৰিবে পাৰে
তোমাসাক বনজুই ॥ ৭৬৫
ৰহিয়ো ক্ষেণেক চক্ষু জপাই সবে
আনিবো এক্ষণে ৰাখি ।
কৃষ্ণৰ বচন শুনি গোপগৰু
সবেয়ো মুঞ্জিলে আখি ॥
দেখি কৃষ্ণে পাছে পৰম লীলায়ে
পিলা বনাগ্নিক মুখে ।
গৰু গোৱালক একে তিলে সবে
নিস্তাৰিলা মহাসুখে ॥ ৭৬৬
যত গোপগৰু ভাণ্ডিৰক লাগি
পুনৰপি নাৰায়ণে ।
নিজ যোগ বলে ভকত বৎসলে
আনিলন্ত [illegible] ॥

চক্ষু মেলি পাছে চায়ে নাহি জুই
আছো ভাণ্ডিৰৰ তলে ।
কৃষ্ণৰ আশ্চৰ্য্য মহিমা দেখিয়া
বিস্ময় ভৈলা সকলে ॥ ৭৬৭
জানিলো নিশ্চয় নন্দৰ তনয়
নোহন্ত এন্তে মানুষ ।
যিটো জগতৰ গতি নাৰায়ণ
পৰম এন্তে পুৰুষ ॥
চতুৰ্ভিতি বেঢ়ি পৰি প্ৰণামিলা
মিলিল ঈশ্বৰ জ্ঞান ।
দিন অৱসান দেখি কৃষ্ণে পাছে
চলি গৈলা নিজ স্থান ॥ ৭৬৮
কৰি আগ গৰু ৰামে সমে যান্ত
মোহন বংশী বজাই ।
বেঢ়ি গোপগণে গুণ গায়া চলে
ৰাম মাধৱক চাই ॥
কৃষ্ণৰ বিয়োগে যিটো গোপীকাৰ
ক্ষণে যুগশত যায় ।
কৃষ্ণ দৰশনে পৰম আনন্দ
মিলিল মনে দুনাই ॥ ৭৬৯
মধুৰ মূৰ্ত্তিক দেখি তনু মন
সবাৰো ভৈল শীতল ।
নয়ন ভ্ৰমৰে পিয়ে যেন আতি
কৃষ্ণৰ মুখ কমল ॥
নিৰেখিয়া কৃষ্ণে কটাক্ষে স্নেহত
সিঞ্চিল যেন অমৃত ।
প্ৰেমে পুলকিত লোতক ধৰাইল
আনন্দে নধৰৈ চিত্ত ॥ ৭৭০

---

**ছবি**

গোপগণে গৈয়া পাছে ব্ৰজত কহন্তে কথা
আশ্চৰ্য্য শুনিয়োঁ নিৰন্তৰে।
আসিল অসুৰ গোট মাৰিয়া মুষ্টিৰ চোট
তাৰ প্ৰাণ লৈলা হলধৰে॥
গৰু সমে আমাসাক বনজুই বেঢ়িলেক
ক্ষণেকতে পুৰি মৰো আমি।
অগ্নিকো পিলন্ত মুখে তাৰিয়া আনিলা সুখে
আমাসাক আজি কৃষ্ণস্বামী॥ ৭৭১
শুনি বৃদ্ধ গোপসব ব্ৰজৰ যতেক নাৰী
সবাৰো বিস্ময় ভৈলা মন।
জানিলেক কৃষ্ণ ৰাম মানুষ নোহন্ত নিষ্টে
দেৱতো উত্তম দুয়োজন॥
আতি মহা প্ৰেম ভাৰে বেঢ়িয়া দোভাইকো চাৰে
পৰম হৰিসে ঊৰ্দ্ধমুখে।
এহিমতে ৰাম হৰি লোকৰ আনন্দ কৰি
ব্ৰজত বঞ্চিলা মহাসুখে॥ ৭৭২
জন্মক নকৰা বৃথা শুনা নিৰন্তৰে কথা
কেশৱৰ চৰিত্ৰ অমৃত।
সুখে সংসাৰক তৰা কুলকো উদ্ধাৰ কৰা
পিতৃলোক হৌক কৃতকৃত্য॥
যেতিক্ষণ পুত্ৰে ঐত হৰিত ভকতি কৰে
ধৰে গুণনাম একমতি।
চিৰকাল নৰকত আছে পৰি পিতৃ যত
তাৰক্ষণে হৱে স্বৰ্গগতি॥ ৭৭৩
দধি দুগ্ধ মধুধাৰা বহয়ে মুখক লাগি
হোন্ত পিয়া পৰম তৃপিতি।
ৰঙ্গে বঙ্কে বাহু তুলি তৰিলো তৰিলো বুলি
স্বৰ্গ মধ্যে অনেক ইচিতি *॥
হেন হৰি ভকতিৰ পৰম মহিমা জানি
সদায়ে কৃষ্ণত কৰা ৰতি।
নেৰিবাহা হৰিনাম ডাকি বোলা ৰাম ৰাম
পাপমানে যাউক অধোগতি॥ ৭৭৪

---

**বৰ্ষা বৰ্ণন**

**পদ**

শুকমুনি পৰীক্ষিত ৰাজাত কহিল।
গ্ৰীষ্ম গৈলে ঋতু আসি বাৰিষা মিলিল॥
বিবিধ মণ্ডল কৰে সূৰ্য্যৰ প্ৰকাশ।
তাৰে ৰশ্মি চিকিমিকি দেখিয় আকাশ॥ ৭৭৫
বহে খৰ্ব্ব বায়ু সুশুনিয় মাতবোল।
গগনক ঢাকি মহা মেঘৰ অন্দোল॥
ঘনে ঘনে দেই আতি বিজুলি চমক।
লাগে তিৰি মিৰি আসি চক্ষুত জমক॥ ৭৭৬
নাকলিয় চন্দ্ৰ সূৰ্য্য জ্যোতি তাৰাগণ।
যেন জীৱ আত্মা শৰীৰতে ভৈল ছন্ন॥
আঠ মাস নিলে ৰশ্মি পৃথিবীৰ সত্ব।
দুনাই সূৰ্য্যে এৰি দেন্ত বাৰিষা কালত॥ ৭৭৭
বিদ্যুত সঞ্চাৰে চণ্ড বতাসে চঞ্চল।
নিৰন্তৰে মেঘগণ বৰিষিলা জল॥
খালবাম ভৰি ভূমি ভাগি যয়ে জান।
যেন মহা মহন্তে দুখীক দিল দান॥ ৭৭৮
গ্ৰীষ্মত আছিল সুখাই ৰৌদ্ৰ তাপ সহি।
বাৰিষা কালত দুনাই পুষ্ট ভৈল মহী॥
তপ উপবাসে দেহা আছিল সুখাই।
দুনাই ভোগ ভুঞ্জিলাত আপুনি পুঠাই †॥ ৭৭৯
জুই আঙ্গনি জলে বাৰিষা নিশাত।
নকৰে প্ৰকাশ ভাত নক্ষত্ৰে সাক্ষাত॥
যেন কলিযুগে বেদ শাস্ত্ৰ হৈয়ে ছন্ন।
প্ৰকাশে পাষণ্ড শুনে তাৰেসে বচন॥ ৭৮০
নাদ শুনি মেঘৰ ভেকৰ বোল চড়ে।
শুক পাঠ দিলে যেন শিষ্য পাছে পঢ়ে॥

---

* ইচিতি—ইঙ্গিত। মন্ত—মন্ত্ৰ। † পুঠাই—পুষ্ট হয়।

বহৰৈ বিপথে আতি ক্ষুদ্র নদী যত।
কৰৈ অকাৰ্য্যক যেন ধনৰ গৰ্ব্বিত ॥ ৭৮১
নীলবৰ্ণ সুকোমল তৃণে ভৈল ছন্ন।
ঠাই ঠাই ভূমিক দেখিয় কৃষ্ণবৰ্ণ ॥
কৰিলে গুৱালী পলুৰঙ্গা থানে থান।
অসংখ্যাত বেঙ্গচতা দেখি বিদ্যমান ॥ ৭৮২
প্রকাশে বাৰিষা নানা বৰ্ণে বসুমতী।
জলে ৰাজশ্ৰীয়ে যেন পৰম সম্পত্তি ॥
নানাবিধ বস্ত্রে কাছি পাৰি সামৰাজ।
দণ্ডে ছত্রে চানি যেন ৰাজা ভৈল বাজ ॥ ৭৮৩
বৃষ্টিজল পায়া শস্য কৰৈ হুলফল।
দেখি কৃষকৰ মনে মহা কতূহল ॥
শুখাই পৰৈ জল পুনু অত্যন্ত আসুখ।
দৈৱাধীন নাজানিলে মিলৈ মহাদুখ ॥ ৭৮৪
বাৰিষাত নৰপানী ব্যাপি পাৰৈ আসি।
কৰৈ স্নান পান যত জল স্থলবাসী ॥
হৰৈ সুকুমাৰ মহা ৰূপ মনোহৰ।
হৰি ভক্তি কৰৈ যেন লোকক সুন্দৰ ॥ ৭৮৫
যিহেতু পৰম ধৰ্ম্ম সেৱা কেশৱৰ।
নাহি আউৰ আতপৰে ধৰ্ম্ম সুখকৰ ॥
এতেকে হৰিৰ সেৱা সুহৃদ লোকৰ।
কদৰ্য্যকো পাইলে কৰৈ তেখনে সুন্দৰ ॥ ৭৮৬
হুয়া নদী সব সঙ্গে সঙ্গম সাগৰ।
কৰিল কল্লোল মহা উৰ্ম্মি ভয়ঙ্কৰ ॥
যেন যিটো যোগীৰ সুগুচৈ কাম কষ্ট।
বিষয়ক পাইলে পুনৰপি হৰৈ ভ্ৰষ্ট ॥ ৭৮৭
যদ্যপি মুষল ধাৰে মেঘে বৰষিল।
তথাপি পৰ্ব্বতে পীড়া কিছো নজানিল ॥
বিজনৰ ভৈল মন কৃষ্ণত প্ৰবেশ।
তাক যেন লঙ্ঘিবে নুৱাৰৈ দুখক্লেশ ॥ ৭৮৮
তৃণে ঢাকিলেক পথ সব ভৈল ছন্ন।
নকৰিল লোকে আৰ আগমনাগমন * ॥

নপঢ়িয়া দ্বিজে যেন তেজিলে অভ্যাস।
পাসৰিলে সবে বেদ-পথ ভৈল নাশ ॥ ৭৮৯
লোকৰ সুহৃদ মেঘ সব মহাধীৰ।
চঞ্চল বিজুলি চটা তাতো নুহি থিৰ ॥
যেন মহা গুণৱন্ত পুৰুষক পাই।
তথাপিতো বেশ্যাৰ বুদ্ধিৰ থিৰ নাই ॥ ৭৯০
পঞ্চবৰ্ণে ৰচিত নিৰ্গুণ ইন্দ্ৰধনু।
গুণৱন্ত মেঘত প্রকাশে পুনু পুনু ॥
যেন তিনি গুণময় জগত যতেক।
নিৰ্গুণ পুৰুষ তাত প্রকাশে প্রত্যেক ॥ ৭৯১
চন্দ্ৰজ্যোতি প্রকাশিত যিটো মেঘগণ।
নজলন্ত চন্দ্ৰো সেহি মেঘে হুয়া ছন্ন ॥
যেন যিটো চৈতন্যে প্রকাশে অহঙ্কাৰ।
সেহি অহঙ্কাৰে ঢাকে জ্যোতি জীৱাত্মাৰ ॥ ৭৯২
মেঘৰ সম্বাদে মিলৈ আনন্দ প্ৰচুৰ।
চালি ধৰি নাচে আসি অনেক ময়ূৰ ॥
যেন গৃহবাসী দুখে পৰম তাপিত।
হৰি ভকতক পাইলে শান্ত হোৱৈ চিত ॥ ৭৯৩
বৃক্ষসবে বৃষ্টিৰ শিফায়ে পিৱৈ জল।
মেলি ডাল পাত নিতে কৰৈ হুলফল ॥
যেন উপবাসে দেহা আছিল ক্ষীণাই।
হোৱৈ মহাপুষ্ট আসি ভুঞ্জিবাক পাই ॥ ৭৯৪
কণ্টকে যুগুত সৰোবৰৰ তীৰত।
তাতে বঞ্চে তথাপি চকোৱা পক্ষীযত ॥
যেন গৃহবাস ঘোৰ দুখময় জানি।
তথাপি নেৰয় তাক দুৰাশয় প্ৰাণী ॥ ৭৯৫
মুষল ধাৰায়ে বৃষ্টি কৰৈ মেঘযত।
ভাগৈ আলিসব মহা বৃষ্টিৰ বেগত ॥
যেন পাষণ্ডৰ বাদে মুহিয়া লোকক।
কলিযুগে ছন্ন কৰৈ বেদৰ পথক ॥ ৭৯৬
বায়ুয়ে চলায়ে চতুৰ্ভিতি ঠাই ঠাই।
ৰবিষয় মেঘগণে পৰিচ্ছেদ নাই ॥

---

* আগমনগমন—গমনাগমন।

যেন পুৰোহিতে কৰৈ বেদৰ বিধান ।
দীন দৰিদ্ৰক দেই ৰাজাসবে দান ॥ ৭৯৭
এহিমতে পৰম সমৃদ্ধ বৃন্দাবন ।
সুপক্ক খৰ্জ্জুৰ জাম্বু ফলে সুশোভন ॥
গৰু গোপগণে যায় চৌপাশে আৱৰি ।
ক্ৰীড়া কৰিবাক তাতে প্ৰবেশিলা হৰি ॥ ৭৯৮
ওসাৰৰ ভৰে ধেনু হাণ্ঠে অল্প কৰি ।
তাক যদি মাধৱে ডাকন্ত নাম ধৰি ॥
শুনি জাম্পে জাম্পে খেদি আসৈ হাম্বাৰাৱে ।
যায় দুগ্ধ পন্থত স্ৰৱন্তে স্নেহ-ভাৱে ॥ ৭৯৯
কৃষ্ণৰ মধুৰ মূৰ্ত্তি চাৱে নেত্ৰ মেলি ।
বাৱন্ত মোহন বংশী কৃষ্ণে কৰি কেলি ॥
তাক শুনি আনন্দতে পুলকৈ শৰীৰ ।
ধাৰে বহি যায় দুয়ো নয়নৰ নীৰ ॥ ৮০০
সুন্দৰ মূৰ্ত্তিক নেত্ৰে কৰৈ যেন পান ।
আনন্দে হৃদয় দ্ৰৱৈ কৰি থাকে ধ্যান ॥
পক্ষী সবো শুনি সিটো গোবিন্দৰ গীত ।
প্ৰেম পৰশিয়া হোৱৈ তনু ৰোমাঞ্চিত ॥ ৮০১
ফল ফুল পত্ৰ তেজি যতেক চটক ।
বৃক্ষৰ শিখৰে ছড়ি নিৰেখৈ কৃষ্ণক ॥
আনন্দ লোতক স্ৰৱে তম্ভাই চিত আতি ।
মৌন হুয়া গীতক উনাৰৈ কাণ পাতি ॥ ৮০২
গীত শুনি খেদি আসৈ বনৰো হৰিণী ।
আতি উত্ৰাৱলে কৃষ্ণসাৰৰো ঘৰিণী ॥
কৃষ্ণক দেখিয়া প্ৰেমৰসে দ্ৰৱৈ চিত্ত ।
তম্ভি থাকৈ ঝৰৈ নীৰ তনু ৰোমাঞ্চিত ॥ ৮০৩
দেখি বৃক্ষো পুলকিত হৱৈ সৰ্ব্বগাৱ ।
আনন্দতে মধুস্ৰৱৈ মিলৈ প্ৰেমভাৱ ॥
ফলে ফুলে নম্ৰ কৰি শিখা আপুনাৰ ।
সাক্ষাতে কৃষ্ণক বৃক্ষো কৰৈ নমস্কাৰ ॥ ৮০৪
কিৰাতৰ ভাৰ্য্যাগণে শুনি সিটো গীত ।
উত্ৰাৱল প্ৰেমত নধৰৈ আউৰ চিত্ত ॥
হুয়া ভোল কৃষ্ণৰ খোজৰ লৱৈ ধূলি ।
শিৰ শৰীৰতো ঘসৈ শুদ্ধ হওঁ বুলি ॥ ৮০৫
আনন্দতে দ্ৰৱৈ কিৰাতিনীৰ হৃদয় ।
দেখিলে কৌতুকে তাক কৃষ্ণ কৃপাময় ॥
পশু পক্ষী বৃক্ষৰো আনন্দে মগ্ন মন ।
বাৰিষা ঋতুৰ শ্ৰীক চান্ত ভ্ৰমি বন ॥ ৮০৬
পৰ্ব্বতৰ নিৰ্ঝৰৰ নাদ শুনি আতি ।
গোপগণ সমে উনাৰন্ত কাণ পাতি ॥
বৃষ্টি আসৈ দেখি কতো গহ্বৰে পৈশন্ত ।
ফলমূল আনি কতো সমস্তে ভুঞ্জন্ত ॥ ৮০৭
গোপগণ সমে লগাই হাস পৰিহাস ।
কতো ক্ৰীড়া কৰি আতি পাৰন্ত প্ৰয়াস ॥
জলৰ নিকটে থৈয়া পৱিত্ৰ শিলাত ।
কতূহলে ভোজন কৰন্ত দধি ভাত ॥ ৮০৮
কৃষ্ণক আৱৰি ভুঞ্জে গোপ শিশুচয় ।
কোমল বনত চৰৈ গৰু সমস্তয় ॥
লৰিবে নপাৰে ধেনু ওসাৰৰ ভৰে ।
শুতিয়া পঝাৰে * সেহি তৃণৰ উপৰে ॥ ৮০৯
পৰম তৃপিতি হুয়া কৰি জল পান ।
চক্ষু মুন্দি যেন যোগীগণে কৰে ধ্যান ॥
হৃষ্ট পুষ্ট শৰীৰ নকৰৈ আউৰ চাৰ ।
তাকে চাই হাসৈ যত গোপৰ কুমাৰ ॥ ৮১০
প্ৰসংশন্ত কৃষ্ণে বাৰিষাৰ শ্ৰীক চাই ।
উপকাৰী প্ৰাণীৰ ইহাত পৰে নাই ॥
এহিমতে ক্ৰীড়াতে দিৱস যায় বই ।
যান্ত কৃষ্ণে গোষ্ঠক আগত ধেনু লৈই ॥ ৮১১
গোপসবে কৰৈ শিঙ্গা বংশীৰ আৱাৱ ।
শুনি গোকুলৰ মিলৈ মহা মহোৎসৱ ॥
চতুৰ্ভিতি চাৱৈ কৃষ্ণ কীৰ্ত্তনৰ ৰোল ।
বজ্ৰাই আসৈ গোপীসব প্ৰেমে হুয়া ভোল ॥ ৮১২
কৃষ্ণৰ কমল মুখ দেখৈ নেত্ৰ ভৰি ।
সিহৰৈ শৰীৰ নীৰ ঝৰৈ সৰসৰি ॥

---

*পঝাৰে = পোৱেমিৱে ; এখি দিয়ে ।

অমৃত পিয়ন্তে যেন যুড়াই তনুপ্ৰাণ।
কৃষ্ণ পদ পঙ্কজক কৰৈ মাত্ৰ ধ্যান ॥ ৮১৩
যশোদা ৰোহিণী পদুলিক লাগি আসি।
পুত্ৰ দুইক গলে বান্ধি লৈ যান্ত আশ্বাসি ॥
ধুৱাই খুৱাই অলঙ্কাৰে কৰি জাতিষ্কাৰ।
নিৰেখি থাকন্ত আনন্দৰ নাহি পাৰ ॥ ৮১৪
এহিমতে ব্ৰজৰ উৎসৱ বঢ়াই হৰি।
বঞ্চিলা বাৰিষা ঋতু আতি লীলা কৰি ॥
কিবা পুণ্য কৰি আছে ব্ৰজবাসীচয়।
কৃষ্ণ সমে কৰৈ ক্ৰীড়া কিনো ভাগ্যোদয় ॥ ৮১৫
যাৰ পদৰেণু নতু পাৱে দেৱগণে।
চিন্তিয়ো নপাৰে যাক মহা যোগীজনে ॥
ব্ৰহ্মা মহাদেৱো নপাৰন্ত পূজিবাক।
গৃহতে পাইলেক হেন কৃষ্ণ দেৱতাক ॥ ৮১৬
শুনিয়োক সভাসদ ভাগৱত কথা।
কৃষ্ণক নভজি জন্ম নকৰিয়ো বৃথা ॥
ঈশ্বৰৰো ঈশ্বৰ পৰম দেৱ হৰি।
পাতকীয়ো তৰৈ যাৰ নাম মাত্ৰ স্মৰি ॥ ৮১৭
হুয়া এক শৰণ কৃষ্ণক যিটো ভজে।
সি সি জন জানা আৰো যাতনাত মজে ॥
অপ্ৰয়াসে পাৱৈ সিটো হাততে মুকুতি।
গীতা ভাগৱত ইটো শাস্ত্ৰৰ সম্মতি ॥ ৮১৮
নকৰা বিলম্ব ধৰিলেক পৰা কালে।
ইটো চিন্তামণি জন্ম নিলা আলে জালে ॥
মৰিবাক লাগে যাৰ তাৰো আনকাম।
সম্বৰে গলত বান্ধা মাধৱৰ নাম ॥ ৮১৯
কৃষ্ণ কথা শুনা হৌক মন উপশান্ত।
কৃষ্ণৰ চৰণে চিত্ত দিয়োক একান্ত ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আনকাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৮২০

---

শৰৎ বৰ্ণনা

দুলড়ী

ৰাজাক সম্মুখি কহে শুকে যেবে
বাৰিষা সময় গৈল।
শৰত কালৰ যত মহাগুণ
সবেয়ো বিদিত ভৈল ॥
গগন নিৰ্ম্মল স্বচ্ছ ভৈল জল
দূৰ গৈল মেঘগণ।
মহাসুখকৰ সুৰভি শীতল
বহে বায়ু সৰ্ব্বক্ষণ ॥ ৮২১
পক্ষী কৰৈ ধ্বনি সৰোবৰ চনি
বিকসিত পুষ্পবন।
যেন যোগভ্ৰষ্টে দুনাই অভ্যাসিয়া
কৰিল নিৰ্ম্মল মন ॥
ফুলে উতপল নক্ষত্ৰ সকল
আকাশত দিল দেখা।
আৰো চাৰিকাৰ্য্য শৰতে সাধিল
শুনা দেওঁ তাৰ লেখা ॥ ৮২২
শৰত সমান নাহি সুখকাল
হৰৈ দুখ অনুক্ৰমে।
আকাশত মেঘ যতেক আছিল
গুচাইল তাক প্ৰথমে ॥
যত জীৱজন্তু সঙ্কটে আছিল
ঘোৰ বাৰিষাৰ পদে।
শৰত কালত তৰল বিৰলে
বঞ্চিল ইচ্ছা সুখদে ॥ ৮২৩
পৃথিবীৰো সবে কৰ্দ্দম গুচিল
ভৈ গৈল পথ সুচল।
যত জলমানে সবে স্বচ্ছ ভৈল
শৰতে হৰিল মল ॥

চাৰি ঠাইৰ চাৰি কাৰ্য্য সাধিলেক<br>শুনা তাৰ পটন্তৰ।<br>কৃষ্ণৰ ভকতি যেন চাৰি দুখ<br>হৰৈ চাৰি আশ্ৰমৰ ॥ ৮২৪

তাৱে ব্ৰহ্মচাৰী বেদ পঢ়িবেক<br>গৃহস্থে কৰিবে কৰ্ম্ম।<br>তাৱে বনবাসী পঙ্ক ধৰিবেক<br>তাৰত সন্যাস ধৰ্ম্ম ॥

যাৱে কৃষ্ণ কথা শ্ৰৱণ কীৰ্ত্তনে<br>নতু কৰৈ নৰে ৰতি।<br>শৰত কালৰ এতেক উপমা<br>জানিবা হৰি ভকতি ॥ ৮২৫

মেঘগণে জল সৰ্ব্বস্ব এৰিয়া<br>শুক্ল কৰিলেক গাৱ।<br>যেন মুনি সবে বিত্ত লোভ তেজি<br>ভৈল মহা শুদ্ধভাৱ ॥

পৰ্ব্বত সকলে সততে নকৰে<br>সবে ঠাইত জলদান।<br>যেন জ্ঞানী গুৰু শিষ্যত সমস্তে<br>নকহে গুপুত জ্ঞান ॥ ৮২৬

অলপ পানীৰ মৎস্যে নজানিল<br>শুখাই টুটি পৰে পানী।<br>আয়ু যায় নিত তাত নেদে চিত<br>যেন মহা মূঢ় প্ৰাণী ॥

ডোভাৰ জলত সূৰ্য্যৰ তাপত<br>কমাৱৈ মৎস্য অপাৰ।<br>যেন মহা দুখা কুটুম্বি মনুষ্যে<br>দুখৰ নেদেখে পাৰ ॥ ৮২৭

কিছো কিছো কৰি পঙ্ক এৰৈ স্থলে<br>পৰিপক্ব হোৱৈ লতা।<br>যেন জ্ঞানীগণে গৃহ শৰীৰত<br>তেজিলে সবে মমতা ॥

শৰত কালৰ নিচ্চল সাগৰ<br>উৰ্ম্মিৰ বোল নুশুনি।<br>চিত শান্ত কৰি বেদ পাঠ কৰি<br>যেন মৌনে থাকে মুনি ॥ ৮২৮

শৰত কালত সূৰ্য্যৰ তাপত<br>চন্দ্ৰে দূৰ কৰৈ দুখ।<br>যেন গোপ বধূ বিৰহ তাপক<br>তৰৈ দেখি কৃষ্ণ মুখ ॥

নাহি মেঘ লেশ নক্ষত্ৰে অশেষ<br>সহিতে শোভে আকাশ।<br>যেন বেদ তত্ত্ব বুজি শুদ্ধ সত্ত্ব<br>কৰিল চিত্ত প্ৰকাশ ॥ ৮২৯

তাৰাৰ মধ্যত শোভৈ আকাশত<br>অখণ্ড মণ্ডল শশী।<br>যেন যদুপতি কৃষ্ণ বৃষ্ণি মধ্যে<br>প্ৰকাশন্ত আতি বসি ॥

সুগন্ধ শীতল বায়ুৰ পৰশে<br>খণ্ডে মহা ৰৌদ্ৰ দুখ।<br>যেন গোপীগণে কৃষ্ণ আলিঙ্গনে<br>পাৱে মনে মহাসুখ ॥ ৮৩০

সূৰ্য্য দৰশনে ফুলৈ পদ্মবন<br>জুঁই পৰৈ ভেট ফুল।<br>ৰাজাৰ উদয়ে যেন সবে সুখী<br>চোৰৰ চিত্ত আকুল ॥

নগৰ গ্ৰামত প্ৰকাশিল ভূমি<br>পক্ব শস্যে আঢ্য হুই।<br>যেন গোকুলক কৰিয়া উজ্জ্বল<br>জলৈ ৰাম কৃষ্ণ দুই ॥ ৮৩১

এহিমতে সিটো শৰতৰ গুণে<br>আমোদিত বৃন্দাবন।<br>গৰু গোপগণ সমে প্ৰবেশিলা তাত<br>আনন্দে নন্দ নন্দন ॥

ভুঞ্জি স্বচ্ছ জল সুৰভি শীতল
বায়ুৰ পৰশ পাই।
সখী সব সমে কৰিলন্ত ক্ৰীড়া
কৌতুকৰ পাৰ নাই ॥ ৮৩২

---

**ছবি**

শুনিয়োক সভাসদ মহাভাগৱত পদ
কৃষ্ণ কথা সংসাৰতে সাৰ।
কৃষ্ণক হৃদয়ে ধৰা আপুনি সংসাৰ তৰা
পুৰুষক কৰিয়ো উদ্ধাৰ ॥
একান্ত ভকত যিটো কৰৈ কুলোদ্ধাৰ সিটো
ঐত কৃষ্ণ নামৰ স্মৰণে।
চিৰকাল নৰকত আছন্ত পুৰুষ যত
উঠি স্বৰ্গ পাৱৈ তাৰক্ষণে ॥ ৮৩৩
নাহিকে সংশয় আত এৰায়ো মৃত্যুৰ হাত
লৈয়ো এক শৰণ কৃষ্ণত।
নেনা আয়ু আলে জালে কেতিক্ষণ ধৰৈ কালে
কৈত মিলে দাৰুণ মৰণ ॥
চঞ্চল মেঘৰ ছায়া সম পুত্ৰ-পত্নী জায়া
জীৱন যৌৱন ধন জন।
হুইবা সবে এৰা এৰি জানা টাটেকৰ * খেৰি
হুৱায় যেন জাগিলে সপোন ॥ ৮৩৪
আৰ অৰ্থে আয়ু যায় দুৰ্ল্লভ মনুষ্য কায়
ইসে ভৈল পৰম আসুখ।
কৰা আন আশা ভঙ্গ লৈয়ো ভকতৰ সঙ্গ
হুয়ো জাণ্টে কৃষ্ণক সমুখ ॥
কালে ধৰিলেক পৰা মিছাত বিলম্ব কৰা
শীঘ্ৰে পৰিহৰা আন কাম।
কৃষ্ণ পদ ধৰি মনে কৃষ্ণৰ কিঙ্কৰে ভণে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৮৩৫

---

ৰাম-কৃষ্ণৰ সমুখত গোপীসকলৰ গীত

**পদ**

শুক নিগদতি ওবা ৰাজা পৰীক্ষিত।
শুনা আত পৰে আৰো কৃষ্ণৰ চৰিত ॥
সুন্দৰ শৰত কাল বসন্ততোধিক।
ভৈলা আনন্দিত দেৱে দেখি তাৰ শ্ৰীক ॥ ৮৩৬
ফুলে ফলে জাতিস্কাৰ বৃক্ষ নিৰন্তৰে।
মধুপানে মত্ত হুয়া গুঞ্জৰৈ ভ্ৰমৰে ॥
ময়ূৰে আৱাৰ কৰৈ পৰ্ব্বতক ছনি।
শুনি সদা কোকিলৰ কুহুঁ কুহুঁ ধ্বনি ॥ ৮৩৭
পুষ্পিত কমলে আছে সৰোবৰ ৰঞ্জি।
ভুঞ্জে ৰাজহংসে তাত মৃণাল উভঞ্জি ॥
জলচৰ পক্ষী তেজৈ সুললিত নাদ।
সুগন্ধ বতাসে মনে মিলাৱৈ আহ্লাদ ॥ ৮৩৮
পুষ্পৰ সুৰভি গন্ধে মোহে দিশপাশ।
দেখিয়া কৃষ্ণৰ মহা মনত উল্লাস ॥
সেহি বৃন্দাবনে মেলি গাই গৰু জাক।
গোপগণ সঙ্গে ৰঙ্গে দিলা বংশী ডাক ॥ ৮৩৯
ব্ৰজৰ যুৱতীগণে শুনি সিটো গীত।
ভৈলন্ত ব্যামোহ কামে জৰ্জ্জৰিত চিত ॥
কৃষ্ণৰ মুৰ্ত্তিক হৃদয়ত কৰৈ ধ্যান।
কৃষ্ণতে পশিল যেন জীৱ-মন-প্ৰাণ ॥ ৮৪০
কতো গোপী সুমৰি কৃষ্ণৰ ভাৱ যত।
বৰ্ণাইবাক চাৱৈ সখীসবাৰ আগত ॥
মনত পৰন্তে ৰূপ বসন ভূষণ।
প্ৰেমে তত্তাইলেক নাসে মুখত বচন ॥ ৮৪১
বৰ্ণাইন্তে নপাৰি চিত্তে চিন্তে অৱসায়।
মোৰ প্ৰাণনাথ হেৰৰন্তে চলি যায় ॥
কাছি পাৰি সুন্দৰ নটৰ ধৰি বেশ।
ভৈলা বিতোপন বৃন্দাবনত প্ৰবেশ ॥ ৮৪২

---

* টাটেকৰ—বাজীকৰ। খেৰি—খেলা।

গোপগণ সঙ্গে ৰঙ্গে ফুৰা ধেনু ৰাখি।
শিৰৰ ভূষণ চাৰু ময়ূৰৰ পাখি ॥
ৰঙ্গে পীতবস্ত্রে চাৰু তনু সুকুমাৰ।
গলে পঙ্কজৰ মালা আতি জাতিষ্কাৰ ॥ ৮৪৩
কৰ্ণত কনক কাঞ্চলি সি হুবন্ধ কন্ধ।
অধৰৰ সুধায়ে পূৰিত বংশী ৰন্ধ্র ॥
ধ্বজ বজ্র পঙ্কজে ৰঞ্জিত বৃন্দাবন।
গোপশিশু বেঢ়ি কৰৈ মহিমা কীৰ্ত্তন ॥ ৮৪৪
এহিমতে শুনি সেই কৃষ্ণৰ চৰিত্র।
আনো গোপযুৱতীৰ উত্ৰাৱল চিত ॥
মনে মাধৱক আলিঙ্গিয়া ক্ষণে ক্ষণে।
জুমা জুমে গাৱৈ কৃষ্ণ গুণ গোপীগণে ॥ ৮৪৫
কতো গোপী বোলৈ সখীসব শুন শুন।
কতেক বৰ্ণাইবো বন্ধু মাধৱৰ গুণ ॥
গোপগণ সঙ্গে ৰঙ্গে চৰাৱন্ত ধেনু।
পৰম মোহন বৃন্দাবনে বায়া বেণু ॥ ৮৪৬
ঈষত হসিত প্ৰেম কটাক্ষে নিৰেখৈ।
হেন মুখ-পদ্মক প্ৰভুৰ যিটো দেখৈ ॥
তাহাৰেসে ভৈল জানো চক্ষুৰ সাফল।
নেত্র ভঙ্গে পিৱে যেন বদন কমল ॥ ৮৪৭
কতো গোপীসবো বোলৈ মোৰ কথা শুন।
সোঁৱৰন্তে দহে দেহা গোবিন্দৰ গুণ ॥
কিশলয় মৈৰা পাখি পঙ্কজ উৎপলে।
মনোহৰ মালা গান্থি পিন্ধি থাকা গলে ॥ ৮৪৮
পীত বস্ত্রে বিৰচিত নটবৰ বেশ।
কদাচিত গোপৰ মধ্যত হৃষীকেশ ॥
প্ৰকাশন্ত তান ৰূপ নিৰেখি নয়নে।
কিনো পুণ্য কৰিলে গোষ্ঠৰ গোপগণে ॥ ৮৪৯
সখীক সম্মুখি বোলৈ কতো গোপী আনি।
কিনো পুণ্য কৰিল কৃষ্ণৰ ইটো বাণী ॥
কৃষ্ণৰ অধৰ সুধা আমাকেসে যোগ্য।
দেখ দেখ স্বতন্ত্রে যথেষ্ট কৰে ভোগ ॥ ৮৫০

প্ৰশংসৈ বংশীক সাধু সাধু ইসে জীয়ে।
কেৱলে অমৃত ৰস ইসে মাত্র পিয়ে ॥
যাৰ জলপানে এহি বংশী ভৈল পুষ্ট।
আৰ মাতৃ তুল্য ইটো নদীয়ো সন্তুষ্ট ॥ ৮৫১
ফুলিল কমল বন আৰ যেন চলে।
দেখি ৰোমাঞ্চিত ভৈল শৰীৰ সকলে ॥
জানো ইটো বাস সব ইহাৰে জনক।
মধু ধাৰা চলে স্ৰৱৈ আনন্দ লোতক ॥ ৮৫২
যেন উৰ্দ্ধ পুৰুষ অনেক কোটি কোটি।
দেখৈ যেবে বংশত বৈষ্ণৱ এক গুটি ॥
তৰিলো বুলিয়া দ্ৰৱৈ আনন্দ হৃদয়।
পুলকিত তনু নীৰ নেত্রৰ ঝৰয় ॥ ৮৫৩
সেহিমতে ইটো তৰু সব ভাগ্যৱন্ত।
যাহাৰ বংশৰ বংশী মাধৱে চুম্বন্ত ॥
আপোনো তৰিল নিস্তৰিল যত গোষ্ঠি।
কথা শুন আৰ সখী গোপী বোলৈ উঠি ॥ ৮৫৪
পুণ্যৱন্ত বৃন্দাবন ভৈল কৃতকৃত্য।
ধ্বজ বজ্র পঙ্কজ অঙ্কুশে অলঙ্কৃত ॥
হেন খোজচয় বান্ধি আছে ঠাই ঠাই।
জানো আতপৰে পুণ্যৱন্ত আন নাই ॥ ৮৫৫
গোবিন্দৰ মোহন বংশীৰ শুনৈ নাদ।
বোলৈ নীল মেঘে কৰৈ মধুৰ সম্বাদ ॥
প্ৰমত্ত ময়ূৰ ৰঙ্গে নাচে চালি কৰি।
চাই থাকে আন পক্ষী মানে মৌন ধৰি ॥ ৮৫৬
স্বৰ্গতো কৰিয়া ইসি বৃন্দাবন চাৰ।
পৃথিবীৰ কীৰ্ত্তি ইটো কৰিল বিস্তাৰ ॥
আতপৰে আৰ নেদেখিবো পুণ্য ভূমি।
আউৰ গোপী কহয়ৈ শুনিয়ো সখী তুমি ॥ ৮৫৭
দেখ কেন ধন্য কৃষ্ণসাৰৰ ঘৰিণী।
কৃষ্ণক সমুখ হোৱৈ বনৰ হৰিণী ॥
বংশীৰ শুনিয়া মান উত্ৰাৱল মনে।
কৃষ্ণক আদৰৈ আতি প্ৰেম নিৰীক্ষণে ॥ ৮৫৮

ৰোমাঞ্চ শৰীৰ নীৰ নয়নৰ ঝৰে।
কৃষ্ণসাৰ স্বামী সমে লগে পূজা কৰে॥
আমাৰেসে পতি কিনো মণ্ড গোপজাতি।
কৃষ্ণক চাহান্তে চক্ষু পকাই চাৱৈ আতি॥ ৮৫৯
আউৰ গোপী বোলৈ সখী শুনা আচৰিত।
বিমানৰে পৰা দেৱনাৰী শুনে গীত॥
কামিনী মোহন ৰূপ দেখি মাধৱৰ।
মদনে বিকল কৰৈ কাম্পে কলেৱৰ॥ ৮৬০
খসে খোপা সুগন্ধ কুসুমসব সৰে।
শিথিল কটিৰ বস্ত্র তাকো নসম্বৰে॥
স্বামীতে আৱজে কামবাণে মূৰ্চ্ছা যায়।
দেখা কেনমত দেৱনাৰীৰ বিলায়॥ ৮৬১
আমি কৈত লাগো আৰ গ্রাম্য গোপনাৰী।
আউৰ গোপী কৰৈ কথা সবাকো নিবাৰি॥
দেখ সখাসব ইসে আতি আচৰিত।
কর্ণ থিৰ কৰি যেন পিৱৈ পঞ্চামৃত॥ ৮৬২
মহা প্রেমমনে আলিঙ্গই গোবিন্দক।
ঝৰে নয়নৰ নীৰ আনন্দ লোতক॥
পিবে লাগৈ বৎস সব তাতে শুনৈ গীত।
সম্যকে কর্ণত যেন বৰিষৈ অমৃত॥ ৮৬৩
উপৰক তুলি কর্ণ তন্তি থাকৈ বৈ।
নিগিলয় দুগ্ধক কৰাৰিৰ পৰৈ বই ॥
কৃষ্ণৰ মূৰ্ত্তিক আলিঙ্গিয়া যেন মনে।
প্রেমভাৱে ঝৰৈ আতি লোতক নয়নে॥ ৮৬৪
অজ্ঞান গৰুবো গীত মনক দ্রৱয়।
আমি কেনমতে সখী ধৰিবো হৃদয়॥
আউৰ গোপী বোলৈ বৃন্দাবন চাই চাই।
ইসে অদভুত কথা ঐ সখী আই॥ ৮৬৫
ইথানৰ যত পক্ষীসবে মহামুনি।
দেখ তন্তি ৰহিল বংশীৰ ধ্বনি শুনি॥
ডাল ফল ফুল পত্র একোতো নপৰি।
কৃষ্ণক নিৰেখৈ মাত্র অঙ্কুৰত চড়ি॥ ৮৬৬
আনন্দে মুদিল আখি পাখি শিহৰাই।
ভৈল মৌন নয়নৰ নীৰ বহি যায়॥
পৰম প্রেমত উনাই থাকৈ কৃষ্ণ গীত।
অমৃত পৰিয়া যেন যুড়াই তনু চিত॥ ৮৬৭
পক্ষীতে দেখিয়া সবে মুনিৰ লক্ষণ।
এহিমতে থাকৈ মুনি সবো সৰ্ব্বক্ষণ॥
এৰৈ বেদ বিহিত যতেক ফল্ম কৰ্ম্ম।
বেদ শিৰৰন্তে প্রকাশিল যিটো ধৰ্ম্ম॥ ৮৬৮
সেহি মহা হৰিক স্মৰন্তে দ্রৱৈ চিত।
আনন্দে সদায় শুনৈ গোবিন্দৰ গীত॥
কেহো বোলৈ আমি কহো শুনিবি সৰ্ব্বথা।
সচেতন পক্ষাৰ আচোক ইটো কথা॥ ৮৬৯
জড় নদী সবো শুনি গোবিন্দৰ গীত।
উলটি বহৰৈ বিমোহিত হুয়া চিত॥
ঊৰ্ম্মি হস্তে অনেক কমল ফুল লই।
কৃষ্ণ পদ পূজিবাক সাক্ষাতে আসই॥ ৮৭০
চলে যেন কৰিবাক খোজে আলিঙ্গন।
আউৰ গোপী বোলৈ শুনা মোহোৰ বচন॥
বজায়া মোহন বংশী যেবে কৃষ্ণে ৰঙ্গে।
ৰৌদ্রত চাৰন্ত ধেনু গোপগণ সঙ্গে॥ ৮৭১
মেঘে দেখি আসি বোলৈ এন্তে মোৰ মিত্র।
নীল তনু পীত বস্ত্রে দেখিতে বিচিত্র॥
এহি বুলি মেঘ হোৱৈ আসিয়া একত্র।
মিত্র বুলি উপৰক ধৰৈ চায়া ছত্র॥ ৮৭২
বাঢ়ে প্রেম পুষ্পচয় বৰিষৈ আপাৰ।
আউৰ জনী বোলৈ বাক্য শুনিয়ো আমাৰ॥
পৰম কৃতাৰ্থ কিৰাতৰ ভাৰ্য্যা যত।
দেখা আচৰিলে কিনো পুণ্যক পূৰ্ব্বত॥ ৮৭৩
গোপী সবে কৰৈ কুচ কুঙ্কুমে মণ্ডিত।
ৰতি সময়ত লাগে কৃষ্ণৰ ভৰিত॥
বৃন্দাবনে ভ্রমন্তে বনত লাগি থাকে।
পাৱৈ পীড়া কামে কিৰাতিনী দেখি তাকে॥ ৮৭৪

কৰৈ সেহি কুঙ্কুমে লেপিত তনু মুখ।
মিলৈ মহোৎসৱ মদনৰ এৰাই দুখ॥
এতেকে কৃতাৰ্থ মানো কিৰাত পত্নীক।
আমি অভাগিনীৰ জীৱন ধিক ধিক॥ ৮৭৫
হৰিসে কহয়ে কথা শুনা গোপীগণ।
ভকততে শ্ৰেষ্ঠ ইটো গিৰি গোৱৰ্দ্ধন॥
কৃষ্ণ পদ পৰশে উপজৈ প্ৰেমভাৱ।
তৃণসব সিহড়ি ৰোমাঞ্চ সৰ্ব্বগাৱ॥ ৮৭৬
দিয়া ফল ফুল মূল মহা উপহাৰ।
গোপসমে গোবিন্দক কৰৈ সতকাৰ॥
এতেকে পৰ্ব্বত ইটো মুখ্য হৰিদাস।
আউৰ গোপী কহয়ে সখীৰ চাপি পাশ॥ ৮৭৭
দেখিয়ো আশ্চৰ্য্য ইটো কৃষ্ণৰ চৰিত্ৰ।
চৰান্ত ধেনুক গোপসমূহে সহিত॥
মাথাত চান্দনি জৰী কান্ধে লৈয়া পাগ।
গায়ে গীত বংশীত পঞ্চম ভুলি ৰাগ॥ ৮৭৮
শুনি জীৱ-জন্তু হোৱে মোহিত স্বভাৱ।
থাকৈ বৃক্ষ সদৃশ নিশ্চল কৰি গাৱ॥
বৃক্ষতে উপজে ভাৱ শৰীৰ পুলক।
ফলে ফুলে নম্ৰ হুয়া পূজে গোবিন্দক॥ ৮৭৯
থাৱৰে জঙ্গম ভৈল জঙ্গমে থাৱৰ।
পৰম মোহন কিনো গীত গোবিন্দৰ॥
এহিমতে কৃষ্ণ ক্ৰীড়া বৰ্ণাইলা অনেক।
মহামোহ হুয়া গোপ-যুৱতী যতেক॥ ৮৮০
অন্যো অন্যে সম্বুধিয়া মহা প্ৰেমভাৱে।
কৃষ্ণৰসে বৃন্দাবন ক্ৰীড়াক বৰ্ণাৱে॥
সিহড়ে শৰীৰ ধাৱে পৰে নীৰ বহি।
হুয়া কৃষ্ণময় মনে তন্তি থাকৈ ৰহি॥ ৮৮১
গৃহ শৰীৰতো কাৰো নাহিকৈ চেতন।
কৃষ্ণতেসে সমুদায় নিমজ্জিল মন॥
হা কৃষ্ণ কৃষ্ণ বাক্য স্ফুৰৈ মুখত।
নাচাৱে হিয়াত ৰূপ আনন্দ সুখত॥ ৮৮২

দিন গোট বিৰহ দুখত থাকৈ পৰি।
গোধূলি গোধন লৈয়া কৃষ্ণ আসা লৰি॥
বায়ে বংশী শিঙ্গা বেড়ি আসি গোপগণ।
কৰৈ কতো কৃষ্ণৰসে মহিমা কীৰ্ত্তন॥ ৮৮৩
মাধৱৰ বংশী ধ্বনি সবাতে বিশেষ।
শুনি উত্ৰাৱল হয়ে গোপিনী নিশেষ॥
কৃষ্ণ মুখ কমলক নেত্ৰ ভৰি পিয়ে।
যুড়াই তনু মন দুনাই মৰি যেন জীয়ে॥ ৮৮৪
বাহুয়ে আলিঙ্গে যেন নাকে কৰৈ ঘ্ৰাণ।
চেলেকে জিহ্বায়ে যেন যুড়াই আসৈ প্ৰাণ॥
কটাক্ষে নিৰেখি কৃষ্ণো কৰা বংশীনাদ।
উল্লসৈ গোপিনী পায়া পৰম প্ৰসাদ॥ ৮৮৫
আনন্দে যশোদা সতী আসন্ত প্ৰজটি।
ধূলা জাৰি তুলিলন্ত বুকত সাৱটি॥
ধুৱাই খুৱাই বস্ত্ৰ অলঙ্কাৰে ৰঞ্জি গাৱ।
পুত্ৰক চাহান্তে আতি মিলৈ প্ৰেমভাৱ॥ ৮৮৬
এহিমতে শৰত কালত ক্ৰীড়া কৰি।
ব্ৰজত বঞ্চিলা আতি ৰঙ্গে মহাহৰি॥

---

গোপ কুমাৰীসকলৰ কাত্যায়নী ব্ৰত আৰু বস্ত্ৰহৰণ

ৰাজাক বোলন্ত শুকে শুনিয়ো সাম্প্ৰত।
কৰিলন্ত ক্ৰীড়া যেন হেমন্ত কালত॥ ৮৮৭
আগ্ৰণ মাসত ব্ৰত কুমাৰিকা যত।
কাত্যায়নী দেৱীৰ ধৰিলা সবে ব্ৰত॥
নিয়মে সংযমে কৰি হ'বিষ্য আহাৰ।
কৃষ্ণৰ চৰণ মনে চিন্তি ব্যৱস্থাৰ॥ ৮৮৮
ঊষা সময়ত উঠি যতেক সুন্দৰী।
জুমা জুমি যায় চলি হাতাহাতি কৰি॥
সুললিত কৰি গাৱৈ কৃষ্ণ-গুণ গীত।
আনন্দতে ভ্ৰমে আতি প্ৰেমৰসে চিত॥ ৮৮৯

কৃষ্ণ মূৰ্ত্তি শ্ৰুতি হোৱৈ পুলকিত কায়।
নেত্ৰৰ লোতক ঝৰঝৰি বহি যায়॥
মহাপ্ৰেম উপজায়া যায় ধীৰে ধীৰ।
এহিমতে পাইলা পাছে যমুনাৰ তীৰ॥ ৮৯০
কাখৰত বস্ত্ৰ থৈয়া নিত্যে প্ৰত্যুষত।
কৰন্তে বিবস্ত্ৰে স্নান গোপবধূ যত॥
বালিৰ প্ৰতিমা সাজি যমুনা তীৰতে।
গন্ধে পুষ্পে ধূপে দীপে পূজে প্ৰতি নিতে॥ ৮৯১
ফল মূল তাম্বুল বিবিধ উপহাৰ।
উছৰ্গি দেৱীক দিয়া কৰে নমস্কাৰ॥
মহামায়া কাত্যায়নী দিয়ো এহি বৰ।
আমাৰ হোন্তোক স্বামী নন্দৰ কুমাৰ॥ ৮৯২
এহি মন্ত্ৰ মাত্ৰ জপি পূজে প্ৰতি নিত।
কৃষ্ণেসে হৈবন্ত পতি ৰাত্ৰি দিনে চিত॥
মাস পূৰ্ণ ভৈল যেবে ব্ৰজবধূ যত।
কৰিলন্ত পাছে মহাব্ৰত সমাপত॥ ৮৯৩
একদিনা পূৰ্ব্ববতে বস্ত্ৰ থৈয়া তীৰে।
বিবস্ত্ৰে নামিলা সবে যমুনাৰ নীৰে॥
কৃষ্ণৰ চৰিত্ৰ গীত গাৱৈ উচ্চ কৰি।
কৰৈ জলকেলি লীলা কৃষ্ণক স্মৰি॥ ৮৯৪
লৰৈ জলমল কৰি কৰ্ণৰ কুণ্ডল।
প্ৰকাশৈ বদন যেন চন্দ্ৰৰ কুণ্ডল॥
প্ৰফুল্ল কমল যেন ভাসৈ শাৰি শাৰি।
এহিমন্তে কৰৈ ক্ৰীড়া যত গোপনাৰী॥ ৮৯৫
যোগেশ্বৰ কৃষ্ণে তাসম্বাৰ বুজি চিত।
গোপগণ সমে আসি মিলিলা তহিত॥
গোপী সমস্তক দিবে লাগি কৰ্ম্মফল।
চিন্তিবে লাগিলা পাছে ভকতবৎসল॥ ৮৯৬
তাসম্বাৰ বস্ত্ৰ এক ঠাই কৰি লৈই।
আথে বেথে চৰিলন্ত কদম্বত গৈই॥
কৰি পৰিহাস পাছে বুলিলন্ত হাসি।
যাৰ যিবা বস্ত্ৰ আবে উঠি লৈয়ো আসি॥ ৮৯৭

তুমি সব আছা ব্ৰত কৰি শ্ৰান্ত হুই।
পৰিহাস কৰিবে আমাৰ যোগ্য নুই॥
স্বৰূপেসে কহো মই মহা মন তুষ্টি।
নিয়ো বস্ত্ৰ সবেয়ো জলৰপৰা উঠি॥ ৮৯৮
লাগৈ একোজনী নিয়া কৰিয়া প্ৰবন্ধ।
ইহাত আমাৰ একো নাহিকে নিৰন্ধ॥
মাধৱৰ পৰিহাস সবেয়ো বুজিল।
মহা প্ৰেম-ৰসে আতি মন নিমজিল॥ ৮৯৯
অন্যো অন্যে চাই মাত্ৰ হাসি মন তুষ্টি।
লাজে কেহো নাহিল জলৰপৰা উঠি॥
শুনা সভাসদ পদ ভাগৱত কথা।
মনুষ্য জন্মক ইটো নকৰিয়ো বৃথা॥ ৯০০
সমস্তে শাস্ত্ৰত আক শুনিয়ো প্ৰত্যেক।
কোটি শত কল্পে নপাই মনুষ্য হুইবেক॥
দেৱৰো দুৰ্ল্লভ জন্ম যেন চিন্তামণি।
বিষয় কাচৰ মোলে নিবিকা চিতনি॥ ৯০১
দুৰ্ঘোৰ মৰণ কিয় নেদেখিয় আগে।
কেতিক্ষণ ধৰে আসি মহা মৃত্যু বাঘে॥
নপাইবা যাতনা যেবে যমৰ কৰণে।
পশিয়ো শৰণ জান্টে কৃষ্ণৰ চৰণে॥ ৯০২
পৰম সুহৃদ সুখসেব্য মহাহৰি।
যাৰ নাম লৈলে মাত্ৰ সংসাৰক তৰি॥
হেনয় কৃষ্ণক ভজা তেজি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ৯০৩

---

**ছবি**

নিগদতি শুক শুনা পৰীক্ষিত
ইটো কথা আচৰিত।
ঈশ্বৰ কৃষ্ণৰ দেখিয়োক কেন
বিনোদ গ্ৰাম্য গোপীত॥

মাধৱৰ মহা পৰিহাস শুনি
মনত আতি উৎসুক।
আকণ্ঠ জলত মজি আছে জাৰে
কাম্পে তৰতৰি বুক ॥ ৯০৪
যতেক কুমাৰী তৈৰে পৰা বোলৈ
শুনা গোপৰাজ সুত।
তুমি মহাজন হেনয় অন্যায়
কৰিতে নুহি যুগুত ॥
শ্যামল সুন্দৰ তোমাৰেসে দাসী
ভৈলো গোপবধূ আমি।
কমল নয়ন দিয়োক বসন
কদম্ব বৃক্ষৰ নামি ॥ ৯০৫
যুৱা নাৰী সবে বোলৈ অৱগৰ্ব্বে
শুনা অবা দামোদৰ।
বস্ত্ৰ নেদা যেবে নন্দৰ আগত
কৰিবো সবে গোচৰ ॥
হেন শুনি হাসি মাধৱে বোলন্ত
যেবে সবে ভৈলা দাসী।
যেবে মোৰ বাক্য কৰিবা তৰত
উঠি বস্ত্ৰ লৈয়ো আসি ॥ ৯০৬
যেবে তুমি সব নাসা উঠি ঐক
নেদিবো বস্ত্ৰ দুনাই।
তোমাসাৰ ৰাজা ক্ৰোধ কৰি আসি
উড়ুৱাইব মোৰ চাই ॥
কৃষ্ণৰ নিৰন্ধ শুনিয়া উঠিল
জাৰে কাম্পে তৰতৰি।
লাজে গোপী অঙ্গ ঢাকি দুই হাতে
তনু অৱনত কৰি ॥ ৯০৭
হেন দেখি সবে বস্ত্ৰ কান্ধে লৈই
কৃষ্ণে কদম্বৰ নামি।
আতি প্ৰীতি হুয়া হাসিয়া গোপীক
বুলিলা জগতস্বামী ॥

শুনা সখীসব ধৰি মহাব্ৰত
বিবস্ত্ৰে কৰিলা স্নান।
ব্ৰতৰ নাশন সিজিল পাতক
তোমাসাৰ নাহি জ্ঞান ॥ ৯০৮
শিৰৰ উপৰে ধৰি কৃতাঞ্জলি
কৰা সবে নমস্কাৰ।
সিটো পাতকৰ প্ৰায়শ্চিত্ত হুয়া
লৈয়ো বস্ত্ৰ আপুনাৰ ॥
কৃষ্ণৰ বচনে এক হাতে ঢাকি
গুপ্তঅঙ্গ আপুনাৰ।
শিৰৰ উপৰে এক হাত থৈয়া
কৰিলন্ত নমস্কাৰ ॥ ৯০৯
হেন দেখি দুনাই কৃষ্ণে বুলিলন্ত
আবকা লজ্ঘিলা বেদ।
এক হাতে যিটো দেয়ক প্ৰণামে
তাৰ হস্ত কৰৈ ছেদ ॥
দুয়ো হাতে যেবে কৰিয় প্ৰণাম
তেবেসে ব্ৰত সসাঙ্গ।
শুনি দুয়ো কৰ শিৰত তুলিল
তেজিয়া গুপুত অঙ্গ ॥ ৯১০
ব্ৰত ভঙ্গ ভয়ে কৰি কৃতাঞ্জলি
সিদ্ধি হৌক মনকাম।
সমস্ত ধৰ্ম্মৰ ফল মূৰ্তি কৃষ্ণ
কৰিলা তাঙ্কে প্ৰণাম ॥
নিশেষ পাপৰ প্ৰলয়ৰ হেতু
যাহাৰ পদ স্মৰণ।
জানু পাৰি সবে শিৰে পৰশিল
হেনয় কৃষ্ণ চৰণ ॥ ৯১১
অৱনত হুই কৃষ্ণ পদ দুই
বহি আছে সবে চাই।
দিলা মন তুষ্টি সকৰুণে কৃষ্ণে
কান্ধৰ পৰা পেলাই ॥

কৃষ্ণৰ পৰশ আনন্দে পিন্ধিল
বসন গোপিকাগণে ।
যত উপালম্ভ কৰিলন্ত কৃষ্ণে
তাকো নগণিলা মনে ॥ ৯১২
কৃষ্ণৰ সঙ্গমে ভৈল বশ্য চিত
পৰম ৰূপত ভুলি ।
কৃষ্ণক কটাক্ষে চাহি ৰহি আছে
লজ্জায়ে একো নুবুলি ॥
তাসম্বাৰ মন পূৰি নাৰায়ণ
দিলন্ত উত্তৰ গুণি ।
সখাসব মোত লাজে নকহিয়
হৃদয় জানো আপুনি ॥ ৯১৩
যিটো অভিলাষে কৰিলাহা ব্ৰত
হুইবেক সবে সাফল ।
কিন্তু চিৰকাল নথাকিবে সবে
জানিবা সখাসকল ॥
মোতেসে একান্ত চিত যাৰ তাক
নকৰৈ কামে অনৰ্থ ।
নিশ্চয় জানিবা যেন ভজা ধান
গাজিবে নুহি সামৰ্থ ॥ ৯১৪
আসিবে শৰত ৰাত্ৰি বিতোপন
বিকশিত বৃন্দাবন ।
মই সমন্বিতে কৰিবাহা ক্ৰীড়া
পৰম আনন্দ মন ॥
মোহোৰ বচনে জানিবা সবাৰো
পূৰ্ণ ভৈল মনোৰথ ।
এৰিয়ো সংশয় সখাসব এবে
ধৰিয়ো ব্ৰজৰ পথ ॥ ৯১৫
কৃষ্ণৰ বচন শুনি কন্যাগণ
আনন্দে নধৰে চিত ।
প্ৰফুল্ল বয়ন জুৰায় নয়ন
ভৈল তনু পুলকিত ॥
কৃষ্ণৰ চৰণে পৰি প্ৰণামিল
ধূলা তুলি লৈলা শিৰে ।
অৰুণ চৰণ মনত স্মৰিয়া
লৰি গৈলা ধীৰে ধীৰে ॥ ৯১৬
কৃষ্ণক তেজিয়া যাইবাক নপাৰৈ
উলটি নিৰেখৈ মুখ ।
নবাঢ়ে আগক ভৰি আতি মিলৈ
মনত বিৰহ দুখ ॥
নিশ্বাস ফোকাৰি চলৈ গোপ নাৰী
নচাৰৈ বিয়োগ ক্লেশ ।
কৃষ্ণ পাদ-পদ্ম হৃদয়ে ধৰিয়া
ব্ৰজত ভৈলা প্ৰবেশ ॥ ৯১৭

---

ছবি

শুনিয়োক সৰ্ব্বলোক যাইবে লাগে পৰলোক
ইকথা নপশৈ কিয় কাণে ।
যেতিক্ষণ কালে ধৰৈ বুঢ়াসবো দান্ত তৰৈ
এৰৈ একে তিলে ধনে জনে ॥
হবৈ সবে গৰ্ব্ব চূৰ গৈয়া ঘোৰ যমপুৰ
ভুঞ্জে মহা যাতনা অনেক ।
ৰাথন্তা নাহিকৈ তথা নুশুনাহা ইটো কথা
বেদ শাস্ত্ৰে দেখাৱৈ প্ৰত্যেক ॥ ৯১৮
ধৰ্ম্মক খেদাইল কলি অধৰ্ম্মেসে ভৈল বলী
দেখা ভৈল লোক একাকাৰ ।
পাপ বাঢ়ে দিনে দিনে কৃষ্ণৰ চৰণ বিনে
আউৰ আত নাহিকৈ নিস্তাৰ ॥
কৃষ্ণেসে মোক্ষৰ বীজ কৃষ্ণেসে সুহৃদ নিজ
লৈয়ো এক কৃষ্ণতে শৰণ ।
সংসাৰ তৰিয়ো সুখে কৃষ্ণ নাম লৈয়া মুখে
কৰি আতি অনেক যতন ॥ ৯১৯

ক্ষণে ক্ষণে আয়ু যায় তথাপি চেতন নাই
কেতিক্ষণ কৈত পৰৈ প্ৰাণ।
নেনা দিন আলে জালে ইটো ঘোৰ কলিকালে
কৃষ্ণ নাম বিনে নাহি ত্ৰাণ॥
এৰিয়া বিষয় ধান্ধা হৰিনাম গলে বান্ধা
জানা মায়াময় অৰ্থকাম।
নাশ হবৈ একেক্ষণে কৃষ্ণৰ কিঙ্কৰে ভণে
নিৰন্তৰে বোলা ৰাম ৰাম॥ ৯২০

---

বিপ্ৰপত্নী-প্ৰসাদ

পদ

শুক নিগদতি ৰাজা শুনা একমনে।
কৃষ্ণত প্ৰসাদ পাইল দ্বিজ ভাৰ্য্যাগণে॥
ভাঙ্গিলন্ত কৰ্ম্মগৰ্ব্ব বিপ্ৰৰ সম্প্ৰতি।
পত্নীৰ প্ৰসাদে ভৈল বিপ্ৰতো ভকতি॥ ৯২১
অনন্তৰে ৰামে সমে দৈৱকী নন্দনে।
গৰুক চাৰন্তে যান্ত বিতোপন বনে॥
গোপগণে কৰৈ গুণ কীৰ্ত্তন প্ৰচুৰ।
বৃন্দাবন হন্তে চলি গৈল বহু দূৰ॥ ৯২২
আদিত্যৰ চণ্ড ৰশ্মি তাপ কৰৈ আতি।
তাতে বৃক্ষগণে যেন ধৰি আছে ছাতি॥
নিৰ্দ্ধৰিস ছায়া নাহি ৰৌদ্ৰৰ সঞ্চাৰ।
দেখি কৃষ্ণে প্ৰসংশা কৰিলা বাৰম্বাৰ॥ ৯২৩
গোপক সম্বুধি কৃষ্ণে বৰ্ণাৰন্ত গুণ।
হে স্তোক কৃষ্ণ শুনা সুৱল অৰ্জ্জুন॥
বিসল ঋষভ ওবা বৰুথ পুনাম।
দেৱপ্ৰস্থ প্ৰাণ সখি শুনিয়ো শ্ৰীদাম॥ ৯২৪
ইটো বৃন্দাবনে আছে যত তৰুগণ।
দেখা দেখা কেন মহা সাধুৰ লক্ষণ॥
কৰৈ পৰ উপকাৰ কিনো কৃপাময়।
পৰক্লেশে অৰ্থে জীৱৈ ইটো বৃক্ষচয়॥ ৯২৫
থাকৈ সহি ৰহি মহা ৰৌদ্ৰ বৃষ্টি বাত্ত।
আমি সুখে বঞ্চো ৰহি ইহাৰ ছায়াত॥
পৰ উপকাৰী তৰু জনম সাৰ্থক।
সন্তৰ বিমুখ যেন সুহিকে পাৰ্থক॥ ৯২৬
বাকলি পল্লৱ মূল পত্ৰ পুষ্পফল।
যেই যিবা চাৱে পাৱে বৃক্ষত সকল॥
জীৱনৰ সাফল দেহীৰ এহিমানে।
জীৱৈ পৰ উপকাৰ কৰি অৰ্থে প্ৰাণে॥ ৯২৭
এহিমতে বৃক্ষক বৰ্ণান্তে যান্ত হৰি।
বৃক্ষো ওলোমাইল ডাল ফল ফুলে ভৰি॥
তাৰ মধ্যে মাধৱে চৰান্তে গৰু গাই।
পাইলা পাছে যমুনাৰ তীৰ যদুৰায়॥ ৯২৮
নদী নমাই গুৱালে গৰুক পিনাই পানী।
আপুনো ভুঞ্জিলা জল যমুনাৰ আনি॥
গৰু মেলি থৈই সেই কালিন্দীৰ কাছে।
কৃষ্ণত ৰামত গৈয়া গোচৰিল পাছে॥ ৯২৯
হে বলৰাম হে কৃষ্ণ দুষ্টবিনাশন।
তুমিসে আমাৰ প্ৰভু পৰম জীৱন॥
আসিলো প্ৰভাতে দধি ভাতকো নখায়।
চিন্তিয়োক উপায় ক্ষুধাত ধাতু যায়॥ ৯৩০
হেন শুনি গুনিল মনত নাৰায়ণে।
বিপ্ৰ-পত্নী সবাক প্ৰসাদ দিবে মনে॥
গোৱালক বোলন্ত সত্বৰে চলিয়োক।
কৰৈ যজ্ঞ স্বৰ্গক আশায় বিপ্ৰলোক॥ ৯৩১
বেদত পাৰ্গত সবে ব্ৰাহ্মণ সম্পন্ন।
নাম ধৰি দোভাইবো মাগিয়ো গৈয়া অন্ন॥
কৃষ্ণৰ বচনে চলি গৈলা গোপচয়।
পাইলা যজ্ঞশালা সবে বিপ্ৰৰ আলয়॥ ৯৩২
দেখি দ্বিজগণক প্ৰণামি দণ্ডৱতে।
কৰি কৃতাঞ্জলি বোলৈ বাক্য অৱনতে॥
শুনা বোল লোক আমি আইলো যিবা কামে।
তোমাসাত অন্ন প্ৰাৰ্থিলন্ত কৃষ্ণ ৰামে॥ ৯৩৩

কাছতে চাৰন্ত গৰু দুয়ো ক্ষুধাতুৰ।
শ্ৰদ্ধা থাকৈ দিয়া অন্ন ব্যঞ্জন প্ৰচুৰ॥
পৰম পণ্ডিত তুমিসব সৰ্ব্বজ্ঞান।
আনকো দেখাৰা যেন পুণ্য অন্নদান॥ ৯৩৪
কৃষ্ণ ৰাম সহিতে ক্ষুধিত গোপচয়।
তাসম্বাক দিলে পুণ্য হৈব অভ্যুদয়॥
এহিমতে গোপে বহুবিধ বোলৈ বাক।
শুনা পাছে সমস্তে বিপ্ৰৰ বিচেষ্টাক॥ ৯৩৫
কৰ্ম্মজড় মহা অন্নগৰ্ব্বী বিপ্ৰগণ।
শুনিয়ো নুশুনৈ যেন গোপৰ বচন॥
নাহি কথা কন্ত টেৰ কৰিয়ো নচান্ত।
দিবো বা নেদিবো একো নেদন্ত সিদ্ধান্ত॥ ৯৩৬
কৰৈ কৰ্ম্ম অনেক স্বৰ্গক মাত্ৰ চিত।
মূঢ় হুয়া বোলাৱন্ত পৰম পণ্ডিত॥
আমিসব বিপ্ৰ মহা মহন্ত অদ্ভুত।
আমাৰ আগত কোন কৃষ্ণ নন্দসুত॥ ৯৩৭
মন্ত্ৰ তন্ত্ৰ অগ্নি দ্ৰব্য যত দেৱচয়।
কাল কৰ্ম্ম ধৰ্ম্ম দেশ সবে কৃষ্ণময়॥
কৃষ্ণ তুষ্ট ভৈলে সিজে যজ্ঞ কোটি শত।
নগণৈ কৃষ্ণক হেন কৰ্ম্মৰ গৰ্ব্বত॥ ৯৩৮
সুধি সমিধান পাছে নাপাই গোপগণ।
পৰম নৈৰাশে সবে কৰিলা গমন॥
ৰামত কৃষ্ণত সবে কহিলেক কথা।
কিবা কামে আমাক পঠাইলা প্ৰভু বৃথা॥ ৯৩৯
আছে সবে বিপ্ৰগণ যজ্ঞক আৰম্ভি।
কাৰ্য্যতে লখিলো সবে গৰ্ব্বী মহা দম্ভি॥
কটাক্ষো নকৰৈ কৃষ্ণ তোমাৰ কথাক।
হেন অবৈষ্ণৱ ঠাইক পঠাইলা আমাক॥ ৯৪০
হেন শুনি হাসি পাছে বোলন্ত মাধৱ।
কোননো প্ৰাৰ্থকে নতু পাৱে পৰাভৱ॥
তথাপি প্ৰাৰ্থনা নেৰৈ শুনা গোপগণ।
বিপ্ৰ-পত্নীগণত মাগিয়ো লৈয়া অন্ন॥ ৯৪১
সিটো স্ত্ৰীসব মোত ভক্ত বিপৰীত।
দেহ মাত্ৰ গৃহত মোতেসে প্ৰাণ-চিত॥
তাসম্বাত কৈয়ো আমি আসিবাৰ কথা।
লাগে মানে পাইবা অন্ন নাহিকে অন্যথা॥ ৯৪২
হেন শুনি গোপগণ গৈলা লৰি পাছে।
দেখিলা সকলে দ্বিজ-ভাৰ্য্যা যৈত আছে॥
সবে সুচৰিতা সালঙ্কৃতা বৰনাৰী।
বুলিবে লাগিলা গোপচয় জানু পাৰি॥ ৯৪৩
নমো বিপ্ৰপত্নীসব শুনা অভিপ্ৰায়।
আমাক পঠাইলা ৰাম কৃষ্ণ দুয়ো ভাই॥
কাছতে চাৰন্ত গৰু নুহিকৈ বিদূৰ।
দোভায়ো ভৈলন্ত গোপে সমে ক্ষুধাতুৰ॥ ৯৪৪
ক্ষুধিত কৃষ্ণক তুমিসবে দিয়া অন্ন।
শুনি উলসিল সবে বিপ্ৰপত্নীগণ॥
আনন্দে দ্ৰৱিল হিয়া বহুৰে লোতক।
আমিয়ো দেখিবো এই চক্ষুয়ে কৃষ্ণক॥ ৯৪৫
যাহাৰ কথাত মন মজিল একান্ত।
যাক দেখিবাক লাগি উৎসুক নিতান্ত॥
হেন প্ৰাণ কৃষ্ণ আসিবাৰ বাৰ্ত্তা শুনি।
কিবা কৰিবন্ত একো নপাৰন্ত গুণি॥ ৯৪৬
কৃষ্ণতে অৰ্পিল প্ৰাণ ব্ৰাহ্মণীসকল।
কৰৈ আস্ত ৰেস্ত আতি চিত উত্ৰাৱল॥
গোবিন্দক লাগি অন্ন অনেক সুগন্ধি।
বিচিত্ৰ পত্ৰত ভৰি লৈলন্ত প্ৰবন্ধি॥ ৯৪৭
বহুবিধ ব্যঞ্জন অনেক ষড়ৰস।
ইক্ষু আখৈ চিৰা লাড়ু গুড়ৰ কলস॥
সুগন্ধ কদলি দধি দুগ্ধ মধু ঘৃত।
পিঠা পনা পনস পায়স পঞ্চামৃত॥ ৯৪৮
ঘন ক্ষীৰ খিৰিসা শাকৰ শুক্ল চিনি।
ঘৃতৰ সন্দেশ সব লৈল ভিনি ভিনি॥
প্ৰাণতো অধিক প্ৰিয় কৃষ্ণক দেখিত।
লৰিল আনন্দে আতি চিত আকুলিত॥ ৯৪৯

শীঘ্রে যান্তে বাঢ়িল কৃষ্ণত অনুৰাগ ।
নাযা নাযা বুলি স্বামীসবে ভেণ্টে আগ ॥
পিতৃ পুত্র ভাতৃয়ো নিষেধ বোলৈ বাক ।
আথে বেথে যান্ত কাৰো নুশুনন্ত হাক ॥ ৯৫০
বহুদিন ধৰি গুণ শুনি আচৰিত ।
কৰিছন্ত আশা সবে কৃষ্ণক দেখিত ॥
হেন হৰি ৰহি আসি আছন্ত কাছত ।
নুশুনি কাহাৰো বাক্য যান্ত আনন্দত ॥ ৯৫১
আগুৰন্ত আসি ব্ৰাহ্মণৰ ক্ৰোধ বৰ ।
ইমতে ভেণ্টন্তে আউৰ মতে দেন্ত লৰ ॥
কৃষ্ণক দেখিতে আতি উত্ৰাৱল নাৰী ।
নুৰাৰিল ৰাখিতে প্ৰবন্ধে ধৰি মাৰি ॥ ৯৫২
যেন যৈতে মন তৈতে চাবি বান্ধে যদি ।
সাগৰত তথাপিতো বহি পৰে নদী ॥
সেহিমতে নাৰীগণো নগণি বাধাকে ।
কৃষ্ণ দৰশন অভিলাষে যাই জাকে ॥ ৯৫৩
যমুনাৰ তীৰে নৱ অশোক বনত ।
লীলায়ে ভ্ৰমন্ত কৃষ্ণ গোপৰ মধ্যত ॥
কৰন্ত প্ৰকাশ কোটি কন্দৰ্পকো জিনি ।
মধুৰ মূৰ্ত্তিক সবে দেখিল ব্ৰাহ্মণী ॥ ৯৫৪
শ্যাম তনু পীতবস্ত্ৰে দেখিতে উজ্জ্বল ।
কোটি শশধৰ ৰুচি বদন নিৰ্ম্মল ॥
মাথে মৈৰা পাখি বন্য পুষ্প মালা গলে ।
প্ৰকাশৈ ৰুচিৰ দুই কৰ্ণ উতপলে ॥ ৯৫৫
অলকা পঙ্কতি কৰৈ কপালে প্ৰকাশ ।
প্ৰফুল্ল পঙ্কজ মুখে দেখি অল্প হাস ॥
গাৱে গেৰু ঘসি আছা দেখিতে সুবেশ ।
পৰম মোহন মূৰ্ত্তি নটবৰ বেশ ॥ ৯৫৬
সখিৰ কান্ধত থৈয়া বাম বাহু হৰি ।
লীলায়ে ফুৰান্ত পদ্ম আউৰ হাতে ধৰি ॥
পৰম লাৱণ্য আতি ৰূপ চমৎকাৰ ।
স্ত্ৰী সবে দেখি আখি মজাসন্ত আৰ ॥ ৯৫৭

যাৰ কথা শ্ৰৱণে কৃতাৰ্থ নাৰীগণ ।
অনুক্ষণে মাধৱত নিমজ্জিল মন ॥
হেনয় কৃষ্ণক পায়া চায়া নিৰন্তৰ ।
নয়নৰ দ্বাৰে নিয়া কৰি অভ্যন্তৰ ॥ ৯৫৮
চিৰকাল আছিলন্ত হৃদয়ত ধৰি ।
উপজিল প্ৰেম পৰৈ লোতক নিঝৰি ॥
পুলকিত তনু আতি ভৈল কৃষ্ণময় ।
এৰাইল সমস্তে সংসাৰৰ তাপচয় ॥ ৯৫৯
হৃদয় মধ্যত মাধৱক ধৰি মনে ।
আনন্দ সিন্ধুত নিমজ্জিল নাৰীগণে ॥
নেমেলন্ত আখি বাহিৰত নাহি জ্ঞান ।
আছে তন্তি নমাতি সুদৃঢ় কৰি ধ্যান ॥ ৯৬০
তাসম্বাৰ প্ৰেমভাৱ দেখি ভগৱন্ত ।
সবাকে সম্মুখি হেন হাসি বুলিলন্ত ॥
কুশলে আসিলা তুমিসব ভাগ্যৱতী ।
বুলিয়োক কিবা আমি সাধিবো সম্প্ৰতি ॥ ৯৬১
বান্ধৱৰ বাধাক নগণি নাৰীগণে ।
দেখিবাক আসিলা আমাক এক মনে ॥
মোৰ অৰ্থে এড়িলাহা প্ৰিয় পতি সুত ।
তুমি সব ভকতৰ হেনয় যুগুত ॥ ৯৬২
মহাজ্ঞানী পৰম চতুৰ যিটো জন ।
আপুনাৰ জানৈ যিটো নিজ প্ৰয়োজন ॥
মোক আত্মা প্ৰিয় বুলি লৱৈ যাৰ মতি ।
সি সবে সদায়ে কৰে নিষ্কাম ভকতি ॥ ৯৬৩
প্ৰাণ-পত্নী পুত্ৰ তনু মন বুদ্ধি ধন ।
সুহৃদ সোদৰ বন্ধু যত ভৃত্যগণ ॥
আত্মাৰ সম্পৰ্কে প্ৰিয় হোৱে নিৰন্তৰে ।
হেন আত্মা মই কোন আছে মোত পৰে ॥ ৯৬৪
শ্ৰৱণ কীৰ্ত্তন মোৰ কৰিয়া নিতান্তে ।
আপুনাক তুমিসবে তাৰিলা একান্তে ॥
ভৈলাহা কৃতাৰ্থ সংসাৰতো পাইলা পাৰ ।
যায়ো যজ্ঞশালা আবে সম্মত আমাৰ ॥ ৯৬৫

আছে যজ্ঞ আৰম্ভি তোমাৰ পতি যত্ত।
তাসম্বাৰ যজ্ঞ গৈয়া কৰা সমাপত॥
নিজ স্বামীসকলত হুয়োক সদয়।
শুনি তাসম্বাৰ মনে মিলিল বিস্ময়॥ ৯৬৬
শুনা সভাসদ সবে ভাগৱত কথা।
দেখা কেনে কৰ্ম্ম অৱগৰ্ব্বীৰ অৱস্থা॥
যিটো কৃষ্ণ ব্যাপি আছা ধৰ্ম্মকৰ্ম্ম যত।
তাহাঙ্কো নগণে ঘোৰ কৰ্ম্মৰ গৰ্ব্বত॥ ৯৬৭
চাৰি বেদ চৈধ্য শাস্ত্ৰ সবাতো প্যাৰ্গত।
তথাপি নিচিনৈ দেৱ কিনো বুদ্ধি হত॥
হৰি হৰি কিনো আতি ভৈলা মহাদুখ।
কৰ্ম্মৰ গৰ্ব্বত হোৱৈ কৃষ্ণত বিমুখ॥ ৯৬৮
কৃষ্ণৰ মায়াত আতি মতি ভৈল জড়।
মন্ত্ৰ তপ তীৰ্থকেসে বোলৈ কৰ্ম্ম বৰ॥
নেদেখৈ কৃষ্ণৰ কৰ্ম্ম মলে হুয়া অন্ধ।
বিনাশী কৰ্ম্মক কৰৈ সদায় প্ৰৱন্ধ॥ ৯৬৯
যাহাৰ সেৱাত অণুমাত্ৰো নাহি দুখ।
যাহাক জানিলে হোৱৈ মহা মোক্ষ সুখ॥
যাহাক সেৱন্ত নিতে ব্ৰহ্মা মহাদেৱ।
ব্ৰহ্মময় মূৰ্ত্তি যাতপৰে নাহি কেৱ॥ ৯৭০
হেনয় কৃষ্ণক ভজা তেজি কৰ্ম্ম আন।
কৃষ্ণ কথামৃত কৰা কৰ্ণ ভৰি পান॥
একচিত্তে কৃষ্ণৰ চৰণে দিয়া মন।
কৃষ্ণ গুণ নাম কৰা শ্ৰৱণ কীৰ্ত্তন॥ ৯৭১
তেবেসে তৰিবা সুখে সংসাৰ সাগৰে।
কলিযুগে নাহি গতি কীৰ্ত্তনত পৰে॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ৯৭২

---

ছুলড়ী

হেন শুনি সবে বিপ্ৰ পত্নীগণে
বোলৈ অৱনত হুই।
হেনয় নিঠুৰ বাক্য বাসুদেৱ
বুলিবে উচিত নুই॥
বেদত শাস্ত্ৰত শুনি আছো আমি
ভকতৰ নাহি নষ্ট।
সিটো বাক্য সব সাফলা আমাক
দুনাই নকৰিয়ো ভ্ৰষ্ট॥ ৯৭৩
দেখি দুখময় পতি পুত্ৰচয়
তিয়াগিলো গৃহবাস।
তোমাৰ পাৱৰ সমীপ চাপিলো
নকৰা নাথ নৈৰাশ॥
চৰণে ঠেলিয়া পেহ্লাইবা তুলসী
তাক আমি সবে আসি।
বহুমান্য কৰি কেশত ধৰিবো
চৰণৰ হুয়া দাসী॥ ৯৭৪
এহিসে কাৰণে পশিলো শৰণে
তোমাত আমি গোসাই।
সিটো পতি পুত্ৰ সুহৃদ সোদৰে
নেদিব থান দুনাই॥
ভ্ৰষ্ট ভৈল বুলি তেজিবে আমাক
কিমতে বঞ্চিবো ঘৰে।
আউৰ আন গতি নাহিকৈ বান্ধৱ
মাধৱ তোমাত পৰে॥ ৯৭৫
তোমাৰ পাৱৰ আগত পৰিলো
হেৰা আমি সবে আসি।
মোহ-পাশ ছেদি দেৱ দামোদৰ
চৰণৰ কৰা দাসী॥

এহি বুলি সবে          কৃষ্ণৰ আগত
    দণ্ডৱতে পৰি আছে।
তাসম্বাৰ মহা          ভকতি দেখিয়া
    প্ৰবোধন্ত কৃষ্ণে পাছে ॥ ৯৭৬
উঠা নাৰীগণ          এবা চিন্তামন
    তোমাসাৰ পুত্ৰ পতি।
নকৰে অসূয়া          হৃদয়ে থাকিয়া
    দেওঁ মই অনুমতি ॥
দেখা দেৱ সবো          বোলন্তে আছন্ত
    মোহোৰ বাক্যক মানি।
এহি বুলি হৰি          প্ৰত্যক্ষে দেখাইলা
    সমস্ত দেৱক আনি ॥ ৯৭৭
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ          চন্দ্ৰ আদি কৰি
    বোলৈ দশ দিগপালে।
তোমাসাক কহো          নকৰৈ অসূয়া
    আমি জানো আক ভালে ॥
দেৱৰ বচন          শুনি নাৰীগণ
    কৃষ্ণক নেৰৈ তথাপি।
দেখি নাৰায়ণ          হাসিয়া বচন
    বুলিলন্ত পাশ চাপি ॥ ৯৭৮
শুনা নাৰীগণ          সঙ্গত থাকন্তে
    প্ৰীতি অনুৰাগ গুচৈ।
যেন অমৃতক          পিয়ন্তে পিয়ন্তে
    মুখত সিটো লুকচৈ ॥
মনেসে চিন্তন্তে          অচিৰ কালতে
    সবেয়ো পাইবা আমাক।
তুমিসব মোৰ          পৰম ভকত
    কহিলো স্বৰূপ বাক ॥ ৯৭৯
শ্ৰবণ কীৰ্ত্তনে          থিৰতে আমাত
    বঢ়াবে প্ৰেম ভকতি।
কায়ন্ত থাকন্তে          সিবত ভকতি
    কৰিবেক আহি শকতি ॥

হেন জানি সবে          চলিয়ো গৃহক
    পাইবা সংসাৰৰ পাৰ।
তাক গৃহবাসে          কি কৰিবে পাৰে
    আমাত ভকতি যাৰ ॥ ৯৮০

———

যাজ্ঞিক ব্ৰাহ্মণসকলৰ দ্বাৰা ৰাম-কৃষ্ণৰ পূজা

ছবি

কৃষ্ণৰ অমৃত বাণী          বিপ্ৰ পত্নীগণে শুনি
    ভক্তি ভাৱে সাদৰি কৃষ্ণক।
কৃষ্ণক হৃদয়ে বান্ধি          হা কৃষ্ণ বুলি কান্দি
    কান্দি চুনাই গৈলন্ত গৃহক ॥
অসূয়া নকৰে কেৱে          কৃষ্ণত ভকতি দেখি
    ভৈলন্ত বিস্ময় বিপ্ৰ যত।
তাসম্বাক লৈয়া কাছে          সিটো দ্বিজগণে পাছে
    কৰিলন্ত যজ্ঞ সমাপত ॥ ৯৮১
যিটো একজন স্ত্ৰীক          ধৰিয়া ৰাখিল স্বামী
    কৃষ্ণ দৰশনে হুয়া হীন।
হিয়াত কৃষ্ণক ধৰি          তেখনে শৰীৰ এৰি
    কৃষ্ণৰ চৰণে গৈলা লীন ॥
অনন্তৰে নাৰায়ণ          পৰম বিচিত্ৰ অন্ন
    সমস্তে গোপক ভুঞ্জাইলন্ত।
ভকত কামদ হৰি          পৰম আনন্দ কৰি
    আপুনো ভুঞ্জিলা ভগৱন্ত ॥ ৯৮২
এহিমতে দেৱহৰি          লীলা নৰতনু ধৰি
    মনুষ্যৰ দেখায়া চেষ্টাক।
কৰি কৰ্ম্ম বিপৰীত          আলাপে বঞ্চিয়া চিত্ত
    উমলান্ত গোপশিশু জাক ॥

অনন্তৰে বিপ্ৰগণে আসুখ অশান্তি মনে
কৰৈ সবে বসি হৃদি-তাপ ।
জগতৰ ঈশ্বৰৰ প্ৰাৰ্থনা কৰিলো ভঙ্গ
আমাত সিজিল মহাপাপ ॥ ৯৮৩
নাৰী সমস্তৰ সিটো কৃষ্ণত ভকতি দেখি
গৰিহন্ত তাপে আপুনাক ।
কিনো মহাপাপ কৈলো স্ত্ৰীতো অধম ভৈলো
ধিক ধিক আচোক আমাক ॥
ইটো মহা ব্ৰহ্ম-জন্ম যজ্ঞ ব্ৰত পণ্ডিতালি
সবাহাঙ্কো আচোক ধিকাৰ ।
কৃষ্ণত বিমুখ ভৈলো সবে অধোগতি গৈলো
ধিক ধিক জীৱন আমাৰ ॥ ৯৮৪
নিশ্চয়ে জানিলো মহা জ্ঞানীকো মুহিবে পাৰৈ
কিনো বিষ্ণু মায়াৰ মহত ।
আমি গুৰু জগতৰ শিখাই ফুৰো নিৰন্তৰ
নিজ কাৰ্য্যে ভৈলো বুদ্ধিহত ॥
ইটো স্ত্ৰী সমস্তৰ দেখিয়ো কৃষ্ণত কেন
ভৈল আসি পৰম ভকতি ।
এৰিল গৃহৰো আশ ছিণ্ডিল মৃত্যুৰো পাশ
আৰা সব মহা ভাগ্যৱতী ॥ ৯৮৫
নজানে গুৰুৰ মান নাহি তপ জপ জ্ঞান
নাহি শৌচাচাৰ সংস্কাৰ ।
তথাপি কৃষ্ণত কিনো সুদৃঢ় ভকতি ভৈল
কি কহিবো ভাগ্য আসম্বাৰ ॥
ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি গুৰুক শুশ্ৰূষা কৰি
বেদ সব পঢ়িলো মিছাত ।
যত কৰো কিছো মুই কৃষ্ণত বিমুখ হুই
চিন্তিলো আপুনি আত্মাঘাত ॥ ৯৮৬

---

## ছুলড়ী

কৰ্ম্মৰ গৰ্ব্বত সদায়ে প্ৰমত্ত
আমি মূঢ় গৃহবাসী ।
জানিয়া নিশ্চয় কৃষ্ণ কৃপাময়
আমাক স্মৰাইলা আসি ॥
মুহি কিয় অন্ন আমাত খুজিব
সাক্ষাতে লক্ষ্মীৰ পতি ।
আমি অচেতন যজ্ঞতেসে মন
তাক নকৰিলো মতি ॥ ৯৮৭
মন্ত্ৰ তন্ত্ৰ যজ্ঞ যত ধৰ্ম্ম কৰ্ম্ম
সবে যিটো কৃষ্ণময় ।
তেন্তে বিষ্ণু যদু কুলে উপজিলা
শুনিয়া আছো নিৰ্ণয় ॥
তথাপি জানিবে নপাৰিলো তাঙ্ক
কিনো আমি মন্দভাগী ।
এহি বুলি সবে পৰি প্ৰণামন্ত
কৃষ্ণৰ দিশক লাগি ॥ ৯৮৮
নমো নমো কৃষ্ণ প্ৰভু ভগৱন্ত
তুমি জগতৰে স্বামী ।
তোমাৰ মায়ায়ে মুহিলেক মতি
কৰ্ম্ম-পথে ভ্ৰমো আমি ॥
নজানি প্ৰভাৱ আমি মূঢ় ভাৱ
কৰাইলোহো অসন্তোষ ।
তোমাৰ চৰণে পশিলো শৰণে
মৰষিয়ো সবে দোষ ॥ ৯৮৯
কতো কতো বিপ্ৰে বসি আলোচন্ত
আমিয়ো ব্ৰজক যাওঁ ।
কৃষ্ণক দেখিবো স্তুতৰ কৰিবো
হেলয়া দোষ এৰাওঁ ॥

কেহো বোলৈ দুষ্ট ৰাজা কংসে শুনি
কৰিবে আসি নিৰ্ম্মূল।
সৰ্ব্বস্ব আগ্ৰহি লৈবেক নিগ্ৰহি
হুকৰাইবো জাতিকুল ॥ ৯৯০
হেন মনে গুণি কংসৰ ভয়ত
নগৈলন্ত দ্বিজগণ।
গৃহতে থাকিয়া কৃষ্ণৰ কৰিলা
শ্ৰৱণ গুণ কীৰ্ত্তন ॥
এহিমতে চূৰ কৰিলা বিপ্ৰৰ
কৰ্ম্মৰ গৰ্ব্ব সকলে।
ব্ৰাহ্মণী সবাক দিলন্ত প্ৰসাদ
অন্ন মাগিবাৰ চলে ॥ ৯৯১
ৰচিল শঙ্কৰে নিৰন্তৰে নৰে
শুনা সাৱধান কৰি।
একো কৰ্ম্মে ধৰ্ম্মে কৃষ্ণক নপাই
ভকতিতে বশ্য হৰি ॥
ব্ৰত তপ তীৰ্থ যজ্ঞ দান জ্ঞান
যত মহা যোগ যাগ।
জাতি কুলাচাৰ স্বধৰ্ম্ম সন্ন্যাসে
কৃষ্ণক নপাৱৈ লাগ ॥ ৯৯২
শ্ৰৱণ কীৰ্ত্তনে যিটো অনুক্ষণে
ভজে মহা ভক্তি ভাৱে।
সিসে মহাজনে অপ্ৰয়াসে সুখে
হাততে মুকুতি পাৱে ॥
জানি ইটো তত্ত্ব ঈশ্বৰ কৃষ্ণত
হুয়োক এক শৰণ।
গাৱা গুণ গীত কৰি এক চিত্ত
বঞ্চিয়ো যম কৰণ ॥ ৯৯৩
কলিত নামেসে কলিত নামেসে
কলিত নামেসে গতি।
নাম এৰি আন গতি নাই নাই
নাই জানা প্ৰতি প্ৰতি ॥

আতি অনাচাৰ পাপৰ ভাণ্ডাৰ
মন্দ দ্বিজ অজামিল।
আতি অপ্ৰয়াসে নামৰ আভাসে
তাক বৈকুণ্ঠক নিল ॥ ৯৯৪
নামৰ সমান নাহি পুণ্য আন
শুনিয়ো শাস্ত্ৰৰ মৰ্ম্ম।
সমস্তে দেৱৰ কৃষ্ণেসে ঈশ্বৰ
নামেসে পুণ্যৰ ৰাজা ॥
আক ভালে জানি চিন্তা চক্ৰপাণি
পৰিহৰি আন কাম।
পুৰুষ উদ্ধাৰা আপুনো নিস্তৰা
ডাকি বোলা ৰাম ৰাম ॥ ৯৯৫

---

নন্দ আদি গোপসকলৰ ইন্দ্ৰ-যজ্ঞৰ উদ্যোগ, শ্ৰীকৃষ্ণৰ দ্বাৰা ইন্দ্ৰ-যজ্ঞ ভঙ্গ আৰু গোবৰ্দ্ধন-পূজা।

পদ

কহে শুক শুনা কৃষ্ণ চৰিত্ৰ প্ৰচুৰ।
বিপ্ৰসকলৰ কৰ্ম্মগৰ্ব্ব কৰি চূৰ ॥
ইন্দ্ৰৰো দৰ্পক পাছে হৰিবাক মনে।
ইন্দ্ৰ-যাগ ভঙ্গ কৰিলন্ত নাৰায়ণে ॥ ৯৯৬
দিনেক আছন্ত কৃষ্ণে পৰম কৌতুকে।
দেখন্ত ইন্দ্ৰক পূজা কৰিবে উৎসুকে ॥
পৰম উদ্যমে গোপে মিলাৱে সম্ভাৰ।
জানিয়া নন্দক কৃষ্ণে কৰি নমস্কাৰ ॥ ৯৯৭
পুছন্ত পিতৃত বৃদ্ধ গোপৰ সমাজে।
পৰম উদ্যম দেখো কৰৈ সাম্ৰাজে ॥
কেন দেৱ পূজিবা ইহাৰ কোন ফল।
কহিয়োক পিতৃ শুনিবাক কুতূহল ॥ ৯৯৮
নাহি গোপ্য কৰ্ম্ম কিছো মহন্তজনৰ।
তুল্য দৃষ্টি সবাতে বাহাৰে আত্মপৰ ॥

কৰে কৰ্ম্ম সৰ্ব্বজনে জানিয়ো নজানি।
জানন্তাৰ সিদ্ধিফল নপাৱে অজ্ঞানী ॥ ৯৯৯
আৰম্ভিলা কৰ্ম্ম কিবা শাস্ত্ৰৰ বিচাৰে।
কিবা কৰিবাক ছাৱা লোক ব্যৱহাৰে ॥
ভালমতে পিতৃ মোত কহিয়ো সত্বৰ।
হেন শুনি দিলা নন্দে কৃষ্ণক উত্তৰ ॥ ১০০০
আছৈ ত্ৰৈলোক্যৰ ৰাজা ইন্দ্ৰ বিদ্যমানে।
তানে প্ৰিয় মূৰ্ত্তি সবে মেঘগণ মানে ॥
কৰৈ জল বৃষ্টি সৰ্বলোকৰ জীৱন।
সিসৱ মেঘৰ প্ৰতি সহস্ৰলোচন ॥ ১০০১
এতেকে ইন্দ্ৰক পূজি দিয়া উপহাৰ।
আছৈ পাৰম্পৰ্য্য ইটো পূৰ্ব ব্যৱহাৰ ॥
লোভে মোহে তেজৈ যিটো ইসব বিধান।
তাৰ একোকালে কৃষ্ণ নাহিকে কল্যাণ ॥ ১০০২
নন্দৰ বচনচয় চক্ৰপাণি শুনি।
আলোচন্ত ভগৱন্তে মনে মনে গুণি ॥
তোলাওঁ কোপ ইন্দ্ৰৰ আপুনি পূজা খাওঁ।
গৰ্ব্ব পৰ্ব্বতৰপৰা ইন্দ্ৰক নমাওঁ ॥ ১০০৩
হেন চিন্তি দিলন্ত নন্দক সমিধান।
শুনা পিতৃ কহো যেন শাস্ত্ৰৰ বিধান ॥
কৰ্ম্মেসে উপজৈ জীৱ কৰ্ম্মেসে প্ৰলয়।
সুখ দুখ ভয় শোক কৰ্ম্মেসে মিলয় ॥ ১০০৪
আছন্ত ঈশ্বৰ যদি ফলদাতা হোন্ত।
কৰ্ম্মীক পাৱন্ত অকৰ্ম্মীৰ কিছো নন্ত ॥
শুভাশুভ ভুঞ্জৈ লোকে নিজ কৰ্ম্মভাগে।
ইন্দ্ৰক পূজয় কিয় ইন্দ্ৰ কৈত লাগে ॥ ১০০৫
ইন্দ্ৰক পূজিলে যেবে মেঘে বৰিষয়।
কৈত শুনি আছা বন পৰ্ব্বতে পূজয় ॥
তথাপি বৰিষৈ শিলা পৰ্ব্বত সঙ্কটে।
দেখিয়োক পিতৃ একো সম্বন্ধ নঘটে ॥ ১০০৬
ললাটে লিখিত যিটো বিহিত সবাৰে।
তাক কি আসিয়া ইন্দ্ৰে গুচাইবাক পাৰে ॥

কৰ্ম্মেসে প্ৰৱৰ্ত্তে দেখা যত চৰাচৰ।
কৰ্ম্মৰ অধীন সবে দেৱাসুৰ নৰ ॥ ১০০৭
কৰ্ম্মে মিলাই আছে সবে জীয়ৈ যাত হন্তে।
তাকেসে দেৱতা বুলি মানন্ত মহন্তে ॥
তাক তেজি আনক পূজিলে নাহি গতি।
স্বামী এৰি দুষ্টা যেন ভজৈ উপপতি ॥ ১০০৮
নাহিকৈ নগৰ গ্ৰাম নথাকো গৃহত।
ৰাত্ৰি দিনে খপো আমি পৰ্বত বনত ॥
পৰ্ব্বতৰ নিদানে আমাৰ সৰ্ব্ব সিদ্ধি।
আৰম্ভিয়ো পৰ্ব্বতৰ যেন পূজা বিধি ॥ ১০০৯
ইন্দ্ৰক পূজিবে ছাৱা যিবা উপহাৰে।
আৰম্ভিয়ো গিৰি যাগ সিসব সম্ভাৰে ॥
পৰ্ব্বতেসে দেৱ আজ্ঞ পূজিবে যুগুত।
কৰিয়োক যত অন্ন ব্যঞ্জন মজুত ॥ ১০১০
কৰা এক ঠাই দধি দুগ্ধ গোকুলৰ।
মুগৰ ব্যঞ্জন সাজা যতনে বিস্তৰ ॥
পিঠা পৰমান্ন ঘৃত সন্দেশ বিবিধ।
কেৱলে দুগ্ধতে কতো অন্ন কৰা সিদ্ধ ॥ ১০১১
বেদবিদ বিপ্ৰে হুনন্তোক অগনিত।
দিয়া ধেনু তাসম্বাক ভুঞ্জাই পঞ্চামৃত ॥
চাণ্ডাল পাতকী কুকুৰকো দিয়া অন্ন।
ভুঞ্জোক কোমল ঘাস গৰু গাইগণ ॥ ১০১২
পাছে পৰ্ব্বতক আতি কৰি সতকাৰ।
জোগাইবাহা নিয়া অন্ন ব্যঞ্জন সম্ভাৰ ॥
ৰঙ্গে গোপগোপীগণে ভুঞ্জি পঞ্চামৃত।
পিন্ধোক বিচিত্ৰ বস্ত্ৰ হৌক সালঙ্কৃত ॥ ১০১৩
নানা গীত গায়া বায়া বাদ্য ভিনে ভিনে।
ফুৰন্তোক পাক পৰ্ব্বতক প্ৰদক্ষিণে ॥
এতেকে কল্যাণ সবে সাধিবে পৰ্ব্বতে।
আৰম্ভিয়ো গিৰি-যাগ মোহোৰ সম্মতে ॥ ১০১৪
গৰু ব্ৰাহ্মণৰ ইটো মোৰ প্ৰীতিকৰ।
সবে ভাল দেখা যেবে কৰিয়ো সত্বৰ ॥

ইন্দ্র দৰ্প ভাঙ্গি ভুঞ্জিলন্ত যদুৰায় ।
নুবুজিলে বৃদ্ধ গোপগণে অভিপ্ৰায় ॥ ১০১৫
কৃষ্ণৰ বাক্যক সবে কৰি অনুৰাগ ।
প্ৰচুৰ সম্ভাৰে আৰম্ভিলা গিৰিযাগ ॥
বহুবিধ মঙ্গল বজায়া বাদ্য ছনি ।
দ্বিজে দিল আহুতি উচ্চৰি বেদ ধ্বনি ॥ ১০১৬
তাসম্বাক ভুঞ্জাই ধেনু দিলা কৰাই তুষ্ট ।
চাণ্ডাল পৰ্য্যন্তে ভুঞ্জি ভৈলা হৃষ্ট পুষ্ট ॥
গিৰি গোবৰ্দ্ধনক কৰিয়া সতকাৰ ।
থৈল উপৰত নিয়া অনেক সম্ভাৰ ॥ ১০১৭
গন্ধে পুষ্পে ধূপে দীপে গিৰিক ৰঞ্জিলা ।
অনেক উৎসৱ নাদে শৰদে পূজিলা ॥
গৰুকো খুৱাইলা আনি ঘাস সুকোমল ।
ভুঞ্জিলন্ত পাছে গোপ গোপীকাসকল ॥ ১০১৮
পিন্ধিল বিবিধ ৰত্ন বস্ত্ৰ অলঙ্কাৰ ।
গন্ধে পুষ্পে ভুষিত চন্দনে জাতিষ্কাৰ ॥
আগত গোধন লৈয়া বায়া বংশী বীণ ।
লাগিলা কৰিবে পৰ্ব্বতক প্ৰদক্ষিণ ॥ ১০১৯
কৃষ্ণৰ চৰিত্ৰচয় কৰন্তে কীৰ্ত্তন ।
ভ্ৰমন্ত আনন্দে নন্দ আদি গোপগণ ॥
যশোদা প্ৰভৃতি গোপীগণে কৰৈ খেৰি ।
শকটক উঠি ফুৰৈ পৰ্ব্বতক বেঢ়ি ॥ ১০২০
সবে সালঙ্কৃতা মুখ ৰঞ্জিত কুঙ্কুমে ।
কৃষ্ণ গুণ অনুৰাগে গাৱৈ জুমাজুমে ॥
পৰশয় প্ৰেম আনন্দত দ্ৰৱৈ চিত ।
সলোতক নেত্ৰ আতি তনু ৰোমাঞ্চিত ॥ ১০২১
বিপ্ৰসবো ভ্ৰমন্ত কৰন্তে আশীৰ্ব্বাদ ।
শিঙ্গা শঙ্খ ফুকৈ কৰৈ বীৰ ঢাক নাদ ॥
মহামহোৎসৱ ভাৱে ভ্ৰমৈ গোপ যত ।
প্ৰদক্ষিণ কৰি কৃষ্ণো ভ্ৰমন্ত লগত ॥ ১০২২
আউৰ ৰূপে চৰি সেই পৰ্ব্বত শিখৰ ।
ভৈলন্ত কৃষ্ণত মহাকায় কলেবৰ ॥

দেখ মই পৰ্ব্বত বুবুৰিয়া বাৰম্বাৰ ।
লাগিলা ভুঞ্জিবে প্ৰভু সমস্তে সম্ভাৰ ॥ ১০২৩
খাইলা ইক্ষু আখৈ চিৰা গুড় লাড়ু বসি ।
ঘৃতৰ সন্দেশ চোবারন্ত মসমসি ॥
পিঠা পনা পৰমান্ন ভুঞ্জি ষড়ৰসে ।
দধি দুগ্ধ মধু পিলা কলসে কলসে ॥ ১০২৪
ক্ষেণেকে আণ্টাইলা খাই সকলে সম্ভাৰ ।
মেঘ যেন গাজৈ ঘনে তোলন্ত উগাৰ ॥
দেখি গোপ-গোপী ভৈলা পৰম বিস্ময় ।
কৃষ্ণৰ বচনচয় পাইলন্ত প্ৰত্যয় ॥ ১০২৫
প্ৰত্যক্ষে দেখিয়া সিটো ৰূপ চমৎকাৰ ।
কৰৈ গোপগোপী পৰি পৰি নমস্কাৰ ॥
লগতে পৰন্ত কৃষ্ণ পৰম আহ্লাদে ।
আপুনাক আপুনি নমস্ত ছল বাদে ॥ ১০২৬
কৰযোৰে বিনারন্ত পৰ্ব্বতক চাই ।
তুষ্ট হোৱা গিৰিৰাজ পূজা বলি খাই ॥
গাই গৰু আমাক পালিবা তুমি দেৱ ।
এহি বুলি কৰিলন্ত গোপে সমে সেৱ ॥ ১০২৭
অন্যে অন্যে বোলৈ ওবা দেখা আচৰিত ।
গোবৰ্দ্ধনে ধৰিলন্ত ৰূপ বিপৰীত ॥
এত দিন পৰ্ব্বতক সুপূজিলা জানি ।
এন্তে সবে মাৰৈ ব্যাঘ্ৰ সৰ্প ৰূপে প্ৰাণী ॥ ১০২৮
এহি বুলি প্ৰণামি পূজিয়া ব্ৰজবাসী ।
গোকুলক লৰিলা আনন্দে বায়া বাঁশী ॥
গোপীগণে গাৱে কৃষ্ণ চৰিত্ৰ অশেষ ।
ভৈলা কৃষ্ণে সমে সবে ব্ৰজত প্ৰবেশ ॥ ১০২৯
গোকুলবাসীক সবে দেখাই লীলাৰঙ্গ ।
কৰিলা লীলায়ে মহেন্দ্ৰৰ মদ ভঙ্গ ॥
শুনা সভাসদ সব মহা ভাগৱত ।
দেখিয়োক কেন কৃষ্ণ দেৱৰ মহত্ত ॥ ১০৩০
ভকতৰ বিধি আচৰিলা পুৰন্দৰ ।
ৰাখিলন্ত কৃষ্ণে হাতে ধৰিয়া মন্দৰ ॥

ভকতবৎসল দেৱ কিনো ভগৱন্ত।
ভকতৰ দুখ এক তিলো নসহন্ত ॥ ১০৩১
হেনয় কৃষ্ণক এৰি কিনো লোক অন্ধ।
আন দেৱ ধৰ্ম্মকেসে কৰয় প্ৰৱন্ধ ॥
অমৃতক তেজি যেন মৰৈ বিষ পানে।
তেজি সোণা সনিয়াত গাণ্ঠি মাৰৈ টানে ॥১০৩২
চক্ৰৱৰ্ত্তী পদ এৰি মৰৈ হাল বাই।
গঙ্গাজল এৰি কাদোৱানী * পানী খাই ॥
কৃষ্ণক তেজিয়া মানৈ আনক ঈশ্বৰ।
তাহাৰ জানিবা এহি সব পটন্তৰ ॥ ১০৩৩
হেন জানি আন দেৱ ধৰ্ম্মে তেজি আশ।
কৃষ্ণৰ চৰণে কৰা সুদৃঢ় বিশ্বাস ॥
আন কৰ্ম্ম এৰি ধৰা মাধৱৰ নাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১০৩৪

---

ইন্দ্ৰ-যজ্ঞ ভঙ্গৰ কাৰণে ইন্দ্ৰৰ ক্ৰোধ আৰু
বৃন্দাবনত ঘোৰতৰ বৰ্ষণ।

ঝুমুৰি

কহে শুক মুনিৰাজা।
ইন্দ্ৰে পাছে নপাই পূজা ॥
কুপিল গোপক প্ৰতি।
গৰ্জ্জে আতি সুৰপতি ॥ ১০৩৫
ক্ৰোধে জম্কাৰয় মাথ।
কৃষ্ণক পাইলেক নাথ ॥
নন্দ আদি গোপগণ।
নাহি মোক গণাগণ ॥ ১০৩৬
আজি তাৰ কৰো উলি।
ক্ৰোধে ইন্দ্ৰে এহি বুলি ॥
প্ৰলয়ৰ মেঘ আনি।
বুলিলা আদেশ বাণী ॥ ১০৩৭
শুন সম্বৰ্ত্তকগণ।
গোকুলক কৰ ছন্ন ॥
শ্ৰীমদে অন্ধ গোপ।
মোহোৰ তোলাৰৈ কোপ ॥ ১০৩৮
মই ত্ৰৈলোক্যৰ ৰাজা।
ভাঙ্গিল মোহোৰ পূজা ॥
মনুষ্য কৃষ্ণক পাই।
আমাক কটাক্ষো নাই ॥ ১০৩৯
যেন একো মূৰ্খ কাণ।
এৰি মহা ব্ৰহ্মজ্ঞান ॥
কৰ্ম্মময় পচা নাৱে।
সংসাৰ তৰিতে চাৱে ॥ ১০৪০
সিটো কৃষ্ণ অপণ্ডিত।
বহু বল্ক দুৰ্ব্বিনীত ॥
তাতে কৰি সাস ঘোৰ।
অপ্ৰিয় আচৰৈ মোৰ ॥ ১০৪১
নন্দ আদি গোপযত।
শ্ৰীমদে ভৈল হত ॥
কৰ তাৰ গৰ্ব্বচুৰ।
তল নিয়াউ গোপপুৰ ॥ ১০৪২
গৰু গাই কৰ ক্ষয়।
হেন শুনি মেঘচয় ॥
কৃষ্ণ ভকতৰ নাম।
শুনি গোড়ে বৰে ঘাম ॥ ১০৪৩
ভৈল সবে মহাভয়।
কাম্পে তনু আতিশয় ॥
দেখি পাছে পুৰন্দৰ।
বোলে অবে কাক ডৰ ॥ ১০৪৪
মই ঐৰাৱতে চৰি।
যাইবোহো পাছতে লৰি ॥
দেৱগণো যাইব সাজি।
মাৰিবো ব্ৰজক আজি ॥ ১০৪৫

---

* কদোৱানী = বোকাৰিহলি ঘোলাপানী।

শ্ৰীমদে হুয়া অন্ধ।
মেলিল মেঘৰ বন্ধ ॥
ভাঙ্গিল শিকলি যত।
ভৈল মেঘ উনমত ॥ ১০৪৬
পৰম আটোপ কোপে।
চলৈ চপকৰে জোপে ॥
গগন মণ্ডলে থাকি।
গৰ্জ্জে গোকুলক ঢাকি ॥ ১০৪৭
শৰদ আস্ফাল ৰৱে।
ঘনে ঘনে বজ্ৰ পৰে ॥
আটাসতে কাণ ফাৰৈ।
বিজুলি চমক মাৰৈ ॥ ১০৪৮
দশোদিশ চমৎকাৰ।
তিৰি মিৰি অন্ধকাৰ ॥
সচকিত গোকুলত।
ভৈল ব্ৰজবাসী যত ॥ ১০৪৯
কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনা সমাজিক জনে ॥
অথিৰ জীৱন দেখা।
যেহেন জলৰ ৰেখা ॥ ১০৫০
এই আছে এই নাই।
কেনে আছা বাট চাই ॥
যতেক বিষয় সুখ।
বিচাৰত সবে দুখ ॥ ১০৫১
ইহাত বিশ্বাস এৰি।
জাণ্টে চিন্তা মহাহৰি ॥
জানি এড়া আন কাম।
ঘনে ঘনে বোলা ৰাম ॥ ১০৫২

### শ্ৰীকৃষ্ণৰ গোবৰ্দ্ধন ধাৰণ

#### পদ

ইন্দ্ৰৰ আদেশে আসি মহামেঘগণ।
পৰম প্ৰাৰম্ভে কৰৈ গগনে গৰ্জ্জন ॥
হৰ হৰ শৰদে পূৰিল দিশ পাশ।
বজ্ৰৰ নিপাতে যেন জলৈ গৰ্ভত্ৰাস ॥ ১০৫৩
ভৈল আতি দশোদিশ দিনতে আন্ধাৰ।
মিলিল দুৰ্যোৰ ভয় ব্ৰজৰ প্ৰজাৰ ॥
উড়ু ৱাৱৈ প্ৰচণ্ড বতাসে চালে বাৰে।
তিৰি মিৰি বিজুলি চমকচয় মাৰে ॥ ১০৫৪
আকাশত সোসাই মেঘ বায়ুৰ আস্ফাল।
গৰ্জ্জনিত মাটি লৰৈ কৰ্ণে হানৈ তাল ॥
আকৰ্ণ শৰদে বৰিষয় জলধাৰে।
শিলা বৃষ্টি কৰৈ হৰৈ চেতন সবাৰে ॥ ১০৫৫
গোকুলক ঢাকি বৰষিল নিৰন্তৰ।
পৰৈ জলধাৰা তম্ভ সম থূলন্তৰ ॥
খাল বাম সবে ভৈল দেখি একাকাৰ।
মিলিল প্ৰলয় যেন প্ৰজা ক্ষয়ঙ্কাৰ ॥ ১০৫৬
শিলা সম্পা বৃষ্টি বৰ বায়ুৰ আন্দোল।
নমনিয় দিশ সুশুনিয় মাত বোল ॥
পৰম বিহ্বল ভাৱ ভৈল বৎস ধেনু।
পীড়িলেক শীতে তৰতৰি কম্পে তনু ॥ ১০৫৭
শিলা বৃষ্টি পৰৈ ছিঁগে হাড় মূৰ ঘাৱ।
পেটৰ তলত দাম্বুৰিক কৰৈ আৱ ॥
চক্ষু জপাই নমাই মাথ কম্পিত স্বভাৱে।
মাধৱৰ সমীপক ধেনু সৱ ধাৱে ॥ ১০৫৮
গোকুলৰ পশুৰ দেখিয়ো কেন জ্ঞান।
জানৈ ৰক্ষা কৰ্ত্তা কৃষ্ণ বিনে নাহি আন ॥
হাম্বৰাৱ কৰি মুখে মুখে ধেনুগণে।
পশিল শৰণ সৱে কৃষ্ণৰ চৰণে ॥ ১০৫৯

চপকৰে = বেগেবেগে।

পায়া গোপ গোপী শিলা বৃষ্টিৰ সন্ধান।
শীতে বাতে আতি তনু তৰতৰি মান ॥
মিলিল প্ৰলয় বুলি ভৈল অচেতন।
শৈল ত্ৰাসে আসি সবে কৃষ্ণতে শৰণ ॥ ১০৬০
ত্ৰাহি ত্ৰাহি হে কৃষ্ণ কৃষ্ণ কৃপাময়।
বিপদৰ বন্ধু হেৰা যাওঁ যমালয় ॥
যেন লাগৈ চিন্তা আত উপায় সম্প্ৰতি।
তোমাৰ চৰণ বিনে নাহি আন গতি ॥ ১০৬১
একচিতে তোমাতেসে আমি কৰো সেৱ।
তুমি বিনে আন একো নজানহো দেৱ ॥
তুমিসি আমাৰ নিজ নাথ নাৰায়ণ।
চৰণ পঙ্কজে আমি পশিলো শৰণ ॥ ১০৬২
কৰা পৰিত্ৰাণ প্ৰাণ আমাৰ মাধৱ।
তুমিসি ব্ৰজৰ প্ৰভু পৰম বান্ধৱ ॥
তযু পদ পঙ্কজেসে জীৱন আমাৰ।
ভকতৰ বন্ধু মধুসূদন উদ্ধাৰ ॥ ১০৬৩
মখ ভঙ্গ খঙ্গে ইন্দ্ৰ দেৱে বৰিষয়।
ঘোৰ শিলা বৃষ্টি বাতে মিলাৱে প্ৰলয় ॥
কৰা জাণ্টে ৰক্ষা জীউ নতু যায় যাৱে।
কৰৈ কোলাহল সবে আতি আৰ্ত্তৰাৱে ॥ ১০৬৪
হেন শুনি ভকত বৎসল কৃপাময়।
গোকুলৰ দেখি দুখ নসহে হৃদয় ॥
ইন্দ্ৰৰ দেখিয়া গৰ্ব্ব গুণন্ত মনত।
দেখ দেখ কেন সুৰপতিৰ মহত ॥ ১০৬৫
পৰম অনন্ত ইটো দেৱতা দুৰ্ব্বাৰ।
গৰ্ব্বচুৰ কৰি গুচাওঁ আৰ অহঙ্কাৰ ॥
আপুনি ঈশ্বৰ মই বুলি কৰৈ টাই।
আজি শ্ৰীমদ দৰ্প সবে কৰো ঠাই ॥ ১০৬৬
আমাকো নগণৈ গৰ্ব্বে ভৈল ইন্দ্ৰ অন্ধ।
ভকতক কৰৈ মোৰ মাৰিবে প্ৰবন্ধ ॥
দেখোক ত্ৰিদশ দেৱে আজি মোৰ ৰঙ্গ।
ক্ষণেকে কৰিবো মহেন্দ্ৰৰ মানভঙ্গ ॥ ১০৬৭

দেখোক ত্ৰিদশ দেৱে মোৰ কেন ৰক্ষা।
উপায় কৰিয়া সাধো গোকুলৰ ৰক্ষা ॥
মই প্ৰাণনাথ ইটো ব্ৰজৰ প্ৰজাৰ।
আৰ দুখ দেখি হৃদি নসহে আমাৰ ॥ ১০৬৮
এহিবুলি ভকতৰ বান্ধৱ মুৰাৰি।
একেহাতে গিৰি গোবৰ্দ্ধনক উভাৰি ॥
উভতাই ছত্ৰ যেন তুলিলন্ত হৰি।
যেন বেঙ্গছতাক ছৰালে থাকৈ ধৰি ॥ ১০৬৯
এক হাতে পৰ্ব্বতক লীলায়ে উল্লাসি।
গোকুলৰ লোকক বুলিলা হৰি হাসি ॥
হে পিতৃ মাতৃ ব্ৰজবাসী নিৰন্তৰ।
সত্বৰে পশিয়ো গিৰি গৰ্ত্তৰ ভিতৰ ॥ ১০৭০
ধৰিলোহো ছাতি তুলি গিৰি গোবৰ্দ্ধন।
কি কৰিতে পাৰে আৰ বাত বৰিষণ ॥
গাই গৰু গোপ গোপী সৰ্ব্বস্বে সহিত।
চাপিয়োক আসি সবে মোৰ সন্নিহিত ॥ ১০৭১
মোহোৰ হাতৰপৰা পৰিব পৰ্ব্বত।
হেন শঙ্কা কেহো জানো কৰিয় মনত ॥
তুমি সব ভকত পৰম প্ৰিয় প্ৰাণ।
তোমসাত পৰে মোৰ বন্ধু নাহি আন ॥ ১০৭২
বিহিলো উপায় সবে চাপা আসি পাশ।
ঐত বৃষ্টি বাতৰ নাহিকৈ কিছো ত্ৰাস ॥
কৃষ্ণৰ আশ্বাস শুনি উল্লসিল মনে।
পশিল গৰ্ত্তত সবে গোপ গোপীগণে ॥ ১০৭৩
গৰু গাই শকট সম্ভৃত পুৰোহিত।
যাৰ যেন সুখ সবে বঞ্চিল তহিত ॥
নোচোৱয় বাত বৃষ্টি আৰো একোদুখে।
গোকুলত অধিকে থাকিলা মহাসুখে ॥ ১০৭৪
দুই পাদ-পদ্মে প্ৰভু পৃথিবীক ভিৰি।
একে হাতে ধৰি আছা গোবৰ্দ্ধন গিৰি ॥
তৰিল গোকুল শিলা বৃষ্টিৰ সঙ্কট।
নিজ ঐশ্বৰ্য্যক কৃষ্ণে কৰিলা প্ৰকট ॥ ১০৭৫

ঈষত হসিত মুখ শ্যাম পদ্মকোষ।
অৰুণ পঙ্কজ নেত্ৰ দেখন্তে সন্তোষ॥
অলক তিলক কেশ নীল আকুঞ্চিত।
কনক কিৰীটি শিৰে ৰতনে খচিত॥ ১০৭৬
সুন্দৰ পাণ্ডুৰ গণ্ড কুণ্ডলৰ কান্তি।
অধৰ ৰাতুল দন্ত মুকুতাৰ পান্তি॥
ৰুচিৰ চিবুক কম্বুকণ্ঠ মনোহৰ।
কৌস্তুভ শোভিত যেন নৱ দিৱাকৰ॥ ১০৭৭
চাৰু শ্যাম তনু পীত বস্ত্ৰে বিৰচিত।
যেন নৱ মেঘ খণ্ড তড়িত জড়িত॥
বহল বক্ষত মণি মুকুতাৰ হাৰ।
কৰৈ জলমল ঝিলিমিলি পেচন্দাৰ॥ ১০৭৮
শ্ৰীবৎস পঙ্কতি প্ৰকাশিত গণ্ডস্থলে।
আপাদলম্বিত বনমালা জলে গলে॥
সেৰৈ মত্ত মধুকৰ সহস্ৰ সংখ্যাত।
নৱ কিসলয় ৰুচি চাৰু চাৰি হাত॥ ১০৭৯
সুৱলিত ভুজ জলৈ কেয়ূৰ কঙ্কণে।
কটিত কনক কাঞ্চি খচিত ৰতনে॥
ৰুন ঝুন কিঙ্কিণীৰ ধ্বনি তাতে শুনি।
মাটিত লোতন্তে আছে পাট পীত ভুনি॥ ১০৮০
দুখনি চৰণ যেন নৱ পদ্মকোষ।
ৰত্নৰ নূপুৰে ৰঞ্জে দেখন্তে সন্তোষ॥
ৰত্নৰ পাকৰি নীল আঙ্গুলিৰ পান্তি।
আৰকত নখ-চন্দ্ৰচয় কৰৈ কান্তি॥ ১০৮১
ৰত্নৰ উজ্জ্বলিচয় চিকিমিকি কৰে।
যাক দৰশনে সংসাৰৰ তাপ হৰে॥
ভকতৰ সাধি প্ৰীতি জগতৰ তাত।
পৰম আনন্দ মূৰ্ত্তি ভৈলা সিবেলাত॥ ১০৮২
কোটি শশাঙ্কতো কৰি প্ৰকাশে শৰীৰ।
সমুদ্ৰ কোটিত্ত কৰি দেখিয় গম্ভীৰ॥
এককোটি মদনে আগত নুহি থিৰ।
অমৃত কোটিত্ত কৰি দেখি জুড়াই জীৱ॥ ১০৮৩

এক হাতে পদ্ম আউৰ হাতে গদা ধৰি।
এক হাতে সবাকো অভয় দেন্ত হৰি॥
এক হাতে গিৰি গোবৰ্দ্ধনক উল্লাসি।
সবাকো নিৰেখি চান্ত মহা স্নেহে হাসি॥ ১০৮৪
ধেনুগণো আনন্দে চাহন্ত কৃষ্ণ মুখ।
অমৃতক পিয়ে যেন নাহি একো দুখ॥
সিহৰায়ৈ লোম নয়নৰ স্ৰৱৈ জল।
চিত্ৰৰ পুতলি যেন শৰীৰ নিশ্চল॥ ১০৮৫
নিৰুপম ৰূপ দেখি যত ব্ৰজবাসী।
পৰম আনন্দে চাৰৈ চৌপাশে উপাসি॥
আন একো নভাসে লাগিল যেন ধ্যান।
মুখ পঙ্কজক কৰৈ নেত্ৰ ভৰি পান॥ ১০৮৬
বাহুৱে আলিঙ্গি যেন চেলেকৈ জিহ্বাই।
শুঙ্গে নাসিকায় যেন মনে অৱগাই॥
উপজয় প্ৰেম পুলকিত যত অঙ্গ।
ঝৰৈ নয়নৰ নীৰ হৰৈ লিঙ্গ ভঙ্গ॥ ১০৮৭
এৰাইল মৰণ ভয় বৃষ্টি উতপাত।
কৃষ্ণতে সবাৰো চিত পৰিল সাক্ষাত॥
নাহিকৈ কাহাৰো শৰীৰত সাৱধান।
মধুৰ মূৰ্ত্তিক মাত্ৰ মনে কৰৈ ধ্যান॥ ১০৮৮
মাধৱো সদায়ে চান্ত নয়ন গম্ভীৰে।
সততে অমৃত যেন সিঞ্চন্ত শৰীৰে॥
নাহি ক্ষুধা তৃষ্ণা শান্ত চিত্ত ভৈল আতি।
আনন্দতে গৈল সাত দিন সাত ৰাতি॥ ১০৮৯
ভকতৰ বান্ধৱ মাধৱে লীলা কৰি।
একহাতে সাত দিন গোবৰ্দ্ধন ধৰি॥
নটলিলা তিলেকো থোজেকো নচলিল।
ত্ৰিদশ দেৱৰ দেখি বিস্ময় মিলিল॥ ১০৯০
পৰম আটোপ কোপে ইন্দ্ৰে বৰষিল।
সকলে নিষ্ফল যেন অসত হুইল॥
ঈশ্বৰ কৃষ্ণৰ দেখি পৰম প্ৰভাৱ।
চুৰ ভৈলা গৰ্ব্ব আসি আইলে সৰ্বগাৱ॥ ১০৯১

ভ্ৰষ্ট অঙ্গীকাৰ ভৈলা ত্ৰিদশৰ নাথ।
নিশ্বাস তেজিয়া লাজে চপৰাইলা মাথ॥
ভৈলো মই মিছাত বিৰোধি মাধৱৰ।
লোম লাৰিবাকো নপাৰিলো গোকুলৰ॥ ১০৯২
বিবৰ্ণ বদনে ইন্দ্ৰদেৱে আদেশয়।
এৰ বৰিষণ সম্বৰ্ত্তক মেঘচয়॥
আউৰ বৃষ্টি কৰি কাৰ উড়ুৱাস চাই।
এহি বুলি গৈলা ইন্দ্ৰ লাজে নিজ ঠাই॥ ১০৯৩
গুচি গৈল মেঘগণ গগন নিৰ্ম্মল।
ভৈলন্ত প্ৰকাশ আসি সূৰ্য্যৰ মণ্ডল॥
দশোদিশ সুপ্ৰসন্ন দেখিয়া মুৰাৰি।
বুলিলা বচন হাসি গোবৰ্দ্ধনধাৰী॥ ১০৯৪
হে পিতৃ-মাতৃসব গোপগোপীগণ।
গুচিল সকলে আবে বাত বৰিষণ॥
গৈলন্ত উলটি ইন্দ্ৰ হুয়া মহালাজ।
নাহি ভয় সপুত্ৰ বান্ধৱে হুয়ো বাজ॥ ১০৯৫
এবে সবে সুখাইলে বৃষ্টিৰ জল মানে।
নকৰিবা কেহো শঙ্কা আমি বিদ্যমানে॥
ভৈল হেন শুনি সবে পৰম সন্তোষ।
কৰৈ গোপ-গোপী জয় জয় কৃষ্ণ ঘোষ॥ ১০৯৬
স্ত্ৰী বাল্য বৃদ্ধ আদি যত গোপগণ।
স্বকি স্বকি ডাকি গৰু কৰিলা গমন॥
সৰ্ব্বস্বে সহিতে লৈয়া শকট মণ্ডলি।
শিঙ্গা বেণু বাই যায় মহোৎসৱে চলি॥ ১০৯৭
পৰম আনন্দ মনে নন্দ গোপৰাজ।
ব্ৰজবাসী সহিতে গৰ্ব্বৰ ভৈলা বাজ॥
ৰঙ্গে শিঙ্গা বাৱৈ বাণী শুনি গলাবাৱ।
কৃষ্ণ গুণ গায়া কৰৈ পৰম উৎসৱ॥ ১০৯৮
জগত ঈশ্বৰ হৰি কৰি মহালীলা।
পুনৰপি পৰ্ব্বতক স্বস্থানে থাপিলা॥
পিতৃৰ মাতৃৰ পাছে সমীপ চাপিলা।
দেখিয়া যশোদা মন্দে গলত বান্ধিলা॥ ১০৯৯

সাৱটি ৰোহিণী ৰামে পাইলন্ত আহ্লাদ।
চিৰঞ্জীৱী বাপ বুলি দেন্ত আশীৰ্ব্বাদ॥
আনন্দে দ্ৰৱিল উপজিল প্ৰেম ভাৱ।
লোতকে তিয়াইলা ৰাম মাধৱৰ গাৱ॥ ১১০০
যত গোপগণ প্ৰেমে পৰিপূৰ্ণ চিত।
কৃষ্ণক আৰৰি আদৰিলা যথোচিত॥
নয়ন সজলে সবে বোলন্ত সাহ্লাদে।
তৰিলো দুৰ্গতি সবে তোমাৰ প্ৰসাদে॥ ১১০১
মহা স্নেহে হৃদয় নধৰে গোপীগণে।
কৃষ্ণক আৰৰি বোলৈ প্ৰশংসা বচনে॥
দূৰ্ব্বাক্ষত দধি দুগ্ধ কুসুম চন্দনে।
পূজিল গৌৰৱে ৰঙ্গে কৃষ্ণৰ চৰণে॥ ১১০২
গগনক ঢাকি সিদ্ধ কিন্নৰ চাৰণ।
স্তুতি পঢ়ি কৰে শিৰে পুষ্প বৰিষণ॥
বজাৱে দুন্দুভি শঙ্খ নাচে অপেশ্বৰী।
ডম্বৰু প্ৰমুখ্যে নাচে হাতে তাল ধৰি॥ ১১০৩
দেখাই অনন্তৰে কৃষ্ণে ঈশ্বৰ শকতি।
মহাৰঙ্গে চলি ভৈলা গোকুলক প্ৰতি॥
গোপশিশুগণে শিঙ্গা বেণু বাৱে বেঢ়ি।
কৃষ্ণ সমে কৌতুকে কৰন্তে যান্ত খেড়ি॥ ১১০৪
কৃষ্ণ দৰশনে এৰাই সংসাৰৰ দুখ।
গোপীসব নয়নে পিয়ন্ত কৃষ্ণমুখ॥
কৃষ্ণৰ বালক লীলা অনুৰাগে গাৱে।
চিতক আকুল কাৰো কৰৈ প্ৰেমভাৱে॥ ১১০৫
পুলকিত তনু নয়নৰ নীৰ ঝৰে।
কৃষ্ণ পদ পঙ্কজক হৃদয়ক ধৰে॥
হে বন্ধু মধাই বুলি কেহো পাৰৈ উকি।
নিৰ্ভৰ আনন্দে চলৈ কতোহো নিচুকি॥ ১১০৬
কৃষ্ণতে মজিল মন হুয়া মহা ভোল।
জয় জয় কৃষ্ণ বুলি কৰৈ আতি ৰোল॥
এহিমতে কৰি সবে আনন্দ আশেষ।
পৰম আনন্দে ভৈলা ব্ৰজত প্ৰবেশ॥ ১১০৭

কৃষ্ণৰ কিঙ্কৰে কহে শুনা নিৰন্তৰ।
ভকত বৎসল গুণ দেখা মাধৱৰ॥
পৰম আটোপে আসি সাজি পুৰন্দৰ।
লোমো লাৰিবাক নপাৰিল গোকুলৰ॥ ১১০৮
ঈশ্বৰ কৃষ্ণত কৰৈ যিজনে ভকতি।
তাক কি লঙ্ঘিবে আৰ পাৰিবে দুৰ্গতি॥
এক চিত্তে কৰৈ যিটো কৃষ্ণৰ কীৰ্ত্তন।
তাক ৰক্ষা কৰন্ত আপুনি নাৰায়ণ॥ ১১০৯
হেন জানি নৰতনু নেনা আলে জালে।
কেতিক্ষণ পৰা আসি ধৰিলেক কালে॥
দেৱৰো দুৰ্ল্লভ ইটো জন্ম ভাৰতত।
হৰাই চিন্তামণি যেন জানিবা হাতত॥ ১১১০
নিশ্চয়ে হৈবেক পুনু পৰলোকে গতি।
এৰিবা বিলম্ব লৰা সমল ভকতি॥
অদ্যাপি শাস্ত্ৰৰ তত্ত্ব নপশৈ কাণত।
কলিত পৰম গতি হৰি কীৰ্ত্তনত॥ ১১১১
হৰিৰ নামত যত ধৰ্ম্মৰ নিবাস।
হেন অনুমানি সবে এৰিয়ো আলাস॥
পৰম বান্ধৱ মাধৱৰ গুণ নাম।
জানি নিৰন্তৰে নবে বোলা ৰাম ৰাম॥ ১১১২

---

**নন্দ আৰু গোপসকলৰ আলোচনা**

**ছবি**

শুক নিগদতি শুনা কুৰুপতি
বাত বৃষ্টি যেবে গৈল।
কৃষ্ণৰ আশ্চৰ্য্য মহিমা দেখিয়া
সবেয়ো বিস্ময় ভৈল॥
নন্দক আৱৰি গোপগণে বোলৈ
শুনা নন্দ মহাশয়।
তোমাৰ পুত্ৰৰ যেন যেন কৰ্ম্ম
মনুষ্য এন্তে নোহয়॥ ১১১৩

সাত বৰিষৰ শিশু কৃষ্ণে ইটো
দেখা কৰৈ কেন লীলা।
ছত্ৰাকৃতি কৰি এক হাতে তুলি
পৰ্ব্বতক উল্লাসিলা॥
যেন পদ্ম পুষ্প প্ৰমত্ত মাতঙ্গে
কৌতুকতে থাকৈ ধৰি।
হেন কৃষ্ণ ইটো গোপৰ গৃহত
উপজিলা কেন কৰি॥ ১১১৪
ভালমতে নভু আখিয়ো ফুকাই
কৃষ্ণে একো নভু জানে।
এতেকতে প্ৰাণ শুষিলা ধৰিয়া
পূতনাৰ তন পানে॥
ত্ৰিতয় মাসৰ শিশু কৃষ্ণে ইটো
মাৰক নাপায়া লাগ।
কান্দতে শকট উভৰি পৰিল
চৰণৰ লাগি আগ॥ ১১১৫
এক বৰিষতে দৈত্য চক্ৰবাতে
আকাশক নিল হৰি।
শিলাত পেল্লাই তাৰ প্ৰাণ লৈলা
গলত চিপিয়া ধৰি॥
কিয় মাটি খাইলি যশোদা সোধন্ত
কৃষ্ণে মুখ প্ৰকাশিলা।
গৰ্ভৰ ভিতৰে সমস্তে জগত
যশোদা দেৱী দেখিলা॥ ১১১৬
পৰম শঙ্কিত তনু ৰোমাঞ্চিত
ভয়ে স্তুতি কৰিলন্ত।
এতেকে জানিলো তোমাৰ তনয়
মনুষ্য এন্তে নোহন্ত॥
যশোদা ধৰিলা উৰলে বান্ধিলা
লৱনু খাইবাৰ পদে।
টানন্তে উৰল উভৰি পৰিল
অৰ্জ্জুন চণ্ড শবদে॥ ১১১৭

বৎস অসুৰক মাৰিলা হানিয়া
কপিথক লাগি কোপে ।
বক দানৱক লীলায়ে চিৰিলা
ঠোঁঠত ধৰি আটোপে ॥
সবান্ধৱে বধি ধেনুক দৈত্যক
তাললে * হানি আচাৰি ।
গোপৰ শিশুক ভুঞ্জাইলা কৌতুকে
পকা তাল ফল শাৰি ॥ ১১১৮
বলোৰ হাতত উগ্ৰ প্ৰলম্বক
মৰাইলাহা লীলা কৰি ।
বন বহ্নি হন্তে গৰু গোপগণ
আনিলা এন্তে উদ্ধাৰি ॥
দুৰ্জ্জন কালীক দমিয়া হ্ৰদৰ
খেদাইলা এন্তে নিকালি ।
কৰিলা নিৰ্ব্বিঘ্ন জল যমুনাৰ
শিশু মহা বলশালী ॥ ১১১৯
ঘোৰ অজগৰ ৰূপে অঘাসুৰ
গিলিলেক বেস্ত বাই ।
গোৰক্ষ দামুৰি সহিতে বজাইলা
তাহাৰ প্ৰাণ ছড়াই ॥
তোমাৰ পুত্ৰত স্বভাৱে বাঢ়য়
কিসক আমাৰ স্নেহ ।
এহেন্তেসে জানো জগতৰ আত্মা
উপজে মনে সন্দেহ ॥ ১১২০
কৈন্ত শুনি আছা সাত বৰিষৰ
ছৱাল ইটো সাক্ষাতে ।
লীলা কৰি সাত দিন ধৰি থাকৈ
পৰ্ব্বতক একে হাতে ॥
এহেন্তে ঈশ্বৰ পুৰুষ নিশ্চয়
জানিলো দেখিয়া কাজ ।
মানুষ মোহয় তোমাৰ তনয়
শুনিয়োক গোপৰাজ ॥ ১১২১

নন্দো বোলন্ত শুনা গোপগণ
এৰিয়ো শঙ্কা শিশুত ।
গোপ্য কৰি গৰ্গে কহিছা আমাত
পুত্ৰৰ গুণ বহুত ॥
সত্যে শুক্ল বৰ্ণ ত্ৰেতাত ৰাতুল
দ্বাপৰে আছিলা শ্যাম ।
আবে কৃষ্ণবৰ্ণ ভৈলন্ত যিহেতু
আহানেসে কৃষ্ণনাম ॥ ১১২২
তোমাৰ তনয় ভৈলা কদাচিত
বসুদেৱ গৃহে জাত ।
বাসুদেৱ নাম হৈবেক এতেকে
তোমাৰ পুত্ৰ প্ৰখ্যাত ॥
নাম ৰূপ আন বিস্তৰ আছয়
গুণ কৰ্ম্ম অনুসাৰে ।
অনেক কল্যাণ সাধিবন্ত এন্তে
গোকুল সমে তোমাৰে ॥ ১১২৩
এহি পুত্ৰ হেতু অনেক দুৰ্গতি
তৰিবাহা মহাশয় ।
সন্তক পালিব দুষ্টক নাশিব
তোমাৰ ইটো তনয় ॥
তোমাৰ পুত্ৰত প্ৰীতি বাঢ়ে যাৰ
এক চিতে কৰৈ ৰতি ।
পাপ শত্ৰু তাৰ নিসঙ্কি হৈবেক
পাইবেক পৰম গতি ॥ ১১২৪
হেন জানা নন্দ নন্দন তোমাৰ
পুৰুষ মধ্যে উত্তম ।
শ্ৰী যশ কীৰ্ত্তি পৰম প্ৰভাৱ
গুণে নাৰায়ণ সম ॥
হেন গোপ্য কথা কহিলন্ত গৰ্গে
পূৰ্ব্বত মোত নিশ্চয় ।
এতেকে জানিলো নাৰায়ণ অংশ
অৱশ্যে মোৰ তনয় ॥ ১১২৫

* [illegible]দে = তালদৈ

হেন জানি সবে শঙ্কা পৰিহৰা
নাহি আত অন্যৰথা ।
সমস্তে গোপৰ গুচিল সংশয়
নন্দৰ শুনিয়া কথা ॥
নন্দক বেঢ়িয়া প্ৰশংসা কৰিয়া
ধন্য ধন্য গোপৰাজ ।
কৃষ্ণকো পৰম ভকতি অৰ্চ্চিলা
যতেক গোপ সমাজ ॥ ১১২৬
পৰম হৰিষে গৈলা ঘৰাঘৰি
কৃষ্ণৰ মহিমা শুনি ।
ঈশ্বৰ কৃষ্ণৰ চৰিত্ৰ ৰাজাত
কহিলন্ত শুকমুনি ॥
কৃষ্ণৰ চৰিত্ৰ সম্যকে অমৃত
শুনি পৰীক্ষিত ৰায় ।
সংসাৰৰ ক্লেশ সকলে গুচিল
ক্ষুধা তৃষা একো নাই ॥ ১১২৭
মখভঙ্গ খঙ্গে ইন্দ্ৰে বৰষিল
গোকুল মাৰিবো বুলি ।
ভকত তাৰিলা গিৰি গোবৰ্দ্ধন
একেহাতে যিটো তুলি ॥
পৰম লীলায় কৰিলাহা চুৰ
মহেন্দ্ৰৰ দৰ্প ঘোৰ ।
হেনয় কৃষ্ণৰ চৰণত নিতে
পীৰিতি বাঢ়োক মোৰ ॥ ১১২৮
শুনিয়োক লোক যেনমতে হৰি
কৰিলা ৰক্ষা গোকুল ।
ভকতৰ পদে জানিবা নিশ্চয়
আপুনি হৰি আকুল ॥
হেনয় পৰম কৃপালু দেৱতা
নাহি কৃষ্ণ বিনে কেৱ ।
সংসাৰ তৰিবে ইচ্ছা আছে যাৰ
কৃষ্ণক কৰিয়ো সেৱ ॥ ১১২৯

যাৰ গুণ নাম স্মৰণ মাত্ৰকে
কালৰো এৰাই হাত ।
আন ঠাইত তাঙ্ক খুজিবে নলাগে
হিয়াতে দেখা সাক্ষাত ॥
যাহাক স্মৰণে মহা পাপীগণে
তেখনে মাত্ৰকে তৰে ।
হেন হৰি নাম কোচত আছন্তে
সংসাৰ সাগৰে মৰে ॥ ১১৩০
নাহি সিকা টঙ্কা ব্যয় কায়ক্লেশ
ভকতিত একো নাই ।
যেন তেন মতে কৃষ্ণক স্মৰিলে
এতেকে মুকুতি পাই ॥
পৰম সুলভ ভগৱন্ত সেয়া
জানিয়ো এৰিয়ো হেলা ।
অথিৰ জীৱন কেত্তিক্ষণ যায়
মৃত্যু মিলৈ কোন বেলা ॥ ১১৩১
আউৰ কি ভাবতে মনুষ্য হুইবাহা
এৰিয়োক ইটো আশা ।
তিলকতে ইটো লোক এৰি ঘোৰ
যমপুৰে হৈব বাসা ।
হেন জানি বৃথা কথা পৰিহৰি
তৰিবাৰ কৰা কাম ।
কৃষ্ণৰ কিঙ্কৰে ৰচিল শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥ ১১৩২

---

ইন্দ্ৰৰ কৃষ্ণ-স্তৱ আৰু সুৰভীৰদ্বাৰা শ্ৰীকৃষ্ণৰ অভিষেক

পদ

ৰাজাক সম্বুধি নিগদন্তি মুনি শুকে ।
শুনা কৃষ্ণ কথা জানো পৰম উৎসুকে ॥
স্বৰ্গ হন্তে যিমতে সুৰভী ইন্দ্ৰে আসি ।
কৰিল কৃষ্ণক স্তুতি মহিমা প্ৰকাশি ॥ ১১৩৩

গোবৰ্দ্ধন ধৰি যেবে ৰাখিলা ব্ৰজক ।
মহা চিন্তা ভয় প্ৰবেশিল বাসৱক ॥
পাইলা লাজ ঈশ্বৰ কৃষ্ণক লগাই কষ্ট ।
শ্ৰীমদ ইন্দ্ৰৰ সকলে ভৈল ভ্ৰষ্ট ॥ ১১৩৪
হৰিক কৰিয়া দ্ৰোহ দগধ হৃদয় ।
নাহি সুখ শান্তি গুণি গান্থি মহাশয় ॥
সুৰভী সহিতে পাছে আসি স্বৰ্গ হন্তে ।
পাইলন্ত কৃষ্ণক ভেট নিৰ্জ্জনে দুইহন্তে ॥ ১১৩৫
মাধৱৰ মহিমা সুমৰি সুৰনাথ ।
লাজে ভয়ে ভৈলা পুৰন্দৰ হেঠ মাথ ॥
মুকুটৰ আগে দুয়ো চৰণক ছুই ।
দণ্ডৱতে পৰিলন্ত কৃতাঞ্জলি হুই ॥ ১১৩৬
আচৰিলো দ্ৰোহ মই মহা অহঙ্কাৰে ।
হুম হুমি কান্দন্ত লোতক পৰৈ ধাৰে ॥
ছাই ভৈল গৰ্ব্ব সবে বাসৱৰ যত ।
পৰি পৰি প্ৰণামন্ত কৃষ্ণ চৰণত ॥ ১১৩৭
কতোবেলি শান্ত হুয়া দেৱতাৰ নাথ ।
কৰযোৰে স্তুতি আৰম্ভিলা দোৱাই মাথ ॥
ক্ষেমিয়োক মোৰ অপৰাধ নাৰায়ণ ।
শ্ৰীমদে অন্ধ আতি মই মূঢ়জন ॥ ১১৩৮
শুদ্ধ ব্ৰহ্ম মূৰ্ত্তি তুমি সৰ্ব্বজ্ঞ আপুনি ।
তোমাক নোচোৱৈ ৰজস্তম একো গুণি ॥
অধীন তোমাৰ মায়া তুমি নিত্য বোধ ।
এতেকে তোমাত নাহি ৰাগ লোভ ক্ৰোধ ॥ ১১৩৯
যদ্যপি সবাতো সম তুমি প্ৰভু হৰি ।
তথাপি দুষ্টক দণ্ড কৰা অৱতৰি ॥
তুমি গুৰু পিতৃ জগতৰে মহেশ্বৰ ।
তুমি কালমূৰ্ত্তি জগতৰে দণ্ডধৰ ॥ ১১৪০
জগতৰে হিতক চিন্তিয়া বাৰম্বাৰ ।
লীলায়ে ধৰাহা নানাবিধ অৱতাৰ ॥
উপকাৰ সাধি ক্ৰীড়া কৰিয়া প্ৰচুৰ ।
ঈশ্বৰ ম্যানিৰ সবে গৰ্ব্ব কৰা দূৰ ॥ ১১৪১
মই হেন যত মূঢ়ে নৃপতি বোলাৱে ।
এৰৈ মদ গৰ্ব্ব সবে তোমাৰ প্ৰভাৱে ॥
তোমাক দেখিয়া ভয় সাগৰত মজে ।
তেবেসে তোমাৰ ইটো চৰণত ভজে ॥ ১১৪২
কি কহিবো প্ৰভু মই মহিমা তোমাৰ ।
দুৰ্জ্জনকো দণ্ড কৰি কৰা উপকাৰ ॥
তোমাৰ প্ৰসাদে গুচে শ্ৰীমদ অন্ধ ।
ভকতি পন্থত হোৱৈ তাহাৰ প্ৰৱন্ধ ॥ ১১৪৩
জগতৰে হেন হিত কৰি লক্ষ্মীপতি ।
যাহাক স্মৰণে অধমৰো সাধে গতি ॥
ঈশ্বৰ স্বৰূপে জগতকে আছা ব্যাপি ।
নজানি কৰিলো হেলা মই মহাপাপী ॥ ১১৪৪
ইটো শ্ৰীমদে মোক কৰিলেক অন্ধ ।
তোমাৰ ব্ৰজক কৰো মাৰিবে প্ৰৱন্ধ ॥
নজানিয়া তোমাক লগাইলো অসন্তোষ ।
ক্ষেমিয়োক মই পাতকীৰ যত দোষ ॥ ১১৪৫
আৰ ইটো ইন্দ্ৰপদে মোৰ নাহি কাজ ।
তিয়াগিলো আজি ধৰি অত্ৰাৰতী ৰাজ ॥
আউৰ জোনো দুনাই হোৱৈ হেন দুষ্টমতি ।
তোমাৰ পাৰত থাকো কৰিয়া ভকতি ॥ ১১৪৬
পৃথিবীৰ খণ্ডিবাক লাগি মহাভাৰ ।
দৈৱকীৰ গৰ্ভে পুত্ৰ ভৈলা অৱতাৰ ॥
সমস্তে দৈত্যৰ প্ৰভু কৰিলা প্ৰলয় ।
ভকত জনক দিবা পৰম নিৰ্ভয় ॥ ১১৪৭
হেন জানি ভৈলো মই চৰণৰ দাস ।
মৰষিলো বোলাহা গুচোক গৰ্ভত্ৰাস ॥
নমো যদুপতি কৃষ্ণ পৰি কৰো সেৱ ।
পৰম পুৰুষ তুমি বিনে নাহি কেৱ ॥ ১১৪৮
নিত্য নিৰঞ্জন শুদ্ধ আনন্দ স্বৰূপ ।
ভকতৰ যেন ইচ্ছা তেনে ধৰা ৰূপ ॥
তুহি পৰিছিন্ন সকলোৰে অন্তৰ্যামী ।
ভকতি প্ৰসাদ মাগো তোমাক প্ৰণামি ॥ ১১৪৯

দেখিয়োক প্রভু মই কেনুৱা অবোধ।
মখভঙ্গ দেখি উপজিল মহাক্রোধ ॥
তোমাৰে ব্ৰজত লগাইলোহো উতপাত।
বধিবাক মনে কৰিলোহো বৃষ্টিবাত ॥ ১১৫০
হেন অপৰাধীকো কৰিলা উপকাৰ।
গুচাইলাহা মোৰ মহাব্যাধি অহঙ্কাৰ ॥
আবে ভৈলো পৰম ঈশ্বৰ পৰিচয়।
পাপীক প্ৰসাদ কিনো দিলা কৃপাময় ॥ ১১৫১
তুমিসে ঈশ্বৰ গুৰু জানি নাৰায়ণ।
তোমাৰ চৰণে প্ৰভু পশিলো শৰণ ॥
এহিমতে ইন্দ্ৰে স্তুতি কৰিলা বিস্তৰ।
হাসি হৰি দিলা পাছে ইন্দ্ৰক উত্তৰ ॥ ১১৫২
শুনা পুৰন্দৰ তুমি খেদ কৰা দূৰ।
তোমাকেসে কৃপায় কৰিলো দৰ্প চূৰ ॥
গুচিল প্ৰমত্ত ভাৱ শান্ত ভৈল মন।
সদায় কৰিবা আবে শ্ৰৱণ কীৰ্ত্তন ॥ ১১৫৩
শ্ৰীমদে অন্ধ যিটো ভৈলা দুৰাশয়।
মই কৰো দণ্ড সিটো মোক নেদেখয় ॥
উপজিল স্নেহ যাক মোৰ বুলি ধৰো।
শ্ৰীমদ সম্পত্তিৰ গৰ্ব্ব তাৰ হৰো ॥ ১১৫৪
খেদ পৰিহৰি চলিয়োক দেৱৰাজ।
মোৰ আজ্ঞা পালি ভুঞ্জিয়োক স্বৰ্গৰাজ ॥
থাকিয়ো স্বৰ্গত এৰি দম্ভ অহঙ্কাৰ।
আমাত ভকতি যেন সুগুচৈ তোমাৰ ॥ ১১৫৫
ইন্দ্ৰক প্ৰবোধ যেবে দিলা জগন্নাথ।
আগ হুয়া সুৰভী নমাইলা আসি মাথ ॥
নিজ অংশ ধেনুগণ সহিতে সাদৰি।
গোপৰূপী কৃষ্ণক বুলিলা স্তুতি কৰি ॥ ১১৫৬
হে কৃষ্ণ কৃষ্ণ কৃপাময় মহেশ্বৰ।
ৰাখিলা বংশক মোৰ তুমি দামোদৰ ॥
তুমিসে পৰম দেৱ ত্ৰিজগত পতি।
তোমাৰ চৰণে জন্মে জন্মে হোক গতি ॥ ১১৫৭

গো বিপ্ৰ দেৱতাৰ হোক অভ্যুদয়।
হুয়োক আপুনি ইন্দ্ৰ কৃষ্ণ কৃপাময় ॥
অভিষেক কৰিবাক তোমাক সম্প্ৰতি।
আসি আছো আমি ব্ৰহ্মাৰেসে অনুমতি ॥ ১১৫৮
এহি বুলি কেশৱক সুমৰি প্ৰত্যেক।
আপুনাৰ ক্ষীৰে কৰিলেক অভিষেক ॥
ইন্দ্ৰে সমে উঠি দেৱ ঋষি সব যত।
আকাশী গঙ্গাৰ জল সিঞ্চিলা শিৰত ॥ ১১৫৯
অদিতি প্ৰমুখ্যে দেৱমাতা সব শিৰে।
উৎসুকে সিঞ্চিলা দুৰ্বাক্ষত দধি ক্ষীৰে ॥
আশেষ সুৰভী পুষ্প সততে বৰিষে।
সমস্তে গোবিন্দ নাম থৈলন্ত হৰিষে ॥ ১১৬০
নাৰদ তুম্বুৰু আদি কৰি বিদ্যাধৰ।
তাল ধৰি গাৱে গুণ গীত মাধৱৰ ॥
সিদ্ধ মুনি কৰৈ স্তুতি নাচে অপেশ্বৰা।
পুষ্প বৃষ্টি কৰৈ কতো আকাশৰ পৰা ॥ ১১৬১
যেবে গোৱ ইন্দ্ৰ ভৈলা জগত আধাৰ।
ত্ৰৈলোক্যত মিলি গৈলা আনন্দ আপাৰ ॥
কৰিলেক ধেনু সবে দুগ্ধ আপ্লাৱিত।
নদী সবে বহৰৈ পলম্পি পঞ্চামৃত ॥ ১১৬২
তৰু সবে শ্ৰৱৈ মধু ধৰি বিপৰীত।
নবৈলে উপজৈ শস্য আপুনি ভূমিত ॥
ধৰিলে পৰ্ব্বতে নানা বস্ত্ৰ মণিগণ।
যেবে অভিষেক ভৈলা প্ৰভু নাৰায়ণ ॥ ১১৬৩
দেৱঋষি সুৰভী সহিতে ইন্দ্ৰদেৱ।
অভিষেকি কৃষ্ণক কৰিলা পৰি সেৱ ॥
সবে মহা আনন্দে গোবিন্দ নাম থৈলা।
মেলানি মাগিয়া নিজ থানে চলি গৈলা ॥ ১১৬৪

বৰুণৰ দূতৰদ্বাৰা নন্দ-হৰণ আৰু শ্ৰীকৃষ্ণৰদ্বাৰা নন্দ-উদ্ধাৰ

পদ

ৰাজাক বোলন্ত শুকে নৃপতি শুনিলা।
যেনমতে গোবৰ্দ্ধন মাধৱে ধৰিলা॥
সম্প্ৰতি শুনিয়ো আৰো কৃষ্ণৰ চৰিত।
আত পৰে পুণ্য নাহি লোকৰ কলিত॥ ১১৬৫
একদিনা নন্দে একাদশী ব্ৰত ধৰি।
নানাবিধ নৈবেদ্যে পূজিলা দেৱহৰি॥
আৰ দিনা দ্বাদশীক অল্প মাত্ৰ জানি।
নিশা-ভাগে স্নানিবাক গৈলা মহামুনি॥ ১১৬৬
আথে বেথে বুৰ দিলা যমুনাৰ জলে।
বৰুণৰ দূতে তান্ক ধৰি নিলা বলে॥
বন্দী কৰি নিলা পাছে বৰুণৰ পাশ।
নন্দক নেদেখি গোপগণ ভৈলা ত্ৰাস॥ ১১৬৭
ত্ৰাহি কৃষ্ণ কৃষ্ণ বুলি কৰৈ কোলাহল।
বুপুঙ্গিলা নন্দ যমুনাত গৈল তল॥
কৰিয়ো উদ্ধাৰ তুমি ভকত বান্ধৱ।
আৰ্ত্তবাৱ শুনি আসি মিলিলা মাধৱ॥ ১১৬৮
বৰুণে নিলন্ত জানি জগতৰ স্বামী।
দিলন্ত পাছতে বুৰ যমুনাত নামি॥
নাহি নাহি ভয় বুলি প্ৰভু দিলা ডাক।
একে তিলে পাইলা গৈয়া বৰুণ সভাক॥ ১১৬৯
আসিলন্ত দেখিলা ঈশ্বৰ বনমালী।
আথে বেথে বৰুণে উঠিলা গাৱচালি॥
মিলিল উৎসৱ আতি প্ৰেম অনুৰাগে।
দণ্ডাকাৰে পৰিলন্ত চৰণৰ আগে॥ ১১৭০
গন্ধে পুষ্পে ধূপে দীপে বস্ত্ৰৰ সম্ভাৰে।
অৰ্চ্চিল কৃষ্ণক মহা বিধি ব্যৱহাৰে॥
ধুৱাইলা চৰণ ধৰি কৰি সতকাৰ।
আজিসে সাফল ভৈল চক্ষুৰ আমাৰ॥ ১১৭১
তযু চৰণত আছে ভকতি যাহাৰ।
সিসে অপ্ৰয়াসে পাৱে সংসাৰৰ পাৰ॥
ধ্যানতো নপাৱে যাক সিদ্ধ মুনিগণ।
কিনো মোৰ ভাগ্য হেন দেখিলো চৰণ॥ ১১৭২
নমো নমো ভগৱন্ত পূৰ্ণ সনাতন।
অন্তৰ্য্যামী জীৱৰ নিয়ন্তা নাৰায়ণ॥
বিবিধ কল্পনা মায়া নোচোৱৈ যাহাক।
পৰম ঈশ্বৰ কৃষ্ণ প্ৰণামো তোমাক॥ ১১৭৩
তোমাৰ চৰণে কিবা বুলিবো অধিক।
আনিলেক ধৰি দূতে তোমাৰ পিতৃক॥
নজানি কৰিলো দোষ অজ্ঞানী বৰ্ব্বৰ।
ইটো অপৰাধ ক্ষমা কৰা দামোদৰ॥ ১১৭৪
এহি বুলি নন্দক আগত দিলা আনি।
নিয়োক তোমাৰ পিতৃ প্ৰভু চক্ৰপাণি॥
কৰিল বৰুণে আনো অনেক কাতৰ।
বুলিলা আশ্বাস তান্ক জগত ঈশ্বৰ॥ ১১৭৫
অনেক গৌৰৱ কৰি পিতৃক সাদৰি।
বৰুণ লোকৰ পৰা আনিলা উদ্ধাৰি॥
দেখি বন্ধু বান্ধৱৰ মিলিল সন্তোষ।
জয় কৃষ্ণ জয় কৃষ্ণ কৰৈ মহা ঘোষ॥ ১১৭৬
সবাকো সম্মুখি নন্দে বুলিলা বচন।
পৰম আশ্চৰ্য্য কথা শুনা গোপগণ॥
মোক হৰি নিলা বৰুণৰ অনুচৰ।
দেখিলোহো পৰম ঐশ্বৰ্য্য বৰুণৰ॥ ১১৭৭
দেৱতো নাহিকৈ জানো এমুৱা সম্পত্তি।
শুনিয়ো আশ্চৰ্য্য ইটো কৃষ্ণৰ সম্প্ৰতি॥
সিটো দিগপাল দেৱ স্তুতি সুৰৰায়।
কৃষ্ণক দেখিয়া তেহো ভৈলা মূৰপ্ৰায়॥ ১১৭৮
আথে বেথে উঠিলন্ত আতি অনুৰাগে।
সবাদৰে পৰিলন্ত চৰণৰ আগে॥
পূজিলা বস্ত্ৰৰ দিয়া অনেক সম্ভাৰ।
পৰি সঙ্কুচে কৰিলন্ত নমস্কাৰ॥ ১১৭৯

বুলিলা কাতৰ যত তাৰো নাহি সীমা ।
আজিসে দেখিলো ইটো কৃষ্ণৰ মহিমা ॥
অদ্যাপি সুমৰি মোৰ চিত নুহি থিৰ ।
এতিক্ষণে দেখা মোৰ সিহৰৈ শৰীৰ ॥ ১১৮০
এবেসে জানিলো কৃষ্ণ নোহন্ত মানুষ ।
সাক্ষাতে দেখিলো এন্তে পৰম পুৰুষ ॥
আন্ত আউৰ শঙ্কা নকৰিবা একো প্ৰাণী ।
সবাকো সম্মুখি নন্দে বুলিলন্ত বাণী ॥ ১১৮১
কৃষ্ণৰ চৰিত্ৰ কথা শুনা নিৰন্তৰে ।
নাহিকৈ পৰম পুণ্য আউৰ আত পৰে ॥
এহিমানে পৰম পৌৰুষ পুৰুষৰ ।
শ্ৰৱণ কীৰ্ত্তন কৰিবেক কেশৱৰ ॥ ১১৮২
চাৰিয়ো বেদৰ সাৰ ইটো কৃষ্ণকথা ।
হেন জানি নৰতনু নকৰিয়ো বৃথা ॥
দিনে দিনে যায় আয়ু মৃত্যু চাপে পাশ ।
কেতিক্ষণ কাল অজগৰে কৰৈ গ্ৰাস ॥ ১১৮৩
ধন জন জীৱন তিলেকে হৈব ছন্ন ।
একলে কৰিবা পৰলোকক গমন ॥
যমৰ যাতনা নিষ্টে ভুঞ্জিবাক লাগে ।
হেন আপদক কিয় নেদেখিয় আগে ॥ ১১৮৪
চিন্তিয়ো উপায় নতু মিলন্তে মৰণ ।
কৃষ্ণ পদ-পঙ্কজত পশিয়ো শৰণ ॥
আনাদৰি আন ইটো ভাষভুষ কাম ।
গলত বান্ধিয়া ফুৰা কৃষ্ণগুণ নাম ॥ ১১৮৫
কৃষ্ণতে সুম্পিয়ো ইটো তনু মন প্ৰাণ ।
কৃষ্ণ বিনে তাৰন্তা নাহিকৈ আৰ আন ॥
দেখিয়ো ঈশ্বৰ কৃষ্ণৰ কেন গুণ ।
স্মৰণ মাত্ৰকে পাই জগতৰে পুণ্য ॥ ১১৮৬
অপাৰ সংসাৰ পাৰ পাই যাৰ নামে ।
হেনয় হৰিক হেলা কৰা কোন কামে ॥
সংসাৰ সাগৰে কাম ক্ৰোধে ভৈল গ্ৰাহ ।
ৰাগ লোভ মাৎসৰ্য্য আদি কৰৈ দাহ ॥ ১১৮৭
আত আউৰ আন একো নাহি ৰক্ষা হেতু ।
যতনে বান্ধিয়ো ৰাম নাম মহা সেতু ॥
আল জাল এৰি তৰিবাৰ কৰা কাম ।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ১১৮৮

---

### দুলড়ী

শুক মুনি কথা কহন্ত ৰাজাত
যত গোপ গোপীচয় ।
শুনি নন্দ মুখে মহিমা কৃষ্ণৰ
সবেয়ো ভৈল বিস্ময় ॥
পৰম ঈশ্বৰ জানিয়া কৃষ্ণক
আনন্দে বুলিবে লৈল ।
পুলকিত তনু লোতক ঝৰিল
কিনো ভাগ্যোদয় ভৈল ॥ ১১৮৯
যাক ব্ৰহ্মাদিয়ো চিন্তিয়ো নপান্ত
জগতৰে অন্তৰ্য্যামী ।
আমাৰ ভাগ্যক কি কহিবো আৰ
আহ্ন বন্ধু পাইলো আমি ॥
কোটি কোটি জন্মে কিবা তপ পুণ্য
আচৰিলো গোপগণ ।
আমাৰ পালক আপুনি ভৈলন্ত
ইটো নাথ নাৰায়ণ ॥ ১১৯০
গোকুলত ভৈলা যিহেতু সদয়
এতেকে বোলো স্বৰূপ ।
আমাক নিৰন্ত বৈকুণ্ঠক কিনো
আমি হওঁ ব্ৰহ্মৰূপ ॥
এহি বুলি সবে গোপ গোপীগণে
মনত কৰৈ উল্লাস ।
যত ব্ৰজবাসী সিটো চিৰ আয়ু
কৃষ্ণৰ নাচোৱে পাশ ॥ ১১৯১

তনু মন প্ৰাণ কৃষ্ণতে অৰ্পিয়া
আনন্দে বেঢ়িয়া আছে।
গোকুলবাসীৰ বাঞ্ছাক জানিয়া
কৃষ্ণে গুণিলন্ত পাছে॥
শৰীৰক মই বুলি জীৱ সবে
সকাম কৰ্ম্ম আচৰে।
কৰ্ম্ম গতি নানা দেহত ভ্ৰময়
আত্মাক নেদেখি মৰে॥ ১১৯২
দেহায়ে ঢাকিলে আনন্দ ৰূপক
জীৱে তাক নেদেখয়।
প্ৰথমে সবাৰো গুচাওঁ অহঙ্কাৰ
হৌক আত্মা পৰিচয়॥
ভকত কৃপাল কৃষ্ণে এহি বুলি
গুচাইলা সবাৰো মায়া।
নিজ ব্ৰহ্মৰূপ পৰিল প্ৰকাশ
সবাৰো লুকাইলা কায়া॥ ১১৯৩
যিটো সনাতন আনন্দ মূৰতি
আছন্ত জগত ভৰি।
যাক মহাজ্ঞানা সমাধিত দেখৈ
দায়ায়ে দেখাইলা হৰি॥
ব্ৰজৰ প্ৰজাৰ ভৈল ভাগ্যোদয়
দেখৈ নাৰায়ণময়।
নানাবিধ ভেদ অজ্ঞান গুচিল
ভৈল আত্মা পৰিচয়॥ ১১৯৪
ব্ৰহ্মৰস-হ্ৰদে মন মগ্ন ভৈল
গুচিল বিষয় জ্ঞান।
দেখি তুনাই কৃষ্ণে গোকুলবাসীৰ
গুচাইলন্ত সিটো ধ্যান॥
নিৰ্ভৰ আনন্দে জল সৈ আছিয়া
সবেয়ো চেতন পাইল।
গোকুলবাসীক পাছে বৈকুণ্ঠক
কৃপায়ে কৃষ্ণে দেখাইল॥ ১১৯৫

সূৰ্য্য সম জ্বলে অসংখ্য বিমান
দেখাইলা কৃষ্ণে সাক্ষাত।
চতুৰ্ভুজ প্ৰজা ইচিটি কৰয়
কালৰ এৰায়া হাত॥
সুন্দৰী পদ্মিনী অনেক সেৱয়
আনন্দে মগন মন।
আন কাম এৰি কৰে তাল ধৰি
কৃষ্ণৰ গুণ কীৰ্ত্তন॥ ১১৯৬
পুলকিত তনু লোতক ঝৰয়
বাঢ়ে মাধৱত ৰতি।
আন ধৰ্ম্ম তৈত একোয়ে নাহিকে
কেৱলে হৰি ভকতি॥
নন্দ আদি কৰি যত গোপ গোপী
সবেয়ো দেখিলা পাছে।
আমাঠৈৰ কৃষ্ণ অনন্ত শয্যাত
চতুৰ্ভুজ ৰূপে আছে॥ ১১৯৭
নৱীন নীৰদ সম শ্যাম তনু
পীতবস্ত্ৰে কৰৈ জ্যোতি।
পঙ্কজ নয়ন হসিত বয়ন
দেখন্তে মিলৈ মুকুতি॥
ঝলমল মণি মকৰ কুণ্ডল
কিৰীটিৰ জ্বলৈ জ্বালা।
দিনকৰ ৰুচি কণ্ঠত কৌস্তুভ
শোভৈ দিব্য বনমালা॥ ১১৯৮
সুবলিত ভুজ কেয়ূৰ কঙ্কণে
দেখি আতি চমৎকাৰ।
বহল হৃদয় তাত হেমময়
মণি মুকুতাৰ হাৰ॥
ৰত্নে খচিত মেখলা কটিত
তাতে পাট পীত তুনি।
চৰণ পঙ্কজ নূপুৰে ৰঞ্জিত
ৰুণ ঝুন ধ্বনি শুনি॥ ১১৯৯

দেখিয় সাক্ষাত আৰকত নখ-
চয় চন্দ্ৰমাৰ পান্তি।
সংসাৰৰ তাপ তাৰক্ষণে হৰৈ
যাৰ দৰশন কান্তি॥
আৰকত পদ- তল শোভৈ আতি
ধ্বজ বজ্ৰ পদ্ম যৱে।
লাসে লাসে লক্ষ্মী জান্তস্তে আছন্ত
কোমল কৰ পল্লৱে॥ ১২০০
যত পাৰিষদে চৌপাশে উপাশি
ছিৰল্ চামৰে ঢোলে।
মুখ্য মন্ত্ৰগণে মূৰ্ত্তি ধৰি বেঢ়ি
কৰযোড়ে স্তুতি বোলে॥
পূৰ্ব্বত অক্ৰূৰে যেন দেখিলন্ত
যমুনা জলত নামি।
গোকুলবাসীক তেনমতে দেখা
দিলন্ত জগত স্বামী॥ ১২০১
বৈকুণ্ঠ মধ্যত দেখিয়া কৃষ্ণৰ
হেন ৰূপ আচৰিত।
নন্দ আদি কৰি গোপ-গোপীগণে
আনন্দে নধৰে চিত॥
পৰম বিস্ময় মনে বোলৈ সবে
বৈকুণ্ঠ পাইলো জীয়ন্তে।
ভকতৰ বাঞ্ছা কোননো নিসিদ্ধে
ঈশ্বৰ কৃষ্ণত হন্তে॥ ১২০২
গোকুলবাসীক পৰম অদ্ভুত
দেখায়া মহিমা হৰি।
কৰিলন্ত আৰ বৈকুণ্ঠক পাছে
আপুন ৰূপ সংহৰি॥
যজতি শঙ্কৰ শুনা নিৰন্তৰ
কেন কৃপাময় হৰি।
ইহান ইহেন কৃপানি চৰণ
কিয়নো থাকা পাসৰি॥ ১২০৩

স্মৰণ মাত্ৰকে আত্মা পদ দেন্ত
গুচান্ত সংসাৰ-বন্ধ।
হেনয় কৃপালু কৃষ্ণৰ সেৱাত
নকৰি কেনে প্ৰবন্ধ॥
চিন্তামণি জন্ম হাততে হৰাই
হাটে বাটে কৈত ময়া।
আৰো আনকৰ্ম্মে সাধিবেক গতি
ইটো আশা পৰিহৰা॥ ১২০৪
ঘোৰ কলিযুগে ভৈল একাকাৰ
দেখা কৰি থিৰ বুদ্ধি।
চিত বিত পাত্ৰ অপৱিত্ৰ সবে
নাহি শৰীৰৰ শুদ্ধি॥
জানি আন কৰ্ম্ম দূৰতে তেজিয়া
ভকতিক কৰা সাৰ।
এহি গুণ নাম কীৰ্ত্তনতে দেখা
মহাসুখে পাই পাৰ॥ ১২০৫
দিন কতিপয় পৰলোকে গৈলে
আকে লৈ মৰিবা কান্দি।
পৰম বান্ধৱ মাধৱৰ নাম
গলত ফুৰিয়ো বান্ধি॥
কৃষ্ণে এতেকতে তাৰিবা আপুনি
এহিসে শাস্ত্ৰ যুগুতি।
নৰৰা সমুলি ৰাম ৰাম বুলি
সাধিয়ো সবে মুকুতি॥ ১২০৬

## ৰাস-লীলা

শ্ৰীকৃষ্ণৰ গীতধ্বনিত বিমোহিতা গোপীসকলৰ বনলৈ গমন

পদ

জয় জগন্নাথ জগতৰ আদিমূল।
গোপৰূপ ধৰি হৰি তাৰিলা গোকুল॥
বৃন্দাবনে আনন্দে কৰিয়া ৰাসক্ৰীড়া।
গুচাইলা গোবিন্দে গোপিকাৰ কামপীড়া॥ ১২০৭

শুনিয়োক বুদ্ধজন জনম সাফলি।
কামজয় নামে ইটো কেশৱৰ কেলি॥
মোক্ষ যেবে পাইবা পাপ কৰিয়া নিৰ্য্যাণ।
কৃষ্ণ কথামৃত কৰা কৰ্ণ ভৰি পান॥ ১২০৮
শৰত কালৰ ৰাত্ৰি আতি বিতোপন।
বহুবিধ পুষ্পে বিকশিত বৃন্দাবন॥
দেখি যোগমায়া বলে হৰিষে তহিত।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল চিত॥ ১২০৯
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব্বদিশ হন্তে।
কামাতুৰ স্ত্ৰীৰ যেন সন্তাপ মাৰ্জ্জন্তে॥
অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুঙ্কুমে অৰুণ লক্ষ্মী মুখ পদ্ম সৰি॥ ১২১০
বনকো দেখিলা চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত॥
পূৰিয়া পঞ্চম নাদ বঢ়াইল মদন।
শুনি কামে বিমোহিত ভৈল গোপীগণ॥ ১২১১
চিত্তত ধৰিলা কৃষ্ণে এৰি কৰ্ম্ম আন।
মধুৰ মূৰ্ত্তিক মাত্ৰ মনে কৰৈ ধ্যান॥
কৃষ্ণক দেখিতে উত্ৰাৱল হুয়া বৰ।
ধ্বনি নিৰীষণে সবে দিলেক লৰৰ॥ ১২১২
কৰ্ণৰ কুণ্ডৰ ডোলে যাহান্তে পথত।
চাপৰিয়া আৰ হুয়া লৰৰে বনত॥
জোনো আনো গোপীগণ লগ লাগি যায়।
চলৈ অলক্ষিতে * সতিয়াসক শঙ্কাই॥ ১২১৩
আছিলেক কতো কতো গোপী গাই দুই।
কান্দিয়া আচাৰি যায় বিমোহিত হুই॥
কতো জনী যায় দধি মথনকো এৰি।
আখাতে থাকিল দুধ চৰু সৈতে পৰি॥ ১২১৪
পিয়ন্তে আছিল শিশু তাহাকো নগণি।
পতি সুশ্ৰূষাকো এৰি যায় কতোজনী॥
সাজন্তে আছিল কতো গোপিকা লিপন্তে।
আথাকুথা হুয়া কতো যায় লৰৰন্তে॥ ১২১৫
কতো কুড় ঘৰ্সে গাত আখিত অঞ্জন।
স্বামাক আনিয়া অন্ন পৰিবেসে ব্যঞ্জন॥
হুয়া বিমোহিত চিত আতি কৃষ্ণগীতে।
দিলেক লৰৰ পেলাই তলিয়া সহিতে॥ ১২১৬
এৰৈ যেন কৰ্ম্ম ধৰ্ম্ম ভকতসকলে।
কৃষ্ণৰ কীৰ্ত্তন শুনি চিত উত্ৰাৱলে॥
নেদেখন্তে পুত্ৰ দাৰা বিষয়ৰ সুখ।
সেহিমতে ভৈলা গোপী কৃষ্ণক সমুখ॥ ১২১৭
কৃষ্ণে হৰিলন্ত চিত হৰাইল চেতন।
পিন্ধয় পাৰত নিয়া ৰত্নৰ কঙ্কণ॥
মুণ্ডত মেখলা বান্ধে বলয়াক গলে।
পিন্ধি পাৰে গলপতা কতো গোপী চলে॥১২১৮
হাতত উঝন্টি কাৰো চৰণে অঙ্গুঠি।
কৃষ্ণক দেখিতে কতো জনী যায় উঠি॥
বাহুত নুপুৰ পিন্ধে নকৰৈ বিচাৰ।
মাৰ্গত মুকুট আৰৈ কঙ্কালত হাৰ॥ ১২১৯
পিন্ধে শ্বেত নেত শাৰী কামে উত্ৰাৱল।
ফুপুসি উপৰ কৰৈ অঞ্চলক তল॥
তথাপি কৃষ্ণক পাইলে গোপা নিৰন্তৰ।
শুনিয়োক আৰ আবে যেন পটন্তৰ॥ ১২২০
কৃষ্ণৰ নিমিত্তে কৰ্ম্ম ভকতে কৰন্তে।
যদি ছিদ্ৰ পৰৈ মনৈ কৃষ্ণক স্মৰন্তে॥
তথাপি সাফল কিঞ্চিতেকো নুহি বৃথা।
সেহিমত ভৈল সবে গোপিকাৰ কথা॥ ১২২১
ঘৰ বাৰী এৰিয়া লৰৰৈ হুয়া ভোল।
নুশুনয় কেহো শাশু শশুৰৰ বোল॥
সুহৃদ সোদৰ বাধে স্বামী আগভেটে।
কৃষ্ণে হৰিলন্ত চিত তথাপি নুলটে॥ ১২২২
বিমোহিত হুয়া সবে লৰৰৈ গোপিনী।
হৰি ভকতক যেন নলৈক্ষে বিঘিনি॥
আপদকো নগণি হৰিত্ত কৰৈ ৰতি।
সেহিমত ভৈল গোপা সমস্তৰ গতি॥ ১২২৩

* সতিয়াসক—"সবে আবক" পাঠান্তৰ।

বাজ হুইবে কতো গোপী নপাইল গৃহৰে ।
ৰাখিল দুৱাৰ বান্ধি স্বামী যে দেৱৰে ॥
কৰিবে নপাইল মনোৰথক সসাঙ্গ ।
কৃষ্ণৰ বিৰহ-বহ্নি দহে সৰ্ব্ব অঙ্গ ॥ ১২২৪
হা কৃষ্ণ কৃষ্ণ আতি মুখে মাত্র ৰড়ে ।
কতো উঠে বসৈ কতো পৃথিবীত পৰৈ ॥
কাঢ়ে দুমনিশ্বাস আকুল কৰৈ মন ।
চক্ষু মুন্দি চিন্তে প্ৰাণ কৃষ্ণৰ চৰণ ॥ ১২২৫
ধ্যানত প্ৰভুক পাই প্ৰেমে আলিঙ্গিল ।
তাসম্বাৰ পৰম ভাৱনা উপজিল ॥
মিলিল আনন্দ ভৈল সৰ্ব্বাঙ্গে পুলক ।
ধাৰায়ে বহৱৈ আতি নেত্ৰৰ লোতক ॥ ১২২৬
কৃষ্ণৰ বিৰহ তাপে পাপ গৈল ক্ষয় ।
আলিঙ্গনে ভৈল ভোগ যত পুণ্যচয় ॥
কৃষ্ণক চিন্তন্তে কৰ্ম্মবন্ধে ভৈল ক্ষীণ ।
এৰি তনু তেখনে কৃষ্ণতে গৈল লীন ॥ ১২২৭
পুছে পৰীক্ষিতে শুনি মিলিল সংশয় ।
যাৰ বুদ্ধি মাধৱক সেৱৈ গোপীচয় ॥
তথাপি মোক্ষক পাইলে কিনো বিপৰীত ।
হেনতো আশ্চৰ্য্য নতু শুনি কদাচিত ॥ ১২২৮
শুক নিগদতি শুনা ৰাজা মহাশয় ।
গোপিকাৰ মোক্ষ দেখি নুহিবা বিস্ময় ॥
দ্বেষ্য কৰি শিশুপালে লভিল মুকুতি ।
বুদ্ধিক নাপেখৈ মহৌষধিৰ শকতি ॥ ১২২৯
জগতকে মোক্ষ দিবো বুলিয়া মনত ।
নিজ ব্ৰহ্ম ৰূপে কৃষ্ণ ভৈলন্ত ৰেকত ॥
সমস্তে জীৱৰ আত্মা মহামহেশ্বৰ ।
তাহান্ত সংশয় কৰৈ কমন পামৰ ॥ ১২৩০
বিষ বুলি অমৃতক পিৱৈ যিটো নৰ ।
নুহিবেক হেন জানা অজৰ অমৰ ॥
যেন তেন মতে মাত্র স্মৰোক সততে ।
এতেকে মুকুতি পাবৈ কহিলো যেকতে ॥ ১২৩১

জাতি অজাতিক মবাচন্ত ভগৱন্তে ।
পশু পক্ষী বৃক্ষে মোক্ষ পাৱৈ যাক হন্তে ॥
নিৰুপায় হৰিৰ ভকতি নুহি বৃথা ।
গোপী গোপালৰআবে শুনা পাছ কথা ॥ ১২৩২
যেবে সবে সমীপ চাপিলা গোপনাৰী ।
তাসম্বাক পৰিহাসে মুহিলা মুৰাৰি ॥
সভয়ে পুছন্ত বাঢ়ি কতিপয় ভৰি ।
কি ভৈল কি ভৈল কিয় আসিলা লৱৰি ॥ ১২৩৩
কিবা উতপাত আসি মিলিল ব্ৰজত ।
ভগনিয়া যেন সবে পড়িলা বনত ॥
কল্যাণে আসিলা তোমাসাৰ বাৰ্ত্তা ভাল ।
কিবা প্ৰিয়কৰ্ম্ম কৰো কহিয়ো সকল ॥ ১২৩৪
নলাগে বিলম্ব বোলা সাধো মই কাজ ।
হেন বাক্য শুনি গোপীসব ভৈলা লাজ ॥
চপৰাই মাথাক হাসিলে মুচুকাই ।
বুলিলন্ত হেন দেখি গোবিন্দে দুনাই ॥ ১২৩৫
দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি ।
নাথাকিবা ঐত তোৰাসব স্ত্রী মতি ॥
চৰৈ ব্যাঘ্ৰ ঘোঙ্গ বাবাহৰ হুকহুকি ।
পুৰুষৰো ভয় ভালুকৰ শুনি উকি ॥ ১২৩৬
তোমাসাক নেদেখিয়া পিতৃ মাতৃ ভাই ।
পতি পুত্ৰচয় চাই ফুৰৈ ঠাই ঠাই ॥
লাগ নপাই মনে বৰ মিলিবে সংশয় ।
পালটি গুচায়ো গৈয়া তাসম্বাৰ ভয় ॥ ১২৩৭
হেন বাণী শুনি সবে গোপৰ সুন্দৰী ।
কৃষ্ণক কটাক্ষে কোপে চাৱৈ টৈৰ কৰি ॥
মনত গুণন্ত কেনে চেকান্ত বিবাণী ।
হাসি পাছে বুলিলা বচন চক্ৰপাণি ॥ ১২৩৮
দেখিলাহা ইটো বৃন্দাবন বিকশিত ।
পূৰ্ণ চন্দ্ৰমাৰ চাৰু ৰশ্মিয়ে ৰঞ্জিত ॥
জলবায়ু লাগিয়া কম্পাবৈ কিশলয় ।
হেন বৃক্ষ লতাৱে শোভিত আতিশয় ॥ ১২৩৯

ভ্ৰমৰে সুৰভি গন্ধে গুঞ্জৰে আথাকে*।
কোকিলৰ নাদে মদনক যেন ডাকে॥
আনন্দে দেখিলা দিব্য বৃন্দাবন স্থলি।
উলটি ব্ৰজক যাহা সবে আবে চলি॥ ১২৪০
কান্দে শিশুগণ তাক পিয়ায়োক তন।
বেবাই বৎস কৰা গৈয়া ধেনুক দোহন॥
স্বামী আছে গৃহতে কিসক ভৈলা ভ্ৰান্তি।
কৰিয়ো শুশ্ৰূষা তাক তুমি সব শান্তি॥ ১২৪১
শুনি সবে গোপা কোপে জাজ্বল্য সমান।
চক্ষু পকাই চাৱৈ মাত্ৰ নেদৈ সন্নিধান॥
মনে বোলৈ সুবুজি কৃষ্ণৰ ইটো মত।
মৰ্ম্ম ছেদ বাক্য আসৈ কিমতে মুখত॥ ১২৪২
বোলন্ত গোবিন্দে দুনাই হাসি হেন দেখি।
আমাকেসে স্নেহে যেবে আইলা সবে সখী॥
কৰিলা যুগুত ইটো অনুচিত নুই।
আনো প্ৰাণী সব মোক দেখি সুখী হুই॥ ১২৪৩
স্বামীৰেসে সেৱা কুলস্ত্ৰীৰ মহা ধৰ্ম্ম।
পুত্ৰ সব পুষিব কৰিয়া গৃহ কৰ্ম্ম॥
যদি কলা জৰা কণা কুজা হোৱৈ পতি।
তথাপি নেৰিবা হেন শাস্ত্ৰৰ সম্মতি॥ ১২৪৪
উপপতি সমে ক্ৰীড়া কৰ্ম্ম গৰিহিত।
পৰ্ব্বত সমান পাপ সৌকাৰ্য্য কিঞ্চিত॥
ইহলোকে নিন্দে পৰলোকে মহাভয়।
স্বামী যেবে জানৈ মিলৈ পৰম সংশয়॥ ১২৪৫
আইলা সখীসব যেবে মোক আৰাধিত।
শুনা তাৰো কথা যেন শাস্ত্ৰৰ বিহিত॥
আন চিন্তা এৰিয়া মনত মোক ধৰে।
সন্ততে মহন্তে মোৰ গুণ নাম স্মৰে॥ ১২৪৬
বিদুৰতে থাকি কৰৈ শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোত ভকতি নিৰ্ম্মল হোৱৈ মন॥
দেখন্তে শুনন্তে সদা হেলা হোৱৈ মতি।
জানিয়া গৃহতে থাকি কৰিয়ো ভকতি॥ ১২৪৭
নকৰা বিলম্ব সবে মোহোৰ বচনে।
নতু জনা শুনা হোন্তে চলিয়ো এখনে॥
চলে পৰিহাসে হৰি লগাইলন্ত মাত।
গোপীৰ মুণ্ডত যেন পৰিল নিৰ্ঘাত॥ ১২৪৮
হেনয় বিপ্ৰিয় পাছে শুনি গোপীগণ।
পাইলেক দুৰন্ত চিন্তা বিৱৰ্ণ বদন॥
ওলমাইল মুখ আতি পায়া দুখভৰ।
সঘনে নিশ্বাস কাঢ়ে সুখাইল অধৰ॥ ১২৪৯
কুচৰ কুঙ্কুম মানে লোতকে লিপিল।
থাকিল নিচুকে মুখে বচন হৰিল॥
উপজিল খেদ হৃদয়ত মৰ্ম্ম চৰৈ।
ধাৰায়ে লোতক নয়নৰ পৰা পৰৈ॥ ১২৫০
চৰণে ভুমিক লিখৈ দেখৈ অন্ধকাৰ।
নাহি শ্ৰুতি জ্ঞান আউৰ একো গোপিকাৰ॥
কৃষ্ণৰ কিঙ্কৰে কহে আন কৰ্ম্ম এৰি।
বোলা হৰি হৰি সবে সমাজিকে বেঢ়ি॥ ১২৫১

---

### ছবি

শুক নিগদতি ৰাজা শুনা কথা অনন্তৰে
গোপী সবে পায়া মহা দুখ।
কতোক্ষণে সন্ধুকিয়া শোকক তন্তাই পাছে
আঞ্চলে মুচিলা আখিমুখ॥
আশা ছেদ দেখি দীৰ্ঘ নিশ্বাস ফোকাবে কাবো
সুখ শান্তি নাহিকৈ হিয়াত।
মাথা তুলি চাই কষ্টে কৃষ্ণক বুলিবে লৈল
প্ৰেম কোপ গদ গদ মাত॥ ১২৫২
কিনো নিদাৰুণ কৃষ্ণ কাঠ কঠিন হিয়া
হেন কি বাতুক বোলা বাণী।
সব গৃহ সুখ তেজি ভজিলো তোমাৰ পাৱে
ভকতবৎসল হেন জানি॥

* আথাকে=নথৰাকৈ।

কায়-বাক্য-মনে আমি তোমাকেসে সেৱা কৰো
কেনে বোলা নিদাৰুণ বাক।
ভকতক ত্যাগ প্ৰভু তোমাৰ উচিত নুই
দাসী বুলি ধৰিয়ো আমাক ॥ ১২৫৩
যিটো কৈলা কুল স্ত্ৰীৰ স্বামী শুশ্ৰূষাসে ধৰ্ম্ম
তোমাতে থাকোক সিটো কৰ্ম্ম।
তুমি জগতৰে আত্মা তোমাৰ সেৱাত পাই
পৃথিবীৰ যত মহা ধৰ্ম্ম ॥
এতেকে পণ্ডিত যিটো তোমাতেসে কৰৈ ৰতি
পতি পুত্ৰ তেজিয়া জঞ্জাল।
চিৰকাল যিটো আশা কৰিছো তোমাৰ পাৰে
তাক ভঙ্গ নকৰা গোপাল ॥ ১২৫৪
যি বোলা উলটি যাহা পৰম দুষ্কৰ ইটো
ইসে বাক্য দহৈ আমাকে।
আপুনি আনন্দ মূৰ্ত্তি আমাৰ হৰিলা চিত
কিঞ্চিতেকো গৃহত নথাকে ॥
নচাৰে আনক চক্ষু চৰণ তোমাৰ এৰি
খোজকো নাকাঢ়ে আউৰ ভৰি।
তুমি বিনা ইটো কৰ্ণে আৰ একো নুশুনই
ব্ৰজে গৈয়া কি কৰিবো হৰি ॥ ১২৫৫
তোমাৰ মোহন গীতে আতি কামানল জ্বলে
পুৰি মৰো কটাক্ষ হাসিতে।
আমাক আশ্বাস কৰি মদন বহ্নিক হৰি
নিমায়োক অধৰ অমৃতে ॥
যেবে হেন কৰা তুমি তাহাৰো উপায় আছে
বিৰহতে দহে ইটো তনু।
যোগী যেন ধ্যান কৰি তোমাৰ চৰণ স্মৰি
মৰিয়ো সমীপ পাইবা পুনু ॥ ১২৫৬
হেনবা বুলিবা নিজ স্বামীৰ কাছকে যাহা
তেনমে নিমাউক সিটো জুই।
সিটো মায়াময় পতি তাত আউৰ নাহি ৰতি
বিচাৰে দেখিলো কিছো মুই ॥

শুনা পূৰ্ব্ব কথা স্বামী জলে নামি আছো আমি
বস্ত্ৰ লৈয়া চৰিলা কদম্ব।
কাকুতি কৰন্তে পাছে নামিয়া আসিলা কাছে
দিলা বস্ত্ৰ নকৰি বিলম্ব ॥ ১২৫৭
বঢ়ায়া আনন্দ আতি ইষ্ট বৰ দিলা মাতি
আমাসাত তুমি তুষ্ট হুই।
লক্ষ্মীয়ো কচিত পান্ত হেন ইটো চৰণক
আমিয়ো নমিলো মাথে চুই ॥
সেহি দিনা ধৰি আউৰ আনৰ কাছত নাথ
থাকিতে নপাৰো কিবা ভৈলো।
ইটো গৃহবাস আমি সুখহেন নভাসণ্ড *
সত্য স্বৰূপ প্ৰভু কৈলো ॥ ১২৫৮
ব্ৰহ্মা ৰুদ্ৰে কৰি তপ যিটো লক্ষ্মী গোসানীৰ
কটাক্ষকো দেখিবে নপান্ত।
তোমাতে সাধিয়া মান হৃদয়তে পায়া আন
তথাপি পাৰৰ ধুলা চান্ত ॥
সতিনী তুলসী সেৱি ধুলাৰ লগত আছা
বিৰোধকো নগণিলা লক্ষ্মী।
তযু পদ পঙ্কজৰ আশ্চৰ্য্য মহিমা জানি
ভজিলো আমিয়ো সেই দেখি ॥ ১২৫৯
হেন জানি সুপ্ৰসন্ন আমাত হুয়োক নাথ
তুমি দেৱ দীন দুখহাৰী।
তোমাৰ সেৱাৰ আসে গৃহ বসতিকো তেজি
আইলো আমি সব গোপনাৰী ॥
পতি পুত্ৰ সমস্তকো তৃণ হেন নগণিয়া
তোমাৰ পায়ক পাইলো আসি।
তযু হাস্য কটাক্ষতে মদনে দগধ ভৈলো
পুৰুষ ভূষণ কৰা দাসী ॥ ১২৬০
হেনবা বুলিবা তোৰা ৰুক্মিণী শুচিমা চেড়ী
কিয় হুইবে খোজাহা আমাৰ।
যিহেতু বিক্ৰয় গৈলো প্ৰাণ প্ৰভু সোধা জেবে
কহিবো উত্তৰ তেবে তাৰ ॥

*নভাসণ্ড = নভাযো, নকৰো।

অলকা আবৃত মুখ তোমাৰ অধৰ সুধা
ঈষত কটাক্ষ দৃষ্টি হাসি ।
ইটো বাহু বক্ষস্থল দেখি মোহ হুয়া আতি
চৰণৰ চেড়ী ভৈলো আসি ॥ ১২৬১
উপপতি সমে ক্রীড়া বুলিলা পাতক বৰ
ইটো কথা নপশৈ কাণত ।
ই তিনি লোতক কোন মাকনীৰ * স্ত্রীয় আছে
নুইবে মোহ তোমাৰ গীতত ॥
নেৰিব আচাৰ ধৰ্ম্ম তাইৰ নতু হবৈ জন্ম
আক আমি বোলো বাত কৰ্ম্ম ।
শুনি আছো বেদ বাণী তয়ু নাম গুণ শুনি
ভকতে তিয়াগৈ নিজ ধৰ্ম্ম ॥ ১২৬২
সাক্ষাতে তোমাক দেখো আৰ কি পাপক লেখো
আমি দৃঢ় কৰি আছো চিত ।
দেখা বৃক্ষ পশু পক্ষী তোমাৰ মূৰ্ত্তিক দেখি
ভৈল তনু প্রেমে পুলকিত ॥
তোমাৰ শুনিয়া গীত পুৰুষৰো ভুলৈ চিত
নাৰীৰ কমনে দোষ দেখি ।
দিয়া বন্ধু সমিধান আমাৰ জুড়াউক প্রাণ
এভো আছা কিসক উপেখি ॥ ১২৬৩
নিশ্চয় জানিলো জন্ম ব্রজত তোমাৰ ভৈল
আমাসাৰ দুখক খণ্ডিত ।
দেৱৰ ৰক্ষক যেন পূৰ্ব্বত বামন ভৈলা
অদিতিৰ উদৰে উদিত ॥
তোমাৰ কিঙ্কৰী হৈবা মৰো আমি গোপী সবে
কামানলে বিমোহিত হুই ।
শিৰত অনত নাথ হস্ত পদ্ম দিয়া আনি
নিয়ায়ো আমাৰ ইটো দুই ॥ ১২৬৪
সব তেজি তোমাবেসে চৰণ কৰিলো সাৰ
মৰণ কালত গতি তুমি ।
মাধৱ বান্ধৱ এভো আমাক উপেখি আছা
এহি বুলি কান্দে হুম হুমি ॥

কৃষ্ণৰ কিঙ্কৰে কয় শুনা সভাসদচয়
কেতিক্ষণ পৰৈ পৰা প্রাণ ।
কৰ্ম্মত বিশ্বাস এৰি হৰি হৰি বোলা যেঢ়ি
তেবে পাইবা বৈকুণ্ঠত থান ॥ ১২৬৫

---

শ্রীকৃষ্ণৰ গোপীসকলৰ লগত ক্রীড়া

পদ

পৰীক্ষিত ৰাজত বদতি শুকমুনি ।
গোপীৰ কাৰুণ্য কৃপাময় কৃষ্ণে শুনি ॥
স্নেহে পীড়িলেক নোলাই মুখত বচন ।
লোতকে বেঢ়িল দুই কমল লোচন ॥ ১২৬৬
তাসম্বাৰ প্রেমত বিহ্বল হুয়া আতি ।
গাৰে গাৰে গোপীক প্রবোধ দেন্ত মাতি ॥
নসহে হৃদয় ভকতৰ দেখি দুখ ।
পীত বস্ত্রে সবাৰো মুচিলা আখি মুখ ॥ ১২৬৭
অনেক মধুৰ বাক্য বোলন্ত আশ্বাস ।
কষ্ট এৰি সন্ধ্যুকা কৰিলো পৰিহাস ॥
তোমাসাৰ প্রেম ভকতিত ভৈলো বশ্য ।
আজি মনোৰথ সবে পূৰিবো অৱশ্য ॥ ১২৬৮
কৃষ্ণৰ বচন যেন অমৃত বৰিষে ।
উঠিল উৎসুকে সবে গোপিনী হৰিষে ॥
কৃষ্ণৰ সদয় দৃষ্টি দূৰ ভৈলা তাপ ।
গোপীক ক্রীড়িলা পাছে জগতৰ বাপ ॥ ১২৬৯
অনেক সহস্র গোপী ৰূপ অনুপাম ।
শুনা তাসম্বাৰ মুখ্য মুখ্য কিছো নাম ॥
ইন্দুমতী মদনমঞ্জৰী ৰত্নমালা ।
পদ্মাৱতী কুন্তী কুমুদিনী চন্দ্রকালা ॥ ১২৭০
ৰোহিণী হৰিণী মনোহৰী বিম্বাধৰী ।
মাধৱী ৰাধিকা মধুমতী মন্দোদৰী ॥
ভাগ্যৱতী ভগৱতী গৌৰী ৰতি ৰাম্বা ।
বসুমতী সতী লীলাৱতী তিলোত্তমা ॥ ১২৭১

* মাকনীৰ—"মাকীৰ" (স্ত্রাইকীৰ) পাঠান্তৰ ।

শশী রুচি চম্পকলতিকা কামপাশা।
কাদম্বিনী মদনদমনী মদালসা ॥
সুৰভী সুৰসা ৰসা উষা সৰস্বতী।
ভবানী ভূষিতা ভূমি ৰম্ভা প্রভাৱতী ॥ ১২৭২
কুমুদা কামদা মন্দাকিনী যুগন্ধৰী।
বিবুধা মুগুধা মেধা ধৰা বসুন্ধৰী ॥
অমিৰ জাম্বিৰ জবা সরি বসুৰামা।
কমললোচনী চান্দরুচি শচী শ্যামা ॥ ১২৭৩
সুপ্রভা সুভগা সৌভাগিনী সুভাচলা।
ভূষণা ভীষণা ভান্তি ভাৰতী উৎপলা ॥
ইন্দিৰা মন্দিৰা হীৰা তপতী তৰুণী।
কামিনী ভামিনী ভদ্রা ভূষণা ভবানী ॥ ১২৭৪
সুপ্রভা ভাৰতী ভাগিৰথী ভানুমতী।
কাঞ্চনমালিনী সুমালিনী লীলাৱতী ॥
ইসব প্রমুখ্যে গোপ যুৱতী যতেক।
কৃষ্ণক আৱৰি ৰঙ্গ কৰিলা অনেক ॥ ১২৭৫
পূর্ণকাম হৰি যদি জগত ঈশ্বৰ।
তথাপি সাধন্ত আতি প্রীতি ভকতৰ ॥
হাসি পাছে গোপ যুৱতীৰ ৰঞ্জি চিত।
কৰিলন্ত কৃষ্ণে কাম কেলি বিপৰীত ॥ ১২৭৬
কৃষ্ণৰ সদয় দৃষ্টি গোপীগণে দেখি।
আনন্দে প্রফুল্লমুখী ভৈলা সবে সখী ॥
দৰশায় লীলাগতি ভাৱ ভ্রুভঙ্গে।
কৃষ্ণক চৌভিতি ভোলে বেঢ়িলেক ৰঙ্গে ॥ ১২৭৭
সবাকো হৰিষে হৰি চান্ত হাসি হাসি।
কুন্দ কড়ি সম সিটো দশন প্রকাশি ॥
ভৈল গোপীগণ যেন নক্ষত্রৰ মেলি।
চন্দ্র সম প্রকাশন্ত কৃষ্ণে কৰি কেলি ॥ ১২৭৮
শ্যাম ৰুচি পীতবাস বলয়া বাহুত।
হাৰে কেয়ুৰে যেন মেঘত বিদ্যুত ॥
গলে জলে বৈজয়ন্তী পঙ্কজৰ মালা।
বেঢ়ি গোবিন্দৰ গুণ গাৱৈ গোপবালা ॥ ১২৭৯

আপুনো গাৱন্ত গীত কামিনী মোহন।
ৰঞ্জিয়া ফুৰন্ত সিটো দিব্য বৃন্দাবন ॥
মিলিল বসন্ত বায়ু বহৱৈ মলয়।
কোকিলৰ কুহু কুহু ধ্বনি শুনি তয় ॥ ১২৮০
পুষ্পৰ সুৰভি গন্ধে আমোদ মনত।
গুঞ্জৰে ভ্রমৰে মধু পানে হুয়া মত্ত ॥
হেন বিতোপন বনে ভ্রমি ভগৱন্ত।
গোপীসব সমে ক্রীড়িলন্ত অপর্য্যন্ত ॥ ১২৮১
দেখি পাছে যমুনাৰ বালি সুকোমল।
পদ্মৰ সুৰভি বাতে আতি সুশীতল ॥
গোপীগণ সঙ্গে ৰঙ্গে নামিলন্ত তাত।
কৌতুকে কৰিলা ক্রীড়া কৃষ্ণে অসংখ্যাত ॥ ১২৮২
বাহু মেলি আলিঙ্গি গোপীক কতো ধৰি।
কাহাৰো তনত নখে পৰশন্ত হৰি ॥
মাতন্ত কাহাকো কৃষ্ণে কৰি পৰিহাস।
কাৰো মুখ নিৰেখি তোলন্ত কতো হাস ॥ ১২৮৩
হৰিষে সাৰটি ধৰি কাকো আঙ্কোৱালি।
কাৰো দেন্ত চুম্বন বদনে বনমালী ॥
কাৰো বস্ত্র লন্ত কাঢ়ি কৃষ্ণে বঢ়াই ঢঙ্গ।
হোৱৈ আতি বেকত গুপুত যত অঙ্গ ॥ ১২৮৪
গুচান্ত কাঞ্চুলি উচ্চ কুচ দুই উদি।
হাতে ঢাকি থাকে কতো লাজে চক্ষু মুদি ॥
কৰে ধৰি কৰন্ত তনক নখে * খেত।
কঙ্কালৰো সোলকান্ত শাৰী * শেত নেত ॥ ১২৮৫
হোৱৈ অঙ্গ উদাস কটিত নিকর্পটি।
আঠুক সাৱটি চাৱৈ কৰন্ত * চর্পতি ॥
কাৰো মুখে দেন্ত চোবা চুম্বনৰ ছলে।
থাকে ধৰি ৰঙ্গে গোপী গোবিন্দৰ গলে ॥ ১২৮৬
অগৰু সুৰভি ভুজ কতো কান্ধে লৈই।
ঘনে ঘনে আনি গোপ ৰমণী শুঙ্গই ॥
শিৰত তনত কণ্ঠে থৱৈ পদ দুই।
আলগতে চুমা পাৱৈ কতো তোল হুই ॥ ১২৮৭

*খেত—ক্ষত। শেত—শ্বেত। চর্পতি—চুপতি।

কতো কামে মত্ত গোপী কৃষ্ণক আলিঙ্গে।
মুখ পঙ্কজক যেন পিয়ে নেত্ৰ ভৃঙ্গে॥
যেই যিবা বোলৈ আসি মাধৱক ধৰি।
তাকে আচৰন্ত ভকতৰ বশ্য হৰি॥ ১২৮৮
আনন্দে গোবিন্দে গোপিকাৰ বঢ়াই কাম।
ৰমিলা শৰত ৰাত্ৰি আতি অবিশ্ৰাম॥
কৰিয়া সুৰতি সন্তোষিলা মনমথ।
নিৰন্তৰে গোপীৰ পুৰিলা মনোৰথ॥ ১২৮৯
ভকতৰ পদে দেখাই মনুষ্য চেষ্টাক।
গোপীক নচান্ত যেন * ছায়া পুতলাক॥
আপুনি আনন্দ সিন্ধু জগত নিবাস।
কুচিত † সুখত তান কোন অভিলাষ॥ ১২৯০
কামধেনু পালৰ ঈশ্বৰ যিটোজন।
আছে ছাগলীত তান কোন প্ৰয়োজন॥
অমৃত সাগৰ পাই কোনে খাৰ খাই।
আছন্তোক কৃষ্ণ ভকতৰো ইচ্ছা নাই॥ ১২৯১
পৰম ঈশ্বৰ যিটো ব্ৰহ্মাৰ নমস্য।
ভৈলা ভকতিতে গোপ যুৱতীৰ বশ্য॥
হেন জানি কৃষ্ণক ভজিয়ো সবে নৰে।
স্ত্ৰীৰো দুৰ্জ্জন ভাৱ শুনা আতপৰে॥ ১২৯২
মাধৱত হন্তে সিটো মহামান্য পায়া।
বাঢ়ি গৈল গৰ্ব্ব সবে বোলৈ গোপজায়া॥
কৃষ্ণকো কৰিলো বশ্য ৰূপে গুণে জিনি।
আমাৰ সমান আন নাহি সৌভাগিনী॥ ১২৯৩
পাছে পাছে ফুৰন্ত আমাত হুয়া ভোল।
বোলন্ত বচন চাটু নাচাৱন্ত কোল॥
নবাধন্ত বাক্য আমি তঙ্কিবাক ভয়।
মাধৱ অধীন ভৈলা জানিলো নিশ্চয়॥ ১২৯৪
আমাৰ সদৃশ আছে আউৰ কোন নাৰী।
কুবৈ মদগৰ্ব্বে সবে মাহুক আচাৰি॥
কান্দে হিয়া দস্তুত মাটিত নেপৈ ভৰি।
মাতিলিয়ো আমাতে কৃষ্ণক ঠেস কৰি॥ ১২৯৫

মাধৱে সোধন্ত কথা কৰি বহু মান।
চক্ষু পকাই চাৱৈ মাত্ৰ নেদৈ সন্নিধান॥
নকৰৈ কটাক্ষো ঠেসে থাকে পিঠি দি।
যেন সেকুৰাক পীৰ্ঢ়ে পাত্ৰৰ যে জী॥ ১২৯৬
গোপীৰ পৰম সিটো অহম্মম ভাৱ।
দেখি নসহিল গৈয়া গোবিন্দৰ গাৱ॥
বোলন্ত বাঢ়িল গৰ্ব্ব মোৰ মান্য পায়া।
মোকো আবে নগণৈ লজ্জিল কিনো মায়া॥ ১২৯৭
আগতে নেদেখৈ কিনো অন্ধ ভৈল মতি।
দৰ্প চূৰ কৰো মোত বাঢ়োক ভকতি॥
ভকতজনৰ মহা হিত চিন্তি মনে।
ভৈলা অন্তৰ্দ্ধান হৰি তৈতে তাৰক্ষণে॥ ১২৯৮
কৃষ্ণক নেদেখি পাছে যত গোপনাৰী।
খুজি লৰি নপাইলেক অনেক বিচাৰি॥
এৰি গৈলা প্ৰাণ প্ৰভু বুলি ভৈলা ভয়।
আপুনাক আপুনি গোপিনী গৰিহয়॥ ১২৯৯
গৰ্ব্ব কৰি কিনো দুৰাচাৰী চক্ষু খাইলো।
সিটো প্ৰাণ প্ৰভুক হাততে হৰুৱাইলো॥
লক্ষ্মীৰো বল্লভ যিটো ত্ৰিজগত পতি।
তাহাঙ্কো হেলিলো কিনো অন্ধ ভৈল মতি॥ ১৩০০
হা নাথ তোমাক নেদেখি ফুটে প্ৰাণ।
দীন দায়াশীল কৃষ্ণ কৰা পৰিত্ৰাণ॥
স্বভাৱে চঞ্চল স্ত্ৰীৰ নধৰিবা দোষ।
কিসক কৰিলা আমি কিঙ্কৰীত ৰোষ॥ ১৩০১
সব বন্ধু তেজিয়া তোমাক কৈলো সাৰ।
কৃপাময় আমাক নকৰা পৰিহাৰ॥
হৰি অবিহনে হিয়া পোৰে ভকভকি।
হা কৃষ্ণ প্ৰাণ বুলি কান্দে মকমকি॥ ১৩০২
কবৈ আতি সন্তাপে বিলাপ গোপী পৰি।
কৃষ্ণ কৃষ্ণ বুলি কুবৈ বালিত বাগৰি॥
যূথপক নপাই যেন হস্তিনীসকলে।
কবৈ আৰ্ত্তৰাৱ আতি আমীৰ বিকলে ‡॥ ১৩০৩

* ছায়া—স্ত্ৰী। † কুচিত—কুৎসিত। ‡ বিকলে—শোকত।

হা কৈক গৈলা নাথ নন্দেৰ কুমাৰ ।
কমল লোচন দুখমোচন আমাৰ ॥
অৰণ্যত ৰাত্তিত এতেক দিলা ক্লেশ ।
কৃষ্ণ গুণ বৰ্ণাই কৰৈ ক্ৰন্দন আশেষ ॥ ১৩০৪
কৰিলন্ত যিটো ক্ৰীড়া কৃষ্ণ মহাভাগ ।
বিনোদ বিলাস লীলা গতি অনুৰাগ ॥
স্নেহ নিৰীক্ষণ হাস্য মোহন আলাপ ।
সুমৰি কৰিলা তাক অনেক বিলাপ ॥ ১৩০৫
কৃষ্ণ গুণ সুমৰন্তে চিত ভৈল মত্ত ।
চেতন নাহিকৈ একো গোপীৰ গাৱত ॥
উপজিল প্ৰেম পাসৰিল সিটো মৰ্ম্ম ।
কৰিবে লাগিলা সবে কেশৱৰ কৰ্ম্ম ॥ ১৩০৬
কৃষ্ণৰ আকাৰে কতো কৰৈ লীলা গতি ।
কৰিয়া সদয় হাস্য চাৱৈ কাকো প্ৰতি ॥
মইসে সুহৃদ কৃষ্ণ দেখ সখীগণ ।
অন্যো অন্যে বোলৈ গোপী প্ৰমত্ত বচন ॥ ১৩০৭
আইস প্ৰাণ সখী কৰো কতুহল কেলি ।
এহি বুলি গলত আলিঙ্গে বাহু মেলি ॥
মোকো নিচিনস মই নন্দেৰ নন্দন ।
বাহু শুঙ্গ ঘসি আছো অগুৰু চন্দন ॥ ১৩০৮
কেহো বোলৈ আইল কৃষ্ণ নকৰ বিলাপ ।
কৰো আইস বসি বান্ধে মধুৰ আলাপ ॥
মদন বিনোদে সন্তোষিবো তোৰ মন ।
কাঞ্চলি গুচাই বিধংসিবো আজি তন ॥ ১৩০৯
কেহো বোলৈ এভো নিচিনস বৰ বালা ।
দেখ পীত বস্ত্ৰ গাৱে গলে বনমালা ॥
মকৰ কুণ্ডলে জ্বলৈ প্ৰসন্ন বদন ।
কিয় নকৰস মোক গোপী আলিঙ্গন ॥ ১৩১০
এহিমতে বিহ্বলে অনেক বোলৈ বাক ।
মত্ত হুয়া কৰৈ গোপী কৃষ্ণৰ চেষ্টাক ॥
কতো একখান হুয়া গোপী প্ৰেমভাৱে ।
আতি আৰ্ত্তস্বৰে গুণ গোবিন্দৰ গাৱে ॥ ১৩১১

ঝৰে নীৰ নেত্ৰৰ মাটিত ঢলি পৰে ।
কৃষ্ণক সুমৰি উঠে মনে মৰ্ম্ম ছুৰে ॥
বিচাৰিয়া ফুৰৈ পশি দিব্য বৃন্দাবনে ।
কৃষ্ণ কৃষ্ণ বুলিয়া উন্মত্ত আতি মনে ॥ ১৩১২
বাহিৰে ভিতৰে যিটো কৃষ্ণ আছা ব্যাপি ।
সুধি ফুৰৈ তাহাঙ্ক বৃক্ষৰ পাশ চাপি ॥
কৃষ্ণৰ কিঙ্কৰে কহে আয়ু ব্যৰ্থে যায় ।
বোলা হৰি হৰি আউৰ ৰক্ষা আন নাই ॥১৩১৩

---

## দুলড়ী

কৃষ্ণৰ বিৰহে নৰহে জীৱন
গোপীৰ নাই অৱস্থা ।
আতি অচেতনে প্ৰমত্ত বচনে
পুছয় গাছতো কথা ॥
প্ৰথমে উচ্চৃত বৃক্ষ বাচি বাচি
সুধিবে লৈলা সাদৰি ।
শুনিয়ো অশ্বত্থ কপিথ থৈকৰ
কাঞ্চন চম্পা পাকৰি ॥ ১৩১৪
কটাক্ষ হাসিতে চিত চুৰি কৰি
লৈ যান্ত নন্দ কুমাৰ ।
হেনয় চোৰক দেখাই দিয়া যদি
সাধা বৰ উপকাৰ ॥
হে কুৰুবক অশোক * নাগৰ
কোনে উপকাৰ বুজৈ ।
তোমসাৰে পুষ্প আনি সবে প্ৰাণী
সমস্তে দেৱক পূজৈ ॥ ১৩১৫
পৰৱেসে হিত কৰি থাকা নিত
তোমৰা কিনো মহন্ত ।
হাসি দৰ্পচূৰ কৰি কতদূৰ
জানা যান্ত ভগৱন্ত ॥

---

* নাগৰ—নাগেশ্বৰ

হে ৰাজচম্পা কৰা অনুকম্পা
তুমি পতি দান দিয়া ।
শিৰীষ সেৰতী তই আবে গন্তি
গোবিন্দক দেখাউ নিয়া ॥ ১৩১৬

শুনিয়ো তুলসী জানো মহাযশী
তুমিসি হৰিৰ প্ৰিয়া ।
নন্দ নন্দনক হুয়া আছা ভেট
জাণ্টে সম্বিধান দিয়া ॥

সদায়ে কৃষ্ণৰ চৰণক নেৰা
তুমি কৈবে পাৰা থান ।
আঞ্চোল পাতিয়া তোমাৰ আগত
মাগো আমি স্বামীদান ॥ ১৩১৭

হে জাই যুতী ঐ সখা মালতী
দেখিলি গোপাল প্ৰাণ ।
কৃষ্ণৰ বিৰহে নৰক্কে জীৱন
জাণ্টে দেহ সম্বিধান ॥

তোমাসাক কৰে পৰশি সাদৰে
সাধিলা কৃষ্ণে কি প্ৰীতি ।
হে বান্ধে মাধ সোধো তোত কথা
কৃষ্ণ গৈলা কোন ভিতি ॥ ১৩১৮

ওবা আম জাম্বু পনস পিয়াল
কদম্ব বেল বকুল ।
জানো স্বৰূপত পৰ উপকাৰী
নাহি তোমাসাক তুল ॥

যমুনা তীৰত থাক তীৰ্থবাসী
মিছা নামাতিবা জানি ।
আমি অচেতন নিশ্চয় কহিয়ো
কৈ গৈলা শাৰঙ্গপানি ॥ ১৩১৯

শুনিয়োক ভূমি কিনো তপ তুমি
কৰিলা শুদ্ধ স্বভাৱ ।
কৃষ্ণৰ চৰণ পৰশে আনন্দ
দেখি ৰোমাঞ্চিত গাৱ ॥

বামন স্বৰূপে পায়ে আক্ৰমিলা
বাৰাহো আছা আলিঙ্গি ।
জানা যে প্ৰভুৰ কথা কৰা তুমি
বিষ্ণুৰ সদায় সঙ্গী ॥ ১৩২০

মৃগৰ ঘৰিণী ঐ সখী হৰিণী
তুমি দেখি আছা হৰি ।
গায় দেখাই কৃষ্ণে গৈলন্ত তোমাৰ
নেত্ৰৰ আনন্দ কৰি ॥

এক প্ৰিয়া সমে জানো যান্ত চলি
পৰম লীলা বিলাসে ।
তাইৰ কুচৰ কুঙ্কুমে মিশ্ৰিত
হেৰা কুন্দ গন্ধ বাসে ॥ ১৩২১

ফুলে ফলে নম্ৰ দেখিয়া বৃক্ষত
পুছিলা কথা দুনাই ।
জানো তুমি সবে কৃষ্ণক নমিলা
সাদৰে মুণ্ড দোৱাঁই ॥

প্ৰিয়াৰ কান্ধত হাত থৈয়া আউৰ
হাতে পদ্ম গোট ধৰি ।
তোমাসাক চাই সদয় নয়নে
ইকি পন্থে গৈলা হৰি ॥ ১৩২২

অৰণ্যে গোবিন্দ গৈলা এহিমতে
জানিলো প্ৰমাণ পাই ।
তুলসী আমোদ মদে অন্ধ হেৰা
ভ্ৰমৰা পাছতে যায় ॥

আইস সখীসব বিলম্ব নকৰ
আকে আঙ্গুলিয়া ধৰো ।
এহিসে কৃষ্ণক দেখাইবে আৰত
মিছাত পুছিয়া মৰো ॥ ১৩২৩

কতো গোপী বোলে লতাত পুছিয়ো
দেখা ঐৰ কেন ভাব ।
কৃষ্ণৰ নখৰ পৰশে সৰ্ব্বাঙ্গ
পুলক হুয়াছে গাৱ ॥

নিজ বৃক্ষ স্বামী আলিঙ্গনে হেন
সুপূজিবে প্রেমৰস।
কিনো ভাগ্যৱতী স্বামীৰ কাছতে
কৃষ্ণৰ পাইলে পৰশ ॥ ১৩২৪
হে ৰাজহংসী পৰম হৰিষি
ভ্ৰমসি কমল বনে।
গোপিনী নাথক ই পথে যাহান্তে
দেখিলি সখা নয়নে ॥
আছে যেবে বেথা আসি কৈয়ো কথা
আমাক বান্ধে উদ্ধাৰ।
মাধৱ বন্ধুক নপাই প্ৰাণ ফুটে
সহিবো কত নিকাৰ ॥ ১৩২৫
বোলো হেৰা চাকৈ গোপীসবে ডাকৈ
তোক কৰো কাউ বাউ।
নন্দ নন্দনক দেখিলি ঐ সখি
আমাত বাৰ্ত্তা জনাউ ॥
কৃষ্ণক নপাই হেৰা প্ৰাণ যায়
কি কৈবো আৰ অৱস্থা।
স্বামীৰ বিৰহ আপুনি জানহ
ভাণ্ডিয়া নকৈবি কথা ॥ ১৩২৬
ঐ কুকুৰাৰ ভাৰ্য্যা উজাগৰে
কিসক পাৰ আটাস।
আমি যেবে মৰো তইয়ো তেবে তোৰ
নপাস স্বামীৰ পাশ ॥
আমাৰ প্ৰভুক তই পক্ষী দেখিলি
থাকাস উচ্ছ্ৰিত গাছে।
কহিয়ো সকাল প্ৰাণৰ গোপাল
কৈক লাগি গৈয়া আছে ॥ ১৩২৭
হে কূপৱতী তই ভাগ্যৱতী
স্বামী কাছে আছ শুতি।
জান যেবে কহ কৃষ্ণৰ কথাক
আমাৰো কৰ সুকুতি ॥

হেৰ দেখ ৰাতি ভৈলো বিসঙ্গতি
দেখাউ সিটো প্ৰাণপতি।
আমাক নৰঞ্চ মহা পুণ্য সঞ্চ
তোৰো হুইব সুবসতি ॥ ১৩২৮
শুনা সখী সাৰু কৰো কাৰু নাৰু
আন সেৱা নিত সাল।
আমি মৰো পুৰি তই ফুৰ উৰি
কৃষ্ণ কথা নজানস ॥
পৰ উপকাৰ ইসে ধৰ্ম্মসাৰ
তাকো তেবে নজানস।
আমাক জীয়াউ কৃষ্ণক দেখাউ
পাইবি পক্ষী মহাযশ ॥ ১৩২৯
হে বন্ধু কুলি তই সীমাৰ পুলি
অগনি জালস গাত।
তোৰ যেন ধ্বনি সুললিত শুনি
প্ৰভুৰো এনয় মাত ॥
এৰ কুহুনাদ মিলায়ৈ বিষাদ
দুখৰ উপৰি দুখ।
ভৈলো অনাথিনী যতেক গোপিনী
দেখাউ নিয়া কৃষ্ণমুখ ॥ ১৩৩০
এহিমতে বৃক্ষ পক্ষীতো উন্মত্ত
স্বভাৱে সুধিয়া ফুৰৈ।
কৃষ্ণক নপাই প্ৰেম ভাৱে আৰ্ত্তি
নেত্ৰৰ লোতক ঝৰৈ ॥
দহয়ে হৃদয় শৰীৰ নসয়
দাৰুণ বিৰহ তাপ।
কৃষ্ণ গুণ গাই বৰ্ণাই বৰ্ণাই
কৰিল প্ৰেম বিলাপ ॥ ১৩৩১
কৃষ্ণক স্মৰন্তে স্মৰন্তে চিত্তত
পৰম প্ৰেম উপজৈ।
গৃহ শৰীৰকো পাসৰৈ সদায়
মাধৱতে মন মজৈ ॥

কৃষ্ণৰ চৰণ হৃদয়ে বান্ধিয়া
কতো মৌন হুয়া থাকে।
পৰম দুৰ্লভ লভি মুকুতিক
ভাগ্যৱতী গোপীজাকে ॥ ১৩৩২
কৃষ্ণৰ কিঙ্কৰ কহে শুনা নৰ
মনুষ্য শৰীৰ পায়া।
হৰি নুসুমৰৈ আত্মাঘাত কৰৈ
তাক বঞ্চে বিষ্ণুমায়া ॥
মহাভাগৱত শাস্ত্ৰৰ সম্মত
হৰিৰ নামেসে তৰি।
এৰা ভাষভুষ উদ্ধাৰা পুৰুষ
ডাকি বোলা হৰি হৰি ॥ ১৩৩৩

---

কৃষ্ণ-বিৰহত কাতৰা গোপীসকলৰ কৃষ্ণলীলা
অভিনয় আৰু শ্ৰীকৃষ্ণৰ অন্বেষণ।

**পদ**

এহিমতে কৃষ্ণক চিন্তন্তে গোপীগণ।
ভৈল আতি পৰম নিৰ্ম্মল তনু মন ॥
বিপৰীত ভাৱন মিলিল মহোদয়।
একো নুসুমৰৈ মনে দেখৈ কৃষ্ণময় ॥ ১৩৩৪
ভৈল আতি হৰিষতে ৰোমাঞ্চ শৰীৰ।
অবিচ্ছেদে স্ৰৱৈ ধাৱে নয়নৰ নীৰ ॥
আনন্দতে মগ্ন হুয়া সমস্তে গোপিনী।
কৰিবে লাগিলা কৃষ্ণ চেষ্টাক আপুনি ॥ ১৩৩৫
কতো কৃষ্ণ হুই কতো কতো দৈত্যবেশ।
কৰিবে লাগিলা কৃষ্ণ চেষ্টাক অশেষ ॥
পুতনাৰ বেশে কতো জনী দেই তন।
কেহো শিশু কৃষ্ণ হুয়া শোষাই জীৱন ॥ ১৩৩৬
কতো গোপী থাকে যেন শকট আকাৰে।
কৃষ্ণ হুয়া উভটাৱৈ চৰণ প্ৰহাৰে ॥
যশোদাৰ বেশে কতো সাৱটে বুকত।
ডবিল বুলিয়া থু থুয়াৰই শিৰত ॥ ১৩৩৭
কতো গোপী বসৈ কৃষ্ণ শিশুৰূপ ধৰি।
তৃণাৱৰ্ত্ত হুয়া কতো গোপী নেই হৰি ॥
তাকো গল চিপি যেন মাৰিয়া লীলাত।
অসুৰে সহিতে থাকে পৰিয়া শিলাত ॥ ১৩৩৮
কৃষ্ণ হুয়া কতো গোপী ফুৰৈ আণ্ঠু কাঢ়ি।
কঙ্কালত ঘাঘৰ ঘুঘুৰা কৰৈ শাৰী ॥
বৃষৰ শুনিয়া নাদ ভয়ত উলটি।
যশোদা মাৰক যেন ধৰয় সাৱটি ॥ ১৩৩৯
কতো কতো হোৱৈ ৰাম কৃষ্ণ দুই ভাই।
কতো বৎস হোৱৈ তাকে ফুৰন্ত চৰাই ॥
বৎসাসুৰ হুয়া কতো তৈতে ফুৰৈ চৰি।
কপিথক লাগি তাক মাৰৈ হাতে ধৰি ॥ ১৩৪০
হুয়া কতো দামুৰি ধেনুৰ দুগ্ধ খাই।
হাতত কণ্ডিয়া * কৃষ্ণ হুয়া দোৱৈ গাই ॥
কতো গোপী বকে যেন চুম্পি থাকৈ ভিৰি।
হুয়া কৃষ্ণ কতো জনী মাৰৈ তাক চিৰি ॥ ১৩৪১
কতো গোপী কৃষ্ণ হুয়া বংশী বাৱৈ তুলি।
বেঢ়িয়া প্ৰশংসে কতো ধন্য ধন্য বুলি ॥
বংশীৰ নিস্বানে গাই ডাকে নামধৰি।
কতো কতো গোপী আসে হাম্বাৰাৱ কৰি ॥ ১৩৪২
কেহোজনী বাহু থৈয়া গোপিকাৰ গলে।
কৃষ্ণময় হুয়া কতো আনন্দতে চলে ॥
জান গোপীগণ মই কৃষ্ণ যদুপতি।
দেখ দেখ ইটো মোৰ কেন লীলাগতি ॥ ১৩৪৩
নকৰিয়ো ভয় বুলি কতো গোপী মাতে।
মই কৃষ্ণ আছো কি কৰিব বৃষ্টি বাতে ॥
গাৱৰ আঞ্চল তুলি থাকৈ একে কৰে।
ধৰিলো মন্দৰ হেৰা চাপ নিৰন্তৰে ॥ ১৩৪৪
কেহো বোলে কালী দমো মই যদুনাথে।
ভৰি দিয়া উঠৈ কতো গোপিকাৰ মাথে ॥

---

* কণ্ডিয়া = কাড়িয়া।

সম্বৰে অন্তৰ ঐৰ সৰ্প দুৰাচাৰ।
দুষ্টক দণ্ডিবে লাগি মোৰ অৱতাৰ ॥ ১৩৪৫
কেহোজনী বোলৈ আবে শুন গোপীচয়।
বনজুই বেঢ়িলেক মিলিল প্ৰলয় ॥
চক্ষু মুদি থাক সবে সাধিবো কল্যাণ।
মই কৃষ্ণে এতিক্ষণে নিবো নিজ থান ॥ ১৩৪৬
শিশু কৃষ্ণ হুয়া কতো ভুঞ্জন্ত লৱনু।
যশোদায় খেদই লৰড় দেই পুনু ॥
পলাইবে নপাৰি যেন থাকৈ ডৰে ৰই।
কাম্পে তনু কান্দে দুই হাতে চক্ষু মুই ॥ ১৩৪৭
কেহো বোলৈ দেখ দেখ দধিৰ বিলাই।
ভাণ্ড ভঙ্গা কৃষ্ণক ধৰিলো খেদি পাই ॥
আউৰ যেন নখাস লৱনু চুৰি কৰি।
উড়ুখলে বান্ধে কতো গোপিকাক ধৰি ॥ ১৩৪৮
মাজে টানি উড়লক কতো গোপনাৰী।
কৃষ্ণ হুয়া অৰ্জ্জুনক পেহ্লাৱৈ উভাৰি ॥
কতো বস্ত্ৰ থৈয়া তীৰে জলে গৈয়া পৰে।
কৃষ্ণ হুয়া বস্ত্ৰ লৈয়া কদম্বত চড়ে ॥ ১৩৪৯
বনজুই বেঢ়ে কতো ত্ৰাসে ৰিঙ্গি দিয়ে।
ভয় নাই বুলি কৃষ্ণ হুয়া বহ্নি পিয়ে ॥
নন্দক লৈ যায় বৰুণৰ দুতে ধৰি।
কতো কৃষ্ণ হুয়া আনৈ তাহাঙ্ক উদ্ধাৰি ॥ ১৩৫০
পত্ৰে বিচাই শয্যা পাৰৈ হুয়া গোপগণ।
কৃষ্ণ হুয়া কৰৈ কতো হৰিষে শয়ন ॥
ৰঙ্গে গোপ হুয়া কতো জাস্তে হাত ভৰি।
কৃষ্ণ গুণ গায়া বিষ্কে পল্লৱক ধৰি ॥ ১৩৫১
কতো ৰাম কৃষ্ণ হুয়া ধেনুকক মাৰি।
ওচাস্ত * পৃথিবী পকা তাল ফল পাৰি ॥
কতো কৃষ্ণ স্বৰূপে গোধুলি আনে ধেনু।
কটাক্ষে গোপীক মুহি হাসি বায়ে বেণু ॥ ১৩৫২
যশোদাৰ বেশে কতো বাঢ়ি লৈয়া আগ।
গলে বান্ধে ভুলিয়া কৃষ্ণক পায়া লাগ ॥
পিন্ধাৱৈ ভূষণ নিয়া ধুৱাই খুৱাই।
মুখ চাই থাক্কে পাছে শয্যাতে শুৱাই ॥ ১৩৫৩
এহিমতে কৃষ্ণ চেষ্টা কৰৈ অসংখ্যাত।
নাহি একো চেতন গোপীৰ আউৰ গাত ॥
পুনু প্ৰাণ কৃষ্ণক সুমৰি সবে মনে।
দুনাই কান্দি সুধি ফুৰৈ পশি বৃন্দাবনে ॥ ১৩৫৪
কৃষ্ণ কৃষ্ণ বুলি চেঞ্চাই থিৰ মুহি বুক।
প্ৰৱন্ধে বিচাৰি ফুৰৈ মাধৱ বন্ধুক ॥
নিহালি কৃষ্ণৰ খোজ পাইলে পৃথিবীত।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত ॥ ১৩৫৫
খোজ দেখি বোলৈ সখী শোক কৰ দুৰ।
আবে পাইবো কৃষ্ণ পলাই যাইবে কতদুৰ ॥
এহি বুলি গোপী আগ হুয়া দশে কুড়ি।
গোপালৰ পজাল প্ৰৱন্ধে নেই গুড়ি ॥ ১৩৫৬
কতো দুৰ গৈয়া দেখে নিহালি দুনাই।
কৃষ্ণৰ খোজতে স্ত্ৰীৰ খোজ পৰি যায় ॥
সঙ্গে চলে এক গোপী জানিলো নিশ্চয়।
মিলিল পৰম দুখ দগধ হৃদয় ॥ ১৩৫৭
অন্যো অন্যে মাতি আনি দেখাৱে গোপিনী।
লগে লগে যায় দেখ কোঠৈৰ সতিনী ॥
চিন খোজ ইটো কোন জনী যায় সঙ্গে।
কৃষ্ণৰ কান্ধত হাত দিয়া লীলা ৰঙ্গে ॥ ১৩৫৮
শুণ্ডে ধৰি হস্তীক হস্তিনী যেন চলে।
ইহাতেসে অধিকে হিয়াত অগ্নি জলে ॥
তাইসে সতিনী ভৈল সবাতে প্ৰধান।
আবে লাগ পাইলে তাইতে *গোড়ো সবে মান ॥ ১৩৫৯
কতো গোপী হাসি বোলৈ কৰি খোস মোস।
কিয় কাড় সখী মিটো সতিনীৰ দোষ ॥
নিশ্চয়ে জানিলো আৰাধিলে দেৱ হৰি।
তাইক লগে নেন্ত আনি সমস্তক এৰি ॥ ১৩৬০
কতো গোপী সখাক দেখাৱে মাথা তুলি।
দেখ ধন্য ধন্য কিনো কৃষ্ণ পদ ধূলি ॥

---

† ওচান্ত = পচায়, ভৰায়। গোড়ো = "সাধো" পাঠান্তৰ।

আকে পাইলে পাতকীয়ো সংসাৰ নিস্তৰে ।
শুদ্ধ হওঁ বুলি ব্ৰহ্মা হৰো শিৰে ধৰে ॥ ১৩৬১
আইস ঘসো এহি বুলি আমিয়ো মাথাত ।
হুয়া শুদ্ধ মাধৱক দেখিবো সাক্ষাত ॥
জগত দুৰ্ল্লভ কৃষ্ণ পদৰেণু মাখি ।
হেনোবা পৱিত্ৰ হুয়া কৃষ্ণ মুখ দেখি ॥ ১৩৬২
আউৰ গোপী বোলৈ সাধু বচন তোমাৰ ।
কৃষ্ণ পদ-ৰজ জানো জগত উদ্ধাৰ ॥
সতিনাৰ ধূলি আছে ইহাৰ লগতে ।
মাথাতে মাখিবো সখা দেখি কোনমতে ॥ ১৩৬৩
এহি পদ-ৰেণুতে পৰম পাই গতি ।
তাইৰ খোজ দেখন্তে আকুল কৰৈ মতি ॥
কৃষ্ণৰ অধৰামৃত সৰ্ব্বস্ব সবাৰে ।
চুৰি কৰি নিয়া তাই ভুঞ্জে একেশ্বৰে ॥ ১৩৬৪
তাইত পৰে শত্ৰু সখী নেদেখোহো আন ।
আবে লাগ পাইলে তাইতে গোড়ো সবে মান ॥
আউৰ গোপী বোলৈ শুন সমস্তে গোৱালী ।
কৰিলো বিচাৰি চাই প্ৰবন্ধে নিহালি ॥ ১৩৬৫
আবে ঐত তাইৰ খোজ নাকলিয় ভালে ।
তৃণে বিন্ধিলেক সুকোমল ভৰি তলে ॥
প্ৰাণতো অধিক প্ৰিয়া দুখ পাৱৈ বুলি ।
কান্ধত লৈ যান্ত হুইবে আলগাই তুলি ॥ ১৩৬৬
গোপীক বহন্ত কিনো কামাতুৰ হৰি ।
দেখ দেখ আবে পোত গৈয়া যায় ভৰি ॥
হেৰা নমাই থৈলন্ত প্ৰিয়াক মহাশয় ।
দেখা তাৰ অৰ্থে পাৰিলন্ত পুষ্পচয় ॥ ১৩৬৭
পাৰিল গকৰা চবাই ফুল ভৰি ফান্দি ।
অৰ্দ্ধেক ভৰিৰ খোজ হেৰা আছে বান্ধি ॥
হেৰা দেখা তাইক ঐত উকত বৈসাই ।
বান্ধিলন্ত খোপা কামাতুৰ যদুৰায় ॥ ১৩৬৮
আৱিলা খোপাত তাইৰ ফুল চতুৰ্ভিতি ।
দেখা আছিলন্ত বসি গোপিকা সহিতি ॥

হেৰা দেখা তাইক কৃষ্ণে কান্ধে বাহু মেলি ।
কৰিলা অহিতে ক্ৰীড়া কতূহল কেলি ॥ ১৩৬৯
এহিমতে মহাদুখে যতেক গুৱালী ।
কৃষ্ণৰ খোজক ফুৰৈ বনত নিহালি ॥
শুক নিগদতি ৰাজা শুনিয়ো শ্ৰৱণে ।
পূৰ্ণকাম হৰি ক্ৰীড়িলন্ত যিকাৰণে ॥ ১৩৭০
দেখাইলন্ত দুখ কামাতুৰ পুৰুষৰ ।
নাহি সুখ শান্তি নলৰয় বাড়ীঘৰ ॥
ৰাত্ৰি-দিনে স্ত্ৰীৰ মাত্ৰ পালি ফুৰৈ আশ ।
স্ত্ৰী ভৈল ৰাজা কামাতুৰ ভৈল দাস ॥ ১৩৭১
অনেক লাঞ্ছনা আছে কামী পুৰুষৰে ।
স্ত্ৰীৰো দুৰ্জ্জন ভাৰ শুনা আতপৰে ॥
চলি যায় যিটো গোপী কৃষ্ণৰ লগত ।
মহা গৰ্ব্বভাৰ তাইৰ বাঢ়িল মনত ॥ ১৩৭২
কৃষ্ণক আশায়ে আইলো যত গোপীজাক ।
সবাকো এৰিয়া কৃষ্ণে ভজিল আমাক ॥
মোক সম সুন্দৰী নাহিকৈ ত্ৰৈলোক্যত ।
ভোল ভৈলা কৃষ্ণ মোৰ পৰম ৰূপত ॥ ১৩৭৩
আউৰ মোৰ বাক্য কৃষ্ণে নকৰিতে পাৰে ।
কঙ্কাল ফান্দিয়া দুই বাহুক আচাৰে ॥
ক্ষণেক নপাইলে কোপে চাৱৈ টেৰ কৰি ।
কৃষ্ণে টনুকান্তে তাই মাতৈ গলতৰি ॥ ১৩৭৪
মনত আলচৈ কিয় ফুৰো ভৰি বুলি ।
কাবো কৰি নিবন্ত বোকাত মোক তুলি ॥
হেন বুলি গোপিকা বসিলা পাক ফুৰি ।
মহাদৰ্পে মাতিল কৃষ্ণক ঠেস ঘুৰি ॥ ১৩৭৫
হে কৃষ্ণ কিনো তুমি দাৰুণ পুৰুষ ।
তুমি পাৱে ফুৰো মই জীয়ন্তা মানুষ ॥
চলিবে নুৱাৰো আৰ মই একভৰি ।
যৈকে মন নিয়া আবে যেন লাগে কৰি ॥ ১৩৭৬
স্বভাৱে চঞ্চল স্ত্ৰী আৰো পাইলে লাই ।
ঈশ্বৰ কৃষ্ণক তাইৰ গণা গণো নাই ॥

শুনি হেন হৰিয়ো বুলিলা তাইক হাসি ।
যাইবে যেবে নাপাৰা কান্ধত উঠা আসি ॥ ১৩৭৭
শুনা পাছে যেন সিটো স্ত্রীৰ নির্গতালি ।
কটাক্ষে বুলিলা কৃষ্ণে সুবুজি গুৱালী ॥
উঠিবাক লাগি তাই যায় কাচি পাৰি ।
দেখি অন্তর্দ্ধান ভৈলা তথাতে মুৰাৰি ॥ ১৩৭৮
কৃষ্ণ কান্ধ বগাইবাক যায় আতি প্ৰীতি ।
আগতে নেদেখৈ কৃষ্ণ ভৈলা কোন ভিতি ॥
থিয়য়ে মৰিল যেন ধাতু গৈল উৰি ।
কান্দিবে লাগিল পাছে পৃথিবীত পৰি ॥ ১৩৭৯
কৰৈ আৰ্ত্তৰাৱ আতি কৃষ্ণক নেদেখি ।
হা নাথ কৈক গৈলা আমাক উপেখি ॥
তোমাৰেসে দাসী মই জানা নাৰায়ণ ।
অনাথৰ নাথ মোক দিয়া দৰিশন ॥ ১৩৮০
কৰি দৰ্প দিন দুপৰতে চক্ষু খাইলো ।
তুমি হেন প্ৰভুক হাততে হেৰুৱাইলো ॥
আচৰিলো দ্রোহ মই কুল ক্ষেলিঙ্কাৰী ।
ক্ষমিয়োক প্ৰভু ভকতৰ ভয়হাৰী ॥ ১৩৮১
এহি বুলি মকমকি কান্দে গোপা পৰি ।
হা কৃষ্ণ কৃষ্ণ বুলি মাটিত বাগৰি ॥
কৃষ্ণক নেদেখি তাই মৰৈ হিয়াপুৰি ।
সেহি বেলা গোপা সবে যায় খোজ গুৰি ॥ ১৩৮২
সমীপতে দেখৈ স্ত্রী কান্দে পাৰি গেৰি ।
কি ভৈল বুলিয়া পাছে পুছে সবে বেঢ়ি ॥
কৈক গৈলা কহ প্ৰাণ কৃষ্ণৰ বৃতান্ত ।
আখি মুচি দিলা তাই সম্বুকি সিদ্ধান্ত ॥ ১৩৮৩
কিবা সোধ সখাসব ফুটে মোৰ প্ৰাণ ।
কৃষ্ণত সাধিবে মোৰ নাথাকিল মান ॥
কুশ কণ্টে বিন্ধিবাক নেদিলন্ত গাত ।
আলগাই তুলি মোক ফুৰাইলা কোলাত॥ ১৩৮৪
সেহি গৰ্ব্বে কিনো মই পাপী ভৈলো অন্ধ ।
দম্ভ কৰি কৃষ্ণৰো বগাইবে গৈলো কন্ধ ॥

এতেকতে কৃষ্ণে মোত চাড়িলন্ত প্ৰীতি ।
নাজানিলো সিটো প্ৰভু ভৈলা কোন ভিতি ॥ ১৩৮৫
পৰম বিস্ময় শুনি ভৈল সব গোপী ।
তাইকো লগে লৈয়া বিচাৰিলা পুনৰপি ॥
চন্দ্ৰৰ প্ৰকাশ মানে ফুৰিলেক চাই ।
নিৰৰ্ত্তিলা পাছে ঘোৰ অন্ধকাৰ পাই ॥ ১৩৮৬
কৃষ্ণতে অৰ্পিলা মন কৃষ্ণৰে আলাপ ।
কৃষ্ণ গুণ গায়া কৰৈ কৃষ্ণকে বিলাপ ॥
কৃষ্ণত নিৰাশা হুয়া গোপা নিৰন্তৰে ।
তথাপিতো গৃহক মনত নুসুমৰে ॥ ১৩৮৭
যৈত আছিলেক ক্ৰীড়ি কেশৱে সহিত ।
তুনাই কালিন্দীৰ সবে নামিলা বালিত ॥
বহল মণ্ডলাকাৰে হুয়া সবে শাৰী ।
কৃষ্ণক প্ৰাৰ্থিবে লৈলা যত গোপনাৰী ॥ ১৩৮৮
কৃষ্ণক দেখিতে আতি উত্ৰাৱল চিত্তে ।
দশোদিশে পূৰিবে লাগিলা কৃষ্ণ গীতে ॥
কৃষ্ণ পদ-পঙ্কজে নিবিড় কৰি মন ।
বোলা ৰাম ৰাম সবে সমাজিক জন ॥ ১৩৮৯

---

গোপীসকলৰ কৃষ্ণ-স্তুতি

দুলড়ী

শুক নিগদতি শুনিয়ো নৃপতি
গাইল গোপী যেন গীত ।
কৃষ্ণৰ চৰণ পঙ্কজক আতি
নিবিড় কৰিয়া চিত্ত ॥

কৃষ্ণত নিৰাশা হুয়া আতি সবে
বালিতে নামি ছুনাই ।
কৃষ্ণ দৰশন মনে গীত গাৱে
কৃষ্ণৰ গুণ বৰ্ণাই ॥ ১৩৯০
হে কৃষ্ণ তযু জনম নিমিত্তে
গোকুল বাঢ়ে সম্পদ্মে ।
লক্ষ্মীয়ো সাক্ষাতে ব্ৰজত বঞ্চন্ত
সুখে আছে সৰ্ব্বজনে ॥
তোমাতেসে প্ৰাণ সুম্পি গোপীচয়
চাই ফুৰো দশোদিশ ।
গুচোক নিকাৰ প্ৰাণৰ বল্লভ
দেখা দিয়া জগদীশ ॥ ১৩৯১
শৰত কালৰ বিকাশ পদ্মৰ
উদৰৰ শ্ৰীক নিন্দে ।
হেনয় নেত্ৰৰ কটাক্ষে আমাক
মাৰিছা তুমি গোবিন্দে ॥
নিকিনিলা দাসী ভজিলোহো আসি
গীততে হুয়া দগধ ।
কটাক্ষে মাৰিলে বধ নলাগয়
অস্ত্ৰে কাটিলেসে বধ ॥ ১৩৯২
বিষময় জল অঘ পূতনাত
ৰাখিলা বৃষ্টিতো হন্তে ।
চক্ৰবাত বন বহ্নি আনো ভয়
তৰিলা তুমি অনন্তে ॥
আবে কেনে তুমি মদনৰ হাতে
আমাক মৰয়া স্বামী ।
তোমাৰ চৰণ যেবে দেখা পাওঁ
পুনৰপি জীওঁ আমি ॥ ১৩৯৩
তুহিকা যশোদা নন্দন গোবিন্দ
নিশ্চয় বুলিলো বাক ।
তুমি সমস্তৰে বুদ্ধি সাক্ষি সখী
প্ৰাৰ্থিলা ব্ৰহ্মা তোমাক ॥

জগত ৰাখিবে লাগি যদুকুলে
আপুনি ভৈলা উদিত ।
শুনা মহাভাগ ভকতক ত্যাগ
তোমাৰ নুহি উচিত ॥ ১৩৯৪
বিনাশৈ সংসাৰ ভয় ভকতৰ
পূৰৈ মনোৰথ যত ।
হেন হস্ত পদ্ম আনি প্ৰাণনাথ
দিয়োক আসি শিৰত ॥
হে ব্ৰজজন দুখহাৰী হৰি
আমি কিঙ্কৰীক ভজ ।
মোহন হসিত কটাক্ষ সহিত
দেখায়ো মুখ পঙ্কজ ॥ ১৩৯৫
সমস্ত প্ৰাণীৰ পাপ হৰৈ যিটো
আছিল কালীৰ ফণে ।
কামক মৰ্দ্দিয়া হেন পাদ-পদ্ম
অৰ্পিয়ো আমাৰ তনে ॥
পঙ্কজ লোচন দেখায়ো তোমাৰ
মৰো হেৰা সবে দাসী ।
মধুৰ বচনে অধৰ অমৃতে
আমাক জীয়ায়ো আসি ॥ ১৩৯৬
তযু কথামৃতে দগ্ধকো জীয়াৱৈ
শ্ৰৱণে দেই মুকুতি ।
সকাম কৰ্ম্মক আতি নিৰৰ্ত্তাৱৈ
জ্ঞানী কৰৈ তাক তুতি ॥
যিটো জনে সদা হেন কথা কৰৈ
সিসে দান দেই জীৱ ।
ভৈলোহো হেনয় সুহৃদে বঞ্চিত
দেখা দিয়া সদাশিৱ ॥ ১৩৯৭
শুনিয়ো কপটী সঙ্কেত আলাপ
মুগুচৈ আউৰ হিয়াৰ ।
তোমাৰ সদয় হাস্য দৰশন
মুহিল মন আমাৰ ॥

তোমাকেসে লাগি মৰো গোপীগণ
স্নেহে বিয়াকুল মতি ।
তুমি পুনু প্ৰভু কপট আচৰা
আমাত কোন যুগুতি ॥ ১৩৯৮
ব্ৰজ হন্তে ধেনু চাৰিবাক যাহা
আমাৰ মনে আসুখ ।
জানো পাদ-পদ্মে তৃণ শিলা লাগি
প্ৰাণনাথ পান্ত দুখ ॥
তোমাৰ চিন্তায়ে দিন বহি যায়
গোধূলি গোপাল আসি ।
অলকা আবৃত গোৰজে ৰঞ্জিত
দেখাৱা মুখ প্ৰকাশি ॥ ১৩৯৯
পুনু পুনু দেখাই বদন পঙ্কজ
মনত অৰ্পা মদন ।
তোমাৰ সঙ্গতি নপাই দুখে ৰাতি
জাগিয়া চিন্তো চৰণ ॥
আমাৰ হৃদয় জানি কৃপাময়
এৰিয়ো কপট মতি ।
দিয়া দৰিশন তোমাৰ চৰণ
বিনে নাহি আন গতি ॥ ১৪০০
যিটো পাদ-পদ্ম ব্ৰহ্মায়ো অৰ্চ্চন্ত
স্মৰণে বিপদ হৰৈ ।
ভূমিৰো ভূষণ ভকত জনৰো
সবে মনোৰথ পূৰৈ ॥
সেৱা সময়তো আতি সুখতম
মুনিয়ো থাকৈ আৱাধি ।
আমাৰ তনত তাক অৰ্পিয়োক
গুচোক মদন ব্যাধি ॥ ১৪০১

---

ছবি

পৰম মোহন বংশী যাক চুম্বি তোলৈ নাদ
বঢ়ায়য় সম্যকে সুৰতি ।
মহা মহা সাৰ্ব্বভৌম ৰাজাৰো সুখক লাগি
যাক দেখি নযায় আউৰ মতি ॥
লোকৰ সমস্ত শোক দুখ ভয় বিনাশয়
দৰশন মাত্ৰকতে যাক ।
জগতৰে মনোনীত হেনয় অধৰমৃত
দিয়া আসি জীয়ায়ো আমাক ॥ ১৪০২
কান্দিয়া কাৰ্পুণ্য কৰি গোপীগণে গাৱৈ গীত
কিয় নেদেখৱা নাথ মুখ ।
তযু দৰশন পাই পৰম আনন্দ মন
ক্ষেণেক নেদেখি মিলৈ দুখ ॥
এতেকেসে আমি আসি যোগিনী সন্যাসী যেন
সব তেজি ভজিলো তোমাক ।
জানি দৰশন দিয়া কিনো বজ্ৰে বান্ধে হিয়া
কোন সতে তেজিলা আমাক ॥ ১৪০৩
যেবে দিন ভৈল প্ৰভু বৃন্দাবনে চলি যাহা
তোমাৰ নেদেখো আমি মুখ ।
হওঁ অচেতন প্ৰায় অৰ্দ্ধক্ষণে যুগ যায়
আসি মিলৈ মনে মহাদুখ ॥
সন্ধ্যা সময়ত নাথ তোমাৰ শ্ৰীমুখ দেখি
এবাওঁ যেবে দিৱসৰ ক্লেশ ।
তাহাতো বিৰোধ কৰি কিনো মন্দ ব্ৰহ্মা আনি
স্ৰজিলন্ত চক্ষুত নিমেষ ॥ ১৪০৪
তযু গীতে আতি মন মুহিলেক পতি পুত্ৰ
ভাতৃকো কৰিলো পৰিহাৰ ।
সাধিবা আমাৰ গতি হেন জানি প্ৰাণপতি
লৈলো আসি সমীপ তোমাৰ ॥

তুমি বিনা আছে আউৰ ধূৰ্ত্ত কোনে মাতি আনি
নিশাত তেজিব নাৰীগণ।
তোমাৰ নাপায়া লাগ হৃদয়ত ৰোগ বাঢ়ে
গুচাই তাক দিয়া দৰিশন ॥ ১৪০৫
তোমাৰ হসিত মুখ কটাক্ষ দৃষ্টিকো সিটো
সুমৰন্তে ৰহস্য আলাপ।
সিটো মহা উৰুস্থল দেখি চিত উত্ৰাৱল
দুনাই দুনাই মনে মিলৈ তাপ ॥
ব্ৰজ দুখ হৰিবাক ভৈলা অৱতাৰ তুমি
আমাৰ কিসক লৱা বধ।
হৃদয়ত যিটো ব্যাধি বাঢ়ে আবে প্ৰাণপ্ৰভু
জানা তাৰ তুমিসে ঔষধ ॥ ১৪০৬
হে প্ৰভু তযু যিটো চৰণ পঙ্কজ যুগ
পৰম কোমল সুকুমাৰ।
জানো দুখ পান্ত বুলি লাসে লাসে ধৰো তুলি
কঠিন তনত আমাসাৰ ॥
হেনয় চৰণে কেনে ফুৰা বিজু বনে বনে
শিলা খোলা লাগি পীড়া কৰৈ।
আকে সুমৰন্তে মৰো এতেক বোলন্তে প্ৰেম
লোতক নেত্ৰৰপৰা ঝৰৈ ॥ ১৪০৭
এহিমতে কৃষ্ণ গুণ গাৱন্তে গাৱন্তে আতি
উপজিল মহা প্ৰেম ভাৱ।
কৃষ্ণতে পশিল প্ৰাণ নাহিকৈ চেতন জ্ঞান
কৃষ্ণ কৃষ্ণ বুলি পাৰৈ ৰাৱ ॥
কতো কতো গোপীগণে কৃষ্ণক আলিঙ্গি মনে
পৰি থাকৈ আনন্দে নিচুকি।
কেশৱক সুমৰিয়া ধৰিবে নপাৰৈ হিয়া
কৃষ্ণ কৃষ্ণ বুলি দেই উকি ॥ ১৪০৮
হা কৃষ্ণ প্ৰাণনাথ বুলি চপৰায়া মাথ
মকমকি কান্দে কতো পৰি।
কৃষ্ণৰ বিৰহে দহে ধাৰাৱে লোতক বহে
কতো ফুৰৈ আতিত বাগৰি ॥
যমুনাৰ বালি বেঢ়ি কৃষ্ণ বুলি পাৰৈ গেৰি
গগন লজ্জিল সিটো ধ্বনি।
সমস্ত সমাজে ঢাকি হৰি হৰি বোলা ডাকি
পাতকত লাগোক অগনি ॥ ১৪০৯

---

কালিন্দীৰ উপকূলত শ্ৰীকৃষ্ণৰ লগত
গোপীসকলৰ পুনৰ্ম্মিলন

**পদ**

শুক নিগদতি পাছে শুনিয়ো নৃপতি।
দেখিয়া গোপীৰ সিটো সপ্ৰেম ভকতি ॥
দ্ৰৱ ভৈল চিত আতি গোপালো বিহ্বল।
প্ৰেমত মজিল যেন নয়ন সজল ॥ ১৪১০
ভকতৰ দুখ দেখি নসহে হৃদয়।
আতি আথে বেথে আসি কৃষ্ণ কৃপাময় ॥
আনন্দ বঢ়ায়া গোপীগণৰ মাজত।
পৰম মোহন মূৰ্ত্তি ভৈলন্ত বেকত ॥ ১৪১১
হাসো হাসো কৰে আতি বদন কমল।
অৰুণ পঙ্কজ জ্যোতি নয়ন যুগল ॥
তিল ফুল সম নাসা ৰাতুল অধৰ।
কুন্দ কৰি সম দন্ত পান্তি মনোহৰ ॥ ১৪১২
কপালে তিলক জলে অলকাৰ পান্তি।
মণিময় মুকুট মস্তকে কৰৈ কান্তি ॥
আকুঞ্চিত কেশ চূড়া মণিয়ে উজ্জ্বল।
মকৰ কুণ্ডলে জিকিমিকি গণ্ডস্থল ॥ ১৪১৩
ৰুচিকৰ কৰ্ণ দুই সম সুৰলিত।
মনোহৰ কম্বু-কণ্ঠ কৌস্তুভে শোভিত ॥
আজানুলম্বিত ভুজ কেয়ুৰে বলয়।
কঙ্কণে ৰঞ্জিত কৰ নৱ কিসলয় ॥ ১৪১৪
সুদীৰ্ঘ আঙুলি নখচন্দ্ৰ দেখি তুষ্টি।
ৰত্নে জাতিকাৰ তাতে সোণাৰ আঙুঠি ॥

বহল হৃদয়ে শোভে মুকুতাৰ হাৰ।
জিকিমিকি কৰৈ জিলিমিলি পেচন্দাৰ ॥ ১৪১৫
নীলতনু পীত বস্ত্রে আতি কান্তি কৰে।
সজল মেঘত যেন বিজুলি সঞ্চৰে ॥
পীত উত্তৰীয় উৰে কটিত মেখলা।
আপাদলম্বিত গলে পঙ্কজৰ মালা ॥ ১৪১৬
আৰকত তিনি ৰেখা শোভিত উদৰ।
আতি প্রকাশিত পদ্ম নাভি সৰোবৰ ॥
চাৰু উৰু জঙ্ঘাযুগ জন-মনোনীত।
অভিনৱ পীত ভুণি লোটয় মাটিত ॥ ১৪১৭
ৰত্নে বিৰচিত জলে জঙ্ঘাত হোড়ৰ।
পাদ-পদ্ম দুখানিক দেখি মনোহৰ ॥
সোণাৰ নুপুৰ তাতে ৰুণ-ঝুণ বাজে।
ৰত্নৰ উঝন্টি দশো আঙ্গুলিৰ মাজে ॥ ১৪১৮
আৰকত নখ চন্দ্রচয় কৰৈ কান্তি।
যাক দৰশনে হৰে তাপ উপশান্তি ॥
পদতল দুতয় ৰাতুল সুকোমল।
শোভে ধ্বজ বজ্র যৱ অঙ্কুশ কমল ॥ ১৪১৯
ত্রিভঙ্গ ললিত অঙ্গ বেণু কৰতলে।
উচ্চায়া পঞ্চম গান্ত বদন কমলে ॥
ৰন্ধ্র মধ্যে কোমল আঙ্গুলিচয় চালি।
ভুবন ভুলায়া ৰূপে শোভে বনমালী ॥ ১৪২০
হেন সুকুমাৰ মূৰ্ত্তি ভৈলন্ত বিদিত।
যেন একেবাৰে কোটি চন্দ্রমা উদিত ॥
শৰীৰৰ কান্তি প্রকাশন্ত বৃন্দাবন।
দেখিতে মোহিত হৰৈ মদনৰো মন ॥ ১৪২১
সাক্ষাতে দেখিয়া গোপীসব সচকিত।
দুৰ ভৈল সন্তাপ শীতল তনু চিত ॥
প্রাণ পাইলে হৰৈ যেন তনুৰ উল্লাস।
এৰাইল মদন-ব্যাধি বদন প্রকাশ ॥ ১৪২২
জীলো জীলো বুলি একেদাৰে সবে উঠি।
আথে বেথে কৃষ্ণক ধৰিল মহাতুষ্টি ॥
চৰণত পৰৈ কতো প্রাণ বন্ধু বুলি।
হাতত ধৰিয়া কতো ধৰে মাথে তুলি ॥ ১৪২৩
কট মট কৰি কতো ধৰৈ বাহু কান্ধে।
কতো গোপী গৈয়া মোহ হুয়া গলে বান্ধে ॥
আউৰ কৈক যাইবা বুলি কতো কতো বেঢ়ে।
কঙ্কালত আঙ্কোৰালি ধৰি কতো নেৰে ॥ ১৪২৪
চৰণত ধৰিয়া বিনয় বোলৈ বাক।
কৈতনো আছিলা নাথ তেজিয়া আমাক ॥
তোমাক নাপায়া মৰো বিৰহতে আমি।
হেনো কি দাৰুণ কৰ্ম্ম আচৰিলা তুমি ॥ ১৪২৫
পৰম ভকতি কতো কৃতাঞ্জলি কৰি।
থাকিল কৃষ্ণৰ হস্ত-পঙ্কজত ধৰি ॥
আগ হুয়া কতো চোবা লৰৈ হাত পাতি।
চক্ষু পকাই চাৰৈ কতো কৰি মুখ কাতি ॥ ১৪২৬
মদনে মৰ্দ্দয় কতো গোপিকাৰ মন।
তনত অৰ্পয় তুলি কৃষ্ণৰ চৰণ ॥
চিতক আকুল আতি কৰৈ প্রেমৰসে।
ধ্বজ বজ্র পঙ্কজক হৃদয়ত ঘসে ॥ ১৪২৭
এক দৃষ্টি কৰি কতো কতো গোপীগণে।
মুখ-পঙ্কজক পিয়ে তবধ নয়নে ॥
নাহিকৈ তৃপিতি যদি পিয়ন্ত সততে।
কৃষ্ণৰ চৰণ যেন চিন্তন্ত ভকতে ॥ ১৪২৮
নেত্রে চাই কতো জনী নিয়া হৃদয়ক।
কৃষ্ণক চিন্তিয়া ভৈল সৰ্ব্বাঙ্গে পুলক ॥
বহৰে আনন্দে নয়নৰ নীৰ ঝৰি।
মহাযোগী জনে যেন থাকৈ ধ্যান ধৰি ॥ ১৪২৯
এহিমতে কৃষ্ণক চাহান্তে গোপীগণ।
বাঢ়ি গৈল উৎসৱ শীতল তনু মন ॥
এৰাইল বিৰহ তাপ আনন্দে ভৰিল।
ভকতক পায়া যেন সংসাৰী তৰিল ॥ ১৪৩০
শোক এৰি গোপীগণে বেঢ়িলে চৌভিতি।
মধ্যত কৰন্ত কৃষ্ণে অধিকে দীপিতি ॥

আন নভাসয় আখি মাধৱক এৰি ।
যেন মেঘ খণ্ডক বিদ্যুতে আছে বেঢ়ি ॥ ১৪৩১
সবাকো কৃপায়ে কৃষ্ণে বুলিলা আশ্বাস ।
চাহিলা সদয় দৃষ্টি কৰি কৰি অল্পহাস ॥
কৃষ্ণৰ কটাক্ষে যেন সিঞ্চিল অমৃত ।
গুচিল বিৰহ সবে ভৈল কৃত্যকৃত্য ॥ ১৪৩২
পাছে সবে গোপিকাক লৈয়া বনমালী ।
আনন্দে নামিলা গৈয়া যমুনাৰ বালি ॥
বিচিত্র বালুকা তুলি সম সুকোমল ।
চতুৰ্ভিতি জলবায়ু লাগি সুশীতল ॥ ১৪৩৩
পুষ্পৰ সুৰভি আমোদিত সৰ্ব্বক্ষণ ।
সদায় বসন্ত বহে মলয় পৱন ॥
পুষ্পিত মন্দাৰ কুন্দ গন্ধে হুয়া ভোল ।
মধুমত্ত অনেক ভ্ৰমৰে কৰৈ ৰোল ॥ ১৪৩৪
কোকিলৰ কুহু কুহু ধ্বনি সুললিত ।
শৰত চন্দ্ৰৰ কান্তি আতি প্ৰকাশিত ॥
পদ্মবনে জলচৰ পক্ষীৰ আৰাৱে ।
মনত উৎসাহ মিলৈ মদন বঢ়াৱে ॥ ১৪৩৫
প্ৰবেশিল আসি হেন যমুনাৰ বালি ।
চিত্তত সন্তোষে পাছে সমস্তে গুৱালী ॥
বসিল তথাতে মাধৱক মধ্য কৰি ।
ভৈল পূৰ্ণকাম সবে সন্তাপ নিস্তৰি ॥ ১৪৩৬
প্ৰাণবন্ধু মাধৱক কৰিয়া সম্মান ।
আঞ্চল পাতিয়া দিল বসিবাক থান ॥
বসিলন্ত তাতে অন্তৰ্য্যামী হৃষীকেশ ।
ত্ৰিভুৱন মোহন সুন্দৰ ধৰি বেশ ॥ ১৪৩৭
কৰিল শুশ্ৰূষা গোপী সবো মান্য ধৰি ।
কতো লৈয়া কোলাত কৃষ্ণৰ জাস্তে ভৰি ॥
কান্ধত বাহুক থৈয়া কতোজনী বসে ।
কতো লীলা কটাক্ষে চাহান্তে প্ৰেমবশে ॥ ১৪৩৮
কতো গোপী কৃষ্ণৰ কুবাবে [illegible]
কতো জনী জোখায়ম কৰ্পূৰ [illegible]

কতো কতো শীতল সুৰভি ফুল সিঞ্চে ।
কোমল পল্লৱ লৈয়া কতোজনী বিঞ্চে ॥ ১৪৩৯
কতোহো সাৰটি পিঠি পাছে বসি যায় ।
আপুনাৰ গাৰত কৃষ্ণক আৱজাই ॥
কতো উৰু জঙ্ঘাক মৰ্দ্দয় লাসে লাসে ।
এহিমতে মাধৱক চৌপাশে উপাসে ॥ ১৪৪০
প্ৰকাশিলা কৃষ্ণ দিব্য ৰূপক দেখাই ।
ত্ৰৈলোক্যৰ কান্তি যেন ভৈল এক ঠাই ॥
কৃষ্ণক নিৰেখি পাছে সবে গোপনাৰী ।
সুধিবে লাগিলা অন্যো অন্যো চক্ষু ঠাৰি ॥ ১৪৪১
কঠিন হৃদয় এন্ত কৃষ্ণ যেনমত ।
আহান মুখত আজি কৰিবো বেকত ॥
এহিবুলি ছলবাদ কৰি সোধে কথা ।
গুচোক সংশয় কৃষ্ণ কৈয়ো ইটো কথা ॥ ১৪৪২
কতো কতো মনুষ্যৰ দেখি ব্যৱহাৰ ।
উপকাৰী জনকেসে কৰৈ উপকাৰ ॥
কতো সাধু সৱে উপকাৰকো নচাৰে ।
কৰৈ উপকাৰ সমস্তকে সমভাৱে ॥ ১৪৪৩
উপকাৰী উদাসীন দুইতো নেদৈ মতি ।
সিটো কোন জন তাক কহিয়ো সম্প্ৰতি ॥
এহি বুলি সোধৈ কথা মাধৱক চাই ।
দিলন্ত উত্তৰ কৃষ্ণে বুজি অভিপ্ৰায় ॥ ১৪৪৪
শুনা সখাসব আবে বচন আমাৰ ।
যিটো উপকাৰীকেসে কৰৈ উপকাৰ ॥
সুহৃদা সুহিকৈ তাৰ নাহি একো ধৰ্ম্ম ।
আপুনাৰ অৰ্থে মাত্ৰ কৰৈ সিটো কৰ্ম্ম ॥ ১৪৪৫
উপকাৰ নাচাই যিটো কৰৈ উপকাৰ ।
সিসে সাধুজন মহা ধৰ্ম্ম সিদ্ধি তাৰ ॥
উপকাৰী উদাসীন দুইতো নেদৈ মন ।
আছে চাৰিবিধ শুনা তাহাৰো লক্ষণ ॥ ১৪৪৬
যিটো মহা ব্ৰহ্মজ্ঞানী দেখৈ সবে মিছা ।
যি জন আপুনি পূৰ্ণভোগে নাহি ইচ্ছা ॥

যিটো গুৰু দ্রোহী আউৰ একোয়ে নমানৈ।
যিটো মহা মূঢ় দোষ গুণক নজানৈ ॥ ১৪৪৭
কাহাকো নভজে এহি চাৰিবিধ জন।
কহিলো নিশ্চয় তোমাসাত গোপীগণ ॥
কৃষ্ণৰ বচন পাছে শুনি সবে সখী।
মুখ জপাই হাসে অন্যো অন্যক নিৰেখি ॥ ১৪৪৮
দেখিয়া বোলন্ত কৃষ্ণে ভুনাই বুজি কাজ।
শুনা সখীসকল চাৰিতো মই বাজ ॥
ভকতেসে সুহৃদ ভকতে মোৰ প্রাণ।
যিহেতু নেদিলো লাগ শুনিয়ো নিদান ॥ ১৪৪৯
নাপাই মোক মনত চিন্তোক সর্ব্বক্ষণে।
নেদো দেখা ভকতক এহিসে কাৰণে ॥
যেন ধনী বিহ্বল ধনক হেৰুৱাই।
ধনকেসে চিন্তে ভাত পানীকো নখাই ॥ ১৪৫০
সেহিমতে তুমিসবো মোৰ অৰ্থে আতি।
এৰিলাহা বেদ ধৰ্ম্ম পতি পুত্র জ্ঞাতি ॥
আমাতেসে কৰা সবে স্নেহ বিপৰীত।
হেনো জানা আৰো মোৰ এৰিবাক চিত ॥১৪৫১
কিন্তু তোমাসাৰ প্রেম ভকতি বঢ়াই।
কীৰ্ত্তন শুনিয়া ফুৰো পাছতে লুকাই ॥
নকৰা অসূয়া সখীসব নিষ্ট জানি।
ইকথা থাকোক আবো শুনা সত্যবাণী ॥ ১৪৫২
দুস্ত্যজ গৃহৰ সবে এৰি আশা বন্ধ।
ভজিলা আমাক কৰি পৰম প্রবন্ধ ॥
কৰিলাহা বশ্য মোক ভৈলোহো অধীন।
সুজিবে নুপাৰো চিৰকালে ইটো ঋণ ॥ ১৪৫৩
কহো পৰমাৰ্থ কথা নোবোলা উথন্দি।
তোমাসাৰ প্রেম ভকতিত ভৈলো বন্দি ॥
যেবে সবে স্নেহত আপুনি এৰা দাই।
তেবেসে নিৰ্দ্ধাৰী হওঁ ঋণ সুজা যায় ॥ ১৪৫৪
এহিবুলি উঠি কৃষ্ণে চাপি পাছে পাশ।
গাৱে গাৱে গোপিকাক কৰিলা আশ্বাস ॥
মোক লাগি এৰা কষ্ট আবে সৱে সখী।
নসহে হৃদয় তোমাসাৰ দুখ দেখি ॥ ১৪৫৫
ফুৰন্ত মুখক মাজি আপুনাৰ হাতে।
কাহাকো সাৰটি ধৰি বৈসান্ত কোলাতে ॥
সদয় নয়নে কাকো হাস্য কৰি চান্ত।
এৰা অপৰাধ বুলি কতো চুমা খান্ত ॥ ১৪৫৬
কৃষ্ণৰ সম্মানে সবে উল্লসিল চিতে।
গুচিল বিৰহ তাপ বচন অমৃতে ॥
আনন্দে স্বৰ্গক যেন পাইল হাত মেলি।
কৰিবে লাগিলা বেঢ়ি কেশৱৰ কেলি ॥ ১৪৫৭
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজন।
কেতিক্ষণ পৰা পৰৈ অথিৰ জীৱন ॥
কলিত কীৰ্ত্তন বিনে নাহি আন গতি।
বোলা ৰাম ৰাম সবে থিৰ কৰি মতি ॥ ১৪৫৮

---

শ্রীকৃষ্ণৰ ৰাসলীলা

ছবি

শুক নিগদতি শুনিয়ো নৃপতি
গুচাই গোপিকাৰ পীড়া।
বাক্যে ৰঞ্জি চিত গোবিন্দে তহিত
আৰম্ভিলা ৰাসক্রীড়া ॥
হাস পৰিহাসে মদন বিলাসে
কৰিয়া অনেক ৰঙ্গ।
কাহাৰো স্তনত নখে ক্ষত কৰি
গোবিন্দে বঢ়ান্ত ৰঙ্গ ॥ ১৪৫৯
কাকো সুকুমাৰি বস্ত্র লৈয়া কাঢ়ি
কাকো সাৰন্তে বুকে।
কাকো কামে চান্ত কাকো চুমা খান্ত
কৰিয়া কেলি উৎসুকে ॥

কৃষ্ণৰ সম্মান পায়া গোপীসবো
কৰিলা কাম বিলাস।
কৃষ্ণক আৱৰি দশে পাঞ্চে ধৰি
কাঢ়ি লৱৈ পীতবাস॥ ১৪৬০
কতো হাসি বংশী নেই কাঢ়ি কতো
কঙ্কণ কুণ্ডল লৱে।
হুয়া কুজ্জি মুজ্জি পাছে পাছে খুজ্জি
ফুৰন্ত হাসি মাধৱে॥
আবে গোপজায়া কৰা মোক দায়া
পূৰিবো সবাৰো মন।
কৃষ্ণৰ বিনয় হাসি গোপী পাছে
পিন্ধাৱৈ বস্ত্ৰ ভুষণ॥ ১৪৬১
অনন্তৰে হৰি বুলিলা সাদৰি
গোপীৰ উৎসৱ দেখি।
মোকো লৈয়া সঙ্গে ৰাসকেলি ৰঙ্গে
কৰা আবে সবে সখী॥
এহি বুলি হৰি আনি হাতে ধৰি
সমস্তে গোপৰ নাৰী।
বালিক বেঢ়িয়া মণ্ডল আকাৰে
গোপীক কৰিলা শাৰী॥ ১৪৬২
যতেক গোপিকা কৃষ্ণো ততো হুয়া
আপুনি মায়াৰ বলে।
মেলিয়া বাহুক স্নেহত গোপীক
আলিঙ্গি ধৰিলা গলে॥
দোধো গোপী মাজে প্ৰবেশি পৰম
মোহন ৰূপে মাধৱ।
আতি দিব্য কাছে প্ৰবৰ্ত্তাইলা পাছে
ৰাস-ক্ৰীড়া মহোৎসৱ॥ ১৪৬৩
সবেয়ো বোলয় মোকেসে আলিঙ্গি
আছন্ত স্বামী মুৰাৰি।
মদন প্ৰকাশে পৰম উল্লাসে
কৰৈ নৃত্য গোপনাৰী॥

আনন্দে নধৰে হৃদয় সদয়
নয়নে কৃষ্ণক চাই।
কৰ চৰণক চলায়া চলায়া
প্ৰেমে গুণ-গীত গাই॥ ১৪৬৪
বলয়া কঙ্কণ কৰে ৰণঝণ
ঝণকে বাজে কিঙ্কিণী।
নুপুৰে ঝনকে চলয় ঠমকে
কৃষ্ণৰ সঙ্গে গোপিনী॥
অসংখ্য গোপীৰ অলঙ্কাৰ ধ্বনি
গীতৰ তুম্বুল ৰোল।
অমৃত বৰিষে উথলি হৰিসে
স্বৰ্গৰ লজ্জিলে কোল॥ ১৪৬৫
শুনিয়া সভাৰ্য্যে আসিল আনন্দে
যতেক দেৱতা মানে।
আকাশ যুড়িয়া ৰঙ্গ চাহি ৰৈল
অনেক কোটি বিমানে॥
কৰি পুষ্প বৃষ্টি চাৱৈ একদৃষ্টি
দুন্দুভি শবদ বাৱে।
প্ৰধান গন্ধৰ্ব্বে অপেশ্বৰা সঙ্গে
কৃষ্ণৰ জয়ক গাৱে॥ ১৪৬৬
আনন্দে মৃদঙ্গ ৰঙ্গে বজাৱয়
তাল কৰতাল ঠুকি।
তাৰ চেৱ লৈই আলিঙ্গি কৃষ্ণক
গোপিনী নাচে উৎসুকি॥
মধ্যে মধ্যে কৃষ্ণ প্ৰকাশ কৰন্ত
গোপীৰ অঙ্গ সঙ্গত।
সুবৰ্ণ মণিৰ মাজে মাজে যেন
জলৈ মহা মৰকত॥ ১৪৬৭
মদন উৎসৱে নাচৈ কৃষ্ণ সঙ্গে
আনন্দে গোপিনী জাক।
নানা ভঙ্গি ভাৱে চৰণ চলাৱে
ফুৰন্তে মণ্ডলি পাক॥

হাতকো কৌতুকে ভুলি নচুৱাৰৈ
কৰি আতি লয়লাস।
কটাক্ষে নিৰেখি ভ্ৰূযুগ ক্ষেপি
লীলায়ে তোলন্ত হাস ॥ ১৪৬৮
জল মল কৰৈ মকৰ কুণ্ডল
গণ্ড স্থলে আতি পৰৈ।
ডম্বৰু কঙ্কাল বুলন্তে হালয়
তনৰো বসন লৰৈ ॥
কাঞ্চুলি মেখলা নাহি সাৱধান
শিথিল মেখলা বন্ধ।
সোলকয় খোপা খসৈ পুষ্প থোপা
নকৰৈ তাকো প্ৰৱন্ধ ॥ ১৪৬৯
মদনে উন্মত গোপিনী সমস্ত
তেজিল সংসাৰ দুখ।
কৃষ্ণতেসে চিত গাৱৈ গুণগীত
কৃষ্ণৰ নিৰেখি মুখ ॥
বদন কমলে ঘৰ্ম্ম বিন্দু জলে
আতিশয় সবে শোভে।
বেঢ়িয়া গুঞ্জৰে অসংখ্য ভ্ৰমৰে
গাৱৰ সুৰভি লোভে ॥ ১৪৭০
কৃষ্ণৰ অসংখ্য মূৰ্ত্তি জলৈ যেন
সজল মেঘ আনয়।
প্ৰকাশে বিজুলি তাতে যেন সবে
গৌৰাঙ্গী গোপিকাচয় ॥
গুণ-গীত ভৈল মেঘৰ গৰ্জ্জনি
বৃষ্টি জল ভৈল ঘাম।
বৈজয়ন্তী মালা ইন্দ্ৰধেনু ভৈল
এতেকে মেঘ উপাম ॥ ১৪৭১
পৰম প্ৰেমত গোপীৰ কণ্ঠত
কৃষ্ণে ধৰি বাহু মেলি।
গোপিকাৰ মন পূৰি নাৰায়ণ
কৰিলা মদন কেলি ॥

কৃষ্ণৰ সম্মান পায়া গোপিকাৰ
বাঢ়িল পৰম প্ৰীতি।
নানা ৰাগে ৰঞ্জি বিদিশ দিশক
পূৰিল কৃষ্ণৰ গীতি ॥ ১৪৭২
গোপীৰ লগত গোবিন্দো গাৱন্ত
পঞ্চম ৰাগ উচ্চাই।
দেৱৰো ৰমণী শুনি বিমানতে
কামবাণে মূৰ্চ্ছা যায় ॥
বলয়া বসন সোলকয় খোপা
পুষ্প খসি খসি পৰে।
চেতন লভিয়া স্বামীক দেখিয়া
পাছে লজ্জা হৰৈ বৰে ॥ ১৪৭৩
যত অপেশ্বৰা ভৈল যেন মৰা
গীততে চিত দগধ।
কামে ভৈল ভোল নাই মাত বোল
চাহান্তে চক্ষু তবধ ॥
সিদ্ধ বিদ্যাধৰ গন্ধৰ্ব্ব কিন্নৰ
সবেয়ো ভৈল মোহিত।
বুজিবে মুৰাৰৈ কিবা তাল স্বৰ
মাথা দোৱাই শুনৈ গীত ॥ ১৪৭৪

---

ছবি

ৰৰদোৱা নামে গ্ৰাম শস্যে মৎস্যে অনুপাম
লৌহিত্যৰ আতি অনুকূল।
সেহি মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
জ্ঞানে পুত্ৰ সূৰ্য্যবৰ মহা ৰবা লেখৰ
দানী মানী পৰম বিশিষ্ট।

যাৰ যশ এভো জলৈ জয়ন্ত মাধৱদলৈ
দুই ভাই যাহাৰ কনিষ্ট ॥ ১৪৭৫
তানে পুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে সুত শিশুমতি কৃষ্ণ পাৰে কৰি নতি
বিৰচিল শঙ্কৰে পয়াৰ ॥
শুনিয়োক বুধজন হুয়া সাৱধান মন
কৰযোড়ে বোলো তুতি বাক।
যেবে টীকা ভাষ্য চাই দেখা ইটো কথা নাই
নিন্দা তেবে কৰিবা আমাক ॥ ১৪৭৬
যিবা কিছো বঢ়া দেখা ইটো অপৰাধ এৰা
ব্যাসো দেন্ত কথাত ৰঞ্জন।
আনো মহা কবিচয় কাব্য ৰস নিৰন্ধয়
তাক নিন্দে কোন সাধুজন ॥
কৃষ্ণৰ কথায়ে আতি নচাৰে আচাৰ জাতি
মহা পাতকীৰো গতি কৰৈ।
আক যিটো মূঢ়ে বাধে দুৰ্যোৰ নৰক সাধে
যেন আত্মাঘাত কৰি মৰৈ ॥ ১৪৭৭
শুনা সমাজিক জন কালে ধৰৈ কেতিক্ষণ
হাটে বাটে কৈত পৰৈ কায়া।
কৃষ্ণৰ ভকতি ধৰা মিছা মোৰ মোৰ কৰা
ইটো স্বপ্ন সম সবে মায়া ॥
ভাৰতে মনুষ্য তনু সেহুৰে নপাইৱা পুনু
মহা ভাগৱত শাস্ত্ৰে কয়।
কোটি কল্প অনন্তৰে জীৱে নৰ দেহ ধৰে
যদি থাকৈ পুণ্যৰ সঞ্চয় ॥ ১৪৭৮
পায়া আছা জন্ম যিটো দেৱৰ বাঞ্চনি ইটো
আক আবে ব্যৰ্থ কৰা কিক।
যত মহা যজ্ঞদান কোটি শত তীৰ্থ স্নান
হৰিনাম সবাতো অধিক ॥
এভো নলম্পজে মতি কলিত নামেসে গতি
হেন জানি এৰা আন কাম।
কেনে আপুনাক বঞ্চা অক্ষয় পুণ্যক সঞ্চা
ডাকি সবে বোলা ৰাম ৰাম ॥ ১৪৭৯

---

পদ

শুক নিগদতি ৰাজা শুনা পৰীক্ষিত।
আনন্দে নধৰে গোপী সমস্তৰে চিত ॥
এহিমতে নৃত্যে গীতে কৃষ্ণক তুষিল।
সাধু সাধু বুলিয়া মাধৱে প্ৰশংসিল ॥ ১৪৮০
তাসম্বাক কেশৱে কৰিয়া বহু মান।
উৎসৱ বঢ়ায়া দেন্ত আলিঙ্গন দান ॥
নাচন্তে গাৱন্তে আতি পীড়িল ভাগৱে।
গোপীৰো বৃত্তান্ত কথা শুনা আতপৰে ॥ ১৪৮১
কতো গোপী ভৈল কৃষ্ণ ক্ৰীড়াতে আকুল।
সোলকয় বলয় খোপাৰ খসে ফুল ॥
কৃষ্ণতে আৰজি জিৰাৱয় কৰি কেলি।
আতি প্ৰীতি কান্ধত ধৰিয়া বাহু মেলি ॥ ১৪৮২
কতো গোপনাৰীৰ নোহ্লাই মুখে মাত।
শ্ৰান্ত হুয়া শোৱৈ আসি কৃষ্ণৰ কোলাত ॥
দুই বাহু মেলি হৰি ধৰন্ত সাৱটি।
ফোফাই চক্ষু মুদি যেন আসিল ঘুমটি ॥ ১৪৮৩
কতো ৰতি ৰসে আতি সন্তোষিল কাম।
ভাগৱে পীড়িল গাৱে গোৱৈ বহে ঘাম ॥
শৰীৰত সিঞ্চি কৃষ্ণে সুশীতল জলে।
সাৱটি বিঞ্চন্ত ধৰি বস্ত্ৰৰ আঞ্চলে ॥ ১৪৮৪
কাহাকো আশ্বাস কৰি উকত বৈলাই।
বান্ধন্ত তুলিয়া খোপা কেশ উভতাই ॥
অমৃত শীতল হাতে শৰীৰক মাজি।
গোপিকাক গোপালে জোগান্ত ভুৱা সাজি ॥ ১৪৮৫
গাৱন্ত ঘষন্ত চাৰু অগুৰু চন্দন।
কৃষ্ণৰ আশ্বাসে বন্দ্ৰ ভৈল গোপীগণ ॥

পৰম উৎসাহে আতি আনন্দ হৃদয় ।
তুনাই সন্ধুকিয়া কেলি কৰৈ গোপীচয় ॥ ১৪৮৬
উৎপল তুগন্ধি কৃষ্ণবাহু কান্ধে লৈই ।
ঘনে ঘনে আনি গোপী ৰমনী শুঙ্গই ॥
ৰোমাঞ্চিত তনু আনন্দিত আতি মন ।
ভোল হুয়া দেই কৃষ্ণ বাহুত চুম্বন ॥ ১৪৮৭
নাচন্তে চলন্তে লৰৈ মকৰ কুণ্ডল ।
আৰে ৰশ্মি শোভিত কৃষ্ণৰ গণ্ডস্থল ॥
তাতে লগাই কতো গোপী পাতে মুখ আনি ।
নৃত্যৰ ভঙ্গিতে চোবা দেন্ত চক্রপাণি ॥ ১৪৮৮
নাচন্তে শবদ কৰে নূপুৰ মেখলা ।
মহাশ্রান্ত হুয়া কতো কতো গোপবালা ॥
কৃষ্ণ হস্ত-পঙ্কজ পৰম সুখকৰ ।
তাক ধৰি থৰৈ আনি তনৰ উপৰ ॥ ১৪৮৯
পৰম ঈশ্বৰ কৃষ্ণ লক্ষ্মীৰো বল্লভ ।
চৰণ-পঙ্কজ যিটো ব্রহ্মাৰো তুর্লভ ॥
অর্পয় তনত তাক আনি গোপীচয় ।
ভকতৰ বশ্য কিনো কৃষ্ণ কৃপাময় ॥ ১৪৯০
হৃদয়-পদ্মত যাক চিন্তে যোগীজন ।
হেন কৃষ্ণে কৰন্ত গোপীক আলিঙ্গন ॥
কণ্ঠত আছন্ত ধৰি বাহু তুই মেলি ।
পৰম উৎসুকে গোপী কৰৈ ৰাস কেলি ॥ ১৪৯১
অলকা পঙ্কতি চাৰু কর্ণ উতপলে ।
শোভৈ সবে বদন পঙ্কজ ঘর্ম্মজলে ॥
কৃষ্ণে সমে নাচে আতি উৎসুকে গোপিনী ।
বাজয় বলয়া বাদ্য নূপুৰ কিঙ্কিনী ॥ ১৪৯২
গোপাৰ নৃত্যৰ ভৈল ভৱি কৰতাল ।
বেঢ়িয়া গুঞ্জৰে যেন ভ্রমৰ গীতাল ॥
শিৰকো কম্পাৱৈ খসে খোপাৰো আকুল ।
ভুষ্ট হুয়া কেশে যেন বৰিষয় ফুল ॥ ১৪৯৩
অনন্তৰে গোবিন্দে নৃত্যৰ দেন্ত ভঙ্গি ।
কতো গোপিকাক লৈয়া ধৰন্ত আলিঙ্গি ॥
কেহো গোপিকাৰ কৰে পৰশন্ত স্তন ।
কটাক্ষে নিৰেখি কাকো কৰন্ত চুম্বন ॥ ১৪৯৪
কৰি পৰিহাস হৰি কতোহো চাহান্ত ।
কাঞ্চুলি গুচায়া উচ্চ কুচ বিচাৰন্ত ॥
কতো কণ্ঠে কণ্ঠে হিয়ে হিয়ে জড়াজড়ি ।
কৃষ্ণ অঙ্গ সঙ্গে ৰতিৰস যায় চড়ি ॥ ১৪৯৫
আপুন লাৱণ্য কলা কৌশল সুগন্ধি ।
সমস্তে গোপীত অর্পি ক্রীড়িলা প্ৰৱন্ধি ॥
নপাৰিলে গোপীগণে মুহিবে কৃষ্ণক ।
ছায়ায়ে সহিতে যেন উমলৈ বালক ॥ ১৪৯৬
কৃষ্ণৰ ক্রীড়াত বিমোহিত গোপবালা ।
খসৈ অলঙ্কাৰ কাৰো ছিণ্ডি পৰৈ মালা ॥
সোলকয় খোপা তাকো নবান্ধয় ভুলি ।
নসম্বৰে বস্ত্ৰ কাৰো কুচৰো কাঞ্চুলি ॥ ১৪৯৭
শৰীৰকো পাসৰিল কৃষ্ণৰ সংযোগে ।
ছিণ্ডি পৰৈ সাতসৰি সুৰতি সম্ভোগে ॥
সুলকি মেখলা নহুই কঙ্কালে মেখলা ।
ভৈল হাৰসাম্থি আতি যত গোপবালা ॥ ১৪৯৮
দেৱনাৰীগণো দেখি কেশৱৰ কেলি ।
মোহ হুয়া বিমানতে পৰে ঢলি ঢলি ॥
বিমুকুত কেশ নসম্বৰে উচ্চ কুচ ।
কামবাণে ফুটি ঘনে ঘনে যাই মুচ ॥ ১৪৯৯
ক্রীড়া দেখি চন্দ্রো ভৈলা বিমোহিত আতি ।
তস্তাইল বিমান সুপুহাই সিটো ৰাতি ॥
গ্রহগণো ৰহিল নচলে কাৰো ৰথ ।
দীর্ঘ নিশা পাই গোপী পূৰৈ মনোৰথ ॥ ১৫০০
যত গোপী তত কৃষ্ণ হুয়া কৰি ক্রীড়া ।
সমস্তে গুচাইলা গোপিকাৰ কামপীড়া ॥
যদ্যপি আপুনি পূর্ণ আনন্দ সম্পদে ।
লীলায়ে কৰিলা কেলি ভকতৰ পদে ॥ ১৫০১
একে স্ত্ৰী বনচৰী আৰো ব্যভিচাৰী ।
তাহাৰো অধীন ভৈলা ঈশ্বৰ মুৰাৰি ॥

নচায়ৈ অজাতি জাতি পাপী পুণ্যৱন্ত।
ভকতিতে বশ্য কিনো প্ৰভু ভগৱন্ত॥ ১৫০২
দুনাই ৰতি শ্ৰান্ত ভৈলা সমস্তে গোপিনী।
দেখি হস্ত-পদ্মে আতি গোপালে আপুনি॥
কৃপায়ে সবাৰে হৰি মাজিলন্ত মুখ।
মিলিল অনন্ত মহা মহোৎসৱ সুখ॥ ১৫০৩
কৃষ্ণক আৱৰি আসি ৰঙ্গে সবে সখী।
অমৃত সমান হাস্য কটাক্ষে নিৰেখি॥
কৰিল সৎকাৰ পূজা ৰঞ্জি আতি চিত।
অনুৰাগে গাইলা গোবিন্দৰ গুণ-গীত॥ ১৫০৪
তাসম্বাৰ শ্ৰম পাছে গুচাইবাক প্ৰতি।
লৈয়া সঙ্গে সিটো সবে গোপৰ যুৱতী॥
যমুনা জলত গৈয়া নামিলন্ত হৰি।
চৌভিতি ভ্ৰমৰে সেৰৈ বেঢ়িয়া আৱৰি॥ ১৫০৫
গোপী অঙ্গ ঘৰিষণে পৰম ক্ৰীড়াত।
কুচৰ কুঙ্কুম মানে লাগিল মালাত॥
নেৰ়ে মধুকৰে তাৰ গন্ধে হুয়া মত্ত।
ফুৰৈ গীত গাই যেন গন্ধৰ্ব্বে লগত॥ ১৫০৬
কৰন্ত লীলায়ে হৰি ক্ৰীড়া কতুহল।
বাহু ডাম্ফি মাৰি কতো উথালন্ত জল॥
গোপীগণ সঙ্গে ৰঙ্গে কৰি ঠেলা ঠেলি।
কৌতুকে কৰিলা যমুনাত জল কেলি॥ ১৫০৭
শ্ৰান্ত হুয়া যেন মহামত্ত গজৰাজে।
অনেক হস্তিনী লৈয়া ক্ৰীড়ে জল মাজে॥
সেহিমতে কৃষ্ণে বেদ মৰ্য্যাদাক এৰি।
গোপীগণ সহিতে কৰিলা জল খেড়ি॥ ১৫০৮
সিঞ্চে সবে গোপী পানী কৃষ্ণক আৱৰি।
ফুৰি ফুৰি গোপীকো সিঞ্চন্ত জল হৰি॥
হাসিয়া সাস্তৱে কতো কৌতুকে আস্তৱে।
কাকো আকোৱালি জোৰবান্ত দামোদৰে॥ ১৫০৯
কৃষ্ণে এবে একভিতি হুয়া যুলি বান্ধি।
কতুহলে খেলে যমুনাত জল আন্তি॥

প্ৰকাশে বদন-চন্দ্ৰ দেখিয় নিৰ্ম্মল।
যেন ফুলি আছে শাৰী সুৱৰ্ণ কমল॥ ১৫১০
কতো গোপী সবে হাসি দশন প্ৰকটি।
ধৰে দশে কুড়ি বেঢ়ি কৃষ্ণক সাৰটি॥
কতো কতো থাকৈ গোপী দুয়ো হাতে ধৰি।
কতো কতো সিঞ্চে জল কৃষ্ণক আৱৰি॥ ১৫১১
আৰি মুৰি কৰি হৰি হাতত এড়াই।
পানী চটিয়ান্ত গোপীগণকো দুনাই॥
গোবিন্দকো বেঢ়ি গোপী সবে সিঞ্চে জল।
কৰিয়া অনেক ৰাসকেলি কতুহল॥ ১৫১২
গোপীৰ পূৰিলা মনোৰথ জগন্নাথ।
দেখি দেৱ সিদ্ধ সব মুনি নমাই মাথ॥
কৰৈ তুতি নতি আতি আকাশত থাকি।
বৰিষিল পুষ্পে গোপী গোপালক ঢাকি॥ ১৫১৩
ৰুদ্ৰকবিলাস বাৰৈ বিপঞ্চি দোতৰা।
গাৱৈ কৃষ্ণ-গুণ গীত যত অপেশ্বৰা॥
গোপীৰ ৰঞ্জিয়া চিত কেশৱে ক্ৰীড়িলা।
হস্তিনী সহিতে যেন গজেন্দ্ৰৰ লীলা॥ ১৫১৪
এহিমতে জলে থলে কৃষ্ণে কৰি কেলি।
জলক উঠিলা লৈয়া ৰঙ্গে গোপী মেলি॥
আৰম্ভিলা বৃন্দাবনে ক্ৰীড়া পাছে হৰি।
কৃষ্ণক অৰ্চ্চিলা গোপী সমস্তে আৱৰি॥ ১৫১৫
কতো কতো সতকাৰ কৰি প্ৰেমৰসে।
আগৰ চন্দন সব শৰীৰত ঘষে॥
শিৰত সুৰভি পুষ্প আৰে কতো বালা।
গান্থিয়া পিন্ধাৱে কেলিকদম্বৰ মালা॥ ১৫১৬
লাসে লাসে বিঞ্চে কতো শিৰে সিঞ্চে ফুল।
কেহো জনী জোগাৱয় কৰ্পূৰ তাম্বুল॥
কেহো হাত পাতি চোবা লৱৈ গোপনাৰী।
বঢ়াইলা আনন্দ গোপীগণৰ মুৰাৰি॥ ১৫১৭
যমুনাৰ সমীপত উপবনচয়।
জল স্থল পুষ্পে সুবাসিত অতিশয়॥

লহু লহু বহে বাত মলয়া পৱনে।
পক্ষীৰ আৰাৱে মন উন্মাদ মদনে ॥ ১৫১৮
অসংখ্য কোকিলে কুহু কুহু নাদ কৰে।
মধুমত্ত ভ্ৰমৰে গুঞ্জৰে নিৰন্তৰে ॥
হেন বিত্তোপন বৃন্দাবনে পশি হৰি।
ভ্ৰমন্ত গোপিনী সঙ্গে ৰঙ্গে ক্ৰীড়া কৰি ॥ ১৫১৯
ব্ৰজবধূ সব বেঢ়ি চলৈ লয়লাসে।
কৃষ্ণে সমে হাতাহাতি হাসে পৰিহাসে ॥
যমুনাৰ তীৰে তীৰে ফুৰৈ কৰি ৰতি।
বিকশিত বৃন্দাবনে কৰি লীলাগতি ॥ ১৫২০
প্ৰকাশন্ত হৰি ধৰি মূৰুতি মধুৰ।
ৰূপে কোটি কন্দৰ্পৰো দৰ্প কৰি চূৰ ॥
যাক দেখি মদনে দগধ দিব্য নাৰী।
গোপীৰ আনন্দ বঢ়াই ক্ৰীড়ন্ত মুৰাৰি ॥ ১৫২১
মোহন বংশীক বজাৱন্ত ৰঞ্জি চিত।
অনুৰাগে গাৱে গোপী বেঢ়ি গুণ-গীত ॥
প্ৰেমৰস পৰশে সিহৰৈ আতি তনু।
নয়নৰ নীৰ ধাৰে পৰৈ পুনু পুনু ॥ ১৫২২
আনন্দে নধৰৈ হিয়া দেখি কৃষ্ণমুখ।
দ্ৰৱ হৰৈ হিয়া মনে মিলৈ মহাসুখ ॥
মৌন হুয়া যায় কতো নাই মাতবোল।
কৃষ্ণক আলিঙ্গি গৈয়া কতো হুয়া ভোল ॥ ১৫২৩
শুঙ্গে সবে শৰীৰ সাৰটি কতো নাৰী।
কতো গলে বান্ধে গৈয়া মুখে চুমা পাৰি ॥
কৃষ্ণৰ লগত গীত অনুৰাগে গাৱে।
এহিমতে বৃন্দাবনে ভ্ৰমৈ মত্ত ভাৱে ॥ ১৫২৪
গোবিন্দো ফুৰন্ত ক্ৰীড়ি গোপীগণ সঙ্গে।
হস্তিনী সহিতে যেন প্ৰমত্ত মাতঙ্গে ॥
তাসবাৰ প্ৰীতি আতি সাধি অতিৰেক।
বনতো কৰিলা ক্ৰীড়া কেশৱে অনেক ॥ ১৫২৫
এহিমতে শৰত কালৰ যত ৰাতি।
চন্দ্ৰ ৰশ্মি শোভিত শীতল দেখি আতি ॥

কৰি হৰি হৰিসে সবাতো ৰাসক্ৰীড়া।
গুচাইলা সমস্তে গোপিকাৰ কামপীড়া ॥ ১৫২৬
যিটো কৃষ্ণে আছা ইটো জগতক যুৰি।
ফুৰৈ কোটি ব্ৰহ্মাণ্ড লোমৰ গুৰি গুৰি ॥
পুৰাণ পুৰুষ শিৱ ব্ৰহ্মাৰো নমস্য।
ভৈলা হেন হৰি গোপ-যুৱতীৰ বশ্য ॥ ১৫২৭
কৈৰ কামাতুৰ আনাচাৰী গোপনাৰী।
কৰিলা অধীন দেখা ঈশ্বৰ মুৰাৰি ॥
ভকতি কৰিলা কৃষ্ণে একো নবাচন্ত।
হেন জানি সৰ্ব্বজনে ভজা ভগৱন্ত ॥ ১৫২৮
হৰিক স্মৰণে জগতৰে পুণ্য পায়।
হৰিনাম বিনা নাহি তৰণ উপায় ॥
কৰৈ কৰ্ম্ম আনসে হৰিত নেদি হিয়া।
জানা যেন ফুৰাৱে চোৰেসে ভাৰ দিয়া ॥ ১৫২৯
ভাঙ্গিলে ধৰ্ম্মৰ কলি চাৰিয়ো চৰণ।
হৰিৰ নামত ধৰ্ম্মে পশিল শৰণ ॥
এতেকেসে নামত সমস্তে পুণ্য পায়।
ভাগৱত শাস্ত্ৰৰ কহিলো অভিপ্ৰায় ॥ ১৫৩০
জানিয়া মনুষ্য জন্ম নেনা আলে জালে।
কেতিক্ষণ পৰা আসি ধৰিলেক কালে ॥
মৰণ সমল আৰে লৈয়ো হৰিনাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১৫৩১

---

দুলড়ী

হেন শুনি পাছে পুছন্ত শুকক
মহাৰাজ পৰীক্ষিত।
পৰম ঈশ্বৰ কৃষ্ণে কৰিলন্ত
কেনে হেন পৰিহিত ॥
ধৰ্ম্মক ৰাখিতে ভৈলন্ত উদিত
যিটো জগতৰ বাপ।

পৰ গোপনাৰী ৰমিয়া কিসক
আপুনি কৰিলা পাপ ॥ ১৫৩২
সন্তক পালিব পাপীক নাশিব
ইসে কাৰ্য্যে ভৈলা জাত।
কৈয়ো অভিপ্ৰায় কেনে যদুৰায়
কৰিলা ধৰ্ম্ম বিঘাত ॥
হুয়া পূৰ্ণকাম কুৎচিত কৰ্ম্মক
কৰিলা কিবা নিদান।
ইটো বিপৰ্য্যয় ছেদিয়ো সংশয়
তুমি মুনি সৰ্ব্বজান ॥ ১৫৩৩
হেন শুনি মুনি ৰাজাক সম্মুখি
আনন্দে দিলা সিদ্ধান্ত।
আচন্তোক কৃষ্ণ আনো দেৱতাৰ
শুনিয়ো আবে বৃত্তান্ত ॥
পূৰ্ব্বত ব্ৰহ্মায়ে নিজ দুহিতাক
ৰমিলা উন্মত কামে।
চন্দ্ৰে হৰি নিয়া কৰিলন্ত ক্ৰীড়া
গুৰু ভাৰ্য্যা তাৰানামে ॥ ১৫৩৪
ইন্দ্ৰে অহল্যাক হৰিলা হৰিষে
পায়া আতি কাম পীড়া।
বিশ্বামিত্ৰ ঋষি মেনা অপেশ্বৰা
সহিতে কৰিলা ক্ৰীড়া ॥
তেজস্বীক কিছো পাতকে নপাৰে
আত কোন দোষ আছে।
যেন সৰ্ব্ব ভক্ষ বহ্নি তথাপিতো
তাঙ্ক কোন জনে বাছে ॥ ১৫৩৫
যিটো অহঙ্মানী পৰম অজ্ঞানী
হুয়া মহা মূঢ়মতি।
কৰৈ পৰদাৰা গমন পাতক
যাইবে সিটো অধোগতি ॥
ৰুদ্ৰে বিষ খাইলা তাঙ্ক দেখি আতি
বিষ ভক্ষে যেন আনে।
তাৰ আউৰ যেন জীৱন নাহিকৈ
অৰশ্যে মৰিব প্ৰাণে ॥ ১৫৩৬
ঈশ্বৰ সকলে যিটো কৰ্ম্মকৰে
মনেয়ো তাক নকৰি।
তেসম্বে যিসব ধৰ্ম্ম বিহে বাক্যে
তাকেসে সবে আচৰি ॥
যিটো দেখৈ ব্ৰহ্ম- ময় মহাজ্ঞানী
হুয়া মহা মূঢ়মতি।
একো দোষ গুণে নোচোৰৈ তাহাৰ
কৰ্ম্মত গুচয় ৰতি ॥ ১৫৩৭
সনাতন কৃষ্ণ পৰম পুৰুষ
যিটো জগতৰ ঈশ।
ইটো পৰদাৰা গমন পাতকে
তাঙ্ক কৰিবেক কিস ॥
গোপী গোৱালৰো আত্মা অন্তৰ্য্যামী
নাৰায়ণ ব্ৰহ্মময়।
হেনয় কৃষ্ণত নকৰিবা কিছো
নৃপতি তুমি সংশয় ॥ ১৫৩৮
যাৰ পাদ-পদ্ম হৃদয়ত চিন্তি
মুখে গুণ নাম ধৰৈ।
কৰিয়া প্ৰৱন্ধ ছিণ্ডি কৰ্ম্মবন্ধ
সাম্প্ৰতে ভকতে তৰৈ ॥
যাহাৰ প্ৰগল্ভ ভকতি সম্প্ৰতি
মহা পাতককো মোসে।
তাঙ্ক কি কৰিবে পাৰৈ পৰদাৰা
গমন ইসব দোষে ॥ ১৫৩৯
যিটো ভকতৰ আছয় শৃঙ্গাৰ-
ৰসত সততে ৰতি।
ইহাৰ শ্ৰৱণ কীৰ্ত্তনে হুইবেক
তাহাৰো নিৰ্ম্মল মতি ॥
এহিসে কাৰণে ক্ৰীড়িলন্ত কৃষ্ণে
কহিলো নিশ্চয় কথা।

আবে এৰি শঙ্কা শুনিয়ো নৃপতি
পাছে যেন ভৈল তথা ॥ ১৫৪০
কৃষ্ণে সম্বে সবে সমস্ত ৰজনী
ক্রীড়ে গোপী মোহ হুয়া।
তথাপি গোৱাল সকলে কৃষ্ণক
নকৰৈ কেহো অসূয়া ॥
গোকুলৰ গোপ জনৰ মনক
মোহিলে কৃষ্ণৰ মায়া।
হাত বুলাই দেখে শয্যাতে শুতিয়া
কাছে আছে নিজ জায়া ॥ ১৫৪১
যশোদায়ে তৈত পুত্রক দেখন্ত
শয্যাত আছন্ত শুতি।
আচোক মানুষ যাহাৰ মায়াত
ব্রহ্মায়ো ভৈলা বিশ্রুতি ॥
হেনয় গোবিন্দে গোপীক ক্রীড়ন্ত
বঢ়ায়া আতি উৎসৱ।
গোপীসকলৰ তৃষ্ণা নপলাই
বাঢ়ে প্রীতি নৱ নৱ ॥ ১৫৪২
অনেক ৰজনী একে ৰাত্রি হুই
তথাপি নুপূৰে মন।
কৃষ্ণ অঙ্গ সঙ্গে গোপী নজানয়
যায় যেন অৰ্দ্ধক্ষণ ॥
পতি পুত্র গৃহ সবে পাসৰিল
শৰীৰতো নাহি চিত্ত।
আতি অনুৰাগে গায়ন্ত আনন্দে
গোবিন্দৰ গুণগীত ॥ ১৫৪৩
এহিমতে আসি প্রভাত হৈবেক
খোজয় দেখি গোপালে।
গাৱে গাৱে মাতি গোপীক বোলন্ত
ব্রজক যায়ো সকালে ॥
শুনা সখীসব সত্বৰে চলিয়ো
কৰিয়ো কৰুণা মোকে।
আন্ধাৰতে গৈয়া গৃহত পশিয়ো
যাৱে নতু জানৈ লোকে ॥ ১৫৪৪
হেনয় বিপ্রয় বাণী শুনি যেন
মুণ্ডত ভাগে কলস।
কৃষ্ণৰ বচনে চলৈ কথমপি
মনত নাহি সৰস ॥
কৃষ্ণৰ লগতে থাকে প্রাণ-চিত্ত
শৰীৰ সৰশে যায়।
হাত ফোত মাত্র নিশ্বাস তেজাই
পালটি কৃষ্ণক চাই ॥ ১৫৪৫
এখনে পাপিনী পুহালি ৰজনী
আমাসাক হিংসা কৰি।
নিশাক শপন্তে যায় গোপীগণ
আগক নবাঢ়ে ভৰি ॥
এহিমতে গৈয়া গোপিনী গৃহন্তে
কৃষ্ণকে থাকৈ ধিয়াই।
প্রাণতো অধিক বন্ধুৰ বিৰহ
ক্ষেণে যেন যুগ যায় ॥ ১৫৪৬
মহা মনদুখে দিন সব বঞ্চে
নৰহে গোপীৰ প্রাণ।
ৰাত্রি ভৈলে কৃষ্ণে তুনাই বৃন্দাবনে
বংশীৰ দেন্ত নিস্বান ॥
তাক শুনি সবে সাজ্জি মুঞ্জি কৰি
চলৈ পুনু গোপী মেলি।
কৃষ্ণক দেখিয়া তুনাই জুড়াই হিয়া
পূৰ্ব্বমতে কৰৈ কেলি ॥ ১৫৪৭
এহিমতে সবে শৰত কালৰ
ৰাত্রিত কৰিয়া ক্রীড়া।
ভকত বৎসল গুচাইলা সকল
গোপিকাৰ কামপীড়া ॥
গোপী গোপালৰ কামকেলি ইটো
শুনৈ ভণৈ যিটো জনে।

কামকো জিনিবে অল্পতে বাঢ়িবে
ভকতি কৃষ্ণ-চৰণে ॥ ১৫৪৮
শুনা সৰ্ব্বজন গৈলয় জীৱন
অদ্যাপি নাহি চেতনা ।
ঘোৰ পৰলোক তৈত কেন হোক
ভুঞ্জাইবে যমে যাতনা ॥
তথাপি অচিন্তে আছা কেনমতে
তৰিবাৰ কৰা কাম ।
হৰি বিনে গতি নাহিকে সম্প্ৰতি
ডাকি বোলা ৰাম ৰাম ॥ ১৫৪৯

---

সুদৰ্শন বিদ্যাধৰৰ শাপ মুক্তি আৰু শঙ্খচূৰ বধ

পদ

পৰীক্ষিত ৰাজাত বদতি মুনি শুকে ।
শুনা কৃষ্ণ কথা আৰো পৰম উৎসুকে ॥
ক্ৰীড়া চলে জিনি কৰি কামক কিঙ্কৰ ।
কৰিলন্ত কৃষ্ণে পাছে বশ্য বিদ্যাধৰ ॥ ১৫৫০
একদিনা নন্দ আদি যত গোপগণে ।
লৰিল শকটে সবে দেৱ দৰশনে ॥
চলে কৃষ্ণ সঙ্গে সবে গোপৰকুমাৰ ।
পাইলা পাছে গৈয়া দৌল দেৱী অম্বিকাৰ ॥১৫৫১
সৰস্বতী নদীত কৰিয়া সবে স্নান ।
বিবিধ নৈবেদ্য বলি কৰি একথান ॥
অনেক ভকতি ভাৱে সমস্তে তহিতে ।
পূজিলা অম্বিকা দেৱী শঙ্কৰ সহিতে ॥ ১৫৫২
বাচি বাচি বিশিষ্ট বিশিষ্ট বিপ্ৰগণ ।
মধু মিশ্ৰ অন্ন আনি কৰাইলা ভোজন ॥
আমাৰ সমৃদ্ধি হৰ হৰন্তোক তুষ্ট ।
সুবৰ্ণ বসন দিলা ধেনু হৃষ্ট পুষ্ট ॥ ১৫৫৩
আনি কাৰ্চ্চৰ পাছে জ্বালিয়া আপনি ।
সৰস্বতী তীৰে সিটো বঞ্চিলা ৰজনী ॥
জলমাত্ৰ পিয়া গোপগণে ধৰি ব্ৰত ।
শুইলা শাৰী শাৰী উপবাস প্ৰয়াসত ॥ ১৫৫৪
অচেতনে সবে শুতি আছন্ত ভূমিত ।
সেহি বেলা এক অজগৰ বুভুক্ষিত ॥
ধৰিল নন্দক আসি গিলিবাক লাগি ।
ত্ৰাসে আটাসেক দিল গোপৰাজে জাগি ॥ ১৫৫৫
মহা আৰ্ত্তনাদে নন্দে কৰন্ত ক্ৰন্দন ।
হে কৃষ্ণ কৃষ্ণ মোৰ কুলৰ নন্দন ॥
ঘোৰ অজগৰে গিলৈ যায় হেৰা প্ৰাণ ।
ভকত পালক বাপ কৰা পৰিত্ৰাণ ॥ ১৫৫৬
জাগি গোপগণে শুনি নন্দৰ আটাস ।
সৰ্পে গিলৈ দেখিয়া মনত মহাত্ৰাস ॥
হাহাকাৰ কৰি সবে বেঢ়িয়া নন্দক ।
আধড়া ধৰিয়া কোপে কোবাৱৈ সৰ্পক ॥ ১৫৫৭
কতো জোৰ জালি পোড়ৈ তাৰ কলেৱৰ ।
তথাপি নন্দক নেৰৈ ঘোৰ অজগৰ ॥
দেখিয়া বিহ্বল সবে কাৰো ধাতু নাই ।
ত্ৰাহি কৃষ্ণ কৃষ্ণ মাত্ৰ বুলিয়া চেঞ্চাই ॥ ১৫৫৮
হেন শুনি ভকতৰ পালক গোপাল ।
নাহি ভয় বুলিয়া মিলিলা তত্বকাল ॥
কৃপাময় পুৰাতন পুৰুষ মহন্ত ।
চুইলন্ত সৰ্পক পাৱে প্ৰভু ভগৱন্ত ॥ ১৫৫৯
কৃষ্ণৰ চৰণ ৰেণু পায়া ঘোৰ সাপ ।
নন্দক এৰিয়া ভৈল পৰম নিষ্পাপ ॥
তেজি সৰ্প কলেৱৰ ভৈল বিদ্যাধৰ ।
প্ৰকাশে শৰীৰ যেন নৱ দিবাকৰ ॥ ১৫৬০
দিব্য অলঙ্কাৰে জাতিষ্কাৰ কৰৈ আতি ।
কোন তুমি বুলি কৃষ্ণে পুছিলন্ত আতি ॥
কি কাৰণে ধৰিলা কুৎচিত্ত সৰ্পবেশ ।
শুনি বিদ্যাধৰে নতি কৰিলা আশেষ ॥ ১৫৬১
দণ্ডৱতে পৰি নমি কৃষ্ণৰ চৰণ ।
কৰযোৰে বিদ্যাধৰে বিনাবৈ বচন ॥

আপুনি সর্ব্বজ্ঞ তুমি ভকতৰ গতি।
সুদর্শন নাম মই বিদ্যাধৰ পতি ॥ ১৫৬২
শ্রীৰূপ সম্পত্তিয়ে পৰম উন্মত।
দশোদিশ প্ৰকাশিয়া ফুৰো বিমানত ॥
আঙ্গিৰস ঋষিৰ কুৎচিৎ দেখি বেশ।
ৰূপৰ দৰ্পত আতি হাসিলো আশেষ ॥ ১৫৬৩
জাজ্বল্য সমান কোপে মোক দিলা শাপ।
হোঁউ অজগৰ বিদ্যাধৰ মহাপাপ ॥
আছে মোৰ ভাগ্য আসি শাপে ভৈল বৰ।
যিহেতু আপুনি পাৱে চুইলা দামোদৰ ॥ ১৫৬৪
কৰিল চৰণ ৰেণু পৰম নিষ্পাপ।
তযু পাৱ পৰশে তৰিলো ব্ৰহ্মশাপ ॥
ভকতৰ ভয়হাৰী হৰি মোৰ গতি।
দিয়োক অনুজ্ঞা যাওঁ স্বৰ্গক সম্প্ৰতি ॥ ১৫৬৫
হে মহাপুৰুষ পৰম মহেশ্বৰ।
জানিয়ো মাধৱ মই তোমাৰ কিঙ্কৰ ॥
তেখনে তৰিলো শাপ যাক দৰশনে।
থাকোক ভকতি হেন তোমাৰ চৰণে ॥ ১৫৬৬
যাৰ নাম উচ্চৰন্তে শুনৈ যত জনে।
হোৱৈ মহা পবিত্ৰ পাপীয়ো তাৰক্ষণে ॥
হেন হৰি পৰশিলা আপুনি চৰণে।
মোহোৰ ভাগ্যক আউৰ বৰ্ণাইবো কমনে ॥ ১৫৬৭
বুলি সুদৰ্শনে আনো স্তুতি অসংখ্যাত।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ বাৰ সাত ॥
চৰণত প্ৰণামিল দণ্ডৱন্তে পৰি।
অনুজ্ঞা মাগিয়া স্বৰ্গলোকে গৈলা লৰি ॥ ১৫৬৮
নন্দক কৰিলা কৃষ্ণে দুখত মুকুত।
দেখি ব্ৰজবাসী সবে ভৈলা অদভুত ॥
তীৰ্থৰ নিয়ম মানে সমাপিয়া তথা।
গৈলন্ত ব্ৰজক ৰঙ্গে কহি কৃষ্ণ কথা ॥ ১৫৬৯
কহে শুক শুনা আৰো কথা অদভুত।
কৰি বিদ্যাধৰ যিটো শাপত মুকুত ॥
শঙ্খচূড় নামে যক্ষ পৰম উন্মত্ত।
শুনা কৰিলন্ত তাকো যেনমতে হত ॥ ১৫৭০
দিনেক শৰত ৰাত্ৰি আতি বিতোপন।
দেখি ৰাম-কৃষ্ণ দুয়ো গৈলা বৃন্দাবন ॥
পৰম মোহন মূৰ্ত্তি ধৰি অদভুত।
গোপীগণ সঙ্গে ৰঙ্গে ক্ৰীড়িলা বহুত ॥ ১৫৭১
সুগন্ধ চন্দনে দুয়ো দেহা প্ৰকাশন্তি।
আপাদলম্বিত গলে জলে বৈজয়ন্তী ॥
নীল পীত বস্ত্ৰে তনু দুইহানো শোভিত।
কঙ্কণ কেয়ূৰ হাৰ কুণ্ডলে মণ্ডিত ॥ ১৫৭২
গোপী সবো বিভূষিত বসনে ভূষণে।
মহা প্ৰেমভাৱে গাৱে অনুৰাগ মনে ॥
ৰাম গোবিন্দৰ শিশু লীলাৰ চৰিত্ৰ।
বেঢ়িয়া দোভাইকো গাৱে গীত সুললিত ॥ ১৫৭৩
নিৰ্ম্মল ৰজনী তাৰা চন্দ্ৰমা উদয়।
কুমুদ কমল বায়ু বাসে আতিশয় ॥
পুষ্পৰ সুৰভি আমোদিত আতি কৰে।
গুঞ্জৰে অনেক তৈত মত্ত মধুকৰে ॥ ১৫৭৪
নিশাক প্ৰশংসি ৰাম-কৃষ্ণ মহাভাগ।
দুয়ো গীত গাৱন্ত পঞ্চম উচ্চাই ৰাগ ॥
কোকিলতো অধিক সুস্বৰ শুনি নাদ।
সমস্ত প্ৰাণীৰ মন কৰ্ণৰ উন্মাদ ॥ ১৫৭৫
বৃক্ষসবো মঞ্জৰিল পুলকিত গায়।
শুনি পক্ষী পশুৱো উপজে প্ৰেমভাৱ ॥
ধাৰায়ে লোতক পৰৈ তনু ৰোমাঞ্চিত।
উপৰক তুলি কৰ্ণ শুনি থাকৈ গীত ॥ ১৫৭৬
পৰম মোহন গোবিন্দৰ গীত ধ্বনি।
যত ব্ৰজ যুৱতী আকুল ভৈল শুনি ॥
নাই মাত বোল কামবাণে যায় ফুটি।
সোলকয় কাঁচুলি যেকত উচ্চ কুচ ॥ ১৫৭৭
শিথিল মেখলা খোপা খসি পৰৈ ফুল ॥
হৰিল চেতন মন মদনে আকুল ॥

পৰম্ন বলয়া হাৰ বস্ত্ৰো নসম্বৰে।
কৃষ্ণতেসে চিত শৰীৰকো মুসুমৰে ॥ ১৫৭৮
উপজয় প্ৰেম কামে মন মুহি থিৰ।
ৰোমাঞ্চিত তনু নয়নৰ ঝৰে নীৰ ॥
মহা যোগী যেন মৌন হুয়া গোপীজাকে।
কৃষ্ণ পদ-পঙ্কজ হৃদয়ে ধৰি থাকে ॥ ১৫৭৯
এহিমতে ৰাম-কৃষ্ণ সঙ্গে গোপী মেলি।
পৰম আনন্দে বৃন্দাবনে কৰে কেলি ॥
মহা মদে মত্ত যেন দোগোটা মাতঙ্গে।
হস্তিনী সহিতে যেন কৰে লীলা ৰঙ্গে ॥ ১৫৮০
সেহিবেলা এক কুবেৰৰ অনুচৰ।
শঙ্খচূড় নামে যক্ষ মহা ভয়ঙ্কৰ ॥
গোপীৰ মধ্যত আসি পশি মহাবলী।
বাঘে যেন গৰ্জ্জি লগাইলেক খলমলি ॥ ১৫৮১
ঘোৰ মূৰ্ত্তি দেখি গোপীসব হুয়া ত্ৰাস।
ত্ৰাহি কৃষ্ণ কৃষ্ণ বুলি তেজিলা আটাস ॥
পাছে এক গোপিকাক লৈয়া লগাই হুড়।
মহাবেগে লৰড় দিলেক শঙ্খচূড় ॥ ১৫৮২
আগতে আছন্ত ৰাম-কৃষ্ণ দুয়ো ভাই।
উত্তৰ দিশক গোপিকাক লৈয়া যায় ॥
পৰম নিশ্চল যক্ষ কৰি মৰসাস।
গোপিনী পাৰন্তে যায় কৃষ্ণক আটাস ॥ ১৫৮৩
হে কৃষ্ণ কৃষ্ণ প্ৰভু ভকত বান্ধৱ।
কোঠৈৰ অসুৰে হৰে আমাক মাধৱ ॥
তোমাৰ চৰণ বিনে নজানোহো আন।
অগতিৰ গতি মোক কৰা পৰিত্ৰাণ ॥ ১৫৮৪
এহি বুলি কৰে গোপী আতি আৰ্ত্তৰাৱ।
মহাবেগে চলে যক্ষ নিশঙ্ক স্বভাৱ ॥
ধেনু ধৰি ব্যাঘ্ৰ যেন যায় জাম্পে জাম্পে।
দেখিআনো গোপীসবো মহাভয়ে কাম্পে ॥ ১৫৮৫
কাহি পাছে ৰাম কৃষ্ণে ভয় নাহি বুলি।
উভাৰি লৈলন্ত হাতে শাল বৃক্ষ তুলি ॥
পৰম আটোপে কোপে ধাইল যুদ্ধ কাছে।
ৰহ ৰহ বুলি খেদি যান্ত পাছে পাছে ॥ ১৫৮৬
নাহি ভয় বুলি গেৰিয়ান্ত দুয়ো ভাই।
বিদ্যুত সঞ্চাৰে যান্ত বৃক্ষক উচাই ॥
উপৰক তুলি শুণ্ড যেন মত্ত নাগ।
ত্বৰিতে পাইলন্ত পাপী গুহ্যকক লাগ ॥ ১৫৮৭
দেখে শঙ্খচূড়ে ৰাম-কৃষ্ণে পাইল পাশ।
যুগান্তৰ যম যেন জলৈ মহাত্ৰাস ॥
কম্পিল হৃদয় ভয় প্ৰবেশিল বৰ।
গোপীক পেলায়া প্ৰাণ ৰাখি দিলে লড় ॥ ১৫৮৮
গোপীক ৰাখিয়া ৰাম ৰহিলা তথাত।
একলে গোপালে তাক খেদন্ত নিশাত ॥
যৈকে যৈকে যাই যক্ষ দুষ্ট দুৰাচাৰ।
তৈকে তৈকে যান্ত খেদি নন্দেৰ কুমাৰ ॥ ১৫৮৯
তাহাৰ শিৰত আছে চূড়ামণি ৰত্ন।
তাহাক লৈবাক কৃষ্ণে কৰি মহা যত্ন ॥
পাছে পাছে ফুৰন্ত খেদিয়া দেৱ হৰি।
জীৱ লৈয়া পলাই যক্ষ মৰো জীওঁ কৰি ॥ ১৫৯০
বাঘৰ আগত যেন লৰড়য় ছাগ।
তেখনে যক্ষক খঙ্গে খেদি পাইলে লাগ॥
লীলায়ে মাৰিয়া বাম মুঠিৰ প্ৰহাৰ।
চূড়ামণি সহিতে ছিণ্ডিল মুণ্ড তাৰ ॥ ১৫৯১
মৰি গৈল যক্ষ যেন অগ্নিত পতঙ্গ।
ভৈলা তাক বধিয়া মাধৱ মন ৰঙ্গ ॥
তাহাৰ শিৰত মণি অগনি পৰাই।
তাক লৈয়া আইলা কৃষ্ণ পালটি ঘুনাই ॥ ১৫৯২
লীলায়ে গোপালে দক্ষ ৰক্ষ যক্ষ জিনি।
শ্ৰেষ্ঠ বলদেৱক দিলন্ত সিটো মণি ॥
বলভদ্ৰো অনেক কৰিলা সাধুৰ্ব্বাদ।
গোপী সমস্তৰ মনে মিলিল আহ্লাদ ॥ ১৫৯৩
পূজিলা কৃষ্ণক সবে সাৰটি হৰিষে।
চম্পক মালতী যূথী সেৱতী সিৰীষে ॥

ধন্য ধন্য কৃষ্ণ তুমি কুলৰ নন্দন।
বাহুত ঘষন্ত আনি অগুৰ চন্দন॥ ১৫৯৪
সাধু সাধু কৰিলা দুষ্কৰ ইটো কাম।
আঞ্চলে বিঞ্চয় কতো মলচিয়া ঘাম॥
জোগায়ে তাম্বুল বুলি প্ৰশংসা বচন।
কঙ্কালত জাঙ্গন্তে কতো মৰ্দ্দয় চৰণ॥ ১৫৯৫
এহিমতে শৰত কালৰ যত ৰাতি।
ব্ৰজ বধু সঙ্গে ৰঙ্গে ক্ৰীড়িলন্ত আতি॥
গোপীসবো কৰে কেলি কেশৱক লৈই।
আনন্দতে নজানৈ ৰজনী যায় বৈই॥ ১৫৯৬
কুকুৰা আৰাৱ কৰৈ তাকো পাৰে গালি।
নিশাকো কোপত শপে এখনে পুহালি॥
কৃষ্ণৰ বচনে চলৈ গৃহক আসুখে।
বঞ্চে দিন দণ্ডে যেন যুগ যায় দুখে॥ ১৫৯৭
শুক নিগদতি কহিলোহো নৃপবৰ।
শঙ্খচূড় বধ ইটো লীলা গোপালৰ॥
শ্ৰৱণ কীৰ্ত্তনে আৰ সংসাৰক তৰে।
গীতক অধ্যায় আবে শুনা আত পৰে॥ ১৫৯৮
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বজন।
জল বুদ বুদ যেন অথিৰ জীৱন॥
কেতিক্ষণ পৰৈ প্ৰাণ তাৰো নাহি থিতি।
অদ্যাপি নুপজে কিয় মৰণৰ ভিতি॥ ১৫৯৯
ভাৰতে মনুষ্য তনু কত পুণ্যে পায়।
চিন্তামণি জন্ম হেৰা হাততে হৰাই॥
টুটি পৰৈ আয়ু অনুক্ষণে দিনে দিনে।
কলিত নাহিকে গতি হৰিনাম বিনে॥ ১৬০০
যিকাৰ্য্যে মনুষ্য তনু তাক কেনে হেলা॥
গৈল প্ৰায় প্ৰাণ আপেক্ষাৰ আৰো বেলা।
পৰম বান্ধৱ মাধৱৰ জানি নাম।
আন কাম এৰি সবে বোলা ৰাম ৰাম॥ ১৬০১

---

গোপীসকলৰ গীত

দুলড়ী

নিগদতি শুক শুনিয়ো উৎসুকে
পাছ কথা কুৰুৰায়।
এহিমতে তৈতে ক্ৰীড়াত সমস্তে
গোপীৰ ৰজনী যায়॥
দিনত বনক কৃষ্ণ যান্ত তাঙ্ক
নেদেখি আতি আসুখে।
কৃষ্ণ গুণগণ বৰ্ণাই বৰ্ণাই
বঞ্চে দিন মহাদুখে॥ ১৬০২
সুমৰি সুমৰি কেশৱৰ কেলি
তাকে মাত্ৰ কৰৈ ধ্যান।
গৃহৰ কৃত্যত চিত্ত নপৰয়
নৰহে বিৰহে প্ৰাণ॥
হৰি গুণ-নাম নিস্তাৰ প্ৰকাৰ
জানি গোপী সবে তথা।
যুথে যুথে বসি অন্যো অন্যে কৰৈ
শুন সখী কৃষ্ণ কথা॥ ১৬০৩
বাম বাহুক বাম কপোলক
লীলায়ে কৃষ্ণে থাপিয়া।
তুলি ভ্ৰুযুগ মধুৰ বেণুক
অধৰে আনি অৰ্পিয়া॥
ৰন্ধ্ৰ মধ্যে কোমল আঙুলি-
চয় লয়লাসে চালি।
যেখন হৰিযে মোহন বংশীৰ
ডাক দেন্ত বনমালী॥ ১৬০৪
শুনি তাক দেৱতাৰ নাৰী
তেখনে হোৱে বিস্মিত।
মোহ হুয়া পৰে যন্ত্ৰে নসম্বৰে
কাম বাণে জৰ্জ্জৰিত॥

চেতন লভিয়া স্বামীক দেখিয়া
লাজ বৰ পাৱৈ পাছে।
হেনয় কৃষ্ণৰ বিৰহ সহিতে
কাহাৰ শকতি আছে ॥ ১৬০৫
আউৰ গোপী বোলৈ দেখিয়ো কৃষ্ণৰ
চৰিত্ৰ আশ্চৰ্য্য কেন।
উৰুস্থলে চটা দেখিয় লক্ষ্মীৰ
মেঘত বিজুলি যেন ॥
হেন প্ৰাণকৃষ্ণ যেখন বনত
পশি বংশী নাদ কৰে।
শুনি গৰু মৃগ পক্ষী যত তাৰো
তেখনে চেতন হৰে ॥ ১৬০৬
হুয়া বাক্যহীন ধৰি দান্তে তৃণ
উপৰক কৰ্ণ তুলি।
যেন নিদ্ৰা গৈই তভিয়া থাকই
নিশ্চল চিত্ৰ পুতলি ॥
পশু পক্ষী মোহ যায় যাৰ গীতে
কিনো কৃষ্ণ নন্দসুত।
আউৰ গোপী বোলৈ শুন সখীসব
আতো কৰি অদভুত ॥ ১৬০৭
মাথাত মৈৰাৰ পুচ্ছ পৰিধান
পল্লৱ পিন্ধি কৰ্ণত।
যেতিক্ষণ হৰি মল্লবেশ ধৰি
ঘসিয়া গেৰু গাৱত ॥
ৰাম ধৰি ধেনু মাধৱে ডাকন্ত
মোহন বংশীৰ স্বাৰে।
নদী সবো শুনি পালটি বহিয়া
স্তম্ভি থাকৈ মোহ ভাৱে ॥ ১৬০৮
আমি যেন সিয়ো নদীয়ো নাপায়া
কৃষ্ণৰ চৰণ ৰেণু।
হুয়া মোহ হন্ত তৰঙ্গ কম্পাৱে
আন্তি প্ৰেমে পুনু পুনু ॥
অচেতন নদী সিয়ো মোহ যায়
কি কৈবো মোৰ অৱস্থা।
আউৰ সখী বোলৈ শুন সখীসব
বৃক্ষৰো আশ্চৰ্য্য কথা ॥ ১৬০৯
যেখনে বৰ্ণাৰে গোপগণে গুণ
কৃষ্ণে ডাকি আনা ধেনু।
পৰম দেৱতা জানি তৰু-লতা
আনন্দে নধৰে তনু ॥
পুলকিত কায় ডাল গুলমাই
প্ৰেমে মধুধাৰা স্ৰৱৈ।
কেশৱ সাক্ষাত হোৱন্ত হিয়াত
বৃক্ষৰ ভাৰে কহৱৈ ॥ ১৬১০
আউৰ গোপী বোলৈ গন্ধ তুলসীৰ
কৰি আতি মধুপান।
কৃষ্ণক আৰৱি গুঞ্জৰি গুঞ্জৰি
ভ্ৰমৰে ধৰে জোগান ॥
সুন্দৰ বদনে যেতিক্ষণে কৰৈ
মোহন বংশীৰ ধ্বনি।
পৰম বিকল হৱয় কমল
বনৰ পক্ষীয়ো শুনি ॥ ১৬১১
ৰঙ্গে উঠি আসি কৃষ্ণক উপাসি
থাকে থিৰ কৰি চিত।
চক্ষুক মুদিয়া আনন্দে বহিয়া
মৌন হুয়া শুনৈ গীত ॥
পক্ষীয়ো মোহক যায় যাৰ গীতে
আমি ধৰো কেনে প্ৰাণ।
আউৰ গোপী বোলৈ মোহোৰ কথাক
কৰা সখা অৱধান ॥ ১৬১২
ৰামে সমে কৃষ্ণ চড়িয়া পৰ্ব্বতে
পূৰন্ত বংশীৰ নাদ।
মিত্ৰ বুলি মেঘে মধুৰ গৰ্জ্জনে
কৃষ্ণক কৰে সম্বাদ ॥

ছায়া ছত্র ধৰি উপৰে হৰিসে
বৰিষে সুৰভি ফুল।
হেনয় কৃষ্ণৰ বিয়োগে কিমতে
সুহিবো আমি আকুল॥ ১৬১৩
কতো গোপীজনে যশোদাত কৰৈ
শুনা মাৰ অদভুত।
বেণুৰ বাদ্যত কুশল তোমাৰ
কিনো কৃষ্ণ প্ৰিয় সুত॥
যেখনে অধৰে বংশীক চুম্বিয়া
উচ্চাই তোলৈ স্বৰজাতি॥
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱগণ শুনি
হৰৈ মহা মোহ আতি॥ ১৬১৪
শুনি থাকৈ মাত্ৰ একচিত কৰি
নমায়া সবে কন্দৰ।
নিশ্চয় কৰিতে নপাৰন্ত কেৱে
কিবা তাৰ তাল স্বৰ॥
দেৱো মোহ যায় যাহাৰ গীতত
কৈত লাগো আমি আৰ।
আউৰ গোপী বোলৈ শুনা সখাসব
অৱস্থা কথা আমাৰ॥ ১৬১৫
যেখন ব্ৰজত ভ্ৰমন্ত লীলায়ে
গজগতি যদুৰায়।
ধ্বজ বজ্ৰ যৱ অঙ্কুশ পঙ্কজ
খোজত বান্ধন্তে যায়॥
কটাক্ষে নিৰেখি বজাৱন্ত বংশী
হাসিয়া আমাক চাই।
কামে মৰ্দ্দে হিয়া থাকো থিষ্ঠ দিয়া
সন্মুখে বৃক্ষ পৰায়॥ ১৬১৬
খসৈ খোপাসবে বস্ত্ৰো সম্বৰিবে
মুৰাৰি কৃষ্ণক দেখি।
আউৰ গোপী বোলৈ আৱে মোৰ কথা
শুন শুন প্ৰাণ-সখী॥

এক প্ৰিয়তম গোপৰ কান্ধত
লীলায় হস্তক থৈই।
আনন্দে গোৱিন্দে গন্ধক পৰশন্ত
কদাচিত মণি লৈই॥ ১৬১৭
পিন্ধিয়া কান্ধত গন্ধ তুলসীৰ
বিচিত্ৰ অঙ্গ মালাক।
যেবে সেহি বেলা দামোদৰে দেন্ত
হৰিষে বংশীৰ ডাক॥
এৰিয়া আহাৰ শুনি কৃষ্ণলাৰ
হৰিণৰ ভাৰ্য্যাগণে।
হুয়া বিমোহিত কৃষ্ণৰ সন্নিত
চাপে উত্ৰাৱল মনে॥ ১৬১৮
গুণ সমুদ্ৰক পায়া গোবিন্দক
তেজি নযায় পুনৰপি।
এৰি গৃহ-বাস কৃষ্ণতেসে আশ
কৰো আমি যেন গোপী॥
যাহাৰ মোহন বেণু ধ্বনি শুনি
হৰিণী নধৰে হিয়া।
হেন প্ৰাণ-কৃষ্ণ প্ৰভুৰ বিৰহে
ৰাখিবো কিমতে জীৱ॥ ১৬১৯

---

ছবি

ক্ৰীড়ি বৃন্দাবনে গৈই গোধুলি গোধন লৈই
কৃষ্ণ আসিবাৰ সাৰি পাই।
আনন্দে নধৰৈ হিয়া কতো কতো গোপী গৈয়া
কৰৈ কথা যশোদাক চাই॥
কুন্দ পুষ্পে ভূষি কেশ কৌতুকে কৰিয়া বেশ
তনু লিপি মলয় চন্দনে।
গোধূলে আবৃত হুয়া যেবে যমুনাত গৈয়া
কৰৈ ক্ৰীড়া তোমাৰ নন্দনে॥ ১৬২০

শীতল মলয় বাত বিঞ্চয় কৃষ্ণৰ গাত
সাদৰে বহৱৈ ধীৰে ধীৰে।
বাৱে যন্ত্ৰ মনোনীত গন্ধৰ্ব্বে যোগাৱৈ গীত
দিব্য পুষ্পচয় সিঞ্চে শিৰে॥
অপেশ্বৰা পৰৈ ভুলি সিদ্ধ মুনি স্তুতি বুলি
আকাশৰে পৰা কৰৈ মান।
কহিবো মহিমা কত হেন হৰি বিৰহত
কিমতে ধৰিবো আৰে প্ৰাণ॥ ১৬২১
কৃষ্ণ আসিবাৰ দেখি আনন্দিত সবে সখী
কহে আথে বেথে তুলি মাথ॥
গধূলি গোধন লৈয়া আমাৰ যুৰায়া হিয়া
হেৰা আৱে আসৈ প্ৰাণনাথ।
বহুবিধ কৰি খেড়ি গোপগণে আসৈ বেঢ়ি
ৰঙ্গে গাৱৈ কৃষ্ণৰ চৰিত্ৰ।
ব্ৰজৰ বান্ধৱ হৰি দেখা কেন লীলাকৰি
বংশীত বোলান্তে আসৈ গীত॥ ১৬২২
ব্ৰহ্মা ৰুদ্ৰদেৱে দেৱে লৰি পথতে প্ৰণামৈ পৰি
স্তুতি নতি কৰিয়া প্ৰচুৰ।
আমাক হিংসাৰ পদে শীঘ্ৰে আসিবাক নেদে
ইহাতেসে বিলম্ব প্ৰভুৰ॥
মনত আনন্দ কৰি হেৰ আসি পাইল হৰি
যুড়াইবেক আমাৰ হৃদয়।
গুচিল চক্ষুৰ অন্ধ দৈৱকী নন্দন চন্দ্ৰ
দেখ সখী ভৈলন্ত উদয়॥ ১৬২৩
সমীপ পাইবাৰ দেখি বোলে চাউ চাউ সখী
মুদে কেন চঞ্চল লোচন।
কনক কুণ্ডল কান্তি গণ্ডস্থলে প্ৰকাশন্তি
শোভৈ কেনে পাণ্ডুৰ বদন॥
চাৰু সন্ধ্যা সময়ৰ জলৈ যেন শশধৰ
দেখন্তে সমস্তে তাপ হৰৈ।
আইলা আথে যদুপতি লীলা গজেন্দ্ৰৰ গতি
হৃদয় আনন্দ সবে কৰৈ॥ ১৬২৪

চাপিলন্ত আসি কোল দেখি গোপী হুয়া ভোল
এক দৃষ্টি কৰি থাকৈ চাই।
বাহুৰে আলিঙ্গে প্ৰায় গাৰত চেতন নাই
যেন স্নেহে চেলেকে জিহ্বায়॥
মদনে হৃদয় দাবৈ আলগতে চুমা পাবৈ
নাসিকায় কৰে যেন ঘ্ৰাণ।
হাস্যতে চেতন হৰৈ নয়ন ভ্ৰমৰে কৰৈ
মুখ কমলৰ মধু পান॥ ১৬২৫
মৰি উপজয় প্ৰায় কৃষ্ণক দিনান্তে পায়
আনন্দ সিন্ধুত যেন মজে।
কতো চাৰৈ চক্ষু ভৰি হিয়াৰ ভিতৰ কৰি
কৃষ্ণৰ চৰণ চিতে ভজে॥
যেন পায়া যোগ সিদ্ধি থাকৈ দুয়ো চক্ষু মুদি
কৃষ্ণক আলিঙ্গে মনে ধৰি।
উপজয় প্ৰেমভাৰ ৰোমাঞ্চিত সৰ্ব্বগাৰ
নেত্ৰৰ লোতক পৰৈ ঝৰি॥ ১৬২৬
এহিমতে নিত্যাগত ব্ৰজৰ যুৱতী যত
কৃষ্ণ গুণ-গীত বঞ্চে দিন।
কৃষ্ণতে অৰ্পিয়া প্ৰাণ কৃষ্ণকে কৰিয়া ধ্যান
কামভাৱে ভৈল বন্ধহীন॥
ভাগ্যৱতী গোপীচয় ভৈলা মহা ভাগ্যোদয়
পাইলে মোক্ষ গৃহতে উৎসুকে।
কৃষ্ণ লীলা বিপৰীত পৰীক্ষিত নৃপতিত
কহিলন্ত মহামুনি শুকে॥ ১৬২৭
ইটো কামজয় নাম কৃষ্ণ-কেলি অনুপাম
আক শুনৈ ভণৈ যিটোজনে।
হেলায় জিনিবে কাম দুখ হৈব উপশাম
তাক পীড়া এৰিব মদনে॥
কৃষ্ণৰ চৰিত্ৰ ইটো আক এক মনে যিটো
পৰম গৌৰৱে ৰঙ্গে গাৱে।
তাহাক পাতকে ছাড়ে কৃষ্ণতো ভকতি বাঢ়ে
হাততে মুকুতি লিয়ো পাৱে॥ ১৬২৮

কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
ভাগৱত শাস্ত্ৰৰ সন্মত।
কত কোটি পুণ্যৰাশি ইটো জীৱে সঞ্চি আসি
নৰ দেহ লভে ভাৰতত ॥
দেৱৰো দুৰ্ল্লভ জন্ম পায়া যিটো নৰাধম
কৃষ্ণ গুণ-নাম নুসুমৰে।
সিটো আপুনাক বঞ্চে পঞ্চম পাতক সঞ্চে
যেন আত্মঘাত কৰি মৰে ॥ ১৬২৯
জানি এৰা আন কৰ্ম্ম কলিত কীৰ্ত্তন ধৰ্ম্ম
হৰি নাম জগত উদ্ধাৰ।
শাস্ত্ৰৰো এহিসে মজ্জা নামেসে পুণ্যৰ ৰাজা
আন ধৰ্ম্ম কিঙ্কৰ ইহাৰ ॥
দিনে দিনে টুটে আয়ু কৈত পৰৈ প্ৰাণ-বায়ু
হেলা এৰি ধৰা গুণ-নাম।
কৃষ্ণ হৰি ৰড়ি মুখে বৈকুণ্ঠ লভিবা সুখে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১৬৩০

---

অৰিষ্টাসুৰ বধ

পদ

শুক নিগদতি পৰীক্ষিত শুনা কথা।
যক্ষ শঙ্খচূড়ক মাধৱে মাৰি তথা ॥
আসিল অৰিষ্ট দুষ্ট খেদি তাত পৰে।
যিমতে মাৰিলা তাকো শুনা দামোদৰে॥ ১৬৩১
গন্ধৰ্ব্বসকলে আসি ৰাস সময়ত।
নৃত্য গীত কৰি পুষ্প বৰিষে শিৰত ॥
গোকুলৰো মহা মহোৎসৱ নিৰন্তৰ।
দেখি আসি কটকটাই দুষ্ট অৰিষ্টৰ ॥ ১৬৩২
ঘোৰ বৃষ ৰূপে সিটো পৰ্ব্বত আকাৰ।
চুট গোট দেখি ঠিৰি শৃঙ্গ মন তাৰ ॥
লাঞ্জ তুলি উপৰক আশেষ ফোকাই।
আইল গোকুলক ধাই পৃথিবী কম্পাই ॥ ১৬৩৩
দিশ পাশ চাৱৈ কোপে ভয়ংকৰ নয়নে।
শিঙ্গা মটিয়ৱৈ * মাটি আক্ষোৱে চৰণে ॥
শিঙ্গ দুই পাতি আতি ফোকাই আসৱিস।
ঘনে ঘনে এৰৈ দুষ্ট মূত্ৰ পুৰীষ ॥ ১৬৩৪
তাৰ ঘোৰ নাদত পৃথিৱী ঘণ্ড লৰৈ।
দশোদিশ সচকিত বোলে বজ্ৰ পৰৈ ॥
হেন ঘোৰ নদী দৈত্যে মাৰৈ ব্ৰজ পশি।
গৰু গৰ্ভৱতী স্ত্ৰীৰো পৰৈ গৰ্ভ খসি ॥ ১৬৩৫
উচ্চ চুট গোট তাৰ দেখিয়া সাক্ষাত।
পৰ্ব্বত বুলিয়া মেঘসব চৰৈ তাত ॥
শৃঙ্গ আগে পৰি হোৱৈ মাখিয়ো দোহাৰ †।
দেখি গোপ গোপী ভয়ে ভৈল চমৎকাৰ ॥১৬৩৬
উজাৰিল গাইগৰু ভয় হুয়া বৰ।
গোকুলক এৰি খিউ লাঞ্জে দিল লৰ ॥
কাম্পে ব্ৰজবাসী থিৰ নোহে হাত পাৱ।
ত্ৰাহি কৃষ্ণ কৃষ্ণ বুলি পাৰৈ আৰ্ত্তৰাৱ ॥ ১৬৩৭
অসুৰে সংহৰে হেৰ ৰাখিয়ো মাধৱ।
তুমি বিনে নাহি আউৰ ব্ৰজৰ বান্ধৱ ॥
এহিবুলি মহাত্ৰাসে গোপ-গোপীগণে।
পশিল শৰণ সবে কৃষ্ণৰ চৰণে ॥ ১৬৩৮
গোবিন্দে দেখন্ত অসুৰৰ ধসমসি।
কৰিলে আকুল লোক গোকুলত পশি ॥
সবাকো আশ্বাসি বুলি নিৰ্ভয় বচনে।
দৈত্যক সম্মুখ ভৈলা কমল নয়নে ॥ ১৬৩৯
বান্ধিল প্ৰবন্ধি নীল আকুঞ্চিত চুলি।
মেৰাইলা কটিত আতি পীত বস্ত্ৰ তুলি ॥
আস্ফোট কৰিয়া কৃষ্ণে মাৰি বাহু ভাঙ্গি।
আইস অৰে অসুৰ বুলিয়া দিলা হাঙ্কি ॥ ১৬৪০
মই আছো দেখ দুষ্ট দৈত্যৰ অন্তক।
কিসক ত্ৰাসাস আসি গৰু গোৱালক ॥

---

* শিঙ্গা মটিয়াৱৈ—শিং মাটিত খোচে। † দোহাৰ—দুগুণ।

সিংহৰ আগত হৰিণৰ আটাইটাই ।
এখনে লগাইবো তোৰ কুণ্টুৰনি ঠাই ॥ ১৬৪১
নিবো যমপুৰ মাৰি মোচৰিয়া ঘাৰ ।
আশেষ গৰ্জ্জিলা কৃষ্ণে ক্ৰোধ তোলাই তাৰ ॥
এক সখী গোপৰ কান্ধত হাত থৈই ।
কটাক্ষে থাকিলা কৃষ্ণে লীলা কৰি বৈই ॥ ১৬৪২
হেন দেখি দৈত্যে ক্ৰোধে আঞ্চোৰে মাটিত ।
খণ্ড খণ্ড কৰৈ মেঘ লাঞ্জৰ চাটিত ॥
আগ পাছ চাৰৈ আতি চক্ষু ৰক্তবৰ্ণ ।
ফোফাই ক্ৰোধত উপৰক তুলি কৰ্ণ ॥ ১৬৪৩
তীক্ষ্ণ শৃঙ্গ দোগোটা আগক লাগি পাতি ।
দিলেক হামলা মাধৱক ক্ৰোধে আতি ॥
ঝাম্পে ঝাম্পে আসে মহী-মণ্ডলক ভেদি ।
ইন্দ্ৰে হানিলেক যেন বজ্ৰ যায় খেদি ॥ ১৬৪৪
হেন দেখি কৃষ্ণে তাক ৰহ বুলি ৰিঙ্গে ।
হাম্ফুলি ধৰিলা দুই হাতে দুই শৃঙ্গে ॥
প্ৰমত্ত সিংহক যেন মত্ত সিংহে ধৰি ।
পাছক নিলন্ত চেপি অষ্টাদশ ভৰি ॥ ১৬৪৫
পেলাইলা হেম্পচি পাছে চিতকৰি তাক ।
দিলা কৃষ্ণে ব্ৰজৰ আনন্দ বঢ়াই ডাক ॥
ঘামিল অসুৰগোট চোট বৰ পাই ।
উঠিল সাষ্টম হুয়া অঙ্গিষ্টে দুনাই ॥ ১৬৪৬
কোপে কম্পমান তনু ফোফাই যেন সৰ্পে ।
দিলেক হামলা দুনাই দৈত্যে মহা দৰ্পে ॥
শৃঙ্গ পাতি যায় যেন পৰ্ব্বত সচল ।
ঝাম্পে ঝাম্পে কাম্পে বসুমতী টলবল ॥ ১৬৪৭
গাৱৰ সন্ধানে বীৰে বৈসাইল কড়িয়া ।
ধাৰিলা শৃঙ্গত তাৰ শ্ৰমে চাম্প দিয়া ॥
দুই হাতে ধৰি দুই শিঙ্গক আটিল ।
পাৱে ছান্দি দানৱক ভূমিত পাৰিল ॥ ১৬৪৮
পকাই মোচৰন্ত যাব ঘোৰ অসুৰৰ ।
চিপৈ ভিজা বস্ত্ৰ যেন ধৰান্তৰ নৰ ॥

ছাদিল ৰুধিৰ বীৰ মহা পীড়া পাই ।
আচাৰৈ চাৰিয়ো ভৰি চক্ষু উলটাই ॥ ১৬৪৯
এৰৈ বিষ্ঠামূত্ৰ কৃষ্ণে দেখি দিলা ৰিঙ্গ ।
পাৱে ভিৰি উভাৰি লৈলন্ত দুয়ো শৃঙ্গ ॥
দিলন্ত কোবেক তাৰ মাথাত মাধৱ ।
যমপুৰ গৈল মৰি অৰিষ্ট দানৱ ॥ ১৬৫০
কৃষ্ণৰ লীলাত দুষ্ট দৈত্য গৈল মাৰ ।
জয় কৃষ্ণ বুলি দেৱে দিলন্ত জোকাৰ ॥
কৰৈ স্তুতি নতি আতি বজায়া দুন্দুভি ।
কৃষ্ণৰ শিৰত পুষ্প বৰিষৈ সুৰভি ॥ ১৬৫১
গোপগণে কৰৈ বেঢ়ি মহিমা কীৰ্ত্তন ।
মুখ চাই গোপী সবে নভাসে নয়ন ॥
আনন্দ মূৰ্ত্তিক চাই পিয়ন্ত সতত ।
ৰাম সমে কৃষ্ণে পাছে পশিলা ব্ৰজত ॥ ১৬৫২
দেখিয়া পুত্ৰৰ সিটো পৰম মহিমা ।
নন্দ যশোদাৰ আনন্দৰ নাই সীমা ॥
এহিমতে অৰিষ্টক বধি দামোদৰ ।
থাকিলা উৎসৱ আতি বঢ়াই গোকুলৰ ॥ ১৬৫৩
আত অনন্তৰে কথা শুনিয়ো হৰিষি ।
কংসৰ পাশক লাগি গৈলা দেৱঋষি ॥
নিবেদিলা নাৰদে কংসত যত কাজ ।
নিচিন্তে আছস বসি এভো ভোজৰাজ ॥ ১৬৫৪
বাঢ়ন্ত ব্ৰজত কৃষ্ণ তোৰ চিন্তি মাৰ ।
আফালিলি কন্যা যিটো জীউ যশোদাৰ ॥
বসুদেৱ সুত ৰাম-কৃষ্ণ দুয়ো ভাই ।
মিত্ৰ নন্দ ঘৰে ডৰে থৈলে পলুৱাই ॥ ১৬৫৫
তোৰ যত বীৰগণ প্ৰবেশে গোকুল ।
সবাকো দোভাই মাৰি কৰিলা নিৰ্ম্মূল ॥
স্বৰূপ কহিলো চিন্ত সম্ভৱে উপায় ।
হেনশুনি কোপে কম্পমান কংসৰায় ॥ ১৬৫৬
ভাৱৰ কাঢ়িয়া খণ্ডা উঠি গৈলা ৰাগি ।
বসুদেৱ মহন্তক কাটিবাক লাগি ॥

দেখিয়া নাৰদ তাক নিবাৰিলা তথা ।
কাণচি বোলন্ত কংস শুনা গোপ্যকথা ॥ ১৬৫৭
এৰ বসুদেৱক সম্প্ৰতি তই ৰাগ ।
পিতৃহত শুনি দুয়ো নেদিবন্ত লাগ ॥
মাৰ ৰাম-কৃষ্ণক সত্বৰ কৰি আগে ।
পাছে বসুদেৱক কৰিবি যেহি লাগে ॥ ১৬৫৮
গৈলেক সম্প্ৰাত সিটো ঋষিৰ বচনে ।
পালটি বসিল কংস আসি সিংহাসনে ॥
বসুদেৱ দৈৱকীক আনিয়া নিস্থলে ।
কৰিলেক বন্দী দুইকো লোহাৰ নিহলে ॥ ১৬৫৯
চলি গৈলা যেবে দেৱঋষি ৰঙ্গমনে ।
কেশীক আদেশে কংসে মধুৰ বচনে ॥
চল গোকুলক বাপ সাধ প্ৰতিকাৰ ।
মোৰ প্ৰাণ-বৈৰী ৰাম মাধৱক মাৰ ॥ ১৬৬০
কেশীক পাঠিয়া পাছে কংস মহামানী ।
চাণুৰ মুষ্টিক সল্ল তোসল্লক আনি ॥
হাথিয়াৰ অম্বষ্ঠতো নিযোজিল কাজ ।
শুনা আথান্তৰ কথা দানৱ সমাজ ॥ ১৬৬১
নন্দ গোকুলত বসুদেৱ সুত দুই ।
আছে ৰাম কৃষ্ণ নামে মোৰ মৃত্যু হুই ॥
ৰঙ্গ মধ্যে ঐকে আসি ফুৰিবেক ক্ৰীড়ি ।
দুইকো দুই মালে মাৰিবাহা বান্ধ ভিড়ি ॥ ১৬৬২
ৰঙ্গশালা বেঢ়ি চাঙ্গ সাজা শাৰী শাৰী ।
তাতে চড়ি চাউক যুদ্ধ যত নৰ-নাৰী ॥
অম্বষ্ঠক বোলে দ্বাৰতে থাক চুম্পি ।
ৰাম-কৃষ্ণ আসন্তে মাৰিবি হস্তী খুম্পি ॥ ১৬৬৩
চতুৰ্দ্দশী তিথিত পাতিয়ো ধনুৰ্যাগ ।
কৰা শিৱপূজা কাটা অসংখ্যাত ছাগ ॥
চলিলা অসুৰ সব হেন আজ্ঞা পাই ।
পাছে অক্ৰূৰক কংসে আনিলা মতাই ॥ ১৬৬৪
হাতত ধৰিলা হাস্তে বোলে বাৰম্বাৰ ।
তুমি দানপতি মিত্ৰ পৰম আমাৰ ॥
ইটো ভোজ বৃষ্ণি বংশে খুজি নপাওঁ ঠাই ।
তুমি হেন হিতকাৰী আউৰ মোৰ নাই ॥ ১৬৬৫
যেন ইন্দ্ৰে বিষ্ণুক আশ্ৰয়ি ভুঞ্জে ৰাজ ।
তুমি তেনে সহায় মোহোৰ সাধা কাজ ॥
যিটো ৰাম-কৃষ্ণ দুই মোৰ প্ৰাণ বৈৰী ।
বসুদেৱে থৈলা গোকুলত চুৰি কৰি ॥ ১৬৬৬
ৰথে চৰি লৰি যাহা ব্ৰজক সত্বৰ ।
বুলি মাতি আনা সেই ৰাম দামোদৰ ॥
লগতে আসোক নন্দ আদি গোপ যত ।
যেনবা কৰিবো কহো তোমাৰ আগত ॥ ১৬৬৭
আনিলাহা যেবে ৰাম-কৃষ্ণক হাঙ্কাৰি ।
মৰাইবো হস্তীৰ হাতে দুইহাঙ্কো আচাৰি ॥
তাতে যেবে এৰাই আসি পশে ৰঙ্গশালে ।
বান্ধ ভিৰি মাৰিবেক বজ্ৰ সম মালে ॥ ১৬৬৮
বসুদেৱ আদি যত তাৰ বন্ধু আছে ।
পিতৃ উগ্ৰসেনক কাটিবো তাত পাছে ॥
উপায় শত্ৰুক বধি সাধি নিজ কাজ ।
তেবেসে ভুঞ্জিবো মিত্ৰ অকণ্টকা ৰাজ ॥ ১৬৬৯
জৰাসন্ধ ৰাজা মোৰ হোৱন্ত শশুৰ ।
পৰম সুহৃদ বাণ সম্বৰ অসুৰ ॥
সিসব সহায় বিপক্ষক ক্ষয় কৰি ।
তেবেসে ভুঞ্জিবো অকণ্টকা বসুন্ধৰী ॥ ১৬৭০
হেন জানি মিত্ৰ তুমি চলিয়ো সকালে ।
আনা দুইকো ধনুৰ্যাগ দেখিবাৰ ছলে ॥
কহিলো তোমাত মিত্ৰ মোৰ যেন হিয়া ।
ই কাৰ্য্য সাধাহা যেবে প্ৰাণ দান দিয়া ॥ ১৬৭১
বুলিলা অক্ৰূৰে পাছে কংসৰায়ক চাই ।
চিন্তি আছা মহাৰাজ উচিত উপায় ॥
অৱশ্যে গুচাইতে লাগে নিজৰ মৰণ ।
সিদ্ধি অসিদ্ধিৰ দুইৰো দৈৱেসে কাৰণ ॥ ১৬৭২
যেন লাগে হৌক পাছে নিজ কৰ্ম্ম ভাগে ।
তথাপি তোমাৰ আজ্ঞা পালিবাক লাগে ॥

এহি বুলি অক্ৰূৰে থাকিলা মৌন হুয়া ।
গৃহন্ত পশিল কংস সভা বিসৰ্জ্জিয়া ॥ ১৬৭৩
নিজ মন্দিৰক পাছে আসিলা অক্ৰূৰে ।
বঞ্চিলন্ত তৈতে সিটো ৰাত্ৰি মধুপুৰে ॥
কৃষ্ণৰ চৰিত্ৰে সবে শুনা সাৱধানে ।
নেৰিবা ভকতি যাৰে প্ৰাণ থাকৈ মানে ॥ ১৬৭৪
হৰিসে পৰম প্ৰিয় আত্মা পিতা মাতা ।
হৰিসে ঈশ্বৰ সবে সুখ-দুখ দাতা ॥
ইহ পৰলোকে হৰি বিনে নাহি কেৰ ।
হেন জানি হৰিৰ চৰণে কৰা সেৱ ॥ ১৬৭৫
হৰিসে তাৰিবে ঘোৰ সংসাৰ নদীত ।
হৰিনাম বিনা পুণ্য নাহিকে কলিত ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১৬৭৬

---

কেশী আৰু ব্যোমাসুৰ বধ

**দুলড়ী**

শুক নিগদতি শুনা কুৰুপতি
তাত পাছে যেন ভৈল ।
কংসৰ আদেশ শুনি কেশী খেদি
গোকুলক লাগি গৈল ॥
পৰ্ব্বত সদৃশ হুয়া হয় গোট
খুৰায়ে মহী বিদাৰে ।
স্বৰ্গৰ বিমান উবাই উবাই পথে
কেশৰ যেবে ঝঙ্কাৰে ॥ ১৬৭৭
লাঙ্গুৰ চাটিত্ত খণ্ড খণ্ড হুয়া
পৰয় মেঘ আকাশে ।
হ্ৰেষিত শবদ শুনি ব্ৰজবাসী
ভৈলা অতি ভীত ত্ৰাসে ।
বিকট দশন তবধ নয়ন
বৃহত গল উচাই ।
খেদিয়া আসয় অৰিষ্ট দানৱ
গোকুল কোপে কম্পাই ॥ ১৬৭৮
বিকট দৰ্শন প্ৰকটি চিহৰে
প্ৰচণ্ড দৈত্য উদণ্ড ।
মহা ভয়ঙ্কৰ প্ৰলয় কালৰ
যেন ঘোৰ মেঘখণ্ড ॥
যত গোপ-গোপী থৰতে কম্পাইল
দুষ্ট কংস হিতকাৰী ।
গোকুলত পশি অসুৰ নিশ্চল
কৃষ্ণক চাৰৈ বিচাৰি ॥ ১৬৭৯
গোবিন্দে দেখন্ত কেশীৰ ভয়ত
গোকুল হৰৈ উচ্ছন্ন ।
পীত বস্ত্ৰ তুলি কটিত বান্ধিলা
যুদ্ধক ভৈলা সমন ॥
আকুঞ্চিত চুলি তুলিয়া মেহ্ৰাইলা
বাহুত মৰিয়া ডাম্ফি ।
আইস অৰে কেশী বুলি ডাক দিয়া
অসুৰক গৈলা হাম্ফি ॥ ১৬৮০
গৰু গোৱালক কেনে ডৰুৱাস
শুনৰে দৈত্য অবুধ ।
যতেক শকতি আছে আবে আসি
কেশী মোক দেহ যুদ্ধ ॥
কাহাৰ আগত কুণ্ঠুৰ লটক
আণ্টা নয়ো পাস মোৰ ।
হেন শুনি কেশী মত্ত সিংহে যেন
তেজিলেক নাদ ঘোৰ ॥ ১৬৮১
দেখি মাধৱক ক্ৰোধে অন্ধ হুয়া
চণ্ড বেগে খেদি যায় ।
কোপে আৰকত আখি আকাশক
পিয়ৈ যেন মুখ বাই ॥

হ্ৰেসনি শবদে চমক লগাইল
যেন ময়মত্ত হাথী ।
মাধৱক পাই পাছ দুই ভৰি
উল্লাসি বৈসাইল লাথি ॥ ১৬৮২
গাত্ৰ কাতি কৰি দৈত্যৰ প্ৰহাৰ
এৰাইলা জগত ব্যাপি ।
শ্ৰমে চাম্প দিয়া দুই পাৱে তাৰ
দুই হাতে ধৰিলা চাপি ॥
উপৰক লাগি তুলি আলগাই
ফুৰাইলা পাক মুৰাৰি ।
পৰম লীলায় অসুৰক পাছে
পেলাইলা হানি আচাৰি ॥ ১৬৮৩
গৰুড়ে সৰ্পক অপ্ৰয়াসে যেন
পেলাইলন্ত হানি মেলি ।
দৈত্যক আফালি পাছে বনমালী
থাকিলন্ত কৰি কেলি ॥
কাতোক্ষণে কেশী সন্ধুকি উঠিয়া
চিহৰিল মহা কোপে ।
দুনাই বায়ু বেগে বায়া বেস্ত গোট
কৃষ্ণক ধাইলা আটোপে ॥ ১৬৮৪
গহ্বৰ সদৃশ বদন দেখিয়া
হাসি হৰি কৰি কেলি ।
কেশীৰ মুখত ভৰাইলন্ত আগ
বাঢ়ি বাম বাহু মেলি ॥
যেন মহা সৰ্প পশিল গৰ্ত্তত
দেখি কেশী মুখ মুৰি ।
চোবাইবাক লাগি বিকট দশনে
আন্টিল দান্ত কামুৰি ॥ ১৬৮৫
তপত লোহাত লাগি যেন তৃণ
কাতৰ হোৱৈ উপান্ত ।
বাহু বাঢ়িয়ণে খসিল তেখনে
তাৰ দুই পালি দান্ত ॥

গোবিন্দৰ বাহু বাঢ়িবে লাগিল
কেশীৰ দেহা সংযোগে ।
গলকো ভেন্টিল পেট উসসিল
যেন জলন্ধৰ ৰোগে ॥ ১৬৮৬
উশাসো নোলাই মহা পীড়া পাই
ঘাম বহি যায় গোটে ।
হাত ভৰি এৰি আখি মুখ মুন্দি
ফোফাই সিটো আস্ফোটে ॥
সিটো ৰণস্থলি লাদে উপচাইল
মূত্ৰে বুৰাই কতো দূৰ ।
প্ৰাণ চাড়ি পাছে ভূমিত পৰিয়া
মৰিল কেশী অসুৰ ॥ ১৬৮৭
কেশীৰ শৰীৰ কৰে ছিৰাছিৰ
পেলাইলা কৃষ্ণে বিপাটি ।
যেন পকা আতি বলিয়া * ছিনাল
খণ্ড খণ্ড ভৈল ফাটি ॥
পাছে মৰাদেহ হস্তে নিজ ভুজ
আজুৰি কৰিলা বাজ ।
অপ্ৰয়াসে সিটো অসুৰ সংহৰি
সাধিলন্ত দেৱ কাজ ॥ ১৬৮৮
দেখি ব্ৰহ্মা হৰ ত্ৰিদশে সহিতে
বৰিষিলা পুষ্প জাকি ।
অনেক আনন্দে দুন্দুভি বজাইল
গগন মণ্ডলে থাকি ॥
আশেষ মিনতি স্তুতি কৰি পাছে
স্বৰ্গক গৈলা দুনাই ।
গোপগণে বেঢ়ি মহিমা কীৰ্ত্তন
কৰিল কৃষ্ণক চাই ॥ ১৬৮৯
অনেক প্ৰশংসা বচন বুলিয়া
কৰিলেক বহু মান ।
অসুৰক মাৰি তুমিসে মুৰাৰি
দিলা আজি প্ৰাণ দান ॥

* পালি = পাৰি । ছিনাল = খাণ্ডি ।

এহিমতে হৰি অসুৰ সংহৰি
থাকিলা আনন্দ হুই ।
এক চিত কৰি বোলা হৰি হৰি
লাগোক পাপত জুই ॥ ১৬৯০

---

পদ

শুক নিগদতি ৰাজা শুনা আতপৰে ।
যেন কথা ভৈল কেশী বধ অনন্তৰে ॥
কংসত কহিয়া কথা পাছে দেৱঋষি ।
কৃষ্ণৰ পাশক লাগি আসিলা হৰিষি ॥ ১৬৯১
জগতৰে সুহৃদ নাৰদ ভাগৱত ।
কৃষ্ণক কৰিলা স্তুতি নিৰ্জ্জন থানত ॥
হে কৃষ্ণ কৃষ্ণ ঈশ্বৰৰো ঈশ তুমি ।
দৈত্যক সংহৰি প্ৰভু উদ্ধাৰিবা ভূমি ॥ ১৬৯২
অনুৰূপে জগতকে কৰা প্ৰতিপাল ।
মুহি পৰিচ্ছিন্ন ৰূপ তোমাৰ গোপাল ॥
জগতত আছা তুমি অচিন্ত্য স্বভাৱ ।
জগতো তোমাতে আছে নজানি স্বভাৱ ॥১৬৯৩
একে আত্মা ব্যাপি আছা সমস্ত জগতে ।
যেন এক হুতাশন সমস্ত কাষ্ঠতে ॥
আছা অন্তৰ্য্যামী জগতত গূঢ় ভাৱে ।
তথাপিতো অভকতে তোমাক নপাৱে ॥ ১৬৯৪
যিহেতু হিয়াত আছা কৃষ্ণ কৃপাময় ।
তাতেসে সমস্ত জড় জীৱ প্ৰৱৰ্ত্তয় ॥
যদ্যপি তোমাত কৰি জীৱ মুহি ভিন্ন ।
তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন ॥ ১৬৯৫
মায়া দ্বাৰে প্ৰজাহা যতেক গুণচয় ।
সেহি গুণ লৈয়া কৰা সৃষ্টি স্থিতি লয় ॥
ইচ্ছা আত্মে হৱে সিদ্ধি স্থিতি নিৰন্তৰ ।
এতেকেসে বোলো প্ৰভু তুমিসে ঈশ্বৰ ॥ ১৬৯৬
ৰাজা হুয়া আছে যত ৰাক্ষস দানৱ ।
তযু ভকতক কৰৈ মহা পৰাভৱ ॥
তাক মাৰি সংহৰিবা পৃথিবীৰ ভাৰ ।
এহিসে কাৰণে তুমি ভৈলা অৱতাৰ ॥ ১৬৯৭
হয় ৰূপী কেশী ইটো দৈত্য মহা মন্দ ।
আক আজি মাৰি কিনো সাধিলা আনন্দ ॥
যাহাৰ হ্ৰেসনি শুনি হুয়া মহাভয় ।
স্বৰ্গ এৰি পলাই ডৰে যত দেৱচয় ॥ ১৬৯৮
শুনা প্ৰভু আজি আসি পাইবন্ত অক্ৰূৰ ।
ৰজনী প্ৰভাতে কালি যাইবা মধুপুৰ ॥
ধোবাক বধিবা ধনু ভাঙ্গিবা ৰাজাৰ ।
পাইবেক প্ৰসাদ কালি কুজী মালাকাৰ ॥ ১৬৯৯
পৰশুই প্ৰথমে মাৰিবা কুৱলয় ।
চানুৰ প্ৰমুখ্য কৰি মালৰ প্ৰলয় ॥
কংসকো বধিয়া চুলে ধৰিয়া আক্ৰোশি ।
তোমাৰ ঈশ্বৰ লীলা দেখিবো হৰিষি ॥ ১৭০০
বসুদেৱ দৈৱকীৰো সাধিবা মুকুতি ।
তথাতে পাতিবা উগ্ৰসেনক নৃপতি ॥
সান্দীপনি গুৰু গৃহে পঢ়িবা শাস্ত্ৰক ।
পাঞ্চজন্য মাৰি দিবা মৃতক পুত্ৰক ॥ ১৭০১
সমৰে মাৰিবা মগধৰ সেনা যত ।
মৰাইবা যৱন মুচুকুন্দৰ হাতত ॥
কৰিবেক স্তুতি মুচুকুন্দ মহাৰাজে ।
নিৰ্ম্মিবা দ্বাৰকাপুৰী পয়োনিধি মাজে ॥ ১৭০২
ৰুক্মিণীক হৰি হৰি আনিবা প্ৰথমে ।
অষ্ট মহিষীক বিহা পাইবা অনুক্ৰমে ॥
সুৰ নৰকৰ বধ কৰি অনন্তৰে ।
দিবাহা কুণ্ডল অদিতিক তাত পৰে ॥ ১৭০৩
ভাৰ্য্যাৰ বচনে হৰিবাহা পাৰিজাত ।
যুদ্ধত পলাইব ইন্দ্ৰ দেখিবো সাক্ষাত ॥
ষোড়শ সহস্ৰ কন্যা আনি ভিনে ভিনে ।
কৰিবা বিবাহ হৰি তুমি একেদিনে ॥ ১৭০৪

ৰুক্মিণীক কৰিবাহা প্ৰেমে পৰিহাস।
হৈবন্ত ভয়তে দেবী প্ৰাণতো নৈৰাশ॥
চতুৰ্ভুজ হুয়া তুমি তাঙ্ক আঙ্কোৱালি।
ৰুক্মিণীক আশ্বাস কৰিবা বনমালী॥ ১৭০৫
বহুবিধ কৰি লীলা জগতৰ নাহে।
মৰাইবা ৰুক্মক অনিৰুদ্ধৰ বিবাহে॥
বাণক ৰাখিবে লাগি যুজিবন্ত হৰে।
মহেশকো মুহিবাহা বিজৃম্ভণ শৰে॥ ১৭০৬
চক্ৰ ধৰি খেদি যায় বাৰানসী স্থান।
সুদক্ষিণ পৌণ্ড্ৰকৰ তুমি লৈবা প্ৰাণ॥
তযু পুত্ৰ নাতি সব হৈবেক অনেক।
তোমাৰ গৃহস্থ ধৰ্ম্ম দেখিবো প্ৰত্যেক॥ ১৭০৭
ভকতৰ হেতু তুমি কৰিয়া প্ৰবন্ধ।
ভীমৰ হাতত মৰাইবাহা জৰাসন্ধ॥
মেলাইবাহা পৰম ভকত ৰাজাচয়।
নিজ ৰূপে দিবা দেখা তুমি কৃপাময়॥ ১৭০৮
কৰাইবাহা ৰাজসূয় পাণ্ডুৰ ৰাজাক।
শিশুপালে নিন্দা বাণী বুলিবে তোমাক॥
তাৰো শিৰ কাটিবা কেশৰে কৰি ক্ৰোধ।
কুৰু পাণ্ডৱৰ ঘোৰ লগাইবা বিৰোধ॥ ১৭০৯
তোমাক সাৰথি আসি বৰিবা অৰ্জ্জুনে।
অষ্টাদশ অক্ষৌহিণী মৰাইবা আপুনে॥
সৌভকো ভাঙ্গিবা খঙ্গে খেপি নিজ চক্ৰ।
বধিবাহা শাল্ব বিদুৰথ দন্তবক্ৰ॥ ১৭১০
গ্ৰহণত যাইবা কুৰুক্ষেত্ৰক মাধব।
কৰাইবা পিতৃৰ মহা যজ্ঞ মহোৎসব॥
নন্দ যশোদাক মান্য কৰিবা একান্ত।
জ্ঞান দানে গোপীকো কৰিবা উপশান্ত॥ ১৭১১
পিতৃত কহিবা হৰি তুমি মহাজ্ঞান।
মৃতক পুত্ৰেক দৈৱকীক দিবা দান॥
অৰ্জ্জুনক আনি বিহা দিবা সুভদ্ৰাক।
ভকতক দেখিবে প্ৰভু যাইবা মিথিলাক॥ ১৭১২
শ্ৰুতদেৱ জনকৰো পূৰি মনোৰথ।
যাইবা উদ্দেশি প্ৰেম ভকতিৰ পথ॥
দিবাহা মাতৃক যত মৃতক কুমাৰ।
কৰিবা সাফল অৰ্জ্জুনৰ অঙ্গীকাৰ॥ ১৭১৩
কৰিবা গোবিন্দে নৃপ নৃপক উদ্ধাৰ।
লীলায়ে হৰিবা পৃথিৱীৰ মহাভাৰ॥
যত যত লীলা আচৰিবা দ্বাৰকাত।
সমস্তে দেখিবো নাথ থাকিয়া তথাত॥ ১৭১৪
এতেক বোলন্তে ঋষি কৃষ্ণৰ আগতে।
উপজিলা ভকতি পৰিলা দণ্ডৱতে॥
প্ৰণামো আনন্দ মূৰ্ত্তি তুমি পূৰ্ণকাম।
মায়াৰ ঈশ্বৰ কৰো চৰণে প্ৰণাম॥ ১৭১৫
নমো নমো ঈশ্বৰ জগতে বশ্য যাৰ।
অধীন মায়ায়ে স্ৰজৈ কল্পনা সংসাৰ॥
ক্ৰীড়াৰ নিমিত্তে ধৰা মনুষ্য আকৃতি।
যদুকুল শ্ৰেষ্ঠ কৰো তোমাক প্ৰণতি॥ ১৭১৬
এহিমতে কৰিলন্ত অনেক ভকতি।
হাসিয়া গোবিন্দে দিলা তাঙ্ক অনুমতি॥
কৃষ্ণ দৰশনে পায়া পৰম সম্পদ।
কৃষ্ণ গুণ গায়া চলি গৈলন্ত নাৰদ॥ ১৭১৭
শুক নিগদতি ৰাজা শুনা আতপৰে।
যেনমতে ব্যোমক বধিলা দামোদৰে॥
কৃষ্ণৰ চৰিত্ৰ ইটো অমৃত সমান।
কোননো বৰ্ব্বৰে আত নপাতিবে কাণ॥ ১৭১৮
কৰিলন্ত কৃষ্ণে কেশী বধ প্ৰভাতত।
সেহি দিনা নাৰদো নমিলা নিৰ্য্যাণত॥
ভকতৰ বচনক মনে অনুমানি।
ফুৰন্ত হৰিষে গৰু চৰাই চক্ৰপাণি॥ ১৭১৯
গৰুচয় চৰৈ চৰি পৰ্ব্বত শিখৰে।
লাগিল কৰিবে ক্ৰীড়া গোপ নিৰন্তৰে॥
কতো চোৰ হোৱৈ কতো হোৱৈ সদগিৰি।
কতো ভেড়া ছাগ হোৱৈ মেই চুৰি কৰি॥ ১৭২০

ছেগ চাই চোৰে ফুৰৈ চাপৰি নামাতি ।
চোৰ ধৰি কৰৈ গিৰিয়তে * উগ্ৰশাস্তি ॥
কাকুতি কৰন্তে পাছে এৰি ধৰি মাৰি ।
তাকে চাই চাই কতো হাসে ৰিঙ্গপাৰি ॥ ১৭২১
এহিমতে ক্ৰীড়ে সবে পৰম নিৰ্ভয় ।
কৃষ্ণৰ প্ৰসাদে অন্তককো নগণয় ॥
সেহি বেলা ব্যোম নামে আসিল অসুৰ ।
ময়ৰ তনয় দুষ্ট দানৱ দন্দুৰ ॥ ১৭২২
কংস নৃপতিৰ সিটো পাপী প্ৰিয়তৰ ।
কট কটাই আখি ৰঙ্গ দেখি গোৱালৰ ॥
ভৈল মন্দমতি গোপ ৰূপ তাৰক্ষণে ।
চোৰৰ লৈলেক লগ দানৱ দুৰ্জ্জনে ॥ ১৭২৩
ভেড়া হুয়া আছে যিটো হুয়া আছে চোৰ ।
সবাকো নিলেক চুৰি কৰি দৈত্য ঘোৰ ॥
গিৰি গহ্বৰত থৈলে কৰি মহা লীলা ।
ঢাকিল দুৱাৰ দিয়া ভয়ঙ্কৰ শিলা ॥ ১৭২৪
চোৰক ছাগক নিয়া আণ্টাইল সকলে ।
লগাইলেক হাত গিৰিয়তকো নিস্থলে ॥
জন চাৰি পাঞ্চ মাত্ৰ আছে অৱশেষ ।
তেৰেসে জানিলা তাৰ কৰ্ম্ম হৃষীকেশ ॥ ১৭২৫
ভকত পালক কৃপাময় নাৰায়ণ ।
কৰিলন্ত পাছে তাৰ বধক যতন ॥
সেহিবেলা গোৱালগণক নেই হৰি ।
চুম্পি চাম্প দিয়া ৰাখিলন্ত চুল ধৰি ॥ ১৭২৬
ৰাৱ কুকুৰক যেন ধৰিলেক সিংহ ।
আউৰ কৈক যাইবি বুলি কৃষ্ণে দিলা ৰিঙ্গ ॥
দেখি দৈত্যে তেখনে ধৰিলা নিজ ৰূপ ।
নাসা দণ্ড দোগোটা সম্যকে অন্ধকূপ ॥ ১৭২৭
ওলমিল কাণ যেন শকুণৰ পাখি ।
প্ৰভাতৰ সূৰ্য্য যেন ৰঙ্গা দুই আখি ॥
পৰ্ব্বতৰ শৃঙ্গ যেন দান্ত দুই পালি † ।
শুখান পুখুৰী যেন পেট আছে খালি ॥ ১৭২৮

শালবৃক্ষ সমান বৃহত বাহু দুই ।
থুলন্তৰ শিৰ তাৰ আছে স্বৰ্গ চুই ॥
কাল পৰ্ব্বতেক যেন দেহা ভয়ঙ্কৰ ।
দোঙ্গা দুঙ্গি পাৰি বল কণ্টালৈ কৃষ্ণৰ ॥ ১৭২৯
এৰাইবাক লাগি কৰৈ অনেক আক্ৰান্তি ।
যাৱত ধৰিলা তাৰ কৃষ্ণে জান্তি জান্তি ॥
যেন মহা সৰ্পৰাজে ধৰিলে ইন্দুৰ ।
চোট পায়া পাৰৈ ৰাৱ দানৱ দন্দুৰ ॥ ১৭৩০
আকাশত থাকি দেৱে দেখে বিপৰীত ।
দুই হাতে ধৰি তাক পাৰিলা ভূমিত ॥
খাসিৰ আকাৰে তাৰ মোচৰন্ত ঘাৰ ।
মৰিল দানৱ দেৱে দিলেক জোকাৰ ॥ ১৭৩১
চুৰি কৰি থৈল যত গোপ নিৰন্তৰ ।
শিলা গুচাই সবাকো আনিলা দামোদৰ ॥
আপদ নিস্তৰি কৰৈ ৰঙ্গ আসৰিস ।
বৰিষয় দেৱে শিৰে চম্পক শিৰীষ ॥ ১৭৩২
গোষ্ঠক লৰিলা আগ কৰিয়া গোধন ।
গোপগণো কৰি যায় মহিমা কীৰ্ত্তন ॥
আকাশত স্তুতি বুলি যায় দেৱচয় ।
দুন্দুভি বজায়া ৰাজ চম্পা সিঞ্চাৰয় ॥ ১৭৩৩
গোপগণে উথালয় শিঙ্গা বেণু ৰোলে ।
গোপীগণো আসিয়া নয়নে পিয়ৈ ভোলে ॥
নকৰৈ নিমেষ আৰ কৃষ্ণ মুখ চাই ।
কৃষ্ণো যান্ত আনন্দে মোহন বংশী বাই ॥ ১৭৩৪
আগ বাঢ়ি যশোদা আলিঙ্গি ধৰৈ গলে ।
পুত্ৰ পুত্ৰ বুলি চুম্বৈ নয়ন সজলে ॥
ঘুৰাই ঘুৰাই চাই থাকৈ পুত্ৰ মুখ ।
মিলৈ হৃদয়ত ব্ৰহ্মানন্দ সম সুখ ॥ ১৭৩৫
এহিমতে থাকিলা ব্ৰজক ৰঞ্জি হৰি ।
শুনা নৰলোক কেতিক্ষণ যায় মৰি ॥
মৰি আছে কালে নাহি তথাপি চেতন ।
হুয়া সাৱধান ধৰা কৃষ্ণৰ চৰণ ॥ ১৭৩৬

* গিৰিয়তে — গিৰিহঁতে । † পালি — পাৰি ।

ভাৱতে মনুষ্য তনু নাপাইবা সেহ্বে।
ভকত বান্ধৱ নাই মাধৱত পৰে ॥
কৃষ্ণৰ কিঙ্কৰে কহে আন কৰ্ম্ম এৰি।
বোলা হৰি হৰি সবে সমাজিকে বেঢ়ি ॥ ১৭৩৭

---

গোষ্ঠলৈ অক্রূৰৰ আগমন

ছবি

শুক নিগদতি ৰাজা শুনা কথা আতপৰে
কৃষ্ণত ভকত তুমি আতি।
কংসৰ পাঞ্চনি পাই অক্রূৰৰ নিদ্রা নাই
মথুৰাতে বঞ্চি সিটো ৰাতি ॥
প্রভাততে চৰি ৰথ ধৰিলা ব্ৰজৰ পথ
হৰি স্মৰি কৰন্ত হৰিষ।
উপজিল প্ৰেম ভাৰ সিহৰিল সৰ্ব্বগাৰ
যান্ত মনে কৰি বিমৰিষ ॥ ১৭৩৮
আচৰিলো কিনো তপ জপ যজ্ঞ ব্ৰত দান
দিলো কিবা বিশিষ্ট বিপ্ৰক।
কোনবা পুণ্যৰ ফলে আজি গৈয়া অবিকলে
সইচক্ষু * দেখিবো কৃষ্ণক ॥
কৃষ্ণ দৰশন মোৰ পৰম দুৰ্ল্লভ দেখো
বিষয়ত আছে অহঙ্কাৰ।
শূদ্ৰাত জনম যাৰ বেদ উচ্চৰণে তাৰ
নাহি যেন একো অধিকাৰ ॥ ১৭৩৯
কৃষ্ণ দৰশন জানো হুইবে অধমৰ মোৰ
হৃদয় উল্লাস আতি কৰে।
ইটো কাল নদী মাজে ভাসি যায় জীৱ যত
তাৰো মাজে মাজে কতো তৰে ॥
এতেকে জানিলো মোৰ অমঙ্গল নষ্ট ভৈল
হৈব আজি জন্মৰ সাফল।
আজি এই মাথে মই কৰিবো প্রণাম পৰি
মাধৱৰ চৰণ কমল ॥ ১৭৪০
কংসে কিনো কৃপা মোক কৰিলেক পঠাই আজি
দেখিবোহো কৃষ্ণৰ চৰণ।
যাৰ নখ কান্তি স্মৰি সংসাৰক গৈল তৰি
অম্বৰীষ আদি ৰাজাগণ ॥
যিটো পদ পঙ্কজক পূজে ব্ৰহ্মা মহাদেৱ
লক্ষ্মীয়ো অৰ্চ্চন্ত প্ৰতিনিত্ত।
সংসাৰতে সাৰ জানি ভকতে সততে সেৱে
গোপী কুচ কুঙ্কুমে ৰঞ্জিত ॥ ১৭৪১
সংসাৰৰ তাপহাৰী মহাশ্বেত ছত্ৰ প্ৰায়
সুখ সেব্য পৰম কামদ।
তীৰ্থৰো উত্তৰ স্থান দেখিবোহো বিদ্যমান
গোবিন্দৰ হেন দুই পদ ॥
হেৰ মৃগগণে মোক প্ৰদক্ষিণ কৰি ফুৰে
পাইলো বৰ যাত্ৰাৰ মঙ্গল।
নিশ্চয় দেখিবো মই মুখ মুকুন্দৰ যান্ত
ফুলৈ নেত্ৰ পঙ্কজ যুগল ॥ ১৭৪২
সুনাসিকা সুকপোল অলকে আবৃত বৰৈ
মনোহৰ ঈষত হাসিত।
সাক্ষাতে দেখিয়া সুখ মুখ মুকুন্দৰ মই
আজি হৈবো মহা কৃতকৃত্য ॥
জগতৰে পাপ হৰৈ যাৰ হেন গুণ কৰ্ম্মে
মিশ্রিত যতেক বাক্যচয়।
জগতৰে শোভে সেই জগতকে মোক্ষ দেই
জগতকে পৱিত্ৰ কৰয় ॥ ১৭৪৩
যিটো বচনত নাই গুণ নাম মাধৱৰ
সিটো সব সম অপৱিত্ৰ।
যদুকুলে অৱতৰি আছন্ত হেনয় হৰি
কৰি ব্ৰজে বালক চৰিত্ৰ ॥

---

* সইচক্ষু = নিজচক্ষু।

মহন্তৰ গতি মতি ত্ৰৈলোক্য সুন্দৰ মূৰ্ত্তি
ধৰি আছা জগতৰ গুৰু।
লক্ষ্মী যাত ভৈলা বশ্য বেদে গায়ে যাৰ যশ
ভকত জনৰ কল্পতৰু ॥ ১৭৪৪
দেৱতাৰ সাধি সুখ মহন্তৰ খণ্ডি দুখ
গোকুলতে আছন্ত সাক্ষাত।
হেনয় হৰিক মই সই চক্ষু দেখিবোহো
কিনো ভৈল শুভ সুপ্ৰভাত ॥
ৰাম মাধৱৰ পদ দেখিল মাত্ৰকে মই
পৰিবো ৰথৰ জাম্প দিয়া।
যাক যোগী ধ্যান কৰৈ হেন চৰণক মই
প্ৰণামিবো সাক্ষাতে দেখিয়া ॥ ১৭৪৫
পদ পঙ্কজৰ ধূলি মাথে লৈবো হাতে তুলি
মোৰ অনুৰাগ যাইব চৰি।
ৰাম-গোবিন্দৰ সঙ্গী গোপগণ আছে যত
তাকো প্ৰণামিবো পায়ে পৰি ॥
পৰম সুগন্ধি যিটো হস্তে গোপিকাৰ শ্ৰম
গুচাইলা কৰন্তে ৰাস ৰতি।
সিটো হস্ত পদ্ম আনি উছৰ্গিয়া দিয়া পানী
পাইলা বলি ত্ৰৈলোক্য সম্পতি ॥ ১৭৪৬
অসুৰক ভয়ে যিটো শৰণ পশয় সিটো
নিৰ্ভয় কৰন্ত যিটো হাতে।
চৰণত পৰিবাৰ দেখি সেই হস্ত পদ্ম
দিবা কৃষ্ণদেৱে মোৰ মাথে ॥
যদ্যপি কংসৰ দূত হুয়া আইলো তথাপিতো
মোক নকৰিবা পৰজ্ঞান।
মোৰ হৃদয়ত থিত যেন ভাল মন্দ চিত
জানন্ত আপুনি সৰ্ব্বজ্ঞান ॥ ১৭৪৭
চৰণৰ সমীপত পৰিবাৰ দেখি মোক
দায়া দৃষ্টি চাহিবন্ত স্বামী।
তাৰক্ষণে পাপমানে সবে দূৰ হুইবে মোৰ
পৰম আনন্দ পাইবো আমি ॥

বাহু মেলি আঙ্কোৱালি আসি যেবে বনমালী
ধৰন্ত সুহৃদ বুলি মোক।
শৰীৰ পবিত্ৰ হুইব কৰ্ম্মবন্ধ ছিণ্ডি যাইব
তৰিবো সংসাৰ তাপ শোক ॥ ১৭৪৮
গোবিন্দৰ অঙ্গ সঙ্গ পায়া হুইব মনৰঙ্গ
থাকিবোহো কৃতাঞ্জলি কৰি।
হাসি হাসি মাথা তুলি অক্ৰূৰ খুৰাই বুলি
প্ৰবোধন্ত যেবে মোক ধৰি ॥
তেবে আৰ কিবা সাঞু সমস্ত প্ৰসাদ পাওঁ
তেবে জন্ম সাফল আমাৰ।
মহন্তে নাৰদে যাক কোনে ভাল বোলে তাক
সিজনৰ জীৱন ধিক্কাৰ ॥ ১৭৪৯
শত্ৰু মিত্ৰ উদাসীন যদ্যপি সমস্তে হীন
ভকতক ভজন্ত তথাপি।
যেন সেৱি পাৱে ফল গৈয়া কল্পতৰু তল
খোজৈ যিটোজনে পাশ চাপি ॥
কৰি কৃতাঞ্জলি মই হুযা অৱনত আতি
থাকিবোহো কৃষ্ণৰ আগত।
হাসিয়া হাতত ধৰি গৃহ প্ৰৱেশাইবা হৰি
বসুৱাই মোক আসনত ॥ ১৭৫০
কৰিয়া সৎকাৰ তথা পুছিবা কংসৰ কথা
তেবে মোৰ পূৰৈ মনোৰথ।
এহিমতে মাধৱক চিন্তন্তে দিনান্ত গৈল
নাজানিলা সিটো দীৰ্ঘ পথ ॥
সূৰ্য্যে যেবে গৈলা অস্ত গোকুল পাইলেক ৰথ
তেবেসে চেতন ভৈল গাত।
নাজানিলা মহামানী ঘোড়াসে নিলেক টানি
গোপ পুৰী দেখিলা সাক্ষাত ॥ ১৭৫১
মথে দধি তাৰ ধ্বনি লোকৰ আবাৰ শুনি
চতুৰ্ভিতি নিহালন্ত পাছে।
শুনা সভাসদগণ মাধৱত দিয়া মন
অসুৰে কেশত ধৰি আছে ॥

আয়ু ক্ষেণে ক্ষেণে যায়   কালে ধৰিলেক প্ৰায়
তথাপি চেতন নাহি গাত।
আন কৰ্ম্ম অনাদৰি   ডাকি বোলা হৰি হৰি
হৰিনামে তাৰিবে সাক্ষাত ॥ ১৭৫২

পদ

এহিমতে পাছে মহা মহন্ত অক্ৰূৰ।
সন্ধ্যা সময়ত গৈয়া পাইলা গোপপুৰ ॥
চক্ষুয়ো নিহালি চান্ত আনন্দ হৃদয়।
দেখন্ত পথত গোবিন্দৰ খোজচয় ॥ ১৭৫৩
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে সুশোভিত।
কৰি আছে আতি পৃথিবীক অলঙ্কৃত ॥
দেখি অক্ৰূৰৰ উপজিল প্ৰেমভাৰ।
ভৈল হৰিষতে ৰোমাঞ্চিত সৰ্ব্ব গাৰ ॥ ১৭৫৪
লোতকে বেঢ়িলে আখি দ্ৰৱ ভৈল হিয়া।
আথে বেথে ৰথৰ পৰিলা জাম্প দিয়া ॥
এহিতো প্ৰভুৰ পদ-পঙ্কজৰ ধুলি।
পাৰন্ত লোটাৰি তাতে কৃষ্ণ কৃষ্ণ বুলি ॥ ১৭৫৫
আনন্দে ভৈলন্ত বীৰ বিহ্বল স্বভাৱ।
ৰাম কৃষ্ণ বুলি আতি দিলা দীৰ্ঘৰাৱ ॥
কৃষ্ণ পদ ৰেণু পাই প্ৰেম যায় চৰি।
কৰন্ত প্ৰণাম প্ৰতি খোজে পৰি পৰি ॥ ১৭৫৬
এহিমানে মাত্ৰ পুৰুষাৰ্থ পুৰুষৰ।
দেখন্তে খোজক যেন ভৈল অক্ৰূৰৰ ॥
দেৱৰো দুৰ্লভ আকে বুলি প্ৰেমভাৰ।
ভৱ নদী তৰিবাৰ এহি দৃঢ় নাৱ ॥ ১৭৫৭
কতোক্ষণে অক্ৰূৰ কৰিয়া মন স্বস্থ।
পাছে ৰাম-কৃষ্ণ বড়ি আৰোহিলা ৰথ ॥
বাঢ়ি যায় প্ৰীতি আতি আনন্দে নধৰে।
যেন কথা ভৈল শুনা আত অনন্তৰে ॥ ১৭৫৮

সেহি সময়ত ৰাম-কৃষ্ণ দুয়ো ভাই।
দোৱৈ গাই আনন্দে আছন্ত তাকে চাই ॥
পৰম সুন্দৰ দুয়ো ৰূপ সুকুমাৰ।
নীল পীত বস্ত্ৰে আতি কৰে জাতিষ্কাৰ ॥ ১৭৫৯
শ্যাম শ্বেত বৰ্ণ দুইৰো বদন প্ৰসন্ন।
আজানুলম্বিত ভুজ পঙ্কজ নয়ন ॥
গন্ধ চন্দনে দুইৰো সৰ্ব্বাঙ্গে লেপিত।
পিন্ধি আছা মালা দিব্য ৰত্নে বিৰচিত ॥ ১৭৬০
হেমময় অলঙ্কাৰে দুইৰো কলেৱৰে।
হসিত বদনে দুয়ো চান্ত দায়ান্তৰে ॥
জগত কাৰণ দুয়ো পুৰুষ পৰম।
কিশোৰ বয়স বাল মাতঙ্গ বিক্ৰম ॥ ১৭৬১
ধ্বজ বজ্ৰ পদ্মে দুইৰো পদ অলঙ্কৃত।
কৰন্তে আছন্ত খোজে ব্ৰজক মণ্ডিত ॥
শৰাৰৰ কান্তি দিশ প্ৰকাশিত হুই।
মৰকত ৰূপাৰ পৰ্ব্বত যেন দুই ॥ ১৭৬২
ৰচি আছে তাক যেন স্বৰ্ণ ৰতনে।
ভ্ৰমন্তে আছন্ত লীলাগতি ৰঙ্গমনে ॥
দুইৰো ৰূপে গোকুলে দীপিতি আতি কৰে।
দুইৰো দৰশনে মদনৰো দৰ্প হৰে ॥ ১৭৬৩
অৰুণ চৰণ চাৰু নূপুৰে সুহাই।
ৰূপৰ প্ৰভাৱে দুইকো চাহান নাযায় ॥
আছন্ত আনন্দে দুয়ো পুৰুষ প্ৰখ্যাত।
অক্ৰূৰে দেখিলা সেই সময়ে সাক্ষাত ॥ ১৭৬৪
ৰাম মাধৱৰ দেখি মূৰ্ত্তি বিপৰীত।
উপজিল প্ৰেম আতি তনু পুলকিত ॥
স্নেহে নয়নৰ নীৰ ধাৰে বহি যায়।
ভৈলন্ত অক্ৰূৰে আতি বিহ্বল পৰায় ॥ ১৭৬৫
প্ৰেম ৰসে মজ্জিল দ্ৰৱিল তান হিয়া।
আথে বেথে ৰথৰ পৰিলা জাম্প দিয়া ॥
ৰাম মাধৱৰ চৰণৰ সমীপতে।
নিচালে পৰিলা দুইৰো আগে দণ্ডৱতে ॥ ১৭৬৬

ভাগ্যে ভৈল পৰম ঈশ্বৰ দৰিশন।
আনন্দে কান্দন্ত নাসে মুখত বচন ॥
ত্ৰাহি কৃষ্ণ কৃষ্ণ বুলি ধৰি দুইৰো ভৰি।
কতোবেলি আছিলন্ত চৰণত ধৰি ॥ ১৭৬৭
কৈবে নপাৰিলা আগমনৰ কাৰণ।
অক্ৰূৰৰ ভকতি দেখিয়া নাৰায়ণ ॥
সলোতক নেত্ৰে স্নেহে ভৈলন্ত বিহ্বল।
নামাতি আছিলা তন্তি ভকতবৎসল ॥ ১৭৬৮
চক্ৰাকৃত হস্তে পাছে ধৰি তাঙ্ক তুলি।
বাহুমেলি আলিঙ্গিলা খুড়া খুড়া বুলি ॥
ধৰিলা সাৰটি ৰামো ভকতক পাই।
অক্ৰূৰক গৃহ প্ৰবেশাইলা দুয়ো ভাই ॥ ১৭৬৯
সাদৰে বৈসাইলা নিয়া সুবৰ্ণ আসনে।
পুছিলা কুশল বুলি মধুৰ বচনে ॥
আপুনি পখালি পাৱ হৰি অক্ৰূৰৰ।
দিলা মধুপৰ্ক কৰি অনেক সাদৰে ॥ ১৭৭০
তৈল লৈয়া দোভায়ো জান্তিলা তান ভৰি।
দিলা পৰামান্ন পাছে শ্ৰম দূৰ কৰি ॥
ভুষিলা চন্দন পুষ্পে দিয়া মুখ শুদ্ধি।
পুছন্ত সাদৰে নন্দে আনন্দে সম্বুধি ॥ ১৭৭১
শুনিয়ো অক্ৰূৰ ক্ৰূৰ কংস বিদ্যমানে।
কিমতে বৰ্ত্তাহা তুমি সব তৈতে প্ৰাণে ॥
বাঘে যেন ভৈল আসি ছাগৰ গোৰথ।
তাত কি আছয় আৰো জীৱনৰ লথ ॥ ১৭৭২
ভাগিনগণক যিটো বধিল নিস্খল।
কিবা পুছো আন আউৰ প্ৰজাৰ কুশল ॥
কৰিলা আনন্দে নন্দে মধুৰ আলাপ।
এৰাইলন্ত বীৰে মহা পথশ্ৰম তাপ ॥ ১৭৭৩
ৰাম মাধৱৰ মান্য লভিয়া প্ৰচুৰ।
সুবৰ্ণৰ খাটে পাছে শুজিলা অক্ৰূৰ ॥
আসন্ত কৰিলা পথে যন্ত মনোৰথ।
সুকলে লভিলা মাধৱন্ত মহাৰথ ॥ ১৭৭৪

যাত তুষ্ট ভৈলা লক্ষ্মীনিবাস সাম্প্ৰত।
তাৰ কি অপ্ৰাপ্য আৰো আছে ত্ৰৈলোক্যত ॥
তথাপি নাবাঞ্চে কিছো ভকতৰ মনে।
মোক্ষকো তেজিয়া ভজে কৃষ্ণৰ চৰণে ॥ ১৭৭৫
পাছে ৰাম কৃষ্ণে পৰবেলা ভুঞ্জি ভাত।
আসিলা আনন্দে আছা অক্ৰূৰ যথাত ॥
বিৰলে বসিলা দুয়ো ৰাম নাৰায়ণ।
পুছিবে লাগিলা আগমনৰ কাৰণ ॥ ১৭৭৬
শুনা খুড়া বাপ তুমি আসিলা কল্যাণে।
সুখে কি আছন্ত মোৰ জ্ঞাতি বন্ধুমানে ॥
বাঢ়ে কুলৰোগ কংস আমাৰ মমাই।
মিছা পুছো জানোহো কুশল কাৰো নাই ॥ ১৭৭৭
হা পিতৃ মাতৃ মোৰ পৰম মহন্ত।
মই হেতু পাইলা দুয়ো দুখ অপৰ্য্যন্ত ॥
মোৰেসে কাৰণে ছয়ো পুত্ৰৰ মৰণ।
মই হেতু পাইলা দুয়ো দুৰ্ঘোৰ বন্ধন ॥ ১৭৭৮
হৰি হৰি দৈৱকী দুখিনী মাৰ মোৰ।
ভুঞ্জিলা নিকাৰ আপদৰ নাই ওৰ ॥
মই পুত্ৰ হেতু বন্ধনতে গৈল কাল।
তোমাৰেসে দুখে হৃদয়ত ভৈল শাল ॥ ১৭৭৯
তোমাক দেখিলো খুড়া আনন্দ ইয়াত।
আইলা কিবা কামে কহিয়োক আবে তাত ॥
শুনিয়া অক্ৰূৰে বৰ্ণাইলন্ত নিৰন্তৰ।
যিকামে পঠাইলা তাঙ্ক কংস নৃপবৰ ॥ ১৭৮০
নাৰদে যিমতে কথা কহিলা তহিত।
যেনমতে গৈলা বসুদেৱক বধিত ॥
নিবেক পঠাইলা যেন ধনুৰ্যাগ ছলে।
হস্তী মালে মাৰিলে যিমতে ধৰি বলে ॥ ১৭৮১
কংস বিচেষ্টাক ৰাম মাধৱৰ আগে।
প্ৰতি প্ৰতি কহিলা অক্ৰূৰ মহাভাগে ॥
হেনয় সন্তেদ কথা শুনি হৃষীকেশ।
পিতৃক কহিলা সবে কংসৰ আদেশ ॥ ১৭৮২

হুয়ো সাজ পিতৃ কালি যাইবে লাগে জানি।
নন্দো আদেশিলা সবে গোপগণ আনি ॥
লৈয়োক বৎসবি কৰ দধি দুগ্ধ ঘৃত।
শকটৰ ভৰি তাতে তুলিয়ো সম্ভৃত ॥ ১৭৮৩
মল্ল মহোৎসৱ চাইবে যাইবো প্ৰভাতত।
দিয়াইলন্ত সাৰ এহি বুলিয়া ব্ৰজত ॥

---

ৰাম-কৃষ্ণৰ মধুপুৰ যাত্ৰাৰ খবৰ পাই গোপীসকলৰ
বিলাপ আৰু ৰাম-কৃষ্ণ প্ৰভৃতিৰ মধুপুৰ যাত্ৰা।

লৰৰা লৰৰি কৰি সাজে গোপগণে।
পাছে গোপীসবে হেন শুনিলে শ্ৰৱণে ॥ ১৭৮৪
আইল কংসদূত আজি ব্ৰজক অক্ৰূৰ।
নিবে লাগি ৰাম-মাধৱক মধুপুৰ ॥
হেন বাৰ্ত্তা পাই যেন থিয়য়ে মৰিল।
তমোময় দেখি মুখে বচন হৰিল ॥ ১৭৮৫
হৃদয়ে সন্তাপে তেজৈ নিশ্বাস সঘন।
সুখাইল অধৰ ভৈল মলিন বদন ॥
সোলকয় বলয়া খোপা শিথিল বসন।
কৃষ্ণক ধ্যানত ধৰি নেমেলৈ নয়ন ॥ ১৭৮৬
দেহাকো পাসৰি চিন্তে যেন যোগী প্ৰায়।
কৃষ্ণৰ আলাপ স্মৰি কতো মূৰ্চ্ছা যায় ॥
সুললিত লীলাগতি হাস্য নিৰীক্ষণ।
সুমৰন্তে পৰিহাস নৰহে জীৱন ॥ ১৭৮৭
কৃষ্ণক চিন্তন্তে ভৈল বিৰহে বিহ্বল।
তিতি আছে মুখ সব নয়নৰ জল ॥
ভৈল এক ঠাই কৃষ্ণক নৈৰাশ।
বুলিবা লাগিলা সবে তেজিয়া নিশ্বাস ॥ ১৭৮৮
হে বিধি কিঞ্চিতেকো তোৰ দায়া নাই।
প্ৰিয়জন সমে আনি কৰ এক ঠাই ॥
অন্তবাস নতু পান্তে মনোৰথ পাৰ।
ছয়ালৰ চেষ্টা যেন চৰিত্ৰ তোমাৰ ॥ ১৭৮৯
সুকপোল সুনাসিকা মুখ মুকুন্দৰ।
অলকা আবৃত অল্প হসিত সুন্দৰ ॥
হেন মুখ দেখাই তুনাই কৰ বিঘটিত।
দেখ বিধি কেন তোৰ কৰ্ম্ম গৰিহিত ॥ ১৭৯০
শুন শুন বিধি কিনো তই ক্ৰূৰ মন্দ।
কৃষ্ণ চক্ষু কাঢ়ি নেস আমি ভৈলো অন্ধ ॥
পূৰ্ব্বত আপুনি দিলি আবে কেন নেস।
জগতে ব্যাপিবে পুনু তোহোৰ দুৰ্যশ ॥ ১৭৯১
বিধাতাক এৰি অন্যো অন্যে বোলে বাক।
ইসে খেদ নন্দ সুতো তেজন্ত আমাক ॥
পতি পুত্ৰ তেজিয়া ইহানে ভৈলো চেড়ী।
কিনো নিদাৰুণ কোন সতে যান্ত এৰি ॥ ১৭৯২
কিনো পুণ্য কৰিলেক মথুৰাৰ নাৰী।
ভৈল সুপ্ৰভাত আজি দেখিবে মুৰাৰি ॥
কৃষ্ণৰ কটাক্ষে হাস্য অমৃত সমান।
নয়ন ভ্ৰমৰ ভৰি কৰিবেক পান ॥ ১৭৯৩
মধুৰ মূৰ্ত্তিক দেখি হৈব কৃতকৃত্য।
প্ৰিয় সম্ভাষণে আন মুহিবেক চিত ॥
নাগৰী নাৰীৰ সিটো ৰতি ৰস পাই।
আমি কুগ্ৰামিক লাগি নাসিবা তুনাই ॥ ১৭৯৪
আজি মহোৎসৱ মিলিবেক মথুৰাত।
বৃষ্ণি ভোজ বংশৰ আজিসে সুপ্ৰভাত ॥
দেখিবে নয়নে লক্ষ্মীৰমণ মাধৱ।
পঙ্কৰো হৈব আজি নয়ন উৎসৱ ॥ ১৭৯৫
অক্ৰূৰকো শপে কতো পৰম ক্ৰোধত।
কৈৰ ধূমকেতু আসি পৰিল ব্ৰজত ॥
আমাৰ প্ৰাণক কাঢ়ি নেই নিদাৰুণে।
ইহাৰ অক্ৰূৰ নাম থৈলে কিবা গুণে ॥ ১৭৯৬
গোপীৰ প্ৰাণক কাঢ়ি নেই দুৰ পথ।
কঠিন হৃদয় কৃষ্ণ আৰোহিলা ৰথ ॥
নৈদে হাক আনে লৰে লৰে গোপ সজ।
পৰিবে বিধিনি হুনু যাত্ৰা হৈবে ভঙ্গ ॥ ১৭৯৭

নঁথায় ভূমিকম্প কিয় নাই বজ্রপাত।
হেনবা থাকন্ত কৃষ্ণ দেখি উতপাত ॥
নাবাধয় হাঞ্চি জেঠী নাই উপচক্র।
জানিলো আমাৰ আবে বিধি ভৈল বক্র॥ ১৭৯৮
অন্যো অন্যে বোলৈ কতো মহাসাস কৰি।
আসা সবে ৰাখো ৰাম মাধৱক ধৰি ॥
কিনো কৰিবেক নন্দ আদি গোপচয়।
কৃষ্ণ বিনে দৈৱে মৰে আউৰ কিবা ভয়॥ ১৭৯৯
দেখি হাস্য কটাক্ষ কৰন্তে ৰাসকেলি।
ক্ষণপ্রায় নিলো ৰাতি আমি গোপী মেলি ॥
হেন প্রাণ কৃষ্ণৰ নেদেখি আবে মুখ।
কিমতে তৰিবো ঘোৰ বিৰহৰ দুখ ॥ ১৮০০
গধূলি আসন্ত সিটো হাসি বংশী বাই।
গোৰজে ৰঞ্জিত মুখ অলকে সুহাই ॥
আমাৰ হৰন্ত চিত কটাক্ষে নিৰেখি।
জীবো কেনমতে হেন কৃষ্ণক নেদেখি ॥ ১৮০১
এতেক বোলন্ত সবে আকুল বিৰহে।
কৃষ্ণৰ বিৰহ বহ্নি শৰীৰক দহে ॥
এৰিলেক লাজ কাজ যত গোপনাৰী।
গোবিন্দ মাধৱ বুলি কান্দে গেৰি পাৰি ॥ ১৮০২
ধাৰায়ে বহৱৈ নয়নৰ নীৰ ঝৰি।
কুলশীল ধৈৰ্য্য তেজি যতেক সুন্দৰী ॥
পৰম বিহ্বল হুয়া মহা প্রেমভাৱে।
কৃষ্ণ কৃষ্ণ বুলি আতি কান্দে দীৰ্ঘৰাৱে ॥ ১৮০৩
এহিমতে কৰন্ত বিলাপ বিপৰীত।
অক্রূৰো চৰিলা ৰথে কৰি নিত্য কৃত্য ॥
নন্দ আদি গোপগণে শকটত চড়ি।
পৰম আটোপে চলৈ ৰাম কৃষ্ণ ৰড়ি ॥ ১৮০৪
সমান বয়স সবে গোপৰ কুমাৰ।
বস্ত্র অলঙ্কাৰে আতি হুয়া জাতিষ্কাৰ ॥
ৰথৰ দুই পাশে আসি মিলিল জোগান।
কান্দৈ মকমকি গোপী ফুটে যেন প্রাণ ॥ ১৮০৫
ভকতৰ বান্ধৱে মাধৱে দেখি দুখ।
ৰথতে পালটি ভৈলা গোপীক সমুখ ॥
সদয় নয়নে চাই সবাকো নিৰেখি।
যুড়াইল কিঞ্চিত চিত কৃষ্ণ মুখ দেখি ॥ ১৮০৬
ঊৰ্দ্ধমুখে চাই সবে আছে বিদ্যমান।
পাওঁ কিবা প্রিয় মাধৱৰ সন্নিধান ॥
প্রাণনাথে বুলিবন্ত আমাক আশ্বাস।
থিয় হুয়া আছে গোপীচয় চাপি পাশ ॥ ১৮০৭
ভকতৰ শোকে হৰি আকুল একান্ত।
দূত বাক্যে সবাৰো কৰিলা চিত শান্ত ॥
তুমি সব সম মোৰ প্রিয় নাহি আন।
তোমাসাৰ দুখ দেখি নসহয় প্রাণ ॥ ১৮০৮
আসিবো অচিৰ কালে চায়া মল্ল খেড়ি।
যায়োক পালটি সখীসব মোক এৰি ॥
বচন সন্দেশে গোপীগণ ভৈল স্বস্থ।
নিৰেখি থাকিলা প্রাণ গোপালৰ ৰথ ॥ ১৮০৯
পাছে শুভক্ষণে যাত্রা কৰিলা মাধৱ।
কৰৈ কৃষ্ণ গুণ গায়া গোৱালে উৎসৱ ॥
বাৰৈ বেণু শিঙ্গা শঙ্খ শিঙ্গাৰ নিস্বান।
কংসক বধিতে কৃষ্ণে কৰিলা পয়াণ ॥ ১৮১০
আতি চমৎকাৰে চলি যান্ত জগন্নাথ।
চাই আছে গোপী নিৰন্তৰে তুলি মাথ ॥
কৃষ্ণ লগে যায় সমস্তৰে চিত ছলি।
ৰহি আছে সবে যেন চিত্রৰ পুতলি ॥ ১৮১১
ধ্বজ দণ্ড ৰথ ধূলি দেখিলেক মানে।
আছিলেক চাই আউৰ নসহয় প্রাণে ॥
নিৱৰ্ত্তিলা হুয়া পাছে কৃষ্ণত নৈৰাশ।
হা হা কৃষ্ণ বুলি আতি ফোকাৰে নিশ্বাস॥ ১৮১২
গোবিন্দৰ গাৱে গুণ হুয়া শোকে হীন।
কৃষ্ণৰ চৰণ মাত্র চিন্তি বঞ্চে দিন ॥
তৰিলেক গোপী সবে সংসাৰ সাক্ষাত।
বোলা হৰি হৰি পৰোক পাপত বিঘাত ॥ ১৮১৩

## দুলড়ী

অনন্তৰে বীৰে অক্রূৰে চাবুকে
ডাকিল চাৰি ঘোৰাক ।
বায়ুতো অধিক বেগে যায় ৰথ
উজাৰি পথ ধূলাক ॥
হৰ হৰ কৰি ৰথ চক্রে চলৈ
মেঘৰ যেন সম্বাদ ।
গোৱাল সকলে কৰৈ জয় কৃষ্ণ
তুলিয়া আনন্দে নাদ ॥ ১৮১৪
সমস্তে দিশৰ পলাই অমঙ্গ *
শুনিয়া তাৰ শবদ ।
পাছে ৰাম-কৃষ্ণ অক্রূৰে সহিতে
পাইলা কালিন্দীৰ হ্রদ ॥
ৰথৰ নামিয়া ৰাম-কৃষ্ণে পিলা
জল যমুনাৰ পাছে ।
বৃক্ষৰ ছায়াক অনুসৰি দুয়ো
থাকিলা ৰথৰ কাছে ॥ ১৮১৫
শত্রুক শঙ্কায়ে অক্রূৰে দুইহাক্তো
থৈলন্ত ৰথত তুলি ।
নামিলা যমুনা জলে দানপতি
মইতো সন্ধ্যা কৰো বুলি ॥
বিধিৱতে স্নানি নিমজিয়া জলে
জপিলন্ত মন্ত্র পাছে ।
দেখে দানপতি সেহি ৰাম-কৃষ্ণ
দোভায়ো তহিতে আছে ॥ ১৮১৬
যোনো তৈত ৰথে নাহিকন্ত বুলি
জলৰ উঠি সত্বৰে ।
পূর্ব্বৱতে বসি আছন্ত দোভায়ো
দেখন্ত ৰথ উপৰে ॥
তৈত মিছা মই দেখিলো বুলিয়া
ডুবাই বুৰ দিলা আসি ।

দেখন্ত অনন্ত সহস্রেক শিৰে
আছন্ত আতি প্রকাশি ॥ ১৮১৭
হাজাৰেক ফণা মণি ৰত্ন জলৈ
যেন আদিত্যৰ পান্তি ।
সহস্রেক শিৰে ৰত্নৰ কিৰীটি
হাজাৰেক কৰৈ কান্তি ॥
বিচিত্র পৱিত্র নীল বস্ত্রে শোভৈ
মৃণাল ধৱল কায় ।
শৃঙ্গে সমে যেন কৈলাস পৰ্ব্বত
আছন্ত ফণা উচ্ছাই ॥ ১৮১৮
সৰ্পৰ নায়ক অনেকে প্রণামৈ
বেঢ়িয়া মাথ দোৱাই ।
পৰম আশ্চৰ্য্য দেখিয়া অক্রূৰে
চাহান্ত চক্ষু বলাই ॥
তাহানে কোলাত দেখন্ত কৃষ্ণক
তনু নৱ ঘন শ্যাম ।
তাতো পাত বস্ত্রে প্রকাশন্তে আছে
ত্রৈলোক্যে নাহি উপাম ॥ ১৮১৯
প্রসন্ন বদন অৰুণ নয়ন
যেন পঙ্কজৰ পাসি ।
অধৰ ৰাতুল দন্ত কুন্দকড়ি
তাতে মনোহৰ হাসি ॥
শোভন নাসিকা নির্ম্মল কপোল
প্রকাশে অলকা পান্তি ।
শিৰত মুকুট মকৰ কুণ্ডল
কর্ণে জল মল কান্তি ॥ ১৮২০
চাৰু চতুর্ভুজ আজানুলম্বিত
কঙ্কণ কেয়ুৰ জলে ।
শঙ্খ চক্র গদা পঙ্কজ হাতত
দিব্য বনমালা গলে ॥
কম্বুকণ্ঠে শোভে কৌস্তুভ সুবর্ণে
ৰচিত [illegible] হাৰ ।

* অমঙ্গ—অমঙ্গল ।

শ্ৰীবৎস লক্ষ্মীৰ চটা উৰুস্থলে
মালা গজ মুকুতাৰ ॥ ১৮২১
তিনি ৰেখা সমে শোভিত উদৰ
অশ্বত্থ পত্ৰ আম্বয় ।
কান্ধে নৰগুণ সুগম্ভীৰ নাভি
কটি কাঞ্চি ৰত্নময় ॥
কুৰি আঙ্গুলিত ৰত্নে বিৰচিত
সোণাৰ জাপ আঙ্গুঠি ।
চাৰু উৰু জানু জঙ্ঘা যুগলক
দেখন্তে পৰম তুষ্টি ॥ ১৮২২
পদ পঙ্কজৰ পাসি যেন ভৈল
চাৰু আঙ্গুলিৰ পান্তি ।
ৰত্নৰ উঝন্টি আতি প্ৰকাশিত
অৰুণ নখৰ কান্তি ॥
ৰত্নৰ নূপুৰে জুৰে তাতে আতি
আৰকত পদ তল ।
ধ্বজ বজ্ৰ যৱ অঙ্কুশ পঙ্কজ
প্ৰকাশে চিহ্ন সকল ॥ ১৮২৩
সুনন্দ প্ৰমুখ্যে যত পাৰিষদ
ব্ৰহ্মা আদি যত দেৱ ।
সনক প্ৰমুখ্যে যত ব্ৰহ্মঋষি
পৰি পৰি কৰৈ সেৱ ॥
আছন্ত উপাসি প্ৰহ্লাদ নাৰদ
প্ৰমুখ্যে ভকতচয় ।
হেন দিব্য ৰূপ দেখিয়া অক্ৰূৰ
ভৈলন্ত মহা বিস্ময় ॥ ১৮২৪
আমাঠৈৰ কৃষ্ণ এন্তে মহেশ্বৰ
তাহানে হেন স্বভাৱ ।
এহি বুলি বীৰে আতি প্ৰীতি পায়
সিহড়াইলা সৰ্ব্বগাৱ ॥
প্ৰেম উপজিল হৃদয় দ্ৰৱিল
ধাৰায়ে লোতক ঝৰে ।
কৃষ্ণৰ আগত পৰি দণ্ডৱতে
থাকিলা পাছে অক্ৰূৰে ॥ ১৮২৫
কৰি ধৈৰ্য্য চিত পৰি পৃথিবীত
পাৰে প্ৰণামিলা মাথে ।
কৰজোৰে তুতি বুলিবে লাগিলা
পাছে গদ গদ মাতে ॥
শুনা সৰ্ব্বজন এৰা আন মন
কৃষ্ণৰ চৰিত্ৰ শুনি ।
হিয়ে ৰূপ ধৰি বোলা হৰি হৰি
তৰিবা তেবে আপুনি ॥ ১৮২৬

---

অক্ৰূৰৰ শ্ৰীকৃষ্ণস্তৱ

পদ

কৰন্ত অক্ৰূৰে তুতি গদ গদ বাক ।
হে কৃষ্ণ কৃষ্ণ মই প্ৰণামো তোমাক ॥
জানিলো জগত হেতু তুমি নাৰায়ণ ।
যাৰ নাভিপদ্মে ভৈলা ব্ৰহ্মা উতপন্ন ॥ ১৮২৭
যত পঞ্চভূত দেহ ইন্দ্ৰিয় প্ৰখ্যাত ।
তোমাৰ মূৰ্ত্তিত হন্তে সবে ভৈলো জাত ॥
তথাপি তোমাৰ ৰূপ নাজানয় কেৱ ।
ইটো জড় জগত চৈতন্য তুমি দেৱ ॥ ১৮২৮
ব্ৰহ্মাকো কৰিলা বন্দী মায়াৰ গুণতে ।
নিৰ্গুণ ৰূপক আবে জানিবো কিমতে ॥
জড় বস্তু একোৱে নাজানৈ আপুনাক ।
জীৱ জড়কেসে জানৈ নাজানৈ তোমাক ॥ ১৮২৯
তোমাকেসে বোলৈ জ্ঞানী ব্ৰহ্ম নিৰঙ্কুশ ।
সাংখ্য মতে বোলৈ তুমি প্ৰকৃতি পুৰুষ ॥
ভকতৰ মনে তুমি পৰম ঈশ্বৰ ।
মতি ভেদে তোমাকেসে পূজে নিৰন্তৰ ॥ ১৮৩০

ইন্দ্র চন্দ্র আদি বুলি পূজে যত লোক।
তাকো অন্তর্য্যামী তুমি বিনা আৰি কেৱ॥
সৰ্ব্বদেৱময় তুমি সকল নলৱে।
যেন যত নদী যাৱে সাগৰত পৰে॥ ১৮৩১
প্রণামো তোমাক প্ৰভু তুমি নিত্যজ্ঞান।
সমস্তৰে আত্মা তুমি সাক্ষী সৰ্ব্বজ্ঞান॥
যত সুৰাসুৰ নৰ থাৱৰ জগত।
প্ৰৱৰ্ত্তয় তোমাৰেসে মায়াৰ পথত॥ ১৮৩২
স্বৰ্গে ভৈল শিৰ যাৰ বিদিশে শ্ৰৱণ।
সূৰ্য্যে ভৈল চক্ষু যাৰ মুখ হুতাশন॥
মেঘে যাৰ ভৈল কুক্ষি সপত সাগৰ।
ভৈল যাৰ বাহু দিকপাল পুৰন্দৰ॥ ১৮৩৩
লোম ভৈল বৃক্ষচয় বায়ু পঞ্চ প্ৰাণ।
পৰ্ব্বত সমস্তে অস্থি যাহাৰ নিৰ্ম্মাণ॥
ৰাত্ৰি দিনে নিমেষ [illegible] জলধাৰ।
বৃষ্টি জলে ভৈল বীৰ্য্য বিৰাট তোমাৰ॥ ১৮৩৪
লোকে সমে অসংখ্য ব্ৰহ্মাণ্ড কোটি ঘুৰি।
ফুৰে প্ৰভু তোমাৰ লোমৰ গুৰি গুৰি॥
ডম্বৰু ফলৰ ভিতৰৰ যেন মস।
এতেকে নজানে ৰূপ সন্তে গাৱে যশ॥ ১৮৩৫
নমো মহা মৎস্য প্ৰলয়ৰ জলচৰ।
নমো কূৰ্ম্মৰূপে পৃষ্ঠে ধৰিলা মন্দৰ॥
শূকৰ আকাৰে প্ৰভু উদ্ধৰিলা ভূমি।
ভকত পালক নমো নৰসিংহ তুমি॥ ১৮৩৬
ত্ৰৈলোক্যকে আক্ৰমিলা তুমিসে বামন।
প্ৰণামো পৰশুৰাম ক্ষত্ৰিয় উচ্ছন্ন॥
নমো শ্ৰীৰাম ৰাৱণৰ অন্তকাৰী।
নমো বাসুদেৱ নমো ৰাম হলধাৰী॥ ১৮৩৭
প্ৰণামো প্ৰদ্যুম্ন প্ৰভু তুমি অনিৰুদ্ধ।
দানৱ মোহন তুমি অজ্ঞান বুদ্ধ॥
[illegible] উদ্ধাৰক তুমি কল্কি অৱতাৰ॥
[illegible]॥ ১৮৩৮

তোমাৰ মায়াতে সৰ্ব্বলোকে [illegible]।
কৰ্ম্ম পথে ভ্ৰমি আৰে কৰে [illegible]॥
মই মহা মূঢ়মতি একোকে নাজানো।
স্বপ্নসম পুত্ৰ ভাৰ্য্যা তাকে সুখ মানো॥ ১৮৩৯
স্বৰ্গ সুখ নিত্য বুলি কৰো কৰ্ম্ম ঘোৰ।
জড় শৰীৰত অহম্বুদ্ধি ভৈল মোৰ॥
দুখময় গৃহবাসে সুখ ভৈল চিত্ত।
কিনো অধমৰ মোৰ বুদ্ধি বিপৰীত॥ ১৮৪০
অজ্ঞান আন্ধাৰে অন্ধ কৰিলে আমাক।
তুমি প্ৰিয় আত্মা নাথ নাজানো তোমাক॥
তোমাক নাপাই পুত্ৰ ভাৰ্য্যা বুলি হাকো।
গুচায়ো কুবুদ্ধি বন্ধু চৰণত ধৰো॥ ১৮৪১
জানিয়ো নাপাৰো মই নিয়মিবে মন।
তোমাৰ চৰণে আৱে লৈলোহো শৰণ॥
কৰিয়ো আপুনি প্ৰভু পাতকীৰ গতি।
তোমাৰেসে অনুগ্ৰহে হোৱে ইটো মতি॥ ১৮৪২
হৈব যি জন্মত মোৰ সংসাৰ নিস্তাৰ।
লৱে ভকতৰ সঙ্গ তেৱেসে তোমাৰ॥
তেৱেসে কৰিবে পাৱে শ্ৰৱণ কীৰ্ত্তন।
তযু কৃপাতেসে সবে সিজে প্ৰয়োজন॥ ১৮৪৩
এহি বুলি চৰণত পৰিল অক্ৰূৰ।
প্ৰণামো জগত নাথ কৰা দুখ দূৰ॥
বিজ্ঞানৰ মুকতি জগতৰে অন্তৰ্য্যামী।
জীৱ সুখ-দুখ দাতা তুমি অন্তৰ্য্যামী॥ ১৮৪৪
নমো পৰিপূৰ্ণ ব্ৰহ্ম অনন্ত শকতি।
জন্মে জন্মে তযু পাৱে থাকোক ভকতি॥
ত্ৰাহি ত্ৰাহি কৃষ্ণ কৰা মোৰ মোহ দূৰ।
এহি বুলি পাৱে পৰি কান্দন্ত অক্ৰূৰ॥ ১৮৪৫
পাছে কৃষ্ণে একো [illegible] দেখি [illegible]।
ৰূপ দেখাই [illegible]॥
উঠিলা অক্ৰূৰ [illegible]।
চড়িলা ৰথত [illegible]॥ ১৮৪৬

[illegible] তোমাক হুয়া পৰম বিস্ময় ।
হাসিয়া পুছন্ত পাছে কৃষ্ণ কৃপাময়॥
কেনে কিবা আবে খুড়া দেখিলা অদ্ভুত ।
সত্বৰে কহিয়ো কথা গান্দিনীৰ সুত ॥ ১৮৪৭
হেন শুনি অক্ৰূৰে বুলিলা বাক্য পাছে ।
সমস্তে অদ্ভুত প্ৰভু তোমাতেসে আছে ॥
মোক দেখা দিলা তুমি জগত আধাৰ ।
অদ্ভুত দেখিবে কিবা থাকিল আমাৰ ॥ ১৮৪৮
এহি বুলি ধীৰে ধীৰে ধীৰে ডাকে ৰথ ।
যথা চমু কৰি ধৰি মথুৰাৰ পথ ॥
পন্থত পন্থ চক্ৰে ৰাম মাধৱক দেখি ।
আনন্দ মুৰ্ত্তিক চাৰৈ নয়নে নিৰেখি ॥ ১৮৪৯
যেহি অঙ্গে দৃষ্টি পৰে নাপালটে পুনু ।
প্ৰেম পৰশিয়া ৰোমাঞ্চিত হৰে তনু ॥
নয়নৰ ধাৰে নীৰ নথণ্ডে তৃপিতি ।
মিলৈ মহোৎসৱ নভাসয় আন ভিতি ॥ ১৮৫০

---

ৰাম-কৃষ্ণ আদিৰ মধুপুৰত প্ৰৱেশ

এহিমতে ৰাম-কৃষ্ণ আনন্দে যাহান্তে ।
মথুৰাৰ সমীপক পাইলন্ত দিনান্তে ॥
নন্দ আদি গোপগণ আগবাঢ়ি যায় ।
ৰহি আছে ৰামে মাধৱক বাট চাই ॥ ১৮৫১
তেসমে সহিতে গৈয়া হুয়া একঠাই ।
ৰথৰ নামিলা ৰাম-কৃষ্ণ দুই ভাই ॥
অক্ৰূৰৰ হাতে ধৰি কৃষ্ণ কৃপাময় ।
বুলিলা হাসিয়া পাছে পৰম বিনয় ॥ ১৮৫২
[illegible] উপৰত [illegible] ।
[illegible] ॥
[illegible] চলিয়োক ঘৰ ।
[illegible] ॥ ১৮৫৩

বুলিলা অক্ৰূৰে পাছে কৰি প্ৰণিপাত ।
তোমাক এৰিয়া নপশিবো মথুৰাত ॥
গৃহক পবিত্ৰ মোৰ কৰা মহাভাগ ।
কৰিতে উচিত তুহি ভকতৰ ত্যাগ ॥ ১৮৫৪
গোপগণ সমে আসিয়োক দুয়ো ভাই ।
পদ ধূলা পৰিয়া পবিত্ৰ হোক ঠাই ॥
এহি পদজল শিৰে ধৰি দৈত্যপতি ।
লভিল ঐশ্বৰ্য্য পাইলা ভকতৰ গতি ॥ ১৮৫৫
এহি চৰণতে গঙ্গা হুয়া উত্তপতি ।
কৰিলন্ত জগতকে পবিত্ৰ সম্প্ৰতি ॥
পাদোদক বুলি শিৰে লৈলা হৰে পাই ।
সাফলিবো জন্ম মই চৰণ ধূলাই ॥ ১৮৫৬
তীৰ্থতো অধিক হোক আজি মোৰ থান ।
সবংশে কৰিবো তযু পাদোদকে স্নান ॥
হুয়োক প্ৰসন্ন দেৱ দেৱ জগন্নাথ ।
এতেকে প্ৰসাদ দিয়া নমো দোৱাই মাথ ॥ ১৮৫৭
গোবিন্দে বোলন্ত তাঙ্ক শুনিয়োক তাত ।
আজি আৰ আমাক নকৰা উত্তপাত ॥
যদুকুল কণ্টকক বধিয়া কংসক ।
দোভায়ো অৱশ্য যাইবো তোমাৰ গৃহক ॥ ১৮৫৮
অনন্তৰে দানপতি কৃষ্ণৰ বচনে ।
মথুৰাত প্ৰৱেশিলা অসন্তোষ মনে ॥
কৃষ্ণ আসিবাৰ কথা কহিয়া কংসত ।
মেলানি মাগিয়া গৈয়া থাকিলা গৃহত ॥ ১৮৫৯
অক্ৰূৰক পঠায়া গৃহক আগ কৰি ।
গৈয়া গোপগণ সঙ্গে ৰঙ্গে ৰাম হৰি ॥
পৰম উৎসুকে প্ৰৱেশিলা মথুৰাত ।
সিটো ত্ৰিভোপৰ পুৰী দেখিলা সাক্ষাত ॥ ১৮৬০
[illegible] পুৰ ৰাম [illegible] ।
[illegible] ॥
[illegible] ।
[illegible] ॥ ১৮৬১

বহুবিধ উদ্যান শোভিত কাছে কাছে।
শাৰী শাৰী গৃহসব প্ৰকাশন্তে আছে ॥
ফটিকৰ বাৰে যেন কুন্দকথ জালে।
অগৰু ধূপৰ ধূমে বজাই বোম্বালে ॥ ১৮৬২
ফটিকৰ স্তম্ভে গৃহসব আছে ধৰি।
কনকৰ কাঠি পোৱালৰ খাটখৰি ॥
হীৰা মৰকত ৰত্নে বঞ্জে ঠাৱে ঠাৱে।
শোভা কৰৈ পৰাৱত ময়ূৰৰ ৰাৱে ॥ ১৮৬৩
চিৰল আৱিয়া ধ্বজ দণ্ড আছে তুলি।
সাঞ্জি মাঞ্জি ৰাজপথ চৌপথা পদূলি ॥
প্ৰতিদ্বাৰে দুয়ো পাশে দেখি ফটফট।
তণ্ডুলৰ উপৰে প্ৰকাশে পূৰ্ণঘট ॥ ১৮৬৪
দূৰ্ব্বাঙ্কুৰ দধি চাৰু চন্দনে লেপিত।
গলন্ত পুষ্পৰ মালা চিৰলে ৰচিত ॥
মুখত পল্লৱ ফল শোভা কৰৈ আতি।
সুৱৰ্ণৰ গচাত ঘৃতৰ জ্বলে বাতি ॥ ১৮৬৫
আলিপনে লিপিল বিচিত্ৰ জলস্থলী।
চৰে সমে পুতি আছে তাম্বুল কদলী ॥
পতাকা চিৰলাচয় ৰঞ্জে শাৰী শাৰী।
বস্ত্ৰ অলঙ্কাৰে বঞ্জি ফুৰে নৰনাৰী ॥ ১৮৬৬
যেহি দিকে চাৱৈ যেন সূৰ্য্যৰ জেউতি।
প্ৰকাশন্তে আছে যেন দুতি অত্ৰারতী ॥
হেন নগৰত পশি গোপগণ সঙ্গে।
ৰাজপথে চলি যান্ত ৰাম-কৃষ্ণ ৰঙ্গে ॥ ১৮৬৭
ৰাম-কৃষ্ণ আসন্ত লোকৰ গলাৰৱ।
শুনি নৰ-নাৰীৰ মিলিল মহোৎসৱ ॥
বজাই নগৰত আথে বেথে আনন্দত।
চৰে চাহিবাক লাগি গৃহ উপৰত ॥ ১৮৬৮
কৃষ্ণক দেখিতে আতি উত্ৰাৱল চিত।
পিন্ধে বস্ত্ৰ অলঙ্কাৰ কৰি বিপৰীত ॥
[illegible] ॥
[illegible] ॥ ১৮৬৯

এক কৰ্ণে কুণ্ডল কঙ্কণ এক কৰে।
আসে বিমোহিত হুয়া বস্ত্ৰো নসম্বৰে ॥
অঞ্জনে ৰঞ্জিলে মাত্ৰ এগোটা লোচন।
বজাই নগৰত্তে কতো তেজিয়া ভোজন ॥ ১৮৭০
কতো কুড় কুসাই ঘসি আছিল শৰীৰে।
নকৰিলে স্নান কতো তৈল লৈয়া শিৰে ॥
পিন্ধিল নূপুৰ মাত্ৰ কতো এক পাৱে।
কৃষ্ণক দেখিতে বলাই বিমোহিত ভাৱে ॥ ১৮৭১
কতো কৃষ্ণ আসিবাৰ শুনি মহাতুষ্টি।
দিলেক লৰৰ ঘুমটিৰ পৰা উঠি ॥
সোলকে বসন বেশ নসম্বৰে কেশ।
কৈৰ হৰি বুলি চেঞ্চাই বাতুলৰ বেশ ॥ ১৮৭২
আছিলা পিয়ন্তে তন শিশুকো এৰিল।
কৃষ্ণক দেখিতে লাগি গৃহত চৰিল ॥
জুমা জুমি নাৰীসবে মহাপ্ৰেম ভাৱে।
এক দৃষ্টি কৰি ৰাম মাধৱক চাৱে ॥ ১৮৭৩
মধুৰ মূৰ্ত্তিক দেখি নভাসয় আন।
অমৃত পৰিয়া যেন জুৰাই তনু প্ৰাণ ॥
ৰূপৰ সম্পত্তি দেখি আতি চিত্ত ভোল।
চিত্ৰৰ পুতলি যেন নাই মাতবোল ॥ ১৮৭৪
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সভাসদ।
পাপৰ দাহক মহা ভাগৱত পদ ॥
কৃষ্ণৰ পৰম লীলা সংসাৰতে সাৰ।
এহিসে কৰিবে কাল নদীত উদ্ধাৰ ॥ ১৮৭৫
এৰিলা পৃথিৱী কৃষ্ণে ধৰ্ম্মজ্ঞান নৈই।
গৈলা বৈকুণ্ঠক এত গুণনাম থৈই ॥
যেন শক্তি পাৰে পূৰ্ব্বে কৃষ্ণ নৰগণে।
পাৰে আৰে অতোধিক কলিত কীৰ্ত্তনে ॥ ১৮৭৬
আপুনাৰ হিত চিন্তা এৰি আন কাম।
নেৰিবা মুখত ৰাম-কৃষ্ণ হৰিনাম ॥
যদি নাম [illegible] উদ্ধাৰ ॥
[illegible]

গীতা ভাগৱত ইটো শাস্ত্ৰৰ সম্মত ।
ব্ৰহ্মেসে পৰম দেৱ জানা সাৰ তত্ত্ব ॥
পৰম ৰহস্য ধৰ্ম্ম কৃষ্ণ গুণ নাম ।
হেন জানি বোলা নিৰন্তৰে ৰাম ৰাম ॥ ১৮৭৮

---

ছবি

নিগদতি শুক শুনা পৰীক্ষিত
যেন কথা আতপৰে ।
কৃষ্ণক নিৰেখি নাৰীসবে আছে
চৰিয়া গৃহ উপৰে ॥
সুনাসিকা মুখ অলকে আবৃত
যেন শ্যাম পদ্মকোষ ।
নেত্ৰ ভৃঙ্গ ভৰি পিয়ন্তে পৰম
মনত মিলৈ সন্তোষ ॥ ১৮৭৯
যেহি যেহি অঙ্গে গৈয়া দৃষ্টি পৰৈ
তাতে লাগৈ যেন ধ্যান ।
অমৃত পৰিয়া যেন জুৰায় আসৈ
তনু মন জীৱ প্ৰাণ ॥
মথুৰাৰ নাৰী কিনো ভাগ্যোদয়
মিলিলেক মহাভাগ ।
দৈৱৰো দুৰ্ল্লভ যিটো প্ৰাণ কৃষ্ণ
হাতন্তে পাইলেক লাগ ॥ ১৮৮০
ৰাজ পথে চলি যান্ত গজগতি
লীলায়ে ৰাম মাধৱ ।
সমস্ত নাৰীৰ মন নয়নৰ
বঢ়ায়া মহা উৎসৱ ॥
হৰিত বয়নে সজল নয়নে
[illegible] চাহান্তে ।
[illegible] [illegible]
[illegible] ॥ ১৮৮১

যাৰ ৰূপ গুণ [illegible]
শ্ৰৱণে আছিলো শুনি ।
হেনয় কৃষ্ণক প্ৰত্যক্ষে দেখয়
নয়ন ভৰি আপুনি ॥
কৃষ্ণৰ কটাক্ষে অমৃত সিঞ্চিল
পাইলা সবে মহামান ।
নয়নৰ পথে আনন্দ মূৰ্ত্তিক
হৃদয়ে কৰিল ধ্যান ॥ ১৮৮২
পৰম প্ৰেমত মনে আলিঙ্গিল
আনন্দে দ্ৰৱিল চিত্ত ।
নেত্ৰৰ লোতক ধাৰে বহি যায়
তনু ভৈল ৰোমাঞ্চিত ॥
এৰাইল কৃষ্ণৰ নিমিত্তে যতেক
আছিল মনত তাপ ।
চৰণ পঙ্কজে পূজিলেক মনে
তেজিয়া মনে আলাপ ॥ ১৮৮৩
কতোক্ষণ ধ্যানে আছিলেক চিন্তি
চৰণত চিত্ত দিয়া ।
কৃষ্ণ দৰশনে মিলৈ মহোৎসৱ
আনন্দে নধৰৈ হিয়া ॥
প্ৰীতি প্ৰফুল্ল মুখ পদ্ম ভৈল
মথুৰা নাগৰী যত ।
আঞ্জলি ভৰিয়া কুসুম বৰিষৈ
হৰিসে কৃষ্ণ শিৰত ॥ ১৮৮৪
অন্তো অন্তে নাৰী সমুখি কহয়
ৰাম মাধৱক চাই ।
গোপীসব সম ভাগ্যৱতী আন
ই তিনি লোকত নাই ॥
পূৰ্ব্ব জন্মে কিটো ব্ৰজবালা আছে
কৰিলো তপ আচৰি ।
[illegible]
[illegible]

মধুৰ অধৰ সুধা ৰস পিয়ৈ
কৃষ্ণক কৰৈ আলাপ ।
এহি পাদ-পদ্ম জনত অৰ্পিয়া
এৰাইল সংসাৰ তাপ ॥
কৰ্ণেক লগাইলে প্ৰেম উপজয়
অনুৰাগে গাৱৈ গুণ ।
সাৰ্থক জনম লভিলেক গোপী
সখীসব শুন শুন ॥ ১৮৮৬
হেন সম্ভাষণ কৰৈ নাৰীগণ
আনন্দে কৃষ্ণক চাই ।
গজগতি লীলা লয়লাসে চলি
ৰঙ্গে যান্ত মথুৰায় ॥
দধি দূৰ্ব্বাক্ষত নানা উপায়ণ
কুঙ্কুম চন্দন গন্ধে ।
পদুলি পদুলি দ্বিজগণে পূজৈ
কৃষ্ণক মহা প্ৰবন্ধে ॥ ১৮৮৭

---

ৰজক বধ

ছবি

এহি মতে ৰাম হৰি চলি যান্ত লীলা কৰি
লোকৰ বঢ়ায়া অনুৰাগ ।
দিব্য ধোবা বস্ত্ৰ লৈই ৰাজাত জোগাইবে নেই
পথত ধোবাক পাইলা লাগ ॥
কৃষ্ণে আয় কৰি হাস খুজিলা চাপিয়া পাশ
[illegible] ৰজক বস্ত্ৰদান ।
যেবে ৰাজা [illegible] মোৰ নিশ্চয় বুলিলো তোৰ
[illegible] আসি পৰম কল্যাণ ॥ ১৮৮৮
শুনি ক্ৰোধ কৰি ধোবা আৰৰক বোলে বাণী
[illegible] তৈৰ কৰি চাই ।
কিবো [illegible] মনবাণী [illegible]
[illegible] ॥

পিন্ধিবাক অভিলাষ [illegible]
হেন তোৰা পৰম পামৰ ।
হেনয় বস্তুক পাইলে [illegible]
পলাই ঐৰ সত্বৰে অন্তৰ ॥ ১৮৮৯
বোলৈ নানা খৰ্ব্ববাণী [illegible]
অধম ধোবাৰ অহঙ্কাৰ ।
কোপে আগ পাছ চান্ত আটোপে কামুখি [illegible]
চৰণে ছিণ্ডিলা মুণ্ড তাৰ ॥
যত লগৰীয়া তাৰ বস্ত্ৰৰ পেচলায়া ভাৰ
মহা ভয়ে সবে দিল লৰ ।
গোপগণে চাপি পাশ বিঙ্গ জোক্ত কৰৈ হাস
ৰাম-কৃষ্ণো ৰঙ্গ ভৈলা বৰ ॥ ১৮৯০
ভাল ভাল বাচি বস্ত্ৰ লৈলা দুয়ো ভাই পাছে
গোৱালক দিলন্ত পেলাই ।
পাছে আসি বেশকাৰে কৰিল প্ৰণাম পৰি
ৰঙ্গে ৰাম-কৃষ্ণক চাই ॥
তাহাত পৰম তুষ্ট ৰাম-কৃষ্ণ [illegible]
মাতিয়া দিলন্ত ইষ্ট বৰ ।
দিলা শ্ৰী ঐশ্বৰ্য্যক সাৰূপ্য [illegible]
বুলি তাক আশ্বাস উত্তৰ ॥ ১৮৯১
ভকতিৰ দুহি পাত্ৰ [illegible]
তাকো মোক্ষ দিলন্ত সম্প্ৰতি ।
ভকত বৎসল দেৱ [illegible]
তাৰ সমাধিবে কোন [illegible] ॥
কৃষ্ণৰ কিঙ্কৰে কয় [illegible]
[illegible] হেন জানি ॥
[illegible]
[illegible]
[illegible]
[illegible]
[illegible]
[illegible]

[illegible] দুইখানি পাৱে  থৈয়া মন প্ৰেমভাৱে
  যিটো মাত্ৰ চিন্তে একবাৰ।
[illegible] দুখ ভৈল ঠাই  যমদূতে যমৰাজক
  স্বপ্নতো নেদেখৈ সিটো আৰ ॥ ১৮৯৩
পাতক সুখান বন  ৰামনাম হুতাশন
  দহি কৰৈ ক্ষণেকে নিৰ্ব্বাণ।
সৱৈক মহা পুণ্যচয়  মিলৈ মোক্ষ মহোদয়
  বেদবাক্যে ইহাৰ প্ৰমাণ ॥
আৰ হৰিনাম বিনা  আন ধৰ্ম্ম নাহি জানা
  চিন্ত হিত তেজি আন কাম।
নামত কৰিয়ো ৰতি  যাউক পাপ অধোগতি
  ডাকি সবে বোলা ৰাম ৰাম ॥ ১৮৯৪

---

সুদামা মালীৰ কৃষ্ণ স্তুতি আৰু বৰ লাভ

পদ

শুক নিগদন্তি ৰাজা শুনা পৰীক্ষিত।
শুনা সাৱধানে আৰো কৃষ্ণৰ চৰিত ॥
কংসৰ কাপোৰে দুয়ো ভাই কৰি লাস।
বস্ত্ৰময় অলঙ্কাৰে কৰন্ত প্ৰকাশ ॥ ১৮৯৫
হেন আতি শুক্ল কৃষ্ণ শিশু হন্তে দুই।
অলঙ্কাৰে মণ্ডি সুখা আনন্দিত হুই ॥
গোপগণ সঙ্গে ৰঙ্গে ভ্ৰমন্ত আৰবি।
সুদামাৰ বাৰি পাছে প্ৰবেশিলা হৰি ॥ ১৮৯৬
[illegible] ভকত সিটো মহা মালাকাৰ।
দূৰন্তে দেখিল ৰাম কৃষ্ণ আসিবাৰ ॥
আগে দেখে উঠি কৃতাঞ্জলি অৱনতে।
প্ৰণামিলা ভূমিত পৰিয়া দণ্ডৱতে ॥ ১৮৯৭
[illegible] চৰণ দুইকো কৰিয়া সন্মান।
[illegible] কৰিলন্ত স্নান ॥
[illegible]
[illegible] ॥ ১৮৯৮

পৰি পৰি প্ৰণাম কৰিলা বাৰম্বাৰ।
কৰ যোড়ে স্তুতি পাছে বোলৈ মালাকাৰ ॥
আজিসে জন্মৰ ইটো সাফলিলো আমি।
কুলকো পবিত্ৰ মোৰ কৰিলাহা স্বামী ॥ ১৮৯৯
তযু আগমনে আৰে জগত আধাৰ।
দেৱঋষি পিতৃ তুষ্ট জানিবা আমাৰ ॥
জগত গুৰুৰ পায়া চৰণ ধূলিক।
আজি গৃহ ভৈল মোৰ তীৰ্থতো অধিক ॥ ১৯০০
জগতৰ পৰম কাৰণ তুমি দুই।
ভৈলা আসি অৱতাৰ তোৰা দেৱ দুই ॥
দুষ্টক দণ্ডিবা ভকতক ৰক্ষা কৰি।
এহিসে কাৰণে নাথ আছা অৱতৰি ॥ ১৯০১
জগতৰে আত্মা তুমি সুহৃদ বান্ধৱ।
নাহি শত্ৰু মিত্ৰ আৰ তোমাৰ মাধৱ ॥
জগতকে সৰ্ব্বভাৱে আছাহা বিয়াপি।
ভজন্তা জনক মাত্ৰ ভজাহা তথাপি ॥ ১৯০২
কৰিয়োক আজ্ঞা আৰে মই তযু ভৃত্য।
তোমৰা দুইহান কিবা কৰিবোহো কৃত্য ॥
যাক পাঞা প্ৰভু কাৰ্য্য সাধিবাক লাগি।
পাইলেক প্ৰসাদ সিটো ভৃত্য মহাভাগী ॥ ১৯০৩
এহি বুলি আছে মালী পৰিয়া ভূমিত।
বুজিলেক পাছে সিটো কৃষ্ণৰ ইঙ্গিত ॥
বিবিধ সুগন্ধ পুষ্প আনি তৎকালে।
পিন্ধাইলা দোভাইকো ৰঙ্গে অজ মুণ্ডমালে ॥ ১৯০৪
পুষ্পে ভূষিলেক আনো যত গোপগণ।
আনন্দে আকুল ভৈল সুদামাৰ মন ॥
কৰিলন্ত প্ৰণাম পুনু কৃতাঞ্জলি হুই।
বোলৈ পাছে কৃষ্ণ চৰণ শিৰে থুই ॥ ১৯০৫
[illegible] ইটো দুৰ্ব্বোধ সংসাৰ।
দেখিলো [illegible] চৰণ তোমাৰ ॥
[illegible]
এহি বুলি [illegible] ॥ ১৯০৬

তাব প্ৰেম ভকতি দেখিয়া কৃষ্ণ ৰাম।
বোলন্ত তৈয়োক বৰ সন্বন্ধে সুদাম॥
হাতে শিৰ পৰশি বোলন্ত উঠ উঠ।
দেখিয়া ভকতি তোৰ ভৈলো মহা তুষ্ট॥ ১৯০৭
শুনি উঠি সুদামা বিনাৱৈ যোৰহাতে।
থাকোক অচলা মোৰ ভকতি তোমাতে॥
মনে যেন নেৰৈ এই অৰুণ চৰণ।
থাকোক মুখত গুণ নামৰ কীৰ্ত্তন॥ ১৯০৮
বিষ্ণু ভকতেসে হৈব পৰম বান্ধৱ।
ভুত দায়া ধৰ্ম্ম জোনো ছাৰোহো মাধৱ॥
এহি বুলি মৌন হুয়া ৰহিল সুদাম।
দিলন্ত সমস্তে তাঙ্ক বৰ কৃষ্ণ-ৰাম॥ ১৯০৯
আনো বৰ দিলন্ত ভকতি তাৰ দেখি।
কদাচিতো নেৰোক অচলা তোক লক্ষ্মী॥
সুগুচোক আয়ু বল যশৰ সমৃদ্ধি।
সৰ্ব্বকালে তোহোৰ বংশৰ হৌক বৃদ্ধি॥ ১৯১০
এহিমতে সুদামা মালীক দিয়া বৰ।
বজাইল তৈৰ হস্তে ৰাম দামোদৰ॥

---

কুজীৰ জগত ৰাম-কৃষ্ণৰ সাক্ষাত

হুয়া আতি বিভূষিত বসনে ভূষণে।
চতুৰ্দ্দিতি যায় বেঢ়ি ৰঙ্গে গোপগণে॥ ১৯১১
পৰম আনন্দে ৰাজপথে চলি যান্ত।
যুৱতী কুবুজা যায় তাইক দেখিলন্ত॥
সুগন্ধ চন্দন পাত্ৰ হাতে আছে ধৰি।
পুছিলন্ত তাক [illegible] চাপিয়া হাসি হৰি॥ ১৯১২
কোন তুমি [illegible] ৰমণী অনুৰাগি।
সুগন্ধ চন্দন [illegible] নিয়া কাক লাগি॥
দিয়া [illegible] আমাক চন্দন [illegible]।
[illegible]॥ ১৯১৩

শুনিয়োক সুন্দৰ দৈৱকী [illegible]
জানা কংস ৰাজাৰ আজিসে [illegible]
সাজো চতুৰ্বিধ অঙ্গৰাগ মনোহৰ।
যোহোৰ চন্দনে নৃপতিৰ কটিকৰ॥ ১৯১৪
ৰাজ যোগ্য চন্দনক সাজো মই মাত্ৰ।
তুমিসব বিনা আৰ আছে কোন পাত্ৰ॥
তোমাক দিবোহো কত জনমৰ ভাগে।
দিলেক চন্দন দুইক আতি অনুৰাগে॥ ১৯১৫
সুকুমাৰ সুন্দৰ মধুৰ সম্ভাষণ।
দেখি হাস্য কটাক্ষ কৃষ্ণৰ নিৰীক্ষণ॥
উপজিল কাম তাৰ ভোল ভৈল মনে।
স্বহস্তে ৰঞ্জিল দুইৰো শৰীৰ চন্দনে॥ ১৯১৬
অনুৰূপে অঙ্গৰাগে ৰঞ্জি কলেৱৰ।
কৰন্ত প্ৰকাশ আতি ৰাম দামোদৰ॥
পিন্ধাইলেক চন্দন মাত্ৰ সুন্দৰী সাদৰি।
তুষ্ট ভৈলা এতেকতে কৃপাময় হৰি॥ ১৯১৭
তেখনে দেখাইলা ফল ভকতৰ গতি।
ভৈলা কুবুজীক ঋজু কৰিবাক মতি॥
ভকতৰ পদে কৃষ্ণ কৰিয়া আক্ৰান্তি।
তাইৰ দুই তৰি চৰণৰ আগে জান্তি॥ ১৯১৮
উপৰক লাগি দোলা দিলা জগন্নাথে।
কৰিলন্ত চন্দ্ৰ তিনি ত্ৰৈলোক্যৰ নাথে॥
পৰশিলা মাত্ৰে কৃপাময় মহাহৰি।
ভৈলা এতেকতে তাই পৰম সুন্দৰী॥ [illegible]
ৰূপে গুণে সম্পন্না পৰম বিভোপনী।
কৃষ্ণৰ নিমিত্তে মৰ্দ্দে মদন আপনি॥
কৃষ্ণৰ বস্ত্ৰত ধৰি বোলন্ত বচন।
যোত আৱে হুয়ো মহাপুৰুষ [illegible]॥ [illegible]
তোমাক এবিবে আৰ [illegible]
গৃহক আসিয়ো [illegible]॥
ৰাখবে [illegible]
[illegible]

কৰি পৰিহাস তাইক মধুৰ বচনে ।
দিলন্ত প্ৰবোধ ৰাতি কমল নয়নে ॥
আমি হেন পথিকৰ তুমিসে আশ্ৰয় ।
তোমাৰ গৃহক আমি আহিবো নিশ্চয় ॥ ১৯২২
কংসক বধিয়া সাধি নিজ প্ৰয়োজন ।
তেবেসে কৰিবো মন তোমাৰ পূৰণ ॥
যায়ো আজি গৃহক আমাত এৰি আশ ।
এহি বুলি সুন্দৰীক কৰি পৰিহাস ॥ ১৯২৩
যান্ত গোপগণ সঙ্গে ৰঙ্গে ৰাজপথে ।
ভ্ৰমন্ত লোকক বঞ্চি জগতৰ নাথে ॥
বাণিজ্যাকগণে পাই গোবিন্দক লাগ ।
কৰিল প্ৰণাম বাঢ়ি গৈল অনুৰাগ ॥ ১৯২৪
সুগন্ধ চন্দনে পুষ্পে তাম্বুল সম্ভাৰে ।
কৰিলেক পূজা দুইকো অনেক প্ৰকাৰে ॥
মথুৰাপুৰীৰ সিটো যুৱতী যতেক ।
কৃষ্ণৰ মোহন মূৰ্ত্তি দেখিয়া প্ৰত্যেক ॥ ১৯২৫
ভৈলা বিমোহিত মন মৰ্দ্দিলা মদনে ।
কাহাৰো নাহিকে আৰ শৰীৰত চেতনে ॥
ঘামিল শৰীৰ চিত্ত থিৰ নুহি আৰ ।
বসন খসয়া খোপা খসে অলঙ্কাৰ ॥ ১৯২৬
নেদৈ তাত মতি আউৰ নিৰন্তৰে নাৰী ।
চিত্ৰৰ পুতলি যেন আছে শাৰী শাৰী ॥
ঈশ্বৰ কৃষ্ণক লাগ পায়া কতভাগে ।
মুখ পঙ্কজক যেন পিয়ে অনুৰাগে ॥ ১৯২৭
প্ৰেমে পুলকিত গাৱে লোতক নিবাৰি ।
আনন্দে মগন মন সমস্তে সুন্দৰী ॥
গোকুলৰ হন্তে কৃষ্ণ আসন্ত যেখনে ।
কৰিলে আপনা গোপী সকল মনে ॥ ১৯২৮
আজি [illegible] হৈব মথুৰাপুৰীৰ ।
দেখিলে কৃষ্ণৰ মুখ কমল [illegible] ॥
[illegible] ।
[illegible] ॥ ১৯২৯
হেনয় কৃষ্ণক দেখি সুন্দৰীসকল ।
সিটো আশীৰ্ব্বাদ ভৈল সবাৰো সাফল্য ॥
ক্ষণেকে মনত আউৰ দেখিলে কৃষ্ণক ।
মথুৰা নাৰীৰ আৰ কি কৈবো ভাগ্যক ॥ ১৯৩০
কৃষ্ণ দৰশনে সবে জন্ম সাফলিলা ।
ইকথা থাকোক আবে শুনা আৰো লীলা ॥

---

শ্ৰীকৃষ্ণৰ ধনুৰ্ভঙ্গ

এহিমতে ৰাম কৃষ্ণ ভ্ৰমন্তে পথত ।
ধনুৰ্যাগশালা পাইলা পুছিয়া লোকত ॥ ১৯৩১
দেখিলা কংসৰ দিব্য ধনু কৃষ্ণে পাছে ।
যেন মহেন্দ্ৰৰ চাপ প্ৰকাশন্তে আছে ॥
বজ্ৰ সম দৃঢ় আতি ধনু অনুপাম ।
ঠাই ঠাই লগাই আছে স্বৰ্ণৰ কাম ॥ ১৯৩২
চিকি মিকি কৰে যেন সূৰ্য্যৰ জেউতি ।
পৰম প্ৰাবস্তে পূজে অনেক ভকতি ॥
আছে ৰক্ষা কৰি সেনা ধৰি অস্ত্ৰ শস্ত্ৰ ।
দেখি কৃষ্ণে কটিত বান্ধিলা পীত বস্ত্ৰ ॥ ১৯৩৩
আনন্দে গোবিন্দ যান্ত ধনু ধৰিবাক ।
দেখিয়া ৰখীয়া সেনাগণে দেই হাক ॥
কোঠৰ ছৱাল মৰিবাক শঙ্কা নাই ।
ৰাজাৰ ধনুক ধৰিবাক লাগি যায় ॥ ১৯৩৪
নধা নধা বুলি কোলাহল কৰে চলি ।
তথাপি মাধৱে যান্ত বাধাক নগণি ॥
পৰম লীলায়ে বামহাতে তুলি ধৰি ।
নিমিষেকে ধনুত লগাইলা গুণ মেৰি ॥ ১৯৩৫
ভাঙ্গিলা মাধৱে টানি আকৰ্ষণ কৰি ।
[illegible] ॥
[illegible] ।
[illegible] ॥ ১৯৩৬

পূৰিল শব্দে দিক বিদিশ আকাশ।
কত্ৰৰ পাঞ্জৰে যেন জ্বলে মহাত্ৰাস ॥
সমীপৰ লোকৰ কৰ্ণত দিল তাল।
শুনিলেক কংসে ঘোৰ শবদ আস্ফাল ॥ ১৯৩৭
কি ভৈল বুলিয়া মহাভয় ভৈল বৰ।
পাঞ্চিলেক সেনা অস্ত্ৰ ধৰি দিলা লৰ ॥
দেখিয়া ৰখায়া সিটো কটক কিটাইল।
অস্ত্ৰ শস্ত্ৰ ধৰি সবে মাধৱক ধাইল ॥ ১৯৩৮
যেৰিলেক চতুৰ্ভিত্তি ধৰ মাৰ বুলি।
খণ্ডে ৰাম-কৃষ্ণে ভগা ধনু লৈল তুলি ॥
আক্ৰান্তে সেনাক সবে বধিলা দোভাই।
হাড় ঘাড় মুণ্ড গুণ্ডি তুলিলা কোবাই ॥ ১৯৩৯
কাবো উৰু কৰ কটি ভাঙ্গিলন্ত জাঙ্গ।
কটকৰ কধিৰে বহাইলা যেন গাঙ্গ ॥
খেদি লাগ পাইলা আসি কংসৰ কটকে।
তাকো ধাইলা দুয়ো যেন বিজুলী চটকে ॥ ১৯৪০
কোপে ৰাম-কৃষ্ণে ধৰি ধনু দুই খণ্ড।
সবাকো মাৰিলা কোবাই কৰি খণ্ড ভণ্ড ॥
মৰন্তে অসুৰ সেনা পৰিয়া ডেডাইল।
কৰিলা নিগুটি আউৰ গোটেক নেৰাইল ॥ ১৯৪১
শত্ৰুক সংহৰি ৰঙ্গমনে ৰাম হৰি।
নাচিলন্ত গোপসঙ্গে বজাইল চাপৰি ॥
শত্ৰুক সংহৰি পাছে বাজ ভৈলা দুই।
ফুৰন্ত নগৰ চাই হৃষ্ট পুষ্ট হুই ॥ ১৯৪২
প্ৰভাৱ প্ৰশান্ত ৰূপ দেখি নিৰুপম।
সবে বোলে হয়ো দুই দেৱতো উত্তম ॥
হেনোকি অদ্ভুত কৰ্ম মনুষ্যৰ হয়।
পৰম পুৰুষ এহন্তে জানিবো নিশ্চয় ॥ ১৯৪৩
অনন্তৰে সূৰ্য্যো পাইলা অস্তগিৰি লৈই।
নিৰখিলা ৰাম-কৃষ্ণ গোপাল লৈই ॥
দেখোয়া [illegible] বুলিবাই।
[illegible] ॥ ১৯৪৪

নগৰৰ বাজত ৰহিলা আসা কৰি।
পাছে ৰাম কৃষ্ণ দুয়ো শৰ্য্যাধিক [illegible]
গোপগণ সঙ্গে লৈয়া ভুঞ্জি দধি ভাত।
ৰহিলা ৰজনী সুখে শুতিলা শয্যাত ॥ [illegible]
ভাগ্যৱন্ত গোপালে বেঢ়ি সেৱা কৰে।
শুনিয়ো কংসৰ কথা আত অনন্তৰে ॥

---

কংসৰ বিমঙ্গল দৰ্শন আৰু মল্লযুদ্ধ বৰ্ণন

ধনুভঙ্গ ৰখীয়া সেনাক শুনি বধ।
নাসে নিদ্ৰা কংস ভৈলা ভয়তে স্তব্ধ ॥ ১৯[illegible]
মিলৈ নানা বিমঙ্গল চিত্ত নুহি থিৰ।
ছায়াত নেদেখে সিটো আপুনাৰ শিৰ ॥
ধূলি কৰ্দমত নিজ খোজক নাকলৈ।
আকাশত দেখে কতো দুই চন্দ্ৰ জ্বলে ॥ ১৯৪৭
সোপনত ধৰে আসি মৃতকে সাৱটি।
বিষক ভোজন কৰে গৰ্দ্দভত উঠি ॥
ঔৰ ফুল মালা পিন্ধি হুয়া দিগম্বৰ।
ভৈল যসি দক্ষিণক যায় একেশ্বৰ ॥ ১৯৪৮
আনো নানাবিধ বিমঙ্গল দেখে আজি।
ভয়তে নপাইল নিদ্ৰা কংসে সিটো ৰাতি ॥
অনন্তৰে কংসৰায় উঠি প্ৰভাতত।
কৰাইলন্ত মল্ল মহোৎসৱ ক্ৰীড়া যত ॥ [illegible]
সজাইলেক উচ্চ মঞ্চ ৰঙ্গশালা বেঢ়ি।
বাৰৈ ঢাক ঢোল ভেৰী কৰে নানা বেঢ়ি ॥
মঞ্চে চড়ি বসিল যতেক পুৰবাসী।
ঠাই লৈয়া বসিল নৃপতিসবো আসি ॥ [illegible]
মন্ত্ৰীগণ সমে কংস চড়িয়া [illegible]।
[illegible] ॥
শুনি ৰাম [illegible]।
[illegible] ॥ [illegible]

কৰি আড়ম্বৰ আৰতি আটোপ উৰাৰে।
স্নাল শুক সহিতে পশিলা ৰঙ্গশালে ॥
বসুদেৱ দৈৱকীকে নিহল লগাই।
তোলাইলেক মহন্ত দাৰুণ কংসৰায় ॥ ১৯৫২
কৰ দিয়া নন্দো গোপগণ সমস্থিতি।
মঞ্চে চৰি বসিলন্ত হুয়া একস্থিতি ॥
চতুৰ্দ্দিশে কৃষ্ণ কথা কৰে কণাকণি।
যাৰ গুণ মহিমা শ্ৰৱণে আছো শুনি ॥ ১৯৫৩
সাক্ষাতে দেখিবো আজি কি ভৈল উৎসৱ।
এহি বুলি লোকে ৰঙ্গে কৰে গলাবৰ ॥
বদতি শঙ্কৰ কেশৱৰ অনুচৰ।
শুনা সভাসদ কৃষ্ণ কথা নিৰন্তৰ ॥ ১৯৫৪
মনুষ্য হুইবাৰ এহিমানে মাত্ৰ ফল।
সদায় কৃষ্ণৰ চিন্তা চৰণ কমল ॥
প্ৰজাপতি পূৰ্ব্বত আনিলা বেদ চাৰি।
তিনিবাৰ উলটাই চাহিল বিচাৰি ॥ ১৯৫৫
এহিমাত্ৰ বিধাতা বেদত পাইলা সাৰ।
হৰি কীৰ্ত্তনেসে তৰি দুৰ্ব্বোৰ সংসাৰ ॥
বিশেষত কলিত এহিসে মহাধৰ্ম্ম।
হেন জানি যতনে তেজিয়ো আন কৰ্ম্ম ॥ ১৯৫৬
হৰিৰ নামত কৰা সুদৃঢ় বিশ্বাস।
অদ্যাপি নুপজে যম যাতনাৰ ত্ৰাস ॥
ধৰিলেক পৰা আসি যমৰ কিঙ্কৰে।
ছাৰে বান্ধি কোবাইবেক লোহাৰ মুদগৰে ॥ ১৯৫৭
ভাঙ্গিবেক পেলাই তপত তৈল কুণ্ডে।
আকুলি কাটিব আসি কাক বজ্ৰ তুণ্ডে ॥
চিৰিবেক আনি দিয়া পিৰত কৰত।
পুতিবে উৰুৱা লোকে বিষ্ঠাৰ গৰ্ত্তত ॥ ১৯৫৮
[illegible] যাতনাৰ লোকে ॥
[illegible] ॥
[illegible] ॥
[illegible] ॥ ১৯৫৯

যাতনা তৰিবা যেবে গলে বান্ধি যাম ॥
সমস্ত সমাজে ডাকি বোলা ৰাম ৰাম ॥

---

কুৱলয় বধ

দুলড়ী

ৰাজা পৰীক্ষিতে শুনন্ত একান্তে
কহে কথা শুকমুনি।
প্ৰভাততে শৌচ ভৈলা ৰাম-কৃষ্ণ
মল্লৰ দুন্দুভি শুনি ॥
স্বভাৱে নিৰ্ম্মল কৈল শৌচ তান
শুনা যেন অৰ্থ তাৰ।
ধনু ভাঙ্গি সেনা মাৰিয়া দেখাইলো
নিজ বীৰ্য্য আপোনাৰ ॥ ১৯৬০
তথাপি পিতৃৰ বন্ধন নোছোড়ে
আমাকো মাৰিতে চাৰে।
মমাৰ বধত আৰ দোষ নাই
লৱিলা মহা প্ৰভাৱে ॥
দুয়ো ভাইক বেঢ়ি চলৈ গোপগণ
হৰিষ কৰি আপাৰ।
হাসন্তে মাতন্তে খেড়ি খেলাৱন্তে
পাইলন্ত ৰঙ্গৰ দ্বাৰ ॥ ১৯৬১
কুৱলয় পীড়ে ভেটিলেক বাট
হস্তিয়াৰে আছে খুদি।
শৃঙ্গে সৰে যেন সচল পৰ্ব্বত
ৰহিছে কৃষ্ণক ছুন্দি ॥
দেখি তৈলা তাক [illegible]
[illegible]।
[illegible]
[illegible] ॥ ১৯৬২

আকুঞ্চিত কেশ- চয় শোভিলা
কুটিল অলকা ভুলি।
আগ বাঢ়ি গৈয়া বুলিলা বচন
শুনবে অম্বষ্ঠ বুলি ॥
ধনু মহোৎসৱ দেখিবাক লাগি
যাইবো আমি শীঘ্র কৰি।
জীৱে যেবে প্ৰাণে পন্থ ছাড়ি দেহ
সত্বৰে ঐৰ অন্তৰি ॥ ১৯৬৩
বাট নেদ যেবে মোৰ দোষ নাই
শুনবে দুষ্ট দন্দুৰ।
এতিক্ষণে মাৰি কুঞ্জৰে সহিত
নিবো তোক যমপুৰ ॥
হেন শুনি সিটো কোপে জ্বলি গৈল
অম্বষ্ঠ পৰম বাগি।
কুপিত হস্তীক অঙ্কুশে খুঞ্চিয়া
খুম্পিল কৃষ্ণক লাগি ॥ ১৯৬৪
সিটো মত্ত হস্তী ধাইল ক্ৰোধ কৰি
কোপে কালান্তক প্ৰায়।
পৰম আটোপে পায়া মাধৱক
ধৰিলে শুণ্ডে মেৰ্হ্ৰাই ॥
শ্ৰমে কৃষ্ণে তাৰ হাতৰ এৰায়া
আটোপ কৰি উঠি।
দশম কাযুৰি সিটো মাতঙ্গৰ
সন্ধানে মাৰিলা মুঠি ॥ ১৯৬৫
চোট দিয়া তাক লীলায়ে লুকাইলা
ভৰিৰ মাজতে তাৰ।
[illegible] ক্ৰোধে জ্বলি গৈল
কৃষ্ণৰে পায়া প্ৰহাৰ ॥
[illegible] নোদেখি কৃষ্ণক
[illegible] যেন মত্ত যায়।
[illegible] ভূমি-ভূমি চাহে
[illegible] ১৯৬৬

আক্ৰান্ত কৰিয়া ধৰিবেক [illegible]
শুণ্ডৰ আগে মেৰ্হ্ৰাই।
হাসি হাসি কৃষ্ণে বাজ ভৈলা পাছে
হাতৰ ভাৱ এৰাই ॥
পাছে হুয়া তাৰ ধৰিলা লাঙ্গুল
লীলা কৰি চক্ৰপাণি ॥
পাছক লাগিয়া নিলন্ত আজুৰি
একশত হাত টানি ॥ ১৯৬৭
ৰঙ্গে নৈয়া যান্ত আজুৰি থকড়ে
সৰ্পক যেন ঘসাই।
ইকাতি সিকাতি হোৱে হস্তী সিটো
ধৰিবেক ছেগ চাই ॥
শুণ্ড মেলি লাগ নপাৱে ধৰিবে
পাণ্ডৰ হোন্ত আন্তৰি।
যেন গো-বৎসক ছুৱালে টানিয়া
লৈ যান্ত লাঙ্গুত ধৰি ॥ ১৯৬৮
মল মূত্ৰ সিটো এৰিলেক হস্তী
আতিশয় পায়া পীড়া।
লাঙ্গুৰ এৰিয়া তৈলন্ত সন্মুখ
দেখায়া কেশৱে ক্ৰীড়া ॥
মৰিয়া চাপৰ পলাৱন্ত ভয়ে
পাছক নচান্ত তবে।
কৃষ্ণক ক্ৰোধন্ত যেদি সেহি সিটো
মাতঙ্গে গোড়ন্ত গোড়ে ॥ [illegible]
পলাইবাক যেন মুৰাৰি পাৰিয়া
উঠিলা তৈল অন্তৰি।
ক্ৰোধে অন্ধ হস্তী [illegible]
বোলে পৰি আছে হৰি ॥
আক্ৰান্ত কৰিয়া / [illegible]
[illegible]
[illegible]
[illegible]

সিটো চণ্ডালর দ্বিজরো অগ্রত
হৰি গুণ-নাম বীজে।
তপ জপ যজ্ঞ হোম মহাযাগ
জানা প্রতি দিনে সিজে॥
কুকুৰকো খাই হেন ম্লেচ্ছসবো
হৰিনাম লয়ে মাত্র।
এতেকে তেখনে সিগৰো হৱয়
যজ্ঞ কৰিবাৰ পাত্র॥ ১৯৭৯
হৰিৰ নামৰ অনন্ত মহিমা
তর্কিবে তাক নপাৰে।
পাপে ভৈল অন্ধ আনসে প্রবন্ধ
কৰি মৰৈ অহঙ্কাৰে॥
যাক লাগি কৃপা কৃষ্ণৰ মিলিল
সিসে লৈবে পাৰৈ নাম।
হেন বেদবাণী সত্য হেন জানি
ডাকি বোলা ৰাম ৰাম॥ ১৯৮০

---

চাণুৰ আৰু মুষ্টিকৰ লগত ৰাম-কৃষ্ণৰ মল্লযুদ্ধৰ উদ্যোগ

পদ

নিগদতি মুনি শুক নৃপ পৰীক্ষিত।
শুনা কেশৱৰ আবো আশ্চর্য্য চৰিত॥
যেবে মল্লশালা প্রবেশিলা চৎকাৰে।
দেখিয়া বিস্ময় মন মিলিল সবাৰে॥ ১৯৮১
কৰিলা প্রকাশ ৰামে সবে সমস্যাত।
দেখৈ দশ প্রকাৰে কৃষ্ণক তিনিলোকত॥
মাসে বোলন্ত কিনো ইটো তনু অসম্ভৱ।
অন্ত জনে বোলৈ ইটো নৰতে উত্তম॥ ১৯৮২
মুষ্টিকাদি [illegible]
[illegible]
ৰাজাগণে বোলৈ এহো শাস্তা আমাৰ।
বসুদেৱ দৈৱকী বোলন্ত মোৰ পুত্র॥ [illegible]
কংসে বোলৈ এই মোৰ মৃত্যু মহাকালী।
অজ্ঞানীসকলে বোলৈ ছোৱলে ছৱালি॥
যোগীগণে বোলৈ এহেন্তেসে ব্রহ্মতত্ত্ব।
বৃষ্ণি বংশে বোলৈ এন্তে কুলৰ দৈৱত॥ ১৯৮৩
এহেন্তে আমাৰ প্রভু পৰম ঈশ্বৰ।
ৰোমাঞ্চিত তনু নীৰ ঝৰে নয়নৰ॥
উপজিল প্রেম আতি ভকতৰ মনে।
এহি দশ প্রকাৰে দেখিল সর্ব্বজনে॥ ১৯৮৪
কান্ধত হস্তীৰ দান্ত দেখি বোলৈ কংসে।
ই দুইৰ হাতত জানো মৰিবো সবংশে॥
কুৱলয় পীড়বো লৈলেক দেখো প্রাণ।
আউৰ ইটো দুইকো নাহি মুনিৰ সন্ধান॥ ১৯৮৫
কিনো বসুদেৱ সুত দাৰুণ দুর্জ্জয়।
ভালেতো দৈত্যৰ সবে কৰিল প্রলয়॥
এহি বুলি ৰাম মাধৱক চাই চাই।
ভৈল মহা ভয় ভীত সিটো কংসৰায়॥ ১৯৮৭
গোপগণ সঙ্গে কৃষ্ণ পশিলা সভাত।
বিপৰীত ৰূপে প্রকাশিলা সিবেলাত॥
কচিকৰ শ্যাম তনু তাতে পীতবাস।
নবীন মেঘত যেন বিজুলী প্রকাশ॥ ১৯৮৮
ঈষত হসিত মুখ দেখন্তে সন্তোষ।
অৰুণ নয়ন যেন পঙ্কজৰ কোষ॥
সুৱলিত ভ্রুৱ দুই ধনুৰ আকাৰ।
ললাটত লগিছে তিলক মনোহৰ॥ ১৯৮৯
কনক কিৰীটি মাথে আকুঞ্চিত কেশ।
[illegible]
কুটিল অলকা কর্ণে মকৰ কুণ্ডল॥
তাতে বৃষ্টি [illegible]॥ ১৯৯০
উন্নত নাসিকা [illegible]
বন্ধুলিকোমিক [illegible]

কৌস্তুভে শোভিত কম্বুকণ্ঠ জাতিস্কাৰ ।
বহল হৃদয় হেম মুকুতাৰ হাৰ ॥ ১৯৯১
ৰত্নে ৰচিত চাৰু কটিত মেখলা ।
লোটয় পাৰন্ত কেলি কদম্বৰ মালা ॥
আজানুলম্বিত মহা বাহু দুইখান ।
যেন সুবলিত নীল ৰত্নৰ মোলান ॥ ১৯৯২
ঝনকে কঙ্কণ চাৰু কেয়ূৰে ৰঞ্জিত ।
ৰত্নৰ আঙ্গুঠি কান্তি কৰৈ আঙ্গুলিত ॥
আৰকত কৰতল কিশলয় তুল ।
উৰু কৰীকৰ সম বলিত বৰ্ত্তুল ॥ ১৯৯৩
মাটিত লোটন্তে আছে পাটপীত ভুনি ।
চৰণে নূপুৰ বাজে ৰুণঝুণ শুনি ॥
ৰাতুল কোমল পদ-পঙ্কজ যুগল ।
ৰত্নৰ আঙ্গুঠি দশো আঙ্গুলি উজ্জ্বল ॥ ১৯৯৪
আৰকত নখচয় চন্দ্ৰমাৰ পান্তি ।
ভকতজনৰ তাপ হৰৈ উপশান্তি ॥
ৰঙ্গা পদতল দুই দেখি মনোনীত ।
ধ্বজ বজ্ৰ যব পদ্ম অঙ্কুশে অঙ্কিত ॥ ১৯৯৫
পৰম মধুৰ মূৰ্ত্তি জগতৰ জীৱ ।
কোটি এক মদন আগত নুহি থিৰ ॥
কোটি হিমৱন্ত প্ৰায় নিষ্কম্প শৰীৰ ।
সমুদ্ৰ কোটিতো কৰি গহীন গম্ভীৰ ॥ ১৯৯৬
সৰ্ব্বাঙ্গে লাৱণ্য ৰূপ সুকুমাৰ বেশ ।
ৰামে সমে ভৈলা আসি সভাত প্ৰৱেশ ॥
চলৈ চতুৰ্ভিতি ৰঙ্গে গোপৰ কুমাৰ ।
যেন শিশু সিংহ দুই কৰয় বিহাৰ ॥ ১৯৯৭
নিৰ্ভয়ে ভ্ৰমন্ত আতি আনন্দিত হুই ।
উত্তম বেশক ধৰি যেন নট দুই ॥
ঈষন্ত হসিত মুখ কটাক্ষে চাহান্তে ।
দেখন্তা জনৰ মন হৰিল একান্তে ॥ ১৯৯৮
পৰম মধুৰ মূৰ্ত্তি দেখি সৰ্ব্বজনে ।
চাজে চড়ি আঁঠৈ চাই ভৰষ নয়নে ॥

দেখি মিলৈ আনন্দ সুন্দৰ দুইৰো কায় ।
নভৈল তৃপিতি লোকে দুইৰো ৰূপ চাই ॥ ১৯৯৯
নয়নে পিয়য় যেন চেলেকৈ জিহ্বায় ।
বাহুয়ে আলিঙ্গে যেন শুঙ্গে নাসিকায় ॥
হৰিষৰ বেগত আকুল ভৈল চিত ।
আনন্দে লোতক পৰৈ তনু ৰোমাঞ্চিত ॥ ২০০০
কৃষ্ণত মজিল মন ভৈল ভাগ্যোদয় ।
অন্যো অন্যে লোকে কথা হৰিষে কহয় ॥
যাৰ গুণ মহিমা শ্ৰৱণে আছো শুনি ।
সেহিতো কৃষ্ণক দেখো নয়নে আপুনি ॥ ২০০১
দেখা ৰূপ গুণ কেন হসিক আলাপ ।
নিৰ্ভয়ে ভ্ৰমন্ত আতি প্ৰগল্ভ প্ৰভাৱ ॥
আহান কাৰ্য্যত কোনে বুলিবে মানুষ ।
নিশ্চয় জানিলো কৃষ্ণ পৰম পুৰুষ ॥ ২০০২
নাৰায়ণ অংশ দুয়ো দেখিয়ো সাক্ষাত ।
বসুদেৱ গৃহে দৈৱকীত ভৈলা জাত ॥
গোকুলত থৈলা নিয়া বসুদেৱে ডৰে ।
এতকাল গুপুতে বাঢ়িলা নন্দঘৰে ॥ ২০০৩
শিশু বয়সতে আতি এন্তে ভগৱন্ত ।
তনপানে পূতনাৰ কৰিলন্ত অন্ত ॥
চক্ৰবাত দৈত্যক মাৰিলা চিপি গল ।
উভঞ্জিলা অৰ্জ্জুনক টানি উড়ুখল ॥ ২০০৪
বধিলা বৎসক ধৰি হানি মেলি ভিৰি ।
বককো মাৰিলা এন্তে ঠোঁটে ধৰি চিৰি ॥
সৰ্পৰূপী অঘৰো কৰাইলা মূৰ্দ্ধ ছোট ।
সবান্ধৱে বধিলা ধেনুক দৈত্যগোট ॥ ২০০৫
এহেন্তে বধিলা দুষ্ট বিষধৰ কালি ।
ফণায়ে চড়িয়া নাচি গুচাইলা নিকালি ॥
এহেন্তেসে বায়া যেন্ত পিলা বনাগ্নিক ।
কৰিলা উদ্ধাৰ সবে গোকুলবাসীক ॥ ২০০৬
মখ ভঙ্গ খঙ্গে বৰিষিলা পুৰন্দৰ ।
সাত দিন একে হাতে ধৰিলা মন্দৰ ॥

বাত বৃষ্টি হন্তে নিস্তাৰিলা গোপপুৰ ।
এহেন্তে কৰিলা মহেন্দ্ৰৰ দৰ্প চুৰ ॥ ২০০৭
গোপিকা সহিতে এন্তে কৃষ্ণে বাহু মেলি ।
কৰিলন্ত শৰত ৰাত্তিত ৰাসকেলি ॥
দাৰুণ দুৰ্জ্জয় দুষ্ট গোপীৰ বিপক্ষ ।
মাৰিলন্ত এন্তে শঙ্খচূড় নামে যক্ষ ॥ ২০০৮
গোপ বৎস বনাগ্নিত কৰিলন্ত ত্ৰাণ ।
এন্তে কৃষ্ণে অৰিষ্ট দৈত্যৰ লৈলা প্ৰাণ ॥
কেশীৰো কৰিলা কাল এন্তে নাৰায়ণ ।
এন্তে হন্তে দুষ্ট দৈত্য ব্যোমৰ মৰণ ॥ ২০০৯
এহিতো হসিত মুখ দেখি গোপীগণে ।
পিয়ে যেন অমৃত নয়নে অনুক্ষণে ॥
ব্ৰজবাসী সবে এৰাই সংসাৰৰ তাপ ।
এহিতো মুখৰ পাই মধুৰ আলাপ ॥ ২০১০
ৰাখিবন্ত যদুবংশ এন্তে ভগৱন্তে ।
শ্ৰী যশ মহত বাঢ়িবে এন্তে হন্তে ॥
আনে শ্ৰেষ্ঠ দেখা ৰাম কমললোচন ।
প্ৰলম্বক বধি দুখ কৰিলা মোচন ॥ ২০১১
পুৰাণ পুৰুষ দুয়ো আছা অৱতৰি ।
ভকতক ৰাখিবন্ত দুষ্টক সংহৰি ॥
আমাৰো মিলিল আজি কিনো মহাভাগ ।
হেন ৰাম-কৃষ্ণক দেখিতে পাইলো লাগ ॥ ২০১২
এহিমতে লোকে যেবে কৰে গলাবৰ ।
বাৰন্তে আছয় বাদ্য মল্ল মহোৎসৱ ॥
নসহিলা শুনিয়া চাণূৰ মহা মাল ।
আইলা আগবাঢ়ি বাৰ কৰিয়া আস্ফাল ॥ ২০১৩
কালে গ্ৰাসিলেক তাক পাইলেক বিবুধি ।
বুলিবে লাগিলা ৰাম-কৃষ্ণক সম্বুধি ॥
হে নন্দ সুত কৃষ্ণ হে বলোৰাম ।
মহা বলশালী দুয়ো বীৰ অনুপাম ॥ ২০১৪
শুনি বাহু যুদ্ধত কুশল দুয়ো ভাই ।
দেখিবাক লাগি ৰাজা আনিলা মতাই ॥
নৃপতিৰ প্ৰীতি আতি সাধা দুয়ো ভাই ।
ৰাজা তুষ্ট ভৈলে মহা কল্যাণক পাই ॥ ২০১৫
মহা হৰিষতে তুমি সব গোপগণে ।
মল্ল যুদ্ধে ক্ৰীড়ি গৰু চাৰি ফুৰা বনে ॥
জানিলো এতেকে তোৰা বীৰ অখণ্ডিত ।
মহা পৰাক্ৰমী মল্লশ্ৰমত পণ্ডিত ॥ ২০১৬
হেন জানি আমা তুমি আমি বন্ধ ধৰো ।
নৃপতিৰ প্ৰীতি সাধি মল্ল যুদ্ধ কৰো ॥
ৰাজা তুষ্ট ভৈলে সৰ্ব্বলোকে তুষ্ট হয় ।
সৰ্ব্বভূতময় ৰাজা শাস্ত্ৰতো কহয় ॥ ২০১৭
শুনি কৃষ্ণে দিলা তাক উচিত উত্তৰ ।
ভোজ নৃপতিৰ আমি প্ৰজা বনচৰ ॥
তুল্য বল সহিতে ক্ৰীড়িয়া যথোচিত ।
সাধিবো ৰাজাৰ যেন প্ৰীতি মনোনীত ॥ ২০১৮
কৰিবোহো বাহু যুদ্ধ সমুচিত কৰ্ম্মে ।
তেবেসে নপাইবো সভাসদকো অধৰ্ম্মে ॥
হেন শুনি হাসি বোলে চাণূৰে কৃষ্ণক ।
শুনিয়ো গোপাল তুমি কিশোৰ বালক ॥ ২০১৯
অযুত হস্তীৰ বল শৰীৰত যাৰ ।
হেন কুৱলয়ৰো চিন্তিলা আজি মাৰ ॥
জানো এন্তে ৰাম মহা বীৰ বলিয়াৰ ।
আসা তুমি আমি কৰো বাহুৰ প্ৰহাৰ ॥ ২০২০
মুষ্টিকে সহিতে যুজন্তোক শ্ৰেষ্ঠ বল ।
অন্যায় শুহিকে দুয়ো ভাই মহা মল্ল ॥
হৌক বুলি গোপালে নিশ্চয় কৰি মতি ।
ভৈলন্ত সমুখ পাছে মুষ্টিকক প্ৰতি ॥ ২০২১
মুষ্টিকক ক্ৰোধে ধাইলা ৰোহিণীৰ সুত ।
কৰিলন্ত মহা মল্ল যুদ্ধ বিপৰীত ॥
ধৰ ধৰ বুলি আতি কৰি আৰুৰ্কটি ।
অন্যো অন্যে ধৰে আসি বাহুত সাৱটি ॥ ২০২২
বাঘে যেন গৰ্জ্জিয়া পাৰক পাৱে চাপি ।
হাতে হাতে থাকে কন্ধে মাল বান্ধে বাপি ॥

অন্যো অন্যে আজোৰৈ গাত্ৰৰ বলে ধৰি ।
সন্ধানে মুঠিত মুঠি তাৰৈ দৃঢ় কৰি ॥ ২০২৩
নখৰন্ধ্ৰে আসিয়া আঙ্গুত আঙ্গু হানে ।
আজুৰিয়া শুণ্ডে শুণ্ডে ঠেকা মাৰে টানে ॥
আকালে হিয়াত হিয়া কতো ঠাত কৰি ।
টানি আনৈ কতো শৰীৰৰ বলে ধৰি ॥ ২০২৪
গল দঙ্গা মাৰৈ দুয়ো হাতে হু বুলি ।
বাহুয়ে আটিয়া কেহো আচাৰয় তুলি ॥
যৈত পৰৈ তথাতে পৃথিবী হোৱৈ খাল ।
তল বল কৰৈ যেন যায় ভূমিচাল ॥ ২০২৫
বাৰৈ হাততালি কতো ৰঙ্গে বিঙ্গ পাৰে ।
বজ্ৰৰ পতনে যেন কৰ্ণে তাল মাৰে ॥
পৰম আক্ৰান্তে যেন যুঞ্জে দুই ষণ্ড ।
নসহে আন্দোল দেখি কম্পে সভাখণ্ড ॥ ২০২৬
চান্দি হাতে পাৰে পৰি থাকৈ কতো দুই ।
বাগৰ পাৰন্তে ফুৰৈ এক পিণ্ড হুই ॥
বান্ধৰ চোটত যেন ভাগৈ কলেৱৰ ।
এৰিয়া হৰন্ত কতো দুইহন্তো অন্তৰ ॥ ২০২৭
ক্ৰোধে চক্ষু পকাই কতো অন্যো অন্যে চান্ত ।
তৰ্জন্ত গৰ্জন্ত কতো কামুৰিয়া দান্ত ॥
থাক থাক বুলি দেই আঙ্গুলিৰ ঠাৱ ।
ভ্ৰূকুটি কুটিল মুখ ক্ৰোধে অন্ধকাৰ ॥ ২০২৮
ধুলায় ধুসৰ তনু তিন্তি আছে ঘামে ।
মালে সমে আক্ৰান্তে যুঞ্জন্ত কৃষ্ণ-ৰামে ॥
মলী অৱলীৰ সিটো যুদ্ধক দেখিয়া ।
মথুৰা নাৰীৰ নসহে আৰ হিয়া ॥ ২০২৯
অন্যো অন্যে বোলৈ সিটো অনুচিত কৰ্ম্মে ।
ৰাজ সমাজকো পাইলে পৰম অধৰ্ম্মে ॥
মাজাৰে কৰাৱৈ যুদ্ধ পৰম অন্যায় ।
ইটো সভাসদ লোকে কেনে আছে চাই ॥ ২০৩০
মহাবালক মালকে যুঝৈৱ হিংসা ভাৱে ।
মহাপাপে পৰিলে তাক আক বিধা চাৱে ॥

এহি বুলি নাৰীসবে নধৰন্ত চিত্ত ।
কৃষ্ণ মুখ দেখি দুখে ভৈলা বিমোহিত ॥ ২০৩১
কৃষ্ণৰ দাসৰো দাস বদতি শঙ্কৰ ।
কৃষ্ণৰ চৰিত্ৰ আবে শুনা নিৰন্তৰ ॥
কৃষ্ণৰ কথাত দেখা আছে কেন গুণ ।
শ্ৰৱণ মাত্ৰকে পাৱে নিৰন্তৰে পুণ্য ॥ ২০৩২
অনেক জন্মৰ হৰৈ পাপৰ প্ৰলয় ।
হোৱৈ শুদ্ধ বুদ্ধি বিষ্ণু জ্ঞান উপজয় ॥
ইহ পৰলোকে কৰাইবেক বিৰকতি ।
উপজাইবে কেশৱত সপ্ৰেম ভকতি ॥ ২০৩৩
লাগিবেক হৰি ভকতক দেখি দায়া ।
কিছো কিছো কৰি নিতে তেজিবেক মায়া ॥
মুকুতিকো ইচ্ছা পাছে গুচিবে মনত ।
হুইবে নৱ প্ৰকাৰ কথাৰ শ্ৰৱণত ॥ ২০৩৪
হেন হৰি কথাত নকৰৈ কেনে ৰতি ।
বিনে আত্মঘাতকী পাতকী মন্দমতি ॥
যাৰ যি জন্মত ছিণ্ডিবেক কৰ্ম্মবন্ধ ।
শ্ৰৱণে কীৰ্ত্তনে হোৱে তাৰেসে প্ৰবন্ধ ॥ ২০৩৫
শ্ৰৱণ আছোক ইচ্ছা মাত্ৰকে মনত ।
কৃপাময় হৰি হোন্ত হিয়াত বেকত ॥
হেন হৰি কথাত যতনে কৰা ৰতি ।
জানি মহা ভাগৱত শাস্ত্ৰৰ সম্মতি ॥ ২০৩৬
কৃষ্ণেসে পৰম বন্ধু কৃষ্ণে ইষ্ট দেৱ ।
জানি যত্নে কৃষ্ণৰ চৰণে কৰা সেৱ ॥
কলিৰ পৰম ধৰ্ম্ম কৃষ্ণ গুণ নাম ।
আন কৰ্ম্ম এৰি বেড়ি বোলা ৰাম ৰাম ॥ ২০৩৭

---

চাণূৰ-মুষ্টিকৰ লগত ৰাম-কৃষ্ণৰ মল্লযুদ্ধ দেখি মথুৰাৰ নাৰীসকলৰ আৰু বসুদেৱ-দৈৱকীৰ বিষাদ

### ছুলড়ী

অন্যো অন্যে নাৰী    বোলৈ দেখ সখী
    অমৰ্য্যাদ সমজ্যাৰ ।
পৰ্ব্বত সমান    ইটো দুই মাল
    সম্যকে বজ্ৰৰ সাৰ ॥
নভু হোন্ত যুৱা    বয়স নৌতন
    সুকুমাৰ কৃষ্ণ-ৰাম ।
ঘোৰ মালে সমে    ই দুইক যুজাৱৈ
    কিনো অযুগুত কাম ॥ ২০৩৮
ইটো পাপমতি    নৃপতি সম্প্ৰতি
    জানিয়ো কৰে অন্যায় ।
সমাজিক লোকো    আৰু মুবুজাৱৈ
    অধৰ্ম্মকো শঙ্কা নাই ॥
সভাত থাকিয়া    উচিত নমাতৈ
    তাতো মহাপাপ হুই ।
পৰম অন্যায়    মিলিল এথাত
    থাকিবাক যোগ্য নুই ॥ ২০৩৯
কতো কতো বোলে    দেখিয়োক সখী
    কৃষ্ণৰ বদন ইন্দু ।
পাইবন্ত প্ৰয়াস    প্ৰকাশন্তে আছে
    যত ঘৰ্ম্মজল বিন্দু ॥
জলৰ কণিকা    সহিতে জলয়
    যেন নৱ পদ্মকোষ ।
শত্ৰুক সমুখে    বল্গন্তে আছন্ত
    কৰিয়া আতি আক্ৰোশ ॥ ২০৪০
কতো কতো নাৰী    সম্মুখি কহৈৱ
    ঐ সখী ইসে আমুখ ।
এক দৃষ্টি কৰি    কিয়নো নচৰা
    সুন্দৰ ৰামৰ মুখ ॥

অৰুণ পঙ্কজ    লোচন আয়ত
    কুন্দ কড়ি সম দান্ত ।
মুষ্টিকক প্ৰতি    ক্ৰোধ কৰি আজি
    হাসিয়া কটাক্ষে চান্ত ॥ ২০৪১
কতো কতো নাৰী    নিৰেখি কৃষ্ণক
    হাহাকাৰ কৰৈ আতি ।
শুন শুন বাণী    বুলিয়া কহন্তৈ
    সখী সমস্তক মাতি ॥
পুৰাণ পুৰুষ    আছা অৱতৰি
    লক্ষ্মী পূজে পায় যাৰ ।
মালে সমে আনি    ই দুইক যুজাৱৈ
    সভাকো আছো ধিক্কাৰ ॥ ২০৪২
ধন্য ধন্য ইটো    ব্ৰজভূমি জাত
    আনন্দে কৃষ্ণে ভ্ৰমিলা ।
গৰুক চৰাই    বংশীক বজাই
    কৰিয়া অনেক লীলা ॥
নকৰিলো পুণ্য    কিনো অভাগিনী
    আমিসব সবে সখী ।
মাণিক পুতলি    ৰাম মাধৱক
    যুদ্ধ সময়ত দেখি ॥ ২০৪৩
কিনো পুণ্য গোপী    সবে আচৰিল
    কৰিল পুণ্য কতেক ।
অনুক্ষণে দেখে    আনন্দ মূৰ্ত্তিক
    পৰম লীলা যতেক ॥
ব্ৰহ্মা ৰুদ্ৰ লক্ষ্মী    গোসানী যাহাৰ
    পূজন্ত পদ-ধূলাক ।
হেনয় কৃষ্ণৰ    আলাপক পাৱৈ
    পুণ্যৱতী গোপীজাক ॥ ২০৪৪
নিত্য নৌতন    ৰূপ সম্পত্তিক
    ত্ৰৈলোক্যে নাহি উপাম ।
সততে কৃষ্ণক    চিত্তত ধৰিয়া
    গাৱে গুণ-গীত নাম ॥

দেয়ৰো দুৰ্লভ এহি পাদ-পদ্ম
তনত অৰ্পিয়া ধৰৈ।
ক্ষেণেক নপাইলে প্ৰাণ যেন ফুটে
সদায় কৃষ্ণক স্মৰৈ ॥ ২০৪৫
তনু ৰোমাঞ্চিত প্ৰেমভাৱে পৰৈ
নেত্ৰৰ লোতক ঝৰি।
ধন্য ধন্য কিনো মহা ভাগ্যৱতী
ব্ৰজৰ যত সুন্দৰী ॥
প্ৰভাত সময় গৰু চাৰিবাক
যাহান্তে ব্ৰজক হন্তে।
গোপসব সঙ্গে ধেনুগণ লৈয়া
গোধুলি বেলা আসন্তে ॥ ২০৪৬
এহেন্তে কৃষ্ণৰ মোহন বংশীৰ
শুনিয়া মধুৰ ৰাৱ।
চাহিবাক লাগি গৃহৰ বজাই
গোপিনী আকুল ভাৱ ॥
দিনান্তে আসিয়া কৃষ্ণক দেখিয়া
মনে মিলৈ মহাসুখ।
চাহায়ে আনন্দে নয়ন ভৰিয়া
ঈষন্ত হসিত মুখ ॥ ২০৪৭
সদয় নয়নে গোপী সমস্তক
চান্ত এন্তে বনমালী।
কোটি কোটি জন্মে কতনো কৰিলে
পৰম পুণ্য গোৱালী ॥
আমি অল্প পুণ্য ইহেন কৃষ্ণক
যুদ্ধ সময়ত দেখি।
কোনবা অৱস্থা মিলাৱৈ বিধাতা
ইটো নাজানোহো সখী ॥ ২০৪৮
কৃষ্ণক দেখন্তে প্ৰাণ ফুটি যায়
অধিকে হৃদয় দহে।
লোতক জুৰায়া কৰুণা কৰিয়া
নাৰীসবে কথা কহে ॥

তথাতে বসিয়া আছন্ত দৈৱকী
বসুদেৱ দুয়ো প্ৰাণী।
পুত্ৰ শোক অগ্নি অধিকে উধাই
শুনি পুৰস্ত্ৰীৰ বাণী ॥ ২০৪৯
অচিন্ত্য প্ৰভাৱ ৰাম-কৃষ্ণ দুই
নাজানি তাহান বল।
হাহাকাৰ কৰি নিৰেখি কৃষ্ণক
ভৈলন্ত দুয়ো বিহ্বল ॥
হৃদয় দগধ নয়ন তবধ
লোতক পৰৈ নিঝৰি।
দুসহ শোকত জমক দেখন্তে
থাকন্ত চেতন হৰি ॥ ২০৫০
দেখৈ দুয়ো দশো- দিশ অন্ধকাৰ
মিলিল ঘোৰ সন্তাপ।
পুত্ৰ দুইক লাগি দুই মন্দভাগী
কৰন্ত আতি বিলাপ ॥
হৰি হৰি প্ৰাণ পুত্ৰ পৰিচ্ছেদা
দেখা দেখি ভৈল তাৰ।
একেবাৰে পৰি নপাইলো দুনাই
বিপদ নদীৰ ওৰ ॥ ২০৫১
সপুত্ৰে বান্ধৱে যাওঁ যমালয়
মিলিল কৰ্ম্ম বিপাক।
পিণ্ডক জলক নাথাকিল সঙ্গ
বঞ্চিল বিধি আমাক ॥
পৰৰ ঘৰত এতমান ভৈলি
দেখিবে নপাইলো ভালে।
হৰি হৰি ৰাম কৃষ্ণ পুতাই দুই
অল্পতে গ্ৰাসিলে কালে ॥ ২০৫২
তোমাসাৰ আগে আমি যেবে মৰো
তেবেসে খণ্ডে নিকাৰ।
এহি বুলি দুয়ো প্ৰাণী পৰিলন্ত
শোকন্তে দেখি আন্ধাৰ ॥

শুনা নিৰন্তৰ মহা মহন্তৰ
কেন দুখ তাক দেখা।
পৰম নিকাৰ ইটো সংসাৰত
সামান্যৰ কোন লেখা॥ ২০৫৩
পুত্ৰ দাৰা ধন সংযোগ বিয়োগ
অধিকে মিলাৱৈ দুখ।
হেন জানি আন কৰ্ম্ম পৰিহৰি
কৃষ্ণক হুয়ো সমুখ॥
হৰি বিমুখৰ জীৱন নিস্ফল
পশুতো অধম আতি।
আত্মঘাত কৰি চিতনি মৰয়
নকৰি হৰি ভকতি॥ ২০৫৪
হৃদয়তে হৰি আছন্ত সাক্ষাত
নিচিন্তে তান চৰণ।
ৰাম-কৃষ্ণ নাম বিয়াপি আছয়
নকৰে তাক কীৰ্ত্তন॥
হৰিক এৰিয়া আন কথা শুনৈ
গৰ্ত্ত সমসৰ কাণ।
গোবিন্দ নুবুলি আনসে কহৱৈ
বেঙৰ জিহ্বা সমান॥ ২০৫৫
কৃষ্ণক প্ৰণাম নকৰি মিছাত
শিৰৰ বহৱৈ ভাৰ।
ভকতি বিহীন জীৱন্তে মৰা
শৱ সম তনু তাৰ॥
হেন জানি যাত চেতন আছয়
কৰিয়ো হৰি ভকতি।
হৰিসে পৰম সুহৃদ সবাৰে
ইহ পৰলোকে গতি॥ ২০৫৬
নালাগে ভাগৰ নাহিকে জগৰ
লৈয়ো মুখে হৰিনাম।
কৃষ্ণৰ কিঙ্কৰে ৰচিল শঙ্কৰে
ডাকি বোলা ৰাম ৰাম॥ ২০৫৭

চাণূৰ মুষ্টিকৰ বধত কংসৰ ক্ৰোধ আৰু শ্ৰীকৃষ্ণৰ দ্বাৰা কংস বধ

পদ

শুক নিগদতি পাছে কৃষ্ণ কৃপাময়।
ভকতৰ দুখ দেখি নসহে হৃদয়॥
পিতৃৰ মাতৃৰ দুখ দেখিয়া প্ৰত্যেক।
কৰিলন্ত খেদ যদুনন্দনে অনেক॥ ২০৫৮
নয়নৰ লোতক কণিকা ভৈল বাজ।
নিশ্বাস ফোকাৰি যুজিবাক ভৈল সাজ॥
শত্ৰু বধিবাক মনে জগত আধাৰ।
চাণূৰক কৰিলন্ত নিষ্ঠুৰ প্ৰহাৰ॥ ২০৫৯
বজ্ৰৰ প্ৰহাৰে যেন চূৰ্ণ ভৈল গাৱ।
মূৰ্চ্ছিত চাণূৰ আতি বিহ্বল স্বভাৱ॥
ক্ষণেক সন্ধুকি যেন শেনগোটে উঠি।
কৃষ্ণৰ হিয়াত দিলে দুয়ো হাতে মুঠি॥ ২০৬০
তাহাৰ প্ৰহাৰে নচালিলা কৃষ্ণে অঙ্গ।
মালাৰ প্ৰহাৰে যেন প্ৰমত্ত মাতঙ্গ॥
চাম্প দিয়া বাহুত আটিলা কৃষ্ণে তাক।
ফুৰাইলন্ত উপৰতে কোপে তুলি পাক॥ ২০৬১
মৰিল পাকতে আণ্টা পায়া বনমালী।
হু বুলি পৃথিবীত পেলাইলা আফালি॥
বিমুকুত কেশ পাশ হাড় বিহৰিল।
যেন ইন্দ্ৰ-ধ্বজ গোট মাটিত পৰিল॥ ২০৬২
মাৰিলেক ৰামক মুষ্টিকে মুঠি ধৰি।
তাৰ প্ৰহাৰক বলো কটাক্ষো নকৰি॥
সন্ধানে বৈসাইলা তাৰ হিয়াত চাপৰ।
ভৈলা অচেতন সিটো পীড়া পায়া বৰ॥ ২০৬৩
মহাদুখে মুখে মালে ছাদিল ৰুধিৰ।
ছাৰি প্ৰাণ পৃথিবীত পৰিল শৰীৰ॥
পেলাইলা উভাৰি যেন বৃক্ষক বতাসে।
কম্পিল হৃদয় দেখি কংসৰো ত্ৰাসে॥ ২০৬৪

চাণুৰ মুষ্টিক যেবে পৰিল ৰণত।
কূট নামে মালে ধাইল পৰম ক্ৰোধত ॥
বাঘে যেন ৰুষি আসি বুলি খৰ্ব্ব বাণী।
লীলায়ে মাৰিলা ৰামে বাম মুঠি হানি ॥ ২০৬৫
আসিল তোসল্ল সল্ল খেদি দুই মাল।
লাথি মাৰি দুইৰো মুণ্ড ছিণ্ডিলা গোপাল ॥
পৰিল দানৱ দুয়ো পৃথিবী কম্পাই।
দেখি মহা ভয়ত কম্পিল কংসৰায় ॥ ২০৬৬
চাণুৰ মুষ্টিক কূট সল্ল তোসল্ল।
মৰিল ৰণত দেখি আন যত মল্ল ॥
ৰামক কৃষ্ণক চাই ভয় হুয়া বৰ।
প্ৰাণ ৰাখি উঠি ভিৰি দিলেক লৰব ॥ ২০৬৭
দেখি ৰাম-কৃষ্ণে আতি হাস্য কৰি ৰঙ্গে।
ধৰি আনি গোপ শিশুসব লৈয়া সঙ্গে ॥
দেখাইলন্ত মল্লক্ৰীড়া লীলা বিপৰীত।
নাচন্ত আনন্দে সমজ্যাৰ ৰঞ্জি চিত ॥ ২০৬৮
ৰুণ ঝুন কৰিয়া নূপুৰ বাজে পাৱে।
উৎসব কৰিয়া মল্ল বাদ্যসব বাৱে ॥
অঙ্গি ভঙ্গি চৰণ চলান্ত তাৰ চেৱে।
কৰন্ত কৌতুকে আতি নৃত্য আদিদেৱে ॥ ২০৬৯
বেঢ়ি গোপশিশুসবে বজায়ে চাপৰি।
কতো পাক ফুৰি হৰি নাচন্ত চাপৰি ॥
জগ মগ কৰি ময়ূৰৰ পুচ্ছ লৰে।
কণ্ঠে কদম্বৰ মালা ঢুলি ঢুলি পৰে ॥ ২০৭০
কটিত মেখলা বাজে ঝনকে কিঙ্কিণী।
প্ৰকাশন্ত লাৱণ্য কন্দৰ্প কোটি জিনি ॥
বান্ধুল কোমল পদ-পল্লৱ দুখানি।
লম্ফাসে নাচন্তে চলান্ত চক্ৰপাণি ॥ ২০৭১
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশ চিহ্ন যত।
প্ৰতি পাৱে পাৱে হোৱে হাণ্ঠন্তে বেকত ॥
দেখান্ত প্ৰকটে নাট্যলীলা যদুৰাজে।
আনন্দে মুষ্টিক চাই ভুলিল সমাজে ॥ ২০৭২

কটাক্ষ নয়নে চান্তে বৰিষে অমৃত।
দেখাৰন্ত পৰম হৰিষে হৰি নৃত্য ॥
মালক মাৰিয়া আনন্দৰ সীমা নাই।
কৰন্ত ভ্ৰুকুটি কতো লোকক দেখাই ॥ ২০৭৩
দেখি সমজ্যাৰ মহা ৰিঙ্গ জোত হাসি।
কৰৈ সাধুৰ্ব্বাদ সবে দশন প্ৰকাশি ॥
ধন্য ধন্য বসুদেৱ সুত কৃষ্ণ ৰাম।
কৰিলাহা দুষ্কৰ মালক মাৰি কাম ॥ ২০৭৪
মথুৰাৰ নাৰীৰ মিলিল কতূহল।
সাধু সাধু কৃষ্ণ সাধু ৰাম মহাবল ॥
ঘোৰ মাল ভৈল যাৰ আগত পতঙ্গ।
আবেসে আমাৰ সাধিলাহা মন ৰঙ্গ ॥ ২০৭৫
এহি বুলি নেত্ৰ ভৰি মাধৱক চাইল।
বসুদেৱ দৈৱকীৰো ধাতু নামি আইল ॥
সদয় নয়নে পুত্ৰ দুইৰ চান্ত মুখ।
কংসক দেখিয়া দুনাই মিলৈ মহাদুখ ॥ ২০৭৬
কংস যেবে জীৱৈ জীৱনত নাই আস।
পুত্ৰ দুইৰ মুখ চাই তেজন্ত নিশ্বাস ॥
কৃষ্ণৰ কৰ্ম্মত ৰঙ্গ ভৈল সামৰাজে।
একে নিদাৰুণ ক্ৰুৰ কংসৰায়ত বাজে ॥ ২০৭৭
মাৰিলন্ত ৰাম-কৃষ্ণে যেবে মহামাল।
কোপে অপমানে আতি কাম্পে কংসকাল ॥
সেৱক লোকক আদেশিল খঙ্গে চাই।
কিসক বাজন বাৰৈ খেদাউ কোবাই ॥ ২০৭৮
খঙ্গ দেখি ৰাজাৰ এৰিল থম দম।
কাংস পৰি জিম গৈল সমাজে নিজম ॥
নিশৰদ লোক ভৈল ৰাজাৰ ভয়ত।
কোপে অগ্নি জলৈ যেন ৰাজাৰ গাৱত ॥ ২০৭৯
বল্কিৱে লাগিলা মহা ক্ৰোধে অন্ধ হুই।
কিনো অসজ্জন বসুদেৱৰ সুত দুই ॥
পৰম উন্মত্ত ইটো মুণ্ডে ফুৰৈ বুলি।
মোহোৰ আগত মাৰৈ মালক সমুলি ॥ ২০৮০

সমাজত থাকিবাক নলাগে ইহাৰ ।
নগৰৰ বাজ কৰি খেদাউ আমাৰ ॥
গোৱালৰ ধনক আগ্ৰহি সবে লৌউ ।
দুৰ্ম্মতি নন্দক লোহা লগাই বান্ধি থৌউ ॥ ২০৮১
দুষ্ট বসুদেৱ ইটো মোত্তে পাইল লাই ।
পুতেকক থৈল গোকুলত পলুৱাই ॥
মোহোৰ আজ্ঞাক আৰ নচাহিলে বাট ।
বসুদেৱ কপটিক ঝাণ্টে নিয়া কাট ॥ ২০৮২
পিতৃ উগ্ৰসেনক এখনে মাৰ প্ৰাণে ।
নৰাখিবে আৰ যত লৰৰিয়া মানে ॥
বিপক্ষৰ পক্ষ হুয়া চিন্তে মোৰ মন্দ ।
মহাৰাগে বল্কে কংসে ক্ৰোধে হুয়া অন্ধ ॥ ২০৮৩
ৰাজাৰ গৰ্জ্জন শুনি সমজ্যাৰ ত্ৰাস ।
হা উগ্ৰসেন বসুদেৱ ভৈল নাশ ॥
কাক কিবা কৰে বুলি কম্পিত হৃদয় ।
শুনি বিকৰ্থনা পাছে কৃষ্ণ কৃপাময় ॥ ২০৮৪
ভকতৰ ভয়হাৰী জলি গৈল কোপে ।
বান্ধিলন্ত পীত বস্ত্ৰ কটিত আটোপে ॥
লঘিমা গুণক আশ্ৰয়িলা কৃষ্ণদেৱে ।
কংসৰ উচ্ছ্ৰিত মঞ্চে উঠিলন্ত ডেৰে ॥ ২০৮৫
যেন গিৰি শিখৰত আৰোহিলা সিংহ ।
থল খলি হাসি কৃষ্ণে বঙ্গে দিলা ৰিঙ্গ ॥
দেখি কংসে আসনৰ উঠি তাৰক্ষণে ।
ধৰিলেক খাণ্ডা বাক যুজিবাক মনে ॥ ২০৮৬
থাক থাক বুলি পাৰৈ আটোপে আটাস ।
বাঘৰ গৰ্জ্জনে যেন জলে মহাত্ৰাস ॥
বাকক ফুৰাৱৈ লুম্ফি ফিঙ্গাৱৈ খাণ্ডাক ।
যেন শ্যেনগোটে আকাশতে ফুৰৈ পাক ॥ ২০৮৭
দেখায়ে অনেক শ্ৰম বাকতে লুকাই ।
পাকে পাকে ফুৰন্ত কেশৰো ছিদ্ৰ চাই ॥
অচিন্ত্য মহিমা হৰি লীলায়ে হাসিয়া ।
আলফতে কংসক ধৰিলা চাম্প দিয়া ॥ ২০৮৮

কংসাল সৰ্পক যেন ধৰিলে ইন্দুৰ ।
দোঙ্গা দুঙ্গি পাৰৈ সিটো দানৱ দন্দুৰ ॥
আটিলা দুইহাতে তাক ধৰি নাৰায়ণ ।
ভৈল শ্ৰুতিভঙ্গ কংস হৰিল চেতন ॥ ২০৮৯
প্ৰচণ্ড অগনি যেন নিমাই ভৈল শান্ত ।
মুখত নাহিকে মাত্ৰ তৰিলেক দান্ত ॥
গুচিল প্ৰভাৱ সবে হত ভৈল দৰ্প ।
গৰুড়ৰ হাতে যেন বন্দী ভৈল সৰ্প ॥ ২০৯০
দেখিয়া কেশৱে পাছে কংসৰ নিশাৰি ।
কিৰীটি সহিতে চুল ধৰি ঘণ্টা লাৰি ॥
উচ্ছ্ৰিত মঞ্চৰ পৰা পেলাইলা আজুৰি ।
পাছতে দিলন্ত জাম্প দশন কামুৰি ॥ ২০৯১
কংসক বধিবে মনে কৰিয়া আক্ৰান্তি ।
উপৰে পৰিলা জগতৰ ভৰে জান্তি ॥
পোত গৈল কংস ৰণভূমি ভৈল খাল ।
নিৰ্ঘাত পতনে যেন গৈল ভূমিচাল ॥ ২০৯২
হস্তীক মাৰিল যেন মহা মত্ত সিংহ ।
থল খলি হাসি হৰি ৰঙ্গে দিলা ৰিঙ্গ ॥
গোপ শিশুগণে কৰে কৃষ্ণ জয় জয় ।
দিলেক লৰৰ ভিৰি দুষ্ট ৰাজাচয় ॥ ২০৯৩
পৰম লীলায়ে হৰি মাৰি কংসৰায় ।
চুলে ধৰি সমাজত ফুৰাইল ৰঘাই ॥
হস্তীক আজোৰৈ যেন মত্ত সিংহৰাজে ।
দেখি হাহাকাৰ কৰৈ সমস্ত সমাজে ॥ ২০৯৪
গোপ শিশুগণে যেঢ়ি বজায়ে চাপৰি ।
হেৰা দুৰাচাৰ ৰাজা কংস গৈলা মৰি ॥
জয় জয় কৃষ্ণ বুলি পাৰন্ত জোকাৰ ।
বায়ে শিঙ্গা বাশী আনন্দৰ নাহি পাৰ ॥ ২০৯৫
আজুড়ি ফুৰান্ত তাক লোকক দেখাই ।
কৰৈ শুভ শুভ সাধুসবে চাই চাই ॥
আবেসে গুচিল পৃথিবীৰ মহাভাৰ ।
মৰিল দাৰুণ দিন পুৰ্হাইল আমাৰ ॥ ২০৯৬

পৰম নাগৰী নাৰীগণ জুমা জুমে।
কৃষ্ণৰ শিৰত ৰঙ্গে বৰিষৈ কুসুমে॥
পাৰৈ আতি উকলি প্ৰশংসা কৰৈ চনি।
ধন্য ধন্য ৰাম-কৃষ্ণ বীৰ শিৰোমণি॥ ২০৯৭
মুণ্ড লুণ্ডি বোলৈ নন্দ আদি গোপগণে।
আজি উপজিলো পাপী কংসৰ মৰণে॥
সাধু সাধু কৃষ্ণ প্ৰাণ বান্ধৱ আমাৰ।
কৰিলা দুষ্টক মাৰি আজিসে উদ্ধাৰ॥ ২০৯৮
বসুদেৱ দৈৱকী কংসৰ দেখি বধ।
আনন্দে আছন্ত চাই নয়ন তৰধ॥
হৰিষে স্বৰ্গক যেন পাইলা মেলি হাত।
নেত্ৰৰ লোতক ঝৰে গদ গদ মাত॥ ২০৯৯
গুচিল দুৰ্দ্দিন দুয়ো দেখিলা প্ৰকাশ।
যেন চিৰ ৰোগী পাইলা ব্যাধিৰ সকাশ॥
আনন্দে মগন মন নাহি মাত বোল।
চতুৰ্ভিতি কৰৈ প্ৰজা জয় কৃষ্ণ ৰোল॥ ২১০০
আকাশত দেৱগণে বজাৱে দুন্দুভি।
কৃষ্ণৰ শিৰত সিঞ্চে কুসুম সুৰভি॥
মহোৎসৱে সিদ্ধ মুনি কৰৈ স্তুতি নতি।
শুনিয়োক সিটো কংসে পাইলে যেন গতি॥ ২১০১
পিয়ন্তে বোলন্তে সিটো পথত ভ্ৰমন্তে।
নিশ্বাস কাঢ়ন্তে নিশা শয়ন কৰন্তে॥
ভয়ত কৃষ্ণক সিটো স্মৰিল সদায়।
সিহেতু কৃষ্ণৰ ৰূপ পাইলে কংসৰায়॥ ২১০২
পীত বস্ত্ৰে শোভে চাৰু শ্যাম কলেৱৰ।
বিজুলী ৰঞ্জিত যেন নৱ জলধৰ॥
কিৰীটি কুণ্ডল হাৰ কঙ্কণ কেয়ূৰ।
চৰণত ৰঞ্জে তাৰ বজ্ৰৰ নূপুৰ॥ ২১০৩
পঞ্চবৰ্ণ বনমালা প্ৰকাশে হিয়াত।
শঙ্খ চক্ৰ গদা পদ্ম আছে চাৰি হাত॥
কৃষ্ণৰ শৰীৰ এবে কিছো নাহি ভিন্ন।
শ্ৰীবৎস কৌস্তুভ মাত্ৰ নাহি দুই চিহ্ন॥ ২১০৪

কৰিল প্ৰণাম আসি কৃষ্ণ পাৱে পৰি।
গৈল বৈকুণ্ঠক দিব্য বিমানত চড়ি॥
পৰম হিংসুক কংস ক্ৰূৰ মন্দমতি।
দেখা কেন কৃষ্ণে তাৰো সাধিলন্ত গতি॥ ২১০৫
ভয়ত স্মৰিল মাত্ৰ নাছিল আহ্লাদ।
এতেকে পাইলেক কংসে পৰম প্ৰসাদ॥
যিটো নিতে ভক্তি ভাৱে ভজে ভগৱন্ত।
তাহাৰ মহিমা কহি কোনে পাৱে অন্ত॥ ২১০৬
কৃপাৰ সাগৰ তুমি ঈশ্বৰ মুৰাৰি।
পাৱে গতি যাত হন্তে মহা অহঙ্কাৰী॥
জন্মে জন্মে তাহান চৰণে হোক গতি।
আত পৰে কথা আবে শুনিয়ো সম্প্ৰতি॥ ২১০৭
অনন্তৰে কংসৰ কনিষ্ট আঠ ভাই।
কঙ্ক ন্যগ্ৰোধ আদি ক্ৰোধে শ্ৰুতি নাই॥
ভাইৰ ঋণ সুজো বুলি পৰম আটোপে।
ৰাম মাধৱক ধাই আইল একে জোপে॥ ২১০৮
কৰৈ আৰম্ফটি যমে যেন ৰুষি আসি।
দেখি খঙ্গে বলদেৱে পৰিঘ উল্লাসি॥
কোবাই হাড় মুণ্ড গুণ্ডি তুলিলা সবাৰে।
যমপুৰ পাইল আঠো বীৰ একেবাৰে॥ ২১০৯
লালায়ে শত্ৰুক সংহৰিলা হলধৰে।
পূৰ্ব্বত পশুক যেন বধিল শঙ্কৰে॥
বলোৰ বিক্ৰম প্ৰশংসিলা সামৰাজে।
আনন্দ দুন্দুভি আকাশক চানি বাজে॥ ২১১০
জয় জয় ৰাম-কৃষ্ণ কৰিয়া তম্মুল।
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱে বৰিষন্ত ফুল॥
নাচে অপেস্বৰা বিদ্যাধৰসবে বাৱে।
ৰামৰ কৃষ্ণৰ গুণ-গীত ৰঙ্গে গাৱে॥ ২১১১
পাছে স্বামীসব মৰিবাৰ বাৰ্ত্তা পাই।
অন্তেসপুৰৰ নাৰী কান্দন্তে বজাই॥
লোতকে তিতিল মুখ শোকে মাৰৈ পুলি।
মাথা থাকুৱন্তে আসৈ হা স্বামী বুলি॥ ২১১২

দেখি গৈয়া মৰা স্বামীসবক সাক্ষাতে।
আৰ্ত্তনাদে কান্দে আলিঙ্গিয়া ধৰি হাতে॥
বহুৱে লোতক কান্দে পৰম বিলাপে।
দহয়ে হৃদয় আতি পতিৰ সন্তাপে॥ ২১১৩
হা প্ৰাণনাথ কেনমতে গৈলা মৰি।
আমাক কৰিলা আবে মৰাৰ পাঞ্জৰি॥
তুমি অবিহনে নজলয় ইটো থান।
ভৈল ইটো পুৰী আমি বিধবা সমান॥ ২১১৪
অকামিত দিলা দুখ লোকক সকলে।
ইটো অৱস্থাক পাইলা তাৰ প্ৰতিফলে॥
মহন্তক দ্ৰোহ কৰি হৰুৱাইলা প্ৰাণ।
হিংসকৰ নাহি জানা কহিতো কল্যাণ॥ ২১১৫
জানিলো কৃষ্ণক এন্তে পৰম ঈশ্বৰ।
আন্তে হন্তে হৱৈ সৃষ্টি থিতি জগতৰ॥
আহাঙ্ক অৱজ্ঞা যিটো কৰিলে নিশ্চল।
একো কালে নাহি জানা তাহাৰ কুশল॥ ২১১৬
এহি বুলি কান্দে শোকে ৰাজনাৰীজাক।
কৃষ্ণে নিচুকান্ত প্ৰবোধ বুলি বাক॥
কংসৰো কৰাইলা প্ৰেতকাৰ্য্য যেন বিধি।
ভকতৰ ভৈল সবে মনোৰথ সিদ্ধি॥ ২১১৭
শুনা সভাসদ লোক কৃষ্ণৰ চৰিত্ৰ।
আত পৰে পুণ্য আৰ নাহিকৈ কলিত॥
নাহি সত্য শৌচ কিছো গুচিল আচাৰ।
বিচাৰত চাৱা সবে ভৈল একাকাৰ॥ ২১১৮
স্বভাৱতে কলিৰ মলিন ভৈল বুদ্ধি।
দুষ্ট চিত সবক নকৰে তীৰ্থে শুদ্ধি॥
শতবাৰ জলত পখালৈ যদি গাত্ৰ।
অপৱিত্ৰ তথাপি সুৰাৰ যেন পাত্ৰ॥ ২১১৯
হেন দুষ্ট চিত্তো যদি হৰিক সুমৰৈ।
হৱৈ শুদ্ধ সমস্ত পাতক তাৰ হৰৈ॥
অনিচ্ছাত্তো চুইলে যেন দহৱৈ অগনি।
হৰিৰ স্মৰণে হেন ধৰ্ম্ম শিৰোমণি॥ ২১২০
কলিত তৰিতে আছে যাহাৰ প্ৰবন্ধ।
হৰিৰ কীৰ্ত্তন কৰি চিন্তা কৰ্ম্মবন্ধ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে মোক্ষ কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥ ২১২১

---

ৰাম-কৃষ্ণ দ্বাৰা বসুদেৱ-দৈৱকীৰ বন্ধন মোচন

দুলড়ী

পাছে ৰাম হৰি শত্ৰুক সংহৰি
কৰিয়া আতি প্ৰবন্ধ।
পিতৃৰ মাতৃৰ সমীপ চাপিয়া
ছিঙিলা লোহাৰ বন্ধ॥
হে পিতৃ মাতৃ বুলি সম্মুখিয়া
দুয়ো কৃতাঞ্জলি হুই।
আঠু জানু পাৰি প্ৰণামিলা পৰি
শিৰে চৰণক চুই॥ ২১২২
দেখি বসুদেৱ দৈৱকী দুইহন্তো
এৰিলন্ত পুত্ৰ ভ্ৰান্তি।
জানিয়া জগত ঈশ্বৰ দুইহাক্তো
সঙ্কোচে আছা নামাতি॥
পৰম পুৰুষে আমাক নমিলা
ইহাতেসে আবে মৰি।
আলিঙ্গিয়া ধৰি বিষ্ণু বিষ্ণু স্মৰি
ৰৈলা কৃতাঞ্জলি কৰি॥ ২১২৩
দেখন্তে কেশৱে ঈশ্বৰ বুলিয়া
জানিলন্ত ইটো দুই।
মই যাৰ প্ৰসন্ন ইটো মহাজ্ঞান
তাহাৰ দুৰ্লভ সুই॥
মোত পুত্ৰ ভাৱে প্ৰেম বঢ়াইলন্ত
আকেসে দুৰ্লভ মানি।
বৈষ্ণৱী মায়াক কৰিয়া বিস্তাৰ
মুহিলন্ত চক্ৰপাণি॥ ২১২৪

ওচৰ চাপিয়া বুলিলা দোভায়ো
অনেক কৰি কাতৰ।
হে পিতৃ মাতৃ মৰষিয়ো দোষ
সকলে আমি পুত্ৰৰ॥
বালক কালৰ নেদেখিলা দুয়ো
আনন্দ দৈৱ বিপাকে।
তোমাসাৰ গৃহে বাঢ়িবে নপাইলো
বঞ্চিল বিধি আমাকে॥ ২১২৫
যিটো পিতৃ মাতৃ জনিলেক দেহ
পুষিলেক অনুদিন।
শতেক বৎসৰে সিটো পুত্ৰে তাৰ
সুজিবে নপাৰে ঋণ॥
পুত্ৰ হুয়া যিটো পিতৃক নোপোষে
দুৰ্জ্জন আতি আবাটি।
তাহাৰ মাংসক তাকে খুৱাৱয়
যমৰ কিঙ্কৰে কাটি॥ ২১২৬
বৃদ্ধ পিতৃ মাতৃ গুৰু বন্ধুজন
নোপোষে পিতৃ পুত্ৰক।
নিষ্ফল জীৱন নিশ্বাস কাঢ়ন্তো
জানিবা সিটো মৃতক॥
এতেকে জানিলো আমাৰো দিৱস
বিফলে গৈল সকলে।
তোমাৰ শুশ্ৰূষা এৰি কংস ভয়ে
আছিলো পলাই গোকুলে॥ ২১২৭
আমাৰ নিমিত্তে দুইকো পাপী কংসে
দিলে দুখ নানামতে।
ক্ষেমিয়োক সিটো দোষ পিতৃ মাতৃ
পেহ্লাইলা বস্ত্ৰ আগতে॥
ঈশ্বৰ কৃষ্ণৰ শুনি হেন সিটো
পৰম মোহন বাণী।
পুত্ৰ স্নেহে মহা বিমোহিত হুয়া
হাসিলন্ত দুয়ো প্ৰাণী॥ ২১২৮

আথে বেথে গৈয়া ধৰিলা সাৱটি
পুত্ৰ পুত্ৰ বুলি মাতি।
কোলাত বৈসাই ঘ্ৰাণিলন্ত শিৰ
লুণ্ডি ঘুণ্ডি দুইকো আতি॥
হৰিষ লোতকে শৰীৰ তিয়াইল
পুত্ৰক গলত বান্ধি।
একো বুলিবাক নপাৰি থাকিলা
গলাগলি কৰি কান্দি॥ ২১২৯

---

ৰাম-কৃষ্ণৰ দ্বাৰা উগ্ৰসেনক ৰাজ-পদত স্থাপন আৰু
নন্দ আদি গোপসকলৰ ব্ৰজলৈ প্ৰত্যাৱৰ্ত্তন

ছবি

এহিমতে ৰামহৰি পিতৃক আশ্বাস কৰি
অনেক মধুৰ বুলি বাণী।
উগ্ৰসেন মহন্তক আপুনি পাটত বসাই
পাতিলা নৃপতি পাছে আনি॥
সিংহাসনে বৈসাই তাঙ্ক কৰযোৰে বিনাৱন্ত
আজ্ঞা কৰা আমি তযু প্ৰজা।
যযাতি শাপত ইটো নৃপতিৰ আসনত
আমি যদুবংশী নোহো ৰাজা॥২১৩০
সুখদে ভুঞ্জিয়ো ৰাজ নিসিজ্জিবে কোন কাজ
মই ভৃত্য থাকন্তে তোমাৰ।
আচোক নৃপতিবৰ্গ স্বৰ্গৰো দেৱতাসবে
তোমাত যোগাইব কৰ ভাৰ॥
আমি ভৈলো সভাসদ পৃথিবীতে ইন্দ্ৰপদ
নিৰ্ভয়ে ভুঞ্জিয়ো নৃপবৰ।
জয় মহাৰাজা বুলি ধৱল ছত্ৰক তুলি
বিছিলন্ত ধৰিয়া চামৰ॥ ২১৩১

যদি জগতৰ নাথ তথাপি ভক্তৰ বশ্য
লোকত দেখাইলা দেৱ হৰি ।
কংসৰ ভয়ত যত জ্ঞাতিসব আছে গুচি
অনাইলা আশ্বাস তাক কৰি ॥
নিজ পৰিবাৰ লৈয়া পলায় পৰদেশ গৈয়া
বঞ্চিলা অনেক দুখ পাই ।
বহু ধনে সন্তৰ্পিয়া পূৰ্ব্ব গৃহ বাড়ী দিয়া
থাপিলন্ত মাধৱে দুনাই ॥ ২১৩২
ঈষত হসিত মুখ কমল কৃষ্ণৰ দেখি
নিৰন্তৰে পাসৰিলা ক্লেশ ।
মুকুন্দৰ মুখ পদ্ম সুধাক কৰন্তে পান
বৃদ্ধসবো ভৈল যুৱা বেশ ॥
খণ্ডিল ললাট যত মাধৱৰ প্ৰসাদত
কাৰো নাহি আনন্দৰ সীমা ।
ইন্দ্ৰ যেন ভৈল সুখী মিলিলা অচলা লক্ষ্মী
ভকতিৰ কি কৈবো মহিমা ॥ ২১৩৩
অনন্তৰে ৰামহৰি গিয়াতিক স্বস্থ কৰি
গৈলা যৈত গোপৰ নিবাস ।
নন্দক সাৱটি ধৰি অনেক বিনয় কৰি
বুলিলন্ত কেশৱে আশ্বাস ॥
হে পিতৃ তোৰা দুই আপুনাতো কৰি আতি
আমাক পালিলা প্ৰতি নিতি ।
স্বভাৱতে পিতৃ জাতি আপুনাতো কৰি আতি
বঢ়াৱন্ত পুত্ৰত পীৰিতি ॥ ২১৩৪
ৰাখিতে নপাৰি মোক পিতৃ নিয়া থৈলা তৈত
তুমিসবে পুষিলা আমাক ।
সিসে পিতৃ সিসে মাতৃ যিটো পুত্ৰৰতে পোষে
ইটো সত্য জানা বেদবাক ॥
যশোদা মায়ত মোৰ নমস্কাৰ জনাইবাহা
মোক লাগি এৰিবন্ত খেদ ।
মোহোৰ নিমিত্তে আতি দিনে ৰাতি কান্দিবন্ত
জানো লোতকৰ নুইব ছেদ ॥ ২১৩৫

এক দিৱসৰ গুণ সুজিবাক নপাৰিলো
দেখিলা প্ৰাণতোধিক মোক ।
নেদেখি পুত্ৰৰ মুখ পাইবা মাৱ মহাদুখ
দহৱে আমাক ইসে শোক ॥
হে পিতৃ বোলো আতি বুজাইবা মাৱক মাতি
মোক লাগি নুইবন্ত ব্যাকুল ।
বান্ধৱক কৰি স্বস্থ পূৰিবোহো মনোৰথ
চলি যাইবো অল্পতে গোকুল ॥ ২১৩৬
মোক লাগি তেজি তাপ আগ হুয়া চলা বাপ
মাতি বুলি সবাকে তুষিলা ।
সুৱৰ্ণ ৰজত পাত্ৰ বস্ত্ৰ অলঙ্কাৰে মণ্ডি
নন্দ আদি গোপক ভূষিলা ॥
নন্দো মাধৱক ধৰি কান্দিলা অনেক কৰি
যাইবাক শকতি নাহি এৰি ।
গোপগণো জুমা জুমি কান্দে ধৰি ক্ৰমহুমি
মহাস্নেহে মাধৱক বেঢ়ি ॥ ২১৩৭
কৃষ্ণো কান্দিলন্ত ধৰি অনেক কাকুতি কৰি
আগ বঢ়াই থৈলা কতো দূৰ ।
আগক নবাঢ়ে ভৰি পৰন্তে লোতক ঝৰি
নন্দো দুখে পাইলা গোপপুৰ ॥
কৃষ্ণ নাসিবাৰ দেখি যতেক গোপিনী সখী
ঊৰ্ম্মি কৰি কান্দিবাক লৈলা ।
যশোদাৰ নাহি প্ৰাণ শূন্য ভৈল সিটো থান
যিদিনা গোবিন্দে এৰি গৈলা ॥ ২১৩৮
সূৰ্য্য অবিহনে যেন দিনৰ প্ৰকাশ নাই
চন্দ্ৰ বিনে নজ্বলে ৰজনী ।
কৃষ্ণ বিনে ব্ৰজবাসী প্ৰজাৰ উৎসৱ গৈল
দহে হৰি বিৰহ অগনি ॥
যশোদা কাঢ়ন্ত ৰাৱ মহা মৰ্ম্মে পোৰৈ গাৱ
হা কৃষ্ণ বোলন্তে পুতাই ।
স্বস্থ নাহি দিনে ৰাতি কৃষ্ণ বুলি কান্দে আতি
গোপী বৃন্দাবৰ্ন চাই চাই ॥ ২১৩৯

শুনিয়োক সভাসদ মহা ভাগৱত পদ
কৃষ্ণ কথা সংসাৰতে সাৰ ।
জগত নিস্তাৰ হেতু ভৈলন্ত গৰুড়কেতু
পৃথিবীত বেকত হবাৰ ॥
কৃষ্ণৰ চৰিত্ৰ গুণ শুনন্তে মুকুতি পাই
কীৰ্ত্তনে পৰম পদ পাই ।
জানি জ্ঞানী জ্ঞান এৰি গুণ নাম গাবৈ বেঢ়ি
ধৰ্ম্ম কৰ্ম্ম একোৱে নচাই ॥ ২১৪০
বাল্মিকী আছিলা চোৰ এৰাইলা পাতক ঘোৰ
এহি ৰাম নামৰেসে পদে ।
এহিতো নামক ঘুষি ভৈলন্ত পৰম ঋষি
দেখা দাসী তনয় নাৰদে ॥
মহা পাপী অজামিল সিয়ো নামে নিস্তাৰিল
বৈকুণ্ঠত উঠিল বিমানে ।
জানি এৰা আন ধান্ধা নামক গলত বান্ধা
যাৰত চেতন আছে মানে ॥ ২১৪১
যাৰ নাম কীৰ্ত্তনত তপ জপ তীৰ্থ ব্ৰত
সিজৈ সবে সিয়ো অবিকলে ।
যতেক পৰম জ্ঞান যাগ যোগ যজ্ঞ দান
পাৱৈ ফল নামত সকলে ॥
হেনয় পৰমানন্দ মাধৱক স্মৰা নিতে
চৰণত কৰিয়া প্ৰণাম ।
কৃষ্ণৰ কিঙ্কৰে কবি ৰচিলা শঙ্কৰে ছবি
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ২১৪২

---

ৰাম-কৃষ্ণৰ জাতকৰ্ম্ম, সান্দীপনি মুনিৰ ঘৰৈত বিদ্যালাভ আৰু গুৰু দক্ষিণা

পদ

অনন্তৰে শুনা আৰো কৃষ্ণৰ চৰিত্ৰ ।
বসুদেৱে অনাইলন্ত গৰ্গ পুৰোহিত ॥
আসিল ব্ৰাহ্মণ আনো অসংখ্য প্ৰমাণ ।
পুত্ৰ দুইক দিলা ৰজে যজ্ঞসূত্ৰ দান ॥ ২১৪৩
বিপ্ৰক মণ্ডিয়া হেমময় অলঙ্কাৰে ।
গন্ধ পুষ্প চন্দনে অৰ্চ্চিলা বাৰম্বাৰে ॥
সুবৰ্ণৰ মালা আৰি বসনে আৰৰি ।
দিলন্ত দক্ষিণা ধেনু অনেক সাদৰি ॥ ২১৪৪
কৃষ্ণ উপজিলে যত মনে উচৰ্গিলা ।
কংসৰ পালৰ আনি সিয়ো ধেনু দিলা ॥
জাতকৰ্ম্ম কৰি আতি ভৈলা কৃতকৃত্য ।
বাজে বাদ্য বাজন নৰ্ত্তকী কৰৈ নৃত্য ॥ ২১৪৫
যদি সিদ্ধ জ্ঞান দুয়ো জগত নিবাস ।
মনুষ্য চেষ্টায়ে ঢাকি নকৰা প্ৰকাশ ॥
বিদ্যাৰ উদ্ভৱ তুমি সৰ্ব্বজ্ঞ মুৰাৰি ।
দিলন্ত গায়ত্ৰী গৰ্গে ভৈলা ব্ৰহ্মচাৰী ॥ ২১৪৬
কৰিবাক মনে গুৰু কুলত নিবাস ।
ৰাম-কৃষ্ণ দুয়ো ভাই কৰিলা প্ৰকাশ ॥
অৱন্তী দেশৰ গুৰু সান্দীপনি নাম ।
তাহাঙ্কে উপাসি গৈয়া কৰিলা প্ৰণাম ॥ ২১৪৭
বঞ্চিলন্ত কতো দিন দুয়ো গুৰু ঘৰে ।
কৰিলা শুশ্ৰূষা দুয়ো ভাই নিৰন্তৰে ॥
গুৰুৰ বচন যেন ৰাজাৰ আদেশ ।
যেতিক্ষণে যিবা চান্ত যোগান্ত সন্দেশ ॥ ২১৪৮
কৰিলন্ত প্ৰণিপাতে একান্ত ভকতি ।
দেখি সান্দীপনি দুইৰো মহা শুদ্ধমতি ॥
শিখাইলন্ত নিজ সাঙ্গোপাঙ্গে যত বেদ ।
কহিলন্ত চৌষষ্ঠি কলাৰ সবে ভেদ ॥ ২১৪৯
সৰহস্য ধনুৰ্ব্বেদ ধৰ্ম্ম ন্যায় পন্থ ।
তৰ্ক বিদ্যা ৰাজনীতি আনো যত গ্ৰন্থ ॥
আপুনি পৰম গুৰু ৰাম নাৰায়ণ ।
একবাৰ কৈলে শাস্ত্ৰ শিখন্ত তেখন ॥ ২১৫০
দুইবাৰ কহিবে আৰ নালাগে গুৰুৰ ।
উচ্চৰন্তে পান্ত দুয়ো বুদ্ধিত চতুৰ ॥
নাহি উতকণ্ঠ বিপ্ৰে পঢ়ান্ত হৰিষে ।
জানিলা চৌষষ্ঠি কলা চৌষষ্ঠি দিৱসে ॥ ২১৫১

সসাঙ্গে জানিয়া শাস্ত্র কৃষ্ণে একদিনা।
গুৰুক বোলন্ত বলো কি দিবো দক্ষিণ ॥
সত্বৰে কহিয়ো আত নাহি কিছো লাজ।
যেহি মনে বাঞ্চাহা সাধিবো সবে কাজ ॥ ২১৫২
অদ্ভুত মহিমা দুইৰো দেখি দ্বিজবৰ।
বোলন্ত নুহিকৈ ইটো মতি মনুষ্যৰ ॥
ভাৰ্য্যায়ে সহিতে দুয়ো কৰি আলোচন।
দোভাইকো বুলিলা বিপ্রে সম্মুখি বচন ॥ ২১৫৩
শুনা ৰাম-কৃষ্ণ নিষ্ঠ কৰি বোলো বাক।
মৰি আছে পুত্ৰ মোৰ আনি দিয়ো তাক ॥
প্রভাস ক্ষেত্রত সাগৰত তল গৈল।
দুনাই নুপঙ্গিল প্রাণ পুতাই কিবা ভৈল ॥২১৫৪
তাৰ শোকে সভাৰ্য্যে মৰোহো বুকু ফাটি।
জানো দিবে পাৰা তুমি সিটো পুত্ৰগুটি ॥
হিয়াৰ কৰিয়ো শোক শল্যক * উদ্ধাৰ।
তেবেতো সম্পূৰ্ণে পাওঁ দক্ষিণা তোমাৰ॥২১৫৫
গুৰুপত্নী আসি আগে যুড়িলা ক্রন্দন।
শুনা যদুবংশী বাপ দৈৱকীনন্দন ॥
সুমৰি পুত্ৰক ৰাত্রি দিনে ফুটে প্রাণ।
দিয়ো মাগো আঞ্চল পাতিয়া পুত্ৰদান ॥ ২১৫৬
কৃষ্ণৰ আগত পৰি সলোতক মুখে।
কৰন্ত বিলাপ বিপ্রপত্নী মহাদুখে ॥
মোক শোক সাগৰে কৰিয়ো পৰিত্ৰাণ।
শুনি হৰি হাসিয়া দিলন্ত সন্নিধান ॥ ২১৫৭
হে গুৰু গুৰুপত্নী খেদ এৰিয়োক।
আনি দিবো অৱশ্যে তোমাৰ মৰা পোক ॥
পুত্ৰৱন্তে আম্মাক পঢ়াইলা সবে শাস্ত্র।
গুৰু ঋণ সুজিবাক লাগৈ ভৈলে ছাত্ৰ ॥ ২১৫৮
গুৰুক প্রণামি পাচে কাছি দুয়ো ভাই।
ৰথে চৰি লৰি ভৈলা ঘোৰক ডকাই ॥
প্রভাসৰ পথে দুয়ো বীৰ অনুক্রমে।
ৰথ ঘোৰে যান্ত দুয়ো দেৱতা উত্তমে ॥ ২১৫৯
শৰীৰৰ কান্তি আতি কৰন্ত প্রকাশ।
দেখন্তে মনত মিলৈ পৰম উল্লাস ॥
সুকুমাৰ ধীৰ বীৰ প্ৰৱম গম্ভীৰ।
কতো বেলি পাইলা গৈয়া সাগৰৰ তীৰ ॥২১৬০
উথলয় ঢউ আতি পৰ্ব্বত আকাৰ।
বায়ুৰ আন্দোলে মহা উৰ্ম্মি চমৎকাৰ ॥
কুম্ভীৰ মগৰ গ্ৰাহ সঞ্চৰে প্রকটে।
ক্ষণেক তম্ভিল হেন সাগৰৰ তটে ॥ ২১৬১
আসিলা জগত গুৰু দেখি সিন্ধুৰাজ।
লৈয়া ৰত্ন সম্ভৃত তেখনে ভৈলা বাজ ॥
পাদ্য অৰ্ঘ দিয়া দুইকো পূজিলা সাদৰে।
কৰিলন্ত স্তুতি পৰি সপটে সাগৰে ॥ ২১৬২
মাধৱে বোলন্ত ওবা শুনিয়ো সাগৰ।
গুৰুৰ পুত্ৰক আনি দিয়োক সত্বৰ ॥
তোমাৰে জগতে সিটো তল গৈয়া আছে।
শুনি সিন্ধু কৰযোড়ে বিনাৱন্ত পাচে॥ ২১৬৩
শুনিয়ো স্বৰূপে প্রভু জগতৰ স্বামী।
সিটো গুৰু পুত্ৰক নানিলো হৰি আমি ॥
আছে ঐত মহা দুষ্ট গোটেক অসুৰ।
পঞ্চজন্য নামে দৈত্য পৰম দন্দুৰ ॥ ২১৬৪
মোহোৰ জলতে ফুৰৈ শঙ্খ ৰূপ ধৰি।
তযু গুৰু পুত্ৰক সেহিসে নিলে হৰি ॥
যেন লাগে কৰা দেৱ প্রভু দিলো জান।
সমস্তৰে সাক্ষী তুমি আপুনি প্রমাণ ॥ ২১৬৫
সাগৰৰ বাণী হেন শুনি তাৰক্ষণে।
দিলন্ত জলত বুৰ নাম্বি নাৰায়ণে ॥
চাস্ত দিশ পাশ আতি আস্ফোট কৰিয়া।
উজৰিল জলজন্তু পলাই ফাট দিয়া ॥ ২১৬৬
ফুৰন্ত আটোপে কৃষ্ণ জলক বিদাৰি।
কতো বেলি পাইলা লাগ দৈত্যক বিচাৰি ॥
দেখি ধৰিবাক চাস্ত জগত আধাৰ।
উজাৰি দিলেক লৰ দৈত্যী দুৰাচাৰ ॥ ২১৬৭

* শল্যক—শালক।

গম্ভীৰ জলত পশি পলাই মহাবেগে।
পাচতে দিলন্ত লৰ কৃষ্ণো সেহি ছেগে॥
কুম্ভীৰক ভয়ে যেন মৎস্যক পলাই।
কৃষ্ণৰ আগত দৈত্য পতঙ্গ পৰায়॥ ২১৬৮
লীলায়ে ধৰিলা খেদি দেৱ নাৰায়ণ।
এৰাইবাক দোঙ্গা দোঙ্গি পাৰে পঞ্চজন্য॥
দেখি দুয়ো হাতে আটিলন্ত বড় চোটে।
পীড়া পায়া ৰুধিৰ ছাদিল দৈত্যগোটে॥ ২১৬৯
ধৰি জীয়ন্ততে তাৰ আন্ত দুই চাইল।
গুৰুৰ পুত্ৰক তাত বিচাৰি নপাইল॥
শৰীৰৰ শঙ্খ তাৰ লৈলন্ত পথালি।
পৰিবৰ্ত্তি ৰথত চৰিলা বনমালী॥ ২১৭০
ৰথ বেগে গৈয়া লৰি পাচে ৰামহৰি।
প্ৰবেশিলা সঞ্জমণি যমৰ নগৰী॥
পূৰি পঞ্চজন্য শঙ্খ কেশৱে ফুঙ্কিলা।
শঙ্খৰ শবদে দশোদিশক পূৰিলা॥ ২১৭১
কম্পিল হৃদয় জগতৰ যত প্ৰজা।
শঙ্খ ধ্বনি শুনি জানিলন্ত যমৰাজা॥
আমাৰ থানক আসিলন্ত দেৱ হৰি।
আগ বাঢ়ি গৈলা লৰি পাদ্য অৰ্ঘ ধৰি॥ ২১৭২
কৃষ্ণক দূৰতে দেখি পৰি দণ্ডৱতে।
কৃষ্ণ কৃষ্ণ ৰড়িয়া প্ৰণামি প্ৰথমতে॥
ধুৱাইলা চৰণ দুইৰো কৰি বহুমান।
পাদোদকে সকুটুম্বে কৰিলন্ত স্নান॥ ২১৭৩
কৃষ্ণ দৰশনে হৃদি আনন্দে নধৰে।
মধুপৰ্ক পাদ্য অৰ্ঘ দিলন্ত সাদৰে॥
গন্ধে পুষ্পে ধূপে দীপে পৰম ভকতি।
কৰিলন্ত পূজা যমে যাৰত শকতি॥ ২১৭৪
সমস্ত প্ৰাণীৰ যিটো আছা হৃদয়ত।
হেন ঈশ্বৰক পায়া প্ৰত্যক্ষে আগত॥
কৰি কৰযোড়ে যমে বুলিলন্ত স্তুতি।
আজিসে পৰম মোৰ মিলিল সুকৃতি॥ ২১৭৫
জগত তাৰণ ইটো তোমাৰ চৰণ।
কোন পুণ্যে আসিলা কৰাইলা দৰশন॥
ধ্যানতো নপাৰে চিন্তি যোগীজনে যাক।
হেন প্ৰভু দিলা দেখা আপুনি আমাক॥ ২১৭৬
সংসাৰ নিস্তাৰ কৰৈ যাৰ নাম গুণে।
লীলায় মনুষ্য চেষ্টা দেখাৱা আপুনে॥
পৰম ঈশ্বৰ ৰাখি ফুৰা ধৰ্ম্মসেতু।
ভৈলাহা বেকত জগতৰে মোক্ষ হেতু॥ ২১৭৭
হেৰা কৰো কৃষ্ণ কোটি শত নমস্কাৰ।
যৈতে তৈতে জন্ম কৰ্ম্ম মিলোক আমাৰ॥
থাকোক ভকতি মাত্ৰ তোমাৰ চৰণে।
এহিসে কাৰণে প্ৰভু পশিলো শৰণে॥ ২১৭৮
জানা মই তোমাৰ কিঙ্কৰ হৃষীকেশ।
কোন প্ৰয়োজন সাধো কৰিয়ো আদেশ॥
তুমি পাতি আছা ইটো দিয়া অধিকাৰ।
ধন জন জীৱ যত সকলে তোমাৰ॥ ২১৭৯
বুলিলা অনেক আৰো প্ৰবোধ বচন।
দিলন্ত উত্তৰ তাঙ্ক নাথ নাৰায়ণ॥
যিকাৰ্য্যে আসিলো আমি শুনা ধৰ্ম্মৰাজ।
আনি আছা গুৰুপুত্ৰ তোমাৰ সমাজ॥ ২১৮০
আজ্ঞা পালা মোৰেসে তোমাৰ দোষ নাই।
দিয়া বিপ্ৰপুত্ৰক সত্বৰে যমৰায়॥
গুৰুক দিবাক লাগে দক্ষিণা আমাৰ।
শুনি যমে দিলা আনি বিপ্ৰৰ কুমাৰ॥ ২১৮১
ৰথে তুলি লৈয়া তাক ঘোৰাক ডকাই।
শীঘ্ৰে গুৰুগৃহ আসি পাইলা দুয়ো ভাই॥
মৃতক পুত্ৰক দিলা দক্ষিণা গুৰুক।
দেখিয়া বিপ্ৰৰ মহা মিলিল উৎসুক॥ ২১৮২
ভাৰ্য্যায়ে সহিতে পাচে ধৰিলা পুত্ৰক।
হৰিষে বহুৱে দুয়ো নেত্ৰৰ লোতক॥
পুত্ৰ পাই ভৈলা বিপ্ৰ পৰম আহ্লাদ।
দেন্ত ৰাম-কৃষ্ণক অনেক আশীৰ্ব্বাদ॥ ২১৮৩

কৃষ্ণৰ চৰিত্ৰ ইটো শুনা সৰ্ব্বজন।
দেখা কেন ভকত বৎসল নাৰায়ণ॥
নিজ কৰ্ম্মে মৰৈ হৰি তাঙ্কো দেন্ত আনি।
কৃষ্ণক সুদৃঢ় ভাবে ভজা হেন জানি॥ ২১৮৪
পৰম সুহৃদ হৰি জানি কৰা সেৱ।
মাধৱত পৰে জানা নাহি আন দেৱ॥
ভকতৰ একো ছিদ্ৰ নধৰন্ত হৰি।
দেখা দুৰাচাৰো গতি পাৱে যাক স্মৰি॥ ২১৮৫
দিলেক পূতনা তন মাৰিবাক মনে।
তাইকো জননীৰ গতি দিলা নাৰায়ণে॥
গিলিলেক অঘাসুৰে গোৰথ দামুৰি।
তাকো মোক্ষ দিলা নাথ নিল নিজপুৰী॥২১৮৬
ঘাতুক কংসক দিলা বৈকুণ্ঠত বাস।
কুজীক কৰিলা ঋজু জগত নিবাস॥
নবাচন্ত প্ৰভু জাতি পাপী পুণ্যৱন্ত।
স্মৰণ মাত্ৰকে তুষ্ট হোন্ত ভগৱন্ত॥ ২১৮৭
মহা মুনি ধ্যানতো নপান্ত যিটো গতি।
কামভাৱে গোপী তাক পাইলন্ত সম্প্ৰতি॥
শত্ৰু বুদ্ধি চিন্তি পাইল ৰাজা নিৰন্তৰ।
অতৰ্ক্ক মহিমা দেখা হৰি স্মৰণৰ॥ ২১৮৮
হেন জানি হৰিৰ নামত কৰা ৰতি।
অথিৰ জীৱন কৈত যায় নাই থিতি॥
পুত্ৰ দাৰা ধন জন মৰিলে নাপাই।
সপোনৰ নিধি যেন জাগিলে হৰাই॥ ২১৮৯
কলিযুগ ভাৰতবৰিষ হৰিনাম।
দেৱৰো দুৰ্ল্লভ নৰতনু অনুপাম॥
চাৰিৰ সংযোগ কোটি কল্পতো নাপাই।
সপোনৰ নিধি যেন জাগিলে হৰাই॥ ২১৯০
কেতিক্ষণ পৰা কালে ধৰিলেক গ্ৰাস।
আপুনাক আপুনি নকৰা সৰ্ব্বনাশ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে নিজ কাম।
পাপৰ ভাণ্ডাৰ পোলা বোলা ৰাম ৰাম॥ ২১৯১

সান্দীপনি মুনিক পুত্ৰদান কৰি ৰাম-কৃষ্ণৰ মথুৰালৈ আগমন

দুলড়ী

দুনাই দামোদৰে গুৰুক বোলন্ত
মোত নকৰিবা লাজ।
আৰ কিবা লাগে বুলিয়ো সত্বৰে
সাধিবো সকলে কাজ॥
তুমি গুৰু মোৰ পৰম দেৱতা
পঢ়াইলা শাস্ত্ৰ সমস্ত।
শুনি সান্দীপনি দিলা আশীৰ্ব্বাদ
আনন্দে তুলিয়া হস্ত॥ ২১৯২
ধন্য ৰাম-কৃষ্ণ সুসাৰ্থক শিষ্য
কোন আছে তুমি বিনা।
গুৰু ঋণ মানে সবেয়ো সুজিলা
সকলে পাইলো দক্ষিণা॥
মৃতক পুত্ৰক দেখিলো দুনাই
তোমৰা দুইৰ প্ৰসাদে।
তোমৰা দুইহান কিৰীটি থাকোক
মোৰ ইটো আশীৰ্ব্বাদে॥ ২১৯৩
চলিয়ো গৃহক একোয়ে নালাগে
মহা তুষ্ট ভৈলো আম্মি।
অনুমতি পাই পাচে দুয়ো ভাই
গুৰুক গৈলা প্ৰণাম্মি॥
ৰথত চৰিয়া আনন্দে লৰিলা
ৰাম-কৃষ্ণ দুয়ো ভাই।
প্ৰজাৰ হৃদিয়ে অমৃত বৰিষে
দুইৰো ৰূপ চাই চাই॥ ২১৯৪
দেখন্তে দীপিতি নখণ্ডে তৃপিতি
নভাসন্ত লোকে আন।
বায়ু সম বেগে পাইলা ৰাম-কৃষ্ণ
মথুৰাৰ সন্নিধান॥

মেঘে যেন গাজে　　ৰথ চক্ৰ ঘোষ
পূৰিলন্ত শঙ্খ ধ্বনি।
আসিলন্ত ৰাম　　কৃষ্ণ দুই ভাই
ভৈল সবে জনা জনি ॥ ২১৯৫
মথুৰাৰ প্ৰজা　　লৰিল উভতি
কৰিয়া আতি উৎসৱ।
গৈলা আগবাঢ়ি　　বসুদেৱ আদি
যতেক বন্ধু বান্ধৱ ॥
বিস্তৰ দিৱস　　কৃষ্ণক নেদেখি
আছিলা মৃতক প্ৰায়।
আনন্দ মূৰ্ত্তিক　　দেখি জীলে যেন
হৰাইবাৰ নিধি পাই ॥ ২১৯৬
পিতৃক দেখিয়া　　দূৰতে ৰথৰ
নামিলন্ত কৃষ্ণ-ৰাম।
অনেক সাদৰে　　প্ৰদক্ষিণে দুয়ো
কৰিলা পৰি প্ৰণাম ॥
বসুদেৱে দুইকো　　বুকত সাৰটি
কান্দিলা আনন্দে আতি।
পুলকিত তনু　　লোতক বহয়
থাকিলা মৌনে নমাতি ॥ ২১৯৭
আনো জ্ঞাতিসবে　　ৰাম মাধৱক
কৰিলন্ত বহু মান।
কৃষ্ণ মুখ পদ্ম　　দেখি সুখী ভৈলা
জুৰাইল সবাৰো প্ৰাণ ॥
চিত হৰিষিত　　তনু ৰোমাঞ্চিত
লোতক বহন্তে যায়।
মথুৰাবাসীৰ　　কৃষ্ণমুখ দেখি
আনন্দৰ সীমা নাই ॥ ২১৯৮
ফুকে শঙ্খ ভেৰী　　তৰল কাহাল
বাৱে বীৰ ঢাক ঢোল।
জয় জয় কৃষ্ণ　　বুলিয়া জোকাৰ
প্ৰজাৰ আনন্দ বোল ॥

যাক যেন যোগ্য　　কৰিলা গৌৰৱ
মাধৱ-ৰামে অশেষ।
অনেক উৎসৱে　　পাচে মথুৰাত
দোভায়ো ভৈলা প্ৰবেশ ॥ ২১৯৯
যতেক নাগৰী　　নাৰী চিৰকালে
দেখিয়া ৰাম-মাধৱ।
এৰাইলা বিৰহ　　তাপ পুনৰপি
মিলিল মনে উৎসৱ ॥
দিনান্তত যেন　　চন্দ্ৰ দৰশনে
শৰীৰ শীতল হুই।
মোহন মূৰ্ত্তিক　　চাই নাৰীসবে
শাৰী শাৰী ঊৰ্দ্ধ মুই ॥ ২২০০
কৃষ্ণ মুখ পদ্ম　　মধু পিৱে যেন
নয়ন ভ্ৰমৰ ভৰি।
দ্ৰৱ ভৈল চিত　　তনু ৰোমাঞ্চিত
লোতক পৰৈ নিঝৰি ॥
ৰূপ দেখি ভোল　　নাহি মাত বোল
চিত্ৰৰ যেন পুতলি।
লোকৰ আনন্দ　　বঢ়াই যদুৰায়
লীলা কৰি যান্ত চলি ॥ ২২০১
গমন গম্ভীৰে　　ৰত্নৰ মন্দিৰে
প্ৰবেশিলা কৃষ্ণ-ৰাম।
অনেক আদৰে　　মাতৃৰ চৰণে
কৰিলা পৰি প্ৰণাম ॥
দৈৱকী ৰোহিণী　　ধৰি দো সতিনী
পুত্ৰ দুইৰ গলে বান্ধি।
শৰীৰক সবে　　হৰিষ লোতকে
তিয়াইলা আনন্দে কান্দি ॥ ২২০২
আতি চিৰকালে　　দেখা দেখি হুই
সাৰটি আছিলা বুকে।
তনু মন প্ৰাণ　　সবেয়ো জুৰাইল
বোলন্ত আতি উৎসুকে ॥

দেখিবাৰ নতু পলাই হাবিয়াসে
থাকিবে নাপাইলো চাই।
এত দিন কৈত আমাক এৰিয়া
আছিলা প্ৰাণ পুতাই ॥ ২২০৩
অনন্তৰে ৰাম মাধৱে প্ৰবোধ
কৰিলা মাৰক মাতি।
বৈকুণ্ঠৰ সুখ গৃহতে মিলিল
কৃষ্ণৰ প্ৰসাদে আতি ॥
খণ্ডিল লালাট যতেক দুৰ্গতি
দুখ সেহি দিন হন্তে।
মনৰ আনন্দ সদায় নুগুচৈ
পুত্ৰৰ মুখ দেখন্তে ॥ ২২০৪
আনো যত জন ৰঞ্জিলা সবাকো
ৰাম-কৃষ্ণে বুলি মাতি।
স্বৰ্গতো অধিক দেখিয় আনন্দ
মথুৰাত দিনে ৰাতি ॥
কৃষ্ণৰ প্ৰসাদে দুখ দূৰ ভৈল
নাই উপসৰ্গ ৰোগ।
ঘৰে ঘৰে ভৈল অচলা সম্পত্তি
ইন্দ্ৰতো অধিক ভোগ ॥ ২২০৫

---

ছবি

শুনিয়োক সৰ্ব্বলোক কৃষ্ণৰ চৰিত্ৰ ইটো
বিচাৰি কথাৰ নৰা সীমা।
বৈকুণ্ঠৰ কৃষ্ণ যিটো তাহাঙ্ক হাততে পাইলে
ভকতিৰ কি কৈবো মহিমা ॥
জানা কংস শত্ৰু যেন তাৰ পিতৃ উগ্ৰসেন
তাকো ৰাজা পাতিলা পাটত।
ভকতিতে বশ্য হুই বোলন্ত কিঙ্কৰ মই
কৰযোৰে তাহাৰ আগত ॥ ২২০৬

বনচৰী অনাচাৰী যতেক গোপৰ নাৰী
কামভাৱে ভজিল কৃষ্ণক।
অনেক আনন্দ কৰি সুখে সংসাৰক তৰি
পাইলে সবে সিয়ো বৈকুণ্ঠক ॥
কুজী কংসৰায়ৰ দাসী তাইৰো গৃহে পশি আসি
পূৰিলা মাধৱে মনোৰথ।
বুজিবাহা আৰ মৰ্ম্ম নচাৰে আচাৰ ধৰ্ম্ম
কিনো হৰি ভকতিৰ পথ ॥ ২২০৭
যিটো নিতে শুদ্ধভাৱে হৰি গুণ-নাম গাৱে
কৃষ্ণ ৰূপ ধৰি হৃদয়ত।
সিটো ভাগ্যৱন্ত নৰে জগত পবিত্ৰ কৰে
কি কহিবো তাহাৰ মহত ॥
অনুক্ষণে হৰি স্মৰৈ নেত্ৰৰ লোতক ঝৰৈ
ৰোমাঞ্চিত হৰিকথা শুনি।
জানিবা কৃষ্ণৰ দায়া তাক নিতে তেজৈ মায়া
ভৈল সিটো ঈশ্বৰ আপুনি ॥ ২২০৮
সমস্ত শাস্ত্ৰৰ সাৰ ভকতিত পৰে আৰ
সংসাৰত নাহি নিস্তাৰক।
জানি এৰা আন মতি ভকতিত কৰা ৰতি
ইষ্টদেৱ ধৰিয়ো কৃষ্ণক ॥
ইহেন মনুষ্য তনু কোটি কল্পো নাপায় পুনু
ইসে যোগ্য কৃষ্ণৰ সেৱাত।
নেনা আয়ু আলে জালে কেতিক্ষণ ধৰৈ কালে
অদ্যাপি চেতন নাই গাত ॥ ২২০৯
জাণ্টে হুয়ো সাৱধান যাৱে নতু যায় প্ৰাণ
হৰিনাম ধৰা গলে বান্ধি।
একান্ত আতুৰ ভৈলে ঘোৰ পৰলোক গৈলে
আকে লাগি মৰিবাহা কান্দি ॥
যেন ৰত্নদ্বীপ পাই আসে সুধা হাত লৈই
পাচত ধাকুৰি মৰৈ হিয়া।
জানিয়া আলাস এৰা একান্ত ভকতি ধৰা
কৃষ্ণৰ চৰণে চিত্ত দিয়া ॥ ২২১০

নমো নমো কৃষ্ণদেৱ চৰণত কৰো সেৱ
দণ্ডৱতে পৰি শতবাৰ।
যাহাৰ স্মৰণে আতি শুদ্ধ হৱৈ অন্ত্যজাতি
যাৰ নামে পাপীয়ো নিস্তাৰ॥
সমস্ত শাস্ত্ৰৰ মজ্জা পৰম ধৰ্ম্মৰ ৰাজা
যাহাৰ পৱিত্ৰ গুণ-নাম।
হেনয় কৃষ্ণৰ ভৃত্য শঙ্কৰে ৰচিল গীত
নিৰন্তৰে বোলা ৰাম ৰাম॥ ২২১১

---

### শ্ৰীকৃষ্ণৰদ্বাৰা উদ্ধৱক ব্ৰজলৈ প্ৰেৰণ

#### পদ

জয় জগন্নাথ নাৰায়ণ নিৰঞ্জন।
জয় দামোদৰ দেৱ দৈৱকীনন্দন॥
কৃষ্ণৰ চৰণে কৰি নতি বাৰ শত।
শঙ্কৰে ৰচিলা কথা মহা ভাগৱত॥ ২২১২
শুনা সৰ্ব্বজনে গোপী উদ্ধৱ সম্বাদ।
কোটি জনমৰো কৰি পাতক উচ্ছাদ॥
নাই ধৰ্ম্ম কৃষ্ণকথা শ্ৰৱণত পৰে।
যাক শুনি মহা মহা পাপীয়ো নিস্তৰে॥ ২২১৩
গোকুলৰ হন্তে হৰি আসি মথুৰাক।
ৰঙ্গ মধ্যে বধি কংস দুৰ্জ্জন ৰাজাক॥
পিতৃৰ মাতৃৰ পাচে ছুড়িলা বন্ধন।
কৈলা উগ্ৰসেনক নৃপতি নাৰায়ণ॥ ২২১৪
সান্দীপনি গুৰু গৃহে পঢ়িলা শাস্ত্ৰক।
গুৰুক দক্ষিণা দিলা মৃতক পুত্ৰক॥
ৰামে সমে মথুৰাক পুনৰপি আসি।
আছন্ত আনন্দে যদুকুলক প্ৰকাশি॥ ২২১৫
শুক নিগদন্তি শুনিয়োক পৰীক্ষিত।
পাতকৰ যমদূত কৃষ্ণৰ চৰিত্ৰ॥
যেহি দিনা দামোদৰে ছাড়িলা গোকুল।
সেহি দিনা ধৰি গোপী সমস্তে আকুল॥ ২২১৬
কৃষ্ণৰ বিৰহ তাপে আতি তনু তাৱে।
নাই আন বাক্যকৃষ্ণ গুণ মাত্ৰ গাৱে॥
কৃষ্ণ বিনে নাযায় আন বিষয়ক মতি।
কৃষ্ণক স্মৰন্তে আসৈ ক্ৰন্দন উভতি॥ ২২১৭
যেবে গোপীসকলে বংশীৰ শুনৈ ৰাৱ।
কৃষ্ণক সুমৰি মহা মৰ্ম্মে দহে গাৱ॥
গো-বৎসক দেখন্তে লোতক পৰে ঝৰি।
কান্দে মকমকি মনে মাধৱক স্মৰি॥ ২২১৮
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত খোজ যত।
কদাচিত দেখৈ বৃন্দাবন প্ৰদেশত॥
শৰীৰত অগ্নি লাগি প্ৰাণ যায় ফুটি।
হা কৃষ্ণ বুলিয়া খোজতে পাৰৈ লুটি॥ ২২১৯
আনিবাক যায় জল যতেক গুৱালী।
দেখৈ গৈয়া যমুনাৰ সুকোমল বালি॥
প্ৰাণনাথ এৰে ঐত খেলাইলোহো খেড়ি।
হা কৃষ্ণ বুলি তৈতে পৰি পাৰৈ গেৰি॥ ২২২০
দিনগোট যায় যুগ সহস্ৰ সমান।
সৰ্ব্বদায়ে গোবিন্দত অৰ্পিলেক প্ৰাণ॥
দেখিবো কমল নেত্ৰ আসিবন্ত হৰি।
আশাতেসে আছো কথমপি প্ৰাণ ধৰি॥ ২২২১
কৃষ্ণ বিনে যেন ভৈল গোপীৰ অৱস্থা।
ভকতৰ বান্ধৱ মাধৱে শুনে কথা॥
নসহে হৃদয় দুখে মনে গুণিলন্ত।
কিমতে কৰাইবো আবে গোপিকাক শান্ত॥ ২২২২
কোন জনে সাধিবে ৰহস্য ইটো কাজ।
ই কথাক আনত কহন্তে আছে লাজ॥
হেন মনে গুণি হৰি আছন্ত আপুনি।
পৰম ভকত উদ্ধৱক পাইলা গুণি॥ ২২২৩
ৰহস্য থানক লাগি তাঙ্ক মাতি আনি।
হাতত ধৰিয়া হাতে বুলিলন্ত বাণী॥
মথুৰাপুৰীত সিটো বৃষ্ণিবংশ মাজে।
নাই মোৰ সখী মুখ্য মন্ত্ৰী তুমি বাজে॥ ২২২৪

শিষ্য বৃহস্পতিৰ বুদ্ধিত নাহি ভুল ।
মোহোৰ বচনে চলা এখনে গোকুল ॥
পোষ্টা পিতা মাতা সিটো নন্দ যশোদাৰ ।
সাধা গৈয়া সখী তুমি প্ৰীতি তাসম্বাৰ ॥ ২২২৫
মোহোৰ বিয়োগে দুখে গোপীগণ যত ।
ছাড়ে প্ৰাণ নাই কাৰো চেতন গাৰত ॥
বচন সন্দেশে তাসম্বাক কৰা শান্ত ।
নেদেখো তোমাত পৰে ভকত একান্ত ॥ ২২২৬
হেনবা বুলিবা পৰ গোপিকাসকল ।
তাসম্বাক শান্ত কৰিবাৰ কোন ফল ॥
সিটো গোপীসব মোৰ প্ৰাণতো অধিক ।
শুনা সখি তাসম্বাৰ প্ৰেম ভকতিক ॥ ২২২৭
মই বিনে গোপীসবে নিচিন্তয় আন ।
সমস্তে গোপীৰে জানা মইসে মোক্ষ প্ৰাণ ॥
মোৰ অৰ্থে এৰিলে গৃহৰ যত সুখ ।
পতি পুত্ৰ বিষয়কো দেখৈ মহা দুখ ॥ ২২২৮
মোকেসে বল্লভ প্ৰিয় আত্মা বুলি মানে ।
মোকে মাত্ৰ স্মৰে মনে একোৱে নাজানে ॥
মোৰ অৰ্থে লোক ধৰ্ম্ম ছাড়িলা বিষয় ।
সিজনক দেওঁ মোৰ ঐশ্বৰ্য্য নিশ্চয় ॥ ২২২৯
শুনিয়ো উদ্ধৱ যেন দুখ গোপিকাৰ ।
মই সখি মুখ্য প্ৰিয়তম তাসম্বাৰ ॥
আইলো মধুপুৰী মোক দেখিতে নাপাৰে ।
মোহোৰ বিৰহ তাপে আতি তনু তাৰে ॥ ২২৩০
পৰম বিহ্বল ভাৱে মোৰ গুণ গাই ।
ক্ষেণে ক্ষেণে মোক মাত্ৰ স্মৰি মূৰ্চ্ছা যায় ॥
গোপীসবে ৰাখি আছে যিকাৰণে প্ৰাণ ।
বান্ধৱ উদ্ধৱ শুনা তাহাৰ নিদান ॥ ২২৩১
যিকালত আইলো মই মথুৰাপুৰীক ।
ৰাতিয়া প্ৰবোধ দিলো সমস্তে গোপীক ॥
মোৰ পদে সখীসব সুহিবা আকুল ।
পৰিবৰ্ত্তি অল্পকালে আসিবো গোকুল ॥ ২২৩২

মোৰ বাক্যে গোপীসব আছে আশা কৰি ।
আসিলন্তে পৰা পুনৰপি প্ৰাণ হৰি ॥
মোৰ গুণ-নাম বিনে আন কথা নাই ।
মোত প্ৰাণ সুম্পি গোপী জীৱে সমুদায় ॥ ২২৩৩
যদি নিজ দেহাত আছিল হন্তে চিত ।
মৰিলয় হন্তে পুৰি বিৰহ বহ্নিত ॥
আছে চিত যিহেতু আমাত তাসম্বাৰ ।
তাতেসে ৰহিছে প্ৰাণ সবে গোপিকাৰ ॥ ২২৩৪
প্ৰাণতো অধিক মোৰ সিটো গোপীচয় ।
তাসম্বাৰ দুখে আৰ নসহে হৃদয় ॥
হেন জানি সত্বৰে চলিয়ো গোপপুৰ ।
বচন সন্দেশ কৈয়া কৰা দুখ দূৰ ॥ ২২৩৫
শুক নিগদতি ৰাজা শুনা আত পৰে ।
যেবে হেন আদেশ কৰিলা দামোদৰে ॥
কৃষ্ণ বাক্য সন্দেশক লৈলন্ত গৌৰৱে ।
কৃতাঞ্জলি হুয়া পাছে উঠিলা উদ্ধৱে ॥ ২২৩৬
মাধৱক অনেক বুলিলা স্তুতি বাক ।
তোমাৰ পাৰত সুম্পি আছো আপুনাক ॥
হেন জানা নাথ মই তযু নিজ ভৃত্য ।
কিনো ভাগ্য মোহোৰ কৰিবো প্ৰভু কৃত্য ॥ ২২৩৭
কৰিলা সাদৰে প্ৰদক্ষিণ বাৰ সাত ।
প্ৰণামিলা যোৰহাতে কৰি প্ৰণিপাত ॥
মাখিলা মাথাত তুলি কৃষ্ণ পদ ধূলি ।
পাছ ভৰি লৰি ভৈলা জয় কৃষ্ণ বুলি ॥ ২২৩৮
হৃদয় পদ্মত ধৰি কৃষ্ণৰ চৰণ ।
মুখে মাধৱৰ নাম কৰিয়া কীৰ্ত্তন ॥
সুৱৰ্ণে ৰচিত ৰথে চৰি মহামতি ।
উদ্ধৱ মহন্ত গৈলা গোকুলক প্ৰতি ॥ ২২৩৯
অসংখ্য গৰুৰ পদ ধূলিচ্ছন্ন পথ ।
নাকলিলা একো গোপী উদ্ধৱৰ ৰথ ॥
সিহেতু সিদিনা পাইলা নন্দৰ মন্দিৰ ।
দেখিলা অদ্ভুত শ্ৰীক গোপৰ পুৰীৰ ॥ ২২৪০

অসংখ্যাত ঋতুমতি গাই আছে যত।
তাৰে অৰ্থে যুজে বৃষে কামে হুয়া মত্ত ॥
বৃষৰ নাদৰ আতি শৰদ তম্বুলে।
দেখিয়য় নাদ যেন তেজয় গোকুলে ॥ ২২৪১
ধাৱৈ নিজ বাচকক ওসাৰৰ ভৰে।
হেম ধেনুসব সুশোভিত নিৰন্তৰে ॥
অসংখ্য ধৱল বৎস ডের পাৰে ছনি।
ঘৰে ঘৰে শৰদ দোহন বংশীধ্বনি ॥ ২২৪২
এৰ নেৰ লৌ থৌ লোকৰ আবাৰ।
মথে দধি তাৰ ধ্বনি শুনন্ত উদ্ধৱ ॥
দিব্যবস্ত্ৰ অলঙ্কাৰে হুয়া সুমণ্ডিত।
গাৱে গোপ-গোপী গোবিন্দৰ গুণ-গীত ॥ ২২৪৩
উপজয় প্ৰেম কাৰো ৰোমাঞ্চ শৰীৰ।
ধাৰায়ে শ্ৰৱন্তে আছে নয়নৰ নীৰ ॥
কৃষ্ণক মনত আলিঙ্গিয়া পাৱে প্ৰীতি।
দেৱ দ্বিজ পিতৃ কতো অৰ্চ্চন্ত অথিতি ॥ ২২৪৪
জ্বলৈ যাত প্ৰদীপ পঙ্কতি প্ৰতিনিত।
অগৰু ধূপৰ ধূম্ৰে আতি সুবাসিত ॥
বহুবিধ সুগন্ধ কুসুমসব বাসৈ।
হেন লাগে গৃহসব গোকুলে প্ৰকাশৈ ॥ ২২৪৫
চৌভিতি পুষ্পিত বনে পক্ষীৰ আৱাৰে।
গুঞ্জৰে ভ্ৰমৰে মধুপানে মত্তভাৱে ॥
কমল বনত মত্ত ৰাজহংস চৰে।
দেখি যেন সাক্ষাতে গোকুলে নাদ কৰে ॥২২৪৬
হেন গোকুলক চাই পৰম উৎসৱে।
নন্দৰ দ্বাৰক গৈয়া পাইলন্ত উদ্ধৱে ॥
কৃষ্ণৰ পৰম প্ৰিয় আইল অনুচৰ।
শুনি নন্দে আনন্দতে বজাইলা গৃহৰ ॥ ২২৪৭
উদ্ধৱক পাই প্ৰেমে আলিঙ্গিলা ধৰি।
আতি প্ৰেমে নেত্ৰৰ লোতক পৰে ঝৰি ॥
মাত্তিৰে নপাৰি প্ৰেমে আছি অনন্তৰে।
গৃহ প্ৰৱেশাইলা নিয়া পৰম সাদৰে ॥ ২২৪৮

এহিজন বাসুদেৱ হেন বুদ্ধি কৰি।
সবান্ধৱে উদ্ধৱক অৰ্চ্চিলা সাদৰি ॥
পৰমান্ন পঞ্চামৃতে ভোজন কৰাই।
বিচিত্ৰ খাটত তুলি দিলন্ত বিচাই ॥ ২২৪৯
তাতে বসি ভুঞ্জিলন্ত কৰ্পূৰ তাম্বুল।
বৈষ্ণৱক পায়া নন্দে আনন্দে আকুল ॥
মৰ্দ্দিল স্বহস্তে উদ্ধৱৰ দুই পাৱ।
গত শ্ৰম দেখি পাচে আতি প্ৰীতি ভাৱ ॥ ২২৫০
পুছিলা কুশল বাৰ্ত্তা উদ্ধৱত নন্দ।
তোমাক দেখিলো কিনো পৰম আনন্দ ॥
যাদৱ বংশৰ বাপ কহিয়ো কল্যাণ।
শুনা হৰিকথা ইটো অমৃত সমান ॥ ২২৫১
ইসে তৰাইবেক সুখে ঘোৰ সংসাৰত।
চাৰিয়ো বেদৰ জানা এহিসে সম্মত ॥
হৰি বিমুখৰ নাহি কহিতো কল্যাণ।
কোটি কোটি জন্ম যাতনাতে যায় প্ৰাণ ॥২২৫২
হেন জানি দিয়া হৰি চৰণত চিত।
আতপৰে গতি আৰ নাহিকে কলিত ॥
মনুষ্য হুইবাৰ জানা এহিমানে কাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ২২৫৩

---

নন্দ আদিক উদ্ধৱৰ সান্ত্বনা দান

দুলড়ী

যাদৱ বংশৰ কল্যাণ কথাক
উদ্ধৱ কৈয়ো সম্ভৱে।
পত্নী সুত সমে কুশলে আছন্ত
সখি বসুদেৱ মোৰে ॥
ধৰ্ম্মশীল সাধু যত যদুবংশ
তাহাৰ দ্ৰোহ আচৰি।
ভৈলোহো আনন্দ সিটো পাপী কংস
সবান্ধৱে গৈল মৰি ॥ ২২৫৪

প্ৰাণ মাধৱৰ বাৰ্ত্তা সোধো বাপ
কহ মোত শীঘ্ৰে আতি।
শ্ৰেষ্ঠ ৰাম সমে কল্যাণে আছন্ত
পালিয়া সমস্তে জ্ঞাতি ॥
পিতৃ মাতৃ আমি সব ব্ৰজবাসী
বৃন্দাবন গিৰি গৰু।
মোহোৰ পালন বুলি কি স্মৰন্ত
কৃষ্ণ ভক্ত কল্পতৰু ॥ ২২৫৫
বাৰেক আমাক দেখিবাক লাগি
আউৰ কি আসিবা হৰি।
কৈসানি দেখিবো মুখ পদ্ম সিটো
আমিসবে নেত্ৰ ভৰি ॥
সিটো সুনাসিকা হাস্য দৰিশন
সুমৰিতে দহে আতি।
এহি বুলি নন্দে লোতক জুৰায়া
থাকিলা তন্তি নমাতি ॥ ২২৫৬
কতোক্ষণে পাচে মলচি লোতক
কহে গদ গদ মাতে।
সিটো শ্ৰীকৃষ্ণ যেন প্ৰাণ-বন্ধু
শুনিয়ো কহো তোমাতে ॥
মখভঙ্গ খঙ্গে ইন্দ্ৰে বৰিষিলা
ৰাখিলন্ত তাতো হৰি।
বন জুইত সবে পুৰি মৰি যাওঁ
আনিলা তাতো উদ্ধাৰি ॥ ২২৫৭
অঘ বক কেশী কালিক ধেনুক
অৰিষ্ট দুষ্ট দন্দুৰ।
চক্ৰবাত বৎস পূতনা ৰাক্ষসী
ব্যোম নামে মহাসুৰ ॥
ইসব দুৰন্ত মৃত্যুভয় হন্তে
উদ্ধাৰিলা বাৰে বাৰ।
হেন প্ৰাণ-কৃষ্ণ বিয়োগে কি দুখ
শুনিয়ো এবে আমাৰ ॥ ২২৫৮

সিটো প্ৰাণ-কৃষ্ণ গোকুলে থাকিয়া
কৰিলা যিসব লীলা।
পূতনা শুষিলা শকট ভাঙ্গিলা
অৰ্জ্জুনকো উভগ্নিলা ॥
কটাক্ষে নিৰেখি আনন্দে হাসিয়া
কৰি প্ৰিয় সম্ভাষণ।
সিসব সুমৰি চিত দ্ৰৱ হুই
নপৰৈ কৰ্ম্মত মন ॥ ২২৫৯
ই নদী যমুনা গিৰি গোবৰ্দ্ধন
বৃন্দাবন ক্ৰীড়া স্থান।
অদ্যাপি কৃষ্ণৰ খোজ পৰি আছে
দেখো গৈয়া বিদ্যমান ॥
ধ্বজ বজ্ৰ যৱ পঙ্কজ অঙ্কুশ
চিহ্ন আছে পৰি পৰি।
প্ৰাণ যায় ফুটি কৃষ্ণময় দেখি
তথাতে ফুৰো বাগৰি ॥ ২২৬০
ৰাম-কৃষ্ণ দুই দেৱতো উত্তম
উদ্ধৱ মনে মানিলো।
ভাৰ সংহৰিতে ভৈলা অৱতাৰ
গৰ্গৰ বাক্যে জানিলো ॥
প্ৰত্যক্ষ প্ৰমাণ দেখিয়ো আশ্চৰ্য্য
কৰ্ম্ম কৃষ্ণ দেৱতাৰ।
পশি মথুৰাত চৰৱতে মুণ্ড
ছিণ্ডিলা দুষ্ট ধোবাৰ ॥ ২২৬১
তিনি তাল মান ঘোৰ ধনুখান
বজ্ৰময় যম দণ্ড।
লীলায়ে টানিয়া মাজতে ভাঙ্গিলা
হস্তী যেন ইক্ষু খণ্ড ॥
অযুত হস্তীৰ বলময় মত্ত
মাতঙ্গ কংস নৃপক।
পৰম লীলায়ে বধিলা কিনতে
মাৰিলা সিংহে মৃগক ॥ ২২৬২

সাত বৰিষৰ শিশু কৃষ্ণ বাপে
ধৰিলা তুলি মন্দৰ।
যেন বেঙ্গছতা ছৰালে ধৰন্তে
নলাগে কিছো ভাগৰ॥
প্ৰাণ মাধৱৰ কতেক মহিমা
কহিবো বন্ধু উদ্ধৱ।
দেৱ অসুৰক হেলে জিনি আছে
যতেক দুষ্ট দানৱ॥ ২২৬৩
বলিষ্ঠ অৰিষ্ট অঘ বক কেশী
ধেনুক বৎস প্ৰলম্ব।
এহি গোকুলত লীলায়ে ঘাতিলা
নভৈল কিছো বিলম্ব॥
হেন প্ৰাণ কৃষ্ণে ভৈলোহো বঞ্চিত
তেজি গৈলা নাৰায়ণ।
এতেক বোলন্তে প্ৰেম উপজিল
মজিল কৃষ্ণতে মন॥ ২২৬৪
কৃষ্ণ গুণ গণ স্মৰন্তে স্মৰন্তে
দেখে মাত্ৰ কৃষ্ণময়।
তনু পুলকিত কণ্ঠকো নিৰোধি
নেত্ৰৰ নীৰ জুৰয়॥
পৰম বিহ্বল হুয়া গোপৰাজ
থাকিলন্ত মৌন হুই।
শুনা সভাসদ ভাগৱত পদ
সম্যকে পাপৰ জুই॥ ২২৬৫
নাহিকৈ ভাগৱ স্মৰন্তে শুনন্তে
অমৃতো সমান মুই।
স্মৰা দিনে ৰাতি পুণ্যৰ উদয়
পাপৰ প্ৰলয় হুই॥
হৰিৰ ভকতি এৰি আন পথে
কাহাৰো নাহি মুকুতি।
পৰম বেদান্ত গীতা ভাগৱত
শাস্ত্ৰৰ এহি যুগুতি॥ ২২৬৬
জ্ঞানে অসহায় ভয় আছে আতি
কৰ্ম্মত বিঘ্নি বিস্তৰ।
পৰম ভকতি পথত আপুনি
সহায় হোন্ত ঈশ্বৰ॥
হেন জানি যত্নে আলাস এৰিয়া
গলে বান্ধা হৰিনাম।
কৃষ্ণৰ কিঙ্কৰে ৰচিল শঙ্কৰে
ডাকি বোলা ৰাম ৰাম॥ ২২৬৭

---

পদ

শুক নিগদতি শুনিয়োক ৰাজা পাচে।
যশোদা সুন্দৰী স্বামী কাছে বসি আছে॥
বৰ্ণাইলন্ত নন্দো গোবিন্দৰ গুণ গণ।
তাক শুনি স্নেহে আতি স্ৰৱে দুয়ো তন॥২২৬৮
ধাৰায়ে বহৰে দুয়ো নেত্ৰৰ লোতক।
কৰিলা বিলাপ স্মৰি মাধৱ পুত্ৰক॥
হা কৃষ্ণ বাপ মোৰ গৈলে পৰিহৰি।
সিটো মুখ নেদেখিয়া জীওঁ কেন কৰি॥ ২২৬৯
মোৰ জীৱ ধন পুত্ৰ নাহিকৈ অঙ্গনে।
ভৈলো অনাথিতি সিটো পুত্ৰ অবিহনে॥
শূন্য ভৈল বৃন্দাবন গোকুল আমাৰ।
কৃষ্ণ সূৰ্য্য বিনে দেখো দিনতে আন্ধাৰ॥ ২২৭০
ইটো ধন গোধনক সাঞ্চো কাৰ তৰে।
কমললোচন পুত্ৰ নাই মোৰ ঘৰে॥
মোক আই বুলি কোনে লগাইবেক মাত।
ইহাকেসে সুমৰন্তে অগ্নি লাগৈ গাত॥ ২২৭১
বৃন্দাবন কালিন্দীক দেখি ফুটে প্ৰাণ।
সিটো প্ৰাণ কৃষ্ণৰ এহিসে ক্ৰীড়া স্থান॥
আতিশয় পোৰৈ বুক দেখি ধেনুগণ।
আকে চৰাই ফুৰাইলন্ত কমললোচন॥ ২২৭২

ভৈল গৃহ অঙ্গিনা গোবিন্দ বিনে বন ।
একো গৃহকৃত্যত নপৰৈ মোৰ মন ॥
ইহাতেসে অধিকে হৃদয় কৰৈ তাপ ।
উলটিয়া শুদ্ধি নকৰিলা কৃষ্ণ বাপ ॥২২৭৩
কোন অপৰাধে পুত্ৰ গৈলে পৰিহৰি ।
আশাতেসে আছো কথমপি প্ৰাণ ধৰি ॥
মই বোলো প্ৰাণ পুত্ৰ আসিলন্ত পৰা ।
আবেসে জানিলো মই জীৱন্ততে মৰা ॥ ২২৭৪
হৰি হৰি প্ৰাণ পুত্ৰ কুলৰ নন্দন ।
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন ॥
কৃষ্ণক স্মৰন্তে আতি লোতক ঝৰয় ।
মৌন হুয়া থাকিলন্ত দেখি কৃষ্ণময় ॥ ২২৭৫
উপজয় প্ৰেম পুলকিত সৰ্ব্বগাৰ ।
নন্দ যশোদাৰ দেখি আতি প্ৰেমভাৰ ॥
উদ্ধৱে বোলন্ত হুয়া পৰম বিস্ময় ।
অপ্ৰয়াসে পাইলা আৰা কিনো মহোদয় ॥২২৭৬
ধ্যানতো নপাৰে যাক মহাজ্ঞানী লাগ ।
ঈশ্বৰ কৃষ্ণত এতমানে অনুৰাগ ॥
হৰিসে সাদৰি দুইকো বুলিলা বচন ।
জগতৰে পূজ্য ভৈলা তোৰা দুইজন ॥ ২২৭৭
অখিল লোকৰ গুৰু প্ৰভু নাৰায়ণ ।
তাহান্তে একান্তে দুইৰো নিমজিল মন ॥
সংসাৰ তৰিলা তোৰা বোলো নিষ্ট বাণী ।
ৰাম-কৃষ্ণ যেন তাক শুনা দুয়ো প্ৰাণী ॥ ২২৭৮
পুৰুষ শক্তিত যিটো ইটো দৃষ্টি হুই ।
প্ৰধান পুৰুষ সেই ৰাম কৃষ্ণ দুই ॥
এতেকেসে জগত জনক কৃষ্ণ ৰাম ।
আনে উদৰতে কৰৈ জগতে বিশ্ৰাম ॥ ২২৭৯
মায়াবলে নিৰ্ম্মিয়া সমস্তে ভূতগণ ।
তাতো প্ৰবেশিলা অন্তৰ্য্যামী নাৰায়ণ ॥
প্ৰৱৰ্ত্তান্ত ভেদ বুদ্ধি জীৱ নিৰন্তৰ ।
এতেকে জানিবা কৃষ্ণ জগত ঈশ্বৰ ॥ ২২৮০

হেনবা বুলিবা কৃষ্ণ দৈৱকীতনয় ।
আছে জন্ম কৰ্ম্ম তান মনুষ্যৰ নয় ॥
ইটো শঙ্কা কদাচিতো নানিবা মনত ।
শুনিয়োক ইটো কৃষ্ণ ৰূপৰ মহত ॥ ২২৮১
এহি কৃষ্ণ ৰূপত বাৰেক যিটো নৰে ।
অন্তকালে ক্ষণিতকে মাত্ৰ মনে স্মৰে ॥
এতেকে সমস্তে তাক এৰৈ কৰ্ম্মবন্ধে ।
পৰম বৈষ্ণৱ জ্ঞান পাৱৈ অপ্ৰৱন্ধে ॥ ২২৮২
কৃষ্ণৰ সমান ৰূপ পাৱৈ চতুৰ্ভুজ ।
সদল জলদ শ্যাম শৰীৰ নীৰুজ ॥
জলৈ পীতবস্ত্ৰে যেন মেঘত বিজুলী ।
শঙ্খ চক্ৰ গদা পদ্ম কৰে ধৰে তুলি ॥ ২২৮৩
কঙ্কণ কেয়ূৰ হৰি কিৰীটি উজ্জ্বল ।
মকৰ কুণ্ডল কৰ্ণে কৰৈ জল মল ॥
গলে বনমালা জ্বলৈ আপাদ লম্বিত ।
ৰত্নৰ নূপুৰে পদ পঙ্কজ ৰঞ্জিত ॥ ২২৮৪
মাধৱৰ পাৰিষদে বিমানত চৰি ।
ততকালে বৈকুণ্ঠপুৰক যায় লৰি ॥
এতেকে জানিবা কৃষ্ণ নোহন্ত মানুহ ।
জগতৰে আত্মা এন্তে পৰম পুৰুষ ॥ ২২৮৫
শুনিয়ো যশোদা কিয় নপৰৈ মনত ।
প্ৰত্যক্ষে দেখিছা তুমি কৃষ্ণৰ মহত ॥
আতিশয় শিশু কৃষ্ণে ত্ৰিতয় মাসতে ।
উভতাইলা শকটক চৰণ আঘাতে ॥ ২২৮৬
পূতনা ৰাক্ষসী দিল বিষ তন দান ।
তন পানে কৃষ্ণে তাইৰো শুষিলন্ত প্ৰাণ ॥
চক্ৰবাতে তোমাৰ আগতে নিল হৰি ।
তাৰো প্ৰাণ লৈলন্ত গলত চিপি ধৰি ॥ ২২৮৭
মাটি খাইলে বুলি তুমি ধৰিলা হাতত ।
বাইলা বেস্তে শিশু কৃষ্ণে তোমাৰ আগত ॥
গৰ্ভতে দেখিলা তুমি ভুবন চৈধ্যয় ।
হেন কি কৃষ্ণক কৰা মনুষ্যৰ নয় ॥ ২২৮৮

ভাঙ্গিলা দধিৰ ভাণ্ড কৃষ্ণে শিলা হানি।
বান্ধিবে লাগিলা তুমি উড়ুখলে টানি ॥
মেৰাইবাক নোজোৰৈ গৃহৰ যত জৰী।
হেন কি কৃষ্ণক কৰা মনুষ্যৰ সৰি ॥ ২২৮৯
উভাৰিলা অৰ্জ্জুনক টানি উড়ুখল।
কালিক দমিয়া হ্ৰদ কৰিলা নিৰ্ম্মল ॥
পিলা বনাগ্নিক দেখিলা বিদ্যমান।
অঘ বক বৎসৰো লীলায়ে লৈলা প্ৰাণ ॥ ২২৯০
সাত বৰিষৰ শিশু আতি আড়ম্বৰে।
গিৰি গোৱৰ্দ্ধনক ধৰিলা বাম কৰে ॥
ঘোৰ বৃষ্টি বাতত ৰাখিলা গোপপুৰ।
কৰিলন্ত লীলায়ে ইন্দ্ৰৰো দৰ্পচুৰ ॥ ২২৯১
প্ৰলম্ব অৰিষ্ট ধেনুকৰো লৈলা প্ৰাণ।
ভাঙ্গিল কংসৰ ধনু তিনি তালমান ॥
চৰৰতে ধোবাৰ ছিণ্ডিলা মুণ্ড হৰি।
ৰাজপথে থৈলন্ত কুব্জীক ঋজু কৰি ॥ ২২৯২
মুষ্টিক চাণুৰ কেশী কংস কুৱলয়।
অযুত হস্তীৰ বলদেৱতো দুৰ্জ্জয় ॥
সবাকো পেলাইলা কৃষ্ণে কটাক্ষে সংহৰি।
যেন ক্ষুদ্ৰ হৰিণক প্ৰমত্ত কেশৰী ॥ ২২৯৩
সান্দীপনি গুৰু গৃহে পঢ়িয়া শাস্ত্ৰক।
গুৰুক দক্ষিণা দিলা মৃতক পুত্ৰক ॥
ইকি মনুষ্যৰ কৰ্ম্ম দেখা বিদ্যমান।
এতেকে জানিবা কৃষ্ণ পুৰুষ প্ৰধান ॥ ২২৯৪
পৰিপূৰ্ণ কাম কৃষ্ণ ত্ৰৈলোক্যৰ পতি।
কাৰণেসে ধৰি আছা নৰৰ আকৃতি ॥
তাত্তে উপজাইলা প্ৰেম ভকতি বিশেষ।
ভৈলা কৃতকৃত্য দুয়ো নাহিকে সন্দেস ॥ ২২৯৫
হে নন্দ যশোদা আমাৰ বাক্য ধৰা।
কৃষ্ণক দেখিতে দুয়ো খেদ পৰিহৰা ॥
অল্পকালে ব্ৰজক আসিবা যদুপতি।
পিতৃ মাতৃ তোৰা দুইযো সাধিবন্ত প্ৰীতি ॥ ২২৯৬

সুমৰিয়ো গোপৰাজ পুৰণি কথাক।
কৃষ্ণে সমে যিকালত গৈলা মথুৰাক ॥
মহা বৈৰী কংসক মাৰিয়া ৰণ মাজে।
পাশ চাপি তোমাক বুলিলা যদুৰাজে ॥ ২২৯৭
আগহুয়া কৰা পিতৃ ব্ৰজক গমন।
আমি পাচে যাইবো স্বস্থ কৰি জ্ঞাতিগণ ॥
সিটো বাক্য সাফলিবো দৈৱকীনন্দন।
দেখিবা কৃষ্ণক আউৰ নকৰা ক্ৰন্দন ॥ ২২৯৮
তোৰা পিতৃ মাতৃক সততে সুমৰন্ত।
অল্পকালে গোকুলে আসিবা ভগৱন্ত ॥
জানিবা যশোদা নন্দ দূৰ কৰা খেদ।
দুইহন্তৰো তথাপি লোতক নাহি ছেদ ॥ ২২৯৯
কৃষ্ণৰ বিৰহ তাপে আতি দেহা দহে।
উদ্ধৱে দেখন্তে কাল বিলম্ব নসহে ॥
বুলিবে লাগিলা দুনাই দুইৰো হুয়া আগ।
শুনিয়ো যশোদা শুনা নন্দ মহাভাগ ॥ ২৩০০
মাধৱক প্ৰতি দুয়ো সন্তাপ উপেখা।
সম্প্ৰতি কৃষ্ণক সমীপতে দুয়ো দেখা ॥
সমস্তৰে হৃদিত আছন্ত কৃষ্ণে ৰৈই।
হেনবা বুলিবা কিয় সবে নেদেখই ॥ ২৩০১
সমস্তে কাষ্ঠতে বহ্নি আছন্ত বিয়াপি।
ঘৰিষণ বিনে তাঙ্ক নেদেখি তথাপি ॥
সেহিমতে কৃষ্ণ আছা সবাৰে হৃদিত।
ভকতি নভৈলে নোন্ত কাহাতো বিদিত ॥ ২৩০২
হেন জানি কৰা নিতে শ্ৰৱণ কীৰ্ত্তন।
হৃদি মধ্যে দেখা সেই পঙ্কজ লোচন ॥
বাহিৰতো পাইবা লাগ লৰা মোৰ কথা।
কৃষ্ণৰ বচন কদাচিতো নুহি বৃথা ॥ ২৩০৩
হেনৱা বুলিবা বন্ধু বান্ধৱক এৰি।
কিসক আসিবো গোকুলক দেয় হৰি ॥
কৃষ্ণৰ এতেক * নাই নিষ্ট কৰি জান।
উত্তম অধম প্ৰিয় অপ্ৰিয় সমান ॥ ২৩০৪

* এতেক — এইবোৰ।

নাহি পিতা মাতা কৃষ্ণ জন্ম কৰ্ম্মহীন।
নাহি ভাৰ্য্যা পুত্ৰ শত্ৰু মিত্ৰ উদাসীন॥
তথাপিতো ভকতৰ ৰক্ষাৰ কাৰণে।
লীলায়ে কৰন্ত অৱতাৰ নাৰায়ণে॥ ২৩০৫
বহুবিধ ধৰা ৰূপ জগতৰ নাহ।
মৎস্য কচ্ছপ নৰ নৃসিংহ বাৰাহ॥
দেৱ ঋষি ৰূপে কতো হুয়া অৱতাৰ।
দুৰ্জ্জনক দণ্ডিয়া খণ্ডিলা ভূমিভাৰ॥ ২৩০৬
যদি জন্ম কৰ্ম্মহীন কৃষ্ণ কৃপাময়।
কিসক কৰন্ত সৃষ্টি পালন প্ৰলয়॥
হেনবা বুলিবা তাৰ শুনিয়ো উত্তৰ।
যদ্যপি নিৰ্গুণ জন্ম ৰহিত ঈশ্বৰ॥ ২৩০৭
তথাপিতো প্ৰকৃতিক কৰাই সচেতন।
কৰান্ত গুণৰ হাতে স্ৰজন পালন॥
সাক্ষী হুয়া হৃদয়ত আপুনি ৰহিলা।
পৰম ঈশ্বৰ কৃষ্ণ তান এহি লীলা॥ ২৩০৮
যত জীৱৰাশি ইয়ো কৰ্ত্তা অজ্ঞানত।
নাহি কৰ্ম্ম জানা পৰমাৰ্থ বিচাৰত॥
যেন পাক ফুৰন্তে চক্ষুক পাকে ঘূৰৈ।
সেহি চক্ষু চাহান্তে পৃথিবী দেখি ফুৰৈ॥ ২৩০৯
সেহিমতে কৰ্ত্তাচিতে জানা অনুমানে।
তাতে প্ৰতিবিম্ব জীৱে মই বুলি মানে॥
শুনা নন্দ যশোদা অপৰ উপদেশ।
তোমাৰ কেৱলে পুত্ৰ নোন্ত হৃষীকেশ॥ ২৩১০
জগতৰে আত্মা কৃষ্ণ পুত্ৰ পিতা মাতা।
সুহৃদ সোদৰ বন্ধু বান্ধৱ বিধাতা॥
যত দেখা যত শুনা ভূত ভবিষ্যত।
স্থাৱৰ জঙ্গম ইটো সমস্তে জগত॥ ২৩১১
কৃষ্ণ ব্যতিৰেকে একো বস্তু নাহি জানা।
সমস্তে জগত কৃষ্ণ হেন মনে মানা॥
তেবে সিটো কৃষ্ণৰ বিয়োগ আছে কৈত।
বিচাৰ কৰিলে পাই কৃষ্ণক সবৈত॥ ২৩১২
প্ৰবোধ বচন যত বুলিলা মাধৱে।
প্ৰতি-প্ৰতি দুইহন্তো কহিলা উদ্ধৱে॥
অনেক যুগুতি যোগে প্ৰবোধ কৰাইল।
সন্তাপ তেজিয়া নন্দ যশোদা জুৰাইল॥ ২৩১৩
আখি মুখ মুচি দুয়ো নিশ্বাস ফোকাৱে।
যশোদা সোধন্ত কৃষ্ণকথা বাৰে বাৰে॥
স্বৰূপ উদ্ধৱ বাপ কহিয়ো বচন।
ব্ৰজক আসিবা আউৰ অৰুণ লোচন॥ ২৩১৪
সিটো সুনাসিকা মুখ দেখিবো দুনাই।
নাকান্দতো নেত্ৰৰ লোতক বহি যায়॥
প্ৰবোধিলা উদ্ধৱে প্ৰবন্ধে তাঙ্ক আতি।
নাজানিলা কথাতে পুহাইলা সিটো ৰাতি॥ ২৩১৫
কৃষ্ণৰ চৰিত্ৰ শুনিয়োক সৰ্ব্বজন।
জল বুদ বুদ যেন অথিৰ জীৱন॥
ধন জন বন্ধু যত পুত্ৰ প্ৰাণ জায়া।
সমস্তে অবস্তু যেন ইন্দ্ৰজাল মায়া॥ ২৩১৬
দুখময় সংসাৰত সৌকাৰ্য্য কিঞ্চিত।
বিষ কলসৰ যেন মুখত অমৃত॥
হেন বিষয়ত কেনে কৰাহা বিশ্বাস।
অমৃতক তেজি যেন বিষে কৰা গ্ৰাস॥ ২৩১৭
পৰম অজ্ঞানী যেন কিৰাতীসকলে।
মুকুতাক তেজি গুঞ্জামণি পিন্ধে গলে॥
হৰি ভক্তি এৰি সিটো আন কৰ্ম্ম কৰে।
জানিবা পাইলেক তাক সেহি পটন্তৰে॥ ২৩১৮
হেন জানি হৰিৰ চৰণে দিয়া চিত।
কৰা পান ৰামনাম পৰম অমৃত॥
কেতিক্ষণ পৰে প্ৰাণ ইটো জন্ম যায়।
বোলা ৰাম ৰাম আতপৰে গতি নাই॥ ২৩১৯

গোপী-উদ্ধৱ-সংবাদ

**ছবি**

শুক নিগদতি ৰাজা কৃষ্ণৰ চৰিত্ৰ শুনি
কৰা ঘোৰ পাতক উচ্ছাদ।
নন্দ যশোদাৰ কথা এহিমানে থওঁ আবে
শুনা গোপী-উদ্ধৱ সম্বাদ॥
ৰজনী প্ৰভাত জানি উঠিয়া শয্যাৰপৰা
পাচে গোপীগণ শৌচ ভৈলা।
লগায়া প্ৰদীপচয় চোতাল গৃহক সাজি
মাজ্জি দধি মথিবাক লৈলা॥ ২৩২০
হল ফল কৰৈ স্তন কঙ্কণৰ ৰণ-জন
বলায়া মেখলা লৰৈ হাৰ।
ৰজ্জু আজোৰন্তে আতি প্ৰদীপৰ লাগি কান্তি
জিকি মিকি কৰৈ অলঙ্কাৰ॥
কুণ্ডল ডোলন্তে আতি গণ্ডস্থলে কৰৈ কান্তি
জলৈ মুখ কুঙ্কুমে ৰঞ্জিত।
মহা অনুৰাগ ভাৰে সুমৰি সুমৰি গাৰে
সিটো প্ৰাণ কৃষ্ণৰ চৰিত॥ ২৩২১
শৰীৰ সিহৰৈ বৰে ধাৰায়ে লোতক পৰে
তভিও থাকে মথনক এৰি।
কতো গোপী গান্ত গীত ধৰিবে নুৰাৰৈ চিত
কৃষ্ণ কৃষ্ণ বুলি পাৰৈ গেৰি॥
কতো মনে ধ্যান কৰি হিয়াত কৃষ্ণক ধৰি
চৰণত চুমা পাৰৈ ভোলে।
মথন শৰদ চনি কৃষ্ণৰ কীৰ্ত্তন ধ্বনি
স্বৰ্গক লঙ্ঘিল সিটো ৰোলে॥ ২৩২২
একো কৰ্ম্ম নাহি তথা নুশুনিয় আন কথা
স্মৰে মাত্ৰ কেৱলে কৃষ্ণক।
কৃষ্ণ গুণ মাত্ৰ শুনি কৃষ্ণৰ কীৰ্ত্তন ধ্বনি
হৰৈ দশোদিশৰ পাতক॥

এহিমতে দধি মথে পৰম ভকতি পথে
গাৰে গোবিন্দৰ গুণ-গীত।
প্ৰকাশি কিৰণ ৰাশি অনন্তৰে ভৈল আসি
ভগৱন্ত আদিত্য উদিত॥ ২৩২৩
দশোদিশ সুপ্ৰসন্ন দেখি সবে সখীগণ
গৃহ হন্তে বাজ ভৈলা পাচে।
ওলাই গৈয়া ৰাজপথ দেখি সুবৰ্ণৰ ৰথ
নন্দৰ দ্বাৰত ৰহি আছে॥
সূৰ্য্যসম কৰৈ কান্তি আৰিছে কিঙ্কিণী পান্তি
ৰত্নচয় প্ৰকাশে প্ৰচুৰ।
দেখি গৈয়া বিদ্যমান সোধৈ ইটো কাৰ জান
কোন আসি আছে গোপপুৰ॥ ২৩২৪
কতো কতো গোপীজাক ক্ৰোধ মনে বোলৈ বাক
জোনো আইল ক্ৰূৰ অক্ৰূৰ।
কংসৰ আদেশ কৰি কমললোচন হৰি
লৈয়া যিটো গৈল মধুপুৰ॥
পৃথিবীত তাক সৰি নাহিকে আমাৰ বৈৰা
কাঢ়ি নিলে গোপাল প্ৰাণক।
কংসৰায়ক মথুৰাত মৰায়া কৃষ্ণৰ হাতে
দুনাই কিয় আইল গোকুলক॥ ২৩২৫
কেহো বোলৈ শুন সখী মৰিল কংসক দেখি
প্ৰয়োজন সাধিবাক তাৰ।
আমাৰ মাংসক কাটি দিবে তাৰ পিণ্ড বাটি
ইসে কাৰ্য্যে আইল ইবাৰ॥
হা কিনো ভৈল দুখ নেদেখিলো সিটো মুখ
পঙ্কজ লোচন চাৰু হাস।
কতনো অধৰ্ম্ম কৈলো গোপালে বঞ্চিত ভৈলো
বুলি কতো ফোকাৰে নিশ্বাস॥ ২৩২৬
এহিমতে গোপীচয় কেহো শোধে কেহো কয়
দেখি ৰথ পৰম বিস্মিত।
অনন্তৰে হৰিদাস উদ্ধৱো পাইলন্ত পাশ
নিত্যকৃত্য কৰি কালিন্দীত॥

শুনিয়োক সর্ব্বজন কৃষ্ণত অর্পিয়ো মন
কৃষ্ণৰ কথাত দিয়া চিত।
বুজিবা শাস্ত্ৰৰ মৰ্ম্ম আত পৰে নাহি ধৰ্ম্ম
ইটো মহা দুৰ্ঘোৰ কলিত॥ ২৩২৭
ভৈল লোক মলমতি অন্যত্ৰ ধৰ্ম্মত আৰ
কাহাৰো নাহিকে অধিকাৰ।
দুই গুটি অক্ষৰ ৰাম নামত কৰিয়া ৰতি
সুখে পাৰে সংসাৰৰ পাৰ॥
হেন ৰামনাম এৰি আনত বিশ্বাস কৰি
চিতনি কৰয় আত্মঘাত।
মনুষ্য শৰীৰ পাই কৃষ্ণত ভকতি নাই
কৌতুকতে পৰৈ যাতনাত॥ ২৩২৮
চাৰিয়ো বেদৰ মাজে হৰিৰ ভকতি বাজে
নাই গতিদাতা সংসাৰত।
আপুনি ঈশ্বৰ হৰি অৰ্জ্জুনত নিষ্ট কৰি
কহিলন্ত কৰি পাঞ্চ সত্য॥
তথাপি বিশ্বাস নাই আনক ভজিবে যায়
কিনো ইটো ভৈল বিপৰীত।
দেৱৰো দেৱতা হৰি কহিলন্ত সত্য কৰি
তথাপি নামত নাই চিত॥ ২৩২৯
কোটি কোটি জনমৰ আছে পাতেকৰ বল
তাতেসে নামত নাই মতি।
দেখিয়ো নেদেখে অন্ধ প্ৰৱন্ধে আনক ভজি
জানা সিটো গৈল অধোগতি॥
তাৰ সঙ্গ পৰিহৰা সিটো জীৱন্তুতে মৰা
জানি সবে এৰা আন কাম।
কৃষ্ণৰ কিঙ্কৰ কৰি ৰচিল শঙ্কৰে ছৰি
নিৰন্তৰে বোলা ৰাম ৰাম॥ ২৩৩০

---

পদ

শুক নিগদতি ৰাজা শুনা মহাশয়।
হেন উদ্ধৱক দেখিলেক গোপীচয়॥
জলে যেন পদ্মসম বদন মণ্ডল।
জল মল কৰৈ কৰ্ণে মকৰ কুণ্ডল॥ ২৩৩১
শ্যাম তনু পীত বস্ত্ৰে দেখিয় শোভন।
কৃষ্ণৰ সাৰূপ্য ইটো পাইলে কোন জন॥
কৈৰ হন্তে আইল কোনে পঠাইল ইহাক।
উদ্ধৱক বেঢ়িলে উৎসুকে গোপীজাক॥ ২৩৩২
জানিল কৃষ্ণৰ এন্তে পৰম ভকত।
কৰিল সৎকাৰ তাঙ্ক হুয়া অৱনত॥
লজ্জায়ে কৰিল আতি হাস্য নিৰীক্ষণ।
পুছিলা কুশল বুলি মধুৰ বচন॥ ২৩৩৩
কৃষ্ণৰ সন্দেশ বাৰ্ত্তা আনি আছে জানি।
বিৰলক লাগি উদ্ধৱক মাতি আনি॥
গৌৰৱে বৈসাইলা নিয়া বিচিত্ৰ আসনে।
তাঙ্কে বেঢ়ি বসিল সমস্তে গোপীগণে॥ ২৩৩৪
বোলৈ সবে সাদৰি সম্মুখি উদ্ধৱক।
জানিলো কৃষ্ণৰে তোক তুমিসে সেৱক॥
পিতৃ মাতৃৰ প্ৰীতি সাধিবাক প্ৰতি।
পঠাইলন্ত তোমাক ব্ৰজক যদুপতি॥ ২৩৩৫
মুনিকো নাছাৰৈ স্নেহ বন্ধু বান্ধৱৰ।
দুৰ্জ্জয় মায়াত ইটো আন কোন নৰ॥
তাতেসে তোমাক কৃষ্ণে পঠাইলা সাদৰি।
মুহি গোকুলক কিয় সুমৰিবা হৰি॥ ২৩৩৬
নাহি তান প্ৰয়োজন ব্ৰজক সম্প্ৰতি।
কৰৈ কাৰ্য্য নিমিত্ত আনত মৈত্ৰবৃত্তি॥
স্ত্ৰীতো নাথাকৈ আতি প্ৰেম পুৰুষৰ।
পুষ্পক চুম্পিয়া যেন তেজৈ মধুকৰ॥ ২৩৩৭
নীচ দেখি পুৰুষক এৰৈ বেশ্যাজাক।
তেজৈ প্ৰজাগণে যেন দুৰ্জ্জন ৰাজাক॥

গুৰুক নোসোধে বিদ্যা জানি শিষ্যচয় ।
নিষ্ফল বৃক্ষক তেজে পক্ষী সমস্তয় ॥ ২৩৩৮
ভুঞ্জি খাই অতিথি গৃহৰ এৰৈ আশ ।
দগ্ধ অৰণ্যত মৃগে নকৰৈ নিবাস ॥
নাৰীৰ মনত নভু হোৱন্তে তৃপিতি ।
তেজি যায় যেন নিদাৰুণ উপপতি ॥ ২৩৩৯
কৃষ্ণকেসে বোলৈ সবে আনত লগাই ।
হা কৃষ্ণ বোলন্তে লোতক বহি যায় ॥
কৃষ্ণ-দুত উদ্ধৱক দেখি বিদ্যমান ।
কৃষ্ণতে পশিল সবে বাক্য-মন-প্ৰাণ ॥ ২৩৪০
এৰিলেক লোক মৰ্য্যাদাকো নিৰন্তৰ ।
সুমৰি সুমৰি শিশুলীলা কেশৱৰ ॥
কৃষ্ণৰ গুণক গাৱে উদ্ধৱক বেঢ়ি ।
হা কৃষ্ণ বুলি কতো কান্দে লাজ এৰি ॥ ২৩৪১
কান্দি কান্দি সোধে কথা কহিয়ো উদ্ধৱ ।
আৰ কি দেখিবো সিটো প্ৰাণৰ মাধৱ ॥
কৈসানি আসিবো কৃষ্ণ কৈয়ো নিষ্ট কৰি ।
আশাতেসে আছো কথমপি প্ৰাণ ধৰি ॥ ২৩৪২
কৃষ্ণক বৰ্ণান্তে আতি প্ৰেম উপজিল ।
পতি পুত্ৰ গৃহ শৰীৰকো পাসৰিল ॥
কৃষ্ণৰ ভকতি ৰসে কৰিলেক মত্ত ।
চেতন্ন নাহিকৈ একো গোপীৰ গাৱত ॥ ২৩৪৩
কৃষ্ণ সঙ্গমক্কে কতো কৰি আছে ধ্যান ।
সেহি বেলা ভ্ৰমৰক দেখি বিদ্যমান ॥
প্ৰিয় কৃষ্ণে পঠাইলন্ত তাকে দূত মানি ।
ভ্ৰমৰক লগাই উদ্ধৱক বোলৈ বাণী ॥ ২৩৪৪
শুন মধুকৰ তই ধূৰ্ত্তৰ কুটুম্ব ।
লাগি আছে সপত্নীৰ কুচৰ কুঙ্কুম ॥
হেন বনমালাত লোটাইলে তই চোৰ ।
চুচুৰি চুচুৰি আসি চৰণক মোৰ ॥ ২৩৪৫
জানো সাধিবাক লাগি মাধৱৰ কাম ।
মোক নথাচ্চাইবে পবা কৰিয়া প্ৰণাম ॥
কৃষ্ণৰ নিসিজে কোন কাৰ্য্য মোৰ খতি ।
সেই স্ত্ৰীক প্ৰসাদোক তোৰ যদুপতি ॥ ২৩৪৬
যাৰ কুচ কুঙ্কুম চোৰত ফুৰ লই ।
তাইক যচাউ গৈয়া গোবিন্দৰ গুণ কই ॥
তই যাৰ দূত আমি জানিলো সাক্ষাত ।
হস্ৰাইলে তাঙ্কো তই যদু সমজ্যাত ॥ ২৩৪৭
হেনবা বুলিবা কিয় বোলা হেন বাণী ।
কৰিলন্ত কৃষ্ণে তোমাসাৰ কিবা হানি ॥
কৃষ্ণৰ দুচেষ্টা বন্ধু মধুকৰ শুন ।
কৃষ্ণৰ সমান নাই পুৰুষ নিৰ্গুণ ॥ ২৩৪৮
মোহন অধৰ মধু অমৃত সমান ।
বাৰেক আমাক মাত্ৰ কৰাইলন্ত পান ॥
নভৈল তৃপিতি মোহ মিলিল অধিক ।
এতেকতে তেজি গৈলা মধুৰাপুৰীক ॥ ২৩৪৯
তই যেন মধুকৰ নিকৰুণ প্ৰায় ।
পুষ্পক চুম্পিয়া যেন নোসোধ দুনাই ॥
ভকতজনক প্ৰতি যাৰ আছে ছদ্ম ।
কেনমতে লক্ষ্মী তান সেৱৈ পাদ-পদ্ম ॥ ২৩৫০
কেহো বোলে জানো মই লক্ষ্মীৰো অৱস্থা ।
উত্তম শ্লোকৰ সিটো শুনি আছো কথা ॥
হৰিলা চিত্তক তেহো সেৱন্ত চৰণ ।
লক্ষ্মী যেন আমিয়ো অজ্ঞানী গোপীগণ ॥ ২৩৫১
কতো বোলৈ জানো ইটো ভ্ৰমৰ চৰিত ।
প্ৰসাদ লভিবো বুলি গাৱৈ কৃষ্ণ-গীত ॥
শুশুনো কৃষ্ণৰ কথা নকৈবে আমাত ।
হেন মানি ভ্ৰমৰক লগাইলেক মাত ॥ ২৩৫২
সম্প্ৰতিক যিটো নাৰী কৃষ্ণৰ কুটুম ।
আলিঙ্গনে গুচৈ যাৰ কুচৰ কুঙ্কুম ॥
সিজনীৰ আগে গৈয়া গাউ কৃষ্ণ-গীত ।
তাইসে পূৰিবে তোৰ মনৰ বাঞ্ছিত ॥ ২৩৫৩
বুলিবি বা এতেক বিচাট কিয় কৰি ।
মদনে বিকল কৃষ্ণ তোমাসাক স্মৰি ॥

তোমাকেসে নিবে লাগি পঠাই দিলা মোক।
তাহাৰো উত্তৰ মধুকৰ শুনিয়োক ॥ ২৩৫৪
স্বৰ্গ মৰ্ত্ত্য পাতালৰ যতেক সুন্দৰী ।
কৃষ্ণৰ দুৰ্ল্লভ নাই জানা নিষ্ট কৰি ॥
কপট সুন্দৰ হাস্য চাহান্তে নিৰেখি ।
নুহিবেক মোহ কোন স্ত্রী তাঙ্ক দেখি ॥ ২৩৫৫
লক্ষ্মীয়ে সেৱন্ত যাৰ চৰণ ধূলিক ।
আমি কৈত লাগো আৰ নিবে আইলে কিক ॥
তথাপিতো যিটো দীনদায়ালু সতত ।
সেহিসে উত্তম শ্লোক কহিবি কৃষ্ণত ॥ ২৩৫৬
দেখে ভ্রমৰক পাচে পাৱে আছে লাগি ।
কৃষ্ণৰ দোষক যেন লৈবে খোজে মাগি ॥
হেন অনুমানি গোপী বুলিলা উত্তৰ ।
এৰ চৰণক শিৰে নোচো মধুকৰ ॥ ২৩৫৭
তথাপিতো নেৰৈ দেখি বুলিলা দুনাই ।
জানিলো পঠাইলে তোক মুকুন্দে শিখাই ॥
বুজিলো চটুৱা তই ছাড় মোৰ পাশ ।
মুকুন্দত যেন তোতো নাহিকৈ বিশ্বাস ॥ ২৩৫৮
বুলিবি কৰিলে কৃষ্ণে কিনো মন্দ কৰ্ম্ম ।
তান অৰ্থে আমি তিয়াগিলো লোক ধৰ্ম্ম ॥
পতি পুত্র বিষয়কো নধৰিলো চাপি ।
চঞ্চল চৰিত্র কৃষ্ণ তেজিলা তথাপি ॥ ২৩৫৯
হেন কৃষ্ণএৰে আৰ নকৰো সখিত ।
পূৰ্ব্ব কথা তাহান শুনন্তে ভয়ভীত ॥
যৈসানি আছিলা এন্তে দাশৰথী ৰাম ।
কহো কৰিলন্ত যেন গৰিহিত কাম ॥ ২৩৬০
ভাই ভাই কৰৈ যুদ্ধ বালি বানৰে ।
ব্যাঘ্রে যেন বালিক বিন্ধিলা ঘোৰ শৰে ॥
মাংস খাইবো বুলি কৰৈ ব্যাধে সন্ধান ।
ৰামে অকাৰণে লৈলা কপীন্দ্রৰ প্ৰাণ ॥ ২৩৬১
সেহি ৰূপে আৰো যেন কৰিলন্ত দেখা ।
পতি ভাৱে বৰিবাক গৈলা সূৰ্পণখা ॥
কৰিলা বিৰূপ তাইক কাটি কাণ নাক ।
স্ত্রী জিত তৈসানিয়ো ভৰান্ত সীতাক ॥ ২৩৬২
বামন স্বৰূপে পূজা লৈলন্ত বলিৰ ।
তনুকো অৰ্পিলা দৈত্যপতি মহা ধীৰ ॥
পাদোদক শিৰে ধৰি কৰিলা ভকতি ।
তথাপি স্বৰ্গৰ পৰা নিলা অধোগতি ॥ ২৩৬৩
হেন ক্রূৰ কৰ্ম্ম কৃষ্ণ জগতে বিদিত ।
তান্ত মৈত্রৱন্তি নকৰিবো কদাচিত ॥
বুলিবি তাহান গুণ গাৱা কিয় বৃথা ।
তথাপি দুস্ত্যজ সিটো কেশৱৰ কথা ॥ ২৩৬৪
ধৰ্ম্ম অৰ্থ কাম মোক্ষ ভৈলা লতা প্রায় ।
সমূলি উভাৰৈ তাক কৃষ্ণৰ কথায় ॥
তথাপি এৰাণ নাযায় কোন কৰ্ম্ম কৰো ।
সুমৰন্তে কৃষ্ণক সম্যকে যেন মৰো ॥ ২৩৬৫
কৃষ্ণৰ চৰিত্রে কথা কৰ্ণৰ অমৃত ।
তাক অল্প মাত্রো যিটো পিয়ে কদাচিত ॥
এতেকতে ৰাগ লোভ মোহ হৱৈ নষ্ট ।
আমি যেন বিষয় সুখত ভৈলো ভ্রষ্ট ॥ ২৩৬৬
তাৰক্ষণে গৃহ কুটুম্বক এৰি যায় ।
প্রাণক বৰ্ত্তাৱৈ যেন ভিক্ষা মাগি খাই ॥
গৃহ সুখে বঞ্চি যেন ফুৰৈ মহাজ্ঞানী ।
এৰিবে নপাৰো আশা তথাপিতো জানি ॥ ২৩৬৭
হেনবা বুলিবা কিয় বোলো হেন বাণী ।
ই কথা কৃষ্ণত কিয় নকৈলা তৈসানি ॥
সুসুধিবি আমাৰ অৱস্থা দূত শুন ।
কতেক বৰ্ণাইবো সিটো গোবিন্দৰ গুণ ॥ ২৩৬৮
যেন কৃষ্ণসাৰ হৰিণৰ ভাৰ্য্যাগণে ।
ব্যাধৰ শুনিয়া গীত উত্রায়ল মনে ॥
তাকে সত্য মানি ধাই যায় কৰি ক্রীড়া ।
তাৰ শৰে ফুটি জানৈ পাচন্তেসে পীড়া ॥ ২৩৬৯
সেহিমতে ফুটিল কৃষ্ণৰ কথা শুনি ।
কৰিলো সঞ্চান্ত আমি পাচক দুগুণি ॥

তাহান নথৰ ঘায় লভিছো বহুত।
কৃষ্ণকথা এৰি আন কথা কহ দূত ॥ ২৩৭০
পাক ফুৰি আইল দুনাই ভ্ৰমৰক দেখি।
সম্মুখি মাতয় মধুকৰ শুন সখি ॥
পুনু প্ৰাণ কৃষ্ণে পঠাই আছা ইটো থান।
তোমাক কৰিবে লাগে আমাৰ সম্মান ॥ ২৩৭১
সত্তকাৰ কৰি দুনাই বোলৈ ভ্ৰমৰক।
নিবে চাস কিয় মোক কৃষ্ণৰ পাশক ॥
সততে হিয়াৰ যিটো নেৰন্ত লক্ষ্মীক।
মোত আছে কোন আৰ কাৰ্য্য উপাধিক ॥২৩৭২
এহিমতে মাতে প্ৰেমভাৱে হুয়া মত্ত।
চেতন নাহিকৈ একো গোপীৰ গাৰত ॥
দেখি দেন্ত বহুবিধ প্ৰবোধ উদ্ধৱ।
আসিবা অৱশ্যে ঐক প্ৰাণৰ বান্ধৱ ॥ ২৩৭৩
হুয়ো স্বস্থ গোপীগণ পাইবা ভগৱন্ত।
সবাৰো কৰিবা দামোদৰ দুখ অন্ত ॥
কৃষ্ণক দেখিতে আউৰ চিন্তা কৰা কিক।
জানো তুমিসব তান প্ৰাণতো অধিক ॥ ২৩৭৪
তোমাসাক স্মৰি মাধৱৰ স্বস্থ নাই।
তাতেসে আমাক ঐক দিলন্ত পঠাই ॥
হেন শুনি কতোক্ষণে শান্ত ভৈল চিত।
দুনাই কৃষ্ণকথা সবে লাগিলা পুছিত ॥ ২৩৭৫
হৰিষতে সোধে কথা কহিয়ো উদ্ধৱ।
গুৰু-গৃহ হন্তে পঢ়ি আসিলা মাধৱ ॥
দৈৱকীনন্দন যিটো অগতিৰ গতি।
কুশলে কি মথুৰাত আছন্ত সম্প্ৰতি ॥ ২৩৭৬
আউৰ কি আমাত মাধৱৰ পৰৈ চিত।
আমি কিঙ্কৰীৰ কথা কন্ত কদাচিত ॥
অগৰু সুগন্ধি সিটো মাধৱৰ হাত।
কেৱেঁ কহিলো থৈবা আনি আমাৰ মাথাত ॥২৩৭৭

এতেক বোলন্তে লোহো পৰৈ সৱসৰি।
মাতিবে নপাৰৈ আউৰ মাধৱক স্মৰি ॥
শুনা সভাসদ পদ মহা ভাগৱত।
হৰি ভকতিৰ দেখা পৰম মহত ॥ ২৩৭৮
ব্যভিচাৰী দুষ্টা যত গোপৰ যুৱতী।
তথাপি কৃষ্ণত পাইলে সপ্ৰেম ভকতি ॥
নচাৰে আচাৰ ধৰ্ম্ম হৰিৰ ভকতি।
হেন জানি কৃষ্ণৰ চৰণে দিয়া মতি ॥ ২৩৭৯
এতেকে তৰিবা সুখে সংসাৰ সাগৰে।
নাহিকৈ মুকুতিদাতা কেশৱত পৰে ॥
হৰিসি পৰম গতি ভকতজনৰ।
শুনিয়ো বৃত্তান্ত অভকত মনুষ্যৰ ॥ ২৩৮০
ৰান্ধে গৰু মাংস চাণ্ডালিনী সুৰা দিয়া।
মনুষ্যৰ মুণ্ডে আছে তাহাক ঢাকিয়া ॥
পুছিলন্ত ইন্দ্ৰে আতি দেখি বিপৰীত।
আতো কৰি কোন বস্তু আছে অপৱিত্ৰ ॥২৩৮১
চাণ্ডালিনী বোলৈ ইন্দ্ৰ কথা নতু বুজা।
হৰি বিনে কৰে যিটো আন দেৱ পূজা ॥
তাৰ চৰণৰ ধূলা পৱিৰাক ডৰে।
জানি আনি দিলো আমি ঢাকন উপৰে ॥ ২৩৮২
হেন শুনি ইন্দ্ৰে তাইক বচনে সাদৰি।
ৰথে চৰি লৰি গৈলা আপুন নগৰী ॥
জানি নিৰন্তৰে নৰে এৰা আন কাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥ ২৩৮৩

॥ শ্লোক ॥

কপালেন পিধানেন গোমাংস সুৰয়া পচন্।
ইন্দ্ৰঃ পৃচ্ছতি চাণ্ডালি কিমমেধ্যমতঃ পৰং ॥
বাসুদেৱাৰ্চ্চনং হিত্বা যোঽন্যং দেৱং সমৰ্চ্চয়েৎ।
তস্য পাদৰজঃ শঙ্কা পিধানং দীয়তে ময়া ॥

### দুলড়ী

জানিলা উদ্ধৱে কৃষ্ণক দেখিতে
উত্ৰাৱল গোপীগণ।
কৃষ্ণৰ সন্দেশে শান্ত কৰি পাচে
বুলিলা হেন বচন ॥
জানো গোপীসব তোমাৰ কৃতাৰ্থ
লোকতো ভৈলা পূজিত।
পৰম ঈশ্বৰ কৃষ্ণত যিহেতু
একান্তে অৰ্পিলা চিত ॥ ২৩৮৪
তপ জপ ব্ৰত তীৰ্থ যজ্ঞ দান
কৰৈ যেবে শুদ্ধমতি।
তেবেসে পৰম পুৰুষ কৃষ্ণত
সাধিবে পাৰৈ ভকতি ॥
পতি পুত্ৰ গৃহ শৰীৰ সুহৃদ
সবাতে গুচিল চিত।
পৰম পুৰুষ কৃষ্ণকেসে ভজা
দেখি ভৈলো আনন্দিত ॥ ২৩৮৫
যাক কৃষ্ণ বোলা এহেন্তেসে বিষ্ণু
কোটি ব্ৰহ্মাণ্ডৰ পতি।
জিনো মহাভাগ্য বিৰহতে এন্তে
একান্তে ভৈল ভকতি ॥
কৃষ্ণৰ পৰম প্ৰিয় তুমিসব
কৃষ্ণক নাছাড়া মনে।
কিনো অনুগ্ৰহ আমাৰো মিলিল
তোমাসাৰ দৰশনে ॥ ২৩৮৬
বহুমান্ত কৰি বুলিলা মাধৱে
এৰিয়ো বিৰহ তাপ।
জগতৰে আত্মা মইএৰে তোমাৰ
কহিতো নাহি বিয়োগ ॥

যেন জলবায়ু পৃথিবী আকাশ
ব্যাপি আছে চৰাচৰ।
সেহিমতে ময়ো মন বুদ্ধি প্ৰাণ
ব্যাপি আছো সমস্তৰ ॥ ২৩৮৭
আপুনাতে মই আপুনাকে স্ৰজো
আপুনি পালো সকলে।
আপুনাকে পাচে আপুনি সংহৰো
আপুনি মায়াৰ বলে ॥
পৰম বিশুদ্ধ গুণ হীন মই
জ্ঞান ৰূপ আত্মা এক।
মোতে আছে ইটো জগত মই পুনু
জগতত ব্যতিৰেক ॥ ২৩৮৮
জাগন সপোনে নিৰ্ভৰ নিদ্ৰাত
ই তিনি মনৰ বৃত্তি।
মনৰ নিৰোধে তিনিয়ো গুচয়
আত্মাত মিছা প্ৰকৃতি ॥
যেন সপোনক পুৰুষে চিন্তয়
ঘুমটিৰ পৰা জাগি।
সেহিমতে মনে অনুক্ষণে স্মৰৈ
মিছা বিষয়ক লাগি ॥ ২৩৮৯
হেন জানি যিটো মনক নিয়ম
কৰিয়ো এৰি আলাস।
এতেকে কৃতাৰ্থ হৈবা গোপীগণ
ছিগিবে সংসাৰ পাশ ॥
সাংখ্য জ্ঞান যোগ স্বধৰ্ম্ম সন্যাস
তপৰো এহিসে ফল।
সমস্ত নদীৰ যেন নানা পথে
সাগৰত পৰৈ জল ॥ ২৩৯০
হেনবা বুলিবা যি জ্ঞান কহিলা
ইহাক আমি নাচৰো।
পৰম সুন্দৰ সৰ্ব্ব গুণাকৰ
তোমাক নেদেখি মৰো ॥

বুলিবা আমাক কেনে তেজি গৈলা
শুনা তাৰো সম্বিধান ।
নয়নে দেখিবে নপাইলে আমাক
অৰণ্যে কৰিবে ধ্যান ॥ ২৩৯১
একান্তে চিন্তন্তে তোমাসাৰ মনে
থাকিবেক মোক দেখি ।
এহিসে কাৰণে আইলো বিদূৰক
খেদ এৰা সবে সখা ॥
যেন প্ৰিয়পতি বিদেশক গৈলে
নাৰীৰ মনে সমুলি ।
আতি প্ৰীতিভাৱে স্বামীকেসে চিন্তে
কৈসানি আসিবা বুলি ॥ ২৩৯২
সদায় দেখন্তে হেলা হৱৈ মতি
সিমতে প্ৰেম নথাকে ।
এতেকে অন্তৰ ভৈলো গোপীসব
অসূয়া এৰা আমাকে ॥
সমস্তে বিষয় দৃষ্টিক এৰিয়া
মোকে মাত্ৰ সবে চায়া ।
আনন্দ মূৰ্ত্তিক মোকে মনে ধৰি
সদা মোৰ গুণ গায়া ॥ ২৩৯৩
জানিবা অচিৰ কালতে আসিয়া
সবেয়ো পাইবা আমাকে ।
হেনবা বুলিবা মিছা ভাণ্ডা তুমি
সাক্ষাতে দেখিয়ো তাকে ॥
যৈসানি বনত ক্ৰীড়িলোহো ৰাতি
তুমিসব সমে আমি ।
যিটো গোপীসব আসিবে নাপাইল
বান্ধিয়া ৰাখিল স্বামী ॥ ২৩৯৪
মোৰ ৰূপ মনে চিন্তিয়া ঘৰতে
মোকে পাইলে তাৱক্ষণে ।
ছিণ্ডিলা সংসাৰ বন্ধ তাসম্বাৰ
ইকথা সুমৰা মনে ॥
তুমিসব সম নাহি প্ৰিয়তম
কহিলো নিশ্চয় কৰি ।
ৰচিল শঙ্কৰ শুনা নিৰন্তৰ
কেন কৃপাময় হৰি ॥ ২৩৯৫
এক চিত্ত মনে যিটো মহাজনে
ফুৰৈ গুণ নাম স্মৰি ।
তাক ৰক্ষা কৰি ফুৰন্ত সদায়
কৌমুদকী গদা ধৰি ॥
ভকতিতে তুষ্ট হুয়া ভগৱন্ত
আপুনাকো দেন্ত পাচে ।
হেন কৃপাময় মাধৱত পৰে
আন কোন দেৱ আছে ॥ ২৩৯৬
ভকতৰ পদে আপুনি আকুল
দেখা কেন ভগৱন্ত ।
গোকুলক লাগি পঠাই উদ্ধৱক
গোপীক কৰাইলা শান্ত ॥
সুন্দৰ পুৰুষ দেখিয়া কৃষ্ণক
ভজিলেক গোপী মাত্ৰ ।
এতেকে কৃষ্ণক কৰিলেক বশ্য
ভকতিৰ হুয়া পাত্ৰ ॥ ২৩৯৭
জানিয়া যতনে কৃষ্ণৰ চৰণে
ধৰা একচিত্ত কৰি ।
আয়ু যায় বৃথা শুনা কৃষ্ণকথা
হিয়ে কৃষ্ণ ৰূপ ধৰি ॥
মনুষ্য হুইবাৰ এহিমানে ফল
জানি এৰা আন কাম ।
আপুনিয়ো তৰা পুৰুষ উদ্ধৰা
ডাকি বোলা ৰাম ৰাম ॥ ২৩৯৮

পদ

শুক মুনি বদতি শুনিয়ো পৰীক্ষিত।
কেশৱৰ শুনি বাক্য সন্দেশ অমৃত ॥
ভৈল আতি প্ৰীতি পাইল গাৱত চেতন।
দুনাই উদ্ধৱত কথা সোধে গোপীগণ ॥ ২৩৯৯
গোবিন্দৰ বাৰ্ত্তা কহ বান্ধৱ উদ্ধৱ।
মথুৰাত কুশলে কি আছন্ত মাধৱ ॥
চিৰকালে পাই পিতা মাতাৰ সমীপ।
আছন্তি আনন্দিত যদুকুলৰ প্ৰদীপ ॥ ২৪০০
যাদৱ বংশৰ বৈৰী কংস দুৰাচাৰ।
সসৈন্যে মৰিল আতি আনন্দ আমাৰ ॥
সম্প্ৰতি কৃতাৰ্থ ভৈলা কৃষ্ণ কৃপাময়।
আৰু শুনি কৰৈ আতি আনন্দ হৃদয় ॥ ২৪০১
কেহো গোপী বোলৈ মোত কহিয়ো উদ্ধৱ।
কৰিছিলা যিটো প্ৰীতি আমাত মাধৱ ॥
মথুৰা নাগেৰী এবে সিটো প্ৰীতি দেখি।
কৃষ্ণক অৰ্চ্চয় স্নেহে কটাক্ষে নিৰেখি ॥ ২৪০২
আউৰ গোপী বোলৈ সখী কিছো নজানস।
একে কৃষ্ণ জানন্ত বিশেষ ৰতি ৰস ॥
নাগেৰীগণৰ আৰ শুনি মাত বোল।
হেনকি জানস তেন্তে মুহিবন্ত ভোল ॥ ২৪০৩
কতো গোপী বোলৈ কাজ নাহি ই কথাত।
কৈয়ো যিটো সোধো সাধু উদ্ধৱ তোমাত ॥
অভাগিনী আমি কুগ্ৰামিনী গোপীজাক।
পুৰস্ত্ৰীৰ মধ্যে কিবা সোধন্ত আমাক ॥ ২৪০৪
যেন যেন ক্ৰীড়া কেলি কৰিলা বনত।
সি কি কথা পৰৈ আউৰ কৃষ্ণৰ মনত ॥
কহিয়ো উদ্ধৱ তুমি মুখ্য হৰিদাস।
আউৰ গোপী সোধে তেজি দীৰ্ঘ নিশ্বাস ॥২৪০৫
কদাচিত কেশৱে স্মৰন্ত সিটো ৰাতি।
কুন্দ কুমুদ চন্দ্ৰে সুশোভিত আতি ॥
বাজে আতি চৰণে নূপুৰ কণঝুন।
আমি যেড়ি গাইলো সেহি গোবিন্দৰ গুণ ॥২৪০৬
আমাৰ কণ্ঠত হৰি ধৰি বাহু মেলি।
কৰিলন্ত যাতো বিপৰীত ৰাস-কেলি ॥
কেহো বোলৈ ইটো বৃন্দাবনক স্মৰন্ত।
কৃপাময় ভকতৰ গতি ভগৱন্ত ॥ ২৪০৭
আউৰ কি দেখিবো তান অৰুণ চৰণ।
এহি বুলি তন্তি থাকৈ নবজাই বচন ॥
বহি যায় নেত্ৰৰ লোতক সৰসৰি।
কৃষ্ণ পদ-পঙ্কজক থাকৈ মনে ধৰি ॥ ২৪০৮
কেহো গোপী বোলৈ শুন উদ্ধৱ বান্ধৱ।
ব্ৰজক আসিবা পুনু প্ৰাণৰ মাধৱ ॥
পুৰি আছো আমি আতি বিৰহৰ জুই।
আমাক জীয়াইবা দুনাই কৃষ্ণে কৰে চুই ॥২৪০৯
জুৰাইবন্ত প্ৰাণ পুনু মধুৰ বচনে।
ইন্দ্ৰে যেন জীয়ান্ত বনক বৰিষণে ॥
কতো গোপী বোলৈ সখী তইসে আবুধি।
উদ্ধৱত ই কথা কিসক লাগি সুধি ॥ ২৪১০
নাছিলেক পুৰি তান কংসৰায়ক ডৰে।
গোকুলত বঞ্চিলা তাতেসে নন্দঘৰে ॥
সিটো শত্ৰু মাৰি তাৰ ৰাজ্য ভাৰ পাই।
কিসক আসিবা আউৰ ঐক যদুৰায় ॥ ২৪১১
ভৈলা আতি প্ৰীতি পায়া সুহৃদ বান্ধৱ।
অনেক ৰাজাৰ কন্যা বিহাইবা মাধৱ ॥
আউৰ সিটো কৃষ্ণৰ আমাত কোন কাজ।
সুমৰিবা কিসক ব্ৰজক যদুৰাজ ॥ ২৪১২
কতো পৰমাৰ্থ গোপী বুলিলা উত্তৰ।
পূৰ্ণকাম কৃষ্ণ জানো জগত ঈশ্বৰ ॥
আমি বনচৰী আনো ৰাজ ভাৰ্য্যাগণ।
লক্ষ্মী'ৰ স্বামীত তাত কোন প্ৰয়োজন ॥ ২৪১৩
কৃষ্ণক পাইবাৰ আশা নঘটে আমাত।
তথাপি আকুল মন কি কৰিবো আত ॥

নাহিকৈ পৰম সুখ নিৰাশাত পৰ।
হেন শুনি আউৰ গোপী দিলেক উত্তৰ ॥ ২৪১৪
নিৰাশা পৰম সুখ কহিছে পিঙ্গলা।
আক ভাল জানো আমি সবে গোপবালা ॥
তথাপি কৃষ্ণৰ আশা এৰণ নযায়।
আউৰ গোপী বোলে সখী শুনা অভিপ্ৰায় ॥২৪১৫
নাহিকৈ লক্ষ্মীতে কিঞ্চিতেকো ইচ্ছা যাৰ।
সুগুচন্ত লক্ষ্মীদেৱী তথাপি হিয়াৰ ॥
যাৰ যশে সংসাৰক উচ্ছাদে কৰ্ব্বথা।
হেননো কৃষ্ণৰ কোনে নুশুনিবে কথা ॥২৪১৬
আউৰ গোপী বোলে মোৰ শুনিয়ো সম্মত।
পাসৰি থাকন্তে দুখ নুপজে মনত ॥
তথাপিতো পাসৰিবে কৃষ্ণক নপাই।
সুমৰাৱে বৃন্দাৱনে দুনাই দুনাই ॥ ২৪১৭
এহিতো যমুনা নদী গিৰি গোবৰ্দ্ধন।
ৰামে সমে এথাতে ক্ৰীড়িলা নাৰায়ণ ॥
ইহাক দেখন্তে আতিশয় তনু তাৱে।
পুনু পুনু কেশৱক মনে সুমৰায়ে ॥ ২৪১৮
গোধুলি প্ৰভাতে শুনো বংশীৰ নিস্বান।
ধেনুসব দেখি আতি ফুটি যায় প্ৰাণ ॥
আকে চৰাই ফুৰাইলন্ত ভকত বান্ধৱ।
সুমৰন্তে দহে মন আমাৰ উদ্ধৱ ॥ ২৪১৯
খোজসব পৰি আছে কৃষ্ণৰ ভৰিৰ।
তাক দেখি দশগুণে দগধ শৰীৰ ॥
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত।
ধৰণ নযায় আউৰ তাক দেখি চিত্ত ॥ ২৪২০
কৃষ্ণক সুমৰি পাৰৈ খোজতে লটাৰি।
হা কৃষ্ণ কৈক গৈলা আমাসাক মাৰি ॥
শোকতে আন্ধাৰ দেখো ফুটে যেন বুক।
কেন মতে পাসৰিবো মাধৱ বন্ধুক ॥ ২৪২১
সিটো মহা লীলা গতি হাস্য নিৰীক্ষণে।
হৰিলা আমাৰ মন মধুৰ বচনে ॥
একো গৃহকৃত্য আউৰ কৰিতে নপাৰি।
হেন জানা মৰা আমি যত গোপনাৰী ॥ ২৪২২
বিৰহ তাপত কত ৰাখিবো দেহাক।
সিটো প্ৰাণ কৃষ্ণক নাপাইলে দেখিবাক ॥
এহি বুলি সলোতক ভৈলা গোপীগণ।
আৰ্ত্তৰাৱে বোলে সবে কৃষ্ণক বচন ॥ ২৪২৩
হে কৃষ্ণ লক্ষ্মীনাথ ব্ৰজৰ বান্ধৱ।
ভকতৰ ভয়হাৰী তুমিসি মাধৱ ॥
ঘোৰ শোক-সাগৰে মজিলো ব্ৰজবাসী।
প্ৰাণনাথ গোবিন্দ উদ্ধাৰ কৰা আসি ॥ ২৪২৪
কৃষ্ণৰ বিৰহ তাপে সব গোপীগণ।
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন ॥
তুমি অবিহনে হেৰা মৰি যাওঁ আমি।
এভো প্ৰাণ দান দিয়া জগতৰ স্বামী ॥ ২৪২৫
এহিমতে মাধৱক স্মৰি প্ৰেমভাৱে।
কান্দে গোপীগণ নিৰন্তৰে আৰ্ত্তৰাৱে ॥
দেখিয়া উদ্ধৱ ভৈলা সজল নয়ন।
বুলিলা সবাকো মাতি প্ৰবোধ বচন ॥ ২৪২৬
পৰিহৰা শোক সবে থিৰ কৰা মতি।
হেন জানা পাইলা সিটো কৃষ্ণক সম্প্ৰতি ॥
তাঙ্ক লাগি তুমিসব যিমত ব্যাকুল।
তোমাসাক লাগি কৃষ্ণ তেহুয় আকুল ॥ ২৪২৭
ভকতৰ বশ্য হৰি জানিবা নিশ্চয়।
তোমাসাৰ দুখক খণ্ডিবা কৃপাময় ॥
আপুনাতো কৰি ভকতক দায়া বৰ।
কৃষ্ণক অল্পতে পাইবা চিত্ত কৰা দৃঢ় ॥ ২৪২৮
কি কহিবো তোমাসাৰ ভাগ্যক সম্প্ৰতি।
বিৰহত এতমান সাধিলা ভকতি ॥
অনেক জনমে যাক মুনিয়ো নপাৱে।
হেন গোবিন্দক সবে ভজা প্ৰেমভাৱে ॥২৪২৯
এৰিলাহা পতি পুত্ৰ গৃহ বিপৰীত।
কৃষ্ণতে অৰ্পিলা নিৰন্তৰে প্ৰাণ-চিত্ত ॥

মোৰ কিনো ভাগ্য ভৈল বিধাতা প্ৰসন্ন।
হেন লাগ ভকতৰ দেখিলো চৰণ ॥ ২৪৩০
উদ্ধৱৰ প্ৰবোধে যুৰাইলা গোপীগণ।
এৰায়া বিৰহ তাপ ভৈলা সন্ধুক্ষণ ॥
এহিগোট কৃষ্ণ এহি আতমা আমাৰ।
হেনমানি উদ্ধৱক কৰিলা সৎকাৰ ॥ ২৪৩১
গন্ধে পুষ্পে ধূপে দীপে নানা উপহাৰে।
পূজিলেক উদ্ধৱক অনেক সম্ভাৰে ॥
গোপীৰ গুচায়া শোক মুখ্য হৰিদাস।
ব্ৰজতে বঞ্চিলা সবে কতিপয় মাস ॥ ২৪৩২
লীলা কথা কহিয়া কৃষ্ণৰ সমুদায়।
থাকিলন্ত গোকুলৰ আনন্দ বঢ়াই ॥
ৰাত্ৰি দিনে গোপীসবো নেৰৈ সন্নিহিত।
আনন্দে উদ্ধৱে কন্ত কৃষ্ণৰ চৰিত ॥ ২৪৩৩
যত দিন হৰিদাস আছিলা ব্ৰজত।
ক্ষণ প্ৰায় গৈল গোপীসবৰ মনত ॥
বৈষ্ণৱৰ আলাপত ভৈল মোহে হীন।
কৃষ্ণৰ কথাত নাজানিলা ৰাত্ৰি দিন ॥ ২৪৩৪
বিকশিত বৃন্দাবন গিৰি গোবৰ্দ্ধন।
কালিন্দী নদীক সবে দেখি অনুক্ষণ ॥
সুমৰন্তে কৃষ্ণক ভ্ৰমন্ত হৰিদাস।
হৃদয়ত হৰৈ হৰি চৰণ প্ৰকাশ ॥ ২৪৩৫
আনন্দে গোপিকাসবে কৃষ্ণগুণ গাৱে।
ঝৰে নয়নৰ নীৰ আতি প্ৰেমভাৱে ॥
পুলকিত তনু মকমকি কতো কান্দে।
হেৰা পাইলো কৃষ্ণ বুলি কতো গলে বান্ধে ॥ ২৪৩৬
কৃষ্ণ-গ্ৰাহে ধৰে কতো গোপীৰ হৃদয়।
তৱধ নয়নে থাকৈ দেখি কৃষ্ণময় ॥
কৃষ্ণ কৃষ্ণ বুলি কতো কৃষ্ণক সুমৰে।
সই কৃষ্ণ বুলি কতো কৃষ্ণ-লীলা কৰে ॥ ২৪৩৭
কতো গোপী কৃষ্ণৰ চৰণ মনে চুই।
পৰি থাকৈ নিৰ্ভৰ আনন্দে মৌন হুই ॥
ধাৰায়ে বহৱৈ নয়নৰ নীৰ ঝৰি।
আনন্দ মূৰ্ত্তিক হৃদয়ত থাকৈ ধৰি ॥ ২৪৩৮
পৰম ভক্তিত সৰ্ব্ব তনু পুলকিত।
কৃষ্ণতে অৰ্পিল নিৰন্তৰে প্ৰাণ-চিত ॥
কৃষ্ণকেসে লাগিয়া বিকল কৰৈ মন।
নাহিকৈ কাহাৰো আউৰ গাৱত চেতন ॥ ২৪৩৯
গোপীসকলৰ হেন ভকতি উত্তম।
দেখিয়া উদ্ধৱ ভৈলা পীৰিতি পৰম ॥
প্ৰত্যেককে পৰি পৰি কৰি নমস্কাৰ।
পৰম বিস্ময়ে প্ৰশংসিলা বাৰম্বাৰ ॥ ২৪৪০
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সভাসদ।
জানা হৰি ভকতিসে পৰম সম্পদ ॥
ইন্দ্ৰ ব্ৰহ্ম পদতো কালৰ নেৰাই হাত।
হৰি ভকতিসে তৰি যম যাতনাত ॥ ২৪৪১
মায়াৰ ৰচনা পুত্ৰ দাৰা ধন জন।
সবে পৰিহৰি ভজা হৰিৰ চৰণ ॥
কৈতে কেতিক্ষণ মিলৈ দুৰ্ঘোৰ মৰণ।
হৰি গুণ-নাম কৰা শ্ৰৱণ কীৰ্ত্তন ॥ ২৪৪২
কলিযুগে আৰ আতপৰে ধৰ্ম্ম নাই।
বুজিবা শাস্ত্ৰৰ মৰ্ম্ম যুগধৰ্ম্ম চাই ॥
জানিবা কলিসে চাৰিযুগ মাজে সাৰ।
শ্ৰৱণ কীৰ্ত্তনে তৰি দুৰ্ঘোৰ সংসাৰ ॥ ২৪৪৩
সত্যাদিৰ লোকে কৰৈ মনত বাঞ্ছিত।
কৈসানিনো জন্ম আমি লভিবো কলিত ॥
হৰি গুণ নাম কৰি শ্ৰৱণ কীৰ্ত্তন।
অৱশ্যেকে হৈবা লোক হৰি পৰায়ণ ॥ ২৪৪৪
হেন কলিযুগত দুৰ্ল্লভ নৰতনু।
আক কোটি কল্প অন্তৰেয়ো নপাই পুনু ॥
কৃষ্ণৰ কৃপায়ে আক লভিয় সম্প্ৰতি।
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি ॥ ২৪৪৫
পৰম বান্ধৱ মাধৱৰ নাম গুণ।
শ্ৰৱণ মাত্ৰকে পাই নিৰন্তৰে পুণ্য ॥

পাপে আসি বেঢ়য় এৰিলে হৰিনাম।
হেন জানি সদায় ঘুষিয়ো ৰাম ৰাম ॥ ২৪৪৬

ছবি

পৰম ভকত গোপী-　　সবক প্ৰণামি পাচে
　　বখানন্ত উদ্ধৱ মহন্ত।
এহিসে গোপিকাগণ　　সাফল ধৰিলে জন্ম
　　দুৰ্ল্লভ ভাৰত বৰিষত ॥
জগতৰে অন্তৰ্য্যামী　　ঈশ্বৰ পুৰুষ হৰি
　　সুৰাসুৰে সেৱৈ যাৰ পাৱ।
ইটো গোপবধূগণ　　তাহান্ত একান্ত মন
　　পাইলেক পৰম প্ৰেমভাৱ ॥ ২৪৪৭
এহি ভকতিকে বাঞ্ছো　　যতেক ভকতে আমি
　　আনো যত জীৱন মুকুত।
ব্ৰহ্মাৰো দুৰ্ল্লভ ভাৱ　　ইটো গোপীগণে পাইলে
　　কিনো ভৈল পৰম অদ্ভুত ॥
জানিলা ব্ৰাহ্মণ জন্ম　　হৈবাক নলাগে তাৰ
　　যিটো কৃষ্ণ কথাত ৰসিক।
যৈতে তৈতে হৌক জন্ম　　সিসে জন নৰোত্তম
　　যাৰ শ্ৰদ্ধা হৰি ভকতিক ॥ ২৪৪৮
জাতি কুলাচাৰ ধৰ্ম্মে　　কোন কাৰ্য্য সাধিবেক
　　জ্ঞান কোন কাৰ্য্যত শকত।
অজ্ঞানী অজাতি পাপী　　কৃষ্ণক ভজোক মাত্ৰ
　　তাৰো হৈব পৰম মহত ॥
একে গোপী স্ত্ৰী জাতি　　আৰো ব্যভিচাৰী আতি
　　সদায় বনত ভ্ৰমৈ মাত্ৰ।
আশ্চৰ্য্য আশ্চৰ্য্য কিনো　　এসমো কৃষ্ণৰ পুত্ৰ
　　পৰম ভক্তিৰ ভৈল পাত্ৰ ॥ ২৪৪৯

জানিলো পাপীয়ো নিতে　　ভজোক একান্ত চিত্তে
　　শ্ৰৱণ কাৰ্ত্তনে অনুক্ষণে।
এতেকতে পাৰৈ পাৰ　　পৰম কল্যাণ তাৰ
　　সাক্ষাতে সাধন্ত নাৰায়ণে ॥
কৃষ্ণৰ ভকতি আতি　　নাচাৰৈ আচাৰ জাতি
　　জগতৰে মহা হিতকৰ।
যেন অমৃতক পাইলে　　যেই সেই মতে খাইলে
　　সবে হৱৈ অজৰ অমৰ ॥ ২৪৫০
ৰাস-ক্ৰীড়া উৎসৱত　　কৃষ্ণদেৱে আনন্দত
　　কণ্ঠত ধৰিয়া বাহু মেলি।
অত্যন্ত অপূৰ্ব্ব যিটো　　প্ৰসাদ পাইলেক গোপী
　　কেশৱে কৰন্তে ৰাস-কেলি ॥
পৰম পদ্মিনী যত　　দেৱৰ ৰমণীগণে
　　তাকতো চক্ষুয়ে নতু দেখে।
বক্ষস্থলে থাকি লক্ষ্মী　　নাপান্ত প্ৰসাদ সিটো
　　সামান্য নাৰীক কোনে লেখে ॥ ২৪৫১
আচোক গোপীৰ ভাগ্য　　কতেক বৰ্ণাইবো মুখে
　　মোহোৰ বাঞ্ছনি এহিমানে।
গোপীৰ চৰণ ৰেণু　　যিটো তৃণবনে পাৱে
　　এহি মহা বৃন্দাবন স্থানে ॥
আহাৰ মধ্যত মই　　এক তৃণ হওঁ যেবে
　　তেবে মোৰ হৱে মহাভাগ।
পৰম ভকত ইটো　　গোপবধূ সমস্তৰ
　　সদায় ধূলিক পাইবো লাগ ॥ ২৪৫২
ইটো গোপী তেজিলেক　　দুস্ত্যজ সজ্জন বন্ধু
　　আউৰ একো ধৰ্ম্মক নাচাৰে।
এৰি আনো মনোৰথ　　কৃষ্ণৰ ভকতি পথ
　　ধৰিলেক মহা শ্ৰদ্ধা ভাৰে ॥
যাহাৰ চাৰিয়ো বেদে　　বিচাৰন্ত অবিচ্ছেদ
　　তথাপিতো নপাৱন্ত লাগ।
হেন প্ৰেম ভকতিত　　সদায় মজিল চিত্ত
　　আসম্বাৰ কিনো মহাভাগ ॥ ২৪৫৩

যিটো কৃষ্ণ চৰণক মহা যোগেশ্বৰ সবো
মনেয়ো নপান্ত পূজিবাক।
লক্ষ্মীদেৱী কোলে ধৰি অনেক সাদৰ কৰি
সদায় মৰ্দ্দন্ত হাতে যাক॥
ৰাস ক্ৰীড়া উৎসৱত হেন পাদ পঙ্কজক
গোপীগণে অৰ্পিলে তনত।
এৰাইলেক পাপচয় ভৈল মহা মহোদয়
কি কহিবো ভাগ্যৰ মহত॥ ২৪৫৪
তাসম্বাৰ মহিমাক বখানন্তে উদ্ধৱৰ
মনত আনন্দ গৈল চৰি।
কৃতাঞ্জলি কৰি হৰি- দাসে বুলিবাক লৈলা
দণ্ডৱতে পৃথিবীত পৰি॥
নন্দৰ ব্ৰজৰ স্ত্ৰীৰ চৰণ ৰেণুক হেৰা
কৰো তেবে সদায় বন্দন।
যাৰ হৰিকথা যিটো পৱিত্ৰ কৰিলা চিত
নিস্তাৰিল ইটো ত্ৰিভুবন॥ ২৪৫৫

উদ্ধৱৰ মথুৰালৈ প্ৰত্যাৱৰ্ত্তন

## ছবি

এহিমতে পাচে কতো দিনে আছি
উদ্ধৱে আনন্দে আতি।
যাইবাক লাগিয়া আজ্ঞা মাগি লৈলা
সমস্তে গোপীক মাতি॥
নন্দ আদি কৰি যত গোপগণ
সবাতো লৈলা মেলানি।
কৃষ্ণক মনত স্মৰন্তে ৰথত
চৰিলন্ত মহামানী॥ ২৪৫৬

উদ্ধৱ যাহান্তে যতেক গোপিকা
সমস্তে আকুল চিত।
আতি অনুৰাগে আনিউপায়ন
দিলা দধি দুগ্ধ ঘৃত॥
নন্দ যশোদা আদি ব্ৰজবাসী
যত গোপ-গোপীগণ।
প্ৰেমে সলোতক জুৰায়া কান্দন্তে
বুলিলা সবে বচন॥ ২৪৫৭
কৃষ্ণৰ চৰণে গোচৰ আমাৰ
জনাইবা উদ্ধৱ প্ৰাণ।
তানে পাৰে মাত্ৰ থাকোক ভকতি
নমাগোহো আন দান॥
কৃষ্ণৰ চৰণ পঙ্কজত সিটো
নেৰোক আমাৰ মনে।
ৰাম-কৃষ্ণ নাম সদা নছাড়োক
আমাৰ ইটো বচনে॥ ২৪৫৮
তাহানে পাৰক প্ৰণামি থাকোক
আমাসাৰ ইটো মাথ।
হেন ভক্তি যেন নুহিকো বঞ্চিত
কৃপা কৰা জগন্নাথ॥
ঈশ্বৰ ইচ্ছায় যৈতে তৈতে জন্ম
হৌক নিজ কৰ্ম্মগতি।
তৈতে তৈতে প্ৰভু তোমাৰ চৰণে
থাকোক দৃঢ় ভকতি॥ ২৪৫৯
যেবে দান পুণ্য আছোহো আচৰি
কদাচিত শুদ্ধ মতি।
নুগুচোক তেবে ঈশ্বৰ কৃষ্ণত
আমাৰ মনৰ ৰতি॥
এতেক বোলন্তে কৃষ্ণক স্মৰন্তে
লোতক বহৈৱে ধাৰে।
কৃষ্ণৰ পালিত মথুৰাপুৰীক
উদ্ধৱ পাইলা সত্বৰে॥ ২৪৬০

কৃষ্ণৰ চৰণে দণ্ডৱতে পৰি
কৰিল অশেষ নতি।
ৰামত কৃষ্ণত প্ৰতি প্ৰতি কৈলা
ব্ৰজৰ যত ভকতি॥
নন্দ যশোদাৰ যতেক কাৰুণ্য
গোপীৰ বিৰহ দুখ।
শুনি কৃষ্ণ-ৰাম নিশ্বাস তেজিয়া
কৰিলন্ত অধোমুখ॥ ২৪৬১
হৰিষ লোতক নেত্ৰৰ বজাইল
ভকতৰ শুনি ক্লেশ।
পাচে উগ্ৰসেন ৰাজাত যোগাইল
নন্দৰ যত সন্দেশ॥
কৃষ্ণৰ চৰণ সেৱি অনুক্ষণ
উদ্ধৱ থাকিলা তথা।
এহিমানে গোপী- উদ্ধৱ সম্বাদ
মহা ভাগৱত কথা॥ ২৪৬২
নমো নমো কৃষ্ণ দেৱ দায়াশীল
তুমি মোৰ পূৰ্ণকাম।
কৃষ্ণৰ চৰণ হৃদয়ে ধৰিয়া
ডাকি বোলা ৰাম ৰাম॥ ২৪৬৩

—ইতি—

শ্ৰীশ্ৰীশঙ্কৰদেৱ বিৰচিত

**শ্ৰীশঙ্কৰ মহাভাগৱতৰ আদ্য দশম স্কন্ধ সমাপ্ত**

শ্ৰীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

## দশম স্কন্ধ

[ কুৰুক্ষেত্ৰ ]

—————:*:—————

ওঁ শ্ৰীকৃষ্ণায় নমঃ

### শ্ৰীকৃষ্ণৰ দ্বাৰকাবাসীসকলৰ সৈতে কুৰুক্ষেত্ৰ গমন

জয় জয় কৃষ্ণ কৃপাপয়োধি মাধৱ।
ব্ৰহ্মা হৰে পূজে যাৰ চৰণ পল্লৱ॥
যাৰ নাম মাত্ৰে তৰে সংসাৰ দুৰ্ঘোৰ।
নমো দণ্ডৱতে কৃষ্ণ ইষ্টদেৱ মোৰ॥ ১
নমো নমো কৃষ্ণ মধুসূদন দৈত্যাৰি।
প্ৰভু ভগৱন্ত ভকতৰ ভয়হাৰী॥
যেন উপদেশ দিলা দেৱ হৃদীশ্বৰে।
ভণে ভাগৱত কথা কৃষ্ণৰ কিঙ্কৰে॥ ২
শুনা সমাজিক জন কৃষ্ণৰ চৰিত্ৰ।
নাহি আতপৰে আৰ তাৰক কলিত॥
চাৰি পুৰুষাৰ্থ কাম মোক্ষ ধৰ্ম্ম অৰ্থ।
শ্ৰৱণন্তে সমস্ত মিলাৱে মনোৰথ॥ ৩
দ্বাৰকাক আসিলা দৰিদ্ৰ দামোদৰ।
ভূমিতে দিলন্ত তাঙ্ক সম্পত্তি ইন্দ্ৰৰ॥
নন্দ যশোদাৰ প্ৰীতি সাধিবাক প্ৰতি।
কুৰুক্ষেত্ৰ তীৰ্থক কৰিলা কৃষ্ণে গতি॥ ৪
শুক নিগদতি শুনিয়োক পৰীক্ষিত।
কলি-মল সংহাৰক কৃষ্ণৰ চৰিত॥
ভকতৰ পৰম সুহৃদ দামোদৰ।
কুৰুক্ষেত্ৰ যাত্ৰা আৰে শুনা কেশৱৰ॥ ৫
কৰিলা দৈৱজ্ঞে গণি দেশত প্ৰকাশ।
মিলে মহা সূৰ্য্যৰ যে গ্ৰহণ সৰ্ব্বগ্ৰাস॥
শুনি মহাৰাজা সবে পৰম উৎসৱে।
কৰে ৰঙ্গে কুৰুক্ষেত্ৰ যাত্ৰা সবান্ধৱে॥ ৬
একে একে ৰাজা চলে পৰম লীলায়।
বলে বীৰ্য্যে ধৈৰ্য্যে যেন দিগ্‌গজ পৰায়॥

পৰিচ্ছদে মহেন্দ্ৰ সদৃশ চমৎকাৰ।
কিছু লেখা দিওঁ শুনা নাম তাসম্বাৰ ॥ ৭
কেকয় কৌশল কুৰু সৃঞ্জয় কাম্বোজ।
মহাবীৰ্য্য বিৰাট বিদৰ্ভ কুন্তি ভোজ ॥
মদ্ৰ দমঘোষ সব্য ভীষ্মক হাৰ্দ্দিক।
ধৃষ্টকেতু চেকিতান বিতাল বাহ্লিক ॥ ৮
যুধামন্যু মৈথিল সুশৰ্ম্মা উশীনৰ।
বিন্দ অনুবিন্দ চন্দ্ৰদত্ত দিবাকৰ ॥
শ্ৰুতাযুদ্ধ প্ৰবুদ্ধ ধৰণীধৰ কাল।
নগ্নজিৎ পুৰুজিৎ সোম মহীপাল ॥ ৯
সাৰণ সুৰথ ৰথী সুপাৰ্শ্ব প্ৰতীপ।
চন্দ্ৰচূড় চক্ৰকেতু কৌশাম্বিৰ নৃপ ॥
পৰ পুৰঞ্জয় জয়সেন মহোৎসৱ।
চমৎকাৰে চলে আতি সৈন্য সবান্ধৱ ॥ ১০
কৌৰৱ পাণ্ডৱ আদি কৰি যত ৰাজা।
পুত্ৰ পত্নী সমন্বিতে সঙ্গে লৈয়া প্ৰজা ॥
হয় হস্তী ৰথে কেহো চৰি নৰযান।
কুৰুক্ষেত্ৰ তীৰ্থে আসি ভৈলা একথান ॥ ১১
পূৰ্ব্বত পৰশুৰামে কৰিলা নিশ্চয়।
ক্ষত্ৰিয়ৰ ৰুধিৰে নিৰ্ম্মিলা হ্ৰদচয় ॥
আপুনি কৰিলা স্নান দান যজ্ঞ যত।
নাহি পুণ্য ক্ষেত্ৰ তাক সম সংসাৰত ॥ ১২
পৃথিবীৰ ৰাজা একথান ভৈলা তথা।
আত অনন্তৰে শুনা কেশৱৰ কথা ॥
সৰ্ব্বগ্ৰাস গ্ৰহণৰ শুনি সিটো বাৰ্ত্তা।
সবংশে কৰিলা কৃষ্ণে কুৰুক্ষেত্ৰে যাত্ৰা ॥ ১৩
বীৰ কৃতবৰ্ম্মা শুক সুচন্দ্ৰ সাৰণ।
লগত সহায় দিলা এহি চাৰিজন ॥
অনিৰুদ্ধ কুমাৰক প্ৰবোধিয়া হৰি।
সেনা সমে থৈলা দ্বাৰকাক ৰক্ষা কৰি ॥ ১৪
আন যত যদুবংশ মানে নিৰন্তৰে।
কৃষ্ণক আগুৰি ৰঙ্গে চলে চপকৰে ॥
লৈয়া মহা প্ৰাৰম্ভে সম্ভাৰ ভৰি পূৰ।
চলে বসু দেৱাসুৰ আহুক অক্ৰূৰ ॥ ১৫
ৰাম কামদেৱ গদ শাল্ব মহাবীৰ।
উগ্ৰসেন শঠ শত্ৰুমৰ্দ্দন মন্দিৰ ॥
শাল্ব ভগদত্ত ভুৰি বিক্ৰয় উৰ্ম্মুক।
যায় যদুগণ সঙ্গে পৰম উৎসুক ॥ ১৬
ৰথসব চলে যেন বিমান দেৱৰ।
ছানি যায় ধ্বজ দণ্ড চিৰল চামৰ ॥
জলকে কিঙ্কিণী সুৱৰ্ণৰ শাৰী শাৰী।
যায় যদুগণ তাতে সঙ্গে নিজ নাৰী ॥ ১৭
যূথে যূথে যায় মত্ত হস্তী একে টিকি।
সুৱৰ্ণ ভূমুকাচয় কৰে চিকিমিকি ॥
যেন ঐৰাৱত গৰ্জ্জনিতে ভূমি চালে।
কৰ্ণে হানে তাল গজঘণ্টাৰ আস্ফালে ॥ ১৮
সুৱৰ্ণ পাখাৰে চলে যত তেজী ঘোৰ।
চল বল কৰে বেগে বায়ু নোহে যোৰ ॥
ৰাহুতে দেখাৱে লীলা গতি লয়লাসে।
সাগৰৰ ঊৰ্ম্মি যেন উল্লাসে বতাসে ॥ ১৯
অলেখ পদাতি চলে পৰম উৎসাহে।
চিকিমিকি কৰে দেহা সুৱৰ্ণ সন্নাহে ॥
দিব্য বস্ত্ৰ অলঙ্কাৰে যায় প্ৰকাশন্তে।
সুৱৰ্ণৰ মালা দোলে কণ্ঠত হাঠন্তে ॥ ২০
হৃষ্ট পুষ্ট দৰ্পিষ্ঠ বলিষ্ঠ কলেৱৰ।
অস্ত্ৰ শস্ত্ৰ ধৰি যেন ধাৱে বিদ্যাধৰ ॥
সঙ্গে নিজ নাৰী চলে গলে হেমহাৰ।
অপেস্বৰী সমে যেন দেৱৰ কুমাৰ ॥ ২১
সবাৰ মাজত যান্ত জগত নিবাস।
নক্ষত্ৰৰ মাজে যেন চন্দ্ৰৰ প্ৰকাশ ॥
মৌক্তিক ছত্ৰেক আছে শিৰৰ উপৰে।
সাত্যকি উদ্ধৱো চলে ধৰল চামৰে ॥ ২২
দাৰুকে ডাকন্ত ৰথ চলে লাসে লাসে।
দিব্য যন্ত্ৰ যতেক বজায়ে লাসেবেশে ॥

ছিন্ন চৌণ্ড দণ্ড নচুরারে তুলি তুলি ।
নটে ভাটে ৰটে জয় জয় কৃষ্ণ বুলি ॥ ২৩
ঈষত হসিত মুখ নৱ পদ্মাকোষ ।
অৰুণ চৰণ দুই দেখন্তে সন্তোষ ॥
শ্যাম শৰীৰত ৰত্নময় অলঙ্কাৰ ।
নবীন মেঘত যেন বিজুলী সঞ্চাৰ ॥ ২৪
ৰূপৰ সম্পত্তি আতি প্ৰকাশে প্ৰচুৰ ।
কোটি কন্দৰ্পৰো দৰ্প দেখি হৰে চূৰ ॥
বাহু বক্ষঃস্থলত যাহাৰ পৰে দৃষ্টি ।
জুৰাই তনু মন যেন অমৃতৰ বৃষ্টি ॥ ২৫
দৈৱকী প্ৰমুখ্যে নাৰী যাদৱ বংশৰ ।
ৰুক্মিণী প্ৰমুখ্যে যত মহিষী কৃষ্ণৰ ॥
শৰীৰক মণ্ডি ৰত্নময় অলঙ্কাৰে ।
বিমানত চৰি লৰি যান্ত জাতিষ্কাৰে ॥ ২৬
যতেক যাদৱী সেনা তাৰো নাহি সীমা ।
যাহন্তে কীৰ্ত্তন কৰে কৃষ্ণৰ মহিমা ॥
পূৰিলেক কৃষ্ণ গুণে গগন মণ্ডল ।
শুনে মানে ধ্বনি পলাই পাপ অমঙ্গল ॥ ২৭
কৃষ্ণেসে পৰম ইষ্টদেৱ কৃষ্ণ প্ৰাণ ।
নজানে যাদৱী সেনা কৃষ্ণ বিনে আন ॥
কৃষ্ণৰেসে যশ কথা নিৰন্তৰে গাৱে ।
সলোতক নয়ন বয়ন প্ৰেমভাৱে ॥ ২৮
অসংখ্যাত ৰথ ঘোষ বাদ্য ভণ্ড ৰোলে ।
হয় হস্তী গিৰি মহীমণ্ডল হিন্দোলে ॥
এহিমতে যান্ত যদুবংশৰ প্ৰদীপ ।
অনন্তৰে পাইল কুৰুক্ষেত্ৰৰ সমীপ ॥ ২৯
কৃষ্ণৰ চৰণে সবে লৈয়া অনুমতি ।
নামিয়া জলত সবে যাদৱ সন্ততি ॥
ৰামৰ হ্ৰদত ৰঙ্গে কৰিলন্ত স্নান ।
দেৱতা পিতৃক সন্তৰ্পিয়া দিলা দান ॥ ৩০
বিশিষ্ট বিপ্ৰক আনি কৰিলা সৎকাৰ ।
শ্ৰদ্ধায়ে পিন্ধাইলা গন্ধ বস্ত্ৰ অলঙ্কাৰ ॥

দিলা দাস দাসী দোলা হয় হস্তী ৰথ ।
ভৈলন্ত সন্তোষ পৰিপূৰ্ণ মনোৰথ ॥ ৩১
সুৱৰ্ণৰ শৃঙ্গ ৰজতৰ খুৰা চাৰি ।
গলে হেমমালা দিব্য বসনে আৱৰি ॥
কৰিলন্ত দান হেম ধেনু অসংখ্যাত ।
মিলোক ভকতি বুলি কৃষ্ণ দেৱতাত ॥ ৩২
পুনৰপি সবংশে কৰিলা মোক্ষ-স্নান ।
মহন্ত বিপ্ৰক পুনু কৰিয়া সন্মান ॥
কৃষ্ণৰ চৰণে হৌক ভকতি আমাৰ ।
এহি বুলি দিলন্ত সুৱৰ্ণ একো ভাৰ ॥ ৩৩
পাচে কৃষ্ণদেৱ যদুবংশৰ লগতে ।
কৰিলা আপুনি স্নান দান বিধিমতে ॥
অনুমতি পায়া সবে কৃষ্ণৰ চৰণে ।
কৰিলা ভোজন ভাগ্যৱন্ত যদুগণে ॥ ৩৪
মহা হৰিষিত চিত্ত উঠি সমদলে ।
ছায়া অনুসৰি বসিলন্ত তৰুতলে ॥
আসি আছে পৃথিবীৰ যত ৰাজাগণ ।
চিৰকাল অন্যো অন্যে ভৈল দৰশন ॥ ৩৫
যাদৱ বংশক দেখি আনন্দ হৃদয় ।
বিদৰ্ভ কৈকেয় কুৰু কাম্বোজ সৃঞ্জয় ॥
বিৰাট দ্ৰুপদ মদ্ৰ কৌৰৱ পাণ্ডৱ ।
পৰম সুহৃদ কেহো সম্বন্ধী বান্ধৱ ॥ ৩৬
ভৈলা দেখাদেখি সবে আসি কুৰুক্ষেত্ৰে ।
হৰিষে প্ৰফুল্ল মুখ পদ্ম-সম নেত্ৰ ॥
সাৱটন্তে অন্যো অন্যে মিলে প্ৰেমভাৱ ।
ঝৰে নয়নৰ নীৰ ৰোমাঞ্চিত গাৱ ॥ ৩৭
নিৰোধিলা তাক কণ্ঠ বাক্য নসঞ্চৰে ।
পৰম আনন্দ মনে মিলে সমস্তৰে ॥
ধৰাধৰি কৰি আসি বসিয়া আসনে ।
পুছিলা কুশল বাৰ্ত্তা মধুৰ বচনে ॥ ৩৮
দ্ৰৌপদী প্ৰমুখ্যে ৰাজ মহিষী যতেক ।
কৃষ্ণপত্নী সমস্তকে দেখিয়া প্ৰত্যেক ॥

পৰম সুহৃদ ভাবে ধৰি আলিঙ্গিল।
কুঙ্কুমে ৰঞ্জিত দুই তনক পীড়িল ॥ ৩৯
পাইলন্ত পৰম প্ৰীতি অন্যো অন্যে চাই।
মহা প্ৰেমভাৱে নীৰ নেত্ৰৰ বঝাই ॥
কনিষ্ঠে জ্যেষ্ঠক কৰিলন্ত নমস্কাৰ।
অন্যো অন্যে কুশল কহিল আপোনাৰ ॥ ৪০
যত মহা মহা ৰাজা আসিয়াছে তথা।
পাতিয়া বহল সভা কহে কৃষ্ণ কথা ॥
নাৰীসবে একত্ৰে বসিয়া মহা সুখে।
কৃষ্ণৰেসে চৰিত্ৰ কহয় মাত্ৰ মুখে ॥ ৪১
যাদৱগণৰ সিটো মহা শ্ৰীক দেখি।
ঈশ্বৰ কৃষ্ণৰ মূৰ্ত্তি নিৰেখি নিৰেখি ॥
ভৈলন্ত বিস্ময় আতি সিটো সামৰাজে।
নাহি আন কথা কৃষ্ণ মহিমাত বাজে ॥ ৪২
পিতৃক মাতৃক দেখি কুন্তী ৰাজমাৱে।
মহা প্ৰীতি পৰি প্ৰণামিলা দুইৰো পাৱে ॥
যত ভাৰ্য্যা ভগিণী ভাৰ্য্যাৰ ভ্ৰাতৃচয়।
কৰিলা সাদৰ সমস্তক যেন নয় ॥ ৪৩
কৃষ্ণক দেখিয়া মহা প্ৰেম উপজিল।
কণ্ঠত ধৰিয়া নীৰ নেত্ৰৰ ত্যজিল ॥
গৌৰৱে কুন্তীক পাচে নমিলা মাধৱে।
ভৈলা সলোতক মুখ দেখি সবান্ধৱে ॥ ৪৪
ভ্ৰাতৃ বসুদেৱক কৰিলা বহুমান।
কান্দন্তে দিলন্ত তাক কুন্তী সন্নিধান ॥
তুমি শ্ৰেষ্ঠ ভ্ৰাতৃ পিতৃ সমান সুবুদ্ধি।
এতমান আপদতো নকৰিলা শুদ্ধি ॥ ৪৫
কতবা জন্মত পাপ সঞ্চিলো দুৰ্ঘোৰ।
ভৈলোহো বিধবা স্বামী মৰিলন্ত মোৰ ॥
পঞ্চগুটি পুত্ৰসমে ভৈলো অনাথিতি।
নাহি পৃথিবীত মোত পৰে নিমাখিতি ॥ ৪৬
পিতৃ-মাতৃ সুহৃদ সোদৰ বন্ধুজন।
আপদ কালত যাক নকৰে স্মৰণ ॥
যিটো ভাগ্য শূন্য তাৰ জীৱন নিষ্ফল।
এহি বুলি ভৈলা কুন্তী নয়ন সজল ॥ ৪৭
বান্ধৱৰ মধ্যত কৰন্ত অসন্তোষ।
মোৰ বিধি বক্ৰ কিবা তোমাসাৰ দোষ ॥
অৱশ্যে ভুঞ্জিবে লাগে ললাট লিখিত।
শুনি শোকে সবান্ধৱে নধৰন্ত চিত ॥ ৪৮
বসুদেৱ বোলন্ত শুনিয়ো কুন্তী আই।
আমাসাত অপমান কৰিতে যুৱাই ॥
নকৰিলো শুদ্ধি তোমাসাক এতদিন।
কিন্তু তুমি আমি সবে দৈৱৰ অধীন ॥ ৪৯
মিলে মান অপমান ঈশ্বৰ ইচ্ছায়।
বিচাৰত সুখ দুখ দাতা আন নাই ॥
ঈশ্বৰৰ বশ্য আমি যত জীৱ মানে।
নুহিকো স্বতন্ত্ৰ আক দেখা বিদ্যমানে ॥ ৫০
কোন দুখ আমাক নিদিলা পাপী কংসে।
যম যাতনাক ঐত ভুঞ্জিলো সবংশে ॥
উচ্ছাদিলে ভেটিকো কৰিয়া কূটনাট।
কতেক কহিবো মাৰ আমাৰ ললাট ॥ ৫১
আবেসে খণ্ডিল দুখ বিধি সুদক্ষিণ।
সম্প্ৰতিসি সুখে আছো আমি কতোদিন ॥
ভালেকি আছন্তে আমি নকৰিলো শুদ্ধি।
ত্যজিয়ো বিষাদ মাৰ থিৰ কৰা বুদ্ধি ॥ ৫২
হেন শুনি ৰাজমাৱে ত্যজিলা নিশ্বাস।
কেশৱো কৰিলা পাচে পেহীক আশ্বাস ॥
প্ৰবোধিলা আনো বন্ধু বান্ধৱ সাদৰে।
ভৈলা শান্তমতী আতি কুন্তী অনন্তৰে ॥ ৫৩
শুনা সমাজিক কৃষ্ণ চৰিত্ৰ নিতান্ত।
সংসাৰ ব্যাধিক ইসে কৰে উপশান্ত ॥
মোহ নিদ্ৰা এৰি লৈয়ো সত্বৰে চেতন।
কালে পাইলে হেবা কৰা কৃষ্ণক স্মৰণ ॥ ৫৪
হে প্ৰাণনাথ নাৰায়ণ কৃষ্ণ দেৱ।
তোমাৰ চৰণে মনে কৰো কোটি সেৱ ॥

মই মহা মূঢ় মন্দ মতি দুৰাচাৰ।
দীন দয়াশীল কৰা আপদে উদ্ধাৰ ॥ ৫৫
তুমিসে হৃদয় প্ৰিয় আত্মা নিষ্ঠে নিষ্ঠ।
উপদেশ দাতা তুমি গুৰুদেৱ ইষ্ট ॥
এতেক জানন্তে মোৰ থিৰ নোহে মতি।
আপুনি কৰিয়ো কৃষ্ণ অগতিৰ গতি ॥ ৫৬
কৃপা কৰা কৃষ্ণ লৈলো তোমাত শৰণ।
সদায়ে স্মৰোক মনে অৰুণ চৰণ ॥
নছাৰোক মুখে মোৰ কৃষ্ণ হেন নাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৫৭

---

## দুলড়ী

নিগদতি শুক শুনা পৰীক্ষিত
যেন কথা আতপৰে।
পৃথিবীৰ মহা মহাৰাজ যত
আসিয়াছে নিৰন্তৰে ॥
দেখি বসুদেৱ প্ৰমুখ্যে যাদৱ-
গণ ভৈলা আনন্দিত।
পৰম সাদৰে সবাকো অৰ্চ্চিলা
যাক যেন যথোচিত ॥ ৫৮
ৰামে সমে কৃষ্ণো কৰিলা সম্মান
সবাকো বিনয় ভাৱে।
কৃষ্ণক নিৰী'ক্ষ নৃপতিসকলে
এক দৃষ্টি কৰি চাৱে ॥
কৃষ্ণ দৰশনে সমস্তৰ মনে
পৰম আনন্দ মিলে।
জিহ্বায়ে চেলেকে নাকে মুখে যেন
নয়নৰ পথে গিলে ॥ ৫৯
জগতৰ প্ৰিয় আত্মা ভগৱন্ত
তাঙ্ক দৰশন পাই।
তনু পুলকিত লোতক নিগড়ে
আনন্দৰ সীমা নাই ॥
পৃথিবীৰ ৰাজা যত আসিয়াছে
শত্ৰু মিত্ৰ উদাসীন।
কৃষ্ণক পৰম ঈশ্বৰ জানিয়া
ভৈল সবে মোহ হীন ॥ ৬০
ভীষ্ম দ্ৰোণ কৃপ কৰ্ণ কুন্তীভোজ
কাম্বোজ কুণ্ডিল পতি।
বিশালাক্ষ বীৰ বিৰাট বাহ্লিক
কৈকেয় কাশী নৃপতি ॥
যুধামন্যু মত্ত মৈথিল সুশৰ্ম্মা
ধৃষ্টকেতু চেকিতান।
সৃঞ্জয় সঞ্জয় বিদুৰ বিৰাট
দেখি উল্লাসিত প্ৰাণ ॥ ৬১
সুবল শকুনি ধৃতৰাষ্ট্ৰ ৰাজা
সপুত্ৰে সতী গান্ধাৰী।
সত্যৱতী কুন্তী দ্ৰৌপদী প্ৰমুখ্যে
যত পাণ্ডৱৰ নাৰী ॥
যুধিষ্ঠিৰ ভীম অৰ্জ্জুন নকুল
সহদেৱ পাঞ্চো ভাই।
ৰাজসূয় যজ্ঞে জিনিলা যতেক
ৰাজাগণ সমুদায় ॥ ৬২
দেখিলা আনন্দ মূৰতি কৃষ্ণৰ
সাক্ষাতে লক্ষ্মী নিবাস।
কোটি এক শশী সূৰ্য্য একেবাৰে
কৰন্ত যেন প্ৰকাশ ॥
ষোড়শ হাজাৰ পত্নীসব সিটো
সাক্ষাতে লক্ষ্মীৰ নয়।
পৰম বিভৱ দেখি মাধৱৰ
মিলিল মনে বিস্ময় ॥ ৬৩
মানুহ নহয় দৈৱকাৰ্ত্তনয়
জানিলো নিশ্চয় কৰি।

সৃষ্টি স্থিতি অন্ত যি দেৱে কৰন্ত
তেন্তে এন্তে মহা হৰি ॥
ব্ৰহ্মা আদি কৰি পিম্পৰা পৰ্য্যন্ত
মোহিত যাৰ মায়াত ।
জগত নিস্তাৰ হেতু অৱতাৰ
জানিলো ভৈলা সাক্ষাত ॥ ৬৪
সেহি সময়ত সমস্তৰে ভৈল
কৃষ্ণত ঈশ্বৰ বুদ্ধি ।
আনন্দে যাদৱ বংশক প্ৰশংসা
কৰন্ত সবে সম্বোধি ॥
হে বসুদেৱ উগ্ৰসেন শুনা
যাদৱ বংশ সকল ।
জানিলো মনুষ্য মধ্যে তোৰাসবে
জন্মৰ ভৈল সাফল ॥ ৬৫
জগতকে যিটো দেখে ব্ৰহ্মময়
জ্ঞানীগণ মধ্যে খ্যাত ।
ঈশ্বৰ মূৰুতি কৃষ্ণৰ নেদেখে
ধ্যানত সিটো সাক্ষাত ॥
হেন মাধৱক বান্ধৱ মানিয়া
মুখ পদ্ম দেখা নিতে ।
দুৰ্ল্লভ প্ৰভুক অপ্ৰয়াসে পাইলা
গুণাগুণ একচিতে ॥ ৬৬
যাৰ বাক্য বেদ পাদোদক গঙ্গা
ত্ৰৈলোক্য পৱিত্ৰ কৰে ।
যাৰ কীৰ্ত্তি যশ শ্ৰৱণ কীৰ্ত্তনে
জগত আতি উদ্ধাৰে ॥
যাৰ নাম মাত্ৰ স্মৰণে নিস্তাৰে
পতিত পাতকীচয় ।
হেন মাধৱক সদা দেখা কিনো
দুৰ্ল্লভ ভাগ্য উদয় ॥ ৬৭
কালে নাশ গৈল মহীৰ মাহাত্ম্য
নোপজে শস্য কিঞ্চিত ।

যাৰ পাদপদ্ম পৰশে সম্পূৰ্ণ
ভৈল ভূমি কৃতকৃত্য ॥
যেই যিবা আবে বাঞ্ছো পৃথিবীত
পূৰ্ণ হোন্ত সেহি কাম ।
যাহাৰ প্ৰসাদে জগতৰে ভৈল
মহা দুখ উপশাম ॥ ৬৮
হেন ঈশ্বৰক দৰশন পাই
পৰশা আপোন হাতে ।
কৰা একেলগে ভ্ৰমণ ভোজন
শয়ন একে শয্যাতে ॥
মোক্ষ সুখ এৰি কৃষ্ণৰ সেৱাত
সবংশৰে অভিলাষ ।
কিনো মহাভাগ্য গৃহতে কৰন্ত
আপুনি বিষ্ণু নিবাস ॥ ৬৯
আনো অসংখ্যাত কৰিল প্ৰশংসা
ধন্য ধন্য যদুকুল ।
পৰম মহিমা দেখিয়া কৃষ্ণত
শিৰে বৰিষিলা ফুল ॥
মিলিল সিবেলা সবাৰো কৃষ্ণত
পৰম ঈশ্বৰ জ্ঞান ।
হৰিষে ৰহিল কেহো নকহিল
কৃষ্ণকথা বিনে আন ॥ ৭০

---

ছবি

শুনা সামাজিক যত ইটো মহাভাগৱত
যত্নে মহা হুয়ো সাৱধান ।
কৃষ্ণৰ চৰিত্ৰচয় সম্যকে অমৃতময়
কৰা কৰ্ণাঞ্জলি ভৰি প্ৰাণ ॥
হেন কৃষ্ণ কৃপাময় মই মহা দুৰাশয়
বিষয় বাসনা নেৰে মোক ।

তোমাৰ চৰণে মতি নকৰে ভকতি ৰতি
আবে মোৰ কেনে গতি হোক ॥ ৭১
বচনত মাত্র মূঢ় মই শূন্য মতি মূঢ়
পৰ উপদেশত পণ্ডিত।
তুমি হেন দেৱ জানি নপাৰিলো চক্রপাণি
আপোনাৰ দুখক খণ্ডিত ॥
নেৰাইলো সংসাৰ তাপ চৰণে উদ্ধাৰা বাপ
কৰো হেৰা চৰণে প্রণাম।
তুমি বিনে ত্রাণ নহে কৃষ্ণৰ কিঙ্কৰে কহে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৭২

---

### নন্দ-যশোদা আৰু গোপীসকলৰ সৈতে শ্রীকৃষ্ণ-বলৰামৰ কুৰুক্ষেত্রত মিলন

**পদ**

নিগদতি শুক শুনা নৃপ পৰীক্ষিত।
কৃষ্ণৰ চৰিত্র লীলা পৰম অমৃত ॥
আত অনন্তৰ কথা শুনা মহাবীৰ।
যিসব বৃত্তান্ত ভৈল গোকুলবাসীৰ ॥ ৭৩
শুনিলা আনন্দ বার্ত্তা নন্দ গোপে পাচে।
কৃষ্ণ সমে যত যদুবংশ আসিয়াছে ॥
মিলিল উৎসুক মনে মহা হৰিষন্ত।
তোলাইলা শকটে আনি সকল সম্ভৃত ॥ ৭৪
তথাতে ৰহিবো বাসা নন্দৰ আশয়।
গোপগণ সমে যাওঁ আনন্দ হৃদয় ॥
কৃষ্ণক দেখিবো বুলি মনত উল্লাসে।
যশোদা প্রমুখ্যে গোপী চলে লয়লাসে ॥ ৭৫
ভৈল সুপ্রভাত আজি বিধাতা প্রসন্ন।
পাইবো প্রেম পঙ্কজ নেত্রক দৰিশন ॥
ঈষত হসিত মুখ দেখিবো দুনাই।
প্রেমে পৰিপূর্ণ গোপীসব চলি যায় ॥ ৭৬
জগতৰ পূজ্য যিটো দৈৱকীকুমাৰ।
যাক নপাই প্রাণ ফুটে সদায়ে আমাৰ ॥
তাহান দেখিবো পাদ পঙ্কজ দুতয়।
আজি জন্ম সাফল মিলিবে মহোদয় ॥ ৭৭
যিটো জগতৰ আত্মা ভকত বান্ধৱ।
বুলিলা প্রবোধ ধৰি আমাক মাধৱ ॥
হেন মনে গুণন্তে যাহন্তে যেবে আছে।
ভৈল দেখা দেখি যদুবংশ সমে পাচে ॥ ৭৮
গোকুলবাসীক দেখি যতেক যাদৱ।
উঠিল তেখনে মনে মিলল উৎসৱ ॥
প্রাণৰ পৰশে যেন তনুৰ উল্লাস।
দূৰতে দেখিয়া ৰঙ্গে তুলিলন্ত হাস ॥ ৭৯
মহা হৰিষিত মন চিৰ দৰিশনে।
আসি সাৰটিল সবে সজল নয়নে ॥
নন্দক দেখিয়া বসুদেৱে গাৰ চালি।
প্রাণমিত্র বুলি ধৰিলন্ত আঙ্কোৱালি ॥ ৮০
পাইলা প্রীতি আতি নয়নৰ ঝৰে নীৰ।
প্রেমত আকুল ভৈল চিত্ত দুহি থিৰ ॥
লোতকে নিৰোধে কণ্ঠ বাক্য বাজ দুই।
সাৰটা সাৰটি কৰি আছিলন্ত দুই ॥ ৮১
সাদৰে বৈসাইলা নিয়া সুবর্ণ আসনে।
কৰিলা সম্মান নিয়া মধুৰ বচনে ॥
পাপী কংসে বন্দী কৰি দিলা দুখ যত।
নন্দ দৰশনে সবে পৰিল মনত ॥ ৮২
বুলিবে লাগিলা স্মৰি পূর্ব্ব উপকাৰ।
কংসৰ ভয়ত পুৰি নাছিল আমাৰ ॥
তুমি প্রাণসম মিত্র তোমাতেসে গম।
পলুৱাই থৈলো নিয়া দুগুটি তনয় ॥ ৮৩
পুত্ৰৱতে পালিলা আপুনি অনুদিন।
শুজান নযায় সিটো উপকাৰ ঋণ ॥
কৰিলো তোমাত মই ভাৰ্য্যাৰ সম্ভ্ৰান্ত।
কোন হিত মোৰ নাচৰিলা সিবেলাত ॥ ৮৪

এতেকে বোলন্তে প্ৰেম পৰশিল আতি।
সলোতক নেত্ৰে তক্তি থাকিল নমাতি ॥
নন্দো ধৰি মিত্ৰক বুলিলা প্ৰিয় বাক।
এতেক বুলিবে সখী নলাগে আমাক ॥ ৮৫
তুমি মহা ভাগৱত জগততে সাৰ।
যাৰ ঘৰে পৰম ঈশ্বৰ অৱতাৰ ॥
তুমি সম ভাগ্যৱন্ত ত্ৰৈলোক্যতে নাই।
তোমাৰ সাধিবো প্ৰীতি কত পুণ্য পাই ॥ ৮৬
কিনো ভাগ্য ভৈলা তুমি মোৰ মহা মিত্ৰ।
আজিসে জানিলো ভৈলো পৰম পৱিত্ৰ ॥
তোমাৰ আলাপে পাপ কৰিলে উচ্ছাদ।
কৰিলা আলাপ আনো মধুৰ সম্বাদ ॥ ৮৭
নন্দ যশোদাক দেখি পাচে কৃষ্ণ-ৰাম।
পৰম প্ৰেমত পৰি কৰিলা প্ৰণাম ॥
পিতৃ মাতৃ বুলি উঠি সাৱটিলা ধৰি।
স্নেহ স্ৰৱে কমল নেত্ৰৰ নীৰ ঝৰি ॥ ৮৮
পিতৃৰ মাতৃৰ প্ৰেমে পৰম আকুল।
ভৈলা আত যিটো জগতৰে আদিমূল ॥
লোতকে নিৰোধে কণ্ঠ বাক্য নাসে মুখে।
হেঠ মাথে ৰৈলা চিৰ বিয়োগৰ দুখে ॥ ৮৯
নন্দ যশোদায়ো দেখি পৰম প্ৰেমত।
সাৱটি ধৰিলা তুলি নিজ আসনত ॥
শিৰ সুঙ্গি পাইলা প্ৰীতি প্ৰসন্ন বদন।
মহা স্নেহে স্ৰৱে যশোদাৰ দুয়ো স্তন ॥ ৯০
এৰাইলন্ত চিৰ বিয়োগৰ সিটো তাপ।
কৰিলা কৃষ্ণক ধৰি প্ৰেমত বিলাপ ॥
সুমৰিয়া কেশৱৰ সিসব চৰিত।
স্নেহত কান্দন্ত নন্দ নসহন্ত চিত ॥ ৯১
লোতকে তিয়াইলা তনু ৰাম মাধৱৰ।
লগতে কান্দন্ত দুয়ো পৰম ঈশ্বৰ ॥
নেত্ৰৰ লোতক বহে নসহে হৃদয়।
চড়ে চিৰ দৰশন প্ৰেম অতিশয় ॥ ৯২

কতোক্ষণে ভৈলন্ত মাধৱ সম্মুক্ষণ।
পিতৃৰ মাতৃৰ দুইৰো ধৰিয়া চৰণ ॥
বিনয় বচনে কৰি ক্ৰন্দন নিৰোধ।
অনেক বচনে দুইকো কৰিয়া প্ৰবোধ ॥ ৯৩
পৰম অতৰ্ক গতি কাল ঈশ্বৰৰ।
দৈৱৰ অধীন সমাগম বান্ধৱৰ ॥
কৈৰপৰা আনি জীৱ কৰে এক ঠাই।
ক্ষণেকতে পুনুহো পেহ্লাৰে বিহৰাই ॥ ৯৪
জলৰ বেগত এক থান হোৱে ফেন।
ক্ষণেক থাকিয়া ক্ষণেকতে মিলে যেন ॥
সেহিমত সংযোগ বিযোগ সুহৃদৰ।
ঈশ্বৰৰ বশ্য কেহো নোহে স্বতন্তৰ ॥ ৯৫
এহি পৰমাৰ্থ কথা নোহে আত বোধ।
চিৰকাল নগোৰাই কৰিলো অপৰাধ ॥
কৰোহোঁ কাতৰ মোৰ মৰষিয়ো দোষ।
হেন শুনি ভৈল নন্দ যশোদা সন্তোষ ॥ ৯৬
ৰোহিণী দৈৱকী পাচে আসিলা বজাই।
যশোদাক দেখিয়া পৰম প্ৰীতি পাই ॥
হাসি প্ৰাণ সখি বুলি সাৱটিয়া ধৰি।
বাহু মেলি দুহাস্কো ধৰিলা ব্ৰজেশ্বৰী ॥ ৯৭
পাপী কংসে যত যত ভুঞ্জাইলা নিকাৰ।
সুমৰিয়া যশোদা পূৰ্ব্বৰ উপকাৰ ॥
দ্ৰৱিল হৃদয় আতি দুইৰো স্নেহ চড়ে।
ভৈলা সকৰুণ নীৰ নেত্ৰৰ নিগৰে ॥ ৯৮
লোতকে নিৰোধে কণ্ঠ গদ গদ বাক।
বুলিলন্ত পৰম সাদৰে যশোদাক ॥
বিপদৰ বান্ধৱ পৰম উপকাৰী।
তোমাঠৈৰ গুণ আমি শুজিতে নপাৰি ॥ ৯৯
সপিলো তোমাতে ইটো তনয় দুখানি।
প্ৰতিপালি পুষিলা তোমৰা দুয়ো প্ৰাণী ॥
উপজি নপাইলা পুতাই পিতৃক মাতৃক।
ভুলিলাহা সখি দেখি প্ৰাণতো অধিক ॥ ১০০

নির্ভয়ে ভ্রমিলা পুতাই তোমাৰেসে গুণে।
চক্ষুৰ পীৰিতি যেন ৰাখিলা আপুনে॥
কৰিলা কৃষ্ণত মহা স্নেহ নিৰন্তৰ।
নাহিকে আপোন পৰ বুদ্ধি মহন্তৰ॥ ১০১
নাহি তোমাঠেত পৰে মহা হিতকাৰী।
তোমাৰ মৈত্ৰিক পাসৰিবে কোন নাৰী॥
ইন্দ্ৰৰ সম্পদ যদি দেওঁ প্ৰতিদিন।
তথাপিতো শুজা নযাই উপকাৰ ঋণ॥ ১০২
দ্ৰৱিল হৃদয় দুইৰো এতেক বোলন্তে।
সৰসৰি পৰে নীৰ নয়নৰ হন্তে॥
প্ৰবোধিলা যশোদা আঞ্চলে মুচি মুখ।
কিসক কহস পূৰ্ব্ব আপদৰ দুখ॥ ১০৩
ঈশ্বৰৰ ইচ্ছায়ে আসি সুখ দুখ মিলে।
সম্পদো নাথাকে দুখো গুচে একতিলে॥
মায়াৰ ৰচনা ইটো জগতকে দেখি।
কিছু অনুশোচ নকৰিবা প্ৰাণসখি॥ ১০৪
কতো কোটি জনমৰ মোৰ আছে ভাগ।
কৃষ্ণ হেন পুত্ৰক তুলিবে পাইলো লাগ॥
তৰিলো আপদ ঘোৰ কৃষ্ণতেসে হন্তে।
দহে দেহা সখি সিটো কথা সুমৰন্তে॥ ১০৫
স্তন শুসি লৈলে পুত্ৰে পুতনাৰ প্ৰাণ।
কৈলা গল চেপি চক্ৰবাতক নিৰ্য্যাণ॥
কৃষ্ণে মাটি খাইলা বুলি শৰীৰ নসয়।
গৰ্ভতে দেখাইলা মোক ভুবন চৈধ্যয়॥ ১০৬
অঘ বক বৎস কেশী ধেনুক অৰিষ্ট।
গোকুলত চিন্তে আসি অনেক অনিষ্ট॥
প্ৰলম্ব প্ৰমুখ্যে যত আসিলা অসুৰ।
সমস্তকে মাৰি কৰিলন্ত দুখ দুৰ॥ ১০৭
হ্ৰদৰ খেদাইলা দমি কালিক নিকালি।
বৎস বৎস-পালক জীয়াইলা বনমালী॥
জুই আসি বেঢ়িল আমাৰ যায় প্ৰাণ।
ৰাখিলন্ত কৃষ্ণে বন বহ্নি কৰি পান॥ ১০৮

গোধূলি বেলাত থাকো পদূলিত চাই।
বৎস লৈয়া আসে সোণা মুখে বাঁশী বাই॥
আগবাঢ়ি ধৰিয়া আঞ্চলে মোছোঁ ধূলি।
প্ৰাণ পুত্ৰ বুলি বুকে সাবটোহোঁ তুলি॥ ১০৯
স্নান কৰাই পিন্ধাওঁ গন্ধ চন্দন ভূষণ।
নিতে পঞ্চামৃতে কৰাওঁ কৃষ্ণক ভোজন॥
সুবৰ্ণ খাটত শুৱাওঁ বিছাই হংস তুলী।
বুকত সাৰটি থাকো প্ৰাণ পুত্ৰ বুলি॥ ১১০
হেন কৃষ্ণ বাপ হন্তে ভৈলোহো বঞ্চিত।
ইটো সুখ শান্তি সখি নাহিকে কিঞ্চিত॥
কৃষ্ণ-সূৰ্য্য বিনে দেখো আন্ধাৰ দুৰ্ঘোৰ।
আউৰ গৃহ কৰ্ম্মত নপৰে চিত্ত মোৰ॥ ১১১
পুত্ৰৰ সিসব লীলা সুমৰি সুমৰি।
নিদ্ৰা নাসে ৰাত্ৰিয়ো লোতক যায় ঝৰি॥
কৃষ্ণকেসে দেখো মাত্ৰ সচিতে সপোনে।
শূন্য ভৈল ব্ৰজ মোৰ কৃষ্ণ অবিহনে॥ ১১২
কৃষ্ণৰ ক্ৰীড়াৰ ভূমি বৃন্দাবন স্থান।
কালিন্দীক দেখি সখি ফুটে যেন প্ৰাণ॥
ধ্বজ বজ্ৰ পঙ্কজ খোজতে আছে বান্ধি।
তাক দেখি কৃষ্ণ বুলি আমি মৰো কান্দি॥ ১১৩
আজিও সোণাৰ বংশী ঘৰে আছে পৰি।
দেখি দশগুণে মোৰ মৰ্ম্ম যায় চড়ি॥
ওলাই আৰো পশিবে নপাৰো সিটো ঘৰ।
কতনো কহিব গুণ গোবিন্দ পুত্ৰৰ॥ ১১৪
গোকুলত যত লীলা কৰিলন্ত হৰি।
দৈৱকীৰ আগে বৰ্ণাইলন্ত ব্ৰজেশ্বৰী॥
শুনন্তে কহন্তে সিটো গোবিন্দৰ যশ।
আনন্দত মজিল পৰম প্ৰেম-ৰস॥ ১১৫
দৈৱকী যশোদা আদি নাৰী অসংখ্যাত।
কৃষ্ণৰ চৰিত্ৰচয় শুনে সিবেলাত॥
বহয় লোতক পুলকিত আতি তনু।
প্ৰেম-সমুদ্ৰত মন মজে পুনু পুনু॥ ১১৬

ৰুক্মিণী প্ৰমুখ্যে যত কৃষ্ণৰ মহিষী।
যশোদাক সাদৰিলা পৰম হৰিষি ॥
বুলিলা প্ৰশংসা বাণী ব্ৰজ ঈশ্বৰীক।
কৰিলা শুশ্ৰূষা সবে শিশুতো অধিক ॥ ১১৭
দ্ৰৌপদী প্ৰমুখ্যে যত ৰাজ ভাৰ্য্যাচয়।
কৰিলন্ত যশোদাক তেসম্বো বিনয় ॥
এহিমানে থওঁ স্ত্ৰী সমস্তৰ কথা।
আবে কৃষ্ণ-গোপীৰ সম্বাদ কওঁ তথা ॥ ১১৮
সিটো ভাগ্যৱতী গোকুলৰ গোপীগণ।
যাহাৰ বিৰহ তাপে দহে তনু মন ॥
কথমপি শৰীৰত ৰহিয়াছে প্ৰাণ।
হেন কৃষ্ণ বন্ধুক দেখিলা বিদ্যমান ॥ ১১৯
যিটো বিধি স্ৰজিলন্ত চকুত নিমেষ।
পূৰ্ব্বতো শাপিলা তাঙ্ক গোপিকা নিঃশেষ ॥
কৃষ্ণ দৰশনত পাতিলা ব্যৱধান।
নাহি জ্ঞান শূন্য সিটো বিধিৰ সমান ॥ ১২০
নিমিষেকো নসহিল পূৰ্ব্বত গোপিনী।
চিৰ বিৰহত আবে মহা বিৰহিনী ॥
আশাতেসে আছে কথমপি প্ৰাণ ৰাখি।
হেন কৃষ্ণয়েৰে আসি ভৈল দেখা দেখি ॥ ১২১
ভুবন মোহন মহা মূৰ্ত্তি মাধৱৰ।
চূৰ হোৱে যাক দেখি ৰূপ কন্দৰ্পৰ ॥
প্ৰসন্ন বদন মন্দ মনোহৰ হাস।
যেন কৰে এক কোটি শশাঙ্ক প্ৰকাশ ॥ ১২২
তৰুণ অৰুণ পঙ্কজৰ পাসি প্ৰায়।
হেন আতি আয়ত লোচন আছা চাই ॥
ধনু সম সুবলিত ভ্ৰুৱে কৰে কান্তি।
মাণিকৰ চিকি চাক দশনৰ পান্তি ॥ ১২৩
সুন্দৰ নাসিকা চাক চিবুক অধৰ।
কণ্ঠত কৌস্তুভ শোভে নব দিবাকৰ ॥
মণিময় মকৰ কুণ্ডল গলে ডোলে।
বাহু বক্ষস্থলক দেখন্তে মন ভুলে ॥ ১২৪

কেয়ূৰ কঙ্কণ মণি মুকুতাৰ হাৰ।
নীল অম্বৰত যেন বিদ্যুত সঞ্চাৰ ॥
পীত পট কটি তটে ৰত্নৰ মেখলা।
আজানুলম্বিত জ্বলে বৈজয়ন্তী মালা ॥ ১২৫
চৰণ পঙ্কজ দুইক দেখন্তে সন্তোষ।
ঈষত ৰাতুল যেন নৱ পদ্মকোষ ॥
ৰত্নৰ নূপুৰে তাত কৰে ৰুণঝুণ।
যেন ৰত্ন মন্ত্ৰগণে পৰি গাৱে গুণ ॥ ১২৬
আঙ্গুলিত ৰত্নৰ উজন্তি কৰে কান্তি।
দৰ্পণ নিৰ্ম্মল নখ চন্দ্ৰমাৰ পান্তি ॥
পৰম আনন্দময় মূৰ্ত্তি সিবেলাত।
চিৰকাল গোপীসবে দেখিল সাক্ষাত ॥ ১২৭
প্ৰাণতো অধিক মাধৱক দেখা পাইলা।
প্ৰসন্ন নয়নে সবে নিৰীক্ষিয়া চাইলা ॥
কৃষ্ণ দৰশনে সবে ভৈল কৃতকৃত্য।
জুৰাই তনু মন যেন বৰিষে অমৃত ॥ ১২৮
নাহি অহঙ্কাৰ যাৰ দেহত কিঞ্চিত।
ব্ৰহ্মাত সাক্ষাতকাৰ কৰে সমাধিত ॥
হেন মহাজ্ঞানীৰো দুৰ্ল্লভ যিটো হৰি।
পায়া তাঙ্ক গোপীসবে চাইলা চক্ষু ভৰি ॥ ১২৯
নয়নৰ পথে নিয়া হৃদয় কমলে।
আনন্দ মূৰ্ত্তিক আলিঙ্গিলা কৌতূহলে ॥
আনন্দ সিন্ধুত মজি ভৈল কৃষ্ণময়।
পুলকিত তনু আতি দ্ৰৱিল হৃদয় ॥ ১৩০
ধাৰায়ে লোতক নয়নৰ পৰা পৰে।
পাইলন্ত পৰম প্ৰীতি আতি প্ৰেম চড়ে ॥
হিয়াত আছন্ত ধৰি পৰম হৰিক।
মিলিল আনন্দ আতি মোক্ষতো অধিক ॥ ১৩১
প্ৰেমধাৰে নেত্ৰৰ লোতক যায় বহি।
পৰিপূৰ্ণ ভাৱে তন্তি আছে সবে ৰহি ॥
পৰম যোগীৰ যেন শৰীৰ নিশ্চল।
প্ৰীতি প্ৰফুল্ল মুখ পৰম উজ্জ্বল ॥ ১৩২

আছে এহিমতে মনে মাধৱক ধৰি।
গোপীকাৰ পৰম ভাৱনা দেখি হৰি॥
পৰম বিস্ময় হুয়া শিহৰাইল গাৱ।
উপজিল কৃষ্ণৰো গোপীত প্ৰেমভাৱ॥ ১৩৩
কমল নেত্ৰৰ পৰা পৰে নীৰ ঝৰি।
কতোক্ষণে আছিলা গোপীক মনে স্মৰি॥
পাচে ব্ৰজ-বধূ সমস্তক নাৰায়ণে।
সম্বোধিয়া প্ৰবোধিলা মধুৰ বচনে॥ ১৩৪
মোক নপাই পাইলাহা বিৰহ মহাদুখ।
ধৰি পীতবস্ত্ৰে মছিলন্ত আখি মুখ॥
অনেক সাদৰে বিৰলক লাগি নিল।
মেলি মহা বাহু গাৱে গাৱে আলিঙ্গিল॥ ১৩৫
কৃষ্ণৰ পৰম ৰসে হৰিষিত মন।
মধ্য কৰি কৃষ্ণক বসিলা গোপীগণ॥
পুনু কৃষ্ণ প্ৰাণক নিৰীক্ষি নেত্ৰ ভৰি।
এৰাইল সন্তাপ সব ব্ৰজৰ সুন্দৰী॥ ১৩৬
পায়া মাধৱৰ মহা পৰম সম্মান।
জুৰাইলা অমৃত পৰি যেন তনু প্ৰাণ॥
প্ৰণামিলা কৃষ্ণ পাৱে পৰশিলা বসি।
পুছিলন্ত কেশৱো কুশল হাসি হাসি॥ ১৩৭
তুমিসব আমাৰ পৰম প্ৰিয়তৰ।
কহিয়ো কল্যাণ কথা গৃহ শৰীৰৰ॥
সকুটুম্বে গোকুলত বঞ্চা ভালে ভালে।
তোমাসাক সখি নেদেখিলো চিৰকালে॥ ১৩৮
হে সখিসব মোক সুমৰা সৰ্ব্বথা।
মনত পৰেকি আসি সিটো পূৰ্ব্বকথা॥
অল্পতে আসিবো বুলি প্ৰবোধি তোমাক।
বন্ধু বান্ধৱৰ অৰ্থে গৈলো মথুৰাক॥ ১৩৯
পৃথিবীক পীড়ে দুষ্ট ৰাজাগণ যত।
বহু শত্ৰু আমাৰ মাৰিও নাপাওঁ অন্ত॥
যৈসাই আনি বংশক কৰন্তে প্ৰতিপাল।
এতেকে বিলম্ব মোৰ ভৈল চিৰকাল॥ ১৪০
কৰাহা ভকতি মোক অৰ্পি জীউ প্ৰাণ।
নাহিকে সুহৃদ তুমিসবৰ সমান॥
নপাই অৰজ্ঞৰ নপাওঁ তোমাক দেখিত।
জানি সখি সমস্ত হুয়োক সুস্থ চিত্ত॥ ১৪১
মই মিত্ৰ বঞ্চক এৰিলা তোমাসাক।
নকৰিবা হেন আৱে অৱজ্ঞা আমাক॥
ইটো শঙ্কা কদাচিতে নানিবা মনত।
কহোঁ নিষ্ট কৰি সখিসব স্বৰূপত॥ ১৪২
হেনবা বুলিবা মিছা ভাগুনা বচন।
মহা মিত্ৰ বঞ্চকৰ হেনয় লক্ষণ॥
সাক্ষাতে এৰিয়া গৈলা আৰো কৰা শাস্ত।
শুনা সখিসব আৱে ইহাৰ সিদ্ধান্ত॥ ১৪৩
কাল ঈশ্বৰৰ চেষ্টা বুজন নযায়।
সংযোগ বিযোগ মিলে ঈশ্বৰ ইচ্ছায়॥
বন্ধু বান্ধৱক আনি কৰে এক ঠাই।
তিলকতে পুনহো পেহ্লাৱে বিহৰাই॥ ১৪৪
যেন মিলে মহা মেঘসমূহ আকাশে।
ক্ষণেক থাকিয়া উৰে প্ৰচণ্ড বতাসে॥
যেন তৃণ লতা যত পৃথিবীৰ ধূলি।
একত্ৰে নাথাকে উকৰাৱে বায়ু তুলি॥ ১৪৫
সেহিমত সমাগম বন্ধু বান্ধৱৰ।
কালৰ অধীন সবে নোহে স্বতন্তৰ॥
জানি সখিসব মোৰ মৰষিয়ো দোষ।
তোমাসাৰ ভাবনাত ভৈলোহো সন্তোষ॥ ১৪৬
বিৰহতে মোত মহা মতি ভৈল জাত।
পৰম কল্যাণ ইটো দেখিলো সাক্ষাত॥
ভকতি মাত্ৰকে তৰে নাহিকে সন্দেহ।
কিনো ভাগ্য তোমাৰ বাঢ়িল মোত স্নেহ॥ ১৪৭
মোকেসে সুহৃদ নিজ আত্মা বুলি মানা।
সুখে সখিসব মোক পালা হেন জানা॥
ভৈলো তোমাসাৰ বশ্য কহো বিদ্যমান।
মই যেনমতে তাক শুনা সাৱধান॥ ১৪৮

সমস্ত প্ৰাণীক ব্যাপি আছোহো অনন্ত ।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত ॥
যেন ঘটসব মাটি মাত্ৰ বিচাৰত ।
সেহিমতে ব্যাপি আছে এহি ত্ৰিজগত ॥ ১৪৯
যত পঞ্চভূত জীৱ আছে চৰাচৰ ।
মই পৰিপূৰ্ণত দেখিয়া নিৰন্তৰ ॥
এতেকতে পাইবা মোক কৈলো ইটো তত্ত্ব ।
সুদৃঢ় ভাবনা মনে ধৰা হৃদয়ত ॥ ১৫০
এহি বুলি ভৈলা কৃষ্ণদেৱ নিশৱদ ।
মহা ভাগৱত কথা শুনা সভাসদ ॥
কলিত তৰিবা যেবে পাতক সাগৰ ।
চিত্তে চাপি চৰণত ধৰা মাধৱৰ ॥ ১৫১
হে প্ৰাণ প্ৰভু কৃষ্ণ মই মূঢ় মতি ।
তোমাৰ পাৱত মোৰ নভৈল ভকতি ॥
মিছাতে গৈলন্ত আয়ু মৃত্যু চাপে পাশ ।
সুমৰিয়ো আমাক দাসৰো বুলি দাস ॥ ১৫২
তুমিসে পৰম প্ৰিয় আত্মা পিতা মাতা ।
তুমিসে সুহৃদ নিজ বান্ধৱ বিধাতা ॥
মই অনাথৰ নাথ হুয়োক সদয় ।
সংসাৰ তাপত তাৰা কৃষ্ণ কৃপাময় ॥ ১৫৩
মোক লাগি আসি যিটো কৰিবেক চিন্তা ।
তুমি বিনে হেন বন্ধু নাহি একো ভিতা ॥
ত্ৰিজগত তাৰণ তোমাৰ গুণ নাম ।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ১৫৪

**ছবি**

শুক নিগদতি ৰাজা যেবে জগতৰ গুৰু
দিলা গোপ্য জ্ঞান উপদেশ ।
কৃষ্ণৰ চৰণ স্মৰি এহি জ্ঞান মনে ধৰি
চিন্তে সব গোপীকা নিঃশেষ ॥
যত চৰাচৰচয় নিৰন্তৰ কৃষ্ণময়
নাই কিছু কৃষ্ণ বিনে আন ।
কৃষ্ণসে আছন্ত ব্যাপি চিত্তত ধৰিলা চাপি
পৰম সুদৃঢ় কৰি ধ্যান ॥ ১৫৫
ভাগ্যৱতী গোপীগণ পৰম নিশ্চল মন
কৰিলেক কৃষ্ণক সাক্ষাত ।
লিঙ্গ দেহা ভৈল ভঙ্গ গুচিল মনৰ সঙ্গ
পাইল দেখা কৃষ্ণক হিয়াত ॥
কৰ্ম্ম বন্ধ ভৈল ক্ষয় হুয়া সবে কৃষ্ণময়
গৃহ শৰীৰকো পাসৰিল ।
সৰ্ব্ব অঙ্গ পুলকিত আনন্দে নধৰে চিত্ত
নয়নৰ লোতক ঝৰিল ॥ ১৫৬
ভকতি আনন্দ সিন্ধু জ্ঞান অমৃতৰ বিন্দু
দুইকো আনি কৰে এক ঠান ।
পৰম প্ৰেমত থাকি তাক যেন ভাণ্ডে বাকি
গোপীক কৰাইলা কৃষ্ণে পান ॥
ভাগ্যৱতী গোপীচয় পৰম আনন্দময়
হুয়া আছিলেক কতোক্ষণ ।
কৃষ্ণৰ প্ৰসাদ পাই অৰুণ চৰণ চাই
বোলে সবে বিনয় বচন ॥ ১৫৭
মাটিত নময়া মাথ হে প্ৰভু জগন্নাথ
হেন বাঞ্ছা কৰিয়ো পূৰণ ।
আমি মূঢ় গৃহবাসী যেন নপাসৰো আসি
ইটো দুই অৰুণ চৰণ ॥
যিটো যোগী সৰ্ব্বজ্ঞান সিও কৰে আকে ধ্যান
জানি জগততে ইসে সাৰ ।
অন্ধকূপ সংসাৰত পৰি আছে লোক যত
তাকো কৰে এহিসে উদ্ধাৰ ॥ ১৫৮
দেৱতাৰো দৃশ্য দুই ইটো পাদ পদ্ম দুই
হোক মনে সদায়ে উদয় ।
তোমাৰ চৰণে ৰতি কৰোক আমাৰ মতি
হেন কৃপা কৰা কৃপাময় ॥

এতেকে প্ৰাৰ্থনা কৰি কৃষ্ণৰ চৰণে ধৰি
মহা প্ৰেমে কৰন্ত ক্ৰন্দন।
বাঞ্ছা সিদ্ধি হৌক বুলি শিৰে পৰশিলা ধূলি
আশ্বাসিলা দৈৱকী নন্দন ॥ ১৫৯
সখীসব তেজা দুখ মুচিলন্ত আসি মুখ
ধৰি পীত বস্ত্ৰৰ আঞ্চোলে।
আৰো তোমাসাৰ শোক কৰিলেক বশ্য মোক
মহা প্ৰেম ভকতিৰ বলে ॥
তুমি সব মোৰ প্ৰাণ তোমাকেসে কৰো ধ্যান
আন নাহি তোমাসাত পৰে।
প্ৰিয় বাক্যে সন্তোষিয়া গাৰে গাৰে আলিঙ্গিয়া
প্ৰবোধিলা দেৱ দামোদৰে ॥ ১৬০
কৃষ্ণৰ সন্ধান পায়া নিৰন্তৰ গোপ জায়া
গৌৰৱে কৃষ্ণক স্তুতি বুলি।
মহা মনোৰথ পুৰি প্ৰদক্ষিণে ফুৰি ফুৰি
ঘসে শিৰে চৰণৰ ধূলি ॥
হৰিষিত তনু চিত্ত হুয়া আতি কৃতকৃত্য
এৰাইলা বিৰহ মহাতাপ।
যাৰ যেন বুজি হিয়া পৰম প্ৰসাদ দিয়া
ভৈলা বাজ জগতৰ বাপ ॥ ১৬১

---

## দুলড়ী

শুক নিগদতি নৃপতি সম্প্ৰতি
শুনা আৰো কৃষ্ণ কথা।
মহা অনুগ্ৰহ গোপী সমস্তক
কৰিয়া কেশৱে তথা ॥
উদ্ধৱ প্ৰমুখ্যে মহা মন্ত্ৰীগণ
ৰঙ্গে সঙ্গে লৈয়া পাছে।
কৰিয়া উৎসৱ চলিলা মাধৱ
যৈত ৰাজ সভা আছে ॥ ১৬২

যুধিষ্ঠিৰ আদি সুহৃদ সকল
দেখা দেখি ভৈল আসি।
কাহাকো নমিলা কাকো সম্বোধিলা
চাহিলা কাহাকো হাসি ॥
মহা সতকাৰ কৰিয়া পুছিলা
সবাৰো বাৰ্ত্তা কল্যাণ।
যাক যেন যোগ্য যদুগণ সমে
কৰিলা হৰি সন্মান ॥ ১৬৩
মাধৱৰ মহা মান্য সতকাৰে
সবে ভৈলা হৰিষিত।
এহেন্তে ঈশ্বৰ বুলিয়া কৃষ্ণৰ
চৰণত দিয়া চিত ॥
পাদ পদ্ম দুই দেখন্তে সবাৰো
মিলিল শাপ প্ৰলয়।
ঈশ্বৰ মূৰ্ত্তিক সাক্ষাতে নিৰীক্ষি
কিনো ভৈল মহোদয় ॥ ১৬৪
চাহন্তে চাহন্তে প্ৰীতি উপজিল
নিৰ্ম্মল মন শৰীৰ।
হৃদয় দ্ৰৱিল লোম শিহৰিল
ঝৰে নয়নৰ নীৰ ॥
ঈশ্বৰ মূৰ্ত্তিক দেখি আনন্দতে
মিলিল যেন মুকুতি।
মজি প্ৰেমৰসে বেঢ়িয়া সমস্তে
কৃষ্ণক কৰিলে স্তুতি ॥ ১৬৫
তোমাকেসে আমি প্ৰণামো মাধৱ
পৰম ঈশ্বৰ জানি।
অন্তৰ্য্যামী ৰূপে হৃদয়ত তুমি
আছা প্ৰভু চক্ৰপাণি ॥
তোমাৰ মায়ায়ে মোহিলে আমাক
মহা মোহে ভৈলো অন্ধ।
তুমি প্ৰিয় আত্মা তোমাৰ সেৱাত
নকৰো কিছু প্ৰবন্ধ ॥ ১৬৬

মহা মহন্তৰ হৃদয়ত ইটো
থাকে পাদপদ্ম দুই ।
তাহান চৰিত্ৰ অমৃত সাক্ষাত
মুখ দ্বাৰে বাজ হুই ॥
তাহাক কৰ্ণ ভৰি যিটো পান কৰি
থাকে ভকতৰ কাছে ।
ইতিনি লোকত কদাচিতো তাৰ
আযো অকল্যাণ আছে ॥ ১৬৭
ভকতৰ মুখে তয়ু কথা সুখে
শুনন্তে ওপজে জ্ঞান ।
আতি অপ্ৰয়াসে সেহি জ্ঞান বলে
মায়াকে কৰে নিৰ্য্যাণ ॥
তোমাৰ চৰণে প্ৰীতি বাঢ়ে নিতে
তোমাৰ গুণ কহন্তে ।
লোখোজ সমান কৰি সংসাৰক
নিস্তৰে সেহি মহন্তে ॥ ১৬৮
কৰিয়ো কৰুণা কেশৱ আমাক
চিত্ত হৌক উপসাম ।
তুহু শৰীৰত প্ৰসঙ্গ এৰিয়া
তোমাকে কৰো প্ৰণাম ॥
পৰম আনন্দ -ময় মূৰ্ত্তি দেখি
ঈশ্বৰ অপৰিচ্ছিন্ন ।* অসীম
তোমাৰো অজ্ঞান নাহিকে কিঞ্চিত
তুমি মায়ামোহে হীন ॥ ১৬৯
চাৰিও বেদৰ যিটো নিজ অৰ্থ
তোমাৰ পদে ভকতি ।
তাক কালে কৰ্ম্মে কৰিলে গুপুত
লোক ভৈল বিসঙ্গতি ॥
ভৈলা অৱতাৰ জগত নিস্তাৰ
কৰিবাক কৃপাময় ।
আমাত্ৰে মহিমা কৰিয়াছা ছন্ন
দেখি মনুষ্যৰ ন্যায় ॥ ১৭০

পৰম ঈশ্বৰ ভৈলাহা যেকত
লোকৰ কল্যাণ হেতু ।
তোমাৰ চৰণে পশিলো শৰণে
উদ্ধাৰা গড়ুৰ কেতু ॥
এহি বুলি সবে ভূমিত পৰিয়া
কৃষ্ণক প্ৰণামি আছে ।
ভকতৰ গতি দেখি লক্ষ্মীপতি
তুলিলা আশ্বাসি পাছে ॥ ১৭১
প্ৰিয় বাক্য বুলি সবাকো বসাইলা
বহল সমাজ পাতি ।
কৃষ্ণৰ মহিমা কৰিয়া ৰহিলা
ৰাজা প্ৰজা দিনে ৰাতি ॥
একো গ্ৰাম্য কথা নুশুনিয় তথা
কৃষ্ণৰ চৰিত্ৰ বাজে ।
কৃষ্ণৰ সন্ধানে হুয়া হৰষিত
বসিলা সবে সমাজে ॥ ১৭২

পুনু ছবি

শুনিয়োক সমাজিক ইটো অমৃততোধিক
কৃষ্ণৰ চৰিত্ৰ কথা ৰস ।
পিয়া আক কৰ্ণ ভৰি মনে মাধৱক ধৰি
বচনে নেৰিবা নাম যশ ॥
ভকতিসি নৱনিধি কৰিবেক সৰ্ব্বসিদ্ধি
আত অনুমাত্ৰ শঙ্কা নাই ।
জন্ম চিন্তামনি পাই আৰ আয়ু বৃথা যায়
কৃষ্ণক সেৱিবা সৰ্ব্বদাই ॥ ১৭৩
নমো নমো যদুদেৱ তুমি বিনে নাহি কেৱ
আৰ্ত্তৰ আমাৰ গতি দাতা ।
হেন দঢ়াই আছো চিত্ত তুমিসে পৰম হিত
সুহৃদ মোহৰ পিতা-মাতা ॥

বান্ধৱ মাধৱ হেৱ মাথে তুলি ধৰো খেৰ
মই অধমৰ সাধা গতি।
জানি শুনি বুদ্ধি হীন ভৈলোহো ভকতি ক্ষীণ
অদ্যপি অথিৰ মোৰ মতি॥ ১৭৪
মৰণ সমীপ চাপে সুমৰন্তে হৃদি কাম্পে
জৰা ৰোগে পীড়ি আসে নিতে।
তোমাৰ চৰণ চাপি নধৰে তথাপি পাপী
আমাৰ চঞ্চল ইটো চিত্তে॥
হে কৃষ্ণ মোৰ প্ৰাণ আপুনি কৰিও ত্ৰাণ
মোৰ ভকতিৰ কৰি আশ।
নজানোহোঁ একে কৃত্য বুলিয়া ভৃত্যৰ ভৃত্য
আমাৰ ছেদিও স্নেহ পাশ॥ ১৭৫
তুমি বিনে যদুৰায় হেনতো বান্ধৱ নাই
কৰিবেক যিটো চিন্তা মোক।
হেন জানি কৃপাময় দূৰ কৰা ভ্ৰান্তি ভয়
সততে তোমাত ৰতি হোক॥
মিছা বিষয়ৰ ধান্ধা আকে লাগি শোক বান্ধা
তোমাৰেসে আমি অংশ জীৱ।
কৰা দুখ উপসাম নিৰন্তৰে ৰাম ৰাম
ঘুষিয়া হুয়োক সদাশিৱ॥ ১৭৬

দ্ৰৌপদীৰ প্ৰশ্নত কৃষ্ণমহিষীসকলৰ নিজ নিজ
বিবাহ বৰ্ণন।

পদ

নিগদন্তি শুক শুনা নৃপতি সৰ্ব্বথা।
স্ত্ৰী সমজ্যাত যেন ভৈল কৃষ্ণ কথা॥
ত্ৰৈলোক্যত অদ্যাপিও গাৱে সেহি যশ।
স্থিৰ কৰ্ণে কন্যা পাৱ মহা হৰি ৰস॥ ১৭৭
যাত অনন্তৰে কন্যা যেন ভৈল পাছে।
যত মহাৰাজকাৰ্য্যে সব মহিমাছে॥
কৌৰৱ পাণ্ডৱ যদুবংশী সব নাৰী।
বহল সমাজ পাতি আছে শাৰী শাৰী॥ ১৭৮
যত গোপী সব সিটো কৃষ্ণৰ বল্লভা।
কৃষ্ণ অনুমতি লৈয়া গৈলা সেহি সভা॥
তাসম্বাক দেখি মাধৱৰ ভাৰ্য্যা যত।
সাদৰি দিলন্ত স্থান নিজ আসনত॥ ১৭৯
অন্যো অন্যে সাৱটন্তে নয়ন সজল।
পুছিলা পৰম প্ৰিয় বচনে কুশল॥
আছে তৈত আনো যত ৰাজাৰ মহিষী।
গোপীক প্ৰশংসা সবে কৰিলা হৰিষী॥ ১৮০
ইটো ব্ৰজ বধূ আছে কত তপসাই।
স্বপনে সচেতে কৃষ্ণ বিনে আন নাই॥
মহা প্ৰেমে মাধৱত নিমজ্জিল চিত।
সাফল লভিল জন্ম ভাৰত ভূমিত॥ ১৮১
এহি বুলি গোপীক প্ৰশংসি অসংখ্যাত।
আনন্দে আছন্ত বসি সেহি সমজ্যাত॥
কৃষ্ণ কথা শুনিতে উৎসুক আতি মতি।
দ্ৰৌপদীক নাৰীগণে দিলা অনুমতি॥ ১৮২
আপুনি পুছিয়ো কৃষ্ণ মহিষী সবাতে।
বিবাহ কৰিলা কৃষ্ণে যাক যেন মতে॥
তেসম্বে কহোক আমি সবে শুনো যাই।
কৃষ্ণ কথা বিনে আৰ বৃথা আয়ু যায়॥ ১৮৩
শুনি পাঞ্চালিৰ চিত্তে হৰিষ মিলিল।
গাৱে গাৱে কৃষ্ণ পত্নী সবাতে পুছিল॥
শুনিয়ো কক্মিণী সত্যভামা জাম্ববতী।
লক্ষ্মণা কালিন্দী ভদ্ৰা সব্যা সত্য মতী॥ ১৮৪
ৰোহিণী প্ৰমুখ্যে শুনা যতেক সুন্দৰী।
মায়ায়ে মনুষ্য চেষ্টা দেখাই দেৱ হৰি॥
যাক যেনমতে আনি কৰিলা বিবাহ।
সিটো কথা শুনিবাক পৰম উৎসাহ॥ ১৮৫
সংসাৰবো মহৌষধি বৰ্ণনে অযুক্ত।
প্ৰকটি কহিয়ো শুনো কৃষ্ণৰ চৰিত॥

জন্মৰো সাফল হৌক আজি সমস্তৰ।
শুনিয়া ৰুক্মিণী দিলা প্ৰথমে উত্তৰ ॥ ১৮৬
ভিক্ষু মুখে মোৰ কথা শুনি দ্বাৰকাত।
মিলিল স্বামীৰ বাঞ্ছা অনেক আমাত ॥
দেশান্তৰি মুখে ময়ো শুনি গুণগণ।
কৃষ্ণত পশিল সমুদায়ে মোৰ মন ॥ ১৮৭
শিশু হন্তে চিন্তো ইটো কৃষ্ণৰ চৰণ।
পিতৃৰ মাতৃৰ তাঙ্কে বিহা দিবে মন ॥
মোৰ শ্ৰেষ্ঠ ভাই মন্দ পৰম পামৰ।
নামো নুশুনয় সিটো স্বামী মাধৱৰ ॥ ১৮৮
শিশুপাল ৰাজাক আনিল বৰ বাছি।
আছিল অনেক নৃপ অস্ত্ৰ-শস্ত্ৰ কাছি ॥
হয় হস্তী ৰথ আসি জুৰিল কুণ্ডিল।
হেন শুনি ভয়ে মোৰ সুকৃতি উৰিল ॥ ১৮৯
সেৱিতে নপাইবো সিটো কৃষ্ণৰ চৰণ।
আবেসে জানিলো মোৰ মিলিল মৰণ ॥
কৃষ্ণৰ বিয়োগ দুখে ফুটি যায় প্ৰাণ।
নাসে মুখে বচন নুৰুচে অন্নপান ॥ ১৯০
বিপ্ৰ মুখে শুনিয়া মোহোৰ মহা দুখ।
স্বামীৰ মনত মহা মিলিল অসুখ ॥
স্নেহে আথেবেথে আইলা একৰথে সাজি।
পাছতেসে পাইলা আহি সেনা গজবাজী ॥ ১৯১
জৰাসন্ধ প্ৰমুখ্যে যতেক ৰাজাচয়।
দাৰুণ দৰ্পিষ্ঠ দুষ্ট সমৰে নিৰ্দ্দয় ॥
চেদিক দিবাক মোক মনে বাঞ্ছা কৰি।
যুদ্ধক প্ৰবন্ধে আছে শৰ ধনু ধৰি ॥ ১৯২
কৰিলা আটোপে কোপে সমৰ দুৰ্ঘোৰ।
লীলায়ে জিনিলা স্বামী বিপক্ষক মোৰ ॥
কদৰ্থিয়া সবাকো মাথাত দিয়া ভৰি।
আনিলা আনন্দে আজি আমাক উদ্ধাৰি ॥ ১৯৩
ছাগল যূথক যেন কটাক্ষে খেদাই।
মত্ত সিংহৰাজে নিজ ভাগ লৈয়া যায় ॥
মোৰ শ্ৰেষ্ঠ ভাই পাপী ৰুক্মি নাম যাৰ।
ঝটাইলেক যুদ্ধ তাৰ কটকটাই ধাৰ ॥ ১৯৪
খাণ্ডা ধৰি চুলধৰি কৰন্ত দোহাৰ।
কতেক কাতৰে প্ৰাণ ৰাখিল তাহাৰ ॥
মুণ্ড মুণ্ডি এৰিলন্ত কালি চুণে ছুই।
থাকিল পাপীষ্ঠ পৰি মৃত্যুবৎ হুই ॥ ১৯৫
এহিমতে আনি মোক মিলাইলা উৎসাহ।
কৰিলা কেশৱ প্ৰভু প্ৰথম বিবাহ ॥
ত্ৰৈলোক্যৰ লোকে দিল উৎসৰ্গি যৌতুক।
এহিমতে পাইলো প্ৰভু ঈশ্বৰ কৃষ্ণক ॥ ১৯৬
আন নবাঞ্চোহো মই স্বামীক উপাসি।
জন্মে জন্মে হুইবো তান চৰণৰ দাসী ॥
এতেক বোলন্তে নীৰ নেত্ৰৰ বহয়।
ৰুক্মিণীৰ দেখি প্ৰেমভাৰ আতিশয় ॥ ১৯৭
ভৈল সলোতক সমজ্যাৰ যত নাৰী।
মনত কৰন্ত ভক্তি কৃষ্ণ কৃষ্ণ স্মৰি ॥
মিলিলা বিস্ময় দেখি দেবীৰ ভকতি।
শুনা সখি মোৰ কথা কহে জাম্বৱতী ॥ ১৯৮
সিংহে অৰণ্যত মাৰিলেক প্ৰসেনক।
তাক মাৰি পিতৃ আনিলেক স্যমন্তক ॥
সত্ৰাজিতে নজানি কৃষ্ণক দিলা দোষ।
হেন শুনি স্বামীৰ মিলিল অসন্তোষ ॥ ১৯৯
ভাল ভাল লোকক লগত লৈয়া বাছি।
খোজ গুৰি গৰ্ত্তত পশিলা বস্ত্ৰ কাছি ॥
একেশ্বৰে পাইলা আসি আমাৰ নগৰ।
যেন মহেন্দ্ৰৰ পুৰি মহা মনোহৰ ॥ ২০০
ক্ষণেকে আণ্টাইলা ঋক্ষ ৰাজাৰ আবাস।
কৰে ৰত্নময় মহা মন্দিৰ প্ৰকাশ ॥
পশিল ভিতৰ যাৰ লৈয়া প্ৰভু পাছে।
মণি লৈয়া ধাই শিশু ওমলান্তে আছে ॥ ২০১
বস্ত্ৰ কাছি চলিযান্ত মণিক লৈবেক।
দেখি মহা ভয়ে দিলা ধাই ধাউ তাক ॥

কোঠেৰ মনুষ্য গোটে মণি নেই কাঢ়ি।
ত্বৰিতে বজাইলা পিতৃ ওৱাৰিক ছাৰি ॥ ২০২
কঙ্কালত বস্ত্র কাছি কৰি মহা ছটি।
ধৰিলা আটোপে কোপে কৃষ্ণক সাৰটি ॥
আধৰে ধৰিলা মোৰ পিতৃক কোলাৰে।
মোড়ে হাড় ঘাড় বিহৰাৱে পাৰে পৰে ॥ ২০৩
চাপৰ চৰ্পত কিল ভুকুৰে চৰৰে।
দুইকো দুই ধৰিলা প্ৰৱন্ধে কান্ধ ভিৰে ॥
জৰাজৰি কৰি কতো পৃথিবীত পৰে।
হুয়া একপিণ্ড কতো মাটিত বাগৰে ॥ ২০৪
কৰ কৰ কৰিয়া দশন চোবাৰন্ত।
ভ্ৰুকুটি কুটিল কোপে চক্ষু পকাই চান্ত ॥
নছাৰন্ত দুইকো দুই নপালটে কোপ।
দুইৰো মহা আন্দোলে জগত দলদোপ ॥ ২০৫
মহা বৈৰ বুদ্ধি কৰি আতি অসন্তোষে।
যুজন্ত আঠাইশ দিন পৰম আক্ৰোশে ॥
কৃষ্ণ অঙ্গ ঘৰিষণে যেন বজ্ৰপাত।
ভৈলা বলক্ষীণ ঋক্ষৰাজ নাসে মাত ॥ ২০৬
নাহিকে চেতন চক্ষু মেলিয়া নচান্ত।
মহা পীড়া পাই পিতৃ পৰিয়া কেক্কান্ত ॥
মনত বোলন্ত কিনো মহা পৰাক্ৰমী।
হেন নাহি ত্ৰৈলোক্যত মোক আছে দামী ॥ ২০৭
এতেকে জানিলো এন্তে নোহন্ত মানুষ।
জগত কাৰণ যিটো পৰম পুৰুষ ॥
যোনো আবে আসিয়াছে প্ৰাণ ৰঘুনাথ।
এহি বুলি পিতৃ নিৰীক্ষিলা তুলি মাথ ॥ ২০৮
দেখিলন্ত চক্ষু মেলি চাই উৰি হাত।
সেহি সীতা পতি নিজ স্বামীক সাক্ষাত ॥
কান্দিবে লাগিলা আবে চৰণত পৰি।
লোতকে তিয়াইলা মাধৱৰ দুই তৰি ॥ ২০৯
আবেসে জানিলো সেহি প্ৰাণ প্ৰভু মোৰ।
কৰিলা সীতাৰ তাপে পয়াণ দুৰ্ঘোৰ ॥
নেদে দেখা সাগৰৰ অপগৰ্ব্ব দেখি।
চক্ষু পকাই চাইল কোপে কটাক্ষে নিৰীক্ষি ॥ ২১০
উজৰিল জল জন্তু কুম্ভীৰ মগৰ।
মহাবেগে খলকিল সকল সাগৰ ॥
দিলা পন্থ আথে বেথে পশিয়া শৰণ।
ৰত্নৰ সম্ভাৰচয়ে অৰ্চ্চিলা চৰণ ॥ ২১১
শিলায়ে বান্ধিলা পাছে প্ৰভু মহা সেতু।
বধিলা ৰাৱণ সীতা হৰণৰ হেতু ॥
তোমাক যুজিলো আবে ঐ প্ৰাণনাথ।
এহি বুলি কান্দন্ত পাৱত থৈয়া মাথ ॥ ২১২
শুনি কেশৱৰ সম্পাজিল মহা স্নেহ।
মাজিল অমৃত হাতে সুস্থ ভৈল দেহ ॥
প্ৰভুৰ প্ৰসাদে সব দুখ গৈল খণ্ডি।
দিব্য ৰত্নময় অলঙ্কাৰে মোক মণ্ডি ॥ ২১৩
বিহা দিয়া সমৰ্পিলা প্ৰভুৰ পাৱত।
সুবৰ্ণ ভাজন ৰত্ন আছে যত যত ॥
অলঙ্কাৰে ৰঞ্জি দাসী সহস্ৰ সংখ্যাত।
সমস্ত সম্ভাৰ দিলা মোহোৰ বিহাত ॥ ২১৪
লগতে যৌতুক দিলা স্যমন্তক মণি।
আগ বঢ়াই বাদ্যে ভণ্ডে দণ্ডে ছত্ৰে চানি ॥
কতবা জন্মৰ ফল সাক্ষি আছো আমি।
তাৰ ফলে পাইলো ইটো ঈশ্বৰক স্বামী ॥ ২১৫
এতেকেসে বাঞ্ছো মই মুকুতিকো এৰি।
জন্মে জন্মে হুইবো আন চৰণৰ চেষ্টী ॥
এতেক বোলন্তে প্ৰেমে দ্ৰৱিল হৃদয়।
ঝৰি যায় নেত্ৰৰ লোতক আতিশয় ॥ ২১৬
পৰম ভকতি তাৰ দেখি নাৰীগণে।
উপজে কৰুণা চাৰে লোতক নয়নে ॥
কৃষ্ণ কথা ৰসত মজিল যিটো ৰামা।
অনন্তৰে কথা কহিলন্ত সত্যভামা ॥ ২১৭
আমাৰ বৃত্তান্ত আবে শুনিয়ো পাঞ্চালী।
মোক যেনমতে পাইলা প্ৰভু বনমালী ॥

জিনি জাম্বৱন্ত স্যমন্তক মণি আনি।
পিতৃক দিলন্ত সমাজত চক্রপাণি ॥ ২১৮
বুলিলা বচন তুমি দাৰুণ নিঃশঙ্ক।
মিছাত আমাক দিলা দাৰুণ কলঙ্ক ॥
কৰিলা গৰিহা মহা মহন্ত সমাজে।
নযাই সুপুঁহাই তান আতি ভয় লাজে ॥ ২১৯
যতেক দ্বাৰকাবাসী সবে শপে আতি।
নবজান্ত গৃহৰ গুণন্ত দিনে ৰাতি ॥
কেনমতে মাধৱৰ মন হোৱে শান্ত।
গুণি গান্থি মনে একো উপায় নপান্ত ॥ ২২০
আছো কন্যা-ৰত্ন মই তাহান দুহিতা।
কৃষ্ণক দিবেক মোক আলোচিলা পিতা ॥
আন মতে মাধৱৰ শান্ত নোহে চিত।
দঢ়াই যুগুতি বন্ধু-বান্ধৱে সহিত ॥ ২২১
খুজিলা অনেকে মোক অক্রুৰ প্রমুখ্যে।
পূৰ্ব্বতো সবাকে দিবো বুলিয়াছে মুখে ॥
এৰিলা ইসব বাক্য প্রাণৰ কাতৰে।
মাত্তি আনি মাধৱক আপোনাৰ ঘৰে ॥ ২২২
দিলন্ত বিবাহ মোক মহা মহোৎসৱে।
পাইলা প্রীতি পাইয়া আমাক মাধৱে ॥
লগত যৌতুক দিলা স্যমন্তক ৰত্ন।
পিতৃত থৈলন্ত থাপি কৃষ্ণে কৰি যত্ন ॥ ২২৩
দিলা সুৱৰ্ণৰ বন্টা মাত্র কিছুমান।
পাইলো এক লক্ষ যেবে কন্যা দিলা দান ॥
অনেক নির্ভয় বাক্য বুলি কৃপাময়।
আনন্দে লৈ গৈল মোক আপোন নিলয় ॥ ২২৪
এহিমতে পাইলো স্বামী ঈশ্বৰ কৃষ্ণক।
কি কহিবো সখী আবে মোহোৰ ভাগ্যক ॥
এহিমাত্রে মনে মই বাঞ্ছো ৰাত্রি দিনি।
জন্মে জন্মে হুইবো তাহানসে সেৱকিনী ॥ ২২৫
এহিবুলি ক্রোধত কান্দন্ত সত্যভামা।
তাক দেখি ক্রোধত মজিলা বড় বামা ॥

কৃষ্ণক সুমৰি মনে আছিলন্ত কান্দি।
অনন্তৰে দ্রৌপদীত কহিলা কালিন্দী ॥ ২২৬
শুনা সখী কথা পিতৃ গৃহত থাকন্তে।
কৃষ্ণৰ মহিমা মই শুনো শিশু হন্তে ॥
কেনমতে আমাৰ মাধৱ হুইবে স্বামী।
হেনমতে গুণি তপ আচৰিলো আমি ॥ ২২৭
কৃষ্ণৰ চৰণে ধৰি হৃদয় কমলে।
কৃষ্ণকেসে চিন্তো আসি যমুনাৰ জলে ॥
জানি যদুদেৱ আইলা চৰিয়া ৰথতে।
তোমাৰ মধ্যম স্বামী অৰ্জ্জুন লগতে ॥ ২২৮
ভৈলা শ্রান্ত মৃগ মাৰি কৰিয়া বিহাৰ।
পাইলা যমুনাৰ তট নিকট আমাৰ ॥
আচৰন্তে আছো তপ পাছে মোক দেখি।
অৰ্জ্জুনক বোলন্ত যায়োক প্রাণ সখি ॥ ২২৯
কৈৰ কন্যা তপ ইটো কৰে কিকাৰণে।
স্বৰূপ পুছিয়ো গৈয়া জিজ্ঞাসিও মনে ॥
আসি তথা কথা মোত পুছিলা অৰ্জ্জুনে।
নাহিকে তোমাৰ সম নাৰী ত্রিভুবনে ॥ ২৩০
কৈয়ো কিবা নাম তুমি দুহিতা কাহাৰ।
প্রথম বয়স আতি তনু সুকুমাৰ ॥
হেন তপ দুষ্কৰ-কৰিয়া কিকাৰণে।
আসিয়াছে কৃষ্ণ পুছো তাহাৰ বচনে ॥ ২৩১
স্বামী আসিবাৰ শুনি ভৈলো হৰিষিত।
বহয়ে লোতক আসি তনু ৰোমাঞ্চিত ॥
বুলিলো বচন পাছে আনন্দতে কান্দি।
সূৰ্য্যৰ দুহিতা মই নামত কালিন্দী ॥ ২৩২
হৈৱন্ত ঈশ্বৰ স্বামী হেন বাঞ্ছা কৰি।
কৃষ্ণকেসে চিন্তো মই তপস্যা আচৰি ॥
কহিলো স্বৰূপ মোৰ আন নাই মতি।
অৰ্জ্জুনো কৃষ্ণত মোৰ কহিলা ভকতি ॥ ২৩৩
সূৰ্য্যৰ দুহিতা এন্তে পৰম ৰূপসী।
কৰে তোমাকেসে তপ স্বামী অভিলাষি ॥

পাইলা স্ত্ৰী ৰত্ন সখি কিবা চাহা আৰ ।
যুজতে বাণিজ্জ যেন মিলিল তোমাৰ ॥ ২৩৪
শুনিয়া আনন্দে আসি প্ৰভু দামোদৰে ।
আশ্বাসিয়া মোক নিলা পৰম সাদৰে ॥
মিলিলা তথাত সূৰ্য্য কৰিয়া উৎসাহ ।
পৰম প্ৰাৰম্ভে মোক দিলন্ত বিবাহ ॥ ২৩৫
বাইল দিব্য মৃদঙ্গ নাচিল অপেশ্বৰী ।
দিলা দাসী কৰি অসংখ্যাত বিদ্যাধৰী ॥
দিব্য আভৰণ ৰত্নময় অলঙ্কাৰ ।
যতেক যৌতুক দিলা সীমা নাহি তাৰ ॥ ২৩৬
ধৰিলা যোগান আসি চতুৰঙ্গে দোলে ।
আইলো দ্বাৰকাক স্বামী সমে সুমঙ্গলে ॥
কত কোটি জন্মে আৰাধিলো তপ ব্ৰত ।
তাতেসে কৃষ্ণক স্বামী পাইলো অভিমত ॥ ২৩৭
আন নবাঞ্চোহো সখী কহো সত্য কৰি ।
জন্মে জন্মে হুইবো তান চৰণ কিঙ্কৰী ॥
এহি বুলি সলোতক ভৈলন্ত কালিন্দী ।
প্ৰেমে পৰশিলা মৌনে থাকিলন্ত কান্দি ॥ ২৩৮
ভৈল সকৰুণ সমজ্যাত যত নাৰী ।
কৃষ্ণৰ প্ৰেমত আতি স্ৰবে নেত্ৰে ঝৰি ॥
অনন্তৰে ভদ্ৰাদেৱী দিলন্ত সিদ্ধান্ত ।
শুনিয়ো পাঞ্চালি আবে মোহোৰ বৃত্তান্ত ॥ ২৩৯
কৈকেয় ৰাজ্যত মহাৰাজা মোৰ পিতা ।
তান জীউ মই ৰূপে গুণে আনন্দিতা ॥
মোৰ অনুৰূপে পৃথিবীত নাই বৰ ।
ৰাজাগণ অনায়া পাতিলন্ত স্বয়ম্বৰ ॥ ২৪০
এক এক ৰাজা যেন মহেন্দ্ৰ সাক্ষাত ।
দিগ্ গজ পৰায় বসি আছে সমজ্যাত ॥
ধৱল চামৰ ধৰি ঢোলে দুই কাছে ।
শিৰৰ উপৰে শ্বেত ছত্ৰ তুলি আছে ॥ ২৪১
সঙ্গে চতুৰঙ্গ সেনা সব আছে সাজি ।
গজ ঘণ্টা উন্নাকে জিহ্বে গজ বাজী ॥
ঠাৱে ঠাৱে বাৱে বাদ্য ভগুৰ কল্লোলে ।
দলদোপ মহী মহা প্ৰজাৰ আন্দোলে ॥ ২৪২
মহা পৰিচ্ছদে পাছে প্ৰভু হৃষীকেশ ।
সেহি সমজ্যাত আসি ভৈলন্ত প্ৰবেশ ॥
মাথে আনি দিলা পিতৃ সুৱৰ্ণ আসন ।
আতি প্ৰীতি পখালিয়া অৰ্চ্চিলা চৰণ ॥ ২৪৩
নজলে নৃপতি সব কৃষ্ণৰ প্ৰকাশে ।
চন্দ্ৰৰ উদয় যেন নক্ষত্ৰ আকাশে ॥
সূৰ্য্যৰ আগত যেন ৰাতিৰ জ্যোতি ।
ভৈল নিশৰদ দেখি সমস্ত নৃপতি ॥ ২৪৪
মই সালঙ্কৃতা সখীসব অসংখ্যাত ।
সুৱৰ্ণৰ মালা লৈয়া উঠিলো সভাত ॥
ৰাজ সমজ্যাক নিৰীক্ষিলো চক্ষু চাই ।
কৃষ্ণৰ আগত দেখো মৃতক পৰায় ॥ ২৪৫
পৰম ঈশ্বৰ মূৰ্ত্তি দেখিয়া সাক্ষাত ।
বৰিলো সুৱৰ্ণ মালা চৰায়া মাথাত ॥
পৰি প্ৰণামিলো চৰণত জানু পাৰি ।
আশ্বাসিয়া তুলি মোক ধৰিলা মুৰাৰি ॥ ২৪৬
দেখি ৰাজাসব মহা অহঙ্কাৰ কৰি ।
গৰ্জ্জে মাধৱক কোপে শৰ ধনু ধৰি ॥
কৰে ধৰ মাৰ বোল প্ৰচণ্ড প্ৰতাপে ।
আমাৰ কন্যাক আজি নিবে কাৰ বাপে ॥ ২৪৭
হেন শুনি ভৰতৰি কাম্পে মোৰ তনু ।
ধৰিলন্ত মাধৱে শাৰঙ্গ মহা ধনু ॥
মোক পাছ কৰিয়া অভয় দিয়া দান ।
বৰিষিল অসংখ্য সহস্ৰ দিব্য বাণ ॥ ২৪৮
স্বামীৰ শায়কে ফুটি সমস্ত শৰীৰে ।
ধনু শৰ এৰিয়া লৰৰ দিলা ভিৰে ॥
ৰথ গজ বাজী পৰি থাকিল তথাতে ।
মৰো জীউ কৰিয়া পলাইল সুদা হাতে ॥ ২৪৯
মোৰ ভ্ৰাতৃগণ আছে কৃষ্ণৰ বিৰোধী ।
জপাইলেক যুদ্ধ সাজি পন্থক নিৰোধি ॥

জীৱন্তে ধৰিয়া কাটিবাক চান্ত স্বামী।
চৰণত ধৰিয়া ৰাখিলো পাছে আমি ॥ ২৫০
কুকুৰ যূথক যেন মত্ত সিংহে জিনি।
নেই নিজ ভাগ যেন নমাৰিয়া ঘিণি ॥
সেহিমতে পৰম ঈশ্বৰ স্বামী মোক।
কৰিলা বিবাহ দেখিলেক সৰ্ব্বলোক ॥ ২৫১
পৰম ভকতি পিতৃ সাদৰি স্বামীক।
সকলে সৰ্ব্বস্ব দিলা লগতে যৌতুক ॥
গজবাজী দাস দাসী তাৰ নাহি সীমা।
কি কহিব সখী সিটো কৃষ্ণৰ মহিমা ॥ ২৫২
আন নবাঞ্ছোহো মনে স্বামী পাৰে ধৰি।
জন্মে জন্মে হুইবো তান চৰণ কিঙ্কৰী ॥
এতেকে বোলন্ত আসি দ্ৰৱ ভৈল মন।
বহয় লোতক নাহে মুখত বচন ॥ ২৫৩
তাহান করুণা দেখি নাৰী সমস্তয়।
হৰি হৰি স্মৰিয়া কান্দিলা আতিশয় ॥
সাধুৰ্ব্বাদে ভদ্ৰাক কৰিলা অভিনন্দা।
অনন্তৰে দ্ৰৌপদীত কহে মিত্ৰবৃন্দা ॥ ২৫৪
আমাৰ বৃত্তান্ত আবে শুনিয়ো পাঞ্চালী।
যিমতে দুৰ্ল্লভ স্বামী পাইলো বনমালী ॥
অৱন্তী দেশৰ মহাৰাজা মোৰ পিতা।
কৃষ্ণৰ ভকত মই তাহান দুহিতা ॥ ২৫৫
সম্বন্ধে মোমাত ভাই মোৰ যদুদেৱ ॥
স্বামী ভাৱে তথাপি মনত কৰো সেৱ ॥
বুজিলন্ত পিতৃ পাছে মোহোৰ ইঙ্গিত।
দিনে ৰাত্ৰি তাহানো কৃষ্ণতে মাত্ৰ চিত ॥ ২৫৬
আপুনি আনিলা মাধৱক বৰ বাছি।
মোক বিহা দিবেক সাদৰে তান্ত যাচি ॥
দেখি বিন্দ অনুবিন্দ মোহোৰ সোদৰ।
বেদে বিহা দিবে দুয়ো পৰম পামৰ ॥ ২৫৭
কৃষ্ণক নসহে মহা দাৰুণ দুৰ্ম্মতি।
শিশু হন্তে দুষ্ট দুৰ্য্যোধনৰ সঙ্গতি ॥

মহা মদগৰ্ব্ব সুশুনয় কাৰো হাক।
বুলিল অনেক গোবিন্দক নিন্দাবাক ॥ ২৫৮
উঠি গুচিলন্ত বাপে বিষ্ণু বিষ্ণু বুলি।
কৃষ্ণক ধৰিবে দুয়ো আসিলা হাম্ফুলি ॥
হাসি হৰি দুইকো মুচৰিলা ধৰি ঘাৰ।
ভূমিত পৰিয়া দিলা চৰৰ প্ৰহাৰ ॥ ২৫৯
চৰৰৰ চোটে গাল ভৈল ভিগুাকাৰ।
পৰি আছে নিশৱদে দুয়ো কুলাঙ্গাৰ ॥
স্বামীৰ হাতত চুৰ ভৈল দুইৰো দৰ্প।
গড় ৰৰ আগে যেন দুই ক্ষুদ্ৰ সৰ্প ॥ ২৬০
ধৰিলা খাণ্ডাক কৃষ্ণে কাটিবাক লাগি।
পাৰে পৰি পাছে দুইৰো জীৱ লৈলো মাগি ॥
মোৰ পদে এৰিলন্ত কালি চুণে চুই।
সমজ্যাৰ গুচিল লাঞ্ছনা আতি হুই ॥ ২৬১
পিতৃৰ মনত ভেলা পৰম উৎসাহ।
বিধিৰতে দিলা আসি আমাক বিবাহ ॥
এহেন্তে ঈশ্বৰ যেন ভৈলা মহা জ্ঞান।
সমস্ত সম্পত্তি উৎসৰ্গিয়া দিলা দান ॥ ২৬২
সুবৰ্ণ ৰজত ৰত্ন গজ ৰাজী ৰথ।
দিলন্ত যৌতুক যত পূৰি মনোৰথ ॥
দিলা লগে সালঙ্কৃতা যতেক পদ্মিনী।
চতুৰঙ্গ সেনা আৰো এক অক্ষৌহিনী ॥ ২৬৩
বাদ্য ভণ্ড দণ্ড ছত্ৰ চামৰ চিড়লে।
মোক লৈয়া আইলা প্ৰভু মহা কুতূহলে ॥
কতবা জন্মত পুণ্য সাঞ্চি আছো আমি।
সিকাৰণে পৰম ঈশ্বৰ পাইলো স্বামী ॥ ২৬৪
এহিমতে বাঞ্ছো কৰি প্ৰভুত ভকতি।
জন্মে জন্মে তাহান চৰণে হৌক ৰতি ॥
প্ৰভু পদ ধুলাকে কৰো অভিনন্দা।
এহি বুলি সলোতক ভৈল মিত্ৰবৃন্দা ॥ ২৬৫
প্ৰেমত দ্ৰৱিল চিত্ত ৰোমাঞ্চ শৰীৰ।
দেখি নাৰী সবাৰো নয়নে বহে নীৰ ॥

ভকতিত ভৈল সবে পুলকিত কায়া ।
কৰিলা প্ৰশংসা সাধু সাধু কৃষ্ণ জায়া ॥ ২৬৬
শুনা সামাজিক জন কৃষ্ণৰ চৰিত ।
আত পৰে গতি দাতা নাহিকে কলিত ॥
মনুষ্য জন্মৰ আয়ু বৃথা যায় জানি ।
সদায় চিত্তত চিন্তিয়োক চক্ৰপাণি ॥ ২৬৭
নমো নমো কৃষ্ণ মধুসূদন দৈত্যাৰি ।
হে দামোদৰ দীন দুখ ভয়হাৰী ॥
সংসাৰৰ তিনি তাপে বাপ মাৰে পুলি ।
কৰা নাথ নিস্তাৰ ভৃত্যৰো ভৃত্য বুলি ॥ ২৬৮
জৰা ৰোগে পীড়ি আসে আয়ু ভৈল ক্ষীণ ।
অদ্যাপিও পাতেকী নভৈলো মোহ হীন ॥
আলোচন্তে কাল গৈল ভৈলো আশকতি ।
তথু পাৰে ইজন্মত নভৈল ভকতি ॥ ২৬৯
তোমাৰেসে অংশ আমি যত জীৱ লোক ।
হেন উপদেশ হৃদীশ্বৰ দিয়া মোক ॥
তথু ৰূপ হৃদয়ত থাকে মুখে নাম ।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৭০

---

দুলড়ী

আত অনন্তৰে সত্যায়ে বোলয়
শুনিয়ো সখী পাঞ্চালী ।
পৰম ঈশ্বৰ যেন মতে মোৰ
স্বামী ভৈলা বনমালী ॥
কোশল ৰাজ্যত ৰাজ ৰাজ্যেশ্বৰ
আছন্ত আমাৰ পিতা ।
ৰূপে গুণে আমি আতি অনিন্দিতা
স্নেহৰ তান দুহিতা ॥ ২৭১
মোৰ অনুৰূপ নপাই বৰ বাপে
মনত গুণিয়া আছি ।
সাত গোটা বৃষ বলিষ্ঠ দৰ্পিষ্ঠ
দেশৰ আনিলা বাছি ॥
মহা তীক্ষ্ণতৰ শৃঙ্গ আগে পৰি
মাখিয়ো হোৱে দোহাৰ ।
আকে একেদাই বান্ধে জিনি যিটো
ইটো কন্যা হোৱে তাৰ ॥ ২৭২
হেন শুনি মহা মহা ৰাজা যত
আসে দণ্ড ছত্ৰ তুলি ।
কাছিয়া একলে শৰীৰৰ বলে
বৃষক ধৰে হাক্ফুলি ॥
তাকো সাত বৃষে বেঢ়িয়া হুণ্ডেকি
চিৰে উৰু কৰ কটি ।
ডিহাৰ চোটত উফৰিয়া কতো
কেঙ্কাৰে দান্ত প্ৰকটি ॥ ২৭৩
কাহাঙ্কো শৃঙ্গতে তুলিয়া ফুৰায়ে
দামুৰি যেন ডেডাই ।
হেন নাহি বীৰ বৃষকো জুকায়
আচোকে যাইব এৰাই ॥
মোৰ কথা শুনি পাছে প্ৰাণ প্ৰভু
যদুবংশী শিৰোমণি ।
দ্বাৰকাৰ পৰা আসিলন্ত বাস্ত
ভণ্ডে দণ্ডে ছত্ৰে ছানি ॥ ২৭৪
দেখি আগ বাঢ়ি পৰি পিতৃ মোৰ
কৰিল স্তুতি বিনয় ।
ঈশ্বৰ পুৰুষ আসিল গৃহক
কিনো মোৰ মহোদয় ॥
ব্ৰহ্মা হৰে ইটো ধ্যানতো নেদেখে
অৰুণ চৰণ দুই ।
সাক্ষাতে পূজিবে পাইলো প্ৰভু মই
অধম মনুষ্য হুই ॥ ২৭৫
এহি বুলি পাদ্য অৰ্ঘ্য ধূপে পূজি
কৃষ্ণৰ পাদ-পদ্মক ।

কিবা প্ৰয়োজন সাধিবো মাধৱ
আদেশা নিজ ভৃত্যক ॥
হেন শুনি হাসি মাধৱে বোলন্ত
শুনিয়োক মহাৰাজ ।
ইটো প্ৰয়োজন মহন্ত জনৰ
কহন্তে উপজে লাজ ॥ ২৭৬
দিয়ো কন্যাৰত্ন নৃপতি আমাক
কন্যায়ো আমাক বাঞ্চে ।
পিতৃয়ো বোলন্ত আৰো আত পৰে
মোৰ মহা ভাগ্য আছে ॥
কিন্তু বৃষভক বলে যিটো জিনি
ইটো কন্যা হুইবে তাৰ ।
হেন বাক্য বাপ লোকক শুনায়া
কৰি আছো অঙ্গীকাৰ ॥ ২৭৭
আৰে যদুদেৱ হৰন্ত বৃষক
জিনিয়া নিয়া কন্যাক ।
উঠি কৃষ্ণে পাছে কাছি পীত বস্ত্ৰে
সাজ ভৈলা যুজিবাক ॥
সাত মূৰ্ত্তি হুয়া সাতো বৃষভক
ধৰিলা হাম্ফুলি বলে ।
মই মাত্ৰ দেখো প্ৰভুৰ মহিমা
সভাত আনে নাকলে ॥ ২৭৮
শৃঙ্গত ধৰিয়া মুচৰিল ঘাৰ
মাটীত পৰি ডেডাই ।
তেজি মল মূত্ৰ হেসনি কাঢ়য়
প্ৰাণান্তিক পীড়া পায় ॥
আজুৰিয়া নিয়া স্তম্ভত বান্ধিলা
শিশু যেন ছাগ জাক ।
বাজে বাদ্য ভণ্ড দিলেক প্ৰজায়ে
জয় কৃষ্ণ বুলি ডাক ॥ ২৭৯
কৃষ্ণৰ মাথাত মালা পিন্ধাই পাছে
বৰিলো পাৱত পৰি ।

শৰীৰ শিহৰি প্ৰেম যায় চৰি
লোতক পৰে নিগড়ি ॥
আশ্বাসিয়া পাছে ধৰি প্ৰাণনাথে
মনত মিলাই উৎসাহ ।
পৰম প্ৰাৰম্ভে পাছে পিতৃ মোক
আনন্দে দিলা বিবাহ ॥ ২৮০
সালঙ্কৃতা তিনি সহস্ৰ সুন্দৰী
দাসী কৰি মোৰ সঙ্গে ।
হাজাৰ দশেক ঘটস্ৰৱা ধেনু
দিলন্ত পৰম ৰঙ্গে ॥
মত্ত হস্তী নব হাজাৰ সেনাৰ
ৰথ নবলক্ষ মান ।
সুৱৰ্ণ পাখৰে নব কোটি ঘোৰা
যৌতুক কৰিলা দান ॥ ২৮১
নব শত কোটি দিলন্ত পদাতি
কছাই বস্ত্ৰ অলঙ্কাৰে ।
বাদ্য ভণ্ডে আগ বঢ়াইলে আমাক
পিতৃ মহা চমৎকাৰে ॥
নিৰন্তৰ ৰাজা এক সাজু ভৈলা
মোত আতি আশা ভঙ্গে ।
আমাৰ কন্যাক কেনে কৃষ্ণ নিব
আগ ভেটি আছে খঙ্গে ॥ ২৮২
তোমাৰ মধ্যম পতি ধনঞ্জয়
স্বামীৰ নেৰন্ত কাছ ।
দেখি খঙ্গে আতি আগুৰাইল কাছি
কৃষ্ণক কৰিয়া পাছ ॥
ধনুক টঙ্কাৰি হৃদয় বিদাৰি
শৰ প্ৰহাৰিলা ৰাগি ।
ৰাঘৱ আগত ছাগৰ ফটালি
ফাট দি পলাইল ভাগি ॥ ২৮৩
তোমাৰ স্বামীৰ পৰম বীৰত্ব
স্বচক্ষে দেখিলো আমি ।

এহিমতে আমি পৰম ঈশ্বৰ
কেশৱকো পাইলো স্বামী ॥
সোপনে সচিতে এহিমানে বাঞ্ছো
কৃষ্ণৰ ধুৱাইব ভৰি।
জন্মে জন্মে সখী হুইবো প্ৰাণ মই
কৃষ্ণৰ গৃহ কিঙ্কৰী ॥ ২৮৪
এতেক বোলন্তে লোতক ঝৰিল
তনু ৰোমাঞ্চিত আতি।
প্ৰেম ৰসে মজি ভৈলন্ত আকুল
থাকিলা তন্তি নমাতি ॥
তাহান ভকতি দেখি সমস্তৰে
নয়নৰ পৰে পানী।
সাধু সাধু সত্যা সাৰ্থক জন্মিলা
বুলিলা প্ৰশংসা বাণী ॥ ২৮৫

ছবি

শুনিয়োক সভাসদ মহা ভাগৱত পদ
কৃষ্ণ কথা কৰ্ণৰ অমৃত।
যাৰে নতো ধৰে কালে আছা মানে ভালে ভালে
শুনা নিতে কৃষ্ণৰ চৰিত ॥
এহি মানে মাত্ৰ সাৰ দুৰ্ঘোৰ কলিত আৰ
নাহি গতি দাতা আত পৰে।
ভুকুতি মুকুতি বীজ কৃষ্ণসে সুহৃদ নিজ
জানি লৈয়ো শৰণ সত্বৰে ॥ ২৮৬
নমো নমো নমাই মাথ হে বাপ জগন্নাথ
মই অধমৰ কেন হোক।
মহা মোহে ভৈলো অন্ধ নাহি ভকতিৰ গন্ধ
যাইবে আবে লাগে পৰলোক ॥
লভিয়া মনুষ্য কায়া তুমি হেন প্ৰভু পায়া
নিচিন্তিলো চৰণ তোমাৰ।
কৃষ্ণৰ সেৱাক ত্যজি বিষয় ৰসত মজি
চিন্তিলো আপুনি মই মাৰ ॥ ২৮৭

বাক্যে গুণ নাম ধৰে মনে যে তোমাক স্মৰে
তাকে থাকা মোৰ বুলি ৰাখি।
জানিয়া ইসব তত্ত্ব আছা এহি হৃদয়ত
তথাপি নভজি খালো আখি ॥
মোৰ বন্ধু নাহি কেৱ তুমি দয়াশীল দেৱ
আপুনি ৰক্ষাৰ কৰা কাম।
যিমতে তোমাত ৰতি হোৱে হেন দিয়া মতি
নিৰন্তৰে বোলো ৰাম ৰাম ॥ ২৮৮

---

পদ

আত অনন্তৰে দিলা লক্ষ্মণা সিদ্ধান্ত।
শুনিয়ো দ্ৰৌপদী এবে আমাৰ বৃত্তান্ত ॥
বৃহৎসেন নামে মহাৰাজা মোৰ পিতা।
তাহান দুহিতা মই গুণে অনিন্দিতা ॥ ২৮৯
নাৰদৰ মুখে শুনি কৃষ্ণৰ চৰিত।
কৃষ্ণ পাদ পদ্মত ধৰিলা মোৰ চিত ॥
শিশু হন্তে যিমতে ভজিলা মিত্ৰবৃন্দা।
কৃষ্ণত সিমত মোৰ ভৈল অভিনন্দা ॥ ২৯০
অনন্তৰে পিতৃ মোৰ বুজি অভিপ্ৰায়।
কৃষ্ণক পাইবাক লাগি চিন্তিল উপায় ॥
যিমতে তোমাৰ পিতৃ অৰ্জ্জুনক আশে।
নিৰ্ম্মিয়া চক্ৰক মৎস্য ভ্ৰমাইলা আকাশে ॥ ২৯১
সেহিমতে মোৰো পিতৃ কৰিয়া যতন।
কিন্তু আমাঠৈৰ মৎস্য মহা বিলক্ষণ ॥
বাহিৰত ঢাকি আছে তোমাঠৈৰ মৎস্য।
স্তম্ভকো চাহিলে জানে তাহাৰ ৰহস্য ॥ ২৯২
আমাসাৰ মৎস্য সিটো অনেক উচ্ছ্ৰিত।
বাহিৰে ভিতৰে ছন্ন দুহিকে বিদিত ॥
অধোমুখে পানীক ছায়াৰ চাহি তাৰ।
তেবেসে কৰিবে পাৰে শৰক প্ৰহাৰ ॥ ২৯৩
কৃষ্ণ বিনে আনে ইটো নাজানে ৰহস্য।
এতেকেহে শ্ৰেষ্ঠ আতি আমাঠৈৰ মৎস্য ॥

সিটো মৎস্য ভেদে যিটো সি পাৱে কন্যাক।
দেশে দেশে দূত সবে বুলিলা ৰাজাক ॥ ২৯৪
কথা শুনি পৃথিবীৰ নৃপ নিৰন্তৰ।
কাছি পাৰি আইলা সবে আমাৰ নগৰ ॥
ধনুত পাৰ্গত শিক্ষা গুৰু সব সঙ্গে।
ৰথ গজ বাজী সাজি আইল মহা ৰঙ্গে ॥ ২৯৫
কৌৰৱ পাণ্ডৱ পৃথিবীৰ ৰাজা যত।
আমাৰ সভাত ভৈল সবে উপগত ॥
যাক যেন যোগ্য পিতৃ কৰিলা সম্মান।
দিয়াইলা আসন আনি বসিবাৰ থান ॥ ২৯৬
আইলা যদুবংশ শিৰোমণি মোৰ পদে।
কোটি মহেন্দ্ৰতোধিক মহা পাৰিষদে ॥
দণ্ডে ছত্ৰে চামি মহা বাদ্য ভণ্ড ৰোলে।
দলদোপ মহী মহা প্ৰজাৰ আন্দোলে ॥ ২৯৭
আগবাঢ়ি পিতৃ পাছে অৰ্চ্চিলা চৰণ।
মাথাত কৰিয়া দিলা দিব্য সিংহাসন ॥
তাতে বসি প্ৰকাশিলা প্ৰভু আতিশয়।
নক্ষত্ৰৰ মাজে যেন চন্দ্ৰৰ উদয় ॥ ২৯৮
থৈলা আনি আগত লোহাৰ ধনু থান।
দিলা পিতৃ সবাকো সম্বোধি সমিধান ॥
পাৰে যিবা বীৰে ইটো মৎস্য ভেদিবাক।
বৰিবেক আসি সিটো কন্যা ৰত্নে তাক ॥ ২৯৯
শুনি মহা মহা ৰাজা উঠিল ত্বৰিত।
মোৰ ৰূপে সমস্তৰে ভোল গৈল চিত ॥
ধৰে ধনু বস্ত্ৰ কাছি কতো কুতুহলে।
দাঙ্গিব নুৱাৰে ধৰে শৰীৰৰ বলে ॥ ৩০০
কতো কথমপি তুলি দশন কামুৰি।
নুৱাৰিল গুণ দিব ধনুক আজুৰি ॥
কতো গুণ দেন্তে পৰে আপুনি উফৰি।
মোক চাহি নিশ্বাস ফোকাৰে দন্তভৰি ॥ ৩০১
ভাগি গৈল গৰ্ব্ব সবে বদন বিবৰ্ণ।
তাক দেখি হাসি ভীম দুৰ্য্যোধন কৰ্ণ ॥
মাগধ চেদিপ আনো মোৰ ৰূপে ভুলি।
ধনুত লগাইবে গুণ ধৰিল হাম্ফুলি ॥ ৩০২
হানে বাণ নজানে মৎস্যৰ থান থিত।
ব্যৰ্থ হুয়া পৰে বাণ উলটি মাটিত ॥
মোহোৰ নৈৰাশে মন মলিন সবাৰে।
পালটিয়া বসি হুম নিশ্বাস ফোকাৰে ॥ ৩০৩
উঠিলন্ত কাছি পাছে আনন্দে অৰ্জ্জুন।
নিমিষেকে ধনুত লগাইলা হাসি গুণ ॥
জানি থিত মৎস্যৰ ছায়াক চাহি জলে।
প্ৰহাৰিলা বাণ বীৰে শৰীৰৰ বলে ॥ ৩০৪
কথমপি মৎস্যক চুইলেক মাত্ৰ শৰে।
নুৱাৰিলে ছেদিবা অৰ্জ্জুন ধনুৰ্দ্ধৰে ॥
উৰুত চাপৰ দিয়া বসিলা পালটি।
তেবে সব বীৰৰ ভাগিল চটচটি ॥ ৩০৫
জগত ঈশ্বৰ যদুদেৱ চাহি আছি।
উঠিল কটিত পাছে পীত বস্ত্ৰ কাছি ॥
ধনুত লগাইলা গুণ কৰি অল্প হাস।
একবাৰ চাইল মাত্ৰ জলত আভাস ॥ ৩০৬
অভিজিত মুহূৰ্ত্তত প্ৰহাৰিলা বাণ।
লীলায়ে ছেদিলা মৎস্য দেখি বিদ্যমান ॥
দুই খণ্ড হুয়া মৎস্য পৰিলা মাটিত।
প্ৰজা জয় শবদ কৰিলা বিপৰীত ॥ ৩০৭
বজায়ে দুন্দুভি দেৱে আকাশত থাকি।
বৰিষিলা পুষ্প দেৱে কেশৱক ঢাকি ॥
তেবেসে জানিলো পাইলো মাধৱ স্বামীক।
মিলিল আনন্দ মোৰ মোক্ষতো অধিক ॥ ৩০৮
শুনিয়ো দ্ৰৌপদী মই পাছে মহাৰঙ্গে।
অসংখ্যাত সালঙ্কৃতা সখীসব সঙ্গে ॥
চলি গৈলো লয়লাসে সমীপ স্বামীৰ।
চৰণে জলকে আতি ৰত্নৰ মন্দিৰ ॥ ৩০৯
অঙ্গে অঙ্গে উত্তম বসন পাট পীত।
ৰত্নৰ মেখলা বান্ধে কিঙ্কিনী কটিত ॥

অমূল্য ৰত্নৰ হাৰ প্ৰকাশে হিয়াত ।
কণক উজ্জ্বল ৰত্নমালা আছে তাত ॥ ৩১০
জল মল কৰে কৰ্ণে মকৰ কুণ্ডল ।
তাৰে ৰশ্মি প্ৰকাশে পাণ্ডুৰ গণ্ডস্থল ॥
কপালে চঞ্চল চাৰু অলকা পঙ্কতি ।
উত্তম খোপাত ভাসে চম্পক মালতী ॥ ৩১১
হৰে তাপ হেন হাস্য কটাক্ষ বিলাসে ।
চাহন্তে মোহিত হোৱে ৰাজা দুই পাশে ॥
সখী সবে বজাৱে যন্ত্ৰত তুলি নাদ ।
মদনে আকুল চিত্ত হুয়া নিশৰদ ॥ ৩১২
পৰম সুৰভি কৰ্পূৰ ধূলি সিঞ্চে ।
দুয়ো পাশে ধৱল চামৰে মোক বিঞ্চে ॥
প্ৰভুৰ সমীপ পাইলো অনুৰাগী বালা ।
পিন্ধাইলো কণ্ঠত নিয়া দিব্য ৰত্নমালা ॥ ৩১৩
স্বামী ভাৱে বৰিয়া কৰিলো নমস্কাৰ ।
বহে নয়নৰ নীৰ আনন্দে আমাৰ ॥
পুলকিত অঙ্গ লাজে নচাও তুলি মাথ ।
মোক আশ্বাসিলা তুলি জগতৰ নাথ ॥ ৩১৪
বাৱে বাদ্য অসংখ্য গোমুখ শঙ্খ ঢোল ।
ডিণ্ডিম ডগৰ ঢাক তৰলৰ ৰোল ॥
বজাৱে মৃদঙ্গ ৰঙ্গে নাচে নটীচয় ।
গায়নে যোগাৱে গীত ভাটৰে চপয় ॥ ৩১৫
হেন দেখি মহা কোপে ৰাজাগণ যত ।
অস্ত্ৰ শস্ত্ৰ ধৰি ধাইল পৰম ক্ৰোধত ॥
বাঘে যেন গৰ্জ্জে যত যত মহাবীৰ ।
তাক দেখি সখী মোৰ কম্পিল শৰীৰ ॥ ৩১৬
দেখি পাছে দিব্য ৰথ আনিলা মুৰাৰি ।
যতে আছে উত্তম ঘোটক বত্ন চাৰি ॥
মোক আশ্বাসিয়া তাৰ তুলিলা উপৰে ।
উঠিলা আপুনি পাছে কাছি দামোদৰে ॥ ৩১৭
এক হাতে বাণ আউৰ হাতে ধনু ধৰি ।
মোক দুই হাতে সাৱটিলা দেৱ হৰি ॥
চাৰি বাহু বেকত কৰিলা সিবেলাত ।
যুদ্ধক সম্মুখ ভৈল দেখিলো সাক্ষাত ॥ ৩১৮
দাৰুকে ডাকিল হেমময় মহা ৰথ ।
ধৰিলা চাৰিও ঘোৰা দ্বাৰকাৰ পথ ॥
মৃগৰ মাজৰ পৰা যেন সিংহৰাজে ।
মোক লৈয়া যান্তে চাহি আছে সামৰাজে ॥৩১৯
অস্ত্ৰ ধৰি সেনাসব চলে দুয়ো কাছে ।
দেখি ৰাজাগণে বেঢ়িলেক আগে পাছে ॥
শৰধনু ধৰি কৰে আটোপ টঙ্কাৰ ।
আমাৰ কন্যাক নিবে শকতি কাহাৰ ॥ ৩২০
প্ৰমত্ত সিংহৰ আগে কৰি যেন খেঢ়ি ।
অসংখ্য কুকুৰে ভুকে চতুৰ্ভিতি বেঢ়ি ॥
প্ৰভু প্ৰহাৰিলা শৰ সাৰঙ্গ টঙ্কাৰি ।
নিসাৰে মাৰিলা কাকো হৃদয় বিদাৰি ॥ ৩২১
কাৰো উৰু কৰ কটি কাটিলন্ত জাঙ্গ ।
কাৰো শিৰ ছেদিলা ৰুধিৰে বহে গাঙ্গ ॥
হতশেষ ৰাজা কতো পলাই বিভঙ্গে ।
বিপক্ষক খেদাই চলি গৈলা প্ৰভু ৰঙ্গে ॥ ৩২২
আনন্দে দুন্দুভি বাদ্য বজাৱে স্বৰ্গত ।
হৰিষে বৰিষে পুষ্প কৃষ্ণৰ শিৰত ॥
দশোদিশ পূৰিলেক জয় কৃষ্ণ ৰৱে ।
দাৰুকে ডাকন্ত ৰথ পৰম উৎসৱে ॥ ৩২৩
মোক লৈয়া গৈয়া পাছে দ্বাৰকা নগৰ ।
ধ্বজ দণ্ড পতাকা তোৰণ মনোহৰ ॥
পূৰ্ণ কুম্ভ পতাকা প্ৰকাশে শাৰী শাৰী ।
অয়াযাত কৰে যত সালঙ্কৃতা নাৰী ॥ ৩২৪
স্বামী সমে প্ৰবেশিলো হেন দিব্য পুৰী ।
ভাৰ্য্যা সমে সূৰ্য্য যেন যায় অস্তগিৰি ॥
আসিলা পাছত পিতৃ অনেক সম্ভাৰে ।
অৰ্চ্চিলন্ত সুহৃদক বস্ত্ৰ অলঙ্কাৰে ॥ ৩২৫
দাস দাসী গজ বাজী মহাবস্ত্ৰ যত ।
দিলন্ত যৌতুক সব আমাৰ লগত ॥

এহিমতে পাইলো স্বামী ঈশ্বৰ কৃষ্ণক।
কি কহিবো প্ৰাণ সখী আমাৰ ভাগ্যক ॥ ৩২৬
জন্মে জন্মে হুইবো তান চৰণৰ দাসী।
এতেকে বোলন্তে প্ৰেম পৰশিল আসি ॥
শিহৰিল তনু নয়নৰ নীৰ ঝৰে।
দেখি সকৰুণ ভৈল নাৰী সমস্তৰে ॥ ৩২৭
নেত্ৰৰ লোতক পৰে বড়ে ৰাম হৰি।
লক্ষ্মনাকো প্ৰশংসিল যতেক সুন্দৰী ॥
অনন্তৰে দ্ৰৌপদীত ৰোহিণী বদতি।
আমাৰ বৃত্তান্ত আৰে শুনিয়োক সতী ॥ ৩২৮
কৰি দিগ্‌বিজয় নৰক দুৰাচাৰ।
আনিলা কন্যাক কাঢ়ি যোড়শ হাজাৰ ॥
থৈলেক নিৰোধি আমি সব দুখ মনে।
কৃষ্ণৰ চৰণে মনে পশিলো শৰণে ॥ ৩২৯
যাহাৰ স্মৰণে হৰে সংসাৰৰ ভয়।
গৰুড় বাহন হেন কৃষ্ণ কৃপাময় ॥
মেলাইলন্ত আমাক তাহাক মাৰি ৰণে।
কৰিলন্ত বিবাহ সবাকো একেক্ষণে ॥ ৩৩০
যোড়শ হাজাৰ গৃহে পাতিয়া সমাজ।
একে লগে বিহাক কৰিলন্ত যদুৰাজ ॥
ঘৰে ঘৰে পঢ়ে মন্ত্ৰ গৰ্গ পুৰোহিত।
কৃষ্ণৰ মহিমা দেখি জগত বিস্মিত ॥ ৩৩১
পৰম ঈশ্বৰ পূৰ্ণ কাম প্ৰভু হৰি।
জন্মে জন্মে হুইবো আন চৰণ কিঙ্কৰী ॥
সাৰ্ব্বভৌম ইন্দ্ৰৰ সম্পদ সব মিছা।
বৈকুণ্ঠৰ মোক্ষতো নকৰো সখা ইচ্ছা ॥ ৩৩২
ব্ৰহ্মাদি দেৱৰো সেব্য যিটো মহালক্ষ্মী।
সেৱন্ত ৰেণুক সংসাৰতে সাৰ দেখি ॥
তথাপি দুৰ্ল্লভ পদৰেণু নোহে দেখা।
অপ্ৰয়াসে পাৱে সিটো দেৱতাৰ লেখা ॥ ৩৩৩
বৃন্দাবনে ধেনুক চৰান্তে কৃপাময়।
পাইলে এহি মহা ভাগ্যৱতী গোপীচয় ॥
তৃণত লাগিয়া থাকে দেখি মহা সুখে।
কিৰাতৰো পত্নী আনি ঘৰে আখি মুখে ॥ ৩৩৪
পায়া আছে গোপ গোকুলৰ যত ধেনু।
ভকত দুৰ্ল্লভ জানা কৃষ্ণ পদৰেণু ॥
এতেকেসে বাঞ্চো আমি কৃষ্ণ ভাৰ্য্যা যত।
আহানেসে পদৰেণু বহিবো শিৰত ॥ ৩৩৫
জন্মে জন্মে হুইবো আন গৃহ সেৱকিনী।
এতেকে বোলন্তে যত কৃষ্ণৰ গৃহিনী ॥
উপজিল প্ৰেম ঝৰে লোতক নয়নে।
নিশৱদ ভৈলন্ত কৃষ্ণক ধৰি মনে ॥ ৩৩৬
যিটো ভকতৰ আত্মা ঈশ্বৰ মুৰাৰি।
তান্তে তাসম্বাৰ প্ৰেম দেখি যত নাৰী ॥
পৰম বিস্ময় ভৈল সমস্তৰ মনে।
বহৰে সবাৰো আতি লোতক নয়নে ॥ ৩৩৭
যশোদা দ্ৰৌপদী কুন্তী সুভদ্ৰা গান্ধাৰী।
ৰাজ ভাৰ্য্যা যতেক ভকত গোপনাৰী ॥
কৃষ্ণ পত্নীগণক প্ৰশংসি বাৰে বাৰ।
পাইলা প্ৰীতি আতি আনন্দৰ নাহি পাৰ ॥ ৩৩৮
কুৰুক্ষেত্ৰ জুৰি কৃষ্ণৰ চেষ্টা যত।
নাৰী কহে নাৰী পুৰুষে পুৰুষত ॥
আন একো গ্ৰাম্য কথা নাছিল তথাত।
মহোদয় লোকৰ মিলিল সিবেলাত ॥ ৩৩৯
কুৰুক্ষেত্ৰে জুৰি যেন জগত আধাৰ।
পাতিলা প্ৰচুৰ প্ৰভু প্ৰেমৰ পসাৰ ॥
জগতৰ ৰাজা প্ৰজা বেহাইলেক হাট।
কৰাইলা ঈশ্বৰ কৃষ্ণে প্ৰেমময় নাট ॥ ৩৪০

---

তীৰ্থযাত্ৰা শেষ

কহে শুক শুনা অনন্তৰে পৰীক্ষিত।
আইল মুনিসব পাছে কৃষ্ণক দেখিন্ত ॥

নাৰদ দেৱল বামদেৱ চ্যৱন ।
বিশ্বামিত্র অত্রি ত্রিত দ্বিজ শতানন্দ ॥ ৩৪১
পুলস্ত্য অগস্ত্য ভৃগু বশিষ্ঠ গৌতম ।
কশ্যপ কুশাক মাৰ্কণ্ডেয় নৰোত্তম ॥
ভৰদ্বাজ যমদগ্নি ব্যাস বৃহস্পতি ।
অঙ্গিৰা অসিত ৰাম গালৱ প্ৰভৃতি ॥ ৩৪২
আসিয়া অনেক মুনি মিলিলা তহিত ।
দেখি সব সমাজে উঠিল সচকিত ॥
কৌৰৱ পাণ্ডৱ ৰাজাচয় কৃষ্ণ ৰাম ।
বসুদেৱ সমে পৰি কৰিলা প্ৰণাম ॥ ৩৪৩
বৈসাইলা সবাকো আনি সুৱৰ্ণ আসনে ।
পুছিল কুশল কথা মধুৰ বচনে ॥
গন্ধে পুষ্পে ধূপে দীপে দৈৱকী নন্দন ।
গৌৰৱে সবাকো আনি অৰ্চ্চিলা চৰণ ॥ ৩৪৪
পখালিয়া পাৰক আপুনি জগন্নাথে ।
পৰম সাদৰে পাদোদক লৈলা মাথে ॥
মৌন হুয়া সমস্ত সমাজে চাই আছে ।
কৃতাঞ্জলি হুয়া কৃষ্ণে বুলিলন্ত পাছে ॥ ৩৪৫
কিনো ভাগ্যে দেখিলো চৰণ তোমাসাৰ ।
জন্মৰ সফল ভৈল আজিসে আমাৰ ॥
দেৱৰো দুৰ্ল্লভ ইটো আমাসাৰ দেখা ।
আমি অল্প পুণ্য মনুষ্যৰ কোন লেখা ॥ ৩৪৬
আমাৰ তপস্যা বুদ্ধি তীৰ্থৰ যাত্ৰাত ।
কেৱলে দেৱতা বুদ্ধি কৰো প্ৰতিমাত ॥
তথাপি পূজিবে পালো তোমাসাক লাগ ।
আশ্চৰ্য্যতো আশ্চৰ্য্য আমাৰ কিনো ভাগ॥ ৩৪৭
যত জলময় তীৰ্থ সিয়ো তীৰ্থ হয় ।
সিয়ো দেৱ যতেক মৃত্তিকা শিলাময় ॥
কিন্তু চিৰকালে তীৰ্থ দেৱে শুদ্ধি কৰে ।
দৰশন মাত্ৰ সাধু সবে পাপ হৰে ॥ ৩৪৮
চন্দ্ৰ সূৰ্য্য বায়ু বহ্নি নভ ভূমি জল ।
ভেদ বুদ্ধি মৰৰ নৰহে পাপ মল ॥

পৰম নিস্কামে মাধৱক মনে স্মৰে ।
মুহূৰ্ত্তে সেৱাতে তাৰ সব পাপ হৰে ॥ ৩৪৯
হেন সাধু এৰি কৰে আনত আনন্দ ।
জানিবাহা আত পৰে নাহি মহামন্দ ॥
আপোনাকে আপুনি বঞ্চিলে কুলাঙ্গাৰ ।
পশুতো অধম পশু শুনা কথা তাৰ ॥ ৩৫০
শৰীৰ সবক মই বোলে যিটো চিত্তে ।
কৰে যিটো মমত পত্নী পুত্ৰ বিত্তে ॥
প্ৰতিমাত মাত্ৰ যাৰ ভৈল দেৱ বুদ্ধি ।
তীৰ্থ বুলি কেৱলে জলত কৰে শুদ্ধি ॥ ৩৫১
মহা মহন্তুতো নাই ইটো বুদ্ধি চাৰি ।
গৰুতো অধম জানা সিটো অহঙ্কাৰী ॥
সেহিতো পামৰ নপাইলেক তত্ত্বজ্ঞান ।
নেড়াইলে সংসাৰ যাতনাতে যায় প্ৰাণ ॥ ৩৫২
মহা ভকতক নজানয় কৰ্ম্মজড় ।
তীৰ্থতো দেৱতো কৰি ভুমি সব বৰ ॥
এতেকে তোমাত আমি কৰিলো বন্দন ।
এহি বুলি মৌন ভৈলা দৈৱকী নন্দন ॥ ৩৫৩
কৃষ্ণৰ চৰিত্ৰচয় শুনা সভাসদ ।
এহিসে খণ্ডাবে ঘোৰ সংসাৰ আপদ ॥
আতেসে সন্তুষ্ট গুণ লুবুধা মাধৱ ।
সততে চিন্তিয়ো কৃষ্ণ চৰণ পল্লৱ ॥ ৩৫৪
নমো নমো হে কৃষ্ণ মই মন্দমতি ।
তযু পাৰে ই জন্মত নভৈল ভকতি ॥
পৰলোকে গৈলে গতি কি হৈবে আমাৰ ।
কৃপাময় কৃষ্ণ কৰা আপুনি উদ্ধাৰ ॥ ৩৫৫
তুমিসে সুহৃদ আত্মা প্ৰিয়তম মোৰ ।
তথাপি পামৰ মই ভৈলো সেৱা চোৰ ॥
বৃথা মনোৰথে আয়ু ভৈল সমাপতি ।
বান্ধৱ মাধৱ সাধা অগতিৰ গতি ॥ ৩৫৬
মই পাতকীৰ মোৰ বন্ধ ছেদ হৌক ।
তোমাৰ চৰণে ৰতি ভকতি মিলোক ॥

আতপৰে আন কিছু নবাঞ্চোহো কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৩৫৭

---

দুলড়ী

কৃষ্ণৰ কপট বাক্য শুনি সিটো
মোহ ভৈল যত মুনি।
নুহি বুদ্ধি থিৰ অধোমুখে সবে
আছিলা মনত গুণি ॥
সামান্য মনুষ্য যেন ইটো কৃষ্ণে
কৰিল আমাক স্তুতি।
কিবা হেতু ইটো একোমতে চিন্তি
নপাইলো তাৰ যুগুতি ॥ ৩৫৮
কি কাৰণে মনে মিলিল আমাৰ
হেন ভ্ৰম অদভুত।
জানো নজানিলো হোৱন্ত ঈশ্বৰ
ইটো বসুদেৱ সুত ॥
কৃষ্ণৰ মায়াত মোহ হুয়া আতি
তম্ভি আছে সবে মুনি।
পাছে চিৰকালে ভৈল বুদ্ধি থিৰ
বুজিল মনত গুণি ॥ ৩৫৯
লোকক শিখান্ত ইটো মহাধৰ্ম্ম
জানিলো জগত পতি।
পৰম গৌৰৱ আমাক কৰিলা
সিহেতু তুতি ভকতি ॥
মাথা তুলি পাছে প্ৰসন্ন বদনে
সবেয়ো তুলিলা হাস।
কৰি কৰযোৰ বুলিবে লাগিলা
কৃষ্ণৰ চাপিয়া পাশ ॥ ৩৬০
যত প্ৰজাপতি যত তত্ত্ব জ্ঞানী
সবাবো আমি ঈশ্বৰ।
আমাকো মুহিলে যিটো মায়া তাত
থিৰ হৈবে কোন নৰ ॥
মায়ায়ে মোহিয়া কৰি আছে ছন্ন
দেখি মনুষ্যৰ নয়।
পৰম অতৰ্ক সৃষ্টিত তোমাৰ
বুজিবে কোন আশয় ॥ ৩৬১
সৃষ্টি স্থিতি লয় কৰা মায়াময়
বিভঞ্জিয়া আপোনাক।
ঘট শৰ ভেদে দেখি বহুবিধ
যেন এক মৃত্তিকাক ॥
নোহা বসুদেৱ পুত্ৰ পৰিপূৰ্ণ
ঈশ্বৰ তোমাৰা দুই।
তযু জন্ম কৰ্ম্ম বিৰম্বন মাত্ৰ
ইটো পৰমাৰ্থ নুই ॥ ৩৬২
ধৰা অৱতাৰ দুষ্টক দণ্ডিয়া
ভকতৰ ৰক্ষা হেতু।
যিটো শুদ্ধ বেদ পথ থাপা তাক
তুমিয়ে গড়ুৰ কেতু ॥
ৰত্ন মন্ত্ৰগণে তোমাক প্ৰকাশে
তাক্কে আছে যিটো ধৰি।
সেহিটো ব্ৰাহ্মণ কুলক সন্মান
কৰা আপোনাতো কৰি ॥ ৩৬৩
এতেকে লোকক শিখায়া আমাক
কৰিলাহা সতকাৰ।
আজিসে জন্মক সাফলিলো আমি
চৰণ দেখি তোমাৰ ॥
ভগৱন্ত কৃষ্ণ তোমাক প্ৰণামো
তুমি পৰমাত্মা দেৱ।
ছন্ন কৰি আছা মায়ায়ে মহিমা
তোমাক নজানে কেৱ ॥ ৩৬৪
যত ৰাজাগণ যত যদুবংশ
সদা একেলগে থাকে।

জগত ঈশ্বৰ বুলিয়া তথাপি
নজানে কেহো তোমাকে ॥
যেন স্বপনত যিদেহ ধৰিছে
তাকে মই বুলি মানে ।
শয্যাত পৰিছে যি দেহ নিদ্ৰাত
তাহাক আউৰ নজানে ॥ ৩৬৫
বিষয় চেষ্টাত আতি অচেতন
যতেক নৰ পামৰ ।
এহিমতে দেৱ তোমাক নিচিনে
তুমিসে আত্মা ঈশ্বৰ ॥
মহা মহা পাপ সহস্ৰক হৰে
গঙ্গাৰো এহি আশ্ৰয় ।
চিন্তে মাত্ৰ মনে নেদেখে সাক্ষাত
যাক মহা যোগীচয় ॥ ৩৬৬
হেন পাদ-পদ্ম দেখিলো সাক্ষাতে
কতবা পুণ্যৰ ফলে ।
এহি কৃপা কৰা থাকোক ভকতি
তোমাৰ পদ কমলে ॥
হেনবা বুলিবা নলাগে ভকতি
কৰা তাপ পূৰ্ব্বৰতে ।
নাহি নাহি প্ৰভু তপস্যাত সিদ্ধি
জানো তাক ভালমতে ॥ ৩৬৭
আন পৰিহৰি তোমাৰ ভকতি
মাত্ৰত যাৰ প্ৰবন্ধ ।
সেহিসে মহন্ত হৃদয়ত তাৰ
ছিণ্ডে অহঙ্কাৰ বন্ধ ॥
তেসম্বেসে পাইলে তোমাৰ গতিক
নাচৰিয়া তপ-জ্ঞান ।
এতেকে তোমাৰ চৰণে মাগোহো
ভকতি প্ৰসাদ দান ॥ ৩৬৮
এতেকে বিনয় বুলিয়া কৃষ্ণত
গৈলন্ত মাগি মেলানি ।
যুধিষ্ঠিৰ ধৃত [illegible]
প্ৰবোধি মধুৰ বাণী ॥
আশ্ৰমক লাগি যাইবাক চাহন্তে
দেখি উঠি বসুদেৱ ।
সবাকো আসনে বসায়া সাদৰে
চৰণে কৰিলা সেৱ ॥ ৩৬৯
সবাৰো পাৰত ধৰি বসুদেৱে
বুলিলা কৰি সাদৰ ।
সৰ্ব্ব দেৱময় মুনিবৰ মোৰ
প্ৰশ্নৰ দিয়া উত্তৰ ॥
কোন কৰ্ম্মে কৰে কৰ্ম্ম বন্ধ খণ্ড
কহিয়ো বিচাৰি তাক ।
তুমি সব বিনে আনে নজানয়
কৰিয়ো কৃপা আমাক ॥ ৩৭০
হেন শুনি পাছে মহা মুনিসবে
ভৈলন্ত আতি বিস্ময় ।
আগত ঈশ্বৰ কৃষ্ণক এৰিয়া
আমাত পুছে সংশয় ॥
ভৈলন্ত বিস্মৃতি বসুদেৱ দেখা
ঘৰতে জগনিবাস ।
তথাপি নিচিনে চাই অন্যো অন্যে
কৰিলন্ত অতি হাস ॥ ৩৭১

---

ছবি

শুনা সভাসদ যত ইটো মহা ভাগৱত
ধৰ্ম্মৰ মধ্যত ইসে সাৰ ।
কৃষ্ণৰ চৰিত্ৰ যশ সম্যকে অমৃত ৰস
কৰ্ণ ভৰি পীয়া বাৰে বাৰ ॥
যাৰে নছু ধৰে কালে আছে যাৰে তালে তালে
কৃষ্ণ পাৰে পশিয়া শৰণে ।

কৃষ্ণত অৰ্পিয়ো চিত্ত কৃষ্ণেসে সুহৃদ হিত
হৈবা হৰি সহায় মৰণে ॥ ৩৭২
হেনো হেন কৃষ্ণদেৱ মোত পৰে নাহি কেৱ
জানিলো অধম মূঢ়মতি।
আছা এই হৃদয়ত তুমি হেন ঈশ্বৰত
নকৰিলো একান্ত ভকতি ॥
তুমি দেৱ সদাশিৱ তুমি জগতৰে জীৱ
ব্ৰহ্মাদিৰো তুমি বুদ্ধি সাক্ষী।
তুমি মোৰ গতি দাতা তুমিসে সুহৃদ আত্মা
তথাপি নভজি খাইলো আখি ॥৩৭৩
মই দীন দয়াময় তুমি দেৱ কৃপাময়
কৰা যেন যুৱাই হেন জানি।
তোমাৰ চৰণে ৰতি হোক যেন দিয়া মতি
তোমাকেসে আছো গুৰু মানি ॥
শুহিকো কিছোৰে পাত্ৰ তোমাৰ চৰণে মাত্ৰ
সৰ্ব্বথা থাকোক মোৰ চিত।
ছাৰি বিষয়ৰ কাম নিৰন্তৰে ৰাম ৰাম
বোলা যেবে তৰিবা কলিত॥ ৩৭৪

---

পদ

শুক নিগদতি ৰাজা শুনা একমনে।
যেবে বসুদেৱক হাসিলা মুনিগণে ॥
সবাকো সম্বোধি পাছে নাৰদ বদতি।
নহাসিবা কেহো বসুদেৱক সম্প্ৰতি ॥ ৩৭৫
পুত্ৰ বুলি কৃষ্ণক কৰিয়া অনাদৰ।
আমাত পুছিলা কথা অৰ্প্ণা কৰ্ম্মৰ ॥
নাহিকে আশ্চৰ্য্য আত শুহিবা বিস্ময়।
মায়ায়ে মোহিত মনুষ্যৰ হেন নয় ॥ ৩৭৬
যদ্যপি কাছত আছা দেৱ নাৰায়ণ।
সমীপত বাসা অনাদৰৰ কাৰণ ॥
যেন তীৰবাসী গঙ্গাজল তেজি যায়।
অন্যত্ৰ জলত স্নানে সিদ্ধিক আশায় ॥ ৩৭৭
যাহাৰ জ্ঞানক কালে নকৰে লুপুত।
মায়ায়ে কৰিছা নিজ মহিমা গুপুত ॥
নিচিনে ঈশ্বৰ বুলি দৈৱকীৰ পোক।
হিমে মেঘে ছন্ন হেন বোলে আদিত্যক ॥ ৩৭৮
সুখ দুখ তিনি গুণময় অহঙ্কাৰে।
যাহাক সবেয়ো আৱৰিবেও নপাৰে ॥
যিটো মায়া আমাকো মুহিলে আজি দেখা।
ইহাত গৃহস্থ মনুষ্যৰ কোন লেখা ॥ ৩৭৯
যিটো মায়া কৰে ব্ৰহ্মাদিৰো জ্ঞান নাশ।
জানি বসুদেৱক নকৰা উপহাস ॥
এহি বুলি নাৰদ প্ৰমুখ্যে ঋষি যত।
কহিবে লাগিলা বসুদেৱৰ আগত ॥ ৩৮০
শুনি আছে যত সমজ্যাৰ ৰাজামানে।
তথাতে আছন্ত ৰাম কৃষ্ণ বিদ্যমানে ॥
যিবা কৰ্ম্মে কৰে সবে কৰ্ম্মক নিহাৰ।
শুনা বসুদেৱ আবে কথা কহো তাৰ ॥ ৩৮১
শ্ৰদ্ধায়ে যজিবে হৰি যজ্ঞ ঈশ্বৰক।
নাহিকে উত্তম কৰ্ম্ম আত ব্যতিৰেক ॥
এহি ধৰ্ম্ম হেতু হোৱে চিত্ত উপসাম।
জ্ঞানীগণো কহে আক উপায় সুগম ॥ ৩৮২
এহি ধৰ্ম্মে হৰৈ মহা অন্ধকাৰ বন্ধ।
কিছো কিছো কৰি মিলে মনত আনন্দ ॥
পৰম নিষ্কামে অতিশয় শুদ্ধ চিত্তে।
ঈশ্বৰক যজিবে প্ৰত্যক্ষ একচিত্তে ॥ ৩৮৩
গৃহস্থ দ্বিজৰ ইসে কল্যাণৰ পথ।
আত হন্তে সিজে কাম মোক্ষ ধৰ্ম্ম অৰ্থ ॥
যজ্ঞ দান কৰিয়া ত্যজিবে বিচেষ্টাক।
ভোগ কৰি এবিবেক তনয় ভাৰ্য্যাক ॥ ৩৮৪
বিনাশী জানিয়া এৰিলেক স্বৰ্গ আশা।
কৃষ্ণক চিন্তিবে তপোবনে কৰি বাসা ॥

দেৱঋষি পিতৃৰ ঋণিবো ভিন্ন ভিন্ন ।
উপজিলে মনুষ্যত লাগে তিনি ঋণ ॥ ৩৮৫

ব্ৰহ্মচৰ্য্যে ঋষি ঋণ যজ্ঞে দেৱতাৰ ।
উপজিয়া পুত্ৰক পিতৃৰ শুজে ধাৰ ॥

তিনি ঋণ সুশুজিয়া যিটো মোক্ষ সাধে ।
নৰকত পৰৈ দৈৱে তাহাকো নবাধে ॥ ৩৮৬

ইটো কৰ্ম্ম সকৰ্ম্মীৰ কহিলা পৰমাৰ্থ ।
তোমাৰ নালাগে তুমি ভৈলাহা কৃতাৰ্থ ॥

পৰম ঈশ্বৰ হৰি জগতৰ পতি ।
তাহাঙ্ক অৰ্চ্চিলা তোৰা পৰম ভকতি ॥ ৩৮৭

এতেকেসে তোৰা দুইৰ পুত্ৰ ভৈল হৰি ॥
নাহি ভাগ্যৱন্ত আৰো তোমাঠৈৰ সৰি ।

বসুদেৱ শুনি মুনিসবৰ বচন ।
পৰি প্ৰণামিলা পাছে সবাৰো চৰণ ॥ ৩৮৮

পাত্ৰ হুয়া তুমি সবে কৰায়োক যজ্ঞ ।
নিস্তৰো হেনবা আবে মই মহা অজ্ঞ ॥

নাৰদ প্ৰমুখ্যে বাক্য নবাধিলা কেৱে ।
সবাকো বৰিলা পাত্ৰ পাছে বসুদেৱে ॥ ৩৮৯

বসনে ভূষণে সব ঋষিক অৰ্চ্চিল ।
সেহি কুৰুক্ষেত্ৰে মহা যজ্ঞ আৰম্ভিল ॥

কৃষ্ণৰ জনক ভৈল জগত দীক্ষিত ।
দেখি বৃষ্ণিবংশ ভৈলা সবে আনন্দিত ॥ ৩৯০

স্নানিয়া পিন্ধিলা ধৌত বস্ত্ৰ অলঙ্কাৰ ।
সুৱৰ্ণ পদ্মৰ মালা গলে জাতিষ্কাৰ ॥

বংশত প্ৰধান ৰাম ঈশ্বৰ মাধৱ ।
পিতৃৰ দেখিয়া আতি যজ্ঞ মহোৎসৱ ॥ ৩৯১

চড়াইলা অঙ্গত আতি বস্ত্ৰ অলঙ্কাৰ ।
ভৈলা নীল পীত বস্ত্ৰে আতি জাতিষ্কাৰ ॥

উদ্ধৱ প্ৰমুখ্যে আছে যত যদুবীৰ ।
বসনে ভূষণে সবে ভূষিল শৰীৰ ॥ ৩৯২

তাসবাকো লগে লৈয়া পাছে কৃষ্ণবাৰ ।
অৰিঞ্জিল আপুনি মজ্জন যত কাম ॥

ৰুক্মিণী প্ৰমুখ্যে কৃষ্ণ পত্নীগণ যত ।
ভৈলা সালঙ্কৃতা সবে উৎসৱ মনত ॥ ৩৯৩

সিটো মহোৎসৱক দেখিবে অনুৰাগ ।
প্ৰবেশিলা যজ্ঞশালা শিশু কৰি আগ ॥

দৈৱকী প্ৰমুখ্যে বসুদেৱ পত্নী যত ।
পিন্ধিলন্ত দিব্য ধৌত বস্ত্ৰ শৰীৰত ॥ ৩৯৪

কুঙ্কুমে লেপিত তনু জ্বলে অলঙ্কাৰ ।
কৰ্ণত কুণ্ডল ডোলে গলে হেমহাৰ ॥

গাৱে গাৱে বস্ত্ৰ অৰিহণা ধৰি হস্তে ।
প্ৰবেশিলা যজ্ঞশালা সুন্দৰী সমস্তে ॥ ৩৯৫

স্বামীৰ সমীপ চাপি ৰহিল হৰিষে ।
বাৰে দেৱে দিব্য ঢাকি কুসুম বৰিষে ॥

মৃদঙ্গ দুন্দুভি ভেৰী তবলৰ বোল ।
ডিণ্ডিম দগড় দণ্ডি বীৰ ঢাক ঢোল ॥ ৩৯৬

বজাৱে কৰ্ত্তাল তাল আনন্দে মৃদঙ্গ ।
নাচে নট নৰ্ত্তকী কৰিয়া অঙ্গ ভঙ্গ ॥

আতি মহা উৎসৱে চপয় পঢ়ে ভাট ।
বাৰে বিদ্যাধৰে অপেশ্বৰা কৰে নাট ॥ ৩৯৭

শৰীৰৰ লাৱণ্য দৰশৈ ভঙ্গি ভাৱে ।
সুস্বৰে গন্ধৰ্ব্বী সবে স্বামী সঙ্গে গাৱে ॥

ৰুদ্ৰক বিলাস বীণা বেণুৰ সম্বাদ ।
বাৰে মহা বিপঞ্চি পঞ্চম তুলি নাদ ॥ ৩৯৮

কোকিলৰ কণ্ঠ সম সুস্বৰ সঙ্গীত ।
শুনন্তে অমৃত স্ৰৱৈ মোহ হোৱে চিত্ত ॥

ভৈলা বসুদেৱ মৃগ চৰ্ম্মে.সুসম্বৃত ।
কৰিলন্ত ঋষিসবে যজ্ঞত দীক্ষিত ॥ ৩৯৯

অভিনৱ নৱনী লেপিত অঙ্গচয় ।
অঞ্জনে ৰঞ্জিল তাৰ নয়ন দুতয় ॥

দৈৱকী প্ৰমুখ্যে মহা মহিষী যতেক ।
তেসম্বে সহিতে কৰিলন্ত অভিষেক ॥ ৪০০

সিঞ্চিলন্ত শান্তি মন্ত্ৰ উচ্চৰি উৎসৱে ।
দশোদিশ পূৰিলেক বাদ্য জয় ৰৱে ॥

দেৱ বাদ্য যতেক আকাশ ছানি বাজে।
চাৰৈ সচকিতে উৰ্দ্ধ মুখে সামৰাজে ॥ ৪০১
দৈৱকী প্ৰমুক্ষে যত পৰম সুন্দৰা।
আছন্ত সমজ্যা ৰঞ্জি স্বামীক আৰৱি ॥
দেৱাঙ্গ বসনে সবে হুয়া বিভূষিত।
কঙ্কণে কেয়ূৰ মহা হাৰ সালঙ্কৃত ॥ ৪০২
কটি তটে কণক কিঙ্কিণী আতি জলে।
ৰত্নৰ নূপুৰ জ্বলে চৰণ কমলে ॥
কিৰীটি কুণ্ডল মুখ প্ৰকাশে সভাত।
হেনয় পৰম ভাৰ্য্যা সমে সিবেলাত ॥ ৪০৩
কৰন্ত প্ৰকাশ বসুদেৱ আতিশয়।
তাৰাৰ মধ্যত যেন চন্দ্ৰৰ উদয় ॥
নাৰদ প্ৰমুখ্যে মহাপাত্ৰ যত মুনি।
পিন্ধিলা পাচোৰা * পাছে পাট পীত ভুনি ॥ ৪০৪
গন্ধে পুষ্পে চন্দনে দেখন্তে মনোহৰ।
জ্বলে ৰত্নময় অলঙ্কাৰ কলেৱৰ ॥
হুয়া মহা তুষ্ট যত আচাৰ্য্য ঋত্বিজ।
প্ৰসন্ন বদনে উচ্চাৰন্ত মন্ত্ৰ বীজ ॥ ৪০৫
কৰন্ত প্ৰকাশ চন্দ্ৰ সমান যজ্ঞত।
বঢ়াইলা বহুত বসুদেৱৰ মহত ॥
যত স্বৰ্গবাসী পাতালৰ যত নাগ।
উৎসৰ্গি নিলন্ত আসি আপোনাৰ ভাগ ॥ ৪০৬
চাই আছে পৃথিবাৰ যত ৰাজাচয়।
যজ্ঞৰ মহিমা দেখি পৰম বিস্ময় ॥
যিটো যজ্ঞ পুৰুষ কাৰণ জগতৰ।
দ্ৰব্য কৰ্ম্ম মন্ত্ৰ ইটো তিনিৱো ঈশ্বৰ ॥ ৪০৭
অগ্নিহোত্ৰ আদি কৰি যজ্ঞ অসংখ্যাত।
যজিলন্ত বসুদেৱে তাহান্ত সাক্ষাত ॥
পূৰি মনোৰথ পাছে সৌৰি সৰ্ব্বজান।
যজ্ঞ সাঙ্গ কৰিয়া দক্ষিণা দিলা দান ॥ ৪০৮
ঋত্বিজ সবক পুনু কৰি অলঙ্কৃত।
গো ভূমি কন্যা বস্ত্ৰ দিলা বহু বিত্ত ॥

ৰাম হ্ৰদে নামি আগ কৰি যজমান।
কৰিলন্ত ঋষিসবে অবভৃথ * স্নান ॥ ৪০৯
পত্নী সমে সৌৰিও নামিলা ৰাম হ্ৰদে।
দশোদিশ পুৰে জয় বাদ্যৰ শৰদে ॥
দৈৱকী প্ৰমুখ্যে যত কৃষ্ণ মাতৃগণ।
দিলা নট নৰ্ত্তকীক বসন ভূষণ ॥ ৪১০
কুকুৰ চাণ্ডাল সীমা যত প্ৰাণী মানে।
কৰালা তৃপিতি সমস্তকে অন্নপানে ॥
আপুনি লক্ষ্মাৰ স্বামী প্ৰবেশি সভাতে।
সুৱৰ্ণ ৰজত দান দেন্ত সঞ্চিহাতে * ॥ ৪১১
এক গুণ ধন শত গুণ হুন্ত দেন্তে।
হাজাৰেক গুণ হুন্ত বোজা বান্ধি নেন্তে ॥
যেন পঞ্চৰত্নে বৰষিল দেৱ হৰি।
অদৰিদ্ৰ ভৈল দুখী ভিক্ষী দেশান্তৰী ॥ ৪১২
মহাধন লোভী সৱে এৰিলা আক্ৰোশ।
হেন নাহি যজ্ঞত নভৈল পৰিতোষ ॥
পৰিশ্ৰম কৰি ৰাম মাধৱে আপুনে।
মনোৰথ পিতৃৰ পূৰিলা সত্ত্ব গুণে ॥ ৪১৩
দেখি বসুদেৱৰ মহিমা আতিশয়।
ত্ৰৈলোক্যৰ লোক ভৈল পৰম বিস্ময় ॥
দেৱাসুৰ মনুষ্যে প্ৰশংসা কৰে আতি।
বসুদেৱ মহন্তৰ থাকিল খিয়াতি ॥ ৪১৪
আপুনি তনয় যাৰ ভৈলা ভগৱন্ত।
কোনে কৰি পাৰে তাৰ মহিমা অনন্ত ॥
দেৱঋষি পিতৃ যত কিন্নৰ চাৰণ।
বসণে ভূষণে সব সন্তোষিলা মন ॥ ৪১৫
কৃষ্ণত অনুজ্ঞা সবে মাগি মন তুষ্টি।
যজ্ঞক প্ৰশংসা কৰি গৈলা সবে উঠি ॥
বিদৰ্ভ কৌশল কুৰু কৈকেয় সৃঞ্জয়।
ইসব প্ৰমুক্ষে যত আনো ৰাজাচয় ॥ ৪১৬
পুত্ৰ পত্নী সমে সবে কৰি সত্কাৰ।
যাক যেন যোগ্য দিলা বস্ত্ৰ অলঙ্কাৰ ॥

* পাচোৰা—ভাঠ চাদৰ। অবভৃথ—যজ্ঞৰ পাছত কৰা স্নান। সঞ্চিহাতে—মুঠিহাতে।

পায়া বসুদেৱৰ সন্মান আতিশয় ।
পৰম সন্তোষ ভৈল আনন্দ হৃদয় ॥ ৪১৭
যজ্ঞৰ মহিমা দেখি প্ৰশংসা অশেষ ।
কৃষ্ণত মেলানি লৈয়া চলি গৈলা দেশ ॥
ভীষ্ম দ্ৰোণ দ্ৰোণী কৃপ কৰ্ণ কুন্তিভোজ ।
পুত্ৰ সমে ধৃতৰাষ্ট্ৰ বিদুৰ কাম্বোজ ॥ ৪১৮
মহাৰাজা যুধিষ্ঠিৰ ভীম ধনঞ্জয় ।
নকুল কনিষ্ঠ সহদেৱ মহাশয় ॥
সম্বন্ধী বান্ধৱ আৰো সুহৃদ যতেক ।
সবাকো তুষিলা বস্ত্ৰ ভূষণে প্ৰত্যেক ॥ ৪১৯
তেসম্বো আলিঙ্গি স্নেহে সবংশে কৃষ্ণক ।
সলোকত নেত্ৰে চলি গৈলন্ত দেশক ॥
সত্যৱতী কুন্তী শান্তী দ্ৰোপদী গান্ধাৰী ।
আসি আছে কৌৰৱ পাণ্ডৱ যত নাৰী ॥ ৪২০
দৈৱকী ৰোহিণী কৰি সবাকো সন্মান ।
বস্ত্ৰ অলঙ্কাৰে কৰাইলন্ত পৰিধান ॥
মহা স্নেহে ধৰিয়া সবাকো সাৰটিল ।
সজল নয়নে অন্যো অন্যে আলিঙ্গিল ॥ ৪২১
কৃষ্ণত মেলানি মাগি প্ৰশংসি অশেষ ।
সুহৃদ বিৰহ দুখে চলি গৈল দেশ ॥
যতেক সুহৃদ গোপগণ আদি কৰি ।
যশোদা প্ৰমুখ্যে যত গোপৰ সুন্দৰী ॥ ৪২২
তাসম্বাক দিলা দিব্য বস্ত্ৰ অলঙ্কাৰ ।
সবাকো অধিক কৰি কৰিলা সৎকাৰ ॥
এহিমতে সাঙ্গ কৰি যজ্ঞ মহোৎসৱ ।
অপ্ৰয়াসে কৰি মনোৰথ মহাৰ্ণৱ ॥ ৪২৩
সপুত্ৰে বান্ধৱে বসুদেৱ মহাশয় ।
ভৈল কৃতকৃত্য আতি আনন্দ হৃদয় ॥
ত্ৰৈলোক্যৰ লোকে সবে প্ৰশংসে সাদৰে ।
কেশৱৰ প্ৰসাদে অচলা লক্ষ্মী ঘৰে ॥ ৪২৪
ৰবৰিল পৰুৱম্ব যজ্ঞত প্ৰচুৰ ।
তথাপিতো অক্ষয় ভাণ্ডাৰ ভৰপূৰ ॥

নিগদতি শুক শুনা নৃপ পৰীক্ষিত ।
আত অনন্তৰে শুনা কৃষ্ণৰ চৰিত ॥ ৪২৫
শুনা সাৱধান কৰি চিত্ত একান্ত ।
যেন ভৈল নন্দ বসুদেৱৰ বৃত্তান্ত ॥
বংশে সমে ৰাম-কৃষ্ণ উগ্ৰসেন ৰাজা ।
নন্দ আদি গোপক কৰিলা সবে পূজা ॥ ৪২৬
কতো দিন তথাত ৰহিলা মহা স্নেহে ।
এৰিবে খোজন্তে পীড়ে বন্ধুৰ বিৰহে ॥
সুহৃদ বৎসল সিটো যত যদুবংশী ।
গোকুলবাসীৰ সিয়ো গুণক প্ৰশংসি ॥ ৪২৭
কৰন্ত সন্মান সিটো গোপক গোপীক ।
অন্যো অন্যে দেখে যেন প্ৰাণতো অধিক ॥
একে আসনতে থাকে নন্দ বসুদেৱ ।
যশোদা দৈৱকী দুয়ো নেৰৈ কাকো কেৱ ॥ ৪২৮
কৃষ্ণ পত্নী সমে সব গোপীৰ আলাপ ।
কৃষ্ণৰ কথায়ে বঞ্চে সংসাৰৰ তাপ ॥
ভকতৰ বশ্য কৃষ্ণ ত্ৰৈলোক্য ঈশ্বৰ ।
পৰম গৌৰৱে কৰে সবাকো আদৰ ॥ ৪২৯
যশোদা নন্দনক থাকে প্ৰবোধি দিনত ।
নেড়ন্ত গলত বান্ধি পৰম স্নেহত ॥
বালক চৰিত্ৰচয় সুমৰি সুমৰি ।
কান্দে দুয়ো প্ৰাণীৰ লোতক পৰৈ ঝৰি ॥ ৪৩০
শুঙ্গে নাকে যেন স্নেহে চেলেকে জিহ্বাই ।
ফোকাৰে নিশ্বাস মুখপদ্ম চাই চাই ॥
যশোদা কান্দন্ত ধৰি কৃষ্ণক সাৰটি ।
নকৰিলা শুধি দুনাই আমাক পালটি ॥ ৪৩১
স্বপুত্ৰে বঞ্চিত হুয়া জীয়োহো অভাগী ।
সিটো ধন গোধনক সাকো কাক লাগি ॥
প্ৰাণ পুত্ৰ বিয়োগে নগৈলো কিয় মৰি ।
এহি বুলি কৰুণা কৰন্ত ব্ৰজেশ্বৰী ॥ ৪৩২
মাতৃৰ বিলাপ দেখি নসহে হৃদয় ।
লগতে কান্দিলা দুখে কৃষ্ণ কৃপাময় ॥

পীত বস্ত্রে মুছি মুখ যশোদা নন্দৰ।
বোলন্ত প্ৰবোধ দুইকো কৰিয়া কাতৰ ॥ ৪৩৩
কৃষ্ণচ সংসাৰ ইটো হেনয় কুনয়।
সুহৃদ সংযোগ চিৰকাল নৰহয় ॥
জানা মায়াময় ইটো পিতৃ পুত্ৰ দেহ।
নাটক টাটক সব বান্ধৱৰ স্নেহ ॥ ৪৩৪
হেন অনুমানি শান্ত কৰিয়োক চিত্ত।
এহি বুলি দোহাঙ্কো বুজান্ত প্ৰতিনিত ॥
ৰাত্ৰি ভৈলে বিৰলত বুজান্ত গোপীক।
জানা তুমি সব মোৰ প্ৰাণতো অধিক ॥ ৪৩৫
সদায়ে হৃদয়ে কৰো তোমাসাক ধ্যান।
নাহি প্ৰিয়তম তুমি সব বিনে আন ॥
কান্দে গোপীসবে সুমৰিয়া কৃষ্ণ কেলি।
প্ৰবোধন্ত ধৰি স্নেহে চাৰি বাহু মেলি ॥ ৪৩৬
আঞ্চলে মুচন্ত মুখ কান্দিয়া লগতে।
সমস্ত ৰজনী যায় নিতে এহিমতে ॥
একদিন বসুদেৱে আছন্ত সমাজে।
লগতে আছন্ত বসি নন্দ গোপৰাজে ॥ ৪৩৭
সমস্তে সুহৃদে আছে লগতে আৱৰি।
বসুদেৱে বোলন্ত নন্দৰ হাতে ধৰি ॥
শুনা সখি গোপৰাজ বচন আমাৰ।
ঈশ্বৰ নিৰ্ম্মিত স্নেহ পাশ বজ্ৰ সাৰ ॥ ৪৩৮
জ্ঞান বলে যোগীগণে নপাৰে ছেদিত।
ইটো কথা ভৈল সখি তোমাৰ বিদিত ॥
তুমিসে মহন্ত মহা সাধু মধ্যে সাৰ।
কৰি আছা আমাক উত্তম উপকাৰ ॥ ৪৩৯
সুমৰো আমি সিটো গুণক কিঞ্চিত।
তথাপি আমাত এতমান স্নেহ চিত ॥
এতেকে দুস্ত্যজ স্নেহ জানিলোহো মনে।
নুশুজিলো তযু গুণ শুনা যি কাৰণে ॥ ৪৪০
আপদত আছিলো নাছিল ধন অৰ্থ।
উপকাৰ কৰিবে নিদিলে৷ অসামৰ্থ ॥
এবে শ্ৰীমদে অন্ধ ভৈলো সমুদায়।
সুমৰো তুমি হেন মিত্ৰক সদায় ॥ ৪৪১
একোমতে নুশুজিলো উপকাৰ ঋণ।
মই মিত্ৰ বঞ্চক পৰম বুদ্ধি হীন ॥
কুশলক আশা যাৰ থাকিবেক ভালে।
জানো ৰাজশ্ৰীক সিটো বাঞ্ছে একোকালে ॥ ৪৪২
শ্ৰীমদে সুহৃদ বন্ধুক কৰে হেলা।
দেখিও নেদেখে যেন দিনতে আন্ধলা ॥
এহিমতে বোলন্ত নন্দৰ হাতে ধৰি।
দ্ৰৱিল হৃদয় সৌৰি সুহৃদ সুমৰি ॥ ৪৪৩
যত পূৰ্ব্ব উপকাৰ কহিয়া প্ৰকটি।
কান্দিবে লাগিলা ধৰি সখিক সাৰটি ॥
নেত্ৰৰ লোতক বহে নসহে হৃদয়।
কৰন্ত ক্ৰন্দন বসুদেৱ মহাশয় ॥ ৪৪৪
কৰিলা আশ্বাস ধৰি নন্দে হেন দেখি।
মোক আবে বুলিবে নালাগে প্ৰাণ সখি ॥
কতবা জন্মৰ মোৰ আছে মহাভাগ।
তুমি হেন মহন্তক মিত্ৰ পালো লাগ ॥ ৪৪৫
জগত প্ৰসিদ্ধ তুমি মহা ভাগৱত।
প্ৰত্যক্ষে দেখিলো আমি যজ্ঞৰ মহত ॥
বুলিলা মধুৰ বাক্য অনেক সাদৰি।
কৰন্ত সম্মান তাঙ্ক নিতে ৰাম হৰি ॥ ৪৪৬
অনুদিনে বাঢ়ে অন্যো অন্যে স্নেহ পাশ।
আজি কালি কৰিতে গৈলেক তিনি মাস ॥
নন্দে আলোচন্ত আসি চলিবো প্ৰভাতে।
লন্ত অনুমতি যদুবংশৰ সবাতে ॥ ৪৪৭
কথাতে গধূলি ভৈল নজানন্ত তাক।
কালি যাবা বুলি বসুদেৱ দেন্ত হাক ॥
কাকো কেৱে এৰিবাক নাপাৰে স্নেহত।
পুনু পুনু যদুগণে নেদন্ত সম্মত ॥ ৪৪৮
ক্ষণ প্ৰায় প্ৰেমে ৰহিলেক মাস তিনি।
নন্দক সবংশে অৰ্চিলন্ত ভিন্নি ভিন্নি ॥

বসুদেৱ উগ্ৰসেন সাত্যকি উদ্ধৱ।
জগতৰ প্ৰভু ৰাম ঈশ্বৰ মাধৱ ॥ ৪৪৯
যশোদা নন্দক সাদৰিয়া বহু ভাৱে।
দিল দিব্য ভূষণ সন্দেশ গাৱে গাৱে ॥
পৰম বান্ধৱ গোপ গোপী নিৰন্তৰে।
ভূষিলা সবাকো বস্ত্ৰ ভূষণে আদৰে ॥ ৪৫০
মনুষ্যত অপ্ৰচাৰ অমূল্য ৰতনে।
ভৰাইলে শকট সব সুৱৰ্ণ ভাজনে ॥
যশোদাক আনি পাছে দৈৱকী ৰোহিণী।
দিলা দুয়ো অলঙ্কাৰ দিব্য বস্ত্ৰ ভিন্নি ॥ ৪৫১
কৃষ্ণ পত্নী সবো আসি কৰি সতকাৰ।
প্ৰাণ শাশু বুলি দিলা ৰত্নৰ সম্ভাৰ ॥
কৃষ্ণৰ পৰম প্ৰিয়া যতেক গোপিনী।
দিব্য বস্ত্ৰ অলঙ্কাৰ পিন্ধাই ভিন্নি ভিন্নি ॥ ৪৫২
সাৰটি সবাকো কৃষ্ণে কৰিলা সম্মান।
জানা তুমি তেবেসে মোহোৰ জীৱ প্ৰাণ ॥
মোক লাগি খেদ আৰো নকৰিবা মনে।
তোমাসাৰ সঙ্গ মই নেৰো সৰ্ব্বক্ষণে ॥ ৪৫৩
এবে সবান্ধৱে গোকুলক যায়ো চলি।
গাৱে গাৱে দিলা দুনাই ৰত্নৰ অঞ্জলি ॥
কৃষ্ণৰ সম্মানে গোপী সমস্তৰে মন।
ভৈল আতি তুষ্ট আনো যত গোপীগণ ॥ ৪৫৪
দিলা আগ বঢ়ানে অনেক সেনা সঙ্গে।
চলিবাক চান্ত গোপৰাজ মহাৰঙ্গে ॥
শুনা সভাসদ পদ মহা ভাগৱত।
জানা ধন জন বন্ধু সবে অশাশ্বত ॥ ৪৫৫
হাটে বাটে কৈত কেতিক্ষণে পৰে প্ৰাণ।
কৃষ্ণ বিনে নাহি আন যাতনাত ত্ৰাণ ॥
নমো নমো হেন কৃষ্ণ মই নমাই মাথ।
শুনি আছো তুমি দেৱ অনাথৰ নাথ ॥ ৪৫৬
তাত্তেলে তোমাত লৈলো শৰণ আপুনি।
যেন বুৰাই কৰা এবে মোক মনে গুণি ॥
দুৰ্ল্লভ মনুষ্য জন্ম বৃথা গৈল মোৰ।
তুমি হেন ঈশ্বৰত ভৈলো সেৱা চোৰ ॥ ৪৫৭
মই অধমৰ দোষ গুণ নিবিচাৰি।
দয়াশীল দেৱ মোক নিয়োক নিস্তাৰি ॥
অঘ বক পূতনাক দিলা দেৱ গতি।
হৃদয়ৰ বন্ধু মোক নেৰিবা সম্প্ৰতি ॥ ৪৫৮
তোমাৰেসে অংশ হুয়া মই ভৈলা ৰাম।
বোলা নিৰন্তৰে নৰে জয় জয় ৰাম ॥ ৪৫৯

---

ছবি

শুক নিগদতি ৰাজা শুনা গোকুলৰ প্ৰজা
যাইবে যেবে সবে ভৈল সাজ।
কৃষ্ণক গলত বান্ধি নন্দ যশোদায়ে কান্দি
আছিলা লোতক ভৈল বাজ ॥
প্ৰাণ পুতাই থাকিয়োক পৰিছেদা দেখা মোক
আমি চলি যাওঁ নিজ থান।
কৃষ্ণৰ বিৰহ বহ্নি উধাই শৰীৰত ছানি
এৰিবে খোজন্তে যায় প্ৰাণ ॥ ৪৬০
পিতৃক মাতৃক ধৰি লগন্তে কান্দন্ত হৰি
আনো যত সুহৃদ সমাজ।
ভিজায়া নেত্ৰৰ জলে কৃষ্ণক ধৰিয়া গলে
কথমপি ভৈল তৈৰ বাজ ॥
অনেক কাতৰ কৰি পিতৃক মাতৃক ধৰি
ভুলিলন্ত সাৰটি ৰথত।
হে কৃষ্ণ নমো বুলি পৰশে চৰণ ধূলি
গোপগণে বাহন্তে পথত ॥ ৪৬১
বিয়োগে দহৰৈ হিয়া কৃষ্ণ মুখ নিৰীক্ষিয়া
কান্দে মহাপ্ৰেমে ব্ৰজবাসী।
যতেক ভকত গোপী কৃষ্ণৰ সমীপ চাপি
ধৰৈ পাদপদ্মক উলাসি ॥

ঘষে আনি আখি মুখে মহা বিয়োগৰ দুখে
কান্দি কান্দি বোলে প্ৰেম বাক।
আমি হুয়া নিজ চেৰী প্ৰাণ প্ৰভু যাওঁ এৰি
পৰিছেদা দেখিলো তোমাক ॥ ৪৬২
কমল লোচন স্বামী দুনাই নেদেখিবো আমি
বেঢ়ি কৰে কৃষ্ণক ক্ৰন্দন।
লগতে কান্দন্তে যান্ত কতো ধৰি নিচুকান্ত
মহা স্নেহে দৈৱকী নন্দন ॥
যতেক যাদৱগণ সবাৰো আকুল মন
বিয়োগত ব্ৰজৰ বধূৰ।
সাৱটিয়া গাৰে গাৰে অনেক বিনয় ভাৰে
আগ বঢ়াই থৈলা কতো দূৰ ॥ ৪৬৩
ব্ৰজবাসী চলি যায় তম্ভিয়া তাহাক চায়
আছে হাতে লোতক মচন্তে।
কৃষ্ণ মুখ নিৰীক্ষিয়া বিৰহে দহিবে হিয়া
যায় গোপী সমস্ত কান্দন্তে ॥
কৃষ্ণক দেখিলে মানে কৰযোৰে সাৱধানে
কত দূৰ গৈল পাছগুৰি।
আৰ ভৈলা কৃষ্ণ প্ৰাণ নেদেখি ধৰিল ধ্যান
কৃষ্ণৰ মূৰ্ত্তিক মনে ধৰি ॥ ৪৬৪
নিশ্বাস ফোকাৰে মুখে কৃষ্ণ কৃষ্ণ বড়ে দুখে
নাই আন বচন কিঞ্চিত।
বহয়ে লোতক ধাৰা কৃষ্ণৰ চৰণ পৰা
কাৰো আৰো নবজায় চিত্ত ॥
কৃষ্ণত মজিল মন কৃষ্ণ সবে প্ৰাণ মন
কৃষ্ণ বিনে নজানন্ত আন।
কৃষ্ণক হৃদয়ে ধৰি কৃষ্ণক মনত স্মৰি
গৈল ব্ৰজবাসী নিজ থান ॥ ৪৬৫
ব্ৰজৰ লোকৰ ভাৱ দেখি শিহৰাইল গাৱ
অনন্তৰে যত যদুবংশী।
পৰম বিস্ময় মতি চলে দ্বাৰকাক প্ৰতি
গোপী গোপ সবক প্ৰশংসি ॥
মাধৱক মধ্য কৰি যায় চপকৰে চলি
পৰম বৈষ্ণৱ বৃষ্ণিগণ।
আতিশয় প্ৰীতিভাৰে কৃষ্ণ গুণ নাম গাৰে
নেৰৈ মনে কৃষ্ণৰ চৰণ ॥ ৪৬৬
প্ৰেম ৰসে দ্ৰৱে চিত্ত হৰৈ তনু ৰোমাঞ্চিত
ভিজে মুখ নয়নৰ জলে।
সংসাৰক কৰৈ শুদ্ধি এহিমতে যদুবংশী
পাইলা যদুপুৰ সমদলে ॥
তীৰ্থ যাত্ৰা সময়ত ভৈল মহা মহোৎসৱ
কহে সব প্ৰকটি লোতক।
শুনিয়া বিস্ময় মন ভৈল সব প্ৰজাগণ
সিটো বসুদেৱৰ মহত্ত্ব ॥ ৪৬৭
পিতৃৰ পৰম যশ ভকতিত হুয়া বশ
জগততে কৰিলা প্ৰখ্যাত।
বহুবিধ লীলা কৰি এহিমতে দেৱ হৰি
হৰিষে বঞ্চিলা দ্বাৰকাত ॥
ঈশ্বৰ গৰুড় কেতু জগত নিস্তাৰ হেতু
ভৈল দৈৱকীত অৱতাৰ।
মহিমা কহিবো কত ভৈল কথা সমাপত
ইটো কুৰুক্ষেত্ৰৰ যাত্ৰাৰ ॥ ৪৬৮

---

দুলড়ী

শুনা সভাসদ হুয়া নিশব্দ
হুইয়ো সাৱধান চিত্ত।
কলিৰ পাপক সংসাৰ তাৰক
কৃষ্ণৰ লীলা চৰিত ॥
মিলায়ে ভুকুতি মুকুতিৰ মতি
আমুখে কৃষ্ণৰ কথা।

শুনিও অৰণ্য ইহেন মনুষ্য
জন্ম নকৰিও বৃথা ॥ ৪৬৯
নমো নমো কৃষ্ণ ইষ্ট দেৱ হেৰ
ভূমিত নমায়া মাথ।
কৰোহো মিনতি অগতিৰ গতি
কৰা মোক প্ৰাণনাথ ॥
তুমসে পৰম গুৰু গোপীনাথ
এবেসে জানিলো আমি।
তুমি প্ৰিয় আত্মা তথাপি নভজো
কিনো মই অধোগামী ॥ ৪৭০
যতেক শুনোহো হিয়াত নাথাকে
তথাপি ইসব কথা।
মই মূঢ়মতি নভৈল ভকতি
ইটো জন্ম গৈল বৃথা ॥
হৃদি পদ্ম মধ্যে আছাহা মাধৱ
বান্ধৱ ততো নাদৰো।
যেন বিষ বিষ্ঠা বিষয়ৰ চেষ্টা
তাকেসে আচৰি মৰো ॥ ৪৭১
অমৃত তেজিয়া ভুঞ্জোহো গৰল
তৰল মই কুমতি।
নপায়ো চেতন গৰুড় কেতন
তুমি বিনে নাই গতি ॥
তযু গুণ যশ ইসে মহাৰস
তথাপি চিত্তে নুৰুচে।
দিওক সুপন্থ মিছা মনোৰথ
যিমতে মনৰ গুচে ॥ ৪৭২
কাল গ্ৰাসে গিলে কৈত মৃত্যু মিলে
গৈলো পৰা অধোগতি।
কৰা কৃপা মোক অবিলম্বে হোক
তোমাৰ চৰণে ৰতি ॥
দেহু এহি দান নবাঞ্ছোহো আন
তোমাত পশি শৰণে।
ছাড়ি আন কাম ডাকি বোলা ৰাম
সামাজিক যত জনে ॥ ৪৭৩

---

বসুদেৱৰ শ্ৰীকৃষ্ণৰ স্তুতি

পদ

শুক নিগদতি শুনা নৃপতি সাক্ষাত।
বহুবিধ লীলা হৰি কৰি দ্বাৰকাত ॥
ভকতৰ মনোৰথ পূৰিলা অশেষ।
কৰিবো বেকত সিটো তোমাত নিঃশেষ ॥ ৪৭৪
বসুদেৱ দৈৱকী বাক্যত নাৰদৰ।
জানিলা কৃষ্ণক এন্তে পৰম ঈশ্বৰ ॥
নোহন্ত আমাৰ পুত্ৰ পুৰুষ পুৰাণ।
হৃদয়ৰ নুগুচে ঈশ্বৰ মহাজ্ঞান ॥ ৪৭৫
একদিন পিতৃ গৃহে গৈলা কৃষ্ণৰাম।
বসুদেৱ দৈৱকীক কৰিলা প্ৰণাম ॥
দেখি দুয়ো প্ৰাণী আতি হৰিষিত মন।
বসিবাক লাগি দিলা আনন্দে আসন ॥ ৪৭৬
মুনি সমস্তৰ বাক্য শুনিয়া সভাত।
প্ৰভাৱ প্ৰত্যেক দেখি গৈলোহো সঞ্জাত ॥
পৰম ঈশ্বৰ দুয়ো সাক্ষাতে আকলি।
বুলিবে লাগিলা সৌৰি কৰি কৃতাঞ্জলি ॥ ৪৭৭
হে কৃষ্ণ কৃষ্ণ মহেশ্বৰ নাৰায়ণ।
হে হলিৰাম দুয়ো দেৱ সনাতন ॥
নিশ্চয়ে জানিলো আমি নুহিকা মানুষ।
জগত কাৰণ যিটো প্ৰকৃতি পুৰুষ ॥ ৪৭৮
তাহাৰো কাৰণ তোৰা জানিলো সম্প্ৰতি।
তোমাৰ অধীন দুয়ো পুৰুষ প্ৰকৃতি ॥
কাৰণৰো কাৰণ সাক্ষাত নাৰায়ণ।
এতেকে জানিয়া লৈলো তোমাত শৰণ ॥ ৪৭৯

যৈত যিবা কালত যাহাত হোৱে খ্যাত।
যাৰ অৰ্থে যিটো কৰৈ কৰাৰে সাক্ষাত॥
যাক কৰৈ সিয়ো সবে পুৰুষ পুৰাণ।
তাহাৰ কাৰণে হুয়ো দেৱতা ঈশান॥ ৪৮০
ইটো নানাবিধ সৃষ্টি কৰি জগতৰ।
আপুনি পশিয়া প্ৰভু তাৰ অভ্যন্তৰ॥
জ্ঞানৰূপ শকতি আপুনি হুয়া হৰি।
জগতৰ জীৱৰ প্ৰাণক আছা ধৰি॥ ৪৮১
যতেক চোব্বিশ তত্ত্ব সৃষ্টিৰ নিদান।
যিবা শক্তি কৰৈ সব জগত নিৰ্ম্মাণ॥
সিয়ো সবে শকতিৰ প্ৰেৰক ঈশ্বৰ।
প্ৰহাৰে পুৰুষে যেবে তেবে যায় শৰ॥ ৪৮২
বায়ুৰ শকতি যেন চলে তৃণ বন।
সেহিমতে জগতৰ ঈশ্বৰ কাৰণ॥
প্ৰকৃতি মহত যত তত্ত্ব নিৰন্তৰ।
জানিলো তুমিসে মাত্ৰ চৈতন্য ঈশ্বৰ॥ ৪৮৩
আকাশে শৰদ গুণে ৰসে সম জল।
গন্ধ গুণে সমে ইটো পৃথিবী মণ্ডল॥
ৰূপে সমে চন্দ্ৰ সূৰ্য্য অগ্নিৰ জ্যোৱতি।
পৰশে সহিতে বায়ু তোমাৰে শকতি॥ ৪৮৪
ইন্দ্ৰিয়ৰো তুমি সবে শকতি বিধাতা।
অধিষ্ঠাতা দেৱৰো তুমিসে অধিষ্ঠাতা॥
বুদ্ধিৰো নিশ্চয়াত্মিকা তুমি লক্ষ্মীপতি।
জীৱৰো তুমিসে অনুসন্ধান শকতি॥ ৪৮৫
ৰাজসিক সাত্ত্বিক তামস অহঙ্কাৰ।
তিনিৰো ঈশ্বৰ তুমি জগত আধাৰ॥
জন্ম মৰণৰো যিটো কাৰণ প্ৰকৃতি।
জীৱকো আৱৰৈ সিটো তোমাৰ শকতি॥ ৪৮৬
জগতক ব্যাপি কৰা আপুনি প্ৰকাৰ।
জগতকে বিনাশে তোমাৰ নাহি নাশ॥
যেন ঘট আকাশে কুণ্ডল হোৱে ছন্ন।
তুহি নষ্ট কদাচিতো মৃত্তিকা সুৱৰ্ণ॥ ৪৮৭
তুমি সত্য ব্ৰহ্ম মিছা জগত প্ৰজনা।
তোমাৰ মায়ায়ে কৰৈ তোমাত কল্পনা॥
প্ৰকৃতিত আছে মাত্ৰ ব্যৱহাৰ ধৰ্ম্ম।
তুমিসি স্বৰূপ পৰিপূৰ্ণ পৰমব্ৰহ্ম॥ ৪৮৮
ইটো মহা তত্ত্বজ্ঞান পৰম নিগূঢ়।
ইহাক নাজানে যত জীৱ মহামূঢ়॥
শৰীৰক মই বুলি কৰে কৰ্ম্ম যত।
সেহি কৰ্ম্মে অন্ধ হুয়া ভ্ৰমে সংসাৰত॥ ৪৮৯
ইটো তত্ত্বজ্ঞান কিছো নুবুজো তোমাৰ।
ই জন্মতো নতৰিলো দুৰ্ঘোৰ সংসাৰ॥
জানিলো নোৱাৰো মই নিয়মিবে চিত্ত।
কিনো অধমৰ মোৰ বুদ্ধি বিপৰীত॥ ৪৯০
এহিমতে বোলন্তে মিলল অনুতাপ।
কৃষ্ণৰ আগত সৌৰি কৰন্ত বিলাপ॥
ধাৰায়ে বহৰে দুয়ো নেত্ৰৰ লোতক।
কৰন্ত কৰুণা চাই ঈশ্বৰ কৃষ্ণক॥ ৪৯১
নৰহে ঈশ্বৰ জ্ঞান তৰিবো কিমতে।
দুৰ্ল্লভ মনুষ্য জন্ম লভিলো ভাৰতে॥
ভৈলো মহামত্ত মই আপেনাৰ অৰ্থে।
তোমাৰ মায়ায়ে আয়ু গৈল সব ব্যৰ্থে॥ ৪৯২
ধন জন পুত্ৰ ভাৰ্য্যা আকে বোলে মোৰ।
শৰীৰক মই বুলি ভৈলো সেৱা চোৰ॥
এহি অপৰাধে স্নেহ পাছে আছে বান্ধি।
নিবেদন্ত দুখ বসুদেৱে কান্দি কান্দি॥ ৪৯৩
কতো কোটি জন্ম মই ভ্ৰমো সংসাৰত।
কৃমি কীট পক্ষী হুয়া আছো নানা মত॥
মই মহা দীন দেৱ পৰম অনাথ।
কৰা পৰিত্ৰাণ আবে বাপ জগন্নাথ॥ ৪৯৪
হেনবা বুলিবা আমি তোমাৰ তনয়।
কিসক বোলয় মোক এতেক বিনয়॥
মোহোৰ আগত কেনে কৰা অনুতাপ।
ইহাৰ সিদ্ধান্ত আবে শুনিয়োক বাপ॥ ৪৯৫

সুহিকা মোহোৰ পুত্ৰ তুমি নাৰায়ণ ।
জগত কাৰণ যিটো তাহাৰ কাৰণ ॥
যত দুষ্ট ক্ষত্ৰিয় ভূমিৰ মহা ভাৰ ।
তাক সংহাৰিৰে মোত ভৈলা অৱতাৰ ॥ ৪৯৬
ঈশ্বৰৰো ঈশ্বৰ তুমিসে মহা হৰি ।
মায়ায়ো মনুষ্য চেষ্টা কৰা অৱতৰি ॥
মুনি সমস্তৰ বাক্য শুনিয়া সভাত ।
জানিলো প্ৰভাৱ প্ৰভু দেখিলো সাক্ষাত ॥ ৪৯৭
ছেদিয়োক স্নেহ মই মোৰ মহা পাশ ।
বিষময় বিষ গুচোক অভিলাস ॥
সলোতক মুখে দুখে কৰন্ত কাতৰ ।
ত্ৰাহি মহা অজ্ঞানীক মোক মহেশ্বৰ ॥ ৪৯৮
তযু পাদ পঙ্কজত পশিলো শৰণে ।
ভকতৰ ভয় হৰৈ এহিসে চৰণে ॥
আবে দীনবন্ধু মোক কৰা পৰিত্ৰাণ ।
দিওক উপায় গুচে যিমতে অজ্ঞান ॥ ৪৯৯
মই ইন্দ্ৰিয়ৰ সুখ সাধো প্ৰতিনিতি ।
শৰীৰত মাত্ৰ আত্মা বুদ্ধি কৰো আতি ॥
তুমি হেন ঈশ্বৰত ভৈল পুত্ৰ বোধ ।
কৰিও বান্ধৱ ইটো কুবুদ্ধি নিৰোধ ॥ ৫০০
হেনবা বুলিবা নোহো ঈশ্বৰ সাক্ষাত ।
তোমাৰেসে পুত্ৰ মই জগতে প্ৰখ্যাত ॥
ইহাৰ উত্তম শুনা জগত স্বামী ।
সুমৰিলো সুতিকা গৃহৰ কথা আমি ॥ ৫০১
যি কালত দৈৱকীৰ গৰ্ভে ভৈলা জাত ।
পৰম ঈশ্বৰ ৰূপ দেখিলো সাক্ষাত ॥
দুয়ো প্ৰাণী পৰি স্তুতি কৰিলো কাকুনি ।
উপৰি জন্মৰ কথা কহিলা আপুনি ॥ ৫০২
আছিলা সুতপা পৃশ্নি নামে প্ৰজাপতি ।
পৃশ্নি গৰ্ভ নামে মই ভৈলো উতপতি ॥
অদিতি কাশ্যপ পাছে ভৈলা তোৰা দুই ।
উপজিলো তোমাতে বামন ৰূপ হুই ॥ ৫০৩

বসুদেৱ দৈৱকী সম্প্ৰতি ভৈলা আসি ।
নিজ ৰূপে ভৈলো পুত্ৰ মহিমা প্ৰকাশি ॥
তোমাৰ মুখৰ কথা পৰিল মনত ।
জানিলোহো-তুমিসে ঈশ্বৰ মহাতত্ত্ব ॥ ৫০৪
নানা বিধ ধৰা তনু লীলায়ে মাধৱ ।
বুজিবেক কোনে যোগ মায়াৰ বৈভৱ ॥
হৰিও অজ্ঞান মোৰ জ্ঞানে দামোদৰ ।
সংসাৰ তাপত মৰো কৰোহোঁ কাতৰ ॥ ৫০৫
এতেকে বোলন্তে প্ৰেমে পৰশিল বৰে ।
নয়নৰ নীৰ সৰসৰি ঝৰি পৰে ॥
লোতকে বেঢ়িলে কণ্ঠ গদগদ মাত ।
তভিল কৃষ্ণক চাহি কৰি যোৰহাত ॥ ৫০৬
পৰীক্ষিত ৰাজাত কহন্ত শুক মুনি ।
পিতৃ বসুদেৱৰ কাৰুণ্য বাণী শুনি ॥
ভৈলন্ত সন্তুষ্ট কৃষ্ণ দেৱ কৃপাময় ।
বুলিলন্ত হাসি হাসি বচন বিনয় ॥ ৫০৭
নলাগয় জ্ঞান তুমি স্বভাৱে কৃতাৰ্থ ।
যতেকে কহিলা মানে এহি পৰমাৰ্থ ॥
পৰম মহন্ত পিতৃ পৰিহৰা খেদ ।
তথাপিতো কহো জ্ঞান লোৱা পৰিচ্ছেদ ॥ ৫০৮
আমাক উদ্দেশি নিৰূপিলা তত্ত্ব যত ।
এহিতো পৰম জ্ঞান মোহোৰ সম্মত ॥
কিন্তু সমস্তৰে কৰা এহি ব্ৰহ্ম দৃষ্টি ।
তাপ দূৰ হোৱৈ যেন অমৃতৰ বৃষ্টি ॥ ৫০৯
মই তুমি সব যদুবংশ নিৰন্তৰ ।
দেখা শুনা মানে আনো যত চৰাচৰ ॥
সব ব্ৰহ্মময় ইটো কহিলো তোমাত ।
জ্ঞান দৃষ্টি নিৰীক্ষণে দেখিবো সাক্ষাত ॥ ৫১০
নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক ।
মায়া উপাধিৰ পদে দেখিয়া অনেক ॥
যতেক আকৃতি মানে মায়াময় সৃষ্টি ।
হেন জানি কেৱল ব্ৰহ্মত দিয়া দৃষ্টি ॥ ৫১১

স্বৰূপত একে মাত্ৰ মৃত্তিকা আকাৰ।
ঘট পট ভেদে দেখি অনেক প্ৰকাৰ॥
এহিমতে অনেক অদ্বৈত আত্মবুদ্ধ।
মায়া উপাধিৰ পদে দেখি বহুবিধ॥ ৫১২
মায়াময় নামৰূপ সবাকো উপেক্ষা।
অন্তৰ্য্যামী মই ঈশ্বৰক মাত্ৰ দেখা॥
থিৰ চিত্তে অভ্যাসিও পিতৃ মহাশয়।
দেখিবা জগত সব নাৰায়ণময়॥ ৫১৩
কহিলা ৰহস্য মহা তত্ত্ব জ্ঞান ভেদ।
শুনি বসুদেৱৰ সংশয় ভৈল ছেদ॥
ধৰিলা নিবিড় ধ্যান কৰি থিৰ চিত্ত।
গুছিল প্ৰপঞ্চ সবে ঈশ্বৰ বিদিত॥ ৫১৪
নেদেখন্ত একো আন শৰীৰ পৰ্য্যন্তে।
প্ৰকাশন্ত এক মাত্ৰ ব্ৰহ্মক গাৰন্তে॥
যত নানাবিধ ভেদ বুদ্ধি ভৈল দূৰ।
মিলিল আনন্দ মহা মনত প্ৰচুৰ॥ ৫১৫
দ্ৰৱিল হৃদয় ভৈল লোমাঞ্চ শৰীৰ।
প্ৰেমৰ ভৰত জুৰে নয়নৰ নীৰ॥
মহা প্ৰীতি পাই পাছে সৌৰি মহাশয়।
থাকিলন্ত তম্ভিয়া লভিয়া মহোদয়॥ ৫১৬
কহে শুক শুনিলা নৃপতি বিদ্যমান।
যেনমতে বসুদেৱ পাইলা মহা জ্ঞান॥
তত্ত্ব উপদেশে প্ৰভু পিতৃক তোষিলা।
শুনা আবে আৰো ঈশ্বৰৰ মহা লীলা॥ ৫১৭

---

ৰাম-কৃষ্ণৰ ওচৰত দৈৱকীৰ মৃত পুত্ৰ আনাৰ প্ৰাৰ্থনা

বলিৰ সভাৰ পৰা মৰা পোক আনি।
দৈৱকীক দিলন্ত যিমতে চক্ৰপাণি॥
পৰম আশ্চৰ্য্য সিটো কৃষ্ণৰ চৰিত্ৰ।
শ্ৰৱণ মাত্ৰকে কৰে পাপীকো পৱিত্ৰ॥ ৫১৮

অনন্তৰে দৈৱকীয়ো বসিয়াছা তথা।
সুমৰিলা গুৰুৰ পুত্ৰ আনিবাৰ কথা॥
সান্দিপণি গুৰুৰ মৃতক পুত্ৰ আনি।
দিলা গুৰু দক্ষিণা এহেন্তে চক্ৰপাণি॥ ৫১৯
মোৰো মাৰি আছে কংসে ছয়গুটি পোক।
হেন আলোচন্তে মনে উপজিল শোক॥
অধোমুখ ভৈলন্ত লোতক পৰে ঝৰি।
কৰন্ত ক্ৰন্দন পুত্ৰ সবক সুমৰি॥ ৫২০
এহিমতে মৰ্ম্মে কনো আছিলন্ত দুখে।
বুলিলন্ত পুত্ৰ দুইক সলোতক মুখে॥
হে কৃষ্ণ কৃষ্ণ বাপ দেৱ নাৰায়ণ॥
হে হলিৰাম তুমি শিৱ সনাতন॥ ৫২১
জানিলোহো তোৰাসব নুহিকা মানুষ।
জগত ঈশ্বৰ দুয়ো পৰম পুৰুষ॥
খণ্ডিবাক লাগিয়া ভূমিৰ মহাভাৰ।
মোহোৰ গৰ্ভত আসি ভৈলা অৱতাৰ॥ ৫২২
ৰাজা হুয়া আছে যত দানৱ দুৰ্জ্জন।
নীচৰ উৎসাহ বঢ়াই পীড়ে সাধুজন॥
তাৰ ভৰে ভৈলা ভূমি পৰম পীড়িত।
তাৰ নাশ হেতু ভৈলা আপুনি বিদিত॥ ৫২৩
তযু মায়া পুৰুষ তাহাৰ মায়া অংশ।
সত্ত্ব ৰজ তম তিনি গুণ তান বংশ॥
তাৰ লয়লেশে হোৱে সৃষ্টি স্থিতি লয়।
হেন মহেশ্বৰ তুমি দেৱ কৃপাময়॥ ৫২৪
জানিয়া তোমাত মই পশিলো শৰণ।
মোক শোক সাগৰে তাৰিয়ো নাৰায়ণ॥
তোমাৰ প্ৰভাৱ মই কহি নপাও সীমা।
শুনি আছো তুমি সব অচিন্ত্য মহিমা॥ ৫২৫
মৰা পোক সান্দিপণি মাগিলন্ত দান।
চিৰকাল ভৈল সাগৰত গৈল প্ৰাণ॥
তথাপিতো মৃতক পুত্ৰক চক্ৰপাণি।
দিলা গুৰু দক্ষিণা যমৰো পৰা আনি॥ ৫২৬

মোৰো মাৰি আছে কংসে পুত্ৰ ছয় গুটি ।
তাসম্বাক সুমৰন্তে প্ৰাণ যাই ফুটি ॥
ময়ো মাগো পুত্ৰ দান দিয়োক সত্বৰ ।
উদ্ধাৰিও শোক শল্য হৃদয়ৰ মোৰ ॥ ৫২৭
যেনমতে পাওঁ সিটো ছয়খানি পোক ।
হেন কৃপা বাপ এবে কৰিয়োক মোক ॥
কতেক কহিবো সিটো পুত্ৰৰ সন্তাপ ।
কৃষ্ণৰ আগত পৰি কৰন্ত বিলাপ ॥ ৫২৮
পুত্ৰক সুমৰি মহা মৰ্ম্মে চায় চড়ি ।
দুয়ো নয়নৰ পৰে লোতক নিগড়ি ॥
মহা দুখে অধোমুখে কৰন্ত ক্ৰন্দন ।
প্ৰবোধন্ত ৰাম কৃষ্ণে কৰিয়া বন্দন ॥ ৫২৯
তাপ ত্যজি মাতৃ সুস্থ কৰিয়ো হৃদয় ।
আনি দিবো এখনে তোমাৰ পুত্ৰচয় ॥
শুনি দৈৱকীৰ চিত্ত ভৈল উপশান্ত ।
দেখি দুয়ো ভাই ৰথে চড়ি লৰি যান্ত ॥ ৫৩০

---

ৰাম-কৃষ্ণ দৈৱকীৰ পুত্ৰ আনয়ণ

ৰঙ্গে ৰাম কৃষ্ণ গৈয়া যোগমায়া বলে ।
একে নিমিষেকে আসি পশিলা সুতলে ॥
ভুৱন মোহন দিব্য ৰূপ হৃষীকেশ ।
বলিৰ সভাত ভৈলা দুভায়ে প্ৰবেশ ॥ ৫৩১
যেন একদায়ে কোটি চন্দ্ৰমা উদয় ।
শ্যাম শৰীৰত পীত পাট প্ৰকাশয় ॥
ঝলকে ৰত্নৰ অলঙ্কাৰ কলেৱৰে ।
যেন নীল অম্বুদত বিদ্যুত সঞ্চাৰে ॥ ৫৩২
মাথে মণিময় মহা মুকুট অমূল্য ।
ৰত্নৰ তিলকে জ্বলে অলকা কপোলে ॥
নয়ন পঙ্কজ ৰঙ্গে বদন মণ্ডল ।
ভ্ৰূযুগ যেন ধনু অধৰ বান্ধুল ॥ ৫৩৩

ঈষত হসিত মুখ দশন মানিক ।
কণ্ঠত কৌস্তুভ নব সূৰ্য্যতো অধিক ॥
কঙ্কণে কেয়ূৰ জ্বলে ভুজ চতুষ্টয় ।
শোভে আতি আৰকত নখ চন্দ্ৰচয় ॥ ৫৩৪
শ্যাম বক্ষস্থলত চমকে হেমকাৰ ।
চিকিমিকি কৰে কান্তি মণি মুকুতাৰ ॥
কটি তটে পাট ভুনি কণক মেখলা ।
আজানুলম্বিত গলে বৈজয়ন্তী মালা ॥ ৫৩৫
একান্ত ভকতে যত লৰে গুণ নাম ।
পিন্ধিছা পদ্মৰ মালা কৰি অনুপাম ॥
তাহাৰ সুৰভি মধু লোভে মধুকৰে ।
মহা মত্ত হুয়া সবে বেঢ়িয়া গুঞ্জৰে ॥ ৫৩৬
মৌৰে ৰঞ্জিত চাৰু চৰণ কমল ।
উত্তম অঙ্গুলি ৰত্ন উজ্জন্তি উজ্জ্বল ॥
আৰকত নখচয় চন্দ্ৰমাৰ পান্তি ।
বান্ধুল কমল পদতলে কৰে কান্তি ॥ ৫৩৭
ধ্বজ বজ্ৰ পঙ্কজে অঙ্কুশে অলঙ্কৃত ।
হোৱে ভকতৰ যিটো মনত বিদিত ॥
কোটি কন্দৰ্পৰো দৰ্প দেখি হোৱৈ চুৰ ।
হেন ব্ৰহ্মময় মহা মূৰ্ত্তিক প্ৰভুৰ ॥ ৫৩৮
সাক্ষাতে দেখিয়া বলি ভৈলা সচকিত ।
ত্বৰিতে উঠিলা বলি সবংশে সহিত ॥
মহা আনন্দত আতি হৃদয় দ্ৰৱিল ।
শিহৰি শৰীৰ নীৰ নেত্ৰৰ ঝৰিল ॥ ৫৩৯
জগতৰ আত্মা যিটো পৰম দৈৱত ।
মোৰ নিজ প্ৰাণনাথ ভৈল গৃহাগত ॥
এতেকে দেখিলো ব্ৰহ্মাদিৰো আদি মূল ।
মিলিল সম্ভ্ৰম আতি আনন্দে আকুল ॥ ৫৪০
সপুত্ৰ বান্ধৱে বলি কৃষ্ণ কৃষ্ণ বড়ি ।
কৰিলা প্ৰণাম পদ পঙ্কজত পৰি ॥
ভাগ্যৱন্ত বলি মেলি আপোনাৰ চুলি ।
মলচি লৈলন্ত দুই চৰণৰ ধূলি ॥ ৫৪১

সুৱৰ্ণৰ সিংহাসন আথে বেথে মাথে ।
বসিবাক লাগি পাৰি দিলা দৈত্যনাথে ॥
বসিলা আনন্দে দুয়ো দৈৱকী নন্দন ।
হৰিসে ধৰিয়া বলি দুহানে চৰণ ॥ ৫৪২
ধুৱাইবে লাগিলা সুৱৰ্ণৰ পাত্ৰ আনি ।
সুৱৰ্ণ ভৃঙ্গাৰে বিন্ধ্যাৱলী দেন্ত পানী ॥
ব্ৰহ্মায়ে সহিতে ইটো সমস্ত ত্ৰৈলোক্য ।
পৱিত্ৰ হোৱন্তে আছে যিটো পাদোদক ॥ ৫৪৩
তাক ঘৰে পাইলা দুইৰো চৰণ পখালি ।
সবান্ধৱে আনন্দতে নাচে শিৰে ঢালি ॥
যতেক ভকত দৈত্য বলিৰ সভাৰ ।
কৃষ্ণ দৰশনে আনন্দৰ নাহি পাৰ ॥ ৫৪৪
যথাতে চিটিকি পৰৈ কৃষ্ণ পাদোদক ।
পড়ি পড়ি ঘসৈ তৈতে আপোন মস্তক ॥
আজোৰা আজুৰি কৰি কতো ঘসৈ শিৰে ।
শিহৰে শৰীৰ নীৰ ঝৰে প্ৰেমভৰে ॥ ৫৪৫
কৃষ্ণ মুখে দেখি আতি ভৈল কৃতকৃত্য ।
তৰিলো তৰিলো বুলি কতো কৰৈ নৃত্য ॥
কৃষ্ণক দেখিতে আতি উৎসুক লোকৰ ।
উভতি আসিল সবে বলিৰ নগৰ ॥ ৫৪৬
ৰাম মাধৱক দেখি হৰি হৰি ৰড়ি ।
নিস্তাৰিলো বুলি নমে দণ্ডৱতে পৰি ॥
সমস্তকে কেশৱে চাহান্ত কৃপা দৃষ্টি ।
শৰীৰত পৰৈ যেন অমৃতৰ বৃষ্টি ॥ ৫৪৭
যেন মনে মিলৈ আসি মুকুতিৰ সুখ ।
হৰিষতে হুয়া থাকৈ কৃষ্ণক সমুখ ॥
আনন্দৰ নাহি সীমা দানৱ ৰাজাৰ ।
কৃষ্ণক পূজিবে লাগি মিলাইলা সম্ভাৰ ॥ ৫৪৮
ৰত্নময় পাত্ৰচয় চিকিমিকি কান্তি ।
সুৱৰ্ণৰ গছাত প্ৰদীপ দুই পান্তি ॥
অগৰু সুগন্ধি ধূপ চন্দন কৰ্পূৰ ।
দধি দুৰ্ব্বাক্ষত ধূপ সন্দেশ প্ৰচুৰ ॥ ৫৪৯
তাল নাৰিকল কল দিব্য ফল ফুল ।
শাৰী শাৰী সুৱৰ্ণৰ ঠগিত তাম্বুল ॥
ঘনখীৰ খীৰিয়া অমৃত আদি কৰি ।
দিলা দিব্য ষড়ৰস ৰত্ন পাত্ৰ ভৰি ॥ ৫৫০
দিলা দিব্য বস্ত্ৰ ৰত্ন ভূষণ অমূল্য ।
দণ্ড ছত্ৰ চন্দ্ৰতাপ চামৰ চৌদল ॥
মহাৰাজ বিভূতি চৌভিতি আৱৰিল ।
জয় কৃষ্ণ ধ্বনি দশোদিশক পূৰিল ॥ ৫৫১
মৃদঙ্গ গোমুখ শঙ্খ শৰদ তম্বুল ।
কৃষ্ণক অৰ্চ্চন্ত বলি আনন্দে আকুল ॥
দণ্ডৱতে পৰি নমি অনেক যতনে ।
দিলা মধুপৰ্ক পাদ্য কৃষ্ণৰ চৰণে ॥ ৫৫২
গন্ধে পুষ্পে আভৰণে কৰি সতকাৰ ।
উচৰ্গিয়া দিলা জলে সমস্তে সম্ভাৰ ॥
যত চিত্ত বিত্ত দেহ পুত্ৰ পৰিৱাৰ ।
কৃষ্ণৰ চৰণে অৰ্পিলন্ত বাৰে বাৰ ॥ ৫৫৩
সৰ্ব্বভাৱে ইন্দ্ৰসেনে কেশৱক ভজি ।
তন্তিয়া আছন্ত প্ৰেম সাগৰত মজি ॥
শিহৰে শৰীৰ নীৰ নেত্ৰৰ নিগৰে ।
কৃষ্ণ বন্ধু বুলি বলি মাটিত বাগৰে ॥ ৫৫৪
কৃষ্ণক ভজিয়া বলি ভৈল কৃতকৃত্য ।
আনন্দে নধৰে চিত্ত উঠি কৰে নৃত্য ॥
ভকত দানৱে বায় চৌপাশে চাপৰি ।
কৃষ্ণ গুণ গায়া নাচৈ চাপৰি চাপৰি ॥ ৫৫৫
অঞ্জলি ভৰিয়া সিঞ্চৈ কৰ্পূৰৰ ধূলি ।
দশোদিশে পূৰৈ জয় কৃষ্ণ কৃষ্ণ বুলি ॥
ভকতিৰ বলে বলি আকুল হৃদয় ।
যৈত পৰৈ দৃষ্টি তৈত দেখৈ কৃষ্ণময় ॥ ৫৫৬
কতো হাসৈ কান্দৈ কতো মৌন হুয়া থাকে ।
মই কৃষ্ণ বুলি কতো মানৈ আপোনাকে ॥
প্ৰেমে মত্ত হুয়া কৰৈ কৃষ্ণক ভাৱনা ।
মাৰৈ স্তনপানে শুষি সম্যকে পূতনা ॥ ৫৫৭

উলটায়ে শকট ভৰিৰ লগাই আগ।
হ্রদৰ খেদায়ে দমি দুষ্ট কালিনাগ ॥
শিলাত পেলায়ে গল চেপি চক্রবাত।
কেশী কংস ধেনুকৰ কৰৈ কন্ধপাত ॥ ৫৫৮
বলিষ্ঠ অৰিষ্ট দুষ্ট মুষ্টিক চানুৰ।
পেহ্লায়ে সংহৰি অঘ বক বৎসাসুৰ ॥
যশোদা বান্ধিলা কঙ্কালত দিয়া বল।
উভঞ্জে অৰ্জ্জুন মাজে টানি উৰুখল ॥ ৫৫৯
কৃষ্ণময় হুয়া ফুৰৈ নাহিকে চেতন।
পাসৰিল গৃহ শৰীৰকো ইন্দ্রসেন ॥
এহিমতে মহা প্রেম ৰস যায় চৰি।
কৃষ্ণৰ আগতে আছে দণ্ডৱতে পৰি ॥ ৫৬০
দৈত্যেন্দ্রৰ মহা প্রেম ভকতিক চাই।
ভৈলন্ত আশ্চৰ্য্য ৰাম-কৃষ্ণ দুই ভাই ॥
কতোক্ষণে সঙ্কুক্ষণ হুয়া দৈত্যনাথে।
কৃষ্ণ পাদ-পদ্ম দুইক তুলি লৈলা মাথে ॥ ৫৬১
কতো আখি মুখে ঘসৈ কতো গলে বান্ধে।
প্রেমভৰে নিৰ্ভৰ আনন্দে কতো কান্দে ॥
দ্রৱ হুয়া হৃদয় নেত্রৰ পৰৈ পানী।
লোতকে নিৰোধে কণ্ঠ গদগদ বাণী ॥ ৫৬২
শিহৰৈ শৰীৰ প্রেম ভকতিৰ সুখে।
দোভাইকো কৰন্ত তুতি সলোতক মুখে ॥
নমো নমো অনন্ত মহন্ত দেৱ হৰি।
ফণা একাদশে জগতকে আছা ধৰি ॥ ৫৬৩
হেনয় বহুত মূৰ্ত্তি তুমি হলধৰ।
তোমাৰ চৰণে মনে নমো নিৰন্তৰ ॥
নমো নমো কৃষ্ণ তুমি জগত বিধাতা।
তুমিসি পৰম ব্রহ্ম প্রভু পৰমাত্মা ॥ ৫৬৪
কোটি কোটি ব্ৰহ্মাণ্ডৰ সৃষ্টি স্থিতি লয়।
তোমাৰ মায়ায়ে অঙ্গে কৰন্তে আছয় ॥
পৰম দুৰ্ল্লভ তোমা দুইৰ দৰশন।
তাবেসে সুলভ আত আপুনি প্রসন্ন ॥ ৫৬৫

মহা তামসিক আমি দুষ্ট দৈত্যচয়।
আম্মাকো দিলাহা দেখা কিনো কৃপাময় ॥
ভৈলা গৃহাগত আত মিলিল আহ্লাদ।
দিলা মোক দেৱতাৰ পৰম প্রসাদ ॥ ৫৬৬
যতেক সাত্বিক দেৱ ভকত মহন্ত।
জানিলো আমিসি ততোধিক ভাগ্যৱন্ত ॥
যক্ষ ৰক্ষ ভূত প্রেত পিশাচ যতেক।
বিদ্যাধৰ সিদ্ধ সৰ্প দানৱ অনেক ॥ ৫৬৭
গন্ধৰ্ব্ব প্রমথ দুষ্ট দৈত্য অসংখ্যাত।
বৈৰভাৱে পাইল সিদ্ধি মাধৱ তোমাত ॥
দ্বেষ্য ভাৱে স্নেহে কতো স্মৰি কাম ভাৱে।
ৰাজসিক তামসিক সিটো গতি পাৱে ॥ ৫৬৮
শুদ্ধ সত্ব দেৱগণো নেদেখন্ত যাক।
আমাৰেসে নিজ বন্ধু জানিলো তোমাক ॥
হেনবা বুলিবা শুদ্ধ সত্য ভৈল হেঠ।
ৰাজসিক তামসিক সিসে ভৈল শ্রেষ্ঠ ॥ ৫৬৯
নুহিকে আশ্চৰ্য্য ইটো প্রভু চক্রপাণি।
তয়ু যোগ মায়াক নজানে মহাজ্ঞানী ॥
ইসে হুই ইসে মুই নোৱাৰে তৰ্কিত।
ব্রহ্মা মহেশ্বৰো যাৰ মায়ায়ে মোহিত ॥ ৫৭০
নাবাচে আচাৰ জাতি তোমাৰ ভকতি।
যেই সেই ভজে মাত্র তাকে দেন্ত গতি ॥
যদি বৈৰ ভাৱে পায়ে পৰম হৰিক।
তথাপিতো নাথ মোক কৰিয়ো সাত্বিক ॥ ৫৭১
তোমাৰ আগত বাপ কহিলো স্বৰূপ।
হেন মন কৰৈ এৰো গৃহ অন্ধকূপ ॥
সুতল সম্পত্তি যত তাতো এৰি আশা।
ফল মূল ভক্ষি তৰুতলে কৰো বাসা ॥ ৫৭২
হৌক ভিক্ষা ভোজন বসন কানিকণ্ঠা।
তয়ু পদ পঙ্কজক চিন্তিবো সৰ্ব্বথা ॥
মুখে লৈবো নাম হৃদয়ত ৰূপ ধৰি।
বহোক তোমাৰ গুণ নাম কৰ্ণ ভৰি ॥ ৫৭৩

মহন্তে সহিতে সদা থাকিবো আলাপে।
তেবেসে নপাইবে বাপ সংসাৰৰ তাপে॥
দূৰ কৰা নাথ মোৰ সুতল সম্পত্তি।
তোমাৰ চৰণে মাত্ৰ ৰহোক ভকতি॥ ৫৭৪
সদায়ে নেৰোক মনে ভকতিৰ স্বাদ।
পাৱে পৰি মাগো হেৰা এতেক প্ৰসাদ॥
হেনবা বুলিবা তই অল্প পুণ্যৱন্ত।
কেনমতে হৈবে এতমান ভাগ্যৱন্ত॥ ৫৭৫
আপুনি শিখায়ো তেবে তুমি কৃপাময়।
যেনমতে হোৱৈ হেন মোৰ ভাগ্যোদয়॥
তোমাৰ চৰণ শিক্ষা ধৰৈ যিটো নৰ।
সেহিটো ভকত নোহে বেদৰ কিঙ্কৰ॥ ৫৭৬
তুমিসে পৰম গুৰু হৃদীশ্বৰ মোৰ।
হুয়োক সদয় তৰো সংসাৰ দুৰ্ঘোৰ॥
এহি বুলি কৃষ্ণৰ চৰণে থৈয়া মাথ।
পৰম করুণা কৰি কান্দে দৈত্যনাথ॥ ৫৭৭
ধাৰাসাৰে পৰৈ নয়নৰ নীৰ ঝৰি।
লোতকে তিয়াইলা মাধৱৰ দুই ভৰি॥
দৈত্যেন্দ্ৰৰ দেখি প্ৰেমভাৱ আতিশয়।
স্নেহে ৰাম মাধৱৰ দ্ৰৱিল হৃদয়॥ ৫৭৮
পৰৈ জল কমল নেত্ৰৰ সৰসৰি।
কৰিলন্ত আশ্বাস বলিক তুলি ধৰি॥
শুনা সামাজিক পদ মহাভাগৱত।
ধন জন জীৱন সমস্তে অশ্বাশত॥ ৫৭৯
নকৰিয়ো আয়ু ব্যৰ্থ বিষয়ৰ ভোলে।
চিন্তামণি বেচা যায় যেন কাচ মোলে॥
নমো নমো কৃষ্ণ হেৰ পৰম বান্ধৱ।
মোৰ গতিদাতা তযু চৰণ পল্লৱ॥ ৫৮০
তুমিসি সুহৃদ নিজ জীৱন মৰণে।
ইহাক জানিয়া প্ৰভু পশিলো শৰণে॥
ক্ৰিমি কীট পশু পক্ষী হুয়া লতা তৃণ।
ভ্ৰমো সংসাৰত কৰ্ম্ম গতি এতদিন॥ ৫৮১
কত কোটি জন্মে আসি পাইলো নৰদেহ।
ইজন্মত নাথ মোত নাছাড়িবা স্নেহ॥
সুমৰন্তে কাম্পে তনু যাতনা দুৰ্ঘোৰ।
তোমাৰ চৰণে ৰতি নছাড়োক মোৰ॥
কৰ্ণে কৃষ্ণ কথা মুখে নছাড়োক নাম।
তেবেসে নিস্তৰো ডাকি বোলা ৰাম ৰাম॥ ৫৮২

---

দুলড়ী

শুক নিগদতি বলিৰ ভকতি
দেখি মহেশ্বৰ হৰি।
পৰম কৃপায়ে কৰিয়া আশ্বাস
দৈত্যেন্দ্ৰক তুলি ধৰি॥
পাইলা যে পৰম সিদ্ধি দৈত্যেশ্বৰ
আৰো কৰা অনুতাপ।
মহা প্ৰেম ইটো ভকতিত ভৈলো
ময়ো বশ্য বলি বাপ॥ ৫৮৩
আউৰ অনুশোচ কৰিবে নলাগৈ
লভিলা সংসাৰ পাৰ।
তোমাক দেখিলে শুনিলে কহিলে
জগতে হৈব উদ্ধাৰ॥
জিনিলা দুৰ্জ্জয় মায়াক তুমিসি
জানা নাহি আউৰ বাৰ।
যিবা কাৰ্য্যে আৰে আসি আছো আমি
শুনা প্ৰয়োজন তাৰ॥ ৫৮৪
মৰীচিৰ ছয় তনয় আছিল
প্ৰথম মনুৰ দিনে।
ভৈলা সবে দেৱ তাসম্বাৰ আৰে
নাম শুনা ভিন্নে ভিন্নে॥
স্মৰ পৰিষঙ্গ উদ্‌গীথ পতঙ্গ
ক্ষুদ্ৰভৃৎ আৰো ঘৃণী।

এহি ছয়জন পৰম পৱিত্ৰ
আছা কাম ক্ৰোধ জিনি ॥ ৫৮৫
যৈসানি ব্ৰহ্মায়ে নিজ দুহিতাক
ক্ৰীড়া কৰিবাক চান্ত ।
দেখি ছয়ো দেৱে ব্ৰহ্মাক নিন্দিয়া
উপহাস্য কৰিলন্ত ॥
জগতৰ তুমি পিতামহ হুয়া
কৰা গৰিহিত কাম ।
শুনি প্ৰজাপতি জাজ্বল্য সমান
কোপে নিকলিল ঘাম ॥ ৫৮৬
অসুৰ যোনিক যাহা বুলি ব্ৰহ্মা
শাপ দিলা কোপ মনে ।
হিৰণ্যকশিপু দৈত্যৰ তনয
আসি ভৈল ছয়জনে ॥
পাছে দৈৱকীৰ গৰ্ভত ছয়কো
উপজাইলা যোগমাযা ।
ধৰি কংসৰায সবাকো মাৰিলা
অধৰ্ম্ম একো নাচায়া ॥ ৫৮৭
সম্প্ৰতি তোমাৰ কাচতে আছন্ত
ছযো মোৰ জ্যেষ্ঠ ভাই ।
আসাস্বাক লাগি সদায ক্ৰন্দন
কৰন্ত দৈৱকী আই ॥
সবাহাঙ্কে আজি দ্বাৰকাক নিবো
খণ্ডাইবো মাৰৰ শোক ।
মোহোৰ প্ৰসাদে শাপ এড়াই আজি
ছয়ো পাইবে স্বৰ্গলোক ॥ ৫৮৮
এহিসে কাৰণে তোমাৰ সভাক
আসি আছো দৈত্যপতি ।
শুনি উঠি বলি ছয়কো আগতে
যোগাইলা কৰি ভকতি ॥
কৃষ্ণৰ চৰণ দুই হাতে ধৰিয়া
শিৰত আছিলা তুলি ।
আজিসি সমস্তে পাপ দূৰ ভৈল
জন্ম সাফলিলো বুলি ॥ ৫৮৯
পাছে দৈত্যেন্দ্ৰক আশ্বাস বুলিয়া
উৎসাহ আতি বঢ়াইলা ।
ছয়ো ভাইক পাছে ৰথত তুলিয়া
ত্বৰিতে দ্বাৰকা পাইলা ॥
দৈৱকী মাৰৰ আগতে ছয়োকে
যোগাই ৰঙ্গে কৃষ্ণ ৰাম ।
দিলো মৰা পুত্ৰ বুলিয়া মাতৃক
কৰিলা দুয়ো প্ৰণাম ॥ ৫৯০

ছবি

পাছে ছয়ো ছৱালক নিৰেখি নিৰেখি চাই
চিনিলন্ত দৈৱকী নিশ্চয় ।
মাৰিল পাতেকী কংসে যিটো ছয় গুটি পোক
সেহি সবে মোহোৰ তনয় ॥
মহা স্নেহে স্ৰবৈ স্তন হৰিষিত তনু মন
এহি মোৰ প্ৰাণ পুত্ৰ বুলি ।
আথে বেথে ধৰি গলে ভিজাইল নেত্ৰৰ জলে
সাৰটি ধৰিলা বুকে তুলি ॥ ৫৯১
ইগুটিক থন্ত কতো সিগুটিক লন্ত তুলি
উৎসুকে পিয়ান্ত কতো খীৰ ।
লুণ্ডি ঘুণ্ডি মহাসুখে কৰন্ত চুম্বন মুখে
ঘনে ঘনে স্ত্ৰাণে পুত্ৰ শিৰ ॥
কৌতুকৰ নাহি অন্ত উৎসুকে নাচন্ত যেন
বিষ্ণুমায়া মুহিলেক চিত্ত ।
দুনাই মৰা পুত্ৰ পাই আনন্দৰ সীমা নাই
ভৈলন্ত দৈৱকী কৃতকৃত্য ॥ ৫৯২
একে দৈৱকীৰ স্তন পৰম অমৃতময়
আৰো মাধৱৰ পিত শেষ ।
পৰম সন্তোষে তাক ছয়ো কৰিলন্ত পান
দূৰ ভৈল পাতেক বিশেষ ॥

কৃষ্ণ অঙ্গ পৰশনে পাছে সিটো ছয়োজনে
ঘোৰ ব্ৰহ্ম শাপক তৰিল।
নুহিকো মনুষ্য আমি ছয়ো মৰীচিৰ পুত্ৰ
হৃদয়ত ইহাক স্মৰিল ॥ ৫৯৩
সেহি সময়ত পাছে প্ৰকাশিয়া দশোদিশ
আসিল বিমান ছয়খণ্ড।
কৰৈ নৃত্য বিদ্যাধৰী গাৱে গীত অপেশ্বৰী
বাৱে সুললিত বাদ্যভণ্ড ॥
বসুদেৱ দৈৱকীক ছয়ো প্ৰণামিয়া পাছে
কৃষ্ণক নমিলা পাৱে পৰি।
বলোক প্ৰণাম কৰি অনুমতি লৈয়া পাছে
লৰি গৈল বিমানত চড়ি ॥ ৫৯৪
ছয় গোটা সূৰ্য্যযেন প্ৰকাশি স্বৰ্গক যায়
চাই আছে লোক সমস্তয়।
দেখিয়া দৈৱকী সতী মনত গুণন্ত ইটো
কিনো ভৈল মহা বিপৰ্য্যয় ॥
আসিল মৃতক ছয় তনয় দুনাই মোৰ
এখনে আছিল স্তন খায়া।
আমাক প্ৰণামি পৰি হেৰা স্বৰ্গে যায় লৰি
বুজিলো কৃষ্ণৰ সবে মায়া ॥ ৫৯৫
কৈৱপৰা আসে জীৱ কাক বোলে পুত্ৰ জীউ
মায়া মোহ একোৱে নজানি।
এহি বুলি মহা সতী পৰম বিস্ময় মতি
থাকিলন্ত কৃষ্ণৰ জননী ॥
বোলন্ত উৎসুকে শুকে শুনিলা নৃপতি তুমি
মহেশ্বৰ কৃষ্ণৰ মহিমা।
এৱম্বিধ মাধৱৰ অনন্ত চৰিত্ৰ আছে
কোনে কহি পাৰে তাৰ সীমা ॥ ৫৯৬
কহে অনন্তৰে সূত শুনিয়ো শৌনক মুনি
কৃষ্ণ কথা শুনিবাৰ ফল।
বৰ্ণাইলা ব্যাসৰ পুত্ৰে কৃষ্ণৰ চৰিত্ৰ যত
জন্মজন্ম হৰে পাপ মল ॥
ইসি সুখময় নিজ এহিসে মোক্ষৰ বীজ
ভকত কৰ্ম্মৰ অলঙ্কাৰ।
কৃষ্ণত নিবেদি চিত্ত আক যিটো শুনে নিত
বৈকুণ্ঠে নিবাস হোৱে তাৰ ॥ ৫৯৭

---

## পুনু দুলড়ী

শুনা সমাজিক কৃষ্ণৰ চৰিত্ৰ
আসনত থাকি সুখে।
এহিসে পৰম পুৰুষাৰ্থ জানি
শুনা মহন্তৰ মুখে ॥
হৰি ভকতিৰ পথত থাকিয়া
শুনৈ ভণৈ যিটো নৰে।
হৰৈ কলিমল মিলৈ মহাকাল
সংসাৰ তাপত তৰে ॥ ৫৯৮
নমো নমো হেৰ মহেশ্বৰ হৰি
মৰষা দোষ আমাৰ।
হুয়া মহা মূঢ় তযু কথা গূঢ়
ৰচিলো আৰ পয়াৰ ॥
তুমিসি পৰম গুৰু হৃদীশ্বৰ
দিলা যেন মোক মতি।
তাতেসে আশ্ৰয় কৰি কৃপাময়
কহিলো কথা সম্প্ৰতি ॥ ৫৯৯
টাটেকীয়া যেন জড় পুতলাক
যন্ত্ৰত তুলি নচায়ে।
তুমিসি চৈতন্য বোলৱা বচন
প্ৰভু মোক সেহি ভাৱে ॥
এতেকে তোমাৰ চৰণে শৰণ
পশিলো প্ৰভু উদ্ধাৰা।
অদ্যাপিও মোক মোহ পাশে বান্ধি
মাধৱ বন্ধু নামাৰা ॥ ৬০০

কত কোটি জন্ম যাতনাত ভ্ৰমো
নেৰাইলো সংসাৰ তাপ।
হে কৃষ্ণময় মই অধমক
উদ্ধাৰা মাধৱ বাপ ॥
তুমি সুহৃদৰ পৰম আতমা
মহা গুৰু হৃষীকেশ।
চৰণত ধৰো যেন মতে তৰো
দিয়ো দেৱ উপদেশ ॥ ৬০১

যৈতে তৈতে জন্ম হোক যদুনাথ
মোৰ নিজ কৰ্ম্মফলে।
তৈতে তৈতে মই জানিবা ঈশ্বৰ
তোমাক হৃদি কমলে ॥
তোমাতেসে ৰতি কৰিবেক মতি
বচনে উচ্চৰি নাম।
কৃষ্ণৰ কিঙ্কৰে তেবেসে নিস্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ৬০২

ওঁ শ্রীকৃষ্ণায় নমঃ

# শ্রীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

---

## একাদশ স্কন্ধ

শ্রীকৃষ্ণৰ যদুবংশ ধ্বংসৰ ইচ্ছা আৰু
মুনিসকলৰ অভিশাপ

পদ

জয় জয় জগত জনক কৃষ্ণ ৰাম।
পাতকীয়ো তৰৈ যাৰ লৈলে গুণ নাম॥
যাহাৰ বিভূতি মৎস্য আদি অৱতাৰ।
হেনয় কৃষ্ণক কোটি কোটি নমস্কাৰ॥ ১
নমো দামোদৰ ব্রহ্মময় কলেৱৰ।
ব্রহ্মা মহেশ্বৰো যাৰ চৰণ কিঙ্কৰ॥
হেনয় কৃষ্ণক কৰি শঙ্কৰে প্রণতি।
একাদশ স্কন্ধ পদ বন্ধে নিগদতি॥ ২
উদ্ধৱত পৰম ভকতি কহি হৰি।
বিপ্রশাপ ছলে যদুকুলক সংহৰি॥
বৈকুণ্ঠক গৈলা পাচে প্রভু নাৰায়ণে।
ৰচিলা শঙ্কৰে কথা কৃষ্ণৰ চৰণে॥ ৩
হৃদয়ৰ ঈশ্বৰ পৰম মোৰ গুৰু।
প্রভু ভগৱন্ত ভকতৰ কল্পতৰু॥
আৰম্ভৰ সিদ্ধি হৌক কৃষ্ণৰ স্মৰণে।
কৃষ্ণৰ চৰণে মনে পশিলো শৰণে॥ ৪
কৰো কৰযোৰে বুদ্ধজন অভিনন্দা।
নকৰিবা পদত দূষণ দেখি নিন্দা॥
মাণিকৰ পসাৰে কাচৰ কৰৈ মোল।
ধৰকীৰ ভুঞ্জৈ যিটো সিয়ো পিয়ৈ ঘোল॥ ৫

ই কথা থাকোক আপোনাৰ চিন্তা হিত।
সমস্ত ধৰ্ম্মৰ ৰাজা কৃষ্ণৰ চৰিত্র॥
আৰু এৰি আন কৰ্ম্ম কৰে যিটো প্রাণী।
অমৃতক তেজি যেন খাই খাৰ পানী॥ ৬
ৰাজপন্থ এৰি মৰৈ কণ্টকত হাণ্ঠি।
তেজি যেন সোণা সুনিয়াত মাৰৈ গাণ্ঠি॥
এৰি হৰি ভকতিক আন কৰ্ম্ম কৰে।
জানিবাহা পাইলে তাক সেহি পটন্তৰে॥ ৭
কেশৱত পৰে দেৱ নাহি নাহি আন।
নাহি নাহি ধৰ্ম্ম হৰি ভকতি সমান॥
হেন জানি কৃষ্ণ কথা শুনিয়ো উৎসুকে।
কৈলা কুৰু নৃপতিত ব্যাসসুত শুকে॥ ৮
অচিন্ত্য মহিমা হৰি পুৰুষ পুৰাণ।
শত্রু মিত্র উদাসীন সবাতে সমান॥
কৰিলন্ত কৰ্ম্ম যিটো জগত আধাৰে।
সিজে তিনি কৰ্ম্ম আবে আত একেধাৰে॥ ৯
হৰৈ কলিমল কৃষ্ণকথা কীৰ্ত্তনতে।
মহা পুণ্যৰাশি আসি উপজে লগতে॥
মিলাৱৈ মুকুতি সুখ পৰম মঙ্গল।
সিজে ভকতিত একেদায়ে তিনিফল॥ ১০
পৰম অমৃতময় মাধৱৰ লীলা।
দশম স্কন্ধৰ কথা নৃপতি শুনিলা॥

আবে একাদশ স্কন্ধ শুনিয়োঁ সম্প্ৰতি ।
উপজিল কৃষ্ণৰ যিমতে বিৰকতি ॥ ১১
যদু বীৰগণ সঙ্গে ৰঙ্গে দ্বাৰকাত ।
কৰিলা ঈশ্বৰ কৃষ্ণে ক্ৰীড়া অসংখ্যাত ॥
ৰামে সমে সবে দানৱৰ চিন্তি মাৰ ।
হৰিলা লীলায়ে পৃথিবীৰ মহাভাৰ ॥ ১২
কূটপাশা খেলাই ছলে তোলাই মহাক্ৰোধ ।
কুৰু পাণ্ডৱৰ ঘোৰ লগাইলা বিৰোধ ॥
পৃথিবীৰ বীৰক একত্ৰ কৰি আনি ।
সংহৰিলা হৰি অষ্টাদশ অক্ষৌহিণী ॥ ১৩
যদুগণ সহিতে হৰিয়া মহাভাৰ ।
গুণন্ত মনত পাচে জগত আধাৰ ॥
গুচি নুগুচিল পৃথিবীৰ মহা ভাৰ ।
যিহেতু যাদৱ বংশ ৰহিল আমাৰ ॥ ১৪
স্বভাৱে শকত আৰো আমাত ভকত ।
আক কোটি ইন্দ্ৰে কিবা কৰিবে শকত ॥
বংশৰ মাজত আবে কন্দল লগাই ।
মহাভাৰ ইটো যদুকুল কৰি ছাই ॥ ১৫
বাংসৰ অগনি যেন পোৰৈ বাংস বন ।
অন্যো অন্যে ইটো যদুকুল কৰি ছন্ন ॥
তেবেসে চলিবো ভাৰ সংহৰি ভূমিৰ ।
হেন মনে গুণি প্ৰভু কৰিলন্ত থিৰ ॥ ১৬
কৃপাময় প্ৰভু পাচে চিন্তিলন্ত কাজ ।
মোক দৰশনে নিস্তাৰিবে ইটো ৰাজ ॥
পাচৰ লোকৰ আবে হৈবে কোন গতি ।
ঘোৰ কলি পাইলে লোক যাইবে অধোগতি ॥ ১৭
হেন হিত চিন্তি পাচে কৃপাময় হৰি ।
আপোনাৰ যশ থৈলা পৃথিবীক ভৰি ॥
তৰোক সংসাৰ আৰ শ্ৰৱণ কীৰ্ত্তন ।
এহি বুলি বৈকুণ্ঠক গৈলা নাৰায়ণ ॥ ১৮
পুছন্ত নৃপতি শুনি মিলিল সংশয় ।
বৈষ্ণৱকো পাইলে পাপে কিনো বিপৰ্য্যয় ॥

সিটো বৃষ্ণিবংশ সবে কৃষ্ণত ভকত ।
পৰম ধাৰ্ম্মিক দেৱ দ্বিজ অনুগত ॥ ১৯
কিসক শপিলা ঋষি সব সৰ্ব্বজান ।
সিটো যদুবংশ সব একে জীৱ প্ৰাণ ॥
মিলিল কন্দল কিয় আপোনাৰ মাজে ।
ছেদিয়োঁ সংশয় মোৰ তুমি মুনি ৰাজে ॥ ২০
শুক নিগদতি তুমি তৰিলা সাক্ষাত ।
কৰিলা একান্ত মতি কৃষ্ণৰ কথাত ॥
শুনা সাৱধানে মনে কৰিয়া সন্তুষ্ট ।
যেনমতে ভগৱন্ত গৈলন্ত বৈকুণ্ঠ ॥ ২১
পৃথিবীৰ ভাৰ বংশে সহিতে সংহৰি ।
দ্বাৰকাত কৰি ক্ৰীড়া কৌতূহল কৰি ॥
উপজাইলা পাচে বিষয়ত বিৰকতি ।
সংহৰিবে কুলকো কৃষ্ণৰ ভৈলা মতি ॥ ২২
চাৰ গৃহবাস সুখ আত কাৰ্য্য নাই ।
কালৰূপী কৃষ্ণে পাচে চিন্তিলা উপায় ॥
দ্বাৰকাৰ কাছে আছে তীৰ্থ পিণ্ডাৰক ।
তাকে লাগি অনাইলন্ত ঋষি সমস্তক ॥ ২৩
কশ্যপ কপিল কণ্ব ঋষি নৰোত্তম ।
বিশ্বামিত্ৰ অসিত অত্ৰি অগস্তি গৌতম ॥
ভাগুৰী ভাৰ্গৱ ভৃগু গুৰু তপোনিষ্ঠ ।
সনক সনন্দ নন্দ দুৰ্ব্বাসা বশিষ্ঠ ॥ ২৪
বামদেৱ দেৱল নাৰদ ভগৱন্ত ।
ইসব প্ৰমুখ্যে আনো মুনি অপৰ্য্যন্ত ॥
কৃষ্ণৰ ইঠায়ে সবে হুয়া এক থান ।
পিণ্ডাৰক তীৰ্থত কৰন্ত সবে ধ্যান ॥ ২৫
কামদেৱ আদি তৈত যত যদুবীৰ ।
ফুৰৈ ক্ৰীড়া কৰি সাগৰৰ তীৰে তীৰ ॥
আসি ঋষি সমজ্যাক দেখিয়া তহিত ।
উপালম্ভ কৰিতে সবাৰো ভৈল চিত্ত ॥ ২৬
জাম্বৱতী সুত সাম্ব নামে কুমাৰক ।
স্ত্ৰী কাচে কচাই মুণ্ডিলেক শৰীৰক ॥

পিন্ধাইলা প্ৰবন্ধে ধৰি দিব্য নেত শাৰী।
বান্ধিল উচ্চল খোপা পুষ্পচয় আঁৰি ॥ ২৭
জ্বলে গণ্ডস্থলে চাৰু কৰ্ণৰ কুণ্ডলে।
হাতত বলয়া শাঙ্খ সাতসৰি গলে ॥
কঙ্কালত মেখলা উন্নত স্তন ভাৰ।
উফন্দাইলা পেট গৰ্ভৱতীৰ আকাৰ ॥ ২৮
শিখণ্ড সিন্দুৰ পাৰে পিন্ধাইলা নুপুৰ।
সঘনে ভোজন কৰে তাম্বুল কৰ্পূৰ ॥
মধ্য কৰি যাই যত যাদৱ কুমাৰে।
হাণ্ডিবাক নপাৰে গৰ্ভৰ যেন ভাৰে ॥ ২৯
মাথাত ওহ্ৰুণী আতিশয় লজ্জাৱতী।
লহ লহ গমন গম্ভীৰ গজগতি ॥
কটাক্ষে নয়নে চাৰে কৰি লয়লাস।
কতোক্ষণে পাইলা ঋষি সমজ্যাৰ পাশ ॥ ৩০
নাহি হাসি ৰস যেন সবে সুবলিত।
জানু শিৰে প্ৰণামিলা পৰিয়া ভূমিত ॥
প্ৰণামিয়া গৰ্ভৱতী পৰম হতাশে।
মাথাত ওহ্ৰুণী লৈয়া ৰৈলা এক পাশে ॥ ৩১
পাচে যদুগণ অৰনত কৰি কায়।
কৰযোৰে বোলৈ ঋষি সমজ্যাক চায় ॥
তুমি সব মহা মহা মুনি সৰ্ব্বজান।
চাৰিবেদ চৈধ্য শাস্ত্ৰ কৰিছা ব্যাখ্যান ॥ ৩২
দেখিয়োক ইটো স্ত্ৰী আসি আছে কাজে।
আপুনি নুপুচে কথা তোমাসাত লাজে ॥
সোধাৰে আমাৰ মুখে শুনিয়ো সম্প্ৰতি।
পূৰ্ণ দশ মাস ইটো নাৰী গৰ্ভৱতী ॥ ৩৩
উপজিবে শিশু কিবা কহিয়ো বিচাৰি।
পুত্ৰ অভিলাষে তোমাসাত সোধে নাৰী ॥
কিবা হুইবে পুত্ৰ কিবা জীউ হুইবে জাত।
গণি পঢ়ি ঋষিসব কহিয়ো আমাত ॥ ৩৪
উপালম্ভ কৰি কথা সোধৈ ছল বাদে।
ঈশ্বৰ ইচ্ছায়ে আসি পাইলেক প্ৰমাদে ॥

হেন উপালম্ভ শুনি মুনি নিৰন্তৰ।
জাজ্জ্বল্য সমানে কোপে কাম্পয় অধৰ ॥ ৩৫
ভ্ৰূকুটি কুটিল মুখ আখি আৰকত।
অৰে পাপীসব উপালম্ভ কৰ কত ॥
কালে গ্ৰাসিলেক অগনিত দেস হাত।
শুন দুষ্টগণ এইত হুইবে যিবা জাত ॥ ৩৬
উপজিবে মুষলেক মহা লোহাময়।
যত যদুকুলক কৰিবে সবে ক্ষয় ॥
বুলিলো নিশ্চয় আবে শুন দুষ্ট দম্ভ।
আনে যেন আনক নকৰে উপালম্ভ ॥ ৩৭
ঋষিসবে যেবে হেন দিলা চণ্ড শাপ।
শুনিয়া সবাৰো মনে মিলিল সন্তাপ ॥
আথেবেথে চাৰৈ সবে সোলোকাই কাপোৰ।
দেখে লোহাময় মুষলেক ভয়ঙ্কৰ ॥ ৩৮
হা কি কৰিলো বুলি থিয়য়ে মৰিল।
নিৰ্ঘাত পতনে যেন বচন হৰিল ॥
সমুলি মৰিলো মহা মন্দমতি আমি।
ভৈলো মহা পাতকী কুলৰো অধোগামী ॥ ৩৯
শুনিয়া আমাক আবে কি বুলিবে লোকে।
হৃদয় বিদাৰে নিদাৰুণ ইটো শোকে ॥
মুষলেক লৈয়া যদুগণ নিৰন্তৰ।
পৰম বিহ্বল হুয়া পশিল নগৰ ॥ ৪০
আছা উগ্ৰসেন বসি বংশ সমন্বিতে।
লৈয়া মুষলেক গৈয়া মিলিল তহিতে ॥
ধান দিলে হোৰৈ আথৈ প্ৰজাৰ মুখত।
যোগাইলা মুষল যদু ৰাজাৰ আগত ॥ ৪১
শাপৰ বৃত্তান্ত সমজ্যাত সবে কৈলা।
দেখি মুষলেক সৰ্ব্বলোক ভয় ভৈলা ॥
মিলিল অসুখ মন মলিন সবাৰ।
কাংস পৰি জিম গৈল লোক হাহাকাৰ ॥ ৪২
পৰম আপদে পাইলে জানিলো নিশ্চয়।
ঋষি শাপে অৱশ্যে সবংশে হুইবো ক্ষয় ॥

দশোদিশে শুনি মাত্ৰ ৰোল হাহাকাৰ।
গুছিল আনন্দ বাছ উৎসৱ প্ৰজাৰ ॥ ৪৩
ভৈলন্ত বিহ্বল বৃদ্ধ যাদৱসকল।
কৃষ্ণৰ আগত নিয়া নেদিলে মুষল ॥
হোৱৈ বুদ্ধি ভ্ৰংশ আসি নাশন কালত।
উগ্ৰসেনে সুশুধিলা বুদ্ধি মাধৱত ॥ ৪৪
অনাইলন্ত অনেক কমাৰ সুশিক্ষিত।
ওৱে ঘষি মুষল কৰাইল চূৰ্ণীকৃত ॥
ভাসাইলা সাগৰে তাৰ গুণ্ডি যদুৰাজে।
অৱশেষ লোহাক ক্ষেপিলা জলমাজে ॥ ৪৫
কিবা বস্তু বুলি তাক গিলিলেক মাছে।
তাকো জাল বাহন্তে জালোৱা পাইলা পাছে ॥
মৎস্যৰ গৰ্ভত দেখি সেহি লোহা খানি।
শবৰ আগত ব্যাধে বিন্ধি থৈলা আনি ॥ ৪৬
সাগৰত পেলাইলা লোহাৰ গুণ্ডি যত।
চাপিল তীৰত সিটো ঢৌৰ আস্ফালত ॥
কাষৰত গাজিল মাদুৰী বন হুই।
ঈশ্বৰৰ ইচ্ছা মিছা কদাচিতো নুই ॥ ৪৭
দেৱৰো দেৱতা যিটো জগতৰ বাপ।
তাহান আগত ইটো কোন ঋষি শাপ ॥
অন্তৰ্য্যামী ৰূপে আছা সবাকো বিয়পি।
ব্যৰ্থ নকৰিলা ঋষি শাপক তথাপি ॥ ৪৮
কথা শুনি হৰিষ কৰিলা যদুৰাজ।
ঋষি সবে আসি সাধিলেক মোৰ কাজ ॥
বেশ্যাৰ কৰিল কৰ্ম্ম যেন কুল নাৰী।
হেন মনে মানি ৰঙ্গে ৰহিলা মুৰাৰি ॥ ৪৯
শুনা সভাসদ সব কৃষ্ণৰ চেষ্টাক।
ক্ষেণেকে মিলান্ত সুখ ক্ষেণেকে বিপাক ॥
দ্বাৰকা বাসীৰ ভৈল কেন দুখ দেখা ॥
ইটো গৃহবাস সামান্যৰ কোন লেখা ॥ ৫০
আশা সুত ধন জন যেন ছাইৰ জৰী।
পুত্ৰ পৰিবাৰ সমে লোপনৰ সৰি ॥
আৰ অৰ্থে নৰতনু নকৰা বিফল।
সততে কৃষ্ণৰ চিন্তা চৰণ কমল ॥ ৫১
সংসাৰৰ যত দেব গুৰু বন্ধুজন।
যেবে সবে মিলি কৰে অনেক যতন ॥
তথাপি জানিবা নপাৰিবে সাধিবাক।
হৰি ভকতিৰ লক্ষ ভাগৰো ভাগক ॥ ৫২
কৃষ্ণসে পৰম বন্ধু কৃষ্ণে ইষ্টদেৱ।
নাহি উপদেশ দাতা কৃষ্ণ বিনে কেৱ ॥
জানিয়া কৃষ্ণত লৈয়ো সত্বৰে শৰণ।
কেতিক্ষণে মিলৈ আসি দুৰ্ঘোৰ মৰণ ॥ ৫৩
এতিক্ষণে কালে উৰুৱাইবে ঘৰবাৰী।
ছলিবা যুৰাৰে যেন দুই হাত ঝাৰি ॥
হেন জানি যতনে তেজিও আন কাম।
অন্তক চাড়োক ডাকি বোলা ৰাম ৰাম ॥ ৫৪

---

ব্ৰহ্মাদি দেৱতাসকলৰ দ্বাৰকালৈ গমন

দুলড়ী

আত অনন্তৰে শুনা যেন কথা
কহে মহামুনি শুকে।
আসিল ত্ৰিদশ দেখিবে কৃষ্ণক
মনত মহা উৎসুকে ॥
মুনি সিদ্ধ সমে আসিলন্ত ব্ৰহ্মা
দিব্য হংস যানে চড়ি।
সঙ্গে ভূতগণ দেৱ ত্ৰিনয়ন
বৃষভে আসিলা লৰি ॥ ৫৫
বিদ্যাধৰ সিদ্ধ সূৰ্য্য অষ্ট বসু
একাদশ ৰুদ্ৰ ঋষি।
গন্ধৰ্ব্ব গুহ্যক নাগগণ যত
আসিলা সবে হৰিষি ॥

আইল ইন্দ্র চন্দ্র কুবেৰ বৰুণ
সূৰ্য্য সম যত দেৱ।
অপসৰাচয় চাৰণ কিঙ্কৰ
নবৈল স্বৰ্গত কেৰ॥ ৫৬
কৃষ্ণ দৰশনে মনে মহোৎসৱে
লড়িলা দিশ প্ৰকাশি।
মহা মনোহৰ দ্বাৰকা নগৰ
সাক্ষাতে দেখিলা আসি॥
কৃষ্ণৰ অসংখ্য অবাস প্ৰকাশৈ
স্বৰ্গতো কৰিয়া বলৈ।
ৰত্নময় মহা মন্দিৰ যতেক
সূৰ্য্য শশী সম জ্বলৈ॥ ৫৭
তাহাৰ মধ্যত ৰত্ন মণ্ডপত
দিব্য সিংহাসনে বসি।
কৰন্ত প্ৰকাশ জগত নিবাস
যেন কোটি এক শশী॥
শ্যাম তনু পীত বসনে শোভিত
ৰত্নৰ তাতে দীপিতি।
নব ঘন যেন বিজুলী সঞ্চৰৈ
দেখন্তে আতি তৃপিতি॥ ৫৮
বদন প্ৰসন্ন প্ৰকাশে প্ৰভুৰ
পূৰ্ণ চন্দ্ৰমাকো গঞ্জি।
কুটিল অলক ৰত্নৰ তিলক
ললাটত আছে ৰঞ্জি॥
কৰৈ জলমল মকৰ কুণ্ডল
শিৰে কিৰাটিৰ কান্তি।
নাসা তিল ফুল অধৰ ৰাতুল
দন্ত মুকুতাৰ পান্তি॥ ৫৯
তৰুণ অৰুণ পঙ্কজ লোচন
সুবলিত ভ্ৰূৰ দুই।
ৰুচিৰ চিবুক কণ্ঠত কৌস্তুভ
নব সূৰ্য্য সম মুই॥

বহল হৃদয় তাতে বক্ষমৰ
মণি মুকুতাৰ হাৰ।
আজানু লম্বিত গলে বনমালা
জিলি মিলি পেচন্দাৰ॥ ৬০
চাৰি খান ভুজ ভূষণে ভূষিত
কৰ নব কিশলয়।
ললিত বলিত প্ৰকাশৈ আঙ্গুলি
জ্বলৈ নখ চন্দ্ৰচয়॥
আৰকত তিনি ৰেখা উদৰত
গম্ভীৰ নাভি কমল।
ৰত্ন মণিময় মেখলা কটিত
সুন্দৰ উৰু যুগল॥ ৬১
জ্বলৈ কটি তটে পাট ভনি পীত
দেখন্তে আতি সন্তোষ।
নূপুৰে ৰঞ্জিয়া অৰুণ চৰণ
যেন নব পদ্মকোষ॥
প্ৰতি আঙ্গুলিত ৰত্নৰ উঝন্টি
চিকি মিকি কৰৈ কান্তি।
সংসাৰৰ তাপ হৰয় অৰুণ
নখ চন্দ্ৰমাৰ পান্তি॥ ৬২
ৰাতুল কোমল পদ তল দুই
মিলাৰৈ মনে তৃপিতি।
ধ্বজ বজ্ৰ যব পঙ্কজ অঙ্কুশে
কৰন্তে আছে দীপিতি॥
পৰম মধুৰ মুকুতিক তুল
মুহিছৈ কোটি মদনে।
কোটি এক শশী সম প্ৰকাশন্ত
বসি ৰত্ন সিংহাসনে॥ ৬৩
প্ৰভুৰ ৰূপৰ প্ৰভাৱ দেখিয়া
দেৱগণ সচকিত।
লাগিল ধিয়ান সভাসয় আক
আনন্দে নধৰে চিত॥

যিটো ব্ৰহ্মৰূপী পৰম ঈশ্বৰ
দেখিয়া তাঙ্ক সাক্ষাতে।
চতুৰ্ভিতি বেঢ়ি জয় কৃষ্ণ ৰড়ি
পুষ্প বৰষিলা মাথে ॥ ৬৪
ব্ৰহ্মা মহেশক আগ কৰি ভৈলা
দেৱগণ এক শাৰী।
কৃষ্ণক সম্মুখে স্তুতি আৰম্ভিলা
কৰযোৰে জানু পাৰি ॥
শুনা নৰলোক মুকুতি মিলোক
কৃষ্ণত ভকতি কৰা।
যমপুৰে পুনু আপুনি নিস্তাৰা
পুৰুষ সবে উদ্ধাৰা ॥ ৬৫
পিতৃ মাতৃ কুলে যতেক পুৰুষ
নৰকত আছে পৰি।
ঐত পুত্ৰে হৰি ভকতি কৰন্তে
স্বৰ্গলোকে যাই লৰি ॥
ঘৃত দুগ্ধ মধু ধাৰায়ে বহয়ে
পিতৃ পিয়ে পেট ভৰি।
স্বৰ্গবাসী মধ্যে বল্কন্তে ফুৰয়
অনেক আস্ফোট কৰি ॥ ৬৬
তৰিলো তৰিলো সুপুত্ৰৰ পদে
দেখ অৰে স্বৰ্গবাসী।
হৃষ্ট পুষ্ট হুয়া হৰিষে বসিয়া
হাসন্ত দন্ত প্ৰকাশি ॥
পুত্ৰে সমে পাছে বিমানে ছড়িয়া
সুখে বঞ্চে বৈকুণ্ঠত।
মিলান্ত মুকুতি ভুঞ্জন্তে ভুকুতি
ভকতিৰ প্ৰসাদত ॥ ৬৭
হৰি ভকতিৰ আশ্চৰ্য্য মহিমা
কমনে কহিতে পাৰি।
পতিত পাতকী চাণ্ডালো নিস্তৰৈ
পুৰুষ সবে উদ্ধাৰি ॥

হেন প্ৰাণ বন্ধু মাধৱৰ পাৱে
নকৰে যিটো ভকতি।
তাহাৰ সমান নাহিকে পাতকী
গৈল সিটো অধোগতি ॥ ৬৮
যিটো নিজ মাতৃ পুত্ৰক প্ৰবন্ধে
বান্ধে মোহ পাশে ডাটি।
ভক্তি মাতৃ পাইলে মেলান্ত তেখনে
সিটো মোহ জৰী কাটি ॥
জানিয়া ভকতি মাতৃৰ পাৰত
ধৰা তেজি আন কাম।
সংসাৰ সাগৰে তৰিয়োক সুখে
মুখে বোলা ৰাম ৰাম ॥ ৬৯

---

শ্ৰীকৃষ্ণ স্তৱ

পদ

চতুৰ্ভিতি বেঢ়ি জয় জয় কৃষ্ণ ৰড়ি।
কৰিলা প্ৰণাম দেৱে দণ্ডৱতে পৰি ॥
নম্ৰ ভাৱে কৰি কৃতাঞ্জলি জানুপাৰি।
আৰম্ভিলা মহা তুতি ব্ৰহ্মা ত্ৰিপুৰাৰি ॥ ৭০
নমো নমো হৰি পদ পঙ্কজ যুগল।
যাক জ্ঞানীগণে চিন্তে হৃদয় কমল ॥
যিটো জগতৰ অন্তৰ্য্যামী ব্ৰহ্মময়।
দেখো বিদ্যমানে কিনো ভৈল ভাগ্যোদয় ॥ ৭১
সৃষ্টি স্থিতি জগতৰ কৰিয়া আপোনে।
নোচোৱে তথাপি তাৰ একো দোষগুণে ॥
এতেকে জগতে চিন্তে তোমাৰ চৰণ।
প্ৰণামো পৰম মহেশ্বৰ নাৰায়ণ ॥ ৭২
তপ জপ তীৰ্থে হেন নকৰে পৱিত্ৰ।
যেন শুদ্ধি হোৱে শুনি তোমাৰ চৰিত্ৰ ॥
যশ বিস্তাৰিলা এতেকেসে অৱতৰি।
আক শুনি যাউক লোক সংসাৰক তৰি ॥ ৭৩

পাতকীয়ো তৰৈ যাৰ যশক শ্ৰৱণে।
হেন চৰণক আমি দেখিলো নয়নে ॥
মনৰ মলৰ মোৰ হোক ধূমকেতু।
পশিলো শৰণে আবে আমি মোক্ষ হেতু ॥ ৭৪
ভকত সকলে গাৱে গুণ নাম যত।
তাৰ মালা গাথি তুমি পিন্ধা হৃদয়ত ॥
পূজা নমস্কাৰ ধ্যান সমস্ততে কৰি।
যশ কীৰ্ত্তনতে মাত্ৰ তুষ্ট হন্ত হৰি ॥ ৭৫
ভকতৰ বাসি মালা হৃদয়ত দেখি।
যেন সতিনীক নসহন্ত দেবী লক্ষ্মী ॥
নেড়া মালা তথাপি ভাৰ্য্যাকো অনাদৰি।
লক্ষ্মীতো অধিক ভকতক দায়া হৰি ॥ ৭৬
তিনিলোক পাৱে আক্ৰমিলা কৃপাময়।
দেৱৰ আনন্দ অসুৰৰ ভৈলা ভয় ॥
জানো কৰা প্ৰভু ভকতৰ পক্ষপাত।
আমাৰো কৰিয়ো পাৱে পাপৰ বিঘাত ॥ ৭৭
যতেক জীৱৰ মানে পুৰুষ অধম।
সবাৰো ঈশ্বৰ তুমি পুৰুষ উত্তম ॥
এতেকে পশিলো সবে তোমাতে শৰণে।
অগতিৰ গতি প্ৰভু কৰিয়ো চৰণে ॥ ৭৮
তোমাৰেসে কিঙ্কৰ যতেক জীৱ আমি।
জগতকে প্ৰৱৰ্ত্তাৱা তুমি অন্তৰ্য্যামী ॥
প্ৰকৃতিতো পৰ পৰমাৰ্থ ৰূপ দেৱ।
কৰিয়ো কৈল্যাণ চৰণত কৰো সেৱ ॥ ৭৯
ষোড়শ সহস্ৰ স্ত্ৰী ৰত্ন মধ্যে সাৰ।
মনক মথিবে কামে নুৱাৰিলে যাৰ ॥
হেন আত্মাৰাম পূৰ্ণ কাম মহেশ্বৰ।
হৰিও সংসাৰ তাপ বাপ নিৰন্তৰ ॥ ৮০
আন সবে মিছা তুমি সত্য ভগৱন্ত।
তোমাকেসে জানি মহা মহন্ত সেৱন্ত ॥
তযু পাদোদকে গঙ্গা জলে কৰি স্নান।
তযু কথা অমৃত কৰন্ত কৰ্ণে পান ॥ ৮১

ত্ৰাহি ত্ৰাহি জগন্নাথ আমি ভৈলো ভৃত্য।
সাধিলা সকলে কিঙ্কৰৰ যত কৃত্য ॥
এহি বুলি প্ৰণামিয়া কৃষ্ণৰ চৰণে।
ব্ৰহ্মা আদি দেৱে দুনাই লড়িল গগনে ॥ ৮২
আকাশত থাকি ব্ৰহ্মা প্ৰণামি দুনাই।
বিনাৰম্ভ কাৰ্য্য কৃষ্ণ চৰণক চাই ॥
পৃথিবীৰ ভাৰ সংহৰিলা অবিকলে।
দেৱ কাৰ্য্য লাগৈ মানে সাধিলা সকলে ॥ ৮৩
ধৰ্ম্মক থাপিলা কীৰ্ত্তি কৰিলা বিস্তাৰ।
যাক শুনি হোৱে লোকে সংসাৰ নিস্তাৰ ॥
আচৰিলা জগতৰ হিত তুমি ইসে।
তোমাৰ চৰিত্ৰ যশ বৈল দশোদিশে ॥ ৮৪
ইটো অৱতাৰৰ চৰিত্ৰ বিতোপন।
কৰৈ কলি যুগে যিটো শ্ৰৱণ কীৰ্ত্তন ॥
সেহিসে মহন্তে সুখে তৰিবে সংসাৰ।
কৰিবেক কোটি কোটি পুৰুষ উদ্ধাৰ ॥ ৮৫
যদুবংশে অৱতৰি আছা দামোদৰ।
পঞ্চিশ অধিক গৈল শতেক বৎসৰ ॥
কুলকো নাশিলা প্ৰভু দিয়া ব্ৰহ্মশাপ।
আমাৰ থানক আবে আসিয়োক বাপ ॥ ৮৬
দশ দিগপাল আমি তোমাৰ কিঙ্কৰ।
আমাকো পৱিত্ৰ আতি কৰা দামোদৰ ॥
দেৱে সমে ব্ৰহ্মা এহি বুলিয়া প্ৰাৰ্থন্ত।
সবাকো সম্মুখি মাতিলন্ত ভগৱন্ত ॥ ৮৭
হে ব্ৰহ্মা শুনিয়োক বচন আমাৰ।
দুইটো সংহাৰিলো পৃথিবীৰ মহাভাৰ ॥
যাওঁ যেবে ইটো যদুকুল নসংহৰি।
আৰ ভৰে দুনাই তল যাইবে বসুন্ধৰী ॥ ৮৮
পৰম দৰ্পিষ্ঠ যদুকুল অনিৰ্ব্বাৰ।
বিপ্ৰশাপ ছলে আক কৰিবো সংহাৰ ॥
বৈকুণ্ঠক যাস্তে যাইবো তোমাৰ গৃহক।
আজি আগ হুয়া সবে চলিয়ো স্বৰ্গক ॥ ৮৯

শুনি হেন বাণী ব্ৰহ্মা জুৰি যোৰ হাত।
দেৰে সমে মাধৱক কৰি প্ৰণিপাত ॥
পৰম আনন্দে বজাই দুন্দুভি নিশান।
মেলানি মাগিয়া লড়ি গৈলা নিজ থান ॥ ৯০

দ্বাৰকাত মহাউৎপাত আৰু শ্ৰীকৃষ্ণৰ যাদৱসকলৰসৈতে প্ৰভাসলৈ যাবলৈ উদ্যোগ।

আত অনন্তৰে কথা শুনিয়ো সাক্ষাত।
দ্বাৰকাত অনেক মিলিল উতপাত ॥
অনাবাৰে উভৰি উভৰি পৰৈ তৰু।
ঘৰে ঘৰে আটাস পাৰন্তে ফুৰে ফেৰু ॥ ৯১
উৰে় খোলা বৰৈ আতি বতাস প্ৰচণ্ড।
সঘনে নিৰ্ঘাত পড়ে লৰে় ভুমি খণ্ড ॥
সদায় বৰিষে ধাৰে হালধি ৰুধিৰ।
নকন্দন্তে লোকৰ চক্ষুৰ পৰৈ নীৰ ॥ ৯২
সোণগুই সঙ্গিনী গৃহত ফুৰৈ পশি।
একে আকাশতে কতো জ্বলে দুই শশী ॥
উপজৈ পশুত পক্ষী বানৰত নৰ।
অকালত বাঢ়ে নদী নদ সৰোবৰ ॥ ৯৩
দ্বাৰকাৰ উপৰত উৰে় ধূমকেতু।
মিলৈ বিমঙ্গল পুৰী উচ্চনৰ হেতু ॥
দেখিয়া সমস্তলোকে কম্পিত হৃদয়।
জানিলোঁ মিলিল যদুকুলৰ প্ৰলয় ॥ ৯৪
বিপ্ৰশাপে আসি আমি মজিলোঁ দুখত।
ধান দিলে হোৰৈ আথৈ সবাৰো মুখত ॥
বৃদ্ধ বৃদ্ধ যাদৱগণৰ ধাতু নাই।
কৃষ্ণৰ পাশত সবে ভৈল এক ঠাই ॥ ৯৫
ওষ্ঠ কণ্ঠ শুকাই মুখ বিবৰ্ণ বদন।
কৃষ্ণক সন্মুখি সবে বুলিলা বচন ॥
ঋষি শাপে পাইলা প্ৰভু ভৈল বিসঙ্গতি।
কহিওক কি কৰিবো কেশৱ সম্প্ৰতি ॥ ৯৬

বুলিলা সবাকো বাক্য জগত আধাৰ।
শুনা কুল বৃদ্ধ সব বচন আমাৰ ॥
ভৈল বিপ্ৰ শাপ ইটো কুলত সম্প্ৰতি।
আক এড়াইবাক পাৰে কাহাৰ শকতি ॥ ৯৭
নেদেখোঁহো আমি আউৰ উপায় ইহাত।
মিলৈ মহা উতপাত দেখা দ্বাৰকাত ॥
কালে গ্ৰাসিলেক বিঘ্ন পাতিলেক দেৰে।
আমি যদুবংশ ঐত নাথাকিবো কেৰে ॥ ৯৮
নকৰা বিলম্ব প্ৰভাসক লাগি যাঞোঁ।
হেনবা বিপাক বিপ্ৰ শাপক এড়াঞো ॥
প্ৰভাসৰ প্ৰভাৱ শুনিয়ো যদুজাক।
চন্দ্ৰক দিলন্ত দক্ষে সাতাইশ কন্যাক ॥ ৯৯
ৰোহিণীত আতি প্ৰীতি বাঢ়িল চন্দ্ৰৰ।
দেখিয়া সবেয়ো দিলা দক্ষত গোচৰ ॥
আমাক নোশোধে পিতৃ তোমাৰ জামাই।
থাকৈ মাত্ৰ ৰাত্ৰি দিনে ৰোহিণীৰ ঠাই ॥ ১০০
হৌক ক্ষয় ৰোগ খঙ্গে দক্ষে দিলা শাপ।
মিলিল চন্দ্ৰত স্ত্ৰী সমস্তৰে পাপ ॥
ভৈল ক্ষয় ৰোগী পাছে দক্ষে শাপে শশী।
কাসন্তে শৰীৰ নিতে যাই খসি খসি ॥ ১০১
ব্ৰহ্মাত গোচৰি পাচে পাইলা উপদেশ।
প্ৰভাসত স্নানিলা গুছিল সবে ক্লেশ ॥
ভৈলা নিশাপতি পুনু পূৰ্ণ কলেৱৰ।
নিস্তাৰিল তীৰ্থৰ প্ৰসাদে শশধৰ ॥ ১০২
পাইল যোহ্ল কলা এড়াই ৰোগ শোক তাপ।
প্ৰভাসৰ প্ৰসাদে এড়াইলা দক্ষ শাপ ॥
হেন জানি আজি আমি হুয়া এক থান।
আসা প্ৰভাসক গৈয়া কৰো স্নান দান ॥ ১০৩
বিশিষ্ট বিপ্ৰক ভুঞ্জায়োক অন্ন পান।
গো-ভূমি সুবৰ্ণ উচৰ্গি দিয়ো দান ॥
জানিবাহা দানেসে দুৰ্গতি দুখ হৰে।
যেন মহা নাৱে সাগৰক পাৰ কৰে ॥ ১০৪

গুণি গাণ্ঠি মনে মই বিমৰিষি চাই।
আতপৰে আন আমি নেদেখো উপাই ॥
কহিলো স্বৰূপে তোমাসাত কিবা কাজ।
প্ৰভাসক যাইবে আবে ঝাণ্টে হোৱা বাজ ॥ ১০৫
কৃষ্ণৰ আদেশ শুনি যত যদুগণ।
প্ৰভাস তীৰ্থক যাইবে উত্ৰাৱল মন ॥
জোৰ়ে ঘোড়াসব আনি ৰথ যুৱালিত।
সুবৰ্ণ ৰজত তোলৈ ৰথত সম্ভৃত ॥ ১০৬
দ্বাৰকা নগৰ চানি প্ৰজাৰ ঘঞ্চাল।
চিহড়য় ঘোড়া জয় ঘণ্টাৰ আস্ফাল ॥
বজাৱৈ নিশান সবে সাজ সাজ ঝাণ্টে।
বীৰ ঢাক তবল কোবাৱৈ হাটে বাটে ॥ ১০৭
ডিণ্ডিম দগৰ দণ্ডি দেই ভেৰু ডাক।
ৰথ গজ বাজী সাজি বজাই জাকে জাক ॥
চিৰলে চামৰে চানি আসে ছত্ৰ দণ্ড।
প্ৰজাৰ ভিৰত দলদোপ মহী খণ্ড ॥ ১০৮
এৰৈ এৰৈ যদুবীৰ সুৰপতি প্ৰায়।
চলে চমৎকাৰ কৰি মৰিবাক যায় ॥
সাগৰ কহ্লোল যেন উৰ্ম্মিৰ আস্ফালে।
বৃষ্ণি ভোজ বংশক গ্ৰাসিলে আসি কালে ॥ ১০৯
নাৰীসব পদুলি পদুলি জুমা জুমি।
বিমঙ্গল কথা কহি কান্দে হুমাহুমি ॥
কোনোবা বিপাকে পাৰৈ কি মিলৈ ললাট।
জানো আসম্বাৰ বিধি ভাঙ্গে ভৰা হাট ॥ ১১০
অপূৰ্ণে সম্পূৰ্ণে বঞ্চে ইটো দ্বাৰকাত।
ঘোৰ ঋষি শাপে যেন মিলায়ৈ বিঘাত ॥
কৃষ্ণক সুমৰি সবে কান্দন্ত বিশাদে।
হা প্ৰভু পাৰৈ জানা তোমাক প্ৰমাদে ॥ ১১১
দ্বাৰকাবাসীৰ তুমি জীৱ সমুদাই।
তুমি অবিহনে আমি মৃতক পৰায় ॥
তোমাৰ বা কিবা হোৱৈ হা কৃষ্ণ বাপ।
ঠাই ঠাই নাৰীগণে কৰন্ত বিলাপ ॥ ১১২

কৃষ্ণ কথা ইটো শুনিয়োক সৰ্ব্বলোক।
দ্বাৰকাবাসীৰ দেখা কেনে দুখ শোক ॥
কেশৱৰ বংশৰ বিপাক কেনে দেখা।
ইটো সংসাৰত সামান্যৰ কোন লেখা ॥ ১১৩
সোপনৰ নিধি সম বন্ধু ধন জন।
জল বুদ বুদ যেন অথিৰ জীৱন ॥
কেতিক্ষণে পড়ে প্ৰাণ তাৰো নাহি থিতি।
অদ্যাপি নোপোজৈ যম যাতনাৰ ভীতি ॥ ১১৪
ইহেন মনুষ্য জন্ম যাই আলে জালে।
নাহিকে চেতন চুল ধৰি আছে কালে ॥
একেতিলে মাৰিবে পশুক যেন বাঘ।
জানিয়া বিষয় সুখে এৰা অনুৰাগ ॥ ১১৫
যাৰে জীৱ আছে নতু মিলিবে মৰণ।
সত্বৰে কৃষ্ণৰ পাৰে পশিয়ো শৰণ ॥
কৃষ্ণ বিনে নাহি আন যাতনাত ত্ৰাণ।
স্মৰণতে হস্ত বশ্য জগতৰ প্ৰাণ ॥ ১১৬
দেই এক চলু জল তুলসীৰ পাতে।
এতেকে বিক্ৰয় কৃপাময় যাস্ত তাতে ॥
হেন বন্ধু মাধৱৰ ধৰা গুণ নাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ১১৭

---

শ্ৰীকৃষ্ণ-উদ্ধৱ সংবাদ

দুলড়ী

নিগদতি শুক কথা অনন্তৰে
শুনা নৃপ পৰাক্ষিত।
পৰম ভকত উদ্ধৱে বুজিলা
কৃষ্ণৰ সবে ইঙ্গিত ॥
দেখি বিমঙ্গল আকলিলা মনে
মাধৱৰ ভক্তি কাজ।
কুল সংহৰিবা বৈকুণ্ঠে চলিয়া
এড়িয়া দ্বাৰকা ৰাজ ॥ ১১৮

হা কৃষ্ণ স্বামী বোলন্তে লোতক
নয়নৰ পৰা পৰে।
শৰীৰত শোকে অগনি উধাই
মনে মহা মৰ্ম্ম চড়ে ॥
তেজিয়া নিশ্বাস চাপিলন্ত পাশ
সন্তাপে আকুল ভাৱ।
বিৰল থানত পৰি প্ৰণামিলা
শিৰে পৰশিয়া পাৱ ॥ ১১৯
কৃষ্ণৰ বিয়োগে অগ্নি অন্তৰ্গতে
হৃদয় দগধ কৰে।
শোকে মকমকি কৰন্ত ক্ৰন্দন
নয়নৰ নীৰ ঝৰে ॥
কতোক্ষণে আখি মুখ মুছি পাছে
উঠিলা নমায়া মাথ।
কৰি কৃতাঞ্জলি বুলিবে লাগিলা
শোকে গদ গদ মাত ॥ ১২০
বংশক সংহৰি এৰি ভূমি তুমি
যাইবাহা জানিলো আমি।
ঋষি শাপ বাপ ব্যৰ্থ নকৰিলা
সিহেতু জগত স্বামী ॥
তোমাৰ চৰণ নেদেখি ক্ষণেকো
থাকিবে নুৱাৰো হৰি।
তুমি এৰিলাত ছড়ি প্ৰাণ প্ৰভু
অৰণ্যেকে যাইবো মৰি ॥ ১২১
তুমি তপ পুণ্য তুমি বিনে শূন্য
দেখো ইটো ত্ৰিজগত।
কাৰ্পণ্যক কৰো চৰণত ধৰো
লৈয়োক মোক লগত ॥
তোমাৰ চৰণ পঙ্কজ পূজিবে
কত পুণ্যে পাইলো লাগ।
বাপ জগন্নাথ নকৰা অনাথ
ভকতক তুমি ত্যাগ। ১২২

সয়্যেকে অমৃত তোমাৰ চৰিত্ৰ
শুনৈ মাত্ৰ যিটো নৰে।
পায়া প্ৰেম ভাৱ নেৰৈ তযু পাৱ
বিষয়কো পৰিহৰে ॥
শয়নে ভোজনে স্নান গোপ্য স্থানে
সদা সেৱা কৰো আমি।
তোমাক নেদেখি ৰাখি প্ৰাণ প্ৰভু
কিমতে বৰ্ত্তিবো স্বামী ॥ ১২৩
মই পিন্ধো ছাড় বস্ত্ৰ অলঙ্কাৰ
তোমাৰ উচ্চিষ্ট খায়া।
দঢ়াই আছো চিত কিনো বিপৰীত
তৰিবো দুস্তৰ মায়া ॥
জ্ঞানীগণে দুখে ইন্দ্ৰিয়ক দমি
কাম ক্ৰোধ মোহ জিনি।
যিটো ব্ৰহ্মপদ পাৱৈ প্ৰভু পুনু
তাহাৰো আছে বিঘিনি ॥ ১২৪
আমি মহামূঢ় গৃহবাসী সুখে
সঙ্গ লৈয়া ভকতৰ।
তোমাৰ চৰিত্ৰ কথা শুনিলতে
তৰিলো মায়া দুস্তৰ ॥
তযু পাদ-পদ্ম হৃদয়ে ধৰিয়া
গাইবো গুণ নাম গীত।
এতেকে মুকুতি অপ্ৰয়াসে পাইবো
হেনসে আছিল চিত্ত ॥ ১২৫
চৰণ ছত্ৰৰ ছায়া সেৱৈ যিটো
সিটো এড়াই ইটো তাপ।
হেন পাদ্ম-এৰি ক্ষণেকো নিজীবো
সঙ্গে নিয়ো মোক বাপ ॥
সবে পৰিহৰি চৰণ দুভয়
তোমাৰ কৰিলো সাৰ।
তুমি এৰিলান্তে ঐ বন্ধু মাধৱ
দিনতে দেখো আন্ধাৰ ॥ ১২৬

হে প্ৰাণনাথ নকৰা অনাথ
দান্তে ধৰো খেৰ তুলি।
তোমাৰ বিয়োগে অগনি এখনে
দেখা মাৰে মোক পুলি ॥
এহি বুলি সন্ত উদ্ধৱ মহন্ত
আতি প্ৰেম অনুৰাগে।
অনেক কাতৰ কৰিয়া কান্দন্ত
পৰিয়া কৃষ্ণৰ আগে ॥ ১২৭
নয়নৰ নীৰ ধাৰায়ে বহয়ৈ
শোকত আকুল ভাৱে।
কতোহো কাকুতি কৰিয়া কান্দন্ত
ধৰিয়া কৃষ্ণৰ পাৱে ॥
ইহেন অৰুণ চৰণ দুখানি
তেজি জীৱো কোন সতে।
মাধৱ বান্ধৱ নবধা সমূলি
নিয়োক মোক লগতে ॥ ১২৮
এহি বুলি পাৱে পৰিয়া কান্দন্ত
অনেক কাৰুণ্য ভাৱে।
দশোদিশে দুখে দেখন্ত আন্ধাৰ
চেতন নাহিকে গাৱে ॥
ভকতৰ দুখ দেখি ভগৱন্ত
ভৈলন্ত নেত্ৰ সজল।
অসন্তোষে কিছো চপৰাইলা মাধ
সঙ্কোচ মুখ কমল ॥ ১২৯
শুনা নৰলোক মহন্তৰ শোক
দেখা দুখ কেনমত।
ধন জন যত জীৱন যৌৱন
জানা সবে অশাশ্বত ॥
পুত্ৰ পৰিবাৰ সকলে অসাৰ
নাটেক টাটেক মায়া।
ক্ষেণেকে থাকিয়া ক্ষেণেকে অন্তৰৈ
সন্ধ্যোকে মেঘৰ ছায়া ॥ ১৩০

কেতিক্ষণে পৰে নৰতনু ইটো
জীৱন জলৰ ৰেখা।
সততে চিন্তিয়ো কৃষ্ণৰ চৰণ
মৰণ এভো নেদেখা ॥
দেৱে তীৰ্থে যাক তাৰিবে মুৰাৰৈ
পাতেকত গৈলা তল।
হৰি নামে পাইলে তেখনে উদ্ধাৰে
দেখা ভকতিৰ বল ॥ ১৩১
দুৰাচাৰ যেবে হৰি নাম লৱৈ
সিও শুদ্ধ হোৱৈ আতি।
কৃষ্ণক স্মৰণে হোৱয় তেখনে
অন্ত্যজো উত্তম আতি ॥
বিষয়ৰ দোষে বাধিবে মুৰাৰে
ভকতি পাতেক হৰে।
আচোক উত্তম ভকতৰ কথা
সামান্যো ভকত তৰে ॥ ১৩২
ভকতিৰ দেখি আশ্চৰ্য্য মহিমা
ভৈলন্ত কৃষ্ণ বিস্ময়।
হেন জানি ইটো হৰিৰ নামত
এৰিয়ো সবে সংশয় ॥
দেৱৰ পৰম ঈশ্বৰ মাধৱ
ধৰ্ম্মৰ ঈশ্বৰ নাম।
সুদৃঢ় বিশ্বাসে কৰি নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥ ১৩৩

---

পদ

নিগদতি শুক শুনিয়োক নৃপবৰ।
ভকতৰ সন্তাপ দেখিয়া পীতাম্বৰ ॥
ভৈলন্ত আকুল কৃষ্ণ জগত জনক।
কমল নয়ন ভৰি বহয়ৈ লোতক ॥ ১৩৪

পীতবস্ত্রে মুচি মুখ তেজিয়া নিশ্বাস।
স্নেহে উদ্ধৱক ধৰি বুলিলা আশ্বাস॥
তেজি চিন্তা চিত থিৰ কৰা মহাশয়।
তথু দুখ দেখি সখি নসহে হৃদয়॥ ১৩৫
স্বৰূপে জানিলা তুমি আমাৰ আশয়।
বংশক সংহৰি আবে চলিবো নিশ্চয়॥
সাধিলো উদ্ধৱ দেৱতাৰ যত কাজ।
নাথাকিবো ইঠাইত তোমাত কিবা কাজ॥১৩৬
দ্বাৰকা নগৰ সাগৰত যাইবে তল।
মই গৈলে লোকত মিলিবে বিমঙ্গল॥
পীড়িবে দুৰ্জ্জন কলি গুছিবে আচাৰ।
হুইবে অধৰ্ম্মত ৰতি যতেক প্ৰজাৰ॥ ১৩৭
তুমি আমি দুয়ো গৈলে মিলিবে অনৰ্থ।
লুপ্ত হুইব জ্ঞান ইটো ভকতিৰ পথ॥
অধৰ্ম্মে পীড়িবে যাইবে লোক অধোগতি।
ভকতিক ৰাখি তুমি থাকিও সম্প্ৰতি॥ ১৩৮
মোহোৰ বচন ইটো নছাড়িবা তুমি।
শ্ৰৱণ কীৰ্ত্তন প্ৰবৰ্ত্তাইয়া থাকা তুমি॥
ভকতি নভৈলে তুমি যাইবে ৰসাতল।
মোৰ আজ্ঞা পালিয়া ৰহিয়ো মহাবল॥ ১৩৯
কিন্তু ঐত নথাকিবা কহিলো প্ৰকতি।
মোত চিত দিয়া ফুৰা পৃথিবী প্ৰজটি॥
যত দেখা শুনা মায়াময় স্বপ্নসম।
হৰিময় দেখি দূৰকৰা মতি ভ্ৰম॥ ১৪০
জ্ঞান কৰ্ম্ম ভকতি কহিলো কৰি ভেদ।
ভকতি পৰম পন্থ দিলো পৰিচ্ছেদ॥
নাহিকে উত্তম গতি ভকতিত পৰে।
নিস্তে কহোঁ ভকতিতে মোকে বশ্য কৰে॥ ১৪১
ভকতিত পৰে আন নজানিবা সখি।
হেন শুনি উদ্ধৱে মুচিলা দুয়ো আখি॥
কৃষ্ণৰ চৰণ চাই তেজিলা নিশ্বাস।
গদ গদ বাক্যে বুলিলন্ত লাসে লাস॥ ১৪২
হে প্ৰাণ বন্ধু মোক বুলিয়ো বুজাই।
ঋষি সমস্তৰ কিয় এক মতি নাই॥
কেহো বোলৈ কৰ্ম্মে কেহো বোলৈ জ্ঞানে গতি
তোমাৰ সম্মত পথ কেৱলে ভকতি॥ ১৪৩
একে বেদ বাক্যে কিয় ভৈল মতি ভেদ।
কিঙ্কৰৰ কেশৱ সংশয় কৰা ছেদ॥
অনাদি ঈশ্বৰ তুমি শিৱ সৰ্ব্বজান।
পৰিচ্ছেদ দাতা তুমি বিনে নাহি আন॥ ১৪৪
মাধৱে বোলন্ত সখি শুনিয়ো সিদ্ধান্ত।
তুমি মোৰ মহামিত্ৰ ভকত একান্ত॥
পূৰ্ব্ব প্ৰলয়ত নষ্ট ভৈল বেদ বাণী।
কহিলো ব্ৰহ্মাত মই উদ্ধাৰিয়া আনি॥ ১৪৫
বেদে যেন কৰৈ তাক শুনা প্ৰাণ সখি।
মায়াময় বেদ ধৰ্ম্ম সবাকো উপেখি॥
কেৱলে আমাত মাত্ৰ লৈবেক শৰণ।
হুইবে কৰ্ম্মফল তেজি তেবেসে প্ৰসন্ন॥ ১৪৬
মই বিনে বেদে কিছো আন নবাখানে।
চাৰিও বেদৰ তত্ত্ব অৰ্থ এহিমানে॥
মনুত প্ৰথমে ব্ৰহ্মা কহিলা হৰিষি।
পাছে জানিলন্ত বেদ সবে সপ্ত ঋষি॥ ১৪৭
তাত পাছে পাইলে সুৰাসুৰ সিদ্ধ নাগ।
অনন্তৰে বেদক মনুষ্যে পাইলে লাগ॥
যাৰ যেন মতি কৰে বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক তেজি বুজে আন॥ ১৪৮
কেহো বোলৈ বেদে কৰৈ যজ্ঞ ব্ৰত দানে।
কেহো বোলৈ ক্ষুদ্ৰদেৱ পূজা তীৰ্থ স্নানে॥
কেহো বোলৈ বেদে কৰৈ জ্ঞানতেসে গতি।
গুণৰ ইচ্ছায়ে বুজে যাৰ যেন মতি॥ ১৪৯
কতো মন্দমতি শাস্ত্ৰ নকৰে বিচাৰ।
কৰৈ কুল ধৰ্ম্ম পূৰ্ব্ব পুৰুষ আচাৰ॥
তাকো এৰি লবৈ কতো পাষণ্ডৰ মতি।
যাই মোক নপাৱে অধম অধোগতি॥ ১৫০

নছাৰৈ কৰ্ম্মিক শোক দুখে ৰাত্রি দিনে।
জ্ঞানতো নাহিকৈ গতি ভকতি বিহীনে॥
আনে নজানয় ইটো বেদৰ বিচাৰ।
এতেকে ভকতি পন্থ সম্মত আমাৰ॥ ১৫১
ভকত জনৰ যেন সুখ বিপৰীত।
স্বপ্নতো নেদেখে জ্ঞানী কৰ্ম্মী কদাচিত॥
পায়া মোক মনত সন্তোষ আসৰিস।
ভকতৰ সখি সুখময় দশোদিশ॥ ১৫২
জানি মোক ভকত সকলে দেখে মিছা।
ইন্দ্র ব্রহ্ম পদকো নকৰে মনে ইচ্ছা॥
মুকুতি পৰম পদ তাতো এৰি দাই।
মই বিনে ভকতৰ প্রিয় আন নাই॥ ১৫৩
ব্রহ্মা হৰ হলায়ুধ লক্ষ্মী প্রিয় জায়া।
পৰম সুন্দৰ মোৰ দেখা কেনে কায়া॥
অধিক সবাতে তুমি প্রাণ প্রিয়তম।
নাহি আন বান্ধৱ উদ্ধৱ তুমি সম॥ ১৫৪
ভকতেসে জানা মোৰ পৰম বান্ধৱ।
ভকতজনৰ মই সুহৃদ উদ্ধৱ॥
মই বিনে ভকতে নিচিন্তে কিছো জ্ঞান।
ময়ো ভকতত পৰে নাজানোহো আন॥ ১৫৫
ভকত সমান সখি মোৰ কোন আছে।
ময়ো মহা ভকতৰ ফুৰো পাছে পাছে॥
মোৰ উদৰত আছে ব্রহ্মাণ্ড যত্তেক।
ভকতৰ ধূলা পৰি পৱিত্র প্রত্যেক॥ ১৫৬
উত্তম ভক্তৰ কথা থাকোক সম্প্রতি।
সামান্য ভকত তৰে শুনা মহামতি॥
লোভে মোহে কামে ক্রোধে বিষয় আক্রোশে
নোছোৱয় মোৰ ভকতক একো দোষে॥ ১৫৭
সামৰ্থ ভকতি আতি একোৱে নচাৰে।
ভকতক পালয় পুত্রক যেন মাৰে॥
ভকতিৰ মহত্ত কহিয়া নপাও সীমা।
ভকতিৰ শুনা ঋষি আশ্চৰ্য্য মহিমা॥ ১৫৮
কৰৈ মোত ভকতি যদ্যপি দুষ্ট চিত্তে।
দহৰৈ পাতেক তাৰ তথাপি ত্বৰিতে॥
একোৱে নবাচে পাপ পুণ্য যত আছে।
যেন মহা বহ্নি কেঞ্চা শুখান নবাচে॥ ১৫৯
আন ক্ষুদ্র দেৱতাত যদি নেদৈ মতি।
মহা দুৰাচাৰো কৰৈ আমাত ভকতি॥
সেহিসে পৰম সাধু জানা মহাশয়।
যিহেতু আমাক মাত্র কৰিলে নিশ্চয়॥ ১৬০
এতেকে নোছোৱৈ পাপে পুণ্য কলেৱৰ।
পৰম মুক্তিৰ পাত্র ভৈল সিটো নৰ॥
কুতৰ্কী পণ্ডিতে যদি নমানে ইহাক।
ঢোল কোবাই ঊৰ্দ্ধবাহু খণ্ডা তাৰ বাক॥ ১৬১
দুৰাচাৰো তৰৈ আত ইটো কোন চিত্র।
চাণ্ডালকো কৰৈ মোৰ ভকতি পৱিত্র॥
চাৰিও বেদৰ তত্ত্ব কৰিয়া নিশ্চয়।
অৰ্জ্জুনতে গীতাত কহিছা কৃপাময়॥ ১৬২
তপ জপ পৰম সন্ন্যাস মহাদানে।
নপাৰে আমাক সাধ্য যোগ তত্ত্ব জ্ঞানে॥
কেৱল ভকতি মাত্র মোক কৰৈ বশ্য।
কহিলো উদ্ধৱ ইটো তোমাত ৰহস্য॥ ১৬৩
জগতৰ ধৰ্ম্ম কৰ্ম্ম কৰোক সকলে।
মোক আত্মা বুলি যিটো জানে যোগ বলে॥
তথাপি পৱিত্র তাৰ নুহি তনু চিত্ত।
নেৰাই মৃত্যু ভয় জ্ঞানী কৰ্ম্মী কদাচিত॥ ১৬৪
প্রেম ভকতিৰ চিহ্ন শুনিয়ো উদ্ধৱে।
হৰি হৰি বোলন্তে লোতক যাৰ স্রৱে॥
মোৰ কথা শুনন্তে শৰীৰ ৰোমাঞ্চিত।
জানা তাৰ পৰম পৱিত্র ভৈল চিত্ত॥ ১৬৫
প্রেমে দ্রৱৈ চিত্ত আতি গদ গদ বাণী।
কতো হাসে কতো কান্দে মোক প্রিয় মানি॥
লাজ এৰি গাৱৈ গুণ নাচে আনন্দতে।
জগত পৱিত্র কৰে সেহিসে ভকতে॥ ১৬৬

মোক লাগি প্ৰেম উপজিল যাৰ মনে।
নেৰো তাৰ হৃদয়ক সখি সৰ্ব্বক্ষণে॥
বান্ধিলেক আমাৰ পাৰত প্ৰেম জৰী।
জানা নাই উত্তম ভকত তাক সৰি ॥ ১৬৭
পৰম শ্ৰদ্ধায়ে যিটো ভজন্ত সৰ্ব্বথা।
হুইবেক মুকুত সিটো ইটো কোন কথা॥
তাৰ সঙ্গ পাইলে হুইবে জগতে মুকুত।
নেদেখিবা সখি ইটো কথা অদভুত॥ ১৬৮
কৃষ্ণৰ বচন শুনি মোক্ষ হৰিদাস।
প্ৰণামি পুচন্ত পুনু তেজিয়া নিশ্বাস॥
ভকতি পৰম গতি জানিলা নিশ্চয়।
ছেদিয়োক দেৱ দুনাই মনৰ সংশয়॥ ১৬৯
বিষয়ক পৰম আপদ হেন জানি।
তথাপিতো নেৰৈ কিবা আক একো প্ৰাণী॥
মাৰন্তে ভৎ‌সন্তে যেন নিৰ্গত কুকুৰ।
তথাপি উচ্ছিষ্ট ভুঞ্জে তেজি নযাই দূৰ॥ ১৭০
কাটিবাক আনন্তে নিলাজ যেন ছাগ।
লাঠি পায়ো গাধে গৰ্দ্দভীৰ নেৰৈ লাগ॥
সেহি মতে দুখময় জানি নিৰন্তৰে।
তোমাক নভজি কিবা আত্মাঘাত কৰে॥ ১৭১
মাধৱে বোলন্ত সখি শুনা পৰিচ্ছেদ।
পঢ়ে যেৱে শাস্ত্ৰ সবে জানে চাৰি বেদ॥
কৰিবে নপাৰে মোত তথাপি ভকতি।
নলভয় নৰে যাৱে সন্তৰ সঙ্গতি॥ ১৭২
কৰ্ণত কহন্ত কথা কৃষ্ণে গোপ্য কৰি।
নাহিকে উপায় সখি সুসঙ্গক সৰি॥
আমাক নপাৰৈ পুনু জ্ঞানী কৰ্ম্মী লোক।
সাধু সঙ্গে অৰণ্যেকে বশ্য কৰে মোক॥ ১৭৩
নপাৰৈ মোহোক লাগ যোগ যজ্ঞ দানে।
মহামন্ত্ৰ জাপ্য কোটি শত তীৰ্থ স্নানে॥
নপাৰৈ আমাক একাদশী উপবাসে।
নকৰয় বশ্য মোক পৰম সন্ন্যাসে॥ ১৭৪
আন কৰ্ম্ম কৰিয়া মিছাত মৰৈ লোকে।
ভকতৰ সঙ্গত সম্যেকে পাৱৈ মোকে॥
কহিলোহো মহা গোপ্য কথাক উদ্ধৰ।
যিহেতু ভকত তুমি পৰম বান্ধৱ॥ ১৭৫
মোক্ষতো অধিক সখি সাধুৰ সঙ্গম।
যাহাৰ ৰেণুক স্বৰ্গ সুখো নুহি সম॥
সাধু সঙ্গে অনেকে পাইলেক মোৰ গতি।
দিয়ো লেখা সখি তাক শুনিয়ো সম্প্ৰতি॥ ১৭৬
যক্ষ ৰক্ষ বৃক্ষ পক্ষী পশু পালে পালে।
স্ত্ৰী শূদ্ৰ অন্ত্য জাতি অধম চাণ্ডালে॥
ইসবতো অধিক অনেক পাপমতি।
ভকতৰ সঙ্গত পাইলেক মোৰ গতি॥ ১৭৭
বিভীষণ বীৰ বৃষপৰ্ব্বা বলি বান।
জাম্বুৱন্ত জটায়ু সুগ্ৰীৱ হনুমান॥
মালাকাৰ কুজী ব্যাধ ধৰ্ম্ম তুলাধাৰ।
দ্বিজ ভাৰ্য্যা ব্ৰজবাসী গোপী অনাচাৰ॥ ১৭৮
নাহি তপ ব্ৰত শৌচ নপাঢ়িলে বেদ।
নজানয় জ্ঞান একো শাস্ত্ৰ তত্ত্ব ভেদ॥
কেৱলে সাধুৰ সঙ্গে সুখে পাইলা গতি।
সৎসঙ্গত পৰে নাই উপায় সম্প্ৰতি॥ ১৭৯
দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভজিলে গুচয় কৰ্ম্ম জড়॥
কৰৈ তেৱে ভকতি ঈশ্বৰ মোক মানি।
কহিলো তোমাত ইটো সখি তত্ত্ব বাণী॥ ১৮০
মই এৱে ভকতৰ নাহিকে অন্তৰ।
মোৰ সঙ্গ এৱে সৰি সঙ্গতি সন্তৰ॥
এতেকে লৈয়োক সাধু সঙ্গ সৰ্ব্বক্ষণ।
শুনিয়োক সখি আবে সাধুৰ লক্ষণ॥ ১৮১
ভকতিসে সমস্তে পুণ্যৰো হোৱে পাত্ৰ।
জানি নিজ ধৰ্ম্ম তেজি মোক ভজে মাত্ৰ॥
সুদৃঢ় বিশ্বাসে মোক কৰিলেক বশ্য।
সেহি মহা সাধু সখি কহিলো ৰহস্য॥ ১৮২

আন দেৱ নৰাধে নসাধে স্বৰ্গ কাম।
নেৰৈ সুখে দুখে মুখে মোৰ গুণ নাম ॥
মোৰ মূৰ্ত্তি মনে নিতে হৃদয়ত ধৰৈ।
জানা সেহি মহা সাধু সখি সুখে তৰৈ ॥ ১৮৩
তাৰ সঙ্গে ক্ষেণেকে আমাকো কৰৈ বশ্য।
পুনু পুনু প্ৰাণ সখি কহিলো ৰহস্য ॥
জগতৰে ধৰ্ম্ম কৰ্ম্ম জানা নিস্ত কৰি।
ভকতৰ সঙ্গৰ ৰেণুকো নোহে সৰি ॥ ১৮৪
আপুনি দেখিলা গোকুলত মহামতি।
ব্যাভিচাৰী দুষ্টা যত গোপৰ যুৱতী ॥
কাম ভাৱে কেৱলে ভজিলে মাত্ৰ মোক।
এতেকে পৰম সুখে পাইলা স্বৰ্গ লোক ॥ ১৮৫
আন নেদেখিলো ব্ৰজ যুৱতীৰ সৰি।
ভৈলো বন্দি উদ্ধৱ গোপীৰ প্ৰেম জৰী ॥
থাকোহো সৰ্ব্বথা সখি তাসম্বাৰ পাশে।
যেহি বোলে সেহি কৰো যেন নিজ দাসে ॥ ১৮৬
এতেকে উদ্ধৱ তুমি তেজা বেদ পন্থ।
যিবা জানা শুনা সবে এড়া আন গ্ৰন্থ ॥
একে মোত মাত্ৰ তুমি লৈয়োক শৰণ।
নকৰিবা ভয় মই কৰিবো ৰক্ষণ ॥ ১৮৭
সত্যে বোলো উদ্ধৱ বান্ধৱ তুমি মৰ্ম্ম।
মোক যেবে নজানে তাৰেসে আন কৰ্ম্ম ॥
ভকতি তাৰিবে তুমি থিৰ কৰা মতি।
লৈয়ো সাধু সঙ্গ সখি সুখে সাধা গতি ॥ ১৮৮
শুনা সভাসদ পদ মহা ভাগৱত।
এহি কথা কৈলা কৃষ্ণে গীতাৰ অন্তত ॥
সৰ্ব্ব ধৰ্ম্ম এৰি এক শৰণ সাক্ষাত।
সুদৃঢ় বিশ্বাসে সখি লৈয়োক আমাত ॥ ১৮৯
নকৰিবা ভয় হেৰা কৰো অঙ্গীকাৰ।
সমস্তে পাপতে মই কৰিবো নিস্তাৰ ॥
অৰ্জ্জুনতো গীতাৰ কহিলা হৰি তত্ত্ব।
ঈশ্বৰ কৃষ্ণৰ আৱে লৈয়োক সমস্ত ॥ ১৯০

চাৰি বেদ ৰামায়ণ পুৰাণ ভাৰত।
হৰিকেসে কৰৈ মাত্ৰ সমস্তে শাস্ত্ৰত ॥
ইহাক নজানি আন কৰৈ অল্পমতি।
কদাচিতো নুশুনিবা সিসব সম্মতি ॥ ১৯১
পাতকীৰো কৰ্ম্ম আছে শুনি মৰি ঘিণে।
কলিযুগে গতি নাহি হৰি নাম বিনে ॥
কৃষ্ণৰ নামেসে কৰৈ পতিতৰো গতি।
নামৰ মহিমা আবে শুনিয়ো সম্প্ৰতি ॥ ১৯২
যিটো জনে যাই মাধৱৰ নাম ধৰি।
পাছে পাছে ফুৰৈ দেৱ দেৱী স্তুতি কৰি ॥
মূৰ্ত্তিমন্ত হুয়া পাঞ্চ প্ৰকাৰ মুকুতি।
মোক লৈয়ো বাপ বুলি কৰয় কাকূতি ॥ ১৯৩
পাপ সংহাৰক হৰি নাম মহা বলী।
যাৰ ধ্বনি শুনি কম্পি পলাই পাপ কলি ॥
জগতৰে পৰম সুহৃদ হৰি নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ১৯৪

---

ছবি

কৃষ্ণৰ সিদ্ধান্ত শুনি উদ্ধৱে সোধন্ত পুনাই
শুনা প্ৰভু জগতৰ বাপ।
জানিলো সন্তৰ সঙ্গে তোমাত ভকতি কৰি
এড়াই জেবে সংসাৰৰ তাপ ॥
তোমাৰ সঙ্গত ইটো পৰম ভকতি পাই
কেৱলে লোকৰ সাধে গতি।
কিন্তু বেদ ফুৰৈ গাই জ্ঞান বিনে গতি নাই
আকে শুনি ভ্ৰমৈ মোৰ মতি ॥ ১৯৫

কতো বোলে কৰ্ম্ম কৰা কতো বোলে পৰিহৰা
মিলৈ আত মনত সংশয় ।
তুমি বিনে নাহি আন তুমি শিৱ সৰ্ব্বজান
বুজাই ইটো কহিয়ো নিশ্চয় ॥
সংসাৰ গৰ্ত্তত ইটো পৰিল সমস্ত লোক
তাতে দংশিলেক কাল সাপে ।
পৰম কৃপায় আবে বাক্য অমৃতক সিঞ্চি
উদ্ধাৰিয়ো জগতৰ বাপে ॥ ১৯৬
তোমাৰ মুখৰ বাণী জানিয়া হেন বা ধৰৈ
কৰৈ ইটো দুৰ্ঘোৰ সংসাৰ ।
নমো নমো নমাই মাথ হে প্ৰভু জগন্নাথ
কৰা গতি সম্প্ৰতি আমাৰ ॥
দেৱৰো দেৱতা তুই অৰুণ চৰণ দুই
মই থাকো ক্ষেণিকো নিৰেখি ।
মহা ভাগ্য দূৰ গৈল আজি পৰিচ্ছেদ ভৈল
তোমাৰ আমাৰ দেখা দেখি ॥ ১৯৭
কতবা পুণ্যৰ ফলে সাক্ষাতে সুধিবে পাইলো
দিয়োক সিদ্ধান্ত নাথ তুমি ।
বিয়োগে আকুল কৰে ধাৰায়ে লোতক ঝৰে
কান্দন্ত উদ্ধৱ হুম হুমি ॥
ভকতৰ দেখি তাপ আকুল জগত বাপ
সলোতক নেত্ৰ ভৈল আতি ।
নসহে হৃদয় দেখি শোক পৰিহৰা সখি
প্ৰবোধন্ত উদ্ধৱক মাতি ॥ ১৯৮
বোলন্ত মধুৰ বাণী তাপ তেজা মহামানী
তুমি মহা সুহৃদ আমাৰ ।
জানা মায়াময় ইটো সংশয় পুচিলা যিটো
শুনিয়োক উত্তৰ তুমি তাৰ ॥
জ্ঞানে গতি কৰৈ বেদ লৱা তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে ।
ভকতি কৰন্তে জানা আপুনি উপজৈ জ্ঞান
যোগ চিন্তি মৰৈ মিছা কাজে ॥ ১৯৯

আউৰ কি তোমাত বাজ জ্ঞানতো নাহিকৈ কাজ
কেৱলে ভকতি তৰৈ লোক ।
মোৰ গুণ নাম স্মৰি ৰূপ হৃদয়ত ধৰি
পাৱৈ অপ্ৰয়াসে আসি মোক ॥
কৰ্ম্মৰো পুছিলা বাণী তাকো শুনা মহামানী
যিটো নাম নধৰৈ আমাৰ ।
জনম গোৱাই বৃথা নুশুনৈ আমাৰ কথা
তাৰেসে কৰ্ম্মত অধিকাৰ ॥ ২০০
দুষ্ট চিত্তে যিটোজন বৃথা কথা বৃথা মন
তাৰ কৰ্ম্ম সকলে বিফল ।
তিলেকো নথাকে বৈ তেতিক্ষণে যাই বৈ
আৰাঁ ঘটৰ যেন জল ॥
ইটো কথা জানা সাৰ জ্ঞানতো কৰ্ম্মতো আৰ
নকৰিবা বিশ্বাস কিঞ্চিত ।
শ্ৰৱণ কীৰ্ত্তন কৰা সুখে সংসাৰক তৰা
দিয়া মোৰ চৰণত চিত্ত ॥ ২০১
তপ জপ তীৰ্থ স্নান যিটো ফল মহাদান
জ্ঞান বৈৰাগ্যৰ যেন ফল ।
যিটো গুণ নাম গাৱৈ বসি সিটো সুখে পাৱৈ
দেখা কেনে ভকতিৰ বল ॥
জানা তুমি সাৰে সাৰ ভকতিত পৰে আৰ
নাহি গতি দাতা সংসাৰত ।
এহিসে কহৱৈ বেদ দিলো হেৰা পৰিচ্ছেদ
লৈয়ো তুমি আমাৰ সম্মত ॥ ২০২
শুনিয়োক সভাসদ মহা ভাগৱত পদ
কৃষ্ণ কথা সংসাৰতে সাৰ ।
আয়ু যায় আলে জালে ইটো ঘোৰ কলিকালে
জ্ঞানে কৰ্ম্মে নপাইবা নিস্তাৰ ॥
নকৰিয়ো জন্ম বৃথা শুনা ইটো কৃষ্ণ কথা
স্মৰা ৰাম নাম গলে বান্ধি ।
ঐত আয়ু পাত ভৈলে ঘোৰ পৰলোকে গৈলে
আকে লাগি মৰিবাহা কান্দি ॥ ২০৩

পৰম বান্ধৱ নাম　　শুনা আৰ গুণ গ্ৰাম
　　আত পৰে কোন পুণ্য আছে।
যাত পৰে পাপী নাই　তাকো তাৰৈ নামে পাই
　　কুল হুয়া একোয়ে নবাছে॥
দহয়ৈ পাত্তেকচয়　　কৰৈ পুণ্য অভ্যুদয়
　　মিলাৱৈ মুকুতি সুখ সুখে।
বোলন্তে নাহিকৈ শ্ৰম　　শুনন্তে অমৃত সম
　　হেন নাম কিয় এৰা মুখে॥ ২০৪
ইটো কলিকালে সাৰ　　নাম বিনে নাহি আৰ
　　নামতে সমস্তে পুণ্য বীজৈ।
যত তপ তীৰ্থ স্নান　　মন্ত্ৰ জাপ্য যোগ জ্ঞান
　　নাম উচ্চৰন্তে সবে সিজৈ॥
নামত দিয়োক চিত　　নামেসে সুহৃদ হিত
　　সংসাৰ ব্যাধিৰ মহৌষধি।
এৰি হেন হৰি নাম　　কৰি মৰৈ আন কাম
　　তাত পৰে নাহিকৈ বিবুধি॥ ২০৫
কৃষ্ণসে পৰম দেৱ　　ব্ৰহ্মা হৰে কৰৈ সেৱ
　　জানি তান ভজিয়ো চৰণে।
পৰলোক বন্ধু হৰি　　তানেসে স্মৰণে তৰি
　　আন গতি নাহিকৈ মৰণে॥
কালে ধৰিলেক পৰা　　মিছাত বিলম্ব কৰা
　　চিন্তা হৰি ভকতিৰ কাম।
আয়ু যাই ক্ষণে ক্ষণে　　কৃষ্ণৰ কিঙ্কৰে ভনে
　　নিৰন্তৰে বোলা ৰাম ৰাম॥ ২০৬

---

পদ

কৃষ্ণৰ সিদ্ধান্ত শুনি উদ্ধৱ মহন্ত।
কৰি কৰযোৰ পুনৰপি পুচিলন্ত॥
নমো নমো কৃষ্ণ কহিয়োক কৃপাময়।
তুমি বিনা কোন্নে মোৰ ছেদিবে সংশয়॥ ২০৭
কোন শম দম দান সত্য শৌচ কাম।
কোন মহালাভ প্ৰভু যজ্ঞ কাৰ নাম॥
কাৰ নাম শৌৰ্য্য কোন গুণে সুমণ্ডিত।
কাৰ নাম মূৰ্খ কাক বুলিয়ো পণ্ডিত॥ ২০৮
কাক বুলি বন্ধু দীন দুখী কোন জন।
কাৰ নাম শূৰ কাক বুলি মহাধন॥
কোন পন্থ বিপন্থ বুলিয়ো কাক হৰি।
কোন সুখ দুখ দেৱ কহিয়ো উদ্ধৰি॥ ২০৯
কোন স্বৰ্গ নৰক কহিয়ো ভগৱন্ত।
কাক বুলি গৃহ কোন জন ধনৱন্ত॥
কোনবা ঈশ্বৰ অনীশ্বৰ কোন প্ৰাণী।
কহিয়োক আমাত বিচাৰি চক্ৰপাণি॥ ২১০
আপুনি সৰ্ব্বজ্ঞ জগতৰে অন্তৰ্য্যামী।
তোমাত পুচিবে যিবা নাজানোহো আমি॥
তাক প্ৰভু ভালমতে কহিয়ো আমাত।
কৰো হেৰা চৰণত পৰি প্ৰণিপাত॥ ২১১
উদ্ধৱক বোলন্ত কেশৱ কৃপাময়।
পুচিলা পৰম ভাগৱত ধৰ্ম্মচয়॥
মহা মহা জনে যাক নজানে সাক্ষাত।
কৰিবো বেকত মোৰ সম্মত তোমাত॥ ২১২
আন দেৱ ধৰ্ম্মক কৰিয়ো পৰিহাৰ।
মোত মাত্ৰ এক চিত্ত মতি ভৈল যাৰ॥
যিজনে জানিলা মই পৰম বান্ধৱ।
তাৰে নাম শম আৰে জানিবা উদ্ধৱ॥ ২১৩
মোৰ কথা শুনৈ কৰ্ণে মুখে বোলৈ ৰাম।
যিটো হস্ত দুই মাত্ৰ মোৰ কৰৈ কাম॥
মোৰ ৰূপ চিন্তনন্ত মনে কৰৈ শ্ৰম।
জানা প্ৰাণ সখি আৰে তাকে বুলি দম॥ ২১৪
মোত চিত্ত দিয়া যিটো জন মহাশয়।
হানি অপমান দুখ শোকক সহয়॥
তাৰে নাম ক্ষমা আৰে জানিবা উদ্ধৱ।
ক্ষমাৱন্ত পুৰুষৰ নাই পৰাভৱ॥ ২১৫

মোক মনে ধৰি যিটো তেজৈ লোভ কাম ।
জানিবা উদ্ধৱ বন্ধু ধৈৰ্য্য তাৰ নাম ॥
স্বভাৱক এৰি মোত চিত্ত কৈল থিৰ ।
মায়াক জিনিলে জানা সেহি মহাবীৰ ॥ ২১৬
মোত চিত্ত দিয়া যিটো তেজি আসৈ মায়া ।
নিচিন্তে প্ৰাণীৰ দ্ৰোহ কৰৈ ভূত দায়া ॥
হৰি বুদ্ধি সদায়ে সবাকো কৰে মান ।
জানিবা উদ্ধৱ তাকে বুলি মহাদান ॥ ২১৭
মোত চিত্ত দিয়া তেজি ভোগ অভিলাষ ।
জানা তাৰে নাম মহা তপ অবিনাশ ॥
সমস্ত জগত যিটো দেখৈ হৰিময় ।
তাৰে নাম সত্য সখি জানিবা নিশ্চয় ॥ ২১৮
মোক জানি যিটোজনে তেজৈ কৰ্ম্ম মল ।
তাকেসে বুলিয়া শৌচ জানা মহাবল ॥
ঈশ্বৰ জ্ঞানক যিটো দেই উপদেশ ।
তাকেসে দক্ষিণা বুলি নাহিকৈ সন্দেশ ॥ ২১৯
মোত চিত্ত দিয়া যিটো কৰৈ কৰ্ম্ম ধৰ্ম্ম ।
তাৰে নাম যজ্ঞ সখি কৈলো ইটো মৰ্ম্ম ॥
তাকে বুলি ভাগ্য যিটো জানিলে আমাক ।
শুনা প্ৰাণ সখি আৰে লাভ বুলি যাক ॥ ২২০
ভোগ্য ক্ষয় হোৱৈ কৰ্ম্ম ধৰ্ম্ম মায়াময় ।
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম পৰম অক্ষয় ॥
পুত্ৰ ধন জন লাভ সকলে অসাৰ ।
এতেকে উত্তম লাভ ভকতি আমাৰ ॥ ২২১
সমস্তে ভূততে আছোঁ মই মহেশ্বৰ ।
জানিয়া সবাকো কৃপা কৰৈ যিটো নৰ ॥
তাকেসে বুলিয় সখি পৰম ভূষণ ।
মোৰ গুণ নামকেসে জানিবা মহাধন ॥ ২২২
তাকে বুলি জ্ঞান যিটো দেখে হৰিময় ।
মোক জানি যিটো অকাৰ্য্যতো নিবৰ্ত্তয় ॥
তাৰে নাম লজ্জা সখি কৈলো নিষ্টবাক ।
শুনা আৰে উদ্ধৱ পণ্ডিত বুলি যাক ॥ ২২৩

জানৈ যিটো মোৰ কৰ্ম্ম ধৰ্ম্ম ইটো বন্ধ ।
তাক এৰি কৰৈ মোৰ সেৱাত প্ৰবন্ধ ॥
নপঢ়িলে শাস্ত্ৰ একো নপাৰে খণ্ডিত ।
তথাপি জানিবা সখি সেহিসে পণ্ডিত ॥ ২২৪
পুত্ৰদ্বাৰা বিষয়ত কৰৈ মাত্ৰ ৰতি ।
নলৱৈ সন্তৰ সঙ্গ মোত নাই মতি ॥
যদি চাৰি বেদ চৈদ্ধ শাস্ত্ৰত পাৰ্গত ।
তথাপিতো সেই মূৰ্খ জানা মোৰ মত ॥ ২২৫
অনেক উচাদ* যিটো মোক ভজে মাত্ৰ । (উচ্ছেদ কৰি, ত্যাগ কৰি।)
তাকে পথ বুলিয় সেহিসে সাৰ শাস্ত্ৰ ॥
যিটো কৰ্ম্ম কৰন্তে চিতৰ নাই থিৰ ।
তাৰ নাম বিপন্থ জানিবা মহাবীৰ ॥ ২২৬
আমাক চিনাৱৈ যিটে গুৰু কৃপাময় ।
সেহিসে পৰম বন্ধু জানিবা নিশ্চয় ॥
মোত চিত দিয়া যিটো সন্তোষ মিলয় ।
সেহি স্বৰ্গ সুখ সখি কহিলো নিশ্চয় ॥ ২২৭
কাম ক্ৰোধে অন্ধ যেবে কৰৈ পুৰুষক ।
মোক পাসৰিলে মিলৈ তেক্ষণে নৰক ॥
মোহোৰ সেৱাৰ যোগ্য মনুষ্য শৰীৰ ।
তাকেসে বুলিয় গৃহ জানা মহাবীৰ ॥ ২২৮
নকৰৈ ভকতি মনে তুষ্ট নাই যাৰ ।
তাকে বুলি দৰিদ্ৰ অধম কুলাঙ্গাৰ ॥
মোক অৱহেলি কৰৈ বিষয়ত ৰতি ।
তাৰে নাম দুখী সখি জানিবা সম্প্ৰতি ॥ ২২৯
বিষয়ত আতি আসকতি নাই যাৰ ।
সাধু সঙ্গ লৈয়া কৰৈ আমাক বিচাৰ ॥
আন কৰ্ম্ম কৰি ভকতি তত্ত্ব পৰ ।
জানিবা উদ্ধৱ বন্ধু সেহিসে ঈশ্বৰ ॥ ২৩০
সাধুৰ সঙ্গক যাৰ নাহিকে প্ৰবন্ধ ।
যিটো পাতকীৰ নাই ভকতিৰ গন্ধ ॥
ধন জন পুত্ৰ দাৰা বুলি মৰৈ আতি ।
সেহিটো অধম অনীশ্বৰ আত্মঘাতী ॥ ২৩১

উদ্ধৱক সম্মুখি মাতন্ত নাৰায়ণ।
কতেক কহিবো গুণ দোষৰ লক্ষণ॥
সেহি দোষ যিটো গুণ দোষ বুলি লেখে।
সেহি গুণ যিটো দোষ গুণকো নেদেখে॥ ২৩২
গুণময় জ্ঞান কৰ্ম্ম সবে পৰিহৰি।
নিৰ্গুণ ভকতি ধৰি সখি সুখে তৰি॥
গুণেসে কৰিছে সবে সংসাৰৰ ক্লেশ।
তাক তৰিবাক সখি শুনা উপদেশ॥ ২৩৩
মোৰ কথা শুনা নিতে গাৱা গুণ যশ।
তাত হন্তে আতি উপজিবে প্ৰেমৰস॥
এতেকে সংসাৰ তাপ তৰিবা হৰিসে।
সিটো প্ৰেম ভকতিত অমৃত বৰিষে॥ ২৩৪
জগতৰে অন্তৰ্য্যামি আছো হৃদয়ত।
তথাপি কৰ্ম্মত মই নুহিকো বেকত॥
আমাকে নেদেখা মহা কৰ্ম্ম অহঙ্কাৰে।
যেন আদিত্যক ঢাকে কুহলি আন্ধাৰে॥ ২৩৫
নৰতনু নৌকা ইটো সুদৃঢ় সুসাৰ।
উপদেশ দাতা গুৰু ইহাৰ কঢ়াৰ॥
মই অনুকুল বায়ু হুয়া কৰো পাৰ।
তথাপি নতৰে যিটো দুৰ্ঘোৰ সংসাৰ॥ ২৩৬
সেহি নৰে কৰে কৌতুকতে আত্মঘাত।
আপুনাকে আপুনি পেহ্লাৱৈ যাতনাত॥
অথিৰ জীৱন জানি সমস্তে উপেখি।
নকৰি বিলম্ব মোক ভজা প্ৰাণ সখি॥ ২৩৭
মন্ত্ৰ তন্ত্ৰ ঔষধ ধাৰণা ধৰি বন্ধ।
মৃত্যুক তৰিবে কৰে অনেক প্ৰবন্ধ॥
তাসম্বাৰ মতক দূৰত কৰা ত্যাগ।
মোৰ গুণ নাম ধৰিয়ো মহাভাগ॥ ২৩৮
এতেকে অন্নন্তে পাইবা মোক মহামানী।
কহিলো স্বৰূপ সখি বেদ তত্ত্ব বাণী॥
আত্তপৰে নাই অনায়াসে সুখ পথ।
যোগেশ্বৰ নম্বৰ তুমি লৈয়ো মহাৰথ॥ ২৩৯

কৃষ্ণৰ বচন পাছে উদ্ধৱে আকলি।
পুনৰপি পুছিলন্ত কৰি কৃতাঞ্জলি॥
জ্ঞান যোগ কৰ্ম্মযোগ পৰম দুষ্কৰ।
আক আচৰিবে নাই শকতি লোকৰ॥ ২৪০
ভকতি সুগম পথ তোমাৰ সম্মত।
মোক্ষতম ভকতি কহিয়ো কেনমত॥
ভৃত্য হেন জানি মোক কহিয়ো বুজাই।
তোমাৰ আমাৰ দেখা দেখি আজি নাই॥ ২৪১
হৃদয়ত ঈশ্বৰ তোমাত এৰি আশ।
জ্ঞান কৰ্ম্মতো কোনে কৰিবে বিশ্বাস॥
প্ৰিয়তম আতমাক কোনে তেজি যাই।
আন দেৱান্তৰক ভজিবে চক্ষু খাই॥ ২৪২
বাহিৰে ভিতৰে তুমি দিয়া উপদেশ।
ভৃত্যৰ পৰম গুৰু হুয়া হৰা ক্লেশ॥
সুজন নজাই উপকাৰ ঋণচয়।
যাৰদেকে নযাই নৰ তোমাত বিক্ৰয়॥ ২৪৩
ভকতৰ বশ্য হোৱা ইটো কোন চিত্ৰ।
বানৰে সহিতে হৰি কৰি আছা মিত্ৰ॥
হুয়া পুনু ঈশ্বৰো পৰম ঈশ্বৰ।
যশোদাৰ বন্ধনকো লৈলা দামোদৰ॥ ২৪৪
ধৰ্ম্ম অৰ্থ কাম মোক্ষ ইসব সকলে।
তোমাৰ সেৱাত আসি সিজে অবিকলে॥
ইসব সুমৰি গুণ ফুটি যাই প্ৰাণ।
চিত্ত থিৰ হোক মোক দিয়া সমিধান॥ ২৪৫
আজি পৰিচ্ছেদ ভৈল তযু দৰশনে।
এতেক বোলন্ত ঝৰৈ লোতক নয়নে॥
আজোবন্তে নাসৈ শোকে গদ গদ বাণী।
দেখিয়া বোলন্ত মহা স্নেহে চক্ৰপাণি॥ ২৪৬
বান্ধৱ উদ্ধৱ হেৰা পৰিহৰা খেদ।
মোক্ষতম ভকতিৰ দিবো পৰিচ্ছেদ॥
পৰম ৰহস্য ইটো ধৰম আমাৰ।
শ্ৰদ্ধায় শুনন্তে তৰৈ দুস্তৰ সংসাৰ॥ ২৪৭

কহিবাক বাঙ্কি কিছো নথৈবো তোমাত।
তুমিসে পৰম মোৰ সুহৃদ সাক্ষাত॥
নিষ্ট কৰি কহো সাৱধানে শুনা তুমি।
ভকত যি থানে থাকে সেহি পুণ্য ভুমি॥ ২৪৮
মোৰ কথা যথাত নিগুৰ্ণ সেহি থান॥
ঈশ্বৰক জানিলে নিগুৰ্ণ হোৱে জ্ঞান॥
বুলিয়া নিগুৰ্ণ শ্ৰদ্ধা মোহোৰ সেৱাৰ।
নিগুৰ্ণ গতিক পাৱৈ ভকতে আমাৰ॥ ২৪৯
আত্মা জ্ঞানীগণো হোৱৈ মায়ায়ে মোহিত।
জানি মোৰ সেৱাত একান্তে দিয়া চিত॥
নকৰিবা সেৱা সখি আন দেৱতাৰ।
নুহি যেন আমাৰ ভকতি ব্যভিচাৰ॥ ২৫০
ভকতৰ সঙ্গ সখি লৈবা প্ৰথমত।
শ্ৰৱণ কীৰ্ত্তন মোৰ কৰিবা সতত॥
অনেকে একত্ৰ হুয়া কৰি হৰি ৰৱ।
কৰাইবা আমাৰ মহা যাত্ৰা মহোৎসৱ॥ ২৫১
দণ্ডে ছত্ৰে চামৰে বিচিত্ৰ চতুৰ্দ্দোলে।
ফুৰাইবা আমাক মহা বাদ্য ভণ্ড ৰোলে॥
মোৰ যশ গায়া যিটো জনে কৰে নৃত্য।
নাহি তাৰ চিন্তা কিছো ভৈল কৃত্য কৃত্য॥ ২৫২
বাৱৈ হাত তালি যিটো কৰিয়া কীৰ্ত্তন।
মোৰ প্ৰেম ভাৱত আকুল কৰৈ মন॥
মাটিত লোটাৰি পাৰৈ যিটো মহাশয়।
গৈলো সত্যে সত্যে সখি তাহাতে বিক্ৰয়॥ ২৫৩
শুনিয়ো উদ্ধৱ আবে ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি থিৰ কৰি মতি॥
বাহিৰে ভিতৰে জানা ইটো জগতৰ।
পৰিপূৰ্ণ ৰূপে আছো পৰম ঈশ্বৰ॥ ২৫৪
জানি ইটো তত্ত্ব কথা থিৰ কৰি চিত।
মোকেসে দেখিবা মাত্ৰ সমস্তে প্ৰাণীত॥
আপোনাতো দেখিবা ঈশ্বৰ অন্তৰ্য্যামী।
জ্ঞান দৃষ্টি চাই মোক ভুৰিবা প্ৰণামি॥ ২৫৫
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাকেসে পণ্ডিত বুলি সি সি সৰ্ব্বজ্ঞান॥ ২৫৬
বিশেষত মনুষ্যগণত যিটো নৰে।
জ্ঞান দৃষ্টি সৰ্ব্বদা আমাক মান্য কৰে॥
হিংসা অসূয়াত তিৰস্কাৰ অহঙ্কাৰ।
নষ্ট হোৱৈ তেবে সবে তাবক্ষণে তাৰ॥ ২৫৭
ঈশ্বৰ ভাৱনা সখি সত্যে দেই ফল।
হেন জানি তেজিয়োক মনত বিকল॥
হুইবেক আপুনি পূৰ্ব্ব বাসনা বিনাশ।
মোহোৰ আদেশে তুমি কৰিবা অভ্যাস॥ ২৫৮
দেখি সখিগণে যেন হাসৈ আসি বেড়ি।
মই সাধু ইটো নীচ হেন ভাব এৰি॥
কুকুৰ চাণ্ডাল গৰ্দ্দভৰো আত্মৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম॥ ২৫৯
সমস্তে ভূততে আত্মা বুধি নুহি যাৱে।
কায় বাক্য মনে অভ্যাসিবা এহি ভাৱে॥
সমস্তে প্ৰাণীক দেখিবাহা আত্মাসম।
উপায় মধ্যত ইটো আতি মোক্ষতম॥ ২৬০
নিগুৰ্ণ ভকতি ইটো ধৰা মহামানি।
জানা সত্যে ইহাৰ অল্পৰো নাহি হানি॥
যিহেতু সাক্ষাতে মই কৈলো ইটো তত্ত্ব।
উপদেশ নেদিবাহা দাম্ভিক শঠত॥ ২৬১
অভকত দুৰ্জ্জনত নকৈবা উদ্দেশ।
বৈষ্ণৱ জনক দিবা সদা উপদেশ॥
স্ত্ৰী শূদ্ৰো কৰৈ যেবে আমাত ভকতি।
তাহাতো কহিবা ইটো জ্ঞান মহামতি॥ ২৬২
জানে যিটো মোক্ষতৰ ভকতি আমাৰ।
আউৰ জানিবাৰ বাঙ্কি নথাকিল তাৰ॥
যিটো জনে অমৃতক পিয়ৈ সমুদায়।
আউৰ তাৰ মধুৰ পিবাক বাকি নায়॥ ২৬৩

শুনিয়ো উদ্ধৱ সি সি সাধু বুদ্ধিমন্ত।
পৰম চতুৰ সি সি মনুষ্য মহন্ত ॥
মোকে মাত্র ভজৈ যিটো তেজি ধৰ্ম্ম নিজ।
মিছা কলেবৰে কৰৈ মুকুতি বানিজ ॥ ২৬৪
জানিবা উদ্ধৱ যিটো দিলো উপদেশ।
তোমাৰে কি শোক মোহ গুছিল নিশেষ ॥
যেবে নভু বুজা বোলা মনে অৱগাই।
কহিবো ভকতি তেবে তোমাত দুনাই ॥ ২৬৫
পৰম ভকত তুমি মোৰ প্ৰিয়তম।
নাহি মোৰ বান্ধৱ উদ্ধৱ তুমি সম ॥
আপোনাতো কৰি মোৰ তোমাতেসে দায়া।
জানা তুমি তৰিলা দুৰ্ঘোৰ মোৰ মায়া ॥ ২৬৬
কৃষ্ণৰ শুনিয়া হেন বচন অমৃত।
প্ৰেম উপজিয়া ভৈল তনু পুলকিত ॥
লোতকে বেঢ়িলে কণ্ঠ নবঝাই বাণী।
থাকিলা নমাতি তম্ভি সিটো মহামানী ॥ ২৬৭
অৰুণ চৰণ দুই হৃদয়ত ধৰি।
প্ৰাণ বন্ধু মাধৱৰ গুণক সুমৰি ॥
দ্ৰৱ ভৈল চিত্ত আতি উদ্ধৱ তৱধ।
সকৰুণ ভাৱে ভৈলা কৃষ্ণে নিশৱদ ॥ ২৬৮
শুনা সাৱধানে আবে সবে সভাসদ।
পাপৰ অন্তক মহা ভাগৱত পদ ॥
ভাগ্যে ভৈলা আসি ইটো কলিত প্ৰচাৰ।
শ্ৰৱণ মাত্ৰকে কৰৈ সংসাৰৰ পাৰ ॥ ২৬৯
ই সি শাস্ত্ৰে প্ৰকাশিলা ঈশ্বৰ কৃষ্ণক।
যাহাত ভজিলে তৰি যাতনা নৰক ॥
হেন দেৱ তেজি যিটো আন দেৱ পূজৈ।
ৰাক্ষস অসুৰ সেহি একোৱে নুবুজৈ ॥ ২৭০
আন দেৱ এবে কৰৈ কেশৱক সম।
জানিবাহা সি সি জন পাতকী পৰম ॥
হুইবেক বিষ্ঠাৰ কীট জন্মে জন্মে মৰি।
অৰ্জ্জুনতো গীতাত কহিলা দেৱ হৰি ॥ ২৭১
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি।
বিনা জ্ঞানে কৰ্ম্মে কৃষ্ণে সাধিবন্ত গতি ॥
হেন বন্ধু মাধৱক নিচিনা অদ্যাপি।
সবে এৰি ধৰা কৃষ্ণ চৰণত চাপি ॥ ২৭২
পাইলে লাগ ভাগ্যে ভকতিক যিটোজন।
তাৰ ক্ষুদ্ৰ কৰ্ম্মত কমন প্ৰয়োজন ॥
অমৃতৰ সাগৰত ক্ৰীড়ে যিটো প্ৰাণী।
তাক এৰি সি কি আৰ খাই খাৰ পানী ॥ ২৭৩
জানিবাহা সমস্তে শাস্ত্ৰৰ ইসে মজ্জা।
আন ধৰ্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥
কৃষ্ণৰ কিঙ্কৰে কহে এৰা আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ২৭৪

---

ছবি

কতোক্ষণে উদ্ধৱৰ সম্ভক্ষণ ভৈল চিত্ত
আঞ্চলে মুচিলা আখি মুখ।
নিশ্বাস তেজন্তে ঘনে হৃদয় দগধ কৰে
কৃষ্ণৰ বিয়োগ মহা দুখ ॥
অনন্তৰে ধৈৰ্য্য ধৰি কৰিলন্ত কৃতাঞ্জলি
দণ্ডৱতে পৰি মহাবীৰ।
প্ৰেমৰ নাহিকে পাৰ কৰিলন্ত নমস্কাৰ
কৃষ্ণৰ চৰণ চুয়া শিৰ ॥ ২৭৫
মহা প্ৰেম অনুৰাগে বিনায়ে কৃষ্ণৰ আগে
শুনা প্ৰভু জগত আধাৰ।
তোমাৰেসে উপদেশে গুছিল নিশেষে আবে
মোৰ যত মোহ অহঙ্কাৰ ॥
সূৰ্য্যৰ কাচত থাকে তাক কি আন্ধাৰে চাকে
বিজ্ঞান প্ৰদীপ মোক দিলা।
বিষয়ৰ অভিলাষ দুৰ কৈলা মোহ পাশ
কিবো কৃপা ভৃত্যক কৰিলা ॥ ২৭৬

আজ্ঞি সি জানিলো আমি কিনো কৃপাময় স্বামী
এতমান কৰুণা ভৃত্যক ।
ঐ প্ৰাণবন্ধু হৰি তোমাৰ চৰণ এৰি
আউৰ কোনে ভজিবে আনক ॥
তুমি জপ যজ্ঞ দান তুমিসে পৰম জ্ঞান
ঈশ্বৰ পুৰুষ সৰ্ব্ব সাক্ষী ।
তথাপি তোমাক তেজৈ ক্ষুদ্ৰ দেৱতাক ভজৈ
দিন দুপৰতে খাইলে আখি ॥ ২৭৭
নমো যোগেশ্বৰ স্বামী তযু নিজ ভৃত্য আমি
হেন শিক্ষা দিলা মোক মনে ।
মোক্ষ অৱস্থাতো মতি তোমাৰ চৰণে ৰতি
নেৰৈ যেন নাথ সৰ্ব্বক্ষণে ॥
এহিমানে মাগো বৰ কৃপাময় মহেশ্বৰ
পৰি হেৰা চৰণৰ আগে ।
এতেকে বোলন্তে মাতি উপজিলা প্ৰেম আতি
কান্দন্ত উদ্ধৱে অনুৰাগে ॥ ২৭৮
শুনিয়া বিনয় বাণী বুলিলন্ত চক্ৰপাণি
হোক সিদ্ধি মনৰ বাঞ্চিত ।
শুনিয়ো উদ্ধৱ বাপ এৰা ইটো অনুতাপ
ভৈলা তুমি স্বভাৱে কৃতাৰ্থ ॥
কিন্তু ব্যৱহাৰ কৰি মোৰ আজ্ঞা শিৰে ধৰি
বদৰিকাশ্ৰমক যায়োক ।
প্ৰভাত কৰিয়া স্নান জপিবা আমাৰ নাম
সদায়ে স্মৰিবা মনে মোক ॥ ২৭৯
মস্তক নিয়ম কৰি বাকলি বসন ধৰি
থাকিবাহা ফল মূল ভক্ষি ।
তৰিবা সংসাৰ ক্লেশ ভকতিৰ উপদেশ
প্ৰবন্ধে আনকো দিবা সখি ॥
সেইয়েক পৰম সিদ্ধি অভ্যাসিবা থিৰ বুদ্ধি
তোমাত কহিলো যিটো জ্ঞান ।
মোৰ আজ্ঞা শিৰে ধৰি বিলম্বক পৰিহৰি
এতিক্ষণে এৰা ইটো থান ॥ ২৮০

দুলড়ী

স্বামীৰ আদেশ শুনিয়া উদ্ধৱ
উঠিলন্ত চালি গাৱ ।
কৃষ্ণৰ বিয়োগে অগনি উধাইল
অধিকে আকুল ভাৱ ॥
কৃতাঞ্জলি ধৰি প্ৰদক্ষিণ কৰি
ফুৰিলন্ত বাৰ সাত ।
কৃষ্ণ কৃষ্ণ ৰড়ি দণ্ডৱতে পৰি
কৰিলন্ত প্ৰণিপাত ॥ ২৮১
ইটো পাদ পদ্ম দুনাই নেদেখিবো
কৰিবো কাহাক সেৱ ।
ই জন্মক লাগি আজি এৰি যায়ো
মোৰ প্ৰাণ ইষ্টদেৱ ॥
দেৱৰো দুৰ্ল্লভ দুখানি চৰণ
কত পুণ্যে পাইলো লাগ ॥
চিৰকাল আক সেৱিতে নপাইলো
মিলিল মোৰ অভাগ ॥ ২৮২
আউৰ কাক দেখি ৰাখিবো জীৱন
ভৈলো অন্ধ সমুদায় ।
ঐ প্ৰাণ হৰি পৰিচ্ছেদ কৰি
থানিতেক থাকো চাই ॥
এহি বুলি পদ পঙ্কজক তুলি
থৰন্ত কতো মাথাত ।
কতো আখি মুখে ঘসন্ত সাৱটি
থাপন্তো কতো হিয়াত ॥ ২৮৩
শোকে মক মকি কান্দন্ত বিকলে
কতো চৰণত ধৰি ।
সন্তাপন্তে আতি লোতকে তিয়াইল
মাধৱৰ দুই ভৰি ॥

কৃষ্ণ উপদেশে জানিল নিশেষে
অদ্যাপি পৰম জ্ঞান।
তথাপি কৃষ্ণক এৰিবে খোজন্তে
যেন ফুটি যাই প্ৰাণ॥ ২৮৪
ভৃত্যৰ সন্তাপ দেখি কৃপাময়
নয়ন ভৈলা সজল।
উদ্ধৱক ধৰি প্ৰবোধ বোলন্ত
তেজিয়ো আবে বিকল॥
আমাৰ দুইখানি খৰম লৈ যাহা
কৰা শোক পৰিহাৰ।
আকে সেৱা কৰি থাকা প্ৰাণ সখি
পালিযা আজ্ঞা আমাৰ॥ ২৮৫
উঠা উঠা ঝাণ্টে ইটো দ্বাৰকাত
তুমি নাথাকিবা ৰৈ।
কৃষ্ণৰ সুদৃঢ় আদেশ শুনিয়া
উঠিলা আকুল হুই॥
দুখানি খৰম মাথাত বান্ধিয়া
পুনু প্ৰণামিলা পৰি।
কৃতাঞ্জলি ধৰি পাছে পাছ ভৰি
ধীৰে ধীৰে যান্ত লৰি॥ ২৮৬
ভৰি ছাৰি গৈয়া থমকি থাকন্ত
কৃষ্ণৰ মুখক চাই।
শোকে ম্লাৰে পুলি হাঁ কৃষ্ণ বুলি
পাড়ন্ত দুখে দুনাই॥
দেখি হাত তুলি চলা চলা বুলি
চেঞ্চান্ত আতি মাধৱে।
কৃষ্ণৰ সুদৃঢ় আদেশ শুনিয়া
উঠিলা দুনাই উদ্ধৱে॥ ২৮৭
কৃষ্ণৰ প্ৰবোধ শুনি পুনৰপি
উঠি আখি মুখ মুছি।
কৃষ্ণক নিৰেখি তমোময় দেখি
চলি যান্ত পাছ গুছি॥

অৰুণ চৰণ দেখন্তে দহৱৈ
শোক অগনিৰ জালে।
হা প্ৰাণনাথ বুলি দিয়া উকি
পৰন্ত পুনু নিঢালে॥ ২৮৮
কৃষ্ণৰ অৰুণ চৰণ পদ্মক
ধৰি হৃদয়ৰ মাজ।
কৃষ্ণক স্মৰন্তে কান্দন্তে কান্দন্তে
ভৈলা দ্বাৰকাৰ বাজ॥
হা প্ৰাণনাথ বোলন্তে গাৰত
আধিকে উধাই জুই।
কৃষ্ণৰ চেষ্টাক চাহিবাক প্ৰতি
থাকিলন্ত আৰ হুই॥ ২৮৯

---

ছবি

শুনিযোক সভাসদ মহা ভাগৱত পদ
মহন্তৰো কেনে দেখা দুখ।
কেতিক্ষণে ধৰৈ কালে যাবে আছা ভালে ভালে
হুয়ো যান্তে কৃষ্ণৰ সম্মুখ॥
ক্ষেণে ক্ষেণে আয়ু যায় তথাপি চেতন নাই
যাইবে লাগে ঘোৰ পৰলোক।
যমৰ কিঙ্কৰে পাইবে যাতনাত প্ৰাণ যাইবে
হৰি বিমুখৰ কেন দেখা শোক॥ ২৯০
ভকতি বিহীন যিটো তাৰ ধৰ্ম্ম কৰ্ম্ম যিটো
সবে বৃথা শাস্ত্ৰৰ সম্মতে।
যি দেৱত কৰা আশ তাৰো আছে মৃত্যু ত্ৰাস
আনক ৰাখিবে কেন মতে॥
জানিবা বিশ্বাস কৰি দেৱৰো দেৱতা হৰি
তাঙ্ক স্মৰি নিস্তাৰিও সুখে।
শুনা গুণ সভাসদ সেহু আপুনাৰ পদ
নাম মাত্ৰ লবৈ যিটো মুখে॥ ২৯১

মহা পাপী অন্ত্য জাতি যাৰ নাম লৈলে আতি
চিণ্ডে তাৰ ঘোৰ কৰ্ম্ম বন্ধ।
হেন মাধৱক তেজি আন দেৱতাক ভজি
দেখিয়ো নেদেখে কিনো অন্ধ ॥
বাল্মিকী আছিল চোৰ কৰিলে পাতক ঘোৰ
দেখা দাসী তনয় নাৰদ। -
যাৰ ৰাম নাম ঘুষি ভৈলন্ত পৰম ঋষি
পাইলা সুখে মুকুতি সম্পদ ॥ ২৯২
মহা পাপী অজামিল সিয়ো নামে নিস্তাৰিল
বৈকুণ্ঠত উঠিলা বিমানে।
আশ্চৰ্য্য আশ্চৰ্য্য নৰে সংসাৰ তাপত মৰে
হেন হৰি নাম বিদ্যমানে ॥
ব্ৰহ্মা হৰ আদি কৰি দেৱৰো ঈশ্বৰ হৰি
ধৰ্ম্মৰ উপৰি ৰাজা নাম।
পাপত মাৰিয়ো বাড়ি অন্তক পলাউক ছাড়ি
ডাকি সবে বোলা ৰাম ৰাম ॥ ২৯৩

---

পদ

পৰীক্ষিতে নৃপে পাছে পুচিলা শুকক।
কি কৰিলা কৃষ্ণে পঠাই সাধু উদ্ধৱক ॥
পৰম মধুৰ মূৰ্ত্তি দেখন্তে মুকুতি।
কৰিলন্ত অন্তৰ্দ্ধান কমন যুগুতি ॥ ২৯৪
যিটো মূৰ্ত্তি দেখি নাৰী নভাসয় আন।
যাৰ কথা শুনি সন্তসবে নেৰে় ধ্যান ॥
যিটো শৰীৰৰ গুণ কীৰ্ত্তন কৰন্তে।
জগতৰে পূজ্য হোৱৈ সেহিসে মহন্তে ॥ ২৯৫
আমাৰ বংশৰ যিটো শিৰৰ কুসুম।
পিতামহ অৰ্জ্জুনৰ ৰথৰ কুটুম ॥
এক হাতে চাট আউৰ হাতে বাঘ জৰী।
ত্ৰিভুবন মোহন মধুৰ ৰূপ ধৰি ॥ ২৯৬
শ্যাম তনু পীত বস্ত্ৰে দেখন্তে সন্তোষ।
প্ৰকাশৈ বদন চাৰু শ্যাম পদ্ম কোষ ॥
ঘোৰাৰ পৰিছে ধূলি তাতে ঘৰ্ম্ম বিন্দু।
শশাঙ্কে সহিতে যেন জ্বলে পূৰ্ণ ইন্দু ॥ ২৯৭
হাস্য নিৰীক্ষণত অমৃত কৰৈ বৃষ্টি।
যুদ্ধ সময়ত তাতে পড়ে যাৰ দৃষ্টি ॥
জুৰাই তনু মন মিলৈ পৰম আনন্দ।
সেহি বেলা অৰ্জ্জুনৰ শৰে ছেদৈ কন্ধ ॥ ২৯৮
হোৱৈ ঘনশ্যাম তনু শোভৈ পীত বস্ত্ৰ।
চাৰু চতুৰ্ভুজ ৰূপ হাতে চাৰি অস্ত্ৰ ॥
দেৱ সবে পূজে উপৰক লাগি যাই।
পৰম বিমানে বৈকুণ্ঠত লৱৈ ঠাই ॥ ২৯৯
হেনয় পৰম মূৰ্ত্তি জগত গুৰুৰ।
কোটি কন্দৰ্পৰো দৰ্প দেখি হোৱৈ চুৰ ॥
ভৈল কেনমতে সিটো তনু অন্তৰ্হিত।
কহিয়োক শুক শুনো কৃষ্ণৰ চৰিত্ৰ ॥ ৩০০
যিমতে কৰিলা হৰি কুলক সংহাৰ।
কৈয়ো সিটো কথা মোৰ ইষ্ট দেৱতাৰ ॥
তুমি মহন্তক অন্তকালে পাইলো লাগ।
কিবা পুণ্য আছে কিবা মোৰ মহাভাগ ॥ ৩০১
শুক নিগদতি সাধু সাধু পৰীক্ষিত।
কৃষ্ণ কথা শ্ৰৱণে একান্ত ভৈল চিত ॥
যেন কামাতুৰে নেৰৈ নাৰীৰ আলাপ।
বাঢ়িল কৃষ্ণত ৰতি ভৈলাহা নিষ্পাপ ॥ ৩০২
তৰিলা সংসাৰ হৰি হিয়ে বাসা লৈলা।
শুনা আতপৰে ৰাজা যেন কথা ভৈলা ॥
এহিমতে উদ্ধৱক পঠাই নাৰায়ণে।
সুধৰ্ম্মা সভাত গৈয়া বসিলা আসনে ॥ ৩০৩
শিৰে শ্বেত ছত্ৰক চামৰ ধৰি ঢোলে।
চপয় পঢ়িয়া নট ভাটে স্তুতি ৰঢ়ে ॥
বজাৱৈ মৃদঙ্গ নাচে নৰ্ত্তকী প্ৰধান।
দীৰগণে দুই পাশে ধৰিলা যোগান ॥ ৩০৪

দণ্ড ছত্ৰ চৌণ্ড ছিম্ম নচুৱে গাউল।
মহা পৰিচ্ছদে আছা জগতৰ ৰাউল ॥
কোটি মহেন্দ্ৰতো কৰি শ্ৰী চমৎকাৰ।
জ্বলন্ত সমজ্যা ৰষ্ণি দৈৱকী কুমাৰ ॥ ৩০৫
দেখি বিমঙ্গল সিটো ঘোৰ উতপাত।
যাদৱ বংশক সবে বুলিলা সভাত ॥
দেখা যদুবীৰ সব আপুনি সাক্ষাত।
কেন বিমঙ্গল মিলৈ ইটো দ্বাৰকাত ॥ ৩০৬
ক্ষেণেকো থাকিবে আৰ ঐত নাহি কাৰ্য্য।
স্ত্ৰী বাল্য বৃদ্ধ নগৰৰ হৌক বাজ ॥
দ্বাৰত থাকিয়ো সবে আপেক্ষি আমাক।
যায়ো প্ৰভাসক এড়াও হেনবা বিপাক ॥ ৩০৭
বিধিৱতে তীৰ্থত সবংশে কৰা স্নান।
দেৱ দ্বিজ পিতৃক তৰ্পিয়া দিয়া দান ॥
দানেসে দুৰ্গতি হৰৈ শাস্ত্ৰৰ সম্মতি।
মোহোৰ বচনে চলা সত্বৰে সম্প্ৰতি ॥ ৩০৮
কৃষ্ণৰ আদেশে সবে উঠিলা ত্বৰিত।
লাগি গৈল উসমিস দ্বাৰকা পুৰিত ॥
ঠাৱে ঠাৱে বজাৱে তবল বীৰ ঢাক।
ডিণ্ডিম* দগৰ দণ্ডি দেই ভেৰু ডাক ॥ ৩০৯
সাজ সাজ প্ৰজা খৰে সাৰ পৰৈ ঘনে।
কৰৈ উত্ৰাৱল লোক চলিবাক মনে ॥
এক ঠাই হুয়া বাল্য বৃদ্ধ যত নাৰী।
বোজাই বোঝা ভিৰে ঝুমাঝুমে শাৰী শাৰী ॥ ৩১০
দুৱাৰতো বৈল প্ৰজাচয় চমৎকাৰ।
বাই যদুবীৰ সব লৰি আৱম্বৰ ॥
বাদ্যে ভণ্ডে দণ্ডে চলৈ চিম্ম ছত্ৰে চানি।
হয় হস্তী গিৰে লবে সঘনে ধৰণী ॥ ৩১১
ৰথী ৰথ পদাতিৰ আটোপ টঙ্কাৰ।
বাই মত্ত হস্তী সব পৰ্ব্বত আকাৰ ॥
ইন্দ্ৰতো অধিক একৈ বীৰ বিপৰীত।
দেখি দেৱাসুৰ সবে ভয়ে সচকিত ॥ ৩১২

নগৰয় অন্তককো নিশঙ্ক মনত।
ভৈলা সাগৰৰ পাৰ চড়িয়া নাৱত ॥
হয় হস্তী ৰথে চলৈ সমস্ত সম্ভাৰে।
কৃষ্ণক আৱৰি বীৰচয় চমৎকাৰে ॥ ৩১৩
কোপে যম সম সবে পৰম নিশঙ্ক।
বাদ্য ভণ্ড আন্দোলে স্বৰ্গত লাগে চঙ্ক ॥
দিগজ সমান সবে চলে একে যোগে।
প্ৰভাসক পাইলা সবে পৰম আটোপে ॥ ৩১৪
নামিয়া তীৰ্থৰ জলে যাদৱ বিশেষে।
কৰিলন্ত জলাঞ্জলি কৃষ্ণৰ আদেশে ॥
বিশিষ্ট বিপ্ৰক ভুঞ্জাই কৰিয়া সম্মান।
সুবৰ্ণ ৰজত ভূমি দিলা ধেনু দান ॥ ৩১৫
হয় হস্তী ৰথ ছত্ৰ অলঙ্কাৰে মণ্ডি।
দেন্ত দান দ্বিজক দুৰ্গতি যাউক খণ্ডি ॥
বিপ্ৰক সন্তোষি দিলা বস্ত্ৰৰ অঞ্জলি।
বসিলা তীৰত পাছে যত মহাবলী ॥ ৩১৬
সুন্দৰ শৰীৰ মহা বাহু বক্ষ স্থল।
সবাৰো প্ৰকাশে মুখ চন্দ্ৰৰ মণ্ডল ॥
কিৰীটি কুণ্ডলে চিকিমিকি কৰৈ কান্তি।
সূৰ্য্যৰ কিৰণে যেন জ্বলৈ পদ্মকান্তি ॥ ৩১৭
চন্দনে লেপিত তনু আতি কচিকৰ।
সূৰ্য্য সম জ্বলৈ অলঙ্কাৰে কলেৱৰ ॥
কোপে যম সম সবে বীৰ অসদৃশ।
ময়মত্ত সিংহ যেন নিৰ্ভয় দৰ্পিষ্ঠ ॥ ৩১৮
মুমাইবাৰ বেলা যেন প্ৰকাশৈ প্ৰদীপ।
পুৰিলেক কালে মৃত্যু চাপিল সমীপ ॥
পাইলেক বিপাকে পাছে নষ্ট ভৈল জ্ঞান।
মধুময় সুৰাক কৰিলে সবে পান ॥ ৩১৯
কৃষ্ণৰ মায়ায়ে আতি বিমোহিত মন।
ভৈলা মহা মত্ত নাহি পাৱন্ত চেতন ॥
গণ্ডগোল কৰি পিলে নাকে মদ্য পাবে।
চলো পলো কৰে যেই আসে সেই ৰঙ্গে ॥৩২০

*ডিণ্ডিম-ঢোল

অন্যো অন্যে চাই চক্ষু পকাই মহা ৰাগে।
দশন কামুৰি কতো গৰ্জ্জে যেন বাঘে ॥
আৰকত আখি মুখ যেন জোৰ কুণ্ড।
শুন অৰে যদুগণ খাইবো তোৰ মুণ্ড ॥ ৩২১
যমপুৰ পেসো ৰহ মাৰি ঘোৰ বাণ।
কেহো বোলে মাথা কাটি লৈবো তোৰ প্ৰাণ ॥
লজ্জিল সবাকো মহা অহঙ্কাৰ ক্ৰোধ।
মিলিল বংশত আসি পৰম বিৰোধ ॥ ৩২২
কোবাৰৈ তবল বলে বীৰ ঢাক বাজে।
লাগিল কন্দল ঘোৰ আপুনাৰ মাজে ॥
সাজে অস্ত্ৰ শস্ত্ৰ সবে সমৰে নাগৰ।
খলকিল যেন চণ্ড বতাসে সাগৰ ॥ ৩২৩
কতো চাৰু বাৰু খাণ্ডা ধৰি ধনু বাণ।
কতো ৰথে গজে চৰৈ় কতো নৰযান ॥
মহিষ মেথন গৰু গৰ্দ্দভত উঠি।
কতো কতো তেজি ঘোড়ে চড়ি দেই চুটি ॥ ৩২৪
মাধৱৰ মায়ায়ে কৰিলে বুদ্ধি হত।
মদ্য লাগি ভৈল সবে পৰম উন্মত ॥
অস্ত্ৰ শস্ত্ৰ ধৰি সবে ৰণত প্ৰবুদ্ধ।
আপোনাৰ মাজত লগাইলে ঘোৰ যুদ্ধ ॥ ৩২৫
টঙ্কাৰিয়া ধনু ভিৰি আটোপ টঙ্কাৰে।
গদা মুদ্গৰ অসি পৰশু প্ৰহাৰে ॥
পৰিঘ পট্টিস ভল্ল তিণ্ডি পাল হানে।
নৰাচ তোমৰ শৰ বৰিষৈ সন্ধানে ॥ ৩২৬
ধৰ মাৰ বুলি আতি কৰে কোলাহল।
হস্তী হয় চিহৰে় কৰ্ণত লাগে তাল ॥
কোবাৰৈ আটোপে ঢাক ঢোল বাদ্য ভণ্ড।
ভুলি ভুলি মচুৰাৰৈ চিম্ন চোণ্ডাদণ্ড ॥ ৩২৭
পদাতিক পদাতি কোৰাৰৈ খাণ্ডা ভুণ্ডি।
খেদি ঘোড়ে ঘোড়া কৰৈ সাৰে ঝাম্প গুণ্ডি ॥
হস্তী পৈয়া হস্তীৰ কোৰত দান্ত পাৰে।
ৰথী ৰথী মাৰে শৰ হৃদয় বিদাৰে ॥ ৩২৮

লাগিল সমৰ সাগৰৰ তীৰ জুৰি।
সেনাৰ শোনিতে নদী বৰৈ বালি বুৰি ॥
উটে মৰা শৰ মৎস্য কচ্ছপ আকাৰ।
মিলিল প্ৰলয় যেন প্ৰজা ক্ষয়ঙ্কাৰ ॥ ৩২৯
আপুনাৰ আপুনি চিন্তন্ত মহামাৰ।
দশোদিশে শুনি মাত্ৰ ৰোল হাহাকাৰ ॥
সেনাৰ সমৰ আবে এহি মানে থওঁ।
শুনা মুখ্য মুখ্য যাদৱৰ কথা কওঁ ॥ ৩৩০
একে জীৱ প্ৰাণ যিটো সবংশে আছিল।
কন্দলৰ নামে ওঠে দান্তে নলাগিল ॥
কৃষ্ণৰ মায়ায়ে কৰিলেক বুদ্ধি ভ্ৰংশ।
মৰে কাটা কাটি কৰি সেহি যদুবংশ ॥ ৩৩১
শাম কাম দেৱৰ লাগিল ঘোৰ যুদ্ধ।
কৰৈ ঘোৰ সমৰ সাত্যকী অনিৰুদ্ধ ॥
সুভদ্ৰ সংগ্ৰামজিতে কৰে হুলস্থুল।
সুমিত্ৰ সুৰথে ৰথে কৰন্ত তুমুল ॥ ৩৩২
উন্মুক নিশঠে ভৈল দুৰ্ঘোৰ কন্দল।
শতজিত সমে যুজে ভানু মহাবল ॥
অক্ৰূৰ সহিতে ভোজবৰ্ম্মা মহাবীৰ।
সমৰ কৰন্ত কোপে কম্পয়া শৰীৰ ॥ ৩৩৩
কৃষ্ণ পুত্ৰগণে আৰো কৃষ্ণ ভ্ৰাতৃ গদে*।
যুজন্ত আক্ৰোশে আতি আকৰ্ণ শৰদে ॥
সাৰণ সুষেণে ৰণ কৰৈ আসৰিষ।
বাৰিষিয়া শৰে পুৰিলন্ত দশোদিশ ॥ ৩৩৪
একে কৃষ্ণ মায়ায়ে মোহিত ভৈল মন।
আৰো মদ্যে মত্ত সবে ভৈল অচেতন ॥
গুছিল সুহৃদ ভাৱ শত্ৰু বুদ্ধি মানি।
ছেদৈ ভেদৈ খেদৈ অন্যো অন্যে অস্ত্ৰ হানি ॥ ৩৩৫
বাৰিষা কালৰ যেন মহা মেঘচয়।
নকৰে বিচ্ছেদ চানি বাণ ৰবিষয় ॥
ঘোড়ে হাত ঘাড় ঘড়া কাটি কতো মাৰে।
কৰৈ খণ্ড খণ্ড কতো মুষ্টিৰ প্ৰহাৰে ॥ ৩৩৬

* গদ-কৃষ্ণৰ ভায়েক।

যেন মত্ত হস্তী সবে যুজে দান্ত ভিড়ি।
বলৰ চোটত হাড় ঘাৰ যাই ছিড়ি॥
দাৰুণ দৰ্পিষ্ঠ যদুগণৰ আন্দোলে।
টলবল কৰি মহী মণ্ডল হিন্দোলে॥ ৩৩৭
কৃষ্ণৰ মায়ায়ে আতি ভৈল বুদ্ধি ভ্ৰংশ।
নচাৰে আপোন পৰ আউৰ যদুবংশ॥
হুয়া আতি বিশ্ৰুতি পিতৃক পুত্ৰে মাৰে।
শশুৰে জামাই ভাই ভাতৃক প্ৰহাৰে॥ ৩৩৮
শ্যালক ভিনীহি মাৰে আজোকক নাতি।
খোড় যে ভাতিজে কাটাকাটি কৰৈ আতি॥
মিত্ৰে মিত্ৰে কৰৈ যুদ্ধ ভাগিনে মাতুলে।
বন্ধু সুহৃদকো যেন নচাৰৈ বাতুলে॥ ৩৩৯
টুকুৰাইলে অস্ত্ৰ ধনু ভাগিল কোবত।
নথাকিল শৰ আৰো কাহাৰো টোনত॥
হানিবাক লাগি খুজি নপাৰন্ত অস্ত্ৰ।
আউল বাউল কেশ শৰীৰৰো খসৈ বস্ত্ৰ॥ ৩৪০
কাহাৰো নাহিকে আউৰ চেতন গাৰত।
তথাপি সমৰ নেৰৈ পৰম ক্ৰোধত॥
ঋষি শাপে সিটো সাগৰৰ তীৰ জুৰি।
লোহা গুণ্ডি সাজি আছে যতেক মাদুৰী॥ ৩৪১
উভাৰী প্ৰহাৰৈ তাক আকাশক চানি।
মৰৈ সবে কৰিয়া মাদুৰী হানাহানি॥
পৰম ক্ৰোধত আতি মহা মত্ত ভাৰে।
উভাৰি মাদুৰী ধৰি দুহাতে কোবাৰে॥ ৩৪২
শৰীৰত পৰৈ যেন বজ্ৰৰ সন্ধান।
বিমূৰ্চ্ছিত হুয়া যদুগণে ছাৰে় প্ৰাণ॥
পৰম দুৰ্জ্জয় যদুবীৰ অনিৰ্ব্বাৰ।
নৰহয় একো কোবে প্ৰাণ তাসম্বাৰ॥ ৩৪৩
এহিমতে মৰৈ কৰি গোত্ৰত বিবাদ।
দেখিয়া মিলিল বলভদ্ৰৰ বিবাদ॥
হা বিধি কিনো আসি ভৈল বুদ্ধি ভ্ৰংশ।
গোত্ৰতে বিবাদ কৰি মৰৈ যদুবংশ॥ ৩৪৪

কৃষ্ণৰ মায়ায়ে বলো ভৈলা বিমোহিত।
কুল ক্ষয় দেখিয়া আকুল কৰৈ চিত॥
কৃষ্ণক বোলন্ত ইটো কমনে অন্যায়।
আগতে সবংশে মৰৈ কিয় আছা চাই॥ ৩৪৫
উঠা ঝাণ্টে ভাঙ্গো গৈয়া কন্দল দুৰ্ঘোৰ।
কুল ক্ষয় দেখি হৃদি নসহয় মোৰ॥
বলোৰ বচনে কৃষ্ণে চালিলন্ত গাৰ।
পশিলা মধ্যত হুয়া আকুল স্বভাৱ॥ ৩৪৬
এড় এড় যুদ্ধ বুলি হাঃক উঠাই।
সবাকো বাধন্ত ৰাম কৃষ্ণ দুই ভাই॥
হে সাম কামদেৱ গদ অনিৰুদ্ধ।
আপোনাৰ মাজত লগাইলা কেনে যুদ্ধ॥ ৩৪৭
হে শতজিত শঠ সাত্যকি সুষেণ।
কিয় কাটাকাটি কৰি মৰা বাউল যেন॥
বংশত মহন্ত তুমি অক্ৰুৰ খুৰাই।
তুমিয়ো পাগল ভৈলা শ্ৰুতি জ্ঞান নাই॥ ৩৪৮
ৰাক্ষসৰ যেন ভৈল চৰিত্ৰ তোমাৰ।
আপোনাৰ আপুনি চিন্তিলা মহামাৰ॥
অনেক বোলন্ত ৰাম কৃষ্ণে বাধা বাক।
কালে গ্ৰাসিলেক কেহো নুশুনয় হাক॥ ৩৪৯
অধিক উধাইল ক্ৰোধ শুনি বাধা বাণী।
ৰামক কৃষ্ণক মাৰিবাক চাৰৈ হানি॥
মহা খঙ্গে যদুগণে কৰৈ অহঙ্কাৰ।
কিবা চাস আউৰ এহি দোগোটাক মাৰ॥ ৩৫০
একে মদ্যে মত্ত আৰো ক্ৰোধে অন্ধ ভৈল।
শত্ৰু বুদ্ধি তাসম্বাক মাৰিবাক লৈল॥
খঙ্গে ৰাম মাধৱে মাদুৰী লৈলা তুলি।
অনেক যাদৱ বীৰ মাৰিলা সমুলি॥ ৩৫১
কৰিয়া দোপাশ যদুগণক কোবাই।
ব্যূহৰ বজাইলা লৰিয়া দুই ভাই॥
মৰৈ কোবা কুৰি কৰি সংৰম্ভে সমৰে।
সাগৰৰ কোহলাল যেন কুম্ভীৰ মগৰে॥ ৩৫২

পৰম কোহ্লাল ৰোল কৰৈ ধৰ মাৰ ।
মাদুবীৰ কোবে সবে ভৈল বুন্দামাৰ ॥
ঋষি শাপে সমস্তে মৰিল যদুবীৰ ।
ঢাকিলেক মৰা শৰে সাগৰৰ তীৰ ॥ ৩৫৩
নিশৰদ ৰণস্থলি জনেকো নৰৈল ।
যেন জল পৰি ঘোৰ অগনি নুমাইল ॥
নাশিল যাদৱ প্ৰজা পৰি একে টিক ।
মৃতকৰ শৰে শোভৈ ৰণ ধৰণীৰ ॥ ৩৫৪
তেজে তলবল জ্বলে বদন মণ্ডল ।
ভুমিত ফুলিল যেন ৰাতুল কমল ॥
শোভৈ পৰি কিৰীটি কুণ্ডলে মুণ্ড পান্তি ।
কৱচ কুণ্ডলে যেন তাৰা কৰৈ কান্তি ॥ ৩৫৫
প্ৰজাৰ ৰুধিৰে সবে বালি গৈল তল ।
দেখিয়া শোনিতময় সাগৰৰ জল ॥
জুড়িল পৃথিবী খণ্ড পৰি মৰা শৰে ।
আবেসে গুছিল ভাৰ মানিল মাধৱে ॥ ৩৫৬
বলভদ্ৰে দেখন্তে দুৰ্ঘোৰ কুলক্ষয় ।
মিলিল বৈৰাগ্য আউৰ নসহে হৃদয় ॥
কৰন্ত ক্ৰন্দন ৰামে মৃতকক চাই ।
কমল নেত্ৰৰ নীৰ ধাৰে বহি যাই ॥ ৩৫৭
হৰি হৰি দৈৱ বিধি কি ভৈল কপাল ।
আমাঠৈৰ বংশত লাগিল বুন্দামাল ॥
হেনসে কৰিলা গতি বিধাতা কুধঞ্চ ।
পিণ্ডক জলক লাগি নথাকিল সঞ্চ ॥ ৩৫৮
একৈ একৈ বীৰ যেন মহেন্দ্ৰ পৰায় ।
একে তিলে কালৰ হাততে ভৈল ঠাই ॥
মৰা পুত্ৰ নাতি ভ্ৰাতৃ সকলক চাই ।
কৰন্ত সন্তাপ আতি বিলাপে বলাই ॥ ৩৫৯
ব্ৰহ্মা অৰ্দ্ধে বলোৰ বিচাট কৰৈ মন ।
সবংশে মৰিল আউৰ কি কৰৈ জীৱন ॥
সাগৰৰ তীৰন্ত বসিলা পদ্মাসনে ।
নিৰোধিলা বায়ু বলো সমাধিক মনে ॥ ৩৬০
নাৰায়ণ ৰূপত কৰিয়া চিত্ত থিৰ ।
ক্ষেণেকে তেজিলা বলো মনুষ্য শৰীৰ ॥
মুৰ্দ্ধাস্ফোট কৰিয়া উৰ্দ্ধক ক্ষেপি প্ৰাণ ।
শুক্ল সৰ্প ৰূপে গৈলা বৈকুণ্ঠে প্ৰয়াণ ॥ ৩৬১
আছিল অলেখ কোটি যাদৱ কুমাৰ ।
শতেক বৎসৰে কোনে লেখা দিবে তাৰ ॥
বলে বীৰ্য্যে মহেন্দ্ৰতো অধিক আছিল ।
কালে সংহৰন্তে এক তিল নালাগিল ॥ ৩৬২
এহি মতে মৰিল যতেক যদুবীৰ ।
ৰোহিণী তনয়ো যেবে তেজিলা শৰীৰ ॥
একেশ্বৰ ভৈলা কৃষ্ণ নাহিকে সহায় ।
কৰন্ত বিলাপ শোকে কৈ গৈলা ভৈয়াই ॥ ৩৬৩
কমল নেত্ৰৰ নীৰ পড়ে সৰসৰি ।
বলোৰ শৰক শোকে সাবতিয়া ধৰি ॥
প্ৰাণ সম জ্যেষ্ঠ ভাইৰ মিলিল বিঘাত ।
আউৰ কাক দেখিয়া বঞ্চিবো দ্বাৰকাত ॥ ৩৬৪
হৰি হৰি দৈৱ কিনো মিলিল অৱস্থা ।
পিতৃক-মাতৃক আবে কৈবো কিবা কথা ॥
যাইবো আৰ উলটি গৃহক কোন কাজে ।
এহি বুলি বিলাপ কৰন্ত যদুৰাজে ॥ ৩৬৫
শুনা সভাসদ সব মহা ভাগৱত ।
নাহি একো বড়া ইটো কালৰ হাতত ॥
কৃষ্ণৰ বংশৰ কেনে ভৈল তাক দেখা ।
ইটো ছাৰ জীৱন আনৰ কোন লেখা ॥ ৩৬৬
দিনে দিনে যাই আয়ু মৃত্যু চাপে পাশ ।
আউৰ কি মনুষ্য হুইবা এড়া ইটো আশ ॥
হাটে বাটে মিলৈ আসি কৈতবা মৰণ ।
কৃষ্ণৰ চৰণে লৈয়ো সত্বৰে শৰণ ॥ ৩৬৭
নিজ আত্মা প্ৰিয়তম পৰম ঈশ্বৰ ।
হেনয় কৃষ্ণক নুসুমৰৈ পাপী নৰ ॥
কুৎসিত বিষয় সুখ তাহাৰ নিদানে ।
অমৃতক তেজি যেন মৰৈ বিষ পানে ॥ ৩৬৮

ভকতিক তেজি কৰৈ আনক প্ৰবন্ধ ।
নলৈবা তাহাৰ সঙ্গ সি সে নিজ অন্ধ ॥
চক্ষু যেন আছন্তে কণাৰ পথে যাই ।
অৰণ্যে খালত পৰৈ দৈৱে বাধা নাই ॥ ৩৬৯
জানিয়া সততে লৈয়ো সন্তৰ সঙ্গতি ।
তেবেসে বাঢ়িবে বন্ধু কৃষ্ণত ভকতি ॥
কৃষ্ণক পাইবাক লাগি ভকতিসে পন্থ ।
এহিসে কহৈ মহা ভাগৱত গ্ৰন্থ ॥ ৩৭০
পৰম ঈশ্বৰ কৃষ্ণ দেৱতা প্ৰধান ।
কৃষ্ণ গুণ নাম সম ধৰ্ম্ম নাহি আন ॥
জানিয়া যতনে তেজিয়োক আন কাম ।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥ ৩৭১

---

### ছবি

যেবে দেৱ হলধৰ তেজিলন্ত কলেবৰ
আছিলা মাধৱে নমাই মাথ ।
হৃদয় দহৈ দুখে হা ভৈয়াই বুলি মুখে
নিশ্বাস তেজন্ত জগন্নাথ ॥
কমল নেত্ৰৰ পৰা বহৈ লোতক ধাৰা
মৃতক বলোক গলে বান্ধি ।
কৰন্ত সন্তাপ তাপে সিটো জগতৰ বাপে
কতো বেলি আছিলন্ত কান্দি ॥ ৩৭২
সহায় নাহিকৈ কেৱে একেশ্বৰ ভৈলা দেৱ
মিলিলা বিচাট মহামনে ।
পাছে চিন্তি আছে কাজ পশিলন্ত মনমাজ
পৰম বৈৰাগ্যে নাৰায়ণে ॥
ভৈলা মৌন মহা যশী ঘোৰ অৰণ্যত পশি
প্ৰকাশন্ত যেন কোটি সূৰ্য্য ।
শিশু অশ্বত্থৰ তলে বসি পাচে যোগবলে
ভৈলা দিব্য ৰূপ চতুৰ্ভুজ ॥ ৩৭৩

চাৰু শ্যাম কলেবৰ পীত বস্ত্ৰে মনোহৰ
মেঘত বিজুলী যেন জ্বলে ।
নীল আকুঞ্চিত কেশ সিংহ স্কন্ধ মধ্যদেশ
দিলা দেখা লক্ষ্মী বক্ষস্থলে ॥
কেয়ুৰ কঙ্কণ হাতে মাণিক মুকুট মাথে
ললাটত ৰত্নৰ তিলক ।
মুখ পদ্ম কৰৈ কান্তি যেন ভ্ৰমৰাৰ পান্তি
কপালত কুটিল অলক ॥ ৩৭৪
নয়ন পঙ্কজ পাশি মুখে মনোহৰ হাসি
বিম্বফল অধিক অধৰ ।
দশন মুকুতা শাৰী সুবলিত ভুজ চাৰি
নাসা তিল কুসুম সুন্দৰ ॥
কণ্ঠত কৌস্তুভ জ্বলে কচিকৰ কৰ্ণ তলে
মণিময় মকৰ কুণ্ডল ।
ঝলমল কৰৈ কান্তি লাগিয়া তাহাৰ জ্যোতি
প্ৰকাশে পাণ্ডুৰ গণ্ডস্থল ॥ ৩৭৫
ভ্ৰূৰ যুগ মনোহৰ আৰক্ত কৰতল
দেখন্তে মনত মহা তুষ্টি ।
ৰত্নৰ শলকাময় প্ৰকাশে আঙ্গুলিচয়
জ্বলে তাতে ৰত্নৰ আঙ্গুষ্ঠি ॥
গলে গজ মুকুতাৰ যত্নে বিৰচিত হাৰ
আপাদ লম্বিত বনমালা ।
লোটে পাটভুনি পীত দিব্য যত্নে বিৰচিত
কঙ্কালত ৰত্নৰ মেখলা ॥ ৩৭৬
শাৰী শাৰী তাৰ মাজে ৰত্নৰ নূপুৰ বাজে
সদায় শুনিয়া কণ ঝুন ।
মনোহৰ উৰুস্থলে শ্ৰীবৎস পঙ্কজ জ্বলে
কান্ধত উত্তৰী নৱগুণ ॥
চাৰু উৰু কৰীকৰ জানু জঙ্ঘা মনোহৰ
ৰত্নৰ হোড়ৰে কৰৈ কান্তি ।
চৰণ পঙ্কজ কোৰ শুনি নূপুৰৰ ঘোৰ
নখচয় চন্দ্ৰমাৰ কান্তি ॥ ৩৭৭

চম্পাৰ পাকৰি নয় প্ৰকাশে আঙ্গুলি চয়
ৰত্নময় উঝটি উজ্জ্বল ।
মহা চিহ্ন সবে জ্বলে অৰুণ চৰণ তলে
ধ্বজ বজ্ৰ অঙ্কুশ কমল ॥
পৰম অভয় পদ তাপহাৰা শ্বেত ছত্ৰ
মহা পাপগণৰ অগনি ।
সংসাৰ সাগৰ সেতু দুৰ্জ্জনৰ ধূমকেতু
ভকতৰ সিটো চিন্তামণি ॥ ৩৭৮
কোটি এক শশী সম প্ৰকাশে শৰীৰ সিটো
তাৰে জ্যোতি জ্বলে বনস্থলি ।
শঙ্খ চক্ৰ আদি কৰি অস্ত্ৰ সবে মূৰ্ত্তি ধৰি
উপাসৈ চৌপাসে কৃতাঞ্জলি ॥
অশ্বত্থত আউজিয়া দক্ষিণ উৰুত থৈয়া
পঙ্কজ অৰুণ বাম পাৱ ।
অৰণ্য মধ্যত পশি প্ৰকাশন্ত কোটি শশী
প্ৰাণ প্ৰভু পূৰ্ণানন্দ ভাৱ ॥ ৩৭৯
পাছে সেহি সময়ত বনত ফুৰন্তে ব্যাধে
মৃগ মুখাকাৰ দেখি ভৰি ।
শুতি আছে মৃগ বুলি ধৰি শৰ ধনু তুলি
সন্ধানে হানিল লক্ষ্য কৰি ॥
জানিল লাগিল বাণ উমান হাততে পাইল
দিলেক লৱৰ ৰঙ্গ কৰি ॥
কৃষ্ণক দেখিয়া জৰা ব্যাধ যেন ভৈল মৰা
কাম্পে আতি তনু তৰতৰি ॥ ৩৮০
দেখি চতুৰ্ভুজ ৰূপ মহাভয়ে ভৈল চুপ
আচাৰি পেলাইলা ধনুশৰ ।
ত্ৰাহি কৃষ্ণ কৃষ্ণ ৰড়ি আগে দণ্ডৱতে পৰি
কান্দি কান্দি কৰন্ত কাতৰ ॥
নজানি জগত বাপ কৰিলো দুৰ্ঘোৰ পাপ
ক্ষেমিয়োক মোক আবে স্বামী ।
ত্ৰাহি পাপী মোতপৰ তোমাক হানিলো শৰ
কিনো মই মন্দ অধোগামী ॥ ৩৮১

যাহাক স্মৰণে তবৈ লোকৰ অজ্ঞান হবৈ
দেৱৰো দেৱতা তুমি হৰি ।
কিনো ভৈলো ব্যমোহ তোমাৰ আচৰি দ্ৰোহ
কিও জীওঁ এভো নজাওঁ মৰি ॥
চাহিবে নলাগৈ মোক ঝাণ্টে আবে কাটিয়োক
মোৰ প্ৰায়চিত আন নাই ।
আউৰ যেন মই পাপ হেন মহা উপ তাপ
মহন্তক নকৰো দুনাই ॥ ৩৮২
ব্ৰহ্মা হৰ আদি দেৱ তোমাৰ চৰণে কেৱ
জ্ঞানীগণো নজানন্ত আতি ।
অচিন্ত্য মহিমা স্বামী কিমতে জানিবো আমি
হুয়া মহামূঢ় অন্ত্যজাতি ॥
কৃষ্ণৰ আগত জৰা পড়ি আছে যেন মৰা
কৰি আতি অনেক বিনয় ।
শুনিয়া কাকুতি বাণী কৃপাময় চক্ৰপাণি
দিলো সিটো ব্যাধক নিৰ্ভয় ॥ ৩৮৩
শুনিয়োক সভাসদ কৃষ্ণৰ কথাৰ পদ
সংসাৰ ব্যাধিৰ ইসে সাৰ ।
যেবে আবে হুইবে গতি ভকতিত কৰা ৰতি
আউৰ আন পুণ্যে নপাই পাৰ ॥
ইটো ঘোৰ কলি কাল আত আৰ নাহি ভাল
ভৈল একাকাৰ সমুদায় ।
দেখা যুগ ধৰ্ম্ম চাই আউৰ ধৰ্ম্ম কৈতো নাই
একে হৰি নামত বিনায় ॥ ৩৮৪
জানি এড়া আন মতি ভকতিত কৰা ৰতি
ছাড়ি ইটো বিষয় বিকল ।
আশা নামে নদী ঘোৰ একোমতে নাই ওৰ
ধনে আৰো ভৈল মহাজল ॥
লোভ তৃষ্ণা চঢ়ে আত মোহ ভৈল মহা পাক
বজোৰাৱ বিষয় জগৰ ।
চিন্তা ভৈল দুই পাৰ মাংস ছিণ্ডি খাই গাৱ
কাম ক্ৰোধ কুম্ভীৰ মগৰ ॥ ৩৮৫

বেগ ভৈল দিন ৰাত্রি ধৈৰ্য্য বৃক্ষ খানৈ আতি
তাৰিতে নাপাৰে একো নাৰে ।
নাপাই আৰ পাৰ কুল জগতৰ আদি মূল
কৃষ্ণত ভকতি নুহি যাৰে ॥
পৰম বান্ধৱ হৰি যাৰ নাম লৈলে তৰি
তাঙ্ক ভজা তেজি আন কাম ।
আশা নদী হৌক ছেদ খণ্ডোক বিষয় খেদ
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৩৮৬

পদ

এহিমতে জৰা ব্যাধ নম্রি পৰি মাথে ।
দিলন্ত নিৰ্ভয় তাক জগতৰ নাথে ॥
উঠ উঠ ব্যাধ ভয় নকৰ কিঞ্চিত ।
কৰিলি সাফল মোৰ মনৰ বাঞ্চিত ॥ ৩৮৭
তোহোৰ ভকতি দেখি তুষ্ট ভৈলো বৰ ।
সশৰীৰে সত্বৰে স্বৰ্গক লাগি লৰ ॥
পৰম সুকৃত কৰি পাবৈ যিটো লোক ।
মোৰ বৰে জৰা তোৰ তৈতে থিতি হোক ॥ ৩৮৮
এতেক বোলন্তে আসি নামিল বিমান ।
ৰত্নৰ জেউতি জ্বলে সূৰ্য্যৰ সমান ॥
কনক কিঙ্কিনীচয় বাজে শাৰী শাৰী ।
কৰৈ নৃত্য গীত তাত যত দিব্য নাৰী ॥ ৩৮৯
দেখিয়া উঠিল ব্যাধ হুয়া ভয়হীন ।
কৃষ্ণক কৰিলা তিনিবাৰ প্ৰদক্ষিণ ॥
প্ৰণামিলা অনেক আগত পৰি পৰি ।
চড়ি পাছে বিমানে স্বৰ্গক গৈলা লৰি ॥ ৩৯০
শুক নিগদন্তি শুনিয়োক নৃপবৰ ।
যেন কথা ভৈল তৈন্ত আত অনন্তৰ ॥
কোটি সূৰ্য্য সম জ্বলে চতুৰ্ভুজ কায় ।
আছন্ত মাধৱ বসি ব্যাধক পঠায় ॥ ৩৯১

শিশু অশ্বত্থত আউজিয়া জগন্নাথ ।
মূৰ্ত্তি ধৰি অস্ত্ৰ সবে দমাই আছে মাথ ॥
মদনৰো দৰ্প হৰৈ ৰূপক আকলি ।
শৰীৰৰ জ্যোতি প্ৰকাশিত বনস্থলি ॥ ৩৯২
সেহি সময়ত আসি উদ্ধৱ মহন্ত ।
বিচাৰি ফুৰন্তে মাধৱক দেখিলন্ত ॥
যদ্যপি বিদায় তাঙ্ক দিলা যদুৰায় ।
যাইবাক নাপাৰি আছা তথাতে লুকাই ॥ ৩৯৩
দেখিলন্ত সিটো যদু বংশৰ নিৰ্য্যাণ ।
কৃষ্ণক এড়ন্তে যেন ফুটি যায় প্ৰাণ ॥
পাছে পাছে মাধৱৰ ফুৰন্ত নিচুকি ।
ভয়তে নেদন্ত দেখা পাৰন্ত ভুমুকি ॥ ৩৯৪
ফুৰন্ত সঙ্কোচি চাপি চুম্পি কৰি কাছে ।
পৰিল কৃষ্ণৰ দৃষ্টি উদ্ধৱত পাছে ॥
তুলিলন্ত হাসি হৰি উদ্ধৱক দেখি ।
আসা আসা কিছো ভয় নকৰিবা সখি ॥ ৩৯৫
হেন শুনি উদ্ধৱৰ উল্লসিল জীৱ ।
সিহঁৰি শৰীৰ সবে লোম ভৈল থিয় ॥
প্ৰেম উপাজিয়া ঝৰৈ লোতক বোম্বালে ।
হা কৃষ্ণ কৃষ্ণ ৰড়ি পৰিলা নিচালে ॥ ৩৯৬
দুই হাতে ধৰি দুই অৰুণ চৰণ ।
তাতে মাথা থাপি থৈয়া কৰন্ত ক্ৰন্দন ॥
মোক তেজি যাহা ঐ বাপ জগন্নাথ ।
তুমি অবিহনে ভৈলো আজিসে অনাথ ॥ ৩৯৭
এৰিলোহো মোহ যত পুত্ৰ পৰিবাৰ ।
এহি চৰণক মাত্ৰ কৰিলোহোঁ সাৰ ॥
আকো হকৰাইলো আবে কিনো মন্দভাগী ।
মোক কাক দিয়া নাথ যাহা কৈক লাগি ॥ ৩৯৮
দেৱৰো দেৱতা তুমি ঈশ্বৰ সাক্ষাত ।
তথাপিতো নাথ মোক মাতা যন্ত্ৰণাত ॥
তযু আগে কমন অধম মই পাপী ।
ওঁৰা সখি বুলি মাতা সমুখি ত্ৰ্যাপি ॥ ৩৯৯

অন্তেস পুৰত থাকো পিন্ধো বস্ত্ৰ ছাড় ।
ৰহস্য কথাক মোত নকৰিলা আৰ ॥
ইসব তোমাৰ গুণ সুমৰি সুমৰি ।
ৰাখি আছোঁ প্ৰাণ কিয় এভো নযাওঁ মৰি ॥ ৪০০
ব্ৰহ্মাৰো জনক হুয়া দেৰতো উত্তম ।
মোক বোলা নাহিকৈ বান্ধৱ তুমি সম ॥
নেদেখিবো দুনাই হেন গুণৱন্ত স্বামী ।
আজিসে গুছিল চক্ষু অন্ধ ভৈলো আমি ॥ ৪০১
চামৰে ঢুলিবো কাক শীতল শয্যাত ।
কাৰ পদ পঙ্কজক জান্টিবো নিদ্ৰাত ॥
কাক সেৱা কৰিয়া খপিবো আবে দিন ।
ঈশ্বৰে বঞ্চিত ভৈলো কিনো ভাগ্য হীন ॥ ৪০২
জানিলো পাতকী মোত পৰে আউৰ নাই ।
ইটো চিন্তামণি হৰুৱাইলো হাতে পাই ॥
পূজিবে নপাইলো চৰণক চিৰ কাল ।
হা বিধি কিনো মোৰ অভাগ্য কপাল ॥ ৪০৩
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত ।
কাৰ খোজ নিৰেখি থাকিবো পৃথিবীত ॥
আজি গৈল উৎসৱ বিধৱা ভৈল ভূমি ।
এহি বুলি উদ্ধৱে কান্দন্ত হুমাহুমি ॥ ৪০৪
নসহে হৃদয় শোকে প্ৰাণ যাই ফুটি ।
পাৰন্ত সন্তাপে পৃথিবীত লোটালুটি ॥
হা কৃষ্ণ কৃষ্ণ বুলি কতো দেন্ত উকি ।
তমোময় দেখি কতো থাকন্ত নিচুকি ॥ ৪০৫
কান্দন্ত উদ্ধৱে গুণ বৰ্ণাই বৰ্ণাই ।
অসন্তোষে কেশৰে আছন্ত তাঙ্ক চাই ॥
ভকতৰ দুখত আকুল বনমালী ।
চাৰি হাত মেলি তুলিলন্ত আকোৱালী ॥ ৪০৬
মহা স্নেহে ধৰি উদ্ধৱক গলে বান্ধি ।
আছিলন্ত কৃষ্ণে কতোক্ষণে মানে কান্দি ॥
কমল নেত্ৰৰ নীৰ বহে সৰসৰি ।
মুছিলা সখিৰ মুখ পীত বস্ত্ৰ ধৰি ॥ ৪০৭

বোলন্ত অনেক তাঙ্ক প্ৰবোধ মাধৱ ।
হুয়ো সন্ধুক্ষণ আবে বান্ধৱ উদ্ধৱ ॥
পৰম বান্ধৱ তুমি ভৈলো কৃত কৃত্য ।
পূৰিবো তোমাৰ আবে মনৰ বাঞ্চিত ॥ ৪০৮
আছিলাহা বসু তুমি উপৰি জন্মত ।
কৰিলা ভকতি মাত্ৰ মোৰ চৰণত ॥
তাৰ ফলে ইজন্মত আসি লৈলা লাগ ।
সুদৃঢ় ভকতি জ্ঞান পৰম বৈৰাগ্য ॥ ৪০৯
মোহোৰ কৃপাত তুমি তৰিলা সংসাৰ ।
আউৰ পুনৰপি জন্ম নাহিকে তোমাৰ ॥
এহি শৰীৰতে তুমি লভিলা মুকুতি ।
আউৰ খেদ কৰা তুমি কমন যুগুতি ॥ ৪১০
বৈকুণ্ঠ পয়াণ কৰো এড়ি ইটো লোক ।
হেন বেলা সখি আসি দেখিলাহা মোক ॥
কৈলো যিটো মহাজ্ঞান ভকতি ব্ৰহ্মাত ।
কৰিবো বেকত তাক উদ্ধৱ তোমাত ॥ ৪১১
হেন কৃপা বাক্য বাণী শুনিয়া স্বামীৰ ।
মহা স্নেহে সিহঁৰিল সমস্তে শৰীৰ ॥
দুয়ো নয়নৰ নীৰ ধাৰে বহি যায় ।
কৰযোড়ে বুলিলন্ত উদ্ধৱে দুনাই ॥ ৪১২
চৰণ সেবাৰ উদ্যম কৰো মাত্ৰ ।
এতেকতে এতেক স্নেহৰ ভৈলো পাত্ৰ ॥
কিনো কৃপাময় তুমি ভৃত্য প্ৰিয় দেৱ ।
কোননো অধম অন্ধে নকৰিবে সেৱ ॥ ৪১৩
তুমি পৰিপূৰ্ণ ব্ৰহ্ম জগত প্ৰখ্যাত ।
তথাপিতো নাথ মোক মাতা মন্ত্ৰণাত ॥
সোধা কথা আমাত সামান্য যেন জন ।
সুমৰি ইহাক মোৰ মোহ হোৱে মন ॥ ৪১৪
ব্ৰহ্মাত ভকতি জ্ঞান যিটো কৈল স্বামী ।
তাঙ্ক জানিবাক যেবে যোগ্য হওঁ আমি ॥
কহিয়োক মোত তেবে প্ৰভু ভগৱন্ত ।
সংসাৰ দুখৰ হেন কিবা পাওঁ অন্ত ॥ ৪১৫

মিলিল মৈত্ৰেয় ঋষি সেহি সময়ত ।
কৃষ্ণক প্ৰণামি থিয় ভৈলন্ত আগত ॥
তাঙ্ক দেখি প্ৰভু পাছে তুলিলন্ত হাসি ।
কহিলা ৰহস্য জ্ঞান ভকতি প্ৰকাশি ॥ ৪১৬
শুনিয়ো ভকত দুয়ো কহিলো স্বৰূপ ।
যেন দেখা আত পৰে নাহি মোৰ ৰূপ ॥
ইহাক নজানি লোকে আন কৰ্ম্ম কৰে ।
এহি মাত্ৰ দোষে ঘোৰ নৰকত পৰে ॥ ৪১৭
হৃদয়তে আছে মোক জানিয়া নাদৰে ।
নাহিকৈ নাৰকী সিটো পাতকীত পৰে ॥
শ্ৰৱণ কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আন ।
কৈলো সত্য ৰহস্য ভকতি মহা জ্ঞান ॥ ৪১৮
শুনিয়ো মৈত্ৰেয় ঋষি কহিলো তোমাত ।
নেদেখিলো প্ৰাণ বিদুৰক ই বেলাত ॥
আপুনি কহিবা তান্ত ইটো তত্ত্ব ভেদ ।
চলিয়োক দুয়ো আবে দিলো পৰিচ্ছেদ ॥ ৪১৯
পৰম প্ৰসাদ দুইকো দিলা কৃপাময় ।
আনন্দে নধৰে আৰো দুহানো হৃদয় ॥
লোমাঞ্চিত তনু নয়নৰ ঝৰে নীৰ ।
কৰিলন্ত প্ৰণাম পাৱত থৈয়া শিৰ ॥ ৪২০
আউৰ মাতিবাক কিছু উদ্ধৱে নপাৰি ।
চৰণৰ ধূলি তুলি লৈলন্ত ঝঙ্কাৰি ॥
কৰিলন্ত প্ৰদক্ষিণ শৰীৰ সঙ্কুচি ।
লড়িলন্ত কৰযোড়ে পাছে পাছ গুচি ॥ ৪২১
দেখিবাক লাগি বীৰে বৈকুণ্ঠ প্ৰয়াণ ।
আৰ হুয়া ৰহিলা লভিয়া মহাজ্ঞান ॥
কৃষ্ণক এড়ন্তে ছাড়ি প্ৰাণ যেন যায় ।
থাকিলা নিচুকি সঙ্কুচিত কৰি কায় ॥ ৪২২
এহিমতে মৈত্ৰেয় উদ্ধৱ যেবে গৈল ।
শুনা আত পৰে ৰাজা যেন কথা ভৈল ॥
ৰথত চড়িয়া পাছে সাৰথি দাৰুকে ।
মাধৱক চাহি দুখে ঝুৰন্ত নিচুকে ॥ ৪২৩

হা কৃষ্ণ কৃষ্ণ বুলি তেজন্ত নিশ্বাস ।
সচকিত নেত্ৰে আতি চান্ত দিশ পাশ ॥
ফুৰন্ত বিচাৰ কৰি অনেক প্ৰবন্ধে ।
কতোক্ষণে পাইলা পাছে তুলসীৰ গন্ধে ॥ ৪২৪
জীলো জীলো বুলি আতি উল্লাসিত মনে ।
কৃষ্ণক গৈলন্ত খেদি গন্ধ নিৰীক্ষণে ॥
মাধৱক দেখিলা সমুখ হুয়া পাছে ।
মূৰ্ত্তি ধৰি অস্ত্ৰ সবে উপাসন্তে আছে ॥ ৪২৫
প্ৰকাশে শৰীৰ যেন পূৰ্ণিমাৰ শশী ।
শিশু অশ্বত্থত আউজিয়া আছা বসি ॥
দেখিলা সাৰথি গৈয়া প্ৰত্যেক প্ৰভুক ।
বঝাইল লোতক ভৈল আকুল দাৰুক ॥ ৪২৬
হা প্ৰাণ নাথ বুলি মহা প্ৰেম ভাৰে ।
ৰথ হন্তে ঝাম্প দিয়া পড়িলন্ত পাৱে ॥
চৰণত ধৰিয়া কান্দন্ত হুমহুমি ।
এৰি মোক কৈত আছা প্ৰাণ প্ৰভু তুমি ॥ ৪২৭
অৰুণ চৰণ দুই নেদেখিয়া স্বামী ।
গুচি গৈল চক্ষু যেন অন্ধ ভৈলো আমি ॥
নজানো বিদিশ দিশ দিনতে আন্ধাৰ ।
নাই একো সুখ শান্তি বান্ধৱ আমাৰ ॥ ৪২৮
নজ্বলৈ ৰজনী যেন অস্ত গৈল শশী ।
আমাক এৰিয়া নাথ ঐত আছা বসি ॥
দেৱতাৰো দেৱতা ঈশ্বৰ সদাশিৱ ।
তোমাৰ অৱস্থা দেখি কেনে ধৰো জীৱ ॥ ৪২৯
ব্ৰহ্মা আদি দেৱে পূজে যাহাৰ চৰণ ।
সৰ্ব্বদায়ে যাৰ গতি গৰুড় বাহন ॥
হেন প্ৰভু বসি আছা কেৱলে ভূমিত ।
দেখি কিয় প্ৰাণ নযাই ধৰি আছো চিত ॥ ৪৩০
দণ্ডে ছত্ৰে সেৱে অসংখ্যাত পাৰিষদে ।
অনন্ত শয্যাত থাকা মহা পৰিচ্ছদে ॥
আপুনি আড়ন্ত লক্ষ্মী মাৱে যাৰ ভৰি ।
কিয় জীও মাটিত দেখিয়া হেন হৰি ॥ ৪৩১

ৰুক্মিণী প্ৰমুখ্যে যোল্ল সহস্ৰ সুন্দৰী ।
যাক সেৱা কৰন্ত চামৰ কৰে ধৰি ॥
হেনয় প্ৰভুৰ বাসা ভৈল তৰু তলে ।
কান্দন্ত দাৰুকে দেখি শোকে অগ্নি জ্বলে ॥ ৪৩২
এহি মতে দাৰুকে বোলন্তে পাছে ৰথ ।
আগে ধৰিলা বেগে বৈকুণ্ঠৰ পথ ॥
লড়িল পাছত চক্ৰ আদি অস্ত্ৰ চয় ।
দেখিয়া দাৰুক ভৈল পৰম বিস্ময় ॥ ৪৩৩
তবধ নয়নে উপৰক আছা চাই ।
ৰথ লৈয়া ছাড়ি ঘোড়া উৰ্দ্ধক উধাই ॥
অস্ত্ৰ সবো সঞ্চাৰিল পৰম উৎসুকে ।
আবেসে নশিলো বুলি কান্দন্ত দাৰুকে ॥ ৪৩৪
বুলিলন্ত কৃষ্ণৰ চৰণে থৈয়া মাথ ।
জানিলো তেজিয়া মোক যাইবা প্ৰাণনাথ ॥
তুমি অবিহনে প্ৰাণে নবৰ্ত্তিবো স্বামী ।
ভৈলোহো অনাথ আবে আমি অধোগামী ॥ ৪৩৫
বৈকুণ্ঠৰ পৰা আইলো ৰথে সমন্বিতে ।
ঘোড়াক পঠাইলা মই থাকিলো ভূমিতে ॥
কোন অপৰাধে মোক কৰা উগ্ৰ শাস্তি ।
এহি বুলি সাৰথি কান্দন্ত শোকে আতি ॥ ৪৩৬
চলিবাহা প্ৰাণ প্ৰভু আমাক উপেক্ষি ।
কেনে জীবো ইটো পদ পঙ্কজ নেদেখি ॥
পৰিয়া দাৰুকে দুখে কৰন্ত বিলাপ ।
ভকতৰ বিলাপত কৃষ্ণৰো সন্তাপ ॥ ৪৩৭
আশ্বাসী ধৰিয়া প্ৰবোধিলা যদুৰাজ ।
মোক লাগি শোক তুমি কৰা কোন কাজ ॥
সত্বৰে সাৰথি চলিয়োক দ্বাৰকাক ।
বান্ধৱত কৈয়ো গৈয়া আমাৰ বাৰ্ত্তাক ॥ ৪৩৮
অন্যো অন্যে জ্ঞাতিগণ মৰিল সমস্ত ।
প্ৰত্যেকে দেখিলা বলভদ্ৰো গৈলা অস্ত ॥
শৰ ঘাৱে ভৈলো ময়ো মৃতক সমান ।
পিতৃক মাতৃক গৈয়া তুমি দিয়া জ্ঞান ॥ ৪৩৯
দ্বাৰকাত আউৰ নাথাকিব একো নৰে ।
মই এড়িলাতে আসি বুড়াইবে সাগৰে ॥
সবন্ধু বান্ধৱে সাগৰৰ হুইবা পাৰ ।
নেৰিবাহা বৃদ্ধ পিতৃ মাতৃক আমাৰ ॥ ৪৪০
হৰি হৰি দৈৱকী দুখুণী মোৰ আই ।
তোমাকেসে সুমৰন্তে প্ৰাণ ফুটি যায় ॥
মোৰ পদে পূৰ্ব্বতো নাছিল কিছো সুখ ।
পাপী কংসে বান্ধি নেদিলে কোন দুখ ॥ ৪৪১
মাৰিলেক ছয় পুত্ৰ পাইলা মহা শোক ।
পাসৰিল সিসব শোকক দেখি মোক ॥
কৰিবে নাপাইলো আবে মই প্ৰতিপাল ।
হৰি হৰি বিধি কিনো লাগিল কপাল ॥ ৪৪২
মই অবিহনে আবে কিমতে জীৱন্ত ।
এহি বুলি মকমকি মাধৱে কান্দন্ত ॥
কমল নেত্ৰৰ নীৰ পড়ে সৰ সৰি ।
কৰন্ত বিলাপ পিতৃ মাতৃক সুমৰি ॥ ৪৪৩
পীত বস্ত্ৰে মুছি মুখ তেজিয়া নিশ্বাস ।
বুলিলন্ত দাৰুকক জগত নিবাস ॥
যদি আয়ু অধিকে জীৱন্ত কতো কাল ।
সিটো পিতৃ মাতৃক কৰিবা প্ৰতিপাল ॥ ৪৪৪
আসিব অৰ্জ্জুন সখি দেখিবাক মোক ।
তান লগে যাইবা দ্বাৰকাৰ যত লোক ॥
ৰাখি নিবে পথে ধনঞ্জয় মহাৰথে ।
বঞ্চিবাহা গৈয়া তুমি সবো ইন্দ্ৰপ্ৰস্থে ॥ ৪৪৫
সুমৰন্ত প্ৰাণ সখি যেবে মোৰ গুণ ।
অনাথ বৃদ্ধক ইটো পালিব অৰ্জ্জুন ॥
তান হাতে সুম্পি হেৰা যাওঁ নিজ ঘৰ ।
মোৰ পদে কৰিবাহা সখিক কাতৰ ॥ ৪৪৬
তুমি আচৰিবা ভাগৱত ধৰ্ম্মচয় ।
জ্ঞান নিষ্ঠ হুয়া সবে তেজিবা বিষয় ॥
মায়াৰ ৰচনা ইটো জগতকে জানি ।
পাছে মোক পাইবা গৈয়া কৈলো সত্য বাণী ॥ ৪৪৭

দাৰুকে শুনিয়া হেন কৃষ্ণৰ আদেশ।
কৰযোড়ে উঠিলা মনত কৰি ক্লেশ ॥
প্ৰদক্ষিণে প্ৰভুক ফুৰিয়া সাত বাৰ।
ডুনাই ডুনাই পৰিয়া কৰিলা নমস্কাৰ ॥ ৪৪৮
শিৰত আছিলা ধৰি দুখানি চৰণ।
লোতকে চল্লল আখি কৰন্ত ক্ৰন্দন ॥
চলিলোহো আজি প্ৰাণ প্ৰভুক উপেক্ষি।
ইজন্মতে ভৈল পৰিচ্ছেদ দেখা দেখি ॥ ৪৪৯
এহিবুলি লৰিলা কৃষ্ণৰ পাৰ এৰি।
হা প্ৰভু বুলিয়া পাৰন্তে যান্ত গেৰি ॥
স্বামীৰ বিয়োগে যেন যাই প্ৰাণ ফুটি।
হা কৃষ্ণ বুলিয়া হানন্ত হিয়ে মুঠি ॥ ৪৫০
শুনা সভাসদ পদ মহা ভাগৱত।
নাহি সুখ শান্তি তাপময় বিষয়ত ॥
দেখিয়োক কেনে মহা মহন্তৰো দুখ।
জানিয়া হুয়োক ঝাণ্টে কৃষ্ণত সমুখ ॥ ৪৫১
তপ ধৰ্ম্ম আচৰি স্বৰ্গক যিটো যায়।
শুনিয়োক কেনে স্বৰ্গ বাসীৰ বিলাই ॥
নাৰকীৰ শুনি নিতে যাতনা আণ্টাস।
কেতিক্ষণে পৰে তৈতে নেৰাই ইটো ত্ৰাস ॥ ৪৫২
নাহি তুষ্টি ভুঞ্জে যদি বস্তু দেৱ ভোগ।
কাটিবাৰ বন্দিক খুৱাৱৈ যেন ভোগ ॥
পুণ্যক্ষয় ভৈলে যিটো সবে দিব্য নাৰী।
বিমানৰ তেখনে পেহ্লাৱয় ধক্কা মাৰি ॥ ৪৫৩
দেৱ পূজি যিটো কাটি আছে হংস ছাগ।
অস্ত্ৰ ধৰি সিটো সি বেলাত লৱৈ লাগ ॥
কাটে খোঞ্চে কাঢ়ে মোট মোঢ়ে বেঢ়া হান।
খাসি ধাৰ মোচৰন্তে ছাড়ি যায় প্ৰাণ ॥ ৪৫৪
যাতনা ভুঞ্জিবে লাগি মৰি মৰি জীৱে।
কাকে গৃধ্ৰে মাংস ছিণ্ডি তাৰ তেজ পিয়ে ॥
ত্ৰাহি ত্ৰাহি বুলি কৰৈ আৰ্কণ শবদ।
দেখা কৰ্ম্মী ধৰ্ম্মী নেৰাই যাতনা আপদ ॥ ৪৫৫

জানিয়া কৃষ্ণত লৈয়ো সত্বৰে শৰণ।
কৃষ্ণ গুণ নাম কৰা শ্ৰৱণ কীৰ্ত্তন ॥
তেবেসে এড়াইবা ঘোৰ সংসাৰৰ পাপ।
বোলা ৰাম ৰাম তৰা সংসাৰৰ তাপ ॥ ৪৫৬

---

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ

**ছুলড়ী**

শুক নিগদতি নৃপতি সম্প্ৰতি
শুনা যেন কথা ভৈল।
কৃষ্ণৰ আদেশে কান্দন্ত দাৰুকে
দ্বাৰকাক যেবে গৈল ॥
বৈকুণ্ঠক লাগি প্ৰয়াণ কৰিবে
খোজন্তে জগন্নিবাস।
সেহি বেলা আসি হৃদয় দেৱতা
ৰহিলা জুৰি আকাশ ॥ ৪৫৭
দেৱ সিদ্ধ ঋষি আসিলা হৰিষি
ব্ৰহ্মাক বেঢ়ি উৎসুকি।
কৃষ্ণ গুণ গান কৰন্ত কীৰ্ত্তন
তাল কৰতাল ঠুকি ॥
পাৰ্ব্বতী সহিতে আসি পশুপতি
সন্তোষে কৃষ্ণক চায়।
বজাৱে ডম্বৰু জগতৰ গুৰু
নাচন্ত গুণ বৰ্ণাই ॥ ৪৫৮
ইন্দ্ৰ চন্দ্ৰ ৰবি কুবেৰ বৰুণ
আনো যত দিকপাল।
গাৱে গুণ গীত কতো কৰৈ নৃত্য
বাৱৈ দিব্য যন্ত্ৰ তাল ॥
দুন্দুভি মৃদঙ্গ ৰঙ্গে বিদ্যাধৰে
বাৱৈ আকাশক চানি।
চাই এক দৃষ্টি কৰৈ পুষ্প বৃষ্টি
যোৰে কতো স্তুতি বাণী ॥ ৪৫৯

জয় কৃষ্ণ বুলি হাত হাতে তালি
আনন্দে আকুল ভাৱ।
আজি দেৱ হৰি পৃথিবীক এড়ি
আসিবা আমাৰ ঠাৱ॥
পৰম ভকতি হৃদয়ে হৰিষি
গগণ মণ্ডলে থাকি।
কৃষ্ণৰ মাথাত দিব্য পাৰিজাত
পুষ্প বৰষিলা ঢাকি॥ ৪৬০
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ চন্দ্ৰ আদি কৰি
যত মহা দিগ পাল।
আসা মোৰ থান নাথ নাৰায়ণ
কৰন্ত সবে কোহ্লাল॥
অন্যো অন্যে কৰি সবেয়ো বোলন্ত
আসিবা মোৰেসে ঠাই।
আকাশৰ পৰা কৰন্ত কাতৰ
কৃষ্ণৰ ভিতিক চাই॥ ৪৬১
হেন শুনি হৰি চাইলা চক্ষু মেলি
উপৰক তুলি মাথ।
ব্ৰহ্মা আদি কৰি ত্ৰিদশ দেৱতা
দেখিলা কৃষ্ণে সাক্ষাত॥
কৃষ্ণৰ সদয় দেখি জয় জয়
কৰন্ত দেৱতা গণে।
যত দেৱমূল কৰে হুল স্থুল
আত মহা ৰঙ্গ মনে॥ ৪৬২
ব্ৰহ্মা হৰ ইন্দ্ৰ যত দিগ পাল
কৰৈ আতি কোলাহল।
আমাৰ থানক আসিয়োক নাথ
পৱিত্ৰ কৰা কৃপাল॥
পাছে জগন্নাথ চপৰাইল মাথ
দেৱৰ শুনি কন্দল।
কাহাকো সিদ্ধান্ত নেদিয়া মাধৱে
মুদিলা নেত্ৰ কমল॥ ৪৬৩

দেৱতা সবক বঞ্চিবাক লাগি
ধৰিলা মিছা ধিয়ান।
যতেক মাতন্ত নেদন্ত কাহাকো
কৃষ্ণে একো সম্বিধান॥
মঠ ধৰি হৰি বসিয়া আছন্ত
হুয়া আতি নিশৱদ।
বৈকুণ্ঠৰ পৰা আইল আগ বাঢ়ি
যত মুখ্য পাৰিষদ॥ ৪৬৪
মহা বাদ্যে ভণ্ডে চাৰি ছত্ৰে দণ্ডে
কৃষ্ণৰ মহিমা গাৱে।
কৰৈ কোলাহল তাল কৰতাল
নানা দিব্য যন্ত্ৰবাৱে॥
নাচৈ চতুৰ্ভুজ প্ৰজা তৈৰ পৰা
ধৱল চামৰ ঢোলে।
সকলে গগণ মণ্ডল ঢাকিলে
কৃষ্ণৰ কীৰ্ত্তন ৰোলে॥ ৪৬৫
সিৰীষ সেউতী চম্পক মালতী
পাৰিজাত সিঞ্চে মাথে।
এড়ি পৃথিবীক বৈকুণ্ঠে যাইবাক
সাজিলা জগত নাথে॥
আকাশ প্ৰকাশি কৰিলা প্ৰয়াণ
ৰশ্মি পুঞ্জে যেন চুলি।
দেখে নেদেখে বিজুলী চটকে
বৈকুণ্ঠে গৈয়া উঠিল॥ ৪৬৬
কৃষ্ণৰ গাৰৱ ৰশ্মি লাগি আসি
ব্ৰহ্মা আদি দেৱ মানে।
তিৰি মিৰি দেখি অধোমুখে সবে
পৰিলা নিজ বিমানে॥
চক্ষু ফুটে বুলি আখিক ঝম্পায়া
দুহাতে ধৰিলা আতি।
অনন্ত শয্যাত কেশৱ বসিলা
কৰি আতি পৰিপাটি॥ ৪৬৭

দেখিয়া প্ৰভুক উৎসুকে পড়িয়া
প্ৰণামিলা লক্ষ্মী মাৰে ।
কতো কালে লাগ পায়া ঝান্তিবাক
লাগিলা স্বামীৰ পাৰে ॥
মুখ্য পাৰিষদে উপাসি চৌপাশে
নম্ৰ ভাৱে স্তুতি বোলে ।
মাথাৰ উপৰে শ্বেত-ছত্ৰ তুলি
ধৱল চামৰে ঢোলে ॥ ৪৬৮
কৃষ্ণক দেখিতে কৰে আযাজাত
চতুৰ্ভুজ সেনা চানি ।
কৃষ্ণৰ আগত পৰি দণ্ডৱতে
ৰড়ে কৃষ্ণ জয় বাণী ॥
বৈকুণ্ঠ বাসীৰ ভৈল মহোৎসৱ
মিলিল মহা সম্পদ ।
ৰঙ্গে ঠাৰে ঠাৰে গুণ গীত গাৰে
বজাৰে পাঞ্চ শবদ ॥ ৪৬৯
ব্ৰহ্মা প্ৰতি মুখে দেৱ সবো দুখে
পড়ি আছে কতো বেলি ।
সন্ধুক্ষণ হুয়া উঠি আসি পাছে
নিহালন্ত চক্ষু মেলি ॥
কৃষ্ণৰ গতিক নেদেখিয়া দেৱে
আচৰিত হুয়া আছে ।
কৃষ্ণক অনেক প্ৰশংসা কৰিয়া
গৈলন্ত স্বৰ্গক পাছে ॥ ৪৭০
কৃষ্ণে এৰিলাতে পৃথিবী মণ্ডল
অধৰ্ম্মে জুৰিয়া ৰৈল ।
শ্ৰী ধৰ্ম্ম ধৃতি সত্য শৌচ নীতি
কৃষ্ণৰ লগতে গৈল ॥
স্বধৰ্ম্ম আচাৰ সবাকো খেদাইয়া
পাপে লৈলা সামৰাজ ।
পৃথিবীত শূন্য একো নথাকিল
একে হৰি নাম বাজ ॥ ৪৭১

তেতিক্ষণে যেন জ্বল ভৈল ভূমি
শূন্য ভৈল দশোদিশ ।
মহন্তৰ মহা মিলিল বিষাদ
দুৰ্জ্জনে কৰৈ হৰিষ ॥
কৃষ্ণৰ বিয়োগে অগনি উধাই
পাৰন্ত পৃথিবী গেড়ি ।
হা প্ৰাণ নাথ কৰিলা অনাথ
মোক কৈক গৈলা এড়ি ॥ ৪৭২
এবেসে বিধৱা ভৈলো মই আবে
কতনো পাপ সঞ্চিত ।
ধ্বজ বজ্ৰ যৱ চৰণৰ খোজে
আজিসে ভৈলো বঞ্চিত ॥
কলি চাণ্ডালৰ হাতত পৰিলো
পাইলে মোক মহা দুখে ।
এহি বুলি ভূমি কান্দে হুমাহুমি
আতি সলোতক মুখে ॥ ৪৭৩
শুনা সভাসদ ভাগৱত পদ
বিপদৰ ধূমকেতু ।
কলিৰ পাতেক ঘাতেক এইসে
সংসাৰ সাগৰে সেতু ॥
ঘোৰ কলিকাল আত নাহি ভাল
অধৰ্ম্মে জুড়িলে ৰাজ ।
দিনে দিনে লোক ভৈল মল মতি
আৰো আন চিন্তা কাজ ॥ ৪৭৪
গুচিল আচাৰ শৌচ সত্য ধৰ্ম্ম
একাকাৰ ভৈল লোক ।
মনে গুণি দেখা নিচিন্তে নাথাকা
যাইবে লাগৈ পৰলোক ॥
কেতিক্ষণে ধৰৈ যমৰ কিঙ্কৰে
কৈত বা মিলৈ মৰণ ।
কৃষ্ণত বিনাই আন গতি নাই
জানিয়া লৈয়ো শৰণ ॥ ৪৭৫

দোষৰ সাগৰ যদি কলি ইটো
আতো আছে মহা গুণ।
কেমনে কৃষ্ণৰ কীৰ্ত্তন কৰন্তে
উপজৈ সমস্তে পুণ্য॥
সুখে বসি ৰঙ্গে ভকতৰ সঙ্গে
কৃষ্ণক কৰা আলাপ।
লভিবা মুকুতি তৰিবা ভুকুতি
যমৰো যাতনা তাপ॥ ৪৭৬
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
নলৈবা পাষণ্ড মতি।
এড়া আন কাম বোলা ৰাম ৰাম
বৈকুণ্ঠে যাইবাক প্ৰতি॥ ৪৭৭

পদ

শুক নিগদতি শুনা ৰাজা মহাশয়।
কৃষ্ণৰ কথাত তুমি তেজিয়ো সংশয়॥
নাপাৰিলা আপুনাক মাধৱে ৰাখিত।
নকৰিবা আবে হেন শঙ্কা কদাচিত॥ ৪৭৮
যমৰো পুৰৰ আনি পৰম উৎসুকে।
মৃতক পুত্ৰক দিলা দক্ষিণা গুৰুকে॥
সশৰীৰে নিলা স্বৰ্গে অন্ত্যজ জৰাক।
সি কি কৃষ্ণে ৰাখিবে নোৱাৰে আপুনাক॥ ৪৭৯
ব্ৰহ্ম অস্ত্ৰে দহিলে তোমাৰ কলেৱৰ।
গদা ধৰি প্ৰবেশিলা গৰ্ভৰ ভিতৰ॥
অস্ত্ৰকো ভাঙ্গিলা যিটো জীয়াইলা তোমাক।
সি কি কৃষ্ণে ৰাখিবে নপাৰে আপুনাক॥ ৪৮০
বাণক ৰাখিবে লাগি যুজিলন্ত হৰে।
তাহাকো মুহিলা প্ৰভু নিজ জ্বৰ শৰে॥
জগতকে সংহৰে অন্তক যিটো ৰুদ্ৰ।
কৃষ্ণ আগে ভৈলন্ত পতঙ্গ যেন ক্ষুদ্ৰ॥ ৪৮১
পৰম ঈশ্বৰ হেন কৃষ্ণ কৃপাময়।
যাৰ কটাক্ষতে হোৱে সৃষ্টি স্থিতি লয়॥
হেন কৃষ্ণে ৰাখিবে নপাৰে আপুনাক।
কোননো বৰ্ব্বৰে আবে পতিয়াইবে আক॥ ৪৮২
মনুষ্য লোকত কিছু নাই সুস্থ গতি।
হেনসে দেখাইলা ইটো ত্ৰিজগত পতি॥
বৈকুণ্ঠক লড়ি গৈলা নৰৈ দ্বাৰকাত।
জানিয়া নৃপতি শঙ্কা নকৰিবা আত॥ ৪৮৩
যিটো মহা ৰাজা সিংহাসনে থাকে চৰি।
ইন্দ্ৰ হেন অন্ত কালে মৰে তান্ত তৰি॥
মৰিলে অৰণ্যে হোৱে বিষ্ঠা পলু ছাই।
কুৎসিত বিষয় দেখা একো সুখ নাই॥ ৪৮৪
কৃষ্ণৰ ভকতি সুখ সাগৰ সঙ্কাশ।
জ্ঞান কৰ্ম্ম এড়ি কৰা হৰিত বিশ্বাস॥
ব্ৰহ্মলোক পৰ্য্যন্তে কালৰ নেড়াই হাত।
জানি সবে তেজি ভজা কৃষ্ণক সাক্ষাত॥ ৪৮৫
ই কথা থাকোক ৰাজা শুনা পাছ কথা।
বসুদেৱ দৈৱকীৰ যি ভৈলা অৱস্থা॥
কৃষ্ণে পঠাই দিলা যেবে বাৰ্ত্তা কহিবাক।
দাৰুক সাৰথি পাছে গৈলা দ্বাৰকাক॥ ৪৮৬
গোবিন্দৰ বিয়োগে বিহ্বল আতি হুই।
চাই আছে বাট নৰনাৰী উৰ্দ্ধ মুই॥
মুণ্ডছয় হাত-ফোট নিশ্বাস দুখত।
ধান দিলে হোৱৈ আখৈ প্ৰজাৰ মুখত॥ ৪৮৭
হা বিধি কিবা আজি মিলাৱৈ অৱস্থা।
পতি পুত্ৰ জ্ঞাতিৰ শুনোহো কিবা কথা॥
এহি বুলি নাৰী সবে অন্যো অন্যে ৰড়ে।
সৰসৰি নীৰ নয়নৰ পৰা পৰে॥ ৪৮৮
বিমঙ্গল দেখিয়া সবাৰো কাম্পে বুক।
বাৰ্ত্তা লৈয়া তৈতে আসি মিলিলা দাৰুক॥
বিবৰ্ণ বদন দুখে নলৰে অৱস্থা।
দেখিয়া জানিল সবে আথান্তৰ কথা॥ ৪৮৯

উগ্রসেন বসুদেৱে আছা দুখ ভাৱে।
পৰিলা দাৰুক গৈয়া দুই হস্তৰ পাৰে ॥
চক্ষুৰ লোতকে তিয়াইলন্ত দুইৰো ভৰি।
অনেক কান্দিলা কৃষ্ণ ৰামক সুমৰি ॥ ৪৯০
বসুদেৱ দৈৱকীক দেখিয়া দুনাই।
দশ গুণে সিটো শোক অগনি উধাই ॥
হা কৃষ্ণ কৃষ্ণ বুলি দিলা দীৰ্ঘ উকি।
ঝমক দেখিয়া কতো থাকন্ত নিচুকি ॥ ৪৯১
দেখি সমস্তৰে ধাতু অন্তৰীক্ষ ভৈল।
দাৰুকক বেঢ়ি বাৰ্ত্তা পুচিবাক লৈল ॥
কিবা আথন্তৰে কান্দা কিসৰ অন্তৰে।
কি ভৈল সাৰথি কথা কহিয়ো সত্বৰে ॥ ৪৯২
সম্ভুকি দাৰুকে উঠি সলোতক মুখে।
তেজিলন্ত নিশ্বাস মনত মহা দুখে ॥
কি কহিবো কথা মোৰ দহয়ে হৃদয়।
সমৰে মৰিল যদুবীৰ সমস্তয় ॥ ৪৯৩
অস্ত্ৰ সব ঢুকুয়াইল হানিল মাডুৰি।
পড়িল সকলে সাগৰৰ তীৰ জুৰি ॥
মিলিল সন্তাপ দেখি বংশৰ নিৰ্য্যাণ।
মূৰ্দ্ধাস্ফোট কৰি বলো চাড়িলন্ত প্ৰাণ ॥ ৪৯৪
ভাইক ধৰি অনেক কান্দিলা দামোদৰ।
বনত পশিলা প্ৰভু হুয়া একেশ্বৰ ॥
বিচাৰিয়া পাইলো পাছে অনেক বিকলে।
বসিছা মাটিত শিশু অশ্বত্থৰ তলে ॥ ৪৯৫
বিন্ধি আছে শৰ পাতে প্ৰভুৰ পাৰত।
দেখিয়া কান্দিলো শোকে কৃষ্ণৰ আগত ॥
পালটাই পঠাইলা বাৰ্ত্তা কহিবাক লাগি।
প্ৰভুক এৰিয়া আইলো মই মন্দভাগী ॥ ৪৯৬
কিবা ভৈল প্ৰভুৰ নাজানো পাছ কথা।
প্ৰাণ ফুটি যাই দেখি যদুবংশৰ অৱস্থা ॥
অনেকো নবৈল নিৰন্তৰে ভৈল হত।
শুনি শোকে আয় যেন লাগিল গাৱত ॥ ৪৯৭

গালত চাপৰ মাৰৈ শোকে শ্ৰুতি নাই।
হা পতি পুত্ৰ বুলি গেড়িয়ান্তে যায় ॥
ঝমক দেখিয়া কতো থাকন্ত থমকি।
পুত্ৰ পুত্ৰ বুলি কতো কান্দে মকমকি ॥ ৪৯৮
পথতে পৰন্তে যাই শোকে অগ্নি জ্বলে।
তুলি ধৰি নেই বন্ধু বান্ধৱসকলে ॥
কতো হিয়ে হানে মুঠি উঠি উঠি পৰে।
হাঁ স্বামী বুলি কতো কান্দন্তে লৰবে ॥ ৪৯৯
এহিমতে গৈয়া সবে দেখিলেক পাছে।
সাগৰৰ তীৰক মৃতকে বেঢ়ি আছে ॥
মৰা বন্ধু বান্ধৱক দেখিয়া সাক্ষাত।
শোকে গেড়ি পাৰৈ প্ৰজা কোটি অসংখ্যাত ॥ ৫০০
স্বৰ্গকো নপাইলে ক্ৰন্দনৰ আৰ্ত্তৰাৱে।
সাগৰৰ উৰ্ম্মি যেন উঠলিল বাৱে ॥
মৰা পতি পুত্ৰ সোদৰৰ বান্ধি গলে।
কতো নাৰীগণে কান্দে হাকলে বিকলে ॥ ৫০১
ভূমিত পৰিয়া কতো আফালন্ত মাথ।
মোক এৰি কৈক যাহা ঐ প্ৰাণ নাথ ॥
সুকি সুকি স্বামীক আলিঙ্গি গলে বান্ধি।
কৰন্ত কাৰুণ্য নাৰীগণে কান্দি কান্দি ॥ ৫০২
দিয়া মুখ মুখত বিনাৰৈ গুণ আতি।
কিয় প্ৰাণ প্ৰভু আছাঁ আমাক নমাতি ॥
শীতল শয্যাত যিটো ঘেলাইলাহা গায়।
কিয় পৰি ভৈলা ধূলি ধূনন স্বভায় ॥ ৫০৩
উঠা উঠা প্ৰাণনাথ নিদ্ৰা পৰিহৰি।
মাতো মই তোমাৰেসে সুভগা সুন্দৰী ॥
বায়ু ধৰি আছা কিয় নলৰা উশাহ।
আবেসে জানিলো আমি ভৈলো সৰ্ব্বনাশ ॥ ৫০৪
কৈক যাহা ঐ প্ৰাণপতি মোক এড়ি।
কান্দে আৰ্ত্তৰাৱে সবে মৃতকক বেঢ়ি ॥
মহা শোকে বসুদেৱ দৈৱকী ৰোহিনী।
ৰাম কৃষ্ণক বিচাৰিয়া ফুৰে তিনি ॥ ৫০৫

পুত্ৰ পুত্ৰ বুলিয়া পাৰন্ত উকি আতি ।
কৈত আছা ছুয়ো বাপু আমাক নমাতি ॥
শৰীৰ নসহে দহে তোহোৰ অগনি ।
দুখুনী দৈৱকী মাতো তোমাৰ জননী ॥ ৫০৬
ঝাণ্টে দেখা দিয়ো বাপু বনৰ বঝাই ।
জুৰুৰাউ জীৱ ঐ প্ৰাণৰ পুতাই ॥
পাপী কংসে মাৰিলে প্ৰথমে ছয় পোক ।
তোৰ মুখ দেখি পাসৰিলো সিটো শোক ॥ ৫০৭
তয়ো তেজিবাক চাস বুকে দিয়া জুই ।
মাতৃ বধ লৈলে তোৰ কোন লাভ হুই ॥
বৃদ্ধ পিতৃ মাতৃক কৰিয়া অনাথিতি ।
কমল লোচন পুত্ৰ গৈল কোন ভিতি ॥ ৫০৮
মৰিল সবংশে দেখি পায়া অপমান ।
কৈত আছা পৰি বাপ কৃষ্ণ মোৰ প্ৰাণ ॥
পিণ্ডক জলক লাগি নথাকিল সঞ্চ ।
এভো প্ৰাণ পুতাই তই আমাক নবঞ্চ ॥ ৫০৯
দিয়ো দেখা দামোদৰ দূৰ হৌক দুখ ।
নেত্ৰ ভৰি দেখো বাপু সিটো চন্দ্ৰ-মুখ ॥
উপজি এৰিয়া মোক গৈলি নন্দ ঘৰে ।
বগাইলো নিহল মই তোহোৰ অন্তৰে ॥ ৫১০
পাপী কংসে নানা দুখ দিলা বন্দী কৰি ।
মোক এৰি যাস সিয়ো গুণ নুসুমৰি ॥
এভো ওহ্লাই মাত মোক মাধৱ পুতাই ।
মোক শোক অগনিত নমাৰ পেহ্লাই ॥ ৫১১
তোহোৰ বিয়োগে হেৰা যাওঁ যমলোক ।
অন্তকালে পুতাই পৰিচ্ছেদা দেখা মোক ॥
যাদৱ বংশৰ তাপ অপাৰ সাগৰ ।
তোমাৰ বিয়োগে ভৈল কুম্ভীৰ মগৰ ॥ ৫১২
বাড়য় অগনি ইটো কৃষ্ণ তোৰ শোকে ।
আবেসে সমূলি পুলি পুতাই মাৰৈ মোকে ॥
মৰন্তে নপাইলো লাগ ঐ কৃষ্ণ বাপ ।
মৰবো পুৰন্তো তোৰ লেড়াইবো সন্তাপ ॥ ৫১৩

এহি বুলি বিচাৰি ফুৰন্ত তিনি প্ৰাণী ।
হা বাপ কৃষ্ণ বুলি হিয়ে মুষ্টি হানি ॥
কৃষ্ণ কৃষ্ণ বুলিয়া পাৰন্ত কতো উকি ।
মূৰ্চ্ছা গৈয়া পৰি কতো থাকন্ত নিচুকি ॥ ৫১৪
ধাৰায়ে লোতক স্ৰৱৈ শ্ৰুতি নাই গাত ।
শোকানলে দহে কুক্ষি আসৈ ভৰি হাত ॥
শুখাই ওঠ কণ্ঠ তালু দশন নিষ্পান ।
নৰহয় জীৱ যেন ফুটি যাই প্ৰাণ ॥ ৫১৫
কৃষ্ণ কৃষ্ণ বুলিয়া কৰন্ত হাহাকাৰ ।
চক্ষু মেলি চাহন্তে দেখন্ত অন্ধকাৰ ॥
বসুদেৱ দৈৱকী ৰোহিনী বৰ নাৰী ।
নপাইল পুত্ৰ দুইক প্ৰবন্ধে বিচাৰি ॥ ৫১৬
নিশ্চয়ে জানিলো ৰাম কৃষ্ণ গৈলা মৰি ।
কান্দিলা তিনিয়ো প্ৰাণী কৰি ধৰাধৰি ॥
বসুদেৱে বোলন্ত থাকিয়ো প্ৰাণেশ্বৰী ।
পুত্ৰশোকে পোৰৈ হেৰা মই যাওঁ মৰি ॥ ৫১৭
পৰিচ্ছেদ দেখা দেখি ভৈলো আজি ধৰি ।
হেন শুনি কান্দি কান্দি মাতন্ত সুন্দৰী ॥
এতেকে ঘাতুক বাণী বোলা কিবা হেতু ।
কেৱলেসে ৰহি আছে মোৰ কলা ধাতু ॥ ৫১৮
কৃষ্ণৰ লগতে গৈল মোৰ পঞ্চ প্ৰাণ ।
মৰি আসিলোহো আবে নাসে সমিধান ॥
ৰোহিণী বোলন্ত যাইবা আমাক উপেক্ষি ।
মৰি গৈল ৰাম পুত্ৰ জীৱো কাক দেখি ॥ ৫১৯
পুত্ৰ শোকে ফুটি হেৰা জীৱ মোৰ যায় ।
এহি বুলি কান্দন্ত তিনিকো তিনি ঠাই ॥
চৰি যাই মৰ্ম্ম শোকে অগ্নি যাই জ্বলি ।
কতো বেলি আছিলা কৰিয়া গলাগলি ॥ ৫২০
তিনিৰো হৰিল আতি চেতন গিয়ান ।
কৃষ্ণক কৰন্ত মাত্ৰ মনত ধিয়ান ॥
কৃষ্ণ গুণ বৰ্ণান্তে নিৰ্ম্মল ভৈল চিত্ত ।
নিজ ৰূপে তৈল কৃষ্ণ হিয়াত বিদিত ॥ ৫২১

কৰ্ম্মবন্ধ চিণ্ডি চাৰিলন্ত পাছে প্ৰাণ।
পাইলা মহা গতি ভৈল তিনিৰো নিৰ্য্যাণ ॥
কৃষ্ণক নপাই পাছে ৰাজা উগ্ৰসেন।
কৃষ্ণতে সুস্পিয়া প্ৰাণ বাউল ভৈলা যেন ॥ ৫২২
মহা মৰ্ম্মে দিয়া উকি কৃষ্ণ কৃষ্ণ বুলি।
উফৰি পড়িযা ৰাজা মৰিলা সমূলি ॥
অনেক সহস্ৰ কোটি যাদব কুমাৰ।
হবৈ দৰ্পে ইন্দ্ৰৰো দেখন্তে চমৎকাৰ ॥ ৫২৩
তিলেকতে অন্যো অন্যে সবে ভৈল হত।
কমনে বুজিবে পাৰৈ কৃষ্ণৰ মহত ॥
যতেক পৰম বীৰ যাদব অপাৰ।
শতেক বৎসৰে কোনে লেখা দিবে তাৰ ॥ ৫২৪
তাসম্বাৰ শুনিয়ো পঢোৱা ওজা যত।
তিনি কোটি চৌৰাশী হাজাৰ একশত ॥
সহস্ৰ সংখ্যাত ছাত্ৰ একৈক ওজাৰ।
তাৰ লেখা কৰিতে শকতি আছে কাৰ ॥ ৫২৫
সাগৰ সঙ্কাশ সিটো যদুবীৰ যত।
একে তিলে চয় ভৈল কালৰ হাতত ॥
সমৰত যম সম সবে ধনুৰ্দ্ধৰ।
প্ৰতাপে আদিত্য দ্যুতি ভোগে পুৰন্দৰ ॥ ৫২৬
যাহাৰ কোপত তৃণৰত দেৱাসুৰ।
দেখিয়ো ক্ষণেকে কালে কৰিলেক চুৰ ॥
শুনা সভাসদ সবে কেশৱৰ কথা।
দেখিয়োক কেন যদু বংশৰ অৱস্থা ॥ ৫২৭
আউৰ ইটো বিষয় সুখত কৰা আশ।
দিনে দিনে যাই আয়ু মৃত্যু চাপে পাশ ॥
তেজিয়োক ধন জন জীৱনৰ গৰ্ব্ব।
কালে পাইলে একে তিলে হৰিবেক সৰ্ব্ব ॥ ৫২৮
মায়াময় বিষয় ক্ষণেকে হোৱে ছয়।
জানিয়া কৃষ্ণৰ পাৱে পশিয়ো শৰণ ॥
কৃষ্ণেসে পৰম বন্ধু কৃষ্ণেসে ঈশ্বৰ।
কৃষ্ণেসে পৰম আত্মা সমস্তে লোকৰ ॥ ৫২৯

কৃষ্ণেসে মুকুতি দাতা কৃষ্ণে ইষ্টদেৱ।
জানি দৃঢ় ভকতি কৃষ্ণক কৰা সেৱ ॥
পুত্ৰ ভাৰ্য্যা সবে এড়ে মৃতক জনক।
মৰিলেয়ো পাৰে লাগ বান্ধৱ কৃষ্ণক ॥ ৫৩০
হেন বন্ধু কৃষ্ণ আছা হিযাত সাক্ষাত।
মৰৈ তাঙ্ক নভজি চিত্ত নিজ যাতনাত ॥
নাৱ এড়ি তল যাই জলত বিবুধি।
যেন ৰোগী মৰৈ কোছে আছন্ত ঔষধি ॥ ৫৬১
হাতৰ অমৃত এৰি কৰৈ বিষ পান।
হিযাত কৃষ্ণক তেজি ভজে দেৱ আন ॥
গীতা ভাগৱত ইটো শাস্ত্ৰৰ সম্মতি।
জানি নকৰিবা আত সংশয় সম্প্ৰতি ॥ ৫৩২
কৃষ্ণে ৰাজা দেৱৰো ধৰ্ম্মৰো ৰাজা নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম ॥ ৫৩৩

---

### দুলড়ী

পাছে শোকে দুখে — ৰুক্মিণী প্ৰমুখ্যে
কৃষ্ণৰ অষ্ট মহিষী।
বিচাৰি ফুৰন্ত — কৃষ্ণৰ প্ৰবন্ধে
সিটো ৰণ ভূমি পশি ॥
স্বামীৰ সন্তাপে — শৰীৰ শুখাই
খসি পৰৈ অলঙ্কাৰ।
সুলকিল চুল — হৃদয় আকুল
দিনতে দেখৈ আন্ধাৰ ॥ ৫৩৪
নয়ন পদ্মৰ — নীৰ পৰৈ ঝৰি
কান্দন্ত গুণ বৰ্ণাই।
ভৈলোহো অনাথ — হা প্ৰাণনাথ
কৰিলা কোন বিলাই ॥
কত পুণ্যে পাইলো — তুমি হেন স্বামী
আমি সবে অভাগিনী।
কি ভৈল ললাট — ভাঙ্গি ভৰা হাট
পাড়িলে বিধি বিধিনী ॥ ৫৩৫

চন্দ্ৰতো অধিক মুখ পদ্ম সিটো
ধাকিবে নপাইলো চাই ।
অমৃত সুৰস মধুৰ আলাপ
নাপাইবো আউৰ দুনাই ॥
ৰত্নৰ শয্যাত শুতিবেক কোনে
চামৰে ঢুলিবো কাক ।
অৰুণ চৰণ পূজিবে নপাইলো
দণ্ডিলে দৈৱে আমাক ॥ ৫৩৬
কমল নয়ন হাস্য নিৰীক্ষণ
সুমৰি গোপ্য আলাপ ।
প্ৰাণ যাই ফুটি পাৰৈ লোটালুটি
অনেক কৰি বিলাপ ॥
সু নাসিকা সিটো ৰাতুল অধৰ
দশন মাণিক পান্তি ।
কোটি কন্দৰ্পৰো দৰ্প কৰৈ চুৰ
শ্যাম শৰীৰৰ কান্তি ॥ ৫৩৭
সম্যেকে মনত অমৃত বৰিষৈ
দেখন্তে ঈষত হাস ।
সুধা সম সিটো বচনে আমাক
কৰিবে কোনে আশ্বাস ॥
আউৰ নেদেখিবো মুখ পদ্ম সিটো
জ্বলৈ যেন চন্দ্ৰ কোটি ।
সুমৰিয়া মহা বাহু বক্ষ স্থল
কিয় নযাই প্ৰাণ ফুটি ॥ ৫৩৮
ব্ৰহ্মা মহেশ্বৰ যাহাৰ কিঙ্কৰ
যিটো জগতৰে দেৱ ।
হেনয় সুস্বামী ভৈলোহো বঞ্চিত
কৰিবে নপাইলো সেৱ ॥
জগত দুৰ্ল্লভ প্ৰাণৰ বল্লভ
তেজি গৈলা কৈক লাগি ।
স্বামী অবিহনে কি কৰৈ জীৱন
কিসক জীয়ো অভাগী ॥ ৫৩৯

পতিব্ৰতা স্ত্ৰীৰ স্বামীসে জীৱন
কেনে ৰাখি আছো প্ৰাণ ।
হেন মনে মানি কাষ্ঠচয় আনি
নিৰ্ম্মিলন্ত চিতা খান ॥
ঘৃতচয় ঢালি জ্বালিলা অগনি
লঙ্ঘিল গগণে গৈয়া ।
পাছে নাৰী সবে সাধৈ ইষ্টবৰ
হাতে পুষ্পাঞ্জলি লৈয়া ॥ ৫৪০
জন্মে জন্মে হুইবো কৃষ্ণৰ কিঙ্কৰ
আন নবাঞ্চহো আমি ।
হুইবন্ত আমাৰ পৰম ঈশ্বৰ
কৃষ্ণেসে টিকৰ স্বামী ॥
সততে চিতত নুগুচোক তান
চৰণত অভিলাষ ।
হেন মনে মানি কৃষ্ণক আলিঙ্গি
অগনিত দিলা ঝাষ ॥ ৫৪১
আত অনন্তৰে ৰেৱতী প্ৰমুখ্যে
ৰামৰ যত সুন্দৰী ।
স্বামীৰ শৰক আলিঙ্গি ধৰিয়া
সবে গৈলে সৰতৰি ॥
কৃষ্ণৰ কনিষ্ঠ যত ভ্ৰাতৃগণ
সি ঠাইত কেহো নৰৈল ।
স্বামীক সাৰটি চড়িয়া চিতাত
সবে সৰতৰি*গৈল ॥ ৫৪২

* সৈভাৰি সতী।

কামদেৱ আদি কুমাৰ সবৰ
আছে যত ভাৰ্য্যাগণ ।
সুকি সুকি সবে স্বামীৰ লগত
কৰিলা অনুগমণ ॥
সাগৰৰ তীৰ ডুবিলেক জুই
শিশুৰ শুনি ক্ৰন্দন ।
চিতা ধুম্ৰে সবে আকাশে ব্যাপিল
দ্বাৰকা ভৈল উছন্ন ॥ ৫৪৩

কুলক সংহৰি যেবে দেৱহৰি
বৈকুণ্ঠক গৈলা চলে।
দ্বাৰকা নগৰ সমূলঞ্চে তল
গৈল সাগৰৰ জলে॥
ৰুক্মিণী দেৱীৰ ৰত্নৰ মন্দিৰ
কেৱলে ৰহিলা তাত।
যাক ভগৱন্তে ক্ষেণেকো নেড়ন্ত
অদ্যাপি দেখি সাক্ষাত॥ ৫৪৪
ইন্দ্র সম সিটো এৰে এৰে বীৰ
দিশ যশ মান বলে।
যাদৱ বংশক যুদ্ধত জিনিবে
হেন নাই ৰবি তলে॥
কালে সংহাৰন্তে তিলেকো নভৈল
দেখা কেনে বিপৰীত।
অথিৰ জীৱন জানিয়া কৃষ্ণৰ
চৰণত দিয়া চিত্ত॥ ৫৪৫

---

গ্ৰন্থকাৰৰ পৰিচয়

ছবি

বৰদোৱা নামে গ্ৰাম শস্যে মৎসে অনুপাম
ব্ৰহ্মপুত্ৰে বস্ত যাৰ কাছে।
ভৈলা সেহি গ্ৰামেশ্বৰ যাৰ নাম ৰাজধৰ
যাৰ যশ ৰাশি এভো আছে॥
তানে পুত্ৰ সূৰ্য্যবৰ মহা বৰা বংশধৰ
কায়স্থ কূলৰ সন্ত শিষ্ট।
যাৰ যশ এভো জ্বলে জয়ন্ত মাধৱ দলৈ
দুয়ো ভাই যাহাৰ কনিষ্ঠ॥ ৫৪৬

তানে পুত্ৰ অনুপাম প্ৰসিদ্ধ কুসুম নাম
ভৌমিক মধ্যত নাহি ভুল।
দানী মানী গুণৱন্ত মহাজনে যথানন্ত
বংশৰ মধ্যত পদ্মফুল॥
তাহানে সন্ততি আতি জ্ঞান শূন্য শিশুমতি
কেশৱৰ কিঙ্কৰ শঙ্কৰে।
কথা একাদশ স্কন্ধ বিৰচিলা পদ বন্ধ
শুনা সভাসদ নিৰন্তৰে॥ ৫৪৭
নচাই শাস্ত্ৰ পৰিচ্ছেদ হঠাতে নকৰা খেদ
কৰযোৰে বোলা ভুতি ৰাক।
পূৰ্ব্বাপৰে শাস্ত্ৰ চাই যেবে দেখা কথা নাই
তেবে নিন্দা বুলিবা আমাক॥
যিটো জনে আজিজ্ঞাসি হঠাতে নিন্দয় আসি
তাকো মোৰ অঞ্জলি সম্পুট*। * ঠোলা
কহো মই সাঞ্চে সাঞ্চে তাতো মহা লাভ আছে
নিন্দি মাত্ৰ হোক মোত তুষ্ট॥ ৫৪৮
বিনাশে স্বধৰ্ম্মচয় মোৰ পাপ কৰে ক্ষয়
দেখা সিটো কেনে উপকাৰী।
তাকো নেক্ষেমিবো যেবে মোত পৰে আছে হেবে
আউৰ কোন মহা অহঙ্কাৰী॥
ই কথা থাকোক আৰে পৰলোকে যাইবে লাগে
জানি লম্বা পথৰ সম্বল।
জন্মক নকৰা বৃথা শুনা ইটো কৃষ্ণকথা
কৈত পৰে জীৱন চঞ্চল॥ ৫৪৯
দিনে হোৱৈ আয়ু পাত চেতন নাহিকে গাত
অলপ পানীৰ যেন মাছ।
নিতে শুখাই পড়ে জল তাতে কৰে কতূহল
কাল বাঘ লাগি আছে পাছ॥
কেতিক্ষণে গিলে ধৰি তিলেককে যাইবা মৰি
কৃষ্ণ বিনে গতি নাই আৰ।
কৃষ্ণসে বক্ষাৰ হেতু যাম নামে বান্ধি সেতু
সংসাৰ সাগৰ হোৱা পাৰ॥ ৫৫০

পৰম মঙ্গল নাম     কৃষ্ণ ইটো অনুপাম
যাৰ থাকে বাক্যত সতত ।
তাৰ মহা পাপ কোটি     নাম অগনিত পুৰি
ভস্ম হুয়া যাই ক্ষণেকত ॥
কোটি শত তীৰ্থ স্নান     কোটি যজ্ঞ কোটি দান
নামৰ ৰেণুকো নুই সম ।
শাস্ত্ৰৰ জানিবা মজ্জা     নামেসে পুণ্যৰ ৰাজা
পাতেকৰ কালান্তক যম ॥ ৫৫১
আনো যত বেদচয়     জানা সবে মায়াময়
আন কৰ্ম্ম ধৰ্ম্ম সবে ধান্ধা ।
কৃষ্ণসে দেৱৰো ৰাজা     জানিয়া কৃষ্ণক ভজা
কৃষ্ণৰ নামক গলে বান্ধা ॥
গীতা ভাগৱত শাস্ত্ৰ     কৰৈ এহি তত্ত্ব মাত্ৰ
মুখ্য ধৰ্ম্ম হৰিগুণ নাম ।
সুদৃঢ় বিশ্বাস কৰি     হৃদয়ে কৃষ্ণক ধৰি
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৫৫২

### অৰ্জ্জুনৰ বিষাদ

#### পদ

শুক নিগদতি শুনা ৰাজা পৰীক্ষিত ।
যেন কথা ভৈল আত অন্তৰে তহিত ॥
মিলিল তহিতে আসি দিন কতিপয় ।
তযু পিতামহ মহাবীৰ ধনঞ্জয় ॥ ৫৫৩
দ্বাৰকাবাসীৰ আসি দেখিলা অৱস্থা ।
গৈলা এড়ি কৃষ্ণৰ শুনিলা সিটো কথা ॥
হিয়াত পড়িল যেন বজ্ৰৰ প্ৰহাৰ ।
মহা দুখে অৰ্জ্জুনে দেখন্ত অন্ধকাৰ ॥ ৫৫৪
কৃষ্ণ বিনে ভৈল অন্ধ যেন ধনঞ্জয় ।
ফুটি যাই প্ৰাণ দুখে দগধ হৃদয় ॥
বুৰিল চেতন শোক অগণিব ৰালে ।
হা কৃষ্ণ বন্ধু বুলি পড়িলা নিচালে ॥ ৫৫৫
নাই শ্ৰুতি জ্ঞান যেন মৃতক আলয়* ।
নয়নৰ পৰা নীৰ ধাৰায়ে বহয় ॥
হা কৃষ্ণ বুলিয়া হানন্ত হিয়ে মুঠি ।
ঢ়াত ঢ়াত মাটিত পৰন্ত উঠি উঠি ॥ ৫৫৬
সুমৰি সুমৰি সিটো মাধৱৰ গুণ ।
পৰম আকুল ভাৱে কান্দন্ত অৰ্জ্জুন ॥
এৰি মোক কৈক গৈলা হা প্ৰাণনাথ ।
আজিসে জানিলো ভৈলো পাণ্ডৱ অনাথ ॥ ৫৫৭
বন্ধু অবিহনে জীৱনতো নাহি সুখ ।
আউৰ নেদেখিবো সুপ্ৰসন্ন সিটো মুখ ॥
ঈষত হসিত চাৰু কমল লোচন ।
শুনন্তে অমৃত স্ৰবে মধুৰ বচন ॥ ৫৫৮
অৰুণ চৰণ কাৰ থাকিবো নিৰেখি ।
কোনে বুলিবেক মোক ওঁৱা প্ৰাণসখী ॥
বান্ধৱ বুলিয়া কোনে সাবটিয়ে ধৰি ।
ইসব সুমৰি গুণ এভো নযাওঁ মৰি ॥ ৫৫৯
ইহাতেসে অধিকে দহৰে মোৰ বুক ।
অন্তকালে নেদেখিলো মাধৱ বন্ধুক ॥
নুগুছয় আউৰ হৃদয়ৰ ইসি শাল ।
হৰি হৰি কিনো ভৈল অভাগ্য কপাল ॥ ৫৬০
হা বিধি আছে কত পাতেক সঞ্চিত ।
মাধৱ বান্ধৱ এৰে কৰিলি বঞ্চিত ॥
কাৰ নেদেখিলো আৰ অৰুণ চৰণ ।
আপদ কালত কাত পশিবো শৰণ ॥ ৫৬১
সঙ্কট সময়ে কোনে ৰাখিবে আমাক ।
পাণ্ডৱ বংশক পাইলে আবেসে বিপাক ॥
বান্ধৱৰ বিয়োগে নিজীবো আমি কেৱ ।
হা কৈক গৈল মোৰ কৃষ্ণ ইষ্টদেৱ ॥ ৫৬২
ঋষি সবে কৰৈ নৰ নাৰায়ণ দুই ।
একে লগে আইলো কৃষ্ণ ধনঞ্জয় হুই ॥
আবে কেনে এৰি গৈলা ঐ কৃষ্ণ বাপ ।
কোন দোষে দিলা মোক পৰম সন্তাপ ॥ ৫৬৩

* সদৃশ

কৃষ্ণ অৰ্জ্জুনৰ কিছো নাহিকে অন্তৰ।
শুনো গলাৰৰ মই লোকৰ মুখৰ॥
সিয়ো ভৈল মিছা মোক এড়িলে বান্ধৱ।
আবেসে জীৱন্তে মই জানা মৰা শৱ॥ ৫৬৪
কৈৰ মই অধম মনুষ্য গোট হুই।
একে শয্যা একে আসনত থাকো শুই॥
ইসব তোমাৰ মহা স্নেহক সুমৰি।
কিনো মই নিদাৰুণ এভো নযাওঁ মৰি॥ ৫৬৫
ব্ৰহ্মা হৰে দূৰতে প্ৰণামে নমাই মাথ।
ৰথৰ সাৰথি ভৈলা হেন জগন্নাথ॥
আজি অনাথিতি কৰি কৈ গৈলা বান্ধৱ।
তুমি বিনে মৰো হেৰা মধ্যম পাণ্ডৱ॥ ৫৬৬
কাহাৰ চৰণ চাই মিলিবে উৎসুক।
আউৰ ই জন্মত মই নেদেখো প্ৰভুক॥
ঐ বাপ কৃষ্ণ মোক তেজিলি নিশ্চয়।
কাত গৰ্ব্ব কৰি আবে জীবো ধনঞ্জয়॥ ৫৬৭
কাৰ নিৰেখিবো আবে ধ্বজ বজ্ৰ যব।
আজিসে গুছিল পৃথিবীৰ মহোৎসৱ॥
শূন্য ভৈল দশোদিশ দিনতে আন্ধাৰ।
অন্ধলাৰ চক্ষু কৃষ্ণ কৈ গৈলা আমাৰ॥ ৫৬৮
আউৰ কৈত পাইবো হৰি হেন উপকাৰী।
পাৰৈ এহি বুলি বীৰে মাটিত লোটাৰি॥
চক্ষু গোটা দেখিবে নপাইলো প্ৰাণনাথ।
পড়ি পড়ি পৃথিবীত আফালন্ত মাথ॥ ৫৬৯
সুমৰি সুমৰি মাধৱৰ গুণ যত।
নিনিমাই সিটো শোক অগনি গাৱত॥
কৃষ্ণ কৃষ্ণ বুলিয়া পাৰন্ত আতি গেড়ি।
কান্দে দ্বাৰকাৰ লোকে তাঙ্ক বেঢ়ি বেঢ়ি॥ ৫৭০
মাধৱৰ ভাৰ্য্যা যত ষোড়শ হাজাৰ।
ৰহি আছে কথমপি প্ৰাণ ভাসন্মাৰ॥
ক্ৰন্দন শুনিয়া সি ঠাইক সবে আইল।
অৰ্জ্জুনক দেখি দুনাই অগনি উধাইল॥ ৫৭১

আছে অস্থি চৰ্ম্ম মাত্ৰ নেৰে হুদি খেদ।
চক্ষুৰ লোতক সৰ্ব্বদায়ে নুহি ছেদ॥
বিমুক্ত কেশ সবে মলিন স্বভাৱ।
হা প্ৰাণ প্ৰভু বুলি কৰৈ আৰ্ত্তৰাৱ॥ ৫৭২
কোথা গৈল প্ৰাণনাথ পাপিনীক এৰি।
প্ৰভু অবিহনে আমি জীওঁ কেন কৰি॥
হানে হিয়ে মুঠি শোকে প্ৰাণ যাই ফুটি।
স্বামীৰ সন্তাপে পৃথিবীত পাৰে লুটি॥ ৫৭৩
বাল্য বৃদ্ধ বিধৱা অনাথ যত নাৰী।
হা পতি পুত্ৰ বুলি কান্দে গেড়ি পাৰি॥
অৰ্জ্জুনক দেখি দুনাই জ্বলিল সন্তাপ।
সাগৰৰ বালি জুৰি কৰন্ত বিলাপ॥ ৫৭৪
হা মাৰ বাপ বুলি আতি আৰ্ত্তনাদে।
কান্দে শিশু সবে পৰি পৰম বিষাদে॥
উঠলিল ক্ৰন্দনৰ উৰ্ম্মি মহা ৰোল।
আকাশক ফেৰিয়া লজ্ঘিল স্বৰ্গ কোল॥ ৫৭৫
কৃষ্ণৰ বিৰহে বহ্নি দগধ শৰীৰ।
আছা পৰি মধ্যম পাণ্ডৱ মহাবীৰ॥
কৃষ্ণক স্মৰন্তে মহা মৰ্ম্মে দহে বুক।
মিলিলা তহিতে আসি সাৰথি দাৰুক॥ ৫৭৬
নিনিমাই শোকানল নাই শান্তি সুখ।
আছে তিতি লোতকে মলিন মহাদুখ॥
বীৰ অৰ্জ্জুনক আসি দেখিলা প্ৰত্যেক।
হা কৃষ্ণ বাপ বুলি কান্দিলা অনেক॥ ৫৭৭
পাছে ধৈৰ্য্য ধৰি কৰি ক্ৰন্দন নিৰোধ।
পাণ্ডৱক সাৱটিয়া বোলন্ত প্ৰবোধ॥
উঠা উঠা ধনঞ্জয় তেজিয়ো সন্তাপ।
শুনা যেন বচন বুলিলা কৃষ্ণ বাপ॥ ৫৭৮
কৰিলন্ত কৃষ্ণে শোক সুমৰি তোমাক।
অন্তকালে নপাইলো সখিক দেখিবাক॥
ইসে খেদে অধিকে দহৰে মোৰ বুক।
মোক আদেশিলা কথা কহিবা দাৰুক॥ ৫৭৯

প্ৰাণ সখি সুমৰন্ত যেবে মোৰ গুণ।
বাল্য বৃদ্ধ বিধৱাক পালিবা অৰ্জ্জুন ॥
আপুন দেশক লাগি ৰাখি নিবা পথে।
পূৰ্ব্বৱন্তে প্ৰতিপালি থৈবা ইন্দ্ৰপস্থে ॥ ৫৮০
মই চলি যাওঁ হেৰা বৈকুণ্ঠ নিলয়।
কাত গৰ্ব্ব কৰি আবে জীৱে ধনঞ্জয় ॥
হৰি হৰি প্ৰাণ সখি ভৈলা অসহায়।
এহি বুলি অনেক কান্দিলা যদুৰায় ॥ ৫৮১
বুলিলা তোমাক আৰো অনেক কাৰুণ।
মোক লাগি চিন্তা ইটো তেজিবা অৰ্জ্জুন ॥
পূৰ্ব্বৱতে অৱগৰ্ব্ব নকৰিবা সখি।
কাৰ্য্য বুজি থাকিবাহা কালক উপেক্ষি ॥ ৫৮২
কৃষ্ণৰ বচনে বাৰ থিৰ কৰা মতি।
তোমাতে সম্পিলো ইটো যাদৱ সন্ততি ॥
বাল্য বৃদ্ধ বিধৱাক কৰিয়ো আশ্বাস।
শুনি ধনঞ্জয়ে দীৰ্ঘ তেজিলা নিশ্বাস ॥ ৫৮৩
দাৰুকক সাৰটিয়া ধৰি গলে বান্ধি।
আৰ্ত্তৰাৱে কতো বেলি আছিলন্ত কান্দি ॥
ঐ বন্ধু সি বেলাতো সুমৰিলা মোক।
কিমতে পাসৰা সিটো বান্ধৱৰ শোক ॥ ৫৮৪
দেৱৰো দুৰ্ল্লভ যিটো অৰুণ চৰণ।
যাহাক স্মৰণে ভৈলো বিপদ তৰণ ॥
খেদি আসি দেখিবে নপাইলো চক্ষুগোটে।
ইহাতেসে অধিকে মোহোৰ বুক ফুটে ॥ ৫৮৫
কিনো অধমৰ মোৰ অভাগ্য কপাল।
জীওঁ মানে বৈল ইটো হৃদয়ত শাল ॥
পাণ্ডৱৰ প্ৰাণ কৈক গৈলা কৃষ্ণ স্বামী।
তুমি বিনে ভৈলো আজি ধৰি অন্ধ আমি ॥ ৫৮৬
এহি বুলি কান্দে শোকে আকুল হৃদয়।
কতোক্ষণে সজ্ঞ্যৱণ ভৈলা ধনঞ্জয় ॥
কৃষ্ণক সুমৰি মনে তেজন্ত নিশ্বাস।
বাল্য বৃদ্ধ বিধৱাক কৰিলা আশ্বাস ॥ ৫৮৭

হাত ফোট মুণ্ডছে নুকৰে অন্ন পান।
কেশৱৰ বিয়োগে বিবৰ্ণ মুখ ম্লান ॥
যাদৱ বংশৰ প্ৰেত কাৰ্য্যক সঙ্কলি।
মৃতকক দিয়াইলন্ত পিণ্ড জলাঞ্জলি ॥ ৫৮৮
বিধৱা নাৰীৰ সবে শুনন্তে কাৰুণ।
নাই লোতকৰ ছেদ কান্দন্ত অৰ্জ্জুন ॥
অনাথ বৃদ্ধক প্ৰতিপালি মহাশয়।
তথাতে বঞ্চিলা দুখে দিন কতিপয় ॥ ৫৮৯
কৃষ্ণৰ কিঙ্কৰে কহে শুনা সৰ্ব্বলোক।
মহা মহন্তৰো দেখা কেনে দুখ শোক ॥
তাপময় বিষয়ত নাই কিছো সুখ।
আকে লাগি হোৱে মন মাধৱে বিমুখ ॥ ৫৯০
বিপুল অগনি ইটো আপাৰ সংসাৰ।
শোক মোহ দুখ আত পতঙ্গ আকাৰ ॥
বিষম বিষয় মাংস আছে তাৰ মাজে।
তাক জাম্প দেই মন বিৰাল নিলাজে ॥ ৫৯১
পৰম তাপত পোড়ে মন নোহে জুৰ।
কৃষ্ণ কথা অমৃতত যাৱে নেদে বুৰ ॥
যাবত নলৱৈ এক শৰণ কৃষ্ণত।
একো কৰ্ম্মে নতৰয় যাতনা তাপত ॥ ৫৯২
কৃষ্ণ পদ নৌকাক কৰিলে যিটো সাৰ।
গো-খোজ সমান হোৱৈ তাহাৰ সংসাৰ ॥
বৈকুণ্ঠত ঠাই লৱৈ মিলৈ মোক্ষ সুখ।
জানিয়া যতনে হুয়ো কৃষ্ণক সমুখ ॥ ৫৯৩
কৃষ্ণেসে মিলান্ত সুখ আত্মা উপযোগ।
আন দেৱে সাধে মাত্ৰ ইন্দ্ৰিয়ৰ ভোগ ॥
আপুনি মায়াত বদ্ধ কি দিবে মুকুতি।
কৃষ্ণক ভজিও জানি হেনসে যুগুতি ॥ ৫৯৪
স্বভাৱে সুহৃদ কৃষ্ণ ইষ্টদেৱ নিজ।
কৃষ্ণৰেসে সেৱা নিজ মুকুতিৰ বীজ ॥
নিচিন্তে নথাকে কালে ধৰিলেক পৰা।
সুস্মৰি হৰি নাম চিতনি নমৰা ॥ ৫৯৫

ত্ৰৈলোক্যতো হেন পাপ নাহি ছোট বড় ।
কৃষ্ণ নাম শুনি ভিৰে নেদিবে লৰড় ॥
ধৰ্ম্ম অৰণ্যৰ মহা সিংহ হৰি নাম ।
পলাউক পাতেক ডাকি বোলা ৰাম ৰাম ॥ ৫৯৬

---

উদ্ধৱ-বিদুৰ সংবাদ

**দুলড়ী**

কহে মুনি শুকে শুনিয়ো সম্প্ৰতি
নৃপতি অপৰ কথা ।
বিদুৰে উদ্ধৱে সম্বাদ যি ভৈল
যমুনা তীৰত তথা ॥
কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ দেখিয়া
উদ্ধৱ বীৰ মহন্ত ।
পৰম সন্তাপে পড়ি থাকি পাছে
মুছি মুখ উঠিলন্ত ॥ ৫৯৭
কৃষ্ণৰ ভৰিৰ খৰম দুখানি
আনি মাথে লৈলা বান্ধি ।
হা প্ৰাণ কৃষ্ণ বুলি পাৰি গেৰি
লৰি যান্ত কান্দি কান্দি ॥
ধুলিয়ে ধূসৰ কলেৰৰ আতি
সন্তাপে মুখ মলিন ।
নাই অন্ন পান শোকে ফুটে প্ৰাণ
যাই যুগ সম দিন ॥ ৫৯৮
সেহি সময়ত তীৰ্থত ভ্ৰমন্তে
বিদুৰ এ মহাভাগ ।
যমুনা তীৰত মহা ভাগৱত
উদ্ধৱক পাইলা লাগ ॥
বুলি প্ৰাণ সখি সাৰটিলা স্নেহে
নয়ন ভৈল সজল ।
যাদৱ পাণ্ডৱ কুলৰ সমস্তে
পুছিলা বাৰ্ত্তা কুশল ॥ ৫৯৯

পুৰাণ পুৰুষ ৰাম কৃষ্ণ দুই
সবান্ধৱে দ্বাৰকাত ।
ভাৰ সংহাৰিয়া সুখে কি আছন্ত
কহিয়ো সখি সাক্ষাত ॥
ৰাজা উগ্ৰসেন সাত্যকি অক্ৰূৰ
যত যদুবংশ মানে ।
সাম কামদেৱ গদ অনিৰুদ্ধ
আছে কি সবে কল্যাণে ॥ ৬০০
কৃষ্ণ অৰ্জ্জুনক সহায় কৰিয়া
যুধিষ্ঠিৰে প্ৰজা পালে ।
ভীম ধনঞ্জয় নকুল কনিষ্ঠ
সহদেৱ আছা ভালে ॥
ধৃতৰাষ্ট্ৰ ৰাজা জীৱন্তে নিজ
পাপে গৈল অধোগতি ।
সবাতো অধিক কৰো অনুশোচ
সিটো পাতেকীক প্ৰতি ॥ ৬০১
মোক অনাদোষে দেশৰ ডাকিলে
পুত্ৰৰ পাপী বিবাদে ।
হুয়া কৃত কৃত্য তাৰ্থ কৰি ফুৰে
কৃষ্ণৰ পদ প্ৰসাদে ॥
ই কথা থাকোক ঐ সখি কৃষ্ণৰ
কুশল কৈয়ো সত্বৰে ।
ভকতক ৰাখি সুখে কি আছন্ত
প্ৰাণ ইষ্ট দেৱ মোৰে ॥ ৬০২
যাৰ নাম যশে জগত নিস্তৰে
স্মৰণে পাপ প্ৰলয় ।
হেনয় বন্ধুক কেনে এৰি আইলে
মিলিল মনে সংশয় ॥
তোমাৰ বিবৰ্ণ বদন দেখিয়া
সখি ফুটে মোৰ বুক ।
ঝাণ্টে কহ কথা কিহেতু তেজিয়া
আসিলা প্ৰাণ বন্ধুক ॥ ৬০৩

কিবা আথান্তৰ মিলিল তোমাৰ
কি হেতু হেন অৱস্থা।
ঈঙ্গিতে জানিলো পড়িল বিপাকে
আউৰ সোধা কিবা কথা ॥
সি কি প্ৰাণকৃষ্ণ ভালে কি আছন্তে
তই সখি এৰি আইলে।
জানিলো আমাক মাধৱে বঞ্চিলে
আবেসে অন্তকে পাইলে ॥ ৬০৪
এতেক বোলন্তে লোতক বঝাইল
বিদুৰ ভৈলা তৰধ।
কৃষ্ণক স্মৰি ডুনাই উদ্ধৱৰ
হৃদয় ভৈলা দগধ ॥
হৰিল চেতন নাসৈ মাত মুখে
দুখে দেখৈ অন্ধকাৰ।
কৃষ্ণৰ চৰণ চিন্তি মৌন ভৈলা
নাহি সন্তাপৰ পাৰ ॥ ৬০৫
পাঞ্চ বৰিষতে তেজিয়া ভোজন
যিটো কৰি শিশুলীলা।
আন কৰ্ম্ম এড়ি শিশু সবে বেঢ়ি
কৃষ্ণক মাত্ৰ পূজিলা ॥
কৃষ্ণক সেৱন্তে আসি ভৈলা বৃদ্ধ
উদ্ধৱ সাধু মহন্ত।
প্ৰাণন্তো অধিক বন্ধুৰ বিৰহ
কিমতে আবে সহন্ত ॥ ৬০৬
দুই দণ্ড মানে নমাতি আছিলা
কৃষ্ণৰ চিন্তি চৰণ।
উপজিল প্ৰেম পুলকিত তনু
লোতক ঝৰে নয়ন ॥
বিদুৰে বোলন্ত কিনো মহোদয়
উদ্ধৱ কৃতাৰ্থ ভৈল।
তাহানে পৰম ভকতিক চাই
বিস্ময় হুয়া ৰৈল ॥ ৬০৭

ছবি

কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
জীৱন জলৰ যেন ৰেখা।
বিজুলী চমক সম অথিৰ জীৱন জন্ম
মৰণক অদ্যাপি নেদেখা ॥
ধৰিবে অন্তক বাঘে পৰলোকে যাইবে লাগে
শুনিয়োক যাতনাৰ কথা।
যমৰ কিঙ্কৰে খাইবে যাতনাত প্ৰাণ যাইবে
নকৰিবা কোননো অৱস্থা ॥ ৬০৮
মাৰিবে চাবুক বাৰি যাইবে দুখে প্ৰাণ ছাৰি
খাইবে মাংস কুকুৰে কামুৰি।
আচৰন্তে ধাতু যাই ৰাখ বোলন্তায়ো নাই
বিষম যাতনা যমপুৰী।
তপত সণ্ডাহ আনি কাটিবেক জিহ্বা টানি
কুঠাৰে হানিয়া হিয়া ফাৰৈ।
বান্ধি হাত গল ভৰি হৰি বিমুখক ধৰি
চৌৰাশী নৰক ভুঞ্জাই মাৰৈ ॥ ৬০৯
সি সব দুখক স্মৰি ঝাণ্টে চিন্তা মহাহৰি
হাটে বাটে কৈত পৰে প্ৰাণ।
এৰিয়া বিষয় ধান্ধা হৰিনাম গলে বান্ধা
নামেসে কৰিবে পৰিত্ৰাণ ॥
যিটো মহা পাপ কৰি আকস্মিতে স্মৰৈ হৰি
সিটো শুদ্ধ হোৱৈ কোন চিত্ৰ।
ভাগৱত শাস্ত্ৰে কৰৈ তাৰ যিবা সঙ্গ লৱৈ
সিয়ো হোৱৈ পৰম পৱিত্ৰ ॥ ৬১০
হেনয় বান্ধৱ হৰি তাঙ্ক যিটো পাপী এৰি
আনকেসে ভজিবে প্ৰৱন্ধ।
তাৰ নিতে হোৱৈ পাপ নতবৈ যাতনা তাপ
সি সি জন জানা নিজ অন্ধ ॥
আপুনাৰ চিন্তা হিত হৰিক স্মৰিয়ো নিত
ছাড়া ছাড় ভায ভুয কাম।
অন্তকে ধৰিলে পৰা সুখে সংসাৰক তৰা
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৬১১

**শ্ৰীকৃষ্ণৰ গুণ স্মৰি উদ্ধৱৰ বিলাপ**
**আৰু বিদুৰক ত্যাগ।**

**পদ**

শুক নিগদতি শুনা নৃপ পৰীক্ষিত।
এহিমতে আছা যেবে উদ্ধৱ তহিত ॥
কথমপি কৃষ্ণৰ চৰণে এৰি মন।
বঝাই পাইলন্ত পাছে গাৰত চেতন ॥ ৬১২
তেজিলা নিশ্বাস আতি কৃষ্ণক সুমৰি।
হাতে মলচিলা চক্ষু চিত্ত থিৰ কৰি ॥
কৃষ্ণৰ বিৰহ বহ্নি দহে দেহা প্ৰাণ।
কান্দন্তে দিলন্ত বিদুৰক সমিধান ॥ ৬১৩
কিবা কথা সোধা সখি দেখো অন্ধকাৰ।
কৃষ্ণ-সূৰ্য্য অস্ত গৈল প্ৰাণ যে আমাৰ ॥
কাল-সৰ্পে গ্ৰসিলেক সুহৃদসকল।
কিবা কহিবো সখি আমাৰ কুশল ॥ ৬১৪
ব্ৰহ্মা হৰে নাপান্ত সাক্ষাত সেৱিবাক।
ধ্যানতো নাপান্ত মহা যোগীজনে যাক ॥
কোটি কোটি ব্ৰহ্মাণ্ডৰ নাথ নাৰায়ণ।
এহি মাথে সেৱা কৰি আছিলো চৰণ ॥ ৬১৫
সি বাপে বঞ্চিত ভৈলো বিড়ম্বিলে বিধি।
হাততে হৰাইল যেন প্ৰভু নব নিধি ॥
মোৰ মহা অভাগ্যক কি কহিবো সখি।
এহি বুলি উদ্ধৱে কান্দন্ত মকমকি ॥ ৬১৬
যাদৱ বংশৰ মহা মিলিল অভাগ।
নজানিল কৃষ্ণক হাতত পাইয়া লাগ ॥
একেলগে কৰৈ সবে শয়ন ভোজন।
ঈশ্বৰ বুলিয়া নজানিলা একোজন ॥ ৬১৭
ক্ষীৰ সাগৰত আছিলন্ত শশধৰ।
মৎস্যে যেন বোলৈ এহো এক জলচৰ ॥
সেহি মতে ঈশ্বৰক পায়া যদুগণ।
মনে মানিলেক এহো জ্ঞাতি একজন ॥ ৬১৮
ভূষণৰো ভূষণ পৰম অঙ্গচয়।
যাক দেখি হৰি হন্ত আপুনি বিস্ময় ॥
আপুণ্য প্ৰাণীক দিয়া অল্প দৰিশণ।
লগতে নিলন্ত যেন লোকৰ লোচন ॥ ৬১৯
দেখিয়ো কৃষ্ণৰ কেনে কৰ্ম্ম বিড়ম্বন।
বসুদেৱ গৃহত অজৰো উতপন ॥
যাৰ কটাক্ষতে হোৱৈ জগত বিনাশ।
কংস ভয়ে তেন্তে গোকুলত লৈলা বাস ॥ ৬২০
বসুদেৱ দৈৱকীক বুলিলা প্ৰণামি।
কংস ভয়ে ব্ৰজত বঞ্চিলো গৈয়া আমি ॥
হে পিতৃ মাতৃ মোৰ মৰষিয়ো দোষ।
ইহাকেসে সুমৰন্তে মিলৈ অসন্তোষ ॥ ৬২১
ৰাজসূয় যজ্ঞত দেখিলো নেত্ৰ ভৰি।
যেন গতি পাইলে শিশুপালে দ্বেষ কৰি ॥
হেনয় কৃষ্ণৰ যিটো গাইলে নাম গুণ।
পাসৰিবো ইটো দুনাই কোন নিদাৰুণ ॥ ৬২২
ঈষত হসিত চাৰু অৰুণ লোচন।
দৰশণে হোৱৈ মহা পাতেক মোচন ॥
জুৰাই তনু মন যেন বৰিষে অমৃত।
মিলৈ মহা মোক্ষ সিটো হোৱৈ কৃত কৃত্য ॥ ৬২৩
অৰ্জ্জুনৰ ৰথৰ আগত থাকা বসি।
প্ৰকাশৈ বদন যেন কাটি একশশী ॥
সেহি বেলা হোৱৈ যিটো যুদ্ধক সম্মুখ।
পূৰ্ণানন্দ প্ৰভুৰ সাক্ষাতে দেখৈ সুখ ॥ ৬২৪
সিটো মুখ পদ্মক কৰন্তে নেত্ৰে পান।
অৰ্জ্জুনৰ শৰে কাটে ছাড়ে সুখে প্ৰাণ ॥
পাৱৈ পৰম্পদ ব্ৰহ্মাদিৰ যাত গহ।
হেনয় কৃষ্ণৰ কোনে সহিবে বিৰহ ॥ ৬২৫
উগ্ৰসেন ৰাজাক বৈসায়া সিংহাসনে।
কৰযোৰে আগত বিনান্ত নাৰায়ণে ॥
আজ্ঞাকৰা মহাৰাজা কোন কৰ্ম্ম কৰো।
ইহাকেসে সুমৰন্তে আতিশয়ে মৰো ॥ ৬২৬

কি কহিবো কথা মই অধম অভাগী।
দিলেক পুতনা স্তন মাৰিবাক লাগি॥
তথাপি পাইলেক তাই জননীৰ গতি।
হৰুৱাইলো হেন কৃপাময় প্ৰাণপতি॥ ৬২৭
হেনয় স্বামীক এৰি কোন মহা অন্ধ।
আনক ভজিবে লাগি কৰিবে প্ৰবন্ধ॥
অমৃতক তেজিয়া মৰিবে বিষ খাই।
আৰো গতি দাতা আছে কৃষ্ণত বিনাই॥ ৬২৮
যত দৈত্য আসে মাধৱক ক্ৰোধ কৰি।
তাহাকো উত্তম গতি দেন্ত দেৱহৰি॥
যিটো প্ৰেম ভাৱে ভজে হেন ভগৱন্ত।
তাহান মহিমা কহি কোনে পাৰে অন্ত॥ ৬২৯
হেন পূৰ্ণ ব্ৰহ্মক হাতত পায়া লাগ।
হৰুৱাইলো সখি দেখা মোহৰ অভাগ॥
মই অধমক আউৰ কিবা সোধা তুমি।
এহি বুলি উদ্ধৱে কান্দন্ত হুমাহুমি॥ ৬৩০
সুমৰি সুমৰি সিটো স্বামীৰ চৰণ।
কহিবাক নুৱাৰন্ত দহে তনু মন॥
আখি মুখ মুছি পাছে থিৰ কৰি বুদ্ধি।
কতো বেলি বিদুৰক মাতন্ত সম্বুধি॥ ৬৩১
শুনিয়োক সখি যেন মিলিল অৱস্থা।
পূৰ্ব্বাপৰে কৃষ্ণৰ কহিবো সবে কথা॥
খণ্ডিবাক লাগি পৃথিবীৰ মহাভাগ।
দৈৱকীৰ গৰ্ভে আসি ভৈলা অৱতাৰ॥ ৬৩২
ভয়ে বসুদেৱে নিয়া গোকুলত থৈলা।
কৰিলা বালেক কৃষ্ণে তৈতে শিশুলীলা॥
গোপ শিশু সঙ্গে ৰঙ্গে বাচৰুক চাৰি।
ভ্ৰমিলন্ত যমুনাৰ তীৰত মুৰাৰি॥ ৬৩৩
কংসে পাঠৈ আসে খেদি যতেক দানৱ।
পৰম লীলায়ে তাক মাৰন্ত মাধৱ॥
ইন্দ্ৰৰো কৰিলা কৃষ্ণে মহা মখ ভঙ্গ।
ৰখিলা পুৰন্দৰে কৰি মহা খঙ্গ॥ ৬৩৪
একহাতে মন্দৰ উল্লাসি ভগৱন্তে।
ৰাখিলা ব্ৰজক মহা বাত বৃষ্টি হন্তে॥
শৰত কালত চন্দ্ৰাৱলী ৰাতি পায়।
দিব্য ৰাস-ক্ৰীড়া কৰিলন্ত যদুৰায়॥ ৬৩৫
শঙ্খচূৰ বলিষ্ঠ অৰিষ্ঠ অঘাসুৰ।
ধেনুক কেশীক মাৰি নিলা যমপুৰ॥
কংসে পাঞ্চিলেক পাছে আসিলা অক্ৰূৰ।
গোপ সমে ৰাম কৃষ্ণ গৈলা মধুপুৰ॥ ৬৩৬
ৰূপ দেখি মথুৰাৰ সুন্দৰী তবধ।
কৰিলন্ত তৈতে কুবলয় বল্লবধ॥
কংসকো মাৰিলা দেৱ দৈৱকা নন্দন।
পিতৃৰ মাতৃৰ পাছে চুৰিলা বন্ধন॥ ৬৩৭
পঢ়িবাক লাগি গৈলা প্ৰভু হুয়া ছাত্ৰ।
সান্দিপণি গুৰু পঢ়াইলন্ত সবে শাস্ত্ৰ॥
মৰা পোক গুৰুক দক্ষিণা আনি দিহা।
কৰিলন্ত কৃষ্ণে অষ্ট মহিষীক বিহা॥ ৬৩৮
নৰকক মাৰি ৰূপে গুণে মহা ধন্যা।
পাইলা প্ৰভু ষোড়শ হাজাৰ আৰো কন্যা॥
সবাহন্তে দশ দশ তনয় ভৈলা জাত।
বলে বাৰ্য্যে ধৈৰ্য্যে সবে জগতে প্ৰখ্যাত॥ ৬৩৯
দন্তবক্ৰ দিবিধ সম্বৰ জৰাসন্ধ।
শাল্ব শিশুপাল পৌণ্ড্ৰকৰো ছেদি কন্ধ॥
পাছে পাঞ্চ পাণ্ডৱৰ হাতে যুদ্ধ জিনি।
মৰাইলন্ত গৈয়া অষ্টাদশ অক্ষৌহিনী॥ ৬৪০
পৰীক্ষিত নামে পাণ্ডু বংশৰ সন্ততি।
উত্তৰা নাৰীৰ গৰ্ভে ভৈলা উতপতি॥
শৰীৰক দহিলে দ্ৰোনীৰ ব্ৰহ্ম শৰে।
ধৰি গদা গৰ্ভত ৰাখিলা দামোদৰে॥ ৬৪১
মাধৱৰ মহা অনুগ্ৰহ পাছে পাই।
ভুঞ্জিলন্ত ৰাজ্য যুধিষ্ঠিৰ মহাৰায়॥
যাদৱ বংশৰ পাছে বঢ়ায়া উৎসৱ।
ৰাত্ৰি দিনে দ্বাৰকাত আছন্ত মাধৱ॥ ৬৪২

ভৈলা পাছে প্ৰভুৰ গৃহত বিৰকতি ।
গুণন্ত মনত পাছে ত্ৰিজগত পতি ॥
থাকৈ যেৱে যাদৱ দুঃসহ মহাবীৰ ।
নুগুছিল কিছো তেবে ভাৰ পৃথিবীৰ ॥ ৬৪৩
দিয়াইলা বংশক প্ৰভু বিপ্ৰ শাপ ছলে ।
সবাকো নিয়াইলা প্ৰভু প্ৰভাসৰ জলে ॥
স্নান কৰি দ্বিজক দক্ষিণা দিলা দান ।
কৰিলেক সবংশে বাৰুণি সুৰা পান ॥ ৬৪৪
কৃষ্ণৰ মায়ায়ে আতি চেতন হৰিল ।
অন্যো অন্যে ৰণ কৰি সবংশে মৰিল ॥
স্নান কৰি প্ৰভু পাছে প্ৰভাসৰ জলে ।
বসিলা আসনে শিশু অশ্বত্থৰ তলে ॥ ৬৪৫
মোক অগ্ৰে আদেশিলা জগতৰ নাহা ।
বদৰিকাশ্ৰমক উদ্ধৱ তুমি যাহা ॥
প্ৰভুক এড়ন্তে যেন গাৱে লাগে জুই ।
পাচে পাচে চুম্পি মই ফুৰো আৰ হুই ॥ ৬৪৬
নেদেখিয়া প্ৰভুক আকুল কৰে মতি ।
বনত বিচাৰি পাছে পাইলো প্ৰাণ পতি ॥
কোটি এক শশী সম প্ৰকাশে শৰীৰ ।
দেখি ৰূপ হৰৈ দৰ্প কন্দৰ্প কোটিৰ ॥ ৬৪৭
ডাহিন পাৱক বাম উৰুত থাপিয়া ।
বসি আছা শিশু অশ্বত্থত আৰজিয়া ॥
দেখিলো সাক্ষাতে প্ৰভু পূৰ্ণানন্দ ভাৱে ।
মহাস্নেহে সখি সিহৰিল সৰ্ব্ব গাৱে ॥ ৬৪৮
মিলিলন্ত তহিতে মৈত্ৰেয় ঋষি আসি ।
তাঙ্ক দেখি প্ৰাণ প্ৰভু তুলিলন্ত হাসি ॥
কান্দিবে লাগিলা চাই স্বামীৰ চৰণ ।
প্ৰবোধিলা ধৰি মোক নাথ নাৰায়ণ ॥ ৬৪৯
বৈকুণ্ঠক যাওঁ মই এড়ি ইটো লোক ।
হেন বেলা আসি সখি দেখিলাহা মোক ॥
দিলো মহা জ্ঞান যিটো ভকতি ব্ৰহ্মাক ।
কহিবো তোমাত সিটো ৰহস্য কথাক ॥ ৬৫০
এহি বুলি মোত কৃপাময় কৃষ্ণে হাসি ।
কহিলা ৰহস্য জ্ঞান ভকতি প্ৰকাশি ॥
মাধৱত পৰম প্ৰসাদ পাইলো আমি ।
মোক এৰি গৈলা বৈকুণ্ঠক কৃষ্ণ স্বামী ॥ ৬৫১
প্ৰভু অবিহনে দহে তনু মন মোৰ ।
নপাওঁ প্ৰাণ সখি ইটো সন্তাপৰ ওৰ ॥
তোমাক এৰিয়া মই অভাগী পৰম ।
কৃষ্ণৰ আদেশে যাইবো বদৰিকাশ্ৰম ॥ ৬৫২
তোমাত ভকতি জ্ঞান কহিবাক প্ৰতি ।
কৰিলন্ত মৈত্ৰেয়ক আজ্ঞা যদুপতি ॥
হৰি হৰি নেদেখিলো বিদুৰ বান্ধৱ ।
তোমাক সুমৰি খেদ কৰিলা মাধৱ ॥ ৬৫৩
হেন শুনি বিদুৰ পৰিলা প্ৰেম ভাৱে ।
হা কৃষ্ণ বুলিয়া কান্দন্ত আৰ্ত্তৰাৱে ॥
সি বেলাত সুমৰিলে ঐ কৃষ্ণ বাপ ।
জীয়ো মানে বৈল হৃদয়ত ইটো তাপ ॥ ৬৫৪
হা মোৰ পৰম সুহৃদ দেৱ ইষ্ট ।
দেখিবে নপাইলো মই অধম পাপীষ্ঠ ॥
পৰোক্ষতো চিন্তিলা মোহোৰ মহাহিত ।
হেন প্ৰাণ বন্ধু বিনে কেনে ধৰো চিত্ত ॥ ৬৫৫
কোটি কোটি ব্ৰহ্মাণ্ডৰ নাথ তুমি হুই ।
যুধিষ্ঠিৰ ৰাজাৰো কৰাইলা ৰাজসূয় ॥
পিতৃ যেন পুত্ৰক পালিলা প্ৰতিনিতি ।
ভৈল মোৰ পাণ্ডৱ আবেসে অনাথিতি ॥ ৬৫৬
কৌৰৱ ৰাজাৰ ঘৰে নকৰিলা বাস ।
বোলা মোৰ বিদুৰ আছন্ত নিজ দাস ॥
বঞ্চিলা মোহোৰ ঘৰে ঐ প্ৰাণ হৰি ।
কিয় জায়ো মই সিটো গুণক সুমৰি ॥ ৬৫৭
আউৰ নেদেখিবো সুনাসিকা সিটো মুখ ।
কমল নেত্ৰক দেখি মিলে মহা সুখ ॥
অৰুণ চৰণ দৰশনে হৰৈ পাপ ।
কেনমতে হকৰাইলো হেন কৃষ্ণ বাপ ॥ ৬৫৮

ঐ বন্ধু মাধৱ কৈকনো গৈলা এৰি।
কৃষ্ণ কৃষ্ণ বুলিয়া পাৰন্ত আতি গেৰি ॥
ছাড়ৈ আতি সন্তাপ কৃষ্ণক সেৱন্তে।
যমুনাৰ বালিত ফুৰন্ত বাগৰন্তে ॥ ৬৫৯
কান্দন্ত বিদুৰ কতো উদ্ধৱক ধৰি।
কৈত থৈয়া আইলে আবে মোৰ প্ৰাণহৰি ॥
প্ৰভুৰ বিৰহে দহে দেখা মোৰ বুক।
নেদেখিবো মই আউৰ সিহেন বন্ধুক ॥ ৬৬০
নপাইলো লৈবেক মাথে চৰণৰ ধূলি।
মকমকি কান্দন্ত বিদুৰে এহি বুলি ॥
কৃষ্ণ পদ পৰশিয়া আসি আছো বাপ।
তোক ছুই হওঁ মই পৰম নিষ্পাপ ॥ ৬৬১
ঐ বাপ উদ্ধৱ সাৱটি ধৰা মোক।
শুনি দশ গুণে উধাই উদ্ধৱৰ শোক ॥
কৰন্ত বিলাপ বিদুৰৰ ধৰি গলে।
দুইকো দুই তিয়াইলন্ত নয়নৰ জলে ॥ ৬৬২
কৃষ্ণ গুণ বৰ্ণান্তে ৰজনী গৈল ক্ষয়।
অনন্তৰে ভৈল আসি আদিত্য উদয় ॥
দেখি দুয়ো দুইকো তেজি মুছিলন্ত মুখ।
এৰিবে খোজন্তে দুইৰো মিলৈ মহাদুখ ॥ ৬৬৩
কৃষ্ণক সুমৰি দুয়ো তেজন্ত নিশ্বাস।
কৰিলন্ত দুইকো দুই ধৰিয়া আশ্বাস ॥
দুই হস্তকো দুয়ো পাছে প্ৰণামিলা পৰি।
কান্দন্তে উদ্ধৱ গৈলা বিদুৰক এৰি ॥ ৬৬৪
শুনা সামাজিক সব ইটো কৃষ্ণ কথা।
মহা মহন্তৰো দেখা দুখৰ অৱস্থা ॥
আশা সুত ধন জন বিষয় সম্ভোগ।
ক্ষেণেকে একত্ৰ হোৱৈ ক্ষেণেকে বিয়োগ ॥ ৬৬৫
সপোনৰ নিধি যেন জাগিলে হেৰাই।
ইহেন মনুষ্য জন্ম আবে বৃথা যাই ॥
বিকে কাক যোলে যেন সুবৰ্ণৰ ভাণ্ড।
যাবৈ ছাব কাউৰ কৰলব যেন কাণ্ড ॥ ৬৬৬

মিছা বিষয়ক লাগি নৰে ধৰৈ জন্ম।
ইন্দ্ৰ শূকৰৰো দেখা সুখ দুখ সম ॥
অমৃতৰ পানে যেন মহেন্দ্ৰ সন্তুষ্ট।
হোৱৈ বিষ্ঠা ভুঞ্জি শূকৰো হৃষ্ট পুষ্ট ॥ ৬৬৭
ইন্দ্ৰৰ সন্তুষ্ট যেন ৰম্ভাৰ সম্ভোগে।
শূকৰৰো তেহ্ন সুখ শূকৰী সংযোগে ॥
দুয়ো স্বেচ্ছাচাৰীৰ মৃত্যু তুল্য ত্ৰাস।
হেন মহা বিভংস বিষয়ে এৰা আশ ॥ ৬৬৮
আছন্ত ঈশ্বৰ কৃষ্ণ সুখৰ সাগৰ।
তাহান সেৱাত কিছো নাহিকৈ ভাগৰ ॥
যাৰ নাম লৈলে মাত্ৰ পাতকীও তৰৈ।
হেন কৃষ্ণ নভজিয়া আলাসতে মৰৈ ॥ ৬৬৯
ধৰি আছে অন্তকে চেতন নাহি গাত।
সুমৰি হৰি নাম কৰে আত্মাঘাত ॥
আৰো গতি দাতা আছে দুৰ্ঘোৰ কলিত।
হেন জানি যতনে নামত দিয়া চিত ॥ ৬৭০
হৰি নাম এড়ন্তে পাতেকে আসি বেঢ়ে।
এতেকে মহন্তে মুখে ৰাম নাম নেড়ে ॥
ইহ পৰলোকত বান্ধৱ হৰি নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৬৭১

বিদুৰৰ মৈত্ৰেয় ঋষিৰ আশ্ৰমলৈ গমণ

ছবি

পাছে মহামুনি শুকে উৎসুকে কহন্ত কথা
নৃপ পৰীক্ষিত শুনিয়োক।
উদ্ধৱ মহন্ত যেবে কান্দন্তে গৈলন্ত এৰি
বিদুৰৰ জ্বলি গৈলা শোক ॥
মহা দুখে অধোমুখে মকমকি কান্দিলন্ত
সন্তাপতে পৃথিবীত পৰি।
কতোক্ষণে মুছি মুখ সন্ধুকিয়া গৈলা পাছে
মৈত্ৰেয়ৰ আশ্ৰমক লৰি ॥ ৬৭২

কুসাক পুত্ৰক পায় পৰিয়া প্ৰণামি পাছে
পুছিলন্ত কৰি বহুমান ।
কৃষ্ণৰ আদেশে ঋষি ৰহস্য ভকতি সমে
কহিলা ঈশ্বৰ মহাজ্ঞান ॥
শ্ৰৱণ মাত্ৰকে এক ভকতি কৃষ্ণত ভৈল
বিদুৰ কৃতাৰ্থ আতি ভৈলা ।
মুনিক প্ৰণামি পৰি কৃষ্ণক হৃদয়ে ধৰি
হস্তিনাপুৰক লাগি গৈলা ॥ ৬৭৩
সুহৃদ বিদুৰ খুড়া আইল মুনি আথেবেথে
আগ বাঢ়িলন্ত চাৰি ভাই ।
সুভদ্ৰা দ্ৰৌপদী কুন্তী উত্তৰা প্ৰভৃতি নাৰী
গৈলা ৰঙ্গে গৃহৰ বজাই ॥
যেন প্ৰিয় প্ৰাণ আইল জুৰাইল শৰীৰ সবে
যেন আতি আনন্দে নাচন্ত ।
চিৰকালে বিদুৰক দেখিয়া বান্ধৱ সবে
শোকে মকমকি কান্দিলন্ত ॥ ৬৭৪
ধৃতৰাষ্ট্ৰ গান্ধাৰীয়ো গলে বান্ধি কান্দিলন্ত
সুগুছে হিয়াৰ শোক শাল ।
প্ৰাণ দেৱৰক ধৰি কৰন্ত সন্তাপ কুন্তী
কৈতনো আছিলা এতকাল ॥
তোমাৰেসে উপকাৰে পূৰ্ব্বতো বৰ্ত্তিলো বাপ
ইটো মোৰ পুত্ৰ পাঞ্চ গুটি ।
দ্ৰৌপদী সুভদ্ৰা কুন্তী নাৰীগণে কান্দে দেখি
শোকে যেন যাই প্ৰাণ ফুটি ॥ ৬৭৫
প্ৰেম ভাৱে পুনু পুনু লোতকে তিয়াইল তনু
কান্দিলন্ত বিদুৰো লগতে ।
পাছে যুধিষ্ঠিৰ ৰাজা কৰিলা পৰম পূজা
বৈসাই আনি দিব্য আসনতে ॥
অনেক সাদৰ কৰি পখালিলা দুয়ো ভৰি
ভুঞ্জাইলা বিচিত্ৰ পৰমানে ।
পথৰো এৰাইলা শ্ৰান্ত দেখি ৰাজা বুলিলন্ত
সবে সমজাৰ বিদ্যমানে ॥ ৬৭৬

আমাসাৰ শিশু কালে পিতৃ পৰলোকে গৈলে
ভৈলোহো অনাথ পাঞ্চ ভাই ।
পুত্ৰৰতে কতো কাল কৰিলাহা প্ৰতিপাল
কৃপাময় তুমিসি খুড়াই ॥
অনেক আপদ বেলা বুদ্ধি দিয়া উদ্ধাৰিলা
মাতৃ সমে শিশুক আমাক ।
পখী যেন ছায়া ধৰি আছিলাহা ৰক্ষা কৰি
সুমৰাহা সি সব কথাক ॥ ৬৭৭
কোন ক্ষেত্ৰ তীৰ্থ তুমি এতকাল ফুৰা ভ্ৰমি
কেনমতে মিলিল আহাৰ ।
জানিলো তোমাক চুই তীৰ্থেসে পৱিত্ৰ হুই
তীৰ্থৰ সিজিল উপকাৰ ॥
পাতেকীৰ সম্পৰ্কত মহা মহা তীৰ্থ যত
পাপে হোৱে পৰম মলিন ।
হৰিক হৃদয়ে লৈয়া ভকতে পৰশে গৈয়া
তেবেসে পাতেকে হোৱে হীন ॥ ৬৭৮
ভকতৰ হিয়া এৰি যাইবে নপাৰন্ত হৰি
লগাই আছে পাৰে প্ৰেম জৰী ।
একবাৰ হৰি পাৰ চুইলা মাত্ৰ গঙ্গা মাৰ
নভৈলন্ত ভকতৰ সৰি ॥
দেৱে তীৰ্থে ভকতৰ অন্তৰ অনেক দেখা
শুনি আছো বেদৰো ৰহস্য ।
ভকতৰ সঙ্গ যিটো ক্ষণ মাত্ৰ লৱে সিটো
ঈশ্বৰ কৃষ্ণক কৰে বশ্য ॥ ৬৭৯
যাদৱ বংশক তুমি আপুনি দেখিলা খুড়া
সুখে কি আছন্ত নিজ থানে ।
ত্ৰিজগতে কৰে সেৱ মোৰ প্ৰাণ ইষ্টদেৱ
সি কি কৃষ্ণ আছন্ত কৈল্যানে ॥
সাত্ত মাস ভৈল ভৈয়াই দ্বাৰকাক লাগি গৈল
নাসিল অৰ্জ্জুন কিবা কাজে ।
নৃপতি পুছিলা মানে বিদুৰে সকলে কৈলা
যাদৱ কুলৰ কথা বাজে ॥ ৬৮০

কৃষ্ণৰ নিৰ্য্যান শুনি পাণ্ডৱে এৰিবে প্ৰাণ
মৰিবেক বাৰ্ত্তাক কহন্তে ।
এতেকে নকৈলা কথা স্বভাৱে পৰক বেথা
পৰ দুখ নেদেখে মহন্তে ॥
বিৰকতি মিলে নিত বঞ্চিবাক নাহি চিত
যদ্যপি সবংশে কৰৈ মান ।
কৃষ্ণৰ বিয়োগ স্মৰি মহা উছপিছ কৰি
থাকিলন্ত কতো দিন মান ॥ ৬৮১

---

### দুলড়ী

শুনা নৰলোক কৃষ্ণ কথা ইটো
মৰণ আগে নেদেখা ।
পিতৃ মাতৃ ভ্ৰাতৃ ভাৰ্য্যা যাই মৰি
কিসক আক নেদেখা ॥
ধন জন যত শৰীৰে সহিতে
এথাতে থাকিবে পৰি ।
নিবে যম ঘৰে দাৰুণ কিঙ্কৰে
গলত লগায়া জৰী ॥ ৬৮২
ভুঞ্জাইবে যাতনা হৰাইবে চেতনা
বিষম যমৰ পুৰ ।
আউৰ পুনৰপি মনুষ্য হুইবাহা
ইটো আশা কৰা দূৰ ॥
ভাৰত বৰিষ কলি যুগ ইটো
হৰি নাম নৰ কাই ।
চাৰিও সংযোগে মহা ভাগ্য ভৈলা
আৰো আছা বাট চাই ॥ ৬৮৩
নামৰ কীৰ্ত্তনে মোক্ষ পদ পাই
কি ভৈল আনন্দ আতি ।
নামক স্মৰণে পাপীয়ো এৰাই
দুৰ্ঘোৰ যমৰ শাস্তি ॥
উপৰি পুৰুষ চতুৰ্ভুজ ৰূপে
বৈকুণ্ঠত লৱৈ ঠাই ।
হেন হৰি নাম হেলাত নধৰি
আবে অধোগতি যাই ॥ ৬৮৪
নাহিকৈ জগৰ নলাগে ভাগৰ
তথাপি নাম নধৰৈ ।
কিনো হত বুদ্ধি কোচতে আসুধি
আছন্তে চিতনি মৰৈ ॥
শাস্ত্ৰৰ সম্মত নেৰিবা মনত
কলিত বান্ধৱ নাম ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥ ৬৮৫

---

### পদ

নিগদতি শুক শুনিয়োক পাছ কথা ।
পাণ্ডুৰ কুলৰ যেন মিলিল অৱস্থা ॥
দিনেক বিদুৰ পশি দুই পৰ ৰাতি ।
ধৃতৰাষ্ট্ৰ ৰাজাক যোগাইলা গৈয়া মাতি ॥ ৬৮৬
উঠা উঠা মহাৰাজা বঝায়ো সকালে ।
সবাৰো মিলিল আসি বিনাশৰ কালে ॥
মৰিল শতেক পুত্ৰ নাহি ৰাজ্য ভোগ ।
আৰো তোৰ ইঠাইত বঞ্চিবাক মুহি যোগ ॥ ৬৮৭
কৰিলি অনেক পাণ্ডুৰক কুট নাট ।
তোৰ পদে পাঞ্চো ভাই ভুঞ্জিলে ললাট ॥
কেনে হেন শত্ৰুৰ ঘৰত কৰা বাস ।
ভৈলি জল স্থল বৃদ্ধ এভো জীৱে চাস ॥ ৬৮৮
যিটো ভীমে মাৰিলে শতেক পুত্ৰ তোৰ ।
পিলেক কধিৰ সিটো কৰি কৰ্ম্ম ঘোৰ ॥
তাহাৰ ভাতক আশা তেজি নযাই দূৰ ।
উচ্ছিষ্টক চোম্পে যেন নিৰ্গত কুকুৰ ॥ ৬৮৯

তোৰ অনিচ্ছাতে ধৰি মাৰিবেক কালে।
মোৰ বোলে অন্ধ তই বঝায়ো ভালে ভালে॥
এতে কাল বৃথাই নিলি মনুষ্য জনম।
নাহি তোৰ ভকতি নভৈলে নৰোত্তম॥ ৬৯০
এতেকে তীৰ্থত গৈয়া তেজিয়ো শৰীৰ।
যোগ চিন্তি মৰৈ যিটো তাকে বুলি ধীৰ॥
শুনি ধৃতৰাষ্ট্ৰৰ বৈৰাগ্য ভৈলা আতি।
মকমকি কান্দে ৰাজা বিদুৰক মাতি॥ ৬৯১
স্বভাবে অন্ধক মই আৰো মন্দমতি।
ঐ বাপ বিদুৰ কৰিয়ো মোৰ গতি॥
শ্ৰেষ্ঠ হুয়া মই তোৰ চৰণত ধৰো।
নিয়ো মোক সত্বৰে হেন বা বাপ তৰো॥ ৬৯২
হেন শুনি বিদুৰে হাতত ধৰি আনি।
পন্থ উপদেশতে পড়িলা দুয়ো প্ৰাণী॥
নিশা ভাগে গঙ্গাৰ কৰিলা দুইকো পাৰ।
শীঘ্ৰে চলি চলি যান্ত যেন বিজুলী সঞ্চাৰ॥ ৬৯৩
কতো গঞা ভৰি কতো লৰৰন্ত ভিৰি।
দিন কতিপয়ে পাইল হেমৱন্ত গিৰি॥
এবে ধৃতৰাষ্ট্ৰৰ বৃত্তান্ত ইটো থওঁ।
পাণ্ডুৰ ৰাজাৰ যেন ভৈল তাকে কওঁ॥ ৬৯৪
উঠি ৰাজা প্ৰভাতে গঙ্গাত কৰি স্নান।
পিতৃ দেৱ পূজিয়া বিপ্ৰক দিলা দান॥
নমস্কাৰ কৰিবাক ৰাজা যুধিষ্ঠিৰ।
প্ৰবেশিলা ধৃতৰাষ্ট্ৰৰ ৰাজাৰ মন্দিৰ॥ ৬৯৫
বৃদ্ধ পিতৃ মাতৃক নেদেখি ৰাজা যথা।
সঞ্জয়ত নৃপতি পুছিলা কান্দি কথা॥
সন্তাপে সঞ্জয়ে কান্দি বুলিলা বচন।
নজানিলো ৰাজা কিবা ভৈল দুয়ো জন॥ ৬৯৬
শুনি নৃপতিৰ মহা মিলিল সন্তাপ।
হা নষ্ট ভৈল মোৰ সিটো বৃদ্ধ বাপ॥
গঙ্গাত দিলন্ত ঝাম্প দুয়ো পুত্ৰ শোকে।
পাইলে পিতৃবধে আবে অধমকে মোকে॥ ৬৯৭

সিজিল অসংখ্য মোত গোত্ৰহত্যা পাপ।
সবাতো অধিক ভৈল পিতৃৰ সন্তাপ॥
এহি বুলি পৰিয়া কান্দন্ত হুমহুমি।
নয়নৰ লোতকে তিয়াইল ৰাজা ভূমি॥ ৬৯৮
মিলিল নাৰদ ঋষি আসিয়া তহিত।
গোবিন্দৰ গুণ গান্ত তুম্বুৰু* সহিত॥ *স্বৰ্গৰ গায়ক
দেখিয়া নৃপতি উঠি তেজিয়া ক্ৰন্দন।
আসনে বৈসায়া দুইকো কৰিলা বন্দন॥ ৬৯৯
তযু দৰশনে খেদ খণ্ডিল দুৰ্ঘোৰ।
কৈয়ো কৈক গৈল বৃদ্ধ পিতৃ মাতৃ মোৰ॥
তাসম্বাক নেদেখিয়া দহৰে শৰীৰ।
হাসি ঋষি বোলন্ত শুনিয়ো যুধিষ্ঠিৰ॥ ৭০০
জানো সবে কথা বৃথা তেজিয়ো সন্তাপ।
লৈয়া গৈল বিদুৰে তোমাৰ বৃদ্ধবাপ॥
গঙ্গা দ্বাৰে যোগ চিন্তি পঞ্চম দিবসে।
পাইবন্ত পৰম গতি নৃপতি অবাসে॥ ৭০১
হাৰি ভাৰনাত মল গুছিবে মনৰ।
যোগাগ্নিয়ে দহিবে ৰাজাৰ কলেৱৰ॥
সেই জুইত ঝাম্প দিয়া মৰিবে গান্ধাৰী।
চলিবা বিদুৰে দুইকো উপায়ে উদ্ধাৰি॥ ৭০২
প্ৰভাস তীৰ্থত তেহো তেজিব শৰীৰ।
তাসম্বাক বিম্নি নকৰিবা যুধিষ্ঠিৰ॥
বন্ধু বান্ধৱক লাগি মিছা কৰা শোক।
ঈশ্বৰ ইচ্ছায়ে হোৱে সংযোগ বিয়োগ॥ ৭০৩
গিলি আসিলেক ৰাজা কাল অজগৰে।
অবো সুহৃদক চিন্তা তুমি নৃপবৰে॥
সৰ্পে ধৰি আছে যেন কেহো পুৰুষক।
সিকি জনে পাৰৈ জানা ৰাখিবে আনক॥ ৭০৪
কাল মূৰ্ত্তি কৃষ্ণ যাবকাত অৱতৰি।
খণ্ডিলা ভূমিৰ ভাৰ অসুৰ সংহৰি॥
সুবুজিয়া কেতিক্ষণে যান্ত নিজ থান।
তুমি সবো আপুনাক হুয়ো সাৱধান॥ ৭০৫

ভৈলন্ত দুৰন্ত কাল পৰিল বিপাক।
আনক নিচিন্ত ৰাজা চিন্তা আপোনাক ॥
হেনয় প্ৰবোধ বাণী বুলি দেৱ ঋষি।
স্বৰ্গক গৈলন্ত লৰি পৰম হৰিষি ॥ ৭০৬
নাৰদৰ বাণী শুনি ৰাজা যুধিষ্ঠিৰ।
নয়ন তবধ তনু মন নুহি স্থিৰ ॥
নানা বিধ বিমঙ্গল দেখন্তে অদ্ভুত।
ভীমক সম্মুখি মাতিলন্ত কুন্তী সুত ॥ ৭০৭
দেখ দেখ ভৈয়াই ভীম কিনো বিপৰ্য্যয়।
পাপে জিনিলেক আসি লোকৰ হৃদয় ॥
ভৈল শঠ মিত্ৰ কৰৈ ধৰ্ম্মত কপট।
নাহিকে আচাৰ বেশধাৰী যেন নট ॥ ৭০৮
বেদ পন্থ এৰি কৰৈ যাৰ যেন ইচ্ছা।
মিলিল অসত্য অকাৰ্য্যতো মাতৈ মিছা।
জানিলো পাইলেক কলি পৰম নিস্থল।
বাপে পোৱে ভাই ভাই সুগুছে কন্দল ॥ ৭০৯
দেখ দেখ দশোদিশে ঘোৰ উতপাত।
লৰে ভূমি খণ্ড পৰে সঘনে নিৰ্ঘাত ॥
ৰথৰ ঘোড়াৰ লোতকৰ ছেদ নাই।
কান্দৈ উৰ্ম্মি কৰিয়া কুকুৰে মুখ চাই ॥ ৭১০
দেখিয়ো নক্ষত্ৰে যুজৈ চানিয়া আকাশ।
সূৰ্য্যক সমুখে পাৰৈ ফেৰুয়া আটাশ ॥
পেঞ্চা কপোতৰ শুনি কুচিত শবদ।
নাসৈ নিদ্ৰা পাইবে জানো একোৱে প্ৰমাদ ॥ ৭১১
দেৱৰ প্ৰতিমা কান্দে ফন্দে অঙ্গ বাম।
দেখো নিৰানন্দ সবে নগৰ কুগ্ৰাম ॥
বহে খৰ্ব্ব বায়ু মহা ধূলায়ে আন্ধাৰি।
জানিলো মিলিল আৰে এক মহামাৰী ॥ ৭১২
যিটো কথা সৰ্ব্বজান নাৰদে কহিল।
সেই ছুসবিস কাল অৱশ্যে মিলিল ॥
আবকাক গৈল বাপ তোহোৰ কনিষ্ঠ।
সাত মাস ভৈল নপাও একো বাৰ্ত্তা নিষ্ঠ ॥ ৭১৩

ঘোৰ বিমঙ্গল দেখি কাম্পে মোৰ চিত্ত।
হওঁ জানো আমি কৃষ্ণ বান্ধৱে বাঞ্চিত ॥
যাহাৰ প্ৰসাদে ভৈলো দুৰ্গতি তৰণ।
হৰুৰাও জানো সিটো অৰুণ চৰণ ॥ ৭১৪
যাৰ পদে পাইলো অকণ্টক ৰাজ্য ভাৰ।
যাহাক আপেক্ষি আছে প্ৰাণ যে আমাৰ ॥
যি হেতু তৰিলো আমি অনেক বিপাক।
হেন বন্ধু কৃষ্ণ জানো তেজন্ত আমাক ॥ ৭১৫
মোৰ কথা বাপ ভীমসেন বাপ শুন।
ভালে কি আছন্ত নাসে ভৈয়াই অৰ্জ্জুন ॥
জানো কৃষ্ণ চৰণে বাঞ্চিত ভৈলা ভূমি।
এহি বুলি নৃপতি কান্দন্ত হুমহুমি ॥ ৭১৬
দুয়ো নয়নৰ লোতকৰ নাহি ছেদ।
নাহি সুখ সদায় নখণ্ডে হৃদি খেদ ॥
নাসৈ নিদ্ৰা নিশাত চিত্তত নাই থিৰ।
এহিমতে আকুলে ৰহিলা যুধিষ্ঠিৰ ॥ ৭১৭
ইকথা থাকোক আৰো শুনিয়ো অন্তৰ।
কৃষ্ণ বিনে যেন ভৈল বীৰ অৰ্জ্জুনৰ ॥
সুহৃদৰ প্ৰেত কাৰ্য্য কৰি সমস্তয়।
ইন্দ্ৰপ্ৰস্থ যাইবাক সাজিলা ধনঞ্জয় ॥ ৭১৮
আশ্বাসিয়া মাধৱৰ আদেশে সবাক।
লৈয়া লড়িলন্ত বাল্য বৃদ্ধ বিধবাক ॥
কৃষ্ণক সুমৰি সবে কৰন্ত বিষাদ।
প্ৰভু অবিহনে ভৈলো ভিঠীৰ উচ্ছাদ ॥ ৭১৯
দুনাই যেন নৱ ভৈল মাধৱৰ শোক।
কৃষ্ণ কৃষ্ণ বুলি গেড়ি পাৰি কান্দেলোক ॥
মাধৱৰ ভাৰ্য্যা যিটো ষোড়শ হাজাৰ।
হা কৃষ্ণ স্বামী বুলি কৰে হাহাকাৰ ॥ ৭২০
বহৱে লোতক সন্তাপৰ নাহি ওৰ।
স্বামীৰ সন্তাপে দেখে অন্ধকাৰ ঘোৰ ॥
কেৱলেসে আছে মাত্ৰ কলাধাতু বৈই।
প্ৰবোধ বুলিয়া ধনঞ্জয়ে যান্ত লই ॥ ৭২১

মিলিল সবাৰো পূৰ্ব্ব লিখিত ললাট।
সেহি বেলা গোপগণে ভেন্টিলেক বাট ॥
বোলাৰে গুৱাল সৱে জাতিত অধম।
উপৰক তুলি ডাঙ্গ দেখায়ে বিক্ৰম ॥ ৭২২
ৰহ ৰহ অৰে নাৰীগণ কৈক যাস।
সমুলি মাৰিবো কোবাই আণ্টা নতু পাশ ॥
ভ্ৰূকুটি কুটিল মুখ আখি পকাই চাৰে।
স্ত্ৰী সবো কম্পন্ত কদলি যেন বাৰে ॥ ৭২৩
ত্ৰাহি ত্ৰাহি ধনঞ্জয় পাৰন্ত আটাস।
নাহি ভয় বুলি বীৰে কৰিলা আশ্বাস ॥
পাছ কৰি স্ত্ৰীক আগ ভৈলন্ত অৰ্জ্জুন।
কথমপি লগাইলন্ত গাণ্ডীৱত গুণ ॥ ৭২৪
ৰথে চড়ি টঙ্কাৰী মাৰন্ত মহা ৰাগে।
কৈৰ ক্ষুদ্ৰ পতঙ্গ গোৱাল মোৰ আগে ॥
অৰ্জ্জুনকো ঝোঙ্কা আসি এত মান প্ৰাণ।
এহি বুলি বীৰে বৰষিবে লৈলা বাণ ॥ ৭২৫
পৰশু মুষল অসি ভল্ল ভিণ্ডি পাল।
নৰাচ* তোমৰ ত্ৰিকণ্টক কনিয়াল ॥
সনাইবাৰ শৰ সব হানন্ত সন্ধানে।
গুৱালৰ চালক নিবিন্ধে গৈয়া বাণে ॥ ৭২৬
বোলন্ত অৰ্জ্জুনে দেখি কিনো বিপৰ্য্যয়।
সেই ৰথ ধনু মই সেই ধনঞ্জয় ॥
কৃষ্ণ বিনে ব্যৰ্থ ভৈল সবে বীৰ্য্য বল।
ভস্মত ফুনিলে যেন নাই কিচো ফল ॥ ৭২৭
ত্ৰৈলোক্য বিজয়ী মই বীৰ ধনঞ্জয়।
মোহাৰ বিক্ৰম দেখি দেৱৰো বিস্ময় ॥
কৃষ্ণ বিনে একে তিলে সবে ভৈল চয়।
এহি বুলি মকমকি কৰন্ত ক্ৰন্দন ॥ ৭২৮
ভাগি গৈল গৰ্ব্ব একো নপান্ত উপায়।
গুৱালে গৰ্জ্জিবে লৈল অৰ্জ্জুনক চাই ॥

এহিসে বিক্ৰমে বীৰ বোলাস লোকত্ত।
ৰহ ৰহ ভাঙ্গো আজি তোহোৰ মহত্ত্ব ॥ ৭২৯
এহি বুলি তুলি ডাঙ্গ ধাইলেক গুৱালে।
পাইলে খেদি অৰ্জ্জুনক যেন যম কালে ॥
কোপে কোবাইবাক লৈলা অৰ্জ্জুনক বেঢ়ি।
দিলেক লৰড় স্ত্ৰী সমস্তক এৰি ॥ ৭৩০
কৃষ্ণৰ ভাৰ্য্যাক বেঢ়ি ধৰিলে গুৱালে।
মাৰি ধৰি আজুৰি ডকাই নেই পালে ॥
হৰিল চেতন আতি আকুল স্বভাৱ।
কৃষ্ণ কৃষ্ণ বুলিয়া কৰন্ত আৰ্ত্তৰাৱ ॥ ৭৩১
ভকতিৰ প্ৰভাৱত ভৈল সন্ধুক্ষণ।
মাৰন্তো নেড়ন্ত কেহো কৃষ্ণৰ চৰণ ॥
ভৈল কৰ্ম্ম বন্ধ ছেদ পৰম দুখত।
কৃষ্ণ ৰাম নাম আউৰ নছাড়ে মুখত ॥ ৭৩২
কৃষ্ণৰ মুৰ্ত্তিক মনে হৃদয়ে ধৰিল।
প্ৰেমে পুলকিত তনু লোতক ঝৰিল ॥
কৃষ্ণময় হুয়া সবে নেদেখন্ত আন।
গুৱালৰ হাততে ছাড়িলা সবে প্ৰাণ ॥ ৭৩৩
সংসাৰৰ ক্লেশ ভৈল ক্ষণেকে উচ্ছাদ।
পাইলন্ত পৰম পদ কৃষ্ণৰ প্ৰসাদ ॥
মৰিবাৰ দেখিয়া গুৱাল গৈল এড়ি।
আৰ্ত্তনাদ কৰি কান্দে শিশু সবে বেঢ়ি ॥ ৭৩৪
আসিলন্ত উলটি কান্দন্ত ধনঞ্জয়।
মৃতকক দেখি দুখে দগধ হৃদয় ॥
হা বিধি কৰিলে হেনসে বিড়ম্বণ।
আকে লাগি এড়ি গৈলা কমললোচন ॥ ৭৩৫
যাদৱ বংশৰ শোক ভৈল চিন্তাখান।
কৃষ্ণৰ বিয়োগ বহ্নি দহে আতি প্ৰাণ ॥
ভৈল তাণ্ডি খোঙ্কনি ইসব স্ত্ৰীৰ শোকে।
আবেগে সমুলি পুলি খুকি মাৰৈ শোকে ॥ ৭৩৬

একেবাৰতে বহুত মানুহ মাৰিব পৰা এবিধ চোকা শৰ।

পাছে কাষ্ঠ সংস্কাৰ কৰিয়া আপোনে।
তাসম্বাৰ প্ৰেতকাৰ্য্য সক্কলি অৰ্জ্জুনে ॥
হা কৃষ্ণ বুলিয়া কান্দন্ত মহাৰথ।
লৈয়া বাল্য বৃদ্ধক গৈলন্ত ইন্দ্ৰপ্ৰস্থ ॥ ৭৩৭
তাসম্বাক বাসা বীৰে দিলা যেন নয়।
হস্তিনাপুৰত প্ৰবেশিলা ধনঞ্জয় ॥
ধূলিয়ে ধূসৰ তনু বিমুকুত কেশ।
কান্দন্তে ভৈলন্ত ৰাজ-সভাত প্ৰবেশ ॥ ৭৩৮
দহয়ে শৰীৰ শোক অগনিৰ ঝালে।
ৰাজাৰ আগত গৈয়া পড়িলা নিঢালে ॥
অধোমুখে কান্দন্ত নেত্ৰৰ ঝৰে নাৰ।
দেখি অন্তৰীক্ষ ধাতু ভৈলা যুধিষ্ঠিৰ ॥ ৭৩৯
পুচন্ত সাৰটি বাৰ্ত্তা নয়ন সজল।
ঝাণ্টে কহ বাপু যদুকুলৰ কুশল ॥
মামা বাসুদেৱ সুখে আছন্ত সাক্ষাত।
পুত্ৰ সমে বঞ্চন্ত দৈৱকী দ্বাৰকাত ॥ ৭৪০
সুৰ অক্ৰূৰৰ কথা কহিয়ো সকালে।
উগ্ৰসেন নৃপতি আছন্ত কেন ভালে ॥
সাধু অনিৰুদ্ধ ৰাম সাম্ব কাম গদ।
তাসম্বাৰ পূৰ্ব্বৱতে আছে কি সম্পদ ॥ ৭৪১
সাত্যকি সুনন্দ নন্দ উদ্ধৱ প্ৰমুখ্যে।
আছন্ত ভকত সব আৱে কেন সুখে ॥
বান্ধৱ কৃষ্ণৰ বাৰ্ত্তা কহিও সত্বৰে।
সুখে কি আছন্ত সিটো ইষ্টদেৱ মোৰে ॥ ৭৪২
যদুবীৰগণে যাৰ বাহুক আশ্ৰয়।
সুধৰ্ম্মা সভাক পায়ে আক্ৰমি ভ্ৰময় ॥
সত্যভামা নাৰী যাৰ চৰণ সেৱাত।
দুৱাৰতে ৰোৱাইলা শচীৰ পাৰিজাত ॥ ৭৪৩
দশ দিকপালৰ বিভৱ সবে আনি।
যাদৱ বংশক দিলা যিটো চক্ৰপাণি ॥
সিটো প্ৰাণকৃষ্ণৰ কহিয়ো নিষ্ট কথা।
কেনে হেন ভৈল বাপ তোহোৰ অৱস্থা ॥ ৭৪৪
চিৰকাল প্ৰবাসত কিবা পাইলে দুখ।
তনু তোৰ নিস্তেজ মলিন দেখো মুখ ॥
নকৰিলে প্ৰাণীক ভয়তে পৰিত্ৰাণ।
বিপ্ৰক নেদিলি কিবা প্ৰতিশ্ৰুত দান ॥ ৭৪৫
অতিথিক নেদি কিবা কৰিলি ভোজন।
সিজিল পাতেক কিবা অগম্যা গমন ॥
নকৰিলে মান্য জোনো তোহোক মহন্তে।
অধৰ্ম্মে জিনিলে কিবা পথত আসন্তে ॥ ৭৪৬
কি হেতু তোহোৰ হেন মিলিল বিলাই।
ঝাণ্টে কথা কহ ঐ প্ৰাণৰ ভৈয়াই ॥
কিবা গুণে বাপ তোৰ সুস্থ নাহি চিত।
জানো প্ৰাণ কৃষ্ণ এড়ে ভৈলোহো বঞ্চিত ॥
এতেক বোলন্তে মৰ্ম্মে ছানিলেক গায়।
কৃষ্ণক সুমৰি ভৈলা আকুল স্বভাৱ ॥
লোতকে বেঢ়িল কণ্ঠ নয়ন তবধ।
অৰ্জ্জুনক চাই ৰাজা ভৈলা নিশবদ ॥ ৭৪৮
শুনিয়োক কৃষ্ণ কথা সমস্ত সমাজে।
মহা মহন্তৰো দেখা কেন দুখ বাজে ॥
পাইলন্ত সন্তাপ ধৰ্ম্মময় যুধিষ্ঠিৰ।
কালৰ হাতত আৱে কোনে হুইবে থিৰ ॥ ৭৪৯
নাহিকে কিঞ্চিতো সুখ আশাৰ সঞ্চাৰ।
যেন বিষলতা ফল ফুলে জাতিষ্কাৰ ॥
প্ৰথমে মধুৰ খাইলে বিষ লাগে পাছে।
নজানি বৰশী যেন গিলি মৰে মাছে ॥ ৭৫০
সেহি মতে পুত্ৰ দাৰা বিষয়ৰ সুখ।
ইহাৰ বিয়োগে উপজিবে মহা দুখ ॥
তেজিয়া যতনে আক শুনা কৃষ্ণ কথা।
হৰি বিমুখৰ দেখা দুখৰ অৱস্থা ॥ ৭৫১
সেহি ব্যাধ নাই যাত কৃষ্ণ কথা ৰস।
সেহি মৰা শৱ সেই পৰম ৰাক্ষস ॥
সেহি নিজ চাণ্ডাল সেহিসে আত্মঘাতী।
সেহি জন জানা মহা হৰি দ্ৰোহী আতি ॥ ৭৫২

কৃষ্ণক নভজি যিটো পূজে আন দেৱ।
কৰে বলি দান তাক সম নাহি কেৱ॥
এহি সাত বিধে নুশুনিবে কৃষ্ণ কথা।
তাৰো সঙ্গ লৱৈ যিটো তাৰ জন্ম বৃথা॥ ৭৫৩
হেন জানি কৃষ্ণৰ কথাত দিয়া চিত্ত।
নাহি আন ধৰ্ম্ম ইটো দুৰ্ঘোৰ কলিত॥
নামতে সমস্তে আবে যুগ ধৰ্ম্ম পাই।
বোলা হৰি হৰি আবে বৃথা আয়ু যায়॥ ৭৫৪

---

দুলড়ী

ৰাজাৰ বচন শুনি সব্যসাচী
কান্দন্তে বসিলা উঠি।
কৃষ্ণৰ সন্তাপে শুখাই আখি মুখ
বঝাই যেন প্ৰাণ ফুটি॥
সুহৃদ সখিক সুমৰি সুমৰি
অধিকে উধাই জুই।
কতো বেলি মানে নামাতি আছিলা
অধোমুখে মৌন হুই॥ ৭৫৫
পাছে আখি মুখ মুছি দুই হাতে
সন্তাপ সিটো তন্তাই।
নিশ্বাস তেজিয়া গদ গদ বাক্যে
বুলিলা ৰাজাক চাই॥
কিবা সোধা দাদা মোহোৰ অৱস্থা
সবে নাশ ভৈলো আমি।
মাধৱ বন্ধুক হুকৰাইলো আবে
বঞ্চিলা জগত স্বামী॥ ৭৫৬
যাহাৰ আশ্ৰয়ে মৎস্যকো ভেদিলো
খেদিলো লক্ষেক ৰাজা।
পাইলো দ্ৰৌপদীক দেখিলেক মোৰ
বিক্ৰম সমস্তে প্ৰজা॥

যাহাৰ প্ৰসাদে ইন্দ্ৰক জিনিয়া
অগ্নিক দিলো খাণ্ডৱ।
হেন প্ৰাণ কৃষ্ণে বঞ্চিলা আৱেসে
নশিলো সবে পাণ্ডৱ॥ ৭৫৭
যাহাৰ প্ৰসাদে সাজি দিল সভা
কৰিয়া ময়ে প্ৰবন্ধ।
ভীমে যাৰ তেজে নিৰ্য্যাণ কৰিলে
মহাৰাজা জৰাসন্ধ॥
এক লক্ষ ৰাজা যোগাইলেক কৰ
কৰিলাহা ৰাজসূয়।
হেন বন্ধু কৃষ্ণে মোক তেজি গৈলা
গাৱত লগায়া জুই॥ ৭৫৮
পৰশিল কেশ দুষ্ট দুঃশাসনে
দ্ৰৌপদী কান্দিল দুখে।
কৃষ্ণৰ আগত দেখাই সেই কেশ
পড়িলন্ত অধোমুখে॥
এতেকে তাহাৰ ভাৰ্য্যাক বিধবা
কৰিলা যিটো বান্ধৱে।
হেন প্ৰভু বিনে মৰিলো জীৱন্তে
জানিবা সবে পাণ্ডৱে॥ ৭৫৯
যাৰ তেজে মই জিনিলো হৰকো
দিলা অস্ত্ৰ ত্ৰিনয়ন।
যাহাৰ প্ৰসাদে অপ্ৰয়াসে পাইলো
মহেন্দ্ৰৰো অৰ্দ্ধাসন॥
স্বৰ্গতো অসুৰ মাৰিয়া ইন্দ্ৰক
থাপিলো যাৰ নিদানে।
হেন প্ৰাণবন্ধু মাধৱ তেজিলে
কিয় জীউ এভো প্ৰাণে॥ ৭৬০
সাগৰ শৰ্কাস কৃষ্ণ বলে সাজি
গৈল পাল আনিবাক।
যাৰ তেজে মই জিনিলো একেলে
হেলায়ে সিটো সেনাক॥

সবাৰো গাৱৰ বস্ত্ৰ আভৰণ
আনিলো যাহাৰ গুণে।
হেন প্ৰাণ কৃষ্ণ বিয়োগে কি জীওঁ
নমৰি মৰি দাৰুণে ॥ ৭৬১
অযুতেক শিষ্য সহিতে দুৰ্ব্বাসা
বনত খুজিলা ভাত।
ঋষি শাপ ভয়ে নৃপতি তোমাৰ
মুখতে হৰিল মাত ॥
কৃষ্ণে আসি শাক ভুঞ্জন্তে দুৰ্ব্বাসা
পলাইল পেট উপসি।
হেন প্ৰাণ কৃষ্ণ বন্ধু বিনে এভো
কিসক নগৈলো নশি ॥ ৭৬২
জয়দ্ৰথ বধে ঘোৰ অঙ্গীকাৰ
কৰিলো যাহাত গয়।
শক্ৰৰ মাজত পিয়াইলো পানীক
ৰথৰ মেলিয়া হয় ॥
যাহাৰ প্ৰসাদে বধিলো সৈন্ধৱ
সাধিলো প্ৰতিজ্ঞা ঘোৰ।
হেন প্ৰাণ বন্ধু কৃষ্ণক সুমৰি
কিয় নযাই প্ৰাণ মোৰ ॥ ৭৬৩
উভয় সেনাৰ মধ্যে ৰথ থৈয়া
যিটো কৃষ্ণ প্ৰাণপতি।
পৰম ঈশ্বৰ জ্ঞান কহি মোৰ
হৰিলা মোৰ কুমতি ॥
দ্ৰোণ ভীষ্ম কৰ্ণ অজয় বীৰকো
জিনিলো যাহাত গহে।
কিনো বিপৰীত হেন কৃষ্ণ বিনে
অদ্যাপিও প্ৰাণ ৰহে ॥ ৭৬৪
যাহাৰ প্ৰসাদে বীৰ দুঃশাসন
ধৰিলা ভীমে খেদিয়া।
ভূমিত পৰিয়া কুঠাৰ হানিয়া
জীয়ন্তে ছিৰিলা ছিয়া ॥

যিটো মহাবলী প্ৰতিজ্ঞা সাফলি
পিলন্ত তাৰ কধিৰ।
কিয় জাওঁ চাৰ সিটো উপকাৰ
সুমৰি কৃষ্ণ স্বামীৰ ॥ ৭৬৫
যাৰ তেজ বলে তোমাৰ সোদৰে
বৃকোদৰ মহাবীৰ।
ভাঙ্গিলা লীলায়ে গদায়ে কোবাই
উৰু কুৰু নৃপতিৰ ॥
মাৰি লাথি মাথে কৰিলন্ত তাৰ
শিৰৰ মুকুট চূৰ।
হেন বন্ধু বিনে এভো জীওঁ মই
কিয় নগৈ যমপুৰ ॥ ৭৬৬
যাৰ পাদপদ্ম সদায়ে সেৱন্ত
ব্ৰহ্মা শিৱ সুৰপতি।
হেন ঈশ্বৰক কৰিলো সাৰথি
হেনসে মই কুমতি ॥
কৰো উপালম্ভ তথাপি বোলন্ত
ঐ সখি অবা অৰ্জ্জুন।
মোৰ অপৰাধ নধৰিলা প্ৰভু
কি কৈবো কৃষ্ণৰ গুণ ॥ ৭৬৭
যেন মহামিত্ৰে যেন পিতা পুত্ৰে
আছিলো অভিন্ন ভাৱে।
নাহি সুখ শান্তি প্ৰভুৰ মনত
মোক নপাৱন্ত যাৱে ॥
কৰো একেলগে গমন ভোজন
একে শয্যায় থাকো শুই।
সি সব মধুৰ আলাপ সুমৰি
শৰীৰে উধাই জুই ॥ ৭৬৮
কৃষ্ণ পত্নীগণ আনন্তে পথত
গুৱালে নিলেক কাঢ়ি।
যেন স্ত্ৰীক মোক জিনিয়া খেদিয়া
তাজৰ মাৰিয়া বাৰি ॥

সবাতো অধিক ইসি খেদ ভৈল
জীৱন্তে মৰিলো আমি ।
মোৰ বীৰ্য্য বল লগত নো গৈলা
জানিলো মাধৱ স্বামী ॥ ৭৬৯
যাদৱ বংশৰ যি কথা পুছিলা
মৰিল যুজি সমস্ত ।
মোৰ মনে ৰাজা বুড়িল সমূলি
কৃষ্ণ সূৰ্য্য গৈলা অস্ত ॥
দেখো অন্ধকাৰ মাত নাসে আৰ
দহৰে বন্ধুৰ জুই ।
এহি বুলি বীৰে কান্দি মকমকি
পৰিলন্ত অধোমুই ॥ ৭৭০
কৃষ্ণক বৰ্ণান্তে কান্দন্তে কান্দন্তে
বৈৰাগ্য ভৈল প্ৰবল ।
কৃষ্ণৰ চৰণ চিন্তন্তে একান্তে
গুছিল মনৰ মল ॥
ভকতিৰ বেগ বাঢ়ি অৰ্জ্জুনৰ
তনু লোম সিহৰিল ।
গীতাত যি জ্ঞান গোবিন্দে কহিলা
মনত দুনাই পড়িল ॥ ৭৭১
গুছিল সংশয় শোক মায়াময়
মিলিল মনে আনন্দ ।
জীৱন্তে মুকুত ভৈল ধনঞ্জয়
ছিণ্ডিল সংসাৰ বন্ধ ॥
গৃহ শৰীৰকো পাসৰিল নিজ
আত্মাতে মজিল মতি ।
এহিমতে ভৈভ ৰহিলা অৰ্জ্জুন
লভিয়া নিৰ্গুণ গতি ॥ ৭৭২

ছবি

শুনিয়োক সামাজিক কৃষ্ণৰ চৰিত্ৰ ইটো
দেখা কেন ধৰ্ম্ম অদভুত ।
কান্দন্তে বৰ্ণান্তে গুণ অৰ্জ্জুন জীৱন্তে ভৈল
সংসাৰৰ বন্ধন মুকুত ॥
গোবিন্দৰ গুণ গণ এহিসে অমূল্য ধন
ভকতৰ পৰম সৰ্ব্বস্ব ।
জানা ইসে নৰ নিধি অপ্ৰয়াসে সাধে সিদ্ধি
কিনো মাধৱৰ নাম যশ ॥ ৭৭৩
চাৰিও বেদৰ সাৰ নাম বিনে নাই আৰ
কি কহিবো নামৰ প্ৰতাপ ।
একজনে নাম লৱে শুন মানে সবে তৰৈ
হৰৈ কোটি জনমৰ পাপ ॥
হেন নাম আছে কাছে গাৱে গাৱে সুখ আছে
কু-কথা বিষ্ঠাত মন লোটে ।
নিজ কৰ্ম্মে হোৱৈ নাশ পাৱন্তো কোমল ঘাস
যেন কাটা চোবাই মৰে উটে ॥ ৭৭৪
ৰাম নাম মত্ত সিংহ শুনে মানে তাৰ বিজ
পলাই পাপ হস্তী হুয়া ত্ৰাস ।
হৰি ধ্বনি মাৰৈ পুলি থাকিবে নপাই পুৰি
কু-কথাত আসি লৱৈ বাস ॥
জানি আন কথা এড়ি সঘনে সুমিৰো হৰি
পাতকৰ কালান্তক যম ।
কৃষ্ণৰ কিঙ্কৰে ভণে কৃষ্ণক ধৰিয়ো মনে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৭৭৫

পদ

শৌনকৰ আগত কহন্ত শুকে কথা ।
শুনিয়োক পাণ্ডৱৰ যি ভৈল অৱস্থা ॥
যুধিষ্ঠিৰ ৰাজা শুনি কৃষ্ণৰ নিৰ্য্যাণ ।
পৰিলা ভূমিত মহা মৰ্ম্মে দহে প্ৰাণ ॥ ৭৭৬

হৰিল মুখত মাত দেখন্ত আন্ধাৰ।
পাত্ৰ মন্ত্ৰী লোকে শোকে কৰে হাহাকাৰ ॥
ভ্ৰাতৃ সবো পৰিল হৰিল মাত বোল।
অন্তেৰ পুৰত ক্ৰন্দনৰ উৰ্ম্মি ৰোল ॥ ৭৭৭
হা কৃষ্ণ বুলি কৰৈ সমস্তে সন্তাপ।
আমাক এড়িয়া কৈক গৈল কৃষ্ণ বাপ ॥
আৰ্ত্তনাদ আন্দোলে হস্তিনাপুৰ জুৰি।
হৃদয় থাকুৰে যেন দাৰালত গুড়ি ॥ ৭৭৮
কান্দে মহা শোকে লোকে হাতে বাটে চানি।
চতুৰ্ভিত্তি শুনি মাত্ৰ হাহাকাৰ ধ্বনি ॥
কৃষ্ণ বিনে দেখে যেন দিনতে আন্ধাৰ।
নাই স্নান পান প্ৰজা তেজিলে আহাৰ ॥ ৭৭৯
আসি শুনিলন্ত কুন্তী কৃষ্ণৰ অভাৱ।
হা কৃষ্ণ বাপ বুলি দিলা দীৰ্ঘ ৰাৱ ॥
কৈ গৈলে বান্ধৱ সব আমাক উপেক্ষি।
পৰিলা ভূমিত সতী তমোময় দেখি ॥ ৭৮০
কৃষ্ণৰ অৰুণ যিটো পাদ পদ্ম দুই।
উঠি বসি হিয়াত ধৰিলা অধো মুই ॥
কান্দন্ত কৃষ্ণৰ গুণ বৰ্ণাই বৰ্ণাই।
হৰি হৰি বাপ কৃষ্ণ দুখৰ সহায় ॥ ৭৮১
মাতৃতো অধিক স্নেহ কৰিলা মোহোক।
নাশিলা দৈৱকীৰ ছয় গুটি পোক ॥
পাঞ্চ পুত্ৰ সমে মোক কৰিলাহা ত্ৰাণ।
এবে কেনে এড়ি গৈলে কৃষ্ণ মোৰ প্ৰাণ ॥ ৭৮২
ইহ পৰলোকে গতি বাপ জগন্নাথ।
এতেকে কৰিলা পাঞ্চ পুত্ৰক অনাথ ॥
বিপদত থাকিবো কাহাক বাট চাই।
নেদেখিবো আউৰ চন্দ্ৰ বদন দুনাই ॥ ৭৮৩
পদ্মনেত্ৰ দুতয় দেখন্তে হৰে তাপ।
অৰুণ চৰণ দৰশনে হৰে পাপ ॥
বাহু বক্ষস্থল দেখন্তে সুখী হুই।
মধুৰ সূকতি কাই কৈ গৈলে বিছুই ॥ ৭৮৪

এভো প্ৰাণ ধৰো হৰি এৰিবাৰ শুনি।
কিবা দেখি নযাওঁ মৰি মই নিদাৰুণী ॥
মাধৱক সুমৰন্তে অগ্নি যাই জ্বলি।
পৰম সন্তাপে সতী পৰিলন্ত ঢলি ॥ ৭৮৫
কৃষ্ণ গুণ বৰ্ণান্তে নিৰ্ম্মল ভৈল মতি।
উপজিল বন্ধু বান্ধৱৰ বিৰকতি ॥
ঈশ্বৰ বিদিত ভৈল আপোন মনত।
কৃষ্ণময় দেখিলন্ত সমস্তে জগত ॥ ৭৮৬
পৰিধান ফটা কানি আউল বাউল কেশ।
ভৈলা তৈতে যেন জড় পিশাচৰ বেশ ॥
কৃষ্ণৰ অৰুণ দুই চৰণক চিন্তি।
জীৱন্তে মুকুত হুয়া বাজ ভৈলা কুন্তী ॥ ৭৮৭
উত্তৰ দিশক লাগি যান্ত ৰাজ মাৰ।
দেখিয়া যুধিষ্ঠিৰ ভৈলা আকুল স্বভাৱ ॥
কৃষ্ণৰ বিয়োগ বহ্নি দগধ শৰীৰ।
মাতৃ সন্তাপে আউৰ চিত্ত নোহে স্থিৰ ॥ ৭৮৮
কৃষ্ণ গুণ সুমৰন্তে উধাই আতি জুই।
অৰুণ চৰণ চিন্তি ৰৈলা অধো মুই ॥
নিৰ্ম্মল মনত ভৈল ঈশ্বৰ সাক্ষাত।
ভকতিৰ মহা বেগ বাঢ়িল ৰাজাত ॥ ৭৮৯
কৃষ্ণ বিনে আন নেদেখন্ত মহাভাগ।
গৃহ শৰীৰতো আসি মিলিল বৈৰাগ ॥
কৃষ্ণৰ চৰণ সেৱা মহা লোভ জানি।
উঠিলা তেখনে মৌন হুয়া মহা মানী ॥ ৭৯০
এৰিলন্ত দণ্ড পাট আছিল যতেক।
পৰীক্ষিত নাতিক কৰিলা অভিষেক ॥
অনিৰুদ্ধ পুত্ৰক আনিয়া সিবেলাত।
কৰিলন্ত অভিষেক আনি মথুৰাত ॥ ৭৯১
কৃষ্ণ বিনে মনে মহা মিলিল বিচাট।
চাবিলন্ত ৰত্নময় সিংহাসন খাট ॥
খসাইলন্ত শৰীৰৰ যত অলঙ্কাৰ।
দিব্য বস্ত্ৰ মানে কৰিলন্ত পৰিহাৰ ॥ ৭৯২

উান্ধ কানি কথা আউল বাউল কৰি কেশ।
ভৈলা তেতিক্ষণে যেন বাতুলৰ বেশ॥
ভ্ৰাতৃ পুত্ৰ ভাৰ্য্যাক নকৰি সম্ভাষণ।
কৃষ্ণক হৃদয়ে ধৰি কৰিলা গমন॥ ৭৯৩
এৰিলা বচন বিনে ৰাম কৃষ্ণ বাণী।
চিত্তে চিন্তে মাত্ৰ কৃষ্ণ চৰণ দুখানি॥
নমাতন্তে মাতন্ত ভৈলন্ত যেন জড়।
উত্তৰ দিশক লাগি দিলন্ত লৰড়॥ ৭৯৪
ৰাজাৰ অৱস্থা দেখি চাৰিও সোদৰ।
পৰম বৈৰাগ্যে সবে নপশিলা ঘৰ॥
কানি কন্থা পিন্ধিয়া ধৰিলা সেই বেশ।
পাছত দিলন্ত লড় মুক্ত কৰি কেশ॥ ৭৯৫
কৃষ্ণৰ চৰণ সেৱা সংসাৰতে সাৰ।
জানিলা পৰম গতি এহিসে আমাৰ॥
একান্তে নেড়ন্ত কৃষ্ণ চৰণ মনত।
দহিলন্ত ভকতি মনৰ মল যত॥ ৭৯৬
ভৈল জ্ঞান উদয় চিণ্ডিল কৰ্ম্ম বন্ধ।
পাঞ্চো ভাইৰ গুছিল চক্ষুৰ যেন অন্ধ॥
মায়ায়ে এৰিল ভৈল প্ৰসন্ন হৃদয়।
বাহিৰে ভিতৰে দেখিলন্ত হৰিময়॥ ৭৯৭
নিজ শৰীৰকো নেদেখন্ত আপোনাৰ।
ভৈলা ভকতিতে সুখে সংসাৰৰ পাৰ॥
একান্তে পাইলন্ত পাঞ্চো চৰণত ঠাই।
জীৱন্তে মুকুত হৈয়া ৰৈলা পাঞ্চো ভাই॥ ৭৯৮
দ্ৰৌপদী দেখন্ত পাঞ্চো পতি এড়িলন্ত।
মৰো জীৱ একো সম্বিধান নেদিলন্ত॥
মহা শোকে দ্ৰৌপদী কান্দন্ত আৰ্ত্তবাৰে।
হেনমে বিপত্তি ভৈল কৃষ্ণৰ অভাৱে॥ ৭৯৯
হা কিনো ভৈল মোৰ প্ৰাণ নৃপবৰ।
কৈক গৈল দণ্ড ছত্ৰ বিচিত্ৰ চামৰ॥
কৈক গৈল দিব্য আভৰণ সিংহাসন।
পাঞ্চো ভাইক ভৈলা আজি কালিসে ভূষণ॥ ৮০০

কোননো বিধাতা হেন কৰিলে বিলাই।
কৈতনো বঞ্চিবা পাঞ্চো ভিক্ষা মাগি খাই॥
যৈতে নিদ্ৰা আসে তৈতে শুবা মহাদুখে।
আজিসে বঞ্চিলে সসাগৰা ৰাজ্য সুখে॥ ৮০১
শীতল শয্যাত যিটো নাথ থাকা শুই।
ধৰ্ম্মময় শৰীৰ দেখন্তে সুখী হুই॥
হৈবেক কুবেশ পৃথিবীৰ লাগি ধুলি।
নিচিনিবে একো জনে আজি ৰাজা বুলি॥ ৮০২
লক্ষে লক্ষে ৰাজা যাক থাকে সেৱা কৰি।
ধৱল চামৰে ঢোলে শ্বেত ছত্ৰ ধৰি॥
কি ভৈল অৱস্থা হৰি হৰি মহাৰায়।
কিমতে বৰ্ত্তিবা আবে ভিক্ষা মাগি খাই॥ ৮০৩
হা বৃকোদৰ প্ৰভু পৰম বিক্ৰম।
অযুতেক হস্তী যাৰ বলে নুহি সম॥
সবাতো অধিক কৰি দেওঁ অন্ন পান।
ভিক্ষা মাগি কিমতে ৰাখিবা আবে প্ৰাণ॥ ৮০৪
কৈক গৈল নাথ মোৰ মধ্যম পাণ্ডৱ।
ইন্দ্ৰক জিনিয়া যিটো দহিলা খাণ্ডৱ॥
হৰকো যুজিয়া যিটো কৰাইলা বিস্ময়।
ভৈলা ভিক্ষাহাৰী আজি হেন ধনঞ্জয়॥ ৮০৫
হা কিনো ভৈলা মোৰ নকুল মহন্ত।
মদন সদৃশ দেহা মহা ৰূপৱন্ত॥
ভুঞ্জায়ো পঞ্চামৃতে নিতে মই অনুৰাগী।
জীৱন্ত কিমতে সিটো প্ৰভু ভিক্ষা মাগি॥ ৮০৬
হা সহদেৱ মহা গুণেৰে মণ্ডিত।
যাক সম নাহি মহা পৰম পণ্ডিত॥
দেৱতো অধিক কৰি ধৰো নিতে আল।
সিটো প্ৰভু ভিক্ষায়ে খপিবা কেনে কাল॥ ৮০৭
সবাৰো আছিলো মই মহা সুভাগিনী।
বনতো নাছিল দুঃখ কাৰো মই বিনি॥
কেনে আজি যাহান্তে নাচাহা টেৰ কৰি।
এহি বুলি মকৰাকি কান্দন্ত সুন্দৰী॥ ৮০৮

কৈক গৈলা কৃষ্ণ আমাঠৈৰ ইষ্টদেৱ।
তুমি বিনে মোৰ আউৰ বন্ধু নাহি কেৱ ॥
ঘোৰ ঘোৰ আপদত কৰি আছা ত্ৰাণ।
তোমাকেসে সুমৰন্তে ফুটে মোৰ প্ৰাণ ॥ ৮০৯
দুষ্ট দুঃশাসনে মোৰ ধৰিল চুলত।
দৰশিলো সেই কেশ তোমাৰ আগত ॥
এতেকে কৰিলা বিপক্ষক বুন্দামাৰ।
তুমি হেতু নিসিজিল কোন উপকাৰ ॥ ৮১০
বস্ত্ৰ কাঢ়ি লৈলেক সভাত সেহি পাপী।
নেদেখিলে মোৰ একো অঙ্গক তথাপি ॥
তোমাৰ প্ৰসাদে গাৱে হোৱে বস্ত্ৰ ভিন্ন।
সুজিবে নোৱাৰো চিৰকালে ইটো ঋণ ॥ ৮১১
তোমাৰ প্ৰসাদে আদিত্যৰ বৰ দানে।
পাইলোহো অক্ষয় অন্ন মই নখাওঁ মানে ॥
আঠাইশ সহস্ৰ ঋষি নিতে ভুঞ্জাওঁ বনে।
সি কি উপকাৰ আবে গুচে মোৰ মনে ॥ ৮১২
অযুত হস্তীৰ বল যাহাৰ গাৰত।
হেনয় কিচকে মোৰ ধৰিলে বস্ত্ৰত ॥
পৰিল উফৰি মোৰ হাতৰ ঠেলাত।
তুমিসে ৰাখিলা সিটো সঙ্কট বেলাত ॥ ৮১৩
হেন উপকাৰী হৰি কৈ গৈলে মাধৱ।
তুমি বিনে একে তিলে কি ভৈলা পাণ্ডৱ ॥
চৰণৰ দাস কৰি নিলা পাঞ্চ পতি।
থাকিলোহো পড়ি মই পাপিনী সম্প্ৰতি ॥ ৮১৪
ভৈলো নিমাখিতি তেজি গৈলা যদুৰাজ।
আউৰ ইটো চাৰ জীৱনত কোন কাজ ॥
কৃষ্ণৰ বিয়োগ বাহ্ন দহে সৰ্ব্ব গাৱ।
কৃষ্ণ কৃষ্ণ বুলিয়া পাৰন্ত আৰ্ত্তৰাৱ ॥ ৮১৫
কৃষ্ণ গুণ বৰ্ণান্তে নিৰ্ম্মল ভৈল মতি।
মিলিল সতীৰ শৰীৰন্ত বিৰকতি ॥
শোক এৰি বসিলন্ত ভঞ্জিল সংশয়।
দশোদিশে দ্ৰৌপদী দেখন্ত তমোময় ॥ ৮১৬

কৃষ্ণৰ চৰণ মনে ধৰি দৃঢ় ধ্যান।
কৃষ্ণ কৃষ্ণ বুলিয়া চাড়িলা সতী প্ৰাণ ॥
কৃষ্ণত গৈলন্ত লীন সিটো মহা সতী।
দেখিয়ো ভকতিৰ মহিমা সম্প্ৰতি ॥ ৮১৭
পাণ্ডৱৰ নিৰ্য্যাণ পৰম পুণ্য কথা।
তাক একমনে যিটো শুনয় সৰ্ব্বথা ॥
সমস্তে পাপতো তেতিক্ষণে হোৱে শুদ্ধি।
বাঢ়িবে ভকতি কৃষ্ণত হৈবে বুদ্ধি ॥ ৮১৮
শুনা সভাসদ পদ কৃষ্ণৰ চৰিত্ৰ।
আত পৰে আন ধৰ্ম্ম নাহিকে কলিত ॥
অসাৰ সংসাৰ আৰ ইহাত নমজি।
মহা সুখে হোৱা পাৰ মাধৱক ভজি ॥ ৮১৯
অৰ্জ্জুনতো গীতাত কহিছা হৰি সাছ।
অপদেৱতাক পূজি হৈবেক পিশাচ ॥
প্ৰেতৰ লগত ফুৰিবেক বলি খাই।
আউৰ একো জন্মত তাহাৰ গতি নাই ॥ ৮২০
মই হেন ঈশ্বৰক নকৰিয়া সেৱ।
হংস ছাগ কাটি নৰে পূজে আন দেৱ ॥
জানিবাহা সি সি নৰ ৰাক্ষস অসুৰ।
হিয়াত থাকন্তে মই তাহাৰ বিদুৰ ॥ ৮২১
হৰি নাম কীৰ্ত্তনৰ অগ্নি তাপ লাগি।
দেখিয়া ৰাক্ষসগণ পলাইবেক ভাগি ॥
মোৰ কথা শুনন্তে কৰ্ণত যেন বিন্ধে।
ভকতক দেখিলে অৰণ্যে পাপী নিন্দে ॥ ৮২২
কদাচিতো মোহোৰ নলৱৈ নাম যশ।
জানিবা অৰ্জ্জুন সেই মনুষ্য ৰাক্ষস ॥
নৰকৰ পৰা তাক নেদা উঠিবাক।
মই কাল ৰূপে হেড়াই হেড়াই ধৰো তাক ॥ ৮২৩
কৃষ্ণৰ চৰণ ইটো মহা লাভ জানি।
ঈশ্বৰো ঈশ্বৰ ভজিয়ো চক্ৰপাণি ॥
যাহাৰ সেৱাত পাৰ পাই মহা সুখে।
তাঙ্ক তেজি ভজে আন দেৱক মূৰুখে ॥ ৮২৪

কিনো মূর্খ কিনো মূর্খ কিনো মূর্খ নৰ ।
মোহে অন্ধ ভৈল কিনো অজ্ঞানী বৰ্ব্বৰ ॥
জগতৰ নাথ কৃষ্ণ আছন্ত বিয়পি ।
তাহাক নভজি মৰৈ চেতনী তথাপি ॥ ৮২৫
ইহেন মনুষ্য জন্ম যাই আলে জালে ।
নাহিকে চেতন চুল ধৰি আছে কালে ॥
কলিত নাহিকে গতি বিনা হৰি নাম ।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥ ৮২৬

---

ছবি

আত অনন্তৰে শুনা গোলোক বাসীৰ কথা
তাসম্বাৰ যি ভৈল অৱস্থা ।
কৃষ্ণৰ বিয়োগে একে দণ্ডে যেন যুগ যাই
হাতফোট নুগুছে সৰ্ব্বথা ॥
বৃন্দাবন কালিন্দিক দেখন্তে সুখাই ধাতু
এথানে ক্ৰীড়িলা কৃষ্ণ প্ৰাণ ।
নুগুছে হিয়াৰ খেদ লোতকৰ নাই ছেদ
স্বভাৱন্তে মৃতক সমান ॥ ৮২৭
বংশীৰ শুনন্তে ৰাৱ গোপীৰ উপজে ভাৱ
জাত কৰি সিহঁৰে শৰীৰ ।
কৃষ্ণ বুলি পাৰে উকিঁ কতো কান্দে মকমকি
পৰৈ ধাৱে নয়নৰ নীৰ ॥
অৰুণ চৰণ দুইক সাৱটি বিৰহ জুইক
উপশান্ত কৰৈ কতোক্ষণ ।
কৃষ্ণত নুগুছে চিত এড়িলে গৃহৰ কৃত্য
মহা ভাগ্যৱতী গোপীগণ ॥ ৮২৮

নিতান্তে যশোদা কান্দে তিনি বেলা বান্ধ বান্ধে
হা কৃষ্ণ পুত্ৰে গৈল এড়ি ।
পেটত নুকছে ভাত নাহি আন কথা মাত্ত
কৃষ্ণ বুলি পাড়ে আতি গেড়ি ॥
হুয়া আতি নিৰানন্দ লগতে কান্দন্ত নন্দ
চক্ষুৰ লোতক নাই ছেদ ।
কৃষ্ণ বিনে নাহি আন সবাৰো কৃষ্ণেসে প্ৰাণ
কৃষ্ণক নেদেখি কৰৈ খেদ ॥ ৮২৯
সেহি সময়তে আসি দেখি সবে ব্ৰজ-বাসী
মিলিল পৰম বিমঙ্গল ।
ঘৰে ঘৰে বৰৈ ফেৰু যত লতা তৃণ তৰু
আকাশত ধৰৈ ফল-ফুল ॥
সঘনে নিঘাত পৰৈ ঘনে ঘনে ভূমি লৰে
মহা খৰ্ব্ব বায়ু বেঢ়ি বৰৈ ।
ভৈল বিপক্ষৰ চিন্ন ধেনুসবো নখাই তৃণ
চক্ষুৰ লোতক মাত্ৰ স্ৰৱে ॥ ৮৩০
আৰাৰে কুকুৰে কান্দে নাৰীৰ দক্ষিণ স্কন্ধে
সোণগুই গৃহত সোমাই ।
জানিলো মিলিল দুখ ওঠ কণ্ঠ শুখাই মুখ
বিমঙ্গল দেখি ধাতু যাই ॥
পাছে সেহি বেলা তথা সবেও শুনিলে কথা
কৃষ্ণদেৱ ভৈলন্ত নিৰ্য্যাণ ।
যেন বজ্ৰ ভৈল পাত মুখন্তো হৰিল মাত
নাহি একো চেতন গিয়ান ॥ ৮৩১
কান্দিবে লাগিলে লোক কৃষ্ণৰ দাৰুণ শোক
নিৰন্তৰে গোপপুৰ জুৰি ।
ঢাত ঢাত পৰে উঠি বলন্ত হাটৈ মুঠি
যেন দাৱানলত পাৰে গুড়ি ॥
কৃষ্ণ বিনে ভৈল নাশ আবেগে গুছিল আশ
যাই সন্তাপতে প্ৰাণ ফুটি ।
কৈক গৈলা প্ৰাণনাথ তুমিত আকাশে মাথ
পাৰৈ পৃথিবীত লোটা লুটি ॥ ৮৩২

মাধৱৰ বাৰ্ত্তা মন্দ শুনিয়া যশোদা নন্দ
থিয়য়ে মৰিল দুয়ো প্ৰাণী ।
যমক দেখিয়া লোকে পুতাই এৰি গৈল মোকে
কান্দন্তে হৃদয়ে মুঠি হানি ॥
ঐ প্ৰাণ বন্ধু হৰি গৈলা পৰিছেদা কৰি
মোৰ মনে সবে গৈল বুৰি ।
এহি বুলি দুয়ো জনে পৰিলা সন্তাপ মনে
শোকে যেন যাই প্ৰাণ উৰি ॥ ৮৩৩
নোহ্লাই আৰ শোক শাল পুৰিলেক আসি কাল
কৃষ্ণক কৰিয়া দৃঢ় ধ্যান ।
উপজিল প্ৰেম ভাৰ কৃষ্ণ বুলি দিয়া ৰাৰ
তেখনে চাড়িলা সবে প্ৰাণ ॥
ভৈলাহা নিৰ্ম্মল মতি পাইলন্ত নিৰ্ম্মল গতি
সমস্তে পাতেক হুয়া হীন ।
চিণ্ডিল কৰ্ম্মৰ বন্ধ তেখনে যশোদা নন্দ
কৃষ্ণৰ চৰণে গৈলা লীন ॥ ৮৩৪
একে গোপী সবে মৰৈ সন্তাপে চেতন হৰৈ
দুখে দণ্ড যুগৰ সমান ।
কৃষ্ণ কৃষ্ণ মাত্ৰ ৰড়ে স্মৰন্তে লোতক পৰৈ
ৰাত্ৰি দিনে কৃষ্ণকেসে ধ্যান ॥
আসিবন্ত দুনাই হৰি দেখিয়ো নয়ন ভৰি
পদ্ম নেত্ৰ বদন মণ্ডল ।
দেখি হুইব দুখ নাশ সুন্দৰ মধুৰ হাস
সিটো মহা বাহু বক্ষ স্থল ॥ ৮৩৫
আশাতেসে জীয়া আছে তথাতে শুনিলা পাছে
কৃষ্ণদেৱ গৈলা ভূমি এৰি ।
মহা মৰ্ম্ম গৈল চৰি কান্দন্ত নিটালে পৰি
কৃষ্ণ কৃষ্ণ বুলি পাৰে গেড়ি ॥
সন্তাপে থাকুবে মাথ ঐ কৃষ্ণ প্ৰাণনাথ
ভৈলো নাশ আবেশে সমূলি ।
ধ্বজ বজ্ৰ মনোহৰ হেন পদ পঙ্কজৰ
তৈবেক নপাওো ধূৰাই ধূলি ॥ ৮৩৬

উদ্ধাই বিৰহ জুই ধৰিলন্ত মৌন দুই
আলিঙ্গি কৃষ্ণক কৰি ধ্যান ।
ভাগ্যৱতী গোপীজাক কৃষ্ণ বুলি দিয়া ডাক
তথাতে চাৰিলা সবে প্ৰাণ ॥
কৰ্ম্ম বন্ধ হুয়া ক্ষীণ কৃষ্ণত গৈলন্ত লীন
নিস্তাৰিল সংসাৰৰ ক্লেশ ।
কৃষ্ণক জানিল মানে লতা তৰু সেহি থানে
মৰি ভৈল কৃষ্ণত প্ৰবেশ ॥ ৮৩৭
কৃষ্ণৰ নিৰ্য্যাণ দেখি যত কীট পশু পক্ষী
বৃন্দাবনৰ তৃণ সীমা ।
পাইল সবে পৰম্পদ ভৈলা সবে নিশৱদ
ভকতিৰ কি কৈবো মহিমা ॥
অনাচাৰী জ্ঞান হীন যত লতা তৰু তৃণ
কৃষ্ণতে পাইলেক সবে গতি ।
আশ্চৰ্য্য আশ্চৰ্য্য কিনো হেন হৰি দেৱ বিনো
আৰো আছে উপায় সম্প্ৰতি ॥ ৮৩৮
দ্বাৰকা হস্তিনাপুৰি আছিল গোকুল ভৰি
পৰম ভকত যত মানে ।
কৃষ্ণৰ নিৰ্য্যাণ শুনি মৰৈ সবে হিয়া ধুনি
মৰি গৈলা বৈকুণ্ঠ বিমানে ॥
কৃষ্ণৰ পাছতে ছয় ভৈল পুৰি তিনি থান
দেখা কিনো কৃষ্ণৰ মহত ।
অদ্যাপি নিচিন্তা দেৱ কৃষ্ণক নকৰা সেৱ
যাৰ আছে চেতন গাৱত ॥ ৮৩৯

---

দুলড়ী

শুনা সভাসদ ভাগৱত পদ
কথা একাদশ স্কন্ধ ।
কৃষ্ণে যেন মতি দিলন্ত সম্প্ৰতি
বিবচিলো পদ বন্ধ ॥

যিবা প্রস্তাৱত আনো শাস্ত্র মত
দিলো আনি ঠাই ঠাই ।
তাকে নিনিন্দিবা বিচাৰি দেখিবা
শাস্ত্র পূৰ্ব্বাপৰে চাই ॥ ৮৪০
যিজনে নজানি বোলে নিন্দাবাণী
তাহাকো আঞ্জলি পুষ্ট ।
কহো সাঞ্চে সাঞ্চে তাতো লাভ আছে
নিন্দি মাত্র হৌক তুষ্ট ॥
মোৰ পদ বুলি নেৰিবা সমূলি
কৃষ্ণৰ গুণ সকল ।
যদি গঙ্গা জল কৰ্দ্দমে মিসল
তাতো আছে মহা ফল ॥ ৮৪১
ই কথা থাকোক শুনা সৰ্ব্বলোক
কৃষ্ণত ভকতি ধৰা ।
আল জাল এৰি হৰিক সুমৰি
সুখে ভৱ নদী তৰা ॥
হুয়া একমতি সাধুৰ সঙ্গতি
লৈয়োক কৰি প্ৰৱন্ধ ।
কৃষ্ণৰ চৰণে পশিয়ো শৰণে
তেবেসে ছিণ্ডিবে বন্ধ ॥ ৮৪২
যত স্বৰ্গ সুখ পঞ্চবিধ মোক্ষ
সুহি সাধু সঙ্গ সৰি ।
সাধুৰ সঙ্গতে আসি ক্ষণেকতে
বৈশ্য হোন্ত মহা হৰি ॥
হোৱে লয়লেসে সাধুৰ সঙ্গেসে
সংসাৰ সাগৰে নাৱ ।
সাধুৰ সঙ্গতি বিনে কাৰো গতি
নোছোৱে কৃষ্ণৰ পাৱ ॥ ৮৪৩
জানি হেন তত্ত্ব সাধুৰ সঙ্গত
শুনিয়ো কৃষ্ণৰ কথা ।
এৰি আন কাম ধৰা গুণ নাম
নকৰিয়ো জন্ম বৃথা ॥
জানি আৰ তত্ত্ব সমস্তে শাস্ত্ৰৰ
এহিসে তত্ত্ব বিচাৰ ।
কলি যুগে কাৰো নাই নাই নাই
নাম বিনে গতি আৰ ॥ ৮৪৪
কৃষ্ণে কৈলা যিটো এক শাস্ত্ৰ সিটো
একে কৃষ্ণ কৰ্ম্ম গাৱ ।
হৰি নাম মাত্ৰ জানা এক মন্ত্ৰ
কেশৱেসে এক দেৱ ॥
ঈশ্বৰ মাধৱ নামেসে বান্ধৱ
জানি এড়া আন মতি ।
কৃষ্ণৰ প্ৰয়াণ পাণ্ডৱ নিৰ্য্যাণ
এহিমানে সমাপতি ॥ ৮৪৫
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
হৰিত কৰি সন্তোষ ।
কৃষ্ণৰ স্মৰণে হৰোক এখনে
বঢ়া টুটা যত দোষ ॥
ভুকুতি মুকুতি সাধিবে সম্প্ৰতি
গলে বান্ধা হৰি নাম ।
আন কাম এড়ি সামাজিকে বেঢ়ি
ডাকি বোলা ৰাম ৰাম ॥ ৮৪৬

ইতি—

—ঃ শ্ৰীশ্ৰীশঙ্কৰ-ভাগৱত একাদশ স্কন্ধ ঃ—

( সমাপ্ত )

# শ্রীশঙ্কৰ বাক্যামৃত

## শ্রীশঙ্কৰ মহাভাগৱত

# নৰসিদ্ধ সংবাদ*

শ্রীকৃষ্ণায় নমঃ

### বন্দনা

পদ

জয় জয় কৃষ্ণ কৃপাময় মহেশ্বৰ।
যাৰ আজ্ঞা পালে প্রজাপতি হৰি হৰ ॥
কোটি কোটি ব্রহ্মাণ্ড স্রজন্ত যাৰ মায়া।
জয় সনাতন নিত্য নিৰঞ্জন কায়া ॥ ১
নমো মধুৰিপু ৰাম মোৰ মহাগুৰু।
প্রভু ভগৱন্ত ভকতৰ কল্পতৰু ॥
অতি পাতকীও তৰে যাহাৰ স্মৰণে।
কৰোঁ কোটি নমস্কাৰ কৃষ্ণৰ চৰণে ॥ ২
প্রভু পদ পঙ্কজক ধৰি হৃদয়ত।
যেন মতে বুজো টীকা ভাষ্যৰ সম্মত ॥
কৃষ্ণৰ আদেশে আমি হ্রস্ব-দীর্ঘ ছন্দে।
বিৰচিবো নৰসিদ্ধ কথাক প্রবন্ধে ॥ ৩
বৈকুণ্ঠৰ শাস্ত্র ইটো মহা ভাগৱত।
পাইলা পৰীক্ষিতে শুকমুনিৰ মুখত ॥
সাত দিন শুনি সুখে তৰিলা নৃপতি।
ঘোৰ কলি যুগে আত পৰে নাই গতি ॥ ৪
শুক নিগদতি শুনিয়োক পৰীক্ষিত।
বসুদেৱ নাৰদ সংবাদ বিপৰীত ॥
নিমি নৱসিদ্ধে যেন ভৈল উপাখ্যান।
কহোঁ সাৰশেষ কথা হুয়ো সাৱধান ॥ ৫
বাৰে বাৰে নাৰদক পঠান্ত মাধৱে।
নেড়ন্ত দ্বাৰকা ঋষি কৃষ্ণক গৌৰৱে ॥
জীৱন্তে মুকুত তেহোঁ জানিবা সাক্ষাত।
তথাপি উৎসুক অতি কৃষ্ণৰ সেৱাত ॥ ৬
মুকুতি সুখতো কৰি ভকতিসে বড়।
তথাপি নভজে লোক কিনো কর্ম্মজড় ॥
বাক্য কর্ণ মন মুখ আছে মানে যাৰ।
কৃষ্ণ ভকতিত সমস্তৰে অধিকাৰ ॥ ৭
কৃষ্ণ পদ পঙ্কজক ভজে ব্রহ্মা হৰে।
নৰতনু পায়া ত্যজে কমন পামৰে ॥
একো স্থানে মনুষ্যে মৃত্যুৰ নেড়ায় হাত।
তথাপি নভজি মৰে কৰি আত্মঘাত ॥ ৮
কৃষ্ণ সেৱাতেসে মাত্র গুচে মৃত্যু ভয়।
জানিয়া কৃষ্ণক ভজা কৰিয়া নিশ্চয় ॥

বসুদেৱ-নাৰদ সংবাদ

দিনেক নাৰদ গৈলা বসুদেৱ ঘৰে।
দেখি বসুদেৱে তাঙ্ক পূজিলা সাদৰে ॥ ৯
কৰিয়া প্রণাম পাছে আসনে বৈসাই।
বুলিলা বিনয়ে বাক্য নাৰদক চাই ॥
পিতৃ-মাতৃ আসিলে পুত্রৰ যেন সুখ।
সন্ত আগমনত দুখীৰ গুচে দুখ ॥ ১০

* শ্রীভাগৱত একাদশ স্কন্ধ ২, ৩য়, ৪র্থ আৰু ৫ম অধ্যায় শ্রীশঙ্কৰদেৱে "নৰসিদ্ধ সংবাদ" নাম দি সুকীয়াকৈ ৰাখিছে ; আমিও তেনেকৈ ছপা কৰিলোঁ। কিন্তু "মহাভাগৱত"ৰ ভিতৰতে ৰাখিলোঁ। —সম্পাদক।

সেহিমতে ভগৱন্ত তযু আগমনে।
সমস্তৰে কুশল হোৱয় তাৰক্ষণে॥
দেৱতাতো কৰি শ্ৰেষ্ঠ হোন্ত সাধুজন।
সাধু হন্তে সৰ্ব্বসুখ হোৱে অনুক্ষণ॥ ১১
মিলে সুখ দুখ দুই দেৱক পূজনে।
কেৱলে সুখক মাত্ৰ সাধে সাধুজনে॥
পূজা অনুৰূপেসে দেৱতা দেই ফল।
সাধু সব স্বভাৱতে দুখিত বৎসল॥ ১২
তোমাৰ সদৃশ যাৰ শ্ৰীকৃষ্ণত মন।
তাসম্বাৰ এহি মত হোৱে আচৰণ॥
ভৈলোহো কৃতাৰ্থ যদি ঋষি মহাশয়।
তথাপিতো পুছোঁ ভাগৱত ধৰ্ম্ম চয়॥ ১৩
পৰম শ্ৰদ্ধায়ে যাক শুনিল মাত্ৰকে।
দুৰ্ঘোৰ সংসাৰ দুখ তৰে সৰ্ব্বলোকে॥
দেৱৰ মায়ায়ে মোহ ভৈল মোৰ মন।
পুত্ৰকামে কৃষ্ণক কৰিলোঁ আৰাধন॥ ১৪
যদ্যপি মুকুতি দেন্ত মুকুন্দে সদায়।
তাক নবঞ্চিলো পূৰ্ব্বে পুত্ৰক আশায়॥
যেনমতে তৰো আৰে সংসাৰৰ ক্লেশ।
মহামুনি দিয়ো মোক সেহি উপদেশ॥ ১৫
ভুযিলা কৃষ্ণক তুমি যিমত ভকতি।
আমাক দিয়োক সেহি উপায় সম্প্ৰতি॥
যেবে বসুদেৱে হেন পুছিলা হৰিষি।
হৰি স্মৰি পাইলা প্ৰীতি পাছে দেৱঋষি॥ ১৬
পুলকিত তনু মনে মিলিল আহ্লাদ।
পাছে বসুদেৱক কৰিলা সাধুবাদ॥
নাৰদ বদতি বসুদেৱ মহাশয়।
ধন্য ধন্য বুদ্ধি সাৰ কৰিলা নিশ্চয়॥ ১৭
পুছিলা পৰম ভাগৱত ধৰ্ম্ম যত।
যাহাক স্মৰণে হোৱে পৱিত্ৰ জগত॥
শুনে বা জপে বা স্মৰে নতুবা আদৰে।
আনেবা গাৱন্তে যিবা অভিনন্দা কৰে॥ ১৮
দেৱ বিশ্বদ্ৰোহীকো পৱিত্ৰ কৰে অতি।
হেন ধৰ্ম্ম শুনিবে তোমাৰ ভৈল মতি॥
শ্ৰৱণ কীৰ্ত্তনে যাৰ সিজে পুণ্যগণ।
সুমৰাইলা মোক আজি হেন নাৰায়ণ॥ ১৯
কিনো উপকাৰ কৰিলাহা মহাশয়।
জানিলো ভৈলেক মোৰ মহা ভাগ্যোদয়॥
যিটো কথা মোহোত পুছিলা মহামতি।
আৰ ইতিহাস এক শুনিয়ো সম্প্ৰতি॥ ২০
নৱসিদ্ধ সমে নিমি ৰাজাৰ সংবাদ।
শ্ৰৱণ মাত্ৰকে মনে মিলিবে আহ্লাদ॥
শুনা সেহি কথা তুমি স্থিৰ কৰি মন।
ভাগৱত ধৰ্ম্মৰ আছয় নিৰূপণ॥ ২১
স্বায়ম্ভুৱ সুত প্ৰিয়ব্ৰত মহাশয়।
আছিল অগ্নিধ্ৰ নামে তাহান তনয়॥
অগ্নিধ্ৰৰ পুত্ৰ ভৈলা নাভি নৰপতি।
নাভিৰ তনয় ভৈলা ঋষভ সুমতি॥ ২২
বাসুদেৱ অংশে আসি ভৈলা অৱতাৰ।
কৰিলা লোকত মোক্ষ ধৰ্ম্মৰ প্ৰচাৰ॥
তান্ত হন্তে উপজিল পুত্ৰ এক শত।
শ্ৰেষ্ঠ ভৈলা ভৰত পৰম ভাগৱত॥ ২৩
যাৰ নামে খ্যাত ভৈলা ভাৰত বৰিষ।
দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ॥
তৰুণ কালতে মাধৱক মনে ধৰি।
এক মনে তপোবনে আৰাধিলা হৰি॥ ২৪
তিনিজন্মে পাইলা তেহোঁ ভগৱন্ত গতি।
আক নৱ জন ভৈল নৱ বৰ্ষপতি॥
একাধিক আশী জন ভৈল দ্বিজপ্ৰায়।
থাকিল লোকত কৰ্ম্মকাণ্ড প্ৰবৰ্ত্তায়॥ ২৫
ভৈলা মহাসিদ্ধ তত্ত্বজ্ঞানী নৱজন।
ঈশ্বৰ কৃষ্ণক মাত্ৰ কৰে নিৰূপণ॥
সবে দিগম্বৰ আত্ম-বিদ্যা বিশাৰদ।
তাসম্বাৰ নাম শুনা হুয়া নিশবদ॥ ২৬

কবি হবি অন্তৰিক্ষ চতুৰ্থ প্ৰবুদ্ধ।
অপৰ পিপ্‌পলায়ণ আবিৰ্হোত্ৰ শুদ্ধ ॥
দ্ৰুমিল চমস কৰভাজন নৱম।
এহি নৱ সিদ্ধ হৰিভকত পৰম ॥ ২৭
ইটো স্থূল সূক্ষ্ম ৰূপ বিশ্ব চৰাচৰ।
সবে নাৰায়ণময় দেখে নিৰন্তৰ ॥
কিন্তু আপোনাত হন্তে নোহে ব্যতিৰেক।
দেখিয়া ভ্ৰমন্ত সবে জগত যতেক ॥ ২৮
সুৰ সিদ্ধ সাধ্য যক্ষ গন্ধৰ্ব্ব কিন্নৰ।
নৰ নাগ শঙ্কৰ চাৰণ বিদ্যাধৰ ॥
সৰ্ব্বদা ভ্ৰমিয়া ফুৰে তাসম্বাৰ পুৰে।
গমন কৰন্ত নিত্য গোলোক নগৰে ॥ ২৯
কাহাতো কিঞ্চিত মনে নাহি আশকতি।
আকাশে সঞ্চৰে সবে অবাধিত গতি ॥
ঋষিগণ সমে নিমি ৰাজা মহাশয়।
কৰে মহা যজ্ঞ আতি আনন্দ হৃদয় ॥ ৩০
ভৈলা নৱসিদ্ধ সেহি সভাত প্ৰবেশ।
সূৰ্য্য সম জ্বলে সবে দিগম্বৰ বেশ ॥
মহা ভাগৱত সবে অকস্মাতে আইলা।
দেখিয়া সভাৰ লোক বিস্ময়ক পাইলা ॥ ৩১
কৰযোৰ কৰি অতি সচকিত মতি।
গুৰু পুৰোহিত সমে উঠিলা নৃপতি ॥
মূৰ্ত্তি ধৰি অগনি কুণ্ডৰ ভৈলা বাজ।
সিদ্ধ সমস্তক সাদৰিলা সামৰাজ ॥ ৩২
আচাৰ্য্য ঋত্বিজ সবো যজ্ঞ কাৰ্য্য এড়ি।
কৰিলা শুশ্ৰূষা সিদ্ধ সমস্তকে বেঢ়ি ॥
সাধু সঙ্গে সবাৰো নিৰ্ম্মল ভৈলা মতি।
সঘনে উপজে কৃষ্ণ চৰণত ৰতি ॥ ৩৩
বিনা অলঙ্কাৰে কৰে শৰীৰ দীপিতি।
তাসম্বাক দেখিয়া নিমিৰ মহাপ্ৰীতি ॥
কৰিলা আসনে বৈসাই চৰণত পূজা।
প্ৰণামি বিনাত্তে কৃতাঞ্জলি কৰি ৰাজা ॥ ৩৪

পৰম ভকত তাসম্বাক জানি মনে।
আসনে বৈসায়া ৰঙ্গে পূজিলা চৰণে ॥
শৰীৰৰ কান্তিয়ে প্ৰকাশে সভাখন।
সাক্ষাতে দেখিয় যেন ব্ৰহ্মাৰ নন্দন ॥ ৩৫
তাসম্বাক দেখি ৰাজা প্ৰীতিক লভিলা।
অৱনতে নিজ অভিমতক পুছিলা ॥
জানিলো তোমোৰা পাৰিষদ গোবিন্দৰ।
পৱিত্ৰ কৰিয়া ফুৰা লোক নিৰন্তৰ ॥ ৩৬
ভৈলোহোঁ কৃতাৰ্থ পদ ৰেণু পায়া আমি।
জানিলো আজিসে তুষ্ট ভৈলা কৃষ্ণস্বামী ॥
যদি নৰ তনু ইটো ক্ষণিক অথিৰ।
যদ্যপি দুৰ্ল্লভ মানো মনুষ্য শৰীৰ ॥ ৩৭
তাহাতো দুৰ্ল্লভ মানো ভকতৰ সঙ্গ।
লভিলো দুৰ্ল্লভ লাভ কিনো ভৈল ৰঙ্গ ॥
সবাৰো পাৰত পড়ি পুছো প্ৰণিপাতে।
কোন আত্যন্তিক সুখ কহিয়ো আমাতে ॥ ৩৮
অসাৰ সংসাৰ আত কিছু নাহি সিদ্ধি।
ভকতৰ সঙ্গ অৰ্দ্ধক্ষণে নৱনিধি ॥
কোনবা ৰহস্য ধৰ্ম্ম কহিয়োক তাক।
যাত তুষ্ট হৈয়া কৃষ্ণে দেন্ত আপোনাক ॥ ৩৯
তাক জানিবাক যদি যোগ্য হওঁ আমি।
তেবে কহিয়োক বোলো সবাকো প্ৰণামি ॥
কোন ভাগৱত ধৰ্ম্ম ভক্ত বুলি কাক।
কোন মায়া কোনবা উপায়ে তৰে তাক ॥ ৪০
কাক বুলি ব্ৰহ্ম কৰ্ম্মযোগ কাৰ নাম।
অৱতৰি কেশৱে কৰন্ত কোন কাম ॥
কোন যুগ ধৰ্ম্ম অভক্তৰ কোন গতি।
এহি নৱগোটা প্ৰশ্ন পুছিলা নৃপতি ॥ ৪১
নৱসিদ্ধে সিদ্ধান্ত দিলন্ত অনুক্ৰমে।
আত্যন্তিক সুখ কৰি কহিলা প্ৰথমে ॥
নাৰদ বদন্তি শুনা বসুদেৱ সন্ত।
এহি মতে নিমি যেবে প্ৰশ্ন কৰিলন্ত ॥

শুনি সিদ্ধ সবে মহা প্ৰীতিক লভিলা।
ঋত্বিজ্ঞ সদস্য নৃপতিক প্ৰশংসিলা ॥
প্ৰথমতে কবিসিদ্ধে দিলন্ত উত্তৰ।
শুনা মহাৰাজ কহোঁ কথা সাৰতৰ ॥ ৪৩
যিটো সব লোক অতি মোহে অন্ধপ্ৰায়।
পুত্ৰ দাৰা দেহতেসে আকুল সদায় ॥
সিসবৰ একো কালে নুগুছয় ভয়।
যাৰে কৃষ্ণ পদাম্বুজে সেৱা নকৰয় ॥ ৪৪
কৃষ্ণ পদ সেৱাতেসে হৰে সবে দুখ।
তাহাকে বোলয় ৰাজা আত্যন্তিক সুখ ॥
কহোঁ আৰো ভাগৱত ধৰ্ম্মৰ লক্ষণ।
বিমৰিষি পূৰ্ব্বত আপুনি নাৰায়ণ ॥ ৪৫
ঋষি মুখে আন ধৰ্ম্ম কৰায়া বেকত।
কহিলা আপোন মুখে নিজ ধৰ্ম্ম যত ॥
যাক জানি মহা সুখে মূঢ় জনো তৰে।
অজাতি পাতকী যাক জানিলে নিস্তৰে ॥ ৪৬
পৰম ভকতে যাক নিতে কৰে ৰতি।
সেহি ভাগৱত ধৰ্ম্ম জানিবা নৃপতি ॥
কৰে যিটো ভাগৱত ধৰ্ম্মক আশ্ৰয়।
কদাচিতো তাৰ আৰ নাহি পাপ ভয় ॥ ৪৭
কৰ্ম্ম নকৰিয়ো যে সমস্তে পুণ্য ফল।
আপুনি উপজে দেখা ভকতিৰ বল ॥
আন ধৰ্ম্মে মন্ত্ৰ তন্ত্ৰ ছিদ্ৰ বহু হয়।
ভাগৱত ধৰ্ম্মে নাহি সিসব সংশয় ॥ ৪৮
শুনিয়োক ভাগৱত ধৰ্ম্ম আছে যত।
কৰিবো বেকত আজি তোমাৰ আগত ॥
শুনা সভাসদ পদ কৰিয়া প্ৰবন্ধ।
নৱসিদ্ধ কথা ইটো একাদশ স্কন্ধ ॥ ৪৯
ঘোৰ কলি যুগে ইসে তৰণ উপায়।
নাহি গতি কৃষ্ণ কথা শ্ৰৱণ বিনায় ॥
কৈত পাৰে নৰতনু তাৰ নাহি স্থিতি।
অন্তাপি নুবুজে যম যাতনাৰ ভীতি ॥ ৫০
যায় আজি কালি কৰি আয়ু নিৰন্তৰে।
কৃষ্ণৰ চৰণে লৈয়ো শৰণ সত্বৰে ॥
আছন্ত ঈশ্বৰ কৃষ্ণ হৃদয় কমলে।
নজানে পামৰ সবে বিষয় বিকলে ॥ ৫১
পৰম সুহৃদ নিজ আত্মা মহা হৰি।
অধোগতি যায় লোক তাঙ্ক অনাদৰি ॥
হেন জানি হুয়ো নৰ কৃষ্ণত সম্মুখ।
পাসৰা কিমতে যম যাতনাৰ দুখ ॥ ৫২
কলিৰ পাতকে আছে চতুৰ্ভিতি বেঢ়ি।
ডাকি ৰাম ৰাম বোলা যাওক সবে এৰি ॥

---

মহৰ্ষি কবিৰ মহাভাগৱত ধৰ্ম্ম কথন

দুলড়ি

কবি নিগদতি শুনিয়ো নৃপতি
কহোঁ বেদান্তৰ তত্ত্ব।
স্বভাৱে যিকৰে দান হোম মহা
তপ জপ তীৰ্থ ব্ৰত ॥
কায় বাক্য মনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম্ম।
হুয়া একমত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম্ম ॥ ৫৩
নিত্য নৈমিত্তিক যত জাতিধৰ্ম্ম
আশ্ৰমৰ যত কৰ্ম্ম।
কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে
মহাভাগৱত ধৰ্ম্ম ॥
গৰ্ব্ব অহঙ্কাৰ ত্যজি যিটো জনে
আচৰে যদি ভকতি।
তাতে মহাতুষ্ট হুয়া কৃষ্ণে দেন্ত
বৈকুণ্ঠ যত সম্পত্তি ॥ ৫৪

যদি যোলা ৰাজা অজ্ঞানীৰ ভয়
জ্ঞানেসে কৰে অন্তৰ।
কি কৰে ভকতি হেন শঙ্কামতি
ত্যজিয়া শুনা উত্তৰ॥
ঈশ্বৰ বিমুখ হোৱে যিটো নৰ
ধৰে বিষ্ণুমায়া তাক।
এহি দেহ মোৰ বোলে অজ্ঞানত
পাসৰে নিজ আত্মাক॥ ৫৫
হোৱে জ্ঞান শূন্য কোনে পাপ পুণ্য
কৰিতে নপাৰে সাৰ।
বিষয় ব্যাকুল সম্যকে বাতুল
ভুগুছে যাতনা তাৰ॥
যাহাৰ মায়াত এতেক অনৰ্থ
ভজোক হেন মুৰাৰি।
এক চিত্ত হুয়া কৃষ্ণত কৰিব
ভকতি অব্যভিচাৰী॥ ৫৬
যাত বুদ্ধি আছে একোৱে নবাঞ্চে
এক কৃষ্ণ মাত্ৰ জানে।
উপদেশ দাতা যিটো গুৰু থাকে
তাস্তে হৰি বুলি মানে॥
যিটো ভকতক মায়া এৰি আসে
প্ৰমাণ পাৱে মনত।
ছাৰে আন কাম নেড়ে গুণনাম
উপজে ৰতি কৃষ্ণত॥ ৫৭
হেনবা বুলিবা বিষয়ী লোকৰ
আছে দম্ভ অহঙ্কাৰ।
কিসনিমিত্তে কেনে হৈবেক কৃষ্ণত
ভকতি অব্যভিচাৰ॥
নেৰাই মৃত্যু ভয় হেনবা সংশয়
কৰিবা তুমি নৃপতি।
শুনিয়ো মহন্ত ইহাৰ সিদ্ধান্ত
তোমাত কহোঁ সম্প্ৰতি॥ ৫৮

যতেক বিষয় সবে মায়াময়
মনেসে কৰে প্ৰকাশ।
পুত্ৰ দাৰা ধন, সবেও সপোন
ক্ষণেকতে হোৱে নাশ॥
হেন জানি যিটো মনক নিয়মি
কৃষ্ণত ভকতি কৰে।
সেহি মহাশয় এৰাই মৃত্যু ভয়
সুখে সংসাৰক তৰে॥ ৫৯
পাছে নৃপবৰ পৰম দুষ্কৰ
শুনিলা কৰ্ম্ম ভকতি।
যোগীৰো দুৰ্গম মনক নিয়ম
কৰিবে কাৰ শকতি॥
মাথা চপৰাই গুণে নিম্মিৰায়
নপাই সংসাৰ পাৰ।
হাসি কৰি সিদ্ধে বোলন্ত নৃপতি
চিন্তা কৰা পৰিহাৰ॥ ৬০
কৃষ্ণত নিশ্চয় কৰিয়ো হৃদয়
যেবে বাক্য শুনা মোৰ।
সুদৃঢ় বিশ্বাসে অতি অপ্ৰয়াসে
তৰিবা সংসাৰ ঘোৰ॥
ভকতি সুলভ দেৱৰো দুৰ্লভ
যোগীয়ো নজানে যাক।
পৰম সুগম পথ যিটো অতি
বেকত কৰিবো তাক॥ ৬১

ছবি

অনাদৰি আনধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম
শুনিবেক মহন্তৰ মুখে।
জগত প্ৰসিদ্ধ নাৰ কৃষ্ণ কিঙ্কৰ দ্বিজ [illegible]
লাজ এৰি গাইবে মহা সুখে॥

লভিয়া মনুষ্য দেহা আনত এৰিয়া স্পৃহা
বোলে বন্ধু কৃষ্ণক যি জনে।
এতেকে বান্ধৱ হৰি তাঙ্ক মোৰ বুলি ধৰি
ৰক্ষা কৰি ফুৰা সৰ্ব্বক্ষণে॥ ৬২
এহিমতে যিটো নৰে সদায়ে নামক স্মৰে
তাৰ আসি মিলে মহা ভাগ।
নিজ প্ৰিয়তম ৰাম সুমৰন্তে তান নাম
উপজে পৰম অনুৰাগ॥
সৰ্ব্ব অঙ্গ পুলকিত হোৱে আতি দ্ৰৱ চিত্ত
ধাৱে নীৰ নেত্ৰৰ নিগৰে।
প্ৰেমে ঘৰ্ম্ম যায় জ্বলি হা প্ৰাণ কৃষ্ণ বুলি
পৃথিবীত পৰিয়া বাগৰে॥ ৬৩
কতো থাকে মনে ধৰি ভকতৰ বশ্য হৰি
জানি হেন মনত আকলি।
বুজিয়া কৃষ্ণৰ চিত্ত হুয়া আতি কৃত্য কৃত্য
কতো হাসি তোলে খল খলি॥
কতো প্ৰেম ৰসে ভুলি মোৰ প্ৰাণকৃষ্ণ বুলি
পৰম আনন্দে গলে বান্ধে।
এত কাল ব্যৰ্থে নিলো মাধৱক নজানিলো
কতো শোকে গেৰি পাৰি কান্দে॥ ৬৪
কতো উঠি তাৰক্ষণে পৰম আনন্দ মনে
কৃষ্ণ কৃষ্ণ বুলি পাৰে গেৰি।
কৃপা কৰা হে হৰি বোলো চৰণত ধৰি
বন্ধু আৰ জানো যাহা এড়ি॥
হৰিষে আকুল ভাৱ কতোহো সিহৰে গাৱ
গায়ে গোবিন্দৰ গুণ গীত।
কতো ফুৰে ঝুমি ঝুমি কৈত যাইবা কৃষ্ণ তুমি
পাইলো পাইলো বুলি কৰে নৃত্য॥ ৬৫
কৃষ্ণগ্ৰাহে যেন ধৰে সংসাৰক সুমৰে
নথাকে চেতন শৰীৰত।
চিত্তে লেখে চক্ৰপাণি বোলে অলৌকিক বাণী
হৰি ৰসে হুয়া মহা মত্ত॥

বৈষ্ণৱ বোলোক মোক কপটী দাম্ভিক লোক
হেন ভাৱ দেখায়া লোকত।
সুহিকে তাহাৰ মত যিটো মহাভাগৱত
তাঙ্ক পাইলে তৰে ত্ৰিজগত॥ ৬৬
হোৱে সিয়ো কৃষ্ণ প্ৰাণ মিলে তাত মহাজ্ঞান
সমস্ততে দেখে গোবিন্দক।
আকাশ পৃথিবী জল জ্যোতিবায়ু ৰসাতল
নদী নদ চৌদিশ চটক॥
যত লতা তৰু তৃণ কাহাকো নেদেখে ভিন্ন
হৰিৰ শৰীৰ বুলি মানে।
সবাকো প্ৰণাম কৰে সৰ্ব্বক্ষণে নাম স্মৰে
কৃষ্ণ বিনে আনক নজানে॥ ৬৭
শুনা সভাসদ লোক কলিত সদগতি হৌক
কৃষ্ণৰ কথাত দিয়া চিত্ত।
পৰম অমৃত ৰস মাধৱৰ নাম যশ
জানা ইসে পৰলোক বিত্ত॥
পুত্ৰ দাৰা গৃহ বাস মিছা আত অভিলাষ
সবে সপোনৰ নিধি প্ৰায়।
যত দেখা ধন ধান যাইবে যেতিক্ষণে প্ৰাণ
সঙ্গে এক ৰতিও নযায়॥ ৬৮
শৰীৰো থাকিবে পৰি একলেসে যাইবা লৰি
বিষম যাতনা যম ঘৰে।
শুনি চোৱা স্থিৰ মতি কৃষ্ণ বিনে নাই গতি
লৈয়ো তাস্ত শৰণ সত্বৰে॥
যাৰ নাম শুনি ডৰি কাম্পে মৃত্যু থৰ থৰি
সুখে দুখে ধৰা তান নাম।
অদ্যাপি সুগুণা মনে কৃষ্ণৰ কিঙ্কৰে ভণে
নিৰন্তৰে বোলা ৰাম ৰাম॥ ৬৯

---

পদ

কবি নিগদন্তি শুনা নিমি মহাশয়।
হেনবা কৰিবা ৰাজা মনত সংশয় ॥
যিটো মহা যোগী সদা সমাধিত ৰতি।
কোটি জন্মে নুহি তাৰ সপ্রেম ভকতি ॥ ৭০
মোক্ষতো অধিক তাক কহে বেদগণে।
একে জন্মে হৈব কেনে নামৰ কাৰ্ত্তনে ॥
ইটো শঙ্কা মনত নানিবা কদাচিত।
শুনিয়োক নামৰ মহিমা বিপৰীত ॥ ৭১
ইটো হৰি নাম ধৰ্ম্ম মহা গুহ্যত্তম।
ইহাত বিশ্বাস যাৰ সেহি নৰোত্তম ॥
ভজে মাধৱক নাম স্মৰে সৰ্ব্বক্ষণ।
একেবাৰে সিজে তাৰ তিনি প্রয়োজন ॥ ৭২
প্রথমে উপজে প্রেম লক্ষণ ভকতি।
গৃহ শৰীৰতো পাছে মিলে বিৰকতি ॥
প্রেমৰ আস্পদ কৃষ্ণ মূৰ্ত্তি স্ফূৰ্ত্তি হয়।
একেকালে মিলে আসি সম্পদ ত্রিতয় ॥ ৭৩
আতিশয় ক্ষুধাত ভুঞ্জন্তে যেন মতে।
সিজে তিনি প্রয়োজন প্রত্যেক গ্রাসতে ॥
হোৱে তুষ্ট দেহ পুষ্ট ক্ষুধা গুচি যায়।
প্রেম ভকতিৰ ৰাজা শুনা অভিপ্রায় ॥ ৭৪
অল্প ভকতিত হোৱে প্রেম অতি পুষ্ট।
কিঞ্চিৎ ভোজনে যেন কিছুমান তুষ্ট ॥
উপজে পৰম প্রেম একান্ত ভজনে।
মিলে মহা তুষ্ট যেন প্রচুৰ ভোজনে ॥ ৭৫
প্রেম ভাৱে এহি মতে একান্তে ভজন্তে।
পৰম প্রসাদ পাৱে মাধৱৰ হন্তে ॥
বিৰকতি ভকতি ঈশ্বৰ মহাজ্ঞান।
উপজে ভকতে পাৱে আপুনি প্রমাণ ॥ ৭৬
হোৱে চিত্ত শান্ত গুচে বিষয় ব্যাকুল।
কদাচিতো নেৰে আৰ কৃষ্ণ পদ মূল ॥
বেদ শিৰোৰত্নে কহে ইহাক সম্প্রতি।
কৈলো ভাগৱত ধৰ্ম্ম তোমাত নৃপতি ॥ ৭৭
হেন শুনি নিমি চুনাই দিলন্ত উত্তৰ।
কহিয়ো লক্ষণ আৰে মহা-ভকতৰ ॥
ভকতৰ কোন ধৰ্ম্ম কিবা প্রবৰ্ত্তন।
কোনবা স্বভাৱে ভক্তে কি ৰোলে বচন ॥ ৭৮
জানিবাক চাওঁ চিহ্ন মহা-ভকতৰ।
শুনি হৰিবিসিদ্ধে দিলা তাহাৰ উত্তৰ ॥
হৰিক মনত স্মৰি বোলন্ত ৰাজাক।
ভকতৰ যিবা ধৰ্ম্ম শুনা কহোঁ তাক ॥ ৭৯
ঈশ্বৰত দেখে যিটো সমস্তে প্রাণীক।
প্রাণী সমস্ততো দেখে ঈশ্বৰ মূৰ্ত্তিক ॥
সমস্তে ঐশ্বৰ্য্য ব্যাপি আছে জগতন্ত।
হেন যিটো দেখে সিটো মহাভাগৱত ॥ ৮০
একান্তে কৰয় প্রেম যিটো ঈশ্বৰত।
মৈত্রতা আচৰে হৰি ভকত সবত ॥
অজ্ঞক কৰুণা ক্ষমা কৰে বিপক্ষত।
সেহি জন জানিবা মধ্যম ভাগৱত ॥ ৮১
নুপুজে ভক্তক মান্য নকৰে প্রাণীক।
একে প্রতিমাত মাত্র আৰাধে হৰিক ॥
সেহি জন জানিবাহা প্রাকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত ॥ ৮২
অনুক্রমে উত্তম হৈবেক সিয়ো জন।
একোমতে নোহে জানা নিন্দাৰ ভাজন ॥
ত্রিবিধ ভকত এহি কহিলো নৃপতি।
তাসম্বাৰ চিহ্ন আক শুনিও সম্প্রতি ॥ ৮৩
শুনা সাৱধানে আৰে ইক্ষ্বাকু নন্দন।
কহোঁ আক মহাভাগৱতৰ লক্ষণ ॥
কৃষ্ণকেসে চিন্তে যিটো নৱাঞ্ছে বিষয়।
দেখন্ত বিষ্ণুৰ মায়া জগত নিশ্চয় ॥ ৮৪
নকৰে আক্রোশ দ্বেষ বাহিকে মনত।
সেহি জন জানিবা উত্তম ভাগৱত ॥

জন্ম মৃত্যু ক্ষুধা তৃষ্ণা ভয় পৰিশ্ৰম ।
দেহ প্ৰাণ বুদ্ধি মন ইন্দ্ৰিয়ৰ ধৰ্ম্ম ॥ ৮৫
ইসব সংসাৰ ধৰ্ম্ম জানয় সাক্ষাত ।
নোহে বিমোহিত চিত্ত কদাচিতো তাত ॥
ঈশ্বৰৰ ধ্যান মাত্ৰ কৰন্ত সতত ।
জানিবা নৃপতি সিটো উত্তম ভকত ॥ ৮৬
একে মাধৱতে মাত্ৰ কৰিলে আশ্ৰয় ।
কাম্য কৰ্ম্ম বাসনাক তেজিলে হৃদয় ॥
হৰিৰ চৰণ মনে নচাৱে সতত ।
সেহি জন জানিবা উত্তম ভাগৱত ॥ ৮৭
কাম্য কৰ্ম্ম দ্বেষ মোহ হৰিষ ৰহিত ।
হুয়া ফুৰে নিতান্তে কৃষ্ণত দিয়া চিত্ত ॥
হৰিকথা ত্যজিয়া আনন্দে নেদে মন ।
কৈলো ভকতৰ ৰাজা যেন প্ৰবৰ্ত্তন ॥ ৮৮
জন্ম কৰ্ম্ম বৰ্ণাশ্ৰম কুল আদি যত ।
উত্তম বুলিয়া গৰ্ব্ব নোপজে দেহত ॥
অভিমান শূন্য হৈয়া হৰিক ভজয় ।
হৰিৰ পৰম প্ৰিয় সেহি জন হয় ॥ ৮৯
কহিলো নৃপতি যেন ভক্তৰ লক্ষণ ।
তাসম্বাৰ স্বভাৱ শুনিয়ো এহি ক্ষণ ॥
নকৰে আপোন পৰ-বুদ্ধি ধন বিত্তে ।
সমস্তৰে একে আত্মা জানে যিটো চিত্তে ॥ ৯০
সকলো লোকত সম শান্ত নিৰুপম ।
চিনিবা নৃপতি সিটো ভকত উত্তম ॥
এক নিমিষাৰ্দ্ধো যদি এৰে হৰি-পদ ।
এতেকন্তে মিলে আসি ত্ৰৈলোক্য সম্পদ ॥ ৯১
তথাপি ক্ষণাৰ্দ্ধো নেৰে কৃষ্ণৰ চৰণ ।
সেহি মহা সাৰ জানি কৰন্ত স্মৰণ ॥
ত্ৰৈলোক্য ঈশ্বৰ সবো মহা নম্ৰভাৱে ।
চিত্তে মাত্ৰ হৰিপদ আজিও নপাৱে ॥ ৯২
এতেকে জানিছে তুচ্ছ ত্ৰৈলোক্য সম্পত্তি ।
এহি বুলি নেৰে কৃষ্ণ চৰণে ভকতি ॥

জানিবাহা সিটো মহা প্ৰধান ভকত ।
হেনবা কৰিবা শঙ্কা নৃপতি মনত ॥ ৯৩
যিটো হৰি পদক বিচাৰে দেৱ-গণ ।
জানিবাহা তথাপিতো নপাৰে দৰ্শন ॥
হেন কৃষ্ণ চৰণক নেৰে অনুক্ষণ ।
বৈষ্ণৱৰ অগ্ৰগণ্য জানিবা সিজন ॥ ৯৪
বিষয় সন্তাপ কামে চালাইবেক মন ।
কিমতে নেৰিবে সিটো কৃষ্ণৰ চৰণ ॥
হেনয় সংশয় যদি কৰা নৰপতি ।
ইহাৰ উত্তৰ আৰে শুনিয়ো সম্প্ৰতি ॥ ৯৫
হৰি পদ সেৱা সুখ মনে মিলে যাৰ ।
বিষয়ৰ তাপ যত নথাকয় তাৰ ॥
কৃষ্ণ-পাদ-পদ্মৰ অৰুণ নখপান্তি ।
যাৰ মনে চোৱে তাৰ সুশীতল কান্তি ॥ ৯৬
যেন হিম পৰি জুৰায় তাহাৰ হৃদয় ।
আৰ কি হৈবেক আসি সন্তাপ উদয় ॥
যেন চন্দ্ৰ উদয়ে সূৰ্য্যৰ গুছে তাপ ।
ভক্তৰ নোহয় তেন বিষয় সন্তাপ ॥ ৯৭
শুনা ৰাজা যেন আৱে তাসম্বাৰ বাক ।
বিষয় আলাপ পাপ জানি ছাৰে তাক ॥
লৈয়া মহা সাধু সঙ্গ সদা শুদ্ধভাৱে ।
সুখে দুখে মুখে মাত্ৰ হৰি নাম গাৱে ॥ ৯৮
যতেক লক্ষণ কৈলো মহা ভকতৰ ।
সবাতো অধিক যিটো জন সাৰতৰ ॥
যাত পৰে নাহি মহা ভকত প্ৰধান ।
তান কথা কহোঁ শুনা হুয়া সাৱধান ॥ ৯৯
চাৰিয়ো বেদৰ তত্ত্ব অৰ্থ যিটো জানে ।
মাধৱক বান্ধৱ বুলিয়া যিটো মানে ॥
কৃষ্ণ-পাদ পদ্মক বান্ধিলে প্ৰেম জৰী ।
আপুনি নেৰন্ত তাৰ হৃদয়ক হৰি ॥ ১০০
অকস্মাতো সিটো নাম লৈলে মাত্ৰ আসি ।
এতেকে হৰন্ত তাৰ মহা পাপ ৰাশি ॥

তাস্তে উপজাইলা প্ৰেম জানি কৃপাময় ।
আৰ কি এৰিতে পাৰে তাহান হৃদয় ॥ ১০১
নেৰে তান ভকতেসে হৰিক প্ৰৱৃদ্ধি ।
হেৰিয়ো নেৰন্ত তাঙ্ক প্ৰেমে হুয়া বন্দী ॥
এতেকে যতেক কৈলো ভকত প্ৰধান ।
জানা ৰাজা কেহো নহে ইহান সমান ॥ ১০২
উত্তমতো উত্তম সেহিসে ভাগৱত ।
উপজিল প্ৰেম যাৰ হৰি স্মৰণত ॥
এহি কহি হৰি-সিদ্ধ মৌন হুয়া আছে ।
দেখি প্ৰণিপাতে ৰাজা পুছিলন্ত পাছে ॥ ১০৩
পৰম ঈশ্বৰ কৃষ্ণ জগতৰ স্বামী ।
তাহান মায়াক জানিবাক চাওঁ আমি ॥
ব্ৰহ্মাদিকো মোহে যিটো সিটো কোন মায়া ।
কহিয়োক সিদ্ধ সব যদি থাকে দয়া ॥ ১০৪
হেনবা বুলিবা যিটো কহিলোঁ ভকতি ।
তাকে জানি ভৈলা তুমি কৃতাৰ্থ সম্প্ৰতি ॥
নলাগে জানিবে আৰ বিস্তৰ তোমাৰ ।
শুনিয়োক সিদ্ধ সব সিদ্ধান্ত ইহাৰ ॥ ১০৫
কৰে সংসাৰৰ তাপে আমাক দগধ ।
কৃষ্ণ কথা অমৃতেসে ইহাৰ ঔষধ ॥
আজিসে জীয়াইলা মোক বচন অমৃতে ।
যতেক শুনোহো তভো তৃপ্তি নাহি চিত্তে ॥ ১০৬

অন্তৰিক্ষৰ ভগৱদ্ মায়া বৰ্ণনা

হেন শুনি বুলিলন্ত অন্তৰিক্ষ সিদ্ধ ।
শুনা ৰাজা যিটো মায়া জগত প্ৰসিদ্ধ ॥
প্ৰত্যেকে দেখাইবে তাক কাহাৰ শকতি ।
মায়াৰ কাৰ্য্যক কহো শুনিয়ো নৃপতি ॥ ১০৭
অনাদি পুৰুষ কৃষ্ণ জগত কাৰণ ।
সৃজিলা মায়াক সঙ্গে লৈয়া ভূতগণ ॥
জীৱৰ বিষয় সুখ নিমিত্তে ঈশ্বৰ ।
পঞ্চ-ভূতে অজিলা বিবিধ কলেবৰ ॥ ১০৮

মায়ায়ে উপায়ে প্ৰাণী সৃজিলা অশেষ ।
তাতে অন্তৰ্য্যামী ৰূপে ভৈলন্ত প্ৰবেশ ॥
বিভঞ্জিয়া আপোনাক প্ৰভু নাৰায়ণ ।
সৃজিলা ইন্দ্ৰিয় যত ভূত প্ৰাণ মন ॥ ১০৯
ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক ।
আত্মা বুলি মানে মায়াময় শৰীৰক ॥
ধৰে মহা মোহে আতি হোৱে জ্ঞান শূন্য ।
সকামে অনেক কৰ্ম্ম কৰে পাপ পুণ্য ॥ ১১০
সেহি কৰ্ম্ম ফল ভুঞ্জি ভ্ৰমে সংসাৰত ।
নাহি অন্ত জীৱৰ যাতনা দুখ যত ॥
মিছা মায়াময়ত উপজে মৰে জীৱ ।
এহি লীলা আতে প্ৰীতি হোন্ত সদাশিৱ ॥
যাৰে সৃষ্টি থাকে মহা নিমিলে প্ৰলয় ।
জনম মৰণ তাৰে নেৰাই মৃত্যু ভয় ॥ ১১১
পশুপক্ষী বৃক্ষ কীট পতঙ্গ যোনিত ।
উপজি যাতনা আদি ভুঞ্জে বিপৰীত ॥
বহু অমঙ্গলপ্ৰদ হেন কৰ্ম্ম গতি ।
পায়া নৰে সংসাৰত ভ্ৰমে বিসঙ্গতি ॥ ১১২
নিতান্ত অৱশ হুয়া প্ৰলয় যাৱত ।
জন্ম-মৃত্যু ৰূপ দুখ ভুঞ্জে নানা মত ॥
কাল ৰূপী কৃষ্ণ যিটো জগত আধাৰ ।
কৰন্ত লীলায়ে পাছে সৃষ্টিক সংহাৰ ॥ ১১৩
মায়াৰ যাতেক কাৰ্য্য কাৰণ সমস্ত ।
দুনাই আনি মায়াত কৰান্ত সবে অস্ত ॥
হৈবে অনাবৃষ্টি পাছে শতেক বৎসৰ ।
মিলে মহা মৰণ লোকৰ নিৰন্তৰ ॥ ১১৪
ত্ৰৈলোক্যক তাপ দিবে সকলে মাৰ্ত্তণ্ড ।
অনন্ত মুখৰ বহ্নি বজাইবে প্ৰচণ্ড ॥
পাতালৰ পৰা দহি আসে উপৰক ।
জগত সহায় হৈবে বায়ু সম্বৰ্তক ॥ ১১৫
অগনিৰ শিখায়ে দহিবে দিশ দশ ।
মেঘে বৃষ্টি কৰিবেক পাছে শতবৰ্ষ ॥

পৰে জলধাৰা হস্তী-শুণ্ডৰ সমান।
প্ৰলয়ৰ জলে কৰে জগত নিৰ্য্যাণ ॥ ১১৬
নথাকয় প্ৰাণী আৰ ব্ৰহ্মাণ্ড ভিতৰ।
কৃষ্ণৰ কটাক্ষে নষ্ট হোৱে চৰাচৰ ॥
স্থূল দেহ ভগ্ন হৈলে যত জীৱ ৰাশি।
পুনৰপি লীন হোৱে প্ৰকৃতিত আসি ॥ ১১৭
যিটো ব্ৰহ্ম মাধৱৰ ভকতি বিহীন।
তেহেঁ। হোৱে আসি পুনু প্ৰকৃতিত লীন ॥
ব্ৰহ্মাৰো মুকুতি নাই নভৈলে ভকতি।
সামান্যৰ কিবা কথা কহিবো নৃপতি ॥ ১১৮
যেন কাষ্ঠ দহিলে অগনি নৰহয়।
সেহিমতে হোৱে সবে প্ৰকৃতিত লয় ॥
শুনা আবে যেন মতে মহাভূত চয়।
অন্যো অন্যো হোৱে গৈয়া কাৰণত লয় ॥ ১১৯
পৃথিবীৰ গন্ধ গুণ হৰিবে অনিল।
তেখনে পৃথিবী গৈয়া হৈবেক সলিল ॥
যেবে জলহন্তে বায়ু ৰস হৰি লয়।
সেহি জল অগনিত হোৱে আসি লয় ॥ ১২০
অগ্নিৰ ৰূপক পাছে হৰিবেক তম।
তেবে অগ্নি বায়ুত প্ৰবেশে এহি ক্ৰম ॥
হৰিবেক গন্ধ গুণ বায়ুৰ গগণে।
গগণন্ত বায়ু যায় পশিব তেখনে ॥ ১২১
আকাশৰ শব্দ গুণ হৰিবেক কাল।
পশে অহঙ্কাৰত আকাশ তত্তকাল ॥
মন বুদ্ধি ইন্দ্ৰিয় দেৱতা যত আছে।
সবে অহঙ্কাৰত প্ৰবেশ হৈব পাছে ॥ ১২২
সেহি অহঙ্কাৰ লীন হৈব মহতত।
প্ৰকৃতিত লয় হৈবে আপুনি মহত ॥
কহিলো নৃপতি প্ৰলয়ৰ যত ক্ৰম।
এহিতো কৃষ্ণৰ মায়া পৰম দুৰ্গম ॥ ১২৩
ব্ৰহ্মা আদি কৰি কীট পতঙ্গ পৰ্য্যন্ত।
মায়াবো সবাৰো কৰা সৃষ্টি স্থিতি অন্ত ॥

কোটি কোটি কল্প যবে উপজে মায়াত।
হেন জন নাহিকে মায়াৰ এড়াই হাত ॥ ১২৪
যতেক জগত দেখা মায়াৰ নিৰ্ম্মাণ।
চিনাইলো মায়াক ৰাজা দেখা বিদ্যমান ॥
ইহাক শুনিয়া নিমি ভৈলা মহা ভয়।
তত্তিয়া আছয় মনে মিলিল সংশয় ॥ ১২৫
সদয় হৃদয় দেখি ভৈলা সিদ্ধ গণে।
ৰাজাক সম্বোধি বোলে মধুৰ বচনে ॥
আউৰ কিবা শুনিবাক ইচ্ছা আছে মনে।
পুছিয়ো নৃপতি তুমি আমাত এখনে ॥ ১২৬
ৰাজায়ো জানিলা সিদ্ধ সদয় আমাত।
পুছিলন্ত কথা পাছে কৰি প্ৰণিপাত ॥
শুনা সিদ্ধ সব কহোঁ কৰিয়া বিনয়।
শুনিয়া মায়াৰ কথা ভৈলো মহা ভয় ॥ ১২৭
বিষয়ৰ বিকল ভুঞ্জছে কদাচিত।
ৰাত্ৰি দিনে গৃহ কুটুম্বত মাত্ৰ চিত্ত ॥
সিসবো যিমতে মহা সুখে তৰে মায়া।
কহিয়ো উপায় সেহি যদি থাকে দয়া ॥ ১২৮
যদ্যপি প্ৰথমে পাইলা তাৰণ উপায়।
তথাপি পুছন্ত পুনু পুনু নিমিৰায় ॥
আনো বা উপায় আছে মায়াৰ তাৰক।
তাক জানিবাক লাগি বোলন্ত সিদ্ধক ॥ ১২৯
অনেক প্ৰবন্ধে সিদ্ধে মনে গুণি চাইলা।
ভকতি বিনাই অন্য উপায় নাপাইলা ॥
অনেক প্ৰকাৰে বঢ়াই চিত্তক একান্ত।
দিলেক ৰাজাক পাছে প্ৰবুদ্ধে সিদ্ধান্ত ॥ ১৩০
মায়াৰ তৰণ নিমি শুনিয়ো সম্প্ৰতি।
ওপজাইবে প্ৰথমে সবাতো বিৰকতি ॥
দেখি শুনি মানে ইটো জগত যতেক।
মায়াৰ ৰচনা জানা সমস্তে তভেক ॥ ১৩১
দুখ দূৰ যাইবে সুখ হৈবে বুলি মনে।
কৰ্ম্মক আৰম্ভ কৰে মহামূঢ় জনে ॥

দুখসে মিলায়ে সুখ নাহিকে কিঞ্চিত।
দেখিব কৰ্ম্মৰ ফল হেন বিপৰীত॥ ১৩২
আপোনাৰ মৃত্যু বুলি মানিবেক ধন।
নানা পীড়া মিলে আসি ইহাৰ কাৰণ॥
পুত্ৰ পত্নী পশু গৃহ সমস্তে চঞ্চল।
কোন প্ৰাতি সাধিবেক ইসবে বিফল॥ ১৩৩
যদি বোলা ধন হন্তে ধৰ্ম্ম উপজয়।
সেহি ধন হন্তে স্বৰ্গ সুখক পাৱয়॥
শুনিয়ো স্বৰ্গত আছে যত যত সুখ।
সমস্তে বিনাশী সদা পাৱে মাত্ৰ দুখ॥ ১৩৪
আপোনাৰ সমান পৰৰ দেখি শ্ৰীক।
কৰি নিন্দা বাদ তৈতো বিবাদ অধিক॥
অনুদিনে দেখে যিটো পুণ্য যায় ক্ষয়।
মনৰ সুগুছে সদা পতনৰ ভয়॥ ১৩৫
অখণ্ড মণ্ডল পতি যেন ৰাজাগণ।
পৰস্পাৰে দ্বন্দ কৰি তেজয় জীৱন॥
অন্তকৰ শঙ্কায়ে ব্ৰহ্মাৰো সুখ নাই।
সামান্যৰ কোন্ লেখা শুনা নিমি-ৰায়॥ ১৩৬
হেন জানি চাহে যিটো উত্তম কল্যাণ।
প্ৰথমে কৰিব সিটো গুৰুক সম্মান॥
জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ দিবাক শকত॥ ১৩৭
যদ্যপি ভকত হোন্ত নোহন্ত পণ্ডিত।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত॥
শাস্ত্ৰক জানন্ত যদি নুহিকা ভকত।
তান উপদেশে বোধ নোপজে শিষ্যত ১৩৮
বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
মানিবে গুৰুসে আত্মা দেৱ মহাহৰি॥
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত ধৰ্ম্মক শিখিবে এক মনে॥ ১৩৯

যি ধৰ্ম্মত তুষ্ট হুয়া প্ৰভু ভগবান।
নিজ ভকতত আপোনাকে দেন্ত দান॥
নেৰন্ত ক্ষণেক যাক দেৱ দামোদৰ।
কাছতে থাকন্ত যেন বলি প্ৰহ্লাদৰ॥ ১৪০
প্ৰথমতে লৈবেক উত্তম সাধু সঙ্গ।
কৰিবেক আন বিষয়ত মনো ভঙ্গ॥
সমস্তকে ঈশ্বৰত অৰ্পিবেক নিতে।
উত্তমত প্ৰাতি কৰিবেক যথোচিতে॥ ১৪১
সমানত মৈত্ৰা দয়া কৰিবে হীনত।
এহি সব গুৰুত শিখিবে ভালমত॥
সত্য শৌচ অহিংসা শিখিবে সম দম।
দুখ সুখ শীত উষ্ণ আত হৈব সম॥ ১৪২
সবাকে সহিবে আৰু হৈবে অকুটিল।
ব্ৰহ্মচৰ্য্য ধৰিবেক হৈবেক সুশীল॥
উপযুক্ত পাত্ৰ বুজি পঢ়িবেক বেদ।
সবাতে দেখিব ঈশ্বৰক অবিচ্ছেদ॥ ১৪৩*
দেহ গৃহাদিত এৰিবেক অভিমান।
নিৰ্জ্জন স্থানত কৰিবেক অৱস্থান॥
পিন্ধিব আনন্দে চীৰ বাকলি বসন।
যেহি মিলে তাহাতে সন্তুষ্ট হৈব মন॥ ১৪৪
ভাগৱত শাস্ত্ৰে শ্ৰদ্ধা কৰিব নিতান্ত।
নকৰিব নিন্দা আন শাস্ত্ৰকো একান্ত॥
হৈবে দয়াশীল দয়া কৰিবে লোকক।
অন্তৰ্য্যামীৰূপে জানিবেক ঈশ্বৰক॥ ১৪৫
চিদানন্দ ৰূপে জানিবেক আপোনাক।
নেৰিবে স্বধৰ্ম্ম নুবুলিবে বৃথা বাক॥
মনক কৰিবে দণ্ড প্ৰাণায়াম কৰি।
কৰিবে বাক্যৰ দণ্ড মৌন ভাৱ ধৰি॥ ১৪৬
কৰ্ম্মৰ কৰিবে দণ্ড তেজিয়া যতন।
ইন্দ্ৰিয় দমিব সত্য কহিব বচন॥

* শ্ৰীযুক্ত তীৰ্থ নাথ গোস্বামীদেৱৰ প্ৰকাশিত পুথি আৰু সাচীপতীয়া পুথিত থকা ১৪৩ পদৰ "উপযুক্ত পাত্ৰ" ৰ ঠাইত যথপেটাত ছপোৱা পুথিত "জাতি অধিকাৰ" আছে।

এৰিবে সদায় কাম ক্ৰোধ অহঙ্কাৰ।
তেৱেসে এড়াইব হাত দুৰ্জ্জয় মায়াৰ ॥ ১৪৭
যদি বোলা চুক্কৰ ইসব মহা কৰ্ম্ম।
শুনিয়ো সুগম তেৱে ভাগৱত ধৰ্ম্ম ॥
ঈশ্বৰ কৃষ্ণৰ জন্ম কৰ্ম্ম গুণ গণ।
সদায়ে কৰিবে ধ্যান শ্ৰৱণ কীৰ্ত্তন ॥ ১৪৮
তান অৰ্থে কৰিবেক যত ধৰ্ম্ম হয়।
যজ্ঞ দান তপ জপ সদাচাৰ ৰয় ॥
আপোনাৰ প্ৰিয় গন্ধ পুষ্প আদি যত।
নিবেদিব সমস্তে গোবিন্দ চৰণত ॥ ১৪৯
পুত্ৰ পত্নী সবাকো সেৱক কৰি দিব।
আপোন প্ৰাণকো কৃষ্ণ পাৰত অৰ্পিব ॥
কৰিব সুহৃদ হৰি ভকত সহিতে।
বৃক্ষ পশু পক্ষীকো অৰ্চ্চিব যথোচিতে ॥ ১৫০
তাতো কৰি সাদৰিব মনুষ্য জাতিক।
ধৰ্ম্মশীল জনক অৰ্চ্চিব ততোধিক ॥
যিটো মহা ভক্তৰ কৃষ্ণেসে আত্মা প্ৰাণ।
ধৰ্ম্মিষ্ঠতো অধিক কৰিবে বহু মান ॥ ১৫১
দেৱতো তীৰ্থতো কৰি ভকতেসে পূজ্য।
যাহাৰ কৃপাত পায় মুকুতি সাযুজ্য ॥
আক যদি চুক্কৰ দেখিয়ো মহাৰথ।
সুলভতো সুলভ শুনিয়ো যিটো পথ ॥ ১৫২
শুনা সভাসদ জন্ম নকৰিয়ো বৃথা।
কৃষ্ণ কথা অমৃতক পীয়োক সৰ্ব্বথা ॥
যিটো জনে পায় কৃষ্ণ কথাৰ মধুৰ।
তাহাৰ সংসাৰ তাপচয় হোৱে দূৰ ॥ ১৫৩
বিষয় বিষত তাৰ গুচে অনুৰাগ।
একৰত্তো মহা মহা পুণ্যে নেৰে লাগ ॥
মোক্ষতো অধিক সুখ মিলয় মনত।
কি কহিবো ইটো হৰি নামৰ মহত্ত ॥ ১৫৪
মিছাতে কৰাহা আলে জালে আয়ু ক্ষেপ।
মৰিবাক লাগি কাল আছয় সংক্ষেপ ॥
আজি কালি কৰন্তে অন্তক চাপে পাশ।
চিন্তামণি জন্ম ইটো ব্যৰ্থে হোৱে নাশ ॥ ১৫৫
কৈত কেতিক্ষণে মিলে দুৰ্ঘোৰ মৰণ।
ঝাণ্টে কৃষ্ণ চৰণত পশিয়ো শৰণ ॥
পৰলোক সাম্ফল বান্ধৱ হৰি নাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥ ১৫৬

## দুলড়ী

প্ৰবুদ্ধ বদতি নিমি নৰপতি
শুনিয়োক মহাৰথ।
তোমাৰ আগত কৰিবো বেকত
পৰম সুগম পথ ॥
কৃষ্ণকেসে আত্মা ঈশ্বৰ বুলিয়া
ধৰিছে যিটো ভকতে।
তাহাঙ্ক পৰম বান্ধৱ বুলিয়া
মানিবে মনে সততে ॥ ১৫৭
তাহান সহিতে কৰি এক প্ৰীতি
বসিয়া একত্ৰ সঙ্গে।
কৰিব আলাপ তেজিব সন্তাপ
গাইব হৰি গুণ ৰঙ্গে ॥
মাধৱৰ জন্ম গুণ নাম কৰ্ম্ম
নেৰিব আক যতনে।
কতোহো শুনিব কীৰ্ত্তন কৰিব
স্মৰিব কতোহো মনে ॥ ১৫৮
কৃষ্ণৰ চৰিত্ৰ পৰম পৱিত্ৰ
হেনয় মানিয়া মনে।
তাহাকে কথিব তাহাকে মথিব
অন্যো অন্যে সৰ্ব্বজনে ॥

এক প্ৰাণ হুয়া অশ্ৰদ্ধা অসূয়া
এড়িব কৰ্কশ বাদ ।
অন্যো অন্যে ৰতি অন্যো অন্যে প্ৰীতি
কৰিব আতি আহ্লাদ ॥ ১৫৯

হুয়া তুষ্ট মতি কৰিব ভকতি
কহি কথা পৰস্পৰে ।
তেবেসে সমস্ত দুখ হৈব অন্ত
সুখে সংসাৰক তৰে ॥

পাছে একমতি কৰন্তে ভকতি
সোলকে মায়াৰ ফান্দ ।
শুনিয়ো যিমতে আপোন মনতে
মিলয় পৰমানন্দ ॥ ১৬০

যাৰ নাম চয় শুনিলে মাত্ৰকে
হোৱে পাপ ৰাশি নাশ ।
হেনয় হৰিক স্মৰিব স্মৰাব
কৰিয়া দৃঢ় বিশ্বাস ॥

তাসু মন মজে এতেকে উপজে
পৰম প্ৰেম ভকতি ।
তনু পুলকিত হোৱে ৰোমাঞ্চিত
আনন্দে আকুল আতি ॥ ১৬১

শৰীৰ সিহৰে লোতক নিগৰে
দ্ৰবে চিত্ত আতিশয় ।
কান্দয় বাগড়ি এতদিন এড়ি
আছা মোক কৃপাময় ॥

হোৱয় স্ফূৰতি কৃষ্ণৰ মুকতি
মনত থাকে আকলি ।
ছিন্দে মায়া ফান্দ উপজে আনন্দ
কতো হাসে খলখলি ॥ ১৬২

কতোহো উৎসুকি হৰি বুলি উকি
দিয়া গোবিন্দক ডাকে ।
কৰো যোৰহাত হে প্ৰাণ নাথ
কৰিয়ো কৃপা আমাকে ॥

মিলে আসবিষ কসন্ত হৰিষ
কতো উঠে নৃত্য কৰে ।
ফুৰে জুম জুমি কৈক যাইবা ভুমি
চাম্প দিয়া যেন ধৰে ॥ ১৬৩

চিন্তি চক্ৰপাণি অলৌকিক বাণী
বোলে কতো কদাচিত ।
কতো প্ৰেম ভাৰে নাম গুণ গাৱে
গোবিন্দত দিয়া চিত্ত ॥

কৰে কৃষ্ণ লীলা যিমতে কৰিলা
পুতনাৰ স্তন পান ।
ধৰি চক্ৰবাত পাড়য় শিলাতে
বককো কৰে নিৰ্য্যাণ ॥ ১৬৪

অৰ্জ্জুন উভঞ্জে লয়লুক ভুঞ্জে
গোপীৰ বঢ়াই উৎসুক ।
যতেক অসুৰ কৰে অসীলুৰ
অৰিষ্ট অঘ ধেনুক ॥

দুষ্ট সৰ্প কালী হ্ৰদৰ নিকালি
বন বহ্নি কৰে পান ।
কতো লীলা কৰি গোবৰ্দ্ধন ধৰি
গোকুলক কৰে ত্ৰাণ ॥ ১৬৫

দশন উভাৰি কুবলয় মাৰি
কতো পশি ৰঙ্গশালা ।
কান্ধে হস্তী দান্ত লোকক দেখান্ত
যেন গোপালৰ লীলা ॥

মই কৃষ্ণ বুলি ধৰিয়া আস্ফলি
আছাড়ি মাৰয় মাল ।
ঘণ্টাক লাড়িয়া ভুমিত পাৰিয়া
কৰে কংস ৰায়ৰ কাল ॥ ১৬৬

মাৰিলা বৈৰক দেখায়া লোকক
কতো নাচে নানা ছন্দে ।
প্ৰেমে হুয়া মত্ত কৃষ্ণ লীলা [illegible]
আপুনি কৰে আনন্দে ॥

হে কৃষ্ণ প্ৰাণ কৰা পৰিত্ৰাণ
বোলে কতো সচকিতে ।
ভকতি প্ৰভুৰ এতেক মধুৰ
আবেসে জানিলো চিত্তে ॥ ১৬৭
হৰি ৰসে ভুল কৃষ্ণতে সমুলি
মজে মন জীৱ প্ৰাণ ।
গৃহ শৰীৰকো পাসৰে সবাকো
নৰহে কাহাঁতো জ্ঞান ॥
কতোহেঁ৷ মুকুতি হোৱয় বিদিত
জুৰয় নয়ন দুই ।
পুলকিত কায় ঈশ্বৰক পায়
সুখে থাকে মৌন হুই ॥ ১৬৮
আনন্দতে মজে হৃদয়ত ভজে
হৰিক মনত স্মৰে ।
সিটো ভকতক দেখিল মাত্ৰকে
তিনিয়ো জগতে তৰে ॥
যত গৃহ বাস বিষয় বিলাস
দেখে সমস্তকে মিছা ।
কৃষ্ণৰ চৰণ সেৱাতেসে মন
মুকুতিকো নাই ইচ্ছা ॥ ১৬৯
শুনিলা নৃপতি কৃষ্ণত ভকতি
কৰন্তে পৰম সুখ ।
অপ্ৰয়াসে হয় নাহি ধন ব্যয়
নলাগে গাৱত দুখ ॥
নকৰি প্ৰৱন্ধ ছিণ্ডে কৰ্ম্ম বন্ধ
পুৰুষে নজানে তাক ।
নাৰায়ণ পৰ হেৱে যিটো নৰ
দুখতে তৰে মায়াক ॥ ১৭০
সংসাৰ তাৰণ কৃষ্ণৰ চৰণ
শৰণ পশিয়ো তাত ।
কহিলো প্ৰত্যেকে নৃপতি এতেকে
এৰাইবা মায়াৰ হাত ॥
যেন নিমিৰায় পুছিলা উপায়
কৰিলা তাক প্ৰকাশ ।
হেন শুনি ৰাজা সমজ্যাৰ প্ৰজা
সবেও পাইলা উল্লাস ॥ ১৭১

ছবি

শুনা সভাসদ যত বুজিয়া শাস্ত্ৰৰ তত্ত্ব
সাধু সঙ্গে কৰিয়োক ৰতি ।
জনম নকৰা বৃথা মহন্তৰ মুখে কথা
শুনি কৰা কৃষ্ণত ভকতি ॥
ক্ষণে ক্ষণে টুটে আয়ু কৈত ছুটে প্ৰাণ বায়ু
ইটো চিন্তা নথাকে মনত ।
বন্ধু মাধৱক এড়ি খেলাৱে মায়াৰ খেড়ি
কিনো মোহে ভৈল বুদ্ধি হত ॥ ১৭২
অন্তকে ধৰিলে পৰা জানিয়া চেতন ধৰা
ছাড়া ছাৰ বিষয়ৰ ধান্ধা ।
কৃষ্ণত দিয়োক চিত্ত মৰণ সম্বল বিত্ত
হৰিৰ নামক গলে বান্ধা ॥
মিছা ইটো লাট-পাট ভাগিবেক ভৱহাট
নিবে কালে ক্ষণেকে সংহৰি ।
সন্তৰ সঙ্গতি লৈয়া হৰিপৰায়ণ হৈয়া
নিৰন্তৰে বোলা হৰি হৰি ॥ ১৭৩

পদ

পুনৰপি নৃপতি পুছন্ত প্ৰণিপাতে ।
কহিয়োক সিদ্ধ হৰ ইকথা আমাতে ॥
বোলা তৰে নাৰায়ণপৰেসে মায়াক ।
কোন নাৰায়ণ ৰূপ কহিয়ো আমাক ॥ ১৭৪

কোনোবা কৰন্ত কৰ্ম্ম প্ৰভু নাৰায়ণ ।
কহিয়োক মোত তান স্বৰূপ লক্ষণ ॥
সংসাৰ তাপত মৰো বিষয় বিষাদে ।
হেন বা তৰিবে পাৰো তোমাৰ প্ৰসাদে ॥ ১৭৫

মহৰ্ষি পিপ্পলায়নৰ নাৰায়ণৰ ৰূপ কথন

শুনিয়া পিপ্‌লায়নে দিলন্ত উত্তৰ ।
শুনা কহোঁ নাৰায়ণ ৰূপ নৃপবৰ ॥
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু যিটো দেৱ ।
যাত পৰে পৰম ঈশ্বৰ নাহি কেৱ ॥ ১৭৬
স্বপ্ন জাগৰণ যিটো নিৰ্ভৰ নিদ্ৰাত ।
সমাধিত সাক্ষী ৰূপে থাকন্ত সাক্ষাত ॥
সচেতন কৰা দেহ প্ৰাণ ইন্দ্ৰিয়ক ।
জীৱক ভুঞ্জান্ত নানাবিধ বিষয়ক ॥ ১৭৭
পৰমাত্মা বুলি তাক কহে মুনিগণ ।
তেহেন্তে পৰম তত্ত্ব জানিবা ৰাজন ॥
হৰি হৰ বিধি যাৰ থাকে আজ্ঞা কৰি ।
ঈশ্বৰো ঈশ্বৰ তেহেন্তে মহা হৰি ॥ ১৭৮
তাঙ্কে নাৰায়ণ বোলে জানিবা নৃপতি ।
তাহানেসে চৰণ সেৱায়ে সাধে গতি ॥
প্ৰবৰ্ত্তান্ত যেখনে ইন্দ্ৰিয় সমস্তক ।
পৰমাত্মা বোলয় তেখনে মাধৱক ॥ ১৭৯
সমাধিত বেকত হোৱন্তে গুচে ভ্ৰম ।
তেখনে বোলয় জানা মাধৱক ব্ৰহ্ম ॥
কৰন্ত যেখনে ইটো সৃষ্টি স্থিতি অন্ত ।
তেখনে বোলয় মাধৱক ভগৱন্ত ॥ ১৮০
ব্ৰহ্ম পৰামাত্মা ভগৱন্ত এক তত্ত্ব ।
একবেসে তিনি নাম লক্ষণ ভেদত ॥
নপাৱে ইন্দ্ৰিয় সবে যাহাৰ গোচৰ ।
যিটো নোহে মন বুদ্ধি বচন গোচৰ ॥ ১৮১

যেন ফিৰিঙ্গতিচয় বহ্নিৰ বজাই ।
নকৰে প্ৰকাশ সিটো বহ্নিক চুনাই ॥
সেহিমতে মন আদি তাস্তে হুয়া জাত ।
মায়াত থাকিয়া তাঙ্ক নজানে সাক্ষাত ॥ ১৮২
বেদেও যাহাক নিৰূপিবে নপাৰয় ।
নিষেধৰ শেষ বুলি প্ৰকাৰে কহয় ॥
যাত বিনে কাহাৰো নাহিকে একো সিদ্ধি ।
যিটো ব্ৰহ্মতত্ত্ব হোৱে সবাৰো অবধি ॥ ১৮৩
তেন্তে নাৰায়ণ ৰূপ জানিবা নৃপতি ।
তাহান চৰণে মাত্ৰ কৰিয়ো ভকতি ॥
যদি বোলা ইটো তত্ত্ব কেহো নজানয় ।
আছে বুলি কেনমতে কৰিবে প্ৰত্যয় ॥ ১৮৪
তাহাৰ উত্তৰ শুনা হুয়া সাৱধান ।
আছয় ইহাত ৰাজা অনেক প্ৰমাণ ॥
কাৰণ নভৈলে নোহে কাৰ্য্যৰ উদয় ।
সিটো সব ব্ৰহ্ম তাক শুনা মহাশয় ॥ ১৮৫
সবাৰো কাৰণ হোন্ত প্ৰভু ভগৱান ।
কাৰণৰ পৰা সবে কাৰ্য্যৰ বিধান ॥
এক হুয়া বহু শক্তি ধৰে কিবা ৰূপে ।
তাহাৰ নিদান ৰাজা শুনিয়ো স্বৰূপে ॥ ১৮৬
একে ব্ৰহ্ম মাত্ৰ থাকে সৃষ্টিৰ আদিত ।
জগত স্বৰূপে পাছে হোৱন্ত বিদিত ॥
প্ৰকৃতি মহত অহঙ্কাৰ বুদ্ধি মন ।
বহুবিধ বিষয় ইন্দ্ৰিয় দেৱগণ ॥ ১৮৭
সবাৰো স্বৰূপ কৰে ব্ৰহ্মেসে প্ৰকাশ ।
সমস্ততে যিটো কৰি আছন্ত নিবাস ॥
তেহেন্তেসে নাৰায়ণ জানিবা নৃপতি ।
তাহান চৰণ সেৱা বিনে নাই গতি ॥ ১৮৮
নাহি ক্ষয় বৃদ্ধি যিটো জন্ম মৃত্যু হীন ।
সমস্ততে সাক্ষীৰূপে আছা উদাসীন ॥
যদ্যপি আছন্ত ইটো জগত বিয়াপি ।
নোচোৰে দেহৰ দোষে তাহাক তথাপি ॥ ১৮৯

জ্ঞান মাত্ৰ ৰূপ নিত্য নিৰঞ্জন কায় ।
থাকা সৰ্ব্বকালে সৰ্ব্ব দেহতে সদায় ॥
ইন্দ্ৰিয়েসে কৰে তাঙ্ক বিবিধ ভাবনা ।
যেন এক প্ৰাণ তাৰ বিবিধ কল্পনা ॥ ১৯০
নাহিকে বিকাৰ যাৰ সদা সুখময় ।
তাহাঙ্ক জানিলে পাপ তাপ হোৱে ক্ষয় ॥
ভকতৰ পৰম সুহৃদ প্ৰাণ সম ।
তাহাঙ্কে বোলয় ব্ৰহ্ম জানা নৃপোত্তম ॥ ১৯১
ইন্দ্ৰিয়ৰ বলে ৰাজা জন্মৰ বিকাৰ ।
আত্মাৰ বিকাৰ নাই জানিবাহা সাৰ ॥
ইহাৰ দৃষ্টান্ত এক কৰোহো প্ৰকাশ ।
তোমাৰ হৈবেক তেবে সংশয় বিনাশ ॥ ১৯২
মনুষ্যাদি চতুৰ্ব্বিধ প্ৰাণীৰ দেহত ।
জীৱৰ সহিত প্ৰাণ থাকে অবিৰত ॥
দেহৰ আছয় দোষ ব্যভিচাৰ সিদ্ধ ।
কতো বাল্য কতো যুবা কতো হোৱে বৃদ্ধ ॥ ১৯৩
দেহতে থাকয় প্ৰাণ নাহি ব্যভিচাৰ ।
সেহি মতে নাহি ইটো আত্মাৰ বিকাৰ ॥
জাগৰণ কালে যিটো নিদ্ৰা উপগতে ।
অহঙ্কাৰ জিনিয়া থাকয় একমতে ॥ ১৯৪
হেনবা বুলিবা যিটো নাৰায়ণ তত্ত্ব ।
জানিবা আছন্ত সমস্তৰ হৃদয়ত ॥
কেতিক্ষণে কোনমতে হোৱন্ত সাক্ষাত ।
কহিবো নৃপতি তাৰ উত্তৰ তোমাত ॥ ১৯৫
যেখনে নিৰ্ভৰ নিদ্ৰা হোৱে উপস্থিত ।
ইন্দ্ৰিয় সকল অহঙ্কাৰৰ সহিত ॥
তেখনে আত্মাত পৈয়া সবে হোৱে লয় ।
সেহি কালে আত্মা সাক্ষী স্বৰূপে থাকয় ॥ ১৯৬
জীৱৰ হোৱয় আত্মা মাত্ৰ অনুভৱ ।
নথাকয় বিষয় সম্বন্ধ লেশ লৱ ॥
আত্মা অনুভৱ যদি ভৈলেক জীৱৰ ।
তেবে কিয় সংসাৰক পাৱৈ পুনৰ ॥ ১৯৭

তাহাৰ উত্তৰ শুনা হুয়া সাৱধান ।
সিকালতো থাকয় অবিদ্যা বিদ্যমান ॥
সেহি হেতু ঘটে পুনু সংসাৰ আপদ ।
লিঙ্গদেহ ভাঙ্গিলেসে মিলে মোক্ষ পদ ॥ ১৯৮
যদি বোলা লিঙ্গ দেহ ভাগিব কিমত ।
তাহান উত্তৰ ৰাজা কহোঁ স্বৰূপত ॥
ধনৰ চেষ্টাক যিকালত এৰে মতি ।
কেশৰৰ চৰণ সেৱাত বাঢ়ে ৰতি ॥ ১৯৯
তেবে তাৰ হোৱে আসি ভকতি প্ৰবল ।
পথালে চিত্তৰ তাৰ আছে যত মল ॥
কেশৱ সেৱায়ে যাৰ ধৌত ভৈল চিত্ত ।
হোৱে তাত তেবে আসি ঈশ্বৰ বিদিত ॥ ২০০
কৃষ্ণক সাক্ষাতে দেখি হৈবে মোহ হীন ।
আপোনাক নেদেখিব ঈশ্বৰত ভিন্ন ॥
বেঢ়িছে পটলে যেন যাহাৰ নেত্ৰক ।
সিটো জনে নেদেখে আগতে আদিত্যক ॥ ২০১
গুছাইলেক ঔষধে চক্ষুৰ যেবে মল ।
সি যেন সাক্ষাতে দেখে সূৰ্য্যৰ মণ্ডল ॥
সেহিমতে কৃষ্ণ কথা শ্ৰৱণ কীৰ্ত্তনে ।
গুণৰ কৰ্ম্মৰ মল ত্যজে তাৰ মনে ॥ ২০২
নিৰ্ম্মল মনত হোৱে আত্ম পৰিচয় ।
তেবেসে কৃষ্ণত দৃঢ়ভক্তি উপজয় ॥
কৰ্ম্ম যোগতেসে হোৱে ভক্তিৰ উদয় ।
হেনয় মনত ৰাজা কৰিবা নিশ্চয় ॥ ২০৩
পুনৰপি পুছন্ত কৰিয়া যোৰহাত ।
কৈয়ো সিদ্ধ সব কৰ্ম্মযোগক আমাত ॥
যাক জানি নৰে কৰে কৰ্ম্মৰ নিহাৰ ।
উপজে পৰম জ্ঞান নিস্তৰে সংসাৰ ॥ ২০৪
ইক্ষ্বাকু-পিতৃৰ আমি সমীপত তথা ।
ব্ৰহ্মপুত্ৰ সবত পুছিলো ইটো কথা ॥
নিদিলা সিদ্ধান্ত কিয় সনক সনন্দে ।
কহিয়ো কাৰণ শুনো পৰম আনন্দে ॥ ২০৫

শুনি আবির্হোত্র সিদ্ধে দিলন্ত সিদ্ধান্ত ।
শুনা সিটো কথা চিত্ত কৰি উপশান্ত ॥
পৰম গহন অতি ইটো বেদ বাণী ।
যাক শুনি মোহ দূৰ হোৱে মহাজ্ঞানী ॥ ২০৬
বেদে যাক বিহিয়াছে তাকে বুলি কৰ্ম্ম ।
বেদে যাক নিষেধিলে সেহিতো অকৰ্ম্ম ॥
বিহিত নাচৰি হয় বিকৰ্ম্ম পাতেক ।
এহি তিনিবিধ কৈলো তোমাত প্ৰত্যেক ॥ ২০৭
বিকৰ্ম্ম অকৰ্ম্ম কৰ্ম্ম এহিটো ত্ৰিতয় ।
বেদৰেসে মত জানা লৌকিক নহয় ॥
যাক বেদ বোলে সিটো ঈশ্বৰ সাক্ষাত ।
যিটো ঈশ্বৰত হন্তে হৈয়া আছে জাত ॥ ২০৮
ইহাৰ অৰ্থত মোহ হোৱে মহাজ্ঞানী ।
বেদৰ তত্ত্বক পাইব আন কোন প্ৰাণী ॥
কৰ্ম্মযোগ জিজ্ঞাসি আছিল সিসৱত ।
বালক সময়ে কাত বুজিবা কিমত ॥ ২০৯
পৰম দুষ্কৰ কৰ্ম্ম যোগ আতিশয় ।
তুমিয়ো তৈসানি শিশু ইক্ষ্বাকু তনয় ॥
এহি ভাবি নকহিলা সিকথা তোমাত ।
সেহি কৰ্ম্ম যোগ আবে কহিবো সাক্ষাত॥ ২১০
যিমত গহন কৰ্ম্ম শুনা পৰিছেদ ।
শিক্ষা দেই মূঢ়ক পৰোক্ষ বাদে বেদ ॥
স্বৰ্গ সুখ আদি লোভ লগাই প্ৰথমত ।
প্ৰবৰ্ত্তান্ত অজ্ঞানীক সকাম কৰ্ম্মত ॥ ২১১
ভুঞ্জিবো বিশিষ্ট ভোগ লভিয়া স্বৰ্গক ।
হেনয় কামনা কৰি অৰ্চ্চে ঈশ্বৰক ॥
বাঢ়ে প্ৰীতি বেদৰ শুনিয়া ফলশ্ৰুতি ।
পাছে সেহি কৰ্ম্মে তাৰ সাধিবে মুকুতি ॥ ২১২
যেন পিতৃ শিশুক লাড়ুৰ লোভ দিয়ে ।
তাক পাইবো বুলি শিশু ঔষধক পিয়ে ॥
পাছে খণ্ড লাড়ুৱে গৰ্জ্জবো ৰোগ হবে ।
সেহি মতে অজ্ঞানী বেদৰ শিক্ষা ধৰে ॥ ২১৩
পাছে বেদে বোলে এৰা ইসব কামনা ।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা ॥
সেহি কৰ্ম্মে কৰাই বিষয়ত বিৰকতি ।
উপজাইবে মাধৱত পৰম ভকতি ॥ ২১৪
পৰম অজ্ঞানী হয় যিটো দুষ্ট চিত্ত ।
ইসৱ নকৰে কৰ্ম্ম বেদৰ বিহিত ॥
যাইবে সিটো বিকৰ্ম্ম পাপত অধোগতি ।
মৰি মৰি উপজিবে যাতনাক প্ৰতি ॥ ২১৫
হেন জানি নিয়মিব আপনাৰ চিত্ত ।
কৰিব সাত্ত্বিক কৰ্ম্ম বেদৰ বিহিত ॥
ছাৰিয়া কামনা কৰি অৰ্পণা ঈশ্বৰে ।
পাইবেক পৰম সিদ্ধি তেবে সিটো নৰে ॥ ২১৬
সেহি কৰ্ম্মে কৰে জানা কৰ্ম্ম নিবাৰণ ।
ফল-শ্ৰুতি মানে হোৱে ৰুচিৰ কাৰণ ॥
বেদ মতে কৰ্ম্ম-যোগ কহিলো নৃপতি ।
তন্ত্ৰৰ মতক কহোঁ শুনিয়ো সম্প্ৰতি ॥ ২১৭
আপুনি জীৱৰ যিটো অহঙ্কাৰ বন্ধ ।
ছেদিবাক চাহে হেন কৰিয়া প্ৰৱন্ধ ॥
ঈশ্বৰ কেশৱ দেৱ ভকতৰ নিধি ।
তাহাঙ্কে কৰিবে পূজা যেন তন্ত্ৰবিধি ॥ ২১৮
সেৱা কৰি গুৰুৰ পূৰিব মনোৰথ ।
গুৰুৱে দেখাইবে তন্ত্ৰ মন্ত্ৰ পূজা পথ ॥
যিটো মূৰ্ত্তি আপোনাৰ অভিমত জানি ।
হৃদয়ৰ ঈশ্বৰক তাতে থৈব আনি ॥ ২১৯
স্নান কৰি বসিবেক দেৱক সম্মুখে ।
ভূত শুদ্ধি প্ৰাণায়াম কৰিবেক সুখে ॥
অঙ্গন্যাস কৰন্যাস কৰি বিধিৱত ।
দেহ শুদ্ধি কৰিবেক হৈবেক সংযত ॥ ২২০
দিগ্ বন্ধন মন্ত্ৰে ৰক্ষা কৰিয়া বন্ধন ।
হৰিক পূজিব জানা ইক্ষ্বাকু নন্দন ॥
আদিতে কৰিব শুদ্ধি যত দ্ৰব্য চয় ।
কীট আদি জন্তু যেন তাত নথাকয় ॥ ২২১

ভূমি শুদ্ধি কৰিবেক মাৰ্জ্জন কৰিয়া।
কৰিব চিত্তৰ শুদ্ধি চঞ্চল এৰিয়া॥
স্নান অনুলেপনে স্বমূৰ্ত্তি শুদ্ধি কৰি।
আসন প্ৰোক্ষণ কৰি বসিব সাদৰি॥ ২২২
প্ৰতিমাত বা মনতে হৰিক স্থাপিব।
যথা লব্ধ-উপচাৰে তাহাঙ্ক অৰ্চ্চিব॥
পাদ্য অৰ্ঘ্য আচমন আনো উপহাৰ।
যিবা পাৰে মিলাইবে পূজাৰ সম্ভাৰ॥ ২২৩
কৰি ন্যাস যেন বিধ হৃদয় আদিক।
কৰিব হৃদয়ে ধ্যান ঈশ্বৰ মূৰ্ত্তিক॥
পাদ্য আৰ্ঘ্য আচমন মধুপৰ্ক স্নান।
বসন ভূষণ অঙ্গমালা দিব দান॥ ২২৪
গন্ধে পুষ্পে ধূপে যেন বিধি কহে তন্ত্ৰে।
সাঙ্গোপাঙ্গে কৃষ্ণক পূজিব মূল মন্ত্ৰে॥
কৰ্পূৰ তাম্বুল দিব সুবাসিত জল।
তুলসী পুষ্পৰ মালা নানা বিধ ফল॥ ২২৫
ঈশ্বৰৰ আছে আৰু পাৰ্ষদ যতেক।
নিজ নিজ মন্ত্ৰে সমস্তকে পূজিবেক॥
অৰ্চ্চিয়া বিনয় ভাৱে পঢ়ি স্তুতি নতি।
কৰিব কৃষ্ণৰ পাছে পূজা সমাপতি॥ ২২৬
আপোনাকো তেহ্ন মূৰ্ত্তি চিন্তিয়া মনত।
ঘ্ৰাণিয়া নিৰ্ম্মাল্য পাছে পিন্ধিব শিৰত॥
ঈশ্বৰক নিয়া হৃদি পদ্মে দিব ঠাই।
কৰগুিত প্ৰতিমাক থৈবেক তুলাই॥ ২২৭
অগ্নি সূৰ্য্য সলিল অতিথি হৃদয়ত।
ঈশ্বৰ ভাবিয়া পূজা কৰি বিধিমত॥
এহিমতে মাধৱক পূজিবেক নিতে।
হৈবেক সুকৃত সিটো অচিৰ কালন্তে॥ ২২৮
আমাত পুছিলা যেন আপুনি নৃপতি।
কৈলো কৰ্ম্ম-যোগ যেন জানিলো সম্প্ৰতি॥
যিটো নিয়মিলে মন তেজি অহঙ্কাৰ।
ইটো কৰ্ম্মযোগত তাৰেসে অধিকাৰ॥ ২২৯

আবে অভিমত যেন পুছিয়ো আমাত।
শুনি ৰাজা কহিলন্ত কৰি যোৰ হাত॥
অনেক জন্মৰ জানো আছে মহাভাগ।
সিহেতু সুধিবে তোমাসাক পাইলো লাগ॥ ২৩০
যেন যেন ৰূপে যিটো যিটো কৰ্ম্ম কৰি।
কৰিলা কৰন্ত কৰিবন্ত অৱতৰি॥
শুনিবাক ইচ্ছা আছে শুনায়োক তাকে।
ভৃত্য হেন বুলি মোক যদি দয়া থাকে॥ ২৩১
শুনি সিদ্ধ দ্ৰুমিলে উত্তৰ দিল পাছে।
ঈশ্বৰ কৃষ্ণৰ জন্ম কৰ্ম্ম যত আছে॥
শত কোটি জন্মে কোনে কহি পাইবে অন্ত।
সহস্ৰ বদনে যদি কহন্ত অনন্ত॥ ২৩২
নপাইবে গুণৰ তথাপিতো পৰিমিত।
তাক গণিবাক লাগি যিটো দেই চিত্ত॥
সিটো মন্দমতি জ্ঞান-শূন্য সমুদায়।
সাগৰক কাঠি দিয়া জুখিবাক চায়॥ ২৩৩
পৃথিবীৰ ধূলি যিটো গণে কদাচিত।
কৃষ্ণৰ গুণক সিটো নপাৰে গণিত॥
জগত ঈশ্বৰ যিটো অনন্ত মহিমা।
আপুনো নজানে মায়া বৈভৱৰ সীমা॥ ২৩৪
গণি সংখ্যা কৰিবে শকতি আছে কাত।
তথাপি সংক্ষেপি কিছু কহিবো তোমাত॥
শুনা সাৱধানে কহো কৃষ্ণৰ চৰিত্ৰ।
হৌক মোৰ তনু মন বচন পবিত্ৰ॥ ২৩৫
কৃষ্ণ কথা শুনা আবে সবে সভাসদে।
গৃহে থাকি খায়া-দায়া পৰম সুখদে॥
নাহি ধন হানি শৰীৰতো কিছু শ্ৰম।
কৰ্ণৰো অমৃত শুনিবাক মনোৰম॥ ২৩৬
এতেকতে যতেক পাতক হোৱে ক্ষয়।
উপজে পৰম পুণ্য মিলে অভ্যুদয়॥
কৃষ্ণৰ চৰণে মিলে মহা প্ৰেমভাৱ।
কি কহিবো ইটো কৃষ্ণ কথাৰ প্ৰভাৱ॥ ২৩৭

দুৰ্লভ মনুষ্য দেহা নপাইবা তুনাই ।
চিন্তামণি জন্ম হেৰা হাততে হৰাই ॥
ইহাক নেদেখা মায়া মোহে হুয়া অন্ধ ।
ইটো কৃষ্ণ কথামৃত পানত প্ৰবন্ধ ॥ ২৩৮
সংসাৰ ব্যাধিৰ ইসে ঔষধ প্ৰধান ।
বিষয় অপথ্য তেজি ঝণ্টে কৰা পান ॥
আলোচন্তে অন্তকে সাধিবে সবে কাম ।
জানিয়া ঘুষিয়ো নিৰন্তৰে ৰাম ৰাম ॥ ২৩৯

দুলড়ী

পঞ্চ মহাভূতে প্ৰভু নাৰায়ণ
নিৰ্ম্মিয়া ব্ৰহ্মাণ্ড কায় ।
প্ৰথমে পুৰুষ অৱতাৰ হুয়া
পশিলা যাত লীলায় ॥
যাহাৰ ইন্দ্ৰিয়ে জীৱৰ ইন্দ্ৰিয়
যাৰ জ্ঞানে ভৈলা জ্ঞান ।
যাহাৰ নিশ্বাসে ইন্দ্ৰিয় দেহৰ
হোৱে চেষ্টা বল প্ৰাণ ॥ ২৪০
যাৰ শৰীৰত আছে ত্ৰি-ভুবন
পৃথিবী পাতাল স্বৰ্গ ।
যিটো সত্ত্ব আদি তিনি গুণ এৰে
কৰে স্থিতি লয় সৰ্গ ॥
ৰজো-গুণে ব্ৰহ্মা সত্ত্ব-গুণে বিষ্ণু
তমো-গুণে ৰুদ্ৰ হুয় ।
তিনি মুৰ্ত্তি ধৰি প্ৰজাক সততে
কৰা সৃষ্টি স্থিতি লয় ॥ ২৪১
তেহেন্তে পুৰুষ অৱতাৰ তান
কৰিলো কৰ্ম্ম বিদিত ।
শুনা নিৰি আক নৰ-নাৰায়ণ
অৱতাৰ বিপৰীত ॥

দক্ষৰ দুহিতা মূৰ্ত্তি নামে তেহোঁ
ভৈলন্ত ভাৰ্য্যা ধৰ্ম্মৰ ।
তান্তে জাত ভৈলা অৱতাৰ দুই
নাৰায়ণ আৰো নৰ ॥ ২৪২
যিটো কৰ্ম্মে কৰে কৰ্ম্মক নিৰ্ম্মল
কৰে আত্ম-পৰিচয় ।
নাৰদ প্ৰমুখ্যে মুনিত তাহাক
কহিলন্ত কৃপাময় ॥
বদৰিকাশ্ৰমে আছন্ত অদ্যাপি
পৰম তপ আচৰি ।
যাৰ পাদ পদ্ম অৰ্চ্চন্ত আজিয়ো
অনেক ঋষি সাদৰি ॥ ২৪৩
তপৰ প্ৰভাৱে প্ৰকাশে শৰীৰ
সম্যকে সূৰ্য্য সঙ্কাশ ।
হেন দেখি পাছে ইন্দ্ৰৰ মনত
মিলিল পৰম ত্ৰাস ॥
ত্ৰৈলোক্য সম্পদ লৈবে লাগি ঋষি
কৰে হেন তপ ঘোৰ ।
জানিলো দুৰ্জ্জয় ঋষিৰ নিদানে
সৰ্ব্বনাশ হৈবে মোৰ ॥ ২৪৪
কৰিল আদেশ মদনক চাই
চলিয়ো তুমি অনঙ্গ ।
নৰ-নাৰায়ণ ঋষিৰ তপস্যা
সত্বৰে কৰিয়ো ভঙ্গ ॥
মলয় পৱন কোকিল বসন্ত
আমাক তুমি উদ্ধাৰা ।
মদনৰ সঙ্গে চলিয়ো সত্বৰে
যত আছা অপেশ্বৰা ॥ ২৪৫
ইন্দ্ৰৰ আদেশে মদন লৰিলা
লৈয়া নিজ পৰিবাৰ ।
যত অপেশ্বৰী লড়িলা প্ৰৱক্তে
পিন্ধি দিব্য অলঙ্কাৰ ॥

ঋষিৰ সমীপে পাতিলন্ত নৃত্য
পৰম ৰঙ্গে অনঙ্গ।
সুললিত গীত গাৱে বিদ্যাধৰে
গন্ধৰ্ব্বে ঠুঙ্কে মৃদঙ্গ॥ ২৪৬
বহে মন্দ বায়ু বসন্ত মিলিল
কোকিলৰ কুহু নাদ।
পুষ্পৰ সুৰভি গন্ধে আমোদিত
মদনে কৰে উন্মাদ॥
অপেস্বৰী সবে কটাক্ষ নিৰিখ
ঋষিক কৰে সন্ধান।
নজানি ঈশ্বৰ ভাৰক মদনে
প্ৰহাৰে কুসুম বাণ॥ ২৪৭

ছবি

দেখিয়া ইন্দ্ৰৰ মায়া মহাঋষি নাৰায়ণে
নকৰিলা কটাক্ষো কিঞ্চিত।
থাকিলন্ত ধৈৰ্য্য ধৰি যেন মহা মেৰুগিৰি
তপত নিবিড় কৰি চিত্ত॥
দেখি পাছে দেৱগণ ভৈলন্ত ব্যাকুল মন
হিয়াত মিলিল মহাত্ৰাস।
স্থিৰ নোহে হাত ভৰি কম্পে তনু তৰ তৰি
ঋষি শাপে হৈবো সৰ্ব্বনাশ॥ ২৪৮
পাছে প্ৰভু নাৰায়ণ দেখন্ত দেৱতা গণ
মৰে যেন ভয়ত সমূলি।
হাসিয়া লগাইলা মাত নিষেধন্ত তুলি হাত
নকৰা নকৰা ভয় বুলি॥
মদন মাৰুত হেৰা শুনা সবে অপেস্বৰা
কৰিয়ো আমাক অনুকূল।
স্বৰ্গৰন্তে আইলা সাজি হুয়োক অতিথি আজি
আশ্ৰমৰ ভুঞ্জা ফল মূল॥ ২৪৯

সবাকো কৰিয়া দয়া পৰম নিৰ্ভয় দিয়া
যেবে হেন বুলিলা আশ্বাস।
মুণ্ডত বুলাইলা হাত মুখত বজাইলা মাত
দেৱগণে তেজিলেক ত্ৰাস॥
কৰি পাছে চিত্ত স্থিৰ লজ্জাভাৰে নমাই শিৰ
বোলে বাক্য কৰি নমস্কাৰ।
হৃদয়ে নভৈল ক্ষোভ নকৰিলা স্ত্ৰীক লোভ
ইটো কোন আশ্চৰ্য্য তোমাৰ॥ ২৫০
যত মহা জ্ঞান বৃদ্ধ মুনিগণ সুৰ সিদ্ধ
তোমাকেসে সেৱে দমাই মাথ।
জিনিলা দুৰ্জ্জয় মায়া আমাকো কৰিলা দয়া
কিনো ক্ষমাশীল জগন্নাথ॥
সজ্জনে তোমাক সেৱে দেখি ইন্দ্ৰ আদি দেৱে
অনেক বিঘিনি কৰে তাত।
আমাক লঙ্ঘিয়া যাই বৈকুণ্ঠত লৱে ঠাই:
এহি বুলি মিলাৱে বিঘাত॥ ২৫১
নভজে তোমাৰ পাৱে যাৰ পূজা খাইবে পাৱে
নকৰে বিঘিনি কিছু তাক।
তোমাৰ মায়ায়ে অন্ধ নিবিচাৰে ভাল মন্দ
কি কহিবো দেৱ বিচেষ্টাক॥
ভকতে তোমাত গয় তিলেকো নকৰে ভয়
আপুনি ৰক্ষক তুমি হৰি।
নিশ্চয়ে কহিলো সাৰ ইন্দ্ৰ আদি দেৱতাৰ
বিঘ্নিৰ মুণ্ডত দেই ভৰি॥ ২৫২
তোমাত নকৰে ৰতি তপতেসে কৰে মতি
শুনা যেন তাহাৰ অৱস্থা।
ক্ষুধা তৃষ্ণা মোহ কাম অপাৰ সাগৰ সম
সি সবকো তৰয় সৰ্ব্বথা॥
তথাপিতো মূঢ়মতি ক্ৰোধে বশ হুয়া আতি
গো-খোজত যেন মজে পাছে।
তপ ধৰ্ম্ম ব্ৰত কষ্ট ব্যৰ্থে সবে কৰে নষ্ট
তাত পৰে কোন মন্দ আছে॥ ২৫৩

যেন মাথে বোজা লৈয়া আথা জলে নামে গৈয়া
উটে বোজা নপাৰে উমান ।
সেহি মতে দান ব্ৰত জন্মাবধি কৰে যত
ক্ৰোধে কৰে সবাকো নিৰ্য্যাণ ॥
তোমাত বিমুখ যিটো জীৱন্ততে মৰা সিটো
আত্মঘাতী পৰম দুৰ্ম্মতি ।
আমি হেৰা নমাই মাথ প্ৰণামো জগত নাথ
জন্মে জন্মে তুমি হৈবা গতি ॥ ২৫৪

দুলড়ী

শুনা সভাসদ ভাগৱত পদ
হুয়া আতি নিশবদ ।
পাপ হোৱে ক্ষয় মিলে মহোদয়
খণ্ডয় দুখ আপদ ॥
আছে পুণ্য যাত কৃষ্ণৰ কথাত
সিজনেসে পাতে কাণ ।
সূচী যেন তাৰে শুনিবে নপাৰে
পাতকী যিটো প্ৰধান ॥ ২৫৫
সেহিসে অসুৰ সেহিসে পশুৰ
সদৃশ জীৱন ধৰে ।
কৃষ্ণক নভজি অমৃতক তেজি
যেন বিষ ভুঞ্জি মৰে ॥
আবে বৃদ্ধ লোক যাইবা পৰলোক
কোন গতি হৈব পাছে ।
কৃষ্ণৰ চৰণ কৰিয়ো স্মৰণ
যাৱত চেতন আছে ॥ ২৫৬
ছাৰি আন কাম কৃষ্ণ গুণ নাম
বুলিয়ো বাক্য প্ৰকাশি ।
এতেকে সহায় হৈব যদুৰায়
মৰণ সঙ্কটে আসি ॥

পৰম বান্ধৱ ঈশ্বৰ মাধৱ
তাঙ্ক নকৰিয়ো হেলা ।
তান্তে দিয়া মন অথিৰ জীৱন
কৈক যাই কোন বেলা ॥ ২৫৭
বিষয় নিকাৰ পায়া বাৰম্বাৰ
তথাপি নছাৰে ধান্ধা ।
কৃষ্ণ গুণ যশ পৰম সৰ্ব্বস
জানি সবে গলে বান্ধা ॥
দুৰ্ঘোৰ সংসাৰ আত নাহি পাৰ
স্মৰিয়ো হৰিৰ নাম ।
ছাৰিয়া সপন ধৰিয়ো চেতন
ডাকি বোলা ৰাম ৰাম ॥ ২৫৮

পদ

দ্ৰুমিল বদতি ৰাজা শুনা অনন্তৰ ।
কামদেৱ আদি যত ইন্দ্ৰ অনুচৰ ॥
এহি মত্তে স্তুতি যেবে কৰন্তে আছয় ।
শুনা তাসম্বাৰ যেন মিলিলা বিস্ময় ॥ ২৫৯
গুণন্ত মনত কৃপাময় দেৱ হৰি ।
ৰূপৰ দৰ্পত ইটো যত অপেস্বৰী ॥
আমাক মোহিবে আইলা এড়ি স্বৰ্গপুৰ ।
আজি তাসম্বাৰ ৰূপ দৰ্প কৰো চূৰ ॥ ২৬০
হেন মনে গুনি পাছে প্ৰভু নাৰায়ণ ।
দেখাইলা সাক্ষাতে অসংখ্যাত নাৰীগণ ॥
ষোড়শ বয়সী নিৰুপমা ৰূপৱতা ।
প্ৰত্যেকে দেখিয় যেন লক্ষ্মী মূৰ্ত্তি সতী ॥ ২৬১
কঙ্কণ কেয়ূৰ জ্বলে অঙ্গে হেম-হাৰ ।
চিকি-মিকি কৰে ৰত্নময় অলঙ্কাৰ ॥
কৰ্ণে ডোলে মণিময় মকৰ কুণ্ডল ।
পূৰ্ণ শশী সম জ্বলে বদন মণ্ডল ॥ ২৬২
সুন্দৰ দেৱাঙ্গ বস্ত্ৰ অঙ্গে পৰিধান ।
সমস্তে পদ্মিনী শৰীৰত পদ্ম-ঘ্ৰাণ ॥

কটাক্ষে ত্ৰৈলোক্য মোহে ৰূপে নিৰুপমা ॥
ওচৰো নপাৰে ৰূপে ৰম্ভা তিলোত্তমা ॥ ২৬৩
কৰে সেৱা নাৰায়ণ ঋষিক আৱৰি।
বিঞ্চে কতো ধৱল চামৰ কৰে ধৰি ॥
অনুৰাগে কামিনী কুৰালে কতো কেশ।
আগত যোগাৱে কতো বিবিধ সন্দেশ ॥ ২৬৪
কতো গন্ধ চন্দন সুন্দৰী ঘসে গাৱে।
কৰ্পূৰ তাম্বুল কতো যুৱতী যোগাৱে ॥
আগত লগাৱে ধূপ সুৰভি সুবাস।
কৰাৱে সুন্দৰী কতো দিব্য পুষ্প লাস ॥ ২৬৫
আছে কতো ৰমণী ৰমণ প্ৰেমে মজি।
আছন্ত ঈশ্বৰ কাৰো গাৰত আৱজি ॥
নিৰেখন্ত নয়নে বয়নে অল্প হাস।
কৰন্তে আছন্ত শক্ৰ কোটিৰ বিলাস ॥ ২৬৬
কতো গজ গতি কৰে লীলা লয় লাস।
কতো পাৰ ঝাণ্টে মাতে কতো পৰিহাস ॥
কতো সুললিত গীত গাৱে তাল ঠুকি।
কতো কতো দিব্য যন্ত্ৰ বজাৱে উৎসুকি ॥ ২৬৭
মধুৰ মৃদঙ্গ বাদ্য বাৱে কতো ৰঙ্গে।
কতোহো কামিনী নাচে মহা অঙ্গে ভঙ্গে ॥
বাজে ৰুণু-ঝুন কৰি কেয়ূৰ কঙ্কণ।
কাম আদি দেৱৰ দেখিয়া ভোলে মন ॥ ২৬৮
পদ্মৰ সৌৰভ শৰীৰত পায়া ঘ্ৰাণ।
ভৈলা মহা মোহ হৰিলন্ত স্মৃতি-জ্ঞান ॥
বিদ্যাধৰী সবো পদ্মিনীক পায়া দেখা।
ভৈলা অতি মোহ পুৰুষৰ কোন লেখা ॥ ২৬৯
পৰম নিঃশ্ৰীক দেখি যত অপেস্বৰা।
পূৰ্ণচন্দ্ৰ উদয়ে নক্ষত্ৰে যেন তৰা ॥
আদিত্যৰ আগত বাতিৰ জ্যোতি নাই।
ভৈল সবে সেহি মতে মৃতক পৰাই ॥ ২৭০
ৰমণী সবৰ ৰূপ গুণ শুনি ভয়।
শ্ৰীহত ত্ৰৈলোক্যবে সেৱে দেখিয় ॥
চাহিবাক নপাৰিয়া নমাই আছে মাথ।
বোলন্ত সবাকো মাত্তি পাছে জগন্নাথ ॥ ২৭১
শুনা অপেস্বৰা হেৰা মাৰুত মদন।
নিয়া আসম্বাৰ বাছি দিলো একজন ॥
শুনিয়া মদনে বোলে নলাগে নলাগে।
থাকিবৰো যোগ্য নোহো তাসম্বাৰ আগে ॥ ২৭২
দিয়োক বিদায় মিছা নপাতা জঞ্জাল।
পিন্ধাইবাক চাহা বানৰক হাৰ মাল ॥
বুলিলন্ত হৰি কতোবেলি চাহি আছি।
আপোনাৰ সদৃশ জনকে নিয়া বাছি ॥ ২৭৩
শুনিয়া মদনে বোলে নিৰেখি নিৰেখি।
ইহাৰ সমান ৰূপ জনেকো নেদেখি ॥
হাসিয়া বোলন্ত আত নাহিকে দুষণ।
নিয়োক জনেক হৌক স্বৰ্গৰ ভূষণ ॥ ২৭৪
এহি হৌক বুলি ফৌজে সমে কামদেৱ।
কৰিলা সপতে পড়ি কেশৱক সেৱ ॥
উৰ্ব্বশী নামত নাৰী অতি ৰূপৱতী।
তাঙ্ক আগ কৰি সৱে গৈলা অমৰাৱতী ॥ ২৭৫
আছন্ত বাসৱ বসি সুধৰ্ম্মা সভাত।
দশ-দিক-পাল দেৱ সব অসংখ্যাত ॥
সবাকে শুনায়া বোলে ইন্দ্ৰক প্ৰণামি।
আজি মহা ভাগ্যেসে নিস্তৰি আইলো আমি ॥ ২৭৬
নাৰায়ণ দেৱৰ মহিমা যত যত।
প্ৰকটি কহিলা সবে ইন্দ্ৰৰ আগত ॥
শুনি আতি ত্ৰাস ভৈলা মিলিলা বিস্ময়।
কথাতে কম্পিলা ইন্দ্ৰ দেৱৰ হৃদয় ॥ ২৭৭
নাৰায়ণ মহিমা শুনন্তে ভয় ভীতি।
উৰ্ব্বশীক দেখি ইন্দ্ৰ ভৈলা মহা প্ৰীতি ॥

মহৰ্ষি কপিলৰ অৱতাৰ তত্ত্ব কথন

ক্ৰমিল বদতি ৰাজা শুনিলা সাম্প্ৰত।
নাৰায়ণ দেৱৰ মহিমা যত যত ॥ ২৭৮

কহোঁ আবে শুনা আৰো অৱতাৰ কথা ।
এহিসে পৰম ধৰ্ম্ম জানিবা সৰ্ব্বথা ॥
ব্ৰহ্মাৰ তনয় সবে পুছিলা ব্ৰহ্মাক ।
কহিয়োক পিতৃ আত্মতত্ত্ব বুলি কাক ॥ ২৭৯
কি কহিবে নজানন্ত ব্ৰহ্মায়ো সম্প্ৰতি ।
ভৈলা লাজে অধোমুখ পাছে প্ৰজাপতি ॥
হেন দেখি মহাহৰি হংস ৰূপ হুয়া ।
উড়িয়া পৰিল সত্য লোকক কম্পায়া ॥ ২৮০
যেন শুক্ল পৰ্ব্বতেক প্ৰবেশি তথাত ।
কহিলন্ত আত্মতত্ত্ব ব্ৰহ্মাৰ সভাত ॥
দত্তাত্ৰেয় নামে হুয়া অত্ৰিৰ তনয় ।
জ্ঞান দানে নিস্তাৰিলা অলৰ্ক হৈহয় ॥ ২৮১
যদু নৃপতিত ইটো আত্মতত্ত্ব কৈলা ।
তিনিয়ো ৰাজাৰ কৰ্ম্ম বন্ধ ছেদ ভৈলা ॥
ব্ৰহ্মাৰ মনত আসি ভৈলা অৱতাৰ ।
জগত প্ৰসিদ্ধ সিদ্ধ সনত কুমাৰ ॥ ২৮২
কহিলা ঈশ্বৰ জ্ঞান পৃথু নৃপতিত ।
পৃথুৰ প্ৰসাদে ভৈল জগত বিদিত ॥
ভৈলন্ত ঋষভ নামে নাভিৰ তনয় ।
আমাৰ জনক যাক জগজে জানয় ॥ ২৮৩
নাৰায়ণ আপুনি লীলায়ে অৱতৰি ।
ভূমি পৰ্য্যটিলা জড় যোগচৰ্য্যা ধৰি ॥
চাৰিয়ো বেদক দৈত্যে নিলা চুৰি কৰি ।
দেখি হৰি হয়গ্ৰীৱ ৰূপে অৱতৰি ॥ ২৮৪
দুষ্ট মধু দৈত্যক কৰিল স্কন্ধ ছেদ ।
পাতাল পুৰৰ হন্তে উদ্ধাৰিলা বেদ ॥
মৎস্যৰূপে অৱতৰি পুৰুষ পুৰাণ ।
পৃথিবী নৌকাত তোলাই শস্যৰ বিধান ॥ ২৮৫
কৰিয়া নিস্তাৰ সিটো সত্যব্ৰত ৰায় ।
প্ৰলয় জলত প্ৰভু ভাবিলা লীলায় ॥
বৰাহ স্বৰূপে ভৈল ভয়ঙ্কৰ কায় ।
মহা মেৰু গিৰি যাৰ খুড়াতে লুকায় ॥ ২৮৬
আনিলা ভূমিক তুলি ৰসাতল হন্তে ।
হিৰণ্যাক্ষ বীৰক মাৰিলা ছিৰি দন্তে ॥
ধৰিলন্ত হৰি আৰো কূৰ্ম্ম অৱতাৰ ।
জম্বু দ্বীপ সম আতি শৰীৰ বিস্তাৰ ॥ ২৮৭
ধৰিলা মন্দৰ গিৰি প্ৰভু পিঠি পাতি ।
দেৱাসুৰে অমৃত মথিলা ৰঙ্গে আতি ॥
গজেন্দ্ৰক মহা গ্ৰাহে গিলে বলে ধৰি ।
কৰিলা হৰিক স্তুতি আৰ্ত্তনাদ কৰি ॥ ২৮৮
ভকতৰ দুখ দেখি নসহে হৃদয় ।
গৰুড়কো এৰি ঝাম্প দিলা কৃপাময় ॥
গ্ৰাহে সমে তানি তুলি তৰক মুৰাৰি ।
চক্ৰে ছিৰিলন্ত দুই গ্ৰাহৰ কোৰাৰি ॥ ২৮৯
গজ শৰীৰতে মোক্ষ দিলা হৃষীকেশ ।
চতুৰ্ভুজ ৰূপে ভৈলা বৈকুণ্ঠে প্ৰবেশ ॥
বাল্যখিল ঋষি সব অতি অল্প কায় ।
পৰি গো-খোজক দেখে সাগৰ পৰাই ॥ ২৯০
উটে বুৰে তল যাই গো-খোজৰ জলে ।
বাসৱে হাসিলা আসি মহা কৌতুহলে ॥
অঙ্গুষ্ঠ প্ৰমাণ বাল্যখিল মুনি গণ ।
যজ্ঞ-কাষ্ঠ আনিবাক প্ৰবেশিলা বন ॥ ২৯১
আসন্তে পথত দেখে গো-জৰখো জল ।
পাৰ হৈবে খোজন্তে সমূলে গৈলা তল ॥
পলাস পত্ৰৰ শিৰ বোজা মস্তকত ।
দেখিয়া হাসিলা ইন্দ্ৰ আনন্দে মনত ॥ ২৯২
উটি বুৰি ফুৰে শ্ৰুতি বুদ্ধি ভৈলা হত ।
ত্ৰাহি হৰি বুলি সবে স্মৰন্ত মনত ॥
দেখি নাৰায়ণে হুয়া হৰি অৱতাৰ ।
কৰিলা সবাকে সেহি আপদে উদ্ধাৰ ॥ ২৯৩
বৃত্ৰ বধে বাসৱৰ ব্ৰহ্মবধ ভৈলা ।
সেহি ভয়ে স্বৰ্গ এৰি ইন্দ্ৰ পলাই গৈলা ॥
অনন্তৰে লৈলা হৰি চৰণে শৰণ ।
সেহি সঙ্কটত তাক কৰিলা তাৰণ ॥ ২৯৪

এক সময়ত দেৱ ৰমণী যতেক।
অসুৰৰ গৃহে বন্দী হুয়া আছিলেক॥
কেৱলে অনাথা হুয়া কৰন্ত ক্ৰন্দন।
মুক্ত কৰা জগন্নাথ এঘোৰ বন্ধন॥ ২৯৫
এহি বুলি শৰণ পশিলা অকপটে।
কৃপা কৰি তাসম্বাক ৰাখিলা সঙ্কটে॥
দানৱৰ ইন্দ্ৰ ভৈলা হিৰণ্যকশিপু।
পৰম দুৰ্জ্জন জগতৰে মহা ৰিপু॥ ২৯৬
দেৱৰ সৰ্ব্বস্ব সবে হৰি নিলা বলে।
ভাল ভাল স্ত্ৰীক হৰি আনিলা নিস্থলে॥
পলাই নপাৰে পুৰী ভয়ে দেৱ গণ।
ত্ৰাহি হৰি বুলি লৈলা কৃষ্ণত শৰণ॥ ২৯৭
নৰসিংহ স্বৰূপে অভয় দান দিয়া।
নখে বিদাৰিলা হৰি হিৰণ্যৰ হিয়া॥
প্ৰত্যেক মন্বুৰ লগে প্ৰভু ভগৱন্ত।
অসুৰক যুদ্ধে মাৰি দেৱক ৰাখন্ত॥ ২৯৮
স্মৰণে খণ্ডয় মহা মহা উতপাত।
ভকত বৎসল দেৱ কেশৱ সাক্ষাত॥
কলা ৰূপে কৃষ্ণদেৱ ধৰি অৱতাৰ।
জগতক পালন কৰন্ত বাৰম্বাৰ॥ ২৯৯
বলি ৰাজা বলে জিনি লৈলা ত্ৰিভুবন।
দেৱতাৰ দুখ দেখি প্ৰভু নাৰায়ণ॥
বামণ স্বৰূপে সবে দেৱতাক লাগি।
ভিক্ষা ছলে বলিৰ ত্ৰৈলোক্য লৈলা মাগি॥ ৩০০
অদিতি মাতৃৰ বাক্য কৰি প্ৰতিপাল।
বলিক আনন্দে দিলা সুতল পাতাল॥
স্বৰ্গতো অধিক সিটো বিতোপন পুৰ।
কৃষ্ণৰ প্ৰসাদে তাক পাইলেক অসুৰ॥ ৩০১
সুতলত স্থান হৰি দিলন্ত বলিক।
মহা দিব্যপুৰী সিটো স্বৰ্গতো অধিক॥
পৰম ঈশ্বৰ মূৰ্ত্তি কৰে ধৰি গদা।
বলিক সন্মুখে হুয়া থাকন্ত সৰ্ব্বদা॥ ৩০২

জগত জুৰিল কায় বলি মাত্ৰ দেখে।
ফুটিল কটাহ তান চৰণৰ নখে॥
পাদোদকী গঙ্গা কৰে জগত পবিত্ৰ।
কি কহিবো বামনৰ পৰম চৰিত্ৰ॥ ৩০৩
ভৈলা আসি পৰশুৰাম নামে অৱতাৰ।
নিঃক্ষত্ৰী কৰিলা ভূমি তিনি সাত বাৰ॥
বহ্নি যেন কৰিলা দুষ্টৰ কুল দাহ।
বঢ়াইলন্ত মহন্তৰ পৰম উৎসাহ॥ ৩০৪
ভূতকাল অৱতাৰ কহিলো নৃপতি।
বৰ্ত্তমান অৱতাৰ শুনিয়ো সম্প্ৰতি॥
কৰিলা ৰাৱণে জগতকে অপকাৰ।
দেৱতাৰ মধ্যত লাগিল হাঁহাকাৰ॥ ৩০৫
দেখিয়া জন্মিলা ৰাম দশৰথ ঘৰে।
সীতাৰ নিমিত্তে সেতু বান্ধিলা সাগৰে॥
সবংশে ৰাৱণ মাৰি দেৱক তাৰিলা।
অযুত বৎসৰ ৰাজ্য আনন্দে কৰিলা॥ ৩০৬
আজিও ভুঞ্জন্ত ৰাজ্য ৰামে অযোধ্যাত।
বৰ্ত্তমান অৱতাৰ কহিলো তোমাত॥
অযোধ্যাৰ প্ৰাণী মানে স্বৰ্গপুৰে নিলা।
অতি অদভুত কীৰ্ত্তি লোকত ৰাখিলা॥ ৩০৭
শুনিয়ো পাচত হৈব যিটো অৱতাৰ।
দৈত্য সব হৈবে পৃথিবীৰ মহা ভাৰ॥
হেন দেখি লগে লৈয়া সহায় অনন্ত।
দৈৱকীত জন্মিব আপুনি ভগৱন্ত॥ ৩০৮
সি কাৰণে লগে লৈয়া দেৱ সঙ্কৰ্ষণ।
যদুকুলে জন্মিবন্ত প্ৰভু নাৰায়ণ॥
কংস ভয় ছলে পাছে গোকুলক যায়।
দেৱৰো দুৰ্ল্লভ কৰ্ম্ম কৰিব তথায়॥ ৩০৯
পুতনা শোষণ তৃণাবৰ্ত্ত বিনাশন।
কেশী কংস চানুৰাদি কৰিব নিধন॥
পিতৃক মাতৃক অতি কৰিব মিনতি।
পাতিবন্ত পাছে উগ্ৰসেনক নৃপতি॥ ৩১০

নৰক পৌণ্ড্ৰক শাল্ব শিশুপাল আদি।
সবাকে নাশিব যত ধৰ্ম্মৰ বিবাদী॥
নিৰ্ম্মিব দ্বাৰকাপুৰী সাগৰৰ জলে।
নিব তৈকে মথুৰাৰ প্ৰজা যোগ বলে॥ ৩১১
যদুবংশ সমে তৈতে বঞ্চিব হৰিষি।
ষোড়শ হাজাৰ হৈব কৃষ্ণৰ মহিষী॥
সবাতো হৈবেক জাত দ্বাদশ তনয়।
দেবাসুৰ মনুষ্যৰ সবাৰো দুৰ্জ্জয়॥ ৩১২
তাসম্বাৰ পুত্ৰ-নাতি হৈবেক অপাৰ।
ভকত জনৰ আবে খণ্ডিব নিকাৰ॥
সমস্ত লোকৰে আবে সাধিব মুকুতি।
ব্ৰহ্মা আদি দেৱগণে কৰিবন্ত স্তুতি॥ ৩১৩
থৈয়া আপোনাৰ যশ পৃথিবীত ভৰি।
বৈকুণ্ঠে চলিব দুনাই বংশক সংহৰি॥
আত অনন্তৰে হৈব বুদ্ধ অৱতাৰ।
অনেক পাষণ্ড শাস্ত্ৰ কৰিব প্ৰচাৰ॥ ৩১৪
বেদ পথ এৰি যজ্ঞ কৰিব অসুৰ।
বাদে বিমোহিয়া কৰিবন্ত যজ্ঞ দূৰ॥
অসুৰ স্বভাৱ হৈব মনুষ্য যতেক।
ধৰাইব পাষণ্ড পথ তাহাকো প্ৰত্যেক॥ ৩১৫
মোহ হুয়া ভকতিক কৰিব ধিক্কাৰ।
আনসে কৰিব কৰ্ম্ম হুয়া অনাচাৰ॥
হৰি বিমুখক কৰি ভ্ৰমিব ভূমিত।
নচাহিব লোকে আপোনাৰ হিতাহিত॥ ৩১৬
হৈবেক আকুল ধন নাৰীৰ আক্ৰোশে।
হৰিক হেলিয়া নাশ যাইব এহি দোষে॥
বেদ বিধি বিমুখ হৈবেক দিনে দিনে।
নহৈব ধৰ্ম্মত মতি অধৰ্ম্মত বিনে॥ ৩১৭
ম্লেচ্ছ সব হৈব পৃথিবীৰ অধিকাৰ।
নকৰিব সুখ দুখ বিচাৰ প্ৰজাৰ॥
লোভ মোহে আকুল নচাইব গুণ দোষ।
সদায়ে কৰিব ৰাজ্যে ধনত আক্ৰোশ॥ ৩১৮

হৈব দুষ্ট মন্ত্ৰী তাৰ ধৰিব বচন।
ধনৰ নিমিত্তে যেন খাৰে প্ৰজাগণ॥
এৰিবে স্বধৰ্ম্ম বেদ পথ হৈব লোপ।
হেন দেখি ঈশ্বৰৰ হৈব মহা কোপ॥ ৩১৯
কলিৰ শেষত কল্কী ৰূপে অৱতৰি।
দুৰ্জ্জন নৃপতি সব বিনাশিব হৰি॥
ঘোড়াত চৰিয়া তীক্ষ্ণতৰ খাণ্ডা ধৰি।
কাটি ছিণ্ডি পাষণ্ডক পেলাইব সংহৰি॥ ৩২০
আশ্বাসিব আনিয়া ভকত যত আছে।
কলিৰ অন্তত সত্য প্ৰবৰ্ত্তাইব পাছে॥
মাধৱৰ জন্ম কৰ্ম্ম কহিলো নৃপতি।
ইহাৰে সে শ্ৰৱণ কীৰ্ত্তনে সাধে গতি॥ ৩২১
আত পৰে মহা ধৰ্ম্ম নাহি নাহি আৰ।
কৰিবা বাক্যত আবে বিশ্বাস আমাৰ॥
নথৈবা মনত ৰাজা সংশয় কিঞ্চিত।
বুলিয়োক আৰো কিবা শুনিবাক চিত্ত॥ ৩২২
শুনা সামাজিক জন কেশৱৰ কথা।
বিষয়ৰ অৰ্থে জন্ম নকৰিবা বৃথা॥
কাঁচৰ কাৰণে যেন তেজয় মাণিক।
জানি সাধুজনে যত্নে ভজিয়ো হৰিক॥ ৩২৩
পিতৃ-মাতৃ হৰিসে হৰিসে বন্ধু সাৰ।
হৰিসে সুহৃদ নিজ আতমা সবাৰ॥
ইহ পৰ লোকত হৰিক পাইবা লাগ।
যথা যায় তথা হৰি হস্ত সাতো আগ॥ ৩২৪
হেন বন্ধু মাধৱক অৱহেলি আমি।
কৰিলো আপুনি আপোনাক অধোগামী॥
জানি শুনি এতেক তথাপি নপাওঁ লাজী।
দেখিয়ো নেদেখো যেন খাইলো দুই আখি॥ ৩২৫
দুৰ্জ্জন মনৰ সঙ্গে ভৈলো সৰ্ব্বনাশ।
নকৰিলো প্ৰাণ প্ৰভু তোমাত বিশ্বাস॥
আপুনি উদ্ধাৰ কৰা কৃপাময় মোক।
বোলা ৰাম ৰাম যত সামাজিক লোক॥ ৩২৬

ছবি

পুনৰপি পুছিলন্ত নৃপতি প্ৰণতি কৰি
শুনিয়োক সবে মহামুনি।
হৰিৰ ভকত সবে বিম্বিৰ মুণ্ডত ভৰি
দিয়া ফুৰে কহিলা আপুনি ॥
যিটো সবে ইন্দ্ৰিয়ক জিনিবাক নপাৰয়
ভোগত অধিক আশকতি।
কৃষ্ণৰ ভকতি হীন ব্যৰ্থে আয়ু কৰে ক্ষীণ
কৈয়ো তাসম্বাৰ কেন গতি ॥ ৩২৭

মহৰ্ষি চমসৰ চতুৰাশ্ৰম কথন

শুনিয়া চমস সিদ্ধে সম্মুখি সিদ্ধান্ত দেন্ত
কহোঁ কথা তোমাত সম্প্ৰতি।
হৰিত নাহিকে মতি নকৰে ভকতি ৰতি
শুনা যেন তাহাৰ বিপত্তি ॥
মাধৱেসে নিজ পিতৃ ঈশ্বৰ পৰম গুৰু
তাঙ্ক যিটো জনে অনাদৰে।
গুৰু পিতৃ দ্ৰোহ পাপে পাইবে অতি দুৰ্গতিক
সিটো মহা অধম পামৰে ॥ ৩২৮
কৃষ্ণ মুখ হন্তে ভৈলা সত্ত্বগুণে বিপ্ৰ চয়
সত্ত্বে ৰজে ক্ষত্ৰিয় বাহুত।
ৰজ তম গুণে বৈশ্য জন্মিল উৰুৰ পৰা
পদে শূদ্ৰ তমো গুণে জাত ॥
চাৰিয়ো জাতিৰ জানা সাক্ষাতে জনক হৰি
তাহাঙ্ক নভজে চিত্ত দিয়া।
অৱজ্ঞা কৰিয়া সিটো যাইবে পাপী অধোগতি
ভ্ৰষ্ট হৈবে তাৰ কুল ক্ৰিয়া ॥ ৩২৯
নজানিসে যিটো জনে নভজে কৃষ্ণক তাক
অনুকম্পা কৰা মহাৰথ।
মাত্তি উপদেশ দিয়া অজ্ঞানীৰ শুদ্ধ হিয়া
ধৰিবেক ভকতিৰ পথ ॥

কাক বুলি হৰি কথা হৰিৰ কীৰ্ত্তন কিবা
যিটো সবে একোৱে নজানে।
স্ত্ৰী শূদ্ৰ অন্ত্যজাতি তাকো শিক্ষা দিবা মাতি
ধৰিবে সিসবে অহো প্ৰাণে ॥ ৩৩০
যি জন পণ্ডিত হুয়া ভকতিত নেদে হিয়া
তাৰ কথা কহোঁ সাৰে সাৰ।
নিদিবাহা উপদেশ শুনন্তে পাইবেক ক্লেশ
নাহিকে চিকিৎসা আৰ তাৰ ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য বেদমত পায়া আছে
ভকতিত আছে অধিকাৰ।
বেদ বাদে বিমোহিত কৰ্ম্মতেসে কদাচিত
সেহি হেতু নাহিকে নিস্তাৰ ॥ ৩৩১
কৰিবে নোৱাৰে কৰ্ম্ম জানন্তাতো নুপুছয়
মূৰ্খ হুয়া বোলাৱে পণ্ডিত।
বেদৰ মধুৰ বাক্য শুনন্তে উৎসুক মিলে
কেৰলে কৰ্ম্মত মজে চিত্ত ॥
বেদ অভিপ্ৰায় গূঢ় তাহাকো নুবুজে মূঢ়
আনতো কহৰে চাটু বাক।
কৰ্ম্ম কৰি পাইবো স্বৰ্গ ভুঞ্জিবো বিবিধ ভোগ
সেৱিবেক অপেস্বৰী জাক ॥ ৩৩২
কাম ক্ৰোধ লোভ মোহ ৰাগ দ্বেষ অহঙ্কাৰ
অনুদিনে বাঢ়ন্তেসে যায়।
প্ৰাণীৰ বধৰ অৰ্থে কৰে ঘোৰ হিংসা কৰ্ম্ম
অভিমানী দাম্ভিক সদায় ॥
নুহিকয় চিত্তশুদ্ধ কামুক লম্পট আতি
সৰ্পৰ সদৃশ নেৰে ক্ৰোধ।
হৰি ভকতক দেখি কৰে অতি উপালম্ভ
সিটো মহা পাতকী দুৰ্ব্বোধ ॥ ৩৩৩
স্ত্ৰী সমে গৃহবাস মৈথুন সুখত আশ
অন্যো অন্যে বোলে প্ৰিয় বাণী।
আজি পাইলো ইটো ধন আৰু পাইবো যতমান
এহি বুলি হাসে দুয়ো প্ৰাণী ॥

নজানে দক্ষিণা বিধি পূজাৰো নাহিকে সিদ্ধি
নজানে প্ৰাণীৰ হিংসা দোষ।
আপুন জীৱিকা অৰ্থে পশুগণ মাৰে ব্যৰ্থে
তাতে মিলে মনত সন্তোষ॥ ৩৩৪
কুলীন ঐশ্বৰ্য্য ধন দান বিদ্যা ৰূপ বল
ই সবৰ গৰ্ব্বে অন্ধ মতি।
ঈশ্বৰ সহিতে মহা ভকতক নিন্দা কৰে
সিটো মহা পাপী খল অতি॥
সমস্তে প্ৰাণীত হৰি আকাশ সদৃশ আছে
তথাপি নোচোৱে দোষে গুণে।
সেৱিলে অভীষ্ট দেন্ত বেদে হেন কহিছে
মন্দ বুদ্ধি ইহাক নুশুনে॥ ৩৩৫
স্ত্ৰী মদ্য মাংস সেৱা যি শাস্ত্ৰত কহি আছে
তাক লৈয়া বাদ কৰি মৰে।
মহামুৰ্খ সিটো সব ঈশ্বৰক নভজিয়া
পচিবেক নৰক ভিতৰে॥

তুলড়ী

নমো নমো কৃষ্ণ চৰণ পঙ্কজ
হৃদয় পদ্মত ধৰি।
মই মহাদীন মোক উদাসীন
নকৰিবা প্ৰাণ হৰি॥ ৩৩৬
হে লক্ষ্মাপতি মহা মূঢ় মতি
মোত পৰে নাহি আন।
তোমাৰ চৰণ তেজি পাপী মন
ধনকেসে কৰে ধ্যান॥
ই জন্মত বাপ নেৰাইলো সন্তাপ
ভাৰত বৰিষ পায়া।
কৈত কাল চোৰে প্ৰাণ নেই মোৰে
পৰিবে মনুষ্য কায়া॥ ৩৩৭

তেজিয়া সকলে চলিবো একলে
দুৰ্ঘোৰ যম কৰণে।
জানিয়া তথাপি নভজো অদ্যাপি
অভয় তযু চৰণে॥
যতেক পঢ়িয়া জানিয়া শুনিয়া
স্থিৰ নোহে মতি মোৰ।
ব্যৰ্থে গৈল জন্ম কৰিছো পৰম
কতনো পাতক ঘোৰ॥ ৩৩৮
কলিত সম্প্ৰতি নভৈল ভকতি
নপাইলো সাধু সঙ্গতি।
মই দুৰ্ব্বিনয় জানি কৃপাময়
আপুনি কৰিয়ো গতি॥
তোমাৰ ভৃত্যৰ ভৃত্যৰো ভৃত্যৰ
তানে ভৃত্য ভৈলো আমি।
মোক জগন্নাথ নকৰা অনাথ
নেৰিবা বান্ধৱ স্বামী॥ ৩৩৯
ন্যেৰে মোৰ মুখে যেন সুখে দুখে
সদায় তোমাৰ নাম।
হে কৃষ্ণ প্ৰাণ দিয়া এহি দান
ডাকি বোলা ৰাম ৰাম॥

পদ

নিগদতি চমস শুনিয়ো নিমি কথা।
হৰি বিমুখৰ কহোঁ যেনয় অৱস্থা॥ ৩৪০
কৃষ্ণক নভজি মজি মৰে দুষ্ট চিত্ত।
সাঞ্চে মহা যাতনা আপুনি বিপৰীত॥
কৃষ্ণক বিমুখ মানে জানিবা আশয়।
বাঢ়ে লোভ জগতক দেখে ধনময়॥ ৩৪১

ধৰ্ম্মেসে ধনৰ ফল ইহাক নজানে।
ৰাত্ৰি দিনে সাঞ্চে বিত্ত যত পাৰে মানে॥
নেদে দান দক্ষিণা নাৰাধে মনে হৰি।
পুত্ৰ ভাৰ্য্যা সমে মাত্ৰ ভুঞ্জে পেট ভৰি॥ ৩৪২
মৃত্যুকো নগণে সিটো ভৈল হ'ত বুদ্ধি।
সকাম কৰ্ম্মৰ আবে শুনা যেন বিধি॥
স্ত্ৰী মদ্য মাংসতেসে আকুলিত মতি।
ঈশ্বৰৰ আজ্ঞা আৰ নুশুনে দুৰ্ম্মতি॥ ৩৪৩
দিনে ৰাত্ৰি চিন্তে মনে নানা বিষয়ক।
আগতে নেদেখে মহা ভক্তিৰ পথক॥
আচৰে সমস্ত ধৰ্ম্ম কৰিয়া প্ৰবন্ধ।
সি সৱত তথাপি জ্ঞানৰ নাই গন্ধ॥ ৩৪৪
জগতৰ মাজে আছে যত প্ৰাণীগণ।
আপোন ইচ্ছায়ে মাংস কৰয় ভোজন॥
কৰে সদা নাৰী সঙ্গ আৰো মদ্য পান।
ইসবৰ নাহি জানা শাস্ত্ৰৰ বিধান॥ ৩৪৫
যদি বোলা ইমত দেখিয়া কোন ঠাই।
তাহাৰ বৃত্তান্ত কহো শুনা নিমি ৰায়॥
যিটো সব জন আছে মায়াত আবৃত।
প্ৰবৃত্তি শাস্ত্ৰক পঢ়ি সদা ব্যগ্ৰ চিত্ত॥ ৩৪৬
তাসম্বাৰো মাজে যাৰ যেন অধিকাৰ।
সেহি মতে কৰিবেক তাক ব্যৱহাৰ॥
বেদে বোলে সুৰাক কৰিবে মাত্ৰ ঘ্ৰাণ।
কদাচিতো নকৰিবে অমদ্যক পান॥ ৩৪৭
নমাৰিবে পশুক এৰিবে মাংস আশা।
দেৱকো উদ্দেশি পশু নকৰিবে হিংসা॥
ঋতু সময়ত স্ত্ৰীক কৰিবে আলাপ।
তাত বাজে নাৰী গমনত সিজে পাপ॥ ৩৪৮
ঈশ্বৰৰ আজ্ঞা ইটো যত বেদ বাক।
হৰিত বিমুখ সবে নমানয় তাক॥
বেদক নুবুজি সুৰা পাৱে মানে পীয়ে।
পাৱেমানে পশুমাৰি মাংস খায়া জীয়ে॥ ৩৪৯

হুয়া কামাতুৰ একো দোষক নচাই।
কৰে স্ত্ৰীক আলাপ যেখনে বাঞ্ছা যায়॥
এহিতো বিশুদ্ধ ধৰ্ম্ম কেহো নজানয়।
বৃথা হিংসা ৰতি লোভে নৰকে পৰয়॥ ৩৫০
অনুদিনে হৃদয়ত বান্ধে পাপ মল।
যত কৰ্ম্ম কৰে মানে সকলে বিফল॥
নাহি দেহ দ্ৰব্য শুদ্ধি মিছা ধৰে প্ৰাণ।
দিনে দিনে বাঢ়ে পাপ পৰ্ব্বত সমান॥ ৩৫১
হৰি বিমুখৰ যেন কহিলো বিপত্তি।
শুনা পৰ লোকত তাহাৰ বিসঙ্গতি॥
ৰাত্ৰি দিনে কৰে মাত্ৰ জীবাক আক্ৰান্তি।
ধৰে বিষ্ণু মায়ায়ে নখণ্ডে ভয়-ভ্ৰান্তি॥ ৩৫২
প্ৰবৃত্তিৰ পথত বেদৰ মত নাই।
কৃষ্ণত বিমুখ হুয়া অধোগতি যায়॥
মহা মূঢ় হুয়া বোলে মইসে পণ্ডিত।
বেদে যেন কহিয়াছে তাতো নেদে চিত্ত॥ ৩৫৩
পাইবো মনোৰথ সিদ্ধি মনে হেন মানে।
মোহ হুয়া অনেক পশুক বধে প্ৰাণে॥
পোষে পশু পক্ষী কৰে সিসবে বিশ্বাস।
গুছে ভয় থাকে চাপি গৃহস্থৰ পাশ॥ ৩৫৪
মাতিলে আপুনি থায় হাততে আহাৰ।
তাক যিটো জনে বধে শুনা গতি তাৰ॥
অস্ত্ৰ শস্ত্ৰ ধৰি পশু থাকে বাট চাই।
যেতিক্ষণে সিটো নৰ পৰলোকে যায়॥ ৩৫৫
কাটি ছিণ্ডি বেঢ়ি মোছৰয় কতো খাৰ।
ডোথৰা ডুখৰি কৰি মাংস খায় গাৰ॥
আত্মা ৰূপে ঈশ্বৰ পৰৰ শৰীৰত।
সৰ্ব্বদা আছন্ত তাক নুগুণে মনত॥ ৩৫৬
পৰক কৰয় দ্বেষ বৃথা দেহ লাগি।
নৰকত পৰে সিটো পৰম অভাগী॥
পুত্ৰ ভাৰ্য্যা দেহ গেহ ধন আদি যত।
স্নেহে বদ্ধ হোৱে ইটো শব শৰীৰত॥ ৩৫৭

সাজে ঘৰ বাড়ী কৰি অনেক আয়াস।
অপত্য সুহৃদ ধন বিষয় বিলাস ॥
অনিচ্ছায়ে সবাকো ক্ষণেকে এৰে দুখে।
পৰে তম নৰকত হৰি পৰাঙ্মুখে ॥ ৩৫৮
মহামূঢ়মতি যাৰ পূৰ্ণ অহঙ্কাৰ।
ভকতক পাইলে সিটো হৈবেক নিস্তাৰ ॥
যিটো তত্ত্বজ্ঞানী সদা হৰিকেসে স্মৰে।
সুধিবে নলাগে সিটো আপুনি নিস্তৰে ॥ ৩৫৯
মুহি অতি মূৰ্খ কিছু শাস্ত্ৰ আছে জানি।
ভকতিক নধৰে মুহিকে তত্ত্বজ্ঞানী ॥
সিটো মধ্যবৰ্ত্তী সব যাইবে অধোগতি।
নেড়ায় কোটি কল্পতো মৰণ উতপতি ॥ ৩৬০
মূৰ্খো নোহে জ্ঞানো নাই বাঞ্ছে স্বৰ্গ পথ।
চাৰে মাত্ৰ ধৰ্ম্ম অৰ্থ কাম মনোৰথ ॥
নাহি উপশান্তি তাৰ ক্ষণেক হিয়াৰ।
কৰে সিটো চিত্ত বিঘাতন আপোনাৰ ॥ ৩৬১
অজ্ঞানক জ্ঞান বুলি মানিয়াছে মতি।
সিটো আত্মঘাতকীৰ শুনা যেন গতি ॥
আনো আত্মঘাতী সব যৈত আছে পৰি।
সেহি অন্ধ নৰকক সিয়ো যায় লড়ি ॥ ৩৬২
কতবা বৰিষ ভুঞ্জে নাহিকে নিস্তাৰ।
হৰি বিমুখৰ নাই যাতনাৰ পাৰ ॥
শুনিলাহা অভকতে যেন পাৰে গতি।
সমস্তে কহিলো তাক তোমাত সম্প্ৰতি ॥ ৩৬৩
হেন জানি নিমি ভুমি স্থিৰ কৰি মতি।
এক চিত্তে আচৰিয়ো হৰিৰ ভকতি ॥
কৃষ্ণৰ চৰণে ধৰা সুদৃঢ় বিশ্বাসে।
তৰিবা সংসাৰ ঘোৰ তেবে অপ্ৰয়াসে ॥ ৩৬৪
হেন শুনি প্ৰণিপাতে পুছন্ত নৃপতি।
শুনন্তেয়ো ত্ৰাস হৰি বিমুখৰ গতি ॥
ভকতিসে তাৰে আৰু জানিলো নিশ্চয়।
ছেদিয়োক আৰ মোৰ মনৰ সংশয় ॥ ৩৬৫

মহৰ্ষি কৰভাজনৰ ভগৱানৰ বিভিন্ন মূৰ্ত্তি আৰু নাম কথন

কোন যুগে কোন মূৰ্ত্তি পূজি সাধে সিদ্ধি।
কোনবা আকাৰ বৰ্ণ কোন পূজা বিধি ॥
কোন নাম জপিবেক কহিয়ো একান্ত।
দিলা হেন শুনি কৰভাজনে সিদ্ধান্ত ॥ ৩৬৬
সত্য ত্ৰেতা দ্বাপৰ কলিত দেৱ হৰি।
অৱতাৰ হোন্ত ভিন্ন ভিন্ন ৰূপ ধৰি ॥
নানা বৰ্ণ ভৈলা নানা নাম ৰূপ তাৰ।
আছিল পূজাৰ বিধি বিবিধ প্ৰকাৰ ॥ ৩৬৭
শুনিয়োক ৰাজা যিবা যুগৰ বিধান।
সত্যে শুক্ল মুকুতি বাকাল পৰিধান ॥
মাথে জটা চাৰি ভুজ অজিন উত্তৰী।
অক্ষমালা দণ্ড কমণ্ডলু আছা ধৰি ॥ ৩৬৮
মহা ব্ৰহ্মচাৰী বেশ আতি অনুপাম।
সি কালৰ লোক শান্ত নিৰ্ব্বৈৰ পৰম ॥
পূজা কৰে হৰিক মনত ধৰি ধ্যান।
যিবা নাম জপে তাৰ শুনিয়ো প্ৰমাণ ॥ ৩৬৯
হংস পৰমাত্মা ধৰ্ম্ম অব্যক্ত ঈশ্বৰ।
সুপৰ্ণ বৈকুণ্ঠ আৰো নাম যোগেশ্বৰ ॥
অনন্ত পুৰুষ এই দশ গুটি নাম।
সত্যত মহন্ত লোকে জপে অবিশ্ৰাম ॥ ৩৭০
ত্ৰেতাত ৰাতুল বৰ্ণ দেখন্তে সুবেশ।
যজ্ঞ মূৰ্ত্তি মাথাত পিঙ্গল বৰ্ণ কেশ ॥
ত্ৰি-মেখলাধাৰী চাৰি ভুজ বিতোপন।
শ্ৰুব শ্ৰুচ আদি চিহ্ন কৰন্ত ধাৰণ ॥ ৩৭১
সি কালত লোকসব ধৰ্ম্মিষ্ঠ পৰম।
সবে ব্ৰহ্মবাদী নাহি মায়াৰ বিক্ৰম ॥
বেদোক্ত কৰ্ম্মেসে লোক হৰিক পূজয়।
পৰম ঈশ্বৰ তেহে সৰ্ব্ব-দেৱ-ময় ॥ ৩৭২
যেন যেন নামে ঈশ্বৰক স্তুতি কৰে।
শুনিয়োক নৰপতি কহো নিৰন্তৰে ॥

পৃশ্নিগৰ্ভ সৰ্ব্বদেৱ-ময়-বিষ্ণু-যজ্ঞ ।
উৰুক্ৰম উৰুগায় বৃষাকপি সজ্ঞ ॥ ৩৭৩
জয়ন্ত সহিতে এই অষ্ট গুটী নাম ।
ত্ৰেতা যুগে লোক সবে জপে অনুপাম ॥
ইহাত ত্ৰেতাৰ লোকে সাধে মহা সিদ্ধি ।
দ্বাপৰ যুগৰ আবে শুনা যেন বিধি ॥ ৩৭৪
দ্বাপৰে ঈশ্বৰ মূৰ্ত্তি অতি অনুপাম ।
অতসী কুসুম সম সুকুমাৰ শ্যাম ॥
শ্ৰীবৎস কৌস্তুভ হেম হাড় উৰঃস্থলে ।
পদ্ম চক্ৰ চিহ্ন জ্বলে চাৰু কৰ তলে ॥ ৩৭৫
মহাৰাজ বিভূতি সমস্ত অঙ্গে আছে ।
দণ্ড ছত্ৰ চামৰে যোগাৱে আগে পাছে ॥
প্ৰকাশ কৰয় চাৰি অস্ত্ৰ চাৰি পূজা ।
বেদ তন্ত্ৰ মন্ত্ৰে সিকালতো কৰে পূজা ॥ ৩৭৬
ঈশ্বৰক জানো বুলি যত মহাজন ।
শুনা যেন মতে কৰে শ্ৰৱণ কীৰ্ত্তন ॥
নমো বাসুদেৱ নমো নমো সঙ্কৰ্ষণ ।
প্ৰদ্যুম্ন পুৰুষ অনিৰুদ্ধ ভগবান ॥ ৩৭৭
সৰ্ব্বভূত আত্মা নমো নমো মহাত্মন ।
বিশ্ব বিশ্বেশ্বৰ নমো ঋষি নাৰায়ণ ॥
এহি বাক্য নামে দ্বাপৰত স্তুতি কৰে ।
শুনা তন্ত্ৰ-বিধিক কলিৰ আত পৰে ॥ ৩৭৮
কলিত প্ৰধান জানা কৃষ্ণ অৱতাৰ ।
বেদতো অধিক তন্ত্ৰ মন্ত্ৰ হোৱে ছাৰ ॥
কলিত কৃষ্ণৰ মূৰ্ত্তি দেখন্তে নিৰ্ম্মল ।
যেন ইন্দ্ৰনীল বস্ত্ৰ পৰম উজ্জ্বল ॥ ৩৭৯
কনক কেয়ুৰে ৰঞ্জে ভুজ চয় সদা ।
ধৰি আছা হাতে শঙ্খ চক্ৰ পদ্ম গদা ॥
শ্ৰীবৎস কৌস্তুভ শোভে হাড় হৃদয়ত ।
পীতবস্ত্ৰ শোভে যেন বিজুলী মেঘত ॥ ৩৮০
কৰ্ণত প্ৰকাশ কৰে মকৰ কুণ্ডল ।
তাৰ ৰশ্মি শোভে গণ্ড বদন মণ্ডল ॥
সুনন্দ কুমুদ নন্দ পাৰিষদচয় ।
দণ্ড ছত্ৰ চামৰে চৌপাশে আৰাধয় ॥ ৩৮১
হেন দিব্য মূৰ্ত্তিক পৰম জ্ঞানীগণে ।
সদায়ে অৰ্চ্চন্ত গুণ নামৰ কীৰ্ত্তনে ॥
নামেসে পৰম ধৰ্ম্ম জানিবা কলিত ।
কলিৰ স্তুতিক কহোঁ শুনা একচিত্ত ॥ ৩৮২
হে মহাপুৰুষ হে প্ৰণত পালক ।
সদা বন্দো তোমাৰেসে পদ পঙ্কজক ॥
সদায়ে চিন্তিবে যোগ্য এহিসে চৰণ ।
ভকতৰ কৰে ইসে বাঞ্ছিত পূৰণ ॥ ৩৮৩
ভৱ পৰাভৱক এহিসে কৰে ক্ষয় ।
পৰম পবিত্ৰ ইসে তীৰ্থৰো আলয় ॥
মহা সুখ ময় ইটো চৰণ দুখানি ।
ব্ৰহ্মা হৰে আকেসে সেৱন্ত সত্য মানি ॥ ৩৮৪
ভৃত্য মাত্ৰকৰে যত পীড়াক গুচাৱে ।
সংসাৰ সাগৰ তৰি ইসে মহানাৱে ॥
হে কৃষ্ণ বন্দো হেৰা চৰণ তোমাৰ ।
শ্ৰীৰামচন্দ্ৰ ৰূপ ধৰি অৱতাৰ ॥ ৩৮৫
পিতৃৰ আদেশে ছাড়ি ৰাজ্য অভিলাষ ।
পত্নী সীতা সহিতে খপিলা বনবাস ॥
আনৰ দুস্ত্যজ যিটো দেৱৰ বাঞ্ছনি ।
হেন ৰাজ্য লক্ষ্মীক তেজিলা ৰঘুমনি ॥ ৩৮৬
সুবৰ্ণৰ মৃগ দেখি ভাৰ্য্যাৰ বচনে ।
গৈলা মায়া হৰিণক খেদি নাৰায়ণে ॥
হেনসে ভকত প্ৰিয় প্ৰভু পূৰ্ণকাম ।
তোমাৰ চৰণে সদা থাকোক প্ৰণাম ॥ ৩৮৭
যুগ অনুৰূপে ৰূপ নাম অনুসৰি ।
আৰাধন্ত মহন্ত সকলে মহাহৰি ॥
প্ৰৱন্ধেসে সাধে সিদ্ধি যি জন নিপুণ ।
শুনিয়ো কলিত আছে যত মহা গুণ ॥ ৩৮৮
কলিৰ গুণক মহা জ্ঞানী যিটো জানে ।
চাৰি যুগ মাজত কলিক শ্ৰেষ্ঠ মানে ॥

কলিত সততে যিটো গুণ নাম গাৱে।
এতেকে সমস্তে সিদ্ধি সিটো জনে পাৱে ॥ ৩৮৯
সত্য যুগে ধ্যান কৰি যজ্ঞত ত্ৰেতাত।
যেন ফল পাৱে নৰে দ্বাপৰে পূজাত ॥
কলিত কীৰ্ত্তন কৰি পাৱে তেন গতি।
ব্ৰহ্মা আদি দেৱে৷ তাঙ্ক নপান্ত সম্প্ৰতি ॥ ৩৯০
যত প্ৰাণী সবে সংসাৰত ভ্ৰমি মৰে।
নাহি মহালাভ তাৰ কীৰ্ত্তনত পৰে ॥
কীৰ্ত্তনতে তৰে ইটো দুৰ্ঘোৰ সংসাৰ।
কীৰ্ত্তনতে সাধে সিটো গতি আপোনাৰ ॥ ৩৯১
সত্য ত্ৰেতা দ্বাপৰৰ প্ৰজা বাঞ্ছে নিতে।
কৈসানি আমাৰ জন্ম হৈবেক কলিতে ॥
কলিত অনেক হৈব হৰি পৰায়ণ।
তৰিবে সংসাৰ সুখে কৰিয়া কীৰ্ত্তন ॥ ৩৯২
আনো থানে কিছু মাত্ৰ হৈবেক ভকত।
ভজিবে প্ৰচুৰ প্ৰজা দ্ৰবিড় দেশত ॥
কৃষ্ণৰ চৰণে ধৰি সুদৃঢ় বিশ্বাসে।
কৰি কৃষ্ণ কীৰ্ত্তন তৰিব অপ্ৰয়াসে ॥ ৩৯৩
তাম্ৰপৰ্ণী কৃতমালা নদী পয়স্বিনী।
কাবেৰী প্ৰতিচী মহানদী পয়োভিনী ॥
যি দেশত থাকে তাৰ ভুঞ্জে যিটো জল।
সমস্তে ভকত হৈবে হৃদয় নিৰ্ম্মল ॥ ৩৯৪
দেৱ ঋষি ভূত পিতৃ পোষ্য এসম্বাৰ।
উপজিলে লোকত পাঞ্চৰো লাগে ধাৰ ॥
এতেকে কিঙ্কৰ ঋণী ভকতি বিহীন।
পঞ্চ যজ্ঞ কৰিয়া পাঞ্চৰো শুজে ঋণ ॥ ৩৯৫
সৰ্ব্বভাৱে মুকুন্দত যি লৈল শৰণ।
নোহে ঋণী কিঙ্কৰ পাঞ্চৰো সিটো জন ॥
এড়ি আন কৃত্য চিত্ত দিলেক হৰিত।
ভৈল কৃত্য কৃত্য সিটো এতেকে কলিত ॥ ৩৯৬
কহিলো বিহিত কৰ্ম্ম-ত্যাগ ভকতৰ।
যদি প্ৰমাদত পাপ কৰে সিটো নৰ ॥

তথাপি নলাগে আৰ তাৰ প্ৰায়শ্চিত্ত।
শুনিয়োক নিমি তুমি স্থিৰ কৰি চিত্ত ॥ ৩৯৭
এড়িলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্ৰ ভজে দৃঢ় মতি ॥
তাহাৰ পাতক যদি সিজে প্ৰমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্ৰসাদত ॥ ৩৯৮
হৃদয়ত থাকি হৰি ভকত বৎসল।
দূৰ কৰা ভৃত্যৰ যতেক পাপ মল ॥
নকৰিবা ভয় পৰ লোকত যমক।
কি কৰিবে যম যাৰ ঈশ্বৰ ৰক্ষক ॥ ৩৯৯
হেনবা বুলিবা ঈশ্বৰৰ আজ্ঞা বেদ।
তাহাক লঙ্ঘিলে মাধৱৰ হৈবে খেদ ॥
আজ্ঞা ভঙ্গ হৈবে হেন এড়া অসন্তোষ।
প্ৰিয়তম জনৰ নধৰে হৰি দোষ ॥ ৪০০
হেনবা বুলিবা পাপ ক্ষয়ৰ নিমিত্ত।
নভজিলে তাৰ পাপ হৰিব কিমত ॥
হৃদয়তে আছা হৰি ভকতৰ গতি।
পাপ সংহাৰক তাৰ স্বভাৱে শকতি ॥ ৪০১
নথাকে আন্ধাৰ যৈত সূৰ্য্যৰ প্ৰকাশ।
বহ্নিত পৰিলে যেন তৃণ হোৱে নাশ ॥
সেহি মতে পাতক নচাপে সন্নিহিত।
ভৈলা মহাহৰি যাৰ হিয়াত বিদিত ॥ ৪০২
ভকতৰ হিতকাৰী কলি মহাগুণী।
শুনিলা নৃপতি গুণ কলিৰ আপুনি ॥
যতেক পুছিলা মানে কহিলো একান্ত।
দিলো নৱ ভাই নৱ প্ৰশ্নৰ সিদ্ধান্ত ॥ ৪০৩
ধৰা ভাগৱত ধৰ্ম্ম সুদৃঢ় বিশ্বাসে।
তৰিবা সংসাৰ তেবে অতি অপ্ৰয়াসে ॥
ধন জন বিভৱ তিলেকে হৈব ছন্ন।
মায়াময় বিষয়ৰ তেজিয়ো যতন ॥ ৪০৪
অন্তকৰ ভয়ত ব্ৰহ্মাৰো নাই সুখ।
হেন জানি হুয়ো ৰাপৈ কৃষ্ণক সম্মুখ ॥

দেখাইয়া ৰাজাক বিৰকতি বহুবিধ।
হৰি স্মৰি তথাতে থাকিলা নৰসিদ্ধ॥ ৪০৫
নমো নমো মোৰ হৃদীশ্বৰ কৃষ্ণদেৱ।
দণ্ডৱতে পৰি কোটি কোটি কৰো সেৱ॥
তোমাৰ পাৰত প্ৰভু পশিয়া শৰণে।
এতেক প্ৰাৰ্থনা কৰো তোমাৰ চৰণে॥ ৪০৬
যৈতে তৈতে হৌক জন্ম মোৰ কৰ্ম্মগতি।
তোমাৰ চৰণে মাত্ৰ নছাড়োক মতি॥
ভূতদয়া ধৰ্ম্মে মোক নেৰোক মাধৱ।
তোমাৰ ভৃত্যসে মোৰ পৰম বান্ধৱ॥ ৪০৭
পুত্ৰ দাৰা বিষয়ত হৌক স্নেহ ছেদ।
নুহি যেন সদায়ে তোমাত বুদ্ধি ভেদ॥
পূৰ্ব্বৰ স্বভাৱ মোৰ কৰিয়ো উচ্ছাদ।
তোমাৰ চৰণে মাগো এতেক প্ৰসাদ॥ ৪০৮
পায়ে পৰি কৰো মই কাকুতি প্ৰকটে।
নছাড়িবা নাথ মোক মৰণ শঙ্কটে॥
নজানো ভকতি ৰতি প্ৰণতি তোমাৰ।
মই অনাথক বন্ধু কৰিয়ো উদ্ধাৰ॥ ৪০৯
তুমি মহা কৃপাময় জগতে বিদিত।
মই মহাপামৰ পশুতো গৰিহিত॥
জানি যেন যুৱাই কৰা বান্ধৱ মাধৱ।
বোলা ৰাম ৰাম কৰা পাপ পৰাভৱ॥ ৪১০

দুলড়ী

নাৰদ বদতি বসুদেৱ শুনা
সিদ্ধ সবে যেন কৈলা।
ভাগৱত ধৰ্ম্ম শুনি নিমি ৰাজা
অতি কৃত্য কৃত্য ভৈলা॥ ৪১১
গুৰু পুৰোহিত সহিতে উঠিয়া
অৰ্চ্চিলা নৰসিদ্ধক।
ভৈলা অন্তৰ্ধ্যান নৱসিদ্ধ তৈতে
স্মৰি মনে কৃষ্ণক॥

ভাগৱত ধৰ্ম্ম নিমিয়ো আচৰি
সুদৃঢ় কৰিয়া মতি।
কৃষ্ণৰ চৰণ কৰিয়া স্মৰণ
পাইলন্ত পৰম গতি॥ ৪১২
আবে বসুদেৱ শুনিলাহা যেন
ভাগৱত ধৰ্ম্মচয়।
শ্ৰদ্ধায়ে আচৰি তুমিয়ো লভিবা
পৰম গতি নিশ্চয়॥
সুধিলা নিমিত্তে কহিলো তোমাৰ
নলাগে এতেক শ্ৰম।
তোমাথেৰ ভাগ্য কি কহিবো যাৰ
ঘৰত পৰম ব্ৰহ্ম॥ ৪১৩
তোৰা দুইৰ যশে জগত যুড়িল
তোমাৰ চিন্তা কিসক।
আৰো সোধা কথা পুত্ৰ পায়া আছা
ঈশ্বৰ মহা হৰিক॥
ভাগৱত ধৰ্ম্মে মন শুদ্ধ কৰে
জানিবা আন প্ৰাণীৰ।
পুত্ৰৰ স্নেহত কৰিলা পবিত্ৰ
তোমাৰ মন শৰীৰ॥ ৪১৪
পৰত ভকত মহামুনি আমি
নপাইলো যিটো প্ৰসাদ।
তোৰা দুই পাইলা সিটো প্ৰসাদক
তোমাৰ আৰো বিষাদ॥
যাহাৰ চৰণ ৰেণুকো নপান্ত
আৰাধিয়া ব্ৰহ্মা হৰে।
হেন জগতৰ প্ৰভু পুত্ৰ হুয়া
আছন্ত তোমাৰ ঘৰে॥ ৪১৫
সিটো ঈশ্বৰক সাক্ষাতে দেখাহা
সাৰটা কতো স্নেহত।
শয়ন ভোজন একে লগে কৰা
থাকা একে আসনত॥

কতো পুত্ৰ বুলি ধৰি শিৰ শুঙ্খি
আনন্দত থাকা চাই ।
প্ৰেম হোৱে মন জুড়ায় নয়ন
হোৱে পুলকিত কায় ॥ ৪১৬
জগত ঈশ্বৰে পিতৃ মাতৃ বুলি
কৰন্ত অতি আলাপ ।
জন্ম নাহি আৰ তৰিলা সংসাৰ
ভৈলাহা মহা নিষ্পাপ ॥
শিশুপাল শাল্ব পৌণ্ড্ৰক পুতনা
কেশী কংশ দৈত্য চয় ।
মহা বৈৰ ভাৱে চিন্তন্তে চিন্তন্তে
দেখে মনে কৃষ্ণময় ॥ ৪১৭
দন্ত অহঙ্কাৰ কৰিয়া মৰিয়া
পাইলেক পৰম গতি ।
যিটো স্নেহ ভাৱে ভজে মাধৱক
কি কৈবো তাক সম্প্ৰতি ॥
জানিবাহা কৃষ্ণ পৰম ঈশ্বৰ
এন্তে সনাতন হৰি ।
মায়ায়ে মনুষ্য স্বভাৱ দেখান্ত
ঐশ্বৰ্য্যক ছম্ম কৰি ॥ ৪১৮
তাহান চৰণ সেৱাতেসে জানা
সাধে সবে মহা সিদ্ধি ।
কহিলো কৃষ্ণত দুনাই দুয়ো প্ৰাণী
নকৰিবা পুত্ৰ বুদ্ধি ॥
যত মহা দৈত্য ৰাজা হুয়া ঐত
পৃথিবীৰ ভৈল ভাৰ ।
তাহাক বধিতে ভৈল ভগৱন্ত
দৈৱকীত অৱতাৰ ॥ ৪১৯
নিজ গুণ যশে জগত জুৰায়
আসি বৈকুণ্ঠৰ হন্তে ।
ইহাৰ শ্ৰৱণ কীৰ্ত্তন কৰিয়া
তৰিবে সুখে মহন্তে ॥

এতেক বুলিয়া নাৰদ চলিলা
হাতে দিব্য বীণা বায়া ।
হৃদয়ত কৃষ্ণ ৰূপ ধৰি সুখে
মুখে হৰি গুণ গায়া ॥ ৪২০
শুনি বসুদেৱ- দৈৱকী বিস্ময়ে
এড়িলা মোহ মনত ।
পুত্ৰ বুদ্ধি গুছি ভৈলেক কৃষ্ণক
ঈশ্বৰ জ্ঞান বেকত ॥
শুক নিগদতি নৃপতি শুনিলা
পুণ্য কথা ইতিহাস ।
শ্ৰৱণ কীৰ্ত্তন কৰে যিটো আক
কৰিয়া দৃঢ় বিশ্বাস ॥ ৪২১
এহি জনমতে গুছি মন মোহ
হোৱয় ব্ৰহ্ম আপুনি ।
পৰম আশ্চৰ্য্য ভৈলা পৰীক্ষিত
সিদ্ধৰ সম্বাদ শুনি ॥
শুনা সভাসদ ভাগৱত পদ
নিশবদ হুয়া ৰহি ।
নিমি নৱ সিদ্ধ সংবাদ আন্তাইলা
শুক মহামুনি কহি ॥ ৪২২
ইটো ভাগৱত সাত দিন শুনি
পৰীক্ষিতে পাইলা সিদ্ধি ।
হেন জানি যত্নে শুনিয়ো মহন্তে
ইসে ভকতৰ নিধি ॥
নমো নমো কৃষ্ণ পদ-পঙ্কজক
পাৱে পৰি প্ৰণিপাতে ।
মূঢ় হুয়া প্ৰভু কৰিলো পয়াৰ
ছাড়িবা দোষ ইহাতে ॥ ৪২৩
হৃদয়ে থাকিয়া যি শ্লোক শিখাইলা
তাকেসে কহিলো মুখে ।
যেন টাটকীয়া কাঠ পুতলাক
নচায়ে আপোন সুখে ॥

হে সদাশিৱ আমি যত জীৱ
তোমাৰ ইচ্ছায়ে ভ্ৰমো।
জানিলো সম্প্ৰতি তুমি মোৰ গতি
হেৰা পাৰে পৰি নমো॥ ৪২৪
তোমাক নভজি বিষয়ত মতি
সংসাৰ তাপত মৰো।
কৰা মোক দয়া দূৰ হোক মায়া
হেনবা প্ৰভু উদ্ধাৰো॥
তুমিসি মাধৱ মহা প্ৰিয়ত্তম
প্ৰাণতো মোৰ অধিক।
মই আখি থাইলো যেন হৰুৱাইলো
কাঁচক চাইতে মাণিক॥ ৪২৫

দেৱৰ দুৰ্ল্লভ লভি নৰ তনু
ন কৈলো সেৱা তোমাৰ।
কিনো মই ছাৰ আপুনাৰ আমি
আপুনি চিন্তিলো মাৰ॥
মোহোৰ সমান নাহিকে পামৰ
পৰম দাৰুণ চিত্ত।
তোমাৰ সমান নাহি কৃপাময়
জানি কৰা যথোচিত॥ ৪২৬
তোমাৰ চৰণে গৈলোহো বিক্ৰয়
নছাড়িবা মোক জানি।
কৃষ্ণৰ কিঙ্কৰে কহে নিৰন্তৰে
বোলা ৰাম ৰাম বাণী॥ ৪২৭

সমাপ্ত

শ্রীকৃষ্ণায় নমঃ

# শ্রীশঙ্কৰ বাক্যামৃত

# মহাভাগৱত

---

## দ্বাদশ স্কন্ধ

### ৰাজবংশাৱলী আৰু কলিৰ ধৰ্ম্ম কথন

পদ

জয় জয় কৃষ্ণ প্ৰভু অভীষ্ট দায়ক।
জীৱেৰ জীৱন যদু জগত নায়ক॥
জয় জয় সৃষ্টি স্থিতি লয় বিধায়ক।
অসুৰ নায়ক শিৰ শাৰঙ্গ শায়ক॥ ১
নমো নমো মহা মোৰ গুৰু হৃষীকেশ।
কৃষ্ণৰ চৰণে মনে পায়া উপদেশ॥
দ্বাদশ স্কন্ধৰ কথা হ্ৰস্ব দীৰ্ঘ ছন্দে।
কৃষ্ণৰ কিঙ্কৰে বিৰচিলা পদবন্ধে॥ ২
শুনা সভাসদ কথা দ্বাদশ স্কন্ধৰ।
প্ৰসিদ্ধ অমৃতো আৰু সুহি পটন্তৰ॥
পিয়ে যিটো আৰু দৈৱবশে তাপ হৰে।
শ্ৰৱণ মাত্ৰকে আৰু সমস্তে নিস্তৰে॥ ৩
হেন কৃষ্ণ কথা ইটো অচিন্ত্য মহিমা।
সি সে শুনে যাহাৰ পুণ্যৰ নাহি সীমা॥
অজ্ঞাণ পাতকী আত নপাতিব কাণ।
পাপৰ পুণ্যৰ দেখা প্ৰত্যেকে প্ৰমাণ॥ ৪
মাধৱত মতি দিয়া শুনিয়ো উৎসুকে।
ৰাজাক শিখাইলা পুনু পুনু মুনি শুকে॥
কৃষ্ণৰ চৰণ বিনে নাহিকে মুকুতি।
এঘাৰ স্কন্ধত কৈলা দঢ়ায়া যুগুতি॥ ৫
কৃষ্ণৰ চৰিত্ৰচয় বৰ্ণাইলা প্ৰপঞ্চে।
যাক শুনি লোকে সংসাৰৰ তাপ বঞ্চে॥
কৃষ্ণৰ কৃপায়ে মুনি দেন্ত উপদেশ।
দ্বাদশ স্কন্ধৰ কথা শুনিয়ো নিঃশেষ॥ ৬
কলিত মলিন হুইবে যতেক নৃপতি।
গুচিবে আচাৰ ধৰ্ম্ম হুইবেক দুৰ্ম্মতি॥
যেন ৰাজা তেন প্ৰজা এৰিবে আচাৰ।
অধৰ্ম্মে জুৰিবে হৈবে লোক একাকাৰ॥ ৭
যেন যেন অনৰ্থ মিলাইবে দুষ্ট কলি।
ভৱিষ্যত ৰাজাৰ কহিবো বংশাৱলী॥
উপজায়ো লোকৰ মনত বিৰকতি।
দুনাই দুনাই নৃপতিত দঢ়ায়া যুগুতি॥ ৮
এহি হেতু দ্বাদশক কৰিলো আৰম্ভ।
কলিৰ প্ৰভাৱে প্ৰজা হুইবে দুষ্ট দম্ভ॥
তাহাঙ্ক কৃপায়ে কৈলা মহামুনি শুকে।
টীকাৰ সম্মতচয় শুনিলা উৎসুকে॥ ৯
পোছে পৰীক্ষিতে শুক মুনিত সংশয়।
যদুবংশ বিভূষণ কৃষ্ণ কৃপাময়॥
বৈকুণ্ঠক গৈলা সবে প্ৰচাৰি চৰিত্ৰ।
কৈয়ো কাৰ বংশে ৰাজা ভৈলা পৃথিৱীত॥ ১০

শুক নিগদতি ৰাজা শুনা পৰীক্ষিত।
হৈবো যেন যেন ৰাজা দুৰ্জ্জন কলিত॥
হুয়ো সাৱধান নৃপতিক এহি বুলি।
সমস্তে বৰ্ণাইলা মুনি ৰাজ-বংশাৱলী॥ ১১
যাৰ বংশে ৰাজা হুয়া ভুঞ্জিবেক মহী।
যতেক বৰিষ যাৰ বংশ থাকে ৰহি॥
পাত্রে হুইবে ৰাজা যিটো কাটিয়া ৰাজাক।
যত ভবিষ্যত কথা কহিলেক তাক॥ ১২
কলিত হৈবেক আবে যত যত ৰাজা।
এৰিবে আচাৰ ধ   পীড়িবেক প্রজা॥
মহা অহঙ্কাৰী ক্রোধী পৰম প্রচণ্ড।
অল্প অপৰাধত কৰিবেক উগ্রদণ্ড॥ ১৩
স্ত্রী বধ ব্রহ্ম বধ গো বধ পাতেক।
বলে হৰিবেক পৰদাৰাক প্রত্যেক॥
অসত্য পাতকী আতি হুইবেক কুদাতা।
ছাৰিবে মৰ্য্যদা নমানিবে পিতা মাতা॥ ১৪
ক্ষণেকে হৰিষ শোক ক্ষণেকে আকুল।
কামাতুৰ হুয়া নবাছিবে জাতি কুল॥
পৰদাৰা গমন পাতেকে হুইবে ভ্রষ্ট।
আতি ক্ষুদ্র আয়ু অল্প কালে যাইবে নষ্ট॥ ১৫
মহন্ত জনত আতি মিলাইবে বিপাক।
স্ত্রী বলে নিবে কাঢ়ি পীড়িবে প্রজাক॥
আতি অনাচাৰী ব্যভিচাৰী অকুলীন।
মহাম্লেচ্ছ সবে ধৰিবেক ৰাজ চিন্ন॥ ১৬
হেন ৰাজাসব যিদেশৰ অধিকাৰী।
তাতে অনুৱৰ্ত্তি* থাকে যত নৰনাৰী॥*
তাহাৰে স্বভাৱ লৈবে তাহাৰে আচাৰ।
এৰি কুল ক্রিয়া সবে হৈবে একাকাৰ॥ ১৭
অন্যোঅন্যে ৰাজা সাজি গজ বাজী† বল।
ৰাজ্যৰ নিমিত্তে ঘোৰ কৰিবে কন্দল॥
কাটি মাৰি গ্রাম দেশ কৰিবে উছন্ন।
মহাপীড়া পায়া ক্ষয় হুইবে প্রজাগণ॥ ১৮

পৰম নিৰ্দ্দয় যেন ৰাক্ষস আকাৰ।
ধন লোভে প্রজাৰ চিন্তিবে মহামাৰ॥
লোকত মিলিবে আসি ঘোৰ বিমঙ্গল।
অনুদিনে বাঢ়িবে কলিৰ মহাবল॥ ১৯
ধৰ্ম্মৰ ভাঙ্গিবে কলি চাৰিয়ো চৰণ।
সত্য শৌচ ক্ষমা দায়া কৰিবে উছন্ন॥
হুইবেক অল্পআয়ু লোক মহা দুৰ্ব্বিনয়।
সুহৃদতো নছাৰিবে কপট আশয়॥ ২০
ঘোৰ কলিযুগে যিটোজন ধনৱন্ত।
সেহিসে কুলীন সদাচাৰী গুণৱন্ত॥
বলিষ্ঠ জনৰ সিজিবেক পাপচয়।
অন্যায়তো বলিষ্ঠ জনৰ হুইবে জয়॥ ২১
নকৰিবে কুলশীল বিচাৰ যুৱতী।
যাকে অভিৰুচি তাকে মানিবেক পতি॥
পুৰুষে নচাইবে ভাল মন্দ সমুদায়।
কৰিবেক ভাৰ্য্যা আনি যাকে বাঞ্চা যায়॥ ২২
সদায়ে বুলিব মিছা কপট আচাৰ।
ক্রয় বিক্রয়তো হোৱে মায়া ব্যৱহাৰ॥
ৰতিত কুশল যিটোজন অনাচাৰী।
তাকেসে পুৰুষ বুলিবেক দুষ্টা নাৰী॥ ২৩
ৰতি সুশিক্ষিতা যিটো দুষ্টা মন পূৰে।
স্ত্রী বুলি তাকে মানিবেক কামাতুৰে॥
কুল স্ত্রীকো এৰি তাতে কৰিবেক ৰতি।
নিজ পতি তেজি তাকে মানিবেক পতি॥ ২৪
কলিত যতেক দ্বিজ এৰিবে আচাৰ।
কপটে দেখাইবে মাত্র লোক ব্যৱহাৰ॥
লোভে আক্রমিবে হৈবে কুল-ক্রিয়া হীন।
একে নৱগুণ মাত্র থাকিবেক চিন॥ ২৫
ব্রহ্মচাৰী সন্ন্যাসীয়ো হৈবে জ্ঞানহীন।
দণ্ড কমণ্ডলু মাত্র থাকিবেক চিন॥
কটিত কপিন শৰীৰত ব্যাঘ্র চৰ্ম্ম।
বেশধাৰী মাত্রে নাহি আশ্রমৰ ধৰ্ম্ম॥ ২৬

*অনুৱৰ্ত্তি—আজ্ঞা পালন কৰি। †বাজী—ঘোঁৰা।

কৰিবে দুৰ্জ্জন লোকে ধনতেজে গয়ঞ্জ॰ ।
খতিধনঞ্জ দিলে হুইবে অন্যায়তো জয় ॥
খতিঞ্চ খাইবে নপাইলে মনত হুইবে খঙ্গ ।
চঙ্গে বলে উচিত ন্যায়তো দিবে ভঙ্গ ॥ ২৭
কহিবে নপাৰে একো বেদ শাস্ত্র তত্ত্ব ।
মহা জ্ঞান শূন্য পৰমাৰ্থ বিচাৰত ॥
একোৱে নজানে কিছো নপাৰে খণ্ডিত ।
বহুবল্কী ভৈলে তাকে বুলিবে পণ্ডিত ॥ ২৮
ধন জন বিভৱ নথাকে যাৰ আতি ।
সেহিজন অসাধু লোকৰ অসপ্পাতি ॥
পৰম দাম্ভিক যিটো ধনৰ গৰ্ব্বিত ।
সেহিজন মহা সাধু বোলাইবে লোকত ॥ ২৯
এৰি বেদ বিধি আচৰিবে পাপ ঘোৰ ।
বাক্যে বুলিবেক মাত্র এহি স্ত্রী মোৰ ॥
এতেকে বিবাহ হৈবে নলাগে বিচাৰ ।
গিয়াতি কুটুম্ব সবে বেঢ়ি খাইবে তাৰ ॥ ৩০
শৰীৰক ঘসি পিসি যিটো কৰে স্নান ।
হুইবেক কলিত অলঙ্কাৰ এহিমান ॥
চতুৰ্ভিতি বেঢ়ি মাথে ৰাখিবেক পাশ ।
কেশতেসে হুইবেক লাৱণ্য লয়লাস ॥ ৩১
নাদৰিবে মহা গুৰু জনকো হেলাত ।
বিদুৰৰ জলে তীৰ্থ বুদ্ধি হৈবে জাত ॥
অন্যায়ে সন্যায়ে আনি ভৰিবে উদৰ ।
এহি মান পুৰুষাৰ্থ থাকিবে লোকৰ ॥ ৩২
মহা ধুৰ্ত্তালি কৰি বুলিবে বচন ।
জানিবেক লোকে সত্য মাতৈ ইটোজন ॥
পোষে পুত্র ভাৰ্য্যা মাত্র হুয়া কাম্মাতুৰ ।
এতেকে বুলিবে লোকে ই বৰ চতুৰ ॥ ৩৩
দান পুণ্য কৰিলে মোহোৰ হুইবে খ্যাতি ।
হেন দম্ভ ভাৱে ধৰ্ম্ম আচৰিবে আতি ॥
হেনয় দুৰ্ম্মতি অতি পৰম নিস্থল ।
প্ৰজাৱে জ্ৰীড়িবে সবে পৃথিবী মণ্ডল ॥ ৩৪

চাৰিও জাতিৰ মাজে বিজন বলীষ্ঠ ।
হুইবে আসি ৰাজা সেহি দুৰ্জ্জন অনিষ্ট ॥
লোভাবিষ্ট হুয়া কৰ্ম্ম কৰিবেক ঘোৰ ।
দাৰুণ নিৰ্দ্দয় দুষ্ট যেন খাট চোৰ ॥ ৩৫
পীড়িবে প্ৰজাক সুখে নথাকিবে ৰহি ।
স্ত্রী কাঢ়ি নিবে বলে ধনকো আগ্ৰহি ॥
ছলে বলে নিস্থলে লোকক দুখ দিয়া ।
নীচক বঢ়াইবে মহন্তক উচ্ছা॰ দিয়া ॥ ৩৬
সহিবে নপাৰি পীড়া পাছে প্ৰজাগণ ।
দশোদিশে যাইবে হুয়া দেশৰ উচ্ছন্ন ॥
পৰ্ব্বত বনত পশি নপাইবেক অন্ন ।
ফল মূল মাংস শাক কৰিবে ভোজন ॥ ৩৭
অনাবৃষ্টি দুৰ্ভিক্ষত কতো হুইবে ক্ষয় ।
তাতো কৰ সাধিবে দুৰ্জ্জন ৰাজাচয় ॥
ৰৌদ্ৰ বৰিষণ শীত সহিব বতাস ।
ক্ষুধা তৃষ্ণা ব্যাধিত হুইবেক কতো নাশ ॥ ৩৮
নুগুচিব চিন্তা হৃদয়ৰ অহৰ্নিশ ।
কৈক যাইব কি কহিব নপাইব উদিস ॥
কলিত লোকৰ মহা মিলিবে বিপত্তি ।
হৈবে পৰমায়ু ত্ৰিংশ বৰিষ বিংশতি ॥ ৩৯
এৰিবে আচাৰ ধৰ্ম্ম বেদৰ বিহিত ।
কুলক্ৰিয়া একো নথাকিবেক কলিত ॥
অনেক পাষণ্ড আসি ব্যাপিবেক দেশ ।
লৈবে লোকে পাষণ্ড জনৰ উপদেশ ॥ ৪০
মছলৰ চৰিত্ৰ হৈবেক যত ৰাজা ।
মিছা হিংসা চোৰ বৃত্তি কৰিবেক প্ৰজা ॥
ধৰিবে চাৰিয়ো জাতি আচাৰ শূদ্ৰৰ ।
হুইবে অল্প প্ৰমাণ শৰীৰ মনুষ্যৰ ॥ ৪১
কাহাৰো নুহিবে আৰ তনু মন শুদ্ধ ।
ছাগ সম হুইবে ধেনু দুহিবেক দুগ্ধ ॥
চাৰিয়ো আশ্ৰমী হৈবে গৃহস্থৰ সম ।
ভাৰ্য্যাৰ কুটুম্বে হৈবে সুহৃদ নিশ্চয় ॥ ৪২

---

* গৰ্ব্ব, গহ। † তেঁটীৰ টকা। ‡ তেঁটী। ॰ উৎসাহ।

আতি অণু প্ৰমাণ হৈবেক যত ধান।
ছোট ছোট হৈবে বৃক্ষ সমিধ প্ৰমাণ॥
বিজুলী চমক যেন চঞ্চল সদায়।
মেঘ সব হৈবেক কলিত তরু প্ৰায়॥ ৪৩
অধৰ্ম্মে জুৰিবে আসি ৰাজ্য নিৰন্তৰ।
হৈবে ধৰ্ম্ম শূন্য গৃহ সমস্তে লোকৰ॥
পৰম দুস্সহ চেষ্টা হৈব মনুষ্যৰ।
ধৰিবে গাধৰ ধৰ্ম্ম লোক নিৰন্তৰ॥ ৪৪
সবান্ধৱে ধৰ্ম্মক দেশৰ কৰি বাজ।
সকুটুম্বে অধৰ্ম্মে জুৰিবেক সবে ৰাজ॥
ধৰ্ম্ম বুলি কৰন্তে অধৰ্ম্ম হৈবে জাত।
মিলাইবেক দুষ্ট কলি লোকৰ বিঘাত॥ ৪৫
পাষণ্ড আগমে কৰিবেক বেদ লোপ।
হেন দেখি ঈশ্বৰৰ হৈবে মহা কোপ॥
গত প্ৰায় ভৈল যেবে কলি দুৰাচাৰ।
ভগৱন্ত হৈবন্ত আপুনি অৱতাৰ॥ ৪৬
শুনা সভাসদ পদ মহাভাগৱত।
দেখা দেখা কেনে দুষ্ট কলিৰ মহত্ত্ব॥
হেন জানি সত্বৰে হুয়োক সাৱধান।
কৃষ্ণ বিনে কলিত তাৰন্তা নাহি আন॥ ৪৭
সংসাৰ গৰ্ত্তত পৰি আছা সমুদায়।
শ্ৰুতি জ্ঞান নষ্ট ভৈল বিষয় চিন্তায়॥
কাল সৰ্পে দংশিয়া তথাতে লৱে প্ৰাণ।
কৃষ্ণ বিনে কোনে আত কৰিবেক ত্ৰাণ॥ ৪৮
হে কৃষ্ণ প্ৰাণ প্ৰভু কৰো নমস্কাৰ।
দীন অনাথক প্ৰভু কৰিয়ো উদ্ধাৰ॥
কৃপাময় মহেশ্বৰ অনাথৰ নাথ।
কৰোহো কাতৰ চৰণত থৈয়া মাথ॥ ৪৯
মই ভুঞ্জো যদি নিজ কৰ্ম্মৰ বিপাক।
মোৰ মনে তথাপিতো নেৰোক তোমাক॥
সৰ্ব্বদায়ে তোমাৰ ভৃত্যৰ হোক সঙ্গ।
এহি দান দিয়ো নকৰিয়ো আশা ভঙ্গ॥ ৫০
তুমিসে সুহৃদ আত্মা পৰম বান্ধৱ।
জানিয়া বিক্ৰয় গৈলো তোমাত মাধৱ॥
মৰণ শঙ্কটে প্ৰভু নাছাৰিবা মোক।
বোলা ৰাম ৰাম যত সামাজিক লোক॥ ৫১

---

### দুলড়ী

শুক নিগদতি নৃপতি শুনিয়ো
কৃষ্ণৰ চাৰু চৰিত্ৰ।
আত পৰে গতি নাহি নাহি নাহি
জানিবা আবে কলিত॥
কলিৰ চেষ্টাত নষ্ট ভৈল লোক
দেখিয়া গৰুড় কেতু।
কলিৰ অন্তত হৈব অৱতাৰ
ধৰ্ম্মক ৰক্ষাৰ হেতু॥ ৫২
চৰাচৰ গুৰু ঈশ্বৰ বিষ্ণুৰ
জন্মৰ শুনা কাৰণ।
সাধু সমস্তৰ ধৰ্ম্ম ৰক্ষা হৈব
নশিব দুষ্ট দুৰ্জ্জন॥
ভকত সকলে এহি জন্ম কৰ্ম্ম
শুনিবে গাইবে মুখে।
সংসাৰ তাপক এতেকে নিস্তাৰি
পাইবে মোক্ষ মহা সুখে॥ ৫৩
পৃথিবী মণ্ডলে হুইবেক পৰম
প্ৰসিদ্ধ শম্ভল গ্ৰাম।
সেহি গ্ৰামেশ্বৰ হৈব দ্বিজবৰ
যাৰ বিষ্ণু যশা নাম॥
বেদত শাস্ত্ৰত সমস্তে পাৰ্গত
নেড়িবে নীতি আচাৰ।
পৰম ভকত তাহানে গৃহত
হৈবা কল্কি অৱতাৰ॥ ৫৪

ঐশ্বৰ্য্যে যুগুত সৰ্ব্ব গুণান্বিত
ৰূপে আতি অনুপাম।
মহা বেগৱন্ত ঘোৰাত চৰিয়া
যাৰ দেৱদত্ত নাম॥
আতি তীক্ষ্ণতৰ খাণ্ডা* কৰে ধৰি
কৰি মহা আৰস্ফটিণ† ।
ঘোটকত উঠি বেগে দিয়া চুটি
ফুৰিবা ভূমি প্ৰজতি ৫৫ ॥
কৰি কৰ্ম্ম ঘোৰ যত খটঞ্ঝ‡ চোৰ
লোকত ৰাজা বোলাৰে।
কোটি অসংখ্যাত কাটিৱন্ত তাক
তীখাল খাণ্ডাৰ ঘাৰে॥
মহা ম্লেচ্ছ সবে ৰাজা বোলাইবেক
ধৰাই শ্বেত ছত্ৰ দণ্ড।
নিসন্ততি কৰি কোপে কল্কি হৰি
কৰিৱন্ত খণ্ড খণ্ড ॥ ৫৬
যত দুষ্ট ৰণ্ড* যতেক পাষণ্ড
লোকক কৰৈ কুধন্থ।
বিচাৰি বিচাৰি কাটিবা মুৰাৰি
নথৈবা তাহাৰ সঙ্ক॥
শিষ্টক আশ্বাসি দুষ্টক বিনাশি
খণ্ডিবা প্ৰজাৰ দুখ।
পৰম নিৰ্ভয় ভকতক দিয়া
স্নেহত হৈবা বিমুখ॥ ৫৭
যত খট চোৰ যত ৰাজা ঘোৰ
যেবে সৱে ভৈল নাশ।
কল্কি শৰীৰৰ চন্দন সুগন্ধি
ৰহিবে পুণ্য বতাহ॥
তাহাৰ পৰশ পায়া প্ৰজা সব
হৈবেক নিৰ্ম্মল মন।

বাসুদেৱ মূৰ্ত্তি হুইব হৃদি স্থিতি
চিন্তিবে তানে চৰণ॥ ৫৮
আউৰ অধৰ্ম্মক মনতো নলৈবে
কৰিবে পুণ্য সদায়।
তাত হন্তে যত উপজিবে প্ৰজা
সবে হুইব স্থূলকায়॥
বল বীৰ্য্য যত অনেক উচ্ছৃন্ত
পৰম পুণ্য শৰীৰ।
এহিমতে হৰি পাষণ্ড সংহৰি
কৰিবা পৃথিবী থিৰ॥ ৫৯
যেখনে হুইৰন্ত কল্কি অৱতাৰ
আপুনি আসি ঈশ্বৰ।
তেখনৰেপৰা হুইব সত্য যুগ
কলিক কৰি অন্তৰ॥
শুদ্ধ সত্ত্ব গুণে হৈবে প্ৰজা যত
নিৰ্ম্মল মন শৰীৰ।
কাম ক্ৰোধ লোভ সবে দূৰ হৈব
যতেক গুণ কলিৰ॥ ৬০
চন্দ্ৰ সূৰ্য্য পুষ্য* বৃহস্পতি যেৱে
প্ৰবেশিল একে ৰাশি।
কলিক খেদায়া তেৱে সত্য যুগ
জানিবা মিলিল আসি॥
ভূত ভবিষ্যত যত বৰ্ত্তমান
ৰাজাৰ বংশ চৰিত্ৰ।
তোমাৰ আগত সমস্তে বৰ্ণাইলো
শুনিলাহা পৰীক্ষিত॥ ৬১
যাৱে পাদপদ্ম পৃথিবী পৰশি
আছিলা জগত পতি।
তাৱে পৃথিবীক পীড়া কৰিবাক
নভৈলা কাৰো শকতি॥

* তৰোৱাল। † আস্ফালন, অহংকাৰ প্ৰকাশ। ‡ দুষ্টলোক। * ষণ্ড—লম্পট। * পুষ্য—পুষ্যা নক্ষত্ৰ। অৰ্থাৎ একে ৰাশিতে পুষ্যা নক্ষত্ৰযুক্ত হৈ একে সময়তে চন্দ্ৰ, সূৰ্য্য, বৃহস্পতি এই তিনটা গ্ৰহ প্ৰবেশ কৰিলেই সত্য যুগ আৰম্ভ হয়।

যেতিক্ষণে কৃষ্ণে বৈকুণ্ঠক গৈলা
সংহৰি বংশ নিশেষ।
সেহি ক্ষণে বলে কলি নিকৰুণে
ভূমিত ভৈলা প্ৰবেশ ॥ ৬২
কৃষ্ণক বৈকুণ্ঠে যাইবাৰ শুনিয়া
কৰে কলি কুলি মালি।
অধৰ্ম্মে সহিতে সবে ৰাজ্য লৈলা
ধৰ্ম্মক দেশ নিকালি ॥
যতেক ৰাজাৰ কৈলো বংশাৱলী
জনেকো ভূমিত নাই।
সতি সন্ততিও সহিতে সবাকো
কালে কৰিলেক ছাই ॥ ৬৩
শান্তনুৰ ভাই নামত দেৱাপি
সূৰ্য্য বংশী মৰু নাম।
যোগ বলে সিয়ো আজিও আছন্ত
প্ৰবেশি কলাপ গ্ৰাম ॥
সত্যযুগ ভৈলে দুয়ো আসিবন্ত
কল্কিৰ পায়া আদেশ।
চন্দ্ৰ সূৰ্য্য বংশ দুনাই প্ৰবৰ্ত্তাই
কৰাইবা ধৰ্ম্ম নিশেষ ॥ ৬৪
যতেক কহিলা মহা মহা ৰাজা
ফুৰিবে ছত্ৰ ধৰাই।
ভূমিত মমত কৰি ভৈলা হত
সতি সন্ততিও নাই ॥
যিটো শৰীৰক ৰাজা বোলাই ইটো
হুইবে বিষ্টা পলু ছাই।
তাহাৰে নিমিত্তে প্ৰাণীদ্ৰোহ কৰি
মৰি নৰকক যায় ॥ ৬৫
উপৰি পুৰুষে যি ৰাজ্য ভুঞ্জিলে
মহো ভুঞ্জো আৰে তাক।
মোৰ পুত্ৰ নাতি কিমতে ভুঞ্জিবে
দিনে ৰাত্ৰি চিন্তে আক ॥
মল মূত্ৰময় শৰীৰ লভিয়া
মোৰ মোৰ বুলি মৰে।
যত পৰিবাৰ শৰীৰ সৰ্ব্বস্ব
তিলেকে অন্তকে হৰে ॥ ৬৬
কৰিয়া মমত সমস্তে নৃপতি
দেখা তেজি গৈল মহী।
ক্ষেণেকতে কালে উকৰাইল ঐৰ
কথা মাত্ৰ আছে ৰহি ॥
হেন চাৰ ইটো জীৱনক লাগি
এৰৈ বন্ধু লক্ষ্মীপতি।
অমৃতক তেজি মৰে বিষ ভুঞ্জি
কিনো মহা মূঢ় মতি ॥ ৬৭

---

ছবি

শুনিয়োক সভাসদ মহা ভাগৱত পদ
ৰাজাৰ অৱস্থা কেনে দেখা।
যতেক নৃপতিগণ তিলেকতে ভৈল ছন্ন
সামান্য প্ৰাণীৰ কোন লেখা ॥
পুত্ৰ পত্নী বিত কায় সম্যকে সপোন প্ৰায়
আক তেজি চিন্তা চক্ৰপাণি।
পৰলোক বন্ধু হৰি তাহাঙ্কেসে অনাদৰি
মৰো আসি যত মূঢ় প্ৰাণী ॥ ৬৮
হে কৃষ্ণ প্ৰাণ নাথ নমো নমো নমাই মাথ
মঞি পাতকীৰ কৰা গতি।
কৰ্ম্মে যেহি লাগে হৌক প্ৰভু নছাৰিবা মোক
তোমাক নেৰোক মোৰ মতি ॥
এহি কৃপা কৰা মোক সুখে দুখে মোৰ মুখে
নেৰোক তোমাৰ গুণ নাম।
হৈবোহোঁ ভৃত্যৰো ভৃত্য তেৱে মই কৃত কৃত্য
নিৰন্তৰে বোলো ৰাম ৰাম ॥ ৬৯

যুগ ধৰ্ম্ম কথন

পদ

শুক নিগদতি আবে শুনিয়ো নৃপতি।
অহম্মমী ৰাজা সব যিমত দুৰ্ম্মতি ॥
ধন জন গৰ্ব্বত নমানে পিতা মাতা।
কহো আবে নৃপতি শুনিয়ো তুমি গীতা ॥ ৭০
মহা মদ গৰ্ব্বে ৰাজাসব অন্ধ আতি।
পৃথিবীক জিনিবে যতন দিনে ৰাতি ॥
তাহাৰ চেষ্টাক দেখি ভূমি কৰে হাস।
আমাক জিনন্তে হৈবে আপুনি বিনাশ ॥ ৭১
ধন জন বিভব তিলেকে কৰৈ ছন্ন।
আপুনাক নজানয় জীৱন মৰণ ॥
নেদেখে দুৰ্ম্মতি মৃত্যু ফুৰে আগে আগে।
মাৰিবেক ধৰি হৰিণক যেন বাঘে ॥ ৭২
ফেন সম দেহ হোৱে ক্ষণেকে বিনাশ।
ইহাতে কৰিবে লোকে সুদৃঢ় বিশ্বাস ॥
মোক জিনৈ শৰীৰৰ সুখক আশায়।
ব্যৰ্থ হোৱে আশা আপুনিয়ো নাশ যায় ॥ ৭৩
ৰাত্ৰি দিনে চিন্তে ৰাজা সব দুৰাশয়।
কেনমতে সমস্তে পৃথিবী মোৰ হয় ॥
বিষয় লম্পট ভৈলে নপাবে ৰাজ্যক।
প্ৰথমে জিনিবে ছয় ইন্দ্ৰিয় বৰ্গক ॥ ৭৪
ৰাজমন্ত্ৰী সবক কৰিবে বশ্য পাছে।
আনো সব সেৱক আমাত্য যত আছে ॥
গজ বাজী প্ৰজা বশ্য কৰি লক্ষে লক্ষ।
জিনিবে পাচত যত আছয় বিপক্ষ ॥ ৭৫
মোক্তে খাটিবেক যত নৃপতি মহন্তে।
পাইবো পৃথিবীক সবে সাগৰ পৰ্য্যন্তে ॥
হেন আশা পাশে বন্ধ কাৰলে হৃদয়।
†কাছত নেদেখৈ অন্তককো ৰাজাচয় ॥ ৭৬
চিন্তিলেক মাত্ৰ নিসিজিল মনোৰথ।
আলোচন্তে কতো ৰাজা গৈল যমপথ ॥
কৰিলেক যিটো সাতো দ্বীপ অধিকাৰ।
তথাপি নাপাইল তৃষ্ণা সাগৰৰ পাৰ ॥ ৭৭
ইন্দ্ৰিয়ক দমৈ মোক জিনিবাক লাগি।
তাত পৰে নাই মন্দ পৰম অভাগী ॥
ইন্দ্ৰিয়ক দমি যদি ভজে ভগৱন্ত।
পাৱৈ মোক্ষ ফল আত সুখ অপৰ্য্যন্ত ॥ ৭৮
অসংখ্যাত মনু মনুতনয় সমস্ত।
মোক এৰি সহস্ৰে সহস্ৰে গৈল অস্ত ॥
মোহোৰ নিমিত্তে সবে প্ৰাণকো সুঝায়।
যথা হন্তে আইল গৈল তথাতে ভুনাই ॥ ৭৯
কেহো বোলৈ মোৰ ইটো পৃথিবী মণ্ডল।
নুহি তোৰ বোলৈ কতো নৃপতি নিস্খল ॥
অন্যো অন্যে কৰৈ যুদ্ধ প্ৰজা ক্ষয়ঙ্কৰ।
মোক লাগি চিন্তে আপুনাৰ মহামাৰ ॥ ৮০
মোৰ পদে কৰে যুদ্ধ সুহৃদ সোদৰে।
ভাই ভাই কোপে কটা-কটি কৰি মৰে ॥
মোহোৰ নিমিত্তে পিতা পুত্ৰে যুঞ্জে আসি।
ইহাক দেখিতে মোৰ উঠে আতি হাসি ॥ ৮১
সপ্তদ্বীপা পৃথিবী যুজিয়া বাহুবলে।
কৈক গৈল মহাৰাজা সব সমদলে ॥
মই ৰহি আছো সবে মোতে ভৈল ছাই।
কালে সংহৰিলে সতি সন্ততিও নাই ॥ ৮২
পৃথু পুৰুৰৱা গাধি মান্ধাতা শৰ্য্যাতি।
খট্টাঙ্গ সগৰ গয় অৰ্জ্জুন যযাতি ॥
তৃণবিন্দু দিলীপ ধুন্ধুহা মহাৰথ।
শান্তনু নৈষধ নৃগ নহুষ কাকুৎ‡ ॥ ৮৩
শক্ৰজিত যুবনাশ্ব অজ দশৰথ।
অম্বৰীষ ভৰত নাভাগ ভগীৰথ ॥
মুচকুন্দ যদু ৰঘু দাশৰথী ৰাম ॥
মোক তেজি গৈল পুপূৰিল মনকাম ॥ ৮৪
হিৰণ্যকশিপু বৃত্ত শম্বৰ নৰক।
ৰাৱণ নমুচি শুম্ভ নিশুম্ভ তাৰক ॥

---

* কাম, ক্ৰোধাদি ছয়ৰিপু। † কাছত—কাষত। ‡ কাকুৎ—কাকুৎস্থ।

যাহাৰ আগত ইন্দ্ৰ পতঙ্গ পৰায় ।
কালৰ হাতত দেখা সবে ভৈল ছাই ॥ ৮৫
আনো সব ৰাজা যত দৈত্য অপৰ্য্যন্ত ।
সবে মহাসুৰ মহাবলী বুদ্ধিমন্ত ॥
কালৰ হাতত সবে ভৈল চুৰ্ম্নিকৃত ।
কেৱলেসে কথা মাত্ৰ আছে পৃথিবীত ॥ ৮৬
অত্যন্ত মমত মোত আছিল সবাৰ ।
জনেকো নপাইল তৃষ্ণা সাগৰৰ পাৰ ॥
অন্তকালে সবাৰো মিলিল বিসঙ্গতি ।
কৈক গৈলা এৰি মোক সিসব নৃপতি ॥ ৮৭
মোতে উপজিয়া সবে মোতে ভৈল ছাই ।
যেন জল বুদ বুদ জলে লীণ যায় ॥
তথাপি নেদেখৈ কিনো মোহে অন্ধমতি ।
এহি বুলি সদায় গাৰন্ত বসুমতী ॥ ৮৮
শুক নিগদন্তি শুনা পৰীক্ষিত ৰায় ।
যি কথা কহিলো তাৰ লৈয়ো অভিপ্ৰায় ॥
মহাৰাজা সব যশ কৰিয়া প্ৰখ্যাত ।
গৈল পৰলোক তাক শুনিলা সাক্ষাত ॥ ৮৯
ইকথা শুনিবে যাৰ আছে মহাভাগ ।
মিলিবে মনত তাৰ পৰম বৈৰাগ ॥
বিষয় আসাৰ আক জানিবেক চিতে ।
কহিলো ধৰণী গীতা এহিসে নিমিত্তে ॥ ৯০

পৰমাৰ্থ নিৰ্ণয়

ইসব কথাত যেবে এৰা অভিলাষ ।
সুহি পৰমাৰ্থ ইটো বচন বিনাশ ॥
যাহাক শুনিলে হোৱে কৃষ্ণত ভকতি ।
কহো পৰমাৰ্থ কথা শুনিয়ো নৃপতি ॥ ৯১
একান্ত ভকত সবে আতি প্ৰীতি ভাৱে ।
উত্তম শ্লোকৰ গুণ যশ সদা গাৱে ॥
তাসম্বাৰ সমীপত থাকি থিৰ চিত্তে ।
শুনিব কৰ্ণক কৃষ্ণ চৰিত্ৰ অমৃতে ॥ ৯২
প্ৰতি নিতে সততে শুনিব কৃষ্ণ যশ ।
উপজিবে তেবেসে কৃষ্ণত প্ৰেম ৰস ॥
পৰম নিৰ্ম্মল হৈবে কৃষ্ণত ভকতি ।
কৈলো পৰমাৰ্থতত্ত্ব তোমাত নৃপতি ॥ ৯৩
যাহাৰ কৃষ্ণত ভৈল ভকতি অচল ।
তাহাৰেসে গুচিল মনৰ মহা মল ॥
হৃদয়ে দেখিবে সিটো ঈশ্বৰ মূৰ্ত্তিক ।
পাইবেক প্ৰসাদ মহা মোক্ষতো অধিক ॥ ৯৪
কথাৰ বুজিলা ৰাজা যেন অভিপ্ৰায় ।
নাহিকে পৰম গতি ভকতি বিনায় ॥
পুছন্ত শুকত পুনু নৃপে মনে গুণি ।
ছেদিয়ো সংশয়চয় মোৰ মহা মুনি ॥ ৯৫
কলিত লোকৰ ধৰ্ম্ম নাহিকে আচাৰ ।
নিতে নিতে বাঢ়ে পাপ পৰ্ব্বত আকাৰ ॥
কলিত পাতকে লোক হৈবে জৰ্জ্জৰিত ।
সুপূজিবে পাতকীৰ ভকতি কিঞ্চিত ॥ ৯৬
দোষৰ সাগৰ কলি পৰম দুৰ্জ্জন ।
পাপ নকৰন্তা আত নাহি একোজন ॥
পাপ নষ্ট নভৈলে কৃষ্ণক নযাই মতি ।
কিমতে তৰিবে লোক কলিত দুৰ্গতি ॥ ৯৭
কলিৰ চেষ্টাক শুনি থিৰ নুহি কায় ।
কহিয়ো ইহাৰ গুৰু তৰণ উপায় ॥
কোনবা পৰম ধৰ্ম্ম অধৰ্ম্ম কলিত ।
কহিয়োক গুৰু মোৰ থিৰ হৌক চিত্ত ॥ ৯৮
কাল ৰূপে ঈশ্বৰৰ গতি কেন ঠান ।
আতি প্ৰলয়ৰ কহিয়োক কেন মান ॥
কোন যুগ ধৰ্ম্ম ইটো চাৰিও যুগৰ ।
কহিয়ো গুচোক মোৰ সংশয় মনৰ ॥ ৯৯
অন্ত কালে গুৰু ভৈলা তুমি মহাভাগ ।
কত পুণ্য কৰি সুধিবাক পাইলো লাগ ॥
দিয়া পৰিচ্ছেদ মোক কৃপা দৃষ্টি চাই ।
তোমাৰ আমাৰ কথা এহি খানে যায় ॥ ১০০

শুনিয়া সিদ্ধান্ত দেন্ত ব্যাসৰ নন্দন।
শুনিয়ো নৃপতি যুগ ধৰ্ম্মৰ লক্ষণ ॥
সত্যত আছিলা ধৰ্ম্ম হৃষ্ট পুষ্ট ভাৰে।
তপ সত্য দায়া দান থাকে চাৰি পাৰে ॥ ১০১
সিকালৰ লোক মানে সবে সকৰুণ।
শান্তি তুষ্টি ক্ষমা মৈত্ৰী আছে সবে গুণ ॥
সবেয়ো কৰিলে মন ইন্দ্ৰিয় নিৰোধ।
আত্মাতেসে ৰতি সমস্ততে সমবোধ ॥ ১০২
সবাহাতো আছিলা ঈশ্বৰ মহাজ্ঞান।
হৰি ভকতিত পৰে নজানিলা আন ॥
থিৰ বুদ্ধি কৰে সবে হৰিকেসে ধ্যান।
এতেকে চাৰিও জাতি উত্তম সমান ॥ ১০৩
ত্ৰেতাত পাইলেক আসি কিঞ্চিত প্ৰমাদ।
ভাঙ্গিলেক অধৰ্ম্মে ধৰ্ম্মৰ একপাদ ॥
সিকালৰ লোক মানে সবে জ্ঞান নিষ্ঠ।
নোহে আতি লম্পট নুহিকৈ আতি শিষ্ট ॥ ১০৪
ব্ৰাহ্মণে ধৰিবে মাত্ৰ ভকতিক আতি।
নপাৰিলে ৰাখিবে অপৰ তিনি জাতি ॥
স্বৰ্গক বাঞ্চায়ে কৰৈ যাগ যজ্ঞ দান।
এতেকে ত্ৰেতাত ভৈলা বিপ্ৰেসে প্ৰধান ॥ ১০৫
দ্বাপৰ যুগৰ লোক হৈবে জ্ঞান ভ্ৰষ্ট।
দুই পাদ ধৰ্ম্মৰ অধৰ্ম্মে কৰৈ নষ্ট ॥
সিকালৰ লোকৰ যশত হৈবে প্ৰীতি।
পঢ়য় পঢ়াৰে হৃষ্ট ভাৰে প্ৰতি নিতি ॥ ১০৬
সবেও শ্ৰীমন্ত আতি কটুম্ব বিস্তৰ।
ধন জন গৃহ বিষয়ত তত্পৰ ॥
ৰাত্ৰি দিনে সকাম কৰ্ম্মত আসকতি।
ব্ৰাহ্মণ ক্ষত্ৰিয় মাত্ৰ ধৰিবে ভকতি ॥ ১০৭
এতেকেসে দ্বাপৰত আছিলা সমান।
ব্ৰাহ্মণ ক্ষত্ৰিয় দুয়ো উত্তম প্ৰধান ॥
কলিত অধৰ্ম্ম হুইবে হৃষ্ট পুষ্ট ভাৰ।
ধৰ্ম্মৰ ভাঙ্গিবে মিটো দুষ্টে তিনি পাৰ ॥ ১০৮

চতুৰ্থ চৰণে পাছে কৰিবেক নষ্ট।
কলিত যতেক লোক ভৈল ধৰ্ম্ম ভ্ৰষ্ট ॥
মিলিবে পৰম লোভ হুইবে অনাচাৰ।
দাৰুণ নিৰ্দ্দয় যেন ৰাক্ষস আকাৰ ॥ ১০৯
খাইবাক পাৰয় তৃষ্ণা বাঢ়ি যাইব আতি।
অকাৰ্য্যে কৰিব বৈৰ কলহত প্ৰীতি ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য ইটো তিনি জাতি।
নুশুনিবে হৰি ভকতিক কাণ পাতি ॥ ১১০
শূদ্ৰ সব অনেক কৈৱৰ্ত্ত আদি কৰি।
অন্ত্যজ পৰ্য্যন্তে ভজিবেক মহা হৰি ॥
অপ্ৰয়াসে লভিব ঈশ্বৰ মহাজ্ঞান।
এতেকে কলিত শূদ্ৰ কৈৱৰ্ত্ত প্ৰধান ॥ ১১১
যেখন সাত্বিক হয় বুদ্ধি মন মতি।
জ্ঞানত তপত আতিশয় হয় ৰতি ॥
দূৰ হয় কাম ক্ৰোধ লোভ মোহচয়।
তেখনে জানিবা ভৈল সত্যৰ উদয় ॥ ১১২
যেখন লোকৰ যশস্যাত প্ৰীতি বাঢ়ে।
সকাম কৰ্ম্মক আতি মনুষ্যে নাচাৰে ॥
ৰজোগুণ বৃত্তি হাস্য হৰিষ মিলয়।
তেখনে জানিবা ভৈল ত্ৰেতাৰ উদয় ॥ ১১৩
যেতিক্ষণে মিলে লোভ দম্ভ অহম্মান।
দ্বেষ্য অসন্তোষ ৰোগ মোহ অপমান ॥
কৰে কাম্য কৰ্ম্ম ৰজো তম বৃত্তিচয়।
তেখনে জানিবা ভৈল দ্বাপৰ উদয় ॥ ১১৪
কপট কুনীতি নিদ্ৰা হিংসা শোক ভয়।
দীন দুখ বিষাদ তামস বৃত্তিচয় ॥
পাপৰ পথক লাগি মন যায় টলি।
তেখনে জানিবা আসি পাইলে পাপী কলি ॥ ১১৫
কহোঁ কলি যুগ দুনাই শুনিয়ো নৃপতি।
নকৰিবে দুষ্ট কলি কোননো সঙ্গতি ॥
হুইবে মলমতি একো নাচাৰিবে পুণ্য।
পাৰিবে বিষয় খাইবে কিম্বা অন্য শূন্য ॥ ১১৬

অতি দীন দুখী বিত্ত সুহিবে প্ৰচুৰ।
তথাপি পাতকী লোক হুইবে কামাতুৰ॥
বেশ্যাসম হুইবে নাৰী সমস্তে অসতী।
পৰপুৰুষক যাইবে তেজি নিজপতি॥ ১১৭
হুইবেক প্ৰচুৰ চোৰ ডকাইত কলিত।
পাষণ্ডে কৰিবে বেদ পথক দূষিত॥
পাষণ্ডৰ মুখত শিখিবে ধৰ্ম্ম জ্ঞান।
কলিত কৰিবে পাষণ্ডক বহুমান॥ ১১৮
আন একো জীৱিকাক ৰাজায়ে নজানে।
প্ৰজাকেসে খাইব ছিণ্ডি ধনৰ নিদানে॥
এৰিবেক দ্বিজে জাতি ধৰ্ম্ম নিৰন্তৰ।
স্ত্ৰী-ধন দুইত মাত্ৰ হুইব ততপৰ॥ ১১৯
কুটুম্বী গৃহস্থ সবে ধৰিবেক বেশ।
ছলে ভিক্ষা মাগি ভ্ৰমিবেক দেশে দেশ॥
বনস্থ তপস্বী সবে হুইব গ্ৰামবাসী।
মহাধন লোভী হৈবে যতেক সন্ন্যাসী॥ ১২০
নাৰীৰ স্বভাৱ কহোঁ শুনা পৰীক্ষিত।
কলিত বহুত হৈবে বেশ্যাৰ চৰিত্ৰ॥
লাজ কাজ এৰিয়া স্বভাৱে মহা ক্ৰূৰ।
হৈবে ছোট কায়া খাইবে পাৰিবে প্ৰচুৰ॥ ১২১
সততে কটুৰ বাক্য বুলিবে অসত্য।
কপট নেৰিব হৈবে অনেক অপত্য॥
পৰম নিৰ্ভয় ভাৱ পুৰুষতোধিক।
নাহিকে নাৰীত পৰে মহা সাহসিক॥ ১২২
মিছা মাতি সাউদে কৰিবে কিনা বিকা।
জীৱে সম্পদতো কৰি নিন্দিত জীৱিকা॥
উত্তম নায়ক যদি হোৱে ক্ষীণবিত।
এৰিবেক তাক পুৰাতন যত ভৃত্য॥ ১২৩
যদি ৰোগী ভৈল ভৃত্য অনেক পুৰুষী।
দেখি স্বামীসবে তাক এৰিবে নুপুসি॥
ধেনুক তেজিবে যেবে ভৈলে দুগ্ধহীন।
কলিত হৈবেক লোক স্ত্ৰী পৰাধীন॥ ১২৪

পিতৃ-মাতৃ জ্ঞাতি যত ত্যাজিবে সোদৰ।
ভাৰ্য্যাৰ কুটুম্বে হৈবে সুহৃদ লোকৰ॥
নিজ গোত্ৰ কুটুম্বতো তেজিবেক আশ।
ভাৰ্য্যাৰ ভাতৃত মাত্ৰ কৰিবে বিশ্বাস॥ ১২৫
শূদ্ৰ সবে ধৰিবেক তপস্বীৰ বেশ।
ছদ্মে দান লৈয়া ভ্ৰমিবেক গ্ৰাম দেশ॥
মূৰ্খৰ উন্নতি হৈবে ফুৰিবে উল্লাসি।
ধৰ্ম্ম বখানিবে উচ্চ আসনত বসি॥ ১২৬
পৰিবে দুৰ্ভিক্ষে ভাতে মৰিবেক প্ৰজা।
কৰৰ নিমিত্তে তাতে পীড়িবেক ৰজা॥
ৰাজা ভৃত্য সকলে কৰিবে হুলস্থুল।
নুগুচিবে মনুষ্যৰ মনত আকুল॥ ১২৭
নালাপিব স্ত্ৰীক লোকে নকৰিবে স্নান।
নুহুইবেক বসন ভূষণ অন্ন পান॥
শুখাইবে শৰীৰ একো নাপাইবে আহাৰ।
হুইবেক কলিত লোক পিশাচ আকাৰ॥ ১২৮
সুহৃদ সোদৰ একো নাবাছিবে চিতে।
কৰিবে কন্দল পাঞ্চ গণ্ডাৰ নিমিত্তে॥
সুহৃদক বান্ধিবেক ধনৰ নিদানে।
কন্দলতো মৰি যাইবে আপুনিও প্ৰাণে॥ ১২৯
ভাৰ্য্যা পুত্ৰ পিতৃ-মাতৃ কাতো নেদি চিত।
আপুনি জীৱেক মাত্ৰ দুৰ্ঘোৰ কলিত॥
মিলিবে লোকত আনো অনেক বিপাক।
কতেক কহিব দুষ্ট কলিৰ চেষ্টাক॥ ১৩০
পৰম দাৰুণ কলি পাপৰ সাগৰ।
ইহাত মজিবে জ্ঞান হৰিবে লোকৰ॥
পাপে সম্নে কৰ্ম্ম কৰি অধকেসে যায়।
একে কৃষ্ণ বিনে নাই দ্বিতীয় উপায়॥ ১৩১
এহি বুলি মৌন ভৈল শুক মহামুনি।
মনে বিমৰিষ ঋষি কৰন্ত আপুনি॥
খেদ ভৈল ৰাজাৰো কলিৰ শুনি কথা।
লোকৰ হৈবেক আৰে হেনসে অৱস্থা॥ ১৩২

সামাজিক লোক লৈবা কথাৰ আশয়।
শুনিলাহাঁ কলি মহা দোষৰ আলয় ॥
ইহাৰ কালতে আমি সমস্তে উপজি।
হেন জানা আছো পাপ সাগৰত মজি ॥ ১৩৩
নিতে নিতে সিজে পাপ তাতে মহা লীলা।
শালৰ নাৱত যেন ভৰা দিলো শিলা ॥
বুৰি আসে তনু নাও নাহিকে চেতন।
নমো নমো কৃষ্ণ প্ৰভু পশিলো শৰণ ॥ ১৩৪
দায়াশীল বাসুদেৱ কৰিও উদ্ধাৰ।
তোমাত বিনায়ে গতি নাহিকে আমাৰ ॥
ভূমি উদ্ধাৰিলা তুমি সামৰ্থ পৰম।
মোক উদ্ধাৰণত তোমাৰ কোনো শ্ৰম ॥ ১৩৫
পৰম পাতকী মই ভকতি বিহান।
কলিৰ মনত মজি আছো এত দিন ॥
তুমিসি সুহৃদ মোৰ আবেসে বিদিত।
জানিলো তুমিসে মোৰ আত্মা মহাহিত ॥ ১৩৬
আউৰ যেন নপাসৰো অৰুণ চৰণ।
হুয়ো কৃপাময় মই পাপীত প্ৰসন্ন ॥
সদায়ে থাকোক মোৰ মুখে তয়ু নাম।
নিস্তৰো তেবেসে সবে বোলা ৰাম ৰাম ॥ ১৩৭

---

ছবি

কতোক্ষণে মনে গুণি আছে পাছে মহা মুনি
মহা কষ্টে ছাৰিলা নিশ্বাস।
হাহা কিনো দৈৱ বিধি লোকৰ নভৈল সিদ্ধি
পাষণ্ডে কৰিবে সৰ্ব্বনাশ ॥
মহা কাৰুণিক শুকে লোকৰ নিকাৰ দেখি
পৰম ব্যথিত ভৈল চিত।
ৰাজাক বোলন্ত চাই শুনা পৰীক্ষিত ৰায়
যেন মোৰ মন বিপৰীত ॥ ১৩৮

বেদতো ৰহস্য ইটো মহাভাগৱত শাস্ত্ৰ
পৃথিবীত কৰিলো প্ৰচাৰ।
কলিত মলিন লোক শুনি সবে নিস্তৰোক
অভিপ্ৰায় হেনসে আমাৰ ॥
জগত পৰম গুৰু ঈশ্বৰ কৃষ্ণক যিটো
ব্ৰহ্মা হৰে সেবে অবিচ্ছেদ।
কলিত বহুতে তাঙ্ক ভজিবেক নপাৰিবে
পাষণ্ডে কৰিবে বুদ্ধি ভেদ ॥ ১৩৯
পৰম আতুৰ যাৰ নাম অনিচ্ছায়ে স্মৰি
মৰন্তে পড়ন্তে পিচলন্তে।
এতেক কলিত হৰে মহা-কৰ্ম্মবন্ধ ছেদ
পাৰে মোক্ষ সংসাৰত হন্তে ॥
স্মৰণ মাত্ৰকে যাক উত্তম গতিক পাৱে
হেন দেৱ ঈশ্বৰ কলিত।
নভজিবে বহুতৰে অধম পামৰ নৰে
পাষণ্ডে ভেদিবে আসি চিত ॥ ১৪০
দুৰ্ঘোৰ কলিত ইটো তৰণ উপায় যিটো
কহোঁ ৰাজা হুয়ো সাৱধান।
দূষিত কৰিলে কলি কাহাৰো পৱিত্ৰ শুদ্ধি
দ্ৰব্য দেশ তনু মন প্ৰাণ ॥
ঈশ্বৰ কৃষ্ণক যিটো চিত্তত নিশ্চয় কৰি
ভজে মাত্ৰ তাহান চৰণে।
হুয়া তাতে পৰিতোষ হৰন্ত কলিৰ দোষ
মহাহৰি এতেকে তেখনে ॥ ১৪১
মাধৱৰ নাম গুণ কলিত পৰম পুণ্য
থাকে যিটো দঢ়াই প্ৰতি নিতে।
শ্ৰৱণ কীৰ্ত্তন কৰে যদিবা অনন্ত স্মৰে
তাকে বা আশংসে যিটো চিত্তে ॥
কেশৱত দঢ়াই হিয়া যি পাৱে নৈবেদ্য দিয়া
তাঙ্কে মাত্ৰ পূজে যিটো নৰে।
এতেকে হিয়াত থাকি অযুত জন্মৰ পাপ
কলিত হৰন্ত দামোদৰে ॥ ১৪২

দুৰ্ঘোৰ কলিত ইটো তৰণ উপায় এহি
আতপৰে আৰ কিছো নাই।
আপুনি পুছিলা যিটো তাহাৰ সিদ্ধান্ত দিলো
শুনা ৰাজা আৰো অভিপ্ৰায় ॥
পাপত মগন হুয়া কৰ্ম্মক আচৰে গৈয়া
জানা সি কি পুণ্য সিজে তাৰ।
দুৰ্ঘোৰ কলিত ইটো মলমতি মনুষ্যৰ
একো কৰ্ম্মে নাহি অধিকাৰ ॥ ১৪৩
যেন সুবৰ্ণক শুদ্ধ মৃত্তিকা নকৰৈ যদি
ধোৱে আনি অসংখ্যাত জলে।
খপন্তে খপন্তে* যেবে বহ্নি অন্তৰ্গত ভৈলে
তেবে সুবৰ্ণক তেজৈ মলে ॥
এহি মতে তপ জপ যজ্ঞ যোগ আচৰিয়া
মিছাতেসে পাৱে মহা খেদ।
যাৰত নিশ্চয় কৰি হিয়াত নধৰে হৰি
নোহে তাৰে কৰ্ম্ম বন্ধ ছেদ ॥ ১৪৪
দেৱ সবে উপাসয় যদি যোগ অভ্যাসয়
কৰে স্নান সমস্তে তীৰ্থত।
দানে ব্ৰতে তপে বুদ্ধি নুহি অভ্যন্তৰ শুদ্ধি
কহিলো তোমাত ইটো তত্ত্ব ॥
জগত ঈশ্বৰ হৰি আহ্ম হৃদি স্থিত কৰি
যিমতে পৱিত্ৰ হোৱে চিত।
কহিলো শাস্ত্ৰৰো সাৰ কলিত নিস্তাৰ আৰ
নাহি জানা ইসে পৰীক্ষিত ॥ ১৪৫
বুজিয়া শাস্ত্ৰৰ মৰ্ম্ম সৰ্ব্ব জন্মে তুমি ৰাজা
কৰিও কৃষ্ণক হৃদি স্থিত।
তেবে মৃত্যু সময়ত ধৰি কৃষ্ণ চৰণত
মহা গতি পাইবা পৰীক্ষিত ॥
সেহি মনে মৰণতো কৃষ্ণৰ চৰণে যিটো
তাৰ কথা শুনিও স্বৰূপ।
সংহৰি কলিৰ পাপ তাহাক জগত বাপ
[illegible] আপোনাৰ নিজ ৰূপ ॥ ১৪৬

এবে মঞি দঢ়াই মতি কলিকেসে কৰোঁ স্তুতি
যদি কালি পাপৰ সাগৰ ॥
মহন্ত গুণেক আৰ সংসাৰ মধ্যত সাৰ
শুনা সাৱধানে নৃপবৰ ॥
যদি দুৰাচাৰ আতি যদিবা অধৰ্ম্ম জাতি
কৰে মাত্ৰ কৃষ্ণৰ কীৰ্ত্তন।
আতি অপ্ৰয়াস ভাৱে এতেকে কৃষ্ণৰ পাৱে
ছিণ্ডে ঘোৰ সংসাৰ বন্ধন ॥ ১৪৭
সত্য যুগে ধ্যান কৰি সদায়ে আৰাধে হৰি
নানা যজ্ঞ যজিয়া ত্ৰেতাত।
দ্বাপৰে ভকতি ভাৱে পূজিয়া যি গতি পাৱে
মহা মহা মহন্তে সাক্ষাত ॥
ইটো ধন্য ধন্য কলি আকেসে মহন্ত বুলি
ভাল মন্দ একোৱে নচাৰে।
যতেক যুগৰ ধৰ্ম্ম আচাৰ যতেক কৰ্ম্ম
কীৰ্ত্তনে সবাৰো ফল পাৱে ॥ ১৪৮
কলিৰ পৰম ধৰ্ম্ম মাধৱৰ নাম কৰ্ম্ম
কীৰ্ত্তনেসে জানিবা নৃপতি।
কলিৰ পাতেক চয় কীৰ্ত্তনেসে কৰে ক্ষয়
পাৱে নৰে পৰম মুকুতি ॥
মহা ভাগ্যৱন্ত নৰে কলিত কীৰ্ত্তন কৰে
আছে পুণ্য পৰ্ব্বত আকাৰ।
কেশৱ প্ৰসন্ন তাৰ কহিলো সাৰতো সাৰ
সিসে পাইলে সংসাৰৰো পাৰ ॥ ১৪৯

---

### দুলড়ী

শুনা সভাসদ ভাগৱত পদ
আপদ হোক বিনাশ।
ইটো কলি কাল ভকতক ভাল
কৰিলা শুকে প্ৰকাশ ॥

---

* খপন্তে খপন্তে—দুইৰ জালত পুৰোঁতে পুৰোঁতে।

ভাৰত বৰিষ মনুষ্য শৰীৰ
কলি যুগ হৰি নাম।
চাৰিৰ সঞ্জোগ কত পুণ্যে পাইলা
কৰা তৰিবাৰ কাম ॥ ১৫০
ইহেন কালত তৰিতে নপাৰে
মনুষ্য জনম পায়া।
ভকতি নকৰে হৰি নুসুমৰে
তাক বঞ্চে বিষ্ণু-মায়া ॥
নমো নমো ৰাম কৰা উপশাম
সংসাৰৰ দুখ তাপ।
তোমাত নভজি আপদত মজি
মৰো হেৰা কৃষ্ণ বাপ ॥ ১৫১
তুমিসে মাধৱ আমাৰ বান্ধৱ
এবেসে ভৈল বিদিত।
সংসাৰ তাৰণ তোমাৰ চৰণ
তথাপি নিচিন্তে চিত ॥
মনৰ লগত ভৈলোঁ বুদ্ধিহত
মায়াৰ নপাইলো পাৰ।
মঞিঁ দুৰাশয় জানি কৃপাময়
আপুনি কৰা উদ্ধাৰ ॥ ১৫২
ভকতি সঞ্চিবো যিমতে বঞ্চিবো
সংসাৰ তাপ দুৰ্ঘোৰ।
দিয়ো উপদেশ হে হৃষিকেশ
হৃদয়তে থাকি মোৰ ॥
সদা মোৰ মুখে যেন সুখে দুখে
নছাড়ো তোমাৰ নাম।
হেন কৃপা কৰি দানক উদ্ধাৰা
ডাকি বোলা ৰাম ৰাম ॥ ১৫৩

---

পদ

পুচিলা নৃপতি তুমি সংশয় দুতয়।
কোন পুণ্যে কলিৰ পাতক হৰে ক্ষয় ॥
কলিৰ পৰম ধৰ্ম্ম শ্ৰৱণ কীৰ্ত্তন।
দিলো দুয়ো সিদ্ধান্ত শুনিলা এক মন ॥ ১৫৪
প্ৰলয় কল্পৰ আবে শুনিয়োক মান।
এহিতো কৃষ্ণৰ লীলা চৰিত্ৰ প্ৰধান ॥
শুনিয়োক চতুৰ্ব্বিধ প্ৰলয়ৰ কথা।
প্ৰথমতে কহো নিত্য প্ৰলয় ব্যৱস্থা ॥ ১৫৫
ব্ৰহ্মা আদি কৰি যত আছে প্ৰাণীচয়।
সমস্তৰে হোৱে নিতে উৎপত্তি প্ৰলয় ॥
কালৰ বেগত যাই দেহৰ অৱস্থা।
তাক কেহো তৰ্কিবাক নপাৰে সৰ্ব্বথা ॥ ১৫৬
যেন আকাশতে চন্দ্ৰ সূৰ্য্যে গতি কৰে।
তাক লক্ষিবাক নপাৰয় একো নৰে ॥
যেন নদী সমস্তৰ জল যাই বহি।
তথাপি আগতে দেখে নদী আছে ৰহি ॥ ১৫৭
সেহি মতে ব্ৰহ্মা আদি কৰি যত তৃণ।
সবাৰো শৰীৰ ক্ষেণে ক্ষেণে হোৱে ভিন ॥
পৰম অতৰ্ক কাল ঈশ্বৰৰ গতি।
কহিলো প্ৰলয় নিত্য তোমাত নৃপতি ॥ ১৫৮
শুনা আবে নৈমিত্তিক প্ৰলয়ৰ কথা।
কতনো নিকাৰ কৈবো জীৱৰ অৱস্থা ॥
চতুৰ্থ হাজাৰ যুগে ব্ৰহ্মাৰ দিবস।
ব্ৰহ্মাৰ দিনত হৱে মনু চতুৰ্দ্দশ ॥ ১৫৯
ৰাত্ৰিয়ো অতেক কাল জানিবা নিশ্চয়।
তিনিয়ো লোকৰ হোৱে নিপাত প্ৰলয় ॥

জগতকে উদৰতে লৈয়া নাৰায়ণ।
অনন্ত শয্যাত প্ৰভু কৰিলা শয়ন ॥ ১৬০
শূন্য তিনি লোক মজে প্ৰলয় জলতে।
ব্ৰহ্মায়ো থাকন্ত সুতি কৃষ্ণৰ লগতে ॥
নিশা অৱসানে দুনাই সৃষ্টি প্ৰবৰ্ত্তয়।
জানা ৰাজা আকে বুলি নৈমিত্তিক লয় ॥ ১৬১
প্ৰাকৃত প্ৰলয় আবে শুনিয়ো নৃপতি।
কোননো নহৈবে ইটো জীৱৰ সঙ্গতি ॥
যেবে এক শত ভৈল বৰিষ ব্ৰহ্মাৰ।
কৰন্ত ঈশ্বৰো তেবে ব্ৰহ্মাকো সংহাৰ ॥ ১৬২
পৃথিবী প্ৰমুক্ষে সবে হুয়া গুণে হীন।
যাত হন্তে হোৱে দুনাই তাতে যাই লীন ॥
নৰহয় কিছো ব্ৰহ্মাণ্ডৰ হৰে নাশ।
জগতকে দেন্ত কৃষ্ণে উদৰতে বাস ॥ ১৬৩
নোহে বৃষ্টি শতেক বৰিষ পৃথিবীত।
খাইবে নপাই প্ৰজা হৈবে ক্ষুধায়ে পীড়িত ॥
অন্যো অন্যে ধৰি শৰীৰৰ মাংস খায়।
এহিমতে লোক নিৰন্তৰে মৰি যায় ॥ ১৬৪
প্ৰচণ্ড আদিত্যে উপৰত তাপ কৰে।
অনন্ত মুখৰ বহ্নি বজাই তাত পৰে ॥
পাতাল পৃথিবী দহি উপৰক আসে।
সঞ্চৰৈ বহ্নিৰ শিখা প্ৰচণ্ড বতাসে ॥ ১৬৫
অগ্নি সূৰ্য্যে অধে ঊৰ্দ্ধে ব্ৰহ্মাণ্ডকো দহে।
দগধ গোময়* পিণ্ড যেন হুয়া ৰহে ॥
মহা মেঘে বৰিষয় শতেক বৎসৰ।
প্ৰলয়ৰ জলে ভৰে ব্ৰহ্মাণ্ড ভিতৰ ॥ ১৬৬
কালৰ বেগত ব্ৰহ্মাণ্ডৰো হৰে ক্ষয়।
সাতো আৱৰণ অন্যো অন্যে যাই লয় ॥
পৃথিবী জলত পশে উদক তেজত।
তেজো পশে বায়ুত পবন আকাশত ॥ ১৬৭
পশে অহঙ্কাৰত আকাশো গৈয়া পাছে।
ইন্দ্ৰিয় দেৱতা মন আনো যত আছে ॥
মহত্বতো পশে অহঙ্কাৰ বৃত্তি হীন।
প্ৰকৃতিত আপুনি মহতো যায় লীন ॥ ১৬৮
ঈশ্বৰৰ লীলাত জগত নাশ হয়।
কটাক্ষতে কোটি কোটি ব্ৰহ্মাণ্ডৰো লয় ॥
পুৰুষ প্ৰকৃতি বৃত্তি শূন্য হুয়া থাকে।
জ্ঞানীগণে প্ৰাকৃত প্ৰলয় বোলৈ আকে ॥ ১৬৯
নিত্য নৈমিত্তিক কৈলো প্ৰাকৃত প্ৰলয়।
শুনা আত্যন্তিক লয় আবে মহাশয় ॥
মোক্ষকেসে বলি ৰাজা আত্যন্তিক লয়।
ব্ৰহ্মজ্ঞানী দেখৈ জগতকে ব্ৰহ্মময় ॥ ১৭০
বুদ্ধি মন ইন্দ্ৰিয় মহত অহঙ্কাৰ।
ব্ৰহ্মত পৃথক নুহি যতেক সংসাৰ ॥
ব্ৰহ্ম ব্যতিৰেকে যত দেখা মিছা আন।
জৰীত উপজি যেন আছে সৰ্প জ্ঞান ॥ ১৭১
জাগণ সপোন বুদ্ধিৰেসে বৃত্তিচয়।
নানা বিধ দেখা যিটো সিটো মায়াময় ॥
সমস্তে অবস্তু যেন তাতে কৰ নয়।
ক্ষেণেকে উপজি ক্ষেণেকতে নাশ হয় ॥ ১৭২
যেন আকাশত মিলৈ সংহতি মেঘৰ।
ক্ষণেকে থাকিয়া হৰৈ ক্ষণেকে অন্তৰ ॥
ব্ৰহ্মতো জগত ৰাজা জানা সেহি নয়।
উপজিয়া ব্ৰহ্মত ব্ৰহ্মতে হোৱে লয় ॥ ১৭৩
একে ব্ৰহ্ম আছা সৰ্ব্ব দেহক প্ৰকটে।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে ॥
জলত সূৰ্য্যক যেন দেখি ভিন্ন ভিন্ন।
সেহি মতে জানিবা ব্ৰহ্মৰো ভেদ হীন ॥ ১৭৪
কঙ্কণ কুণ্ডল ঘট মণি হেমহাৰ।
একে সুবৰ্ণক দেখি অনেক আকাৰ ॥
এহিমতে এক ব্ৰহ্ম জানা সত্য সিদ্ধ।
অজ্ঞানত বাক্য বোলৈ তাঙ্ক বহু বিদ্ধ ॥ ১৭৫
সূৰ্য্য ৰশ্মিত হোৱৈ যেন মহা মেঘগণ।
সূৰ্য্য অংশ চক্ষুক তথাপি কৰে ছন্ন ॥

*গোময়—গোবৰ

ব্ৰহ্মৰে স্বৰূপ অহঙ্কাৰ যদি হয়।
ব্ৰহ্ম অংশ জীৱক তথাপি আৱৰয়* ॥ ১৭৬
যেন মেঘ গৈলে চক্ষু সূৰ্য্যক নীৰেখে।
অহঙ্কাৰ গুছিলে ব্ৰহ্মক জীৱে দেখে ॥
মায়া এড়ি আপুনি বুদ্ধিৰ গুছে ভ্ৰম।
নিৰ্ম্মল হৃদয় জীৱে দেখে পৰব্ৰহ্ম ॥ ১৭৭
যি কালত জ্ঞান অস্ত্ৰে ছেদে অহঙ্কাৰ।
ছিণ্ডে কৰ্ম্ম বন্ধ জীৱে তেবে আপনাৰ ॥
হৃদয়তে পৰম আনন্দ হোৱে জাত।
পৰিপূৰ্ণ আত্মা হোবৈ মনতে সাক্ষাত ॥ ১৭৮
দেহকো নেদেখে জীৱে হুযা ব্ৰহ্মময়।
ইহাকে বুলিয় ৰাজা আত্যন্তিক লয় ॥
কহিলো তোমাত চাৰি প্ৰকাৰ প্ৰলয়।
ভকতি নভৈলে কৈতো নেড়াই মৃত্যু ভয় ॥ ১৭৯
দেঞ্ৰোঁ পৰিচ্ছেদ কিবা কহিবো বহুত।
দেখে ব্ৰহ্মময় যিটো জীৱন্তে মুকুত ॥
তথাপিতো সিটো কৃষ্ণ কীৰ্ত্তনেসে তৰৈ।
ভকতি নভৈলে দুনাই মায়া আসি ধৰৈ ॥ ১৮০
কৰৈ অচেতন ব্ৰহ্ম জ্ঞান হোৱৈ হত।
পৰৈ *পৰৱৰ্ত্তি আসি সংসাৰ গৰ্ত্তত ॥ *ঘূৰি অহা।
ভকতি বিহীনে হেন জ্ঞানৰো অৱস্থা।
মহা মূঢ় বিষয়ীৰ কি কহিবো কথা ॥ ১৮১
যিটো নাৰায়ণ কৃষ্ণ জগতৰ ধাতা।
জগত নিবাস জগতৰ পিতা মাতা ॥
কহিলো তাহান কিছো মাত্ৰ লীলা কথা।
কহিবে নপাৰো সবে ব্ৰহ্মায়ো সৰ্ব্বথা ॥ ১৮২
হেনবা হৈবেক শঙ্কা মনত তোমাৰে।
সমস্তে কহিবে যেবে ব্ৰহ্মায়ো নপাৰে ॥
তেবে ইটো কথা কহিবাক কোন কাজ।
আৰ অভিপ্ৰায় কহো শুনা মহাৰাজ ॥ ১৮৩
সংসাৰত তিনি তাপ যেন দাৱানল।
কৰিবাক লাগি আছে জীৱক বিকল ॥
আক নিস্তাৰিবে বাঞ্ছে যিটো মহাজন।
কৰন্তোক কৃষ্ণ কথা ৰস নিসেৱন ॥ ১৮৪
এহিসে সুদৃঢ় নৌকা সংসাৰ সাগৰে।
নাহি নাহি তৰণ উপায় আত পৰে ॥
চাৰি বেদ চৌদ্ধয় শাস্ত্ৰৰ ইসে তত্ত্ব।
কহিলো নৃপতি আবে তোমাৰ আগত ॥ ১৮৫
হেন জানি জন্ম লোকে নকৰিয়ো বৃথা।
যাৰ যেন শকতি শুনোক কৃষ্ণ কথা ॥
যাৰ যেন মতি কৰা কৃষ্ণৰ কীৰ্ত্তন।
এতেকে ছিণ্ডিবে ঘোৰ সংসাৰ বন্ধন ॥ ১৮৬
যেন ফল পাৱে তপ জপ তীৰ্থ স্নানে।
যেন ফল পাৱে মহা যজ্ঞ যোগ দানে ॥
যেন ফল পাৱে মহা জ্ঞান বৈৰাগ্যত।
কলিত সমস্তে পাৱে কৃষ্ণ কীৰ্ত্তনত ॥ ১৮৭
শ্ৰৱণ কীৰ্ত্তন এড়ি আন কৰ্ম্ম কৰে।
পাৱে শ্ৰম বিফলে কলিত সিটো নৰে ॥
অধৰ্ম্মে খেদাইলে ধৰ্ম্মে কৈতো নপাই ঠাই।
হৰি ভকতিত আছে শৰণ সোমাই ॥ ১৮৮
আচৰি ভকতি যিটো নাম গুণ গাৱে।
সি সি জনে সমস্ত ধৰ্ম্মৰ ফল পাৱে ॥
এতেকেসে কলিত কীৰ্ত্তন ধৰ্ম্ম সাৰ।
আউৰ একো থানে নাই ধৰ্ম্মৰ সঞ্চাৰ ॥ ১৮৯
এহিসে পৰম ধৰ্ম্ম জানিবা সৰ্ব্বথা।
হেনবা বুলিবা কৈত পাইলা ইটো কথা ॥
একোৱে পুৰুষে নতো শুনি কৰ্ণ শ্ৰুতি।
কহো আৰ গুণ আবে শুনিয়ো নৃপতি ॥ ১৯০
বেদতো ৰহস্য ইটো আতি অনুপাম।
পৰমাৰ্থ শাস্ত্ৰ মহা ভাগৱত নাম ॥

* সূৰ্য্যৰ কিৰণৰ গুণতেই মেঘ উৎপন্ন হয় যদিও সূৰ্য্যৰ কিৰণত দেখা পোৱা মানুহৰ চকুৰ দৃষ্টিক সেই মেঘে সূৰ্য্য দৰ্শনত বাধা দিয়ে। সেইদৰে অহঙ্কাৰ ব্ৰহ্মৰপৰা জন্মিলেও সি ব্ৰহ্মৰ অংশীভূত জীৱৰ বন্ধন ৰূপে তাৰ আবৰক হয় অৰ্থাৎ অহঙ্কাৰে জীৱক ব্ৰহ্ম দৰ্শনত বাধা জন্মায়।

পৰম ঈশ্বৰ যিটো নাৰায়ণ মুনি ।
ইটো শাস্ত্ৰ তেন্তে মাত্ৰ জানন্ত আপুনি ॥ ১৯১
পাছে পদ্ম কলপত কেশৱ সাক্ষাত ।
ইটো মহা ভাগৱত কহিলা ব্ৰহ্মাত ॥
পৰম ঈশ্বৰ জ্ঞান ৰহস্য ভকতি ।
জানি কৃতকৃত্য আতি ভৈল প্ৰজাপতি ॥ ১৯২
পৰম দায়ালু দেৱ জগতৰ পিতা ।
কৈলা নাৰদত ইটো পুৰাণ সংহিতা ॥
কৃষ্ণ দ্বৈপায়ণ যিটো মোৰ পিতৃ ব্যাস ।
দায়ায়ে নাৰদে তান্ত কৰিলা প্ৰকাশ ॥ ১৯৩
নাৰদৰ উপদেশে ব্যাস সৰ্ব্বজান ।
কৰিলা বিস্তাৰ ইটো শাস্ত্ৰক নিৰ্ম্মাণ ॥
মহা ভাগৱত ইটো পুৰাণ সংহিতা ।
পৰম স্নেহত মোত কহিলন্ত পিতা ॥ ১৯৪
সুৰ সিদ্ধ মুনি আক কেহোৱে নজানে ।
নাহিকে প্ৰচাৰ আৰ আউৰ একো থানে ॥
নষ্ট ভৈলা প্ৰজা জানি কলিৰ পাপত ।
এতেকে কহিলো মঞি তোমাৰ আগত ॥ ১৯৫
দেখিতে নপাৰি ইটো লোকৰ নিকাৰ ।
কৃপায়ে কৰিলো আনি শাস্ত্ৰক প্ৰচাৰ ॥
আকে শুনি ভণি কলি যুগে যত লোক ।
মহা সুখে থাকিয়া ঘৰতে নিস্তাৰোক ॥ ১৯৬
উগ্ৰশ্ৰবা সুত আছা আগতে উৎসুকে ।
আঙ্গুলি নিৰ্দ্দেশি তাক বুলিলন্ত শুকে ॥
নৈমিষাৰণ্যত ঋষি সমজ্যাত তথা ।
এহি সুতে কৈবা ইটো ভাগৱত কথা ॥ ১৯৭
আত হন্তে হৈব ইটো ৰাজ্যত বিদিত ।
আকে শুনি নিস্তাৰিবে দুৰ্ঘোৰ কলিত ॥
এতেকে বোলন্তে শুক গুৰু প্ৰসাদত ।
ভৈল শাস্ত্ৰ তেখনে সুতৰ কণ্ঠাগত ॥ ১৯৮
[illegible] বুলি গুৰুৰ প্ৰসাদ পায়া সুত ।
[illegible] আনন্দ যেন ভৈলন্ত যুকুত ॥

হৰিষে নেত্ৰৰ নীৰ ঝৰে পুনু পুনু ।
প্ৰেমতে সৰ্ব্বাঙ্গে ভৈল পুলকিত তনু ॥ ১৯৯
দণ্ডৱতে শুকক কৰিয়া নমস্কাৰ ।
চৰণৰ ধূলি তুলি লৈলা বাৰম্বাৰ ॥
প্ৰাণ গুৰু বুলি তুতি কৰিলন্ত সুত ।
দেখি ভৈল সমস্তে সমাজে অদভুত ॥ ২০০
আছন্ত মনত গুণি শুক কৃপাময় ।
ইটো শাস্ত্ৰ শুনন্তে মৃত্যুৰ গুছে ভয় ॥
দুনাই সুমৰাও তান হেন ভৈল চিত ।
ৰাজাক বোলন্ত শুকে শুনা পৰীক্ষিত ॥ ২০১

ব্ৰহ্মোপদেশ

জগতৰ কৰ্ত্তা হৰ্ত্তা ব্ৰহ্মা মহেশ্বৰ ।
যাহাৰ অধীন দুয়ো দেৱ নিৰন্তৰ ॥
হেন ভগৱন্তক শুনিলা মহাশয় ।
আৰো আছে নৃপতি তোমাৰ মৃত্যু ভয় ॥ ২০২
আউৰ কি মৰিবা তুমি আপুনি কৃতাৰ্থ ।
শুনিলাহা ভাগৱত কথা পৰমাৰ্থ ॥
ভৈলা কোটি জন্মৰ পাতেকচয় চুৰ ।
মৰো হেন মনৰ অজ্ঞান কৰা দূৰ ॥ ২০৩
নাহি জন্ম পূৰ্ব্বত অদ্যাপি নোহো জাত ।
অজৰ অমৰ তুমি আত্মাসে সাক্ষাত ॥
দেহৰেসে ধৰ্ম্ম ইটো জনম মৰণ ।
দেহতেসে হন্তে হোৱৈ দেহ উতপন্ন ॥ ২০৪
দেহতে আছাহা মাত্ৰ তুমি দেহ হীন ।
যেন অগ্নি থাকন্তে কাষ্ঠতো কৰি ভিন্ন ॥
যেন ঘট ভাঙ্গি গৈলে ঘটৰ আকাশ ।
আকাশতে লীন হোৱৈ নাহি তাৰ নাশ ॥ ২০৫
জনম মৰণ ইটো দেহৰেসে ধৰ্ম্ম ।
মনে স্ৰজৈ জীৱৰ শৰীৰ গুণ কৰ্ম্ম ॥
মনকো মায়ায়ে স্ৰজৈ জানা সাৰে সাৰ ।
এহিৰ কাৰণে হৱৈ জীৱৰ সংসাৰ ॥ ২০৬

তৈল মালৈ শলা বহ্নি সংযোগ যাৰত।
দীপ হেন বুদ্ধি ভাৱে প্ৰকাশে লোকত ॥
দেহ মন কৰ্ম্ম আত্মা যাৰত সংযোগ।
তাৱে জীৱ নাম থাকৈ দুখ কৰে ভোগ ॥ ২০৭
দেহ কৰ্ত্তা মনেৰেসে জানিবা সংসাৰ।
জনম মৰণ একো নাহিকে আত্মাৰ ॥
তৈল অসংযোগে গুচে দীপৰ প্ৰকাশ।
মহাজ্যোতি ৰূপ অগনিৰ নাহি নাশ ॥ ২০৮
যত পৰমাৰ্থ-তত্ত্ব কহিলো বিদিত।
হেন মনে মানা তুমি স্থিৰ কৰি চিত ॥
মই পৰমাত্মা আত নাহিকে সন্দেহ।
দেহতেসে আছো মই নোহো ইটো দেহ ॥ ২০৯
যিটো মই সেহি ব্ৰহ্ম মানা হেন মনে।
যিটো ব্ৰহ্ম সেহি মই জানা সৰ্ব্বক্ষণে ॥
এতেকে গুচিবে শোক মোহ মহাৰথ।
কহিলো তোমাত ইটো ব্যৱহাৰ পথ ॥ ২১০
এতেক নলাগে কহি আছো বিদ্যমান।
অন্তকালে ভকতি মিলাইবে মহাজ্ঞান ॥
ভকতিত আছে যত জ্ঞান বিৰকতি।
জানিয়া কৃষ্ণৰ পাৱে ধৰা দৃঢ় মতি ॥ ২১১
কৃষ্ণৰ চৰণ চিত্তে চিন্তা হৃদয়ত।
কৃষ্ণৰেসে অংশ মই মানিবা মনত ॥
নেদেখিবা তক্ষককো পাৰত দংশন্তে।
এতেকে তোমাক নিস্তাৰিবে ভগৱন্তে ॥ ২১২
যতেক পুছিলা মানে পৰীক্ষিত তাত।
ৰহস্যৰো ৰহস্যক কহিলো তোমাত ॥
জগতৰে আত্মা যিটো কৃষ্ণ কৃপাময়।
কৰিলো বিদিত তান যত চেষ্টাচয় ॥ ২১৩
তোমাৰ কি শোক মোহ গুচিল নিচয়।
আউৰ নুপুজৈ মনে মোহ-মৃত্যু ভয় ॥
ঈশ্বৰক চিনিলা জানিলা আপুনাক।
বাপ পৰীক্ষিত বোল কৈয়ো দুক বাক ॥ ২১৪

আৰো বুজিবাক আছে যদি বা প্ৰবন্ধ।
বোলা পুনৰপি তেবে কহো বাহুই স্কন্ধ ॥
নৃপতিৰ মুখক নীৰেক্ষি কৃপাময়।
এহি বুলি মৌন ভৈলা ব্যাসৰ তনয় ॥ ২১৫
শুনা সামাজিক জন কৃষ্ণৰ চৰিত্ৰে।
শুনন্তে কৃষ্ণক পাইলা ৰাজা পৰীক্ষিত ॥
নাহি আত পৰে মুখ্য পন্থ সংসাৰত।
বেদান্তৰো সাৰ ইটো মহা ভাগৱত ॥ ২১৬
বৈকুণ্ঠৰ ধৰ্ম্ম ইটো পৰম অমৃত।
শুক মুখে ভৈল আসি কলিত বিদিত ॥
মহন্তৰ মুখে আক কৰ্ণে কৰা পান।
এতেকে লভিবা সুখে বৈকুণ্ঠত স্থান ॥ ২১৭
নমো হৰে কৃষ্ণ নাথ অনাথৰ গতি।
হেন উপদেশ দেৱ দিয়োক সম্প্ৰতি ॥
যৈতে তৈতে জন্ম মোৰ হৌক কৰ্ম্ম ভাগে।
নেড়ো যেন তোমাৰ চৰণ অনুৰাগে ॥ ২১৮
তুমি প্ৰিয়তম আত্মা পৰম ঈশ্বৰ।
হেন জ্ঞান নুগুচোক সদায়ে মনৰ ॥
পুত্ৰ পত্নী বিষয়ত নৌক আসকতি।
তোমাৰ চৰণে হৌক একান্ত ভকতি ॥ ২১৯
হৰি ভকতৰ সঙ্গ হৌক সৰ্ব্বক্ষণে।
তোমাৰ চৰিত্ৰ কথা শুনিবো শ্ৰৱণে ॥
সুখে দুখে মুখে মোৰ নছাড়োক নাম।
তেবেসে নিস্তৰো সবে বোলা ৰাম ৰাম ॥ ২২০

---

পৰীক্ষিতৰ ব্ৰহ্মজ্ঞান লাভ

ছুলড়ী

নিগদন্তি সুত　　শুনিয়ো শৌনক
যেন কথা ভৈল পাছে।
এতেক বচন　　বুলি ব্যাস সুত
মৌন হুয়া যেবে আছে ॥

জগতক যিটো দেখৈ কৃষ্ণময়
ব্ৰহ্মৰূপী মহামুনি।
বৈকুণ্ঠৰ শাস্ত্ৰ মহা ভাগৱত
তাহানে মুখত শুনি ॥ ২২১
শৰীৰ মনৰ মল দূৰ ভৈল
গুছিল মোহ আন্ধাৰ।
পৰম ঈশ্বৰ প্ৰকাশ ভৈলন্ত
হিয়াত আসি ৰাজাৰ ॥
দ্ৰৱ ভৈল চিত্ত তনু লোমাঞ্চিত
ঝৰে নয়ণৰ নীৰ।
আনন্দে মগন ভৈল কতোক্ষণ
কৰিলন্ত চিত্ত থিৰ ॥ ২২২
অৱনত মাথে উঠি নৰ নাথে
সম্পুস্ট অঞ্জলি ধৰি।
শুকৰ চৰণ পদ্ম দুখানিক
মাথাত লৈলা সাদৰি ॥
সলোতক মুখে গদ গদ বাক্যে
বুলিলা ৰাজা প্ৰণামি।
কহি পৰমাৰ্থ কৰিলা কৃতাৰ্থ
তৰিলো তৰিলো আমি ॥ ২২৩
যিটো মহা হৰি ব্ৰহ্মা আদি কৰি
মোহিত যাৰ মায়াত।
মোহ অন্ধকাৰ গুছায়া আমাৰ
কৰাইলা তাঙ্ক সাক্ষাত ॥
তযু উপদেশে আবেসে জানিলো
প্ৰাণৰ বন্ধু কৃষ্ণক।
কৰিলাহা যেন কিনো কৃপা মোক
চক্ষু দিলা অন্ধকক ॥ ২২৪
সংসাৰ তাপত মৰৈ মূঢ় লোক
কৰাহা আক নিস্তাৰ।
কেশৱত চিত্ত আছে যাৰ ইটো
তুহি অদভুত ভাব ॥
যিটো শাস্ত্ৰ মোত কহিলাহা আত
কিছো নেদেখিলো আন।
ঈশ্বৰ কৃষ্ণক প্ৰকাশে সদায়
নামেসে ধৰ্ম্ম প্ৰধান ॥ ২২৫
অভয় ব্ৰহ্মক আপুনি দেখাইলা
তাহান্তে ভৈল প্ৰবেশ।
তক্ষক মৃত্যুক লাগি গুৰু মোৰ
নাহি ভয় লয়লেশ ॥
আউৰ একো আন শুনিবাক লাগি
প্ৰয়োজন নাহি বাপ।
কৃষ্ণ গুণ নাম ব্যতিৰেকে মই
এড়োহো আন আলাপ ॥ ২২৬
কাম অভিলাষ বিষয় বাসনা
চিতে তেজিলেক মোৰ।
কৃষ্ণৰ চৰণ তেজন্তেসে এবে
মিলে মহা দুখ ঘোৰ ॥
হেন জানি মোক তুমি গুৰু বাপ
দিয়ো অনুমতি দান।
মাধৱ বন্ধুৰ চৰণত চিত্ত
দিয়া তিয়াগিবো প্ৰাণ ॥ ২২৭
পৰম অভয় কৃষ্ণৰ চৰণ
দেখাইলা মোক আপুনি।
গুছিল অজ্ঞান ভৈলো জ্ঞান নিষ্ঠ
নিষ্টে কহো মহামুনি ॥
এহি বুলি ৰাজা পূজিলা গৌৰৱে
শুকৰ দুই চৰণ।
অনেক বচন বিনয় বোলন্ত
হুয়োক গুৰু প্ৰসন্ন ॥ ২২৮
কৰোহো কাতৰ দিয়ো এহি বৰ
মৰণ সময়ে স্বামী।
বান্ধৱ কৃষ্ণৰ অৰুণ চৰণ
যেৱে নপাসৰো আমি ॥

শিৰক পৰশি শুকে বুলিলন্ত
হেনয় হৌক নৃপতি।
ভিক্ষুগণ সমে উঠি লড়ি গৈলা
লৈয়া তান্তে অনুমতি ॥ ২২৯
পাছে পৰীক্ষিত গঙ্গাৰ তীৰত
বসিলা কুশ বিছাই।
উত্তৰক মুখে মাধৱক স্মৰি
থিৰ কৰিলন্ত কায় ॥
আত্মা বিষয়ত চিত্ত প্রবেশায়া
চিন্তন্ত কৃষ্ণ চৰণ।
নিচল শৰীৰ মন ভৈল থিৰ
নটলে প্ৰাণ পৱন ॥ ২৩০
ছিণ্ডিল সংশয় ভৈল ব্রহ্মময়
দেহাৰ এৰিয়া সঙ্গ।
ভৈলন্ত হিয়াত ঈশ্বৰ সাক্ষাত
লিঙ্গ দেহা ভৈল ভঙ্গ ॥
আনন্দ সমুদ্ৰে সমূলে মজিলা
গৈল মায়া বন্ধ ছিড়ি।
সুনিচল কায় যেন তৰু প্ৰায়
আছন্ত আসন ভিড়ি ॥ ২৩১
দ্ৰৱ ভৈল চিত্ত তনু লোমাঞ্চিত
ঝৰে নয়নৰ নীৰ।
অনেক সহস্ৰ সেনা বেঢ়ি আছে
আন্দোল গজ বাজীৰ ॥
অস্ত্ৰ শস্ত্ৰ ধৰি প্ৰজা পাটোৱাৰী*
আছে যেন কৰি ধ্যান। *শিল্পী।
বিপ্ৰ ব্যতিৰেকে ৰাজুৰ ভিতৰে
পশিতে নপাৰে আন ॥ ২৩২
অসংখ্যাত নৌকা পুৰু সাজ কৰি
গঙ্গাত বেঢ়িয়া আছে।
পিম্পৰা পৰ্য্যন্তে নপাৰে পশিবে
সিবোলা ৰাজাৰ কাছে ॥

দেৱ ঋষি ব্যাস বশিষ্ঠ প্ৰমুখ্যে
অনেক ঋষি সহস্ৰ।
ৰাজাক বেঢ়িয়া বসিয়া আছন্ত
হৰিক স্মৰি অজস্ৰ ॥ ২৩৩

---

ৰি

শুনিয়োক সভাসদ মহা ভাগৱত পদ
হৰিক নকৰা আৰে হেলা।
মাধৱ বান্ধৱ বিনে সহায় নাহিকে আন
সিটো প্ৰাণ প্ৰয়াণৰ বেলা ॥
ভাৰত ভূমিত লভি দুৰ্ল্লভ মনুষ্য জন্ম
আৰো বিশেষত কলিকাল।
হৰিৰ নামক মাত্ৰ জিহ্বায়ে বুলিবে লাগে
এতেকে পাপৰ বুন্দামাল ॥ ২৩৪
যিটো প্ৰাণবন্ধু কৃষ্ণ হৃদয়তে আছা তান্ত
মনেসে কৰিবে লাগয় সেৱ।
কড়াটোৰো নাহি হানি এতেকতে পদ্মপাণি
হন্ত তুষ্ট দেৱতাৰো দেৱ ॥
হেন সময়ত যিটো নতৰে যাতনা তাপ
তাত পৰে নাহি ভাগ্যহীন।
সিটো আপোনাক বঞ্চে চিতনি যাতনা সিঞ্চে
সুশুজিলে যমৰায়ৰ ঋণ ॥ ২৩৫
হে দায়াশীল দেৱ পাৰে পৰি কৰো সেৱ
কৰা কৃষ্ণ অগতিৰ গতি।
সংসাৰ চক্ৰত কৰ্ম্ম বিপাকে ভ্ৰমন্তে মোৰ
তযু পাৰে নছাৰোক মতি ॥
কিঙ্কৰৰো কিঙ্কৰেক তোমাৰেসে ভৈলো হৰি
মোৰ মুখে নছাৰোক নাম।
কৰা কৃষ্ণ হেন দায়া তেৱেসে নিস্তৰো মায়া
নিৰন্তৰে বোলো ৰাম ৰাম ॥ ২৩৬

---

পদ

কহে সূত শুনিয়ো শৌনক মহাভাগ ।
ঋষি শাপ শুনিয়া তক্ষক মহা নাগ ॥
আপুনাৰ নিজৰূপ তেজিয়া নিশেষ ।
ৰাজাক দংশিবে আসৈ ধৰি বিপ্ৰবেশ ॥ ২৩৭
কাশ্যপ ব্ৰাহ্মণ সমে ভৈল এক ঠাই ।
ভাস্ত কথা শোধে ঔষধৰ গন্ধ পাই ॥
কোঠৈৰ ব্ৰাহ্মণ তুমি যাহা কৈক লাগি ।
দ্বিপ্ৰে বোলে কিবা সোধা ফুৰো ভিক্ষা মাগি ॥ ২৩৮
ৰাজাক তক্ষকে খাইবে যাওঁ হেন শুনি !
নৃপতিক মন্ত্ৰ বলে জীয়াইবো আপুনি ॥
পাইবো বহু বিত হৈবে মোৰ দুখ দূৰ ।
হেন শুনি খঙ্গিল তক্ষক মহা ক্ৰূৰ ॥ ২৩৯
চক্ষু পকাই বোলৈ কাশ্যপক চাই মাতি ।
কিনো তই অবোধ লুভিয়া দ্বিজ জাতি ॥
তক্ষকে খাইবেক যাক তাকো কৰ সাস ।
দংশো বটবৃক্ষ দেখো কিমতে জীয়াস ॥ ২৪০
কাশ্যপে বোলন্ত দম্ভ নকৰিবি সৰ্প ।
বুজো দংশ বটক ভাঙ্গিবো তোৰ দৰ্প ॥
শুনি নিজ ৰূপে কোপে নাগ মহাবলী ।
জিভে খোটে বটত অগনি গৈল জ্বলি ॥ ২৪১
বিষ-বহ্নি লাগি বটবৃক্ষ ভৈল ছাই ।
আছিল খৰিয়া তাতো ভস্ম ভৈলা কায় ॥
জীয়াৱো তক্ষকে বোলৈ দেখো মুনিসাই ॥
দ্বিজো থৈলা বোকোগুাক কাষৰ নমাই ॥ ২৪২
কোঙাই আনি ছাইক সবে এক থান কৰি ।
পঢ়িবে লাগিলা মন্ত্ৰ গুৰুক সুমৰি ॥
নিজৰ ঔষধ আনি মথাইল অঙ্কুৰ ॥
ডালে মূলে পাতে বৃক্ষ ভৈল তৰপূৰ ॥ ২৪৩
জীলেক খৰিয়া আছে হাততে অঙ্কুশ ।
দেখি ভৈল তক্ষক সাক্ষাতে যেন মুস ॥
লৈয়ো দেখি শুনি হেন মন্ত্ৰৰ মহত ।
কাশ্যপক বোলৈ সৰ্পে হুয়া দৰ্প হত ॥ ২৪৪
উলটি যায়োক ধন দেওঁ যত লাগে ।
অনেক সুবৰ্ণ আনি যোগাইলেক আগে ॥
ধন দেখি ব্ৰাহ্মণৰ পালটিল চিত ।
গৈলন্ত উলটি বোকগুাত ভৰাই বিত ॥ ২৪৫
তক্ষকে ধৰিলা বৃদ্ধ ব্ৰাহ্মণৰ বেশ ।
দান্ত লৰফৰ কৰে পকি গৈলা কেশ ॥
বৃদ্ধ ব্ৰাহ্মণৰ বেশে চলি ধীৰে ধীৰ ।
তক্ষকে পাইলেক আসি ভাগিৰথী তীৰ ॥ ২৪৬
জল স্থল বৃদ্ধ দেখি কেহো নবাধিল ।
কটকৰ বাজু ছড়াই তক্ষক পশিল ॥
বসি আছা পৰীক্ষিত কৃষ্ণক আৰাধি ।
শৰীৰতো নাহি জ্ঞান ব্ৰহ্মত সমাধি ॥ ২৪৭
ধৰি আছা চাপি চিতে কৃষ্ণ চৰণকে ।
ধৰিলেক নিজৰূপ তেখনে তক্ষকে ॥
ভয়ঙ্কৰ শৰীৰ মাটিত থাপি পেট ।
কৰিলে ফোকাৰ ওপৰক তুলি ফেট ॥ ২৪৮
বিজুলী সঞ্চাৰে আসি চেলেকি কোৰাৰি ।
ৰাজাক দংশিলে চৰণত খোট মাৰি ॥
শৰীৰত বিষ-বহ্নি লাগি উধাই গৈল ।
ক্ষণেকতে নৃপতিৰ দেহা ভস্ম ভৈল ॥ ২৪৯
শৰীৰক এৰি পাইয়া আছন্ত ব্ৰহ্মকে ।
পুত্ৰবেসে কৰ্ম্ম আসি কৰিল তক্ষকে ॥
দেখি দশো দিশে প্ৰজা কৰৈ হাহাকাৰ ।
হা কৈক গৈলা বাপ নৃপতি আমাৰ ॥ ২৫০
তুমি অবিহনে ভৈল পৃথিবী অনাথ ।
এহি বুলি লোকে শোকে ধাকুবয় মাথ ॥
পৰম বিস্ময় ভৈল দেবাসুৰ নৰ ।
ধন্য ধন্য পৰীক্ষিত ৰাজ নৃপবৰ ॥ ২৫১

বিষ-বহ্নি দহন্তে নাছিল কিছো জ্ঞান ।
ভৈলা মোক্ষ পাইলা সবে প্ৰত্যক্ষে প্ৰমাণ ॥
বাৱে দেৱে দুন্দুভি গন্ধৰ্ব্বে গাৱে গীত ।
পৰম উৎসৱে অপেশ্বৰা কৰে নৃত ॥ ২৫২
সাধু সাধু বুলি দেৱে বৰিষন্ত ফুল ।
আকাশ ছানিয়া গৈল শবদ তুমুল ॥
মহা ঋষি সবো কৰিলন্ত সাধুৰ্ব্বাদ ।
কিনো কথা শুক পৰীক্ষিতৰ সম্বাদ ॥
ইহাৰেসে কীৰ্ত্তি ইটো ৰৈল সংসাৰত ।
সাফল জন্মিলা ৰাজা পাণ্ডুৰ বংশত ॥ ২৫৩
প্ৰশংসি ৰাজাক ঘৰাঘৰি গৈলা চলি ।
জন্মেজয় দিলন্ত পিতৃক জলাঞ্জলি ॥
দিলা দান দক্ষিণা সঙ্কলি পিতৃ কৰ্ম্ম ।
মোক্ষ পাইলা জানি তেজিলন্ত সবে মৰ্ম্ম ॥ ২৫৪
শুকৰ সম্বাদ পৰীক্ষিতৰ মুকুতি ।
শুনৈ ভণৈ আক একচিত্তে প্ৰতি নিতি ॥
নৃপতিৰ গতিক পাইবেক মহা সুখে ।
শুনা পাছ কথা আবে শৌনক প্ৰমুখ্যে ॥ ২৫৫
ভৈলা জন্মেজয় পাছে নৃপতি প্ৰধান ।
সমজ্যাতে ঋষিয়া তাহান্তে দিলা জ্ঞান ॥
কাশ্যপ তক্ষকে যেন যেন কথা ভৈলা ।
সমস্তে বৃত্তান্ত নৃপতিৰ আগে কৈলা ॥ ২৫৬
ৰাজাক জীয়াইবে আসৈ ব্ৰাহ্মণ ভিক্ষুকে ।
তক্ষকেসে উলটাই পঠাইল নিচুকে ॥
কহিলা ঋষিয়া আসি যতেক সঙ্গোপ ।
শুনি জন্মেজয়ৰ জ্বলিলা মহাকোপ ॥ ২৫৭
ঋষি শাপে খাইলেক আসি নাই আত দোষ ।
দ্বিজক পঠাইলে কেহ্নে কৰিয়া আক্ৰোশ ॥
তাত পৰে নাহি নাহি মহা পিতৃ বৈৰী ।
নথৈবো সৰ্পৰ নাম যাবিবো সংহৰি ॥ ২৫৮
অথৰ্ব্ব বেদীয়া বিপ্ৰ সমস্তক আনি ।
পাতিলন্ত সৰ্প সত্ৰ মহা কুণ্ড খানি ॥ [illegible]

অগনি জ্বালিয়া মন্ত্ৰে দেই হোম দান ।
মৰৈ সৰ্প পুৰি আসি অসংখ্য প্ৰমাণ ॥ ২৫৯
পৃথিৱী পাতালে যত আছে সৰ্পচয় ।
কৰিবে লাগিলা ৰাজা সবাৰো প্ৰলয় ॥
দেখি তক্ষকৰ হৃদি কম্পে গৈল লৰি ।
ইন্দ্ৰত শৰণ গৈয়া লৈলেক লৰৰি ॥ ২৬০
ত্ৰাহি ত্ৰাহি পুৰন্দৰ ৰাখা মোৰ প্ৰাণ ।
জন্মেজয় সাগৰত কৰা পৰিত্ৰাণ ॥
অভিচাৰ মন্ত্ৰে দহি মাৰে সৰ্পগণ ।
তোমাৰ পায়ত আসি পশিলো শৰণ ॥ ২৬১
দেখি পুৰন্দৰ ভৈলা সৰ্পত সদয় ।
অমৃত পিয়াইয়া তাঙ্ক দিলন্ত নিৰ্ভয় ॥
মই ৰক্ষা কৰিবো বুলিলা পুৰন্দৰ ।
তথাপি নুগুছে শঙ্কা ক্ৰুৰ তক্ষকৰ ॥ ২৬২
পশিল খাটৰ তলে পেটক ঘসাই ।
খুৰাট সাৰটি ৰৈলা আধাৰি পকাই ॥
কাম্পে কলেৱৰ তৈতো হুয়া মহা ত্ৰাস ।
দেখি দিকপাল সবে তুলিলেক হাস ॥ ২৬৩
বৈষ্ণৱ ৰাজাক দংশিলেক দুষ্ট নাগে ।
ভকতৰ দ্ৰোহী আৰ মৰিবাক লাগে ॥
এহি বুলি তক্ষকক কৰন্ত বিগুতি ।
হাতৰ নিশানে নিষেধিলা সুৰপতি ॥ ২৬৪
মৰৈ সৰ্প সত্ৰত আনসে সৰ্পচয় ।
তক্ষকক নেদেখিয়া পাছে জন্মেজয় ॥
ব্ৰাহ্মণ সবক কোপে পুচিলন্ত হাসি ।
পিতৃ বৈৰী তক্ষক নপৰে কেহ্নে আসি ॥ ২৬৫
শুনি দ্বিজ সবে বোলৈ ৰাজাক বচন ।
লৈলেক তক্ষকে গৈয়া ইন্দ্ৰত শৰণ ॥
ৰাখি আছা পুৰন্দৰে পিয়াইয়া অমৃত ।
সিহেতু নপৰৈ আসি তক্ষক বহ্নিত ॥ ২৬৬
শুনি আদেশিলা আতি ক্ৰোধত নৃপতি ।
ইন্দ্ৰে সমে তক্ষকক কৰিয়ো আহুতি ॥

মোৰ পিতৃ বৈৰীক ৰাখিবা পুৰন্দৰে।
ঝপাই দুইকো দহিয়োক বহ্নিত সত্বৰে ॥ ২৬৭
শুনি দ্বিজ সবে কৰিলন্ত অঙ্গীকাৰ।
লৈলা স্ৰুৱ উচ্চাৰিয়া মন্ত্ৰ অভিচাৰ ॥
"পৰ আসি তক্ষকে সহিতে সুৰপতি"।
এহি বুলি অগনিত দিলন্ত আহূতি ॥ ২৬৮
এতেক বোলন্তে ইন্দ্ৰ তক্ষকে সহিত।
পৰন্ত স্বৰ্গৰ পৰা হুয়া ভয়ে ভীত ॥
হৰিল চেতন জ্ঞান আকুল স্বভাৱ।
ত্ৰাহি ত্ৰাহি গুৰু বুলি দিলা দীৰ্ঘৰাৱ ॥ ২৬৯
হেন শুনি আথেবেথে গৈলা বৃহস্পতি।
ৰাজাক বোলন্ত শুনিয়োক মহামতি ॥
বৈষ্ণৱৰ বংশ তুমি জগতে বিদিত।
তক্ষক বধিবে তুহি তোমাৰ উচিত ॥ ২৭০
পিলেক অমৃত ভৈল অজৰ অমৰ।
মোৰ বাক্যে দ্ৰোহ নাচৰিবা বাসৰৰ ॥
জীৱন মৰণ মিলৈ নিজ কৰ্ম্ম গতি।
সুখ দুখ দাতা আন নাহিকৈ নৃপতি ॥ ২৭১
সৰ্পে চোৰে অগনিত যদি মৰৈ জলে।
তাহাকো মিলাৱৈ জানা নিজ কৰ্ম্ম ফলে ॥
তুহিকে স্বতন্ত্ৰ সবে কৰ্ম্মৰ অধীন।
হেন জানি ৰাজা ইটো ক্ৰোধে হোৱা হীন ॥ ২৭২
এৰা প্ৰাণী হিংসা সৰ্পসত্ৰ জন্মেজয়।
কোন দোষে কৰা ইটো সৰ্পৰ প্ৰলয় ॥
মিছাতেসে ধৰা তুমি ইটো অপৰাধ।
ললাটে লিখিত ফল দৈৱে নাহি বাধ ॥ ২৭৩
শুনি জন্মেজয় পাছে গুণিয়া মনত।
এৰিলন্ত সৰ্পসত্ৰ গুৰুৰ বাক্যত ॥
বৈসায়া সাদৰে পাদ্য অৰ্ঘ দিলা দান।
কৰিলা নৃপতি বৃহস্পতিক সম্মান ॥ ২৭৪
গৈলা গুৰু ৰাজাক কৰিয়া আশীৰ্ব্বাদ।
তক্ষক সহিতে ইন্দ্ৰে এৰাইলা প্ৰমাদ ॥

ধাতু নামি আসিল ভুনাই উঠিলা স্বৰ্গত।
সুতে কহিলন্ত কথা ঋষি সমস্তত ॥ ২৭৫
এহিতো বিষ্ণুৰ মায়া নাপাৰি তৰ্কিত।
বিষ্ণু অংশ জীৱ তাকো কৰে বিমোহিত ॥
শ্ৰুতি জ্ঞান গুছে মহা মিলৈ ক্ৰোধ মোহ।
অন্যো অন্যে দেহত আচৰৈ মহা দ্ৰোহ ॥ ২৭৬
যাৰে কৃষ্ণ ৰূপক নকৰে নিৰূপণ।
যাৰত নধৰৈ তান অৰুণ চৰণ ॥
যাৰে নোহে তান্ত এক শৰণ সাক্ষাত ॥
নেৰাই তাৰে দুৰ্জ্জয় মায়াৰ নৰে হাত ॥ ২৭৭
পৰম সুহৃদ ভাৱ আনত নকৰে।
কৃষ্ণে প্ৰাণআত্মা বুলি যিটো জনে ধৰে ॥
কৃষ্ণৰ চৰণ সেৱা নছাড়ৈ মনত।
সেহি নৰ তৰৈ মায়া ইটো সংসাৰত ॥ ২৭৮
বিষ্ণু পদ পাৱৈ গৈয়া সেহি নৰোত্তম।
দেহত গেহত যাৰ নাহি অহম্মম ॥
সবাকো বিয়াপি আছা পুৰুষ পুৰাণ।
জানি হৰি বুদ্ধি কৰৈ সবাকো সম্মান ॥ ২৭৯
কাৰো লগে আতিশয় নকৰি বিবাদ।
একোৱে প্ৰাণীক মনে নেদিয়া বিষাদ ॥
দেহৰ নিমিত্তে এৰিলেক বৈৰ বুদ্ধি।
তেবেসে কৃষ্ণক পাই চিত্তো হোৱে শুদ্ধি ॥ ২৮০
নমো নমো কৃষ্ণ দ্বৈপায়ণ মহাঋষি।
যাহাৰ প্ৰসাদে শাস্ত্ৰ জানিলো হৰিষি ॥
নমো ব্যাসসুত শুক গুৰুক আহ্লাদে।
পাইলো মহা ভাগৱত যাহাৰ প্ৰসাদে ॥ ২৮১
আঙ্গুলি নিৰ্দ্দেশি মোক দেখাইলা স্নেহত।
এতেকতে কণ্ঠাগত ভৈল ভাগৱত ॥
সংসাৰ সাগৰে মোক দৰশাইলা নাৱ।
কি কহিবো শুক মহাগুৰুৰ প্ৰভাৱ ॥ ২৮২
পৰীক্ষিত মোক্ষ এহিমানে সমাপতি।
আউৰ কিবা শুনিবে তোমাৰ আছে মতি ॥

স্থধিয়োক হৌক আসি মহা ভাগ্যোদয়।
কবৈ কৃষ্ণ কথা কলি মলৰ প্ৰলয় ॥ ২৮৩

নাৰায়ণ স্তুত বৰ্ণন

শৌনক বদতি চিৰঞ্জীৱ হোৱা সুত।
তোমাতেসে শুনো কৃষ্ণ কথা অদভুত ॥
অসাৰ সংসাৰে ভ্ৰমৈ যত প্ৰাণীচয়।
তাৰ পাৰ দেখাই দিয়া তুমিসে নিৰ্ভয় ॥ ২৮৪
পৰম চিৰায়ু যিটো মৃকণ্ডু তনয়।
মাৰ্কণ্ডেয় নামে যাক জগতে জানয় ॥
কেনমতে কল্পান্তত আছিলা একলে।
কিমতে বৰ্ত্তিলা সিটো একাৰ্ণৱ জলে ॥ ২৮৫
আমাৰ কুলতে হুয়া আছা উতপন।
ভৈলন্ত কিমতে প্ৰলয়ক দৰিশন ॥
অদ্যাপিও হোৱে নতু একোৱে প্ৰলয়।
নঘটে ইসব কথা মিলিল সংশয় ॥ ২৮৬
কহিয়োক সুত সিটো ভাৰ্গৱ মহন্তে।
ভয়ঙ্কৰ একাৰ্ণৱ জলত ভ্ৰমন্তে ॥
বটপত্ৰ পুটে কৰি আছন্ত শয়ন।
কেহ্নে পাইলা বাল মুকুন্দক দৰিশন ॥ ২৮৭
ইহাকে শুনিতে আছে উৎসুকে প্ৰধান।
ছেদিয়ো সংশয় তুমি সুত সৰ্ব্বজান ॥
আপুনি পণ্ডিত জানা পুৰাণ বহুত।
দিলন্ত উত্তৰ পাছে হেন শুনি সুত ॥ ২৮৮
কৰিলাহা প্ৰশ্ন যিটো ঋষি মহাশয়।
শুনন্তে লোকৰ পাপচয় হোৱৈ ক্ষয় ॥
যাত নাৰায়ণ কথা আছে পৰতেক।
এহিসে নাশিবে পাৰে কলিৰ পাতেক ॥ ২৮৯
মাৰ্কণ্ডেয় ঋষি মায়া দেখিবাক লাগি।
মাধৱক আৰাধি লৈলন্ত বৰ মাগি ॥
মায়াতে দেখিলা পাছে সাট গোটা কল্প।
শুনা যেন পীড়া পাইলা বুদ্ধি সিটো অল্প ॥ ২৯০

উপজিয়া মাৰ্কণ্ডেয় লভি সংস্কাৰ।
পঢ়িলা বেদক লৈয়া কুলৰ আচাৰ ॥
পৰম নৈষ্ঠিক পাছে ভৈলা ব্ৰহ্মচাৰী।
কৰে কমণ্ডলু দণ্ড মাথে জটাধাৰী ॥ ২৯১
কটিত বাকলি বস্ত্ৰ কুশৰ মেখলা।
অজীন উত্তৰী তান হাতে অক্ষমালা ॥
সূৰ্য্য অগ্নি গুৰু বিপ্ৰ আতে আপুনাতে।
হৰিক অৰ্চ্চন্ত নিতে উভয় সন্ধ্যাতে ॥ ২৯২
দুয়ো বেলা ভিক্ষা মাগি গুৰুক যোগান্ত।
গুৰু অনুমতিয়েসে এক সন্ধ্যা খান্ত ॥
এহিমতে মাৰ্কণ্ডেয় তপস্যা আচৰি।
দশকোটি বৰিষ আৰাধে দেৱহৰি ॥ ২৯৩
বাঢ়ন্তেসে যাই নিতে কৃষ্ণত উৎসুক।
জিনিল ভকতি বলে দুৰ্জ্জয় মৃত্যুক ॥
ব্ৰহ্মা হৰ ভৃগু দক্ষ আনো সিদ্ধচয়।
দেখিয়া তপস্যা আতি ভৈলন্ত বিস্ময় ॥ ২৯৪
নিয়ম সংযমে ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি।
একান্তে চিন্তন্ত সদা মনে মহাহৰি ॥
এহিমতে ধ্যানতে মৃকণ্ডু তনয়ৰ।
বহি গৈল কাল পাছে ছয় মন্বন্তৰ ॥ ২৯৫
সপ্তম মনুত পাছে দেৱ পুৰন্দৰ।
মহা ভয় ভৈল দেখি তপস্যা বিস্তৰ ॥
কৰে যেন তপ ইটো মৃকণ্ডু তনয়।
মোৰ ইন্দ্ৰ পদ কাঢ়ি লৈবেক নিশ্চয় ॥ ২৯৬
হৰুৱাইলো দণ্ড পাট পুৰী অমৰাৱতী।
হৰুৱাইলো ইটো অপেশ্বৰাক সম্প্ৰতি ॥
ৰাত্ৰি দিনে তান চিন্তা শুশুছে হিয়াত।
কিমতে কৰিবো এবে তপস্যা বিঘাত ॥ ২৯৭
লৈবে পাৰে কাঢ়ি আসি ত্ৰৈলোক্য সম্প্ৰতি।
হেনসে কৰিলে আৱে বিধি বিসঙ্গতি ॥
মোৰ যমকাল ভৈল মৃকণ্ডু তনয়।
হেন মনে গুণন্তে দেখন্ত ভয়োদয় ॥ ২৯৮

শুনা সভাসদ পদ মহা ভাগৱত।
পৰম অমৃত ইটো সংসাৰ মধ্যত ॥
পিয়া কৰ্ণ ভৰি আক দেখা কেনে স্বাদ।
সংসাৰ তাপক কৰৈ তিলেকে উচ্ছাদ ॥ ২৯৯
বিষয় সম্পদ মহা আপদৰ ঘৰ।
আন কোন নাহি সুখ দেখিয়ো ইন্দ্ৰৰ ॥
ক্ষেণেকে আনন্দ মিলৈ ক্ষেণেকে বিঘাত।
ইটো কৃষ্ণ কথা সুখ সাগৰ সাক্ষাত ॥ ৩০০
হে কৃষ্ণ বিষ্ণু জগতৰ এক নাথ।
হে প্ৰাণ প্ৰভু মই পৰম অনাথ ॥
হেনমতে শিক্ষা মোক দিয়ো আবে স্বামী।
অৰুণ চৰণ যেন নপাসৰো আমি ॥ ৩০১
তোমাৰ কথাত কৰ্ণ সততে থাকোক।
তোমাৰ ভৃত্যৰ সঙ্গ সদা মুগুছোক ॥
বচনে নেড়োক দিনে ৰাতি তযু নাম।
তেবেসে নিস্তৰো ডাকি বোলা ৰাম ৰাম ॥ ৩০২

---

ছবি

নিগদতি সুত শুনা শৌনক প্ৰমুখ্যে ঋষি
যেন কথা ভৈল তাত পৰে।
পৰম বিষাদ মনে সেনা সমে মদনক
আনি আদেশিলা পুৰন্দৰে ॥
শুনিয়ো মদন মন্দ বায়ু বিদ্যাধৰ সব
বসন্ত কোকিল লোভ মোহ।
যেন তেন মতে পাৰা গৈয়া তপ ভঙ্গ কৰা
কৰৈ ঋষি মোক মহা দ্ৰোহ ॥ ৩০৩
হেৰ অপেশ্বৰীলোক আপদে উদ্ধাৰা মোক
কৰা গৈয়া ঋষিক মোহিত।
বসন্ত মলয় বায় কোকিল সম্বৰে যায়
ঋষিৰ মথিয়ো গৈয়া চিত্ত ॥
হেন শুনি কামদেৱ ইন্দ্ৰক কৰিয়া সেৱ
গগনে চলিলা পিন্ধি কাচ।
তাহান যোগান ধৰি লয়লাসে বিদ্যাধৰী
কতো আগ কতো ভৈল পাছ ॥ ৩০৪

হেমৱন্ত পৰ্ব্বতৰ উত্তৰ পাৰ্শ্বত আছে
মাৰ্কণ্ডেয় ঋষিৰ আশ্ৰম।
পুষ্পভদ্ৰা নদীতটে প্ৰকটে প্ৰকাশৈ পুনু
পাথৰৰ তম্ভ মনোৰম ॥
আনো অসংখ্যাত ঋষি হৰিষে নিবাস কৰৈ
বেদ-ধ্বনি শুনি ঠাৱে ঠাৱে।
কতো যোগ অভ্যাসয় পৰম ভকতত্তয়
আনন্দে গোবিন্দ গুণ গাৱে ॥ ৩০৫
পুণ্য বৃক্ষ লতা তাৰ ফলে ফুলে জাতিস্কাৰ
যেন কল্পতৰুৰ স্বভাৱ।
আছে যত সৰোবৰ নিৰ্ম্মল পৱিত্ৰ জল
পদ্মবনে হংসৰ আৰাৱ ॥
পুষ্প-ৰসে হুয়া মত্ত গুঞ্জৰে ভ্ৰমৰ যত
কোকিলৰ কুহু কুহু নাদ।
প্ৰমত্ত ময়ূৰচয় উৎসুকে নাচন্তে আছে
মিলৈ মহা মনত উন্মাদ ॥ ৩০৬
সুগন্ধি শীতল বাত লহু লহু বহে তাত
মনত বঢ়াৱৈ কাম ভাৱ।
অৱসান ভৈল দিন চন্দ্ৰৰ উদয় দেখি
আনন্দে চটকে কাঢ়ে ৰাৱ ॥
শীতল দীপিতি আতি প্ৰকাশে পুষ্পিত বন
তাৰ গন্ধে দশো দিশ বাসে।
কৰৈ কান্তি তপোবন কুমুদ উৎপল যেন
সুহৃদ চন্দ্ৰক চাই হাসে ॥ ৩০৭
সেহি সময়ত তৈত মিলিল মদন আসি
অপেশ্বৰা সমূহ সহিত।
কোকিল বসন্ত বায় মলয় মদন আসি
পৰম উন্মাদ কৰৈ চিত ॥
মাৰ্কণ্ডেয় ঋষিৰাজ পূজাৰ সকলি কাজ
বসি আছা থিৰ কৰি কায়।
নিৰোধিয়া মন প্ৰাণ কৃষ্ণক কৰন্ত ধ্যান
যেন মূৰ্ত্তিমন্ত অগ্নি প্ৰায় ॥ ৩০৮

দেখিয়া ইন্দ্রৰ গণ পৰম উৎসাহ মন
পাতিলন্ত নাট তান আগে।
গন্ধৰ্ব্বে মৃদঙ্গ বায়ে বিদ্যাধৰী সবে গায়ে
উচ্ছায়া পঞ্চম অনুৰাগে ॥
কটাক্ষে নীৰেক্ষি হাসে আতিশয় লয়লাসে
অপেশ্বৰী সবে কৰে নৃত্য।
বহয় মলয় বায় কোকিলো তেজিলে ৰায়
নটলে তথাপি তান চিত ॥ ৩০৯
প্ৰবন্ধিয়া লোভ মোহ বসন্ত মলয় বায়
সবে মিলি মনক চালয়।
বসিয়া আছন্ত ঋষি কৃষ্ণৰ চৰণ চিন্তি
তান একো লোম নলৰয় ॥
তাল কৰতাল ঠুঙ্কি উৎসুকে আনন্দে বালা
বজায়া মধুৰ মহাযন্ত্ৰ।
মদনৰ শিক্ষা ধৰি কুহু কুহু নাদ কৰি
কোকিলে শুনায়ে যেন মন্ত্ৰ ॥ ৩১০
নাচে অপেশ্বৰী বেঢ়ি কতো খেলে ভণ্টা খেড়ি
কাৰো খসে খোপাৰ মালতী।
লড়ে উচ্চ কুচ ঘনে কেৱলে ভণ্টাক মনে
আতি লয়লাসে কৰে গতি ॥
হালে আতি কৃশ কটি মেখলা পৰয় ছিণ্ডি
উকৰাইলে বস্ত্ৰক বতাসে।
গোপ্য অঙ্গ হয়ে উদি কতো থাকে চক্ষু মুদি
ঋষিক নীৰেখি কতো হাসে ॥ ৩১১
কামদেৱ ধনুৰ্দ্ধৰ জুড়িলন্ত পঞ্চ শৰ
ব্ৰহ্মাতো লগায়ে যিটো ঘাঞ্চ।
সঙ্গোপন সম্মোহন সন্দীপন প্ৰতাপন
সম্মৰ্দ্দন নাম এহি পাঞ্চ ॥
বাম ভৰি আগ কৰি ধনুক ভিড়িয়া ধৰি
আচৰিয়া তপৰ বিপক্ষ।
প্ৰবন্ধিয়া চিত্ত প্ৰাণ প্ৰহাবিলা পঞ্চ বাণ
মদনে ঋষিক কৰি লক্ষ্য ॥ ৩১২

নুচুলে তাহান অঙ্গ নকৰিলে তুৰ্বিভঙ্গ
দেখা কেনে ভকতিৰ বল।
পৰাক্ৰম ভৈল ব্যৰ্থ দৰিদ্ৰৰ মনোৰথ
যেন হোৱে আপুনি বিফল ॥
ইন্দ্ৰৰ কিঙ্কৰচয় বোলৈ হুয়া মহাভয়
আহাঙ্ক মৃহিবে কাৰ বাপে।
নলড়িলে একো অঙ্গ তপস্যা নভৈল ভঙ্গ
এবে নষ্ট হইবো চণ্ড সাপে ॥ ৩১৩
ঋষিৰ মুখক চাই পাছ ভৰি গুছি যাই
বাজ হুয়া লৰড়ি পলায়ে।
পেহ্লায়া নাচৰো কাচ উলটি নচায়ে পাছ
অমৰাৱতী নপাইলন্ত যায়ে ॥
ওষ্ঠ কণ্ঠ শুখাই দুখে নিশ্বাস বজাইলা মুখে
বিবৰ্ণ বদন যেন মৰা।
ইন্দ্ৰক প্ৰণামি পাছে বসিলা তাহান কাছে
মদন পৰন অপেশ্বৰা ॥ ৩১৪
কহিলা বৃত্তান্তচয় শুনি ইন্দ্ৰ ভৈল ভয়
আৰ মোৰ নাই ৰক্ষা হেতু।
ভৈল মৰণৰ ঘাট হকৰাইলো দণ্ডপাট
ঋষি ভৈল মোৰ ধুমকেতু ॥
সুখ শান্তি নাহি আৰ গুণি গুণি অন্ধকাৰ
দেখন্তেসে নপান্ত উপায়।
অন্ন পানী সুকচয় হাত ফোট সুগুহয়
চিন্তা দুখে দণ্ডে যুগ যায় ॥ ৩১৫

---

### ছবি

শুনা সভাসদ কৃষ্ণ কথা পদ
ইন্দ্ৰৰো দেখা বিলাই।
যি বোলা সম্পদ সেহিসে আপদ
আত সুখ শান্তি নাই ॥

যেন ছায়াবাজী মায়া আছে সাজি
জীৱন জলৰ ৰেখা ।
পত্নী পুত্ৰচয় আগতে মৰয়
দেখিয়ো তাক নেদেখা ॥ ৩১৬
মিলিবে মৰণ যমৰ কৰণ
অৰণ্যে যাইবাক লাগে ।
জানি বুদ্ধজন কৃষ্ণৰ চৰণ
ঝাণ্টে ভজা অনুৰাগে ॥
ফুৰা নাম গাই এতেকে সহায়
হুইবন্ত গৰুড় কেতু ।
আন্তে দিয়া চিত দুৰ্ঘোৰ কলিত
নাহি আন ৰক্ষা হেতু ॥ ৩১৭
হে কৃষ্ণ কৃষ্ণ বৈকুণ্ঠ মুৰাৰি
দীন দুখ বিনাশন ।
মই অধমত মাধৱ বান্ধৱ
হুয়োক হেন প্ৰসন্ন ॥
যেন তেন মতে তোমাৰ চৰণ
পঙ্কজত মোৰ মতি ।
নেৰোক সদাই তেবেসে এৰাই
দুৰ্ঘোৰ ইটো দুৰ্গতি ॥ ৩১৮
তোমাৰ চৰণে গৈলোহো বিক্ৰয়
কৰা মোক পৰিত্ৰাণ ।
সংসাৰ তাপত নিস্তাৰিবে হেন
নেদেখো সুহৃদ আন ॥
অৰুণ চৰণ চিতত থাকোক
মুখে নছাৰোক নাম ।
গতি মোৰ হোক সদা বুলিয়োক
নিৰন্তৰে ৰাম ৰাম ॥ ৩১৯

---

পদ

নিগদতি সুত শুনা কথা আত পৰে ।
কৰিল উৎপাত যত ইন্দ্ৰৰ কিঙ্কৰে ॥
তথাপি নুঠিল ক্ৰোধ মৃকণ্ডু পুত্ৰৰ ।
নুহি ইটো আশ্চৰ্য্য একান্ত ভকতৰ ॥ ৩২০
কৃষ্ণ চৰণত চিত্ত নিবেশি সাক্ষাত ।
নকৰিলা ভ্ৰূভঙ্গ ইন্দ্ৰৰ মায়াত ॥
দিব্য নাৰীসবে দৰশাইলা কাম ভাব ।
নটলিল মেৰু যেন বিচনিৰ বাৱ ॥ ৩২১
নিয়মে সংযমে আতি চিত্ত বশ্য কৰি ।
চিন্তি আছা বিষ্ণুক নিবিড় ধ্যান কৰি ॥
পৰম সন্তুষ্ট হুয়া ঋষিৰ সেৱাত ।
ভৈল নৰনাৰায়ণ আগতে সাক্ষাত ॥ ৩২২
শুক্ল কৃষ্ণ মূৰ্ত্তি দুই মহা মনোহৰ ।
প্ৰকাশে বদন দুইৰো যেন শশধৰ ॥
ঈষত হসিত মুখ পঙ্কজ লোচন ।
দৰশনে হৰে মহা পাতক মোচন ॥ ৩২৩
চাৰু চতুৰ্ভুজ দুইৰো বলিত সমান ।
কৃষ্ণসাৰ চৰ্ম্ম শৰীৰত পৰিধান ॥
দণ্ড কমণ্ডলু অক্ষ-মালা আৰো কুশ ।
বেশ ধৰি আছা দুইয়ো পৰম পুৰুষ ॥ ৩২৪
বান্ধিছা মেখলা কটি তটক আৱৰি ।
কান্ধে নৱ গুণ দুইৰো অজিন উত্তৰী ॥
তপৰ প্ৰভাৱে যেন বিজুলী প্ৰকাশে ।
চাহন নযাই দুইকো নয়ন নভাসে ॥ ৩২৫
মায়ায়ে অজস্ত্র যিটো ইটো ত্ৰিজগত ।
ব্ৰহ্মা হৰে কৰে যাৰ পাৱে অৱনত ॥
হেন ঈশ্বৰৰ ৰূপ নাৰায়ণ ঋষি ।
দিলা দেখা মাৰ্কণ্ডেয় ঋষিক হৰিষি ॥ ৩২৬

চক্ষু মেলি চাইলা পাছে মৃকণ্ডুৰ সুত ।
নৱ নাৰায়ণ ৰূপ দেখি অদভুত ॥
মিলিল সম্ভ্রম উঠিলাহা আথেবেথে ।
দণ্ডৱতে পৰি প্ৰণামিলা নমাই মাথে ॥ ৩২৭
পৰম সাদৰে পৰি আছা কতোক্ষণ ।
চক্ষু মেলি চাইলা প্ৰাণ প্ৰভুৰ-চৰণ ॥
দেখিলা পাৱৰে পৰা বয়ণ নয়ন ।
জুৰাইল অমৃত পৰি যেন তনু মন ॥ ৩২৮
দ্ৰৱিল হৃদয় ভৈল লোমাঞ্চ শৰীৰ ।
ধাৰায়ে নিগড়ে দুয়ো নয়নৰ নীৰ ॥
উভজিল প্ৰেমভাৰ পৰম হৰিষি ।
আউৰ চাহিবাক দুইকো নপাৰন্ত ঋষি ॥ ৩২৯
আখি মুখ মুছি পাছে চিত্ত কৰি থিৰ ।
কৃতাঞ্জলি বুলিলা বচন ধীৰে ধীৰ ॥
লোতকে নিৰোধ কণ্ঠ বাক্য গদ গদ ।
নমো নমো দুয়ো ঈশ্বৰৰ পাদপদ্ম ॥ ৩৩০
আসনে বৈসাইলা দুইকো ভৈলা নম্ৰ ভাৱ ।
লৈলা পাদোদক দুইৰো পখালিয়া পাৱ ॥
পাদ্য অৰ্ঘ নৈবেদ্য চন্দন পুষ্পে গন্ধে ।
অৰ্চ্চিলা চৰণ দুইৰো অনেক প্ৰৱন্ধে ॥ ৩৩১
সুখে বসি আছা যেন দুই পূৰ্ণ কাম ।
দেখি মাৰ্কণ্ডেয় দুনাই কৰিলা প্ৰণাম ॥
ধৰি কৃতাঞ্জলি জানু পাৰি আছে ঋষি ।
হুয়া অৱনত স্তুতি বুলিলা হৰিষি ॥ ৩৩২
কৰো স্তুতি কিমতে তুমিসে নিজ আয়ু ।
তোমাৰেসে কৃপাতে সঞ্চৰে প্ৰাণ বায়ু ॥
তেবেসে সচল হৱৈ ইন্দ্ৰিয় যতেক ।
মুখতো বচন বঞ্চাই তেবেসে প্ৰত্যেক ॥ ৩৩৩
আচোক সামান্য প্ৰাণী তাৰ কোন কথা ।
ব্ৰহ্মা মহেশ্বৰো প্ৰভু হেনয় অৱস্থা ॥
দাৰুৰ * পুতলি যেন যত জীৱ আদি । *দাৰু—কাঠ
যেন নাচাই নচুৱা তুমিসে অন্তৰ্য্যামী ॥ ৩৩৪

তথাপিটো কায়বাক্য মনে যিটো জনে ।
তোমাকেসে সেৱা কৰে একান্ত যতনে ॥
তাহাৰেসে হুয়া তুমি পৰম বান্ধৱ ।
নাহি তাত পৰে বন্ধু তোমাৰ মাধৱ ॥ ৩৩৫
উপজৈ পিতৃৰ স্নেহ কেৱলে পুত্ৰত ।
নাহিকে আপুন পৰ তোমাত সিমন্ত ॥
যেই সেই মতে ভজে কৰিয়া নিশ্চয় ।
বোলা তাক সুহৃদ এতেকে কৃপাময় ॥ ৩৩৬
তুমিহিকা ধৰ্ম্মৰ পুত্ৰ জগত আধাৰ ।
ভৈলা আনো যেন মৎস্য কূৰ্ম্ম অৱতাৰ ॥
ত্ৰৈলোক্য ৰক্ষাৰ হেতু তোমাৰ উদয় ।
দিবা মোক্ষ লোকৰ খণ্ডিয়া দুখ ভয় ॥ ৩৩৭
যত সৃষ্টি প্ৰলয় তোমাত হন্তে মিলে ।
যেন জাল পাতিয়া মকৰে দুনাই গিলে ॥
জানিলো তুমিসে ইটো জগত কাৰণ ।
তোমাকেসে ভজো নিতে পশিয়া শৰণ ॥ ৩৩৮
এহি চৰণক যিটো কৰিলে আশ্ৰয় ।
তাকেসে নোচোৱৈ কৰ্ম্মমল কাল ভয় ॥
বেদ তাৎপৰ্য্য জানে যত মহা মুনি ।
এহি চৰণৰ মাত্ৰ কথা থাকে শুনি ॥ ৩৩৯
আকেসে অৰ্চ্চনা কৰে আকেসে প্ৰণাম ।
এহি চৰণৰ মাত্ৰ স্মৰৈ গুণ নাম ॥
যেন মতে পাওঁ আক ইসে পৰমাৰ্থ ।
আত পৰে নজানো অপৰ পুৰুষাৰ্থ ॥ ৩৪০
তোমাৰ কটাক্ষে মিলে ব্ৰহ্মাৰো বিঘাত ।
সত্যলোক পৰ্য্যন্তে কালৰ নেৱাই হাত ॥
সামান্য প্ৰাণীৰ আৰ কৈবো কিবা কথা ।
কাল সৰ্পে দংশি মাৰৈ যায় যথা তথা ॥ ৩৪১
তুমি মোক্ষ মূৰ্ত্তিবেসে চৰণ সেৱান্ত ।
জানো লোক নিশ্চয়ে কালৰ নেৱাই হাত ॥
জগত উদ্ধৱে তোমাৰেসে সেৱা আমী ।
আত পৰে কৃষ্ণক নজানো আৰ আমি ॥

মিছা দেহে গেহে কৰৈ পৰম আকুল।
আক এৰি ভজিলো তোমাৰ পাদ মূল ॥
তুমিসে স্বৰূপ আন সবে মায়াপথ।
প্ৰাণ প্ৰভু আমাৰ পূৰিয়ো মনোৰথ ॥ ৩৪৩
যদ্যপি পৰম গুৰু তুমিসে আপুনে।
লীলায়ে ধৰাহা তিনি মূৰ্ত্তি তিনি গুণে ॥
তথাপি ভকতে ভজে সাত্বিক মূৰ্ত্তিক।
গুচে দুখ মিলৈ সুখ মোক্ষতো অধিক ॥ ৩৪৪
আন মূৰ্ত্তি সুৰাৰন্ত দুখক খণ্ডিত।
কৰন্ত অনিষ্ট ছিদ্ৰ দেখিলে কিঞ্চিত ॥
তুমি সুবৎসল প্ৰভু দেৱতা নিচল।
তোমাৰেসে সেৱা সাধে পৰম কুশল ॥ ৩৪৫
ঈশ্বৰৰ ৰূপ বুলি আনক নমানে।
নাৰায়ণ মূৰ্ত্তিক ভকতে প্ৰিয় মানে ॥
যাহাক ভজিলে বৈকুণ্ঠত হৰৈ থিতি।
তথাতেসে নাহিকে কালৰ হন্তে ভীতি ॥ ৩৪৬
লোকৰ ভিতৰ হন্তে তথাপি বিশেষ।
কদাচিতো নাহি তাত কালৰ প্ৰবেশ ॥
আছে যদি মহা মহাভাগ্য ভৰিপূৰ।
তথাপিটো আত্মা সুখ তাতেসে প্ৰচুৰ ॥ ৩৪৭
সিটো বৈকুণ্ঠত পাৱৈ যাহাৰ সেৱাত।
নমো হেন ভগৱন্ত তোমাক সাক্ষাত ॥
পৰম পুৰুষ বিশ্বৰূপী ব্যাপী ব্ৰহ্ম।
নমো নমো নাৰায়ণ ঋষি নৰোত্তম ॥ ৩৪৮
নমো নমো পৰম দেৱতা অচ্যুতক।
নমো নমো শুদ্ধ বেদ পথ প্ৰবৰ্ত্তক ॥
নমো চৰাচৰ ৰূপী ব্ৰহ্ম অৱতাৰ।
অগতিৰ গতি প্ৰভু কৰিয়ো আমাৰ ॥ ৩৪৯
মিছা বিষয়কে যিটো কৰৈ মাত্ৰ ধ্যান।
চাৰি বেদ পঢ়ন্তো সুপজে তাৰ জ্ঞান ॥
যদ্যপি সুহৃদ তুমি আছা হৃদয়ত।
তথাপি তাতো সুহিকা বেকত ॥ ৩৫০

যি বেদে তোমাক কহে তাকে নিতে পঢ়ে।
তথাপি অজ্ঞান তাৰ নিতে নিতে চঢ়ে ॥
তোমাৰ মায়ায়ে আতি আৱৰিল মতি।
পাইলেক দুৰ্গতি সিটো গৈল অধোগতি ॥ ৩৫১
বেদেসে প্ৰকাশে প্ৰভু তোমাৰ ৰহস্য।
বেদ তাতপৰ্য্য জানিলেসে হৱা বশ্য ॥
যোগ সাঙ্খ্য চিন্তৈ যিটো তেজিয়া সেৱাক।
ব্ৰহ্মাদিও হোৱৈ মোহ নপায়া তোমাক ॥ ৩৫২
তুমিসি কৰুণাময় পুৰুষ পুৰাণ।
মই মহা ভিক্ষুক ভকতি দিয়ো দান ॥
তোমাৰ চৰণে ৰতি মিলোক আমাৰ।
হে মহাপুৰুষ কৰোহো নমস্কাৰ ॥ ৩৫৩

মাৰ্কণ্ডেয় মুনিৰ ভগৱন্মায়া দৰ্শন

কৰিলা পৰম স্তুতি মৃকণ্ডু নন্দনে।
ভৈলন্ত সন্তোষ শুনি নৰনাৰায়ণে ॥
মধুৰ বচনচয়ে ঋষিক আশ্বাসি।
প্ৰসন্ন বদনে বুলিলন্ত হৰি হাসি ॥ ৩৫৪
হে ব্ৰহ্ম ঋষি তুমি শুনিয়ো যুগুতি।
মোৰ ভকতিত তুমি পাইলাহা মুকুতি ॥
মহা তুষ্ট ভৈলো দেখি ব্ৰত ব্যৱহাৰ।
লৈয়ো বৰ এবে মন বাঞ্ছিত তোমাৰ ॥ ৩৫৫
হেন শুনি ঋষি কহিলন্ত অভিমত।
আপুনাৰ উক্ত ঋষি কৰিলা বেকত ॥
হেন দেৱ দেৱ ভয়হাৰী ভকতৰ।
নাহিকে তোমাত পৰে কৰুণা সাগৰ ॥ ৩৫৬
মনেয়ো দেখিলে মাত্ৰ তযু পাদ-পদ্ম।
যেহি সেহি প্ৰাণী পাৱৈ ব্ৰহ্মা ৰুদ্ৰ পদ ॥
হেন দেৱ ভৈলা আসি চক্ষুৰ গোচৰ।
আৱো আত পৰে মোৰ পাইবে লাগে বৰ ॥ ৩৫৭
দেখিলো চৰণ কৰিলোহো সম্ভাষণ।
প্ৰভু মোৰ কোন নিমিখিল প্ৰয়োজন ॥
কৰিলাহা কৃতাৰ্থ নলাগে আন বৰ।
কৰো কিন্তু যাচী আমি এথামি গোচৰ ॥ ৩৫৮

যিটো বিষ্ণু মায়া জগতকে মোহ করে।
বিদ্যমানে তোমাক নিচিনৈ নিৰন্তৰে ॥
সেহিটো মায়াক আমি জানিবাক চাওঁ।
মায়াক দেখিলে প্ৰভু সবে বৰ পাওঁ ॥ ৩৫৯
হেন শুনি নাৰায়ণে বুলিলন্ত হাসি।
নিকটতে মোৰ মায়া দেখা দিবে আসি ॥
পাইবা দেখা মায়াক সিজিবে মনস্কাম।
বৰ পায়া মাৰ্কণ্ডেয়ে কৰিলা প্ৰণাম ॥ ৩৬০
পূজিলা চৰণ দুইৰো দুনাই ঋষিৰাজ।
ভৈল নৰনাৰায়ণ আশ্ৰমৰ বাজ ॥
লৈয়া পাছে সাদৰে ঋষিত অনুমতি।
গৈলা দুয়ো বদৰিকা আশ্ৰমক প্ৰতি ॥ ৩৬১
কিমতে মায়াক দেখো হেন মনে ঋষি।
আশ্ৰমতে বসিয়া গুণন্ত অহৰ্নিশি ॥
দেখিবো মায়াক মহা মনত উৎসুক।
কৰন্ত আনন্দে ধ্যান হৃদয়ে বিষ্ণুক ॥ ৩৬২
চন্দ্ৰ সূৰ্য্য জল অগ্নি পৃথিবী আকাশ।
আপুনাৰো মনে মূৰ্ত্তি কৰন্ত প্ৰকাশ ॥
মনোময় নৈবেদ্য কল্পিয়া দীপ ধূপ।
সদা ঋষিৰাজে পূজে মহাহৰি ৰূপ ॥ ৩৬৩
মহা প্ৰেম ৰস কতো মনতে উপজে।
পাসৰন্ত পূজা আনন্দত মন মজে ॥
মিলে আসি হৰিষ শৰীৰ ৰোমাঞ্চিত।
লোতক নিগড়ি ঢলি পৰে পৃথিবীত ॥ ৩৬৪
কৃষ্ণ কৃষ্ণ বুলি কতো কৰন্ত ক্ৰন্দন।
মোক নছাৰিবা প্ৰভু দৈৱকী নন্দন ॥
হৃদয়তে দেখি কতো মূৰ্ত্তিৰ প্ৰকাশ।
পাইলো পাইলো কৈক যাইবা বুলি কৰে হাস ॥ ৩৬৫
ৰাম কৃষ্ণ হৰি বুলি কৰন্ত আৰাৱ।
নাচন্ত গাৱন্ত প্ৰেম আকুল স্বভাৱ ॥
গোপালৰ লীলা কতো কৰন্ত উৎসুকে।
তন্ময় হুয়া কতো থাকন্ত নিচুকে ॥ ৩৬৬

নছাৰৈ হৰিক আৰ ঋষিৰ হৃদয় ।
যেহি দিশি চাহন্তে দেখন্ত কৃষ্ণময় ॥
এহিমতে ঋষি যেবে কতো দিন আছে।
শুনিয়ো শৌনক যেন কথা ভৈল পাছে ॥ ৩৬৭
শুনা সামাজিক জন মহা ভাগৱত।
চিত্ত দিয়া শুনা কলি কালৰ মহত্ত্ব ॥
এৰিলেক সবে লোকে আচাৰ বিচাৰ।
কলিৰ প্ৰভাৱে ভৈল লোক একাকাৰ ॥ ৩৬৮
দেখা লোভে মোহে কেহো কাহাকো নবাছে।
কহে কোন শাস্ত্ৰে পাতেকীৰ কৰ্ম্ম আছে ॥
অদ্যাপি নুশুনা কেনে থিৰ কৰি মতি।
কৃষ্ণ বিনা নাহি আন অগতিৰ গতি ॥ ৩৬৯
হে কৃষ্ণ প্ৰাণ মই পশিলো শৰণে।
যেন নপাসৰো তযু চৰণ মৰণে ॥
ভকতেসে হৈবা মিত্ৰ মোৰ যেন প্ৰাণ।
মই মহা ভিক্ষুকক দিয়ো এহি দান ॥ ৩৭০
যৈতে তৈতে হৌক জন্ম মোৰ কৰ্ম্ম কলে।
থাকোক ভকতি তযু চৰণ কমলে ॥
সুখে দুখে মুখে মোৰ নছাৰোক নাম।
পাতেক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩৭১

---

দুলড়ী

পাছে একদিনা মাৰ্কণ্ডেয় ঋষি
নিজ আশ্ৰমৰ কাছে।
পুষ্পভদ্ৰা নদী তট নিকটত
বিষ্ণুক চিন্তন্তে আছে ॥
সূৰ্য্য অস্তগত সেহি সময়ত
আছন্ত ঋষি তহিতি।
প্ৰচণ্ড বায়ুৰ আন্দোল শব্দৰ
শুনন্ত চাৰিও ভীতি ॥ ৩৭২

পৱন কল্লোল নৃত্য গীত ৰোল
শুনন্ত চাৰিও পাশে।
মহা মহা মেঘ সমূহে সোসাই
বায়ুৰ লগতে আসে॥
দুৰ্ঘোৰ গৰ্জ্জনে যেন কাণ ফাটে
মেদিনী মণ্ডলো লৰে।
বিজুলী সঞ্চাৰে হৃদয় বিদাৰে
পৃথিবী বুৰায়ে বড়ে॥ ৩৭৩
কৰে শিলা বৃষ্টি নষ্ট কৰে সৃষ্টি
সঘনে অস্ত্ৰ প্ৰহাৰে।
বেঢ়িয়া চৌপাশে ঢাকিয়া আকাশে
বৰিষে মুষল ধাৰে॥
বিস্বাস শৰদ আন্দোল বায়ুৰ
দেখন্তে ধাতু উৰাই।
চাৰিও ভিতিৰ সাগৰৰ উৰ্ম্মি
পৃথিবী আসে বুৰাই॥ ৩৭৪
প্ৰচণ্ড বতাসে ঢৌউ উথলয়
লঙ্ঘিয়া আসে আকাশ।
কুম্ভীৰ মগৰে কৰে উড়ুফাল
দেখি ভৈল ঋষি ত্ৰাস॥
ভয়ঙ্কৰ পাক চাক যেন ফুৰে
দেখি ভয়ে গৰ্ভ গলে।
পৃথিবী পৰ্ব্বত স্বৰ্গকো লঙ্ঘিয়া
আসে সাগৰৰ জলে॥ ৩৭৫
প্ৰচণ্ড বায়ুৰ আন্দোলে উথলে
ভয়ঙ্কৰ উৰ্ম্মিচয়।
ক্ষেণেকে ত্ৰৈলোক্য তল নিয়াইলেক
ঋষিৰ কাম্পে হৃদয়॥
চন্দ্ৰ সূৰ্য্য জ্যোতি যতেক নক্ষত্ৰ
যত স্বৰ্গবাসী দেৱ।
নিমিষেকে আসি সবে তল গৈল
আৰ নাথাকিল কেৱ॥ ৩৭৬

একেশ্বৰে মাত্ৰ ৰৈলা অৱশেষ
তাঙ্কো পাইলা পানী আসি।
উৰ্ম্মিৰ আস্ফালে জলৰ আন্দোলে
জাজী যেন উটে ভাসি॥
কতো তল যান্ত কতো পানী খান্ত
কতো ঢৌৱে মাৰে লড়া।
নাহি জ্ঞান শ্ৰুতি হাতাশতে ঋষি
ভৈল যেন কলা জড়া॥ ৩৭৭
ভয়ঙ্কৰ মৎস্য মগৰে বেঢ়িয়া
ঠোঞ্চে খুন্টিয়াই মাৰে।
পৰ্ব্বত আকাৰ কুম্ভীৰে ধৰিয়া
গিলে কতো উদগাৰে॥
কুম্ভীৰৰো পৰা মগৰে লৈ যায়
তাৰো পৰা তিমিঙ্গিলে।
তাকো খেদি আসি ৰাঘৱে ধৰই
প্ৰাণৰ শঙ্কট মিলে॥ ৩৭৮
ঋষিক ভুঞ্জিবে লাগি জল জন্তু
যুজে মহা উড়ুফালে।
কামোৰা কামুৰি কৰে হুলস্থুলি
প্ৰলয় জল উথালে॥
বতাসে হিল্লোলে উৰ্ম্মিৰ আন্দোলে
ফুৰন্ত পাকতে উটি।
ভয়ে ধাতু নাই ক্ষুধায়ে তৃষ্ণায়ে
যাই যেন প্ৰাণ ফুটি॥ ৩৭৯
কেহো বেলা শোক মোহ মিলে আসি
কেহো বেলা মহা দুখ।
কতো বেলা মহা ভয় মিলৈ আসি
কেহো বেলা মিলৈ সুখ॥
কেহো বেলা আসি মহা ব্যাধি ধৰৈ
বেদনাত মূৰ্চ্ছা যান্ত।
অপাৰ সাগৰে পৰি পুত্ৰু ঋষি
দুখৰ অন্ত নপান্ত॥ ৩৮০

বিষ্ণুৰ মায়াত　　বিমোহিত আতি
　　হৰাইল চেতন জ্ঞান ।
নাই মন শান্তি　　নেবৈ ভয় ভ্ৰান্তি
　　আছে কথমপি প্ৰাণ ॥
কত লক্ষ কোটি　　সহস্ৰ বৰিষ
　　জলতে ভ্ৰমন্তে গৈল ।
তথাপিতো সিটো　　দুষ্মহ দুৰন্ত
　　দুখৰ অন্ত ন ভৈল ॥ ৩৮১

---

## ছবি

শুনিয়োক সভাসদ　　মহা ভাগৱত পদ
　　মায়াৰ জানিলা যেন কথা ।
আমি যত জীৱ ৰাশি　　মায়ায়ে মোহিত আসি
　　আমাৰেসে তেহ্নয় অৱস্থা ॥
মায়াৰো ঈশ্বৰ হৰি　　তান যেৱে পাৰে ধৰি
　　তেৱেসে মায়াৰ এৰাই হাত ।
হেন জানি বুধ জন　　একান্তে দিয়োক মন
　　প্ৰাণ বন্ধু কৃষ্ণৰ সেৱাত ॥ ৩৮২
হে প্ৰভু কৃষ্ণ দেৱ　　চৰণত কৰো সেৱ
　　মই জীৱ তোমাৰেসে অংশ ।
তযু পদ পঙ্কজেসে　　বজ্ৰৰ পঞ্জৰে আতি
　　পশোক মানস ৰাজহংস ॥
প্ৰাণ প্ৰয়াণৰ বেলা　　ব্যাধি নিৰোধিব কণ্ঠ
　　আৰ কৈত তোমাৰ স্মৰণ ।
হেন জানি প্ৰাণ হৰি　　নিবেদিলো আজি ধৰি
　　লৈয়া হেৰা তোমাতে শৰণ ॥ ৩৮৩
মন মোৰ দুৰাচাৰ　　তোমাৰ চৰণে আৰ
　　সুপুজৈ আনন্দ সমুদায় ।
মায়াত মজিয়া মৰো　　ইজন্মে হেন বা তৰো
　　দিয়ো মোৰ কিঞ্চিত উপায় ॥
সুহৃদ আতমা তুমি　　যদ্যপি জানিলো আমি
　　তথাপিতো থিৰ নাহি চিত্ত ।
মই অচেতন জানি　　প্ৰাণ প্ৰভু পদ্মপাণি
　　আপুনি চিন্তিও মোৰ হিত ॥ ৩৮৪
ভকতৰ কল্পতৰু　　তুমিসে পৰম গুৰু
　　হেন জানি দঢ়ায়া হৃদয় ।
স্নেহ নছাৰিবা স্বামী　　তোমাৰ চৰণে আমি
　　সত্যে সত্যে গৈলোহো বিক্ৰয় ॥
নকৰিয়ো আশা ভঙ্গ　　হৌক সদা সাধু সঙ্গ
　　নেৰো হেন মুখে হৰি নাম ।
তেৱেসে কৰুণাময়　　আমাৰ নিস্তাৰ হয়
　　নিৰন্তৰে বোলা ৰাম ৰাম ॥ ৩৮৫

---

## পদ

শুনিয়ো শৌনক আত পৰে পাছু কথা ।
কি কহিবো আউৰ সিটো ঋষিৰ অৱস্থা ॥
হৰাইল চেতন একো নপান্ত উদিস ।
উটতে ফুৰন্ত কোটি সহস্ৰ বৰিষ ॥ ৩৮৬
এহিমতে ভ্ৰমন্তে দেখিলা কদাচিত ।
মহা বটবৃক্ষ ফল পল্লৱে শোভিত ॥
পৃথিবী উন্নত প্ৰদেশত ৰহি আছে ।
লাসে লাসে সমীপ চাপিলা তাৰ পাছে ॥ ৩৮৭
কিছো কিছো কৰি পাছে দৃষ্টি বলাই চাইল ।
ঐশান্যৰ শাখাত শিশুক দেখা পাইল ॥
বটপত্ৰ পুটে কৰি আছন্ত শয়ন ।
শৰীৰৰ কান্তি কৰে দিশক প্ৰসন্ন ॥ ৩৮৮
ত্ৰৈধ্যয় ভুৱনে নাহি ৰূপক উপাম ।
তনু সুকুমাৰ মহা মৰকত শ্যাম ॥
সুন্দৰ বদন চন্দ্ৰ নৱ পদ্ম কোষ ।
অৰুণ পঙ্কজ নেত্ৰ দেখন্তে সন্তোষ ॥ ৩৮৯

সুসম নাসিকা সুবলিত ভ্ৰূৱ দুই ।
সচল অলকা পান্তি দেখি সুখী হুই ॥
অৰুণ অধৰ চাৰু প্ৰৱাল অঙ্কুৰ ।
হাস্যতে অমৃত যেন বৰিষে প্ৰচুৰ ॥ ৩৯০
পদ্ম গৰ্ভ অৰুণ নেত্ৰৰ প্ৰান্ত দেশ ।
হাস্য নিৰীক্ষণ সুকোমল বক্ৰ কেশ ॥
তিনি ৰেখা সহিতে প্ৰকাশে কম্বু গল ।
সিংহ বন্ধ কন্ধ বহল বক্ষ স্থল ॥ ৩৯১
শঙ্খ প্ৰায় কৰ্ণ দুই বলয় বলিত ।
মনোহৰ দাড়িম্ব কুন্দ সম সুশোভিত ॥
সুন্দৰ উদৰ অশ্বত্থৰ পত্ৰ নয় ।
নিম্ন তিনি ৰেখা তাতে জ্বলে আতিশয় ॥ ৩৯২
ত্ৰিবলি বলিত নিশ্বাসতে আতি চলে ।
পৰম গম্ভীৰ নাভি-সৰোৰুহ জ্বলে ॥
চাৰু কৰ কিশলয় আৰকত কান্তি ।
ৰত্নৰ শলকা নয় আঙ্গুলিৰ পান্তি ॥ ৩৯৩
দুই হাতে ধৰি দুই চৰণ পদ্মক ।
চোসন্তে আছন্ত মুখে বৃদ্ধ অঙ্গুষ্ঠক ॥
শৰীৰৰ কান্তি দূৰ কৰে অন্ধকাৰ ।
দেখি ঋষিৰাজ ভৈল আতি চমৎকাৰ ॥ ৩৯৪
শিশুক উৎসুকে চান্ত নয়ণে নীৰেখি ।
গুছিল বেদনা দুখ দিব্য ৰূপ দেখি ॥
যেন অমৃতক পিলে শৰীৰ শীতল ।
ভৈল প্ৰফুল্লিত মন নয়ন কমল ॥ ৩৯৫
সিহৰিল লোম মহা আনন্দ হৃদয় ।
দেখিয়া আশ্চৰ্য্য ৰূপ ভৈলন্ত বিস্ময় ॥
হেন অদভুত শিশু নভু দেখি শুনি ।
গৈয়া আকে পোছো কথা ইহন্তে আপুনি ॥ ৩৯৬
হেন মনে গুনি আছি পাছে মহা ঋষি ।
লাসে লাসে তান পাশ চাপিলা হৰিষি ॥
পুছিবে চাহন্তে আসি নাকৰ নিশ্বাসে ।
পশিলা ভিতৰ ঋষি হৃদয় আকাশে ॥ ৩৯৭

যেন মস নাসিকাৰ পথে প্ৰবেশিল ।
সমস্তে জগত গৈয়া গৰ্ভতে দেখিল ॥
মিলিল মনত মহা পৰম বিস্ময় ।
চক্ষু মেলি ঋষি দশো দিশ নিহালয় ॥ ৩৯৮
আকাশ নক্ষত্ৰ শশী সূৰ্য্য সাতো স্বৰ্গ ।
কিন্নৰ চাৰণ বিদ্যাধৰ দেৱ বৰ্গ ॥
সপত পাতাল দৈত্য দানৱ যতেক ।
আছে সাতো দ্বীপ তৈতে দেখিল প্ৰত্যেক ॥ ৩৯৯
নদী নদ দীৰ্ঘ সৰোবৰ বন যত ।
সাগৰ নগৰ গ্ৰাম বৰিষ পৰ্ব্বত ॥
যত লতা তৃণ তৰু নাগ বৃক্ষ পক্ষী ।
মিলিল বিস্ময় তৈতে সমস্তকে দেখি ॥ ৪০০
বহু বিধ কীট পশু পতঙ্গ পৰ্য্যন্তে ।
আছে কাল মৃত্যু তৈতে কল্পনা কৰন্তে ॥
যত জপ যাগ যোগ যত নিত্যকৰ্ম্ম ।
কৰিবাক লাগি আছে বৰ্ণাশ্ৰম ধৰ্ম্ম ॥ ৪০১
পঢ়ে বেদ শাস্ত্ৰ কথা আচৰে সদাচাৰ ।
কৰে ক্ৰয় বিক্ৰয় বাণিজ্য ব্যৱহাৰ ॥
যত জীৱ জন্তু ইটো সমস্তে জগত ।
আছে সবে দেখন্ত শিশুৰ উদৰত ॥ ৪০২
আছে হিমালয় মহা পৰ্ব্বত উত্তম ।
পুষ্পভদ্ৰা নদী নিজ দেখন্ত আশ্ৰম ॥
সেহি ঋষি সবে আছে তপস্যা আচৰি ।
দেখি ঋষি বিস্ময়ে স্মৰন্ত ৰাম হৰি ॥ ৪০৩
তাসম্বাত কিছো কথা পুছিবে চাহন্তে ।
আউৰ নিশ্বাসত বাজ ভৈল তৈৰ হন্তে ॥
এহি মতে সাত বাৰ কৰি আয়াজাত ।
দেখিলন্ত সাত গোটা কল্প সি বেলাত ॥ ৪০৪
উশাসতে পশি দেখে সৃষ্টি সমস্তয় ।
নিশ্বাসতে বজাই দেখে দুৰ্ঘোৰ প্ৰলয় ॥
বাল মুকুন্দৰ যিটো উত্তম নাসাত ।
যেন ক্ষুদ্ৰ মস থানি কৰে আয়াজাত ॥ ৪০৫

ঢুনাই পৰিলন্ত সেহি প্ৰলয় জলতে ।
পুনৰপি মহাভয় মিলিল মনতে ॥
ধৰৈ জলজন্তু লাগে উৰ্ম্মিৰ আন্দোল ।
পুনৰপি পাইলা আসি উইচুলাৰ কোল ॥ ৪০৬
সেহি বটবৃক্ষ আসি দেখিলা ঢুনাই ।
নিহালন্ত তাকে এক দৃষ্টি কৰি চাই ॥
সেহি বট পত্ৰ পুটে কৰিয়া শয়ণ ।
আছা শুতি সেহি শিশু প্ৰসন্ন বদন ॥ ৪০৭
হাস্যতে অমৃত স্ৰৱে নয়নৰ প্ৰান্তে ।
আছন্ত স্নেহত সিটো ঋষিক চাহন্তে ॥
দূৰ ভৈলা তাপ তনু হৃদয় জুড়াইল ।
এক দৃষ্টি কৰিয়া ঋষিয়ো তাঙ্কে চাইল ॥ ৪০৮
নয়নৰ দ্বাৰে নিয়া হৃদয় পদ্মক ।
আলিঙ্গিলা ঋষি মনে বাল মুকুন্দক ॥
পৰিলা চৰণে দৰশিলা প্ৰেম ভাৰ ।
দ্ৰৱিল হৃদয় লোমাঞ্চিত সৰ্ব্ব গাৱ ॥ ৪০৯
ধাৰাসাৰে নয়নৰ নীৰ পৰে ঝৰি ।
ভৈল অন্তৰ্দ্ধান হৃদয়ত পাছে হৰি ॥
চক্ষু মেলি চাইল ঋষি বাহিৰক লাগি ।
একো নেদেখন্ত সপোনৰ যেন জাগি ॥ ৪১০
পূৰ্ব্বৱতে আছে সৃষ্টি সমস্তে সংসাৰ ।
নাহিকে প্ৰলয় ভয় ভ্ৰান্তি আপুনাৰ ॥
নাহি বটবৃক্ষ বায়ু জল প্ৰলয়ৰ ।
নাহি জল-জন্তু একো কুম্ভীৰ মগৰ ॥ ৪১১
গুছিল বিভ্ৰম মাৰ্কণ্ডেয় মহাযশী ।
পূৰ্ব্বৱতে আছে সেহি আশ্ৰমতে বসি ॥
পুষ্পভদ্ৰা নদীৰ তীৰত মহাসুখে ।
জাগি যেন স্বপ্নৰ স্মৰন্ত বাৰ মুখে ॥ ৪১২
কেশৱৰ সিটো যোগমায়াৰ বৈভৱ ।
সাক্ষাতে দেখিয়া পাইলা মহা পৰাভৱ ॥
ভৈলন্ত কোকাৰ মুখে মাৰ্কণ্ডেয় জড়ি ।
ভয়ত কম্পিত আছে স্মৰণি হৰি ॥ ৪১৩

সিহৰে শৰাৎ হৰৈ অদ্যাপি চেতনা ।
ভুঞ্জো জীৱঁ সবে আমি হেনসে যাতনা ॥
নেদেখন্ত আন ঘোৰ মায়াৰ তৰণ ।
কৃষ্ণৰ চৰণে ঢুনাই লৈলন্ত শৰণ ॥ ৪১৪
তোমাৰেসে ভৈলো ভৃত্য হে কৃষ্ণ বাপ ।
তযু চৰণেসে হৰৈ ভকতৰ তাপ ॥
যেন মতে হৈবো ইটো মায়াৰ নিস্তাৰ ।
চিন্তিয়ো বান্ধৱ হিত আপুনি আমাৰ ॥ ৪১৫
জ্ঞানকেসে চিন্তে যিটো তেজিয়া ভকতি ।
তোমাৰ মায়ায়ে তাৰ মোহ হোৱৈ মতি ॥
মই মহা জ্ঞানী বুলি কৰে অহঙ্কাৰ ।
কদাচিতো নেৰাই হাত দুৰ্ঘোৰ মায়াৰ ॥ ৪১৬
মই পুনু তুমি বিনে নজানোহো আন ।
এহি বুলি কৃষ্ণত ধৰিলা ঢুনাই ধ্যান ॥
আউৰ একো ভৌতিক নটলে তান মন ।
কৰিলা সাক্ষাত সিটো অৰুণ চৰণ ॥ ৪১৭
দ্ৰৱৈ হিয়া শৰীৰ সিহৰে ঝাত ঝাত ।
হৰৈ আনন্দতে নয়নৰ অশ্ৰুপাত ॥
কৃষ্ণৰ মূৰুতি ভৈল স্বৰূপ হিয়াত ।
পৰম আনন্দ মনে মিলিল সাক্ষাত ॥ ৪১৮

### মাৰ্কণ্ডেয়ৰ শিৱ-পাৰ্ব্বতী দৰ্শন

নাৰায়ণে মায়া দেখাই দিলা মহা ভ্ৰান্ত ।
শিৱৰূপে আসি কৰাইলন্ত উপাসন্ত ॥
শিৱৰ ঋষিৰ যেন ভৈল সমাগম ।
শুনিয়ো শৌনক ইটো সম্বাদ উত্তম ॥ ৪১৯
সেহি সময়তে পাছে পাৰ্ব্বতী শঙ্কৰ ।
ৰঙ্গে সঙ্গে লৈয়া যত ভৃত্য নিৰন্তৰ ॥
বৃষভত চড়ি দুয়ো আকাশে আসন্তে ।
মাৰ্কণ্ডেয় ঋষিক দেখিলা দৈৱ হন্তে ॥ ৪২০

ধ্যান কৰি আছা ঋষি কেশৰক মনে।
হৰক বোলন্ত গৌৰী মধুৰ বচনে॥
দেখিয়োক ঋষি ইটো কেন বুদ্ধি থিৰ।
নিৰ্ব্বাত সময়ে যেন সাগৰ গম্ভীৰ॥ ৪২১
কৰিয়োক আন ইটো তপস্যাৰ সিদ্ধি।
তুমি বৰ দাতা ভকতৰ নৱ নিধি॥
হেন শুনি গৌৰীক বুলিলা হাসি হৰ।
নলৈৰন্ত ইটো ঋষি কদাচিতো বৰ॥ ৪২২
কোন আন কামনা মোক্ষকো নাহি ইচ্ছা।
বিনা হৰি ভকতি দেখন্ত সবে মিছা॥
তথাপি কৰিবো ঋষি সমে সম্ভাষণ।
মহা ভাগৱত মাৰ্কণ্ডেয় মহাজন॥ ৪২৩
কত মহা ভাগ্যে ভকতৰ সঙ্গ পাই।
আতপৰে জীৱৰ পৰম লাভ নাই॥
এহি বুলি পাৰ্ব্বতী সহিতে ত্ৰিনয়ণ।
ঋষিৰ পাশক লাগি কৰিলা গমন॥ ৪২৪
নন্দী আনি দিলা দিব্য ব্যাঘ্ৰ চৰ্ম্ম পাৰি।
বসিলা পাৰ্ব্বতী সমে তাতে ত্ৰিপুৰাৰি॥
ভৃত্যগণে বেঢ়ি ৰৈলা চৌভিতি যোগানে।
নেমেলন্ত চক্ষু ঋষি আছন্ত ধিয়ানে॥ ৪২৫
নেদেখন্ত আগত শিৱক ঋষিৰাজ।
দেখি মহেশ্বৰে মনে আলাচন্ত কাজ॥
কৃষ্ণৰ মূৰ্ত্তিত আন প্ৰবেশিল মতি।
সিহেতু নাহিকে শৰীৰত আসকতি॥ ৪২৬
এতেকেসে আমাক নাছান্ত চক্ষু মেলি।
আবে আন সমাধি ত্যাগিব কোন বেলি॥
এহি বুলি মহেশ্বৰে যোগমায়া বলে।
পশিল ঋষিৰ গৈয়া হৃদয় কমলে॥ ৪২৭
নিৰ্ম্মল ফটিক মন শৰীৰ ধৱল।
বিকট পিঙ্গট জটা বিজুলী উজ্জ্বল॥
তিনি চক্ষু দশ ভুজ গলে মুণ্ড মাল।
কটি তটে প্ৰকাশ কৰয় বাঘছাল॥ ৪২৮
ধনু শৰ অসি চৰ্ম্ম পৰশু কপাল।
ত্ৰিশূল ডম্বৰু কৰে আছে অক্ষমাল॥
বিভূতি ভূষিত দেহা সৰ্পে অলঙ্কাৰ।
ভৈলা আসি বিদিত দেখন্তে চমৎকাৰ॥ ৪২৯
শঙ্কৰৰ ৰূপ ঋষি দেখি হৃদয়ত।
ইটো কোন বুলি ভৈল বিস্ময় মনত॥
কৰে উচপিচ মন কৃষ্ণক নেদেখি।
ভাগিল সমাধি মেলিলন্ত দুয়ো আখি॥ ৪৩০
পাৰ্ব্বতী সহিতে হৰ আছন্ত তথাত।
দুইকো দেখিলন্ত ঋষি আগতে সাক্ষাত॥
ত্ৰৈলোক্যৰ গুৰু আসিলন্ত মোৰ ঠাই।
কৰিলা প্ৰণাম দুইকো দুনাই দুনাই॥ ৪৩১
পাদ্য অৰ্ঘ ধূপ দীপ পুষ্প উপহাৰ।
অৰ্চ্চিলন্ত দুইকো প্ৰিয় বাক্যে বাৰম্বাৰ॥
তুমি পূৰ্ণ কাম প্ৰভু মই আকিঞ্চন।
আদেশিয়ো আবে কিবা সাধো প্ৰয়োজন॥ ৪৩
তোমাৰেসে ইটো পদ পঙ্কজ দুতয়।
মিলে মনোৰথ আক কৰিলে আশ্ৰয়॥
যাহাৰ সেৱাত সিদ্ধি হৰে মনকাম।
পৰম ঈশ্বৰ কৰো চৰণে প্ৰণাম॥ ৪৩৩
নমো নমো শঙ্কৰ নিৰ্গুণ গতি দাতা।
সত্ত্ব ৰজ তম তিনি গুণ অধিষ্ঠাতা॥
নমো নমো শিৱ শম্ভু ভৱ ভয়হাৰী।
হুয়োক প্ৰসন্ন শূলধাৰী ত্ৰিপুৰাৰী॥ ৪৩৪
এহিমতে মাৰ্কণ্ডেয় কৰিলন্ত সেৱ।
শুনি তাতে তুষ্ট আতি ভৈল মহাদেৱ॥
হাসিয়া বোলন্ত ঋষি লোৱা ইষ্ট বৰ।
জানা বৰ দাতা আমি তিনিও ঈশ্বৰ॥ ৪৩৫
একে মূৰ্ত্তি জানা ব্ৰহ্মা-বিষ্ণু-ত্ৰিনয়ণ।
নুহিকে বিফল আমাসাক দৰশন॥
জগত বন্দনী ভৈল কি কহিবো কথা।
তোমাকেসে বন্দো আমি তিনিও সৰ্ব্বথা॥ ৪৩

যি সব বিপ্ৰত আছে সদা সদাচাৰ।
এৰিল পৰক দ্বেষ হিংসা অহঙ্কাৰ ॥
একান্ত ভকত যিটো তিনিটো আমাত।
তাকেসে প্ৰণামৈ দেৱ সমস্তে সাক্ষাত ॥ ৪৩৭
মোত মাধৱত অনুমাত্ৰো নাহি ভেদ।
ব্ৰহ্মময় মূৰ্ত্তিকেসে চিন্তে অবিচ্ছেদ ॥
মই-ব্ৰহ্মা-বিষ্ণু আমি তিনিও ঈশ্বৰ।
তুমি হেন বিপ্ৰকেসে বন্দো নিৰন্তৰ ॥ ৪৩৮
জলময় তীৰ্থ যত দেৱৰ প্ৰতিমা।
কত কালে কৰে শুদ্ধি নাহি তাৰ সীমা ॥
তুমি হেন মহন্তক দেখি যিটো জন।
হোৱৈ মহা শুদ্ধি গুছে পাতেক তেখন ॥ ৪৩৯
যিটো মহা পাতকী পৰম অন্ত্য জাতি।
শ্ৰৱণে দৰ্শনে যাৰ শুদ্ধ হৱৈ মতি ॥
হেন ভকতক যিটো কৰৈ সম্ভাষণ।
তাহাৰ নিসিজৈ জানা কোন প্ৰয়োজন ॥ ৪৪০
তুমি মহা মহন্তক কৰিলো আলাপ।
কায় বাক্য মনৰ গুছিল যত পাপ ॥
আজিৰ দিৱস ভৈলা সাফল আমাৰ।
কৰিলা ঋষিক শিৱে বাক্যে সতকাৰ ॥ ৪৪১
হৰৰ বচনচয় অমৃত সমান।
কৰ্ণ ভৰি ঋষি তাক কৰিলন্ত পান ॥
বিষ্ণুৰ মায়াত পাইলা যত মহাক্লেশ।
মহেশৰ আলাপত গুছিল নিশেষ ॥ ৪৪২
শুনা সভাসদ পদ মহা ভাগৱত।
নাহি আত পৰে গতি দাতা সংসাৰত ॥
কৃষ্ণ কথা শ্ৰৱণে কীৰ্ত্তনে পাপ দহে।
কলিৰ পৰম ধৰ্ম্ম শাস্ত্ৰে আক কহে ॥ ৪৪৩
মন্দমতি লোকৰ নাহিকে আন গতি।
জানিয়া যতনে কৰা কৃষ্ণত ভকতি ॥
নপাইবা সুহৃদ দেৱ কৃষ্ণৰ সমান।
স্মৰণতে অনন্ত পাপৰ পৰিত্ৰাণ ॥ ৪৪৪

হে প্ৰাণ কৃষ্ণ প্ৰভু মঞি দুৰাচাৰ।
প্ৰণিপাতে তোমাকেসে কৰো নমস্কাৰ ॥
কতনো সহিবো বাপ মায়াৰ নিগ্ৰহ।
অদ্যাপিও পাপীত সুপুজৈ অনুগ্ৰহ ॥ ৪৪৫
তোমাৰ ৰূপক মনে হৃদয়ত ধৰি।
কানি কন্থা পিন্ধিয়া তোমাৰ নাম স্মৰি ॥
ভ্ৰমো ভকতৰ সঙ্গে হুযা ভিক্ষাহাৰী।
এতেক কৰুণা মোক কৰিয়ো মুৰাৰি ॥ ৪৪৬
নভৈল ভকতি নছাৰিলে মোহ মায়া।
জৰা ৰোগে পীড়ে পৰৈ কেতিক্ষণে কায়া ॥
কৰো কৃষ্ণ কাতৰ পুৰিয়ো মনকাম।
পলাউক পাতক ডাকি বোলা ৰাম ৰাম ॥ ৪৪৭

---

ছবি

কহে সুত শুনিয়োক শৌনক প্ৰমুখ্যে ঋষি
যেন কথা ভৈল আত পৰে।
বিষ্ণুৰ মায়াত মহা তাৰ পায়া আছা ঋষি
আসি আশ্বাসিলা মহেশ্বৰে ॥
মহেশৰ সিটো বাক্য অমৃতে তৃপিতি আতি
ভৈলন্ত শীতল তনু মন।
জানু পাৰি প্ৰণিপাতে প্ৰণামিয়া শঙ্কৰক
কৃতাঞ্জলি বুলিলা বচন ॥ ৪৪৮
পৰম আশ্চৰ্য্য ইটো ঈশ্বৰ সবৰ লীলা
আক তৰ্কিবেক কোন নৰে।
আপুনি পালন্ত যাক তাক স্তুতি নতি আতি
কি কাৰ্য্যক কৰন্ত ঈশ্বৰে ॥
হেনসে গমিতে পাৰি লোককেসে শিক্ষা দিলা
আনো দেখি ধৰোক ইধৰ্ম্ম।
নোহে মহা ঈশ্বৰৰ কি কাৰ্য্যে কৰিবে মায়া
তোমাৰ অযোগ্য ইটো কৰ্ম্ম ॥ ৪৪৯

হেনবা বুলিবা আমি আপুনাকে তুচ্ছ কৰি
কেনে আমি বোলো তুতি বাণী ।
মায়ায় নিৰ্ম্মিয়া লোক লীলায়ে কৰাহা তুতি
আন কোন মহিমাৰ হানি ॥
যেন টাটেকীয়া ৰাজে খেলায়া পুতলা সাজি
তাত তাৰ কিবা পৰাভৱ ।
নাহি আত প্ৰভু দোষ সন্তোষ বঢ়াইলা আসি
যেন পিতৃ পুত্ৰৰ উৎসৱ ॥ ৪৫০
হে জগতৰ নাথ প্ৰণামো নমাই মাথ
ভগৱন্ত তুমি মহেশ্বৰ ।
জগত নিয়ন্তা দেৱ কেৱল ব্ৰহ্মৰ মূৰ্ত্তি
মহা গুৰু ভকত জনৰ ॥
তোমাৰ চৰণ দুইক দৰশন ভৈলো মঞি
নেদেখোহো বৰ আতপৰে ।
দেখিলে মাত্ৰকে যাক আপুনি আনন্দ ৰূপ
হুৱে পূৰ্ণকাম সবে নৰে ॥ ৪৫১
তথাপিতো এক বৰ তোমাৰ পাৰত মাগো
তুমি দেৱ বাঞ্ছিত পূৰণ ।
ঈশ্বৰ কৃষ্ণত মোৰ নিচ্চল ভকতি হৌক
সুপুছোক তাহান স্মৰণ ॥
হৈয় হৰি ভকতিসে সুহৃদ পৰম মোৰ
নেৰো যেন সাধুৰ সঙ্গতি ।
তোমাৰ চৰণে নমি এতেকে প্ৰাৰ্থনা কৰো
দিয়ো বৰ প্ৰভু পশুপতি ॥ ৪৫২
এহিমতে মহামুনি মহেশক তুতি কৰি
বাঞ্ছিলন্ত অভিমত বৰ ।
গৌৰীয়ো স্বামীক চাই কটাক্ষে ঠাৰিলা যেবে
ভৈলন্ত সন্তোষ তাতে হৰ ॥
পৰম সন্তোষ ভাৱে ঋষিক বুলিলা বাক্য
শুনা মাৰ্কণ্ডেয় মহামুনি ।
তোমাৰ সম্বন্ধি মঞি মহা তুষ্ট ভৈলো আতি
ইটো পৰমাৰ্থ কথা শুনি ॥ ৪৫৩

যতেক বাঞ্ছিলা মানে সমস্তৰে হৌক সিদ্ধি
দিলো বৰ মঞি চিত্ত শুদ্ধি ।
থাকোক ভকতি সদা ঈশ্বৰ কৃষ্ণৰ পাৱে
তোমাৰ নিৰ্ম্মল হৌক বুদ্ধি ॥
হুইবেক কল্পান্ত আয়ু পৰম অজৰামৰ
সদায়ে থাকোক মহাজ্ঞান ।
বাঢ়িবেক যশ কীৰ্ত্তি কহিবে পাৰিবা তুমি
ভূত ভবিষ্যত বৰ্ত্তমান ॥ ৪৫৪
বাঢ়িবেক ব্ৰহ্ম তেজ জানিবা চাৰিও বেদ
কৰিবাক পাৰিবা পুৰাণ ।
ব্ৰহ্মাক সাক্ষাত কৰি পৰম বৈৰাগ্য জ্ঞান
হৌক মঞি দিলো বিদ্যমান ॥
এহিমতে মহেশ্বৰ দিয়া হেন মহা বৰ
লৈয়া পাছে তান্তে অনুমতি ।
পাৰ্ব্বতী সহিতে উঠি ভূতগণ সমন্বিতে
চলিলন্ত কৈলাশক প্ৰতি ॥ ৪৫৫
বিষ্ণুৰ মায়াত যত পৰাভৱ পাইলা ঋষি
সবে কথা কহিলা গৌৰীত ।
পায়া মহা যোগ সিদ্ধি মাৰ্কণ্ডেয় মহাঋষি
কৃষ্ণত একান্ত ভৈল চিত্ত ॥
শুনিয়ো শৌনক ঋষি পৰম হৰিষে আসি
তুমি মোত যতেক পুছিলা ।
শিৱ ঋষি সম্বাদক নাৰায়ণ চৰিত্ৰক
কৈলা বালমুকুন্দৰ লীলা ॥ ৪৫৬
কৃষ্ণৰ চৰিত্ৰচয় শুনে যেবে শুনায়য়
কৃষ্ণৰ চৰণে দিয়া মতি ।
ছিণ্ডিয়া মায়াৰ পাশ অপ্ৰয়াসে সিটো নৰে
কৰিবেক বৈকুণ্ঠক গতি ॥
যতেক পুছিলা মানে কহিলো সকলো কথা
আউৰ কিবা শুনিবে সম্প্ৰতি ।
কহিয়োক বিদ্যমান মাৰ্কণ্ডেয় উপাখ্যান
এহিমানে ভৈল সমাপতি ॥ ৪৫৭

### ঝুনুৰী

শুনা সভাসদ ভাগৱত পদ
কৃষ্ণৰ লীলা চৰিত্ৰ ।
কৃষ্ণৰ চৰণে পশিয়ো শৰণে
তৰিবা যেবে কলিত ॥
ইটো আশা সুত পুত্ৰ দাৰা যত
ক্ষেণেকে হোৱে বিয়োগ ।
ইহাৰ চিন্তাত বৃথা আয়ু যায়
তেজিয়া বিষয় ভোগ ॥ ৪৫৮
যমৰ আজোৰ ঘোৰ পৰলোক
অৱশ্যে যাইবাক লাগে ।
দুৰন্ত অন্তকে ধৰে কেতিক্ষণে
যেন হৰিণক বাঘে ॥
মৰিবাক লাগে যিটো মনুষ্যৰ
তাৰো আৰো চিন্তা আন ।
জানিবা নিশ্চয় মায়ায়ে মোহয়
হৰুৱাইলো শ্ৰুতি জ্ঞান ॥ ৪৫৯
হে প্ৰাণ প্ৰভু কৃষ্ণ কৃপাময়
তোমাতে লৈলো শৰণ ।
সংসাৰ তাপতে চিৰকাল ভ্ৰমো
পঠাইলো জন্ম মৰণ ॥
কাম ক্ৰোধ লোভ মহা শত্ৰু মোৰ
মায়ায়ে হৰিবে জ্ঞান ।
তোমাৰ চৰণে পশিলো শৰণে
কৰা বাপ পৰিত্ৰাণ ॥ ৪৬০
তুমিসে মাধৱ পৰম বান্ধৱ
এবেসে ভৈলা বিদিত ।
মঞি অচেতন জানি নাৰায়ণ
আপুনি চিন্তিয়ো হিত ॥
তোমাৰ চৰণ চিত্তত থাকোক
মুখে নচাবোক নাম ।
তেবেসে ইবাৰ এৰাইবো সংসাৰ
ডাকি বোলা ৰাম ৰাম ॥ ৪৬১

---

### ভাগৱতৰ সংক্ষিপ্ত বৰ্ণনা

#### পদ

ভাগৱত ধৰ্ম্মক প্ৰণামি প্ৰথমত ।
প্ৰণামো কৃষ্ণক যাৰ অচিন্ত্য মহত্ত ॥
ভকত বিপ্ৰক প্ৰতি মোৰ নমস্কাৰ ।
কৰো সনাতন ধৰ্ম্মচয়ক প্ৰচাৰ ॥ ৪৬২
সুত নিগদতি শুনা শৌনক প্ৰস্তুত ।
কহিলো তোমাত কৃষ্ণ কথা অদভুত ॥
যিটো ধৰ্ম্ম পুৰুষৰ শুনিতে উচিত ।
সম্প্ৰতি তোমাত তাক কৰিবো বিদিত ॥ ৪৬৩
সংক্ষেপ কহিবো কথা বাৰ্হ্ৰয় স্কন্ধৰ ।
তাক একচিত্তে শুনা মুনি নিৰন্তৰ ॥
প্ৰথমে প্ৰথম স্কন্ধ কৰো উপাখ্যান ।
মহা হৰি কৃষ্ণ যিটো দেৱতা প্ৰধান ॥ ৪৬৪
যাত হন্তে হয়ে জগতৰ সৃষ্টি লয় ।
হেন গোপ্য ব্ৰহ্ম ভৈল প্ৰথমে উদয় ॥
কহে জ্ঞান কাণ্ড যাত বিজ্ঞানে সহিত ।
ভৈল তাতে বিৰকতি ভকতি বিদিত ॥ ৪৬৫
বদৰিকাশ্ৰমে ভৈলা নাৰদ প্ৰবেশ ।
ব্যাসক দিলন্ত ভাগৱত উপদেশ ॥
কৰিলন্ত তাতে অশ্বত্থামাক মুণ্ডন ।
ব্ৰহ্ম অস্ত্ৰ হন্তে পৰীক্ষিতৰ ৰক্ষণ ॥ ৪৬৬
প্ৰেমভাৱে কৃষ্ণক কৰিলা কুন্তী স্তুতি ।
কৃষ্ণৰ আগত ভৈলা ভীষ্মৰ মুকুতি ॥
ভৈল অন্তৰ্জ্জল ৰাজা বিপ্ৰশাপ শুনি ।
পাতিলা সমাজ আসি অসংখ্যাত মুনি ॥ ৪৬৭

শুক পৰীক্ষিতৰ সম্বাদ ভৈলা তথা।
নৃপতি পুছিলা পাছে ভাগৱত কথা॥
কহিবাক আৰম্ভিলা মহাভাগৱত।
দ্বিতীয় স্কন্ধৰ আবে শুনিয়ো সাম্প্ৰত॥ ৪৬৮
কহিলন্ত স্থূল সূক্ষ্ম ধাৰণা যুগুতি।
যেনমতে পাৰে ক্ৰমে পৰম মুকুতি॥
কিৰীটি ৰূপক শুকে কহিলা ৰাজাত।
ব্ৰহ্মা নাৰদৰ ভৈল সম্বাদ তথাত॥ ৪৬৯
যেনমতে সৃষ্টি হৱে প্ৰকৃতিৰ হন্তে।
মহদহঙ্কাৰ ভৈল ইন্দ্ৰিয় পৰ্য্যন্তে॥
কহিলা কৃষ্ণৰ যত অৱতাৰ কথা।
তৃতীয় স্কন্ধৰ আবে শুনিয়ো ব্যৱস্থা॥ ৪৭০
বিদুৰে উদ্ধৱে ভৈল প্ৰথমে সম্বাদ।
কৃষ্ণৰ নিৰ্য্যাণে দুইৰো মিলিল বিষাদ॥
কহিলা বিদুৰে মৈত্ৰেয় তত্ত্বজ্ঞান।
আছে তৃতীয়ত মহা পুৰুষ সংস্থান॥ ৪৭১
যিমতে প্ৰপঞ্চ প্ৰকৃতিত হৱে জাত।
চব্বিশ তত্ত্বৰো সৃষ্টি কহি আছা তাত॥
যিমতে ব্ৰহ্মাণ্ড অজে কহিলন্ত তাকে।
বৈৰাজ পুৰুষ যেনমতে তাতে থাকে॥ ৪৭২
তাতে কহি আছা স্থূল সূক্ষ্ম কাল গতি।
ভৈলা ব্ৰহ্মা তাতে নাভি পদ্মে উতপতি॥
তৃতীয়ত কহিলা বৰাহ অৱতাৰ।
তাতে হিৰণ্যাক্ষ বধ ধৰণী উদ্ধাৰ॥ ৪৭৩
স্বায়ম্ভুব মনুৰ শতৰূপা ভাৰ্য্যা তান।
দেৱহুতি কন্যা কৰ্দ্দমক দিলা দান॥
তাত হন্তে ভৈলন্ত কপিল অৱতাৰ।
জ্ঞানে দানে কৈলা দেৱহুতিক নিস্তাৰ॥ ৪৭৪
কহিলা মাতৃত গোপ্য ভকতিৰ তথা।
চতুৰ্থ স্কন্ধৰ আবে শুনিয়োক কথা॥
নৱ প্ৰজাপতি তাতে ভৈলা উতপতি।
কৰিল কৰ্দ্দম দক্ষ [illegible] উতপতি॥ ৪৭৫

দক্ষক কোপিয়া সতী তেজিলন্ত প্ৰাণ।
দক্ষৰ যজ্ঞক হৰে কৰিলা নিৰ্য্যাণ॥
ভকত দ্বেষীক কৰিলন্ত বিভৎসনা।
হাত দান্ত ভৰি ভাঙ্গি ভৈলা কতো কণা॥ ৪৭৬
সাপত্ন মাৰক কোপে তপস্যা আচৰি।
পাঞ্চ বৎসৰতে ধ্ৰুৱে আৰাধিলা হৰি॥
মহা তুষ্টে বিষ্ণু আসি দিলা বৰ দান।
পাইলা ধ্ৰুৱে ব্ৰহ্মাৰো দুৰ্ল্লভ সিটো থান॥ ৪৭৭
ভৈল অৱতাৰ তাতে পৃথু নামে ৰাজা।
হৰি ভকতিকে সবে প্ৰৱৰ্ত্তাইল প্ৰজা॥
পৃথিবীক দমিয়া দুহিলা সবে ৰস।
জগতকে ব্যাপিল পৃথুৰ মহাযশ॥ ৪৭৮
প্ৰাচীনবৰ্হিৰ হিত চিন্তিয়া নাৰদ।
কৰ্ম্ম দূৰ কৰি দিলা ভকতি সম্পদ॥
কহিলা ৰাজাত পুৰঞ্জন উপাখ্যান।
নাৰদৰ প্ৰসাদে বৈকুণ্ঠে ভৈলা থান॥ ৪৭৯
শুনিয়ো পঞ্চম স্কন্ধ আত অনন্তৰে।
মিলিল সম্বাদ প্ৰিয়ব্ৰত নাৰদৰে॥
ভৈল আসি নাভিত ঋষভ অৱতাৰ।
ভৈল তাতে ভৰতৰ চৰিত্ৰ প্ৰচাৰ॥ ৪৮০
বন্ধুগণ ৰাজাক ভকতি দিলা দান।
উপজিল পৰম বৈৰাগ্য মহাজ্ঞান॥
দণ্ড দুই আলাপি মায়াৰ পাইলা সীমা।
ভকত সঙ্গৰ কিবা কহিবো মহিমা॥ ৪৮১
বৰিষ সমুদ্ৰ দ্বীপ পৰ্ব্বত সমান।
সপত পাতাল জ্যোতি চক্ৰ সঙ্গস্থান*॥
বৰ্ণাইল নৰক সাতো পাতালৰ তলে।
যাত পৰি পাৱে পীড়া পাতেকী সকলে॥ ৪৮২
নৰক যাতনা শুনি পাছে পৰীক্ষিত।
কম্পিত হৃদয় ভৈল মহাভয়ে ভীত॥
নৰকৰ বিস্তাৰ শুকত শুনিলন্ত।
দিলা শুকে শুনি ষষ্ঠ স্কন্ধত সিদ্ধান্ত॥ ৪৮৩

*জ্যোতি চক্ৰৰ সংস্থান।

শুনিয়োক আবে ষষ্ঠ স্কন্ধ অনুক্রমে।
হৰিৰ নামৰ কৈলো মহিমা প্ৰথমে ॥
পুত্ৰৰ সঙ্কেতে নাম লৈয়া অজামিল।
মৃত্যুক তৰিয়া বৈকুণ্ঠক আৰোহিল ॥ ৪৮৪
উপজিল দক্ষ আসি দশ প্ৰচেতাত।
তাহানে কন্যাত ভৈল সৃষ্টি অসংখ্যাত ॥
পশু পক্ষী যক্ষ নৰ নাগ দেৱাসুৰ।
ভৈল কন্যা সন্তানে জগত ভৰিপূৰ ॥ ৪৮৫
তাতে আছে চিত্ৰকেতু চৰিত্ৰ প্ৰচুৰ।
গৌৰী শাপে তেহো আসি ভৈল বৃত্ৰাসুৰ ॥
বধিলা বাসৱে কৰি অনেক প্ৰৱন্ধ।
বজ্ৰে বৰিষেকে তান ভেদিলন্ত কন্ধ ॥ ৪৮৬
শুনিয়ো সপ্তম দিতি দক্ষৰ কন্যাত।
হিৰণ্যাক্ষ হিৰণ্যকশিপু ভৈলা জাত ॥
জগত কম্পন দৈত্য হিৰণ্যকশিপু।
ইন্দ্ৰক খেদায়া ৰাজ্য লৈয়া দেৱৰিপু ॥ ৪৮৭
জগতকে দ্ৰোহ আচৰিল দুৰাচাৰে।
লৈলা প্ৰাণ তাৰ নৰসিংহ অৱতাৰে ॥
তাৰে পুত্ৰ ভৈল আসি বৈষ্ণৱ প্ৰহ্লাদ।
মাধৱত হন্তে পাইলা পৰম প্ৰসাদ ॥ ৪৮৮
সদায় নচাৱে মহাহৰিক হৃদয়।
বাহিৰে ভিতৰে যিটো দেখে হৰিময় ॥
মহা ভাগৱত আৰ নাহি তাত পৰে।
শুনিয়ো অষ্টম স্কন্ধ আত অনন্তৰে ॥ ৪৮৯
মন্বন্তৰ চৰিত্ৰ গজেন্দ্ৰ বিমোক্ষণ।
ভৈল অৱতাৰ হয়গ্ৰীৱ নাৰায়ণ ॥
কূৰ্ম্মৰূপে মন্দাৰ ধৰিলা কান্ধ পাতি।
দেৱাসুৰে সাগৰ মথিলা দিনে ৰাতি ॥ ৪৯০
নাৰীৰূপ ধৰি ত্ৰিদশৰ চিন্তি হিত।
দৈত্যক বঞ্চিয়া দিলা দেৱক অমৃত ॥
কৰিলা দুৰ্ঘোৰ যুদ্ধ যত দেৱাসুৰ।
দেৱক জিনাইলা হৰি হুয়া পক্ষপূৰ ॥ ৪৯১

অদিতিত হন্তে ভৈলা বামন উদিত।
ফুটাইল কটাহ গঙ্গা ভৈলন্ত বিদিত ॥
বলিক চলিয়া দিলা পাতালত থান।
তুষ্ট হুয়া ভকতি প্ৰসাদ দিলা দান ॥ ৪৯২
ভৈলা হৰি তাতে লীলা মৎস্য অৱতাৰ।
প্ৰলয় জলত আতি কৰিলা বিহাৰ ॥
সত্যব্ৰতে তুতি কৰিলন্ত কৃতাঞ্জলি।
নৱম স্কন্ধৰ শুনা ৰাজ বংশাৱলী ॥ ৪৯৩
ইক্ষ্বাকু কাকুথ ইল শশাদা সৰ্য্যাতি।
খট্টাঙ্গ সগৰ নৃগ নহুষ যযাতি ॥
জনক শান্তনু নিমি সৌভৰি ভৰত।
আসম্বাৰ বংশৰ কহিলা কথা যত ॥ ৪৯৪
ভৈলন্ত পৰশুৰাম নামে অৱতাৰ।
নিক্ষেত্ৰিয় কৰিলা ভূমি তিনি সাত বাৰ ॥
শ্ৰৱণে বিনাশে মহা দুৰিত* ত্বৰিত।
আছে তাতে হেন ৰামচন্দ্ৰৰ চৰিত্ৰ ॥ ৪৯৫
যযাতিৰ জ্যেষ্ঠ পুত্ৰ যদু নাম যাৰ।
তাহানে বংশত ভৈলা কৃষ্ণ অৱতাৰ ॥
বসুদেৱ দৈৱকীত হন্তে জন্ম ভৈলা।
কংসৰ ভয়ত নিয়া গোকুলত থৈলা ॥ ৪৯৬
শুনিয়োক দশম স্কন্ধৰ আবে কথা।
শিশু-লীলা অনেক কৰিলা হৰি তথা ॥
পুতনাৰ চুসিলন্ত তনে সমে প্ৰাণ।
শকট উছাট তৃণাবৰ্ত্তৰ নিৰ্য্যাণ ॥ ৪৯৭
বনযুদ্ধত হন্তে গোপ গৰু পৰিত্ৰাণ।
উৰাল বন্ধন বৃক্ষ অৰ্জ্জুন ভঞ্জন ॥
বক বৎস ধেনুক কালিক নিকালন।
বন-বহ্নি পান আৰো প্ৰলম্ব নিৰ্য্যাণ ॥ ৪৯৮
কৰিলা সৰ্পৰ যেন নন্দক মোক্ষণ।
পাইলা বৰ ব্ৰত আচৰন্তে কন্যাগণ ॥
বিপ্ৰক সন্তাপ দিলা পত্নীক প্ৰসাদ।
গোবৰ্দ্ধন ধৰি দিলা ইন্দ্ৰক বিষাদ ॥ ৪৯৯

* দুৰিত—পাপ।

বৰুণলোকৰ পৰা নন্দক উদ্ধাৰ।
শৰত ৰাত্ৰিৰ কেলি কৰিলা আপাৰ ॥
শঙ্খচূৰ বধ কেশী অৰিষ্ট নিৰ্য্যাণ।
অক্ৰূৰ গমন ৰাম-কৃষ্ণৰ প্ৰয়াণ ॥ ৫০০
ব্ৰজৰ ধৰিলা হৰি বালেক লক্ষণ।
গজমল্ল মৰণ কংসৰ বিনাশন ॥
পিতৃৰ মাতৃৰ বন্ধ মোক্ষ অতিৰেক।
নন্দ প্ৰস্থাপন উগ্ৰসেন অভিষেক ॥ ৫০১
সান্দীপনি গুৰুক মৃতক পুত্ৰ দান।
মথুৰাত কৈলা যদুবংশক সমান ॥
উদ্ধৱক পঠাই শান্ত কৰি গোপী যত।
কুঁজীৰ ৰমণ অক্ৰূৰৰ গৃহাগত ॥ ৫০২
ৰাম উদ্ধৱক সঙ্গে লৈয়া বহুবাৰ।
কৰিলন্ত বধ জৰাসন্ধৰ সেনাৰ ॥
যৱনৰ নিৰ্য্যাণ নিৰ্ম্মিয়া দ্বাৰকাক।
আনিলন্ত পাৰিজাত সুধৰ্ম্মা সভাক ॥ ৫০৩
যাদৱ বংশৰ মহা মিলিল উৎসাহ।
ৰুক্মিণী প্ৰমুখ্যে অষ্ট-মহিষী বিবাহ ॥
নৰকৰ বধ কন্যাগণৰ হৰণ।
শাল্ব শিশুপাল পৌণ্ড্ৰ সম্বৰ নাশন ॥ ৫০৪
পাণ্ডৱক নিমিত্ত কৰিয়া ৰণ জিনি।
সংহাৰিলা হৰি অষ্টাদশ অক্ষৌহিনী ॥
আপুনি বেকত হুয়া জগত আধাৰ।
লীলায়ে হৰিলা পৃথিবীৰ মহাভাৰ ॥ ৫০৫
কতেক কহিবো কৃষ্ণ দেৱৰ মহত।
একাদশ স্কন্ধ আবে শুনিয়ো সাম্প্ৰত ॥
বিপ্ৰশাপ শুনি ভৈলা বংশৰ বিষাদ।
নাৰদে কহিলা নৱসিদ্ধৰ সম্বাদ ॥ ৫০৬
ব্ৰহ্মা আদি দেৱে কৰিলন্ত স্তুতি নতি।
উদ্ধৱে জানিয়া পাছে প্ৰভুৰ যুগুতি ॥
কৃষ্ণৰ চৰণে পৰি [illegible] বিষাদ।
ভৈলা তান্ত পাছে কৃষ্ণ উদ্ধৱ সম্বাদ ॥ ৫০৭

ৰহস্য ধৰ্ম্মকো প্ৰকাশিলা কৃপাময়।
জ্ঞান কৰ্ম্ম ভকতিৰ কহিলা নিৰ্ণয় ॥
দেৱ সবে নিবে আইল আপুনাৰ থান।
কৰিলন্ত কৃষ্ণে তাতে বৈকুণ্ঠ প্ৰয়াণ ॥ ৫০৮
এহিমানে গৈলা একাদশৰ ব্যৱস্থা।
দ্বাদশ স্কন্ধৰ আবে শুনিয়োক কথা ॥
যুগৰ লক্ষণ যুগধৰ্ম্ম চাৰি বিধি।
কহিলা কলিত একো ধৰ্ম্মে নাহি সিদ্ধি ॥ ৫০৯
অধৰ্ম্মে কৰিবে আসি কলিত বিপ্লৱ।
হৰি কীৰ্ত্তনেসে তাৰ পাপ পৰাভৱ ॥
চাৰি বেদ প্ৰলয় কহিলা মহাভাগ।
পৰীক্ষিত নৃপতিৰ তাতে অনুৰাগ ॥ ৫১০
সৰ্পসত্ৰ মাৰ্কণ্ডেয় মায়া দৰশন।
বেদ শাখা ভেদ মহা পুৰুষ লক্ষণ ॥
দ্বাদশৰো কথা সবে কহিলা নিশেষ।
কৃষ্ণৰ সেহিটো লীলা চৰিত্ৰ বিশেষ ॥ ৫১১
শুনা সামাজিক লোক ভাগৱত কথা।
শুনন্তে সাক্ষাত হন্ত ঈশ্বৰ সৰ্ব্বথা ॥
নাহি একো শাস্ত্ৰ আৰ ইহাৰ সমান।
মহন্ত সকলে পাৱে প্ৰত্যক্ষে প্ৰমাণ ॥ ৫১২
হেন জানি কৃষ্ণৰ চৰণে দিয়া মন।
কৰিয়োক কৃষ্ণ কথা শ্ৰৱণ কীৰ্ত্তন ॥
আলে জালে আয়ু যাই হুয়ো সাৱধান।
কৃষ্ণ বিনে নাহি জানা যাতনাত ত্ৰাণ ॥ ৫১৩
হে প্ৰাণ প্ৰভু কৃষ্ণ মঞি মন্দমতি।
তযু পাৱে ইজন্মত নভৈল ভকতি ॥
নপাইলো নিস্তাৰ ইটো সংসাৰ দুৰ্ঘোৰ।
কৰিয়ো চৰণে গতি অগতিৰ মোৰ ॥ ৫১৪
ইটো নৰতনু কাল কৰ্ম্মৰ অধীন।
নজানোহো দেহ কৈত পৰে কোন দিন ॥
ঘোৰ পৰলোকৰ শুনন্তে লাগে ত্ৰাস।
কৰা হেন কৰুণা দাসৰো ভৈলো দাস ॥ ৫১৫

নেৰোক ভকত সঙ্গে কর্ণে কৃষ্ণ কথা।
হৃদয়ত কৃষ্ণ মূৰ্ত্তি থাকোক সৰ্ব্বথা ॥
সুখে দুখে মুখে মোৰ নছাৰোক নাম।
তেবেসে নিস্তৰো সবে বোলা ৰাম ৰাম ॥ ৫১৬

---

ভাগৱতৰ তাৎপৰ্য্য

দুলড়ী

নিগদতি সুত শুনিয়ো শৌনক
প্ৰমুখ্যে ঋষি যতেক।
বাৰ্হয় স্কন্ধৰ যিটো তাৎপৰ্য্য
শুনিয়ো তাক প্ৰত্যেক ॥
হৰি গুণ নাম শ্ৰৱণ কীৰ্ত্তন
সমস্তে ধৰ্ম্মৰে সাৰ।
বাৰ স্কন্ধ মিলি আকে প্ৰতিপাদ্যে
শুনা ফল শ্ৰুতি তাৰ ॥ ৫১৭
পৰে বা পিচলে যদি বা ক্ষুধায়ে
তৃষায় পীড়িত হুয়া।
নমো হৰি বুলি ডাকি উচ্চ কৰি
মাধৱৰ নাম লৈয়া ॥
এতেকতে তাৰ যতেক পাতেক
অনেক কোটি জন্মৰ।
তাতে লাগে জুই পুৰি ভস্ম হুই
মহা শুদ্ধ হোৱে নৰ ॥ ৫১৮
যিটো জনে কৰে কৃষ্ণৰ শ্ৰৱণ
কৃষ্ণৰ কৰি কীৰ্ত্তন।
ইহাৰ চিত্তত হোৱন্ত প্ৰবেশ
ভগৱন্ত নাৰায়ণ ॥
এতেক পাতেক পলাই তাৰ যেন
সূৰ্য্যৰ আগে আন্ধাৰ।
প্ৰচণ্ড বতাসে যেন উৰুৱাৱে
নাথাকে মেঘ সঞ্চাৰ ॥ ৫১৯
হৰি কীৰ্ত্তনেসে জানা মহাবল
সমস্তৰে হৰে পাপ।
তাতে ব্যতিৰেকে যত আন কথা
সমস্তে মিছা প্ৰলাপ ॥
যিটো বাক্য সবে কৃষ্ণক নকহে
নকৰে নাম প্ৰখ্যাত।
সেহি মিছা বাক্যে সেহিটো অসতী
অসন্তৰ কথা যত ॥ ৫২০
সেহি মহা সত্য সেহিসে মঙ্গল
সেহি মহা পুণ্যচয়।
কৰে যিটো বাক্য ঈশ্বৰ কৃষ্ণৰ
গুণ নাম অভ্যুদয় ॥
সেহি মহা ৰম্য মহন্তৰ তাত
বাঢ়ে প্ৰীতি নৱ নৱ।
মহন্তে তাহাতে প্ৰেম উপজয়
মনৰ মহা উৎসৱ ॥ ৫২১
সেহিসে হৰিষ বঢ়ায়ে সেহিসি
শোষয় শোক সাগৰ।
উত্তম শ্লোকৰ গুণ যশ গায়ে
যিটো বাক্য নিৰন্তৰ ॥
নানা চিত্ৰ পদে ৰচিত সি বাক্য
শুনন্তে অমৃত প্ৰায়।
কিন্তু হৰি যশ জগত পৱিত্ৰ
নাহিকে যাত্ত সদায় ॥ ৫২২
কাক তুল্য সিটো কামী পুৰুষৰ
জানিবা ৰতিৰ স্থান।
পৰম ভকত যতনে শুনন্ত
তাত নপাতন্ত কাণ ॥

যি কথাত কৃষ্ণ আছন্ত সাক্ষাত
মহা মহন্তৰো গতি।
নির্ম্মল ভকত সকলে তাতেসে
কৰন্ত সদায়ে ৰতি ॥ ৫২৩
সেহি মহা বাক্যে লোক সমূহৰ
পাতেক কৰে বিঘাত।
কেশৱৰ যশে অঙ্কিত যি নাম
প্রতিপদে আছে যত ॥
কহন্তা থাকিলে আপুনি শুনয়
শুনান্ত সকলে আৰে।
একলেও স্মৰে যিটো হৰি নাম
সেহিসে মোক্ষকে পাৰে ॥ ৫২৪

---

ছবি

হেন কথা মনে ধৰি জ্ঞানত কর্ম্মত কৰি
কীৰ্ত্তনক কৰিবা আদৰ।
পৰম নির্ম্মল জ্ঞান ভকতি বৰ্জ্জিত ভৈলে
তাতো সিদ্ধি নাহিকে লোকৰ ॥
সর্ব্বোত্তম যিটো কর্ম্ম কৃষ্ণত নৰ্পিলা যেবে
সিয়ো হোৱে আপুনি বিফল।
নিন্দিত সকাম কর্ম্ম তাৰ কি কহিবো কথা
দেখা হৰি ভকতিৰ বল ॥ ৫২৫
বর্ণাশ্রম ধর্ম্ম যত তপস্যা আচৰে ব্রত
ইটো একো নোহে পুৰুষাৰ্থ।
সম্পত্তি কীৰ্ত্তিৰ কাজে কৰে মহা পৰিশ্রম
শুনা কহো যিটো পৰমাৰ্থ ॥
কেশৱৰ গুণনাম শ্ৰৱণ কীৰ্ত্তন কৰে
তাক যিবা শুনন্তে সাদৰে।
এতেকে কৃষ্ণৰ পাদ পদ্ম নপাসৰি আৰ
অচিৰ কালত ফল ধৰে ॥ ৫২৬

কৃষ্ণৰ স্মৰণে তাৰ প্রথমে পাতেক নাশে
কৃষ্ণত কৰাৱে নিষ্ঠ বুদ্ধি।
পৰম ভকতি জ্ঞান বৈৰাগ্যেয়ো লৱে লাগ
হোৱে আতিশয় চিত্ত শুদ্ধি ॥
জ্ঞানত কর্ম্মত কৰি ভকতিসে মহা শ্রেষ্ঠ
ভকতি মধ্যত শ্রেষ্ঠ দুই।
শ্ৰৱণ কীৰ্ত্তন ইটো আক ধৰিলেক যিটো
বিধিৰ কিঙ্কৰ সিটো নুই ॥ ৫২৭
শৌনক প্রমুখ্যে মহা মুনি সব আছা যত
তুমি সব মহা ভাগ্যৱন্ত।
যিহেতু পৰম হৰি চিত্তত নিশ্চয় কৰি
একান্তে ভজিলা ভগৱন্ত ॥
ইটো আত্মা ঈশ্বৰক শুনিলো শুকৰ মুখে
মহা ঋষি সমজ্যাৰ কাছে।
হেন বন্ধু মাধৱক সুধি সুমৰাইলা মোক
এতেকে মোহোৰ ভাগ্য আছে ॥ ৫২৮
পৰম দুৰিত হৰে হৰিৰ চৰিত্ৰ যত
কহিলো তোমাত সবে তাক।
অনুদিনে শুনে যিটো সেহিটো পৱিত্ৰ কৰে
দেহে সমে আপুন আত্মাক ॥
হৰি বাসৰত যিটো নিৰাহাৰ হুয়া পঢ়ে
তাহাৰ ফলৰ নাহি সীমা।
কৃষ্ণৰ চৰণে মতি দিয়া পাইবা সদ্গতি
পৰলোকে বাঢ়িবে মহিমা ॥ ৫২৯
ইটো ভাগৱত শাস্ত্ৰ পঢ়ে বিপ্ৰসবে যেবে
হৈবে আসি মহাফল সিদ্ধি।
ক্ষত্ৰিয়ে পঢ়িয়া পাইবে সসাগৰা বসুমতী
বৈশ্য পঢ়ি পাইবে মহানিধি ॥
শূদ্ৰ সবে পাৱে যেন ইটো মহা ভাগৱত
সমস্ত পাপতে হুইবে শুদ্ধি।
উপজিবে পুণ্য ৰাশি পাছত চাৰিও আসি
কৃষ্ণৰ চৰণে হুইবে বুদ্ধি ॥ ৫৩০

নমো নমো ভগৱন্ত অনন্ত শকতি কৃষ্ণ
ব্ৰহ্মাদি নজানে তত্ত্ব সাৰ।
জগতৰ যিটো নাথ তান পাৱে থৈবো মাথ
হে কৃষ্ণ কৰো নমস্কাৰ ॥
হুয়া অল্পমতি মঞি কৰিলো গহন শাস্ত্ৰ
আত মোৰ ক্ষমিয়োক দোষ।
নোহো ভকতিৰ পাত্ৰ কেৱল প্ৰণামো মাত্ৰ
আত হুয়ো পৰম সন্তোষ ॥ ৫৩১

জয় জয় মুনি শুক লোকক কৃপায়ে যিটো
প্ৰচাৰিলা মহাভাগৱত।
জ্ঞানীৰ মধ্যতে সাৰ সদায় সুগুছে যাৰ
সমাধি আনন্দ হৃদয়ত ॥
কৃষ্ণৰ ৰুচিৰ লীলা যেবে আসি সুমৰাইলা
নাচন্ত গাৱন্ত গুণ নাম।
মহিমা কহিবো কত শুক গুৰু চৰণত
কৰো হেৰা পৰিয়া প্ৰণাম ॥ ৫৩২

---

গ্ৰন্থ সমাপ্তিৰ প্ৰাৰ্থনা

**ছুলড়ী**

শুনা সামাজিক জন দিয়া মন
কৃষ্ণৰ লীলা চৰিত্ৰ।
আত পৰে হিত নাহি পৃথিবীত
জানিবা ইটো কলিত ॥
বাৰ্হ্ৰয় স্কন্ধৰ যিটো তাৎপৰ্য্য
জানি ধৰা দৃঢ় মনে।
কৃষ্ণক সৰ্ব্বথা ভজা কৃষ্ণ কথা
শ্ৰৱণে কৃষ্ণ কীৰ্ত্তনে ॥ ৫৩৩

হুয়া অল্পমতি পদ ভাগৱত
ৰচিলো জানি নজানি।
ক্ষমিয়োক দোষ হুয়োক সন্তোষ
শুনিয়ো কৃষ্ণ কাহিনী ॥
আনি চিন্তা এৰি সুমৰিয়ো হৰি
সাধিয়ো আপুনি গতি।
কৃষ্ণৰ কিঙ্কৰে কহে এহিমানে
দ্বাদশৰ সমাপতি ॥ ৫৩৪

হে প্ৰাণ প্ৰভু কৃষ্ণ কৃপাময়
মূঢ়ত হুয়ো সন্তোষ।
নমো নমাই মাথ মৰষিয়ো নাথ
বঢ়া টুটা যত দোষ ॥
তোমাৰ চৰণে পশিলো শৰণে
অগতিৰ কৰা গতি।
ব্যৰ্থে আয়ু গৈল আজিয়ো নভৈল
তোমাত দৃঢ় ভকতি ॥ ৫৩৫

ইটো জন্ম গৈলে পৰলোকে পাইলে
কি মোৰ হৈব অৱস্থা।
অৰুণ চৰণ সুহিকে স্মৰণ
কৈত পাইবো কৃষ্ণ কথা ॥
কৃষ্ণ গুণ নাম ধৰ্ম্ম অনুপাম
বুলিবে কমনে মুখে।
মনুষ্য শৰীৰ হৰাইলে আমাক
পাইবে পৰলোক দুখে ॥ ৫৩৬

নৰতনু ইটো ভাৰত বৰিষ
কলি যুগে হৰি নাম।
চাৰিৰ সঞ্জোগে আউৰ কৈত পাইবো
কৃপা কৰা প্ৰভু ৰাম ॥
মঞি অধমৰ মাধৱ বান্ধৱ
বুদ্ধিক নকৰা ভ্ৰংশ।
তোমাৰ চৰণ পঞ্জাৰে* পাশক
আসন্ন মানস হংস ॥ ৫৩৭

---

* পঞ্জৰ—সজা, বাঁহ।

তোমাৰেসে অংশ যত জীৱ আমি
তুমি মোৰ নিজ স্বামী।
প্ৰভু দামোদৰ এতেকে গোচৰ
কৰো তযু পাৱে আমি॥

তোমাৰ চৰণ চিত্তে নছাৰোক
নেৰিব মুখত নাম।
হে কৃষ্ণ প্ৰাণ দিয়ো এহি দান
ডাকি বোলা ৰাম ৰাম॥ ৫৩৮

———o:*:o———

## শ্ৰীশঙ্কৰ-ভাগৱত—দ্বাদশ স্কন্ধ

( সমাপ্ত )

শ্ৰীকৃষ্ণায় নমঃ

# শ্ৰীশঙ্কৰ বাক্যামৃত

# গুণ-মালা

ঘোষা

ৰাম নিৰঞ্জন। পাতক ভঞ্জন॥

পদ

নমো নাৰায়ণ সংসাৰ কাৰণ।
ভকত তাৰণ তোম্কাৰ চৰণ॥ ১
তুমি নিৰঞ্জন পাতক ভঞ্জন।
দানর গঞ্জন গোপীকা ৰঞ্জন॥ ২
বেদান্ত গায়ক বংশী বায়ক।
জগত নায়ক মুকুতি দায়ক॥ ৩
ভকতৰ ঋদ্ধি কৰা সৰ্ব্ব সিদ্ধি।
বিধাতাৰো বিধি দীন দায়ানিধি॥ ৪
ভকতি ৰোচন দুখ সঙ্কোচন।
পাতক মোচন কমল লোচন॥ ৫
দৈত্য অন্তকাৰী গোবৰ্দ্ধনধাৰী।
ভৱভয়হাৰী তুমিসি মুৰাৰি॥ ৬
কালিকো দমিলা পূতনা শুষিলা।
দেৱকো তুষিলা ব্ৰজকো ভূষিলা॥ ৭
কেশী বৎস বক সমস্তে দৈত্যক।
লগাইলা চমক ডকাইলা যমক॥ ৮
তুমি বাৰম্বাৰ হুয়া অৱতাৰ।
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ॥ ৯

ইন্দ্ৰকো দমিলা ব্ৰহ্মায়ো নমিলা।
বনত ভ্ৰমিলা গোপীক ক্ৰীড়িলা॥ ১০
পশি ৰঙ্গশাল যত মহামাল।
কৰিয়া আস্ফাল বধিলা গোপাল॥ ১১
তযু গুণ নাম ধৰ্ম্ম অনুপাম।
মোক্ষ অৰ্থ কাম সাধা প্ৰভু ৰাম॥ ১২
মাৰি দশগ্ৰীৱ জনকৰ জীৱ।
পাইলা সদাশিৱ তুমি জগজীৱ॥ ১৩
তোম্কাৰ চৰিত্ৰ পাতকাৰ মিত্ৰে।
পৰম পৱিত্ৰ কৰিলা বিচিত্ৰ॥ ১৪
পতিত পাৱন এ ভৱ ভাৱন।
অসুৰ ধাৱন তুমিসি বামন॥ ১৫
অগতিৰ গতি ত্ৰিজগত পতি।
তোম্কাত ভকতি থাকোক সম্প্ৰতি॥ ১৬
শ্যামল শৰীৰ জলদ ৰুচিৰ।
গহীন গম্ভীৰ গুণৰ মন্দিৰ॥ ১৭
কুণ্ডলে মণ্ডিত অসুৰ দণ্ডিত।
পাতক খণ্ডিত তুমিসি পণ্ডিত॥ ১৮

দাৰিদ্ৰ্য মৰ্দ্দন করুণা সদন।
বংশীবদন মুকুতি মদন ॥ ১৯
হাস্য দৰিশন পাপ কৰি ছন্ন।
দোষ মৰিষণ কাম বৰিষণ ॥ ২০
জগত আধাৰ দেৱকী কুমাৰ।
সংসাৰতে সাৰ চৰণ তোহ্মাৰ ॥ ২১
তুমি ভগৱন্ত মহিমা অনন্ত।
তাৰিলাহা সন্ত পুৰুষ মহন্ত ॥ ২২
তুমি সুবৎসল পুৰুষ নিশ্চল।
নাহি কিছো ছল ভকত বৎসল ॥ ২৩
তুমি অৱতৰি অসুৰ সংহৰি।
সৃষ্টি আছা ধৰি দেৱ শ্ৰীহৰি ॥ ২৪
অঘাসুৰ ঘালি মহাবলশালী।
দমিলাহা কালি তুমি বনমালী ॥ ২৫
কৰি পৰাভৱ খেদাইলা দানৱ।
ভকত বান্ধৱ তুমিসি মাধৱ ॥ ২৬
কৰি অবিচ্ছেদ দৈত্য কৰি ভেদ।
খণ্ডিলাহা খেদ উদ্ধাৰিলা বেদ ॥ ২৭
জগতকে বশ্য কৰিলা অৱশ্য।
ভৈলা মহা মৎস্য ব্ৰহ্মাৰো নমস্য ॥ ২৮
তুমি মহা হংস আসি নিজ অংশ।
হুয়া যদুবংশ বধিলাহা কংস ॥ ২৯
জগত নিশেষ সবাতো প্ৰবেশ।
ভৈলা হৃষীকেশ নজানি উদ্দেশ ॥ ৩০
তুমি পীতাম্বৰ কৰি আড়ম্বৰ।
বধিলা সম্বৰ প্ৰভু বিশ্বম্ভৰ ॥ ৩১
তুমিসি অচ্যুত আনন্দে আপ্লুত।
ভকত বহুত কৰিলা মুকুত ॥ ৩২
ধৰি মৎস্য কায় সত্যব্ৰত ৰায়।
প্ৰলয় আপায় তৰিলা লীলায় ॥ ৩৩
কূৰ্ম্ম কলেৱৰ ধৰিলা মন্দৰ।
মথিলা সাগৰ নভৈলা ভাগৰ ॥ ৩৪
বৰাহ শৰীৰি পৃথিবী উদ্ধাৰি।
হিৰণ্যাক্ষ বীৰি মাৰিলাহা ছিৰি ॥ ৩৫
নৰসিংহ ৰূপু ভৈলা দিব্য বপু।
বধিলাহা ৰিপু হিৰণ্যকশিপু ॥ ৩৬
ভৈলা অদিতিত বামন উদিত।
মুকুতি ললিত বলিক ছলিত ॥ ৩৭
যামদগ্নি ৰাম কাটি চামে চাম।
ক্ষত্ৰিয়ৰ নাম নথৈলা সংগ্ৰাম ॥ ৩৮
ভৈলা কৌশল্যাত শ্ৰীৰাম জাত।
ৰাৱণ বিঘাত কৰিলা লঙ্কাত ॥ ৩৯
ৰাম হলধৰ ৰোহিণী কুমাৰ।
মাৰিলা ইতৰ দ্বিবিধ বানৰ ॥ ৪০
বুদ্ধ ৰূপে ছন্ন কৰি বেদগণ।
মুহিলাহা মন তেজিয়া সজ্জন ॥ ৪১
হুয়া কল্কী চণ্ড যতেক পাষণ্ড।
কৰি খণ্ড খণ্ড বিহিলাহা দণ্ড ॥ ৪২
ধৰি বাৰে বাৰ দশ অৱতাৰ।
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ ॥ ৪৩
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে।
হৰি হৰি নৰে বোলা নিৰন্তৰে ॥ ৪৪

---

ঘোষা

**হৰি হৰি ৰাম। হৰি হৰি ৰাম ॥**

পদ

নমো লক্ষ্মীপতি অগতিৰ গতি।
চৰণে সম্প্ৰতি কৰিলো প্ৰণতি ॥ ৪৫
গুণ চিন্তামণি সংসাৰ তৰণী।
পাপৰ অগনি মুষিয়োক চনি ॥ ৪৬
ইটো বিত্তোপন ধৰ্ম্ম সনাতন।
আকেসে কীৰ্ত্তন কৰে সাধুজন ॥ ৪৭

শুনিয়োঁ দশম আমাৰ নিৰুপম ।
কৃষ্ণৰ পৰম জনম কৰম ॥ ৪৮
দৈত্যে ভিড়িলা ভাৰে গড়িলা ।
দুখ সাক্ষী দিলা পৃথিবী কান্দিলা ॥ ৪৯
ব্ৰহ্মায়ে প্ৰাৰ্থন্তে আসি ভগৱন্তে ।
জন্মিলা জলন্তে দৈৱকীত হন্তে ॥ ৫০
অদ্ভুত বালক কুটিল অলক ।
ৰত্নৰ তিলক শোভে কপোলক ॥ ৫১
হসিত বয়ন কমল নয়ন ।
ৰুচিৰ দশন পীত বসন ॥ ৫২
কিৰীটি কুণ্ডল কৰে ঝলমল ।
কৌস্তুভে উজ্জ্বল শোভে কম্বু গল ॥ ৫৩
হস্ত চাৰিখান আতি বিতোপন ।
কেয়ূৰ কঙ্কণ প্ৰকাশে ভূষণ ॥ ৫৪
বহল হৃদয় বনমালা তয় ।
পৰি গুঞ্জৰয় ভ্ৰমৰে ৰঞ্জয় ॥ ৫৫
ৰতনে ৰচিত মেখলা কটিত ।
পাট ভুনি পীত আতি মনোনীত ॥ ৫৬
উৰু কৰীকৰ জঙ্ঘা মনোহৰ ।
কনক ৰত্নৰ ৰঞ্জিত হোড়ৰ ॥ ৫৭
চৰণ পল্লৱ পদ্ম অভিনৱ ।
নূপুৰৰ ৰাৱ শুনন্তে উৎসৱ ॥ ৫৮
আঙ্গুলিৰ পান্তি নখচন্দ্ৰ কান্তি ।
দেখি খণ্ডে ভ্ৰান্তি তাপ উপশান্তি ॥ ৫৯
ৰাঙ্গা পদতলে অঙ্কুশ কমলে ।
চিহ্ন সকলে আতিশয় জলে ॥ ৬০
জগতৰ তাত আছন্ত তথাত ।
চাৰি অস্ত্ৰ হাত প্ৰকাশে সাক্ষাত ॥ ৬১
দেখি দুয়ো প্ৰাণী এন্তে চক্ৰপাণি ।
মনে অনুমানি পঢ়ে স্তুতি বাণী ॥ ৬২
কৃষ্ণে কথা কৈলা শিশু ৰূপ ভৈলা ।
নিগড় ছোড়াইলা কোলে তুলি লৈলা ॥ ৬৩

বসুদেৱ সন্ত লৈয়া লৰিলন্ত ।
ফণায়ে অনন্ত ছত্ৰ ধৰিলন্ত ॥ ৬৪
নমনিয় কূল যমুনা বিপুল ।
চড়াই তাৰ কূল পাইলন্ত গোকুল ॥ ৬৫
কৃষ্ণক থৈলন্ত কন্যাক লৈলন্ত ।
বসুদেৱ সন্ত দুনাই আসিলন্ত ॥ ৬৬
নন্দে দেখিল পুত্ৰ উপজিল ।
উৎসৱ মিলিলা মহা দান দিলা ॥ ৬৭
নন্দ যশোদাৰ গৃহত অপাৰ ।
কৰিলা বিহাৰ জগত আধাৰ ॥ ৬৮
অনেক যন্ত্ৰণা কৰিলা মন্ত্ৰণা ।
আসিলা পূতনা শুষিলা চেতনা ॥ ৬৯
পৰম সঙ্কট দধি দুগ্ধ ঘট ।
সহিতে শকট কৰিলা উলট ॥ ৭০
জগতৰ স্বামী প্ৰভু অন্তৰ্যামী ।
মাতৃ কোলগামী তুলিলন্ত হামি ॥ ৭১
জগত নিখিল গৰ্ভত দেখিল ।
বিস্ময় মিলিল যশোদা ডৰিল ॥ ৭২
দৈত্য চক্ৰবাত ভৈল স্কন্ধপাত ।
কৃষ্ণৰ লীলাত পৰিয়া শিলাত ॥ ৭৩
কিয় মাটি খাইলি সুধিলা গুৱালী ।
চৰা বেস্ত বুলি বাইলা বনমালী ॥ ৭৪
সমস্তে জগত দেখন্ত গৰ্ভত ।
হৰিক মনত স্মৰন্ত ভৰত ॥ ৭৫
বোলন্ত বিস্ময় মোহোৰ তনয় ।
মনুষ্য নোহয় ঈশ্বৰ নিশ্চয় ॥ ৭৬
কেশৱে কুপিলা ধৰি পটাশীলা ।
ভাণ্ডকো ভাঙ্গিলা যশোদা দেখিলা ॥ ৭৭
বাড়ি লৈলা কৰে দেখি দামোদৰে ।
নামি উড়ুলৰে লড় দিলা ডৰে ॥ ৭৮
যশোদা খেদন্ত ভয়ে ভগৱন্ত ।
কান্দন্ত কাম্পন্ত বাড়ি এৰিলন্ত ॥ [illegible]

ৰুষে ধৰি আনি উড়ুখলে টানি।
বান্ধি চক্ৰপাণি চলি গৈলা ৰাণী ॥ ৮০
উড়ল ঘষাই বৃক্ষত লগাই।
উভাৰি পেহ্লাই ৰঙ্গে আছা চাই ॥ ৮১
ছুয়ো দেৱবৰ দিব্য ৰূপধৰ।
কৰিয়া কাতৰ চলি গৈলা ঘৰ ॥ ৮২
কি ভৈল বুলি নন্দে বান্ধ মেলি।
মলছিলা ধূলি কোলে লৈলা তুলি ॥ ৮৩
বৎস অসুৰ পৰম দন্দুৰ।
কৰি মসিমুৰ নিলা যমপুৰ ॥ ৮৪
আসি বক গোটে গিলিলেক চোটে।
তাক ধৰি ঠোঠে ছিৰিলা আস্ফোটে ॥ ৮৫
সৰ্পৰূপে আসি অঘে ভুলি হাসি।
বদন প্ৰকাশি গিলিলা গৰাসি ॥ ৮৬
ভেল্টিলন্ত গল ভকত বৎসল।
এৰি মূত্ৰ মল মৰিল নিশ্চল ॥ ৮৭
তাৰ কৰি কাল বৎস বৎসপাল।
জীয়াই তৎকাল বজাইলা গোপাল ॥ ৮৮
সঙ্গে শিশুগণ ৰঙ্গে নাৰায়ণ।
অন্ন ব্যঞ্জন কৰিলা ভোজন ॥ ৮৯
গোৰখ দামুৰি ব্ৰহ্মা কৰি চুৰি।
থৈলা ঢাকি ঘুৰি গৈল নিজপুৰি ॥ ৯০
বৎস বৎসপাল হুয়া তৎকাল।
আপুনি গোপাল গৈলা ব্ৰজশাল ॥ ৯১
অনেক বিভূতি কৃষ্ণৰ মূৰুতি।
দেখি বিচুৰিতি ব্ৰহ্মা ভৈলা ভিতি ॥ ৯২
যেন মৃতবন্ত পড়িল হংসত।
নাহি আৰ ভন্ত চেতন গাৱত ॥ ৯৩
ব্ৰহ্মায়ো মৰন্ত দেখি ভগৱন্ত।
ৰূপ ঢাকিলন্ত ছুনাই জীলন্ত ॥ ৯৪
হংস যান এড়ি চৰণত পৰি।
লীলা স্তুতি কৰি গৃহে গৈলা লড়ি ॥ ৯৫

ধেনুকাক মাৰি গাছক আছাৰি।
তাল এল পাৰি ভুঞ্জাইলা মুৰাৰি ॥ ৯৬
কদম্বে চৰিলা হ্ৰদত পৰিলা।
কালিয়ে ঝড়িলা শিৰত চড়িলা ॥ ৯৭
ফণাৰ উপৰে দেৱ দামোদৰে।
উঠি নৃত্য কৰে সিটো সৰ্প মৰে ॥ ৯৮
নাগপত্নীচয় বুলিলা বিনয়।
কালিক নিৰ্ভয় দিলা কৃপাময় ॥ ৯৯
তীৰত চড়িলা জ্ঞাতিয়ে বেঢ়িলা।
গলত বান্ধিলা যশোদা কান্দিলা ॥ ১০০
নিকালি কালিক পিলা বনাগ্নিক।
গোপ গোপীক ৰঞ্জিলা অধিক ॥ ১০১
এক চিত্ত কৰি গোপৰ কুমাৰী।
সাধে ব্ৰত ধৰি স্বামী হৈবা হৰি ॥ ১০২
বস্ত্ৰ থৈয়া তীৰে কেৱলে শৰীৰে।
যমুনাৰ নীৰে স্নানি ধীৰে ধীৰে ॥ ১০৩
কৃষ্ণে কৰি লীলা বস্ত্ৰক হৰিলা।
কদম্বে চড়িলা হাসি বস্ত্ৰ দিলা ॥ ১০৪
কৰ্ম্মক উচ্ছাদ বিপ্ৰক বিষাদ।
দিলাহা আহ্লাদ পত্নীক প্ৰসাদ ॥ ১০৫
বদতি শঙ্কৰ শুনা সবে নৰ।
আন পৰিহৰ ভজ দামোদৰ ॥ ১০৬
দিনা কতিপয় জীৱন নিশ্চয়।
যাইবে যমালয় নাহিকে সংশয় ॥ ১০৭
বিনে লক্ষ্মীপতি নাহি আন গতি।
জানিয়া সম্প্ৰতি কৰিয়ো ভকতি ॥ ১০৮
তেবেসে নিস্তৰি পুৰুষ উদ্ধাৰি।
হৃদি ৰূপ ধৰি মুখে বোলা হৰি ॥ ১০৯
মাধৱৰ নাম ধৰ্ম্ম অনুপাম।
এৰি আন কাম বোলা ৰাম ৰাম ॥ ১১০

### ঘোষা

**কহ হৰি ৰাম। নকৰা বিৰাম॥**

পদ

লৈয়া গোপ সঙ্গ কৰি মখ ভঙ্গ।
বাসৱৰ খঙ্গ তোলাই ভৈলা ৰঙ্গ॥ ১১১
ইন্দ্ৰে ক্ৰোধিল মেঘ পাঞ্চি দিল।
শিলা বৰিষিলা প্ৰলয় মিলিলা॥ ১১২
ইন্দ্ৰৰ দৰ্পক নাসি মন্দৰক।
তুলি উপৰক ৰাখিলা ব্ৰজক॥ ১১৩
গৰ্ব্ব পৰ্ব্বতৰ নাসি পুৰন্দৰ।
কৰিয়া কাতৰ চলি গৈলা ঘৰ॥ ১১৪
শৰত শীতল শশাঙ্কে ধৱল।
বৃন্দাবন স্থল দেখি কতুহল॥ ১১৫
আতি সুললিত ৰঙ্গে গাইলা গীত।
গোপিকা সহিত কৰিলন্ত নৃত্য॥ ১১৬
লৈয়া গোপী মিলি কৰি ঠেলা ঠেলি।
কণ্ঠে বাহু মেলি কৰিলন্ত কেলি॥ ১১৭
যৈচন মাতঙ্গে হস্তিনীৰ সঙ্গে।
আতি অঙ্গে ভঙ্গে ফুৰে লীলা ৰঙ্গে॥ ১১৮
কৃষ্ণৰ মূৰুতি আতি আসকতি।
গোপৰ যুৱতী ভ্ৰম ভৈল মতি॥ ১১৯
বসি ঠাৱে ঠাৱে কৃষ্ণ গুণ গাৱে।
আতি প্ৰেম ভাৱে দিৱস গৱাৱে॥ ১২০
সৰ্পেক গ্ৰিলিল নন্দক গিলিল।
পাৱে পৰশিল সিয়ো নিস্তৰিল॥ ১২১
শঙ্খচূৰ মাৰি গোপৰ কুমাৰী।
আনিলা উদ্ধাৰি ঈশ্বৰক মুৰাৰি॥ ১২২
বৰুণ কিঙ্কৰে নন্দক সত্বৰে।
নিলা আতুৰবে জলৰ ভিতৰে॥ ১২৩
কৰে কোলাহল গুৱাল সকল।
ভকত বৎসল পশিলন্ত জল॥ ১২৪
ভয় সম্পাজিল বৰুণে যজিল।
পিতৃক তুষিল আশ্চৰ্য্য মিলিল॥ ১২৫
উদ্ধাৰি নন্দক ব্ৰজৰ লোকক।
দেখাই বৈকুণ্ঠক দিলা আনন্দক॥ ১২৬
প্ৰলম্ব অশিষ্ট চিন্তিলা অনিষ্ট।
মাৰিলা গৰিষ্ঠ ৰাম বলিষ্ঠ॥ ১২৭
অৰিষ্ট অসুৰ আইল গোপপুৰ।
তাক কৰি চূৰ নিলা যমপুৰ॥ ১২৮
কেশী দানৱ কৰি পৰাভৱ।
শুনি গলাৰৱ ধাইলন্ত মাধৱ॥ ১২৯
গোকুলত পশি কৰে ধস মসি।
কৃষ্ণক পৰশি সিয়ো গৈল নশি॥ ১৩০
ময়ৰ তনয় ব্যোম দুৰাশয়।
কৰিয়া চুৰ্ণয় গৈলা যমালয়॥ ১৩১
নাৰদেও আসি কৃষ্ণক উপাসি।
বচন প্ৰকাশি গৈলন্ত সম্ভাষি॥ ১৩২
কংসে পাঞ্চিলা অক্ৰূৰে বাঞ্চিলা।
ভকতি সাঞ্চিল চেতন নাছিল॥ ১৩৩
কৃষ্ণ খোজচয় দেখি মহাশয়।
ভৈলন্ত বিস্ময় নসহে হৃদয়॥ ১৩৪
ৰোম সিহৰি ঝাম্প দিয়া পৰি।
কৃষ্ণ কৃষ্ণ বড়ি ফুৰন্ত বাগৰি॥ ১৩৫
অনন্তৰে গৈলা কৃষ্ণক দেখিয়া।
প্ৰেম উপজিয়া দ্ৰৱ ভৈল হিয়া॥ ১৩৬
পাৱত পৰিল লোতক ঝৰিল।
প্ৰণতি কৰিল মাধৱে ধৰিল॥ ১৩৭
কৰিলা সাদৰ দেৱ দামোদৰ।
বিচেষ্টা কংসৰ জানি নিৰন্তৰ॥ ১৩৮
কৰিলা পয়াণ পুৰুষ পুৰাণ।
অনেক নিশান বজাইলা বিমান॥ [illegible]

দেখি গোপীচয় নসহে হৃদয়।
ক্ৰন্দন কৰয় লোতক ঝৰয় ॥ ১৪০
দূতক পঠাইল মাধৱে বুজাইল।
লোৰাক ডকাইল অক্ৰূৰে খেদাইল ॥ ১৪১
চলে ৰথখান বায়ুৰ সমান।
ফৰিবে মধ্যাহ্ন ৰাখিলন্ত যান ॥ ১৪২
ৰথ তৰু তলে থৈয়া মহাবলে।
অক্ৰূৰ সচলে বুৰ দিলা জলে ॥ ১৪৩
অনন্ত শয্যাত কৃষ্ণক সাক্ষাত।
দেখি প্ৰণিপাত কৰি যোৰহাত ॥ ১৪৪
নানা ভুতি ৰড়ি পাছে ৰথে চৰি।
মথুৰাক লৰি গৈলা দৰ দৰি ॥ ১৪৫
অক্ৰূৰক হৰি পঠাই আগকৰি।
চাহিবে নগৰী চলি গৈলা হৰি ॥ ১৪৬
গজগতি লীলা মথুৰা ভ্ৰমিলা।
প্ৰজায়ে দেখিলা আনন্দ মিলিলা ॥ ১৪৭
বড়াই আতি ৰতি গোপৰ সঙ্গতি।
কৰি লীলা গতি যান্ত লক্ষ্মীপতি ॥ ১৪৮
যতেক সুন্দৰী আঞ্জলিক ভৰি।
পুষ্পবৃষ্টি কৰি চাৱে নেত্ৰ ভৰি ॥ ১৪৯
দেখন্তে মুকুতি আনন্দে স্ফূৰ্তি।
হোৱে বিচুৰুতি যতেক যুৱতী ॥ ১৫০
জুৰাই মন প্ৰাণ কৰে বহু মান।
নেত্ৰে কৰে পান নভাসয় আন ॥ ১৫১
ৰজকৰ কাল কৰি মহা মাল।
বস্ত্ৰ ভাল ভাল লৈলন্ত গোপাল ॥ ১৫২
বেশকাৰ জন পিন্ধাইলা বসন।
সাৰূপ্য তেখন দিলা নাৰায়ণ ॥ ১৫৩
পুষ্প অনুপাম দিলেক সুদাম।
বৰ মন কাম দিলা কৃষ্ণ ৰাম ॥ ১৫৪
পিন্ধাইলা সুন্দৰী চন্দন সাৰবি।
কুব্জাক অনুকূলি লৈলা দেহহৰি ॥ ১৫৫

পশি যাগশাল ধৰি তৎকাল।
ধেনুক দুফাল কৰিলা গোপাল ॥ ১৫৬
পাছে নাৰায়ণ সঙ্গে গোপগণ।
কৰিয়া ভোজন কৰিলা শয়ন ॥ ১৫৭
প্ৰভাতে ৰজনী দুন্দুভিৰ ধ্বনি।
ৰাম কৃষ্ণ শুনি লৰিলা আপুনি ॥ ১৫৮
দ্বাৰৰ ওচৰ পাইলা যদুবৰ।
দেখিয়া কুঞ্জৰ ভেটিলা সত্বৰ ॥ ১৫৯
কৃষ্ণে তাক পাৰি দশন উৎপাৰি।
মাৰিলন্ত বাড়ি প্ৰাণ গৈল ছাৰি ॥ ১৬০
স্কন্ধে হস্তীদন্ত সভা পশিলন্ত।
শোভে লক্ষ্মীকান্ত ৰঙ্গে লোকে চান্ত ॥ ১৬১
চন্দ্ৰৰ মণ্ডল বদন বিমল।
তাতে ঘৰ্ম্মজল ৰঙ্গে গণ্ডস্থল ॥ ১৬২
ৰূপৰ সম্পতি দেখি লক্ষ্মীপতি।
নাহিকে তৃপিতি চান্ত চতুৰ্ভিতি ॥ ১৬৩
আইল যুজো বুলি চানুৰে হাস্ফুলি।
আছাৰিয়া তুলি মাৰিলা সমূলি ॥ ১৬৪
মুষ্টিক ধৰিল সমৰ কৰিল।
ৰামে সংহৰিল লীলায়ে ফুৰিল ॥ ১৬৫
আনো যত মাল কৰয় আস্ফাল।
ধৰি তৎকাল বধিলা গোপাল ॥ ১৬৬
বজায়ে বাজন ৰঙ্গে নাৰায়ণ।
সঙ্গে শিশুগণ কৰন্ত ভ্ৰমণ ॥ ১৬৭
চৰণ চলাই নূপুৰ বজাই।
নাচে দুই ভাই প্ৰজা আছে চাই ॥ ১৬৮
কৃষ্ণৰ কিঙ্কৰে ভণিল শঙ্কৰে।
শুনা সবে নৰে কৰ্ম্ম কেশৱৰে ॥ ১৬৯
কত তপসাই নৰতনু পাই।
ভকতি বিনায় ব্যৰ্থে আয়ু যায় ॥ ১৭০
আৰে বুধ জন এৰা আন মন।
যাৱত চেতন ভজা নাৰায়ণ ॥ ১৭১

নকৰা বিশ্ৰান্তি কলিত সম্প্ৰতি ।
বিনা লক্ষ্মীপতি নাহি আন গতি ॥ ১৭২
জানি হেন কৰা কৃষ্ণক সুমৰা ।
আপুনো নিস্তৰা পুৰুষ উদ্ধাৰা ॥ ১৭৩
মাধৱৰ নাম ধৰ্ম্ম অনুপাম ।
এৰি আন কাম বোলা ৰাম ৰাম ॥ ১৭৪

---

ঘোষা

ত্ৰাহি ৰাম ত্ৰাহি ৰাম । নকৰা বিৰাম ॥

পদ

কংসে পাৰে গালি শুনি বনমালী ।
ডেৰে চাঙ্গ চালি ছৰিয়া আটালি ॥ ১৭৫
কেশত কংসৰে ধৰি বাম কৰে ।
টানি আৰম্ভৰে পেহ্লাইলা ঈশ্বৰে ॥ ১৭৬
পাছে দামোদৰে তাহাৰ উপৰে ।
জগতৰ ভৰে পৰিলা সত্বৰে ॥ ১৭৭
মৰি কংসৰায় ধৰি দিব্য কায় ।
বৈকুণ্ঠক পাই থাকিলা লীলায় ॥ ১৮৭
পাছে যদুৰায় কংসক ঘষাই ।
ফুৰাইলা লীলাই লোকক দেখাই ॥ ১৭৯
পিতাৰ মাতাৰ নিহল লোহাৰ ।
ছোড়ি ৰাৰম্বাৰ কৰি নমস্কাৰ ॥ ১৮০
এন্তে চক্ৰপাণি মনে অনুমানি ।
জৰে দুয়ো প্ৰাণী পঢ়ে স্তুতি বাণী ॥ ১৮১
মায়া আৱৰিল কৃষ্ণক ধৰিল ।
ক্ৰন্দন কৰিল লোতক ঝৰিল ॥ ১৮২
কৃষ্ণক ভকতি কৰি মহামতি ।
উগ্ৰসেন তৰি ভৈলন্ত নৃপতি ॥ ১৮৩
কুলক নিৰ্ভয় কৰি কৃপাময় ।
পঢ়িলা বিদ্যা যত বেদচয় ॥ ১৮৪

পাছে শাস্ত্ৰ জানি গুৰু বাক্য মানি ।
মৰা পুত্ৰ আনি দিলা চক্ৰপাণি ॥ ১৮৫
গোপীৰ প্ৰেমক জানি উদ্ধৱক ।
পঠাই গোকুলক বুজাইলা নন্দক ॥ ১৮৬
কৃষ্ণক স্মৰিল চেতন হৰিল ।
ক্ৰন্দন কৰিল লোতক ঝৰিল ॥ ১৮৭
কৃষ্ণৰ বচন শুনি গোপীগণ ।
প্ৰেমত নয়ন ঝৰে অনুক্ষণ ॥ ১৮৮
উদ্ধৱে বুজাইলা কিছু স্মৃতি পাইল ।
কৃষ্ণগুণ গাইল দিৱস গোৱাইল ॥ ১৮৯
কৃষ্ণে কৰি লীলা বাক্য সাফলিলা ।
কুব্জীকো ৰমিলা মথুৰা ভ্ৰমিলা ॥ ১৯০
অক্ৰূৰৰ ঘৰ গৈলা দামোদৰ ।
অক্ৰূৰে বিস্তৰ কৰিলা সাদৰ ॥ ১৯১
মাগধ ৰাজাৰ সেনা বাৰে বাৰ ।
কৰিয়া প্ৰহাৰ চিন্তিলাহা মাৰ ॥ ১৯২
দ্বাৰকা সকলে নিৰ্ম্মিলাহা জলে ।
প্ৰজাক সকলে নিলা যোগবলে ॥ ১৯৩
কাল-যৱনৰ আগে মনোহৰ ।
দেখাই কলেৱৰ যান্ত দামোদৰ ॥ ১৯৪
যেন নৱঘন তনু বিতোপন ।
কেয়ুৰ কঙ্কণ প্ৰকাশে ভূষণ ॥ ১৯৫
কিৰীটি কুণ্ডলে অলঙ্কাৰে জলে ।
হাৰ বক্ষস্থলে পদ্মমালা গলে ॥ ১৯৬
বত্নৰ মোলান বাহু চাৰিখান ।
নাহিকে সমান সৰ্ব্বাঙ্গে সুঠান ॥ ১৯৭
আজানু লম্বিত মেখলা কটিত ।
পাট ভুনি পীত লোটয় মাটিত ॥ ১৯৮
চৰণ পল্লৱ নুপুৰৰ ৰৱ ।
শুনন্তে উৎসৱ চলন্ত মাধৱ ॥ ১৯৯
যৱনে দেখিল পাছন্ত খেদিল ।
লাগক নেপাইল পাছৱে পৰিল ॥ ২০০

মুচুকুন্দ ৰায় শুতিয়া তথায় ।
আছা নিদ্রা যায় তাঙ্ক গৈয়া পাই ॥ ২০১
মাৰিল চৰণে জাগিল তেখনে ।
চাহিলা নয়নে মৰিল যৱনে ॥ ২০২
দেখিলা নৃপতি পাছে যদুপতি ।
কৰিলন্ত নতি অনেক ভকতি ॥ ২০৩
কৈলা উপদেশ মাধৱে নিশেষ ।
ৰাজ্য ছাৰি দেশ এৰাইলন্ত ক্লেশ ॥ ২০৪
কৃষ্ণ পদে ৰতি কৰি মহামতি ।
পাইলন্ত নৃপতি ভগৱন্ত গতি ॥ ২০৫
ৰূপে আসৰিসি অষ্ট মহিষী ।
বিহাইলা হৰিষি বিক্রম দৰশি ॥ ২০৬
দেৱৰ সম্পতি দ্বাৰকাক প্রতি ।
আনি যদুপতি কৰিলন্ত ৰতি ॥ ২০৭
পৰিহাস কৰি বুলিলন্ত হৰি ।
ৰুক্মিণী সুন্দৰী শুনি গৈলা ডৰি ॥ ২০৮
কৃষ্ণ পৰিহাস শুনিয়া নৈৰাশ ।
ভৈলন্ত হতাশ নোহ্লাই উশাহ ॥ ২০৯
মৰ্ম্ম গৈল জ্বলি পৰিলন্ত ঢলি ।
কেশৰে আকলি চাৰি বাহু মেলি ॥ ২১০
ধৰিলন্ত তুলি মলছিলা ধূলি ।
প্রিয় বাক্য বুলি বান্ধিলন্ত চুলি ॥ ২১১
লভিলা চেতন বুলিলা বচন ।
প্রেমে অনুক্ষণ ঝৰয় নয়ন ॥ ২১২
প্রিয়ায়ে সহিতে সকৰুণ চিত্তে ।
ক্রীড়িলা তহিতে বদন হসিতে ॥ ২১৩
নৰকক মাৰি আনন্দে মুৰাৰি ।
ষোড়শ হাজাৰি পাইলা দিব্য নাৰী ॥ ২১৪
জিনি বজ্রপাণি পাৰিজাত আনি ।
দ্বাৰকাত আনি কইলা চক্রপাণি ॥ ২১৫
সুবৰ্ণা সভাক পঠাই দ্বাৰকাক ।
বুলি তুষ্টি ৰাক গৈলা দেৱলোক ॥ ২১৬

একৈকে ভাৰ্য্যাত দশ দশ জাত ।
তনয় সাক্ষাত জগত প্রখ্যাত ॥ ২১৭
কৃষ্ণ পুত্র নাত ভৰিলেক আতি ।
ৰঙ্গে দিনে ৰাতি বঞ্চে যত জ্ঞাতি ॥ ২১৮
ষোড়শ হাজাৰ মন্দিৰ আপাৰ ।
কৰিলা বিহাৰ জগত আধাৰ ॥ ২১৯
গৃহৰ সম্পদ দেখিয়া নাৰদ ।
নয়ন তৱধ ভৈলা নিশৱদ ॥ ২২০
উঠি গৈল তঙ্ক সত্রাজিত ৰঙ্ক । তঙ্ক=ভয় ।
কৃষ্ণক কলঙ্ক দিলেক নিশঙ্ক ॥ ২২১ ৰঙ্ক=মন
জাম্বৱন্ত জিনি স্যমন্তক মণি ।
আনিলা আপুনি দেৱ শিৰোমণি ॥ ২২২
হৰি দ্বেষা ধন্ধ ৰাজা জৰাসন্ধ ।
কৰিয়া প্রৱন্ধ নিপাতিলা কন্ধ ॥ ২২৩
পশিল শৰণ যত ৰাজাগণ ।
ছোৰাইলা বন্ধন দেৱ নাৰায়ণ ॥ ২২৪
ৰূপে বিতোপন দিলা দৰিশন ।
দেখি ৰাজাগণ হৰিষিত মন ॥ ২২৫
পাৰত পৰিল প্রেম উপজিল ।
লোতক ঝৰিল প্রণাম কৰিল ॥ ২২৬
পাছে হৃষীকেশ গুছাই সবে ক্লেশ ।
ভূষিয়া আশেষ পঠাই দিলা দেশ ॥ ২২৭
যুধিষ্ঠিৰ ৰায় মাধৱক পাই ।
অৱনত কায় অৰ্চ্চিলা সদায় ॥ ২২৮
ৰাজা শিশুপালে গৰ্জ্জিলা আস্ফালে ।
সেহি যজ্ঞ শালে বধিলা গোপালে ॥ ২২৯
কুৰু পাণ্ডুবল খেলাই পাঞ্চল ।
লগাইলা কন্দল ভকত বৎসল ॥ ২৩০
মহা ভয়ঙ্কৰ মিলাইলা সমৰ ।
পৃথিবীৰ ভাৰ হৰিলা ঈশ্বৰ ॥ ২৩১
পৌণ্ড্ৰক ৰাজাৰ শুনি অহঙ্কাৰ ।
শিৰ ছেদি তাৰ চিত্তিলাহা মাৰ ॥ ২৩২



শাল্ব নৃপতি যুদ্ধক সম্প্রতি।
দ্বাৰকাক প্ৰতি আসিলা দুৰ্ম্মতি ॥ ২৩৩
বেঢ়ি দ্বাৰকাক হানি অস্ত্ৰজাক।
মিলাইলা বিপাক খেদি আইলা তাক ॥ ২৩৪
হাতে চক্ৰধৰি দেৱ শ্ৰীহৰি।
শাল্বক সংহৰি ৰৈলা ৰঙ্গকৰি ॥ ২৩৫
দ্বাৰকাক থিৰ কৰি মহাবীৰ।
কাশী নৃপতিৰ ছেদিলন্ত শিৰ ॥ ২৩৬
ৰিপু নৃপ যত সমৰে শকত।
সবাকো ৰণত কৰিলাহা হত ॥ ২৩৭
বদতি শঙ্কৰ শুনা সবে নৰ।
ইটো সাৰতৰ বেদৰ উত্তৰ ॥ ২৩৮
হৰি বিনে আৰ নাহিকে নিস্তাৰ।
অসাৰ সংসাৰ জানা সাৰে সাৰ ॥ ২৩৯
পৰলোক ভয় এভো নুপজয়।
ঘোৰ যমালয় গমন নিশ্চয় ॥ ২৪০
কেনমতে তাত যাতনাৰ হাত।
ঘোৰ উতপাত এৰাইবা সাক্ষাত ॥ ২৪১
পাতক হৰণ দুৰ্গতি তাৰণ।
হৰিৰ চৰণ পশিয়ো শৰণ ॥ ২৪২
ঘোৰ কলিকাল অধৰ্ম্ম বিশাল।
এৰা আল জাল ভজিয়ো গোপাল ॥ ২৪৩
কৃষ্ণ গুণ নাম ধৰ্ম্ম অনুপাম।
এৰি আন কাম বোলা ৰাম ৰাম ॥ ২৪৪

---

ঘোষা

ত্ৰাহি ত্ৰাহি ৰাম। কৰিলো প্ৰণাম ॥

পদ

প্ৰদ্যুম্নক যবে হৰিলা শম্বৰে।
মাৰিবায় তবে পেলাইলা সাগৰে ॥ ২৪৫
দানৱক মাৰি হৃদয় বিদাৰি।
পাইলা নিজনাৰী আনিলা উদ্ধাৰি ॥ ২৪৬
বাণৰ কাতৰে যুজিলন্ত হৰে।
বিজৃম্ভণ শৰে মোহিত শঙ্কৰে ॥ ২৪৭
ভূতি আৰম্ভিলা মাধৱে দেখিলা।
যুদ্ধ উপেক্ষিলা বাণক ৰাখিলা ॥ ২৪৮
দানৱ মুগুধ এৰিলেক যুদ্ধ।
দিলা দুয়া শুদ্ধ উষা অনিৰুদ্ধ ॥ ২৪৯
কৃষ্ণে ৰঙ্গ পাইলা দ্বাৰকাক আইলা।
বিবাহ কৰাইল বাজন বাজাইল ॥ ২৫০
ৰামে কৰি লীলা ব্ৰজত ক্ৰীড়িলা।
নাঙ্গল টানিলা যমুনা আনিলা ॥ ২৫১
দ্বিবিধ বানৰে উপদ্ৰৱ কৰে।
মাৰিবাৰ পৰে দেৱ হলধৰে ॥ ২৫২
বিবাহ কালত বলোৰ হাতত।
আপুন ঘৰত ৰুক্মী ভৈলা হত ॥ ২৫৩
তীৰ্থ স্নান কৰি কৰ্ম্মক প্ৰচাৰি।
কুশক প্ৰহাৰি সুত থৈলা মাৰি ॥ ২৫৪
পৰম দম্ভুৰ বল্বল অসুৰ।
কৰি মসিমুৰ নিলা যমপুৰ ॥ ২৫৫
সাম্যৰ নিদান পুৰুষ পুৰাণ।
কৌৰৱৰ থান কৰিলা পয়াণ ॥ ২৫৬
কৌৰৱৰ ছল দেখি মহাবল।
জলে ক্ৰোধানল ভেজাইলা লাঙ্গল ॥ ২৫৭
উভতে নগৰ ভয়ে তৰতৰ।
কৰিয়া কাতৰ দিলা কন্যাবৰ ॥ ২৫৮
সুভদ্ৰা ৰবিলা অৰ্জ্জুনে হৰিলা।
বলোৱে শুনিলা লাঙ্গল ধৰিলা ॥ ২৫৯
দেখি লক্ষ্মীপতি বুলিলা বিনতি।
তুষ্ট ভৈলা মতি পাণ্ডৱৰ প্ৰতি ॥ ২৬০
বলোৰ চৰিত্ৰ আতি বিপৰীত।
হৰয় দুৰিত শুনন্তে ত্বৰিত ॥ ২৬১

বিপ্ৰ দামোদৰ মহা মনোহৰ ॥
কৃষ্ণৰ বাসৰ গৈলা দ্বিজবৰ ॥ ২৬২
মাধৱে ধৰিল প্ৰণতি কৰিল।
প্ৰেমে দ্ৰৱিল লোতক ঝৰিল ॥ ২৬৩
অনেক সাদৰি ভৃঙ্গাৰক ধৰি।
ধুৱাইলন্ত ভৰি অৰ্চ্চিলন্ত হৰি ॥ ২৬৪
করুণা সদন দৈৱকী নন্দন।
কৰিলা বন্দন পিন্ধাইলা চন্দন ॥ ২৬৫
কহিয়া কাহিনী বুলি প্ৰিয় বাণী।
চাউল ছিৰা আনি ভুঞ্জি চক্ৰপাণি ॥ ২৬৬
ইন্দ্ৰৰ বিভূতি দিলন্ত ভুমিতি।
পাইলন্ত ভুকুতি অনন্ত মুকুতি ॥ ২৬৭
দাৰিদ্ৰ্য ভঞ্জন পাতক গঞ্জন।
ভকত ৰঞ্জন দেৱ নিৰঞ্জণ ॥ ২৬৮
জনকৰ ঘৰ গৈলা দামোদৰ।
নৃপতি বিস্তৰ কৰিলা সাদৰ ॥ ২৬৯
শ্ৰুতদেৱ যাই মাধৱক পাই।
চৰণক চাই অৰ্চ্চিলা সদায় ॥ ২৭০
কৰিলন্ত স্তুতি তযু যদুপতি।
গুণ নামে গতি জানিলো সম্প্ৰতি ॥ ২৭১
জানো নিৰন্তৰ কৰ্ম্মীৰ মনৰ।
থাকন্তে অন্তৰ হোৱা দামোদৰ ॥ ২৭২
শ্ৰৱণ কীৰ্ত্তন কৰে যিটো জন।
তাতেসে প্ৰসন্ন হোৱা নাৰায়ণ ॥ ২৭৩
ভকতি বিনয় শুনি কৃপাময়।
মনৰ নিশ্চয় গুচাইলা সংশয় ॥ ২৭৪
কহিলন্ত পথ পূৰি মনোৰথ।
দ্বাৰকাৰ পথ চলাইলন্ত ৰথ ॥ ২৭৫
কোন পথ সন্ত ৰাজা পুছিলন্ত।
শুনিয়া মহন্ত শুকে কহিলন্ত ॥ ২৭৬
শুনা নৃপবৰ বেদৰ উত্তৰ।
ভকতিত পৰ জানা সাৰতৰ ॥ ২৭৭

শিৱৰ ৰতন মন্ত্ৰৰ ৰচন।
শ্ৰৱণ কীৰ্ত্তন কৰে অনুক্ষণ ॥ ২৭৮
ইসে পন্থ সন্ত কৈলা ভগৱন্ত।
নপাই আৰ অন্ত সংসাৰে মহন্ত ॥ ২৭৯
পিতৃৰ বচনে যজ্ঞ ৰঙ্গ মনে।
কৰাই বস্ত্ৰ ধনে তুষিলা ব্ৰাহ্মণে ॥ ২৮০
গোপিকা সহিতি আলাপি তহিতি।
ভকতিৰ ৰীতি কহিলা পীৰিতি ॥ ২৮১
নন্দ যশোদাক বুলি প্ৰিয়বাক।
গৈলা দ্বাৰকাক যত যদুজাক ॥ ২৮২
প্ৰাৰ্থিলন্ত জানি দৈৱকী গোসানী।
ছয় পুত্ৰ আনি দিলা চক্ৰপাণি ॥ ২৮৩
দেৱ কৃপাময় আনি দিলা তয়।
ৰাখি ধনঞ্জয় বিপ্ৰৰ তনয় ॥ ২৮৪
বীৰ নিপুণ আনন্দে আপুন।
যত হৰি গুণ বৰ্ণাইলা অৰ্জ্জুন ॥ ২৮৫
বাম হাতে ধৰি নৃগক উদ্ধাৰি।
দ্বাৰকা নগৰী ৰঙ্গে গৈলা হৰি ॥ ২৮৬
জগত আধাৰ দৈৱকী কুমাৰ।
সংসাৰ নিস্তাৰ হুয়া অৱতাৰ ॥ ২৮৭
লীলা বিহাৰ কৰিলা আপাৰ।
তাক কহিবাৰ শকতি কাহাৰ ॥ ২৮৮
শুনা নিৰন্তৰ কৰ্ম্ম কেশৱৰ।
কৃষ্ণৰ কিঙ্কৰ ৰচিলা শঙ্কৰ॥ ২৮৯
কত তপসায় নৰতনু পাই।
ভকতি বিনাই ব্যৰ্থে আয়ু যায় ॥ ২৯০
মাধৱেসে পিতা মাধৱেসে মাতা।
মাধৱেসে ধাতা মাধৱেসে দাতা ॥ ২৯১
মাধৱত পৰ ত্ৰৈলোক্য ভিতৰ।
নাহিকে ঈশ্বৰ জানা সাৰতৰ ॥ ২৯২
মিলিবে মৰণ জগত তাৰণ।
কৃষ্ণৰ চৰণ পশিয়ো শৰণ ॥ ২৯৩

দুর্ঘোৰ কলিত চিন্তিয়োক হিত।
মাধৱত চিত্ত দিয়া প্ৰতিনিত ॥ ২৯৪
আয়ু আলে জালে যাই পাইলে কালে।
ভজিয়ো সকলে ৰাখিব গোপালে ॥ ২৯৫
গুণ চিন্তামণি দুৰ্গতি তৰণি।
পাপৰ অগনি ঘুষিয়োক চনি ॥ ২৯৬
নাহিকে চেতন কেদিন জীৱন।
হৰিৰ কীৰ্ত্তন কৰিয়ো যতন ॥ ২৯৭
কীৰ্ত্তন বিনায় আন পুণ্য নাই।
শাস্ত্ৰ অভিপ্ৰায় বুজিয়োক চাই ॥ ২৯৮
তেবেসে নিস্তৰি আন কৰ্ম্ম এৰি।
হৃদি ৰূপ ধৰি বোলা হৰি হৰি ॥ ২৯৯

---

ঘোষা

বোলা ৰাম বোলা ৰাম। ছাড়ি আন কাম॥

পদ

কৃষ্ণৰ পৰম জনম কৰম।
ভৈল অনুক্ৰম সম্পূৰ্ণ দশম ॥ ৩০০
আবে একাদশ শুনা কৃষ্ণ যশ।
মুকুতিৰ ৰস ভকতি সৰ্ব্বস ॥ ৩০১
ভাৰ সংহৰি পৃথিবী উদ্ধাৰি।
বিমৰিষ কৰি বুলিলন্ত হৰি ॥ ৩০২
ইটো যদুকুল ভাৰ সুবিপুল।
নগাই হুলস্থুল কৰিবো নিৰ্ম্মূল ॥ ৩০৩
অনাই ঋষি বল দিয়া শাপ ছল।
মিলাইলা মুষল দেখন্তে বিহ্বল ॥ ৩০৪
ত্ৰিদশে সহিতে আসি প্ৰজাপতি।
কৰিলন্ত নতি অনেক ভকতি ॥ ৩০৫
ভকত বান্ধৱ কুল পৰাভৱ।
কৰিবা মাধৱ জানিলা উদ্ধৱ ॥ ৩০৬
বুজি সবে মত কৃষ্ণৰ আগত।
পৰি দণ্ডৱত বোলে বিৰলত ॥ ৩০৭
কুলক সংহৰি মোক পৰিহৰি।
বৈকুণ্ঠ নগৰী চলিবাহা হৰি ॥ ৩০৮
মোৰ প্ৰাণ ধন তোমাৰ চৰণ।
নপাই নাৰায়ণ তেজিবো জীৱন ॥ ৩০৯
তোহ্মাৰ কিঙ্কৰ কৰোহোঁ কাতৰ।
নকৰা অন্তৰ মোক দামোদৰ ॥ ৩১০
ধৰিয়া চৰণে বিনয় বচনে।
লোতক নয়নে ঝুৰে অনুক্ষণে ॥ ৩১১
উদ্ধৱ মহন্ত পড়িয়া কান্দন্ত।
দেখি ভগৱন্ত হাসিয়া বোলন্ত ॥ ৩১২
মোহোৰ হৃদয় পাইলা মহাশয়।
কৰি কুলক্ষয় চলিবো নিশ্চয় ॥ ৩১৩
ভৈল বিৰকতি জ্ঞান ভকতি।
কহিবো সম্প্ৰতি শুনা মহামতি ॥ ৩১৪
যত মহাজ্ঞান যত যোগ ধ্যান।
কৰিলা ব্যাখ্যান পুৰুষ পুৰাণ ॥ ৩১৫
দেখাইলন্ত সম কৈলা নিৰুপম।
ভক্তি মোক্ষতম পুৰুষ উত্তম ॥ ৩১৬
নিৰ্গুণ ভকতি নিৰ্গুণ মতি।
নিৰ্গুণ ৰতি নিৰ্গুণ গতি ॥ ৩১৭
নিৰ্গুণ জ্ঞান নিৰ্গুণ ধ্যান।
নিৰ্গুণ স্থান কৈলা সৰ্ব্বজ্ঞান ॥ ৩১৮
জ্ঞানত কৰ্ম্মত কৰি সাৰ তত্ত্ব।
ভকতি মিমত্ত কৰিলো বেকত ॥ ৩১৯
ব্ৰহ্মা লক্ষ্মী হৰ ইটো কলেৱৰ।
তাতো শ্ৰেষ্ঠতৰ ভক্ত প্ৰিয়তৰ ॥ ৩২০
ভকতেসে জ্ঞান ভকতেসে ধ্যান।
ভকত সমান নাহি মোৰ আন ॥ ৩২১
দেৱতো তীৰ্থত কৰিয়া ভকত।
তাহিবে শকত কৰিলো বেকত ॥ ৩২২

চিত্তে মোক ধৰি শোক পৰিহৰি ।
দ্বাৰকাক এৰি চলা শীঘ্ৰ কৰি ॥ ৩২৩
দেখিয়োক সম যায়ো নিৰুপম ।
বদৰিকাশ্ৰম উদ্ধৱ উত্তম ॥ ৩২৪
শুনি মহাবীৰ চিত্ত নোহে থিৰ ।
কৃষ্ণ পাৱে শিৰ দিয়া ঝৰে নীৰ ॥ ৩২৫
চৰণ নেৰন্ত প্ৰেমত কান্দন্ত ।
দেখি ভগৱন্ত প্ৰবোধ বোলন্ত ॥ ৩২৬
উঠিয়োক সখি হিয়ে মোক দেখি ।
বাহিৰে নিৰেখি ভ্ৰমিয়োক সখি ॥ ৩২৭
কৃষ্ণৰ বচন শুনি অনুক্ষণ ।
ঝৰয় নয়ন নচলে চৰণ ॥ ৩২৮
খৰম দুইখানি মাথে বান্ধি আনি ।
হিয়ে মুঠি হানি যান্ত মহামানী ॥ ৩২৯
দ্বাৰকাত বাজ হুয়া বুজি কাজ ।
পশি বনমাজ ৰইলা যদুৰাজ ॥ ৩৩০
মাধৱে চিন্তিল জ্ঞাতি নিখিল ।
প্ৰভাসক নিল জলত স্নানিল ॥ ৩৩১
দানক দিয়াইল বাৰুণী পিয়াইল ।
প্ৰমত্ত কৰাইল মাদুৰী হনাইল ॥ ৩৩২
ছৰিল চেতন যত যদুগণ ।
কৰিলেক ৰণ মিলল মৰণ ॥ ৩৩৩
কৰি চিত্ত থিৰ ৰাম মহাবীৰ ।
প্ৰভাসৰ তীৰ তেজিল শৰীৰ ॥ ৩৩৪
কৃষ্ণে স্নানি জলে অশ্বত্থৰ তলে ।
বসিলা একলে তনু আতি জ্বলে ॥ ৩৩৫
পীত বসন ৰুচিৰ দশন ।
হসিত বয়ন কমল নয়ন ॥ ৩৩৬
খচিত কনক ৰত্নৰ তিলক ।
কুটিল অলক শোভে কপোলক ॥ ৩৩৭
মুকুট মাথাত বক্ষে কেশ তাত ।
শ্ৰীবৎস হিয়াত চাৰু চাৰি হাত ॥ ৩৩৮

মকৰ কুণ্ডল শোভে গণ্ডস্থল ।
চাৰু কম্বুগল কৌস্তুভে উজ্জ্বল ॥ ৩৩৯
হিয়ে হেম হাৰ ৰত্নে জাতিস্কাৰ ।
দিব্য মুকুতাৰ ৰঞ্জে অলঙ্কাৰ ॥ ৩৪০
বনমালা উৰে আতি জ্যোতি কৰে ।
মধু মধুকৰে পৰিয়া গুঞ্জৰে ॥ ৩৪১
কনকে গঠিত মেখলা কটিত ।
জঙ্ঘা সুৱলিত হোড়ড় জড়িত ॥ ৩৪২
চৰণ কমল নূপুৰে উজ্জ্বল ।
আতি সুকোমল ৰঙ্গা পদতল ॥ ৩৪৩
ধ্বজ বজ্ৰ যৱ চিহ্ন অভিনৱ ।
দেখন্তে উৎসৱ আছন্ত মাধৱ ॥ ৩৪৪
অৰণ্যত পশি কৃষ্ণ মহাযশী ।
প্ৰকাশন্ত বসি যেন কোটি শশী ॥ ৩৪৫
ব্যাধেক আসিল বাণ প্ৰহাৰিল ।
লাগিল জানিল খেদিয়া আসিল ॥ ৩৪৬
কৃষ্ণক দেখিল পৰিয়া কান্দিল ।
নিৰ্ভয় বুলিল স্বৰ্গক চলিল ॥ ৩৪৭
প্ৰভু ভগৱন্ত বসিয়া আছন্ত ।
দেখি পৰিলন্ত দাৰুক মহন্ত ॥ ৩৪৮
ছাৰিয়ো ঘোটক সহিতে ৰথক ।
পঠাই বৈকুণ্ঠক চাইলা দাৰুকক ॥ ৩৪৯
বুলিলন্ত বাক চলা দ্বাৰকাক ।
যি ভৈল বিপাক কহিয়ো বাৰ্ত্তাক ॥ ৩৫০
শুনি চলিলন্ত দাৰুক মহন্ত ।
শোকত কান্দন্ত লোতক ঝৰন্ত ॥ ৩৫১
ভ্ৰমিয়া ফুৰন্ত উদ্ধৱ মহন্ত ।
কৃষ্ণে দেখিলন্ত হাসিয়া বোলন্ত ॥ ৩৫২
অদ্যাপি ভ্ৰমিয় শঙ্কা কৰা কিয় ।
তুমি যেন প্ৰিয় আপুনি জানিয় ॥ ৩৫৩
মোহোৰ নিদান এৰা অপমান ।
আসা সখি প্ৰাণ কহো তত্ত্ব জ্ঞান ॥ ৩৫৪

মাধৱে বুলিল উদ্ধৱে শুনিল।
প্রেমে দ্রৱিল পাৱত পৰিল ॥ ৩৫৫
মুখে নাসে মাত কান্দে দোৱাই মাথ।
তেজিলাহা নাথ ভৈলোহো অনাথ ॥ ৩৫৬
উদ্ধৱ কান্দন্ত দেখি ভগৱন্ত।
ধৰি তুলিলন্ত জ্ঞান কহিলন্ত ॥ ৩৫৭
থাকিবে নেদিল প্রণাম কৰিল।
শোকে উথলিল কান্দন্তে চলিল ॥ ৩৫৮
ব্রহ্মা চিন্তি হিত ত্রিদশে সহিত।
মিলিল তহিত গাইলা গুণ গীত ॥ ৩৫৯
কতোহো গাৱন্ত কতোহো নাচন্ত।
স্তুতি উচ্চাৰন্ত পুষ্প সিঞ্চাৰন্ত ॥ ৩৬০
দেখি নাৰায়ণ হসিত বয়ন।
জপাইলা নয়ন চলিবাক মন ॥ ৩৬১
দেৱৰ কটক নাকলে কৃষ্ণক।
বিজুলী চটক পাইলা বৈকুণ্ঠক ॥ ৩৬২
দেখি কৃষ্ণ পদ নয়ন তবধ।
যত পাৰিষদ বজাইলা শৰদ ॥ ৩৬৩
দেখিয়া মাধৱ প্রীতি অভিনৱ।
মিলিল উৎসৱ কৰে জয় ৰৱ ॥ ৩৬৪
জগতৰ তাত মাধৱ তথাত।
অনন্ত শয্যাত থাকিলা সাক্ষাত ॥ ৩৬৫
কৃষ্ণৰ কিঙ্কৰ ৰচিলা শঙ্কৰ।
চৰিত্র কৃষ্ণৰ শুনা সবে নৰ ॥ ৩৬৬
কৃষ্ণৰ পাছত কলিৰ ভয়ত।
ধৈৰ্য্য ধৃতি ব্রত মহা ধৰ্ম্ম যত ॥ ৩৬৭
আতি ত্রাস মনে সিটো ধৰ্ম্মগণে।
হৰিৰ কীৰ্ত্তনে পশিল শৰণে ॥ ৩৬৮
যি জন নিপুণ গাৱে হৰি গুণ।
সি সি পাৱে পুইণ নিস্তৰে আপুন ॥ ৩৬৯
আন ধৰ্ম্মে প্রজা নামে তাৰ ৰাজা।
শাস্ত্ৰৰো মজ্জা জানি এৰা লজ্জা ॥ ৩৭০
ৰাম নাম গাই ভ্রমিয়ো সদায়।
হেলা নযুৱায় ব্যৰ্থে আয়ু যায় ॥ ৩৭১
নামেসে সংসাৰ কৰিবো নিস্তাৰ।
নাম বিনে আৰ আন নাহি সাৰ ॥ ৩৭২
নাম তেজি আশ কাত কৰা সাস।
অমৃত নৈৰাশ যেন বিষে গ্রাস ॥ ৩৭৩
পাপে চাপি ধৰে নাম নুস্মৰে।
আত্মাঘাত কৰে কৌতুকতে মৰে ॥ ৩৭৪
কত তপসায় নৰ তনু পায়।
চিন্তামণি প্রায় হাততে হৰায় ॥ ৩৭৫
জানিয়া সম্প্রতি কৰি থিৰ মতি।
অগতিৰ গতি ভজা যদুপতি ॥ ৩৭৬
মাধৱৰ নাম ধৰ্ম্ম অনুপাম।
এৰি আন কাম বোলা ৰাম ৰাম ॥ ৩৭৭

---

গুণ-মালা সমাপ্ত

# শ্ৰীশঙ্কৰ বাক্যামৃত

# ৰামায়ণ

## উত্তৰাকাণ্ড

——:•:——

**ওঁ নমঃ শ্ৰীকৃষ্ণায়**

### সীতাৰ বনবাস

জয় জয় জগত জনক শ্ৰীৰাম।
পাতকীয়ো তৰে যাৰ লৈলে গুণ নাম ॥
যাক সুমৰণে তৰি দুৰ্ঘোৰ সংসাৰ।
কৰো হেন ৰামৰ চৰণে নমস্কাৰ ॥ ১
নমো নমো ৰঘুকুল তিলক কেশৱ।
জয় জয় সীতাৰ সন্তুতি কুশ লৱ ॥
ৰাম গৈল স্বৰ্গে সীতাৰ পাতালে গমন।
শঙ্কৰে ৰচিলা পদ ৰামৰ চৰণ ॥ ২
ৰাম পাদপদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি ॥
বিৰচিবো উত্তৰাকাণ্ডৰ কথা সাৰ।
হৌক পদ ৰাম পাদ প্ৰসাদে প্ৰচাৰ ॥ ৩
শুনা নিৰন্তৰে পুণ্য কথা ৰামায়ণ।
সংসাৰ নিস্তৰি যাৰ বৈকুণ্ঠক মন ॥
ৰাম নাম বিনা নাহি সংসাৰ নিস্তাৰ।
হেন জানি ৰামৰ চৰিত্ৰ কৰা সাৰ ॥ ৪
ৰাম নাম প্ৰমত্ত সিংহৰ মহানাদে।
পলাই পাপ হস্তীযূথ পৰম বিষাদে ॥
সমস্ত ধৰ্ম্মৰে ৰাম নামত নিবাস।
সি সি মহাজন যাৰ নামত বিশ্বাস ॥ ৫
ৰাম বন গৈলা পালি পিতৃৰ আদেশ।
শুনিয়োক উত্তৰাকাণ্ডৰ কথা শেষ ॥
তহিতে সীতাক হৰি নিলে লঙ্কাপতি।
সুগ্ৰীৱ সহিতে পাছে ভৈলা মিত্ৰৰতি ॥ ৬
সাগৰত সেতু বান্ধি বধি ৰাৱণক।
অগ্নিত পৰীক্ষা আনি কৰিলা সীতাক ॥
প্ৰসাদে ৰঞ্জিয়া যত ভালুক বানৰ।
কৰিলন্ত ৰাজ্য দশ হাজাৰ বৎসৰ ॥ ৭
জানকী সহিতে ভোগ ভুঞ্জিলা ভুকুতি।
ৰামৰ সম্ভোগে সীতা ভৈলা গৰ্ভৱতী ॥
কৌশল্যা প্ৰমুখ্যে শ্বাশু সবাৰো উৎসৱ।
আনন্দ হৃদয় দেখি ভৈলন্ত ৰাঘৱ ॥ ৮
মিলিল দুৰ্যোগ পাছে বিধিৰ বিপাকে।
ৰামক কহন্ত সীতা স্বপ্নৰ কথাকে ॥
শুনিয়োক প্ৰভুদেৱ সাধো এক কাম।
স্বপ্নত আছিলো আজি তপোবন মাজ ॥ ৯
ঋষি পত্নীগণে মোক সাদৰিলা ৰঙ্গে।
আছিলো কৌতুকে আজি তাসম্বাৰ সঙ্গে ॥
তোমাৰ প্ৰসাদে সেই পাওঁ তপোবন।
জেৱেসে মোহোৰ হোৱে সাফল স্বপন ॥ ১০

হেন শুনি ৰঘুনাথ তুলিলন্ত হাস।
নতো শুচে তোমাৰ বনৰ হাবিলাস॥
স্বপনৰ বস্তু কোনে পাৰে সচেতত।
হাসিবেক ইটো কথা নকৈবা লোকত॥ ১১
এহিমতে কতোদিন আছন্ত ৰাঘৱ।
চাৰ মুখে শুনিলা লোকৰ গলাৰৱ॥
দুৰ্ম্মুখ দুৰ্জ্জন জনে দেই অপযশ।
সীতাক নিলেক হৰি ৰাৱণ ৰাক্ষস॥ ১২
একেশ্বৰী নাৰী সীতা আছিল লঙ্কাত।
কিমতে গৈলন্ত তাত ৰাঘৱ সঞ্জাত॥
শুনি হেন দুৰ্জ্জন জনৰ অপবাদ।
ৰামৰ মনত মহা মিলিল বিষাদ॥ ১৩
ভৈল অধোমুখ যেন পৰিল নিৰ্ঘাত।
কতেকৰ মুখত ঢাকিবো দিয়া হাত॥
ইটো সূৰ্য্যবংশৰ কলঙ্ক কাৰো নাই।
সীতাৰ ত্যাগৰ পৰে নেদেখো উপায়॥ ১৪
মনে বিমৰিষি ৰামে কৰিলন্ত সাৰ।
জানকীৰ চিন্তাত দেখন্ত অন্ধকাৰ॥
উগুল থুগুল চিত্ত নাহি সুখ শান্তি।
লক্ষ্মণক বিৰলে বুলিলা শুনি গান্থি॥ ১৫
বিপাঙ্গে পৰিলো বাপ উদ্ধাৰা আমাক।
ছলবাদে দিয়ো নিয়া নিৰ্ব্বাস সীতাক॥
নেদেখোহো আৰ যেন জানকীৰ মুখ।
মৰণতো কৰি লোক অপবাদ দুখ॥ ১৬
ৰামৰ আদেশ শুনি কান্দন্ত লক্ষ্মণ।
নেদন্ত উত্তৰ বুজি ৰাঘৱৰ মন॥
ৰামে বুলিলন্ত পাছে বচন বিচাট।
সীতাক ৰাখিবি যেবে আগে মোক কাট॥ ১৭
ৰামৰ কটাক্ষ দেখি লক্ষ্মণৰ ডৰ।
ৰথ লৈয়া গৈলা পাছে জানকীৰ ঘৰ॥
উঠিয়োক ৰথে শান্তী মাৱ কাৰ্য্য জানি।
দেও তপোবনে ৰামে দিলন্ত মেলানি॥ ১৮

হেন শুনি সীতা শান্তী ভৈলা সালঙ্কৃত।
নুবুজিল একো ৰাম স্বামীৰ ইঙ্গিত॥
চড়িলন্ত ৰথত দুৰ্য্যোগে নেই টানি।
লক্ষ্মণে ডাকন্ত ঘোৰা লৰিলা গোসানী॥ ১৯
কতো বেলি পাইলা গৈয়া তপোবন মাজ।
লক্ষ্মণে বিনান্ত কান্দি জানকীত কাষ॥
নামিয়োক মাৱ অযোধ্যাৰ এৰি আশ।
তোমাক দিলন্ত আবে ৰাঘৱে নিৰ্ব্বাস॥ ২০
এহি বুলি মকমকি কান্দন্ত লক্ষ্মণ।
শুনি সীতা গোসানীৰ হৰিল চেতন॥
মাটিত পৰিল ঢলি বিহ্বল স্বভাৱ।
কতোক্ষণে সম্ভুক্ষণ ভৈলা শান্তী মাৱ॥ ২১
লক্ষ্মণক চাই পাছে লাগিলা বুলিতে।
উলটি অযোধ্যা যাহা ৰামৰ সন্নিতে॥
মোৰ অৰ্থে তোমাৰ সন্তাপ বাপ ব্যৰ্থ।
ৰামে নিকালন্তে তুমি কিসৰ সামৰ্থ॥ ২২
মোহোৰ মৰণে আত কিছু নাহি খেদ।
গৰ্ভৰ বিনাশে ৰামে হৈবা বংশচ্ছেদ॥
আবে ৰাম স্বামী সুখে ভুঞ্জন্তোক ৰাজ।
মৰি যাওঁ মই নিমাখিতো বনমাজ॥ ২৩
এহি বুলি আউৰ নোৱাৰিলা মাতিবাক।
কান্দন্তে সুমিত্ৰাসুত গৈলা অযোধ্যাক॥
কৈব কত সিটো সীতা শান্তীৰ নিকাৰ।
লক্ষ্মণে এৰিলা দেবী দেখন্ত আন্ধাৰ॥ ২৪
সানিল শৰীৰ শোকে অগনিৰ বিষ।
কোন দিশে যাওঁ এবে নপাওঁ উদ্দিশ॥
কাম্পন্ত কদলী যেন প্ৰচণ্ড বতাসে।
মূৰ্চ্ছা গৈয়া পৰিলন্ত বনত হতাশে॥ ২৫
বনজন্তু সবো কান্দে সীতাক আৱৰি।
কতোজনে বিঞ্চে শিৰে পক্ষীছায়া কৰি॥
চেতন লভিয়া মাৱ কান্দন্ত তৰাসে।
নবহয় প্ৰাণ ৰাম স্বামীৰ নৈৰাশে॥ ২৬

দেখন্তে জনক শোক অগ্নিজাল গাৰত।
উঠন্ত বৈসন্ত মাৰ পৰৈ ধাত ধাত ॥

---

বাল্মীকিয়ে সীতাক আশ্ৰমলৈ নিয়ে আৰু
লৱ-কুশৰ জন্ম

কৰন্ত সন্তাপ সতী আতি দীৰ্ঘ ৰাৱে।
শিষ্য সমে বাল্মীকি মিলিল সেহি ঠাৱে ॥ ২৭
সীতাৰ অৱস্থা দেখি ভৈলা সলোতক।
কাৰ্য্য লক্ষি মনে গৰিহিলা ৰাঘৱক ॥
ৰামত ফৰিল আসি পৰম কুমতি।
হৰি হৰি মহাশান্তী হেনসে বিপত্তি ॥ ২৮
অনেক আশ্বাস বাণী বুলি শিষ্য সমে।
জানকীক নিলা ঋষি আপোন আশ্ৰমে ॥
অনুক্ষণে দহে দেহা ৰামৰ বিৰোধে।
বাল্মীকি পুছিলা পাছে তাঙ্ক জীউ বোধে ॥ ২৯
ফল মূল আহাৰে জীৱন্ত জগমাৱ।
ভূমিত শয়ন ধূলি ধূসৰ স্বভাৱ ॥
মলিন বদন সীতা তাপসীৰ বেশ।
খপিলন্ত সিটো বনবাস মহাক্লেশ ॥ ৩০
লোতকে পাঞ্জৰি ভিজে নুগুজে সন্তাপ।
বাল্মীকিক দেখন্ত জনক যেন বাপ ॥
কাঢ়ন্ত সঘনে দেবী দীৰ্ঘ যে নিশ্বাস।
অনুদিনে ভৈলা আসি গৰ্ভ দশমাস ॥ ৩১
ঋষি পত্নীগণে তাঙ্ক আৱৰিয়া আছে।
উপজিলা যৱঞ্জা কুমাৰ দুই পাছে ॥
দেৱ দীপ্যমান দুয়ো শিশু সুকুমাৰ।
ৰামৰ সমান মুখ নাসিকা আকাৰ ॥ ৩২
ৱেহুয় আয়ত নেত্ৰ তনু চাৰু শ্যাম।
জ্যেষ্ঠ ভৈলা কুশ কনিষ্ঠৰ লৱ নাম ॥
বাঢ়ন্ত কুমাৰ দুয়ো তপোবন মাজ।
যত জাতকৰ্ম্ম কৰাইলন্ত ঋষিৰাজ ॥ ৩৩

পঢ়াইলন্ত নিৰন্তৰে ৰাজনীতি তথা।
শিখাইলন্ত সাতোকাণ্ড ৰামায়ণ কথা ॥
জানিলন্ত সবে অস্ত্ৰ শাস্ত্ৰ যেন নয়।
ভৈলন্ত প্ৰবোধ দুয়ো সীতাৰ তনয় ॥ ৩৪
ৰামৰ চৰিত্ৰ দুয়ো ভায়ে গাৱে গীত।
কোকিলৰ কণ্ঠ সম শুনি সুললিত ॥
বজাৱন্ত যন্ত্ৰ সব সুস্বৰ সুনাদ।
শুনিয়া বাল্মীকি দেন্ত দুইকো আশীৰ্ব্বাদ ॥ ৩৫
হোৱা চিৰঞ্জীৱ লৱ কুশ দুয়ো ভাই।
দেশে দেশে ৰামৰ চৰিত্ৰ ফুৰা গাই ॥
নগৰ গ্ৰামৰ সমস্তৰে ৰঞ্জি চিত।
ৰামৰ সভাত পশি দুয়ো গাইবা গীত ॥ ৩৬
শুনিয়া সন্তুষ্ট হইব ৰাঘৱৰ মন।
দুইহান্তকো সন্তোষে দিৱন্ত বহুধন ॥
নলৈবা কিঞ্চিতো ধন মোহোৰ বচনে।
ৰামৰ চৰিত্ৰ মাত্ৰ গাইবা একমনে ॥ ৩৭
বাল্মীকিৰ আজ্ঞা দুয়ো শিৰোগত কৰি।
দেশে দেশে গান্ত গীত হাতে তাল ধৰি ॥
অমৃত মধুৰ শুনি কোকিলৰ স্বৰ।
শুনিয়া আকুল চিত্ত সমস্তে লোকৰ ॥ ৩৮
ৰামৰ চৰিত্ৰ শুনি যেন লাগে ধ্যান।
নাই ক্ষুধা তৃষ্ণা সবে এৰে অন্নপান ॥
দুই হান্তৰো ৰূপে গুণে গীতে আতি ভুলি।
বেঢ়িয়া প্ৰশংসে প্ৰজা ধন্য ধন্য বুলি ॥ ৩৯
নলৱন্ত একো যেই যিবা দেই দান।
ফল মূল ভোজন বাকলি পৰিধান ॥
লৱৰ কুশৰ কথা এহিমানে থও।
ৰামৰ তথাত যেন কাৰ্য্য তাঙ্ক কওঁ ॥ ৪০
যেহি দিনা দিলা নিয়া নিৰ্ব্বাস সীতাক।
নাহি অন্নপান প্ৰভু ভৈলন্ত অবাক ॥
কান্দন্তে কান্দন্তে ভৈলা নয়ন তবধ।
কৰিলো পাতকী গৰ্ভৱতী স্ত্ৰীৰ বধ ॥ ৪১

তেজিলো পাতকী মই নিদাৰুণ মনে।
সি কি সুকুমলী বালা জীয়ে ঘোৰ বনে ॥
সিংহে বাঘে ভুঞ্জিবেক নিৰ্জ্জনত পায়।
সঞ্চিহাতে বধি মই ভৈলো আততায়ী ॥ ৪২
এহি বুলি ৰামচন্দ্ৰে কৰন্ত বিলাপ।
ভৰত লক্ষ্মণ শত্ৰুঘনৰ সন্তাপ ॥
সীতা বিনে ৰামৰ নুগুচে হৃদি খেদ।
নিদ্ৰা নাসে নিশাত লোতক নাহি ছেদ ॥ ৪৩
তেজন্ত নিশ্বাস সীতা বুলি অহৰ্নিশ।
দেখন্ত আন্ধাৰ ৰামচন্দ্ৰ দশো দিশ ॥
ইটো কথা থাকোক সম্প্ৰতি এহিমতে।
শুনা ৰামে অশ্বমেধ যজিলা যিমতে ॥ ৪৪

---

### শ্ৰীৰামৰ অশ্বমেধ যজ্ঞ

একদিনা ৰাঘৱে আছন্ত সভাপাতি।
পুছিলন্ত কথা পাছে বশিষ্ঠক মাতি ॥
কোন যজ্ঞ আছে সৰ্ব্ব যজ্ঞতে বিশিষ্ট।
নিৰ্ণয় কৰিয়া মোত কহিয়ো বশিষ্ঠ ॥ ৪৫
কাহাক যজিলে মনোৰথ হুৱে সিদ্ধি।
কহিয়ো সমস্তে মহাঋষি যেন বিধি ॥
শুনিয়া বশিষ্ঠ পাছে দিলা সমিধান।
নাহি পুণ্য অশ্বমেধ যজ্ঞৰ সমান ॥ ৪৬
পূৰ্ব্বতো সুদ্যুম্ন ভৈলা নৃপতি প্ৰতাপে।
স্ত্ৰী ভৈলা ৰাজা পাছে মহেশ্বৰ শাপে ॥
অশ্বমেধ যজ্ঞ যজি গোবিন্দৰ পাৱে।
ভৈলন্ত পুৰুষ ৰাজা যজ্ঞৰ প্ৰভাৱে ॥ ৪৭
অশ্বমেধ যজ্ঞ সম নাহি পৃথিবীত।
শুনি যজ্ঞ কৰিতে ৰামৰ ভৈল চিত ॥
লক্ষ্মণক আনি ৰামে নিযোজিলা কায।
আজিৰাও কৰো অশ্বমেধ যজ্ঞৰাজ ॥ ৪৮

সাত দ্বীপা পৃথিবীৰ নৃপতি জবায়ো।
বাছি বাছি বিপ্ৰসব সত্বৰে আনায়ো ॥
শুনিয়ো লক্ষ্মণ ভৈয়াই দুখৰ সইতৰী।
মিলায়ো সম্ভাৰ বিলম্বক পৰিহৰি ॥ ৪৯
ৰামৰ আদেশে পাছে পাঞ্চি দিলা দূত।
ভৈলা সবে হাস্কাৰতে নৃপতি অযুত ॥
সুৱৰ্ণ ৰজতে ভৰি অসংখ্য শকতে।
ৰামৰ পাৰক আসি নমিল প্ৰকটে ॥ ৫০
সুগ্ৰীৱ অঙ্গদ নল নীল হনুমন্ত।
আসিলন্ত হৰিষে বানৰ অপৰ্য্যন্ত ॥
অনেক ভালুক সমে আসি ঋক্ষৰাজ।
বিভীষণ সমে আইল ৰাক্ষস সমাজ ॥ ৫১
ভালুক বানৰ ৰাক্ষসৰ ৰাজা তিনি।
ৰামক প্ৰণামি ভেটিলন্ত ভিনি ভিনি ॥
সুৱৰ্ণ ৰজত যত যোগাইলা সম্ভাৰ।
ৰাঘৱে কৰিলা তাসম্বাক সতকাৰ ॥ ৫২
যজ্ঞৰ শুনিয়া নাম যত মহাঋষি।
অযোধ্যা ভৰিল আসি পৰম হৰিষি ॥
বিশ্বামিত্ৰ অত্ৰি দৃত গৌতম গালৱ।
পুলস্তি পুলহ ভৃগু ভাগুৰী ভাৰ্গৱ ॥ ৫৩
মৰীচি চ্যৱন চন্দ্ৰবিন্দু বেদসাৰ।
অগস্তি আস্তিক শ্ৰুত কপিল কুমাৰ ॥
সুমন্ত সনক সনাতন সিদ্ধেশ্বৰ।
ইসব প্ৰমুখ্যে আইল মুনি নিৰন্তৰ ॥ ৫৪
নথাকিল দুখী ভিক্ষী দীন দেশান্তৰী।
হাট বাট ঘাট সবে চালিল নগৰী ॥
পাতালৰ নাগ স্বৰ্গবাসী দেৱ যত।
ৰঙ্গে যজ্ঞ দেখিবাক আসিলা সমস্ত ॥ ৫৫
শুনা সাৱধানে সবে ৰামৰ চৰিত্ৰ।
আত পৰে ধৰ্ম্ম আউৰ নাহিকে কলিত ॥
স্বভাৱে কলিৰ লোক ভৈল মন্দমতি।
কিমতে সাধিবে আন ধৰ্ম্মে আউৰ গতি ॥ ৫৬

কলিৰ ভয়ত ধৰ্ম্মে কৈত নপাই ঠাই।
হৰিৰ নামত বৈলা শৰণ সোমাই ॥
হেন জানি হৰি ভকতিৰ কৰা কাম।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৫৭

---

ছবি

অনন্তৰে ৰামদেৱে লক্ষ্মণক বুলিলন্ত
শুনিয়ো সোদৰ সৰ্ব্বজান।
পুণ্যনদী গোমতীৰ তীৰত সত্বৰে গৈয়া
যজ্ঞভূমি কৰিয়ো নিৰ্ম্মাণ ॥
ৰামৰ আদেশ শিৰে ধৰিয়া লক্ষ্মণ বীৰে
লৰি গৈলা পৃথিৱী কম্পায়।
অনেক সম্ভৃত ধৰি সৈন্যসব আগ কৰি
অলেখ্য নৃপতি চলি যায় ॥ ৫৮
গোমতী নদীৰ তীৰে ৰত্নৰ মন্দিৰ বীৰে
সজাইলন্ত পৰম প্ৰাৰম্ভে।
সুৱৰ্ণৰ কাঠি কামি কহুলী মাওলী জেঠী
মণিময় মৰকত স্তম্ভে ॥
ফটিকে গঠিত বাৰ হীৰে বিৰচিত দ্বাৰ
বান্ধিলা কনকে কান্থিবলী।
সুৱৰ্ণ আসন পাৰি থৈল সবে সাৰিসাৰি
ৰজতে ৰঞ্জিলা যজ্ঞস্থলি ॥ ৫৯
অনেক যোজন যুৰি যজ্ঞৰ নিৰ্ম্মিয়া পুৰী
নমিলা ৰামৰ দুই পায়।
বশিষ্ঠ প্ৰমুখ্যে ঋষি হৰিষে কৰিয়া আগ
ৰামে পাছে চালিলন্ত গায় ॥
শিৰৰ উপৰ কৰি ধৱল ছত্ৰেক ধৰি
যান্ত হনুমন্ত চিৰঞ্জীৱ।
ৰাঘৱৰ দুই পাশে চামৰে ঢোলন্তে আছে
অঙ্গিদৰ লঙ্কেশ সুগ্ৰীৱ ॥ ৬০

অলেখ নৃপতিচয় বেঢ়ি কৰে জয় জয়
প্ৰণামি ৰামক নম্ৰভাৱে।
চপয় পঢ়য় ভাট বিদ্যাধৰে কৰে নাট
গুণগীত গন্ধৰ্ব্বে যোগায়ে ॥
কৌশল্যা প্ৰমুখ্যে যত ৰাজমাৱ চলি যান্ত
অসংখ্য সুন্দৰী যাই বেঢ়ি।
অযোধ্যাৰ নৰনাৰী উভতি চলিল সাৰি
ৰঙ্গে খেলে সুমঙ্গল খেৰি ॥ ৬১
এহিমতে যজ্ঞ ভূমি প্ৰবেশ ভৈলন্ত প্ৰভু
ৰঘুকুল তিলক মুৰাৰি।
যতেক পৰম ঋষি সাদৰে বৈসাইলা আনি
আসন পাৰিয়া সাৰি সাৰি ॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ আনন্দে নিৰন্তৰ
ৰামৰ সভাক আইলা চলি।
পৰম সাদৰে ৰামে কৰিলা সেৱলি শিৰে
আসনে বৈসাইলা কৃতাঞ্জলি ॥ ৬২
পাতালৰ যত নাগ বাসুকিক কৰি আগ
প্ৰবেশিলা কৰিয়া উৎসৱে।
আধাৰি পকায়া সৰ্পে একভিতি বসিলন্ত
ৰাঘৱক পৰম গৌৰৱে ॥
যত ৰাজ-ৰাজেশ্বৰ আজ্ঞা পালি ৰাঘৱৰ
বহলে বসিলা সভা পাতি।
যজ্ঞ আৰম্ভিবো আবে বোলন্ত সাদৰে ৰামে
পুৰোহিত বশিষ্ঠক মাতি ॥ ৬৩

---

দুলড়ী

বশিষ্ঠ বদতি শুনা ৰঘুপতি
মিলিল পৰম চিন্তা।
কেনে যজ্ঞ ভূমি প্ৰবেশিবা তুমি
লগত নাহিকে সীতা ॥

আৰে কি কৰিব সভাৰ্য্যে যজিৰ
শাস্ত্ৰত এহিসে ন্যায় ।
শুনি ৰঘুনাথ চপৰাইলা মাথ
নপাস্ত চিন্তি উপায় ॥ ৬৪
ৰাঘৱৰ চিত বুজিয়া ইঙ্গিত
ভকত ভৰত কাজি ।
প্ৰৱন্ধি যতনে যোগাইলা তেখনে
সুৱৰ্ণৰ সীতা সাজি ॥
ভৰত ভ্ৰাতৃক প্ৰশংসিয়া ৰাম
দৃষ্টি দিলা প্ৰতিমাত ।
সেহি মুখ আখি সম্যকে জানকী
কেৱলে নাহিকে মাত ॥ ৬৫
সাতাক সুমৰি নিশ্বাস তেজিল
লোতক বহন্তে আছে ।
বশিষ্ঠে বুজাইল ৰাঘৱ জুৰাইল
কুশ হস্ত ভৈল পাছে ॥
সীতাৰ প্ৰতিমা সমে যজ্ঞশালা
প্ৰবেশিলা ৰঘুপতি ।
শুভক্ষণে পাছে যজ্ঞ আৰম্ভিলা
বশিষ্ঠৰ অনুমতি ॥ ৬৬
ঋষি সবে বেদ পঢ়ে অবিচ্ছেদ
অপেশ্বৰা সবে নাচে ।
ত্ৰৈলোক্যৰ বাদ্য এক ঠাই বাজে
যজ্ঞ মণ্ডপৰ কাছে ॥
প্ৰজাৰ ঘন্ধাল শৰদ আস্ফাল
উথলিল মহাৰোল ।
পৃথিবী যুৰিল আকাশ পূৰিল
লঙ্ঘিল স্বৰ্গৰ কোল ॥ ৬৭
নমো ৰঘুপতি চৰণে সম্প্ৰতি
প্ৰণতি কৰো সৰ্ব্বথা ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
উত্তৰাকাণ্ডৰ কথা ॥

শুনা বুধজন কেদিন জীৱন
মিলিবে ঘোৰ মৰণ ।
অদ্যপি নেদেখা নাই আৰ ৰক্ষা
ৰামত লৈয়ো শৰণ ॥ ৬৮
দেৱৰো দুৰ্ল্লভ মনুষ্য জন্মক
জানি ব্যৰ্থ কৰা কিক ।
মূঢ় জনে যেন নজানি বিকয়
কাচৰ মোলে মাণিক ॥
ঘোৰ পৰলোক তৈতে কেন হৌক
তাৰ চিন্তিয়োক কাম ।
এভো হেন কৰা আপোন উদ্ধৰা
ডাকি বোলা ৰাম ৰাম ॥ ৬৯

---

পদ

শুনিয়োক ৰাঘৱৰ যজ্ঞৰ মহিমা ।
সুৱৰ্ণ ৰজত পাত্ৰ তাৰ নাহি সীমা ॥
বশিষ্ঠ প্ৰমুখ্যে ঋষি মন্ত্ৰ উচ্চাৰন্ত ।
আৰম্ভিলা যজ্ঞ ৰাম প্ৰভু ভগৱন্ত ॥ ৭০
যেই যেই দেৱক পূজন্ত মন্ত্ৰে মাতি ।
আপুনি লৱন্ত সেই দেৱে হাত পাতি ॥
ব্ৰহ্মা মহেশ্বৰো পূজিলন্ত যেন নীতি ।
ভৈলা দুয়ো পূজা পাই পৰম তৃপিতি ॥ ৭১
সভাতে আছন্ত চতুৰ্ভুজ নাৰায়ণ ।
চৌপাশে উপাসি পাৰিষদ যতজন ॥
শঙ্খ চক্ৰ গদা পদ্ম আছে চাৰি হাতে ।
অৰ্চ্চিলন্ত ৰঘুপতি আতি প্ৰণিপাতে ॥ ৭২
পাদ্য অৰ্ঘ্য আচমনি মধুপৰ্ক দানে ।
পূজিলন্ত মাধৱক বিবিধ বিধানে ॥
দিলন্ত নৈবেদ্য বস্ত্ৰ পাত্ৰ অসংখ্যাত ।
আপুনি লৈলন্ত হৰি মেলি চাৰিহাত ॥ ৭৩

লক্ষে লক্ষে কৰাইলন্ত বহ্নিত আহুতি।
ত্রিদশে তৃপিতি ভৈলা ভুঞ্জিয়া ভুকুতি ॥
বাসুকি প্রমুখ্যে পাতালৰ যত নাগ।
যথাযোগ্য পাইলা সবে বলি বণ্টা ভাগ ॥ ৭৪
সভাত আছন্ত যত ঋষি ৰঙ্গ মনে।
সবাৰো তুষিলা মন বসন ভূষণে ॥
হয় হস্তী ৰথ দোলা দাসী দাস গ্রাম।
যাৰ যেন মন পূৰি দিলা প্রভু ৰাম ॥ ৭৫
ৰাঘৱে বোলন্ত পাছে ভৰতক চাই।
ধনক আক্রোশ মোৰ নকৰা ভৈয়াই ॥
ব্রাহ্মণক দিয়া দান সর্ব্বস্বকে তাঙ্কি।
যেই যিবা খোজে দিবা নথৈবাহা বাঙ্কি ॥ ৭৬
অসংখ্যাত মন্ত্রী পাত্র পাঞ্চি দিলা সঙ্গে।
ভৰতে লাগিলা দান দিবে মহাৰঙ্গে ॥
অলঙ্কাৰ বস্ত্র সুবৰ্ণৰ জাৰি খুৰি।
অবিচ্ছেদে দেন্ত ব্রাহ্মণৰ মন পুৰি ॥ ৭৭
বৰিষেক মানে বীৰে বৰিষিলে ৰত্ন।
দৰিদ্রে প্রাণীৰ গুচিলেক ধনে যত্ন ॥
যাচন্তো নলৰৈ ধন নলাগয় বুলি।
নিবে নপাৰন্ত ৰত্ন বোজা বান্ধি তুলি ॥ ৭৮
অলেখ ভণ্ডাৰ ৰাঘৱৰ ধন ধান।
সুবৰ্ণ ৰজত ৰত্ন অসংখ্য প্রমাণ ॥
অবিচ্ছেদে দিলা দান বীৰে বৰিষেক।
নিৰে সুৰাবিল লক্ষভাগৰো ভাগেক ॥ ৭৯
যত চিৰঞ্জীৱ সব সর্ব্বজ্ঞ যতেক ॥
ৰামৰ যজ্ঞক কৰে প্রশংসা অনেক ॥
অন্যে অন্যে সম্ভাষন্ত যত মহামুনি।
হেন অবিচ্ছেদ দান নতো কর্ণে শুনি ॥ ৮০
ইন্দ্র আদি কৰি যত দশ দিগপাল।
তেসন্তো বুলিলা যত যজ্ঞ ভাল ভাল ॥
সিসবৰ জানে সুহি ইহাক উপায়।
যজ্ঞ অশ্বমেধ [illegible] দাশৰথি ৰাম ॥ ৮১

ত্রৈলোক্যৰ লোক ৰাঘৱৰ সভাসদ।
যজ্ঞৰ মহিমা দেখি নয়ন তবধ ॥
অসংখ্য প্রশংসা কৰে ৰাঘৱক চাই।
এহিমতে আনন্দে আছন্ত ৰাম ৰায় ॥ ৮২
যজ্ঞৰ কথাক আবে থৈলো এহিমানে।
কুশৰ-লৱৰ গীত শুনা বিদ্যমানে ॥

---

**লৱ-কুশে দেশে দেশে ৰামায়ণ গান কৰি শ্রীৰামৰ যজ্ঞলৈ যায়**

বাল্মীকিৰ আজ্ঞা দুয়ো ধৰিয়া শিৰত।
ৰামায়ণ গীত গায়া ভ্রমন্ত ৰাজ্যত ॥ ৮৩
কর্ণৰ অমৃত ৰস ৰামৰ চৰিত্র।
দুয়ো ৰঙ্গে গাৱন্ত লোকৰ ৰঞ্জি চিত্ত ॥
পৰম গম্ভীৰ ধীৰ সুবোধ সুথিৰ।
অনুক্রমে পাইলা পাছে গোমতীৰ তীৰ ॥ ৮৪
ৰামৰ কটকে আসি ভৈলন্ত প্রবেশ।
হাতে তাল ধৰি গীত গাৱন্ত বিশেষ ॥
যন্ত্র সব বজান্ত শুনন্তে মনোহৰ।
এৰি ভাত পানী প্রজা শুনে নিৰন্তৰ ॥ ৮৫
ৰামৰ জন্মৰে পৰা ৰাৱণৰ বধ।
ৰামায়ণ শুনি সবে নয়ন তবধ ॥
কোকিল স্বৰত অমৃত কৰে বৃষ্টি।
চাৰৈ চতুৰ্ভিতি নৰনাৰী এক দৃষ্টি ॥ ৮৬
গুণে গীতে ৰূপে আতি প্রজা ভৈল ভোল।
পৰম নাগৰী নাৰীগণ নেৰৈ কোল ॥
অমৃত মধুৰ নাদ শুনিতে সুবেশ।
শুনি মোহে চক্ষু কেহো নকৰে নিমেষ ॥
কুশৰ লৱৰ গীতে মোহে সর্ব্বজন।
আছে যানে সর্ব্বস্ব দোভাইক দিবে মন ॥
বস্ত্র অলঙ্কাৰ কেহো যাচে পৰ্য্যাপ্ত।
পঞ্চিশ ব্যঞ্জনে দেই ভোজন সন্তুত ॥

নলাগে বুলি দেন্ত হাসি সম্বিধান ।
ফল মূল আহাৰ বাকলি পৰিধান ॥
আম্মি বনবাসীৰ ধনত কোন কায ।
দেখিয়া চৰিত্ৰ আচৰিত সব ৰাজ ॥ ৮৯
আনন্দে ভৰিল হিয়া হৰষিত প্ৰাণ ।
ৰামৰ আগত মন্ত্ৰী পাত্ৰ দেই জান ॥
কৈৰবা দুই গুটি শিশু আতি সুকুমাৰ ।
গাবৈ আদি অন্তে প্ৰভু চৰিত্ৰ তোমাৰ ॥ ৯০
স্বৰ্গ মৰ্ত্ত্য পাতালৰ গীতাল যতেক ।
তোমাৰ প্ৰসাদে প্ৰভু দেখিলো প্ৰত্যেক ॥
একোৱে পুৰুষে নতো শুনো হেন গীত ।
কোকিলৰ স্বৰ যেন বৰিষে অমৃত ॥ ৯১
শুনি ৰামে দিলা লক্ষ্মণক সম্বিধান ।
দূত পঠাই শিশু দুইক ইঠাৰক আন ॥
শিখিলেক গীত কৈত কাহাৰ কুমাৰ ।
কেন মতে গাৱে চাওঁ চৰিত্ৰ আমাৰ ॥ ৯২
ৰামৰ বচন শুনি সুমিত্ৰাৰ সুত ।
বাছি বাছি পাঞ্চিলা চতুৰ চাৰি দূত ॥
গাৱন্তে আছন্ত গীত ৰঙ্গে দুয়ো ভাই ।
নিবাৰিলা দূতে যাই আদেশ বোলাই ॥ ৯৩
ৰাজাৰ আজ্ঞাক পালি চলিয়ো ত্বৰিত ।
ৰাজ সমাজক যাই দুয়ো গায়ো গীত ॥
দেখিবাক ইচ্ছা আতি কৰন্ত ৰাঘৱ ।
শুনিয়া আনন্দে লৰি গৈল কুশ-লৱ ॥ ৯৪
ৰূপে অনুপম আতি সীতাৰ সন্ততি ।
গজগতি গমন গম্ভীৰ ধাৰ মতি ॥
চলি যান্ত ৰাঘৱৰ সমীপক প্ৰতি ।
বেঢ়ি নৰনাৰীগণে চলিল উভতি ॥ ৯৫
বসি আছে ৰাম ৰত্নময় সিংহাসনে ।
উপাসন্ত শত্ৰুঘ্ন ভৰত লক্ষ্মণে ॥
অশেষ নৃপতি নম্ৰভাৱে স্তুতি কৰে ।
শ্বেতছত্ৰ ধৰি ঢোলে ধৱল চামৰে ॥ ৯৬
গালৱ গৌতম শান্ত সুমন্ত কাৰ্ত্তিক ।
অত্ৰি বিশ্বামিত্ৰ ভৃগু অগস্তি আস্তিক ॥
পুলস্তি পুলহ বসু বশিষ্ঠ প্ৰমুখ্যে ।
আছন্ত কৌতুকে বসি এক পাশে সুখে ॥ ৯৭
বিভীষণ সুগ্ৰীৱ জাম্বৱ হনুমন্ত ।
নল নীল সুষেণ বানৰ অপৰ্য্যন্ত ॥
লক্ষ লক্ষ বানৰ ভালুক কৌটি কৌটি ।
চৌপাশে উপাসে সবে বেঢ়ি নাটি মুটী ॥ ৯৮
বাৰে বিদ্যাধৰে অপেস্বৰা কৰে নাট ।
গাৱে গীত গন্ধৰ্ব্বে চপয়া পঢ়ে ভাট ॥
সিদ্ধমুনি আসংশিয়া কুসুম সিঞ্চাৰে ।
বসিয়া আছন্ত ৰামচন্দ্ৰ চমৎকাৰে ॥ ৯৯
ৰত্নময় সিংহাসনে কৰন্ত প্ৰকাশ ।
চাৰু শ্যাম তনু তাতো শোভে পীতবাস ॥
শিৰ ছত্ৰাকৃতি কেশ নীল আকুঞ্চিত ।
সুসম ললাটে জ্বলে তিলক ললিত ॥ ১০০
অলকা পঙ্কতি ৰত্ন কিৰীটি উজ্জ্বল ।
ৰুচিকৰ কৰ্ণে মণি মকৰ কুণ্ডল ॥
ভ্ৰুৱ সুৱলিত নেত্ৰ পঙ্কজ পৰাই ।
সুবেশ নাসিকা ওঠ কণ্ঠ কটি কায় ॥ ১০১
নিবিড় দশন যেন মুকুতাৰ পান্তি ।
ভ্ৰুৱযুগ কেয়ূৰ কঙ্কণে কৰে কান্তি ॥
আৰকত কৰক দেখন্তে আতি তুষ্টি ।
সুদীৰ্ঘ আঙ্গুলি তাতে ৰত্নৰ আঙ্গুষ্ঠি ॥ ১০২
মনোহৰ হিয়ে মণি মুকুতাৰ মালা ।
কটিত মেখলা ৰত্নে চিকি মিকি জ্বালা ॥
সুৱলিত উৰু আৰকত পদতল ।
ৰত্নৰ নূপুৰে ৰঞ্জে চৰণ কমল ॥ ১০৩
পৰম লাৱণ্য মূৰ্ত্তিমন্ত কামদেৱ ।
সুৰাসুৰে উপাসি চৌপাশে কৰে সেৱ ॥
শাৰি শাৰি তুলি ধৰি আছে ছত্ৰদণ্ড ।
শৰীৰৰ কান্তি প্ৰকাশিত সভাখণ্ড ॥ ১০৪

হেন চমৎকাৰে বসি আছন্ত ৰাঘৱ।
সেহি সময়তে প্ৰবেশিলা কুশলৱ ॥
নগৰীয়া লোকে আসি লগতে উভতি।
দেখি সমজ্যাৰ প্ৰজা চায়ে সচকিতি ॥ ১০৫
ৰাজাৰ আদেশে দুয়ো সভামাজে উঠি।
প্ৰকাশে মেকত যেন চন্দ্ৰমা দুগুটি ॥
ৰামৰ সমান শ্যাম তনু কৰে কান্তি।
সেহি ঠান নাক মুখ শোভে দন্ত পান্তি ॥ ১০৬
পদ্মপত্ৰসম সেহি আয়ত লোচন।
ৰুচিকৰ কৰ্ণ তেহ্নু মধুৰ বচন ॥
শিৰ ছত্ৰাকৃতি নীল আকুঞ্চিত চুলি।
আজানুলম্বিত বাহু সুদীৰ্ঘ আঙ্গুলি ॥ ১০৭
আৰক্তত কৰ কিশলয় কম্বুগল।
ৰামৰে সদৃশ দুইৰো বাহু বক্ষস্থল ॥
সিংহবন্ধ কন্ধ কটি উৰু কৰীকৰ।
শিশু দুইক দেখি আতি আনন্দ লোকৰ ॥ ১০৮
পৰিল নিজম প্ৰজা নিৰেখি আকৃতি।
ৰাঘৱক চাহাৰে শিশু দুইৰ ভিতি ॥
নাই ভেদ দেখি ৰামে এৰে এককায়া।
চিনন নযায় যেন দৰ্পণৰ ছায়া ॥ ১০৯
অন্যে অন্যে বোলে কিনো শিশু সুকুমাৰ।
সকলে আকৃতি গতি ৰামৰে আকাৰ ॥
সেহি মুখ আখি সুৱলিত হাত পাৱ।
ইটো দুইৰো কোননো সুৱৰ্ণ কুখি মাৱ ॥ ১১০
যেবে হন্তে নভৈল বাকলি শিৰধাৰী।
ৰামৰে তনয় তেবে বুলিবাক পাৰি ॥
হনূমন্ত শত্ৰুঘ্ন লক্ষণ ভৰত।
পৰম বিস্ময় কথা কহন্ত কৰ্ণত ॥ ১১১
বনবাসে গৈলা সীতা শান্তী গৰ্ভৱতী।
তাহানে তনয় জোনো ৰামৰ সন্ততি ॥
সীতা বিনে ৰাঘৱৰ ভাৰ্য্যা নাহি আন।
কেনমতে ইটো দুই ৰামৰে সমান ॥ ১১২

এহিমতে সমজ্যায়ে কৰে কাণাকাণি।
শিশু দুইকো দেখি ৰঘুবংশ শিৰোমণি ॥
আনন্দে নধৰে হিয়া শিহৰে শৰীৰ।
মহাস্নেহে স্ৰৱে দুয়ো নয়নৰ নীৰ ॥ ১১৩
গুণন্ত মনত ৰামে কিনো বিপৰ্য্যয়।
ই দুইকো দেখিয়া কেনে আনন্দ হৃদয় ॥
অল্প বয়সৰ শিশু দুয়ো মহাগুণী।
হেন ৰূপবন্ত ঋষিসুত নতো শুনি ॥ ১১৪
পাছে ৰামচন্দ্ৰে দুইকো বুলিলা বচন।
শুনি আছো তুমি দুইয়ো পৰম গায়ন ॥
জানিলো গীততে তুমি দুইয়ো সুশিক্ষিত।
কেন কথা ৰামায়ণ শুনো গায়া গীত ॥ ১১৫

---

লৱ-কুশৰ শ্ৰীৰামৰ সভাত ৰামায়ণ গান

শুনি পাছে ৰামৰ আদেশ দুয়ো ভাই।
দিলা ৰাগ পুৰি ৰঙ্গে পঞ্চম উচ্চাই ॥
তাৰ ঘোৰ মন্দ্ৰ নাদে দুয়ো গীত গায়ে।
একজনে তাল আউৰ জনে যন্ত্ৰ বায়ে ॥ ১১৬
প্ৰথমে ধৰিলা আদিকাণ্ড ৰামায়ণ।
কৈলা সূৰ্য্যবংশী যেন যেন ৰাজাগণ ॥
ঈক্ষাকু কাকুৎস্থ ৰঘু অজ নৃপবৰ।
ভৈলা দশৰথ ৰাজা সূৰ্য্যবংশধৰ ॥ ১১৭
বীৰ্য্যে বিষ্ণুসম সব শ্ৰমে মহেশ্বৰ।
ক্ষমায়ে ধৰণী ধৈৰ্য্য গম্ভীৰে সাগৰ ॥
প্ৰতাপত আদিত্য ক্ৰোধত যেন যম।
নাহি সুপজিবে ৰাজা দশৰথ সম ॥ ১১৮
শচীত অধিক তান তিনি পটেশ্বৰী।
কৌশল্যা সুমিত্ৰা আৰু কৈকেয়ী সুন্দৰী ॥
তিনিত ভৈলন্ত পাছে চাৰিপুত্ৰ জাত।
জ্যেষ্ঠ ৰামচন্দ্ৰ জাত ভৈলা কৌশল্যাত ॥ ১১৯

কৈকেয়ীত ভৈলন্ত ভৰত উত্তপন।
সুমিত্ৰাত লক্ষ্মণ কনিষ্ঠ শত্ৰুঘন ॥
জগতৰে জনক সম্যকে শ্ৰীৰাম।
সংসাৰত যাক গুণে নাহিকে উপাম ॥ ১২০
সুবিনীত ভৰত লক্ষ্মণ শত্ৰুঘনে।
কৰন্ত ভকতি নিতে জ্যেষ্ঠৰ চৰণে ॥
যেন নাৰায়ণ ৰাম গম্ভীৰে সাগৰ।
ভৈলন্ত প্ৰদীপ প্ৰভু কাকুৎস্থ বংশৰ ॥ ১২১
পৰম পুৰুষ সন্ত, শীতল স্বভাব।
ভৈলা লোক ৰঞ্জন প্ৰজাৰ বাপ মাৰ ॥
পাইব কোন জনে তান মহিমাৰ পাৰ।
গায়ে লৱ-কুশে আদিকাণ্ড কথা সাৰ ॥ ১২২
কোকিলৰ কণ্ঠে গাৱে তালে মানে ভেদি।
শুনন্ত সমাজে আন ভিতি চিত্ত নেদি ॥
ৰামৰ চৰিত্ৰে গীত অমৃত পৰম।
কৰ্ণ ভৰি শুনৈ প্ৰজা পৰিয়া নিজম ॥ ১২৩
কিবা স্বপনতে কিবা শুনন্ত সচেতে।
কিবা পৃথিবীত কিবা আছন্ত স্বৰ্গতে ॥
ক্ষুধা তৃষ্ণা নলাগে নাহিকে একো জ্ঞান।
শিশু দুইৰো গীততে লাগিল যেন ধ্যান ॥ ১২৪
শুনা নিৰন্তৰে সবে ৰামায়ণ পদ।
যাহাৰ কীৰ্ত্তনে তৰি সংসাৰ আপদ ॥
কলিত সদগতি নাই বিনে ৰাম নাম।
শঙ্কৰে ৰচিলা ডাকি বোলা: ৰাম ৰাম ॥ ১২৫

---

## দুলড়ী

শিশু দুইৰ গীত পৰম অমৃত
সম্যকে ৰামে শুনিয়া।
কিবা যে দিবন্ত কিবা নেদিবন্ত
আনন্দে নধৰে হিয়া ॥
মনত সন্তোষে ভৰত ভ্ৰাতৃক
বুলিলা যাতি যতনে।
যাঠি কোটি টঙ্কা সুবৰ্ণ আনিয়া
ই দুইক দিয়া এখনে ॥ ১২৬
দাসী দাস দেশ আসন অশেষ
বস্ত্ৰ অলঙ্কাৰে মণ্ডি।
দিয়োক সত্বৰে ভৰত কুমাৰে
আমাৰ বাক্য নখণ্ডি ॥
শুনিয়া ভৰতে ভণ্ডাৰৰ হস্তে
অনাইলা তেখনে ধন।
যতেক বুলিলা ততোধিক দিলা
ৰাঘৱৰ পূৰি মন ॥ ১২৭
দেখি দুয়ো শিশু হাসিয়া বোলন্ত
আত নাহি প্ৰয়োজন।
আমি বনবাসী বসন বাকলি
ফলেসে নিজ ভোজন ॥
আপুনি উদাস ইটো দাসীদাস
কি কৰিবো বহুধন।
শিশু দুইৰ বাণী শুনি সবে প্ৰাণী
পৰম বিস্ময় মন ॥ ১২৮
তাসম্বাৰ মতি দেখি ৰঘুপতি
পুছন্তে স্নেহে কথাক।
কাহাৰ কবিতা শিখিলেক গীত
কোনবা গুৰু তোমাৰ ॥
আকৃতি সুন্দৰ কাহাৰ কুমাৰ
থাকিয়ো কমন দেশ।
শুনি কুশ লৱে বুলিলা বিনয়ে
আমি বাল্মীকিৰ শিষ্য ॥ ১২৯
তাহান কবিতা ৰামায়ণ গীত
শিখিলো শাস্ত্ৰ বিচাৰি।
ঋষিৰ সম্মতে সমস্তে লোকতে
হৰিষে ফুৰো প্ৰচাৰি ॥

শুনি ৰামদেৱে আদৰিলা দুইকো
সাধু সাধু বুলি তথা।
যথাত থাকিয়া তৈবে পৰা গায়া
শুনো ৰামায়ণ কথা॥ ১৩০
ৰামৰ আদেশ শুনি কুশ লৱে
ৰঙ্গে তাল যন্ত্র ঠুকি।
ধৰিলন্ত গীত ৰামৰ চৰিত
শুনন্তে লোক উৎসুকি॥
শুনা পাছ কথা দশৰথ তথা
আছন্ত ৰাজাৰ ঘাগী।
যজ্ঞক ৰাখিবে ঋষি বিশ্বামিত্রে
নিলন্ত ৰামক মাগি॥ ১৩১
ৰাজায়ে নেদন্ত ঋষিয়ে নেৰন্ত
নিলন্ত আতি আক্রোশে।
ৰাম লক্ষ্মণক ধনুর্ব্বেদ দিলা
শিখিলা দুয়ো সন্তোষে॥
প্রথমে পথত ৰাক্ষসী তাড়কা
তাৰিলন্ত ৰঘুবৰে।
সুবাহুক মাৰি মাৰীচ বীৰক
উকৰালা একেশৰে॥ ১৩২
দেখিয়া ঋষিৰ আনন্দ মিলিল
ৰামক লৈলন্ত সঙ্গে।
জানকীৰ তথা শুনি স্বয়ম্বৰ
মিথিলাক গৈলা ৰঙ্গে॥
জনক নৃপতি অনেক ভকতি
কৰিলন্ত বহুমান।
ৰামে উঠি ৰঙ্গে ধনুক তেখনে
কৰিলন্ত দুইখান॥ ১৩৩
সীতায়ো বৰিলা সমৰ কৰিলা
ভঙ্গাইলা যত ৰাজাক।
সভাৰ্ম্মে বৰত চড়ি লৰিলন্ত
ৰঙ্গে আমে অযোধ্যাক॥

শুনি ধনুৰ্ভঙ্গ খঙ্গাইলা পৰশু-
ৰাম মহা অহঙ্কাৰী।
মনত বিচাট ভেটিলন্ত বাট
কান্ধত কুঠাৰ পাৰি॥ ১৩৪
যাইবাক নেদন্ত বিনতি বোলন্ত
পায়ে পৰি দশৰথ।
ৰামে ধৰি শৰ পৰশু ৰামৰ
ছেদিলন্ত স্বৰ্গপথ॥
অনেক উৎসৱে পাছে ৰামদেৱে
গৃহত ভৈলা প্ৰবেশ।
আনন্দে তহিতে সীতায়ে সহিতে
ভুঞ্জিলা ভোগ অশেষ॥ ১৩৫

---

ছবি

আদিকাণ্ড ৰামায়ণ সংক্ষেপে কহিলা দুয়ো
অযোধ্যাকাণ্ডক গাইবে লৈলা।
দশৰথ ৰাজা পাছে পুত্ৰক সমৰ্থ দেখি
ৰাজ্য জোকাৰিবে বাঞ্ছা ভৈলা॥
ৰাঘৱৰ অভিষেক শুনিয়া আসিল লোক
সুমঙ্গল নাদৰ শবদে।
শুনিয়া কৈকেয়ী কথা বিঘিনি পাতিল তথা
লৈলা ৰাজ্য ভৰতৰ পদে॥ ১৩৬
ৰাজাক বচনে ছন্দি সত্য জৰী কৰি বন্দী
গুচাইলন্ত ৰামক নিকালি।
লক্ষ্মণ জানকী সঙ্গে বনত বসিলা ৰঙ্গে
ৰাঘৱে পিতৃৰ বাক্য পালি॥
বৃদ্ধ ৰাজা দশৰথ পুত্ৰশোকে ভৈলা হত
নাহি আৰ চেতন গিয়ান।
ৰামৰ বিয়োগ আগি পোৰৈ শৰীৰক জাগি
ত্যজিলন্ত মহাপাতে প্ৰাণ॥ ১৩৭

ভৰন্তে নলৈলা ৰাজ নৃপতিৰ প্ৰেত কায
কৰি খেদি গৈলন্ত ৰামক ।
কাতৰ কৰিলা আতি ৰামে ভৰতক মাতি
পালটাই পঠাইলা ৰাজ্যক ॥
শুনিয়োক সৰ্ব্বজন পুণ্যকথা ৰামায়ণ
এৰা আলজাল আন কাম ।
হৰৈ নিতে আয়ুপাত চেতন নাহিক গাত
সঘনে ঘুষিয়ো ৰাম ৰাম ॥ ১৩৮

---

পদ

তালে মানে ভেদি দুয়ো ৰামায়ণ গাৱে ।
আজি যেন ভৈল গৈল কথাক দেখাৱে ॥
কহিলা কাৰণ কথা ৰাজাৰ মৰণ ।
হাহাকাৰ কান্দে সমজ্যাৰ যত জন ॥ ১৩৯
আজি যেন দশৰথ গৈলা পৰলোক ।
কৰন্ত সন্তাপ আতি পাত্ৰ মন্ত্ৰীলোক ॥
শুনি ৰাম লক্ষ্মণ ভৰত শত্ৰুঘন ।
পিতৃশোকে মকামকি কৰন্ত ক্ৰন্দন ॥ ১৪০
শুনিয়া কৌশল্যা সমে যত ৰাজ মাৰ ।
স্বামীৰ সন্তাপে হিয়ে হানে মুষ্টি ঘাৰ ॥
লুটিয়া ভূমিত কতো ঢাকুৰন্ত মাথ ।
এৰিয়া আমাক গৈলা কৈক প্ৰাণনাথ ॥ ১৪১
আমাৰ সমান নাই নাৰী নিদাৰুণী ।
প্ৰাণ ধৰো তোমাৰ মৰণ কথা শুনি ॥
এহি বুলি বিলাপ কৰন্ত অসংখ্যাত ।
ক্ৰন্দনৰ উৰ্ম্মি উথলিলা সমজ্যাত ॥ ১৪২
প্ৰবোধন্ত ৰামক সুগ্ৰীৱ বিভীষণ ।
শুনা পাছ কথা নাথ হুয়ো সন্তুষ্মণ ॥
মিত্ৰ দুইৰ বচনত ৰাঘৱ জুৰাইল ।
ৰাজ্যাসনক লক্ষ্মণে নিচুকাইল ॥ ১৪৩

আঞ্চলে মুছিলা মুখ নয়নৰ নীৰ ।
ভৰতে কৰিলা সবে সমজ্যাক থিৰ ॥
নিশৰদ প্ৰজা শুনি ৰামৰ আদেশ ।
গাৰা পাছকথা শিশু শুনিবো বিশেষ ॥ ১৪৪
অযোধ্যাকাণ্ডৰ কথা হৈল এহিমানে ।
অৰণ্যকাণ্ডক গাইবে লৈলা তালে মানে ॥
ধৰিলন্ত গীত লৱকুশে পূৰ্ব্বৰতে ।
চৌদ্দয় বৰিষ ৰামে বঞ্চিবা বনতে ॥ ১৪৫
নাহি অন্ন পান পশু মাংসেহে আহাৰ ।
সীতাক দেখন্তে আতি ৰামৰ নিকাৰ ॥
দুৰ্ঘোৰ শঙ্কট বৰ দণ্ডকাৰ বনে ।
কেৰলে সঙ্গতি তাত ভ্ৰাতৃ যে লক্ষ্মণে ॥ ১৪৬
আসি শূৰ্পনখী কামে বুলিলেক বাক ।
কাটিলা লক্ষ্মণে তাইৰ ধৰি কাণ নাক ॥
চৌদ্দয় সহস্ৰ সেনা ৰাক্ষসে সহিতে ।
খৰ দূষণক ৰামে মাৰিলা তহিতে ॥ ১৪৭
শুনি আইল ৰাৱণ কৰিয়া আটি মুটি ।
আসিল মাৰীচ সুৱৰ্ণৰ মৃগগুটি ॥
দেখি খেদি গৈলা ৰাম লক্ষ্মণে তাহাক ।
দশগ্ৰীৱে নিৰ্জ্জনত হৰিলে সীতাক ॥ ১৪৮
ৰাৱণক ভয়ে দেৱী গাৱতে লুকান্তি ।
পাছে পাঞ্চ গুটি বানৰক দেখিলন্তি ॥
কাঢ়ি তাৰ খাক শৰীৰৰ হেমহাৰ ।
তাসম্বাৰ মাজত ক্ষেপিলা অলঙ্কাৰ ॥ ১৪৯
অশোকাৰ বনে থৈয়া ৰাৱণ দুৰ্ব্বাৰ ।
অনেক ৰাক্ষসী ৰক্ষা দিলেক সীতাৰ ॥
লোতকৰ নাই ছেদ ফুকতে কান্দন্তে ।
দণ্ডে যুগ সীতাৰ ৰামক সুমৰন্তে ॥ ১৫০
মৃগ মাৰি আসি ৰামে নেদেখি সীতাক ।
জানকী জানকী বুলি দিয়া দীৰ্ঘ ডাক ॥
দুভায়ো দণ্ডকাবনে ফুৰন্ত বিচাৰি ।
হা সীতা বুলি ঘনে নিশ্বাস কোকাৰি ॥ ১৫১

ফুৰন্তে ভ্ৰমন্তে ৰামে সীতাৰ নিদানে ।
বিৰাধ কৱন্ধ দুইকো বধিলন্ত প্ৰাণে ॥
সীতাক ৰাখন্তে পক্ষী জটায়ু মৰিল ।
ৰাম লক্ষ্মণে প্ৰেতকাৰ্য্য সঙ্কলিল ॥ ১৫২
কৰিলা অৰণ্যকাণ্ড কথা সমাপতি ।
গাইবাক লাগিলা ৰঙ্গে কিষ্কিন্ধ্যা সম্প্ৰতি ॥
ৰাম লক্ষ্মণে দুযো দণ্ডকাৰ হন্তে ।
ঋষ্যমুখ পাইলা দুযো সীতাক চাহন্তে ॥ ১৫৩
সুগ্ৰীৱক দিলা ৰাজ্য কৰি বালী বধ ।
যুৱৰাজ ভৈলা পাছে কুমাৰ অঙ্গদ ॥
ৰাজভোগে পাসৰিল সুগ্ৰীবে ৰামক ।
সময় বুজিয়া নাসে বানৰ লটক ॥ ১৫৪
তৰ্জ্জিলা অনেক তাঙ্ক লক্ষ্মণ কুমাৰ ।
দেখাইলন্ত নিযা বালী বধিবাৰ শৰ ॥
কম্পিল শৰীৰ দেখি সুগ্ৰীব ৰাজাৰে ।
অনেক বানৰ সেনা আনাইলা হাঙ্কাৰে ॥ ১৫৫
পৃথিবীৰ বানৰ ভালুক আসি ভৈল ।
সীতাক খুজিবে দ্বীপ দ্বীপান্তৰ গৈল ॥
এহিমানে কিষ্কিন্ধ্যাকাণ্ডৰ কথা গৈলা ।
সুন্দৰাকাণ্ডক পাছে দুযো গাইবে লৈলা ॥ ১৫৬
কহিলন্ত সম্পাতি যথাত সীতা আছে ।
নপাইলন্ত লঙ্কাক যাইবাক বীৰ বাছি ॥
পাছে মাৰুতিৰ জন্ম কৈলা জাম্বৱন্ত ।
সাগৰ লঙ্ঘিলা তেৱে বীৰ হনুমন্ত ॥ ১৫৭
অশোকাৰ বনে গৈয়া দেখিলা সীতাক ।
কহিলা প্ৰণামি প্ৰভু ৰামৰ কথাক ॥
ৰাঘৱৰ দিলা নিয়া হাতৰ আঙ্গুঠি ।
দেখিয়া হানিলা হিয়া শোকে সীতা মুঠি ॥ ১৫৮
অনেক কান্দিলা দেৱী স্বামীক সুমৰি ।
হনুমন্তে প্ৰবোধিলা দান্তে তৃণ ধৰি ॥
অল্পতে নিষ্চয় ৰামে পৰিহৰা খেদ ।
হুইবে অল্পান্তৰে দশানন কণ্ঠচ্ছেদ ॥ ১৫৯

কপিৰ বচনে জুৰাইলন্ত সীতা দেৱী ।
মাৰুতি মেলানি পাইলা গোসানীক সেৱি ॥
লঙ্কাত পশিলা পাছে কৃতকৃত্য হুই ।
বিধ্বংসিলা মধুফল উভতাই কই ॥ ১৬০
লীলায়ে কৰিলা অক্ষকুমাৰক নাশ ।
ইন্দ্ৰজিতে আসিয়া হানিলা নাগপাশ ॥
চিতনি পৰিল বন্দী বীৰ হনুমন্ত ।
ৰাৱণৰ আগে ইন্দ্ৰজিত যোগাইলন্ত ॥ ১৬১
লাঙ্গুত লগাইল জুই কাপৰ মেঢাই ।
দিলা ডেৱ ৰঙ্গে নাগপাশ হোসকাই ॥
পৰম আটোপে পাছে কপি মহামালে ।
নগৰ জুৰিযা জুই লগাইলা আস্ফালে ॥ ১৬২
সকলে ৰাক্ষসে ভৈল ভয়তে তৰধ ।
লগাইল চমক লঙ্কা কৰিল দগধ ॥
সাগৰ তৰিয়া দুনাই পৃথিবীক আইল ।
সীতাৰ দুখৰ কথা ৰামত জনাইল ॥ ১৬৩
যেনমতে সাতা ৰাখিলন্ত শান্তি পুণ্য ।
নিবেদিলা জানকীৰ যতেক কাৰুণ্য ॥
কহিলা সঙ্কেত কথা যত হনুমন্ত ।
সীতাক সুমৰি ৰামচন্দ্ৰ কান্দিলন্ত ॥ ১৬৪
ভূমিত পৰিল শোকে অগনি উধাইল ।
সুগ্ৰাৱ লক্ষ্মণে ধৰি ৰামক জুৰাইল ॥
এভো তুমি সীতাক নপাইবে কৰা শঙ্কা ।
চমকা চমক কৰি আনি দিবো লঙ্কা ॥ ১৬৫
ৰাক্ষসৰ শোণিতে ভুঞ্জাইবো কাক গৃধ্ৰ ।
হেন জানি কাৰ্য্য আসি সবে ভৈলা সিদ্ধ ॥
সুগ্ৰীৱৰ শুনিয়া অনেক পৌঢ়ি বাদ ।
গুচিল চিত্তৰ কিছু ৰামৰ বিষাদ ॥ ১৬৬
সাগৰত পন্থ পাছে মাগিলন্ত ৰামে ।
ৰামক নেদন্ত দেখা গৰ্ব্বে সিন্ধুৰাজে ॥
ক্ৰোধে ধৰিলন্ত বাণ বিদাৰিবো সিন্ধু ।
উদ্ধৰিল জলজন্তু পলাই কাটি দিয় ॥ ১৬৭

কম্পি গৈল সাগৰতো লাগিল চমক ।
পাদ্য অৰ্ঘ্য দিয়া স্তুতি বুলিলা ৰামক ॥
দিলো মাজে পন্থ প্ৰভু চলিয়োক লঙ্কা ।
বান্ধিয়োক সেতু তল যাইবে নাহি শঙ্কা ॥ ১৬৮
বানৰ নৃপতি পাছে কপিসেনা লই ।
বান্ধিলন্ত সেতু পৰ্ব্বতক কান্ধে বই ॥
দীৰ্ঘে দশযোজন পঠালি পাঞ্চজুৰি ।
পাৰ ভৈল সেনা সব সেতু ভৰি পূৰি ॥ ১৬৯
সীতাক সুম্পিবে বুলিলন্ত বিভীষণ ।
উঠিয়া মাৰিল লাঠি দুন্দুৰ ৰাৱণ ॥
পশিল শৰণ আসি ৰাঘৱত বৰি ।
তাঙ্ক লঙ্কাৰাজ্য দিলা অঙ্গীকাৰ কৰি ॥ ১৭০
লৱে কুশে কথাৰ ভাৱনা লগাই গায়ে ।
আজি সম্পজিল যেন হাততে দেখায়ে ॥
সুন্দৰাকাণ্ডৰ কথা থৈলা এহি মানে ।
লঙ্কাকাণ্ড কহিবে লাগিলা বিদ্যমানে ॥ ১৭১
সুবেল পৰ্ব্বতে ৰামে সসৈন্যে জিৰাইয়া ।
প্ৰভাতে বেঢ়িলা লঙ্কা কটকে যোৰাইয়া ॥
ৰাখিল লঙ্কাৰ গড় ৰাক্ষস সমস্ত ।
যুদ্ধতে পৰিল পাছে প্ৰথমে প্ৰহস্ত ॥ ১৭২
দেৱান্তক নৰান্তক ৰণত পৰিল ।
শুনিয়া সসৈন্যে সাজি ৰাৱণ লৰিল ॥
মেঘে যেন গৰ্জ্জিয়া জঙ্কাৰি দশমাথ ।
বানৰ কটক মাৰে ক্ৰোধে লঙ্কানাথ ॥ ১৭৩
খড়্গে খেদি যান্ত ৰাম সাধো মান বুলি ।
দেখিয়া কান্ধত লৈলা হনূমন্ত তুলি ॥
দিশ পাশ ছানি ৰামে বৰিষিলা শৰ ।
ভেদিলন্ত হৃদয় নিৰ্দ্দয় ৰাৱণৰ ॥ ১৭৪
তোণ বাণ ধনু ধ্বজ ৰথ হয় চাৰি ।
কাটিলা তিলতে চোটে আটোপে মুৰাৰি ॥
এহি মুখে মুখে কপি কটক কপতি ।
কেশে সমে ৰামে তাৰ কাটিলা কিৰীটি ॥ ১৭৫

নমাৰিলা বিৰথী বিধনু দেখি তাক ।
দিলন্ত মেলানি গৈলা ৰাৱণ লঙ্কাক ॥
জগাই কুম্ভকৰ্ণক পঠাইলা দশগ্ৰীৱ ।
ঘোৰ শৰে ৰামে তাৰ ছৰাইলন্ত জীৱ ॥ ১৭৬
ইন্দ্ৰজিত কুমৰক লক্ষ্মণে জিনিল ।
অন্তৰ্দ্ধানে ইন্দ্ৰজিতে শৰ প্ৰহাৰিল ॥
নাগপাশে মূৰ্চ্ছা গৈলা ৰাম লক্ষ্মণে ।
গৰুড়ে জীয়াইলা আসি দোভাইকো তেখনে ॥১৭৭
কুম্ভ নিকুম্ভ মহাপাৰ্শ্ব মহোদৰ ।
বজ্ৰদংষ্ট্ৰ দুষ্ট মেঘনাদৰ সোদৰ ॥
অসংখ্য ৰাক্ষস আনো ৰণত পৰিল ।
জানি ইন্দ্ৰজিতে ক্ৰোধে যুদ্ধক লৰিল ॥ ১৭৮
ৰাক্ষস কটক লৈয়া আটোপে প্ৰকটে ।
যজ্ঞ আৰম্ভিলা আসি নিকুম্ভিলা বটে ॥
বিভীষণে কহিলেক সকলে সম্ভেদ ।
লক্ষ্মণে কৰিলা শৰে তাৰ কন্ধছেদ ॥ ১৭৯
পুত্ৰশোকে অনেক কান্দিলা লঙ্কানাথ ।
সাজিয়া বজাইল কোপে জঙ্কাৰন্ত মাথ ॥
ৰাৱণে মাৰিল আসি অসংখ্যাত শৰ ।
সাত দিন সাত ৰাতি কৰিল সমৰ ॥ ১৮০
তাৰ শৰে ৰাঘৱৰ নোচোয়ে শৰীৰ ।
বাৰে বাৰে ৰামে তাৰ কাটিলন্ত শিৰ ॥
তথাপি নমৰে দশগ্ৰীৱ হেন জানি ।
লৈলা পাছে প্ৰাণ তাৰ ব্ৰহ্ম অস্ত্ৰ হানি ॥ ১৮১
জগতৰে ধূম্ৰকেতু গৈলা যমালয় ।
স্বৰ্গ মৰ্ত্ত্য পাতালতো কৰে জয় জয় ॥
আপন পৌৰুষে ৰামে সঙ্কলিলা কায ।
মিত্ৰ বিভীষণত সম্পিলা লঙ্কাৰাজ ॥ ১৮২
অগ্নিত পৰীক্ষা আনি দিলন্ত সীতাক ।
কৰিলন্ত ব্ৰহ্মা স্তুতি ৰাম দেৱতাক ॥
দশৰথ আসিলা স্বৰ্গৰ পৰা চলি ।
পুত্ৰ দুই সহিতে কৰিলা গলাগলি ॥ ১৮৩

বনত বঞ্চিলা বাপ মোৰ বাক্য পালি ।
ৰামক প্ৰশংসে কৈকেয়ীক পাৰি গালি ॥
পতিব্ৰতা সীতা শান্তী জগতে প্ৰখ্যাত ।
কিসক পুত্ৰাই আন্ত নযাস সপ্লাত ॥ ১৮৪
নাই একো শঙ্কা আঙ্ক খেদ কৰা কিক ।
পাছে পিতৃবাক্যে সম্বৰিলা জানকীক ॥
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰামে বিমানত চড়ি ।
পৰম আনন্দে আইলা অযোধ্যা নগৰী ॥ ১৮৫
ভালুক বানৰ আৰো ৰাক্ষস যতেক ।
আইলা সবে ৰঙ্গে দেখিবাক অভিষেক ॥
শুনা ৰামায়ণ মন কৰা উপশাম ।
সমস্ত সমাজে বেঢ়ি বোলা ৰাম ৰাম ॥ ১৮৬

---

### ছবি

শুনিয়োক পাছ কথা        ৰামক দেখিয়া তথা
ভৰতে এৰাইলা হৃদি খেদ ।
ভৈলা আসি একঠাই        নন্দিগ্ৰামে চাৰি ভাই
কৰিলা শিৰৰ জটা ছেদ ॥
কৌশল্যা সুমিত্ৰা শান্তী        পুত্ৰক গলত বান্ধি
কান্দিলন্ত অনেক কাৰুণ্যে ।
সীতায়ো বৰ্ণায়া দুখ        ভৈলা সলোতক মুখ
তাসম্বাৰ নমিল চৰণে ॥ ১৮৭
পাছে সম দোলে ৰাম        অযোধ্যাক লৰি ভৈলা
তুলি দণ্ড বায়ে বাদ্যভণ্ড ।
ৰাক্ষস বানৰ নৰ        ভালুকৰ আন্দোলতে
তলবল কৰে মহীখণ্ড ॥
পদুলি পদুলি কল        দ্বীপ ঘট ফুল ফল
পুতিলন্ত যাত্ৰাৰ তোৰণ ।
জাতিকাৰ নৰনাৰী        প্ৰশংসিয়া শাৰি শাৰি
প্ৰণামন্ত ৰামৰ চৰণ ॥ ১৮৮

শুভ সময়ত ৰামে        পাটত বসিলা আসি
প্ৰজা কৰে মাঙ্গল্য অনেক ।
চাৰি সাগৰৰ জল        যোগাইলা বানৰ বল
বশিষ্ঠে কৰিলা অভিষেক ॥
দুই ভাই দুই পাশে        চামৰে বিঞ্চন্ত লাসে
ভৰতে ধৰিলা ছত্ৰ তুলি ।
শৰদতে কাণ ফাৰে        প্ৰজায়ে জোকাৰ পাৰে
জয় জয় ৰাম ৰাজা বুলি ॥ ১৮৯
মেঘৰ গৰ্জ্জন যেন        মত্তহস্তী চিহৰয়
আস্ফালে বজায় গজঘণ্টা ।
পাইলা দুখ সমৰত        ভালুক বানৰ যত
দিলা ৰামচন্দ্ৰে তাকো বণ্টা ॥
ৰাজাৰ সম্মান পাই        আনন্দৰ সীমা নাই
গৈলা দেশে আদেশে ৰামৰ ।
ভ্ৰাতৃ সব সমে ৰামে        ৰাজ্যভোগ ভুঞ্জিলন্ত
পাছে দশ হাজাৰ বৎসৰ ॥ ১৯০
ভৈলা মহাদৈ সীতা        স্বামীৰ চৰণ চিন্তা
কৰন্ত ভকতি প্ৰতিনিতি ।
অযোধ্যাৰ দেৱভোগ        ভুঞ্জন্ত ভুকুতি ভোগ
ৰামৰো বাঢ়ন্তে যাই প্ৰীতি ॥
পূৰ্ব্বকথা আপোনাৰ        শুনি ৰাম দেৱতাৰ
পৰম হৰিষ মন ভৈল ।
সমজ্যায়ো একচিত্ত        কুশ লৱে পাৰে গীত
লঙ্কাকাণ্ড এহিমানে গৈল ॥ ১৯১

---

### ছুলড়ী

উত্তৰাকাণ্ডক        ধৰিলা গাইবাক
সীতাসুত কুশ লৱ ।
এহিমতে পাছে        মাৰি ৰাৱণক
ভৈলন্ত ৰাজা ৰাঘৱ ॥

অযোধ্যাক পাছে অগস্তি আসিলা
অৰ্চ্চিলা ৰামে হৰিষি।
লঙ্কাৰ দগধ ৰাৱণৰ বধ
পুছিলা ৰামত ঋষি ॥ ১৯২
ৰামে অগস্তিত সমস্তে কহিলা
যি ভৈল বৃত্তান্ত তথা।
ঋষিয়ো কহিলা হৰিষে ৰামত
ৰাৱণৰ জন্মকথা ॥
উপজিয়া যেন যতে দশস্কন্ধ
কৰিলা কৰ্ম্ম অদ্ভুত।
হৰৰ কৈলাস আলগাই তুলি
নৈকেষী ৰাক্ষসীসুত ॥ ১৯৩
স্বৰ্গ মৰ্ত্ত্যলোকে পাতালপুৰতো
ডৰতে কম্পাইলা আতি।
কৰিলা ইন্দ্ৰকো বন্দী মন্দমতি
সিটো পুলস্তিৰো নাতি ॥
দেৱ মনুষ্যৰ যতেক সুন্দৰী
হৰি নিলা মহাচান্দ।
তিনিয়ো লোকত হুন্টুৰি ফুৰিলে
যেন উদয়াৰ ষাণ্ড *॥ ১৯৪
ৰামে পুছিলন্ত শুনিয়ো অগস্তি
যেন কথা শুনো তাৰ।
সিকালত তেবে কহিত নাছিল
একো বীৰ বলীয়াৰ ॥
অগস্তি বোলন্ত শুনিয়ো ৰাঘৱ
যৈত তাৰ ভৈল ভঙ্গ।
কিষ্কিন্ধ্যাত সিটো সনৰ মাগিল
বালীৰ তোলাইয়া থঙ্গ ॥ ১৯৫
তাক লৈয়া বালী সন্ধ্যা কৰিলন্ত
কাষে ডাবি ধৰি তুলি।
বালীত শৰণ পশিলা ৰাৱণ
হাৰিলো হাৰিলো বুলি ॥

সহস্ৰ অৰ্জ্জুনে নাৰীগণ সঙ্গে
নৰ্ম্মদাত খেলে খেৰি।
তাহাতো সমৰ মাগিয়া নিস্খলে
ৰাৱণায়ে লাজ এৰি ॥ ১৯৬
বান্ধি ৰণে জিনি সহস্ৰ অৰ্জ্জুনি
নিল নগৰক লাগি।
পুলস্তি আসিয়া ৰাজাত প্ৰাৰ্থিয়া
মেলাইলন্ত ভিক্ষা মাগি ॥
তথাপি সমৰ মাগিয়া ফুৰয়
ৰাৱণৰ নাহি লাজ।
সুতল পুৰতো পশিলা সাজিয়া
বলিৰ যৈতে সমাজ ॥ ১৯৭
দুৱাৰত গৈয়া দেখে পুৰুষেক
সুন্দৰ ৰুচিৰ শ্যাম।
ৰত্নৰ কিৰীটি বলয় কঙ্কণ
পীতবস্ত্ৰে অনুপাম ॥
হাৰ যে কেয়ূৰ নূপুৰে ৰঞ্জিত
কৰে দিব্য গদা লই।
কটিত মেখলা গলে বনমালা
দুৱাৰত আছা ৰই ॥ ১৯৮

---

ছবি

দেখি ৰাৱণৰ তনু জাত জাত শিহৰয়
টেৰ কৰি আছিলেক চাই।
বলিৰায়ৰ অভ্যন্তৰে প্ৰবেশিলা লঙ্কেশ্বৰে
সিটো পুৰুষক নোবোলাই ॥
ৰাৱণক দেখি বলি বসিবাক থান দিলা
নবসি বলিত পুছে কায।
তোমাৰ দুৱাৰে ইটো পুৰুষেক আছে কোন
মন্থৰে কহিয়ো দৈত্যৰাজ ॥ ১৯৯

* উদয়াৰ ষাণ্ড—উৎসৃষ্ট দিয়া ষাঁড় গৰু।

বলি বোলে লঙ্কেশ্বৰ নিচিনহ বৰ্ব্বৰ
এহেন্তে তোহোৰ অন্তকাৰী ।
সুৰাসুৰে কৰে সেৱ আমাঠৈৰ ইষ্টদেৱ
আক্কে বোলো ঈশ্বৰ মুৰাৰি ॥
লঙ্কানাথে শুনি আতি লৰৰ দিলেক কাছি
এহি বিষ্ণু বুলি বৰ ৰাগে ।
ধৰিবাক যাই সাসি দেখি হৰি তুলি হাসি
দিলা লাঠি চৰণৰ আগে ॥ ২০০
পাতাল পৃথিবী ছাৰি লঙ্কাত উফৰি প'ৰি
মূৰ্চ্ছা গৈল দুৰ্জ্জয় ৰাৱণ ।
ৰাক্ষসে ফুক্কন্তে পাছে কথমপি ধাতু আইল
ব্ৰহ্মা বৰ দিবাৰ কাৰণ ।
এহিমতে ঋষিবৰ কহিলন্ত নিৰন্তৰ
যতেক তাহাৰ গুণগ্ৰাম ।
শুনন্তে পৰম ৰঙ্গ ৰাৱণৰ জয় ভঙ্গ
শুনিয়া হাসন্ত প্ৰভু ৰাম ॥ ২০১
নমো নমো ৰঘুবংশ তিলক বিষ্ণুৰ অংশ
শ্ৰীৰামচন্দ্ৰ সীতাপতি ।
জন্মে জন্মে ৰামে গতি ৰামতে কৰোক মতি
ৰাম-পাৱে থাকোক ভকতি ॥
কৃষ্ণৰ কিঙ্কৰে ভণে শুনিয়োক সৰ্ব্বজনে
কলিত কীৰ্ত্তন ধৰ্ম্ম সাৰ ।
এৰি ভাষ ভূষ কাম ডাকি বোলা ৰাম ৰাম
পাপত লাগোক বুন্দামাৰ ॥ ২০২

---

### পদ

#### হনূমন্তৰ জন্ম বিৱৰণ

অগস্তিত ৰামে পাছে পুছিলা সংশয় ।
মহাবীৰ হনুমন্ত ত্ৰৈলোক্য অজয় ॥
কিসক নমাৰি মহাবৈৰী বালীৰায় ।
ঋষ্যমুখ পৰ্ব্বতত আছিল পলাই ॥ ২০৩
দেখিলোহো যেন হনূমন্তৰ মহত্ত্ব ।
বালীৰাজা জানো তান আগে তৃণৱন্ত ॥
যৈসানি কন্দল ভৈল বালী সুগ্ৰীৱৰ ।
কিয় হনূমন্ত তাৰ নলৈলন্ত শিৰ ॥ ২০৪
ছেদিয়ো সংশয় মোৰ মনৰ সৰ্ব্বথা ।
অগস্তি বোলন্ত ৰাম শুনা পূৰ্ব্বকথা ॥
অঞ্জনাত উপজিয়া দুৰ্জ্জয় মাৰুতি ।
ক্ষুধায় কান্দন্ত কপি পৃথিবীত শুতি ॥ ২০৫
সেহি বেলা সূৰ্য্য আসি উদয় ভৈলন্ত ।
তক্কালিয়া ফল গুটি মানি হনূমন্ত ॥
দিলা ডেৱ ধৰিবাক মেলি দুয়ো বাহু ।
সেহি দিনা সূৰ্য্যক গ্ৰাসিবে আসে ৰাহু ॥ ২০৬
চিন্তন্ত মাৰুতি তাক চাহি টেৰ কৰি ।
ইগোটা সুপক্ক ফল সিগোটাত কৰি ॥
তাক লাগি দিলা লাম্ফ আদিত্যক এৰি ।
পলাই উলতি ৰাহু ডৰে পাৰে গেৰি ॥ ২০৭
কাম্পন্তে কাম্পন্তে গৈল ইন্দ্ৰত শৰণ ।
কিবাগোটে খাইবে খোজে মিলিল মৰণ ॥
শুনি ইন্দ্ৰে আথে বেথে ঐৰাৱতে উঠি ।
কৰে বজ্ৰ ধৰি ধাইল বায়ু বেগে ছুটি ॥ ২০৮
পাছে পাছে ধাইলন্ত কপিৰ ক্ষুধা বৰ ।
এহি গোটে খেদে ৰাহু দেখি দিলে লৰ ॥
থমকিল ইন্দ্ৰে ভয়ে পাছে গুচি যান্ত ।
দেখি তাক শিশু হনূমন্তে গুণিলন্ত ॥ ২০৯
মহাচিত্ৰ বিচিত্ৰ যৰঙ্গ ইটো ফল ।
ইহাক ভুঞ্জিলে ভোক পলাইব সকল ॥
এহি বুলি কৌতুহলে দিলেক জোলক ।
খাইবে লাগি ঐৰাৱত সমে বাসৱক ॥ ২১০
এৰাইবে নপাৰি ইন্দ্ৰে মনত তৰাসে ।
শিশু হেন জানি বজ্ৰ হানিলন্ত লাশে ॥
বাম হনু ভাঙ্গি পৰ্ব্বতত পৰিলন্ত ।
এহেকেহে আন নাম ভৈল হনূমন্ত ॥ ২১১

সাৰটি ধৰিলা বায়ু মৃতক পুত্ৰক।
অনেক কান্দিল ক্ৰোধ কৰিয়া ইন্দ্ৰক॥
পুত্ৰৰ লগতে হৌক সবাৰ বিনাশ।
হিয়াৰ হৰিল বায়ু নোহ্লাই উশাস॥ ২১২
হেন দেখি ভৈলন্ত ত্ৰিদশে মহা ত্ৰাস।
ব্ৰহ্মাত পুছিলা কেনে নোহ্লায় উশাস॥
ব্ৰহ্মায়ে বোলন্ত ইটো কথা ভৈল টান।
সবে মিলি চলি গৈল শঙ্কৰৰ থান॥ ২১৩
মহেশে বোলন্ত খুজি নাপাও সৰ্ব্বথা।
সবে গৈয়া বিষ্ণুত পুছিলা পাছ কথা॥
মাধৱে বোলন্ত আবে ভৈল বিসঙ্গতি।
বায়ুৰ পুত্ৰক মাৰিলন্ত সুৰপতি॥ ২১৪
পুত্ৰৰ সন্তাপ পায়া জগতৰে আয়ু।
সবাৰো হিয়াৰ পৰা গুচিলন্ত বায়ু॥
এতেকেসে নাসৈ কাৰো নাকৰ নিশ্বাস।
আসা সবে যাও বায়ু দেৱতাৰ পাশ॥ ২১৫
এহি বুলি দেৱে সমে বিষ্ণু গৈলা লৰি।
পুত্ৰ লৈয়া বায়ু কান্দিলন্ত পাৱে পৰি॥
দিলা দুখ সাথি দেখিয়োক চক্ৰপাণি।
শিশুক মাৰিলে মোৰ ইন্দ্ৰে বজ্ৰ হানি॥ ২১৬
মাধৱে বোলন্ত বায়ু কৰিয়ো সঞ্চাৰ।
পৰশিলো হেৰা পুত্ৰ জীয়োক তোমাৰ॥
জাগি যেন নিদ্ৰাৰ উঠিলা হনুমান।
দিলন্ত ত্ৰিদশে চিৰপ্ৰাণৰ বৰদান॥ ২১৭
একো দেৱতাৰ অস্ত্ৰে নুহিবে বিকল।
শৰীৰত তোৰ অপৰ্য্যন্ত হৌক বল॥
গৈলা সবে বৰ আনো দিয়া অসংখ্যাত।
সঞ্চাৰিলা বায়ু পাছে সবাৰো হিয়াত॥ ২১৮
বলৰ দৰ্পতে হনুমন্ত যেন যম।
ফল মূল খান্ত লুড়ি ঋষিৰ আশ্ৰম॥
উতভাই খোৱে তক ভাঙ্গি ছিঙ্গি মঠ।
দেখি সব ঋষিৰ লাগিল মনকষ্ট॥ ২১৯

বৃত্তিচ্ছেদ কৰিলে বানৰ ইটো পাপ।
সবে মিলি আলোচি দিলন্ত চণ্ড শাপ॥
সাধিবে নলাগে আৰ যাৰে ৰামকাৰ্য্য।
বলৰ প্ৰমাণ নজানোক কপিৰাজ॥ ২২০
দেখক গোখোজ যেন সাগৰ সঙ্কাশ।
সেই শাপে কপিৰ গুচিল সবে সাস॥
এৰিল প্ৰচণ্ড ভাব বায়ুৰ কুমাৰ।
আৰো বালিৰায় মৰা বানৰক ডৰ॥ ২২১
এতেকেসে বালীক নবধি হনুমন্ত।
ঋষ্যমুখ পৰ্ব্বতক লাগি পলাইলন্ত॥
কহিলা ৰামত ঋষি সকলে সম্ভেদ।
শুনি ৰামচন্দ্ৰৰ সংশয় ভৈলা ছেদ॥ ২২২
অনন্তৰে ঋষিক কৰিলা সতকাৰ।
ঋষিয়ো ৰামক প্ৰসংশিলা বাৰে বাৰ॥
এহিমানে থৈলো ৰাম অগস্তি সম্বাদ।
গাইবে লৈলা জানকীৰ নিৰ্ব্বাস বিষাদ॥ ২২৩
বোলে কুশে লৱে শুনিয়োক সমাজিক।
অনন্তৰে পঠাই প্ৰভু ৰামে অগস্তিক॥
পৰম আনন্দে দশ হাজাৰ বৎসৰ।
ভুঞ্জিলন্ত অকণ্টকা ৰাজ্য ৰঘুবৰ॥ ২২৪
অযোধ্যাত মহা মহা মিলিল বিপত্তি।
প্ৰাণ প্ৰিয়া সমে ৰামে ভুঞ্জিলা ভুকুতি॥
ৰাত্ৰি দিনে চৰণ চিন্তন্ত সীতা সতী।
স্বামীৰ সংযোগে পাছে ভৈলা গৰ্ভৱতী॥ ২২৫
ৰামৰ বাঢ়ন্তে যায় নৱ নৱ প্ৰীতি।
আনন্দে আছন্ত প্ৰভু ভাৰ্য্যায়ে সহিতি॥
মিলিল দুৰ্যোগে পাছে পাইলেক বিপাকে।
জনবাদে দিলা ৰামে নিৰ্ব্বাস সীতাকে॥ ২২৬
কণ্টক সঙ্কট বনে থৈলন্ত লক্ষ্মণে।
ভৈল অচেতন আতি দেৱী দুখ মনে॥
সীতাৰ শুনিয়া যেন আপদ দুৰ্ঘোৰ।
তাক কোনে সম্যকে কহিয়া পাৰে ওৰ॥ ২২৭

যিটো পুণ্য তনু কৃপাময় ৰামদেৱ ।
পৰম মহন্ত গুণে সম নাহি কেৱ ॥
অনুদিনে পিম্পৰাৰো নিচিন্তন্ত মাৰ ।
কৰ্ম্মফলে ভৈল যম তেহেন্তে সীতাৰ ॥ ২২৮
এক্কে পতিব্ৰতা নাৰী আৰো গৰ্ভৱতী ।
তাহাক্কো বধিবে ৰাঘৱৰ ভৈলা মতি ॥
কিনো বিপৰ্য্যয় বিধি লিখিল কপালে ।
ভৈলা ৰাম স্বামী জানকাৰ যমকালে ॥ ২২৯
প্ৰকটিয়া কহিলা শান্তীৰ যত দুখ ।
ভৈলা আতি সমাজিকো শোকে অধোমুখ ॥
লৱে কুশে আকুল কৰিলা সমজ্যাক ।
দেখে যেন আজি দিলা নিৰ্ব্বাস সীতাক ॥ ২৩০
জানকীৰ নিকাৰ শুনিয়া সামৰাজ ।
কান্দিলন্ত মকামকি সকল সমাজ ॥
হাহাকাৰ শৰদ উঠিল সভা চানি ।
ৰামৰ গাৰত যেন লাগিল অগনি ॥ ২৩১
সুমৰিয়া পুনৰপি ৰাঘৱে সীতাক ।
বিষাদৃশে শোকানলে চানিলে হিয়াক ॥
নিমাবাৰ অগনি যেন জ্বালিল দুনাই ।
পৰম সন্তাপ তাপে প্ৰাণ ফুটি যায় ॥ ২৩২
মূৰ্চ্ছা গৈয়া পৰিল ৰাঘৱ সিংহাসনে ।
ধৰিল বুৰিল বুলি ভৰত লক্ষ্মণে ॥
শিৰত সিঞ্চন্ত জল বিঞ্চন্ত চামৰে ।
লগতে কান্দন্ত তান তিনিয়ো সোদৰে ॥ ২৩৩
বশিষ্ঠ প্ৰমুখ্যে ঋষি নধৰন্ত হিয়া ।
কান্দন্ত সীতাৰ শোকে মুখে বস্ত্ৰ দিয়া ॥
বিভীষণ সুগ্ৰীৱ জাম্বৱ হনুমন্ত ।
কান্দন্ত সন্তাপে পৰি কপি অপৰ্য্যন্ত ॥ ২৩৪
চেতন লভিয়া প্ৰভু ৰাঘৱে দুনাই ।
কৰন্ত সন্তাপ আতি প্ৰিয়াক বৰ্ণাই ॥
হা হা সীতা শান্তো পতিব্ৰতা সুচৰিতা ।
মোহোৰ বল্লভা সুভাম্বিতা বিবাহিতা ॥ ২৩৫

ভাগ্যেহে লভিলো ভাৰ্য্যা কত জগসাই ।
হাততে বিধাতা তাক হৰিলে দেখাই ॥
ভৈল পৰিচ্ছেদা দেখা ইজন্মক লাগি ।
মই সি পাতকী তোৰ ভৈলো বধভাগী ॥ ২৩৬
ঘোৰ বনবাসে দুখে নভৈলা নিৰ্ব্বাণ ।
হৰি নিলে ৰাৱণে ৰহিল তাতে প্ৰাণ ॥
আতি সুচৰিতা শান্তো জনকৰ জীক ।
সঞ্চি হাতে বধি ভৈলো ৰাক্ষসতোধিক ॥ ২৩৭
দণ্ডকা বনত আপোনাৰ এৰি চিন্তা ।
মোকেসে সেৱিলি সতী তই সুচৰিতা ॥
পাসৰিবো কিমতে সিসব তোৰ গুণ ।
কিনো নিদাৰুণ মই পুৰুষ দাৰুণ ॥ ২৩৮
অপাৰ সাগৰে বান্ধিলোহো শিলা সেতু ।
সবান্ধৱে বধিলো ৰাৱণ যাৰ হেতু ॥
হেনয় প্ৰিয়াক মই তেজিলো কমনে ।
চণ্ডাল বুলিয়া গৰিহিবে যিবা শুনে ॥ ২৩৯
এহি বুলি ৰামচন্দ্ৰে কৰন্ত বিলাপ ।
ভৰত লক্ষ্মণ শত্ৰুঘনৰ সন্তাপ ॥
বোলন্ত প্ৰবোধ সবে বেঢ়ি ভ্ৰাতৃলোক ।
সম্বুক্ষণ হোৱা দদা পৰিহৰা শোক ॥ ২৪০
ইটো খেদ দদা হৃদয়ত নিয়ো ঠাই ।
আৰকি কান্দিলে সিটো জানকীক পায় ॥
আপুনি সৰ্ব্বজ্ঞ সবে জানা যেন নয় ।
অসাৰ সংসাৰ ইটো সবে মায়াময় ॥ ২৪১
পুত্ৰ দাৰা বান্ধৱ যতেক পৰিকৰ ।
হেন জানা সবে শোক সন্তাপৰ ঘৰ ॥
ক্ষেণেক্কে সংযোগ হুৱে ক্ষেণেক বিয়োগ ।
মিছা বিষয়ত কিছু নাহি সুখভোগ ॥ ২৪২
যেন ফেনচয় আসি হোৱে একঠাই ।
জলৰ বেগত বাজি ক্ষিনেকে মিলাই ॥
বান্ধৱৰ সমাগমে তেন্নয় জানিব ।
ধৈৰ্য্যেসে ঔষধ দদা আপদ ব্যাধিৰ ॥ ২৪৩

প্ৰবোধ শুনিয়া ৰাম থাকন্ত থমকি ।
সুমৰন্তে সীতাক কান্দন্ত মকামকি ॥
বহি যাই দুয়ো নয়নৰ নাৰ ধাৰে ।
নিচুকান্ত ধৰি ভ্ৰাতৃ সবে বাৰে বাৰে ॥ ২৪৪
হা সীতা বুলি ক্ষণে তেজন্ত নিশ্বাস ।
আপুনি চিন্তিলো আপোনাৰ সৰ্ব্বনাশ ॥
কিবা কৰ্ম্ম কৰো আবে যাও কোন ভিতা ।
ইটো গৃহবাসে মোৰ নাহিকন্ত সীতা ॥ ২৪৫
লৈয়ো ৰাজ্যভাৰ ভৈয়াই ভৰত সোদৰ ।
ৰাজ্যত নাহিকে কাৰ্য্য কৰো দেশান্তৰ ॥
সীতা বিনে দশোদিশে দেখন্ত আন্ধাৰ ।
ৰাঘৱৰ নাহি আৰ সন্তাপৰ পাৰ ॥ ২৪৬
সীতাৰ যতেক শাশু কৌশল্যা প্ৰমুখ্যে ।
হা সীতা বুলিয়া কান্দন্ত অধোমুখে ॥
কান্দন্ত আৰৰি আনো নাৰী অসংখ্যাত ।
ক্ৰন্দনৰ উৰ্ম্মি উথলিলা সমজ্যাত ॥ ২৪৭
ৰাঘৱৰ শোকে লোক সকলে আকুল ।
যাৰৈ যেন আগ উভাৰিলে বৃক্ষমূল ॥
বশিষ্ঠ উঠিয়া পাছে বুলিলা প্ৰবোধ ।
সবাকে কৰাইলা ঋষি ক্ৰন্দন নিৰোধ ॥ ২৪৮
ৰামক বোলন্ত বাপ তেজিয়ো সন্তাপ ।
কোনে পাৰে বিধিৰ লিখিত এৰাবাক ॥
যেন ভৈল তোমাৰ পূৰ্ব্বৰ কৰ্ম্মফল ।
সীতাৰ নিমিত্তে তুমি তেজিয়ো বিকল ॥ ২৪৯
যাৰ যেন অৱশ্যেকে হৈবেক সৰ্ব্বথা ।
উত্তৰাকাণ্ডৰ আবে শুনা পাছ কথা ॥

---

লৱ কুশৰ পৰিচয়

তোমাৰ আগত শিশু দুই গাউক গীত ।
ভবিষ্যত কথা হুইবে আপুনি বিদিত ॥ ২৫০
শোক পৰিহৰি ৰামে ঋষিৰ বচনে ।
তেজিয়া নিশ্বাস বসিলন্ত সিংহাসনে ॥
আখি মুখ মুছি পাছে চিত্ত কৰি থিৰ ।
শিশু দুইক আদেশ কৰিলা ধীৰে ধীৰ ॥ ২৫১
শুনো পাছে কথা কেনে গায়ো দুয়ো ভাই ।
হেনবা আমাৰ ইটো হৃদয় জুৰায় ॥
শুনি লৱেকুশে গীত গাইবাক লাগিলা ।
শুনা জানকীৰ যেন অৱস্থা মিলিলা ॥ ২৫২
এৰিলা লক্ষ্মণে দিয়া বনত নিৰ্ব্বাস ।
কান্দিলন্ত সীতা শোকে আতি হুয়া ত্ৰাস ॥
কোনবা জন্মৰ জানকীৰ আছে ভাগ ।
ফল মূল চাহন্তে বাল্মীকি পাইলা লাগ ॥ ২৫৩
অনেক আশ্বাস বুলি বচন প্ৰৱন্ধে ।
আশ্ৰমত নিয়া পুষিলন্ত জীউ বোধে ॥
তপোবনে আছন্ত দুখীতা আতি হুই ।
উপজিল সীতাৰ যৰঞ্জা সুত দুই ॥ ২৫৪
কুশ-লৱ নাম থৈলা দুইহন্তৰো ঋষি ।
ৰামায়ণ গীত ইটো শিকাইলে হৰিষি ॥
আমি দুই লৱ কুশ সীতাৰ সন্ততি ।
গাওঁ ৰামায়ণ গীত আজন্ম প্ৰভৃতি ॥ ২৫৫
আহাঙ্কে বুলিয়া লৱ মোৰ নাম কুশ ।
সীতাৰ তনয় আমি জানা নিৰাঙ্কুশ ॥
মহাঋষি বাল্মীকিৰ দুয়ো ভৈলা শিষ্য ।
শুনি সমজ্যাৰ মহা মিলিল হৰিষ ॥ ২৫৬
গীততে জানিল সবে সীতাৰ তনয় ।
ভালেতো ৰামৰ সবে আকৃতি আশ্ৰয় ॥
কিনো সুপ্ৰসন্ন বিধি ভৈলা সৰ্ব্ব সিদ্ধি ।
ৰাঘৱৰ হইবেক আবেসে বংশ বৃদ্ধি ॥ ২৫৭
শুভ শুভ বুলি প্ৰজা পাৰয় জোকাৰ ।
জানিল কুশল সবে জানকী সীতাৰ ॥
আছন্ত কল্যাণে নমৰিয়া মোৰ শাস্ত্ৰী ।
আনন্দে নসয় যেন অন্যোঅন্যে মাতি ॥ ২৫৮
সকল প্ৰজাৰে মহা মিলিল হৰিষ ।
জয় জয় ৰামৰ বোলন্ত ঘনো ঘন ॥

ৰামে জানিলন্ত ইটো মোহোৰ সন্ততি।
আনন্দ সিন্ধুত নিমজ্জিলা ৰঘুপতি ॥ ২৫৯
নিশ্চয়ে জানিলো হয়ে সীতাৰ তনয়।
শিহৰে শৰীৰ দ্ৰৱে আনন্দ হৃদয় ॥
পৰম স্নেহত আতি নয়ন তৰধ।
লোতকে ভেল্টিল কণ্ঠ বাক্য গদ গদ ॥ ২৬০
প্ৰেমৰসে বিপুল আকুল কৰে হিয়া।
আসনৰে পৰা পৰিলন্ত জাম্প দিয়া ॥
গলত বান্ধিল ধৰি দুইকো আথে বেথে।
পুত্ৰ শিৰ সুঙন্ত স্নেহত ৰঘুনাথে ॥ ২৬১
ধাৰে বহি যায় দুই নয়নৰ নীৰ।
তিয়াইলা লোতকে লৱ-কুশৰ শৰীৰ ॥
বুকত ধৰিয়া দুই পুত্ৰক সাৰটি।
সিংহাসনত আসি বসিলা উলটি ॥ ২৬২
মহা স্নেহে ধৰি আসি ভৰত লক্ষণ।
গুচাইলন্ত দুইৰো আসি বাকলি বসন ॥
পিন্ধাইলন্ত আনি দুইকো দিব্য অলঙ্কাৰ।
কুশ-লৱে কৰিলা পিতৃক নমস্কাৰ ॥ ২৬৩
পুত্ৰ মুখ চুম্বন্ত স্নেহত বাৰে বাৰ।
বনতে জন্মিলি দুয়ো দুখীয়া কুমাৰ ॥
ভৈলা ঋষিবেশ দুখ পাইলি লাগে মানে।
তোমাৰ নিকাৰ মই পাপীৰ নিদানে ॥ ২৬৪
মই বোলো হুইবে প্ৰাণ প্ৰিয়া গৈল মৰি।
আজিসে জানিলো মোৰ জীৱৈ প্ৰাণেশ্বৰী ॥
দুখ পাইবে লাগি আউৰ নবৈল সীতাৰ।
আকস্মিতে মই পাপী ভুঞ্জাইলো নিকাৰ ॥ ২৬৫
এহি বুলি মকামকি কৰন্ত ক্ৰন্দন।
লগত কান্দন্ত দুয়ো সীতাৰ নন্দন ॥
ধৰা ধৰি কৰি কান্দিলন্ত পুত বাপে।
দেখিয়া কান্দন্ত সবে সমাজ সন্তাপে ॥ ২৬৬
ধৰিলা কৌশল্যা আসি নাতিৰ গলতে।
এতআন ভৈলা দুয়ো দুকাই বনতে ॥

হৰি হৰি বিহাৰী জানকী দুচৰিতা।
নিকাৰকে লাগি-উপজিলি আই সীতা ॥ ২৬৭
নগৈল কতনো তোৰ কহান কুনাট।
কোননো বিধাতা ইটো লিখিলা ললাট ॥
তেজি ৰাজ্য আছস বনৰ পশি সান্ধি।
হা সীতা বুলিয়া কান্দন্ত ৰাম বান্ধি ॥ ২৬৮
লক্ষ্মণ ভৰত শত্ৰুঘনে কান্দি আতি।
বশিষ্ঠ প্ৰমুখ্যে ঋষি নিষেধন্ত মাতি ॥
জীৱন্ত জানকী কথা সকলে কল্যাণ।
কিসক কান্দিয়া এভু সীতাৰ নিদান ॥ ২৬৯
হৰিষ সময়ে বিষাদৰ কোন কাম।
হেন শুনি শোক তেজিলন্ত শ্ৰীৰাম ॥
আখি মুখ মুচিলন্ত নিশ্বাস তেজিয়া।
সীতাক সুমৰি আৰ নধৰন্ত হিয়া ॥ ২৭০
আপুনি আনিবো আজি জানকীক যাচি।
আসনৰ হন্তে উঠিলন্ত ৰাম কাছি ॥
লগতে যাইবেক সাজিলন্ত সামৰাজ্ঞ।
অন্তেষপুৰবো নাৰীগণ ভৈলা বাজ ॥ ২৭১
সীতাক দেখিবে লাগি ৰামৰ আক্ৰান্ত।
ভালুক বানৰ সেনা লগতে চলন্ত ॥
টল বল কৰে মহী লৰিল কটক।
আগ বাঢ়ি বশিষ্ঠে বুজাইলা ৰাঘৱক ॥ ২৭২

---

হনূমন্তাদিক সীতাক আনিবলৈ প্ৰেৰণ

মিলিল তোমাত আসি সীতাৰ বৈৰাগ।
জানকীক নপাইবা আপুনি গৈলে লাগ ॥
মহন্ত বাছিয়া পঠায়োক আন লোক।
কৰি আতি কাকুতি সীতাক আনয়োক ॥ ২৭৩
বশিষ্ঠৰ বোলে ৰাম বসিলা উলটি।
সীতাৰ সন্তাপে যেন যায় প্ৰাণ টুটি।

শক্ৰুঘন বিভীষণ সুষেণ মাৰুতি।
চাৰিকো পাঞ্চিলা ৰামে কৰিয়া কাকুতি ॥ ২৭৪
চলিয়ো চাৰিয়ো বীৰ বাল্মীকিৰ ঠাৱ।
মোৰ অৰ্থে ঋষিৰ ধৰিবা দুই পাৱ ॥
ভৈলো আমি জমাই সীতা তানে ভৈল জীৱ।
আনন্তোক প্ৰবোধি দেন্তোক দান জীৱ ॥ ২৭৫
সুহিবা দেন্তোক মোক আশ্ৰমতে ঠাই।
সীতাৰ লগতে থাকো ফল মূল খাই ॥
ধৰিবে নোৱাৰো বুক ফুটে মোৰ প্ৰাণ।
সীতাক দেখিলে দুনাই দেন্ত জীৱ দান ॥ ২৭৬
মই জানো জানকীক চুইলে পাপ হৰে।
তথাপি দুৰ্জ্জনে অপযশ কৰি মৰে ॥
লোক অপবাদক আমাৰ বৰ চিন্তা।
পৰীক্ষা কৰিয়া দুনাই সম্বৰিবো সীতা ॥ ২৭৭
জানকীক বুলিবা এৰোক অসন্তোষ।
আবে বাৰেকৰ মোৰ মৰশোক দোষ ॥
কোনে পাৰে বিধি লিখিতাক এৰাইবাক।
কৰিবা কাৰ্পণ্য মোৰ নিমিত্তে সীতাক ॥ ২৭৮
বাপ হনুমন্ত হেৰা শুনা মোৰ বাক।
তোহোৰ নিমিত্তে পাইলো পূৰ্ব্বতো সীতাক ॥
যেন তেন মতে বুজাই জানকীক আন।
কি বুলিবো তোক বাপ দেহ প্ৰাণ দান ॥ ২৭৯
ৰামৰ কাতৰে কান্দিলন্ত কপিৰাজ।
প্ৰণামি চাৰিয়ো সমজ্যাৰ ভৈলা বাজ ॥
সীতাক দেখিতে উত্ৰাৱল হনুমন্ত।
কতোক্ষণে বাল্মীকিৰ আশ্ৰম পাইলন্ত ॥ ২৮০
বসিয়া আছন্ত মাৱ মলিন স্বভাৱ।
স্বামীৰ চৰণ চিন্তি জগতৰ মাৱ ॥
মলিন বসন বেশ ক্লেশ দেহা ক্ষীণ।
ধূলিয়ে-ধূসৰ তনু তাপসীৰ চিন ॥ ২৮১
ফল মূল ভক্ষণত শুখাইল শৰীৰ।
সীতাক প্ৰত্যেকে দেখিলন্ত চাৰি বীৰ ॥

কৰিলন্ত পৃথিবীত পৰিয়া প্ৰণতি।
তাসম্বাক দেখি সঙ্কোচিতা ভৈল সতী ॥ ২৮২
বস্ত্ৰে আৱৰিয়া মাৱ কৰি মুখ কাতি।
থাকিলন্ত দিয়া হাত গালত নমাতি ॥
শক্ৰুঘন লঙ্কেশ সুষেণ হনুমন্ত।
সীতাৰ অৱস্থা দেখি চাৰিয়ো কান্দন্ত ॥ ২৮৩
হা হা মাৱ ৰাঘৱৰ প্ৰিয়া মহাদৈ।
তোহোৰ কৰিলে বিধি হেনসে বিলাই ॥
শচীত অধিক আছিলেক পৰিছেদ ॥
ভৈলা তাপসীৰ বেশ ইসি হৃদি খেদ ॥ ২৮৪
জগতৰ প্ৰভু ৰামদেৱৰ ঘৰিণী।
যাক আল লৱৈ অলেখ্য সেৱকিনী ॥
অন্তেষপুৰত ফুৰা নেতৰ তুলিত।
তৃণেসে আসন আৱে শয়ন ভূমিত ॥ ২৮৫
সুৱৰ্ণৰ তপ্ত যেন আছিলেক কান্তি।
জগত প্ৰখ্যাত তুমি মাৱ মহা শান্তী ॥
প্ৰাণতো অধিক ৰামে দেখিলে তোমাক।
দিলন্ত নিৰ্ব্বাস কিনো বিধিৰ বিপাক ॥ ২৮৬
অৱস্থা দেখন্তে যেন প্ৰাণ যাই-ফুটি।
কান্দিলন্ত মাৰুতি মাটিত পাৰি লুটি ॥
হৰি হৰি জগত জননী সীতা আই।
কিক জীৱ ধৰো দেখি তোমাৰ বিলাই ॥ ২৮৭
সাগৰ তৰিলো লঙ্কা কৰিলো দগধ।
যাৰ পদে দশানন সসৈন্যে গৈল বধ ॥
জগত ঈশ্বৰী ৰাঘৱৰ পটেশ্বৰী।
তোমাৰ বিপত্তি দেখি কিয় নযাও মৰি ॥ ২৮৮
ৰাজ ভাৰ্য্যা সকলে যোগান থাকে ধৰি।
যাক সেৱা কৰন্ত স্বৰ্গৰ অপেশ্বৰী ॥
হেন মাৱ ভৈলা ঋষি পত্নীৰ সঙ্গতি।
কোননো কুযোগে হেন মিলাইলে দুৰ্গতি ॥ ২৮৯
কান্দি কান্দি হনুমন্তে কৰন্ত কাতৰ।
মৰশিয়ো দোষ মাৱ প্ৰভু ৰাঘৱৰ ॥

সুমৰিতে তোমাক ৰামৰ হৃদি খেদ ।
দিনে ৰাত্ৰি নেত্ৰৰ লোতক নাহি ছেদ ॥ ২৯০
হা সীতা সীতা বুলি তেজন্ত নিশ্বাস ।
বনতো অধিক তান সিটো গৃহবাস ॥
মৰিলাহা বুলি ৰামে হেন সে জানন্ত ।
আপোনাক নিন্দি আতি ফুকিতে কান্দন্ত ॥ ২৯১
তোমাৰ তনয় দুই লৱ আৰ কুশ ।
গাইল ৰামায়ণ গীত জগতে হৰিষ ॥
আপোনাৰ পুত্ৰ বুলি পাছে চিনিলন্ত ।
গলত বান্ধিয়া দুইকো ৰামে কান্দিলন্ত ॥ ২৯২
আশ্ৰমতে আছা তাসম্বাৰ মুখে শুনি ।
তোমাক নিবাক আজি সাজিল আপুনি ॥
নাপাইবাহা লাগ বশিষ্ঠৰ শুনি বাক ।
তাতেহে তোমাক নিতে পঠাইলা আমাক ॥ ২৯৩
অনেক কাৰ্পণ্য বুলিলন্ত ৰঘুপতি ।
ৰাঘৱৰ দোষ মৰশিয়ো সবে সতী ॥
যেন ভৈলা তোমাৰ তথাপি দেৱ স্বামী ।
দাঁতে তৃণ ধৰিয়া কাকুতি কৰো আমি ॥ ২৯৪
পঠাইলা তোমাক ৰামে সাদৰি চৌদল ।
অসন্তোষ তেজিয়া স্বামীৰ চলা কোল ॥
জাতিকাৰ হোৱা মাৰ শৰীৰক মণ্ডি ।
আজি ধৰি দুইহানো দুৰ্গতি যাউক খণ্ডি ॥ ২৯৫
চাৰিয়ো কাতৰ কৰি অনেক বুলিল ।
শুনি জানকীৰ শোক অগণি জ্বলিল ॥
সুমৰি সুমৰি বনবাস মহাক্লেশ ।
চাৰিবো আগতে দেৱী কান্দিলা অশেষ ॥ ২৯৬
কতোক্ষণে সীতা শান্তী শোকক তন্তাই ।
বুলিলা উত্তৰ পাছে চাৰিকো শুনাই ॥
শুনিয়ো সুষেণ হনুমন্ত লঙ্কেশ্বৰ ।
শুন বাপ শত্ৰুঘ্ন কনিষ্ঠ দেৱৰ ॥ ২৯৭
কিসক আমাক আউৰ কৰা উতপাত ।
পাসৰি আছিলো দুনাই অগ্নিজ্বাল গাত ॥

আৰো অযোধ্যাত ভুঞ্জিবোহো ৰাজসুখ ।
দেখিবো দুনাই আউৰ ৰাঘৱৰ মুখ ॥ ২৯৮
বোলাইবো ঘৰণী আৰো ৰাঘৱৰ ঘৰে ।
নাই তেবে নাৰী নিলাজিনী মোত্ত পৰে ॥
মোক কৰিবাৰ আৰো নবৈল কামৰ ।
আৰো নুবুলিবা কৰো সবাকে কাতৰ ॥ ২৯৯
আমাক নিবেক আৰে ৰামে কোন গন্ধে ।
গৰ্ভ সমে তেজিলেক মাৰিবে প্ৰবন্ধে ॥
প্ৰাণ ধৰি আছো দুই পুত্ৰৰ কাৰণে ।
হইবে অনাথিতি শিশু মোহোৰ মৰণে ॥ ৩০০
দুখৰ সহায় শুন হনুমন্ত বাপ ।
মোহোৰ নিমিত্তে তেজিয়োক হৃদি তাপ ॥
ভুঞ্জো নিজ কৰ্ম্ম আত নাহি কিছু খেদ ।
ৰামৰ আমাৰ জানা ভৈল পৰিছেদ ॥ ৩০১
দুৰ্জ্জনৰ বোলে মোক কৰিলা নিকাল ।
জানো মোৰ মনে ৰাম স্বামী যমকাল ॥
নমৰিলো বনত ৰাঘৱে মোক জানি ।
ইবাৰ কাটিবে মোক হাতে খাণ্ডা হানি ॥ ৩০২
মই যেবে জানো ৰাম এনুৱা নিৰ্দ্দয় ।
লঙ্কাতে তেজিলো হন্তে প্ৰাণক নিশ্চয় ॥
তোহোৰেসে বচনত ৰহিলো অভাগী ।
কিয় পাইলে হন্তে ৰামে কদৰ্থিবে লাগি ॥ ৩০৩
যিটো নিলাজিনী যাউক ৰামত সঙ্গাত ।
তান কথা বাপ সব নকৈবা আমাত ॥
মোহোৰ অৱস্থা যত্ত সবাতে বেকত্ত ।
দুনাই যেবে বোলা তেৱে মোহোৰ শপত্ত ॥ ৩০৪
শুনি সবে জানকীৰ বচন নৈৰাশ ।
আউৰ কেৱে মাতিবাক নপাইলন্ত সাস ॥
শত্ৰুঘ্ন বিভীষণ সুষেণ মাৰুতি ।
তেজিল নিশ্বাস বুদ্ধি হৰাইল শুকতি ॥ ৩০৫
শুনা সৰ্ব্বজন ইটো কথা ৰামায়ণ ।
বিমৰিষি চাৱা ঐত কেৱিন জীৱন ॥

ঘোৰ পৰ্বলোকে যম যাতনা অপাৰ ।
ৰাম নাম যিনে নাই তথাত নিস্তাৰ ॥ ৩০৬
ধৰ্ম্মৰ ভাঙ্গিলে কলি চাৰিয়ো চৰণ ।
হৰিৰ নামত ধৰ্ম্মে পশিল শৰণ ॥
হেন হৰি নামক সন্ততে যিটো গাৱে ।
সি সি জনে সমস্ত পুণ্যৰ লাগ পাৱে ॥ ৩০৭
নিষ্ঠে জানা সমস্ত শাস্ত্ৰৰ ইসে মৰ্জ্জা ।
আন ধৰ্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥
আগম পুৰাণ শাস্ত্ৰ দেখিয়ো বিচাৰি ।
কলিত তৰিবে আন কোনপুণ্যে পাৰি ॥ ৩০৮
কাৰো চিত্ত বিত্ত শৰীৰত নাই শুদ্ধি ।
স্বভাৱত কলিৰ মলিন ভৈল বুদ্ধি ॥
কলিৰ পৰম ধৰ্ম্ম জানা হৰি নাম ।
শঙ্কৰে ৰচিলা ডাকি বোলা ৰাম ৰাম ॥ ৩০৯

---

### ছবি

সীতাৰ নৈৰাশ শুনি চাৰি বীৰ
কৰিলন্ত মাথা হেট ।
ফল মূল লৈ আসিল বাল্মীকি
তাঙ্ক পাইলা পাছে ভেট ॥
ৰামৰ গোচৰ চাৰিয়ো কহিলা
ঋষিৰ চৰণ লাগি ।
অনেক কাতৰ কৰিয়া ৰাঘৱে
পঠাইলা সীতাক মাগি ॥ ৩১০
ৰামে বোলন্ত মই ভৈলো জোৱাই
সীতা ভাবে ভৈল জীউ ।
ছলাই যেন বিহা কৰান্তোক আনি
তেবে দেন্ত প্ৰাণ জীউ ॥
কতেক ৰামৰ কহিবো কাতৰ
গুচাইয়ো তাহান চিন্তা ।
সমৰ্পিয়ো নিয়া পৰীক্ষা কৰিয়া
সম্বৰিব ৰামে সীতা ॥ ৩১১
বচন আমাৰ গোসানী সীতাৰ
কৰ্ণৰ পথে নযায় ।
যেন তেন মতে ৰামৰ নিমিত্তে
আপুনি নিয়ো বুজাই ॥
ৰামৰ বিনয় বাল্মীকি শুনিয়া
বুলিলা সীতাৰ আগে ।
ৰাঘৱৰ বাণী জনেক নন্দনী
কিসক বাধিবে লাগে ॥ ৩১২
তুমি পতিব্ৰতা স্বামী সি দেৱতা
আপুনি জানিয়ো ভালে ।
পূৰ্ব্ব যত দোষ মৰষিয়ো মাৱ
যি ভৈল যাৰ কপালে ॥
মোহোৰ শপত দিয়োক সম্মত
এৰিয়ো আতি আক্ৰান্তি ।
বাল্মীকিৰ বাণী শুনিয়া গোসানী
কান্দন্ত মাত্ৰ নমাতি ॥ ৩১৩
চৰণে ভূমিক আথাকে লিখন্ত
নেদন্ত একো সিদ্ধান্ত ।
বাল্মীকি বুজিলা জানকীৰ চিত্ত
ভৈল কিছু উপাশান্ত ॥
চাৰিয়ো বীৰক বুলিলা বাল্মীকি
ৰামৰ বচন পালি ।
প্ৰবোধি সীতাক নিবো সমজ্যাক
আমি প্ৰভাতন্তে কালি ॥ ৩১৪
সবেয়ো দেখোক পৰীক্ষা দেন্তোক
যোগাইবো নিয়া ৰামত ।
সীতাৰ নিমিত্তে জগত বিদিতে
কৰিবো মইয়ো শপত ॥

হেন শুনি ৰঙ্গে গৈলন্ত চাৰিয়ো
ৰামৰ পাশক প্ৰতি।
যতেক বৃত্তান্ত সকলে কহিলা
চৰণে কৰি প্ৰণতি ॥ ৩১৫
ৰামে যে বোলন্ত শুনা ঋষি সব
আন যত সমাজিক।
বাল্মীকিয়ে কালি প্ৰভাতে আনিব
সমজ্যাক জানকীক ॥
লৈবন্ত পৰীক্ষা কালি সবে দেখা
আজি যায়ো ঘৰা ঘৰি।
এহি বুলি সভা বিসৰ্জ্জি উঠিলা
পুত্ৰ দুইৰ হাত ধৰি ॥ ৩১৬
সীতাক সুমৰি ৰাঘৱৰ ভৈল
ৰজনী যুগ সমান।
স্বপনে সচিতে কিছু নেদেখন্ত
সীতা বিনে একো আন ॥
কেতিক্ষণ ৰাতি প্ৰভাত হুইবেক
উঠি উঠি চান্ত বেলি।
বৈসন্ত শোৱন্ত ধৰন্ত সাৰটি
পুত্ৰ দুইক হাত মেলি ॥ ৩১৭
হা সীতা সীতা বোলন্তে ৰামৰ
ৰজনী ভৈলা প্ৰভাত।
স্নান দান কৰি দেৱক আদৰি
বসিলা আসি সভাত ॥
লক্ষ্মণ ভৰত শত্ৰুঘন আদি
বসিলা চিন্তিয়া কাষ।
বশিষ্ঠ প্ৰমুখ্যে মহা মহা ঋষি
বসিলা পাত্ৰ সমাজ ॥ ৩১৮
ভালুক বানৰ ৰাক্ষসে বেঢ়িল
ৰামৰ সাধিয়া প্ৰীতি।
লক্ষে লক্ষে ৰাজা যোগানে ৰহিলা
ৰাঘৱৰ চতুৰ্ভিতি ॥

দিব্য সিংহাসনে আছন্ত ৰাঘৱ
ৰঞ্জিয়া সিটো সমাজ।
সীতা সমে তৈত প্ৰভাতে লৰিলা
বাল্মীকি যে ঋষিৰাজ ॥ ৩১৯
সীতাৰ পৰীক্ষা শুনি যত দেৱ
দেব্য বিমানতে থাকি।
ব্ৰহ্মায়ে সহিতে ৰহিলা আসিয়া
গগন মণ্ডল ঢাকি ॥
যত নৰনাৰী আছে শাৰা শাৰী
জানকীক বাট চাই।
উকৰ মুকক কৰন্ত উৎসুক
আসিবন্ত সীতা আই ॥ ৩২০

---

ছবি

বৰদোৱা নামে গ্ৰাম শস্য মৎস্যে অনুপাম
লোহিত্যৰ জলে অনুকূল।
ভৈল সেহি গ্ৰামেশ্বৰ যাৰ নাম ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল ॥
তানে পুত্ৰ সূৰ্য্যবৰ মহাবৰা দেশধৰ
দানী মানী মহাযশী শিষ্ট।
যাৰ যশ এভু ভ্ৰমে জয়ন্ত মাধৱ দলে
দুয়ো ভাই যাহাৰ কনিষ্ঠ ॥ ৩২১
তাসম্ভহন্তে ভৈলা জাত সমস্তে দেশতে খ্যাত
প্ৰসিদ্ধ কুসুম যাৰ নাম।
দানে মানে ভৈলা ছাৰ ভৌমিক মধ্যতে সাৰ
একোগুণে নাহিক উপাম ॥
তাহানে সন্ততি আতি জ্ঞান-শূন্য শিশুমতি
কেশৱৰ কিঙ্কৰ শঙ্কৰ।
দীৰ্ঘ হ্ৰস্ব নানা ছন্দে বিৰচিল পদ-বন্ধে
শেষকথা উত্তৰাকাণ্ডৰ ॥ ৩২২

কৰযোৰে বুদ্ধলোক বোলো ক্ষেমিয়োক মোক
আমাৰ অযোগ্য ইটো কৰ্ম্ম।
পদত দূষণ পাই নিন্দিবেক নুযুৰাই
মহন্ত জনৰ ক্ষমা ধৰ্ম্ম ॥
পূৰ্ব্ব কৰি অপ্ৰমাদী মাধৱ কন্দলি আদি
তেহে বিৰচিলা ৰাম কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা ॥ ৩২৩
তুমি সব মহাগুণী ৰামৰ চৰিত্ৰ শুনি
কৰিয়ো মনত মহাৰতি।
কলিত পৰম ধৰ্ম্ম নাহি ৰাম নাম সম
আক নলৈ যায় অধোগতি ॥
পৰম পুৰুষ হৰি যাৰ নাম লৈলে তৰি
তাঙ্ক এৰি আনকেসে ভজে।
যেন আন্ধ নাৱ এৰি দুৰ্ঘোৰ সংসাৰে পৰি
কোটি জনমক লাগি মজে ॥ ৩২৪
কলিত লভিয়া জন্ম নাম এৰি আন ধৰ্ম্ম
কৰি মৰৈ যিটো মন্দবুদ্ধি।
বিধাতা ছলনা কৰৈ আপুনি চিতনি মৰৈ
কোছতে আছন্ত মহৌষধি ॥
পৰম বান্ধৱ নাম এৰি কৰৈ আন কাম
নুবুজিয়া শাস্ত্ৰৰ যুগতি।
জানি মহা সুখে থাকি ৰাম ৰাম বোলা ডাকি
তেবে পাইবা হাততে মুকুতি ॥ ৩২৫

---

সীতাক ৰামৰ সভালৈ আনে আৰু বাল্মীকিয়ে শপত কৰে

পদ

আত অনন্তৰে যেন মিলিল অৱস্থা।
শুনা সবে একমনে ৰামায়ণ কথা ॥
আছন্ত ৰাঘৱ যেবে দিব্য সভা পাতি।
আনন্ত সীতাক বাল্মীকিয়ে বুলি ৰাতি ॥ ৩২৬
ঋষিৰ বচন দেৱী বাধিবে নপাৰি।
ধীৰে ধীৰে চলি যান্ত জনক জীয়াৰী ॥
আগ ভৈলা বাল্মীকি পাছত যান্ত সীতা।
লাজে অপমানে মাৱ তনু সঙ্কোচিতা ॥ ৩২৭
শিলিখা বোলোৱা বস্ত্ৰে অঙ্গ ঢাকি ঘুৰি।
আগক নবাঢ়ে ভৰি নেন্তসে আজুৰি ॥
লাজে অপমানে যেন গাৱতে লুকান্তি।
ঋষিৰ আক্ৰোসে সমজ্যাক লাগি যান্তি ॥ ৩২৮
লৱনু পুতলী যেন সুকোমলী কায়ী।
প্ৰত্যেক ভৰিত যেন ৰুধিৰ বজায়ী ॥
মহা পতিব্ৰতা সীতা শান্তী সুচৰিতা।
অধোমুখে যান্ত চলি নচাই একো ভিতা ॥ ৩২৯
আনে আসি দেখন্তে মাৱৰ বৰ লজ্জা।
আসন্ত জানকী জানি উভতিল প্ৰজা ॥
সমস্তৰে আনন্দ আকুল ভৈল চিত্ত।
লৱৰই নৰনাৰী সীতাক দেখিত ॥ ৩৩০
অন্তেষপুৰত যত আছিল সুন্দৰী।
ভৈলা বাজ সবে কৌশল্যাক আগ কৰি ॥
অসংখ্য সীতাৰ দাসী ৰঙ্গে যান্ত চলি।
পুহাইল আমাৰ সবে আসন্ত গোসানী ॥ ৩৩১
উৰুক মুৰুক কৰি যায় লৱৰন্তে।
থিৰয়ে শুকাইল গই সীতাক দেখন্তে ॥
কান্দে নৰ নাৰী অৱস্থাক চাই চাই।
নয়নৰ নীৰ ধাৰাষাৰে বহি যায় ॥ ৩৩২
হৰি হৰি জগত জননী শান্তী আই।
তোমাৰ কৰিলে বিধি হেনসে বিলাই ॥
কিয় জীওঁ জানকীৰ দেখি হেন দুখ।
কান্দে হুমহুমি প্ৰজা হুয়া অধোমুখ ॥ ৩৩৩
কণ্ঠৰ নোহ্লাই বাক্য শোকে গদগদ।
চলৈ নৰনাৰী দুই শাৰী নিশবদ ॥
আতিশয় দহে দেহা দেৱীৰ দুখত।
হাত কোত মাত্ৰ শুনি লোকৰ মুখত ॥ ৩৩৪

কাহাকো নচান্ত সীতা শান্তী মাথা তুলি ।
চৰি যান্ত অধিকে হিয়াৰ গুলগুলি ॥
কাকো একো ভাল-মন্দ নেদন্ত সিদ্ধান্ত ।
মহাদুখে অধোমুখে মাৰ চলি যান্ত ॥ ৩৩৫
অমৃত মথন্তে যেন লক্ষ্মী উপজিলা ।
বিষ্ণুক বৰিবে পিতৃ সহিতে লৰিলা ॥
বাল্মীকিৰ পাছত তেহ্নয় মত সীতা ।
লাসে লাসে চলন্ত ৰামৰ বিবাহিতা ॥ ৩৩৬
নেৰৈ নৰনাৰী আউৰ জানকীৰ পাশ ।
কতোক্ষণে পাইল গৈয়া সমজ্যাৰ কাষ ॥
বাল্মীকি সহিতে উঠিলন্ত সভাশালা ।
মেৰুত উদিত যেন চন্দ্ৰমাৰ কলা ॥ ৩৩৭
বাল্মীকিক দেখি আসনৰ উঠি ৰাম ।
কৰিলা সাদৰে জানু পাৰিয়া প্ৰণাম ॥
ঋষিয়ো উচ্চৰি বেদমন্ত্ৰ তুলি নাদ ।
ৰাঘৱক দিলন্ত তুলসী আশীৰ্ব্বাদ ॥ ৩৩৮
ৰামে নম্ৰভাৱে লৈলা দুয়ো হাত পাতি ।
থাকিলন্ত সীতা পাছে হুয়া এক কাতি ॥
মাথাত ওড়নী লাজে চপৰায়া মাথ ।
বাল্মীকি বোলন্ত বাপ শুনা ৰঘুনাথ ॥ ৩৩৯
বশিষ্ঠ প্ৰমুখ্যে আছা সবে সমাজিক ।
ৰামৰ চৰণে আনি দিলো জানকীক ॥
যেনে তেনে আনিলো প্ৰবোধ বুলি বাক ।
যেনে লাগে দিয়ো আবে পৰীক্ষা সীতাক ॥ ৩৪০
মহা পতিব্ৰতা সতী জনক জীয়াৰী ।
কিঞ্চিত্তেকো আন্ত ছিদ্ৰ নপাইবা বিচাৰি ॥
পৰম নিষ্পাপ দেহা দেখি হবে পাপ ।
মিছাত কলঙ্ক আঙ্ক দিলা হৃদি তাপ ॥ ৩৪১
স্বপনত আন নাই ৰাঘৱত পৰে ।
হেন নতো শুনো শান্তী ত্ৰৈলোক্য ভিতৰে ॥
উৰ্দ্ধ বাহু কৰি বোলো শুনিয়ো সমাজে ।
কৰিবো শপত আজি জানকীৰ কাৰ্য্যে ॥ ৩৪২

কোটি জন্মে যতেক কৰিলো সদকৰ্ম্ম ।
ইয়ো জন্মে যত আচৰিলো তপ ধৰ্ম্ম ॥
ধৰি আছো ব্ৰত যিবা কৰি কায় কষ্ট ।
সীতা দোষী হন্ত যেবে সিয়ো হৱে নষ্ট ॥ ৩৪৩
সত্য কৰি আবে বোলো সমাজিকে শুন ।
মোৰ উৰ্দ্ধপুৰুষে কৰিছে যিটো পুণ্য ॥
কৰিলো সুকৃতি পিতৃ দেৱতাক তুষি ।
সিয়ো নষ্ট হোৱে যেৱে সীতা হন্ত দোষী ॥ ৩৪৪
তপৰ প্ৰভাৱে জানো ভূত ভবিষ্যত ।
মোত আৰ কৰন্তা নাহিকে ত্ৰৈলোক্যত ॥
কহিলো স্বৰূপ ৰাম আগত তোমাৰ ।
যেন লাগৈ কৰা আবে আপুনি বিচাৰ ॥ ৩৪৫
হেন শুনি জয় জয় কৰন্ত সমাজে ।
ধন্য ধন্য শান্তী সীতা দেৱ বাদ্য বাজে ॥
আকাশৰ পৰা পুষ্প বৰিষিলা মাথে ।
কৰযোৰে ঋষিক বুলিলা ৰঘুনাথে ॥ ৩৪৬
মইতো জানো শান্তী সীতা পৰম নিষ্পাপ ।
দুৰ্জ্জনৰ অপবাদে দেউ হৃদি তাপ ॥
সম্বৰিবো সীতা তেবে সভাৰ সম্মতে ।
লঙ্কেক পৰীক্ষা ভৈল তোমাৰ শপতে ॥ ৩৪৭
ত্ৰিজগতে জানিলে সীতাত শঙ্কা নাই ।
আবে সবে দুষ্টৰে পৰিল মুখে ছাই ॥
এহি বুলি আপুনি আসন দিলা পাৰি ।
বসিলন্ত বাল্মীকি ঋষিৰ গৈয়া শাৰী ॥ ৩৪৮
ৰামে দেখিলন্ত পাছে জানকীৰ ক্লেশ ।
শিলিখা বোলোৱা বস্ত্ৰ তাপসীৰ বেশ ॥
ফল মূল আহাৰে শৰীৰ কৃশ আতি ।
দেখি হৃদি দগদ তৰধ ৰঘুপতি ॥ ৩৪৯
অৱস্থা দেখিয়া আসে উত্তুতি ক্ৰন্দন ।
ধৈৰ্য্যে ধৰিলন্ত আস্ত কৌশল্যা নন্দন ॥
বহয়ে লোতক নয়নৰ ধাৰধাৰি ।
আথাকে মোচন্ত তাক হাতে বস্ত্ৰ ধৰি ॥ [illegible]

কান্দন্ত সমাজে দেখি সীতাৰ নিকাৰ।
দেৱ ঋষি সবে দেখি কৰে হাহাকাৰ ॥
কতনো এৰাইলে মাৰ মৰণৰ ঘাট।
ৰামৰ সীতাৰ আবে খণ্ডিল ললাট ॥ ৩৫১
এহি বুলি সবে লোকে কৰৈ কাণাকাণি।
স্বস্থ ভৈলা পাছে ৰঘুবংশ শিৰোমণি ॥

সীতাৰ ক্ৰোধ আৰু পাতাল প্ৰবেশ

জানকীক স্নেহে ভৰতক লাগি চাইল।
বসিবাক লাগি ৰত্ন আসন বহ্রাইল ॥ ৩৫২
তিনিয়ো দেৱৰে আসি বুলিলা বিনয়।
নবৈসন্ত সীতা শোকে দগধ হৃদয় ॥
কৌশল্যা প্ৰভৃতি শ্বাশু সকলে বুজ্ৰান্ত।
আউৰ কাকো মাথা তুলি নেদন্ত সিদ্ধান্ত ॥ ৩৫৩
লাজে অপমানে যেন হৃদয় বিদাৰে।
বহৱৈ লোতক দুয়ো নয়নৰ ধাৰে ॥
জাজ্বল্য সমান কোপে চিত্ত নোহে শান্ত।
ঘনে ঘনে কটাক্ষে ৰামক লাগি চান্ত ॥ ৩৫৪
স্নেহে জানকীক নিৰেখন্ত ৰঘুনাথ।
সীতাৰ কটাক্ষ দেখি চপৰান্ত মাথ ॥
ভয়ে লাজে জানকীক চাহিবে নোৰাৰি।
থাকিলা সঙ্কোচ ভাৱে ৰাঘৱ মুৰাৰি ॥ ৩৫৫
দুখ সব সুমৰি জ্বলিল আতি সতী।
সি বেলা সীতাক নাহি চাহিবে শকতি ॥
মহাশোকে কোপে আতি কম্পমান কায়।
জাজ্বল্য সমাৰ অগনিৰ শিখা প্ৰায় ॥ ৩৫৬
অন্তৰ্গতে ৰামৰ মিলিল মহাভয়।
দেখি সমাজ্যাৰ ভৈল পৰম বিস্ময় ॥
সীতাৰ দেখিয়া যেন ক্ৰোধৰ আক্ৰান্তি।
ৰামক ৰবন্ত ভয়ে থাপি যেনো শান্তী ॥ ৩৫৭

আজি জোনো জগতৰে মিলান্ত প্ৰলয়।
কাম্পে তৰ তৰি দেৱ ঋষিৰ হৃদয় ॥
নমাতি আছিলা দেৱী দুই দণ্ড মানে।
আৰকত্ত আখি মুখ কোপে অপমানে ॥ ৩৫৮
ৰামৰ ভিতিক পিঠি দিয়া ক্ৰোদ্ধ ভাৱে।
চায় সমজ্যাক লাজ এৰি জগমাৱে ॥
বুলিবে লাগিলা আতি চিত্ত অসন্তোষ।
কথা শুনি সমাজে আমাক দিবা দোষ ॥ ৩৫৯
সবাতে বিদিত মোৰ ৰাম যেন স্বামী।
সেৰকিনী প্ৰায় আন বিবাহিতা আমি ॥
বাপ আনে পঠাইলে গৈলেক বনবাস।
কৰিলো লগতে চৈধ্য বৰিষ নিৰ্ব্বাস ॥ ৩৬০
একেশ্বৰী নাৰী মই নোহো স্বতন্ত্ৰী।
নোৰাৰিলে ৰাখিবে ৰাৱণে নিলে হৰি ॥
চাহিলো লঙ্কাতে অপমানে মৰিবাক।
গৈয়া এই হনুমন্তে বাধিলে আমাক ॥ ৩৬১
প্ৰাণ ৰাখি আছিলো স্বামীক বাট চাই।
ৰাৱণক মাৰি মোক আনিলে দুনাই ॥
কৰিলা পৰীক্ষা ৰামে পেহ্লাই অগনিত।
তথাপি নভৈল শান্ত ৰাঘৱৰ চিত্ত ॥ ৩৬২
বুলিলা বুজাই আসি পাছ বাপখনে।
তেবেসে আমাক সম্বৰিলা শুদ্ধমনে ॥
একচিত্তে কৰিলোহো আহাঙ্কেসে সেৱ।
মইতো জানো স্বামীসে পৰম মোৰ দেৱ ॥ ৩৬৩
স্বামী তপ, জপ, যজ্ঞ, স্বামী যোগ ধ্যান।
স্বপনে সচিতে মই নিচিন্তিলো আন ॥
তথাপি আমাত আন চিত্ত বিহৱিল।
চুমাতে কামোৰ যেন ওলগতে কিল ॥ ৩৬৪
দুষ্টে দিলে অপযশ তাতে আন ত্ৰাস।
ছলে নিয়া দিয়াইলন্ত আমাক নিৰ্ব্বাস ॥
দেখা দেখা ইটো কেনে স্বামীৰ মৰ্য্যাদ ॥
কিসক কৰিলে এতেমান ছলবাদ ॥ ৩৬৫

যেবে লাগে এৰিবে আগতে এৰা মোক ।
গৰ্ভতে মাৰিবে চাইলা দুই গুটি পোক ॥
স্বামীৰ কহন্তে গুণ শৰীৰ দগধ ।
নৈবেক খোজিলা তিনি মা-পোৰ বধ ॥ ৩৬৬
গৰ্ভে সমে মোক মাৰিবাক শ্ৰদ্ধা ভৈল ।
কৰিবেক বাকী আউৰ ৰামৰ নবৈল ॥
সবে বোলে এমুৰা ৰামক ভাল ভাল ।
মইতো জানো মোৰ ৰামেসে যমকাল ॥ ৩৬৭
স্বামী হেন নিদাৰুণ কৈত আছা শুনি ।
চাইবো ইহান মুখ মই কিবা গুণি ॥
এহি বুলি জানকী কান্দন্ত মকা মকি ।
শোকানলে হিয়াৰ নোগুচে ভাকা ভকি ॥ ৩৬৮
নয়নৰ লোতক ধাৰায়ে যায় বহি ।
অধোমুখে কতোক্ষণ আছিলন্ত ৰহি ॥
একোমতে নোৱাৰা কৰিবে চিত্ত থিৰ ।
নিশৰদ লোক শোক দেখি গোসানীৰ ॥ ৩৬৯
সবে বোলে আজি একো মিলিবে প্ৰমাদ ।
চৰন্তেসে যাই শাস্তী সীতাৰ বিষাদ ॥
ধান দিলে হৰে আথে ৰামৰ মুখত ।
বল্কিবে লাগিলা দেৱী দুস্সহ দুখত ॥ ৩৭০
ৰাঘৱক চাই কোপে কটাক্ষে নিৰিখি ।
বোলন্ত এৰিলা মোক তুমি কিবা দেখি ॥
জানাযে তেজিবা কিয় সম্বৰিলা আগে ।
পূৰ্ব্বতে মৰিলো হুই যেন যুৱাই ভাগে ॥ ৩৭১
কিনো ৰাম স্বামী মোৰ পুৰুষ দাৰুণ ।
সুস্মৰিলাহা একো দিৱসৰো গুণ ॥
কাষ্ঠতে কৰিল বজ্ৰে বান্ধিলেক হিয়া ।
দুৰ্জ্জনৰ বোলতে নিৰ্ব্বাস মোক দিয়া ॥ ৩৭২
কোন শত্ৰু তোমাৰ কৰিলো কিবা হানি ।
কৰিলা এমুৰা উগ্ৰ দণ্ড কিবা জানি ॥
ছলব্যাজে দিলা নিয়া নিৰ্ব্বাসক বনে ।
আকস্মিকতে তেজে যেন ভাৰ্য্যাক তেন্টনে ॥ ৩৭৩

ৰাক্ষসতোধিক ইটো তোমাৰ কুমতি ।
নাহি একো তিলো তিৰীবধ পাপ ভীতি ॥
তোমাৰ উপৰি বংশ আছিল যতেক ।
কৈয়ো কোনে কৰিলেক এমুৱা পাতক ॥ ৩৭৪
বিনা অপৰাধত কৰিলা হেন শাস্তি ।
সংসাৰ যুৰিল ইটো মোৰ কুখিয়াতি ॥
জগততে মোক আউৰ মুবোলিবে ভাল ।
কৰিলেক অনাদোষে ৰামে কি নিকাল ॥ ৩৭৫
আউৰ কি কৰিবে লাগি অনাইলা ইবাৰ ।
যেন পোৰা গাত ঘষা সনিয়া আমাৰ ॥
বন মানুষক আনি দেখায়া সভাক ।
কতনো বিগুতি মাৰা মৰাক আমাক ॥ ৩৭৬
এভু তবে তোমাৰ মুপূৰে মনোৰথ ।
একে জুই মৰো আৰো পিপলিৰ পথ ॥
বোলাইবো তোমাৰ আৰো ঘৰৰ ঘৰণী ।
তেবে মোত পৰে নাই নাৰী নিলাজিনী ॥ ৩৭৭
জনেক ৰাজাৰ মই স্নেহৰ জীয়াৰী ।
দশৰথ নৃপতিৰ প্ৰথম বোহাৰী ॥
তুমি ৰামৰাজাৰ আমি সি মহাদৈ ।
হেনতো আমাৰ হেন কৰিলা বিলাই ॥ ৩৭৮
এহি বুলি মহামৰ্ম্মে গোসানী জানকী ।
পৃথিবীত পৰিয়া কান্দন্ত মকা মকি ॥
সীতাৰ সন্তাপে দেৱস্তাৰো মৰ্ম্ম ছুৰে ।
হুমাহুমি কান্দে লোক লোতক নিগৰে ॥ ৩৭৯
কোপে অপমানে আতি চিত্ত সুহি থিৰ ।
হিয়াত পশিল শাল বোল্লাই গোসানীৰ ॥
বুলিবে লাগিলা দুনাই মনত আসুখ ।
আউৰ ইটো স্বামী ৰাঘৱৰ নচাওঁ মুখ ॥ ৩৮০
পৃথিবীক কাতৰ কৰন্ত যোৰ হাতে ।
তুমি মোৰ মাৱ জন্ম লভিলো তোমাতে ।
আউৰ যেন সুগুনো ৰামৰ ইটো বাণী ॥
কাটি দিয়া বসুমতী পাতালে সুমাওঁ ॥ ৩৮১

স্বৰূপত শাস্তি পুণ্য যেবে আছো ৰাখি ।
চন্দ্ৰ সূৰ্য্য বায়ু বসুমতী হুইবা সাক্ষী ॥
ৰামৰ পাৰত জানা মোৰ চিত্ত ডাঠ ।
তেবে বসুমতী মোক জাণ্টে দিয়া বাট ॥ ৩৮২
হুও যেবে আমি পতিব্ৰতা নিৰঙ্কুশ ।
ৰাম বিনে আন যেবে নজানো পুৰুষ ॥
গুচোক আমাৰ ইটো কলঙ্ক ললাট ।
ৰাঘৱক মুখ নচাওঁ মাও মেলা ফাট ॥ ৩৮৩
কায়বাক্যমনে যেবে ৰামক আৰাধোঁ ।
স্বপনতো ৰাম বিনে আনক নসাধো ॥
তেবে বসুমতী মোক জাণ্টে দিয়া বাট ।
নচাও ৰামৰ মুখ মাৰ মেলা ফাট ॥ ৩৮৪
কৰিলো সুদৃঢ় চিত্তে ৰামকেসে সেৱ ।
স্বামী ব্যতিৰেকে নজানিলো আন দেৱ ॥
তথাপি এসুৰা মোৰ মিলিল ললাট ।
ৰাঘৱৰ মুখ নচাও মাৰ মেলা ফাট ॥ ৩৮৫
বিগুতি বিগুতি ৰামে মাতিলন্ত মোক ।
আউৰ মই নথাকো নথাকো ইটো লোক ॥
লাগিল বৈৰাগ্য মনে মিলিল বিচাট ।
দিয়া দিয়া দিয়া বসুমতী জাণ্টে বাট ॥ ৩৮৬
দিলা তিনি বাৰ ৰাৰ ৰামৰ বল্লভা ।
টল বল কৰি কম্পিবাক লৈলা সভা ॥
ঠাৎকাৰ শবদে মেদিনী দিলা ফাট ।
উঠিল স্বৰ্ণময় সিংহাসন খাট ॥ ৩৮৭
চিকি মিকি কৰে আতি ৰত্নৰ জেউতি ।
সীতাক সাদৰে যোগাইলন্ত বসুমতী ॥
চাৰি নাগ কন্যা ধৰি আছে চতুৰ্ভিতি ।
অদ্ভুত দেখিয়া সবে সমাজে বিস্ৰুতি ॥ ৩৮৮
হনুমন্ত আদি কৰি যত কপিবল ।
কি তৈল বুলিয়া সবে হৃদয় বিকল ॥
তথা তৈল ভৰত লক্ষ্মণ শত্ৰুঘ্ন ।
ৰামৰ আৰত আউৰ মাহিকে চেতন ॥ ৩৮৯
শুনা সৰ্ব্বজন ঐত কেদিন জীৱন ।
মিছা ধন জন জানি তেজিও যতন ॥
ৰামৰ সীতাৰ কেনে দুখ তাক দেখা ।
ইটো গৃহবাস সামান্যৰ কোন লেখা ॥ ৩৯০
হেন জানি হৰি ভকতিক কৰা সাৰ ।
তেবেসে তৰিবে পাৰি সংসাৰ নিকাৰ ॥
কাৰ কেতিক্ষণ পৰা মিলয় মৰণ ।
বোলা ৰাম ৰাম চিন্তা কৃষ্ণৰ চৰণ ॥ ৩৯১

---

দুলড়ী

পাছে পৃথিবীৰ আদৰ দেখিয়া
তুৰিতে উঠিলা সতী ।
ব্ৰহ্মা আদি কৰি সকলো দেৱক
একত্ৰে কৰিলা নতি ॥
বশিষ্ঠ প্ৰমুখ্যে ঋষিক নমিলা
জানু পাৰি এক ঠাই ।
কৰি কৃতাঞ্জলি বুলিবে লাগিলা
সীতা উপৰত চাই ॥ ৩৯২
জন্মে জন্মে হৈবা জনকেসে বাপ
সাধো মই পৰবাসু ।
দশৰথ ৰাজা হুইবন্ত শ্বশুৰ
কৌশল্যা হুইবন্ত শাশু ॥
দুখৰ সহায় ভালুক বানৰ
হুইব পুত্ৰ সমসৰ ।
ভৰত লক্ষ্মণ বীৰ শত্ৰুঘ্ন
তিনিসি হুইবা দেৱৰ ॥ ৩৯৩
স্বপনে সচিত্তে আন নবাঞ্ছোহো
ৰামেসে হুইবন্ত পতি ।
তাহান এৰিসে দুখাৰি চৰণ
জন্মে জন্মে হুইবে গতি ॥

দুইবেক তনয় মহা শুভনয়
এহি লৱ-কুশ দুই।
হেনয় কলঙ্ক কদৰ্থনা যোনো
আউৰ দুনাই মোৰ মুই ॥ ৩৯৪
নমি কৌশল্যাক বুলিলা কাকুণ্য
যি ভৈলা মোৰ কপাল।
দুইগুটি পুত্ৰক সম্পিলো গোসানী
কৰিবাহা প্ৰতিপাল ॥
আমাত সন্তাত নাহিকে ৰামৰ
পুত্ৰক কমন কায।
আছোক পালিব পুত্ৰ বুলিবাকো
ৰামৰ লাগিবে লাজ ॥ ৩৯৫
কুশক লৱক গলত বান্ধিয়া
কান্দিলন্ত সীতা শোকে।
তোমাসাক বৰ কৰিতে নপাইলো
দৈয়ে দণ্ডিলেক মোকে ॥
অল্পতে তোমাক কৰিলো ছিগুৱা
হেনসে মই অভাগী।
তিনি মা পোৰ ভৈল দেখা দেখি
আজি ই জন্মক লাগি॥ ৩৯৬
দুয়ো ভায়েৰে কন্দল নকৰিবা
একত্ৰে বঞ্চিবা কাল।
মোক লাগি পুতাই চিন্তা নকৰিবা
যি ভৈলা মোৰ কপাল ॥
তোমাসাৰ দুখ দুৰ্গতি লৈ যাও
জীয়া মোৰ লৈয়া আয়ু।
কুলক্ষণী সীতা পাতালে চলিলো
পৰিহেলা মোক চাউ ॥ ৩৯৭
এহি বুলি মকা মৰি কান্দিলন্ত
পুত্ৰ দুইৰ ধৰি গলে।
কেণেকে সম্বুজি আখি মুখ পাছে
মুচিলা মন্ত্ৰ আকমে ॥

চিত্ত দৃঢ় কৰি জানকী গোসানী
ভৈলা শোকে মোহে হীন।
পৰম সাদৰে কৰিলা ৰামক
তিনিবাৰ প্ৰদক্ষিণ ॥ ৩৯৮
চৰণৰ ধূলি মলচিলা চুমি
বুলিলা পাছে প্ৰণামি।
আবে প্ৰভু ৰাজ্য ভুঞ্জিয়োক সুখে
যাওঁ পাতালক আমি ॥
হৃদয় খেদত যি কিছু বুলিলো
ই দোষ ক্ষমা আমাক।
তোমাৰ চৰণ সেৱিবে নপাইলো
মোৰেসে কৰ্ম্ম বিপাক ॥ ৩৯৯
তুমি হেন স্বামী ভৈলোহো বঞ্চিত
কোনবা পাপৰ ফলে।
এহি বুলি আউৰ মাতিবে নপাৰি
কৰিল চক্ষু ছলছলে ॥
গদ গদ বাক্যে বোলন্ত থাকিয়ো
কৰিলো প্ৰভু মেলানি।
দিব্য সিংহাসনে চড়িলন্ত দৈয়া
কান্দন্ত সীতা গোসানী ॥ ৪০০
বসুমতী আসি আশ্বাসি সাৱটি
বুলিলা মধুৰ বাক।
গন্ধে পুষ্পে ধূপে পূজিলা প্ৰবীণে
যত নাগনাৰীজাক ॥
নাগ লোক ছানি জয় বাদ্য বাজে
দুন্দুভি ধ্বনি আস্ফাল ॥
শিৰত সুৰতি পুষ্প বৰিষিল
পশিলা সীতা পাতাল ॥ ৪০১
পতি পুত্ৰ সব সুখক তেজিলা
পৰম বৈৰাগ্য মনে।
যেন চন্দ্ৰকলা মেঘক লুকাইলা
সীতা পাতালে আৱৰণে ॥

ৰামক বিচুই হিয়ে জ্বালি জুই
সীতা পাতালক গৈলা ।
দেখি অন্তৰীক্ষ ধাতু ৰামচন্দ্ৰ
বিশ্ৰুতি বিহ্বল ভৈলা ॥ ৪০২
সিংহাসনত হন্তে পৰি মূৰ্চ্ছা গৈলা
শোকত দেখে আন্ধাৰ ।
ৰামক ধৰিয়া কান্দে আৰ্ত্তৰাৱে
সীতাৰ দুই কুমাৰ ॥
দেখিয়া অদ্ভুত যত সামাজিক
কাৰো নাহি মাত বোল ।
ৰামৰ বিলাই শিশু দুইক চাই
কৰৈ হাহাকাৰ ৰোল ॥ ৪০৩
দেৱ ঋষি সবে সন্তাপে কান্দন্ত
ধৰিবে চিত্ত নপাৰি ।
ভালুক বানৰ কান্দে নিৰন্তৰ
মাটিত পাৰি লোটাৰি ॥
ভৰত লক্ষ্মণ বীৰ শত্ৰুঘন
ভূমিত পৰিলা কান্দি ।
কৌশল্যা প্ৰমুখ্যে মুঠি হানৈ হিয়ে
সীতা বুলি ৰাৱ বান্ধি ॥ ৪০৪
ইহেন পুত্ৰক কিমতে তেজিলি
বজ্ৰে বান্ধিলেক হিয়া ।
গায়ে জুই জ্বালি মাৰ কৈক গৈলা
এতিক্ষণে দেখা দিয়া ॥
সেৱকিনী যত সীতাৰ শোকত
কান্দে পাৰি লোটালুটি ।
পাইল স্বৰ্গ কোল ক্ৰন্দনৰ ৰোল
ভুম্বুল ৰোলেক উঠি ॥ ৪০৫
শুনা সভাসদ ৰামায়ণ পদ
দুখ গৃহবাস দেখা ।
ৰামৰ সীতাৰ এমুৱা বিপাক
স্বাধীনৰ কোন লেখা ॥

কাল সৰ্পে গিলে কৈত মৃত্যু মিলে
তাহাৰ নাহিকে থিত ।
ৰাম নাম বিনে নিস্তাৰ নাহিকে
দুৰ্ঘোৰ ইটো কলিত ॥ ৪০৬
ভাৰত ভূমিত লভি নৰতনু
আক ব্যৰ্থ কৰা কিক ।
মূঢ়জনে যেন নজানি বিকই
কাচৰ মোলে মাণিক ॥
হেন অনুমানি চিন্তা চক্ৰপাণি
অনাদৰি আন কাম ।
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
ডাকি বোলা ৰাম ৰাম ॥ ৪০৭

---

### শ্ৰীৰামৰ পৃথিবীৰ প্ৰতি ক্ৰোধ আৰু ব্ৰহ্মাৰ প্ৰবোধ দান

পদ

এহিমানে গৈল ইটো জানকীৰ কথা ।
আত অনন্তৰে শুনা ৰামৰ অৱস্থা ॥
কতোক্ষণে ৰঘুনাথে চেতন পাইল ।
কৈৰা সীতা বুলি যেন ছেঞ্চান্ত বাতুল ॥ ৪০৮
চেতন লভিয়া প্ৰভু বসিলন্ত উঠি ।
হা সীতা বুলিয়া হানন্ত হিয়ে মুঠি ॥
সীতা বিনে ৰামৰ চেতন নাহি গাত ।
হা সীতা বুলিয়া কান্দন্ত ৰঘুনাথ ॥ ৪০৯
কৈতজো আছহ শান্তী প্ৰাণপ্ৰিয়া মোৰ ।
সমাজতে বিচাৰি পাৰন্ত হাতালোৰ ॥
বোলন্ত বিশ্ৰুতি আতি বাউল পৰায় ।
ঝাণ্টে লাগ লৈয়ো প্ৰাণ লক্ষ্মণ ভৈয়াই ॥ ৪১০
আবকা বাজগে হেৰো হৰি নিলে সীতা ।
খুজি নপাও বাহৈ আবে গৈল কোন ভিতা ॥

বাপ হনুমন্ত তই লঙ্কাত বিচাৰ।
প্ৰাণত অধিক প্ৰিয়া হৰাইল আমাৰ॥ ৪১১
সুহৃদ সুগ্ৰীৱ মোক আপদত তোল।
কোনে নিলে সীতাক সত্বৰ কৰি বোল॥
ইবাৰ নিজীযো মই জানকীৰ হেতু।
ভালুক বানৰ সব বান্ধ শিলা সেতু॥ ৪১২
বিভীষণ মিত্ৰ মোত কহ হিত চিত্তে।
সিয়োবাৰ পাইলো সীতা তোমাৰ নিমিত্তে॥
বান্ধৈ অবিহনে হেৰা মৰো প্ৰাণ ফুটি।
এহি বুলি মাটিত পাৰন্ত লোটা লুটি॥ ৪১৩
সীতা সীতা বুলিবা কান্দন্ত গেৰিয়াই।
গৈল বান্ধৈ মোক শোক সাগৰে পেহ্লাই॥
হা বিধি দেখিবে নপাইলো মই ভালে।
এতেকে লুকালি কৈত মোহোৰ কপালে॥ ৪১৪
ফুটে প্ৰাণ প্ৰাণেশ্বৰী অগ্নি লাগে গাত।
কৰো তোক কাতৰ পালটি মোক মাত॥
আমেসে জানিলো তই তেজিলি সমুলি।
পৰি মূৰ্চ্ছা যান্ত কতো হা সীতা বুলি॥ ৪১৫
দেখিয়া সীতাৰ তাপ তেজি বোলে লোকে।
ৰামো মৰিবন্ত আজি জানকীৰ শোকে॥
হাহাকাৰ কৰে প্ৰজা ৰাঘৱক চাই।
ৰামো বসিলন্ত পাছে কিছু শ্ৰুতি পাই॥ ৪১৬
মুগুচয় ৰামৰ হিয়াৰ শোকশাল।
নিশ্চয়ে জানিলো সীতা লুকাইলা পাতাল॥
জানকীৰ বিৰহে শৰীৰ সব পোৰে।
পৃথিবীক কাতৰ কৰন্ত হাত যোৰে॥ ৪১৭
তোমাৰেসে জীউ সীতা বসুমতী আই।
তাহান সম্বন্ধে জানা আমিয়ো জমাই॥
মোক্তে ৰাগে গৈলা সীতা তোমাৰেসে ঠাই।
বুলি যাত্তি দেবী তুনাই দিয়োক পঠাই॥ ৪১৮
মুহি মোক পাতালপুৰতে দিয়া স্থান।
হেনোবা মুলাই জানকীক দেখি প্ৰাণ॥
সীতাৰে লগতে মোক যেন মুন্নাই হোক।
ফাট দিয়া দেৱী ময়ো যাওঁ পৰলোক॥ ৪১৯
প্ৰিয়াৰ বিৰহে দেখা দহে সৰ্ব্ব অঙ্গ।
নকৰিবা বান্ধিবাৰ দুনাই ডোলে ভঙ্গ॥
মহন্তৰ উচিত মুহিকে ইটো কৰ্ম্ম।
জীউ দিয়া নিয়া দুনাই ইটো কোন ধৰ্ম্ম॥ ৪২০
সীতাৰ বিৰহে জীৱ ভৈল যে দগধ।
শ্বাশু হুয়া জমাইৰ কিসক লোৱা বধ॥
এহিমতে পৃথিৱীক কৰন্ত কাতৰ।
একো ভাল মন্দ ৰামে নপাইলা উত্তৰ॥ ৪২১
অনন্তৰে ৰাঘৱে কাতৰ পৰিহৰি।
মাতিবে লাগিলা পৃথিৱীক কোপ কৰি॥
এভো দেখো নেদেস সীতাক উলিয়াই।
কাতৰ কৰিলো পদে পাইলে হৈবে লাই॥ ৪২২
তই মোক নিচিনিলি দুৰ্ম্মতী বসুমতী।
জানো তোত কৰ্ম্ম নিসিজিবে কুটুম্বতি॥
মোত দোষ নাহিকে আপুনি ভাঙ্গা লাজ।
সীতাক নেদিলে আজি যাইবে কোনকাজ॥ ৪২৩
শোকৰ জমকে কোপে কম্পমান তনু।
পৃথিৱীক লাগিয়া ধৰিলা শৰ ধনু॥
গৰ্জ্জন্ত জঙ্কাৰি মাথা থাক বসুমতী।
হটিলেসে নীচজন হোৱে শুদ্ধমতি॥ ৪২৪
বোলন্ত ক্ষেমিবে মোক কুটুম্বৰ গন্ধে।
নিলি জীউ শ্বাশু আৰ কিসৰ সম্বন্ধে॥
হেনবা বুলিবি স্ত্ৰীক নমাৰিবে বাণ।
নতো শুন তাড়কাৰ হৰাই আছো প্ৰাণ॥ ৪২৫
আপুনি মৰন্তে আৰ কিবা কৰে গোটে।
দুৰাচাৰী পৃথিৱী লগাইলি/খেড়ি মোক্তে॥
জীৱি-যেবে জানকীক দেস বাজ কৰি।
মুহি হেৰ হৃদয় বিদৰো বসুন্ধৰী॥ ৪২৬
খণ্ড খণ্ড কৰি তোক নিয়ো ৰসাতল।
শুষিবোহো শৰে সাত সাগৰৰ জল॥

এহি ঘোৰ শৰে সাতো পাতালক ফুলি ।
আনিবো সীতাক এতিক্ষণে খানি তুলি ॥ ৪২৭
আমাৰ ভাৰ্য্যাক ৰাখিবেক কাৰ বাপে ।
আছোহো মৰন্তে মই সীতাৰ সন্তাপে ॥
নাহি মোৰ দোষ সাখী হুইবা দিগপাল ।
এহি শৰে বিদাৰিবো পৃথিবী পাতাল ॥ ৪২৮
এহি বুলি ৰামে ক্ৰোধে ভিৰিলন্ত বাণ ।
দেখি সবে সভাসদে তৰতৰিমান ॥
কাম্পে সুৰাসুৰ পাতালৰ যত নাগ ।
হংসৰ নামিয়া ব্ৰহ্মা ভেন্টিলন্ত আগ ॥ ৪২৯
এৰা এৰা ক্ৰোধ ৰাম মোৰ হাক শুনি ।
তুমি কেনে আপোনাক নিচিনা আপুনি ॥
সকল সংসাৰ ইটো তোমাৰে স্ৰজনা ।
আপোনাৰে নিজৰূপ আপুনি নাজানা ॥ ৪৩০
পৃথিবীক কিয় কোপ কৰিবাক লাগে ।
তুমি নতোহন্তে ৰামায়ণ ভৈলা আগে ॥
ঈশ্বৰ নিৰ্ম্মিত কৰ্ম্ম হুইবেক অৱশ্যে ।
জগতকে জুৰিবে তোমাৰ ইটো যশে ॥ ৪৩১
এই ৰামায়ণ যিটো জনে শুনে ভণে ।
বাঢ়িবে ভকতি তাৰ তোমাৰ চৰণে ॥
লৱে কুশে গাউক গীত তোমাৰ আগত ।
ভবিষ্যতে কথা হুইব আপুনি বেকত ॥ ৪৩২
যাৰ যেন হুইবেক আপুনি আছে হুই ।
পৃথিবীক খণ্ডিবে তোমাৰ যোগ্য মুই ॥
কিসক পাসৰা ৰাম জগতৰ বাপ ।
সীতাৰ নিমিত্তে তুমি ত্যজিয়োক তাপ ॥ ৪৩৩
এই পৃথিবীৰে খণ্ডিৰাক লাগি ভাৰ ।
কিয় সুমুৰৰা তুমি হৈলা অৱতাৰ ॥
হেন জানি বাপ আৰে সম্বৰিয়ো ক্ৰোধ ।
চপৰাইলা ৰাম ৰাৱে শুনিয়া প্ৰবোধ ॥ ৪৩৪
ব্ৰহ্মাৰ বচনে কিছু ভৈলা চিত্ত শান্ত ।
শৰ ধনু সম্বৰিলা হাতৰ তেজিলন্ত ॥

গুচায়া বচনে বিধি ৰাঘৱৰ শোক ।
হংস যানে চড়ি লৰি গৈলা ব্ৰহ্মলোক ॥ ৪৩৫
পুত্ৰ দুইকো ধৰি ৰামে সজল নয়নে ।
পুনৰপি পালটি বসিলা সিংহাসনে ॥
সীতাক সুমৰি মনে ওলমায়া মাথ ।
ঘনে ঘনে নিশ্বাস তেজন্ত ৰঘুনাথ ॥ ৪৩৬
ৰামৰ বিকল চিত্ত সুগুচিল জানি ।
পাতালপুৰৰ পৰা নিকলিল বাণী ॥

পাতালী বাণীয়ে শ্ৰীৰামক সীতাৰ বৃত্তান্ত কয়

তেজিয়ো সন্তাপ বাপ হোৱা সন্ধুক্ষণ ।
আউৰ দুনাই দুৰ্ল্লভ সীতাৰ দৰিশন ॥ ৪৩৭
পৰম বৈৰাগ্যে আসি পশিলা পাতাল ।
সিটো প্ৰাণ পুত্ৰ দুইকো কৰা প্ৰতিপাল ॥
আউৰ জানকীৰ হন্তে পৰিহৰা চিন্তা ।
ইটো অৱতাৰত নপাইবা বাপ সীতা ॥ ৪৩৮
কৈল্যাণে আছন্ত ঐত আই সীতা সতী ।
পাতালৰ লোকে পূজে পৰম ভকতি ॥
গন্ধে পুষ্পে ধূপে যেন বিধি ব্যৱহাৰ ।
স্বৰ্গত ত্ৰিদশে আসি কৰৈ সৎকাৰ ॥ ৪৩৯
সাধে ইষ্ট বৰ আসি গোসানীক সেৱি ।
সাতো পাতালৰ সীতা ভৈলা মুখ্যাদেৱী ॥
তেজিয়োক শোক সিটো সীতাৰ নিমিত্তে ।
সিটো শুভান্বিত দুই পুত্ৰক দেখন্তে ॥ ৪৪০
যাৰ যেন অৱশ্যেকে হৈবেক সৰ্ব্বথা ।
উত্তৰাকাণ্ডৰ আৰে শুনা পাছ কথা ॥
তোমাৰ আগত দুই ভাই গাউক গীত ।
ভবিষ্যত কথা হৈবে আপুনি বিদিত ॥ ৪৪১
বাল্মীকিৰ কৃত ৰামায়ণ যেন বেদ ।
তাৰ কথা শুনি সবে পাইবা পৰিচ্ছেদ ॥
তুমি নতো হন্তে যিটো শাস্ত্ৰ ভৈল আগে ।
অৱশ্যে হুইবেক যেন যেন হৈবে লাগে ॥ ৪৪২

পাতালপুৰৰ পৰা নিকলিল বাণী ।
শুনি ৰামচন্দ্রে তাক মনে অনুমানি ॥
বাল্মীকিক বুলিলন্ত কৰিয়া প্রণতি ।
কালিসি শুনিবো কথা থাকোক সম্প্রতি ॥ ৪৪৩
বিসৰ্জ্জিলা সভা উঠি আসনৰ হন্তে ।
প্ৰাণ ফুটি যায় দুই পুত্ৰক দেখন্তে ॥
শুতিলা শয্যাত দুই পুত্র গলে ধৰি ।
লোতকে পাগুৰি ভিজে সীতাক সুমৰি ॥ ৪৪৪
ফোকাৰন্ত নিশাস নাহিকে চিত্ত শান্ত ।
স্বপনতো সীতা সীতা বুলিয়া চেঞ্চান্ত ॥
উঠন্তে বৈসন্তে ভৈল সুপ্রভাত ৰাতি ।
হৈয়া শুচি সজ্জন বসিলা সভা পাতি ॥ ৪৪৫
শুনিলন্ত উত্তৰাকাণ্ডৰ কথা শেষ ।
ভৈলা যেনমতে সীতা পাতালে প্রবেশ ॥
বিহ্বল ভৈলন্ত যেনমতে ৰঘুপতি ।
আসি বুজাইলন্ত যেনমতে প্ৰজাপতি ॥ ৪৪৬
পাতালপুৰৰ হন্তে যেন নিকলিল বাণী ।
দিলন্ত প্ৰবোধ যেন পৃথিবী গোসানী ॥
ৰাঘৱৰ আগত সকলে কথা গাইল ।
শুনি বিপৰীত ৰাম কিঞ্চিত জুৰাইল ॥ ৪৪৭
আউৰ গাইবে চাহন্তে বাল্মাকি দিলা হাক ।
সুশুনিবা ৰামচন্দ্র পাছৰ কথাক ॥
শুনিয়া লোকৰ উতপাত হৈব চিত্ত ।
ঋষিৰ নিষেধে দুয়ো তেজিলন্ত গীত ॥ ৪৪৮
ৰাম নতো হন্তে ৰামায়ণ ভৈল গীত ।
হেন কথা শুনিয়া সমাজে আচৰিত ॥
সাধু সাধু বাল্মীকি তুমিসি মহা ঋষি ।
প্ৰশংসিলা দশো দিশি তাহাঙ্ক হৰিষি ॥ ৪৪৯
ৰামকো বুজাইলা বেঢ়ি ভাতৃ মন্ত্রী লোক ।
নপলাই ৰামৰ সীতাৰ সিটো শোক ॥
[illegible] জানকীক ফুটে যেন প্ৰাণ ।
হাত কোট [illegible] [illegible] ॥ ৪৫০

দুখ মনে সদায়ে থাকন্ত গুণি গাহ্নি ।
আউৰ দুনাই নভৈল ৰামৰ সুখ শান্তি ॥
আপদৰ উপৰি আপদ তান ভৈল ।
এহিমানে পাতালীকাণ্ডৰ কথা গৈল ॥ ৪৫১
শুনা সৰ্ব্বজনে ইটো ৰামায়ণ পদ ।
হেন জানা গৃহবাস পৰম আপদ ॥
ৰামৰ সীতাৰ ভৈলা এমুৰা বিলাই ।
কাৰো সুস্থ নাহি চায়া মনে অবগাই ॥ ৪৫২
আসম্বাত ধন জন জীৱন যতেক ।
এই আছে এই নাই সম্যেকে টাটেক ॥
যত বন্ধু বান্ধৱ আগতে যায় মৰি ।
তথাপি নুপুজে ভয় ইহাক সুমৰি ॥ ৪৫৩
নিচিন্তি নথাকা কালে ধৰিলেক পৰা ।
যেবে নিস্তৰিবা হৰি ভকতিক ধৰা ॥
পৰলোক বান্ধৱ পৰম হৰি নাম ।
জানি আন এৰি বেঢ়ি বোলা ৰাম ৰাম ॥ ৪৫৪

---

নানা ৰাজাক পৰাস্তৱ কৰাই শ্রীৰামে ভৰতাদিৰ
পুত্র সকলক ৰাজ্য দিয়াই

ছবি

পাতাল খণ্ডৰকথা        এহিমানে গৈল [illegible]
শুনিলাহা সামাজিকবর্গ ।
শুনা স্বৰ্গখণ্ড আবে        যেনমতে সামৰাজে
শ্রীৰামচন্দ্র গৈলা স্বর্গ ॥
সীতা পাতালক গৈলা        ৰাঘৱ আকুল ভৈলা
একো মতে চিত্ত নুহি শান্ত ।
নেত্ৰৰ সুগুচে জল        নিনিমাই শোকানল
গুণি একো উপায় নপান্ত ॥ ৪৫৫
যজ্ঞ সাঙ্গ কৰি দেৱ        দিলন্ত দক্ষিণা [illegible]
হীৰা মৰকত বস্ত্র বাসে ।
দুখী ভিক্ষী দেশান্তৰী        দিলা [illegible]
সুবৰ্ণ ৰজত [illegible] [illegible] ॥

ৰাজা প্ৰজা দ্বিজগণ সবাৰো ভুষিলা মন
দিয়া বস্ত্ৰ ভূষণ অশেষ।
পাছে সমদলে গৈয়া দুগুটি পুত্ৰক লৈয়া
অযোধ্যাত ভৈলন্ত প্ৰবেশ ॥ ৪৫৬
ওৰাৰিৰ নতু বাজ এৰিলন্ত ৰাজকায
ভৈল যেন গৃহে বনবাস।
নাহি আন একো চিন্তা হা সীতা হা সীতা
বুলি মাত্ৰ তেজন্ত নিশ্বাস ॥
নাহি একো কথা মাত গালৰ নুগুচে হাত
দুগুটি পুত্ৰক চাই চাই।
সদায় লম্বিত মুখ শয়নতো নাহি সুখ
লোতকে পাঞ্জৰি ভিজি যায়॥ ৪৫৭
পাৰ নাই সন্তাপৰ দণ্ডে যুগ সমসৰ
কৈবো কত ৰাঘৱৰ শোক।
কৌশল্যা প্ৰমুখ্য কৰি তিনি ৰাজমাৰ মৰি
কালে সবে গৈলা স্বৰ্গলোক ॥
তাসম্বাৰ প্ৰেতকাৰ্য্য সকলে সঙ্কলি দিলা
পিণ্ড জলাঞ্জলি ৰাম নৃপ।
ভৈল মহা সদগতি পৰম আনন্দ মতি
পাইল সবে স্বামীৰ সমীপ ॥ ৪৫৮
ৰামৰ প্ৰসাদে সবে পাইলন্ত অক্ষয় স্বৰ্গ
মিলৈ বস্তু দেৱ উপযোগ।
ভাৰ্য্যাসমে দশৰথ পুৰিলন্ত মনোৰথ
ব্ৰহ্ম ভুৱনত ভুঞ্জি ভোগ ॥
আত অনন্তৰে কথা শুনা যেন ভৈল তথা
ভৰতৰ মমাই যুদ্ধাজিত।
ৰামৰ পাসক লাগি অনেক সম্ভাৰ দিয়া
পঠাইলন্ত গৰ্গ পুৰোহিত ॥ ৪৫৯
ৰামে পাছে বাৰ্ত্তা পাই ঋষিক গৌৰৱে গৈয়া
আগ বাঢ়ি দণ্ড দুইৰ পথ।
অজিৰা পুত্ৰক পাছে বিদুৰতে ভেণ্ট পাই
ভৈল ভূমি পাৰ এৰি ৰথ ॥

গৰ্গক প্ৰণামি ৰামে অযোধ্যাক আনিলন্ত
পাইলা ৰামে হৰিষ আশেষ।
আতি আনন্দিত মতি যেন গুৰু বৃহস্পতি
ভৈল ইন্দ্ৰপুৰত প্ৰৱেশ ॥ ৪৬০
যোগাইল ৰামত যত কম্বল চামৰ ৰত্ন
আৰ দশ হাজাৰ ঘোটক।
সুৱৰ্ণ বাখৰচয় চিকি মিকি কৰে তয়
বেগে যেন বিজুলী চটক ॥
ৰামে পুছিলন্ত গুৰু মাতুলৰ বাৰ্ত্তা ভাল
তোমাক পঠাইলা কিবা কাযে।
গৰ্গে বোলন্ত প্ৰভু হেন কাৰ্য্যে পঠাইলন্ত
সিটো যুদ্ধাজিত মহাৰাজে ॥ ৪৬১
সিন্ধু নদী তীৰ জুৰি সৈন্ধ্যৰ গন্ধৰ্ব্ব ৰাজ
ৰহি আছে কৰি মহা গৰ্ব্ব।
ৰাজ্য মাৰি পীড়ে প্ৰজা পাপী আৰো লগে লৈয়া
তিনি কোটি কটক গন্ধৰ্ব্ব ॥
তাক মাৰি দুয়ো তীৰে ৰাজ্য পাতিয়োক প্ৰভু
মই হইবো সহায় লগত।
শুনি গুণি ৰামৰায় বোলন্ত পাছক চাই
শুনা প্ৰাণ ভৈয়াই ভৰত ॥ ৪৬২
চলিয়োক সাজ হুই তক্ষক পুষ্কৰ দুই
পুত্ৰক দিয়োক ৰাজ্য বান্টি।
গন্ধৰ্ব্বক বধি গৈয়া ৰাজ্য কৰি বিভঞ্জিয়া
আনিবাহা কৰিয়া নিঘান্টি ॥
ৰামৰ আদেশ পায়া পুত্ৰ দুইক লগে লৈয়া
লৰিলা ভৰত সমদলে।
ৰাম লক্ষ্মণে গৈয়া আগ বঢ়াই ভৰতক
পঠাইলন্ত অনেক মঙ্গলে ॥ ৪৬৩
জ্যেষ্ঠৰ চৰণ ধূলি শিৰত লৈলন্ত তুলি
কৰিলন্ত আটোপে পয়াণ।
কটকৰ গিৰে আতি ভলদপ বসুমতী
দেৱাসুৰ ভৰতবিআন ॥

কতো দিনে পাইলা গৈয়া মাতুলৰ ৰাজ্য পাছে
শুনি যুদ্ধাজিত মহাৰাজা।
পৰম কৌতুক ভৈলা ভৰতৰ লাগ লৈলা
সঙ্গে সাজি গজ বাজী প্ৰজা॥ ৪৬৪
শুনিয়োক সৰ্ব্বজন পুণ্য কথা ৰামায়ণ
জানা নাম ধৰ্ম্ম বিপৰীত।
ৰাম নাম মত্তসিংহ শুনিয়া তাহাৰ ৰিঙ্গ
পলাই পাপ-হস্তী হুয়া ভীত॥
কোটি শত তীৰ্থ স্নান তপ জপ যজ্ঞ দান
কোটি ভাগ তাক সম নুই।
ৰাম বোল্লে একজনে তাৰ ধ্বনি শুনে মানে
সবাৰো পাপত লাগে জুই॥ ৪৬৫
নাম স্মৰণে মাত্ৰ চণ্ডালো যজ্ঞৰ পাত্ৰ
হুইবেক উচিত কিনো দেখা।
চাবিয়ো বেদৰ সাৰ নামৰ আগত আৰ
আন পাতকৰ কোন লেখা॥
শুনিয়োক শাস্ত্ৰ মৰ্ম্ম কিঙ্কৰ সকলে ধৰ্ম্ম
সবাৰে উপৰি ৰাজা নাম।
হেন তত্ত্বকথা জানি সমজ্যাৰ যত প্ৰাণী
নিৰন্তৰে বোলা ৰাম ৰাম॥ ৪৬৬

---

পদ

আত অনন্তৰে শুনা যেন কথা ভৈলা।
সাজি যুদ্ধাজিতে ভৰতৰ লাগ লৈলা॥
তবল মৃদঙ্গ ঢোল শৰদ তুম্বুলে।
সাজি একস্থান ভৈলা ভাগিনে মাতুলে॥ ৪৬৭
আলোচিয়া দুয়ো বীৰে গন্ধৰ্ব্ব বধিত।
দিলা ধাৱ বিৰ্জ্জয়ে ভৰত যুদ্ধাজিত॥
তক্ষক পুষ্কৰ দুই ভৰত কুমাৰ।
আগ হুয়া সেনাৰ লৰিল চমৎকাৰ॥ ৪৬৮
সাগৰ সঙ্কাশ সেনা ধায় একে জোপে।
গন্ধৰ্ব্বৰ ৰাজা শুনি বজাইল আটোপে॥
তূণ বাণ ধনু ধৰি কৰি আটি মুটি।
পাটোৰাৱে বজাইল গন্ধৰ্ব্ব তিনি কোটি॥ ৪৬৯
দেখি ভৰতৰ তাক কিটাইল কটকে।
ধাইল ধনু ধৰি যেন সাৰোল চটকে॥
বাঘে যেন গৰ্জ্জি আসি গন্ধৰ্ব্বক ঢাকি।
প্ৰহাৰিল কাণ্ড খাণ্ডা জাঠি জোঙ্গ আকি॥ ৪৭০
মহাগৰ্ব্বে গন্ধৰ্ব্বে নেদিলা ভঙ্গ তাত।
কৰিলা আপোন অস্ত্ৰে অস্ত্ৰক বিঘাত॥
পৰম আক্ৰান্ত কৰি শত্ৰুৰ সেনাক।
শৰীৰৰ সন্ধানে অস্ত্ৰৰ দিলে জাক॥ ৪৭১
দুই হাতে কোবাৰে খাণ্টখিট কৰি খাণ্ডে।
ঘাৰৰ বিষত তেজ বৰৈ ধাৰা দাণ্ডে॥
নোৰাৰিল তাপৰিবে পাছ গুচি যায়।
দেখি খেদি গৈলন্ত ভৰত আগুয়াই॥ ৪৭২
সৈন্ধৰে ভেন্টিল আসি ভৰতৰ আগ।
মাৰি শৰ সব খণ্ডে গৰ্জ্জে যেন বাঘ॥
ভৰতে সহিতে ভৈল সমৰ দুষ্কৰ।
সেনা সমে যুজে দুই তক্ষক পুষ্কৰ॥ ৪৭৩
দুই হস্তৰো লগতে যুজন্ত যুদ্ধাজিত।
বৰিষিল শৰ তিনি বীৰে বিপৰীত॥
ছেদিল ভেদিল কাৰো উৰু কৰি কৰ।
ওঠ কণ্ঠ কটি কাটিলন্ত কটকৰ॥ ৪৭৪
তথাপি গন্ধৰ্ব্বে নেৰৈ যুজে বায়ুগতি।
ভৈল ঘোৰ ৰণ সাত দিন সাত ৰাতি॥
আতাসতে কাণ ফাড়ে যেন বজ্ৰ পৰে।
সমস্তৰে ভয় শুনি হৃদি কম্প লৰে॥ ৪৭৫
ভৰতক গন্ধৰ্ব্বে বুলিল আৰম্ফটি।
দুনাই নেদেখিবি আৰ অযোধ্যা উলটি॥
মোৰ ঘোৰ শৰে আজি হুইবে তোৰ যম।
ভৰতে বোলন্ত শুন সৈন্ধৱ অধম॥ ৪৭৬

তোক কালে পাইলে আসি লপস লটক্ ।
এহি বুলি ৰথ ধ্বজ কাটিলা ঘোটক ॥
দুই শৰ মাৰি সাৰথিক থৈলা শালি ।
আঠ শৰে ৰথখান পেহ্লাইলা বথালি ॥ ৪৭৭
তীক্ষ্ণতৰ শৰে তাৰ হৃদয়ক ভেদি ।
পেলাইলন্ত অৰ্দ্ধচন্দ্ৰে তাৰ স্কন্ধ ছেদি ॥
ভৰতৰ বীৰত্ব প্ৰশংসে সামৰাজে ।
পাৰৈ জয় জোকাৰ দুন্দুভি বাদ্য বাজে ॥ ৪৭৮
সৈন্ধৰক বধি বীৰ বিপুল বিক্ৰম ।
ধনু ধৰি ধাইলন্ত সেনাক যেন যম ॥
দিব্য গন্ধৰ্ব্বৰ বাণ কৰিয়া প্ৰকাশ ।
ঢাকিল বিদিশ দিশ ছানিয়া আকাশ ॥ ৪৭৯
এক গুটি জোৰন্তে পৰন্তে কোটি লক্ষ ।
সংহাৰিবে লৈলা সবে গন্ধৰ্ব্ব বিপক্ষ ॥
আতি খৰতৰ ভৰতৰ শৰে ফুটি ।
নিৰন্তৰে বধিলা গন্ধৰ্ব্ব তিনি কোটি ॥ ৪৮০
গন্ধৰ্ব্বক বধিয়া সাধিলা সব জয় ।
ভৰতৰ বীৰত্ব জগতে প্ৰশংসয় ॥
ধন্য ধনুৰ্দ্ধৰ বীৰ ৰামৰ কনিষ্ঠ ।
মাৰি দুৰ্জ্জনক কাৰ্য্য সাধিল বিশিষ্ট ॥ ৪৮১
ৰাঘৱৰ আদেশ সুমৰি পাছে বীৰে ।
পাতিলন্ত নগৰ নদীৰ দুই তীৰে ॥
তক্ষক পুৰীৰ নাম তক্ষক ৰহিলা ।
পুষ্কৰাৱতী নামে পুৰী পুষ্কৰক দিলা ॥ ৪৮২
সজাইল বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান ।
দিলা দোল দীঘি সৰোবৰ থানে থান ॥
পুত্ৰ দুইকো দিলা বান্টি আৰো যত ৰাজ ।
ৰামৰ আদেশে সবে সঙ্কলিলা কাষ ॥ ৪৮৩
ৰাজ্য পালিলন্ত পাঞ্চ বৎসৰ তহিন্ত ।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিত ॥
মুদ্ৰাজিত ৰাতুলত মাগিয়া মেলানি ।
অযোধ্যাক আসিলা ভৰত মহামানী ॥ ৪৮৪

কৰিলা জ্যেষ্ঠৰ আসি চৰণে প্ৰণাম ।
চিৰকালে ভাতৃক দেখিলা শ্ৰীৰাম ॥
সজল নয়নে স্নেহে ধৰিলা সাৰটি ।
ভৰতে কহিলা কথা সকলে প্ৰকটি ॥ ৪৮৫
গন্ধৰ্ব্ব মাৰিয়া যেনমতে পাতি ৰাজ ।
পুত্ৰ দুইকো দিলা সবে নিবেদিলা কায ॥
ভৈলন্ত হৰিষ শুনি কৌশল্যাৰ সুত ।
ভৰতক অভিনন্দা কৰিলা বহুত ॥ ৪৮৬
আত অনন্তৰে ৰামে চিন্তিলন্ত কাৰ্য্য ।
লক্ষ্মণৰ পুত্ৰ দুইকো দিবো কৈত ৰাজ ॥
থৈব কৈত দুয়ো কুমাৰক ৰাজ পাতি ।
পাত্ৰ মন্ত্ৰীগণত শোধন্ত প্ৰভু মাতি ॥ ৪৮৭
ভৰতে বোলন্ত শুনিয়োক দেৱাদেশ ।
আছে কাৰু নামে ৰমণীয় মহাদেশ ॥
মল্লভূমি শিখৰ ভূমিক জানো ভালে ।
হেন শুনি ৰামে আদেশিলা তৎকালে ॥ ৪৮৮
সঙ্গে অঙ্গদক লৈয়া লৰিয়ো লক্ষ্মণ ।
চলা চন্দ্ৰকেতু সমে ভৰত এখন ॥
দুয়ো কুমাৰক দিয়া ৰাজ্য কৰি থিৰ ।
তেবেসে আসিবা অযোধ্যাক দুয়ো বীৰ ॥ ৪৮৯
ৰামৰ আদেশে সমদলে দুয়ো ভাই ।
গৈলন্ত আটোপে পাছে পৃথিবী কম্পাই ॥
লক্ষ্মণে ভৰতে আতি চিন্তি হিত কায ।
দিলা দুয়ো কুমাৰক কাৰু নামে ৰাজ ॥ ৪৯০
মল্লভূমি লক্ষ্মণে আপুনি চাই ফুৰি ।
অঙ্গদিয়া নামে তাতে পাতিলন্ত পুৰী ॥
ধনে ধানে ভৰিয়া পাতিলা বহু প্ৰজা ।
অঙ্গদ পুত্ৰক তাতে পাতিলন্ত ৰাজা ॥ ৪৯১
শিখৰ ভূমিত ফুৰি ভৰত কুমাৰ ।
চন্দ্ৰাৱতী নামে তাতে পাতিলা নগৰ ॥
বিতোপন পুৰী যেন জ্বলে অমৰাৱতী ।
পাতিলন্ত তাতে চন্দ্ৰকেতুক নৃপতি ॥ ৪৯২

থানে থানে দিলা দীঘি সৰোবৰ আলি।
বৰিষেক বঞ্চিলা ৰামৰ আজ্ঞা পালি॥
প্ৰবোধিয়া পুত্ৰ দুইক থাপিলা তহিত।
উত্ৰাৱল চিত্ত আতি ৰামক দেখিত॥ ৪৯৩
অযোধ্যাক পাইলা পাছে ভৰত লক্ষ্মণে।
বেঢ়ি প্ৰণামিলা আসি ৰামৰ চৰণে॥
চন্দ্ৰকেতু, অঙ্গদৰ নিবেদিলা কথা।
দুয়ো ভাইৰ ভৈলা যেন ৰাজ্যৰ ব্যৱস্থা॥ ৪৯৪
শুনি ৰঘুপতি ভৈলা আনন্দ অপাৰ।
কৰিলন্ত দুয়ো ভাইক আতি সতকাৰ॥
প্ৰশংসিলা সাধু সাধু মধুৰ বচনে।
এক পাশে বসিলন্ত ভৰত লক্ষ্মণে॥ ৪৯৫
আত অনন্তৰে ৰামে আলোচিলা পাছে।
ইটো শত্ৰুঘনৰ কুমাৰ দুই আছে॥
কৈত ৰাজ্য দিবো বুলি চপৰাইলা মাথ।
শুণি গাস্থি আপুনি পাইলন্ত ৰঘুনাথ॥ ৪৯৬
মাতি শত্ৰুঘনক ৰাঘৱে বুলিলন্ত।
লৈয়ো গজ বাজী সাজি সেনা অপৰ্য্যন্ত॥
মথুৰাক লাগি কৰা সত্বৰে পয়াণ।
পৰম সম্পন্ন সিটো বিতোপন থান॥ ৪৯৭
সুচৰিত সুবাহু তোমাৰ পুত্ৰ দুই।
লগতে চলোক সৈন্য সমে সাজ হুই॥
লৱণ অসুৰ মথুৰাৰ অধিকাৰী।
পাতিয়োক দুইকো ৰাজা তৈতেতাক মাৰি॥ ৪৯৮
শুনি শত্ৰুঘনে উঠিলন্ত তেতিক্ষণে।
পৰি প্ৰণামিলা জ্যেষ্ঠ ৰামৰ চৰণে॥
যাত্ৰা লৈয়া হৈলা বাজ অযোধ্যাক ছাৰি।
তমকিল তবলা ঢোলত দিলা বাৰি॥ ৪৯৯
সাজি গজ বাজী প্ৰজা ধৰিলেক লাগ।
স্নেহে কনিষ্ঠক ৰামে বঢ়াইলন্ত আগ॥
কৰাইলা মঙ্গল যত্ন ভৰত লক্ষ্মণে।
সাজি শত্ৰুঘনে লৰিলন্ত ৰঙ্গমনে॥ ৫০০

বাৰৈ বাদ্যভণ্ড দণ্ড নোচুৰায়ে ভুলি।
কটকৰ গিৰে আতি উজৰিল ধূলি॥
বাজে গজঘণ্টা আতাসে ফাৰৈ কাণ।
পৰম আৰম্ভে বীৰে কৰিলা পয়াণ॥ ৫০১
কতদিনে সমীপ পাইলন্ত মথুৰাৰ।
কাছিয়া বজাইল শুনি লৱণ দুৰ্ব্বাৰ॥
অসংখ্য অসুৰ সেনা সাজি বায়ুপাতি।
কৰিলা সমৰ তিনি দিন তিনি ৰাতি॥ ৫০২
পুত্ৰ দুই সহিতে যুজন্ত শত্ৰুঘন।
বৰিষিলা বাণগণ কাটন ফুটন॥
উৰু কৰী কৰ কটি কাটিলন্ত জাঙ্গ।
অসুৰৰ শোণিতে বহাইলা তৈতে গাঙ্গ॥ ৫০৩
কৰিলন্ত সমৰ অসুৰ যত কোটি।
একে ব্ৰহ্ম অস্ত্ৰ মাৰি কৰিলা নিগুটি॥
শত্ৰুঘন অগনিত পতঙ্গ অসুৰ।
ক্ষণেকে ভৰিল মৰি ঘোৰ যমপুৰ॥ ৫০৪
সেনা বদ্ধ দেখি খঙ্গে লৱণ দুৰ্জ্জয়।
হাতে শূল ধৰি শত্ৰুঘনক গৰ্জ্জয়॥
খাইবো মুণ্ড জোণ্ড কুণ্ড যেন যাই খেদি।
পেলাইলন্ত শূল তাৰ শত্ৰুঘনে ছেদি॥ ৫০৫
ভেদিলেক হৃদয় নিৰ্দ্দয় বাঠী শৰে।
তথাপিতো পাছ ভৰি অসুৰে নকৰে॥
দেখি দুনাই ভেদিলেক হাজাৰেক বাণে।
নকৰে কটাক্ষ শত্ৰুঘনৰ সন্ধানে॥ ৫০৬
ক্ৰোধে ধৰি ধাৱে বজ্ৰ মুষ্টি অসদৃষ্ট।
দেখি অৰ্দ্ধচন্দ্ৰ যুৰি ৰামৰ কনিষ্ঠ॥
আকৰ্ণ পূৰিয়া শৰ কেপিয়া পঠাইল।
লৱণক কাটি গাণ্ডি মুণ্ড বেলগাইল॥ ৫০৭
কতো দূৰ যুৰি ঘোৰ অসুৰ পৰিল।
গিৰি গিৰি শৰদত্ত পৃথিবী লৰিল॥
প্ৰশংসিয়া দেৱে পুষ্প বৰিষে বিশিষ্ট।
ধন্য ধন্য ধনুৰ্ধৰ ৰামৰ কনিষ্ঠ॥ ৫০৮

আকাশত দেৱে কৰে দুন্দুভি আস্ফাল।
জয় জয় প্ৰজাৰ মিলিল কোলাহল ॥
জয়বাদ্যে আন্দোলে মেদিনী মেলে ফাট।
লৈলা শত্ৰুঘনে গৈয়া মথুৰাৰ পাট ॥ ৫০৯
ফুৰাইলা ডেঙ্গৰ সবে নগৰে নগৰে।
নাহি লুৰি লোধ লোক গৃহত সঞ্চৰে ॥
ভৈল ঘিটি ঘিটি গ্ৰাম নগৰ আশেষ।
কৰিয়া বিভাগ পুত্ৰ দুইকো দিলা দেশ ॥ ৫১০
ভৈলন্ত বিদিশ পুৰে ৰাজা সুচৰিত।
সুবাহু নৃপতি ভৈলা মথুৰাপুৰীত ॥
নাহি পাল পঞ্চা প্ৰজা পালন্ত নিশেষ।
ধনে ধানে বিপুল সম্পত্তি ভৈল দেশ ॥ ৫১১
লৱণক মাৰি ৰাজ্য কৰি অকণ্টক।
শত্ৰুঘনে দিলা বান্টি দুই তনয়ক ॥
ভাৰ্য্যা পুত্ৰ সমে মথুৰাত পাতি পাট।
থাকিলন্ত ৰামৰ আজ্ঞাক চাহি বাট ॥ ৫১২
শুনিয়োক সমাজিক ৰামৰ চৰিত্ৰ।
লভিয়া দুৰ্ল্লভ জন্ম ভাৰত ভূমিত ॥
ৰাম নাম অমৃততে তেজি অভিলাষ।
কৰিয়ো কিসত বিষবিষয়ত গ্ৰাস ॥ ৫১৩
দেৱৰ বাঞ্চনি জন্ম যায় আলে জালে।
কেতিক্ষণে পৰা আসি ধৰিলেক কালে ॥
নিচিন্তি নথাকা যাৰে গাৰে আছে বল।
ঝান্টে লোৱা ৰাম নাম মৰণ সমল ॥ ৫১৪
নলাগে ভাগৰ গাৰে নাহি ধন হানি।
শুনন্তে সন্তোষ ইটো ৰাম নাম বাণী ॥
উচ্চাৰণে পাপৰ প্ৰলয় কৰৈ নাম।
হেন জানি ডাকি সবে বোলা ৰাম ৰাম ॥ ৫১৫

---

শ্ৰীৰামৰ ওচৰলৈ কালৰ ছদ্মবেশে গমন

দুলড়ী

এহি মতে ৰামে ভাতৃৰ পুত্ৰক
ৰাজ্য যেবে বান্টি দিল।
শুনিয়োক পাছে বিমঙ্গল যেন
অযোধ্যা মধ্যে মিলিল ॥
একে আকাশতে উদিত দুই চন্দ্ৰ
সঘনে নিৰ্ঘাত পৰে।
অনা বতাসতে বৃক্ষ উভৰয়
ঘনে ঘনে ভূমি লৰে ॥ ৫১৬
দিনতে ফেকুৰা ৰাৱৈ ঘৰে ঘৰে
মনুষ্যৰ চাপি কোল।
ছানিয়া গগন শুনি কুকুৰৰ
ক্ৰন্দনৰ উৰ্ম্মি ৰোল ॥
হালধি ৰুধিৰ বৰিষয় ধাৰে
দেখাৱৈ পুৰী উচ্ছাদ।
হেন উতপাত দেখি ৰাঘৱৰ
মনত মহা বিষাদ ॥ ৫১৭
সীতাৰ বিয়োগে দণ্ডে যুগ যায়
নকৰৈ নিদ্ৰা নিশাত।
ইটো উতপাতে জানিলো অৱশ্যে
মিলাইবে এক বিঘাত ॥
হা বান্ধে সীতা তেজি গৈলি মোক
মাৰিয়া বুকত ঘাৱ।
সুমৰি শান্তীক লোতক নিগৰৈ
পোৰৈ মৰ্ম্মে সৰ্ব্ব গাৱ ॥ ৫১৮
প্ৰিয়াৰ সন্তাপে প্ৰভু ৰাঘৱৰ
মনত নুগুচৈ ক্লেশ।
সেহি সময়ত আসিলন্ত কাল
ঋষিৰ ধৰিয়া বেশ ॥

সিংহ দুৱাৰত ৰহিয়া কহিল
লাগ লক্ষ্মণক পাই।
নামত সুকৃতি আমি ব্ৰহ্মঋষি
আসিলো ৰামৰ ঠাই ॥ ৫১৯
ৰাঘৱত আছে গোপ্য প্ৰয়োজন
ঝাণ্টে দিয়ো গৈয়া জান।
লক্ষ্মণে জনাইল ৰাঘৱে নিয়াইল
ঋষিক কৰি সন্মান ॥
সাদৰে আসন আনি পৰাই দিল
ৰামে আপোনাৰ কাষে।
হুয়োক বিজয় বুলি ঋষি সেই
আসনে বসিলা পাছে ॥ ৫২০
ঋষিত কুশল পুছি ৰঘুপতি
শুধিলন্ত পাছে কাজ।
আমাৰ থানক কোন কামে আইলা
তুমি মহা মুনিৰাজ ॥
ঋষিয়ে বোলন্ত তেবেসে কহিবো
কৰা আগে অঙ্গীকাৰ।
তুমি আমি কথা কহন্তে যি দেখে
সেহিসে বধ্য তোমাৰ ॥ ৫২১
শুনি লক্ষ্মণক দুৱাৰত থৈয়া
বুলিলন্ত ৰঘুনাথ।
আমাক দেখিতে যিটো জন আসৈ
সত্যে কাটিবোহো মাথ ॥
পুছিলন্ত পাছে বিৰলে ঋষিত
আৰে কয়ো কোন কাম।
ঋষিয়ে বোলন্ত জানা মইতো কাল
আসি আছো প্ৰভু ৰাম ॥ ৫২২
ত্ৰিদশে সহিতে আলচি গোচৰ
কৰিয়া পঠাইলা বিধি।
যিটো কাৰ্য্যে প্ৰভু পৃথিবীক গৈলা
ভৈল সিটো সবে সিদ্ধি ॥

এভো আপোনাক কিয় নিচিনাহা
তুমি সনাতন হৰি।
সৃষ্টিৰ পূৰ্ব্বত স্ৰজিলা জগত
মায়াক সহায় কৰি ॥ ৫২৩
অনন্ত শয্যাত শুতিয়া আছন্তে
বাঢ়িল নাভি কমল।
দশো দিশ সিটো প্ৰকাশে উজ্জ্বল
সূৰ্য্যৰ যেন মণ্ডল ॥
সেহি নাভিপদ্মে ব্ৰহ্মা উপজিলা
জানিলা বেদ সুলভে।
উপজি হৰিল চাৰিয়ো বেদক
দানৱ মধু কৈতভে ॥ ৫২৪
তাক চক্ৰে ছেদি বেদ উদ্ধাৰিলা
আপুনি তুমি পূৰ্ব্বত।
তাৰে অস্থি ভৈল পূৰ্ব্বত সমস্ত
যতেক শিলা পৰ্ব্বত ॥
সৃষ্টি কৰিবাক কৰিলা আদেশ
ব্ৰহ্মা স্ৰজিলন্ত ভূমি।
সমস্তে সৃষ্টিক বিষ্ণুৰূপে প্ৰভু
আপুনি পালিলা তুমি ॥ ৫২৫
নৰসিংহ ৰূপে হিৰণ্যকশিপু
মাৰিলা হিয়া বিদাৰি।
বৰাহ স্বৰূপে হিৰণ্যক চিৰি
আনিলা ভূমি উদ্ধাৰি ॥
ধৰি মৎস্যকায় সত্যব্ৰত ৰায়
প্ৰলয় জলে তাৰিলা।
কচ্ছপ স্বৰূপে পিঠিত মন্দৰ
ধৰিলা কৰিয়া লীলা ॥ ৫২৬
অদিতিৰ গৰ্ভে ভৈলা অৱতাৰ
অদ্ভুত বামন কায়।
ছলিয়া বলিক ত্ৰৈলোক্য কাঢ়িলা
ইন্দ্ৰক দিলা ভুনাই ॥

চৰণৰ নখে কটাহ ফুটাইলা
গঙ্গা পৰশিয়া ভৰি ।
সুবস্ত তোমাৰ পাৱৰ সম্বন্ধে
জগত পবিত্ৰ কৰি ॥ ৫২৭
সম্প্ৰতি আপুনি আসি কৌশল্যাত
তুমি আছা অৱতৰি ।
কৰি সেতুবন্ধ বধি দশস্কন্ধ
আনিলা সীতা উদ্ধাৰি ॥
ত্ৰিদশৰ সবে সঙ্কলিলা কাৰ্য্য
হৰিলা ভূমিৰ ভাৰ ।
আউৰ ঐত প্ৰভু থাকিবাক প্ৰতি
উচিত নুহি তোমাৰ ॥ ৫২৮
ত্ৰিদশে সহিতে ব্ৰহ্মায়ে পঠাইলা
` অনেক বুলিয়া নতি ।
কৰিয়ো আমাক কৃপা পুনু নাথ
আসা ই ঠাৰক প্ৰতি ॥
স্বৰ্গৰ লোকক কৰিয়ো সনাথ
সি থানক পৰিহৰি ।
অনেক কাতৰ কৰিয়া ত্ৰিদশে
পঠাইলা বুলি সাদৰি ॥ ৫২৯
হেন শুনি হাসি ৰাঘৱে বোলন্ত
শুন পুত্ৰ তই কাল ।
ব্ৰহ্মাৰ বচন কৰিবাক লাগে
অৰণ্যেকে প্ৰতিপাল ॥
বুলিবি বিধিক তেবেসে চলিবো
পুত্ৰ দুইক থাপি থৈ ।
এহিমতে ৰাম আছন্ত বিৰলে
কালে সমে কথা কৈ ॥ ৫৩০
শুনা সৰ্ব্বজন .কথা ৰামায়ণ
ৰামক মনত ধৰা ।
কিছু নাই শঙ্কা নিচিন্তি নথাকা
কালে ধৰিবেক পৰা ॥

বিষয় সম্পদ পৰম আপদ
আক ভাল কৰি মানা ।
হৰিৰ ভকতি এহিসে সম্পত্তি
আক দৃঢ় কৰি জানা ॥ ৫৩১
ৰাম নাম হেন বান্ধৱ নপাইবা
শুনিয়ো শাস্ত্ৰ সম্প্ৰতি ।
পুত্ৰ নাম ধৰি হেলাত উচ্চৈৰে
কবৈ নামে তাৰো গতি ॥
জাতি অজাতি একোৱে নবাছে
হেনসে হৰিৰ নাম ।
পাপৰ অগনি ধৰ্ম্ম শিৰোমণি
জানি বোলা ৰাম ৰাম ॥ ৫৩২

---

লক্ষ্মণ বৰ্জ্জন

পদ

এহিমতে কালে সমে কহি কথা মাত ।
আছন্ত বিৰলে বসি প্ৰভু ৰঘুনাথ ॥
শুণন্ত কিমতে তেজো ভকতৰ আশা ।
সেহি সময়ত ঋষি আসিল দুৰ্ব্বাসা ॥ ৫৩৩
মূৰ্ত্তিৱন্ত ক্ৰোধ যেন দেখিয় প্ৰত্যেক ।
আগে পাছে বেঢ়ি আসে শিষ্য অযুতেক ॥
দ্বাৰত ৰহিলা আসি কতোদূৰ যুৰি ।
দেখি লক্ষ্মণৰ যেন ধাতু গৈল উৰি ॥ ৫৩৪
মঠ যুৰি ৰহিয়া আছিলা কতোক্ষণ ।
বোলন্ত শুনৰে কথা কুমাৰ লক্ষ্মণ ॥
জান দেস সত্বৰে ৰামত আছে কাম ।
মাতন্তোক মোক আসি ৰাণ্টে হৈয়া বাজ ॥ ৫৩৫
দেখিয়া লক্ষ্মণে প্ৰণিপাত কৰি আতি ।
বসিবাক আদৰে দিলন্ত পিৰা পাতি ॥
কৰিয়ো আসনে ঋষি ক্ষণিক বিশ্ৰাম ।
শুনন্ত সঙ্গোপ্য কিবা কথা প্ৰভু ৰাম ॥ ৫৩৬

কৰিলন্ত শপত শুনায়া সভা মধ্য।
আসৈ ই বেলাত যিটো সিটো মোৰ বধ্য॥
আছন্ত সম্প্ৰতি প্ৰভু গোপ্য সম্ভাষণে।
জানি ক্ষণিতেক ঋষি বসিয়ো আসনে॥ ৫৩৭
শুনিয়া দুৰ্ব্বাসা আতি জ্বলিল ক্ৰোধত।
তৰঙ্গ বৰঙ্গ খঙ্গে আখি আৰকত॥
কৰ কৰ কষি ক্ৰোধে দশন চোবান্ত।
কি বুলিলি লক্ষ্মণ কটাক্ষ দৃষ্টি চান্ত॥৫৩৮
শুন দুৰাচাৰ তই লক্ষ্মণ কুমাৰ।
ৰামে তোক কাটিলি মৰিবি একেশ্বৰ॥
সবংশে কৰিবো ভস্ম মই চণ্ড শাপে।
মোহোৰ আগতআজি যাইবে তোৰ বাপে॥৫৩৯
কংসাল সৰ্পক জঙ্কাইবাক কৰ সাস।
নতো দুৰাচাৰ গোটেৰৰ আণ্টা পাস॥
দশন প্ৰকৃতি চটি কৰন্ত ছৰ্পতি।
ক্ৰোধে যেন উভৰি ফুৰন্ত ফিৰিঙ্গতি॥ ৫৪০
দেখি লক্ষ্মণৰ অন্তৰ্গতে আতি ত্ৰাস।
হা কি কৰিলো আবে ভৈলো সৰ্ব্বনাশ॥
কালে গ্ৰসিলেক আউৰ নাহি প্ৰতিকাৰ।
চিন্তন্তে দেখন্ত দুখে লখাই অন্ধকাৰ॥ ৫৪১
গুণি গাম্বি পাছে থিৰ কৰিলা লক্ষ্মণে।
একালে মৰিবো মই ৰাম দৰশনে॥
নগেলে সবংশে খাইব দুৰ্ব্বাসা ৰাক্ষস।
একেশ্বৰে মৰো মই পৰম শ্ৰেয়স॥ ৫৪২
ব্ৰহ্মশাপে নহৌক সকলে কুলক্ষয়।
মোৰ মৃত্যু হৌক আৰ কৰিলো নিশ্চয়॥
চলিলা লক্ষ্মণ মহা মনত বিচাট।
ভিতৰ পশিলা পাছে ছাৰিয়া কপাট॥ ৫৪৩
আগক নবাঢ়ে ভৰি বিবৰ্ণ বদন।
ৰামত জনাইলা দুৰ্ব্বাসাৰ আগমন॥
ঠিয়ে মৰিল ৰাম লক্ষ্মণক দেখি।
আথে বেথে পঠাইলন্ত কালক উপেখি॥ ৫৪৪

কিসক আসিলি লখাই আমাক কাটিত্ত।
হা নষ্ট ভৈলো বুলি পৰিলা মাটিত॥
দুস্সহ দুখত ৰামে দেখিলা জমক।
ছিৱায়েক* পাৰত ধৰি লক্ষ্মণে ৰামক॥ ৫৪৫
এৰা এৰা ইটো খেদ আক পাইবা পাছে।
দুৰ্ব্বাসা ৰাক্ষস দুৱাৰত বসি আছে॥
সবংশকে মাৰে শাপ অগনিত পুলি।
কৰিয়ো প্ৰবোধ যেন লাগে মাতি বুলি॥ ৫৪৬
চেতনা লভিয়া প্ৰভু তেজিলা নিশ্বাস।
হা বিধি আৰেসে কৰিলি সৰ্ব্বনাশ॥
বিবৰ্ণ বদনে দুৱাৰৰ ভৈলা ৰাজ।
মট চটি কৰি বসি আছে ঋষিৰাজ॥ ৫৪৭
ভ্ৰুকুতি কুটিল মুখ ক্ৰোধে আঙ্কিআৰি।
বিকট পিঙ্গণ্ট জটা ভোবোকাৰ দাৰি॥
হাতে গলে শিৰে ৰুদ্ৰাক্ষৰ জণ্টা জোট।
জক জক কৰে দান্ত চৰা চৰ ফোট॥ ৫৪৮
ধৰি আছা ৰুদ্ৰাক্ষ তুলসী মালা মাথে।
কান্ধত পাৰিয়া ছাতি ধৰি আছা হাতে॥
কটিত কপিন কৰঙ্কাৰ জল পাত্ৰ।
চৌপাশে উপাসি আছে অযুতেক ছাত্ৰ॥ ৫৪৯
ঋষিৰ মূৰ্ত্তিক দেখি ৰাঘৱ শঙ্কিত।
কৰিলা প্ৰণাম প্ৰভু পৰিয়া ভূমিত॥
কৃতাঞ্জলি বোলন্ত সুমৰি ধৰ্ম্ম ধৰ্ম্ম।
আজ্ঞা কৰিয়োক মোক সাধো কোনকৰ্ম্ম॥ ৫৫০
শুনি দুৰ্ব্বাসাৰ ভৈল প্ৰসন্ন বদন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন॥
তোমাৰ গৃহত অন্ন ব্যঞ্জন ভুঞ্জিত।
হাজাৰেক বৎসৰৰ পৰা আছে চিত্ত॥ ৫৫১
আসিলো এহিসে কামে কৈলো প্ৰয়োজন।
শিষ্যে সমন্বিতে মোক কৰায়ো ভোজন॥
যেনমতে আমাৰ সন্তোষ হুৱে মন।
দিয়ো পঞ্চামৃত সমে ৰাজ [illegible] [illegible]॥ [illegible]

* ছিৱায়ে—ছিৰাঁয়ে, আমে।

লক্ষ্মণে বোলন্ত মনে কৈৰ ধূমকেতু ।
মোৰ বন্ধভাগী ভৈল ভুঞ্জিবাৰ হেতু ॥
এহিকথা আগে মোত নকহিলি কিক ।
ভুঞ্জাইলোহো হন্তে অন্ন ব্ৰাহ্মণ কোটিক ॥ ৫৫৩
ঋষিৰ আক্ৰোশ দেখি শঙ্কিত ৰাঘৱে ।
অন্নপান আপুনি সাজিলা সবান্ধৱে ॥
আগতে যোগাইল আনি অনেক যতনে ।
দেখি দুৰ্ব্বাসাৰ মহা তুষ্ট ভৈল মনে ॥ ৫৫৪
কৰি পৰিপাতি পাছে শিষ্যসমে ঋষি ।
ভুঞ্জিবে লাগিলা অন্ন পৰম হৰিষি ॥
ঘণ ক্ষীৰ, ক্ষীৰিচা খাইলন্ত লাগে মানে ।
নধৰয় পেট পিঠা পনা পৰমানে ॥ ৫৫৫
দধি দুগ্ধ ঘৃত ঘোলে ভৈল গণ্ডগোল ।
ওফন্দিল উদৰ দেখিয় যেন ঢোল ॥
লোভত ভুঞ্জন্ত তথাপিতো জাৰ্ন্টি জাৰ্ন্টি ।
নপাৰন্ত ৰাখিবে মাতন্তে আসে বান্টি ॥ ৫৫৬
নপান্ত উসাস আতি ওলমিল ঘাৰ ।
শুই শুই পেট কতো তোলন্ত উগাৰ ॥
টন টন পেট কতো ঢিলান্ত কপিন ।
দুই হাতে উৰৈ দ্ৰব্য দেখি লাগৈ ঘিণ ॥ ৫৫৭
খাইবে কতো নপাৰি কৰন্ত হাই ফুই ।
নখান্ততো যাচন্তে থাকন্ত থিৰ হুই ॥
দধি দুগ্ধ পঞ্চামৃতে বহাইলন্ত গাঙ্গ ।
এহি অতে ঋষিৰ ভোজন ভৈল সাঙ্গ ॥ ৫৫৮
ভুঞ্জি খাই ঋষি পাছে শিষ্যে সমে উঠি ।
ৰাঘৱক প্ৰশংসা কৰন্ত মন তুষ্টি ॥
চিৰঞ্জীৱ ৰাম তুমি পুৰুষ উত্তম ।
এহি বুলি গৈলা পাছে দুৰ্ব্বাসা আশ্ৰম ॥ ৫৫৯
আত অনন্তৰে আৰো শুনা পাছ কথা ।
ৰাম লক্ষ্মণৰ যেন মিলিল অৱস্থা ॥
গৈলন্ত দুৰ্ব্বাসা যেবে ভুঞ্জি নিজ ঘৰ ।
প্ৰবেশিল ৰামত দুৰ্জ্জয় চিন্তাজ্বৰ ॥ ৫৬০

কালৰ বচন যিটো সুমৰি শপত ।
লখাইৰ দেখিয়া মুখ ভৈলা শ্ৰুতি হত ॥
হৃদয় দহৱৈ শোকে অগনি উজৰি ।
প্ৰাণ যেন যায় কুঞ্চি আসৈ হাত্ত ভৰি ॥ ৫৬১
ওঠ কণ্ঠ শুকাই মুখ পৰিল জামৰ ।
গাৱত চেতন আৰ নাহিকে ৰামৰ ॥
ভেদিলে হৃদয় লক্ষ্মণৰ শোকশালে ।
জমক দেখিয়া প্ৰভু পৰিল নিঢালে ॥ ৫৬২
ৰামৰ দেখিয়া সিটো দুখ বিপৰীত ।
কান্দে মহামৰ্ম্মে মন্ত্ৰী পাত্ৰ পুৰোহিত ॥
জৰৈ আতি লোতক ৰামক চাই চাই ।
হা বিধি ৰাঘৱৰ এন্নুৰা বিলাই ॥ ৫৬৩
দেখি লক্ষ্মণৰ শোকে শৰীৰ দগধ ।
আছিল লক্ষ্মণ তস্তি নয়ন তবধ ॥
বুলিবে লাগিলা পাছে চিত্ত দৃঢ় কৰি ।
উঠা উঠা প্ৰাণ দদা শোক পৰিহৰি ॥ ৫৬৪
মোহোৰ নিমিত্তে দদা তেজা আউৰ মৰ্ম্ম ।
প্ৰতিজ্ঞা পালন ক্ষত্ৰিয়ৰ মহাধৰ্ম্ম ॥
মোক কাটি সত্য কৰিয়োক প্ৰতিপাল ।
ললাটে লিখিত মোৰ এহি যমকাল ॥ ৫৬৫
নাহি কিছু চিন্তা আত যেন ভৈল ভাগে ।
অৱশ্যকে মৰিবাক উপজিলে লাগে ॥
হেন জানি দদা মোৰ পদে খেদ এৰা ।
জগতকে সংহৰে কালত নাহি ৰৰা ॥ ৫৬৬
দৃঢ় কৰা চিত্ত ইটো তেজিয়ো বিকল ।
সত্য ভ্ৰষ্ট ভৈলে সবংশে যাইবে তল ॥
কৃপা কৰিয়োক দদা ধৰ্ম্মত নঘাটা ।
সত্যক সাফল কৰি ঝাণ্টে মোক কাটা ॥ ৫৬৭
লক্ষ্মণৰ বচনে অধিকে উধাই জুই ।
আছিলন্ত দুই দণ্ড পৰি মৌন হুই ॥
মৃতক আকাৰ একো নাহি মাত বোল ।
চতুৰ্ভিতি শুনি মাত্ৰ হাহকাৰ বোল ॥ ৫৬৮

কাংস্য পৰি ভিম গৈল অযোধ্যা নগৰী।
কি ভৈল বুলিয়া ফুৰৈ গোধা শোধি কৰি ॥
ধান দিলে হোৱৈ আখৈ প্ৰজাৰ মুখত।
ৰামৰ হৰিল জ্ঞান দুস্মহ দুখত ॥ ৫৬৯
লক্ষ্মণে বোলন্ত ইটো মুহিকে উচিত।
তুমি সূৰ্য্যবংশী ৰাজা জগতে বিদিত ॥
তোমাৰ অসত্যে সাম্ৰাজে হুইব নষ্ট।
হেন জানি দদা মোৰ পদে এৰা কষ্ট ॥ ৫৭০
প্ৰবোধে নুগুচে আউৰ ৰামৰ বিকল।
মেলিলন্ত কিছু দুয়ো নয়ন কমল॥
কথমপি বসিলন্ত দুস্মহ দুখত।
মাতিবে খোজন্তে নাসে বচন মুখত ॥ ৫৭১
লোতকে কণ্ঠক ভেন্টে বাক্য গদ গদ।
ধীৰে ধীৰে শোধন্ত শুনিয়ো সভাসদ ॥
বশিষ্ঠ প্ৰমুখ্যে মন্ত্ৰী পাত্ৰ পুৰোহিত।
নাই মোস্ত শ্ৰুতি আৰে কোৱা হিতাহিত ॥ ৫৭২
কৰিলো শপত মই কালৰ বচনে।
হেনতে দেখিলে মোক ভৈয়াই লক্ষ্মণে ॥
থিৰ কৰি কোৱা যেন সত্যত নথাটো।
মই বিষ খাও কিবা লক্ষ্মণক কাটো ॥ ৫৭৩
শুনি কতোক্ষণ মানে আছি গুণি গান্থি।
বিনায়ন্ত ৰামত মনত নাহি শান্তি ॥
শুনিয়ো স্বৰূপ বাপ প্ৰভু ৰঘুপতি।
অন্তকালে মিলে মহন্তৰো বিসঙ্গতি ॥ ৫৭৪
আউৰ নকৰিবা বাপ লক্ষ্মণক আশ।
তুমি সত্য তেজিলে জগতে হৈবে নাশ ॥
সত্যাতেসে আছে বহি মহী চৰাচৰ।
সত্যাসন্ধ ধৰ্ম্ম আউৰ নাহি পুৰুষৰ ॥ ৫৭৫
সত্য প্ৰতিপালি যেখা ৰাখি ধৰ্ম্মপথ।
তুমি হেন পুত্ৰকো তেজিলা দশৰথ ॥
সত্যক পালন্তে পুত্ৰশোকে ভৈলা নাশ।
সত্য ৰাখি জাহ্নবী [illegible] ॥ ৫৭৬

জানিয়া লখাইৰ পৰে এৰিয়ো বিকল্প।
তোমাৰ অসত্যে সাম্ৰাজে যাইবে [illegible] ॥
দেশৰ ডাকিয়ো ৰাখি লক্ষ্মণৰ প্ৰাণ।
মহন্ত জনৰ ত্যাগে বধৰ সমান ॥ ৫৭৭
সবাৰ সম্মত শুনি কৌশল্যানন্দন।
চাইল লক্ষ্মণৰ মুখ যুৰিলা ক্ৰন্দন ॥
তোকো হৰুৱাও আৰে মোহোৰ কপালে।
আবেসে জানিলো বৌক গ্ৰসিলেক কালে ॥ [illegible]
কোন সতে বুলিবো তেজিবো আৰে তোক।
ইজন্মক লাগিয়া সাৰট আসি মোক ॥
জুৰাউক শৰীৰ কতোক্ষণ থাকো চাই।
মৰিয়ো নপাইবো আউৰ তই হেন ভাই। [illegible]
মোক তেজি যিমতে মৰিল দশৰথ।
তই অবিহনে মইয়ো যাইবো যমপথ ॥
বিদেশৰ সৈতৰি ঐ লখাই বাপ।
পৰিছেদা দেখাহো সমীপ মোৰ চাপ ॥ ৫৮০
সীতাৰো সন্তাপে ইটো যেন ভৈল চুৰি।
তোৰ শোক অগনিয়ে আৰে মাৰে পুৰি ॥
আসি ঋষি দুৰ্ব্বাসা খোচনি ভৈল দাঙি।
কালৰ বচনে তোৰ ভৈলো তল গাঙি ॥ ৫৮১
ইটো চক্ষু আউৰ তোক নপাইবো মেলিতে।
মোহোৰ মৰণ জানা ভৈল সন্নিহিত ॥
মোক দেখিবাক চুনাই নপাইবি লখাই।
আইস গলাগলি কৰি থাকো দুয়ো ভাই ॥ ৫৮২
এহি বুলি কনিষ্ঠৰ ধৰি গলে বান্ধি।
ভৈলন্ত মূৰ্চ্ছিত ৰাম মকামকি কান্দি ॥
জ্বলিল অগনি চুনাই উঠিল জমক।
লক্ষ্মণে কান্দন্ত ধৰি সাৰটি ৰামক ॥ ৫৮৩
যেঢ়ি কৰৈ দুভাইক সন্তাপ সকাসে।
লক্ষ্মণে বুজান্ত পাছে বাক্য গদগদে ॥
ইটো অসন্তোষে কাৰ্য্য [illegible]।
কৰা সত্য পালি মোক [illegible]

চেতন্য লভিয়া প্ৰভু বসিয়ো আসনে।
ঝান্টে নিকলিয়ো মোক বোলন্ত লক্ষ্মণে॥
এৰিলো এৰিলো বোলা সবাৰো সম্মতি।
ৰামো সমুখ ভৈলা বুলিবাক প্ৰতি॥ ৫৮৫
আজোৰন্তে নাসে মাত মনত আসুখ।
লাসে লাসে মাতন্ত ভাতৃৰ চাহি মুখ॥
এভো তোক লক্ষ্মণ বোলন্তে হৰে মাত।
পৰিলন্ত নিঢালে চেতন নাহি গাত॥ ৫৮৬
লক্ষ্মণে বোলন্ত দদা দৃঢ় কৰা চিত্ত।
মহন্ত জনৰ হেন নুহিকে উচিত॥
সত্যক পালিয়া প্ৰভু ঝান্টে এৰা মোক।
সন্ধুকি বসিলা পাছে ৰামে তেজি শোক॥ ৫৮৭
কণ্ঠৰ নোহ্লাই বাণী যেন ভৈল জ্বৰ।
বোলন্তে বোলন্তে পাছে চিত্ত কৰি দঢ়॥
লোতকে তিতিল মুখ মুচিলা আঞ্চলে।
বুলিবে লাগিলা ৰামে নয়ন সজলে॥ ৫৮৮
দেৱ ধৰ্ম্ম সমস্ত সমাজে হুইবা সাখী।
সোদৰৰ মৰ্ম্মছেদ কৰো সত্য ৰাখি॥
জানিয়া সমান আবে বদ্ধ পৰিত্যাগে।
এৰিলো লক্ষ্মণ তোক যেন হৌক ভাগে॥ ৫৮৯
এতেক বোলন্তে মৰ্ম্মে ছানিলেক গাৱ।
নিঢালে পৰিল ৰাম মৃতক স্বভাৱ॥
নেখেলায় প্ৰাণবায়ু যেন বজ্ৰপাত।
ভৰন্ত কান্দন্ত যেন পৰিল নিৰ্ঘাত॥ ৫৯০
ৰামে তেজিলন্ত জানি তেখনে লখাই।
শৰীৰৰ অলঙ্কাৰ পেহ্লাইল খসাই॥
দিব্য বস্ত্ৰ এৰি লৈল মলিন বসন।
কৰিলন্ত মাতি ভৰতক সম্ভাষণ॥ ৫৯১
হাতে তৃণ ধৰিয়া কৰোহো কাউ বাউ।
মোক চিন্তা এৰিয়া ৰামক ভালে চাউ॥
সাৱধানে থাকিবা লাগিল হেৰা দিন।
এহি বুলি ৰামক কৰিলা প্ৰদক্ষিণ॥ ৫৯২
চৰণৰ ধূলি তুলি মাখিলন্ত মাথে।
আছন্ত তবধ হুয়া পৰি ৰঘুনাথে॥
কৰযোৰ কৰি পাছে বুলিলা লখাই।
জন্মে জন্মে বান্ধৱ তুমিসি হৈবা ভাই॥ ৫৯৩
তোমাৰ কনিষ্ঠ মই হুইবো দাস প্ৰায়।
এহি দুই চৰণক সেবিবো সদাই॥
কৰিলো মেলানি দদা থাকিয়োক বুলি।
ডুনাই ডুনাই দুয়ো চৰণৰ লৈলা ধূলি॥ ৫৯৪
পাত্ৰ মন্ত্ৰী সবাকো বুলিলা হিত বাক।
চাইবা সবে মিলি মোৰ প্ৰাণৰ দদাক॥
এহি বুলি লক্ষ্মণে ছিণ্ডিলা মোহপাশ।
অধোমুখে মৌন হুয়া লৰিলা নিৰ্ব্বাস॥ ৫৯৫
ঢাকি কান্দে প্ৰজা ধাতু সম্যকে উৰিল।
অন্তেষ পুৰত উৰ্ম্মি ৰোলেক উঠিল॥
অযোধ্যাক যুৰি যেন হাৰালত গুৰি।
হা বাপ লখাই আজিসি যাস এৰি॥ ৫৯৬
হৰি হৰি কিনো ইটো বিধিৰ কপট।
ৰাঘৱ প্ৰভুত ভৈল এনুৰা দুৰ্ঘত॥
দণ্ডে যুগ যায় একে সীতাৰ সন্তাপে।
লখাই বিনি কিমতে জীৱন্ত আবে বাপে॥ ৫৯৭
এহিমতে শোকে লোক কান্দে অবিচ্ছেদ।
লক্ষ্মণে গৈলন্ত হৃদয়ত দিয়া খেদ॥
উজাই কতো দূৰ সৰযূৰ তীৰি তীৰি।
বসিলা লক্ষ্মণ পাছে পদ্মাসন ভিৰি॥ ৫৯৮
নিয়মিলা নৱদ্বাৰ কৰি থিৰ বুদ্ধি।
ধৰিলা ধাৰণা প্ৰাণবায়ুক নিৰোধি॥
ইন্দ্ৰ আদি দেৱে পুষ্প বৰিষিলা শিৰে।
পৰম ৰূপক চিন্তিবাক লৈলা বীৰে॥ ৫৯৯
উৰ্দ্ধক ক্ষেপিয়া প্ৰাণ কৰিলন্ত ত্যাগ।
মূৰ্দ্ধাস্ফুটি বজাইল পৰম তেজ ভাগ॥
ভৈল দিব্য দেহা কোটি সূৰ্য্যৰ জেউতি।
ইন্দ্ৰ আদি দেৱে কৰিলন্ত স্তুতি নতি॥ ৬০০

বাইল দিব্য বাদ্যচয় ছানিয়া গগন।
স্বৰ্গক গৈলন্ত দিব্য বিমানে লক্ষ্মণ ॥
ত্ৰিদশ দেৱতা দেখি কৃত্যকৃত্য ভৈল।
লক্ষ্মণৰ কথা আবে এহি মানে গৈল ॥ ৬০১
শুনা সভাসদ সবে ৰামায়ণ কথা।
ৰাম লক্ষ্মণৰ হেন মিলিল অৱস্থা ॥
ইটো গৃহবাস সামান্যৰ কোন লেখা।
স্বপনৰ সম নিধি ধন জন দেখা ॥ ৬০২
দুৰ্ঘোৰ মৃত্যুক কিয় নাকলিয় কাছে।
হেন জানা অন্তকে কেশত ধৰি আছে ॥
আউৰ এক্ৰৱস্থা নাহি কালৰ হাতৰ।
পৰম বান্ধৱ একে মাধৱত পৰ ॥ ৬০৩
হেন জানি দিয়া ৰাম চৰণত চিত্ত।
কৰা পান ৰামনাম পৰম অমৃত ॥
বিচাৰি বেদৰো দেখা এহিসে যুগুতি।
ৰামৰ নামেসে দেই পৰম মুকুতি ॥ ৬০৪
বিষয় বিলাসে নিলা ইহেন জন্মক।
ছাইৰ অৰ্থে পোৰে যেন জাতি চন্দনক ॥
মহাৰত্ন মণি যেন সম নাই মোলে।
তাক সলাই আনি কাচমনি পিন্ধে গলে ॥ ৬০৫
একে কাকমাংস সিয়ো আৰ্হ্য কুকুৰৰ।
আতি অল্প সিয়ো দেখা মুহিকে বিস্তৰ ॥
তাকো মহাপ্ৰবন্ধ কৰিয়া নপাই লাগ।
যদি পাৰৈ তাকো আসি আনে খোজে ভাগ ॥ ৬০৬
সেহিমতে বিভৎস বিষয় যত সুখ।
তাকে লাগি হোৱা কেনে কৃষ্ণত বিমুখ ॥
কৃষ্ণৰ কিঙ্কৰে কহে ইসে তত্বসাৰ।
বোলা ৰাম ৰাম এৰা পাপৰ ভণ্ডাৰ ॥ ৬০৭

---

লক্ষ্মণ বৰ্জনত ৰামৰ খেদ

দুলড়ী

লক্ষ্মণৰ কথা এহিমানে গৈল
ৰামৰ শুনা বিলাই।
শোকসাগৰত গৈল ভগ্ন প্ৰভু
শ্ৰুতি জ্ঞান আউৰ নাই ॥
লক্ষ্মণৰ শোক প্ৰচণ্ড বাতাসে
সীতাৰ সন্তাপ আগি।
শুখান অৰণ্য ৰামচন্দ্ৰ [illegible]
দহে হৃদয়ত লাগি ॥ ৬০৮
যেতিক্ষণে এৰি লক্ষ্মণ গৈলন্ত
মৰিল ৰাম সমূলি।
উঠি উঠি লুটি পৰিয়া কান্দয়
হা প্ৰাণ লখাই বুলি ॥
পৰিছেদা কৰি আজি সি তেজিলি
ভৈয়াই ইজন্মক লাগি।
তোহোৰ সন্তাপে প্ৰাণ ধৰো [illegible]
নগৈল হৃদয় ভাগি ॥ ৬০৯
পিতৃ মাতৃ মোৰ মৰিল তেজিয়া
জানকী গৈল পাতালে।
সন্তাপিলো তাকো তই এৰিলাহে
আবেসে এৰিলে কালে ॥
দণ্ডকা বনতো তই সি প্ৰাণ [illegible]
জুকৱাইলি মোৰ শোক।
দুখৰ সহায় কৈ গৈলে লখাই
অনাথিতি কৰি মোক ॥ ৬১০
কিনো সুলক্ষণ [illegible]
তোৰ গুণ কৈবো কত।
তাতৃ মাতৃ ৰাজ্য তেজি [illegible]
তই [illegible] মোৰ [illegible]

সীতাক আমাক উপকাৰ কৰি
ফুৰিলি ভৃত্য সমান।
সি সব সুমৰি কিয় নযাও মৰি
ৰহি আছো এভো প্ৰাণ ॥ ৬১১
[illegible]লো ভৈয়াই মোহোৰ চিন্তাই
মৰিবি তয়ো বনত।
[illegible]বো খেদি তোক যেন যুৱাই হৌক
মোহোৰ তোৰে লগত ॥
পাত্ৰ মেলেকক বোলন্ত সম্বৰে
সম্ভাৰ আনিয়ো সাজি।
[illegible]ল বিচাৰি ৰাজদণ্ড পাট
ভৰতক দিবো আজি ॥ ৬১২
[illegible]লোকে মোক উতপাত কৰে
স্বৰ্গক যাইবাক লাগি।
[illegible]সে সিয়াৰি উপায় কৰিলে
ভৈয়াইৰ বিৰহ আগি ॥
[illegible] শৰীৰ চিত্ত নুহি থিৰ
নেদেখি লথাইক মযো।
[illegible]সিয়ো সম্বৰে ভৈয়াই ভৰত
তোক অভিষেক কৰো ॥ ৬১৩
[illegible] শোকে নপাৰো ৰহিবে
দহয়ে হাড়ৰো মজ্জা।
[illegible] পাইলে কালে জানিয়া সকালে
[illegible] পাটত ৰাজা ॥
[illegible] বচনে বীৰ ভৰতৰ
লাগিল শ্ৰাৱন্ত জুই।
[illegible] কৰি ক্ৰন্দন কৰিয়া
বোলন্ত অঞ্জলি দুই ॥ ৬১৪
[illegible] আমাক বুলিলাহা হেন
[illegible] নিকাৰুণ কায।
[illegible] চৰণ [illegible] [illegible]
[illegible] ৰাজ ॥

লৱক কুশক থাপি দিয়ো ৰাজ্য
মোৰ নাই আন ইচ্ছা।
চলিবো লগত তোমাৰ শপত
মাতো যেবে মই মিছা ॥ ৬১৫
ৰাঘৱ চলিবা অযোধ্যা এৰিবা
সবে নিষ্ট বাৰ্ত্তা পাইল।
যত নৰ নাৰী শিশু আগ কৰি
দ্বাৰত আসি জন্তাইল ॥
উৰ্ম্মি কৰি লোকে কান্দিবে লাগিল
পোৰে সবে সৰ্ব্ব আঙ্গ।
আমাক এৰিয়া যাইবে খোজা নাথ
মাথাত মাৰিয়া দাঙ্গ ॥ ৬১৬
তুমি সি আমাৰ মুখ্য প্ৰাণ প্ৰভু
স্বৰূপ কৰিলো হিয়া।
নচাৰিবো লাগ ভকতক ত্যাগ
নকৰি লগতে নিয়া ॥
এহি বুলি প্ৰজা আবাৰ কৰয়
হুয়া সবে এক জৰি।
ভিতৰতো পাত্ৰ মন্ত্ৰীগণো কান্দে
ৰামৰ পাৱত পৰি ॥ ৬১৭
বশিষ্ঠ বোলন্ত শুনা ৰঘুপতি
আবে হুইবে কোন কায।
তোমাৰ বিয়োগে প্ৰজা নি[illegible]বেক
মৰিবে সমস্তে ৰাজ ॥
তুমি কৃপাময় পূৰুষ প্ৰজাৰ
পূৰা মনোৰথ নাথ।
হেন শুনি গুণি আছে পাছে প্ৰভু
ৰাঘৱে তুলিলা মাথ ॥ ৬১৮
বোলন্ত শুনিয়ো পাত্ৰ মন্ত্ৰী লোক
কেন অভিমত কায।
কৰি কৰযোৰ পৰিয়া তুমিত
বিনায়ে পাত্ৰ সমাজ ॥

প্ৰভুৰ পাশত এতেক গোচৰ
যদি অনুগ্ৰহ থাকে।
সপুত্ৰ বান্ধৱে চলিবো লগত
নিয়োক নাথ আমাকে॥ ৬১৯

নিশ্চয় জানিলো জনেকো নিজীবো
যদি তেজি যাহা তুমি।
দেখি অনুৰাগ লোকৰ ৰাঘৱ
কান্দিলন্ত হুমহুমি॥

বোলন্ত শুনিয়ো পাত্ৰ মন্ত্ৰী মোৰ
যত লোক অযোধ্যাৰ।
ঝাণ্টে হোৱা সাজ যাইবে খোজা যেৱে
লগত সবে আমাৰ॥ ৬২০

যত পশু পক্ষী বৃক্ষ অযোধ্যাৰ
জীয়া জন্তু যত প্ৰাণী।
সমস্ত নগৰে সাজোক সত্বৰে
আজ্ঞা মোৰ নিষ্ট জানি॥

লোকেসে আমাক নেৰে যেবে আমি
তেজি যাইবো কোন সতে।
সত্যে সত্যে বোলো হৌক যেই লাগে
প্ৰজাৰ ইটো লগতে॥ ৬২১

শুনিয়া জোকাৰ প্ৰজায়ে পাৰয়
জয় জয় ৰাম বুলি।
প্ৰভুৰ লগত যাইবো আনন্দত
যেন নাচে হাত তুলি॥

যত নৰ নাৰী আবাল পৰ্য্যন্তে
অযোধ্যা মধ্যত বসি।
নাপিতক মাতি কাম কৰাই আতি
গাৱে তৈল কুড় ঘসি॥ ৬২২

স্নান কৰি জলে সৰ্ব্বস্ব সকলে
ব্ৰাহ্মণক দান কৰে।
পিন্ধি ধৌত বস্ত্ৰ ভূষিত চন্দনে
আনন্দে চিত্ত নধৰে॥

অলঙ্কাৰে সবে শৰীৰ ভূষয়
যাৰ যেন মন আছে।
অনেক উৎসৱে অযোধ্যাৰ লোকে
স্বৰ্গক যাইবাক কাছে॥ ৬২৩

শুনা সভাসদ ৰামায়ণ পদ
পাতকৰ ধূমকেতু।
অপাৰ সংসাৰ সুখে হোৱা পাৰ
ৰাম নামে বান্ধি সেতু॥

দুষ্ট কলি সৰ্পে সবাকো দংশিলে
ভৈল শ্ৰুতি হতবুদ্ধি।
ৰাম নাম ইটো অমৃত বিনাই
নাহি নাহি মহৌষধি॥ ৬২৪

যতেক পাতেক সংহৰিবে পাৰে
ৰামৰ নামে সম্প্ৰতি।
ততেক পাতেক কৰিবে পাপীৰ
বাপৰ নাহি শকতি॥

অগনিক যেন তৃণে নোজোৰয়
পাপৰো তেহ্নয় নাম।
ইসি ধৰ্ম্ম নিজ মুকুতি বাণিজ্য
জানি বোলা ৰাম ৰাম॥ ৬২৫

---

লৱ-কুশৰ ৰাজ্যাভিষেক আৰু
ৰামচন্দ্ৰৰ লক্ষ্মণৰ অন্বেষণ

পদ

শুনিয়োক পাছ কথা আত অনন্তৰে।
লক্ষ্মণৰ শোকে স্বস্থ নৈভৈল ৰামৰে॥
কেতিক্ষণে গুচে হেন মনত বিচাৰি।
লৱক কুশক এৰি দিলা দণ্ড পাটি॥ ৬২৬
বিন্ধ্য পৰ্ব্বতৰ কোলে পুৰী কুশাৱতী।
তথাত পাতিলা নিয়া কুশক নৃপতি॥
শ্ৰাৱস্তী নগৰে ভৈলন্ত লৱ [illegible]
দিলা দুইকো বিভাজিয়া পদ [illegible]

সুৱৰ্ণ ৰজত ৰত্ন অলেখ ভণ্ডাৰ।
দিলা সবে বান্টি দিব্য বস্ত্র অলঙ্কাৰ ॥
নথৈলন্ত ঘাটি ৰামে পুত্র স্নেহে আতি।
কৰিলা আশ্বাস দুয়ো তনয়ক মাতি। ৬২৮
নকৰিবা দন্দ্ব বাদ ৰাজ্যৰ নিদানে।
কালক বঞ্চিবা দুয়ো একে জীৱ প্ৰাণে ॥
দুইত পৰে দুইহানো কুটুম্ব আউৰ নাই।
অল্পতে ছেগুৰা ভৈলে দুইহন্তো পুতাই ॥ ৬২৯
দাৰুণী জানকী এৰি পশিল পাতাল।
নপাইলো কৰিবে আবে মই প্ৰতিপাল ॥
বিধাতা দণ্ডিলে বুলি পুত্র দুইক ধৰি।
কান্দিলন্ত মকামকি সীতাক সুমৰি ॥ ৬৩০
হা বান্ধে যেতিক্ষণ তেজিলি আমাকে।
এতেকে জানিলো পাইলে পৰম বিপাকে ॥
কতেক পাতেক কৰি আছো মহা ঘোৰ।
আপদৰ উপৰি আপদ মিলে মোৰ ॥ ৬৩১
মজিলো সীতাৰ তাপে অপাৰ সাগৰে।
খাই লক্ষ্মণৰ শোক কুম্ভীৰ মগৰে ॥
পুনৈ পুত্র ত্যাগ দুখ অগনি বাঢ়ৰ।
হৈবেক নবৈল আৰ মোৰ পৰাভৰ ॥ ৬৩২
আবে দুই পুতাই পৰিচ্ছেদা দেখা মোক।
তোমাসাক তেজি যাওঁ ময়ো পৰলোক ॥
এতেক বোলন্তে শোক অগনি গৈল জ্বলি।
তিনি বাপে পুতে কান্দিলন্ত গলাগলি ॥ ৬৩৩
বুজান্ত বশিষ্ঠ শুনা কৌশল্যা নন্দন।
যেন ভৈল ভৈল আবে তেজিয়ো ক্রন্দন ॥
আখি মুখ মুছি পাছে দশৰথ সুত।
মথুৰাক লাগি শীঘ্রে পঠাই দিলা দূত ॥ ৬৩৪
সত্বৰে আসোক শত্রুঘন প্ৰাণ ভাই।
নজানিলা বাপু মোৰ যি ভৈল বিলাই ॥
এৰিলে লখাই ময়ো যাওঁ পৰলোক।
ঝাল্লি দিন কৰি আসি আমাক দেখোক ॥ ৬৩৫

শুনি গৈল দূত দিন নিশা নাই সুস্থ।
কহিলেক কথা শত্রুঘনত সমস্ত ॥
লক্ষ্মণৰ শোকে স্বৰ্গ যান্ত ৰাম ৰাজা।
তুলত ভৰত যত অযোধ্যাৰ প্ৰজা ॥ ৬৩৬
কুশ লৱ দুই কুমাৰৰ অভিষেক।
সকলো বৃত্তান্ত দূতে কথা কহিলেক ॥
শুনি শত্রুঘনে কান্দিলন্ত আতিশয়।
আবেসে মিলিল আমাথেৰ কুল ক্ষয় ॥ ৬৩৭
পাত্র মন্ত্রী সবাতো কহিলা কথা যত।
বুলি মাতি পুত্র দুইক থৈলন্ত ৰাজ্যত ॥
আন ৰথ বুলি সাৰথিক লাগি চাইল।
তেজী ঘোৰে যুৰি ৰথ সাৰথি যোগাইল ॥ ৬৩৮
চড়িলন্ত তাতে হাতে ধৰিয়া ভাৰ্য্যাক।
দিনে ৰাতি ৰথ ডাকি পাইলা অযোধ্যাক ॥
সেহি বেলা ৰামে চলিবাক সাজ হুই।
স্নান কৰি পিন্ধিলন্ত ধৌত বস্ত্র দুই ॥ ৬৩৯
ভৈলা নিৰাহাৰ ৰাম জগত ঈশ্বৰ।
জ্বলন্ত অগ্নিৰ বৰ্ণ কান্তি কলেৱৰ ॥
শত্রুঘন দেখি আসি নমিলন্ত মাথে।
গলে বান্ধি তাঙ্ক কান্দিলন্ত ৰঘুনাথে ॥ ৬৪০
মইসি ৰাক্ষসে খাইলো সোদৰ ভৈয়াইক।
চক্ষুয়ে দেখিবে বাপু নপাইলো লখাইক ॥
আউৰ ছাৰ জীৱনত নাহি মোৰ কায়।
ধৰিলো লখাইৰ পথ তেজি ইটো ৰাজ ॥ ৬৪১
চলিবাক প্রতি উত্তৰিল ৰাঘৱৰ।
আগে পৰি শত্রুঘনে কৰন্ত কাতৰ ॥
মোকো সঙ্গে নিয়ো দদা চৰণত ধৰো।
তুমি অবিহনে অকাৰণে মইও মৰো ॥ ৬৪২
বুলিলন্ত আশ্বাস ভ্রাতৃক প্রভু ৰাম।
হৌক সিদ্ধি তোৰ অভিমত সব কাম ॥
নকৰি বিলম্ব বাপ সাজিয়ো সত্বৰে।
শুনা পাছ কথা আবে আত অনন্তৰে ॥ ৬৪৩

যত ঋক্ষ ৰাক্ষস যতেক কপি বৰ্গ।
নিশ্চয়ে জানিলে ৰাম স্বামী যান্ত স্বৰ্গ॥
পৰম বিষাদ আসি মিলিল মনত।
কান্দন্তে পৰিল আসি ৰামৰ আগত॥ ৬৪৪
বিভীষণ সুগ্ৰীৱ অঙ্গদ জাম্বৱন্ত।
নল নীল মুখ্য আনো কপি অপৰ্য্যন্ত॥
কান্দি কান্দি কহন্ত মাতিত নমাই মাথ।
আমাক কাহাক দিয়া যাহা ৰঘুনাথ॥ ৬৪৫
যেবেসে যাইবাক খোজা আমাসাক ছাৰি।
এতিক্ষণে মুণ্ডত মাৰাহা তেবে বাৰি॥
তোমাক নেদেখি প্ৰাণ ৰাখো কেনমতে।
যাইবো সকুটুম্বে বাপ তোমাৰ লগতে॥ ৬৪৬
তুমি অবিহনে বাপ মিলিবে মৰণ।
যি দিন দেখিলো ইটো তোমাৰ চৰণ॥
গৃহতো নাহিকে সুখ সেহি দিনা হন্তে।
দণ্ডে যুগ তযু পদ নেদেখি থাকন্তে॥ ৬৪৭
হেন জানি বাপ আবে নবধিবা প্ৰাণে।
সবান্ধৱে যাইবো আমি যাহা যিটো থানে॥
যেনে লাগে লগতে খপিবো বনবাস।
আশা নকৰিবা ভঙ্গ ভৈলো তযু দাস॥ ৬৪৮
কান্দে সবে এহিমতে মনত অসুখে।
প্ৰবোধন্ত ৰামে পাছে মনত আসুখে॥
শুনিয়ো সুগ্ৰীৱ সখি সূৰ্য্যৰ নন্দন।
মোহোৰ শপত আউৰ নকৰা ক্ৰন্দন॥ ৬৪৯
বিপদ বান্ধৱ তুমি বানৰ ভালুক।
নকান্দা নকান্দা আবে হৈয়োক নিচুক॥
তুমি সবে যেবে আবে নেবিলা আমাক।
কোন সত্তে এৰি যাইবো মই তোমাসাক॥ ৬৫০
সম্বৰে সাজিয়ো আজি যাৰ যাইবে লাগে।
তোমাসাৰ লগে যেন যুৱাই হৌক ভাগে॥
প্ৰাণতো অধিক প্ৰিয় ভকত আমাৰ।
সত্যে সত্যে নেবিবো কৰিলো অঙ্গীকাৰ॥ ৬৫১

ঐত থাকে মানে যত ভালুক বানৰ।
আউৰ কেহো নুবুলিবা বাক্য মানুষৰ॥
আপোনাৰ জাতি ভাষে ৰৱিবে বচন।
হেন শুনি ভৈল সবে হৰিষিত মন॥ ৬৫২
কৈবা প্ৰাণ মিত্ৰ বিভীষণ লঙ্কেশ্বৰ।
থাকৈ ইটো যাবদেকে চন্দ্ৰ দিৱাকৰ॥
তাৰে তুমি লঙ্কাত ভুঞ্জিয়ো ৰাজ্যভোগ।
তোমাক নপাউক উপসৰ্গ জ্বৰা ৰোগ॥ ৬৫৩
শুনা বৃদ্ধ জাম্বৱন্ত মহা হিতকাৰী।
তোমাৰ গুণক আমি সুজিতে নপাৰি॥
যাৱদেকে নুহিকে প্ৰলয় উপস্থিত।
তাৰে তুমি আৰোগ্যে থাকিয়ো পৃথিবীত॥ ৬৫৪
জাম্বৱন্ত বিভীষণ নকৰিবা খেদ।
হেৰ, দিলো আপুনি স্বৰূপ পৰিছেদ॥
আউৰ তুনাই তুয়ো মোক নেদিবা উত্তৰ।
শুন হনুমন্ত বাপ বায়ুৰ কুমাৰ॥ ৬৫৫
কৰিলি যতেক তই মোক উপকাৰ।
কিছু সুজা নগৈলা থাকিল মোত ধাৰ॥
তোৰ গুণ মোৰ মুখে বৰ্ণাইবো কত্তেক।
অচলা ভকতি মোত থাকিল প্ৰত্যেক॥ ৬৫৬
যাৱে ৰামায়ণ মোৰ প্ৰচাৰে ভূমিত।
তাৰে তুমি অপ্ৰয়াসে থাকা পৃথিবীত॥
ভকতিক প্ৰবৰ্ত্তায়া বায়ুৰ কুমাৰ।
মোক কল্প অৱসানে পাইবে দিলো বৰ॥ ৬৫৭
শুনি মাৰুতিৰ মহা মিলিল সন্তাপ।
মোক তেজি যাইবে খোজা জগতৰ বাপ॥
নিজীবো নেদেখি এই দুখানি চৰণ।
কান্দন্ত আবেসে মোৰ মিলিল মৰণ॥ ৬৫৮
মাৰুতিক ধৰি ৰামে কৰন্ত ক্ৰন্দন।
বোলন্ত শুনিয়ো বাপ বায়ুৰ নন্দন॥
মোহোৰ নিমিত্তে শোক কৰ বাপ [illegible]।
যথাত ভকত থাকে তৈত্তে [illegible]

পৰম কল্যাণে থাক সবান্ধৱে কপি ।
নেদিবা উত্তৰ আউৰ মোক পুনৰপি ॥
এহিবুলি ৰামচন্দ্ৰ উঠিলা সচলে ।
লক্ষ্মণক দেখিবাক পৰম বিকলে ॥ ৬৬০
শুক্ল বস্ত্ৰ পৰিধান ভৈলা কুশহস্ত ।
ধৰিলেক লাগ আসি নগৰী সমস্ত ॥
শোভৈ ধৌতবস্ত্ৰে আতি যত প্ৰজাচয় ।
যেহি দিকে দেখে সবে বগা ধৌতময় ॥ ৬৬১
ৰাঘৱো পাইলন্ত পাছে সৰযূৰ তীৰ ।
লক্ষ্মণৰ শোকে কৰে দগধ শৰীৰ ॥
হা বাপ ভৈয়াই তই গৈলে কোন থান ।
কৰন্ত সন্তাপ তাপে ফুটে যেন প্ৰাণ ॥ ৬৬২
খোজ গুৰি লক্ষ্মণক বিচাৰিয়া চাও ।
চক্ষুগোটে হেনবা ভৈয়াইক দেখা পাও ॥
এহি বুলি লৰিলা ৰাঘৱ বনমালী ।
সৰযূৰ তীৰে তীৰে খোজক নিহালি ॥ ৬৬৩
কৈতনো আছস ভৈয়াই যান্ত উকিয়াই ।
মোক দেখা দে ঐ প্ৰাণৰ লখাই ॥
তোহোৰেসে শোক সবে শৰীৰ দহয় ।
চাও চক্ষুগোটে তোক জুৰাউক হৃদয় ॥ ৬৬৪
লক্ষ্মণ লক্ষ্মণ বুলি দিয়া যান্ত গেৰি ।
কৈতনো আছস আবে বাপ মোক এৰি ॥
সুবুজস মাত মই তোৰ শ্ৰেষ্ঠ ভাই ।
কিয়নো নেদস মাত বনৰ বজাই ॥ ৬৬৫
এহিমতে কান্দি কান্দি যান্ত তীৰি তীৰি ।
দেখন্ত লক্ষ্মণ আছে পদ্মাসন ভিৰি ॥
এহি মোৰ ভাই ধাতু নামিল সমূলি ।
দিলন্ত লৰৰ ৰাম জীলো জীলো বুলি ॥ ৬৬৬
আথে বেথে বান্ধিলন্ত গলত ৰাঘৱ ।
দেখন্ত নাহিকে প্ৰাণ আছে মৰা শৱ ॥
ছুনাই দশগুণে শোক অগ্নি গৈল জ্বলি ।
শৱকে সাৰটি প্ৰভু পৰিলন্ত ঢলি ॥ ৬৬৭

নাই যেন শ্ৰুতি জ্ঞান ৰামো গৈলা অৰি ।
শত্ৰুঘন ভৰতে কান্দন্ত দুইকো ধৰি ॥
কান্দে পৰি পৰি প্ৰজা প্ৰাণ যাই ফুটি ।
নিৰন্তৰে নাৰীৰ হৃদয়ে হানে মুঠি ॥ ৬৬৮
হা প্ৰাণনাথ নেদেখিলো আমি আজি ।
তোমাৰ মৰণে এভো আছো প্ৰাণ ৰাখি ॥
দাৰুণ হৃদয় কিয় এভো নযায় ভাগি ।
নিজ প্ৰজা এৰি গোসাই গৈলা কৈক লাগি ॥ ৬৬৯
এহি বুলি বালিত বাগৰি ফুৰে লোকে ।
জুই যেন জ্বলে লক্ষ্মণৰ সিটো শোকে ॥
কান্দে বেঢ়ি ভালুক বানৰ কোটি কোটি ।
স্বৰ্গক লঙ্ঘিলে ক্ৰন্দনৰ উৰ্ম্মি উঠি ॥ ৬৭০
শুনা সভাসদ ইটো ৰামায়ণ কথা ।
দেখা অন্তকালে কেন ৰামৰ অৱস্থা ॥
পৰিল ই পৰা সেই মৰণ বিঘাট ।
নপাৰি তৰ্কিবে আক কৃষ্ণৰ মায়াত ॥ ৬৭১
জানিয়া কৃষ্ণত কৰা একান্ত ভকতি ।
কলিত হৰিৰ নাম কীৰ্ত্তনত গতি ॥
আউৰ ধৰ্ম্ম কলিত নামত পৰে নাই ।
এভো তেবে শাস্ত্ৰৰ সুবুজি অভিপ্ৰায় ॥ ৬৭২
সত্য যুগে পূজে বিষ্ণু ধৰিয়া সমাধি ।
মহা মহা যজ্ঞ ত্ৰেতা যুগত আৰাধি ॥
যেন গতি দ্বাপৰত পূজি ভক্তিভাৱে ।
কলিত কীৰ্ত্তন কৰি সবে ফল পাৱে ॥ ৬৭৩
এতেকেসে কলি শ্ৰেষ্ঠ চাৰি যুগ মাজে ।
প্ৰশংসে কলিক মহা মহন্ত সমাজে ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কীৰ্ত্তনতে পায় ।
কলিত পৰম মুখ্য তৰণ উপায় ॥ ৬৭৪
জানি অপ্ৰমাদে তৰা হৰি নাম ধৰি ।
যাৰ ভয়ে অন্তক কাম্পন্ত থৰথৰি ॥
জগত বান্ধৱ ইটো মাধৱৰ নাম ।
শঙ্কৰে বটিলা ডাকি বোলা ৰাম ৰাম ॥ ৬৭৫

লক্ষ্মণৰ শৱদাহন আৰু প্ৰেতকাৰ্য্য সমাপন

ছুলড়ী

শুনা পাছকথা ৰামৰ অৱস্থা
যেন ভৈল সিটো থানে।
ৰামে লক্ষ্মণক আলিঙ্গি আছিলা
পৰি দণ্ড দুই মানে॥
কতোক্ষণে পাছে চেতন লভিয়া
বাতুল যেন চেষ্টান্ত।
ৰাৱণে আৰকা শকতি হানিলে
ভৈয়াইৰ ভৈল উপান্ত॥ ৬৭৬
শুনিয়ো সুষেণ বৈদ্য ঔষধক
কথা কৈয়ো কেন ঠান।
হনুমন্ত বাপ বিলম্ব নকৰি
বিশল্যকৰণী আন॥
সীতাক চাহন্তে লখাইক হৰাইলো
কৰিবো কোন উপায়।
অযোধ্যাত আবে কিমতে জীবন্ত
শুনিয়া সুমিত্ৰা আই॥ ৬৭৭
উঠিয়ো লখাই প্ৰাণ ফুটি যায়
তোৰেসে দাৰুণ শোকে।
কিনো অপৰাধ বান্ধৱ কৰিলো
কিয় নমাতস মোকে॥
দিব্য শয্যা এৰি নিৰ্যাণত পৰি
কতনো পাব ঘুমটি।
নজাগে সমুলি উঠ উঠ বুলি
তোলন্ত কতো সাৱটি॥ ৬৭৮
অযোধ্যাৰ লোকে তোকে বেঢ়ি আছে
চাউ চক্ষু মেলি বাপ।
নিৰন্তৰে ৰাজ নাৰী কান্দি মৰৈ
তোৰেসে কৰ্য়াই আলাপ॥

জানো মোত ৰোষে নমাত ভৈয়াই
নিৰ্ব্বাস দিবাৰ পদে।
মোৰ নাই দোষ দুৰ্ব্বাসা জাকৰে
পেহ্লাইলে তোক আপদে॥ ৬৭৯
আইল ধুমকেতু তাহাৰেসে হেতু
কৰিলোহো মৰ্ম্মছেদ।
মোক অপযশ দিয়া নমাতস
আতেসে হৃদয় খেদ॥
যোনো ধ্যান কৰি বায়ু আছ ধৰি
তাতেসে নাসে উশাস।
জানিলো মৰিলি আবেসে কৰিলি
সমুলঞে মোক নাশ॥ ৬৮০
দণ্ডকা ভ্ৰমন্তো লগতে আছিলি
নেৰিলি ক্ষণেকো সঙ্গ।
ছোট হন্তে তোৰ পিতৃতো অধিক
মোতসে আছিল আসঙ্গ॥
আবে কিনো ভৈলে মোক তেজি গৈলে
কিনো তোৰ বজ্ৰ হিয়া।
কান্দন্ত সন্তাপে জগতৰ বাপে
ভাইৰ মুখে মুখ দিয়া॥ ৬৮১
প্ৰাণৰ লক্ষ্মণ তোক পঠাই বন
দিনতে দুই চক্ষু খাইলো।
মোহোৰ শোকত প্ৰাণে ভৈলি হত
দেখিবে তোক নপাইলো॥
প্ৰসিলেক কালে তোহোৰ সন্তাপে
মই কৈত ৰৈবো ক্ৰুৰ।
এতো হেন কৰ আমাকো উদ্ধৰ
লগে যাওঁ যমপুৰ॥ ৬৮২
হেনবা তোহোৰ সন্তাপ পাসৰা
লগে লৈয়া যাহা মোক।
ৰাম লক্ষ্মণৰ ভাই [illegible]
প্ৰশংসে [illegible]॥

তোৰ এহু হিয়া মোক কাক দিয়া
কোন সতে যাস এৰি ।
ফুকিতে কান্দন্ত তাপত পাৰন্ত
লখাই লখাই বুলি গেৰি ॥ ৬৮৩
কৈৰা মন্ত্ৰীচয় চিতা সজালিয়ো
তাতে দুই ভাইক তুলি ।
কিয় আছা চাই অগনি লগাই
লগে মাৰা মোক পুলি ॥
আউৰ কদাচিতো লাগ লক্ষ্মণৰ
নছাৰিবো মই কোল ।
হেন শুনি সবে কান্দে আৰ্ত্তবাৰে
উথলিলা উৰ্ম্মিৰোল ॥ ৬৮৪
বশিষ্ঠে বুজান্ত প্ৰভু ৰঘুনাথ
থিৰ কৰা তুমি চিত্ত ।
বিমৰিষ মনে বিস্তৰ ক্ৰন্দনে
মৃতকৰ নোহে হিত ॥
যেন লাগে বাপ প্ৰেতকাৰ্য্য কৰা
ইমত সন্তাপ এৰা ।
সবেয়ো মৰিব আবে কি কৰিব
কালত নাহিকে বৰা ॥ ৬৮৫
দিব্য দেহাধৰ লক্ষ্মণ কুমাৰ
আপেখি সঙ্গ তোমাৰে ।
জ্ঞান দৃষ্টি দেখো লক্ষ্মণ স্বৰ্গত
আছন্ত ইছিতি কাৰে ॥
অন্তে ভ্ৰাতৃৰ লভিবা সঙ্গতি
তেজিয়ো বাপ বিলাপ ।
বশিষ্ঠৰ বোলে ৰাঘৱৰ কিছু
গুচিল চিত্তৰ তাপ ॥ ৬৮৬
পাছে ৰঘুপতি চিতা জ্বালি তৈতি
লখাইৰ দেহা দহিলা ।
[illegible] ৰঙ্গিনী তাৰে প্ৰিয়া পত্নী
[illegible] ভৈলা উৰ্ম্মিলা ॥

স্বামীৰ সমীপ পায়া অপ্ৰয়াসে
ভৈলা আনন্দিত অতি ।
যত প্ৰেতকাৰ্য্য সঙ্কলিল সবে
বিধিমতে ৰঘুপতি ॥ ৬৮৭
শুনা সবে নৰ ৰাম লক্ষ্মণৰ
কেন ভৈল আক দেখা ।
সদায় হাতাশ ইটো গৃহবাস
মনুষ্যৰ কোন লেখা ॥
লভিয়া ভাৰতে নৰতনু যিটো
নকৰে হৰি কীৰ্ত্তন ।
হৃদয়তে হৰি আছন্ত জানিয়া
নিচিন্তে তান চৰণ ॥ ৬৮৮
সিটো মূঢ়মতি এৰিয়া ভকতি
কৰ্ম্মত কৰে বিশ্বাস ।
তাক পৰিহৰা জীয়ন্তে মৰা
ভাতিৰ যেন নিশ্বাস ॥
হেন নিষ্ঠ জানি চিন্তা চক্ৰপাণি
হৰিৰ সুমৰি নাম ।
পুৰুষ উদ্ধাৰা আপোন নিস্তাৰা
ডাকি বোলা ৰাম ৰাম ॥ ৬৮৯

---

শ্ৰীৰামৰ স্বৰ্গ-গমন

পদ

আত অনন্তৰে শুনি সমস্ত সমাজ ।
সঙ্কলিলা ৰামে লক্ষ্মণৰ প্ৰেতকাষ ।
আউৰ সুখশান্তি নাই ৰাঘৱৰ মনে ।
নিশ্চয় কৰিলা প্ৰভু স্বৰ্গক গমনে ॥ ৬৯০
পুৰোহিত বশিষ্ঠক বুলিলা বচন ।
এৰি পৃথিবীক কৰো স্বৰ্গক গমন ॥
কৰাস্নোক যেন লাগে যাত্ৰাৰ বিধান ।
বিহিলন্ত বশিষ্ঠে বিশিষ্ট অনুষ্ঠান ॥ ৬৯১

দীপ ঘট দধি দুৰ্ব্বাক্ষতে ৰজ্ঞি থলি ।
চৰে সমে শাৰী শাৰী ৰোৱাইলা কদলী ॥
দিয়াইলা মণ্ডল আলি পথে থানে থান ।
ভৈল শুভক্ষণ ৰাঘৱত দিলা জান ॥ ৬৯২
কৰিলন্ত ৰামে সৰযূত পাছে স্নান ।
সুৱৰ্ণ ৰজত ৰত্ন কৰিলন্ত দান ॥
পিন্ধিলন্ত ধৌত দিব্য বস্ত্ৰ কচিকৰ ।
গন্ধে পুষ্পে মাল্যে অলঙ্কৃত কলেৱৰ ॥ ৬৯৩
কৰিলন্ত যাত্ৰা জগতৰে প্ৰভুৰাম ।
মাধৱ মাধৱ মুখে উচ্চৰন্ত ৰাম ॥
আপোনাৰ নিজ ৰূপ ধৰি হৃদয়ত ।
লৰিলন্ত ধৈৰ্য্যভাৱে সবাৰো আগত ॥ ৬৯৪
চতুৰ্ভিতি জয় জয় ৰাম মাত্ৰ শুনি ।
উচ্চৰন্ত মূলমন্ত্ৰ যত মহামুনি ॥
বেদমাতা সাৱিত্ৰী লৰিলা অগ্ৰদেশে ।
চলিল চাৰিয়ো বেদ ব্ৰাহ্মণৰ বেশে ॥ ৬৯৫
বাম পাশে লক্ষ্মী যান্ত জগত মোহিনী ।
দক্ষিণে চলন্ত আনো নাৰী বিতোপনী ॥
দিব্য ধনু শৰ পুৰুষৰ ৰূপ ধৰি ।
পাছত চলিলা ৰাঘৱক অনুসৰি ॥ ৬৯৬
আসিয়া আকাশী গঙ্গা সিঞ্চিলন্ত জল ।
মূৰ্ত্তিমন্ত মন্ত্ৰগণে পঢ়ন্ত মঙ্গল ॥
বসুমতী ভুতি নতি কৰন্ত একত্ৰ ।
বায় ধৰি উপৰত মেঘে শ্বেত ছত্ৰ ॥ ৬৯৭
সুগ্ৰীৱ প্ৰভৃতি যত বানৰ ভালুকে ।
চলে সালঙ্কৃত হৈয়া পৰম উৎসুকে ॥
কৰে কুলি মালি মহা জয় জয় নাদে ।
জীৱন্তে স্বৰ্গক পাইবো প্ৰভুৰ প্ৰসাদে ॥ ৬৯৮
শত্ৰুঘ্ন ভৰত ভকত যত ৰাজা ।
চৌপাশে উপাসি যায় অযোধ্যাৰ প্ৰজা ॥
পিন্ধি ধৌত কাপোৰ সকলে পৰিবাৰে ।
গন্ধে পুষ্পে ভূষিত্ত অমূল্য অলঙ্কাৰে ॥ ৬৯৯
ব্ৰাহ্মণৰ হাতে কৰে সৰ্ব্বস্ব উৎসৰ্গ ।
ৰামৰ প্ৰসাদে পাইবো জীয়ন্ততে স্বৰ্গ ॥
বাল বৃদ্ধ যুৱা জীৱ পিম্পৰা পৰ্য্যন্তে ।
চলি যাই ৰাঘৱৰ মহিমা কহন্তে ॥ ৭০০
ছাগ গৰু গাহ্ৰি গণ্ড গৱয় শৃগাল ।
কুকুৰ বিৰালি বৰা হৰিণৰ পাল ॥
ঘোটক কণ্টলা উট মেঠন মহিষে ।
যূথে যূথে হস্তী সব চলে সহৰিষে ॥ ৭০১
কাউৰ কৈৰা মৈৰা পাৰ পিৰিকা বৰজ ।
কোৰঞ্চ চকোৰ ফিঞ্চা পেঞ্চা ছেঞ্চাৰল ॥
সৰালি, শালিকা, সাৰু হংস জাই মৰা ।
বালিবণ্টা বটা, টুনি, টিপসি, টোকৰা ॥ ৭০২
ইসব প্ৰমুখ্যে পশু পক্ষী যত আছে ।
তৃণ, তৰু, লতাচয়ো চলে পাছে পাছে ॥
ৰামৰ প্ৰভাৱে ভৈল সবাতো চেতন ।
পৰম হৰিষে কৰৈ স্বৰ্গক গমন ॥ ৭০৩
কিৰীটি, কুণ্ডল মহা হেমময় হাৰে ।
চিকিমিকি কৰৈ ৰত্নময় অলঙ্কাৰে ॥
যায় মনে হৃষ্ট পুষ্ট ৰঙ্গে তুষ্টি চলি ।
তুলি ছত্ৰদণ্ড বাদ্যভণ্ড কুৰুস্থলি ॥ ৭০৪
ভৈলা ৰামচন্দ্ৰ ইন্দ্ৰ সম উপসন্ন ।
চন্দ্ৰ সূৰ্য্য দুই ভিতি ভৰত শত্ৰুঘ্ন ॥
সুগ্ৰীৱ প্ৰভৃতি যান্ত যত মহীপাল ।
ৰূপে প্ৰকাশন্ত সবে যেন দিকপাল ॥ ৭০৫
ভালুক বানৰ দেৱ সেনাৰ আকৃতি ।
ঋষিসব ভৈল যেন গুৰু বৃহস্পতি ॥
নিৰন্তৰে নব বিদ্যাধৰ এৰে সৰি ।
নাৰী সবে চলে অপেশ্বৰী বিদ্যাধৰী ॥ ৭০৬
চিকিমিকি অলঙ্কাৰে কৰে চমৎকৃতি ।
কৰৈ তাৰাগণ যেন স্বৰ্গত দীপিতি ॥
চিৰল পতাকা ৰথ ধ্বজ [illegible] ।
আকাশে প্ৰকাশে যেন মেঘ [illegible] ॥ [illegible]

পৰম শ্ৰীমন্ত দেহা দিব্যৰূপধৰ।
নিষ্পাপ নিৰ্ম্মল সকলৰে কলেৱৰ॥
নৃত্যে গীতে আনন্দতে নাহি চিন্তা শোক।
মহা কৌতুহলে চলি যান্ত স্বৰ্গলোক॥ ৭০৮
শুনে সামৰাজে ৰাম স্বৰ্গক গমন।
চাহিবাক আসে আনো দেশী সব জন॥
মিলৈ অনুৰাগ তাসম্বাৰো অন্তৰ্গতে।
নৰ নাৰী এৰি চলে ৰামৰ লগতে॥ ৭০৯
সৰযূৰ তীৰে তীৰে আতি অনুপাম।
পুত্ৰৰন্তে প্ৰজাক পালন্তে যান্ত ৰাম॥
তিনি দিনি তিনি ৰাতি যান্ত একাকুলে।
ৰহিলন্ত হিমৱন্ত পৰ্ব্বতৰ মূলে॥ ৭১০
বিবিধ বাদ্যৰ নাদে শৱদ আস্ফাল।
জয় জয় ৰাঘৱৰ প্ৰজাৰ কোলাহল॥
ছত্ৰে দণ্ডে বাদ্যে ভণ্ডে লোকে ভৰিপূৰি।
থাকিলন্ত পৰ্ব্বতৰ কতো দূৰ যুৰি॥ ৭১১
অনন্তৰে ৰাম আসিবাৰ বাৰ্ত্তা শুনি।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ লৰিলা আপুনি॥
দশ দিগপাল ইন্দ্ৰ আদি দেৱ যত।
তিনিকো আৰবি নামি আসিল লগত॥ ৭১২
সিদ্ধমুনি বিদ্যাধৰ কিন্নৰ চাৰণ।
নাচন্তে আসন্ত নামি অপেস্বৰাগণ॥
গন্ধৰ্ব্বে যোগাৱে গীত মৃদঙ্গৰ ধ্বনি।
লক্ষ কোটি বিমান আকাশ আসে ছানি॥ ৭১৩
চিকিমিকি কৰে জ্যোতি চাহন নযায়।
অসংখ্যাত সূৰ্য্য যেন নাচৈ একে ঠাই॥
বাজে ঘণ্টা সোণাৰ কিঙ্কিণি ৰুণ ঝুন।
ঊৰ্দ্ধমুখে সচকিতে চাৱৈ সৰ্ব্বজন॥ ৭১৪
দেখি কৰৈ ৰাঘৱৰ প্ৰজা জয় জয়।
স্বৰ্গবাসী যুৱতি কুসুম সিঞ্চাৰয়॥
দেৱ দিব্যযান জল ছানি নামি আসে।
দিন ৰাতি সমনিয় বস্তুৰ প্ৰকাশে॥ ৭১৫
চন্দ্ৰ সূৰ্য্য সমান এৰেক দিব্য ৰথ।
বাঞ্ছা মাত্ৰে মিলৈ তৈতে যত মনোৰথ॥
তথাতে বিচিত্ৰ গৃহ প্ৰাসাদ উদ্যান।
হীৰা মৰকত ৰত্ন ৰঞ্জে থানে থান॥ ৭১৬
নিৰ্ম্মল কমলে সৰোবৰ সব শোভে।
ভ্ৰমৰে কৰয় কেলি মধুগন্ধ লোভে॥
ৰথতে বিচিত্ৰ নৃত্য গীত বাদ্য ধ্বনি।
অসংখ্যাত দেৱকন্যা ৰূপে বিতোপনী॥ ৭১৭
শ্ৰৱণ অমৃত সুললিত গাৱে গীত।
শুনি পুৰুষৰ চিত্ত কামে বিমোহিত॥
হেন দিব্য যান লৈয়া দেৱগণ লৰি।
আসিলা ৰামক নিবে লাগি আগবাঢ়ি॥ ৭১৮
ৰাঘৱক দেখি দেৱগণৰ আহ্লাদ।
পুষ্প সিঞ্চাৰিয়া কৰে দুন্দুভি সম্বাদ॥
দেৱতা মনুষ্য দেখা দেখি কৰে আসি।
অন্যো অন্যে দশন প্ৰকটি কৰে হাসি॥ ৭১৯
ব্ৰহ্মাদেৱে সাদৰে কৰিয়া যোৰ হাত।
ৰাঘৱক লগাইলা হংসৰে পৰা মাত॥
শুনিয়োক ৰামচন্দ্ৰ প্ৰভু ৰঘুনাথ।
দেখিয়োক ত্ৰিদশ দেৱক ভুলি মাথ॥ ৭২০
তুমি ত্ৰিভুৱনপতি জগতৰে গতি।
তুমিসি অচিন্ত্য গুণ অনন্ত শকতি॥
প্ৰকৃতিত অন্তৰ পৰম তুমি তত্ত্ব।
আদি অন্ত নজানিয় তোমাৰ মহত্ত্ব॥ ৭২১
তুমি ভাৰ হৰা বাৰে বাৰে অৱতৰি।
দুষ্টক দণ্ডিয়া মহন্তক ৰক্ষা কৰি॥
তুমিসি ঈশ্বৰ সুৰাসুৰে কৰে সেৱ।
অন্তত তুমিসি থাকা নথাকয় কেৱ॥ ৭২২
শুনিয়ো নৰেন্দ্ৰ ৰামচন্দ্ৰ কৃপাময়।
আছে পুৰাতন তনু তনু তেজোময়॥
বিষ্ণমায়ে বিমানতে দেখা হৃষীকেশ।
ভ্ৰাতৃগণ সমে আজি হয়োক প্ৰবেশ॥ ৭২৩

হেৰা সুৰাসুৰে সেৱা কৰে প্ৰণিপাতে।
দেখা গদা পদ্ম শঙ্খ চক্ৰ চাৰি হাতে॥
পূৰ্ব্বৰূপ তোমাৰে আহাঙ্কে বিষ্ণু বুলি।
হুয়ো পৰিচয় কৃপাময় মাথা তুলি॥ ৭২৪
শুনি ৰঘুপতি পাছে ব্ৰহ্মাত বদতি।
ই সি মোৰ মুখ্য প্ৰয়োজন প্ৰজাপতি॥
দেখা আসি আছে ৰাজা প্ৰজা পাত্ৰচয়।
পশু, পক্ষী, বৃক্ষ, তৰু, লতা সমস্তয়॥ ৭২৫
অনুগত ভকত সম্যকে মোৰ প্ৰাণ।
আগে আঙ্ক দিয়োক অক্ষয় মোক্ষস্থান॥
মোতে পতিয়াসে সবে আসিল লগতে।
আবে আসম্বাক তেজি যাওঁ কোনমতে॥ ৭২৬
দিব্য বিমানতে সবে চড়োক সম্প্ৰতি।
দিয়োক সত্বৰে প্ৰজাপতি অনুমতি॥
পাছন্তেসে যাইবো বোলো বচন নিশ্চয়।
বিনাৰস্তু বিধি ধন্য ধন্য কৃপাময়॥ ৭২৭
আছে মোক্ষ স্থান ব্ৰহ্মলোকৰ উপৰ।
সান্তানক নামে তাৰ নাই পটন্তৰ॥
তযু প্ৰজা দিব্য ভোগ ভুকুতি ভুঞ্জন্তে।
তথাতে থাকোক মহা প্ৰলয় পৰ্য্যন্তে॥ ৭২৮
বানৰ ভালুক যত দেৱ অৱতাৰ।
প্ৰবেশোক পূৰ্ব্বদেহে আদেশ আমাৰ॥
এহি তীৰ্থজলতে সত্বৰে কৰি স্নান।
আসি আৰোহোক অবিলম্বে দিব্য যান॥ ৭২৯
ব্ৰহ্মাৰ আদেশ ৰাঘৱৰ অভিমত।
জাম্প দিয়া পৰে প্ৰজা তীৰ্থৰ জলত॥
ভৈল শুচি হোৱৈ তৈতে দিব্য কলেৱৰ।
সূৰ্য্যসম জ্বলে দেহা যেন বিদ্যাধৰ॥ ৭৩০
সহস্ৰ সংখ্যাত বিদ্যাধৰী অপেশ্বৰী।
গাৱে গাৱে গোচি বিমানক নেই ধৰি।
সিংহাসনে বসি সিটো পাৱে আতি তৃপ্তি।
ইন্দ্ৰৰ সমান কৰে পুৰুষে দীপিতি॥ ৭৩১

কিৰীটি কুণ্ডল দিব্য বস্ত্ৰ অলঙ্কাৰ।
গন্ধে পুষ্পে চন্দনে ভূষিত জাতিকাৰ॥
শিৰৰ উপৰে শ্বেত ছত্ৰ তুলি ধৰি।
ধৰল চামৰে ঢোলে পদ্মিনী সুন্দৰী॥ ৭৩২
কৰ্পূৰ তাম্বুল সাজি যোগাৱে ৰমণী।
হাত ভৰি ধৰি জান্তে কতো বিতোপনী॥
বায়া মৃদু মৃদঙ্গ কৰন্ত কতো নৃত্য।
বাযা হাত তালি গাৱৈ সুললিত গীত॥ ৭৩৩
সুৰভি শীতল অনুকূল বায়ু বহে।
বিবিধ আমোদ গন্ধ সৰ্ব্বদায়ে কহে॥
মুগুচে বসন্ত মত্ত কোকিলৰ নাদ।
শুনি পুৰুষৰ মন সদায়ে উন্মাদ॥ ৭৩৪
নাৰী সবে জলত মজিয়া মহাৰঙ্গে।
বিমানত বসিয়া প্ৰকাশৈ স্বামী সঙ্গে॥
ত্ৰৈলোক্য মোহিনী ৰূপ লৱলাস গতি।
যেন কৈলাসত শোভে শঙ্কৰ পাৰ্ব্বতী॥ ৭৩৫
যত পশুপক্ষী বৃক্ষ বন নিৰন্তৰ।
জলত নামিলে হোৱে দিব্য কলেৱৰ॥
বিমানত উঠি ইন্দ্ৰ যেন কৰৈ ভোগ।
দিব্য নাৰী সবে সেৱে থাক যেন যোগ॥ ৭৩৬
সন্তোষন্ত চিত্ত বিতোপন নৃত্য গীতি।
পলু পিম্পৰায়ো পাইল পৰম ইন্দ্ৰিতি॥
বানৰ ভকত ভৈল ৰাক্ষস যতেক।
সিয়ো দিব্য কলেৱৰ লভিলা প্ৰত্যেক॥ ৭৩৭
চড়ে দিব্য বিমানে সাক্ষাতে [illegible]॥
ভুঞ্জে দিব্য ভোগ কৰে নাৰী [illegible]॥
জয় জয় ৰাঘৱ মোৰন্ত মহা[illegible]।
আমিয়ো মুকুত [illegible]॥ ৭[illegible]
শুনা ৰামায়ণ সভে সভ্যমান [illegible]
হৰি ভকতিৰ দেখা [illegible]
তৃণ বন বৃক্ষ পশু লতা[illegible]
একোৱে নবাচে [illegible]

দোষৰ সাগৰ ইটো কলি যদি পাপী।
আছে এক গুণ আত মহত্ত তথাপি ॥
কৃষ্ণৰ কীৰ্ত্তন মাত্র কৰিয়ো প্ৰবন্ধ।
কৃষ্ণক সুহৃদ পাৱে ছিণ্ডে কৰ্ম্মবন্ধ ॥ ৭৪০
এতেকে কলিসি ভাল ভকতৰ মতে।
দুৰাচাৰো তৰৈ গুণ নাম কীৰ্ত্তনতে ॥
আন ধৰ্ম্ম গৈলা গুচি কৃষ্ণৰ লগত।
তথাপি নোপজে কিয় চেতনা গাৱত ॥ ৭৪১
হেন জানি বুদ্ধজন তেজিয়োক হেলা।
ৰাম নাম মধ্যত ধৰ্ম্মৰ সবে মেলা ॥
মিছাতেসে মৰা সবে আলসত থাকি।
ৰচিলা শঙ্কৰে ৰাম ৰাম বোলা ডাকি ॥ ৭৪২

ছবি

আত অনন্তৰে সবে শুনিয়োক নিৰন্তৰে
ৰাঘৱৰ কথা আষৰিস।
ভকত প্ৰজাৰ প্ৰভু পৰম ইচিতি চাই
মনে মহা মিলিল হৰিষ ॥
তৃণ বণ পশু পক্ষী ৰাক্ষসৰ বঙ্গ বোলি
মিলে মহা মনত উল্লাস।
ভকত ইচিত্ত কাৰ দেখি ৰাম দেৱতাৰ
খল খল সম্পজিল হাস ॥ ৭৪৩
আজ্ঞৰ পাণ্ডৰ চাই দেখন্ত গোটেক নায়
বিমানে চড়িল সবে প্ৰজা।
কৈৰলেসে তিনিভাই ৰহি আছো সমুদায়
জানি বিষবিষি নাম ৰাজা ॥
ভ্ৰাতৃ গণ সমে সিটো তীৰ্থত নামিয়া আছে
সপটে কৰিলা গৈলা স্নান।
মনুষ্য স্বভাৱ তেজি ধৰিলে জ্যোতি শৰীৰ
সহস্ৰেক সূৰ্য্যৰ সমান ॥ ৭৪৪
দেখি দেৱে হাত তুলি জয় জয় ৰাম বুলি
[illegible] লাগিলা দিৱে।
শত্ৰুঘন ভকতৰ জ্যোতির্ম্ময় কলেৱৰ
প্ৰৱেশিলা ৰামৰ শৰীৰে ॥
যিটো বিষ্ণুৰূপ ধৰি প্ৰকাশ কৰন্ত হৰি
তেহো ব্ৰহ্মতত্ত্ব স্বৰূপতে।
ৰাঘৱৰ গৈয়া কায় বিজুলী চটক প্ৰায়
প্ৰৱেশিলা বিষ্ণুৰ ৰূপতে ॥ ৭৪৫
চাৰি হস্তে চাৰি অস্ত্ৰ শৰীৰত পীতবস্ত্ৰ
দিব্য বনমালা দোলৈ গলে।
কণ্ঠত কৌস্তুভ মণি মকৰ কুণ্ডল চুলি
চিকিমিকি কৰে গণ্ডস্থলে ॥
ৰত্নৰ মুকুট মাথে অঙ্গদ বলয় হাতে
ৰাখৰ আঙ্গুঠি আঙ্গুলীত।
নয়ন পঙ্কজ পাসি বয়নে ঈষত হাসি
ললাটে তিলক সুলম্বিত ॥ ৭৪৬
হিয়ে গজমতি হাৰ জিলি মিলি পেছন্দাৰ
শ্যাম শৰাৰত কান্তি কৰে।
ঝিকি পাৰে অলঙ্কাৰ চান্দো আতি চমৎকাৰ
মেঘে যেন বিজুলী সঞ্চাৰে ॥
কটিত কনক কাঞ্চি দিব্যৰত্নে আছে খাঞ্চি
জুৰৈ পাদ পঙ্কজে নূপুৰ।
অৰুণ নখৰ পান্তি চন্দ্ৰতো অধিক কান্তি
কৰে দৰশনে দুখ দুৰ ॥ ৭৪৭
ৰত্নৰ শলকা নয় প্ৰকাশে অঙ্গুলীচয়
ৰত্নময় উজ্জন্তি ৰঞ্জিত।
দেখ আতি সুকোমল মনোহৰ পাতল
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত ॥
ভকত অভয় পাত্ৰ তাপহাৰী শ্বেত ছত্ৰ
সংসাৰ সাগৰে মহা নাৱ।
সেৱে পাৰিষদ যত বয়শীষ্ট উপৰত
প্ৰকাশন্তে আছে দুই পাৱ ॥ ৭৪৮
বিপৰীত দেখি দেৱে আনন্দে দুন্দুভি বাজে
সুখে মুখে শঙ্খ জেক তুলি।

ৰামৰ বিমান বেঢ়ি প্ৰজাৰ জোকাৰ গেৰি
জয় জয় ভগৱন্ত বুলি ॥
মহিমা বৰ্ণায়া আতি সিদ্ধ মুনি কৰে স্তুতি
শিৰত সিঞ্চাৰি পাৰিজাত ।
নানা বাদ্য বাৱে জাকি বিমানে লৰিলা ঢাকি
সূৰ্য্য যেন জ্বলে অসংখ্যাত ॥ ৭৪৯
পৃথিবীৰে পৰা লঙ্ঘি গীত গায়া যায় থাঙ্কি
ক্ৰমে ছয় স্বৰ্গক এৰাই ।
ছিন্ন ছোগ্তা ছত্ৰ দণ্ডে উঠলিয়া বাদ্য ভণ্ডে
পুণ্যবায়ু তুলে আলগাই ॥
যতলোক স্বৰ্গবাসী মহিমা দেখিয়া আসি
পৰম বিস্ময় হুয়া মনে ।
এহিমতে ৰাম হৰি লোকৰ আনন্দ কৰি
লৰি যান্ত ব্ৰহ্মাৰ ভৱনে ॥ ৭৫০
ৰামে পাছে দেখিলন্ত লক্ষ্মণো লগতে যান্ত
দিব্যৰূপে কৰিয়া প্ৰকাশ ।
আনন্দৰ সীমা নাই দুয়ো দুইক আছে চাই
কৰন্ত কৌতুক মহাহাস ॥
আতিশয় স্নেহ ভাৱে নমিলা লক্ষ্মণ পাৱে
গুচিল সকলে শোক ক্লেশ ।
ৰঙ্গে ৰাম বনমালী সাৰটন্তে আঙ্কোৱালি
তেহো ভৈলা ৰামতে প্ৰবেশ ॥ ৭৫১
অপেস্বৰা নৃত্য কৰে গাৱে বাৱে বিদ্যাধৰে
খম ধম মৃদঙ্গ ভুম্বুল ।
দশো দিশে জয়ধ্বনি স্তুতি পঢ়ে সিদ্ধমুনি
হৰিষে বৰিষে দিব্য ফুল ॥
এহিমতে প্ৰজাবৰ্গ পাইলন্ত অক্ষয় স্বৰ্গ
নাই আৰ আনন্দৰ পাৰ ।
ব্ৰহ্মলোক সন্নিধান সান্তানক নামে থান
নিৰ্ম্মিল নগৰ জাতিকাৰ ॥ ৭৫২
শাৰী শাৰী ৰানচয় যাক যেন যোগ্য হয়
থাকিলন্ত কতো যুৱে জুৰি ।

চন্দ্ৰসূৰ্য্য যেন পান্তি জ্বলে [illegible]
পাতিলা বহল মহাপুৰী ॥
ভালুক বানৰ নৰ পশু পক্ষী [illegible]
দিব্য দেহ ধৰি বিপৰীত ।
একান্তে ৰামক পূজে স্বৰ্গত ভুঞ্জন্তি [illegible]
শুনি নিতে ৰামৰ চৰিত্ৰ ॥ ৭৫৩
ৰামৰ সভাত বসি জ্বলে যেন কোটি শশী
ৰামগুণ গাৱন্ত আহ্লাদে ।
সান্তানক পায়া স্থান অমৃত কৰিয়া পান
কৃতকৃত্য ৰামৰ প্ৰসাদে ॥
কীট পতঙ্গবৰ্গ লভিলা অক্ষয় স্বৰ্গ
কাৰো নাহি আনন্দৰ সীমা ।
এহিমতে ৰামহৰি অসাধ্য কৰ্ম্মক কৰি
ভকতিৰ দেখাইলা মহিমা ॥ ৭৫৪
স্বৰ্গ মৰ্ত্ত্য পাতালত বিধাতাৰ সমাজত
সিদ্ধ যত দেৱাসুৰ লোক ।
ৰামৰ চৰিত্ৰচয় সম্যকে অমৃতময়
শুনি যেন পিয়ে ঢোকা ঢোক ॥
জগতৰে নিস্তাৰণ পুণ্যকথা ৰামায়ণ
আক শুনৈ ভণৈ যিটো নৰে ।
পাতেকত লাগে জুই দেৱৰো পূজনী হুই
বঞ্চে সাতো স্বৰ্গৰ উপৰে ॥ ৭৫৫
ৰামৰ চৰিত্ৰ ইটো শুনিবাক ইচ্ছা যিটো
হাহাকাৰ কৰে তাৰ পাপে ।
এৰি পলাই তাৰক্ষণে উজাৱে হৰিৰ নামে
প্ৰচণ্ড বহ্নিৰ যেন তাপে ॥
হেন জানি সভাসদ [illegible]
মুকুতিক যাৰ অভিলাষ ।
আমাৰ কবিতা জানি নিন্দা [illegible]
নকৰিবা আত উপহাস ॥ [illegible]

ৰামৰ চৰিত্ৰচয় পাতেকৰ অগ্নিময়
মহা মোক্ষফল আত আছে।
যেই সেই জুই দেই তথাপিতো হুছি নেই
যেন অগ্নি একোৰে নবাছে ॥
নজানিয়া যিটো দম্ভ কৰে মহা উপালম্ভ
তাহাকো আঞ্জলি কৰো পুষ্ট।
স্বৰূপ কহিলো বাণী তাঁকো মহালাভ জানি
নিন্দি মাত্ৰ হৌক মোত তুষ্ট ॥ ৭৫৭
নিজ পুণ্য ক্ষয় কৰে আমাৰ অধৰ্ম্ম হৰে
যেবে ক্ষেমা নকৰো তথাপি।
শুনিয়োক নিৰন্তৰে তেবেতো আমাত পৰে
আউৰ কোন আছে মহাপাপী ॥
ইকথা থাকোক ভালে যাৰে নতো ধৰে কালে
হৰিৰ নাম কৰিয়ো কীৰ্ত্তন।
সিটো মৃত্যু সময়ত হুইবে শ্ৰুতিবুদ্ধি হত
হৰিবেক মুখত বচন ॥ ৭৫৮
মৰণক দেখা কাছে যাৰত চেতন আছে
লৈয়ো হৰিনামত শৰণ।
নামত নকৰি ৰতি কলিত নপাইবা গতি
বেদে কহে এহিসে বচন ॥
শাস্ত্ৰৰ এহিসে মজ্জা হৰিৰ স্মৰণ ৰাজা
আন পুণ্য কিঙ্কৰ ইহাৰ।
হেন নামে নাই ইচ্ছা পণ্ডিত বোলাৰে মিছা
আনমতে নতৰে সংসাৰ ॥ ৭৫৯

ৰামে পিতৃ মাতৃ সুত সুহৃদ সোদৰ বন্ধু
ৰামে আত্মা ৰামে জীৱ প্ৰাণ।
ৰামে যপ যজ্ঞ দান ৰামেসে পৰম জ্ঞান
ৰামে কোটি শত তীৰ্থ স্নান ॥
ৰাম মোৰ ইষ্টদেৱ ৰামকেসে কৰো সেৱ
গতি মোৰ ৰামৰ চৰণ।
ৰামে ধৰ্ম্ম ৰামে কৰ্ম্ম ৰামেসে বান্ধৱ মৰ্ম্ম
জানি লৈলো ৰামত শৰণ ॥ ৭৬০
হেন জানি মোৰ চিত্ত ৰামৰ চৰণ চিন্ত
বিষয় চিন্তায় এৰি কাম।
পাপত পচা লোকচাৰি মোৰ মুখে আগবাঢ়ি
সৰ্ব্বদায়ে বোলা ৰাম ৰাম ॥
তৰিবাৰ কৰা কাম কৰ্ণে শুনা ৰামনাম
গীতবাদ্য সুশুনি বিফলে।
আৰে চক্ষু দুৰাশয় এৰিয়োক মায়াময়
ৰামময় দেখিয়ো সকলে ॥ ৭৬১
নমো প্ৰভু ভগৱন্ত নাই যাৰ আদি অন্ত
ভকতিতে যাহাৰ সন্তোষ।
হুয়া মূঢ় মতিমন্দ কৰো ৰামায়ণ পদ
ক্ষেমা প্ৰভু বাঢ়া টুটা দোষ ॥
সম্যকে অমৃত ভাণ্ড উত্তম উত্তৰাকাণ্ড
এহিমানে ভৈলা সমাপতি।
কৃষ্ণৰ কিঙ্কৰে ভণে ৰাম ৰাম ঘোষা ঘনে
পাপমানে যাউক অধোগতি ॥ ৭৬২

—ঃ উত্তৰাকাণ্ড সম্পূৰ্ণ ঃ—

# শ্ৰীশঙ্কৰ বাক্যামৃত

## দেৱ ভটিমা (১)

### তোটয় ছন্দ

মধুদানৱদাৰণদেৱবৰম্ ।
বৰবাৰিজলোচনচক্ৰধৰম্ ॥
ধৰণিধৰধাৰণধ্যেয়পৰম্ ।
পৰমাৰ্থবিদ্যাশুভনাশকৰম্ ॥
কৰচূৰ্ণিতচেদিপভুৰিভগম্ ।
ভগভূষণকোৰ্চ্চিতপাদযুগম্ ॥
যুগনায়ক [illegible]াগৰবেশৰুচিম্ ।
ৰুচিৰাংশপিধামশৰীৰশুচিম্ ॥
শুচিচামৰবায়ুনিসেৱ্যতনুম্ ।
তনুমধ্যগদেহসুবেশহনূম্ ॥
হনুমন্তহৰীশসহায়ৰতম্ ।
ৰতৰাঙ্গপৰায়ণশক্ৰনতম্ ॥
নতবৰ্ত্তুলস্থূলসুদীৰ্ঘভুজম্ ।
ভুজগাধিপতল্পশয়ানমজম্ ॥
অজৰামৰবিগ্ৰহবিশ্বগুৰুম্ ।
গুৰুগোধনকামদকল্পতৰুম্ ॥
তৰুণিমনমোহনসৰ্ব্বশুভম্ ।
শুভমঙ্গলদায়কনীলনিভম্ ॥
ইভকুম্ভজমৌক্তিকমাল্যবহম্ ।
বহলোৰসমিষ্টজসৰ্ব্বসহম্ ॥
সহজায়তি পদ্মদলাৰুচিদম্ ।
চিদানন্দবিনোদনবেদবিদম্ ॥
বিদুষামনমগুণকম্বুগলম্ ।
গলশোভিতকৌস্তুভভীমবলম্ ॥

বলভদ্ৰসহোদৰসত্যবপুম্ ।
বপুনিৰ্দ্দিতবিশ্বসুবাৰিৰিপুম্ ॥
ৰিপুযূথপযূথপদৰ্পহৰম্ ।
হৰমৌলিনিঘৃষ্টপদাব্জপৰম্ ॥
পৰলোকসহায়সহস্ৰমুখম্ ।
মুখবালিকুলাকুলমাল্যসুখম্ ॥
সুখমোক্ষদদক্ষৰমাৰমণম্ ।
মনসোপবিষেয়সহস্ৰকণম্ ॥
প্ৰণতোঽস্মি নতোঽস্মি নতোঽস্মি হৰিম্ ।
হৰিবৈৰিহুতাশনভোগ্যহৰিম্ ॥
হৰিকিঙ্কৰশঙ্কৰঈশপদে ।
পদমিচ্ছন্ গায়তি চাম্বুজদে ॥

---

## দেৱ ভটিমা (২)

বন্দো গোবিন্দা ।
গোপী জনমানন্দা ।

মঞ্জু অম্বুজ মুদিত [illegible]
বদন বিনিন্দিত চন্দা ॥
পুষ্পী কাঞ্চন [illegible]
ধীৰ বিদ্যোতনকাৰী ।
মাত্ৰা ৰত্ন [illegible]
নিৰ্জিত [illegible]

তিনি ভুবন জন মৌলি বিভূষণ
মৰকত বস্ত্র সুবেশা।
চন্দ্রক নিচয়ে বিচিত্রত্ত কেকী
পতত্র সুবেশিত কেশা ॥
যমলার্জ্জুন ভঞ্জিয়ে শকট বিঘটিয়ে
বালক কেলি কৰন্তা।
ধনুক কেশীয়ে বকাসুৰ নশিয়ে
ধৰণীভাৰ হৰন্তা ॥
জয় গিৰি গোবৰ্দ্ধন গিৰি ধাৰন্তা
গোগণ ৰক্ষণশীলা।
দৰ্পিত সুৰমুনি দম্ভৰি ভুঞ্জিয়ে
দৰশিত নিজ ভুজলালা ॥
কালিন্দী তীৰে কালী নাম
ভুজঙ্গম ৰাজ নিবাসে।
তা বিৰষ লাগি জলচৰ খেচৰ
তীৰ তৰু লয় নাশে ॥
দুৰ্জ্জন মঞ্জন লীলা অৱতাৰ ধৰি
নিজ পৰিজন ধৰি সঙ্গে।
লীলা নৃত্য কয় কৰিয়ে শিৰে চৰি
কালী নাশ কয় ৰঙ্গে ॥
মল্ল নিযুদ্ধ বিলোকন কৈতৱ
মথুৰা নৰপতি সঙ্গে।
ভিত নিবোধিত ৰাজ সমাজ
সমাগত হলধৰ সঙ্গে ॥
দ্বাৰে মত্ত মাতঙ্গ ঘাতিয়ে
তাসু বিপাৰিয়ে দন্তা।
সদৰ্পে গজ ৰাজ বিমৰ্দ্দিয়ে
যৈসে সিংহ চলন্তা ॥
চাণূৰাদি মহা মহা মল্ল
বিমোড়ণ জনিত ত্ৰাস।
বিক্ৰম দেখিয়ে ভোজৰাজ মন
জীৱন ভৈল নৈৰাশ ॥

মঞ্চে সঞ্চাৰি কংস কেশে ধৰি
ধৰণী তলে বলশালী।
তাড়িয়ে বাহুবলে পুনু পাড়িয়ে
জীৱ লয়ো বনমালী ॥
নৰপতি কংস বিধ্বংসল দেখিয়ে
লাগল শঙ্কা সমাজে।
সুৰ মুনি সিদ্ধ ঋষিগণ হৰষিত
দিবি জয় দুন্দুভি বাজে ॥
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ
শঙ্কৰ এহু বিৰচিতং।
বৈৰী বিমৰ্দ্দন দৈৱকী নন্দন
বিজয় বিৰাজিত গীতং ॥

---

## দেৱ ভটিমা (৩)

জয় জগদীশ ঈশ ভয়হাৰী।
লীলা কৰে ভূমি ভাৰ উতাৰি ॥
আপন ভকত সব তাৰ মুৰাৰি।
অনুদিনে সেৱহু চৰণ তোহাৰি।
বাজত বাজন ৰঙ্গ নিশান।
চলে ৰঙ্গশালা ৰাম ভগৱান ॥
আগে পেখিয়ে গজ কুৱলাই।
কুচবলি কহু ৰোষ তোলাই ॥
তাকু পেলল হাতি পেলু বাণে।
তাবলি কুম্ভ থোৰে ভগৱানে ॥
পাকড়িয়ে যো আগ ভয়ো থাড়া।
গজ চৰৱ তাড়ি কৃষ্ণ দোৱাৰা ॥
মাৰিয়ে লাথ উপাৰিয়ে দন্তা।
মাহুত সাথেকি প্ৰাণকি অন্তা ॥
কান্ধে ভিড়ি দন্ত ৰাম কানাই।
সাথে লিয়ে ব্ৰজবাল সো যায় ॥

আৱল কৈচন নাথ অভাগীক লাই।
কাচক চাহিতে যোনো মানিক হৰাই।
বিহিক বিৰম্বন কিনো মেৰি ভেল।
প্ৰাণ পীউ পৰশ আশ দূৰ গেল॥
হেঠ বয়নে নয়নে জুৰে লোৰ।
শঙ্কৰ কহ গতি গোবিন্দ মোৰ॥

শ্লোক

ভয়বেপিতচিত্তায়া ৰুক্মিণ্যা ৰোদনং দ্ৰুতম্।
নিৰীক্ষ্য দৃঢ়মালিঙ্গ্য সান্ত্বয়ামাস কেশৱঃ॥

সূত্ৰ—তদন্তৰ কৃষ্ণক নিমিত্তে বিলাপ কৰিতে ৰুক্মিণী ঘন ঘন শ্বাস ফোকাৰে, নয়নক নীৰ বহি যাই, তাহে দেখি ভকত বান্ধৱ মাধৱ অতি সত্বৰে বাহু মেলি আলিঙ্গি কহো আশ্বাস বোলল। কৃষ্ণ বোল।

কৃষ্ণ—অহে প্ৰাণ প্ৰিয়ে, কি নিমিত্ত ক্ৰন্দন কৰৈছ, হামু বিদ্যমানে থাকিতে তোহাক কোন চিন্তা, কাহেক ভয় থিক।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ ৰুক্মিণীক যৈচে প্ৰবোধ কয়ল, হে লোক তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ বোলোৱাৰ, পৰিতাল।

ধ্ৰুং—কৰবি নাহি আকুল প্ৰিয়ে।
ধৰি কামিনীক কানু বোধ দিয়ে॥

পদ—কি কৰব সিংহক শৃকৰসৱ আয়া।
হামাকু শপত তাপ তেজু জায়া॥
মোছল মুখ প্ৰিয়াক পীতবাসে।
কহ শঙ্কৰ ৰস কেশৱ দাসে॥

কৃষ্ণ—আহে প্ৰাণ প্ৰিয়ে, হামাক আগু শুহি ৰাজাসৱ কোন পতঙ্গ। যৈচে সিংহক আগে ক্ষুদ্ৰ হৰিণ, ইহা জানি ভয় শোক ছাৰহ। দেখহ পাপী ৰাজসৱক, যৈচে শৃগালক এই ক্ষণে খেদাৱব।

সূত্ৰ—ওহি বুলি ৰুক্মিণীক সন্তাপ দূৰ কৰিয়ে স্বহস্তে তাম্বুল ভোজন কৰাৱল। অন্তো অন্তে কৌতুক নিৰীক্ষণ কৰিয়ে বোলল।

কৃষ্ণ—হে প্ৰিয়ে তুহু নিৰ্ভয়ে ৰহ। হামো দুষ্ট ৰাজাসৱক যুদ্ধ কৰিয়ে খেদাঞু; ৰঙ্গ দেখহ।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ প্ৰিয়াক মুখ নিৰেখি ৰথোপৰে ৰহল। অয়ে লোক ই কথা ৰহোক। দ্বাৰকাপুৰে দৈৱকী শ্ৰীকৃষ্ণক একেশ্বৰে কুণ্ডিনক যাইতে দেখিয়া পুত্ৰ-স্নেহে অতি কাতৰ হৈয়া বলভদ্ৰ গদ সাত্যকিক ডাকিয়া আনি সন্তাপিত চিত্তে বোলয়ে লাগল।

দৈৱকী—হে বলভদ্ৰ! হে সাত্যকি! হে গদ! দেখ মোৰ প্ৰাণপুতাই শ্ৰীকৃষ্ণ কন্যাক আশে একাকী চলিয়া গেল। হামু লোক মুখে শুনি আছো; সিঠাৰে দুষ্ট ৰাজাসৱ একত্ৰ হৈয়া ৰহইছে। নাহি জানি একেশ্বৰ পায়া কোন পৰমাদ ঘটাৱে; তা হৈলে হামাৰ সমুলে বুড়য়। জানি তুহু সব সত্বৰে গিয়া গোবিন্দক লাগ ধৰহ।

সূত্ৰ—ওহি বুলি দৈৱকী মকমকি ৰোদন কৰিতে লাগল, দেখি বলভদ্ৰ আশ্বাস কৰিয়া বোলল।

বলভদ্ৰ—হে মাৱ! তুহু কৃষ্ণক নিমিত্ত কিছু চিন্তা কৰবি নাহি। যে শ্ৰীকৃষ্ণক একেশ্বৰে ত্ৰৈলোক্যক জিনিতে পাৰে, তাহাক আগু ৰাজসৱ কোন বস্তু থিক, তথাপি তোহাক

আদেশ পালিয়ে এতিক্ষণ কুণ্ডিনক যাইবো, তুহু চিন্তা ছাড়হ চিন্তা ছাড়হ।

শ্লোক

নিশম্য দেৱকী বাক্যং বলদেবো ধৃতায়ুধঃ।
গদ-সাত্যকি সংযুক্তঃ সসৈন্যঃ কুণ্ডিনং যযৌ ॥

সূত্র—ওহি পৰকাৰে দেৱকীক আশ্বাস বচনে প্ৰবোধ কৰিকহু যদুসেনাসৱ সহিত যৈছে চলিতে লাগল, তা দেখহ শুনহ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কানাড়া, পৰিতাল।

ধ্ৰুং—চলে বলদেব যদুবল সঙ্গে ॥
কৰে মুষল হল ধৰি লীলাৰঙ্গে ॥
গদ সাত্যকি বীৰ তীৰ ধনু ধৰি।
ৰথে চড়ি লড়ি যাই যম সম কৰি ॥
অশ্ব ৰথ গজ চলে অসংখ্য প্ৰমাণ।
সেনাৰ গিড়ত তিনিলোক কম্পমান ॥
ধ্বজ দণ্ড পতাকাৰে চানিল আকাশ।
কহ শঙ্কৰ হৰি দাসকু দাস ॥

সূত্ৰ—ওহি পৰকাৰে পদাতি সৈন্য সহিতে বলদেৱ আসিয়া শ্ৰীকৃষ্ণ ৰথ ভেট পাৱল। দেখি ৰুক্মিণী কৃষ্ণক যে বোলল।

ৰুক্মিণী—হে স্বামী কৃষ্ণ! দেখ বিষম বিপাক মিলল, কি ভেল আগু পাছু সাগৰ-সঙ্কাশ সেনাসৱ বেড়ল, ইহাৰ আগু হামুসৱ কোন পতঙ্গ, বিঘিনিক উপৰি বিঘিনি আসি মিলল। লাভতে চাহন্তে মূল ঘাটয়, হা হা কি পৰমাদ ভেল!

সূত্ৰ—ওহি বুলি ৰুক্মিণী ক্ৰন্দন কয়ল তা দেখি শ্ৰীকৃষ্ণ প্ৰিয়াক প্ৰবোধ বোলল।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে, তুহু ভয় ছাড়হ। ওহিসৱ হামাৰ সৈন্য দ্বাৰকা হন্তে আৱল থিক। কিছু চিন্তা কৰবি নাহি।

সূত্ৰ—ওহি বুলি ৰুক্মিণীক আশ্বাস কৰিকহু, শ্ৰীকৃষ্ণ ৰাজাসৱক সমুখ ভেল। সোহি সময়ে আপোন সৈন্যগণ আসিকহু ৰাজাসৱ সহিতে যুদ্ধ লাগল। গদ-সাত্যকি সমে বিপক্ষ ৰাজাসৱৰ যুদ্ধ ভেল, জৰাসন্ধ সহিতে বলভদ্ৰৰ সংগ্ৰাম মিলল। শ্ৰীকৃষ্ণ শাৰঙ্গ ধনু ধৰিয়ে টঙ্কাৰ কয়ল।

শ্লোক

ততঃ শাৰ্ঙ্গং ধনুৰ্ধৃত্বা টঙ্কাৰমকৰোদ্ধৰি।
শ্ৰুত্বা তচ্ছব্দমতুলং ৰাজানশ্চ চকম্পিৰে ॥

সূত্ৰ—শাৰঙ্গ ধনুক টঙ্কাৰ শুনিয়ে ৰাজাসৱক হৃদয় কম্পল। তাহে দেখি শ্ৰীকৃষ্ণ হাসি হাসি বোলল।

কৃষ্ণ—অয়ে দুষ্ট ৰাজাসৱ! হামাক খেদি আৱল, আঃ যত শকতি থিক অৱ যুদ্ধ কৰহ।

সূত্ৰ—তাহে শুনিয়ে ৰাজাসৱ শৰ বৰিষিয়ে বোলল।

ৰাজাসৱ—অয়ে যাদৱ অনাচাৰ, হামাৰ বিবাহক কন্যা ৰুক্মিণীক যদি নাহি ছোড়ৱ, যত শকতি থিক হামাক যুদ্ধ দেহ, যুদ্ধ দেহ।

সূত্ৰ—ৰাজাসৱক দৰ্প শুনিয়ে শ্ৰীকৃষ্ণ যৈছে সমৰ কয়ল, তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ নাটমল্লাৰ, পৰিতাল

যুদ্ধ দেহু যাদুৰায়া ৰে।
গৰজে ৰাজাসৱ আয়াৰে ॥

হৰি ধৰি শাৰঙ্গ বৰষিল বাণ
নৃপসৱ ভেদল কায়া ৰে।

পদ—বাৰি বাৰিষা যচ অম্বুদ বৰিষল
হৰি কৰু শৰ সন্ধান ৰে॥
কাহুক বাহু কাহুক উৰু কৰ কটি
হৃদয় বিদাৰল বাণ ৰে॥
বীৰ শিশুপালক কাটল কিৰীটি
পালটি পলাৱল পাপী ৰে॥
সৱ বৈৰী জিনি বিজয়ী মাধৱ
শঙ্কৰ কহ ভব তাপী ৰে॥

সূত্ৰ—শ্ৰীকৃষ্ণক শৰে ৰাজাসৱক উৰু, কৰ, কটি, হৃদয় ভেদল, শিশুপালক কিৰীটি কাটল। দেখিয়ে মহা ভয়ে ৰাজাসৱ ভঙ্গদিয়ে পলাৱল। ত্ৰাসে পাছু চাহয়, নাহি যৈচন সিংহক ভয়ে শৃগাল লৰড়ে তদ্ৱৎ শ্ৰীকৃষ্ণ কৌতুকে কতি দূৰ গৈয়া দেখিয়ে পালটি ৰহল। তদন্তৰ দেৱী ৰুক্মিণী স্বামীক বিজয় বিক্ৰম দেখিয়ে পৰম আনন্দ প্ৰদক্ষিণে পাৱে পৰণাম কয়ল। সাধু সাধু বুলি শিৰে পুষ্প বৰিষল। আঞ্চোৰে শ্ৰম জল মোছল। তাম্বুল ভোজন কৰাই সখীসৱ সহিতে অঞ্চোৰে বিঞ্চিয়ে ৰহল। প্ৰথম বয়স লজ্জাৱতী স্বামীক মুখ কটাক্ষে ঘন ঘন নিৰেখি হেঠ মাথকয় থিক। শ্ৰীকৃষ্ণ প্ৰিয়াক মধুৰ আলাপে আনন্দ কৰাৱল।

শ্লোক

ততোঽতিকৌতুকং দৃষ্ট্বা প্ৰিয়ায়াঃ পৰমেশ্বৰঃ।
আনন্দলীলাগতিভিৰ্ব্ৰজন্ কেলিমকাৰয়ৎ॥

সূত্ৰ—শ্ৰীকৃষ্ণ শিশুপালক কিৰীটি কাটিয়ে ৰাজাসৱক কতি দূৰ খেদাই পৰম কৌতুক-যুক্ত হুয়া প্ৰিয়া ৰুক্মিণী সহিত দ্বাৰকা পুৰ চলিতে যৈচন লীলাগতি কয়ল, হে লোক তা দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ সুহাই, চুত কলামান।

ধ্ৰুং—জগজীউ উৎসুকে চললি মধাই।
প্ৰিয়া সঙ্গে ৰঙ্গে লীলাই॥

পদ—হৰি কৰ ধৰল কামিনীকণ্ঠ মেলি
কেলি কৰতহি যাই।
নৱ ৰমণী পীউ পৰশে বিহসি
লোচন মুদি ৰহ মাই॥
পৰমানন্দ মগন মন ৰামা
দৰশিয়ে হাস বিলাস।
সখী সমে স্বামী সেৱি কৌতুক কৰ
কহ শঙ্কৰ হৰি দাস॥

সূত্ৰ—শ্ৰীকৃষ্ণ পৰম আনন্দে চলিতে প্ৰিয়া কণ্ঠে হাত মেলি ধৰল। সে নৱ তৰুণী প্ৰথম প্ৰিয়াক পৰশে লজ্জিত হুয়া অলপ হাস্য কৰিয়ে ঘন ঘন আখি মুদি ৰহ। সখীসৱ সহিতে হাস বিলাস দৰশিয়ে কৌতুকে স্বামীক সেৱা কৰিতে চললি। শ্ৰীকৃষ্ণ যৈচে হস্তিনীসৱ সহিতে মত্ত মাতঙ্গ চললি তদ্ৱৎ। ই কথা ৰহোক; তদন্তৰ ৰুক্মিণীক জ্যেষ্ঠ ভ্ৰাতা ৰুক্মী নাম দুৰ্ম্মতি ৰাজাসৱক ভঙ্গ শুনিয়ে সে পাপী পৰম আটোপে গৰ্জ্জিয়ে কৃষ্ণক খেদি আয়ল।

**রুক্মী**—অয়ে যাদৱ, হামাৰ ভগিনীক ছোড়হ ছোড়হ। আঃ তোহাক নাহি মাৰি, ৰুক্মিণীক নাহি ছোড়াই কুণ্ডিন পৰবেশ নাহি কৰব। যব ভগিনীক ছোড়বি নাহি তব যত শকতি থিক হামাক যুদ্ধ দেহু।

শ্লোক

শ্রুত্বা কৃষ্ণো বিহস্যাহ শৃণু ৰে কুলকণ্টক।
ত্বামদ্য নিশিতৈর্ব্বাণৈর্নয়ামি যমসদনম্ ॥

সূত্ৰ—ঐসন প্ৰকাৰে ৰুক্মীক সগৰ্ব্ব বাক্য শুনি কৃষ্ণ বিহসি বোলল।

কৃষ্ণ—অয়ে কুলকণ্টক ৰুক্মী, হামাক গাৰি দেহি ওহি বাণে যমপুৰ দেখাৱব, ক্ষণেক ৰহ।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণক ৰুক্মী সহিতে যৈচে যুদ্ধ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ কানাড়া, পৰিতাল।

ধ্রুং—কৃষ্ণ বাক্য শুনিয়ে ৰুক্মী বীৰ।
হানল বাণ কোপে কাম্পে শিৰ ॥

পদ—কাটল বাণ কৃষ্ণে শৰ মাৰি।
গৰজে ৰুকমী পুনু শৰ প্ৰহাৰি ॥
ৰুকমী অস্ত্ৰ যহি যহি হান।
তাহে ছেদল পুৰুষ প্ৰধান ॥
বহুতৰ বাণে তাহে হৃদি ভেদি।
হাতক ধনু পেলাৱল ছেদি ॥
হাতে মুঠি ধৰি ৰুক্মী কুমাৰ।
কৃষ্ণক হৃদয়ে কয়ল প্ৰহাৰ ॥
তাহে প্ৰহাৰি হাসি যদুনাথে।
ধৰল কেশ কেশৱ বাম হাতে ॥
ঘণ্টা লাৰি ঘাৰ কৰয় মোৰ।
ৰুকমী হৃদয়ে মাৰল গোড় ॥
পাই চোট বৰি মুকুচিত বীৰ।
কৃষ্ণ ধৰল খাণ্ডা ছেদিতে শিৰ ॥
হাহাকাৰ কয় ৰুকমিণী মাই ॥
স্বামীক হাতে সোদৰ বধ যাই ॥
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ গাই।
বোলহু ৰাম হৰি সবহু লোকাই ॥

সূত্ৰ—সে পাপী ৰুকমী অস্ত্ৰে নাহি পাৰি কৃষ্ণক হৃদয়ে মুষ্টি মাৰল। শ্ৰীকৃষ্ণ উনিকৰ কেশে ধৰিয়ে, হিয়ে লাঠি মাৰিয়ে, কাটিতে আনন্দে খড়্গ ধৰল।

শ্লোক

শ্রুত্বা ভ্রাতৃবধোদ্যোগং গোবিন্দস্যাতিদুঃখিতা।
কৰাভ্যাং চৰণৌ স্পৃষ্ট্বা চকাৰ কৰুণং সতী ॥

সূত্ৰ—তদন্তৰ দেবী ৰুকমিণী তাহে দেখিয়ে ভাতৃ মৰয় বুলি শ্ৰীকৃষ্ণক চৰণ পঙ্কজ ধৰিয়ে কাতৰ কয় লাগল।

ৰুকমিণী—হে স্বামী তোহাৰি চৰণে লাগো, ভায়াক প্ৰাণ দান দেহু। তোহো পৰম ঈশ্বৰ। ওহি পাপী তোহাক মহিমা নাহি জানল, যৈচে পতঙ্গ অগনিত জ্বাস কয়ল। হামাক দেখিতে ওহি দোষ মৰষ স্বামী।

সূত্ৰ—ওহি বুলি কুমাৰী নয়নক নীৰ জুৰাই যৈচে ক্ৰন্দন কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ শ্ৰীগান্ধাৰ, জ্যোতিমান।

ধ্ৰুং— সুন্দৰী ধৰি হৰি চৰণ বিনাৱে।
কৰুহো কৰুণা নাথ মাথে ধৰো তৃণ
বুলিতে নয়ন ঝুৰাৱে।

পদ—ভায়াকেৰি দুখ দেখিয়ে জীৱ যাই
ৰাখহু পাপীক প্ৰাণ।
চৰণক আগু আঞ্চোৰ পাতি মাগো
দেহু মেৰি সোদৰ দান॥
যবহু সোদৰ দেৱ নকৰাহ ৰক্ষণ
আগহি লেহু জীৱ মুই।
হৰি পাৱে পৰি বৰবালা বিলপতি
কহ শঙ্কৰ ৰস ওই॥

সূত্ৰ—ঐচন ক্ৰন্দন কয় ৰুক্মিণী হাতে তৃণ ধৰিয়ে বোলল।

ৰুক্মিণী—হে স্বামি, ভায়াক দুখ দেখি প্ৰাণ ফুটি যাই। ওহি অধমক জীৱ ৰক্ষা কৰহ। চৰণক আগু আঞ্চোৰ পাতি মাগো, হে নাথ হামাক সোদৰ দান দেহু।

সূত্ৰ—শ্ৰীকৃষ্ণ তথাপি ৰুক্মীক ছোড়য় নাহি দেখিয়ে পুনু কুমাৰী নিশ্বাস ফোকাৰি বোলল।

ৰুক্মিণী—হে স্বামি; যব ভাতৃক ৰক্ষা নাহি কৰবি; তব আগু হামাক জীৱ লেহু।

সূত্ৰ—ওহি বুলিতে লোতকে কণ্ঠ বেঢ়ল। হা হা ভায়া বুলি মাটিত লুটি ক্ৰন্দন কয় লাগল বালা।

শ্লোক

ক্ৰন্দঃ প্ৰিয়ায়াঃ সংপ্ৰেক্ষ্য বিলাপং পৰমেশ্বৰঃ।
ৰক্ষিত্বা ৰুক্মিণঃ প্ৰাণান্ কাৰয়ামাস মুণ্ডনম্॥

সূত্ৰ—শ্ৰীকৃষ্ণ ৰুক্মিণীক বিলাপ দেখিয়ে পৰম কৰুণা উপজল, হৰি বিহসি বোলল।

কৃষ্ণ—অহে প্ৰিয়ে, বিলাপ ছোড়হ, তোহাক নিমিত্ত এ পাপীক প্ৰাণ ৰাখলু। কিন্তু ইহাক এক শাস্তি কৰব, তাহেক নিষেধ নাহি কৰবি।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ সে ৰাজকুমাৰক গলে বস্ত্ৰ বান্ধিয়ে ধৰল। খড়্গ ধৰিয়ে সব কেশ মুণ্ডন কৰল; দাড়ি, গুম্ফ, চক্ষু, ভ্ৰুৱসব উপাৰল, মুখে কালি চূণ ঘসিয়ে ঢক্কা মাৰি পেলাৱল। যৈচে মৃতক শৱ সদৃশ ৰুক্মী মাটিতে পৰিয়ে ৰহল। আহে লোক দেখো দেখো, যো হৰিক দ্ৰোহ কৰয়, হৰিগুণ নাম লৈতে নিন্দা কৰয়, সোহি পাপীক ওহি অৱস্থা দেখহ। জানি হৰি ভকতক নিন্দা ছোড়ি; হৰি বোল হৰি বোল।

শ্লোক

সান্ত্বয়িত্বা প্ৰিয়াং পশ্চাত্তয়া সহ মহাহৰিঃ।
দ্বাৰকাপুৰমাগত্য প্ৰিয়য়া সমৰীৰমৎ॥

সূত্ৰ—তদন্তৰ শ্ৰীকৃষ্ণ প্ৰিয়াক আখি মুখ পীত বস্ত্ৰে মুছি, শান্ত পৰিয়ে পৰম কৌতুকে দ্বাৰকাপুৰ প্ৰবেশ কৰিতে, শ্ৰীকৃষ্ণ ৰুক্মিণী যৈচে আনন্দ কয়ল তা দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ ভটিয়ালী, জ্যোতিমান।

মিলিল কৌতুক কমল লোচনী
চললি স্বামীক সঙ্গিয়া।
নীল মেঘ যচ উজল বিজুৰী
ভুৱন ভুল ভ্ৰুৱ ভঙ্গিয়া॥

মত্ত মাতঙ্গ সঙ্গ অঙ্গ ভঙ্গ
কৰিণী কৰ লাস বেশয়া।
কমল মঙ্গল ৰঙ্গ কোলাহল
দ্বাৰকা পুৰ পৰবেশয়া॥
দেৱী দৈৱকী আসিয়া কৌতুকী
ধৱল বৰ বধু হাতয়া।
জয় জয় ৰৱ মিলল উৎসৱ
কহতু শঙ্কৰ বাতয়া॥

সূত্ৰ—তদন্তৰ দেৱী দৈৱকী পৰম মঙ্গল বাদ্য ভাণ্ডে আসি কহো বৰ কন্যাক হাত এক থান কৰিকহো বহুতৰ উৎসৱে গৃহ পৰবেশ কৰাৱল। অনেক সুন্দৰী স্ত্ৰী আয়তীসৱ সহিতে কৃষ্ণ ৰুক্মিণীক মাথে দুৰ্ব্বাক্ষত সিঞ্চোৰিয়া তথি পৰম উৎসৱ মিলাৱল।

তদন্তৰ শ্ৰীকৃষ্ণক বিবাহ প্ৰকাৰ শুনহ। প্ৰস্তুতমাহ, হৰিক বিবাহ কথা জানিয়ে, জগতক যত লোক কৌতুকে দ্বাৰকাপুৰ ভৰল আসিয়া। ৰাজা ভীষ্মক স্বহস্তে কৃষ্ণক কন্যা দান কৰিতে আৱল। তদন্তৰ জগতক গুৰু শ্ৰীনাৰায়ণ মনুষ্য লীলা দৰশিয়ে, বিবাহ কৰিতে প্ৰিয়া সমে আসনে বৈঠল।

শ্লোক

আজগাম ততো ব্ৰহ্মা কৃষ্ণস্যোদ্বাহকাৰণাৎ।
সনাৰদো মুদা যুক্তঃ স্ৰুবহস্তোঽতিকৌতুকী॥

সূত্ৰ—সেহি সময়ে ব্ৰহ্মা, নাৰদ পুত্ৰ সহিতে বিৱাহক হোম কৰিতে যৈচে মিলল, আহে লোক অ দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ কানাড়া, পৰিতাল।

ধ্ৰুং—আৱত ধাতা হাতে স্ৰুৱ ধৰি।
চতুৰ বয়নে ঘন বেদ উচ্চৰি॥

পদ—গৌৰাঙ্গ অঙ্গ ৰঙ্গ বিপৰীত।
সঙ্গহি নাৰদ আনন্দ চিত॥
বাম হাতে কুশ কৰত প্ৰকাশ।
শঙ্কৰ কহ ওহি কেশৱ দাস॥

সূত্ৰ—শ্ৰীকৃষ্ণ পেখি প্ৰিয়া সহিতে তৎকালে উঠিকহো পৰণাম কয়ল। ব্ৰহ্মা নাৰদ আশীৰ্ব্বাদ দেল। শ্ৰীকৃষ্ণ মাথ চৰায়াকহো কৰযোৰি বোলল।

শ্ৰীকৃষ্ণ—হে জগতক পিতামহ, তোহাক দৰশন দেৱৰ দুৰ্ল্লভ। হামো মানুষ হুয়া তোহাক দৰশন ভেল। আ হামাক ভাগ্যক মহিমা কি কহব। জনম সাফল। আজু দ্বাৰকাপুৰ পৱিত্ৰ ভেল।

ধাতা—( বিহসি বোলল ) হামু তোহাক বিবাহ শুনিয়ে কৌতুকে আৱল। স্বহস্তে আহুতি কৰিয়ে বিবাহ কৰাৱব।

সূত্ৰ—শ্ৰীকৃষ্ণ তাহে শুনি আসন দেলহ। ব্ৰহ্মা তথি বৈঠল, কুশণ্ডি কৰি হোম আৰম্ভল।

শ্লোক

ততো দৃষ্ট্বা তু ৰুক্মিণ্যা ৰূপলাবণ্যমদ্ভুতম্।
বভূব মূৰ্চ্ছিতো ব্ৰহ্মা কাম-বাণ বিমৰ্দ্দিতঃ।

সূত্ৰ—তদন্তৰ মুখচন্দ্ৰিকা কৰিতে ৰুক্মিণীক ভুবনমোহন ৰূপ নিৰিখিয়ে ব্ৰহ্মা মাটি লুটি পৰল। নাৰদ মুনি ধৰি [illegible] কৰাৱল।

নাৰদ—হে পিতা স্বস্থ হৱ। স্বস্থ হৱ। তোহাৰ ব্যৱহাৰ নোহে।

শ্লোক

ততশ্চেতনমালভ্য ব্ৰহ্মা মন্ত্ৰমুদীৰয়ৎ।
তদুদ্বাহবিধৌ তস্মিন্নুৎসবঃ সুমহানভূৎ॥

সূত্ৰ—তদনন্তৰ ব্ৰহ্মা চেতন লভিকহো বিষ্ণু স্মৰিয়ে পুনঃ স্ৰুৱ ধৰি হোম কৰয়ে লাগল। সোহি সময়ে ৰাজা ভীষ্মকে কন্যা সম্প্ৰদান কৰিতে বৰ কন্যাক কেশ এক থাম কৰিয়েকহো, পানী ঢালিতে যৈচে কৌতুক মিলল, আহে লোক তা দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ শাৰঙ্গ, পৰিতাল।

ধ্ৰুং— কহতু বিধাতা বেদকু বাণী।
হৰি ৰুক্মিণীক কেশ এক কৰিয়ে
ভীষ্মক ঢালে ভৃঙ্গাৰ ধৰি পানী।

পদ—যৌতুক ৰতন আঞ্জুৰি ভৰি বৰিষে
গাৱে গোবিন্দ গুণ সুমৰাই।
বাসুকী উৎসুকি তল ঠুঠ ঠমকি
নাচে মহেশ হাসয় সব চাই॥
মুনি সিদ্ধ কুসুম হৰিষে বৰিষে
কৰে কৌতুক পেখিয়ে সবলোই।
দ্বাৰিকাপুৰ ভৰি মিলল মহোৎসৱ
কহ শঙ্কৰ গোবিন্দ গতি মুই॥

সূত্ৰ—ঐচন পৰকাৰে কৃষ্ণক বিবাহ ভেল। তদন্তৰ ব্ৰহ্মা, ইন্দ্ৰ, আদি যত দেৱতা, পাতালক বাসুকী প্ৰভৃতি যত নাগ, পৃথিবীক যত ৰাজা, সবাকো সাদৰে শ্ৰীকৃষ্ণ গন্ধ চন্দন, পুষ্প, তাম্বুল, বস্ত্ৰ, অলঙ্কাৰে পৰম সন্তুষ্ট কয়ল; অতঃপৰে পৰম কৌতুকে ত্ৰৈলোক্য লোকে জয় কৃষ্ণ, জয় কৃষ্ণ ঘুষিয়ে সমাজ ভাঙ্গিকহো স্বকী স্বকী স্থানে চলিতে অন্যো অন্যে আশ্চৰ্য্য গুণ ৰূপ মহিমা কাৰ্ত্তন কয়-কহো দশোদিশে গেল।

শ্লোক

ততোঽতিকৌতুকী কৃষ্ণঃ প্ৰিয়য়া প্ৰেমৰূপয়া।
কুৰ্ব্বন্ কোলং মহোৎসাহান মুমুদে ৰত্নমন্দিৰে॥

সূত্ৰ—তদন্তৰ শ্ৰীকৃষ্ণ পৰম উৎসুকে প্ৰাণপ্ৰিয়া সহিত ৰত্ন মন্দিৰে প্ৰবেশিয়ে যৈচন কৌতুকে ৰুক্মিণীক প্ৰবোধি নানা লীলা কেলি কয়ে ৰহল, অয়ে লোক তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ কৈল্যাণ, খৰমান।

ধ্ৰুং— কৰত বিহাৰ, কৰত বিহাৰ মুৰাৰু।
কামিনীক কমল অমল মুহ লক্ষি
চুম্বে জগত আধাৰু॥

পদ—ঘন ঘন নয়ন পঙ্কজ মুহি হেৰি
হেৰি কৰত কানু কেলি।
আলিঙ্গি অঙ্গ অনঙ্গ ৰঙ্গ ৰসিক
ৰমণীক ভুজ মেলি।
হাসি হাসি হৰষে হৰষে নখ পৰশি
কুচ কাঞ্চুৰি ফাৰে কাণে।
পূৰল পৰম মনোৰথ ৰমণী
মধু অধৰ মধুপানে॥

শ্ৰীৰাম ৰায়া হৰিৰো পৰমা
ভকতি ৰসিক সুজান।
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ
শঙ্কৰ হৰি গুণ গান ॥

সূত্ৰ—ওহি পৰকাৰে ভকতক কৃপালু শ্ৰীকৃষ্ণ ৰুক্মিণীৰ ভকতি বশ্য হুয়া বিবিধ বিহাৰ মদন-খেল-লীলা-কেলি-কৌতুক কয়ল। ৰাজকুমাৰীক পায় মনোৰথ পূৰল। সে নৃপনন্দিনীক মহামহোৎসৱ মিলল। জগতক পৰম গুৰু নাৰায়ণ, উনিকৰ পৰশনে পৰম সৌভাগিনী ভেল। নৱ তৰুণী পদ্মিনী শত সহস্ৰ দাসী পাৱল। ইন্দ্ৰক যত সম্পত্তি নিজ মন্দিৰে মিলল। শ্ৰীকৃষ্ণক চৰণ পঙ্কজ পৰমানন্দে পৰিচৰ্য্যা কয়ে সৰ্ব্বথা ৰহল।

শ্লোক

ৰুক্মিণীহৰণনাটোঽয়ং সম্পূৰ্ণো হৰিণা কৃতঃ।
অস্মিন্নিমিত্তমাত্ৰোঽহং জানন্ত্বিতি মহত্তমাঃ ॥

সূত্ৰ—আহে সভাসদ লোক, কৃষ্ণ চৰণ প্ৰসাদত ৰুক্মিণী হৰণ নাট সম্পূৰ্ণ ভেল। ইহাত যত ন্যূনাধিক দোষ, সে হৰি স্মৰণে দূৰ হৌক। ওহি কৃষ্ণ চৰিত্ৰ কথা, যে সাধুসবে শ্ৰদ্ধায়ে কহে, শুনে, সে সৱক হৰিৰ কৃপা মিলোক। আহে লোকাই, দেখু দেখু ভাটক মুখে ৰুক্মিণী কৃষ্ণ গুণ শুনিয়ে কৃষ্ণ চৰণে শ্ৰদ্ধা মাত্ৰ কয়ল, অতয়ে ভকতক পৰম কৃপালু শ্ৰীকৃষ্ণ উনিকৰ বশ্য হুয়া গৃহ গৃহিণী কয়ল। অ হৰি ভকতিক মহিমা কি কহব? জানি কৃষ্ণ চৰণে চিত্ত দিয়া নিৰন্তৰে হৰি বোল হৰি বোল।

মুক্তিমঙ্গল ভটিমা।

জয় জয় জগত জনক যদুদেৱ।
পদ পঙ্কজ ৰজ অনুক্ষণে কৰু সেৱ ॥
যোহি হৰল ৰুক্মিণী কৰু মান।
সোহি কৰতু নিত্য মুকুতি বিধান ॥
হৰষে নাচত হৰ যাকেৰি আগ।
গৰুড়ক পেখি পলাৱল নাগ ॥
খসল বাঘাম্বৰ বৃষভ উঝাৰ।
সোহি কৰতু নিত্য মুকুতি তোহাৰ ॥
যোহি জলধি মহ বান্ধল সেতু।
ৰাকস ৰাৱণ মাৰণ হেতু ॥
ভীতা ভকতা সীতা কৰু ত্ৰাণ।
সোহি কৰত নিত্য মুকুতি বিধান ॥
অঘ, বক, কেশী, কংস যত আৰ।
দুষ্ট অৰিষ্টক মোড়ল ঘাড় ॥
পুতনা প্ৰাণ শোষল চেতন।
সোহি কৰতু নিত্য মুকুতি বিধান ॥
ঋজু কুবুজী যো কয়লি একান্ত।
কুবলয় ভিৰি উপাৰল দান্ত ॥
কয়ল ৰঙ্গশালে মাল নিৰঞ্জান।
সোহি কৰতু নিত্য মুকুতি বিধান ॥
যোহি বিষহ্ৰদ বাহু আস্ফালি।
কৰত কৌতুক নৃত্য কালি নিকালি ॥
গোকুল ৰাখি বহ্নি কৰু পান।
সোহি কৰতু নিত্য মুকুতি বিধান।
শ্ৰীৰামৰায়া ভকতি সুজান।
কৰাৱত কৃষ্ণ নাট নিৰমাণ ॥
ৰুক্মিণী হৰণ নাট পৰধান।
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ ভাণ ॥

শুন শুন সাধু সভাসদ লোই।
মূৰুখক দোষ নধৰিব নাহি মোই॥
হৃদি মাধৱ যোহি মতি দিলা।
সেহি অনুৰূপ কৰলু হৰি লীলা॥
যাহেৰ যাহিতে ইচ্ছা বৈকুণ্ঠ বাট।
শুনা সাৱধান কয়ো কৃষ্ণক নাট॥

পৰম বন্ধু হৰি চৰিত্ৰ বিনাই।
নাহি নাহি গতি কলিত লোকাই॥
অবহু নাহি বুজি শাস্ত্ৰক মৰ্ম্ম।
নামত শৰণ লেহু সব ধৰ্ম্ম॥
কলিমল মথন পৰম হৰি নাম।
জানি সৱহি নৰ বোলহু ৰাম ৰাম॥

ৰুক্মিণীহৰণনামনাটকম্ সম্পূৰ্ণমিতি।

# শ্রীশঙ্কৰ বাক্যামৃত

—:০:—

## কালি দমন

শ্রীকৃষ্ণায় নমঃ

শ্লোক

মেঘশ্যামলমূৰ্ত্তিমায়তমহাবাহুমহোৰস্থলম্ ।
স্বাৰক্তায়তকঞ্জলোচনযুগং পীতাম্বৰং সুন্দৰম্ ॥
মুক্তাহাৰকহেমহাৰবলয়ালঙ্কাৰকান্তিদ্যুতিম্ ।
কৃষ্ণং শাৰদচন্দ্ৰচান্দ্ৰসদৃশং হৃৎ পঙ্কজেঽহন্তুজে ॥

অপি চ

যেনাকাৰি মহাহিদৰ্পদলনাক্ৰীড়া হ্ৰদিন্যা জলে ।
যেনাভাজিভুজঙ্গভোগনিখিলং পদ্ভ্যাং মুদা মৰ্দ্দয়ন্ ॥
যেনামাৰি মহামহাশূৰচমূচক্ৰং পৰং লীলয়া ।
তস্মৈ শ্ৰীকৰুণাময়ায় মহতে কৃষ্ণায় নিত্যং নমঃ ॥

সূত্ৰ—ওহি পৰকাৰে শ্ৰীকৃষ্ণক প্ৰৰণাম কয়কহু, সভাসদ লোকক সম্বোধি বোল ।

শ্লোক

ভো ভো সামাজিকাঃ, যূয়ং শৃণুত মধুৰং বচঃ ।
কৃষ্ণস্য কালিদমনযাত্ৰাবাৰ্ত্তাং নিবোধত ॥

সূত্ৰ—আহে সভাসদ লোক, যে পৰম পুৰুষ পুৰুষোত্তম সনাতন নাৰায়ণ শ্ৰীশ্ৰীকৃষ্ণ ওহি সভামধ্যে কালিদমন লীলাযাত্ৰা পৰম কৌতুকে কৰব ; তাহে সাৱধানে দেখহ শুনহ । নিৰন্তৰে হৰি বোল হৰি ।

ভটিমা

জয় জয় যদুকুল কমল প্ৰকাশক,
নাশক কংসক প্ৰাণ ।
জয় জয় জগতক ভকতক ভীতি
নীতিকৰ নিৰজান ॥১॥
জয় জগনায়ক মুকুতি দায়ক
শায়ক শাৰঙ্গ ধাৰী ।
দুষ্ট অৰিষ্টক মুষ্টিক মোড়ল
চোৰল বন্ধ মুৰাৰি ॥২॥
ধৰু গোবৰ্দ্ধন বাৰণ বৰিষণ
ভেলি ইন্দ্ৰমদ দূৰ ।
ত্ৰিভুৱন কম্পক কালিসৰ্পক
দৰ্পক কয়লি চূৰ ॥৩॥
নন্দকু নন্দন বন্দন দেৱক
সেৱক যাকেৰি সৰ্ব্ব ।
গোপমুখে অন্ন মাগল ভাঙ্গল
দ্বিজ নিজকৰ্ম্ম গৰ্ব্ব ॥৪॥
গোকুল জন যত তাৰক মাৰক
কুবলয় ধেনুক নাশী ।
পুতনিকা তন শোষণ মোষণ
তোষণ মন ব্ৰজবাসী ॥৫॥
এ দুখ দাহক পাৱক ভাৱক
পূৰল পুন মনকাম ।
জগজন যাতেক পাতেক ঘাতেক
যাকেৰি এগুণ নাম ॥৬॥
যাহে ভকতি ৰকতি শকতি
তাৰণ উহি সংসাৰ ।

কীট পতঙ্গম জঙ্গম সঙ্গম
ভকতক পাই নিস্তাৰ ॥৭॥
সোহি কৃষ্ণক ওহি নাটক
উৎপাতক দুখ মুল।
কলিমল অনল জানল মানল
নাহি নাহি উহি তুল ॥৮॥
শুন সব লোই হোই নুই
দেখো বচন বিচাৰি।
ইহ সংসাৰ সাৰ নাহি আৰ
চিন্তহু চৰণ মুৰাৰি ॥৯॥
ব্ৰহ্মা মহেশ্বৰ চাকৰ যাকৰ
তাকৰ গুণ মুহ লেহু।
বান্ধৱ মাধৱ সাধৱ মুকুতি
তাহে চৰণ চিত্ত দেহু ॥১০॥
উহি ঈশ্বৰ তাৰক মাৰক
কাৰক সবে সংসাৰ।
তাহে করু সেৱ দেৱ নাহি দেৱ
নাহি নাহি হৰি বিনে আৰ ॥১১॥
যতয়ে পৰমা ধৰমা কৰমা
সবকছু ৰাজা নাম।
কৃষ্ণক কিঙ্কৰ কিঙ্কৰ শঙ্কৰ
সবে বোলহু ৰাম ৰাম ॥১২॥

সূত্ৰ—আহে সভাসদ লোক, যে জগতক পৰম গুৰু পৰম পুৰুষ পুৰুষোত্তম সনাতন ব্ৰহ্মা মহেশ সেৱিত চৰণ পঙ্কজ নাৰায়ণ শ্ৰীশ্ৰীকৃষ্ণ উহি সভামধ্যে কালিদমন নাম লীলা যাত্ৰা কৌতুকে কৰব, তাহে সাৱধানে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি। [আকাশক কৰ্ণ দিয়া সূত্ৰ বোল] আহে সঙ্গী, কোন বাদ্য শুনিয়ে।

সঙ্গী—সখি, মৃদঙ্গ বংশীধ্বনি শুনি, আঃ মিলল মিলল।

শ্লোক

গোবৎসান্ পুৰতঃ কৃত্বা গোপালঃ গোপপালকঃ।
সভাং প্ৰবিবেশ গোপৈঃ সহ বেণুং নিনাদয়ন্ ॥

সূত্ৰ—আহে সামাজিক লোক, হামু যে কহল সোহি ঈশ্বৰ শ্ৰীগোপাল বৎস বৎসপাল সহিতে এথা প্ৰবেশি কছু যৈচে লীলা কৌতুকে কৰব, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ সিন্ধুৰা—একতালী,

ধ্ৰুং—আৱত এ কানু সুৰভি চৰাই।
ৰঞ্জিত ধেনু ৰেণু বেণু বজাই ॥

পদ—শিৰে শিখণ্ডক গণ্ডকুণ্ডল ডোলায়ে।
উৰে হেমহাৰ হিৰ মঞ্জিৰ জুৰায়ে ॥
বালক বেঢ়ি খেলি খেলাইতে যায়।
কহতু শঙ্কৰ গতি গোবিন্দ পায় ॥

সূত্ৰ—ঐচন লীলা কৌতুক নৃত্য কৰিতে গোপাল সহিতে শিশুসৱ কালিহ্ৰদক সমীপ পাৱল। সে বিষময় পানী নাজানি পৰম পিয়াসে পীড়িত হুয়া সবহি হ্ৰদৰ জল উদৰ ভৰি পান কৰল। তত্তকালে দোৰ্ঘোৰ বিষজ্বালা লাগিয়ে চেতন হৰল। শৰীৰ কম্পি কম্পি প্ৰাণ চাৰি বৎস, বৎসপাল সৱ কালিন্দি তীৰে পৰল।

শ্লোক

বৎসকান্ পালকান্ কৃষ্ণো বিলোক্য মৃতকাস্তদা।
চকাৰ প্ৰচুৰং খেদম্ অদ্ভুতং ভক্তবৎসলঃ ॥

সূত্র—তদন্তৰ বৎস বৎসপাল সৱক বিষজল পানে মৃতক পেখি শ্ৰীকৃষ্ণ হা হা কি ভেলি বুলি ধৰিকঁহো, উলত পালত কৰি দেখল ; নিৰন্তৰে প্ৰাণে মৰল। হা হা মোৰ ভকতক ঐচন অৱস্থা বুলি সে ভকতবৎসল গোপাল বহুত খেদ কযকঁহো অমৃত দৃষ্টি নিৰেক্ষি তত্তকালে জীযাৱল।

শ্লোক

কৃষ্ণস্যামৃতদৃষ্ট্যালং লব্ধপ্ৰাণাঃ কুমাৰকাঃ।
প্ৰীতাস্তংধৰণ্যে ৰেমুৰ্যথা স্বপ্নাৎ সমুত্থিতাঃ॥

সূত্ৰ—কৃষ্ণক অমৃত নিৰীক্ষণ পাই পুনৰ্ব্বাৰ প্ৰাণ আৱল। বৎস বৎসপাল সৱ স্বপ্নৰ জাগি যৈচে উঠি বৈথল। অন্যোঅন্যে কহৈছে, আহে সখীসৱ, দেখু উহি বিষজল পানে প্ৰাণে চাৰি মৰল, কৃষ্ণৰ প্ৰসাদে পুনৰ্ব্বাৰ বৰ্ত্তল। ওহি বুলি পৰম প্ৰীতি হুযা কৃষ্ণৰ চৰণ প্ৰণাম কয় বোলল। আহে স্বামি, উহি বিষ পানী পিয়ে প্ৰাণে মৰল হামি, তোহাক প্ৰসাদে পুনৰ্ব্বাৰ উপজল। তোহাৰি চৰণ সেৱাক মহিমা কি কহব স্বামি।

শ্ৰীকৃষ্ণ সবাকে আলিঙ্গি আশ্বাস কয়ল।

শ্লোক

তত্ৰ কালিয়ভুজগং ভগৱান্ ভৱভাৱনঃ।
দূৰীকৰ্ত্তুং মনশ্চক্ৰে হ্ৰদাদ্দৈত্যনিসূদনঃ॥

সূত্ৰ—দুৰন্ত বিষবীৰ্য্য প্ৰতাপে প্ৰচণ্ড কালিসৰ্পক দমি দূৰ কৰিতে প্ৰবন্ধ কয়কঁহো, পীতবস্ত্ৰ কটিত মেহ্লাৱল। কদম্ব বৃক্ষে চঢ়ি কহুঁ বিষময় কালি হ্ৰদ ঝাম্প কয়ল, সে অনন্ত বীৰ্য্য প্ৰচণ্ড প্ৰতাপে হ্ৰদক উৰ্ম্মি উঠলি আন্দোল মিলল। শ্ৰীকৃষ্ণ পৰম কৌতুকে জলমাজে যৈচে কেলি কয়ল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—কানাৰা, পৰিতাল।

ধ্ৰুং—কালিন্দি জলমহ খেলে যদুৰায়া।
বালেকে বেঢ়ি বংশী বাজায়া,
যৈচে নাচে কানু চৰণ চলায়া।

পদ— নীল তনু তথি পীত পিচোৰি।
নবঘন যৈচে চমকে বিজুৰি॥
কৌস্তুভ কণ্ঠে কোটি নব শ্ৰীৰ *।
কুণ্ডল ঝলমল ঝলকে কেয়ুৰ॥
জল মাজে দুহু বাহু আস্ফালি।
ক্ৰীড়া কৰতু বাৰি বনমালী॥
উৰ্ম্মি উথলি হ্ৰদ কৰু ৰোল।
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে বোল॥

সূত্ৰ—শ্ৰীকৃষ্ণ ঐচন জলকেলি কৰিতে হ্ৰদক পৰম আন্দোল মিলল। প্ৰচণ্ড উৰ্ম্মিক ৰোল বহুত দূৰ গেল।

শ্লোক

নিশম্য হ্ৰদনিৰ্ঘাতসম্বাদমিদমদ্ভুতম্।
আগত্য ত্বৰিতং কালিঃ ক্ৰোধেনাদ্ৰুশদচ্যুতম্॥

সূত্ৰ—তদনন্তৰ হ্ৰদক আন্দোল কল্লোল ৰোল শুনিয়ে কোপে কম্পমান পৰম দৰ্পে সৰ্পৰাজ

* পাঠান্তৰ—সূৰ।

কালি কোপে যৈচে খেদি আসিকঁহো মৰ্ম্মস্থানে শ্ৰীকৃষ্ণক দংশি লাঞ্জে মেৰ্‌হ্ৰাৱল, আহে লোক, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ আসোৱাৰি, পৰিতাল।

আৰে কাল কালি বলিআৰা।
কৰতো তুলি ফেট ফোতকাৰা॥
গৰজি দৰপে সৰপ বিশাল।
দেখি নিৰেখয় ৰূপ গোপাল॥

সূত্ৰ—ঘনশ্যাম পীতবাস শ্ৰীবৎস কৌস্তুভ কিৰীটি কুণ্ডলকঙ্কণ কেয়ূৰ ৰঞ্জিত গোপালক পৰম কমনীয় ৰূপ নিৰেখি খঙ্গে যৈচে মৰ্ম্মস্থানে শ্ৰীকৃষ্ণক দংশল, তা দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

পদ— কৌতুকে কৰতু কেলি বনমালী।
মৰম থানে খেদি দংশল কালি॥
বেঢ়ল লাঞ্জেহি ভুজঙ্গ প্ৰৱন্ধে।
ৰহল গোপাল পৰি সৰ্পক বন্ধে॥

সূত্ৰ—পৰম ঈশ্বৰ শ্ৰীগোপাল মনুষ্য চেষ্টা দৰশি বিষলাগি মৃতক স্বভাৱে সৰ্পক বন্ধনে পৰি ৰহল। তাহে পেখি শিশু সবে প্ৰাণ অন্তৰীক্ষ ভেল। হা হা স্বামি কি ভেলি, হামাক প্ৰাণ জীয়াই তোহো আপুনে মৰল। তোহো বিনে কৈছে হামো কেমনে জীৱন ৰাখবো বুলি কৃষ্ণক মুখ নিৰেখি বহুত বিলাপ কয়ে হ্ৰদক তীৰে ৰহল।

শ্লোক

ততো নানাদ্ভুতং দৃষ্ট্বা ব্ৰজে নন্দাদয়স্তদা।
কৃষ্ণো মৃতেতি তে মত্বা তং দ্ৰষ্টুং যযুৰাকুলাঃ॥

সূত্ৰ—তদন্তৰ গোকুলত নানা বিমঙ্গল মিলল। ঘন ঘন ভুমিকম্প যাই নিৰ্ঘাত পৰে, ঘৰে ঘৰে ফেকুৱা আৰাব কৰে, অনাবাৰে বৃক্ষসৱ উভৰি পৰে, স্ত্ৰীৰ দখিণ, পুৰুষৰ বাম ফন্দে। তাহে পেখি সবলোক মহাভীতি ভেল। যশোদাক হৃদয় কাম্পে। হা হা প্ৰাণপুত্ৰ গোপালক মৰণ মিলল বোলি হৃদয়ে মুষ্টি হানিকঁহো শ্ৰীকৃষ্ণক দেখিতে গোপ-গোপী সহিত নন্দ যশোদা বৃন্দাবনে প্ৰবেশি যৈচে চলল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—শ্ৰীগৌৰী, পৰিতাল।

ধ্ৰুং—
যশোৱা আৰে আকুলি শোকে ফোকাৰে দুখিনী।
সঙ্গে চললি তাপে, যতয়ে গোপিনী॥

পদ—ধ্বজ ব্ৰজ পঙ্কজ দেখিতে দহে আগি।
ডাকেৰে গোপাল প্ৰাণ গৈয়ো কাহা লাগি॥
নসহে সন্তাপে প্ৰাণ দেখু আন্ধিআৰি।
কহতু শঙ্কৰ গতি মুকুতি মুৰাৰি॥

সূত্ৰ—ঐচন পৰম সন্তাপে বিলাপ কৰি গোপালক খোজ গোৰি যাহিতে, গোপ গোপী সহিত নন্দ যশোদা হ্ৰদক তীৰ পাৱল; বিদূৰতে দেখল গোপ শিশুসৱ হ্ৰদক নিৰেখি আৰাৱে ক্ৰন্দন কৰইছে; তাহে পেখি পৰম আকুল ভাৱে লৱৰি গৈয়া দেখল। কি ভয়ঙ্কৰ সৰ্পক বন্ধে পৰি শ্ৰীকৃষ্ণ মৃতক ভাৱে ৰহৈছে; চক্ষুত নিমেষ নাহি, দশন নিষ্পাণ, নাশাত বায়ু খেলে নাহি। তাহেক পেখি গোপ-গোপীক ধাতু অন্তৰীক্ষ ভেল, হা কৃষ্ণ হা কৃষ্ণ বোলি পৰম উৰ্ম্মিকয় ক্ৰন্দন কৰিতে লাগল। নন্দ যশোদা মৃতক পুত্ৰক মুখ

নিৰেখি প্ৰাণ অন্তৰীক্ষে দিশদশ আন্ধাৰি পেখি শোক ঝমকে মূৰ্চ্ছিত হুয়া পৰি ৰহল ।

শ্লোক

ততঃ কৃষ্ণমুখং বীক্ষ্য গোপ্যো বিৰহকাতৰাঃ ।
ৰুৰুদুঃ সুস্বৰন্তীব্ৰশোকশল্যেন ধৰ্ষিতাঃ ॥

সূত্ৰ—তদন্তৰ গোপী সব কৃষ্ণক শোক শৈল্যে পীড়িত হুয়া প্ৰাণ ধৰিতে নাপাৰি প্ৰাণ গোপালক মুখ নিৰেখিতে নয়নক নীৰ ধাৰে বহি যাই, আৰ্ত্তৰাৱে মাটি লুটি ক্ৰন্দন কয়ে বোলল। হে প্ৰাণবান্ধব মাধৱ, হামু কিঙ্কৰি সৱক চোৰি কৈচে চলয়িছে? হে নাথ হামাক সঙ্গে নিয়ো যাৱ। তোহো বিনে জীৱন নাহি ধৰব। স্বভাৱে মৰব। কি নিমিত্তে হামাক চাৰহ? উহি চান্দবদন নাদেখিয়ে কৈছে প্ৰাণ ৰাখবো বুলি কৃষ্ণমুখ নিৰেখি যৈচে বিলাপ কয়ল তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কৌ, পৰিতাল।

দেখোৰে দেখো বন্ধু মাধৱ হে।
তুহু বিনে জীৱন নৰহে ॥
তেৰি শোকানল শৰীৰ বিকল।
বন্ধু বিৰহে হৃদয় দহে ৰে ॥

পদ—গৃহ মোহ হেৰি সব তেজিয়া তেৰি
চৰণে শৰণে লৈলো।
কয়ো সব ৰাশ তুহু তেজি যাস
অব অনাথিনী ভৈলো ॥
বংশী স্বান শুনি আসিয়ে গোপিনী
কাহেৰি হেৰব মুখ।
কমল নয়নে নিৰেখিয়ে কোনে
হৰব হামাৰ দুখ ॥
কৃষ্ণ শোকানল শৰীৰ বিকল
অধিকে দগধে প্ৰাণ।
চেতন হৰয় মুৰুচি পৰয়
কৃষ্ণ কিঙ্কৰে ভাণ ॥

সূত্ৰ—ঐচন পৰম সন্তাপে বিলাপ কয় গোপী সব কৃষ্ণক শোকে অচেতন হুয়া মূৰ্চ্ছিত হুয়া পৰল।

শ্লোক

যশোদা চেতনাং প্ৰাপ্য পতিনা সহসা ভৃশম্ ।
ৰুৰোদ দুঃখশোকাৰ্ত্তা পুত্ৰস্য পশ্যন্তী মুখম্ ॥

সূত্ৰ—তদন্তৰ কিঞ্চিত চেতন লভিয়ে যশোদা পুত্ৰ শোকানলে শৰীৰ দাহ কৰে। পুত্ৰ মুখ নিৰেখি বোলল, আহে প্ৰাণ মাধাই, কত তপসাই তোহাক পুত্ৰ পাৱল। অল্পতে অনাথিনী কয় হামাক তেজল, দেখু তোহাৰি সন্তাপে জীৱ ৰহয়ে নাহি। হা হা ওহি চান্দ বদনক কাহেক নিয়া দেলো, হামাৰ পুত্ৰক কে নিয়া যাই, গোধূলি আজু বংশী বজাই কে ব্ৰজক যাৱব, কাহেক ধূলা ঝাৰি বুকে বান্ধি কোলে ধৰব, কাহেক গোৰস পান কৰাৱব। কি ভেলি, আজু ঐ মোৰ কৃষ্ণ বাপ, কাহা গৈলি। উহি তোহাৰি সন্তাপ কাহেক এৰাওো। ঐচন পুত্ৰ শোকে তাপিত হুয়া যশোদা যৈচন করুণা বিলাপ কয়ল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ, কৌ জ্যোতিমান।

ধ্ৰুং—এ সুত মাধৱ হে, কি মেৰি কপাল।
কহিৰ দাৰুণ সৰ্পে তেৰি ভৈল কাল॥

পদ—কাহা যাৰ অগনি জ্বালিয়া মেৰি গাৰ।
কোন আসি হামাক বোলব অব মাৰ॥
ধূলা ঝাৰি কাহাক ধৰবো বুকে তুলি।
হৃদয়ে ঢাকুৰে যশোমতী উহি বুলি॥
এ গৃহ গোধন ধন সাঞ্চো কাৰ তৰে।
কে না পান কৰব গোৰস মেৰি ঘৰে॥
মধুৰ অধৰে ধৰি বজাইতে বেণু।
চাৰব বিহানে কে না মেলি মেৰি ধেনু॥
বিনা দোষে প্ৰাণ পুত্ৰ তেজলি হামাৰি।
হৰই চেতন, দিশ দেখু অন্ধিআৰি॥
তোহাৰি জননী হেৰ মৰি যাঞ তাপে।
কহতু শঙ্কৰে যশোমতীক সন্তাপে॥

যশোদা—[ঐচন পৰম বিলাপ কয় যশোদা ডাকি বোলল] অয়ে ক্ৰূৰ পাপী সৰপ, পুত্ৰক প্ৰাণ লেলি। আহেক খঙ্গে দংশি হামাক মাৰহ।

সূত্ৰ—উহি বুলি কৃষ্ণক শোকে প্ৰাণ ধৰয়ে নাহি পাৰি। গোপ-গোপী সহিতে নন্দ-যশোদা 'হা কৃষ্ণ হা কৃষ্ণ' বুলি হ্ৰদত ঝাম্প দিতে যাই। তাহে পেখি বলভদ্ৰ ৰহ ৰহ বুলি আগভেন্টি নিবাৰি বোলল।

বলোভদ্ৰ—আহে পিতৃমাতৃ গোপ-গোপী সব, কি কৰিতে চাৱ? ৰহ ৰহ কিছু চিন্তা নাহি। তেহো সব কিছু জানয়ে নাহি, উহি দুষ্ট সৰ্পক দণ্ড কৰিয়ে এথা হস্তে খেদাইয়া শ্ৰীকৃষ্ণ এতিক্ষণে আৱব। তোহোসব কৌতুক দেখহ, বৈঠি ৰহ।

সূত্ৰ—তদন্তৰ বলোক বাক্যে ব্ৰজবাসী সব কিছু শান্ত হুয়া পৰি অতি নিজম পৰি কৃষ্ণক মুখ নিৰেখিয়ে ৰহল।

শ্লোক

দৃষ্ট্বা বিষাদং গোবিন্দো ভক্তানাং ভক্তবৎসলঃ।
আস্ফোট্য সহসোত্‌ তস্থৌ বিমুক্তুং সৰ্পবন্ধনাৎ॥

সূত্ৰ—মনুষ্য চেষ্টা দৰশিয়ে শ্ৰীগোপাল দুই দণ্ড সৰ্পক বন্ধনে পৰি ৰহল। তদন্তৰে গোপ-গোপী সবক পৰম বিষাদ দুখ দেখিয়ে শ্ৰীকৃষ্ণ আস্ফোট কয় উৰুকাল দেলহ। কালি সৰ্প পৰম চোট পায়া কৃষ্ণক চাৰি উফৰি পৰল। হাজাৰেক ফণা তুলি কৃষ্ণক চাই ফোফাই কোপে চক্ষু আৰকত জিহ্বায়ে কৰাৰি চেলেকয়। নাকে মুখে বিষ বহ্নি বৰিষয়। পেখি শ্ৰীকৃষ্ণ পৰম আটোপে কালিক হান্ধোল, তাহেক বেঢ়ি চক্ৰকাৰে চমৎকাৰে পাক ফুৰিতে লাগল। সে অনন্তবীৰ্য্য কালি মহা ফোৎকাৰ কৰিয়ে কৃষ্ণক সমুখে ভৰময়। তাহে পেখি জগতক নাথে লীলায়ে কালিক মাথে আৰম্ভৰে চড়ল।

শ্লোক

ততঃ শ্ৰীৰাশিং সৰ্পস্য বিবশ্য সামাৰ্থো মাধবঃ।
ননৰ্ত্ত লীলয়া সৰ্ব্বকলাদিগুৰুৰীশ্বৰঃ॥

সূত্ৰ—তদন্তৰে কালিক মাথে চৰি শ্ৰীকৃষ্ণ দুই পাৱে ফণাক মৰ্দ্দিয়ে নৃত্য আৰম্ভল। সে সময়ে গন্ধৰ্ব্ব বিদ্যাধৰ সব আসিকঁহো তাল কৰতাল থুকি মৃদঙ্গ বজৱয়া তাহাক চেৰ লৈয়া; শ্ৰীকৃষ্ণ যৈচে কৌতুক নৃত্য কয়ল তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ গৌৰী—দোমানি,
পৰিতাল জোতিমান।

ধ্ৰুং—কালা কানু নাচে চৰণ চলাই,
কৰতু কৌতুক নৃত্য কেশৱ ৰায়,
অৰুণ চৰণ চলায়ৰে।
দেৱ মুনি শিৰে শিৰিখ বৰিষে
হৰিষে হৰি গুণ গায়ৰে॥

পদ—কাল কালিক মাথে চৰি ভৰি
পীড়ি ক্ৰীড়ি কানু নাচেৰে।
মৃদঙ্গ দিমি দিমি নাদ দুন্দুভি
সিদ্ধসব বায় কাছেৰে॥
পাক ফিৰি ফিৰি ভিৰি ভিৰি পাৱে
শিৰে শিৰে পাৰে ডেৱৰে।
অঙ্গ ভঙ্গিম ৰঙ্গ কৌতুকে
নাচতু এ আদি দেৱৰে॥

সূত্ৰ—ঐচন জগতক পৰমগুৰু নাৰাযণ শ্ৰীগোপালক ভাৰ সহিতে নাপাৰি কালি অচেতন ভেল। পৰম পীড়াত ঘাৰ তলমাল নাকে মুখে ৰুধিৰ চাদে, মহাদুখে অন্ধকাৰ দেখে। যত মদগৰ্ব্ব দন্ত দৰপ সৰ্পক সবে চূৰ ভেল; বাক্য মুখে হৰল। ঐচন পৰম ঔষধ পাই কালিক মন নিৰ্ম্মল ভেল। কৃষ্ণক পৰম ঈশ্বৰ পুৰুষ জানি মনে শৰণ লেলহ।

শ্লোক

নাগপত্ন্যঃ পতিং বীক্ষ্য মুমুৰ্ষুৰ্গতচেতনম্।
তুষ্টুবুঃ কৃষ্ণমভেত্য ভৰ্ত্তুৰ্বিৰহকাতৰাঃ॥

সূত্ৰ—কালিক ভাৰ্য্যা যত নাগ নাৰী সব স্বামি স্বৰয় দেখি পৰম সন্তাপে আকুল মতি হুয়া—হৃদয়ে মুঠি হানি নয়নক নীৰ জৰাৱে। হা স্বামি হা স্বামি বোলি শিশু সব আদি কৰিয়ে যৈচে বিলাপ কৰিতে আৰে, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ বেলোৱাৰ, ৰূপক তাল।
নাগনাৰী খাৰে অৱনত কায়।
তাপিত তনুগণ নয়ন ঝুৰাই॥

পদ—প্ৰিউক সন্তাপ তাপ প্ৰাণ ফুটি যাই।
ফোকাৰয়ি ঘনে ঘনে চেতন নাই॥
পৰিয়ে হৰিক আগু কৰু পৰণাম।
কহতু শঙ্কৰে গতি গোবিন্দ নাম॥

সূত্ৰ—ঐচন পৰম সন্তাপে কৃষ্ণক আগুপৰি পৰণামি নাগ পতনি সব কৰ যোৰি স্বামিক দুখ মোক্ষণ মনে তুতি আৰম্ভিলা।

পয়াৰ

ঘোৰ অপৰাধ আচৰল ওহি চণ্ড।
বিহিলা ইহাক হৰি সমুচিত দণ্ড॥
পুৰাণ পুৰুষ তোহো সনাতন হৰি।
আছা দেৱ দুষ্টক দণ্ডিতে অৱতৰি॥
ইটো দণ্ডে স্বামি ওহি এৰাইল পাতক।
বৰতো অধিক দেখো তোহাৰি ক্ৰোধক॥
ইটো পদ পঙ্কজৰ পাইলা ধুলাচয়।
কি হেতু ইহাৰ এন ভৈল ভাগ্যোদয়॥
লক্ষ্মী ব্ৰহ্মা মহেশ প্ৰভৃতি দেৱগণে।
ইটো পদ ৰজ খুজি নাপাক্ত যতনে॥
তামসিক ক্ৰূৰ ক্ৰোধি কালি সৰ্প জাতি।
কিমতে পাইলেক ইটো পদধুলা আজি॥
নমো নমো অনন্ত শকতি নাৰায়ণ।
কাৰণৰো কাৰণ তুমি সে অকাৰণ॥

নাহি আদি অন্ত মধ্য পৰিচ্ছন্ন যাৰ।
পূৰ্ণানন্দ দেৱ হেৰা কৰো নমস্কাৰ॥
নমো নমো অতৰ্ক মহিমা দেৱহৰি।
জগতকে বিয়াপি আপুনি আছা ধৰি॥
তুহু সৰ্ব্বসাখী ৰাখি আছা প্ৰাণীচয়।
তোহাতেসে হন্তে হোৱে সৃষ্টি থিতি লয়॥
যাহেৰ চাৰিও মুক্ষ্য মূৰ্ত্তি অনুপাম।
ৰাম কাম অনিৰুদ্ধ বাসুদেৱ নাম॥
হেন ভগৱন্ত দেৱ দেৱতাৰো দেৱ।
তোহাৰি চৰণে কৰো লক্ষ কোটি সেৱ॥

সূত্ৰ—ঐচন তুতি কৰি কহু, নাগ নাৰীসৱ সকৰুণ ভাৱে কৃষ্ণক কাপুৰ্ণ্য কৰিতে লাগল।

নাৰীসৱ—হে পৰমেশ্বৰ, তোহাৰি পাদ প্ৰহাৰে স্বামি মৰি যাই। ওহি দুৰ্জ্জনে তোহাক নাজানি দংশিল। ইহাক দোষ বাৰেক মৰষ গোসাঞি। তোহাৰি আগু খুদ্ৰ পতঙ্গ। আহেক মাৰি কোন যশ সাধব। দেখু, স্বামিক ধাতু প্ৰাণ ৰহে নাহি। যত লাগে মানে শাস্তি পাৱল। হে পৰমেশ্বৰ শ্ৰীকৃষ্ণ অবহু কৃপা কৰু, হামাক অনাথ কৰবি নাহি। তোহাৰি আগু আঞ্চল পাতি পতিদান মাগো।

সূত্ৰ—উহি বুলিতে নয়নক নীৰ ঝুৰে। পতিক সন্তাপে নাগিনীসব যৈচে বিলাপ কয়ল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ সুহাই, জ্যোতিমান।

ধ্ৰুং—অবহু কৰুণা কৰহু গোপাল।
তেজৰি জীৱন স্বামিক মিলে কাল॥

পদ—তোহো নাহি জানিয়ে দংশল ওহি চণ্ড।
সমুচিত অহিক কয়লি দেৱ দণ্ড॥
ভুৱা পাৱে বিদিত সতীক পতি প্ৰাণ।
আঞ্চল পাতিয়া মাগো আমি স্বামী দান॥
তেজয় জীৱ পিঅ প্ৰাণ ফুটি যাই।
পাপীক সব দোষ মৰষ গোসাঁঞি॥
কৰি কাতৰ বিলপতি পৰি নাৰী।
কহু শঙ্কৰ অব উদ্ধাৰ মুৰাৰি॥

সূত্ৰ—নাগ নাৰী সব ঐচন স্বামি সন্তাপে বিলাপ কৰি কহু কৃষ্ণ আগু পৰি ৰহল। নয়নক নীৰ ঝৰে, হা স্বামি, বোলি হৃদে মুষ্টি হানি আৰ্ত্তৰাৱ কৰিয়ে থিক।

শ্লোক

নিশম্য নাগনাৰীণাং কৰুণাং কমলেক্ষণঃ।
কালিয়শিৰসঃ কৃষ্ণ কৃপয়া অৱততাৰ সঃ॥

সূত্ৰ—তদন্তৰ নাগবধুসৱক পৰম সন্তাপ পেখিয়ে শ্ৰীকৃষ্ণক কৃপা উপজল। নাগনাৰী সবক সন্মুখি বোলল। শ্ৰীকৃষ্ণ বোল—আহে কালিক ভাৰ্য্যা নাগিনী সব, সন্তাপ চোড়হ।

সূত্ৰ—উহি বোলি ডেৱ দিয়া নামি সৰ্পক ফণাহন্তে অন্তৰ হুয়া ৰহল।

শ্লোক

ততো মূৰ্চ্ছিতঃ কালিয়ঃ শনৈঃ সম্প্ৰাপ্য চেতনাম্।
তুতোষ শিৰসা নত্যা মত্যা কৃষ্ণমহেশ্বৰম্॥

সূত্ৰ—যমপুৰ পাই কালি কথঞ্চথমপি প্ৰাণ বৰ্ত্তল। মহাপীড়া পাই ফোকাৱত। আপদ ঔষধি পাই সৰ্প দৰ্প ভেল। চিত শান্ত হুয়া

আখি মেলি কৃষ্ণক আগু পেখি বোলল। ওহি কোটি ব্ৰহ্মাণ্ডেশ্বৰ নাৰায়ণ জানি, ত্ৰাহি ত্ৰাহি স্বামি কৃষ্ণ বোলি শিৰে চৰণ পৰশিয়ে প্ৰণাম কয়ল! পশ্চাৎ জানু পাৰি কৰযোৰি স্তুতি আৰম্ভল।

পয়াৰ

জয় জয় জগত মহেশ্বৰ।
ব্ৰহ্মা শঙ্কৰ যাহে কিঙ্কৰ॥
জয় ভকতক ভয়হাৰী।
নমো হৰি চৰণ তোহাৰি॥
তব পাৱে অতয়ে সাধি।
মঞি পাপী অপৰাধী॥
দংশল দেৱ নাজানি।
মৰষ দোষ পদ্মপাণি॥
ক্ৰূৰ সৰ্প অহঙ্কাৰী।
স্ৰজনা তোহাৰি মুৰাৰি॥
মোহল মন তুৰা মায়া।
আজু কয়লি দেৱ দায়া॥
গৰ্ব্ব গুচাৱলি মোৰ।
বিষয় আপদ ঘোৰ॥
দূৰ কৰ অবসোয়ি।
চিন্তো চৰণক তোয়ি॥
দেহু হৰি সোহি ওহি শিখা।
মাগিয়ে ভুঞ্জব ভিক্ষা॥
ভৰমো তুৰা গুণ গাই।
কৰহু অতয়ে কৰুণা গোসাঞি॥

কালি—হে পৰমপুৰুষ নাৰায়ণ শ্ৰীকৃষ্ণ, ওহি পৰম আপদ বিষয় জঞ্জাল দূৰ কৰহ। গলে কণ্ঠা বান্ধি ভিক্ষা মাগি তোহাৰি চৰণ চিন্তি গুণ নাম গাই বেড়াঞো। বাপ জগন্নাথ ত্ৰাহি ত্ৰাহি বুলি।

[ ওহি বোলি আগু পৰল। ]

শ্লোক

বীক্ষ্য ভক্তিস্তুতস্তস্য তুষ্টঃ কৃষ্ণো জগাদ তম্।
মাভৈৰ্ভুজ গতিৰ্ম্মাসি মম মায়া দুৰত্যয়া॥

শ্ৰীকৃষ্ণ—আহে কালি সৰ্পৰাজ, তুহো ভয় নাহি কৰবি। হামাক প্ৰসাদে ওহি মায়া সংসাৰ তোহোঁ নিস্তৰল। সাম্প্ৰত ওহি যমুনাক হ্ৰদ চোড়ি তোহাৰি পূৰ্ব্বস্থান ৰমণক দ্বীপ তাহেক লাগি সপৰিয়ালে চলহ। এই চলহ এই চলহ। গড়ুৰক কিছো শঙ্কা নাহি কৰবি। হামাৰ চৰণক চিহ্ন ধ্বজ বজ্ৰ পঙ্কজ তোহাৰি ফণাত লাগি ৰহল। তাহে পেখি হামাক ভয়ে গড়ুৰে কিছো কৰব নাহি। বিলম্ব চোড়ি এই চলহ চলহ।

শ্লোক

নিশম্য নিৰ্ভয়বাণীং কৃষ্ণস্য ভুজগস্তদা।
নত্বা সৰ্পৰিবাৰেণ যযৌ ৰমণকং মুদা॥

সূত্ৰ—শ্ৰীকৃষ্ণক পৰম নিৰ্ভয় বাণী শুনিএ মহা হৰিষে কালি সপৰিবাৰে কৃষ্ণক প্ৰণাম কয়ল। চৰণক ধূলি লেলহ। হে স্বামি কৃষ্ণ বিদায় কয়ল বুলি প্ৰেমে সলোতক নয়নে যৈচে চলল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কানাৰা, পৰিতাল।

কৃষ্ণক চৰণে কৰিএ বিদায়।
চললি কালি ৰমণক লাই॥

ফণা মণি ঝিকমিক কৰি পৰকাশে।
নাগৰ মণি চলয় লয়লাসে ॥
যাহিতে হৰিষে হৰি গুণ গাৱে।
কহয় শঙ্কৰ গতি গোবিন্দৰ পাৱে ॥

সূত্ৰ—ঐচন পৰকাৰে কালিক দমিয়ে হ্ৰদ হন্তে দূৰ কৰি কহু, শ্ৰীকৃষ্ণ কৌতুকে কালিন্দি তীৰে আৱল, দেখি আনন্দে গোপী সব জয় কৃষ্ণ, জয় কৃষ্ণ বোলি বেঢ়ল; মুখ পঙ্কজক যৈচে নয়ন ভ্ৰমৰে পান কৰইছে, নন্দ যশোদা বাহু মেলি গলে বান্ধি ধৰল। ঘনে ঘনে শিৰ শুংঘি লোতকে শৰীৰ তিয়াৱল। গদ গদ বাক্যে বোলল। যশোদা বোলা। আহে পুতা, কি নিমিত্তে হ্ৰদমাজে ঝাম্প দেলহ? আঃ হামাকে মাৰিতে চাৱল। তোহাৰি সন্তাপে আজু প্ৰাণ চোৰাল হুই।

সূত্ৰ—ওহি বোলি মৃতক পুত্ৰক পাই পৰম আনন্দে নন্দ যশোদা ৰহল। তদন্তৰ কৃষ্ণক প্ৰভাৱ জানি হাসি হাসি আসি বলভদ্ৰ আলিঙ্গি ধৰল। ঐচন প্ৰকাৰে কৃষ্ণক আৱৰি কৌতুকে হাসিতে মাতিতে দিবস অৱসানে ৰাত্ৰি মিলল। তাহে পেখি শ্ৰীকৃষ্ণ বোলল।

শ্ৰীকৃষ্ণ—আঃ হে মাতা হে পিতা, হে গোপ গোপী সব, আজু ৰাত্ৰি ব্ৰজ যাইতে পাৰবে নাহি। যব সবহি ভল্ল দেখহ, তবে এথাতে ৰজনী বঞ্চহ।

সূত্ৰ—শ্ৰীকৃষ্ণক ঐচন বাক্য অনুমানি যত গোকুলবাসী সব যমুনাক তীৰে শুতি ৰহল। ক্ষুধায়ে তৃৰ্ষায়ে হাৰাসাম্ভি হুয়া নিৰ্ভয়ে নিদ্ৰা গেলহ।

শ্লোক

তত্তো লোকাঃ সমুত্ৰস্থাঃ বেষ্টিতা বনবহ্নিনা।
চুক্ৰুশুঃ কৃষ্ণ কৃষ্ণেতি ত্ৰাহি ত্বং নিজকিঙ্কৰান্ ॥

সূত্ৰ—তদন্তৰ নিদ্ৰাতে ব্ৰজবাসীক বনবহ্নি বেঢ়ল। তাহেক প্ৰচণ্ড শৱদ শুনিয়ে নিদ্ৰাভঙ্গ ভেল। বিস্ময় হুয়া জাগল। প্ৰচণ্ড বহ্নি পেখি শৰীৰ কাম্পে, পৰম ত্ৰস্ত হুয়া ত্ৰাহি ত্ৰাহি কৃষ্ণ বুলি কোলাহল কৰিতে লাগল। গোপীসব বোল—হে অনাথক নাথ, হে দীন দয়াল স্বামি কৃষ্ণ, হামাক ওহি শৰীৰ আৱশ্যক পৰব, ইহাক চিন্তা নাহি নাথ; ওহি সংসাৰ তাৰক, তোহাৰি অৰুণ চৰণ তাহে পুনু নাহি দেখব, ওহি দুখানলে হৃদয় দাহ কৰে। ওহি বোলি যৈচে আৰ্ত্তৰাৱে ক্ৰন্দন কয় লাগল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ শ্ৰীগান্ধাৰ, পৰিতাল।

ধ্ৰুং— আয়ে হৰি হৰি গোপাল প্ৰাণ
মিলে মৰণ হামাকুৰে।
অৰণ্য অনল দহে মধাই উধাকুৰে ॥

পদ—নাহি ওহি দুখ মোহি জীৱ যৱ যায়।
নাচিন্তিত হামু ওহি মৰণক লাই ॥
অৰুণ চৰণ আৰ নেদেখো তোহাৰি।
ওহি দুখ দহে দেহা মধাই হামাৰি ॥
আৰাৱে কাতৰ কৰে ঐ বন্ধু মধাই।
বাপ চাপ সমীপ খানিক থাকো চাই ॥
আয়ু আশা দূৰ গেল ভুৱা দৱশনে।
কহতো শঙ্কৰ গতি গোবিন্দ চৰণে ॥

গীত—ৰাগ, ভটিযালী।

ধ্রুং—ত্ৰাহি ত্ৰাহি হেৰ প্ৰাণ নাৰায়ণ হৰি ঐ বাপ
শৰণে পশিলোঁ।
বন বহ্নি দহে নৰহে জীৱন
আবেসে মৰিলো॥

পদ—নাহি ওহি শোক মৰণ মিলোক
আৰ নাচিন্তোহো হামি।
তোমাৰ অৰুণ চৰণ পঙ্কজে
পুনু নেদেখব স্বামী॥
সন্নিহিত চাপ গোপাল এ বাপ
খানিক দেখিয়ে থাকো।
কমল নয়ন এ ব্ৰজ জীৱন
তোৰ ভৃত্যসবে ডাকো॥
ৰূপে মদন ঐ চান্দ বদন
দেখিতে নপাইবো আৰ।
তোহাৰি বিয়োগে আগি পীড়ে প্ৰাণ
অধিকে অব হামাৰ॥
আপদে মগন গোপ গোপীগণ
আৰাৰে কাতৰ কৰে।
মাধৱ বান্ধৱ উদ্ধাৰ কৰতু
কহয় কৃষ্ণ কিঙ্কৰে॥

সূত্ৰ—ঐচন ভকত সবক আৰ্ত্তৰাৱ শুনিয়ে, শ্ৰীকৃষ্ণক পৰম কৰুণা উপজল, হৃদয় আকুল ভেল।

শ্লোক

ততোঽতিভীতান ভগবান্ গোপালান্ স্বাচ্য সণ্ডুৱান্।
মুখেন বহ্নিমপিবৎ মহাযোগেশ্বৰো হৰিঃ।

সূত্ৰ—ভকতক ভীতি পেখিএ শ্ৰীকৃষ্ণ বোলল, আহে গোপ গোপী সব, হামু বিদ্যমান থাকিতে কোন চিন্তা থিক? নিৰ্ভয়ে ৰহ। ওহি বোলি ঈশ্বৰ চেষ্টা দেখাই তত্তকালে সে প্ৰচণ্ড বহ্নিক মুখে পান কয়ল। দুৰ্ঘোৰ বহ্নি যৈচে জল পৰিয়ে তত্তকালে নিৰ্ব্বাণ গেল। তাহে পেখি গোপ-গোপী সব, জয় জয় কৃষ্ণ কৃষ্ণ বোলি জোকাৰ পাৰল।

শ্লোক

শ্ৰীকৃষ্ণস্যাদ্ভুতং কৰ্ম্ম দৃষ্ট্বা সৰ্ব্বোপবিস্মিতাঃ।
অন্যোন্যস্যেতি প্ৰত্যূচুৰ্ন বো নন্দনন্দনঃ॥

সূত্ৰ—শ্ৰীকৃষ্ণক আশ্চৰ্য্য মহিমা দেখিয়ে পৰম বিস্ময় হুয়া অন্যোঅন্যে সম্মুখি বোলে, আহে ভাইসব দেখো দেখো, ওহি নন্দ-নন্দন মানুষ নোহে। প্ৰচণ্ড বহ্নিক তত্তকালে মুখে পান কয়ল। ওহি কি মনুষ্যক কাম? আঃ জানল জানল, যে পৰম পুৰুষ পুৰুষোত্তম সনাতন নাৰায়ণ সে ভূমিক ভাৰ হৰণ নিমিত্তে অৱতাৰ হয়ে থিক। ইহাত কিছু শঙ্কা নাহি। আঃ হামাক ভাগ্যক মহিমা কি কহব? ওহি জগতক গুৰু নাৰায়ণ সহিত হামাক সঙ্গ ভেল। হামু নিস্তৰল। ওহি বোলি শ্ৰীকৃষ্ণক প্ৰশংসিয়ে আৰবি গোপ গোপী সব নয়ন ভ্ৰমৰে মুখ পঙ্কজক প্ৰেমে পান কৰিয়ে ৰহল।

শ্লোক

গোবিন্দো বাদয়ন্ বেণুং গোকুলং গোপীগোপকৈঃ।
সাৰ্দ্ধং যযৌ জগন্নাথো হৰ্ষয়ন্ সুহৃদান্ মুদা॥

সূত্ৰ—তদন্তৰ কালি দমন, বন বহ্নি পান পৰম ঈশ্বৰ লীলা দৰশিয়ে, শ্ৰীকৃষ্ণ, গোপ, গোপী

সহিত ধেনুসব আগকয় চলয় কৃষ্ণ গুণ গাই বংশী শঙ্খ শিঙ্গা বজাই গোপসব যায়। গোপীসব পৰম প্ৰেমভাৱে হৰি গুণ গাই, কৃষ্ণ মুখ পঙ্কজ কটাক্ষে নিৰেখি গোকুল চললি। তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কল্যাণ, খৰমান।

ধ্রুং—গোকুলে চলেৰে মুৰাৰু।
নীল শৰীৰ ৰঞ্জিত পীত জ্যোতি,
চিৰ হিৰ হেম হাৰু॥

পদ—বাৱত বেণু ধেনু ৰেণু তনু
কানু কৌতুক কয় যাই।
গোপ শিশু সঙ্গ অঙ্গ ত্ৰিভঙ্গম
ৰূপে ভুবন ভুলাই॥
সঙ্গিনী ৰঙ্গিনী গোপিনী গাৱে
ভাৱে নীৰক জুৰাৱে।
কাণুক কমল অমল মোহ হেৰি
চললি লহু লহু পাৱে॥
শ্ৰীৰাম ৰায়া হৰি ৰস পায়া
মায়া কৰু নিৰজান।
একু কৃষ্ণক চৰণ পৰায়ণ
শঙ্কৰে হৰি গুণ গান॥

সূত্ৰ—ঐচন পৰম কৌতুক কেলি কয় শ্ৰীকৃষ্ণ গোপ গোপী সহিত গোকুল পাই পৰম আনন্দে ৰহল। ওহি গোপালক কালি দমন বনাগ্নি পান লীলা যাত্ৰা যে সব লোকে শুনে, ভণে, তাহেক কৃষ্ণ চৰণে পৰম প্ৰেম ভকতি বাঢ়ব। ইহা জানি নিৰন্তৰে হৰিবোল হৰি।

শ্লোক

কৃষ্ণস্য কালিদমননাম যাত্ৰা চ কাৰিতা।
যৎ ন্যূনাধিকং দোষং ক্ষমতাং ভগবন্ প্ৰভো॥
নমঃ কৃষ্ণায় ৰামায় কামায় মহতে নমঃ।
নমোঽৰবিন্দনেত্ৰায় সদানন্দায় শাশ্বতে॥

ভটিমা—মুক্তিমঙ্গল।

দৈৱকী উদৰে উদয় যোহি দেৱা
কয়লি ভকতক ত্ৰাণ।
অঘ বক ধেনুক কেশী সবংশক
কংসক ধ্বংসল প্ৰাণ॥
বিৰিন্দা বিপিন বিহাৰ বিশাৰদ
শাৰদ চন্দ্ৰ সমান।
সোহি জগত গুৰু তেৰি সততে কৰু
মুকুতি মঙ্গল বিধান॥
যোহি গোপবধু বিবিধ বিধ্বংসল
পৰিৰম্ভল ভুজ মেলি।
যোহি যমুনাজল যামিনী কামিনী
মিলি কয় ৰঙ্গ কেলি॥
দুষ্ট অৰিষ্টক মুষ্টিক মোষল
শঙ্খচূৰ লেল প্ৰাণ।
সোহি জগত গুৰু তেৰি সততে কৰু
মুকুতি মঙ্গল বিধান॥
যোহি ভূমিকহু ভাৰ উত্তাৰল
নিজ জন পূৰিয়ো কাম।
পাপী পাপক মুল উপাৰে
উচ্চৰি যাকেৰি নাম॥
যাহে নাম শুনি নীচ স্বপচ মুনি
দোহো হোৱে এক সমান।
সোহি জগত গুৰু তেৰি সততে কৰু
মুকুতি মঙ্গল বিধান॥

সোহি বৈকুণ্ঠক কৃষ্ণক নাটক
উৎপাতক দুখ মূল।
পুণ্যক সঞ্চল কলিমল ধ্বংসল
নাহি নাহি ওহি তুল॥
শুন সভাসদ দেখু বিচাৰি
ভেলহু লোক একাকাৰ।
ধৰমক কৰমক আশা দূৰ কৰ
হৰি বিনে গতি নাহি আৰ॥
শ্ৰীৰাম ৰায় হৰি বিনে নাই
যাহেৰি হৃদয়ে ধ্যান।
ভকতিক শকতি যাহেৰি মিলল
পৰম ঈশ্বৰ জ্ঞান॥

পাষণ্ড দণ্ডন মণ্ডন ভকতক
হৰি ৰস ৰসিক সুজ্ঞান।
কালি দমন কৰাব্রত নাটক
কৃষ্ণ কিঙ্কৰ ওহি ভাণ॥
শুন সব লোই বচনক মোই
সব তেজি ভজ হৰি পাৱ!
ওহি ভৱ দুৰ্গম সাগৰ তৰণ
কৃষ্ণ পাদ পল্লৱ নাৱ॥
দেৱক উপৰি ৰাজা মাধৱ
ধৰমক উপৰি নাম।
কোটি কলাপক পাতক নাশক
ডাকি বোলহু ৰাম ৰাম॥

ইতি কালি দমন নাটকং সমাপ্তম্।

—⁘∘⁘—

# শ্ৰীশঙ্কৰ বাক্যামৃত

## কেলি গোপাল

শ্লোক

শৰচ্ছশাঙ্কদ্যুতীঃ কোমলা যো,
নিশামু পশ্যন্ সহ গোপিকাভিঃ।
চকাৰ কেলিং কলগীতকণ্ঠঃ
স গোপসূনুৰ্জয়তীহ কৃষ্ণঃ ॥

অপিচ

বীক্ষ্যেন্দুমণ্ডলমথ স্মৰকুণ্ঠবোধো
বৃন্দাবনে বেণুমবাদয়ন্ মুদা।
যো মোহনায় মধুৰং ব্ৰজসুন্দৰীনাং
তং গোপবেশমনিশং প্ৰণতোঽস্মি কৃষ্ণম ।

গীত—ৰাগ সুহাই, একতালি।

ধ্ৰুং—শৰত শশী নিশি ধৱলী অধিক।
লহু লহু মলয় পৱন তথি থিক ॥
বিৰিন্দা বিপিন কুসুম পৰকাশ ॥
পেখি কৰল ৰাস কেলি বিলাস ॥

পদ—জয় জয় গোপীনাথ কৰো পৰণাম।
পূৰল কয় কেলি গোপিনীক কাম ॥
পঞ্চম পূৰি পুনু গাৱত গীত।
মোহিত হুয়ো ব্ৰজযোসিত চিত ॥
হৰলি চেতন মন মনসিজ বান।
কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰ ভাণ ॥

নান্দ্যন্তে সূত্ৰধাৰঃ প্ৰবিশতি। অলমতি বিস্তৰেণ। প্ৰথমতঃ মাধৱো মাধৱইত্যুক্ত্বা হৰিং প্ৰণম্য সভাসদো জনান্ প্ৰত্যাহ।

শ্লোক

ভো ভো সভাসদঃ যূয়ং শৃণুত সাৱধানতঃ।
কেলিগোপালং নামেদং নাটকং মুক্তিসাধকম্ ॥

ভটিমা

পৰম পুৰুষ পুৰাতন পাপী পাৱন ঈশ্বৰ দেৱ।
ব্ৰহ্মা ৰুদ্ৰ আদি দিকপাল যাকু কৰত নিত্যসেৱ ॥
যক্ষ ৰক্ষ বিপক্ষ লক্ষ লক্ষ ক্ষয়ঙ্কাৰী।
দুষ্ট দৈত্য দানৱদলন দীন দাৰিদ্ৰ দুখভয়হাৰী ॥
অঘ বক কুৱলয় ধেনুক কেশী কংসনাশী বনমালী।
গোপী পীন পয়োধৰ ধৰিসন চঞ্চল কৰ যুগশালী ॥
আনন্দ-সিন্ধু সাধুজন-বন্ধু মধুৰ-মুকুতি মুৰনাশী।
বিৰিন্দা-বিপিন-বিহাৰ বিশাৰদ শাৰদ ইন্দু পৰকাশী ॥
কোটি মদন মন মোহনৰূপী পৰশনে পৰমানন্দ।
সিদ্ধ মুনিবৃন্দ সাদৰে বন্দিত যাকৰ এ পদ দ্বন্দ্ব ॥
পালন প্ৰলয় সৃজন জগতক যাহেৰি পৰম বিহাৰ
যাকু নাম ধৰি অধম পাপী পাৱত ভৱনদীৰ পাৰ ॥
সোহি গোপালক কেলি নাটক ওহি মুকুতি নিদান।
ভো ভো সভাসদ সাধুজন সব শুন মন কয় সাৱধান।
কলিকো পাপহাৰি নাহি আতপৰ জানি তেজহু আন কাম।
কহ কৃষ্ণ কিঙ্কৰ আপুন উদ্ধৱ ডাকি বোলহু ৰাম ৰাম ॥

সূত্ৰ—ভো ভো সভাসদ! যে সকল সুৰাসুৰ বন্দিত পাদপদ্ম, সয়ল সংসাৰ যাকেৰ সৃজনা

যাকেৰি নামে মহাপাপীসব সংসাৰ নিস্তৰে, সোহি পৰমেশ্বৰ শ্ৰীশ্ৰীগোপাল সকল গোপীজন সহিত ওহি সভা মধ্যে পৰম কৌতুকে নৃত্য কৰব। তাহে সাৱধানে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

পুনঃ সূত্ৰধৰ (আকাশে কৰ্ণং দত্বা) আহে সঙ্গী কি বাদ্য বাজত।

সঙ্গী—সখি, দেৱ দুন্দুভি বাজত।

সূত্ৰ—আহে দেৱ দুন্দুভি বাজত! আঃ মিলল।

শ্লোক

অথ প্ৰবেশমকৰোৎ কৃষ্ণঃ কন্দৰ্পদৰ্পহা।
মোহয়ন্ বাদয়ন্ বেণুং স্ত্ৰীভিঃ সহ স কৌতুকী॥

সূত্ৰ—ভো সভাসদজন! গোপীজন সহিতে শ্ৰীগোপাল এআৰত থিক। [সূত্ৰ নিষ্ক্ৰান্তঃ]

গীত—ৰাগ শ্যাম, একতালি।

ধ্ৰুং—শ্যাম মূৰুতি পীত-অম্বৰ-লাস।
নয়ন পঙ্কজ জ্যোতি ঈষত হাস॥

পদ—আৱত গোবিন্দ গোপিনী জীউ।
সঙ্গে চলল গোপী ভুলল জীৱ॥
অধৰ মধুৰ বেণু পঞ্চম গান।
কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰ ভাণ॥

শ্লোক

নিৰীক্ষ্য ৰাত্ৰিং স্বৰবিন্দ-সুন্দৰীং
তদ্ৰোচিষা চাৰুবনং বিকসিতম্।
গীতং জগৌ গোকুলকামিনীনাং
মোহং বিতন্বন্ নিতৰাং মুৰাৰিঃ॥

সূত্ৰ—শ্ৰীগোপাল প্ৰবেশ দিয়ে কছু অধৰে পঞ্চম পূৰি বে বজাইতে লাগল। তাহে শুনিয়ে গোপীসব বিমোহিত হুয়া শ্ৰীগোপাল সমীপ পাৱল। তাহে দেখহ শুনহ; নিৰন্তৰে হৰিবোল হৰি।

পয়াৰ॥ শ্ৰীৰাগ॥

অখণ্ড মণ্ডল শশী শৰত ৰাত্ৰিত।
শশাঙ্ক কোমল নৱ পল্লৱে বিকসিত॥
লহু লহু বহে মন্দ মলয় পৱন।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈলা মন॥
উচায়া পঞ্চম পূৰি হৰি গাইলা গীত।
শুনি ব্ৰজবালাসব ভৈলা বিমোহিত॥
পতিসুত তেজল মজল প্ৰেম সিন্ধু।
হৃদয়ে ধৰল মাধৱক বুলি বন্ধু॥
কৃষ্ণক দেখিতে মনে সবে গোপজায়া।
চলে অলক্ষিতে পতিসুত উপেখিয়া॥
হাণ্ঠিতে কুণ্ডল দোলি দোলি গণ্ড লোলে।
কৃষ্ণৰ চৰণ চিতে পৰশয় ভোলে॥
সুহৃদ সোদৰে বাধে স্বামী নিষেধয়।
তবহো বিমুখি সখি কৰোঁ নাহি হয়॥
উপেখিয়া বাধাকো গয়োৰে গোপিনী।
ভকতক লজ্যে নাহি কবহো বিঘিনি॥
হৰিক ভকতি ওহি পৰম সম্পদ।
দহে দোষসব মিলাৱয় মনোৰথ॥
পৰম বান্ধৱ মাধৱৰ গুণনাম।
জানিয়া লোকাই ডাকি বোলা ৰাম ৰাম॥

শ্লোক

যা গোপ্যঃ পাৰ্শ্বমপ্ৰাপ্তা নিৰুদ্ধাঃ পতিদেৱৰৈঃ।
হৃদি গোবিন্দ-চৰণং বিচিন্ত্য বিজহুস্তনুঃ॥

সূত্ৰ—আহে সমাজিক লোক, যে গোপীসবে কৃষ্ণক দেখিতে নাহি পাৱল, স্বামী দেৱৰে দ্বাৰ বন্ধ কয় ৰাখল, সে সব বিৰহ তাপে তাপিত হুয়া হৃদয়ে প্ৰাণ মাধৱক চিন্তি

ধ্যানে আলিঙ্গি ধৰি কহু যৈচে প্ৰিয়তম তন্মু ছাৰল, তাহে দেখহ শুনহ ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কেদাৰ—তাল—জ্যোতি।

ধ্ৰুং—হৰিক গোপী দেখয়ে নপাই।
অধিক মিলিল মোহ, বিৰহ দহনু,
দহে তনু ধৰণ নযায় ॥

পদ—ঘন ঘন শ্বাস ফোকাৰে বৰবালা
হৰিকো ৰহলি ধিয়াই।
একুমনে প্ৰেম ভকতি ভাৰই,
হৃদি পদ পঙ্কজ ধৰয় ঝুৰয় নীৰ
প্ৰেমে পুলক ভেলি কায়।
ভকতি কৰম বন্ধ কয়ো খীণা
কহু শঙ্কৰ পৰমাণা
বিৰহে মুদি ৰহু দুই নয়না।
কৃষ্ণ চৰণ চিন্তি পাৰে পৰম গতি
ছোড়ি পৰল গোপীপ্ৰাণা ॥

সূত্ৰ—আহে লোকাই, পেখু পেখু অজ্ঞানী অনাচাৰী গোপীসব কাম ভাৱে কেৱল কৃষ্ণ চৰণ চিন্তি তৎকালে পৰম গতি পাৱল। হৰি ভকতিক মহিমা কি কহব, ইহা জানি নিৰন্তৰে হৰিবোল হৰি। তদন্তৰ যে গোপীসবক বন্ধুবান্ধৱে ৰাখয়ে নাহি পাৰল ; বৃন্দাবনে গৈয়া কহু সকলে সুৰাসুৰেশ্বৰ শিৰ শিখৰ চূড়ামণি বিৰাজিত পাদ পঙ্কজ পৰম ঈশ্বৰ শ্ৰীগোপালক সমীপে পাৱল তাহেক বৃত্তান্ত শুনহ। সে সবক হৰি পৰিহাসে স্বভাৱে পুছয়ে লাগল।

শ্ৰীকৃষ্ণ—হে সখিসব ! কমন উতপাত গোকুলে মিলল। কি নিমিত্তে ৰজনী লঙ্ঘি কহু বন মধ্যে ইহা আৱল।

গোপীসব—হে পৰমেশ্বৰ ! নাহি নাহি কিছু শঙ্কা।

শ্ৰীকৃষ্ণ—( বিহসি বোল ) সখিসব কুশলে আৱল। হামাত কমন প্ৰয়োজন থিক। সত্বৰে কহ তা সাধো।

সূত্ৰ—গোপীসব পৰম লজ্জিত হুয়া হেঁট মাথ কয় ৰহল।

শ্ৰীকৃষ্ণ— (বিহসি বোলল) তোমাৰ পতি, পুত্ৰ, পিতামাতা, ভ্ৰাতা সব তোৰাক ভেট নপাই পৰম চিন্তিত হুয়াছে। তাসম্বাৰ আতি সত্বৰে ভয় দূৰ কৰ গিয়া। বিলম্বক যোগ্য নহে। ঐ চল ঐ চল।
( গোপীসব পৰিহাস নাহি বুঝল। কৃষ্ণক কটাক্ষ কোপে নীৰেখিয়ে গৰ্জ্জয়ে লাগল। )

শ্লোক

দৃষ্ট্বা বনং বিকসিতং শীতলং শশিশোভিতম্।
যমুনাজলবাতেন প্ৰতিঘাত বনাৎ দ্ৰুতম্ ॥

শ্ৰীকৃষ্ণ—( গোপীসবক প্ৰতি ) হে সখিসব ! যদি বৃন্দাবন দেখিতে আৱল বিকসিত বৃন্দাবন দেখল। অব সত্বৰে চলহ ঐ চলহ।

গীত—ৰাগ শ্ৰীগান্ধাৰ—একতালি।

এ সখি চলহু বহুৰি গৌৰী গোকুল গোৱাৰি।
কৰবি না কামিনী কলঙ্ক হামাৰি নাহি
পৰখো পৰনাৰী ॥
আকুলমতি পতি সুত সোদৰহে চাহে
চকিত দিশ পাশা।
হোই কুল কামিনী যামিনী কৈছে তেজলি
নিজ পিয়ুপাশা ॥

স্বামী জানয় যব মিলব মৰণ তব চলহু
পাতক মতি ছোড়ি।
কৃষ্ণ কিঙ্কৰ কহ শঙ্কৰ হৰিকো ঐচন
বচন চাতুৰী ॥

সূত্ৰ—কৃষ্ণক পৰম বিপ্ৰিয় বাণী শুনি কহোঁ গোপী সব দুৰন্ত চিন্তা পাৱল, পৰম দুখভৰ পাই হেঠ মাথ কয়ল; ঘন ঘন নিশ্বাস ফোকাৰিতে অধৰ শুখাৱল; মুখ মলিন ভেল, যৈচে শিশিৰ পৰি পদ্ম সঙ্কোচিত ভেল, হৃদয়ে মৰম চড়ল।

গীত—ৰাগ বেলোৱাৰ—ৰূপক তাল।

চিন্তিত গোপিনী পেখযে নৈৰাশা।
লম্বিত আনন ফোঁকাৰে নিশ্বাসা ॥
তনু মন ঝামৰি নয়নে ঝুৰে বাৰি।
পদ নখ খিতে লেখু দেখু অস্কিআৰি ॥
কুচ দুহু কুঙ্কুম লেপিত লোলে।
তাপিত ব্ৰজবধূ শঙ্কৰে বোলে ॥

সূত্ৰ—তদন্তৰ কথঙ্কথমপি শোকক তম্ভাইকহু আঞ্চোৰে আখি মুছল। আশাছেদ দুখে দীৰ্ঘ নিশ্বাস ছাড়িয়ে প্ৰেম-কোপে বাক্য গদগদ, কষ্ট কটাক্ষে কৃষ্ণক নিৰেখি যে বোলল তা দেখহ শুনহ; নিৰন্তৰে হৰি বোল।

গীত—ৰাগ সুহাই—যতিমান।

ধ্ৰুং—পতিসুতসব অব ছোড়ি পৰল নাথ
তুৱা পদপঙ্কজ আগ।
ভকত কৃপাল গোপাল তেৰি কৈছে
টুটল নৱ অনুৰাগ ॥

পদ—হৰিহে বুজলোহো তোহো বৰি নিদয়া।
নিকৰুণ বাণী বাণ মৰম হানি,
দাৰুল হামাকেৰি হৃদয়া ॥
তোহো বিনে মাধৱ দেহা নাহি ৰাখব
বিৰহিনী ছোড়ব প্ৰাণ।
নকৰহু নৈৰাশ, তুহু জগতবাসী,
কৃষ্ণ কিঙ্কৰ এহু ভাণ ॥

গোপীসব—হে স্বামি, তোহাৰি গীতে মোহিত হুয়া পতিসুতসব ছোড়ি তয়ু পদ সমীপ পাৱল, তোহো দাৰুণ বাক্য বোলাইছ। হে ৰমেশ্বৰ, তয়ু মুখপঙ্কজ ছোড়ি হামাৰ চক্ষু আন পেখযে নাহি। তয়ু কথা ছোড়ি কৰ্ণে আন কিছু শুনযে নাহি। তয়ু চৰণ ছোড়ি হামাৰ পাৱ খোজেকো চলয নাহি। ব্ৰজে গৈয়া কি কৰবো স্বামি। যে লখিমী গোসানী হৃদয়ে স্থান লভিকহু তথাপি ওহি পদ পঙ্কজৰেণু আশা কৰিয়ে ওহি চৰণ সেৱা কৰিতে ধৰম অৰথ কাম মোক্ষ চাৰি পদাৰথ সুখে পাই, ঐচন তোহাৰি পদপঙ্কজ। ইহা ছাড়িতে প্ৰাণ ছুটি যায়। হে পৰমেশ্বৰ স্বামি, তব পদপঙ্কজ তেজয়ে নাহি পাৰিএ।

শ্লোক

ন পাৰয়ামস্তব পাদ-পঙ্কজং
বয়ং বিহাতুং নৱকঞ্জলোচন।
গীতেন তে মোহিত-মানসা ভৃশং
ত্যজস্ব মা মাধৱ নঃ কৃপাং কুৰু ॥

গীত—ৰাগ শ্ৰীগান্ধাৰ—যতিমান।

ধ্ৰুং—নাহি পাৰয় পাৱপঙ্কজ তেজয় যাদৱৰায়
লো।
হৰি হৰি কুসুমধনু মন মোহন মুকুতি
পেখিতে মুকুতি মিলাই ॥

পদ—

হামু অনুচৰি চৰণ অনুসৰি, পৰম প্ৰেমৰস আশ।
কঠিন বচনে হৰসি চেতন, কৈছে কৰসি নৈৰাশ॥
মোহন বংশীক স্বান শুনি কছু, জীৱন ধৰণ নযায়।
ৰাখৰে প্ৰাণ বন্ধু মাধৱ মধুৰ অধৰ সুহায়॥
বিৰহ দহনু তাৱে তনু মন দূৰ করু তাহে হাসি।
কৃষ্ণ কিঙ্কৰ কহয় শঙ্কৰ চৰণ ৰেণু অভিলাষী॥

সূত্ৰ—গোপীসবক ঐচন কাৰুণ্য বিলাপ শুনিকহু শ্ৰীকৃষ্ণক স্নেহ ৰসে আকুল কয়ল। কমল-লোচন দুহু লোতকে পূৰল। তত্বকালে উঠি কহোঁ গাৱে গাৱে গোপীক আখি মুখ আপুন পীত বসনে মুছিকহোঁ প্ৰবোধ কয়ল।

কৃষ্ণ—হে সখিসব! তোহোসব পৰম ভকত। হামাৰ প্ৰাণতো অধিক। হামো পৰিহাস কেলি কৌতুক কয়ল। তাহে নাহি বুঝল। দুখ ছোড়হ দুখ ছোড়হ। তোৰাসবক মনোৰথ পূৰি ক্ৰীড়া কৌতুক কৰব। প্ৰাণ সখিসব উঠহ, উঠহ।

সূত্ৰ—ঐচন আশ্বাস শুনি গোপীসব কৃষ্ণৰ বাক্যামৃতে বিৰহ তাপ তৎকালে দূৰ কয়ল। যৈচন বনাগ্নি বৃষ্টি জলে নিৰ্ব্বাণ ভেল। পৰম উৎসুকে উঠিকহু কৃষ্ণক আৱৰি ক্ৰীড়াকয় লাগল। তদন্তৰ শ্ৰীগোপাল পৰমেশ্বৰ গোপীসবক কাম বঢ়ায়াকহেঁা কেলি কৰয়ে লাগল।

গীত—ৰাগ শ্ৰীগান্ধাৰ

দেখোঁ সখি ঐচন নিকৰুণ কাণ।
পয়োধৰ অধৰ দশন নখ হান॥
খসল কেশপাশ টুটল হাৰ।
কোড়ল কাচুৱা কুচক হামাৰ॥
কয়ল আলিঙ্গন ঘন ঘন বাহু।
যৈচে চান্দক গৰসি ৰহে ৰাহু।
হৰিৰ সুৰতি ৰসে নৰহে গিয়ান॥
কৃষ্ণ কিঙ্কৰ এহু শঙ্কৰে ভাণ॥

শ্লোক

অথাপি তাস্বয়া বাচা স্বাশ্বাস্য স্নেহযন্ত্ৰিতং।
গোপীনাং বৰ্দ্ধয়ন্ কামং ৰময়ামাস কেশবঃ॥

গীত—ৰাগ সুহাই পৰিতাল।

ধ্ৰুং—কেশৱ কৰত কেলি, গেপিনী সঙ্গে ৰঙ্গে,
গোবিন্দ কৰত কেলি।
কাহাকু হেৰয়ে হাসি আখি ভঙ্গে লো ৰাম।

পদ—কাহাকু চুম্বয়ি বনমালী লাগি মুখ।
আলিঙ্গনে গোপীক মিলত ৰমি সুখ॥
উচ্চ কুচ কৰো খত নখেৰ পৰশি।
গোপালক কেলি কৃষ্ণ কিঙ্কৰ কহসি॥

সূত্ৰ—এবম্বিধ নানা খেলা শ্ৰীগোপালে কয়ল। গোপীসব মনোৰথ পূৰি আনন্দে মন মগ্ন হয়াছে। সে সময়ে কুবেৰক এক অনুচৰ যক্ষ উনিকৰ নাম শঙ্খচূড়; সে পাপী কামাতুৰ হুয়া গোপীক হৰি নিবাক প্ৰতি প্ৰবেশ কয়ল; তাহে দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

শ্লোক

অথ প্ৰবেশমকৰোদ্ যক্ষো ৰক্ষ ইবাপৰঃ।
শঙ্খচূড় ইতি খ্যাতো নাম্না গোপীভয়ঙ্কৰঃ॥

গীত—ৰাগ কানাড়া—তাল-ছুটা

ধ্ৰুং—আৱৰত শঙ্খচূড় উৰি বাহু।
যৈচে চান্দ গৰসিতে মিলল ৰাহু॥

পদ—কায়া থূল শূল তুলি হাতে।
কম্পিত মেদিনী চৰণে আঘাতে।
আৰকত আখি চাহে দিশ পাশ।
শঙ্কৰ কহ ওহি কেশৱ দাস॥

সূত্র—সে শঙ্খচুৰ গোপীসৱক ভয় জনি কহোঁ বিভৎস ৰস ভাৱনা কয় তথি থিক। ভয়ঙ্কৰ ৰূপ যক্ষক পেখিযে গোপীসব ভয়ে কম্পয়ে লাগল। ত্ৰাহি কৃষ্ণ ঘন-ঘন জম্পত। তাহে পেখিযে ভকতক ভযহাৰী হৰি গোপীসবক আশ্বাস আলিঙ্গন কযল। বিক্রম দৰশিযে যক্ষক খেদাৱল। ততঃ পুনৰ্ব্বাৰ শ্ৰীকৃষ্ণ গোপীসব সহিত অনঙ্গ কেলি কয় লাগল। তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল।

গীত—ৰাগ শ্যাম—যতিমান

ধ্রুং—ৰময়া কৰু মদন খেলা।
খেলে সঙ্গে গোপ ৰমণী মেলা॥

পদ—কাহাকু হৰি হসি কৰু মান।
কাহাকু চুম্বন চৰ্ব্বন দান॥
কাঞ্চুৰি ছোড়ি কুশ পৰকাশ।
হাতে ঘোৰি গৌৰি কৰতু হাস॥
কাহাকু লেল হৰি অম্বৰি ছোড়ি।
ৰহল লাজে গোপী অঙ্গ মোৰি॥
সবহু বেকত গুপুত অঙ্গ।
বচন চৰপটি বড়ায়া ঢঙ্গ॥
যাকেৰি সেৱা কয়ো সুৰাসুৰে।
সো হৰি গোপী মনোৰথ পূৰে॥
ভকত বান্ধব মাধৱ প্ৰাণ।
কৃষ্ণ কিঙ্কৰ কহয় পৰমাণ॥

সূত্র—যে পৰমেশ্বৰ শ্ৰীকৃষ্ণ ব্ৰহ্মা ৰুদ্ৰাদি দেৱতা যাকৰ পদ পঙ্কজ সদায়ে সেৱত ঐচন জগত গুৰুক বনচাৰী অনাচাৰী গোপনাৰী কাম ভকতিয়ে বশ্য কয়ল। হৰি ভকতিক মহিমা কি কহব? আহে লোকাই, পেখু পেখু হৰিগুণ নাম শ্ৰৱণ কীৰ্ত্তন বিনে কলিত গতি নাহি নাহি; জানি নিৰন্তৰে হৰিবোলহৰি।

শ্লোক

গোপ্যা গোবিন্দ-সম্মান মদমোহিত-চেতসঃ।
গৰ্ব্বেন খৰ্ব্ব-বাক্যেন চক্ৰুস্তা হৰিহেলনং॥

সূত্র—তদন্তৰ স্ত্রীক দুৰ্জ্জন ভাৱ শুনহ যে পূৰ্ণানন্দ শ্ৰীকৃষ্ণ উনিকৰ কুৎসিত বিষয় সুখে কোন অভিলাষ থিক। নাহি নাহি যৈচে কামধেনু বৃন্দাধিকাৰীক ছাগলীত কি প্ৰয়োজন থিক। গোপীসবে তাহে নাহি জানয়ে মাধৱত মহামান্য পাই কহোঁ। বুদ্ধি অন্ধ ভৈল, কৃষ্ণক অৱহেলা কয় লাগল, অন্যোঅন্যে কহয়।

সখীসব—হে সখিসব। হামাৰ ৰূপ যৌৱন পেখি শ্ৰীকৃষ্ণ ভুলল, হামাৰ কোল ছাড়য়ে নাহি, বাক্য বাধয়ে নাহি।

সূত্র—ওহি বোলি বাহু লাৰি মদগৰ্ব্বে ভৰময়ে লাগল। শ্ৰীকৃষ্ণ তাহে পেখি পাছু পাছু চাটু বোলি চলইছে।

শ্ৰীকৃষ্ণ—হে সখিসব। হামাক কৈছে প্ৰিয়ে সম্ভাষণ নাহি কৰত। হামো কোন অপৰাধ কয়ল। প্ৰাণ গোপীসব। প্ৰেম নিৰেখি হামাক আশ্বাস কৰহ।

সূত্র—গোপীসব মদগৰ্ব্বে পিঠি দিয়ে কাহো চলয়। কিছু শুনয়ে নাহি; তাহে দেখিয় শ্ৰীকৃষ্ণ

হাসি হাসি লীলায়ে প্ৰেমকয় লাগল, তাহে দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ সুহাই—পৰিতাল।

ধ্ৰুং—এ সখি কতনো কয়লো হামো দুখ
কৃখ চোৰ।
দেহু দহে কাম আগি আলিঙ্গন কোৰ॥

পদ—নব প্ৰেমৰস বিচোৰণ কৈছে হোই।
বঙ্কিম নয়নে হেৰহু হাসি মোই॥
ধৰয়ে নাপাৰি মন মনমথ ভোল।
হৰিক চৰিত্ৰ কৃষ্ণ কিঙ্কৰে বোল॥

সূত্ৰ—হে প্ৰাণ গোপীসব, কোন অপৰাধে হামাত প্ৰেম ছাড়ল। তোৰাক নিমিত্ত হামাৰ মন মদনে মৰ্দ্দয়। জানি প্ৰেমে নিৰিখিয় আলিঙ্গয়। কৃষ্ণক বাক্য গোপীক কৰ্ণপথে যাৱে নাহি। অধীন কৃষ্ণ বোলি গণয়ে নাহি, যৈচে সেৱকা স্বামীক পেড়াপাত্ৰক জীৱ কটাক্ষে গণয়ে নাহি, বাহু লাৰিকহু লীলায়ে ভৰময় লাগল।

শ্লোক

নিশম্য গৰ্ব্বং গোবিন্দো গোপীনাং প্ৰেমবৃদ্ধয়ে।
ৰাধাং বিধায় হৃদয়ে তত্যাজ ব্ৰজযোষিতঃ॥

সূত্ৰ—তদন্তৰ শ্ৰীকৃষ্ণ গোপীসবৰ আতি গৰ্ব্বভাৱ নাহি সহল। হা হা কি ভেল গোপীসব, হামাকু গণয়ে নাহি। আৰাসব হামাক নাপাই প্ৰেম ভকতি হোক বুলি কহোঁ। ৰাধানাম এক গোপীক হৃদয়ে বান্ধিকহো তথায়ে অন্তৰ্ধ্যান ভৈলা।

শ্লোক

তত্ৰ কৃষ্ণমপশ্যান্তো ৰজন্ত্যাং ব্ৰজযোষিতঃ।
ৰুৰুদুঃ সস্বৰং ভীতা হৰেৰ্ব্বিৰহবিহ্বলাঃ॥

সূত্ৰ—তদন্তৰ গোপীসব আগু পাচু চাই কৃষ্ণক দেখিয়ে নাহি বৃন্দাবনে বিচাৰি নাপাই তত্তকালে গৰব চূৰ ভেল। বিৰহ কাতৰ হুয়া কৃষ্ণ দৰ্শন প্ৰাৰ্থয়ে সব।

গোপীসব—হে স্বামী কৃষ্ণ! স্বভাৱে চঞ্চল স্ত্ৰীক দোষ ধৰবি নাহি। হামু কিঙ্কৰী, তোহাক ইহা জানি দৰশন দেহু হে নাথ।

সূত্ৰ—গোপীসব অনেক প্ৰৱন্ধে কৃষ্ণক ভেট নপাই পৰম আকুল হুয়া যৈচে ক্ৰন্দন কয়ল, বালাসব তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কৈল্যাণ—যতি তাল।

ধ্ৰুং—কাহে গযো কাহে গয়ো হামাৰি বন্ধু মধাই।
ফোকাৰে নিশ্বাস ঝুৰয় নীৰ নয়না বয়না
হাত চড়াই॥

পদ—হা হৰি হা হৰি কৰয় কামিনী মিলি
বিৰিন্দা বিপিন বিচাৰি।
ঘন ঘন মুৰুছি পৰয়ে বৰবালা
দিশ দশ পেখু অন্ধিআৰি॥
প্ৰাণ গোপাল পিউ বিনে নাহি ৰহ জীউ
বিৰহ দহনু দহে প্ৰাণ।
কৰত বিলাপ গোপাল গুণ গাৱে
কৃষ্ণ কিঙ্কৰ গুণ গান॥

গোপীসব—হে কমললোচন! দুখমোচন স্বামি! হামু পাপিনীসব তোহাত গৰব কৰল, ৰব

অপৰাধ আচৰল ; সে দোষসব মৰষ স্বামি।
হামু কিঙ্কৰীক কৃপা কৰহি দৰশন দেহু।
( ওহি বোলি আৰ্ত্তৰাৱে ক্ৰন্দন কয়ে লাগল )।

শ্লোক

তথালপন্ত্যো গোপ্যস্তা অলব্ধা মাধৱং ধৱম্।
মত্তাঃ প্ৰবিশ্য বিপিনং পপ্ৰচ্ছু স্তৰুৰাজিষু॥

সূত্ৰ—ঐচন কৃষ্ণ গুণ গাই কান্দিতে গোপীক প্ৰেম ভকতি উপজল। শৰীৰ পুলকিত নেত্ৰক নীৰ ঝুৰয় মত্ত হুয়া কতিহো কৃষ্ণ চেষ্টা কয়ল। কতিহু কৃষ্ণক ক্ৰীড়া সুমৰি মনে মৰম চড়ল। হা হা কৃষ্ণ বোলিয়ে ঢলি ঢলি পৰল। কতিহু উনমত মনে বৃন্দাবন পশিয়ে পুনু কৃষ্ণ কৃষ্ণ বোলি বিচৰয়ে লাগল। যে শ্ৰীকৃষ্ণ জগতক বাহিৰে ভিতৰে থিক সে শ্ৰীকৃষ্ণক বৃক্ষক সমীপ চাপিয়ে কান্দি কান্দি পুছয়ে লাগল তা শুনহ।

গীত—ৰাগ গৌৰী—যতিমান।

ধ্ৰুং—পুছতুহো মাধৱ বান্ধৱ মধুসূদন।
কতি না ৰহলি হৰি গোপিনী জীৱন॥

পদ—বকুল বন্দুলি কদম্ব বক তুলসী,
তোহো সব পৰ উপকাৰী ;
কহ কাহে গেল বন্ধু মধাই হামাৰি॥
বিৰহিনী জীৱন ধৰএ নপাই,
চম্পক চুত আঙ্কোৰ পাতি মাগো,
প্ৰাণ বন্ধু দেহু দেখাই॥
পহু বিনে তনু মন ধৰণ নযাই।
কহল প্ৰাণ কৃষ্ণ কিঙ্কৰে গাই॥

সূত্ৰ—ঐচন পৰকাৰে তৰুসবত কৃষ্ণ গুণ গাই গোপী পুছিতে পৰম প্ৰেম উপজল ; শৰীৰ বিছুড়ল অবিচ্ছেদ ধাৰায়ে নয়নক নীৰ নিগৰে। কৃষ্ণক চৰণ হৃদয়ে বান্ধি কহু আনন্দ মগন মন কতিহু মৌন হুয়া থিক। ভকতিক মহিমায়ে কৃষ্ণময় দেখয় ; হামু কৃষ্ণত্ব মানি প্ৰেমে মত্ত হুয়া কৃষ্ণ চেষ্টা কৰয়ে লাগল।

শ্লোক

ভক্ত্যা প্ৰমত্তাস্তা গোপ্যো মত্ত্বাতাত্মপি মাধৱম্।
অন্যোন্যমভিসম্ভাষ্য বিজগুঃ কৃষ্ণচেষ্টিতম্॥

সূত্ৰ—কৃষ্ণ ভকতিত মত্ত হুয়া কহু সব শোক বিছোড়ল ; অন্যোঅন্যে সম্ভাষিয়া কৃষ্ণক লীলা আপুন কয় লাগল। গোপীসব তাহে দেখহ শুনহ।

গীত—ৰাগ কানাড়া-পৰিতাল।

ধ্ৰুং—মঞি কৃষ্ণ বুলি কৰে ভাৱনা।
তন পানে শুষি মাৰে পূতনা॥

পদ—হামু কৃষ্ণ বুলি ঠোকাৰে বুক।
মাৰে অঘ বক বৎস ধেনুক॥
কাহু বোলে হামু গোপিনী নাথ।
মৰ্দ্দয় কালিক চড়িয়া মাথ॥
ওহি হ্ৰদ ছোড় দুৰাচাৰ।
দুষ্ট দণ্ডিতে হামু অৱতাৰ॥
নাহি ভয় কাহু গোপিনী বুলি।
এক হাতে ধৰ মন্দৰ তুলি॥
চাপ গোপীসব হামাৰ পাশ।
ইন্দ্ৰক গৰব কৈয়ো সৰ্ব্বনাশ॥

হামুসে কৃষ্ণ দেখ কেহো বোল।
গোপিনী দেহ আলিঙ্গন কোল॥
অবহু নাহি পৰিচয় বালা।
দেখোহো পীত বস্ত্ৰ বনমালা॥
বোলয় কাহ্নু আইলো হামু হৰি।
বেণু বজাৱত অধৰে ধৰি॥
গোপীক কণ্ঠ কাহ্নু বাহু মেলি।
কৰে লীলা গতি দৰশে কেলি॥
কাহ্নুঁ বোলে বিলাই দধিক মোৰ।
ধৰিলো কৃষ্ণক লৱনু চোৰ॥
তোৰ মাথা খাইবো বোলয় বাণী।
গোপীক বান্ধয় উৰলে টানি॥
ভকতি প্ৰমত্ত গোপাঙ্গনা।
ঐচন কৰতু কৃষ্ণ ভাৱনা॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে বোল।
পবিত্ৰ কৰ হৰি হৰি ৰোল॥

সূত্ৰ—পৰম ভাগ্যৱতী গোপীসব হৰি ভকতিক মহোদয় মিলাৱল। ঐচন কৃষ্ণ ভাৱনা কৰি কহোঁ মত্ত হুয়া ৰহল। যো গোপী কৃষ্ণক সঙ্গে যাই উনিকৰ দুৰ্জ্জন ভাৱ শুনহ। শ্ৰীকৃষ্ণ সে গোপীক কতিহু উকুত বৈসাই কুসুমে ৰাসক্ৰীড়া কৰাৱল। কতিহু ক্ৰীড়া কৌতুক কৰিতে যাই তদন্তৰত শ্ৰীকৃষ্ণক গোপী বোলল।

গোপীসব—হে স্বামি কৃষ্ণ। হামাক পদতলে কণ্টকে বেধল, চলয় নাহি পাৰি।

শ্ৰীকৃষ্ণ—প্ৰাণৰাধে! হামাক বোকে চৰসিয়ো।

সূত্ৰ—ওহি বুলি গোপীক বোকে তুলি শ্ৰীকৃষ্ণ বহয়ে লাগল, তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ সুহাই—মান জ্যোতি।

ধ্ৰুং—গোপীনাথ লীলা জানব কোই।
বিপৰীত কৌতুক তোই॥

পদ—চৌধয় ভুৱন অধিকাৰী।
সো বোকে বহে গোপনাৰী॥
যো ৰহে গৰুড় আসনে।
সো হৰি গোপিনী বাহনে॥
ভকত বান্ধৱ কিনা ভেলি।
শঙ্কৰ কহ কৃষ্ণ কেলি॥

সূত্ৰ—ঐচন ক্ৰীড়াকয় কৃষ্ণে কামাতুৰ পুৰুষক দেখাৱল। স্ত্ৰী ভৈল ৰাজা, কামাতুৰ উনিকৰ দাস। স্ত্ৰী আজ্ঞা পালি সৰ্ব্বথা থিক, ইহাক জানব।

শ্লোক

কৃষ্ণেন সহসা যাতি গোপী তন্মান দৰ্পিতা।
কৃষ্ণস্য স্কন্ধমাৰুঢ়া গত্বা সা দুঃস্বভাৱতঃ॥

সূত্ৰ—তদন্তৰ সে স্ত্ৰীক দুৰ্জ্জন ভাৱ শুনহ। বোকা হন্তে কৃষ্ণে নমাৱল। ৰাধা হাথিয়ে চলে। কৃষ্ণক সম্মানে গৰ্ব্ব উপজল। বোলে সব গোপী তেজি হামাক আনল। আঃ মোহি সম কোন সৌভাগিনী থিক। দৰ্পে ঠেস কৰি বৈঠল। তাহে পেখি শ্ৰীকৃষ্ণ বোলল।

শ্ৰীকৃষ্ণ—হে প্ৰাণ ৰাধে! তুহুঁ কি নিমিত্তে ৰহল।

শ্ৰীৰাধা—হে কৃষ্ণ! তুহুঁ দাৰুণ পুৰুষ। হামু ভূমি পাৱে চলৈছে। তুহুঁ দেখয়ে নাহি। অব চলয়ে নাহি পাৰি। যেমন কয় নিয়া যাৱ।

সূত্ৰ—স্বভাৱে চঞ্চল স্ত্ৰী লাই পাই ঈশ্বৰ কৃষ্ণক গণয়ে নাহি; শুনি শ্ৰীকৃষ্ণ কটাক্ষে বোল।

শ্ৰীকৃষ্ণ—হে প্ৰাণ ৰাধে! অতক্ষণে কেনে নাহি কহ। যদি চলয়ে নাহি পাৰ, হামাৰ কান্ধে চৰসিয়া।

সূত্ৰ—গোপী কটাক্ষ নাহি বুঝল। বস্ত্ৰ কাছি কান্ধে চৰিতে ৰঙ্গে চলল। তাহে পেখি কৃষ্ণ অন্তৰ্ধান ভেল। গোপী কৃষ্ণক নাহি পেখি ভয়ে বিহ্বল হুয়া হা কৃষ্ণ হা কৃষ্ণ বোলি যৈচে দৰ্শন প্ৰাৰ্থল, তা শুনহ।

গীত—ৰাগ সুহাই—মান জ্যোতি।

ধ্ৰুং—দৰশন দেহু দয়াল মেৰি বন্ধু মধাই।
কৈছে কৰসি দাসীক ৰোষ, দোষ মৰস গোসাঞি।

পদ—নিশি একেশ্বৰী নাৰী অনাথিনী,
কৰু কৰুণা মুৰাৰি।
তুহুঁ বিনে জীৱন ৰহই নপাৰি,
দহে হৃদয় হামাৰি॥
কৰল গৰৱ নাথ তোই হামু পাপিনী আন্ধা।
কহ শঙ্কৰ নৰ হৰি বোল, ছোড় বিষয়ক ধান্দা॥

সূত্ৰ—ঐচন নাদ কয়ে ৰহল বালা; যে গোপীসব কৃষ্ণ আৰ্ত্ত ভাৱনা কৰে থিক, পুনু প্ৰাণ কৃষ্ণক সুমৰি তাপিত হুয়া বিৰিন্দাবন পশি বিচাৰল। তদন্তৰ কৃষ্ণক খোজ পেখি কহোঁ গোপী সখীসবক যে বোলল, তা শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ শ্ৰীগান্ধাৰ—একতালি।

ধ্ৰুং—ওৰে সখি পেখো ৰে হামাৰ জীৱন কানু
ওহি পথে গৈল লীলায়।
ধৱজ বজ্ৰ পঙ্কজ খোজ হেৰলোৰে
কমন ৰমণী সঙ্গে যায়।

পদ—সতিনীৰ খোজ দেখি হৃদয়ে নসহে ৰে
অধিক মিলিল দুখ মোৰ।
সব গোপিনী ধন বন্ধু অধৰ মধু পিয়ে
একেশ্বৰী কৰি চোৰ॥
দেখ সখি সতিনীক কোলে কৰিয়া ৰে
কুসুমে কৰাৱলি লাসা।
বহে গোপিনীক কানু বোকে তুলিয়া ৰে
কহতু শঙ্কৰ কৃষ্ণদাস॥

সূত্ৰ—ঐচন খোজগুড়ি যাইতে গোপীসব সে সতিনীক ক্ৰন্দন শুনিয়া বেগে আসি কহোঁ ৰাধাক বেঢ়ি বাত পুচত।

সখীসব—হে সখি! কি ভেল! কি ভেল! প্ৰাণ কৃষ্ণ কোন ভিতি গেল সত্বৰ কহ।

শ্ৰীৰাধা—(আখি মুখ মুছি নিশ্বাস তেজি কহল) সখীসব! কি পুছহ! হামু অভাগিনী নাৰী কৃষ্ণত কোন মান নাহি সাধল। কৃষ্ণে বোকে বান্ধি হামাক ফুৰাৱল, সে গৰ্বে অন্ধ ভৈলো! কৃষ্ণক কান্ধে বগাইতে ভৈলো। সে অপৰাধে বান্ধৱ কৃষ্ণ হামাক ছাৰি কোন ভিতি ভেল, ইহা নাহি জানো। ওহি বুলি ক্ৰন্দন কয়ে লাগল বালা।

শ্লোক

নিশম্য তদ্বচো গোপ্যো নিৰাশাঃ কৃষ্ণদৰ্শনে।
পুনঃ পুলিনমাগত্য জগুৰ্গোবিন্দ চেষ্টিতম্॥

সূত্ৰ—তাহে শুনিয়ে কৃষ্ণ দৰ্শনে নিৰাশা ভেল। গোপীসবে ৰাধাক সঙ্গে লৈয়া কহোঁ যমুনাৰ বালি নাৰিএ কৃষ্ণক প্ৰাৰ্থি ক্ৰন্দন কৰি যৈচে হৰিগুণ গাৱল তাহে শুনহ।

গীত—ৰাগ আশোৱাৰী, একতাল।

ধ্ৰুং—গোপিনীক কৈছে কেশৱ জীৱন লে।
অবহু বাহুৰি নাথ দৰশন দে।

পদ—তুৱা পদ পঙ্কজ জীৱন আধাৰু॥
তাহে নাহেৰি হৰি ৰহয়ে নপাৰু॥
দৰশ সৰস মুখ কমল মধাই।
কৰহু করুণা কৃষ্ণ কিঙ্কৰে গাই॥

সখীসব—হে বন্ধু মাধৱ! তোহাৰি জনম নিমিত্তে গোকুল অধিক সম্পূৰ্ণ ভেল। সৰ্ব লোক সুখে ৰহইছে, হামাক কৈছে মদনক হাতে মৰাৱত থিক। হে সখি তোহো যশোদা নন্দন নহ, জগত ৰাখিতে ব্ৰহ্মা প্ৰাৰ্থল, সে নিমিত্তে তোহো সৰ্ব্ব অন্তৰ্য্যামী শ্ৰীকৃষ্ণ বেকত হুয়াছ। হামৰা-সবক অঘ বক বৎস পূতনা বৃষ্টি বহ্নি হস্তে ৰক্ষা কৰাইছ; অখন কি নিমিত্ত ৰজনী কহোঁ বন মধ্যে হামাক তেজাল স্বামি? যে ঈশ্বৰ নাৰায়ণ সে তুমি ঐচন ভকতক ত্যাগ তোহোক উচিত নহে। হে নাথ! যে ভকতক মনোৰথ পূৰে, সে হস্তপদ হামাৰ মাথে থৈয়োসিয়া স্বামি! যাহেৰ স্মৰণে জগতকে পাপ হৰে সোহি পদ পঙ্কজ হামাৰ স্তন উপৰে অৰ্পহ নাথ। দেখো দেখো তোহাৰি কিঙ্কৰী মৰি যাঞেঁ। অধৰামৃতে জিয়াৱা আসিয়া স্বামি। ওহি বুলি পুনু যৈছে ক্ৰন্দন কৈয়ে প্ৰাৰ্থল তাহে দেখহ।

গীত—ৰাগ মাউৰ—জ্যোতিমান।

ধ্ৰুং— করুণাসিন্ধু জীৱন লেহু কতি নাই।
মোহন বংশীৰ স্বাদে, নিশি বিপিন আনি,
কৈছে তেজলি মাই॥

পদ

পতিসুত সব তেজি তেৰি কিঙ্কৰী ভৈলো
হামু মুগুধী গোপনাৰী।
তুহুঁ কপট কয় কৈছে না দেখিছে
দৰশন মেৰি মুৰাৰি॥
তোহো পৰম ধন গোপিনী জীৱন
জানি কৰল তয়ু আশা।
তোহো দয়াল দীনজন বান্ধৱ
কহতু শঙ্কৰ হৰিদাসা॥

গোপী—হে স্বামি কৃষ্ণ! তোহাৰ যে চৰণ পঙ্কজ কঠিন স্তন উপৰে হামু লাসে লাসে থঞো গোহাঞি; সে কোমল পাৱে কৈছে কন্টক বনে বেড়াৱ? ইহা সুমৰিতে প্ৰাণ বন্ধু হামাৰ প্ৰাণ ফুটি যাই।

সূত্ৰ—ওহি বোলিতে প্ৰেম-উপজল, লোতক ঝুৰে মাটি লুটি পৰল; অতিশয় মৰল চড়ল; দীৰ্ঘ নিশ্বাস ফোঁকাৰি ডাকিয়ে বোলল, হে স্বামি, তোহাৰি দাসীসব মৰিয়ে যাঞো, নাথ দৰশন দেহু। ওহি বুলি হা কৃষ্ণ ঘন ঘন জম্পিয়ে আৰ্ত্তৰাৱে ক্ৰন্দন কয় লাগল, গোপীসব, সে ক্ৰন্দনক উৰ্ম্মি গগন মণ্ডল বেড়ল।

শ্লোক

গোপীপ্ৰেমাকুলঃ কৃষ্ণো বাষ্পপূৰিতলোচনঃ।
আবিৰ্বভূব তন্মধ্যে সাক্ষান্মদনমোহনঃ॥

সূত্ৰ—তদনন্তৰ গোপীক প্ৰেম ভাৱনা পেখিয়ে শ্ৰীকৃষ্ণ পৰম আকুল ভৈলা; হৃদয় দ্ৰবিল। তৎকালে গোপীসব মধ্যে কোটিকন্দৰ্পদৰ্প-দলন ৰূপে যৈছে বেকত ভেলা তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি বোল।

গীত—ৰাগ—ধনশ্ৰী।

ধ্ৰুং— বেকত ভেল মুৰাৰি।
গোপী প্ৰেম সুধাৰস আকুল
কমল নয়নে ঝুৰে বাৰি ॥

পদ— হাৰ মুকুট মণি কুণ্ডল মণ্ডিত।
শ্যাম ৰুচিৰ পীত বাসে ॥
মনমথ কোটি মথন মন মুৰুতি
ইন্দু কোটি পৰকাশে ॥
অধৰ মধুৰ বেণু বাৰত আৱত
কণ্ঠে কদম্ব মালা ডোলে।
পদ যুগ মঞ্জিৰ ঝুৰয় শঙ্কৰে কয়
এহু ৰূপে ত্ৰিভুৱন ভুলে।

সূত্ৰ—ঐচন কোটি ইন্দু পৰকাশ কৃষ্ণকৰূপ পেখিয়ে গোপীক তাপ তৎকালে দূৰ গেল। আঃ পাৱল পাৱল বোলি অতি সত্বৰে উঠি কহু, প্ৰাণ মাধৱক বেঢ়ি ধৰল গোপীসব।

শ্লোক

ইন্দ্ৰিয়ানাং যথা প্ৰাণা আয়ন্তং বীক্ষ্য গোপিকাঃ।
জগৃহুঃ সহসোত্থায় কৃষ্ণং প্ৰেমৰসাকুলম্ ॥

সূত্ৰ—গোপীসব কাহু কৃষ্ণক আলিঙ্গি ধৰল। কাহু, পাদপদ্ম কাহু হস্তপঙ্কজ কাহু বাহু কান্ধে লৈয়া শুঙ্গয়। তদনন্তৰ প্ৰাণবন্ধু মাধৱক সম্মান কয় আক্ৰোব পাতি বৈসায়া পৰম ভকতি কৰয়ে লাগল। কাহু ধৰি হস্তপাৱ মৰ্দ্দয়, কাহু তাম্বুল যোগাৱয়, কাহু আক্ৰোবে ৰিজ্ঞিকহু প্ৰণয়কোপে যে বোলল তা শুনহ।

গীত—ৰাগ গৌৰী—একতাল

ধ্ৰুং—জানলো ৰে প্ৰাণ পিউৰে তেৰি
যৈচন ৰীত।
নাই একুতিল তেৰি তেৰি বধ ভীত ॥

পদ—প্ৰাণ টুটত তেৰি চৰণ নাহোৰি।
কৈচে না দেখি দৰশন এতি বেৰি ॥
অতয়ে কঠিন কৈচন চিত তোই।
শঙ্কৰ কহ হৰি বিনে গতি কোই।

সূত্ৰ—হে স্বামি! তোহো কপট কয় নিশি হামাক বন মধ্যে তেজল। ওহি বুলিতে নয়নক নীৰ ঝুৰই, হেট মাথ কয়ল গোপীসব।

শ্লোক

নিৰীক্ষ্য কৰুণং কৃষ্ণঃ গোপীনাং পীতবাসসা।
মাৰ্জ্জয়ন্মুখমাশ্বাস্য প্ৰোবাচ সাশ্ৰুলোচনঃ ॥

সূত্ৰ—গোপীক কৰুণা পেখিয়ে শ্ৰীকৃষ্ণ সজলনয়ন ভেলা। ততকাল উঠিকহু পীত বস্ত্ৰে সখীসবক মুখ মুচি প্ৰবোধ কয়ল।

শ্ৰীকৃষ্ণ—হে সখিসব। ঐচন প্ৰেম ভকতি পেখি হামি পৰম আকুল। অতয়ে কঠিন বাক্য নাহি বোলব। হামাকু নিশ্চিন্তে বিলাপ ছাড়হ। হামু বচনেক বোলো তা শুনহ।

গীত—ৰাগ কেদাৰ।

ধ্ৰুং—সখিসব ঐচন বচন না বোল।
তোহাৰি পৰম প্ৰেম পেখি মুৰাৰি
সহজে বসহে হৃদি মোৰ ॥

পদ—তোহাক ভকতি সুজয়ে নাহি পাৰো।
ৰহল ধাৰ মোহে গোপিনী।
শুন সখি স্বৰূপে কহো বাণী ॥
অব যব দায় সুন্দৰীসব আপুন
চোৰবহ তব অৰিণি ॥
তোহো সব বিনে নাহি বন্ধু হামাৰি
প্ৰাণ অধিক প্ৰিয় মানি ॥
অব সখি বিলাপ তাপ তেজহু,
ভকতবৎসল মোক জানি।
ভকতক দুখ দেখি হৃদি সহে নাহি।
শঙ্কৰ কহ হৰি বাণী ॥

শ্ৰীকৃষ্ণ—হে সখিসব বিলাপ ছোড়হ। তোৰাসব যে প্ৰেম ভকতি কয়ল, তাহে শুজয়ে নাহি পাৰি। হামু ঋণী হুয়া ৰহলো। ওহি সত্য বাণী জানি অসূয়া ছোড়হ। হামাক সপত উঠহ উঠহ। পৰম উৎসুকে ৰাসকেলি কৰসিয়া।

সূত্ৰ—ওহি বুলি হাতে ধৰি তুলি কহোঁ যমুনাক বালি নামি ৰাসক্ৰীড়া আৰম্ভল। গোপীসব বিৰহ তাপ তেজিয়ে কৃষ্ণ বাক্যামৃতে তৃপিতি হুয়া পৰম উৎসুকে ক্ৰীড়াক প্ৰবেশল। হৰি কাহুক চুম্বয়, কাহুক হাস্যে নিৰিখয়, কাহুক নখে তন পৰশয়, কাহুক আলিঙ্গয়। এবম্বিধ অনঙ্গ খেলায়ে গোপীক চিত্ত ৰঞ্জি শ্ৰীগোপাল ক্ৰীড়া কয়ল। গোপীসবো কৃষ্ণক সন্মান পাই যৈছে পৰম উৎসুকে কেলি কয়ল, তা দেখহ শুনহ।

গীত—ৰাগ মাউৰ

ধ্ৰুং—ব্ৰজৰমণী সঙ্গে খেলত গোপাল
আনন্দে মন মগন।
হৰিকো মকৰ কুণ্ডল লৈলা কাহু
বিহসি হাসি বদনে ॥

পদ—কাহু কৰকঙ্কণ কাঢ়ি লৈলা কাহু
হাসি বংশী লৈলা গোৰি।
পীত অম্বৰু বনমালা লৈলা কাহু
কাকু কৰয় কৰযোৰি ॥
কাহু কদম্ব মাল বালা লৈলা হাসি
কণ্ঠ কৌস্তুভ কাহু লৈলা।
ৰমণীক বিনয়ে ৰময়া মাগে
শঙ্কৰ কহু হৰি খেলা ॥

সূত্ৰ—গোপীসব শ্ৰীকৃষ্ণক বেঢ়ি ধৰিকহু; কাহু বসন কাহু বংশী, কাহু কঙ্কণ কাঢ়ি লেলহ। কৃষ্ণে বিনয়ে খোজিতে হাসি হাসি পুনু পিন্ধাৱল। আহে লোকাই, পেখো পেখো যাহেৰ চৰণ ব্ৰহ্মা ৰুদ্ৰাদি ধ্যানে ধৰয়, সোহি পৰমেশ্বৰ, অজ্ঞানী অনাচাৰী গোপনাৰী সে সব সহিতে কাম কেলি কৰয় থিক। হৰি ভকতিক ঐচন মহিমা। ইহা জানি নিৰন্তৰে হৰিবোল হৰি।

শ্লোক

ততোতিকৌতুকোদ্ৰেকং নিশাম্য ব্ৰজযোষিতাং।
গোপীভিৰ্ভগবান্ কামক্ৰীড়ামাৰভতাচ্যুতঃ ॥

সূত্ৰ—তদন্তৰ শ্ৰীকৃষ্ণ সঙ্গে নিয়া ৰঙ্গে অনঙ্গ কেলি কৰিতে যমুনাক বালি নামি ৰাসমণ্ডল কয়ল। যত গোপী তত মুকুতি হুয়া বাহু মেলি গোপীক কণ্ঠ আলিঙ্গি কহো যৈচন ক্ৰীড়া কয়ল তা দেখহ শুনহ।

গীত—ৰাগ গৌৰী—পৰিতাল।

ধ্রুং—ভুবন ভুলায়া আনন্দে গোবিন্দে নাচে
প্রভু নাচত চৰণ চলাই।
ভুজ কেলি কৰত কণ্ঠ আলিঙ্গি
ৰঙ্গিণী গোপিনী মিলাই॥

পদ—যত গোপী তত মুৰুতি মাধৱ
চলয় লয় লাসে হাসে।
যৈচে হেম মণি মাঝে মাঝে
মণি মৰকত পৰকাশে
কৰইতে নৃত্য কঙ্কণে ঝনকিত।
মঞ্জিৰ ৰুণ ঝুণ ৰোলে।
কহ শঙ্কৰ কেলি হৰিকো হেৰত
সুৰ ৰমণী পৰ ভোলে॥

সূত্র—ঐচন কৃষ্ণ সমে নানা ক্রীড়া কৰিতে গোপীসবে আনন্দ সমুদ্রে মন মগ্ন হুয়া সবহি বোলে হামাক মাত্র কৃষ্ণে আলিঙ্গি ৰহে। ওহি বুলি কৌতুকে কেলি কয় থিক। সোহি সময়ে পুন শঙ্খচূড় যক্ষ গোপীক ভয় জনিত আৱল। তাহে দেখিয়ে ত্রাহি ত্রাহি বোলি গোপীসব কৃষ্ণত শৰণ লেল। বিক্রম দেখায়া কৃষ্ণে যক্ষক খেদাৱল। তদন্তৰ পুন ক্রীড়া কয় লাগল, শ্রীকৃষ্ণ গোপীসব সমে যৈচে তা দেখহ শুনহ।

গীত—ৰাগ নাট—পৰিতাল।

ধ্রুং—খেলে মধুৰ মধাই ৰে
সঙ্গে গোপিনী নাচে ৰে।
যৈচে তড়িত জড়িত মেঘ
ঝলকি প্রকাশে।

পদ—চলিতে চুৰই বালা গাৱে গীত নিকৰে।
গোপী গোপাল কেলি মিলল অধিক ৰে।
ধৰত গোপিনী কণ্ঠে বাহু মেলি কেলি ৰে।
ভুলি শশধৰ ৰথ স্তম্ভিত ভেলি ৰে।
হেৰয় সুৰ ৰমণী মূৰুচিত ভেলি ৰে॥
গোবিন্দ কৰত কেলি শঙ্কৰ বোল ৰে॥

শ্লোক

সুৰসেবিত শ্রীকৃষ্ণক্রীড়াতুৰা ভৃশম্।
শৰীৰং নাপি উদ্ধর্তুং শেকুর্গোকুলযোষিতঃ॥

সূত্র—শ্রীকৃষ্ণ ক্রীড়ায়ে পীড়িত হুয়া গোকুল-কামিনীসব আকুল ভেল ; কেশ বেশ খসল, বস্ত্র সম্বৰয়ে নাহি কণ্ঠক সাতসৰী ছিণ্ডি পৰল। কটিক মেখলা শিথিল ভেল, কুচকাঞ্চুলি টুটি পৰল। সব শৰীৰ ঘৰ্ম্ম বহয়। মুখে শ্বাস ফোকাৱয়। কৃষ্ণক ধৰি কহো মহাশ্রান্ত হুয়া ৰহল। শ্রীকৃষ্ণ গোপীসবক যৈচে শ্রম দূৰ কয়ল তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ গৌৰী—তাল যতি।

ধ্রুং—কৰত সুৰত কেলি গোপিনী চুৰবলী ভেলি।
ধৰি হৰি কণ্ঠ ৰহ তব বাহু মেলি।

পদ—শুতল কামিনী কেহো হৰিকো কোলে।
কাহু গোপীক পীত অম্বৰ ঢোলে॥
শ্রমজল বিন্দু ইন্দুবদন বিৰাজে।
হৰি কাহু কৰপঙ্কজ জল মাজে।
কাহুক কেশ কেশৰ বান্ধে হাতে।
শঙ্কৰ কহ খেলে গোপিনী সাথে॥

সূত্র—শ্রীগোপালে কাহু গোপীক কেশ বান্ধল। কাহুক গাৱে আগৰ চন্দন ঘষল। কর্পূৰ তাম্বুল সাজি যোগাৱল। এৱম্বিধ নানা খেলন কয় কহো গোপীসবক শ্রম দূৰ কয়ল। আহে লোকাই পেখো পেখো কোটি কোটি ব্রহ্মাণ্ডক ঈশ্বৰ শ্রীকৃষ্ণ কৈবে অনাচাৰী গোপী তাহে কৃপায়ে শ্রম দূৰ কৈল। হৰি ভকতিক মহিমা কি কহব? ইহা জানি নিৰন্তৰে হৰিবোল হৰি।

### শ্লোক

ততঃ আগত্য তৰসা সপাল বৎসগোবনে।
জহাৰ যক্ষো গোপীনামেকাং কামবিমোহিতঃ ॥

সূত্র—গোপীসব সহিত নানাবিধ কেলি কৌতুক কয় শ্রীগোপাল তথি থিক। তদন্তৰ পৰম কামাতুৰ হুয়া যক্ষ শঙ্খচূড় কালে গৰসল। ৰাস মণ্ডল হন্তে এক গোপীক ধৰি কহো কোলে তুলি বেগে লৱৰ দেল। তাহা পেখি সব গোপী তৰাসে কাম্পয়, ত্রাহি কৃষ্ণ জম্পয়। যো গোপীক যক্ষে লৈয়া যাই সে বালা ত্রাহি কৃষ্ণ ত্রাহি কৃষ্ণ স্বামী অনাথক বন্ধু বুলি আৰ্ত্তৰাৱ কয়ে যাই। অনন্তৰে ভকতক শ্রীকৃষ্ণ—দুখ পেখি কোপে গোপাল শালবৃক্ষ উৎপাটি দুহু হাতে তোলি যক্ষক ততকালে ধায়া চলল? অৰে পাপী কাহা যাৱ। ৰহ ৰহ বুলি ডাক ছাড়ল।

### পদ

ছোড় ছোড় পাপী গোপী হামাৰ।
গৰজয় যক্ষক নন্দকুমাৰ ॥
ত্রাহি ত্রাহি কৃষ্ণ গোপিনী ৰাৱে।
পাচু পাচু তাকু মাধৱ ধাৱে ॥
নাহি নাহি ভয় বোলে গোপাল।
যক্ষক খেদে তুলি তৰু শাল ॥
ৰে ৰে শঙ্খচূড় তিৰী চোৰ।
মোড়ব ঘাড় ছোড় গোপী মোৰ ॥
শুনি তৰাসে জীব গেল উড়ি।
পাপী পলাৱত গোপীকো ছোড়ি ॥
বেগহি যাই জনিল তৰাসে।
যক্ষক খেদে দেৱ দিগ পাশে ॥
ৰহি কোপে দান্ত কামুড়ি খাই।
খেপল শূল মাধৱক লাই ॥
পেখি তাহেক হৰি কৰি আস্ফাল।
ভাঙ্গল শূল হানি তৰুশাল ॥
লৱড়ে শঙ্খচূড় ৰাখি পৰাণ।
ধাৱে পাচু পাচু পুৰুষ পুৰাণ ॥
বাঘক আগু যাই যৈচে ছাগ।
ধৰল গোপাল পাই তচু লাগ ॥
মাৰল কোপে মুষ্টি গোপীনাথ।
পৰল যক্ষক ছিণ্ডি কন্ধ মাথ ॥
তাহেক ৰত্ন চূড়ামণি আনি।
গোপীক অভয় বুলিলা বাণী ॥
তাহে পেখি গোপী দান্ত প্রকাশি।
সাধু সাধু কয় পূজয় হাসি ॥
মাৰল শঙ্খচূড় দুৰাচাৰ।
মিলল ৰঙ্গ ঢঙ্গ গোপিকাৰ ॥
শিৰত কানুৰ কুসুম সিঞ্চে।
বেঢ়ি কাহু কাহু আঞ্চোৰে বিঞ্চে।
মোচে শ্রমজল কতো গোপিনী।
কতহু গাৱত গুণ আপুনি ॥
কৃষ্ণক ভকতি মোক্ষ নিদান।
শুন সব লোই বেদ প্রমাণ ॥
কৃষ্ণক কিঙ্কৰ শঙ্কৰে বোলে।
পৱিত্র কৰা হৰি হৰি বোলে ॥

### শ্লোক

নিহত্য গোপীহর্ত্তাৰং যক্ষং স্ত্ৰীভিস্ততো হৰিঃ।
জলক্ৰীড়াং সমাৰেভে প্ৰবিশ্য যমুনাজলম্॥

সূত্ৰ—তদনন্তৰ শঙ্খচূড় যক্ষক মাৰিকহো পৰম প্ৰিয় গোপীসব সহিত যমুনাক জল প্ৰবেশি অতি কৌতুকে জল কেলি আৰম্ভ; মত্ত মাতঙ্গ যৈচে হস্তিনীসব সঙ্গে লীলায়ে খেলাৱত। সব গোপী বেঢ়িকহো শ্ৰীকৃষ্ণ যৈচন জলক্ৰীড়া কৰল, তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ গৌৰী—পৰিতাল

ধ্ৰুং— কৰত গোপাল জলকেলি।
চৌভিতি গোপিনী পানী সিচত হাসি
ৰময়াকে মুহ নেহাৰি॥

পদ— কাহুক অম্বৰ ছোড়ি লেলা হৰি
কাহুক আলিঙ্গন দান।
কাহুক ভোৰে কোৰে কৰি চুম্বন
কাহুক কুচ নখ হান॥
মত্ত গজ যৈচন জল মহ খেলত
তৰুণী কৰিণীসব সঙ্গে।
লীলা গোপাল পেখি সুৰ সুন্দৰী
দাৱল হৃদয় অনঙ্গে॥
যাহেৰি চৰণ সুৰাসুৰ সেৱত
সো হৰি গোপীক পিউ।
শঙ্কৰ কহ হৰি চৰণ শিৰে ধৰি
তাক তাক জগজীউ॥

সূত্ৰ—এবম্বিধ নানা খেলনা কয়ে জল কেলি সমাপল। তদনন্তৰ গোপীসব কৃষ্ণক সেৱা কৰয়ে লাগল। কাহু পীতবস্ত্ৰ পৰিধান কৰাৱে, কাহু গন্ধ চন্দন গাৱে চড়াৱে, কাহু কদম্ব মালা গাণ্ঠি গলে পিন্ধাৱয়, কাহু তাম্বুল সাজি যোগাৱয়, কাহু আকোষে বিঞ্চে, কাহু সুৰভি কুসুম সিঞ্চে। কাহু কৃষ্ণমুখপঙ্কজ নয়ন ভৃঙ্গ ভৰি পিবত। কাহু কাহু বালা বেঢ়ি গোবিন্দ গুণ গাৱত। নয়নক নীৰ ধাৰায়ে বৰিষে। ভাগ্যৱতী গোপীসব মহোদয় পাৱল। আহে লোকাই! পেখু পেখু পৰম অনাচাৰী গোপনাৰী কামভাৱে হৰিগুণ গাই পৰম গতি পাৱল। হৰি ভকতিক ঐচন মাহিমা আচাৰী অনাচাৰী বাচয়ে নাহি। জানি নিৰন্তৰে হৰিবোল হৰি।

### শ্লোক

এবং বৃন্দাবনে তস্মিন্ ব্যতীতা ক্ৰীড়তো নিশা।
নিৰীক্ষ্য ভগৱন্নাহ ব্ৰজং যান্ত্বৱলা ক্ৰমম্॥

সূত্ৰ—নিৰ্ভয় ক্ৰীড়া কৰিতে সকল নিশি সমাপল পেখি শ্ৰীকৃষ্ণ বোলল—

শ্ৰীকৃষ্ণ—হে সখিসব, যাৱতে প্ৰসন্ন নাহি হোৱে তাৱে সত্বৰ আজু ব্ৰজ যাৱ। বিলাস পৰিহৰ।

সূত্ৰ—ঐচন শুনি গোপীসবক মাথে যৈচে বজ্ৰ ভাগল, নিশ্বাস কোকাৰি মুখে বচন হৰল। তৰধ নয়নে হেঠ মাথ কৰল।

শ্ৰীকৃষ্ণ—হে সখিসব, যাৱত প্ৰভাত নাহি হয়, লোকে নাহি জানত, তাৱে [illegible] চল। হামাক যদি বান্ধৱ [illegible]

সূত্ৰ—গোপীসব শুনি নিশ্বাস ফোকাৰি কৃষ্ণ চৰণ ৰেণু মাথে ৰাখি পৰম মৌনে ব্ৰজ চলল যৈচে ৰজনীক গাৰি দেই, কুকুৰাক শপয়, তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ অহিৰ—তাল যতি।

ধ্ৰুং—বহুৰি গৌৰী গোপাল প্ৰাণ নেহাৰি।
ফোকাৰে নিশ্বাস চলয়ে নাহি চৰণা
নয়না পূৰিত বাৰি॥

পদ—কুকুৰা ৰাৱে জানি ৰজনী শেষ
তাকু শপয় পুত মাথে।
আজু বৈৰিণী নিশি নিমিষে পোহাৱল
হামুক তেজল প্ৰাণনাথে।
ভৰি পাঞ্চ সাত চলিতে তনু তাৰে
হৰি বিনে দেখু অন্ধিয়াৰি।
প্ৰেম পৰশিকে পুনু পৰয় ধৰণী লুটি
শঙ্কৰ উদ্ধাৰে মুৰাৰি॥

সূত্ৰ—শ্ৰীকৃষ্ণ তেজিতে যৈচে প্ৰাণ ছুটে, মাটি লোটে, ক্ৰন্দন কৰয়ে, বালাসব তাহে পেখি, শ্ৰীকৃষ্ণ প্ৰবোধি বোলল।

শ্ৰীকৃষ্ণ—সখিসব উচিত নহে, আজু গৃহে যাৱ।
প্ৰাণ সখিসব াহমাকু বচন ৰাখ, উঠহ উঠহ।

সূত্ৰ—গোপীসব শুনি আখি মুখ মুচি শ্ৰীকৃষ্ণক প্ৰণামি পুনু চলল। ভৰি আগকু বাঢ়য়ে নাহি। কথঞ্চথমপি ব্ৰজ যাই কিছু কৃত্য কৰয় নাহি পাৰিৱে। কেৱল কৃষ্ণক চৰণ চিন্তি ৰহল। কৃষ্ণক বিৰহে সব দেখা দহয়ে, এক পাশ হুয়া কৃষ্ণ গুণ গাই যৈচে দিবস বঞ্চল তা শুনহ নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ অহিৰ।

ধ্ৰুং—মাই মাই হৰিক বিচুৰি কত ৰহবি?
যাহে নাহেৰি সুৰ ৰমণী মৰচি পৰে
তাহে বিৰহ কত সহবি।

পদ—বাম বাহুত বাম কপোল মিলায়া
কেলি কদম্বক মূলে বেণু বাই।
শুনি বেণু ধেনু ধৰত তৃণ দশনু
বহে নীৰ নয়ন ঝুৰায়।
শুনিয়া মোহন ধ্বনি তম্ভিত তৰঙ্গিনী
পুলক কমল কোল ডোলে।
হৰিণী হৰাৱত চেতন এ তনু
বিচুৰি ৰহত ৰস ভোলে॥
নীল তনু পীত পট দেখি গগন ঘন
বোলি সুকুজ কৰ মান।
ছায়া ছত্ৰ ধৰত কৰত মধুৰ ধ্বনি।
কৃষ্ণ কিঙ্কৰে ৰস ভান॥

সূত্ৰ—হে সভাসদ! যখন শ্ৰীকৃষ্ণ বাম বাহু বামকপোলে থাপি কোমল আঙ্গুলিচয় চালি বেণু বজাৱয়, তা শুনি সুৰসুন্দৰীসব মুৰুচি পড়য়। ধেনুসব তৃণ দন্তে নীৰ ঝুৰে, হৰিণীসব চেতন হৰাৱত, নদীসব কামে কম্পয়ে ৰহ। পেখু পেখু বিবিধ পশু সে সবো কৃষ্ণগীতে মোহিত। সে প্ৰাণবন্ধু বিৰহে গোপীসবে কৈছে জীৱ ৰাখব। ঐচন ব্যৱহাৰে কৃষ্ণ গুণ গাই বিৰহ বিলাপ কয় দিন সব বঞ্চয়। সন্ধ্যা সময়ে পুৰ্ব্ববতে বৃন্দাবনে গৈয়া কহু পুনু প্ৰাণ কৃষ্ণ সহিত সমস্ত শৰত ৰাত্ৰি ৰাসক্ৰীড়া কয় ৰহ গোপীসব। শ্ৰীকৃষ্ণ এবম্বিধ নানা খেলনা কয় গোপীসবক মনোৰথ পূৰল। ওহি কামজয় কেলি গোপাল নাম নাটকং

সম্পূৰ্ণ ভেল। আহে লোকাই! ওহি ভাৰতবৰিখে নৰতনু কোটি কলপ অন্তৰো জীৱে নাহি পাই। বিশেৰত্ত কলিযুগে কৃষ্ণ গুণ নাম শ্ৰৱণ কীৰ্ত্তন বিনে গতি নাহি নাহি। ইহা জানি নিৰন্তৰে হৰিবোল হৰি। তদন্তৰ চপয় ছন্দে মঙ্গল বোল।

মঙ্গল ভটিমা

মীনৰূপে প্ৰলয় পয়সি সত্যব্ৰত যো তাৰিলে।
কূৰ্মৰূপে খীৰ সাগৰ মাথনে যো ধৰিলে ॥
শূকৰৰূপে হিৰণ্য বিদাৰি দেৱভয় কয় ত্ৰাণ।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

নৰসিংহৰূপে প্ৰকটি আটোপে হিৰণ্যকশিপু দাৰিলে।
বামন মূৰুতি বলি ছলিকঁহো ইন্দ্ৰ যোহি তাৰিলে ॥
পৰশুৰাম নামে অৱতৰি ক্ষেত্ৰ কয় নিৰযান।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

দাশৰথী ৰামৰূপ ধৰিকহোঁ জলধি বান্ধল সেতু।
সীতা উদ্ধাৰল বধল বৈৰি এ দশকন্ধ ধূমকেতু ॥
ৰাম হলধৰৰূপে ধেনুক দিবিধ কয় নিৰযাণ।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

বোধ মূৰুত্তি জগত মোহিয়ে কয়ল পাষণ্ড বীত।
ধৰম দুৰ গেল ভেল মলমতি লোকসব কলিত ॥
কলকীৰূপে ভকতক তাৰি কৰবি ম্লেচ উছৰ।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

কৃষ্ণৰূপে পৰম ঈশ্বৰ ভেলি লীলা অৱতাৰ।
যাচু নাম গুণ শ্ৰৱণ কীৰ্ত্তন কৰত জগত উধাৰ ॥
যোহি অঘ বক কংস কুৱলয় কয়ল মাৰি নিৰযাণ।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

যাহে মহিমা ব্ৰহ্মা শঙ্কৰ কবহু অন্ত নাপাই।
যাচু নাম ধৰি মুনিবৰ পামৰ দুহো একু গতি পাই ॥
যাহে ভকতিক শকতিক ঐচন নিগমসব পৰমাণ।
সোহি হৰি তেৰি কৰতু নিত্য মুকুতি মঙ্গল বিধান ॥

শ্ৰীৰামৰায় হৰিকো পৰমা ভকতি ৰসিক সুজান।
কেলি গোপাল কৰাৱত নাটক কৃষ্ণ কিঙ্কৰ ওহি জান ॥
শুনহ বুধজন নাহি নিন্দব মোহি নাহি দোষ বখান।
যোহি সোহি বাণী হৰি গুণ মিশ্ৰিত মুকুতি মিলাৱত জান ॥

দেৱক দুৰ্ল্লভ ভাৰতে নৰতনু হৰি বিনে বিফলহি যাই।
ওহি জনম চিন্তামণি কৈচে বেচহু কাঁচকু লাই ॥
এহি সংসাৰ সাৰ নাহি হেৰব হৰিকো বিনে গুণ নাম।
নিস্তৰ নিস্তৰ লোক নিৰন্তৰে ডাকি বোলহু ৰাম ৰাম ॥

কেলি গোপাল নাম নাটকং সমাপ্তম্।

# শ্ৰীশঙ্কৰ বাক্যামৃত

—:০:—

## পাৰিজাত হৰণ

শ্ৰীকৃষ্ণায় নমঃ

শ্লোক

নমঃ কৃষ্ণ বিষ্ণো পৰানন্তশক্তে ।
নমো ৰাম ৰাজীবনেত্ৰ প্ৰভো মে ॥
নমো ব্ৰহ্মমূৰ্ত্তে মুৰাৰে পৰেশ ।
নমো বিশ্ববাস প্ৰসীদ প্ৰসীদ ॥

অপিচ

খগেন্দ্ৰং সমাৰুহ্য নিৰ্জ্জিত্য শক্ৰম্ ।
মুদা লীলয়া দেৱকী গৰ্ভজাতঃ ॥
প্ৰিয়ং পাৰিজাতং জহাৰ প্ৰিয়াৰ্থং ।
পৰেশায় কৃষ্ণায় তস্মৈ নমস্তে ॥

সূত্ৰ—পহিলহি শ্ৰীকৃষ্ণক প্ৰণাম কয়েকহো সভাসদ লোকক সম্বোধি বোল। ভো ভো সামাজিকা, ঈশ কৃষ্ণস্য জগতঃ পতেঃ শ্ৰীপাৰিজাত-হৰণ-যাত্ৰা সম্প্ৰতি পশ্যত ।

ভটিমা

জয় জয় কৃষ্ণ দেৱ নিজ অংশ ।
লীলা-নাশিত কংস সবংশ ॥
যাকেৰি চৰিত্ৰ ভকত অৱতংশ ।
কমলা কেলি কমল কলহংস ॥
তনু ইন্দিবৰ-শ্যামল চোৰি ।
খি পৰকাশিত পীত পিচোৰি ॥
তড়িত জড়িত যচ নৱ ঘন খণ্ড ।
মকৰ কুণ্ডল মণ্ডিত গণ্ড ॥
কনক কিৰীটি ৰতন অৱভাস ।
কুঞ্চিত চাৰুচিকুৰ পৰকাশ ॥
ৰুচিকৰ কৰ্ণ ভুৱন মন ভুল ।
নাসা নীল ৰতন তিল ফুল ॥
নয়ন কমল মুহ পঙ্কজ জোৰ ।
এহু মিলল যচ চান্দ চকোৰ ॥
মাণিক দশন হাস তথি থোৰ ।
আৰকত অধৰ বন্দুলী ৰুচি চোৰ ॥
ৰুচিৰ শ্ৰীমুখ পেখি হৰু তাপ ।
ভ্ৰুৱ যুগ ৰঞ্জি মদন কেৰি চাপ ॥
কুটিল অলক তিলক কপোল ।
হৃদয়ে হেমক হাৰ আমোল ॥
ওতিম মোতিম মালা লোলে ।
কৌস্তুভ কম্বুকণ্ঠ সহ ডোলে ॥
চাৰু উদৰ দৰ হৃদয় বিশাল ।
লম্বিত পঞ্চ বৰণ বনমাল ॥
চঞ্চৰ চাঞ্চৰ মধুকৰ লোহে ।
শ্ৰীশ্ৰীবৎস উৰস্থল শোহে ।
চাৰু চতুৰ ভুজ অঙ্গ ভুৱঙ্গ ।
ৰতন কেয়ূৰ উজোৰত অঙ্গ ॥
কঙ্কণ কনক ঝনক কৰ মূল ।
কৰতল ৰাত উতপল ভুল ॥

আঙ্গুলি চাৰু হিৰ হেম মোতি।
নখমণি নিন্দি চান্দক জ্যোতি ॥
অৰি অৰবিন্দ কৌমুদী কম্বু পানী।
কোকিলক কণ্ঠ অমিয়া ঝুৰে বাণী ॥
নাভি কুণ্ড ৰঞ্জ অনুপাম।
বিহিক জনম ভেলি সোহি ঠাম ॥
কটি তট ব্ৰণক কাঞ্চি পৰিৰম্ভ।
উৰু কৰীকৰ বৰ মৰকত তম্ভ ॥
লম্বি নিতম্ব পীতৰুচি চীৰ।
পদপঙ্কজ ঝৰে ৰতন মঞ্জীৰ ॥
নীল আঙ্গুলি যচ চম্পক কোৰ।
নখচয় চাৰুচান্দ উজোৰ ॥
কোমল পদতল আৰকত ভান্তি।
ধ্বজ পঙ্কজ যৱ অঙ্কুশ কান্তি ॥
পাশ লাস শ্বেত চামৰ ঢোল।
সঞ্চৰে ৰাজহংস দোহো কাল ॥
মাথে ছত্ৰ চাৰু শশীকান্ত।
বৰিষে সিকৰ অমিয়া নিতান্ত ॥
মধুৰ মূৰুতি ভকত মন পুৰ।
মনমথ কোটি যাহে নুহি ওৰ ॥
হোই যৱ নীল নৱঘন খণ্ড।
উঁৱৰে ৰহ ৰবিকৰ পৰচণ্ড ॥
পূৰ্ণিমাক চান্দ দুহো দহো পাশ।
তথি কৰু ইন্দ্ৰ চাপ পৰকাশ ॥
বহে দুহো ধাৰা সুৰ সৰি নীৰ।
উজুৰি বিজুৰি ৰহত তথি থিৰ ॥
অভিনৱ সুৰ উগত তচু মাঝে।
তাহে লম্বিবাক শকতি বিৰাজে ॥
তাৰা ঝিকমিক কৰো বহু ঠাম।
তব হোই সেই মূৰতি উপাম ॥
বহু হৃদি পঙ্কজ সোহি মুৰাৰি।
অব সব লোই দেখু বিচাৰি ॥
কোটি কলপ তৰু পূৰণ কাম।
ঐচন ঈশ ৰহই নিজ ঠাম ॥

তাহে চৰণ চিন্ত চিত্ত লাই।
তনু চিন্তামণি বিফলহি যায় ॥
আৰে নিকট নিত্য অন্তক গৰজি।
লেহু হৰি চৰণে শৰণ সব বৰজি ॥
যো মুহে ৰাম নাম নাহি অংশে।
কলি যুগে কাল ভুজঙ্গম দংশে ॥
সোহি কৃষ্ণক নাট উপাম।
পাৰিজাত হৰণ আহে নাম ॥
ভকতিক সাধি শুনহ সব লোই।
হৰি বিনে বান্ধৱ আন নাহি কোই ॥
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ বোল।
কৰ অব সব নৰ হৰি হৰি বোল ॥

সূত্ৰ—আহে সামাজিক লোক! যে জগতক পৰম গুৰু, যাহেৰি স্ৰজনা সকল সংসাৰ, ব্ৰহ্মা মহেশ বন্দিত পাদপদ্ম, পৰম পুৰুষ পুৰুষোত্তম, শ্ৰীকৃষ্ণ ওহি ৰুক্মিণী সত্যভামা সহিত সভামধ্যে প্ৰৱেশকয়ো নৰকাসুৰ বধ পাৰিজাত হৰণ লীলা যাত্ৰা কৌতুকে কৰব, তাহে সাৱধানে দেখহ শুনহ। আতপৰে পুণ্য কলিত নাহি নাহি জানি নিৰন্তৰে হৰিবোল।
তদন্তৰ সূত্ৰ পুছত—।
আহে সঙ্গি! কি বাদ্য বাজত?
সঙ্গী—আহে! দেৱ বাদ্য বাজত।
অ মিলল মিলল।

শ্লোক

প্ৰৱেশমকৰোৎ দেৱো গোবিন্দো গৰুড়াসনঃ।
ৰুক্মিণী সত্যভামাভ্যাং সহ চাৰুশ্চতুৰ্ভুজঃ ॥

সূত্ৰ—আহে লোকাই! হামু যে কহল সোহি পৰমেশ্বৰ শ্ৰীকৃষ্ণ সভামধ্যে যাত্ৰা [illegible]

আৱৃত। পৰম সাৱধান হুয়া তাতে দেখহ শুনহ; নিৰন্তৰে হৰিবোল।

( সূত্ৰ নিষ্ক্ৰান্ত )

গীত—ৰাগ সিন্ধুৰা—একতালি।

আৰে গড়ুৰকেতু কয়ো পৰবেশ।
মদনক লাজ হেৰি ৰূপ লেশ॥
শ্যাম মূৰুতি দীপিতি পীতবাস।
মুকুট কুণ্ডল মণিমুখ পৰকাশ॥
কৰে কঙ্কণ বনমালা উৰে ডোলে।
চৰণক মাজে মঞ্জীৰ কৰ ৰোলে॥
কৌটি মদন জিনি উজল মুৰাৰি।
সঙ্গে সত্যভামা ৰুক্মিণী বৰনাৰী॥
শৰীৰক জ্যোতি জলয় দিশপাশ।
কহ শঙ্কৰ হৰিদাসকু দাস॥

সূত্ৰ—আহে সভাসদ লোক! শ্ৰীকৃষ্ণ পত্নীসব সহিতে কৌতুকে নৃত্য কয়কহোঁ ৰুক্মিণী সহিতে এক মন্দিৰে ৰহল; সত্যভামা নিজ মন্দিৰে ৰহল।

শ্লোক

পশ্য পুৰন্দৰো দেবো নাৰদেন সহাগতঃ।
প্ৰণম্য কেশবং সৰ্ব্বং প্ৰোবাচ ভৌমচেষ্টিতং॥

সূত্ৰ—তদন্তৰ দেৱতা ইন্দ্ৰ নাৰদ সহিত আসি-কহোঁ শ্ৰীকৃষ্ণক শিৰে প্ৰণাম কয় নৰকাসুৰ বিচেষ্টা যৈচে নিবেদল, নাৰদ আশীৰ্ব্বাদ কয় শ্ৰীকৃষ্ণক হাতে যৈচে পাৰিজাত নিবেদল, ৰুক্মিণীক মাথে জগতক নাথে যৈচে পিন্ধাৱল, আহে লোক তাহা দেখহ শুনহ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ আশোৱাৰী—পৰিতাল।

ধ্ৰুং—ঐৰাৱত স্কন্ধে বাসৱ আৱে।
আসহি নাৰদ হৰি গুণ গাৱে॥

পদ—সুন্দৰী ৰমণী শচী একু পাশে।
চলল ভ্ৰূভঙ্গ লয় লাসে॥
মাথে ছত্ৰ বজ্ৰ এক হাতে।
কহ শঙ্কৰ নতি গোপিনী নাথে॥

সূত্ৰ—তদন্তৰ নাৰদক দেখি শ্ৰীকৃষ্ণ সভাৰ্য্যে উঠিকহু সপাট প্ৰণাম কয়ল।

নাৰদ—(হাত তুলি) চিৰঞ্জীৱ! চিৰঞ্জীৱ! বুলি আশীৰ্ব্বাদ শ্লোক পঢ়ল।

শ্লোক

জয় জয় যদুদেৱো দেৱকী নন্দনস্ত্বং
ভুবনপতি সমস্তৈঃ সেবিতাঙ্‌ঘ্ৰিঃ সদৈব
নিজজন-ভয়হাৰী সৃষ্টিসংহাৰকাৰী
অসুৰ-নৰকতস্ত্বং সাম্প্ৰতং ত্ৰাহি দেৱান্।

সূত্ৰ—আশীৰ্ব্বাদ কয় কৃষ্ণক হাতে পাৰিজাত দিয়ে নাৰদ তাহেক মহিমা কহল।

নাৰদ—হে কৃষ্ণ! ওহি পাৰিজাতক গন্ধ তিনি প্ৰহৰক পথ যাই। ওহি পাৰিজাত যাহেৰ গৃহে ৰহে, ধন জন বিভৱ তাহেক ছাড়য়ে নাহি। ওহি দেৱ দুৰ্ল্লভ পাৰিজাত যো নাৰী পৰিধান কৰে সে পুষ্পক মহিমায়ে পৰম সৌভাগিনী হয়। তাহাক ছাড়ি স্বামী কথাৱ যাইতে নাহি। অ ওহি কুসুমক মহিমা কি কহব! [ ওহি বুলি নাৰদ চোক্ষৰি পাখি মৌনে ৰহল। ]

শ্লোক

শ্রুত্বা কুসুম-মাহাত্ম্যং ৰুক্মিণী কেশৱপ্রিয়া।
প্রণম্য স্বামি চৰণং পাৰিজাতমযাচত ॥

সূত্র—মুনিক মুখে কুসুম মাহাত্ম্য শুনি ৰুক্মিণী পৰম কৌতুকে কৃষ্ণক গোৰে লাগি কৰযোৰে বোলল।

ৰুক্মিণী—(কৰযোৰে) হে স্বামী! হামি তোহোক প্রথম পতনী জানি ওহি দেৱ দুর্ল্লভ পাৰিজাত প্রাণনাথ হামাক দেহু!

ওহি বুলি যৈচে কুসুম মাগল, তাহে দেখহ শুনহ নিৰন্তৰে হৰি বোল।

ৰাগ—শ্রীগান্ধাৰ—মান যতি।

ধ্রুং—কৌতুকে ৰুকমিণী নমিয়ো স্বামিক পাৱে
মাগে আঞ্জুৰি যুৰি হাত।
অব প্রাণনাথ মাথে মিলাৱয় মোহি
ওহি কুসুম পাৰিজাত ॥

পদ—আহেৰ গুণ শুনি মুনি মুখে মাধৱ
সাধু অতয়ে তোই মান ॥
ভকত কৃপাল লাগো চৰণ তেৰি
কৰহু কুসুম মোহি দান ॥
তোহাৰি প্রথম পতনী পৰম স্বামী
জানি পূৰহ মোহি আশা ॥
ধনীক বাণী শুনি হাসে ৰসিক হৰি
কহতু শঙ্কৰ কৃষ্ণ দাসা ॥

সূত্র—তদন্তৰ ৰুক্মিণীক আতি কাতৰ বাণী শুনি শ্রীকৃষ্ণ হাসি হাসি হাতে তুলি প্রিয়াক গৌৰৱে কোলে বৈঠাই কৌতুকে জগতক মাথে ৰুক্মিণীক মাথে পাৰিজাত পিন্ধাৱল। ৰমণীক বাঞ্ছা সফল ভেল। তদন্তৰ প্রিয়া সহিত শ্রীকৃষ্ণ নাৰদক সাদৰে বাৰ্ত্তা পুছন্ত।

শ্রীকৃষ্ণ—হে মুনিৰাজ! তুহু কুশলে আৱল। অ তোহাৰি আগমনে আজু হামাৰি দ্বাৰকাপুৰি পৱিত্র ভেল। তোহাৰি দৰশনে হামু কৃতাৰ্থ ভৈলো।

শ্লোক

কৃষ্ণস্য বচনং শ্রুত্বা বিহস্যোবাচ নাৰদঃ।
নিজভৃত্যস্তৱৈৱাহং ময়ি মায়াং কৰোষি কিম্ ॥

নাৰদ—হে স্বামী কৃষ্ণ! মনুষ্য চেষ্টা দেখায়া সবলোক মোহিছ। তোহোক ঈশ্বৰ বুলি জানয়ে নাহি। হামো তোহাৰি ভকতিক বলে সব জানি। হামাকু মোহিতে চাহ। অ স্বামী! শুনহ।

পদ

হে পৰমেশ্বৰ জগত নিবাস।
হামু নাৰদ তুৱা চৰণক দাস ॥
ভ্ৰমো দশ দিশ তুৱা গুণ গায়া।
হামাকু আগু কৰসি ওহি মায়া ॥
জগত উদ্ধাৰল যাহে চৰিত্র।
তাহেক হামো কয়লি পৱিত্র ॥
যাহেৰি নামে মুকুতি পদ পাই।
সো হৰি কৰ তুতি নতি কতি লাই ॥
তুহু জগতক গুৰু দেৱক দেৱা।
তোহাৰি চৰণে ৰহোক মোৰ সেৱা ॥
মুখে যেন নোচোড়োহো তুৱা গুণ নাম।
মাগো অভয় বৰ তোহাৰি ঠাম ॥

নাৰদ—হে কৃষ্ণ। তোহো পৰম পুৰুষ নাৰায়ণ। ভূমিক ভাৰ হৰণ নিমিত্ত অৱতৰিল। [illegible]

পাপী নৰকাসুৰে দেৱতাসবক বহুত দুখ লগাৱ। তন্নিমিত্ত শচী সহিত ইন্দ্ৰ দেৱতা তোহাৰি চৰণে শৰণ লেলহ। হে কৃষ্ণ দেখু দেখু। (মৌন ৰহল)

সূত্ৰ—ওহি বুলি নাৰদ মৌনে ৰহল। তদন্তৰ শ্ৰীকৃষ্ণক আগু পৰি পুৰন্দৰ প্ৰণাম কয়কহু সভাৰ্য্যে কৰযোৰি তুতি বোলল, তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।
[ সভাৰ্য্য পুৰন্দৰ সভামধ্যে প্ৰবেশ কয়ল ]

পদ

জয় জয় যাদৱ দেৱ জয় ধাতা কৃত্য সেৱ।
জয় ভকত ভয়হাৰী জয় জয় ঈশ্বৰ মুৰাৰি॥
যকেৰি নাম উচ্চাৰি পাই পদাৰথ চাৰি।
জীৱ নিয়ন্তা তুহু অজ বন্দো তুৱা পদ পঙ্কজ॥
অঘ বক ধেনু কংস মাৰল অসুৰ সৱ সবংশ।
হৰলি ভূমিকেৰি ভাৰ ভকত হেতু অৱতাৰ॥
সাম্প্ৰত গোচৰ হামাৰি বান্ধৱ শুনহ মুৰাৰি।
অব নৰকাসুৰ পাপ কৰহ বড়ি উপতাপ॥
আনল স্বৰ্গক মাৰি দেৱক যতেক কুমাৰী।
সৰ্ব্বস্ব নৰহে হামাৰি তব পাৱে কয়লো গোহাৰি॥

পুৰন্দৰ—হে স্বামি কৃষ্ণ! পাপী নৰকাসুৰে কোন নৰকল। বৰুণক মণিপৰ্ব্বত এসব কাঢ়ি আনল। হে কৃষ্ণ কি কহব! মাতৃ অদিতিক কুণ্ডল দোহো ৰাখয়ে নাহি পাৰল। আৰ হামাৰ হৈতে কি ৰহল! হে কৃষ্ণ কোটি কোটি ব্ৰহ্মাণ্ডেশ্বৰ! তোহাৰি চৰণ ছোড়ি হামাৰ গতি নাহি। বাপ জগন্নাথ ত্ৰাহি! ত্ৰাহি!

সূত্ৰ—ওহি বুলি কৃষ্ণক আগু কান্দি কান্দি পুৰন্দৰ পৰল।

শ্লোক

দৃষ্ট্বা দুঃখং মহেন্দ্ৰস্য শ্ৰুত্বা চ ভৌম-চেষ্টিতং।
সংস্পৃশ্য বাসৱং হস্তে গৃহীত্বোৱাচ কেশৱঃ॥

শ্ৰীকৃষ্ণ তদন্তৰ মহেন্দ্ৰক দুখ দেখিয়া পৰম কৃপাময় নাৰায়ণ হাতে ধৰি তুলি ইন্দ্ৰক আশ্বাসি বোলল হে পুৰন্দৰ! তুহো তাপ তেজহ। তোহাৰি বৈৰী নৰকাসুৰ সে গতায়ু ভেল। তাহেক মাৰি দেৱতা সবক প্ৰয়োজন সত্বৰে সাধব। ওহি নিষ্ঠে জানি তুহো আগ হুয়া সত্বৰে অম্ৰাৱতী চলহ। নৰকাসুৰ বধিতে আজু হামু পয়াণ কৰব।

নাৰদ—হে পুৰন্দৰ! শ্ৰীকৃষ্ণ যেখনে অঙ্গীকাৰ কয়ল তোহাৰ শত্ৰু তেখনে কন্ধপাত ভেল। ইয়াত শঙ্কা নাহি, তুহো আগু হুয়া চলহ। তোহোক নিমিত্ত শ্ৰীকৃষ্ণ কাতৰকয় হামু পাচু লৈয়া যাৱব চিন্তা নাহি, চলহ।

সূত্ৰ—ওহি নিৰ্ভয় বাণী শুনিয়া বাসৱ কৃষ্ণক নাৰদক প্ৰদক্ষিণ কৰিকহু পৰি পৰিণাম কয়ল। বিদায় লৈ ঐৰাৱতে চড়ি ইন্দ্ৰ চলল।

শ্লোক

পৰং মাধৱমহেন্দ্ৰং গন্তুং ত্বৰস্ব কেশব।
দ্বাৰবত্যাঃ মিশ্ৰং পশ্যন্নেস্যামি চাস্তিকন্তৱ॥

নাৰদ—হে কৃষ্ণ! তোহু চলিবাক সত্বৰমায়হু। হামু তোহাৰি দ্বাৰিকাপুৰক কৌতুক পেখিয়ে এইখনে আৱব।

সূত্ৰ—ওহি বুলি নাৰদ হৰিগুণ গাই যৈচে চলল তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ শ্ৰীগান্ধাৰ—পৰিতাল

চললি নাৰদ হৰিগুণ গাই।
ভৰমে দ্বাৰকাপুৰ সম্পতি চাই॥
ৰতনে ৰচিত যত হৰিক আৱাস।
যৈচে সুৰপুৰ কৰ পৰকাশ॥
পেখল পাচু ভুৱন অনুপমা।
আসনে ঠিক বৈঠে সত্যভামা॥
পূৰ্ণিমাক চান্দ বদন পৰকাশ।
চিৰঞ্জীৱ বুলি নাৰদ কৰু হাস॥
দেখি মুনিক ধনী অৱনত কায়।
পৰি পৰিণাম কয়লি পুনু মাই॥
জীৱতু জীৱতু নাৰদ বোল।
ডাকি কৰহু নৰ হৰি হৰি ৰোল॥

সূত্ৰ—তদন্তৰ বসুৱা চয়ৰি পাড়ল। মুনি আসন ভিড়ি তথি বৈঠল।

শ্লোক

নাৰদঃ সাদৰং দেৱীং সম্বোধ্যাহ হৰিং প্ৰিয়াম্।
কৃষ্ণস্য কৰ্ম্মবিষমং সত্যভামে নিবোধ মে॥

নাৰদ—অ হে দেবি সত্যভামা! তোহাৰী স্বামী শ্ৰীকৃষ্ণক বৰি বিষম চেষ্টা দেখল। হা হা মাৱ তোহো দুৰ্ভগা ভেলি। হামু আজু সে জানল।

সত্যভামা—হে মুনিৰাজ! তুহু কি কহইছে। হামু কিছু বুজয়ে নাহি।

নাৰদ—হা হা তোহাক বিধি বঞ্চল। হে মাৱ! কি কহব; কহিতে বৰ দুখ লাগে। (এহি বুলি হেট মাথ বৈস কয় ৰহল মুনি।)

শ্লোক

সত্যভামা ভয়াদ্ভীতা নিশম্য মুনিভাষিতম্।
দৃষ্টং কথয় কিং কুত্ৰ তং পৃচ্ছতি পুনঃ পুনঃ॥

সত্যভামা—(ভীত হুয়া কৰযোৰি) হে মুনিৰাজ। হামো জানো মোহি সম সৌভাগিনী আৱৰি নাহি। সে স্বামী কৃষ্ণ হামাক চাড়ি কতিহো যাৱে নাহি। তুহু আজু কোন ঠামে কি দেখল, কি শুনল, হামাক শপথ সম্বৰে স্বৰূপ বাট কহ। চিত্ত বৰি উদ্বেগ কৰয়।

শ্লোক

পৃষ্টো দেব্যা সনিৰ্ব্বন্ধং কথয়ামাস সাদৰম্।
কৃষ্ণস্য চৰিতং সৰ্ব্বং ৰোৰুদ্যমান নাৰদঃ॥

সূত্ৰ—দেবীক নিৰ্ব্বন্ধ দেখি মুনি বোলয়।

নাৰদ—হা হা হে মাৱ! কি কহিব। এসব কথা কহিতে দোষ। হাম দেৱদুৰ্লভ পাৰিজাত স্বৰ্গ হন্তে আনি কৃষ্ণক হাতে দেলো। সে পাৰিজাত যে নাৰী পৰিধান কৰে সে পুষ্পক মহিমায়ে পৰম সৌভাগিনী হয়। ইহা জানি হামু বোলল, ওহি পাৰিজাতক যোগ্য দেবী সত্যভামা। তথি কৃষ্ণে কয়লি কি, তোহাক কটাক্ষ কৰিয়ে আপুন হন্তে প্ৰিয়া ৰুক্মিণীক মাথে পৰম সাদৰে সে দিব্য পাৰিজাত পিন্ধাৱল। অ তোহাক জীৱন ধিক ধিক! সতিনীক অভ্যুদয় দেখি কি নিমিত্ত প্ৰাণ ধৰয়ে মাৱ! তুহু জীৱন্তে মৰল! হা হা বিস্তৰ কি কহব।

শ্লোক

মুনেৰ্ব্বচনমাকৰ্ণ্য শোককোপপৰিপ্লুতা।
মূৰ্চ্ছিতা পতিতা ভূমৌ যথা বাতাহতা লতা।

সূত্ৰ—তদন্তৰ নাৰদমুখে সতিনীক মহোদয় শুনিকহো কোপ অপমানে আত্মাবি যেখিয়ে দেবী সত্যভামা মূৰ্চ্ছিত হুয়া পড়ল।

যৈছে লবঙ্গলতা বাতে উৎপাড়ল। তছুত কেশ মুক্ত ভেল। মুখে বচন ৰহল। নাসাত প্ৰাণ বায়ু নাহি খেলে।

ইন্দুমতী—হা হা প্ৰাণ সখি! মৰল, মৰল; [বাহু মেলি ধৰল, শিৰে জল সিঞ্চল, আঞ্চোৰে বিঞ্চি প্ৰবোধ বোলল] হে প্ৰাণ সখি! সতিনীক অপমানে কি মৰিতে চাব! ওহি কোন ব্যৱহাৰ! অঃ হে প্ৰাণ মাধৱ স্বামী তোহাৰি মান সাধব নাহি। মাব! ওহি দুৰন্ত চিন্তা পৰিহৰ।

শ্লোক

কথঞ্চিৎ চেতনাং প্ৰাপ্য লব্ধা জ্ঞানং পুনঃ পুনঃ।
বিনিশ্বস্যাপমানেন ৰুৰোদ সখী সন্নিধৌ॥

সূত্ৰ—সে দেবী সত্যভামা কথঞ্চিত চেতন লভিয়ে ঘন ঘন নিশ্বাস ফোকাৰি যৈচে সন্তাপ কয়ল, তাহে দেখহ শুনহ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ কৈল্যাণ—জ্যোতিতাল

ধ্ৰুং—মানিনী মাই নয়ন পঙ্কজ ঝুৰে বাৰি
ফোকাৰয় শ্বাস হ্ৰাস ভেল দেহা।
ঘন ঘন দেখু অন্ধিয়াৰি॥

পদ—সতিনীক উদৰে হৃদয়ে দহে আগি
অধিক মিলল মন তাপ।
ধিক অব জীৱন যৌৱন মোহে
অভাগিনী কৰত বিলাপ।
হৰি হৰি প্ৰিয় মেৰি বৈৰী অধিক ভেলি
কয়লি অতয়ে অপমানা।
ধৰণী লুটি লুটি বিলাপতি বালা
কৃষ্ণ কিঙ্কৰ ৰস ভানা॥

সূত্ৰ—দেবী সত্যভামা ওহি সকৰুণ বিলাপ অপমান কয়থিক। তদনন্তৰে কলহপ্ৰিয় নাৰদ পুনৰ্ব্বাৰ কৃষ্ণক আগু গিয়া যে বোলল তা শুনহ।

নাৰদ—(কৃষ্ণ সমীপে গিয়া কহু) আহে শ্ৰীকৃষ্ণ! তুহু এথা কোন সুখে ৰহস। সে প্ৰিয়া সত্যভামা পাৰিজাতক নিমিত্ত অপমানে অন্নপান সব চাড়ল, পৰম তাপে মৰয়িছে। হা হা চক্ষুৰে দেখিতে পাব কি নাপাব! দেৱ, সত্বৰে যাব।

শ্লোক

মুনেৰ্ব্বচনমাকৰ্ণ্য মাধৱো ভক্তবান্ধবঃ।
দ্ৰুতং তস্যা গৃহং প্ৰাগাৎ প্ৰিয়ায়াঃ প্ৰেমবিহ্বলঃ।

সূত্ৰ—মুনিক মুখে প্ৰিয়াক দুখ শুনি শ্ৰীকৃষ্ণ প্ৰেমে বিহ্বল হুয়া মুনিক কাতৰ কৰিকহো, বাত পুছিকহো, যৈচে সত্যভামাক সমীপ চলল তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ তুৰ—জ্যোতিমান।

ধ্ৰুং—এ মুনি কহিয়ো কহিয়ো কপট পৰিহৰি।
প্ৰাণে কি জীৱয় মোৰ গুণেৰ সুন্দৰী॥

পদ—মানিনী নসহে তিলেকো অপমান।
মেৰি অপৰাধ কৈছে ধৰব পৰাণ॥
প্ৰিয়াক সন্তাপ তাপে দহে শোকে আগি।
কুসুম নাদিয়ে ভেলো তিৰী বধ ভাগী॥
জুৰাইতে নয়ন প্ৰিয়াৰ পাইলা কোল।
দেখি আকুল কৃষ্ণ কাতৰ বোল॥

সূত্ৰ—শ্ৰীকৃষ্ণ প্ৰেমে বিহ্বল হুয়া প্ৰিয়াক দেখল। লোতকে মুখ মলিন। ঘনে ঘনে নিশ্বাস

ফোকাৰি মাটি লুটি ৰহ। তাহে পেখি শ্ৰীকৃষ্ণ হা হা কি ভেল বোলি আঙ্কোৱালি ধৰল। নয়নক নীৰ ঝৰাৰে আশ্বাস বোলল।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে! গোটা এক ফুল ৰুক্মিণীক দেলো। সে নিমিত্তে যদি অপমান কৰহ তবে উঠহ। তোক একশত পাৰিজাত দেৱব। হে প্ৰাণ প্ৰিয়ে! সে ৰুক্মিণী, জাম্বুৱতী তোহোক সম সৌভাগিনী হয় নাহি। তুহু হামাৰ প্ৰাণ সম প্ৰিয়া। জানি তাপ তেজহ। তোহাৰি দুখ দেখি হামাৰ হৃদয় সহয় নাহি। হে প্ৰিয়ে! হামাক শপথ উঠহ উঠহ।

শ্লোক

প্ৰিয়ং প্ৰণয়-কোপেন নিশ্বস্যাহ ততঃ সতী।
মাং নু ধূৰ্ত্তক দুৰ্ভাগাং কিমৰ্থং জথসে পুনঃ॥

সূত্ৰ—তদনন্তৰ শ্ৰীকৃষ্ণক বাক্য শুনি দেবী সত্যভামা স্বামীক পিঠি দি এ কহো হেঠ মাথে সকৰুণে ক্ৰন্দন কয় বোলল।

সত্যভামা—[ ক্ৰন্দন কয় ] হে স্বামী, হামু দুৰ্ভগাক কপট বাকে কত কদৰ্থনা কৰহ; যে তোহাৰ প্ৰিয়তম ৰুক্মিণী তাহেক সমীপ চলহ, হামাত কোন প্ৰয়োজন ঠিক।

সূত্ৰ—ওহি বুলি বহুত বিলাপ কয় কৃষ্ণক যে বোলল তাহেক দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ শ্ৰীগান্ধাৰ—জ্যোতিতাল।

ধ্ৰুং—কেশৱহে বুজলোহো তুহুঁ।
জানলোহো তুহুঁ ব্যৱহাৰা॥
অব যে চাতুৰি চোড়ি চলহু বাহৰি হৰি।
যাহা প্ৰিয়া ৰমণী তোহাৰা॥

পদ—তোহাৰি কপট কৃষ্ণ নাবুঝি মানলো হামু।
এ নাহি সৌভাগিনী সম মোই॥
যৈচন পীৰিতি ৰীতি সবহি বিদিত ভেলি যে।
আজু জানল মতি তোই॥
ওহি অপমানে প্ৰাণ নাহি ধৰবোহো মোৰে।
চোড়ল জীৱনকু আশা॥
আগু পিয়ক পৰি বহু বিলপতি বালা যে।
কহতু শঙ্কৰ হৰিদাসা॥

সত্যভামা—হে স্বামী! হামু দুৰ্ভগা সতিনীক অধীন। তুহো হামাক কত যে বিকৰ্ষনা কৰহ; ওহি অপমানে হামু প্ৰাণ বাৰ্ধিব। অ ভব হামাক জীৱন ধিক।

সূত্ৰ—ওহি বুলি দেৱী কান্দি কান্দি মূৰ্চ্ছিত হুয়া পড়ল।

শ্লোক

কুৰ্ব্বন্ হাহাৰবং ৰামামালিঙ্গ্যাকুল-মানসঃ।
প্ৰিয়বাক্যৈস্তু তাং শাস্তিং শান্তয়ামাস মাধবঃ॥

সূত্ৰ—তাহে দেখিয়ে শ্ৰীকৃষ্ণ হাহা বোলি বাহু মেলি ধৰল। প্ৰিয়াক দুখ দেখিয়ে মৰম চড়ল। কমল নয়ন ভৰি ৰবি বহে নীৰ। আলিঙ্গি প্ৰিয়াক চাপি ধৰি কোৰ কৰিয়া আশ্বাস বচন বোলল।

পদ

প্ৰিয়াক দুখ দেখি নসহে শৰীৰ।
কমল নয়ন ভৰি ৰবি বহে নীৰ॥
আলিঙ্গি প্ৰিয়াক চাপি ধৰি কোৰ।
কৰিয়া আশ্বাস বচন হৰি বোল॥
হে হে প্ৰাণপ্ৰিয়ে! তুয়া বাৰ
ভেলহো নাহি বুঝি [illegible]॥

অত অপৰাধ সহব অব মোই।
তব সম সৌভাগিনী নাহি কোই ॥
ৰুক্মিণীক দেলো গোটা এক ফুল।
তাহে লাগি তুহু অতয়ে আকুল ॥
পাৰিজাত তৰু সমূলে উপাৰি।
ৰোপন কৰব আনি তুৱা বাৰী ॥
যব মোহি বাক্য নাহি পতি আৱা।
কহলো সত্য সত্য শুন জায়া ॥
অৱ তেজহু তাপ ৰাজ কুমাৰী।
নসহে হৃদি দুখ দেখি তোহাৰি ॥
হামাক শপত খেৰ লহো মাথ।
উঠ উঠ প্ৰিয়া তেৰি ধৰোহুঁ হাত ॥

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ সত্যভামাৰ হাত ধৰিল।

গীত

কৰ কাকুতি তিনি জগতক ঈশ।
সত্যভামা মনে কিছু মিলল হৰিষ ॥
পৰম ঈশ্বৰ কৰ কাতৰ প্ৰিয়াক।
দেখু অদভুত ভকতি সতী মহিমাক ॥
ব্ৰহ্মা মহেশ যাক কৰে সেৱা।
মাথে খেৰ ধৰএ সোহি দেৱা ॥
কৃষ্ণক লীলা বুঝয়ে নপাৰি।
পূৰ্ণ কাম হৰি কি কৰব নাৰী ॥
ভকতি কয়লি হৰিকো মন ভোল।
জানি কৰহু নৰ হৰি হৰি বোল ॥

ইন্দুমতি—হে প্ৰাণ সখি! পৰম ঈশ্বৰ তোহোৰ স্বামী। মাথে খেৰ ধৰি অত যে কাতৰ কৰিছে আৰ কি মান সাধিতে ৰহল। সখি! তাপ তেজহ, উঠহ উঠহ।

সূত্ৰ—দেৱী অত যে স্বামীক বিনয় বাণী কহো কিঞ্চিৎ চিত্ত শান্ত ভেল। শ্ৰীকৃষ্ণ তাহে পেখি আলিঙ্গি কোলে তুলি বৈঠাৱল, পীত বস্ত্ৰে শৰীৰক ধূলি ঝাৰল। কেশ বান্ধল। নিজ হস্তে কৰ্পূৰ তাম্বুল ভুঞ্জাৱল।

শ্লোক

ততো দেৱী সত্যভামা কৃষ্ণবাক্যামৃতেন সা।
প্ৰীতা প্ৰসন্নবদনা প্ৰণম্যাহ প্ৰিয়ং হৰিম্ ॥

সূত্ৰ—দেৱী স্বামীত মহামান লভিয়ে আতি প্ৰসন্নমুখী হুয়া, শ্ৰীকৃষ্ণক প্ৰণামি বোলল।

সত্যভামা—হে স্বামী হামাক পাৰিজাত তৰু তুহু দিতে সত্য কয় বোল।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে! পাপী নৰকাসুৰে দেৱতা-সবক জিনিয়ে সৰ্ব্বস্ব আনল। আগু তাহেক মাৰি দেৱকাৰ্য্য সাধো! পাচু পাৰিজাত আনো।

সত্যভামা—আ স্বামী! উচিত কহল। আগু দেৱ-কাৰ্য্য সাধি সেহি যাত্ৰায়ে পাৰিজাত আনহ। হামু তোহাঁৰি সঙ্গে চলবো।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে! তুহু স্ত্ৰী জাতি। যুদ্ধ সময়ে তোহাৰি উচিত গমন নহে।

সত্যভামা—হে স্বামী! হামাৰ বহুত সতিনী। ইবাৰ পাৰিজাত আনি কোন স্ত্ৰীক দেব, তাহে বুঝয়ে নাহি। হামু কদাচিতো তোহাৰি সঙ্গ নাহি চোড়ব।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে! তোহু যদি হামাক সঙ্গে চলব তব সত্বৰে সাজহ।

শ্লোক

কৃষ্ণমভ্যেত্য ভগৱান্ জগাদ নাৰদস্তদা।
জাতঃ কিল ভৱান্ ভাৰ্য্যাভক্ত-সন্তোষী কেশৱঃ ॥

নাৰদ—[ সক্ৰোধমাহ ] হে কৃষ্ণ! জানলো! তুহু স্ত্ৰীকলাকিল দেৱকাৰ্য্য সব পৰিহৰল।

তোহাক ভাৰ্য্যাক চাভু বুলিতে সব দিবস গেল।

শ্ৰীকৃষ্ণ—হে মুনিৰাজ! স্ত্ৰী যুজে সে না বুজে কা কৰব? কুমাৰীক হাত এড়াইতে নাহি পাৰি। হে মুনিৰাজ! ঐ চলইছো। ক্ৰোধ নাহি কৰবি।

[ ওহি বোলি অতি সত্বৰে চলল ]

শ্লোক

সহৰ্ষমকৰোৎ কৃষ্ণঃ প্ৰয়াণং প্ৰিয়য়া সহ।
ধনুষ্টঙ্কাৰঘোষেণ দিশো দশ প্ৰকম্পন্॥

সূত্ৰ—শ্ৰীকৃষ্ণ ধনুঃ টঙ্কাৰে দশোদিশ কম্পাই প্ৰিয়া সহিতে জৈচে পয়ান কয়ল তাহে দেখহ শুনহ। নিৰন্তৰে হৰি বোল হৰি।

গীত—ৰাগ ধনশ্ৰী—একতালি।

ধ্ৰুং—কয়লি পয়ান যদুৰায়।
কৰে সাৰঙ্গ সাঙ্গ প্ৰিয়া চলি যাই॥

পদ—শ্যামল অঙ্গে সুৰঙ্গ পীত বাস।
বিযুৰি উজোৰ নৱ ঘন পৰকাশ॥
অৰুণ চৰণ মণি মঞ্জিৰ কৰু ৰোল।
তাহে মজোক মন শঙ্কৰে বোল॥

সূত্ৰ—শ্ৰীকৃষ্ণ ওহি পৰকাৰে প্ৰিয়া সহিত পয়ানে চলৈছে। সে সময়ে নাৰদে আসি বোলল।

নাৰদ—হে হৰে তুহু সম স্ত্ৰী-জিত পুৰুষক বহু নাহি দেখি; যুদ্ধ সময়ে স্ত্ৰীক চোড়য়ে নাহি পাৰহ। তুহু জগত গুৰু। তোহাক যশ গাই তিনিলোকক বেৰাওঁ। আ হামাক লাজ ভেল।

শ্ৰীকৃষ্ণ—হে মুনিৰাজ! কি কৰব। পাৰিজাতক নিমিত্ত সত্যভামা প্ৰাণ চাড়য়। উনিকৰ নিৰ্ব্বন্ধ কত সহব?

নাৰদ—হে কৃষ্ণ! কামাতুৰ পুৰুষক ঐচন অৱস্থা। স্ত্ৰী যে আজ্ঞা কৰে, সে অৱশ্যে কৰিতে লাগে। হোক, সে কামৰূপ নৰকাসুৰক পাট, ওহি দ্বাৰিকা হন্তে শুক্তাৰে মাস চাৰিকেৰ পথ। স্ত্ৰী লৈয়া যাইতে বৎসৰ দুই চাৰি পাৰব। আ দেৱকাৰ্য্য ভল্ল সম্বৰ সাধন। এক কৰ্ম্ম কৰহ। তোহাৰ বাহন গৰুড় পখীৰাজ তাহেক আজ্ঞা কৰহ। তাহেৰ কন্ধে চড়িয়ে সত্বৰে গিয়া নৰকাসুৰক মাৰহ।

শ্ৰীকৃষ্ণ—[ সত্যভামাক প্ৰতি ] আহে প্ৰিয়ে! মুনি ভল্ল কহল।

সত্যভামা—হে স্বামী! হামিতো পাৱে হাণ্টিতে পাৰয়ে নাহি।

শ্ৰীকৃষ্ণ—[বাহনক স্মৰি] আহে গৰুড় পক্ষীৰাজ! সত্বৰে আৱ! সত্বৰে আৱ!

শ্লোক

আহ অগস্ত্য গৰুড়ো নত্বা কৃষ্ণং কৃতাঞ্জলিঃ।
মম স্কন্ধং সমাৰুহ্য জহি পাপং দুৰাশয়ম্॥

গৰুড়—হে স্বামী! হামি থাকিতে তুহু পাৱে বেড়াৱব। অঃ হামাৰ কন্ধে চড়ি গিয়া নৰকাসুৰক বধ কৰো গিয়া।

সূত্র—তদন্তৰ শ্রীকৃষ্ণ সভার্য্যে গৰুড়ক কন্ধে চড়ি পৰম লীলায়ে চললি।

শ্লোক

প্রাগ্‌জ্যোতিষং সোঽতি-যত্নেন জায়য়া।
সুপর্ণমারুহ্য যযৌ জনার্দ্দনঃ॥
ক্ষণেন সম্প্রাপ্য পুৰং পৰেশো।
মহোৎসৱং শঙ্খৰৱং চকাৰ॥

সূত্র—শ্রীকৃষ্ণ গৰুড় বাহনে বায়ুবেগে কামৰূপ পাই পাঞ্চজন্য ধ্বনি কয়ল। তাহে শুনি নৰকাসুৰ খেদি আৱল। শ্রীকৃষ্ণ তাহে যৈচে বধ কয়ল তাহে দেখহ শুনহ। নিৰন্তৰে হৰি বোল হৰি।

গীত—ৰাগ কানাড়া।

চললি গোবিন্দ গৰুড় কন্ধে।
নৰক মাৰিতে কয়লি প্রৱন্ধে॥
বায়ুক বেগে চলয়ি পক্ষীৰাজ।
তিল একে মিলিল কামৰূপৰাজ॥
ফুঙ্কল শঙ্খ হৰি বাৰ বাৰ।
শুনি শত্রুক ভেল হৃদয় বিদাৰ॥
জানল আৱল মাধৱ ধাই।
গৰজে দানৱ যুধক লাই॥
সমৰক লাগি বজাৱয় ঢোল।
ধৰ ধৰ মাৰ মাৰ কৰে বহু ৰোল॥
ধাৱে সুৰ নৰকাসুৰ ৰাগি।
খাণ্ডা ফিঙ্কাৰয় কৃষ্ণক লাগি॥
হৰি টঙ্কাৰিল সাৰঙ্গ ভিড়ি।
বৰিষল বাণ দৈত্যকহো পীড়ি॥
কাটল কাহু কন্ধ কৰ শিৰ।
মাৰল হৰি সব দানৱ বীৰ॥
পেশি পলায়ত দানৱ অসুৰ।
বাণ প্রহাৰিবে গোৱল সুৰ॥

কোপে চক্র ক্ষেপি জগন্নাথ।
কাটল দাৰুণ নৰকৰ মাথ॥
দেখি দেৱক উৎসুক বহুল।
বাৱে দুন্দুভি বৰিষয় ফুল॥
জয় জয় যাদৱ কৰে বহু ৰোল।
সমাজিক সব হৰি হৰি বোল॥

সূত্র—সে অসুৰ নৰকক মাৰি শ্রীকৃষ্ণ যশ সাধল দেখি দেৱসব আনন্দে দুন্দুভি বজাই, জয় কৃষ্ণ জয় কৃষ্ণ বোলি শিৰে কুসুম বৰষিল। শ্রীকৃষ্ণ সভার্য্যে আনন্দে ৰহল।

শ্লোক

ততো বসুমতীপুত্রং পুৰঃ সংস্থাপ্য আত্মজং।
বিলপন্তী তদা কৃষ্ণং নত্বা প্রোবাচ দুখিতা॥

সূত্র—নৰক পুত্রবধ ভেল দেখি বসুমতী পৰম সন্তাপে তাহেক পুত্র ভগদত্ত শিশুক আগ কৰিকহো কৃষ্ণ দৰশন নিমিত্ত যৈচে চললি আহে লোকাই! তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ ধনশ্রী—একতালি।

ধ্রুং—পিয়ুক সমীপ চলে মাই।
হৰি দৰশনে চলে যাই।
শিশু সমে বসুমতী লহ লহ গতি ধায়।

পদ—সুতক সন্তাপে তাপে তনু ভেল হ্রাস।
লোতকে লেপিত মুখ ফোকাৰে নিশ্বাস॥
স্বামীক কৰো পাৱে পৰণাম।
কহন্তু শঙ্কৰ গতি মতি মেৰি ৰাম॥

সূত্র—ঐচন শিশু সমে বসুমতী আসি শ্রীকৃষ্ণক পাৰ্ব্বি পৰনাম্যিকহো কৰযোড়ি বোলল।

বসুমতী—হে স্বামি কৃষ্ণ! কোটি ব্ৰহ্মাণ্ডেশ্বৰ পৰম পুৰুষ পুৰুষোত্তম তুহু জগত গুৰু। তোহাক দ্ৰোহ কৰিয়ে পাপী পুত্ৰ নৰক নিজ'পাপে নাশ গেল। তাহে পুত্ৰ ওহি ভগদত্ত নাতিক তোহাৰি পাৰে সমৰ্পল। তাহেক ৰক্ষা কৰহ। হামাৰি সন্ততি ৰহোক। তোহাৰি চৰণ পঙ্কজে কাতৰকয় অভয় প্ৰসাদ মাগো গোসাঞি।

সূত্ৰ—ওহি বুলি বসুমতী বহুত বিলাপ শ্ৰীকৃষ্ণক আগু কয়ল। ঐচন কাৰুণিক বাণী শুনি, নাৰায়ণ বসুমতীক আশ্বাস কয় বোলল।

শ্ৰীকৃষ্ণ—আহে বসুমতি! তুহু তাপ তেজহ। তোহাৰি পুত্ৰ নৰকাসুৰ ভূমিক ভাৰ ভেলি, সে নিমিত্ত ইহাক মাৰি তোহাৰি ভাৰ দূৰ কয়ল। তোহাৰি বচনে ওহি ভগদত্তক কামৰূপ পাটে ৰাজা পাতব। তুহি চিন্তা নাহি কৰবি।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ বসুমতীক আলিঙ্গি- আশ্বাসিয়ে অন্তঃপুৰে প্ৰবেশি কহোঁ ভোগ-দত্তক ৰাজ্য অভিষেক কয়ল। ষোড়শ হাজাৰ কন্যা তাহাৰে বাৰিত পাই দ্বাৰকা পুৰ পঠাৱল। অদিতিক কুণ্ডল, বৰুণক ছত্ৰ, মণি পৰ্ব্বত লৈয়া গৰুড়ক কন্ধে সত্যভামা সমে স্বৰ্গক কৌতুকে চলল।

শ্লোক

অতঃ স্বৰ্গস্য নিকটং দৃষ্ট্বা কৃষ্ণো মুদাযুতঃ।
বধৌ শঙ্খং পাঞ্চজন্যং হৰ্ষয়ন্ দিবি দেৱতাঃ॥

সূত্ৰ—পুনু নৰকাসুৰ মাৰি শ্ৰীকৃষ্ণ স্বৰ্গক সমীপ পাই পৰমানন্দে শঙ্খধ্বনি কয়ল। ধ্বনি শুনি জানল, দেৱতাসব বোলল।

দেৱতাসব—আঃ হামাৰি স্বৰ্গক লাগি শ্ৰীকৃষ্ণ আৱল।

সূত্ৰ—পৰম হৰিষে জয় জয় বোলি দুন্দুভি বজাই শিৰে কুসুম বৰষিল। তাহে পেখি সত্য-ভামা পিউত পুচত।

সত্যভামা—অহে স্বামি। ওহি কোন গ্ৰাম পাৱলো হামো, যে দুন্দুভি বজাই কুসুম বৰিষে এ সব কে হামাক পৰিচয় কৰাৱ।

শ্লোক

কৃষ্ণঃ প্ৰাহ প্ৰিয়াং পশ্যেমামমৰাবতীং দেৱি,
আগতা দেৱতা এতে ত্বাং মাং দেবি দিদৃক্ষয়া।

শ্ৰীকৃষ্ণ—হে দেৱী, তুহু নাহি জানহ, ওহি অমৰাৱতী পুৰি, ওহি দেৱতাসব হামাক দেখিতে আৱল। দেখো ওহি ঐৰাৱত কন্ধে বাসৱ থিক। উনিকৰ মহাদেয়া ওহি শচী, এসব দিগপাল, সিদ্ধ বিদ্যাধৰ।

সত্যভামা—হে স্বামি, যে বিমানক উপৰে প্ৰকাশ কৰিছে ওহি কি বৃক্ষ?

কৃষ্ণ—প্ৰিয়ে নাহি জানহ, যাহেৰ নিমিত্তে মানিনী হয়াছ, সে পাৰিজাত তৰু ওহি।

সত্যভামা—অ হামাক মনোৰথ সাফল ভেল। ওহি পাৰিজাত পুষ্প ধৰিয়ে সতিনীসবক মাজে লাসবেশ কৰি বেৰাৱব। হে স্বামি সম্বৰ কৰু।

শ্লোক

ততোক্তিকৌতুকাদ্দৃষ্ট্বা ইন্দ্ৰ [illegible]
দোৰ্ভ্যাং দেৱং পৰিবৃত্য [illegible]

সূত্ৰ—তদনন্তৰ ইন্দ্ৰ আসিকহো গৌৰবে কৃষ্ণক ধৰল। শচী সত্যভামাক আলিঙ্গি সতকাৰ কয়ল।

ইন্দ্ৰ—হে শ্ৰীকৃষ্ণ পাপী নৰকাসুৰক মাৰি হামাক কৃতাৰ্থ কয়ল। বাৰম্বাৰ তুহু উদ্ধাৰ কৰহ। তোহাক গুণ সুজয়ে নাহি পাৰি।

সূত্ৰ—ওহি বোলি প্ৰেমে লোতক জুৰাৱে। ইন্দ্ৰ মৌনে ৰহল।

শ্লোক

অদিতিমাতৰং পশ্চাৎ সভাৰ্য্যঃ জগদীশ্বৰঃ।
প্ৰণম্য দেৱমাত্ৰেদাদমৃত শ্ৰীবিকুণ্ডলম্॥

সূত্ৰ—তদনন্তৰ শ্ৰীকৃষ্ণ ইন্দ্ৰ সহিত অদিতি মাতাক প্ৰণাম কয়কহো অমৃত কুণ্ডল দুহো নিবেদল। শচী সহিত সত্যভামা অদিতি শাশুক জানু পাৰি প্ৰণাম কয়ল।

শ্লোক

ততঃ সা দেৱজননী কৃষ্ণমত্যা মহেশ্বৰম্।
বদ্ধাঞ্জলিৰ্জগন্নাথং স্তোতুং দেবী মনো দধে॥

সূত্ৰ—অদিতি শ্ৰীকৃষ্ণক পৰম ঈশ্বৰ জানিয়ে যৈচে স্তুতি আৰম্ভল তাহে দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰি॥

পয়াৰ

জয় জয় জগতনিবাস।
জয় জয় অসুৰ বিনাশ॥
জয় জয় ছেদক ভৱপাশ।
জয় জয় তাৰক নিজ-দাস॥
জয় জয় ঈশ্বৰ মুৰাৰি।
জয় জয় অসুৰ সংহাৰী॥
জয় জয় শাৰঙ্গধাৰী।
জয় জয় ব্ৰহ্ম অধিকাৰী॥
জয় জয় জগতক ধাতা।
জয় জয় পাতক দাতা॥
জয় জয় ভৃত্যক ত্ৰাতা।
জয় জয় মুকুতিক মাতা॥
জয় জয় যাদৱ ৰাম।
জয় জলধৰ তনু শ্যাম॥
জয় জয় পূৰক মনকাম।
ভব ভয় তাৰক নাম॥
কৰু করুণা যদুৰায়।
লেলো শৰণ তুৱা পাৱ॥
পৰম পুৰুষ কৰু ত্ৰাণ।
তুৱা বিনে গতি নাহি আন॥
ভৱ বন্ধ চোৰলু মেৰি।
কৰো তুহো স্তুতি কৰযোৰি॥
কয়লি পৰি পৰিণাম।
সবহু বোলহু ৰাম ৰাম॥

শ্লোক

আদিত্যা ঈশ্বৰজ্ঞানং নিগম্য মধুসূদনঃ।
মোহনাৰ্থং নিজমায়াং ততান জনমোহিনীম্॥

সূত্ৰ—তদনন্তৰ অদিতিক ঈশ্বৰ জ্ঞান দেখিয়ে বৈষ্ণৱী মায়া বিস্তাৰি অদিতিক মন মোহিত কৰিয়ে শ্ৰীকৃষ্ণ কৰযোৰি প্ৰণাম কয় বোলল।

শ্ৰীকৃষ্ণ—হে মাতা তুহু হামাৰ পৰম দেৱতা! হামাক সৰ্ব্বদা আশীৰ্ব্বাদ কৰহ।

সূত্ৰ—অদিতি শুনিকহো পৰম সকৰুণ চিত্তে কৃষ্ণক গলে ধৰিকহো বোলিতে লাগল।

অদিতি—হে পুতা তুহু চিৰঞ্জীবী হৰ। হামাক বৰদানে দেৱে অসুৰে তোহাক জিনয়ে নাহি পাৰল।

সূত্ৰ—তদন্তৰ শ্ৰীকৃষ্ণ দেৱীত বিদায় কয়ল, বৰুণক ছত্ৰ মণি পৰ্ব্বতক ইন্দ্ৰত হাতে সমৰ্পল। দেৱতাসবক বিদায় কৰিকহো নাৰদ সহিত সভাৰ্য্যে পৰিৱৰ্ত্তি যৈচে চলল তাহে দেখহ শুনহ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ গৌৰী—জ্যোতি তাল।

ধ্ৰুং— লীলা গতি যাই ভুবন ভুলাই
মধুৰি মুৰতি মুৰাৰি।
লয়লাসে চলে ৰঙ্গে সঙ্গহি বৰ নাৰী।

পদ— উৰে বনমালা মাণিক মণি
বয়ন ঈসত হাসা।
নব জলধৰ শোভিত তনু
পাত অম্বৰু ভাসা॥
পদ পঙ্কজ মঞ্জিৰ ভোলে
পল্লব পৰকাশা।
ভকতি মুকুতি হেতু ভয়ো অৱতাৰ
কহতু কেশৱ দাসা॥

সূত্ৰ—এচন মধুৰ মুকতি শ্ৰীকৃষ্ণ পৰম লীলা গতি স্বৰ্গবাসীক মন মোহি কৌতুকে চলল। তদন্তৰ যে যে কথা ভেল তা দেখহ শুনহ; নিৰন্তৰে হৰিবোল।

শ্লোক

বৃত্বা বস্ত্ৰে পতিং প্ৰাহ সতী ৰোষসমন্বিতা।
ক্ব যাসি পাৰিজাতং ত্বং নানীয় মধুসূদন॥

সূত্ৰ—তদনন্তৰ দেৱী সত্যভামা শ্ৰীকৃষ্ণক পীত বস্ত্ৰে ধৰিকহো মহা ক্ৰোধ হুয়া বোলল।

সত্যভামা—হে স্বামি তুহু ভল্ল সত্য কয়ল। পাৰিজাত নাহি লৈয়া তুহো কাহে যাৱ? তোহাক চিত্ত বুজয়ে নাহি।

শ্ৰীকৃষ্ণ—হে প্ৰিয়ে হামো ভুললো, দোষ নাহি ধৰবি। (নাৰদক বোল) হে ঋষিৰাজ, তুহো সত্বৰে যাৱ। ইন্দ্ৰক খোজি পাৰিজাত বৃক্ষ প্ৰিয়াক নিমিত্ত সত্বৰে আন গিয়া।

সূত্ৰ—শ্ৰীকৃষ্ণক বাণী শুনি নাৰদ চলি গিয়া ইন্দ্ৰক বোলল।

নাৰদ—হে দেৱৰাজ শ্ৰীকৃষ্ণ তোহাত পাৰিজাত খোজল সত্যভামাক নিমিত্ত; জানি সত্বৰে দি পঠাৱ।

সূত্ৰ—নাৰদক বাণী শুনি পৰম ক্ৰোধ হুয়া শচী উত্তৰ দেলহ।

শচী—অঃ অভাগ্য কপাল! ইন্দ্ৰাণী শচীক পাৰিজাত কথাক মানুষী সত্যভামা পিন্ধিতে আশা কয়ল। ঋষিৰাজ বোল গিয়া, যবে অনেক পুণ্য কয়কহো অমৰাৱতীক অধিকাৰিণী হয় তবে পাৰিজাত পৰিধান কৰিতে পাৰে; হামাৰ পাৰিজাত ইন্দ্ৰে দিতে পাৰয়ে নাহি।

ইন্দ্ৰ—হে ঋষিৰাজ দেৱস্ত্ৰীক পাৰিজাত কিমতে দিতে পাৰি; স্ত্ৰীক কথা কৃষ্ণক বিদিত বোল গিয়া ঋষিৰাজ।

শ্লোক

নাৰদস্তু ততোঽভ্যেত্য ভগৱান্ আহ কেশৱম্।
ইন্দ্ৰাজ্ঞা বৰ্ণিতং যৎ তৎ কৃষ্ণে সৰ্ব্বমবৰ্ণয়ৎ॥

সূত্ৰ—তদনন্তৰ নাৰদ পৰৱৰ্ত্তি আসিকহুঁ শচী যে বোলল কৃষ্ণ সত্যভামাৰ আগু কহল।

নাৰদ—হে কৃষ্ণ পাৰিজাতক নিমিত্ত তুহু পঠাৱল, হামো বৰি লাজো ভেলো সত্যভামাক বহুত গালি পৰাৱল মাত্ৰ। পাৰিজাতক নাম শুনি শচী ক্ৰোধে বোলল, অ কথাক মানুষী সত্যভামা শচীক পাৰিজাত পিন্ধিতে ইচ্ছা কয়ল। অভাগ্য কপাল যব তপ জপ আচেৰি জন্মান্তৰে অম্রাৱতীক অধিকাৰিণী হয় তব পাৰিজাত পাৱব বোল গিয়া। হে কৃষ্ণ দেবীক ধিকাৰ শুনিয়ে হৃদয় দহে, হা হা কি ভেলি!

সূত্ৰ—তাহে শুনি সত্যভামা কোপে কম্পমান হুয়া বোলল।

সত্যভামা—হে স্বামি হামাক কদৰ্থিতে তুহু আনল। দানৱক বেটী শচীক চাটু কয় পাৰিজাত নেৱব। অ তব ধিকাৰ ৰহোক। হে প্ৰাণনাথ! কাহেক ভয়? থিক সত্বৰ পাৰিজাত আন গিয়া।

নাৰদ—অ দেবী ভল্ল কহল। শ্ৰীকৃষ্ণ সত্বৰ পাৰিজাত আনহ।

শ্লোক

নিশম্য সত্যভামায়াঃ বচনং কঞ্জলোচনঃ।
জহাৰ সহসা গত্বা পাৰিজাতং তৰুং হৰিঃ॥

সূত্ৰ—তদনন্তৰ শ্ৰীকৃষ্ণ প্ৰিয়াক বাক্য শুনিয়ে তত কাল পাৰিজাতক সমীপ চাপি সমূলে উপাৰি আনল। পেখি ৰখীয়াসব কোলাহল কয় বোলল।

ৰখীয়াসব—হে কৃষ্ণ! শচীক পাৰিজাত নিবে তোহাক কোন ব্যৱহাৰ?

সত্যভামা—আয়ে ৰখীয়াসব, তোহাক শচীত কহ গিয়া সত্যভামা পাৰিজাত নিয়া যাই। অব যব শকতি থিক ৰাখোক আসিয়া।

ৰখীয়াসব—[শুনি ৰখীয়াসব ইন্দ্ৰ শচীক প্ৰণামি কহল] হে মাতা শচী, তোহাৰি পাৰিজাত তৰু সত্যভামা বৰাই কৰিতে স্বামীক হাতে হৰি নিয়াৱল। জানি যে জুৱাই তা কৰহ।

শ্লোক

পাৰিজাতস্য হৰণং নিশম্য কুপিতা শচী।
পতিং পুৰন্দৰং প্ৰাহ ধিগ্ জন্ম তব বজ্ৰিণঃ॥

শচী—[পাৰিজাত হৰণ শুনি শচী কোপে পুৰন্দৰক বোলল] হে স্বামি, তুহু বিদ্যমান থাকিতে হামাক পাৰিজাত মানুষী নিয়া যায়। অ তোহাক ধিকাৰ থিক। বজ্ৰকো ধিকাৰ ৰহোক। [ওহি বুলি ইন্দ্ৰক আগে বহুত বিলাপ কয়ল।]

ইন্দ্ৰ—হে প্ৰিয়ে দুখ চোৰহ, আমাকু আগু কৃষ্ণ কোন হয়? তাহেক জিনি পাৰিজাত এথনে আনব। চিন্তা নাহি কৰবি।

সূত্ৰ—ওহি বুলি ইন্দ্ৰ পৰম প্ৰাৰম্ভে সাজি ধনুশৰ ধৰিকহো দেৱসব সহিত সমন্বিতে ঐৰাৱত কন্ধে খেদি আৱল।

শ্লোক

গত্বা সত্ৰাজিতসুতাং প্ৰোবাচ কুপিতা শচী।
নেষ্যামি ত্বং পাৰিজাতং কিং নু বজ্ৰধৰে স্থিতে॥

শচী—অয়ে সত্রাজিতক কুমাৰী, তুহু মানুষী, হামাৰ পাৰিজাত নিয়া যাব। অঃ তোহাক অভাগ্য মিলল। যব বজ্রধৰক হাতে সৱংশে নাহি মৰবি, তব সত্বৰ পাৰিজাত চোৰহ।

সূত্র—ওহি বুলি যৈচন গৰজল, তা দেখহ শুনহ ; নিৰন্তৰে হৰিবোল।

গীত—ৰাগ আসোৱাৰি—খৰ মান।

ধ্রুং— মানুষী সাহস ঐচন তোহাৰি
হৰলি কুসুম হামাৰি।

পদ— স্বামী পুৰন্দৰ বীৰ বজ্রধৰ
আছত দৈত্য অন্তকাৰী।
পাৰিজাত তৰু চাৰহ মেৰি
ৰাখহো জীৱন কুমাৰী ॥
তোহাৰি স্বামী মাধৱ মানুষ
কয়লি গৰব তাহে লাই।
বাসৱ আগে সোহি কোন হোই
কৰু শচী ঐচন বড়াই।

শচী—অয়ে সত্যভামা, তোহাৰি স্বামী মাধৱক কথা হামু সব জানি। ওহি গোপী বৈ টান গোপাল। উনিকৰ আগু গোকুলক স্ত্রী নাহি ৰহল। দেখো কংসক দাসী কুব্জী তাহেক হাত এৰাৱল নাহি। তাহেক আৰ কি কহব? ঐচন অনাচাৰী কৃষ্ণত গৰ্ব্ব কয়কহো হামাক পাৰিজাত নিয়া যাব। অঃ বজ্রধৰত সবংশে নাশ ভেলি জানব।

শ্লোক

নিশম্য গর্ব্বং তদ্ বাক্যং সত্যভামা হৰি-প্ৰিয়া।
কোপেন কম্পিতবতী শচীমাভাষ্য বল্‌গতীম্ ॥

সত্যভামা—অয়ে ইন্দ্রানী, জগতক পৰম গুৰু হামাৰি স্বামী ; যাহেৰ নাম স্মৰণে মহা মহা পাপী সবো সংসাৰ নিস্তাৰে, তাহেক অতয়ে নিন্দা কৰহ। অয়ে নিলাজিনী, মৰিতে নাজানৰ। তোহোকো স্বামী ইন্দ্রক কথা কহিতে ঘিনেসে উপজে। দেখো অমৰাৱতীক যত নটী তোহাক স্বামীক সে নাহি আটল। তোহাৰি স্বামী কয়লি কি, গৌতম ঋষিক সে ভাৰ্য্যা অহল্যা তাহেক মায়া কৰিকহো জাতি ভ্ৰষ্ট কয়ল। তন্নিমিত্ত সব শৰীৰে তাক যোনি ডাক ভেল ; অয়ে পামৰী, ঐচন ইন্দ্রক হামাকু আগে বখানহ।

সূত্র—ওহি বোলি সত্যভামা যৈচে বলল, তাহে দেখহ শুনহ ; নিৰন্তৰে হৰিবোল হৰি।

গীত—ৰাগ বেলোৱাৰ—তাল খৰমান।

ধ্রুং— পামৰী হৰিকো কৰসি বৰাই।
তযু চৰণ পঙ্কজ ৰজ পৰশি
গাৰি দেখি কতি লাই ॥

পদ—ওহি জগত গুৰু ব্ৰহ্মা ৰুদ্র কৰু
পৰি পৰিণাম যাহাৰি।
কৈচে দাসী শচী ঐচে স্বামীক কৰু
কন্দল বয়নে নেহাৰি ॥
যাহে গায় গুণ পাই পাপী তৰে
ভকতি মুকুতি মিলাৱে ॥
ঐচে গোবিন্দক নিন্দস পামৰী
শঙ্কৰে কহ হৰি পাৱে ॥

সত্যভামা—ঐয়ে দানৱক বেটী ইন্দ্রাণী, হামুক আগু তোহাৰি অতয়ে বৰাই। হামু [illegible] কয় তোহাৰি পাৰিজাত [illegible]। [illegible]

তোহাক স্বামী পুৰন্দৰক যত শকতি থিক যুদ্ধ কয় হামাৰ হাতক পাৰিজাতক নিয়ক দেখি। তবে সাফল বৰাই কয়লি।

সূত্ৰ—দেবী সত্যভামাক অতয়ে বিকৰ্থনা বাণী শুনি শচী কোপ অপমানে স্বামী ইন্দ্ৰক বোলল।

শচী—হে স্বামী দেৱৰাজ, তোহাক জীৱন ধিক ধিক! মানুষী স্ত্ৰীক অতয়ে কদৰ্থনা শুনিয়ে ৰহৈছ; ছিঃ তোহাত পুৰুষ তেজ কিছো নাহি। অঃ দেৱতাক ইন্দ্ৰ মিছা বোলাৱসি।

শ্লোক

ততো পুৰন্দৰো দেব্যাঃ পীড়িতো বাক্যশায়কৈঃ।
ক্ৰোধেন ধনুৰাদায় যুদ্ধায় সম্মুখোভঽভৱৎ ॥

সূত্ৰ—তদনন্তৰ পুৰন্দৰ বাক্যশৰে পীড়িত হুয়া শচীক গৰিহা শুনি কহো পৰম ক্ৰোধে ধনু ধৰি যুদ্ধ কৰিতে কৃষ্ণক সম্মুখ ভেলহ। দেখি সাৰঙ্গ টঙ্কাৰি শ্ৰীকৃষ্ণ গড়ুৰ স্কন্ধে ইন্দ্ৰক সম্মুখ হুই ৰহল। তাহে পেখি পুৰন্দৰ দৰ্পে বোলল।

ইন্দ্ৰ—অয়ে যাদৱ, শচীক পাৰিজাত কৈচে নিয়া যাৱ? ওহি তীক্ষ্ণতৰ শৰে তোহাৰি প্ৰাণ চোৰাৱব। হামাকু আগু কাহা যাৱব।

সূত্ৰ—ঐচন প্ৰকাৰে বহুত বল্লল। দিব্য বাণ হানি যৈচে দামোদৰ পুৰন্দৰ দুহু মহা যুদ্ধ কয়ল, আহে লোক তা দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি।

গীত—ৰাগ তুৰ—পৰিতাল।

ধ্ৰুং—গৰজে বাসৱ বাণ প্ৰহাৰা।
আজু জীৱ লেহ তোহাৰা॥

পদ—পেখি তাহেক হৰি কৰে শাৰঙ্গ ধৰি
কৰু শৰ সত্বৰ মুৰাৰি।
ছেদি বাণগণ হৰিলি চেতন
ইন্দ্ৰক হৃদয় বিদাৰি॥

সূত্ৰ—কৃষ্ণক বাণ প্ৰহাৰে মূৰ্চ্ছিত হুই পুনঃ চেতন পাই ইন্দ্ৰ বোল।

ইন্দ্ৰ—অয়ে শ্ৰীকৃষ্ণ, পাৰিজাত চোৰহ, নহে উহি বজ্ৰ সন্ধানে তোহাৰি প্ৰাণ লঞো।

কৃষ্ণ—ঐয়ে দুষ্ট দেৱৰাজ, হামাক ভীতি দেখাৱ। যত শকতি থিক প্ৰহাৰ দে খি

সূত্ৰ—শুনি ইন্দ্ৰে বজ্ৰ ধৰিয়ে পুনু সুস্থ হুয়া কৃষ্ণক হানল। শ্ৰীকৃষ্ণ হাসি হাসি লুম্ফি ধৰল, তাহে দেখহ শুনহ, নিৰন্তৰে হৰি বোল।

পদ

স্বস্থ কলেৱৰ পুনু পুৰন্দৰ
ধৰল বীৰ বজ্ৰ তুলি।
হানল সন্ধানে বাণ অবলেলো হু
ৰহ ৰহ যাদৱ বোলি॥

সূত্ৰ—বাণ যুদ্ধে নপাৰি পুৰন্দৰ পৰম আতোপে কোপে শ্ৰীকৃষ্ণক বজ্ৰ প্ৰহাৰল। হৰি হাসি হাসি বজ্ৰক লুম্ফি ধৰল।

শ্লোক

ততঃ কৃষ্ণো কৰা চক্ৰং শক্ৰং প্ৰতি গৃহীতবান্।
ইন্দ্ৰো ভীত্বেভাদ্ দ্ৰবিতঃ সাটোপশ্চ দিশং যযৌ।

শ্ৰীকৃষ্ণ—অয়ে দুষ্ট দেৱৰাজ, দেখো তোহাৰি প্ৰহাৰ হামো সহল। অব হামাৰ প্ৰহাৰ সম্বৰহ।

সূত্ৰ—ওহি বোলি পৰম প্ৰাৰম্ভে ইন্দ্ৰক লাগি চক্ৰ

তুলি ধৰল। তাহে পেখি ইন্দ্ৰক হৃদয় কম্প লাগল। হাত পাৱ থিৰ নোহে, মহাভয়ে হস্তী চাৰি পলাৱল। তাহে পেখি শ্ৰীকৃষ্ণ হাসি হাসি পাচু পাচু ইন্দ্ৰক খেদল। তাহে দেখহ শুনহ, নিৰন্তৰে হৰি বোল।

গীত—ৰাগ কানাৰা—পৰিতাল।

ধ্ৰুং—প্ৰাণৰ কাতৰে ইন্দ্ৰ পলাই।
পাচু পাচু হাসি মাধৱে ধাই ॥

পদ—ৰে ৰে পুৰন্দৰ ডাকে মুৰাৰি।
ৰহ ৰহ কাহে পলাস বজ্ৰধাৰী!
লৱৰে বাসৱ পাচু নচাৱে।
কৃষ্ণক কিঙ্কৰ শঙ্কৰে গাৱে ॥

সূত্ৰ—ৰহ ৰহ ইন্দ্ৰ বোলি ডাকি শ্ৰীকৃষ্ণ পাচু পাচু যাই। তথাপি ইন্দ্ৰ বিভঙ্গে পলাই ৰহয়ে নাহি। তাহে পেখি সত্যভামা দেবী কদৰ্থনা কয়ে হাসি বোলল।

সত্যভামা—আহে পুৰন্দৰ, তুহু কি নিমিত্তে পলাৱল। দেৱক ৰাজা হুয়া মানুষ কৃষ্ণক ভয়ে ভঙ্গ দেলহ, উচিত নোহে। তোহাৰি আগু পাৰিজাতক মঞ্জৰি পৰিধান কয়ে শচী লাশ বেশ কৰি বেৰাৱে। তুহু বজ্ৰধৰ বীৰ। অব কৈচে পলাৱ, লাজক পিঠি দেলহ। অয়ে পামৰী শচী, ওহি ইন্দ্ৰক দেখাই অতয়ে দৰপ কয়লি। অব তোহাৰি ভতাৰক কৈচে নাহি পালটাৱ। হামু মানুষী হুয়া তোহাৰি পাৰিজাত নিয়া যাওঁ, ওহি তাপে মৰিতে নাযাৱ।

শ্লোক

ততো পুৰন্দৰো নিন্দাং দেব্যাঃ শ্ৰুত্বাভিদ্ৰুত্য সহাং।
নিবৰ্ত্ত্যোবাচ বচনং সত্যভামে নিবোধ মে ॥

সূত্ৰ—তদন্তৰ দেবীক নিন্দা বাণী শুনিয়ে ইন্দ্ৰ পৰিবৰ্ত্তি বোলল।

ইন্দ্ৰ—অয়ে সত্যভামে, ওহি শ্ৰীকৃষ্ণক ধন্ত পতনী থিক, তাহেক মধ্যে তুহু বৰি প্ৰচণ্ড প্ৰগল্‌ভা, ইহা হামো জানলো। কি নিমিত্তে হামাক মিছা বল্লহ।

সূত্ৰ—ওহি বোলি ইন্দ্ৰ আপুনাক গৰিহা কয়ল। হা হা হামো পাপী মায়া মুহিত হুয়া পৰম ঈশ্বৰক যুদ্ধ কয়লো। হামাক ধিক্কাৰ ৰহোক। ওহি বোলি ভয়ে কম্পিত তনু ত্ৰাহি ত্ৰাহি বুলি কৰ যোৰি কৃষ্ণক আগু দণ্ডৱতে পৰি পৰি পৰণামি তুতি বোলল।

ভটিমা

জয় জয় যাদৱ দেৱ মুৰাৰি।
জয় জয় কেশি কংস অন্তকাৰী ॥
জয় জয় গিৰি গোবৰ্দ্ধন ধাৰী।
জয় জয় ভকত ভীতি ভয়হাৰী ॥
জয় জয় মৰ্দ্দিত বিষধৰ কালী।
জয় জয় বামন বলিক নিকালি ॥
জয় জয় নিৰ্জ্জিত কপিবৰ বালি।
জয় জয় বাসুদেৱ বনমালী ॥
জয় জয় তোহো ত্ৰিভুৱন অনুপাম।
জয় জয় নিজ জন পূৰণ কাম ॥
জয় জয় মুক্তিক মোৱল ধাম।
জয় জয় পাতক তাৰক নাম ॥

তোহাৰি মায়ায়ে মোহিত অন্ধ।
কয়লো যুদ্ধ হামো মহা মন্দ॥
অত অপৰাধ সহব হৰি মোই।
চৰণে শৰণ লেলো অব তোই॥
ওহি ইন্দ্ৰ পদ আপদ যাৰ।
দূৰ কৰু হৰি কুমতি হামাৰ॥
মাগব ভিক্ষা পৰিধান কয় কন্থা।
ধৰবহো তোহাৰ ভকতি পন্থা॥

সূত্ৰ—ওহি তুতি কৰিয়ে পুৰন্দৰ পৰম বৈৰাগ্যে কৃষ্ণক আগু পৰি বহুত বিলাপ কয়ল।

শ্লোক

দৃষ্ট্বা কৃষ্ণো বিহস্যাহ তস্য তন্নির্ম্মলং মনঃ।
সন্তোষ্যামি যতো দেৱ শ্ৰেষ্ঠভ্ৰাতা ভবান্ মম॥

সূত্ৰ—তদন্তৰ ইন্দ্ৰক ভীতি কাতৰ দেখিয়ে শ্ৰীকৃষ্ণ হাসি হাসি হাতে ধৰিকহো তোলি আশ্বাসি বোলল।

শ্ৰীকৃষ্ণ—হে পুৰন্দৰ, তুহু হামাৰ জ্যেষ্ঠ ভ্ৰাতা। তোহাৰি দোষ হামু কিছু ধৰয়ে নাহি। কিছু শঙ্কা নাহি কৰবি। ধৰু তোহাক বজ্ৰ লেহু। ওহি পাৰিজাত যদি সুখে নাহি দেব তব ইহাক নিয়া যাৱ।

সূত্ৰ—শুনি সত্যভামা কোপে কটাক্ষে নিৰেখি কৃষ্ণক মনে দশন চৰ্ব্বি গৰিহয়।

সত্যভামা—হা হা কি ভেল স্বামীক মতি। ওহি ইন্দ্ৰক চাটু শুনল। আৰ বাৰ নৰক বধ নিমিত্তে কত কাতৰ কয় আনি কাৰ্য্য সিধি ভেল দেখি হামাক যুদ্ধ ভেজাৱল। উনিকৰ বচনে সঞ্জাত খিক। অ হামাৰ পাৰিজাত দিতে কোন অধিকাৰী ৰহে।

ইন্দ্ৰ—হে স্বামী কৃষ্ণ, ওহি পাৰিজাত তুহো নিয়া যাৱ। সুধৰ্ম্মা সভা সহিত যত সম্পতি হামাত খিক, সব দ্বাৰকাক লাগি পঠাঞো। যাৱত তুহু ভূমিত ৰহব, তাৱত তোহাৰি উপযোগ হুয়া ৰহোক।

শ্লোক

ইন্দ্ৰস্য বচনং শ্ৰুত্বা প্ৰীতঃ পীতাম্বৰঃ যযৌ।
পাৰিজাতং তদাদায় তমনুজ্ঞাপ্য ভাৰ্য্যয়া॥

সূত্ৰ—ইন্দ্ৰক সন্মান শুনি শ্ৰীকৃষ্ণ ভাৰ্য্যা সহিতে হৰিষে পুৰন্দৰত অনুমতি পাই যৈচে পাৰিজাত লৈয়া কৌতুকে কেশৱ চললি, আহে লোক তাহে দেখহ শুনহ; নিৰন্তৰে হৰি বোল হৰি।

গীত—ৰাগ বেলোৱাৰ—পৰিতাল।

ধ্ৰুং—পাৰিজাত লৈয়া চলল লয়লাসে
হাসে হৰিষে বৰ নাৰী।
মত্ত গজ গামিনী কামিনী সঙ্গে
ডোলে চলাই বৰ নাৰী॥

পদ—শ্যাম মুৰুতি ৰতনে উৰে মালা
মাণিক মঞ্জৰি জুৰাৱে।
প্ৰিয়া সঙ্গে চলে ৰঙ্গে তৰুণী কৰিণী সঙ্গে
মাতঙ্গ যৈচন লীলায়ে॥
মকৰ কুণ্ডল গণ্ড ডোলি বিৰাজিত
ৰাজিৱ লোচন স্বামী।
কৃষ্ণ কিঙ্কৰ কহয় হৰিকো
চৰণে পৰি পৰণামি॥

সূত্ৰ—তদন্তৰ দেৱী সত্যভামা সহিত লীলায়ে কৌতুক কেলি কয় শ্ৰীকৃষ্ণ দ্বাৰকাপুৰ প্ৰৱেশ

